নিৰুপমা বৰগোহাঞিৰ

# গল্প সমগ্ৰ






জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**Nirupama Borgohaineer GALPA SAMAGRA**

*A collection of short stories written by Nirupama Borgohain*
*and published by Ila Sarmah on behalf of*
***JYOTI PRAKASHAN***
*Panbazar, Guwahati 781 001, Assam.*

**First Edition :** February, 2006

***Price***
General Edition : Rs. 450.00
Library Edition : Rs. 600.00

**।। নিৰুপমা বৰগোহাঞিৰ গল্প সমগ্ৰ ।।**

*প্ৰকাশিকা*
**ইলা শৰ্মা**
জ্যোতি প্ৰকাশন, পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**প্ৰথম প্ৰকাশ ঃ ফেব্ৰুৱাৰী, ২০০৬**

বেটুপাত ঃ ৰঞ্জিত গগৈ
অলংকৰণ ঃ বিকাশজ্যোতি বৰুৱা

*বৰ্ণ সংস্থাপন*
ময়ূৰ ডেস্কটপ
ডেনিছ ৰোড, পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

*মূল্য*
সাধাৰণ সংস্কৰণ ঃ ৪৫০.০০ টকা
পুথিভঁৰাল সংস্কৰণ ঃ ৬০০.০০ টকা

*মুদ্ৰক*
ত্ৰিনয়ন গ্ৰাফিক অফছেট
ৰিহাবাৰী, গুৱাহাটী-৭৮১ ০০৮

'Borgohain creates narratives of oppression and resistance While the grand structure of this opposition is similar from story to story, the individual trajectories of subjugation and resistance are, in her fictional world, constantly differentiated and constantly new She is a wonderful teller of stories, each one fresh with discovery. The discovery is Borgohain's as time and time again she imagines a 'brave new world that has such people in it.' The discovery is her characters, who learn what it means to be a woman in the world. There is often an excruciating realization yet always, no matter how painful, a liberating one

Most importantly, the discovery afforded by these remarkable stories is ours, as readers The reader who ventures forth to encounter the narratives in these pages will find discovery after discovery as story after story unfolds The discoveries are the more profound in that we recognize that we are encountering truth '– (Introduction : Selected Short Stories of Nirupama Borgohain)

**Huck Gutman**
Former Head and Professor of English
Vermont University, USA

# গল্প লেখাৰ গল্প

মই গল্প লিখিবলৈ আৰম্ভ কৰিছিলোঁ ১৯৪৪ চনত সপ্তম মানত পঢ়া দিনৰে পৰা, স্কুলীয়া হাতেলিখা আলোচনীত সেইবোৰ প্ৰকাশ হৈছিল। সেই আলোচনীবোৰ ময়ে হাতেৰে লিখি উলিয়াইছিলোঁ আৰু সম্পাদনাও কৰিছিলোঁ বাবে সেইবোৰ সৌভাগ্যক্ৰমে মোৰ হাততে থাকি গ'ল। প্ৰাণৰ সমস্ত আবেগ আৰু হেঁপাহ ঢালি পৰম একাগ্ৰচিত্তেৰে সেই আলোচনীকেইখন নিজ হাতেৰে লেখা বাবেই বোধহয় পিছত মোৰ গল্প প্ৰকাশ হোৱা আন ছপা আলোচনীৰ দৰে অৱহেলা কৰি সেইবোৰ নেহেৰুৱাই সযত্নে সংৰক্ষিত কৰি থৈছিলোঁ। প্ৰথমতে গুৱাহাটীৰ পাণবজাৰ ছোৱালী হাইস্কুলত এবছৰ আৰু পিছত উজানবজাৰ তাৰিণীচৰণ ছোৱালী হাইস্কুলত তিনি বছৰ পঢ়ি থকা সময়ত এনেকৈ মই যথাক্ৰমে 'শলিতা' আৰু 'অসম-গৌৰৱ' নামেৰে দুখন আলোচনী উলিয়াইছিলোঁ। তাতেই মোৰ তিনিটা গল্প ওলাইছিল।

সেই তেতিয়াৰে পৰা আজি তিনি কুৰি বছৰে নিৰবিচ্ছিন্নভাৱে গল্প লিখি আহিছোঁ। স্বাভাৱিকভাৱেই এটা সংকলন উলিওৱাৰ মোৰ মনে মনে যি এটা ইচ্ছা আছিল তাক বাস্তৱত ৰূপায়িত কৰিলে গুৱাহাটীৰ বিশিষ্ট প্ৰকাশন গোষ্ঠী জ্যোতি প্ৰকাশনে। আগতেও তেওঁলোকে দুটা খণ্ডত 'উপন্যাস-সম্ভাৰ' নাম দি মোৰ ৩১ খন উপন্যাস একেলগে প্ৰকাশ কৰি উলিয়াইছিল। মোৰ বেছিভাগ কিতাপো তেওঁলোকেই প্ৰকাশ কৰিছে, এইদৰেই মই তেওঁলোকৰ লগত প্ৰীতি আৰু কৃতজ্ঞতাৰ বান্ধোনেৰে সাঙোৰ খাই আছোঁ।

আমাৰ বেছিভাগ গল্প লেখকৰ দৰেই ময়ো মোৰ কেইটামান ছপা গল্প হেৰুৱাইছিলোঁ। অৱশ্যে সেইবোৰ গল্পৰ বেছিভাগৰে সংকলন প্ৰকাশ হৈছে। কিন্তু তেনেকৈ প্ৰকাশ হোৱা মুঠ সোতৰখন গল্প-সংকলনৰ প্ৰায় ক'তোৱেই প্ৰকাশৰ সময়ৰ উল্লেখ নাই। গতিকে এতিয়া একত্ৰে ওলাবলগীয়া গল্পবোৰৰ ভিতৰত মই হাতেলিখা আলোচনী তথা আদিভাগৰ গল্পৰ আৰু 'ৰামধেনু', 'নবযুগ'ৰ বাহিৰে বেছিভাগৰে প্ৰকাশৰ সময় দিব পৰা নাই, কাৰণ 'ৰামধেনু' আৰু 'নবযুগ'বোৰ জিলা পুথিভঁৰালত পালেও মোৰ গল্প প্ৰকাশ হোৱা কোনো আলোচনী তাত নাই।

ড° সত্যেন্দ্ৰনাথ শৰ্মাই তেখেতৰ সমগ্ৰ জীৱনৰ সংগ্ৰহ 'ৰামধেনু' আৰু 'নবযুগ'বোৰ জিলা পুথিভঁৰালত দান দি গৈছে বাবেই মই 'নবযুগ'ৰ পৰা দুটামান হেৰোৱা গল্প সংগ্ৰহ কৰিব পাৰিলোঁ।

বিভিন্ন আলোচনী বা সাহিত্য-সংকলনত ওলোৱা যিকেইটা গল্প মই হেৰুৱাই পেলাইছিলোঁ সেইবোৰ উদ্ধাৰ কৰি মোক পৰম উপকাৰ কৰিছে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, তোষপ্ৰভা কলিতা, ভুবন কলিতা, পৰমানন্দ মজুমদাৰ আৰু কুমুদেশ্বৰ হাজৰিকাই। মোৰ 'ৰেহাই মূল্য' নামৰ গল্প এটাৰ কেতিয়াও সন্ধান নাপাম বুলি ভাবি থকা সময়তে অভাৱনীয়ভাৱে তিনি বছৰমান আগতে অসমীয়া গল্পৰ গৱেষণা কৰি থকা ছাত্ৰী এজনীয়ে (দুৰ্ভাগ্যবশতঃ মই তেওঁৰ নামটো পাহৰিলোঁ, তাৰ বাবে মই সঁচাকৈয়ে লজ্জিত) মোক সেই গল্পটো দি গৈছিল। এই কেইগৰাকীৰ বাহিৰেও মই আন ধৰণে সহায় পাইছোঁ 'দৈনিক বাতৰি' কাকতৰ খনীন্দ্ৰ কুমাৰ ডেকা, বিনীতা ভট্টাচাৰ্য, ৰোহিণী কুমাৰ কাকতি, মৃণাল তালুকদাৰ, শিৱসাগৰৰ শ্ৰীপ্ৰফুল্ল বেজবৰুৱা আৰু হৃদয়ানন্দ গগৈৰ পৰা। বিশেষকৈ হৃদয়ানন্দ গগৈৰ দ্বাৰা সংকলিত আৰু সম্পাদিত, জ্যোতি প্ৰকাশনৰ দ্বাৰা ১৯৯৭ চনত প্ৰকাশিত 'ৰামধেনুৰ শ্ৰেষ্ঠ গল্প'খনতে মই সম্পূৰ্ণভাৱে বিস্মৃত হোৱা, ১৯৫৭ চনত 'ৰামধেনু'ত প্ৰকাশ পোৱা মোৰ 'আৱিষ্কাৰ' নামৰ গল্প এটাৰ সন্ধেদ পালোঁ। এই গল্পটোক লৈয়ো গল্প এটা আছে। 'গল্প-সমগ্ৰ'খন প্ৰকাশৰ যো-জা কৰাৰ সময়তে মোৰ মনত পৰিছিল যে মই 'ৰামধেনু'ত 'আগলি ডাকলিং' নামেৰেও গল্প এটা লিখিছিলোঁ। কিন্তু 'ৰামধেনু'বোৰত সেই নামৰ কোনো গল্প বিচাৰি নাপালোঁ। তাৰ পিছত এই 'আৱিষ্কাৰ' নামৰ গল্পটো আৱিষ্কাৰ হোৱাতহে সেইটো পঢ়ি গম পালোঁ যে সেইটোৱে 'আগলি ডাকলিঙ'ৰ গল্প! সেইটোও নীলিমা দেৱীৰ নামতে লিখা। প্ৰসংগক্ৰমে কওঁ ১৯৫১ চনৰ পৰা ১৯৫৯ চনলৈ 'ৰামধেনু'ত

প্ৰকাশ হোৱা মোৰ গল্পৰ মুঠ সংখ্যা হ'ল ১৪ টা। তাৰে ভালেকেইটাই 'নীলিমা দেৱী' ছদ্মনামত লেখা, বাকী প্ৰায়কেইটা নিৰুপমা তামুলীৰ নামত লেখা যদিও শেষৰ ফালে মোৰ বিয়াৰ পিছত সলনি হোৱা উপাধি বৰগোহাঞিটোও আছে (১৯৫৮ চনৰ পৰা)।

এইখিনিতে মই হেৰুওৱা আৰু কোনোদিনে ছপাৰ মুখ নেদেখা তিনিটা গল্পৰ বিষয়েও অলপ কৈ লওঁ। হয়তো কম বয়সৰ তথা প্ৰথম বয়সৰ লেখা বাবেই সেইকেইটাৰ প্ৰতি থকা আৱেগ আৰু মমত্ববোধে সেই গল্পকেইটা আজিও পাহৰিব দিয়া নাই।

অষ্টম শ্ৰেণীত পঢ়ি থাকোঁতে মই আশাপূৰ্ণা দেৱীৰ 'আমায় ক্ষমা কৰো' নামৰ এটা গল্প পঢ়ি ইমানেই মুগ্ধ হ'লোঁ যে ছাত্ৰীসকলৰ মাজত এটা প্ৰতিযোগিতাই পাতিলোঁ— সেইটো হ'ল, 'ক্ষমা কৰা ভাই' নাম দি প্ৰত্যেকেই একোটা গল্প লেখিব লাগিব, যাৰটো ভাল হ'ব তাক পুৰস্কৃত কৰা হ'ব। মই নিজেও পৰম উৎসাহত গল্পটো লিখাত লাগি গ'লোঁ। কিন্তু দুখৰ কথা যে কোনো ছাত্ৰীয়ে সেই শিৰোনামা দি গল্প লেখিব নোৱাৰিলে আৰু এইটোও দুখৰ কথা যে মই নিজে লিখি উলিওৱা গল্পটোও হেৰুৱালোঁ।

এইবাৰ মূল প্ৰসংগৰ পৰা অলপ আঁতৰি যাব খুজিছোঁ। মই চেমনীয়া বয়সতে পঢ়ি মুগ্ধ হোৱা আশাপূৰ্ণা দেৱীৰ গল্পটো যে এটা অতি ভাল গল্প আছিল সেইটো গম পালোঁ— আশীৰ দশকত শ্যাম বেনেগাল নে আন কোনোবা পৰিচালকে (মোৰ ভালকৈ মনত নাই) ভাৰতবৰ্ষৰ বহুতো বিখ্যাত লেখকৰ গল্প একোটাৰে দূৰদৰ্শনত 'কশমাকশ' নামৰ এখন ধাৰাবাহিক নিৰ্মাণ কৰি তাত আশাপূৰ্ণা দেৱীৰ সেই গল্পটোও অন্তৰ্ভুক্ত কৰা দেখি। অৱশ্যে পিছত কলকাতাত আশাপূৰ্ণা দেৱীক লগ পাই সেই সম্পৰ্কে সোধাত তেওঁ গল্পটোৰ দূৰদৰ্শনৰ ৰূপায়ণত সন্তুষ্ট হ'ব পৰা নাছিল বুলি কৈছিল। ইয়াতে আৰু এটা এক ধৰণৰ অপ্ৰাসংগিক কথাও প্ৰিয় পাঠকক সবিনয়ে জনাব খোজোঁ। স্কুলীয়া জীৱনৰ পৰাই মোৰ প্ৰিয় হৈ পৰা আশাপূৰ্ণা দেৱী আৰু মোৰ উপন্যাসৰ নাৰী চৰিত্ৰ আৰু সমাজ চিত্ৰৰ এটা তুলনামূলক অধ্যয়ন কৰি সেই গৱেষণাৰ ভিত্তিত কটন কলেজৰ ৰাজনীতি বিজ্ঞান বিষয়ৰ প্ৰৱক্তা, নিজেও বিশিষ্ট উপন্যাস লেখোঁতা ৰীতা চৌধুৰীয়ে ডক্টৰেট ডিগ্ৰী লাভ কৰিছিল।

মোৰ আন এটা হাতেলিখা অৱস্থাতে হেৰাই যোৱা গল্পৰ নাম হ'ল— 'ডায়েৰী অব্ এ ন'বডি'। মই সেই একে সময়তে অৰ্থাৎ ১৯৪৬ চনত অষ্টম শ্ৰেণীত পঢ়ি থকা সময়তে একে নামৰ ইংৰাজী কিতাপ এখন পঢ়িও একেদৰে মুগ্ধ হৈ গল্পটো লিখি উলিয়াইছিলোঁ। (এতিয়াহে গম পাইছোঁ যে সেইখন এখন বিখ্যাত কিতাপ, লেখক হ'ল গ্ৰছ্‌স্মিথ, এতিয়া আমাৰ ঘৰত কিতাপখন আছেও)। ড° প্ৰফুল্লদত্ত গোস্বামীৰ সভাপতিত্বত তেতিয়া আমাৰ কেইজনমান সাহিত্যপ্ৰেমী ছাত্ৰ-ছাত্ৰীৰ এখন সাহিত্যৰ অনুষ্ঠান গঠন হৈছিল, নামটো আছিল 'তৰুণ লেখক সংঘ'। 'তৰুণ জাগৰণ' নামেৰে তাৰ পৰা ১৯৪৬ চনত এখন সাহিত্য-সংকলনো প্ৰকাশ হৈছিল। তাতেই মোৰ প্ৰথম ছপা গল্প 'শান্ত ছোৱালীজনী তাই'টো প্ৰকাশ হৈছিল। এইখিনিতে মই বিশেষভাৱে কৃতজ্ঞতা জনাব খোজোঁ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যকো। মই সেই সংকলনখন হেৰুৱাই পেলাইছিলোঁ। কিন্তু আমাৰ অনুষ্ঠানটোৰ অন্যতম সদস্য ড° ভট্টাচাৰ্যই কেই বছৰমান আগতে স্বতঃপ্ৰণোদিত হৈ মোক তেখেতৰ তাত থকা কপিটোৰ পৰা গল্পটো উদ্ধাৰ কৰি দিলে। এইখিনিতে মই আৰু এগৰাকী বন্ধুকো বিশেষ কৃতজ্ঞতা জনাব খোজোঁ। ড° ভবেন শইকীয়াই এম এছ চি পৰীক্ষা পাছ কৰি উঠাৰ পিছতেই বোধহয় এখন বিশেষ গল্প-সংকলন উলিয়াইছিল, তাত মোৰ 'প্ৰীতি-উপহাৰ' নামৰ গল্প এটা ওলাইছিল। ড° শইকীয়ায়ো সেই সংকলনটো মোৰ দৰেই হেৰাই যোৱা বুলি কোৱাৰ পিছত নগাঁৱত বহুত চলাথ কৰি মোক সেই গল্পটো উদ্ধাৰ কৰি দিছিল তোষপ্ৰভা কলিতাই। মোৰ 'প্ৰেমৰ বাবে, স্বপ্নৰ বাবে' নামৰ এখন প্ৰেমৰ গল্প-সংকলন জ্যোতি প্ৰকাশনেই উলিয়াইছিল। তাত অন্তৰ্ভুক্ত কৰাৰ বাবে গল্পটোৰ প্ৰয়োজন হৈছিল।

প্ৰসংগৰ পৰা অলপ আঁতৰি আহিলোঁ। যি হওক, সেই 'তৰুণ লেখক সংঘ'ৰ এটা বৈঠকত পাঠ কৰা মোৰ 'ডায়েৰী অব্ এ নব'ডি'টো শুনি সভাপতি ড° গোস্বামীয়ে মোক খুব প্ৰশংসা কৰিছিল। কিন্তু সেইটোও

ছপা নোহোৱাকৈ হেৰাই থাকিল।

কটন কলেজত পঢ়ি থাকোঁতে (১৯৪৯-১৯৫২) বাৰ্ষিক কলেজ সপ্তাহৰ সাহিত্য প্ৰতিযোগিতাত মই এটা অসমীয়া গল্পত পুৰস্কাৰ পোৱাৰ আনন্দ আৰু উৎসাহত ১৯৪৯ বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত 'ৰংধৰ'ত (যি 'ৰংঘৰ'ই পিছৰ বছৰত ড° মহেশ্বৰ নেওগৰ সম্পাদনাত ৩য় বছৰ হিচাপে ঘোষণা কৰি প্ৰকৃততে ১ম বছৰ ১ম সংখ্যা 'ৰামধেনু' হিচাপে প্ৰকাশ পালে।) প্ৰকাশিত 'এনগ্ৰ'পলজিৰ সপোনৰ পিছত' নামৰ গল্পটোকে বাংলাত অনুবাদ কৰি বাংলা ভাষাৰ সাহিত্য প্ৰতিযোগিতাত দ্বিতীয় পুৰস্কাৰ পাইছিলোঁ। তাৰ পিছত ভাবিলোঁ— এইবাৰ ইংৰাজীতো এটা গল্প লেখি প্ৰতিযোগিতালৈ পঠিওৱা যাওক। সেই অনুযায়ী 'The Last Limitation' নামৰ গল্প এটাও লিখি উলিয়ালোঁ, কিন্তু সেইটোৱে কোনো পুৰস্কাৰ নাপালে, অথচ মোৰ ভাল হৈছিল যে মই ভাল গল্প এটাই লিখিছিলোঁ। পিছত গল্পটো হেৰুৱালোঁ, তেনেকৈয়ে মোৰ দ্বাৰা ৰচিত প্ৰথম আৰু শেষ ইংৰাজী গল্পটোৰ অস্তিত্ব নোহোৱা হ'ল।

আশীৰ দশকত এবাৰ বিশিষ্ট লেখক অৰুণ গোস্বামীৰ সম্পাদনাত এখন গল্প-সংকলন ওলোৱাৰ কথা আছিল, তাৰ বাবে মোক গল্প এটা খোজাত 'চিগাৰেট' নামৰ মোৰ বিচাৰত ভাল গল্প এটাই লিখি দিছিলোঁ। কিন্তু সংকলনটো নোলাল, মই গল্পটোও ঘূৰাই নাপালোঁ। মোৰ কোনো লেখাৰে দ্বিতীয়বাৰ কপি নকৰোঁ বাবে সেইটোও হেৰাল। পিছে মোৰ বাবে পৰম আনন্দৰ কথা যে বিভিন্ন শুভাকাংক্ষীৰ সহায়ত মোৰ প্ৰায় সকলো ছপা গল্পই উদ্ধাৰ হ'ল।

সি যি কি নহওক, আটাইবোৰ গল্প প্ৰকাশৰ সময় জনাব নোৱাৰিলেও ভালেকেইটা গল্পৰ চন-তাৰিখ দিব পাৰিছোঁও। তদুপৰি সময়ৰ যথাসম্ভৱ ক্ৰম ৰাখিয়েই গল্পবোৰ সজোৱাৰ চেষ্টা কৰিছোঁ। পাঠকেও গল্পবোৰৰ সেই সময়ৰ পটভূমি, যেনে— সেই সময়ত ঘটা ঘটনা, বয়-বস্তুৰ দামৰ উল্লেখৰ দ্বাৰা মোটামুটি প্ৰকাশৰ সময় এটা নিৰ্ণয় কৰি ল'ব পাৰিব।

ৰচনাকাল সম্পৰ্কে আৰু এটা নিৰ্দেশনাও আছে— মই আমাৰ বিদেশী বিতাড়নৰ পটভূমিত লেখা, উগ্ৰপন্থীৰ সমস্যা লৈ লেখা গল্পবোৰ বেলেগে বেলেগে থূপ খুৱাই সজাইছোঁ। ১৯৮৭ চনৰ পৰা ১৯৯২ চনলৈ মই ৰবপুত্ৰ অনিন্দ্যৰ লগত দিল্লী, কলকাতা আৰু জয়পুৰত আছিলোঁ। কলকাতাৰ পটভূমিত 'এথোপা গোলাপ' আৰু 'জীৱন এনেকুৱাই' (এই গল্পটো মই ঋত্বিক ঘটকৰ জীৱনৰ আলম লৈ লেখা, তেওঁৰ পত্নী সুৰমা ঘটক মোৰ অসমত থকা দিনৰে চিনাকি আছিল, সেয়ে গল্পটো তেওঁৰ নামত উছৰ্গাও কৰিছোঁ। আনটো গল্প— 'এথোপা গোলাপ' কলকাতাত আমাৰ ঘৰত কাম কৰা মানুহ এজনীক লৈ লেখা) নামৰ গল্প দুটা লিখিছিলোঁ। 'ঠিকনা' গল্পটো কলকাতা, জয়পুৰ আৰু দিল্লীত লাভ কৰা হৃদয়দ্ৰাৱী অভিজ্ঞতাৰ ভেটিত লেখা, 'নৰকত বসন্ত'টোও দিল্লীত থকা সময়ত আমাৰ ঘৰৰ ওচৰত থকা 'ঝুপড়ি'বাসীক লৈ লেখা। কেইটামান চন-তাৰিখ দিব নোৱৰা গল্পৰ ভিতৰত আছে এইকেইটাও— 'উৎকেন্দ্ৰিক', 'অপচয়' আৰু 'অৱশেষত'। সেইকেইটা গল্প মোৰ জীৱনৰ প্ৰথম গল্প-সংকলন তথা প্ৰথম ছপা হৈ ওলোৱা কিতাপ (১৯৬১) 'অনেক আকাশ'ত সন্নিবিষ্ট, গতিকে সেইকেইটা সেই সময়ৰ আগতে লেখা গল্প বুলি বুজিব পাৰি। ছয়গাঁৱত আমি ১৯৫৯ চনৰ পৰা ১৯৬১ চনলৈ আছিলোঁ। তাৰ পটভূমিত লেখা গল্পকেইটা হ'ল— 'জয়-পৰাজয়', 'ইপাৰ-সিপাৰ', 'অসুখ' আৰু 'শিল্পী'। যোৰহাটত আছিলোঁ ১৯৬৫ চনৰ পৰা ১৯৬৮ চনলৈ। সেই সময়ত লেখা গল্প হ'ল— 'মধ্যবৰ্তিনী', 'ক্ষণিকা', 'শূন্যতাৰ কাব্য', 'এটা প্ৰেমৰ গল্প', 'পৰাজয়', 'গীত', 'মোৰ নাম চম্পাৱতী কাকতি' আৰু 'বকফুল' (১)। আন এখন গল্প-সংকলন হ'ল— 'খিৰিকী কাষৰ গছ'। এইখন ১৯৮৬ চনত প্ৰকাশ পাইছিল। ইয়াতে মোৰ অসম আন্দোলনৰ পটভূমিত লেখা ভালেকেইটা গল্পৰ বাহিৰেও 'উপহাৰ' আৰু 'খিৰিকী কাষৰ গছ' নামৰ গল্প দুটাও সংকলিত হৈছে বাবে সেইকেইটা আশীৰ দশকত লিখা গল্প বুলি অনুমান কৰিব পাৰি।

১৯৬৮ চনত যোৰহাট এৰি অহাৰ পিছত মাজৰ ১৯৮৭ চনৰ পৰা ১৯৯২ চনৰ সময়ছোৱা বাদ দি

গুৱাহাটীতে আছোঁ, গতিকে পিছৰ বাকী সকলোবোৰ গল্প গুৱাহাটীতে লেখা।

আমাৰ সমসাময়িক বেছিভাগ লেখকেই গল্প লিখিবলৈ এৰাৰ দৰে হৈছে। মোৰো গল্পৰ উৎস, প্ৰেৰণা হেৰাই গৈছে, বহুত প্ৰতিভাৱান নতুন গল্প লেখকৰ তুলনাত এতিয়া মই যথেষ্ট নিম্নমানৰ গল্পহে লিখিব পাৰিম বা লিখি আছোঁ— ইত্যাদি নানা কাৰণত গল্প লেখাত যতি পেলাবই খুজিছিলোঁ, কিন্তু সম্পাদকসকলৰ তাগিদাত, বিশেষকৈ শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াৰ তাগিদাত অধুনালুপ্ত তেওঁ সম্পাদিত 'অসমীয়া' আৰু 'প্ৰকাশ'ত আগতে লেখাৰ দৰেই বৰ্তমান তেওঁৰ সম্পাদনাত 'সাহিত্য-প্ৰকাশ'ৰ পৰা ১৯৯৪ চনৰ পৰা ওলাই থকা মাহেকীয়া 'গৰীয়সী'তো মই নিয়মিতভাৱে লিখি থাকিবলৈ বাধ্য হৈছোঁ। দৰাচলতে শ্ৰীশইকীয়াৰ 'আদেশ'তে মই এতিয়াও গল্প লেখি আছোঁ। এই সংকলনটোৰ প্ৰথম পাঁচটা গল্প বাদ দি বাকী চৈধ্যটা গল্প যেনেকৈ 'ৰামধেনু'ত প্ৰকাশ পাইছিল, তেনেকৈ মাজৰ আৰু শেষৰ কেইটামান বাদ দি বাকী প্ৰায় বেছিভাগ গল্পই 'গৰীয়সী'ত প্ৰকাশ পোৱা।

মোটামুটিভাৱে মোৰ গল্পসমূহ 'ৰংঘৰ', ১৯৫০ চনৰ পৰা ১৯৬৫ চনলৈ প্ৰকাশ হৈ থকা মাহেকীয়া 'ৰামধেনু', সাপ্তাহিক 'নৱযুগ', 'অসম বাণী' বিশেষ সংখ্যা, 'দৈনিক অসম' বিশেষ সংখ্যা, 'অসম বাতৰি', মাহেকীয়া 'অসমীয়া', মাহেকীয়া 'প্ৰকাশ', 'জনমভূমি' বিশেষ সংখ্যা, মাহেকীয়া 'শ্ৰীময়ী', 'সাদিন' বিশেষ সংখ্যা, 'পষেক', 'গৰীয়সী', 'প্ৰান্তশ্ৰী' বিশেষ সংখ্যা, 'স্বৰূপা' বিশেষ সংখ্যা, পৰাগ দাসে উলিওৱা 'আগান', আদিকে ধৰি অসমৰ সৰু-বৰ নানা কাকত-আলোচনীত প্ৰকাশ হৈছে। কোৱা বাহুল্য যে এই গল্পবোৰত দুই-এটা ধানৰ লগত পতান আছে অজস্ৰ, গতিকে সেইবোৰ ফুঁ মাৰি উৰুৱাই দিব পাৰিলেও এইখন যেতিয়া মোৰ জীৱনৰ সমগ্ৰ গল্পৰ সংকলন, সেইবোৰকো স্থান দিবই লাগিব।

মই এটা গল্প সুৰমা ঘটকক উছৰ্গা কৰাৰ বাহিৰেও আন দুটা উছৰ্গা কৰা গল্পৰ এটা প্ৰীতি গোস্বামী বাইদেউক আৰু আন এটা হীৰেন ভট্টাচাৰ্যকো উছৰ্গা কৰিছোঁ। এই বছৰ প্ৰয়াত হোৱা সমাজ-সেৱিকা, অসম প্ৰাদেশিক মহিলা সমিতিৰ প্ৰাক্তন সম্পাদিকা, সাহিত্য-সংস্কৃতিপ্ৰেমী এই বাইদেউগৰাকীয়ে মোৰ যোৱা বছৰ 'অসম বাণী'ৰ বিশেষ সংখ্যাত প্ৰকাশ হোৱা 'দুৱাৰখন খোলাই থাকক' নামৰ গল্পটো পঢ়ি ফোন কৰি কৈছিল— 'নিৰুপমা, তুমি মোৰ সম্পৰ্কে ইমানবোৰ কথা কেনেকৈ জানিলা? এই গল্পটো দেখোন তুমি মোক লৈয়ে লেখিছা ...।' 'এটা কবিতাৰ জন্ম'টো হীৰেন ভট্টাচাৰ্যলৈ উছৰ্গা কৰাৰ কাৰণ হ'ল— সেইটো তেওঁৰ নিজৰ জীৱনৰে কাহিনী।

মোৰ সমগ্ৰ জীৱনৰ সাহিত্য-সাধনাৰ এবিধ ফচল এই গল্পবোৰত কল্পনাৰ ৰহণ সানি নিজৰ জীৱনৰ আশা-আকাঙ্ক্ষা, স্বপ্ন-স্বপ্নভংগ, সুখ-দুখ, আনন্দ-বেদনা, ক্ষোভ-ক্ৰোধ, হতাশা, অসহায়তা, প্ৰতিবাদ, প্ৰতিৰোধ প্ৰতিফলিত কৰিছোঁ। লগতে একেদৰেই কল্পনাৰ ৰহণ সানি মোৰ চিনাকি-অৰ্ধচিনাকি-অচিনাকি সেইসকল মানুহৰো কথা লেখাৰ চেষ্টা কৰিছোঁ— যিসকল নিপীড়িত, বঞ্চিত, প্ৰবঞ্চিত, দুখ-শোকত জৰ্জৰিত। অৱশ্যে মোৰ কলমৰ সীমাবদ্ধ ক্ষমতাৰে মই হয়তো তেওঁলোকৰ অত্যাচাৰ-বঞ্চনাৰ কথা যথেষ্ট বলিষ্ঠভাৱে আৰু কলাসন্মতভাৱে উপস্থাপন কৰিব পৰা নাই আৰু পৰা নাই কোনো সমস্যাৰে কোনো সমাধানৰ পথৰ সন্ধান দিবলৈ। সাহিত্যিক হিচাপে হয়তো এয়ে মোৰ একপ্ৰকাৰ ব্যৰ্থতা।

শেষত মই প্ৰিয় পাঠকক এইটো অনুৰোধ জনাওঁ— তেওঁলোকে যেন এই সংকলনখন সাদৰে গ্ৰহণ কৰি অসমৰ আৰু বহুতো লেখকৰ জীৱনজোৱা সাধনাৰ স্বীকৃতি দি তেওঁলোকৰ ৰচনাৰো সংকলন প্ৰকাশ কৰাত প্ৰকাশকক উদ্‌গনি দিয়ে।

গুৱাহাটী
২৫-৭-০৫

কিমধিকমিতি
নিৰুপমা বৰগোহাঞি

# সূচীপত্ৰ


| গল্পৰ নাম | | পৃষ্ঠা |
|---|---|---|
| ১। | জননী (১) | ১ |
| ২। | হে বিদেশী বন্ধু | ৪ |
| ৩। | শান্ত ছোৱালীজনী তাই | ৮ |
| ৪। | ১৯৪২, ১৯৮০ আৰু ১৯৪৬ | ১১ |
| ৫। | এনপ্ৰপলজিৰ সপোনৰ পিছত | ১৪ |
| ৬। | অপমৃত্যু | ৩১ |
| ৭। | বিক্ৰমাদিত্যৰ সিংহাসন | ৪০ |
| ৮। | অযোগ্যতা | ৪৩ |
| ৯। | প্ৰতিবিম্ব (১) | ৫২ |
| ১০। | তেণ্টেলাচ | ৬১ |
| ১১। | মৃত্যুঞ্জয় | ৬৫ |
| ১২। | মিডাছৰ ট্ৰেজেদি | ৭১ |
| ১৩। | জীৱন জীয়াই থাকে | ৭৪ |
| ১৪। | ঢেঁকীৰ সৰগ | ৮৫ |
| ১৫। | পেহীদেউ | ৯১ |
| ১৬। | আবিষ্কাৰ (১) | ৯৬ |
| ১৭। | জন্ম | ১০০ |
| ১৮। | চ্যুতি | ১০৮ |
| ১৯। | দ্বিতীয় মৃত্যু | ১১২ |
| ২০। | প্ৰীতি-উপহাৰ | ১১৭ |
| ২১। | জননী (২) | ১২৫ |
| ২২। | উৎকেন্দ্ৰিক | ১৩৪ |
| ২৩। | অপচয় | ১৪২ |
| ২৪। | অৱশেষত | ১৪৯ |
| ২৫। | ইপাৰ-সিপাৰ | ১৫৫ |
| ২৬। | জয়-পৰাজয় | ১৬৯ |
| ২৭। | অসুখ | ১৭৫ |
| ২৮। | শিল্পী | ১৭৮ |
| ২৯। | বিবৰ্ণ | ১৮৪ |
| ৩০। | বিয়োগ ফল | ১৯২ |
| ৩১। | বদলি | ১৯৬ |
| ৩২। | ভাইটিৰ ছবি | ২০৩ |
| ৩৩। | মোৰ আত্মজীৱনীৰ এছোৱা | ২১০ |
| ৩৪। | মধ্যবৰ্তিনী | ২১৬ |

| | | |
|---|---|---|
| ৩৫। ক্ষণিকা | ................................ | ২২৭ |
| ৩৬। বৰষুণ (১) | ................................ | ২৩১ |
| ৩৭। গাঁত | ................................ | ২৩৯ |
| ৩৮। শূন্যতাৰ কাব্য | ................................ | ২৪৫ |
| ৩৯। ভ্ৰষ্টলগ্ন | ................................ | ২৫২ |
| ৪০। এটা প্ৰেমৰ গল্প | ................................ | ২৫৮ |
| ৪১। পৰাজয় | ................................ | ২৬৩ |
| ৪২। মোৰ নাম চম্পাৱতী কাকতি | ................................ | ২৬৯ |
| ৪৩। সতী | ................................ | ২৭৬ |
| ৪৪। প্ৰতিবিম্ব (২) | ................................ | ২৮৩ |
| ৪৫। শোকসভা | ................................ | ২৮৭ |
| ৪৬। চলিহানী আৰু চুবুৰীয়া | ................................ | ২৯১ |
| ৪৭। আকাশ ছোঁৱা | ................................ | ২৯৫ |
| ৪৮। ৰেহাই মূল্য | ................................ | ৩০৩ |
| ৪৯। সু-সংবাদ | ................................ | ৩০৭ |
| ৫০। খিৰিকী কাষৰ গছ | ................................ | ৩১২ |
| ৫১। এক শীতৰ শেষ ৰাতিৰ চুৰি কাৰ্য | ................................ | ৩১৮ |
| ৫২। উত্তৰাধিকাৰ | ................................ | ৩২৫ |
| ৫৩। মৃত্যু | ................................ | ৩২৮ |
| ৫৪। জননীৰ সন্ধানত এজন ডেকা মানুহ | ................................ | ৩৩২ |
| ৫৫। একেই জোন একেই বেলি | ................................ | ৩৪২ |
| ৫৬। হায় সময় (১) | ................................ | ৩৫১ |
| ৫৭। নালন্দা বিশ্ববিদ্যালয়ৰ ছাত্ৰ | ................................ | ৩৫৬ |
| ৫৮। নকুলৰ গৃহযাত্ৰা | ................................ | ৩৬৪ |
| ৫৯। গাখীৰৰ সোৱাদ লুণীয়া | ................................ | ৩৭৪ |
| ৬০। সোণাপুৰহাট আদৰ্শ উচ্চ ইংৰাজী স্কুল | ................................ | ৩৭৯ |
| ৬১। পোতাশালত ৰেঙণি | ................................ | ৩৮৪ |
| ৬২। এখন অনিৰ্বচনীয় ছবি | ................................ | ৩৮৮ |
| ৬৩। উৎসব | ................................ | ৩৯৫ |
| ৬৪। এজন ডেকা মানুহ | ................................ | ৪০০ |
| ৬৫। এটা বনভোজৰ কাহিনী | ................................ | ৪০৮ |
| ৬৬। নাৰী দশকত অকণ | ................................ | ৪১৩ |
| ৬৭। যাদুঘৰৰ ইতিকথা | ................................ | ৪১৯ |
| ৬৮। আজলী | ................................ | ৪২৪ |
| ৬৯। বুদ্ধদেৱৰ সৰিয়হ | ................................ | ৪২৯ |
| ৭০। আবিষ্কাৰ (২) | ................................ | ৪৩৩ |
| ৭১। এথোপা গোলাপ | ................................ | ৪৩৬ |

৭২। জীৱন এনেকুৱাই ........................... .... ৪৪২
৭৩। ঠিকনা .......... ............ ... .... ৪৪৮
৭৪। নৰকত বসন্ত . . ... ............ .. ... ৪৫৪
৭৫। সোণটি, আইজনী আৰু এখন শ্ৰাদ্ধত চকুলো ...... ........................... ৪৫৯
৭৬। বৰষুণ (২) .......... ........................ ৪৬৪
৭৭। নাগৰিক ..................................... ৪৬৭
৭৮। গল্প লেখাৰ গল্প .... ...................... . ৪৭৫
৭৯। সন্তানৰ সন্ধানত এগৰাকী জননী .... ......... .... . ..... .... . ৪৭৯
৮০। উপহাৰ ..... ......... ......... . ...... ৪৮৬
৮১। এজন প্ৰবীণ লেখকৰ কৈফিয়ৎ বনাম স্বীকাৰোক্তি ............................ ৪৯২
৮২। দুৱাৰত টোকৰ ধ্বনি ....... ........................ ৪৯৬
৮৩। ক্ৰুছবিদ্ধ ..... ............................ ৫০২
৮৪। অন্তঃস্ৰোতা ................ ................ ৫০৯
৮৫। এটা গল্পৰ জন্ম ...... .......... .......... .... ৫১৩
৮৬। এটা কবিতাৰ জন্ম .. ... .... ..................... ৫১৭
৮৭। এখন শ্ৰাদ্ধত চকুলো .............................. ৫২০
৮৮। ৰাতি পুৱাব . ............................. ৫২৫
৮৯। হায় সময় (২) ............................ .... ৫২৯
৯০। মোৰ নাম কমলিনী কলিতা . .......... ...................... ৫৩৩
৯১। পবিত্ৰ-অপবিত্ৰ ......... .. . .......... ...... ৫৩৭
৯২। মে' মাহত লগ পোৱা ...... ........................... ৫৪০
৯৩। টোপনি নহা ৰাতি ......... ..................... ... ৫৪৩
৯৪। দেৱালৰ লিখন .. ...... ....... ...... . ....... ৫৪৭
৯৫। প্ৰেম, মৃত্যু আৰু জীৱনৰ মাজেদি ............................. ৫৫২
৯৬। এটা হাতীৰ অপমৃত্যু ........................... . ... ৫৫৭
৯৭। ভৰি দুখন ............................... ৫৬৩
৯৮। ময়ূৰ ................ ................ ৫৭০
৯৯। মদাৰ গছ .... ........................... ৫৭৮
১০০। প্ৰেম নামৰ কিবা এটা ............................... ৫৮৩
১০১। আকাশলৈ দূৰ নহয় ...................... .......... ৫৮৯
১০২। বুকুতো এডাল বৃক্ষ ............................. ৫৯৮
১০৩। দাপোণত সমগ্ৰ জীৱন ................................ ৬০৫
১০৪। আইনাত তোমাৰ দুখ ................................ ৬০৮
১০৫। নদী প্ৰবহমান ................................ ৬১২
১০৬। উভতি যোৱাৰ পথ ................................ ৬১৮
১০৭। জীৱন আৰু ফেন্টাছী . ............................. .. ৬২৩
১০৮। চাৰি যুগৰ অত্যাচাৰিতা ................................ ৬২৬

১০৯। মোৰ জয়ৰ পৰাজয়ৰ পথেদি ........................ ...... . ৬৩১
১১০। তোমাৰ হাঁহি ............................. ... ৬৩৬
১১১। তললৈ, আৰু তললৈ ........................... . .... ৬৩৯
১১২। জননী (৩) .................................. ৬৪৪
১১৩। সান্ত্বনা .................................. ৬৪৮
১১৪। ডাক্তৰৰ চেম্বাৰত ................................ ৬৫৪
১১৫। প্ৰজাপতয়ে নমঃ .................................. ৬৫৮
১১৬। গুপ্তহত্যা ....... ......................... ৬৬৭
১১৭। বৰানী বুঢ়ীৰ ক্ষোভ .................................. ৬৭৭
১১৮। প্ৰেম-অপ্ৰেম .................................. ৬৮৫
১১৯। দুৱাৰখন খোলাই থাকক .................................. ৬৯২
১২০। দুৰ্গাৰ বলি .................................. ৬৯৯
১২১। মোৰ নাম অনামিকা দাসী .................................. ৭০৬
১২২। বেদনাৰ ৰং গুলপীয়া .................................. ৭১৮
১২৩। অসূৰ্যম্‌স্পৰ্শা .................................. ৭২৫
১২৪। এটা ট্ৰেজি-কমিক আখ্যান .................................. ৭৩৫
১২৫। আবেলি .................................. ৭৪৩
১২৬। অ-কৃপণ ......................... ........ ৭৫২
১২৭। নকল গল্প .................................. ৭৬২
১২৮। আঘোণৰ পথাৰ, নিগনি, আইতা আৰু মোৰ বংশধৰ ...................... ৭৬৮

# জননী (১)

নবীনৰ যেতিয়া আঢ়ৈ বছৰ তেতিয়া তাৰ জন্মদাতা বাপেকৰ মৃত্যু হয়। তাৰ বিধৱা মাকে তাক তেতিয়াৰে পৰা অশেষ দুখ-কষ্ট সহি তুলি-তালি ডাঙৰ-দীঘল কৰে। তেওঁ ইঘৰ-সিঘৰত কাম কৰি যি পায় তাৰে কোনোৰকমে দুজনৰ সংসাৰ চলাইছিল।

এবছৰ-দুবছৰকৈ নবীনে পাঁচ বছৰত ভৰি দিলেহি। মাকে তাক ওচৰৰে স্কুল এখনত নাম লগাই দিলে। এতিয়া নবীনৰ কিতাপ আদি কিনিবলৈ ধনৰ আৱশ্যক হ'ল। মাক নিৰুপায়ত পৰিল। তেওঁৰতো বেচিবলৈ এনে বস্তু নাই যে তাকেই বেচি নবীনক কিতাপ কিনি দিয়ে। অভাৱৰ পীড়নত যে সকলোবোৰ বেচা গৈছে। তেওঁ তেতিয়া উপায়বিহীন হৈ ওচৰ-চুবুৰীয়া কতজনক কাবৌ কৰিলে অলপ ধনৰ কাৰণে। কিন্তু কাৰো হিয়া নুকুমলিল। সকলোৰে মুখত সেই একে কথা— 'খাবলৈ নোপোৱা বাৰীৰ ল'ৰাৰ আৰু পঢ়াৰ আৱশ্যক কি? দুদিনমান পঢ়ি ক-মটো জনা হ'লে ল'ৰা বাবুহে হ'ব। আজিকালিচোন বহুত কাম ওলাইছে। তাৰে এটা কামতে লগাই দেচোন।' কিন্তু নবীনৰ মাকৰ নবীন কেঁচুৱা থকাৰে পৰা বৰ ইচ্ছা আছিল যে নবীনে পঢ়ি-শুনি ডাঙৰ মানুহ হৈ তেওঁৰ মুখ উজ্জ্বল কৰিব। এই আশাকে বুকুত বান্ধি তেওঁ নবীনক পাঁচ বছৰীয়া কৰিলেহি। এতিয়া সামান্য ধনৰ কাৰণেনো তেওঁ নবীনৰ পঢ়া বন্ধ কৰিবনে? অন্ততঃ তেওঁ জীয়াই থকা কালত এইটো হ'ব নোৱাৰে।

অৱশেষত তেওঁ ওচৰৰ মৌজাদাৰৰ ঘৰত দাসীৰ কাম কৰাকে ঠিক কৰিলে। এই উদ্দেশ্যে তেওঁ এদিন নবীনক লগত লৈ মৌজাদাৰৰ ঘৰত আশ্ৰয় ল'লেহি। হায়! ইমানেই মাতৃ-স্নেহ যে নিজৰ সকলো মান-অপমান এৰি দি আনৰ দাসত্ব বৰণ কৰিলে। তেতিয়াৰে পৰা দুয়ো মাক-পুতেক মৌজাদাৰৰ ঘৰত থাকিল। দিনৰ দিনটো মাকে সকলো কাম-বন কৰি ফুৰে। আনকি চুৱা ধোৱাৰ পৰা গোহালি ঘৰ মচালৈকে সকলো কামৰ ভাৰ নবীনৰ মাকৰ ওপৰতে। তাৰ বেচ স্বৰূপে দুয়ো মাক-পুতেকে পাইছিল দুবেলা দুসাঁজি মোটা চাউলৰ ভাত আৰু উগ্ৰ-স্বভাৱা মৌজাদাৰণীৰ অজস্ৰ গালি-শপনি। তেওঁৰ বেছিকৈ এইটোৰেই হিংসা আছিল যে তেওঁৰ পুতেক মণিও নবীনৰ লগত একে শ্ৰেণীতে পঢ়ে। কিন্তু নবীন মণিতকৈ পঢ়া-শুনাত চোকা। মণিক যদিও ঘৰত মাষ্টৰ ৰাখি দিছে তথাপি সি নবীনৰ সমান পঢ়া-শুনাত চোকা হ'ব নোৱাৰে। এই হিংসাতেই মণিৰ মাক জ্বলি-পুৰি মৰিছিল। সেই কাৰণে তেওঁ প্ৰায়েই নবীনৰ মাকক গালি-শপনিৰ লগতে নবীনৰ বিষয়ে ঠাট্টা কৰি কৈছিল যে ভিকহুৰ ল'ৰাৰো আৰু পঢ়া-শুনা। এজনী সাধাৰণ দাসীৰ পুতেকৰ পঢ়া-শুনাৰ মূল্য কি। মাকে সকলো সহ্য কৰি থাকে আৰু নীৰৱে এটা তপত হুমুনিয়াহ পেলায়। ইয়াৰ বাহিৰেতো তেওঁৰ আৰু উপায় নাই। তেওঁ যে পৰৰ অন্নেৰে প্ৰতিপালিতা দাসী। যি হওক, এইদৰেই দুটি ভিন্ন পৰিয়াল চলি আছিল।

সেইদিনা শনিবাৰৰ দুই বজা। নবীনহঁত থকা বনগাঁওখন একেবাৰে নিস্তব্ধ হৈছে। এই সময়ত দুখীয়া-সুখীয়া প্ৰত্যেকেই একোটা কামত ব্যস্ত আছে। মণিৰ মাকেও বৰঘৰত বহি কিবা এবিধ চিলাই কৰি আছে। নবীনৰ মাক পাকঘৰৰ কামত ব্যস্ত হৈ আছে। এনেতে বাহিৰৰ পৰা এটা কান্দোনৰ সুৰ আহি মণিৰ মাকৰ কাণত পৰিল। তেওঁ হাতৰ চিলাই তাতে পেলাই থৈ তৎক্ষণাৎ বাহিৰলৈ ওলাই আহি যি দেখিলে তাতে তেওঁৰ খঙে মূৰৰ চুলি পালেগৈ। মণি স্কুলৰ পৰা কান্দি কান্দি আহিছে। তাৰ পাউডাৰ সনা মিহি গাল দুখন চকুৰ পানীৰে তিতি গৈছে। তাৰ পিছতে নবীনে মণিৰ কিতাপখিনি লৈ অপৰাধীৰ দৰে আহি আছে। মৌজাদাৰণীয়ে লৰালৰিকৈ মণিক কোলাত তুলি ল'লে আৰু গাল-মূৰ পিহি কি হ'ল সুধিলে। মণিয়ে কান্দি কান্দি ক'লে— 'আই, মোক আজি মাষ্টৰে বৰ্ডত অংক এটা কৰিব দিছিল। অংকটো বৰ টান আছিল। মই নোৱাৰিলোঁ। নবীনক আগতে শিকাই থৈছিল হ'ব পায়, তাক দিয়াত সি পাৰিলে। মাষ্টৰে যে মোক ইমান মাৰিলে।' এইবুলি কৈ সি কান্দিবলৈ ধৰিলে। মৌজাদাৰণীৰ সকলো খং গৈ নিৰ্দোষী নবীনৰ ওপৰত পৰিল। তেওঁৰ মনত খন্তেকৰ কাৰণেও অলপো ভাব নহ'ল যে ইয়াত নবীনৰ দোষ কিমানখিনি। নবীনক টানি আনি এটা খুঁটাত বান্ধি থৈ তেওঁ কোবাবলৈ ধৰিলে। মণিয়ে মাষ্টৰে মৰাৰ প্ৰতিশোধ নবীনৰ ওপৰতে ল'লে।

এনেয়ে নবীন সৰু ল'ৰা, ভোকে-ভাগৰে স্কুলৰ পৰা আহিছে, তাতে এই অত্যাচাৰ। সি কেৱল মা বুলি এটা অস্ফুট আৰ্তনাদ কৰি অজ্ঞান হৈ পৰিল। কেনেবাকৈ এই 'মা' শব্দটো নবীনৰ মাকৰ কাণত পৰিল। তেওঁ লৰালৰিকৈ সেই ঠাইলৈ আহি কাণ্ড দেখি তেওঁৰ মূৰ ঘূৰি গ'ল। কোনোৰকমে নবীনক কোলাত লৈ ক'লে— 'ব'ল নবীন! আমাৰ নিচিনা দুখীয়াৰ ইয়াত ঠাই নহয়।' এইবুলি কৈ নবীনক লৈ নিজৰ আগৰ ভঙা জুপুৰিলৈ খোজ ল'লে। তাতে নবীনৰ মূৰ্চ্ছা ভাঙিল। সিদিনা ৰাতি দুয়ো অনাহাৰে পৰি থাকিল।

পিছদিনা ৰাতিপুৱা মাকে নবীনক লৈ সিহঁতৰ পাঠশালাৰ হেডপণ্ডিতৰ ওচৰলৈ গ'ল আৰু তেওঁক কান্দি-কাটি সকলো কথা জনালে। সহৃদয় পণ্ডিতৰ হিয়া কুমলি গ'ল। তেওঁ নবীনৰ সকলো ভাৰ গাত লৈ ক'লে যে তেওঁৰ এজন ভায়েক গুৱাহাটী চহৰত কাম কৰে। তাত থাকি নবীনে ভালমতে লিখা-পঢ়া কৰিব পাৰিব। তেওঁৰ কথা শুনি নবীনৰ মাকে হাততে স্বৰ্গ ঢুকি পোৱা যেন পালে। তেওঁ পণ্ডিতক অন্তৰৰ পৰা আশীৰ্বাদ জনালে। সেইদিনা ৰাতি দুয়ো মাক-পুতেক তাতে খাই-বই থাকিল। পিছদিনা ৰাতিপুৱা মাকে কান্দি-কাটি নবীনক চহৰলৈ পঠিয়াই দিলে আৰু বাটত খাবলৈ এগাল চিৰা-সান্দহ তাৰ গামোচাৰ আগত বান্ধি দিলে। যাবৰ সময়ত মাকে তাক এইবুলি আশীৰ্বাদ কৰিলে সি যেন পঢ়ি-শুনি ডাঙৰ মানুহ হৈ মাকৰ ওচৰলৈ উভতি আহে। নবীনেও মাকৰ আশীৰ্বাদ মূৰ পাতি লৈ চহৰলৈ বুলি যাত্ৰা কৰিলে।

★ ★ ★

ইয়াৰ পিছত পৃথিবীৰ বুকুৰ পৰা সুদীৰ্ঘ বিশটা বছৰ ধীৰে ধীৰে আঁতৰি যায়। এই কেইবছৰৰ ভিতৰত পৃথিবীৰ বহুত পৰিৱৰ্তন হয়। হয়তো যিবিলাকে দাৰিদ্ৰ্যময় জীৱন যাপন কৰিছিল তেওঁলোকে এতিয়া সুন্দৰ অট্টালিকাত জাকজমকেৰে বাস কৰিছে। আকৌ যিবিলাকে নিজকে ধনী বুলি ভাবি গৰ্ব কৰিছিল তেওঁলোকৰ এতিয়া অতি শোচনীয় অৱস্থা।

প্ৰকৃতিৰ নিয়ম অনুসাৰে বনগাঁৱৰো বহুত পৰিৱৰ্তন হ'ল। নবীনৰ মাক এতিয়া সত্তৰ বছৰীয়া বুঢ়ী। তেওঁৰ গাত বাৰ্দ্ধক্য সম্পূৰ্ণৰূপে প্ৰকাশ পাইছে। মূৰৰ ক'লা চুলিবোৰ একেবাৰেই বগা হৈ গ'ল। দুয়োপাৰি দাঁত সৰি মুখখন শোটোৰা-শোটোৰ কৰি পেলালে। তেওঁ নিজৰ জুপুৰিতে থাকি ইঘৰ-সিঘৰত কাম কৰি কোনোমতে পেট প্ৰৱৰ্তন কৰি আছে আৰু দিন গণি আছে কেতিয়ানো তেওঁৰ পুতেক ডাঙৰ মানুহ হৈ তেওঁৰ ওচৰলৈ উভতি আহিব।

ইফালে নবীন চহৰলৈ যোৱাৰে পৰা বহুত ঘটনা হ'ল। আগৰে পৰা সি চোকা বুদ্ধিৰ আছিল। এতিয়া চহৰলৈ গৈ দুগুণ উৎসাহেৰে লিখা-পঢ়া কৰিবলৈ ধৰিলে। যথাসময়ত সি মাইনৰ পাছ কৰি পাঁচ টকা জলপানি পালে। তাৰ পিছত সি হাইস্কুলত নাম লগালে। অলপ দিনৰ ভিতৰতে সি শিক্ষকৰ প্ৰিয়পাত্ৰ হৈ পৰিল। তাৰ পঢ়া-শুনালৈ বৰ ধাউতি দেখি তাৰে হেডমাষ্টৰে কলেজলৈকে তাৰ পঢ়া খৰচ যোগাইছিল।

এই সময়ৰ ভিতৰত সি সদায় মাকলৈ চিঠি দি আছিল। তাত সি নিজৰ সফলতাৰ কথা লিখিছিল। মাকে পণ্ডিতৰ মুখত চিঠিৰ ব্যাখ্যা শুনি আনন্দত আত্মহাৰা হয়। যেতিয়া বন্ধত নবীন ঘৰলৈ আহে তেওঁৰ তাক ক'ত থওঁ ক'ত লওঁ যেন লাগে। এইদৰেই বছৰ গৈ আছিল।

কিন্তু মেট্ৰিকুলেচন পাছ কৰি বিশ টকাকৈ জলপানি পাই সি যেতিয়া কলেজত নাম লগালে তেতিয়া তাৰ একেবাৰেই পৰিবৰ্তন হ'ল। সি পাহৰি গ'ল যে তাৰ চিৰদুখুনী অতি চেনেহী মাকে তালৈ আগ্ৰহেৰে বাট চাই আছে। সি তেতিয়াৰে পৰা মাকলৈ চিঠি নিদিয়া হ'ল। বন্ধতো ঘৰলৈ নোযোৱা হ'ল।

ইফালে মাকে সদায় পণ্ডিতৰ ঘৰলৈ গৈ তাৰ চিঠিৰ কথা সোধে। পণ্ডিতেও তেওঁক বুঢ়াকালত দুখ নিদিবলৈ নবীনৰ চিঠি পোৱা বুলি কয়। মাকৰ মনত অপাৰ আনন্দ লাগে।

এই কেইবছৰত নবীনে কলেজত বহুত উন্নতি কৰিলে। সি এম এত ফাৰ্ষ্ট ক্লাছ ফাৰ্ষ্ট হ'ল। সি তেতিয়া আবেদন কৰি তাৰে হাকিমৰ চাকৰি পালে। নবীনৰ দুখৰ অৱসান হ'ল। সি এতিয়া চহৰৰ এজন নামজ্বলা লোক।

নবীনে গাঁও এৰাৰ প্ৰায় বিশ বছৰ হ'ল। ইমান দিনে মাকে তালৈ অপেক্ষা কৰি আছিল। এতিয়া তেওঁৰ

গাত অলপো বল নোহোৱা হ'ল। কাম-বনো কৰি খাব নোৱাৰে। অগত্যা উপায়হীন হৈ নবীনক শিচাৰি চহৰলৈ ওলাল। মানুহক সুধি আৰু বাটত বৈ প্ৰায় দুই-তিনি দিনৰ মূৰত তেওঁ চহৰৰ আলিবাটত উঠিল। এনেযে বুঢ়ী মানুহ, তাতে আৰু চহৰৰ আও-ভাও নাজানে. হঠাতে কৰবাৰ পৰা মটৰ এখন আহি তেওঁৰ গাতে খুন্দা মাৰি দিলেহি। তেওঁৰ প্ৰাণহীন দেহটো ধূলিতে বাগৰি পৰিল। পুলিচ ঘটনাস্থলীলৈ আহি নবীনৰ মাকৰ মৃতদেহটো আৰু মটৰ আৰোহীজনক লৈ কাছাৰীলৈ গ'ল।

সেই সময়ত কাছাৰীত বৰ হাকিম নবীনচন্দ্ৰই এজন আচামীৰ বিচাৰ কৰি আছিল। সি এজন মানুহৰ ধান চুৰি কৰি আনিছিল। তাক তাৰ কৈফিয়ৎ সোধাত সি এইবুলি উত্তৰ দিলে— 'ধৰ্মাৱতাৰ, মই যে এওঁৰ ধান চুৰি কৰিছোঁ সেইটো সঁচা। আজি তিনি দিন মোৰ আৰু আইৰ পেটলৈ এটা খুদো যোৱা নাই। মই কোনোমতে সহ্য কৰি আছিলোঁ। কিন্তু আই একেবাৰে দুৰ্বল হৈ গৈছে। মই চেনেহী আইৰ কষ্ট সহ্য কৰিব নোৱাৰি ধান চুৰি কৰিছিলোঁ।' মানুহজনৰ কথা শুনি নবীনৰ চকুৰ আগত অতীত কালৰ এটা কৰুণ স্মৃতি জিলিকি উঠিল। কেনেকৈ তাৰ চিৰদুখুনী মাকে আনৰ গোলামী খাটিও তাক পঢ়ুৱাইছিল আৰু বিদায়ৰ সময়ত তেওঁৰ পুতেকৰ ভবিষ্যৎ সুখৰ আশাত মুখ উজ্জ্বল হৈ উঠিছিল. হয়তো এতিয়াও তাৰ বুঢ়ী মাকে তালৈ অপেক্ষা কৰি আছে। সি আৰু ভাবিব নোৱাৰিলে। চাৰিওফালে ধুঁৱলী-কুঁৱলী লাগিল। কিন্তু সি নিজকে এইবুলি সংযত কৰিলে যে সি আজিযেই গৈ মাকক লৈ আহিব। হায়! দুৰ্ভগীয়া সন্তান! সিতো নাজানে যে তাৰ চেনেহী মাকে আৰু তালৈ অপেক্ষা কৰি থকা নাই। তাকেই বিচাৰি আহি তেওঁ চিৰদিনৰ বাবে এই স্বাৰ্থপৰ সংসাৰৰ পৰা বিদায় লৈছে।

এনেতে পুলিচে মাকৰ শটো আৰু মটৰ আৰোহীজনক লৈ আহিল। নবীনে শটোৰ ওচৰলৈ গৈ কিছুপৰ বিহ্বল দৃষ্টিৰে চাই থাকি 'মোৰ চেনেহী আই' বুলি মাকৰ দেহৰ ওপৰতে ঢলি পৰিল।

**(ৰচনা কাল : ১৯৪৪)**

# হে বিদেশী বন্ধু

আমিনগাঁও ষ্টেচনৰ প্লেটফৰ্মৰ সন্মুখতে আমাৰ বহুদিনৰ পুৰণি ৰে'লৰে কোৱাৰ্টাৰটো। জাৰকালি। ৰাতিপুৱা সাতমান বাজিছে। এটোপ-দুটোপকৈ নিয়ৰ পৰি আছে। ডাঠ কুঁৱলীয়ে গোটেই ষ্টেচনটো আগুৰি ধৰিছে। সেই ঘন কুঁৱলীৰ মাজেৰে দূৰৈৰ নিস্তব্ধ হৈ থকা ইঞ্জিনবোৰক একোটা ক'লা দৈত্য যেন লাগিছিল। বৰ ভাল লাগে এই নিস্তব্ধ সময়খিনি। ৰাতিপুৱা এঘাৰমান বজাৰ পৰা এই সৰু প্লেটফৰ্মখনৰ ওপৰত কি ভীষণ কোলাহল! কত ৰকমৰ ট্ৰেইন যে দিনটোৰ ভিতৰত কিমানবাৰ আহি থাকে গৈ থাকে কোনে হিচাব ৰাখে। মুঠতে দিনটো শান্তিৰে থাকিবলৈ নিদিয়ে এই বৈজ্ঞানিক দৈত্যবোৰে। কিন্তু এতিয়া কি সৌম্য শান্ত মূৰ্তি! কোনো জনপ্ৰাণী নাই। অনবৰত ঘচ-ঘচকৈ থকা ইঞ্জিনবোৰো বোধকৰোঁ জাৰতে ঠেঁটুৱা লাগি ক'ৰবাত পৰি আছে। কেৱল চাৰিওপিনে সুন্দৰ কুঁৱলীৰ ডাঠ আৱৰণ। তাৰ মাজেৰে সকলোবোৰ বস্তু অস্পষ্টকৈ ফুটি উঠি এনে দেখাইছিল যেন এখন মায়াপুৰীহে।

গাটো কোটটোৰে ঢাকি বাহিৰৰ বেঞ্চখনতে বহি এই মনোৰম সৌন্দৰ্য উপভোগ কৰি আছোঁ। কিমান সময় এইদৰে আপোনপাহৰা হৈ আছিলোঁ, ক'ব নোৱাৰোঁ। লাহে লাহে কুঁৱলী আঁতৰি যাবলৈ ধৰিলে; নিয়ৰৰ টোপ পৰাও বন্ধ হৈ আহিল; পুব আকাশত সূৰ্যযো দেখা দিলে। ভিতৰত ঘড়ীত ঢং ঢংকৈ এঘাৰটা বাজিল। ময়ো সজাগ হ'লোঁ। বিৰক্তিৰে মনটো পূৰ্ণ হৈ উঠিল। এই সময়তে আকৌ পাগুৰ পৰা ফেৰী আহি পাই নহয়। গণ্ডগোলত বাহিৰত থকাই অসম্ভৱ। ফেৰী আহিলেই। দূৰৈৰ সেই বিশাল জনতালৈ সভয়ে চাই মই চেগুেল চোঁচোৰাই-চোঁচোৰাই ভিতৰলৈ খোজ ললোঁ। সাধাৰণ মানুহলৈ বাঘৰ দৰে ভয় দেখি মোৰ নিজৰেই হাঁহি উঠিল। কিন্তু এবছৰ আগতে যেতিয়া আমি নতুনকৈ আমিনগাঁৱলৈ আহোঁ তেতিয়া কিমান ভাল পাইছিলোঁ এই হৈ-চৈ, কিমান কৌতূহলী আছিলোঁ এই ফেৰী আৰু ট্ৰেইনৰ যাত্ৰীসকলৰ প্ৰতি! হঠাতে চকুৰ আগত ভাহি উঠিল বহু দিনৰ এটি করুণ কাহিনী— বিস্মৃতিৰ গৰ্ভত লীন যাব খোজা। বিছনাত বাগৰ দি কোটটো আৰু ভালকৈ গাত মেৰিযাই এবাৰ চাই পঠিয়ালোঁ খিৰিকীৰ মাজেদি অপেক্ষমান ট্ৰেইনখনলৈ আৰু ব্যস্ত যাত্ৰীবোৰলৈ। তাৰ পিছত লীন হৈ হৈ গ'লোঁ এটি অতীতৰ ঘটনাৰ লগত।

সেইদিনাও আজিৰ দৰে এটি সুন্দৰ জাৰকালিৰ দিন আছিল। একেদৰেই নিয়ৰ পৰি আছিল আৰু কুঁৱলীযে বেৰি আছিল। মোৰ কিন্তু ভীষণ বিৰক্তি— এনেকুৱা অসম্ভৱ নিস্তব্ধতাও ভাল লাগেনে কাৰোবাৰ। কেতিয়া এঘাৰ বাজে তাৰেই অপেক্ষাত আছোঁ;— অৰ্থাৎ ফেৰীলৈ অপেক্ষা কৰি। গুৱাহাটীৰ এখনি নিস্তব্ধ ঠাইৰ পৰা এই কোলাহলপূৰ্ণ ঠাইলৈ অলপতে বদলি হৈ আহিছোঁ। সকলোতে বৈচিত্ৰ্যৰ সমাৱেশ। ভাল লাগিবৰে কথা— এইবোৰ চাই। সকলোতকৈ ভাল লাগে মোৰ ফেৰীৰ যাত্ৰীসকলক চাবলৈ আৰু ট্ৰেইন অহা-যোৱা চাবলৈ। আমাৰ কোৱাৰ্টাৰটো প্লেটফৰ্মৰ সন্মুখতে হোৱা কাৰণে আৰু সুবিধা হৈছিল।

লাহে-লাহে মোৰ আকাংক্ষিত সময় আহি পালে— অৰ্থাৎ এঘাৰ বাজিল। ফেৰীও আহি পালে। মুহূৰ্তৰ ভিতৰতে সৰু প্লেটফৰ্মখন দেশী-বিদেশী নানা জাতিৰ মানুহেৰে ভৰি পৰিল। নানাৰকম দুৰ্বোধ্য চিঞৰত অলপ আগতে নিস্তব্ধ হৈ থকা প্লেটফৰ্মখন মুখৰিত হৈ পৰিল। ইমান সময় অদৃশ্য হৈ থকা ক্যানভাছাৰবোৰে দেখোন হঠাতে আবিৰ্ভাব হৈ বিবিধ সুৰেৰে এমূৰৰ পৰা আন মূৰলৈ চিঞৰি যাবলৈ ধৰিলে— 'বিড়ি-বিড়ি', 'পুৰী গৰম', 'মিঠা পানী' ইত্যাদি। সঁচাকৈয়ে এই ক্যানভাছাৰবোৰে আমাৰ দৰে নিৰীহ দৰ্শকসকলৰ কাণ কলা কৰি দিব পাৰে। ইয়াৰ উপৰি যাত্ৰীসকলৰ চিঞৰ-বাখৰ কি চাবা! কোনোৰে বা কুলী বিচাৰি হায়ৰাণ হৈ খঙতে ইংৰাজীৰেই চিঞৰ দিছে 'হেই ব্লাডি কুলি কাম-অন।' কিন্তু তেওঁৰ চেহেৰা-পাতি দেখি ইংলিছত যে বৰ পণ্ডিত নহয়, সেই বিষয়ে নিঃসন্দেহ হওঁ। আকৌ কোনোৱে বা ছিট বিচাৰিযেই হাৰাশাস্তি হয়। যুদ্ধৰ দিন নহয়,— সাংঘাতিক ৰকমৰ ভিৰ। কোনোৱে বা আকৌ ইংৰাজী বাতৰিকাকত এখনকে কিনি ওলোটাকৈয়ে ধৰি মুখখন কাগজৰ ওপৰত ৰাখি চকুকেইটা থাৰ্ড ক্লাছ কম্পাৰ্টমেণ্টৰ পৰা বাহিৰ উলিয়াই পিৰিক-পাৰাককৈ

চাইছে— কোনোবাই তেওঁৰ বিদ্যাৰ দৌৰ দেখি বিস্মৃত হৈছে নে নাই। কিন্তু বেচেৰাক নিৰাশ কৰিয়েই যে কত যাত্ৰী তেওঁৰ আগৰে কতবাৰ অহা-যোৱা কৰিলে। কিন্তু ভুলতো তেওঁলৈ কোনোৱে এবাৰো সপ্ৰশংস দৃষ্টি নিদিলে।

মইতো যাত্ৰীসকলৰ এইবোৰ দুৰ্গতি চাবলৈ খুবেই ভাল পাওঁ। অৱশ্যে বিপদত পৰিলে সহায়ো কৰোঁ দেই। যি হওক নিৰ্দিষ্ট সময়ত কোৱাৰ্টাৰৰ পৰা ওলাই আহিলোঁ। তাৰ পিছত কৌতূহলপূৰ্ণ চকুযুৰি এবাৰ গোটেই ট্ৰেইনখনৰ ওপৰেৰে ফুৰাই গ'লোঁ। এনেতে এটা ৰিজাৰ্ভ ছেকেণ্ড ক্লাছৰ ওপৰত মোৰ চকু পৰিল। ভিতৰৰ প্ৰাণীকেইটিয়ে মোক আকৃষ্ট কৰিলে— যিহেতু শ্বেতাঙ্গ জাতিৰ বংশৰ তেওঁলোক। তিনিজন প্ৰাণী — এজন শ্বেতাঙ্গ ভদ্ৰলোক, এগৰাকী মেমচাহেব আৰু দহ-এঘাৰ বছৰীয়া এজনী ছোৱালী। ছোৱালীজনীয়ে খিৰিকীৰে মূৰ উলিয়াই বাহিৰলৈ চাই আছিল বোধকৰোঁ ভাৰতলৈ নতুনকৈ আহিছে। কাৰণ তাইৰ চঞ্চল নীলা চকুযুৰিত ফুটি উঠিছিল বিস্ময় আৰু ঘৃণাৰ সমাৰোহ। বোধকৰোঁ যাত্ৰীসকলৰ বিস্মৃত কৰি দিয়া চিঞৰ-বাখৰ আৰু দুৰ্গতি দেখি আচৰিত মানিছিল। আৰু ঘৃণা লাগিছিল সিহঁতৰ লেতেৰা সাজ-পোছাক আৰু হতাহতি-মৰামৰি দেখি। স্বাধীন দেশৰ ছোৱালী তাই— কোনো অভিজ্ঞতা নাই আমাৰ এই পৰাধীন দুখীয়া দেশৰ। নিজৰ অজ্ঞাতসাৰে এটি হুমুনিয়াহ ওলাই আহিল।

এনেতে দেখিলোঁ এজনী কুলী ছোৱালী— ইউৰোপীযান ছোৱালীজনীৰ সমানেই ডাঙৰ,— কিন্তু কিমান প্ৰভেদ উভয়ৰ মাজত! হাতত কেইখনমান বাঁহৰ বিচনী, গাত এখন লেতেৰা ফাটি প্ৰায় নোহোৱাৰ দৰে হোৱা শাৰীয়ে তাইৰ ক'লা, কুৎচিত, কগ্ন দেহৰ বীভৎসতাহে বঢ়াইছে মাথোন। লাহে লাহে তাই সেই ইউৰোপীয়ান ছোৱালীজনীৰ ওচৰলৈ গৈ কৰুণ ভাবেৰে ক'লে, 'ফেন্ হাই বেবীসাব খৰিদ কৰেগা?'

তাইৰ চকুত ফুটি উঠিছিল ভীষণ উদ্বিগ্নতা।

'নো ভাগো'— ভঙা হিন্দীৰে অসম্মতি জনাই ভীষণ বিৰক্তিৰে ইংৰাজ নন্দিনী কিছুদূৰ পিছুৱাই যায়। কিন্তু কুলীৰ ছোৱালীজনীয়ে ভয় নাখালে' তাই কেনেকৈ কিনোতাক হাত কৰিব লাগে খুব জানে। এইবিলাক বিষয়ত খুব অভিজ্ঞতা আছে তাইৰ। তাই সাহ কৰি আৰু কিছুদূৰ আগবাঢ়িহে গ'ল। পেটত হাত দি দেখুৱাই ক'লে— 'নট্ বেবী-সাব্ একঠো ফেন্ খৰিদনে হোগা। ওনলি টু আনাজ্। আজ খানা একদম নহী মিলা। পিলিজ্ কৰিয়ে।' বেছ ভাও দেখৱাব পাৰে তাই।

বেচেৰী ইংৰাজ ছোৱালীজনী এইবাৰ বেছ বিব্ৰত হয়। কি কয় এই লেতেৰা ছোৱালীজনীয়ে। অসহায়ৰ দৰে মাক-দেউতাকৰ ফালে চাই দেখে যে তেওঁলোক মালপত্ৰ ঠিক কৰাত ব্যস্ত। উপায়হীন হৈ চাৰিওফালে চকু ঘূৰাই চাওঁতে তাইৰ মোৰ ওপৰত চকু পৰিল। বোধকৰোঁ মোৰ পোছাক-পৰিচ্ছদ দেখি মোক অলপ ভদ্ৰ বুলিয়েই ভাবিলে। অলপ সময় ইতস্ততঃ কৰি তাই সুধিলে, 'What does she wants–this dirty creature– কি লাগে এই লেতেৰা প্ৰাণীটোক?'

মই বুজাই দিলোঁ। তাই ধন্যবাদ জনালে। এইবাৰ বোধকৰোঁ তাইৰ মনটো অলপ কুমলিল। কিন্তু তথাপি তাইৰ হাতৰ পৰা ৰক্ষা পৰিবৰ উদ্দেশ্যে ক'লে, 'টাইম্ নেহী হাই— ভাগ যাও।' এইবুলি তাই হাতৰ সৰু ঘড়ীটোৰ ফালে চালে। তথাপি বিচনী বিক্ৰেতা নাচোৰবান্দা। এইবাৰ তাইৰ স্পৰ্দ্ধা আৰু অলপ বাঢ়িলহে। লেতেৰা, কংকালসাৰ হাতখনত বিচনী এখন লৈ ভিতৰলৈ আগবঢ়াই দি ক'লে, 'বহুত টাইম্ হাই বেবীসাব, আপ্ খৰিদ কিজিয়ে না।'

এনেতে চাহেবগৰাকীৰ দৃষ্টি সেইফালে আকৰ্ষিত হ'ল আৰু জীয়েকৰ বিব্ৰত অৱস্থালৈ চাই সুধিলে 'What does she ask you, Jeanie'— তোমাক এই ছোৱালীজনীয়ে কি খুজিছে জিনি?'

জিনিয়ে যেন ৰক্ষাহে পালে। 'She wants to sell me a fan, daddy— তাই মোক এখন বিচনী বেচিব খুজিছে, দেউতা।' —জিনিয়ে উত্তৰ দিলে।

বাপেকে তেতিয়া ভিতৰৰ ইলেক্ট্ৰিক ফেনলৈ আঙুলিয়াই দেখুৱাই দি ক'লে যে সিহঁতৰ বিচনীৰ কোনো দৰকাৰ নাই।

এইবাৰ বেচেৰী সঁচাকৈয়ে হতাশ হ'ল। লাহে লাহে তাই তাৰ পৰা আন ঠাইলৈ খোজ ল'লে।

লাহে লাহে এঘাৰটা বাজি আহিল। ৰ'দো প্ৰখৰভাৱে উঠি আহিল। বেছ গৰম লাগিল। কোটটো হাতত সোলোকাই ল'লোঁ। সঁচাকৈয়ে এই ষ্টেচনবোৰ একোখন অদ্ভুত স্থান। নহ'লেনো ইমান ঠাণ্ডা দিনতো গৰম লাগেনে। বোধকৰোঁ ইমান মানুহ আৰু দৈত্যৰ দৰে ইঞ্জিনবোৰেই ইয়াৰ কাৰণ। সেয়েহে কুলী ছোৱালীবোৰে জাৰৰ দিনতো বিচনী বিক্ৰী কৰি ফুৰে। অৱশ্যে ইউৰোপীয়ান বা আন শীতপ্ৰধান দেশৰ লোকৰ বাহিৰে কোনোৱে বিচনী কিনাৰ আৱশ্যকতা বোধ নকৰে। সেই কাৰণে বেচেৰী বিচনী বিক্ৰেতা কুলী ছোৱালীবোৰে সময়ে সময়ে খুব ডাবি-ধমকি খাব লগা হয়। এই ইউৰোপীয়ানসকলৰ পৰা। আজিও কুলী ছোৱালীজনীৰ ভাগ্যত অনুৰূপ ঘটনা ঘটিল।

এনেতে দেখিলোঁ জিনি,— সেই ইউৰোপীয়ান ছোৱালীজনীয়ে কুলী ছোৱালীজনীক মাতি পঠিয়াইছে। বোধকৰোঁ দু অনা পইচাৰ কাৰণে ছোৱালীজনীক হতাশ কৰিবৰ তাইৰ মন নগ'ল। আহ্বান অহা মাত্ৰকে ছোৱালীজনী তৎক্ষণাৎ সেই ৰিজাৰ্ভ কম্পাৰ্টমেণ্টটোৰ ফালে একৰকম দৌৰেই দিলে। কাৰণ তাই জানিছিল যে ট্ৰেইন এৰিবৰ প্ৰায়ে হৈছেই। লৰালৰিকৈ এখন ভাল বিচনী উলিয়াই জিনিৰ হাতত দি তাই পইচা খুজিলে। বেগ খুলিয়েই জিনিৰ মুখ ক'লা পৰি গ'ল। তাইৰ মুখত বিৰিঙি উঠিল বিৰক্তি আৰু অধৈৰ্যৰ চিন। চেঞ্জ নাই। ধমকি দি কুলী ছোৱালীজনীক তাই সুধিলে, 'চেঞ্জ হাই।'

'নেহী হাই বেবী-সাব।' —ভয়ে-ভয়ে তাই উত্তৰ দিলে। এইবাৰ 'বেবী-সাব'ৰ মুখে ভীষণ আকাৰ ধাৰণ কৰিলে। মোকো সুধিলে চেঞ্জ আছেনে নাই। মোৰ নাছিল। ক'লোঁ। বেচেৰী কুলী ছোৱালীজনীয়ে এইবাৰ নিৰুপায়ভাৱে ক'লে, 'মুঝে একঠো নোট দিজিযে না বেবী-সাব, আভি ঘৰসে চেঞ্জ লাতি হুঁ।'—ওচৰৰে জুপুৰি এটালৈ দেখুৱাই দিলে তাই।

এইবাৰো একো বুজি নাপালে ইংৰাজ নন্দিনীয়ে। উপায়হীন হৈ তাই মোৰ আশ্ৰয় লয়। দিলোঁ বুজায়। জিনিয়ে এবাৰ অধৈৰ্যভাৱে হাতৰ ঘড়ীলৈ চালে তাৰ পিছত কুলী ছোৱালীজনীৰ লেতেৰা হাতৰ তলুৱাত সংকুচিতভাৱে এখন দুটকীয়া নোট দি গম্ভীৰভাৱে ক'লে, 'লো, ষ্টুপিড় গাৰ্ল, বাট্ জলদি কৰোঁ।' কিন্তু তাই ছোৱালীজনীৰ হাতৰ পৰা বিচনীবোৰ ৰাখি থ'লে। কিজানিবা বিশ্বাসঘাতকতা কৰে তাই! কি বিশ্বাস আছে এই অশিক্ষিত জানোৱাৰবোৰৰ! বোধকৰোঁ ইয়াকেই ভাবিলে জিনিয়ে।

লাহে লাহে ট্ৰেইন এৰিবৰ সময় হৈ আহিল। জিনিয়ে চাই পঠিয়ালে কুলী ছোৱালীৰ পঁজাটোলৈ। কিন্তু ক'তা,— তাইৰ দেখাদেখিয়েই নাই। অলপ আগতে সহানুভূতিৰে পূৰ্ণ হোৱা জিনিৰ খণ্ডতে কপালৰ গাঁঠি থোপা হ'ল। দুৰ্বোধ্য ভাষাত কিছুমান ভোৰভোৰাই শেষত নিজে-নিজে কৈ উঠিল, 'এনে এটা বিশ্বাসঘাতক জাতিয়ে কেনেকৈ স্বাধীনতা লাভ কৰিব?' কিন্তু তাই ইমানতো সন্তুষ্ট নহ'ল। ছোৱালীজনীৰ পৰা ৰাখি থোৱা বিচনীবোৰ তাই জোতাৰে গুৰিয়াই মৰ্‌মৰ্‌কৈ ভাঙি পেলালে।

মই সকলোবোৰ চাই আছিলোঁ। এইবাৰ অলপ হাঁহিলোঁ। ভাবিলোঁ এই অচিনাকি ইংৰাজ ছোৱালীজনীয়ে আজি মোক এটা খুব ভাল গল্পৰ প্লট দি থৈ গ'ল। এনেতে মোৰ চিন্তাৰ সোঁতত বাধা দি গাৰ্ডে হুইছেল মাৰিলে। চমকিতভাৱে পূৰ্ব-পৰিচিত সেই কম্পাৰ্টমেণ্টটোলৈ চাই পঠিয়ালোঁ। দেখিলোঁ যে জিনিৰ মুখখন নিষ্ফল ক্ৰোধত ৰঙা পৰি উঠিল। শেষবাৰৰ কাৰণে তাই কুলী ছোৱালীৰ আগমন পথলৈ চাই পঠিয়ালে। পিছ মুহূৰ্ততে ট্ৰেইন চলিবলৈ ধৰিলে। হাঁহি উঠিল— বিদেশী বন্ধুৱে মোক এষাৰ বিদায় বাণীও নজনালে; —ইমানেই খং উঠিছিল এটকা চৈধ্য অনা এনেয়ে নষ্ট হোৱাত।

হাঁহি হাঁহি কোৱাৰ্টাৰলৈ উভতি আহিলোঁ। আহোঁতে এনেয়ে এবাৰ কুলী ছোৱালীজনীৰ পঁজাটোৰ ওপৰত চকু পৰিল। হঠাতে দেখিলোঁ কুলী ছোৱালীজনী ঘৰৰ পৰা ওলাই আহিল। কিন্তু ই কি! তাই দেখোন ভয়হীনভাৱে চলন্ত ট্ৰেইনৰ আগেৰে পাৰ হৈ গ'ল। কি হ'ল ক'ব নোৱাৰিলোঁ। মুহূৰ্তৰ ভিতৰতে হুলস্থূল লাগি পৰিল। ট্ৰেইনখনে এবাৰ খুব জোৰে জোকাৰ মাৰি ৰৈ গ'ল। তৎক্ষণাৎ সকলো হৃদয়ংগম কৰি ল'লোঁ। লৰালৰিকৈ ঘটনাস্থললৈ দৌৰ দিলোঁ। ভিৰ ঠেলি আগবাঢ়ি গ'লোঁ। দেখিলোঁ— কুলী ছোৱালীজনীৰ তেজেৰে

ৰাঙলী দেহটো পৰি আছে। হাত এখন কিছু দূৰৈত পৰি আছে। একেবাৰে কাটি পেলাইছে। সৰু সেই কটা হাতখন তেতিয়াও দৃঢ়ভাৱে মুঠি মৰা আছিল। মুঠিৰ ভিতৰেৰে দেখা গৈছিল এখন তেজেৰে ৰাঙলী নোট আৰু কেইটামান ভঙনীয়া পইচা। গাটো শিয়ৰি উঠিল।

এনেতে এটা কৰ্কশ মাত শুনি চমকি উঠিলোঁ। উভতি চাই দেখোঁ গাৰ্ড। ভিৰ ঠেলি গাৰ্ড আগবাঢ়ি আহিল। তেওঁ ছোৱালীজনীৰ প্ৰাণহীন দেহটো পৰীক্ষা কৰিবলৈ ধৰিলে। ঠিক এই সময়তে মোৰ কান্ধৰ ওপৰত কাৰোবাৰ হাতৰ স্পৰ্শ পাই উভতি চাই দেখোঁ যে জিনি। 'What is the matter'— জিনিয়ে মোক সুধিলে।

মই একো উত্তৰ নিদিলোঁ— কেৱল আঙুলিয়াই দিলোঁ কুলী ছোৱালীজনীৰ পিনে আৰু ছিগি যোৱা হাতৰ মুঠিৰ পইচাখিনিলৈ। জিনিলৈ চাই দেখিলোঁ তাইৰ মুখ নিমিষতে ভিতৰতে বিবৰ্ণ হৈ গ'ল। বোধহয় অবিশ্বাসী ছোৱালীজনীক তাই চিনি পালে।

এনেতে গাৰ্ডৰ পৰীক্ষা কৰা শেষ হ'ল। তেও ওচৰতে থকা কুলীকেইটাক শটো পেলাই দিবলৈ হুকুম দিলে। এই ঘটনাটোত তেওঁ বৰ বিশেষ গুৰুত্ব আৰোপিত নকৰিলে। কাৰণ এনেকুৱা ঘটনা তেওঁৰ চকুৰ আগতে বহুতবাৰ ঘটি গৈছে।

কুলীবোৰে শটো নিবলৈ ওলাল। ইমান পৰে স্তব্ধ হৈ থকা জিনিয়ে বোধহয় প্ৰকৃত ঘটনা এতিয়াহে বুজিব পাৰিলে। লৰালৰিকৈ বেগৰ পৰা এখন পঞ্চাছ টকীয়া নোট উলিয়াই গাৰ্ডৰ হাতত দি অনুৰোধ কৰিলে যেন সেই টকাৰে মৃত কুলী ছোৱালীজনীৰ সদ্‌গতি কৰা হয়। গাৰ্ড প্ৰথমে হতভম্ব হ'ল। কাৰণ এনে অদ্ভুত অভিজ্ঞতা তেওঁৰ জীৱনত বোধকৰোঁ এয়েই প্ৰথম। তাৰ পিছত লাহে লাহে তেওঁৰ মূৰ তললৈ দোঁ খাই পৰিল।

ইতিমধ্যে জিনি লাহে লাহে মোৰ ওচৰলৈ উভাত আহিল। উচ্ছ্বসিতভাৱে তাইৰ মই প্ৰশংসা কৰিলোঁ। তাই কেৱল এইবুলি উত্তৰ দিলে, 'I am the murderer of that girl Those little money cannot bring back the poor girl can it?'— মযেই সেই ছোৱালীজনীৰ হত্যাকাৰী। সেই অলপ ধনেতো ছোৱালীজনীক ঘূৰাই আনিব নোৱাৰে। নহয় জানো?'— তাই মোৰ আগত এইদৰে কৈ অলপ হাঁহিলে। সঁচাকৈয়ে বৰ কৰুণ হাঁহি। তাৰ পিছত মোৰ পৰা বিদায় লৈ তাই কুলী ছোৱালীজনীক লৈ যোৱা বাটটোলৈ কিছুপৰ একদৃষ্টিৰে চাই থাকিল। তাৰ পিছত এটা হুমুনিয়াহ কাঢ়ি তলমূৰ কৰি ধীৰে-ধীৰে গাড়ীত উঠিলগৈ। গাড়ীৰ পৰা আকৌ চাই পঠিয়ালে সেই দূৰৈৰ কুলীকেইটাৰ কান্ধত অস্পষ্টভাৱে দেখা পোৱা শটোলৈ। তাৰ পিছত তললৈ মূৰ কৰি ভঙা বিচনীকেইখনলৈ চালে আৰু তাৰ পিছতেই চালে বাপেকৰ হাতত থকা নতুন বিচনীখনলৈ। দেখিলোঁ তাইৰ চকুৰ গুৰিত দুটোপাল চকুলো। এনেতে লাহে লাহে গাড়ীও চলিবলৈ ধৰিলে। লগে লগে আপোনা-আপুনি মোৰো মূৰ শ্ৰদ্ধাত দোঁ খাই পৰিল সেই মুহূৰ্তৰ বিদেশী বন্ধুৰ প্ৰতি।

(অসম গৌৰব, ১৯৪৫)

# শান্ত ছোৱালীজনী তাই

সেইদিনা তাই স্কুললৈ গৈ শুনিলে যে সকলোতে হেনো ষ্ট্ৰাইক হ'ব— আজাদ হিন্দ ফৌজৰ সেনাপতিসকলৰ মুক্তি দাবী কৰা দিন পালন কৰিবলৈ। সিহঁতৰ স্কুলতো ষ্ট্ৰাইক হ'ব— আৰু এটা বিৰাট শোভাযাত্ৰা হ'ব জাতীয় বাহিনীৰ সেনাপতি শ্বাহনবাজ, ধীলন আদিৰ মুক্তি দাবী কৰি। শোভাযাত্ৰাৰ উদ্যোক্তাসকলে সিহঁতৰ স্কুলৰ ছাত্ৰীসকলকো অলপ আগতে অনুৰোধ কৰি গৈছে 'ষ্ট্ৰাইক' কৰি তেওঁলোকৰ সহযোগিতা কৰিবলৈ... শুনিলে তাই উদ্বেগহীন মনেৰেই, উতলি নুঠিল তাইৰ বুকুৰ কেঁচা তেজ। নিৰ্বিকাৰ হৈ থাকিল তাই। খবৰটো জনাবলৈ অহা ছোৱালীজনী উভতি গ'ল— অতি হতাশ মনেৰেই, শ্ৰোতাজনীৰ ভাবলেশহীন মুখখন দেখি। হয়তো মনে মনে অলপ বিৰক্তও হ'ল— এনে সুন্দৰ খবৰটো তাইৰ বিফলে যোৱা দেখি।

আচৰিত ছোৱালী তাই— অতি আচৰিত! যি শোভাযাত্ৰা, ষ্ট্ৰাইক আদি লৈ গোটেই ভাৰতৰে ছাত্ৰ-ছাত্ৰী উত্তেজিত, উৎসাহী, সেই শোভাযাত্ৰাৰূপী দেশপ্ৰেমলৈ আজি দেখোন তাইৰ কোনো আগ্ৰহেই নাই। ক'তা আজিতো তাইৰ তেজৰ কণিকাৰ চলাচল তীব্ৰ হৈ নুঠিল এনে এটা উত্তেজনাপূৰ্ণ খবৰ শুনি। অইন ছোৱালীয়ে হয়তো ইমান পৰে.. ! ক্লাছৰ ছোৱালীবোৰে ঠাট্টা কৰে তাইক— তাইৰ হেনো পেট্ৰিয়টিজিম (দেশপ্ৰেম) নাই। শুনি যায় তাই বিনা আপত্তিৰে বিনা প্ৰতিবাদে,— সমৰ্থনৰ ভাব দেখুৱায়। কেৱল মনে মনে ভাবে তাই— শোভাযাত্ৰাত যোগ নিদিলেই বা কোনো দল বিশেষক অনুমোদন নকৰিলেই কি দেশক ভাল পাব নোৱাৰি। ভাবে তাই— মাক মুখেৰে ভাল পাওঁ বুলি নক'লে বা ভাল পোৱাৰ কোনো চিন দেখুৱাব নোৱাৰিলে কি মাকক ভাল পাব নোৱাৰি? হয়তো নোৱাৰি— হয়তো পাৰি— অন্যমনস্ক হৈ ভাবে তাই। নাই— তথাপি যে তাই এই শোভাযাত্ৰা আদিত যোগ দিবলৈ ভাল নাপায়— তাইৰ লগৰ আন আন ছোৱালীবোৰকো তাই কোনো দিন যোগ দিয়া দেখা নাই এইবোৰ দেশৰ কামত। কিন্তু সিহঁত যে বাধ্য হয় এনে হ'বলৈ— ৰক্ষণশীল অভিভাৱকসকলৰ কঠোৰ শাসনত পৰি। তথাপি সিহঁতৰ অকৃত্ৰিম ভালপোৱা, অগাধ প্ৰীতিয়ে দেশৰ প্ৰতি সিহঁতৰ নীৰৱ দেশপ্ৰেম থকা বুলি প্ৰমাণ কৰে। তাইৰ দৰেতো সিহঁত সহানুভূতিহীন নহয়, শোভাযাত্ৰা আদিৰ প্ৰতি বৰঞ্চ সকলোতে বাধা পাই সিহঁতৰ দেশপ্ৰেম বাঢ়িহে উঠে— ভালপোৱা সিহঁতৰ উচ্ছ্বসিত হৈ উঠে। কয় সিহঁতে, এবাৰ যদি মা-দেউতাহঁতৰ শাসনৰ শিকলি ছিঙি পেলাব পাৰিলোঁহেঁতেন তেন্তে দেখিলোঁহেঁতেন কোনে আমাক আবদ্ধ কৰি ৰাখে স্কুলৰ এই সংকীৰ্ণ গণ্ডীৰ মাজত। কেৱল স্কুলত আলোচনাৰ দ্বাৰাই সিহঁতে অন্তৰৰ এই অতৃপ্তি, এই মৰুতৃষা অলপ আঁতৰ কৰে। স্কুলৰ আজৰি সময়ত সিহঁতে আলোচনা কৰে ৰাজনীতিৰ বিষয়ে, উত্তেজিত হৈ উঠে দেশৰ দুৰৱস্থাৰ কথা ভাবি, জননী জন্মভূমিৰ দুখ-লাঞ্ছনা দেখি। তাতেই সিহঁতে তৃপ্তি পায়— অলপ সান্ত্বনা পায়; সিহঁতৰ বিক্ষুব্ধ চিত্তই, সিহঁতৰ বিদ্ৰোহী হৃদয়ে।

কিন্তু অতি আচৰিত তাই! সদায়ে দেখোন তাই দূৰত থাকে এইবোৰৰ পৰা, অতি নিৰীহ অতি শান্ত! লগৰ ছোৱালীবোৰে ভাবে 'কিয় এনে বিপৰীত মন তাইৰ'! তাই ভাবে কিয় এনে বিপৰীত মন মোৰ! কেতিয়াবা যদি ছোৱালীবোৰে তাইকো নিব খোজে সিহঁতৰ আলোচনালৈ তাই অলপ হাঁহে— শান্ত, নিৰ্জীৱ হাঁহি। কয়— 'স্বদেশপ্ৰেম নহ'লেও জোৰ কৰি সুমুৱাই দিবা নেকিহে মোৰ গাত?' পিছত দুষ্টালিৰ হাঁহি মাৰি কয়— 'মোৰ ভয়েই লাগে এই ৰাজনীতি বস্তুটো, তাতকৈ মোৰ এই বীজগণিতেই ভাল' টানি লয় তাই বীজগণিতখন কিতাপৰ বোজাৰ পৰা।

'বীজগণিতত খুব ভাল তাই'!

ছোৱালীবোৰ গুচি যায়। কিন্তু যোৱাৰ আগতে কিছুমান দেশৰ কথা শুনি যায় তাইৰ পৰা। সদায়ে খবৰৰ কাগজ পঢ়ে তাই— ৰাজনীতি ভাল নাপালেও। ছোৱালীবোৰে আকৌ পঢ়িবৰে সময় নাপায় কাগজ। ঘৰত কাম আছে হেনো সিহঁতে কয়।

জাতীয় বাহিনীৰ মুক্তি দিনৰ দিনাও তাই থাকে চুপচাপ! বিশেষ কোনো আবেগ নেদেখুৱালে। তাইৰ প্ৰিয় 'বীজগণিত'খন টানি লয়— বহী উলিয়াই লৈ তাই বহি যায সূত্ৰবোৰ খটোৱাত। মগ্ন হৈ যায় তাই তাইৰ প্ৰিয় 'বীজগণিত'ৰ বহীত। ছোৱালীবোৰে তাইলৈ চাই মুখ টিপি হাঁহে,— তাৰ পিছত সিহঁত গুচি যায় সিহঁতৰ আলোচনা সভালৈ— আজিৰ আলোচনা আৰু অলপ গুৰুতৰ।

যথাসময়ত 'ষ্ট্ৰাইক' হ'ল। শোভাযাত্ৰা আগবাঢ়ি আহিল সিহঁতৰ স্কুলৰ আগলৈ নানা ৰকম 'শ্লোগানে'ৰে ধ্বনিত কৰি সিহঁতৰ স্কুলৰ আগৰ আলিবাটটো। স্কুলৰ ছাত্ৰীসকলক মাতিলে তাত যোগ দিবলৈ শোভাযাত্ৰাৰ উদ্যোক্তাসকলে। কেইজনীমান 'ফৰৱাৰ্ড' ছোৱালী ওলাল স্কুলৰ পৰা, মিলিলগৈ 'প্ৰছেশান'ত, আনবোৰ ছোৱালীয়ে খিৰিকীৰে চাবলৈ ধৰিলে— প্ৰাণ সিহঁতৰ ছট্-ফট্ কৰিবলৈ ধৰিলে, পিঞ্জৰাবদ্ধ চৰাইৰ দৰে— চকুৰ দৃষ্টি সিহঁতৰ চলচলীয়া হৈ উঠিল। সিহঁতৰ বিদ্ৰোহী দেশ-প্ৰেমটোক— বলেৰে ওলাই আহিব খোজা দেশ-প্ৰেমটোক জোৰ কৰি দমন কৰি থ'লে। সিহঁতৰ বাধ্য মন-প্ৰাণ অবাধ্য হৈ উঠিল অভিভাৱকসকলৰ প্ৰতি, সিহঁতৰ বন্দী দেশ-প্ৰেমৰ 'জেইলাৰ'ৰ প্ৰতি।

তায়ো চালে, সিহঁতৰ লগতে একেলগে। কিন্তু তাইৰ অন্তৰত কোনো আবেগৰ ধুমুহা নবলে। শান্ত মনেৰে তাই উপভোগ কৰিলে— দেশ-প্ৰেমৰ এই পৱিত্ৰ আয়োজনটি। কিন্তু আচৰিত হৈ উঠিল তাই— যেতিয়া দেখিলে দুজনীমানহে ছোৱালীয়ে যোগ দিছে শোভাযাত্ৰাত। কিন্তু তাতোকৈও আচৰিত হ'ল সিহঁতৰ শ্ৰেণীৰ কোনো ছোৱালীক নেদেখি তাত। তাইৰ লাজ লাগিল— মনটো হৈ উঠিল অকাৰণতে চঞ্চল। তলমূৰকৈয়ে কিতাপখিনি হাতত লৈ তাই ঘৰলৈ যাবলৈ ওলাল, ৰৈ থকা শোভাযাত্ৰাৰ কাষেদিয়েই। এনেতে শুনিলে কোনোবাই কৈছে— 'ক্লাছ ছেভেনৰ ছোৱালীবোৰ বৰ 'বেক্‌বাৰ্ড'—। এজনী ছোৱালীও নাহিল আজিৰ এই শোভাযাত্ৰাত; কিন্তু সিহঁতৰে কি অহংকাৰ চাবা।' চাবুকেৰে কোব খোৱাৰ দৰে তাই চমকি উঠিল। অপমানত তাইৰ মুখ ক'লা পৰি গ'ল। আপোনাৰ অজ্ঞাতসাৰে তাই তাইৰ গতি পৰিবৰ্তিত কৰিলে। সেই ছোৱালীজনী যিজনীয়ে কোনোদিন কোনো শোভাযাত্ৰাত যোগ নিদিয়ে, সেই ছোৱালীজনীয়েই আজি একেশাৰীতে থিয় হ'লগৈ শোভাযাত্ৰা কৰিবলৈ ওলোৱা ছোৱালীসকলৰ লগত। তাই নিজেই আচৰিত হ'ল তাইৰ এনে অদ্ভুত পৰিবৰ্তন দেখি। তাইৰ 'পেট্ৰিয়টিজিম'ৰ জন্ম হ'ল নেকি, ভাবিলে তাই।

'বন্দে মাতৰম্।' শোভাযাত্ৰীসকলে চিঞৰি উঠিল— লগতে তায়ো। আগবাঢ়ি গ'ল শোভাযাত্ৰাটি। ক্লাছৰ ছোৱালীসকলে চাই থাকিল তাইলৈ— কেৱল তাইলৈয়ে— অইন একোলৈ নহয়— এনেকি শোভাযাত্ৰাটোলৈও, চকুত অবিশ্বাসৰ দৃষ্টি লৈ, বুকুত হিংসা লৈ— এটা নেদেখা বস্তু চোৱাৰ দৰে।

এইদৰে আৰু কেবাদিনো, কেবাখনো শোভাযাত্ৰাত যোগ দিলে তাই তাইৰ মৰমৰ বীজগণিতলৈও পিঠি দি! তাই নিজেই নাজানে কিয় তাইৰ এনে হ'ল। —তাইৰ নিজৰ ইচ্ছাতে নে তাইৰ জোৰ কৰি অন্য ইচ্ছাৰ বলত?

শুনা গ'ল জৱাহৰলাল নেহৰু আহিব সিহঁতৰ চহৰলৈ— সিহঁতৰ গুৱাহাটীলৈ। স্বেচ্ছাসেৱকৰ কাৰণে অনুৰোধ জনাব ধৰিলে— ছাত্ৰসকলৰ এক বিশেষ দল স্কুল-কলেজলৈ গ'ল। সিহঁতৰ স্কুললৈও আহিল। তায়ো হ'ল স্বেচ্ছাসেৱিকা অইন ছোৱালীৰ লগতে। এইবাৰ তাই দেখিলে কথা আচৰিত— বহুত ছোৱালীকে দেখোন ঘৰৰ পৰা স্বেচ্ছাসেৱিকা হ'বলৈ অনুমতি দিছে। কিয়? তাই ভাবে।

জৱাহৰলাল আহিল। বহুতো কাম কৰিলে স্বেচ্ছাসেৱিকাসকলে। দেশৰ বহুতো উপকাৰ কৰিলে তেওঁলোকে। অভিভাৱকসকলৰ ফালৰ পৰা কোনো আপত্তি দেখা নগ'ল— জৱাহৰলালৰ সভাত ছোৱালীবিলাক স্বেচ্ছাসেৱিকা হোৱাত।

জৱাহৰলাল গুচি গ'লগৈ। এইবাৰ শুনা গ'ল গান্ধীজীও আহিব ধৰিছে অসম ভ্ৰমণৰ উদ্দেশ্যে। দলে দলে স্বেচ্ছাসেৱিকা ওলাল— 'বেকবাৰ্ড' ছোৱালীবোৰো 'ফৰৱাৰ্ড' হৈ উঠিল, দুটা 'সেৱিকা বাহিনী' হৈ গ'ল,— স্বেচ্ছাসেৱিকা দল বা বাহিনীৰ দুগৰাকী 'দলনেত্ৰী' বা সেৱিকানেত্ৰীও ওলাল— ছাত্ৰীসকলৰ মাজৰ পৰা, আগেয়ে ক'তো যোগ নিদিয়া ছাত্ৰীসকলৰ মাজৰ পৰা। তাইৰ অনভিজ্ঞ মনটোৱে বাৰে বাৰে প্ৰশ্ন কৰি উঠিল— 'এতিয়া অভিভাৱকসকলে কেনেকৈ দিলে জীয়েকহঁতক দেশৰ কামত লাগিবলৈ?' কিন্তু মনৰ খু-দুৱনি মাৰিবলৈ কোনো উত্তৰ বিচাৰি নাপায় তাই।

গান্ধীজী আহিল। তেখেতৰ বিদায়ৰ দিনা। মহাত্মাই সকলোকে নমস্কাৰ জনাই ক'লে যে তেওঁৰ গুৱাহাটী ভ্ৰমণ শেষ হ'ল। বিদায় মাগিলে তেখেতে দৰ্শকৰ পৰা। গধূলি হ'ল। আন্ধাৰ আহিল লগে লগেই। আন আন স্বেচ্ছাসেৱিকাৰ লগতে তায়ো আহিল— নেত্ৰীৰ নেতৃত্বত 'ফৰৱাৰ্ড মাৰ্চ্চ' কৰি— ঠিক যুদ্ধ শেষ কৰি কেম্পলৈ উভতি অহা সৈন্যৰ দৰেই। এখন মিলিটাৰী মটৰৰ তীব্ৰ পোহৰত এবাৰ সিহঁতৰ দলটো উজ্জ্বল হৈ উঠিল— অলপ সময়ৰ কাৰণে আন্ধাৰ আঁতৰি গৈ পোহৰক প্ৰৱেশৰ অনুমতি দিলে সিহঁতৰ স্বেচ্ছাসেৱক দললৈ— কৌতূহল

দমন কৰিব নোৱাৰি। বিস্ময়ত স্তব্ধ হৈ গ'ল তাই— ভাবিবই পৰা নাছিল তাই, ইমান ছোৱালীৰ যোগদান স্বেচ্ছাসেৱিকা বাহিনীত— দেশৰ কামত। গোটেই বাটটোকে দেখোন আগুৰি পেলাইছে, সিহঁতৰ দলটোৱে। ভাবি ভাবি তাই উভতি যায় আন এটি দিনলৈ— মানসপটত তাইৰ ভাহি উঠে আন এটি দিনৰ চিত্ৰ— সেই দিনা, যিদিনা আজাদ হিন্দ ফৌজৰ দিন পালনৰ অৰ্থে এটি শোভাযাত্ৰা হৈছিল, য'ত মাত্ৰ চাৰি-পাঁচজনীমান ছোৱালীয়েহে যোগ দিছিল। আন ছোৱালীয়েতো যোগ দিয়া নাছিল তাত,— ঘৰত খং কৰাৰ ভয়ত। কিন্তু আজি! আজি এই যে ইমানবোৰ ছোৱালীক অভিভাৱকসকলে অবাধ স্বাধীনতা দিছে— বাটেৰে আহিব দিছে— আন্ধাৰ ৰাতি সত্বেও, কিয়? সেইদিনা দিনৰ পোহৰতো যাক এৰি দিয়া নাছিল, আজি তাৰ প্ৰতি ইমান উদাৰতা কিয়? অন্যমনস্ক হৈ ভাবি যাওঁতে তাই দলৰ পৰা বাহিৰ হৈ যায়,— ধমক দিয়ে দলনেত্ৰীয়ে, অপ্ৰস্তুত হৈ তাই নিজৰ ঠাইলৈ উভতি যায়। তথাপি তাইৰ চিন্তাৰ ওৰ নপৰে। তাই ভাবিয়েই থাকে— বাৰু সেইদিনা যে শোভাযাত্ৰাত যোগ দিব নিদিলে কিন্তু গান্ধী, জৱাহৰলাল আহোঁতে সকলোতে আগৰণুৱা হ'ব দিলে— ইয়াৰ কাৰণ কি? একেইতো দেশৰ কাম আছিল সেইদিনা আৰু আজি। কিন্তু অভিভাৱকসকলৰ এই মত পৰিৱৰ্তন হ'ল কিয়?

বোধহয় গান্ধীজী, জৱাহৰলাল মহাপুৰুষ কাৰণেই তেওঁলোক অহাত দেশৰ কামত লাগিলে, স্বেচ্ছাসেৱিকা হ'লে, ছোৱালীবিলাকৰ কোনো অপমানৰ কথা নহয়— সাধাৰণ শোভাযাত্ৰা আদিত যোগ দিয়াতকৈ বৰং যথেষ্ট গৌৰৱৰ কথাহে হয়— ভাবি ভাবি এই সিদ্ধান্তত উপনীত হয় তাই। দুখ লাগে তাইৰ ভাবি— যদি গান্ধীজী বা অইন মহাপুৰুষসকল অহাতেই সকলোৰে এই দেশপ্ৰেম জাগি উঠে তেন্তে অইন সময়ত ইয়াৰ জাগৰণত বাধা কি? অভিভাৱকসকলে কিয় বাধা দিয়ে, আপত্তি কৰে ছোৱালীবোৰক শোভাযাত্ৰাত যোগ দিবলৈ। এই খণ্ডেকীয়া দেশপ্ৰেম, মনীষীসকলৰ আগমনত জাগি উঠা দেশপ্ৰেমকতো প্ৰকৃত স্বদেশ প্ৰেম বুলিব নোৱাৰি। ইয়াক যে 'মহাপুৰুষ' প্ৰেমহে বুলিব পাৰি। তাইৰ 'ছেণ্টিমেণ্ট'ত আঘাত লাগে এইবোৰ ভাবি। জোৰ কৰি তাই মনৰ পৰা আঁতৰাব খোজে তাইৰ ধাৰণা— তাইৰ চিন্তা— তাইৰ আৱিষ্কাৰ। কিন্তু ব্যৰ্থ হয় তাই। এই ধাৰণাটো তাইৰ বদ্ধমূল হৈ যায়।

এই ঘটনাটোৰ পিছৰ পৰা আকৌ তাই উভতি যায় আগৰ জীৱনলৈ, সেই সৰল-শান্ত জীৱনলৈ। গতানুগতিকভাৱে তাই জীৱন পথত আগবাঢ়ি যায়। স্কুললৈ যায়— বীজগণিতৰ সূত্ৰবোৰ কৰে, নিৰীহ শান্তভাৱে পঢ়া-শুনাত লাগি থাকে, ঘৰলৈ আহি সাংসাৰিক জীৱনৰ লগত মিলাই দিয়ে তাই— খবৰৰ কাগজ পঢ়ে নিয়মিতভাৱে। এইদৰেই অতিবাহিত হয় তাইৰ উদ্বেগহীন দিনবোৰ।

নেতাজীৰ জন্মদিন। স্বেচ্ছাসেৱিকাসকলৰ মাজত ধামধুম লাগি গৈছে। মিটিঙলৈ যাব, নেতাজীৰ ফটো পূজা কৰিব, সিহঁতৰ শুভইচ্ছা জনাব নেতাজীলৈ। আঃ কি যে আনন্দৰ দিন আজি, সিহঁতে ভাবে। বাহিৰে বাহিৰে স্কুলৰ পৰায়ে সিহঁত মিটিঙলৈ যাবলৈ ওলাল। তাইকো সিহঁতে লগ ধৰিলে, প্ৰলোভন দেখুৱালে, কেনে সুন্দৰ হ'ব— নেতাজীৰ ফটো পূজা কৰাৰ সময়খিনি। কিন্তু তাই অসম্মত হ'ল, ক'লে— 'এনেয়ে এবাৰ যাব পাৰোঁ মিটিঙলৈ কিন্তু স্বেচ্ছাসেৱিকা হৈ নেতাজীৰ ফটো পূজা কৰিবলৈ যাব নোৱাৰোঁ। কিয় নোৱাৰোঁ তোমালোকে হয়তো বুজিব নোৱাৰা। কেৱল তোমালোকে যে কোৱা তাকেই ধৰি লোৱাচোন যে মোৰ স্বদেশপ্ৰেম নাই। ছোৱালী এজনীয়ে তেতিয়া তৎক্ষণাৎ ঠাট্টাৰ ছলেৰে ক'লে— 'তেন্তে কিয় গৈছিলাহে সেইদিনা শোভাযাত্ৰাত যোগ দিবলৈ— সেই জাতীয় বাহিনীৰ সেনাপতিসকলৰ মুক্তিৰ কাৰণে হোৱা শোভাযাত্ৰাত? সেইদিনা হঠাতেনো কেনেকৈ তোমাৰ দেশপ্ৰেম জাগি উঠিল?'— তাইৰ স্বৰত পৰিষ্কাৰকৈ ফুটি উঠিছিল হিংসামিশ্ৰিত বিদ্বেষ— যি হিংসা তাই অন্তৰত পুহি থৈছিল সেই মুক্তি দিন পালনৰ পৰাই। চক খাই উঠিল তাই, স্তব্ধ হৈ ৰৈ গ'ল তাইৰ হাতৰ পেঞ্চিল। অন্তৰত কৰবাত কোনোবা গহন কোণত তাইৰ আঘাত লাগিল। অলপ পৰৰ কাৰণে মূক হৈ গ'ল তাই, সিহঁতেতো নুবুজে কি অপমানৰ জ্বালাত তাই তাইৰ শান্ত, নিৰীহ জীৱনৰ গতি পৰিৱৰ্তন কৰিছিল। কিন্তু অলপ পৰ মাথোন, তাৰ পিছতো তাই নিজকে সংযত কৰিলৈ বীজগণিতৰ পৰা তাইৰ শান্ত চকুযুৰি তুলি চালে ছোৱালীজনীলৈ আৰু উত্তৰৰ আশাত উদগ্ৰীৱ হৈ থকা ছোৱালীবোৰলৈ। তাৰ পিছত তাই তাইৰ সেই শান্ত, নিৰ্জীৱ হাঁহিটি মাৰি ক'লে— 'সেইদিনা দেশপ্ৰেম মোৰ জগা নাছিল, জাগিছিল আত্মসন্মানবোধ, জাগিছিল অপমানবোধ, সেই বোধ শক্তিয়ে মোৰ বিদ্ৰোহী হৈ উঠিছিল আৰু সেয়েহে গৈছিলোঁ কোনদিনে ভাল নোপোৱা শোভাযাত্ৰাত যোগ দিবলৈ— শ্ৰেণীৰ সন্মান ৰাখিবলৈ।'

(তৰুণ জাগৰণ, ১৯৪৬)

# ১৯৪২, ১৯৮০ আৰু ১৯৪৬

'১৯৪২ চন। দ্বিতীয় মহাসমৰৰ কাল গৰাহৰ পৰা ভাৰতৰ পাৰ্বত্য জীয়াৰী অসমো সাৰি যাব পৰা নাই। গুৱাহাটী! ছোৱালীৰ মাইনৰ স্কুল এটা। তাৰে আমি তল শ্ৰেণীৰ ছাত্ৰী, ক্লাছৰ আৱশ্যকতাতকৈ বেছি কিতাপ নি গৌৰববোধ কৰোঁ— নিজকে উচ্চ শ্ৰেণীৰ ছাত্ৰী যেন লাগে।

টিফিন। বীণা, মই, চন্দ্ৰ আদি কেইজনীমান ছোৱালী বহি কথা পাতি আছিলোঁ। সেই সময়টো আগে আছিল খেলাৰ। এতিয়া কিন্তু যুদ্ধ লগাৰ পিছৰ পৰা আমাৰ বহুত কথা ক'বলৈ থাকে— ক'ত কি গুজব শুনি আহিলোঁ, গুৱাহাটীত কেতিয়া বোমা পেলাব ইত্যাদি। ক্লাছত এইবোৰ ক'বলৈ সময় নাপাওঁ। সেই কাৰণে টিফিনৰ সময়টোক বাছি লৈছিলোঁ আমি।

আমাৰ আলোচনাৰ বিষয়-বস্তু আছিল 'গোৰা বগা', চামৰাৰ তেতিয়াও আমদানী হোৱা নাছিল অসমলৈ, আমাৰ চহৰৰ দুই-এজন এংলো ইণ্ডিয়ান বা বুঢ়া ৰঙা ইউৰোপীয়ান— তেওঁলোকেই আছিল আমাৰ সীমাবদ্ধ শ্বেতাংগ দৰ্শন।

বীণাই ক'লে, 'দেউতাই কৈছে হেনো গুৱাহাটীলৈ বহুত গোৰা আহিছে।' গোৰা নামক ভয়ানক মানুহৰ নাম আমি ইতিমধ্যে শুনিছিলোঁৱেই। বৰ বগা হেনো— আমাৰ ইযাত ৰঙা চাহেবকেইটাতকৈও। আৰু বোলে মানুহো খায় সিহঁতে, মায়া-দয়া হেনো মুঠেই নাই অন্তৰত। আমাৰ নিচিনা সৰু সৰু ছোৱালীবোৰ দেখিলে ধৰি লৈ যায় হেনো। এইবোৰ আমাৰ মুখস্থ আছিল গুজবৰ মাহাত্ম্যত। এতিয়া বীণাৰ কথা শুনি বুজিলোঁ বিপদ গুৰুতৰেই। তেনেহ'লে স্কুললৈ অহাও বোধহয় বন্ধ হ'ব। ঘণ্টা পৰিল। চিন্তাকুল চিত্তেৰে ক্লাছত সোমালোঁ। চকুৰে কিন্তু অনবৰত বাটলৈ লক্ষ্য কৰি আছে যদিবা গোৰাৰ আবিৰ্ভাৱ হয়েই। কি ঠিক— ৰাতিপুৱাই আহিছে হেনো সিহঁত— এতিয়ালৈকেনো সিহঁতে ছোৱালী স্কুলৰ বিষয়ে খবৰ লোৱা নাইনে?

এনেতে বীণাই চিঞৰি উঠিল, 'গোৰা'। এই এটা শব্দই ক্লাছত হুলস্থূল লগাই দিলে। ময়ো দেখিলোঁ বাটত দুটা গোৰা। কিন্তু আমি দেখোন শুনিছিলোঁ সিহঁতৰ প্ৰায় সকলোৰে ডাঢ়ি-গোফ নাই আৰু মূৰত হেট পিন্ধে। কিন্তু ক'তা? ইহঁত দুজন বগা যদিও তথাপি দেখোন মুখ ডাটি-গোফে ভোবোকাৰ। ডাঢ়ি বাৰু ৰাখিলেই জানিবা কিন্তু মূৰত হেটৰ সলনি পাগুৰী কিয়? কোনো দিন দেখোন গোৰাই পাগুৰী মাৰে বুলি শুনা নাছিলোঁ। চকীদাৰৰ ঘৰলৈ দৌৰি দৌৰি এই কথা ভাবি গৈছিলোঁ মই। কিন্তু চকীদাৰে আমাৰ ভয় ভাঙি দিলে। ক'লে, 'সেইকেইটা গোৰা নহয়— পাঞ্জাবীহে। সিহঁত নিজৰ বাটেদি গুচি গৈছে।' ৰক্ষা পৰিলোঁ।

চাৰিটা বাজিল। স্কুল ছুটীৰ ঘণ্টা দিলে, কিতাপ-পত্ৰ সামৰি লৈ ঘৰলৈ যাব ওলালোঁ। এনেতে ঘটিল এটা ভীষণ কিন্তু প্ৰত্যাশিত ঘটনা। স্কুলৰ দুৱাৰ মুখ পাইছোঁ সকলোবোৰ ছোৱালীয়েই। গেটৰ বাহিৰ ওলোৱাৰ আগতে গোটেই বাটতে চকু ফুৰাই চাইছোঁ যদি ক'ৰবাত গোৰা থাকেই! এনেতে গোৰাৰ বিশেষজ্ঞ বীণাৰ চকু পৰিল দুজন খাকী কাপোৰ, হেট্ পিন্ধা ডাঢ়ি নথকা মিলিটাৰিৰ ওপৰত। বগা, খুব বগা— আমাৰ ইয়াৰ ৰঙা চাহেবকেইটাৰ দৰে ৰঙা নহয়— গুলপীয়া ৰঙৰ দুজন সৈন্য। মুখৰ গঢ় আমাৰ দৰে নহয়। বীণাই চিঞৰি উঠিল, 'গোৰা'। নাজানো যদিও আমিও চিঞৰিলোঁ, 'গোৰা'। চকীদাৰেও গম্ভীৰভাৱে মূৰ জোকাৰি ক'লে, 'ওঁ গোৰা'— আমাক বাৰু কোনে পায়। কোনো দিনে এটাও কথা বিশ্বাস নকৰা— ইতিকিং কৰি উৰাই দিছিলোঁ যাৰ কথা— আজি এই জীৱনৰ বিপদক্ষণত সেই চকীদাৰৰ কথাটিকে সাৰোগত কৰি লৈ দিলোঁ দৌৰ ভিতৰলৈ। ঠেলা-হেঁচা লাগিল আমাৰ মাজত। কোনে আগে ভিতৰ সোমাব পাৰিব তাৰেই প্ৰতিযোগিতাত আমাৰ অন্তৰত হিংসুক প্ৰবৃত্তিবোৰ জাগি উঠিল। আগৰ ছোৱালী এজনীক বগৰাই মই ভিতৰ সোমালোঁ, তাৰ পিছত তৎক্ষণাৎ বেঞ্চিৰ তলৰ আন্ধাৰ নিৰাপদ চুক এটাত লুকাই পৰিলোঁ। অলপ ভয় গুচিল, ভাবিলোঁ— 'ইমানবোৰ ছোৱালীৰ মাজত কেতিয়াও মোক বিচাৰি নাপায় গোৰাকেইটাই।' কিন্তু তথাপি বুকুৰ ধৰফৰণি গুচা নাই। কি ঠিক কিজানিবা ধৰেই মোক! অকল ময়েইতো বেঞ্চিৰ তলত সোমোৱা নাই— সকলোবোৰ ছোৱালীয়েই সোমাইছে।

তেনেকুৱা বিপদত জীৱনত পৰা নাই। কি সংকটপূৰ্ণ মুহূৰ্তবোৰ! আমি চুপচাপ— বাহিৰত মূৰ্তিমান বিভীষিকা নৰখাদক গোৰা নামৰ সেই প্ৰাণীবোৰ! কোন ভয়ংকৰ মুহূৰ্তত বা সোমাই আহে সিহঁত! মই কিন্তু হাতত হেণ্ডেলডাল ভালকৈ ল'লোঁ— নতুনকৈ হেণ্ডেল ব্যৱহাৰ কৰিছোঁ, মায়া বেছি—। সেইকাৰণে নিবটো নষ্ট হয় বুলি হেণ্ডেলডালত ওলোটাকৈ লগাই লওঁ। এতিয়া নিবটো খুলি জোঙা মূৰটো উলিয়াই ললোঁ। মৰিলেও মৰিম— সিহঁতৰ হাতত। কিন্তু সিহঁতকো শুদাই নেৰোঁ। মৰাৰ আগতেই সিহঁতকো খুঁচি তেজ উলিয়াই দিম নিবেৰে— গুলপীয়া গাৰ পৰা। অলপো দুখ নালাগে সিহঁতৰ সুন্দৰ গাত খুঁচিবলৈ। বৰঞ্চ এটা শ্বেতাংগ ৰক্ততৃষ্ণা জাগিছিল মোৰ প্ৰাণত। আন্ধাৰৰ মাজত বহুত পৰ তেনেকৈয়ে আছোঁ। চুকৰ মকৰাৰ জালে গাটো আবৰি ধৰিছে, মহেও কামুৰিছে। আঁঠুকাঢ়ি বহিনো কিমান পৰ থাকিব পাৰি। ক'তা গোৰাকেইটা দেখোন নাহিল। তেনেহ'লে সিহঁতে নাজানে নেকি এইটো ছোৱালীৰ স্কুল বুলি— গুচিয়েই গ'ল বোধকৰোঁ। এনেতে চকীদাৰ আহি ক'লে— গোৰা দুটা গুচি গৈছে বজাৰৰ ফালে। ৰক্ষা পৰিলোঁ তেনেহ'লে এইবাৰলৈ। বাহিৰলৈ ওলাই গাৰ ধূলি-বালি, মকৰাৰ জাল জোকাৰি ললোঁ। নতুন চোলাটো যে মোৰ একেবাৰে লেতেৰা হ'ল। দিনটোৰ দৌৰাত্বই যি ফ্ৰকক মলিন কৰিব পৰা নাছিল গোৰা ভীতিয়ে তাক এক মুহূৰ্ততে লেতেৰা কৰি পেলালে। হওক, প্ৰাণটোতকৈতো আৰু ফ্ৰকটো বেছি মূল্যৱান নহয়। ফ্ৰকতো মোৰ কেবাটাও— মই নিজে মানুহজনীহে এটা। নিজকে সান্ত্বনা দিলোঁ।

লগত এজন চকীদাৰ আৰু এজনী চকীদাৰণী লৈ আমি স্কুলৰ পৰা ওলালোঁ। হেড্ মিষ্ট্ৰেছ বাইদেৱে আমাক উপদেশ দি পঠিয়ালে— 'যদি আৰু গোৰাক দেখা বা ছাইৰেন বজা শুনা তেন্তে বাটৰ দাঁতিত যাৰে ঘৰ পোৱা তাতেই সোমাই যাবা।'

গৈ গৈ আমি এটা চাৰিআলিৰ মাজ পালোঁ। তাৰ পৰা আমাৰ ঘৰ অলপ দূৰত দেখা পোৱাত, সেই চাৰিআলিৰ পৰা মই আৰু এজনী নে দুজনী ছোৱালী অকলে যাব লাগিব আৰু চকীদাৰ আৰু চকীদাৰণী আন ছোৱালীবোৰ লৈ বেলেগ এটা বাটেৰে যাব। অকলশৰীয়া হোৱা কাৰণে চাৰিওটা বাটতে এবাৰ চকু ফুৰাই চালোঁ— যদিবা গোৰাকেইটা কোনোবা বাটেৰে আহেই! নাই। অকলে আমি দুজনী ছোৱালী যাবলৈ ধৰিলোঁ। চকু কিন্তু সজাগ কৰি ৰাখিছোঁ— গোৰা যদি হঠাতে ওলায়। এবাৰ পাছফালে ঘূৰি চালোঁ— ই কি গোৰা দুটা দেখোন আকৌ আহিছে। আমাৰ ফাললৈকে। অৱশ্যে অলপ দূৰৈত আছে। তথাপি আমাক যেতিয়া দেখিছেই (কাৰণ আমাৰ বাটেৰেই সিহঁত আহিছে) আহিবলৈনো আৰু কিমান পৰ। মোৰ সংগীয়ে কন্দাৰ দৰে ক'লে— 'বেবী, অ' বেদৱতী আকৌ গোৰা দুয়োটা। দুয়োটা নাম কাঢ়ি মোক তাই ক'লে, মই ক'লোঁ, 'যদি প্ৰাণলৈ মায়া আছে তেনেহ'লে প্ৰাণ টাকি দৌৰ।' তাৰ পাছত দুয়োৰে সেই কি দৌৰ। বোধহয় দৌৰৰ প্ৰতিযোগিতা হ'লে মই প্ৰথমেই হ'লোঁহেঁতেন। দৌৰৰ কোবত এবাৰ কিতাপ এখন মোৰ পৰি গ'ল। কৰোঁ কি? পাছৰ ফালে এবাৰ চাই লৰালৰিকৈ কিতাপখন বুটলি ল'লোঁ। কিন্তু প্ৰথম পাতকেইটা ফালি গ'ল। তাক আৰু মাটিৰ পৰা বুটলি ল'বৰ সময় নাপালোঁ। ঘৰ পালোঁহি কোনোৰকমে। ভবাই নাছিলোঁ যে আজি ৰক্ষা পাম।'

* * * *

১৯৮০ চনৰ এটি সুন্দৰ সন্ধিয়া। গুৱাহাটী মহানগৰী বিজুলী চাকিৰে সুশোভিত হৈ উঠিছে। বিল্ডিংবোৰো উজ্জ্বল হৈ উঠিছিল বৈদ্যুতিক লাইটৰ পোহৰেৰে। ট্ৰাম-বাছবোৰ অনবৰত চলি আছে। দলে দলে নৰ-নাৰী ওলাইছে সান্ধ্যভ্ৰমণলৈ। এইখিনি সময়তে যেন মহানগৰীৰ কৰ্ম-চাঞ্চল্য বেছিকৈ বাঢ়ি যায়।

মীনাহঁতৰ প্ৰকাণ্ড বিল্ডিংটোৰ ড্ৰয়িং ৰুমত বিজুলী চাকি জ্বলিছে অতি উজ্জ্বলভাৱে। ঘৰৰ চাৰিজন প্ৰাণী। মীনা, মীনাৰ ককায়েক মঞ্জু, মাক শ্ৰীযুতা বেদৱতী দেৱী আৰু চতুৰ্থজন হৈছে মীনাৰ নৱলব্ধ আমেৰিকান বন্ধু মিঃ ফ্ৰেডৰিক ৰোছেটী। স্বাধীন ভাৰতীয় ছোৱালীৰ স্বাধীন দেশৰ বন্ধু। পৰাধীনতাৰ অভিজ্ঞতা নাই তাইৰ। কেৱল মাজে মাজে মাকৰ মুখে শুনে পৰাধীন ভাৰতৰ অসমৰ গল্প আৰু শুনে কেনেকৈ ১৯৫০ চনত সুভাষ বসুৰ নেতৃত্বত যুদ্ধ কৰি ভাৰতবাসীয়ে নিজ দেশৰ স্বাধীনতা উদ্ধাৰ কৰিছিল। মাকে কয় তাইক সুভাষ বসুৰ বীৰত্বৰ কথা— যাৰ কাৰণে আজি মীনাই পৰিচয় দিব পাৰে স্বাধীন ভাৰতৰ ছোৱালী বুলি। আৰু কয়

মহাত্মা গান্ধীৰ কথা, জৱহৰলাল নেহৰুৰ কথা। মাকৰ কথা শুনি মীনাৰ অন্তৰ শ্ৰদ্ধাত ভৰি পৰে— সেই মহাপুৰুষসকলৰ প্ৰতি। যেতিয়া ভাৰতত স্বাধীনতাৰ যুদ্ধ হয় তেতিয়া মীনাৰ মাকৰ বিয়াই হোৱা নাই। মীনাৰ জন্ম হয় তাৰ বিছ বছৰ পিছতহে—১৯৭০ চনত।

এতিয়া আকৌ তৃতীয় মহাসমৰ লাগিছে। ইংৰাজ সাজু হৈছে ভাৰতক এসেকা দিবলৈ ১৯৫০ চনৰ ঘটনাৰ প্ৰতিশোধ ল'বলৈ। কিন্তু নোৱাৰিব বোধহয়। প্ৰতাপী আমেৰিকান আৰু ৰুছসকলে ভাৰতক সহায় কৰিবলৈ আগবাঢ়িছে। বৃটিছৰ এইবাৰ হেনো সহায় নাই— তলতীয়া ৰাজ্যকেইখনৰ বাহিৰে। চীনতো নিৰপেক্ষই। দৰকাৰ হ'লে ওচৰ-চুবুৰীয়া দেশ ভাৰতকে সহায় কৰিব।

আমেৰিকান সৈন্যবোৰ আহিছেই ভাৰতলৈ, অসমলৈও। আমেৰিকান দেখা নাই মীনাই। শ্বেতাংগ জাতিৰ কাকোৱেই দেখা নাই তাই। অৱশ্যে টেলিভিজনত দেখিছে। চাবলৈ ইচ্ছা যায় তাইৰ। সেইদিনা তাই তাইৰ বেবী কাৰখন লৈ ফুৰিবলৈ গৈছিল। সুভাষ পাৰ্কৰ ওচৰত তাইৰ পৰিচয় হয় মিঃ ৰোছেটীৰ লগত। মাকৰ পৰা তাই ইংলিছ শিকিছিল অলপ অলপ আৰু মিঃ ৰোছেটীয়ে হিন্দুস্থানীও জানে। লৈ আহিছিল তাই ফ্ৰেডৰিকক সিহঁতৰ ঘৰলৈ আৰু সকলোৰে লগত পৰিচয় কৰাই দিছিল। মীনাৰ মাকে যত্ন কৰে ৰোছেটীক।

মণ্টুৱে টেলিভিজন যন্ত্ৰটো ভাল কৰি আছে— কিবা অলপ বেয়া হৈছে। মাকে সকলোকেইটাকে কৈছে তেওঁৰ দ্বিতীয় মহাসমৰৰ গোৱা ভীতিৰ কথা। মীনাই ফ্ৰেডৰিকৰ ডিঙিত হাত দুখনেৰে সাবটি ধৰি স্তব্ধ হৈ শুনি আছে মাকৰ কথা-- অতীতৰ বেবী নামৰ ছোৱালীজনীৰ কথা— যিয়ে ফ্ৰেডৰিকৰ দৰে চাহাব দেখি ভয়তে পলাইছিল।

মীনাই সুধিলে— তাৰ পিছত ঘৰলৈ আহি কি কৰিলা মা? মাকৰ কথা শেষ হোৱাত ভাল নাপালে তাই। তাৰ পিছত আৰু কি, গৈয়েই ভগৱানৰ ভৰিত দীঘল দি পৰিলোঁ— গোৱাৰ হাতৰ পৰা ৰক্ষা কৰাৰ কাৰণে। মীনাই মাকৰ ঈশ্বৰ ভক্তি দেখি হাঁহিলে।

'আমিও দ্বিতীয় মহাসমৰত আছিলোঁ আজিৰ তৃতীয় মহাসমৰৰ মীনাৰ সমানেই ডাঙৰ। কিন্তু তেতিয়া আমি চাহাব দেখি পলাইছিলোঁ খাই বুলি ভয়তে। কিন্তু আজি মীনাৰ ভয়তে পলাব চাহাব।' এইবুলি মীনাৰ মাকে ডিঙিত টেপা দি মিঃ ৰোছেটীক আমনি কৰা মীনালৈ চাই হাঁহিলে। ফ্ৰেডৰিকেও হাঁহি দিলে। কৰ্মব্যস্ত মণ্টুৱো হাঁহি উঠিল। কিন্তু নাহাঁহিলে কেৱল মীনাই বা ৰোছেটীৰ ডিঙিৰ পৰা হাত শুচুৱাবো কোনো চিন নেদেখুৱালে। তাইৰ দেহ আছিল ১৯৮০ চনৰ ড্ৰয়িং ৰুম এটাত কিন্তু মন আছিল ১৯৪২ চনৰ এটা সৰু ঘটনাত আবদ্ধ। তেতিয়া তাইৰ মনে বিচাৰি ফুৰিছিল তাইৰে নিচিনা এজনী সৰু ভয়াতুৰ ছোৱালীক।

*গল্পটো লিখা শেষ কৰি মেৰীয়ে তাৰ নাম দিলে ১৯৪২ আৰু ১৯৮০ চন। তাৰ পিছত গল্পটোৰ তলত লিখিলে সোমবাৰ, ২৭ জুন—১৯৪৬ চন।*

(অসম গৌৰৱ, ১৯৪৬)

# এনথ্ৰ'পলজিৰ সপোনৰ পিছত

ঘৰলৈ গৈ পোৱাৰ তাৰিখটো জনাই মালৈ চিঠি লেখি আছিলোঁ, আমাৰ বি এ পৰীক্ষাৰ টেষ্ট শেষ হ'ল কালি।

দুৱাৰত কোনোবাই টুকুৰিয়ালে। লেখাৰ পৰা মূৰ দাঙি, কলমটো হাতত লৈ ঘূৰি চাই কাঁচ লগোৱা দুৱাৰৰ মাজেদি দেখিলোঁ, প্ৰীতি ৰৈ আছে। 'আহ প্ৰীতি।'

দুৱাৰখন মেলি সোমাই আহি তাই মোৰ বিছনাতে বাগৰি পৰিল। 'বৰ ভাগৰ লাগিছে অ' উমা।'

'পৰীক্ষা কেনে হ'ল? আজি এনথ্ৰ'পলজি আছিল নহয়?'

'ভালেই হ'ল বৰ পাতল লাগিছে পৰীক্ষাটো শেষ হোৱাত।' টেবুলৰ ওপৰত থকা কালি অনা মোৰ 'ইউ এছ এছ আৰ ইন কনষ্ট্ৰাকছন'ৰ অষ্টম সংখ্যাটো টানি লৈ ধুনীয়া ছবিৰে ভৰা পাতবোৰ ধীৰে ধীৰে লুটিয়াই আৰামৰ পাতল উশাহ এৰে তাই।

'চাহ খালিনে প্ৰীতি?' লেখাৰ পৰা মূৰ নোতোলাকৈয়ে সোধোঁ।

'খালোঁ, লুচি নামৰ ছাল সেই কেইখন, চাহ নামৰ গৰম পানীৰে ডিঙি তিয়াই।' দুয়ো হাঁহোঁ। গোটেইবোৰ পৃষ্ঠা চাই শেষ কৰি 'ইউ এছ এছ আৰ ইন কনষ্ট্ৰাকছন'খন টেবুলৰ ওপৰত দলিয়াই থৈ সোধে তাই, 'কালৈনো চিঠি লেখিছ উমা?'

'মালৈ। পৰহি ঘৰলৈ গুচি যাম নহয়।'

'ঘৰত গৈ জানো পঢ়িব পাৰিবি?'

'পাৰোঁ বা নোৱাৰোঁ, হোষ্টেলত ইমানবোৰ খৰচ কৰি থকাটো টান।'

অলপ সময় দুয়ো নিমাত হৈ থাকোঁ। তাৰ পিছত তাই যেন আপোন মনেই কয়, 'মইতো মালৈ লেখিছোঁৱে ফাইনেল পৰীক্ষালৈকে হোষ্টেলতে থাকিম বুলি। কিন্তু প্ৰায় সকলোবোৰেই গুচি যাবগৈ পৰীক্ষা দিয়েই। হোষ্টেলটোত আৰু থাকিবলৈ ভাল নালাগে। দুই-চাৰিদিন বাহিৰত ঘূৰি আহিব পৰা হ'লে ভাল হ'লহেঁতেন। ঘৰলৈ গ'লে আৰু আহিবলৈ বেয়া লাগে।'

অলপ সময় মনে মনে থকাৰ পিছত হঠাৎ উৎসাহিত হৈ উঠে প্ৰীতি— 'ব'ল না উমা, ময়ো যাওঁ তোৰ লগত। মই যে জীৱনত গাঁও দেখাই নাই। মাত্ৰ দুই-তিনি দিন থাকি গুচি আহিম।' আগ্ৰহেৰে তাই চাই থাকে মোৰ মুখলৈ।

মই অলপ বিমোৰত পৰোঁ। ঠিকনাটোৰ ওপৰতে কলমটো বুলাই বুলাই ভাবোঁ, প্ৰীতিহঁতৰ নিচিনা চহৰৰ সুখ-স্বাচ্ছন্দ্যত ডুবি থকা ছোৱালী এজনীক নি গাঁৱৰ অসুবিধাৰ মাজত পেলাওঁগৈ কেনেকৈ?

'মোৰতো খুব ভালেই লাগিব প্ৰীতি। কিন্তু ভয় লাগে, হোষ্টেলত এদিন বেয়া ৰান্ধিলে ভাত খাব নোৱাৰি উঠি অহা তহঁতৰ নিচিনা আলসুৱা ছোৱালীয়ে গাঁৱৰ মোটা চাউল আৰু মাটি মাহৰ দাইলেৰে ভাত খাব জানো পাৰিবি?'

'সেইবোৰ তই ভাবিব নালাগে। ইয়াত বেয়া খাব নোৱৰাৰ কথা বেলেগ। জানইতো, সেইদিনা আমি কছাৰী গাঁৱত 'এছকাৰ্চন' কৰি আহিলোঁ। উৎসাহৰ মুখত কষ্টৰ কথা গমেই নাপালোঁ।' উৎসাহত উঠি বহে তাই। 'তদুপৰি গাঁৱলৈ গ'লে এনথ্ৰ'পলজিৰো নতুন তথ্য কিছু পাম নিশ্চয়।'

বি এছ চিৰ এনথ্ৰ'পলজিৰ ভাল ছাত্ৰী প্ৰীতি।

মোৰ হাঁহি উঠে। তাইৰ উৎসাহ দেখি আৰু আপত্তি কৰিবৰ ইচ্ছা নাযায়। সুধিলোঁ, 'তেন্তে মোটা চাউলৰ ভাত খাব পাৰিবি?'

'পাৰিম।'

'ব্ৰেড্-বাটাৰ, লুচি-ভাজিৰ সলনি চিৰা-পিঠা আৰু চেনিৰ সলনি গুৰেৰে চাহ খাব পাৰিবি?'

'অনায়াসে আৰু আনন্দেৰে।'

'বাথৰুম নাই, লেট্ৰিন নাই, কি কৰিবি?'

'তোৰ ব্যৱস্থাই মোৰ ব্যৱস্থা।'

'ঘৰবোৰত খিৰিকী প্ৰায় নায়েই। তেনে আন্ধাৰ ঘোপ মৰা ঘৰত থাকিব পাৰিবি?

'পাৰিম?'

'ষ্টেচনৰ পৰা আমাৰ গাঁৱলৈ তিনি মাইল দূৰ। পথাৰৰ পকা চপৰা পাৰ হৈ খোজ কাঢ়িব পাৰিবি?'

'আঃ পাৰিম অ' পাৰিম।'

'ব'ল তেন্তে। মোৰ আৰু আপত্তি কিহৰ।'

'পুনশ্চ' দি মাক প্ৰীতি যোৱাৰ খবৰটো জনাওঁ।

অকণমানি অখ্যাত ষ্টেচনটোত গাড়ীখন ৰ'ল মাত্ৰ এক মিনিট। লৰালৰিকৈ এহাতে সৰু চুটকেছটো, আনহাতে গ্ৰামোফোনৰ ৰেকৰ্ডৰ পেকেটটো ভালকৈ বুকুত সাবটি গাড়ীৰ পৰা জাঁপ মাৰিলোঁ। প্ৰীতিয়ে তাইৰ ভেনিটি বেগটো আৰু এটাচি কেছটো লৈ নামিল। বৰদেউতাৰ মাজু ল'ৰা ললিতদাই আমাক নিবলৈ আহিছিল। সি লৰালৰিকৈ আৰু দুই-এজনৰ সাহায্য লৈ বিছনা-পত্ৰ আদি মাল-বস্তুবোৰ নমালে। ইনাতে গাড়ী এৰাবো হুইছেল দিলে। দীঘল উকিটো মাৰি দীঘলীয়া ট্ৰেইনখনে ষ্টেচন এৰিলে। গাড়ীৰ পৰা নমোৱা ট্ৰাংকটো ওচৰতে থৈ কপালত পৰা চুলিকেইডাল আঁতৰাই ভাগৰৰ দীঘল উশাহ এটা টানি ললিতদাই চলিব ধৰা ট্ৰেইনখনলৈ চাই পঠিয়ালে। আমি দুই বন্ধুৱেও স্তব্ধ হৈ চাই থাকিলোঁ গাড়ীখনে ষ্টেচন সম্পূৰ্ণ নেৰালৈকে। তাৰ পিছত মই অলপ হাঁহি প্ৰীতিলৈ চাই সুধিলোঁ— 'কেনে লাগিছে প্ৰীতি?' তাই দীঘলীয়া উশাহ এটা টানি কোটৰ বুটামবোৰ এটা এটাকৈ মাৰি মোলৈ চাই অলপ হাঁহিলে। ষ্টেচন মাষ্টৰৰ সৰু কোৱাৰ্টাৰটো। লগালগি টিকট ৰুম। চাৰিওফালে খোলা। বহুত দিন পুৰণি এখন ছাইনবোৰ্ডৰ পৰা যাক বেটিং ৰুম বুলি জনা যায়, আৰু গুমটি ঘৰটো,— ইয়াকে লৈ আমাৰ ষ্টেচনটো। এই অঞ্চলৰ কেবাখনো গাঁৱৰ যাত্ৰীয়ে গাড়ী ধৰা এইটোৱেই একমাত্ৰ ষ্টেচন। কেইখনমান দোকান— গেলামালৰ, চাহৰ, এখন হাইস্কুল, এখন পাঠশালা, এটা পোষ্ট অফিচ— ইয়াকে লৈ আমাৰ ষ্টেচনটোৰ সভ্যতা, সাজসজ্জা। হাইস্কুলখন এইবাৰ নতুনকৈ পাতিছে। সৰু খেৰৰ ঘৰ এটা। এই অঞ্চলৰ বিদ্যানুৰাগী ল'ৰাবোৰে ইয়ালৈকে আহে পঢ়িবলৈ। শুনিছোঁ, ছোৱালীয়েও হেনো পঢ়িব পাৰে ইচ্ছা কৰিলে। কিন্তু হাইস্কুলত পঢ়িবলৈ ছোৱালী ক'ৰ পৰা ওলাব, ছাত্ৰ-বৃত্তি পাছ কৰা ছোৱালীও হয়তো বিচাৰি পাবলৈ টান হ'ব। মই যে আজি বি এ পৰীক্ষা দিবলৈ ওলাইছোঁ, তাৰ মূলতেতো ভিনদেউ। আমাৰ ওচৰৰে গাঁও এখনৰ তেওঁ। পঢ়াত ভাল আছিল। বৃত্তি লাভ আৰু বিদ্যানুৰাগৰ ফলত বি এটো পাছ কৰি গুৱাহাটীত মাষ্টৰি কাম এটা পালে। সি আজি বহুত দিনৰ কথা। বংশ-গৌৰৱত অলপ চহকী হিচাপে আমাৰ ঘৰখনৰ কিছু নাম আছিল। মোৰ বাইদেউ দেখাতো ভাল আছিল। সেয়ে তেওঁৰ লগত বিয়া হৈ গ'ল। মই তেতিয়া সৰু। সৰুৰে পৰা মাতকৈয়ো বেছি ভাল পোৱা বাইদেউৰ লগত এই বিচ্ছেদ মোৰ অতি অসহ্য হৈছিল। বাইদেউৰো। সেয়ে বহুত বাধা-আপত্তি নেওচিও বাইদেৱে মোক লৈ আহিল নিজৰ লগলৈ। তাৰ পিছত ইমানখিনি পঢ়া-শুনা। ঘৰত অৱশ্যে সকলো অসন্তুষ্ট ইমান ডাঙৰলৈকে ছোৱালী বিয়া নিদিয়াকৈ ৰখা বাবে। কিন্তু মোৰ ভিনদেউ সঁচাই বিদ্যানুৰাগী আছিল। পঢ়াত মোৰ আগ্ৰহ দেখি সকলো বাধাকে আওকাণ কৰি মোক পঢ়ালে। এবছৰ হ'ল, হঠাৎ বাইদেউহঁত যোৰহাটলৈ বদলি হৈ যাব লগা হ'ল। আৰ্থিক কষ্ট সত্ত্বেও ভিনদেৱে মোক হোষ্টেলতে থ'লে।

ষ্টেচন ঘৰটোৰ দুকাষৰ পৰাই আৰম্ভ হৈছিল মুকলি পথাৰ, প্ৰীতিয়ে অসীম কৌতূহল লৈ চাৰিওফালে চাবলৈ ধৰিলে। 'ব'ল উমা, ঘৰ পাওঁতে ধুধূলিয়ে হ'বগৈ— ললিতদাৰ কথাত চমক ভাঙিল আমাৰ। নিঃশব্দে তাৰ পাছে পাছে আগবাঢ়িলোঁ। ধূলিৰে ভৰা, এটাও শিল নথকা, দুকাষে দীঘল বিৰিণা নে কি বনেৰে ভৰা বাটটোৰে আমি চাৰিটা প্ৰাণী আগবাঢ়িলোঁ। একেবাৰে আগত ললিতদাৰ লগত অহা মানুহজন, পাছত ললিতদা, তাৰ পাছত প্ৰীতি আৰু মই। খেৰৰ স্কুলঘৰটো এৰি যাওঁ, প্ৰীতিক দেখুৱাওঁ, ষ্টেচনৰ বৰ্ণনা দিওঁ। তাই বোবা সপ্ৰশ্ন দৃষ্টি মেলি মোৰ কথা শুনি যায়, এষাৰো কথা নকয়। আমাৰ দুয়োজনীৰ জোতা আৰু সিহঁতৰ শুদা ভৰিৰ ঘঁহনিত ফাগুনমহীয়া শুকান বাটটোৰ ধূলিবোৰ উৰি থাকে। ফিৰফিৰীয়া বতাহ গাত লাগে আমাৰ। মাৰ যাবলৈ ধৰা ৰঙা বেলিটোৰ ৰাঙলী আভা গাত লাগে আমাৰ। মনটো আপোনা-আপুনি পাতল লাগি যায়। 'প্ৰীতি, কেনে লাগিছে? চুটকেছটো গধুৰ পাইছ নেকি?' 'ওঁহো' — গাঁৱৰ মাটিত প্ৰথম ভৰি দিয়া প্ৰীতিয়ে

মূৰ জোকাৰে,— 'ইমান ভাল লাগিছে যে সেইবোৰ মন কৰিবলৈ আহৰিকে পোৱা নাই। সঁচায়ে ইমান ধুনীয়া মুকলি পথাৰ চাৰিওফালে। মইতো কোনো দিন এনে দৃশ্য দেখাই নাছিলোঁ। ট্ৰেইনেৰে যাওঁতে দুকাষে দেখা ধাননি পথাৰ, দূৰণিৰ বাঁহৰ জোপা, আৰু হয়তো তাৰ আঁৰে আঁৰে দুই-এটা খেৰৰ ঘৰ, সেয়েই আছিল গাঁৱৰ লগত মোৰ পৰিচযৰ সীমা। কিতাপত পঢ়িছিলোঁ, গাঁৱৰ মানুহবোৰ হেনো খুব সৰল, মুকলিমূৰীয়া। তাৰ কাৰণ এতিয়া বুজিছোঁ। এই উদাৰ পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱ হ'বই লাগিব।' উচ্ছ্বসিত হৈ উঠে তাই। নতুন নতুন সৌন্দৰ্য আৱিষ্কাৰৰ মোহত মুগ্ধ হয়। 'চাচোন উমা, সৌ বাঁহজোপাৰ তলত ক'লা স্তব্ধ পানীত পুখুৰীটো কি যেন ৰহস্যেৰে ভৰা, নহয়? আয়ে দেহি, সৌ মেটেকাৰ ফুলবোৰ ইমান ধুনীয়া লাগিছে। সৌখন বিল নহয় জানো?' মই তাইক ক'ব নোৱাৰোঁ বাঁহৰ জোপাৰ আঁৰত থকা বন্ধ পানীত কিমান মেলেৰীয়াৰ বীজাণু; ধুনীয়া মেটেকাই খেতিৰ কিমান অনিষ্ট কৰে। 'যেতিয়া সেউজীয়া ধানেৰে পথাৰবোৰ ভৰি পৰে, তেতিয়া চাগে আৰু কিমান ধুনীযা দেখায়, নহয়?' 'ওঁ, বেয়া সময়ত আহিলি প্ৰীতি। আৰু মুগ্ধ হ'ব পাৰিলিহেঁতেন।'

প্ৰীতিৰ উচ্ছ্বাসবোৰ, ভাৰ বোৱা মানুহজনৰ ভাৰৰ কোঁ কোঁ শব্দবোৰ শুনি শুনি আমি পথাৰ এখনত নামি গাঁও এখনত সোমালোঁ।

ইমান সময় নিমাত হৈ থকা ললিতদাই এইবাৰ মাত লগালে— 'উমা, তোৰ বন্ধু এই প্ৰথম গাঁৱলৈ আহিছে নহয়?' এইবাৰ আমি গাঁৱত সোমালোঁ। যি দেখুৱাব লাগে, তই দেখুৱাবি দেই।' অনুভৱ কৰোঁ, ললিতদাৰ লগত প্ৰীতিৰ পৰিচয়টো কৰি দিব লাগিল। আকৌ এবাৰ ভাবিছিলোঁ কথাটো, ষ্টেচনতে, ট্ৰেইনৰ পৰা নামি ললিতদাক দেখি। তেতিয়াই প্ৰীতিক 'এওঁ আমাৰ ললিতাদা, বৰদেউতাৰ মাজু পুতেক বুলি ক'ব খুজিও হঠাৎ মূক হৈ গ'লোঁ— শুভ্ৰ লনি দেহ, দামী খয়েৰী ৰঙৰ লংকোট পৰিহিতা, সোণৰ দৰে উজ্জ্বল ঘড়ীটো এহাতত, ভৰিত চকচকীয়া লেডী-শু, মাখন ৰঙৰ মেখেলা-চাদৰ পিন্ধা উজ্জ্বল প্ৰীতিজনীৰ লগত ওখ, ক'লা, মলিয়ন চোলা আৰু চুটি ধুতি পিন্ধা, ভৰিত জোতা-চেণ্ডেল নথকা, চুলিত তেল নপৰা, ধূলিৰে ভৰা ললিতদাটোক পৰিচয় কৰি দিয়া কথাটো সেই মুহূৰ্তৰ কাৰণে খুব হাঁহি উঠা আৰু অবাস্তৱ যেন লাগি গৈছিল।

'প্ৰীতি, ললিতদাক চিনি পোৱা নাই নহয়? মোৰ বৰদেউতাৰ মাজু ল'ৰা', 'অ' হয় নেকি, মই জনাই নাছিলোঁ।' এনথ্ৰ'পলজিৰ ছাত্ৰী প্ৰীতিৰ ললিতদাৰ প্ৰতি আগ্ৰহতকৈ বাটৰ দাঁতিত ৰমক-জমককৈ ফুলি থকা গছ এজোপাৰ প্ৰতিহে আগ্ৰহ বেছি দেখা পাওঁ। কিয় জানো আগে আগে তলমূৰকৈ গৈ থকা প্ৰথম দেখিয়েই শ্ৰদ্ধা আৰু বিমুগ্ধ ভাবেৰে চাই থকা ললিতদাটোৰ প্ৰতি মৰম লাগি যায়। গ্ৰাম্যতা আৰু তাৰ উপসৰ্গ অশিক্ষাৰ কাৰণে ডেকা এজনৰ যৌৱনটো যেন উপেক্ষিত হ'ল। ললিতদা যদি চহৰৰ কলেজীয়া চৌখিন ডেকা এজন হ'লহেঁতেন প্ৰীতিয়ে নিশ্চয় ইয়াতকৈ আৰু অলপ বেছি মনোযোগ দেখুৱালেহেঁতেন। কিন্তু প্ৰীতিকো দোষ দিব নোৱাৰোঁ। মই নিজেও নিজৰ পৰা ইয়াতকৈ বেছি আশা হয়তো কৰিব নোৱাৰোঁ।

চালত বগা কোমোৰা, উৰহী বগোৰা খেৰৰ ঘৰকেইটাৰ বাহিৰে আন দেখুৱাব লগা বস্তু বিচাৰি নাপাইছিলোঁ। কিন্তু প্ৰীতিৰ এনথ্ৰ'পলজিৰ মনে খোৰাক পালেই। 'উমা, কি আচৰিত কাণ্ড তহঁতৰ এইফালে। মাইকী মানুহবোৰে বুকুত মাত্ৰ মেখেলাখন পিন্ধিয়ে থাকে নেকি?' মোৰ কাৰণে অতি স্বাভাৱিক কাৰণেই কথাটো মোৰ মনত খেলোৱা নাছিল। হঠাৎ মই সচেতন হৈ যাওঁ, মোৰ মায়োতো ইয়াকে পিন্ধে। প্ৰীতিৰ কেনে লাগিব বাৰু? নিৰুপায় লাজত কথাষাৰ ভাবোঁ। পিছত প্ৰীতিয়ে নিজে দেখি নাৰ্ভাছ হোৱাতকৈ ময়েই তেতিয়া জনাই থওঁ— 'প্ৰীতি, মোৰ মায়োতো এনে পোছাকেই পিন্ধে।' 'ক'ব কি? তই দিয় কিয়?' 'যুক্তিহীন প্ৰশ্ন প্ৰীতি, তাতকৈ সোধ, মোক কিয় পঢ়িব দিছে, জোতা পিন্ধিব দিছে, কোট পিন্ধিব দিছে?' তাই মনে মনে থাকে। দুকাষে বাঁহৰ জোপা, কেতিয়াবা শাৰী শাৰী জুপুৰি ঘৰ, তাৰ মাজেৰে সৰু বাটটোৰে গৈ গৈ গধূলি ঘৰ পাওঁগৈ।

আমাৰ ঘৰৰ ভিতৰৰ চোতালত জাবৰ আৰু তুঁহগুৰিৰ জুই একুৰাৰ কাষত বহি আছিল মোৰ মা আৰু ঘৰৰ ল'ৰা-ছোৱালীবোৰ। ভাইটিও বহি আছিল। বায়েকলৈ অপেক্ষা কৰি কৰি হয়তো সি পঢ়িবলৈ যোৱাই নাই।

এখন হুলস্থূল লাগি পৰিল। তাৰ মাজতে মাৰ মৰমৰ কোমল মাতটো শুনিলোঁ, 'মাই, আহিলিনে ভালে ভালে?' 'ওঁ মা, এয়া মোৰ বন্ধু প্ৰীতি, মা।' 'আমাৰ দুখীয়া গাঁৱৰ দুখীয়া মানুহৰ ঘৰলৈ কিয় আহিলা আই, বৰ কষ্ট পাবা।' মায়ে চেনেহে সনা মাতেৰে প্ৰীতিৰ মূৰত হাত বুলাই কয়। জুইৰ পোহৰত অলপ উজ্জ্বল হৈ

থকা মাৰ ফাললৈকে চাই আছিল প্ৰীতিয়ে। গাত এখন চাদৰ উৰি লোৱা মাৰ বুকুত। মেখেলাখন সেই সময়ত তাই দেখা নাপালে। 'নাই মাহীদেউ, সেইবোৰ কষ্ট একো নহয়, মোৰ খুব ভালহে লাগিছে।'

হঠাতে আৰু এটা কথা মনত পৰে। উজনি অসমৰ ছোৱালী প্ৰীতি, আমাৰ গাঁও নামনি অসমত। ভাষাৰ বহুতখিনি পাৰ্থক্য আছে, খাটি গাঁৱৰ মাত-কথা বুজিবলৈ তাইৰ অলপ টানেই হ'ব। মই তাইক কথাষাৰ কোৱাত তাই আমোদৰ আৰু এটা পথ পালে। 'অ' উমা, তয়ো এই ভাষাতে কথা ক'বি নহয়, বাঃ কি মজা লাগিব।' তাই কৌতুকত হাঁহি উঠে।

ল'ৰা-ছোৱালীবোৰে প্ৰীতিৰ ফালে নিমিষ নপৰাকৈ চাই আছিল। মোকো সিহঁতে দেখিছে অৱশ্যে এই বেশতেই, কিন্তু প্ৰীতিৰ কোটটো নতুন, সিহঁতৰ কাৰণে, নতুন তাইৰ উজনিৰ ভাষাৰ কথাবোৰ। মোৰ মুখত তেনে ভাষা, গাত কোট দেখা নাছিল সিহঁতে। আৰু এনেয়েতো নতুন ছোৱালী এজনী। তধা লাগি চাই থাকে সিহঁতে, ৰ' লাগি শুনি থাকে কোনোদিন নুশুনা নতুন ভাষাৰ কথাবোৰ। মোৰ মৰম লাগে সিহঁতলৈ, লেতেৰা গামোচা একোখন ধুতিৰ দৰে পিন্ধা ল'ৰাবোৰ। ছোৱালীবোৰৰ পিন্ধনত একোখন চুটি মেখেলা— কাৰো গাত চোলা— কাৰো গাত চাদৰ। আটাইবোৰ বৰদেউতাৰ ল'ৰা-ছোৱালী— মোৰ ভাই-ভনী। 'কি অ' দুৰ্পতি, শুই আছিলি নেকি?' একাষত কেতিয়াবাই আহি থিয় হৈ থকা দ্ৰৌপদীজনীক সোধোঁ। তাই বৰদেউতাৰ নুমলীয়া জীয়েক। আমাৰ এইফালৰ গাঁওবোৰত নামবোৰ সাধাৰণতে এইদৰে বিকৃত হৈ যায়। তাইৰ নামো সেইদৰে সকলোৰে মুখত দুৰ্পতি। দ্ৰৌপদীতো বাৰু উচ্চাৰণ কৰিবলৈ টানেই, কিন্তু যাৰ নাম হেম, তাকো বিকৃত কৰি কোৱা হয় হেমা—।

দুৰ্পতিয়ে একো উত্তৰ নিদি লাজকুৰীয়া হাঁহি মাৰে। এইবাৰ হাতত চাকি এটা লৈ বৌজনী ওলাই আহে। বৰদেউতাৰ ডাঙৰ ল'ৰা অভয়দাৰ ঘৈণীয়েক। এবছৰ হ'ল বিয়া কৰোৱা— বয়সত বেছি ডাঙৰ নহয়; মোতকৈ সৰুৱেই হ'ব। অলপ হাঁহি সুধিলে— 'আহিলা উমা? আমাৰ ইহঁতৰ গাত ততেই নাই, আবেলিৰে পৰা খাপ পাতি বৈ আছে ইয়াতে।' চাকিটো দাঙি অলপ চায় প্ৰীতিক, বৌৱে যেন প্ৰীতিক মাতিব খোজে। কিন্তু লাজতে মনে মনে থাকে হযতো। মই প্ৰীতিক বৌক চিনাই দিওঁ। প্ৰীতিয়ে সস্মিতভাৱে চায়, বৌৱেও প্ৰত্যুত্তৰৰ লাজকুৰীয়া হাঁহি মাৰে।

'হেৰা সৰু খুৰীয়েক, তুমি ছোৱালী দুজনীক বাহিৰতে থিয় কৰাই ৰাখিবা নেকি? বাছাহঁত ইমান দূৰ ভাগৰে-জুগৰে আহিছে, ক'ত পানীদুনি এটোপা খুৱাবা, কষ্টহে দিব ধৰিছা।' পাকঘৰৰ পৰা বকি বকি ভাত ৰন্ধা ৰঙা মেখেলাখন পিন্ধি ডাঙৰ মাই ওলাই আহিল।

'ভালে আছা ডাঙৰ মাই?' মই হাঁহি মুখেৰে তেওঁৰ ফালে চাওঁ।

'আছোঁ বাছা একৰকম।' ওচৰলৈ আহি তেওঁ প্ৰীতিৰ মূৰত হাত ফুৰাই কয়— 'এইজনীয়ে তোৰ বন্ধু নহয়নে? আমাৰ দুখীয়া ঘৰত কি খুৱাম আই, চহৰৰ ছোৱালী, কষ্ট খাবা—'

'নাই ডাঙৰ মা, আপোনালোকৰ ইমান মৰমৰ ভাবনাৰ জ্বালাতহে কষ্ট পাব লাগিব দেখিছোঁ।'

'অ' তহঁত এতিয়া ভিতৰলৈ ব'ল, উমা,' মায়ে মাতি লৈ যায় আমাক।

ঘৰত সোমোৱা দুৱাৰখনৰ সন্মুখতে পৰ্দাৰ সলনি আঁৰ-বেৰ দিয়া চোতালৰ পূবফালে থকা আমাৰ সৰু ঘৰটোত সোমাওঁ। দুটা কোঠালী, এটাত মা আৰু ভাইটি থাকে— আনটোত মাৰ সা-সম্পত্তি আছিল। এতিয়া আমাৰ কাৰণেই হয়তো যথাসাধ্য মাল-পত্ৰবোৰ আঁতৰাই থৈছে।

হাতৰ বস্তুখিনি এচুকত মাটিতে থৈ জোতাযোৰ খুলি বাগৰি পৰোঁ মাৰ বিচনাতে। 'আহ প্ৰীতি'— তাই একো নামাতি নিঃশব্দে এটাচি কেছটো খুলিলে। ভিতৰৰ পৰা লোজেঞ্চ-বিস্কুট কিছুমান উলিয়াই দুৱাৰমুখত জুম বান্ধি থকা ল'ৰা-ছোৱালীবোৰক ভগাই দিয়ে। মই সেইফালে চাই হাঁহো— প্ৰীতিজনীৰ দেখিছোঁ বিবেচনা খুব।

'তোৰ ভাইটি ক'ত উমা?' আৰু কিছুমান লোজেঞ্চ-বিস্কুট উলিয়াই সোধে তাই। মোৰ একমাত্ৰ ভাইটি অবনী তেতিয়া চুচুক-চামাককৈ মোৰ ওচৰত বহিছিলহি। সি ছার্ট আৰু পেণ্ট পিন্ধে। 'এইজনেই মোৰ সহোদৰ।' মই হাঁহি মাৰি তাৰ পিঠিত হাত থৈ কওঁ। 'খোৱা ভাইটি, কি নাম তোমাৰ?' সি লাজতে তলমূৰকৈ কোনোমতে হাতখন মেলি আধাফুটা মাতেৰে কয়, 'শ্ৰীঅ-ব-নী চন্দ্ৰ চৌধুৰী।' মোৰ যে অলপ অস্বস্তি লাগি যায় তাক অস্বীকাৰ কৰিব নোৱাৰোঁ। ইমান লাজুক ই। প্ৰীতিৰ ভায়েকক এবাৰ দেখিছিলোঁ, ইয়াৰ সমনীয়াই হ'ব নেকি,

কিন্তু কি সপ্ৰতিভ, মনতে আপোনা-আপুনি এটা তুলনা আহি মনটো অলপ বেয়া লগাই দিয়ে।

'আগে চাহ খাই লৈ ভৰি-হাত ধুবি নেকি উমা?'

'ওঁ মা, চাহেই খাওঁ দিয়া আগে?'

এটা কাপৰ ধৰা নালডাল ভঙা, এটা যেনিবা অক্ষত, দুকাপ চাহ লৈ বৌ সোমাই আহে। ভাল কাপটো প্ৰীতিক দি ইটো মই নিজে লওঁ। প্ৰীতিয়ে চাহৰ কাপ মুখত তুলি মোৰ ওচৰত বহেহি। চাহটোপা সিমান বেয়া হোৱা নাই। হোষ্টেলত খোৱাৰ তুলনাত বহুত ভালেই। মায়ে দুখন প্লেটত গুৰৰ নাৰিকলৰ লাৰু আৰু তিলপিঠা লৈ আহে। চাহত যেনিবা চেনি দিয়া আছিল। ষ্টেচনৰ দোকানৰ পৰা মায়ে বোধহয় ললিতদাৰ হতুৱাই অনাইছিল। দুয়ো অলপ খাওঁ।

ভৰি-হাত ধুব লাগে। দুয়ো কাপোৰ-কানি সলাবলৈ যাওঁ। পাছে পাছে ল'ৰা-ছোৱালীবোৰ আহে। এইটো আৰু এটা অসুবিধা গাঁৱত। যিখন ঘৰত নতুন কিবা এটা দেখে তাতেই দিন-ৰাতি মানুহ ভৰি থাকেই। ইহঁতো মোৰেই ভাই-ভনী, কালিৰ পৰা যে জুম বান্ধি বহিব ওচৰৰ ঘৰবোৰৰ ল'ৰা-ছোৱালী, জীয়ৰী-বোৱাৰী। চহৰৰ ভদ্ৰতা ইয়াত নাই। যিকোনো পোছাকেৰে এখন গাঁৱৰ মানুহবোৰে পৰস্পৰৰ ঘৰলৈ অহা-যোৱা কৰাৰ ভদ্ৰতাহীনতাৰ অবাধ মুক্তিখিনি খুব বেছিকৈয়ে আছে ইয়াত। মই ইয়ালে অহা বেছিভাগ সময়ে এইদৰে পৰিৱেষ্টিত হৈ থাকোঁ— কি পঢ়া-শুনা কৰি থকা সময়ত, কি আন কামত ব্যস্ত থকা সময়ত।

প্ৰীতিৰ অঁসুবিধা বুজোঁ। জানো ডাঙৰ মাই মনে মনে অসন্তুষ্ট হ'ব, তথাপি ভাই-ভনীবোৰক আঁতৰাই পঠাওঁ।

বৌৱে এবাল্টি পানী আৰু ঘটিটো চোতালৰ এফালে থকা কাঠৰ পাত এছটাৰ ওচৰত থয়। আমি দুয়ো কাপোৰ সলাই চেগুেল হাতত লৈ ধুলিৰে ভৰা ভৰিত পানী ঢালোঁ। বৌৱে চাকিটো হাতত লৈ গাৰ চাদৰখন ভালকৈ মেৰিয়াই আমাৰ ওচৰতে ৰৈ থাকে। দীঘল হাতৰ ব্লাউজটোৰ হাতখন অলপ কোঁচাই টাৱেলেৰে ভৰিখন মচি মচি প্ৰীতিয়ে বৌক সোধে— 'আপোনাৰ ঠাণ্ডা লগা নাই বৌ? আমাৰ হ'লে বৰ ঠাণ্ডা লাগিছে। গুৱাহাটীতকৈ ইয়াত বেছি ঠাণ্ডা। গৰম কাপোৰ নলয় কিয়?' প্ৰশ্নটো কৰি উঠি প্ৰীতি যেন অলপ অপ্ৰস্তুত হৈ যায়, বৌও। মই লগে লগে সহজ হাঁহিৰে বুজাই কওঁ— 'কপাহৰ সূতা কাটি ঘৰত বোৱা চাদৰেই আমাৰ ইয়াত গৰম কাপোৰ, প্ৰীতি। পিন্ধিবলৈকে যাৰ কাপোৰ নিমিলে, সি আৰু গৰম দামী কাপোৰ পিন্ধাৰ বিলাস কৰিব পাৰেনে? আৰু এওঁতো বোৱাৰী মানুহ। সদায় কামতেই ব্যস্ত থাকে। গৰম কাপোৰ প্ৰয়োজনেই নহয়।' প্ৰীতিয়ে আৰু একো নামাতি নিঃশব্দে ঘৰত সোমায়গৈ। চাকিৰ পোহৰ আমাক অলপ দূৰ দেখুৱাই বৌ গুচি গ'ল পাকঘৰলৈ। মাছ এসোপা বাছিবলৈ আছে বোলে।

'প্ৰীতি, ভাত হোৱাত অলপ পলম আছে। তই বিছনাত বাগৰি ল'। মই ডাঙৰ মাইহঁতৰ ওচৰৰ পৰা আহোঁ।' তাই মূৰ দুপিয়াই ললিতদাই বেডিং খুলি দিয়াৰ পিছত মায়ে সযত্নে পাৰি দিয়া বিছনাত গাত লেপখন টানি লৈ বাগৰি পৰে।

'ডাঙৰ মাই'— মই পাকঘৰত সোমাওঁ। চেগুেলযোৰ বাহিৰতে থওঁ।

'সৌ পীৰাখনকে টানি লৈ বহ, উমা।' মাছ কেইডোখৰ ভাজি থকাৰ পৰা ডাঙৰ মায়ে মাত লগায়। তেলৰ অভাৱ বোধহয়, ভজা মাছৰ লোভনীয় গোন্ধটো নাপাওঁ।

'কি ৰান্ধিছা ডাঙৰ মাই?'

'এ মাই কিনো ৰান্ধিম, তহঁত দুজনীলৈ এই মাছ দুডোখৰকে ভাজি থ'বলৈ খুজিলোঁ। জানই নহয়, তেলৰ কিমান অভাৱ। তইতো ঘৰৰে ছোৱালী, শাকে-পাতে আমাৰ লগতে এমুঠি খাব পাৰিবি, তেওঁক কিটো খুৱাওঁ। মাৰে যেনিবা ললিতৰ হতুৱাই ইষ্টেচনৰ পৰা আলু-দাইল অনাই থৈছিল, কিয়নো আনিলি ছোৱালীজনীক, বৰ কষ্ট পাব।'

'হ'ব দিয়া। তাইক আগতেই এইবোৰ অসুবিধাৰ কথা কৈ আনিছোঁ। অ' ডাঙৰ মাই খাৰৰ আঞ্জা ৰান্ধিছাতো? কিমান দিন যে খোৱা নাই।'

তাৰ পিছত ৰান্ধি ৰান্ধি এঘণ্টামান গল্প কৰে ডাঙৰ মায়ে। প্ৰীতিৰ কথাবোৰ সোধে, কি জাত, কি পঢ়ে, দেউতাকে কি কৰে, ক'ত থাকে, তাইৰ বিয়াৰ কিবা ঠিক হৈছে নে নাই ইত্যাদি। বিয়াৰ কথাত মই হাঁহি হাঁহি

কওঁ— 'নাই ডাঙৰ মাই, তাইৰ এতিযাই বিয়া নহয়। ডাঙৰ মানুহৰ ছোৱালী, পঢ়া-শুনা ভাল, ইয়াত পঢ়া সাং কৰি আমেৰিকালৈ আৰু বেছি পঢ়িবলৈ যাব।'

'আমেৰিকা আৰু কি?' হাতৰ হেতাখনেৰে ভাতখিনি লৰাবলৈ পাহৰি আচৰিত হৈ চাই থাকে ডাঙৰ মায়ে। চাকিৰ পোহৰত এচুকত মাছ বাছি থকা বৌৰ ডাঙৰ চকু দুটাও দেখোঁ ভৰণিৰ তলত সপ্ৰশ্ন দৃষ্টিত নিশ্চল হৈ গৈছে। অলপ হাঁহি উত্তৰ দিওঁ— 'সাত সাগৰৰ সিপাৰৰ দেশ ডাঙৰ মাই, খুব বগা মানুহবোৰ থাকে তাত।'

'তোমাৰ বন্ধুৰ সমান বগানে উমা?' হঠাতে প্ৰশ্ন কৰি পেলায় বৌৱে। প্ৰীতিৰ ৰং খুব সুন্দৰ, তদুপৰি প্ৰাচুৰ্যত আৰু বেছি উজ্জ্বল; মোৰ হাঁহি উঠে— 'তাতকৈও বহুত বেছি বগা বৌ, চুলিবোৰ ৰঙা, আমাৰ ইয়াৰ ল'ৰা-ছোৱালীবোৰতকৈও বেছি ৰঙা। মতা মানুহবোৰে ভিনদেউৰ দৰে ঠেঙা পিন্ধে। মাইকীবোৰে চোলা, মই যে আগতে পিন্ধিছিলোঁ তেনে চোলা।'

'কোৱা কি? ডাঙৰ ছোৱালীবোৰেও নে?'

'ওঁ, ডাঙৰ ছোৱালী কি, তিৰোতায়ো, বুঢ়ীয়েও। আৰু এটা আচৰিত কথা, তাৰ ছোৱালীবোৰে নিজে দৰা পছন্দ কৰি বিয়া কৰায়—'

'ছিঃ এনে নিলাজী নে সিহঁত—' বিস্ময় পৰিহাৰ কৰি এইবাৰ বৌৱে মন্তব্য কৰি পেলায়। মই ঢেকঢেকাই হাঁহি দিওঁ।

ইয়াৰ পিছত মই ডাঙৰ মাইক ইমান সময়ে দেখা নোপোৱা ডাঙৰ দাদা, বৰদেউতাহঁতৰ খবৰ সোধোঁ। তেওঁলোক বোলে ভকত সেৱালৈ গ'ল। 'তোৰ ভাগ্য ভাল উমা, ভকত সেৱাৰ লাৰু খাবলৈ ভাল পাৱ নহয়?' ডাঙৰ মায়ে সোধে। এৰা ঘৰত ভৰি দিয়েই মোৰ পছন্দৰ বস্তু এটা খাব পাম, ভাগ্য ভালেইতো! প্ৰীতিৰ বা কেনে লাগে। তাই বোধহয় ভকত সেৱা নামটোকে জীৱনত শুনা নাই।

কিছু সময় ডাঙৰ মাইৰ লগত কথা-বতৰা পাতি মই আকৌ আমাৰ ৰুমলৈ গুচি আহোঁ। প্ৰীতিৰ ওচৰত বহি মায়ে গল্প কৰি আছে। চাৰিওফালে ল'ৰা-ছোৱালীবোৰ।

'কি অ' প্ৰীতি? মাৰ ভাষা বুজিবলৈ তোৰ অসুবিধা হোৱা নাই?'

'নাইতো। মাহীদেৱে দেখোন আমাৰ ভাষা ভালকৈ বুজি পায়। মযো তেখেতৰ কথা বেছ ধৰিব পাৰিছোঁ।'

'ওঁ, মা বাইদেউৰ লগত বহুত দিন চহৰত আছিল নহয়।' মোৰ যেন অলপ গৌৰবেই উপজে।

বৌৱে ভাত খাবলৈ মাতে। বৌৰ চাকিৰ পোহৰত দুয়ো পাকঘৰত সোমাওঁগৈ। আহু চাউলৰ মোটা ভাতকে সদায় ৰান্ধে গাঁৱৰ ফালে। আমাৰ কাৰণে বোধহয় বিশেষকৈ লাহী চাউল ৰান্ধিছে।

কাঁহীখন গাৰ ওচৰলৈ টানি নি প্ৰীতিয়ে আপত্তি কৰে— 'বহুত ভাত দিছে ডাঙৰ মাই—' কিন্তু ডাঙৰ মায়ে শুনিব নোখোজে, 'এ বাছা ইমান দূৰ ভোকে-ভাগৰে আহিছা, সেই দুটা ভাতকে খাব নোৱাৰানে?'

'ইমানবোৰ ভাতক দুটা ভাত কয় আপুনি? অতি সাংঘাতিক ভোক লাগিলেও ইমান ভাত খোৱা অসম্ভৱ। দুটামান ভাত সঁচায়ে লৈ যাওক ডাঙৰ মাই।' অগত্যা ডাঙৰ মায়ে 'তহঁত চহৰৰ ছোৱালীবোৰ যে কি খাই থাক, ইমান পঢ়া-শুনা কৰিব লাগে, এনেকৈ খালে চলেনে'— ইত্যাদি আক্ষেপেৰে ভাত লৈ যায়। খোৱাৰ মাজত একোবাৰ প্ৰীতিলৈ চাওঁ খাব পাৰিছেনে নাই। ডাঙৰ মাইৰ যথাসাধ্য চেষ্টাতো আঞ্জাবোৰ হোষ্টেলত খোৱাতকৈও বেয়া হৈছিল। বস্তুৰ অভাৱ, তেল কম, মছলা নাই, তাতে ইমানবোৰ মানুহৰ ভাত-আঞ্জা।

বৌৰ সেই নিজস্ব ভংগী— এহাতে চাকিটো লৈ ওৰণিখন বহুতখিনি টানি বটা এখনত তামোল লৈ আমালৈ বাট চাই আছে দুৱাৰমুখত। তেওঁৰ ফালে চাই হাঁহি প্ৰীতিয়ে হাত পাতে— 'দিয়ক, কিন্তু চূণ নিদিব দেই।' বৌৱেও সংকুচিতভাৱে অলপ হাঁহি এখিলা পাণৰ পৰা চূণখিনি আঙুলিৰে লৈ ওচৰৰ চূণ নথকা বেৰখনত মচি, —য'ত আৰু তেনে মচা চূণৰ দাগ— প্ৰীতিৰ ফালে আগবঢ়াই দিয়ে। কাম কৰি খহটা হৈ যোৱা হাতখন যেন অলপ ইচ্ছা কৰিয়েই প্ৰীতিৰ দুগ্ধ কোমল হাতখনত লগাই দিয়ে।

বৌ আনি শোওঁগৈ নে? আপুনি কেতিয়া খাব? অলপ গল্পই কৰিলোঁহেঁতেন আপোনাৰ লগত।'

'গল্প বাৰু পিছতো কৰিবি, প্ৰীতি। এতিয়া শোওঁগৈ ব'ল। এওঁ যেতিয়া ভাত খাব আমি নিমিটি মাৰি সাব পাম। আজি আমিয়ে প্ৰথমে ভাত খালোঁ, নহ'লে বৰতো আৰু কোনেও খোৱা নাই। ইমান বহুত ল'ৰা-

ছোৱালীবোৰ, তাৰ পিছত পুৰুষৰ দল, তাৰ পিছতহে মা-বৌহঁত। আৰু এদলে খোৱাৰ ইণ্টাৰভেলৰ লগে লগে বৌৰ কাঁহী-বাটিবোৰ ধুই অনাৰ ভাৰখিনিতো আছেই।' তাৰ পিছত প্ৰীতিক হাতত ধৰি টানো। তাই হাতৰ ঘড়ীটোত ৰাতি দহটা বজা চাই করুণভাৱে বৌলৈ চাই হাঁহে। বৌৱেও হাঁহি চাকিটো লৈ আমাক বাট দেখুৱাই আনে। প্ৰীতিয়ে কয়—'লেডি উইথ দ্যা লেম্প'— নুবুজাকৈয়ে আকৌ হাঁহে বৌৱে। খুব হাঁহে দেখিছোঁ এই বৌজনীয়ে; বকিলেও হাঁহে, নুবুজা কথা শুনিলেও হাঁহে, সকলোতে কেৱল হাঁহিয়েই থাকে।

মায়ে আমি শোৱাৰ পিছত পাকঘৰলৈ গুচি গ'ল। মাৰ পাছে পাছে ভাইটিও যায়। দুয়ো লেপৰ তলত সোমাওঁ। দিনটোৰ পৰিশ্ৰমৰ পিছত লেপৰ তলৰ উম আৰু প্ৰীতিৰ তপ্ত সান্নিধ্যই তৃপ্ত কৰি তোলে। নিজান গাঁওখনৰ নিবিড় নীৰৱতাৰ মাজত বাঁহত ঠেকা লাগি লাগি উঠা সো-সোৱনি শুনি শুনি সীমাহীন ভাবনাৰ ৰাজ্যত ডুবি যাওঁ। ক্লান্তি বেছি হ'লে মোৰ সোনকালে টোপনি নাহে। নতুন পৰিৱেশত হয়তো প্ৰীতিৰো টোপনি নাহে। কেবাবাৰো বাগৰ সলায়। কিছু সময় নীৰৱ হৈ থকাৰ পিছত তাইৰ ফালে ঘূৰি তাইৰ হাত এখন মৰমেৰে মোৰ হাতৰ মাজত সুমুৱাই লৈ সোধোঁ, 'কি ভাবিছ প্ৰীতি?' তাইৰ দীঘল উশাহ এটা শুনো। তাই মোৰ আৰু ওচৰ চাপি আহিল,— 'বাৰু বৌৰ গিৰীয়েকজন কেনেকুৱা?' প্ৰশ্নটোৰ আকস্মিকতাত প্ৰথমে উত্তৰ দিব নোৱাৰোঁ। তাৰ পিছত লাহে লাহে তাইৰ হাত দুখন আলফুলকৈ ওচৰলৈ আনি কওঁ— 'হঠাৎ যে এনে এটা অদ্ভুত প্ৰশ্ন প্ৰীতি? ওঁ, হাঁহি ভৰা মুখখনেৰে বৌজনীক কঠোৰ গাঁৱলীয়া খেতিয়ক এজনক তেওঁৰ গিৰীয়েক হিচাপে কল্পনা কৰিবলৈ টান লাগে নহয়? কিন্তু দুৰ্ভাগ্যক্ৰমে পৃথিৱীত ৰসহীন গদ্যই বেছি। আমাৰ বৌজনীৰ গিৰীয়েকো এজন সাধাৰণ খেতিয়কৰ বাহিৰে একো ৰোমাণ্টিক নহয়।'

প্ৰীতিয়ে আৰু একো নামাতে। ভাববোৰৰ মাজত ভাহি ফুৰোঁতে কেতিয়াবা টোপনি আহে।

লোহাৰ সলনি বাঁহৰ চিক লগোৱা— কোঠালিটো এখন মাত্ৰ সৰু খিৰিকীৰ ফাকেদি অহা পুৱাৰ কোমল ৰ'দ এচেৰেঙা চকুত পৰেহি। সাৰ পাওঁ। আমাৰ পুৰণিকলীয়া পেৰাটোত চকু পৰে। মনত পৰি যায় হোষ্টেলত নাই আৰু আমি, মনত পৰি যায় প্ৰীতি আহিছে মোৰ লগত। লৰালৰিকৈ তাইলৈ চাওঁ, অকাতৰে শুই আছে। বাহিৰত কথা-বতৰা, ল'ৰা-ছোৱালীবোৰৰ চিএৰ-বাখৰ শুনো। বহুত দেৰি হৈছে, উঠিবই লাগিল, অনিচ্ছা সত্ত্বেও লেপখন আঁতৰাই চকু-মুখ মোহাৰি উঠি বহোঁ। বৌৱে বাঢ়নীটাৰ লৈ সোমাই আহে-- 'উঠিলা উমা? মই আৰু এবাৰ আহিছিলোঁ, তোমালোক দুয়ো শুয়ে আছা তেতিয়াও।' চিৰলগৰী হাঁহিটোৰে কথা কয় বৌৱে। এঙামুৰি দি কওঁ, 'পুৱাই বাঢ়নীৰে সৌশৰীৰে আৱিৰ্ভাব! আজি মোৰ গোটেই দিনটো বেয়াকৈ যাব যেন পাইছোঁ বৌ।' আকৌ সেই হাঁহি। আঁঠুৱাখন তুলি দিয়ে। কিছুসময় একেথৰে চাই থাকে প্ৰীতিলৈ। দিনৰ পোহৰত প্ৰীতিৰ ৰং আৰু বেছি উজ্জ্বল হৈ উঠিছে। আপোনা-আপুনিয়েই মোৰ বৌলৈ চকু যায়! বহুত দিন তেল নপৰা শুকান চুলিকেইডালমান লেতেৰা চাদৰখনৰ ওৰণিৰ ফাঁকেৰে ওলাই আছে। গাত এটা ছাৰ্টৰ কাপোৰৰ তাহানিৰ ষ্টাইলৰে ব্লাউজ। হাতৰ সীয়নি স্পষ্টকৈ ওলাই থকা ৰঙা ফুলৰ পাৰিৰে আমাতকৈ বহুত ওখকৈ পিন্ধা মেখেলাখন। হাতত ৰূপৰ খুব মোটা দুপাট বালা, ডিঙিত নকল মুক্তাৰ মণিৰে সোণৰ অকণমান দুগদুগি এটা। নাই, প্ৰীতিৰ লগত ক'তো অলপো মিল নাই। বৌৰ ৰং হ'লে বগা, কিন্তু প্ৰীতিৰ আগত মই আৰু বগা বুলিব নোৱাৰোঁ।

'তেওঁক নামাতা কিয়? বহুত বেলা হ'ল। ৰ'দ উঠি আহিছে। চাহ কৰি থৈছোঁ কেতিয়াবাই। তোমালোকৰ কোঠাটো সাৰোঁ দিয়া।'

ঠেলি ঠেলি জগাওঁ প্ৰীতিক। বিৰক্তিৰে টোপনিৰ আৱেশ লগা চকু দুটা মেলে তাই। চকু দুটা মোহাৰি চাৰিওফালে চাই নতুন পৰিৱেশৰ লগত যেন তাই নিজকে খাপ খুৱাই লয়। হাস্যময়ী বৌক দেখি হাঁহে তায়ো— 'বৌ নহয়নে?'

'মনত আছে?' সহজভাৱে কয় বৌৱেও। কালি সকলো সময়তে প্ৰীতিৰ ওচৰত লাজ কৰি থকা বৌক কওঁ— 'বাঃ খুব সুন্দৰকৈ প্ৰীতিৰ লগত কথা কৈছাতো। বৌ, মুখ ধুবলৈ পানী আনি দিবা নেকি, নে প্ৰীতি পুখুৰী পাৰলৈয়ে যাবি অ'?'

'পুখুৰীলৈকে ব'ল।'— উৎসাহিত হৈ উঠে তাই। হাতত টাৱেল আৰু 'পেষ্ট' লগাই ব্ৰাছ লৈ দুয়ো ওলাই যাওঁ। প্ৰীতিয়ে ভৰিত চেণ্ডেলযোৰ সুমুৱাই লয়, মই শুদা ভৰিৰেই থাকোঁ।

আমাৰ ঘৰৰ পাছফালে বহুত দূৰলৈকে বাৰীখন— নাৰিকল, আম, কঠাল, তামোল আদিৰে ভৰা! একাষত খেৰৰ পুঁজি এটা, মন্দিৰৰ আকৃতিৰে বহুত ওপৰলৈ মূৰ তুলি আছে। বাৰীখন সীমাৰ লগে লগে বাঁহৰ চুপাবোৰ। ঘন গছৰ ফাঁকবোৰৰ মাজেদি অলপ ৰ'দৰ জিলিঙনি সোমাইছে। প্ৰীতিৰ কথা কি ক'ম অভ্যস্ত হৈও বাৰীৰ এই ৰূপটো মোৰেই বৰ ভাল লাগে। স্তব্ধ, সৌম্য, প্ৰশান্ত ৰূপ। দুই কাষৰ দীঘল দীঘল গছবোৰৰ মাজেদি সৰু ঠেক বাটটো সেই পুখুৰীটোলৈকে পোনভাবে গৈ আছে। কি সুন্দৰ মৌন শান্তি এটা বিৰাজ কৰিছে যেন। এই ঠেক বাটেদি গৈ থাকিবলৈ মোৰ বৰ ভাল লাগে। প্ৰীতিতো আত্মহাৰা,— 'উমা, ইমান ডাঙৰ, ইমান ধুনীয়া বাৰীখন তইঁতৰ নিজা? সঁচাই? মঠৰ দৰে খেৰৰ সেই যে দ'মটো, কি হ'ব তাৰে?'

'অ' সেইটো খেৰৰ পুঁজি, মাজতে এডাল বাঁহ পুতি তেনেকৈ খেৰবোৰ সজাই থয়, গোটেই বছৰটো যাতে ভালকৈ থাকে। গৰুবোৰক খুৱাবলৈ লাগে নহয়। মোৰ ল'ৰালিৰ বহুত ছবি ভাহি উঠে, জান প্ৰীতি— এই পুঁজিটো যেতিয়াই দেখোঁ। ইয়াৰ খেৰবোৰৰ মাজত লুকাই সৰুতে ললিতদাহঁতৰ লগত কিমান যে লুকাভাকু খেলিছিলোঁ!'

'বাৰু অকণমান পাতেৰে সেইবোৰ কি বাঁহ,— ৰঙা ৰঙা গুটি লাগি আছে যে?'

'অ' বন কমলাৰ গছ? সেই ৰঙা গুটিবোৰৰ নাম বন কমলা। আমি সৰুতে খুব খাইছিলোঁ।'

'বন কমলা? বাঃ খুব 'পয়েটিক' নামটো।' তাই তেতিয়াই ছিঙি আনে কেইটামান, মুখ নোধোৱাকৈয়ে মুখত সুমুৱায়।

দুকাষৰ বাঁহৰ ছাঁ পৰা পুখুৰীটো দেখি আৰু উচ্ছ্বসিত হৈ উঠে তাই— 'আয়ে দেহি, ইমান সুন্দৰ পুখুৰীটো তইঁতৰে? মই যেন ইয়াৰ পাৰতে বহি থাকিম! আমাৰ দীঘলীপুখুৰীটো বা আন পুখুৰীও দেখিছোঁ, কিন্তু তাৰ নিজস্ব ৰূপটো যেন প্ৰসাধনেৰে ঢাকি থয়। কিন্তু ইয়াৰ সৌন্দৰ্য কিমান প্ৰাকৃতিক।' আৱিষ্কাৰৰ নিচাত মচগুল হৈ যায় তাই। মোক নানা ৰকম প্ৰশ্ন সুধি অস্থিৰ কৰি তোলে,— এইজোপা কি গছ, এইডাল কি লতা, সৌ বাঁহৰ জোপাবোৰ কাৰ— কত কি!

কাষত এটা কলহ আৰু হাতত এটা বাল্টি লৈ বৌ পুখুৰীৰ ঘাটলৈ আহে। মুখ ধোৱা হোৱাৰ পিছতো প্ৰীতি ৰৈ থাকে বৌলৈ। 'এই ভৰা কলহটো আৰু বাল্টিটো অকলে নিব পাৰিবা বৌ?' আচৰিত হৈ চাই সোধে প্ৰীতিয়ে। হাঁহিৰে মূৰ দুপিয়াই পানী ভৰোৱাৰ পিছত কঁকালত কলহটো তুলি লয় বৌয়ে।

'ব'ল প্ৰীতি, এইবাৰহে তোৰ এনথ্ৰ'পলজিৰ খোৰাক পাবি।'

চোতালত ইতিমধ্যে ভিৰ আৰম্ভ হৈছে, চহৰৰ পৰা অহা কোট পিন্ধা ছোৱালীজনীক চোৱাৰ অসীম কৌতূহল সকলোৰে। প্ৰতাপশালিনী ডাঙৰ মায়ে যেনিবা আমাক জনতাৰ মাজৰ পৰা বচাই নি চাহ খাবলৈ লৈ যায়। ৰাতিৰ সেই একে জলপানেৰে চাহ। লগত আৰু এবিধ নতুন বস্তু, মই অনা বিস্কুট। অলপ আঁতৰত সতৃষ্ণ দৃষ্টিৰে চাই বহি থকা দ্ৰৌপদীক মোৰ বিস্কুট দুখন দি দিওঁ।

চাহ খাই ওলাই আহোঁ। চোতালত ৰৈ থকা সকলো মোৰ পৰিচিত। হাঁহিৰে সম্বৰ্ধনা জনাওঁ সকলোকে; প্ৰশ্নৰ উত্তৰ দিওঁ। তেল নপৰা ৰঙা চুলি আৰু ওৰে গাতে ধূলিৰ প্ৰলেপৰ বৈশিষ্ট্যৰে ল'ৰা-ছোৱালীবোৰক ইতিমধ্যে আকৌ প্ৰীতিয়ে বাকী থকা লোজেন্স-বিস্কুট ভগাই দিয়েহি। লাজ আৰু লোভ মিহলোৱা চকুৰ দৃষ্টিৰে লেতেৰা লেতেৰা হাত দুখন একেলগ কৰি বস্তুখিনি লৈ নিমিষ নপৰাকৈ সিহঁতে প্ৰীতিলৈ চাই থাকে। এই ঘৰ, এই মানুহ, সকলোৰে মাজত প্ৰীতিৰ উপস্থিতি ইমান বিসদৃশ লাগে— তাইৰ ৰংটো আৰু অলপ অনুজ্জ্বল, কাপোৰবোৰ আৰু অলপ মলিয়ন, বেণী দুডালত ষ্টাইলকৈ নাইলনৰ ফিটা নমৰাহেঁতেনেই যেন ভাল লাগিলহেঁতেন মোৰ। ইমান নিষ্প্ৰভতাৰ মাজত ইমান উজ্জ্বলতা যেন মোৰ চকুৱে সহ্য কৰিব নোৱাৰে।

এবাৰ ল'ৰা এজনে সাহ গোটাই ক'লে— 'তোমালোকে বোলে কলৰ গান এটা আনিছা, আমাক গান নুশুনোৱা কিয়?' চিনি পাওঁ বক্তাক, মোৰেই সমনীয়া গোবিন্দ— সৰুতে তাৰ লগত একেলগে টাংগুটি খেলিছিলোঁ, কুঁহিয়াৰ চুৰি কৰিছিলোঁ, নৈত সাঁতুৰিছিলোঁ, আৰু বহুতো ল'ৰালিৰ স্মৃতি জড়িত। মই তাৰ ফালে চাই হাঁহোঁ। কিন্তু সি সংকোচ কৰে। বেয়া লাগি যায়— সৰুতে কিমান বন্ধু আছিল, আজি মোৰ শিক্ষাৰ বাবেই কেনেকৈ এই সংকোচৰ ব্যৱধান গঢ়ি উঠিল।

গ্ৰামোফোনটো গাঁৱত কিমান আপুৰুগীয়া বস্তু গুৱাহাটীতে কৈছিলোঁ মই প্ৰীতিক। সেয়ে তাই গুৱাহাটীত থকা মাহীয়েকৰ পৰা লৈ আহিছিল সেইটো।

আমাৰ কোঠাত থকা মেজখন আৰু চকীখন গোবিন্দৰে সহায়ত বাহিৰলৈ লৈ আহোঁ। গ্ৰামোফোনটোও আনি থওঁ।

ইতিমধ্যে বৰদেউতা সোমাই আহে। মই ওচৰলৈ যাওঁ। কুশল প্ৰশ্নৰ পিছত প্ৰীতিকো লৈ যাওঁ। বৰদেউতা যোৱাৰ পিছত তাই সুধিব নাপাহৰে অভয়দা ক'ত। আঁঠুৰ ওপৰলৈকে মলিয়ন ধুতিখন পিন্ধি হোকাটো টানি পথাৰলৈ যোৱাৰ আগতে গ্ৰামোফোন শুনি যোৱাৰ লোভতে চোতালৰ এচুকত বহি থকা অভয়দাক দেখুৱাই দিওঁ। আগতে আভাস দি থোৱা সত্ত্বেও প্ৰীতিৰ মুখত হতাশাৰ ছাঁ।

প্ৰীতিয়ে ৰেকৰ্ড বাছিবলৈ ধৰে। ৰেকৰ্ডত বাজি থকা গানটো তাই লগে লগে গুণগুণাই গাই যায়। মানুহবোৰে দুটা বিস্ময়ৰ ফালে অবাক হৈ চাই থাকে। এজনী ছোৱালীয়ে ফুচফুচোৱা শুনো— 'কি গাননো গাইছে অ' তেওঁ?' আন এজনীয়ে কয়— 'কলৰ গানত শুনাটোৱে বুলি বুজা নাই জানো তইঁতে?' ল'ৰাবোৰৰ মাজত শুনো কোনে কাৰ বিয়াত আগতেও এই কলৰ গান দেখিছিল তাৰে আলোচনা। সৰু ল'ৰা এটাই ভয়ে ভয়ে গ্ৰামোফোনটোৰ এদাঁতিত হাতখন দি চাইছিল। আমাৰ দ্ৰৌপদীৰ তীক্ষ্ণ চকুৱে ঠিক ধৰা পেলালে। বেচেৰাই তাইৰ এক ধমকিতে হাত কোঁচাই নিয়ে।

বুঢ়ী এজনী অলপ আগবাঢ়ি আহে। চকীখনত বহি বজোৱাৰ ভাৰ লোৱা প্ৰীতিক সোধে— 'মাই, ইয়াৰ ভিতৰত মানুহ সোমাই থৈছ নেকি?' প্ৰীতিয়ে কি উত্তৰ দিব বুজিব নোৱাৰি মোৰ ফালে অসহায়ভাৱে চাই থাকে। মই গহীন হৈ কওঁ, 'ওঁ আমাৰ বিদ্যাৰ বলত মানুহটোক সৰু কৰি সোমাই থৈছোঁ। সিয়েই তাত থাকি গান গায়।' বুঢ়ীয়ে সপ্ৰশংস বিস্ময়ত মোৰ ফালে চাই ৰয়। কিন্তু বিজ্ঞানৰ বতাহে অলপ ছুই যোৱা আজিৰ গাঁৱৰ নতুন জীৱনবোৰক বিশ্বাস কৰাব নোৱাৰি। সিহঁতে হো-হোৱাই হাঁহি উঠে। বুঢ়ীলৈ কৰুণাৰ চকুৰে চাওঁ।

বৌকো টানি আনিছিল প্ৰীতিয়ে। ওৰণিৰ ফাঁকেৰে চাই আছিল গ্ৰামোফোনটো। কিন্তু গাঁৱৰ বোৱাৰী এজনীৰ কোনো ৰকম উপভোগৰ আজৰি খুব কমেই,— ললিতদাই খাল সিঁচি অনা এসোপা মাছ বাছিবগৈ লাগে। প্ৰীতিৰ ফালে কৰুণ চকুৰে চাই, তথাপি মুখৰ হাঁহিটোৰে নীৰবে বিদায় লৈ গুচি গ'ল।

প্ৰীতিক তাতে থৈ আমাৰ ৰুমলৈ যাওঁ। মায়ে নিজৰ ৰুমতে থকা সৰু জুহালখনৰ ওচৰত বহি আছিল। সৰু চৰু এটাত ভাত কেইটামান ফুটি আছিল। মই গৈ ওচৰত বহোঁ। 'মা ইয়াত এনেকৈ ৰান্ধিছা কিয়?' 'জানই দেখোন এইখন ঘৰত ভাত হওঁতে হওঁতে সেই বেলা পৰি যায়। এতিয়া দুমুঠি সিজালোঁ তইঁত দুটালৈ। আলু সিজোৱা আৰু কেঁচা জলকীয়াৰে খাবি। ভাততো খাবি সেই গধূলিহে।

মাক ভাত বাঢ়িবলৈ কৈ মই প্ৰীতিক মাতি আনো।

লোণ-তেল অকণমানেৰে ভাত কেইটামান সানি লৈ প্ৰীতিয়ে সোধে— 'ৰুমতে ৰান্ধনী ঘৰ কিয় কৰিছে মাহীদেউ?'

'আমাৰ ইয়াত আই এনেকুৱাই, প্ৰত্যেকৰে শোৱনি কোঠাত অলপ জুই ধৰাৰ ব্যৱস্থা আছে—'

'স্বাস্থ্যৰ কাৰণে জানো বেয়া নহয়?'

মাৰ সলনি ময়ে উত্তৰ দিওঁ— 'গাঁওবোৰত আৰু বহুত অস্বাস্থ্যকৰ নিয়মেই প্ৰচলিত আছে প্ৰীতি, দেখা নাইনে ঘৰবোৰ কিমান আন্ধাৰ, খিৰিকী নাই। দেখুৱাম ব'লচোন আমাৰ গাঁৱৰ পানী খোৱা পুখুৰীটো। আমাৰ বা আন দুই-এঘৰৰহে নিজা পুখুৰী আছে, বাকী সকলোৱেতো তাৰেই পানী খায়।'

বাঁহৰ দুৱাৰখনৰ ওচৰতে জুপুকা মাৰি বহি থকা মেকুৰীটোক এটা ধমকি দি মায়ে খেদাই দিয়ে— আমি দুয়ো খাই উঠো। মায়ে ভাইটিক পঠাই দিবলৈ কয়, ভাত খাই স্কুললৈ যাব।

চোতালৰ এমূৰে দেখোঁ ভাইটিয়ে চিঞৰি চিঞৰি কিবা পঢ়ি আছে। আৰু তাক আগুৰি ধৰি থকা ল'ৰা-ছোৱালী এগালে শুনি শুনি হাঁহিছে। তাৰ মাজত এগৰাকী-দুগৰাকী তিৰোতাও আছে। কাষত কলহটো লৈ বৌকো এবাৰ ভুমুকি মৰা দেখোঁ।

দুয়ো ওচৰলৈ গৈহে কথাটো বুজোঁ। আজৰি সময়বোৰ কটাবলৈ প্ৰীতিয়ে এনথ্ৰ'পলজিৰ কিতাপ এখন

আনিব ওলাওঁতে মই ডবিয়াইছিলোঁ, বোলো সেইবোৰ 'স্নবেৰি' এৰ, আজৰি সময়ত বা 'প্ৰ' কিবা 'লাইট' ধৰণৰ কিতাপ এখন ল'। তেতিয়া তাই 'শাৰদীয় নতুন জীৱন' এখনকে লৈ আহিছিল। ভাইটিযে হয়তো লগৰীয়াবোৰৰ আগত নিজৰ বিদ্যাৰ গৌৰৱ বঢ়াবলৈ বায়েকৰ কিতাপ পঢ়িব পৰাটোকে বাহাদুৰি দেখুৱাৰ প্ৰকৃষ্ট পথ হিচাপে সেইখনকে আনি উচ্চাৰণবোৰ অদ্ভুত বিকৃত কৰি 'আমাৰ প্ৰথম প্ৰেম'টো চিঞৰি চিঞৰি পঢ়ি গৈছে। বন্ধুবৰ্গই একো বুজি নাপাই তাকেই আমোদৰ খোৰাক কৰি পাৰেমানে হাঁহিছে।

আমি গৈ পোৱাত ভাইটিয়ে পঢ়া বন্ধ কৰি সোধে— 'সৰু বাইদেউ, তোমালোকৰ কিতাপত একে নামৰ লেখাই বহুত থাকে নেকি বাৰু? চোৱাচোন, এই 'প্ৰথম প্ৰেম'কে দেখোন কেবাটাও দেখিছোঁ।' মই হাঁহোঁৱেই নে কান্দোঁৱেই!

'অ' উমা, মীৰালৈ চিঠি দিবি?' বিছনাত বন্তি লৈ ওচৰত থকা টেবুলখনৰ ওপৰত পেডটো লৈ লেখি থকা প্ৰীতিৰ ওচৰত থিয় হওঁগৈ। প্ৰায় শেষ হৈ অহা চিঠিখনলৈ চাই সোধোঁ— 'পঢ়োঁনে প্ৰীতি?' তাই অলপ লাজকুৰীয়া হাঁহি মাৰি পঢ়িবলৈ দিলে, পঢ়ি যাওঁ, '.. আৰু এটা মজাৰ কথা মীৰা ইয়াৰ মানুহবোৰে গ্ৰামোফোনৰ ৰেকৰ্ডবোৰক কাঁহী কয়, পিনবোৰক কয় গজাল আৰু বজাবলৈ হ'লে কয়— 'কাঁহী এখন মাৰাচোন মাৰা'— বৰ হাঁহি উঠে নহয়নে? মই খুব উপভোগ কৰিছোঁ। ভাল লাগে ইয়াৰ সহজ-সৰল জীৱনবোৰ। মানুহবোৰক সুখী যেনেই লাগিল। ভালেই সকলো, কেৱল অশিক্ষাৰ ফলত অস্বাস্থ্যকৰ নিয়ম কিছুমান প্ৰচলিত আছে। মানুহবোৰো বেছ লেতেৰা। তিৰোতাবোৰে এখন মাত্ৰ মেখেলাৰে লজ্জা নিবাৰণ কৰে। ওঁ, এনথ্ৰ'পলজিৰ খোৰাক পাইছোঁ, বিশেষকৈ ল'ৰা-ছোৱালীবোৰক চাইছোঁ— চুলিবোৰ ৰঙচুৱা, প্ৰথমতে কাৰণটো বুজিব পৰা নাছিলোঁ। পিছত উমাই ক'লে তেল নোলোৱাৰ ফল বুলি।. বেছ আৰামত আছোঁ— উমাহঁতৰ ঘৰৰ আদৰ-যত্ন আৰু মৰমত ডুবি। অ' উমাৰ এজনী বৌৱেক আছে,— ধুনীয়াই। মুখত সকলো সময়তে হাঁহি। তেওঁ হ'লে ব্লাউজ পিন্ধে। ৰাতি চাকিটো লৈ আৰু দিনত ওৰণিখন টানি কাম কৰি ঘূৰি ফুৰে। ভাল স্পৰ্টছ্‌মেনজনী হ'ব পাৰিলেহেঁতেন, প্ৰকাণ্ড প্ৰকাণ্ড কলহ, বাল্টিবোৰ দাঙে। মোৰ খুব ভাল লাগিছে বৌক।

অৱশ্যে এটা কথা মীৰা— 'এনজয়' কৰা হিচাপেহে আমি থাকিব পাৰিম গাঁৱত কেইদিনমান। কিন্তু ইয়াৰ চিৰস্থায়ী বাসিন্দা হৈ থকা কথাটো কল্পনা কৰিবই নোৱাৰোঁ। আমাৰ শিক্ষা-দিক্ষা, ৰুচি, চাল-চলন সকলোৰে লগত ইয়াৰ জীৱন-ধাৰাৰ কি বিৰাট অমিল। শিক্ষিত সভ্য কৰি তুলিবলৈ বহুতখিনি সংস্কাৰৰেই প্ৰয়োজন হ'ব ... অ' সেই নাইলন কাপোৰখিনি কিনা হ'লনে তোৰ? মোৰহে আৰু নহ'ব বোধহয় ..'

চিঠিখন পঢ়া শেষ হৈ যোৱাৰ কেইমুহূৰ্তমান পিছলৈ সেইফালে চাই থাকোঁ। নাই, বেয়া একো লেখা নাই— বৰং ভালেই লেখিছে যিখিনি মই হয়তো আশা কৰিবই নোৱাৰিছিলোঁ। তথাপি! মনৰ মাজত কৰবাত কাঁইট এডালে যেন খচখচাই থাকে— 'এনথ্ৰ'পলজিৰ খোৰাক!'

প্ৰীতি আছিল আৰু চাৰিদিন। তাৰ পিছত গুচি গ'লগৈ— বৌজনীৰ চিৰ হাঁহিভৰা চকুযুৰি পানীৰে ওপচাই। আশীৰ্বাদ দি উঠি ডাঙৰ মায়ে স্তব্ধ হৈ চাই আছিল। বৰদেউতায়ো প্ৰাণভৰি আশীৰ্বাদ দিলে। ললিতদাৰ ভীৰু কৰুণ সংকোচভৰা চকুযুৰি দেখিছিলোঁ। সি বেচেৰালৈ দুখ লাগে— তাতকৈ বহুত ওখৰ— ৰিজাব গ'লে সৰগেই বুলিব পাৰি— এজনী খুব ভাল লগাব পৰা ছোৱালীয়ে তাৰ তৰুণ প্ৰাণত যেন কিবা অলপ ওলট-পালট কৰি থৈ গ'ল। মনত পৰে— প্ৰীতিয়ে লেখা চিঠিবোৰ লৈ সি আগ্ৰহেৰে ডাকঘৰলৈ যোৱা, 'উমা, তোৰ বন্ধুৱে খাবলৈ ভাল পায় নহয়, এইকেইটা নাৰিকল পাৰি আনিলোঁ' বুলি আনি দিয়া নাৰিকলবোৰ। 'ললিতদাটো বৰ ভাল'— প্ৰীতিৰ সেই অগভীৰ কৃতজ্ঞতা মিহলোৱা কথাষাৰত সি আনন্দত আপ্লুত হোৱা, সকলোবোৰ এটা এটাকৈ মনত পৰি যায়।

এৰা, প্ৰীতিয়ে আমাৰ ঘৰখনৰ সকলোৰে মনত বহুখিনি ঠায়েই অধিকাৰ কৰি থৈ গ'ল— 'তোমাৰ উচ্চাকাঙ্ক্ষাৰ কথা জানিছোঁ আই, ভগৱানে যেন সফল কৰে'— মায়ে আশীৰ্বাদ দিছিল। ভাইটিয়ে হাতত ধৰি আগ্ৰহেৰে মুখলৈ চাই সুধিছিল— 'নতুন বাইদেউ আৰু কেতিয়া আহিবা?'

ধুনীয়া, নতুনকৈ কৰা মেখেলা-চাদৰ এযোৰ ফুলাম ছিল্কৰ ব্লাউজ এটাৰ লগত জোৰকৈয়ে প্ৰীতিয়ে বৌক দি গ'ল। ভাইটিক এয়াৰ গান এটা ল'বলৈ টকা পাঁচোটা হাতত গুজি দিলে. নতুন বায়েকৰ মৰমৰ

উপহাৰ হেনো ল'বই লাগিব।

বাকচৰ কাপোৰ আৰু মণিবেগৰ টকা প্ৰায় উদং কৰিয়েই গ'ল প্ৰীতিয়ে। মই তাইক কৈছিলোঁ, 'দিবলৈ তোৰ ইচ্ছা গৈছে দে, প্ৰীতি, কিন্তু নাভাবিবি তোৰ এই সামান্য দানেৰে বিৰাট দাৰিদ্ৰ্য আঁতৰোৱাত কিবা কৰিব পাৰিছ বুলি। ঠিক যেন ভাঙি পচি যাবলৈ ওলোৱা ঘৰ এটাক অ'ত-ত'ত অকণি মেৰামতি কৰি থকাৰ প্ৰহসন। বেয়া নাপাবি, সিদিনা নীলিমলৈ লেখা চিঠিত তোৰ এনে মনোভাব দেখিয়েই ক'বলৈ বাধ্য হৈছোঁ'। আঘাত পালে তাই। মাথোঁ ক'লে— 'গোটেই ঘৰটো নতুনকৈ বান্ধিবৰ মোৰ সামৰ্থ্য নাই কাৰণেই জোৰা-টালি দি সান্ত্বনা লৈছোঁ, উমা।'

আমি কিন্তু অতি সামান্যহে দি পঠাব পাৰিলোঁ তাইক। অৱশ্যে মানসিক অভিজ্ঞতা আৰু জ্ঞানৰ ভঁৰালটো বহুতখিনি পূৰ্ণ কৰি লৈ যাব পাৰিছিল তাই।

মনত পৰে তাই থকা দিনকেইটা। মনত পৰে একোটা ঘটনা।

সেইদিনা 'আমাৰ প্ৰথম প্ৰেম'টো পঢ়ি আছিল প্ৰীতিয়ে বিছনাত দীঘল হৈ পৰি। বৌ ওচৰত থিয় হ'লগৈ চিৰলগৰী হাঁহিটো লৈ। পিছলৈ বৌ আৰু প্ৰীতিৰ মাজত বহুতখিনি প্ৰীতি গঢ়ি উঠিছিল। সিহঁতৰ বহুত কথা-বতৰাৰ মাজত এদিন প্ৰীতিক 'লেডি উইথ দ্যা লেম্প'ৰ গল্প কোৱা শুনিছিলোঁ। অলপ সময় পালেই বৌ থিয় হয়গৈ প্ৰীতিৰ ওচৰত।

প্ৰীতিলৈ চাই ক'লে— 'কি পঢ়িছা ডাঙৰকৈ পঢ়াচোন আমিও শুনো।' 'এইবোৰ বঙালী, তুমি জানো বুজি পাবা?' 'নাপালেও ভাল লাগে তোমাৰ মুখত শুনি, পঢ়ানা।' 'বাৰু পঢ়িম। কিন্তু তাৰ আগতে এটা কথা কোৱাচোন, তুমি আগতে কাৰোবাৰ প্ৰেমত পৰিছিলা নে? নে অভয়দায়ে প্ৰথম আৰু শেষ?' বৌৱে লাজত ৰঙা নপৰি প্ৰশ্নসূচক চকু দুটা মেলি প্ৰীতিলৈ চাই থাকে। অৰ্থাৎ বৌৱে বুজি পোৱা নাই। প্ৰীতিৰ ওচৰতে বহি বৰদেউতালৈ ৰুমাল এখন চিলাই কৰি আছিলোঁ। এইবাৰ মূৰ তুলি তাইলৈ চাওঁ।

তাত দৃষ্টালিৰ মাজতো গাম্ভীৰ্যৰ চিন। সঁচাকৈয়ে সুধিছে তাই।

'প্ৰেম মানেই নো কি আগে তাকে সোধচোন প্ৰীতি'— তাইৰ সপ্ৰশ্ন চাৱনিৰ ফালে চাই কওঁ। 'আমি প্ৰেম বুজোঁ যি অৰ্থত সি তেওঁলোকৰ কেতিয়াও নজনা-নুশুনা কথা। ইয়াত প্ৰায় বেছিভাগ ছোৱালীৰ বিয়া হৈ যায় যি সময়ত, সেই বয়সত চহৰত ফ্ৰক পিন্ধি খেলি ফুৰে ছোৱালীবোৰে। সেয়ে 'লিগেলি' সেই প্ৰথম প্ৰেম চলে স্বামীদেৱতাৰ লগত। তাৰ পিছৰ অংশ তোক নক'লেও চলিব, বৌক দেখিছই। দিনটো পথাৰত কাম কৰি অহা ক্লান্ত গিৰীয়েকে ভাত খাই হয়তো বহুত সময়ত শুয়েই পৰে। বোৱাৰী মানুহ, কাম-বনৰ পৰা আজৰি হৈ যেতিয়া শুবলৈ যায় ইয়াৰ হিচাপত ৰাতি প্ৰায় দুই প্ৰহৰ হয়গৈ। আৰু তাৰ ভিতৰতো যি প্ৰেম চলে তাত নিশ্চয় ৰোমাণ্টিক ভাষাৰে আবেগ যচাৰ অৱকাশ নাথাকে।' একেটা পৃষ্ঠাতে স্তব্ধ হৈ থকা প্ৰীতিক আকৌ কোৱাৰ লোভ সামৰিব নোৱাৰোঁ— 'স্বামীৰ ভালপোৱাৰ সুযোগ দিনতো কেতিয়াবা ঘটে অৱশ্যে, যদিও অইন ৰূপেদি। পথাৰত কাম কৰি অৱশ হৈ আহি দুপৰীয়া বা গধূলি যেতিয়া ঘৈণীয়েকৰ দোষৰ বৰ্ণনা শুনিব লগা হয়, ভোকে-ভাগৰে মন-মেজাজ গৰম হৈ থকা স্বামীয়ে আৰু নিজক সংযত কৰিব নোৱাৰে— অৰ্ধাঙ্গিনীৰ ওপৰত কোবৰ জাউৰি তোলে।'

'সঁচাই? কিতাপত পঢ়িছোঁ অৱশ্যে। কিন্তু বাস্তৱতো ঘটে বুলি বিশ্বাস হোৱা নাছিল মোৰ। বাৰু বৌ, তোমাকো মাৰেনে? তোমাকতো দেখিছোঁ দিন-ৰাতি সমানে কাম কৰি আছাই—'

বৌৱে হাঁহে। অতি সাধাৰণ সহজ কথা এটাৰ দৰে কয়— 'কত দিন মাৰ খালোঁ।

তাৰ পিছত এদিন নিজ চকুৰেই দেখিছিল প্ৰীতিয়ে বৌৰ কথাৰ সত্যতা। অৱশ্যে এটা গোৰতেই সেইদিনা শেষ হৈছিল ঘটনাটো। গধূলি বৌৱে নিত্য-নৈমিত্তিক কৰ্ম ঢেঁকীত ধান বানিবলৈ অস্বীকাৰ কৰিলে— কাৰণ কলহটোত পানী ভৰাই লৈ উঠিবলৈ ধৰোঁতে হেনো ভৰিখন পিছলি মোচোকা খালে। কিন্তু ডাঙৰ মাইৰ বিশ্বাস, কামত ফাঁকি দি প্ৰীতিৰ ওচৰত বহি কলৰ গান শুনিবলৈ বুদ্ধি সাজিছে।

সন্ধিয়াৰ আকাশৰ তলত চোতালত বহি চাকিৰ পোহৰত খৰাহিৰ কাৰণে বাঁহ চাঁচি থকা অভয়দাৰ মূৰ গৰম হৈ গ'ল। গোহালিৰ আগফালে মাটিৰ উধানত বৰ থালীটোত ধান সিজাই থকা বৌক পাছফালৰ পৰা

গোৰ এটা মাৰি দিলেগৈ। প্ৰীতি আছিল বৌৰ ওচৰতে থিয় হৈ। সেয়ে হয়তো সেইদিনা সংগ্ৰামতে শেষ হ'ল।

অভিজ্ঞতাৰ সঞ্চয় হৈছিল বহুত ফালেদিয়েই। বাহিৰৰ ধুনীয়া সেউজীয়া আৱৰণটোৰ তলত লুকাই থকা গাঁৱৰ বিষাক্ত কদৰ্যতাবোৰৰ বহুখিনিয়েই তাইৰ আগত উদ্‌ঘাটিত হৈছিল। স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে তলত বহল পথাৰ, ওপৰত উদাৰ নীলাকাশৰ আৱেষ্টনীত জীৱন কটোৱা মানুহবোৰ, তাইৰ কল্পনাৰ হোজা আৰু উদাৰ গাঁওবাসী নহয়। আকাশৰ নীলিম উদাৰতা আৰু পথাৰৰ সেউজী পৱিত্ৰতাই বাস্তৱ জীৱনত সিহঁতক স্পৰ্শ কৰিব পৰা নাই।

প্ৰীতিয়ে নিজেই পাইছিল এই পংকিলতাৰ আঘাত। সাঁতোৰ চাবলৈ খুব ভাল পোৱা প্ৰীতিয়ে বেছিভাগ সময় মোৰ লগত আৰু কেতিয়াবা অকলেও ললিতদাৰ অপূৰ্ব কৌশলৰ সাঁতোৰ আৰু ডুব সাঁতোৰ চাবলৈ নৈৰ ঘাটটোত থিয় দি থাকিছিলগৈ। মই জানো ইয়াৰ প্ৰতিক্ৰিয়া কি হ'ব গাঁৱৰ নাৰীমহলত। অথচ মুখ ফুটাই তাইক কথাটো ক'বলৈও বেয়া লাগে— তদুপৰি আছে মাথোঁ তিনি-চাৰি দিন। কিন্তু সকলো কথাকে প্ৰীতিক কৈ দিয়া বৌৱে মই বাধা দিবলৈ নৌপাওঁতেই কৈ দিলে— তাই আৰু ললিতদাক লৈ হোৱা সৰস আলোচনাবোৰৰ খবৰ। হোজা বৌৱে ভাবিছিল, তাকে লৈ ধেমালি কৰিব পাৰিব প্ৰীতিৰ লগত।

গধূলি ভাইটিক অংক এটা বুজাই দি আছিলোঁ। তাৰ উপস্থিতি পাহৰি আৰু বৌক হতভম্ব কৰি একেকোবেই মোৰ ওচৰলৈ আহি অত্যন্ত উত্তেজিতভাৱে প্ৰীতিয়ে মোৰ হাতত ধৰিলেহি— 'উমা, মই আৰু তহঁতৰ ইয়াত এক মুহূৰ্তও থাকিব নোখোজোঁ। মোক এতিয়াই ষ্টেচনত থৈ অহাৰ বন্দৱস্ত কৰ'— খং, অপমান, দুখত কিবা হৈ গৈছিল তাই। প্ৰীতিৰ ওচৰত আহি অপৰাধীৰ দৰে থিয় হৈ থকা বৌৰ পৰা সকলোবোৰ শুনি খুব কোমলভাৱে কওঁ— 'প্ৰীতি, ইমান উত্তেজিত নহ'বি। যাৰ এনেবোৰ আলোচনাই আনন্দ— পাৰে জানো সামান্য এটা চেলু পালেও তাৰ পৰা নিজকে বঞ্চিত কৰিবলৈ? বুজিছোঁ, তোৰ যথেষ্ট অপমান হৈছে, আৰু তাৰ বাবে ময়েই প্ৰধান জগৰীয়া, কাৰণ আমাৰ ইয়াৰ পংকিলতা, কদৰ্যতাবোৰৰ কথা জানিও তোক ইয়ালৈ লৈ আহিছোঁ। মোক ক্ষমা কৰিবি। কিন্তু তোক কাবৌ কৰিছোঁ, তই শিক্ষিতা ছোৱালী, ইমান অধীৰ নহ'বি। আৰু এনে মিছা ৰটনা শুনাৰ অভিজ্ঞতাওতো নোহোৱা নহয় তোৰ। যোৱাবাৰ জানো অৰুণ কাকতিক লৈ তোৰ বিষয়ে এনেবোৰ আলোচনাই হোষ্টেলৰ বহুতৰে প্ৰধান বিষয়-বস্তু হৈ পৰা নাছিল? তোৰ পৰা আৰু অলপ সহিষ্ণুতা আশা কৰোঁ প্ৰীতি—'

'কিন্তু'— তাই অধীৰ হৈ প্ৰতিবাদ কৰিব ওলায়। মই বাধা দি কওঁ— 'বুজিছোঁ প্ৰীতি, তোৰ অপমান বেছি হৈছে এই কাৰণেই যে অৰুণ কাকতি আছিল তোৰ একে 'ষ্টেণ্ডাৰ্ড'ৰ। কিন্তু আমাৰ ললিতদা হ'ল এনে এটা শ্ৰেণীৰ যি শিক্ষা-দিক্ষা, আভিজাত্য, ৰুচি, সভ্যতা সকলোতে তোতকৈ বহুত তলত, নহয়নে? পিছে অশিক্ষিতা গাঁৱলীয়া তিৰোতাসকলক এই বিষয়ে মইতো ভাবোঁ অতি সহজেই ক্ষমা কৰিব পাৰি। তহঁতৰ মাজৰ বিৰাট সামাজিক পাৰ্থক্যটোৰ সম্বন্ধটোতকৈ আগে তেওঁলোকৰ চকুত পৰিব ল'ৰা-ছোৱালীৰ চিৰন্তন সম্বন্ধ এটা। চহৰৰ শিক্ষিতা ছোৱালীয়েই যেতিয়া মুখৰোচক কুৎসা ৰটনা কৰিব পাৰে, গাঁৱৰ শিক্ষা নোপোৱা তিৰোতাবোৰক আৰু কি দোষ দিবি?'

এইটোতো সাধাৰণ কথা এটা। প্ৰীতিয়ে দেখিলে ইয়াৰ মানুহবোৰৰ নীচতা আৰু শঠতা, আনৰ উন্নতিত হিংসাত অধীৰ হোৱা। শুনিলে,— ভায়েকে ককায়েকক দা লৈ কাটিবলৈ খেদি যোৱা, সাধাৰণ কাজিয়া এটাৰ মোকৰ্দমাত পৰিণতি হোৱা। প্ৰীতিক এই বিষয়ে কৈছিলোঁ— কেনেকৈ আমাৰ বাৰীৰ পুখুৰীত ওচৰৰ ঘৰৰ ল'ৰা এটাই মনে মনে মাছ ধৰা আবিষ্কাৰ হোৱাত প্ৰথমে কাজিয়া আৰু শেষত চহৰৰ আদালতলৈ গৈ তাৰ মীমাংসা কৰিব লগা হ'ল। এই মোকৰ্দমাত হাৰি অতি কমেও দুশমান টকা খৰচ হৈছিল মাটি এডৰা বন্ধক থৈ। কাজিয়া! এই কাজিয়াৰ এটা অনন্ত প্ৰবাহ চলি আছে গাঁওবোৰত। বাপেক-পুতেকৰ কাজিয়া, গিৰীয়েক-ঘৈণীয়েকৰ কাজিয়া, শাহুৱেক-বোৱাৰীয়েকৰ কাজিয়া, ভনী-ককায়েকৰ কাজিয়া, ওচৰ-চুবুৰীয়াৰ লগত কাজিয়া। কেৱল কাজিয়া আৰু কাজিয়া।

প্ৰীতিৰ সৌভাগ্যই হওক বা দুৰ্ভাগ্যই হওক, যি দুই-চাৰি দিন আছিল তাৰ ভিতৰতে নিজ চকুৰেই বহুত ঘটনা দেখিলে। এদিনতো এই কাজিয়াৰ ৰূপ ঘৰতেই দেখিলে।

কি জানো এটা কথাত ওচৰৰ ঘৰৰ গিৰিহঁতনী, যাক আমি খুৰী বুলি মাতোঁ, তেওঁৰ লগত ডাঙৰ মাইৰ

কাজিয়া লাগিল। ডাঙৰ মাই আমাৰ ঘৰৰ পৰা আৰু তেওঁ নিজৰ ঘৰৰ পৰা অশ্ৰাব্য গালি, তাতেই আছিল প্ৰথমতে কাজিয়াৰ সীমা। নানৰকম অশ্লীল গালি. বিশেষকৈ বাপেক-জীয়েক, মাক-পুতেক, ভায়েক-ভনীয়েকৰ মূৰ খাবলৈ দিয়া আৰু বিকৃত সম্পৰ্ক পতা। শেষত কাজিয়া আৰু এঢাপ ওপৰলৈ আহিল। খুৰীয়ে চোতাল সাৰি থকাৰ পৰাই বাঢ়নীটাৰ লৈ খেদি আহিল— আমাৰ ঘৰৰ লগত তেওঁলোকৰ ঘৰৰ সংযোগৰ বাটটোৰেদি। আমাৰ ঘৰৰ অশিক্ষা, দাৰিদ্ৰ একোতে লাজ পোৱাৰ দুৰ্বলতা নাছিল মোৰ। কিন্তু আজি ঘৰৰ ভিতৰত আটাইতকৈ বেছি ব্যক্তিত্বসম্পন্ন ডাঙৰ মাইৰ স্বৰূপ দেখিহে লাজতে ভাবিলোঁ— প্ৰীতিক আমাৰ ইয়ালৈ আনিলোঁ কিয়? প্ৰথম ৰাতিয়েই ডাঙৰ মাইৰ প্ৰতি প্ৰীতিৰ হেনো ভাল ধাৰণা উপজিছিল, ক্ষমতাশালিনী তিৰোতা বুলি। প্ৰীতিৰ সেই শ্ৰদ্ধা অটুট ৰাখিবলৈয়ে সেই কেইদিন ধঁপাত ব্যৱহাৰ নকৰিবলৈ কৈছিলোঁ। প্ৰায় আন দহজনী গাঁৱলীয়া তিৰোতাই খোৱাৰ দৰেই আমাৰ মা, ডাঙৰ মাৰ সেই নিচাৰ অভ্যাস আছিল। মায়ে চহৰত থকা জীয়েকৰ প্ৰভাৱত ভদ্ৰতাখিনি বচাব পাৰে; সেইবাবে অকল ডাঙৰ মাকে সাৱধান কৰি থৈছিলোঁ।

বাঢ়নী লৈ কিবা কাণ্ড কৰাৰ আগতেই ডাঙৰ মাইক টানি ভিতৰলৈ লৈ যাওঁ। বাহিৰত চলি থকা গালি শুনি তেওঁ মোৰ হাতৰ পৰা বাবে বাবে আঁজোৰ মাৰি যাব খোজে। প্ৰত্যুত্তৰ দিবলৈ ওলোৱা মুখত হাতেৰে ঢাকি ধৰি জোৰকৈ ৰাখি থওঁ। কওঁ— 'ছিঃ ডাঙৰ মাই, আজি প্ৰীতিৰ আগত বাৰু কি কাণ্ডটো কৰিলা ভাবি চোৱাচোন! কি ভাবিব বাৰু তাই? তোমাক ইমান শ্ৰদ্ধা কৰে তাই।' সেই ঔষধে অলপ কাম দিলে। ভিতৰতে গুজৰি-গুমৰি বটাখন টানি লৈ সকলো খং খুন্দনাটোৰ ওপৰতে পেলাই খুব জোৰে জোৰে তামোল খুন্দিবলৈ লাগিল।

বাহিৰত তেতিয়াও বৈ গালি পাৰি থকা খুৰীক হাতত ধৰি হাঁহি মুখেৰে আমাৰ ঘৰলৈ টানি লৈ যাওঁ— 'ব'লা খুৰী, কলৰ গানটো শুনি এগিলাচ চাহ খাই যাবা। গালিবোৰ পাৰি ডিঙি শুকাই যোৱা নাইনে?'

আমাৰ ৰুমটোত বেছিভাগ সময়ে ভৰি থকা ল'ৰা-ছোৱালীবোৰক পঠিয়াই দি চাহলৈ জুইকুৰা ধৰোঁ।

সৰু ল'ৰা-ছোৱালীৰ মুখতো এই বিকৃতিবোৰ। সেইদিনা প্ৰীতি মোৰ ওচৰলৈ হাঁহি হাঁহি আহি ক'লে— 'উমা, বৰ ইন্টাৰেষ্টিং কাণ্ড এটা দেখিলোঁ অ' আজি।' তাই হাঁহিযেই তৎ নাপায়। 'তহঁতৰ দুৰ্পতি আৰু চানামাকো নে কি নামৰ ছোৱালীজনী, দুয়ো একেলগে তহঁতৰ বাৰাণ্ডাতে বহি কলপাতত হাতৰ আখৰ লেখি আছিল। মই ওচৰত বৈ চাই আছিলোঁ। এবাৰ চানামাকোৱে দুৰ্পতিৰ ফালে চাই ক'লে— 'তোৰ আখৰ ভাল নহ'ল দুৰ্পতি'— দুৰ্পতিয়ে মুখ ভেঙুচাই কি উত্তৰ দিলে জান— 'যা যা তোৰ গিৰীয়েৰেই ভাল লেখে যা'— জান উমা, ইয়াৰ ল'ৰা-ছোৱালীবোৰক খুব কোৱা শুনিছোঁ এনেধৰণৰ কথাবোৰ। প্যাভলভে ফ্ৰয়েডৰ বহুত তথ্য মিছা বুলি প্ৰমাণ কৰিছিল নহয়, কিন্তু তহঁতৰ গাঁৱৰ ল'ৰা-ছোৱালীবোৰক দেখিলে বাধ্য হ'ব স্বীকাৰ কৰিবলৈ যে ফ্ৰয়েডেই ঠিক।'

গাঁও সম্বন্ধে চহৰৰ পৰা গঢ়ি অনা ধাৰণাখিনিত বাৰুকৈয়ে আঘাত এটা খাব লগা হ'ল প্ৰীতিয়ে। তাই নিজে দেখাৰ বাহিৰেও মই বহুতখিনিয়ে জনাইছিলোঁ তাইক। তাইৰ ভাবপ্ৰৱণ মনে আঘাত পাব। কিন্তু দেশৰ খবৰ নৰখা এই বিলাসত উঠা ধনীৰ দুহিতাসকলে জানকচোন নিজ দেশৰে বিৰাট অংশ এটাৰ কি অৱস্থা। হয়তো অলপ চকুও মুকলি হ'ব পাৰে। কিন্তু ফল যাতে ওলোটা নহয়, তাইৰ মন যাতে বিৰূপ হৈ নুঠে, তাৰ কাৰণে লগতে ক'বলৈ পাহৰা নাছিলোঁ— 'কিন্তু প্ৰীতি, সেই বুলিয়ে গাঁওবাসীসকলৰ ওপৰত বেয়া ধাৰণা লৈ তোৰ মনক বিমুখ কৰিবি— তাৰ কোনো মানে নাই। চহৰৰ শিক্ষা আৰু শালীনতাৰ আঁৰত যি কদৰ্য আৰু ভয়াৱহ পাপাচাৰ চলি থাকে, তাৰ তুলনাত গাঁওবাসীসকল দেৱতাই। অশিক্ষা আৰু অভাৱে হেঁচি থকা গাঁওবাসীসকলে যি অজ্ঞানকৃত সামান্য অপৰাধ কৰে তাক লুকঢাক নকৰাকৈয়ে কৰে,— চহৰৰ দৰে শিক্ষা বা সংস্কৃতিৰ মুখা পিন্ধিতো নহয়। গাঁৱৰ এই গ্লানিখিনিৰ কাৰণতো একমাত্ৰ অশিক্ষা আৰু অভাৱ।'

দেশৰ ভৱিষ্যৎ সন্তানসকলৰ বেছিভাগেই আছে যি গাঁওবোৰত সিহঁতৰ শিক্ষা প্ৰতিষ্ঠান চাবলৈ মন গ'ল প্ৰীতিৰ। আমাৰ গাঁৱত স্কুল নাই। ইয়াৰ পৰা ডেৰ মাইলমান দূৰত এটা পাঠশালা আছে। চাৰিও কাষৰ কেবাখনো গাঁৱৰ কাৰণে সেইটোৱে একমাত্ৰ স্কুল।

দুজন মাত্ৰ পণ্ডিতৰ ওপৰত ভাৰ ক শ্ৰেণীৰ পৰা তৃতীয় শ্ৰেণীলৈ পঢ়োৱাৰ। দুয়ো ছাত্ৰবৃত্তি পাছ। দৰমহা পায় ত্ৰিছ টকাকৈ। তাৰে এজন হেনো ললিতদাৰ বন্ধু। দুয়ো সৰুতে একেলগে পঢ়িছিল। বন্ধুজনে যেনিবা ছাত্ৰবৃত্তিটো পাছ কৰিলে আৰু আমাৰ বৰদেউতাই পাঠশালা পাছ কৰি উঠাৰ পিছতেই 'হালোৱা

চহাৰ ঘৰৰ ল'ৰাই নালাগে ব'ল লেখা-পঢ়া শিকি চাকৰি কৰিবলৈ। খেতি কৰিলে... আমাৰ পেটৰ ভাত মিলিব'— বুলি পঢ়াৰ পৰা এৰুৱাই আনি ললিতদাক খেতিত লগাই দিলে।

ললিতদাক ক'লোঁ—'কাইলৈ আমাৰ দুয়োজনীক তোমাৰ বন্ধুৰ স্কুলখন দেখুৱাবলৈ নিবাচোন।' আনন্দেৰেই সন্মতি দিলে সি।

এই কেইদিন অলপ লেতেৰা হৈ থকাৰ পিছত আজি এযোৰ পৰিষ্কাৰ কাপোৰ পিন্ধি, ধূলি লাগি থকা জোতাযোৰ ব্ৰাছ কৰি প্ৰীতি ওলালে। ললিতদাৰ বিমুগ্ধ দৃষ্টিৰ আগেদি প্ৰীতি ওলাই আহিল। ললিতদাকো দেখিলোঁ বেছ পৰিষ্কাৰ কাপোৰ-কানি পিন্ধি ওলাইছে। তেল্যে চুলিটো জপজপীয়া হৈ আছে, গালৰ কাষেদিও বৈ গৈছে। হাঁহি উঠে। এই সামান্য মিঠাতেলখিনিৰ অভাৱতে তাৰ ভায়েক-ভনীয়েকহঁতৰ চুলিবোৰ ৰঙা হৈ গৈছে। তাৰো আছিল তেনে তেল নঘঁহা দিনবোৰ। কালি মই কথাটো কোৱাৰ পিছতে যে আমি স্কুল চাবলৈ যাম— সি মোৰ পৰা চাবোন খুজি বৌক ধুতি-চোলাযোৰ দিছেগৈ ধুই দিবলৈ।

ধান শেষ হৈ যোৱা পথাৰবোৰৰ পকা চপৰা ভাঙি ভাঙি স্কুল ঘৰটো পাওঁগৈ।

বাঁহৰ চাপৰ বেৰ এখন। স্কুল ঘৰটোৰ চাৰিওফালে অ'ত-ত'ত অলপ ভঙা। দুয়োফালে বাঁহ। মাজে মাজে বন কমলাৰ গছ। তাৰ মাজেৰে যোৱা মাটিৰ ওখ বাটটোৰেদি স্কুলত সোমাওঁ।

কাহানিবাই চূণ দিছিল নেকি এবাৰ, অ'ত-ত'ত বেৰবোৰত মাজে মাজে গোবৰ-মাটিয়ে উকি মাৰিছে। আগফালৰ বাৰাণ্ডাৰ ভেঁটি অ'ত ত'ত ভাঙি পৰিছে।

ভিতৰত সোমাওঁ। মাত্ৰ এটা কোঠালীৰে ঘৰটো। মুঠতে বোধহয় ত্ৰিছ-চল্লিছজনমান ছাত্ৰ-ছাত্ৰী হ'ব। কোঠালীটোৰ দুয়োমূৰে দুখন মেজ আৰু তাৰ লগত দুখন চকী। এখন চকী খালী দেখিলোঁ। ইখনত ললিতদাৰে বয়সৰ ডেকা এজন। খুব লেতেৰাও নহয় পৰিষ্কাৰো নহয়, ধুতি এখন পিন্ধিছে; গাত মোটা সূতাৰ চাদৰ এখন।

মেজৰ ওপৰত দোৱাত এটা, কলম এডাল, ৰেজিষ্টাৰ বহী এখন আৰু পণ্ডিতজনৰ হাতত এখন কিতাপ।

চাৰিওফালে বহিছে ল'ৰা-ছোৱালীবোৰ, শাৰী শাৰীকৈ, নিজেই ঘৰৰ পৰা লৈ যোৱা ঢাৰিবোৰত। ছোৱালীৰ সংখ্যা স্বাভাৱিকতেই কম। দুৰ্পতি আৰু চানামাকোই আমালৈ চাই হাঁহি গৌৰৱেৰেই বন্ধুবোৰলৈ চায়।

আমি যোৱা মাত্ৰকে সকলোবোৰ উঠিল। মাষ্টৰো চকী এৰি থিয় হ'ল। আমাক বহিবলৈ অনুৰোধ কৰিলে। ললিতদাই সিখন খালী চকীও আনি দিলে। আমি নবহিলোঁ। ললিতদাই গৌৰৱেৰে পৰিচয় কৰি দিয়াৰ পিছত প্ৰীতিয়ে পণ্ডিতক সুধিলে কিমান ল'ৰা-ছোৱালী, কোনটো কি ক্লাছ, সিজন পণ্ডিত যে অনুপস্থিত, ক্লাছ কোনে চলাইছে ইত্যাদি।

তাৰ পিছত ওলাই অহাৰ আগতে তাই আৰু এবাৰ ঘূৰি চালে। জেকা মাটিৰ ঘৰটো। বেছিভাগেই লেতেৰা ল'ৰা-ছোৱালী। চুলিত তেল নিদিয়া, কাপোৰত চাবোন নপৰা। এজনী ছোৱালীৰ সেন্দূৰৰ ফোটটো এনেকুৱাই আছিল যে বৈ আহি নাকৰ তলত পৰিছিল। তাইৰ ফালে চাই প্ৰীতিয়ে হাঁহিলে। তাই বৰ ৰং পালে।

বাটৰ পৰা আকৌ এবাৰ ঘূৰি চালোঁ। পণ্ডিত-ছাত্ৰ সকলোৱে এক দৃষ্টিৰে চাই আছে আমালৈ।

দুখ লাগে প্ৰীতিলৈ। খুব উৎসাহেৰে গাঁও চাবলৈ আহিছিল আৰু প্ৰথম ষ্টেচনত নামিয়েই ভাল পাই পেলাইছিল গাঁৱৰ সৌন্দৰ্যবোৰ। তাৰ পিছত সেউজী স্নিগ্ধতাৰ আঁৰত লুকাই থকা কুৎচিতৰ আত্মপ্ৰকাশে প্ৰীতিৰ সৌন্দৰ্যপিপাসু মনৰ আবেগ ধ্বংস কৰি পেলালে। দুখ লাগে শেষলৈ তাইৰ সেই উপলব্ধিৰ ভাৰবে গাঁৱৰ প্ৰকৃতিৰ ধুনীয়া ৰূপখিনিও ঢাকি পেলালে।

জোনাকত আমাৰ ঘৰৰ আগখিনি বৰ ধুনীয়া হৈ পৰে, কিবা এক অপাৰ্থিৱ ৰহস্যময় সৌন্দৰ্যই আৱৰি থাকে। পৰিষ্কাৰ মিহি ধূলিৰ বগা বাটটোৰ ইফালে ঘৰৰ শাৰীবোৰ আৰু সিটো পাৰত আমাৰ ঘৰৰ সন্মুখৰ খালটো— তাৰ পিছতে বহুত দূৰলৈকে বিস্তৃত পথাৰ। খালটোৰ পাৰত থকা ওখ গছডালৰ ফাঁকেদি ওলোৱা জোনটো— খালৰ পানীৰ মাজেদি জিলিকি থকা যেন লাগে। গোটেই পথাৰখনে লয় উপচি পৰা জোনাকৰ আৱৰণ। গধূলিতে গাঁওখন যেন এখন নিজান সপোনপুৰী।

জোনটোৱে আকাশত বেঁকা হৈ দেখা দিয়াৰ আঠ দিন পিছত এদিন প্ৰীতিক লৈ সন্ধিয়াৰ গাঁৱৰ সেই অপৰূপ ৰূপটো চাইছিলোঁগৈ, গছডালৰ তলত থিয় হৈ। কাইলৈ তাই যাবগৈ। দুয়ো খুব ওচৰা উচৰিকৈ থিয়

হৈ আছিলোঁ। বহুত সময়ৰ নিস্তব্ধতাৰ পিছত তাইৰ কান্ধত আলফুলকৈ হাত এখন থৈ লাহেকৈ সোধোঁ— 'পৃথিবীখনৰ সৌন্দৰ্যৰ শেষ নাই, নহয় প্ৰীতি? জান, প্ৰত্যেকবাৰে যেতিয়াই জোনৰ পোহৰত এই গছৰ তলত থিয় হৈ এনেকৈ মুগ্ধ হোৱাৰ সুযোগ পাওঁ কোনোদিনেই পুৰণি নলগা এই অসীম ৰূপটো দেখি মনে মনে এবাৰ উচ্ছ্বসিত নহৈ নোৱাৰোঁ— 'ভালোবেসেছিলু এই ধৰণীৰে—'

'প্ৰীতিয়ে হাঁহিলে, জোনৰ পোহৰত সেই হাঁহি খুব ম্লান হৈ জিলিকিল। তাৰ পিছত তাই ক'লে— 'তোৰ কঠোৰ মনোবলক ধন্যবাদ নিদি নোৱাৰোঁ উমা,— এই ৰূপৰ কুঁৱলীৰ তলত লুকাই থকা বিৰাট কদৰ্যতাৰ কথা জানিও যি অসাৰ সৌন্দৰ্যত আত্মহাৰা হৈ থাকিব পাৰে।'

অলপ সময় উত্তৰ নিদিলোঁ। তাৰ পিছত হাঁহি বৰ মৰমেৰে তাইক কওঁ— 'সকলো ঠিক হৈ গ'লহেঁতেন প্ৰীতি, তই ইয়াৰ অৱস্থাৰ সৈতে অভ্যস্ত হৈ যোৱা হ'লে। তোৰ অলপ বেছি ভাবপ্ৰৱণতা, দৰদী মন আৰু জীৱনত এই প্ৰথম গাঁৱলৈ অহা— সকলো মিলি তই বেছি অভিভূত হৈ পৰিছ। বাৰু প্ৰীতি, তোক যে আজি অলপ বেছি ব্যাকুল যেন দেখিছোঁ, কাৰণটোনো কি?'

তাই একো নামাতে, খালৰ স্থিৰ পানীলৈ অচঞ্চলভাৱে চাই থাকে। বসন্তৰ ধীৰ মলয়াৰ এছাটি জুৰ পৰি যোৱা বা আহি কপালৰ আগত পৰি থকা শুকান চুলিকেইডাল কঁপাই দি যায়। সন্ধিয়াৰ জোনাকৰ আধা পোহৰ আধা ছাঁয়ে উদাস কৰি থৈ যায় মনবোৰ। কাইলৈ গুচি যাবলৈ ওলোৱা প্ৰীতিলৈ বৰ মৰম লাগি যায়। বেজাৰৰ কাৰণটো যেন হঠাৎ বিচাৰি উলিয়াওঁ— অ' কাইলৈ তাই যাবগৈ নহয়, সেয়ে বেয়া লাগিছে হয়তো। কিন্তু আকৌ ভাবোঁ, বিদায়ৰ দুখৰ ৰূপতো বেলেগ। প্ৰীতিৰ বেজাৰ যেন আন ৰকমৰ সকলো মিহলি হৈ থকা কিবা এটা বুজিব নোৱৰা অসহায় দুখ। অলপ ভাবি কিবা এটা হঠাৎ মনত পৰে— 'গধূলিৰ ঘটনাটো পাহৰিব পৰা নাই নেকি অ' প্ৰীতি? তই সঁচায়ে বৰ ছেন্টিমেন্টেল ছোৱালী।' মই জোৰেৰে হাঁহাৰ চেষ্টা কৰোঁ।

আজি গধূলি আন্ধাৰ হোৱাৰ লগে লগে চাহ-কাপ দি গুচি যাব খোজা বৌৰ হাতত ঘপকৈ ধৰি প্ৰীতিয়ে কৈছিল— 'তুমি মোক অলপো ভাল নোপোৱা বৌ। কাইলৈ পুৱাতেই মই গুচি যাম। অলপ সময়তো মোৰ ওচৰত থাকিব পাৰা। ধানতো অলপ পিছত বানিলেও হ'ব। সঁচাই মোলৈ তোমাৰ অলপো টান নাই?' ইমান ডাঙৰ অভিযোগটো বৌৱে কেনেকৈ মূৰ পাতি লয়? হাতৰ চাকিটো মেজখনৰ ওপৰতে থৈ প্ৰীতিৰ ওচৰতে বহি পৰিল। মুহূৰ্তৰ আবেগৰ উত্তেজনাত বৌৱে পাহৰি গ'ল যে অভয়দাই চাহৰ গিলাচ হাতত লৈ বৌৱে নিবলৈ অহা গুৰলৈ বাট চাই আছে।

খোৱাত ইফাল-সিফাল হোৱাটো সহ্য কৰিব নোৱাৰে অভয়দাই। এনেয়ে খুব ভাল মানুহ। দিনটো নিমাতে কাম কৰিয়েই থাকে, কিন্তু ঠিকমতে খোৱাখিনি লাগিবই। খোৱাৰ সময়ত স্থান-কাল-পাত্ৰ জ্ঞান নাথাকে।

সৰিয়হৰ তেল পেৰি আহি চাহ এটোপা হাতত লৈ গুৰলৈ বাট চাই বহুত সময় থকাতো যেতিয়া বৌক আমাৰ ঘৰৰ পৰা ওলাই অহা নেদেখিলে, খঙে তাৰ মূৰৰ চুলি পালেগৈ। এককোবেই বহাৰ পৰা উঠি প্ৰীতিৰ লগত হাঁহিমুখে ওৰণি নোহোৱাকৈ কথা পাতি থকা বৌক চুলিত ধৰি টানি আনিছিল।

হাঁহি হাঁহি কওঁ, প্ৰীতিক— 'বৌক চুলিত ধৰি টানি অনা দেখিয়েই তই মন মাৰি পেলালি প্ৰীতি; অভয়দাই ঠিকেই কৰিছিল। গিৰীয়েকক ভোকে-ভাগৰে অহা জানিও তেনেকৈ বহুৱাই থৈ কিয়নো তোৰ লগত আড্ডা দি আছিলগৈ?'

অলপ সময়ৰ কাৰণে প্ৰীতিয়ে যেন মোৰ কথা বুজিয়ে নাপায়। তাৰ পিছতে উচ্ছ্বসিত হৈ কয়— 'উমা! ছিঃ! ইমান নিষ্ঠুৰ তই? এই কঠুৱা হিয়াখন লৈয়ে আকৌ তই কৃষক-বনুৱাৰ দুখ গুচাবলৈ যাব নহয়? অৱশ্যে জানোৱেইতো, ক্ষমতাৰ লোভত সিহঁতৰ দুখত 'ক্ৰোকোদাইলছ টিয়েৰছ' টুকি সেই বিৰাট জনতাক হাত কৰিবৰ ফন্দী তহঁতৰ। তোৰ যদি সঁচায়ে কৃষক-বনুৱাৰ দুৰ্দশাত আন্তৰিক সহানুভূতি থাকিলেহেঁতেন তেন্তে আজি তহঁতৰ গাঁৱত এই অৱস্থা নহ'লহেঁতেন। অন্ততঃ তই এখন পাঠশালাকে কৰি ল'ৰা-ছোৱালীবোৰক শিক্ষাৰ পোহৰ দেখুৱাব পাৰিলিহেঁতেন।

অলপ সময় মনে মনে থাকোঁ। প্ৰীতিয়ে ইমান দিন একেলগে থাকিও মোক নিচিনাৰ আঘাতটো সহি লওঁ। তাৰ পিছত অলপ হাঁহিবৰ চেষ্টা কৰি লওঁ— 'প্ৰীতি, কৃষক-বনুৱাৰ প্ৰতি মোৰ ভালপোৱা আছেনে নাই,

তাক তোৰ আগত প্ৰমাণ কৰিবলৈ নোখোজোঁ। কিন্তু এইটো গৌৰৱেৰেই স্বীকাৰ কৰিবলৈ আপত্তি নাই যে সেই 'ইণ্ডিভিজুৱেল' আদৰ্শবাদটোৰ অবাস্তৱতাখিনিৰ ওপৰত মোৰ অলপো বিশ্বাস নাই। সদায়ে তোক মই কওঁ— ভাঙি উৰুলি যোৱা বস্তু এটা অ'ত-ত'ত অলপ-অচৰপ মেৰামত কৰিলে নচলে। তাক ভাঙি নতুনকৈ গঢ়ি লোৱাৰ বাহিৰে আন পথত আস্থা নাই মোৰ। দেশৰ অসীম অশিক্ষা, কুসংস্কাৰ, দাৰিদ্ৰ্যৰেইতো প্ৰতীক আমাৰ এই গাঁওখনো। এখন গাঁৱত দুটা-এটা পাঠশালা নাইবা হাইস্কুল এটাকে পাতি, আন ইটো-সিটো সংস্কাৰ কৰি এই বিৰাট আন্ধাৰৰ অনন্ত দ'মটোত সামান্য এডাল পোহৰৰ ৰেখা সুমুৱা প্ৰচেষ্টাৰ সেই আবেগময় ভ্ৰান্ত আদৰ্শবাদটো আজিৰ দিনত অবাস্তৱ আৰু হাস্যকৰ, প্ৰীতি—'

'কিয়? অকলে কিয় কৰিব লাগে এই সংস্কাৰ? চৰকাৰেতো কাম হাতত লৈছেই। আৰু গাঁওবাসীক যদি ভালকৈ বুজোৱা যায়, তেওঁলোক কি অজ্ঞান-আন্ধাৰত ডুবি আছে, কি জঘন্য জীৱন-যাপন কৰিছে, উন্নত জীৱনৰ ছবি যদি তেওঁলোকৰ চকুৰ আগত দাঙি ধৰা যায়, অলপো কি টলাব পৰা নাযাব, অলপো কি আগবাঢ়ি নাহিব কুসংস্কাৰ কাটি নিজৰ উন্নতি, নিজৰ গাঁৱৰ উন্নতিৰ কাৰণে?' উত্তেজিত হৈ অলপ কঠোৰভাৱে সোধে তাই।

'অলপ ধীৰেৰে প্ৰীতি। তোক দোষ দিব নোৱাৰোঁ। জীৱন যুদ্ধৰ লগত পৰিচয় নথকা কলেজ-স্কুলৰ একৰকম অৰ্থহীন শিক্ষাত শিক্ষিতা এজনী ছোৱালীৰ পৰা ইয়াতকৈ প্ৰেক্টিকেল ৰাজনীতি-জ্ঞান আশা কৰাটো মোৰ ভুল হ'ব। কথা এটা প্ৰীতি, চাৰি-পাঁচ দিন গাঁৱত থাকি লাভ কৰা অভিজ্ঞতাৰে জোৰেৰে এই ভুল ধাৰণাটো নকৰিবি যে তই গাঁৱৰ ৰাজনীতিৰ একো জানিবলৈ বাকী নাই। মোৰ ইয়াতে জন্ম, আছোঁ ইয়াত বহুত দিন, এই বিষয়ে তোতকৈ মোৰ জ্ঞান অলপ বেছিয়েই হ'ব বোধহয়। চহৰৰ অভাৱত নথকা কিছুমানৰ শিক্ষিত মনবোৰৰ দৰে সূক্ষ্ম দৃষ্টিভংগী নহয় ইহঁতৰ। অজ্ঞান আন্ধাৰ দূৰ কৰা, স্বাস্থ্যলৈ চকু দিয়া, জীৱনৰ মান উন্নত কৰা— এইবোৰ ডাঙৰ ডাঙৰ কথা নকৈ যদি গাঁওবাসীক অভাৱ নোহোৱাকৈ ভাত-কাপোৰ পোৱাৰ উপায়টো উপলব্ধি কৰাব পাৰ, দেখিবি সিহঁত জাগি উঠিছে। তেতিয়া সিহঁতৰ সেই উপলব্ধিৰ জ্ঞান, সাহস আমাৰ চহৰীয়া কিতাপ পঢ়ি গোটোৱা মনোবলতকৈ বেছি হ'ব। আৰু সমাজ-ব্যৱস্থাই য'ত ভাঙি পৰিছে সকলো ফালেদি— কি ৰাজনৈতিক, কি অৰ্থনৈতিক, তাত তোৰ এনেধৰণৰ গাইগুটীয়া আদৰ্শবাদৰ মোহটো কেনে লাগে জান? ঘৰটোৰ ভেটি দৃঢ় নকৰি খিৰিকীত আইনা লগোৱা, দুৱাৰত পৰ্দা লগোৱা আদি সৰু সৰু কামবোৰ প্ৰথমে কৰিব ওলোৱা যেন লাগে। অথচ ভেটিটো ইমান দুৰ্বল। আৰু ধৰ, তৰ্কৰ খাতিৰত মানি ল'লোঁ যে শিক্ষিত ল'ৰা এজন বা ছোৱালী এজনীয়ে গাঁও এখনক সকলোখিনি কদৰ্যতা, অশিক্ষা, কুসংস্কাৰৰ পৰা মুক্ত কৰিব পাৰিব। কিন্তু প্ৰীতি, তই মোক তেনে কেইজন আদৰ্শবলিয়া শিক্ষিত ডেকা বা গাভৰুৰ সন্ধান দিব পাৰিবি যি বি এ বা এম এ পাছ কৰি সুখী জীৱন এটাৰ সপোন নেওচা দি গাঁৱলৈ গুচি আহিব? প্ৰেৰণাই বা ক'ৰ পৰা পাব? আৰু যি শিক্ষা পাইছোঁ, সেই শিক্ষাই যে প্ৰেৰণা নিদিয়ে। অৱশ্যে সঁচা, গাঁৱলৈ আমাৰ শিক্ষিতসকল আহিবই লাগিব— কিন্তু তাৰ পথটো একান্তক প্ৰচেষ্টাৰ নহয়, সামূহিক প্ৰচেষ্টাৰহে। কৰ্তব্য নহয় কেৱল সৰু-সুৰা উন্নতিৰ কামতেই আবদ্ধ থকা, প্ৰধান কৰ্তব্য হ'ল সিহঁতৰ মানুহৰ দৰে জীয়াই থকাৰ জন্মগত দাবীক জগাই তুলি তাক সফল কৰাৰ পথত আগুৱাই লৈ যোৱা।'

'কিন্তু গাইগুটীয়াভাৱে কিয়নো কৰিম— এই বুলিয়েই তই ইমানবোৰ অন্যায়-অবিচাৰ চকুৰ আগত লৈ জোনাকত ইয়ালৈ আহি— 'ধৰণীক ভাল পাইছিলোঁ'— বুলি স্বাৰ্থপৰ তৃপ্তিত ডুবি থাকিবি নেকি?'

'বাঃ, বৰ ধুনীয়াকৈ কথা ক'ব জান দেখিছোঁ।' অলপ হাঁহি তাইক কওঁ। পিছ মুহূৰ্ততে গহীন হৈ যাওঁ— 'মোৰ ওপৰত তোৰ ইয়াতকৈ আৰু অলপ ভাল ধাৰণা থকা হ'লেই ভাল পালোঁহেঁতেন প্ৰীতি। হোষ্টেলত তই নেদেখা নহয়, বাজে ৰোমাঞ্চৰ বিলাস লৈ কটোৱাতকৈ কিতাপ এখনকে পঢ়ি সময়ৰ সদ্ব্যৱহাৰ কৰা ভাল বুলি ভাবোঁ মই সদায়ে। গাঁৱত মই ভালকৈ জনা হোৱাৰে পৰা বেছিদিন থকাৰ সুযোগেই পোৱা নাই। যি কেইদিন থাকোঁ অকল সৌন্দৰ্যতে ডুবি থাকোঁ নে, কি কৰোঁ তাক কেইদিনমান থকা হ'লে বুজিলিহেঁতেন। অৱশ্যে নিজৰ গাঁৱত কাম কৰাটো অলপ টান। কিন্তু লগে লগে এইটোও ঠিক যে পঢ়া-শুনা এৰি দি অকলে অকলে এখন গাঁৱক আদৰ্শ গাঁও কৰি তোলাত মোৰ শক্তিৰ অপব্যয় কৰিবলৈ মই ৰাজী নহওঁ। সেই বুলি নাভাবিবি শিক্ষাৰ মোহত গাঁৱলৈ আহিব নোখোজোঁ। এই শিক্ষা ব্যৱস্থাৰ ওপৰত অকণো [illegible] নাই মোৰ।

আমাৰ স্কুল-কলেজীয়া শিক্ষাই কাৰ মনক কিমান শিক্ষিত কৰে জানিবলৈ বাকী নাই। সেই শিক্ষাৰ মোহটোক আৱশ্যক হ'লে বিসৰ্জন দিয়াৰ ঔচিত্যখিনিক নাপাহৰোঁ। যেতিয়া দৰকাৰ হ'ব, তেতিয়া নিশ্চয় ডিগ্ৰীটোৰ মোহ এৰি গুচি আহিব লাগিব।'

দুয়ো অলপ সময় মনে মনে থাকোঁ। মোৰ কথা এটা মনত পৰে,— 'প্ৰীতি, এইটো মই মানো, যিমানেই সামান্য নহওক, যেতিয়াই সুবিধা পোৱা যায় ভাল কাম কৰা উচিত। পাঠশালা এটা পতাৰ কথা ময়ো নভৱা নহয়।'

কিবা ভাবি তলমূৰকৈ নিমাতে থকা প্ৰীতিৰ ফালে চাই আগৰ কথাৰ প্ৰসংগ লৈ হাঁহি কওঁ— 'নিষ্ঠুৰ? হয়তো। নহ'লে যি সন্ধিয়া এজনী মোৰ বয়সৰেই ছোৱালীয়ে জাৰত কঁপি আৰু গৰমত ঢেঁকী দি দি তাইৰ যৌৱনটোক ব্যৰ্থ কৰি দিছে, তেনে সন্ধিয়াবোৰত কেনেকৈ মই জোনৰ হাঁহিৰে উপচি পৰা পৃথিৱীলৈ চাই ভাবিব পাৰোঁ— 'ভালোবেসেছিনু এই ধৰণীৰে?' কিন্তু শুনিবি প্ৰীতি, এই ৰোমাণ্টিক পৰিৱেশত থাকিও, ধুনীয়া পৃথিৱীক ভালপাওঁ বুলি ভৱাৰ বাহিৰে আন কি অৰোমাণ্টিক ভাবনাবোৰ মনলৈ আহে? নিজকে কঠোৰভাৱে সাজু কৰোঁ— কেনেকৈ এখন জগত গঢ়ি তুলিব পাৰোঁ, য'ত অকল ময়েই নহয়, বৌহঁতৰ দৰে সকলোৱে সন্ধিয়াৰ জোনাকৰ সৌন্দৰ্য উপভোগ কৰিব পাৰিব। সপোন দেখোঁ কেনেকৈ এই সৌন্দৰ্যৰ কুঁৱলীৰ আৱৰণ ভেদ কৰি তাৰ তলত লুকাই থকা সকলো মলিনতা আঁতৰাই, স্বাস্থ্যবান সুখী শিক্ষিত কৰি তুলিম; অকল বৌৱে নহয় দেশৰ সকলোবোৰ বোৱাৰীকে নতুন জীৱনৰ, যৌৱনৰ পোহৰত উদ্ভাসিত কৰি তুলিম, যেতিয়া আৰু প্ৰেম নাম শুনি আচৰিত হৈ চাই থাকিবলগীয়া নহ'ব। সেই দেশ গঢ়াৰ বাবে সাজু কৰিছোঁ নিজকে— য'ত নহ'ব সামান্য কাজিয়াকে লৈ মোকৰ্দমাৰ সূত্ৰপাত, য'ত নচলিব ওচৰ-চুবুৰীয়াৰ লগত অশ্লীল গালি আৰু বাৰীৰ কোবৰ প্ৰতিযোগিতা আৰু যি দেশৰ ল'ৰা-ছোৱালীবোৰৰ মন অকালতে এনেকৈ বিকৃত হৈ নাযাব।'

ওখ গছডালত, অকণমান বাহটোত শুই থকা সৰু চৰাই এটাই সাৰ পাই চিঞৰি উঠে। প্ৰীতিৰ চেঁচা হাতখন মৰমেৰে তুলি লৈ কওঁ— 'মোৰ কথাবোৰ তোৰ আবেগৰ প্ৰলাপ যেন লাগিছে নেকি প্ৰীতি? কিন্তু মোৰ ভাবাত আবেগৰ উত্তাপ থাকিলেও সঁচায়ে আজি এই নতুন দিনৰ সপোনটো কেৱল সপোনেই হৈ থকা নাই প্ৰীতি। তাৰ বাস্তৱ পৰিণতি দেখিছই পৃথিৱীৰ বৰ্তমান বুৰঞ্জীৰ পাতে পাতে। কাগজৰ পাতত পঢ়া নাই জানো কেইখনমান দলিত দেশে কেনেকৈ সকলো অবিচাৰ-অত্যাচাৰৰ বিৰুদ্ধে মূৰ দাঙি উঠিছে? এয়েই ইতিহাস। সেইবোৰ দূৰৰ উদাহৰণলৈ বাৰু যাব নালাগে, কিন্তু নতুন জীৱনৰ সপোনে যে সকলোকে অলপ উতলা কৰি তুলিছে তাকতো মই নিজেই আমাৰ গাঁৱতে দেখিছোঁ। যোৱা দুবছৰমান আৰু আজিৰ পাৰ্থক্য কিমান! আজি আমাৰ গাঁৱত ল'ৰা-ছোৱালীবোৰে উচ্চাৰণ কৰে ছ'চিয়েলিষ্ট, কমিউনিষ্ট, কংগ্ৰেছ; উচ্চাৰণ কৰে চন্দ্ৰলৈ যোৱা ৰকেটৰ নাম। বয়সস্থসকলে আলোচনা কৰে দেশৰ পৰিস্থিতি।

বৌৱে হাতত চাকিটো লৈ আমাক ভাত খাবলৈ মাতি চ'বাবলৈ আগবাঢ়ি আহি বৈ আছিল। গধূলিৰ ঘটনাটো পাহৰি গৈছিল বোধহয়,— চাকিৰ পোহৰত দেখিলোঁ হাঁহিৰে মুখখন উদ্ভাসিত হৈ উঠিছে।

নমতাকৈ আগবাঢ়ি গৈ থকা প্ৰীতিলৈ চাই ঠিক বুজিব নোৱাৰোঁ— মোৰ কথাত তাইৰ মনত কি প্ৰতিক্ৰিয়া হৈছে।

আমাৰ তিনিওৰে মাজৰ থমথমীয়া পৰিৱেশটো পাতল কৰিবলৈ মই হাঁহি সোধোঁ— 'তাৰ পিছত প্ৰীতি? তোৰ এনথ্ৰ'পলজিৰ সপোনৰ পিছত কি হ'ল, কি ক'বি মীৰাহঁতক?'

আহিবৰ সময়ত এনথ্ৰ'পলজিৰ ভাল ছাত্ৰী প্ৰীতিয়ে হাঁহি হাঁহি মীৰাহঁতক কৈছিল— 'মীৰা, মোৰ এনথ্ৰ'পলজিৰ সপোনৰ এটা অংশ ইহঁতৰ গাঁৱত পূৰাবলৈ ওলালোঁ।'

তলমূৰকৈ থকা ছোৱালীজনীয়ে এইবাৰ মূৰটো অলপ তুলি ধীৰভাৱে উত্তৰ দিলে—'ক'ম, সাৰ পাই উঠি আমি কঠোৰ বাস্তৱৰ সন্মুখীন হ'ব লগাত পৰোঁ।' তাৰ পিছত তাই বৌৰ হাতখন টানি আনি আলফুলকৈ নিজৰ ধুনীয়া কোমল হাত দুখনৰ মাজত সুমুৱাই লয়।

চাকিৰ পোহৰত দেখোঁ তৃপ্তিৰ হাঁহিত বৌৰ মুখখন উজলি উঠিছে।

(বংঘৰ, ১৯৪৯)

# অপমৃত্যু

কলেজীয়া জীৱনটোক বিদায় জনোৱাৰ সাত-আঠ বছৰৰ মূৰত বেধ্ৰকৰোঁ চিঠিখন পাইছিলোঁ। অতি পৰিচিত আখৰকেইটা কেৱল পুৰণি হৈ গৈছিল বহুত বছৰৰ অদৰ্শনৰ ফলত। আচৰিত হৈয়ে খুলিছিলোঁ চিঠিখন।

'নিৰু,

'খুব আচৰিত হৈছ সেইটো জানো। কিন্তু ভৱিতব্য দেখিছ? তইঁতৰ লগত ইমান দিন সম্বন্ধ বিচ্ছিন্ন কৰি থকাৰ পিছত এনে এটা পৰিস্থিতিৰ মাজত পৰিলোঁ যে আকৌ সঁহাৰি দিবলৈ বাধ্য হ'লোঁ। তাকেই ভাবিছোঁ (প্ৰায়ে ভবা কথাটোৱেই অৱশ্যে) কি বিচিত্ৰ এই পৃথিৱীখন! মাকে ছিঙি পেলোৱা ঘনিষ্ঠতাৰ সূতাডালত পুনৰায় জোৰা দিব লগা হ'ল জীয়েকে, অথচ উভয় পক্ষৰ অজ্ঞাতসাৰে। কি মজা নহয়? যাওক, কথাবোৰ সাঁথৰৰ দৰে হৈ পৰিছে। তোৰ ধৈৰ্যৰ ওপৰত আৰু অত্যাচাৰ নকৰোঁ। কি জান? তোৰ প্ৰিয় ছাত্ৰী কণিকা মোৰেই ছোৱালী আছিল!— তোৰ বন্ধু নিৰ্মালিৰ ছোৱালী! আছিল বুলিছোঁ এই কাৰণেই যে আজি আৰু তাই নাই। এসপ্তাহৰ আগতে টাইফয়ড় ৰোগত তাই আমাক এৰি গ'ল।'

হাতৰ মুঠিত চিঠিখন কঁপি উঠিছিল নেকি, ক'ব নোৱাৰোঁ। পাষাণ হৈ গৈছে মনটো, জীৱনটো। সৰু-সুৰা ব্যথাই তাত ঘা লগাব নোৱাৰে। তথাপি বুজিছোঁ অন্তৰাত্মা কঁপি উঠিছিল। কিয় ঠিক নাজানো। হয় ব্যথাত, নহয় প্ৰতিকাৰহীন আক্ষেপত, হতাশাত। কণিকা মোৰ নিৰ্মালিৰ ছোৱালী? নিজৰ কাৰণে নাভাবোঁ। কণিকাৰ লগত মোৰ কিমান দিনৰেই বা সম্বন্ধ? কিন্তু নিৰ্মালিৰ? আন কাৰো নহয়, নিৰ্মালিৰহে ছোৱালী কণিকা।

যদিও সান্ত্বনা দিওঁ নিজক, 'কণিকাৰ লগত মোৰ কিমান দিনৰ সম্বন্ধ?' তথাপি বুজিছিলোঁ তাৰ মাজত থকা ফাঁকিটো। নহ'লে কিয় আজিও সৰু ছোৱালীজনীৰ ছবিটো ইমান জীৱন্ত হৈ ভাহি উঠে? তলমূৰকৈ ওঁঠ কামুৰি চেলাউৰি কোঁচাই ভাবি থকা সেই ছোৱালীজনীয়ে সিদিনাওতো মোৰ পৰা কিতাপ নিছিল। আজি আৰু তাই নাই।

যিদিনা প্ৰথমে আমাৰ স্কুলত নাম লগাবলৈ দেউতাকৰ সৈতে কণিকা আহিছিল, সেইদিনা প্ৰশ্ন কেইটামান সোধাত তলমূৰকৈ চেলাউৰি কোঁচাই ওঁঠ কামুৰি ভাবি লৈ উত্তৰ দিয়া অকণমানি ছোৱালীজনীক দেখি কেইবছৰমানৰ আগৰ অতীত এটাই মাজৰ কেইটামান বছৰ পাহৰাই পেলাইছিল মুহূৰ্তৰ কাৰণে। কিন্তু বেদনাবোৰ অনৰ্থক খুঁচৰি থকাৰ বিলাস মোৰ কোনোদিনেই নাই। নিৰ্মালিয়েহে পাৰ পাৰে 'Saddest thought'-অৰ মাজতো 'Sweetest songs' বিচাৰি। অ', নিৰ্মালিৰ জীৱনত কিজানি বহুতো গভীৰতম কৰুণ কথা গোট খাইছে। কিন্তু তাক জানো এতিয়া উপভোগ কৰিব পাৰে? অৱশ্যে মই মনে-প্ৰাণে সেই কামনাই জনাওঁ। তাৰ বাহিৰে কি শুভ-কামনাই বা জনাব পাৰোঁ নিৰ্মালি? কিন্তু তাইৰ সিদিনাৰ ইন্টেলেক্চুৱেল, আধ্যাত্মিক বিলাসটো আজিও জানো থকা সম্ভৱ? সিদিনাৰ মুকলিমূৰীয়া অনভিজ্ঞ কলেজীয়া ছোৱালী এজনী আৰু আজিৰ জীৱন-সংগ্ৰামৰ গৃহিণী এজনী।

যাওক বাৰু। সেইদিনা কণিকাক দেখি ভুমুকি মৰা অতীতটোক জোকাৰি লৈয়ে দেউতাকৰ লগত কথা হৈছিলোঁ, আন দহজনৰ দৰেই সাংসাৰিক অভাৱগ্ৰস্ত সাধাৰণ ভদ্ৰলোক এজনৰ লগত। তাৰ পিছত পাঁচ-ছবছৰীয়া ক শ্ৰেণীত নাম লগাই দিছিলোঁ। আজিও ভালকৈয়ে মনত আছে।

কণিকাই আমাৰ স্কুলত দুবছৰ নে তিনি বছৰ পঢ়িছিল। তাৰ পিছত বদলি হৈ যোৱা ঘৰখনৰ লগত তায়ো গুচি গৈছিল। নতুন ঠাইৰ পৰা লিখা কণিকাৰ চিঠিও দুখনমান পাইছিলোঁ। মাথোন দুমাহ আগতেহে তেওঁলোক ইয়াৰ পৰা গৈছিল।

এই কম বয়সতেই কণিকাৰ প্ৰতিভাৰ চিনাকি পাইছিলোঁ। সৰু ছোৱালীজনী, অথচ কথাবোৰ প্ৰায়েই তুলনা দিহে কৈছিল। তাই সহজভাৱে কথা নকৈছিল বেছিভাগেই। মোৰ জীৱনত নানা বয়সৰ নানা ৰকমৰ ছোৱালীৰ সংস্পৰ্শ পাইছিলোঁ; কিন্তু এই ধৰণে কথা কোৱা কেইজনী ছোৱালী লগ পাইছিলোঁ।

পাহৰিব নোৱাৰোঁ কিছুমান কথা। মনত পৰে, এদিন তাই ফটা কাপোৰ কেইখনমান লৈ দৰা-কইনা সাজি দিবলৈ মোক কৈছিলহি। তাইৰ আগ্ৰহ দেখি প্ৰথমে অকণমানি ছোৱালী এজনী সাজি দিছিলোঁ। তাকে চাই চাই তাই যেতিয়া আনন্দত বিভোৰ, মই তেতিয়া সুধিছিলোঁ, 'বাৰু কণিকা, এইৰ মাক-বাপেক কোন?' তাই মূৰ দাঙি

চাই কৈছিল, 'আপুনিয়েই কৰি দিব লাগিব বাইদেউ। অকল এই অকণমানি ছোৱালীজনী কৰি দিলেই হ'ব জানো? দৰা-কইনাহে আচল। সাজি দিয়কচোন বাইদেউ।' মই কি হাঁহোঁ। কি আচৰিত! মাক-বাপেকৰ জন্ম নহওঁতেই কেঁচুৱা? তাই প্ৰথমে অলপ অপ্ৰস্তুত হৈ পৰে। তাৰ পিছত তাইৰ বিশিষ্ট ভংগীটোৰে এক মুহূৰ্ত ভাবি সপ্ৰতিভভাৱেই উত্তৰ দিয়ে, 'কিন্তু বাইদেউ, তেনেকৈ ৰাম নৌ হওঁতেই ৰামায়ণ হোৱা নাছিল জানো?'

আৰু এদিন তাই পেঘেনিয়াই আছিলহি, গল্পৰ কিতাপ এখন লাগে বোলে। হৈ যোৱা পৰীক্ষাটোৰ বহী কিছুমানত মূৰ গুজি আছিলোঁ। বিৰক্ত হৈ এবাৰ নভবাকৈ ক'লোঁ, 'কিতাপৰনো কি অভাব কণিকা? মোৰ তাত ইমানবোৰ কিতাপ আছে, তোমাৰ ইচ্ছামতে লোৱাচোন এখন।' সিদিনাও তাই সহজভাৱেই উত্তৰ দিছিল, 'কিন্তু বাইদেউ, সাগৰৰ মাজত থাকিওতো মানুহে পিয়াহত অষ্ঠ-কণ্ঠ শুকাই মৰে। নহয় জানো?' বহীৰ পৰা মূৰ দাঙি কিছু সময় তাইলৈ চাই আছিলোঁ! অতীত এটাই বৰ্তমানক ঠেলি থৈ অলপ আগ বাঢ়িবৰ চেষ্টা কৰিছিল।

মাষ্টৰী জীৱনৰ এইকেইটা বছৰত কোনো ছাত্ৰীৰ প্ৰতি পক্ষপাতিত্ব দেখুওৱা নাছিলোঁ। কিন্তু কণিকাই তাৰ ব্যতিক্ৰম ঘটালে। কণিকাৰ প্ৰতি মোৰ সেই আকৰ্ষণটোক বাধা দিব পৰা নাছিলোঁ। কাৰণটো তাইৰ অসাধাৰণত্ব নহয়; কিবা এটা মৰম উপজিছিল তাইৰ প্ৰতি প্ৰথম দেখাৰ দিনৰ পৰাই। তাই মোৰ পৰা আনতকৈ বেছি মৰম আদায় কৰি লৈছিল। গ্লানি উপজিছিল যদিও তাৰ মাজতে যিখিনি যুক্তিৰ সমৰ্থন পাইছিলোঁ, সেয়েই বহুতখিনি গ্লানি আঁতৰাইছিল। মনত পৰে কলেজীয়া জীৱনৰ বন্ধু সেই বছৰৰ বিখ্যাত খেলুৱৈ মিহিৰ দত্তই কৈছিল— 'খেলাৰ পিছত গাঁত যি বিষ উঠে তাক sweet pain বুলিব পাৰি। কাৰণ সেই বিষত যে খেলাৰ আনন্দখিনিও মিহলি হৈ থাকে।'ময়ো সেইদৰেই ভাবোঁ, কণিকাৰ প্ৰতি পক্ষপাতিত্বৰ আঁৰত লুকাই আছে তাইৰ প্ৰতিভা আৱিষ্কাৰ কৰাৰ মোৰ কৃতিত্বখিনি। সেয়েহে ময়ো কওঁ, 'ই মোৰ মধুৰ গ্লানি'।

কিন্তু তেতিয়াও মোৰ মাজে মাজে সন্দেহ হৈছিল। অকল কণিকাৰ প্ৰতিভাৰ সন্ধানেই যে তাইৰ প্ৰতি স্নেহ বা মনোযোগ বঢ়াইছিল, ঠিক তেনে যেনতো কেতিয়াও নালাগিছিল। তাৰ বাহিৰেও যেন মোৰ অন্তৰত আৰু এটা মৰমৰ উৎস লুকাই আছিল— আজি তাৰ ব্যাখ্যা বিচাৰি পালোঁ। কণিকাৰ মৃত্যুৱে জনাই থৈ গ'ল তাৰ ৰহস্য ক'ত।

মনটো সংযত কৰি চিঠিখন আঁকৌ পঢ়িলোঁ। 'সেই খবৰটো জনাবৰ কাৰণেই ইমান দিনৰ মূৰত তোলৈ লিখিবলৈ কলম ল'লোঁ। অবশ্যে এবাৰ ভাবিছিলোঁ, তোক নজনাওঁ। মোৰ কাৰণেই জীৱনত এটা আঘাত পাইছিলোঁ; তাক দুগুণ কৰোঁ কিয়। কিন্তু শেহলৈকে মনে নামানিলে। সুবিচাৰ নকৰি অবিচাৰ কৰা যেনহে লাগিল। সেই কাৰণেই খবৰটো আজি এসপ্তাহৰ পিছতহে তোক জনাব পাৰিলোঁ। ধৰি ল', এই কেইদিন বেদনাৰ বোজাটো অলপমান পাতলাবৰ যত্নত আছিলোঁ।

'ভাবিছোঁ নিৰু, এই পৃথিৱীখনত যে দিনৌ কিমানবোৰ অকাল মৃত্যু হৈ আছে। কিমাননো ভাবিবি, কিমাননো বেজাৰ কৰিবি? তাহানিৰ পৰা পৃথিৱীখনক অলপ বুজিব পৰা হৈ অহা বয়সৰ পৰাইতো দেখিছোঁ। তথাপি যেতিয়া দেখোঁ, এই অকাল মৃত্যুবোৰৰ বাবে মাথোন নজনা শক্তি এটাই দায়ী নহয়; আমাৰ মানুহবোৰেও, আমাৰ সমাজ ব্যৱস্থায়ো অসংখ্য প্ৰাণৰ ধ্বংস কৰিছে আৰু কৰি আছে, তেতিয়া যেন অতি অভ্যস্ত মনটোও জ্বলি উঠে। কেতিয়াবা কিছুমান মৰি যোৱা প্ৰাণীকো হয়তো আমাৰ পৃথিৱীত জীয়াই থকা বুলি ধৰি লওঁ। মোকেই বা কেইজনে জানে— জীৱনৰ অপমৃত্যু ঘটি যোৱা প্ৰাণী এটা বুলি। মানুহ আৰু মহাকালে দেখিছোঁ আমাৰ মৰণৰ বাবে উঠি-পৰি লাগিছে। তথাপি প্ৰকৃতিৰ হাতত মৃত্যু হ'লে বিশেষ আক্ষেপ নাজাগে। সেই বিষয়ত নিঃসহায় আমি। কণিকাক হেৰুৱাই অন্তৰ ভাগি যোৱা যেন লাগিলেও ক্ষোভতো হোৱা নাছিল। কিন্তু যেতিয়া নিজৰ কথা ভাবোঁ? তোৰ মনত আছেনে নিৰু, এদিন যে তোক প্ৰতিমা বোলা মোৰ সহপাঠিনী এগৰাকীৰ ঘৰলৈ লৈ গৈছিলোঁ? এজাক ল'ৰা-ছোৱালী লৈ, ভাগি যোৱা স্বাস্থ্যেৰে দৰিদ্ৰতাৰ প্ৰতিমূৰ্তি মাইকী মানুহ এগৰাকী দেখি তোৰ ভাবিবলৈ টান লাগিছিল নহয়নে তাই আমাৰেই সমনীয়া ছোৱালী বুলি? তাৰ তুলনাত অবশ্যে মোৰ ভাগ্য ভাল বুলিবই পাৰি। অবশ্যে জীৱন কি তাক জনাৰ পিছত হেৰুৱাৰ লগা হোৱাৰ বেদনাখিনিও বোধকৰোঁ বৰ কম নহয়! প্ৰতিমাইতে যে জীৱনত প্ৰাণৰ প্ৰাচুৰ্য্য কি তাক জনাই নাছিল, সেইখিনিতে তাই মোতকৈ বহুত ভাগ্যৱতী। আৰু তোৰ জীৱনটো? কিজানি হাঁহি উৰুৱাই দিবি, প্ৰতিবাদ কৰিবি, স্বাধীন জীৱন এটাৰ সুখ বুজাবৰ চেষ্টা কৰিবি। কিন্তু নিৰু, কলেজীয়া ডিগ্ৰীটো গৌৰৱেৰে ল'ব নোৱৰাতেই যাৰ ভৱিষ্যৎ শূন্য হৈ যায়, যেতিয়া

দেখা পাওঁ একমাত্র পৰীক্ষাত ভাল কৰাই আমাৰ বুদ্ধিমানসকলক বিচাৰ কৰাৰ মানদণ্ড, তেতিয়া আৰু সান্ত্বনা থাকে ক'ত ক'চোন।

'যাওক, সেই গতানুগতিক আক্ষেপবোৰ আমি দুয়ো নজনা নহয়। কিন্তু তাকেই কিয় আলোচনা কৰোঁ? খুব বেছিকৈ অনুভৱ কৰা সেই সত্যবোৰ আপোন-আপুনি মনটোত ভৰি পৰেহি, কলমটো আৰু সংযত কৰিব নোৱাৰোঁ। আজি নতুন কথাও যে ভাবিব নোৱাৰোঁ নিৰু, বুদ্ধি-বৃত্তিবোৰো বৰ দেৱলীয়া হৈ গৈছে। মন মোৰ একেবাৰে ভাগি গৈছে নিৰু, তথাপি এবাৰ লিখিবলৈ বহিছোঁ যেতিয়া ভালকৈয়ে লিখিম। মাথোন মোৰ এটি অনুৰোধ— মোৰ কথাবোৰৰ মাজত যদি কিবা বলিয়ালিৰ চিন দেখ, নাহাঁহি সহানুভূতিৰেই বিচাৰ কৰি চাবি দেই। অৱশ্যে এইখিনি পাতনি নেমেলা হ'লেও যে হ'লহেঁতেন, সেই বিশ্বাস আজিও হেৰুওৱা নাই! অৱশ্যে মনে-প্ৰাণে আজি পৃথিৱীখনক বিশ্বাস কৰিবলৈ এৰিছোঁৱেই; নিজেই নিজৰ ওপৰত বিশ্বাস ৰাখিব নোৱাৰিলোঁ, আৰু আনৰ কথা?

'ইমান দিনে মোৰ সকলো কথা ৰহস্যৰ দৰেই আছিল নহয়নে? কিমান বছৰ বাৰু আমি দুয়ো এনেকৈ বিচ্ছিন্ন হৈ আছিলোঁ। প্ৰায় ন-দহ বছৰেই হ'ব নহয়নে? ভাবিলে বৰ আচৰিত যেন লাগে, সেই তাহানিৰ আমাৰ পক্ষে ইনো সম্ভৱ হ'ল কেনেকৈ? দুখ লাগে নহয় তোৰ? বুজিছ মোৰ কাৰণে আজি সকলো সহজ। 'দুঃখে যাদেৰ জীৱন গড়া, তাদেৰ আবাৰ দুঃখ কিসেৰ'— নহয় জানো? যি কি নহওক, সেই যে আই এ পৰীক্ষা দি উঠিলোঁ, তাৰ পিছতো তইঁতে মোৰ পৰা কোনো খবৰ পোৱা নাছিলি নহয়। তোৰ চিঠি হ'লে আটাইকেইখন পাইছিলোঁ; মোৰ বিয়াৰ কথা অলপো নজনাকৈয়ে তই লিখা চিঠিবোৰ পঢ়ি কান্দিবলগীয়া হৈছিল। কিন্তু উত্তৰ দিয়া নাছিলোঁ। কিয় ক'ব নোৱাৰোঁ। বোধকৰোঁ নিজকে বৰ অপৰাধী যেন লাগিছিল। কিনো লিখিম তোলৈ? মোৰ সেই অবাঞ্ছিত নীৰৱতাৰ কাৰণে আচৰিত হৈ বৰ অধৈৰ্যভাৱেই তই পিছৰ চিঠিবোৰ লিখিছিলি। অৱশ্যে সেই অৱস্থা তয়ো বেছি দিন ভুগিব লগা নাছিল, ময়ো তোৰ চিঠি হাতত লৈ নিৰুপায় বেদনাত কান্দিব লগা হৈছিল। ফাইনেল পৰীক্ষাৰ কেইমাহমানৰ পিছতে বিয়াখন হৈ গ'ল। তাৰ পিছত তোৰ চিঠি মুঠেই এখনহে পাইছিলোঁ। সেই এশাৰী কথাৰ চিঠিখন আজিও স্পষ্টকৈ মনত আছে— 'ছিঃ নিৰ্মালি ইমানখিনি কল্পনাই কৰিব পৰা নাছিলোঁ। ধন্যবাদ দিছোঁ তোক— মোৰ অভিজ্ঞতাৰ ভঁৰালটো চহকী কৰিলি।'

'নিৰু, তোৰ আখৰকেইটাতকৈ ঘৃণা আৰু বেদনাত বিকৃত হৈ যোৱা মুখখনহে মোৰ চকুৰ আগত ভাহি উঠিছিল। কিন্তু আঘাত পোৱা নাছিলোঁ, বুজিছ নিৰু। মাথোন এটা অদ্ভুত আনন্দ উপভোগ কৰিছিলোঁ। শৰীৰৰ কোনো এটা অংগ মোচোকা খাই অস্বস্তিকৰ বিষ উঠিলে কৰ্কশ হাতৰ বেদনাদায়ক মালিচে যি তৃপ্তি দিয়ে, সেই তৃপ্তি পাইছিলোঁ যেন।

'কথাবোৰ দেখিছোঁ সামঞ্জস্য ৰাখি সজাই লিখিব পৰা নাই। ক'ৰ পৰা আৰম্ভ কৰোঁ। সেই ফাইনেল দি ঘৰলৈ যোৱাৰ পৰাই আৰম্ভ কৰোঁ বাৰু? পৰীক্ষাটো শেষ কৰি ঘৰলৈ আহি শুনিলোঁ মোৰ বিয়াৰ ঠিক হৈ আছে। আচৰিত হ'ব লগা একো নাছিল। আমাৰ সমাজত এইটো নতুন কথা নহয়। প্ৰথমতে, অৱশ্যে যথেষ্ট প্ৰতিবাদ কৰিছিলোঁ। কিন্তু তাৰ পিছত কি যে হৈ গ'ল। সন্মতি দিলোঁ। দিলোঁ বুলি ক'লে ঠিক নহ'ব; আদায় কৰি ল'লে। নাজানো নিৰু, হাঁহিছইনে, ঘৃণাই কৰিছ। কিন্তু তইঁতে তাহানি বাহিৰৰ ৰূপটো দেখিয়েই সৱল বুলি ভবা সেই নিৰ্মালিজনী যে ভিতৰি ভিতৰি ইমান দুৰ্বল তাক কল্পনাও কৰা নাছিলি; মোৰ ব্যৱহাৰেও সেই সন্দেহ কৰিবলৈ তইঁতক সুবিধা নিদিছিলে। অৱশ্যে কেতিয়াবা কিজানি হঠাৎ অলপ আভাস নোপোৱাকৈ থকা নাছিলি। জান নিৰু, আজিও নিজৰ বিৰুদ্ধে গুমৰি উঠোঁ, যেতিয়া মনত পৰে বিয়াত সন্মতি দিয়াৰ গুৰিতে আন আন দুৰ্বলতাবোৰৰ লগতে মনৰ গহন কোণত সোমাই থকা আন এটা দুৰ্বলতাও দায়ী আছিল। কি জান? মোৰ যাৰ লগত বিয়া হৈছিল, তেওঁ যথেষ্ট ধুনীয়া আছিল। প্ৰমাণ কিজানি পাইছই, যদিও আজি অভাৱ আৰু চিন্তাই সেই সৌন্দৰ্য বহুতখিনি ধ্বংস কৰি পেলাইছে। প্ৰকাশৰ তুলনাত তেওঁ খুবেই ধুনীয়া। বিয়াৰ আগতে মোৰ ভাবী স্বামীক দেখাৰ আৰু দুই-চাৰিটা কথা কোৱাৰ সৌভাগ্য হৈছিল। মই নিজেও আচৰিত হৈছিলোঁ কেনেকৈ যে মোৰ অজ্ঞাতসাৰে মনৰ মাজত দুয়োজনৰ ৰূপৰ তুলনা চলি আছিল। অথচ নিৰু, তোৰ নিশ্চয় মনত আছে যে প্ৰকাশৰ দৈহিক সৌন্দৰ্যৰ বিষয়ে তই এবাৰ কওঁতেই মই হাঁহি উৰুৱাই দিছিলোঁ। অহংকাৰ কৰিছিলোঁ— প্ৰেমে চায় মনেৰে, চকুৰে নহয়, আন সাধাৰণ প্ৰেমিকৰ দৰে ৰূপ যে আমাৰ

আদৰ্শ প্ৰেমৰ basis নহয়, আনকি মনত ৰূপৰ স্থান যে অতি সামান্য— সেই বিষয়ে কিমান সহজভাৱে নিশ্চিন্ত আছিলোঁ। কিন্তু আদৰ্শ প্ৰেমৰ গৰ্বত 'ইনষ্টিংক্ট' বা সহজ বুদ্ধি বোলা কিবা এটা যে আছে তাক আওহেলা কৰিছিলোঁ। অৱশ্যে এইটো সঁচা যে মোৰ বিয়াত সন্মতি দিয়াৰ গুৰিতো এই কাৰণটো বৰ সামান্যই আছিল। আচল কাৰণটো হ'ল মোৰ দুৰ্বলতা আৰু অসাধাৰণ ব্যক্তিত্ব থকা দেউতাৰ প্ৰতি ভয়-সংস্কাৰ সকলো— মানে যিবোৰ উপাদান লৈ আমাৰ সাধাৰণ মধ্যবিত্তৰ মনবোৰ গঠিত সেই সকলোবোৰ। এই বিৰাট আৱৰ্জনাবোৰৰ এটি অংশহে মনৰ পৰা আঁতৰাব পাৰিছিলোঁ। বুজিছিলোঁ সেইদিনা মোৰ স্বৰূপৰ প্ৰকাশত। বহুত সময় ভাবি স্তব্ধ হৈ আছিলোঁ। দেখিলোঁ যি মনোবল লৈ মনে মনে এদিন গৰ্ব কৰিছিলোঁ, পুৰণি সকলো কুসংস্কাৰ ভাঙি-ছিঙি নতুন পথত নিজৰ জীৱনটো নিযুক্তি কৰিবলৈ সাহ কৰিছিলোঁ সেই বৈপ্লৱিক মনোবৃত্তিৰ অতি সামান্যহে অৱশিষ্ট আছেগৈ! আৰু প্ৰধান কথা হ'ল নিৰু, তইতো জানই, প্ৰকাশেৰে সৈতে যি জীৱন গ্ৰহণ কৰিবলৈ ওলাইছিলোঁ, তাৰ যাত্ৰাপথ আন দহজনতকৈ বহুতো বেলেগ— বহুত অসহজ। সেই চিন্তায়ো ভৰা হ'লেও সহজ পথ এৰি আন বাট লোৱাৰ কথা ভাবিলে আমাৰ বুকু কঁপি যায়। ভাবিলে হাঁহি উঠে, তাহানি হোষ্টেলত ছোৱালীবোৰৰ মনৰ দ্বিধা আৰু ভয়বোৰ দেখি হাঁহিছিলোঁ আৰু কৈছিলোঁ, 'Hesitation, thy name is middle class!' আৰু এতিয়া? নিজৰ জীৱনত তাকেই ভালকৈ প্ৰমাণ কৰিলোঁ।

'তাৰ পিছুত বিয়া হৈ গ'ল। নিৰ্মালি দেৱীয়েও মানি ল'লে 'সেই আইনসংগত বেশ্যাগিৰি'কেই। তইঁতক একো খবৰ দিয়া নহ'ল। কিয় ক'ব নোৱাৰোঁ। লাজ, ভয়, অনুতাপ সকলো মিলি কিবা এটা অৱস্থা হৈছিল। ভাবিছিলোঁ তইঁতৰ লগত সম্বন্ধ ৰাখিবৰ বাট আছে জানো?'

'বিয়াৰ পিছত তইঁতৰ লগত যোগাযোগ নৰখাৰ কাৰণ অকল সেয়ে নহয়। যেতিয়া ৰূপৰ মোহ আঁতৰিল, আচল মানুহজনক চিনিলোঁ, যেতিয়া সংসাৰ এখনৰ গৃহিণী হৈ পৰিলোঁ, তেতিয়া বুজিলোঁ কি কৰিলোঁ মই। এই ধুনীয়া মানুহজন কিমান সাধাৰণ। প্ৰকাশৰ লগত তুলনা? ভাবিলে কেনেবা লাগি যায় অ' নিৰু। যাওক, সেই অপ্ৰীতিকৰ আলোচনা নকৰোঁ বাৰু। তই নিশ্চয় বুজিব পাৰিবি; কিয়নো দেউতাকৰ লগত তোৰ ভালদৰেই পৰিচয় ঘটিছিল।'

'তাৰ পিছত কি কৰিলোঁ জান নিৰু? নিজৰ ওপৰতেই ভীষণ প্ৰতিশোধ ল'লোঁ। নিজক কোনোমতেই ক্ষমা কৰিব পৰা নাছিলোঁ। মোৰ অকাল মৃত্যুদণ্ডাজ্ঞাত চহী কৰিলোঁ নিজেই। সেই ঘাতকৰ জানো ক্ষমা থাকে? নিজৰ ধুনীয়া জীৱনটো ধ্বংস কৰিলোঁ, প্ৰকাশৰ জীৱনতো বহুত আঘাত দিলোঁ (ধ্বংস কৰিলোঁ বুলিবৰ স্পৰ্দ্ধা নাই। তেওঁৰ জীৱনৰ মূল্য যে ইমান সামান্য নহয়, তাক মোতকৈ কোনে বেছিকৈ জানে?) আৰু নিৰু, তোকে দিলোঁ এটা গভীৰ আঘাত, নহয়নে? ইমানবোৰ অপকৰ্মকাৰিণী এজনীৰ জানো ক্ষমা থাকিব পাৰে? বোধকৰোঁ সেই সময়ত দুৰ্দমনীয় ভাবপ্ৰৱণতা আৰু অভিমানে মোৰ বিচাৰ-বুদ্ধি দমন কৰিছিল। তথাপি মই সেইদিনা প্ৰতিজ্ঞা কৰিছিলোঁ 'lust for life'-অৰ অকণিও অৱশিষ্ট নাৰাখোঁ। জীৱনত কেতিয়াবা সুখৰ জিলিকনি পৰিব পাৰে। কিন্তু তাক আদৰি নলওঁ, আঁতৰি আহিম তাৰ পৰা, নিজ হাতেৰে ঠেলি দিম মোৰ সকলো সুখ। মোৰ এৰি অহা পৃথিৱীখনক বিদায় জনালোঁ। বিদায় জনালোঁ তাৰ প্ৰতিজন আপোনক, তোক আৰু প্ৰকাশক। সেই জীৱনৰ ছাঁও মৰীচিকা বুলি ভাবিম। মোৰ প্ৰতিভাৰ যিখিনি অৱশিষ্ট আছে তাকো বলিদান দিম— আৰু মোৰ ব্যক্তিত্বকো সম্পূৰ্ণৰূপে বলিদান দিম।'

'তই হাঁহিছ নহয় নিৰু? গভীৰ কৰুণাৰে কিজানি ভাবিছ মোৰ এইবোৰ বলিয়ালি। হয়তো বলিয়ালি ঠিকেই। কিন্তু তাৰ পিছতো এইদৰেই চলাই আনিছোঁ জীৱনটো। এজনী সাধাৰণ গৃহিণী, সাধাৰণ স্বামী এজন, আৰু এজাক ল'ৰা-ছোৱালী। সেই এবাৰ যে আমি পঢ়ি আমোদ কৰিছিলোঁ, 'God bless the happy pair with a cild every year?' ময়ো সেই আশীৰ্বাদ লাভ কৰিছিলোঁ। মূৰৰ ওপৰত অভাৱৰ সংসাৰ এখন— এয়ে মোৰ আজিৰ আচল পৰিচয়।'

'কিন্তু মোৰ প্ৰতিশোধৰ আঁচনি এতিয়াও সম্পূৰ্ণকৈ জনোৱা নাই। মই কি কৰিছিলোঁ জান? দেখিছিলোঁ কণিকাৰ প্ৰতিভা আছিল, অলপ যত্ন ল'ব পৰাহেঁতেন ভাল হ'লহেঁতেন। কিন্তু সেইখিনি সুখ মই কিয় ল'ম? ওঁহো। তই কণিকাক দেখিছই, খুব অনাদৃতা যেন লগা নাছিলনে? তই বুজিব নোৱাৰিবি নিৰু, ই যে এজনী মাকৰ

কাৰণে কিমান ডাঙৰ শাস্তি। নিজক অত্যাচাৰ কৰিবলৈ কোনোফালেই বাকী ৰখা নাই। মো শাস্তিৰ মাত্ৰা জানো উপযুক্ত হোৱা নাই। জীৱন দেৱতাই জানো মোক ভীষণ শাস্তি দিয়া নাই? মোৰ কোণকাক যে লৈ গ'ল নিৰু!'

'যি হওক অৱস্থা মোৰ বেয়া হৈ পৰিছে। শেষত এটা খবৰ জনাই সামৰোঁ— খবৰটো অৱশ্যে বহুত পুৰণি। মোৰ বিয়াৰ পিছত প্ৰকাশৰ পৰা চিঠি এখন পাইছিলোঁ। ঠিক চিঠি নহয়— তেওঁৰ প্ৰিয় কবি টেনিছনৰ দুটা শাৰী, 'It is better to have loved and lost than never to have lov'd at all'. ময়ো আজি তাকেই বিশ্বাস কৰোঁ নিৰু। ভাবিছিলোঁ যি টেনিছনৰ কবিতাক মাজৰ এটা অধ্যায়ত প্ৰকাশে সম্পূৰ্ণভাবে বিদায় জনাইছিল, আকৌ মনত পেলালে কিয়? হয়তো যি মধুৰতাৰে আমাৰ আপুৰুগীয়া সম্বন্ধটোৰ আৰম্ভণি হৈছিল, তাৰেই ইতি কৰিবলৈকো প্ৰকাশৰ মন গ'ল।'

'কিন্তু নিৰু, অন্তৰত তোলপাৰ লাগি যায়। মই কি যে হেৰুৱালোঁ। দেখিছনে দম্ভ? প্ৰেমৰ স্বৰ্গৰ পৰা পতনৰ মুহূৰ্ততো কেইজনে এনে কথা ক'ব পাৰেঁ? এই মৰি যোৱা জীৱনটো লৈ কিয় এতিয়াও আছোঁ ক'ব পাৰ? 'সঞ্চয়িতা' পঢ়নে এতিয়াও? মনত আছে তোৰ যে প্ৰিয় আছিল—

যে ফুল না ফুটিতে, ঝৰেছে ধৰণীতে
যে নদী মৰু পথে হাৰাল ধাৰা
জানি হে জানি তাও হয়নি হাৰা।

আৰু মই বিশ্বাস কৰিছিলোঁ 'Our sweetest songs are those that tell of saddest thought.' কিহৰ ওপৰত ভিত্তি কৰি আমি সেইদৰে ক'ব পাৰিছিলোঁ? বাস্তৱৰ পৃথিৱীখন কিমান কঠোৰ আৰু আমাৰ অভিজ্ঞতাবোৰো কেইটামান বছৰৰ আগতেও কিমান ঠেক আছিল।

চিৰ দিনৰ অটুট শুভেচ্ছাৰে —

'তোৰ নিৰ্মালি।'

নিৰ্মালি! যাৰ কথা ভাবিলে আজিও মনটোৱে হাহাকাৰ কৰি উঠে, সেই নিৰ্মালিৰ চিঠি। প্ৰায় ন-দহ বছৰ তাইৰ এখনো চিঠি বা এটি সামান্য খবৰো পোৱা নাছিলোঁ। আগ্ৰহৰ অভাৱ নাছিল যদিও কোনোদিনেই উপযাচি খবৰ ল'বৰ চেষ্টা কৰা নাছিলোঁ। কাৰণ খুব বেছি, অভিমান পৰ্বতৰ দৰে থূপ খাই আছিল। এই চিঠিখন পোৱাৰ আগ মুহূৰ্তলৈকে নিৰ্মালিৰ কথা ভাবিলেও দুখ-অভিমান জাগি উঠিছিল। তাই মোলৈ কিয় লিখা নাছিল তাৰ ব্যাখ্যা কোনোদিনেই বিচাৰি পোৱা নাছিলোঁ। বিয়া তাইৰ হৈ গ'ল, কিন্তু আন দহজনীৰ দৰে সহজভাৱে হোৱা নাছিল বুলি মোৰ দৃঢ় বিশ্বাস। মোক নজনোৱাকৈ, মোৰ পৰামৰ্শ নোলোৱাকৈ এনে এটা গুৰুতৰ পৰিস্থিতিত তাই কেনেকৈ থাকিব পাৰিছিল, সঁচাকৈ আচৰিত! এৰা, তাই জীৱনত বহুতো ভুল কৰিলে। বিয়াৰ আগতে এবাৰ যদি জানিলোঁহেঁতেন মই! বোধকৰোঁ গণ্ডগোল এটা লগাৰ ভয়তে তাই কথাবোৰ আমাক নজনোৱাই ভাল বুলি ভাবিছিল। তাৰ পিছত কেইবাটাও বছৰ পাৰ হৈ গ'ল। নিৰ্মালিৰ স্মৃতি বহুত পুৰণি হ'লেও বুজিছিলোঁ মনৰ গুপুত কোণত এতিয়াও খুব আগ্ৰহেৰে অপেক্ষা এটা লুকাই আছিল— নিৰ্মালিৰ খবৰৰ বাবে। বিশ্বাস আছিল সময় আহিলে নিৰ্মালিয়ে নিজেই এদিন এই বিৰাট মৌনতা ভাঙিব। কিন্তু কল্পনা কৰা নাছিলোঁ। এবাৰৰ এটা ট্ৰেজেডিয়ে যি নীৰৱতাৰ সৃষ্টি কৰিছিল, সেই নীৰৱতা আৰু এটা ট্ৰেজেডিয়েই ভাঙি দিব।

কত বছৰৰ আগৰ ঘটনা! তথাপি তাৰ প্ৰতিটো কথা কিয় আজিও ইমান স্পষ্টভাৱে মনত পৰে? অথচ জীৱনৰ সেইকেইটা দিনৰ স্থায়িত্ব আছিল মাথোন এটা বছৰ। সেই এটা বছৰৰ বাহিৰে মোৰ এই সুদীৰ্ঘ জীৱনটোৰ আৰু ক'তো বিশেষ মূল্য বিচাৰি নাপাওঁ! নিৰ্মালিৰ গভীৰ বন্ধুত্ব, প্ৰকাশৰ intellectual সাহচৰ্য্যই জীৱনৰ সেই দিনকেইটা প্ৰীতিৰ উচ্চলতাৰে ভৰাই দিছিল!

নিৰ্মালি যেতিয়া দ্বিতীয় বাৰ্ষিকত, সেইবাৰ তাই আমাৰ হোষ্টেলত থাকিবলৈ আহিছিল। ময়ো তেতিয়া সেই শ্ৰেণীতে। মাল-পত্ৰৰে সৈতে গাড়ীৰ পৰা নামিবৰ সময়ত এবছৰ ধৰি কলেজত দেখি অহা 'আৰ্টছ' পঢ়া ধুনীয়া ছোৱালীজনীলৈ মাথোন এবাৰ চাইছিলোঁ— বিশেষ একো ভবা নাছিলোঁ। দুটা কাৰণত তেতিয়াও নিৰ্মালিৰ লগত ভালকৈ পৰিচয় নাছিল। তাই হ'ল 'আৰ্টছ' লোৱা ছোৱালী আৰু ইমান দিনে তাই কোনো হোষ্টেলত নাছিল।

তাৰ তিনি দিনৰ পিছতহে এবাৰ নিৰ্মালিৰ কোঠাত সোমাইছিলোঁ। ৰেণুৱে মাতি লৈ গৈছিল মোক। ইতিমধ্যে কিন্তু নিৰ্মালিৰ বিষয়ে বহুত কথাই গম পাইছিলোঁ। আমাৰ কলেজৰ চতুৰ্থ বাৰ্ষিকৰ প্ৰকাশ বৰুৱাৰ লগত নিৰ্মালিৰ প্ৰেমক লৈ হোষ্টেলৰ বহুত ছোৱালীৰ মাজত ৰসাল আলোচনা হোৱা শুনিছিলোঁ, যোগো দিছিলোঁ। অৱশ্যে কথাবোৰ অলপো গাত লগাকৈ লোৱা নাছিলোঁ। সেই সপ্তম-অষ্টম শ্ৰেণীৰ পৰাইতো কতজনৰ কত প্ৰেমৰ ইতিহাস শুনি আহিছোঁ। কিন্তু গভীৰতা দেখিলোঁ কেইটাৰ ক্ষেত্ৰত? সেই তথাকথিত প্ৰেমৰ ইতিতেই পৰিণতি হয়গৈ প্ৰায়েই। মিলনত পৰিণতি হোৱাতো কোনো দিনেই নেদেখিলোঁ। পিছলৈ স্বাভাৱিকভাৱেই জীৱন চলি যায়। বিয়া হৈ যায় আনৰ লগত; কিন্তু তাৰ কাৰণে কাৰো জীৱন ধ্বংস হ'বলৈ জানো কিবা মূল্য আছে? সেই কাৰণে নিৰ্মালিৰ প্ৰেম-কাহিনী তেতিয়া কাণত সোমালেও মনত সোমোৱা নাছিল।

সিদিনা আবেলি ৰেণুৱে মাতি লৈ গৈছিল। নিৰ্মালিয়ে 'পৰিচয়' এখন পঢ়ি আছিল। ভাবিছিলোঁ— কমিউনিষ্ট নেকি ছোৱালীজনী। তাইৰ প্ৰতি অলপ আগ্ৰহো অনুভৱ কৰিছিলোঁ। সেইবোৰ কিতাপ খুব কম ছোৱালীয়েহে পঢ়ে।

ৰেণুৱে আমাৰ পৰিচয় কৰি দিলে, 'নিৰ্মালি, এৱেঁ 'ৰংঘৰ'ত 'সপোনৰ পিছত' গল্পটো লিখিছিল অ'। তই চিনাকি হ'ব খুজিছিলি নহয়'। তাৰ পিছত মোক কৈছিল, 'এওঁ তোমাৰ কথা সুধিছিলহে নিৰু।' ইয়াৰ পিছত দুয়ো হাঁহিছিলোঁ। ময়ে সুধিলোঁ, 'গল্পটো পঢ়ি কেনে লাগিল আপোনাৰ? তাই কৈছিল, 'বেয়া লগা নাই। আপোনাৰ বৰ্ণনাবোৰ খুব জীৱন্ত হৈছে। কিন্তু তাত মৌলিকতা বিচাৰিবলৈ গ'লে হতাশ হ'ব লাগে। স্পষ্টকৈ কৈ দিয়াত বেয়া নাপাব দেই। অসমীয়া সাহিত্য সম্পৰ্কে মোৰ জ্ঞান খুব কমেই। তথাপি যিখিনি পঢ়িছোঁ, তাৰ ভিতৰত নতুন ধৰণৰ গল্প দেখা নায়েই বুলিব লাগিব।' তাৰ পিছত তাই তলমূৰকৈ কিবা ভাবিছিল, চেলাউৰি কোঁচাই ওঁঠ কামুৰি। কিয় জানো প্ৰথম দৰ্শনতেই সেই বিশিষ্ট ভংগীটোৱে মোৰ মনত চাব বহুৱাইছিল।

সেইদিনা মনতে ভাবিছিলোঁ, 'তুমিয়েই লিখি দেখুওৱাচোন নতুন ধৰণৰ গল্প!' তথাপি ভালো লাগিছিল। কাৰণ তায়েই বোধকৰোঁ মোৰ গল্পটোৰ বিষয়ে অলপ নতুনকৈ ক'লে। তাৰ বাহিৰে আৰু বহুতেইতো মতামত জনাইছিল, সেই গতানুগতিক ধৰণেৰে, তোমাৰ গল্পটো বৰ ভাল লাগিল নিৰু; গাঁৱলীয়া জীৱনটো ইমান সুন্দৰকৈ বৰ্ণাইছা।'

তাৰ পিছত এটা বছৰ পাৰ হৈ গৈছিল। সেই বছৰটো আমাৰ গভীৰ বন্ধুত্বৰ মাজেদি পাখি লগা কাড়ৰ দৰেই পাৰ হৈ গ'ল। ময়ো লাহে লাহে জানিছিলোঁ, শুনা আলোচনাবোৰৰ ভিত্তি মিছা নহয়! প্ৰকাশ বৰুৱাৰ লগত নিৰ্মালিৰ এই প্ৰীতিৰ সম্বন্ধ সঁচা। নিৰ্মালিয়ে নিজেই মোৰ আগত তাইৰ জীৱনৰ মধুৰ ইতিহাসটো কৈছিল। সেইদিনাই বিশ্বাস কৰিবৰ মন গৈছিল যে, মোৰ আদৰ্শ প্ৰেমৰ ছবি অকল কিতাপৰ পাততেই নহয়, বাস্তৱতো তাৰ অস্তিত্ব আছে। সেইদিনা কিবা এক অজান পবিত্ৰ আনন্দেৰে মোৰ অন্তৰ ভৰি যোৱা যেন লাগিছিল। মোৰ হিয়া উবুৰিয়াই সিহঁতৰ অনাগত জীৱনৰ প্ৰতি নীৰৱ শুভকামনা জনাইছিলোঁ।

যিদিনা প্ৰথমে নিৰ্মালিয়ে জনালে তাইৰ জীৱনৰ মধুৰ গোপনতাখিনি, সেই শীতল ৰাতি আমি দুয়ো একেলগে শুই আছিলোঁ। বহুত সময়লৈকে টোপনি অহা নাছিল। শৰতৰ নিৰ্মল আকাশত জোনাকে ভুমুকিয়াইছিল। তাৰ পোহৰ খিৰিকীয়েদি আহি কোঠাটোৰ অ'ত-ত'ত পৰিছিলহি। নিৰ্মালিয়ে সেইফালেই চাই আছিল। শীতল ৰাতিৰ নীৰৱতা, কাষত নিৰ্মালি— যাক মোৰ জীৱনৰ একমাত্ৰ বান্ধৱী হিচাপে ভাল পাবলৈ আৰম্ভ কৰিছিলোঁ, সকলো মিলি সেই ৰাতিৰ মধুৰতাখিনি ভাল লাগিছিল। তাতোকৈ ভাল লগালে নিৰ্মালিয়ে। জোনৰ পোহৰলৈ বহুত সময় চাই থাকি তাই অস্ফুট সুৰেৰে গুণগুণাইছিল, 'Tender is the night and happily the queen moon is on her throne' হঠাতে বৰ ভাল লাগিল। সৰু মাতেৰে তাইক মাতিছিলোঁ 'নিৰ্মালি'। তাই উচপ খাই ঘূৰি চালে, 'তোৰ টোপনি অহা নাই নিৰু?' 'ওঁহো বৰ ভাল লাগিছে দেখোন, তোৰ অস্পষ্ট কবিতা শুনাবি নিৰ্মালি?' 'নাই থাকক; তেনেকৈ আবৃত্তি কৰিব নোৱাৰোঁ মই। মনত পৰিলে দুই-এশাৰী কেতিয়াবা গুণগুণাওঁ, ইমানেই।' অলপ সময় মনে মনে থাকি তাই আকৌ কৈছিল, আপোন মনেই কিজানি, 'প্ৰকাশে খুব ভাল ইংৰাজী কবিতা আবৃত্তি কৰিব পাৰে। তাহানি কিমান দিন যে মোক বহুৱাই শুনাইছিল।'— এটা অফুট হুমুনিয়াহ শুনিলোঁ। প্ৰকাশ? সেই প্ৰকাশ বৰুৱাই নিশ্চয়। মনত পৰে কেইদিনমান আগতে শুনা আলোচনাবোৰলৈ। কৌতূহল হয়, কিন্তু মনে মনে থাকোঁ।

অলপ অভিমান হয়। প্ৰকাশ বৰুৱাৰ লগত তাইৰ সম্বন্ধ তেন্তে অমূলক নহয়। অথচ নিৰ্মালিয়ে ইমানখিনি বন্ধুত্বৰ পিছতো মোক জনোৱা নাই। তাই মোৰ নীৰৱতা বুজি পালোঁ। জোনৰ পোহৰত তাইক অলপ হঁহা দেখিলোঁ। তাৰ পিছত খুব সৰু মাতেৰে, ওচৰৰ বিছনাত শোৱা মণিয়ে যাতে সাৰে থাকিলেও নুশুনে সেইদৰে ক'লে, 'অভিমান হৈছে নহয়? কিন্তু মোৰ অলপো দোষ নাই। কোনো দিন মোৰ এই বিষয়ে কাকো কোৱা নাই। অনভ্যস্ততাৰ সংকোচতো আছেই, তদুপৰি ইমান দিনে ক'বৰ সুযোগ মিলা নাছিল। প্ৰকাশে অৱশ্যে তোৰ কথা সকলো জানেই। তই মোৰ যিমানখিনি পৰিচিত প্ৰকাশৰো সিমানেই। কেৱল তোকেই ইমান দিনে আন্ধাৰত পেলাই থৈছিলোঁ। আজি শুনিবি। টোপনি নধৰেতো?' তাৰ পিছত সেই ধুনীয়া ৰাতি তাই এফালৰ পৰা জীৱনৰ মূল্যবান অধ্যায়টোৰ কাহিনী কৈ গৈছিল। সেই ৰাতিটো মই পাহৰিব নোৱাৰোঁ। মোৰ অভিজ্ঞতা চহকী হৈছিল, মোৰ ধাৰণা সলনি হৈছিল, বিশ্বাস কৰিছিলোঁ— প্ৰকৃত প্ৰেমো সম্ভৱ হ'ব পাৰে। কথা শেষ কৰি নিৰ্মালিয়ে কিবা ভাবি বহুত সময় বাহিৰলৈ চাই আছিল। মই মাতিছিলোঁ, 'নিৰ্মালি'। তাই ঘূৰি চাইছিল। 'পাৰিবি তই সফলতা আনিব? তহঁতৰ এই সমস্যাটো বহুত ফালেদিয়েই জটিল হৈ উঠিবগৈ। তাৰ কাৰণে মনক সাজু কৰিছতো? তাই একো উত্তৰ নিদি কেৱল মোৰ হাতখন নিজৰ হাতৰ মুঠিত লৈ অস্পষ্টভাৱে ক'লে, 'নিৰু'।

সেইদিনা ভাবিছিলোঁ সেইখিনি তাইৰ দৃঢ়তা। কিন্তু তেতিয়া মোৰ অলপো সন্দেহ হোৱা নাছিল যে, ভৱিষ্যতৰ অনিশ্চিত বিপদপূৰ্ণ জীৱন এটাৰ কথা ভাবি তাইৰ মনৰ দুৰ্বল অংশটো কঁপি উঠিছিল, সাহ বিচাৰি তাই মোৰ হাতৰ মুঠি বলেৰে চেপি ধৰিছিল।

সেই ৰাতিটোৰ দুই-তিনি দিনৰ পিছত প্ৰকাশ হোষ্টেললৈ আহিছিল। নিৰ্মালিয়ে মোৰ লগত চিনাকি কৰি দিছিল। যদিও তিনিও তিনিওৰে বিষয়ে বহুত কথাই জানো, তথাপি সেই প্ৰথম পৰিচয়ৰ সময়খিনি বৰ সহজ বা বন্ধুত্বপূৰ্ণ হৈ উঠা নাছিল। এটা-দুটা টুকুৰা-টুকুৰি কথা, তাৰ পিছত কিছু সময় অস্বস্তিকৰ নীৰৱতা। মই ভাবিলোঁ, কিবা এটা দীঘলীয়া আলোচনা লৈ ব্যস্ত থাকিব পাৰিলে এই অৱস্থাটোৰ সামৰণি পৰিব। ৰাজনীতিৰ আলোচনা? ওঁহো। প্ৰথম পৰিচয়ৰ দিনা ৰাজনীতি খাপ নাখাব। মনত পৰিছিল সেইদিনা পুৱা নিৰ্মালিয়ে 'সঞ্চয়িতা'ৰ পৰা কবিতা এটা অনুবাদ কৰাত ব্যস্ত আছিল। তাকে প্ৰকাশক ক'লোঁ। ভাবিছিলোঁ কবিতাটো চাব খুজিব, মতামত জনাব। কিন্তু বেচেৰীক বিপদতহে পেলালোঁ। প্ৰকাশ বৰুৱাই গম্ভীৰভাৱে সুধিলে, 'অ' নিৰ্মালিয়ে আজিকালি তাকেহে কৰা নেকি? তাই মোক চকু ঘোপা কৰি ধৰিলে, 'তোক কিহে পালে লগাবলৈ? আজি পুৱা পঢ়িবৰ ইচ্ছা যোৱা নাছিল। আন কামো নাছিল। আগত 'সঞ্চয়িতা'খন দেখি তাৰে কবিতা এটা অনুবাদ কৰিছিলোঁ। এওঁ এতিয়া ইয়াকে লৈ মোক ঠাট্টা কৰি মাৰিব নহয়। মোৰ বুৰ্জোৱা, কালচাৰিষ্ট মনৰ সমালোচনা কৰিব— এই সাধাৰণ কথাটোকে লৈ। জান নিৰু, সেই তাহানি যে 'দান' কবিতাটোৰ অসমীয়া অনুবাদ ওলাইছিল সেইটো পঢ়ি প্ৰকাশে কি বুলি সমালোচনা কৰিলে? শেষৰ শাৰীটো আছিল 'হওক ফুল, হওক সি গান।' এওঁ ক'লে, স্বৰ্গৰ পৰা ৰবীন্দ্ৰনাথৰ অমৰ আত্মাই তেওঁৰ এই বিখ্যাত কবিতাৰ এনে অৱস্থা দেখি আক্ষেপ কৰি উঠিব— 'হায় ভগৱান!' মই হাঁহিলোঁ । প্ৰকাশেও অলপ হাঁহিলে। তাৰ পিছত ক'লে, 'মেট্ৰিকৰ ইংৰাজী কিতাপখনত এটা প্ৰবন্ধ পঢ়িছিলেনে— 'How one should read a book?' তাত আছিল হঠাৎ বেয়া কিতাপৰ মাজতো ভাল লিখা ওলাব পাৰে। নিৰ্মালিৰ ক্ষেত্ৰতো কেতিয়াবা তেনে হয়, হঠাৎ অলপ নতুন কথা ওলাই পৰে।' এদিন 'মীৰা' ছবিখন চাই আহি মোৰ আগত সমালোচনা কৰিলে— ছবিখনত অজস্ৰ ফুল আৰু গান। তথাপি গানৰ কাৰণে বিৰক্তি লাগি যোৱা ছবিখন চাই মোৰ বাৰে বাৰে মনত পৰিছিল— 'হওক ফুল হওক সি গান'। তথাপি মই ক'মেই, 'হায় ভগৱান'। বৰুৱা আৰু মই দুয়ো হাঁহিলোঁ। নিৰ্মালিয়ে ঘোপাকৈ চালে। মোৰ ভাল লাগিছিল নিৰ্মালিয়ে কোৱা প্ৰকাশৰ প্ৰশংসা কৰাৰ পৰোক্ষ ভংগীটো নিজে দেখি।

যেতিয়া ইটো-সিটো কথাৰ পিছত প্ৰকাশে বিদায় লৈ গ'ল, নিৰ্মালিয়ে মৱে তেনেকৈ কিছু সময় বৈ আছিলোঁ। তাৰ পিছত নিজৰ অজ্ঞাতসাৰেই মোৰ মুখৰ পৰা ওলাইছিল, 'নিৰ্মালি, তই সঁচাকৈয়ে ভাগ্যৱতী'। বোধহয় সেই এটা কথাই তাইৰ উচ্ছ্বাস বঢ়াই তুলিছিল। তাই কৈ গৈছিল, এদিন প্ৰকাশ আৰু তাইৰ কেনেকৈ কবিতাবোৰ বৰ প্ৰিয় আছিল; তাহানি যেতিয়া প্ৰকাশ আজিৰ ৰাজনীতিৰ প্ৰকাশ বৰুৱা হৈ উঠা নাছিল, দুয়ো একেলগে বহি বহি কেনেকৈ 'ৰবীন্দ্ৰনাথ' পঢ়িছিল। কোনোবাই কিজানি তাৰ দাৰ্শনিক ভাবাৰ্থ বুজা নাছিল। তথাপি

ভাল পাইছিল, মুগ্ধ হৈছিল ধুনীয়া প্ৰকাশভংগীত, শব্দ গাঁথনি আৰু ছন্দত। নিৰ্মালিয়ে সকলো পাহৰি আপোন মনে কৈ গৈছিল, অতীতৰ কাব্য-চৰ্চাৰ মধুৰ স্মৃতিৰ মাজত তাই বুৰ গৈছিল। ভাল পোৱা এটা-দুটা শাৰী তাই গাই গৈছিল। মোৰো বৰ ভাল লাগিছিল। এৰা এয়েহে জীৱন, যেতিয়া ইহঁতৰ দৰে মনে-প্ৰাণে উপলব্ধি কৰিব পাৰে, ক'ব পাৰে— 'এত কথা আছে, এত গান আছে, প্ৰাণ হয়ে আছে ভোৰ।'

ইয়াৰ পিছত তাইৰ উচ্ছ্বাস অলপ কমি আহিছিল। দুখ কৰিছিল, কিয়নো সৌ সিদিনাৰ কথাবোৰো আজি কিমান অসম্ভৱ যেন লাগে। প্ৰকাশে আজি টেনিছন বা ৰবীন্দ্ৰনাথ আবৃত্তি নকৰে। কেৱল ৰাজনীতি। আগেয়ে কিমান কবিতা, গল্প, উপন্যাস পঢ়িবলৈ আনি দিছিল। আজি দিব 'পৰিচয়', 'মাৰ্ক্সবাদ', 'Cross-Road', নানা ৰকমৰ ৰাজনৈতিক কিতাপ আৰু পুস্তিকা-ইস্তাহাৰ। মই ক'লোঁ, তাৰ কাৰণে জানো দুখ কৰা উচিত নিৰ্মালি? যুগৰ দাবী জানো তই অস্বীকাৰ কৰিব খোজ? প্ৰকাশে দেশৰ কাৰণে জীৱনৰ পথ গঢ়িছে; তই জানো উৎসাহদাত্ৰী হোৱা উচিত নহয়? প্ৰকাশৰ লগত তই জানো খোজ মিলোৱা উচিত নহয়?' তাই এটা হুমুনিয়াহ কাঢ়িছিল। 'মই সেইবোৰ নজনা নহয় নিৰু। কোনোদিনতো প্ৰকাশক মোৰ এই সামান্য আক্ষেপ জনোৱা নাই। কিন্তু মই বৰ দুৰ্বল অ' নিৰু। এদিন মোৰ মন প্ৰকাশৰ সৈতে একে শাৰীতেই আছিল। আজি প্ৰকাশ আগবাঢ়ি গৈছে, মই সেই খোজৰ লগত খোজ মিলাব পৰা নাই। এয়ে মোৰ প্ৰতিকাৰহীন আক্ষেপ। নিৰু, আমাৰ মাজৰ ব্যৱধান যে বাঢ়ি আহিছে।

সেইদিনা তাইৰ ইমানখিনি স্বীকাৰোক্তিৰ পিছতো মই একো ভবা নাছিলোঁ। ভাবিছিলোঁ, প্ৰকাশ আছে যেতিয়া মই নাভাবিলেও হ'ব। তাৰ পিছত হোষ্টেলৰ বাধা আৰু প্ৰকাশৰ সময়ৰ অভাৱৰ মাজতো আমাৰ সৌহাৰ্দ্য বাঢ়ি আহিছে। নিৰ্মালিৰ পৰা শুনা বৰ্ণনাবোৰ বাস্তৱত দেখা পাই এই দুজন প্ৰেমিকৰ ওপৰত মোৰ শ্ৰদ্ধা বাঢ়ি আহিছিল। সিহঁতৰ মাজৰ সুন্দৰ বুজা-বঢ়া আৰু দৃঢ় সম্বন্ধটোৱে মোৰ মনত এটা অনাবিল আনন্দ যোগাইছিল।

প্ৰকাশ বৰুৱাক সাধাৰণতে ৰাজনীতিৰ বাহিৰে আন গভীৰ ধৰণৰ আলোচনা কৰা শুনা নাছিলোঁ। নিৰ্মালিয়ে তেওঁৰ সাহিত্য-প্ৰতিভাৰ কথা কৈছিল, সেই কাৰণেই তেওঁৰ পৰা অসমীয়া সাহিত্যৰ বিষয়ে আলোচনা শুনিবৰ মন আছিল। আমাৰ আলোচনাৰ ধাৰা বৰ্তমান সাহিত্যৰ অৱস্থাৰ ফালে নিবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু প্ৰকাশে বিদ্ৰূপেৰে ক'লে, 'দুটা বছৰ আগতেও মোক এই বিষয়ে সুধিলে খুব উৎসাহেৰেই আলোচনা কৰিলোঁহেঁতেন। অসমীয়া সাহিত্যৰ দুৰৱস্থাৰ বিষয়ে, ৰোমাণ্টিক আৰু প্ৰগতিশীল সাহিত্যৰ সম্পৰ্কে বা তথাকথিত সস্তীয়া নাম কিনাৰ চেষ্টা কৰা প্ৰগতিশীল সাহিত্যিকসকলৰ বিষয়ে বহুত কথা ক'লোঁহেঁতেন। তাৰ পিছত আমাৰ সাহিত্য চৰ্চাৰ অসুবিধা, পাঠক-সমাজৰ অভাৱ, ভাল লেখকৰ অভাৱ, ধনৰ নাটনি ইত্যাদি বহুত কথাই আপোনাৰ লগত আলোচনা কৰিলোঁহেঁতেন। এসময়ত মই নিজেও ভীষণ উৎসাহী সাহিত্যনুৰাগী আছিলোঁ নহয়।' কৈ কৈ তেওঁ হাঁহিছিল। মই কৈছিলোঁ, 'আপোনালোকৰ সাহিত্য-প্ৰতিভা আছিল, বৰুৱা। আমাৰ সাহিত্যিকক আপোনালোকৰ দানেওতো অলপ চহকী কৰিলেহেঁতেন!' তেওঁ কিয় জানো অলপ গহীন হৈ ক'লে, 'আপোনাৰ যুক্তি সঁচা হ'ব পাৰে। কিন্তু মই ভাবোঁ, দেশৰ গুৰুতৰ আহ্বানত ওলাইছোঁ আমি। আজিকালি বহুত সাহিত্যিক ওলাইছে নহয়। তেওঁলোকৰ ওপৰতেই সাহিত্যৰ ভাৰ থাকিল। আমাৰ ভেটিটো ঠিক কৰি লৈহে বাকীবোৰ কৰিব লাগিব। আৰু কেইবছৰমান ৰওক, তেতিয়া ময়েই হাতত কলম ল'ম। নিৰ্মালিকো ৰবি ঠাকুৰৰ কবিতা অনুবাদ কৰিবলৈ লগাই দিম।' পৰিস্থিতিটো পাতলাই দি প্ৰকাশে হাঁহি দিয়ে। ময়ো হাহোঁ। নিৰ্মালি কিন্তু গম্ভীৰ হৈ থাকে। হঠাৎ বৰুৱাই মাত লগায়, 'কথা এটা মনত পৰিছে। 'অসমীয়া'ত সেইদিনা প্ৰবন্ধ এটা চকুত পৰিল— কোনো এজন সাহিত্য-ভাবুকৰ প্ৰস্তাৱ কিছুমান। মোৰ হ'লে পঢ়ি বৰ ভাল লাগিছিল দেই। বৰ্তমান অৱস্থাত যেতিয়ালৈকে আমাৰ ভাল সাহিত্যিক নোলায়, তেতিয়ালৈকে সেইবোৰ প্ৰস্তাৱ মতে আগৰ ভাল ভাল কিতাপ-পত্ৰবোৰৰে নতুন সংস্কৰণ উলিয়াব লাগে। সেইবোৰ কিতাপতো আজিকালি পাবলৈকে নোহোৱা হ'ল। সঁচাকৈয়ে পুৰণি 'বাঁহী', 'আবাহন' আদিত ভাল গল্প-প্ৰবন্ধ ওলাইছিল। তাৰোতো সংগ্ৰহ উলিয়াব পৰা যায়।' ইমান সময় নিমাতে থকা নিৰ্মালিয়ে অভিমান পাহৰি গৈ এইবাৰ ক'লে, 'সঁচাকৈয়ে সেই যুগৰ গল্পবোৰ মোৰ বৰ ভাল লাগিছিল। নতুনত্ব, প্লট, লিখাৰ টেক্‌নিক সকলো যেন বিচাৰি পাইছিলোঁ তাত। মহীচন্দ্ৰ বৰা, নকুলচন্দ্ৰ ভূঞা আদিৰ গল্প খুব ভাল লাগিছিল আৰু মালিকৰ ভাষাৰ জাল সঁচাই মোহ লগা আছিল। আজি হয়তো ৰোমাণ্টিক বুলি তাৰ মূল্য নাই। কিন্তু সেই সময়ত তাৰেই দাবী

আছিল, সেই হিচাপে সফলো হৈছিল।' তাৰ পিছত ইটো-সিটো কথাৰ পিছত নির্মালিয়ে কলেজত ছাত্র-ছাত্রীৰ মাজৰ সংকোচৰ সম্বন্ধটোৰ বিষয়ে উলিয়ালে। বৰুৱাই ক'লে, 'সিদিনা ক'ত কোনো প্রবন্ধ এটা পঢ়িলোঁ— 'ছাতৰৰ গাত মামৰে ধৰিছে' তাত লিখিছে, আমাৰ ছাত্র-ছাত্রীৰ নৈতিক অধঃপতনেই তাৰ কাৰণ। কিন্তু দোষ কাৰ? সেই সমাজ-ব্যৱস্থা-শিক্ষা ব্যৱস্থাই সকলোৰে মূলত নহয়নে? আমাৰ ছাত্র আৰু ছাত্রীসকলে একে সাঁচত গঢ়া শিক্ষাকে ল'ব লাগে। আমাৰ ছাত্রীসকল অধ্যাপক কোঠাৰ ভিতৰ নোসোমাবাকৈয়ে বাহিৰত ৰৈ থাকে। শুনিছিলোঁ, কোনোবা এগৰাকী অধ্যাপকে বোলে ছাত্রী কিছুমান ভিতৰত বহি থকাত খণ্ডেই কৰিছিল। মইতো ভাবোঁ, তাকে কৰি তেওঁ নিজে দিয়া শিক্ষাকেই পৰোক্ষভাৱে অপমান কৰিছে। উপযুক্ত শিক্ষা পোৱা ছাত্র-ছাত্রীয়ে অপমানজনক ঘটনা হ'বলৈ দিবই বা কিয়? আনফালে ছাত্রসকলে এইবোৰকে নকৰিনো কৰিব কিয়? বুদ্ধিমান ছাত্রসকলে পঢ়াতে শক্তি ক্ষয় কৰে, কিন্তু সাধাৰণ ছাত্রবোৰে প্রচুৰ শক্তি খৰচ কৰে ক'ত? সেই কাৰণেই ছাত্রীসকলৰ লগত ধেমালি কৰিয়েই সিহঁতৰ সামর্থ্যবোৰৰ কিছু পৰিমাণে অপব্যয় কৰিছে। ছাত্রৰ আৰু এটা প্রিয় বস্তু ৰাজনীতি। সিতো আমাৰ প্রায় নিষিদ্ধই হৈ গৈছে।'

বছৰটো পাৰ হৈ গ'ল। বাছনি পৰীক্ষা হৈ গ'ল, তাৰ পিছতে আমাৰ শেষ পৰীক্ষাও হৈ গ'ল। নির্মালি আৰু মই, দুয়ো একেখন ৰে'লতেই ঘৰলৈ গৈছিলোঁ। বিদায় দিবলৈ ষ্টেচনলৈ প্রকাশ আহিছিল। মোলৈ চাই হাঁহিভৰা মুখেৰে কৈছিল, 'দুই-তিনি মাহৰ পিছত আকৌ দেখা পাম বুলি আশা কৰিলোঁ।' নির্মালিলৈ চাই কৈছিল, 'দীঘলীয়া সময়খিনিৰ যাতে সদ্ব্যৱহাৰ কৰা, নির্মালি। কিতাপ-পত্রবোৰ ভালকৈ পঢ়িবা। মোৰ বিষয়ে কি কওঁ, এতিয়াও ক'ব পৰা নাই। তোমাক পিছত জনাম। তোমাক যাতে এইবাৰ বেছি উন্নত ৰূপত দেখোঁ নির্মালি।'

সেয়ে সিহঁতৰ শেষ দেখা। মোৰো— প্রকাশ আৰু নির্মালিৰ লগত সেয়ে শেষ দেখা। কলেজ খোলাৰ পিছত আহি প্রকাশক এবাৰো লগ পোৱা নাছিলোঁ। বোধহয়, কর্তব্যৰ আহ্বানত কেনিবা সোমাই পৰিছে। মই মাথোঁ নীৰৱ শুভেচ্ছা এটি জনাইছিলোঁ।

... কিমান সময় গ'ল, ক'ব নোৱাৰোঁ। মোৰ সহ-শিক্ষয়িত্রী এগৰাকীৰ মাতত উচপ খাই উঠিলোঁ। তেওঁ ক'লে, 'বাইদেউ, অলপ আগতে লক্ষ্মণ ঢুকাল।'

অ' লক্ষ্মণ! আমাৰ বিধৱা হিন্দুস্থানী চকিদাৰণীজনীৰ একমাত্র ল'ৰা সি। আজি কেইবাদিনো টাইফয়ডত ভুগিছিল। বেচেৰীৰ ভাল চিকিৎসাৰ কাৰণে নাই টকা, নাই পইচা। তদুপৰি এই সৰু চহৰত ভাল ডাক্তৰ এজনো নাই। আমি শিক্ষয়িত্রীসকলে চেষ্টা কৰিছিলোঁ; কিন্তু একো নহ'ল।

লক্ষ্মণৰ মাকৰ অস্পষ্ট আর্তনাদ শুনা গ'ল। হাতৰ চিঠিখনলৈ চালোঁ— আবেলিৰ ৰঙা পোহৰে বোলাই দিছিল। মাৰ যাব খোজা বেলিটো দেখোঁ ৰঙা, কাৰোবাৰ যেন বুকুৰ ৰঙা তেজ।

চিঠিখনৰ ৰঙা ৰংটো ভেদ কৰি যেতিয়া এশাৰী কথা মূর্ত হৈ উঠিল— 'তাকেই ভাবিছোঁ নিৰু, এই পৃথিৱীখনত যে দিনৌ কিমান অকাল-মৃত্যু কত ধৰণে ঘটি আছে।'

(ৰামধেনু, ১৯৫১)

# বিক্ৰমাদিত্যৰ সিংহাসন

এই কেইদিন অলপ— যাক হয়তো ক'ব পাৰি ৰাজনৈতিক, তেনে কামত— ব্যস্ত আছিলোঁ। তোমালৈ সেয়ে লেখিব পৰা নাই কেবাদিনো। মানে লেখা নাই। দীঘলীয়াকৈ অলপ লেখিম বুলি থৈছিলোঁ। আজি অৱসৰ মিলিছে, নেহৰু অহাৰ উপলক্ষে বা উপায়হীনতাত আমাৰ কাম বন্ধ থকাত। সেয়ে আজৰি পাই বহিছোঁ।

প্ৰৱাসত থাকি তোমাৰ ইয়াৰ নিৰ্বাচন সম্পৰ্কীয় খবৰবোৰ ভালেই লাগিব নহয়? মই তোমাক মোৰ অভিজ্ঞতাৰ মজা লগা নমুনা কিছুমানহে (যাৰ তলীত অৱশ্যে দুখেই বিচাৰি পাবা, আমাৰ আন্তৰিক হাঁহিৰ মাজতো বেদনাৰ চেকা থকাৰ দৰেই) জনাম দেই। ভোট বিচাৰি ঘূৰি ফুৰোঁতে লাভ কৰা অভিজ্ঞতা কিছুমান।

কোন ফালৰ পৰা আৰম্ভ কৰোঁ? বাৰু, মাজে মাজে এটা-দুটা ঘটনাকে কৈ যাওঁ।

সিদিনা গ'লোঁ— চহৰৰ মাজেৰে বস্তী এটালৈ। দুপৰীয়া সময়। ঘৰৰ পুৰুষসকল কামে কামে ওলাই গৈছে। লেতেৰা নৰ্দমাটো পাৰ হৈ লেতেৰা ঘৰবোৰ— একে লেতেৰা তাৰ অধিবাসীসকল। অতি অপৰিষ্কাৰ কাপোৰ, ধূলিৰে একো তৰপ ডাঠ হোৱা গাৰ ছাল, জটা বন্ধাৰ দৰেই শুকান চুলিবোৰ— নাৰীত্বৰ যি সুষমা কাৰ সাধ্য বিচাৰি পাব? চোতালত বহি ৰ'দ লৈছে, মাটিতে ভৰি-হাত মেলি বহি লৈ ওকণি চাইছে ইজনীয়ে সিজনীৰ! ৰাজনৈতিক শব্দবোৰ যথাসাধ্য পৰিহাৰ কৰি সহজ ভাষাত বুজাবৰ চেষ্টা কৰিলোঁ—

আমি কিয় আহিছোঁ, আমাক কিয় ভোট দিব লাগে, আমাৰ দলৰ চিন কি— ইত্যাদি। বেছ মজা পোৱাৰ দৰে প্ৰথমে আমাৰ পিনে চাই শুনি থাকিল— তাৰ পিছত আমাৰ কোৱা শেষ হোৱাত ক'লে— 'আমি আই, এইবোৰ একো নাজানো। আমি মুছলমান তিৰোতা। আমাৰ 'মৰদ'বোৰে ঘৰৰ পৰা ওলাব দিব কিয়?' প্ৰায় একেই উত্তৰ গোটেই বস্তীটোতে— 'আমি জনমত ভোট দি পোৱা নাই।' 'ভোট মানে কি আইহঁত?'— 'এ— ভোটবোৰ দিনো আমাৰ কি লাভ হ'ব— যোৱাবাৰো দেখোন দিছিলোঁ। আমি দেখোন তাৰ পিছত আৰু দুখতহে পৰিছোঁ। ভোট দি আমাৰ লাভ নাই' এনে বিভিন্ন ধৰণৰ কথা,— অবুজন, অলপ বুজন— নানা ধৰণৰ মাইকী মানুহ। কোনো কোনো ঘৰৰ বাহিৰ ওলালে হয়তো শুনো— ভদ্ৰতাৰ মুখা পিন্ধিব নজনা অশিক্ষিতাসকলৰ মন্তব্য— 'কোনোদিন আমাৰ ফালে ফিৰি নোচোৱা, আমাক ঘিণ কৰা, এওঁলোক এতিয়া ভোট লগাৰ সময়ত ভালৰি বোলাব আহিছে আমাক! এই ভদ্ৰলোক মানুহবোৰ কম নহয়'— খং হ'লে উঠিব নিদিওঁ আমাৰ, সিহঁতৰ ফালৰ পৰা সিহঁতেতো মিছা কোৱা নাই। নিজৰ ভদ্ৰ পোছাক-পৰিচ্ছদৰ অস্বস্তিৰ সচেতনতা এটা আহি পৰে। সেই বস্তীটোৰে এটা মূৰত এজনী বুঢ়ীয়ে বাচন মাজি আছিল। ক'লোঁ— 'আই, ভোট দিবা?' কঁকালত ধৰি থিয় হ'ল বুঢ়ী— 'কি ভোট? কিয় লাগে?'— 'ভোট দিলে আমি তোমাক ভাত-কাপোৰ দিম।' হঠাৎ বুঢ়ী উগ্ৰচণ্ডী হৈ উঠিল— 'তোমালোক ভাত-কাপোৰ দিবৰ কোন? আল্লাৰ লগত 'গোসা' কৰিব আহিছা? ইমান সাহ!' ইত্যাদি ইত্যাদি। কিছুমানে আকৌ খুব হয়ভৰ দিয়ে আমাৰ কথাত— 'ঠিক কথা কৈছা আইহঁত! নক'বানো কেলৈ? লেখা-পঢ়া শিকা জনা-বুজা ছোৱালী তোমালোক, তোমালোকে নুবুজিলে এইবোৰ কোনে বুজিব আৰু। দিম যোৱা আইহঁত, তোমালোককে দিম ভোটকেইটা— এগৰাকী বুঢ়ীয়ে কাষত এটা কলহ, হাতত এটা সৰু বাল্টিত পানী লৈ গৈ আছিল। 'অ' আই, ৰ'বচোন ৰ'ব। পিছে আপুনিনো ভোটটো কাক দিম বুলিছে? বুঢ়ী ৰ'ল। অলপ সময় ৰ' লাগি চাই থাকিল,— তাৰ পিছত সাদৰী মাতেৰে ক'লে— 'পৰহি বাছাহঁত, কেবাগৰাকী তিৰোতা আহি শিকাই দি গৈছে নহয়— ওপৰত গৰু থকা বাকচটোতে ভোট দিবলৈ। তাতেই নিদিম জানো?' তাৰ পিছত আমাৰ কথা কৈ ধানৰ চিন দেখুওৱা মাত্ৰেই ঘপহ কৰে বুঢ়ীয়ে বাল্টি আৰু কলহ মাটিত নমাই থৈ ওপৰলৈ হাতযোৰ কৰি থিয় হৈ গ'ল— 'লক্ষ্মী নাৰায়ণ! আই বসুমতী! ধানেই লক্ষ্মী, বাছাহঁত ধানেই লক্ষ্মী। নাৰায়ণ লুকাই আছে ধানতে— পিৰ্থিৱীখন ধৰি ৰাখিছে তেওঁ এই ধান-চাউল খুৱায়েই। অ' মোৰ বাছাহঁত, মইনো লক্ষ্মীক ভোট নিদি কাক দিম আৰু।' সেই 'পাৰা'ৰ পৰা ওলাই অহাত সিদিনা সন্ধিয়া হঠাৎ এটা জুপুৰীৰ পৰা মাত শুনিছিলোঁ— 'আই লক্ষ্মীহঁত!' ফিৰি চাওঁ বুঢ়ীজনী সোলা, মৰম সনা হাঁহিটো মুখত। 'যাওঁ দিয়ক আই, ৰাতি হ'ল নহয়। এইটোৱে ঘৰ

আপোনাৰ?'— 'হয় বাছাইঁত, ইয়াতে নাতি-পোৱালীকেইটাক লৈ এমুঠি খাই-মেলি ... আৰু সুখে-দুখে— এৰা, যোৱা আই লক্ষ্মীহঁত গধূলি হৈ আহিলেই। ঘৰ চাপিব লাগে আৰু এতিয়া—।' বুঢ়ীজনীৰ সোলা হাঁহিটো চকুত ভাহি উঠে।

মাজ চহৰলৈ গ'লোঁ। 'বাৰু, তাত গৈ মনটো যিফালে টানে, দিম আৰু।' —'তেখেতক'লো এতিয়া মনত নাই, তেখেতে যি কয় সেইমতেহে চলিব পাৰিম'— 'সেইটোতো সঁচাই, উপযুক্ত চাইহে দিয়া উচিত'— 'নালাগে দিয়ক কিতাপ আৰু, শুনিয়েইতো আছোঁ এইবোৰ কথা'— মধ্যবিত্তীয় অহমিকা লৈ কোনো মহিলাই হয়তো অলপ গহীন পণ্ডিতৰ ভাব লৈয়ে কয়— 'সেইবোৰ বহুত পঢ়িছোঁ। নতুন জানিবলগীয়া কথা আৰু নাই দিয়ক'— কোনোৱে হয়তো পুতেকৰ গৌৰৱ কৰিয়েই ক'ব— 'মোৰ বোপাইৰ হাততে আছে তেনে বহুত কিতাপ-পত্ৰ, কিমান কিতাপ আনে, পঢ়ে'— এগৰাকী ভদ্ৰলোক লগ পালোঁ 'loyalty to the Govt' সম্পৰ্কে দীঘলীয়া বক্তৃতা এটা শুনি আহিলোঁ। এগৰাকীয়ে প্ৰথমেই ক'লে— 'মই কংগ্ৰেছৰ বাহিৰে আন কাকো ভোট নিদিওঁ,' তাৰ পিছত নীৰৱে তলমূৰকৈ আমাৰ যুক্তিবোৰ শুনি গ'ল। শেষত ক'লে, 'তথাপি কংগ্ৰেছকেই ভোট দিম—'

আকৌ এঘৰত। গিৰীহঁত বহি আছিল বাহিৰতে। সুধিলোঁ— 'পিছে আপুনিনো কাক দিম বুলি ভাবিছে ভোটটো?' ৰসিক ভদ্ৰলোকজনে অলপ হাঁহি ক'লে— 'আপুনি পৰীক্ষাৰ প্ৰশ্নতকৈও সাংঘাতিক প্ৰশ্নটো কৰিলে। তাৰ উত্তৰটো দিয়া টানেই'— সকলোৱে হাঁহিৰ পিছত আকৌ সুধিলোঁ— 'আমি কোনফালৰ পৰা আহিছোঁ জানে নেকি?' 'সেইটো মই দেখিয়েই বুজিছোঁ—' মই হাঁহি সুধিলোঁ— 'আমি মাৰ্কা মৰা নহয়?'

আৰু এগৰাকী ভদ্ৰলোকে বুইছা, একেবাৰে ফ্ৰয়েডিয়ান থিঅ'ৰি উলিয়ালেগৈ— 'ওঁহো, আমি পুৰুষ মানুহক ভোট নিদিওঁ। Opposite sex will always get the priviledge! নহ'লেনো এনে মৰমৰ বন্ধুসকল থাকোঁতেও অচিনাকি ছোৱালী এজনীক বিয়া কৰাব যাওঁ কিয়? Ladies first জানাই নহয়; সেই বিয়াৰ দিনাও ছোৱালীজনীৰ পাছে পাছেহে ঘূৰিছিলোঁ লগুণ গাঁঠিৰ পিছত। কোৱা, তোমালোক যদি আমাৰ পাছ পৰিবলৈ সন্মত হোৱা, ৰভাৰ তলীত দৰাৰ আগ নহৈ পাছ হ'ব পাৰা, ভোট দিওঁ পুৰুষ মানুহকে। মই হাঁহি ক'লোঁ, 'বিয়াৰ ৰাতি যদি দৰাৰ পাছ পৰিলেই আপুনি আমাক ভোটকেইটা দিয়ে— এইমাত্ৰ আটাইকেইজনীয়ে প্ৰতিজ্ঞা কৰিব পাৰোঁ তেনে কৰিবলৈ—'

আকৌ সিদিনা গ'লোঁ আন এটা 'পাৰা'লৈ। তাত প্ৰায় প্ৰত্যেকৰে মুখত একে কথা— 'আমাৰ ভোট লৈ গৈছে নহয়'— কি কথা! অ'— 'আপোনালোকে তেনেহ'লেতো আমাক ভোট দিবই। কওকচোন আপোনালোকৰ নামবোৰ, লেখি থওঁ, নহ'লে হিচাবত ভুল হ'ব পাৰে' —এইবুলি প্ৰথমেই 'কেনভাছ' কৰা দল এটাই সেইদৰে কাগজত নামবোৰ লেখি লৈ গৈছে হেনো। তাতেই হঠাৎ বহুত বছৰৰ মূৰত এগৰাকীক— ধৰা মহিলাই— বিয়া হোৱাৰ এবছৰ-দুবছৰ পাছতেই আমাৰ ছোৱালীবোৰৰ 'ছোৱালীত্ব' হেৰাই যায় যেতিয়া,— লগ পালোঁ, আমি স্কুলীয়া সৰু ছোৱালী থাকোঁতেই দেখা। আমাৰ বাইদেউহঁতৰ লগত পঢ়িছিল। মোক চিনি পালে— তাৰ পিছত নানা প্ৰশ্ন, বাইদেউৰ খবৰ-বাতৰি। এৰিয়েই নিদিয়ে আৰু। বিব্ৰত অবস্থা আমাৰ। ভোট খোজাৰ কথাটোলৈ মন নিদিয়েই। মই উত্তৰবোৰ দি আহোঁ, তাৰ ফাঁকে ফাঁকে মোৰ সঙ্গিনীসকলে কয়— 'আমাক ভোট দিব দেই'— 'আমাৰ পাৰ্টিৰ কথা শুনিছেই গৰীব-দুখীয়াৰ বাবে...' কিছু সময়ৰ পিছত তাৰ পৰা উদ্ধাৰ পাই ঘড়ীটোলৈ চাই খোজবোৰ আৰু বেগাবেগীকৈ দি ক'লোঁ— 'এতিয়া আন নালাগে বাইদেউৰ বন্ধুত্বৰ খাতিৰতে ভোটকেইটা দিলেই হয়'— সেইদৰে কৈছিলোঁ তেওঁ— 'মুকুলৰ ভনীয়েক তুমি, ভোট খুজিব আহিছা, নিদি পাৰিম কেনেকৈ!'

এঠাইত যে এজনে কংগ্ৰেছক গালি পাৰিলে— চিএৰত ভিৰ জমাই তুলিলে। মূৰ গৰম বুলি ভাবি লাহেকৈ ভিৰৰ মাজৰ পৰা ওলাই আহিলোঁ আমি। পিছত খবৰ লৈ শুনিলোঁ— আগে ভালেই আছিল কিন্তু আজি দুবছৰে মাটি-বাৰীৰ কিবা লেঠা লাগি, আৰু ঘৰুৱা বেমাৰ-আজাৰ— সকলো মিলি মূৰৰ দোষ ঘটাইছে। এতিয়া সুযোগ পালেই কংগ্ৰেছক গালি পাৰে। যোৱাবেলি নিৰ্বাচনৰ সময়ত তেওঁেই গাঁৱৰ ৰাইজৰ বহুত ভোট গোটাই দিছিল— কিন্তু আজি তাৰ ফলত— ইত্যাদি ইত্যাদি।

ওচৰৰে এখন গাঁও। মানুহবোৰে ক'লে— 'বেয়া নাপাবা আইহঁত, আমি আৰু অলপ জনা-বুজা, 'পাছ-টাছ' কৰা বিদ্বান মানুহকহে ভোটকেইটা দিম বুলি ভাবিছোঁ। লেখা-পঢ়া শিকা মানুহে তেহে আমাৰ হৈ দুখাৰ মাত মাতিবগৈ পাৰিব—' আমি হাঁহি ক'লোঁ— 'আমাৰগৰাকীও বিদ্বান। চাৰি-পাঁচটা পাছ কৰিছে নহয়'— 'এ কোৱা কি আইহঁত! সিদিনা দেখোন মিটিঙত দেখি আহিলোঁ, আমাৰ দৰেই হজুৱা চহা মানুহজন—'

ৰ'বা, শেষ কৰোঁ আৰু এটা মজাৰ ঘটনা কৈ। মোৰ এইটোৱেই আটাইতকৈ আমোদজনক যেন লাগিল। সেয়ে তাৰেই আজিলৈ মধুৰেণ সমাপয়েৎ। কি জানা? এঘৰলৈ গৈ মাতিলোঁ— চহৰৰে মাজৰ। বুঢ়া এগৰাকী ওলাই আহিল। গহীনভাৱে সুধিলে—'কি লাগে?' তাৰ পিছত ভোটৰ কথা কোৱা মাত্ৰেই— 'On Principle মই ভোট নিদিওঁ'— বুলি কৈয়েই ভিতৰলৈ সোমাই গ'ল ভো-ভোৱাই। আমি অবাক হৈ ৰৈ আছোঁ কেইমিনিটমান! আকৌ দেখোন ওলাই আহিল। আৰম্ভ কৰিলে— 'জানা, আজি যদি মই নিজেও নিৰ্বাচনত উঠিলোঁহেঁতেন, নিজকেই মই ভোট নিদিলোঁহেঁতেন। যাদু আছে, সেই গাদীবোৰত যাদু আছে। ভালকো বেয়া কৰি পেলায় সেইবোৰে— তাত বহা মাত্ৰকেই মানুহজন সলনি হৈ যায় একেবাৰে। কতক দেখিলোঁ এই তিনি কুৰি বছৰীয়া জীৱনটোত! অমুকৰ পুতেক— কিমান ভাল মানুহটো নাছিল সেই গাদীখনত বহাৰ আগলৈকে, বহাৰ পিছৰ পৰাই যিটোহে হৈ গ'ল, হৰি, হৰি! চিনিবই নোৱাৰি এতিয়া। আৰুনো কতৰ কথা ক'ম, কিমান শুনিবা আইহঁত। দোষ নিদিওঁ পিছে মই সিহঁতক। সেই তন্ত্ৰ-মন্ত্ৰ থকা গাদীবোৰৰহে দোষ। একেবাৰে যেন বিক্ৰমাদিত্যৰ সিংহাসন—!' বিক্ৰমাদিত্যৰ সিংহাসন! বাঃ! ৰাজনৈতিক ক্ষমতাৰ আসনবোৰৰ লগত ঐতিহাসিক বিক্ৰমাদিত্যৰ সিংহাসনৰ তুলনাটো ইমান আমোদজনক যেন লাগিল যে মৌলিক পাৰ্থক্যটোৱেই মনত খেলোৱা নাছিল — এক মুহূৰ্তৰ বাবে মোৰ। বেছ মজাৰ তুলনা নহয়নে বাৰু?

(ৰামধেনু, ১৯৫১)

# অযোগ্যতা

প্ৰমিলাহঁত ঘৰত নাই। পূজাৰ বজাৰ কৰিবলৈ গৈছে। ৰাণু উভতিব খুজিছিল। দুৱাৰমুখত পাওঁতেই কিন্তু লগ পালে প্ৰমিলাহঁতক। পূজাৰ বজাৰ শেষ কৰি উভতিছে। সিহঁতে আকৌ ঘূৰাই লৈ আহিল তাইক। কিনা কাপোৰ কিনিলে অন্ততঃ চাই যাওকচোন।

এবিধ এবিধকৈ কাপোৰবোৰ দেখুৱালে। 'এইটো বুলিৰ এইটো অমিযাৰ' ইত্যাদি। ওচৰতে বৈ থকা বায়েকৰ ল'ৰা দীপকৰ ফালে চাই প্ৰমিলাই ক'লে— 'এই চাৰ্টৰ কাপোৰটো তাৰ কাৰণে নুশুৱাবনে বাৰু ৰাণু? মই পছন্দ কৰিছোঁ।'

প্ৰমিলাৰ বায়েকহঁত আহিছে। ল'ৰা-ছোৱালীৰে ঘৰ ভৰি পৰিছে। পূজাৰ আনন্দ যেন এতিয়াৰ পৰাই লাগিছে সিহঁতৰ ঘৰত।

নতুন কাপোৰ, হাঁহি-স্ফূৰ্তি, হৈ-হুলস্থূল। চাই চাই কিন্তু কলেজত পঢ়া ডাঙৰ ছোৱালী ৰাণুৰ চকু চলচলীয়া হৈ উঠে। তাইৰোতো বায়েক আছে, তাইৰো আছে ভাগিনহঁত, এতিয়া এই সময়ত হয়তো বুবুলে মাকক অতিষ্ঠ কৰি তুলিছে ভোক লগা বুলি, অনিয়ে চিঞৰিছে মাখনে মৰা বুলি, আৰু কোলাৰ কেঁচুৱাটোৱে চিঞৰত গগন ফালিছে। সেইবোৰৰ মাজত ৰুগ্ন বায়েকজনী। পূজাৰ আনন্দ?

বায়েক বিনুক নিৰ্বাসন দি আহিছে ৰাণুৱে। নিৰ্বাসনৰ বাহিৰে যোগ্য শব্দ বিচাৰি নাপাইছিল তাই।

দুবছৰৰ মূৰত বিনু আহিছিল সিহঁতৰ ঘৰলৈ। লক্ষীমপুৰত থাকে, অহা-যোৱাৰ অসুবিধা। তাতে ইহঁত অসমৰ ইমূৰে। এইবাৰ আহিল, কাৰণ ৰাণুৰ ভিনিহিয়েক বদলি হৈছে। ৰাণুহঁত থকা নগৰখন এবায়ো আৰু কিছু দূৰলৈ। ভিনিহিয়েক গ'লেই ঘৰ-চৰ ঠিক হ'লে লৈ যাবহি বিনুহঁতক।

দুবছৰৰ মূৰত লগালগি। মাত্ৰ এবছৰ বয়সৰ পাৰ্থক্যৰে বাই-ভনী দুজনীৰ সুখৰ-দুখৰ কথাৰ ওৰ পৰিবই নোখোজে। দুবছৰৰ জমা কথা। চিঠি আহে অৱশ্যে— কিন্তু নিজে লগ পাই কথা পতাৰ আগত তাৰ মূল্য তুচ্ছ।

বহুত ৰাতিলৈ কথা হ'ল দুয়োৰো। বিনুৱেই কয় অৱশ্যে বেছি। এনেকুৱাই হয় সদায়। বায়েক হ'লেও দেখাতো তাই ৰাণুতকৈ সৰু, মনেৰেও যেন, পঢ়াতো, ৰাণুতো কেতিয়াবাই স্কুলীয়া ডেওনাখন পাৰ হৈ আহিছে, বিনুৰ যে নৱম মানতে বিয়া হৈ গৈছিল।

বহুত দুখৰ কথাৰে বিনুৰ হিয়া গধুৰ হৈ থাকে। মনৰ কথা যে কাৰোবাৰ আগত কৈ অলপ অন্তৰ পাতলাব, তাৰ উপায়ো নাই। কোনেও যেন কাৰো কথা শুনিব নোখোজে, সকলো যেন নিজৰ দুখৰ কথা ক'বলৈয়ে ব্যগ্ৰ। বিনুজনীৰ দুখৰ কথা যে কোনেও শুনিব নোখোজে। অতি আপোনজন গিৰীয়েকেও বিশেষ মন-কাণ নিদিয়ে। নিজৰ কষ্ট লৈয়ে ব্যস্ত। সেইবাবে বিনুৱে ৰাণুক বৰ ভাল পায়। একমাত্ৰ ৰাণুৱেই তাইৰ কথা মনোযোগেৰে ভাবে, দুখত সঁচায়ে দুখ অনুভৱ কৰে, নানা উপায়েৰে বায়েকক সিখিনি পাৰে আনন্দ দিবলৈ যত্ন কৰে। অন্ততঃ ৰাণুৰ সম্বন্ধে বিনুৰ ধাৰণা এয়ে।

ৰাতি ক্ৰমে বাঢ়ে। কেঁচুৱাটো কান্দি কান্দি টোপনি যায়। বিনুৰ কথা শেষ হ'ব নোখোজে। কত কষ্ট তাইৰ। নিজৰ নানা বেমাৰ, ল'ৰা-ছোৱালী কইটাৰ সমান আমনি, সকলোতকৈ কষ্টকৰ গিৰীয়েকৰ স'তে যে একেবাৰেই মত নিমিলে কোনো বিষয়তে। বিনুৰ হেনো এইটোৱেই আটাইতকৈ দুখ। তাইৰতো মৰমেই লাগি যায় বায়েকজনীলৈ, তাইলৈ লিখা চিঠিবোৰত যেতিয়া লিখে, ৰাণুৱে যেন জীৱনত কেতিয়াও ভুল নকৰে বিনুৰ দৰে, তাই যেন বিয়া কৰালে নিজে পছন্দ কৰিহে কৰে।

'সঁচায়ে ৰাণু, কেঁচুৱাটো আৰু অলপ ডাঙৰ হ'লে মই কিবা এটা কৰিমেই। এনেকৈ আৰু নাথাকোঁ। এনেকৈ জীৱন কটোৱা আৰু অসম্ভৱ।' দুখৰ আবেগত বিনুৰ মাত থোকাথুকি হৈ যায়।

বিনুৰ এই দুখৰ-সুখৰ কথাত কিন্তু ৰাণু অভ্যস্ত হৈ গৈছে। আজিতো নহয়, বিয়াৰ পিছৰে পৰা বিনুৱে জীৱনটোক তিক্তমুখে অভিশাপ দি আহিছে। তাইলৈ লিখা চিঠিবোৰৰ পাতে পাতে, আৰু লগ পালে কথাৰ মাজে মাজে। ৰাণুৰ দুখ লাগে বায়েকজনীলৈ। কিন্তু তথাপি, তাইৰ এইটোও ধাৰণা যে আলাসত উঠা মাক-

বাপেকৰ বৰজীয়েক বিনুৱে অলপ কষ্টত পৰি এতিয়া বিক্ষুব্ধ হৈ উঠিছে খুব বেছি। কোনোৰকমে স্বীকাৰ কৰি ল'ব পৰা নাই এই নতুন জীৱনটোক। নিজৰ দুখকে বৰ বেছি বুলি ভাবে। সেয়ে বিনুৰ এই ধৰণৰ কথাই খুব বিচলিত কৰিব নোৱাৰে ৰাণুক।

তথাপি দুখ লাগে আৰু। তাতে এয়াতো আকৌ চিঠিৰ ভাষা নহয়, বিনুৰ নিজ মুখৰ দুখৰ সুৰ। শুই থকা কেঁচুৱাটোৰ গাত ধীৰে ধীৰে হাত বুলাই মৰমৰ কোমল মাতেৰে ৰাণুৱে কয়— 'জীৱনত যি অৱস্থাতে পৰা যায়, তাক সহজভাৱে মানি ল'বলৈ চেষ্টা কৰাই ভাল অ' বিনু। বিশেষকৈ যিবোৰ প্ৰতিকাৰ কৰাৰ উপায় আমাৰ কোনোফালেই কোনোকালেই কোনো ৰকমে নাই, তাক মানি লোৱাৰ বাহিৰে বোধহয় জগতত আৰু একো ভাল পথ নাই। তেনেহ'লে যে সেই দুখৰ প্ৰতিকাৰ নহৈ আৰু বেছি দুখহে পোৱা যায়। আৰু তোৰেইতো অকল দুখ নহয় সংসাৰত। এই পৃথিৱীখনত কাৰ যে কত ফালৰ কি ধৰণৰ কত দুখ! ভাবিবৰ চেষ্টা কৰিবিচোন বিনু, তোতকৈও বহুত বেছি দুখ আছে বহুতৰ। বুইছ বিনু, নিজৰ দুখৰ কথা মনলৈ আহিলে, বহুত সময়ত বোধহয় তেনেকৈ ভাবিয়ে সান্ত্বনা ল'ব পাৰি।'

এনে আৰু বহুত কথা কৈ যায় ৰাণুৱে। 'ৰিলেটিভিটি'ক জীৱনৰ সহজ সত্যতাৰে বুজাবৰ যত্ন কৰে। বুদ্ধদেৱৰ কথা কয়। একমাত্ৰ পুত্ৰৰ মৃত্যুৰ শোকত অধীৰা হোৱা তিৰোতাজনী। বুদ্ধই কাৰো মৃত্যু নোহোৱা ঘৰৰ পৰা সৰিয়হ আনিবলৈ দিয়াত ব্যৰ্থ হৈ অহা সেই তিৰোতাজনীক তাইৰ হতুৱায়ে সেইদৰে শিক্ষা দিয়া সত্যটো— তাইৰেতো অকল নহয়, জগতত সকলোৰেই দুখ। সেই গল্পটো!

নিমাতে শুনি থকাৰ পিছত বিনুয়ে কয়— 'কিন্তু মনে যে মানিব নোখোজে অ' ৰাণু? মনক মই বান্ধোনো কেনেকৈ?'

'সেইটোতো সঁচাই বিনু। মনটোতো আৰু আমাৰ মেচিন নহয় যে তাক আমি নিজৰ ইচ্ছা মতে যেনি-তেনি চলাব পাৰোঁ। কিন্তু চেষ্টা জানো কৰিব নালাগে, বিনু? দৰকাৰ হ'লে মনক বান্ধিবলৈও চেষ্টা কৰা উচিত। সৰুতে যে আমি চক্ৰেটিচৰ গল্প পঢ়িছিলোঁ তোৰ মনত আছে নে? বৰ হেনো খং আছিল তেওঁৰ। অথচ সেই মানুহজনৰ মূৰত ঘৈণীয়েকে যেতিয়া চৰিয়াৰ চুৱা পানী ঢালি দিলে, তেতিয়াও তেওঁ ধৈৰ্য নেহেৰুৱাই স্থিৰ হৈ ৰ'ল। অথচ খুব হেনো খঙাল মানুহজন। তেন্তে বুজিছতো, সেই খঙাল মনটোৰ বিৰুদ্ধে কিমান বেছি যুঁজিছিল তেওঁ। কি বিৰাট সাধনা। আমাৰ সিমানখিনি সম্ভৱ হয়তো কেতিয়াও নহ'ব, কিন্তু সাধনা জানো কৰিব নালাগে বিনু?'

একো নামাতে বিনুয়ে। ৰাণুৰ কথাবোৰকে বুজিবলৈ চেষ্টা কৰে হয়তো। খুব আস্থা তাইৰ ৰাণুৰ ওপৰত। ৰাণুৱে ভাৱে উপদেশ! তাই বহুত উপদেশ দি পেলালে নহয়? অথচ আনক সকলো কথাতে উপদেশ দিব নোখোজে তাই। যোগ্যতাতো চাব লাগিব নিজৰ। বুদ্ধ, চক্ৰেটিচৰ সৰু সৰু গল্প দুটাৰ দৰেই হজৰত মহম্মদৰ গল্পটোও ভাল লাগে তাইৰ। মিঠাইৰ খুব ভক্ত আছিল বাবেই প্ৰথমে সৰু ল'ৰাটোক মিঠাই নাখাবলৈ উপদেশ দিব পৰা নাছিল তেওঁ। সেই অভ্যাসটো আঁতৰাই লৈহে তাৰ পিছত উপদেশ দিলে। যোগ্যতা। তায়ো বিনুক উপদেশ দিলে, নিজৰ জীৱনত অৰ্জা যোগ্যতাৰে। তাইৰ জীৱনৰ তিতাখিনি প্ৰথমে অৱশ্যে খুব কষ্ট হৈছিল মানি ল'বলৈ। কিন্তু এতিয়া জানো তাক সহজভাৱে গ্ৰহণ কৰা নাই? হজৰত মহম্মদৰ দৰে যোগ্যতা এবিধ তায়ো জানো অৰ্জা নাই?

বুদ্ধদেৱ, হজৰত, চক্ৰেটিছ। সেই জ্ঞান-বৃদ্ধসকলক লৈ প্ৰচলিত কেইটামান গল্প, তাই হয়তো নিজৰ জীৱনৰ উপলব্ধিৰে আপোন কৰি লৈছে।

ৰাতিৰ গভীৰ নীৰৱতা। তাই মনেৰেই তেওঁলোকৰ ওচৰত মূৰ দোঁৱায়।

বিনুহঁতক লৈ যাবলৈ ৰাণুৰ ভিনিহিয়েক এদিন আহি ওলাইহি। অচিন গাঁৱলীয়া ঠাই। কণ কণ ল'ৰা-ছোৱালীকেইটাৰে কি সতেনো মাকে বিনুক অকলে পঠায়, অথচ লগত কাকেই বা পঠায়? ননীজনীক ধৰেগৈ, বায়েকৰ সংসাৰখন পাতি দি আহক তাই। স্কুলৰ ক্ষতিতো নহয় বৰ বেছি, হ'লে হ'ব আৰু দুই-এদিন। ননীয়ে কিন্তু না না লগায়। একেই গাঁৱলীয়া ঠাই, তাতে ল'ৰা-ছোৱালীকেইটাই ইমান আমনি কৰে। কেতিয়াও নোৱাৰে তাই যাব।

মাকৰ বিপন্ন অৱস্থালৈ চাই ৰাণুয়ে মনে মনে অলপ হাঁহে। মাজনী যে আৰু ৰাণু ঘৰতে বহি আছে, তথাপি তাইক ক'বলৈ সাহ নকৰে বিনুৰ লগত যাবলৈ। ভাবিছ, দুবছৰ কলিকতাত ধনী দদাইদেৱেকৰ ঘৰৰ

লাহ-বিলাহত থাকি, সিদিনা মাথোঁ আহি পাইছে। ল'ৰা-ছোৱালীকেইটাৰে তাইকণো গাঁও এখনত কষ্ট ভুগিবলৈ যাবলৈ কোন সাহেৰে ক'ব।

আপেক্ষিক তুচ্ছ দুখ, সেইবোৰ ডাঙৰ কথা অৱশ্যে ৰাণুৱে মাকক বুজাবলৈ নাযায়। তাই পোৱা দুখৰ তুলনাত যে তেনে দুখ তাইৰ বাবে একোৱেই নহ'ব। মাথোঁ মাকক আচৰিত কৰি দি হাঁহি মুখে তাই উপযাচি কয়গৈ— 'মই এ আৰ পি বিভাগৰ মানুহজনী থাকোঁতে তোমালোকে কে'লেই চিন্তা কৰিছা, মা? মযেই যাম বিণুৰ লগত।' মাকে অবিশ্বাসৰ সপ্রশ্ন দৃষ্টিৰে তাইৰ ফালে চাই থাকে। সেই সমস্যাটো কলৈ আলোচনা কৰি থকা ভিনিহিয়েকইঁতেও চায়।

'মই যোৱাত কিবা আপত্তি আছে জানো?' তাই আকৌ কয়। তাৰ পিছত ওচৰতে বৈ থকা বুবুল অর্থাৎ বিনুৰ ল'ৰাটোৰ মূৰত হাত দি হাঁহি মুখে সোধে— 'কি অ' বুবুল, মোকো নিবি তহঁতৰ লগত? তাত গোলে মস্ত এখন ফিল্ড আছে, মই তোৰ লগত বল খেলিম?—'

সি উত্তৰত কয়— 'এ আৰ পি মানে কি মাহীদেউ?'

'বাঃ— আমাৰ ল'ৰা ঠিক আছে, একেবাৰে শহাকণীয়া'— আদৰেৰে তাৰ পিঠিত চপৰিয়াই ৰাণুৱে কয়— 'এ আৰ পি কি জান? আনে ৰক্ষা পৰা বিভাগ। তহঁতৰ তেতিয়া জন্মই হোৱা নাই, এখন মস্ত যুদ্ধ হৈছিল। তাত বুইছ, আকাশৰ পৰা এই এৰাপ্লেনবিলাকেৰে বোমাবোৰ পেলাই তলৰ মানুহবোৰ মাৰে। এই আৰ পিৰ মানুহবোৰে সেই সময়ত বোমা পেলোৱা ঠাইবোৰত কাম কৰে, মানুহবোৰক সহায় কৰে। তেন্তে কিয় এ আৰ পিৰ বাবে মানুহ ৰক্ষা পৰে এতিয়া বুজিলি নহয়, বুবুল? কিন্তু তাতকৈও আনে আৰু বহুত কাৰণে ৰক্ষা পৰে বাবেহে এ আৰ পি বোলে, বুইছ? সদায়তো আৰু এৰোপ্লেন আহি বোমা নেপেলায়, তেতিয়া এ আৰ পিৰ মানুহবোৰৰ একো কাম নাথাকে, গতিকে কিবা এটা কামৰ বাবে মানুহ লগা হ'ল— মাতে এ আৰ পিবোৰক, সিহঁতৰতো কাম নায়েই, আকৌ আন কিবা এটা বিভাগক আন কামৰ বাবে লগা হ'ল— আকৌ পাল পৰে সেই এ আৰ পিবোৰৰে! সিহঁতৰ যে আৰু কাম নাই, বহিহে খাই আছে। এইদৰেই আৰু বুইছ বুবুল, এ আৰ পিৰ মানুহবোৰৰ দ্বাৰা আনে ৰক্ষা পৰি থাকে। মোৰো এতিয়া একো কাম নাই নহয়, পৰীক্ষা পাছ কৰি আহি ঘৰতে বহি আছোঁ। আজি যদি ভাত ৰান্ধিবলগীয়া হয়, তোৰ আইতাৰে ক'ব— ৰাণুৰতো একো কাম নাই, ৰাণুৱে ৰান্ধক দে ভাত, কিম্বা নোট কপি কৰিব আছে হয়তো ডাঙৰ মোমায়েৰৰ, মাত ৰাণুক, তাইৰতো একো কাম নাই। ককাদেউতাৰৰ চিঠি লিখি দিবলৈও ৰাণুৰ বাহিৰে আন সকলোৰে কাম আছে! এনেকি আমাৰ ওচৰৰ অপুৰ মাকৰ কাপোৰো চিলাই কৰি দিব লাগিব তোৰ মাহীয়েৰেই, কামতো আৰু একো নাই। এইদৰে আৰু কত কিমানক যে মই ৰক্ষা কৰি থাকোঁ বুবুল, কিমান হিচাপ দিম তোক!— এতিয়া বুজিলিনে মই কেনেকৈ এ আৰ পি হ'লোঁ?'

এ আৰ পিৰ অর্থাৎ Air Raid Precation-ৰ অপূর্ব ব্যাখ্যাত সকলোৱে হো হোৱাই হাঁহি দিয়ে। গহীন ভিনিহিয়েকৰ মুখতো মিচিকিয়া হাঁহি ফুটি উঠে। বুবুলেও বুজনৰ দৰে হাঁহে। সমস্যাত গহীন হৈ থকা পৰিৱেশটো পাতল হৈ যায় মুহূর্ততে।

যোৱাৰ যোগাৰ-পাতি কৰিবলৈ উঠি যোৱাৰ আগতে বুবুলৰ থুঁতৰিত ধৰি মৰম কৰি দি ৰাণুয়ে কৈ যায়— 'দেখিলি বুবুল, মই কেনেকৈ আনক ৰক্ষা পেলাওঁ? সকলোৰে মুখবোৰ ক'লা হৈ আছিল যে ইমান সময়; মই সেই অন্ধকাৰ নাতৰালোঁনে?' আকৌ এজাউৰি হাঁহিৰ পিছত সকলোবোৰ দিহাদিহি কামত লাগেগৈ। যাবৰ দিনা বিনুৰ মাকে টোপোলা বান্ধে, থেকেৰা টেঙা, খাৰলি, শাকৰ গুৰি— কত কি? জীয়েকেনো এইবোৰ গৈয়ে ক'ত পাব, অনিলে মানে বিনুৰ গিৰীয়েকে, খাৰৰ আঞ্জা নাপালেতো ভাতৰ জুতিয়েই নাপায়। কিনুজনীৰ আকৌ খৰিচা বৰ প্রিয়, তাইৰ বাবেইতো এইবাৰ মাকে জোখতকৈও বেছি খৰিচা শুকুৱাই থৈছিল। বুবুলহঁতৰ প্রায়ে পানী লগা, কাহ হৈ থাকে। পুৰণি মৌৰ বটলৰ পৰা আন এটা বটলত মৌ ভৰায়। দুই-তিনি বছৰীয়া নেমুৰ আচাৰ, বৰ উপকাৰী; তাকো এটা বটলত ভৰাই দিবলৈ ভুল নকৰে বিনুৰ মাকে। ৰাণুৱে আহি চায়। হাঁহিমুখে মাকক তাগাদা দিয়ে— 'তোমাৰ মৰমৰ টোপোলাবোৰ লৰালৰিকৈ বান্ধা, মা। পলম হৈ যাব।'

তাই নিজে কেঁচুবাটোৰ বাবে ফিডিং বটলত গাখীৰ ভৰাবলৈ ধৰে। ননীয়ে বুবুলহঁতক কাপোৰ-কানি পিন্ধাই দিয়ে। কিবা দৰকাৰী বস্তু ৰ'ল নেকি— বিনুয়ে চাই ফুৰে।

কোলাত কেঁচুৱাটি লৈ চকু চলচলীয়া কৰি বিনু টেক্সিখনত উঠি বহিল। মাকৰো চকুত চকুলো। বিদায় লোৱাত অভ্যস্ত ৰাণু, তথাপি তাইৰো যেন মনটো ভাৰাক্ৰান্ত হৈ উঠে। এই বিনুজনী, সৌ সিদিনালৈকেতো মাকৰ বৰ আদৰৰ আজলী ছোৱালীজনী আছিল। সংসাৰৰ আওভাও একো নাজানে, মাথোঁ অলপ কথাতে কান্দিব জানে। প্ৰায় একো নাপাহৰা ৰাণুৰ এতিয়াও স্পষ্টকৈ মনত পৰে, ৰাণুৰ লগত বলে নোৱাৰি কান্দি কান্দি মাকক গোচৰ দিয়া ছোৱালীজনী এই বিনু। সকলোবোৰ যেন সিদিনাৰহে কথা। কি কাপোৰ পিন্ধিব সেই পৰ্যন্ত মাকক সুধিছিল। আজি সেইজনী বিনু চাৰিটা ল'ৰা-ছোৱালীৰ মাক।

আচৰিত! অথচ আচলতে আচৰিত হ'বৰনো কি আছে। এয়েই পৃথিৱী, এনেকুৱাই। বৰ সজ আৰু সাধাৰণ কথা।

ট্ৰেইনত বৰ ভিৰ। কেঁচুৱাজনীক লৈ এচুকত বহি থাকে বিনু। হাত-ভৰি হয়তো শিৰামুৰি ধৰে। লৰচৰ কৰাৰ ঠাই নাই। উপায়ো নাই। যিহে কান্দুৰী কেঁচুৱাজনী, অলপ অসুবিধা পালেই চিঞৰি উঠিব, সেই চিঞৰে ইঞ্জিনৰ মাতকো চেৰ পেলাব।

সিহঁত যাব ব্ৰহ্মপুত্ৰৰ সিপাৰলৈ। ট্ৰেইনে যাত্ৰা কৰাৰ সময়লৈকে আমিনগাঁৱত এঘণ্টাতকৈও বেছি সময় ৰ'ব লাগে। ৰাণুৱে বুবুলক হাতত ধৰি ষ্টেচনতো ঘূৰি আহেগৈ। বুবুলে লোজেঞ্জ্ খায়। অনিহঁতে খোৱাৰ কথা কোৱাত কয়— 'ওঁহো, য'ৰে-তৰে বস্তু খালে দেউতাই খং কৰিব—' ভালকৈ যুক্তিৰ কাষ চাপিব নোৱৰা সৰু ল'ৰাটোৱে নুবুজে যে সি নিজৰ ক্ষেত্ৰত হ'লে দেউতাকৰ উপদেশ পাহৰি পেলাইছে।

বেমাৰলৈ বৰ ভয় ভিনিহিয়েকৰ, খোৱা-লোৱাত বৰ বাছ-বিচাৰ। অৱশ্যে তাৰ দ্বাৰা চেহেৰাৰ আৰু উন্নতি দেখা নগ'ল কোনোদিনে। প্ৰায় হাড়ে-ছালে লগা।

অনিহঁতলৈ লোজেঞ্জ্ লোৱাৰ সাহ নহ'ল। কিন্তু তাই নিজে খোৱা মিঠা পাণখন বৰ সোৱাদ পোৱাত বিনুলৈ এখন নলৈ নোৱাৰিলে।

বিনুলৈ আগবঢ়াই দি মনতে দুষ্টালিৰ হাঁহি এটা লৈ তাই ভিনিহিয়েকৰ ফালে চালে। ঠিকেই। চকুৰে চকুৰে পৰাত গহীন মাতেৰে তেওঁ সোধে— 'সেইখন ক'ৰ পৰা আনিলা, ৰাণু? বেয়া নহয়তো? জৰ্দা-চৰ্দা দিছে নেকি?'

'মই খাইছোঁ নহয়, ভিনদেউ। একেবাৰে ঠিক আছে। বৰ সোৱাদ। আপুনিও এখন খাব নে?' মুখত অকণো হাঁহি নোহোৱা ভিনিহিয়েকৰ ফালে কৌতুকৰ হাঁহিৰে চাই সোধে ৰাণুয়ে।

গিৰীয়েকৰ ফালে খুব অৱজ্ঞাৰ চাৱনি এটাৰে চাই বিনুৱে মিঠাপাণখন মুখত সুমুৱাই লয়।

সিহঁত নামিবলগীয়া ষ্টেচনটোত ট্ৰেইন যেতিয়া ৰ'ল ৰাতি তেতিয়া দহ। য'তে যেনিয়ে পাই তেনিয়ে বুবুলহঁত শুই পৰিছে। বিনুয়ে সেই একে ভঙ্গীতে কেঁচুৱাজনীক লৈ বহি আছে। ৰঙিয়া পাওঁতে এবাৰ বিনুক সুধিছিল— তাই চাহ খোৱাৰ কথা। কিন্তু মিঠাপাণ আৰু ভেৰেণ্ডাৰৰ মাটিৰ গিলাচৰ চাহৰ পাৰ্থক্য আছে। সিমানখিনি বিদ্ৰোহৰ সাহ নহ'ল বিনুৰ।

বুবুলহঁতক কোনোমতে জগাই সিহঁত নামিল। ষ্টেচন ঘৰৰ বাৰাণ্ডাতে সকলোকেইটাক ৰখাই ভিনিহিয়েকে কুলী বিচাৰি যায়। মূৰে-গায়ে কাপোৰ লৈ টিকট দিয়া খিৰিকীৰ তলৰ পকাখিনিতে কুলীবোৰ শুই আছে। বুবুলে সোধে— 'সেই মানুহবোৰ তেনেকৈ শুই আছে, সিহঁতৰ ঘৰ নাই মা?'

ষ্টেচন ঘৰৰ পৰা পকা নকৰা ইটাৰ চিৰিয়েদি নামি এইবাৰ ভিনিহিয়েকে চায়, সকলোবোৰ ঠিকমতে আহিছে নে নাই। বুবুল থাকি আহিল। আকৌ ঘূৰে সিহঁত। বুবুল বহি আছে বেঞ্চখনত। মাকে হেনো তাতে বহি থাকিবলৈ কৈছিল। ৰাণুয়ে তাৰ পিঠিত থপৰিয়াই কয়— 'বাঃ দ্বিতীয় কাচাবায়েঙ্কা।' বিনুৱে দাঁত কামোৰে— 'এনে বাধ্য ল'ৰা হোৱা হ'লে আজি মাকৰ এনে দুৰৱস্থা নহয়—'

গাঁৱলীয়া ঠাই। ৰাতি দহ, গভীৰ ৰাতি তেনে ঠাইত। চাৰিওফালে শুই নিঃপালি দিছে। বাটৰ দাঁতিত মাথোঁ গেছ লাইটবোৰ টিমিক-টামাককৈ জ্বলি থাকে আৰু জ্বলে জোনাকী পৰুৱাবোৰ, চাৰিওফালে।

সকলোবোৰ নীৰৱে গৈ থাকে। বিনুৰ কোলাৰ কেঁচুৱাটিয়ে এবাৰো কান্দি নুঠে। বুবুলৰ দৰে পেক-পেকাই থকা ল'ৰাটোও এনে বোবা আৱহাৱাত নীৰৱ হৈ যায়। ৰাণুৱে এবাৰ কেৱল সুধিছিল, কেঁচুৱাটিক তাই ল'ব নেকি? বিনুয়ে নিদিলে।

গৈ গৈ এঠাইত ৰৈ যায় ভিনিহিয়েক। আন্ধাৰ ৰাতি সিহঁতৰ লগত থকা টৰ্চটোৰে এটা বৃত্ত কৰি এডোখৰ ঠাইৰ বাহিৰে একো পোহৰাই তুলিব পৰা নাই।

তথাপি, তৰাৰ পোহৰতেই হয়তো অস্পষ্টভাৱে ৰাণুয়ে দেখে সন্মুখত এখন গে'ট, তাৰ পিছত বোধহয় বহুখিনি ঠাই জুৰি থকা খোলা ঠাই এখন, ভিনিহিয়েকে কোৱা আগফালৰ ফিল্ডখনেই নিশ্চয়। তাৰ পিছত ঘোপ মৰা আন্ধাৰ যদিও গে'ট পাৰ হৈ ভিতৰ সোমাই ফিল্ডখন ঠিকেই পালে। কিন্তু সেইখন ঘাঁহনি পাৰ হৈ যোৱাৰ পিছতেই পকা আৰম্ভ হৈ গৈছে। পকা ফিল্ডখন সন্মুখত ৰাখি পেটৰ আঁচডাল মহ খোৱা ইংৰাজী ই পেটাৰ্ণৰ প্ৰকাণ্ড ঘৰ এটা। কি বিৰাট—। কলিকতাৰ পৰা অহা ছোৱালীজনীকো তাৰ বিৰাটত্বই মুগ্ধ কৰে।

'এইটোৱেই গুদাম ৰাণু'— ভিনিহিয়েকে গহীন স্বৰে কয়। অ' ভিনিহিয়েকে কৈছিল নহয় ধানৰ গুদামৰ ওচৰতে ঘৰটো। কিন্তু ক'ত ঘৰ?

আকৌ আগবাঢ়ে পকাৰ চোতালেৰে, গুদামৰ ফালে নহয়, গুদামৰ বেৰক সমান্তৰালত ৰাখি।

কেইফুট হ'ব বাৰু সেইখন, আন্দাজ কৰিব নোৱাৰে ৰাণুৱে। অন্ধৰ গোন্ধ থকা সকলো বিষয়তে তাইৰ অজ্ঞতা। গুদাম অতিক্ৰম কৰা শেষ হয়। গুদামটোৰ পথালি বেৰক সমান্তৰাল কৰি ৰাখি এটা সুৰসুৰীয়া বাট, চাৰিওফালে ঘেৰি থকা ড্ৰেইন, সেই ড্ৰেইনৰ কাষে কাষেই। সিহঁত সেই সুৰসুৰীয়া বাটেৰে আগবাঢ়ে। ৰাণুৱে চুবুৰীয়া ঘৰবোৰ চাবৰ যত্ন কৰে। অস্পষ্ট আন্ধাৰ কিছুমান গোট মাৰি আছে যেন, হয়তো সেইটো ঘৰ। পাছফালে বিৰাট স্তম্ভৰ দৰে কিবা এটা, কুতুবমিনাৰৰ কথাই প্ৰথমে ৰাণুৰ মনলৈ আহে। তৰা ভৰা আকাশখন। এটা তৰা তাৰ মাজত সকলোতকৈ ডাঙৰ আৰু অলপ ৰঙচুৱা ধৰণৰ উজ্জ্বল হৈ থকা ৰাণুয়ে দেখা পালে। মঙ্গল গ্ৰহ। মনটো বেয়া লাগি গ'ল— নামত মঙ্গল হ'লেও, গ্ৰহটো হেনো অমঙ্গলীয়া।

তাই সেইফালে চাই অন্যমনস্কভাৱে আগবাঢ়োঁতে হাতত ধৰি থকা মাখনৰ— বুবুলৰ তলৰ ভায়েকটোৰ, ভৰি এখন ড্ৰেইনত সোমাই সি পৰি যায় আৰু চিঞৰে।

তাৰ কান্দোন থমাৰ পিছত তাই ভিনিহিয়েকক সোধে, কুতুবমিনাৰৰ দৰে সেইটো কিনো। 'মিলৰ চিমনী। তেলৰ মিল। মিলটো বন্ধ বহুত দিনৰে পৰা।' সংক্ষিপ্ত উত্তৰ ভিনিহিয়েকৰ।

মৰা মিলৰ কাষেৰে গৈ গৈ সিহঁতে গুদামৰ পাছফালে ওলায়গৈ। হঠাৎ যেন বিৰাট আকাশচুম্বী দেৱাল এখনে সিহঁতক আগভেটা দিয়ে। গুদামৰ পাছফালৰ ওখ বেৰখন। হঠাৎ প্ৰকাণ্ড জে'ল এখনৰ ভিতৰত সোমাই পৰা যেন লাগি যায় ৰাণুৰ।

পাছফালৰ ড্ৰেইনটোৰ সিপাৰতে ঘৰটো। বগা বেৰ, খেৰৰ চালি। সৰল ৰেখা পথালিকৈ থৈ দিয়াৰ দৰে ঘৰটো। এমূৰৰ কোঠালী এটাৰ দুৱাৰৰ অকণমান ফাঁকেদি পোহৰৰ ৰেখা বাহিৰলৈ আহিছে। মানুহৰ সঁহাৰি পায়েই বোধহয় দুৱাৰ মেলি এজন ডেকা ওলাই আহে। ভিনিহিয়েকে যে কৈছিল এজন সহকাৰী থাকে লগত, এইজনেই নিশ্চয়। ৰাণুয়ে ভাবে।

ঘৰত সোমোৱা মাত্ৰেই যেন এটা অসহ্য গৰম আৰু তাৰ লগত মিহলি ৰুদ্ধ আবহাৱাৰ স'তে পচা গোন্ধ এটাই সিহঁতক হেঁচি ধৰে। বিনুৱে অস্ফুটভাৱে চিঞৰে— 'হে প্ৰভু ক'লৈ আনিলা। মূৰ গৰম আৰু উশাহ বন্ধ হৈ মৰি যাম দেখোন।'

ৰাণুৱে চাই দেখে, ঘৰটো খুব চাপৰ আৰু খিৰিকী সেইটো ৰুমত এখনো নাই। মজিয়াখন জেকা মাটিৰ। সৰু ৰুমটো। তাতে দুখন খাট, এখন টেবিল। টেবিলৰ ওপৰত তলিত বাকী থকা চাহৰ কাপৰে পৰা আদি কৰি, দাড়ি খুৰোৱা সৰঞ্জাম, অফিচৰ কাগজ-পত্ৰ, চুৰটৰ ছাই, দিয়াচলাইৰ কাঠি, একোৱেই বাকী নাই তাত থাকিবলৈ। মজিয়াৰো অ'ত-ত'ত আৱৰ্জনাৰে ভৰা, এটা ভেকেটা-ভেকেট গোন্ধ ওলাই থাকে। ক'ৰবাত এন্দুৰ-চেন্দুৰ মৰি আছে নেকি, ৰাণুৱে ভাবে।

বিনুৱে বিছনা এখনতে বহি পৰি কয়— 'তই আমাৰ লগত কে'লেই কষ্ট খাবলৈ আহিলি ৰাণু। কাইলৈয়ে গুচি যাবিগৈ।' ৰাণুয়ে হাঁহি মুখে ধেমালি কৰি কয়— 'সেইটো নহৈছে বিনু, এই গুদামটোৰ ধানসোপা আৰু এই ঠাইখনৰ ঘিউ-মৌবোৰ শেষ কৰিহে ইয়াৰ পৰা আঁতৰিম। মোৰ এই ৰিকেটি চেহেৰা এইবাৰ ইয়াত গুচামেই গুচাম।' ঠাইডোখৰৰ মাছ, ঘিউ প্ৰসিদ্ধ।

পৰিস্থিতি সহজ কৰিবলৈ ধেমালি কৰিলেও ৰাণুৱে ভাবে, স্বল্পভাষী ভিনিহিয়েকৰ বৰ্ণনা মতে দেখোন আগফালে খোলা পথাৰ আৰু আহল-বহল চাৰিটা পকা কৰা ক্ৰমেৰে ঘৰ এটাহে হ'ব লাগিছিল। বেয়ালৈ আশা কৰি আহি ভাল পাই গ'লে যিমান ৰং লাগি যায়, ভাললৈ আশা কৰি আহি বেয়া পালে কষ্ট লাগে বোধহয় বেছি।

কোনোৰকমে ঘৰটো বাসযোগ্য কৰি ৰাণু লেমটো লৈ পাকঘৰ বিচাৰি ওলাল। খেৰৰ ঘৰ। উৰুখিছে বোধহয়। মজিয়াখন বোকাৰে টেপটেপীয়া। অকণ অকণ চৰু-হাড়ি। খালী। মাইকী ছোৱালীৰ মন, পিতপিতকৈ তাই চাই ফুৰে ক'ত কি আছে। কেইবিধমান লাগতিয়াল বস্তু চকুত নপৰে তাইৰ— মৈদা, বেলনা, কুলা-চালনি আৰু বহুত কিবাকিবি। অথচ ভিনিহিয়েকে মাল-পত্ৰচোন একো সিহঁতক আনিবলৈ নিদিলে। সকলো হেনো আছে। থৈ আহিল ৰাণুহঁতৰ ঘৰতে, বদলিৰ হেনো সম্ভাৱনা আছে আৰু।

চকীদাৰটো, যি ভিনিহিয়েকহঁতক ভাত ৰান্ধি দিয়ে, গুদাম ৰখি আগফালে টহল দি আছেগৈ।

এচুকত থকা বৰষুণৰ আধা তিতা খৰিৰে কোনো ৰকমে কেৰাচিন ঢালি জুই ধৰি চাহ বহাই বিনুৰ ওচৰলৈ আহে ৰাণু।

ভিনিহিয়েকে চিগাৰেট এটা মুখত লৈ দুৱাৰৰ ওচৰত থিয় হৈ আছে বাহিৰলৈ মুখ কৰি। বিনুয়ে সেইফালে জ্বলন্ত দৃষ্টিৰে চাই সুধিছে—'এই অন্ধকূপটো কোনে কাৰ কাৰণে বান্ধিছিল, মানুহৰ কাৰণে নে জন্তুৰ কাৰণে—'

সংক্ষিপ্ত গহীন উত্তৰ ভিনিহিয়েকৰ— 'চকীদাৰৰ কাৰণে—'

'কেতিয়াৰ পৰা চকীদাৰ হ'লনো আপুনি?' ভীষণ খঙেৰে বিনুৱে আকৌ সোধে—

'আজিৰ পৰা সেই দুৰ্ভাগ্য হ'ল। ল'ৰা-তিৰোতা ৰখা চকীদাৰ'— বাহিৰলৈ ওলাই যায় ভিনিহিয়েক।

সকলোকে গাখীৰ নোহোৱা ফিকা চাহ ভগাই উঠি ভাত ৰান্ধি থকা ৰাণুৰ ওচৰলৈ সহকাৰীজন গৈ যেতিয়া তাইৰ খুব কষ্ট হ'ল তাকে লৈ সহানুভূতি জনালে তাই সুধিলে— সিহঁত যে আহি পাব তেতিয়া, জনা নাছিল নেকি তেওঁলোকে। বৰাই (পিছত জানিছিল ৰাণুৱে যে তেওঁৰ নাম প্ৰকাশ বৰা)— ক'লে যে আহি পালে টেলিগ্ৰাম দি জনোৱাৰ কথা আছিল। কিন্তু তেতিয়ালৈকেতো কোনো টেলিগ্ৰাম পোৱা নাই। ৰাণুৱে বুজিলে, টেলিগ্ৰাম দিয়া নাছিল ভিনিহিয়েকে।

ভাত ৰন্ধাৰ সময়খিনিত, বাকচ-বিছনা গত লগাই ফাঁকে ফাঁকে লেম লৈ তাই চাৰিওফালে চাই ফুৰে। চহৰৰ ছোৱালীৰ বৰ আৱশ্যকীয় বাথৰুম নাই। পিছত শুনিলে, বহুত দূৰৰ দমকলৰ পৰাহে পানী আনিব লাগে।

প্ৰায় চাৰে বাৰমানত ভাত-পানী খাই বিছনাত পৰাৰ পিছত সিদিনা কাৰো মুখৰ পৰা আৰু কোনো কথা ওলোৱা নাছিল। কিন্তু ৰাণুৱে জানিছিল বিনুৰ চকুৰ পানীয়ে ধাৰাসাৰে ওলাই গাৰু তিয়াই পেলাব অলপ পাছতে।

ৰাণুৰ টোপনি আহিব নোখোজে। দুৱাৰ মেলি বাহিৰত থিয় হয়গৈ। সেই কুতুবমিনাৰটো মৰা মিলৰ মৰা চিমনী। তাৰেই ওচৰৰ অধিবাসী হ'লহি কেইটামান জীয়া প্ৰাণ, ইয়াত এনেকৈ থাকিলে সেই প্ৰাণবোৰো মৰিবলৈ কেইদিননো লাগিব?

অমঙ্গলীয়া মঙ্গল গ্ৰহটো একেদৰে উজ্জ্বল হৈ আছেই। মাথোঁ ঠাই সলনি কৰিছে তেতিয়া। পৃথিৱী ঘূৰি আছে, মঙ্গল গ্ৰহো বৈ থকা নাই।

পিছদিনা পুৱা বিনুৱে মাতি দিয়ে তাইক। আনবোৰ শুই আছে। দুয়ো অলপ বাহিৰলৈ ওলায়। দুৱাৰ খুলিয়েই চকুত পৰে ঘৰৰ সন্মুখৰ চিৰিৰ কোণত এডাল ফুলৰ জোপোহা গছ। বোটানীত পঢ়া নামটো মনত পৰে ৰাণুৰ— নয়নতৰা। অযত্নত আপোনা-আপুনি বাঢ়ি অহা সাধাৰণ ফুল— তথাপি ফুলতো, মনটো ভাল লাগি যায় ৰাণুৰ। পুৱাই উঠি ফুল, গছত সকলো ৰকমৰ সেউজীয়া সজীৱ সৌন্দৰ্য দেখিলে সকলোৰে ভাল লাগে।

মৰা মিলৰ চিমনীৰ যুগ-যুগান্তৰৰ অপাৰ্থিৱ কুতুবমিনাৰীয় ভাবটোও আৰু নাজাগে দিনৰ পোহৰত। ইটাৰে সজা সাধাৰণ চিমনী এটা। ভাল লাগি যায় যে তাৰ ওপৰৰ মঙ্গল গ্ৰহটোও আৰু দেখা নাযায় দিনৰ পোহৰত।

চিৰিৰ পৰা নামিয়ে চকুৱে চকুৱে পৰে বৰাৰ। ৰাতিৰ শোৱাই অসংযত কৰি পেলোৱা সিহঁতৰ কাপোৰ-কানিবোৰলৈ নিজে নিজেই চকু যায় ৰাণুৰ। বৰ অস্বস্তি লাগে। বিনুৱে মুখ ফুটাই কয়— 'এইটোতো বৰ অসুবিধাৰ কথা ৰাণু, এখেত ওচৰত এনেকৈ থাকিলে আমি মুকলি মনেৰে ওলোৱা-সোমোৱা কেনেকৈ কৰিমনো?'

পিছত দেখা গ'ল, বৰা প্ৰায় গোটেই দিনটোৱে তেনেকৈ থাকে। ভিনিহিয়েকহঁতৰ অফিচৰ কামো তাৰেই এটা ৰুমত। দিনটো নানা ধৰণৰ মানুহ আহি থাকে। বৰা আবেলিও বহি থাকে ঘৰৰ আগতে, নয়নতৰাৰ জোপোহাবোৰৰ কাষতে চকী এখন লৈ, কিবাকিবি ভাবি ভাবি। বিয়া-বাৰু কৰোৱাই নাই, কম বয়সীয়া ডেকা ল'ৰা এজন তেনেকৈ নিস্তেজ নিষ্প্ৰাণ হৈ বহি থকা দৃশ্যটোৱে কিবা এক নজনা দুখত ৰাণুৰ মন ব্যথিত কৰি তোলে। বিনুৱে মন্তব্য কৰে— 'আবেলিও যদি এওঁ এনেকৈ ইয়াত পৰা নুগুচে, আমাৰ ফুৰা-মেলাও দেখোন বন্ধ হ'ব। যিহে ঠাই, ফুৰিবৰতো আৰু উপায় নাই এই গুদামৰ গুচৰে-পাঁজৰে ঘূৰি ফুৰাৰ বাহিৰে। সঁচাই, ডেকা মানুহ এজন এনেকৈ মৰামুজা হৈ থকাটো সহ্য নহয় ত' ৰাণু।

ৰাণুৱে হাঁহি উত্তৰ দিয়ে— 'কি কৰিবি বিনু, ওচৰতে মৰা মিলটো দেখা নাই, সিয়েই বৰাৰ মন মাৰি পেলাইছে।'

সিদিনাৰ দিনটো গ'ল মাথোঁ 'নাই' শব্দটোৰ অস্তিত্বতে, সকলো বিষয়তে। পুৱাই চাহ খাবলৈ গাখীৰ নাই, তাৰ ব্যৱস্থা হোৱাৰো সহজে আশা নাই। লগত খাবলৈ একো নাই, অথচ দোকানৰ খোৱা বস্তু ভিনিহিয়েকে ঘৰত সুমুৱাব নিদিয়ে। খৰিবোৰ আধা ফলাৰ দৰে। চকীদাৰ পুৱাই ক'ৰবালৈ গুচি গৈছে। কুঠাৰ এখনকে ওচৰৰ পৰা আনি দিবলৈ দিনটো বহুতবাৰ কোৱাতো সেই ব্যৱস্থা নকৰিলে। বিনুক ওলোটাই ধমকি দিহে উঠিল— তেওঁ কোনফালে চকু দিব।

পানী আৰু খৰিৰ খুব কষ্ট। ভাত ৰান্ধি উঠি ঘৰতে টেবুল-চেয়াৰৰ ব্যৱস্থা কৰি বৰাক আৰু ভিনিহিয়েকক ভাত দিলে ৰাণুৱে, পাকঘৰত উপায় নাই দিয়াৰ, যিহে সৰু।

বিনুৰ পেটৰ বিষটোৱে বেছিকৈ উক্ দিছিল। বিছনাত পৰি পৰিয়েই গিৰীয়েকৰ লগতে বৰাক চিৰদিনীয়া আলহী কৰিব লাগিব বুলি শুনি অসহায় খঙত একো কৰিব নোৱাৰি ভাতকে নাখায় বুলি পৰি থাকে।

বুবুলে ভাত খায়। মাখন-অনিহঁতে চিঞৰে গাখীৰ লাগে বুলি। গাখীৰ খোৱা অভ্যাস সিহঁতৰ সদায়। দুপৰীয়া আহৰি হৈ নয়নতৰাৰ কাষৰ চিৰিত বহি লগত অনা কিতাপ এখনৰ পাত লুটিয়ায় ৰাণুৱে— ভিতৰত অসহ্য গৰম উঠিছে— টিনৰ বেৰ আৰু ছালেৰে গুদামৰ উত্তাপ পৰিছেহি।

বৰা আহিছিল পানী এগিলাচ বিচাৰি। তাইৰ হাতত কিতাপ দেখি চালে। ইটো-সিটো কথাৰ ফাঁকেদি ৰাণুৱে শুনিলে, সেইটো চকীদাৰৰ ঘৰ বাবেই তেনে অৱস্থা। ইয়াত আন ঘৰ পাবলৈ টান, চকীদাৰকেইটাৰতো ৰাতি পহৰা আৰু দিনত অফিচৰ কামত ঘূৰোঁতেই যায়, তেওঁলোকে আহি থাকিবলৈ লৈছেহি। এজন অসমীয়া আৰু দুজন নেপালী চকীদাৰ। অসমীয়া চকীদাৰটোৱেই ইমান দিন তেওঁলোকক ভাত ৰান্ধি দিছিল। সি এতিয়া নিজৰ বাবে আন ঠাইত ব্যৱস্থা কৰি লৈছেগৈ।

বৰা যায়গৈ। কিতাপৰ পাতত আৰু মন নবহে তাইৰ। বহি বহি ভাবে। তাই এটা কথা বুজি নাপায়, সিহঁতৰ ঘৰততো বিনু বিশেষ একো অসুবিধাত থকা নাছিল, এনে এখন ঠাইলৈ ইমান কষ্টৰ মাজত পেলাবলৈ বিনুকনো আনিবলগীয়া হ'ল কিয়? বিশেষকৈ কণ কণ ল'ৰা-ছোৱালীকেইটাৰ বাবে গাখীৰৰ ব্যৱস্থা হোৱা নাই এতিয়ালৈকে। আনিছে বাৰু আনক, কিন্তু ইমান দিন ভিনিহিয়েক ইয়াত আছেতো, যথাসম্ভৱ কিছু ব্যৱস্থা কৰি থৈ যাবতো পাৰিলেহেঁতেন। অন্ততঃ বাথৰুম এটা যদি বাঁহৰ বেৰ দি হ'লেও কৰি থ'লেহেঁতেন। আৰু বস্তু-বাহানিবোৰ আনিব নিদিয়াৰে বা মানে কি? এই যে দ' ড্ৰেইনটো তাৰ ওপৰত নাই কোনো ঢাকনি, মাখন, অনিহঁতৰ তাত ভৰি পৰাৰ খুবেই সম্ভাৱনা।

অৱশ্যে অসুবিধাবোৰ যে অসুবিধা, তাক হয়তো ভবাই নাই ভিনিহিয়েকে। সেয়েই একমাত্ৰ সম্ভৱপৰ ব্যাখ্যা বুলি ভাবে ৰাণুৱে। জীৱনটোতো চলি যায়েই। ইয়াক কি কয় বাৰু?— জীৱনৰ সকলো অৱস্থাকে সহজভাৱে গ্ৰহণ কৰাৰ মনোবৃত্তি, নে আমাৰ মনৰ সহনশীলতা, এলাহ, যাৰ বাবে প্ৰতিকাৰ কৰি ল'ব পৰাবোৰকো আমি প্ৰতিকাৰ নকৰি সেই অসুবিধাতেহে নিজক খাপ খুৱাই লওঁ? নে ভালকৈও যে থাকিব পাৰি ইয়াতকৈ, সেই ভাল অৱস্থাৰ বিষয়ে কোনো ধাৰণাই নথকা? শেষৰটোৱেই ভিনিহিয়েকৰ ক্ষেত্ৰত প্ৰযোজ্য বুলি ভাবে ৰাণুৱে। গিৰীয়েকৰ সম্বন্ধে বিনুৰ আপত্তিভৰা মন্তব্যই শুনে ৰাণুৱে সদায়, বেছি মন নকৰে সেইবোৰ, বিনুৰ বঢ়াই কোৱা কথা বুলি বৰং আমোদহে পায় যেতিয়া বিনুয়ে কয়,— উপন্যাসকেইখন পঢ়া উচিত গিৰীয়েকে, তাৰ পৰা অন্ততঃ সংসাৰ

কেনেকৈ চলাব লাগে সেই জ্ঞান অলপ হ'ব, মিছাকে নামত ডিগ্ৰী এটা থাকিলে কি হ'বনো।

ভাবি ভাবি আজি আৰু ৰাণুৱে বিনুৰ অভিযোগপূৰ্ণ গালি-শপনিবোৰক সৰু ছোৱালী এজনীৰ মাত্ৰাধিক্য বুলি উৰাই দিব নোৱাৰে।

কিন্তু সঁচায়ে জীৱনটোতো চলি যাবই। এইদৰেই চলি যাব। মাথোঁ খাই-লৈ, ল'ৰা-ছোৱালী জন্ম দি জীয়াই থকা। প্ৰাণ ধাৰণ আৰু দিন যাপন। অথচ বিনুজনীক কত যত্ন কৰি মাক-বাপেকে এনে কত ধৰণৰ শিক্ষাই নিদিছিল, চিলাই, গান, ৰন্ধা-বঢ়া দিনটোৰ অভিজ্ঞতাৰেতো দেখিলে ৰাণুৱে, ভিনিহিয়েহে ভাতৰ বাহিৰে আন খোৱা বস্তুৰ একো নাখায়েই, বেমাৰ হ'ব হেনো। বিনুৱে কয়, 'আজিকালি আৰু মই খোৱা বস্তু একো নকৰোঁ অ' ৰাণু। ঘৰৰ মানুহজনেই নাখায় যেতিয়া কাক কৰি খুৱাম?' গানতো হেনো একে কথা, বিনুৰ গলাৰ ইমান প্ৰশংসা আছিল তাহানি, বিনুৱে কয়, বিয়াৰ পিছত তাইৰ জীৱনৰ এনে এটা দিন অহা নাই যিদিনা গিৰীয়েকে এটা গান গাবলৈ কৈছে তাইক। এদিন হেঁপাহেৰে এটা ব্লাউজৰ কাপোৰ আনি নিদিলে, চিনেমালৈ নিজে আগবাঢ়ি লগ নধৰিলে। ভালকৈ দুষাৰ কথা পাতি নাপালেই হেনো জীৱনত। ভিনিহিয়েক ইমান সাংঘাতিক গহীন অথচ বিনু ইমান কথকী। গিৰীয়েকৰ এই কথা নোকোৱা স্বভাৱৰ আপত্তিত সিদিনা ৰাণুৱে ধেমালিৰে সান্ত্বনা দিছিল বিনুক— 'বোবাৰ শত্ৰু নাই বিনু। ভালেই হ'ব দে, মোৰ ভিনদেউৰ শত্ৰু নোলাব'— কিন্তু সেই এটা দিনতে কিছুমান এনে ক'বলগীয়া কথাত নীৰৱ হৈ থকা দেখিলে ৰাণুৱে ভিনিহিয়েকক, তাইৰো যেন ধৈৰ্য হেৰাই যাব খোজে। এয়ে বিনুৰ জীৱন। তাহানিৰ ৰাংঢালী, চহৰৰ লাহ-বিলাহত উঠা ছোৱালীজনী। কি হৈ গ'ল জীৱনটো। এই বয়সতে চাৰিটা ল'ৰা-ছোৱালীৰ মাক, তাতে সেই পেটৰ বেমাৰটো। জীয়াই থাকিও মৰি যোৱা প্ৰাণটো।

সকলো অৱস্থাকে সহজভাৱে মানি লোৱাৰ সাধনা চলোৱা ছোৱালীজনীৰে আজি ভাবি ভাবি এক অসহায় দুখত চকু চলচলীয়া হৈ উঠে। ভিনিহিয়েক, বিনু। মানুহ অথচ মানৱতা ক'ত?

ৰাতি এজাক বৰষুণ আহিল। উৰুখাঁ পাকঘৰৰ ফুটাৰে পানী পৰে। তাৰেই মাজত ভাত ৰান্ধে ৰাণুৱে। বন কৰা ল'ৰা মধুৱে বুবুলহঁতক লৈ ব্যস্ত হৈ থাকে। বিনুক তাই পাকঘৰলৈ আহিবলৈ নিদিয়ে, পেটৰ বিষটো তেতিয়াও কমা নাই ভালকৈ। ভাত ৰন্ধা প্ৰায় শেষ হোৱাৰ সময়ত ভিনিহিয়েক ক'ৰবাৰ পৰা আহি কয়হি— আলহী এজন আহিছে। টুৰলৈ অহা এছ ডি চি এগৰাকী। সৰু ঠাই। ভিনিহিয়েকেই ডাঙৰ মানুহ তাত। গতিকে মাজে-সময়ে তালৈ আহি থকা সকলো অফিচাৰ তেওঁৰ ঘৰতে আলহী হ'বই, ৰাণুয়ে বুজে। বিনুক যাতে সেই মুহূৰ্তত একো কোৱা নহয় আলহীৰ কথা, তেনে সকীয়নিৰে ৰাণুৱে আকৌ ভাত বহায়।

বৰষুণ এৰিছিল তেতিয়া। মেঘো বহুতখিনি আঁতৰি গৈ তৰাবোৰ স্পষ্ট কৰি তুলিছিল। কিন্তু বিনুৰ মনৰ মেঘ আৰু এতৰপ ডাঠ হ'ল— এনেকৈ আলহী-অতিথিবোৰ আহি থাকিব নহয়! বিশেষকৈ একো কথা নোকোৱা গিৰীয়েকে যে আগতে একো নকৈ অসময়ত দিগদাৰত পেলাব বিনুক।

শোৱাৰ আগতে অলপ ফুৰি আহিবলৈ তাই ৰাণুকে লগ ধৰে, গুদামৰ আগৰ পকা চোতালত ফুৰিবলৈ। বৰ শ্ৰান্ত হৈ পৰিছিল ৰাণু। কামৰ খাটনি আৰু মনৰ অশান্তি। কিন্তু মন পাতলাব লাগে বিনুৱে। ৰাণুক দুখ-বেদনাৰ কথাবোৰ কৈ খুব যে আৰাম পায় বিনুৱে। ফুৰিবলৈ যাবলৈ মন নগ'লেও আৰু অস্বীকাৰ নকৰে তাই!

ৰাণুৱে দেখে, বিনুৰ হাতত পাটী এখন। চকীদাৰটো নোহোৱা ফালে পাৰি লৈ দুয়ো বাগৰে। ওপৰত উদাৰ তৰা-ভৰা আকাশখন, অলপ-অচৰপ মেঘ অ'ত-ত'ত। ঠাণ্ডা বতাহ বলে। বিনুৱে গধুৰ হিয়া পাতলায়, মনৰ দুখবোৰ উজাৰি কয়। ৰাণুৱে আকাশলৈ চাই চাই শুনি থাকে। একে কথা— একেদৰে দুখ লাগে। তথাপি বেদনাৰ অনুভূতিটো যেন আৰু অলপ বেছি তীব্ৰ। নিজ চকুৰে দেখিছে তাই, বুজিছে বহুত কথা সঁচায়ে সত্য, যিবোৰ তাই এদিন বিনুৰ বঢ়াই কোৱা কথা বুলি ভাবিছিল।

কৈ কৈ আৱেগত এবাৰ ৰাণুৰ হাতখন চেপি ধৰি বিনুৱে কৈ উঠে— 'মোৰ দৰে তই জীয়াতু ভুগি নমৰিবি দেই ৰাণু। তই বিয়া কৰিলে নিজে বাছি কৰিবি দেই—'

অৰ্থাৎ, ভাল পোৱা। বিনুৱে তাইক উপদেশ দিছে প্ৰেমত পৰি বিয়া কৰাবলৈ। তৰাই পোহৰ আঁতৰাব নোৱৰা আন্ধাৰত বিনুৱে হয়তো তাইৰ নিঃশব্দ হাঁহিটো নেদেখে। মায়াৰ কথা মনত পৰে। তায়ো সিদিনা ৰাতিৰ আন্ধাৰত সিহঁতৰ আগফালৰ ঘাঁহনিত একে তৰা ভৰা আকাশৰ তলত বহি চলচলীয়া চকুৰে ৰাণুৰ

হাত চেপি ধৰি গৈছিল— 'কেতিয়াও প্ৰেমত নপৰিবি অ' ৰাণু। বৰ কষ্ট—' চিৰ অতৃপ্ত মানুহ!

অলপ হাঁহি ৰাণুৱে কয়— 'মাক-বাপেকে বিয়া দিয়া ল'ৰা-ছোৱালী দুজনৰ জীৱনৰ সৈতে নিজে ইচ্ছা কৰি বিয়া কৰোৱা দুজন ল'ৰা-ছোৱালীৰ জীৱনত মইতো বিশেষ প্ৰভেদ দেখা নাই অ' বিনু। একেদৰেই, একে সুখ-দুখৰ মাজেদিয়েইতো জীৱনবোৰ চলি যায়—'। সান্ত্বনা।

ৰাণুৰ কথাত সাধাৰণতে প্ৰতিবাদ নকৰে বায়েক বিনুৱে। তথাপি তাই কয়— 'মই তোৰ দৰে বেছি পঢ়া নাই বা দেখাও নাই। গতিকে ক'ব নোৱাৰোঁ সেইবোৰ। কিন্তু মোৰ জীৱনটোলৈ চাই ক'চোন, একমাত্ৰ তোৰ ভিনিহিয়েৰৰ সৈতে প্ৰতি কথাতে মন নিমিলে বাবেই জানো জীৱনটো তিতা হৈ উঠা নাই? মই নিজে পছন্দ কৰি বিয়া কৰাব পাৰিলে জানো অন্ততঃ কিছুদূৰ নাজানিলোঁহেঁতেন যে কি কি বিষয়ত মোৰ সৈতে মিল আছে? এনেকুৱা অবুজ, সদায় খং ভাব লৈ থকা, একোতে ৰাপ নোহোৱা অকালবৃদ্ধ এজনক জানো মই বিয়া কৰালোঁহেঁতেন?'

ইয়াৰ উত্তৰটো ৰাণুৱে দিব নোৱাৰে।

'আই, দেউতা ক'ত?' দুয়ো উচপ খাই সেইফালে চায়। চকীদাৰটো আহি কেতিয়া জানো ওচৰত নিঃশব্দে থিয় হৈছেহি।

সি আকৌ কয়— 'এইটো চিগাৰেটৰ পেকেট তেখেতক দিব, মোক আনিবলৈ দিছিল।'

ভাত খাই উঠি যে এবাৰ ভিনিহিয়েক বাহিৰলৈ আহিছিল এইবাবেই। ৰাণুৱে ভাবিলে।

ৰাণুৰ নিৰ্দেশ মতে চিগাৰেট লৈ চকীদাৰটো ভিতৰলৈ যোৱাৰ পিছতো কেই মুহূৰ্তমান স্তব্ধ হৈ আছিল বিনু। তাৰ পিছত উচ্ছ্বসিতভাৱে কৈ উঠিল, 'দেখিলি ৰাণু, নিজৰ বস্তুখিনিৰ বাবে এই মাজনিশাও চকীদাৰক পাছিছে, অথচ আজি দিনটো কুঠাৰ এখনৰ কথা কৈ কৈ গা লৰাব পাৰিছিলি নে—? সঁচায়ে কৈছোঁ ৰাণু মই যেতিয়া কিবা এটা দৰকাৰী কথা সুধি সুধি গৈ থাকোঁ তেখেতৰ ওচৰলৈ, আৰু মোৰ সেই কথা কাণলৈ নিনি একান্ত মনে চিগাৰেটটো হুপি থাকে, এনে ভীষণ ইচ্ছা এটা জাগে যে চিগাৰেটটো যেন মুখৰ পৰা কাঢ়ি আনি নিজে ক'ৰবাত আত্মহত্যা কৰি মৰি যাওঁ।'

একেটাই হয়তো বিষয়বস্তু, কিন্তু তাৰ ৰূপ সলনি হয় বেলেগ বেলেগ পৰিস্থিতিত বেলেগ বেলেগ মনৰ মুডৰ বোল লাগি। ল'ৰাবোৰ কেনে হ'লে ভাল লাগে— ৰাণুৰ কলেজীয়া বান্ধৱীসকল নানা তৰপৰ আলোচনাৰ ইয়ো এটা দিশ। চিগাৰেট খোৱা ল'ৰাক যে বেছি ভাল লাগে, বেছি ৰোমাণ্টিক লাগে, বেছিভাগৰে মত সেইটো।

'সঁচায়ে ৰাণু, মোক ক'চোন এতিয়া মই কি কৰোঁ? তইতো গুচি যাবি দুদিন পিছতে, মই এনে এখন পাণ্ডৱ-বৰ্জিত দেশত চাৰিটা ল'ৰা-ছোৱালীৰ সৈতে এই অবুজ অমানুহজনৰ লগত কেনেকৈ দিন কটাম। তাতে এই পেটৰ বিষটো'। আকুলভাৱে বিনুৱে তাইৰ ফালে চায়।

প্ৰতিকাৰহীন সকলো অৱস্থাকে মানি লোৱা, এই উপদেশ এদিন আগতে মাথোঁ দি অহা নাছিল নে ৰাণুৱে? উপদেশ, যোগ্যতা! ক'ত গ'ল সেই উপদেশ?

তাইৰ জীৱনৰ পুঞ্জীভূত তিতাখিনি, আৰু জীৱনে বিনুলৈ অনা এই তিলতিল বিষবোৰ, কোন বেছি দুৰ্ভগীয়া? তাই বাৰু পাৰিলেহেঁতেন নে নাই এই প্ৰতি মুহূৰ্তৰ বেদনাবোৰ সহিব?

আকাশত তৰাবোৰ জিলিকিছে। তাৰ মাজত সেই ৰঙচুৱা তৰাটো— বাতি আকৌ কুতুবমিনাৰৰ যুগান্তৰৰ অপাৰ্থিৱতাই অধিকাৰ কৰা মৰা মিলৰ চিম্নীটোৰ পাছফালে জিলিকি আছে—! খুব চিনাকি ৰাণুৰ। মন বেয়া লগাই দিয়া মঙ্গল গ্ৰহ! সেই অমঙ্গলীয়া তৰাটোৰ ফালে চাই চাই তাইৰ মনত পৰে বন্ধুজনলৈ।

গ্ৰহটো তেৱেঁই প্ৰথম চিনাই দিছিল তাইক। জীৱনক সহজভাৱে গ্ৰহণ কৰাৰ সাধক। ৰাণুৰ দুখৰ অতীতটোত তেৱেঁই তাইক সকলোবোৰ সহজ প্ৰশান্তিৰে মানি লোৱাৰ পথ দেখুওৱা নাছিল জানো?

মঙ্গল গ্ৰহটোলৈ চাই চাই ভাবে ৰাণুৱে, বন্ধুজনে আজিও একেদৰে বিনুকো একে পথকে দেখুৱাব পাৰিলেহেঁতেন নে? তাই ক'ব নোৱাৰে। কিন্তু নিজকে হ'লে তাইৰ হজৰত মহম্মদৰ মিঠাই খোৱা অৱস্থালৈ ঘূৰি যোৱা যেন লাগিল।

(ৰামধেনু, ১৯৫২)

# প্ৰতিবিম্ব (১)

তালটোৰ বাকলি, জাবৰ আৰু গুটি একেলগে মগুহাল অংশখিনি টোপোলাত বান্ধি পানীবোৰ নাইকিয়া হ'বলৈ তলত চৰিয়া এটা পাতি তাৰ ওপৰত টোপোলাটো ওলোমাই ধনক বিচাৰি যায় অণিমা। এই বতৰটোৰ এয়ে প্ৰথম তালৰ পিঠা কৰিবলৈ ওলাইছে আজি। প্ৰভাতটোৱে তালপিঠা খাবলৈ বৰ ভাল পায় নহয়, পুৰা বেপাৰীটোৱে অনা তালবোৰ দেখি তাইৰ মনত পৰিছিল প্ৰথমে তালৈকে।

ধনক বিচাৰি বিচাৰি আগফালৰ ঘৰতে পায়গৈ। তিনি বাজিল বোধহয়,— ডাক আহিছে দেখোন। প্ৰমিলাজনীৰ পৰা বহুত দিন চিঠি অহা নাই, কিয়বা। অণিমা ওচৰ চাপি যায়।

খুব মনোযোগ দি চিঠি এখন পঢ়ি আছিল ধনে— ওচৰৰ চকীখনত খোলা খাম এটাও পৰি আছে। 'কাৰ চিঠি অ' ধন? মোৰ কোনো চিঠি নাই?' অণিমাই সোধে।

সি মূৰ দাঙি চায়। তাৰ পিছত অস্বাভাৱিক গহীন মাতেৰে কয়— 'নাই। কিন্তু মোৰখন পঢ়িব পাৰ। হোঁ—নে—'

তাৰ ফালে এবাৰ আচৰিত হৈ চাই অণিমাই হাত মেলি চিঠিখন লয়। আচৰিত। এই গোঁৱাৰ গোবিন্দ ল'ৰাটোৱেচোন তাৰ চিঠি-পত্ৰ চুলেও খঙত জ্বলি উঠে— কি হ'ল আজি তাৰ?

অণিমাই চিঠিখন পঢ়ি যায়—

'মৰমৰ ৰমেন,

তোমাৰ প্ৰকৃত বন্ধু হিচাপে কথা এটা নকৈ নোৱাৰিলোঁ। তাৰ বাবে বেয়া নাপাবা দেই।

কথাটো হ'ল— তোমাৰ ভনী অৰুণাৰ প্ৰতি তোমালোকৰ কি অকণো দায়িত্ব নাই? তোমাৰ চকুৰ আগতেই যে তাই প্ৰবোধৰ লগত জঘন্য কান্দ কৰি ছাত্ৰমহলত বু-বাৰ সৃষ্টি কৰিছে, তোমালোকৰ ঘৰখনে সেই বিষয়ে উদাসীন হৈ থাকিলেও সমাজেতো মনে মনে বহি থাকিব নোৱাৰে নহয়। নে সেই মাইকীৰ পিছে পিছে ঘূৰি ফুৰা গুন্দাটোৰ হাততেই ভনীয়েৰাক গতাব খুজিছা? কিন্তু ভনিয়েৰাক এইবুলি সাৱধান কৰি দিবা যে আমাৰ কলেজখন বিদ্যাশীক্ষাৰ কলেজ, প্ৰেমৰ নহয়। এই জঘন্য কান্দ-কাৰখানাবোৰ সহিব নোৱাৰিয়েই কোনোবা সুবুদ্ধিৰ ল'ৰাই যোৱাবাৰ প্ৰিতি-উপহাৰ নামৰ লিফলেত্ উলিয়ালে, সেই কথাটো তোমাৰ কলঙ্কনি ভনিয়াৰাই পাহৰি গ'ল নে নেজানেই? চহৰৰ সকলো ল'ৰা-ছোৱালীয়ে দেখোন জানে।

যি হওক, তোমাক বন্ধু বলি ভাবো কাৰণেই এই চব লেখিলো। এতিয়া কি কৰা কৰা। আমি আশা কৰো— প্ৰবোধ ধুৰৰ লগত অৰুণাক ইয়াৰ পিছত আৰু মিলা-মিচা কৰিব নিদিয়া। ইতি—

তোমাৰ
"X"

বাৰেপাচি বানান ভুলৰ চিঠিখন পঢ়ি মুখত অলপ কৌতুকৰ হাঁহি বিৰিঙাই অণিমাই ভায়েকৰ ফালে চালে। খং আৰু অসন্তোষেৰে ভৰা মুখখনেৰে ধনেও বায়েকৰ ফালেই চাই আছিল, দৃষ্টিত প্ৰতীক্ষা। অণিমাৰ মন্তব্য শুনাৰ প্ৰতীক্ষা।

'তোৰ এই হিতাকাঙ্ক্ষী বন্ধুজনক লগৰ আৰু এনে আনৰ হিতকাৰী ল'ৰাবোৰক লৈ Students moral rearmanent-ৰ দল এটা খুলিবলৈ ক'বি অ'।' অণিমাই কথাটো পাতল কৰিবলৈ ধনৰ ফালে হাঁহি মুখে চাই সেইদৰে কয়।

'সঁচাই বাইদেউ, সকলো কথাকে পাতলকৈ উৰাই দিব খোজা তোৰ এই স্বভাৱটো অসহ্য। ইমানজনী হ'লিহি, তেওঁ যদি পাতলামি গুচিল। ছোৱালী নহয়— স্বভাৱ যাব নো কেনেকৈ?' ধনে দাঁত কৰচি ভোৰভোৰায়।

অণিমাই তালৈ মৰমেৰে চাই হাঁহে— 'বাৰু মনোবিজ্ঞানী, তয়েই ক'চোন এতিয়া কি কৰিব লাগে?'

'কি কৰিব লাগে আৰু'— আকৌ দাঁত কৰচে ধনে— 'প্ৰবোধৰ সৈতে যাতে তাইৰ আৰু কেতিয়াও দেখা-সাক্ষাৎ নহয়, তাৰ ব্যৱস্থা কৰ। সমাজ, ভৱিষ্যৎ এইবোৰলৈতো চাব লাগিব। আজি যদি তাইৰ এনেকৈ

বদনাম ওলায় এদিন পিছত তাইকনো বিয়া কৰাব কোনে?’

এইবাৰ জোৰেৰেই হাঁহি দিলে অণিমাই। ধনটো যে, দেউতাক ঢুকুৱাৰ পিছৰে পৰা সি যে জ্ঞানী বুঢ়া এটা হৈ উঠিছে! এনে কাণ্ডবোৰ তাৰ অসহ্য, সিয়েহে যেন ঘৰখনৰ অভিভাৱকত্বৰ খালী আসনখন পূৰাব। তাতে বীৰুটো থাকে পাৰ্টি-চাৰ্টি লৈ— গতিকে দায়িত্বৰ বোজা যেন আৰু গধুৰ হৈ পৰিছে ধনৰ মূৰৰ ওপৰতেই। ছেকেণ্ড ইয়েৰত পঢ়া অকমাণ ল'ৰাটোৰ ফাৰ্ষ্ট ইয়েৰত পঢ়া, তাতকৈ মুঠেই এবছৰৰ সৰু ভনীয়েকজনীৰ ভৱিষ্যৎ ভাবি গম্ভীৰ হৈ উঠা মুখখনলৈ চাই অণিমাই তেনেকৈ হাঁহি নিদি নোৱাৰিলে।

‘তই হাঁহিছ বাইদেউ? আচৰিত— এনে এটা বিবিয়াহ কথাত তোৰ হাঁহি উঠিছে?’ খং আৰু অবাক মাতেৰে ধনে বকি যায়— ‘সঁচাই, আচলতে তোৰ লাই পাইহে তাই এনে হ'বলৈ পালে। তয়েই তাইৰ মূৰ খালি। তই প্ৰশ্ৰয় নিদিয়া হ'লে তাই আজি কেতিয়াও এনেধৰ সৈতে ইমান দূৰ আগবাঢ়িব নোৱাৰিলেহেঁতেন— মই হোৱা হ'লে— মই পৰা হ'লে— এনে কলঙ্কিনী ভনীক চাবুকেৰে কোবাই পিঠিৰ ছাল এৰুৱালোঁহেঁতেন—’ খং আৰু উত্তেজনাত ৰঙা-চঙা পৰি অণিমাৰ হাতৰ পৰা চিঠিখন আঁজোৰ মাৰি লৈ ধনে কয়।

অণিমা গহীন হৈ যায়। নাই, ধনটোৱে অলপ বেছিলৈ গৈছে, আৰু আগবাঢ়িবলৈ দিয়া উচিত নহ'ব।

‘ভনীয়েৰৰ গাতেইতো সকলো দোষ জাপি থ'লি ধন, পিছে তোৰ সেই কাপুৰুষ হিতাকাঙ্ক্ষী বন্ধুজনৰ সাহ নহ'ল কিয় তলত নিজৰ নামটো চহী কৰি পঠিয়াবলৈ। লোকৰ ছোৱালীৰ চৰিত্ৰলৈ হিতাকাঙ্ক্ষী জাগিলনো কিয়, তাৰ? এই মানুহবোৰৰ যে লোকক উপযাচি উপদেশ দিবলৈ অহা স্বভাৱ! অথচ এনে মঙ্গলাকাঙ্ক্ষা যদি আনৰ প্ৰতি নেদেখুৱাই নিজৰ প্ৰতি দেখুৱালেহেঁতেন তোৰ বন্ধুজনে, তেওঁৰ লিফলেট উলিওৱা আন আন বন্ধুসকলেও ইয়াকে কৰিলেহেঁতেন, তেতিয়া আন নহ'লেও অন্ততঃ আজি তহঁতৰ কলেজখনত এই লেতেৰা কাণ্ডবোৰ কেতিয়াও হ'বলৈ নাপালেহেঁতেন, আৰু তোৰো অনৰ্থক এনেকৈ মূৰ গৰম নহ'লহেঁতেন, ময়ো কাম-বন এৰি ইয়াত এনেকৈ সময় নষ্ট কৰি থাকিব নালাগিলহেঁতেন। আচল কথাটো কি জান? তোৰ সেই নামহীন বন্ধুৰ এটা জঘন্য হিংসা। অৰুজনী অলপ ধুনীয়া হোৱাটোও হ'ল অলপ মস্কিল। বেচেৰাই বোধহয় অতদিন তাইৰ পিছে পিছে ঘূৰিও তাইৰ মন কোমলাব নোৱাৰি শেষত এইদৰে চিঠি এখনকে লেখি মনক অলপ তৃপ্তি দিলে—’

অতি সোনকালে উত্তেজিত হোৱা আৰু তাৰ পিছত অতি সোনকালে শান্ত হোৱা ধনে ইয়াৰ পিছত কিছু সময় নিমাতে থাকে।

কিন্তু অলপ সময় তলমূৰকৈ ভাবি থাকি তাৰ হাতৰ পৰা নি আৰু এবাৰ চিঠিখন পঢ়ি থকা বায়েকৰ ফালে মূৰ তুলি চাই তাৰ আকৌ অভিভাৱকত্ব জাগে।

‘কিন্তু বাইদেউ, এইটো জানো সঁচা নহয় যে তাই প্ৰবোধৰ লগত অলপ বেছিকৈয়ে মিলা-মিছা কৰিছে। তই বাৰু সঁচায়ে নাভাব কিয় ছোৱালীজনীৰ এনে এটা বদনাম থাকিলে কোনেনো তাইক ভৱিষ্যতে বিয়া কৰিবলৈ ওলাব? তাতে আমাৰ দেউতাও নাই, আৰু তই হাজাৰ হওক ছোৱালী, এতিয়া লাগে চাকৰি কৰি দেউতাৰ ঠাই পূৰালিয়েই যেনিবা। সিফালে বীৰুটোৰতো পাৰ্টিয়েই ধৰ্ম, পাৰ্টিয়েই কৰ্ম, দেউতা ঢুকুৱাৰ পিছৰ পৰাতো সি উদং মেলা গৰুৰ দৰেই হৈ পৰিছে। সি মূৰ্খই দেশ উদ্ধাৰ কৰিবলৈ ওলাই প্ৰধান কথাটোৱেই পাহৰি গৈছে যে ‘charity begins at home’— আৰু ইফালে মাৰ কি বৈৰাগ্য! সংসাৰখন মিছা, মায়া-মোহেৰে ভৰা— কত কি! আগৰ যুগ হোৱা হ'লেই ভাল আছিল, বানপ্ৰস্থ লোৱাই বনলৈ পঠিয়াই দিলোঁহেঁতেন। যত এনেকৈ কেৱল নামত পৰিয়ালৰ এটি প্ৰাণী হৈ হে থকাৰ ভণ্ডামিকণ অন্ততঃ কৰিব নালাগিলহেঁতেন। যত বিপদ হ'ল মোৰ। বীৰুতো জে'লতে পৰি থাকিব লাগিব— মইহে ভৱিষ্যতে অৰুৰ বিয়া লৈ সমস্যাত ডুবি মৰিব লাগিব। তইতো জী-নাতি জপনা কাটি, গুচিয়েই যাবিগৈ কেতিয়াবা’— উত্তেজনাত দায়িত্বশীল ল'ৰাটোৰ খবৰেই নাথাকে যে প্ৰবাদ বাক্য আওঁৰাবলৈ যাওঁতে সি হাঁহি উঠা ভুল এটা কৰি পেলালে।

অণিমাৰ মুখৰ মুহূৰ্তৰ মেঘ আঁতৰি আগৰ কৌতুকৰ হাঁহি বিৰিঙে। ধনৰ শুকান জপৰা চুলিবোৰত এবাৰ আদৰেৰে হাত বুলাই দি কয়— ‘ইমান দূৰৰ ভৱিষ্যতৰ কথা ভাবি থ'ব নালাগে অ' ধন। কেতিয়া কি হয় কোনে জানে? আৰু অৰুৰ বিয়াৰ বিষয়ে তই নিশ্চিন্ত থাক। ভাল দৰা পাবলৈ ছোৱালীক যিটো প্ৰধান বস্তু দৰকাৰ সেই ৰূপ আমাৰ অৰুজনীৰ যথেষ্ট আছে নহয়। গুণো নোহোৱা নহয়। টকা-পইচাৰ বাবেও তোৰ দৰে ভীষণ দায়িত্বজ্ঞান থকা ল'ৰা থাকোঁতে ভাবিব লাগিছে কেলৈ’— মৰম সনা বিদ্ৰূপ নুবুজা ভায়েকটোৰ ফালে চায়, আকৌ আগৰ

দৰেই অলপ পাতল ধেমেলীয়া সুৰত কৈ যায় অণিমাই, 'প্ৰবোধৰ সৈতে তাই অলপ-অচৰপ প্ৰেমৰ খেলা খেলিলেই যেনিবা কিনো লোকচান? আজিকালি বহুত ছোৱালীয়েইতো এনে ধৰণৰ ধেমালি অলপ কৰি লৈ পিছত মাক-দেউতাকৰ বাধ্য ছোৱালীজনী হৈ তেওঁলোকৰ মনে-বছা দৰাটোকে বিয়া কৰাই সুখেৰে ঘৰ-সংসাৰ কৰেগৈ। তইঁতৰ লগৰে বীণা দুবৰাৰ বোলে তেনেকৈয়ে বিয়া হৈ গ'ল সিদিনা, তয়েইচোন খণ্ডত স্কুলি-পকি আহি মোক খবৰটো দিছিলিহি, মনত নাই। বীণাতো বীণাই, বীণাক বিয়া কৰোৱা দৰাজনৰো দেখোন চৌদ্ধ পুৰুষ উদ্ধাৰ কৰিলিহি। বীণাৰ প্ৰেমিক প্ৰদীপৰ দুখত দুখী হৈ তইঁত হিতাকাঙ্ক্ষী বন্ধুসকলে দিয়া বেনামী চিঠিখনৰ পৰা বীণা-প্ৰদীপৰ সকলো কথা জানিও হেনো দৰাই বিয়া কৰাবলৈ পিছ নুহঁহকিলে। সিদিনাও দেখোন আহি তই বিহ ঢালিলিহি বীণাৰ প্ৰতি, খুব সাজি-কাচি হাঁহি মাতি গিৰীয়েকৰ লগত ঘূৰি ফুৰা দৃশ্যটো হেনো অসহ্য তইঁতৰ চকুত। আমাৰ অৰুৰ ক্ষেত্ৰতো তেনে হ'ব দে, ভয় নকৰিবি— বীণাৰ দৰেই ৰূপ আছে নহয় অৰুৰ—'

বায়েকৰ বিদ্ৰূপ মিহলোৱা পাতল সুৰলৈ মন নকৰি অলপতে উত্তেজিত হোৱা ল'ৰাটো আৰু এবাৰ উত্তেজিত হৈ উঠে— 'ঠিক কৈছ বাইদেউ— আজিকালিৰ ছোৱালীবোৰৰ এই কাণ্ডবোৰ যে— মোৰ মূৰ গৰম হৈ হৈ উঠে ভাল পোৱাক সিহঁতে এটা ফুৰ্তিৰ খেল বুলি ভাবিছে নেকি? মোৰ ছোৱালী হোৱা হ'লে— চাবুকেৰে কোবাই ঘৰৰ পৰা উলিয়াই দিলোঁহেঁতেন—' দুই-তিনি বছৰৰ ডাঙৰ-সৰু এই ভাই-ভনী দুটিয়ে প্ৰেম আদিৰ আলোচনা বন্ধুৰ দৰেই নিসঙ্কোচে কৰে।

ধনে আৰু কিবা-কিবি ক'বলৈ ওলাইছিল,— কিন্তু অণিমাই আকৌ গহীন হৈ গৈ বাধা দি উঠে— 'ইমান উগ্ৰভাৱে কথা ক'ব নাপায় ধন? আৰু ছোৱালী বা ল'ৰাবোৰৰ গাততো আচলতে সিমান বেছি দোষো দিব নোৱাৰি। সিহঁতে যি শিক্ষা-দীক্ষাৰ পাৰিপাৰ্শ্বিকতাত ডাঙৰ-দীঘল হৈছে, মনবোৰো তেনেকৈহে গঢ়ি উঠিব পাৰে। সেই হিচাপে বেনামী চিঠি দিয়া তোৰ এই হিতাকাঙ্ক্ষী বন্ধু বেচেৰাবোতো সিমান দোষ নাই। বীৰু থকা হ'লে এতিয়াই সমাজ-ব্যৱস্থাৰ— শিক্ষাৰ দুৰাৱস্থা, তাৰ বাবে ছাত্ৰ-ছাত্ৰীৰ নৈতিক অধঃপতন— শেষত চৰকাৰেই যে এই সকলোৰে গুৰিত, সেই চৰকাৰক বিপ্লৱ কৰি উচ্ছেদ কৰি নতুন গণতন্ত্ৰৰ ভিত্তিত নতুন ৰাষ্ট্ৰ গঢ়ি তোলাত আমাৰ দায়িত্ব— ইত্যাদিৰ বিষয়েতো সৰু-সুৰা বক্তৃতা এটাই দি পেলালেহেঁতেন'— অণিমাৰ সুৰত আকৌ কৌতুক ফুটি উঠে।

ঠিক তেনেতে আউলি-বাউলি চুলিৰে হাতত কেইখনমান কিতাপ আৰু খবৰৰ কাগজৰ বাণ্ডিল এটা লৈ বীৰু, মানে বীৰেন— অণিমাৰ থাৰ্ড ইয়েৰত পঢ়া সাম্যবাদী ভায়েকজন সোমাই আহে—।

'চা অনু ইলিয়া এৰেন্‌বুৰ্গৰ ইমান ধুনীয়া কিতাপখন কিমান সস্তাতে ওলাইছে'— পাতল নীলা ৰঙৰ পকা বন্ধা কিতাপ এখন অণিমাৰ ফালে আগবঢ়াই দি কয় বীৰুৱে। তাতকৈ মাত্ৰ এবছৰৰ ডাঙৰ অণিমাক বাইদেউ বুলি সি আৰু নামাতে।

কিতাপখন আলফুলকৈ হাতত লৈ,— পাতবোৰ লুটিয়াই সেইখনতে চকু ৰাখি অণিমাই ঠাট্টাৰ সুৰত উত্তৰ দিয়ে— 'কে'লেই সস্তা নহ'ব? 'প্ৰপেগাণ্ডা' তেতিয়াহ'লে যে নচলিব তইঁতৰ—'

বীৰু ধনৰ দৰে সকলোতে নহ'লেও, পাৰ্টিৰ কথাত হ'লে অলপতে উত্তেজিত হৈ উঠে—। অণিমাৰ পৰা কিতাপখন টান মাৰি আনি খঙৰ সুৰত কয়— 'দে— প্ৰপেগাণ্ডাৰ বস্তু ছুই হাত অপবিত্ৰ কৰিব নালাগে।— তইঁতে আমাৰ পাৰ্টিৰ সকলো কথাকে কেৱল কলা চশমা পিন্ধিহে চাব জান। সদায় বেয়াখিনিহে চকুত পৰে, ভালখিনিতো নপৰে'— অণিমাৰ হাতৰ পৰা কিতাপখন লৈ খোজ দিয়ে।

অণিমাই অলপ হাঁহে,— কয়— 'কিতাপখনৰ দাম কিমান অ' বীৰু? পইচাখিনি তোক কেতিয়া লাগিব?'

বীৰু থমকি ৰয়,— অণিমাৰ মনোভাব যিয়েই নহওক, কিতাপ বোলক, খবৰৰ কাগজ বোলক, সকলোৰে দামতো সি অণিমাৰ উপাৰ্জনৰ ধনেৰেহে দি আহিছে সদায়। আৰু অণিমাইতো কোনোদিন নিদিওঁ বোলা নাই, এনেকি কেতিয়াবা কেতিয়াবা পাৰ্টি ফাণ্ডৰ বাবেও বিনা আপত্তিত পইচা দিছে তাই। এইটো সদায়ে এটা সাঁথৰ বীৰুৰ বাবে, অণিমাই মুখেৰে কোনোদিন সিহঁতৰ পাৰ্টিৰ প্ৰতি সহানুভূতি দেখুওৱা নাই, কিন্তু এই যে আৰ্থিক সাহায্যটো— ই জানো সমৰ্থনৰে নামান্তৰ নহয়? আৰু— সি অনা কিতাপ, কাগজ-পত্ৰও দেখোন সদায় পঢ়ি গৈছে অণিমাই, তেন্তে?

ভিতৰলৈ সোমাব ওলোৱা বীৰুক ধনে বাধা দিয়ে— 'এইখন পঢ়চোন বীৰু, অকল দেশৰ কথা ভাবিলেই

পেট নভৰে নহয়, অলপ-অচৰপ ঘৰৰ কথাও ভাবিব লাগে'— সুৰত তিতা বিদ্ৰূপ গালি ধৰে বেনামী চিঠিখন আগবঢ়াই দিয়ে।

সেইখন হাতত লৈ বীৰু বৈ যায়। ধনৰ খোঁচাবোৰ সদায় নীৰবে হজম কৰি যোৱাটো অভ্যাসত পৰিণত কৰি লৈছে সি।

চিঠিখন পঢ়ি উঠি ধনলৈ নহয়, অণিমালৈ চায় বীৰুৱে। অণিমাই চাই আছিল তাৰেই ফালে। চকুৱে চকুৱে পৰাত অলপ হাঁহি ক'লে— 'দেখিছ বীৰু, তহঁতৰ দৰেই এজন এটা সমাজহিতৈষী, দেশহিতৈষী দলে কেনেকৈ কটনত শিপা মেলিছে? এইবাৰ আমাৰ আৰু কিহৰ ভাৱনা? দেশখন উন্নতিৰ পথত দোপতদোপে আগবাঢ়িব নহয়। অ' আৰু এটা কথা মন কৰিছনে বীৰু, ধনক কেনেকৈ অভিভাৱকৰ সম্মান দিছে? তই বেচেৰাই পৃথিৱীত ধনতকৈ এটা বছৰ বেছিকৈ এনেয়ে ভাত খালি অ'—'

বীৰুৱেও অণিমাৰ ধেমেলীয়া সুৰত যোগ দি মিচিকিয়াই হাঁহে। কিন্তু তাৰ পিছতে গহীন হৈ গ'ল। অণিমাই ঠাট্টাৰে কোৱা মতেই ৰাজনৈতিক সচেতনতা জাগিল। আগে-পিছেও সুযোগ পালেই ভায়েক-ভনীয়েকহঁতৰ আগত সৰু-সুৰা বক্তৃতা একোটা দি পেলোৱাৰ দৰেই আজিও অলপ উত্তেজিতভাৱে ক'বলৈ আৰম্ভ কৰিলেই বীৰুৱে— 'এইবোৰেইতো বৰ্তমান শিক্ষাৰ নমুনা, শিক্ষাৰ উৎপাদন। মূল্যহীন শিক্ষাৰে শিক্ষিত ল'ৰা-ছোৱালীৰ পৰা ইয়াতকৈ বেছি আৰু কি আশা কৰিব পাৰ, ক'? তাতে কিবা ভাল ধৰণৰ ৰং-ধেমালিত ব্যস্ত থাকি বাস্তব কাম-কাজৰ পৰা মনক যে আঁতৰাই ৰাখিব পাৰিব, আমাৰ তাৰো নাই ব্যৱস্থা। চৰকাৰে কৰিছে কি? কৰিছে মেচিন কৰি তোলা শিক্ষা ব্যৱস্থা আৰু ল'ৰা-ছোৱালীহঁতক ৰাজনীতিৰ পৰা দূৰতে ৰাখিবলৈ আওপকীয়া পথ লৈছে অশ্লীল চিনেমা, থিয়েটাৰৰ প্ৰভাৱ বৃদ্ধিৰ সুযোগ দি। সেইবাবেইতো কওঁ যেতিয়ালৈকে প্ৰগতিশীল চৰকাৰ নহয়, গণতান্ত্ৰিক শিক্ষা ব্যৱস্থাৰ প্ৰচলন নহয়, তেতিয়ালৈকে কোনোফালৰ প্ৰগতি হোৱাৰে আশা নাই। ছাত্ৰ-ছাত্ৰীবোৰৰো নৈতিক অধঃপতনৰ পৰা উদ্ধাৰ নাপায় সহশিক্ষাৰো এনে ধৰণৰ সমস্যা নুগুচে। এইবাবেই আমি বিপ্লব বিচাৰোঁ, সমাজৰ আমূল পৰিবৰ্তন আনিব খোজোঁ। মধ্যপন্থীয়া সংস্কাৰেৰে একো নহয়— চৰকাৰে—'

বীৰুৰ বাক্যটো শেষ হোৱাৰ আগতেই অৰুণাই আহি মাত লগায়— 'বাইদেউ, পানী উতলিছে, তালৰ পৰা পানী পৰাও বন্ধ হৈছে দেখোন— চোৱাহিচোন খুলিবৰ হ'ল নেকি।'

বীৰু অলপ অপ্ৰস্তুত হোৱাৰ দৰে থামি যায়। অণিমাই অৰুণাৰ ফালে চাই কয়— 'ওঁ ব'ল'— তাৰ পিছত বীৰুৰ ফালে চাই অলপ হাঁহি— 'আজিলৈ তোৰ বক্তৃতা ইমানতে সমাপ্ত হ'বলগীয়া হ'ল দেই'— বুলি কৈ অৰুণাৰ লগত ভিতৰলৈ খোজ দিয়ে। কিন্তু কিবা এটা মনত পৰাত হঠাতে বৈ ধনক কয়— 'অ' ধন— তোক প্ৰভাতক মাতি আনিবলৈ ক'বলৈ আহিছিলোঁ অ'— যাচোন, লগতেই মাতি আনিবি দেই। ক'বি— মই তালপিঠা ভাজিছোঁ, গৰমে গৰমে খাবলৈ এতিয়াই তোৰ লগতে আহে যেন।'

'ওহোঁ।' ধনে মূৰ জোকাৰে— 'চাহ একাপ নোখোৱাকৈ ন পাদমেকম্ গচ্ছামি—'

অণিমাই অলপ হাঁহে— 'বাৰু ব'ল, পানী হেনো উতলিয়েই আছে। লৰালৰিকৈ একাপ কৰি দিওঁগৈ।'

'মোকো একাপ, অনু' বীৰুৱেও সিহঁতৰ লগত ভিতৰ সোমায়—

ধনে প্ৰভাতক মাতিবলৈ যোৱাৰ পিছত, প্ৰভাতে ভাল পোৱা তালৰ পিঠা ভাজি ভাজি অণিমাই ভাবি থাকে সেই প্ৰভাতৰে কথা। বাস্তৱৰ আঘাতত কঠোৰ হৈ উঠা অণিমাৰ জীৱনত সেইখিনিয়েই বোধ হয় কোমলতা। জীৱন মৰুভূমিৰ বেছিহ। অথচ অণিমাৰ আকৌ আন এটা ভয়ো আছে, জীৱন দেৱতাৰ আশীৰ্বাদ যেন লগা এই প্ৰভাতেই এদিন তাইৰ জীৱনৰ অভিশাপস্বৰূপো হৈ নুঠিবতো? আগৰ কলেজ গাৰ্ল অণিমাৰ অৱশ্যে এই আশংকা জগা নাছিল কোনোদিনে, কিন্তু এতিয়াৰ কেৰাণী অণিমাৰ জাগে। কাৰণ ঘটিছে যে। দেউতাক ঢুকাওঁতে তাই 'থাৰ্ড ইয়েৰ'লৈ উঠোঁতেই। তায়েই ডাঙৰ ছোৱালী, ছোৱালীয়েই অকল নহয় ডাঙৰ সন্তানো। যি বা এগৰাকী ককায়েক আছিল সিয়ো ঢুকাল চৌধ্য বছৰ বয়সতে। এনেয়েনো আৰু মাকজনী সংসাৰৰ প্ৰতি বীতস্পৃহ হৈ উঠিছেনে।— এই নানাধৰণৰ আঘাতবোৰৰ পৰাইতো। এতিয়া সিহঁত চাৰিজন ভাই-ভনী। তাই পঢ়া এৰিব লগা হ'ল। বেছি টকা আহে বুলিয়েই পঢ়ুৱাৰ লাইনলৈ চেষ্টা নকৰি টেলিগ্ৰাফ অফিচতে চাকৰি এটা ল'লে। ১০৫ টকা আহে তাৰ পৰা। তাকো জানো কম কষ্ট কৰি যোগাৰ কৰিবলগীয়া হৈছিল? অনাৰ্চ আছিল অঙ্কত, পঢ়াত আছিল ভাল আৰু মনত আছিল আশা। সকলো গ'ল। তাৰ পিছত আজিৰ এই দহটাৰ পৰা পাঁচটালৈ টানি নিয়া চাকৰি জীৱনতো। তথাপি

জানো সংসাৰৰ খৰচে আঁতে? তাতে কলেজত পঢ়ুৱাব লাগে তিনিজনক, ফিজো আগৰ দৰে হৈ থকা নাই— দুটকাকৈ তিনিজনৰ বাবে ছটকা বাঢ়িল নহয়। বেচেৰা ল'ৰামখাই অনশন ধৰ্মঘট কৰি কিবা ফল পাওক ছাৰি নিজৰ লগৰ বন্ধু-বান্ধৱৰ পৰা ইতিকিংহে শুনিবলগীয়া হ'ল। অৰুজনীকতো মাকে নপঢ়োৱাৰ কথাকে কৈছিল— কিন্তু তাইৰ যে বেয়া লাগে। তাই বায়েকজনী হৈ দুটা বছৰতকৈ অলপ বেছিয়েই কলেজীয়া জীৱনৰ আস্বাদ ল'লে, সৰু ভনীয়েকজনীকনো এতিয়া কোন সতে তাৰ পৰা বঞ্চিত কৰে? তাতে পঢ়া-শুনাতো বেয়া নহয় আৰু, মেট্ৰিক প্ৰথম বিভাগতে পাছ কৰিছে, অলপৰ বাবেহে বৃত্তিটো নাপালে। গতিকে অৰুক কলেজত নাম লগাই দিলে আৰু বিজ্ঞানত ৰাপ বাবে কটনতে দিলে। ধুনীয়া ছোৱালী অৰুণা, গতিকে পিছত লাগিবলৈ ল'ৰাৰো অভাব নাছিল।

বীৰুৱে অৱশ্যে তাৰ ৰাজনীতি পাহৰিও সিদিনা চাকৰি বিচাৰি ওলাইছিল। কিন্তু অণিমাই গম পাই বন্ধ কৰিলে। বি এটোকে পাছ কৰা নাই যি ল'ৰাই, সি আজিৰ বজাৰত ক'ত এটা চাকৰি পাব? শ্বিলঙৰ কেৰাণী হ'বগৈ পাৰি অৱশ্যে খাটিব-খুটিব পাৰিলে। কিন্তু থাক তেনে কেৰাণী বাৰু অণিমায়ে হওক এতিয়ালৈকে। তাই আৰু নপঢ়িলেও চলিব। তাইতকৈ বীৰুটোৰে বেছি দৰকাৰ বি এটো পাছ কৰাৰ।

বীৰু নহ'ল, অণিমা কেৰাণী হ'ল। লগে লগে প্ৰায় সমস্যাহীন প্ৰভাত আৰু তাইৰ জীৱনলৈ সমস্যা আহি পৰিল। অৱশ্যে অণিমাৰ দেউতাক ঢুকুৱা আৰু প্ৰভাতৰ দেউতাক ডি পি আই হোৱাৰ লগে লগেই সমস্যাৰ ক'লা মেঘে দেখা দিছিল। আগতে প্ৰভাতৰ দেউতাক ডি পি আই হোৱা নাছিল আৰু অণিমাৰ দেউতাকো ঢুকুৱা নাছিল। গতিকে বন্ধু পুত্ৰী অণিমাৰ সৈতে পুতেকৰ বিয়াত তেওঁৰ সিমান আপত্তি নাছিল— কিনো বেয়া— অণিমা ছোৱালীজনী ধুনীয়া, কামে-কাজেও ভাল— এনে এজনী বোৱাৰী হ'লে ভালৰে কথা। তাতে ল'ৰা-ছোৱালীহালৰো বেছ মিল যেন দেখা যায়। সিহঁত সুখী হ'ব। এৰা, প্ৰভাতৰ দেউতাকৰ কোনো আপত্তি নাই এই বিয়াখনত।

কিন্তু তাৰ পিছতেই সেই দুটা দুৰ্ঘটনা ঘটি গ'ল। এটাক অৱশ্যে কোনোমতেই দুৰ্ঘটনা আখ্যা দিয়া উচিত নহয়— কিন্তু অণিমা আৰু প্ৰভাতে প্ৰভাতৰ দেউতাক ডি পি আই হোৱাটো সকলো ফালৰে পৰা দুৰ্ঘটনা হিচাপেই ল'লে। প্ৰথম কথাই হ'ল ইয়াৰ পিছৰ পৰা শাৰীৰিক অস্তিত্বৰ ফালৰ পৰা সিহঁত এৰা-এৰি হ'ব লাগিল। এটা পৰিয়াল গ'লগৈ শ্বিলঙলৈ, এটা থাকি গ'ল গুৱাহাটীতে। কিন্তু তাত বিশেষ কথা নাছিল আচলতে— মন দুটাৰতো সিহঁতৰ এৰা-এৰি হোৱা নাই। কিন্তু সমাজৰ চকুত, প্ৰধানকৈ প্ৰভাতৰ দেউতাকৰ চকুত অণিমা যে সিহঁতৰ অসবৰ্ণা হৈ গ'ল; সাধাৰণ জাতি বিভাগেৰে নহয় যদিও আজিৰ দিনত প্ৰধান টকাৰ জাতেৰেই যে।

তাৰ পিছত ঢুকাল অণিমাৰ দেউতাক। পুৰণি কথা এষাৰকে ভাবে অণিমায়ো— 'বিপদ অকলে নাহে—'।

সঁচায়ে— ডি পি আই দেউতাকৰ মত পৰিবৰ্তন হৈ গৈছিল। তেওঁ আৰু এতিয়া ভাবিবই নোৱাৰে পিতৃহীন কেৰাণী ছোৱালী এজনীক বোৱাৰীয়েক কৰাৰ দৰে অপমানকৰ কথাটো। এইটো প্ৰভাতেও জানে, অণিমায়ো জানে। গুৱাহাটীৰ হোষ্টেলত থাকি এম এ পঢ়া প্ৰভাতৰ অণিমাহঁতৰ ঘৰলৈ খুব আহ-যাহ কৰাৰ খবৰটো অহকাণে-পহকাণে শুনি দেউতাকে তাক নি এদিন সাৱধানো কৰি দিছিলগৈ, সি যাতে এবাৰ কল্পনাতো আশা নকৰে তেওঁ অণিমাক বোৱাৰী কৰিব বুলি। অণিমাহঁতৰ ঘৰত সেইবাবে যেন আৰু কোনো ঘনিষ্ঠতা নাৰাখে সি।

অৱশ্যে বাপেকৰ বাধ্য ল'ৰাটো হৈ পৰা নাছিল সি তাৰ পিছত। একেদৰেই গৈ থাকিছিল অণিমাহঁতৰ ঘৰলৈ। আগৰ দৰেই সহজ ব্যৱহাৰ তাৰ। কিন্তু অণিমাই সকলো বুজি পায়,— বুজি পায় দিন যায় মানে কি সমস্যাই লুকাভাকু খেলি থাকে প্ৰভাতৰ মনত। তাইৰো মনত দোলন লাগি থাকে সেই চিন্তাৰেই। কেতিয়াবা হঠাৎ অসাৱধান মুহূৰ্তত দুয়োৰো মাজত সেই আলোচনা ওলায়ো পৰে। প্ৰভাতে তেতিয়া কয়, সিতো দেউতাকৰ কথা মনাৰ প্ৰশ্নই নুঠে। অণিমাই কিন্তু সেই বিষয়ে বেছি দূৰলৈ একো ভাবি নিবই নোৱাৰে। প্ৰভাতৰ বাহিৰে আনক বিয়া কৰোৱাৰ কথা অৱশ্যে এতিয়া তাইৰ কল্পনাৰো অতীত। কিন্তু তাইৰ বিবেচনা আৰু জ্ঞান? নিজ ঘৰৰে অভিজ্ঞতা। তাই যে ভালকৈ উপলব্ধি কৰিছে মাক-বাপেকৰ বাবে ল'ৰা-ছোৱালী কি। ককায়েকৰ মৃত্যু। মাক-দেউতাকৰ মাৰাত্মক আঘাত। দেউতাকৰ স্বাস্থ্যহানি, মাকৰ বৈৰাগ্য।

অকল কি এয়ে? প্ৰভাতক লৈয়ো যে তাইৰ সন্দেহ আছে। কি জানি ঠিক বিশ্বাস নহয় দেখোন আমাৰ প্ৰেমৰ মনৰ ফালটোক। বিয়া মানে জৈৱিক প্ৰয়োজনেই যেন প্ৰধান। কঠোৰ হৈ আহিছে যুগটো। প্ৰেমৰ ৰোমাঞ্চ আৱেগো ক্ৰমে যেন নিঃশেষ হৈ আহিবলৈ ধৰিছে। ৰোমিও-জুলিয়েট আজি ৰূপকথা। বীণাহঁতেই বাস্তৱৰ প্ৰতীক। যুগ-ধৰ্ম। যুগৰ প্ৰভাৱ কোনে অস্বীকাৰ কৰিব পাৰিব। আন দহজন পাতল মনৰ উতনুৱা

ডেকা নহ'লেও প্ৰভাতৰ বাবে যে মনৰ সঙ্গিনীয়েই প্ৰধান, তাকচোন, কিয় জানো, ঠিক মাত্ৰ ল'ব নোৱাৰে প্ৰভাতৰ মনৰ খবৰ ৰখা অণিমায়ো। ঘুণে ধৰা সমাজ, ঘুণে ধৰা তাৰ প্ৰেমৰ ভিত্তি। aesthetic দিশটো যেন আজিকালি ক্ৰমে বিলীন হৈ কিবা নিৰ্মম নিৰস বাস্তৱৰ ভয়াবহতালৈ আহিবলৈ ধৰিছে।

ওঁহো— এইবোৰ কথা মনলৈ আহিলে তাই আৰু সুখৰ ভৱিষ্যৎ এটাৰ কল্পনাও কৰিব নোৱাৰে। আৰু প্ৰভাতে যেনিবা সঁচায়ে প্ৰেমৰ জোৰ পালেই, সি যেনিবা দেউতাকৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলেই, কিন্তু সিহঁত জানো কেতিয়াবা সুখী হ'ব পাৰিব— দেউতাকৰ আঘাতৰ অভিশাপ জীৱনত বৈ? অন্ততঃ এনে স্বাৰ্থতৃপ্তিৰে অণিমাই কেতিয়াও সুখ পাব নোৱাৰে। ওঁহো, এজনৰ বেদনাৰ মূল্যেৰে সুখৰ আশাৰ কল্পনাও কৰিব নোৱাৰে তাই। আৰু প্ৰভাতৰ দেউতাককতো নজনা নহয় অণিমাই; ভীষণ জেদী আৰু আত্মাভিমানী ভদ্ৰলোক। কেতিয়াও জীৱনত ক্ষমা নকৰিব অবাঞ্ছিত বোৱাৰীয়েকক। ইফালে অণিমাই ঘুনুক-ঘানাককৈ এই খবৰো শুনিছে যে কোনো এক মন্ত্ৰীৰ সৈতে হেনো ডি পি আইৰ অলপ আহ-যাহ বেছি হৈছে। মন্ত্ৰীগৰাকীৰ বোলে বিবাহযোগ্য লিপলিপ জীয়েক এজনীও আছে। প্ৰভাত বুদ্ধিমান, ধুনীয়া ল'ৰা। বিদেশী ডিগ্ৰী লৈয়ে আহিব এদিন। মন্ত্ৰীৰ জোঁৱায়েক হোৱাৰ উপযুক্ততা আৰ্জিব। মন্ত্ৰীৰ জীয়াৰীৰ ওচৰত কেৰেণী অণিমাৰ ঠাই কিমান তলত?

এইবোৰ ভাবিলে কান্দি পেলাবৰে মন যায়। অণিমাৰ এনে অসহায় লাগে। সদায় অবিশ্বাসেৰে এফলীয়া কৰি থোৱা ভাগ্যটোৱেইচোন আহি পৰে। ভাগ্য! বীৰুহঁতে অৱশ্যে হাঁহিব,— অণিমাৰ সমস্যাৰ উৎসলৈ আঙুলিয়াই ভাগ্যক দূৰতে খেদিব। ক'ব সিহঁতৰ ইউটোপিয়াখনৰ কথা,— সিহঁতৰ সপোনৰ দেশ! এনে সামাজিক বাধাৰ প্ৰশ্নইতো আৰু নুঠিব তেতিয়া। দুয়ো ধৰণৰ অসবৰ্ণাৰ অস্তিত্বই লোপ পাব তেতিয়া। কিন্তু তাইৰ এই জীয়াই থকাৰ যুগটোত জানো কেতিয়াবা সেই সপোন বাস্তৱ হৈ দেখা দিব, সেই আশীৰ্বাদ সিহঁতে জীৱনেৰে গ্ৰহণ কৰাৰ সুযোগ পাব? কোনে জানে! অনাগত ভৱিষ্যতৰ অনিশ্চয়তা।

বীৰুহঁতে কিন্তু এইবোৰ শুনিলে আকৌ মধ্যবিত্তীয় ভাব-বিলাস বুলি সমালোচনা কৰিব— ক'ব, 'আমাৰ যুগত সেই সপোন বাস্তৱত পৰিণত কৰাৰ ভাৰতো তোৰ, মোৰ আৰু আন দহজনৰ ওপৰতেই—'

উদ্দীপনাৰ মুহূৰ্তত বীৰুৱে কয়ো এনেধৰণৰ কথাবোৰ। বায়েকৰ প্ৰেমৰ সমস্যাত অৱশ্যে নহয় নিশ্চয়। সেইবোৰ হ'ল নিভাজ ৰাজনীতিৰ কথা, চিন্তা। উৎসাহ আৰু আবেগৰ ক্ষণহে। নহ'লে সাধাৰণ অৱস্থাত বায়েকক ৰাজনীতিৰ জগতলৈ মতাৰ কথা সি হয়তো কল্পনাও কৰিব নোৱাৰে, তাৰ বিপ্লৱী মনো তেতিয়া মধ্যবিত্তসুলভ দূৰদৰ্শিতাত কোঁচ খাই যাব। অণিমাৰ কেনেবাকৈ চাকৰিটো যাব লাগিলে... সৰ্বনাশ! এখন ঘৰৰ জীয়া-মৰা যে প্ৰায় নিৰ্ভৰ কৰিছে অণিমাৰ সেই চাকৰিটোৰ ওপৰতেই!

গধূলি যেতিয়া পিঠা ঠাণ্ডা হৈ গ'ল, প্ৰভাত তেতিয়াহে আহি ওলালেহি। শ্বিলঙৰ পৰা অহা দেউতাকৰ কোনোবা বন্ধুক থাৰ্ড ট্ৰিপৰ বাছত লগ ধৰিবলৈ যাবলগীয়া হৈছিল। কিন্তু ধনে কোৱাহি নাই। ঘৰলৈয়ে অহা নাই এতিয়ালৈকে। এ— তেন্তে দায়িত্বশীল ল'ৰাটোৱে ক'ৰবাৰ খেলপথাৰলৈ গৈ পাহৰি পেলালে বোধহয়। অণিমাৰ মাকৰ প্ৰশ্নত প্ৰভাতে কথাবোৰ কৈ অলপ হাঁহে। অণিমা আৰু মাকেও হাঁহে।

'হোঁৱা বোপা, আৰু দুখন পিঠা খোৱা'— অণিমাৰ মাকে প্ৰভাতৰ প্লেটত আৰু দুখন পিঠা দি কয়।

অণিমাৰ মাকৰ পুতেক আৰু গিৰীয়েক ঢুকুৱাৰ পিছৰে পৰা এক ধৰণৰ সংসাৰবিমুখ ভাব এটা আহি গৈছে সঁচা। কিন্তু যিটো ক্ষেত্ৰত জীয়েকৰ ভৱিষ্যৎ মঙ্গলামঙ্গলৰ বহুতখিনি নিৰ্ভৰ কৰিছে, তাত আৰু উদাসীন গাম্ভীৰ্যৰ সংযম নাথাকে। প্ৰভাতক চেনেহ কৰে স্বাৰ্থ-নিঃস্বাৰ্থ দুয়ো ধৰণৰ মনোবৃত্তিৰেই।

আন্ধাৰ হৈ আহে। অণিমাৰ মাক উঠি খগা গোসাঁই ঘৰৰ চাকি জ্বলাবলৈ। লাইটটো জ্বলাই দি, আৰু দুকাপ চাহ বাকি চাহৰ টেবুলৰ ওচৰতে ইটো-সিটো কথা পাতি অণিমা বহি থাকে প্ৰভাতৰ ওচৰতে।

প্ৰসঙ্গক্ৰমে তাই এবাৰ প্ৰভাতক আবেলিৰ ঘটনাটোৰ কথা কয়— অৰুণ লৈ চিঠিৰ লেতেৰা কাগুটো।

চাহৰ কাপটো মুখৰ পৰা মেজত নমাই থৈ প্ৰভাতে মন্তব্য কৰে, 'ল'ৰাহঁতৰ কথানো কি ক'বা। এই ল'ৰাটোতো কোনোবা বাজে দলৰে। কিন্তু ভাল বুলি নাম থকাবোৰৰো যিহে সুকীৰ্তি! তোমাক বোধহয় কোৱা নাই, আজিৰ ঘটনা শুনি মনত পৰিল ৰ'বা। মই যে এইবাৰ কেইদিনমান শ্বিলঙত আছিলোঁগৈ— সেই সময়ত কটনৰে ছাত্ৰ কেইজনমানৰ 'ডেলিগেচ্যন' এটা গৈছিল দেউতাক লগ ধৰিবলৈ। দেউতা ওলাই নহালৈকে ময়ে তেওঁলোকক অভ্যৰ্থনা কৰিলোঁগৈ। কিছু সময় বহাৰ পিছত ইটো-সিটো কথাৰ পিছত মই সুধিলোঁ তেওঁলোকে

প্ৰদীপক চিনি পায়নে। জানাইতো, মোৰ মাহীৰ ল'ৰা প্ৰদীপৰ কটনত খুব নাম। অলপ 'লীডাৰ' ধৰণৰ এজন ল'ৰা— নামটো অৰুনী বৰকটকী নে কি— উত্তৰ দিলে চিনি পায় বুলি আৰু লগতে নোসোধা প্ৰশ্ন এটাৰো উত্তৰ দি দিলে যে অণিমা চলিহাকো সি চিনি পায়। সেইদৰে কৈ উঠি ওচৰৰ ল'ৰাজনক আঁঠুৰে খুন্দিয়াই দি ইঙ্গিতেৰে ইহঁতও মই স্পষ্ট দেখিলোঁ। কি আৰু কৰিম মই, তাৰ স্পৰ্দ্ধা নীৰৱেই হজম কৰি গ'লোঁ। কিন্তু তাৰ পিছতো যিটো প্ৰশ্ন কৰিলে, তাৰ বাবেতো মই একেবাৰেই প্ৰস্তুত নাছিলোঁ। কি সুধিলে জানা? সুধিলে— 'কেনে চলিছে?' মুখত অদ্ভুত অৰ্থপূৰ্ণ হাঁহি। ডিঙিত ধৰি উলিয়াই দিবৰে মন গৈছিল, কলেজত পঢ়িছে, সাধাৰণ ভদ্ৰতাখিনিৰো জ্ঞান হোৱা নাই। মোৰ নিজৰ ভদ্ৰতাত লাগে বাবেই সেইবাৰো সহিয়েই গ'লোঁ আৰু! তোমাৰ অৱশ্যে কিবাকিবি প্ৰশংসাও কৰিছিল— কিন্তু!'

অণিমাই অলপ কিবা ধৰণে হাঁহিলে— 'সঁচায়ে ল'ৰাহঁত যে হৈ উঠিছে আজিকালি! মোৰ আটাইতকৈ কি অসহ্য লাগে জানা প্ৰভাত, কোন ল'ৰা-ছোৱালীয়ে ক'ত প্ৰেম কৰিছে, ক'ত কি কাণ্ড কৰিছে, ক'ত ক'ত কি হ'ল— এইবোৰ লৈ যে আজিকালি এম এ, বি এ পঢ়া ল'ৰাহঁতেও মূৰ ঘমাই মৰে। একেবাৰে ছোৱালীসুলভ কৌতূহল। কিবা হৈ গৈছে সঁচায়ে আমাৰ এই যুগটো—'

তাৰ পিছত যুগৰ সমস্যাবোৰলৈ সিহঁতৰ কথাৰ ধাৰা আগবাঢ়ে।

সিদিনা আবেলিৰ কথা। মাকৰ বাবে ব্লাউজৰ কাপোৰ এটা কিনিব লাগে। অণিমা ওলাল বজাৰলৈ। ধনটো খেলাৰ পৰা ওভতাই নাই এতিয়াও। গধূলি আহি খোৱাৰ বাবে ৰুদ্ৰমূৰ্তি ধৰিবহি নহয়।

অৰুণাৰ ওচৰ পালেগৈ অণিমা। ক'বলৈ গ'ল— মিড্ চেফতে লুচি থাকিল, লাগে যদি তাই ধনক চাহ একাপো কৰি দিয়ে যাতে।

তাইৰ ওচৰ চাপি কিন্তু অলপ সময় ৰৈ যায় অণিমা। অৰুণা বহি আছে আগত এখন 'ফিল্ম ফেয়াৰ' লৈ— নিগাৰ চুলতানাৰ আধা নঙঠা ছবি এখন সন্মুখৰ খোলা পাতটোত।

অৱশ্যে অৰুণাক একো নকৈ বা মুখত একো ভাবান্তৰ নেদেখুৱাই ধনৰ কথাটো কৈ ওলাই যায় অণিমা। কি ক'বনো— সামান্য কথাবোৰতে শাসন কৰাৰ ৰূঢ়তা তাইৰ নাই। কিন্তু এইবোৰ অলপ গাত লাগে সঁচায়ে— এই যে আজিকালিৰ ছোৱালীবোৰৰ এটা দল ওলাইছে, চিনেমা জগতৰ খবৰ কণ্ঠস্থ। মেজত একোখন অভিনেতা, অভিনেত্ৰীৰ খবৰ আৰু ছবিৰে ভৰা আলোচনী থাকিবই ইহঁতৰ। হওক বাৰু, তাত সিমান বিৰাগৰ একো নাছিল অণিমাৰ, সিয়ো এক ধৰণৰ জ্ঞানেই আহৰণ। কিন্তু তাইৰ বেয়া লাগে, এই ছোৱালীমখাই যে আন ভাল কিতাপ-পত্ৰ একো প্ৰায় নপঢ়েই, নিজৰ দেশৰ নিজৰ ভাষাৰ ভাল কিতাপ এখন পঢ়াতকৈ ইংৰাজীকে জোঁটাই জোঁটাই চিনেমাৰ কিতাপবোৰকেই পঢ়াত সিহঁত সদায় সাজু যেন। এই অৰুজনী, বীৰুৱে কত ধৰণৰ ধুনীয়া ধুনীয়া কিতাপবোৰ আনি থাকে, কেতিয়াবা মন গ'লে হয়তো 'ছোভিয়েট লেণ্ড'ৰ ছবিবোৰ গা এৰা ভাবে পাত লুটিয়াই চাই যাব তাই, কিন্তু কিবা কিতাপ জানো তাইক কেতিয়াবা পঢ়া দেখিলে? কি মনোবৃত্তিয়ে যে হৈ গৈছে এই লাহ-বিলাহত ডুবি থকা ছোৱালীবোৰৰ। এফালে ছোৱালীহঁত, এফালে ল'ৰাহঁত। উত্তেজনাপূৰ্ণ বক্তৃতাৰে বীৰুৰ মূৰ্তিটোৱেই আকৌ এবাৰ ভাহি উঠে অণিমাৰ— 'চিনেমাবোৰত আজিকালি যৌন আবেদনৰ মাত্ৰাধিক্য ঘটাই জনসাধাৰণৰ সমস্যা প্ৰধান প্ৰধান সমস্যাবোৰৰ পৰা আঁতৰাই ... ইত্যাদি।

সন্ধিয়া বজাৰ কৰি ওভতে অণিমা। কাপোৰ-কানি সলাই বজাৰৰ পইচা উলিয়াবলৈ বাকচটো মেলিবলৈ ধৰোঁতে অৰুণাই আহি পাছফালৰ পৰা মাত লগালেহি— 'বাইদেউ!'

অণিমাই ঘূৰি চালে— অৰুণা নিমাতে আগবাঢ়ি আহি বায়েকৰ হাতত এখন চিঠি দিয়েহি।

ভনীয়েকৰ ধুনীয়া গহীন মুখখনলৈ এবাৰ চাই অণিমাৰ চিঠিখন খুলি পঢ়িবলৈ ধৰিলে। মুখৰ ৰেখাবোৰ ক্ৰমে তাইৰ কঠোৰ হৈ আহিল। সিদিনা ধনলৈ অহাৰ দৰেই আন এখন বেনামী চিঠি; পিছে এইবাৰ অৰুণালৈয়ে স্বয়ং। কিন্তু অসহ্য। কি অদ্ভুত জঘন্য অশ্লীলতাৰে ভৰা— অৰুণাৰ দৈহিক অশ্লীল বৰ্ণনা এটা দি স্পষ্ট যৌন আবেদন জনোৱা হৈছে চিঠিখনত।

চিঠিখন হাতেৰে মোহাৰি, দাঁত কামুৰি কেই মিনিটমান স্তব্ধ হৈ থাকে অণিমা। ল'ৰাবোৰৰ এই জঘন্য মনোবৃত্তিক লৈ কি কৰা যায় বাৰু?

তলমূৰকৈ ওঁঠ কামুৰি নীৰৱে ৰৈ থকা অৰুণাৰ ফালে চাই এইবাৰ তাইৰ মাত লগায়— মই কিন্তু ভাবোঁ, এপাট তাল অকলে নাবাজে অ', অৰু। তোৰো নিশ্চয় দোষ আছে ইয়াত, এইবোৰৰ পৰা অলপ সাৱধানে সংযত হৈ চলিবি'— অণিমাৰ গহীন সুৰ।

ফোঁচকৈ উঠে অৰুণা— 'ইস্— এপাট তাল অকলে নাবাজে। হাতৰ পৰা যদি পৰি যায় নাবাজিবনে? মইনো কি কৰিলোঁ ক'চোন— মোক যে মিছামিছিকৈ দোষ দিছ?' অভিমানত অৰুণাৰ মাত থোকাথুকি হৈ আহে। বায়েকে ইমান মৰম কৰে, সেইবাবে টানকৈ কিবা অলপ ক'লৈই চকু চলচলীয়া হৈ আহে তাইৰ।

অণিমাৰ বেয়া লাগি যায়। তাই ইয়াৰ পিছত কি ক'ব ভাবি নাপায়।

বায়েকৰ নীৰৱতাই প্ৰশ্ৰয় দিয়ে অৰুণাক—। তাইৰ মুখ খোলে। অনৰ্গল বকি যায় তাৰ পিছত— 'সকলোতেই আমাৰ ছোৱালীবোৰৰ অপমান! আদিম যুগৰ দৰেই এতিয়াও মতা মানুহবোৰৰ ওচৰত আমাৰ ৰূপ আৰু শৰীৰৰ বাহিৰে আন মূল্য নায়েই যেন! মোৰ জান বাইদেউ, ছোৱালীক কৰা এনেবোৰ অপমান বৰ গাত লাগি থাকে। নিজকে সত্য বোলালে কি হ'ব? আৰু আমি দেখোন আচল কথাবোৰতেই আগৰ দৰে বৰ্বৰ হৈ আছোঁ। নেদেখিছনে, এডভাৰটাইজবোৰতো কেনেকৈ কোনোৰকমে ছোৱালীৰ ছাব এখন দিহে এৰিব, লাগে আচলতে তাত ছোৱালীৰ কোনো শুংসূত্ৰই নাথাওক। এই কেলেণ্ডাৰখনকে চাচোন বাৰু, ৰেডিঅ' কোম্পানীটোৰ নো কি দৰকাৰ পৰিছে ছোৱালী এজনীৰ আধা-নঙঠা ছবি এখন দি কেলেণ্ডাৰ ছপাবলৈ? ল'ৰাই ৰেডিঅ' নুশুনে নেকি? সঁচাই গা জ্বলি আহে মোৰ—'

অণিমাই পইচা উলিয়াবলৈ পাহৰি অলপ অবাক হৈয়ে অৰুণাৰ উত্তেজিত কথাবোৰ শুনি যায়। আচৰিত, আবেলি 'ফিল্ম-ফেয়াৰ' পঢ়ি থকা ছোৱালীজনীয়ে এনে ধৰণে কথাবোৰ ভাবিবলৈ কেনেকৈনো শিকিলে? সঙ্গগুণ? হ'বও পাৰে।

ধন সোমাই আহিছিল তেতিয়া। বজাৰ কৰাৰ বাবটো তাৰ।

অৰুণাৰ ফালে এক মুহূৰ্ত থমকি চাই ধনে সোধে, 'কি হ'ল অ' অৰু? বোলো বীৰুৰ ওচৰত তয়ো দীক্ষা ল'লি নেকি? ভাল সভাঘৰ হৈ উঠিল দেখিছোঁ আমাৰ ঘৰখন। সকলোৰে মুখত কেৱল বক্তৃতা আৰু বক্তৃতা। বীৰুৰ ৰাজনীতিৰ, বাইদেউৰ ঘৰ-সংসাৰৰ, মাৰ সংসাৰৰ অসাৰতাৰ, বাকী আছিলি তই, শেষত তয়ো সেই পথকেহে ল'লিনে? ঘৰখনত দেখিছোঁ ইয়াৰ পিছত আৰু তিষ্ঠাই টান হ'ব। দে অ' বাইদেউ, সোনকালে পইচা উলিয়াই দে। এইবাৰ মাছৰ দাম বঢ়াৰ যুক্তি দি পোহাৰীৰে বক্তৃতা শুনি আহোঁগৈ।'

অণিমাই অলপ হাঁহি পইচা উলিয়াই দিয়ে। অৰুণায়ো কথা বন্ধ কৰি অলপ অপ্ৰস্তুতৰ দৰে হাঁহে। ধনে পইচা লৈ মুখেৰে ভোৰভোৰাই ওলাই যায়।

ইয়াৰ পিছত তিনিটা বছৰ বাগৰি গৈছিল। বীৰুৱে এবাৰত নহয়, দুবাৰত বি এটো পাছ কৰি কোনোমতে প্ৰাইভেট স্কুল এখনত সোমাইছে। তাকো কিমান দিন থাকে ঠিক নাই। গাত ৰঙা বোল— অদৃশ্য যদিও সেই কলঙ্কেৰে চাকৰি বচাই ৰখা টান।

বি এছ চি পাছ কৰিছিল ধনেও। ভালকৈয়ে পাছ কৰিছিল। তাক আৰু চাকৰিৰ চেষ্টা কৰিব নিদিলে অণিমাই। অঙ্কতে এম এছ চিত ভৰ্তি কৰি দিলে।

বি এছ ছি দি উঠিছে অৰুণায়ো। ভেনে চিঠি আৰু দুই-এখন তাই তাৰ পিছতো পাইছিল।

অণিমাৰহে তেনে পৰিৱৰ্তন একো হোৱা নাই। হ'বলগীয়া কিয়েই বা আছে? চলি আছে সেই দহটা-পাঁচটাৰ চাকৰি জীৱনটোতে।

সিদিনা আবেলি চিঠি এখন পালে তাই। ঠিকনাত থকা আখৰে তাইক জনালে প্ৰভাতৰে বুলি। খামৰ গধুৰ চিঠিখন পাই তাই আচৰিতেই হ'ল অলপ। প্ৰভাতটো এনে এলেহুৱা চিঠি-পত্ৰ লেখা বিষয়ত, হঠাৎ আজি সেই এলাহ সি আঁতৰালে কিয়?

চিঠিখনত অলপ দূৰ আগবঢ়াৰ পিছত তাই আৰু বাহিৰৰ ৰুমত নাথাকিল। নিৰ্জনতাৰ যে বৰ প্ৰয়োজন এতিয়া। থকা ৰুমলৈ যাব নোৱাৰি, অৰুণা আছে তাত। ৰান্ধনী ঘৰলৈয়ে খোজ ল'লে অণিমাই। ৰান্ধনীঘৰৰ তাইৰ নিজান চুকটো। চিশুৰেলাৰ 'চিণ্ডাৰ'— কিন্তু যাদুদণ্ডেৰে পৰীয়ে তাইক তাতে তাইৰ ভাগ্যকে সলনি

কৰি দিছিল— আৰু অণিমাৰ? কঠোৰ মনোবলেৰে ভাবলেশহীন কৰি ৰাখিব খোজা তাইৰ মুখত চোন আসন্ন দুৰ্যোগৰ ছায়াহে ফুটি উঠা দেখা যায়?

চিঠিখন পঢ়া শেষ হৈ যায়। প্ৰভাতে লেখা শেষৰ ফালৰ বাক্যকেইটামান— 'কিন্তু তুমিতো জানাই অণিমা, তোমাৰ পৰা সন্মতি নোপোৱালৈকে দেউতাক মই সেই ছোৱালীজনীকে বিয়া কৰাওঁ বুলি মত দিব নোৱাৰোঁ। মোৰ অৱস্থা সকলোতো তোমাক ভালকৈ বুজাই দিলোঁৱেই— তুমি এতিয়া মোক কি কৰিবলৈ কোৱা অণিমা?'

দুদিন পিছত। প্ৰথম আঘাতৰ ধুমুহাটো প্ৰাণপণ চেষ্টাত অলপ সহনীয় কৰি লৈ অণিমাই কাগজ- কলম লৈ প্ৰভাতলৈ চিঠি লেখিবলৈ বহিল। তাইৰ সন্মতি জনোৱা চিঠি। প্ৰভাতে দেউতাকৰ মততেই মত দিয়ক। ভালেই হ'ল এক হিচাপে। দেউতাকৰ অসন্মতিত সিহঁতেতো জীৱনত সুখী হ'ব নোৱাৰিলেহেঁতেন।

এনে ধৰণৰ কথাৰে চিঠিখন লেখিবলৈ গৈয়ো মনতে মুহূৰ্তৰ বাবে প্ৰবল ইচ্ছা এটা জাগিল অণিমাৰ, তাইৰ মনৰ আচল কথাটোকে লেখি দিব নেকি তাই? বাৰু, এইদৰে যদি মাথোঁ দুটা লাইন লেখি দিয়ে কেনে হয়— 'প্ৰভাত, অনুগ্ৰহ কৰি এবাৰ 'শ্ৰীকান্ত'ৰ ৪ৰ্থ খণ্ডত থকা ৰাজলক্ষ্মীয়ে শ্ৰীকান্তলৈ লেখা চিঠিখন পঢ়ি চাবাচোন— মোৰো সেই একেই কথা।—'

কিন্তু নিজকে সংযত কৰে অণিমাই। তাই 'নাটক' এখন সৃষ্টি কৰিব খোজে নেকি? তাই জানো ঘটনাৰ অপৰিহাৰ্যতা বুজি পোৱা নাই? তাইচোন কেতিয়াবাই আশংকা কৰি থৈছিলেই এনে এটা আসন্ন ভৱিষ্যতৰে সম্ভাৱনাক? তেন্তে? প্ৰভাতৰ কি দোষ— তাৰ শক্তিহীন ভালপোৱাকতো দুষিব নোৱাৰি। সেইখিনি যুগৰে দান। তাৰ যিখিনি মনোবল, প্ৰেমৰ জোৰ, সেইখিনিৰেতো সি দেউতাকৰ সৈতে যথেষ্ট যুঁজিছে, সেই যুঁজতেই হয়তো সেই মনোবল শেষ হৈ গৈছে আজি তাৰ। সিতো লেখিছে— কিমান চেষ্টা কৰিছে সি তাৰ মতত অক্ষুণ্ণ থাকিবলৈ। নাই, প্ৰভাতক দোষ দিব নোৱাৰি। দোষ সময়টোৰ— এই বেয়া সময়টোৰ। শক্তি অনুপাতেই কাম। এই যুগে যোগোৱা দুৰ্বল শক্তি!

ওঁহো, অণিমাই মনতে মূৰ জোকাৰে। প্ৰভাতৰ ওচৰত কোনো খং-অভিমান থাকিব নিদিয়ে তাইৰ যুক্তিপূৰ্ণ মনটোক। তাক আন্তৰিক সন্মতি দি বৰ সহজ-সৰল চিঠিখন লেখিব তাই।

চিঠিখন লেখি উঠি পাতল লাগে— বোজা এটা নামিল যেন কোনোমতে। অথচ— মনটো কিয় এনেকৈ কান্দোনত গধুৰ হৈ উঠিছে? তাই যেন নিজৰ মৃত্যু দণ্ডাজ্ঞাত নিজে চহী দি উঠিল আজি!

কাগজ-কলম এৰি থৈ আগফালৰ বাৰাণ্ডালৈ ওলাই আহে অণিমা। ভিতৰৰ পোহৰৰ পৰা আহি বাহিৰৰ আন্ধাৰখিনিক বৰ আপোন বৰ মৰমৰ যেন লাগি যায়। বসুমতীয়ে সীতাক আশ্ৰয় দিয়াৰ দৰেই আন্ধাৰেও যেন তাইক গ্ৰাস কৰি তাইৰ দুখক আশ্ৰয় দিলে।

কিছু সময় আন্ধাৰত অকলে বহি থকাৰ পিছত অণিমাই দেখিলে— গে'ট খুলি বীৰু সোমাই আহিছে।

অণিমাৰ ওচৰ পাই— 'কোন? বাইদেউ নেকি অ'?' বুলি কৈ উত্তৰলৈ আৰু বাটকে নাচাই বীৰু ভিতৰ সোমাই যায়।

বীৰু। অণিমাৰ মনত বিষাদৰ ছাঁ এটা পৰে। বেচেৰা বীৰু। সিহঁতৰ পাৰ্টি। যুগৰে কথা, যুগৰে ধৰ্ম ইয়ো। আগৰ দৰেই নিষ্ঠাৰে কাম কৰি গৈছে বীৰুৱে, পাৰ্টিৰ কাম, দেশৰ কাম। কিন্তু আগৰ আশাৰ উৎসাহ ক'ত? অণিমাৰ মাজে মাজে মন যায়, তাই বীৰুক যেন ক'ব— সি আগৰ দৰেই উত্তেজিত বক্তৃতাকে দি থাকক না, আগৰ দৰেই প্ৰত্যেক সমস্যাতে ৰাজনীতিকে টানি আনক না— তথাপি এই গহীন, নিৰ্জীৱ ৰূপটো যে তাৰ সহ্য নহয়। জনতাৰ পৰা ঠিক ধৰণৰ সঁহাৰি পোৱা নাই? নাপাওক। কি হ'ল তাত? সিহঁতেতো বৈজ্ঞানিক সত্যতাৰেই জানে যে নানা দুখ-কষ্টৰ মাজেদি হ'লেও এদিন সুখৰ সূৰুয উদয় হ'ব, সিহঁতৰ সপোনৰ দেশ বাস্তৱত পৰিণত হ'ব। তেন্তে?

কিন্তু অণিমাই ইয়াকো জানে— বীৰু বা আন দহজনৰ জীৱনত যুগৰহে প্ৰতিফলন হৈছে। পলাই সাৰিব নোৱৰা প্ৰভাৱ। তাই, বীৰু বা প্ৰভাত কোনেও পৰা নাই।

*গতিকে প্ৰভাতক মনৰ ইচ্ছা নজনোৱাৰ দৰে বীৰুকো মনৰ ইচ্ছা জনাব নোৱাৰে অণিমাই। বৰ মন গ'লেও।*

(ৰামধেনু, ১৯৫৩)

# তেণ্টেলাচ

তেণ্টেলাচ নামটোৰ স'তে মোৰ তিনিবাৰ তিনি ধৰণৰ পৰিচয় হৈছিল জীৱনত। স্কুলত, কলেজত আৰু বিশ্ববিদ্যালয়ত লাইব্ৰেৰীয়ান হৈ থকাৰ কালছোৱাত। প্ৰথমবাৰ পঢ়িছিলোঁ আৰু দ্বিতীয় দুবাৰ গঢ়িছিলোঁ। স্কুলীয়া বিজ্ঞানখনত থকা তেণ্টেলাচৰ কাহিনীটো বেছিভাগ স্কুলীয়া ল'ৰা-ছোৱালীয়েই জানে। তাৰ পিছত আই এছ চি পঢ়া কালছোৱাত বিজ্ঞানাগাৰত প্ৰেকটিকেল কৰি থকা ল'ৰা-ছোৱালীহঁতে বোধহয় মন কৰিছে তেণ্টেলাচৰ আধাৰটো। ময়ো কৰিছিলোঁ, চুয়ো চাইছিলোঁগৈ, তাৰ পিছত ঘৰলৈ আহি নিজেই তেনে এটা তেণ্টেলাচ সাজিও পেলাইছিলোঁ।

এই দুই ধৰণৰ তেণ্টেলাচৰ স'তে পৰিচয় হয়তো আন ল'ৰাৰো জীৱনত নোহোৱা নহয়। কিন্তু তৃতীয় বিধৰ? মোৰ সন্দেহ হয়। মোৰ বাহিৰে আন কোনো ল'ৰাযেই বোধহয় চাকৰি জীৱনত তেজ-মাংসৰ তেণ্টেলাচ গঢ়া নাছিল।

শুনিবলৈ অদ্ভুত লাগিলেও সঁচা কাহিনীয়েই এটা। কিন্তু ঘটনাটো ভালকৈ জানিবলৈ হ'লে যোৱা মহাসমৰৰ দিনবোৰলৈ উভতি যাব লাগিব।

বোমাৰ ভয়ত পলোৱাৰ সময় এটা যে আহিছিল, সেই সময়ত মই ক্লাছ নাইনৰ ছাত্ৰ। আচল ঘৰ আমাৰ গাঁৱতে। মোৰ আই-বোপাইহঁতো থাকে তাতেই। কিন্তু মই এম ভিটো পাছ কৰাৰ পিছৰে পৰা চহৰত চাকৰি কৰা খুৰাদেউৰ ঘৰতে থাকি পঢ়া-শুনা কৰিছিলোঁগৈ। বুদ্ধিটো মোৰ অলপ চোকা আছিল। এম ভিত বৃত্তি পাইছিলোঁ। গতিকে খুৰাদেৱে দেউতাৰ স'তে পৰামৰ্শ কৰি মোক নিজৰ লগত ৰাখি চহৰতে পঢ়োৱাৰ ব্যৱস্থা কৰিলে। আমাৰ গাঁৱত তেতিয়ালৈকে হাইস্কুল হোৱা নাছিল। তাতে থাকি পঢ়িব লগা হ'লে চাৰি-পাঁচ মাইল দূৰৰ হাইস্কুলখনলৈ যাব লগা হ'লহেঁতেন। আমাৰ গাঁৱৰ দুই-এজন ল'ৰাই তেনেকৈ পঢ়িছিলও।

বোমাৰ ভয়ত চহৰৰ মানুহবোৰ গাঁৱলৈ পলাবলৈ ধৰিলে। ময়ো টালি-টোপোলা বান্ধি 'বেক টু ভিলেজ' বুলি গাঁৱৰ ল'ৰা গাঁৱলৈ উভতিলোঁ।

ইতিমধ্যে আমৰ গাঁওখন অলপ উন্নতিৰ পথত আগবাঢ়িছিল। মই চহৰলৈ যোৱাৰ দুই-এক বছৰৰ পিছতে হাইস্কুল এখনো হৈছিল। গতিকে গাঁৱলৈ আহিলেও মোৰ পঢ়া-শুনাৰ বৰ বেছি ক্ষতি হোৱাৰ আশঙ্কা নাছিল।

ভৰ্তি হ'লোঁগৈ। এটা কথা মন কৰিলোঁ— চহৰৰ স্কুলৰ পৰা অহা কাৰণেই নেকি শিক্ষকসকলে মোৰ লগত অলপ আন ধৰণৰ ব্যৱহাৰ কৰিছে। একৰকমৰ সমীহ কৰাৰ দৰেই যেন। ল'ৰাবোৰৰতো কথাই নাই। চহৰৰ ছাপটো মোৰ গাত বোধহয় ভালকৈয়ে পৰিছিল। শিক্ষকসকলে মোক সমীহ নকৰিবনো কিয়— মোৰ সাজ-পোছাক, মোৰ বাহিৰা নানা ধৰণৰ কিতাপ পঢ়ি অৰ্জা বিদ্যাৰ লগত এই গাঁৱলীয়া ল'ৰাবোৰৰ কোনো এজনেও জানো ফেৰ পাতিব পাৰিব?

এনেয়েই মোৰ আগৰে পৰা গাঁৱৰ ল'ৰাই চহৰত পঢ়াৰ অহঙ্কাৰটো আছিলেই। এতিয়া ল'ৰাবোৰৰ কথাতো বাদেই, শিক্ষকসকলৰ পৰাও এনে সমীহপূৰ্ণ ব্যৱহাৰ পাই মই আৰু এখোপ চৰিলোঁ। ল'ৰাবোৰক বিস্ময় আৰু শ্ৰদ্ধাত ডুবাই ৰাখিবলৈ নানা ধৰণে যত্ন কৰিবলৈ ধৰিলোঁ। মোৰ উদ্যোগতে স্কুলত 'জ্ঞানদায়িনী সমিতি' এটা স্থাপিত হ'ল। মই হ'লোঁ তাৰ সম্পাদক। আলোচনী এখন উলিয়াবৰ যো-জা কৰিলোঁ। কোৱা বাহুল্য— তাৰো সম্পাদকৰ দায়িত্বটো পৰিছিল মোৰেই গাত। এইদৰেই স্কুলত সংস্কৃতি তথা মোৰ প্ৰচাৰত লাগি গ'লোঁ।

এই সময়তে নবীনৰ সংস্পৰ্শলৈ আহিলোঁ। সম্পাদক মই, গতিকে আলোচনীৰ প্ৰবন্ধ-পাতিবোৰ মোৰ হাততেই পৰিছিলহি। তাৰ ভিতৰত যিটো লেখা মোৰ আটাইতকৈ ভাল লাগিছিল, তাৰেই লেখক আছিল নবীন চন্দ্ৰ ডেকা। অষ্টম শ্ৰেণীৰ ছাত্ৰ।

ধুনীয়া প্ৰবন্ধ এটা। যদি নিজে লেখা হয়, স্বীকাৰ কৰিব লাগিব যে ল'ৰাটোৱে অলপ পঢ়া-শুনা কৰিছে। মোৰ যে অলপ কৌতূহল হ'ব স্বাভাৱিকেই। ক্লাছৰ ল'ৰা এজনক তাৰ পিছত বেছ নিবাসক্তি আৰু

অলপ তাচ্ছিল্যৰেই সুধিছিলোঁ এদিন— এই নবীন নামৰ ল'ৰাটোনো কোন। সি ক'লে। মই অৱজ্ঞাৰ ভঙ্গীত শুনি গ'লোঁ। পঢ়া-শুনাৰ ফালে হেনো বৰ ধাউতি ল'ৰাটোৰ। বিশেষকৈ বাহিৰা জ্ঞান-বিজ্ঞানৰ কিতাপ-পত্ৰৰ প্ৰতি। পঢ়িছেও বহুত (অৱশ্যে মোৰ তুলনাত যে নিশ্চয় সামান্য তাকো যোগ দি ক'বলৈ পাহৰা নাছিল বন্ধুজনে)। ইমানেই তাৰ কিতাপ পঢ়াৰ নিচা যে গাঁৱে গাঁৱে ফুৰি সি কিতাপ গোটাই ফুৰে। তাৰ গাঁৱত হেনো সৰু-সুৰা লাইব্ৰেৰী এটাও গঢ়ি তুলিছে সি। এইদৰে নবীনৰ সম্পৰ্কে আৰু নানান কথাই কৈ গ'ল সেই ক্লাছৰ বন্ধুজনে। মই এবাৰ তাৰ মাজতে গহীনভাৱে সুধিছিলোঁ— মই ইয়ালৈ অহাৰ ইমানদিনেইতো হ'ল, ক'তা ল'ৰাটোৰ কথাতো তেনেকৈ শুনা নাই। উত্তৰত বন্ধুৱে ক'লে— নবীনৰ টাইফয়েড হৈছিল, গতিকে স্কুললৈ অহা নাছিল এমাহৰো ওপৰ।

ইয়াৰ পিছত নবীনৰ স'তে সাক্ষাৎ হ'ল মুখামুখিকৈয়ে। পানীখোৱা ছুটীৰ সময়ত সেই একেজন বন্ধুৰ লগতে কিবা এটা আলোচনা কৰি আছিলোঁ। এজন ল'ৰা তাত ওলালগৈ। মোৰ বন্ধুজনে চিঞৰিলে— 'কি অ' নবীন, গা ভালকৈ ভাল হ'লনে?' মই নামটো শুনিয়েই কাণ থিয় কৰিছিলোঁ। আঁঠুৰ অলপ তললৈ কটা-সূতাৰ ধুতি পিন্ধা বাকী ল'ৰাবোৰৰ দৰে অতি সাধাৰণ চেহেৰাৰ ল'ৰা এটা।

তাৰফালে আৰু বেছি মনোযোগ নিদিয়া যেন দেখুৱাই মই যি ক'বলৈ আৰম্ভ কৰিছিলোঁ, আকৌ তাকে ক'বলৈ ধৰিলোঁ।

ছুটীৰ পিছত আকৌ সেই নবীনৰ স'তে দেখা। হঠাৎ দেখা নহয়। ঘৰলৈ অহাৰ বাটতে সি আহি মোক লগ ধৰিলেহি। খুব কুণ্ঠিতভাৱে অপৰাধ এটা কৰাৰ দৰেই সুধিলে— কি সুধিলে মোৰ এতিয়া আৰু ঠিক মনত নাই, কিন্তু দুপৰীয়া টিফিনৰ সময়ত হোৱা আলোচনাত মই কৰা ভুল এটা আঙুলিয়াই দিলে। ভয়ে ভয়ে ক'লে— তাৰ যিমান দূৰ মনত পৰে, তেনে নহৈ কথাটো এনেহে হ'ব লাগিছিল বোধহয়।

তাৰ স্পৰ্দ্ধাত— তেতিয়া মোৰ স্পৰ্দ্ধা যেনেই লাগি গৈছিলতো— মই ৰঙা-ছিঙা পৰি গৈছিলোঁ খং আৰু অপমানত। ভাগ্যে তেতিয়া আৰু ওচৰত কোনো নাছিল। তাৰ ওপৰত উঠা প্ৰচণ্ড খংটোৰ মাজতো এটা কথা মনলৈ আহিছিল যে সি বন্ধুবোৰৰ মাজতে ভুল উলিয়াবলৈ গৈ মোক অপ্ৰস্তুত নকৰিলে।

মই বুদ্ধিমানৰ দৰে ব্যৱহাৰ কৰিলোঁ— অৰ্থাৎ তাক ক'লোঁ— 'হ'ব পাৰে, নানা ধৰণৰ আলোচনাৰ মাজত মোৰ বোধহয় অতৰ্কিতে শ্লিপ্ অব্ টাং হৈ গৈছিল।

স্বীকাৰ কৰিলোঁ— কাৰণ মোৰ ভয় হৈছিল, নবীনে যদি কিতাপ-পত্ৰ উলিয়াই মোৰ বন্ধুবোৰৰ আগত ভুলটো প্ৰচাৰ কৰি ফুৰেগৈ! মোৰ যে ভুল হোৱা নাছিল, সেইটো ক'বলৈ সাহ নাহিল। ল'ৰাবোৰক মই যিমান জনা যেন দেখুৱাইছোঁ, আচলতে সিমানতো নাজানো। ল'ৰাবোৰে মোৰ পঢ়া-শুনাৰ প্ৰতি যিমান নিচা বুলি ভাবে, সিমান নিচা মোৰ কাহানিও নাই। যশস্যাৰ লোভেহে আজিকালি মোক ইয়াত বেছি কিতাপ-পত্ৰ পঢ়ুৱাইছে। গছ নোহোৱা দেশত এৰাই গছৰ সন্মান পাই আছিল ইমানদিনে— কিন্তু এতিয়া ক'ৰ পৰা এই নবীন বোলা পণ্ডিত এটা ওলাই মোৰ সমস্যাহীন যশ লাভৰ পথত বাধা স্বৰূপ হ'লহি!

বাহিৰৰ ভদ্ৰতাৰ ঢাকনিখন ৰাখিয়েই কিন্তু চলি আছিলোঁ নবীনৰ স'তে। এনেকি তাৰ অনুৰোধত তাৰ স'তে এদিন গৈ তাৰ উৎসাহতেই গঢ়ি উঠা সিহঁতৰ গাঁৱৰ লাইব্ৰেৰীটোও চাই আহিলোঁগৈ। গাঁও হিচাপে লাইব্ৰেৰীটো ভালেই বুলিব লাগিব। মুখেৰে তাক অকল উৎসাহ দি অহাই নহয়, কেইখনমান কিতাপ-পত্ৰও দান দিব লগাত পৰিছিলোঁ মই। অৱশ্যে তাৰ বাবে আৰু এবাৰ মোৰ গুণ-গান পৰ্ব চলিছিল স্কুলত।

মোৰ নৱম শ্ৰেণীৰ শেষৰ ফালে আৰু নবীনৰ অষ্টম শ্ৰেণীত— তাৰ দেউতাক ঢুকাল। নবীনেই হেনো ঘৰখনৰ বৰ ল'ৰা, গতিকে সি তাৰ আৰাধ্য বাণীদেৱীকে বিদায় জনাই লক্ষ্মীদেৱীৰ আৰাধনাত লাগিবলগীয়া হ'লগৈ।

তাৰ বাবে দুখ অনুভৱ কৰিছিলোঁ সিদিনা। অৱশ্যে মনৰ কোনো এটা অংশই তৃপ্তি নোপোৱাকৈয়ো থকা নাছিল। পথৰ কাঁইট এডাল যেন দূৰ হ'ল মোৰ।

নবীনে আহি মোৰ ওচৰত একৰকম কান্দিছিলহি। মোৰ কিতাপ-পত্ৰবোৰ বৰ চেনেহেৰে ছুই ছুই কৈ আছিল তাৰ জীৱনৰ আশাভঙ্গৰ কাহিনী। মই গহীনভাৱে উপদেশ দিছিলোঁ— 'কি কৰিবা নবীন, ভাগ্য!

ভাগ্যক মানি ল'বৰ চেষ্টা কৰাই ভাল। পৃথিৱীৰ মানুহৰ ইতিহাসেই দেখোন এয়ে- জীৱনত যি বিশ্বাস বুৰ কমেহে পায়। অৱশ্যে সেই বুলি সকলো আমি ভাগ্যৰ ওপৰতে এৰিও বহি থাকিব নালাগে নিশ্চয়। তুমিও একেবাৰে বাদ নিদিবা পঢ়া-শুনা ফালটো, কাম-কাজৰ ফাঁকে ফাঁকে কিতাপ-পত্ৰ পঢ়ি থাকিবা। স্কুল-কলেজৰ বিদ্যাই জানো সকলো? ৰবীন্দ্ৰনাথহঁতৰ কাহিনীতো পঢ়িছাই..' বহুত উপদেশ দি পেলাইছিলোঁ নবীনক।

মেট্ৰিক ক্লাছত উঠাৰ পিছত আমি আকৌ চহৰলৈ উভতিলোঁ। পিছফালে পৰি ৰ'ল মোৰ গাঁও, হাইস্কুলটো, 'জ্ঞানদায়িনী সমিতি', স্কুল, আলোচনী, মোৰ গুণমুগ্ধ বন্ধুসকল আৰু নবীন।

তাৰ পিছত কেইটামান বছৰ পাৰ হৈ গৈছিল। মই বি এছ চি পাছ কৰিলোঁ। এম এছ চি আৰু পঢ়া নহ'ল, চাকৰি এটা পাই তাকেই কৰি নিগাজীকৈ গুৱাহাটীত বসবাস কৰিবলৈ ধৰিলোঁ। চাকৰিটো হ'ল— গুৱাহাটী বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীয়ানৰ। এতিয়া মই চহৰতে ঘৰ-সংসাৰ পাতি আছোঁ। গাঁৱৰ লগত প্ৰায় সকলো সম্পৰ্ক ছিগি গৈছে দেউতা ঢুকুৱাৰ পিছৰে পৰা। মা আৰু ভাই-ভনীকেইটাকো লগত ৰাখিছোঁহি। মাটি-বাৰীখিনি আধিত দি থৈছোঁ। মোৰ তলৰ ভাইটিটোৱে মাজে-সময়ে গাঁৱলৈ গৈ সেইবোৰ চাই-চিতি টকা-পইচা লৈ আনেগৈ।

এদিন ৰাতিপুৱা তেতিয়াই অহা খবৰৰ কাগজখন হাতত লৈ চাহপৰ্বৰ পিছত চুৰটডাল হুপি চকু ফুৰাই আছিলোঁ তাৰ পাতত। এবাৰ খবৰ কাগজখনৰ পৃষ্ঠা এটা লুটিয়াবলৈ গৈ চকুত পৰিল— মোৰ আগত অলপ দূৰতে মানুহ এটা বৈ আছে। ভালকৈ চালোঁ। মানুহজন অলপ আগবাঢ়ি আহিল। তাৰ পিছত শুকানকৈ হাঁহি এটা মাৰি সুধিলে, 'মোক চিনি পাইছে? মই নবীন।'

আকৌ এবাৰ ভালকৈ চালোঁ। নবীন? কোন নবীন . কিন্তু মানুহজনকতো চিনো চিনো লাগিছে ..অ' নবীন মোৰ সাউৎকৰে মনত পৰি গ'ল— সেই নবীন, যুদ্ধৰ সময়ত গাঁৱৰ স্কুলত পঢ়োঁতে লগ পোৱা সেই বিদ্যা দিগ্‌গজ ল'ৰাটো— এৰা, অতি মলিয়ন কাপোৰ পিন্ধি মোৰ আগত ঠিয় হৈ থকা দাড়িয়ে-গোঁফে ভোবোকাৰ মানুহটো সেই নবীনেই হয়। অতীতৰ কথাবোৰ মনত পৰি আহিবলৈ ধৰিলে।

মই এইবাৰ গহীনাই ক'লোঁ— 'অ' তুমি নবীন? তাৰ পিছত? কি কৰিছা আজিকালি? চহৰৰ ফালে কি মন কৰি?'

তাহানিৰ সেই কুণ্ঠিত আৰু বিনয়নম্ৰ ভঙ্গীটো আৰু একাঠি চ'ৰা কৰি সি ক'লে— 'আমাৰ দুখীয়া মানুহৰো আৰু খবৰ! চহৰতে কোনোমতে গেবাৰী খাটি পেট মোকলাই আছোঁহি। আপোনালোক আমাৰ গাঁৱৰ উজ্জ্বল ৰত্ন, আমাৰ মুখ ৰাখোঁতা। ভাবিলোঁ— এবাৰ আপোনাৰ ওচৰলৈকে যাওঁ ক'ৰবাত কিজানি চাকৰি-বাকৰি কিবা এটাৰ সুবিধা কৰি দিব পাৰেই। বৰ আশা কৰি আহিছোঁ ছাৰ।'

ছাৰ! আপুনি! অতীতৰ নবীনৰ ভূত যেন হৈ অহা এই বয়সতকৈ বহুত বেছি বুঢ়া যেন লগা কঙ্কালসাৰ চেহেৰাৰ মানুহজনে অনৰ্গল কৈ যোৱা দুখৰ কথাবোৰ শুনি শুনি তাকেই ভাবি আছিলোঁ মই। অৱস্থাই সঁচায়ে মানুহক কি কৰি নেপেলায়! অন্তৰত এটা অকৃত্ৰিম দুখ অনুভৱ কৰিলোঁ। অথচ তাৰ মাজতে যে এটা অদ্ভুত আত্মপ্ৰসাদো লাভ কৰিলোঁ তাকো অস্বীকাৰ কৰিব নোৱাৰোঁ। মোক এতিয়া ছাৰ বুলি চাকৰিৰ বাবে হাতে-ভৰিয়ে ধৰিবলৈ অহা এই মানুহজনেই এদিন মোৰ ভুল উলিয়াই স্পৰ্দ্ধা দেখুওৱা নাছিল নে?

তাৰ আৰ্তনাদৰ দৰে সুৰত মোৰ তন্ময়তা ভাগে— 'যেনে-তেনে এটা চাকৰি ঠিক কৰি নিদিলেই নচলে ছাৰ! মাটিখিনি তেনেকৈ মোকৰ্দমাত নোযোৱা হ'লে আপোনাক এনেকৈ আমনি দিবলৈ নাহিলোঁহেঁতেন নহয়।'

'চহৰত চাকৰি পোৱাটো ইমান সহজ নহয়হে নবীন, যে লাগ বুলিলেই পাবা। কিয়, গাঁৱতে পণ্ডিত-চণ্ডিতৰ চাকৰি এটাওনো তোমাৰ ভাগ্যত নিমিলিল নে?

'সেই চেষ্টা কি নকৰাকৈ আছিলোঁ? মোৰ পোৱা কপালত ক'তো পণ্ডিতৰ চাকৰি এটাও খালী নাছিল সেই সময়ত।'

'বাৰু বহাচোন তুমি, চাহ এটোপাকে খাই যোৱা। মই বাৰু যিমানদূৰ সম্ভৱ চেষ্টা কৰিম।' গা এৰা দিয়া ধৰণেৰে উত্তৰটো দি ভিতৰলৈ সোমাই গ'লোঁ। লগুৱা ল'ৰাটো বজাৰলৈ গৈছে, ভাই-ভনীহঁতে পঢ়িছে; গতিকে কাকো নামাতি চাহৰ কথা ক'বলৈ নিজেই ভিতৰলৈ গ'লোঁ।

চাহৰ কথা কৈ আকৌ যেতিয়া বাহিৰলৈ ওলাই আহিলোঁ, দেখিলোঁ মই এৰি যোৱা খবৰৰ কাগজখন নবীনে যেন গিলিবলৈহে ওলাইছে। তাৰ প্ৰতি পুতৌ আৰু হিংসা মিহলোৱা অনুভূতি এটা জাগিল। জীৱনৰ অতবোৰ ধুমুহাই তেন্তে এতিয়াও তাৰ এই পঢ়াৰ নিচাটো ধ্বংস কৰি পেলাব পৰা নাই?

চাহ খাই বিদায় লোৱাৰ পিছত সি আকৌ দহোকুৰি শপত দি থৈ গ'ল মোক— তাৰ চাকৰিৰ ব্যৱস্থা এটা মই যেনে-তেনে কৰি দিবই লাগিব।

ইয়াৰ পিছত আৰু দুই-তিনিবাৰ আহিছিল চাকৰিৰ খবৰ ল'বলৈ। কিন্তু চাকৰি এটা বিচাৰিলেইতো আৰু পোৱা নাযায়।

এদিন হঠাৎ শুনিলোঁ যে আমাৰ লাইব্ৰেৰীৰ চকীদাৰ ৰামপ্ৰসাদ চাকৰি এৰি দেশলৈ যাবলৈ ওলাইছে। নবীনৰ কথাটো মনলৈ আহিল। তাৰ হৈ অলপ যত্ন কৰিলোঁ। তাৰ পিছত চকীদাৰৰ বাবটো সিয়েই পালে।

এইবাৰ নবীন মোৰ ওচৰলৈ চাকৰিৰ খবৰ ল'বলৈ অহাৰ আগতেই তালৈ খবৰ পঠালোঁ।

নবীন লাইব্ৰেৰীৰ চকীদাৰ হ'ল। হ'ল মানে মই কৰিলোঁ। মাজে মাজে ভিতৰৰ কাম-কাজৰ ফাঁকে-ফাঁকে মই তালৈ চাওঁ। ছাত্ৰ-ছাত্ৰীবোৰৰ কিতাপবোৰ হাতেৰে লৈছে, বাহিৰত থকা 'ৱাল-ছেল্‌ফ'ৰ খাপবোৰত সুমুৱাই থৈ দিছে, সিহঁতে কিতাপ বিচাৰি লৈ লাইব্ৰেৰীৰ পৰা ওলাই অহা সময়ত সেই কিতাপ হাতেৰে লৈ সি 'গে'ট পাছ'খন উলিয়াই লৈছে ঃ নতুন কোনো ছাত্ৰ-ছাত্ৰী নহালৈকে দুৱাৰমুখৰ টুলখনতে বহি হয়তো কেতিয়াবা বাহিৰলৈ অন্যমনস্কভাৱে চাই আছে; বেছিভাগ সময় অৱশ্যে নবীনৰ সেই দৃষ্টি ভিতৰৰ কিতাপৰ আলমাৰীকেইটাতহে নিবদ্ধ।

লাইব্ৰেৰীটোৰ ভিতৰ আৰু বাহিৰ— তাৰ ঠিক সীমাতেই তাৰ অৱস্থান। নিজৰ প্ৰয়োজনত ভিতৰলৈ যোৱাৰ অধিকাৰটো তাৰ চাকৰিৰ বাহিৰত। এইদৰে সীমাতেই থাকি, কিতাপ ছুয়েই তাৰ দিনটো পাৰ হয়। সেইবোৰৰ এখনৰো এটা শাৰীও পঢ়াৰ ভাগ্য নহয় তাৰ। মই ভিতৰৰ পৰাই যেন তাৰ সতৃষ্ণ অনুভূতি এটা অনুভৱ কৰোঁ। মোৰ পুতৌ হয়, অলপ দুখো লাগে। কিন্তু ইয়েই এদিন তাৰ পাণ্ডিত্যৰে মোৰ ভুল উলিয়াবলৈ যোৱা নাছিল নে? তাৰ সেই 'অতীত দোষ'ৰ শাস্তিটো মোৰ হতুৱাই দৈৱই যেন এইদৰেই দিয়ালে।

তেজ-মাংসৰ মানুহ এজনক মই তেণ্টেলাচ কৰাৰ ইতিহাসটো এয়েই।

(ৰামধেনু, ১৯৫৩)

# মৃত্যুঞ্জয়

মোৰ বন্ধু মৃত্যুঞ্জয় চৌধুৰীৰ সহজলভ্য আৰু সাধাৰণ-- এই দুযোটাৰে প্ৰতি দাৰুণ বিতৃষ্ণা। আমাৰ মিতাহাৰী দেউতাৰ চিগাৰেট হোপা ল'বাৰ প্ৰতি বিৰাগতকৈও বেছি। সেইকাৰণে তাই অন্ততঃ অত্যন্ত বেছি চিগাৰেটখোৰ পুতেক 'মোক' বয়কট্ কৰা নাছিল, কিন্তু আমাৰ মৃত্যুঞ্জয়ে বিৰাগৰ জ্বালাত তাকো কৰিলে। ওঁহো কোনো পুতেকক নহয়, সহজলভ্য (সহজলভ্যইতো! ভাৰতৰ জনসংখ্যা বছৰি কিমানকৈ বাঢ়িব লাগিছে?) কোনো পুতেকক নহয়, মই কৈছোঁ বন্ধুৰ মাক-বাপেকে দিয়া পুৰণি ধৰণৰ নামটোৰ কথাহে। মৃত্যুঞ্জয় তাৰ পিতৃ-দত্ত নাম নহয়, স্বোপাৰ্জিতহে। আগৰ নামটো আছিল ধাৰেশ্বৰ, ধাৰেশ্বৰ চৌধুৰী। একেবাৰে গাঁৱলীয়া নামটো। নহয় জানো?

নাম সলাব পাৰিতো। এই সিদিনাই বহুত দিনৰ মূৰত বম্বে-ফেৰৎ হৰিক বাটত লগ পাই পুৰণি চিনাকি বন্ধুৰ সৈতে বহুত দিনৰ পিছত সাক্ষাৎ হোৱাৰ আনন্দতে চিঞৰি উঠি— 'কি অ' হৰি, কি খবৰ? বোম্বেৰ পৰা কেতিয়া আহিলি?'— বুলি তাৰ হাত দুখন চেপি ধৰিছিলোঁগৈ। কিন্তু সি দেখোন তাৰ লগৰ খুব ফিট্‌ফাট, বোম্বেৰ পৰা অহা নেকি, আগতে ক'তো দেখা মনত নপৰেচোন, ডেকাজনৰ ফালে বিব্ৰতভাৱে চাই 'মোৰ ভাই এঠাইত খুব জৰুৰী কাম এটা আছে, পিছত দেখা হ'ব দেই'— বুলি মোৰ হাতৰ মুঠিৰ পৰা হাত এৰুৱাই কোবাকুবিলৈ খোজ ল'লে, যাতে তাক চিঞৰি মৰিলেও আৰু নুশুনে। মোক তাৰ যোৱাৰ ফালে হতভম্ব হৈ ৰৈ চাই থকা দেখি প্ৰবীণে হাঁহি মাৰি সুধিলে— 'কি অ' ভবেশ, ভেবা লাগি যে চাই ৰ'লি? হৰিৰ ব্যৱহাৰত অবাক হৈ গ'লি নহয়? পিছে গাধ, দোষ তোৰেই বুজিছ? তইনো তাক সেই চাহাবী বন্ধুজনৰ আগত কেলৈ তাৰ আগৰ গাঁৱলীয়া নামটো ধৰি মাতিলি? বেচেৰাই বন্ধুৰ আগত লাজত নপৰিলনে? সি বোম্বেলৈ যোৱাৰ পিছত হৰি নামটো সলাই নীৰেন হাজৰিকা হৈ ল'লে, নাজান?' ওঁহো নাজানো, মানে নাজানিছিলোঁ। এতিয়া জানিলোঁ আৰু জানি মোক ইমান দিনৰ মূৰত লগ পাযো তেনে ব্যৱহাৰ কৰা হৰিৰ ওপৰত জাগি উঠা খং-অভিমানবোৰ মাৰ গ'ল। বেচেৰাৰ দোষ কি! তাৰ মাক-বাপেকে যদি (যদিহে অৱশ্যে,— হৰিৰ নামকৰণৰ সময়ত তেওঁলোকৰ আচল মনোভাবনো কি আছিল মই কেনেকৈ জানিম, মাথোঁ আমাৰ সমাজৰ, বিশেষকৈ গাঁৱৰ ধৰ্ম-ভীৰু মানুহৰ সাধাৰণ মনস্তত্ত্ব বিচাৰ কৰিহে কৈছোঁ)— মৰিবৰ সময়ত তাক মাতি 'আইৰো যাত্ৰা গংগাৰো বাৰ্তা'ৰ ব্যৱস্থা কৰাৰ সংকল্পত তেনে পুৰণি নাম এটা ৰাখে, তাত বিতৃষ্ণা জগাত আধুনিক ল'ৰাৰ দোষ কি? অৱশ্যে হৰিয়ে হয়তো নাজানে যে শ্বেক্‌ছপীয়েৰে কৈ গৈছিল, 'হোৱাটছ ইন এ নেম'— অৰ্থাৎ বোলে নামেৰেনো কি হয়? বাণীফাকি জনা থাকিলে হৰিয়ে হয়তো কিঞ্চিত সান্ত্বনা ল'ব পাৰিলেহেঁতেন।

হৰিৰ দৰেই ধাৰেশ্বৰেও নামটো সলাই 'মৃত্যুঞ্জয়' হৈ ল'লে। কিন্তু সাধাৰণৰ প্ৰতি বিৰাগ থকা মৃত্যুঞ্জয়ে নিশ্চয় হৰিৰ দৰে সাধাৰণ কথা এটাতে নামটো সলোৱা নাছিল, সাধাৰণ নামটোৰ প্ৰতি বিৰাগ থাকিলেও অসাধাৰণ কাৰণ এটা নিশ্চয় আছে। দশম মান শ্ৰেণীত উঠোঁতে তাক এবাৰ বৰ মনোযোগেৰে মই ৰবি ঠাকুৰৰ 'মৃত্যুঞ্জয়'টো পঢ়া দেখিছিলোঁ। ('হোষ্টেলত থকা দিনৰ পৰা সি আৰু মই একেটা হোষ্টেলতে আছিলোঁ, একেটা ৰুমতে।) পঢ়ি কি বুজিলে ক'ব নোৱাৰোঁ! কিন্তু সি যেতিয়া কিতাপখনৰ পৰা মূৰ তুলি মোক গহীনভাৱে মাথোঁ ক'লে— 'মৃত্যুঞ্জয় পঢ়ি মই মৃত্যুঞ্জয় হৈ ল'লোঁ অ' ভবে'— আৰু কেইদিনমান পিছত সঁচাকৈয়ে যেতিয়া তাৰ নামটো সলনি হৈ যোৱা দেখিলোঁ, তেতিয়া জানো বা নাজানো, ভুলেই হওক বা শুদ্ধই হওক, সদায় লোকৰ মনোভাৱ বিশ্লেষণ কৰিবলৈ যোৱা মই এবাৰ মৃত্যুঞ্জয়টো ভালকৈ পঢ়ি লৈ এইদৰে ভাবিলোঁ : কবিতাটো পঢ়ি সি নিশ্চয় এইদৰে বুজিলে— ল'ৰাজনৰ আগত সদায় খুব কঠোৰ অপৰাজিতা যেন দেখুৱাই দাংকোপ মাৰি থকা ছোৱালীজনীয়ে তাক তাইৰ নিষ্ঠুৰতম আঘাতেৰে তাই ভবা মতে তাৰ অৱস্থা শোচনীয় কৰি তুলিব নোৱাৰিলে, বৰং সি ঠাট্টাহে কৰি ক'লে— 'তুমি সৰু হৈ গ'লা আজি'। আজি সি নিজকে মৃত্যুঞ্জয় ঘোষণা কৰি ছোৱালীজনীক অৱজ্ঞা কৰি গুচি গ'ল। কাৰণ অৱশেষত তাইৰো সাধাৰণ সীমাখিনি সি জানিলে

আজি। গতিকেই আমাৰ মানে মোৰ বন্ধু মৃত্যুঞ্জয়ে দেখিলে ৰবীন্দ্ৰনাথৰ নায়কৰো স্বয়ং সাধাৰণৰ প্ৰতি বিতৃষ্ণা। 'মৃত্যুঞ্জয়' পঢ়ি মুগ্ধ হৈ গ'ল ধাৰেশ্বৰ, হৈ ল'লে মৃত্যুঞ্জয়।

এইটো কাৰণ পিছে হয়নে নহয় আজিলৈকে মই ক'ব নোৱাৰোঁ দেই। অনুমানহে কৰি লোৱা কথা, তাকতো আগতেই কৈছোঁ। নহ'লে কাৰ সাধ্য, কাৰ মনত কি আছে ক'বলৈ। মানুহৰ মনস্তত্ত্ব বুজোঁ বুলি ফুটনি মৰা মই হেন মনস্তাত্ত্বিকজনেও সময়ে সময়ে মোৰ নিজৰ মনটোৰেই (আনৰ বাদেই) এনে অদ্ভুত কাণ্ড কিছুমান ঘটা দেখোঁ যে কাণ চুই তেতিয়াই মোৰ ক'বৰ মন যায়— ষোল শ শতিকাৰ ইংৰাজ কবিয়ে কোৱাৰ দৰে 'মাই মাইণ্ড টু মি এ কিংডম ইজ'! ৰাজ্য এখনৰ সকলো খবৰ খুটি-নাটিভাৱে জনা কাৰ সাধ্য?

মোৰ বন্ধুৱে কিন্তু অকল 'মৃত্যুঞ্জয়' নামটো লৈয়ে ক্ষান্ত থকা নাছিল— কামতো সি তাৰ মৰ্যাদা ৰাখি চলিছিল। অৰ্থাৎ আজিলৈ আৰু কোনো এজনী ছোৱালীয়েই তাৰ অন্তৰ জয় কৰিব পৰা নাই। অথচ ছাত্ৰ মহলত সি ইতিমধ্যে ডন জুৱান, লেডী কিলাৰ আদি আখ্যাৰে বিভূষিত হৈ উঠিছেই। লেডী কিলাৰৰ যিবোৰ সাধাৰণ গুণ থাকিব লাগে, সকলোবোৰেই বিৰাজ কৰিছে মৃত্যুঞ্জয়ৰ গাত, চেহেৰা, চাল-চলন, ধন, নিজৰ কথা শুনাবৰ যত্ন কৰাতকৈ ছোৱালীহঁতক কথা ক'বলৈ অফুৰন্ত সুযোগ দি যোৱা বা ক'লেও ধুনীয়াকৈ আইদেউহঁতৰ মন যোগাই কব্ব জনা আৰু সেই যে মেগ্‌নেটিক পাৰ্চনেলিটি নে কি সেইটোও এক চুলিও ইফাল-সিফাল নোহোৱাকৈ মোৰ বন্ধুৱে পাই থৈছিলেই। গতিকে, ছোৱালীৰ চিঠিৰে মৃত্যুঞ্জয়ৰ বাকচ ভৰিল, কিন্তু কাৰো প্ৰেমেৰে হিয়া নভৰিল। সকলোবোৰ ছোৱালীয়েইচোন সহজলভ্য আৰু সাধাৰণ। অথবা তাৰ দুৰ্ভাগ্যবশতঃ তাৰ মতে বন্ধুত্ব ঘটা ছোৱালীবোৰেই তেনেকুৱা।

মৃত্যুঞ্জয় এতিয়াও অপৰাজিত।

এইটো ক্ষেত্ৰত বুলিয়ে অকল নহয়, সকলো ক্ষেত্ৰতে তাক দেখি আহিছোঁ আৰু মোৰ প্ৰকৃতি অনুসৰি তাৰ মনৰ খবৰ ৰাখি অহাৰ যত্ন কৰিছোঁ। সেই সৰুৰে পৰাই একেখন গাঁৱৰে ল'ৰা আমি দুয়ো। শিক্ষা জীৱন দুয়ো কটাই আহিছোঁ প্ৰায় একেলগেই। গতিকে তাক জানো বহুতখিনি নিৰ্ভুলভাৱেই।

ল'ৰাটোৰ অংকত বুধিটো চোকা আছিল খুব। কোনোদিন তাৰ আৰু অংক ভুল হোৱা নেদেখিলোঁ। কিন্তু মেট্ৰিকৰ ক্লাছ দুটাত সি হ'লে এডিচনেল অংক নল'লে। শিক্ষকসকলে, ঘৰৰ অভিভাৱকে আৰু আমি বন্ধুবোৰেও যে ইমান চেষ্টা কৰিলোঁ লোৱাবলৈ— কিন্তু নাই, একোতে একো নহ'ল। সি তাৰ মতকে আকোঁৰ-গোঁজালিকৈ ধৰি থাকিল। ছোৱালীৰ দৰে এৰাৰ নিয়ম থকা হ'লে সি হেনো সাধাৰণ অংকটোকো এৰি দিলেহেঁতেন, কিন্তু ল'ৰা হোৱা কাৰণে দুৰ্ভাগ্যক্ৰমে সেইটো উপায় নাছিল। বাধ্যতামূলক অংক। গতিকে বাধ্য হ'ল কলেজলৈ বাট চাবলৈ।

পঢ়ি পঢ়ি সি বুৰঞ্জী আৰু অসমীয়াত লেটাৰ ল'লে। অংকত সিমানখিনি খটা হ'লে... কিন্তু নাই সহজলভ্য যশত যে তাৰ বিৰাগ।

তাৰ পিছত কলেজত— আই এছ চিত নহয়— আই এত নাম লেখালে সি; পৰীক্ষাৰ খবৰ ওলোৱাত দেখা গ'ল, চিভিক্‌চত লেটাৰ ৰৈছে।

বি এ, আকৌ ইক'নমিক্‌চত নহয়, সংস্কৃতত সি অনাৰ্চ ল'লে। ইক'নমিক্‌চ সাধাৰণ বিষয় ভাবি নল'লে, ফিলছফিহে ল'লে। বি এ পাছ কৰিলে দ্বিতীয় শ্ৰেণীৰ অনাৰ্চ লৈ এম এত নাম লেখালে ফিলছফিতহে।

আই এছ চি লোৱা হ'লে সি ষ্টেণ্ড কৰিলেহেঁতেন, বি এছ চি লোৱা হ'লে ফাৰ্ষ্ট ক্লাছ পালেহেঁতেন আৰু এম এছ চিয়ে বিদেশী শিক্ষা কেন্দ্ৰত উচ্চতৰ বিজ্ঞান শিক্ষাৰ পথ সুগম কৰি দিলেহেঁতেন। অন্ততঃ মোৰ সেয়ে বিশ্বাস।

কিন্তু সিনো আন দহজনৰ পথকেই কিয় অনুসৰণ কৰিব? সাধাৰণ নহয় সি। আই এছ ছি, বি এছ চি ইত্যাদি পৰীক্ষাতো সি হয়তো কৃতিত্ব দেখুৱাব পাৰিলেহেঁতেন; কিন্তু তাত তাৰ নিজস্ব বিশেষ গৌৰৱ ক'ত? তেনেবোৰ কৃতিত্বটো অতি অনায়াসে সি আয়ত্ত কৰিব পাৰিলেহেঁতেন। তাতকৈ, যিবোৰ বিষয় তাৰ ৰুচি বা প্ৰতিভাৰ অনুৰূপ নহয়, তেনেবোৰ বিষয় লৈয়ো একেৰকম সুনামেৰেই পাছ কৰি আহিল। এই যে দুৰ্লভক জয় কৰাৰ গৌৰৱ, ই জানো তাৰ দৰে অনন্য সাধাৰণ ল'ৰাটোৰ পক্ষে উপযুক্ত হোৱা নাই?

কিন্তু আমিতো আছোঁ। নিজৰ কথালৈ মূৰ ঘমোৱাতকৈ লোকৰ কথালৈ কম ঘমাবলৈ ভাল পাওঁ আমি আছোঁ। সেয়ে এদিন গৈ তাক নধৰি নোৱাৰিলোঁ এইদৰে নিজে নিজৰ ভবিষ্যতটো নষ্ট কৰিছ কিয় মূৰ্খ? যি তোৰ বাবে নহয় তাত মূৰ সুমুৱাই নিজৰ 'কেৰিয়াৰ'টোকেই ধ্বংস কৰি পেলালি। ইয়াৰ পিছত তোৰ কি এটা সুন্দৰ অসাধাৰণ ভৱিষ্যৎ আহিব লাগিছে এবাৰ ভাবি চাইছনে? আগেয়ে মাৰোৱাৰীৰ গোলাত কেইবছৰমান ট্ৰেনিং ল', তাৰ পিছত নহয় বাৰু ব্যৱসায়ত লাগিবি।'

তেতিয়া মৃত্যুঞ্জয় আৰু মই এম এ পাছ কৰি উঠিছোঁ। সি লাগিল ব্যৱসায়ত। সিহঁতৰ সাতামপুৰুষত কোনেও কোনোদিন এখন সামান্য দোকানকে দি পোৱা নাছিল। তাৰ বাপেক গাঁৱৰ গণ্য-মান্য চহৰী লোক। চহৰলৈ আহি বংশৰ কৰবাত কোনোবা এজনে হয়তো চাকৰি কৰিছেহি, কিন্তু ব্যৱসায়? ওঁহো ব্যৱসায়ী বুদ্ধি কাৰো কোনোদিন নাছিল। প্ৰবাদ থাকিলেও, লক্ষ্মী সিহঁতৰ ঘৰত বাণিজ্যৰ বলত কোনো কালেই বাস কৰা নাই। গতিকে স্বাভাৱিকতেই মোৰ আসাধাৰণ বন্ধুৱে সেইফালে মন মেলিবই।

'অশেষ ধন্যবাদ'। মোৰ শুভেচ্ছা মিহলি উপৰোক্ত ভৰ্ৎসনা শুনাৰ পিছত বিদ্ৰূপ-অৱজ্ঞা-কৰুণা ইত্যাদিৰে পূৰ্ণ হাঁহি এটা মাৰি মৃত্যুঞ্জয়ে উত্তৰ দিলে— 'পিছে বুদ্ধিমান, মুখস্ত কৰি পৰীক্ষা পাছ কৰি, তাৰ পিছত ইয়াৰ-তাৰ হাতে-ভৰিয়ে ধৰি চাকৰি এটা যোগাৰ কৰি, মা-দেউতাৰাই বাছি দিয়া এজনীক বিয়া কৰি গাহৰিৰ দৰে এপাল জন্ম দি জীৱনটো কোনোমতে কটাই দিয়াৰ সপোনতে সীমাবদ্ধ থকা তহঁত অন্ধ ক্ষীণ-প্ৰাণীবোৰে কি বুজিবি, দুৰ্লভক জয় কৰাৰ কি নিচা! কি বুজিবি টেনজিঙৰ আনন্দ।'

দীঘল বাক্যটোৰ অৰ্থটো বুজিবলৈ মই দাঁত কৰ্ষছিলোঁ— 'অহংকাৰী, মূৰ্খ!' সি হো-হোৱাই হাঁহি দিছিল।

সি সদায় অপৰাজেয়, তাৰ বাবে যি নহয় তাত সি জয়ী হ'বই। কতদিন সি মোক কৈছিল, বুজাইছিল, নেপোলিয়নে কোৱা 'অসম্ভৱ' শব্দটো অকল মূৰ্খৰ অভিধানতহে থকাৰ সত্যতাটো আৰু কৈছিল ৰুছিয়াৰ বেক গিয়েৰ নথকা টেংকৰ কথা। সিহঁত নিশ্চিত যে পশ্চাদপসৰণ সিহঁতে কৰিব নালাগে কাহানিও, সেয়ে বেক গিয়েৰৰ প্ৰয়োজন নাই। অদ্ভুত বিশ্বাস তাৰ নিজৰ ওপৰত। সি নিজে 'কৰি ল'ব' 'হ'বলৈ' নিদিয়ে একোকে। ভাগ্যক সি বশ কৰিব, ভাগ্যৰ সি বশ নহ'ব।

মই হ'লে মনে-প্ৰাণে ভাবোঁ ওৰিয়েণ্টেল, ওৰিয়েণ্টেলিজিম্ মোৰ মজ্জাত ওতঃপ্ৰোতভাৱে সোমাই আছে। ভাগ্যৰ ওপৰত নিজকে বহুখিনি এৰি দিওঁ, পশ্চিমীয়া সভ্যতা ঠিক মানি ল'ব নোৱাৰোঁ— 'বিলিভ ইন্ বিং, নট ইন ডুইং'— যাক কয়। ভাগ্য দেৱতাই যি আনে জীৱনলৈ।

কিন্তু আচৰিত, মৃত্যুঞ্জয়টোৱে দেখোন তাৰ কথাৰ সামঞ্জস্য কামতো দেখুৱাই দিলে। ব্যৱসায়ত দোপতদোপে উন্নতি কৰি যাবলৈ ধৰিলে। অদ্ভুত মনোযোগেৰে সি লাগি গ'ল তাৰ কামত, লক্ষ্মীক সি বশ কৰি পেলালে।

গতিকে আজিকালি তাৰ সৈতে তৰ্কত মই প্ৰায় নীৰৱেই থাকোঁ, মতামত নিদিওঁ। নহয় বুলি কোৱাৰো সাহ নাই, হয় বুলিনো কওঁ কেনেকৈ? মই দোমোজাত, অনিশ্চয়তাত। অৱশ্যে মোৰ এই মানসিক দ্বিধাৰ সান্ত্বনা লওঁ ডাঙৰ মানুহৰ বাণীৰেই— হাক্সলী নে ৰাছেল্ কোনোবা এজনৰ কথা পঢ়া মনত পৰে— এই পৃথিৱীখনত হেনো মূৰ্খসকলেহে দৃঢ় বিশ্বাসী হ'ব পাৰে, বুদ্ধিমানসকল সদায় অনিশ্চয়তাৰ ৰোগত ভোগে।

যি হওক, আমাৰ দুই বন্ধুৰ দাৰ্শনিক তৰ্কাতৰ্কিৰ আঁৰে আঁৰে জেঠাইদেউৰ বাস্তৱবাদী বুদ্ধিৰ ব্যাখ্যাত আৰু বেছি আগবঢ়াৰ আগতে তেওঁৰ চমু পৰিচয় এটা দি থ'ব লাগিল।

জেঠাইদেউহঁত থাকে শ্বিলং পাহাৰত। মোৰ স'তে দূৰ সম্পৰ্কৰ সম্বন্ধ। চাকৰি দিব পৰা মহলৰ সৈতে তেওঁলোকৰ ভাল ঘনিষ্ঠতা আছে। মই আকৌ এম এটো পাছ কৰিলোঁ থাৰ্ড ক্লাছ এটা পাই। গতিকে আশা কৰিব পৰা চাকৰি প্ৰফেছৰৰো আশা এৰি শ্বিলঙত জেঠাইদেউহঁতৰ শৰণাপন্ন হ'লোঁহি। বা চাকৰি এটাৰ কিবা অলপমান সুবিধা কৰি দিব পাৰেই কিজানিবা! ভাগ্যত আছে যদি হৈ যাবও পাৰে। চলতি ভাষাত ক'বলৈ গ'লে ইয়াকে হয়তো কয় তেল দিয়া বুলি। কিন্তু, কি আৰু কৰা যায়— জীয়াই থাকিবতো লাগিব। পঢ়া-শুনাও নিশ্চয় আত্মসন্মান শিকিবলৈ কৰা নাছিলোঁ বা তাকে ঘূৰায়ো ক'ব পাৰোঁ,— পঢ়া-শুনাই আমাক

আত্মসন্মান, সাধুতা আদি নৈতিক বিষযবোৰ শিকাত বোধহয় খুব কমেই সাহায্য কৰিব পাৰিছিল। যেনে তেনে প্ৰকাৰে চাকৰি এটা— যি লাগে তেল দিযেই হওক বা ডাঙৰ মানুহৰ জীযেকক বিয়া কৰায়েই হওক,— পালেই হ'ল। মৃত্যুঞ্জয়ে এই বিষযে দিযা বক্তৃতাবোৰ বহুখিনিযেই সঁচা যেন লাগে।

সৌভাগ্যক্ৰমে (মোৰ স্বাৰ্থৰ ফালে সৌভাগ্যক্ৰমেই নিশ্চয) মৃত্যুঞ্জযো আহি শ্বিলঙত ব্যৱসায় কৰিছিলহি। প্ৰাচ্য আৰু প্ৰতীচ্য আকৌ লগ হ'লোঁ। মই হ'লোঁ অলপ হজুৱা চহা বিধৰ। অৰ্থাৎ ধুতি-কামিজ পিন্ধো, তাকো সাধাৰণভাৱে। ষ্টাইল কৰিবলৈ নহ'লেই দেখোন। মৃত্যুঞ্জয়টো হ'ল পূৰা দস্তুৰ চাহাব। চাল-চলন, কথা-বতৰাত নিখুঁত চাহেবিয়ানা। তাৰ দৰে টাইৰ গাঁঠিটো হেনো খুব কম মানুহে দিব পাৰে।

মোৰ মনস্তত্ত্বই ইংগিত দিলে, মৃত্যুঞ্জযৰ দৰে ষ্টাইলিষ্ট চহকী বন্ধু এজন থকা কথাটো যদি জেঠাইদেউহঁতক দেখুৱাব পাৰোঁ, নিজৰ দাম বঢ়োৱা হ'ব তেওঁলোকৰ আগত। (নিমখ খাই গুণ নোগোৱাতো বেযা, তথাপি মোৰ অকণমান মনোব্যাথাৰ কথা এটা এইখিনিতে নকৈ নোৱাৰিলোঁ যে মোৰ দাৰিদ্ৰ, চাল-চলন, সাজ-পাৰ আদি সকলো কাৰণতে বোধহয জেঠাইদেউহঁতে মোক বেছ অৱজ্ঞাৰ চকুৰেই চায।)

যেই ভাবনা, সেই কাম। মোৰ সৰ্বগুণী বন্ধুক এদিন নি জেঠাইদেউহঁতৰ লগত পৰিচয় কৰি দিলোঁগৈ।

মৃত্যুঞ্জয়ক মোৰ ঈৰ্ষা লাগি যোৱাকৈ আদৰ-আপ্যায়ন কৰি মাজে মাজে আহি থাকিবলৈ অনুৰোধ কৰি বিদায় জনোৱাৰ পিছত জেঠাইদেৰে খৰচি মাৰি মোৰ পৰা তাৰ সম্বন্ধে সকলোবোৰ খবৰ ল'লে— তাৰ ভিতৰত।

বাহিৰত পাইনৰ সোঁ-সোঁৱনি শুনি শুনি এইবোৰ কথাকে ভাবিলোঁ বহুত ৰাতিলৈ। চকুৰ আগত ভাহি উঠিল— ভৈয়ামৰ ছবি এখন, চকুৰে-মুখে কাৰ প্ৰত্যাশা লৈ বাট চাই আছে কেইটামান প্ৰাণী। অৱশেষত সেই ৰাতিয়েই ঠিক কৰি পেলালোঁ— মোৰ ভাগ্য দেৱতাই আনি দিযা সুযোগ মই কিয় গ্ৰহণ নকৰিম। ফল পাওক মৃত্যুঞ্জয়ে তাৰ জীৱনত বেক গিয়েৰ নাৰাখি।

জেঠাদেউৰ সৈতে পিছদিনা ভালদৰে কথা-বতৰা হ'লোঁ। তেওঁ দ্বিতীযবাৰ ছোৱালীক ট্ৰেনিং দিবলৈ সাজু হ'ল— অৰ্থাৎ মোৰ ভাষাত মেচিন্ চলাবলৈ সাজু হ'ল। প্ৰধানকৈ জেঠাইদেউক এইটোকে মন কৰিবলৈ দিলোঁ— ৰিণিয়ে যেন মৃত্যুঞ্জয়ৰ প্ৰতি গভীৰ নিৰ্লিপ্তি দেখুৱাই চলে। তাইৰ সেই উদাসীনতাই হ'ব মৃত্যুঞ্জয়ৰ হিয়া থকা-সৰকা কৰিবলৈ মদনৰ আটাইতকৈ চোকা বাণ।

জেঠাইদেউ চতুৰ শিক্ষয়িত্ৰী, ৰিণি একান্ত বাধ্য ছাত্ৰী।

ঠিক কৰা মতেই কাম আগবাঢ়িল, আৰু আমিও সফলতাৰ সীমা স্পৰ্শ কৰোঁ কৰোঁ হ'লোঁহি— যাৰ দ্বাৰা মোৰ আগৰ সেই দ্বিধাটোৰ আংশিক সমাধান হ'ল। প্লেন কৰা কথাবোৰ হয়ো, নহয়ো। আমি কৰিব পাৰোঁও, নোৱাৰোঁও। ৰিণি, মৃত্যুঞ্জয়। ৰিণিৰ ক্ষেত্ৰত আমি 'কৰিলোঁ' মৃত্যুঞ্জয়ৰ ক্ষেত্ৰত 'হ'ল' সত্যতাটো হযতো অতি সাধাৰণ, কিন্তু নিজৰ উপলব্ধিৰে অতি সাধাৰণ সত্য এটাও যেতিয়া আমি খুব গভীৰভাৱে বুজোঁ, তেতিয়া বোধহয় তাৰ মূল্য আমাৰ বাবে বহুত বাঢ়ি যায়।

বিযাৰ ৰাতি সম্প্ৰদানৰ সময়ত মৃত্যুঞ্জয়ে বহুত দিন আগতে কোৱা কথা এষাৰ মোৰ মনত পৰিছিল— 'তোক এদিন মই দেখুৱাই দিম, চাবি ভবে, মই যদি কেতিয়াবা বিয়া কৰাওঁ সাধাৰণ বা সহজলভ্যা এজনীক কেতিয়াও নহয।' এই পৰ্যন্ত মৃত্যুঞ্জয়ে বিতৃষ্ণা দেখুৱাই অহা ছোৱালীবোৰৰ সাধাৰণতাখিনি হয়তো আছিল সিহঁতৰ পক্ষে স্বাভাৱিক, স্বভাৱসিদ্ধ; আৰু ৰিণিৰ? হায় অসাধাৰণতা বিলাসীৰ ট্ৰেজেডি! অতি বুদ্ধিমান মৃত্যুঞ্জযটো যে কিমান মূৰ্খ। এটা পেৰাডক্স।

যাওক, এইবোৰ হ'ল বহুত পিছৰ কথা। বৰ্তমানলৈ উভটি অহা যাওক। ওঁ, আমাৰ ৰিণিৰ নিৰ্লিপ্ত সুদূৰতাই দুৰ্লভ সম্পদৰ দৰে মৃত্যুঞ্জয়ক আকৰ্ষণ কৰিবলৈ ধৰিলে, অপৰাজেয় মৃত্যুঞ্জয় পৰাজিত হ'ল। লেকৰ পাৰত এদিন বিষণ্ণ সন্ধিয়া এটাত মই আৰু মৃত্যুঞ্জয় মনে মনে বহি চিগাৰেট টানি ধোঁৱাৰে ধুঁৱলি-কুঁৱলি কৰি তোলাৰ পিছত হঠাৎ মৃত্যুঞ্জয়ে এবাৰ সুধিয়েই পেলালে— 'তহঁতৰ ৰিণি চলিহা অলপ অদ্ভুত ধৰণৰ নহয?'

মনতে অলপ হাঁহি লৈ, চিগাৰেটটোত শেষ টান এটা দি লেকৰ পানীলৈ দলিয়াই পেলালোঁ। সেই

ফালৰ পৰা চকু নুঘূৰোৱাকৈয়ে খুব নিলিপ্ত ভঙ্গীমাৰে উত্তৰ দিলোঁ— 'তাই নেকুৰাং সৰুৰে পৰা মযে তাইক সমীহ কৰি চলোঁ।' (সৰুতে মই ৰিণিক দেখা নাছিলোঁ, সমীহো তাইক নকৰোঁ। গল্পটো ক দুয়োটা থাকাই মিছা।)

তাৰ পিছত আকৌ নীৰৱতা।

আকৌ এদিন। স্থান-কাল নহয়— পাত্ৰ একেই। কৰ্মও একে চিগাৰেটৰ ধোঁৱাৰে ধুঁৱলি-কুঁৱলি কৰি অলস অৱসৰ কটোৱা। এইবাৰ প্ৰথমতে নীৰৱতা ভংগ কৰিলোঁ, ময়ে।

'তই ৰিণিক বিয়া কৰিবি ধাৰে?' লগত আন কোনো নাথাকিলে তাক মই সেই নামেৰেই মাতোঁ। কি কৰিম ল'ৰালিৰ অভ্যাস।

এইবাৰ নিৰ্লিপ্ততাৰ অভিনয় কৰাৰ পাল তাৰ। 'কিন্তু ৰিণিৰ দৰে ছোৱালীজনী জানো সন্মত হ'ব?

সেই সকলোবোৰ ভাবি-চিন্তিয়েইতো তোক এনেকৈ চিধাচিধি প্ৰশ্ন কৰিব পাৰিছোঁ। ৰিণিতো আজিকালিৰ তথাকথিত স্বাধীনচিতীয়া ছোৱালীৰ দৰে নহয় যে তৎক্ষণাত আপত্তি কৰি উঠিব— মাক-দেউতাকৰ পছন্দ কৰা ল'ৰা তাই বিয়া কৰোৱাৰ কথা কল্পনাই কৰিব নোৱাৰে। তাই তেনে সাধাৰণ ছোৱালীয়েই নহয়। নিজৰ স্বাৰ্থলৈ নাচায় যি অৱস্থাতেই তাইক চলিবলৈ কোৱা হয়, তাইৰ তাতেই নিজক খাপ খুৱাই ল'ব পৰাৰ অদ্ভুত ক্ষমতা আছে। মোৰ আচৰিত লাগে— 'টেক্ ইট্ ইজি'ৰ দৰে 'নন ইজি' কথা এটা তাই যে ইমান সহজভাৱে কেনেকৈ গ্ৰহণ কৰিব পাৰে।'

ৰিণিৰ অসাধাৰণত্বত মৃত্যুঞ্জয় মুগ্ধ। জেঠাইদেউক সিদিনা ৰাতিয়েই জনাইছিলোঁ মাছে টোপ গিলিছে বুলি। এতিয়া পানীৰ পৰা মাটিলৈ তুলি অনাৰ সমাৰোহ পৰ্বটোহে বাকী।

সিদিনা ৰাতি ভাতৰ কাঁহীত শ্বিলঙৰ চৰা দামৰ কণী এটা জেঠাইদেৱে মোক বেছিকৈ দিয়া যেন মনত পৰে।

পিছদিনা ৰাতিপুৱা চাহৰ টেবিলত ইটো-সিটো কথাৰ পিছত হঠাৎ জেঠাইদেৱে মোক এবাৰ ক'লে— 'অ', আজি আবেলি মোৰ লগত এবাৰ ওলাব চোন, মিঃ দত্তৰ লগত তোমাক চিনাকিটো কৰি দিম।' মই টোষ্টডোখৰত কামোৰ এটা মাৰি মনে মনে অলপ হাঁহিলোঁ। মোৰ কামটো হোৱা-নোহোৱা সকলোখিনি প্ৰায় মিঃ দত্তৰ ওপৰতে নিৰ্ভৰ কৰিছে বুলি মই জানো।

বিয়াৰ যো-জা কৰাৰ ফাঁকে ফাঁকে একোবাৰ কিন্তু কিবা-কিবি ভাববোৰ মনলৈ অহা-যোৱা কৰি থাকে— বন্ধু হৈ নিজৰ স্বাৰ্থৰ বাবে তাক মই জীৱনৰ নিষ্ঠুৰতম আঘাত মাৰিলোঁ নেকি? অৱশ্যে লগে লগে ওলোটা যুক্তিৰে নিজক সান্ত্বনাও জনাওঁ— কৰিলোঁ যদি কৰিলোঁ, জীৱনৰ বৰ্তমান অৱস্থাত মই বন্ধুত্বতকৈ ঘৰখনৰ দাবীকে বেছি মূল্য দিব লাগিব। কিন্তু পুনৰাই প্ৰতিক্ৰিয়া জাগে মনত, মৃত্যুঞ্জয়ৰ জীৱনটো খুব বেছি ট্ৰেজিক কৰি তোলা হ'ব নেকি বাৰু? বিবাহ-বিচ্ছেদটো আইনানুমোদিত হ'লে কি হ'ব, আমাৰ সমাজত ভদ্ৰভাৱে সেইটো প্ৰচলন হ'বলৈ বহুত বাকী। কিন্তু পিছ মুহূৰ্ততে লৰালৰিকৈ নিজক নিচুকাওঁ— নাই, ঠিক আছে, মৃত্যুঞ্জয়ে পালে দুদিনৰ বাবে ছেণ্টিমেণ্টেল আঘাত এটাহে পাব, তাতকৈ বেছি একো নহয়। সময়ত ঠিক হৈ যাব সকলো। আৰু এই বিষয়টো— যিমানেই প্ৰেম-ৰোমাঞ্চ-হৃদয়াবেগ আদি শুনিবলৈ ধুনীয়া কথা নলগাওক, আচলতে ই এটা সামাজিক আৰু জৈৱিক প্ৰযোজন মাত্ৰ। বিয়া 'কৰায়' পাশ্চাত্য দেশৰ মানুহে। প্ৰাচ্য মানুহৰ বিয়া 'হয়হে'। মৃত্যুঞ্জয়ৰো ডেকা বয়সৰ মনোবিলাস এদিন সংসাৰৰ পাকত পৰি ক'ৰবাত হেৰাই যাব।

সকলোৰে ওপৰত আৰু এটা গভীৰ সান্ত্বনা যে আছে মোৰ, মনত পৰি পৰি উল্লাসৰ অনুভূতি এটাও নলগা নহয়,— ভাগ্য, ভাগ্যৰ চক্ৰান্ত দেখক মৃত্যুঞ্জয়ে, বুজক, কেনেকৈ নিয়তিৰ অপ্ৰতিৰোধ্য নিয়ম মতে ঘটনাবোৰ বাধা দিব নোৱৰাকৈ ঘটি যায়। মূৰ্খ! ভোগ কৰক সি ভাগ্যৰ বিৰুদ্ধে যুঁজত পৰাজয়ৰ গ্লানি। মইনো কোন, মই নিমিত্তহে মাত্ৰ।

সান্ত্বনা!

বিয়া হৈ গ'ল।

মৃত্যুঞ্জয়ৰ সৈতে দেখা হৈছিল তাৰ পিছত বিয়াৰ দুই-তিনি বছৰৰ পিছতহে। কাৰণ মোৰ চাকৰিৰ

কৰ্মস্থল হৈছিল শ্বিলঙৰ পৰা বহুত দূৰত। ছুটীবোৰত ঘৰৰ বাহিৰে আন ক'লৈকো যোৱা নাই। মৃত্যুঞ্জয়ৰ সৈতে পত্ৰালাপো নাছিল। তেনে ধৰণৰ যোগাযোগ কিয় জানো— জীৱনত আমাৰ কোনো সময়তে নাছিল।

মৃত্যুঞ্জয়ৰ ঘৰত আলহী আছিলোঁ এসপ্তাহ। তাৰ ঘৰত থিয় হৈ প্ৰথমেই আৱিষ্কাৰ কৰিম বুলি আশা কৰিছিলোঁ— ৰিণিৰ মূৰ্খতাসুলভ নীৰৱতাক অসাধাৰণত্ব বুলি ভুল কৰি মুগ্ধ হোৱা মৃত্যুঞ্জয়ৰ ইমান দিনে নিশ্চয় মোহভংগ হৈছে, আৰু নিজৰ ভাগ্যক সি অভিশাপ দিছে। লগতে মোক। কিন্তু তাৰ পৰিৱৰ্তে দেখিলোঁ— ৰিণিৰ লগত মৃত্যুঞ্জয় সম্পূৰ্ণ সুখী। সিহঁতৰ সুখৰ সংসাৰ দেখি সুখী হ'লোঁ। কিন্তু মৃত্যুঞ্জয়টো যে আচলতে ইমান গাধা, ভবাই নাছিলোঁ কোনোদিন। আচৰিত এতিয়াও সি ৰিণিৰ যান্ত্ৰিকতাকে অসাধাৰণত্ব বুলি ভাবি সুখী হৈ আছে! আচৰিত।

সঁচাকৈয়ে আচৰিত, দুই-তিনি বছৰৰ আগতে যি আত্মগ্লানিত মই ভুগিব লগা হৈছিল মৃত্যুঞ্জয় অসুখী হ'ব বুলি ভাবি, আজি সেই গ্লানি মই ভুগিব লগা হৈছে মৃত্যুঞ্জয়ক সুখী হোৱা দেখি। ভাগ্য-দেৱতাৰ অপৰিহাৰ্য বিধান, নিয়তিৰ প্ৰতিশোধ, সেই যুক্তিৰ সান্ত্বনা আজি ক'ত? মৃত্যুঞ্জয় দেখোন সঁচাকৈয়ে মৃত্যুঞ্জয়। সি ইমানেই মূৰ্খ, অন্ধ যে জীৱন-দেৱতাৰ এনে এটা আঘাততো সি একেই হৈ থাকিল। মোৰ বিচাৰ-বুদ্ধিৰে হয়তো ক'ব পাৰোঁ, তাৰ অতি মূৰ্খ মনটোৰ সামৰ্থ্যই নাই সাধাৰণ-অসাধাৰণৰ বিচাৰ কৰিবলৈ। কিন্তু তাৰ দ্বাৰাতো তাৰ নিজৰ জীৱনৰ সফলতাত, সুখত এক বিন্দুও আঘাত নালাগে। তাৰ মূৰ্খামিয়ে তাক কৰিলে অপৰাজেয়। আৰু মই? বাৰে বাৰে কাণত বাজে মৃত্যুঞ্জয়ৰ এটা লাইন—

'তোমাৰ আঘাত সাথে
নেমে এলে তুমি!'

ভাগ্যৰ বিৰুদ্ধে সাধুভাৱে যুদ্ধ ঘোষণা কৰাতকৈ বিবেকক জলাঞ্জলি দিয়াটো আৰু বেছি অপৰাধৰ কথা নেকি জীৱন-দেৱতাৰ বিচাৰত?

এসপ্তাহৰ পিছত বিদায় ল'লোঁ সিহঁতৰ পৰা।

পাহাৰৰ পৰা বাছবোৰ এখন এখনকৈ ভৈয়ামলৈ নামিল, লগে লগে নামিছোঁ মই।

(ৰামধেনু, ১৯৫৪)

# মিডাছৰ ট্ৰেজেডি

বহুকাল প্ৰবাসত থকাৰ পিছত বিমল বৰুৱা এতিয়া অসমলৈ উভতিছে। অনুপ্ৰাস লগোৱা নামটোৰে বন্দনা বৰুৱা তেখেতৰ জীয়েক।

অসমলৈ ওভতাৰ সময়ত বন্দনা তৃতীয় বাৰ্ষিকৰ ছাত্ৰী। চহৰখনৰ কলেজটোৰ বিজ্ঞান শাখাতে নাম লগালে তাই। বেছিদিন নালাগিল, এমাহমানৰ ভিতৰতে কলেজৰ ল'ৰা-ছোৱালীহঁতে গম পাই পেলালে যে বন্দনা বৰুৱাই ছোৱালীহঁতৰ 'ট্ৰেডিচন' ভাঙিলে। সেইটো বিশেষকৈ প্ৰমাণিত হ'ল কলেজৰ বাৰ্ষিক উৎসৱবোৰৰ সময়ত। সুকুমাৰ কলা-প্ৰতিযোগিতাত লেখাৰ বেছিভাগ বিষযতে আৰু প্ৰায তিনিওটা ভাষাতে পুৰস্কাৰ পালে তাই। কলিকতাত ডাঙৰ-দীঘল হোৱা ছোৱালী, বঙালীত পাকৈত, অসমীযাৰ বাবেও দেউতাকে কম যত্ন লোৱা নাছিল। ইংৰাজীত খুবেই ভাল— 'লৰেটো'ত পঢ়ি আহিছে।

গান-বাজনাত অৱশ্যে নোৱাৰিলে, কিন্তু আবৃত্তিবোৰত ভাল কৰিলে, ইংৰাজীওতো প্ৰথমেই হ'ল। ল'ৰাবোৰৰ বুকুত শেল মাৰি 'বেষ্টমেন' কাপটো তায়েই নিলে। তৰ্ক প্ৰতিযোগিতাতো যেতিয়া বন্দনা প্ৰথম হ'ল— সেই শেলপাটে সিহঁতৰ বুকুত আৰু চোকাকৈ বিন্ধিলে। হাত-চাপৰিৰ জাউৰিৰ মাজত অস্ফুট গুঞ্জন-ধ্বনি উঠিল— কি সাংঘাতিক ছোৱালী! আগতেও অৱশ্যে বহুতো ছোৱালীযে বহুতো বিষযত ল'ৰাহঁতক হৰুৱাইছে— কিন্তু লেখা বা তৰ্কত এনে বেযাভাৱে কোনেও হৰুৱাব পৰা নাছিল।

কেইদিনমানলৈ কলেজৰ আলোচনাৰ কেন্দ্ৰ হৈ পৰিছিল বন্দনা বৰুৱা। এটা গুজৱ ৰটনা হ'ল যে ঘৰত থকা সময়খিনি তাই হেনো নানা ধৰণৰ কিতাপ-পত্ৰতে মূৰ গুজি থাকে।

বন্দনাৰ ডাঙৰ এটা বন্ধু-বান্ধৱৰ দল হ'ল। ছোৱালীৰ দৰে ল'ৰা বন্ধুবোৰৰ লগতো অসঙ্কোচে মিলে বন্দনা বৰুৱাই— ছুটীৰ পিৰিয়ডবোৰত সিহঁতৰ লগত কেন্টিনলৈ যায, সিহঁতৰ লগত ৰাজনীতিৰ আলোচনা কৰে, তৰ্ক কৰে। এদিন হেনো ফুৰ্তিৰ মুহূৰ্তত ওচৰত বহা ল'ৰা এটাৰ পিঠিত চপৰিয়ায়ো দিলে বন্দনাই। ছোৱালীবোৰে আঁচৰিত হৈ ভাবে— 'বন্দনাই এনেকৈ ল'ৰাৰ লগত মিলাটো দৃষ্টিকটু নালাগেচোন। ল'ৰাবোৰেও প্ৰায় সেইদৰেই ভাবে, অনুভৱ কৰে বন্দনা বৰুৱা মানসিক বুদ্ধি-বৃত্তিৰে সিহঁততকৈ বহুত ওখ খাপৰ, তাইৰ আগত নিজকে কিবা হীন যেন লাগি যায় সিহঁতৰ। তেজ-মাংসৰ শৰীৰেৰে বন্দনা নামৰ ছোৱালীজনীৰ বিষয়ে সিহঁতে হয়তো এদিনো সচেতন হৈ পৰাৰ সুযোগেই নাপালে— তাইৰ মন আৰু বুদ্ধি-বৃত্তিতেই সিহঁতৰ সত্তা যেন ব্যস্ত হৈ আছিল। সিহঁতে তাইক শ্ৰদ্ধা কৰে, সমীহ কৰে, তাৰ বাহিৰে আন কথা ভাবিব নোৱাৰে।

বন্দনাই কিন্তু প্ৰথমে এইবোৰ একো জনা নাছিল— কিন্তু পিছলৈ ক্ৰমে তায়ো বুজি অহা হ'ল যে তাইক ল'ৰাহঁতে শ্ৰদ্ধা কৰে। তাইৰ খুব ফুৰ্তি লাগিল, কলিকতাততো তাই আন দহজনীৰে এজনী আছিল, কেতিয়াও শুনা নাছিল যে তাইক কোনোবাই শ্ৰদ্ধা কৰে। আত্মপ্ৰসাদো লাভ কৰিলে বহুতখিনি, তাইৰ মূল্য ইমান বেছি?

এই সিদিনা অৰুণাইতো ক'লে— 'মিহিৰে সিদিনা কি কৈছে জানা বন্দনা? তোমালৈ হেনো খুব শ্ৰদ্ধা ওপজে!'

অকলে অকলে তাইৰ লেডী চাইকেলখন লৈ চহৰত ঘূৰি ফুৰে বন্দনা বৰুৱাই। ৰাতিও হৈ যায় কেতিয়াবা বহুত। কিন্তু কোনো কলেজীয়া ল'ৰাই আজিলৈ তাইক লৈ কোনো বেয়া মন্তব্য প্ৰকাশ কৰা নাই, তাইক যে সিহঁতে শ্ৰদ্ধা কৰে। তাইৰ আগত যেন সকলোবোৰ হৈ পৰে সভ্য, ভদ্ৰ। বাটে-ঘাটে মন্তব্য শুনা ছোৱালীবোৰৰ মাজত কেতিয়াবা এই আলোচনাটো চলে— বন্দনাক আৰু কিয় কোনেও নোজোকায়? বিশেষকৈ গৰম আলোচনা চলিল অবনীৰ কথাটো লৈ। বিখ্যাত বাজে ল'ৰা বুলি নাম আছে তাৰ কলেজত। সেইবাৰ বন্দনা কলেজৰ নিৰ্বাচনত উঠিছিল। তাই এদিন গৈ অবনীকো অনুৰোধ কৰিছিল, তাইৰ বাবে কেইটামান ভোট যেন যোগাৰ কৰি দিয়ে। পিছত গুজৱ উঠিল— বন্দনা বৰুৱা ইমান বেছি ভোট পাই জিকাৰ গুৰিতে হেনো অবনী। আন ছোৱালীৰ অবনীৰ আগত মান-সম্ভ্ৰম গুচোৱা টান, কিন্তু বন্দনাৰ স'তে তাৰ ভাল বন্ধুত্ব।

অবনীৰ স'তে বন্দনাৰ এই প্ৰীতিৰ আলোচনাত অলপ হাঁহি বুদ্ধিমতী ইৰাই হঠাৎ মন্তব্য কৰিলে— 'তুমি মিডাছহে বন্দনা, তোমাৰ সংস্পৰ্শত দেখোন সকলো সোণ হৈ পৰে!'

'বাঃ ধুনীয়া উপমা, ইৰা! এইবাৰ সাহিত্যত তুমি প্ৰথম হৈ এৰিবা দিয়া'— সপ্ৰশংসভাৱে ইৰাৰ গা চপৰিয়াই কয় বন্দনাই।

সিদিনা আকৌ বিনুয়ে ক'লে— 'জানা বন্দনা, মোৰ ছেকেণ্ড ইয়েৰত পঢ়া ভাইটোৱে কোনো ছোৱালীক ভাল বোলা শুনা নাছিলোঁ। কালি সি কি কৈছে জানা— বোলে তহঁতৰ বন্দনা বৰুৱাক দেখিলেই ভাল লাগে অ'। অসমীয়া ছোৱালী এজনী বুদ্ধি-বৃত্তিৰে এনে গুণী।'

তাৰ আগদিনা কলেজৰ 'লিটাৰেৰী ছোচাইটি'ত বৰুৱাই স্বৰচিত সাৰুৱা প্ৰবন্ধ এটা পঢ়ি হাত চাপৰিৰ জাউৰিৰ প্ৰশংসা লাভ কৰিছিল প্ৰচুৰ।

সিদিনা হোষ্টেলত তাইৰ লগৰ ছোৱালীবোৰ অলপ উত্তেজিত। প্ৰায়ে ঘটি থকা ঘটনা এটাৰ পুনৰাবৃত্তি অৱশ্যে। লতিকাই কোনোবা অজান প্ৰেমিক এজনৰ চিঠি এখন পাইছে। তাৰ পিছত সেই প্ৰসংগই চলে কিছু সময়— কোনজনী ছোৱালীয়ে কেতিয়া তেনে চিঠি পাইছে ইত্যাদি। বন্দনাই দেখিলে— প্ৰায় প্ৰতিজনী ছোৱালীয়েই পাইছে তেনে দুই-এখন প্ৰেমপত্ৰ। বন্দনাৰ আকৌ এবাৰ ইৰাই কোৱা 'মিডাছ' বিশেষণটো মনলৈ আহিল; তাইতো আজিলৈ তেনে ধৰণৰ চিঠি-পত্ৰ এখনো পোৱা নাই। দেখিবলৈ তাই কুৎসিত? কিন্তু কিয়, এই প্ৰমীলায়ো বোলে পাইছে, তাইৰ নিজৰ চেহেৰা নিশ্চয় প্ৰমীলাতকৈ ভাল। মনতে অলপ হাঁহে বন্দনাই— তাইক সকলোৱে যে শ্ৰদ্ধা কৰে, তাইৰ সংস্পৰ্শত যে সকলো সোণ হৈ পৰে!

* * *

বছৰ বাগৰে। শ্ৰদ্ধেয়া বন্দনা বৰুৱা এতিয়া এখন স্কুলৰ শ্ৰদ্ধেয়া বাইদেউ।

গতানুগতিক নিয়ম মতেই বন্দনাৰ বিয়াক লৈ ব্যস্ত হৈ উঠিছে তাইৰ মাক-বাপেক। বায়েকজনীৰ হৈ গ'লেহে বাকী দুজনীৰ ব্যৱস্থা কৰিব পৰা যায়। কিন্তু বন্দনাৰ বিয়া লৈ বিমল বৰুৱা অলপ মস্কিলত পৰিছে। বেছিভাগেই পিছ হুঁহকে, তেনে এজনী ছোৱালী আমাৰ কাৰণে উপযুক্ত নহয়, পঢ়া-শুনা কৰা ছোৱালী, ঘৰ ধৰিব পাৰিব জানো? ইত্যাদি। ঘৰবোৰৰ এয়ে মত। ল'ৰাবোৰৰ মতো প্ৰায় একে—ওঁহো, বন্দনা বৰুৱাক বিয়া কৰাব নোৱাৰি। বন্দনাই বুজে তাৰ কাৰণ, আৰু মনতে হাঁহে, এওঁ তাইক শ্ৰদ্ধাহে কৰিব পাৰি, বিয়া কৰিব নোৱাৰি নহয়! স্বয়ং হাবাৰ্ট স্পেন্সাৰেও হেনো মিছ ইভান্স অৰ্থাৎ বিখ্যাত ঔপন্যাসিক জৰ্জ ইলিয়টক বিয়া কৰাবলৈ অস্বীকাৰ কৰিছিল— কাৰণ মিছ্ ইভান্স হেনো সাংঘাতিকভাৱে বুদ্ধিজীৱী।

মাক-দেউতাকৰ লগে লগে কিন্তু বন্দনাৰো চিন্তা আৰু উদ্বেগ বাঢ়ি আহিছিল। কাৰণটো অৱশ্যে সম্পূৰ্ণ বেলেগ। তাই জানে এইখন ঠাইত তাইক কোনেও বিয়া কৰাবলৈ আগ নবঢ়াটোৱে সম্ভৱ, গতিকে সেই বিষয়ে তাইৰ ভয় কৰিবলৈ একো নাই। কিন্তু অৰিন্দমটোৰ কি হ'ল? সি নিমাত কিয় এই বিষয়ত? তাইচোন চিঠি-পত্ৰবোৰত জনাই আছে তাইৰ যে বিয়াৰ কথা চলি আছে, তথাপি সি কিয় একো উচ্চ-বাচ্য নকৰে এই বিষয়ত? আচৰিত, খঙো উঠে, সিদিনা সি আকৌ ধেমালি কৰিহে লিখিছে— বন্দনাৰো বিয়াৰ সমস্যা, এই পৰিস্থিতিত তাইৰ ৰূপটো কল্পনা কৰি তাৰ হেনো লাজহে লাগিছে।

দিনে দিনে মাক-দেউতাকৰ চিন্তাগ্ৰস্ত অৱস্থা দেখি বন্দনাৰো অশান্তি বাঢ়ি আহে। অৰিন্দমটোক এৰি অহাৰ পিছত কেইবাবছৰো পাৰ হ'ল। দীঘলীয়া বিচ্ছেদ। ইমান মন যায় লগ পাবলৈ— কিন্তু সহি আহিছে তাই। তাৰ বাহিৰেতো উপায় নাই। তদুপৰি সান্ত্বনা আছে তাইৰ— এদিন লগ পাব গোটেই জীৱনটোলৈকে— যাৰ বিচ্ছেদ মৰণৰ আগলৈকে নহয়।

অপেক্ষা বহুত দিন কৰি গ'লহেঁতেন তাই, কিন্তু এতিয়া যে বিশেষকৈ দেউতাকহঁতৰ শান্তিৰ কাৰণেই বিচ্ছেদটো ইতি কৰাৰ প্ৰয়োজন বেছি হৈ পৰিছে। অৰিন্দমক মাকহঁতে ভালকৈ চিনে। ঘৰখনৰ লগতো ভাল পৰিচয়। অৰিন্দম ভাল ল'ৰা। বঙালী হ'লেও মাক-দেউতাকহঁতৰ যে আপত্তি নহ'ব ভালকৈয়ে জানে বন্দনাই। কিন্তু সঁচায়ে কি কৰিছে অৰিন্দমে? তাৰ ৰাজনীতিত ইমানেই ব্যস্ত নে? শেষ পৰ্যন্ত বাৰ্ণাড শ্বৰ নায়িকাৰ দৰেই আগভাগ ল'ব লাগিব দেখিছোঁ— বন্দনাই ভাবিলে।

সিহঁত দুটাৰ বিয়াখনৰ কি হ'ব— স্পষ্টভাৱেই এইদৰে লিখি সিদিনাই অৰিন্দম সেনলৈ বন্দনাই চিঠি লিখিলে।

সচৰাচৰ নিয়ম ব্যতিক্ৰম কৰি এইবাৰ অৰিন্দমৰ পৰা উত্তৰ সোনকালেই আহিল। অসমীয়াত অনুবাদ কৰিলে চিঠিখনৰ এছোৱাৰ ভাষা— 'তুমি ক্ষমা কৰিবা বন্দনা, তুমি মোৰ শ্ৰদ্ধাৰ পাত্ৰী। অতীতত আমাৰ ঘনিষ্ঠ দিনবোৰত তুমি বোধহয় মোক ভুল বুজিছিলা ; তোমাৰ চিঠি পঢ়ি অন্ততঃ মোৰ সেই ধাৰণাই হ'ল। আমি দুয়ো খুব ঘনিষ্ঠ হৈছিলোঁ সঁচা, কিন্তু তাক জানো প্ৰেম বোলে? তুমি যে এজনী তেজ-মঙহৰ ছোৱালী সেই অনুভূতি মোৰ এদিনো জগা নাছিল। তোমাক সম্ভৱতঃ ধৰণে মোৰ সদায় 'আইডিয়া' যেনেই লাগি আছিল। মোৰ কাৰণে সাধাৰণ ছোৱালী এজনীযে উপযুক্ত হ'ব। তোমাৰ দৰে ছোৱালী এজনীক দৈনন্দিন জীৱনৰ তেজ-মঙহৰ বাস্তৱতালৈ নমাই অনাৰ কথা কল্পনাও কৰিব নোৱাৰোঁ। 'শেষেৰ কবিতা'ৰ কাব্যিক কথা এষাৰহে বাস্তৱত নামানি মই পৰা নাই— প্ৰত্যহৰ ম্লান স্পৰ্শ নোৱাৰোঁ মই তোমাৰ জীৱনত লগাবলৈ। সঁচাযে বন্দনা, আমাৰ এয়ে বন্ধুত্ব, ঘনিষ্ঠতা— যাৰ দাবী নাই, ভাব নাই, তোমাৰ জানো খুব ভাল নালাগে। কিয় তাক আমি পাৰ্থিৱতাৰে নষ্ট কৰোঁ? মই এনেকৈয়ে সন্তুষ্ট। অতীতৰ তোমাৰ বুদ্ধিদীপ্ত বন্ধুত্বৰ সাহচৰ্য মোৰ বাবে চিৰদিনৰ আপুৰুগীয়া ঐশ্বৰ্য হৈ ৰ'ব, তোমাৰ প্ৰতি মই চিৰ কৃতজ্ঞ হৈ ৰ'ম বন্দনা।'

চিঠিখন পঢ়া শেষ কৰাৰ লগে লগে আপোনা আপুনিয়ে ৰবীন্দ্ৰ কাব্যৰ দেবযানীৰ বাক্য এষাৰ মুখৰ পৰা ওলাই আহিল বন্দনাৰ— 'কৃতজ্ঞতা। ভুলে যেও কোনো দুঃখ নেই—'

তাৰ পিছত বহুত সময় পাষাণ প্ৰতিমাৰ দৰে থিয় হৈ আছিল তাই। চকুপানী হ'লে ওলোৱা নাছিল। হঠাৎ এবাৰ চমক ভাঙি যোৱাৰ দৰে হ'ল বন্দনাৰ। লগে লগে কাণ্ড এটা কৰি পেলালে তাই, সকলোৰে পৰা শ্ৰদ্ধা পাই অহা ছোৱালীজনীৰ অনুপযুক্ত নাটকীয় আৰু অশ্ৰদ্ধেয় কাণ্ড এটা। জীৱন দৰ্শনৰ কিবা এখন কিতাপ তাইৰ ছেল্‌ফতে আছিল—অৰিন্দমেই দিছিল এদিন। হঠাৎ তাইৰ সেইখনলৈ চকু গ'ল। কিবা এটা ভাবি তাই কিতাপখন হাতত তুলি ল'লে আৰু তাৰ পাতবোৰ এফালৰ পৰা এখন এখনকৈ ফালি যাবলৈ ধৰিলে। তাতো যেন তাইৰ তৃপ্তি নহ'ল, ৰুদ্ধ আবেগৰ সম্পূৰ্ণ মুক্তি নাহিল। সেই ফলা পাতবোৰো এখন এখনকৈ টুকুৰা-টুকুৰি কৰাত লাগি গ'ল। মনত এটা বিকৃত পৰিতৃপ্তিৰ উল্লাস, তাইৰ জীৱনৰ আশীৰ্বাদ আৰু অভিশাপৰ উৎস এই কিতাপবোৰ। সাধাৰণ ছোৱালীৰ জগতৰ পৰা আঁতৰাই আনি তাইক সকলোৰে শ্ৰদ্ধাৰ পাত্ৰী কৰি তুলিলে এই কিতাপবোৰেইতো। কিন্তু তাৰ পিছত। এদিন ইৰা হাজৰিকাই 'মিডাছ' বিশেষণেৰে বিভূষিত কৰাৰ গৌৰৱৰ আনন্দত উজ্জ্বলি উঠা ছোৱালীজনীৰ মনত পৰি যায় সেই 'মিডাছ'ৰে, কাহিনীৰ ট্ৰেজেডিৰ অধ্যায়টো। তৃষিত মিডাছ, ইমান ঐশ্বৰ্যশালী তেওঁ, কিন্তু তাৰ বাবেই তেওঁৰ তৃষ্ণাৰ্ত বুকু ফাটি গ'লেও পানী এটোপা পোৱাৰ উপায় নাই ঃ সেই সামান্য পানীটোপাও তেওঁৰ পৰশত ঐশ্বৰ্য হৈ যাবনে, সোণ হৈ যাব! বন্দনা বৰুৱাৰ তৃষিত নাৰী হৃদয়ো অতৃপ্ত হৈ ৰ'ব এইদৰেই, চিৰদিন-চিৰকাল! দেৱতা হৈ যাব। সকলো তাইৰ সংস্পৰ্শত সোণ হৈ যাব, কোনেও তাইৰ পাৰ্থিৱ কামনাৰ তৃষ্ণা পলুৱাব নোৱাৰিব, কোনেও— স্বয়ং অৰিন্দমেও, যি অৰিন্দমৰ ওচৰতেই মাথোঁ স্ব-ইচ্ছাৰে দেৱীৰ আসনৰ পৰা তললৈ নামি আহিছিল— যাৰ ওচৰতেই একমাত্ৰ তাইৰ সংযমৰ কঠোৰ মুখাখন খুলি থিয় দিব পাৰিছিল আন সাধাৰণ ছোৱালীৰ দৰে সাধাৰণ দাবী লৈ, আনন্দ পাইছিল যি আত্মপ্ৰকাশত।

কিন্তু ওঁহো— সিও নোৱাৰে, সিয়ো সোণ হৈ গ'ল, তাইৰ পৰশত, মিডাছৰ বুকুৰ আপোন ৰাণীগৰাকীৰ দৰেই। উপায় নাই, নিজৰ ঐশ্বৰ্যত নিজেই জ্বলি-পুৰি মৰিব লাগিব সকলোৰে শ্ৰদ্ধাৰ পাত্ৰী বন্দনা বৰুৱাই, আজীৱন!

কিতাপখনৰ ফলা টুকুৰাবোৰলৈ চাই ৰ'ল অৰিন্দম সেনে মানৱীৰ আসনৰ পৰা ওপৰলৈ তোলা ছোৱালীজনীয়ে। তাই ভাবিলে— মিডাছে অৱশ্যে আশীৰ্বাদৰূপী অভিশাপৰ পৰা মুক্ত হ'ব পাৰিছিল শেষত সেই একেজন দেৱতাৰ বৰতেই। কিন্তু এই কিতাপৰূপী দেৱতাই তাইৰ জীৱনৰ পৰা সেই অভিশপ্ত আশীৰ্বাদ আৰু ঘূৰাই ল'ব নোৱাৰে। কুৰি শতিকাত অলৌকিকত্বৰ স্থান নাই একতিলো। গতিকে বন্দনা বৰুৱাই বুজিলে— তাইৰ জীৱনত মিডাছৰ ট্ৰেজেডিযেই সত্য হৈ ৰ'ব, কমেডি নহয়।

(ৰামধেনু, ১৯৫৫)

# জীৱন জীয়াই থাকে

দিন যাপন আৰু প্ৰাণধাৰণৰ গ্লানিৰ গতানুগতিকতাতেই চলি গৈ আছিল ৰাণুৰ বায়েকে বিনুৰ জীৱন। লগে লগে ৰাণুৰো। প্ৰায় এপষেকেই হ'লহি, তাই কিন্তু এতিয়াও তাতেই আছে। ঘৰলৈ যোৱাটো হোৱা নাই। বিনুক সেই ঠাইখনত তেনেকৈ সম্পূৰ্ণ অকলশৰীয়াকৈ এৰি থৈ যাবৰ সৎ যোৱা নাই এতিয়ালৈকে। তদুপৰি তাইৰ নিজৰ চহৰখনৰ প্ৰতি, ঘৰখনৰ প্ৰতি তেনে বিশেষ কোনো আকৰ্ষণৰো উপলক্ষ্য নাই। কামো নাই তেনে একো। অৱশ্যে প্ৰমিলাহঁতক মাজে মাজে লগ পাবৰ মন যায়। তেনে মন যোৱা আৰু দুই-এটা কিবাকিবি নোহোৱা নহয়। ৰেডিঅ'টো আছে ঘৰত। চহৰৰ লাইব্ৰেৰীটোলৈ নতুন কিতাপ কিছুমান অহাৰ কথা আছিল অলপতে। ভাবিলে অৱশ্যে আৰু দীঘলীয়া হৈ যায় আকৰ্ষণৰ হিচাপটো— শেষত গৈ এটা অস্বীকাৰ কৰিব নোৱৰা সত্যকেই মনটোৱে বুজি পেলায়, এইখন গাঁৱৰ দৰে ঠাইত থকাতকৈ চহৰত থাকিয়েই ভাল লাগে ৰাণুৰ। তেতিয়া আকৌ বিনুৰ দুৰ্ভাগ্যৰ আন এটা ফাল মনত খেলাই চায়— বিনুওতো চহৰৰে ছোৱালী আছিল এদিন, তাইৰোতো আছে চহৰীয়া জীৱনৰ মোহ—

যি হওক, থাকি গ'ল কিন্তু ৰাণু তাতেই। মনে মনে ঠিক কৰি পেলালে— এম এ আৰু তাই নপঢ়ে। দদায়েকে অৱশ্যে মাতি পঠাইছে তাইক। কিন্তু ওঁহো, কলিকতালৈ আৰু তাই ঘূৰি নাযায়। অভিশপ্ত নগৰী, তাইৰ বাবে অন্ততঃ। বৰ ভয় লাগে তাইৰ। তালৈ আকৌ যোৱাৰ কথা ভাবিলেও গা-মন শিয়ঁৰি উঠে দেখোন। মহানগৰীক জনো শেষ বিদায় জনাই অহা নাই তাই? সুনীল, আশিষ আৰু বন্ধু— সেই জীৱনক সহজভাৱে লোৱাৰ সাধক বন্ধুজন— জীৱনৰ তিনি ধৰণৰ তিনিটা দুৰ্ঘটনা ঘটিছিল সেই একেখন ঠাইতেই। নাই, সঁচায়ে তাইৰ বুকু কঁপি উঠে আকৌ কলিকতালৈ ওভতাৰ কথা ভাবিলে; ওঁহো তাই নাযায়, যাব নোৱাৰে।

কিন্তু কিবা এটা কৰিবতো লাগিল। জীয়াই আছে যেতিয়া জীৱনৰ মানেওতো এটা বিচাৰি ল'ব লাগিব তাই। গুৱাহাটীলৈ গৈয়ো এম এ পঢ়িব নোৱাৰি, হোষ্টেলৰ খৰচ দিয়াৰ সামৰ্থ্য নাই দেউতাকৰ। চাকৰি, এৰা চাকৰিয়েই বিচাৰি ল'ব লাগিল আৰু বৰ্তমানলৈ সুযোগো এটা ওলাই গ'ল ৰাণুৰ। বায়েকৰ সেই নহয় নগৰ, নহয় গাঁও ধৰণৰ ঠাইখনতে। স্থানীয় উৎসাহী মানুহ কেইজনমানৰ চেষ্টাতে ছোৱালী মাইনৰ স্কুল এখন গঢ়ি উঠিব ধৰিছে। বি এ পাছ কৰা ছোৱালীজনীয়ে অতি সহজতে হেড মিষ্ট্ৰেছৰ বাবটো পাই গ'ল।

চিঠি লিখি ঘৰলৈ তাইৰ সিদ্ধান্ত জনাই দিলে ৰাণুৱে। ঘৰত থাকি ঘৰৰ প্ৰতি কৰিবলগীয়া কৰ্তব্য তাইৰ বিশেষ নাই। মাকক ঘৰ চলোৱাৰ সাহায্য কৰিবলৈ ননী আছে। বৰং সকলোৱে সুখেই পাব যে বেচেৰী বিনুজনীৰ অলপ সকাহৰ সুযোগ হ'ব।

ঘৰৰ পৰা সন্মতি আহিল। চিঠিখন হাতত লৈ সিদিনা ৰাণুয়ে স্বস্তিৰ নিশ্বাস এটা পেলালে। তাৰ মানে, তাইৰ বিয়াৰ কথা এতিয়াও ভবা নাই ঘৰত। অন্ততঃ কোনো দৰা ঠিক হোৱা নাই। সেই এটা আশংকা মনত ৰাখিয়েইতো তাই বিনুৰ লগত থকাৰ অনুমতি খুজি পঠাইছিল, আচলতে চাকৰিতো পলায়নহে। তেনে কিবা আসন্ন শুভকৰ্মৰ সম্ভাৱনা থাকিলে নিশ্চয় তাইক সন্মতি নিদিলেহেঁতেন। ৰক্ষা— অন্ততঃ বৰ্তমান কেইদিনমানলৈ আৰু এটা সমস্যাৰ পৰা ৰাণুৰ মুক্তি। মনটো বহুতখিনি পাতল হ'ল সিদিনা তাইৰ।

অকল স্কুলতে নহয়, ঘৰতো ছাত্ৰ গঢ়ি তুলিলে ৰাণুৱে। বুবুলটো বুদ্ধিমান ল'ৰা। বৰ সোনকালে পঢ়া-শুনাত আগবাঢ়িব পাৰে। ৰাণুৱে তাৰ ভাৰ ল'লে। বিনুৰ আন্ধাৰ মুখখন অলপ উজ্জ্বল হৈ উঠিল। অনিল চৌধুৰীৰ গহীন মুখতো তৃপ্তিৰ আভাস। ৰাণুৰ মনতো তাৰে কঁপনি লাগে। এৰা, জীয়াই থাকিবলৈ আচলতে সিমান বেয়া নহয়, যদিহে কোনো মানে, কোনো সাৰ্থকতা বিচাৰি পোৱা যায়। কাৰোবাৰ কামত লাগি, প্ৰয়োজনীয় হৈ দিন কটোৱাৰ এক ধৰণৰ বিশেষ তৃপ্তি আছে সঁচায়ে। অন্ততঃ ৰাণুৰ বাবে যেন জীয়াই থকাৰ টেক্স সেয়ে। এদিন অৱশ্যে আৰু বেছি সুযোগ আহিছিল জীৱনলৈ। সুনীল। তাৰ জীৱনৰ প্ৰেৰণা। কিন্তু অক্ষম ৰাণুৰ মন। তাই নোৱাৰিলে তাৰ জীয়াই থকাৰ মানে হ'বলৈ। সেই অসহায়তাক তাই ক্ষমা কৰিছে এতিয়া। হয়তো সুনীলেও কৰিছে। হয়তো কিয়, নিশ্চয়েই। সুনীলক জনাৰ পৰা তাই সেই ধাৰণা জানো কৰি

ল'ব নোৱাৰে?

কিন্তু সেই ইতিহাস আজি থাওক। এটা দুখৰ গল্প, মৰি যোৱা অতীতৰ সাধু। বৰ্তমান জীৱনত তাৰ ছাঁও পৰিবলৈ দিয়াৰ ইচ্ছা নাই ৰাণুৰ। বুবুল তাইৰ ছাত্ৰ, বিনু— বিনুৰ সংসাৰ; নতুনকৈ হোৱা স্কুলখন, তাৰ ছাত্ৰীবোৰ, তাতে তাইৰ মাষ্টৰী জীৱন। সকলোবোৰ বৰ্তমানৰে কথা, তাইৰ এতিয়াৰ বাস্তৱ জীৱনৰে কথা, সাধু নহয়। সেয়াই সত্য হৈ থাওক।

আগতে চকীদাৰ থকা আৰু এতিয়া বিনুহঁত থকা ঘৰ্‌টো সৰু হ'লে কি হ'ব, কম্পাউণ্ডটো হ'লে প্ৰকাণ্ড। চহৰীয়া সংকীৰ্ণতা নাই। আগফালে, পাছফালে দুয়ো দাঁতিত— চাৰিওফালেই ঘাঁহনি পথাৰ। পাকঘৰটোৰ সিদাঁতিৰ ঘাঁহনিডৰাত কাপোৰবোৰ ধোবাহঁতে মেলাৰ দৰেই মেলি দিয়া আছিল। ৰাণু চপাবলৈ গ'ল।

বুবুলে বিচাৰি বিচাৰি তাইক তাতে লগ ধৰিলেগৈ।

'মাহীদেউ, মাহীদেউ, পিয়নটোৱে চিঠি এখন দি গ'ল, হোঁৱা, ধৰা'—

বুবুলৰ এটা সহজাত বুদ্ধি। মাহীয়েকৰ সৈতে কিতাপ-পত্ৰৰ সম্বন্ধ দেখিয়েই হয়তো সি ভাবে, চিঠিও যেতিয়া পঢ়িবলগীয়া বস্তু, সিয়ো তেন্তে মাহীয়েকৰে প্ৰাপ্য। কেতিয়াবা যদি চিঠি দিবলৈ আহি পিয়নটোৱে তাক পাই তাৰ হাততেই দি থৈ যায়, সি মাহীয়েকৰ হাততে দিয়েহি।

চিঠিখন পিছে ৰাণুৱে। আৰু সেইখন হাতত লৈ ঠিকনাৰ আখৰকেইটা চাওঁতেই গোটেই গাটো যেন এবাৰ জিকাৰ খাই উঠে তাইৰ। বুকুৰ স্পন্দন হঠাৎ অসম্ভৱ ধৰণে বাঢ়ি যায়। সুনীল— সুনীলৰ চিঠি যে! কি ঘটনা বাৰু? হঠাৎ কি হ'ল?

কঁপা হাতেৰে তাই চিঠিখন খুলিবলৈ লয়। খামৰ চিঠি, গতিকে তাই ব্লাউজৰ ছেফ্‌টিপিন এটা উলিয়াই লয় আৰু লগে লগেই এক ধৰণৰ হাঁহি এটা আপোনা-আপুনিয়ে যেন তাইৰ মুখত বিৰিঙি উঠে। মনত পৰিছে। তাইৰ ওচৰত বহি থাকোঁতেই এদিন তাইলৈ তেতিয়াই অহা চিঠিখন জধেমধে খামটো ফালি উলিয়াওঁতে সুনীলে কৈছিল নহয়— 'ইমান নন-আৰ্টিষ্টিক কামবোৰ কে'লৈই তোমাৰ ৰাণু?'

ছেফ্‌টিপিনটোৰে সাৱধানে খামটো খোলে ৰাণুৱে। সুনীলে সাধাৰণভাৱেই লিখিছে— সি বিনুহঁতৰ ঘৰলৈ আহি পোৱাৰ দিনটোৰ খবৰ দি। ৰাণুৱে হিচাব কৰি চালে— 'তেন্তে কাইলৈয়েইচোন সুনীল আহি পাব'— আকৌ এবাৰ শিঁয়ৰি উঠে তাই। বুকুৰ ধপ্‌ধপনি আকৌ আৰম্ভ হয়।

পঢ়ি উঠা চিঠিখন হাতৰ ভিতৰত মুঠি মাৰি ধৰি দুশ্চিন্তাত ৰাণুৰ কপালৰ ঘাম নিগৰে, গাঁথি খোপা খায়। এনেকৈ ইমান দিনৰ পিছত, ইমান নীৰৱতাৰ পিছত সুনীলে হঠাৎ আজি কিয় বাৰু তাইক লগ ধৰিবলৈ বিচাৰিছে? এৰা, তাইকেই লগ ধৰিবলৈ বিচাৰিছে নিশ্চয়, লগত থকা তাইৰ ভিনিহিয়েকলৈ লিখা চিঠিৰ টুকুৰাটোত থকা কথাখিনি— সি যে বহুত দিন ককায়েক-নবৌয়েকহঁতক দেখা নাই বাবে ছুটী লৈ আহিছে, সেইটো যে মাথোঁ এটা অজুহাত তাকতো ৰাণুৱে বুজিছে আৰু বুজিছে তাইৰ সেইখিনি বুদ্ধিৰ ওপৰত সুনীলৰো আস্থা আছে। নহ'লে সি এনেকৈ মুৰামুৰি সময়ত হঠাৎ অহাৰ খবৰটো দি ৰাণুৰ পলোৱাৰ বাট বন্ধ কৰি নেপেলেহেঁতেন। সুনীলৰ সেই সামান্য সুচতুৰ হিচাপ বুদ্ধিৰ কথা ভাবি এবাৰ মনতে নাহাঁহি তাই নোৱাৰে।

কিন্তু সঁচাকৈ— ৰাণুৱে ভাবি ভাবি আৰু কাৰণ বিচাৰি উলিয়াব নোৱাৰে, সুনীলে কে'লৈইনো তাইক লগ পাবলৈ বিচাৰে। আচৰিত! অতীতত যিটো অধ্যায় শেষ হৈ গ'ল সিহঁত দুয়োৰো জীৱনত— সুনীলে কি আকৌ তাৰে সোঁৱৰণিকে লৈ কিবা নতুন পৰীক্ষা চলাব খোজে? নে হঠাৎ ৰাণুক চাবৰ বৰ মন গৈছে? বাৰু সি কি আকৌ এবাৰ ৰাণুৰ মনৰ সন্ধেদ ল'বলৈ আহিছে— কিজানি তাহানিৰ অপৈণত মনৰ ৰাণুৰ মতৰ সলনি হৈছেই? নানা সম্ভাৱনা, হ'বও পাৰে, নহ'বও পাৰে। তাই একো ক'ব নোৱাৰে। ওঁহো সঁচায়ে তাই ভাবিব নোৱাৰে— কিনো হ'ব পাৰে।

চিঠিখন আকৌ এবাৰ পঢ়ি উঠি খামটোত সুমুৱাই থৈ ৰাণুৱে চাই পঠিয়ায়— অস্পষ্টভাৱে দেখা দূৰণিৰ পথাৰৰ মাজে মাজে ধোঁৱা উলিয়াই আহি থকা ৰে'লগাড়ীখনলৈ। সুনীলো কাইলৈ আহি পাব নহয় সেই একেটা ৰে'ল আলিয়েদি, একেটা দিশৰ পৰাই। একেখন গাড়ী নহ'বও পাৰে অৱশ্যে।

সুনীল। সুনীল চৌধুৰী। ৰাণুৰ ভিনিহিয়েকৰ ভায়েক, বিনুৰ দেওৰেক এই সুনীল চৌধুৰীৰ লগত তাইৰ

পৰিচয় কলিকতাত দদায়েকৰ ঘৰত থাকি পঢ়া কালছোৱাতে। ৰাণুৰ জীৱনৰ প্ৰথম পুৰুষ, যাৰ সংগীত্ব তাইৰ সকলোতকৈ ভাল লাগিছিল, কিন্তু যাক তাই ভাল পাব পৰা নাছিল। অথচ সুনীলৰ ককায়েক অনিল চৌধুৰীৰ গাত ভায়েকৰ কিছুমান গুণ থাকিলেও বিনুৰ জীৱনটো আজি অন্ততঃ ইমানখিনি জীয়াতে মৰা হ'ব নালাগিলহেঁতেন। দুজনী বাই-ভনী একে ঘৰতে, একেলগে একে ধৰণৰ যত্ন আৰু পৰিৱেশতেই ডাঙৰ-দীঘল হোৱা। তথাপি দুয়োৰো সমস্যা কি অদ্ভুতভাৱেই যে বেলেগ। ৰাণুৱে ভাবে, আচৰিত অৱশ্যে নহয়। এয়েই জীৱন Life is like that!

দিনটো গৰমৰ পিছত দক্ষিণ ফালৰ পৰা অলপ অলপ বতাহ বলিবলৈ ধৰিছে। মনটো নহ'লেও, গাটো জুৰ পৰি যায় ৰাণুৰ। ঘৰৰ ভিতৰ সোমাবলৈ আৰু মন নাযায়। ঘাঁহনিতেই বাগৰি পৰে তাই। ওচৰতে এখন কাপোৰৰ পৰা বনগুটি আঁতৰাই বহি থকা বুবুলে মাত লগায়— 'তেনেকৈ ঘাঁহত নাবাগৰিবা মাহীদেউ, নাকে-কাণে পোক সোমাব।' —কিন্তু মাহীয়েকে তাৰ কথালৈ কাণসাৰেই নকৰা বাবে 'যি হয় হওক, তেন্তে, মোৰনো কি' এনে এটা মনোভাবেৰে সি আকৌ তাক কোনেও কৰিবলৈ নোকোৰা কামটোতে মন দিলে।

দুখৰ অতীত এটা থাকিলে তাক সকলোৱে পাহৰি থাকিবলৈ বিচাৰে। ৰাণুৱেও। কিন্তু মাজে মাজে যে এনে বেয়াকৈ লুকাভাকু খেলি থাকেহি সেই এৰি অহা দিনবোৰৰ সৌৰৰণিসোপাই। তাতে যদি এটা উপলক্ষ্য ওলায় তেতিয়াতো আৰু কথাই নাই। একেবাৰে যেন হেঁচি ধৰে। আজিও সুনীলৰ অপ্ৰত্যাশিত চিঠিখনে তাইক তাই নিবিচৰাকৈয়ে অতীতৰ স্মৃতিৰ মগ্নতাত ডুবাই দিয়ে— কেতিয়া যে পশ্চিমৰ বেলিটো ক্ৰমে ডাঙৰ আৰু ৰঙা হ'বলৈ আৰম্ভ কৰে, খেয়ালেই নাথাকে আৰু তাইৰ।

সুনীলৰ সৈতে দ্বিতীয় যদিও আচল পৰিচয় হয় কলিকতাৰ দদায়েকৰ ঘৰতেই। প্ৰথম পৰিচয়— ঠিক পৰিচয় বুলিব নোৱাৰি অৱশ্যে— হয় বিনুৰ বিয়াৰ সময়ত। সামান্য। তাতকৈ আগবঢ়া নাছিল অলপো। প্ৰয়োজন, সুবিধা, ইচ্ছা, একেবাৰেই নাছিল যেতিয়া। মাথোঁ সুনীলে জানিছিল বৌৱেকৰ ৰাণু নামৰ ধুনীয়া ভনীয়েক এজনী আছে আৰু ৰাণুৱেও জানিছিল খুব কথকী সুনীল নামৰ একমাত্ৰ সৰু ভায়েক এজন আছে তাইৰ ভিনিহিয়েকৰ। অৱশ্যে ৰাণুৰ পৰিচয়টো বোধহয় আৰু এখোজ আগবঢ়াই আছিল। তাইৰ দুষ্ট ভায়েকটোৱে বিনুৰ বিয়াৰ পিছত দৰাঘৰীয়া মানুহবোৰৰ বিষয়ে হোৱা মুখৰোচক আড্ডাত সুনীলৰ প্ৰসংগত যি এটা মন্তব্য দিলে, ৰাণুৱে শুনি নাহাঁহিবৰ চেষ্টা কৰিও হাঁহি দিছিল। দুষ্ট ভায়েকটোৱে ক'লে— 'আমাৰ ভিনদেউৰ ভায়েকে কিন্তু অতি সহজতে চাকৰি পাব দেই!'

ননীয়ে সুধিছিল— 'কিয়!'

সি বুজায়— 'তেওঁ যদি চাকৰিৰ বাবে দিয়া দৰ্খাস্তখনত এষাৰ কথা বেছিকৈ যোগ কৰি দিয়ে— মোক ল'লে আপোনালোকৰ গৰমৰ দিনত ফেন আৰু চিএলাহীৰ আৱশ্যক নহ'ব— তেতিয়াই তেওঁৰ চাকৰি মঞ্জুৰ হৈ যাব নহয়।'

ননীয়েই আকৌ সোধে— 'মই একো বুজা নাই তথাপি—'

ভায়েকে এইবাৰ সহজ ভাষাত বুজায়— 'কাৰণ 'ফেন' নিদি ঘামিবলৈ দিলেই তেওঁৰ গাৰ পৰা ক'লা চিয়াঁহীৰ নিজৰা বব যে—'

সকলোৱে হাঁহিত সিদিনা ৰাণুৱেও যোগ দিলেও পিছ মুহূৰ্ততে অৱশ্যে গহীন হৈ গৈ ভায়েকটোক ডবিয়াইছিল।

ক'লা কুৎসিত ৰূপটোৱে সুনীলক সাধাৰণভাৱেই মনত আছিল ৰাণুৰ।

তাৰ পিছত কলিকতাই তাইক ল'ৰাজনৰ বাহিৰৰ কুৰূপতাৰ ফাঁকেদি ভিতৰৰ সৌন্দৰ্যও দেখুৱাইছিল এদিন। ভালকৈয়ে দেখুৱাইছিল। সেয়েতো তেতিয়া তাত ফিফ্থ্ ইয়েৰত এম এ পঢ়ি থকা ল'ৰাজনৰ লগত ৰাণুৰ ইমান দূৰ ঘনিষ্ঠতা হ'বলৈ পালে।

আই এৰ পিছত ৰাণুক দদায়েকে লৈ গ'ল নিজৰ লগত ৰাখি পঢ়ুৱাবলৈ। ৰাণুৰ প্ৰায় সমবয়সী জীয়েকজনীৰ বিয়া হৈ যোৱাত ঘৰখন বৰ উদং হৈ গৈছিল তেওঁৰ। একেজনী মাথোঁ জীয়েক।

ৰাণুৰ খবৰটো সুনীললৈ বিনু আৰু ভিনিহিয়েকে লিখিলে। দদায়েকলৈ সুনীলৰ কথা লিখিলে। গতিকে শেষত গৈ পৰিস্থিতিয়ে সুনীলক হাৰ্ডিঞ্জ হোষ্টেলৰ পৰা ভবানীপুৰৰ দদায়েকৰ ঘৰলৈ টানিলে।

সিদিনা হোষ্টেলৈলৈ উভতি আহি সুনীলে তাৰ পিছত ভাবিছিল— 'ৰাণুক নবৌৰ ভনীয়েক যেন নালাগেই—'

ৰাণুৱেও ভাবিছিল প্ৰায় একেদৰেই— 'আমাৰ ভিনদেউৰো এনে এজন ৮'য়েক থাকিব পাৰে!'

তাৰ পিছত সেই এদিনীয়া অলপ মুগ্ধতাকে কেন্দ্ৰ কৰি দুয়োৰো মাজত গঢ়ি উঠিছিল ঘনিষ্ঠ বন্ধুত্ব। দুয়োৰো অবাধ মিলামিছাত বাধা নাছিল। মহানগৰীৰ বিশাল বুকুত দুজন ল'ৰা-ছোৱালীৰ বন্ধুত্বক কেন্দ্ৰ কৰি আলোচনা চলাবলৈ কাৰনো অবসৰ আছে? ইফালে ঘৰৰ পৰাও নাছিল বাধা। কলিকতীয়া স্বাধীনতাত অভ্যস্ত হৈ গৈছিল দদায়েকহঁত। তাতে সুনীল আত্মীয় ল'ৰা আৰু পঢ়া-শুনাত নাম কৰা ভাল ল'ৰা। গতিকে--- কলেজ ছুটীৰ পিছতেই হওক বা ক্লাছ ক্ষতি কৰিয়েই হওক, দিনে প্ৰায় এবাৰকৈ প্ৰেছিডেন্সিৰ গ্ৰাউণ্ডত বহি আড্ডা দিয়াটো সুনীল আৰু ৰাণুৰ নিত্য-নৈমিত্তিক কৰ্ম হৈ পৰিছিল।

প্ৰায় এটা বছৰ বাগৰি গৈছিল তাৰ পিছত। ৰাণুৱে পৰীক্ষা দি বি এৰ দ্বিতীয় বাৰ্ষিক আৰু সুনীলে পৰীক্ষা নিদি এম এৰ ষষ্ঠ বাৰ্ষিক পাইছিলগৈ এাদন।

তাৰ পিছত সেই ৰাতিটো আহিছিল— সিহঁতৰ ধেমেলীয়া নামকৰণ— 'Night of all nights' ছিক্সথ্ ইয়েৰৰ আৰম্ভণিতে, ভাগ্যৰ জোৰতেই বুলিব লাগিব, দিল্লীৰ ৰেডিঅ'ত অসমৰ পৰা মনোনীত হোৱা বাতৰি পঢ়োঁতা দুজনৰ ভিতৰত এজন হ'লগৈ সুনীল। পঢ়া-শুনা বাদ দি সি চাকৰিটোতে সোমোৱাৰ ঠিক কৰিলে। সিতো নুবুজা নহয়, তাক পঢ়ুৱাবলগীয়া হোৱা বাবেই অনিলৰ সাংসাৰিক জীৱনত কত অসুবিধা হ'বলৈ পাইছে। সেই গ্লানিটোৱে তাক ইমান দি স্বস্তিত থাকিবলৈ দিয়া নাছিল। ইফালে ককায়েকৰ সংসাৰ বাঢ়ি আহিব ধৰিছে, কিন্তু উপাৰ্জনতো আৰু সেই অনুপাতে বঢ়া নাই। দেউতাকেও পেঞ্চন পালে সিদিনা। পেঞ্চন নোপোৱাতো অৱশ্যে সাহায্য পোৱা নাছিল। বৰ কম আয়। কলিকতালৈ পঢ়াবলৈ পঠিয়ালেতো অনিল চৌধুৰীয়ে। সেই নিৰস মানুহজনৰ নুমলীয়া ভায়েকটোৰ প্ৰতি কিবা এটা গভীৰ চেনেহ আছিল। নিজৰ জীৱনত আৰু একো নহ'ল— মৰমৰ ভায়েকটোৰেই হওকচোন। কলিকতা হেনো এনে এখন ঠাই, য'ত সকলো ফালৰ উন্নতিৰে সুযোগ-সুবিধাবোৰ আছে। এইদৰে ভাবিয়েই সিদিনা একোতে আগ্ৰহ, ইচ্ছা নথকা অনিল চৌধুৰীয়েও নিজৰ খৰচৰে ভায়েকক পঠালে।

ৰাণুৱেও তাক পৰামৰ্শ দিছিল সেইটোকে, চাকৰি লোৱাটোকে। এম এ পাছ কৰি বৰ জোৰ কৰি ক'ৰবাৰ প্ৰাইভেট কলেজত চাকৰি এটাহে পোৱা যাব। নাই, পৰাপক্ষত তেনে ভাত নিমিলা চাকৰিত নোসোমোৱাই ভাল। সন্মান বাদ দিয়ক— টকাৰ আগত আজিৰ দিনত সন্মান তুচ্ছ। টকাৰেই তেনে কত মান-সন্মান বেচা-কিনা হৈ যাব লাগিছে।

সুনীলে তাৰ পিছত কলিকতা এৰিছিল। অৱশ্যে তাৰ আগতে অনিল চৌধুৰীক প্ৰতিশ্ৰুতি দিলে— এম এটো বাৰু পাছ কৰিবই এদিন। বুৰঞ্জী যেতিয়া, নিজেই পঢ়া-শুনা চলাই থাকিব পাৰিব।

দিল্লীলৈ যোৱাৰ আগদিনা সন্ধিয়া ৰাতিও হৈ আহিল। মনুমেণ্টৰ তলত, কাৰ্জন পাৰ্কত বায়ুসেৱী মানুহৰ ভিৰ ক্ৰমে কমি আহিছিল। জনকোলাহল মাথোঁ অদুৰৰ চৌৰঙ্গীখনত। সেই নিজানত অৱসৰ ল'লে সুনীলে। বহুত দিন ধৰি বহুত ডেকাই সুধি অহা সাধাৰণ, স্বাভাৱিক প্ৰশ্ন এটাকে সিয়ো কৰি পেলালে ৰাণুক। তাই কিন্তু তাতেই স্তব্ধ হৈ ৰ'ল। আকাশৰ পৰা বোলা কথা এটা আছে, তাইৰো তেনে যেনেই হ'ল। সুনীলক বিয়া কৰোৱা, সুনীলৰ সৈতে প্ৰেম? কি অদ্ভুত। এনে ধৰণৰ কোনো কথাচোন তাইৰ মনত কাহানিও এক্কেবাৰে ভুমুকি মৰাও নাই। আচৰিত— আৰু— ছিঃ! কিবা অদ্ভুত বিতৃষ্ণা, গ্লানি, লাজ,— নানা কিবাকিবি অনুভূতিৰ সংমিশ্ৰণত মন ভৰি গ'ল তাইৰ।

সুনীলে সেই স্বীকাৰোক্তিত অবাক হ'ল, আঘাত পালে। আঘাতটো বেছিকৈ লাগিল— তাই সুনীলক ভাল পায় এনে এটা কথা কোনোদিন মনলৈ নহাৰ বাবে নহয়, কিন্তু সি যে ৰাণুক ভাল পাই আহিছে এই কথাটোও ইমান দিনে তাৰ নানা ধৰণৰ স্পষ্ট ব্যৱহাৰৰ পৰাও গম নোপোৱাৰ বাবেহে। সিয়ে বুদ্ধিমতী ৰাণুৰ বুদ্ধিৰ দৈন্যহে প্ৰমাণ কৰিলে। বিশেষকৈ তাইতো আৰু সৰু ছোৱালী নহয়, বাস্তৱত বাৰু নালাগেই, কিতাপ-পত্ৰততো অন্ততঃ এইবোৰ পঢ়িছে তাই। আচৰিত— খুউব আচৰিত। তাইৰ দৰে ছোৱালীজনী, সুনীলে যাক দেখি আহিছে অলপ অলপ আভাসৰ পৰাও তাৰ মনৰ প্ৰায় সকলো কথাকে বুজি অহা, সেই তাইৰে এনে অদ্ভুত, অবিশ্বাস্য অজ্ঞতা এই বাৰু সঁচায়ে অঁকৰামি নে কিবা এটা গভীৰ সাৰল্য আৰু পবিত্ৰতা? ইমান দিনে

চিনি অহা ৰাণুজনীক তাৰ সিদিনা ৰাতি হঠাতে বৰ অচিনাকি যেন লাগি গৈছিল।

তথাপি, সেই ৰাণুৱেই, সেই ৰাতিয়েই, শেষত গৈ স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল— এৰা, তায়ো তেনেহ'লে ইমান দিনে সুনীলক ভাল পায়ে আহিছে। সঁচায়েতো, অনাত্মীয় অচিনাকি ল'ৰা এজনৰ সৈতে তাইৰ এই গভীৰ ঘনিষ্ঠতাক প্ৰেমৰ বাহিৰে উপযুক্ত নাম কিয়েই বা দিব পৰা যায়? তাতে আকৌ সুনীলটোৱে সিহঁত দুটাৰ এৰি অহা বছৰটোৰ এনে কিছুমান তাই তেতিয়া একো অৰ্থত নোলোৱা ঘটনাৰ উল্লেখ কৰি বিশ্লেষণ কৰি দেখুৱালে— যিবোৰ সিদিনা কাৰ্জন পাৰ্কত বহি নতুনকৈ ভাবি চাই, তেতিয়াৰ তাইৰ নতুনকৈ চাব জনা মনটোৱে ব্যাখ্যা পালে একমাত্ৰ ভালপোৱা শব্দটোৰ মাজেদিয়েই। এৰা, তাইৰ নানা ধৰণৰ উপন্যাস পঢ়া মনস্তাত্বিক জ্ঞানেওতো এই একেই কথাকে কয়।

যুক্তিৰে, অনুভূতিৰে নহয়, প্ৰমাণ কৰি পেলোৱা তাইৰ সিদিনাৰ প্ৰেম! আজি ৰাণুৰ সেই অতীতৰ ৰাণুজনীলৈ যে ইমান মৰম লাগি যায়! সুনীলে তাইৰ হাতখন তাৰ হাতৰ মুঠিত সুমুৱাই লওঁতে কিবা এটা অস্বস্তিত যে তাইৰ মনে 'না' কৰি উঠিছিল, নৈতিকতাৰ গ্লানি নে স্বাভাৱিক বিতৃষ্ণা সিদিনা ঠিক ধৰিব নোৱাৰিলেও আজিতো ৰাণুৱে বুজে সি তাইৰ ভাল নোপোৱাৰে প্ৰতিক্ৰিয়া— আৰু সুনীল যে ধুনীয়া নহয়!

সিদিনা ৰাতি আৰু তাইৰ টোপনি আহিবই নুখুজিছিল। সেই বেদনা আৰু অস্বস্তিয়ে মন ভাৰাক্ৰান্ত কৰি তোলা অনুভূতিটো আজি যেন আকৌ এবাৰ নতুনকৈ অনুভৱ কৰে ৰাণুৱে। তাক জানো তাই কেতিয়াবা কাৰোবাৰ আগত মুখৰ ভাষাৰে, লেখাৰ ভাষাৰে প্ৰকাশ কৰিব পাৰিব? অদ্ভুত! ভাল পালে হেনো কিবা অভূতপূৰ্ব, অপৰিসীম আনন্দ এটা জাগে, কিন্তু তাইৰ কে'লেই অকণিও ভাল লগা নাই? আৰু এটা কথা— বিনুৰ বিয়াৰ পিছত সুনীলৰ চাকৰি লৈ কৰা দুষ্ট ভায়েকটোৰ মন্তব্য কিয় বাৰু মনলৈ আহিল সিদিনা ৰাণুৰ? নিজৰ মনক ডবিয়াইছিল তাই। কিন্তু— তথাপি! তাইৰ এবছৰৰ হাঁহিৰঙা দিনবোৰৰ বন্ধু সুনীল শেষত গৈ তাইৰ প্ৰেমিকহে হ'লগৈ নে? এই কথাটো যে তাইৰ কে'লেই ভাল লগা নাই!

দদায়েকৰ দেৱাল ঘড়ীটোৱে যেতিয়া শেষ ৰাতিৰ জাননী দিলে, তাৰ পিছতহে সিদিনা ৰাণুৰ চকুলৈ টোপনি নামিছিল।

পিছদিনা পুৱা শুই উঠি তাই 'মহুয়া'খন উলিয়ালে আৰু 'অসমাপ্ত' কবিতাটোতে স্তব্ধ হৈ ৰ'ল। সুনীলে আগদিনা কৈছিল নহয়, কবিতাটোৰ শেষৰ লাইনকেইটাতে হয়তো ৰাণুৰ প্ৰকৃত মনস্তত্ত্ব লুকাই আছে। বাৰে বাৰে পঢ়িলে— মনতে বাৰে বাৰে আওৰালে— 'আজি মোৰ দৈন্য কৰো ক্ষমা'। সঁচায়ে ৰাণুৱে মনে মনে সুনীলক ক্ষমা ভিক্ষা কৰি থৈছিল সিদিনা।

দিনবোৰ পাৰ হৈ যায়। সুনীললৈ নিয়মিতভাৱেই চিঠি লিখি যায় ৰাণুৱে। আকৌ ক'ৰবাত যেন ডাঙৰ কেনা এটা। তাই নিজেও সন্তুষ্ট নহয় লিখি, সুনীলো সন্তুষ্ট নহয় পঢ়ি। ক্ৰমে সি প্ৰায় অনুযোগ কৰিবলৈ ধৰিলে তাইৰ চিঠিৰ প্ৰাণহীনতাক লৈ।

সুনীলৰ অনুযোগ অস্বীকাৰ কৰিব নোৱাৰে তাই। কিন্তু কি কৰে তাই অক্ষম মনটোক লৈ? হৃদয়ৰ তাপেই যেতিয়া নাথাকে, প্ৰাণহীন কলমডালেনো কেনেকৈ সজীৱ চিঠি এখন লিখিব পাৰে। কান্দিবৰ মন যায়। সন্দেহ হয় তাইৰ মূল কেনাটো সেই ভাল পাব নোৱৰাৰ অক্ষমতাতেই।

কিন্তু তথাপি, সুনীলৰ সৈতে সেই সম্পৰ্ক ৰাখিয়েই চলি গৈছিল তাই! ভয় লাগে যে, তাইৰ 'না' কথাটোৱে সুনীলৰ জীৱনত কিমান তোলপাৰ লগাই দিব, তাকতো নুবুজা নহয় তাই। আৰু নিজৰো জানো কম স্বাৰ্থ আছিল? ভৱিষ্যতে এদিনো যদি এতিয়া প্ৰত্যাখ্যান কৰা সুনীলৰে প্ৰয়োজন তাইৰ জীৱনত সকলোতকৈ বেছি হৈ উঠে? মনৰ পৰিৱৰ্তনৰ কথাতো ক'ব নোৱাৰি। বিশেষকৈ আৰু এটা কথাই আশাবাদী কৰি ৰাখিছিল তাইক। তাইৰ জীৱনততো সেয়ে প্ৰথম প্ৰেম— তেনে কথা কোনোদিন মনলৈ নহা ছোৱালীজনী তাই, হয়তো তাৰ অভাৱনীয়ত্বৰ খুন্দাটো চম্ভালি ঠিকভাৱে গ্ৰহণ কৰিব পৰা নাই এতিয়াও, কিন্তু সময়ৰ লগে লগে প্ৰথম সেই সংকোচৰ জড়তাটো নাকাটিবনে? ৰবি ঠাকুৰৰ 'অসমাপ্ত'? হায় সান্ত্বনা!

এনেকৈ বা আৰু কিমান দিন চলিলহেঁতেন ক'ব নোৱাৰি। কিন্তু ইতিমধ্যে ঘটিল আশিষ ৰায়ৰ সেই দুৰ্ঘটনাটো। দদাযেকৰ বন্ধুৰ ল'ৰা আশিষে যে কেইদিনমানৰ চিনাকিতেই ইমান দূৰ আগবাঢ়িব, ৰাণুয়ে জানো

কল্পনাতো এবাৰ ভাবিব পাৰিছিল? কিন্তু তাইৰ নিজৰ দুৰ্বলতাও জানো বৰ কম ৷ যায়ী আ..ছিল সিদিং প্ৰথমে পৰাই হয়তো তাই আৰু সংযত হৈ তাৰ সৈতে মিলামিছা কৰিব লাগিছিল। ইমান নিজক কোচে, প্ৰাণ খুলি মিলিবৰ কি দৰকাৰ আছিল? অৱশ্যে কাৰণ আছিল হয়তো। সৌন্দৰ্যমোহ। তাইৰ সৰ্বনাশ কৰিলে। ওখকৈ এপ'লিয়ান নাকেৰে ধুনীয়া বলিষ্ঠ ল'ৰাটোৱে মুগ্ধ কৰিলে তাইক। সিদিনা দুৰ্বল মুহূৰ্তত অলপ চেষ্টা কৰিলেও তাই নিজকে ৰক্ষা কৰিব নোৱাৰিলেগৈ। আশিষে তাইক তাইৰ সৰগৰ পৰা নমালে।

সেই ঘটনাটোৱে কিন্তু এফালেদি ৰাণুৰ চকুও মুকলি কৰি দিলে। বুজিলে— 'অসমাপ্ত'ৰ আশ্বাস তাই আচলতে সুনীলক দিব নোৱাৰে। তাক তাই ভাল পাব পৰা নাছিল কেতিয়াও, আৰু নিশ্চয় নোৱাৰিবও এই জনমত। প্ৰমাণেৰে সৈতে কাৰণ বিচাৰি পাইছে হয়তো তাই। অহমিকাত আঘাত কৰে সঁচা— তথাপি মনেতো বুজে অনস্বীকাৰ্য সত্যটো। ৰূপৰ মোহ' উস্— কি প্ৰবল তাইৰ এই সাধাৰণ সত্তাটো! অকল মনৰ ৰূপেই তাইক তৃপ্তি দিব নোৱাৰে, দৈহিক সৌন্দৰ্যও বিচাৰে হয়তো তাই। ৰাণুৱে নিজৰ মনৰ বিশ্লেষণ কৰে— দুটা সত্তা যেন তাইৰ, সাধাৰণ, অসাধাৰণ— এটাৰ দাবী ৰূপ, বাহ্যিক সৌন্দৰ্য— আনটোৰ মন, ভিতৰৰ সৌন্দৰ্য। তাৰে অকল এবিধৰ অধিকাৰীয়ে যেন কাহানিও তাইৰ ভাল পোৱা পাবই নোৱাৰিব। সেয়ে সুনীলৰ সৈতে তেনে ট্ৰেজেডি আৰু সচৰাচৰ নিয়মৰ ব্যতিক্ৰম কৰি আশিষে যেতিয়া তাৰ পিছতো তাইলৈ বিয়াৰ প্ৰস্তাৱ পঠাইছিল, মনৰ ঘৃণাটোৰে তাই প্ৰত্যাখ্যান কৰিলে।

সিদিনা তাৰ পিছতেই, মন যেতিয়া তাইৰ নিজৰ প্ৰতি অপৰিসীম ঘৃণা আৰু পুতৌত ভৰপূৰ, তাই সুনীললৈ চিঠি এখন লিখিলে। লিখিলে সিহঁত দুয়োটাৰ ভাল পোৱাৰ কষ্টকৰ টনা-আঁজোৰাখন শেষ কৰি দিয়াই ভাল সিমানতে। তাইৰ যেতিয়া সুনীলক ভাল পাব নোৱৰাৰ অক্ষমতা নাতৰিলেই, কে'লৈই সি এনে এজন অপাৰগৰ পিছত তাৰ শক্তিৰ অপব্যয় কৰিব? গতিকে— তাইৰ এতিযা একমাত্ৰ কামনা এয়ে যে মাথোঁ ডেৰ বছৰ তাৰ জীৱনৰ সৈতে জড়িত সেই ছোৱালীজনীক সি যেন মনৰ পৰা মচি পেলোৱাৰ যত্ন কৰে। তাই যদিও দুৰ্ভাগ্যক্ৰমে এদিন তাৰ জীৱনত দুষ্টগ্ৰহ হৈ দেখা দিছিলে, সিহঁত দুয়োৰোতো সময়ৰ পাহৰোৱা শক্তিৰ ওপৰত আস্থা আছে। এতিয়াও জানো সেই সময়ে তাৰ এই সাধনাত তাইক পাহৰাত সফলতা আনি দিব নোৱাৰিব? তাইৰতো বিশ্বাস— জীৱনৰ আন আৰু বহুতো পথত সি তাৰ সাৰ্থকতা বিচাৰি পাব। বৰং ৰাণুৰ পৰা মুক্ত হ'লে সি 'তাৰ উপকাৰহে সাধিব হয়তো। কাৰণ, নিজৰ বিষয়ে যি অকণ জ্ঞান তাইৰ হৈছে, তাৰ পৰা তাইৰ ধাৰণা হৈছে যে তাই এটা সৃষ্টিৰ ভুল, সাধাৰণ-অসাধাৰণৰ এটা অসঙ্গত সংমিশ্ৰণ। তাইৰ জীৱনৰ ট্ৰেজেডীৰ বোধহয় সেইটোৱে মূল যে বৰ বেছিৰ দাবী লৈ এই পৃথিৱীখনলৈ আহিল তাই। এনে এটা ব্যতিক্ৰমৰ প্ৰাণীৰ সংস্পৰ্শৰ পৰা আঁতৰি থকাটো সঁচায়ে মঙ্গলৰ কথা নহয় জানো? তাই এতিয়া বিচাৰে, সুনীলৰ সৈতে সকলো ধৰণৰ সংযোগেই একেবাৰে বন্ধ হৈ যাওক, প্ৰেমৰ জালখনৰ এডালি সূতাও যেন আৰু নাথাকে সিহঁতৰ আদান-প্ৰদানৰ বাবে। ৰাণুক পাহৰি পেলাওক সি, সম্পূৰ্ণ পাহৰি পেলাওক। তাই যেন তাৰ বাবে এটা দুখৰ সপোনৰ স্মৃতিৰ বাহিৰে আৰু আন একো হৈ নাথাকে। জীৱন-দেৱতাক তাইৰ অন্তৰৰ ধন্যবাদ যে সিহঁতে দুয়ো একেখন ঠাইতে থাকিব লগা হোৱা নাই।

অৱশ্যে আশিষৰ সৈতে দুৰ্ঘটনাটোৰ খবৰ আৰু তাই সুনীলক নজনালে, জনাব নোৱাৰিলে। যদিও চিঠিখনৰ মূল সুৰটোত তাৰেই প্ৰভাৱ।

ঠিক আৱেগহীন হ'লে, মনৰ সেই দুমুহাৰ বিপৰ্যয়ৰ মাজত যথাসম্ভৱ সংযত হৈয়েই তাই সেই চিঠিখন লেখিছিল সুনীললৈ। শেষত লিখিছিল, সেই বছৰ বুৰঞ্জীত পৰীক্ষা দিয়া খুব চোকা ল'ৰা এজনৰ নোটবোৰ যোগাৰ কৰিব তাই, সুনীলে পৰীক্ষাটোতো দিবই লাগিব, গতিকে সেই ল'ৰাজনৰ নোট, কিতাপ আদি সংগ্ৰহ কৰি তাই কেইদিনমানৰ ভিতৰতে পঠাই দিব।

কামটো আচলতে ৰাণুৰ বাবে টান আছিল, কিন্তু যিকোনো প্ৰকাৰে সুনীলটোক অকণমান সাহায্য কৰিবলৈও মন যেন তাইৰ ব্যাকুল হৈ উঠিছিল! জীৱনৰ প্ৰধান কথাটোতেইতো নোৱাৰিলে।

অৱশ্যে সিদিনা আৰু এটা কামনাতো বৰকৈ ব্যাকুল হৈ উঠিছিল যেন তাই। গ্লানি আৰু নিজৰ প্ৰতি মৰম-ঘৃণাৰে ভৰি থকা মনটোৱে যেন বৰকৈ বিচাৰিছিল— তাইক কোনোবাই ভাল বুলি কওক। তাইৰ কলুষৰ বহুখিনি পৰিশুদ্ধ হৈ গ'লহেঁতেন কিজানি তেতিয়া।

চিঠি পাই সুনীলৰ মনৰ কি প্ৰতিক্ৰিয়া হৈছিল, জানিবৰ বৰ মন গ'লেও, জনাৰতো উপায় নাছিল ৰাণুৰ। তাই নিজেই যে সেই বাট বন্ধ কৰি দিছে।

বেছি দিনৰতো ঘটনা নহয়। কিন্তু জগতৰ হিচাপবোৰ আপেক্ষিক। সুনীলৰ সৈতে বিচ্ছেদ— তাৰ পিছৰ দিনবোৰ উস্ কিমান দীঘলীয়া যেনেই যে লাগে! হয়তো নালাগিলহেঁতেন। সুনীললৈ চিঠিখন লিখাৰ পিছৰ পৰা হৈ অহা আন ঘটনাবোৰ? 'শেষেৰ কবিতা'ৰ ভাষা জাগে ৰাণুৰ— 'মনে হয় অজস্ৰ মৃত্যুৰে— পাৰ হয়ে আসিলাম'— অজস্ৰ মৃত্যু!

সেই সুনীলৰ লগতে কাইলৈ দেখা হ'ব— কথাটো মনলৈ অহাৰ লগে লগেই তাইৰ ভৰিৰ পৰা মূৰলৈ গাটো আৰু এবাৰ জিকাৰ খাই উঠিল।

খুব জোৰে গাটো জোকাৰি একেজাঁপেই থিয় হৈ যায় ৰাণু। যথেষ্ট হ'ল অতীতৰ স্মৃতিত ডুব দিয়া। এবাৰ মূৰটোও জোকাৰি দিয়ে তাই। তাকে দেখি তেতিয়া আন এখন কাপোৰ লৈ ব্যস্ত হৈ থকা বুবুলে সোধে— 'পোক সোমালনে মাহীদেউ? মই নকৈছিলোঁ আগতেই?'

তাৰ পিছত ৰাণুৱে গৈ বিনুহঁতক সুনীল অহা খবৰটো জনায়। ঘৰখনত আনন্দৰ ঢৌ এটা খেলি যায়।

পিছদিনা বুকুৰ কঁপনিটোৰে বুবুল আৰু মাখনক দুহাতে ধৰি তাই ষ্টেচনত অপেক্ষা কৰি থাকিলগৈ। নিজৰ মনোবলকলৈ থকা অহমিকাটোৰ বাবেই মনক শাসন কৰি তাই সুনীলৰ চিঠিৰ অনুৰোধ আৰু বিনুহঁতৰ কথামতেই আগতীয়াকৈ তাক লগ পোৱাৰ বাবে প্ৰস্তুত হ'ল।

গাড়ী ষ্টেচনত সোমোৱাৰ লগে লগেই খিৰিকীৰে মুখ উলিয়াই থকা এদিনৰ অতি পৰিচিত মুখখন তাইৰ চকুত পৰিল। আকৌ দ্ৰুত হ'ল বুকুৰ স্পন্দনটো।

সুনীল হাঁহিমুখে জাঁপ মাৰি নামি পৰিল। তাৰ পিছত কুলী মাতি গাড়ীৰ পৰা মালবোৰ নমোৱাৰ ব্যৱস্থা কৰাৰ লগে লগে সৰু ষ্টেচনটোৰ প্ৰাণহীন পৰিস্থিতিটোৰ ওপৰত এবাৰ দ্ৰুত দৃষ্টি বুলাই ৰাণুৰ ফালে চাই ধেমেলীয়া সুৰত সোধে— 'তাৰ পিছত? মহানগৰীৰ পৰা একেবাৰে মৰা ষ্টেচনত যে?'

সুনীলৰ হাতৰ পৰা 'এট্যাচি কেছ'টো লৈ ৰাণুৱে লাহেকৈ উত্তৰ দিয়ে—

'মৰা মিলৰ ওচৰত মৰা মন লৈও—'

সুনীল অৱশ্যে সেই উত্তৰ শুনিবলৈ তেতিয়া তাত থকা নাছিল। মাল-পত্ৰ নমোৱাত ব্যস্ত ল'ৰাটোৰ ফালে চাই ৰাণুৱে অলপ পাতল স্বস্তিৰ উশাহ এৰিলে। যা হওক প্ৰথমৰ ভয় লগাই থোৱা মুহূৰ্তটো পাৰ হ'ল কোনোমতে, নাটকীয় বা তেনে একো নোহোৱাকৈয়ে পাৰ হ'ল। সুনীলৰ সহজ, একো যেন হোৱাই নাছিল কাহানিও তেনে সংকোচহীন ব্যৱহাৰটোক তাই মনেৰে কৃতজ্ঞতা জনালে। এতিয়া ঘৰ পোৱালৈকে বাকীখিনি সময়ে এনেকৈ কাটি গ'লেই হয়।

মাখনক কোলাত লৈ, বুবুলক হাতত ধৰি ঘৰৰ ফালে আগবঢ়াৰ বাটত সুনীলে ৰাণুক কৈ গ'ল, তাৰ গাড়ীত হোৱা বিচিত্ৰ অভিজ্ঞতাবোৰৰ কথা। সাধাৰণ কথা-বতৰাৰ পাতল পৰিস্থিতিত আগৰ সেই সুনীলটোকেই লগ পাই মাজৰ এবছৰ ব্যৱধান বহুত কমি অহা যেন লাগিল ৰাণুৰ।

ঘৰলৈ গৈ প্ৰথমে চাহৰ বদলি কোকোৰ আড্ডা চলিল। আচৰিত এটা ঘটনা। সুনীলে কোকো ভাল পায়, কলিকতাততো তাই সিহঁতৰ ঘৰলৈ গ'লে সুনীলক কোকোয়েই যাচে, মুখত অৱশ্যে বিদ্ৰূপৰ সুৰ— 'কি যে সৰু ল'ৰাটোৰ দৰে কোকো ভাল পায় আপুনি!'

সিয়ো একে সুৰতে উত্তৰ দিয়ে— 'তোমাৰ দৰে কফি ভাল পাবলৈ ইন্‌টেলেকচুৱেল নহওঁ যে।'

কথাবোৰ যে কেতিয়াবা মিলি যায় সঁচায়ে, সিদিনা তাইৰ ভায়েকটো আহোঁতে চাহ খোৱা ঘৰখনলৈ ভিনিহিয়েকে কোকো এটা আনিব লাগেনে বাৰু? সেইটো নুটুকাওঁতে সুনীলো আহি পালে।

কাপ দুটা হাতত লৈ দুয়ো নীৰৱে মুখত দিয়ে। দুয়োৰো সেই মুহূৰ্তত মনত পৰিল একেটা কথাই, সেইদিনা দিল্লীলৈ সুনীল ৰাতি যাবগৈ। আবেলি দুয়ো বহিলগৈ সিহঁতৰ প্ৰিয় 'নীৰা'ৰ নিজান কেবিন এটাত। দুপিয়লা কোকো দুয়ো মুখলৈ উঠোৱাৰ সময়ত সুনীলে হঠাৎ ক'লে— 'ৰ'বা।'

তাই থমকি প্ৰশ্নসূচক চাৱনিৰে চালে।

'হেল্‌থ ড্ৰিঙ্ক্ কৰোঁ দিয়ানা ৰাণু?' সি ক'লে।

'হঠাৎ এই অদ্ভুত খেয়াল?— আচ্ছা। কিন্তু কাৰ?'

'আমাৰ ধুনীয়া যৌথ জীৱনটোৰ—'

ৰাণুৱে হাঁহি উঠিলেও তাৰ নিৰ্দেশ মানিছিল। তাৰ পিছত দুয়ো খেনালিতে ঠিক কৰিছিল, ইয়াৰ পিছত যেতিয়া আকৌ দেখা হ'ব, সিহঁতে হেল্‌থ ড্ৰিঙ্ক কৰিব সেই 'Night of all night's'-ৰ!

সেই দিনটোৱেই নহয়নে আজি? কোকোও ঘটনাক্ৰমে প্ৰস্তুত। কিন্তু সময়ৰ পৰিহাস!

বিনুহঁতৰ মৰা-মুজা ঘৰখনত এইবাৰ প্ৰাণ-চাঞ্চল্য জাগিছিল। সুনীলৰ স্বাভাৱিক আমোদপ্ৰিয় হৈ চৈ কৰা উৎসাহী স্বভাৱটোৱে ঘৰখনৰ ৰূপ সলাই দিলে। অনিল চৌধুৰীৰ গহীন মুখতো মাজে মাজে হাঁহি ওলোৱা হ'ল।

সুনীল উঠি-পৰি লাগিল, মৃতপ্ৰায় ঘৰখনক জগাবই লাগিব, মানুহবোৰৰ মুখত যথাসম্ভৱ সন্তোষৰ হাঁহি ফুটাই তুলিবই লাগিব।

প্ৰথমে সি ঘৰৰ অব্যৱস্থাবোৰ সংস্কাৰ কৰাত লাগিল। কৰ্কায়েকে তাৰ বক্তৃতাৰ কোবত অফিচখন তাৰ পৰা উঠাই নিবলৈ বাধ্য হ'ল। বৰাক আন ঘৰলৈ পঠালে। মানুহ আনি নিজে ঘৰ-দুৱাৰবোৰ পৰিষ্কাৰ কৰিলে, মেৰামত কৰিলে। বাথৰুম হ'ল, উৰুখাঁ ঘৰৰ ছালত খেৰ উঠিল, সি ফল-ফুলৰ বাগান কৰিবলৈ নিজেই মাটি চহাবলৈ লাগি গ'ল। ক্ষিপ্ৰ ল'ৰাটোৱে এসপ্তাহ নৌ হওঁতেই ইমানবোৰ কামত আগবাঢ়িল।

বুবুল-মাখনেতো তাৰ লগেই নেৰা হ'ল। আবেলিও ফুৰাবলৈ নিব লাগে সিয়েই আৰু তাৰ হাতত ধৰি উভতিবৰ সময়ত সিহঁতে 'স্নু'-হোৱাইট'ৰ কাৰ্টুন পিক্‌চাৰৰ মতে ৰাণুৱে কোৱা গল্পটোৰ বাওনাকেইটাৰ 'হাই হ'ম' কোৰাছটো চিঞৰি ঘৰলৈ ওভতে। সুনীলেও একেলগে চিঞৰি সিহঁতৰে এজন হৈ পৰে।

ৰাণুৱে চায় আৰু মনে মনে মুগ্ধ প্ৰশংসা কৰে সুনীলৰ অদ্ভুত প্ৰাণ-প্ৰাচুৰ্যখিনিক। আচৰিতো হয়, এনে সুনীল এটাক লগ পোৱাৰ আশা কৰাতো নাছিল তাই, ইমান হাঁহি-ধেমালিৰে উজ্জ্বল। ৰাণুৰ পৰা পোৱা আঘাতটো নিশ্চয় বৰ কম নাছিল। সি জানো কোৱা নাছিল তাইক, ৰাণু তাৰ জীয়াই থকাৰ প্ৰেৰণা? তাই ভবা মতে, তাইক লগ পাবলৈ অহাৰ লগত হয়তো ইয়াৰ কিবা এটা সম্বন্ধ আছে। ক'ব নোৱাৰে তাই।

কেমেৰাত বৰ ৰাপ সুনীলৰ। এতিয়াও আছে হয়তো। সি দেখোন বহুত ফটো ল'লে— বিশেষকৈ ৰাণুৰ মৰা মিল তথা সেই কুতুবমিনাৰটোৰ। তাৰে কপি তাইকো দিয়াত তাই অলপ হাঁহি হাত পাতি ক'লে— 'দিয়া বাৰু। দিনত তোলা ফটো। মঙ্গল গ্ৰহটো উঠা নাই—।'

সি অবাক হৈ সোধে— 'তাৰ মানে?'

তাই নিৰ্বিকাৰভাৱে কয়— 'সাহিত্যিক কথাহে। মঙ্গল গ্ৰহটো মোৰ ভাল নালাগে বাবেই সেইদৰে কৈছোঁ।'

সুনীলে হাতত ফটোবোৰ লৈ অলপ সময় স্তব্ধ হৈ থাকে। কিবা এটা বিষাদৰ চিন তাৰ মুখত ফুটি উঠে। তাৰ পিছত মাত লগায়— 'ৰাণু!'

ৰাণুৱে ভয় খায়, নিশ্চয় সেই সূচনা, সুনীলে তাইক লগ পাবলৈ অহাৰ কাৰণৰ আৰম্ভণি।

'সৰ্বনাশ! অনিক ঔষধ খুউৱাৰ সময় হৈ গ'ল বোধহয়। মই আহোঁ ৰ'বা দেই'— ৰাণুৱে তাক স্তম্ভিত কৰি থৈ পলাই সাৰে। কি কথা ক'ব খোজে বাৰু সুনীলে তাইক?

সিদিনা দুপৰীয়া ভাত-পানী খোৱাৰ পিছত কেঁচুৱা শুৱাই বিছনাত বাগৰি থকা বিনুৰ ওচৰতে বহি চিগাৰেটটো টানি ৰাণু, বিনু দুয়োকো উদ্দেশ্য কৰি অনৰ্গল কথা কৈ আছিল সুনীলে।

নতুনকৈ অহা 'ৰামধেনু'খনৰ পাতবোৰ লুটিয়াই অলসভাৱে আধুনিক কবিতাবোৰৰ ওপৰত চকু ফুৰাই অলপ অলপ সুনীলৰ কথা শুনি থকা ৰাণুৱে এবাৰ ক'লে— 'You talk too much Sunil!'

সুনীলে চুৰটটোত শেষ হোপা এটা দি খিৰিকীৰে সেইটো দূৰলৈ দলিয়াই পেলাই পেকেটটোৰ পৰা আৰু এডাল উলিওৱাত সম্পূৰ্ণ মনোযোগ দিয়াৰ দৰে কৰি নিৰ্বিকাৰভাৱে ক'লে, 'And you hear too much, Ranoo!'

তাই আলোচনীখনৰ পৃষ্ঠাতে চকু ৰাখি হাঁহি দিলে। সি নতুন চিগাৰেটটো জ্বলাই তাইৰ ওচৰলৈ উঠি গ'ল—

'কি পঢ়িছাহে? অ' আধুনিক কবিতা? ৰ'বা ময়ো এটা ধুনীয়া আধুনিক কবিতা জানো— শুনিবা দেই' —তাৰ পিছত সি সঁচাকৈ আবৃত্তি কৰিবলৈ আৰম্ভ কৰি দিলেই। কাহ এটা মাৰি ডিঙি পৰিষ্কাৰ কৰি লৈ, ষ্টেজত উঠাৰ নাটকীয় ভংগী এটা কৰি সি গাই গ'ল ঃ

'ডায়েলেক্‌টিক্‌চত কনিয়াক কাশ্মীৰ
লেটিন গ্ৰামৰ হাঁহিকস্মিক ৰশ্মিৰ—
পিৰামিড হিৰোশ্বিমা; জোনৰ বিমল ছাঁ
অমৃত মন্থন নীলনদী খালছা।—'

আৰু আগবঢ়াৰ আগতেই ৰাণুক হাঁহিত উচ্ছ্বসিত হৈ উঠা দেখি হঠাৎ থামি গৈ কৃত্ৰিম গহীন মাতেৰে সুধিলে— 'হাঁহিছা কে'লৈই, ইমান পৰচোন আৰু আধুনিক কবিতাবোৰে হঁহুৱাব পৰা নাছিল। মোৰটোৱেনো কি জগৰ লগালে? আধুনিক কবিতাৰ কি গুণ নাই কোৱা? কত ডাঙৰ শব্দ, সকলো বিষয়ৰ শব্দ আছে, কি ধুনীয়া মানে নুবুজা হৈছে! একেবাৰে খাটি আধুনিক কবিতা।'

হাঁহি অলপ কমাই ৰাণুৱে সুধিলে— 'কিন্তু তুমি কবি হ'লা আকৌ কেতিয়াৰ পৰা?'

সি কৃত্ৰিম দুখৰ সুৰত ক'লে— 'ওঁহো, গদ্যময় মনত কবিতা জগাৰ আশা নাই। এইটো মোৰ বন্ধু আৰু তোমালোকৰে এজন আধুনিক কবিৰহে লেখা—।'

একে পাতল সুৰতে ৰাণুৱেও উত্তৰ দিয়ে— 'আমাৰ সেই আধুনিক কবি আৰু তোমাৰ বন্ধুগৰাকীৰ কিন্তু এইটো বৰ অন্যায় হৈছে সঁচাযে। নিজেও আধুনিক কবিতা লেখি তাকেই আকৌ বিদ্ৰূপ কৰিবলৈ যায়নো কি বুলি?'

তৎক্ষণাতে এবাৰ তন্দ্ৰাত চকু জাপ খাই যোৱা বিনুলৈ চাই পঠিয়াই সুনীলে উত্তৰ দিয়ে— 'মনত আছেনে ৰাণু, মই যে প্ৰেমক বিদ্ৰূপ কৰি গল্প কেইটামান লিখিছিলোঁ এবাৰ? অথচ বেচেৰা ময়েই স্বয়ং তেতিয়া প্ৰেমত হাবুডুবু খাইছিলোঁ নহয়!'

পাতল সুৰৰ কথাখিনি। কিন্তু ৰাণুৰ মনটো উচপ খাই উঠে। মুখত হাঁহি ফুটাই তোলাৰ চেষ্টা এটা কৰি, খুব আকৰ্ষণীয় কিবা এটা পোৱাৰ দৰে হঠাতে 'ৰামধেনু'খনৰ এঠাইত খুব মনোযোগী হৈ উঠিল। হাঁহি কিন্তু উঠিল সঁচায়ে, সুনীলে জানো বুজা নাই তাইৰ এই ভণ্ডামিকণ? কিন্তু বুজিলেও বুজক। অন্ততঃ ইয়াৰ পৰা এইটোও বুজক যে, অনৰ্থক দুখৰ অতীত এটা খুঁচৰিবলৈ অনিচ্ছুক তাই।

সুনীলে কিবা ভাবিলে— হয়তো ৰাণুৰ অকথিত নিৰ্দেশ বুজিলে 'অনি, অনি'কৈ চিঞৰি ৰুমটোৰ পৰা ওলাই গ'ল।

সিদিনা আগফালৰ পথাৰত ঘূৰি ঘূৰি কথা পাতি আছিল ৰাণু আৰু সুনীলে। বুবুল, মাখনহঁতে ওচৰতে দৌৰি দৌৰি খেলি আছিল। আজি বোলে বিনু ফুৰিবলৈ আহিব নোৱাৰে, গিৰীয়েক ওচৰৰ ঠাই এখনলৈ অফিচৰ কামত পুৱাতে ওলাই গৈছে, গধূলি ওভতাৰ কথা আছে। গতিকে চাহ-টাহ দিবলৈ বিনু ঘৰত নাথাকিলে নচলে।

সুনীলৰ সৈতে বেছি সময় একেলগে থাকিবলৈ ইমান ভয় লাগে ৰাণুৰ। কিন্তু দুৰ্ভাগ্য, আৰু সুনীলৰ কি সৌভাগ্য— ৰাণুৱে ভাবিলে, একেলগে দুয়ো বহুত সময় থকাৰ এনে এটা এৰাব নোৱৰা পৰিস্থিতিত যে পৰি গ'ল! তাইতো প্ৰথমে ঘৰতেই থাকিব খুজিছিল, কিন্তু বিনুজনীয়েহে জোৰ কৰি পঠাই দিলে।

অৱশ্যে ইটো-সিটো আজে-বাজে অসংলগ্ন কথাই চলি আছিল দুয়োৰো মাজত। সুনীলে নয়নতৰা ফুল কেইটামান ছিঙি আনিছিল, তাৰে পাহিবোৰকে ছিঙি ছিঙি কথা পাতি আছিল সি। ৰাণুৱে লোজেঞ্জু কিনিবলৈ পইচা ভৰাই অনা বেগটোৰ ফিটাডালকে পকাই আছিল।

টুকুৰা-টুকুৰি কথাৰ মাজত সুনীলে হঠাৎ এবাৰ ৰাণুৰ হাতৰ পৰা বেগটো লৈ ছিঙি অৱশিষ্ট থকা নয়নতৰা ফুল দুটা সুমুৱাই দি ক'লে— 'লোৱা ৰাণু, তোমাৰ 'ভ্যানিটি ব্যাগ'ৰ ভ্যানিটি বঢ়ালোঁ—'

তাই সুধিলে— 'কেনেকৈ?'

'চকুৰ মণি দুটা সুমুৱাই দিলোঁ যে! ভ্যানিটি নাবাঢ়িল?'

'বাকসৰ্বস্ব ক'ৰবাৰ।' ৰাণুৱে অলপ হাঁহি ক'লে।

'ঠিক চিনিছা ৰাণু। সেয়েই। তোমাৰ সৈতে মাথোঁ কেইটামান আখৰৰ ব্যৱধান।

ৰাণুৱে অসহায় প্ৰশ্নসূচক চাৱনিৰে তাৰ ফালে চালে। অলপ ভয়ো লাগি আহিছে তাইৰ। এই কথাচহকী ল'ৰাটোৱে ক'ৰ পৰা ক'লৈ, কেনেকৈ বা কথাবোৰ লৈ যায়!

'নুবুজিলা? তেনেই সহজ কথা। 'ক' আৰু 'ট'ৰ মাজত জানো কেইটামান আখৰৰ ব্যৱধান নহয়?'

অৰ্থাৎ বাটসৰ্বস্ব! ৰাণুৱে বুজে এইবাৰ। সুনীলে কি অৰ্থ ক'লে তাকো বুজি পেলালে আৰু লগে লগে বহুতবাৰৰ দৰে এইবাৰো বুকুৰ স্পন্দন দ্ৰুত হৈ আহিল। তাই যি ভয় খাইছিল, সেয়ে হোৱাৰ সূত্ৰপাত হৈছে দেখোন। পলাবৰো নাই কোনো উপায়। অসহায়ভাৱে তাই বেগৰ ফিটাডালকে পকাই তলমূৰকৈ থাকিল।

কিন্তু সুনীলৰ পৰা ৰক্ষা নাই। ইমান দিনৰ মূৰত আজি এনেকৈ ৰাণুক অকলশৰীয়াকৈ পোৱাৰ সুযোগ সি যেন লৈহে এৰিব। ৰাণুৰ নিৰ্বাক-নিশ্চল মূৰ্তিলৈ চাই সিয়েই আকৌ ক'লে— 'মই জানো সঁচা কোৱা নাই ৰাণু? কথা ভাঙিয়েতো মই জগতত খাই-লৈ জীয়াই আছোঁ। ৰেডিঅ'ত যে মোৰ বাতৰি পঢ়োঁতাৰ কাম তুমিতো জানাই। আৰু তোমাকতো দেখিলোঁ বাটকে আশ্ৰয় কৰি গৈ আছা, ঘৰ বান্ধিব নাজানিলা—'

অসহ্য। ৰাণুৰ কান্দি পেলাবৰ মন যায়। তাইক তেন্তে সুনীলে ক্ষমা কৰিব পৰা নাই নেকি?

এইবাৰ আৰু তাই নীৰৱে থাকিব নোৱাৰিলে। বেদনা-কোমল মাতেৰে সুধি পেলালে— 'তোমাৰ ওচৰত মই জীৱনৰ বৰ ডাঙৰ অপৰাধ কৰি থ'লোঁ নহয় সুনীল?'

ইফালে সুনীল বোধহয় ইতিমধ্যে অনুতপ্ত হৈ উঠিছিলেই। তাৰ ক'বলগীয়া কথাবোৰ ক'বৰ চেলু বিচাৰি ই এইবোৰ কেনে ধৰণৰ ভূমিকা দিছে বাৰু? তাৰচোন কথাৰ সুৰ আন ধৰণৰহে হোৱাৰ কথা।

নিজৰ ওপৰত খং উঠে তাৰ। খুব অনুতপ্ত সুৰত বৰ মৰমৰ মাতেৰে কয় তাৰ পিছত— 'সেই প্ৰশ্নটো কিন্তু মইহে তোমাক কৰিব লাগে ৰাণু। আৰু সঁচায়ে জানা ৰাণু, মোৰতো গ্লানি কম জাগি নাথাকে এইবাবে। নিজক লৈ কোনো সমস্যা নোহোৱাকৈ যি সময়ত সন্তুষ্ট আছিলা তুমি, মই গৈ তোমাৰ সেই সুখতো হৰিলোঁৱেই, তাৰ উপৰি আৰু কিছুমান নতুন দুখৰ বোজা জাপি দিলোঁ। তোমাৰ যি প্ৰেম জগা নাছিল, তাক জগাবলৈ কষ্টকৰ চেষ্টা চলাবলগীয়া হ'ল, আৰু তাৰ পিছতো আজিলৈকে তুমি মানসিক অশান্তিত ভুগি থাকিবলগীয়া হৈছা। মইতো জানো ৰাণু তুমি মোক প্ৰত্যাখ্যান কৰাৰ পিছত আজিলৈ ঠিক শান্তি পাব পৰা নাই। তোমাৰ মনটো জানো, তুমি এতিয়ালৈকে অপৰাধ কৰাৰ দৰে গ্লানি এটা মনত লৈয়ে আছা নিশ্চয়—!

ৰাণুৱে এইবাৰ মূৰ তুলি সুনীলৰ ফালে এবাৰ চালে,— এয়েই সেই সুনীল, তাইৰ মনৰ সঠিক পৰিচয় পোৱাত তাৰ ভুল বোধহয় নহয়! এতিয়াওতো তাইৰ বিষয়ে শুদ্ধ অনুমান এটাকে জনালে সি।

আকৌ কৈ গ'ল সুনীলে— 'তোমাৰ সেই চিঠিখন পালোঁ নহয় ৰাণু, কষ্ট অৱশ্যে খুবেই হৈছিল; সেই কথা স্বীকাৰ কৰোঁ। কিন্তু— জীৱনত মই বোধহয় ইমান সহজে হাৰিব নোৱাৰোঁ, গতিকে সাধনা চলালোঁ— মোৰ সাধনাই বুলিব পাৰা। মোৰ এই যুঁজত এটা প্ৰেৰণা কি আছিল জানা ৰাণু? তুমি! মই চিনা তোমাৰ মনটো মইতো জানিছিলোঁ। মোক অসুখী হৈ থকা দেখিলে জীৱনৰ যিকোনো অৱস্থাতে তোমাৰ সামান্য হ'লেও গ্লানি আৰু অপৰাধবোধৰ ভাব এটা জাগি ৰ'বই—। অথচ নিৰ্দোষ বেচেৰী তুমি। গতিকেই এই চিন্তাটোৱেও মোক খুব সহায় কৰিলে, তোমাক সুখী কৰিবলৈও মই নিজে সুখী হ'বৰ যত্ন কৰিব লাগিব। আৰু প্ৰধান কথা, নিজক ভাল পোৱা, নিজৰ জীৱনলৈ বৰ মৰম— এইবোৰতো আছেই। এদিন বোধহয় ভুল কৰিছিলোঁ প্ৰেমকে জীৱনত প্ৰধান মূল্য দি। তাৰ শাস্তিও পালোঁ অৱশ্যে। যি হওক, এতিয়া মই আকৌ আগৰ সহজ অৱস্থালৈ ঘূৰি যাবলৈ পাৰিছোঁ, ৰাণু। তোমাৰ আশাই সফল হ'ল— মাজৰ এইকেইটা বছৰক মই সপোনৰ দৰেই মূল্য দিব পাৰিছোঁ। সেই বাবেইতো নিজেই আহিছোঁ গ্লানিকণৰ পৰা তোমাক মুক্তি দিবলৈ। চিঠিৰে ঠিক যেন নোৱাৰি। অথচ চোৱা— আজিলৈ আৰু ঠিক সুযোগেই পোৱা নাছিলোঁ তোমাক লগ পোৱাৰ। এটা কথা কিন্তু ৰাণু, তোমাৰ অকপট বন্ধুত্ব মোৰ হ'লে খুব প্ৰয়োজন দেই। এতিয়া আমি দুয়ো নিশ্চয় খুব ভাল বন্ধু হ'ব পাৰিম, নহয়নে?'

সন্ধিয়াই হৈ আহিছিল তেতিয়া। আকাশত এটা-দুটাকৈ বহুত তৰা। আন্ধাৰত অপাৰ্থিব ৰূপ ধৰি সেই মৰা মিলটো, ৰাণুৰ কুতুবমিনাৰটো ঠিকেই আছে। আজি কিন্তু তাৰ পাছফালে মঙ্গল গ্ৰহটো নাই। ঠাই সলনি

কৰিছে। ৰাণুৰ এনেযে এবাৰ মনত খেলাই গ'ল— এটা শুভ-মুহূৰ্ত আহিছে তাইৰ জীৱনলৈ, মঙ্গল গ্ৰহৰ অস্তিত্ব তাতটো আৰু থাকিব নোৱাৰে। মনটো যে ইমান পাতল লাগি গৈছে!

একেদৰেই তললৈ মূৰ কৰি ধীৰ-শান্তভাৱে তাই তেতিয়া ক'লে— 'মোৰ যে কিমান ভাল লাগিছে আজি বহুত দিনৰ পিছত, তোমাক কেনেকৈ বুজাম সুনীল!'

কিন্তু। সুনীলৰ সৈতে জড়িত দুখেই যদি তাইৰ অকল দুখ হ'লহেঁতেন, ৰাণুৱে হয়তো নিজকে সুখী বুলিয়েই ভাবিব পাৰিলেহেঁতেন আজি। সুনীলেতো নাজানে আশিষ আৰু সেই মঙ্গল গ্ৰহ চিনাই দিয়া বন্ধুজনৰ কথা। তাইৰ জীৱনৰ মিঠা বিহবোৰ! কিন্তু সেই মুহূৰ্তত মনটো যে তাইৰ তৃপ্তিত ভৰি উঠিল, সেইটোওতো সঁচা। সুনীলক তাই মিছা কোৱা নাই, সুনীলে নজনা তাইৰ অতীতৰ বাকীবোৰ সঁচা ক'ব নোৱাৰিলেও।

দুয়ো নীৰৱে ৰ'ল বহুত সময়। সুনীলে বা কি ভাবিছিল তেতিয়া। ৰাণুৱে কিন্তু ভাবিছিল সুনীলৰ কথাবোৰ, জীয়াই থকাৰ প্ৰেৰণা তেন্তে ইমানেই বেছি নেকি? আচৰিত। দিল্লীলৈ যোৱাৰ আগদিনা লগ পোৱা সুনীলটোৰ অৱস্থা দেখি তাইৰতো সিদিনা ধাৰণা হৈ গৈছিলেই— তাইৰ অবিহনে সুনীলৰ জীৱনটো ব্যৰ্থ হৈ যাব। আৰু ইফালে তাইৰ নিজৰ? জীয়াই দেখোন আছে, কিবা কিবি সাৰ্থকতা লৈয়েতো জীযাই আছে।

নিজৰ নিজৰ ভাবনাত ইমানেই তন্ময় হৈ গৈছিল দুয়ো যে কেতিয়া যে বিনু আহি পালে গমেই নাছিল। স্তব্ধতা ভাঙিল বুবুল, মাখনহঁতৰ 'মা, মা' চিঞৰত।

বিনু ওচৰ পালেহি— 'তোমাৰ যে ককাইদেউৰাজন সুনীল, মোৰ জীৱনটো একেবাৰে তিতা লগাই দিলে। কত দিনৰ পৰায়ে যে কৈ আছোঁ এখন বহা পাটীৰ কথা, আজি তেওঁ যোৱা গাঁওখনতে পায়। কিন্তু কাণসাৰেই নকৰিলে এদিনো। আজিও যে কতবাৰ কৈ পঠাইছিলোঁ— তেওঁৰনো কি, কেঁচুৱা লৈ মোৰহে কষ্ট'— বেজাৰত বিনুৰ মাত থোকাথুকি হৈ যায়।

ৰাণু, সুনীল কোনোৱে একো নামাতে। নমতাই ভাল, সান্ত্বনাত দুখ উথলিহে উঠে। অ' ভিনিহিয়েক বোধহয় সিটো বাটেৰে আহিল, ৰাণুৱে ভাবিলে।

অলপ সময়ৰ পিছত কিছু সংযত হৈ লৈ বিনুয়েই কয়—'অলপ ফুৰি আহোঁগৈ ব'লা সুনীল, ব'ল ৰাণু—'

'কিন্তু ৰাতি দেখোন হৈ আহিলেই নবৌ? কেঁচুৱাজনীক ক'ত এৰি থৈ আহিলে?' অলপ বিব্ৰত হয় সুনীল।

'হওক ব'লা ৰাতি। ককাযেৰাই অলপ ভোগক কেঁচুৱা লৈ।'

ইয়াৰ পিছত আটাইকেইজন নিঃশব্দে আগবাঢ়ে। এই সন্ধিয়াৰ পিছতো ফুৰিবলৈ পাই বুবুলহঁতৰ আনন্দ নধৰা হয়।

নীৰৱতাৰেই সিহঁতে পথত ভৰি দিয়ে। তাৰ পিছত হঠাৎ এবাৰ স্তব্ধতা ভাঙি বিনুৱে কৈ উঠে —'এই ৰাণু, শুনিছ?'

— 'কি?'

—'গান অ' গান। কোনোবা ছোৱালীৰ মাত। শুনা নাই? সৌটো ঘৰৰ পৰা আহিছে বোধহয় মাতটো। এইখন পাণ্ডৱ-বৰ্জিত দেশতো তেন্তে গান গোৱা মানুহ আছে! চিনাকি হৈ ল'ব লাগিব ৰ'—কাইলৈয়ে যাম দেই, ৰাণু। আজি যে ৰাতি হৈ আহিল—ইস্'— বিনুৰ মাতত আপচোচৰ সুৰ।

নিজৰ ভাবনাৰ পৰা মন আঁতৰাই বায়েকজনীৰ ফালে চালে ৰাণুয়ে। অলপ আগতে গিৰীয়েকৰ লগত কাজিয়া কৰি কান্দি অহাৰ চিন এতিয়াও হয়তো লাগি আছে দুচকুত।

এসময়ত গান বৰ ভাল পাইছিল বিনুৱে। সেই ভাল পোৱাৰ তেন্তে জীৱনৰ নানা বিপৰ্যয়ে এতিয়াও অপমৃত্যু ঘটাব পৰা নাই! আচৰিত— জীৱনবোৰ তেন্তে একেবাৰে মৰি নাযায়? তাই, সুনীল আৰু বিনু, সকলো জীযাই আছে।

আন্ধাৰতে এবাৰ সুনীলৰ ফালে চায় ৰাণুৱে। সি বা কি ভাবিছিল তেতিয়া! ৰাণুৱে ভাবে— হয়তো তাই ভবা ধৰণৰ কথাকেই ভাবিছে সুনীলেও।

(ৰামধেনু, ১৯৫৬)

# ঢেঁকীৰ সৰগ

বেৰৰ আঁৰত লুকাই সকলো শুনিলে স্মৃতিয়ে। ভিতৰৰ পৰা দীঘল উশাহ এটা ওলাই আহিল বুকুৰ, ঠিক বেজাৰৰ নহয়— বেজাৰ-স্বস্তি মিহলোৱা এক ধৰণৰ আনন্দৰ দীৰ্ঘশ্বাস। জীৱনৰ তেইশটা বছৰ য'ত সুখে-দুখে পাৰ হৈ গ'ল, সেই ঘৰখন এইবাৰ চিৰদিনলৈ এৰি থৈ যাব লাগিব। কৰুণ অনুভূতি এটাই স্মৃতিৰ মনটোক আবৰি ধৰিলে, কিন্তু পুলকো কম জগা নাই। জগতে এক ধৰণৰ সকাহৰ ভাব। অষ্ট প্ৰহৰ চকাৰিৰ দৰে ঘূৰি তাই য'ত কাম কৰিব লাগে, এইবাৰ সেই বলদৰ ঘানিৰ পৰা তাই চিৰদিনলৈ মুক্তি পাব। এইবাৰ তাই নিজাকৈ ঘৰ এখন পাব য'ত তায়ো নিজৰ মতামত খটুৱাৰ অধিকাৰ পাব, য'ত অন্ত হ'ব তাইৰ এই অন্তহীন কৰ্মময় জীৱন। কাৰণ তাই এইমাত্ৰ নিজ কাণেৰে শুনিলে— কাকতিহঁতৰ তাইক পছন্দ হৈছে। কিন্তু কথাটো কেৱল সেইখিনিতে ৰৈ থকা নাই, তেওঁলোকে একেবাৰে দিন-বাৰ ঠিক কৰি যাব খোজে— এই ব'হাগতে হেনো বিয়াখন হ'ব লাগে। এই সকলোবোৰ কথা তাই নিজ কাণেৰে বেৰৰ আঁৰত লুকাই শুনিলে। অৱশ্যে ইয়াতকৈ বেছি শুনাৰ সুযোগ স্মৃতিয়ে নাপালে, ভিতৰত টুনিৰ টেটুফলা চিঞৰ শুনি তাই যথাসম্ভৱ শব্দ নকৰাকৈ দৌৰ মাৰিলে।

স্মৃতি বিনোদ দত্তৰ বৰ জীয়েক, অৱশ্যে প্ৰথম সন্তান নহয়। স্মৃতিৰ ওপৰত তাইৰ আৰু দুজন ককায়েক আছে, তলতো দুজনী ভনীয়েক আছে— প্ৰীতি আৰু নীতি। তাইৰ দুই ককায়েক প্ৰণৱ আৰু ৰাজীৱ, দুই ভনীয়েক প্ৰীতি আৰু নীতি— আটাইবোৰ পঢ়া-শুনাত ভালেই। কিন্তু তাইহে সিহঁতৰ মাজত ব্যতিক্ৰম হৈ ৰ'ল। প্ৰণৱ এম এ পাছ কৰি প্ৰফেছৰ হৈছে আৰু ৰাজীৱ ওকালতি পাছ কৰি উকীল হৈছে। প্ৰীতিয়ে ক'তো খোকোজা নলগাকৈ পাছ কৰি গৈ এতিয়া স্নাতকোত্তৰ মহলাত নাম লিখাইছে আৰু নীতিয়ে সকলো পৰীক্ষাতে প্ৰথম বিভাগত পাছ কৰি এইবাৰ বি এ দিবলৈ প্ৰস্তুতি চলাইছে। কিন্তু বেচেৰী স্মৃতি এবাৰ মেট্ৰিক ফেল কৰি দ্বিতীয়বাৰ যেনিবা তৃতীয় বিভাগত পাছ কৰিলে, কিন্তু আই এৰ দেওনাখন আৰু কোনোমতেই পাৰ হ'ব নোৱাৰিলে। তৃতীয়বাৰো যেতিয়া তাই অকৃতকাৰ্য হ'ল, আই সৰস্বতীক বিদায়ী প্ৰণাম জনাবলৈ স্মৃতি বাধ্য হ'ল। তাৰ পিছৰ পৰা এই তিনিটা বছৰ তাই ঘৰতে বহি আছে বুলি ক'লে অৱশ্যে ভুল কোৱা হ'ব, তাই কাম কৰি আছে, অজস্ৰ ঘৰুৱা কাম।

বিদ্যাদেৱীৰ অৱহেলাই তাইক কাম কৰা যন্ত্ৰ কৰি তুলিলে। দুই ককায়েকে বিয়া কৰাইছে, দুয়ো বৌৱেক ল'ৰা-ছোৱালীৰ মাক, সিহঁতক লৈ তেওঁলোক ব্যস্ত, বহু ক্ষেত্ৰত সঁচা ব্যস্ততাতকৈ ব্যস্ততাৰ অজুহাত বেছি। ইফালে প্ৰীতি, নীতি ব্যস্ত পঢ়া আৰু কলেজক লৈ। স্মৃতিৰহে তেনে নিজস্ব একো লৈ ব্যস্ত হ'বলগীয়া নাই, গতিকে তাই কাম-কাজ লৈয়ে ব্যস্ত হৈ থাকিবলগীয়া হ'ল। মাক থকা হ'লে হয়তো তাইৰ মূৰত ইমানখিনি কামৰ বোজা নপৰিলহেঁতেন। মাকে নিশ্চয় নিজেও কাম কৰি আৰু বোৱাৰীয়েকহঁতৰ হতুৱাইও কাম কৰাই তাইৰ কৰ্মশ্ৰান্তি লাঘৱ কৰিব পাৰিলেহেঁতেন। কিন্তু সিহঁতৰ মাক কেতিয়াবাই ঢুকাইছে, গতিকে দুবেলা ভাত ৰন্ধাকে আদি কৰি সকলো কামৰ ভাৰ তাইৰ ওপৰতে পৰিছিল। মাক নথকা বাবে বোধহয় আৰু এটা কথা হৈছিল— এই যে স্মৃতি এনেকৈ আবিয়ৈ হৈ থাকিবলগীয়া হৈছে। বৰ পুতেকৰ বিয়া পাতি দি মাক ঢুকাল, ৰাজীৱে বিয়া কৰালে প্ৰেমত পৰি। স্মৃতিৰ কথা কোনেও খুব বেছি নাভাবে। দেউতাক আছে অৱশ্যে, কিন্তু সদায়ে তেওঁ অসাংসাৰিক মনৰ। স্মৃতিৰ বিয়া লৈ পুতেকহঁতৰ অৱশ্যে অলপ উৎসাহ দেখা যায়, কিন্তু ঘৈণীয়েকহঁতৰ গা এৰা ভাবে তেওঁলোকৰো উৎসাহ কমায়। অ'ত ত'ত অলপ কথা-বতৰা— এইখিনিলৈকে স্মৃতিৰ বিয়াৰ ব্যৱস্থা চলি আছিল। দুই বৌৱেকে জানে, স্মৃতি নহ'লে তেওঁলোকৰ সংসাৰ নিশ্চয় অচল নহয়, কিন্তু প্ৰায়ে বিকল হৈ থাকিব। গতিকে স্মৃতিৰ বিয়া হ'বই লাগিব যিকোনো প্ৰকাৰে— এনে এটা চেষ্টাত তেওঁলোক নলগাটো স্বাভাৱিক। স্মৃতি শান্ত, নিৰ্জু আৰু অঁকৰা ধৰণৰ ছোৱালী, তাই অলপো বিৰক্ত নোহোৱাকৈ নীৰৱে দিনৰ দিনটো কাম কৰি যায়, কিন্তু তাইৰোতো তেজ-মঙহৰ শৰীৰ, পৈণত নহ'লেও তাইৰো মন বোলা

বস্তু এটা আছে, গতিকে সেই মনটোৱেও মাজে মাজে বিদ্ৰোহ কৰি উঠিব জানে। যি সংসাৰ তাইৰ নিজৰ নহয়, য'ত তাই অকণো প্ৰভুত্ব খটুওৱাৰ অধিকাৰ নাপায়— মাথোঁ আদেশ শুনি তাক যথাযথভাৱে পালন কৰি যাব লাগে, সেই সংসাৰৰ বাবে তাই আৰু অবিশ্ৰান্তভাৱে কিমান দিন খাটি মৰিব? যি ল'ৰা-ছোৱালী তাইৰ নিজৰ নহয়, সিহঁতৰ আলৈ-আহুকাল সহ্য কৰি কিমান দিন আৰু আলপৈচান ধৰি চলি থাকিব?

চলিল অৱশ্যে তিনিটা বছৰ। তিনি বছৰ হয়তো তেনে একো সুদীৰ্ঘ কাল নহয়, কিন্তু স্মৃতিৰ বাবে এতিয়া সময় গধুৰ। কাম কৰাত তাইৰ আপত্তি নাথাকিব পাৰে, কিন্তু আনন্দ নাই। আনন্দৰ উৎস লুকাই আছে নীতি-প্ৰীতিহঁতৰ দৰে পঢ়াৰ জীৱনত, কিন্তু বাণী দেৱীয়ে তাইক সেই আনন্দৰ পৰা বঞ্চিত কৰি ৰাখিলে।

কিন্তু এইবাৰ বোধহয় স্মৃতিৰ এই তিনি বছৰীয়া দুখৰ ওৰ পৰিব, এইমাত্ৰ নিজ কাণেৰে তাই সেই সম্ভাৱনাৰ খবৰ শুনি আহিছে। তাইৰ বিয়া হ'ব আৰু হ'ব এই ব'হাগতে। অকল সেয়ে নহয়— আৰু বহুত কথা, বহুত সম্ভাৱনা আৰু বহুত আনন্দ। কাকতিহঁত হেনো বেছ চহকী মানুহ, তাইৰ ভাৱী স্বামী অনিল কাকতি ঘৰৰ ডাঙৰ ল'ৰা, খুব বিদ্বান বুলি নাম আছে হেনো? অৰ্থাৎ এইকেইটা খবৰৰ পৰা তাই এইবোৰ সম্ভাৱনাৰ আশা দেখে— প্ৰথম কথা, এই তিনি বছৰীয়া কামৰ বোজাৰ পৰা তাই এইবাৰ মুক্ত হ'ব; দ্বিতীয় কথা, চহকী ঘৰৰ ল'ৰাৰ বোৱাৰীয়েক যেতিয়া তাই নিশ্চয় সকলোৰে খুব আদৰৰ পাত্ৰী হ'ব; আৰু তৃতীয় আৰু শেষ কথা যে তাইৰ ইমান বিদ্বান স্বামী হ'ব! কি গৌৰৱৰ কথা! একেবাৰে আকাশকুসুম হাততে পাই যোৱা যেন লাগে স্মৃতিৰ। তাইৰ আগ্ৰহ দেখিলে সেই স্বামীয়ে হয়তো তাইৰ আকৌ পঢ়াৰ সুযোগ কৰি দিব আৰু তেনে বিদ্বান স্বামীয়ে চাই-চিতি দিলে তাই হয়তো এইবাৰ আই এ পাছ কৰিব পাৰিব। স্মৃতি আনন্দতে আচৰিত হৈ যায়— তাইৰো কপালত এনে সৌভাগ্য লেখা আছিলনে? ই কি অভাৱনীয় কথা! এনে অকস্মাতে স্বৰ্গবাসিনী হোৱাৰ ভাগ্য তাইৰ কোন বিধাতাৰ অভিপ্ৰেত হ'ল? স্মৃতিৰ মন আচ্ছন্ন হৈ ৰ'ল অবাক আনন্দত।

টুনিৰ চিঞৰত ভিতৰলৈ দৌৰি যোৱা স্মৃতিয়ে দেখিলে তাই আলহীলৈ, অৰ্থাৎ কাকতিহঁতলৈ অনা সন্দেশৰ ভাগ নোপোৱা বাবে ৰাউচি জুৰিছে। ভুজিয়া, লুচি আদি অপেক্ষাকৃত সাধাৰণ বস্তুৰ পৰা সিহঁতক অৱশ্যে বঞ্চিত কৰা হোৱা নাই, কিন্তু কোনো বিশেষ উপলক্ষ্য নোহোৱাকৈ এইবোৰ দামী বস্তু প্ৰফেছৰ আৰু নতুনকৈ হোৱা উকীলৰ ঘৰত সকলোৰে বাবে আনি অপব্যয় কৰাৰ উপায় নাই। বাকী ল'ৰা-ছোৱালীকেইটিক বুজাব পৰা গৈছিল, কিন্তু টুনিজনীৰ বৰ জেদ।

স্মৃতিয়ে গৈ টুনিক কোলাত তুলি লৈ আঁচলেৰে চকুপানী মচি দিলে। তাইৰ মনত আজি আনন্দৰ জোৱাৰ, মনটো ইমান উদাৰ হৈ গৈছিল যে টুনিয়ে যি খোজে সকলো যেন দি দিব। কিন্তু সেইবোৰ অবান্তৰ। গতিকে মুখেৰে ক'ব নোৱৰা কথা এষাৰ তাই মনৰ ভিতৰতে আওৰালে— 'মোৰ বিয়াত তোমাক হেঁপাহ পলুৱাই সন্দেশ-ৰসগোল্লা খুৱাম, টুনি!'

সৰু বৌৱেক, অৰ্থাৎ টুনিৰ মাকে কিন্তু তাইৰ মনৰ কথা মুখ ফুটায়ে ক'লে— 'তোৰ বৰ পেহীয়েৰৰ কেইদিনমান পিছতে বিয়া হ'ব টুনি, তেতিয়া তই যিমান মন যায় সিমান সন্দেশ খাবি।'

স্মৃতিৰ মুখখন ৰঙা পৰাৰ সময়খিনিৰ ভিতৰতে ডাঙৰ বৌৱেকৰো সোঁহাৰি পোৱা গ'ল, তেওঁ আলহীৰ ওচৰৰ পৰা আহি স্মৃতিৰ ফালে চাই ক'লে— 'টুনিক কোলাৰ পৰা নমাই আকৌ অলপ চাহৰ পানী বহোৱাগৈচোন স্মৃতি, কাকতিহঁতক বোলে আৰু একোকাপ চাহ দিব লাগে।'

টুনিক কোলাৰ পৰা নমাই থৈ স্মৃতি ক্ষীপ্ৰ গতিৰে পাকঘৰলৈ গৈ যথাযথভাৱে আজ্ঞা পালন কৰাত লাগি গ'ল। আনদিনাৰ যান্ত্ৰিক তৎপৰতাৰে কাম কৰা হাত দুখনত যেন আজি প্ৰাণৰ পৰশ লাগিল। খুব আগ্ৰহেৰে তাই টি-পটত গৰম পানীখিনি ঢালিলে, তাইৰ ভাৱী শহুৰেকৰ ঘৰৰ মানুহক তাই আজি এই চাহ খুৱাব— যাৰ ঘৰখন অচিৰেই তাইৰো নিজৰ ঘৰ হ'ব; তাইৰ সপোনৰ সৰগ!

ৰাতি ভাত ৰান্ধি ৰান্ধিও স্মৃতিয়ে তাইৰ এই হ'ব খোজা বিয়াখনৰে কথা ভাবি আছিল। ভাবি ভাবি তাই ইমানেই আপোনপাহৰা হৈ আছিল যে নীতিৰ মাতত একৰকম উচপ্ খায়ে উঠিছিল—

'বাইদেউ, চাহ একাপ খুৱাবি? ক'লৰিজৰ মেটাফিজিকেল্ প'য়েট্ৰি খুব টান লাগে মোৰ। গধূলিৰে পৰা

তাকে পটি পটি মূৰ বিষাই গ'ল মোৰ।'

স্মৃতিৰ অলপ গৌৰব বোধেই জাগে যে নীতিয়ে তাইৰ বিদ্যাৰ ওপৰত একবাৰে অনাস্থা নাই, অন্ততঃ তাই এইখিনি সন্মানো দিছে যে ক'লৰিজ নামটো বায়েকক ক'ব পাৰি, তেওঁৰ মেটাফিজিকেল পয়েট্ৰিৰ কথাও ক'ব পাৰি, আচলতে যদিও সেইটো শব্দ স্মৃতিয়ে কোনোদিনেই শুনা নাই।

স্মৃতিয়ে এতিয়া নীতিৰ কথাক প্ৰসন্ন মুখেৰে উত্তৰ দিলে--- 'দিছো, ৰ'---।' তাৰ পিছত কেৰাহীত ভাজি থকা বিনখিনি এবাৰ লৰাই দি, তাৰ তলৰ চৌকাৰ পৰা এডাল খুলা খৰি আনি চাহৰ চৌকাত সুমুৱাই কেট্‌লীটো বহাই দিলে।

নীতি কিন্তু পঢ়া কোঠালীলৈ সেই মুহূৰ্ততে উভতি নগ'ল, পীৰা এখন পাৰি তাই চাহৰ চৌকাৰ ওচৰতে বহি পৰিল। তাৰ পিছত কৰ্মৰতা বায়েকৰ শান্ত মুখখনলৈ অলপ পৰ চাই থাকি আধা মৰম আৰু আধা দুষ্টালি সনা হাঁহি এটা মাৰি নীতিয়ে সুধিলে— 'ব'হাগৰ এঁকৈশ তাৰিখে তোৰ বিয়াৰ দিন ঠিক হৈ গ'ল, জান বাইদেউ?'

জুইৰ তাপত ৰঙচুৱা হোৱা স্মৃতিৰ মুখখনৰ বৰণ সলনি হোৱা বুজা নগ'ল। মাথোঁ অলপ সময় মনে মনে থাকি, হঠাতে এবাৰ চেষ্টাৰে সংকোচ কাটি কৰি তাই হঠাৎ সুধি পেলালে— 'বাৰু ক'চোন নীতি, মইতো বুদ্ধিহীন মূৰ্খ ছোৱালী, কাকতিৰ ল'ৰা বোলে বিদ্বান আৰু মানুহঘৰো চহকী, মোকনো তেওঁলোকে কিয় পছন্দ কৰিলে? ৰাজ্যতনো আৰু ছোৱালী নোহোৱা হ'লনে?'

জুইৰ পোহৰত উজ্বলি উঠা বায়েকৰ প্ৰায় ধুনীয়া নিৰীহ মুখখনলৈ চাই অলপ ভাবি নীতিয়ে উত্তৰ দিলে— 'তোৰ বিদ্যা নহ'ব পাৰে বাইদেউ, কিন্তু তইতো দেখাত বেয়া নহ'ব। আমাৰ ভাবী ভিনদেৱে হয়তো লেখা-পঢ়া জনা ছোৱালীতকৈ ধুনীয়া ছোৱালীহে বিচাৰে। আমাৰ লগৰে ৰেণু—' ইয়াৰ পিছত নীতিয়ে সিহঁতৰ লগৰ ৰেণু ধুনীয়া হোৱা বাবে ক'ত কেনেকৈ ভাল দৰা পালে তাৰে গল্প কোৱাত লাগি গ'ল, যদিও স্মৃতিক পিছত সোধা হ'লে ৰেণু ধুনীয়া নে অধুনীয়া এই কথাটোকে ক'ব নোৱাৰিলেহেঁতেন। তাইৰ মন তেতিয়া সেই পাকঘৰটোৰ ঠেক গণ্ডীৰ সীমা পাৰ হৈ ঘূৰি ফুৰিছিল তাইৰ ভৱিষ্যতৰ অতি আপোন ঘৰখনত, য'ৰ আৰামপূৰ্ণ পৰিবেশ এটাত তাই মধুৰ অলসতা আৰু সুদীৰ্ঘ জিৰণিৰে তিনি বছৰীয়া ভাগৰটো পলুৱাব পাৰিব।

ব'হাগৰ এঁকৈছ তাৰিখে যথাযথভাবে স্মৃতিৰ বিয়া হৈ গ'ল। তাৰ পিছত কাকতিহঁতৰ ঘৰৰ বোৱাৰী হোৱাৰ পিছতো আৰু দুটা মাহ পাৰ হৈ গ'ল— এঁকৈশ জেঠ আহিল আৰু গ'ল, এঁকৈশ আহাৰো। ইতিমধ্যে নীতিৰো বি এ পৰীক্ষা হৈ গৈছিল আৰু পৰীক্ষা দি উঠি তাই বায়েকলৈ দীঘলীয়া চিঠি এখন লিখিলে, প্ৰথমে তাইৰ পৰীক্ষা ভাল হোৱাৰ খবৰ দি, পিছত অলপ ঘৰুৱা খবৰ দি--- সৌৰেকহঁতৰ বিৰুদ্ধে কিছুমান বিষোদ্‌গাৰ আৰু টুনি, বেনীহঁত উপযুক্ত শাসনৰ অভাৱত কিমান উদণ্ড হৈ উঠিছে সেইবোৰ লেখি--- শেষত তাই বায়েকৰ খবৰ সুধিলে— তাই যেন দীঘলীয়াকৈ বিবাহিত জীৱনৰ বৰ্ণনা দি লেখে। বিশেষকৈ কপ আকলুৱা 'ভিনদেউটো'ৰ স্মৃতিৰ প্ৰতি কিমান ভালপোৱা উপজিছে, স্মৃতিৰে বা স্বামীৰত্নক কেনে লাগিছে সকলো যেন তাই অতি সোনকালে আৰু বহলাই নীতিক জনায়।

বয়সৰ হিচাপত স্মৃতিৰ প্ৰীতিৰ লগতহে বেছি ঘনিষ্ঠতা হোৱাৰ কথা। কিন্তু কিয় জানো সেইটো নহ'লগৈ, নীতিহে তাইৰ বেছি বন্ধু হৈছিল।

বায়েকৰ চিঠিলৈ বাট চাই যেতিয়া নীতিৰ আমনি লাগি শেষত খং উঠি গৈ সৌৰভাৰ মনেৰে আৰু এখন চিঠি লেখাৰ কথা ভাবিছিল— তেতিয়াই স্মৃতিৰ চিঠি আহি পাইছিল। খামটোৰ ওপৰত এক অনাৰ ডাক টিকট বেছি লগোৱা। নীতিয়ে বিচৰাতকৈও দীঘল চিঠি। নিজান ঠাই এডোখৰ বিচাৰি লৈ তাই স্মৃতিৰ খবৰৰ লেখাবোৰ লৈ পঢ়িবলৈ বহি গ'ল :

মৰমৰ নিতী, (নীতিয়ে ভাবিলে— বায়েকে তাইৰ নামৰ বানানটোও শুদ্ধকৈ নাজানে)

তোৰ চিঠি কেতিয়াবাই পালোঁ। পিছে তই লিখা মতে উত্তৰহে দিব পৰা নাই। তোৰ হয়তো শুনিলে

আচৰিত লাগিব যে কামৰ হেঁচাতহে মই তোলৈ চিঠি দিব পৰা নাই। কিন্তু কথাটো একেবাৰে সঁচা। এইখন ঘৰত বৰ কাম অ' নিতী আমাৰ ঘৰতকৈও। ইয়াত মানুহ-দুনুহ বেছিতো। এওঁলোক যদিও বৰ ধনী মানুহ কাম কৰা মানুহ-দুনুহ বৰ বেছি নাই, কাৰণ আয়ে কয়— চাকৰ-বাকৰৰ ওপৰত ভেজা দিয়াটো ভাল নহয় আৰু কাম-কাজ কৰিলে স্বাস্থ্যও ভালে থাকে। সেই কাৰণে আয়ে বোলে ইমান দিনে পুতেকলৈ কাম-বন জনা ভাল ছোৱালী এজনী বিচাৰি আছিল। আমাৰ ওচৰৰ লীলাহঁত যে সেই লীলাৰ মাক আইৰ দূৰ সম্পৰ্কৰ বায়েক হয়, তেওঁলোকৰ পৰাই বোলে মোৰ কথা শুনিছিল। ধৰিবলৈ গ'লে লীলাহঁতৰ বাবেই মোৰ এই বিয়া হ'ল।

এতিয়া শুন মোৰ কামৰ হিচাপ। জানই মোৰ দুজন দেওৰ আৰু দুজনী ননদ। ডাঙৰ ননদজনীৰ অৱশ্যে বিয়া হৈ গৈছে। এওঁলোক সকলোবোৰ স্কুল-কলেজলৈ যায়। মই খুব ৰাতিপুৱাতে উঠি গাটো ধুই লওঁ, তাৰ পিছত চাহ-জলপান কৰোঁ। আইৰ বহুত চুৱা ভাল, গা নোধোৱাকৈ পাকঘৰত সোমাব নিদিয়ে। চাহ-জলপান কৰি উঠি কাৰোবাক কাৰোবাক দিওঁ। কাৰণ সকলোৱে আকৌ একেলগে চাহ নাখায়। কেজনমান টোপনিৰ পৰা বৰ দেৰীকৈ উঠে, আয়ে অৱশ্যে বকি বকি সকলোকে মাতি থাকে। চাহপানী দি উঠি দেওৰহঁতৰ বিছনাবোৰ ঠিক-ঠাক কৰি দিওঁ। তাৰ পিছত ঠাকুৰক মাছ-তৰকাৰী কাটি-বাছি দিওঁ— মাজতে এবাৰ ঠাকুৰ ঘৰলৈ গৈছিল, তেতিয়া ময়ে প্ৰায় ৰন্ধা-বঢ়া কৰিব লগা হৈছিল। ইমান মানুহৰ ৰন্ধা-বঢ়াৰ অভ্যাসতো ঘৰত নাছিল, খুব দিগদাৰত পৰিছিলোঁ। ভাত খাবৰ সময়ত সকলোকে ময়ে ভাত ভগাব লাগে, তাকো একেলগে নহয়, কাৰ কেতিয়া স্কুল-কলেজ ঠিক নাইতো। এজনৰ পিছত এজনকৈ ভগাই থাকিব লাগে। ঠাকুৰৰ হতুৱাই বিলাবলৈ আইৰ হেনো ভাল নালাগে, তেখেতে কয় বোলে— ল'ৰা-ছোৱালীবোৰক ঠাকুৰে ৰন্ধা ভাতকে খাবলৈ দিবলৈ মন নাযায়, উপায় নাই বাবেহে—' নীতিয়ে পঢ়ি গ'ল, এইখিনিৰ পিছতে এডাল দীঘল আঁচ টানি স্মৃতিয়ে লেখিছে— 'সেইখিনিতে মই উঠি যাবলগা হ'ল, ল'নিয়ে বোলে সাৰ পাই উঠি গাখীৰ খোৱাৰ জেদ ধৰিছে, তায়ো আদৰতে বাঢ়ি আমাৰ টুনিৰ দৰেই জেদী হৈছে। গতিকে মই উঠি গৈ আইৰ কথামতে গাখীৰ গৰম কৰি আনিলোঁগৈ। অ' ল'নি কোন তইতো নাজানই হ'বলা, তাই হ'ল মোৰ ডাঙৰ ননদৰ ছোৱালী, তেওঁৰো আইৰ দৰেই বহুত ল'ৰা-ছোৱালী, আহুকাল সহ্য কৰিব নোৱাৰি ল'নিক ইয়াতে ৰাখিছে, শুনিছোঁ ল'নিৰ সৰু ভায়েকটোকো ইয়াতে থ'ব, কাৰণ মোৰ ডাঙৰ ননদৰ হেনো আকৌ ল'ৰা-ছোৱালী হ'বৰ হৈছে। আই বোধহয় দুই-এদিনতে জীয়েকৰ তালৈ যাব। ল'নিজনী বৰ মৰম লগা ছোৱালী, কিন্তু সেই জেদটো উঠিলে আৰু ৰক্ষা নাই। মোক হ'লে তাই বৰ ভাল পায়, কিন্তু তাইৰ বাবেও মোৰ বহুত কাম বাঢ়ি যায়। অ' তোক মই ভাত-পানী ভগোৱাৰ কথা কৈছিলোঁ নহয়, এনেয়ে কোনো কথা নাই, কিন্তু কেতিয়া যে কোনে আহি খাবহি তাৰ ঠিক নাই বাবেহে বৰ মস্কিল। কাৰোবাক ভাত দি থাকোঁতে কোনোবাই আহি চাহ খুজিবহি। আৰু তোৰ ভিনদেৱেৰাইতো একাপৰ পিছত ইকাপকৈ চাহ খায়েই থাকে। আয়ো চাহ খোৱাত প্ৰায় পুতেকৰ দৰেই। আই আকৌ বেছিভাগ সময় বাগানতে ঘূৰি ফুৰে। এওঁলোকৰ আগফালে-পাছফালে বিৰাট বাগান। সকলো ধৰণৰ শাক-পাচলিয়ে এওঁলোকৰ বাগানত হয়। নানা ফল-মূলৰ গছো আছে। এওঁলোকৰ বাৰীৰ শাক-পাচলি আয়ে যেতিয়া খৰাহী ভৰাই তুলি লৈ আহে আৰু মই সেইবোৰ কটা-বছা কৰি থাকোঁ, তেতিয়া মোৰ খুবকৈ আমাৰ ঘৰলৈ মনত পৰে। আমাৰতো তাত সদায় বজাৰৰ শুকান পাচলি কিনি খাওঁতেই যায়।

যি হওক, ভাতপৰ্বৰ পিছত ল'নিক গা-পা ধুৱাই তাইৰ কাপোৰ-কানি ধুই ঘৰৰ আন কানি-কাপোৰ দুই-এখনো ধুই তাইক ভাত খুৱাওঁগৈ। ল'নি যদিও বেছিভাগ আইৰ লগতে থাকে, তথাপি তাইৰ কামবোৰতো আয়ে কৰিব নোৱাৰে। জানই নহয় সৰু ল'ৰা-ছোৱালীক লৈ কত কাম। শাহু আয়ে মোক প্ৰথমতে এদিন কৈছিল— 'ইহঁতে কয় ল'নিৰ কাৰণে আয়া ৰাখি দিবলৈ, মই কিন্তু দিব নোখোজোঁ, চাকৰ-বাকৰৰ হাতত দিলে ল'ৰা-ছোৱালী নষ্ট হয়' এইবুলি আয়ে ওচৰৰ ঘৰৰ উদাহৰণ দিলে। অৱশ্যে ওচৰৰ ঘৰৰ লগত মোৰ এতিয়াও ভালকৈ চিনাকি হোৱা নাই— সময়েই নাপাওঁতো।

দুপৰীয়া মই ভাত খাওঁতে এটা বাজি যায়, ইমান ভাগৰ লাগে তেতিয়া, কিন্তু জিৰাওঁনো কেনেকৈ? দুজন দেওৰ আৰু ননদজনী লেজাৰৰ ছুটীত তেতিয়া ঘৰলৈ আহে, সিহঁতক খাবলৈ দিব লাগে। দেওৰ

দুজনৰ কিন্তু এনেকৈ ঘৰলৈ আহি খাই যাবলৈ আপত্তি, কিন্তু আয়ে কয় বাহিৰৰ খোৱা খালে মন[illegible] বেমাৰ হোৱাৰ ভয় থাকে। ইয়াৰ পিছত যিখিনি সময় পাওঁ আইক মহাভাৰত, ৰামায়ণ পঢ়ি শুনাব লাগে। ভ[illegible] কথা পঢ়ি মোৰ মন ভালে থাকিব বোলে আৰু স্কুল-কলেজত পঢ়ি অহা বিদ্যাৰো তেতিয়া মূল্য থাকিব[illegible] আয়ে কোৱা কথাটো অৱশ্যে মিছা নহয়। ইয়াৰ পিছত আবেলিৰ চাহ-জলপানৰ সময় আহে। কাপোৰ-কানি চপাই-মেলি ঘৰ-দুৱাৰ চাফ-চিকুণো কৰিব লাগে। কাম কৰা ল'ৰা এটা আছে, সি ঘৰ-দুৱাৰ সৰা, বাচন-পত্ৰ ধোৱা এইবোৰ কাম কৰে। চাহপৰ্ব শেষ কৰি যেতিয়া অলপ আজৰি পাওঁ, তেতিয়া প্ৰায়ে মানুহ-দুনুহ আহে, নহ'লেবা আয়ে ল'নিকে ঘৰৰ কম্পাউণ্ডত অলপ ফুৰাবলৈ কয়— কাৰণ আয়ে কয় মামীয়েক যে আপোন সেই কথা এনেকৈ ফুৰালে-মেলিলেহে গম পোৱা যাব। ৰাতি পাকঘৰৰ কামৰ পিছত ভাত-পানী খাই আজৰি হওঁ, কিন্তু তেতিয়া টোপনিয়ে হেঁচা মাৰি ধৰে, কোনোমতে চিঠি লেখিবৰে মন নেযায়। সেয়েহে আজি বহুত দিনৰ এলাহ কাটি কৰি থৈ জোৰকৈ বহিছোঁ তোলৈ লেখিবলৈ, তোৰ ভিনদেৱেৰাই কেবাদিনো আগতে এনভেলপ্ আনি দিছে।

মোৰ কামৰ বৰ্ণনাটো শুনিলিয়েই। অ' তোক তাঁতশালৰ কথা কোৱাই নাই, সেইবিধো আছে। আয়ে কয় যি ঘৰত তাঁতশাল নাই সেইখন কিহৰ ঘৰ? অৱশ্যে মই বেছি নবওঁ দেই, আয়েই বেছিভাগ বয়। এওঁলোকৰ এটা ঢেঁকিও আছে, প্ৰায়ে পিঠাগুড়ি খুন্দো আমি। আয়ে কয় কেৱল ৰুটি, লুচি খালে আমুৱাই যায়, মাজে মাজে পিঠা-পণাও হৈ থাকিব লাগে। আমাৰতো আৰু ঢেঁকীৰ অভ্যাস নাই, এদিন মোৰ বাৰুকৈয়ে হাত খুন্দিলে।

এতিয়াতো বুজিবি মই কিয় ইমান দিনে চিঠি দিব পৰা নাই। ইয়াৰ পিছত তই আৰু নিশ্চয় খং নকৰ। তই কিন্তু মই উত্তৰ নিদিলেও ঘনাই ঘনাই চিঠি দি থাকিবি দেই, মই যে সদায়ে ঘৰৰ চিঠিৰ বাবে আশাৰে বাট চাই থাকোঁ! অ' এটা কথা কিন্তু— চিঠিত যেন এইবোৰ ঘৰুৱা কথা একো নিলিখ— মোৰ চিঠি সকলোৱে পঢ়ে নহয় ইয়াত! আয়ে কয় মই এতিয়া এওঁলোকৰ ঘৰৰ ছোৱালী যেতিয়া মোৰ চিঠিও বেলেগ প্ৰাইভেট হৈ থাকিব নাপায়।

মই ভালেই আছোঁ। নিতী, ভালকৈ পঢ়া-শুনা কৰ, নিজৰ ভৰিত থিয় দি চাকৰি-বাকৰি কৰি খোৱাই ভাল। বিয়াটো একো ভাল কথা নহয় অ'। মাজে মাজে ৰাতি যে মোৰ ইমান ঘৰলৈ মনত পৰে, খুব মন যায় তহঁতৰ ওচৰলৈ গুচি যাবলৈ, খুব কান্দোন ওলায় তেতিয়া। তোৰ ভিনদেৱেৰাই সাৰ পাই বুলি বিছনাৰ পৰা নামি গৈ পকাতে বাগৰি কান্দো, এওঁলোকৰ পকাবোৰ আমাৰ ঘৰৰ পকাতকৈও মিহি বোধহয়, ইমান যে ধুনীয়া এওঁলোকৰ ঘৰটো, এতিয়া গৰমতো, ইমান মিহি পকাত শুই বৰ আৰাম লাগে, সেইবাবে মাজে মাজে মই কান্দি কান্দি তাতেই টোপনি যাওঁ।

অ' তই ভিনদেৱেৰাৰ খবৰ সুধিছিলি নহয়। বৰ গহীন মানুহ অ', ভয়েই লাগে মোৰ, এতিয়া ইমান দিনৰ পিছতো ভয় ভগা নাই। ঘৰত থকা সময়খিনিত চাহৰ কাপ হাতত লৈ কিতাপ পঢ়ি থাকোঁতেই যায়। এদিন মই ভয়ে ভয়ে সুধিছিলোঁ— 'আপুনি ইমান বিদ্বান মানুহ, বেছি লেখা-পঢ়া জনা ছোৱালী এজনী বিয়া নকৰালে কিয়?' তেতিয়া উত্তৰ দিলে— 'মোৰ যথেষ্ট বিদ্যা আছে, তাৰেই আঁটিব, আনৰ বিদ্যাৰ দৰকাৰ নাই মোৰ।'

ইমান সময় বায়েকৰ চিঠি পঢ়ি পঢ়ি নীতিৰ দুখৰ লগতে খং মিহলি অনুভূতি এটাও জাগি আছিল। কিন্তু এইবাৰ তাই দাঁত কৰচিলে— দাঁতৰ ভিতৰতে অস্পষ্ট উচ্চাৰণ কৰিলে— 'দাম্ভিক ক'ৰবাৰ'— তাৰ পিছত আকৌ পঢ়ি গ'ল স্মৃতিয়ে টোপনি ক্ষতি কৰি ভাগৰ কাটি কৰি লেখা ৰাতিৰ চিঠিখন— 'তোৰ ভিনদেৱেৰা কিন্তু বেছ বিবেচনা থকা মানুহ, তেওঁ বিদ্যাহীনতাক অৱজ্ঞা বা ইতিকিং নকৰে। এদিন মোক আকৌ কৈছিল যে ছোৱালীৰ বিদ্যাৰ কি দৰকাৰ— ঘৰ ধৰিব পৰা হ'লে, ৰূপ থাকিলেই হ'ল। দেখিছ কেনেকৈ বিদ্যা নথকাক হীনভাৱে নেদেখুৱালে?' আকৌ এবাৰ দাঁত কৰচিলে নীতিয়ে— 'আঁকৰী বাইদেউজনী, ভাল এজন চিনিকৰ পাল্লাত পৰিলি—'

শেষ হৈ অহা চিঠিখন আকৌ পঢ়ি গ'ল নীতিয়ে— চিঠিখন বৰ গধুৰ হ'ব অ'। নিশ্চয় বেছি পইচা ভৰিব লাগিব। ভিনদেৱেৰাই যদি সোধে— ইমান গধুৰ হ'ল কিয়, কি বুলি ক'ম বাৰু? ৰ', মনত বুধি এটা খেলাইছে, ক'ম পৰীক্ষা দি উঠি তই এতিয়া চিলাইত লাগিব খুজিছ, মোৰ তাত থকা টেবুল-ক্লথৰ নমুনা খুজি পঠাইছিলি, তাকে পঠাওঁতে গধুৰ হ'ল। পঢ়া-শুনাত বুধি নেথাকিলে কি হ'ব, মোৰ আন কথাত একেবাৰে বুধি নোহোৱা নহয়, কি ক'ব নীতি?

উস্ ভালেমান ৰাতি হ'ল। এওঁলোকৰ কুকুৰটোৰ ভুকভুকনিহে শুনা গৈছে মাথোঁ। অৱশ্যে ভিনদেৱেৰাৰ নাকৰ ঘোৰঘোৰণিও। জান নিতী, প্ৰথম প্ৰথম মোৰ এই নাকৰ শব্দ বৰ অসহ্য লাগিছিল, টোপনিয়ে নাহিছিল, এতিয়া পিছে শুনি শুনি অভ্যাস হৈ গ'ল।

নাই, এৰোঁ আৰু। কথাত কথা বাঢ়ে। তই কিন্তু মোলৈ ঘনাই চিঠি দি থাকিবি। প্ৰীতিকো কবি। নবৌহঁতক কবি, সময় পালে যেন চিঠি লেখে। এতিয়া ৰাতি হ'ল, পুৱাতেই উঠিব লাগিবতো, তাৰোপৰি গধূৰো হ'ল খুব, গতিকে আজি আৰু কালৈকো লেখিব নোৱাৰিলোঁ। টুনিহঁতক সকলোকে মোৰ মৰমৰ চুমা দিবি— সিহঁতক যে ইমান চাবলৈ মন যায়। ককাইদেউহঁতৰ খবৰ কি? দেউতাৰ গা-মূৰ ভালে আছেতো? দেউতাৰ যত্ন লবি দেই, নিতী! দেউতাৰ কথা মনত পৰিলেও মোৰ কান্দোন ওলায়। জান নীতি, দেউতাই মোক ইয়ালৈ আহিবৰ সময়ত কান্দোতে মূৰত হাত বুলাই কৈছিল— 'নেকান্দিবি আই, কিমান চহকী ঘৰত পৰিলি তই, ৰাজৰাণীৰ সুখত কাল কটাব পাৰিবি নহয়!' প্ৰায় শেষ হৈ অহা চিঠিখন, সেইখিনিলৈকে পঢ়ি নীতিয়ে আকৌ মনৰ ভিতৰতে ভোৰভোৰালে— 'দেউতাইতো আৰু সেই সময়ত ভবা নাছিল যে ঢেঁকী স্বৰ্গলৈ গ'লেও ধান বানিব লাগে—' তাৰ পিছত নীতিয়ে চিঠিখন পঢ়া শেষ কৰিলে— 'বাৰু এইবাৰ সঁচায়ে উঠো দেই নিতী। শেষত তয়ো মোৰ হিয়াভৰা মৰম ল'বি।

ইতি—

তোৰ বাইদেৱেৰা

পুনশ্চ ঃ চিঠিখনত দ্বিতীয়বাৰ আৰু চকু ফুৰাব নোৱাৰিলোঁ, সেইবাবে বহুত বানান ভুল হ'ব পাৰে দেই। আৰু অ'— দেউতাক মোৰ চিঠিখনৰ কথা নকবি। মাথো কবি মই ভালেই আছোঁ।'

(ৰামধেনু, ১৯৫৬)

# পেহীদেউ

জানো খুব আচৰিত হৈ যাবা, মোৰ পৰা এই অভাৱনীয় অপ্ৰত্যাশিত চিঠিখন পাই। তোমালৈ জীৱনত আজি এই প্ৰথম চিঠি লিখিছোঁ— নহয় বিজনদা? ভবা নাছিলা নিশ্চয় মোৰ পৰা কেতিয়াবা চিঠি পাবা বুলি, অৱশ্যে ময়ো ভবা নাছিলোঁ তোমালৈ যে কেতিয়াবা লিখিবলগীয়া হ'ব। সঁচায়ে নহ'লহেঁতেন আজি যদি এঘাৰ বছৰৰ মূৰত ট্ৰেইনত তেনেকৈ মালবিকাৰ লগত হঠাতে দেখা হৈ নগ'লহেঁতেন।

তোমাৰ ওচৰততো চিৰদিন বোবাই হৈ আছিলোঁ, বিজনদা! বহুত মুখৰ হ'বলগীয়া মুহূৰ্ততো নীৰৱ হৈ থাকিয়ে কটাই আহিলোঁ। কিন্তু আজি আৰু কোনোমতেই নোৱাৰিলোঁ। মালবিকাই সংযমৰ বান্ধোন ভাঙি দি গ'ল। তোমাৰ ওচৰত চিৰবাক্যহীনা মই আজি মুখ খুলিবলৈ ওলাইছোঁ। অৱশ্যে মোৰ মনৰ ভাষাৰ ভাগ জীৱনত একমাত্ৰ তোমাকে যে দি আহিছোঁ সেইটো কিন্তু তুমি নাজানা, বিজনদা। কাৰণ, মোৰ মনতে, মনতেই তোমাক মই কৈ আছিলোঁ মোৰ সকলো কথা। কিন্তু তাৰ পিছত দেখিছিলোঁ মই ডাঙৰ ভুল কৰিছিলোঁ; মই বুজা নাছিলোঁ যে মনৰ ভাষা শুনাৰ শক্তি বহুতৰে নাথাকে; বুজা নাছিলোঁ তুমিও সেই বহুতৰে এজন। ভাবিছিলোঁ তুমি কিমান বিদ্বান, কিতাপ-পত্ৰ তুমি পঢ়িছা, সাধাৰণ ছোৱালী এজনীৰ সাধাৰণ মনৰ কথাবোৰ নিশ্চয় বুজা। স্কুল-কলেজৰ সকলো পৰীক্ষা হেনো তুমি সদায় সসন্মানে পাছ কৰি গৈছিলা। কিং লিয়েৰখন নিশ্চয় তোমাৰ একো টান নালাগিছিল। বাকী বিষয়বোৰত, ভাল কৰিলেও অকল ইংৰাজীৰ বাবেই মই বি এ ফে'ল কৰিছিলোঁ। কিন্তু কিং লিয়েৰ নুবুজিলে কি হ'ব, কৰ্ডেলিয়াক হ'লে খুব বুজা যেন লাগিছিল, আৰু বেছি বুজা যেন লাগিছিল কৰ্ডেলিয়াৰ সেইবোৰ কথা— 'I cannot heave my heart into my mouth'— তোমাৰ নিশ্চয় কিতাপৰ কথাবোৰ আপোন কৰি লোৱাৰ মূৰ্খামি নাই, তোমাৰ সময় নিশ্চয় ইমান সুলভ নহয় যে বি এটোও পাছ কৰিব নোৱৰা সাধাৰণ ছোৱালী এজনীৰ লগত কৰ্ডেলিয়াৰ মিল বিচাৰি সময়ৰ অপচয় কৰিবা। কৰা হ'লে অৱশ্যে মালবিকাই আজি মোক এনেকৈ জ্বলাই থৈ যাব নোৱাৰিলেহেঁতেন। নোৱাৰিলেহেঁতেন মুখেৰে নহ'লেও কাগজে-কলমে আজি তোমাৰ আগত প্ৰথম মোৰ মনৰ ভাষাৰ স্পষ্ট ৰূপ দিয়াবলৈ। কিন্তু এটা প্ৰশ্নও নাজাগি পৰা নাই, সঁচায়ে জানো প্ৰথম বিজনদা? খন্তেকৰ বাবে হ'লেও এদিন জানো মোৰো বোবা ভাষা বাঙ্ময় হৈ উঠা নাছিল তোমাৰ আগত? মনত পৰেনে তোমাৰ সেই কথা?

তোমাৰ বাৰু এতিয়া কিমান বয়স হ'ল? বোধহয় ৪০/৪২ তেনে কিবা এটা হ'ব, নহয়নে? মোৰতো ৩৫ হ'ল। মালবিকাৰো বোধহয় সিমানেই হ'ব। তাইক কিন্তু সিমান বয়সীয়া যেন নালাগে। চাৰিটা ল'ৰা-ছোৱালীৰ মাক হোৱাৰ পিছতো তাইৰ চেহেৰা ভাগি পৰা নেদেখিলোঁ। মোৰ কিন্তু চেহেৰা বহুত সলনি হ'ল, তুমি দেখিলে হঠাৎ চিনিবই নোৱাৰিবা। খুব শকত হৈ গৈছোঁ মই।

কিমান দিন যে দেখা নাই তোমাক, সঁচায়ে! তোমাৰ বিয়াৰ পিছৰে পৰাতো আৰু তোমাক দেখা নাই। মালবিকাই বিয়াৰ পিছত আৰু ডিবুৰুৰ মাকৰ ঘৰত থাকি নাপালে। সিহঁতৰ ঘৰ গৰাখহনীয়াত যোৱাত পেন্সন পোৱা দেউতাকে নিজৰ ঘৰ লাহোৱালত পাতিলেগৈ। গতিকে তুমি ডিবুৰুলৈ নাহি লাহোৱাললৈহে আহিছিলা, হয়তো কেইবাবাৰো। ভালেই হ'ল কিজানি। নিজৰ সংযম শক্তিৰ পৰা অমানুষিক কিবা এটাতো আশা কৰিব নোৱাৰোঁ— হয়তো দেখা হ'ল তোমাৰ লগত, পৰস্বামীৰ লগত অশোভনীয় নাটকীয় কাণ্ড কৰাৰ অপযশ পালোঁহেঁতেন মই।

মোৰ নামটো যে গৌৰী কোনে ৰাখিছিল, বিজনদা। কিন্তু গৌৰীৰ দৰে ঐকান্তিক তপস্যা বোধহয় মই কৰিব পৰা নাছিলোঁ। পাৰিলে জানো তপস্যাত সফলতা লাভ নকৰিলোঁহেঁতেন? কিন্তু বিজনদা, আচল শিৱ বোধহয় মোৰ প্ৰাৰ্থনাত গলি গ'লহেঁতেন, অন্তৰ্যামীতো, তুমি মোৰ বাণীহীন মনৰ ভাষা নুবুজিলেও তেওঁ বুজিলেহেঁতেন।

মনু ককাইদেউৰ সৰু ছোৱালী লতিকা। মোৰ ওচৰততো সকলোৱে খুব প্ৰশ্ৰয় পায়, তায়ো। সিদিনা তাই মোক কৈছিল, 'পেহীদেউ, তোমাৰ নামটো ৰুবী বাইদেউৰ লগত সলাই পেলোৱা দিয়া, নামটোৰ তেতিয়াহে সাৰ্থকতা আহিব।' সঁচায়ে বোধহয়, আন অৰ্থত হ'লেও ৰুবীৰ গিৰীয়েক অখিলৰ যে অতি আপোনভোলা স্বভাৱ তাক সকলোৱে জানি পেলাইছিল। ৰুবী বৰ ভাল ছোৱালী, ৰুবীৰো মই পেহীদেউ, লতিকাৰো মই পেহীদেউ।

পেহীদেউ! সঁচায়ে জানা বিজনদা, এই সম্বোধনটোকে শুনি আহিলোঁ সদায়, তাৰ বাহিৰে যেন মোৰ আৰু কোনো সত্তাৰ অস্তিত্বই নাই, নাই কোনো পৰিচয়। এঁকৈশটা ল'ৰা-ছোৱালীৰ পেহীয়েক হৈ থাকিবলৈকে যেন মই এই পৃথিৱীলৈ আহিছোঁ। সকলোৰে পৰাই মোৰ এই ভূমিকাৰ জেৰ টানি আছোঁ আজিলৈ আৰু জীৱনটোৰ শেষ দিনালৈও চলি যাম এই পৰিচয়ৰেই। তোমাৰ ওপৰতো মোৰ প্ৰথম পৰিচয় তোমাৰ বন্ধু পৰিমলৰ জীয়েক ৰুবীৰ পেহীয়েক হিচাপেই। কলেজৰ অধ্যাপকৰ চাকৰি এৰি দি নতুন ই এ চি হিচাপে আমাৰ চহৰখনলৈ অহাৰ পিছত প্ৰথম যিদিনা আমাৰ ঘৰলৈ আহিলা, বহুত দিন সংযোগ নথকা তোমাৰ কলেজীয়া বন্ধু পৰিমল অৰ্থাৎ মোৰ নানা ককাইদেউক পালা একেবাৰে সংসাৰী অৱস্থাত, অকল বিয়া কৰোৱাই নহয়, দুটা ল'ৰা-ছোৱালীৰ দেউতাকো হৈছে তেওঁ তেতিয়া। প্ৰথম যিদিনা তুমি আমাৰ ঘৰলৈ আহিছিলা, তেওঁৰ পাঁচ বছৰীয়া জীয়েক ৰুবীক তুমি মৰম কৰাৰ পিছত নানা ককাইদেৱে তাইক ভিতৰলৈ পঠাই দিলে এই বুলিয়েতো— 'তোৰ পেহীয়েৰক ক'গৈ যা, মোৰ এজন বহুত পুৰণি বন্ধু আহিছে, ভালকৈ চাহ একাপ কৰি দিয়ে যেন।' ভাল চাহ কৰোঁ বুলি মোৰ নাম আছে, ককাইদেউৰ বন্ধুমহলত।

চাহ কৰি পঠিয়াই দিছিলোঁ। কিন্তু ককাইদেৱে চাহকৰ্ত্ৰীকে মাতি পঠালে লগতে অৱশ্যে ৰুবীৰ মাককো। ঘৈণীয়েকৰ স'তে তোমাৰ চিনাকি কৰি দিয়াৰ পিছত মোৰ লগত দিলে। তোমাৰ মনত আছে নে নাই কথাবোৰ ক'ব নোৱাৰোঁ, স্মৰণশক্তিৰ অভাৱত মুখস্থ কৰি মোৰ বুদ্ধিহীনতাৰ ক্ষতিপূৰণ কৰিব নোৱাৰিলোঁ বি এ পৰীক্ষাত, কিন্তু সেই স্মৰণশক্তিৰে প্ৰাচুৰ্য সাধাৰণ জীৱনত মোৰ অতি বেছি। অন্ততঃ তোমাক লৈ প্ৰায় প্ৰতিটো খুটি-নাটি কথাই মোৰ আজিও মনত আছে। যিদিনা নানা ককাইদেৱে তোমাৰ লগত ভনীয়েকৰ পৰিচয় দিলে— 'আমি ছজন ভাইৰ পিছত আমাৰ একেজনী ভনী গৌৰী, দুবছৰ আগতে বি এ পৰীক্ষা দি ঘৰতে বহি আছে এতিয়া। তাই বৰ্তমান এজনী 'এক্সিলেণ্ট' পেহীদেউ। মোৰ আৰু মোৰ ককাইদেউহঁতৰ ল'ৰা-ছোৱালীবোৰ তাইৰ খুব ভক্ত। পেহীয়েকক পালে মাকহঁতক নিবিচাৰেই সিহঁতে। খুব 'মেনেজ' কৰিব জানে ল'ৰা-ছোৱালীক।'

সিদিনা নানা ককাইদেৱে অনৰ্থক তোমাৰ আগত পেহীত্ব বৰ্ণোৱা যেন লাগিছিল, তেতিয়াতো আৰু জনা নাছিলোঁ— সেই পদবীটোকে কঢ়িয়াই লৈ ফুৰিব লাগিব জীৱনভৰ। যি হওক, নানা ককাইদেৱে পেহীয়েকৰ পৰিচয় দিলে, বি এ পৰীক্ষা দিয়া বুলি কৈ থ'লে, কিন্তু পাছ যে কৰিব নোৱাৰিলোঁ সেইটো নক'লে। গতিকে মযে সেই অসম্পূৰ্ণতা আঁতৰালোঁ— তোমালৈ চাই অলপ হাঁহি কৈছিলোঁ-- 'বি এ দিয়েইতো শেষ হোৱা নাছিল, তাৰ পিছত খবৰো ওলাইছিল আৰু মই পাছ কৰিব নোৱাৰিলোঁ।'

সেয়ে প্ৰথম পৰিচয়। প্ৰথম দৰ্শনতে প্ৰেম, তেনে বাজে কথা এটা মই বিশ্বাস নকৰোঁ, কিন্তু এইটোও ঠিক, ককাইদেউহঁতৰ ইমানবোৰ বন্ধু-বান্ধৱৰ লগত চিনাকি মোৰ, কিন্তু কাকোতো এনেকৈ প্ৰথম পৰিচয়তে অকাৰণে ভাল লাগি যোৱা নাছিল কেতিয়াও।

মোক দেখি প্ৰথম চিনাকিত তোমাৰ কি ভাব হৈছিল সেইটো অৱশ্যে নাজানো। হয়তো ভাবিছিলা— বেছ ধুনীয়া ছোৱালীজনী; হয়তো ভাবিছিলা এতিয়াও কিয় বিয়া হোৱা নাই ছোৱালীজনীৰ। মোৰ যে ৰূপৰ অভাৱ নাই, আমাৰ যে ঘৰৰ অৱস্থা বেয়া নহয়, এইবোৰ দেখিছিলাই যেতিয়া। কিন্তু তেতিয়ালৈকে মোৰ বিয়া নোহোৱাৰ কাৰণ আছিল ককাইদেউহঁতৰ অতি বেছি আশা। একেজনী ভনীয়েকৰ বাবে তেওঁলোকে হেনো উপযুক্ত পাত্ৰই বিচাৰি পোৱা নাছিল তেতিয়ালৈকে। গতিকে বাইশ বছৰ বয়সতো তেতিয়া পেহীদেউৰ আসনতেই মই প্ৰতিষ্ঠিত হৈ আছিলোঁ সকলোতকৈ ভালকৈ?

তাৰ পিছত অৱশ্যে ভাল পাত্ৰ পোৱাৰ নহ'লেও, বিচৰাৰ আশা মই ককাইদেউহঁতৰ শেষ কৰি দিলোঁ। তোমাৰ স'তে পৰিচয়ৰ পিছত তুমি দুবছৰ আছিলা ডিবুৰুত। সেই দুটা বছৰৰ প্ৰতি সপ্তাহৰ অন্ততঃ দুটাকৈ সন্ধিয়া তুমি আমাৰ ঘৰত কটাইছিলা। বহুত সময়ত নানা ককাইদেউ নাথাকে। তেওঁৰ অনুপস্থিতিৰ অভাৱবোধ কৰিছিলা যেন নালাগে অৱশ্যে। বন্ধুৰ সলনি বন্ধুৰ ভনীয়েকৰ সাহচৰ্যই যেন সিদিনা বেছি কাম্য আছিল তোমাৰ। তোমাৰ আজি মনত পৰিবনে নাই নাজানো, কিন্তু মই যে একো পাহৰিব নোৱাৰোঁ। মোৰ এতিয়াও কাণত বাজি থাকে তোমাৰ সিদিনাৰ সেই কথা। হয়তো সিদিনা তোমাৰ মনৰ অৱস্থা অতি পাতল আছিল, হয়তো সাধাৰণভাৱে কৈ পেলোৱা কথা এষাৰত সিমান গুৰুত্ব নিদিছিলা, যিখিনি মই দিছিলোঁ। সিদিনা সন্ধিয়া আন কেইদিনমানৰ দৰে নানা ককাইদেউ নাছিল, মই তোমাক বহিবলৈ দি নানা ককাইদেউ যে নাই সেই খবৰ

জনোৱাত তুমি মোৰ চকুলৈ চাই অলপ হাঁহি কৈছিলা, 'তুমি আছা নহয় গৌৰী, ককাইদেউৰাই যে [illegible] অজানিতে নিজতকৈও ভাল ছাবষ্টিটিউট দি গৈছে, তাৰ বাবে মনেৰে তাৰ ওচৰত মই কৃতজ্ঞ।' ডেকা ল'ৰা এজনৰ পৰা তেনে মনভৰা কথা শুনা মোৰ কুমাৰী জীৱনৰ সেয়ে প্ৰথম আছিল। মই লাজ আনন্দত ৰঙা পৰি গৈছিলোঁ। 'আপোনালৈ চাহ আনো দেই' বুলি মই লৰালৰিকৈ উঠি গৈছিলোঁ তোমাৰ মুগ্ধ দৃষ্টিৰ সন্মুখৰ পৰা।

এতিয়া ভাবোঁ সিদিনা মই ভুল কৰিছিলোঁ খুব ডাঙৰ ভুল। মই গুচি যাব নালাগিছিল তোমাৰ ওচৰৰ পৰা। মই তোমাক সুযোগ দিব লাগিছিল, আৰু আগবাঢ়িবলৈ বাট চাব লাগিছিল। কিন্তু মই ভুল কৰিলোঁ। অযথা অতি বেছি আশা কৰি ৰ'লোঁ। তোমাৰ অনুমান শক্তিৰ পৰা অতি বেছি আশা কৰিলোঁ। নহ'লে কেনেকৈ ভাবিব পাৰিছিলো যে মোৰ মনোভাবো তোমাৰ অজানা নহয়। ভাবিছিলোঁ, সপ্তাহটোৰ প্ৰায় প্ৰতিটো সন্ধিয়াই আশা ব্যাকুলতাৰে প্ৰতীক্ষা কৰি থকা এঘৰৰ কেইটামান ল'ৰা-ছোৱালীৰ কুমাৰী পেহীয়েক এজনীৰ প্ৰতীক্ষাৰ ভাষা তুমি বুজা। ভাবিছিলোঁ তোমাৰ সান্নিধ্যত তাইৰ চকুৱে-মুখে ফুটি উঠা স্পষ্ট আনন্দৰ প্ৰকাশ তুমি দেখিছিলা।

কিন্তু এইবোৰতো একেবাৰে প্ৰথম অৱস্থাৰ কথা। মইতো এদিন মুখ খুলিছিলোঁও। ককাইদেউহঁতে তেতিয়া বেছ ভাল সম্বন্ধ এটা আনিছিল মোৰ, এনেকি তোমাতকৈও উপযুক্ত পাত্ৰ, বিজনদা। তোমাৰ কথা কিন্তু কেতিয়াও ককাইদেউহঁতৰ মনত খেলোৱা নাছিল? মই মাজে মাজে মনে মনে ভাবিছিলোঁ কথাটো। বোধহয় নানা ককাইদেউহঁতে বেয়া পাইছিল ঘনিষ্ঠ বন্ধু এজনক ভনীয়েকক বিয়া কৰাবলৈ অনুৰোধ কৰিবলৈ। নাজানো অৱশ্যে। আৰু বেছি নাজানো তোমাৰ প্ৰতি মোৰ মনোভাব তেওঁলোকে গম পাইছিল নেকি? হয়তো ককাইদেউহঁতৰ আন আন বন্ধুৰ লগত মোৰ বন্ধুত্বৰ সহজতাখিনি তোমাৰ ক্ষেত্ৰতো আৰোপ কৰিছিল।

যি হওক, সিদিনা মোৰ দৰে একোতে নিজস্ব মতামত নথকা ছোৱালীৰো এই বিয়াখন হ'ব নোৱাৰে বুলি দৃঢ় আপত্তিৰ কথা শুনি ককাইদেউহঁত অকল স্তব্ধই নহয়, অবাকো হৈ গৈছিল খুব। একোতে ঘোৰ সংকল্প আঁতৰাব নোৱাৰি অৱশেষত তেওঁলোক হতাশ হৈ মোৰ আপত্তিৰ কাৰণ অনুসন্ধানত লাগিছিল। সিদিনা কিন্তু তুমি অহা নাছিলা আমাৰ ঘৰলৈ। আহিলা তাৰ পিছদিনাৰো পিছদিনা। সৌভাগ্যক্ৰমে নানা ককাইদেউৱে চাহ-কথাৰে আপ্যায়িত কৰাৰ ভাৰ মোকে দি বাহিৰা মানুহ এজনৰ লগত কথা হ'বলৈ অফিচ ঘৰলৈ গৈছিল। আৰু মই তললৈ হাউলি, তোমাৰ আগত টিপয়খন দি, চাহকাপ থৈ একে উশাহতে কৈ পেলাইছিলোঁ— 'মোৰ বিয়াৰ এটা সম্বন্ধ আহিছিল, মই না কৰি দিছোঁ দেই, বিজনদা। ইয়াৰ পিছত আপুনি জানে।' তাৰ পিছত মই তাত আৰু এক মুহূৰ্তও নাথাকি ওলাই গৈছিলোঁ। আৰু এটা ভুল। তোমাৰ কিন্তু সেই কথা জানি কি প্ৰতিক্ৰিয়া হৈছিল, আজিলৈ আৰু জনাৰ সুযোগেই নহ'ল। মাজতে এদিন বাদ দি তৃতীয়দিনা তুমি যেতিয়া আকৌ আহিলা, সিদিনা তুমি মোক মালবিকাৰ লগত পালা, মোৰ ল'ৰালিৰ বন্ধু মালবিকা। সিহঁত মাজতে ডিবুৰুৰ পৰা বদলি হৈ গৈছিল। দেউতাকে পেঞ্চন পোৱাৰ পিছত আকৌ তেতিয়া ডিব্ৰুলৈ আহিছিল।

সিদিনাৰ পিছৰ পৰা মালবিকা আমাৰ ঘৰলৈ প্ৰায় সদায়ে আহিছিল, হঠাতে মোৰ প্ৰতি তাইৰ মৰম উথলি উঠিল দুৰ্ভাগ্যক্ৰমে— অৱশ্যে মোৰহে, তাইৰ সৌভাগ্যক্ৰমে বুলিবই লাগিব। ফলত, তোমাক অকলে লগ পোৱাৰ সুযোগ মই নোপোৱাই হ'লোঁ। মালবিকাই কিন্তু ঠিকেই পাইছিল। তোমাক মাতি নি তাই সিহঁতৰ ঘৰৰ লগতো চিনাকি কৰি দিছিল। সৰ্বৱৰহী ছোৱালী তাই, মোৰ দৰে বোবা গহীন নহয়। এইটো কথা মই স্বীকাৰ কৰিবই লাগিব, প্ৰথম চিনাকিতে ল'ৰা এজনক মুগ্ধ কৰিবলৈ মোৰ ৰূপৰ বাহিৰে একো নাই, কিন্তু মালবিকাৰ সকলো আছিল— তাইৰ ৰূপ, তাইৰ বাকপটুতা। কিন্তু প্ৰথম চিনাকিৰ পিছত? এতিয়াতো ভাবোঁ সেই গৰ্বও মোৰ মিছা বিজনদা, নহ'লে আজি কিয় এনে হ'বলৈ পালে? কিয়? মইতো তোমাক চিৰমুগ্ধ কৰি ৰাখিব নোৱাৰিলোঁ।

মই বাৰু মূক, মানি লৈছোঁ। কিন্তু সিদিনা ইমান গুৰুতৰ কথা এবাৰো কিয় মোৰ তেনেকৈ অথলে যাব লগা হ'ল, বিজনদা? তুমি লক্ষ্য কৰিছিলানে নাই নাজানো, কিন্তু সিদিনা তোমাক কথাটো কৈ উঠি— মই যে ককাইদেউহঁতে অনা সম্বন্ধটো ভাঙি দিছোঁ— কৈ উঠি প্ৰায় ঘামি গৈছিলোঁ। মোৰ কাণ-মূৰ ৰঙা হৈ গৈছিল সেই অলপ সময়ৰ ভিতৰতে। মনৰ ভাষা কোৱাটো ইমান টান!

কিন্তু সিদিনাতো জনা নাছিলোঁ মনৰ ভাষা কোৱাটো টান হ'লেও সেই টান কামো যে কৰিব লাগে। জনা নাছিলোঁ হিয়া উজাৰি ভাল পালেই অকল নচলে, প্ৰকাশতো লাগে তাৰ প্ৰাচুৰ্য। সেই গুণটো— গুণ

বুলিয়েই বাৰু আজি স্বীকাৰ কৰিছোঁ বিজনদা— আছিল ময়ে তোমাৰ স'তে চিনাকি কৰি দিয়া সেই মালবিকাৰ। যিটো আচলতে অন্তৰত কম থাকে, তাৰ মৌখিক প্ৰকাশ বেছি হয় নেকি।

ইয়াৰ পিছত মালবিকাহঁতৰ ঘৰলৈও তুমি গৈছিলা। মাজে মাজে ই যেন একো নহয়, অতি সৰল স্বাভাৱিক কথা এটা তেনে এটা বুজনিৰে প্ৰথম প্ৰথম মই প্ৰবোধ দিবৰ চেষ্টা কৰিছিলোঁ— ঈৰ্ষাত জ্বলি-পুৰি মৰা মোৰ মনটোক। ঈৰ্ষা! তেনে জ্বালাময় অনুভূতি পৃথিৱীত আৰু কিবা থাকিব পাৰে নেকি মই নাজানো। কিন্তু ই যে প্ৰেমৰ ভয়াবহ দান। স্বাভাৱিক অতি স্বাভাৱিক। মই তাৰ পৰা ৰেহাই পাব পাৰোঁ কেনেকৈ? সিদিনা হঠাৎ মনত পৰি গৈছিল টুৰ্গেনিভৰ এষাৰ সাৱধানবাণী— Beware of love, fear its joys. Fear its poison. কিন্তু যি আবেগ অন্তৰৰ অন্তঃস্থলীৰ পৰা স্বতঃস্ফূৰ্তভাৱে ওলাই আহে, তাক জানো যুক্তিৰ বাণীৰে শাসনৰ ভেটা দি ৰাখিব পাৰি, বিজনদা?

যাওক বাৰু। কিন্তু সেই খবৰো— মোৰ যাতনাপূৰ্ণ ঈৰ্ষাৰ খবৰো নিশ্চয় অজানা আছিল তোমাৰ। অথবা মোৰ অতি হীন সেই মানসিক সংঘাতবোৰৰ খবৰ ৰাখিবলৈ তোমাৰ আহৰি নাছিল। কিয় নাছিল সেই কথাও মই বুজিছিলোঁ তাৰ পিছত। তাৰ পিছতহে অৱশ্যে। আগতেই জনাহেঁতেন আগতেই গম পোৱাহেঁতেন, হয়তো মালবিকাই ট্ৰেইনত আজি এনেকৈ জ্বালা ধৰাই দি যোৱাৰ সুযোগ নাপালেহেঁতেন, নাপালেহেঁতেন ভ্ৰমণৰ ভাগৰ কাটি কৰাই উজাগৰী ৰাতিৰ সংযমহীন যন্ত্ৰণাদায়ক এই চিঠি লিখাৰ। মোৰ নীৰৱ মুখতো হয়তো ভাষা ফুটালোঁহেঁতেন, কলঙ্ক আঁতৰালোঁহেঁতেন এই পেহীদেউ নামৰ। দেৰি হৈ গ'ল বিজনদা, ব—হু—ত দেৰি। মই জনা নাছিলোঁ— সিদিনা যাক ভিত্তিহীন ঈৰ্ষা বুলি মনক প্ৰবোধ দিবলৈ চেষ্টা কৰিছিলোঁ, সি যে পিছত সঁচাতকৈও সঁচা হ'বলগীয়া কথা হৈ পৰিছিল। তুমি নাজানা সিদিনা সেই মুহূৰ্তত মোৰ কি অৱস্থা হৈছিল— যেতিয়া নানা ককাইদেৱে আহি ক'লেহি যে তোমাৰ স'তে মালবিকাৰ বিয়া। মই তেতিয়া আগ চোতালৰ আন্ধাৰত বৰককাইদেউৰ কেঁচুৱাটোক কোলাত লৈ ঘূৰি ঘূৰি টোপনি অনাৰ চেষ্টা কৰিছিলোঁ। কেঁচুৱাটিৰ প্ৰতি কৃতজ্ঞতাৰে আন্ধাৰ বাৰাণ্ডাতে বহি নানা ককাইদেউৰ মুখত মোৰ যেন মৃত্যু-পৰোৱানাখনহে শুনি গৈছিলোঁ। বহুত ঘটনা, বহুত কথাৰ দৰে আজি মাথোঁ এটা দুঃস্মৃতি, স্মৰণে ব্যাথা দিয়ে অলপ, খন্তেকৰ বাবে মনটোও আকৌ এবাৰ নতুনকৈ তোলপাৰ লাগি যায়, এয়ে মাথোঁ। কিন্তু সিদিনা?

সিদিনা সন্ধিয়াৰ আন্ধাৰত ঘুমন্ত কেঁচুৱাটিক বুকুত সাবটি শুনি গ'লোঁ তোমাৰ বিয়াৰ খবৰ, লগতে ইয়াকো শুনিলোঁ যে তুমি গোৱালপাৰালৈ বদলি হৈছা আৰু বিয়াখন হৈ যোৱাৰ পিছতে গুচি যাবা। নানা ককাইদেৱে লগতে দুখো কৰিলে যে তুমি গ'লে কেনেকৈ তেওঁ ভাল বন্ধু এজন হেৰুৱাব ইয়াত।

দুখেৰে হাঁহি উঠিল মনতে— তুমি গুচি যাবা, অন্ত হ'ব মোৰ প্ৰতিটো সন্ধিয়াৰ আকুল প্ৰতীক্ষা; খবৰটো মোৰ বাবে কিমান হৃদয়বিদাৰক হ'ব লাগিছিল কিন্তু সিদিনা দুখৰ জ্বালাত চাৰিওফালে আন্ধাৰ দেখাৰ মাজতে সেই খবৰটোৰে গোৰ মাৰি গঙ্গাত পেলোৱাৰ অনুভূতি এটাহে জগাই তুলিছিল মোৰ মনত। তোমালোকৰ বিয়াৰ পিছত তোমালোকৰ যৌথ জীৱনৰ অস্তিত্ব ডিবুৰুত মোৰ কেনেকৈ সহ্য হ'লহেঁতেন?

তোমাৰ বিয়া হৈ গ'ল— মই বোবা ছোৱালী বোবাই হৈ ৰ'লোঁ শেষ মুহূৰ্তলৈ। কাৰণটো কিন্তু মোৰ স্বভাৱসুলভ সঙ্কোচ নাছিল সেইবাৰ। হাজাৰ হ'লেও মূকজনৰো জানো প্ৰতিকাৰৰ ভাষা নাজাগিব মৃত্যুদণ্ডাজ্ঞাৰ সংবাদ শুনিলে? মোৰ নাজাগিল, অথবা ময়েই নজগালোঁ কাৰণ সিদিনা সেই বিশেষ সন্ধিয়াটোত নানাককাইদেউৰ মুখত এই চৰম খবৰটোও শুনিলোঁ যে তোমাৰ আৰু মালবিকাৰ মাজতে মাথোঁ থকা নাই তোমালোকৰ বিয়াৰ কথাটো, দুই অভিভাৱক পক্ষও লগ লাগিছে। লিখা লিখি কৰি বিয়াৰ সকলো ঠিক-ঠাক কৰিছে।

এতিয়াও আচৰিত হওঁ ভাবি— মই ইমান আগবঢ়া খবৰ এটাৰো কিয় একো গম পোৱা নাই অ'ত দিনেও। নীৰৱ হৈয়ে ৰ'লোঁ। জগতত সভ্যতা, শালীনতা, শোভনতা বুলি কথা কিছুমান আছেতো। ইমান আগবঢ়া ঘটনা এটাৰ পিছত মই নাটক সৃষ্টি কৰিব নোৱাৰো নিশ্চয়।

কিন্তু এতিয়া ভাবোঁ সেই অশোভনীয়তাৰ বিবেচনাটোৱেই কি সঁচায়ে বাধা দিছিল প্ৰতিকাৰৰ পন্থা লোৱাত? মোৰ ভয়েই কি ডাঙৰ কথা নাছিল? মোৰ ভয়— তুমি যদি এক কথাতে মোৰ দাবী অস্বীকাৰ কৰি পেলোৱা। কি অধিকাৰ, কি সমল লৈনো মই মালবিকাৰ সতে প্ৰতিদ্বন্দ্বিতা কৰিবলৈ যোৱাৰ সাহ কৰিব পাৰোঁ?

তোমালৈহে মই আজি প্ৰথম চিঠি লিখিছোঁ, তোমাৰ পৰা চিঠি এখন হ'লে মই এদিন পাইছিলোঁ।

বিয়াৰ পিছত গোৱালপাৰালৈ গৈ তুমি লিখিছিলা, অযাচিত কৈফিয়ৎ দিছিলা তাত মালবিকাক কিয়, কেনেকৈ বা লৈ, জনাইছিলা তাইৰ আগ্ৰহৰ আতিশয্যতহে হেনো বিশেষকৈ তুমি তাইক বিয়া কৰালা। মালবিকাৰ আগ্ৰহ! মনতে হাঁহিছিলো চিঠিত সিদিনা সেই কথাটো পঢ়ি—। তুমিতো নেজানা বিজনদা, মালবিকাৰ তেনে আগ্ৰহ আগতেও মই আৰু ক'তজনৰ প্ৰতি হোৱা দেখিছিলোঁ। কিন্তু নাই সেই কথা থাওক— হাজাৰ হওক তাই এতিয়া তোমাৰ বিবাহিতা স্ত্ৰী। নিশ্চয় তোমাৰ বাবে অলপো ৰুচিকৰ নহ'ব সেই অপ্ৰিয় প্ৰসঙ্গ।

তুমি বাৰু কেলেই মোক চিঠি দি কৈফিয়ৎ দিবলৈ গ'লা? তাৰ দ্বাৰা যে তোমাৰ অপৰাধবোধৰ গ্লানিটোহে প্ৰকাশ পালে। বহুত কথা তুমি লিখিছিলা, বহুত কৈফিয়ৎ। মই যে স্পষ্টভাৱে তেনেকৈ মোৰ মনোভাব তোমাক একো নজনালোঁ, যাৰ দ্বাৰা তুমি অনুমান কৰিব পাৰিছিলা তোমাৰ প্ৰতি মোৰ অগভীৰ আকৰ্ষণ— ইত্যাদি বহুত কথা লিখিছিলা। আৰু এটা কথা লিখিছিলা তুমি, মালবিকাহঁতৰ হেনো বহুতো বাই-ভনী। মইতো ইমানবোৰ ল'ৰাৰ মাজত মাত্ৰ একেজনী ছোৱালী, মোৰ ভাগ্যত অতি সহজেই সুযোগ্য পাত্ৰ মিলি যাব, কিন্তু মালবিকাহঁতৰ ইমানবোৰ ছোৱালী, অন্ততঃ এজনীকে তুমি উদ্ধাৰ কৰি দিলা। তুমি যে অতি মহানুভৱ, তোমাৰ মন যে ইমান সংবেদনশীল, তাক মই স্বীকাৰ কৰিবই লাগিব এই পৰিচয়ৰ পিছত। কিন্তু আজি বহুত বছৰৰ পিছত প্ৰশ্ন এটা সোধোনে তোমাক? উদ্ধাৰৰ সংজ্ঞা কি, বিজনদা? তুমি বাৰু কেলেই নুবুজিলা বিজনদা যে মালবিকাক উদ্ধাৰ কৰিব পাৰিলেহেঁতেন যিকোনো ই এ চি-য়ে, যিকোনো বিজন চলিহা নামৰ মানুহে। কিন্তু গৌৰীক উদ্ধাৰ কৰিব পৰা বিজন চলিহা যে মাথোঁ সেই একেজনেই আছিল?

এই সকলোবোৰেই আজি মৰা অতীত। অতীত পাহৰি আছিলোঁ, অন্ততঃ যত্ন কৰিছিলোঁ, পাহৰণিৰ বাহ্যিক প্ৰলেপেৰে তাক ঢাকি ৰাখিছিলোঁ, কিন্তু মালবিকাই যে আজি সকলো ওলট-পালট কৰি দি থৈ গ'ল! পাহৰা কথাটো দেখিলোঁ, এদিন যিমান টান বুলি ভাবিছিলোঁ, আচলতে সিমান টান নহ'লেও বৰ সহজো নহয়।

তোমাৰ লগত প্ৰথম চিনাকিৰ সময়ত বাৰজন আৰু আজি একৈশজন ল'ৰা-ছোৱালীৰ পেহীদেউ মই। ৰুবীক (মনত আছেনে তাইক?) চাবলৈ শিৱসাগৰলৈ আহিছিলোঁ। ৰুবীৰ তাতে বিয়া হৈছে। তাইৰ অসুখ। চাওঁতা কোনো নাই। আমাৰ ঘৰততো আজুকাল নথকা তিৰোতা মইহে, গতিকে ময়ে আহিছোঁ ৰুবীক চাবলৈ। এনে ধৰণৰ কৰ্তব্য মোৰ দ্বাৰা প্ৰায় সাধিত হৈয়ে থাকে।

তাৰ পিছত মালবিকাৰ লগত অপ্ৰত্যাশিতভাৱে সাক্ষাৎ। চাৰিটা ল'ৰা-ছোৱালী আৰু ককায়েক এজনক লৈ তাই লাহোৱালত মই উঠা কম্পাৰ্টমেণ্টটোতে উঠিলহি। মাকৰ ঘৰৰ পৰা হেনো গুৱাহাটীলৈ, অৰ্থাৎ বৰ্তমান মোৰ চাকৰি স্থললৈ উভতিছে— তাই জনালে। পিছে মই পুৰণি বান্ধৱী এজনীক বহুত বছৰৰ পিছত হঠাৎ এনেকৈ লগ পোৱাতো নিশ্চয় তোমালৈ এনেকৈ ৰাতি জাগি চিঠি লিখাৰ উপলক্ষ্য নহ'লহেঁতেন, এনেকি তাৰ লগৰ আৰু বিশেষ এটা কথাও যে সেই পুৰণি বান্ধৱীজনীয়ে স্বয়ং মোৰ আজিৰ এই কৰ্মময় কৰ্তব্যপূৰ্ণ পেহীদেউত্বৰো মূল্যতে। ওঁহো— নিশ্চয় এই কোনো এটাও নোৱাৰিলেহেঁতেন আজি মোৰ কলমৰ এনেদৰে সংযম আঁতৰাবলৈ। কিন্তু মালবিকাই মোৰ ধৈৰ্যৰ বান্ধ সোলোকাই দিলে যেতিয়া তোমালোকৰ ল'ৰা-ছোৱালীকেইটিক মোৰ লগত চিনাকি কৰি দিলে মই সিহঁতৰো এগৰাকী পেহীয়েক বুলি। মালবিকা মোৰ বহুদিনীয়া বান্ধৱী, সেইটোৱে নিশ্চয় তাইৰ স'তে মোৰ প্ৰধান সম্পৰ্ক, তাইৰ গিৰীয়েক মোৰ একালৰ বিজনদা, সেইটোও নিশ্চয় নহয়; মালবিকাৰ স্পষ্ট উদ্দেশ্য নাথাকিলে অতি সহজেই ল'ৰা-ছোৱালীকেইটিক মোক মাহীদেউ ক'বলৈ শিকাই দিলেহেঁতেন।

মালবিকাৰ আগত অৱশ্যে মই নিমাতেই ৰ'লোঁ, তাইৰ ওচৰত প্ৰতিকাৰ বিচাৰৰ হীনতা মোৰ নাই। কিন্তু তোমাৰ ওচৰত আজি আৰু নিমাতে ৰ'ব নোৱাৰিলোঁ, বিজনদা। তোমাৰ ল'ৰা-ছোৱালীৰ এদিন কি হ'ব পাৰিলোঁহেঁতেন, সেই প্ৰশ্ন আজি বাৰু সম্পূৰ্ণ অবান্তৰ, কিন্তু পেহীদেউ! হায় ভৱিষ্যৎ। শেষত মোৰ কপালত ভাগ্যৰ এই পৰিহাসো লিখা আছিল! মই বহুতৰে পেহীদেউ বিজনদা, বহুতৰ পৰা বহুত সময়ত বহুত সুৰেৰে সেই সম্বোধন শুনি আহিছোঁ। আজিলৈ, ভৱিষ্যতেও শুনি যাম, কিন্তু তোমাৰ ল'ৰা-ছোৱালীৰ মুখৰ পৰা? অসহ্য! প্ৰথম তোমাক আজি এটা অনুৰোধ কৰিবলৈ ওলাইছোঁ বিজনদা, তুমি তোমাৰ ল'ৰা-ছোৱালীকেইটিৰ ভুল ভাঙি দিবা দেই! তুমি সিহঁতক ক'বা— মই সিহঁতৰ পেহীদেউ নহওঁ, ক'বা মই সিহঁতৰ কোনোৱেই নহওঁ, কোনো নহওঁ, বিজনদা!

(ৰামধেনু, ১৯৫৭)

# আৱিষ্কাৰ (১)

তোমালোক দুয়ো ভালে আছা নহয়? তোমালৈ যে মোৰ ইমানকৈ মনত পৰিছে ৰাণী বাইদেউ! কোঠালীটো এতিয়াও ভৰি আছে গ'ল্ডফ্লেকৰ ধোঁৱাৰ সৌৰভেৰে। প্ৰভাস এইমাত্ৰ উঠি গুচি গ'ল। চিনানে তুমি প্ৰভাসক? প্ৰভাস দত্ত নামটো নিশ্চয় অবিদিত নহয় তোমাৰ। অবাক হৈ গ'লা শুনি? হিংসা লাগিছে তোমাৰ? ইমানদিন তোমাকে হিংসা কৰি আহিছিলোঁ এতিয়া যে তোমাৰ পাল ৰাণী বাইদেউ! নিউটনৰ তৃতীয় সূত্ৰটো মনত আছে?

সঁচায়ে ৰাণী বাইদেউ, জ্ঞান হোৱাৰ পৰা তোমাক কেৱল হিংসাকে কৰি আহিলোঁ। বৰদেউতাৰ আদৰৰ বৰজী তুমি, মই দেউতাৰ বৰ ছোৱালী হৈয়ো মৰম-আদৰ নাপালোঁ। দুয়ো একেলগে একে ঘৰতে ডাঙৰ হৈছোঁ— সকলোৰে মনোযোগ কিন্তু তোমাৰ প্ৰতি, নিচেই সৰুতেও তোমাৰ লগত মোৰ এটা ডাঙৰ প্ৰভেদ আছিল; তুমি বগা শকত-আৱত স্বাস্থ্যৰে মৰম লগা নোদোকা ছোৱালী এজনী আমাৰ ঘৰলৈ অচিনাকি মানুহ আহিলেও তোমাক মৰম নকৰি নোৱাৰিছিল। আৰু মই? ক'লা আছিলো বাবে কুৎচিৎ ছোৱালীজনীক ভুলতো মোক এবাৰ কোনেও চকু নিদিছিল। তাৰোপৰি তোমাৰ এটা গুণ আছিল— তুমিতো মোৰ দৰে লাজুক নাছিলা— প্ৰগলভা, বাক্পটু, সপ্ৰতিভ, সহজে সকলোৰে মন মুহি পেলাইছিলা।

গতিকে ৰাণী বাইদেউ, হিংসা বোলা কথাটো মই জানি আহিলোঁ সেই সৰুৰে পৰাই। বিধাতাৰ সঁচায়ে খুব পক্ষপাতিত্ব নহ'লে কিয় সকলো গুণ তোমাকেই অকৃপণভাৱে দান কৰিব? তুমি পঢ়া-শুনা, গান-বাজনা, খেলা-ধূলা, চিলাই আদি সকলোতে অতি পাকৈত আছিলা— যাক ক'ব পাৰি সৰ্বগুণসম্পন্না জাকত-জিলিকা ছোৱালী এজনী। আৰু মই? মোক বিধাতাই বঞ্চিত কৰিলে এই সকলো কাম্য গুণৰ পৰাই। কিন্তু ৰাণী বাইদেউ, তোমালোক, যি তোমালোকে মোক সদায় হেয় জ্ঞান কৰিয়ে আহিলা, এদিনো নুবুজিলা যে এই সকলোৰে পৰা বঞ্চিত কৰিলেও বিধাতাই অকৃপণভাৱে দুহাত উজাৰি যি সম্পদৰ মোক অধিকাৰী কৰিলে, সেই সম্পদ অতি বিৰল যিকোনো নাৰীৰ জীৱনত। সি কি মহান ঐশ্বৰ্য তুমি বাৰু এতিয়া কিবা বুজিছানে ৰাণী বাইদেউ! ওহোঁ নাই বুজা আৰু নুবুজিবাও বিধাতাই মোক কি অপূৰ্ব মন এটাৰ অধিকাৰী কৰি সৃষ্টি কৰিলে।

খুব অহঙ্কাৰ কৰি পেলালোঁ, নহয় ৰাণী বাইদেউ?

কিন্তু শাপেই বৰ হোৱাৰ ওলোটা ঘটনাও জীৱনত বিৰল নহয়। মোৰো তেনে হৈছিল প্ৰথমতে। প্ৰথমতেই অৱশ্যে— আজি মই আৱিষ্কৃতা।

মোৰ দৰে দুৰ্লভ মন বিধাতাৰ বৰ কিন্তু সি শাপত পৰ্যবসিত হ'ল। মই বিব্ৰত হৈ পৰিলোঁ মনৰ ঐশ্বৰ্যত। 'কস্তুৰী মৃগ সম আপন গন্ধে ব্যাকুল হইয়া' অৱস্থা যাক কয় আৰু। তেতিয়াও আৰু এক ধৰণৰ হীন হিংসা জাগি উঠিছিল তোমাৰ প্ৰতি। অন্তঃসাৰশূন্য ছোৱালী তুমি, পাৰ্থিৱ সুখ আনন্দতে ব্যস্ত, মোৰ দৰেতো মন-হৃদয়ৰ সমস্যা লৈ মূৰ খুন্দিয়াই মৰিব নালাগে। Ignorance is bliss.

কিন্তু মোৰ মন লৈ মূৰ ঘমোৱাৰ আজৰিনো কাৰ আছে জগতত? কাৰেইবা প্ৰয়োজন আছে সাধাৰণ ছোৱালী এজনীৰ অশান্ত হৃদয়ৰ বিক্ষুব্ধ ৰূপটোৰ ৰহস্য উন্মোচিত কৰাৰ? কাৰো নাই, ৰাণী বাইদেউ, কাৰো নাই! অৱশ্যে ঠিক আজি এই কথাষাৰ এই মুহূৰ্তত ক'লে পৃথিৱীৰ চৰমতম মিছা কথা এটা কোৱা হ'ব। প্ৰভাসৰ গল্ডফ্লেকৰ ধোঁৱাৰ সুৰভিৰ অস্তিত্ব এতিয়াও মোৰ কোঠালীত বিৰাজমান।

আকৌ তোমাৰ কথালৈয়ে আহোঁ দেই ৰাণী বাইদেউ। সৰুৰে পৰা তুমি খুব ভালকৈয়ে বুজি আহিছিলা— সকলোৰে সপ্ৰশংস দৃষ্টি তোমাৰ ওপৰত। ইমান পায়ো কিন্তু তোমাৰ হেঁপাহ নপলাইছিল। তুমি আৰু বেছি মুগ্ধ কৰিবৰ চেষ্টা কৰিছিলা, হ'ব খুজিছিলা আৰু অতুলনীয়া আৰু মনোমোহা। মনত পৰিলে তোমালৈ এতিয়া পুতৌৰ হাঁহি উঠে— তুমি দেখুৱাইছিলা আমাৰ বাই-ভনী সকলোৰে ভিতৰত মোকেই তুমি আটাইতকৈ ভালপোৱা, সেয়ে ফুৰিবৰ সময়ত মোৰ লগ তুমি নেৰাই। প্ৰথমে বুজা নাছিলোঁ, কিন্তু পিছলৈ বুজি আহিলোঁ— অকল মাথোঁ ফুৰাৰ সময়তে মোলৈ তোমাৰ কিয় ইমান মৰম ওপজে, কিয় মোৰ সঙ্গ নলৈ তুমি নোৱাৰা। বুজি মনত পৰি গ'ল এটা তিক্ত কৰুণ কাহিনী। আগতে ইংলেণ্ডত হেনো মাইকী মানুহবোৰে নিজৰ সৌন্দৰ্য

বৃদ্ধি কৰিবলৈ লগত নিগ্ৰো পৰিচাৰিকা লৈ ফুৰিছিল। অৰ্থাৎ— আজিৰ বহুল প্ৰচাৰিত আ[illegible] অপমান, এইবোৰ কথা মনত পৰিলে আজি আকৌ এবাৰ নতুনকৈ অপমানৰ জ্বালাত জ্বলি মৰো, জানা ৰাণী বাইদেউ?

তোমাক হিংসা নকৰি পাৰো কেনেকৈ? তুমি মোতকৈ মাথোঁ ছমাহৰ ডাঙৰ, কিন্তু তোমাৰ জীৱনলৈ আহি গ'ল অজস্ৰ ভক্ত, কত স্তুতিবাদ তুমি শুনিলা, কত নীলা চিঠিৰে তোমাৰ বাকচ ভৰিল (অৱশ্যে সেই বহুজনৰ বাকচবোৰো যে ভৰিল এজনীৰে চিঠিৰে সেই খবৰো মোৰ অজানা নাছিল, আৰু তোমাৰ সেই হীন স্বৰূপটো মনত পৰিলে এতিয়াও ঘৃণাত মোৰ মন সংকুচিত হৈ যায়)। এইবোৰৰ প্ৰতি বিতৃষ্ণা এটা অনুভৱ কৰিছিলোঁ সঁচা— কিন্তু হাজাৰ হওক ময়ো তেজ-মাংসৰ ছোৱালীহে এজনী, তাতে সেই বয়সত আৱেগৰ প্ৰাবল্য বেছি, গতিকে তোমাক মই হিংসা কৰি পেলাইছিলোঁ— মোৰ ফালে যে কোনেও ভুলতো এবাৰ ধুৰি নাচালে! অৱশ্যে হিংসাৰ প্ৰাবল্যতো সিদিনা মাথোঁ মই নিজকে নিজে সান্ত্বনা দিছিলোঁ এই আশ্বাসেৰে— ফুলৰ বাহ্যিক সৌন্দৰ্যত ভোল গৈ অনেক লুভীয়া মধুকৰ জোটে, কিন্তু প্ৰকৃত ৰত্ন আৱিষ্কাৰ কৰা জহুৰীৰ সংখ্যা পৃথিৱীত কেইজন? অতি বিৰল, ৰাণী বাইদেউ, অতি বিৰল— আৰু মই বাট চাব লাগিব সেই শুভ মুহূৰ্তটোলৈ যেতিয়া মই হ'ম কোনো বিশেষ এজনৰ জীৱনত বিশেষ এটা আৱিষ্কাৰ। মনক মই সাজু কৰি থ'লো সেই অনন্ত প্ৰতীক্ষাৰ বাবে।

তাৰ পিছত।

আমাৰ ঘৰলৈ প্ৰথম ৰবীনদা অহাৰ দিনটো তোমাৰ মনত পৰেনে ৰাণী বাইদেউ? একল ময়ে কিয়— আমাৰ আটাইসোপা ভাই-ভনীয়ে সেই মুহূৰ্ততে ভাল পাই পেলাইছিলোঁ নহয়? তেওঁক সৰু খুৰীদেউৰ সৰু ভায়েক যেন নালাগিছিলেই যেন। খুৰীদেউ ইমান গহীন, এদিনও কিয়, এমাহতো মানুহক আপোন কৰাৰ ক্ষমতা নাছিল। পিছে ৰবীনদা আহিয়ে, চাহ খোৱাৰ পৰতে আমাক সকলোকে নিজা কৰি পেলালে। ইমান প্ৰাণ খোলা সৰ্বৰহী মানুহ মই খুবেই কম দেখিছো। মনত পৰেনে ৰাণী বাইদেউ— আমাৰ সিদিনা আনন্দৰ পাৰ নোহোৱা হ'ল যেতিয়া শুনিলো ৰবীনদা ইউনিভাৰ্ছিটিৰ অধ্যাপক হৈ আহিছে আৰু আন ঠাইত থকাৰ ঠিক নোহোৱালৈকে আমাৰ ঘৰত থাকিব? ৰবীনদা দৰ্শন শাস্ত্ৰত পি-এইছ-ডি। মোৰ কাৰণে সেইটোও এটা আনন্দৰ কথা হৈ পৰিছিল, মোৰ সেই একে বিষয়তে অনাৰ্চ নাছিলতো, ৰবীনদাৰ পৰা কত সাহায্য পাব পাৰিম। তোমাক আকৌ এবাৰ হিংসা কৰিছিলোঁ— অৱশ্যে অতি সাধাৰণ কথা এটাৰ বাবেহে। তেতিয়া তোমাৰ নিজৰ পৰীক্ষা শেষ হৈছিল। গতিকে ৰবীনদাৰ আলপৈচান ধৰাৰ সকলো সুযোগ তুমিয়ে পাইছিলা। মোক তুমি আঁতৰাই থোৱা কলেজৰ পঢ়া-শুনাৰ অজুহাতত। অৱশ্যে এই সামান্য কথাটোৰ বাহিৰে তোমাৰ হিংসাৰ মোৰ কোনো কাৰণ দেখা নাছিলোঁ তেতিয়া। বৰং শেষলৈ মইহে ভাবিবলৈ ধৰিলোঁ, যে এতিয়া মোৰ প্ৰতিহে তোমাৰ হিংসা উপজিবলৈ আৰম্ভ কৰিব, হাঁহি উঠি গ'ল নহয় ৰাণী বাইদেউ? কিন্তু তেতিয়াৰ ঘটনা তোমাৰ জনা থাকিলে তুমি আৰু হাঁহিব নোৱাৰিবা।

ময়ো প্ৰায়ে ৰবীনদাক থাকিবলৈ দিয়া কোঠালীটোলৈ গৈছিলোঁ দৰ্শনৰ অনাৰ্চৰ সাহায্য বিচাৰি। পঢ়া-শুনা চলে কিছু পৰ— কিন্তু বেছিপৰ চলে কথা-বতৰা। কি কথা-বতৰা সেইবোৰ থাওক, আৰু সি ইমান মূল্যবান বা অৰ্থপূৰ্ণও নহয় যে সেইবোৰ মনত পেলাবলগীয়া হ'ব এতিয়া। তোমাক মই আজি মাথোঁ ক'বলৈ ওলাইছোঁ এদিনৰ কথাই। সিদিনা, তেতিয়া আমাৰ পঢ়া-শুনা শেষ হৈ গৈছিল আৰু আমি, ঠিক আমি নহয়, মই— কথা কৈ আছিলোঁ, কিবা এটা বিষয়ে মোৰ অভিমতখিনি জনাই। হঠাৎ এবাৰ কথাৰ মাজত ৰবীনদা উচ্ছসিত হৈ খুব আৱেগেৰে মোৰ হাত দুখন খামুচি মাৰি ধৰি কৈ উঠিল 'মোৰ এই ল'নীজনীৰ মাজত মই এনে এজনী ছোৱালী আৱিষ্কাৰ কৰিছোঁ— যাক আজিলৈ কোনেও চিনা নাই, জনা নাই। তুমি অনন্যা ৰাণী!'

সেই ৰবীনদা। মোক জগতত সকলোতকৈ বেছি চিনি পেলোৱাৰ অহংকাৰ কৰা ৰবীনদা। সিদিনা অৱশ্যে ময়ো সেই বিশ্বাসত অভিভূত হৈ গৈছিলোঁ। ভাবিছিলোঁ মোৰ প্ৰতীক্ষাৰ সাৰ্থকতা আহিল সঁচায়ে এইবাৰ, আকুল আশাৰ ধৈৰ্যেৰে ৰৈ থকা সেই জহুৰীৰ মই সন্ধান পালোঁ অৱশেষত।

কিন্তু তাৰ পিছত?

*মোৰ কাহিনী শেষ হ'বলৈ এতিয়া বহুত বাকী ৰাণী বাইদেউ।*

হঠাৎ মোৰ দেউতা বদলি হ'ল— কোন ভাগ্যৰ অভিপ্ৰেত আছিল ই নাজানোঁ। যি হওক, ময়ো গুচি গ'লোঁ মোৰ পৰিয়ালৰ স'তে সেই নতুন ঠাইলৈ তোমালোক সকলোকে এৰি থৈ, সকলোকে, ৰবীনদাকো।

নতুন ঠাইলৈ যোৱাৰ পিচত ৰবীনদাৰ লগত প্ৰথম প্ৰথম খুব চিঠিৰ আদান-প্ৰদান চলিল। কিন্তু পিছলৈ দেখিলোঁ— ৰবীনদাৰ সেই আগ্ৰহ স্তিমিত হৈ আহিছে। মই তেতিয়া তেওঁৰ একোখন চিঠিৰ বাবে বাট চাব লগা হ'ল কেতিয়াবা সপ্তাহৰ পিছত সপ্তাহ, কেতিয়াবা মাহৰ পিছত মাহ।

তেনেতে আন এখন চিঠি আহিল দেউতালৈ, বৰদেউতা অৰ্থাৎ তোমাৰ দেউতাৰ পৰা। চিঠিখনৰ মূল বিষয়-বস্তু— তোমাৰ লগত ৰবীনদাৰ বিয়া।

মোৰ তেতিয়াৰ অৱস্থা— সেইবোৰ আৰু নজনাওঁ তোমাক। জনাবলগীয়া বিশেষত্ব নায়ো আৰু তাত এতিয়া। সি মোৰ জীৱনক তছ্নছ্ কৰি সলনি কৰি দিয়া বিশেষ ক্ষণ এটা হ'বলৈ গৈয়ো নহ'ল। কিয় নহ'ল এতিয়া তোমাক তাকে কম— কম কেনেকৈ ৰবীনদাক নতুনকৈ আবিষ্কাৰ কৰি মই নিজৰ জীৱনতে নিজে সহজ সুখত জীয়াই থকাৰ প্ৰেৰণা পালোঁ, স্বস্তিৰ উশাহেৰে ভগৱানক ধন্যবাদ জনালোঁ মোক মোহমুক্ত কৰি চকু মুকলি কৰাৰ সুযোগ দিয়া বাবে।

মোহমুক্ত অৱশ্যে মই হ'ব লাগিছিল তেতিয়াই— বৰদেউতাৰ চিঠিৰ খবৰটো পায়। যি ৰবীনদাক মই সাধাৰণ দহজনৰ পৰা বিচ্ছিন্ন কৰি ইমান ওখ আসনত প্ৰতিষ্ঠা কৰি থৈছিলোঁ, জীৱনত মনৰ প্ৰয়োজনেই যাৰ বাবে প্ৰবল বুলি ভাবি থৈছিলোঁ, সেই ৰবীনদাই যেতিয়া মোৰ দৰে ছোৱালী এজনীৰ সংস্পৰ্শলৈ আহিও যে তোমাৰ অন্তঃসাৰশূন্য, অকল বাহ্যিক সৌন্দৰ্যৰে অতুলনীয় ছোৱালী এজনীৰ আকৌ কাষ চাপিব পাৰিলে— মোহমুক্ত মই হোৱা উচিত আছিল তেতিয়াই।

কিন্তু মোক ভাগ্যৱতী বুলিবই লাগিব। ৰবীনদাক ধন্যবাদ। তেওঁ মোক বচাই দিলে। তেওঁলৈ ধন্যবাদ, মোলৈ সেই চিঠিখন লেখা বাবে। একোটা মুহূৰ্তত একোটা সামান্য ঘটনাই আমাক জীৱনত পৰম উপলব্ধি কৰাই দিয়ে, গভীৰ জ্ঞানৰ আলোকত সকলো দৃশ্যমান হৈ পৰে— যি সাধাৰণ অৱস্থাত থাকে অস্পষ্ট হৈ।

ৰবীনদাৰ চিঠিৰ কথা শুনি অবাক হৈ গ'লা নহয় ৰাণী বাইদেউ? সকলো কথা কওঁ বাৰু, তেতিয়া আৰু অবাক হ'বলগীয়া একো নাথাকিব। বৰদেউতাৰ চিঠিখন অহাৰ প্ৰায় এসপ্তাহৰ পিছত ৰবীনদাৰ পৰাও মই এখন চিঠি পালোঁ। দুই পিঠিয়া চিঠিখনৰ আন কথাবোৰ সম্পূৰ্ণ অবান্তৰ— মোৰ বাবেও তোমাৰ বাবেও। মই মাথোঁ ইয়াত তোমাক উদ্ধৃতি দিম চিঠিখনৰ দুটা বাক্যৰ,— শুনা দেই ৰাণী বাইদেউ ঃ 'মোৰ ভয় হৈছে, তুমি সঁচাই-মিছাই তোমাৰ লগত মোক জড়িত কৰি ৰাণীৰ মন মোৰ বিৰুদ্ধে বিষাক্ত কৰি তুলিবা। কিন্তু তোমাক লগতে এই আমাৰ কথাও কৈ থওঁ যে ৰাণীয়ে ময়ে পৰস্পৰক ইমানকৈ চিনিছোঁ যে তৃতীয় ব্যক্তিৰ অনাধিকাৰ চৰ্চাই আমাৰ হ'ব খোজা সম্বন্ধত অকণিও বিষ ঢালিব নোৱাৰে।'

তাৰ পিছত; তাৰ পিচত আৰু কি— যিখন হাতেৰে ৰবীনদাৰ চিঠিখন ধৰি আছিলোঁ— সেইখন হাতৰে মুঠিটো লাহে লাহে বোধহয় কঠোৰতৰ হৈ আহিছিল।

'মোৰ ৰাণীৰ মাজত এনে এজনী ছোৱালীৰ আবিষ্কাৰ কৰিছোঁ যাক আজিলৈ মোৰ বাহিৰে কোনেও চিনা নাই, জনা নাই....' হায়ৰে মূঢ় মানৱৰ মানুহ চিনাৰ অহংকাৰ!

ইয়াৰ পিছত প্ৰাণ খুলি তোমালোকৰ যৌথ জীৱনলৈ শুভেচ্ছা জনোৱাত মোৰ অসুবিধা নহ'ল বুজিছানে ৰাণী বাইদেউ?

কিন্তু মোৰ অনন্ত প্ৰতীক্ষা? মোৰ বিশ্বাস মই কি এনেদৰে অনাদৃতা, অনাবিষ্কৃতা হৈয়ে ৰ'ম? জীৱনলৈ কি সেই পৰম শুভক্ষণটো নাহিবই? ৰবীন্দ্ৰনাথে কি তেন্তে মিছা কৈ গ'ল 'জীৱনেৰ ধন কিছুই যাবেনা ফেলা?' মোৰ হৃদয়ৰ এই ঐশ্বৰ্য কি ময়েই অকলে কঢ়িয়াই ফুৰিব লাগিব গোটেই জীৱন?

কিন্তু ওঁহো ৰাণী বাইদেউ, ৰবীনদাই মিছা লেখিতো অমৰত্ব লাভ কৰা নাই।

প্ৰভাসৰ গল্প আৰু আজি মই তোমাক নুশুনাওঁ। সেই গল্প শুনিবলৈ যি মন লাগে, তোমাৰ সেই মন নাই, ৰাণী বাইদেউ। তোমাক আজি বৰং মই এটা *সাধুকথা কওঁ। এণ্ডাৰছনৰ 'আগ্লি ডাক্লিং ৰূপকথা। বেচেৰা ৰাজহাঁহৰ কুৎসিত সমাজখনত। তাত তাৰ মোল বুজাৰ সাধ্য নহ'ল সেই পাতিহাঁহবোৰৰ। সিহঁতে*

তাক কেৱল অৱহেলা, বিদ্ৰূপ, নিষ্ঠুৰতাৰেই ব্যৱহাৰ কৰি গ'ল সদায়। নুবুজিলে যে সি সিহঁতৰ [illegible]মতি উচ্চ সমাজ এখনৰহে অধিবাসী, নুবুজিলে সি সিহঁততকৈ কত অভিজাত।

তাৰ মোল বুজিব পাৰিলেহেঁতেন একমাত্ৰ তাৰ নিজৰ স্তৰৰ, নিজৰ সমাজৰ অধিবাসীয়ে।

অৱশ্যে সি দুৰ্ভগীয়া নাছিল দেই ৰাণী বাইদেউ। অৱশেষত সি পৰিলগৈ তাৰ নিজা ৰাজহাঁহৰ সমাজখনত আৰু মুহূৰ্ততে আবিষ্কৃত হৈ গ'ল তাৰ প্ৰকৃত পৰিচয়।

গল্পটোৰ কিবা বুজিলানে, ৰাণী বাইদেউ। ময়ে বা কিয় এই বিশেষ সাধুটো ক'লো তাৰেইবা কিবা বুজিলানে?

তুমি জানানে ৰাণী বাইদেউ, আজি তোমাক মই পুতৌ কৰিছোঁ? খুব পুতৌ, এইবাবেই যে তোমাৰ সকলো বাঞ্ছিত ঐশ্বৰ্য সম্পদ থাকিও আজি তুমি হৈ পৰিছা নিঃস্ব, ৰিক্ত। ৰবীনদা তোমাৰ কাষ চাপিছে তোমাৰ হৃদয়খনৰ কাৰণেতো নহয়, তেওঁ কাষ চাপিছে তোমাৰ বাহ্যিক সৌন্দৰ্যৰ বাবে। হাজাৰ হওক তুমি মোৰ নিচেই আপোন বাইদেউ, সেই বাবে তোমালৈ খুব দুখ আৰু পুতৌ উপজিছে ৰাণী বাইদেউ। মোৰ যে আকৌ ৰবীন্দ্ৰনাথকে মনত পৰিছে। তেওঁ এবাৰ 'চিত্ৰাঙ্গদাত' লিখিছিল— এনেদৰে— 'অন্তৰেৰ দৰিদ্ৰ ৰমণী, ৰিক্তদেহে ব'সে ৰবে দিনৰাত'— ৰবীনদাই তোমাৰো কেৱল বাহ্যিক সৌন্দৰ্যকহে মূল্য দিলে, তোমাৰ অন্তৰখনকটো নহয়। তোমাৰ দশাও যে সেই একেই হ'ল ৰাণী বাইদেউ। তিৰোতাৰ জীৱনত ইয়াতকৈ ডাঙৰ অভিশাপ কি হ'ব পাৰে তুমি ক'ব পাৰানে? সেয়েতো আজি এটা প্ৰশৌ মিশ্ৰিত বেদনাৰে ভাবিছোঁ— এইবাৰ তুমি মোকহে হিংসা কৰিব লাগিব ৰাণী বাইদেউ. তোমাৰ অতুলনীয় সৌন্দৰ্য, বিভিন্ন গুণাৱলী, এই সকলোবোৰ সত্বেও তোমাৰ কথা ভাবি যে আজি মোৰ বাৰে বাৰে মনত পৰিছে সেইবাৰ বাণী—'জীৱনেৰ সব শূন্য আমি যাহে ভৰিয়াছি তোমাৰ তা কই?' সেই অনিৰ্বচনীয় সম্পদ তোমাৰ ক'ত ৰাণী বাইদেউ?

(ৰামধেনু, ১৯৫৭)

# জন্ম

ৰবিবাৰৰ কাগজখনত চকু ফুৰাই আছিলোঁ।

'সৰু দেউতা?'

পিছফালৰ পৰা অহা মাতটো শুনি ঘূৰি চাই দেখিলোঁ মনেশ্বৰ, পুলিনহঁতৰ কাম কৰা ল'ৰাটো। পুলিনক সি দেউতা বুলি মাতে আৰু নবৌৱে শিকাই দিয়া মতে মোক মাতে সৰুদেউতা বুলি।

'কি অ' মনেশ্বৰ, কি বাৰ্তা?' তাৰফালে চাই সস্নেহ হাঁহিৰে সোধোঁ। ল'ৰাটোক মোৰ খুব মৰম লাগে।

'সৰুদেউতা, বাইদেৱে আজি দুপৰীয়া আপোনাক আমাৰ ঘৰত ভাত খোৱাৰ কথা কৈ পঠিয়াইছে।'

'হয় নেকি? নবৌজনী বোধহয় সৰবজান মনেশ্বৰ, আমাৰ ৰজতে আজি পুৱাই চাহটোপা দি শুনাই গৈছে যে সি বোলে তাৰ কোনোবা আত্মীয় এজনৰ ওচৰলৈ নগ'লেই নচলে, আৰু লগো ধৰিব লাগে এই পুৱাবেলাহে। গতিকে তাৰ পৰা আহিহে কোনো এসময়ত বোলে সি মোক ভাতমুঠি ৰান্ধি খুৱাব পাৰিব— সেই সময়টো লাগে আবেলি তিনি বজাই হওক।'

তাৰ পিছত মই ৰজতক মাতি আনি খবৰটো শুনাই থওঁ।

পুলিন মোৰ বাল্যবন্ধু। দুয়ো সৰুৰে পৰা একে ক্লাছতে পঢ়ি আহিছোঁ। পঢ়া-শুনাত সি সদায় মোতকৈ চোকাই আছিল। কিন্তু দাৰিদ্ৰ্যই উচ্চশিক্ষাত বাধা দিলে। আই এলৈকে পঢ়াৰ পিছতে সি শিক্ষা জীৱনৰ লগত সম্পৰ্ক ছিন্ন কৰিবলগীয়া হ'ল। তাৰ পিছত সি গাঁৱৰ স্কুল এখনত মাষ্টৰ হৈ সোমাল। মোৰ ঘৰৰ অৱস্থা কিন্তু তাৰ দৰে শোচনীয় নাছিল। গতিকে ময়ো তাৰ লগত আই এ পাছ কৰি উঠাৰ পিছত এসময়ত এম এও পাছ কৰি ওলালোঁ। বৰ্তমান মই এই চহৰখনৰ এখন কলেজৰ অধ্যাপক।

বহুত দিন পুলিনৰ কোনো খবৰ ৰখা নাছিলোঁ। প্ৰায় পাঁচ-ছয়বছৰেই হ'ল। তাৰ পিছত হঠাৎ এদিন তাৰ লগত দেখা হৈ গ'ল। এইখন চহৰতে। বহুত দিনৰ মূৰত দুয়ো বন্ধুৰ সাক্ষাৎ। সেই আনন্দৰ প্ৰাথমিক উচ্ছ্বাসটো শাম কটাৰ পিছত পৰস্পৰৰ খবৰ-বাতৰি লোৱাত তাৰ বিষয়ে এইখিনি খবৰ পালোঁ ঃ সি বৰ্তমান স্কুলৰ চাকৰিটো এৰিলে। এতিয়া ইয়াতে কোম্পানী এটাত চাকৰি এটা পাইছে। বৰ্তমান কামটো সিমান ভাল নহয়, কিন্তু ভৱিষ্যৎ উন্নতিৰ আশা আছে প্ৰচুৰ। আৰু সেইটো নিৰ্ভৰ কৰিব তাৰ যোগ্যতাৰ ওপৰত। মই অৱশ্যে লগে লগেই তাক উৎসাহ বাণী শুনাইছিলোঁ যে তাৰ দৰে ইমান বুদ্ধি থকা ল'ৰাটোৱে যে কামত উন্নতি কৰিব সি ধ্ৰুৱপ। মোৰ কথাত তাৰ মুখ উজ্বলি উঠিছিল। সেই উজ্জ্বল মুখখনত মই দেখিছিলোঁ এক দৃঢ় আত্মপ্ৰত্যয়ৰ চিন।

তাৰ পিছত পুলিনে ক'লে— 'তই এতিয়া কোনফালে ওলাইছ খগেন? আমাৰ ঘৰলৈকে ব'ল না এপাক।'

'ঘৰ? আমাৰ? মই হোৱা হ'লে তোক কলোঁহেঁতেন মোৰ ঘৰলৈ ব'ল। কি কথা অ'— বহুবচন হ'লি কেতিয়াৰ পৰা?' মই অলপ আচৰিত হওঁ।

'অঁ— যোৱা বছৰ মই বিয়া কৰালোঁ নহয়'— পুলিন যেন অলপ অপ্ৰতিভ হৈ লাজকুৰীয়া হাঁহি এটা মাৰি ক'লে।

'তই বিয়াও কৰিলি পুলিন? সুখবৰ! ব'ল ব'ল এতিয়াই গৈ নবৌক এটা দৰ্শন দি আহোঁগৈ।'

সঁচা কথা ক'বলৈ গ'লে মই সামান্যভাৱে অবাকেই হৈছিলোঁ। পুলিনতো মোৰেই সমনীয়া। ঠিক বিয়া কৰোৱাৰ বয়সতো তাৰ হোৱা নাছিল। গাঁৱৰ ল'ৰা অৱশ্যে। কিন্তু আজিকালিৰ বা-বতাহ কিছু গাঁৱৰ ফালেওতো গৈছে।

সিহঁতৰ ঘৰলৈ যোৱাৰ বাটত পুলিনে মোক তাৰ বিয়াৰ কাহিনী কৈ গৈছিল ঃ

*'তই বোধহয় মোৰ বিয়াৰ খবৰত আচৰিতেই হৈছ খগেন। হঠাতে মই বিয়াখন কৰি পেলালোঁ, বুজিছ।* সৰু এটা ঘটনাই বুলিব পাৰি। তই বোধহয় নাজান, স্কুলত ভৰ্তি হৈ মই এটা ৰাজনৈতিক দলত ভৰ্তি

হৈছিলোঁ। মোৰ লগত স্কুলত কাম কৰা হয়বৰো সেই একে দলৰেই আছিল। তই হয়বৰ [illegible] িবি, আমাৰ গাঁৱৰ নহয়তো। যি হওক, কামৰ সূত্ৰত মোৰ সিহঁতৰ ঘৰলৈ খুব আহ-যাহ। তেতিয়াই উৰ্মিলাক, মানে তোৰ নবৌয়েৰক তাত দেখা পাওঁ। হয়বৰ উৰ্মিলাৰ মোমায়েক। বেচেৰী সৰুতেই ঘাটমাউৰী হ'ল। তেতিয়াৰে পৰা তাই মোমায়েকৰ লগতে আছে। ক্ৰমে ক্ৰমে যেতিয়া মোৰ সিহঁতৰ লগত বেছি ঘনিষ্ঠতা হ'ল, এটা কথা গম পাই আহিবলৈ ধৰিলোঁ যে মামীয়েকে উৰ্মিলাৰ লগত অতি নিৰ্দয় ব্যৱহাৰ কৰে। কিন্তু উৰ্মিলা অতি নিমাখিত স্বভাৱৰ ছোৱালী। বেচেৰীয়ে সকলো সহি নীৰৱে কাম-বন কৰি যায়। দেখি দেখি মোৰ ছোৱালীজনীলৈ বৰ মায়া লাগিল। শেষত গৈ মায়া আৰু বাঢ়িল। আৰু তাৰ পিছত এদিন মই উৰ্মিলাক বিয়া কৰায়ে পেলালোঁ।

পুলিনে অলপ হাঁহি ৰৈ গ'ল। তাৰ পিছত অলপ লাজ লাজ মাতেৰে ক'লে, 'বুজিছ খগেন, তাৰ মানে একৰকম প্ৰেমত পৰিয়েই বিয়া কৰালোঁ মই।'

মই এটা পাতল হাঁহিৰে ক'লোঁ— 'অথবা পুতৌ লাগি, মায়া উপজি। যি হওক, শুনি মই বৰ সুখ পালোঁ পুলিন, অভাগা ছোৱালী এজনীক বিয়া কৰাই তই যে তাইক উদ্ধাৰ কৰিলি। তোৰ পুণ্য হ'ব।'

সিহঁতৰ ঘৰ আহি পালোঁ।

সৰু খেৰৰ ঘৰ এটা। দুটা কোঠালীৰ বোধহয়। আমি গৈ সোমোৱা কোঠালীটোত চাৰিখন কাঠৰ চকী পাৰি মানুহ বহাৰ ব্যৱস্থা কৰি থোৱা আছে, সোঁমাজত এখন সৰু মেজ। তাক বগা টেবিলক্লথ এখনৰে ঢাকি থোৱা হৈছে। সেইখনৰ চাৰিচুকত চাৰিডাল গোলাপৰ ডাল ৰঙা গোলাপ আৰু কলিৰে সুশোভিত হৈ কাৰোবাৰ— কাৰোবাৰ কিয়, পুলিনৰ ঘৈণীয়েকৰে নিশ্চয়, সূচীকৰ্মত পটুতাৰ নিদৰ্শন দিছে। বেৰত কেইবাখনো কেলেণ্ডাৰ। তাত থকা ছবিবোৰৰ বেছিভাগ নানা দেৱ-দেৱতাৰ। ক'লা সাধাৰণ কাঠৰ ফ্ৰেমেৰে বন্ধোৱা ফটোও দুখনমান বেৰত আঁৰা আছে গান্ধী, জৱাহৰলাল, লক্ষ্মী গোসাঁনী আৰু বেজীৰে কৰা পদুম এপাহ আৰু ৰাজহাঁহ দুটা— এইবোৰ ছবি সেই ফ্ৰেমকেইটাৰ মাজত জিলিকি আছে।

ঘৰটোৰ সমস্ত সাজ-সজ্জাতে নিঃসন্দেহে অতি সাধাৰণ আৰু গাঁৱলীয়া ৰুচিৰ চিন পৰিস্ফুট হৈ উঠিছে, কিন্তু সকলোবোৰ অতি পৰিপাটি আৰু পৰিষ্কাৰ-পৰিচ্ছন্ন। গৃহকৰ্ম নিপুণা কোনোবা এজনী তিৰোতাৰ হাতৰ পৰশৰ ছাপ ঘৰটোৰ চাৰিওপিনে বিদ্যমান। মাটিৰ ঘৰ। কিন্তু মজিয়াখন লিপি-মছি থোৱাত ঘৰটোত এনেকুৱা এটা পৰিচ্ছন্নতা ফুটি উঠিছে যে মোৰ নিজৰ চিগাৰেটৰ টুকুৰা, দিয়াচলাইৰ কাঠি আৰু কাগজৰ টুকুৰাৰে প্ৰায় সকলো সময়তে লেতেৰা হৈ থকা পকীঘৰৰ পৰা আহি ইয়াত ভৰি দি ভাবিবৰ মন গৈছে যে সঁচায়ে— Cleanliness is heavenliness.

যিহওক, পুলিনৰ নিৰ্দেশ অনুসাৰে মই অলপো ধূলি লাগি নথকা চকী এখনত বহি পৰিলোঁ। সি ভিতৰলৈ সোমাই গ'ল।

'উৰ্মিলা, এয়েই মোৰ বন্ধু খগেন। আৰু খগেন, এইজনীয়েই তোৰ নবৌ।'

মই ভিতৰলৈ যোৱা দুৱাৰৰ ফালে পিঠি দি আলিবাটলৈ চাই আছিলোঁ, পুলিনৰ মাতত অলপ উচপ খোৱাৰ দৰেই হৈ লৰালৰিকৈ ঘূৰি বহাৰ পৰা উঠি পৰিলোঁ। ঠিকেই, মোৰ কল্পনাৰে ছবি এখন, মূৰৰ বহুত ওপৰলৈ ওৰণিখন টনা, খুব কম বয়সীয়া কোমল মুখ এখন, সলজ্জ ভীৰু চাৱনী, অথচ সৰু ছোৱালীৰ উদগ্ৰ কৌতূহল ভৰা চকু এযুৰি। মোৰ কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰী মায়া, অনীতা,— ইহঁতৰ সমনীয়া হ'ব হয়তো, কিন্তু কিমান পাৰ্থক্য! চহৰীয়া পালিচ সনা মুখবোৰ দেখি দেখি ক্লান্ত হোৱা মোৰ চকু দুটাত হঠাৎ যেন এই নিৰ্ভেজাল সৰল মুখখনে এক অপৰূপ স্নিগ্ধ কোমল আবেশ সানি দিলে। এই লিপি-মচি চিকুণাই থোৱা মাটিৰ মজিয়াখনৰ দৰেই যেন সৰস পবিত্ৰ এই নম্ৰ শ্যামল মুখখন!

'থিয় হৈ গ'ল কিয়, বহক।' নবৌৱে লাজকুৰীয়া সৰু মাতেৰে ক'লে। 'এইয়া বহিছোঁ বাৰু। আপুনিও বহক, পুলিন বহ।' আলহী হৈ ময়েই গৃহস্থক বহিবলৈ অনুৰোধ কৰি গ'লোঁ এফালৰ পৰা। পুলিন বহি পৰিল, কিন্তু চাদৰৰ আঁচলটো বুকুৰ ওপৰত দুয়োহাতেৰে চেপি ধৰি নবৌ থিয় হৈ ৰ'ল দুৱাৰদলিতে।

পুলিনে মাত লগালে— 'তুমি চাহকে কৰাগৈ উৰ্মিলা। মোৰ বন্ধু খুব ডাঙৰ পণ্ডিত, কলেজৰ প্ৰফেছৰ

বুলি তোমাক আগতে কৈছোঁৱেই নহয়। গতিকে তুমিনো আৰু কি কথা-বতৰা পাতিবা। আমনিহে কৰা হ'ব ইয়াক।'

মই লগে লগেই তাক ধমক দি উঠিলোঁ— 'তই এইবোৰ কি কৈছ নবৌৰ আগত? মই তোৰ ঘৰত পাণ্ডিত্য জাহিৰ কৰিবলৈ আহিছোঁ নে নবৌৰ মৰমী হাতৰ চাহ একাপ আৰু মৰম অলপৰ সোৱাদ ল'বলৈ আহিছোঁ? তই যদি পুনৰাই আৰু এনে কথা ক'ব তোৰ ওচৰলৈ অহাই বন্ধ কৰিম।'

তাৰ পিছত মই নবৌৰ ফালে চাই সহজ আত্মীয়তাৰ সুৰত ক'লোঁ— 'নবৌ, এইফালে আহি বহকহি না। এই পুলিন গাধটোক বিচাৰিতো মই ইমান দূৰ অহা নাই। তাক সৰুৰে পৰা বহুত লগ পাইছোঁ— এতিয়া তাৰ সৈতে মোৰ কোনো সকাম নাই। আপুনি বহকহিচোন, দুযাৰ সুখ-দুখৰ কথা পাতোঁ। লগে লগেই যদি চাহ খুৱাই বিদায় দিয়াৰ বুধি পাতিছে, সি অথলে গ'ল বুলি ধৰকচোন। আজিতো মই ইয়াৰ পৰা সহজে নুঠোঁ।'

খুব সপ্ৰতিভ সহজ মাতেৰে মই অনৰ্গল কৈ গ'লোঁ। মোৰ নিজৰে আচৰিত লাগি গ'ল— নিজকে ইমান বাক্যবীৰ বুলিতো আগতে কোনো দিন জনা নাছিলোঁ।

কিন্তু এটা কথা বোধহয় ঠিক যে মোৰ সহজ ব্যৱহাৰে নবৌৰ বহুত সংকোচ দূৰ কৰি পেলালে। গিৰীয়েকে আগতে পৰিচয় দি থোৱা গুৰু-গম্ভীৰ পণ্ডিত অধ্যাপক এজনৰ ঠাইত সাধাৰণ মানুহ এজনক লগ পাই খুব যেন আস্বস্ত হ'ল।

এইবাৰ তেওঁ আগবাঢ়ি আহি চকী এখন টানি আনি আমাৰ পৰা কিছু দূৰৈত বহিল। মানুহজনীৰ মুখত মই এইবাৰ স্পষ্ট আনন্দৰ চিন ফুটি ওলোৱা দেখিলোঁ। পুলিনৰ মুখতো খুব সন্তোষ লাভ কৰাৰ চিন পৰিস্ফুট হৈ উঠিল।

প্ৰথম কথাষাৰ নবৌৱে মোৰ লগত আৰম্ভ কৰিলে এই বাক্যটোৰে— 'ইয়াত আপোনাৰ লগত কোন থাকে?'

মই ৰজতৰ কথা ক'লোঁ। তেওঁ আকৌ ক'লে— 'আপুনি বিয়া নকৰায় কেলৈই? লগুৱাৰ হাতৰ ৰন্ধা-বঢ়া খাই জানো সুখ আছে?'

মই উত্তৰ দিবলৈ নৌপাওঁতেই পুলিনে টপৰাই মাত লগালে— 'তুমিও ভাল কথা কৈছা। সকলো মানুহে জানো অকল ঘৈণীয়েকৰ হাতৰ ৰন্ধা-বঢ়া খাবলৈকে বিয়া কৰায়? খগেনৰ দৰে উচ্চ শিক্ষিত ল'ৰা এজনে ঘৈণীয়েকৰ সেইফেৰা গুণ বেছিকৈ নিবিচাৰে দিয়াচোন। সি বিয়া কৰালেও প্ৰথমে ছোৱালীজনীৰ বিদ্যাটোহে চাব।'

মই তৎক্ষণাত প্ৰতিবাদ কৰিলোঁ, অৱশ্যে নবৌৰ ফালে চাইহে— 'পুলিনে মোৰ সম্বন্ধে কোৱা কোনো কথাই আপুনি বিশ্বাস নকৰিব দেই। মই বিদ্যা ধুই পানী খোৱা বিধৰ মানুহ নহওঁ। আৰু জানে নবৌ, আমেৰিকা নামৰ এখন বিদ্যা-বুদ্ধি আদি সকলো ফালে আগবঢ়া দেশৰ শিক্ষিত মতা মানুহ কিছুমানক সোধা হ'ল— তেওঁলোকে আটাইতকৈ কেনেধৰণৰ ঘৈণীয়েক হ'লে সুখী হয়,— শিক্ষিতা নে সুন্দৰী নে ৰন্ধা-বঢ়াত পটু তিৰোতা? পিছত তেওঁলোকৰ উত্তৰবোৰ হিচাব কৰি দেখা গ'ল যে বেছিভাগ মতা মানুহেই ৰন্ধা-বঢ়াত পটু তিৰোতাহে ঘৈণীয়েক হিচাবে বিচাৰে। বুজিছে নবৌ, ময়ো সেই মতা মানুহবোৰৰ দলৰে। গতিকে আপোনাকে মোৰ বাবে ছোৱালী এজনী বিচৰাৰ ভাৰ দিলো দেই। আপোনাৰ দৰেই ঘৰুৱা কাম-বনত পকা, ভালকৈ ৰন্ধা-বঢ়া কৰিব পৰা ছোৱালী এজনী বিচাৰিব, বুজিছে নবৌ?'

মোৰ যে কি হৈ গৈছিল। হয়তো বহুত দিন আগতে এৰি অহা নিজৰ গাঁৱৰ ঘৰখনৰ কিবা পৰশ পাইছিলোঁ আজিৰ এই খেৰৰ সৰু ঘৰটোত, হয়তো পুলিনৰ মুখত নবৌৰ কৰুণ বাল্যকাহিনী শুনি মানুহজনীৰ প্ৰতি সহানুভূতি উপজি অলপ মৰম দেখুৱাবৰ মন গৈছিল।

যি হওক, অতি সোনকালেই মই সিহঁতৰ ঘৰত নিজকে প্ৰতিষ্ঠা কৰি পেলালোঁ। একৰকম সিহঁতৰ ঘৰৰ মানুহ এজনেই হৈ পৰিলোঁ। ইয়াৰ বাবে মোৰ বা পুলিনৰ কৃতিত্ব কিমানখিনি নাজানোঁ, কিন্তু বেছিভাগ কৃতিত্ব যে নবৌৰহে তাক অস্বীকাৰ কৰাৰ উপায় নাই। মানুহজনীৰ আন্তৰিক প্ৰীতি আৰু মমতাই মোক অভিভূত কৰি পেলাইছিল। ময়ো মাক সৰুতে হেৰুৱাইছোঁ। ককাইদেউ এজনো নাই যে নবৌ কি বস্তু তাক উপলব্ধি

কৰাৰ সুযোগ ঘটিব। এই সকলোবোৰৰ কিছু অভাৱ পূৰাইছিল যেন নবৌয়ে। প্ৰায় প্ৰতিটো বাৰেই মোক তেওঁ মাতি ভাত খুৱাব, ভাল বস্তু এটা কৰি মোলৈ খবৰ দি নিব, ৰজতে মোক ঠিকমতে ৰান্ধি-বাঢ়ি খুৱাইছেনে খবৰ ল'ব ইত্যাদি কত ধৰণৰ যে যত্ন ল'ব তাৰ লেখ নাই। মোক সিহঁতৰ ঘৰলৈ মাতি নিবলৈ বা মোৰ ঘৰুৱা জীৱনৰ আলেখলেখ ল'বলৈ প্ৰথমে পুলিনেই আহিছিল। কিন্তু কিছুদিনৰ পিছত পুলিনৰ এটা প্ৰমোচন হ'ল আৰু সিহঁতে মনেশ্বৰক ৰাখিলে। প্ৰমোচনৰ ফলত পুলিনৰ কাম কিছু বাঢ়িল। মোৰ ওচৰলৈ তাৰ আগৰ দৰে আহিবলৈ আৰু আজৰি নোহোৱা হ'ল। তাৰ সলনি নবৌৱে মনেশ্বৰকে মোৰ ওচৰলৈ পঠোৱা কৰিলে।

পুলিনৰ প্ৰমোচনৰ খবৰত মই খুব সুখী হৈছিলোঁ— তাৰ নিজৰ বাবে হওক বা নহওক, অন্ততঃ নবৌৰ বাবে। ছোৱালীজনীয়ে আশৈশৱ কষ্ট খাই আহিছে, মাতৰো, ভাতৰো। পুলিনৰ সৈতে বিয়া হোৱাৰ পিছত মাতৰ তিতা অৱশ্যে আৰু কোনো দিন খাব লগা হোৱা নাছিল, বৰং বচন অমৃতেই পান কৰাৰ ভাগ্য হৈছিল নবৌৰ (মইতো দেখিছিলোঁ নবৌৰ প্ৰতি পুলিনৰ কি অগাধ মৰম, কিমান স্নেহপূৰ্ণ তাৰ তেওঁৰ প্ৰতি ব্যৱহাৰ)। ওঁহো, সেই বিষয়ত নবৌৰ কোনো দুখেই নাছিল নিশ্চয়, কিন্তু ভাতৰ কথা মই ক'ব নোৱাৰোঁ, হয়তো দুবেলা দুমুঠি ভাতৰ অভাৱ হোৱা নাছিল কোনোদিন, কিন্তু এইটোও নিশ্চিত যে পুলিনৰ অৱস্থাৰ মানুহে চহৰত ঘৰ ভাড়া কৰি থাকি জীৱন-ধাৰণৰ অতি প্ৰয়োজনীয় আহাৰৰ সংস্থান কৰাৰ বাহিৰে আন কোনো বিলাস-বাহুল্যলৈ যাব নোৱাৰে। মোক সিহঁতে যদিও মাতি খুৱাইছিল প্ৰায়েই তাত কোনোধৰণৰ আড়ম্বৰ নাছিল। অৱশ্যে খোৱা-বোৱাত প্ৰায়েই পৰম তৃপ্তি পাইছিলোঁ, বোধহয় বিশেষ এজনী মানুহৰ লখিমী হাতৰ পৰশে তাক অমৃততুল্য কৰি তুলিছিল, আৰু তৃপ্তি পাইছিলোঁ— সেই খুউৱাৰ পিছত যিটি মৰমিয়াল প্ৰাণৰ হেঁপাহ আছে তাৰ কিবা মনস্তাত্ত্বিক কাৰণবশতঃও। সিহঁতৰ অৱস্থা বুজিছিলোঁ কাৰণে ময়ো অৱশ্যে মাজে মাজে ৰজতৰ দ্বাৰা ভাল ধৰণে বজাৰ কৰোৱাই নবৌহঁতৰ তালৈ পঠাই দি কৈ পঠিয়াওঁ যে সিদিনা মই তাতেই ভাত খাম। কিন্তু সেই কথা বাৰু যাওক।

গতিকে পুলিনৰ প্ৰমোচন হোৱাত কিয় মই উৎফুল্ল হৈ নুঠিম?

এইবাৰ পুলিনহঁত অলপ উন্নত ধৰণৰ আন এটা ঘৰলৈ গ'ল আৰু মনেশ্বৰক লগুৱা হিচাপে ৰাখিলে। সিহঁতৰ ঘৰলৈ আগৰ দৰেই মোক নিমন্ত্ৰণ কৰি থাকিল, কিন্তু আগতকৈ খোৱা-বোৱাৰ মান এতিয়া অলপ উন্নত হ'ল।

আজিকালি মই পুলিনক বৰ বেছি লগ নাপাওঁ। কামে-কাজে সি বৰ ব্যস্ত থকা হৈছে। অফিচৰ কাম সি ঘৰতো আনি কৰেহি। পুলিনৰ আগতে নবৌৱে কেতিয়াবা মোক অভিযোগ কৰে যে সি হেনো আজিকালি ৰাতি জাগিও কাম কৰে। ময়ো নবৌক সমৰ্থন কৰি তাক ডবিয়াওঁ— 'সঁচায়ে পুলিন, তই এতিয়া সৰু ল'ৰা হৈ থকা নাই নহয়, নিজৰ স্বাস্থ্যৰ কথা নুবুজিলে কেনেকৈ চলে? জীৱনৰ প্ৰথম অৱস্থাতে যদি এবাৰ স্বাস্থ্য ভাঙি যায়, পিছলৈনো কেনেকৈ গা টঙাবি?'

প্ৰত্যুত্তৰত সি হাঁহে। কয়— 'তয়ো দেখোন খগেন, বৌৱেৰৰ সুৰতে সুৰ মিলালি। তই নিজে পুৰুষ মানুহ, চাকৰি কৰিছ, তই বৌৱেৰক বুজাবহে লাগে যে কামত উন্নতি কৰিবৰ হ'লে এইফেৰা কষ্ট কৰিবই লাগিব।'

নবৌৱে খং কৰি কয়— 'নালাগে আমাক চাকৰিত উন্নতি কৰি বেছি ধন আৰ্জি খুৱাবলৈ। দেহা মাটি কৰি অৰ্জা ধন-সম্পত্তি এদিন মোৰ দুৰ্ভাগ্যৰ কাৰণহে হ'ব।'

মুখেৰে খং কৰিছিল যদিও সেইদিনা বোধহয় নবৌৱে দৰাচলতে খুব গুৰুত্ব দি তেনেকৈ ভবা নাছিল, ভবা নাছিল যে কৰ্ম জীৱনত গিৰীয়েকৰ উন্নতিয়ে তেওঁৰ নিজৰ জীৱনত অভিশাপ হৈ দেখা দিব। যদিও অৱশ্যে ঠিক তেওঁ ভবা পথেদি নহয়। বহুত দিনৰ পিছত নবৌৰ ভাগ্যৰ কথা ভাবি থাকোঁতে নবৌৰ আজিৰ এই কথাষাৰ ভৱিষ্যতবাণী হিচাপে মোৰ মনলৈ আহিছিল।

এদিনাখনৰ কথা। নিজৰ ঘৰতে বহি কিতাপ এখনত চকু ফুৰাই আছিলোঁ। ৰজতে চাহৰ কাপটো ওচৰত থৈ গ'ল। মই হাতত তুলি লৈ চাহত এশোহা মাৰিছোঁহে মাত্ৰ, তেনেতে দেখিলোঁ খুব ব্যগ্ৰভাৱে গেট খুলি পুলিন মোৰ ঘৰত সোমাইছেহি।

হাতৰ চাহ মোৰ হাততে থাকিল, সি কোঠালীটো সোমোৱাৰ আগতেই চিঞৰি উঠিলোঁ— 'কি হ'ল অ' পুলিন, এই অসময়ত যে এইদৰে লৰা-ধপৰাকৈ ফোঁপাই-জোপাই সোমাইছহি? ক'ৰবাত কিবা হ'ল নেকি?' কিয় জানো ক'ব নোৱাৰোঁ, নবৌৰ মুখখনেই সাউৎ কৰে মোৰ মনৰ আগলৈ আহি গ'ল— নবৌৰ একো দুৰ্ঘটনা হোৱা নাইতো? নবৌ ভালে আছেতো?

অৱশ্যে লগে লগে ভাব হ'ল— তাৰ মুখখনতো দুশ্চিন্তা বা দুখত ক'লা পৰি উঠা নাই, বৰং কিবা অভূতপূৰ্ব আনন্দৰ খবৰত সেই মুখ উজ্বলিহে উঠিছে।

সি জেপৰ পৰা ৰুমাল উলিয়াই মুখৰ ঘাম মচি মোৰ ওচৰতে চকী এখন টানি লৈ বহি পৰিল আৰু তাৰ পিছত হাঁহিভৰা মুখেৰে মোৰ ফালে চাই উদ্দীপ্ত মাতেৰে ক'লে—'এটা সুখবৰ আছে অ' খগেন। কোম্পানীয়ে মোক কিবা এটা ট্ৰেইনিঙৰ বাবে ছমাহৰ কাৰণে বিলাতলৈ পঠাব খুজিছে। সেইটো যদি মই দক্ষতাৰে শেষ কৰি আহিব পাৰোঁ মোৰ এইবাৰ ডাঙৰ প্ৰমোচন হ'ব। তেতিয়া মোৰো আৰম্ভণিতেই দৰমহা হ'ব ৭০০ টকা। সঁচায়ে খগেন, কথাটো মোৰ এতিয়াও সপোন যেনেই লাগি আছে। মোৰ জীৱনত এনে এটা মিৰাকল্ ঘটিব মই যে কেতিয়াও কল্পনাও কৰিব পৰা নাছিলোঁ।

মই চাহৰ কাপটো মেজত থৈ তাৰ পিঠি চপৰিয়াই দিওঁ— 'কংগ্ৰেচুল্যাছন্‌ছ পুলিন! অতি সুখবৰ। মিৰাকলেই সঁচা। পিছে চেষ্টাৰটনে কি কৈছে জান? কৈছে— 'The most wonderful thing about miracles is that they sometimes happen!'

পুলিনে হাঁহিলে। মই ৰজতক মাতি পুলিনকো চাহ দিবলৈ ক'লোঁ। ওচৰৰ দোকানখনৰ পৰা অলপ মিঠাই আনিবৰো নিৰ্দেশ দিলোঁ। তাৰ পিছত পুলিনৰ ফালে ঘূৰি ক'লোঁ— 'পিছে কেতিয়াকৈ যাবি? আৰু নবৌৰ সম্বন্ধেই বা কি কৰিবি বুলি ভাবিছ?'

'যদি পঠিয়াই অহা মাহতে যোৱাটো হ'ব। বাকী আন কথা একো ভবাই নাই ৰ'। পিছে নবৌৰেৰ বিষয়ে কি কৰিম আৰু, থাকিব ইয়াতেই। মনেশ্বৰ লগত থাকিলে মোৰ আৰু চিন্তা নাই। আৰু তইতো আছই।'

'কেলেই? নবৌকতো এই কেইমাহ গাঁৱৰ ঘৰতে থ'ব পাৰ। ছটাকৈ মাহনো বেচেৰীয়ে ইয়াত অকলে কেনেকৈ কটায়?' নবৌ সম্বন্ধে ল'ব খোজা ব্যৱস্থাত মই আচৰিত হৈ কওঁ।

'ওঁহো, উৰ্মিলাক গাঁৱৰ ঘৰত ৰখাৰ ইচ্ছা মোৰ সমূলি নাই। মই এইকেইদিন কোনোৰকম অলপ ঠিক কৰি আনিছিলোঁ। গাঁৱত ছমাহ একেৰাহে থ'ব লাগিলে পুনৰ মূষিক হ'ব।'

একো নুবুজিলোঁ মই— কিয়েই বা ঠিক কৰি আনিছে সি আৰু কিয়েই বা বেঠিক হৈ যাব। কিন্তু পেঘেনিয়াই আঁতি-গুৰি মাৰি সেইবোৰ সুধি থাকিবৰ ইচ্ছা নগ'ল মোৰ। হাজাৰ হওক, লোকৰ ঘৰুৱা কথা, যিমানেই মই আপোনটো হৈ নোসোমাওঁ, সীমা চেৰোৱা উচিত নহয়।

যথাসময়ত পুলিন বিলাতলৈ গৈছিল আৰু ছমাহৰ মূৰত ঘূৰিও আহিছিল। আহি পোৱাৰ দিনা নবৌক লৈ মই ষ্টেচনলৈ গৈছিলোঁ। সুদৃশ্য কোট-টাইৰে এক মুহূৰ্তৰ বাবে পুলিনক চিনিবলৈ যেন টানেই লাগিছিল মোৰ। মুখত তাৰ দামী চিগাৰেট। আচাৰ-ব্যৱহাৰ, চাল-চলন সেই অলপ সময়ৰ ভিতৰতে মোৰ অতি মাত্ৰাই সপ্ৰতিভ যেন লাগিল। এনেয়ে চকু দুটা মোৰ এবাৰ নবৌৰ ফালে আপোনা-আপুনি গ'ল। হঠাৎ তেওঁক পুলিনৰ ওচৰত বৰ বেমানান যেন লাগি গ'ল। অৱশ্যে নবৌৱে যথাসাধ্য সাজি-কাচিয়ে আহিছিল, তথাপি বিলাতৰ ছাপটো অতিমাত্ৰাই লাগি অহা চাহেব পুলিনৰ ওচৰত তেওঁক এজনী নিৰীহ, শান্ত-শিষ্ট গাঁৱলীয়া ছোৱালী যেনেই লাগিছিল। মুখখনত দেখিলোঁ কিবা এক অবোধ বিষাদ ভাব ফুটি উঠিছে, নম্ৰ চকুযুৰিত এটা ভীৰু অসহায় চাৱনি।

হঠাৎ নবৌজনীলৈ মোৰ খুব বেছি পুতৌ জাগি উঠিল।

টেক্সি এখন লৈ সিহঁত দুটা ঘৰলৈ গ'ল। মোকো দুয়ো খুব অনুৰোধ কৰিছিল সিহঁতৰ লগতে সিহঁতৰ ঘৰলৈ যাবলৈ। কিন্তু মই কোনোপধ্যে সন্মত নহ'লোঁ।

'ওঁহো, ইমান দিনৰ বিৰহৰ পিছত তহঁতৰ মিলনৰ মাজত মই বেৰসিকৰ দৰে নোসোমাওঁগৈ। আবেলি

গৈ তোৰ বিলাতৰ গল্প শুনিমগৈ। আৰু নবৌ, আপোনাৰ স্বামী ডাঙৰ মানুহ হৈ আহিছে, চাহৰ আয়োজনো সেই হিচাপে বৃহৎ হ'ব লাগিব দেই।'

মই নিজৰ অকলশৰীয়া নির্জন ঘৰটোলৈ খোজ ল'লোঁ। অতি স্বাভাৱিকভাৱেই ওৱে বাটটো কেৱল পুলিন আৰু নবৌৰ কথাই মনলৈ আহিবলৈ ধৰিলে। সঁচাযে মানুহৰ জীৱনত কেতিয়াবা কি পৰিৱৰ্তনেই যে নঘটে। ই পুলিনটো— মাত্ৰ আই এটো পাছ কৰি ইমান দিনতো গাঁৱৰ স্কুল এখনতে ক্ষয় গৈ আছিল, কোন ভাগ্যই যে তাক ইয়ালৈ টানি আনিলে আৰু তাৰ পিছত আজি এই অভাৱনীয় পদোন্নতি! ভাগ্য! কিন্তু নহয়, ইয়াক ঠিক ভাগ্যওতো বুলিব নোৱাৰি, তাৰ এই উন্নতিৰ পিছত জানো নাই তাৰ অক্লান্ত চেষ্টা, তাৰ লুকাই থকা প্ৰতিভা? অৱশ্যে বহুতৰ ইয়াতকৈয়ো বেছি চেষ্টা ইয়াতকৈও বেছি প্ৰতিভা মই অপচয় হৈ যোৱা দেখিছোঁ। আচলতে জীৱনত উন্নতি কৰিবলৈ হ'লে বোধহয় লাগে দুযোবিধেই— এফালে বুদ্ধি আৰু চেষ্টা, আনফালে ভাগ্য।

কি দাৰ্শনিক তত্ত্ব আওৰাইছোঁ— মই নিজেও কওঁ। নবৌৰ কথা মনলৈ আহে। জীৱনত লগ পোৱা সকলোবোৰ ছোৱালীতকৈ যাৰ মনটো সুন্দৰ আৰু পবিত্ৰ। মইতো জানো নবৌজনী আছে বাবেই মোৰ জীৱনটোৰ বহুতখিনি শোক-তাপৰ লাঘৱ হৈছে। নবৌ সুখী হওক, চিৰসুখী। বাৰে বাৰে নতুন জন্ম লাভ কৰিছে নবৌৱে। পিতৃগৃহত জন্ম লভিও আকৌ নতুন জীৱন এটা আৰম্ভ কৰিব লগা হ'ল মোমায়েকৰ ঘৰত, কিন্তু সেই পুনৰ জীৱনৰ পাতনিখন হ'ল অতি দুখ-কষ্টেৰে ভৰা। তাৰ পিছতো নবৌৱে আন এটা জীৱন লাভ কৰিলে পুলিনৰ প্ৰেমৰ মাজত। এই নতুন জন্মত নবৌ সুখী হ'ল, অতি বেছি সুখী। তাৰ পিছত এতিয়া পুলিন সমাজৰ গণ্য-মান্য ব্যক্তিবোৰৰে এজন হৈ আহিল আৰু নবৌৰ সৌভাগ্য হ'ল সেইজন মানুহৰে স্ত্ৰী হোৱা। কিন্তু .. নাই, মোৰ নবৌজনী সুখী হ'ব, সুখী হওক হে জীৱন দেৱতা।

ঠিক আবেলি নহয়, অলপ পলমকৈয়ে মই সিহঁতৰ ঘৰ ওলাওঁগৈ সিদিনা। পুৱাহে আহি পাইছিল পুলিন, কিন্তু সেই কেইঘণ্টাৰ ভিতৰতে মই বিৰাট পৰিৱৰ্তন দেখিলোঁ সিহঁতৰ ঘৰটোৰ। দুৱাৰ-খিৰিকীবোৰত দামী পৰ্দা, বহা কোঠালীত বিচিত্ৰ বাছকবনীয়া সাজ-সজ্জাৰ সম্ভাৰ। ইমান দিনৰ পৰিচিত ঘৰখন মোৰ মাত্ৰ কেইঘণ্টামানৰ ব্যৱধানতে অপৰিচিত যেন লাগি গ'ল। পুলিনে মোক আদৰ-সাদৰকৈ নি সুসজ্জিত ড্ৰইং ৰুমত বহুৱালে। আনদিনা নবৌৱে নিজেই চাহ লৈ আহে, আজি মনেশ্বৰে অতি সুন্দৰ ট্ৰে এখনৰ ওপৰত বিবিধ খোৱাবস্তুৰে সজোৱা চাহৰ সৰঞ্জাম লৈ আহিল। নবৌয়ে লগত আহি আমাৰ ওচৰতে বহি চাহ ঢালিবলৈ ধৰিলে। হঠাৎ মনটো মোৰ বেয়া লাগি গ'ল, এই প্ৰথমবাৰৰ কাৰণে নিজকে সিহঁতৰ ঘৰত আলহী যেন লাগিল। অৱশ্যে পুলিনৰ মোৰ প্ৰতি হৃদ্যতাৰ হ্ৰাস অলপো নেদেখিলোঁ। আৰু নবৌ, ওহোঁ, পৃথিৱীখনৰ বাহ্যিক পৰিৱৰ্তন যিয়েই নঘটক, মোৰ নবৌজনীৰ সাদৰী অন্তৰখনৰ কোনো পৰিৱৰ্তন ঘটিব নোৱাৰে, সি-চিৰন্তন। চাই খাই, নানা তৰহৰ সুখাদ্যবোৰৰ জুতি লৈ লৈ বুজিছিলোঁ, মনেশ্বৰে কঢ়িয়াই আনিছে সঁচা, কিন্তু মোৰ প্ৰিয় প্ৰতিটো খাদ্য নবৌৱে নিজ হাতেৰে কৰিছে।

পুলিনে ক'লে— 'তোৰ নবৌৱেৰৰ কাণ্ড শুনিবি খগেন, মই মানুহটো সাত সাগৰ তেৰ নদী পাৰ হৈ আহিলোঁ, দুখে-ভাগৰে ক্লান্ত, কিন্তু ঘৰ সজোৱা সমস্ত কামেই নিজে কৰিবলগীয়া হ'ল মই। তেওঁ কেৱল বহি বহি চাহ-জলপানকে কৰিলে। মই অলপ সহায় কৰিবলৈ মতাত কি উত্তৰ দিলে জান? মই হ'লোঁ গাঁৱলীয়া ভূত, সেইবোৰ ছুবলৈ গৈ নষ্টহে কৰিম। মোৰ কৰ্ম হ'ল পাকঘৰৰ। তাকে কৰোঁগৈ। আৰু জান ভাত খাবলৈ বহি দেখোঁ বতৰৰ প্ৰতিটো বস্তুকে ৰান্ধি থৈছে, যেন বিলাতত মই ইমানদিনে অনাহাৰেহে আছিলোঁ!'

নবৌৱে লাহেকৈ মাত লগালে—'বাৰু আপুনিযে কওকচোন, আজিয়েই ঘৰ-দুৱাৰ সজোৱাত কিয় লাগিব লাগে। ইমান দূৰ দেশৰ পৰা দুখে-ভাগৰে আহিছে, আজিৰ দিনটো অন্ততঃ অলপ জিৰাই ল'ব নালাগেনে? ইমান দিন য'ত আছিলোঁ, সেই ঘৰৰ সাজ-সজ্জা জানো হঠাৎ ইমান অসহ্য হৈ উঠিব পাৰে? সময়তো আজিয়ে কলৈকো পলাই যোৱা নাই নহয়, লাহে-ধীৰে কৰিলেওতো হ'ব।'

'তুমি হ'লা এজনী শিক্ষা-দীক্ষাৰ মোল নুবুজা ছোৱালী। তোমাৰ বাবেতো সময় পলাই নাযায়েই। বিলাতত দেখি আহিলোঁ তাৰ মানুহে কিদৰে সময়ৰ মূল্য উপলব্ধি কৰে। সেয়েতো সিহঁতৰ ইমান উন্নতি।'

নবৌৰ লগত কথা কওঁতে সেই প্ৰথম মই পুলিনৰ মাতত স্পষ্ট খং আৰু বিৰক্তিৰ আভাস পালোঁ।

যি হওক, সিদিনা ৰাতি ভাত-পানী খুৱাইহে মোক সিহঁতে বিদায় দিছিল। নবৌ গৈ পাকঘৰত সোমাইছিল, আৰু পুলিনে মোক বহুৱাই লৈ বিলাতৰ গল্প শুনাইছিল। তাৰ কথাবোৰ শুনি শুনি মোৰ এইটো ধাৰণা হ'ল যে সেইখন দেশৰ যিহে তাক আটাইতকৈ মুগ্ধ কৰিছে, সি হ'ল তাৰ মানুহবোৰৰ সুন্দৰ সুৰুচিসন্মত জীৱন ধাৰণৰ ব্যৱস্থাটো।

তাৰ পিছত দিনবোৰ গৈ আছিল। ইতিমধ্যে পুলিনে কোম্পানীৰ সুদৃশ্য আৰু বেছ আহল-বহল, সন্মুখত সুন্দৰ ফুলনী থকা কোৱাৰ্টাৰ এটা পাইছিল। দৰমহাতকৈ এলাউঞ্চ তাৰ বেছি হয়। এতিয়া তাৰ বাগানৰ মালী, পাকঘৰৰ বান্ধনী আৰু ঘৰৰ আন বাহিৰা কাম কৰা ল'ৰাটোকে ধৰি ভৃত্য শ্ৰেণীৰ মানুহ তিনিজনেই হ'ল। কাম-কাজত সি খুব সুনাম আৰ্জিছিল, ট্ৰেইনিঙটো লৈ আহিছিল বিৰাট কৃতিত্বৰে। এতিয়া তাৰ বন্ধু-বান্ধৱৰ পৃথিৱীখনৰ গণ্ডীৰ পৰিসৰ বৃদ্ধি হ'ল। গাড়ী এখন সি ইতিমধ্যে লৈছিলেই। তাৰ নতুনকৈ হোৱা বন্ধুবোৰো তেনে গাড়ী থকা সমাজৰ ধনী শ্ৰেণীৰ প্ৰতিভূ। তেওঁলোক গাড়ী লৈ তাৰ ঘৰলৈ আহে, সিয়ো যায়, চহৰৰ নতুনকৈ হোৱা ৰোটাৰী ক্লাবৰ এজন একনিষ্ঠ কৰ্মী হোৱাৰ উপৰি ক্লাবতো সি নিয়মিত হাজিৰা দিয়ে। অকল বন্ধুৱেই নহয় পুলিনৰ নতুন জীৱনত বান্ধৱীৰো আগমন হ'ব ধৰিলে। মাজে মাজে সেই বন্ধুবোৰৰ ঘৰত একো-একোটা পাৰ্টি হয়, সিয়ো নিজৰ ঘৰত তেনে পাৰ্টিৰ আয়োজন কৰি থাকে।

সকলো ফালৰ পৰা বিৰাট পৰিৱৰ্তনৰ মাজত মইহে আছিলোঁ এটা অদ্ভুত ব্যতিক্ৰম। আগৰ দৰেই নিয়মিতভাৱে সিহঁতৰ ঘৰলৈ গৈ থাকোঁ, নবৌৰ চিৰ চেনেহী মনৰ আদৰ-যত্নৰ সোৱাদ লওঁ। পুলিন এতিয়া খুবেই ব্যস্ত, কিন্তু সময় পালেই সি মোৰ ওচৰতে বহেহি। কথা-বতৰা পাতে আগৰ আন্তৰিকতাৰেই। সঁচাই, বাহ্যিক পৰিৱৰ্তন সিহঁতৰ হ'লেও হৃদয়ৰ পৰিৱৰ্তন হ'লে হোৱা নাছিল, অন্ততঃ মোৰ ক্ষেত্ৰত।

অৱশ্যে এটা কথা, মই লক্ষ্য কৰিছিলোঁ, পুলিন যেন কিবা এটা অশান্তিত ভিতৰি ভিতৰি জ্বলি-পুৰি মৰিছে। হঠাৎ দেখোঁ অকাৰণতে সি চাকৰ-বাকৰবোৰৰ ওপৰত ক্ৰুদ্ধ হৈ উঠিছে। নবৌকো মোৰ আগতেই অতি সামান্য কাৰণতে খং কৰি উঠে। অথচ সি যেতিয়া জীৱনৰ উন্নতিৰ সোপানত ভৰি দিয়া নাছিল তেতিয়াতো তাক কেতিয়াও নবৌক খং কৰা দেখা নাছিলোঁ। তেতিয়া নবৌৰ প্ৰতি তাৰ স্নেহ কোমল ব্যৱহাৰ যিকোনো নাৰীৰে ঈৰ্ষাৰ বিষয় হ'ব পাৰিলেহেঁতেন।

আজিকালি মই প্ৰায়ে ঘৰত আজৰি সময়ত ভাবোঁ— পুলিনৰ এই অন্তৰ্নিহিত ক্ৰোধৰ কাৰণ কি? কি সঁচায়ে?

সিদিনা এখন বিয়া খাবলৈ গৈছিলোঁ। পুলিনৰ গাড়ীতে গৈছিলোঁ দুয়ো। মানুহজন আমাৰ বন্ধু। বহুত বয়সত বিয়া কৰাবলৈ ওলাইছে, ত্ৰিছৰ দেওনা পাৰ হৈ গৈছে কেতিয়াবাই। মোতকৈও বয়সীয়া।

বিয়াৰ পৰা ওভটাৰ বাটত মই তাকেই ক'লোঁ পুলিনক— 'ৰমেশে খুব বেছি বয়সত বিয়া কৰালে, নহয় পুলিন?'

মোৰ ওচৰত বহি শান্তভাৱে সন্মুখতে চাই গাড়ী চলাই গৈছিল পুলিনে। মোৰ কথাত হঠাৎ সি উত্তেজিত হৈ উত্তপ্ত মাতেৰে কৈ উঠিল— 'বেছি বয়সত বিয়া নকৰাই তেন্তে কি মোৰ দৰে ল'ৰা কালতে জধে-মধে এজনী অশিক্ষিতা, আনকালচাৰ্ড ভূতুনীক বিয়া কৰাই জীৱনটো মাটি কৰিব লাগিছিল?'

তাৰ পিছত সি নিজৰ মনতে ভোৰভোৰালে— "কি কুগ্ৰহই যে লগ দিলে সিদিনা মোক! ৰমেশৰ দৰে ময়ো আজি বিয়া কৰালোঁহেঁতেন, সমাজৰ আগত, বন্ধু-বান্ধৱৰ আগত উলিয়াব নোৱৰা তেনে এজনী গাঁৱলীয়া অশিক্ষিতা ছোৱালী জানো মোৰ ডিঙিত হাৰমাল লাগিলহেঁতেন?'

মূৰ্খ! অন্ধ! মই নিজকে ধিক্কাৰ দিবলৈ গৈয়ো থমকি গ'লোঁ— সচাঁয়ে জানো মই অন্ধ? পুলিনৰ অন্তৰ্নিহিত অশান্তিৰ কাৰণটো কি সঁচায়ে মই অতদিনে বুজিব পৰা নাছিলোঁ? বহুতো পুৰণি কথাৰ গুৰি খুঁচৰিলেও দেখোন মই তাৰ এই মানসিক পৰিৱৰ্তনৰ কাৰণটো আৱিষ্কাৰ কৰিব পাৰোঁ? সি বিলাতলৈ যোৱাৰ সময়ত যে নবৌক গাঁৱত থৈ নগ'ল তেওঁ আৰু বেছি গাঁৱলীয়া হৈ যোৱাৰ ভয়তেই নহয় জানো?

আচলতে মই কেতিয়াবাই বুজিছিলোঁ, বুজিছিলোঁ যে পুলিনৰ এই মানসিক জ্বালাৰ কাৰণ নবৌৱেই।

কিন্তু সেই ভয়াবহ সত্যৰ পৰা আঁতৰি থাকিবলৈকে মই অতদিনে উট চৰাইৰ দৰে কাণত মূক সুকুৱাই আছিলোঁ।

নবৌৰ সৰল-শান্ত মুখখন চকুৰ আগত ভাহি উঠিল।

হঠাৎ সৰু ল'ৰাৰ দৰে কান্দি পেলাবৰ মন গ'ল মোৰ। মোৰ আজলী সাদৰী নবৌজনীয়ে তেন্তে জীৱনত আকৌ দ্বিতীয়বাৰৰ কাৰণে মৰমৰ বন্ধনৰ পৰা বঞ্চিত হ'ব লগাত পৰিল? কিন্তু এই দুখৰ যে কোনো সান্ত্বনা নাই। সৰুতে মাক-দেউতাক মৰি গৈ জীৱনৰ মৰমৰ পৰা বঞ্চিত হৈ পৰাৰ দুখৰ লগত স্বামী জীয়াই থাকিও 'সেই জীৱিত স্বামীৰ মৰমৰ পৰা বঞ্চিত হৈ থকাৰ দুখৰ যে কিমান বিৰাট পাৰ্থক্য!

গাড়ীৰ ভিতৰত আন্ধাৰত মোৰ গাটো শিয়ঁৰি উঠিল। স্বামীৰ উন্নতিয়ে তেন্তে নবৌৰ জীৱনলৈ এই বিৰাট ট্ৰেজেডিটোহে কঢ়িয়াই আনিলে?

তথাপি দিনবোৰ গৈয়েই আছিল।

তাৰ পিছত এদিন শুনিলোঁ নবৌৰ ল'ৰা এটা জন্ম হৈছে। খবৰটো শুনাৰ লগে লগে মই প্ৰায় দৌৰ মাৰিছিলোঁ সিহঁতৰ ঘৰলৈ।

জানো, খবৰটো শুনি পুলিনে ভাল পাইছে, তাৰ গুজৰি-গুমৰি থকা মনটো এইবাৰ সন্তানৰ মমতাৰ মাজত কিছু দূৰ শান্ত হ'ব।

আৰু নবৌ? নাই, নবৌৰ আনন্দৰ পৰিমাণ মইতো কল্পনা কৰিব নোৱাৰোঁ, প্ৰথম সন্তানৰ আবিৰ্ভাৱত মাতৃ হৃদয়ৰ আনন্দ মই অনভিজ্ঞই কিদৰে কল্পনা কৰিব পাৰিম? কিন্তু মই খুব সুখী হৈছিলোঁ, খুব সুখী। মোৰ বাবে এই শিশুটিৰ জন্মতো কেৱল পৃথিৱীৰ আন সকলো জন্মৰ দৰেই মাতৃ-পিতৃৰ আনন্দৰ কাৰণ, আত্মীয়-স্বজনৰ আনন্দৰ কাৰণ, বন্ধু-বান্ধৱৰ আনন্দৰ কাৰণ হোৱা বিশেষ এটা ঘটনাই কেৱল নাছিল। মোৰ বাবে যে আজি আন এটি প্ৰাণৰো নৱজীৱনৰ বাৰ্তা আহিল। মোমায়েকৰ ঘৰত মামীয়েকৰ অত্যাচাৰত মৃতপ্ৰায় জীৱন কটোৱা মাউৰা ছোৱালী এজনীয়ে এদিন নতুনকৈ জন্মলাভ কৰিছিল স্বামীৰ প্ৰেমৰ মাজত। সেই ছোৱালীজনীৰ আকৌ মৃত্যু ঘটিছিল সেই স্বামীৰেই অনাদৰ আৰু অশ্ৰদ্ধাত।

এইবাৰ সন্তানৰ মমতাৰ মাজত আকৌ নৱজন্ম লাভ কৰিব মোৰ মৰমী নবৌজনীয়ে।

(ৰামধেনু, ১৯৫৯)

# চ্যুতি

ক্লাছৰ বাকী ছোৱালীবোৰৰ লগতে তৃপ্তি আৰু সাৰদায়ো দীপালৈ ঘূৰি চাই হাঁহিলে। প্ৰথম বেঞ্চত বহা তৃপ্তি আৰু সাৰদাৰ পৰা শেষৰ বেঞ্চত বহা দীপাৰ মাজত দূৰত্ব থাকিলেও সিহঁত দুজনীয়ে দেখিলে— দীপাই ধুনীয়া মুখখন যিমানখিনি সম্ভৱ ওলাই আছে, তাইৰ মেপখনৰ ক'ত ক'ত পাখি গজিছে তাই বোধহয় ভালকৈ নাচালেই।

ভূগোলৰ বাইদেৱে সিহঁতক সিদিনা ছমহীয়া পৰীক্ষাৰ বহীবোৰ চাই ঘূৰাই দিলে। যথাৰীতি তৃপ্তিয়ে আটাইতকৈ বেছি নম্বৰ পালে আৰু সাৰদাই দ্বিতীয় বেছি নম্বৰ পালে। প্ৰথম বেঞ্চত বহা আন তিনিজনী ছোৱালীয়ে সিহঁত দুজনীৰ বহী দুখন থপিয়া-থপি লগালে। সিহঁত তিনিজনী অৰ্থাৎ বন্দনা, ছবি আৰু ৰাণুও পঢ়া-শুনাত বেয়া নহয়; কিন্তু তথাপি তৃপ্তি আৰু সাৰদাৰ ওচৰ সিহঁতে চাপিব নোৱাৰে। বাইদেৱে তৃপ্তি আৰু সাৰদাৰ পিছত সিহঁত তিনিজনীকো বহী দিলে, তাৰ পিছত তেওঁ ক্লাছৰ বাকী ছোৱালীবোৰৰ মাজত বহীবোৰ বিলাবলৈ ধৰিলে আৰু সিহঁতৰ অজস্ৰ ভুলৰ কথা কৈ কৈ, লগতে গালি পাৰি যাবলৈ ধৰিলে। মাজতে এবাৰ দীপাৰ বহীখন হাতত লৈ দীপাক দিবলৈ গৈয়ো বাইদেউ থমকি ৰ'ল। এইবাৰ খঙৰ পৰিৱৰ্তে তেওঁৰ ফুটি উঠিল এক আমোদৰ চিন, দীপাৰ বহীখন হাতত লৈ তেওঁ পাতবোৰ লুটিয়াই যাবলৈ ধৰিলে আৰু কেইটামান পাত লুটিওৱাৰ পিছত তেওঁ এঠাইত থামিল আৰু মুখৰ হাঁহি আৰু অলপ বিস্তৃত হ'ল।

'তোমালোকে এইখন কিহৰ ছবি দেখিছা কোৱাচোন?' দীপাৰ ভূগোলৰ বহীখনৰ যিটো পৃষ্ঠাত বাইদেউ থমকি ৰৈছিল, সেই পৃষ্ঠাটো তেওঁ সকলো ছাত্ৰীয়ে দেখাকৈ ওপৰত মেলি ধৰিলে।

সকলোতকৈ আগৰ বেঞ্চত বহা তৃপ্তি, সাৰদা আৰু বন্দনাহঁতে দেখিলে— সেইখন হ'ল ভাৰতৰ মেপখন অঁকাৰ অপচেষ্টাৰ এটা নিদৰ্শন, ভাৰতবৰ্ষ দেশখন বুলি কোৱাতকৈ তাক ভাৰতবৰ্ষত থকা শগুণ, বৰটোকোলা আদি জাতৰ কিবা চৰাই বুলি ক'লেই বেছি শুদ্ধ হ'ব। আৰু বাইদেউৰো মনলৈ নিশ্চয় তেনে ভাবেই আহিছিল, কাৰণ মেপখনৰ চাৰিওফালে তেওঁ বহুতো পাখি আঁকি দিছে।

শেষৰ ফালে বহা ছোৱালীবোৰে বোধহয় মেপৰ সেই সাদৃশ্যখিনিও দেখা নাপালে, সিহঁতৰ বাবে বোধহয় দীপাৰ ভূগোলৰ বহীত ভাৰতবৰ্ষখনে এটা শগুণ বা বৰটোকোলা হৈ পাখি মেলি উৰা মাৰিবৰ যো-জা কৰিছিল।

যি হওক, সমস্ত ক্লাছটো গিৰ্জনি মাৰি হাঁহি উঠিল। সকলো ছোৱালীৰে দৃষ্টি নিবদ্ধ হ'ল দীপাৰ মুখত। তাৰ পিছত বাইদেউৰ মুখৰ হাঁহি লাহে লাহে নোহোৱা হৈ মুখখন হৈ পৰিল অতি কঠোৰ। তললৈ মূৰকৈ থকা দীপাৰ পিনে চাই তেওঁ নিৰ্মম ভাষাত গালি পাৰিবলৈ ধৰিলে। দীপাই স্কুললৈ পঢ়িবলৈ নাহি গাধ-গৰুৰ দৰে ঘাঁহ খাবলৈহে আহে নেকি বুলি তেওঁ সন্দেহ প্ৰকাশ কৰিলে।

আজি বহুত বছৰৰ মূৰত দীপাক লগ পাই তৃপ্তিৰ মনৰ চকুত সেই দিনটো জীৱন্ত হৈ উঠিল, সিদিনাৰ দীপাৰ ভয়াতুৰ কৰুণ আৰু অসহায় ধুনীয়া মুখখন স্পষ্ট হৈ ভাহি উঠিল। ক্লাছৰ প্ৰথম বেঞ্চত বহা ছোৱালী হৈও ক্লাছৰ শেষৰ বেঞ্চখনত বহা ছোৱালীজনীৰ মুখখন যে তৃপ্তিৰ মনৰ মাজত এনেদৰে মচিব নোৱৰাকৈ ছাপ মৰা হৈ আছিল, আজিহে ঘটনাই মচ খাই যোৱা বুলি ভবা মুখ এখনৰ ছবিও স্পষ্ট কৰি তুলিলে।

কিন্তু কেৱল জানো সেযেহে? দীপাৰ অতীতৰ মুখখনৰ লগতে তাইৰ মনৰ মাজত স্পষ্ট হৈ উঠিল আৰু এখন মুখ, অহংকাৰী, আত্মপ্ৰসাদেৰে পূৰ্ণ অলপ কঠোৰ সেই মুখখন দীপাৰ দৰে কিন্তু ধুনীয়া নহয়। আৰু সেই মুখখনৰ গৰাকী হ'ল তাই নিজে।

কিন্তু অহংকাৰী নহ'ব কিয়— ব্যথাৰে, জ্বালাৰে তৃপ্তিয়ে ভাবে প্ৰথম ছোৱালী তাই। প্ৰত্যেকগৰাকী শিক্ষয়িত্ৰীয়ে পাঠ পঢ়ুৱায় বেছিভাগ সময় তাইৰ মুখলৈকে চাই চাই, আন ছোৱালীৰ পৰা দুৰূহ প্ৰশ্নৰ উত্তৰ নোপোৱাৰ পিছত তেওঁলোকে কয়—'তৃপ্তি, তুমি কৈ দিয়াচোন।' শিক্ষয়িত্ৰীসকলৰ প্ৰিয়পাত্ৰী সেই ছোৱালীজনী অপেক্ষাকৃত চোকা ছোৱালীবোৰৰ হিংসাৰ পাত্ৰী, কিন্তু ক্লাছৰ একেবাৰে শেষৰ বেঞ্চত বহা ছোৱালীকেইজনী

হ'ল তাইৰ কৃপা ভিক্ষাৰী, তাই সিহঁতৰ লগত কথা-বতৰা পাতিলেও যেন সিহঁত গদ গদ [illegible] পৰে। কি যে দিন আছিল সেইবোৰ! কোনো শ্ৰেণীতে কোনো দিন দ্বিতীয় স্থান নোপোৱা তৃপ্তিৰ স্কুলীয়া জীৱনটো আছিল এক নিৰৱচ্ছিন্ন গৌৰৱ আৰু আত্ম-তৃপ্তিৰ মধুৰ সপোন। শ্ৰেণীটোৰ ওপৰত তাইৰ কি যেন প্ৰভাৱ প্ৰতিপত্তি! ক্লাছ এইট নে নাইনত পঢ়া ইংৰাজী পদ্য আলেকজেণ্ডাৰ ছেলকাৰ্কৰ এটা বাকাই যেন তেতিয়া তাইৰ জীৱনত খাপ খাই গৈছিল— আই এম মনাৰ্ক অব্ অল্ আই ছাৰ্ভে, মাই ৰাইট দেয়াৰ ইজ্ নান টু ডিছপিউট! সমস্ত শ্ৰেণীটোৰ ওপৰতে সঁচায়ে তাইতো একচ্ছত্ৰী সম্ৰাজ্ঞী দৰেই ৰাজত্ব কৰিছিল।

স্কুলীয়া দিনৰ সৰু কথা এটা মনত পৰাত আজি তৃপ্তিৰ অন্তৰখন টনটনাই উঠে। সেইবাৰ তাই সমগ্ৰ স্কুলৰ ভিতৰতে ইংৰাজীত ৰেকৰ্ড মাৰ্ক পাইছিল। তাৰ বাবে স্কুলত এটা বিশেষ পুৰস্কাৰৰ ব্যৱস্থা আছিল। সেই পুৰস্কাৰটো প্ৰধান শিক্ষয়িত্ৰীৰ হাতৰ পৰা ল'বৰ বেলিকা, তাইৰ ফালে সস্নেহ হাঁহিৰে চাই তেওঁ কৈছিল— 'কিহে ফাৰ্ষ্ট বেঞ্চ গাৰ্ল, অহাবাৰ ইয়াতকৈও বেছি নম্বৰ পাবানে নোপোৱা?'

ফাৰ্ষ্ট বেঞ্চ গাৰ্ল। তৃপ্তিয়ে মূৰ দাঙি দাঙি সমুখলৈ চোৱাৰ চেষ্টা কৰিলে। দীপা গৈ আগশাৰীৰ সন্মানৰ নিৰ্দিষ্ট আসনখনত বহি ওচৰৰ সন্মানিত পুৰুষজনৰ পিনে চাই কিবা-কিবি কৈ হাঁহি আছে। আচৰিত সেই ভীৰু, লাজুক আৰু কৰুণ মুখৰ দীপাৰ মুখখনলৈ যে এনে দৃঢ়-আত্মপ্ৰত্যযৰ ভাব কোনে আনি দিলে। আগতকৈ অলপ শকত হৈ আৰু বেছি ধুনীয়া হৈছে দীপা, মুখখনত ব্যক্তিত্বৰ চিন ফুটি উঠাত তাই এতিয়া এগৰাকী আকৰ্ষণীয় মহিলা হৈ উঠিছে। কথা-পতাৰ মাজে মাজে তাই একো একোবাৰ চাৰিওফালে দৃষ্টি নিক্ষেপ কৰিছে— তাইৰ দুয়ো কাষলৈ আৰু পিছৰ অগণন জনতালৈ। ওঁহো, তৃপ্তিক তাই দেখা নাই, তৃপ্তি বহুত পিছত বহি আছে। তৃপ্তিয়ে কিন্তু দীপাই ঘূৰি চাওঁতে তাইৰ মুখখন ভালকৈ দেখা পাইছে। 'আই এম মনাৰ্ক অব্ অল্ আই ছাৰ্ভে'— দীপাৰ মুখত এতিয়া জানো সেই ভাবটো ফুটি উঠিছে?

অন্তৰ টনটনাই গ'ল। আৰু এবাৰ তৃপ্তি অতীত জীৱনলৈ উভতি গ'ল।

মেট্ৰিকত তাই ষ্টেণ্ড নকৰিলেও খুবেই ভাল কৰিলে কিন্তু কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণী পোৱাৰ লগে লগে মাক-দেউতাকে তাইৰ বিয়া পাতিলে। নাপাতিবই বা কিয়, সিহঁতৰ ঘৰততো চোকা ল'ৰা-ছোৱালীৰ অভাৱ নাই যে তাইক চোকা বুলি আতোলতোল কৰিব। তাইতকৈ দুবছৰ আগতে তাইৰ ককায়েক এজনে বিশ্ববিদ্যালয়ৰ ভিতৰত পঞ্চম হৈ মেট্ৰিক পাছ কৰিছে আৰু তাইতকৈ দুবছৰ পিছত তাইৰ ভনীয়েক এজনীয়ে ষ্টাৰ পাই মেট্ৰিক পাছ কৰিলে। ইমান তাৰকা ভৰি থকা ঘৰ এখনত তাইৰ দৰে সৰু তৰা এটাক কোনে মূল্য দিয়ে। কোনে চায় তাইৰ পঢ়া-শুনালৈ? মাক-দেউতাকে অন্ততঃ তাইৰ বুদ্ধি-বৃত্তিলৈ নাচাই, চাইছিল তাইৰ বাহিৰৰ চেহেৰাটোলৈ। দেখাত কুৎসিৎ নহ'লেও একেবাৰেই ধুনীয়া নাছিল তৃপ্তি। মাক-দেউতাক সংসাৰ-অভিজ্ঞ মানুহ। তেওঁলোকে জানিছিল বিয়াৰ বজাৰত ছোৱালীৰ বিদ্যা-বুদ্ধিতকৈ ৰূপৰে দাম বেছি। গতিকে হাতত পোৱা সৎ পাত্ৰক হেৰুৱাবলৈ তেওঁলোক একেবাৰে ৰাজী নহ'ল। তৃপ্তিৰ কন্দা-কটা, আপত্তিলৈ আওকাণ কৰি তেওঁলোকে তাইৰ বিয়াখন লৰালৰিকৈ পাতি পেলালে। 'নাৰীকে আপন ভাগ্য জয় কৰিবাৰ, কেন নাহি দিবে অধিকাৰ, হে বিধাতা?' এদিন এই কথাখিনি থকা কবিতা এটা পঢ়ি ভাল লাগিছিল তৃপ্তিৰ। ৰবীন্দ্ৰনাথৰ সেই কবিতাৰ কিতাপখন তাই এবাৰ প্ৰথম হোৱাৰ পুৰস্কাৰ হিচাপেই পাইছিল। সেই ভাল লগা কবিতাটোৰ আৰম্ভণিৰ কথা কেইষাৰেই তাইৰ মনতো খুন্দিয়াই থাকিল, কান্দি কান্দি তাই চকু উখহালে, কিন্তু নিজ ভাগ্যক জয় কৰাৰ অধিকাৰ হ'লে তাই আৰ্জিব নোৱাৰিলে।

অৱশ্যে বিয়া হোৱাৰ পিছত তৃপ্তিৰ জীৱনটো যে বৰ দুখৰ হৈছিল, সেইটো নহয়। গিৰীয়েক অনন্ত, মানুহজন ভাল, তাইৰ প্ৰতি বেছ মৰমিয়াল। তেওঁৰ চাকৰিটোও একো বেয়া নহয়, অন্ততঃ তাই হেঁপাহ কৰা বস্তু পিন্ধিবলৈ পাইছে। তাই যে পঢ়া-শুনাত চোকা ছোৱালী আছিল, তাৰ বাবে অনন্ত গৰ্বিত, সেই কথা তেওঁ সুযোগ-সুবিধা বুজি বন্ধু মহলত প্ৰচাৰ কৰিবলৈও নাপাহৰে। সেই পঢ়া-শুনাৰ কথা মনত ৰাখিয়ে বোধহয় তেওঁ মাজে মাজে তৃপ্তিলৈ গল্প-উপন্যাস, আলোচনী আদি কিনি আনে।

সন্তানৰ ক্ষেত্ৰতো তৃপ্তিয়ে সুখেই পাইছিল বুলি ক'ব পাৰি। তিনিটা ল'ৰা-ছোৱালীৰ স্বাস্থ্য-পাতি ভাল,

পঢ়া-শুনাত বুদ্ধিও চোকা বুলিব পাৰি।

এনেদৰে জীৱনৰ ওচৰত তৃপ্তিৰ কোনো বিশেষ অভিযোগ নাছিল। কিন্তু আজি দীপাই সকলো খেলিমেলি লগাই দিলে।

স্কুলত থাকোঁতেই তাহানি দীপাৰ বিয়া হৈ গৈছিল। উদ্ধাৰ পাই গৈছিল পঢ়া নামৰ বস্তু এটাৰ পৰা— যি তাইৰ সুখ-শান্তি হৰণ কৰিছিল, তাইক পদে পদে অপদস্থ কৰিছিল, তাইৰ ৰূপক মূল্যহীন কৰি পেলাইছিল। বিয়া হ'ব বুলি জানি কলেজীয়া তৃপ্তিয়ে জীৱন মাটি হৈ যাব বুলি কান্দিছিল আৰু স্কুলীয়া দীপাই বোধহয় জীৱনৰ গ্লানিৰ পৰা হাত সৰাৰ সম্ভাৱনাত মনে মনে উৎফুল্ল হৈ উঠিছিল।.

দীপাৰ বিয়াৰ খবৰ শুনি তৃপ্তি অবাক হৈ গৈছিল। কাৰ জীৱনৰ চিৰ-সংগী হ'ব এই গাধা ছোৱালীজনী? এজন উকীলৰ লগত দীপাৰ বিয়া হ'ব বুলি শুনি তৃপ্তি আৰু বেছি আচৰিত হৈছিল। যাৰ কৃতিত্ব ভালকৈ কথা ক'ব জনাৰ ওপৰত নিৰ্ভৰ কৰিছে তেনে এজন মানুহৰ অৰ্দ্ধাঙ্গিনী হ'ব দীপাৰ দৰে এষাৰ ভালকৈ কথা ক'ব নজনা ছোৱালী? ৰূপৰ দাম ইমানেই বেছি!

তাৰ পিছত দীপাক তাই পাহৰিয়ে গৈছিল। একে চহৰতে থাকে বুলি কেতিয়াবা কাচিৎ হয়তো বাটে-ঘাটে দেখা হয়, দেখা হ'লে হাঁহি বিনিময় হয় স্বাভাৱিকভাৱে আৰু দীপা আঁতৰি যোৱাৰ পিছত তৃপ্তিয়ে আৰু অলপ সময় হয়তো তাইৰ কথা ভাবে— সিমানলৈ তাৰ পিছত তৃপ্তিৰো বিয়া হ'ল আৰু বেলেগ এখন চহৰত থকা তাইৰ স্বামীগৃহলৈ গুচি যোৱাৰ পিছত সেইকণ সম্পৰ্কও নোহোৱা হ'ল।

আজি বহুত বছৰৰ মূৰত তৃপ্তিহঁত অসমৰ ৰাজধানীলৈ বদলি হৈ আহিছে। অহাৰ অলপ দিনৰ পিছতে এই কাণ্ডটো ঘটিল। দীপাৰ খবৰটো তাই জনা নাছিল অতদিনে। আজি এই শিল্পী-সাহিত্যিকৰ সমাৰোহলৈ আহিহে তাই দীপাৰ কথা গম পালে। ডাঙৰটো ল'ৰাই বৰ কষ্ট কৰি তাইক এই টিকটটো আনি দিয়াত তাই আজি মিটিংখনলৈ আহিছিল। গিৰীয়েক অফিচৰ পৰা অহাই নাছিল। পুৱাই কৈ থোৱা আছিল যে সিদিনা আবেলি ল'ৰা-ছোৱালীকেইটাৰ লগত লগ লাগি আটায়ে চাহ-জলপান খাব। ৰীতা ডাঙৰ হৈছে কিছু, তায়ো দেউতাকক সহায় কৰিব পাৰিব। তৃপ্তিয়ে বহুত দিনৰ পৰা অধীৰ হৈ এই সাহিত্য সমাৰোহটোৰ বাবে বাট চাই আছে। জীৱনত প্ৰথমবাৰৰ বাবেহে এনে এটা অনুষ্ঠান চোৱাৰ সুযোগ আহিছে। অনন্তৰ কিন্তু এইবোৰৰ প্ৰতি বিশেষ ৰাপ নাই।

তৃপ্তিয়ে যাওক অকলে। ইমান দামৰ দুখন টিকট কিনাৰ কি দৰকাৰ। দহ টকীয়া টিকটেই কিনিছিল তৃপ্তিয়ে। জীৱনত এনে খৰচতো সদায় নহয়। এটা বিশেষ দিনত বিশেষ খৰচ হ'বই।

কিন্তু প্ৰেক্ষাগৃহত সোমাই তৃপ্তিয়ে দেখিলে যে দহ টকাৰ টিকট লৈও তাই যথেষ্ট পিছত বহিবলৈ পাইছে। পঁচিছ টকাৰ পৰা টিকট আৰম্ভ হ'লে হ'বইতো।

দহ টকা খৰচ কৰিও এনে আসন! অলপ অসন্তুষ্ট মনেৰেই তৃপ্তিয়ে নিজৰ আসনত বহিলে। দুৱাৰৰ ওচৰতে তাইৰ আসনখন। তৃপ্তিয়ে প্ৰেক্ষাগৃহত সোমাব ধৰা মানুহবোৰ চাবলৈ ধৰিলে। বেছিভাগেই অচিনাকি মানুহ, চহৰখনলৈ যে কত বাৰেবৰণীয়া মানুহ আহিল।

একেবাৰে সমুখৰ আসন কেইটামান বোধহয় আছুতীয়া, তৃপ্তিয়ে দেখিলে প্ৰথমে মেয়ৰ আহি তেনে এখন আসন গ্ৰহণ কৰিলে, তেখেতক ভলণ্টিয়াৰে আথে-বেথে সেই আসনলৈ লৈ গৈছিল। তাৰ পিছত আহিল দুজন বিশিষ্ট সাহিত্যিক— তৃপ্তিয়ে তেওঁলোকক চিনি পোৱা নাছিল, ওচৰৰ ভদ্ৰ মহিলা দুগৰাকীৰ কথাৰ পৰাহে গম পালে। ইয়াৰ পিছত সোমাই আহিল এজন ভদ্ৰলোক আৰু এগৰাকী ভদ্ৰ মহিলা। প্ৰেক্ষাগৃহত সৰু-সুৰা গুঞ্জন ধ্বনি এটা উঠিল, ভলণ্টিয়াৰ দুজনে তৎপৰ হৈ তেওঁলোকক নি আছুতীয়া আসনত বহুৱালে। তৃপ্তিয়ে সেই সন্মানিত মানুহহালক সোমোৱাৰ লগে লগে চিনি পালেও, ওচৰৰ মহিলা দুগৰাকীৰ কথাৰ পৰা লগে লগেই বুজি পালে যে তাইৰ সেই চিনি পোৱাত অলপ ভুল হৈছে। কাৰণ তাই এদিন দীপা আৰু দীপাৰ উকীল গিৰীয়েক মহেন্দ্ৰ দত্তকহে চিনি পাইছিল, মন্ত্ৰী মহেন্দ্ৰ দত্ত আৰু মন্ত্ৰীয়নী শ্ৰীমতী দত্তকতো চিনি নাপায়। অসমৰ কেইবাজনো মন্ত্ৰীৰ নামবোৰৰ লগতে তৃপ্তিয়ে মহেন্দ্ৰ দত্তৰ নামটোও জানে, কিন্তু মহেন্দ্ৰ নামটো বহু প্ৰচলিত

নাম। তৃপ্তিয়েনো কেনেকৈ জানিব যে এদিনৰ দীপাৰ উকীল গিৰীযেক মহেন্দ্ৰ দত্তই এই মন্ত্ৰী মহেন্দ্ৰ দত্ত? মাকৰ ঘৰলৈ মাজে মাজে আহোঁতেও কোনো দিনে সেই কথা ওলোৱা নাই। ওলালেহেঁতেন যদিহে দীপা তৃপ্তিৰ বন্ধু হ'লহেঁতেন। সাৰদাৰ কথা কিন্তু ঠিকেই ওলাইছিল; তৃপ্তিৰ মাকে বৰ বেজাৰ কৰি সাৰদাৰ খবৰ জনাইছিল আৰু হুমুনিয়াহ কাঢ়ি কৈছিল— 'সকলো ভাগ্য, বুজিছ আই, বিশেষকৈ ছোৱালীৰ ভাগ্যৰ কথানো কোনে ক'ব পাৰে? সেইহেন ছোৱালীৰ বিয়া হ'ল তেনে এজন মদপী, দুশ্চৰিত্ৰৰ মানুহৰ লগত। মাক-বাপেকে টকা চাই বিয়া দিছিল যদিও মই কওঁ, তাইৰ কপালেহে তেনে এজন মানুহৰ ওচৰলৈ টানি নিছিল। আৰু ইফালে টকায়ে বা কি কৰিব পাৰিলে? মদ খাই বহুত টকা উৰালে আৰু পিছত মদে লিভাৰ পচোৱাত তাৰ চিকিৎসা কৰোঁতেই বোধহয় বাকী টকা গ'ল। অথচ মানুহজনতো নাবাচিল। সাৰদাৰ দৰে ছোৱালী এজনীৰ যে এনে দশা হ'ব কোনেনো জানিছিল? বেচেৰীৰ পানীত হাঁহ নচৰা অৱস্থা হৈছে।'

সঁচাকৈয়ে দীপা নামৰ ছোৱালীজনীৰ অস্তিত্ব যে মাকে কোনো দিনে গম নাপালে, পোৱা হ'লে তেওঁ সেই ভাগ্যকে টানি আনি ক'লেহেঁতেন— 'নকৈছোঁনে সকলো ছোৱালীৰে ভাগ্য বুলি? নহ'লেনো তহঁতে সদায়ে ঠাট্টা-বিদ্ৰূপ কৰি অলপো পাত্তাই দিব নোখোজা ছোৱালীজনীযে আজি তহঁত সকলোকে চেৰ পেলাই মন্ত্ৰীয়নী হয়গৈ নে?'

তৃপ্তিয়ে বিস্ফাৰিত চকুহালেৰে দীপাৰ ফালে চাই ৰ'ল— এই কেইদিনৰ কবি-সাহিত্যিক-শিল্পীসকলক চোৱাৰ হেঁপাহ ক'ত যে হেৰাই গ'ল! অলপ পৰৰ পিছত মঞ্চৰ পৰ্দাও দাং খালে, তথাপি তৃপ্তিয়ে সহজে দীপাৰ পৰা চকু আঁতৰাই আনিব নোৱাৰিলে। স্কুলত সদায় পিছৰ বেঞ্চত বহা ছোৱালীজনীয়ে আজি যদি এক ডেৱতে গৈ জীৱনৰ সন্মানিত আছুতীয়া আসন এখনত বহি ফাৰ্ষ্ট বেঞ্চ গাৰ্লক একে ধাক্কাতে পিছৰ স্থানলৈ ঠেলি পঠিয়ায়। তাৰ পিছত আৰু সেই ছোৱালীয়ে সেই আসনৰ পৰা মূৰ তুলি পৃথিৱীখনলৈ সতকাই চায়নে বা কেনেকৈ?

(ৰামধেনু, ১৯৫৯)

# দ্বিতীয় মৃত্যু

পূৰ্ণিমাৰ ফালে চাই সি ক'লে— 'তুমি এই ছয়-সাত বছৰৰ ভিতৰতে ইমানজনী হৈ উঠিলা পূৰ্ণিমা! আচৰিতেই লাগে সঁচায়ে!'

মুখত যাৰ শান্ত ম্লান ছায়া সেই ছোৱালীজনীয়ে শান্তভাৱে উত্তৰ দিলে— 'একো আচৰিত লাগিবলগীয়া কথা নহয় অৱনীদা। এয়েতো পৃথিৱীৰ নিয়ম। আজিৰ অকণমানি ছোৱালীজনী কাইলৈ এই এনেকৈয়ে গাভৰু হ'ব, তাৰ পিছত এদিন বুঢ়ী হ'ব আৰু তাৰ পিছত এদিন মৰিব। জগতৰ এই অপৰিৱৰ্তনীয় নিয়মে এইদৰে এদিন মানুহৰ জীৱন-মৃত্যুত ইতি কৰি পেলায়।'

'ইমান দাৰ্শনিকৰ দৰে কথাবোৰ কৈছা পূৰ্ণিমা।' বিব্ৰত হাঁহিৰে মন্তব্য কৰে অৱনীয়ে।

'একো দাৰ্শনিকৰ কথা নহয় অৱনীদা। পৃথিৱীৰ অতি সহজ সত্য এটাৰ কথাহে কৈছোঁ।' সহজ মাতেৰে উত্তৰ দিয়ে পূৰ্ণিমাই। তাৰ পিছত তাই সোধে— 'মোলৈ বাৰু আপোনাৰ মাজে মাজে মনত পৰিছিল নে অৱনীদা?'

মুহূৰ্ততে স্বস্তিৰ হাঁহিৰে সহজ হৈ পৰে অৱনী। যি হওক, পৃথিৱীৰ কথালৈ নামি আহিছে ছোৱালীজনী।

'মনত নপৰেনে আৰু। জানা পূৰ্ণিমা, প্ৰতিটো পূৰ্ণিমাৰ ৰাতিতে মই ভাবি আহিছোঁ মোৰ পূৰ্ণিমাজনীও এই পূৰ্ণিমাৰ ৰাতিৰ জোনাকৰ দৰেই সুন্দৰ, নিৰ্মল আৰু স্নিগ্ধ।'

পূৰ্ণিমাই লাজকুৰীয়া তৃপ্তিৰ হাঁহি এটা মাৰিলে।

হৰকান্ত চৌধুৰীৰ পুতেক অৱনীৰ বয়স যেতিয়া উনৈছ বছৰ আৰু বিনন্দ বৰাৰ ছোৱালী পূৰ্ণিমাৰ যেতিয়া তেৰ বছৰ তেতিয়া চৌধুৰী আৰু বৰাই এদিন ঠিক কৰি পেলাইছিল, ল'ৰা-ছোৱালীহালৰ সময়ত বিয়া পাতি দিব। চৌধুৰাণী আৰু বৰানীও সেই সিদ্ধান্তত সানন্দে সন্মত হৈছিল। অৱনী আৰু পূৰ্ণিমাইও কথাষাৰ গম পাইছিল। লাজ আৰু পুলকত সিহঁতে পৰস্পৰৰ লগত আৰু আগৰ দৰে সহজ হৈ চলিব পৰা নাছিল। কিন্তু সিহঁতৰ মাজত নতুনকৈ গঢ়ি উঠা সেই সংকোচতে লুকাই আছিল জগতৰ সকলো মাধুৰ্য, সৃষ্টিৰ সকলো আশা, জল্পনা-কল্পনা।

তাৰ পিছত এদিন বিনন্দ বৰা বদলি হৈ গ'ল ভাৰতৰ উত্তৰ-পশ্চিম প্ৰান্তৰ সুদূৰ ঠাই এখনলৈ। তেওঁৰ চাকৰিটো তেনেকুৱাই। অৱশ্যে তেওঁলোক পৰস্পৰৰ চকুৰ আঁৰ হ'লেও মনৰ আঁৰ হোৱা নাছিল কোনোদিন। বিনন্দ বৰা আৰু হৰকান্ত চৌধুৰীৰ মাজত চিঠিৰ আদান-প্ৰদান চলিছিল। অৱনী আৰু পূৰ্ণিমায়ো পৰস্পৰলৈ চিঠি লেখিছিল, কিন্তু দেউতাকহঁতৰ দৰে মাহেকে-পষেকে নহয়, প্ৰতি সপ্তাহে। দিন-মাহ-বছৰ যোৱাৰ লগে লগে সেই যোগসূত্ৰ ক্ষীণ হৈ আহিলেও সম্পূৰ্ণ ছিঙি যোৱা নাছিল। বিশেষকৈ সিহঁতৰ ভিতৰত যি বাক্‌দান ঘটিছিল সি প্ৰায় পৰিণত বয়সতে ঘটাৰ বাবে সেই সম্বন্ধ ছিঙাৰ প্ৰশ্নই নাছিল।

তাৰ পিছত অৱনীয়ে পূৰ্ণিমাৰ পৰা এদিন এখন চিঠি পালে। তাই ইটো-সিটো কথাৰ পিছত লেখিছে, 'জানা অৱনীদা, আমাৰ ঘৰৰ ওচৰৰ ঘৰটো কুলদীপহঁতৰ। কালি তাইৰ মাক মৰিলে। মানুহজনী বুঢ়ী হৈছিল। কুলদীপক সকলোৱে এইবুলি সান্ত্বনা দিছে যে মাক বুঢ়ী হৈছিল, বুঢ়া হ'লে এদিন সকলো মৰেই, এই পৃথিৱীত কোনো অজৰ-অমৰ হৈ থাকিবলৈ অহা নাই।' 'বুঢ়া হ'লে মানুহ মৰেই'— জানা অৱনীদা কথাষাৰ শুনাৰ লগে লগে মোৰ গাটো জিকাৰ খাই উঠিছে আৰু তাৰ পিছৰ পৰা সেই কথাষাৰেই মনটো অধিকাৰ কৰি থৈছে— বুঢ়া হ'লে মানুহ এদিন মৰেই, মোৰ মা-দেউতাওতো বুঢ়া হৈ আহিছে... উস্ মই যে সম্ভাৱনাৰ কথা ভাবিবই নোৱাৰোঁ অৱনীদা...

চিঠিখন হাতত লৈ অৱনী অলপ সময় হতভম্ব হৈ থিয় হৈ থাকিল। তাৰ পিছত হুমুনিয়াহ এটা কাঢ়ি তাৰ পৰা আঁতৰি গ'ল।

তাৰো কেইমাহমানৰ পিছৰ কথা। এদিন হৰকান্ত চৌধুৰীয়ে হাতত চিঠি এখন লৈ হাঁহি হাঁহি অন্দৰ মহললৈ আগবাঢ়িছিল— 'হেৰা কানুৰ মাক, বোলো ক'ত আছা ওলাই আহাচোন, এইবাৰ আমাৰ লখিমী ঘৰ

চাপিলহি নহয়—'

পাকঘৰৰ পৰা চাদৰৰ আঁচলত হাত মচি মচি অৱনীৰ মাক ওলাই আহিল--- 'কিনো হ'ল ইমান যে চিঞৰিছে? হাতত আপোনাৰ সেইখন কাৰ চিঠি?'

মুখৰ প্ৰসন্ন হাঁহিটোৰে উত্তৰ দিলে চৌধুৰীয়ে— 'আমাৰ বিয়েয়ে চিঠি লিখিছে হে। পেঞ্চন পোৱাৰ এমাহৰ আগতে ছুটী লৈ তেওঁ একেবাৰে গুচি আহিব। বেছিদিন আৰু নাই। তেওঁ লেখিছে এইবাৰ ল'ৰা-ছোৱালী দুটাৰ বিয়াৰ যো-জা কৰিবৰ হ'ল! হেঃ হেঃ হেঃ এইবাৰ বোৱাৰী এজনী পাবা আৰু। এনেকৈ আৰু বুঢ়া দেহাৰে দিনৰ দিনটো কষ্ট কৰি গেবাৰী খাটি মৰিব নালাগিব আৰু।'

'আজিকালি বোৱাৰীয়ে কাম কৰি খুৱাব— হৈছে থওক। সেই কপাল আমি সাধি অহা নাই। নমৰা দিনলৈকে নিজৰ এই হাত দুখনেই ভৰসা। পিছে নিজৰ কথা ভবা নাই, ল'ৰাটো সুখে-সন্তোষে থাকিলেই মোৰ দুখ-কষ্টৰ ওৰ পৰিব। দূৰ বিদেশত ডাঙৰ হোৱা ছোৱালী, ভগৱানেহে জানে মেমেই হৈছে নে কি হৈছে। আপোনাক আজি পেটৰ কথাষাৰ ক'লোঁ আৰু— মোৰ হ'লে পেটে পেটে সদায় ভয়েই লাগি থাকে। এবাৰ কথাও দিলোঁ, তেওঁলোকেও তাতে ধৰি আছে— এতিয়া নো কি বুলি সেই কথাৰ খেলাপ কৰোঁ? অথচ অন্তৰত এটা ভয় লাগিয়েই আছে।'

ঘৈণীয়েকৰ চিন্তাকুল মুখলৈ চাই হৰকান্ত চৌধুৰীয়ে এটা প্ৰাণখোলা হাঁহি মাৰিলে। তাৰ পিছত পৰম আশ্বাসৰ সুৰত ক'লে— 'তুমি মিছায়ে ভয় কৰি মৰিছা কানুৰ মাক। বিয়েয়ে মোক দেখোন প্ৰতিখন চিঠিতে জনাই আছে যে জীয়েকক তেওঁলোকে সম্পূৰ্ণ আমাৰ ঘৰৰ উপযুক্ত কৰি গঢ়ি তুলিছে। কেৱল তাঁত-সূতখিনিহে শিকাব পৰা নাই। সেই দূৰ বিদেশততো সম্ভৱ নহয়। অথচ তুমি নিজে ইমান তাঁতৰ কাম জানা। সেইবাবে তেওঁলোকৰ মনত সংকোচ, কিন্তু বিয়েয়ে মোক সবিনয়ে ইয়াকো জনাইছে যে তেওঁলোকৰ জীয়েকৰ সকলো কামকে সোনকালে শিকাৰ ক্ষমতা আছে, তুমি যদি অলপ কষ্ট কৰি পূৰ্ণিমাক তাঁতৰ কামফেৰা শিকাই লোৱা বৰ ভাল পাব তেওঁলোকে।'

'চাওঁচোন বাৰু, ছোৱালীজনী সঁচায়ে এতিয়া কেনে হৈছে। তাহানি অৱশ্যে তাই বৰ মৰম লগা ছোৱালী আছিল। বৰ শান্ত শিষ্ট, মাকৰ ছাঁটো হৈ ঘূৰি ফুৰা বিধৰ। মোকো জানো কম ভক্তি কৰিছিল তাই। এতিয়াও যদি সেইজনী ছোৱালীয়েই হৈ আছে, তেনেহ'লে ভগৱানে আমাৰ অৱনীৰ কপালত সুখেই লেখিছে। পিছে মই এতিয়া আপোনাৰ লগত এনেকৈ কথা চোৱাই থাকিলেতো নচলে, চৰুত আঞ্জা বহাই থৈ আহিছোঁ, দেই যাব।' খৰধৰকৈ অৱনীৰ মাক আকৌ পাকঘৰত সোমালগৈ, হৰকান্ত চৌধুৰীযেও চিঠিখন আকৌ এবাৰ পঢ়ি পঢ়ি বাহিৰৰ ঘৰলৈ খোজ ল'লে।

পূৰ্ণিমাৰ দেউতাকে পেঞ্চন পোৱাৰ দুমাহৰ পিছতে অৱনীৰ লগত পূৰ্ণিমাৰ বিয়া হৈ গ'ল।

বিয়াৰ পিছত দুদিনমান যাওঁতেই অৱনীৰ মাকে বুজিলে গিৰীয়েকে যে এদিন তেওঁক বোৱাৰীয়েকৰ সম্বন্ধে আশ্বাসবাক্য শুনাই থৈছিল সি আখৰে আখৰে সঁচা। দুদিন নৌ যাওঁতেই পূৰ্ণিমাই সংসাৰৰ সমস্ত দায়িত্ব নিজৰ কান্ধত তুলি ল'লে। শাহুৱেকক কোনো কামকে কৰিব নিদিয়ে। অকল শাৰীৰিকেই নহয়, বোৱাৰীয়েকৰ পৰা মানসিক সুখো পৰিপূৰ্ণভাৱে উপভোগ কৰিছিল তেওঁ। শাহুৱেকৰ কোনো কথাত কোনোদিন সামান্য প্ৰতিবাদো নকৰে পূৰ্ণিমাই, শাহুৱেক বহি থকা অৱস্থাত নিজে কোনো দিন মাটিতো নবহে, শাহুৱেকে খোৱাৰ আগতে কোনো দিন একাপ চাহো নাখায়— ইত্যাদি বোৱাৰীযেকৰ এশ এবুৰি গুণ বখানি ওচৰ-চুবুৰীয়াৰ আগত অৱনীৰ মাকে ততেই নাপায়। তেওঁ কয়— 'আমাৰ কানুৰ দেউতাকৰতো পেটৰ সেই অজীৰ্ণ বেমাৰটো এতিয়া প্ৰায় ভালেই হৈ গ'ল। বোৱাৰীয়ে নিজ হাতেৰে তেখেতৰ পেটৰ কাৰণে যিবোৰ বস্তু ভাল তাক বিধে বিধে ৰান্ধি খুৱায়। দৰবৰ আঞ্জাবোৰেই বোলে এনে জুতি লগাকৈ ৰান্ধে। তেখেতে কয়— হওক মানিমুনি বা নৰসিংহৰ পাতৰ ৰসৰ আঞ্জা, বোৱাৰীয়ে যি অমৃততুল্য কৰি ৰান্ধে, দিনৰ পিছত দিন খাই গ'লেও মোৰ আমুৱাই নাযাব। অকল নো খুউৱা-ধুউৱাতে পকানে— তেখেতক কত ধৰণৰ শুশ্ৰূষাই যে নকৰে। এতিয়া পেঞ্চন পাই মানুহজনৰ দুপৰীয়া শোৱাৰ অভ্যাস হৈছে— কাম-কাজতো আৰু নাই কৰেনো কি? সেই সময়ত বোৱাৰী গৈ নিজৰ জীয়েকৰ দৰেই ভৰি-হাত পিহি পকা চুলি উভালি শহুৰেকক টোপনি

নিয়ায়। তাকেই কওঁ আমি দুয়ো— 'কোনোবা জন্মৰ পুণ্যৰ বলতহে আমি আজিৰ দিনতো এনে এজনী বোৱাৰী পাইছোঁ।'

ওচৰ-চুবুৰীয়াই তেতিয়া কয়— 'আপোনালোকৰ ল'ৰাও জানো কম গুণী? সকলোৱে কয়— ইমান কম বয়সতে ইমান মক্কেল পোৱা উকীল খুব কমেইহে হ'ব পাৰিছে। আৰু স্বভাৱে-চৰিত্ৰে ইমান সজ ল'ৰা আমাৰ চুবুৰীতনো আৰু কেইজন আছে? আমি তাকেই কওঁ বোলে— সি নিজে ভাল বাবেহে তেনে এজনী মনৰ জোখাই ঘৈণীয়েক পাইছে।'

অৱনীৰ মাকে তৃপ্তিৰ মিচিকিয়া হাঁহি এটা মাৰি মুখত আৰু এখন তামোল ভৰালে আৰু হাতৰ আঙুলিৰ আগত চূণ অকণমান লৈ মুখত ভৰাই তামোলখন পাগুলি ক'লে— 'আপোনালোকে আশীৰ্বাদ কৰক সিহঁত দুটাৰ সুখৰ সংসাৰখন যেন যুগমীয়া হয়।'

কিন্তু সিফালে সিদিনা ঘৰত প্ৰায় সেইখিনি সময়তে অৱনীৰ ধৈৰ্যৰ বান্ধোন প্ৰায় সুলকি পৰাৰ উপক্ৰম হৈছিল। কাছাৰীৰ পৰা আহি সি দেখিলে, ঘৰ প্ৰায় নিজান, মাক নাই ওচৰ-চুবুৰীয়াৰ ঘৰলৈ ফুৰিবলৈ গৈছে— আৰু এবাৰ ওলাই গ'লে, ঘৰলৈ সহজে নোভটে মাক। বোৱাৰীয়েকক পাই সংসাৰৰ দায়িত্ব প্ৰায় নোহোৱাই হৈছে তেওঁৰ, দেউতাকো নাই, তেওঁ অৱশ্যে বৰকৈ ফুৰিব-চাকিবলৈ নাযায়, কিন্তু এতিয়া লগুৱা ল'ৰা ৰজতে ক'লে কোনোবা এজন বুঢ়া মানুহ আহি তেওঁক ক'ৰবালৈ মাতি লৈ গ'ল। সৰু ভায়েক দুজন, সিহঁত ওলাই গৈছে চিৰাচৰিত নিয়মমতে। ঘৰত আছে কেৱল ৰজত আৰু পূৰ্ণিমা।

এই সকলো ভু লৈ তাঁতশালত বহি থকা পূৰ্ণিমাৰ ওচৰলৈ আগবাঢ়ি গৈছিল অৱনী, মুখত লাগি থকা দিনটোৰ কামৰ ক্লান্তিৰ ছাপ আঁতৰি ফুটি উঠিছিল কিবা এক মধুৰ সম্ভাৱনাৰ তৃপ্তিৰ হাঁহি।

তলমূৰকৈ ফুল বাছি আছিল পূৰ্ণিমাই। অৱনীক দেখি তাই বহাৰ পৰা উঠিল।

'আহিলা?' অৱনীৰ ফালে চাই পূৰ্ণিমাই হাঁহিলে। সেই হাঁহিৰ মুখখনলৈ চাই অৱনীয়ে ভাবিলে— পূৰ্ণিমাৰ এই নামটো বাৰু ইমান মিল খোৱাকৈ মাক-দেউতাকে কেনেকৈ ৰাখিলে? হাঁহিলে সঁচায়ে যেন এক আঁজলি পূৰ্ণিমাৰ জোনাকহে উথলি পৰে।

'মুখ-হাত ধুলা? মই চাহ আনোগৈ দেই।' আকৌ ক'লে পূৰ্ণিমাই।

'আজি আৰু ঘৰত চাহ নাখাওঁ দিয়া পূৰ্ণিমা। ব'লা না আজি আমি দুয়ো ফুৰিবলৈ যাওঁ, এখন ৰেস্তোৰাঁত চাহ খাম, তাৰ পিছত নৈৰ পাৰে পাৰে অলপ ফুৰি আহিম।' অৱনীয়ে সন্মতিসূচক প্ৰত্যুত্তৰৰ আশাত খুব আগ্ৰহ আৰু আৱেগেৰে তাইৰ ফালে চাই ৰ'ল।

হঠাৎ যেন পূৰ্ণিমাৰ জোনটোক এচপৰা ক'লা ডাৱৰেহে ঢাকি ধৰিলে। গিৰীয়েকৰ আগ্ৰহ ভৰা মুখখনলৈ চাই তাই যেন খুব দোমোজাত পৰিল। অৱনীয়ে আকৌ ক'লে—'ব'লা না পূৰ্ণিমা। মা-দেউতাহঁত ঘৰত নাই যেতিয়া তোমাৰনো এতিয়া কি কাম আছে।'

এইবাৰ যেন উত্তৰ দিয়াৰ কথা এটা বিচাৰি পালে পূৰ্ণিমাই— 'কিন্তু দেউতাই যে ডাক্তৰৰ পৰামৰ্শ মতে এই কেইদিন সন্ধিয়াতে ভাত খায়। মইহে দেউতাৰ ভাত ৰান্ধো।'

ইমান দিনৰ মূৰত ধৈৰ্যৰ বান্ধ সুলকিল অৱনীৰ। বিয়াৰ পিছৰে পৰা বহুত সহ্য কৰি আহিছে সি। আৰু নহয়।

'পূৰ্ণিমা!' পূৰ্ণিমাক চক্ খুৱাই সি প্ৰকাণ্ড এটা চিঞৰ মাৰি উঠিল— 'মই তোমাক বহুত দিন সহ্য কৰি আহিছোঁ পূৰ্ণিমা। তুমি মোৰ জীৱনটো তিলে তিলে ধ্বংস কৰি আনিছা। বিয়াৰ পিছৰ পৰা তুমি এদিনো মোলৈ মূৰ তুলি চাই নুসুধিলা মোৰ ওচৰত তোমাৰ কৰণীয় আছে নেকি, এদিন এক মুহূৰ্তৰ কাৰণেও ভাবি নাচালা— এই মানুহটোক মই কিদৰে সুখী কৰিব পাৰোঁ। মইও এটা মানুহ, মোৰো যে পৃথিৱীত কিবা আশা-আকাংক্ষা আছে, মইও যে জীৱনত কিবা বিচাৰিব পাৰোঁ, মোৰ বিবাহিতা পত্নীৰ ওচৰত কিবা মৰমৰ দাবী থাকিব পাৰে সেই বিষয়ে তুমি সম্পূৰ্ণ নিৰ্লিপ্ত হৈ ৰ'লা। ঘৰুৱা কামৰ অজুহাতত, মা-দেউতাহঁতৰ ওচৰত কৰ্তব্য পালনৰ অজুহাতত তুমি মোৰ প্ৰতিটো অনুৰোধকে অগ্ৰাহ্য কৰি আহিছা। সঁচায়ে মই বহুতো সহ্য কৰিছোঁ পূৰ্ণিমা, বহুতো। আনবোৰ গিৰীয়েকে কেতিয়াও ইমান সহ্য নকৰে। একমাত্ৰ মোৰ দৰে মূৰ্খ যদি কোনোবা আছে তাৰ বাহিৰে সঁচায়ে কোনোৱে সহ্য নকৰে। আচৰিত! জীৱনত তোমাৰ পৰম আত্মীয় হৈ

পৰিল মোৰ মা-দেউতা, মই হতভগীয়াই কেৱল যি আগৰ ডাং-বৰলা অৱনী সেই অৱনীযেই হৈ ৰ'লোঁ। মোৰ লগত তোমাক ফুৰিবলৈ যোৱাৰ কথা ক'লেই তোমাৰ সংসাৰত হাজাৰটা কাম ওলায়, কিন্তু যেতিয়াই কওঁ— তোমাৰ মা-দেউতাৰাক এবাৰ চাই আহোঁগৈ ব'লা, তেতিয়াই তুমি এইখন সংসাৰৰ অজস্ৰ কামৰ পৰা আজৰি হৈ ওলোৱা— এইবোৰ সকলো মই লক্ষ্য কৰি থকা নাই বুলি ভাবিছা নেকি তুমি? কেতিয়াও নহয়, ময়ে তোমাৰ পৰ হৈ ৰ'লোঁ। সঁচায়ে অতি আচৰিত। তুমি যদি আমাৰ এই ঘৰখনক আপোন কৰি ল'ব নোৱাৰিলাহেঁতেন, কেৱল নিজৰ মা-দেউতাৰাৰ ঘৰখনকে আঁকোৱালি ল'লাহেঁতেন, তেতিয়া মই ইমান আচৰিত নহ'লোঁহেঁতেন, কাৰণ সেইটো স্বাভাৱিক কথা। কিন্তু নহয়, তুমি মোৰ মা-দেউতাক নিজৰ আই-বোপাইৰ দৰে গ্ৰহণ কৰিছা, অথচ এই সম্বন্ধ যাৰ বাবে হ'ল, যি মই মূৰ্খই তোমাক বিয়া কৰোৱা কাৰণে মা-দেউতাই এনে এজনী বোৱাৰী পালে সেই মই বেচেৰাই পৰি ৰ'লোঁ অনাদৃত, অৱহেলিত হৈ'— নতুনকৈ আকৌ উত্তপ্ত হৈ উঠিল অৱনী। জোৰেৰে পূৰ্ণিমাৰ বাহু দুটাত চেপি ধৰি তাইক জোকৰি জোকাৰি সি চিঞৰিবলৈ ধৰিলে— 'আজি মোক ইয়াৰ কৈফিয়ৎ লাগিবই পূৰ্ণিমা, কোৱা কোৱা কিয় তুমি মোৰ লগত এনে ব্যৱহাৰ কৰিছাঁ, *কি দোষ মই তোমাৰ ওচৰত কৰিছোঁ— মোক তোমাৰ খুব বেয়া লাগে? খুব অসহ্য লাগে? কোৱা পূৰ্ণিমা, কিবা এটা উত্তৰ তুমি মোক দিয়া— দিবই লাগিব।'*

প্ৰত্যুত্তৰত পূৰ্ণিমাৰ দুচকুৰেদি অবিৰল ধাৰাত পানী ববলৈ ধৰিলে, তাই অৱনীৰ বুকুতে মূৰ গুজি উচুপিবলৈ ধৰিলে।

'কান্দিলেই কৈফিয়ৎ দিয়া নহয় পূৰ্ণিমা'— আকৌ ক'লে অৱনীয়ে, কিন্তু এইবাৰ তাৰ মাতটো কোমল, ঘৈণীয়েকৰ মূৰত এবাৰ হাতো বুলাই দিলে সি— 'তোমাৰ মনৰ আচল কথা যে মোক ক'বই লাগিব, পূৰ্ণিমা। মোক আৰু কিমান শাস্তি ভোগাব খোজা তুমি?'

'তোমাক যে মই অজানিতে ইমান দুখ দি আছোঁ, ইমান দিনেতো বুজিব পৰা নাছিলোঁ'— উচুপি উচুপি উত্তৰ দিয়ে পূৰ্ণিমাই, 'মই-মই-মই যে...'

'কোৱা পূৰ্ণিমা'— শান্ত সুৰেৰে কয় অৱনীয়ে।

'মোৰ— মোৰ যে মা-দেউতাহঁতলৈ... খুব বেয়া লাগি থাকে...'

'বেয়া লাগি থাকে? কিয়? অ' এৰি থৈ আহি বেয়া লাগি থাকে?'

'নহয়... মই অকল মোৰ.... মা-দেউতাৰ কথাই কোৱা নাই'— উচুপনিৰ মাজেৰেই অৱনীৰ বুকুত মূৰটো ভেজা দি কৈ যায় পূৰ্ণিমাই।

খুব আচৰিত হয় অৱনী। — 'তুমি কি ক'ব খোজা অলপ স্পষ্টকৈ কোৱা না পূৰ্ণিমা।'

বহুত সময় একো নামাতি টলকা মাৰি থাকে পূৰ্ণিমাই। লাহে লাহে তাইৰ উচুপনিও বন্ধ হৈ আহে, তাৰ পিছত জীৱনৰ নক'বলগীয়া গোপন ৰহস্য এটাহে যেন ক'বলৈ ওলাইছে তেনেকৈ নিজকে সাজু কৰি লয় তাই, গোটেই মুখখন কিবা এটা ম্লান ছায়াই আবৰি ধৰে, আৰু অৱশেষত তললৈ মূৰটো কৰি খুব সৰু মাতেৰে ধীৰে ধীৰে কৈ যায়— 'মোৰ মা-দেউতাহঁতলৈ খুব বেয়া লাগি থাকে, খুব বেয়া— মোৰ নিজৰ মা-দেউতা আৰু তোমাৰ মা-দেউতা মোক ইমান মৰম কৰে যিসকলে, যিসকল মোৰ ইমান প্ৰাণৰ আপোন, কিছুদিন পিছতে যে তেওঁলোকে মোক এৰি থৈ যাব! তেওঁলোক লাহে লাহে বুঢ়া হৈ আহিছে, লাহে লাহে দিনে দিনে তেওঁলোক মৃত্যুৰ পথলৈ আগবাঢ়ি যাব ধৰিছে, আৰু তাৰ পিছত এদিন তেওঁলোক মোৰ জীৱনৰ পৰা চিৰদিনলৈ হেৰাই যাব— আকৌ কান্দোনত ভাঙি পৰে, তথাপি থোকাথুকি মাতেৰে আকৌ কৈ যায় তাই—

'সেই সম্ভাৱনা মনলৈ আহিলে মোৰ প্ৰাণে হাহাকাৰ কৰি উঠে, অথচ সেইবোৰ কথা মোৰ মনৰ পৰা নুগুচেও, সকলো সময়তে মোক সেই চিন্তাই খুলি খুলি খাই মাৰে। ৰাতি মোৰ বহুত পৰলৈ টোপনি নাহে, মৃত্যুৰ বিভীষিকাই মোৰ মন আচ্ছন্ন কৰি ৰাখে। মা-দেউতাহঁতৰ লগত আসন্ন বিচ্ছেদৰ দুঃচিন্তাত ছটফটাই মৰোঁ। আকৌ দিনত যেতিয়া মা-দেউতাহঁতৰ বাৰ্ধক্যই লাহে লাহে গ্ৰাস কৰিব ধৰা শৰীৰবোৰলৈ চকু পৰে— শোঁটোৱা পৰি অহা দেহৰ ছাল, সৰি যাব ধৰা দাঁতৰ পাৰি, বগা হৈ আহিব ধৰা চুলি, —মোৰ সমস্ত শৰীৰ যেন হিম হৈ আহিব খোজে। তোমালৈ যে এবাৰ লিখিছিলোঁ কুলদীপৰ মাকৰ মৃত্যুৰ

কথা, মোৰ নিজ চকুৰে দেখা প্ৰথম মৃত্যু বিভীষিকাৰ দৃশ্য— তেতিয়াৰে পৰা মোৰ মনটোক সেই চিন্তাটোৱে অধিকাৰ কৰি থৈছে যে মোৰো মা-দেউতাহঁত বুঢ়া হৈ আহিছে, তেওঁলোকেও এদিন মোক কুলদীপৰ দৰে একেদৰেই এৰি থৈ যাব— উস্— মোৰ সমস্ত শৰীৰ অসাৰ হৈ যাব খোজে'— পূৰ্ণিমাৰ গোটেই গাটো এবাৰ অৱনীৰ বুকুৰ মাজত জিকাৰ খাই উঠিল— 'সেইবাবেই মই মা-দেউতাহঁতৰ সকলো কামতে নিজকে অনবৰত এনেকৈ ব্যস্ত ৰাখোঁ— যিকেইটা দিন আছে তেওঁলোকে যেন সুখ পাই যায়, যিকেইটা দিন আছে তেওঁলোককে যেন আঁকোৱালি ধৰি থাকিম, সেইবাবে মোৰ সময়বোৰ আন কামত ব্যয় কৰিবলৈ মন নাযায়। আন কামলৈ বা আন কথালৈ জীৱনত বহুত সময় পাম, কিন্তু দেউতাহঁতৰ কাম কৰিবলৈ, তেওঁলোকৰ স্নেহপূৰ্ণ সংগ সুখ লাভ কৰিবলৈ আৰুতো বেছিদিন নাপাওঁ। সেইবাবেই সুবিধা পালেই দহোবন কাটি কৰি থৈ মই নিজৰো মা-দেউতাক চাই আহোঁগৈ। আৰু বা কিমান দিন তেওঁলোকক দেখাৰ ভাগ্য ঘটে!'

পূৰ্ণিমা এইবাৰ থামি গ'ল। তাইৰ ক্ষীণ ম্লান মুখখনলৈ এক অপাৰ্থিব নীৰৱতা নামি আহিল।

পূৰ্ণিমাৰ দুই বাহু ধৰি থকা অৱনীৰ হাতৰ মুঠি তেতিয়া শিথিল হৈ আহিছিল। যন্ত্ৰ মানুহৰ দৰে তাৰ হাত দুখন ওলমি পৰিছিল। সি তেতিয়া বাহ্যজ্ঞান ৰহিত হতবাক মানুহ এটাৰ দৰে শূন্য দৃষ্টি মেলি তাতেই থিয় হৈ ৰৈ থাকিল আৰু পূৰ্ণিমাই ধীৰে ধীৰে তাৰ ওচৰৰ পৰা পাকঘৰলৈ খোজ ল'লে।

তাৰ পিছত এদিন পূৰ্ণিমাৰ মৃত্যু হ'ল। অতি আকস্মিক সেই মৃত্যু। বাৰ্ধক্যই ঘেৰি ধৰা মৃত্যু পথযাত্ৰী মাক-দেউতাকক চাই তাই অৱনীৰ লগত চিটীবাছেৰে ঘৰলৈ উভতিছিল এদিন। হঠাতে বাছখনৰ লগত সিফালৰ পৰা অতি কোবেৰে অহা লৰী এখনৰ খুন্দা লাগিল। দুয়োখন গাড়ীৰে কেইবাজনো আহত হ'ল আৰু চিটীবাছৰ দুজন যাত্ৰী নিহত হ'ল। নিহত হোৱা দুজনৰ ভিতৰত এজন হ'ল দেছুৱালী কুলী আৰু আনজনী হ'ল পূৰ্ণিমা। তাই খুব অন্যমনস্ক হৈ বাছৰ ভিতৰত বহি আছিল— বোধহয় অলপ আগতে এৰি থৈ অহা মাক-দেউতাকহঁতৰ বাৰ্ধক্যপীড়িত দেহকেইটা আৰু তেওঁলোকৰ আসন্ন মৃত্যু সম্ভাৱনাৰ কথাকে ভাবি আছিল। হঠাৎ কেতিয়া বাছখনত খুন্দা লাগিল তাই তৰ্কিবই নোৱাৰিলে। অসাৱধানভাৱে বহি থকা মানুহজনী একেবাৰে খোলা দুৱাৰেৰে ছিটিকি ৰাস্তাত পৰিলগৈ। মৃত্যু হ'ল প্ৰায় লগে লগেই। কি যে হ'ব ধৰিছে। বেচেৰীয়ে হয়তো সচেতনভাৱে ভবাৰ এক মুহূৰ্তৰ অৱসৰো নাপালে।

পূৰ্ণিমাৰ মৃতদেহটো হাস্পতালত পৰি আছিল। শৰীৰটো প্ৰায় অবিকৃত হৈ আছিল, কেৱল মূৰটোহে থেঁতেলি গৈছিল। মুখখন দেখাইছিল অতি বীভৎস। সেইফালে চাই ইমান শোকৰ মাজতো আতংকত এবাৰ শিয়ঁৰি উঠিছিল অৱনী— ইমান দিনৰ চিনাকি মুখ কি এইখনেই? কিমান অপৰিচিত যেন লাগিছে! কিন্তু লগে লগেই আৰু এটা প্ৰশ্ন জাগি উঠিল অৱনীৰ মনত— বাৰু, পূৰ্ণিমাৰ জীৱিত কালতো কি সঁচায়ে সি তাইৰ মুখখন ভালকৈ চিনি পাইছিল? সি কি এতিয়া মনত পেলাব পাৰিব সেই মুখখনত তেতিয়া কি ভাব ফুটি উঠিছিল— জীৱিতৰ মৃত্যু যন্ত্ৰণা নে মৃতৰ জীয়াই থকাৰ কামনা?

(ৰামধেনু, ১৯৫৯)

# প্ৰীতি-উপহাৰ

দেওবাৰ। গতিকে ৰাতিপুৱাই অৰুণক দেখা গ'ল আমোলাপট্টিৰ বিশেষ এটা ঘৰৰ ফালে খোজ লোৱা। ইয়াৰ ব্যতিক্ৰম হ'লে সেই বিশেষ ঘৰখনৰ প্ৰতিজনেই উদ্বিগ্ন হৈ উঠিব কম-বেছি পৰিমাণে। সেই ঘৰৰ একমাত্ৰ ল'ৰা নীলিমৰ খেলাৰ জগতখনৰ বাহিৰে একোৰে প্ৰতি আগ্ৰহ নাই, কিন্তু সিয়ো দেওবাৰে পুৱা চাহৰ টেবিলত অৰুণৰ অনুপস্থিতি হ'লে লক্ষ্য কৰিব। কিন্তু অৰুণৰ অনুপস্থিতিত আটাইতকৈ বেছি অশান্তি ভোগ কৰিব যিগৰাকীয়ে, সেই গৰাকীয়েই সকলোতকৈ বেছি চেষ্টা কৰিব মনোভাবটো যাতে প্ৰকাশ নহয় কাৰো আগত— তাৰ বাবে; যদিও নীলিমৰ খেলাৰ প্ৰতি পক্ষপাতিত্বৰ দৰেই, অৰুণৰ বাহিৰে পৃথিৱীৰ আৰু কালৈকো আৰু একোলৈ আগ্ৰহ নাই সেই বিশেষ এজনৰ।

নিৰ্দিষ্ট ঠাই পোৱাৰ পিছত গে'ট খুলি ভিতৰ সোমোৱাৰ লগে লগে গাখীৰ দি ওলাই যাব ধৰা গুৱালটোৱেও অৰুণক চিনাকিৰ সন্মানসূচক চিন দেখুৱালে। সেই ঘৰৰ গুৱালটোৰ পৰ্যন্ত পৰিচিত সি।

ঘৰৰ ভিতৰ সোমাল অৰুণ। বহা কমত সোমাই চুকৰ মেজ এখনত তলমূৰকৈ খুব মনোযোগ ঢালি কিবা এটা কৰি থকা মুনুলৈ চকু পৰাত সেইফালে আগবাঢ়ি যায় সি। ভৰিৰ খোজৰ শব্দ শুনি কামৰ পৰা মূৰ তুলি ঘূৰি চালে মুনুয়ে— প্ৰতি দেওবাৰৰ প্ৰত্যাশাটোৰ সফলতাৰ আশত। লগে লগে মুখত স্বাগত অভ্যৰ্থনাৰ হাঁহি বিৰিঙে। প্ৰিয়জনক লগ পোৱা আনন্দৰ হাঁহি। 'আহিল অৰুণদা?'

অৰুণেও প্ৰত্যুত্তৰৰ হাঁহিৰে আৰু অলপ আগুৱাই গৈ মুনুৰ ওচৰত থিয় হৈ তাই ব্যস্ত থকা কামটোলৈ চালে। বন্ধোৱা প্ৰীতি-উপহাৰ দুখনৰ আইনা দুখন ঘঁহি ঘঁহি চাফ কৰিছে মুনুৱে। তাইৰ দুই বায়েক টুনু আৰু বুলুৰ বিয়াৰ প্ৰীতি-উপহাৰ।

সেই দুখনলৈ চাই আকৌ এবাৰ আপোন মনেই হাঁহিলে অৰুণে। মুনুৱে ধৰি ল'লে— সেই হাঁহিৰ অৰ্থ তাই জানে। এনেকি তাক প্ৰকাশো কৰি পেলালে তাই— 'এইবোৰ তুচ্ছ কামত ইমান বিশেষ মনোযোগ দেখি হাঁহিলে নহয় অৰুণদা? কিন্তু কি জানে, দেউতাই টুনু আৰু বুলুৰ যিকোনো ধৰণৰ চিন থকা বস্তুৰেই অকণমানো আওহেলা সহ্য কৰিব নোৱাৰে। জানেই নহয় জীয়েককেইজনীলৈ দেউতাৰ কিমান মৰম! কালি মোক বকিলে— প্ৰীতি-উপহাৰ দুখনৰ কাঁচ দুখন হেনো খুব অপৰিষ্কাৰ হৈ গৈছে, মই সেইফালে চকু-কাণ নকৰোঁ।' তাৰ পিছত সুৰ পাতলাই তাই অৰুণৰ চকুলৈ চাই হাঁহি সুধিলে— 'আপোনাৰ লেখা আৰু অঁকাকেই যত্ন কৰিছোঁ অৰুণদা, আপোনাৰতো সন্তুষ্ট হোৱাৰ কথা— নহয় জানো?'

ইমানবোৰ কথাৰ উত্তৰ এটা হাঁহিৰেই শেষ কৰি থলে অৰুণে। তাৰ পিছত চিগাৰেট এটা উলিয়াই চোফা এখনত আৰামকৈ বহি লৈ সুধিলে— 'দদাইদেউ শাক-পাচলিৰ বাগানতেতো?' কিন্তু প্ৰশ্নটোৰ সন্মতিসূচক উত্তৰ পায়ো তাৰ একো লাভ নহ'ল। কাৰণ মুনুক চিঞৰি লগে লগেই মুনুৰ মাক আহি সোমালহি। তাৰ পিছত অৰুণক দেখি— 'আহিলা অৰুণ? আজি বোলে মুনুৱে তোমাক ফুলকবিৰ চিঙাৰা খুৱায়। কালি বাগানৰ পৰা প্ৰথম এটা কবি তোলা হ'ল। মুনু, মধুৱে ময়দা সানি থৈছে। তই যাচোন পাকঘৰলৈ।'

মাকৰ আদেশ পালি দুৱাৰৰ ফালে খোজ লৈ অৰুণৰ চিগাৰেটটো লুকাই থোৱা হাতখনলৈ চাই হাঁহি মুনুৱে মাকক মাতিলে— 'তুমিও আহানা মা। মই অকলে নোৱাৰিম। আৰু অৰুণদা, আপুনি প্ৰীতি-উপহাৰ দুখন আগৰ ঠাইত আঁৰি থ'ব দেই। মোৰ পৰিষ্কাৰ কৰা হৈছে। জানেই নহয় ক'ত আঁৰা আছিল?'

অৰুণে হাঁহিলে—'তোমালোকৰ ঘৰত ক'ত কি আছে প্ৰতিটো বস্তু মোৰ নখদৰ্পণত, মুনু!'

লগে লগে মুনুৰ মনলৈ প্ৰশ্ন এটা আহিল— 'আৰু ঘৰখনৰ প্ৰতিজন মানুহৰ মনতো কি আছে তাকো, নহয় অৰুণদা?'

কিন্তু মুখেৰে একো নকৈ— 'আহা, মা। আপুনি দেওবাৰৰ 'মেগাজিন ছেক্‌চন' পঢ়ি থাকক দেই অৰুণদা। মই যিমান পাৰোঁ লৰালৰি কৰিম'— বুলি মুনু মাকক লৈ ওলাই গ'ল।

অৰুণে চিগাৰেটটো জ্বলাই মুনুৱে নিৰ্দেশ দি যোৱা কামটো কৰিবলৈ উঠি গ'ল মেজখনৰ ওচৰলৈ।

বুদ্ধিমতী মুনুৱে কিন্তু তাৰ হাঁহিৰ অৰ্থটো বুজাত ভুল কৰিলে— প্ৰীতি-উপহাৰ দুখনলৈ চাই সি ভাবিলে।

আকৌ এবাৰ হাঁহি বিৰিঙিল অৰুণৰ মুখত। দুয়োখন প্ৰীতি-উপহাৰৰে লেখক সি, কিন্তু মুনুৰ বায়েক দুজনী মুনুৰ দৰে হোৱা হ'লে দুখনৰেই নায়ক হ'বলগীয়া অৱস্থা হ'লহেঁতেন তাৰ। অৱশ্যে লেখক তেতিয়াহ'লে অইন হ'ব লাগিলহেঁতেন। লগে লগে তাৰ মনত পৰিল বলীন হাজৰিকালৈ। সি কবিতা লিখিছিল আৰু তাৰ বেছিভাগেই আছিল টুনুৰ বন্দনাৰে ভৰা। কিন্তু সি বোধহয় অৰুণৰ দৰে প্ৰীতি-উপহাৰ লেখিবলৈ ৰাজী নহ'লহেঁতেন, তাৰ হৃদয়ে বোধহয় সহিব নোৱাৰিলেহেঁতেন সেই নিষ্ঠুৰ পৰিহাসখিনি। সদায় তুচ্ছ-তাচ্ছিল্য কৰি অহা বলীনৰ লগতেই আজি নিজৰ তুলনা কৰি পেলালে অৰুণে— ভাগ্য! এইটো ক্ষেত্ৰত নিঃসন্দেহে তাৰ পুতৌৰ পাত্ৰ বলীনেই তাৰ তুলনাত বেছি সৌভাগ্যবান। বলীন অন্ধ আৰু মূৰ্খ— আৰু সেই অন্ধতাই তাৰ বাবে বৰ হৈ গ'ল— তাতকৈ বহুত বেছি বুদ্ধিমতী টুনুৱে তাক নিপুণ অভিনয়েৰে জনাই থৈ গ'ল, টুনুক নোপোৱাৰ দুখ তাৰ মহৎ, কাৰণ তাইৰ মন-প্ৰাণ সকলো তাকেই অৰ্পণ কৰি তাই মাথোঁ পিতৃসত্য পালন কৰিছে, নিজৰ জীৱনৰ তাই অপমৃত্যু আনিছে। সেয়ে আজিও বলীনে কবিতা লেখে টুনুক বন্দনা কৰি, তাৰ মনত টুনু আজি দেৱী। সান্ত্বনা আছে বলীনৰ। আৰু অৰুণ? বলীনক সি তাৰ তুলনাত সৌভাগ্যবান নুবুলি কি বুলিব বাৰু? সিটো অৰুণৰ দৰে দগ্ধ হোৱা নাই অপ্ৰেয়সীৰ প্ৰত্যাখ্যানৰ অপমানৰ জ্বালাত।

অলপ আগতে অপৰূপ লগা জাৰকালিৰ মিঠা ৰ'দেৰে মধুৰ ৰাতিপুৱাটো অতীতৰ তিতা স্মৃতিত বিস্বাদ হৈ গ'ল অৰুণৰ।

মুনুৰ মাক চাহ একাপ লৈ সোমালহি।

'খোৱা বোপা, আজি মুনুৰ চিঙাৰা হৈ উঠে মানে ন বাজিব। খুব ভোক লাগিছে তোমাৰ?' চাহৰ কাপটো হাতত লৈ অৰুণে অভয় দিয়ে 'নাই খুৰীদেউ, মই মেছত টোষ্টেৰে চাহ খাই আহিছোঁ নহয়।'

এইবাৰ মুনুৰ মাকৰ প্ৰীতি-উপহাৰ দুখনলৈ চকু পৰিল। আগবাঢ়ি গৈ জীয়েকহঁতৰ বিয়াৰ সোঁৱৰণী দুখন চালে। তাৰ পিছত অৰুণৰ ফালে ঘূৰি ক'লে— 'টুনুজনী মোৰ সঁচায়ে লক্ষ্মী ছোৱালী আছিল, নহয় অৰুণ? কালি চলিহানী বাইদেউ আহিছিল, পৰহি ভনীয়েকৰ জীয়েকৰ বিয়াৰ পৰা উভতিছে! যোৰহাটতেই ভনীয়েকৰ ঘৰ। টুনুৰ তালৈও বোলে গৈছিল। টুনুৱে হেনো বৰ আদৰ-যত্ন কৰিলে। টুনুৰ যে ক'ত প্ৰশংসা কৰিলে। ঘৰখন বোলে তাই চালে চকুৰোৱাকৈ সজাই-পৰাই ৰাখিছে। কিন্তু মোৰ ইহঁত দুজনীৰ এজনীও টুনুৰ দৰে নহ'ল।'

অৰুণে অকল হাঁহিলে। মনতে ক'লে—'খুৰীদেউ, আপোনাৰ বৰ জীয়েকজনীয়ে জগতখনকে ঠগিলে— দেউতাকক, মাকক, গিৰীয়েকক, তাইৰ লগত প্ৰেম কৰা মূৰ্খ কেইটামানক আৰু পৃথিৱীৰ আন মানুহ-দুনুহকো।'

অৰুণৰ চাহ খোৱা শেষ হোৱা কাপ-প্লেটযোৰ লৈ যোৱাৰ আগতে জীয়েকৰ প্ৰীতি-উপহাৰলৈ আৰু এবাৰ চাই পঠিয়াই 'বহা দেই' বুলি মুনুৰ মাক ওলাই গ'ল। তেওঁ যোৱাৰ ফালে চাই অৰুণে বিষাদেৰে ভাবিলে— এনে এজনী মাকৰ টুনুৰ দৰে জীয়েক হ'ল কেনেকৈ? সি সামাজিক ল'ৰা, নিজৰ মধ্যবিত্ত সমাজখনৰ বহু পৰিয়ালৰ লগতেই আহ-যাহ, ঘনিষ্ঠতা আছিল। সকলোতে সি দেখিলে মৰম-চেনেহবোৰ ভুৱা— হয় অকল ভদ্ৰতাৰ ঢাকোন, নহয় স্বাৰ্থৰ মুখা। হাজৰিকানীয়ে তাক নিজৰ পুতেকৰ দৰে মৰম কৰি দেখুওৱাৰ অন্তৰ্নিহিত অভিপ্ৰায় শেষত বুজিলে আইন মতে পুতেক কৰাৰ সদিচ্ছা আৰু দুৱৰানীয়ে সি কেইদিনমান নগ'লে ভাবনাৰ অন্ত নোহোৱা হয় বোলাৰ পিছত আনক কৈছে— ঘৰত আবিয়ৈ ডাঙৰ ছোৱালী আছে, অৰুণটো কিয় যে ইমান ঘনাই আহি থাকে ... ইত্যাদি। আৰু ক'ত যে অভিজ্ঞতা আছে এই ধৰণৰ। কিন্তু সি দেখাৰ ভিতৰত এই মহিলাগৰাকীয়েই যেন এই সমাজখনৰ বোকাত পদুম ফুল হৈ ফুলিছে। সি এইখন ঘৰৰ লগত চিনাকি হোৱাৰ আজি পাঁচ-ছবছৰো ওপৰ হ'ল। তেতিয়া টুনু দ্বিতীয় বাৰ্ষিকৰ আৰু বুলু প্ৰথম বাৰ্ষিকৰ ছোৱালী। মুনু ফ্ৰক্ পিন্ধি স্কুললৈ যোৱা সৰু ছোৱালী। বুলুৰ তলতে নীলিম— সি সেইবাৰ মেট্ৰিক দিব। ৰমেন বৰুৱা তেতিয়াৰ নাম কৰা হাকিম, কামৰ পৰা অৱসৰ লোৱা নাই তেতিয়াও। সি নিজে 'দৈনিক বাতৰি'-ৰ সহঃ-সম্পাদক। বলীন হাজৰিকাক লৈ ঘৰ এটা লৈ থাকিছিল। বলীনে বি এ পঢ়ে আৰু (অৰুণৰ মনত) বাজে কবিতা লেখে আৰু নানা ধৰণৰ সৰু-সুৰা মূৰ্খতাৰ প্ৰকাশেৰে অৰুণক উত্যক্ত কৰে। আৰু এটা কাম বলীনে কৰিছিল যাৰ বাবে অলপতে অৰুণ এই বিশেষ ঘৰখনৰ অতি ঘনিষ্ঠ আত্মীয় হৈ উঠিব আৰু যাৰ

বাবেই সি জীৱনলৈ মচিব নোৱাৰা অপমানৰ দাগ পাই থৈছে। টুনুক পঢ়ুৱাইছিল বলী।ে এনেয়ে অঁকৰা হ'লেও পঢ়া-শুনাত বেছ চোকা বুধিৰ। দুখীয়া ঘৰৰ ল'ৰা। তাৰ অনাৰ্চৰ প্ৰফেছৰৰ বন্ধু ৰমেশ বৰুৱা। সেইবাবেই সি বি এ-ৰ ছাত্ৰ হৈয়ো আই এ-ৰ ছাত্ৰী পঢ়ুওৱাৰ সুযোগ পালে।

তাৰ পিছত এদিন ৰমেশ বৰুৱাই অৰুণক নিমন্ত্ৰণ কৰি পঠালে। বলীনৰ মুখত অৰুণৰ কথা শুনি শুনি সেই ঘৰখনৰ সকলোৰে প্ৰায় অৰুণক চিনাকি যেনেই লগা হৈছিল। বিশেষকৈ মানুহঘৰ বৰ সৰবৰহী বিধৰ হোৱা বাবেই ঘৰৰ প্ৰাইভেট টিউটৰৰ বন্ধুৰ লগতো পৰিচয় হোৱাৰ আগ্ৰহ দেখুৱাইছিল।

সেই সূত্ৰেই পৰিচয়। অৰুণ এদিন যাব লগা হ'ল নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ। তাৰ অলপ আগ্ৰহো জাগিছিল-- সি সদায় মূৰ্খ বুলি তাচ্ছিল্য কৰা ল'ৰাটোৰ বন্দনাৰ পাত্ৰীগৰাকীনো কেনে, তাক চোৱাৰ আগ্ৰহ।

সি প্ৰথম যোৱাৰ দিনা ৰমেশ বৰুৱাই খুব আদৰ-অভ্যৰ্থনা কৰিছিল। মানুহজনক অৰুণৰ ভাল লাগিছিল প্ৰথম চিনাকিতেই। বৰুৱানী অৱশ্যে কিমান ভাল সেইটো জনাৰ সুযোগ বহুত পিছতহে লাহে লাহে পাই আহিছিল সি। সিদিনাতো তেওঁ বেছিভাগ সময় পাকঘৰতেই থাকিল। আটাইতকৈ বেছি সংগ দি আপ্যায়ন কৰিলে টুনুৱেই, ৰমেশৰ বৰজীয়ৰী আৰু প্ৰথম সন্তানো। তাইৰ পিছত বুলু, টুনুৰ দৰে উজ্জ্বল সৌন্দৰ্য নাই, কিন্তু লাজুক মৰমলগা ছোৱালীজনীক দেখিলে সঁচায়ে ক'বৰ মন যাব— লাজ যে সঁচায়ে নাৰীৰ ভূষণ। তাই সিদিনা লাজতে আঁতৰিয়েই ৰ'ল। ৰমেশ বৰুৱাৰ তৃতীয় সন্তান আৰু একমাত্ৰ ল'ৰা নীলিমক কিন্তু সিদিনা দেখা নেপালে অৰুণে, খেলাসৰ্বস্ব ল'ৰা। আবেলি কোনোপধ্যেই ঘৰত থাকিব নোৱাৰে সি। সকলোতকৈ সৰু হ'ল মুনু—অষ্টম শ্ৰেণীৰ ছাত্ৰী। সেই সময়ত তাই স্কুলৰ হাতে লিখা আলোচনীৰ বাবে প্ৰবন্ধ এটা লেখাত খুব ব্যস্ত, সময় হেনো বেছি নাই হাতত। সেইবাবে অলপ সময়ৰ বাবে দেখা দিয়েই গুচি গ'ল। সৰু ছোৱালীজনীৰ তেনে অসাধাৰণ গম্ভীৰ ভাব দেখি অৰুণে কোনোৰকমে হাঁহি সামৰিছিল সিদিনা।

ৰমেশ বৰুৱাই নালাগে বুলি কোৱা সত্ত্বেও টুনুক পঢ়াবলৈ থাকি যোৱা বলীনক এৰি সি যেতিয়া অকলে অকলে সন্ধিয়াৰ আন্ধাৰসনা বাটেৰে আগবাঢ়িছিল, তাৰ প্ৰথমবাৰৰ কাৰণে বলীনৰ বাবে মনটো বেয়া লাগি গৈছিল। সি নিজে সেই চহৰলৈ অহাৰ বেছি দিন হোৱা নাই আৰু কলেজ বা ৰমেশ বৰুৱাহঁতৰ ঘৰ সিহঁতৰ মেছৰ পৰা কিছু দূৰৈত বাবেই আজিলৈ ৰমেশ বৰুৱাৰ জীয়েকহঁতক দেখা নাছিল। আজি টুনুক দেখি সি বুজিলে— বেচেৰা মূৰ্খ বলীনটোৰ কপালত দুখ লেখা আছে। ৰমেশ বৰুৱাৰ দৰে উচ্চপদস্থ চৰকাৰী কৰ্মচাৰীৰ সুন্দৰী শিক্ষিতা গুণী ছোৱালীৰ প্ৰতি হাত মেলা মানে সঁচায়ে বলীনৰ দৰে ল'ৰাৰ পক্ষে 'বাওনা হৈ চন্দ্ৰক ধৰিব' খোজাৰ অপচেষ্টা। আৰু এদিনৰ চিনাকিতেই সি যেন বুজিলে টুনুৰ দৰে ছোৱালীয়ে আনক নচুৱাব পাৰে, কিন্তু নিজে নেনাচে। তাক নিজকেই এদিনৰ চিনাকিতেই মাথোঁ বিদায়ৰ সময়ত আকৌ আহিবলৈ বাৰে বাৰে মতাটোও তাৰ সীমাৰ বাহিৰৰ কথা যেন লাগিছিল। চকুত খুব বেছি অনুনয়ৰ ভাষা ফুটি উঠিছিল টুনুৰ। এন্ধাৰ নিজান বাটত অকলেই মনে মনে হাঁহে অৰুণে। এনে ধৰণৰ ছোৱালী বহুত দেখিছে সি— বহুত পৰিয়ালৰ লগত আহ-যাহ তাৰ, আৰু এটা বেছ ধুনীয়া, সবল-সুঠাম চেহেৰাৰ অধিকাৰী সি। সি জানে ভালকৈ তাৰ কিহে ছোৱালীহঁতক ইমানকৈ আকৰ্ষণ কৰে। কিন্তু থেঙ্ক গড়, অৰুণে ভাবিলে, সি যে প্ৰত্যেকটো ক্ষেত্ৰতে মুক্তি পাই আহিছে শেষলৈ, সসন্মানে।

তাৰ পিছত কেইবাদিনলৈ অৰুণে সেইফালে মুখে কৰা নাছিল। কিন্তু ৰমেশ বৰুৱা স্বয়ং আহি মাতি গ'ল। তেওঁৰ হেনো বৰ ভাল লাগিছিল অৰুণক সেই এদিনতে।

সেয়ে দ্বিতীয়বাৰৰ কাৰণে অৰুণক আমোলাপট্টিৰ সেই ঘৰখনত দেখা গ'ল। টুনুৰ মুখ উজ্জ্বল হৈ উঠিছিল— লগে লগে ইমানকৈ মতা সত্ত্বেও নহাৰ অনুযোগ। লাজুক বুলুৱেও সিদিনা প্ৰথম দিনাতকৈ বেছি সময় বহিল অৰুণৰ লগত। কিন্তু ৰমেশ বৰুৱা সিদিনা ঘৰত নথকা বাবে আকৌ এদিন যাবলগাত পৰিল সি। তাৰ পিছত আৰু এদিন, তাৰ পিছত মাজে মাজে আৰু তাৰ পিছত ঘনাই। শেষত দেওবাৰৰ পুৱাটোৰ ৰুটিন সেইখন ঘৰত নিৰ্দিষ্ট হৈ গ'ল অৰুণৰ।

তেতিয়া তেওঁলোকৰ বহাঘৰৰ বেৰত আজিৰ প্ৰীতি-উপহাৰ থকা ঠাই দুটা খালী আছিল।

ৰমেশ বৰুৱাৰ পৰিয়ালত তাৰ ঘনিষ্ঠ স্থানটো লাভৰ কাৰণৰ ৰহস্য সি নুবুজে। মাথোঁ বুজে সেই ঘৰৰ

প্ৰতিজনে তাক পছন্দ কৰে। সি নিয়মিতভাৱে তালৈ গৈ থাকে, কাৰণ নগৈ নোৱাৰে। বৰুৱা-বৰুৱানীৰ অকৃত্ৰিম স্নেহক উলাই কৰাৰ সাধ্য তাৰ নাই।

কিন্তু এইটোও সি ভালকৈ জানে যে সি তালৈ নগৈ নোৱাৰে, তাৰ কাৰণ প্ৰধানকৈ টুনু। কি অদ্ভুত আকৰ্ষণ থকা ছোৱালী। অথচ সি জানে তাই কিমান সাধাৰণ, তল খাপৰ ছোৱালী। মনে মনে তাৰ দাৰুণ বিতৃষ্ণা সেই ছোৱালীজনীৰ প্ৰতি। সি জানে তাই সিফালে এতিয়াও বলীনৰ লগত প্ৰেমৰ অভিনয় কৰি আছে— কিন্তু, সুযোগ আহি নিজে ধৰা দিছেহি যেতিয়া সি তাক গ্ৰহণ নকৰাটো মূৰ্খামী বুলি ভাবিলে। টুনু নিজে আগবাঢ়ি আহিছিল, তাৰ ফালৰ কোনো চেষ্টা নাছিল। ইমান অনায়াসলভ্য আনন্দক সি উলাই কৰিব নোৱাৰে। টুনুৰ তাৰ প্ৰতি মনোযোগিতাত সি সন্তুষ্ট হ'ল একৰকম। জীৱনৰ কেইটামান ৰঙীন মুহূৰ্ত কটোৱা.... ক্ষতি কি? তাইৰ বন্ধনে তাক চুব নোৱাৰে। টুনুৰ সতে প্ৰেমৰ সম্বন্ধ হাস্যকৰ। তাৰ মাথোঁ ৰূপজ মোহ এটা জাগিছে এই অদ্ভুত আকৰ্ষণ থকা ছোৱালীজনীৰ প্ৰতি আৰু তাই উপযাচি সুযোগ দিছে সেই সৌন্দৰ্য ভোগ কৰিবলৈ। পুৰুষ হৈ সি সেই আহ্বান নেওচা দিব, ইমান মূৰ্খ নহয় সি!

কিন্তু এইবোৰ সান্ত্বনাবাণী হ'ল তাৰ মনৰ সংযমহীন, লোভী প্ৰশ্ৰয়কাৰী ফালটোৰ। বৰুৱাহঁতৰ মৰমৰ বিনিময়ত কৰা এই অন্যায়ৰ অপৰাধবোধৰ গ্লানিতো সি প্ৰায় টুনুৰ সঙ্গই দিয়া তৃপ্তিৰ পৰিমাণেই ভোগ কৰিছিল। কিন্তু নিচাত সি আকণ্ঠ ডুবিছিল, কোনোবাই টানি নুতুলিলে তাৰ পৰা তাৰ নিজৰ শক্তিত উঠাৰ ক্ষমতা নাছিল।

ইফালে বলীনৰ কবিতাৰ বহীৰ পাত একেদৰেই ভৰি গৈছিল। টুনুৰ বন্দনাৰ কবিতাৰে।

আনফালে সচেষ্ট আছিল ৰমেশ বৰুৱা। চহৰলৈ নতুনকৈ অহা অবিবাহিত ডাক্তৰ ৰঞ্জিত বৰুৱা, বেছ হাতযশ। টুনু তেতিয়া ৪ৰ্থ বাৰ্ষিকত উঠিছে। ঠিক-ঠাক হ'বলৈ বেছি দিন নালাগিল। পাত্ৰী সকলো ফালৰ পৰা উপযুক্ত। বংশ, ঘৰ-দুৱাৰ, ছোৱালীৰ ৰূপ-গুণ, শিক্ষা কোনোফালেইতো খুঁত নাই।

ঠিক হোৱাৰ পিছত অৰুণক মাতি নি সু-খবৰটো এদিন ৰমেশ বৰুৱাই জনালে। তাৰ পিছত মাতি পঠালে টুনুৱে, তাইৰ ৰুমলৈ। সন্ধিয়া। তাত আৰু কোনো নাছিল। অকল টুনুৱে বিছনাত উবুৰি হৈ কান্দিছে। হতভম্ব অৰুণ ঠিয় হৈ ৰ'ল। সি কি কৰিব বুজি নাপালে।

কিছু সময় পাৰ হোৱাৰ পিছত টুনুৱে মূৰ তুলিলে। আঁচলেৰে চকুপানী মচি মাতিলে—'অৰুণদা!' অলপ আগুৱাই গ'ল অৰুণ। 'অৰুণদা, মোৰ অমতে ইহঁতে এই বিয়াখন পাতিছে। মই বাৰু কেনেকৈ ৰাজী হওঁ?'

অৰুণে একো উত্তৰ নিদিলে, দিব নোৱাৰিলে। তেনেকৈ সৰগ পৰা মানুহৰ দৰেই থিয় হৈ ৰ'ল।

এইবাৰ যিটো কাণ্ড কৰিলে টুনুৱে তাৰ বাবে সি একেবাৰে প্ৰস্তুত নাছিল। টুনু উঠি আহি তাৰ বুকুত পৰি কান্দিবলৈ ধৰিলে। ভয়ত অৰুণৰ বুকু কঁপি গ'ল। যদি কোনোবা সোমাই আহে?

লৰালৰিকৈ টুনুক দুই হাতেৰে আঁতৰাই দিয়াৰ পিছত তাৰ বোবা মুখত ভাষা ফুটে এইবাৰ— 'শান্ত হোৱা টুনু। মই আজিয়েই যিকোনো উপায়েৰে খুৰাদেউলৈ প্ৰস্তাৱ পঠিয়াম। তোমাৰ বিয়াৰ দিনতো এতিয়াও ঠিক হোৱা নাই।'

নিজৰ মৃত্যু-পৰোৱানাত যেন স্বাক্ষৰ! অৰুণৰ মুখত ঘাম বিৰিঙিছিল। জেপৰ পৰা ৰুমাল উলিয়াই মুখ মচি সি টুনুৰ বিছনাতে বহি পৰে। এনে ধৰণৰ পৰিণতি সি বিচৰা নাছিল। ওঁহো, একেবাৰে বিচৰা নাছিল। বৰং কেতিয়াবা এনে এটা সম্ভাৱনাৰ কথা মনলৈ আহিলেও ভয়তে শিয়ঁৰি উঠিছিল সি। এনে এজনী ছোৱালীক নিজে প্ৰস্তাৱ পঠিয়াব বিয়া কৰোৱাৰ, সেইটো যেন তাৰ মানসিক মৃত্যু।

কিন্তু তাক নিঃস্বাৰ্থভাৱে মৰম কৰা ঘৰখনৰ প্ৰতি কৰা তাৰ পাপৰ প্ৰায়শ্চিত্ত হ'বতো লাগিব, এইদৰেই হ'ল আৰু। অৰুণে নাভাবি নোৱাৰিলে।

কান্দোন বন্ধ কৰি অস্বাভাৱিক গহীন হৈ টুনু কিছু সময় তলমূৰকৈ চকী এখনত বহি থাকিল। তাৰ পিছত লাহেকৈ মাতিলে— 'অৰুণদা!' শিলৰ মূৰ্তিৰ দৰে বহি থকা অৰুণে মাথোঁ মূৰ তুলি তাইলৈ চালে।

'অৰুণদা, মই ভাবি চালোঁ, দেউতা বহুতদূৰ আগবাঢ়িছে। এতিয়া বাধা দিলে দেউতাই মনত খুব দুখ পাব। দেউতাক সুখী কৰিবলৈ মই নিজৰ স্বাৰ্থক তুচ্ছ কৰিব লাগিবই। গতিকে আপুনি একো ক'ব নালাগে দেই। মোৰ কাৰণে বেজাৰ নকৰিব। ভাবিব, টুনু মৰি গৈছে। মোতকৈ বহুত ভাল ছোৱালী পাব আপুনি।'

আকৌ এবাৰ হতভম্ব হোৱাৰ পাল অৰুণৰ। কি ছোৱালী এইজনী? অৱশ্যে এইবাৰ তাৰ সুখী হোৱাৰে কথা, সি এতিয়া প্ৰাণভৰি মুক্তিৰ নিশ্বাস পেলাব পাৰে। তাৰ মূৰৰ ওপৰৰ পৰা মৃত্যু-পৰোৱানা আঁতৰাই লোৱা হৈছে। কিন্তু সি যেন ঠিক আনন্দ পাব পৰা নাই। কি এটা অস্বস্তিৰ কাঁইট মনত। সি কি তেন্তে টুনুক বিচাৰে? কিন্তু ওহোঁ, মনে তাৰ প্ৰতিবাদ কৰি উঠে প্ৰবলভাৱে।

অৰুণে ভাবিলে— যি ছোৱালীক সি মনে-প্ৰাণে ঘৃণা কৰে, সেই ছোৱালীৰ দ্বাৰা প্ৰত্যাখ্যানৰ অপমানৰ জ্বালা তাৰ কি জীৱনত কেতিয়াবা মচ খাই যাব?

এটা কথা মনলৈ অহাত তিতা হাঁহি বিৰিঙিল অৰুণৰ! এইবাৰ বলীনৰ পাল। কিমান চকুপানী, কিমান অভিনয়-নিপুণতা বা জমা কৰি থৈছে এই ছোৱালীজনীয়ে।

'ঠিক আছে বাৰু। মই এতিয়া আহোঁ দেই।'

উত্তৰলৈ বাট নাচাই পলাই আহে অৰুণ। মুক্তি আৰু অপমান মিহলি অদ্ভুত এটা স্বস্তি-বিস্বাদৰ অনুভূতি।

সিদিনা মেছত সোমাই মন তাৰ বিৰক্তিৰে ভৰি পৰিছিল। বলীন বহি আছে তাৰ বিছনাত। তাক দেখিয়েই সি উচ্ছ্বসিতভাৱে এসোপা কথা কৈ গ'ল— যাৰ সাৰমৰ্ম হ'ল— আজি সি টুনুৰ পৰা চিঠি এখন পালে তাৰ অফিচৰ ঠিকনাত (বি এ পাছ কৰি সি অফিচ এটাত সোমাইছিল)। টুনু দেৱীতুল্য ছোৱালী, বলীনৰ প্ৰতি অগাধ প্ৰেম থকা সত্বেও তাই আজি আন এজনক বিয়া কৰাবলৈ অৰ্থাৎ নিজকে বলিদান দিবলৈ ওলাইছে একমাত্ৰ মাকৰ বাবেই। মাকে হেনো নহ'লে নাখাই-নবই শুকাই মৰিব বুলি প্ৰতিজ্ঞা কৰিছে।

একো মন্তব্য নিদি অৰুণ দীঘল হৈ বিছনাত পৰে। অপমানৰ জ্বালাটো পুনৰ তীব্ৰ হৈ উঠিছে। এজনী নগণ্য ছোৱালীয়ে সিহঁতৰ মেছৰ দুই অধিবাসীকেই নচুৱালে। টুনুৰ হিচাপ-বুদ্ধিৰ তাৰিফ কৰে অৰুণে— মেছলৈ চিঠি নিলিখি অফিচৰ ঠিকনাত লিখিছে। চতুৰ ছোৱালীজনীযে ইফালে ইয়াকো বুজে— অৰুণৰ দৰে ল'ৰাই কাহানিও কেতিয়াও টুনুৰ সতে তাৰ সংযোগৰ একো কথাই কাৰো আগত ঘৃণাক্ষৰেও প্ৰকাশ নকৰে। বলীনে আৰু এই জীৱনত নাজানিব— সি মনৰ সকলো আৱেগ-উচ্ছ্বাস প্ৰকাশ কৰা এই অৰুণদাই স্বয়ং তাৰ প্ৰেমৰ প্ৰতিদ্বন্দ্বী।

নিজৰ অপমানৰ জ্বালাৰ লগতে প্ৰৱঞ্চিত অঁকৰা ল'ৰাটোৰ কাৰণেও মনটো গধুৰ হৈ উঠে অৰুণৰ।

টুনুৰ বিয়া হৈ গ'ল। বিয়াত প্ৰীতি-উপহাৰ লিখিবলগা হ'ল অৰুণেই। বিৰহত কাতৰ অন্তৰ টুনুৰ দৰ্শনত ভাঙি পৰাৰ ভয়ত বলীনে বাদেই দিছিল সেইখন ঘৰলৈ যাবলৈ। গতিকে কবিৰ বৰ্তমানেও অকবিয়েই কৰিবলগা হ'ল সেই কাম। কাৰণ টুনুৰ মাকৰ বৰ ইচ্ছা প্ৰীতি-উপহাৰৰ। আৰু অৰুণে উপযাচিয়েই গাত হৈছিল লেখি দিয়াৰ।

সিদিনাই প্ৰথম অৰুণক আচৰিত কৰি দিছিল মুনুৱে। প্ৰীতি-উপহাৰখনৰ তলত নাম আছিল টুনুৰ ভাই-ভনীহঁতৰ। কিন্তু মুনু আহি দৃঢ়ভাৱে জনাই গ'ল অৰুণক, তাইৰ নামটো যেন কাটি দিয়া হয়। সেইখন সঁচায়ে সিহঁতে লেখা নাই যেতিয়া মিছাকৈ তাইৰ নামটো লেখিবলৈ দিব নোৱাৰে তাই। সকলোতে বেছি গুৰুত্ব দিয়ে এই ছোৱালীজনীয়ে। অথচ মনে মনে অকণমান শ্ৰদ্ধা নাজাগিও নোৱাৰে তাৰ মুনুৰ প্ৰতি, এই সৰু ঘটনাটোত।

ইয়াৰ পিছত বুলু। তাইৰো বিয়াৰ যো-জা চলে এবছৰমানৰ ভিতৰতেই। এই বুলুৱেও এদিন তাক আচৰিত কৰি পেলাইছিল। আচৰিত আৰু অপ্ৰস্তুত। কাৰণ সি বুজিছিল বুলুৰ ওচৰত সি আৰু টুনু ধৰা পৰি গৈছিল, হয়তো বৰুৱা-বৰুৱানীৰ ওচৰতো। নাজানে অৱশ্যে সঠিকভাৱে, বিশেষকৈ তাৰ প্ৰতি বৰুৱা-বৰুৱানীৰ মৰম-চেনেহ আগৰদৰেই একেভাবে থকা বাবেও।

বুলুৱে সিদিনা তাক একৰকম জোৰকৈয়ে টুনুৰ ঘৰলৈ টুনুৰ অনুপস্থিতিত টানি লৈ গৈছিল আৰু ড্ৰেছিং আইনাৰ ডেৰাজৰ পৰা ফটো এখন উলিয়াই মন্তব্য কৰিছিল— 'আপোনাক টুনুৱে যে কৈছিল, ৰঞ্জিত বৰুৱাক বিয়া কৰোৱাত তাইৰ অলপো সম্মতি নাই, তাৰ প্ৰমাণ চাওক এয়া।' বাধ্য হৈ ফটোখনত চকু বুলাই অৰুণে আৱিষ্কাৰ কৰিলে— টুনুৰ ভাবী-স্বামীৰ ছবিয়ে টুনুৰ ডেৰাজ ইতিমধ্যে শোভা কৰিলেই!

কিন্তু বুলুৰ সিদিনাৰ সেই আক্ৰোশৰ প্ৰকাশত হোৱা অৰুণৰ অবাক ভাবটো কাটি গ'ল— যিদিনা সি বুলুৰ পৰা দীঘলীয়া চিঠি এখন পালে। সকলো লাজ কাটি কৰি থৈ লাজুক ছোৱালীজনীয়ে তাক প্ৰেম

নিবেদন কৰিছে সেই চিঠিৰ জৰিয়তে। আৰু ইয়াকো লিখিছে— সি যদি তাইক প্ৰত্যাখ্যান কৰে, তাই আপোনঘাতী হ'ব।

ইতিমধ্যে তাইৰ বিয়াৰ যো-জা চলিছিল।

চিঠি পাই অৰুণৰ মুখ অস্বাভাৱিকভাৱে গহীন হৈ গৈছিল। ইয়াৰ পিছত তাৰ উচিত সেইখন ঘৰলৈ নোযোৱা। কিন্তু সেই ঘৰৰ মালিকে তাকতো একো কৰা নাই যাৰ বাবে সি আহ-যাহ বন্ধ কৰি দিব। হঠাৎ নাটকীয়ভাৱে যোৱা বন্ধ কৰাটোও খুব দৃষ্টিকটু হ'ব। কিন্তু বুলুৰ বিয়াৰ আগলৈকে তাইক কেনেকৈ এৰোৱা যায়?

বহুত উপায় ভবাৰ পিছত হঠাৎ অৰুণে ঠিক কৰি পেলালে, সি ৰমেশ বৰুৱাক কৈ মুনুক পঢ়োৱাৰ ভাৰটো নিয়মিতভাৱে লৈ ল'ব। সেইবাৰ তাইৰ আই এ পৰীক্ষা দিয়াৰ কথা বাবে আৰু সুবিধা হ'ব। এফালে লাভ হ'ব তাৰ— ঘৰখনৰ কৃতজ্ঞতা আৰু আনফালে বুলুৰ লগত টুনুৰ ঘটনাৰ পুনৰাবৃত্তি হ'ব খোজা আশঙ্কাৰ নিবৃত্তি।

অৰুণৰ অদ্ভুত গহীন ব্যৱহাৰে বোধহয় এবাৰ লাজ হেৰুওৱা বুলুৰ লাজখিনি পুনৰ ঘূৰাই আনিছিল। আন একো গোলমাল আৰু নকৰিলে তাই। বিয়া হৈ গ'ল সুকলমে। অৰুণে সকলোৰে প্ৰশংসা অৰ্জন কৰি খুব কাম কৰি দিলে। আৰু এইবাৰো বৰুৱানীক সন্তুষ্ট কৰি দিলে প্ৰীতি-উপহাৰ লেখি দি।

বুলুৰ বিয়াৰ পিছত স্বস্তিৰে উশাহ এৰিছিল অৰুণে। এইবাৰহে যেন সি ৰাহুমুক্ত হ'ল।

কিন্তু কিমান ভুল আছিল তাৰ সেই ধাৰণা—। আকৌ হাঁহি ফুটি উঠে অৰুণৰ মুখত, কিন্তু এইবাৰ বিস্বাদৰ নহয়, কৌতুকৰ।

বিহ-অমৃত দুয়োটাৰেই সোৱাদ সি পালে এই ঘৰখনত। মুনুৱে তাৰ অপমানৰ বিহ আঁতৰাব হয়তো পৰা নাই, কিন্তু স্বৰ্গীয় অমৃতৰ আস্বাদ দিলে।

'অৰুণদা!'

ধ্যান ভাঙে অৰুণৰ।

'আপোনাৰ এতিয়াও প্ৰীতি-উপহাৰ দুখন আঁৰি থোৱা হোৱা নাই?'

মুনু আহি অৰুণৰ কাষ চাপেহি।

'এই থওঁ।' খুব অপ্ৰস্তুত হৈ অৰুণ তৎপৰ হৈ উঠে।

তিনি বাই-ভনীৰ ভিতৰত কিন্তু সকলোতকৈ হতভম্ব কৰিলে মুনুৱে। সিদিনাৰ সেই অকণমানি, বয়স-অনুপযোগী বেছি গহীন ছোৱালীজনীয়ে, অৰুণৰ মানসিক জগতত যাৰ স্থান এক তিলো নাছিল।

বুলুৰ বিয়াৰ দুবছৰ পিছত ৰমেশ বৰুৱাই এদিন তাক নিভৃত পৰামৰ্শৰ বাবে নিজৰ কোঠালীলৈ মাতি লৈ গৈছিল। প্ৰথমে তাৰ বিয়াৰ কথা-বতৰা কিমানদূৰ চলিছে, সেই খবৰবোৰ ল'লে। কাৰণ মাকৰ অনুনয়-বিনয়ৰ পিছত অৱশেষত সি ৰাজী হৈছিল বিয়া কৰাবলৈ। ছোৱালী চোৱাৰ ভাৰ দিছিল মাককে।

তাৰ পিছত বৰুৱাই তাক নিজৰ সমস্যাটোৰ কথা জনাই পৰামৰ্শ সুধিলে। সমস্যাটো হৈছে মুনুক লৈ। তাইৰ বিয়াৰ সময় হৈছে। ভাগ্যক্ৰমে খুব ভাল সম্বন্ধও আহিছে। টুনুৰে চেষ্টাত হৈছে। পাত্ৰ টুনুৰ দূৰসম্পৰ্কৰ দেওৰ। এখন চাহ বাগিচাৰ মেনেজাৰ। ল'ৰাৰ ঘৰৰ পৰা প্ৰায় সম্পূৰ্ণ সন্মতি আদায় কৰিয়ে টুনুৱে জনাইছে। কিন্তু মুনুৱে দুৰ্ঘোৰ প্ৰতিবাদ কৰি জনাইছে, তাইৰ এই বিয়াত মন নাই। কাৰণ সুধিলে কয়— একো নাই, কিন্তু কোনোমতেই তাই ৰাজী নহয়। 'বুজিছা বোপা,' হুমুনিয়াহ পেলায় ৰমেশ বৰুৱাই, 'তাই বৰ জেদী ছোৱালী। যিটো কথাত অনিচ্ছা, সাধ্য নাই কাৰো কৰাবলৈ। এতিয়া তোমাৰ খুৰীদেৱে-ময়ে শেষ ভৰসা কৰিছোঁ তোমাকে। তুমি পঢ়াবলৈ আৰম্ভ কৰাৰে পৰা দেখিছোঁ, তাইৰ তোমালৈ বৰ ভক্তি, বৰ বিশ্বাস তোমাৰ সকলোতে। মোক কৈছে— তুমি হেনো বহুত জানা, বহুত পঢ়া-শুনা কৰা পণ্ডিত। হয়তো তাই তোমাৰ কথা নেপেলাবও পাৰে। আৰু হয়তো তোমাক তাইৰ বিয়ালৈ অনিচ্ছাৰ কাৰণো ক'ব পাৰে।'

গতিকে তাৰ পিছত সিদিনা অৰুণ গৈ মুনুৰ কোঠাত সোমালগৈ। তাৰ চিৰাচৰিত মুনুক পঢ়ুওৱা অথবা তাইৰ লগত গল্প কৰাৰ ৰূপত নহয়, সোমাল হিতৈষী অভিভাৱকৰ ভাও লৈ। ৰাতি হৈছিল তেতিয়া। মুনু পঢ়া মেজৰ ওচৰত কিতাপ মেলি বহি আছিল। অৰুণে সোমাই দুৱাৰখন জপালে। তাৰ শব্দত ঘূৰি চাই মুনুৱে আগ্ৰহেৰে মাতিলে— 'আহক, দুৱাৰখন কিয় জপালে?'

অৰুণে সুৰত যথাসম্ভৱ গাম্ভীৰ্য আনি মুনুৰে বহিবলৈ দিয়া চকীখনত বহি ক'লে— 'তোমাৰ লগত কথা আছে মুনু।'

মুনুৰে অবাক বিস্ময়ৰ চকুৰে তাৰ ফালে চাই ৰ'ল।

অলপ স্তব্ধ হৈ থাকি সি একেবাৰে চৰম প্ৰশ্ন কৰি পেলালে.— 'তুমি বিয়াত আপত্তি কৰিছা কিয় মুনু? দেউতাৰাই যে মনত খুব দুখ পাইছে সেইটো নুবুজা জানো?'

প্ৰশ্নটোৰ অভাৱনীয়ত্বত আৰু আকস্মিকতাত মুনু প্ৰথমে হতভম্ব হৈ গৈছিল। তলমূৰকৈ ৰ'ল কিছু সময়। তাৰ পিছত মূৰ নোতোলাকৈয়ে লাহেকৈ তাই ক'লে— 'কিন্তু অৰুণদা, মই যদি মোৰো সুখৰ পথ নিজে বাছি ল'ব পাৰোঁ, আৰু তাত কোনো অন্যায় বা অসন্মান নাথাকে, দেউতা জানো মোৰ সেই সুখত সুখী নহ'ব?'

আচৰিত হ'ল অৰুণ। ক'লে— 'হ'ব হয়তো। কিন্তু তোমাৰ সুখ পোৱাৰ পথ কি, মুনু?' এই পাঁচ-ছয়বছৰে প্ৰায় সদায় দেখি থকা, তাৰ চকুৰ আগতে ডাঙৰ হোৱা ছোৱালীজনী ইমান ৰহস্যময়ী হ'ল কেতিয়াৰ পৰা?

এইবাৰ বহুত সময়লৈকে তলমূৰকৈ নিমাতে ৰ'ল মুনু। দিনত হোৱা হ'লে অৰুণে বুজিব পাৰিলেহেঁতেন, তাইৰ কাণ-মূৰ ৰঙা হৈ উঠিছে।

বহুত সময়ৰ চেষ্টাৰ ফলত লাজ-সংকোচ কাটি কৰি, মনত সাহস সংগ্ৰহ কৰি হঠাৎ বহাৰ পৰা উঠি, একেবাৰে অৰুণৰ ভৰিৰ ওচৰতে বহি পৰি তাৰ কোলাতে মূৰ গুজি দি অস্পষ্ট মাতেৰে কৈ পেলায় মুনুৰে— 'মই আপোনাৰ লগত সুখী হ'ম, অৰুণদা।'

উচপ্ খাই উঠে অৰুণ। এনে এটা নতুন আৰু অভাৱনীয় কথা সি তাৰ চৌত্ৰিশ বছৰীয়া জীৱনটোত যেন প্ৰথম শুনিলে। কি যে কৰিব, কি যে ক'ব, সি ভাবি নাপালে। তেনেকৈয়ে স্তব্ধ হৈ ৰ'ল সি আৰু মুনুও তাৰ কোলাত মূৰ গুজি ৰ'ল।

নিস্তব্ধতা ভঙ্গ কৰি মুনুয়ে আকৌ ক'লে, 'মোৰ ওপৰত খং উঠিছে অৰুণদা? খুব বাজে ছোৱালীৰ দৰে লাগিছে মোক?' করুণ চকুহাল তুলি তাই তালৈ চাই ৰ'ল।

কি উত্তৰ দিব একো ভাবি নাপালে অৰুণে। আৰু এদিনৰ ছবি মনৰ আগত ভাহি উঠিল, সিদিনাও এই ছোৱালীজনীৰে বায়েক এজনীয়ে এনে ধৰণৰ নাটকৰ সৃষ্টি কৰিছিল। পুৰণি স্মৃতিয়ে লগে লগে তিক্ততাৰে ভৰাই দিলে তাৰ মন। কঠোৰ হৈ উঠিল তাৰ গোটেই সত্ত্বা। নিষ্ঠুৰ ভাষাত শ্লেষপূৰ্ণ হাঁহি মাৰি সি সুধি পেলালে তাৰ পিছত,— 'কিন্তু মুনু, সাধাৰণ এজন চাব-এডিটৰৰ পৰা বাগানৰ মেনেজাৰলৈ প্ৰেমখিনি তোমাৰ ৰূপান্তৰিত হওঁতে কিমান সময় লাগিব?'

আকৌ কাণ-মূৰ ৰঙা হৈ গ'ল মুনুৰ। কিন্তু এইবাৰ লাজত নহয়, অপ্ৰাপ্য অপমানৰ জ্বালাত। কিছু সময় তাই একো মাতিব নোৱাৰিলে— তাৰ পিছত দুগাল বাগৰি চকুপানী ব'বলৈ ধৰিলে। 'আপুনি মোক এনেদৰে অপমান কৰিব বুলি কল্পনা কৰাই নাছিলোঁ অৰুণদা। ভবাই নাছিলোঁ আপোনাৰ দৰে জনা-বুজা মানুহে সকলো ছোৱালীকে একে দলতে পেলাব' কান্দোনত থোকা-থুকি হৈ যায় তাইৰ মাত।

খুব অনুতপ্ত হৈ গ'ল অৰুণ। ছিঃ— সি অজ্ঞানীৰ দৰে এইটো কি কৰিছে! কাৰোবাৰ পাপৰ শাস্তি কাৰোবাক দিছে কিয় সি?

'মোক ক্ষমা কৰা, মুনু। অতীতৰ এটা তিক্ত অভিজ্ঞতাই মন মোৰ বিষাক্ত কৰি থৈছে। তোমাক মই বিনাদোষত কষ্ট দিলোঁ—। কোৱা, ক্ষমা কৰিছা, মুনু?' দুখ আৰু অনুতাপ মিহলোৱা সুৰেৰে মুনুৰ হাত দুখনত ধৰি সোধে সি।

অৰুণৰ ডাঙৰ বলিষ্ঠ হাত দুখনত তাইৰ সৰু মুখখন লুকুৱাই অস্পষ্ট মাতেৰে তাই মাথোঁ কয়, 'মই আপোনাক ইমান ভাল পাওঁ, অৰুণদা!'

কিছুসময় নিমাতে ৰ'ল দুয়ো। তাৰপিছত অৰুণে হঠাৎ সুধিলে—

'কিন্তু তোমাৰ মা-দেউতা জানো সন্মত হ'ব মুনু?'

মুখ তোলে মুনুয়ে। লাইটৰ পোহৰত অৰুণে দেখিলে অলপ আগতে চকুপানীৰে ভিজি কোমল হোৱা চকু দুটা জ্বলিছে। তাত স্পষ্ট দৃঢ়তাৰ চিন। উমাৰ তপস্যাৰ দৃঢ়তা।

'মোৰ পছন্দই যদি কু-ৰুচি অথবা হীনতাৰ পৰিচয় দিলেহেঁতেন, তেতিয়াহে দেউতাহঁতৰ আপত্তি হোৱাৰ কথা। টকা-পইচাৰ আপত্তি তেওঁলোকৰ তুচ্ছ হোৱা উচিত। কাৰণ কম খৰচত চলিব পৰা শিক্ষাও আমাক তেওঁলোকে দি থৈছে; ছোৱালীৰ ভাগ্যৰ কথা হেনো ক'ব নোৱাৰি। আৰু অগত্যা যদি সন্মত নহয়ও, মই মোৰ নিজৰ পথ বাচি ল'বই লাগিব।' কঠোৰ সুৰেৰে কৈ গ'ল মুনুৱে।

আকৌ ভাষাহীন হৈ গ'ল অৰুণ। মনত এটা নতুন ধৰণৰ আনন্দ, জীৱনৰ এক নতুন ধৰণৰ মধুৰ আস্বাদ। মুনুক ক'ব পৰা এটা বাক্যই মাথো তাৰ মনলৈ আহিল— 'তুমি মোৰে কৰেছ সম্রাট'— কিন্তু কবিতাৰ ভাষাৰে কথাটো ক'ব নোৱাৰি।

আৰু এটা কথাও মনলৈ আহিল অৰুণৰ। এটা ঘটনা। কেইবছৰমান আগতে এনে এটা পৰিস্থিতিতেই টুনুৱে কোৱা ঠিক ওলোটা কথা কেইষাৰমানৰ এটা দৃশ্য। ধনী ডাক্তৰ স্বামীক লৈ সুখী হ'বলৈ আৰু ইফালে পূৰ্বতন প্ৰণয়ীৰো চিৰ ভালপোৱাৰ পাত্ৰী হৈ থাকিবলৈ সজোৱা কেইষাৰমান কথা, সহজেই চকুপানী ওলোৱা নাৰী জাতিৰ আয়াসহীন, সুলভ চকুলো কেইটোপালমানৰ। সেই ছোৱালীজনীয়ে অকল নিজক ভাল পায়ে সন্তুষ্ট নাছিল, তাই বিচাৰিছিল আন সকলোৱেই তাইক ভাল পাওক। বুদ্ধিমতী ছোৱালী, তাত কৃতকাৰ্যও হৈছে। সকলোৰে মুখত টুনুৰ প্ৰশংসা। আৰু মুনুৰ? সকলোৰে চকুত দোষেই তাইৰ বেছি হ'ব। প্ৰাপ্যৰ পৰা বঞ্চিত থকাই বোধহয় বেছিভাগ ভাল মানুহৰ দশা।

অৰুণৰ নীৰৱ মুখলৈ চাই অলপ হাঁহি মুনুৱে ক'লে 'অৰুণদা, আপুনি মোক বিশ্বাস কৰিব পৰা নাই নহয়? কিন্তু মই টুনু বা বুলু নহওঁ নহয়!'

অৰুণৰ গোটেই গা-মন জিকাৰ খাই উঠে। মুনুৱে কয় কি?

তাৰ প্ৰশ্নভৰা চকুলৈ চাই শান্ত বিষাদৰ হাঁহিৰে মুনুৱে ক'লে— 'মই সকলো জানিছিলোঁ, অৰুণদা। মোকতো আপোনালোকে সৰু ভাবিয়েই উলাই কৰি গৈছিল।'

অৰুণ স্তব্ধ হৈ ৰ'ল।

'অৰুণদা, মানুহে বোধহয় যোগ্যতা অনুসাৰেই পায়। টুনু আপোনাৰ যোগ্য নাছিল কোনোফালেই। সেয়ে তাই আপোনাক পোৱাৰ সৌভাগ্যৰ পৰা বঞ্চিত হৈ ৰ'ল। আৰু আপুনিও মুক্তি পাই গ'ল অযোগ্যৰ স'তে বন্ধনৰ মুক্তিৰ হীনতাৰ পৰা।'

সান্ত্বনা! মুনুৱে তাক সান্ত্বনাৰ বাণী শুনাইছে?

এইবাৰ হাঁহি দিলে অৰুণে। মুনুৰ মূৰত হাত বুলাই মৰমৰ পাতল সুৰত ক'লে— 'তুমি মোৰ যোগ্য, মুনু?'

মুনুৱে কিন্তু একে গহীন সুৰতেই ক'লে 'গুণত যোগ্য নহওঁ অৰুণদা, কিন্তু মোৰ ভালপোৱাৰে যোগ্যতা আৰ্জিছোঁ।'

এইবাৰ হাঁহিব নোৱাৰে অৰুণে। কিছু সময় মনে মনে থকাৰ পিছত হঠাৎ সোধে— 'কিন্তু মুনু, তুমি যে মোতকৈ বহুত সৰু। মই যে বহুত আগতেই বুঢ়া হৈ যাম।'

ইমানপৰৰ মূৰত পাতলভাৱে হাঁহিলে মুনুৱে, 'কিন্তু মই যে ইতিমধ্যে বুঢ়ী হৈ গলোঁয়েই, অৰুণদা। কুৰি হ'ল নহয় মোৰ।''.... ....

টুনু আৰু বুলুৰ প্ৰীতি-উপহাৰ দুখন আঁৰি থৈ অৰুণে মুনুৰ ফালে ঘূৰি অলপ হাঁহি ক'লে— 'তোমালোকৰ ঘৰৰ তৃতীয়খন প্ৰীতি-উপহাৰৰ লেখক নহৈ মই নায়কহে হ'ব লাগিব, নহয় মুনু?'

ৰ'দেৰে জিল্‌মিল্ জাৰকালিৰ সেই পুৰাটোৰ দৰেই উজ্জ্বল হাঁহি বিৰিঙিল মুনুৰ মুখত।

(ৰামধেনু)

# জননী (২)

'মা, অ' মা!'

মাকক চিঞৰি চিঞৰি মিহিৰ আহি পাকঘৰৰ দুৱাৰডলিত থিয় হ'ল।

'কি হ'ল অ' হীৰু?' পাকঘৰৰ ভিতৰৰ পৰা কৰ্মৰতা মাকে সঁহাৰি দিলে।

'কি হ'ল সুধিছাহে আকৌ—' মিহিৰে অভিমান ভৰা মাতেৰে ক'লে— 'সেই পুৱাতে উঠি পঢ়ি আছোঁ, এতিয়ালৈকে চাহ দিয়াৰ নাম নাই। সেইবাবেই আমি ইমানকৈ কওঁ বোলো ৰান্ধনি এটা ৰাখ., নাই তুমি আমাৰ মৰমত ইমানেই অন্ধ যে সকলো নিজে কৰি নুখুৱালে তৃপ্তি নোপোৱা। পিছে তাৰ ফল কি হৈছে—এতিয়ালৈকে চাহৰ খবৰ নাই!'

'অ— ৰান্ধনিয়ে কিমান সময়মতে তহঁতক খুৱালেহেঁতেন দেখিলোঁহেঁতেন, ৰান্ধনি থকাবোৰৰ ঘৰত দেখিছোঁ নহয় ল'ৰা-ছোৱালীয়ে কিমান সুখন খায়। সিদিনাইতো শুনি আহিলোঁ যে বিজনে দাইলৰ বাটিত পইতাচুৰুণী এটা পালে। নাই বোপাই, তহঁতে যিমানেই যি নক'ৱ, মই ঠাকুৰ-চাকৰৰ হাতত ল'ৰা-ছোৱালীৰ খোৱাৰ ভাৰ এৰি দিব নোৱাৰোঁ— দেহত শক্তি থাকে মানে পাকঘৰৰ ভাৰ আনক দিব নোৱাৰোঁ। পিছে ৰ', মোৰ এই দুখন লুচি ভজা হ'লেই হৈ যাব। আজি অথনিৰে পৰা বীৰুটোৰ বৰ আমনি কৰি আছে ওচৰৰ পৰা আঁতৰিবই নোখোজে, অনবৰত থেনথেনাই আছে। নীলিৰো বোলে কিবা জৰুৰী হ'মৱৰ্ক আছে, এখন্তেক যে ইয়াক চাব তাৰ উপায় নাই।'

'কে'লৈই, মহী ক'লৈ গ'ল?'

'মহীক লৈ দেউতাৰ পুৱাই বজাৰলৈ গ'ল। অ'ত-ত'ত দুই-এটা জৰুৰী কাম কৰি বজাৰ কৰিব। চাউল-দাইল, নিমখ-তেল সকলো শেষ। পুৱাই উঠি দেউতাৰক চাহ কৰি দিয়াৰ সময়ত তই শুই উঠাই নাছিলি।'

'আৰু ৰবিকাই?' মিহিৰে এফালৰ পাৰা সকলোৰে হিচাপ লৈ যায়।

'বুঢ়া আছে ক'ৰবাত কাহি কাহি বহি। বীৰুৱেতো কোনোমতে তাৰ লগ নলয়।' মাকৰ শেষ কৈফিয়ৎ।

এইবাৰ আৰু কোনো উচ্চ-বাচ্য নকৰি হীৰু নিজেই ভায়েকৰ ওচৰলৈ গ'ল।

'এই বান্দৰ, কেৱল মাকক দিগ্‌দাৰিখন কৰি থাকিব। আহ বুলিছোঁ আহ, মাৰ চাদৰৰ আঁচল এৰি মোৰ ওচৰলৈ আহ।' হীৰুৱে ভায়েকক চোঁচোৰাই লৈ আহে। তিনি বছৰীয়া ল'ৰাটোৱে তেতিয়া চিএৰত গগণ ফালে।

'তই চাহ খা হীৰু। তাক মোক দে। কি কৰিবি, ঈশ্বৰে এনে মাকক খোৱা ল'ৰাপাট সৃজিলে— জন্মৰ দিনৰে পৰাতো মোক ই কম আমনি দিয়া নাই।' বীৰুক ওচৰলৈ নি মাকে নিচুকাবলৈ ধৰে।

মাকৰ ওচৰত মূঢ়া এটা টানি লৈ হীৰু তাতেই চাহ খাবলৈ বহিল। অকলে চাহ-ভাত খাব লগা হ'লে হীৰুৱে কেতিয়াও ওচৰৰ সংলগ্ন খোৱা ঘৰৰ খোৱা মেজত একো নাখায়, এনেকৈ মূঢ়াত বহি হাউলি অসুবিধাজনক ভংগীতেই লাগে খাব, তথাপি এনেকৈ মাকৰ ওচৰত বহি খাব।

এতিয়া সি লুচি এখনেৰে আলু দুটুকুৰা মেৰাই মুখত সুমুৱাই হাঁহিমুখে মাকলৈ চাই প্ৰশ্ন কৰিলে—'মই নিশ্চয় তোমাক কেতিয়াও ইমান আমনি কৰা নাছিলোঁ মা?'

'নাই বোপাই, তই সদায়ে খুব ভাল ল'ৰা আছিলি।'

মিহিৰে মন নকৰিলে— কথাখিনি কওঁতে মাকৰ মুখৰ ওপৰেদি বিষাদৰ কিবা এটা সৰু ছাঁয়া পাৰ হৈ গ'ল।

'তোৰ আজি কেইটাত ক্লাছ হীৰু?' অলপ পৰৰ পিছত সন্তুষ্ট মুখেৰে তলমূৰকৈ চাহ খাই থকা মিহিৰলৈ চাই মাকে আকৌ সুধিলে—'তোৰ আজি কেইটাত ক্লাছ নক'ৱ কিয় হীৰু?'

'এঘাৰটা পোন্ধৰত। তুমি বেছি লৰালৰি কৰিব নালাগে দিয়া, মা। এতিয়া চাৰে সাতহে বাজিছে।" তাৰ পিছত চাহৰ শুদা কাপটো মজিয়াত নমাই থৈ মিহিৰে ক'লে— 'চাওঁ মা, কিবা পাচলি কাটিব লগা আছে যদি মোকেই দিয়া। তোমাৰ তিনি বছৰীয়া কেঁচুৱাটো আৰু তোমাৰ কোলাৰ পৰা নানামে। মই নিশ্চয় তিনি বছৰ বয়সত আৰু তোমাৰ কোলাত উঠি থকা নাছিলোঁ মা? অৱশ্যে প্ৰথম ল'ৰা হিচাপে নিশ্চয় মোৰ আদৰ বেছি আছিল!'

জিজ্ঞাসু দৃষ্টিৰে মাকৰ মুখৰ ফালে চাই মিহিৰে দেখিলে তাৰ প্ৰশ্নৰ লগে লগে মাকৰ চকুযুৰি সজল হৈ উঠিছে।

'তই মোক কোনোদিনেই আমনি কৰা নাছিলি বোপাই। তিনি বছৰ বয়সত তই মাথোঁ মোৰ পাছে পাছে আঁচলত ধৰি 'মা মা' বুলি ঘূৰি ফুৰিছিলি। এতিয়া যেনেকৈ প্ৰতিটো কথাতে তই মোক বৰ জীৰ দৰে সহায় কৰিবলৈ আহ, তেতিয়াও থুনুক-থানাক মাতেৰে মোক ইটো-সিটো কাম কৰি থকা দেখিলে ক'ব— মই 'কলি' দিওঁ মা।'

মিহিৰৰ মাকৰ সজল চকুৰ পানী এইবাৰ গাল বাগৰি নামিল।

মিহিৰে সশব্দে হাঁহি উঠিল— 'তোমালোক মাইকী মানুহবোৰ যে ইমান ছেণ্টিমেণ্টাল! হোৱাই-নোহোৱাই প্ৰতিটো কথাতে কেৱল চকুপানী টোকা। মোৰ স্বভাৱটো অলপ ছোৱালীৰ দৰে— আনে এই কথা শুনিলে হাঁহিব, কিন্তু তুমি কান্দা। আচৰিত সঁচায়ে!'

আঁচলেৰে চকুপানী মচি লৈ এইবাৰ মাকে কঠোৰভাৱে সুধিলে— 'কোনে কয় তোৰ ছোৱালীৰ দৰে স্বভাৱ বুলি?'

মুখত হাঁহি লৈয়ে মিহিৰে উত্তৰ দিলে— 'সকলোৱে। জানা মা, মোক ক্লাছৰ ল'ৰাবোৰে জোকায় বোলে মোৰ দৰে থাৰ্ড ইয়েৰত পঢ়া ডেকা ল'ৰা এটাৰ পক্ষে এনেকৈ এতিয়াও মাকৰ আঁচলত ধৰি পাছে পাছে ঘূৰি ফুৰাটো নুশুৱায়। মই যে সিহঁতৰ দৰে চাৰিওফালে ঘূৰি নুফুৰোঁ, অ'ত-ত'ত আড্ডা নিদিওঁ, চাৰিওফালৰ ৰেস্তোৰাঁবোৰ বগাই নুফুৰোঁ, কেৱল তোমাৰ লগত কথা-বতৰা পাতি ঘৰতে সোমাই থাকোঁ— সেইটো সিহঁতে বৰ অপছন্দ কৰে।'

বন্ধুবোৰে কোৱা আন আৰু বহুতো কথা কিন্তু সি মাকৰ পৰা লুকুৱালে। সিহঁতে কয়— সি এতিয়া বিচাৰিব লাগে নাৰীৰ প্ৰেম, নাৰীৰ অপত্য স্নেহ বিচৰাৰ কালতো সি ল'ৰালিতে এৰি আহিছে। মিহিৰ যে মাকৰ প্ৰতি খুব বেছি অনুৰক্ত সেই কথাটো সিহঁতৰ ঘৰৰ ওচৰতে থকা সহপাঠী বিজনে প্ৰচাৰ কৰি দিছিল।

'ওঁ, অপছন্দ কৰিবইতো। ডেকা ল'ৰা এটা, দিন-ৰাতি ছোৱালীৰ দৰে ঘৰতে সোমাই থকাটো ময়ো পছন্দ নকৰোঁ।' মুখেৰে বিৰক্তি প্ৰকাশ কৰিলেও মিহিৰৰ মাকৰ মাতত স্পষ্ট গৌৰৱৰ চিন ফুটি ওলাইছিল। সঁচাইতো, মিহিৰৰ দৰে মাতৃভক্ত ল'ৰাৰ জননী হোৱাৰ সৌভাগ্যনো কেইজনী নাৰীৰ জীৱনত ঘটে?

কথাটো মনলৈ অহাৰ লগে লগে তেওঁৰ মুখখন অলপ ম্লান পৰি যায়।

কিন্তু সন্তানৰ সেই মুখ আৰু গৌৰৱ ভোগ কৰিবলৈ মিহিৰৰ মাক বেছিদিন জীয়াই নাথাকিল। মিহিৰ ফ'ৰ্থ ইয়েৰত উঠাৰ পিছতে আকস্মিকভাৱে তেওঁৰ মৃত্যু হয়।

'বোপা!'

ধৰ্মৰ্কৈ মিহিৰ বিছনাৰ পৰা উঠি বহিল।

'বোপা, এই কাণিমুনি পৰত লেম-চাকি নজ্বলোৱা ঘৰত অকলে অকলে এইদৰে শুই থাকিব নাপায় নহয়।'

'গাটো মোৰ সিমান ভাল লগা নাছিলহে ৰবিকাই, সেই বাবেই আন্ধাৰতে বিছনাত এখন্তেক বাগৰি আছিলোঁ'— কিবা এটা ধৰা পৰি যোৱাৰ সুৰত অপ্ৰস্তুতভাৱে আন্ধাৰত আধা দেখা-নেদেখা বুঢ়াৰ মূৰ্তিটোলৈ চাই মিহিৰে ক'লে। তাৰ পিছত সি খিৰিকীৰে বাহিৰলৈ চালে, সন্ধিয়াৰ আন্ধাৰে গোটেইখন আবৰি ধৰিছে। ইস্— সেই আবেলিৰে পৰা এতিয়ালৈকে ইমানখিনি সময় তেন্তে সি এইদৰে আকাশ-পাতাল ভাবি শুয়ে আছিল?

মিহিৰ বিছনাৰ পৰা নামিল।

'লাইট জ্বলাবৰ মন যোৱা নাই। বৰ গৰমো। অলপ আগফালৰ বাৰাণ্ডাতে বহোঁগৈ ব'লা ৰবিকাই। তোমাৰ লগত কথা পাতি বহি থাকিবৰ মন গৈছে।'

'ব'লা বাৰু বোপা। আজি দেউতাৰাও ঘৰত নাই। ৰাতিকৈহে বোলে উভতিব। দেউতাৰাৰ আৰামী চকীখনত বহি ভাল পাবা। বিছনাত এইদৰে শুই ঘৰৰ ভিতৰত সোমাই থকাটো স্বাস্থ্যৰ পক্ষে ভাল নহয়।' *বুঢ়াই সোলা দাঁতৰ ফাঁকেৰে অস্পষ্ট মাতেৰে ক'লে।*

বাৰাণ্ডাৰ আৰামী চকীখনত বহাৰ পিছত মিহিৰৰ এটা হুমুনিয়াহ ওলাল। দিন-ৰাতি ঘৰত সোমাই থকা স্বভাৱটোতো অকল তাৰেই নহয়, তাৰ দেউতাকো যে তেনেকুৱা। সন্ধিয়াৰ পিছৰে পৰা এই চকীখনত বহি

থাকিব, কি জহকালি কি শীতকালি। সেই কথা লৈ মাকে তাক কৰাৰ দৰে কত অনুযোগেই যে নকৰিলে! তাৰ পিছত সেই চকী আজিও একে ঠাইতে আছে দেউতাকেও চিৰাচৰিত নিয়ম ভংগ নকৰি প্ৰতিটি সন্ধিয়া একেদৰেই সেই চকীত বহি বহি সময় অতিবাহিত কৰিছে— এনেকি মাকৰ মৃত্যুৰ পিছদিনাও— কেৱল এতিয়া যেনিবা গহীন মানুহজনক চকীখনত বহি থকা অৱস্থাত আগতকৈও বেছি শিলৰ মূৰ্তি যেন দেখি। সঁচাই, সকলো প্ৰায় কেনেকৈ একেদৰে আছে, মাথোঁ আজি আৰু অনুযোগ কৰিবলৈ মাক নাই। মা নাই, সঁচাকৈ মা নাই, মা হেৰাই গ'ল চিৰদিনলৈ চিৰদিনলৈ!

মিহিৰে দুয়ো হাতেৰে মূৰটো হেঁচি ধৰিলে।

কান্ধৰ গামোচাখনৰ আগটোৰে বাৰাণ্ডাৰ চুক এটা জোকাৰি লৈ ৰবিকাই লাহেকৈ তাতে বহি পৰিল।

কিছু সময় সকলো নীৰৱ। এনেকি বায়েক নীলিক আমনি কৰি মৰা বীৰুৰো কোনো সাৰসুৰ নোহোৱা হৈছে। চাৰিওপিনে কেৱল অখণ্ড আন্ধাৰৰ গভীৰ নিস্তব্ধতা। ঘাই আলিৰ পৰা ঘৰটো বহুত দূৰৈত হোৱা বাবেও দূৰৰ যান-বাহনৰ অস্পষ্ট শব্দৰ বাহিৰে আন আৰু একো শুনা নাযায়। দূৰৈৰ পৰা মাজে মাজে ভাহি অহা শব্দই বৰং নীৰৱতা আৰু বেছি গভীৰহে কৰি তোলে।

'বোপা'— কিছু পৰৰ মূৰত নীৰৱতা ভংগ কৰি আকৌ আগৰ সুৰত ৰবিকায়ে মাত লগাই উঠে।

'অ ৰবিকাই, মোক কিবা কৈছিলা নেকি?' মিহিৰ যেন ধ্যানৰ পৰাহে সাৰ পাই উঠে।

'কিনো আৰু ক'ম, তোমালোক হ'লা জনা-বুজা শিক্ষিত ল'ৰা আমি হ'লোঁ ক-খ নজনা গোট গৰু, আমি উপদেশ দিলে তোমালোকৰ জানো ভাল লাগিব? তথাপি নকৈও নোৱাৰোঁ, তোমাৰ জন্মৰ আগৰে পৰা এই ঘৰখনত আছোঁ। আপোনজন বুলিবলৈ মোৰ সংসাৰত আৰু কোনো নাই, তোমালোককে আপোন বুলি সাৱটি আছোঁ। তোমালোকৰ ভাল-বেয়াত মাত নলগায়ো নোৱাৰোঁ নহয়—'

'আঃ ৰবিকাই, তোমাৰ পাতনিখন এৰাচোন এতিয়া— কি উপদেশ দিব লগা আছে নিদিয়ানো কিয়? তোমাৰ কথানো কেতিয়া নুশুনাকৈ আছোঁ বা তোমাকে বা আমি কেতিয়া পৰ বুলি ভাবিছোঁ?'

সেইটো আৰু তুমি ক'ব লাগিছেনে বোপা? তুমি সোণৰ আঙঠিৰ দৰে ল'ৰা। সেইবাবেইতো মোৰ আৰু সহ্য নোহোৱা হৈ আহিছে। তুমি ল'ৰাটো দিনক দিনে কি হৈ যাব ধৰিছা চাই থাকোঁ কেনেকৈ। মাৰা স্বৰ্গী হ'বৰ আজি এমাহ পাৰ হৈ গ'ল, এতিয়াও এনেকৈ খাৱন-শোৱন এৰি থাকিলে চলেনে? কি ল'ৰা যে কি হৈ গৈছা। ওৰে দিনটো কেৱল বিছনাখনতে পৰি খিৰিকীৰে আকাশলৈ চাই চাই কি ভাবি-গুণি থাকা তুমিহে জানা—'

'আকাশলৈ চাই চাই মই কি ভাবোঁ জানা ৰবিকাই, ভাবোঁ—'জীবনেৰি কে ৰাখিতে পাৰে, আকাশেৰ প্ৰতি তাৰা ডাকিছে তাহাৰে'— কিন্তু তুমিতো এইবোৰ কথা নুবুজা ৰবিকাই, পিছে নুবুজাটো বৰ ভাল কথা। বেছি বুজিলে, বেছি চিন্তা কৰিলে মানুহৰ বৰ কষ্ট হয়— আৰু মোৰতো ভাবি ভাবি চিন্তা কৰি কৰি মূৰটো এটা ব'ব নোৱৰা বোজাৰ দৰে হৈ গৈছে, মই যেন মূৰটো দাঙিবই নোৱাৰোঁ, মই যেন কেৱল শুয়েই থাকিম আৰু শুই শুই ভাবি থাকিম— মানুহ মৃত্যুৰ পিছত ক'লৈ যায়, মৃত্যুৰ পিছত কিবা জীৱন আছেনে যি এখন চিৰ আন্ধাৰ চিৰ নিদ্ৰাৰ দেশ, আৰু যদি জীৱন আছে, যদি আত্মাৰ বিনাশ নাই আমি আমাৰ মৰমৰ মানুহবোৰৰ লগত মৃত্যুৰ পিছত আকৌ লগালগি হওঁ নে নহওঁ, তেওঁলোক আমাৰেই হৈ থাকে নে আগতে মৃত্যু হোৱা কোনোবা আত্মাৰহে আপোন হৈ যায়—'

ৰবিকায়ে আতংকত প্ৰায় চিঞৰি উঠিল— 'তুমি এইবোৰ প্ৰলাপৰ দৰে কি বকিছা হীৰু বোপা?'

"সঁচাই মই প্ৰলাপ বকিছোঁ ৰবিকাই, তুমি ঠিকেই কৈছা। আচলতে মই পাগল হৈ গৈছোঁ।' মিহিৰ ঘপহকৈ চকীৰ পৰা উঠি আহি বাৰাণ্ডাতে লেপেটা কাঢ়ি বহি পৰিল আৰু ৰবিকাইৰ ফালে শিশু এটাৰ চাৱনিৰ দৰে চাই ক'লে—'ৰবিকাই, আজি এই এটা মাহে মোৰ চকুত প্ৰায় টোপনি নাই। কোনোবা এজন মৰি যোৱাৰ দুখটো ইমান ডাঙৰ দুখ, ৰবিকাই!'

হঠাৎ সৰু ল'ৰাৰ দৰে হুকহুকাই কান্দি দিলে বুঢ়াটোৱে। মিহিৰে অলপো লৰচৰ নকৰি তেনেকৈয়ে এটা শান্ত ল'ৰাৰ দৰে বুঢ়াটোলৈ চাই বহি থাকিল।

কিছু সময় আপোনমনে কান্দি বুঢ়া খন্তেক পৰ টলকা মাৰি ৰ'ল। তাৰ পিছত কিবা এটা মন স্থিৰ কৰাৰ দৰে কেই মিনিটমান চকু দুটা মুদি ৰ'ল। লাহে লাহে বুঢ়াৰ লোলচৰ্ম মুখখনত এক ধৰণৰ দৃঢ় সংকল্পৰ ভাব এটা ফুটি উঠিল।

মিহিৰে একেদৰেই বুঢ়াৰ মুখৰ পিনে চাই শান্তভাৱে বহি থাকিল।

'বোপা!' গুৰুগম্ভীৰ মাতেৰে ৰবিকায়ে মাত লগালে। মিহিৰে মাথোঁ সপ্ৰশ্ন ভাব চকুত ফুটাই একেদৰে চাই ৰ'ল।

'বোপা, যি মা তোমাৰ আপোন মা নহয়, সেই মাৰাৰ মৃত্যুত তোমাৰ জীৱনটো এনেকৈ তিলতিলকৈ ধ্বংস হৈ যাবলৈ ওলোৱা দৃশ্য আৰু মই কোনোমতেই সহ্য কৰিব নোৱাৰোঁ। মই আজি সকলো খুলি ক'ম; ক'মেই!' আৱেগৰ হেঁচাত বুঢ়াৰ কঁপা মাত আৰু কঁপি গ'ল।

হঠাৎ যেন কি হৈ গ'ল! ভূমিকম্প হৈছে নেকি? পৃথিৱীখন এনেকৈ এটা পাকঘূৰণি খাই গ'ল কিয়?

মিহিৰ একেজাঁপে থিয় হ'ল। মুহূৰ্ততে তাৰ সমস্ত জড়তা কাটি গৈছে।

'তুমিহে আচলতে পগলা হ'লা নেকি ৰবিকাই, এইবোৰ কি বকিছা? মোৰ মা বোলে মোৰ মা নহয়— হাঃ হাঃ হা' মিহিৰে হঠাতে হিষ্টিৰিয়া ৰোগীৰ দৰে হাঁহিবলৈ ধৰিলে।

বুঢ়া প্ৰথমতে বিমূঢ় আতংকত কেইছেকেণ্ডমান স্তব্ধ হৈ ৰ'ল, তাৰ পিছত মিহিৰৰ ওচৰলৈ গৈ তাৰ গাটোত হেঁচুকি দি আতংকগ্ৰস্ত মাতেৰে ক'লে—

'হীৰু মইনা, তোমাৰ হ'ল কি? এনেকৈ পগলাৰ দৰে হাঁহিছা কিয়? হাঁহি বন্ধ কৰা মইনা, মই একো পগলা হোৱা নাই যি কৈছোঁ একেবাৰে সঁচা কৈছোঁ, এতিয়াই সকলোবোৰ কথা ক'লে তুমি বুজি পাবা—'

ককায়েকৰ অস্বাভাৱিক হাঁহিৰ শব্দত নীলিও ওলাই আহিছিল। বুঢ়াই সেইফালে চাই ক'লে— 'আই, তুমি খন্তেক ভিতৰলৈ যোৱাচোন—'

নীলি যেনেকৈ নিঃশব্দে আহিছিল তেনে নিঃশব্দে গুচি গ'ল।

ইতিমধ্যে মিহিৰৰ হাঁহিও বন্ধ হৈ গৈছিল। তাৰ মনটো হঠাতে আবৰি ধৰিছিল পৃথিৱীৰ এক বিস্ময়কৰ অভিজ্ঞতাৰ সম্ভাৱনাৰ ক'লা ছাঁয়াই। অলপ আগতে কি শুনিলে সি? সি সপোনতে শুনিলে নে দিঠকতে শুনিলে? হাতৰ আঙুলিটো কামুৰি চালে মিহিৰে। নাই, মাকৰ মৃত্যুৰ খবৰটোও সি যিদৰে সপোন নেকি বুলি বাৰ বাৰ আঙুলি কামুৰি অৱশেষত নিদাৰুণ সত্যটো কুসপোন নহয়, ৰূঢ় বাস্তৱ বুলি বুজি পাইছিল, এতিয়াও একেদৰেই বুজি পালে যে ৰবিকাইৰ মুখৰ পৰা উচ্চাৰিত সেই অবিশ্বাস্য ভয়ানক কথাষাৰ সি দিঠকতে শুনা।

'ৰবিকাই, তোমাৰ সকলোবোৰ কথা কোৱা এতিয়া।'

মিহিৰৰ আপাত-স্বাভাৱিক মাতত যেন বুঢ়াটোৱে অলপ সকাহ পালে।

এক মুহূৰ্তৰ বাবে প্ৰশ্নটোৰ অভাৱনীয়তাই আৰু প্ৰশ্নটোত জড়িত থকা মাকৰ কৰুণ সোঁৱৰণীয়ে মিহিৰক থতমত খুৱালে। তাৰ পিছতে নিজক চম্ভালি লৈ সি উত্তৰ দিলে— 'মোৰ অৱস্থা দেখি মোক পিণ্ড দিবলৈ মাতিবলৈ দেউতাৰ হেনো সত নগ'ল। সেয়ে বীৰুৰ হতুৱায়ে দিয়ালে।'

বুঢ়াই অলপ হাঁহিলে।

'সেইটো চেলু, বোপা। নহ'লে আন কি কাৰণ দেখুৱাইনো তোমাক পিণ্ড দিয়াৰ পৰা বঞ্চিত কৰে? সেই একে কাৰণতে তোমাক মুখাগ্নি কৰিবলৈও নিদিলে। তুমি এবাৰ নিজেই ভাবি চোৱাচোন বোপা, আমাৰ হিন্দুসকলে পুত্ৰৰ পৰা পিণ্ড খোৱাটো কিমান দৰকাৰী কথা বুলি ভাবে। যি মাকে পুতেকক ইমান ভাল পাইছিল, সেই মাকক সেই পুতেকৰ পিণ্ডদানৰ পৰা বঞ্চিত কৰিলে ইমান সাধাৰণ চেলু এটা উলিয়াই, কথাটো ইমান বিসদৃশ তুমি ইমান বুদ্ধিমান ল'ৰা হৈও বুজিব পৰা নাছিলা নে মইনা?'

সাধাৰণ বুঢ়া এটাৰ সাধাৰণ কিন্তু অকাট্য যুক্তি এটাই হঠাতে যেন বিৰাট এখন উপলব্ধিৰ দুৱাৰ মেল খুৱাই দিলে। মিহিৰৰ চিন্তা ভাৰাক্ৰান্ত গধুৰ মূৰটো আকৌ এবাৰ ঘূৰি যোৱা যেন লাগিল। তাৰ ভৰিৰ তলৰ পৃথিৱীখন তললৈ, বহুত তললৈ আঁতৰি যোৱা যেন লাগিল।

মিহিৰ ধপ্‌কৈ মাটিত বহি পৰিল। বুঢ়াটোৱে গভীৰ বিষাদ আৰু চেনেহ ভৰা চাৱনিৰে তাৰ ফালে চাই ৰ'ল।

মিহিৰে দুহাতেৰে মূৰটো হেঁচি ধৰি কিছু পৰ নীৰৱে থাকি অৱশেষত মাত লগালে—

'বাৰু ৰবিকাই, তোমাৰ প্ৰমাণটো মই মানি লৈছোঁ। তুমি এতিয়া অলপো পাতনি নেমেলাকৈ সকলো কথা কৈ যোৱা। অৱশ্যে তুমি নক'লেও এই কথাটো মই বুজি পাইছোঁ যে ইমানদিনে মই যাক মা বুলি জানি আহিছোঁ তেওঁ মোৰ নিজৰ মা নহয়। তাৰ মানে মোৰ আন এগৰাকী নিজৰ মা আছিল। হয়তো মোৰ কেঁচুৱা অৱস্থাতে তেওঁ ঢুকাল। তাৰ পিছত দেউতাই আকৌ মোৰ মাক— মানে এই মাহীমাক বিয়া কৰালে—' যাক মই ইমান দিনে মা বুলি জানি আছোঁ তেওঁ মোৰ মাহীমাহে, কিয় এওঁ মোৰ মাহীমাহে, কিয় এওঁ মোৰ মাহীমা হ'ব লগা হ'ল, কিয় মোৰ আগৰ মা এজনী থাকিব লগা হ'ল! মিহিৰৰ বুকু ভেদি দীঘল হুমুনিয়াহ এটা ওলাল।

'বাৰু যি হওক ৰবিকাই, তুমি এফালৰ পৰা সকলো কৈ যোৱা।'

বুঢ়াই কান্ধৰ গামোচাখনেৰে চকু দুটা মচি আৰম্ভ কৰিলে— 'তোমাৰ যেতিয়া দুবছৰ, তেতিয়াই তুমি তোমাৰ মাৰাক হেৰুৱালা। ঘৰখনত তেতিয়া বাকী থাকিলোঁ মাত্ৰ আমি তিনিটা প্ৰাণী— দেউতাৰা, তুমি আৰু মই। তোমাৰ আইতা সৰুতেই ঢুকাইছিল, পেহীয়েৰা দুগৰাকীৰো বিয়া হৈ গৈছিল। তোমাৰ এজন বৰদেউতা আৰু এজন সৰুদেউতা, সকলোবোৰ নিজ নিজ চাকৰি কৰা ঠাইত নিজৰ পৰিয়ালৰ লগত আছিল। আমি তেতিয়া দেউতাৰাৰ চাকৰিৰ ঠাই সুদূৰ মাৰ্ঘেৰিটাত আছিলোঁ। তোমাৰ মা নোহোৱা হোৱাৰ পিছত দেউতাৰাই চাকৰি এৰি দিলে, আগতে বোলে উকীলৰ পঢ়া পাছ কৰি থোৱা আছিল, সেইবাবে ইয়াতে আহি উকীল হৈ নিগাজীকৈ বহিল। যি হওক, তুমি অকণমানি পোনাটোক লৈ আমি দুজন মতা মানুহ প্ৰথমতে বৰ বিপাঙত পৰিলোঁ, তুমি দিন-ৰাতি মাৰাক বিচাৰি বৰ আমনি কৰি আছিলা। তোমাৰ পেহীয়েৰা আৰু খুৰীয়েৰাহঁতে তোমাক ৰাখিব খুজিছিল, কিন্তু তোমাৰ দেউতাৰা কেনে একাচেকা মানুহ দেখিছাই নহয়, কাকো তোমাৰ ভাৰ ল'বলৈ নিদিলে— বোলে মোৰ ল'ৰা ময়ে মানুহ কৰিম, মাক নহ'লেও ল'ৰাক কেনেকৈ ডাঙৰ কৰিব লাগে মই দেখুৱাই দিম। পিছে দেউতাৰাই জেদ পূৰণ কৰিলে হয়, কিন্তু তোমাৰ ঠিকমতে প্ৰতিপাল নহ'ল, হয়নো কেনেকৈ, আমিনো দুজন মতা মানুহে ল'ৰা তোলাৰ কিটো জানো? ফলত সৰুতে যিটো ল'ৰা ইমান নোদোকা আছিলা, সেইটো ল'ৰা দিনক দিনে শুকাই-খীণাই যাবলৈ ধৰিলা। মই লাহে লাহে সাহ কৰি দেউতাৰাক আৰু বিয়া কৰোৱাৰ কথা উলিয়াইছিলোঁ, কিন্তু তেওঁ সেই কথা শুনিলেই অগ্নিশৰ্মা হৈ উঠিছিল— বোলে মাইকী মানুহক মই আৰু বিয়া নকৰাওঁ। কি অদ্ভুত হাঁহি উঠা কথা শুনিছানে বোপা, মাইকী মানুহক বিয়া নকৰাই তুমি মতা মানুহক বিয়া কৰাবা নেকি? তোমাৰ দেউতাৰা পিছে আগে ইমান গহীন নাছিল, অলপ ফূৰ্তি-তামাচা আছিল, পিছে তোমাৰ মা যোৱাৰ পৰা তেওঁৰ স্বভাৱ একেবাৰে সলনি হৈ গ'ল। সেই সময়ত মই যে তেওঁৰ পৰা কাৰণে-অকাৰণে কিমান ডাবি-ধমকি খাইছিলোঁ তোমাক কি ক'ম। বাৰু যি হওক, এতিয়া আচল কথালৈ আহোঁ। তোমাৰ যেতিয়া প্ৰায় তিনি বছৰ হ'ল তেতিয়াহে বোধহয় দেউতাৰাৰ চেতনা হ'ল যে তোমাৰ স্বাস্থ্য অকণো ভাল হ'ব পৰা নাই। ইফালে দুটা ডাঙৰ মতা মানুহৰ লগতনো সৰু ল'ৰা এটাই কেনেকৈ তিষ্ঠে। ভাবি চোৱাচোন এবাৰ অৱস্থাটো। দিনটো দেউতাৰা ঘৰত নাথাকে, মই এই আদহীয়া গাঁৱলীয়া মানুহটোৰ লগতে তুমি দিনৰ দিনটো কটোৱা। মোৰ লগতে হাঁহা, মোৰ লগতে কান্দা, মোৰ লগতে ধেমালি কৰা, তোমাৰ সকলো আদৰ, উৎপাত মোৰ লগতেই চলে। সেইবোৰ দেখি মই কেতিয়াবা অকলে অকলে কান্দো। তোমাৰ মুখখন চাবলৈ মোৰ সত নাযায়। সৰুগৰ পোনা এটা, কি আদৰ-সুখত কাল কটাব লাগিছিল, মাকৰ বুকুত থাকি দেউতাকৰ কোলাত ধেমালি কৰি দিনক দিনে জোনৰ কলাৰ দৰে বাঢ়ি যাব লাগিছিল, কিন্তু কি কপাল সাধি আহিছিলা, সেই সকলোৰে পৰা বঞ্চিত হৈ নিজান মৰিশালি এখনৰ দৰে ঘৰ এটাত ভূতৰ দৰে লগ এটাৰ লগত থাকি থাকি আধামৰা হৈ গৈছিলা।'

বুঢ়া অলপ সময় ৰ'ল। হেৰোৱা অতীতৰ করুণ অধ্যায় এটাৰ স্মৃতিয়ে বুঢ়াৰ চকুহাল সজল কৰি তুলিলে।

ইমান সময় জগত-সংসাৰ বিস্মিত হৈ মিহিৰে একান্ত মনে বুঢ়াৰ কথা শুনি আছিল। যি যেন সম্পূৰ্ণ বাহ্যিক চেতনা ৰহিত হৈছিল। অনাদৰ-ক্লিষ্ট মুখৰ আৰু কৃশকায়ৰ অকণমানি ল'ৰা এটাৰ জীৱন এটা যেন সি আকৌ এবাৰ যাপন কৰি উঠিল।

কিন্তু বুঢ়া ৰৈ যোৱাৰ লগে লগে সি আকৌ বৰ্তমানলৈ উভতি আহিল।

'ৰ'লা কিয় ৰবিকাই, কৈ যোৱা।'

'ওঁ, শুনা মইনা। তোমাৰ যেতিয়া তিনি বছৰ বয়স, এদিন দেউতাৰাই হঠাতে মোক ক'লে— 'ৰবি, তোৰ খাটনিত পৰিয়ে মই আকৌ বিয়া কৰাবলৈ ওলাইছোঁ। পিছে কইনাঘৰ ইয়াত নহয়। মই কালিৰ পৰা দুদিনৰ ছুটী লৈ গৈ বিয়া কৰাই আহিম। তই এই দুদিন হীৰুক লৈ ইয়াতে থাকিবি। মই ঘৰৰ কাকো একো খবৰ দিয়া নাই।' মাত্ৰ এই কথাকেইটা কৈ তোমাৰ দেউতাৰা ওলাই গ'ল। মোৰো আৰু তেওঁৰ মুখলৈ চাই দুনাই একো সুধিবৰ সাহ নহ'ল। তাতে সিদিনা তেওঁৰ মুখখনলৈ চাই এনে লাগিছিল, তেওঁ যেন বিয়া কৰাবলৈ নহয়, ক'ৰবলৈ মৰিবলৈ যাবলৈহে ওলাইছে। যি হওক, মই তোমাৰ মুখখনলৈ চাই চাই হাঁহি আৰু কান্দি সেই দুদিন কটালোঁ। দেউতাৰাই কৈ যোৱা মতে ঠিক দুদিন পিছতে আবেলি পৰত ঘৰ ওলালহি। ওৰণিখন দীঘলকৈ টানি তেওঁৰ লগত চুচুক-চামাককৈ আহি থকা তিৰোতাজনীক মই তোমাক লৈ থকা কোঠালীটোলৈ লৈ আহিল। সেই দিনটোৰ ছবি মোৰ যেন আজিও চকুৰ আগত ভাহি উঠে মইনা। তাৰ পিছত দেউতাৰাই সেই ওৰণিৰে ঢাক খাই থকা মূৰ্তিটোলৈ চাই ক'লে— 'কৰুণা, এইটো তোমাৰ ল'ৰা। আজিৰ পৰা তাৰ সমস্ত ভাৰ তোমাৰ হাতত দিলোঁ।' ন-কইনাক গুৰু-গম্ভীৰ মাতেৰে সেইকেইটা কথা কৈ দেউতাৰাই এইবাৰ মোৰ পিনে চাই আদেশ দিলে— 'ৰবি, তাক মাকৰ লগত চিনাকি কৰি দে।' তাৰ পিছতে দেউতাৰা কোঠালীটোৰ পৰা ওলাই গ'ল। হয়তো বাহিৰৰ এই আৰামী চকীখনতে বহিলহি। তোমাৰ মাৰাই এইখন ঘৰ এৰাৰে পৰা তেওঁ যি ঘণ্টাৰ পিছত ঘণ্টা সেই চকীখনতে বহিবলৈ আৰম্ভ কৰিলে, সেই স্বভাৱ আৰু আজিলৈকে নাতৰিল।

'যি হওক, মইতো প্ৰথমে বৰ বিপাঙত পৰিলোঁ। ন-কইনা এজনীৰ আগত কৰোঁ কি নকৰোঁ লাগিল। তেওঁৰ দশা বোধহয় মোতকৈও বেয়া হৈছিল। শেষত নিজকে কোনোমতে চম্ভালি লৈ তোমাৰ ফালে চাই দেখোঁ— তুমি ৰাজ্যৰ বিস্ময় অকণমানি মুখখনত ফুটাই হাঁ কৰি ওৰণিৰে ঢাক খোৱা সেই শিলৰ মূৰ্তিৰ দৰে থিয় হৈ থকা মানুহজনীৰ ফালে চাই আছা। মতা মানুহটো হৈও বোপা, অলপ কথাতে চকুপানী ওলোৱা স্বভাৱটো মোৰ সেই ডেকা কালতো কম নাছিল। সিদিনা তোমাৰ পিনে চাই মই কোনোমতে চকুপানী চম্ভালিলোঁ। তাৰ পিছত নতুন মাৰাৰ পিনে তোমাক অলপ আগুৱাই দি ক'লোঁ— 'যোৱা মইনা, সেয়া তোমাৰ মা। তুমি তোমাৰ মাক মাতাগৈ, মাৰ ওচৰলৈ যোৱা, তেওঁ তোমাক মৰম কৰিব; ওঁ— যোৱা মইনা, সেয়া তোমাৰ মা নহয়—' মই তোমাক আৰু বেছি ঠেলিব নালাগিল, এইবাৰ তুমি এখোজ-দুখোজকৈ তেওঁৰ ওচৰ চাপি গ'লা আৰু তেওঁৰ গাৰ কাপোৰত ধৰি হাঁহি এটা মাৰি থানাক-থুনুক মাতেৰে ক'লা—

'তোমাল নাম মা? মোল নাম হীলু।'

'ইমান সময় লৰচৰ নকৰি থিয় হৈ থকা মানুহজনীৰ এইবাৰ গোটেই গাতো কঁপি উঠিল। ওৰণিৰ তলত মই তেওঁৰ উচুপনিৰ শব্দ শুনিলোঁ। তাৰ পিছত মানুহজনীয়ে হাত দুখন আগবঢ়াই তোমাক বুকুৰ মাজলৈ টানি নিলে। মই লাহে লাহে কোঠালীটোৰ পৰা ওলাই আহিলোঁ। সেইদিনাই মই বুজিলোঁ তুমি তোমাৰ মাক আকৌ ঘূৰাই পালা। তোমাক প্ৰতিপাল কৰাৰ পবিত্ৰ আৰু কঠিন দায়িত্বৰ সমস্ত ভাৰ তোমাৰ নতুন মাৰাৰ হাতত দি মই সেইদিনাৰ পৰা খালাচ হ'লোঁ। তাৰ পিছত নিজৰ সৰু কোঠালীটোলৈ গৈ এসোঁতামান কান্দিলোঁ আৰু বহুত সময়লৈকে জিৰাই থাকিলোঁ। আৰু তাৰ পিছৰে পৰাতো আজিলৈকে জিৰায়ে আহিছিলোঁ বোপা। তোমাৰ নতুন মাৰাৰ জীৱিত কালত তোমাক লৈতো মই আৰু কোনোদিন মূৰ ঘমাব লগা হোৱা নাই। কিন্তু এদিন যি ডাঙৰ ভাৰ মই সেই সতী লক্ষ্মীৰ হাতত দি নিশ্চিত হৈছিলোঁ, সেই ভাৰ যে পুনৰাই তেওঁ মোৰ গাত জাপি দি অকালতে গুচি গ'ল। আৰু সকলো শোক-তাপৰ সাক্ষী থাকি গ'লোঁ এই দুৰ্ভগীয়া বুঢ়াটো। তোমাৰ দেউতাৰালৈও মোৰ বৰ বেয়া লাগে বোপা। মানুহজনে যে কি কৰ্মফল ভুগিব লগা হ'ল নাজানো— স্ত্ৰী-ভাগ্যনো ইমান বেয়া হ'ব লাগেনে তেওঁৰ।'

বহুত পৰ কথা কোৱাৰ পিছত বুঢ়া এইবাৰ থামিল, আৰু নাকান্দিলে, কেৱল বুকু ভঙা হুমুনিয়াহ এটা পেলাই আন্ধাৰৰ পিনে চাই ৰ'ল।

মিহিৰো বহি ৰ'ল একেদৰেই। পৃথিৱীৰ এক বিৰাট অভাৱনীয়তাই তাক যেন প্ৰাথৰৰ মূৰ্তিত পৰিণত কৰিছিল।

কিছু সময়ৰ পিছত বুঢ়াই আকৌ মাত লগালে— 'এটা কথা বোপা, তোমাক যে আজি এইবোৰ কথা ক'লোঁ, তাক ঘূণাক্ষৰেও কাৰো আগত নক'বা দেই। দেউতাৰাই যদি কেনেবাকৈ গম পায়, মোক গতিয়াই ঘৰৰ পৰা বাজ কৰি দিব।'

'কিয়'— মিহিৰে অবাক হৈ বুঢ়াৰ ফালে চাইছিল।

'তোমাৰ যে নিজা মা নাই, এই কথা যাতে তুমি কোনোদিন গম নোপোৱা তাৰ বাবে দেউতাৰা বৰ সাৱধানে চলিছিল। সেইবাবেই কোনো আত্মীয়-স্বজন, বন্ধু-বান্ধৱ কাৰো লগত সম্পৰ্ক নাছিল আৰু সেইবাবেই পুৰণি চিনাকি মানুহ নথকা এই ঠাইখনত তেওঁ নিগাজীকৈ বহিছিল। এইদৰে তুমি এদিন গম পাব পৰা সকলো বাটেই তেওঁ বন্ধ কৰি পেলাইছিল। অথচ অৱস্থাত পৰি ময়েই প্ৰথম তেওঁৰ বিশ্বাসভংগ কৰিলোঁ। কি কৰিম মইনা, মোৰ যে আৰু উপায় নাছিল। তোমাৰ মুখ চাযে মই এই পাপ কামফেৰা কৰিবলৈ বাধ্য হ'লোঁ।'

'বাৰু বাৰু ৰবিকাই মই তোমাৰ ওচৰত বিশ্বাস ভংগ নকৰোঁ, মই মনে মনে থাকিম। তোমাৰ কোনো ভয় নাই।' তাৰ পিছত মিহিৰে নিজকে নিজে কোৱাদি ক'লে— 'আচৰিত, মোৰ নিজা মাৰ মৃত্যুৰ কথা মোৰ পৰা লুকুৱাবলৈ দেউতাৰ এই চেষ্টা কিয়!'

আৰু কিছু সময়ৰ নীৰৱতা।

তাৰ পিছত হঠাতে কিবা এটা মনত পৰাৰ দৰে মিহিৰে এবাৰ সুধিলে— 'বাৰু ৰবিকাই, মোৰ আগৰ মা কি হৈ ঢুকাইছিল?'

অতি সহজ আৰু স্বাভাৱিক প্ৰশ্ন এটা। কিন্তু বুঢ়াই যেন সেই প্ৰশ্নৰ বাবেই ভয়েৰে বাট চাই আছিল, তাৰ গোটেই গাটো জিকাৰ খাই উঠিল, সি সেপ ঢুকি ইতস্ততঃ কৰিবলৈ ধৰিলে।

'হঠাত তুমি বোবা হৈ গ'লা নেকি ৰবিকাই?' মিহিৰে বুঢ়াৰ নিমাত মুখখনলৈ চাই অবাক হৈ সুধিলে— 'ইমান পৰ ইমানবোৰ কথা ক'লা, এতিয়া সামান্য প্ৰশ্ন এটাৰ উত্তৰ দিবৰ বেলিকা তোমাৰ মাত হেৰাল? নে সেই বিশেষ কথাটোকে পাহৰি গ'লা?' মিহিৰে ব্যংগৰ সুৰেৰে প্ৰশ্নটো শেষ কৰিলে।

'কি ক'লা মইনা, মই পাহৰি গ'লোঁ?' বুঢ়াই আন্ধাৰত এক ধৰণে হাঁহিলে— 'পাহৰি যাব পাৰিলেতো ভালেই আছিল, কিন্তু পাহৰা কি ইমান সহজ কথা? নহ'লেনো আজি অতদিনেও তোমাৰ দেউতাৰা এনেকৈ দহি মৰেনে? কি মানুহটো আজি কৈ হৈ গ'ল। নাই মইনা, পাহৰাটো ইমান সহজ কথা নহয়।'

মিহিৰৰ আৰু ধৈৰ্য নৰ'ল, সি অতিষ্ঠ হৈ একপ্ৰকাৰ চিএৰিয়ে উঠিল— 'তোমাক কাবৌ কৰিছোঁ ৰবিকাই, তোমাৰ এই ছাচ্‌পেঞ্চ শেষ কৰা, মোৰ আৰু ধৈৰ্য নাই বৈ থাকিবলৈ। আৰু মোৰ যে কি সাংঘাতিক ভাগৰ লাগিছে তুমি যদি বুজিব পাৰিলাহেঁতেন?' — মিহিৰে পকাৰ বেৰত আঁউজি বহি দীঘলকৈ উশাহ এটা ল'লে।

সেইফালে চাই বুঢ়াই এটা হুমুনিয়াহ পেলালে। এই দুৰ্ভগীয়া ল'ৰাটো! ডেকা হৈও এটা শিশু, বাৰ বাৰ মাতৃৰ কোলাৰ পৰা আশ্ৰয়চ্যুত হৈ মাটিত সৰি পৰি কি অসহায় আৰু দিশহাৰা হৈ পৰিছে।

অৱশেষত বুঢ়াই প্ৰতিটো শব্দ খুব ধীৰ মাতেৰে উচ্চাৰণ কৰি কৈ পেলালে— 'তোমাৰ মাৰাতো ঢুকোৱা নাই বোপা।'

হঠাতে যেন কিবা এটা হৈ গ'ল। আগ্নেয়বাৰতকৈও ডাঙৰ ভূঁইকঁপৰ জোকাৰণি এটাই যেন মিহিৰৰ সৰ্বশৰীৰ কঁপাই দিলে। এই বুঢ়াটো সঁচায়ে পগলা হৈ গ'ল নেকি? নে সিয়েই পগলা হ'ল?

মিহিৰ একেজাঁপে থিয় হ'ল।

'এই ৰবিকাই, তোমাৰ মূৰৰ কিবা বিকাৰ ঘটিল নেকি? নে আজি কিবা নিচা-ভাং খাই আহি মোক অথনিৰে পৰা এইবোৰ বলকি আছা?' মিহিৰে দুয়োহাতেৰে বুঢ়াটোক জোকাৰিবলৈ ধৰিলে।

'উস্ বোপাই, মোক এৰি দিয়া। এনেকৈ জোকাৰিলে মোৰ বুঢ়া হাড় কেইডাল যে একেবাৰে গুড়ি হৈ যাব। মই পগলাও হোৱা নাই, কোনো নিচা-ভাঙো খোৱা নাই। তুমিনো এই সহজ কথাটোও বুজি পোৱা নাইনে যে তোমাৰ মাৰাৰ সাধাৰণভাৱে মৰাৰ কথাটো দেউতাৰাই তোমাৰ পৰা লুকুৱাবলৈ ইমান চেষ্টা

নকৰিলেহেঁতেন বা মাৰাৰ ফালৰ আপোন মানুহসকলৰ লগত তোমাৰ কিবা নহয় কিবা সম্পৰ্ক থাকিলহেঁতেন।'

মিহিৰ আকৌ ধপ্‌কৈ মাটিত বহি পৰিল আৰু মূৰটো দুয়োখন হাতেৰে হেঁচা মাৰি ধৰিলে। বুঢ়াটোৰ যুক্তি কি পানী নসৰকা!

বুঢ়াই যি হয় হওক এনে এটা ভাবেৰে অলপো নথমাকৈ এফালৰ পৰা কৈ গ'ল— 'তোমাৰ গৰ্ভধাৰিণী মাৰা এতিয়াও জীয়াই আছে বোপা। সেইবোৰ বহুত কথা। বৰ ডাঙৰ বিশ্বাসঘাতকতাৰ কথা, বৰ সাংঘাতিক পাপৰ কথা। মই তোমাক সকলো বিৱৰি ক'ব নোৱাৰোঁ, সংক্ষেপে কৈ থওঁ। তোমাৰ দেউতাৰাই আগতে চাকৰি কৰিছিল বুলিতো ক'লোঁৱেই, সেই সময়ত তোমাৰ জন্ম হোৱা ঠাইখনত দেউতাৰাৰ এজন বৰ নলে-গলে লগা বন্ধু আছিল। তেওঁ বন্ধুজনক খুব ভাল পাইছিল আৰু পৰম বিশ্বাস কৰিছিল। তোমালোকৰ ঘৰৰ লগত তেওঁৰ বৰ আহ-যাহ আছিল। তেওঁৰ বাবে ভিতৰ-বাহিৰ একো নাছিল। তেওঁ তোমাৰ মাৰাৰ লগতো অবাধে মিলা-মিছা কৰিছিল। তোমাৰ মাৰাৰ প্ৰতিও দেউতাৰাৰ অগাধ বিশ্বাস আছিল। পিছে এই বিশ্বাসেই তোমাৰ দেউতাৰাৰ সৰ্বনাশ কৰিলে। তেওঁ নিজৰ মনেৰে আনক বিচাৰ কৰিছিল— সেই যে কথাতে আছে নহয় আপোন ভালেই জগত ভাল। দেউতাৰাই নিজে যেনে বিশ্বাস ৰখা মানুহ, বন্ধু আৰু ঘৈণীয়েককো তেনে একে বুলি ভাবিছিল। যি হওক, এদিন তোমাৰ দেউতাৰাই তোমাৰ মাৰা আৰু সেই বন্ধুজনক— তাক আজি আৰু বন্ধু বুলি নকওঁ মই, সি বন্ধুৰূপী চয়তান, শত্ৰু— দুয়োকো আকস্মিকভাৱে বৰ বেয়া অৱস্থা এটাত পালে। বৰ ডাঙৰ পাপৰ অৱস্থাত বোপা, মই বুঢ়াই তোমাক কিদৰে বুজাম। আই বসুমতীয়ে যে সেই পাপ কেনেকৈ সহি আছিল ক'ব নোৱাৰোঁ। অৱশ্যে তোমাৰ দেউতাৰাই নসহিলে। সেই মুহূৰ্ততে দুয়োকো ঘৰৰ পৰা বাজ কৰি দিলে। আৰু সেই তেতিয়াৰে পৰা তোমাৰ দেউতা মানুহজন একেবাৰে সলনি হৈ গ'ল। তেওঁক তাৰ পিছৰ পৰা মই আৰু হাঁহা দেখা মনত নপৰে। পৰিবাৰৰ ব্যভিচাৰিতাৰ দুখেইতো কেৱল নহয়— পৃথিৱীৰ ভিতৰত আটাইতকৈ ভালপোৱা, আটাইতকৈ বিশ্বাস কৰা বন্ধুৰ এই মিত্ৰদ্ৰোহী পাতকী কাণ্ডই তেওঁৰ আমঠু একেবাৰে ক'লা পেলাই দিছিল।'

দীঘলকৈ উশাহ এটা টানি বুঢ়া ৰ'ল।

'মোৰ সেই ব্যভিচাৰী মাজনী এতিয়াও জীয়াই আছে? ক'ত আছে ৰবিকাই?'

নিজৰ দুৰ্বল মাতটো নিজৰেই অচিনাকি যেন লাগিল মিহিৰৰ। পৃথিৱীৰ অত্যাশ্চৰ্য বিস্ময় আৰু এক অতি নিৰ্মম কৰুণ আৱিষ্কাৰ, যি আৱিষ্কাৰে তাৰ পৰিচয়ৰে ভিত্তি কঁপাই দিলে— এই সকলোবোৰে যেন তাৰ এই এমাহৰ ক্ষীণ জীৱনীশক্তি আৰু ক্ষীণতৰ কৰি পেলালে। শুকান ডিঙিৰ পৰা অতি কষ্টেৰেহে তাৰ প্ৰশ্নটো ওলাল। আৰু ইফালে বুকুখনত— বুঢ়াইবা কি উত্তৰ দিয়ে সেই অপেক্ষাৰ উত্তেজনাত কোনোবাই যেন হাজাৰটা হাতুৰিৰেহে কোবাইছে— এনে লাগিছে। হৃৎস্পন্দনহে চিৰকাললৈ ৰুদ্ধ হৈ যায় নেকি ভগৱান! কিন্তু সিও ভাল, এই অসহনীয় মানসিক অৱস্থাত সিও পৰম কাম্য।

বুঢ়াই লাহে লাহে উত্তৰ দিলে— 'শুনিছোঁ, তেওঁ এতিয়া ক'ৰবাৰ আশ্ৰম এখনত আছে, মাকৰ ঘৰত হেনো তেওঁৰ ঠাই নহ'ল। তোমাৰ দেউতাৰাৰ সেই বন্ধুৰূপী বিশ্বাসঘাতক শত্ৰুজনেতো আৰু গ্ৰহণ কৰিব নোৱাৰে, তেওঁৰ নিজৰ ল'ৰা-তিৰোতা আছে; গতিকে মাজতে তেওঁ সাৰি গ'ল আৰু একে পাপৰ ভাগী তোমাৰ মাৰ জীৱন ধ্বংস হৈ গ'ল। আমাৰ সমাজৰতো এয়ে বিচাৰ বোপা। যি হওক, যি হ'বৰ আছিল হৈ গ'ল। পৃথিৱীত সকলো মিছা। শুনিলাই নহয় সকলো কথা। নিজৰ মাৰা জীয়াই থাকোঁতেও তুমি যেতিয়া সেই ল'ৰালিতে মাতৃভাগ্যৰ পৰা বঞ্চিত হ'লা, তেজৰ সম্পৰ্ক নথকা মাৰা এগৰাকীৰ বাবে হিয়া ঢাকুৰি *দেহাপাত কৰাৰ কি দৰকাৰ। এইটোকে ভাবি সান্ত্বনা লোৱা যে বিধাতাই কপালত বেছিদিন মাতৃসুখ লিখা নাই। কপালৰ লিখানো কোনো খণ্ডাব পাৰে বোপা? যি হওক, তুমি আকৌ এইবোৰকে ভাবি-চিন্তি নাথাকিবা।* চিন্তা কৰি কোনো লাভ নাই। দেখিলাই নহয় তোমাৰ কোনো মা নাই। মই তোমাৰ অৱস্থা সহিব নোৱাৰিহে আজি সকলো ভাঙি পাতি ক'লোঁ। এতিয়া এই সকলোবোৰ জানি, যাৰ কাৰণে হিয়া ঢাকুৰিছা তেওঁ তোমাৰ গৰ্ভধাৰিণী নহয় বুলি জানি তোমাৰ অলপ দুখ পাতলিব নহয় মইনা?'

মিহিৰৰ মুখত অদ্ভুত ধৰণৰ হাঁহিৰ টৌ এটা খেলি গ'ল। বেচেৰা ৰবিকাই, বুঢ়াই তাৰ দুখ লাঘৱ কৰাৰ মহৎ

ইচ্ছা লৈ আগবাঢ়ি আহি তাক 'মাৰ নতুন কি দুখৰ সাগৰত বুৰাই পেলালে' বুলি সুধিবলৈ যাওঁতেই ক'বকে নোৱাৰিলে— সঁচাকৈয়ে কি মূৰ্খ সি, মানুহৰ মনস্তত্ত্বৰ জ্ঞান কিমান সীমাবদ্ধ তাৰ। হায় ৰবিকাই, তুমি ভাবিলা তুমি মোৰ জীৱনৰ ভাবিব নোৱৰা কাহিনীটো কৈ মোৰ গৰ্ভধাৰিণী মা এজনী থকাৰ সত্যটো প্ৰকাশ কৰি দি মোৰ মাৰ মৃত্যুৰ দুখটো পাতলাব পাৰিবা— কাৰণ মোৰ আচল মা হেনো মোৰ আচল মা নহয়!

হঠাৎ বাৰিষাৰ বৰষুণৰ দৰে মিহিৰৰ দুচকুৰেদি ধাৰাসাৰে পানী ব'বলৈ ধৰিলে। বুঢ়াটোৱে বিমূঢ় আতংকত চাই ৰ'ল— তাৰ সন্মুখত বহি মিহিৰে সৰু ল'ৰাৰ দৰে উচুপিছে। মা, মা, তুমিতো মোৰ মাহীমা নোহোৱা, তুমিয়ে যে মোৰ আচল মা— মোক এৰি আজি তুমি ক'লৈ গুচি গ'লা। —ভেকা ল'ৰাটোৱে হিয়া ঢাকুৰি কান্দিবলৈ ধৰিলে।

ককায়েকৰ উচুপনি শুনি অলপ আগতে ককায়েকৰে হাঁহি শুনি ওলাই অহা শান্ত ছোৱালীজনী আকৌ এবাৰ পদাখনৰ ওচৰত থিয় হ'লহি।

হঠাৎ জোতাৰ শব্দ শুনা গ'ল। বুঢ়াই উচপ খাই চাই দেখে মিহিৰৰ দেউতাকৰ গহীন স্তব্ধ মূৰ্তিটো লাহে লাহে বাৰাণ্ডালৈ আগবাঢ়ি আহিছে। ৰবিকাইৰ গাটো আশংকাত জিকাৰ খাই উঠিল।

মিহিৰক তেনে অৱস্থাত দেখি দেউতাক থমকি ৰ'ল আৰু বুঢ়াৰ ফালে চাই ক্লান্ত আৰু বিৰক্ত সুৰত সুধিলে— 'এইটোৰ আকৌ কি হ'ল অ' ৰবি?'

দেউতাকৰ আগমনৰ লগে লগে মিহিৰ শান্ত হৈছিল। সি বুঢ়াই কিবা কোৱাৰ আগতে খপকৈ সুধি পেলালে— 'দেউতা, মোৰ কেঁচুৱা কালত হেনো অন্য এজনী মা আছিল। সেইজনী মা এতিয়াও জীয়াই আছেনে?' তাৰ অপ্ৰকৃতিস্থ মনে অলপ আগতে বুঢ়াক দি থোৱা অভয়বাণীৰ কথা সম্পূৰ্ণ পাহৰি পেলালে।

এক মুহূৰ্ত। সেই এক মুহূৰ্তৰ বাবে মিহিৰৰ দেউতাক যেন ঠাইতে শিলীভূত হৈ গৈছিল। তাৰ পিছতে কিন্তু ৰবিৰ ফালে এটা চকিত অগ্নিদৃষ্টি হানি সংযত আৰু গহীন মাতেৰে মিহিৰৰ প্ৰশ্নৰ উত্তৰ দিছিল : 'হয়, সেই তিৰোতাজনী জীয়াই আছে। কিন্তু তাই আজি যিটো জীৱন যাপন কৰি পেট প্ৰবৰ্তন কৰিছে, সেই জীৱন মৃত্যুতকৈও ভয়ংকৰ। গতিকে তোৰ সেইজনী মাৰ তোৰ ডেৰ বছৰ বয়সতে মৃত্যু হৈছে বুলি ধৰি ল'।'

তাৰ পিছত তেওঁ আৰু তাত এখন্তেকো নৰৈ ধীৰ সংযত পদক্ষেপেৰে ভিতৰলৈ সোমাই গ'ল।

মিহিৰৰ কান্দোন একেবাৰে বন্ধ হৈ গৈছিল। সি তেতিয়া মনৰ ভিতৰতে আৰ্তনাদ কৰি উঠিছিল— হে ভগবান, মই দেখোন মোৰ এজনী মাৰ স্বাভাৱিক মৃত্যুতে পগলাৰ দৰে হৈ গৈছোঁ, এতিয়া আকৌ আনজনী মাৰ এই জীয়াই থাকিও মৰি যোৱাৰ দুখটো মই কেনেকৈ সহিম?

এক অদ্ভুত আতংকত মিহিৰৰ গোটেই গাটো জিকাৰ খাই উঠিল।

(ৰচনা কাল : ১৯৬০)

# উৎকেন্দ্ৰিক

জাৰকালিৰ দোকমোকালি। টোপনি ভাগে, কিন্তু এলাহত গাৰ লেপ আঁতৰাই বিছনাৰ পৰা নামিবৰ ইচ্ছা নাযায়।

মীনাৰো টোপনি ভাঙিছিল। কিন্তু জুনু আৰু ভণ্টিৰ লগত শুই উত্তাপৰ আৰামখিনি ত্যাগ কৰি বাহিৰৰ ৰ'দহীন জগতখনলৈ যে কোনোমতে ওলাই যাবৰ মন নাযায়। অথচ আজিয়ে ঘৰখনত বহুত কাম, মায়েনো অকলে কিমান কৰিব। বাইদেৱে লাজ লাজকৈ হয়তো সহায় কৰিব, কিন্তু আনদিনাৰ দৰে নিঃসংকোচে দায়িত্ব লৈ আগবাঢ়িব নোৱাৰিব। বায়েকৰ কথা ভাবি মীনাই তন্দ্ৰা জড়িমা লাগি থকা চকুহাল মেলি বাগৰটো সলাই অলপ দূৰৰে সিখন বিছনালৈ চাই পঠিয়ালে। কুনু আৰু মাজনীৰ লগত বায়েক ৰাণী শুই আছে, মীনাই চালে, তাইৰ ফালে মুখ কৰি ৰাণীয়ে এতিয়াও টোপনি গৈ আছে, অকাতৰে। নিবিড় নিদ্ৰাত মুখখন অলপ মেল খোৱা। সেই মুখখনলৈ কেইচেকেণ্ডমান চাই থাকি হঠাৎ মীনাৰ ক'ৰবাত পঢ়া গল্প এটা মনলৈ আহিল। কোনো এজন ৰূপৱান, বিত্তৱান, গুণৱান ডেকাই প্ৰেমত পৰি ছোৱালী এজনী বিয়া কৰাইছিল ঘৰৰ সকলোৰে অমতে। আত্মীয়-স্বজনক নেওচি বিয়া কৰোৱা ছোৱালীজনীক লৈ বিয়াৰ পিছদিনা নিজ কৰ্মস্থলীলৈ ওভতাৰ বাটত এৰাতি ৰে'লত কটাবলগীয়া হ'ল। ছোৱালীজনীয়ে অকাতৰে শুইছে। ডেকাজনে বিনিদ্ৰ নয়নেৰে আকাশ-পাতাল ভাবি ভাবি হঠাৎ এবাৰ ছোৱালীজনীলৈ চাই পঠিয়ালে। ন-কইনা শুই আছে গভীৰ টোপনিৰ আৱেশত ডুব গৈ। মুখখন অলপ মেল খোৱা। সেই মেল খোৱা মুখেৰে অকাতৰ টোপনিৰ ছোৱালীজনী— জগতৰ যিকোনো এজনী সাধাৰণ ছোৱালী। চাই চাই হঠাৎ ডেকাৰ মনত এটা বিতৃষ্ণাৰ ভাব জাগি উঠিল। এই মেল খোৱা মুখেৰে শুই থকা খুব অঁকৰা যেন দেখা ছোৱালীজনীক বিয়া কৰাবলৈ তেওঁ পগলা হৈ যোৱাৰ কি যুক্তি আছে বাৰু?

সঁচায়ে, মুখ মেলি শুলে খুব বুৰ্বকেই দেখায়, মীনাই বায়েকলৈ চাই চাই ভাবিলে। অৱশ্যে ৰাণী কোনো অৰ্থত বুদ্ধিমতী নহয়ো। দুবাৰ আই এ ফেল কৰি এতিয়া ঘৰতে বহি মাকৰ লগত বোৱা-কটা আদি ঘৰুৱা কাম-বন শিকিছে। ৰাণীৰ বিয়াৰ চেষ্টা চলোৱা হ'ল বহুতদিনে, কিন্তু এতিয়ালৈ পাত্ৰপক্ষৰ পছন্দৰ পৰীক্ষাত ফেল কৰি আহিছে তাই। ৰূপ বা বিদ্যা দুয়োটাৰে অভাৱ হ'লে মস্কিলেই। আৰু তাতোকৈ মস্কিলৰ কথা হ'ল যে সিহঁতৰ দেউতাকৰ অভাৱ ৰূপীয়াৰো। এইবোৰেই ভগৱানৰ বিচাৰ, ভাবি ভাবি মীনাৰ টোপনিৰ শেষ আৱেশৰ কণাও টুটি যায়। কেলেই ভগৱানে সিহঁতক ইমানবোৰ ছোৱালী দিলে, আৰু যিদি দিলেই, কেলেই আটাইকেজনীকে নকৰিলে অসীম সৌন্দৰ্যশালীনী অথবা দেউতাককে বা কিয় নকৰিলে খুব ধন-সম্পদৰ গৰাকী?

'মীনা, জুনু, ভণ্টি, কুনু, মাজনী— তহঁত এতিয়াও শুই আছ? উঠ, উঠ, আজি ঘৰত ইমান কাম-বন, আলহী কেইবাজনো আহিব, নাজান জানো? তেওঁলোক হেনো আহিব সোনকালেই। ইমান দূৰৰ বাটটো। উঠিলি নে আইহঁত।'

এৰা, দেউতাই। মীনাই লাহে লাহে গাৰ পৰা লেপখন আঁতৰায়। দেউতাকে সদায়ে এনেকুৱা সকলোতে মূৰ সুমুৱাব, সকলোতে সকলো সময়ত অনাহক ব্যস্ততা দেখুৱাবই। মাকতো আছে, সিহঁতক জগোৱা, সিহঁতক কামে-বনে দিহাদিহি লগাই দিয়া তেওঁৰহে কৰ্তব্য। কিন্তু নাই, দেউতাক নিজেই আগিবাঢ়ি আহিব। দেউতাৰ যদি ল'ৰা এটা থাকিলেহেঁতেন, বোধহয় এনে স্বভাৱ নহ'লহেঁতেন, মীনাই ভাবে। সেয়ে যেন অলপ মাইকীৰ স্বভাৱ হৈ গৈছে। মীনাৰ মুখত মৃদু হাঁহি খেলি যায়। এৰা প্ৰমীলা ৰাজ্যত বাস কৰি কৰি দেউতাই নিজৰ পৰিচয় যেন বহুতখিনি পাহৰি পেলাইছে। ল'ৰাটো থাকিলে সিয়ে তেওঁৰ অৱলম্বন হ'লহেঁতেন, তাকেই কেন্দ্ৰ কৰি তেওঁৰ জীৱনটো আৱৰ্তিত হ'ব পাৰিলেহেঁতেন। এতিয়া তেওঁৰ বাবে জীয়েক কেইজনীয়েতো জীৱনৰ মধ্যমণি কেন্দ্ৰ। কিন্তু সেই আশ্ৰয় যে কিমান ক্ষণস্থায়ী। এজনীৰ পিছত এজনীকৈ ছোৱালীবোৰ যেতিয়া আনৰ ঘৰলৈ গুচি যাব,— দেৰিকৈয়ে হওক বা খুব অহোপুৰুষাৰ্থ কৰিয়েই হওক এদিন নিশ্চয়

আটাইকেইজনীৰে বিয়া হৈ যাব, দেউতা যে তেতিয়া সম্পূৰ্ণৰূপে কেন্দ্ৰচ্যুত হৈ পৰিব।

ভাবি ভাবি মীনা বিছনাৰ পৰা নামে। জুনু, কুনু, মাজনী ইতিমধ্যে উঠিলেই। ভণ্টি শুই আছে। তাই সদায়ে সোনকালে উঠা বিষয়ত এলেহুৱা। আৰু শুই আছে ৰাণী। তাইক অৱশ্যে কোনেও জগোৱা নাই। বেচেৰী শুই থাকক। মীনাই সস্নেহে বায়েকলৈ চাই চাই মনতে কয়— খুব ব্যস্ত বাইদেউজনী, বহুতো পাত্ৰপক্ষৰ আগত পৰীক্ষা দি দি অকৃতকাৰ্য হৈ বেচেৰী খুব ক্লান্ত শুই থাক বাইদেউ। আজি সন্মুখত আকৌ এটা তেনে পৰীক্ষা উপস্থিত। শুই শুই শক্তি গোটাই নিজকে সাজু কৰি ল।

মুখ-হাত ধুই মীনা পাকঘৰত সোমায়। মাকে দেখি কয়— 'তই আজি আৰু পঢ়িবলৈ যাব নালাগে মীনা, চাহ-জলপান কৰ। মই সিটো চৌকাত নাৰিকলৰ লাডু কেইটামান বনাওঁ। ৰাণী উঠিলনে বাৰু?

'নাই উঠা মা।' চাহৰ চৌকাত জুই দি মীনাই উত্তৰ দিয়ে।

'নাই উঠা যদি এতিয়াই জগাব নালাগে। যিমান সময় দুশ্চিন্তা আৰু পৰিশ্ৰমৰ পৰা আঁতৰি থাকিব পাৰে, চেহেৰাৰ বাবে সিমানেই ভাল।'

আকৌ মীনাৰ দেউতাকক পাকঘৰলৈ অহা দেখা যায়। খুব ব্যস্তভাৱে ঘৈণীয়েকৰ ওচৰলৈ গৈ কয়— 'তুমি নাৰিকলৰ লাডু কৰিব ধৰিছা? সোনকালে কৰিবা, বুজিছা? আলহীসকল খুব সোনকালে আহি পাব। পিছে সেইবুলি লৰালৰি কৰি নষ্ট নকৰিবা আকৌ। আৰুনো কি কি কৰিবা বুলি ভাবিছা কোৱাচোন? লাডু কৰিলেও ৰসগোল্লা দুটামান কৰিলেও বেয়া নহয়, কি বোলা? মীনা, তই যে মোক এবাৰ খুব ভাল বস্তু এটা কৰি খুৱাইছিলি, কি জানো নামটো আছিল তাৰ— এই 'অ' কোমোৰাৰ বৰফি, নহয়নে?'

দেউতাকৰ উদ্‌গ্ৰীৱ মুখলৈ চাই মীনাই অলপ হাঁহি কয়— 'সেই বস্তুটো আজি আৰু কৰিব নোৱাৰি, দেউতা। তাৰ বাবে পুৰণি কোমোৰা লাগে। আমাৰ ঘৰত আৰু নাই।'

'এটাও নাই?' খুব হতাশাৰে দেউতাকে সোধে। 'বাৰু, জুনুক পঠাই মহিমহঁতৰ ঘৰত এবাৰ খবৰ লোৱালে নহয় নে? সিহঁতৰ ঘৰত আছেই কিজানি?'

মীনাৰ সলনি এইবাৰ মাকে মুখ খোলে। খঙত জ্বলি উঠা মাতেৰে কয়,— 'আপোনাক মতা মানুহটোক পাকঘৰলৈ কোনে মাতিছে? নিজৰ কামত লাগকগৈ। ইছ্, এনে স্বৰ্গত তোলা আলহী আহিব যে লোকৰ ঘৰৰ পৰা খুজি আনিও বস্তু কৰি খুৱাব লাগিব। বোলো আহিবনো ক'ৰ বিলাত-আমেৰিকাৰ পৰা? সেই জখলাবন্ধাৰ পৰা— সিফালৰ গাঁৱৰহে মানুহ তেওঁ।'

'আঃ, তুমি যে কথাবোৰ ভালকৈ নাজানি ওপৰতে মাত লগোৱা। ল'ৰাজনৰ আদি নিৱাস তাত হ'ব পাৰে, কিন্তু এতিয়া তাৰ লগত সম্বন্ধ কি? সি কাম কৰে চহৰত আৰু কামো যেই-সেই নহয় একেবাৰে ইং এ চি!'

'মোৰো সেইটোতহে অলপ আচৰিত লাগিছে, বুজিছে? শিক্ষিত ভাল চাকৰিয়াল ল'ৰা, সিনো আৰু ছোৱালী বিচাৰি নাপালেনে? বন্ধুৰ যোগেদি কিয় যে আমাক লেখি পঠালে যে আমাৰ ঘৰৰ ছোৱালী বিয়া কৰাবলৈ তাৰ বৰ ইচ্ছা। আমি যদি বেয়া নাপাওঁ সি নিজে আহি ছোৱালীজনী চাই যাব খোজে। আচৰিত কথা সঁচায়ে—' মীনাৰ মাকে নিজৰ লগতেই যেন আপোন মনে কথা পাতে।

'পৃথিৱীত ইয়াতকৈও আৰু কত আচৰিত ঘটনাই যে নঘটে ৰাণীৰ মাক। সকলো ভাগ্য বুজিছা। বিশেষকৈ ছোৱালীৰ ভাগ্যৰ কথা জানো ক'ব পাৰি? আমাৰ ৰাণীৰে ভাগ্য, বুজিছা? বঙালীতে কথা এষাৰ আছেই— 'অতি বড়ো ৰূপসী না পায় বৰ, অতি বড়ো ঘৰণী নাপায় ঘৰ—'

'হৈছে বাৰু থক। আপোনাৰ বক্তৃতাখন এৰক এতিয়া। মাজনী আৰু জুনুক পঠাই দিয়কগৈচোন। মোৰ লগত সিহঁতেও অলপ লাগি দিয়কহি।' দেউতাকৰ কথাৰ মাজতে মীনাৰ মাকে মাত লগাই উঠে।

'মাজনী আৰু জুনু? কিন্তু সিহঁত দুজনীক যে মই ইহঁতৰ হাতৰ কামৰ ফটোবোৰ বাহিৰা ঘৰত চকা কৰি আঁৰি থ'বলৈ লগাই দি আহিছোঁ?'

"ইছ্, এনে দৰকাৰী কামটোত লগাইছে! শুনাচোন কথা। সকলো কেইজনী ছোৱালীয়ে কৰা কাম আৰু এতিয়া বৰ জীয়েকৰ বুলি জহাব। লাজ নালাগেনে জীয়েকহঁতৰ আগত তেনে মিছা কথা ক'বলৈ। সেইবোৰ

কাম নোহোৱাৰ কাম আপুনিযে কৰকগৈ যাওক। মাজনীহঁতক মোৰ ওচৰলৈ পঠাই দিয়কগৈ।'

এইবাৰ মীনাৰ দেউতাক খুব অপ্ৰস্তুত হৈ 'মাজনী, জুনু' বুলি চিঞৰি চিঞৰি খুব বেগাবেগিকৈ পাকঘৰৰ পৰা ওলাই যায়।

দেউতাকৰ অপসৃয়মান মূৰ্তিটোলৈ চাই মীনাৰ মনটো স্নেহাৰ্দ্ৰ হৈ উঠে। মাজনী যে কি আৰু, তাইৰ আগতনো তেনেকৈ দেউতাকক লাজত পেলাব লাগেনে? এৰা, দেউতাকৰ সেই দুৰ্বলতাফেৰি আছেইতো। হোৱাই-নোহোৱাই জীয়েকহঁতৰ প্ৰশংসা কৰিব। তাৰ বাবে অতি সামান্য হাঁহি উঠা ফাঁকি-ফুকাৰ আশ্ৰয় ল'বলৈকো কুণ্ঠিত নহয়। মীনাইতো খুব ভালকৈয়ে জানে যে দেউতাকে অলপো ইতস্ততঃ নকৰাকৈ বেমালুম আলহীসকলৰ আগত কৈ পেলাব যে খোৱা-বোৱাৰ প্ৰত্যেকবিধ বস্তুকেই তেওঁৰ বৰ জীয়েক ৰাণীয়ে দিনটো বহি বহি কৰিছে। এই শিশু ভোলানাথ মানুহজনৰ কাণ্ড-কাৰখানা দেখিলে হাঁহিও উঠে, মৰমো লাগে।

পিছে আজিতো দেউতাই বৰ ধুনীয়া কথা এষাৰ কৈ গ'ল! ৰুটি সেকি সেকি মীনাই ভাবে,—'অতি বড়ো ৰূপসী না পায় বৰ'— হে প্ৰভু, মোৰো জীৱনত যেন সেয়ে হয়। মীনাই জানে বাই-ভনীকেইজনীৰ ভিতৰত বিধাতাই তাইকে অকৃপণভাৱে ৰূপ দিছে। কিন্তু সেইবাবে তাই যেন বিধাতাৰ ওচৰত অলপো কৃতজ্ঞ নহয়। সেই অদেখা জ্যোতিৰ্ময় পুৰুষগৰাকীৰ প্ৰতি তাইৰ পক্ষপাতলৈ এটা অভিযোগহে আছে। তাইকতো অকল ৰূপেই দিয়া নাই, বুদ্ধি-বৃত্তিও যে বিধাতাই তাইক দুহাত ঢালি দিছে। পঢ়া-শুনাত সদায়ে তাই সকলোৰে আগত। ক্লাছত প্ৰথম হৈ প্ৰমোচন পাই পাই এতিয়া তাই কলেজৰ ছাত্ৰী। কিন্তু মীনাই জীৱনত ইমান বেছি নিবিচাৰে। অন্ততঃ তাইৰ ৰূপখিনিকে যদি বিধাতাই ৰাণীক দিলেহেঁতেন! আটাইকেউজনী বাই-ভনীক বঞ্চিত কৰি তায়েহে যে অকল ৰূপ আৰু প্ৰতিভাৰ অধিকাৰিণী হৈ উপজিছে, সেইবাবে যেন মীনাই সদায় নিজৰ ওচৰতে অপৰাধীৰ কুণ্ঠা লৈ থাকে।

কিন্তু দেউতাৰ প্ৰবাদ বাক্যষাৰ যেন মোৰ জীৱনত সত্য হয়, অন্ততঃ এই আশীৰ্বাদকে কৰা বিধাতা। অলপ ডাঙৰ হোৱাৰে পৰা মীনাই মনতে প্ৰতিজ্ঞা এটা কৰি পেলাইছে যে তাই অতি বেছি ভালপোৱা দেউতাকটোৰ ল'ৰাৰ অভাৱ পূৰাব। পঢ়া-শুনাত যেতিয়া তাই চোকায়েই, এদিন ভালকৈ পাছ-টাছ কৰি উঠি ভাল চাকৰি এটা ল'ব। আজিকালিতো প্ৰায় ল'ৰাৰ সমানে সমানে ছোৱালীয়েও চাকৰি পোৱা হৈছে। তাৰ পিছত তাই বৃদ্ধ বাপেকক সংসাৰৰ সকলো দায়িত্বৰ পৰা মুক্তি দিব। যি কেইজনী ভনীয়েকৰ বিয়া হ'বলৈ তেতিয়াও বাকী থাকিব, সেই কেইজনীক তায়ে ভাল দৰা চাই বিয়া দিব। কেৱল এটা ভয় লাগে তাইৰ, ৰাণীৰ বিয়া হৈ গ'লেই যে দেউতাকহঁত তাইৰো বিয়াৰ বাবে ব্যস্ত হৈ পৰিব। ধুনীয়া বুদ্ধিমতী ছোৱালী তাই, দৰা নিশ্চয় অপেক্ষাকৃত সহজভাৱেই ভাগ্যত মিলি যাব। সেইবাবে তাই মনে মনে প্ৰাৰ্থনা জনায়? দেউতাকৰ প্ৰবাদ বাক্যষাৰেই যেন তাইৰ জীৱনত সত্য হৈ দেখা দিয়ে। অৱশ্যে ইও ঠিক, মনত এটা কঠোৰ সংকল্প লৈ মীনাই ভাবে, ৰাণীৰ বিয়াখন হৈ যোৱাৰ অনতিপলমেই তাই মা-দেউতা দুয়োকো জনাই দিব যে তাইৰ বিয়াৰ কল্পনাও যেন তেওঁলোকে মনলৈ নানে। তাৰ যেন অকণিও চেষ্টা নচলায়। সিহঁতৰ ঘৰৰ দ্বিতীয় বিয়াখন হ'ব তৃতীয় জীয়ৰী জুনুৰ। ওঁহো, কেতিয়াও বিয়া নকৰে তাই। বহুত দিন বহুবাৰ মনতে কৰি থোৱা প্ৰতিজ্ঞাটো আকৌ এবাৰ কৰে তাই। এয়ে তাইৰ জীৱনৰ জ্ঞান, ধ্যান, আদৰ্শ— সকলো। এই সংকল্পক কেন্দ্ৰ কৰিয়ে তাই তাইৰ প্ৰতিটো দিনকে এক বিশেষ ধৰণেৰে চলাই লৈ গৈছে। পঢ়া-শুনাত যাতে কোনো ত্ৰুটি নঘটে, তাৰ বাবে তাইৰ কঠোৰ সাধনা। ভাল কাপোৰ এখন নিপিন্ধি ভালকৈ নিজক নসজায়। ছোৱালীসুলভ সকলো দুৰ্বলতা, সকলো আকৰ্ষণৰ পৰা তাই সদায় সজ্ঞানে সক্ৰিয়ভাৱে নিজক দূৰত ৰাখিছে। মাকে মাজে মাজে মহা বিৰক্ত হৈ কয়— 'ক'ৰনো সন্ন্যাসিনী ওলাল অ' এইজনী!' তেওঁ বিচাৰে তেওঁৰ ধুনীয়া জীয়েকজনী সাজি-কাচি আৰু চকুত লগা হৈ থাওক।

ৰাণী আহি পাকঘৰৰ দুৱাৰমুখত থিয় হয়। বোধহয় এইমাত্ৰ বিছনাৰ পৰা উঠি আহিল, বেশভূষা কিছু শিথিল আৰু অসংযত।

'এ-মা তোমালোকে কামে-কাজে লাগি গৈছা, মোৰহে উঠাত দেৰি হৈ গ'ল। তুমি অকলে লাড়ুবোৰ কৰিব ধৰিছা? মাজনীহঁত ক'ত? ময়ো লাগোঁ ৰ'বা।'

মীনাই মূৰ তুলি ৰাণীলৈ চালে। এনেয়ে তাইৰ অলপ আগত মুখ মেলি শুই থকা বায়েকজনীলৈ মনত পৰিল।

মাকৰ সলনি তায়ে মাত লগালে, 'মাজনীহঁতক দেউতাই কিবা কামত লগাইছে। চাহ-জলপানখিনি সকলোকে ভগাই দি ময়ে মাক সহায় কৰিমগৈ। আগে তই চাহটোপা খাই ল' বাইদেউ।'

চিৰাচৰিত নিয়মৰ সম্পূৰ্ণ ওলোটা ব্যৱস্থাটো। আনদিনা হোৱা হ'লে ঠিক তেনে প্ৰস্তাৱ ৰাণীয়েহে মীনাক কৰিলেহেঁতেন। কিন্তু আজি যেন সকলোৱে ৰাণীৰ সুখ-স্বাচ্ছন্দ্যৰ প্ৰতি চকু ৰাখিবলৈ খুব তৎপৰ হৈ উঠিছে। কাম-কাজ কৰিব নিদি চেহেৰা ভালে ৰখাৰ যুক্তিটো মাকৰ মৌখিক কথা এটাহে। দুশ্চিন্তাৰ চিন্তাখিনিও সিমান সঁচা নহয়। কাৰণ পাত্ৰপক্ষই এইবাৰ নিজে উপযাচি প্ৰস্তাৱ কৰিছে। আচল কথা হ'ল, ঘৰখনৰ প্ৰত্যেকেই আজি মনে মনে জানে এইবাৰ ৰাণীক চাই যোৱাৰ পিছত তাইৰ বিয়াখন হৈ যোৱাটো খাটাং। অৰ্থাৎ আৰু কিছুদিনৰ পিছত ৰাণী চিৰদিনৰ বাবে এইখন ঘৰ এৰি যাব। সেয়েহে আজি প্ৰত্যেকজনে তাইৰ সুখ-সুবিধাৰ কাৰণে ব্যস্ত। বেচেৰীৰনো এইখন ঘৰত আৰু কিমান দিন?

আলহী আহিব প্ৰায় তিনিটা বজাত। ঘৰখনৰ প্ৰত্যেকজনী ছোৱালীয়ে আজি স্কুল-কলেজ ক্ষতি কৰিলে। ৰাণীক চাবলৈ অহা ঘটনাটো নতুন নহয়, আগতে আৰু কেইবাবাৰো কেইবাপক্ষ আহিছে। সেই সময়বোৰত মাকক সহায় কৰিবলৈ এজনী ছোৱালীয়ে স্কুল ক্ষতি কৰে, বাকীবোৰৰ জীৱনধাৰা চলি থাকে একে গতিত। মাকে কেতিয়াও কাকো ঘৰত থাকিবলৈ অনুমতি নিদিলে। কিন্তু আশ্চৰ্য কথা, আজি তেওঁ প্ৰত্যেককে নিজেই উপযাচি জনাই থ'লে— কোনো যেন স্কুল-কলেজলৈ নাযায়। মীনাই বুজিলে, মাকে সিহঁতক সিহঁতৰ ভাবী ভিনদেৰেকক দেখাৰ পৰা বঞ্চিত কৰিব খোজা নাই। সহজতে কলেজ ক্ষতি নকৰে তাই। আন প্ৰত্যেকবাৰ তাই স্কুল বা কলেজলৈ গুচি গৈছে। কিন্তু আজি তাইৰো অলপ কৌতূহল হ'ল, চোৱাই যাওকচোন উপযাচি বাইদেউক বিয়া কৰাবলৈ ওলোৱা ল'ৰাজননো কেনে।

গোটেইকেইজনী বাই-ভনীৰ সিদিনা খুব ৰং। ৰাণীক সজাই-পৰাই সিহঁত নিজেও সাজি-কাচি ওলাল। কিন্তু তাৰ মাজতে এটা সৰু অপ্ৰীতিকৰ ঘটনাও ঘটি গ'ল। ভনীয়েকহঁতৰ ৰং-ৰহইচ, উলহ-মালহ দেখি মীনাৰো মনটো হঠাৎ আনন্দত উদ্বেল হৈ উঠিল। আনদিনাৰ জধলা পোছাকটো এৰি তায়ো এযোৰ চকুত লগা কাপোৰ পিন্ধি লৈ ওলালে। মুখখনতো গোলাপী পাউডাৰৰ পাফ্ বুলালে। তাইৰ ফালে চাই চাই হঠাৎ ভণ্টিয়ে কৈ উঠিল— 'সৰু বাইদেউ, তোক ইমান ধুনীয়া দেখাইছে! ভিনদেৰে দেখিছোঁ তোকহে পছন্দ কৰি যাব।' কথাষাৰ শুনাৰ লগে লগে কিবা এক অদৃশ্য শক্তিয়ে মীনাৰ দৃষ্টি তৎক্ষণাতে ৰাণীৰ ফালে লৈ গ'ল আৰু দেখিলে কিবা এক অদ্ভুত দৃষ্টিৰে ৰাণীয়ে চাই আছে তাইৰ ফালে— হয়তো তাত মিহলি আছে বেদনা-হিংসাৰ অক্ষম জ্বালা। মীনাৰ মনটো কিবা লাগি গ'ল। ৰাণীৰ প্ৰতি মনটো পুতৌ আৰু বেদনাত গলি গ'ল। তাই ভণ্টিৰ ওচৰলৈ গৈ 'অসভ্য ছোৱালী ক'ৰবাৰ' বুলি চৰ এটা শোধাই কেইমিনিটমানৰ ভিতৰতে কাপোৰ-কানি খুলি আগৰ মলিয়ন বেশ পিন্ধিলে।

ইতিমধ্যে পাত্ৰপক্ষ আহি পালে।

'ৰাণীৰ মাক, ৰাণীৰ মাক, তেওঁলোক আহি পালে। তেওঁলোক আহি পালে। মীনা, মাজনী। তহঁতবোৰ ক'লৈ গলি? আলহীক ভৰি-হাত ধুবৰ পানী দিব নালাগে? ধোবাৰ পৰা ধোৱা গামোচা যতনাই থৈছ নে নাই?' চিন্তাযুক্ত মানুহজন মীনাৰ দেউতাকৰ গাত আজি আৰু থৰ-কাছুটি হেৰাল।

মীনা, মাজনী, কুনুয়ে লোটাত পানী লৈ ওলাই আহিল। ধীৰ পদক্ষেপে পাকঘৰৰ পৰা ওলাই আহিল ৰাণীৰ মাকো। তেওঁ গিৰীয়েকৰ ফালে চাই গহীনাই ক'লে— 'আলহীৰ যত্নৰ কোনো ত্ৰুটি নহয়। ছোৱালীহঁতে সেইবোৰ সকলো ভালদৰে চম্ভালিব পাৰিব। কেৱল আপোনাক আজি কোন গোসাঁয়ে চম্ভালে সেইটোহে চিন্তা হৈছে মোৰ!'

আঃ, তুমি যে কি কথাবোৰ কোৱা'— তাৰ পিছত মানুহজন আকৌ বাহিৰৰ ঘৰলৈ গ'লগৈ, প্ৰায় লৰাধৰাকৈয়ে।

মীনাহ সেইফালে চাই কোনো ৰকমে হাঁহি চম্ভালে। অথচ সেই হাঁহি উঠা দৃশ্যটোৰ কাৰণত তাইৰ

চকু ফাটি পানী ওলাই আহিবও খোজে।

পানী আৰু গামোচা লৈ মীনা আলহীৰ আগলৈ নগ'ল। সৰু ছোৱালী দুজনী— কুনু আৰু মাজনীকে পঠালে। তাই হ'লে বাহিৰৰ কোঠালীৰ সংলগ্ন আনটো কোঠালীতে বৈ দেউতাকে কৰা মন্তব্য এযাৰ শুনিলে— 'বুজিছা বোপাইঁত, আমাৰ ঘৰত কোনো কাম-বন কৰা ল'ৰা নাই। মই সেইবোৰ ভাল নাপাওঁ। ছোৱালীহঁতক সকলো নিজেই কৰি ল'বলৈ শিক্ষা দিছোঁ। তাত স্বাস্থ্যও ভালে থাকে, শিক্ষাৰো সম্পূৰ্ণতা আহে।'

আৰু এযাৰ মিছা কথা। এই দেউতাটো! মীনাৰ মনত আছে মাকে সিহঁত সৰু থকোঁতে প্ৰায়ে অনুযোগ কৰিছিল— 'এনে দৰিদ্ৰ ভিকহুৰ লগত পৰিলোঁ, বিয়া হ'বৰ দিনাৰে পৰা এই দুখন হাতেৰে কাম কৰোঁতে দেহা মাটি হৈ গ'ল। তথাপি যদি কাম-বন কৰা ল'ৰা এটা ৰাখি দিবৰ সামৰ্থ্য থাকিলহেঁতেন।'— আৰু এতিয়া? সেই আৰ্থিক দুৰৱস্থা সিহঁতৰ দিনক দিনে বাঢ়িছেহে। এই আজিয়ে যে আলহীসকল আহিছে, সময়টো প্ৰায় মাহৰ শেষ, মীনাইতো ভালকৈ জানে এক অনা দুঅনাকৈ সঁচা মাকৰ গুপুধনৰ পুঁজিটোতহে হাত দি খোৱা-লোৱাৰ ব্যৱস্থাকণ কৰিবলগা হৈছে। সিহঁতৰ বাবে আকৌ চাকৰ ৰখাৰ বিলাসিতাৰ কল্পনা!

বাৰু, দেউতাই যে বোপাইঁত বুলিলে, পাত্ৰপক্ষৰ অভিভাৱক কোনো অহা নাই নেকি? মীনাই মনতে প্ৰশ্ন কৰিলে। তাৰ পিছত কুনুহঁত যেতিয়া আলহী সোধ-পোছ কৰি আহিল সিহঁতে ক'লে যে ল'ৰাই বন্ধুসকলকহে লৈ আহিছে। কথাটো শুনি ৰাণীৰ মাকে মনতে ভোৰ-ভোৰালে— 'কি চাহেবী কাণ্ড এইবোৰ, ভাল নালাগে মোৰ। ল'ৰাৰ মাক-দেউতাক সকলো আছে। তথাপি সকলোকে এৰি বন্ধুসোপা লৈ অহাৰ কি দৰকাৰ আছিল। নাই, লক্ষণ ভাল দেখা নাই মই। আমাৰ ৰাণী সৰল, অঁজলা ছোৱালী। সেইবোৰৰ লগত খাপ খাব পাৰিবনে?'

মাকৰ কথাত কুনুয়ে টপৰাই মাত দি উঠে— 'জানা মা, আটাইকেইজনে যিহে কোট-পেণ্ট পিন্ধি আহিছে, আমাক কিবাকিবি সুধিছিল, লাজত ভালকৈ উত্তৰ দিবই নোৱাৰিলোঁ।'

তাৰ পিছত এসময়ত ৰাণীৰ আহ্বান আহিল।

দেউতাকৰ লগত হাতত তামোলৰ বটাখন লৈ এখুজি-দুখুজিকৈ গৈ থকা ৰাণীৰ ফালে চাই মতামত মীনাৰ অন্তৰ উপচি পৰে, যেন বলিৰ পশুক বধ্যভূমিলৈ আগবঢ়াই নিয়াহে হৈছে। বেচেৰীয়ে কতবাৰ যে এনেকৈ নিজকে অপমানিত কৰিবলগা নহৈছে!

মীনা আৰু তাত নাথাকে। ভিতৰলৈ সোমাই যায়। হঠাৎ আৰু এটা দৃশ্য দেখি আৰু এবাৰ মনটো ধক্ কৰি উঠে তাইৰ। বিছনা এখনতে কুনু, জুনু, মাজনী, ভণ্টি অলৰ-অচৰ হৈ বহি আছে। কাৰো মুখত মাত নাই। কোনোবাই যেন আটাইকেইজনীকে কিবা মন্ত্ৰেৰে সম্মোহিত কৰি নিমাত-নিৰ্বাক কৰি ৰাখিছে। কি ভাবিছে বাৰু ইহঁতে? হয়তো প্ৰত্যেকে কল্পনা কৰিছে অনাগত আৰু একোটা একোটা দিনলৈ, যিদিনা আৰু আজিৰ দৰে এনে নিষ্ক্ৰিয় ভূমিকা লৈ বহি থাকিলেই নচলিব, বায়েকৰ দৰে নায়িকাৰ ভূমিকা লৈয়ে একেদৰে আগবাঢ়ি যাব লাগিব বাহিৰৰ কোঠালীটোলৈ, য'ত সিহঁতৰ হ'ব বিশেষ ধৰণৰ এটা পৰীক্ষা, য'ত হয়তো নিয়ন্ত্ৰিত হৈ যাব সিহঁতৰ ভৱিষ্যত জীৱনৰ গতি। হয়তো সেই কল্পনাত আছে ভয়, আনন্দ, ৰোমাঞ্চ। কি জীৱন! হঠাৎ বিতৃষ্ণাত গাটো জিকাৰ খাই উঠে মীনাৰ। কি জীৱন এই ছোৱালীবোৰৰ! নিজৰ মতামত একো নাই, নিজস্ব ৰুচি-আদৰ্শৰ প্ৰশ্ন নুঠে। যিদৰে চলাই নিছে মাক-দেউতাকে সেইদৰে চলি গৈছে, চলি যাব জীৱনবোৰ। সুকীয়া বৈশিষ্ট্য, আদৰ্শ, কিবা এটা নীতি অৱলম্বন কৰি নিজকে গঢ়ি তোলা— সেইবোৰ সিহঁতৰ ভাব ৰাজ্যৰ ত্ৰিসীমালৈও নাহে। কি অদ্ভুত কেন্দ্ৰহীন জীৱনৰ পথবোৰ!

'মীনা, মীনা?' উধাতু খাই তাইকে মাতি মাতি অহা দেউতাকৰ মাতত মীনাৰ ভাবনাৰ জাল ছিঙি যায়।

'কি হ'ল দেউতা?'

'তহঁত বাই-ভনী কেইজনীও এবাৰ বাহিৰলৈ ব'ল। নীৰেন বোপাই তহঁতৰ লগতো চা-চিনাকি হৈ ল'ব খুজিছে।'

'আমাৰ লগত চিনাকি হোৱাৰ আৰু প্ৰয়োজন কি? যেতিয়া সম্বন্ধ হ'ব তেতিয়া হ'লেই চলিব' কৰ্কশ মাতেৰে মীনাই উত্তৰ দিয়ে। লগে লগে তাইৰ চকু পৰে একেলগে বহি থকা ভনীয়েককেইজনীলৈ। দেউতাকৰ আহ্বানত মহা উৎসাহিত হৈ আটাইকেইজনী বহাৰ পৰা প্ৰায় উঠি পৰিছিল, কিন্তু মীনাৰ প্ৰতিবাদত লগে

লগেই আকৌ বহি পৰে। মুখত ফুটি উঠা আনন্দ-আগ্ৰহৰ আতিশয্যৰ মূৰত কোনোবাই যেন চেঁচা পানী ঢালিহে দিলে।

'তই কিয় বিৰক্ত হৈছ মীনা? আজি বাদে কালি যি আমাৰ মহা আপোনজন হৈ পৰিব, সিনো আমাৰ ঘৰখনৰ প্ৰত্যেকৰ লগত কেলেই চিনাকি হ'বলৈ নুখুজিব?' জীয়েকৰ বিৰক্তিত দেউতাক আৰু বেছি বিৰক্ত হয়।

মীনাই আৰু দ্বিৰুক্তি নকৰে, এৰা। এই সামান্য কথাটোতে প্ৰতিবাদ কৰাৰ কোনো মানে নহয়। তদুপৰি তাইৰো জানো সঁচায়ে ভাবী ভিনিহিয়েকক চোৱাৰ কৌতূহল নাই। তাৰ বাবে দেখোন তাই আজি কলেজলৈকে নগ'ল। বেৰৰ ফাঁকেদি লুকাই-চুৰকৈ চোৱাতকৈ এয়ে জানো ভাল নহয়?

ভনীয়েককেইজনীক লৈ মীনাই দেউতাকক অনুসৰণ কৰে।

তেতিয়া সেই বিশেষ কোঠালীটোত ৰাণী আৰু নাছিল। পৰীক্ষা বোধহয় শেষ হৈছিল। তাই গৈ পাকঘৰত মাকৰ ওচৰত আশ্ৰয় লৈছিল।

'নীৰেন বোপা, এই কেইজনীয়ে মোৰ ছোৱালী। ৰাণীৰ তলতে এয়া মোৰ দ্বিতীয় ছোৱালী মীনা, এইবাৰ প্ৰথম বাৰ্ষিকত নাম লগাইছে। মোৰ এইজনী ছোৱালী আকৌ পঢ়া-শুনাত বৰ চোকা। মেট্ৰিকত বৃত্তি পাইছে। ক্লাছতো কেতিয়াও দ্বিতীয় হৈ পোৱা নাই। তাৰ পিছত এইজনী জুনু, এইজনী মাজনী, এইজনী কুনু আৰু এইজনী ভণ্টি। মীনা, তহঁতে বোধহয় নীৰেন বোপাক চিনি পাইছ‌ই। এওঁলোক বোপাৰে বন্ধু।'

মীনাই যিজন ডেকাক নীৰেন বুলি ভাবিছিল, সেইজনে এইবাৰ মূৰ তুলি মীনাৰ ফালে চাই অলপ লাজকুৰীয়া মাতেৰে সুধিলে—'আপুনি আৰ্টছ লৈছে নে ছায়েঞ্চ? কি কি বিষয় লৈছে?'

মীনাৰ উত্তৰৰ পিছত নীৰেনে আকৌ তাইকে সুধিলে— 'আপুনি গান-বাজনা জানে?'

এইবাৰ খুব তৎপৰতাৰে দেউতাকেই উত্তৰ দিলে— 'গান? হয় বোপা, মোৰ ছোৱালীকেইজনীক কৈছোঁ নহয়, সকলো শিকাই দিছোঁ। মীনাই গানো জানো। এই জুনু, যাচোন আই হাৰমনিয়ামটো লৈ আহগৈ। অ' তই দাণ্ডিব নোৱাৰিবি হ'বলা, গধুৰ হ'ব, ময়ে গৈছো ৰ'।'

এটা খোজ আগবঢ়া দেউতাকক ক্ষীপ্ৰতাৰে বাধা দি মীনাই মাতত খুব কাঠিন্য ফুটাই কয় "হাৰমনিয়ামৰ ৰীড টিপি চিঞৰি থাকিলেই গান জনা নহয়, দেউতা। আৰু জানিলেও এখেতসকলৰ আগত গান মই নাগাওঁ। মইতো বাইদেউ নহওঁ যে মোৰ বিদ্যা বা গুণৰ পৰিচয় এখেতসকলক দিব লাগিব। খন্তেকৰ চিনাকি মানুহৰ আগত মই কেলেই গান গাম-দেউতা?'

জীয়েকৰ উত্তৰত বাপেক একেবাৰে হতভম্ব হৈ যায়। পাত্ৰপক্ষও কাহ পৰি জীন যোৱাৰ দৰে হয়। নিজক চম্ভালি লৈ মীনাৰ বাপেকে জীয়েকক প্ৰচণ্ডভাৱে ডবিয়াই উঠে, 'ইমানখিনি লেখা-পঢ়া শিকিলি এনে অভদ্ৰ হ'বলৈহে, নহয়? যা, ভিতৰলৈ গুচি যা। মোৰ আগত আৰু নোলাবি তই।' তাৰ পিছত অভ্যাগতসকলৰ ফালে ঘূৰি প্ৰায় হাতযোৰ কৰিয়েই মিনতি কৰে তেওঁ— 'বোপা, মোৰ অকৰা ছোৱালীৰ দোষ নধৰিবা। আজিকালিৰ ছোৱালী, অলপ লেখা-পঢ়া শিকি নিজকে বৰ একোটা ভবা হৈছে, পিছে মীনাজনীহে এনেকুৱা, মোৰ বৰজী ৰাণী হ'লে একেবাৰে মাটিৰ লগৰ, বৰ নিৰীহ, বৰ ঠাণ্ডা। বাৰু বোপাহঁত, চাহ এটোপা খাবা নেকি আৰু এবাৰ?'

দ্বিতীয়বাৰ চাহ খাবলৈ কোনো সন্মত নহ'ল। তাৰ পিছত তেওঁলোক গ'লগৈ। যাবৰ সময়ত কৈ গ'ল, ঘৰলৈ গৈ চিঠি লেখি তেওঁলোকৰ মতামত জনাই দিব।

মীনাৰ দেউতাক ভিতৰ সোমোৱাৰ লগে লগে মাকে প্ৰায় উধাতু খাই আহি গিৰীয়েকক সুধিলে, 'কি হ'ল? কি কৈ গ'ল পাত্ৰপক্ষই?' মাকৰ লগে লগে পাঁচজনী ছোৱালীও নীৰৱে আগবাঢ়ি আহি বাপেকৰ চাৰিওফালে অপেক্ষা কৰিলে। ৰাণী পাকঘৰৰ দুৱাৰমুখত অলপ লুকাই ৰ'ল।

'কি ক'ব আৰু। একোৱে নক'লে। পিছত চিঠি লেখি জনাব বোলে। কি জনাব সেইটোতো জনাই আছে। মীনাৰ দৰে মুখচোকা আৰু অভদ্ৰ ছোৱালী এজনীৰ বায়েকক কোন ভদ্ৰঘৰৰ ল'ৰাই বিয়া কৰাবলৈ আগবাঢ়িব?' মহা বিৰক্তিৰে উত্তৰটো দি দেউতাকে তাৰ পিছত মীনাৰ ব্যৱহাৰখিনি বিবৰি ক'লে।

. মীনাই ভালকৈ বুজিলে, ৰাণীক যদি নীৰেন দত্তই প্ৰত্যাখ্যান কৰে, তাৰ সমস্ত দোষৰ ভাগী হ'ব লাগিব তায়েই।

ভবা কথা কিছুমান কেনে অবিশ্বাস্যভাৱেই যে সঁচা হৈ নাযায়, অথচ কি অসম্ভৱ অপ্ৰত্যাশিত পথেৰে! এই কথাষাৰ মীনাই পিছত ভাবিছিল, প্ৰায়ে ভাবিছিল।

খুব সোনকালেই নীৰেন দত্তৰ চিঠি আহিল। নিজেই লেখিছে। লেখিছে, মীনাহঁতৰ ঘৰৰ লগত সম্বন্ধ কৰিবলৈ তেওঁৰ আপত্তি নাই। মাক-দেউতাকো সন্মত হৈছে। মাথোঁ এটা কথা। এটা ভুল হৈ গ'ল। বহুত দিনৰ আগতে মীনা বোলা ছোৱালীজনীকহে ক'ৰবাত দেখি তেওঁ অনুসন্ধান কৰি জানিলে এইখন ঘৰৰে ছোৱালীজনী। কিন্তু এটা কথাত তেওঁ ভুল কৰিলে, ভাবিবৰে নহ'ল যে মীনাৰ কোনো অবিবাহিতা বায়েক থাকিব পাৰে। সেইটো তেওঁৰ ডাঙৰ দোষ হৈছে। তাৰ বাবে মীনাৰ দেউতাকে তেওঁক যেন ক্ষমা কৰে। সিদিনা মীনাৰ তেজস্বিতা দেখি আৰু মুগ্ধ হৈছে তেওঁ। দয়া কৰি যদি দেউতাকে মীনাৰ লগতেই বিয়াখনৰ ব্যৱস্থা কৰি দিয়ে নথৈ আনন্দিত হ'ব নীৰেন। আৰু ৰাণীৰ বাবেও বিশেষ দুশ্চিন্তা কৰিব নালাগে। তেৰোঁ 'ৰাণী বাইদেউ'ৰ বাবে যত্ন কৰিব।

চিঠিখন পঢ়ি মীনাৰ দেউতাক কিছু পৰ স্তব্ধ হৈ ৰ'ল। তেওঁৰ আনন্দই লাগিছে নে বেজাৰেই লাগিছে নিজেই যেন একো বুজিব নোৱাৰে। সমস্ত অনুভূতি যেন ভোতা হৈ গৈছে।

এসময়ত লাহেকৈ নি তেওঁ চিঠিখন ঘৈণীয়েকৰ হাতত দিয়ে। মীনাৰ মাকে চিঠিখন পঢ়ি উঠি এটা হুমুনিয়াহ পেলায়। ধীৰভাৱে গিৰীয়েকৰ ফালে চাই সোধে— 'পিছে আপুনি এতিয়া কি উত্তৰ দিব বুলি ভাবিছে?'

'তুমি কি কোৱা?'

'কি ক'ম আৰু? হাতত পাই এনে সুপাত্ৰতো আৰু দূৰলৈ ঠেলি দিব নোৱাৰি। তাৰ উপৰি আজিকালি ছোৱালী শিক্ষিতা বা সুন্দৰী হ'লেও দেউতাকৰ ধনৰ অভাৱৰ বাবেই কতদিন আবিয়ৈ হৈ পৰি থাকিব লাগে। আমাৰতো ভাগ্য ভালেই, ল'ৰাই নিজেই উপযাচি ছোৱালীক বিয়া কৰাব খুজিছে।'

'এৰা কথাটো হওঁতে সঁচাই। বাৰু মই আমাৰ সন্মতি জনাই আজিয়ে নীৰেনক চিঠি লেখি দিওঁগৈ। পিছে ৰ'বা, মীনাৰতো এটা মতামত ল'ব লাগে?'

'এনে কৰি কৰি প্ৰশ্ৰয় দিয়েইতো আপুনি ছোৱালীকেইজনীৰ মূৰ খালে। চৰুক সুধি কোনোবাই চাউল বহায় নে? তথাপি সুধিব খুজিছে যেতিয়া আপুনিয়ে আদৰৰ জীয়েকক সোধকগৈ।'

অভাৱনীয় প্ৰস্তাৱটো শুনি প্ৰথমে মীনা যেন আকাশৰ পৰা পৰিল। তাৰ পিছত তাই উগ্ৰমূৰ্তি ধৰিলে— 'দেউতা, মই মৰি গ'লেও এই বিয়াত সন্মত হ'ব নোৱাৰোঁ। মই জীৱনত বিয়া নকৰাওঁ বুলি কাহানিবাই প্ৰতিজ্ঞা কৰি থৈছোঁ। আৰু তোমালোকৰে বেয়া লগা নাই নে এনে এটা লাজ লগা প্ৰস্তাৱত? বাইদেউক যে মানুহজনে কিমান অপমান কৰিলে সেইটো তোমালোকে বাপেক-মাক হৈ বুজা নাই? তোমালোকে নিজে অপমানবোধ কৰা নাই নে?'

'আমাৰ অপমান মীনা? সামান্য চাকৰিয়াল মই, ডিঙিত ছজনী ছোৱালী, সংসাৰৰ দায়িত্বৰ ভাৰ ল'বলৈ ভগবানে যাক ল'ৰা এটাও নিদিলে, তাৰ আকৌ মান-অপমান? নাই আই, মোৰ সেইবোৰ নাই। কিন্তু তোৰ যদি ইমানেই আপত্তি মই বাৰু নীৰেনক তাকেই জনাই দিওঁগৈ। হায় হায়, মোৰ দৰে সামান্য মানুহ এজনে ই এ চি জোঁৱাই পাম বুলি আনন্দত উত্ৰাৱল হৈ উঠিছিলোঁ। কিন্তু বিধাতাই দিলেও যে জীয়ে নিদিয়ে। নীৰেনেতো নিজে উপযাচক হৈ একৰকম কথাই দিছিল, ৰাণীৰো সম্বন্ধ এটা ঠিক কৰি দিব। কিন্তু নালাগে, তহঁত ছজনীকে বুকুত বান্ধি জীৱনটো কটাম আই। কেতিয়াও কাৰো বাবে, কোনোজনী ছোৱালীৰ বাবে মই বিয়াৰ চেষ্টা নকৰোঁ।'

লাহে লাহে তলমূৰকৈ দেউতাক তাৰ পৰা আঁতৰি যায়।

মীনা শিলৰ মূৰ্তিৰ দৰে তাতেই স্তব্ধ হৈ ৰৈ থাকে।

অলপ পিছতে ৰাণী প্ৰায় বাউলী হৈ লৰি আহে। মীনাৰ ফালে চাই একেবাৰে উত্তেজিতভাৱে কৈ

যায়— 'লেখা-পঢ়া শিকিছ মা-দেউতাক আঘাত দিবলৈকে, নহয়? ধিক্ তইঁতৰ লেখা-পঢ়া। জাননে মীনা, আজি যে তই দেউতাক কন্দুৱালি, কোন সতেৰে পাৰিলি তই? দেউতাৰ মুখৰ আগতে কেনেকৈ না বুলি কৈ দিব পাৰিলি মীনা? দেউতাই যে এতিয়া অকলে বহি বহি চকুপানী টুকি আছে। যাও, আকৌ এবাৰ দেউতাক সান্ত্বনা দিবলৈ যত্ন কৰোঁগৈ।'

আকৌ একে ধুমুহাৰ গতিতে ৰাণী ওলাই যায়।

এটাৰ পাছত এটাকৈ অভাৱনীয় কাণ্ড। মীনাৰ মূৰটো ঘূৰি যোৱা যেন লাগিল। দেউতাৰ দুখত ৰাণীৰ দৰে বোবা শান্ত ছোৱালীজনীও আজি প্ৰগলভা হৈ উঠিছে, আৰু তাই নিজে?

কিছু সময়ৰ পিছত ধীৰে ধীৰে দেউতাকৰ মূৰত হাত বুলাই মীনাই লাহেকৈ ক'লে— 'দেউতা, মই আৰু অমত নকৰোঁ। কিন্তু এটা কথা, বাইদেউৰ বিয়াখন হ'লে আগতে হৈ যাব লাগিব।'

জাৰকালিৰ নিজান গভীৰ ৰাতি। কাৰো ক'তো সাৰসুৰ নাই।

দুজনী ভনীয়েকৰ লগত একেলগে শুই ইমান উম লগাৰ আৰামতো কিন্তু সিদিনা ৰাতি কোনোমতেই আৰু মীনাৰ চকুলৈ টোপনি নামি অহা নাছিল। এবাৰ তাই গাৰ লেপখন আঁতৰাই বিছনাৰ পৰা নামি গ'ল। লাহে লাহে গৈ খিৰিকীৰ ওচৰত থিয় হ'ল। জপাই থোৱা খিৰিকীখন দুহাতেৰে খুলি দিলে। এজাক চেঁচা বতাহ আহি তাইৰ গাত লাগিলহি। বিনিদ্ৰ তপ্ত চকুহালিত যেন সি শান্তিৰ প্ৰলেপ বুলাই থৈ গ'ল। এইবাৰ বাহিৰৰ সুপ্ত জগতখনলৈ তাইৰ সেই ক্লান্ত চকুহালি বহলকৈ মেলি দিলে। জোনাক উপচি পৰিছে। শীতৰ নিজান স্তব্ধ ৰাতিৰ সেই অপাৰ্থিৱ জোনাক, ইমান বিষণ্ণ। আকাশলৈ চালে মীনাই। জোনাকতো দেখা যায় অগণন তৰা। অগণন! কিন্তু আৰু কত তৰা হয়তো কেন্দ্ৰচ্যুত হৈ চিৰদিনৰ বাবে আকাশৰ বুকুত হেৰাই গৈছে, কোনেবা তাৰ হিচাপ ৰাখে!

'মীনা!'— তাইৰ পিঠিত কাৰোবাৰ হাতৰ পৰশ। উচপ্ খাই তাই ঘূৰি চালে। ৰাণী। ৰাণীৰ চকুতো তেন্তে তাইৰ দৰে টোপনি নাই?

'তই বাইদেউ? কিন্তু তই, তই কান্দিছ বাইদেউ? কেলৈই? কেলৈই কান্দিছ তই?'

'তয়োতো কান্দিছ মীনা। কেলৈই?' খুব শান্ত নিৰুত্তেজ মাতেৰে সোধে ৰাণীয়ে।

এৰা, তায়ো কান্দিছে। মীনাই নিজৰ দুগালত হাত বুলায়। চকুলোৰ তপত পৰশ লাগে। কিন্তু কিয় কান্দিছে তাই? কিহৰ দুখ তাইৰ? ৰূপবান, বিত্তবান, গুণবান ডেকা এজনে নিজেই উপযাচি বিয়া কৰাবলৈ ওলাইছে তাইক, তাইৰ আৰু কিহৰ দুখ?

তথাপি ৰাণীক দুয়ো হাতেৰে সাবটি ধৰি মীনাই এইবাৰ হুকহুকাই কান্দি উঠে।

# অপচয়

'নাই, এই মাহতো দেখিছোঁ ঘড়ীটো কিনা নহ'ল আৰু—'

ৰাতি আঠোটাত টিউচনৰ পৰা ফিৰি সেইদিনা পোৱা পঢ়োৱাৰ টকাকেইটা হাতত লৈ বাটে বাটে হিচাপ কৰি আহিছিল ৰেবাই। 'দেউতাৰ দাঁতৰ বিষৰ ঔষধতেই এইবাৰ আৰু কেইটমান টকা উপৰুৱাকৈ যাব নহয়। ওঁহো, ঘড়ীটো বোধহয় আৰু কিনাই নহ'ব মোৰ।'

জাৰকালিৰ ৰাতি। আলোৱানখন গাত আৰু ভালকৈ মেৰাই লৈ বিৰক্ত মনেৰে আগবাঢ়ে ৰেবাই, হিচাপ কৰি কৰি। আলোৱানখনো প্ৰায় অব্যৱহাৰ্য হৈ উঠিছে,— অ'ত-ত'ত ফুটাৰে চেঁচা বতাহ সোমাই ৰেবাৰ গাৰ ভিতৰৰ হাড়লৈকে কঁপাই দিয়ে যেন। তিক্ততাত মন মৰি যায় ৰেবাৰ, নতুন এখন আলোৱান নল'লেও নচলা হৈছে দেখোন। কি আপদ— সকলো ফালৰ পৰাই যেন চিঞৰ আৰম্ভ হৈ গৈছে— লাগে লাগে ইটো লাগে, সিটো লাগে, অমুক লাগে, তমুক লাগে' — কিবা এক অসহায় খং আৰু বিৰক্তিয়ে ৰেবাক চাৰিওফালে আগুৰি ধৰে। ৰুমালত বন্ধা টকা পঁচিছটাৰ বাস্তৱ পৰশেও অলপো আনন্দ জগাব নোৱাৰে তাইৰ। অভাৱগ্ৰস্ত সংসাৰ এখনৰ কথা ভাবি ভাবিয়েই ফটা আলোৱানে উম নলগোৱা চেঁচা পৰশৰ মাজেদি কঁপি কঁপি আগবাঢ়ে ৰেবা।

'দেউতাৰ চিকিৎসা, মোৰ, ভাইটি, মীৰাৰ স্কুল-কলেজৰ ফিজ দিওঁতেই যাব দেখোন মোৰ এইকেইটা টকা। দেউতাৰ পেঞ্চনৰ টকাৰে আমাৰ প্ৰায় আধাপেটি খাওঁতেই যায়, এলাৰ্ম ঘড়ীৰ টকা পাওঁ ক'ৰ পৰা? ভগৱানে কিয় যে এইবাৰ দেউতাৰ দাঁতৰ বিষ নামৰ নতুন অভিশাপটো আমাৰ মূৰত জাপি দিলে। ইমান দিন অত যত্নৰ ফলত ঘড়ীটোৰ বাবে দহটা টকা সাঁচিলোঁ। বাকী টকাকেইটাৰ যোগাৰ আৰু নহ'ব যেনেই পাইছোঁ কেতিয়াও'— হতাশাৰ হুমুনিয়াহ এৰে ৰেবাই, 'অন্ততঃ পোন্ধৰ-ষোল টকাৰ কমে এলাৰ্ম ঘড়ী এটাটো কোনোমতেই পোৱা নাযাব।'

কুঁৱলীৰ মাজেৰে এখুজি-দুখজিকৈ আগবাঢ়ে ৰেবা। মনৰ উৎসাহ হেৰাই যোৱাৰ লগে লগে শৰীৰৰ শক্তিও যেন টুটি যায়। গাভৰু ছোৱালী এজনী, এই বয়সতে, এই থাৰ্ড ইয়েৰত পঢ়া কালতে, জীৱন-যুদ্ধ বোলা কথাটো অকল জনাই নহয়, তাত সোমাই ককৰকাব লগাও হৈ পৰিছে ৰেবাই। আজি তিনি বছৰৰ আগতে দেউতাকে যে পেঞ্চন পালে, তেতিয়াৰ পৰাই ক্ৰমে শোচনীয় হৈ অহা সিহঁতৰ অৱস্থা আৰু শোচনীয় হৈ আহিছে। দেউতাক মহেন্দ্ৰ শৰ্মা ফৰেষ্ট অফিচৰ সামান্য এজন কেৰাণী আছিল। কিন্তু আয় সামান্য হ'লেও ভগৱানে এফালে অকৃপণভাৱেই এটা বস্তুৰ অধিকাৰী কৰিছিল ৰেবাৰ দেউতাকক,—পুত্ৰ-পুত্ৰী। ৰেবাহঁতৰ দহগৰাকী ভাই-ভনী। তাৰ ভিতৰত আকৌ কন্যাৰ অনুপাতেই বেছি। ইয়ো এক অভিশাপ— ৰেবাই ভাবে। মাকে মুখ ফুটাই সেই কথা প্ৰায়ে কয়ো— কয় মানে মনৰ তিক্ততা ঢালি দি তাকে লৈ প্ৰায়ে ভগৱানৰ ওচৰত অভিযোগ কৰে, এনেকি নিৰপৰাধ জীয়েককেইজনীকো মাজে-সময়ে এনেকৈ গালি পাৰে যেন সিহঁতৰ জন্মৰ বাবে সিহঁত মহা অপৰাধী। এই দুৰ্ভাগ্যটোত আটাইতকৈ শোচনীয় কথা আকৌ হ'ল যে মহেন্দ্ৰ শৰ্মাৰ প্ৰথম পাঁচোটিয়েই কন্যা সন্তান। তাৰ পিছত ল'ৰা এটা উপজিছিল— সি পিছে বেছিদিন জীয়াই নাথাকিল, তিনি বছৰ বয়সতে ঢুকাল। তৃতীয় কন্যা এটিও তেওঁৰ আগতে ঢুকাইছিল। গতিকে বৰ্তমান তেওঁ আটোটি ল'ৰা-ছোৱালীৰহে পিতৃ। সপ্তম সন্তান হ'ল এই ৰেবা। তাইৰ জন্ম যে অতি বেছি অবাঞ্চিত হৈছিল তাক নক'লেও হয়। স্বয়ং মাকে পৰ্যন্ত মাজে মাজে বিৰক্তিত জীয়েকক প্ৰাপ্য আদৰৰ পৰাও বঞ্চিত কৰি ৰাখিছিল। তাৰ পিছতে উপজিল ৰণু। ল'ৰা সন্তান। অবাঞ্চিত সন্তানৰ সংখ্যা আৰু এটি বাঢ়িলেও যিহেতু ল'ৰা, ইমানবোৰ ছোৱালীৰ পিছত, একোটি মাত্ৰ ল'ৰা মৰাৰ পিছত, তাৰ আদৰৰ সীমা-পৰিসীমা নোহোৱা হ'ল। তাৰ পিছত জন্ম হ'ল ভাইটিৰ আৰু একেবাৰে শেষত মীৰাৰ।

ৰেবাই মাজে মাজে ভাবে— পৃথিৱীত কত ধৰণৰ অপচয়। আমাৰ ঘৰতে অবাবতে ইমানবোৰ মানুহৰ *জন্ম, ইয়ো যেন বিধাতাৰ সৃষ্টিৰ দোষণীয় অপচয় এটা।*

হয়তো অনাহক অনাদৰ পাই, হয়তো ভগৱানে তাইক ভিন্ন ধাতুৰেই গঢ়িলে কাৰণেই, কেৱল বোলা মহেন্দ্র শৰ্মাৰ ছোৱালীজনী বায়েকহঁতকৈ সম্পূর্ণ স্বতন্ত্র মনোবৃত্তিৰে বাঢ়ি আহিছিল সৰুৰে পৰা। তাইৰ মাক-দেউতাকে কেতিয়াও ক'ব নোৱাৰে যে তেওঁলোকৰ সেইজনী জীয়েকে কেতিয়াবা কোনো বস্তু মুখ ফুটাই বিচাৰিছে, কোনো অন্যায় আব্দাৰ কৰিছে। সৰুৰে পৰা হিচাবী, ভাবুক, বুজন মনোবৃত্তি এটা লৈয়ে যেন তাই বাঢ়ি আহিছিল। হয়তো অলপ অকালপক্বতাৰ দোষেই ঘটিছিল। হয়তো ছোৱালী এজনীৰ বাবে তাই অপল নিৰস বিধৰে। পঢ়া-শুনাত যিমান বুদ্ধি আছিল, চেষ্টা আছিল তাতোকৈ বেছি। গতিকে ক্লাছত প্ৰথম-দ্বিতীয় হ'ব নোৱাৰিলেও ভালদৰেই পাছ কৰি গৈছিল ৰেবাই। তাইৰ পঢ়া-শুনাৰ প্ৰতি অত্যন্ত আগ্ৰহ কাৰণেই দেউতাকে তাইক কলেজত পৰ্যন্ত নাম লিখাই দিছিল, যদিও তাইৰ আন চাৰিওজনী বায়েকৰ এজনীয়েও মেট্ৰিকৰ দেওনাও পাৰ হ'ব পৰা নাছিল।

সেই প্ৰথম চাৰিজনী ছোৱালীক মহেন্দ্ৰ শৰ্মাই কোনোমতে বিয়া দিছিল— কেনে ধৰণৰ সুপাত্ৰত সি অবান্তৰ— প্ৰথম তিনিজনীক চাকৰি কৰি থকা কালতে, চতুৰ্থজনীক পেঞ্চন পোৱাৰ কিছুদিনৰ পিছতেই। তাৰ পিছত ৰেবাৰ পাল। কিন্তু এইবাৰ ব্যতিক্ৰম ঘটিল এই ব্যৱস্থাৰ। ৰেবাই দৃঢ় প্ৰতিবাদ জনাই ক'লে যে তাইৰ কেতিয়াও বিয়া হ'ব নোৱাৰে। বায়েকহঁতৰ দৰে ভাবী দৰাবোৰৰ আগত বহুতবাৰ পৰীক্ষা দি তাই প্ৰত্যাখ্যিত হোৱাৰ অপমানো সহ্য কৰিব নোৱাৰে। পিছে প্ৰত্যাখ্যিত নহ'লেও তাই বিয়া নকৰায়। অন্ততঃ এতিয়াতো নকৰায়েই, তাইক যে মাক-দেউতাকে ইমান দিন খুৱালে, পিন্ধালে, পঢ়ালে— সেইবোৰ কি তাইৰ বিয়াৰ দ্বাৰা এনেদৰে নিৰৰ্থক হৈ যাব? মাক-দেউতাক, বায়েক-ভিনিহঁতৰ হতভম্ব হৈ যায়— ই কি অদ্ভুত যুক্তি! কিন্তু ৰেবা অটল। তাই কলেজত নাম লিখিলে আৰু এটা টিউচন যোগাৰ কৰিলে।

ৰণু যে সঁচায়ে মৰমৰ পাত্ৰ হোৱাৰ যোগ্যতা লৈ আহিছে। কেইদিনমানৰ ভিতৰতে প্ৰমাণ দি পেলালে সি। কোনোদিনে ক্লাছত আৰু দ্বিতীয় হৈ নাপালে। মেট্ৰিক পাছ কৰিলে বৃত্তি পাই। গতিকে ৰেবাই স্কুল-কলেজৰ ফিজৰ হিচাপ কৰোঁতে ৰণুক বাদ দিয়েই কৰিছিল।

বৰ্তমানে ৰেবা থাৰ্ড ইয়েৰৰ ছাত্ৰী আৰু ৰণু ফাষ্ট ইয়েৰৰ ছাত্ৰ।

অভাৱে-অশান্তিয়ে, ধাৰে-অসুখে ধীৰে ধীৰে আগবাঢ়ি গৈ আছিল ৰেবাহঁতৰ বৰ্তমানৰ ছজনীয়া সংসাৰখন। কিন্তু হঠাতে তাৰ গতি বন্ধ হৈ গ'ল। ৰেবাৰ মাকৰ মৃত্যু হ'ল। কোনো আকস্মিক ৰোগত নহয়, টাইফয়েড হ'ল, বহুদিন ভুগিলে, তাৰ পিছত এদিন হঠাতে অভাৱৰ হ'লেও অতি প্ৰাণৰ সংসাৰ-স্বামী-পুত্ৰ-কন্যা সকলোৰে মায়া ত্যাগ কৰি পৃথিৱী এৰি গুচি গ'ল। টাইফয়েডত মৃত্যু বৰ্তমান যুগত আগৰ নিচিনা সহজে ঘটা দুৰ্ঘটনা নহয়, তাৰ উপযুক্ত চিকিৎসা ওলাইছে, ৰোগী প্ৰায়ে ভাল হয়। কিন্তু দুই-এজন— যি তেনে মৃত্যুক এৰাব নোৱাৰে, ৰেবাৰ মাকো সেই শ্ৰেণীৰ অনুগামী হ'ল।

ৰেবাৰ জীৱনলৈ এইবাৰ আন এটা সমস্যা নামি আহিল। মাকৰ অবিহনে দুয়োবেলা ৰন্ধা-বঢ়া আৰু ঘৰৰ আন যাৱতীয় কাম— সকলোবোৰ তাইৰ মূৰতে পৰিল। মীৰাই অৱশ্যে কিছু সহায় কৰে, কিন্তু তাই সৰু ছোৱালী, সিমানখিনি নোৱাৰে। কলেজ, টিউচন এই দুটাৰ মাজত দুয়োবেলা ৰন্ধা-বঢ়াটো যথেষ্ট কষ্টকৰ হৈ পৰিল ৰেবাৰ বাবে। স্বয়ং দেউতাকেই আগবাঢ়ে তাইক সহায় কৰিবলৈ, কিন্তু গাভৰু ছোৱালীজনী হৈ আধা বৃদ্ধ দেউতাকৰ তেনে সাহায্য ল'বলৈ সত নোজোৰে ৰেবাৰ। এনে এটা অৱস্থাত গধূলি টিউচন কৰাটো যথেষ্ট অসুবিধাজনকেই হৈ পৰিল তাইৰ কাৰণে। য'ত তাই পঢ়ায়, সিহঁতৰ ঘৰৰ পৰা কিছু দূৰৈত। তাৰ পৰা আহি পাওঁতেই ৰাতি প্ৰায় চাৰে আঠ বাজে, তাৰ পিছত ভাত-পানী ৰন্ধা কথাটো ৰান্ধনিগৰাকীৰ বাবেও কষ্টকৰ, খাওঁতাসকলৰ বাবেও একে। সেইবাবে ৰেবাই ঠিক কৰিছিল যে পুৱা যদি তাই পঢ়াবলৈ যাব পাৰে সকলো সমস্যাৰ সমাধান হয়। সাধাৰণতে তাইৰ ক্লাছ দহৰকৈ বহে. গতিকে সেইফালৰ পৰা কোনো অসুবিধা নহ'ব। কিন্তু আচল সমস্যাটো হ'ল একেবাৰে অন্য। ৰেবাহঁতৰ পৰিয়ালটোৰ আটাইৰে অভ্যাস হ'ল দেৰিকৈ সাৰ পোৱা। ৰেবাও তাৰ পৰা বাদ নপৰে, কোনোমতেই তাই সাৰ নাপায়। সকলো চেষ্টা অথলে যায়। তাইৰ দৰে হিচাবী মনৰ ছোৱালীজনীয়ে বহুমূলীয়া পুৱাটোৰ প্ৰায় এটা ঘণ্টায়ে তেনেকৈ শুই থাকি অপব্যয় কৰি পেলায়। তাৰ বাবে তাই যথেষ্ট অনুশোচনাৰ গ্লানিত ভোগে, অথচ কোনো প্ৰতিকাৰ নাই। ৰেবাই অৱশেষত ঠিক

কৰিছিল যে এলাৰ্ম ঘড়ী এটা লৈয়ে তাই এই সমস্যাৰ সমাধান কৰিব।

কিন্তু আজিলৈ আৰু সেই এলাৰ্ম ঘড়ী এটাৰে কোনোমতে যোগাৰ হৈ নুঠিল।

ইতিমধ্যে ৰেবাৰ দেউতাকৰ দাঁতৰ অসুখ আৰম্ভ হ'ল। তাৰ চিকিৎসাত তাইৰ টান হাতৰ মুঠিৰ পৰা বহুত টকা ওলাই যাব ধৰিলে। এদিন তাই অতিষ্ঠ হৈ উঠি একৰকম ঠিক কৰিয়ে পেলালে যে তাই আৰু নপঢ়ে, চাকৰিকে কৰিব।

কথাটো ৰণুক জনাব খুজি তাক বিচাৰি ওলাই যায় ৰেবা।

'ৰণু।'

কিবা এটা পঢ়াৰ পৰা ৰণুৱে উভটি চায়। তাৰ পিছত বায়েকক দেখি উৎসাহত মুখ উজ্জ্বল হৈ উঠে। ৰেবাই তাক কিয় বিচাৰিছে সেই প্ৰশ্ন নকৰি তাৰ নিজৰ আবেগৰ আতিশয্যতে আৰম্ভ কৰি দিলে— 'মই বুজিছ বাইদেউ, অবনীৰ পৰা এই ডাক্তৰী কিতাপখন আনিছোঁ। মেডিকেল ছায়েঞ্চ যে এতিয়া কিমান দ্ৰুত গতিত আগবাঢ়িছে, তই কল্পনাই কৰিব নোৱাৰিবি। মানৱ সমাজৰ কল্যাণৰ বাবে আমাৰ এই বিজ্ঞানৰ যি দান আন কোনোটো শাখাই ইয়াৰ লগত প্ৰতিযোগিতা চলাব নোৱাৰে।'

থমকি যায় ৰেবা। ভায়েকৰ উজ্জ্বল হৈ উঠা মুখখনৰ অনুপাতেই ক'লা পৰি যায় তাইৰ মুখ। আমাৰ বিজ্ঞান! ৰণুৰ সৰুৰে পৰা হেঁপাহ যে সি ডাক্তৰী পঢ়িব। আৰু ৰেবায়ো মনতে প্ৰতিজ্ঞা কৰিছিল যে যিকোনো প্ৰকাৰে তাই ৰণুক পঢ়ুৱাইহে এৰিব। তাৰ বাবে লাগিলে তাইৰ সমস্ত জীৱনকে উছৰ্গা কৰিব। ৰণুৰ আদৰ্শ, ৰণুৰ কল্পনাই গোপন গৌৰৱত কত দিন যে ৰেবাৰ অন্তৰ ফুলাই তুলিছিল, কত দিন কত অভাৱৰ তাড়নাত, মানসিক সংঘাতৰ সময়ত, শাৰীৰিক কষ্টৰ প্ৰাবল্যৰ মাজত তাইক সান্ত্বনা দিছিল। ৰেবাই ভাবে— পঢ়া-শুনাত ভাল বহুতো ল'ৰায়ে ভৱিষ্যতত কিবা এটা হোৱাৰ সপোন দেখেই, তাত কোনো গৌৰৱ নাই, নতুনত্ব নাই, কিন্তু তাইৰ মৰমৰ ভায়েক ৰণু যে সুকীয়া, সি যে ভৱিষ্যতত কিবা এটা হোৱাৰ সপোন দেখে, তাততো তাৰ কোনো ব্যক্তিগত স্বাৰ্থ নাই, নাই কোনো বৈষয়িক সম্ভোগৰ কল্পনা, সি যে এটা মহান আদৰ্শত প্ৰণোদিত হৈ বিচাৰিছে মানৱ সমাজৰ কল্যাণকাৰী বিদ্যা এটা শিকিবলৈ।

ৰেবাই মনতে প্ৰতিজ্ঞা কৰি পেলাইছিল, ৰণুৰ সেই মহান আদৰ্শৰ সপোনটো তাই সফল কৰিবই। তাৰ আগত তাইৰ এই ক্ষুদ্ৰ জীৱনৰ ব্যক্তিগত ভোগ-বিলাসৰ কামনা তুচ্ছ, অৰ্থহীন। এফালে এটা উচ্চ আদৰ্শ আৰু আনফালে সাধাৰণ নাৰী জীৱনৰ কিছুমান হীন লালসা— মনতে ৰেবাই কৈ উঠিছিল, ছিঃ। নালাগে তাইক নিজৰ সংসাৰ, স্বামী, পুত্ৰ। আনৰ চকুত হয়তো তাইৰ জীৱনটো এটা অপচয় যেনেই লাগিব। কিন্তু তাই জানে, তাই যদি ৰণুৰ আদৰ্শক বাস্তৱত পৰিণত কৰাত সহায় কৰিব পাৰে, তাইৰ জীৱনটো বেছি সাৰ্থকতাৰ পথলৈহে আগবঢ়াই নিয়া হ'ব। অন্ততঃ তাইৰ প্ৰতি হিচাপী মনে তাৰেই সমৰ্থন বিচাৰি পায়।

কত সপোনেই নৰচে ৰেবাই। ৰণু পঢ়া-শুনাত চোকা ল'ৰা। এইটো নিশ্চিত যে সময়ত সি এটা ডাঙৰ ডাক্তৰ হ'ব। সিহঁতে তেতিয়া এখন নিজস্ব ডিস্পেন্সাৰী খুলিব। তাত এটা বিশেষ ব্যৱস্থা থাকিব যে দুখীয়া ৰোগীসকলক বিনামূল্যেই পৰীক্ষা কৰা হ'ব, সম্ভৱ হ'লে বিনামূল্যে ঔষধ বিতৰণো কৰা হ'ব। সম্ভৱনো নহ'ব কিয়, ভাল ডাক্তৰ এজনৰ জানো আয় কম? ৰেবাই ভাবে, পাৰিলে ভাইটিকো ডাক্তৰী পঢ়াব লাগিব, দুয়ো ভাই তেতিয়া লগ লাগি পূৰ্ণোদ্যমে মানৱ সমাজ হিতকৰ ব্ৰতত লাগি যাব পাৰিব।

লগতে ব্যক্তিগত সপোনো ৰচি গৈছিল ৰেবাই। অৱশ্যে তাইৰ নিজৰ জীৱনটোক বাদ দিয়েই। ৰণুৰ প্ৰতিষ্ঠাৰ সময়লৈ তাইৰ জীৱনৰ আৰুনো কি অৱশিষ্ট থাকিবগৈ। ত্ৰিছৰ দেওনা হয়তো তাই তেতিয়া পাৰ হৈ যাব। তাইৰ জীৱনত তেতিয়া যৌৱনৰ অপচয় হৈ যাব। তাই আৰু ৰচিব নোৱাৰিব কোনো ভৱিষ্যত ৰঙীন মধুৰ ছবি। ওঁহো তাৰ বাবে তাইৰ কোনো দুখ বা আক্ষেপ নাই— মনতে মূৰ জোকাৰে ৰেবাই। সেইবোৰ তাই বলিদান দিছে মহত্তৰ স্বাৰ্থৰ বাবে। কিন্তু মীৰাৰ জীৱনত তাৰ ব্যতিক্ৰম ঘটাবই লাগিব— তাৰ মানে অৱশ্যে এইটো নহয় যে বায়েকহঁতৰ দৰে য'তে-ত'তে এঠাইত মীৰাকো বিয়া দি দিব লাগিব। বায়েকহঁতৰ একোপাল ল'ৰা-ছোৱালীৰ স'তে অভাৱ, দাৰিদ্ৰ্য আৰু অৰ্দ্ধশিক্ষিত গিৰীয়েকহঁতৰ লগত যুঁজ কৰি অকল দিন যাপন আৰু প্ৰাণ ধাৰণৰ গ্লানিৰে কটোৱা জীৱনবোৰ দেখি বিতৃষ্ণাত ৰেবাৰ মন বিকৃত হৈ যায়। অভাৱ আৰু

অশিক্ষাই সঁচায়ে মানুহবোৰক পশুত পৰিণত কৰে। মীৰাৰ জীৱনত এই একেটাৰে পুনৰাবৃত্তি ঘটিবলৈ নিদিয়ে ৰেবাই। তাইক ভালকৈ পঢ়াব লাগিব।ৰেবা অথবা তাইৰ আন চাৰিওজনী বায়েক— কাৰো ট্ৰেজেদিৰ ছাঁয়া যেন তাইৰ জীৱনত নপৰে।

গতিকেই ৰেবা থমকি যায়। ৰণুক যি কথা ক'বলৈ আহিছিল সি আৰু কোৱা নহয়। এনেকৈ মনৰ সিদ্ধান্তও সলনি হৈ যায়। নাই, পঢ়া-শুনা তাই এতিয়া বাদ দিব নোৱাৰে। কেতিয়াও নোৱাৰে। আই এ পাছ কৰিয়েতো তাই মাইনৰ স্কুল এখনত কাম পাইছিল। কিন্তু সেই টকাৰে ৰণুয়ে ভবিষ্যতে কেনেকৈ ডাক্তৰী পঢ়িব? সেইটো ভাবিয়েতো তাই গ্ৰেজুৱেট হ'বলৈ সিদ্ধান্ত কৰিছিল। আৰু এটা বছৰ। হে ভগবান কোনোমতে আমাৰ সংসাৰখন এনেকৈ এটা বছৰ পাৰ কৰি দিয়া, মই বি এটো পাছ কৰি লওঁ—মনতে প্ৰাৰ্থনা কৰে ৰেবাই।

দিন যায়, অভাৱ আৰু অসুখৰ মাজেৰে দিনবোৰ এটা এটাকৈ পাৰ হৈ যায়। ৰণুৱে এবাৰ বায়েকক প্ৰস্তাৱ কৰি চাইছিল যে সিয়ো এটা টিউচন যোগাৰ কৰি লয়। কিন্তু ৰেবাই তাত একোপধ্যে সম্মতি নিদিলে। তাই টিউচন কৰা আৰু ভায়েকে টিউচন কৰাৰ মাজত যে বিৰাট প্ৰভেদ এটা আছে তাকে বুজালে। তাইৰ পঢ়া-শুনাত অলপ ব্যাঘাত ঘটিলেও বিশেষ ক্ষতি নাই, তাই সুনামেৰে পাছ নকৰিলেও চলিব। তাইৰতো কোনো আদৰ্শ নাই, তাই কোনোমতে বি এটো পাছ কৰিলেই চলিব। কিন্তু ৰণুৰ কথা যে সুকীয়া, সি পঢ়া-শুনাত ভাল কৰিবই লাগিব। তাৰ ওপৰত নিৰ্ভৰ কৰিছে অগণন হতভাগ্য দৰিদ্ৰ নৰ-নাৰীৰ জীৱন আৰু লগে লগে তলৰ ভাই-ভনী দুটাৰ জীৱনৰ দায়িত্ব। গতিকে তাৰ টিউচন কৰি সময়ৰ অপব্যয় কৰাৰ প্ৰশ্ন উঠিবই নোৱাৰে।

অৱশ্যে পঢ়া-শুনাৰ যথেষ্টই ক্ষতি হয় ৰেবাৰ। টিউচনৰ পৰা আহি ৰাতি ভাত-পানী ৰান্ধি-বাঢ়ি খাই-বৈ উঠি পঢ়া-শুনা কৰিবলৈ শৰীৰৰ শক্তিও নাথাকে, মনৰ প্ৰেৰণাও নাথাকে। সকলো পৰা খোৱা-লোৱাৰ অত্যন্ত অপ্ৰাচুৰ্যৰ মাজত ডাঙৰ হৈ অহা বাবেই হয়তো শাৰীৰিক ফালেদি যথেষ্ট নিশকতীয়া ছোৱালীজনী। পুৱাতো সোনকালে উঠিব নোৱাৰেই। গতিকে কলেজলৈ যোৱাৰ আগতে যি অলপ পঢ়া-শুনা কৰাৰ সুযোগ ঘটে তাৰেই চলিবলৈ বাধ্য তাই। ৰবিবাৰ বা আন বন্ধ থাকিলেহে যেনিবা কিছু পঢ়া-শুনা হয়। তথাপি যেন শেষ নহয়। বুৰঞ্জী ৰব প্ৰিয় আছিল তাইৰ। গতিকে থাৰ্ড ইয়েৰত উঠি নতুন উছাহত বুৰঞ্জীতে অনাৰ্চ লৈ পেলালে। কিন্তু এতিয়া সেইটো হৈ পৰিছে এটা বোজা। এৰিবৰ সত নাযায়, অথচ ৰাখিবৰো নাই সামৰ্থ্য। কেতিয়াবা কলেজৰ ছুটী থকা সময়বোৰত পঢ়িবৰ চেষ্টা কৰে ৰেবাই। সেই উদ্দেশ্যে কমন ৰুমৰ এচুকত বহি কিতাপ-পত্ৰ টানিও লয়। কিন্তু সিমানেই। বেছি দূৰ পঢ়া আগবাঢ়িব নোৱাৰে। চাৰিওফালে ছোৱালীবোৰৰ কথা-বতৰা, হাঁহি-ধেমালি, কোলাহলৰ মাজত মন বাৰে বাৰে বিভ্ৰান্ত হৈ যায়। মাজে মাজে সংসাৰৰ কঠোৰতাই নিৰস প্ৰাণ কৰি গঢ়ি তোলা ছোৱালীজনীৰো লোভ জাগে সেই ৰং-ধেমালিৰ মাজত সোমাই পৰিবলৈ। কেতিয়াবা যোগ দিয়েও, কেতিয়াবা পঢ়াৰ পৰা মূৰ তুলি মাথোঁ চাই থাকে। সেই দৃষ্টিত বোধহয় মিহলি থাকে বিস্ময়-ঈৰ্ষা-বিৰক্তি আৰু অলপ আনন্দও। সঁচায়ে কি যেন নিশ্চিত দায়িত্বমুক্ত নিৰ্ভাবনাৰে পূৰ্ণ উজ্জ্বল মুখবোৰ। তাইৰ দৰে বোধহয় সংসাৰ এখনৰ গধুৰ দায়িত্বৰ বোজা এটা লৈ ভবিষ্যতৰ অদ্ভুত সহজ হিচাপ এটা কৰি লৈ কোনেও ইয়ালৈ পঢ়িব অহা নাই।

ৰেবাই যেন সজ্ঞানে হিংসাই কৰে ছোৱালীবোৰক। কি জীৱন! সময়বোৰ দুহাত ওপচাই খৰচ কৰিছে, ভাবিবলগা হোৱা নাই তাৰ বাবে। মনটো কিবা লাগি যায় ৰেবাৰ। উঃ কেনেকৈ যে ইহঁতে সময়বোৰ অপব্যয় কৰিছে, অথচ তাইৰ নিজৰ যে সময়ৰ কি মূল্য! এক মিনিট সময়ো যেন তাইৰ জীৱনত বাজে বিলাস কৰি খৰচ কৰিবৰ উপায় নাই। কেৱল কি এয়ে? চাৰিওফালৰ নানা ধৰণৰ এই অপব্যয়বোৰ দেখি সকলোফালেই হিচাবী ৰেবাৰ মনটোত অস্বস্তিৰ কাঁইটে খচখচাই থাকে। কত ৰকমেই যে এই ছোৱালীবোৰে বাজে খৰচ নকৰে— সময় খৰচ কৰে, বুদ্ধি খৰচ কৰে, টকা খৰচ কৰে, অপচয়, মাথো অপচয়। এইতো সিদিনা অমিয়াই তাইক একৰকম জোৰ কৰিয়েই টানি লৈ গ'ল দোকানলৈ—'এই কিতাপৰ পোক, ঢেৰ পঢ়া-শুনা হ'ল— বলা এতিয়া মোৰ লগত অলপ বজাৰলৈ'— তাৰ পিছত ধুনীয়া দামী পাৰ্কাৰ এটা কিনিলে অমিয়াই। ৰেবাই তেতিয়া আচৰিত হৈ প্ৰশ্ন

কৰিছিল— 'তোমাৰ দেখোন ছেফাৰি এটা আছেই, এইটো কিয় কিনিলা?'

'কিনাৰ কথা নাছিল। কিন্তু দেউতাৰ লগত কালি বজাৰলৈ আহোঁতে এইটো বৰ পছন্দ হৈছিল। দেউতাই কথাটো বুজি আজি কলেজলৈ আহিবৰ সময়ত পেনটো একেলগে কিনি লৈ যাবলৈ টকায়ে দি দিলে।' অমিয়াই হাঁহিলে। ধনীকন্যা তাই। ৰেবাই আৰু একো নামাতিলে। মাথোঁ ওলাই অহা হুমুনিয়াহ এটা ৰোধ কৰিলে। এই পেনটোৰ চাৰি ভাগৰ এভাগ দামেৰেইতো এলাৰ্ম ঘড়ী এটা কিনিব পৰা গ'লহেঁতেন, এনেকি পেনটো লৈ অমিয়াই পৰীক্ষাত যিমান ভাল কৰিব, ঘড়ীটো পাই পুৱা এঘণ্টামান আগতেই সাৰ পাই পঢ়া-শুনা অলপ কৰাৰ সুযোগ পোৱা হ'লে তাতকৈ বহুত বেছি ভাল কৰিব পাৰিলেহেঁতেন ৰেবাই। অপচয় আৰু আৱশ্যকতা!

এলাৰ্ম ঘড়ী আৰু কোনোমতেই যোগাৰ হৈ নুঠিল। পুৱাৰ অন্ততঃ দুঘণ্টা মূল্যৱান সময় অপব্যয় হোৱাৰ ফল অৱশ্যে ৰেবাই পাইছিল। বাৰ্ষিক পৰীক্ষাত কাণে কাণ মাৰিহে তাই অনাৰ্চটো ৰাখিব পাৰিছিল।

খবৰ ওলোৱাৰ দিনা সিহঁতৰ অনাৰ্চ প্ৰফেছৰ সুৰেন দত্তই ৰেবাক মাতি নিছিল। একো নামাতি তলমূৰকৈ থিয় হৈ থকা ৰেবাক তেওঁ কৈ গৈছিল— 'তুমি মোক একেবাৰে হতাশ কৰি পেলালা, ৰেবা। তোমাৰ ওপৰত মোৰ যথেষ্ট উচ্চ ধাৰণা আছিল। তোমাকতো মই যথেষ্ট বুদ্ধি থকা ছোৱালী বুলিয়ে জানো। কিন্তু, তোমাৰ বহীখন চাই এইবাৰ অবাক হৈ গৈছোঁ। তুমি কি ঘৰত একেবাৰেই নপঢ়া? কিন্তু এনেকৈতো নহ'ব। অনাৰ্চ ৰখাটো মুখৰ কথা নহয়। তাৰ কাৰণে যথেষ্ট খাটিব লাগিব। আমাৰ দিনত আমি দিনে কেইঘণ্টাকৈ পঢ়িছিলোঁ জানা? কলেজ থকা দিনত পুৱা তিনি ঘণ্টা— মিনিমাম্। যি হওক, সেই বুলি হতাশ হ'বৰ কোনো কাৰণ নাই। অহা টাৰ্মিনেলত তুমি ভাল কৰিবই লাগিব। এতিয়াৰ পৰাই ভালকৈ পঢ়া-শুনা আৰম্ভ কৰি দিয়াগৈ। নিয়মিতভাৱে খাটি গ'লে নোৱৰাৰ কোনো কাৰণেই নাই।'

তাৰ পিছতো একো নামাতি তলমূৰকৈয়ে গুচি আহিছিল ৰেবাই। ম্লান হাঁহিৰ ৰেখা মাথোঁ ওঁঠত বিৰিঙি উঠিছিল। প্ৰফেছাৰ দত্তৰ উপদেশখিনি এনেয়ে অপচয় হৈ গ'ল। অহা টাৰ্মিনেলতো ৰেবাই ভাল কৰিব নোৱাৰিব— প্ৰফেছৰ দত্তৰ যিমানেই ভাল ধাৰণা নাথাকক তাইৰ ওপৰত। তেওঁতো কল্পনাও কৰিব পৰা নাই যে তেওঁৰ ছাত্ৰীৰ পৰীক্ষা ভাল কৰিব নোৱৰাৰ মূলতে বহুতখিনি আছে; সাধাৰণ এলাৰ্ম ঘড়ী এটাৰ অভাৱবোধ, যাৰ দামেৰে হয়তো প্ৰফেছৰ দত্তৰ আধা মাহৰ চিগাৰেটৰ ধোঁৱা উৰুৱা নহয়।

বি এত কিন্তু সেই প্ৰফেছৰ দত্ত আৰ আন আন সকলো হিতাকাংক্ষীক সন্তুষ্ট কৰিয়েই ভাল কৰি পেলালে ৰেবাই। অনাৰ্চত ওখ স্থানৰ দ্বিতীয় শ্ৰেণী এটা পালে তাই। টেষ্টৰ পিছৰ দীঘলীয়া বন্ধটোত জগত পাহৰি পঢ়িছিল তাই।

সিমানখিনি ভালকৈ পাছ কৰিওতো আৰু তাইৰ পঢ়া নহ'ল, প্ৰফেছৰ দত্তই দুখ পালে আটাইতকৈ! কিন্তু কি কৰিব পাৰে তাই? পঢ়াৰ আগ্ৰহ কি কম তাইৰ? কিন্তু এইবাৰ যে তাই সংসাৰৰ আচল দায়িত্ব মূৰ পাতি লোৱাৰ সময় আহিল। ৰণুয়ে আই এছ ছি পাছ কৰিলে আৰু ভালদৰে পাছ কৰা বাবে সহজেই মেডিকেল কলেজতো ছিট এটা পালে। তাকটো এইবাৰ মোটা খৰচেই যোগাব লাগিব।

ডাক বিভাগত ১২০ টকীয়া চাকৰি এটাত সোমাল ৰেবা। গ্ৰেজুৱেট ছোৱালী এজনীৰ কাৰণে অসমত তাতকৈ কিয়েই বা ভাল চাকৰি আছে? আছে যদিও ৰেবাই নাজানে, জানে তাতকৈ বেয়া চাকৰিৰ কথা, কম টকাৰ চাকৰি, শিক্ষকতা। তাক নল'লে ৰেবাক টকাহে লাগে, অকল টকা। বৰ্তমান তাৰ বাহিৰে সংসাৰত আন একো প্ৰাৰ্থনীয় নাই তাইৰ।

নতুন চাকৰি লৈ হয়তো সুখীয়ে ৰেবা, কিছু টকাতো হাতলৈ আহিছে। তথাপি হঠাৎ যেন কি হৈ যায়, কৰ্মৰতা ছোৱালীজনীৰ হাতৰ চলি থকা কলমডাল মাজে মাজে থমকি যাব খোজে অকাৰণে, মুখত ফুটি উঠে অদ্ভুত এক হতাশা, ক্ষোভ আৰু বেজাৰৰ চিন! দুখ, বেহিচাপৰ দুখ! অপচয় কৰি পেলালে ৰেবাই, বি এটো পাছ কৰি বেহিচাপী কাম কৰি পেলালে হিচাপী ৰেবাই। অতি মাৰাত্মক অপব্যয়! সময়ৰ, টকাৰ, বুদ্ধিৰ, শক্তিৰ— একেলগে বহুবোৰ বাজে খৰচ। আই এটো পাছ কৰিলেই যি চাকৰিত সোমোৱা যায়, তেনে এটা চাকৰিৰ কাৰণে কিয় যে ৰেবাই বি এটো পাছ কৰিলে। তাকো আকৌ খুব পৰিশ্ৰম কৰি ভালকৈ অনাৰ্চ পায়।

জ্ঞানৰ বাবে নহয়, ডিগ্ৰী নাথাকিলে চাকৰিৰ বজাৰত স্থান নাই, একমাত্ৰ এই কাৰণেইতো পঢ়িছিল ৰেবাই। নহ'লে সিহঁতৰ অৱস্থাৰ ছোৱালী এজনীৰ কোনো মোহ থাকিব নোৱাৰে কলেজীয়া শিক্ষাৰে জ্ঞানৰ ভঁৰালটো পূৰ্ণ কৰাৰ পিপাসিতাৰ। আৰু এটা কথা, এটা প্ৰশ্নই আমনি দি থাকে ৰেবাক— এই যে পৃথিৱীখনৰ অতীত খবৰ কিছুমান জনা হৈ গ'ল তাইৰ, অলপ বেছিকৈয়ে জনা গ'ল, সিটো আজি ডাকঘৰৰ হিচাপ-পত্ৰৰ সামান্য এটা আখৰ লিখাৰো কামত নালাগে। ঘৰতো তাৰ কোনোদিন কোনো ৰকমৰ চৰ্চা সম্ভৱ নহয়, বৰং সেই কথা ভাবিলে হাঁহিহে উঠে। ঘৰুৱা জঞ্জালত যাৰ মূৰ তুলিবৰ অৱসৰ নাই সি কৰিব বুৰঞ্জীৰ গৱেষণা? আংশিক মিছাৰে ভৰা সংসাৰৰ বাবে মূল্যহীন খবৰ কিছুমান, যিবোৰ বাধ্য হৈয়ে অখাদ্য গিলাৰ দৰে কণ্ঠস্থ কৰি বুদ্ধি আৰু শক্তিৰ অপচয় কৰিছিল ৰেবাই, তাক পুনৰাই মেলি চোৱাৰ কল্পনা নকৰাৰ কথা বাদ দিলেও আন কোনো ফালেদি নাই তাৰ কোনো সম্ভাৱনা। অৱশ্যে এটা মাত্ৰ পথ আছিল— এম এটো পাছ কৰি প্ৰফেছৰ হোৱা বা পৰীক্ষাত খুব ভাল ফলাফল কৰি গৱেষণাৰ সুযোগ লোৱা। কিন্তু সংসাৰৰ দায়িত্বই সেই সকলোবোৰ সম্ভাৱনাৰ পথকে ৰুদ্ধ কৰি পেলাইছে আজি।

ডাকঘৰৰ এজাপ কাগজ-পত্ৰৰ মাজত মূৰ গুজি মাজে মাজে অন্যমনস্ক হৈ যায় ৰেবাই।

একেলগে বি এ পাছ কৰা প্ৰতিমাৰ সিদিনা বিয়া হৈ গ'ল। ৰেবাও নিমন্ত্ৰিত হৈছিল। কইনাৰ সাজত দেখিবলৈ কুৰূপা প্ৰতিমাৰো যেন সিদিনা ৰূপ খুলি গৈছিল। আচৰিত হৈ তাকেই মন কৰিছিল ৰেবাই। তাৰ পিছত সিদিনা ৰাতি ঘৰলৈ আহি বহুত সময় আইনাৰ সন্মুখত থিয় হৈ আছিল তাই। নিজকে যেন হঠাৎ সিদিনাহে দেখিলে ৰেবাই। অলপ বেছি ক্ষীণ, তথাপি কিবা এটা বহুৰঙা কৰুণ সৌন্দৰ্যৰে অসহায়ভাৱে তাইলৈ চাই থকা মানুহজনী তাইৰে প্ৰতিকৃতি নহয় জানো? বহুত সময় আনমনা হৈ আইনাৰ সন্মুখত থিয় হৈ থাকে তাই— নাৰ্চিছাছৰ গল্পটোৱেই মনত পৰি যায় হয়তো। নিজকে ভাল পাবৰ মন যায়, ভাল পাবৰ মন যায় মৰমলগা কোমল তাইৰ সেই ক্ষীণাঙ্গী ৰূপটো। তাৰ পিছত হঠাৎ কোনোদিন আগতে অনুভৱ নকৰা বেদনা এটাই যেন ভাৰাক্ৰান্ত কৰি তোলে তাইৰ মন। এটা অদ্ভুত দুখৰ উপলব্ধি— যিটো তাই আগেয়ে কোনোদিন মনলৈ আহিব দিয়া নাছিল। তাইৰ এই বাইছ বছৰীয়া জীৱনটোৰ ৰূপ-যৌৱন সকলো অথলে যাব নহয়?

পিছ মুহূৰ্ততে অৱশ্যে নিজকে সংযত কৰি লৈছিল ৰেবাই। নিজৰ ওচৰতে নিজৰ যেন লাজ লাগি গৈছিল। তাই ইমান সহজে আদৰ্শ পাহৰি বিচলিত হৈ যাব পায়নে?

গুচি আহে ৰেবা আইনাৰ সন্মুখৰ পৰা।

দিন যায়। মাহ বাগৰে। সময়ৰ সোঁতে কেইবা বছৰো ঠেলি লৈ যায়। এদিন সঁচাকৈ ৰণুৱে সুখ্যাতিৰে পাছ কৰি নামজ্বলা ডাক্তৰ এজন হৈ ওলাই আহে।

আৰু তাৰ পিছতো লানি নিছিগা দিনবোৰ গৈ থাকে।

ভাইটিয়ে সেইবাৰ মেট্ৰিক পৰীক্ষা দিব।

'বাইদেউ'

'কি অ' ভাইটি, কি হ'ল?' ভাত বহাবৰ বাবে চাউল ধুই থকা কৰ্মৰতা ৰেবাই দুৱাৰদলিত থিয় হৈ ৰৈ থকা ভায়েকৰ ফালে ঘূৰি চালে। ভায়েকৰ গহীন ক্ৰোধান্বিত মুখ।

'কি আৰু হ'ব। ককাইদেউৰ চিঠি আহিছে। লিখিছে মোৰ মেট্ৰিক পৰীক্ষাৰ ফিজ অতবোৰ টকা একেলগে দিয়াটো তাৰ পক্ষে সহজে সম্ভৱ নহয়। যি হওক, কষ্ট কৰি কোনোমতে টকাকেইটা যোগাৰ কৰি পঠিয়াব। তাৰ নতুন প্ৰেকটিচ, টকা-পইচাৰ ইমান অভাৱ আমি হেনো সমুলি নুবুজো বা সহানুভূতিৰ চকুৰে নাচাওঁ। সি আৰু ইয়াকো লেখিছে যে তয়ো চাকৰি কৰ, দেউতায়ো পেঞ্চন পায়। আমি ইয়াত ইমানবোৰ টকাৰে কি কৰোঁ। পঢ়োঁতাটো মুঠে আমি দুজনহে— মীৰা আৰু মই।' একমুহূৰ্ত ৰ'ল ভাইটি। তাৰ পিছত হঠাতে ... তুলি বায়েকৰ ফালে চাই সুধিলে—'কথা এটা তোক সোধোঁনে, বাইদেউ? মইতো তেতিয়া ... আছিলোঁ, কথাবোৰ নুবুজিছিলোঁ। তই জানো ককাইদেউৰ ডাক্তৰী পঢ়ালৈ আগ্ৰহ দেখিয়ে, অকল তাৰ পঢ়া-শুনাখিনি যাতে ঠিকমতে চলে সেই ভাবি সকলো এৰি দি চাকৰিত সোমোৱা ...

ভায়েকৰ এই অভাৱনীয় প্ৰশ্নটোৰ আকস্মিকতাত ৰেবা প্ৰথমে মুহূৰ্তৰ বাবে থমকি ৰ'ল, মুখখনো যেন হঠাতে সেমেকি গ'ল। কিন্তু পিছতেই নিজকে সংযত কৰি মাতটো যথাসম্ভৱ সহজ কৰি উত্তৰ দিলে— 'এইবোৰ বাজে কথা তোক কোনে ক'লে ভাইটি? দেউতাই? বুঢ়া হৈ দেউতাৰ আৰু একো নোহোৱা হৈছে— আমাৰ লগত দেখোন ইটো-সিটো অবান্তৰ কথাকে পাতি থাকিবলৈ ভালপোৱা হ'ল। তই সঁচায়ে সৰু আছিলি তেতিয়া। আমাৰ ঘৰৰ যি অৱস্থা আছিল তালৈ চাই মই যে বি এটোকে পাছ কৰিব পাৰিলোঁ, সেইটোহে বৰং তই আচৰিত হৈ সুধিবলগীয়া প্ৰশ্ন। আৰু তোৰ কথাৰ সুৰতে বুজিছোঁ, তই মনে মনে ৰণুৰ ওপৰত খুব খং কৰিছ। কিন্তু সঁচায়েতো, তাৰ ফালৰ সুবিধা-অসুবিধাওতো আমি বুজি চাব লাগিব। নতুনকৈ হোৱা ডাক্তৰ সি, তাতে আছেগৈ আন ঠাইত— তাৰ নিজস্ব ঘৰ এখন হৈছে, ঘৰৰ ভাড়া আছে, চাকৰ-বাকৰ ৰাখিবলগীয়া হৈছে, খোৱা-মিলা থকা কত ধৰণৰ খৰচ-পাতি আছে— সেইবোৰ আমি জানো নুবুজিলে হয়?'

বায়েকৰ কথাত এইবাৰ গৰজি উঠে ভাইটি,— 'তই মনে মনে থাক বাইদেউ, এতিয়া তাৰ সপক্ষে কত যুক্তি নাসাজিবি! আচলতে তই যিটো জান বা বিশ্বাস কৰ তাকতো মই নজনা নহয়। সি আমাৰ লগত আমাৰ ইয়াত নাথাকি আন এখন ঠাইলৈ গৈ কিয় প্ৰেকটিচ আৰম্ভ কৰিছে তাৰ যিমানেই যি কাৰণ নেদেখুৱাওক আমি জানো আচল কাৰণটো নুবুজোঁ? ডাক্তৰী সি কি উদ্দেশ্যত পঢ়িব গৈছিল নাজানো, কিন্তু এটা বিদ্যা হ'লে সি সেই কেইবছৰ বাৰুকৈয়ে শিকি আহিলে, ফেশ্বনটো। বিলাতলৈয়ে গৈছিল নে বৰবাৰীলৈয়ে গৈছিল বুজা টান। আমাৰ লগত ইয়াত থাকিলে তাৰ দৰে চাহেবী ষ্টাইলত থকাতো সম্ভৱ নহ'ব। অথচ ইয়াতে থাকি প্ৰেক্‌টিচ আৰম্ভ কৰা হ'লে কেনেকৈ দুখন ঘৰৰ খৰচ এখনেৰেই হৈ গ'লহেঁতেন! তোক সি ভুৱা দিছে সেই ঠাইত তাৰ আয় বেছি হ'ব, চিকিৎসাৰো ক্ষেত্ৰ বিস্তীৰ্ণ আৰু অকলে থাকি সি ডাক্তৰী বিজ্ঞানৰ ন ন গৱেষণা চলাব পাৰিব— যাৰ দ্বাৰা সি মানৱ জাতিৰ কল্যাণ ব্ৰতৰ ব্ৰতী হ'ব পাৰিব। মই তাতকৈ সৰু, নহ'লে জান বাইদেউ সি যদি মোৰ সৰু ভাই হ'লহেঁতেন, আজি তাক মই চুলিত ধৰি তোৰ আগলৈ চোঁচোৰাই আনি সেই বৰ বৰ কথা কোৱা মুখখনত কেইটামান চৰ সোধালোঁহেঁতন। সি কৰিব মানৱ সেৱা, মানৱ জাতিৰ কল্যাণ ব্ৰতৰ ব্ৰতী! ভণ্ড বদমাইচ ক'ৰবাৰ। তাৰ কথা আৰু মোৰ জানিবলৈ কিবা বাকী আছে নেকি? অৰ্থ পিশাচ লোভীটোৱে যে দুখীয়াক মৰি গ'লেও এটা পইচা ৰেহাই নিদিয়ে সেই খবৰ মোৰ আৰু জানিবলৈ বাকী আছে নেকি? আমাৰ ইয়াত সি নথকাৰ এইটোও এটা কাৰণ। আমিতো তাৰ সেই দুখীয়াৰ তেজ শুহি খোৱা কামৰ কেতিয়াও সমৰ্থন নকৰিলোঁহেঁতন। তাৰ মই সকলো খবৰ ৰাখোঁ জান বাইদেউ, সি যে কিমান আয় কৰে আৰু দৰিদ্ৰৰ প্ৰতি সহানুভূতি নহ'লে আয় হ'বওতো, —সকলো খবৰেই মই ৰাখোঁ। তই দুখ পাবি বুলি ইমান দিনে মই একো কোৱা নাছিলোঁ। কিন্তু আজি তাৰ এই চিঠি পঢ়ি মোৰ ধৈৰ্যৰ বান্ধ সুলকি গৈছে বাইদেউ। আনৰ মূৰত টাঙোন মাৰি আদায় কৰা টকা মোক সি দিলেও নালাগে। সেই ধনেৰে ফিজ দিলে মই বৰং আই এ ফেলহে কৰিম। যি উপায়েৰে নহওক, সেই টকা মই ইয়াতে যোগাৰ কৰি ল'ম। মোৰ মাথোঁ ইয়াকে ভাবিহে বৰ দুখ লাগে যে এনে এটা পাষণ্ডক গঢ়ি তুলিবলৈ তই তোৰ জীৱনটোক ধ্বংস কৰি পেলালি, বাইদেউ?'

তাৰ পিছত আৰু তাত এখন্তেকো নবৈ, হাতৰ চিঠিখন মোহাৰি উত্তেজিতভাৱে ওলাই যায় ভাইটি।

আৰু ৰেবাই হাতৰ কাম পাহৰি তাতেই পাষাণমূৰ্তিৰ দৰে স্তব্ধ হৈ থিয় হৈ থাকে। সিফালে উতলি উতলি শুহি যাব ধৰা পানীৰ তলত চৌকাটোত খৰিবোৰ পুৰি পুৰি এনেয়ে যে খৰচ হৈ গ'ল তালৈ আজি আৰু চিৰ হিচাবী ৰেবাৰ চকু নাযায়।

# অৱশেষত

চাহৰ কাপটো এহাতে আৰু পাপৰৰ থালখন আনহাতে তুলি লৈ মিনতিযে মাকৰ ফালে মিনতি ভৰা দৃষ্টিৰে চাই অস্পষ্ট উচ্চাৰণেৰে কাকুতি কৰিলে— 'দয়া কৰি তই এতিয়া মনে মনে থাক মা, ডাঃ দাসে বোধহয় সকলো শুনিলে!'

জীয়েকৰ মিনতিৰ ফলস্বৰূপে মাকে মাতটো অলপ সৰু কৰিলেহে, কিন্তু মুখেৰে হ'লে একেলেৰেই ভোৰভোৰাই থাকিল— 'মনে মনে থকা'। কিয় মনে মনে থাকিবলৈ যাম? মই কিবা মিছা কথা কৈছোঁ নে? অতদিনে বহুত সহ্য কৰিলোঁ। এইবাৰ এটা কিবা কৰিহে এৰিম। উস্— কাৰ ঘৰতনো বাৰু এনে কাণ্ড দেখিছা? আজি এটা বছৰে বাট চালোঁহে চালোঁ— একোৱে নহ'ল।

এইখিনিলৈকে কাণত গ'ল মিনতিৰ, তাৰ পিছত তাই আগফালৰ বহা কোঠালী পাইছিলগৈ। চাহৰ কাপটো আৰু পাপৰ ভজাৰ থালখন ডাঃ বনমালী দাসৰ আগৰ মেজখনত থৈ ক'লে— 'অলপ চাহ খাওক।' সদ্যমুক্ত হাতেৰে চাদৰৰ আঁচলটো আগলৈ টানি আনি কপালত বিৰিঙি উঠা ঘামখিনি মচিলে,— গৰম আৰু অপ্রস্তুত অৱস্থাত উদ্ভৱ হোৱা কেঁচা ঘাম। মাজনী যে কি আৰু, কথা-বতৰাত অলপো সাৱধানতা নাই। ছিঃ ডাঃ দাসে শুনিলেই নেকি?

কিন্তু মাৰেই বা দোষ কি— মিনতিয়ে ভাবিলে। সুপাত্র হোৱাৰ পাছ সকলোখিনি যোগ্যতা লৈ আজি এবছৰ ধৰি জীয়েকৰ লগত বন্ধুত্ব চলাই থকা ল'ৰাটোৱে চাৰিজনী জীয়েকৰ ছোৱালীৰ মাক এজনীৰ মনোযোগ আকৰ্ষণ কৰিবই। অতি স্বাভাৱিক কথা। ইয়াৰ ব্যতিক্রমহে অস্বাভাৱিক। মাকৰ কথা ভাবি নিজৰ ওপৰত হোৱা কৰুণাতকৈও তেওঁৰ ওপৰত বেছি কৰুণা ওপজে মিনতিৰ। ডাঃ দাসক জোঁৱাই হিচাপে পাবলৈ বেয়েৰী মাজনীৰ যে ইমান আশা। ঘটনাৰ গতি-গোত্র চাই সেই আশা অমূলক যেনো নালাগে। অথচ ইমান দিন ধৈৰ্য ধৰি বাট চায়ো কিয় তাৰ কোনো সম্ভাৱনাই আজিলৈ দেখা নাযায়? ল'ৰা-ছোৱালীহালৰ ৰহস্য তেওঁ এতো ধৰিবই নোৱাৰে। তেওঁ এই কথাটোকেই বুজিব নোৱাৰে— ডাঃ দাসৰ যদি মিনতিৰ প্রতি কোনো বিশেষ আকৰ্ষণ নায়েই, তেন্তে ডাক্তৰী ব্যস্ততাৰ দহোবন কাটি কৰি থৈ দিনটোৰ ভিতৰত কিয় এবাৰ নহয় এবাৰ তেওঁলোকৰ ঘৰলৈ একোটা পাক মাৰি যায়হি? কিন্তু তাৰ পৰিণতি মিনতিৰ পাণিগ্রহণৰ সদিচ্ছা— ইয়াৰ কিয় কোনো চিন তেওঁ আজিলৈ নেদেখে? নে আজিকালিৰ ডেকা ল'ৰাবোৰ এনেকুৱাই। গাভৰু ছোৱালীৰ লগত বহি বহি মেল মাৰি থাকিবলৈ ভাল লাগে খুবেই, কিন্তু বিয়া আদি দায়িত্বৰ কথা ওলালেই পিছ হোঁহকে?

প্রথমে মিনতিৰ মাক মনে মনেই আছিল, হাজাৰ হওক জীয়েকৰ লগততো এইবোৰ কথা মুখামুখিকৈ পাতিব নোৱাৰি। কিন্তু সহ্যৰো এটা সীমা আছে। বিশেষকৈ মিনতিৰ মাকৰ অৱস্থালৈ চাই। মিনতি বি এ পাছ কৰি ঘৰত দুবছৰ বহিল। ইতিমধ্যে প্রণিতাও বি এ পাছ কৰি উঠিছে। অমলা, শান্তি, ইহঁত দুজনীৰো এজনী কলেজত আৰু এজনী স্কুলৰ ওখ শ্রেণীত পঢ়ে। ইমান কেইজনী পূৰা আৰু আধা বিবাহযোগ্য জীয়েকক চকুৰ আগত চাই থাকি কোন মাকেই বা শান্তিৰে দিন নিয়াব পাৰে! মিনতিৰ মাকেও পৰা নাই আৰু বেছিকৈ পৰা নাই মিনতিহঁতৰ এই বুজিব নোৱৰা কাণ্ডটোৰ বাবে। কি কৰিব খোজে ইহঁতে? কি মনোভাব লৈ এই সংযোগৰ সেতু গঢ়িছে?

অৱশেষত সংকোচ, ঔচিত্য সকলো কাটি কৰি এদিন মাকে মিনতিক সুধিয়েই পেলালে— ডাঃ দাসৰ মিনতিৰ প্রতি মনোভাব কেনে। মাকৰ মুখৰ পৰা তেনে অভাৱনীয় প্রশ্ন শুনা মিনতিৰ জীৱনত সেয়ে প্ৰথম। সিদিনা তাই লাজ, অভিমান, খঙত ৰঙা-চিঙা পৰি প্ৰায় কান্দিয়েই পেলাইছিল। বিশেষকৈ খং-অভিমান জাগিছিল ডাঃ দাসৰ প্রতি। মানুহজন বাৰু কি সঁচায়ে? সঁচায়ে তেওঁ কি বিচাৰে মিনতিৰ ওচৰত?

অৱশ্যে মাকৰ প্রশ্নটো পুৰণি হৈ যোৱাত মিনতিৰ আগৰ লাজ-সংকোচো কাটি আহিছিল। এতিয়া আৰু প্রথম দিনৰ নিচিনাকৈ ৰঙা-চিঙা পৰি তলমূৰ কৰি থিয় হৈ নাথাকে। বৰং বিৰক্তিৰে আৰু অলপ ভেকাহি মাৰিয়েই মাকৰ কথাৰ উত্তৰ দিয়ে। অৱশ্যে উত্তৰটো হ'লে একেই আছিল,— প্রথমদিনাও তাই মাকক কৈছিল একো ক'ব নোৱাৰে বুলি, আজিও কয় ক'ব নোৱাৰে বুলি।

মিনতিৰ মাকৰ সঁচাকৈ অসীম ধৈৰ্য বুলিব লাগিব। মিনতিক এদিন তেওঁ এই কথাও সুধি চাইছিল যে

তেওঁলোকৰ ফালৰ পৰাই এই সম্পৰ্কে ডাঃ দাসৰ ওচৰত প্ৰস্তাৱ কৰি চাব নেকি। মিনতি কিন্তু মাকৰ এই কথাত জ্বলি-পকি উঠিছিল। তাইৰ অহংকাৰত খুব ডাঙৰ আঘাত এটা লাগিছিল। তাই মিনতি চলিহা, কবিতা লিখে। তাইক ছপা আখৰৰ যোগেদিয়েই অন্ততঃ বহুতে চিনে। আৰু এই স্বয়ং ডাঃ দাসেও আহি এই সূত্ৰেই উপযাচি তাইৰ লগত চিনাকি হোৱা নাই জানে? এতিয়াও মনত পৰে সেই প্ৰথম দিনটোৰ কথা। হাত দুখন মোহাৰি মোহাৰি যিহে গদ্‌গদ্ সুৰত কৈছিল—'মিনতি দেৱী, আপোনাৰ কবিতাৰ মই এজন গুণমুগ্ধ পাঠক। আমি অৱশ্যে নিৰস বেমাৰ-আজাৰ লৈ ব্যস্ত থকা মানুহ। সাহিত্য জগতৰ লগত সংযোগ ৰাখিব খোজাটোৱে বোধহয় হাস্যকৰ। তথাপি মাজে মাজে আপোনালোকৰ লেখা-চেখা পঢ়ি নিৰস মৰুতুল্য জীৱনত শান্তিৰ পানী ছটিওৱা যেন লাগে...' আৰু কত স্তুতি! এতিয়া সেইহেন মানুহৰ ওচৰত তাইক এনে হীনভাৱে আগবঢ়াই দিয়ে। ছিঃ ইয়াতকৈ অপমান আৰু লাজৰ কথানো কি হ'ব পাৰে! মিনতিৰ জীৱনত এইটো ঘটাৰ আগতে তাইৰ যেন মৃত্যু হয়।

সেয়ে বাহিৰত এতিয়াও আগৰ দৰে সাদৰ ব্যৱহাৰ কৰিলেও মনে মনে ডাঃ দাসৰ ওপৰত মিনতিৰ মাকৰ বৰ খং। খং তেওঁৰ মিনতিৰ ওপৰতো। তায়েই বা কি ধৰণৰ ছোৱালী? যি ল'ৰাই তাইক ইমান প্ৰীতিৰ চকুৰে চায়, যি ল'ৰাৰ দিনৌ এবাৰ তাইক চাই নগ'লে নচলে, তেনেহেন ল'ৰা এজনৰ পৰা আজিলৈকে তাই বিয়াৰ প্ৰস্তাৱটোকে আদায় কৰিব পৰা নাই। সঁচায়ে কেনে ছোৱালীনো তাই। মিনতিৰ মাকৰ খং উঠে জীয়েকৰ অবিবেচনাৰ ওপৰত, জীয়েকৰ বুদ্ধিহীনতাৰ ওপৰত। তাইৰ যদি অকণো বিবেচনাই থাকিলহেঁতেন, তেন্তে ঘৰখনৰ কথাকে ভাবি, মাকৰ কথাকে ভাবি, সৰু ভনীয়েক তিনিজনীৰ কথাকে ভাবি তাইনো ইমান দিনে ডাঃ দাস তেওঁৰ জোঁৱাই হ'ব পৰাৰ খবৰটো দিব নোৱাৰিলেহেঁতেন নে? আৰু যদি বুদ্ধিৰ কথাকে কোৱা যায়— মিনতিৰ মেট্ৰিকো পাছ নকৰা মাকে বি এ পাছ জীয়েকৰ বুদ্ধিৰ ওপৰত অনাস্থা প্ৰকাশ কৰি ভাবে— সঁচায়ে বুদ্ধিৰ লেশমাত্ৰাও নাই মিনতিৰ। অকল পঢ়া-শুনাত বুদ্ধি থাকিলেই হ'লনে? বৰুৱাহঁতৰ সেই বি এ পাছ নকৰা ছোৱালীজনীয়েই দেখোন নিৰ্মল কাকতিৰ দৰে এনেহেন সৰ্বগুণসম্পন্ন ল'ৰাটোক বান্ধত পেলাই বিয়া কৰোৱালে। সেই কথা চহৰৰ কোনে নাজানে? মিছায়ে মানুহে তেওঁৰ জীয়েককেইজনীক বুদ্ধিমতী আখ্যা দিয়ে। কিতাপকেইখন মুখস্থ কৰি পৰীক্ষা পাছ কৰিলেই আৰু বুদ্ধিৰ চিন ওলায় নে? সাংসাৰিক জ্ঞানত যাৰ বুদ্ধিৰ অভাৱ তাক কোন মূৰ্খই বুদ্ধিমান বোলে?

মিনতিৰ মাকৰ জীয়েকৰ ওপৰত খং উঠা অৱশ্যে স্বাভাৱিক। কিন্তু তেওঁ নাজানে, তেওঁ ভবাৰ দৰে জীয়েক বিবেচনাহীনো নহয়, তেওঁৰ সংজ্ঞাৰে বুদ্ধিহীনাও নহয়। এই সুপাত্ৰ ডেকা ডাক্তৰজন সিহঁতৰ ঘৰলৈ অহা-যোৱা কৰিবৰ দিনাৰে পৰা তেওঁৰ প্ৰতি যে মাকৰ বিশেষ ধৰণৰ মনোযোগ এটা অনতিপলমে গঢ়ি উঠিছিল সেইটো মিনতিয়ে ভালকৈয়ে লক্ষ্য কৰিছিল। লগতে তাৰ সৈতে মাকৰ বিশেষ ধৰণৰ আশাটোৰ কথাও অনুমান কৰিব পাৰিছিল। ছোৱালীবোৰে হেনো দেখে যি আবিষ্কাৰ কৰে তাতকৈ বেছি। কিন্তু অকল মাকৰ মনোভাৱ বুজিয়েই ক্ষান্ত নাছিল মিনতি, তেওঁৰ আশা ফলৱতী হোৱাতো যথেষ্ট যত্নপৰ হৈছিল। তাৰবাবে তাইৰ সম্বন্ধে ডাঃ দাসৰ দুৰ্বলতাবোৰ পুংখানুপুংখভাৱে বিশ্লেষণ কৰি চাইছিল মিনতিয়ে। এটা দুৰ্বলতা প্ৰথমৰ পৰাই প্ৰকট হৈ আছিল— তাই যে লেখিকা, তাই যে কবি, এই কথাটোৰ বাবে সদায় ডাঃ দাসে মুখত এটা গুণমুগ্ধ আবেগবিহ্বল শ্ৰদ্ধাৰ ভাব লৈ তাইৰ লগত কথা-বতৰা পাতে। অকল তাকেই আঁত কৰি লৈ, মিনতিয়ে ভাবিছিল, বৰ অলীক নহ'ব নিশ্চয় মাকৰ আশাটো ফলৱতী কৰাৰ প্ৰচেষ্টাটো। সময়ত নিশ্চয় ডাঃ দাস মিনতিৰ প্ৰেমত আকণ্ঠ নিমজ্জমান হৈ পাণিগ্ৰহণৰ ইচ্ছা প্ৰকাশ কৰিব। অথবা কোনে জানে প্ৰথম দৃষ্টিতেই যে ডাঃ দাস প্ৰেমত পৰি যোৱা নাই? মিনতিয়ে ডাঃ দাসৰ প্ৰতি বেচেৰা বিশেষণটো প্ৰয়োগ কৰি সিদিনা ইয়াকো ভাবিছিল— মানুহজনৰ ডাক্তৰি জীৱনৰ নিৰসতাখিনিৰ মাজতো কেনেকৈ জানো এই যে অকৃত্ৰিম সাহিত্যিক প্ৰীতি এটাৰ অস্তিত্ব সি যে মিনতিক দেখাৰ আগতেই মিনতিৰ প্ৰতি তেওঁৰ বিশেষ এটা দুৰ্বলতা জগাই ৰখা নাছিল কোনে জানে? যদি এই সকলোবোৰেই হয়, তাৰ পিছত। তাৰ পিছত কি হ'ব বাৰু? তাকো অৱশ্যে ঠিক কৰি থৈছিল তাই। ডাঃ দাসৰ পৰা তেনে ধৰণৰ প্ৰস্তাৱ, অৰ্থাৎ মিনতিক জীৱন সংগিনী কৰাৰ অভিলাষৰ প্ৰস্তাৱ আহিলে তাই গ্ৰহণ কৰিব। সামাজিক অৰ্থত বিখ্যাত ডাক্তৰৰ শ্ৰেণীলৈ অগ্ৰসৰ হ'ব ধৰা, অথচ মিনতিৰ মনৰ মানদণ্ডত নিৰ্বোধ মানুহজনৰ প্ৰতি তাইৰ মন যে সদায়ে শ্ৰদ্ধা-প্ৰেম-প্ৰীতি শূন্য হৈ ৰ'ব সেইটো মিনতিয়ে জানে। কিন্তু মনৰ জোখাৰে কেইজন ল'ৰা-ছোৱালীয়েই বা জীৱনত আজিলৈ উপযুক্ত সংগী বিচাৰি পাইছে? তাইতো জীৱনৰ এই তেইছটা বছৰ অতিক্ৰম কৰি আহিল, পালে জানো মনোমত বন্ধু হিচাপে কাৰোবাক? গতিকে যি পোৱা নগ'ল তাৰ বাবে হা-হুতাশ নকৰি যি পোৱা

গৈছে তাকে গ্ৰহণ কৰি সন্তুষ্ট থকাটোৱে হ'ল মিনতিৰ মত। তাইৰ সেই মতে আৰু সুদৃঢ় অনুমোদন পাইছিল মাকহঁতৰ বিশেষ আশাটোৰ কাৰণে। নিজৰ কথা বাৰু বাদ,— কিন্তু ঘৰখন সুখী হ'ব, মাক সুখী হ'ব। সেয়ে বহুত। গতিকে যথা লাভ।

ইমান দূৰলৈ ভাবিছিল মিনতিয়ে। গতিকে মাকে ভবাৰ দৰে জীযেক বুদ্ধিহীনা বা অবিবেচক কোনোটোৱেই নাছিল। বৰং বুদ্ধিৰ ক্ষেত্ৰত মিনতিয়ে মাকে ভবাতকৈও বেছিহে পাৰদৰ্শিতা দেখুৱাইছিল। তাই মন কৰিছিল ডাঃ দাস সকলোতকৈ মুগ্ধ হয় কিতাপ-পত্ৰৰ গুৰু-গম্ভীৰ আলোচনাত, চমক লগাই দিয়া নতুন ধৰণৰ কথা বতৰাত। গতিকে মিনতিয়ে সেইপাট অস্ত্ৰ এৰাত ত্ৰুটি কৰা নাছিল।

কিন্তু ইমানৰ পিছতো যদি সেই আহিবলগীয়া প্ৰস্তাৱটো আজি এবছৰৰ মূৰতো নাহে, মিনতিয়ে কি কৰিব পাৰে বাৰু?

পাণ এখনত চূণ লগাই তামোলখন মুখত সোমোৱাৰ পিছত অলপ সময় চোবাই লৈ মাতটো যেতিয়া স্পষ্টকৈ ওলাবৰ হ'ল যেন পালে, একেথৰে আনমনা মিনতিলৈ চাই থকা ডাঃ দাসে মাত লগালে— 'আজি যে আপোনাক অন্যমনস্ক দেখিছোঁ কি হ'ল মিনতি দেৱী? খুব 'পয়েটিক মুড'ত আছে যেন পাইছোঁ। মই আহি আপোনাক 'ডিষ্টাৰ্ব'হে কৰিলোঁ হ'বলা। কিমান শুৱলা শুৱলা শব্দৰ মালা গাঁথি অপূৰ্ব কবিতাৱলী ৰচনা কৰি থাকিলহেঁতেন, কিন্তু মই সেই আবেগৰ স্ৰোতত বাধা দিলোঁ নহয়?'

অলপ আগতে মাকৰ উক্তিবোৰ মনলৈ অহা-যোৱা কৰি থকা মিনতিৰ ডাঃ দাসৰ এই মুগ্ধ মন্তব্যত গা জ্বলি যোৱা যেন লাগিল।

তথাপি আগৰ দৰেই উদ্দেশ্যপূৰ্ণ পন্থা অৱলম্বন কৰি ডাঃ দাসৰ মুগ্ধ মনোভাব বঢ়োৱাৰ বাবেই উত্তৰ দিলে মিনতিয়ে— 'নাই নাই, আপুনি অকণো 'ডিষ্টাৰ্ব' কৰা নাই। অৱশ্যে কথাটো ঠিকেই ধৰিছে। কালিৰ পৰাই নতুন কবিতা এটাৰ ভাব মনলৈ অহা-যোৱা কৰি মনটো মোৰ উগুল-থুগুল লগাই ৰাখিছে। যেতিয়ালৈকে তাক লিখাত ৰূপ দিব নোৱাৰোঁ, তেতিয়ালৈ মনত শান্তি নহ'ব। সেইবুলি আপুনি নাভাবিব, মই এতিয়াই কবিতাটো লিখিবলৈ বহি গ'লোঁহেঁতেন। যিকোনো সময়তে লিখা-পঢ়াৰ কাম কৰিব নোৱাৰি নহয়।'

দামী চিগাৰেট এডাল জ্বলাই লৈ ডাঃ দাসে ক'লে— 'কি কবিতাৰ ভাব মনলৈ আহিছে আমাৰ দৰে তাৰ মোল নুবুজা বেৰসিককো অলপ আস্বাদ দিবনে? কিজানিবা তাৰ ৰস অলপ আমিও গ্ৰহণ কৰি তৃপ্তি পাব পাৰোঁ?' মুগ্ধ সশ্ৰদ্ধ সুৰেৰে কথাকেইটা কৈ আবেগবিহ্বল চাৱনিৰে মিনতিৰ ফালে চাই ৰয় বনমালী দাসে।

এই মুগ্ধ দৃষ্টিটো মিনতিৰ বাবে একেবাৰে পুৰণি হৈ গৈছিল, প্ৰথমে তাই তাত পুলকিত হৈ উঠিলেও আজি হ'লে অসহ্য লাগি গৈছিল। অকল ইয়াৰে মন নভৰে নহয়, যথেষ্ট হ'ল ইমান দিনে,— তাইৰ কৈ দিবৰ মন গ'ল ডাঃ দাসক।

মনে মনে অৱশ্যে বহি থকা নাছিল— কিন্তু সেই কথা কোৱা নহ'ল। 'লিখি উঠোঁচোন বাৰু। ভাবটো শুনিলেই অকল কবিতাৰ ৰস গ্ৰহণ কৰি ঠিক লাগে জনো ডাঃ দাস?' মিনতিয়ে নিৰস সংক্ষিপ্তভাৱে উত্তৰ দিলে। তাৰ পিছত ভাগৰ লগাৰ দৰে উশাহ এটা এৰি বিৰস মুখেৰে ভাব লেশহীন দৃষ্টিৰে দুৱাৰৰ ফালে চাই ৰ'ল। কিন্তু তাইৰ দৃষ্টিত অৰ্থ ফুটি ওলায়; মুখত আহ্বানৰ হাঁহি বিৰিঙে।

সাহিত্যিক সুকুমাৰ হাজৰিকা সোমাই আহে। 'কি খবৰ মিনতি? তোমালোক সকলোৰে ভাল নহয়?' ঘৰত অচিনাকি অভ্যাগত দেখি থমকি ৰৈ যায়।

মিনতিয়ে সহজ হাঁহিৰে উত্তৰ দিয়ে— 'আমাৰ খবৰটো ভালেই। আপোনালোক পাকিস্তানৰ বৰ্ডাৰত থকাবোৰকলৈহে আমাৰ চিন্তা। আপুনি যে সহজে ছুটী পাই আহিব আমি আশা কৰাই নাছিলোঁ।... অ' আপোনাক এখেত ডাঃ দাসৰ লগত চিনাকি কৰি দিওঁ ৰ'ব। এখেতৰ কথাটো আপুনি শুনিছেই, ডাঃ বনমালী দাস। আমাৰ ইয়াৰ এজন উঠি অহা ডাক্তৰ। কিন্তু ডাক্তৰীতকৈও বোধহয় সাহিত্যৰ প্ৰতিহে এখেতৰ অনুৰাগ বেছি। আৰু ডাঃ দাস, এখেতেই হ'ল বিখ্যাত সাহিত্যিক সুকুমাৰ হাজৰিকা। কৰিমগঞ্জত থাকে, তাত কাষ্টম অফিচাৰ। আপুনি দেখোন থিয় হৈ থাকিল? বহক না?'

দুয়োৰে নমস্কাৰ বিনিময়ৰ পিছত সুকুমাৰ হাজৰিকা চকী এখন টানি বহি পৰে আৰু ডাঃ দাসে হঠাতে বিবৰ্ণ হৈ পৰা মুখত কাঠ হাঁহি টানি আনি কয়— 'আপোনাৰ লগত আকস্মিকভাৱে এইদৰে চিনাকি হ'বলৈ

পাই সঁচায়ে ধন্য মানিছোঁ। ইমান দিন মাথোঁ কবি মিনতি দেৱীৰ সৈতে পৰিচয়ৰ গৌৰৱখিনিহে অকল বহন কৰি আছিলোঁ। আজি মোৰ সেই গৌৰৱ দুগুণে বঢা যেন পালোঁ।'

তিনিওৰে মাজত নানা তৰহৰ কথা-বতৰা চলিল,— চলিল নুবুলি চলালে বুলিলেই শুদ্ধকৈ কোৱা হ'ব। ডাঃ দাসে চলালে আৰু তাৰ বেছিভাগ সাহিত্যসংক্ৰান্ত আলোচনাই। সুকুমাৰ হাজৰিকা প্ৰায় নীৰৱ শ্ৰোতা হৈয়ে ৰ'ল। কথাৰ মাজতে হঠাৎ এবাৰ বহাৰ পৰা ঘপ্‌কৈ উঠি ডাঃ দাসলৈ চাই ক'লে— 'আপুনি বহক দেই ডাঃ দাস, মই ভিতৰৰ পৰা মাত লগাই আহোঁ। ডাঃ দাসৰ মুখ পুনৰাই শেঁতা পৰি গ'ল। জেপৰ পৰা ৰুমালখন উলিয়াই ঈৰ্ষাপূৰ্ণ দৃষ্টিৰে সুকুমাৰ হাজৰিকাৰ গমন পথলৈ চাই হঠাতে মিনতিক সীমা চেৰোৱা অৰ্থপূৰ্ণ প্ৰশ্ন এটা সুধি পেলালে— 'মিঃ হাজৰিকাৰ খুব যে ঘনিষ্ঠতা দেখিছোঁ আপোনালোকৰ ঘৰৰ লগত? মিতিৰ হোৱাৰ সম্ভাৱনা আছে নেকি?'

ডাঃ দাসৰ অনধিকাৰ চৰ্চাত এক মুহূৰ্তৰ বাবে মিনতিৰ মুখ ৰঙা পৰি উঠিল। কঠিন উত্তৰ এটাই মুখলৈ আহিছিল। কিন্তু নিজকে সংযত কৰি লৈ ক'লে— 'হাজৰিকাৰ লগত অলপতে মোৰ বৰদেউতাৰ ছোৱালী এজনীৰ বিয়া হ'ব।'

এই এটা বাক্যই যথেষ্ট আছিল ডাঃ দাসৰ বাবে, আৰু একো শুনাৰ প্ৰয়োজন নাছিল তেওঁৰ। অতি দৰকাৰী খবৰ এটা— আপাতঃদৃষ্টিত খুব স্বাভাৱিক যেন লগা প্ৰীতিৰ ঘনিষ্ঠতাৰ সম্বন্ধ এটা যে মিনতি আৰু হাজৰিকাৰ মাজত নাই— তাক জানি গ'ল তেওঁ। এনে স্বস্তিপূৰ্ণ খবৰ যেন ডাঃ দাসে আৰু জীৱনত আগতে শুনা নাছিল। তেওঁৰ হঠাতে এনে লাগি গ'ল যেন প্ৰেমৰ ক্ষেত্ৰত অতি প্ৰৱল প্ৰভাৱান্বিত প্ৰতিদ্বন্দ্বী এজনক পৰাস্ত কৰি উঠিল।

এইবাৰ মুখত উজ্জ্বল হাঁহি ফুটাই ডাঃ দাসে ক'লে— 'বৰ ভাল কথা। অতি সুখৰ কথা। মিঃ হাজৰিকাৰ দৰে এজন বিখ্যাত সাহিত্যিকক আপুনি যে— অ' মিঃ হাজৰিকা আৰু আপোনাৰ কি হ'ব? ভিনিহিয়েক নে ভগ্নীপতি?'

'ভিনিহিদেউ,' নিৰস মাতেৰে উত্তৰ দিলে মিনতিয়ে।

'অ' মিঃ হাজৰিকাৰ দৰে এজন কৃতবিদ্য সাহিত্যিক যে আপোনাৰ ভিনিহিদেউক হ'ব সঁচায়ে বৰ সুখৰ কথা এইটো।' ডাঃ দাসে আধাকোৱা কথাখিনি শেষ কৰি মনতে ইয়াকো ভাবিলে যে যদি তেওঁৰ ইমান দিনৰ গোপন বাসনাটো পূৰ্ণ হয় তেন্তে সুকুমাৰ হাজৰিকাক তেওঁ শালপতিয়েক হিচাপে পোৱাৰ সৌভাগ্য হ'ব।

মিনতিৰ পৰা বিদায় লৈ ৰাজআলিত ভৰি দি ডাঃ দাসৰ সন্তোষেৰে পৰিপূৰ্ণ মুখত আকৌ এবাৰ মেঘে দেখা দিয়ে। এনেকৈ আৰু কিমান দিন চলিব পৰা যায়, হে প্ৰজাপতিদেৱ, আৰু কিমান দিন? কিমান দিনৰ পিছত মিনতিক তেওঁ বুকুৰ আপোনকৈ পাব? ডাঃ দাসৰ হঠাতে তেন্তেলাচজাতীয় অনুভূতি এটা আহি যায়। ধৰা-ছোঁৱাৰ সীমাত থাকিও তাৰ বাবে ছোৱালী এজনী অধৰা হৈ ৰ'ল? এই হৃদয়পটত অধিষ্ঠাত্ৰী দেৱীজনীৰ মূৰ্তিক আঁতৰৰ পৰাই প্ৰেমাঞ্জলি দি তেওঁ আৰু কিমান দিন কটাব লাগিব? হাজাৰ হওক তেওঁৰো তেজ-মঙহৰ শৰীৰ এটা আছে, ইচ্ছা-আকাঙ্খাৰে ভৰা মানৱীয় মন এটা আছে— সি আৰু এনেদৰে কিমান দিন অতৃপ্ত হৈ ৰ'ব? মিনতি দেৱী কি চিৰদিন আকাশ-কুসুমেই হৈ থাকিব তেওঁৰ বাবে? তেওঁ বাৰু বাওনা হৈ চন্দ্ৰলৈ হাত মেলিছে নেকি? কিয়, তেওঁ জানো তেওঁৰ প্ৰেমেৰে, সাহিত্যৰ ৰস উপলব্ধিৰ সক্ৰিয় চেষ্টাৰে মিনতিৰ অলপো উপযুক্ত হৈ উঠিব পৰা নাই। ভাবি ভবি উত্তেজিত হৈ উঠে ডাঃ দাস। নাই, অবিলম্বে ইয়াৰ এটা কিবা দিহা কৰিব লাগিব। ইমান দিনৰ সংকোচ এইবাৰ কাটি কৰি যেনে-তেনে লাভ কৰিবই লাগিব সেই অমূল্য সম্পদৰূপিনী মিনতি দেৱীক। হঠাৎ মনত কথা এটা খেলাই গ'ল ডাঃ দাসৰ, মুহূৰ্তৰ বাবে তেওঁ ৰাস্তাতে থমকি ৰ'ল। বাৰু, সুকুমাৰ হাজৰিকাৰ জৰিয়তে মিনতিক তেওঁৰ অভিলাষ জনালে কেনে হয় বাৰু? উত্তম প্ৰস্তাৱ! ডাঃ দাসে মনতে নিজেই নিজৰ পিঠিত চপৰিয়াই বাহবাহ দিয়ে। এইটো দেখা গ'লেই যে সুকুমাৰ হাজৰিকা তেওঁৰ পথৰ কন্টক নহ'ল। কিন্তু তাতোকৈ অলপ বেছি হ'ব নোৱাৰেনে, নোৱাৰেনে তেওঁৰ আৰু মিনতিৰ শুভ-মিলনৰ মধ্যমণি হ'বলৈ?

কিন্তু ডাঃ দাসে জনা নাছিল বা জনাৰ সুযোগ হোৱা নাছিল যে তেওঁ আশংকা কৰা পথেৰে সুকুমাৰ হাজৰিকা তেওঁৰ প্ৰেমৰ পথৰ কণ্টক নহ'লেও আন এটা অতি অভাৱনীয় বাটেৰে তেওঁৰ আশাক মষিমূৰ কৰিবলৈ আগবাঢ়িছিল।

মিনতিৰ মন ভাল লগা নাছিল। ডাঃ দাসে বিদায় লৈ যোৱাৰ পিছত তামোলৰ বটাখন হাতত লৈ ভিতৰলৈ সোমাই তাই বিশেষ একো নভবাকৈয়ে ৰবীন্দ্ৰ সংগীতৰ এটা লাইন গুণগুণাই যায়— 'হৃদয়েৰ এবুকু ওকূল দুকূল

ভেসে যায়'— তাৰ পিছতে হঠাৎ তাই চমকি উঠিল সুকুমাৰ হাজৰিকাৰ হাঁহিত। 'দুইকূল ওাহি নাযায় দিয়া মিনতি, বৰং দুইকূল তোমাৰ ঠিক আছে যেনহে লাগে।' সেইদৰে কৈ উঠি তেওঁ গহীন হৈ বৈ থকা মিনাতিৰ ফালে চাই বিদ্ৰূপৰ হাঁহি মাৰি ক'লে, 'এয়ে তোমালোকৰ ডাঃ দাস, মিনতি? একেবাৰে এটা ব্লকহেড দেখোন। বাহিৰত বৰ বৰ কথা, অথচ ভিতৰত একোডাল নাই। অতদিনে এই মানুহজনক কেনেকৈ যে সহ্য কৰি আছা!'

মূঢ়া এটা টানি সুকুমাৰ হাজৰিকাৰ ওচৰতে বহি থকা মাকৰ ওচৰত বহি লৈ তিতা হাঁহি মাৰি মিনতিয়ে উত্তৰ দিলে— 'কি কৰিম কওক, আপোনালোকৰ দৰে উৰ্বৰ মস্তিষ্কৰ কাকো লগ পোৱাৰ সৌভাগ্য যে নহ'ল আমাৰ!'

খুব অপ্ৰস্তুত হৈ পৰে সুকুমাৰ হাজৰিকা। তেওঁ একো বেয়া ভাবি কথাখিনি কোৱা নাছিল, বৰং ইয়াকেহে আশা কৰিছিল যে মিনতিয়ে তেওঁৰ কথাত যোগ দি আমোদ লাভ কৰিব। কাৰণ ডাঃ বনমালী দাসৰ লগত এবাৰ কথা পাতিযে তেওঁৰ ধাৰণা হৈছিল, সেই মানুহজনৰ প্ৰেমত পৰা দূৰৈত থাওক, মিনতিয়ে কোনোদিনে সামান্য কৰুণাও অনুভৱ কৰিব নোৱাৰিব।

'বেয়া পালা মিনতি? মই ধেমালিহে কৰিছিলোঁ। অজ্ঞানকৃত মোৰ অপৰাধ ক্ষমা কৰিবা দেই!'

সিদিনা সুকুমাৰ হাজৰিকা যোৱাৰ পিছত মিনতিয়ে এটা নতুন খবৰ শুনিলে, একেবাৰেই নতুন খবৰ। সুকুমাৰ হাজৰিকাৰ হেনো যতীন বৰুৱা নামৰ এজন বন্ধু আছে, লেবাৰ অফিচাৰ, খুব ভাল ল'ৰা। সুকুমাৰ হাজৰিকাই হেনো তেওঁৰ ওচৰত প্ৰস্তাৱ কৰিছিল, তেওঁৰ ভাবী খুলশালীয়েক মিনতিক বিয়া কৰাবলৈ। তাই ইয়াকো শুনিলে যে মিনতিহঁতৰ একো আপত্তি নাথাকিলে যতীন বৰুৱাই বন্ধু সুকুমাৰ হাজৰিকাৰ প্ৰায় একে লগতে বিয়াখন পাতিব খোজে।

'সুকুমাৰ বোপাই কৈ গৈছে কালি যতীন বোপাক আমাৰ ঘৰলৈ লৈও আহিব। ইয়াতে আছে বোলে।' মিনতিৰ মাকে ক'লে। তাৰ পিছত তেওঁ আপোনমনেই অনাহক ডাঃ দাসৰ উদ্দেশ্যে কটুবাক্য বৰ্ষিবলৈ ধৰিলে,— 'অভদ্ৰ ক'ৰবাৰ! ভদ্ৰলোকৰ ঘৰত কেনেকৈ অহা-যোৱা কৰিব লাগে সেই সামান্য জ্ঞানখিনিও নাই। লোকৰ গাভৰু ছোৱালীৰ লগত আহি ঘণ্টাৰ পিছত ঘণ্টা মেল মাৰি থাকেহি'— ইত্যাদি ইত্যাদি! মনতে হাঁহে মিনতিয়ে। মাকৰ মনত কেইমুহূৰ্তমান আগলৈকে যি সৰ্বগুণ বিভূষিত আছিল, এক মুহূৰ্তৰ ভিতৰতে সেই একেজন মানুহেই একেজনী মানুহৰ চকুত কি হৈ গ'ল।

'তোমাৰ এই বিয়াত আপত্তি নাইতো, মা?' মাকৰ ফালে চাই শান্তভাৱে সুধিলে মিনতিয়ে।

'মোৰ আপত্তি? তই বলিয়া হ'লি নেকি, মিনতি? এনে এজন ল'ৰা যে মোৰ জোঁৱাই হ'বলৈ ওলাইছে সি মোৰ পৰম ভাগ্য।' মিনতিৰ ফালে পোন্দোৱাকৈ চাই মাকে উত্তৰ দিলে।

আৰু একো নামাতি মিনতি গৈ নিজৰ কোঠালীত সোমাল।

সিদিনা ৰাতি তাই শোৱাপাটীত উঠি প্ৰথমবাৰৰ কাৰণে ডাঃ বনমালী দাসৰ কথা বেছি পৰ ভাবিলে, প্ৰথমবাৰৰ কাৰণে কৰুণা আৰু মৰমসনা অনুভূতি এটা জাগিল তাই সদায় মনে মনে অৱজ্ঞা আৰু অৱহেলাৰ চকুৰে চাই অহা মানুহজনৰ প্ৰতি।

অৱশ্যে বেছি সময় তাই ভাবিলে যতীন বৰুৱাৰে কথা, এটা সম্পূৰ্ণ নতুন অনুভূতিৰ আস্বাদেৰে, মানুহজনৰ সম্বন্ধে বহুতো সম্ভৱ মধুৰ কল্পনাও ৰচি পেলালে মনতে। তেওঁৰ লগত তাইৰ যৌথ ধুনীয়া ভৱিষ্য সপোন গঢ়িলে আৰু তাৰ পিছত তাই নিদ্ৰাদেৱীৰ কোলাত ঢলি পৰিল।

সিদিনা ৰাতি ডাঃ বনমালী দাসেও একেদৰেই শোৱাপাটীত উঠি বহুত সময় শুব পৰা নাছিল। তেওঁৰো মন ব্যস্ত আছিল ভৱিষ্য ৰঙীন মধুৰ কল্পনাত। কোৱা বাহুল্য তেওঁ অঁকা যৌথ জীৱনৰ ছবিখনৰ নায়িকা আছিল শ্ৰীমতী মিনতি দেৱী!

পিছদিনা আবেলি। মিনতিহঁতৰ ড্ৰইং ৰুম। আৰু যথা নিয়মে ডাঃ বনমালী দাসে আহি তাৰে চকী এখনৰ শোভা বঢ়াইছেহি। উপায়তো নাই, ভদ্ৰতাখিনি ৰক্ষা কৰিবই লাগিব। গতিকে মিনতিয়ে মাকৰ ভ্ৰূকুটি, কুটিল দৃষ্টি আৰু অসন্তোষপূৰ্ণ মন্তব্যৰ মাজেদি গৈ ডাঃ দাসক অভ্যৰ্থনা কৰিলে। আগদিনা কৰি থোৱা সিদ্ধান্তটোৰ বাবে আজি ডাঃ দাসৰ মুখ খুব উৎসাহোজ্জ্বল। সেই মুখ আৰু উদ্দীপনাৰে উজ্বলি উঠিল পৰ্দাৰ ফাঁকেদি সুকুমাৰ হাজৰিকাৰ মূৰ্তিটো দেখি। তাৰ মানে শুভস্য শীঘ্ৰম। কিন্তু মুহূৰ্তৰ ভিতৰতে আকৌ ম্লান

পৰি গ'ল ডাঃ দাসৰ মুখ। সুকুমাৰ হাজৰিকাৰ লগত আকৌ এইজন কোন ধুনীয়া ডেকা? অলপ হতাশ হ'ল ডাঃ দাস। ওঁহো, আজি আৰু অকলে সুকুমাৰ হাজৰিকাক লগ পোৱা সম্ভৱ নহ'ব। ইয়াৰ পিছৰ সুযোগটোলৈহে বাট চাব লাগিল। কি আৰু কৰা যায় নহ'লে। আকৌ মনতে নতুনকৈ ঠিক কৰি থ'লে ডাঃ দাসে।

সুকুমাৰ হাজৰিকা সোমাই আহিল। লগত যতীন বৰুৱা। মিনতিৰ মুখত ৰঙা আভা এটা খেলি গ'ল। তাই সহজেই অনুমান কৰিব পাৰিছিল সুকুমাৰ হাজৰিকাৰ লগত অহা এইজন কোন।

'অ' আপুনি?' ডাঃ দাসৰ ফালে চাই ক'লে সুকুমাৰে— 'মোৰ বন্ধুৰ লগত আপোনালোকক চিনাকি কৰি দিওঁ দেই। এওঁ হ'ল মোৰ বন্ধু যতীন বৰুৱা, লেবাৰ অফিচাৰ। আৰু যতীন, এখেত ডাঃ বনমালী দাস, তোক আগতেই কৈছিলোঁ নহয় এখেতৰ কথা।' সুকুমাৰ হাজৰিকাই বিশেষ ধৰণৰ হাঁহি এটাৰে যতীন বৰুৱাৰ ফালে চাই ক'লে।

এইবাৰ মিনতিৰ চিনাকি দিয়াৰ পাল। 'যতীন' সুকুমাৰে বন্ধুৰ ফালে ঘূৰি ক'লে, 'এয়ে মোৰ ভাবী খুলশালী কবি শ্ৰীমতী মিনতি দেবী!' আকৌ এবাৰ আনধৰণৰ অৰ্থপূৰ্ণ হাঁহি এটা মাৰিলে তেওঁ। মিনতিয়ে কুমাৰীসুলভ নম্ৰ লাজেৰে মধুৰভাৱে অলপ হাঁহিলে। যতীন বৰুৱাই পৰিপূৰ্ণ উজ্জ্বল দৃষ্টিৰে মিনতিৰ ফালে চাই প্ৰথম চিনাকিৰ সম্ভাষণ জনালে। সুকুমাৰ হাজৰিকাই দুয়োৰো ফালে সন্ধানী দৃষ্টিৰে চাই এই সিদ্ধান্তত অচিৰেই উপনীত হ'ল যে দুয়ো সন্তুষ্ট।

ডাঃ বনমালী দাস সহজ হাঁহিৰে সৰল মনেৰে বহি ৰ'ল।...

যথাসময়ত ডাঃ দাসে খবৰটো পালে। ব্যৰ্থপ্ৰেমৰ জ্বালাত তেওঁ তাৰ পিছত পূৰা তিনি দিন নগ'ল কোনো ৰোগী চাবলৈ, নগ'ল ডিস্পেন্সাৰিলৈ। পুৱাৰ পৰা গধূলিলৈ অকলশৰীয়া ঘৰটোৰ বিছনাখনতে পৰি পৰি আকাশ-পাতাল ভাবিলে। বহুত দুখ, অসহনীয় জ্বালা, অভাৱনীয় হতাশা, কিন্তু এই সকলোবোৰৰ মাজতে আৰু এক নতুন কষ্টই তেওঁক পাগলপ্ৰায় কৰি তুলিছিল। সি হ'ল তেওঁৰ ধাৰণাৰে মিনতি দেবীৰ চৰম অধঃপতন। এই কি সেই মিনতি দেবী, যাক তেওঁ ইমানদিনে দেবীৰূপে পূজা কৰি আহিছিল, যি আছিল তেওঁৰ মনত অতুলনীয়া, আন কোনো ছোৱালীৰ লগতে যাক তেওঁ ৰিজাব নোৱাৰিছিল, এয়ে কি সঁচায়ে সেই অসামান্য ছোৱালীগৰাকী? সঁচায়ে? ইমানেই হীন অৱনতি? কেনেকৈ পাৰিলে মিনতিয়ে সাধাৰণ লেবাৰ অফিচাৰ এজনক বিয়া কৰিবলৈ সন্মত হ'বলৈ, যিজন সাহিত্যিক হোৱাতো দূৰতে থাওক, সামান্য ইন্‌টেলেক্‌চুৱেলো নহয় হয়তো। অৱশ্যে তেওঁ নিজেও নহয় সাহিত্যিক, কিন্তু সাহিত্যৰ প্ৰতি এটা আন্তৰিক নিষ্ঠাতো আছে আৰু আন নহ'লেও কেল্লাৰ ভাইৰাচ্ এইবোৰ সম্বন্ধে ডাক্তৰী হ'লেও প্ৰবন্ধ-পাতি লেখিছে। কিয়, মিনতি দেবীয়েই দেখোন তেতিয়া উচ্ছ্বাসিত হৈ প্ৰশংসা কৰিছিল যে তেওঁৰ প্ৰবন্ধবোৰ খুব মৌলিক আৰু ভাষাও বহুতো সাহিত্যিকতকৈ বলিষ্ঠ আৰু শুৱলা হৈছে। তেন্তে?

এই আন ধৰণৰ দুখ আৰু হতাশায়ো খুলি খুলি খাই মাৰিলে ডাঃ দাসক।

বিয়াৰ দিনা কোনোমতে ডাঃ দাসে নিজকে সংযত কৰি ল'লে। বাহিৰত তেওঁ মুখা পিন্ধিবই লাগিব, সেয়েতো বলিষ্ঠ প্ৰেমৰ চিন। তাৰ পিছত তেওঁ বজাৰলৈ ওলাল, বিয়াত দিবলৈ উপহাৰ বিচাৰি। প্ৰথমে বিখ্যাত কিতাপৰ দোকান 'পুথিভঁৰাল'ত সোমালগৈ। বিখ্যাত কবিবোৰৰ বিবিধ ৰচনাৱলীবোৰ চালে। বহুত পৰ লিৰিকি-বিদাৰি থকাৰ পিছত তেওঁৰ এবাৰ চকু গ'ল এজ্‌ৰা পাউণ্ডৰ ৰচনাৱলীলৈ— অ' এদিন মিনতিয়ে কৈছিল নহয় তেওঁৰ এজ্‌ৰা পাউণ্ড প্ৰিয় কবি বুলি। কিতাপখন হাতত ল'লে ডাঃ দাসে। তাৰ দামো সুধিলে। তাৰ পিছত হঠাৎ কিবা এটা মনত পৰাৰ দৰে লৰালৰিকৈ পুথিভঁৰালৰ পৰা ওলাই আহিল। এজ্‌ৰা পাউণ্ড অনাদৃত হৈ পৰি ৰ'ল তাতেই।

*বিখ্যাত কাপোৰৰ দোকান এখনত সোমালগৈ। এইবাৰ তেওঁ বিনাদ্বিধাৰে খুব উজ্জ্বল ৰঙৰ দামী ধুনীয়া ব্লাউজৰ কাপোৰ এটা কিনি পেলালে। লেবাৰ অফিচাৰৰ গৃহিণী হ'বলৈ ওলোৱা ছোৱালী এজনীৰ বিয়াত দিবলৈ ইয়াতকৈ আৰু আন উপযুক্ত উপহাৰ কি হ'ব পাৰে?*

*পেকেটটো লৈ ডাঃ দাস যেতিয়া দোকানৰ পৰা ওলাই আহিছিল, তেওঁৰ গোটেই মুখখন উপচি পৰিছিল এক বিশেষ বিকৃত তৃপ্তিৰ হাঁহিৰে।*

# ইপাৰ-সিপাৰ

।১।

গধূলি চাৰে ছয় বজাৰ লগে লগেই আঞ্চলিক বাতৰি শুনিবৰ বাবে বলেন্দ্ৰই ৰেডিঅ'টো খুলি দিলে। খুলিলে এতিয়া, কিন্তু তেওঁলোক পাঁচোটি প্ৰাণীয়েই ছয় বজাৰ পৰা ৰেডিঅ'টো ঘেৰি বিছনাখনতে বহি আছিল। স্কুল শিক্ষক বলেন্দ্ৰ চৌধুৰীৰ দুই কুঠলীয়া ঘৰটোৰ এই শোৱনি কোঠাটোত বিছনা দুখনৰ বাহিৰেও আৰু যিমানবোৰ বস্তু আছে হিচাপ কৰিলে বিস্ময়ে মানিব লাগে। ঘৈণীয়েক বিজুলীয়ে যৌতুকত অনা ডাঙৰ পালেংখন, যৌতুকতে অনা আন এবিধ ফাৰ্ণিচাৰ এখন পুৰণি ফেশ্বনৰ সস্তীয়া ড্ৰেছিং টেবুল, এখন সাধাৰণ টেবুল— য'ৰ ওপৰত সৰু ট্ৰেনজিষ্টৰ ৰেডিঅ'টোকে আৰম্ভ কৰি বলেন্দ্ৰৰ কিতাপ-পত্ৰ, ৰাজৰ কিতাপ-পত্ৰ, টেবুল ঘড়ী আদি সকলো বস্তুকে থাকে। অৱশ্যে ইমান বস্তু থাকিলেও বিজুলীয়ে অতি পৰিপাটিকৈ সজাই থোৱাৰ গুণত মেজখনৰ দৃশ্য বিশৃংখলপূৰ্ণ ভয়লগা ধৰণৰ নহয়। একেদৰেই পৰিপাটি সেই কোঠালীটোও, যদিও সৰু বিছনাৰ তলখন ভৰি আছে পাকঘৰৰ চাউলৰ টিন, ডাল্‌ডাৰ টিন আদি হৰেক ৰকমৰ টিনেৰে, ডাঙৰ বিছনাখনৰ তলখন ভৰি আছে খবৰৰ কাগজ আৰু বাকচেৰে, ইয়াৰ উপৰি আছে এখন আলনা আৰু ওপৰ অংশত কাঁচ লগোৱা এটা সৰু আলমাৰী। এই আলমাৰীটোৰ ওপৰত কেইটামান ঔষধৰ বটল আৰু বিজুলীৰ চিলাইৰ সূতা, ফ্ৰেম, উল আদি থকা এটা ডাঙৰ বিস্কুটৰ টিন সজাই থোৱা হৈছে। আলমাৰীটোৰ ভিতৰত আলহী-অতিথি আহিলে চাহ-টাহ দিবলৈ বুলি আছুতীয়াকৈ থোৱা কাপ-প্লেট কেইযোৰমান, পুতলা কেইটামান আৰু বিজুলী আৰু বলেন্দ্ৰ চৌধুৰী দুয়ো বিয়াত উপহাৰ হিচাপে পোৱা ইংৰাজী, অসমীয়া কিতাপকেইখন আইনাৰ মাজেৰে দেখা পোৱাকৈ আইনা লগোৱা অংশৰ ছেল্‌ফ দুটাত সজাই থোৱা আছে। আলমাৰীটোৰ তলত কাঠেৰে ঢাক খোৱা আৰু দুটা ছেল্‌ফত বলেন্দ্ৰৰ ইঞ্চুৰেঞ্চৰ ফাইল, চিঠি-পত্ৰ আদি সুমুৱাই থোৱা আছে। আলমাৰীটোৰ পুতলাকেইটালৈ সৰু ল'ৰা কুমাৰে আৰু কিতাপবোৰলৈ ডাঙৰ ল'ৰা ৰাজে মাজে মাজে সতৃষ্ণ দৃষ্টি দি থাকে। কিন্তু তলা বন্ধ কৰি থোৱা আলমাৰীটোৰ সেই দুয়োবিধ বস্তুকে দুয়োটা ল'ৰাই চুবলৈ নাপায়। কাৰণ বিজুলীৰ মতে ৰাজহঁতৰ খুৰাকে কলিকতাৰ পৰা আনি দিয়া সেই মহাৰ্ঘ্য পুতলাকেইটা তিনি বছৰীয়া চঞ্চল কুমাৰৰ হাতত পৰিলে সেইবোৰৰ আয়ুস তিনি মিনিটো নাথাকে; অলপ ডাঙৰ হওক, বুজা হওক, তেতিয়া সি সেইবোৰ লৈ ধেমালি কৰিব। আকৌ ক্লাছ এইটত পঢ়া ৰাজৰ বাহিৰা কিতাপ-পত্ৰ পঢ়ালৈ যিমানেই ধাউতি নহওক, আলমাৰীৰ ভিতৰত থকা কিতাপবোৰ পঢ়াৰ বয়স হোৱা নাই। আৰু অলপ ডাঙৰ হওক সি, তেতিয়া সেইবোৰ পঢ়িব।

কিন্তু ষষ্ঠমান শ্ৰেণীত পঢ়া ৰাণীৰ আলমাৰীৰ ভিতৰৰ কোনো এটা বস্তুৰে প্ৰয়োজন নাই; পুতলা খেলাৰ বয়স তাইৰ নাই, আকৌ গল্পৰ কিতাপ পঢ়িও তাই একো ৰস নাপায়। কিন্তু ৰাজ আৰু কুমাৰৰ ভিতৰত একমাত্ৰ তায়েই সেই আলমাৰী খোলাৰ অধিকাৰ পায়। আলহী আহিলে চাহ-টাহ দিবৰ হ'লে বিজুলী পাকঘৰত ব্যস্ত হৈ থাকি ৰাণীক চাবি দি পঠিয়ায়— আলমাৰী খুলি কাপ-প্লেট উলিয়াই আনিবলৈ।

কিন্তু সেই আলমাৰীৰে আন এটা অংশৰ লগত ৰাণী ঘনিষ্ঠভাৱে জড়িত। আলমাৰীৰ ওপৰত থকা ঔষধৰ বটলকেইটা তাইৰে। সৰুৰে পৰা হাপানীত ভুগি আহিছে ৰাণীয়ে গতিকে তাই সদায় ঔষধৰ ওপৰতে চলিব লাগে। তাইৰ বাবে ঔষধ সদায় মজুতেই থাকে। বিজুলীয়েতো গিৰীয়েকক বেজাৰ কৰি মাজে মাজে কৈয়ে থাকে— 'আপোনাৰ টিউচনৰ টকাকেইটা ৰাণীৰ ঔষধৰ লগতে যায়। তেও যদি তাইৰ বেমাৰটো ভাল হ'লহেঁতেন।'

আলমাৰীৰ ওপৰৰ ঔষধ ৰাণীয়ে যন্ত্ৰৰ দৰে গিলে, কিন্তু তাৰ ওচৰতে থকা মাকৰ চিলাই বাকচটো তাই আগ্ৰহেৰে চোৱে। চিলাইলৈ এতিয়াৰ পৰাই তাইৰ ছোৱালীসুলভ হেঁপাহ— শিকিছেও কিবাকিবি। দেউতাকৰ প্ৰত্যেকখন ৰুমালতে ৰাণীয়ে ফুল তুলি দিছে। অপটু হাতৰ ৰং-বিৰঙৰ ফুলবোৰ যেন মোহাৰ খাই জাঁয় পৰিহে যাব— এনে এক ভয়েৰেই যেন ৰাণীৰ দেউতাকে সেই ফুলাম ৰুমালেৰে আলফুলকৈ মুখ মচে।

ইমান বস্তুৰে পৰিপূৰ্ণ হৈ থাকিলেও বিজুলীৰ হাতৰ পৰশত পৰিপাটি আৰু পৰিষ্কাৰ হৈ থকা সেই সৰু কোঠালীটোত সন্ধিয়াৰ শান্তি বিৰাজ কৰিছিল। ফাগুন মাহ পৰোঁ পৰোঁ, বতাহত শুকান ভাব অথচ জাৰেও যেন সেৰেঙা লগাই মাৰে। বাহিৰত অতি সুন্দৰ জোনাক, কিন্তু জোনাক ইমান ভাল পায়ো বিজুলীয়ে বাহিৰলৈ ওলোৱা নাই, তাই আপডাল কৰা ফুলবোৰেৰে অকণমানি বাগানখনলৈ এবাৰো ওলোৱা নাই এই সেৰেঙা লাগি যোৱা ঠাণ্ডাৰ বাবেই। তাতে দুদিনৰ পৰা বতাহ বলিবলৈ আৰম্ভ কৰি সেই ঠাণ্ডাৰ প্ৰকোপ যেন আৰু বঢ়াই তুলিছে।

ঘৰৰ ভিতৰতে আটাইৰে খুব ভাল লাগিছে। নতুনকৈ ক্লাছ আৰম্ভ হৈছে বাবে ল'ৰা-ছোৱালীকেইটিৰো পঢ়াৰ তাগিদা নাই, গতিকে দেউতাকে তিনিওকে 'সন্ধিয়া হৈছে পঢ়িবলৈ যা' বুলি নকৈ ওচৰতে বহুৱাই লৈছে। অৱশ্যে পঢ়া-শুনাৰ তাগিদা থাকিলেও আজি তেওঁ ল'ৰা-ছোৱালী তিনিটাক ছয় বাজি পঞ্চল্লিছলৈ এনেকৈ বহুৱাই থ'লেহেঁতেন। আজি আটায়ে একেলগে বহি সন্ধিয়াৰ আঞ্চলিক বাতৰিত বিশেষ খবৰটো শুনিব লাগিব।

বিছনাত বহি লেপেৰে ভৰি ঢাকি আৰামকৈ বহি লৈছিল বলেন্দ্ৰ চৌধুৰীয়ে। তেওঁৰ লগতে একে আৰাম কৰি বহিছিল ৰাজ আৰু ৰাণীয়ে; কুমাৰো ককায়েক-বায়েকক দেখি বহিছিল, কিন্তু সি সৰু ল'ৰা, গতিকেই চঞ্চলতা বেছি। সি এবাৰ লেপৰ তলত সোমাইছিল, এবাৰ ওলাইছিল, এবাৰ বা হাতখনকে মটৰগাড়ী কৰি পালেঙৰ খুঁটিত চলাইছিল। কেতিয়াবা তাৰ সেই হাত মটৰগাড়ীৰ পৰা এৰোপ্লেনো হৈ আঁঠুৱা আৰু বিছনাৰ মাজৰ শূন্যত উৰি ফুৰিছিল।

বিছনাৰ একাষে বিজুলীও বহিছিলহি গিৰীয়েকৰ অনুৰোধতে। কিন্তু গিৰীয়েকে কোৱাৰ দৰে তাই বিছনাত বহি আনবোৰৰ দৰে লেপৰ তলত ভৰি সুমুৱা নাছিল, ভৰি দুখন ওলোমাইহে বহিছিল। কিন্তু বিজুলীৰ ভৰি লেপেৰে ঢাক নাখালেও সেই দুখনৰ ঠাণ্ডা নিবাৰণ হৈছিল গিৰীয়েকৰ এযোৰ ফটা মোজাৰে। শৰীৰৰ সকলো অংশতকৈ বিজুলীৰ ভৰিতেই বেছি ঠাণ্ডা, গতিকে সন্ধিয়া হ'লেই তাই সেই মোজাযোৰ পিন্ধি লয়। আজি দুবছৰ ধৰি সেই মোজা পিন্ধি থকাৰ পিছত বিজুলীয়ে যেতিয়া এদিন ৰেডিঅ'ৰ আইদেউৰ বুলনিত শুনিলে যে ভৰিক শীতকালৰ ফটাৰ পৰা বচাবলৈ মহিলায়ো মোজা পিন্ধিব লাগে. বিজুলীৰ মনত বৰ ভাল লাগি গ'ল। কাৰণ বলেন্দ্ৰই তাইক মোজা পিন্ধা লৈ বৰ হাঁহে। সেইদিনা তাই বলেন্দ্ৰ স্কুলৰ পৰা অহাৰ লগে লগেই ৰেডিঅ'ত শুনা কথাষাৰ কৈছিল।

কিন্তু এই ফটা মোজাযোৰেৰে যেন ভৰিৰ ঠাণ্ডা আঁতৰিবই নোখোজে— কিয় যে তাইৰ ভৰি দুখন ইমান ঠাণ্ডা। বহুত দিনৰ পৰা বিজুলীয়ে ভাবি আহিছে যে তাই নিজৰ বাবে উলৰ মোজা এযোৰ গুঁঠি ল'ব। কিন্তু সেই ভবাৰ পিছত তাই বহুতকে বহুত ছুৱেটাৰ গুঁঠি দিলে, গিৰীয়েকক দিলে, ৰাজক দিলে, ৰাণীক দিলে, কুমাৰক দিলে, ভায়েক বুবুলক দিলে, কিন্তু নিজৰ সামান্য মোজাযোৰ হ'লে আৰু গোঁঠা হৈ উঠা নাই।

এতিয়াও বিজুলীয়ে সেই উলৰ কাম লৈয়ে বহিছে। জাৰ যাবৰ হোৱাতো উলৰ কাম কৰাৰ অৰ্থই হ'ল— অহা বছৰৰ জাৰৰ কাম আগবঢ়াই ৰখা। খুব ছুৱেটাৰ গুঁঠিব লাগে ল'ৰা-ছোৱালীকেইটাৰ। বঢ়াৰ বয়স সিহঁতৰ আৰু ইহঁতকেইটা বাঢ়িছে যেন খুব বেছিকৈয়ে; বিজুলীয়ে ডাঙৰকৈয়ে ছুৱেটাৰ গোঁঠে, কিন্তু দুবছৰতকৈ বেছি এটা ল'ৰা-ছোৱালীয়েও পিন্ধিব নোৱাৰে। ইফালে ৰাণী ছোৱালী হোৱাত ৰাজৰ পুৰণি ছুৱেটাৰো পিন্ধিব নোৱাৰে; কুমাৰে ৰাণীৰ ছুৱেটাৰ পিন্ধিব নোৱাৰে অকল ল'ৰা বুলিয়েই নহয়, বয়স বহুত সৰু হোৱাতো নোৱাৰে। গতিকে প্ৰত্যেকটো ল'ৰা-ছোৱালীৰ বাবে বিজুলীয়ে নতুন ছুৱেটাৰ গুঁঠিব লাগে, নতুন মানে কিন্তু নতুন উলেৰে গোঁঠা নহয়, পুৰণি ছুৱেটাৰ খুলি খুলিয়েই বেছিভাগ ছুৱেটাৰ গুঁঠিলে বিজুলীয়ে।

এতিয়াও বিজুলীয়ে তেনে পুৰণি ছুৱেটাৰ এটাকে লৈ খোলাত লাগি গৈছিল— হাত দুখন তাইৰ সেই কামত লাগি আছিল, কিন্তু মনটো উটি-ভাহি ফুৰিছিল এক বিশেষ ভাব ৰাজ্যত। অলপ আগতে ৰেডিঅ'ৰ ওচৰলৈ মাতি আনি গিৰীয়েকে হাঁহি হাঁহি ৰেডিঅ'ৰ ওপৰতে থৈ দিয়া সৰু কাগজ এখন দেখুৱালে; বিজুলীয়ে চাই দেখিলে তাত বলেন্দ্ৰৰ হাতৰ আখৰেৰে লেখা আছে— বি বি ৮৫৩৪২১৮।

*'কিহৰ কাগজ সেইখন?' বিজুলীয়ে সুধিছিল।*

"লটাৰীৰ টিকটৰ নম্বৰ লেখা কাগজ। আজি ৰেডিঅ'ত খবৰ ওলাব নহয়, সেইবাবে চকুৰ আগত নম্বৰটো লেখি থৈছোঁ। জানা বিজুলী, আগে-পিছে মোৰ মনে এনেকৈ নকয়, কিন্তু এইবাৰ খুব মনে কৈছে যে প্ৰাইজ এটা পামেই'— হাঁহি হাঁহি বলেন্দ্ৰই ক'লে।

বিজুলীয়ে বলেন্দ্ৰক নক'লে যে এইবাৰৰ আগৰবাৰো তেওঁৰ মনে ঠিক এনেকৈয়ে কৈছিল। কিন্তু বিজুলীয়ে আন এটা কথাহে ক'লে— 'প্ৰাইজ পাব বাৰু বুজিলোঁ। কিন্তু টিকটটোতো হেৰুৱালে।'

'নাই হেৰুওৱা, সৌ আলমাৰীতে যত্ন কৰি থৈ দিছোঁ। উলিয়াই আনিলে হেৰাব বুলি নম্বৰটোকে কাগজখনত লেখি আনিছোঁ।'

বিজুলীয়ে আৰু একো নামাতিলে, আলমাৰীৰ ওপৰৰ পৰা চিলাইৰ বাকচটো খুলি উলৰ শলা এডাল উলিয়াই আনি নিজৰ কামত লাগিল।

কিন্তু বলেন্দ্ৰৰ মন আজি বেছ উত্তেজনাৰে পূৰ্ণ, আজি তেওঁ লটাৰীত পোৱা টকাৰ কথাকে ভাবি আছে, টকাৰে কি কি কৰিব তাৰেই সপোন দেখি আছে, আৰু এতিয়া মনে বিচাৰে বিজুলীৰ লগত সেই কথাকেই পাতি থাকিবলৈ।

'বিজুলী, এক লাখ টকা পালে কি কৰিবা কোৱাচোন?'

বিজুলীয়ে মিচিকিয়াই হাঁহিলে।

'কি কৰিম আৰু, এডোখৰ মাটি কিনি এটা ঘৰ সাজি ভাড়াঘৰৰ এই খোপটোৰ পৰা উদ্ধাৰ পাম—'

'মাইকী মানুহ যেতিয়া তুমিতো ঘৰ বিচাৰিবাই। অৱশ্যে মযো প্ৰথমতে তোমাৰ দৰে ঘৰ কৰাৰ কথাই ভাবিলোঁহেঁতেন। কিন্তু অকল ঘৰেই নহয়, তোমাৰ বাবে এটা ভাল গহনাৰ ছেটো বনাম, বিয়াৰ পিছত আজিলৈকে তোমাক এটা আঙঠিও দিব পৰা নাই বুলি মোৰ মনত কম দুখ নে?'

ৰাণীয়ে চিঞৰি উঠিল— 'দেউতা মোকো বালা আৰু কাণৰ দুল লাগিব। মোক দুটা ভাল ফ্ৰকো লাগিব।'

ৰাজেও মাত লগালে— 'মই হ'লে এটা নিজস্ব আলমাৰী বনাই ল'ম আৰু বহুত কিতাপ কিনিম। কেইখনমান অসমীয়া, বঙালী আৰু ইংৰাজী আলোচনীৰো গ্ৰাহক হ'ম। মোৰ নিজা সৰু লাইব্ৰেৰীটোৰ নাম দিম 'ৰাজকুমাৰ গ্ৰন্থালয়'— সেই নামটোৰে এটা ষ্টাম্প বনাই ল'ম আৰু গোটেইবোৰ কিতাপতে সেই ছাব্ মাৰিম।'

বিজুলীয়ে আকৌ হাঁহিলে— 'দেউতাৰে তহঁত দুটাৰ এটাকো অকল ৰাজকুমাৰ নাম দিবৰ সাহ নকৰি বেলেগে বেলেগে ৰাজ আৰু কুমাৰ নাম দিলে। কিন্তু তই উপযুক্ত পুত্ৰই দেউতাৰৰ মনৰ গোপন ইচ্ছা পূৰ্ণ কৰি সেই দুটা লগ লগাই দিলি। পিছে ৰাণীৰ নামটো যে বাদ পৰি গ'ল?'

'ৰাণীৰ নামটো তোমালোকে সজা ঘৰটোত লগাবা দিয়া, মা। মই বহুত ঘৰত নাম লেখা দেখিছোঁ ৰাজেন কুটীৰ, অমলা কুটীৰ আদি। আমাৰ ঘৰৰ নামো হ'ব ৰাণী কুটীৰ—'

ৰাজৰ কথাত আকৌ বিজুলীৰ মুখত হাঁহি খেলি গ'ল— 'তই এইটো কেনে নাম দিলি ৰাজ? ৰাণীৰো আৰু কুটীৰ থাকেনে? দেউতাৰে কিমান হেঁপাহ কৰি তাইক ৰাণী নাম দিলে— আশা কৰি আছে যে এদিন তাই ৰাজৰাণী হ'ব, তই আকৌ তাইৰ কুটীৰহে বনালি নে?'

ৰাণী ছোৱালীজনী বৰ ধুনীয়া, সেই কাৰণে অতি স্নেহান্ধ দেউতাক বলেন্দ্ৰই মৰমতে বহুত দিন কয়— 'মোৰ আইজনী এদিন ৰাজৰাণী হ'ব, তুমি চাই থাকিবা, বিজুলী। তাইৰ দৰে ধুনীয়া ছোৱালী মোৰ আজিলৈকে চকুত পৰা নাই।'

এতিয়া মাকৰ কথাত ৰাজে জিভা কামুৰিলে— 'কথাটো তুমি ঠিকেই কৈছা মা, 'ৰাণী কুটীৰ' নুশুবায়— বাৰু 'ৰাণী প্ৰাসাদ' কেনে লাগে— ওহোঁ, নামটো মোৰে ভাল লগা নাই... 'ৰাণী আলয়'... 'ৰাণী কুঠি'— মা, 'ৰাণী কুঠি'টোৰে ভাল দিয়া— অ' নহয় নহয় মা, আচল নামটো পালোঁ 'ৰাণী মঞ্জিল' — বাঃ'

বলেন্দ্ৰই ৰাণীৰ ফালে চাই হাঁহি হাঁহি ক'লে— 'কি অ' আই, ককায়েৰে দিয়া নামটো তোৰ পছন্দ হৈছে নে?'

*ৰাণীয়ে ক'লে, 'ঘৰটোৰ আগত কিন্তু এখন ধুনীয়া ফুলনি থাকিব লাগিব, আমাৰ ঘৰত ফুল-চুল নাই, মই কেতিয়াও স্কুললৈ ফুলৰ মালা নিব নোৱাৰোঁ, অথচ মৰ্ণিং স্কুলৰ দিনা ফুলৰ মালা নিনিলে ভালেই*

নালাগে। কোৱা দেউতা, 'ৰাণী মঞ্জিল'ৰ আগত এখন ভাল ফুলনিও থাকিবতো?'

'অকল ফুলনি কিয়, পানীত হাঁহ চৰি থকা পদুম ফুলি থকা এটা পুখুৰীও থাকিব। আলাসত চাং পতাৰ দল! যেনেকুৱা দেউতাক, তেনেকুৱা ল'ৰা-ছোৱালী!'

'আঃ— বিজুলী, ইমান 'পেচিমিষ্টিক' নহ'বাচোন। তুমি ভাবিছা লটাৰীত টকা পোৱাটো এটা মিৰাকল্— কিন্তু ক'ৰবাত এযাৰ কথা পঢ়িছিলোঁ যে— The most wonderful thing about miracle is that it happens sometimes! আৰু কোনোবাই নহয় কোনোবাই লটাৰীত টকাতো পাবই লাগিব। সেই কোনোবা আমিও হ'ব পাৰোঁ। ...বাৰু, তুমি ঘৰ কৰাৰ বাহিৰে আৰু কি কৰিবা কোৱাচোন?'

'সমুদ্ৰ চাম, পুৰীলৈ যাম।'

'ঠিক কৈছা, আমি আটায়ে ভ্ৰমণলৈ ওলাম। সমুদ্ৰ দৰ্শন কৰি আহিম। ...বিজুলী, এটা কথা পিছে, টকা পালে কথাটো সকলোৰে পৰা লুকুৱাম দিয়া, নহ'লে আমাৰ সেই টকাৰ ওপৰত আত্মীয়-স্বজন, বন্ধু-বান্ধৱ, সকলোৰে চকু পৰিব। মহেন্দ্ৰই নিশ্চয় তাৰ ব্যৱসায়টো আৰু ডাঙৰ কৰিবলৈকে কেইহাজাৰমান টকা খুজিব। যতীন্দ্ৰই ডাঙৰ চাকৰি কৰিলে কি হ'ব— তাৰো নজৰ পৰিব মোৰ টকাকেইটাত।'

বলেন্দ্ৰই কথাবোৰ পাতলভাৱে হাঁহি হাঁহিয়েই ঘৈণীয়েকক ক'লে।

বিজুলীয়ে একো নক'লে, তলমূৰ কৰি ছুৱেটাৰ খোলাতে ব্যস্ত হৈ থাকিল। গিৰীয়েকৰ দৰে তাই নাহাঁহিলেও, গহীনভাৱেই নিজৰ কামত নিবিষ্ট হৈ ৰ'ল।

বলেন্দ্ৰ যেন অলপ অপ্ৰস্তুত হ'ল, ধেমালিতে ক'লেও বোধহয় এনে ধৰণৰ কথা কোৱা উচিত নাছিল। তেওঁ সেই অপ্ৰীতিকৰ প্ৰসংগটো আঁতৰাবৰ বাবেই যেন হঠাৎ কৈ উঠিল— 'তুমিনো এইখন কি পেনিলোপিৰ দৰে কাণ্ড কৰি থাকাহে বিজুলী? আজি দেখোঁ ছুৱেটাৰটো বৈছা, কালি দেখোঁ সেইটো আকৌ খুলিছা—'

ফিক্‌কৈ হাঁহি দিলে বিজুলীয়ে— 'আপুনি যেতিয়া লটাৰীত টকা পাব তেতিয়া আৰু এনেকৈ খোলা-খুলি নকৰোঁ। নতুন উল কিনি অকল বৈয়েই থাকিম।'

ইতিমধ্যে ৰাজে দেউতাকক লটাৰীৰ টকা সম্বন্ধে কিবা এটা প্ৰশ্ন কৰাত বলেন্দ্ৰই ঘৈণীয়েকৰ লগত কথা পাতিবলৈ এৰি ল'ৰা-ছোৱালী দুটাৰ লগত ব্যস্ত হৈ পৰিল।

বিজুলীয়ে সকলোৰে ওচৰত বহি উল খুলিয়েই থাকিল, হাত দুখন তাইৰ ব্যস্ত হৈয়ে ৰ'ল, কিন্তু মনটো আৰু পুত্ৰ-কন্যা বা গিৰীয়েকৰ ওচৰত নাথাকিল বা তাই কৰি থকা উলৰ কামতো নাথাকিল।

।২।

বিজুলীৰ মনটো তেতিয়া তাইৰ সকলোকেইটা ভাই-ভনী, ভায়েক-বায়েকৰ ওচৰলৈ উৰা মাৰিছিল।

বলেন্দ্ৰই কিমান সহজভাৱে ক'ব পাৰিলে যে লটাৰীত টকা পালে সেই টকাৰ ওপৰত মহেন্দ্ৰ-যতীন্দ্ৰই চকু দিব। বোধহয় এই কাৰণেই ক'ব পাৰিলে যে মহেন্দ্ৰ আৰু যতীন্দ্ৰ ককায়েক বলেন্দ্ৰৰ তুলনাত অতি ধনী। মহেন্দ্ৰৰ ব্যৱসায় অতি ভাল আৰু যতীন্দ্ৰই পুলিচ ইন্সপেক্টৰৰ চাকৰি কৰে। এই তিনি ককাই-ভাইৰ ভিতৰত বলেন্দ্ৰই আছিল পঢ়া-শুনাত চোকা, কিন্তু লক্ষ্মী-সৰস্বতী সহজে লগ নহয় বোলা প্ৰবাদ বাক্য মানি বলেন্দ্ৰ স্কুল শিক্ষক হ'ল, টকাৰ গৰাকী নহ'ল। পঢ়াত চোকা হ'লেও বলেন্দ্ৰই বি এ পাছ কৰিয়েই পঢ়া এৰিবলগা হ'ল, কাৰণ হঠাৎ দেউতাক ঢুকাল আৰু সংসাৰৰ ভাৰ বৰপুত্ৰ হিচাপে তেওঁৰ মূৰত পৰিল। অৱশ্যে বি এ পাছ নকৰি এম এ পাছ কৰিলেও বলেন্দ্ৰই শিক্ষকৰ বৃত্তিয়েই ল'লেহেঁতেন, হয়তো তেতিয়া তেওঁ স্কুল শিক্ষক নহৈ কলেজৰ শিক্ষক হ'লহেঁতেন। কিন্তু শিক্ষক যে হ'লহেঁতেন সেইটো ধ্ৰুৱপ, সৰুৰে পৰা তেওঁ সেই আদৰ্শকে সন্মুখত ৰাখি পঢ়ি আহিছে। শিক্ষাদানৰ ধাউতি বলেন্দ্ৰৰ ইমানেই প্ৰবল আছিল যে তেৰোঁ সৰুতে বালক ৰবীন্দ্ৰনাথৰ দৰেই ঘৰৰ গছপুলিবোৰকে ছাত্ৰ কল্পনা কৰি হাতত এডাল এছাৰি লৈ নিজে স্কুলত শিকি অহা সকলোবোৰ কথাকেই শিক্ষকৰ গাম্ভীৰ্য আৰু নিষ্ঠাৰে শিকাইছিল। গছপুলিৰূপী ছাত্ৰক কল্পনাতে মনোযোগী, অমনোযোগী, বাধ্য, অবাধ্য, বুধিয়ক, গাধা যেন দেখিলে সিহঁতৰ প্ৰতি যথাবিহিত শাস্তি বা পুৰস্কাৰৰ ব্যৱস্থা কৰিছিল। এবাৰ তেনেকৈ এডাল গোলাপ ফুলৰ গছক দুষ্ট ছাত্ৰ বুলি কল্পনা কৰি হাতত থকা বেতেৰে ফুলডালক

কোবোৱাত ফুলকেইটা সৰি যোৱাত সেই বেত আকৌ তেওঁৰে পিঠিত পৰিল— কাৰণ কিছু দূৰত থকা দেউতাকে সেই দৃশ্য দেখি পুতেকৰ হাতৰ পৰা বেত কাঢ়ি লৈ তাৰেই পুতেকক কোবাইছিল।

যি হওক, বি এ পাছ কৰাৰ পিছত দেউতাকৰ মৃত্যু হোৱাত বলেন্দ্ৰই স্কুলৰ কামত সোমাই ঘৰখনৰ ভাৰ ল'লে। কিন্তু ভায়েক মহেন্দ্ৰই বেছি দিন পঢ়া-শুনাত ব্যস্ত হৈ নাথাকি ব্যৱসায়ত নামিল আৰু কিছুদিনৰ পিছতে সেই ব্যবসায় ফুলি আহিল। যতীন্দ্ৰও পুলিচৰ চাকৰিত সোমাল আৰু বলেন্দ্ৰ অইন এখন ঠাইলৈ বদলি হৈ গ'ল। তেওঁ নিজেই চেষ্টা কৰি সেই বদলিৰ হুকুম কৰাইছিল, কাৰণ তেওঁৰ দূৰদৰ্শিতাই তেওঁক বুজাইছিল যে তেওঁৰ সংসাৰখন একেলগে থাকিলে ভৱিষ্যতে এদিন সংঘৰ্ষ অনিবাৰ্য। তেওঁলোক দুয়ো ভায়েকে বিয়া-বাৰু নকৰা পৰ্যন্ত বাৰু কথা বেলেগ, কিন্তু বিয়া কৰাই সংসাৰ পতাৰ পিছতে যে সেই সংঘৰ্ষ আৰম্ভ হ'ব— সি একপ্ৰকাৰ ধ্ৰুৱপ।

তাৰ বহুত পিছত বলেন্দ্ৰই ক্ৰমে ক্ৰমে যেতিয়া মহেন্দ্ৰৰ ঘৈণীয়েক উৰ্মিলাৰ নানা কথা গম পাই আহিছিল, তেতিয়া তেওঁ এদিনৰ সেই জ্ঞানী সিদ্ধান্তটোৰ বাবে নিজকে ধন্যবাদ দিছিল।

গতিকে এতিয়া বলেন্দ্ৰৰ বাহিৰে বলেন্দ্ৰৰ দুই ভায়েকেই চহকী, ইমান চহকী যে ককায়েকৰ পৰা সাহায্য লোৱা দূৰৰ কথা, ককায়েককহে সিহঁতে সাহায্য কৰিব পাৰে। তেনে সাহায্য সিহঁতে কৰিব খোজেও, কিন্তু বলেন্দ্ৰই কোনোদিনে লোৱা নাই, কয়, মানুহৰ দিন কেতিয়া কেনেভাৱে যায় কোনেও ক'ব নোৱাৰে— এতিয়া তেওঁৰ কাৰোপৰা কোনো সহায়ৰ দৰকাৰ নাই, কিন্তু কেতিয়াবা হয়তো এনে বিপদৰ দিন আহিব যেতিয়া তেওঁ ভায়েকহঁতৰ ওচৰত হাত পাতিব লাগিব। তেনে দিন আহে যদি তেতিয়া মহেন্দ্ৰ-যতীন্দ্ৰই সহায় কৰিলে হ'ব।

যাৰ ভায়েকৰ এনে অৱস্থা, সেই মানুহেতো সহজেই হাঁহি হাঁহি ক'ব পাৰিব— "বিজুলী, টকা পালে কথাটো আমি সকলোৰে পৰা লুকাম দিয়া, নহ'লে আমাৰ সেই টকাৰ ওপৰত আত্মীয়-স্বজন, বন্ধু-বান্ধৱ সকলোৰে চকু পৰিব..." ক'ব পাৰিছে, কাৰণ মনৰ গোপন কোণত কোনো ভায়েকৰ বাবে কোনো দুশ্চিন্তাৰ চিন নাই, বলেন্দ্ৰই কেইহেজাৰমান টকা পালে কোনো ভায়েকে চকু নিদিব, এপইচা সাহায্য খুজিবলৈ নাহিব বা তেওঁ নিজে যেতিয়া আকস্মিকভাৱে দুখীয়াৰ পৰা ধনীলৈ ৰূপান্তৰিত হৈ পৰিব তেতিয়া কোনো দৰিদ্ৰ ভাই-ভনীৰ ছবি মনলৈ আহি নাথাকিব।

মাত্ৰ কেইদিনমানৰ আগতে বুবুলে ভায়েক দুদুলক এখন চিঠি দি তাইৰ ওচৰলৈ পঠিয়াইছিল 'বাইদেউ, মহাবিপদ, হঠাৎ মা পিছলখাই হাতত থকা কাঁচৰ গিলাচটোৰে সৈতে পৰি যোৱাত গিলাচ ভাঙি বৰ বেয়াকৈয়ে হাতখন কাটিলে। ভাগ্যে মই ঘৰত আছিলোঁ, তেতিয়া ৰিক্সা মাতি মাক হস্পিতাললৈ লৈ গৈ চিলাই কৰাই আনিলোঁ। এতিয়া বোলে আঠটা বেজীও দিব লাগিব। মৰিলোঁ আৰু মই, মোৰ যে তলী একেবাৰে উদং— বাইদেউ, কিবা প্ৰকাৰে টকা কুৰিটামান ধাৰ দিব পাৰিবিনে? তোৰ অৱস্থা জানিও আজি তোৰ ওচৰত হাত পাতিবলৈ বাধ্য হৈছোঁ— কাৰণ যি দুই-এজন বন্ধু-বান্ধৱ আছে— সিহঁতে মোক আৰু ধাৰ নিদিয়ে। দিবনো কিয়, আগৰ ধাৰবোৰে যে পৰিশোধ কৰিব পৰা নাই। ঈশ্বৰেনো এনেকৈ টকা নথকা মানুহবোৰহে খৰচৰ বাট মুকলি কৰিব পায়নে? যিহওক, তই এবাৰ আহি মাকো চাই যাবি— আৰু বাইদেউ, টকাৰ ব্যৱস্থা কিবা এটা কৰিবি বুলি আশাত থাকিলোঁ...।"

বেচেৰা বুবুল— কিমানেই বা বয়স হৈছে, কিন্তু এতিয়াও এখন ডাঙৰ সংসাৰৰ বোজা কান্ধত পৰি গৈছে।

সিহঁতৰ দেউতাক কাছাৰীৰ পিটিছন্ ৰাইটাৰ আছিল, এতিয়াও জীয়াই আছে, কিন্তু চকুৰ অসুখ হৈ চকুৰে এতিয়া একো দেখাকে নাপায় বাবে কাম-কাজ এৰি বুবুলৰ ওপৰতে বহি খাইছে। বুবুলে চাইকেল মেৰামতিৰ দোকান এখন দিছে, দুবোৰো মেট্ৰিক ফে'ল কৰাৰ পিছত পঢ়া-শুনা জলাঞ্জলি দিছে। চাইকেলৰ দোকানৰ পৰা তাৰ খুব বেয়া আয় নহয়, কিন্তু হ'লেও সেই টকাৰে এখন ডাঙৰ সংসাৰ চহৰত চলা টান; ঘৰ ভাৰা দিব লাগে— নিজে থকাৰো, চাইকেল মেৰামতিৰ দোকানৰো, দেউতাক, মাক, সি নিজে, ভনীয়েক মণিকা, ভায়েক দুদুল আৰু সুবল— এই ছটা প্ৰাণীয়ে খাই লৈ থাকিব লাগে; তদুপৰি মণিকাই কলেজত

পঢ়ে, দুদুল আৰু সুবলে স্কুলত পঢ়ে— সিহঁতৰ পঢ়া খৰচ, কাপোৰ-কানিত বহুত যায়। তাতে মণিকাই যদি অলপ বুজিলেহেঁতেন, কলেজত পঢ়ে যেতিয়া পিন্ধিবলৈ ভাল শাৰী লাগিবই। বুবুলক কয়— 'তই আমাক লাগে ভালকৈ নুখুৱাবিয়েই দাদা, কিন্তু পিন্ধিবলৈ ভাল শাৰী এখন লাগিবই, নহ'লে তোৰেই প্ৰেষ্টিজ্ নাথাকিব। তোৰেই বন্ধু-বান্ধৱে ক'ব যে বুবুলে কি বিজনেছ্ কৰিছে যে ভনীয়েকক ঠিকমতে পিন্ধাব-উৰাব নোৱাৰে। ঘৰত কি খাওঁ মানুহে চাবলৈ নাহে, কিন্তু বাহিৰত কি পিন্ধি ফুৰোঁ গোটেই জগতেই দেখিব। বুজিছ দাদা, আমাৰ দেউতাহঁতৰ দিনত মানুহে কোনোমতে খাই-পিন্ধি থাকিলেই হৈছিল, কিন্তু আমাৰ দিনত মানুহে এতিয়া ভালকৈ থাকিবলৈ শিকিছে, ষ্টেণ্ডাৰ্ড অব্ লিভিং মানুহৰ বাঢ়িছে। সকলোৱেই ভালকৈ থাকে আজিকালি, ভালকৈ পিন্ধি-উৰি ফিটফাট্ হৈ থাকে, নহ'লে প্ৰেষ্টিজ নাথাকে সমাজত।"

বুবুলৰ ঠিক দুৰ্বল ঠাইডোখৰত আঘাত কৰাৰ বুদ্ধি শিকিছে মণিকাই। বিজুলীয়ে আচৰিত হৈ ভাবে যে তাইৰ এই ভাই-ভনী দুটাৰ এটাও পঢ়া-শুনাত চোকা নহ'লেও ভিতৰি মহা বুদ্ধিমান— অন্ততঃ সিহঁতৰ মনস্তত্ত্বৰ জ্ঞানটো খুব তীব্ৰ। মণিকাইনো ককায়েকটোৰ মনৰ ঠুনুকা অংশটো বুজি লৈ তাক এনেকৈ শোষণ কৰিব লাগেনে? বুবুলে সৰুৰে পৰা যি অঞ্চলটোত থাকি ডাঙৰ-দীঘল হ'ল, য'ৰ যিবোৰ ল'ৰাৰ লগত একেলগে ধেমালি-ধুমুলা কৰি ডাঙৰ হ'ল সেই প্ৰত্যেকটো ল'ৰাই পঢ়া-শুনা কৰিলে একমাত্ৰ বুবুলৰ বাহিৰে। মনে মনে তাৰ বাবে বুবুল কিম্মান যে সংকুচিত হৈ থাকে! বিদ্যাৰ সেই দৈন্য সি ধনেৰে পূৰাবৰ চেষ্টা কৰিছিল যদিও সৰস্বতী যেনেকৈ তাৰ প্ৰতি সদয় নহ'ল, লক্ষ্মীও নহ'ল। কিন্তু সেই কথাটো সি মানি ল'ব পৰা নাই, সি তাৰ বিদ্বান বন্ধুবোৰক দেখুৱাব খোজে যে সিহঁতৰ দৰে বিদ্যাৰ ক্ষেত্ৰত আগবাঢ়িব নোৱাৰিলেও, ধন উপাৰ্জনৰ ক্ষেত্ৰত পিছ পৰি থকা নাই। পিছে সঁচাকৈয়েতো ধনো সি তেনেকৈ আৰ্জিব পৰা নাই। কিন্তু সেই কথাটো বুবুলে কোনোপধ্যেই মানি ল'ব পৰা নাই, গতিকে সঁচা নহ'লেও মিছাকৈয়ে সি মানুহক দেখুৱাব খোজে যে সি অৰ্থবান মানুহ। তাৰ বাবে যে তাৰ ঘৰখনত সি কি কৰুণ, দুঃসহ চেষ্টা চলায়। বাহিৰৰ বহা কোঠালীৰ পৰ্দাকেইখন আৰু ভিতৰৰ দুৱাৰ নথকা ভগা-ছিগা বাথৰুমৰ আগত আঁৰি থোৱা মণিকাৰ লেতেৰা শাৰীখনৰ মাজৰ পাৰ্থক্যটো বিজুলীৰ কাৰণে ভয়লগাভাবে ট্ৰেজিক। বুবুলৰ এই দুৰ্বলতাত ইন্ধন যোগাই আহিছে মণিকাই। বিজুলীয়ে মণিকাক কেতিয়াবা ইয়াকে লৈ কিবা কথা ক'বলৈ গ'লে তায়ে বায়েকক ওলোটাই কথা শুনাই দিয়ে— 'তই এইবোৰ নুবুজা কথাত আমাক উপদেশ দিবলৈ নাহিবি, বাইদেউ। তহঁতৰ জমানা আৰু নাই, স্কুলত থাকোঁতেই তোৰ বিয়া হৈ গৈছে— এতিয়াৰ ল'ৰা-ছোৱালীৰ কথা তই নুবুজিবি। দাদা এজন বিজিনেছমেন, তাৰ ভনীয়েক হিচাপে তাৰ লগতে মোৰো এটা প্ৰেষ্টিজ আছে; আজিৰ দিনত তই কাক বেয়াকৈ থকা, বেয়াকৈ পিন্ধা দেখিছ ক'চোন? মঞ্জু কাছাৰীৰ কেৰাণীৰ ছোৱালী, কিন্তু তাইৰ জাপানী টেৰিলিন ছিল্কৰ শাৰী কেইখন আছে জাননে? বন্দিতাৰ দেউতাক ছাব্ ৰেজিষ্টাৰ্, কোনে জানো সিদিনা ক'লে সেইটো একো ডাঙৰ চাকৰি নহয়, কিন্তু সিহঁতৰ ঘৰ-দুৱাৰ, গাড়ী, সিহঁতৰ পোছাক দেখিলে তই বিচুৰ্তি খাবি। এনেকৈ আমাৰ লগত পঢ়া প্ৰায় প্ৰত্যেকজনী ছোৱালীৰে দেখিছোঁ দেউতাকসকলে ডাঙৰ চাকৰি নকৰে, কিন্তু প্ৰত্যেকজনীয়েই কিমান ষ্টাইল কৰে। আমাৰ যুগত ভালকৈ নাথাকিলে মান নৰয়, বাইদেউ। কিন্তু সেইবুলি নাভাবিবি যে দাদাৰ দুখ মই নুবুজোঁ। খুব বুজোঁ, সেইবাবে কেতিয়াওতো ভালকৈ খাবলৈ নিবিচাৰোঁ।'

কিন্তু আজিৰ ছোৱালী মণিকাই ভালকৈ নাখাই ভালকৈ পিন্ধিব খুজিলেও, আগৰ মানুহ সোণাৰাম দত্ত অৰ্থাৎ সিহঁতৰ দেউতাকে বিচাৰে ঠিক তাৰ বিপৰীতটো অৰ্থাৎ ভালকৈ নাথাকি-নিপিন্ধি তেওঁ বিচাৰে ভালকৈ খাবলৈ। আৰু ভালকৈ খাবলৈ নাপাই তেওঁৰ অশান্তিৰ পাৰ নাই, সদায় খোৱাৰ সময়ত তেওঁ বকি বকি আপত্তি কৰি কৰি খায়। চকুৰে নেদেখাৰ ফলত তেওঁৰ বাবে বোধহয় এতিয়া পৃথিৱীৰ সকলো ৰূপ-ৰস-গন্ধ-বৰ্ণৰ আস্বাদ কৰিব পৰাৰ একমাত্ৰ স্থল হৈছে পেটটো; চকু নাই মানেই একো নাই, এখন কাগজ, কিতাপ পঢ়িব নোৱাৰে, ক'লৈকো ফুৰিবলৈ যাব নোৱাৰে, একো কাম-বন কৰিব নোৱাৰে। গতিকে জীৱনৰ অৰ্থ সকলো ফালে হেৰাই যোৱা সোণাৰাম দত্ত যেন জীয়াই আছে খাবলৈকেই, জীয়াই থাকিবলৈ খাবলৈ নহয়।

অথচ সেই খোৱাখিনিকে মানুহজনে ভালকৈ নাপায়। ঘৈণীয়েকে মনৰ দুখত কেতিয়াবা গিৰীয়েকক খং কৰে আৰু কেতিয়াবা খং কৰে পুতেকক। কিন্তু অনবৰত খং কৰি থাকে মণিকাক। মাকৰ পৰা এয়াৰ ভাল মাত

মণিকাই শুনা মনত নপৰে, কিন্তু তাৰ বাবে গ্ৰাহ্যও নকৰে তাই, আগৰ দিনীয়া মানুহে আজিৰ মানুহৰ চাল-চলন সহ্য কৰিব নোৱাৰেই, নোৱাৰিবই। সেই বকনিলৈ গ্ৰাহ্য কৰি থাকিলে নিজৰ জীৱন নচলে, সুখ-শান্তি অটুট নাথাকে।

মাকে মণিকাক বকে নানান জ্বালাত। তেওঁৰ চাৰিজনী জীয়েকৰ ভিতৰত তিনিজনীক কিবা প্ৰকাৰে বিয়া দিলে যদিও মণিকাক বিয়া দিব পৰা নাই; অৱশ্যে মণিকাৰ বিয়াৰ বয়স পাৰ হৈ যোৱা নাই। কিন্তু মাকৰ ভয় যে তাইৰ সহজে বিয়া হোৱা টান— তাৰ কাৰণ হ'ল গুণে যে তাইৰ দৰা বিচাৰি বিয়া দিব সেই বিশ্বাস তাৰ ওপৰত তেওঁৰ একেবাৰে নাই; ইফালে মণিকা দেখিবলৈও ভাল নহয়, সাজি-কাচি থাকিলে কি হ'ব, একেবাৰেই তাইক কোনো অৱস্থাতে সুন্দৰ কৰি নোতোলে। মাকৰ জ্বালাৰ দ্বিতীয় কাৰণ হ'ল যে এই মণিকাযে আকৌ এগাল ল'ৰা বন্ধু যোগাৰ কৰিছে, কিন্তু সেইগালে মণিকাৰ চৰিত্ৰত কলংক সনাৰ বাহিৰে জানো কোনোৱা দিনা বিয়া কৰাই তাইক উদ্ধাৰ কৰিবলৈ আহিব? কেতিয়াও নাহে, এতিয়া তাইক সুলভ পাই তাইৰ পিছে পিছে ঘূৰিছে, কাৰণ মণিকাৰ ৰূপ নাথাকিলেও তাইৰ যৌৱন আছে। মাকে মণিকাক এই কথাটো লৈ কেইবাবাৰো শাসন কৰাৰ চেষ্টা কৰিছে, ভালকৈ বুজাইছে, বেয়াকৈ গালি পাৰিছে, অশ্লীল ইংগিত পৰ্যন্ত দিছে, কিন্তু নাই, একেবাৰেই মণিকাক সৈমান কৰিব নোৱাৰি। তেওঁ বিজুলীৰো শৰণাপন্ন হৈছিল এইটো কথাত— বিজুলীয়ে তেওঁৰ একমাত্ৰ জীয়ৰী যি বিয়াৰ পিছত তেওঁলোক থকা একেখন চহৰতে আছে, বাকী শান্তি আৰু প্ৰভা আন আন ঠাইত থাকে, গতিকে ইটো-সিটো কথাৰ বাবে বিজুলীক তেওঁ সহজতে পায়।

মাকৰ দৰে বিজুলীও মণিকাৰ এইবোৰ কাণ্ড-কাৰখানাত ভীষণ অসন্তুষ্ট হৈ থাকে। মাকৰ কথামতে তায়ো বহুত দিন মণিকাক বুজাইছে— ভালেৰে বুজাইছে, খঙেৰে বুজাইছে। কিন্তু মণিকাৰ কোনো গ্ৰাহ্যই নাই। তাৰ পিছত এদিন মণিকাই গম্ভীৰ হৈ বিজুলীক কথা এষাৰ কৈ পেলালে— যিষাৰ কথা বিজুলীৰ কাণত সদায়ে বাজি থাকে আৰু মণিকাৰ বিয়া নহ'লে চিৰজীৱন সেইষাৰ কথাৰ ভূতে তাইক কোনোদিনে নিষ্কৃতি দিয়াৰো আশা নাই।

মণিকাই কৈছিল— 'বাইদেউ, মোৰ স্বভাৱ-চৰিত্ৰ ভাল কৰিব লাগে বুলিতো খুবেই উপদেশ দিছা, কিন্তু মোৰ বিয়া-বাৰু নহ'লেতো জীৱনৰ এইবোৰ সুখৰ পৰা চিৰ বঞ্চিত হৈ ৰ'ম। বিয়া হ'ব পাৰে হ'ব পাৰে বুলি বাট চাই থাকি থাকি এদিন যদি সেই বিয়া নোহোৱাকৈয়ে বুঢ়ী হৈ যাওঁ, তেতিয়াতো আৰু এই ল'ৰাবোৰে মোলৈ এনেকৈ ফিৰিয়ে নাচাব। গতিকে সময় থাকোঁতেই সুবিধাবোৰ লৈ ল'ব লাগে। মইতো কেতিয়াও মোৰ বিয়া হ'ব বুলি নাভাবোঁ। অৱশ্যে হ'লহেঁতেন যদিহে আমাৰ বহুত টকা-পইচা থাকিলহেঁতেন...।'

মণিকাৰ আৰু কথা শুনাৰ ধৈৰ্য নাছিল বিজুলীৰ। ভনীয়েকৰ ইমান বেছি স্পষ্ট কথাই তাইক স্তম্ভিত কৰি তুলিছিল, তাইৰ কাণ-মুৰ ৰঙা হৈ পৰিছিল আৰু মণিকাই আৰু কি কয় শুনালৈ বাট চাই নাথাকি তাইৰ আগৰ পৰা খঙেৰে উচাট মাৰি আঁতৰি গৈছিল।

কিন্তু বিজুলীৰ সেই খং লাহে লাহে অশ্ৰুলৈ ৰূপান্তৰিত হৈ গ'ল; বিয়ালৈ সমান হেঁপাহ মণিকাৰ; কিন্তু টকাৰে আকৰ্ষণ কৰিব নোৱাৰিলে আৰু একেবাৰেই যে মণিকাই কোনো দৰাক আকৰ্ষণ কৰিব নোৱাৰিব।

মাকৰ মণিকাৰ ওপৰত জ্বালাৰ আৰু এটা কাৰণ হ'ল তাইৰ বিলাসিতা। অকণো নুবুজে কিয় ছোৱালীজনীয়ে, কিয় তাই কাপোৰ-কানিত এনেকৈ টকা খৰচ কৰে, কিয় বুবুলক এইদৰে উচটাই মাৰে? এই কাপোৰ-কানিৰ খৰচখিনি যদি খোৱা-লোৱাত কৰিলেহেঁতেন তেন্তে লুভীয়া অন্ধ মানুহটোৱে মাজে মাজে এচকল মাছ, এটুকুৰা মাংস, এটা কণীৰ মুখ দেখিবলৈ পালেহেঁতেন।

বিজুলীয়ে কেতিয়াবা ভাবে যে তাইৰ স্বামীৰ চাকৰি অইন এখন ঠাইত হোৱা হ'লে বৰ ভাল হ'লহেঁতেন, তেতিয়াহ'লে মাকৰ ঘৰ থকা এই একেখন চহৰতে থাকি মাকহঁতৰ দুখ-দুৰ্দশা এনেকৈ ওচৰৰ পৰা চকুৰে দেখি থকাৰ কষ্টখিনি ভুগিব নালাগিলহেঁতেন। অৱশ্যে দৰিদ্ৰতো সিহঁতো, কিন্তু তথাপি বুবুলৰ দৰে সৰু ল'ৰা এটাই এতিয়াৰে পৰা এনেকৈ সংসাৰ যুদ্ধত লাগি যাব লগা হোৱাটো যেন সহ্য নহয়।

মাকৰ ঘৰখন যেতিয়া একেখন চহৰতেই, মাজে মাজে বিজুলীৰ তালৈ যোৱা হয়; অন্ধ দেউতাকে তাইৰ মাতটো শুনিলেই তাইৰ ওচৰলৈ আহি ক'ব— 'বিজুলী আহিছ? বহ আই, বহ। তহঁত সকলোবোৰ

ভালনে? ৰাজ, ৰাণীহঁতক হ'বলা অনা নাই? ভালনে সিহঁতৰ? পিছে তহঁতে ভাতৰ লগত মাছ-কাছ কিবা খাবলৈ পাইছ নে নাই? আমি হ'লে আই এইকেইদিন শুদা ভাতেই খাই আছোঁ। বুবুলটো বৰ কুলাংগাৰ হৈছে অ'— দেউতাক-মাকে খাবলৈ ল'বলৈ পাইছে নে নাই সেইফালে সি অলপো চকু দিব নাপায় নে? তই তাক অলপ বুজাই ক'বিচোন...'

দেউতাকৰ এনেবোৰ কথা শুনি অহাৰ দিনা ঘৰত বিজুলীৰ একো খাবৰ মন নোযোৱা হয়, বিশেষকৈ বলেন্দ্ৰই যদি সিদিনা বজাৰ কৰি মাছ আনে, তাইৰ সেইফালে চাবৰে মন নাযায়; কিন্তু তথাপি যন্ত্ৰৰ দৰে কাম কৰি তাই সেই মাছ যিমান পাৰে সুস্বাদুকৈ ৰন্ধাৰ যোগাৰ কৰে, মছলা বটে, পৰিপাটিকৈ পাচলি কুটে, সদায় ৰন্ধা আঞ্জাতকৈ সিদিনা চৰুত অলপ বেছিকৈ তেল ঢালি যত্ন কৰি আঞ্জাখন ৰান্ধে। তাৰ পিছত খাবৰ পৰত সকলোৱে পৰম তৃপ্তি কৰি খাই থকা দৃশ্যটো দেখি তাইৰ মনৰ চকুত ভাহি উঠে আগত শুদা ভাতৰ কাঁহী এখনৰ ছবি। বিজুলীয়ে তাৰ পিছত কোনোমতেহে পেটলৈ কাঁহীৰ ভাত সুমুৱায়।

অথচ দুখীয়া সিহঁতো, সিহঁতেও মাহটোৰ চাৰি-পাঁচ দিনহে মাছ খাবলৈ পায়। সেইবাবেই বলেন্দ্ৰই যিদিনাই মাছ আনে, সিহঁতৰ ঘৰত যেন ভোজ খোৱাহে হয়; বিজুলীয়ে বৰ যত্নেৰে ৰান্ধে আৰু তাৰ পিছত গিৰীয়েক আৰু ল'ৰা-ছোৱালীকেইটাই তৃপ্তিৰে নানা তৰহৰ কথা-বতৰা পাতি পাতি ভাতকেইটা খায়। সাধাৰণতে তেনে মাছ থকাৰ দিনত বলেন্দ্ৰই নিজৰ সৰু কালত কেনে উভৈনদীভাৱে মাছ খাইছিল সেই গল্পবোৰ কয়, আৰু বিজুলীৰ ফালে চাই ইয়াকো কয়— 'তোমালোকেও তেনে মাছ দেখিলে তেতিয়াৰ দিনত বিচূৰ্তি খালাহেঁতেন— হাজাৰ হওক চহৰৰ ছোৱালী, আমাৰ মঙ্গলদৈৰ অঞ্চলৰ দৰে মাছ কেনেকৈ দেখিবা তোমালোকে...'

মাছ ৰাজ আৰু ৰাণীৰ খুব প্ৰিয়— ভাতৰ লগত মাছ হ'লে সিহঁতক আৰু একোকে নালাগে... লটাৰীত টকা পালে...

উভৈনদীকৈ নহ'লেও যথেষ্ট পৰিমাণে মাছ কিন্তু এতিয়াও শান্তিহঁতে খাবলৈ পায়, বিজুলীৰ বায়েক শান্তি। বিয়া হৈছে যোৰহাটৰ পৰা কুৰি মাইল আঁতৰৰ এখন গাঁৱৰ এজন ভূতপূৰ্ব শিক্ষকৰ লগত— ভূতপূৰ্ব এইবাবেই যে শান্তিৰ গিৰীয়েক মাধব দাস এসময়ত এখন ভেঞ্চাৰ হাইস্কুলৰ মাষ্টৰ আছিল। সেই সময়ত শান্তিৰ বাবে তেনে দৰা যোগাৰ কৰি তৰণী সোণাৰাম দত্তৰ আনন্দ আৰু গৰ্বৰ পাৰ নাছিল; ইমান বিদ্বান, ইমান সম্মানিত চাকৰিয়াল তেওঁৰ জোঁৱায়েকজন।

কিন্তু শান্তিৰ লগত বিয়া হোৱাৰ এবছৰমানৰ পিছতেই সেই ভেঞ্চাৰ স্কুল ভাঙি গ'ল। মাধব দাসৰ অৱস্থা শোচনীয় হ'ল এইবাবেই যে গাঁৱত থাকিলেও তেওঁৰ ভাগত পৈত্ৰিক মাটি-বাৰীৰ যি ভাগ পৰিছিল, সি আছিল ইমানেই কম যে সেই মাটিৰ ধানেৰে তেওঁৰ সৰু পৰিয়ালটোকে এবছৰ খাবলৈ নুজুৰিছিল। শান্তিৰ এনেয়েও শান্তি নাছিল গাঁৱত থাকিবলগা হোৱাত, এতিয়া গিৰীয়েকৰ চাকৰি যোৱাত তাইৰ কষ্টৰ সীমা নোহোৱা হ'ল।

সেই সময়তে জন্ম হ'ল শান্তিৰ প্ৰথম সন্তান পোনাকণৰ আৰু সেই সময়তে প্ৰথমবাৰৰ বাবে বায়েকৰ ঘৰলৈ গৈছিল অবিবাহিতা হৈ থকা বিজুলী; মাকেই তাইক বৰ জীয়েকৰ অশৌচৰ সময়ত সহায় কৰিবলৈ পঠিয়াই দিছিল; নিজে ইচ্ছা থাকিলেও যাব নোৱাৰিলে; যায়নো কেনেকৈ, ইমানবোৰ ল'ৰা-ছোৱালীৰে সৈতে সংসাৰখনৰ ভাৰনো কাৰ ওপৰত দি যায়, তদুপৰি তেওঁৰ নিজৰ কোলাতো কেঁচুৱা, দুদুল তেতিয়া মাত্ৰ তিনিমহীয়া।

বৰ ফুৰ্তিৰেই বায়েকৰ ঘৰলৈ ওলাইছিল। দুখীয়া ঘৰৰ ছোৱালী, ক'লৈকো যোৱাৰ ভাগ্যই নহয়; এইবাৰ যে এনে সুবিধা মিলিল তাৰ বাবে ভগৱানক অশেষ ধন্যবাদ দি তাই বায়েকৰ ঘৰলৈ যাত্ৰা কৰিছিল। লগত গৈছিল দেউতাক, কিন্তু দেউতাকে তাইক থৈয়ে পিছদিনা আকৌ ঘৰলৈ উভতিছিল; অষ্টমমান শ্ৰেণীৰ ছাত্ৰী বিজুলীয়ে দহ-বাৰ দিন স্কুল ক্ষতি কৰিলেও তেওঁ এটা-দুটা দিনতকৈ বেছিদিন কামৰ পৰা আঁতৰি থাকিব নোৱাৰে— তেনেকৈ আঁতৰি থকা মানেই এজন তৰণীৰ ভালেখিনি আৰ্থিক ক্ষতি।

বিজুলীহঁত গৈ পাওঁতে প্ৰায় সন্ধিয়া হৈছিল; সিহঁতৰ ঘৰত লাইট নাথাকিলেও লাইট থকা চহৰ এখনৰ

পৰা প্ৰথম গাঁৱলৈ যোৱা কিশোৰী বিজুলীৰ মনত গাঁৱৰ সন্ধিয়াৰ সেই অদ্ভুত স্তব্ধতা, শিয়ালৰ হোৱা হোৱা মাত, জিলিৰ বিৰামহীন চিঁ চিঁৱনি আৰু চাকিৰ টিমিক-টামাক পোহৰে প্ৰায়ান্ধকাৰ কৰি ৰখা ঘৰ-দুৱাৰে এক বিচিত্ৰ মিশ্ৰিত অনুভূতিৰ সঞ্চাৰ কৰিছিল— তাইৰ গা চমচমাইছিল, মনটো ভাৰাক্ৰান্ত লাগিছিল, গধুৰ এক নৈঃশব্দই যেন হেঁচি ধৰিছিল,— অথচ আচৰিত কথা যে একধৰণৰ বুজাব নোৱৰা ৰোমাঞ্চেও তাইৰ মনত অদ্ভুত এক ভাল লগা ভাবৰ সৃষ্টি কৰিছিল।

আৰু অলপ পিছতেই বায়েকে সিহঁতক ভাত খাবলৈ মাতিছিল।

'ইমান সোনকালেই ভাত? এতিয়া সাতটা বাজিছে কি নাই— তহঁতে ইমান সোনকালে ভাত খাব নেকি শান্তি বাইদেউ?'

বিজুলীহঁতৰ বাই-ভনী-ভাইসকলৰ মাজত বিজুলীৰ তলৰবোৰে তাইক বাইদেউ বুলি মাতিছিল, কিন্তু শান্তিক মাতিছিল শান্তি বাইদেউ বুলি— যদিও সম্বোধনটো ওলোটা ধৰণে ব্যৱহাৰ কৰাটো বেছি স্বাভাৱিক আছিল।

'তহঁত ভাগৰে-দুখে আহিছ, সোনকালে খাই শুই থাকিবি বুলিয়েই মই সোনকালে ভাতৰ দিহা কৰিছোঁ। অৱশ্যে আমি সোনকালে ভাত খাওঁ, গাঁৱত সকলো মানুহেই সোনকালে খায়; ইয়াত সন্ধিয়াৰ পিছতেই কেনেকুৱা গভীৰ ৰাতিৰ দৰে অৱস্থা হয় মন কৰা নাইনে তই? প্ৰথমতে মোৰ সন্ধিয়াৰ পিছত বাৰীৰ ফালে যাবলৈ বৰ ভয় লাগিছিল, কিন্তু এতিয়া অভ্যাস হৈ গ'ল।... ওঁ, ব'ল খাবলৈ—।'

শান্তি বাইদেউৰ অভ্যাস হৈ গ'ল, মোৰ কিন্তু নহ'লহেঁতেন, মই কেতিয়াও তাইৰ দৰে গাঁৱত বিয়া কৰাবলৈ ৰাজী নহ'লোঁহেঁতেন,— মনতে এনেদৰে ভাবি ভাবি বিজুলী ভাত খাবলৈ গ'ল।

ভাতৰ পাতত বহি তাই মাছৰ পৰিমাণ দেখি অবাক হৈ গ'ল। কাঁহীতো মাছ, বাতিতো মাছ— মাছেই মাছ দেখোন। খাব পাৰক নোৱাৰক, ইমান মাছ দেখি বিজুলীৰ বৰ ভাল লাগি গ'ল।

কিন্তু কাঁহীৰ পৰা এডোখৰ মাছ লৈ মুখত তুলিয়ে তাই মুখখন বিকটাই দিলে, চাকিৰ ক্ষীণ পোহৰত ওচৰতে বৈ থকা বায়েকে তাইৰ মুখৰ সেই বিকৃতি বোধহয় দেখা নাপালে।

অতি কম তেলত ৰন্ধা প্ৰায় আধা কেঁচা মাছবোৰে বিজুলীৰ অলপ আগৰ হেঁপাহ মুহূৰ্ততে নাইকিয়া কৰি দিলে।

'শান্তি বাইদেউ, মইতো মৰিলেও ইমান মাছ খাব নোৱাৰোঁ। তই দেখোন জানই আমি ঘৰত কিমান মাছ খাওঁ—'

'ঘৰত বেছি খাবলৈ নাপাব বাবেইতো আমাৰ ঘৰত বেছিকৈ খাবলৈ দিছোঁ। ইয়াত মাছ উভৈনদী। খা, খা, এটাও নেৰিবি।'

'ওহোঁ শান্তি বাইদেউ, মই কেতিয়াও নোৱাৰোঁ।'

'তোমালোক ছোৱালী মানুহ, কিমান খাব লাগে, সেইকেইটা মাছো খাব নোৱাৰা নে?' গোগ্ৰাসে ভাত-মাছ খাবলৈ আৰম্ভ কৰি দিয়া ভিনিহিয়েকে এইবাৰ মাত লগালে।

'অভ্যাস নাই নহয় ভিনদেউ, কেনেকৈ খাম। শান্তি বাইদেউ, মই তেন্তে পাততে এৰি যাম মাছখিনি, তই পিছত খালেও খাবি—'

জোঁৱায়েকৰ দৰে একে গোগ্ৰাসেই ভাত-মাছ গিলিবলৈ আৰম্ভ কৰিছিল সোণাৰাম দত্তই, এতিয়া বিজুলীৰ শেষ সিদ্ধান্ত শুনি প্ৰায় থাপ্ মৰাৰ দৰেই তাৰ পৰা মাছ কিছুমান নিজৰ পাতলৈ তুলি লৈ গৈ ক'লে— 'ভাত খাবলৈ বহিয়েই আপত্তি আৰম্ভ কৰি দিছ— ঘৰত এনেকুৱা মাছ হিয়া ঢাকুৰিলেও খাবলৈ পাবিনে? এতিয়া পাইছ খাই ল', নাই, কেৱল ঘেন্-ঘেনাই মৰিছে—"

দেউতাকৰ কাণ্ড দেখি সিদিনা বিজুলীৰ লাজতে মুখ তুলিব নোৱৰা অৱস্থা হৈছিল, মাছলৈ যে ইমান লোভ মানুহজনৰ! আৰু এতিয়া সেই মাছ তেওঁৰ বাবে সপোনৰ বস্তুৰ দৰে হৈ পৰা বাবে পুতেকক কুলাংগাৰ বুলি গালি পাৰি থাকে।

তাৰ পিছত আজি বহুত বছৰ পাৰ হৈ গৈছে, শান্তি বাইদেৱেকহঁতৰ গাঁৱত এতিয়া সিদিনাৰ দৰে মাছ

নাথাকিলেও বিজুলীহঁতৰ চহৰৰ তুলনাত উভৈনদীয়ে হৈ আছে। কিন্তু সৰহকৈ তেল কিনি ভালকৈ সেই মাছ ভাজি খোৱাৰ অৱস্থা শান্তিহঁতৰ সংসাৰলৈ আৰু নাহিলেই; বৰ্তমান গিৰীয়েকে আৰু এখন স্কুলত কাম পাইছে, কিন্তু সেই স্কুলৰ অৱস্থাও বৰ সুবিধাৰ নহয়, দৰমহা-পাতি বৰ অনিয়মকৈ দিয়ে আৰু কেতিয়াবা পূৰা দৰমহা পায়, কেতিয়াবা নাপায়। ইফালে শান্তিয়ে সংসাৰৰ খোৱা মানুহৰ সংখ্যা বৃদ্ধি কৰিয়ে আছে, সাতোটি সন্তানৰ জননী হ'ল শান্তি। বিজুলীয়ে বায়েকক আজি তিনি-চাৰি বছৰে লগ পোৱা নাই— কাৰণ লগ পোৱাৰ প্ৰায় একমাত্ৰ উপায় শান্তি যদি মাকৰ ঘৰলৈ আহে; শান্তিৰ ঘৰলৈ সিহঁতৰ যোৱাৰ কথা কোনো দিনেই উঠা নাই, আৰু সেইটোৱে যেন অতি স্বাভাৱিক কথা।

মাকৰ ঘৰলৈ শান্তি তিনি বছৰ চাৰি বছৰৰ মূৰে মূৰে আহে; প্ৰথমতে গোটেইকেইটা ল'ৰা-ছোৱালীকে লগত লৈ আহিছিল— যেতিয়া সিহঁতৰ সংখ্যা কম আছিল। কিন্তু এতিয়া ডাঙৰকেইটাক নানেই, এৰিব নোৱৰা অতি সৰুকেইটাকহে আনে। বিজুলীৰ ল'ৰা-ছোৱালীকেইটাৰ লগত আৰু দুদুল, সুবলৰ লগত সেই কাৰণেই শান্তিৰ ল'ৰা-ছোৱালীকেইটাৰ প্ৰায় কোনো সম্পৰ্ক নোহোৱাৰ দৰে হৈছে। সেই কথা ভাবি বিজুলীৰ খুবেই বেজাৰ লাগে— লক্ষ্মী— যিজনী লক্ষ্মীৰ জন্মৰ সময়ত তাই গৈ বায়েকৰ ঘৰত আছিল গৈ, শান্তি বাইদেৱেকৰ সেই প্ৰথমা জীয়েক লক্ষ্মী যেন কিমান অচিনাকি! বিজুলীয়ে আচৰিত হৈ ভাবে যে মানুহৰ আত্মীয়তা জীয়াই ৰাখিবলৈও কেনেকৈ যে টকাৰ প্ৰয়োজন, একমাত্ৰ দুখীয়া হোৱাৰ বাবেই সিহঁত ইমান আপোন মানুহবোৰ পৰস্পৰৰ এনেকৈ পৰ হৈ আছে।

ইফালে তিনি-চাৰি বছৰৰ মূৰত বায়েকক লগ পায়োতো মনত আনন্দ নাজাগে বিজুলীৰ; বায়েকৰ সেই জীৰ্ণ-শীৰ্ণ চেহেৰা, নিষ্প্ৰভ মুখ দেখিলে কেনেকৈয়েবা আনন্দ জাগিব। কথা-বতৰা পাতিও সেই দুখেই পাব লাগে, নিজৰ দুখ-দাৰিদ্ৰৰ বৰ্ণনা দিওঁতেই শান্তিৰ সময় যায়। বিজুলীয়ে এবাৰ অসহ্য হোৱাত শান্তিৰ ইমান ল'ৰা-ছোৱালী হোৱা বন্ধ কৰাৰ কথা কওঁতে শান্তিয়ে যিটো উত্তৰ দিলে তাই হতভম্ব হৈ গ'ল। ঈশ্বৰেহে সন্তান জন্ম দিছে— মানুহে ঈশ্বৰৰ সৃষ্টিত বিধি-পথালি দিছে হয়, কিন্তু এদিন সেই পাপৰ ফল মানুহে পাব। বিজুলী আৰু বেছি হতভম্ব হৈ গৈছিল যেতিয়া শান্তিয়ে কৈছিল যে তাইৰ শিক্ষিত শিক্ষক গিৰীয়েকেই শিকোৱা কথা এইবোৰ। শিক্ষকে কি সুন্দৰ শিক্ষা দিছে! এইখন দেশত বাৰু পৰিয়াল পৰিকল্পনা কেনেকৈ সফল হ'ব— খুব দুখ আৰু ক্ষোভেৰে বিজুলীয়ে ভাবিছিল।

কিন্তু শান্তিৰ পিছৰ বায়েক প্ৰভাৰতো ল'ৰা-ছোৱালী মাত্ৰ দুটাহে, তথাপি তায়োতো তেনেকৈ সুখৰ মুখ দেখা নাই।

প্ৰভাৰ গিৰীয়েকে এটা প্ৰেছত প্ৰুফ ৰীডাৰৰ চাকৰি কৰে, দৰমহাৰ টকাৰে নিজৰ পৰিয়ালটোৰ উপৰি মাক, এজন ভায়েক আৰু ভনীয়েকক পোহপাল দিব লাগে। সেইবাবে প্ৰভাৰ মনত অশান্তিৰ সীমা নাই। তাই মানুহজনী ভনীয়েক মণিকাৰ দৰেই চৌখিন বিধৰ, কিন্তু মণিকাতকৈ দেখাত সুন্দৰ— এই অৰ্থত সুন্দৰ যে নাক-মুখৰ গঢ় ভাল নহ'লেও তাই খুব বগা। নিজৰ গাৰ ৰং সম্পৰ্কে খুব সচেতন প্ৰভা, নিজকে বেছ ধুনীয়া বুলিও ভাবে, গতিকে সাজি-কাচি থকাটো তাইৰ কিবা ঈশ্বৰ-দত্ত অধিকাৰ বুলিয়ে ভাবে প্ৰভাই। দুখীয়া দেউতাকে কাপোৰ-কানিৰে সজাব নোৱাৰিলেও আন সস্তীয়া সাজ-সজ্জাৰতো অভাৱ নাই; সস্তীয়া কাঁচৰ চুৰি, ডিঙিৰ মণি, কাণৰ দুল— প্ৰভাই বহুত কষ্ট কৰি কৰি পইচা গোটাই এইবোৰ কিনি নিজকে সজাইছিল। কলপাতত চাকিৰ ধোঁৱাৰে কাজল কৰি প্ৰভাই চকুৰ ভ্ৰূ আঁকাৰ দৃশ্য আজিও মনত পৰে বিজুলীৰ। আৰু এটা দৃশ্য মনত পৰিলে বিজুলীৰ মন প্ৰভাৰ প্ৰতি পুতৌ, বিতৃষ্ণা আৰু সমবেদনাৰে ভৰি পৰে; এদিন প্ৰভাই সাজি-কাচি থকাৰ সময়ত বিজুলী হঠাৎ গৈ ওলাইছিলগৈ। সাধাৰণতে প্ৰভাই সাজ-সজ্জা কৰাৰ সময়ত বিজুলী বায়েকৰ ওচৰলৈ নগৈছিল— নগৈছিল এই বুলিয়ে যে প্ৰভাৰ খুব খং উঠে কোনোবা সেই সময়ত তাইৰ ওচৰলৈ গ'লে। এদিন বিজুলী গৈ হঠাৎ তেনেকৈ ওলাই দেখিলে যে প্ৰভাই মাকৰ সেন্দূৰ ওঁঠত সানিব ধৰিছে। বিজুলীক দেখি প্ৰভা যিমান অপ্ৰস্তুত হৈছিল, তাতকৈও বিজুলী বেছি অপ্ৰস্তুত হৈছিল। বিজুলীৰ সেই অপ্ৰস্তুতৰ ভাব আৰু বাঢ়িছিল যেতিয়া প্ৰভাই তাইৰ চিৰাচৰিত নিয়মেৰে ভনীয়েকক ডাবি নিদি অপৰাধীৰ দৰে হাঁহিছিলহে।

শান্তিৰ বিয়াৰ কিছুদিনৰ পিছতেই প্ৰভাৰো বিয়া হৈ গৈছিল, বিযাত প্ৰভাই নিজেই নিজক সজোৱাৰ কামত লাগিছিল। নতুন কাপোৰ, অলপ-অচৰপ হ'লেও গহনাই প্ৰভাক বিয়াৰ কেইদিন খুব প্ৰফুল্লিত কৰি ৰাখিছিল। বগা মানুহজনীক কইনাৰ বেশত খুব শুৱাইছিলও, বান্ধৱীসকলৰ মুখত সেই কথা শুনি তাই আৰু প্ৰফুল্লিত হৈ উঠিছিল।

কিন্তু প্ৰভাৰ সেই উল্লাস ধ্বংস হ'বলৈ বেছি দিন নালাগিল। বিয়াৰ কিছুদিন যোৱাৰ পিছত শাহুৱেকে তাইৰ ধুন-পেচৰ কথা লৈ বকাবকি কৰিবলৈ আৰম্ভ কৰি দিলে। শাহুৱেকৰ মূল বক্তব্য আছিল এইটোৱে যে বোৱাৰীয়েকে এইদৰে ফেশ্বনত গা উটুৱাই দিলে তেওঁৰ পুতেকৰ গোটেইবোৰ টকা দেখোন তাইৰ তেল-পাউডাৰ কিনোতেই সাং হ'ব।

অভাৱনীয় আঘাতত স্তব্ধ হৈ গৈছিল প্ৰভা; তাই যিখিনি বিলাসিতা সেই কেইদিন কৰি শাহুৱেকৰ চকু পোৰাইছিল, তাৰ বাবে গিৰীয়েকে এটা পইচাও তাইক বিয়া কৰোৱাৰ পিছত খৰচ কৰিবলগা হোৱা নাছিল। সেই সকলো বস্তু তাইৰ বিয়াৰ সময়ৰে।

মণিকাৰ দৰে প্ৰভায়ো নাখাই থাকিব পাৰে, কিন্তু বিলাসিতা নকৰি নোৱাৰে। মণিকাক ককায়েকে এইক্ষেত্ৰত প্ৰশ্ৰয় দিয়াৰ দৰে প্ৰভাকো গিৰীয়েকে প্ৰশ্ৰয় দিলে— 'মাই বকি থাকক দিয়া, বকাই স্বভাৱ মাৰ; তুমি ষ্টাইল কৰিলেও বকনি খাবা, নকৰিলেও খাবা, গতিকে ষ্টাইল কৰিব এৰিনো কি লাভ হ'ব? ছোৱালী মানুহে ষ্টাইল নকৰিলে কিবা ভাল নালাগে, বুজিছা, তাতে তুমি ইমান ধুনীয়া হৈ সেই ৰূপ অযত্নত ধ্বংস হ'বলৈ দিবানে?'

পিছে গিৰীয়েক বিষ্ণু বৰুৱাই ঘৈণীয়েকক বিলাসিতা কৰিবলৈ টেগেনিহে দিব পাৰিলে, কিন্তু সেই বিলাসিতা কৰিবলৈ যি খৰচ যোগাব লাগে, তাক যোগোৱাৰ কথাহে নালাগে, সামান্য পেটৰ ভাতমুঠি, পিন্ধনৰ সাধাৰণ কাপোৰখন যোগোৱাটোও তেওঁৰ বাবে খুব কষ্টকৰ হ'ল। চাওঁতে চাওঁতে বস্তুৰ জুই-ছাই দাম হৈ আহিল। কিন্তু সেই হিচাবে দৰমহা নাবাঢ়িল। অথচ পৰিয়ালটোওতো বাঢ়িলহে, এটা ল'ৰা হ'ল, এজনী ছোৱালী হ'ল। অৱশ্যে বিষ্ণুৱে তেওঁৰ শালপতিৰ পদাংক অনুসৰণ নকৰি যেনিবা ল'ৰা-ছোৱালীহাল হোৱাৰ পিছত প্ৰভাৰ ষ্টেৰিলাইজেচন কৰাই দিলে।

বিয়াৰ কিছুদিনৰ পিছৰ পৰাই প্ৰভাৰ গিৰীয়েকৰ ওচৰত অনুযোগ আৰম্ভ হৈ গৈছিল, খাবলৈতো ভালকৈ নিমিলেই, এখন ভাল শাৰীৰো মুখ নেদেখিলোঁ বিয়াৰ পিছত। তাৰ পিছত ল'ৰা-ছোৱালীহালৰ জন্ম হ'ল, আৰু সন্তানৰ মুখ নেদেখাৰ ব্যৱস্থা পকা হ'ল, প্ৰভাৰো অভিযোগৰ মাত্ৰা বাঢ়িল— 'মাত্ৰ দুটা ল'ৰা-ছোৱালী, তাকো মই ভালকৈ সজাব-মেলিব নোৱাৰোঁ। লোকৰ ল'ৰা-ছোৱালীবোৰৰ কি সুন্দৰ সাজ-পাৰ, দেখিলেই চকু জুৰ পৰে। মোৰহে পোৰা কপাল, আজিলৈকে সিহঁতক এটা ভাল চোলা পিন্ধাব নোৱাৰিলোঁ।'

শান্তিতকৈ প্ৰভাক অলপ সঘনে লগ পায় বিজুলীয়ে— সঘনে মানে এবছৰ-দুবছৰৰ মূৰে মূৰে। তাৰ কাৰণ প্ৰভাৰ ঘৰ মঙ্গলদৈত, আৰু মঙ্গলদৈৰ পৰা গুৱাহাটী ওচৰৰ বাট কাৰণে প্ৰভাই শান্তিতকৈ সোনকালে সোনকালে মাকৰ ঘৰলৈ আহিবৰ সুবিধা পায়।

এতিয়া কিছুদিনৰ পৰা প্ৰভা আৰু সঘনে মাকৰ ঘৰলৈ অহা হৈছে— ল'ৰা-ছোৱালী দুটাক লৈ আহে আৰু প্ৰায় এমাহমান মাকৰ ঘৰত থাকি যায়। ফলত বুবুল বাৰুকৈয়ে ধাৰত পোত খায়। কিন্তু সেইবুলি সিটো ভনীয়েকক ক'ব নোৱাৰে যে তাই সোনকালে গুচি যাব লাগে।

কিন্তু বুবুলে নক'লেও সেই কথা সোণাৰাম দত্তই জীয়েকক কয়, ক'বলৈ বাধ্য হয় নিজৰ খোৱাৰ ষ্টেগুৰ্ড আৰু নামি যোৱাৰ কাৰণে। অৱশ্যে কয় কায়দা কৰি— *'আই অ' প্ৰভা, তই ইয়াত এনেকৈ ইমান দিন থাকিলে সিফালে জোঁৱাইৰ খোৱা-লোৱাত কষ্ট নহ'ব নে?'*

*কিন্তু জীয়েকে আৰু একো ক'বৰ সুবিধা নিদি তৎক্ষণাতে কৈ উঠে—* 'খোৱা-লোৱাত আকৌ কষ্ট হ'ব কিয়, ভালহে হ'ব, আমি নথকা কেইদিন আমাৰ ভাগৰখিনিও খাবলৈ পাব নহয়। ভাল ছাল ছিগা ভিকহু এটালৈ বিয়া দিছিলা দেউতা। জীয়ৰী কালত মনৰ সুখত খাব নাপালোঁ, পিন্ধিব নাপালোঁ— বিয়াৰ পিছত আকৌ তাতকৈও দুৰ্দশাত পৰিলোঁ। এই মণিকা, তই আমাৰ দৰে বুৰ্বকামি নকৰিবি, জধে-মধে যাৰে-তাৰে লগত বিয়া সোমাবলৈ ৰাজী হৈ নাযাবি। জীৱন মাটি হৈ যাব, কৈ দিছোঁ। তই আমাতকৈ লেখা-পঢ়া শিকিছ

যেতিয়া কাক কেয়াৰ কৰিব লাগে—'

মণিকাই ফিক্‌কৈ হাঁহি দিছিল— 'তোৰো যে কথা প্ৰভা বাইদেউ, মোৰ এই চেহেৰা লৈ ক'ৰবাত জধে-মধে বিয়া হোৱাই টান, তই আকৌ কৈছ জধে-মধে বিয়া কৰাবলৈ ৰাজী হৈ নাযাবলৈ—'

অন্ধ বাপেকে এই দুই জীয়েকৰ অদ্ভুত কথা-বাৰ্তা কাণেৰেই অবাক হৈ শুনি থাকিল, চকুৰে এজনীকো মানিব নোৱাৰি অসহায় হৈ বহি বিকল হৈ নোযোৱা ইন্দ্ৰিয়টোৰ সহায়েৰেই দুই জীয়েকৰ উপস্থিতি অনুভৱ কৰি থাকিল।

ঠিক এইটো দিনতে, এই কথা-বতৰাৰ সময়তে বিজুলীও গৈ উপস্থিত হৈছিল। দুই বাই-ভনীৰ কথা-বতৰা অলপ সময় নীৰৱে শুনি থকাৰ পিছত তাই হঠাৎ কৈ উঠিল— 'প্ৰভা, তই আমাৰ ঘৰতো দুদিনমান থাকিবি ব'ল; তইঁতক আজি নিবলৈকে আহিছোঁ মই।'

একেবাৰে মিছা কথা এষাৰ কৈ পেলালে বিজুলীয়ে; আজি কিয়, কোনো দিনেই কোনো বাই-ভনীক নি তাই লগত ৰখা নাই, লগত ৰখাৰ কথা ভবা নাই। ভাবিব কেনেকৈ— সিহঁত চাৰি-পাঁচটা প্ৰাণীৰ বাবে দুই-কুঠৰীৰ ঘৰটো এনেয়ে ঠেক, তাত আন মানুহ নি ৰখাৰ কথা স্বাভাৱিকতেই নুঠে কিন্তু আজি যে বিজুলীৰ কি হৈ গ'ল— হঠাৎ মুখৰ পৰা ওলাল যে প্ৰভাহঁতক নিবলৈকে তাই আহিছে।

নিজৰ প্ৰস্তাৱত নিজৰে বুকু কঁপি গ'ল বিজুলীৰ। এনে এটা কাম কৰাৰ আগতে বলেন্দ্ৰৰ অনুমতি ল'ব লাগিছিল, সেইটো কৰা নহ'ল; ভাবিব লাগিছিল এতিয়া মাহৰ শেষ বাবে হাত এনেকৈ শুদা যে আলহী পোহা দূৰৰে কথা নিজৰে পেটৰ ভাতকেইটা ঠিকমতে মিলিব নোখোজে।

ইফালে ভনীয়েকৰ প্ৰস্তাৱ শুনি প্ৰভা উল্লসিত হৈ উঠিছিল; দেউতাকেও সন্তুষ্ট মনেৰে ক'লে— 'এৰা, তোৰ লগতো দুই-চাৰিদিন থাকি আহিলে প্ৰভাই ভাল পাব।'

চাৰিদিন থাকিছিল প্ৰভা ভনীয়েকৰ ঘৰত; বলেন্দ্ৰই টকা কেইটামান ধাৰ কৰি আনিছিল, প্ৰভাৰ ল'ৰা-ছোৱালীহালক চোলা-কাপোৰো কিনি দিছিল।

সেই চাৰিদিনতে প্ৰভাই বিজুলীৰ পাউডাৰৰ টিন প্ৰায় শেষ কৰি দিলে, নিজে ঘঁহিলে, ল'ৰা-ছোৱালীহালক ঘঁহালে, বিজুলীৰ আই ব্ৰ' পেঞ্চিল নাই বুলি শুনি তাই অবাক হ'ল আৰু ক্ষুণ্ণও হ'ল। যি হওক, তাৰ অভাৱ তাই ঘৰত কৰা কাজলেৰেই পূৰাই ল'লে আৰু তাৰে নিজৰ আৰু ল'ৰা-ছোৱালীৰ চকুত আঁকি বিজুলীক এদিন ক'লে— 'আজিকালি ফিট্-ফাট্ হৈ নাথাকিলে সমাজত চলাই টান অ' বিজুলী, একেবাৰে মান নাথাকে—'

বাঁহৰ দৰে চেপেটা শৰীৰ, গাল আৰু চকু সোমোৱা মুখ, শুকান ছাল— সেই ছালত বীভৎসভাৱে লাগি থকা পাউদাৰবোৰ— প্ৰভাৰ সেই চেহেৰালৈ চাই বিজুলীৰ মন অপৰিসীম পুতৌ আৰু বিতৃষ্ণাত ভৰি পৰিছিল।

সোণাৰাম দত্তৰ চাৰিজনী জীয়েকৰ ভিতৰত বিজুলীয়ে আছিল আটাইতকৈ ধুনীয়া। সোণাৰাম দত্ত মানুহজনৰ গাৰ বৰণ খুব ক'লা, কিন্তু নাক-মুখৰ গঢ়ন ভাল; আকৌ ঘৈণীয়েকৰ গাৰ বৰণ খুব বগা, কিন্তু নাক চেপেটা, চকু দুটা সৰু সৰু। তেওঁলোকৰ প্ৰথম সন্তান শান্তিৰ যেতিয়া জন্ম হ'ল— দেখা গ'ল যে ছোৱালীজনীয়ে মাকৰ ৰঙো পোৱা নাই, দেউতাকৰ ৰঙো পোৱা নাই— অৰ্থাৎ তাই হ'ল মদৰুৱা বৰণৰ। ঠিক তেনেকৈয়ে শান্তিৰ মুখৰ গঢ় দেউতাকৰ দৰে ধুনীয়া নহ'ল, কিন্তু মাকৰ দৰে চেপেটাও নহ'ল— অৰ্থাৎ শান্তি দেখা-শুনাত মজলীয়া ধৰণৰ হ'ল।

দ্বিতীয় জীয়ৰী প্ৰভাই মাকৰ সুন্দৰ ৰং পালে, মাকৰ গঢ-গতিও পালে। সৰুতে তাইক যেয়ে দেখিছিল সেয়ে কৈছিল— 'এইজনী ডাঙৰ হ'লে সাইলাখ মাকৰ দৰে হ'ব।' শুনি প্ৰভাৰ তেতিয়াৰ পৰাই গৰ্বত বুকু ফুলিছিল। তাইৰ মনত সৰুৰে পৰা এইটো ধাৰণা সোমাইছিল যে সিহঁতৰ মাক বৰ ধুনীয়া, কিন্তু দেউতাক অতি কুৎসিৎ। গতিকে সেই আপচু দেউতাকৰ চেহেৰা নাপাই মাকৰ সম্পূৰ্ণ চেহেৰা পোৱাটো জানো কম আনন্দ আৰু গৰ্বৰ কথা? নিজৰ ৰূপ সম্পৰ্কে খুব সচেতন হৈ উঠিছিল প্ৰভা।

তাৰ পিছত জন্ম হ'ল তৃতীয় জীয়ৰী বিজুলীৰ। বিজুলী যে বিজুলীয়েই; গাৰ বৰণ মাকৰ দৰেই সুন্দৰ, মুখৰ গঢ়ন দেউতাকৰ দৰেই সুন্দৰ। অলপ জনা হোৱাৰে পৰা বিজুলীয়ে শুনিবলৈ ধৰিলে যে তাই বৰ ধুনীয়া। ৰূপ সম্বন্ধে তায়ো প্ৰভাৰ দৰে সচেতন হৈ উঠিল, কিন্তু তথাপি প্ৰভাৰ লগত তাইৰ এটাই পাৰ্থক্য

থাকি গ'ল। প্ৰভাৰ এটা ভেম জন্ম হৈছিল, কিন্তু কিছু গভীৰ মনৰ ছোৱালী বিজুলীৰ সেই ভেম নাছিল। তথাপি ক্ৰমে গাভৰু হৈ অহা বিজুলীয়ে এটা কথাই মনে মনে আশা কৰি থৈছিল যে তাইৰ বিয়া বায়েক দুজনীৰ দৰে দৰাৰ লগত কেতিয়াও নহয়, তাইৰ বিয়া ওচৰৰ ঘৰৰ মামণি বাইদেউৰ দৰে কোনোবা হাকিমৰ লগত হ'ব। প্ৰথম যৌৱনৰ উন্মেষৰ লগে লগে বিজুলীয়ে নানা ৰঙীন কল্পনাৰ জাল ব'বলৈ আৰম্ভ কৰিছিল, দেউতাকৰ এই সংকীৰ্ণ দৰিদ্ৰ ঘৰত তাই যেন বন্দিনী হৈ আছে, এদিন ৰূপকথাৰ ৰাজকুমাৰৰ দৰেই কোনোবা হাকিমৰূপী ৰাজকুমাৰে পক্ষীৰাজ ঘোঁৰাত নহয়, ফিয়েট গাড়ীত উঠাই তাইক ৰাজকুমাৰৰ প্ৰাসাদৰূপী নিজৰ কংক্ৰীটৰ বিল্ডিঙলৈ তেওঁৰ হৃদয়ৰ ৰাণী কৰি লৈ যাব।

কিন্তু বেছিদিন বিজুলীয়ে সেই সপোন দেখি থাকিবলৈ নাপালে, এদিন স্কুল শিক্ষক বলেন্দ্ৰ চৌধুৰীৰ লগত বিজুলীৰ বিয়া হৈ গ'ল।

প্ৰথমতে বিজুলীয়ে মনত খুব আঘাত পাইছিল, কিন্তু লাহে লাহে তাইৰ বিয়াখন তাইৰ বাবে সহনীয় হৈ উঠিল— সহনীয় হৈ উঠিল এইবাবেই নহয় যে বলেন্দ্ৰ এজন ধুনীয়া আৰু মৰমিয়াল ডেকা, সহনীয় হৈ উঠিল বিজুলীৰ নিজৰ বাই-ভনী কেইজনীৰ কথা মনত পৰি। একেলগে একে হাঁহি-কান্দোন, সুখ-দুখ, দাৰিদ্ৰ্যৰ দুখ-কষ্টৰ মাজত যি বাই-ভনীৰ লগতে একে জীৱন-যাপন কৰি তাই ডাঙৰ হৈ উঠিছে, এতিয়া সেই বাই-ভনীয়ে বিয়াৰ পিছতো সেই একে দাৰিদ্ৰ্যৰ দশা ভুঞ্জি থকাৰ পিছত তাই অকলে ধনী হৈ কোনখন হৃদয়েৰে সেই ঐশ্বৰ্য-বিলাসৰ জীৱন উপভোগ কৰিব? তাতকৈ এয়ে ভাল, ভগবান. এয়ে ভাল, এই দাৰিদ্ৰ্যই ভাল। এতিয়া সিহঁত তিনিজনীৰ দৰে দুখীয়া-চুখিয়াই মণিকায়ো দৰা এটা পালেই হয়, বেচেৰী মণিকা— নাপালে দেউতাকৰ মুখৰ সুন্দৰ গঢ়, নাপালে মাকৰ গাৰ সুন্দৰ ৰং— মাকৰ আপচু গঢ় আৰু দেউতাকৰ ঘোৰ কৃষ্ণ বৰ্ণৰে মণিকা হৈছে এজনী কুৎসিত ছোৱালী!

।৩।

'মা, মা, অথনিৰে পৰা তোমাক দুবাৰো কথাটো সুধিলোঁ— উত্তৰ নিদিয়া কিয়?'

ৰাজৰ মাতত বিজুলী উচপ্ খাই উঠিল; মুহূৰ্ততে তাইৰ মনৰ চিন্তাৰ জাল ছিঙি টুকুৰা-টুকুৰ হৈ গ'ল। ভাই-ভনী-বায়েক-ভাগিনীয়েকহঁতৰ ওচৰৰ পৰা তাইৰ মনটো পুনৰাই তাইৰ নিজৰ ল'ৰা-ছোৱালী, গিৰীয়েক, সংসাৰলৈ উভটি আহিল।

দীঘলকৈ এটা উশাহ এৰিলে বিজুলীয়ে, তাইৰ পিছত ধীৰভাবে সুধিলে— 'কি কথা অ' ৰাজ? মই কিবা এটা চিন্তাত ইমানেই তন্ময় হৈ আছিলোঁ যে তোৰ প্ৰশ্ন কাণলৈকে যোৱা নাছিল।'

বলেন্দ্ৰ চৌধুৰীয়ে হো হোৱাই হাঁহি দিলে— 'আমাক আলাসত চাং পতা বুলি মাৰে বদনাম দিলে কি হ'ব, ইমান সময় লটাৰীত পোৱা টকাৰে কি কি কৰিব— ক'লৈ যাব, কেনে ডিজাইনৰ ঘৰ সাজিব, কি গাড়ী কিনিব, কি গহনা গঢ়াব এইবোৰৰ কল্পনাতে তেওঁৰ মন এনেকৈ বিভোৰ হৈ আছিল যে তই ইমান চিএঞৰি চিএঞৰি টেটু ফলাতো তেওঁৰ কোনো কথাই কাণলৈ যোৱা নাছিল! নহয় নে বিজুলী, তুমি তেনে সপোন ৰাজ্যত নাছিলানে?'

কিন্তু বিজুলীয়ে একো নামাতিলে, তলমূৰকৈ উল খুলিয়েই থাকিল।

ৰাজে ক'লে— 'মা, মই সুধিছিলোঁ— বুবুল মামাহঁতেও লটাৰীৰ টিকেট কিনিছে নে নাই?'

বিজুলীয়ে বিৰক্ত মাতেৰে উত্তৰ দিলে— 'মই কেনেকৈ জানিম তোৰ বুবুল মামাৰে লটাৰীৰ টিকেট কিনিছে নে নাই, — তই গৈ সুধিবি—'

ৰাণীয়ে ক'লে— 'এঃ, আগতে মনত পৰা হ'লে সুধিয়েই ৰাখিলোঁহেঁতেন, তেতিয়া তেওঁলোকৰ টিকেটৰ নম্বৰটো জানি আজি ৰেডিঅ'ত খবৰটো ওলোৱাৰ সময়ত আমাৰ লগতে তেওঁলোকৰ খবৰটোও গম পাই গ'লহেঁতেন।'

বলেন্দ্ৰই হাঁহিলে— 'তই এনেকৈ কৈছ যেন বুবুল মামাৰে টিকট কিনিছেই—'

'নিশ্চয় কিনিছে দেউতা, ধনী হোৱাৰ আশাত সকলো দুখীয়া মানুহেই লটাৰীৰ টিকেট কিনে। আমাৰ

ক্লাছৰ'—

ৰাণীয়ে বাক্যটো শেষ কৰিবই নাপালে, দেউতাকে হঠাৎ চিঞৰি উঠিল— 'এই ৰাণী চুপ্! খবৰ আৰম্ভ হ'ল!'

মুহূৰ্তত কোঠাটোলৈ নিস্তব্ধতা নামি আহিল, কেৱল ৰেডিঅ'টোৱে সেই নিস্তব্ধতা ভংগ কৰি ক'বলৈ ধৰিলে, '...সন্ধিয়াৰ আঞ্চলিক বাতৰি কৈছোঁ অৰুণ দাসে। আজিৰ বিশেষ বিশেষ খবৰবোৰ হ'ল...'

বলেন্দ্ৰই পোন হৈ বহি ল'লে, ৰাজে কাণ দুখন ৰেডিঅ'ৰ আৰু ওচৰলৈ লৈ গ'ল, ৰাণীয়ে কোঠালীটোৰ সকলোৰে ফালে ক্ষীপ্ৰভাৱে এবাৰ চাই পঠিয়াই একান্তমনে খবৰ শুনাত মগ্ন হ'ল। কেৱল বিজুলীয়ে একে ভংগীৰে উল খুলিয়েই থাকিল, আৰু সিফালে কুমাৰো নিজৰ খেলাত ব্যস্ত হৈ থাকিল।

অৱশেষত আঞ্চলিক বাতৰিত ৰাজ্যিক লটাৰীৰ ফলাফলবোৰ এফালৰ পৰা ঘোষিত হ'বলৈ আৰম্ভ কৰিলে— '....এ বি ৩৭৩১২৫, এ বি ৩৮৫৯৪, এ বি ৫৬৪১২৭ .. বি বি ৭৩৪২০৩১, বি বি ৮৪৩২৭৯, বি বি ৮৬৫৯৯১৪ বি বি....'

ঘৰৰ নিস্তব্ধতা ভংগ কৰিলে প্ৰথমে বিজুলীয়েই, হাতৰ কাম সামৰি থ'বলৈ আৰম্ভ কৰি তাই এটা এঙামুৰি কাঢ়িলে আৰু সহজ সুৰত ক'লে— 'যাওঁ, ভাত ৰান্ধোঁগৈ, কুমাৰৰ অলপ পিছতে টোপনি আহিব।'

গিৰীয়েক, পুতেক, জীয়েক কাৰো পিনে নাচাই বিজুলী বহাৰ পৰা উঠিল—। কিন্তু আশা ভংগৰ নিদাৰুণ হতাশাপূৰ্ণ তিনিখন মুখ চকুৰে নাচালেও সেই কেইখন তাইৰ চকুৰ আগতে ওলমি থাকি তাইৰ অন্তৰ মুচৰি দিলে।

কিন্তু তথাপি আচৰিত যে মনটোও তাইৰ ইমান পাতল লাগিছে!

# জয় পৰাজয়

এই বেলি গৰমৰ বন্ধত ঘৰলৈ আহোঁতে ভনী চাৰুৱে উৎফুল্ল মুখেৰে সংবাদ দিলে যে সুশীলাৰ মোকৰ্দমাত জয় হ'ল।

খবৰটো শুনি সঁচাকৈয়ে বৰ ভাল লাগিল। বেচেৰী মানুহজনীয়ে এই দুটা বছৰে ইমান ধন ভাঙি চলোৱা মোকৰ্দমাটোত হৰা হ'লে বৰ বেয়া লাগিলহেঁতেন। কিন্তু যোৱা পূজাৰ বন্ধত যে শুনি গৈছিলোঁ টকাপইছা আৰু কোনো মতেই যোগাৰ কৰিব নোৱাৰে সুশীলাই, মোকৰ্দমাটো উঠাই লোৱাৰ বাহিৰে আৰু কোনো উপায়ে নেথাকিব তাইৰ, সেইটো তেন্তে সঁচা নাছিল নেকি? আচলতে আমি সুশীলাক যিমান দুখীয়া বুলি ভাবো সিমান দুখীয়া নহয় নেকি তাই? বেচ আচৰিত হওঁ মই। আৰু সেইবাবেই চাৰুক অৱশেষত সুধিয়েই পেলালোঁ—

'শেষলৈকে মোকৰ্দমাটো চলাবলৈ তাইনো ক'ৰপৰা টকা পালে অ' চাৰু?"

মোৰ প্ৰশ্নত চাৰুৰ মুখত এক ধৰণৰ ৰহস্যময় হাঁহিৰ টৌ খেলি গ'ল। প্ৰথমতে তাই অলপ সংকোচ কৰিলে। তাৰ পিছত মোৰ অধৈৰ্য্য প্ৰশ্নৰ পুনৰাবৃত্তিত কৈ গ'ল এটা সৰু কাহিনী। আৰু মই স্তম্ভিত হৈ কিছুপৰ মনে মনে বহি ৰ'লো। অলপ আগতে চাৰুৱে কৈছিল, সুশীলাৰ হেনো জয় হ'ল। জয়? জয় কাক বোলে? শব্দবোৰ যে কেতিয়াবা ইমান অৰ্থহীন হ'ব পাৰে।

চকুৰ আগত ভাহি উঠিল সুশীলাৰ অতি সুন্দৰ চেহেৰাটো, এফালৰ পৰা তাইৰ কাহিনীটো মনলৈ আহিব ধৰিলে,—আৰু মনলৈ আহিল সেই কাহিনীৰ ভাগ্যৰ পৰিহাসখিনিও।

আমাৰ দেউতা গাঁৱৰ মৌজাদাৰ। আমাৰ অৱস্থা আমাৰ গাঁৱৰ মানুহবোৰৰ তুলনাত বেচ ভালেই। প্ৰায় বাৰ পুৰা মাটিৰ ধান পাওঁ আমি। আমি ভাই ভনী সাতোটি। ডাঙৰ ককায়ে সৰুৱে পৰাই টাউনতে থাকি পঢ়ে। দ্বিতীয়তে ছোৱালী মই, গাঁৱৰ হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰিলোঁ, ভালকৈয়ে কৰিলোঁ—নহ'লেনো সহজে আমাৰ দৰে গাঁৱলীয়া ছোৱালীক চহৰৰ হোষ্টেলত ৰাখি কলেজৰ পঢ়া পঢ়ুৱাইনে—ধন-বিত যিমানেই নেথাকক লাগে। যিহওক —বৰ্তমান মই দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰী।

মই কলেজলৈ যোৱাৰ আগে আগে সুশীলাৰ আমাৰ ঘৰৰ লগত সম্বন্ধ হৈছিল। সম্বন্ধ মানে—দুখীয়া বাঁৰী তিৰোতাজনীয়ে আমাৰ মাটিত ভুঁই ৰুই দিয়াৰ বন্দোবস্তত আমাৰ লগত চিনা-পৰিচয় হৈছিল।

তেনে ভুঁই ৰোৱা তিৰোতা আমাৰ আগেয়েও আছিল, বৰ্তমানও আছে। কোনোদিন আমি সিহঁতৰ প্ৰতি বিশেষ মনোযোগ নিদিছিলোঁ। কিন্তু সুশীলাৰ ক্ষেত্ৰত তাৰ ব্যতিক্ৰম ঘটিল। তাইৰ গাৰ বৰণটো ইমান সুন্দৰ আছিল যে তাইৰ ওপৰত চকু এখন্তেক থমকি নোৰোৱাকৈ নেথাকে। বয়সো বেছি নহয়। ইমান সুন্দৰী ছোৱালীৰ ভাগ্যতনো অকালতে এনে নিষ্কৰুণ বৈধব্য থাকিব পায়নে? অলপ কৌতূহলত তাইক মই ওচৰলৈ মাতি আনিলোঁ। খুব সলজ্জ বিনয় নম্ৰ ভঙ্গীৰে তাই আহি মোৰ ওচৰত থিয় হৈছিল।

"তোমাৰ নাম সুশীলা?" মই সুধিছিলোঁ।

তাই মাথোঁ মূৰ দুপিয়াইছিল।

"তোমাৰ ঘৰত কোন কোন আছে?" মই সুধিলৰ আন কথা বিচাৰি নেপাই তাকেই সুধিলোঁ।

"মোৰ এহাল ল'ৰা-ছোৱালী, সিহঁত দুটাক লৈ বুঢ়ী শাহুজনীৰ লগতে থাকো। তাত বাজে আৰু কোনো নাই দিয়ক।"

"তোমালোকৰ ভৰণ-পোষণ তেন্তে কোনে কৰে?"

মোৰ মাতত বোধহয় অলপ সহানুভূতিৰ চিন ফুটি উঠিছিল। তাই হয়তো সেইটো গম পাই উৎসাহিত হ'ল। মোৰ ওচৰত বহি লৈ বিশেষ আৰু লাজ নকৰাকৈ তাইৰ দুখৰ জীৱনটো বৰ্ণাই গ'ল। গিৰীয়েক ঢুকাবৰ হেনো দুবছৰ হ'ল। ভৰ ডেকা বয়সতে গ'ল মানুহজন। দুখীয়া মানুহ, টান বেমাৰত পৰিল, নিজৰ ভাই-ককায়ো নাই, কোনেইবা উপযুক্ত চিকিৎসা কৰি বচায়? সংসাৰত থকাৰ ভিতৰত মাকজনীয়ে আছিল। তাই

গিৰীয়েক ঢুকালত ল'ৰা-ছোৱালী দুটা লৈ মাকৰ ঘৰলৈ যোৱাৰ কথাই ভাবিছিল এবাৰ, কিন্তু শোক-তাপ জৰ্জ্জৰিতা বুঢ়ী শাহুৰেককনো কাৰ ওচৰত গতাই যায়? আৰু তাইৰ শাহুৱেক আন বহুতৰ শাহুৱেকৰ দৰে মুঠেই নহয়, তাইক বিয়া কৰাই অনাৰ দিন ধৰি বুঢ়ীয়ে নিজৰ জীয়েকৰ দৰেই মৰম কৰি আহিছে। তেনে এজনী মাতৃতুল্য শাহুক এৰি থৈ যাব পাৰিনে? আৰু তেনে কৰিলে পাপ, ধৰম-অধৰমৰ কথা বাদ দিয়ো সৰগত পুতেকে জানো দুখ নেপাব?

মৃত গিৰীয়েকক তেনেদৰে উল্লেখ কৰা দেখি মই মানুহজনীৰ প্ৰতি তৎক্ষণাতে বেচ এটা ভাল ধাৰণাই কৰি পেলালোঁ। প্ৰথমতে তাইৰ প্ৰতি জাগৰিত হোৱা কৌতূহল আছিল সাধাৰণ কিন্তু এতিয়া মই সঁচায়ে অলপ বেছি আকৃষ্ট হ'লোঁ।

'তুমি তোমাৰ গিৰীহঁতক খুব ভক্তি কৰিছিলা নেকি?' ভালপোৱা কথাটোতকৈ ভক্তি কথাটোৱেই গাঁৱলীয়া তিৰোতাৰ ক্ষেত্ৰত বেছি খাটিব বুলি মই প্ৰশ্ন কৰিলোঁ।

সুশীলাৰ পৰা তাৰ প্ৰত্যুত্তৰত অহা উত্তৰটো যে ইমান গভীৰ ধৰণৰ হ'ব মই ভবাই নাছিলোঁ; সিদিনা তাই মোক মৌখিক উত্তৰ কিন্তু একো দিয়া নাছিল, মোৰ প্ৰশ্ন শুনি মাথোঁ হঠাৎ তাইৰ দুগালেদি চকুলো বাগৰি আহিছিল। মই বৰ অপ্ৰস্তুত হৈ পৰিছিলোঁ। কি কৰিম কি নকৰিম এনে ভাবত কিছুপৰ থাকি মই লাহেকৈ এইবাৰ সুধিলোঁ—"তোমাৰ ল'ৰা-ছোৱালী দুটি কিমান ডাঙৰ হৈছে?"

চকুপানী মচি সুশীলাই উত্তৰ দিলে— 'ডাঙৰটোৰ চাৰি বছৰ, সৰুটোৰ আঢ়ৈ বছৰ হৈছে এইবাৰ। এনেকৈ লোকৰ ঘৰত ভুঁই ৰুই, ধান বানি, জাল গুঠি, এড়ি কাপোৰ বই ঘৰখন কোনোমতে পোহ-পাল গৈ আছোঁ। আয়ে যেনিবা ল'ৰা-ছোৱালী দুটাকে আগুৰি থাকে, সেয়ে মোৰ প্ৰধান সহায়।'

'কেলেই তোমালোকৰ জানো নিজৰ অলপো মাটি-বাৰী নাই?'

এটা দীঘল হুমুনিয়াহ এৰি সুশীলাই ক'লে— 'মাটি অলপ নোহোৱা নহয়, কিন্তু খেতি কৰোতা মানুহটো নাই, সেয়ে লোককে মাটিখিনি আধি দিছোঁ। ধান অলপ পাওঁ, তাৰে গোটেই বছৰটো খাবলৈ নোজোৰে।'

ইয়াৰ পিছত মই আৰু সুধিবৰ একো কথা বিচাৰি নেপাওঁ। এটা মাথোঁ সন্তীয়া সান্ত্বনাৰ বাণী শুনাই থওঁ সুশীলাক— 'ভগৱানে ল'ৰা-ছোৱালী দুটাক ভালে-কুশলে ৰাখক। এদিন সিহঁতে তোমাৰ দুখ মোচন কৰিব।'

'তাকেই আশীৰ্বাদ কৰক আই। ঈশ্বৰে যেন সিহঁত দুটাক ভালে ৰাখে। পোনা দুটাৰ মুখ চায়েই মই তেওঁ এৰি যোৱাৰ দুখ সহি জীয়াই আছোঁ। মোক আৰু আন ধন-দৌলত সুখ-সম্ভোগ একোৱেই নেলাগে, বাছাহঁত ভালে থাকিলেই হ'ল।'

এইজনী সুশীলাৰে যেতিয়া এনে এটা বিপদৰ কথা শুনিলোঁ, মনত গভীৰ দুখ সহানুভূতি অনুভৱ কৰিলোঁ। বিপদ মানে ডাঙৰেই বিপদ। সুশীলা এটা মোকৰ্দমাৰ জালত সোমাই পৰিছে।

মই সেইবাৰ বহুত ঘৰলৈ আহিছিলোঁ। ঘৰুৱা ইটো সিটো খবৰ লোৱাৰ পিছত মই সুশীলাৰ কথা সুধিলোঁ। আজিকালি ঘৰলৈ আহিলে মই মানুহজনীৰ খবৰ লওঁৱেই। এনেকি তাইক নিজে লগ পোৱা সময়লৈকো বাট নেচাওঁ। তপতে তপতেই তাইৰ খবৰ লওঁ। ভালকৈয়ে আকৃষ্ট হৈছিলোঁ মই সুশীলাৰ প্ৰতি।

মোৰ প্ৰশ্নৰ উত্তৰত মায়ে দেখোন এটা সৰুকৈ হুমুনিয়াহ এৰিলে, তাৰ পিছত ক'লে— 'দুখীয়াৰ নো কেতিয়াবা ভাল খবৰ থাকেনে? ইমান ভাল মানুহজনী বেচেৰী, কাৰো সাতেও নাই পাছেও নাই, ল'ৰা-ছোৱালী দুটিকে বুকুত বান্ধি অ'ত-ত'ত কাম কৰি খাই আছিল, এতিয়ানো ঈশ্বৰে এই সাংঘাতিক মোকৰ্দমাটোৰ পাকত পেলাই দিব পায়নে?'

'কি মোকৰ্দমানো লাগিল সুশীলাৰ?' মই উদগ্ৰীব হৈ প্ৰশ্ন কৰিলোঁ।

'কিনো কম মাই, এনেজনী মানুহৰযে শত্ৰু থাকিব পাৰে ভবাই নাছিলোঁ। মাজতে সুশীলা বহুত দিন নহা হ'ল। ভাবিলোঁ— হয় ল'ৰা-ছোৱালী হালৰ অসুখ-বিসুখ আৰু নহ'লেবা তাইৰে কিবা এটা হৈছে। ইফালে আকৌ বুঢ়ী শাহুৱেকজনীও আছে নহয়, নে বুঢ়ীৰে কিবা হ'ল। খবৰ লোৱাওঁ লোৱাওঁ বুলিও আৰু নহ'ল। তাৰ পিছত দেখিলোঁ এদিন তাই নিজেই কেঁকাই-গেথাই আহি ওলাইছে। বোলো সুশীলা তোৰ কি হ'ল?

ক'লে গাঁৱৰে হৰেকৃষ্ণ নামৰ মানুহটোৱে মাৰিলে, ইমান মাৰিলে যে বিষত ইমান দিনে বিছনাৰ পৰাই উঠিব পৰা নাছিল। শুনি বেয়া লাগিল যিমান, আচৰিতো হ'লো সিমান। কথা নাই বাৰ্তা নাই, মানুহটোৱেনো কিয় মাৰিবলৈ গ'ল। সুশীলাই আন কথা আৰু বিশেষ নক'লে, মাথোঁ ক'লে, মানুহজনে হেনো তাইক নানা বেয়া গালাগালি দি আছিল, এদিন আৰু সুশীলাই সহ্য কৰিব নোৱাৰিলে, ওলোটাই গালি পাৰি দিলে। তেতিয়াই হেনো হৰেকৃষ্ণই তাইক তেনেকৈ অত্যাচাৰ কৰিলে।'

'কিন্তু মোকৰ্দমা? মোকৰ্দমা কেনেকৈ লাগিল?' থামি যোৱা মাক মই অলপ ব্যাকুলভাৱেই প্ৰশ্ন কৰিলোঁ সুশীলাৰ এই খবৰবোৰে মোৰ মনটো ভালকৈয়ে গধূৰ কৰি পেলাইছিল।

'অ' মোকৰ্দমাটো? সেইটো তায়েই লগালে। টাউনলৈ গৈ হৰেকৃষ্ণৰ বিৰুদ্ধে কেছ দি আহিলগৈ। তাৰ পিছৰ পৰা মোকৰ্দমাৰ দিন পৰি আছে, তায়ো গৈ আছে। মহা জুলুম হৈছে এতিয়া মানুহজনীৰ। টকা পইচাৰতো শ্ৰাদ্ধ হ'লেই, ইফালে আদালত কৰি তিৰোতা মানুহৰ আৰু মান-সম্ভ্ৰম কিবা থাকেনে? মোৰ আগত কৈ কৈ কান্দি মৰে তাই। শুনি যোৱাৰ বাহিৰে মইনো বাৰু কি কৰিব পাৰোঁ? মাজে-সময়ে দুই-চাৰিটা টকা দি সহায় কৰোঁ। কিন্তু মোকৰ্দমাৰ খৰচ হ'ল হাতী পোহাৰ খৰচ; মোৰ সেই দুই-এটকাৰেনো কি হ'ব? কৈছোঁ নহয়, মানুহজনীৰ বিলৈ-বিপত্তিৰ শেষ নোহোৱা হৈছে। মোকৰ্দমা চপাই গালৈ শনিহে চপাই লৈছে।'

'সুশীলাইনো তেন্তে আগ-পাছ নুগুণি কেলৈ মোকৰ্দমাটো লগাবলৈ গ'ল? তাইৰ দৰে সহায় সম্বলহীন বিধবা এজনীয়েনো মতা মানুহ এটাৰ সমানে যুঁজিব পাৰিবনে?'

'ময়োতো তাকেই কৈছিলোঁ তাইক। তাই তেতিয়া কান্দি কান্দি ক'লে গাঁৱৰ মানুহৰ প্ৰৰোচনাত পৰিহে তাই সেইটো কাম কৰিছে। এতিয়াহে নিজৰ ভুল বুজিব পাৰি অনুতাপ কৰি মৰিছে। তাৰোপৰি তাই বোলে ভাবিবই পৰা নাছিল মোকৰ্দমা এটা কৰিলে ইমান খৰচ হয় আৰু এনেকৈ দিন পৰি থাকে। খৰছো কি খৰছ। ডাক্তৰৰ চাৰ্টিফিকেটখনতেই বোলে অকল পাঁচ কুৰি টকা পৰিছে।'

'এশ টকা? কব কি মাই?' মই বৰ আচৰিত হৈ যাওঁ— 'আমাৰ চৰকাৰী ডাক্তৰজনেই নহয় জানো?'

'ওঁ। আমাৰ বিপিন ডাক্তৰেইতো সেই ৰূপ পাঁচ কুৰি লৈ চাৰ্টিফিকেটখন সুশীলক দিছিল।'

মই স্তম্ভিত হৈ গ'লোঁ। চৰকাৰী ডাক্তৰে যেতিয়া সুশীলাৰ গাত হৰেকৃষ্ণই কৰা আঘাতবোৰৰ সত্যতা সম্পৰ্কে লেখি চাৰ্টিফিকেট এখন বিনা পইচাতহে দিব লাগিছিল হ'বলা। কি নিৰ্ম্মম অৰ্থপিশাচ এই ডাক্তৰজন। কিন্তু এওঁৰেই বা কিয় আৰু কতজন চিকিৎসকে হয়তো একেদৰেই কত দুখীয়া মূৰ্খ গাঁৱলীয়া মানুহৰ তেজ শুহিছে। মই এটা নিৰুপায় ক্ৰোধত ভিতৰি ভিতৰি জ্বলি পুৰি মৰোঁ।

'বাৰু মাই, সুশীলাই ইমানবোৰ টকা-পইচা ক'ত পালে?'

'ক'ত পাব আৰু। মোকৰ্দমা লাগিলে দুখীয়া গাঁৱলীয়া ৰাইজৰ যি অৱস্থা হয়, তাইৰো সেয়ে হৈছে। গৰু-গাই বেচা, মাটি বন্ধকত থোৱা, হাতৰ-কাণৰ কিবা থাকিলে বিক্ৰী কৰা একোৱেই বাদ পৰা নাই।'

ইয়াৰ পিছত মই একেবাৰে স্তব্ধ হৈ গ'লোঁ। সুশীলাৰ খবৰ লবলৈ গৈ এনে এটা খবৰেই পালোঁ যি মোৰ আৰু বহুতো খবৰ জানিবলৈ বিচৰা অতি আগ্ৰহশীল মনটোৰ সকলো কৌতূহল একেবাৰে হেৰাই পেলালে।

কিন্তু এবাৰ সুশীলাজনীকহে লগ পাবলৈ মন গৈছিল। মাক মই ক'লোঁ— 'সুশীলাক এবাৰ মাতি পঠিয়াবিচোন মা।'

'পঠিয়াম বাৰু। পিছে তই অহা বুলি শুনিলে তাই নিজেও আহিব।'

তথাপি মায়ে তেতিয়াই সুশীলাক মাতি পঠালে আৰু প্ৰায়ে লগে লগেই তাই আহিল।

'আহা সুশীলা, বহা।" আমাৰ ঘৰৰ ভিতৰৰ বাৰান্দাতে পীৰা এখন পাৰি তাইক বহিবলৈ দিলোঁ আৰু নিজেও ওচৰতে আন এখন পীৰা লৈ বহিলোঁ।

অন্যবাৰ বন্ধত ঘৰলৈ আহিলে মোক ধুনীয়া মুখখনৰ ধুনীয়া হাঁহিটোৰে অভ্যৰ্থনা কৰে সুশীলাই, কিন্তু এইবাৰ মোক দেখা পোৱাৰ লগে লগে হুকুহুকাই কান্দি উঠিল তাই।

যি হওক, সুশীলাৰ প্ৰথম আবেগৰ বেগটো শাম কটাৰ পিছত তাইৰ মোকৰ্দমাসংক্ৰান্ত ঘটনাটো আকৌ

এবাৰ প্ৰথমৰ পৰা শেষলৈ শুনিবলগা হ'ল। অৱশ্যে কোৱা বাহুল্য, এইবাৰ তাক শুনিলোঁ আৰু পুঙ্খানুপুঙ্খভাৱে, আৰু বেছি কাৰুণ্য ওপজাব পৰা ভাবেৰে। আগতে হৰেকৃষ্ণই তাইক বেয়া গালি-শপনি পৰা মানেনো কি সেই বিষয়েও মই ভালকৈ গম পালোঁ। অৱশ্যে প্ৰায় এনে এটা অনুমান মই আগতেও কৰিছিলোঁ—মাক যে এই বিষয়ে সুশীলাই বিশেষ ভাঙি-পাতি কোৱা নাছিল, তাৰ পৰাই মই এই অনুমান কৰিব পাৰিছিলোঁ। হৰেকৃষ্ণ বোলা মানুহজনৰ বহুত দিনৰ পৰাই সুশীলাৰ ওপৰত চকু— মানুহজনৰ কিন্তু নিজৰ ল'ৰা-তিৰোতাও আছে। বেচ আঢ্যৱন্ত মানুহ, ভাবিছিল আন নহ'লেও টকাৰ জোৰেৰেই সি সুশীলাক বশ কৰিব পাৰিব। আজি এটা বছৰেই সি সেইটো চেষ্টা কৰি আহিছে। সুশীলাক সি নিজৰ তিৰোতাৰ দৰে ৰাখিব, ল'ৰা-ছোৱালী দুটিকো নিজৰ ল'ৰা ছোৱালীৰ দৰে পোহ-পাল দিব, মানুহ কৰিব, বুঢ়ী শাহুৱেকৰো একো কষ্ট নাথাকিব— ইত্যাদি নানা প্ৰলোভন দেখুৱাইছিল হেনো। অৱশ্যে এটা কথা মই ভাবোঁ এই আশা হয়তো একেবাৰে ছলনা নহয়, কাৰণ আমাৰ এই অঞ্চলটোত বহুত মানুহেই এনেকৈ লোকৰ মাইকী, ল'ৰা-ছোৱালীক নিজৰ হিচাবে গ্ৰহণ কৰাৰ উদাহৰণ আছে, এনেকি নিজৰ ল'ৰা-তিৰোতা থকাৰ পিছতো। কিন্তু হৰেকৃষ্ণৰ দ্বাৰা প্ৰতিশ্ৰুতি ভঙ্গ হ'ব এই ভয়তহে সুশীলাই তাৰ সেই প্ৰস্তাৱ ঘৃণাৰে প্ৰত্যাখ্যান কৰা নাছিল। মোক তাই ক'লে— কেনেকৈ তাইৰ গোটেই শৰীৰ-মনেই ঘৃণা আৰু বিতৃষ্ণাত শিয়ঁৰি উঠিছিল। তেনে পাপ কথা যেন তাই আৰু জীৱনত শুনিবলগীয়া নহয়, হৰেকৃষ্ণলৈ সেই উত্তৰ পঠাই দি তাৰ পিছত তাই কান্দোনত ভাঙি পৰিছিল। মৃত গিৰীয়েকৰ স্মৃতি সুঁৱৰি তাই হিয়া ভাঙি কান্দিছিল। গিৰীয়েকৰ মৃত্যুৰ দুখটো নতুনকৈ তাইৰ অন্তৰত উক্ দি উঠিছিল। যদি আজি তেওঁ এনেকৈ তাইক নিঠৰুৱা কৰি অকালতে এৰি নগ'লহেঁতেন, তাইতো হৰেকৃষ্ণৰ এই পাপ প্ৰস্তাৱ শুনিবলগীয়া নহ'লহেঁতেন।

কিন্তু হৰেকৃষ্ণ ইমান সহজে পাছ নুহুহকিল। তাৰ পিছৰে পৰা এটা বছৰে নানা ধৰণেৰে সুশীলাক সেই একেটা প্ৰস্তাৱকে কৰি আহিছে। যেতিয়াই যি ধৰণে সুবিধা পায়, সি মানুহজনীক প্ৰলোভনৰ জালত পেলাবলৈ চেষ্টা কৰি আহিছে। শেষলৈ এদিন একেবাৰে অসহ্য হ'ল সুশীলাৰ। হৰেকৃষ্ণই এদিন তাইক বাটত পাই সেই একেটা প্ৰস্তাৱকে কৰাত সুশীলাই হঠাৎ তাক গালি পাৰিবলৈ আৰম্ভ কৰিলে আৰু অলপ সময় শুনি থাকি হৰেকৃষ্ণইও সুশীলাক চুলিতে থাপ্ মাৰি ধৰি বগৰাই তাইক য'তে-ত'তে পাৰে মানে লঠিয়াবলৈ ধৰিলে।

এইখিনিলৈকে কৈ সুশীলাই হুক্‌হুকাই কান্দি দিলে। মই আৰু কি ক'ম, সান্ত্বনাৰ কোনো ভাষা বিচাৰি নেপাই নিৰ্বাক হৈ ৰ'লোঁ।

কিছু সময় কান্দি লৈ তাই মোক তেতিয়া মোকৰ্দমাৰ কাহিনী শুনালে। কৈ কৈ আৰু এবাৰ চকুপানী মচিলে সুশীলাই। মোকৰ্দমাটো শেষ নহওঁতেই ইমানবোৰ সম্পত্তি ব্যয় হ'ল, আৰু বা কিমান টকা-পইচা লাগে। ইফালে মোকৰ্দমাৰ ফলাফলেই বা কি হয় তাকোতো ক'ব নোৱাৰি। হৰেকৃষ্ণইতো লোকৰ মুখেৰে কোৱাই আছে সিহে মোকৰ্দমাত জিকিব। পুলিচৰ মানুহবোৰৰ লগত দেখোন সি এটা। পুলিচবোৰ দেখোন প্ৰায়েই তাৰ ঘৰলৈ গৈ থাকে। তাৰ টকাৰ জোৰ আছেতো।

মই ইমানপৰৰ মূৰত মাত লগালোঁ— 'তেন্তে ইমান শক্তিশালী মানুহ এজনৰ বিৰুদ্ধেনো তুমি কিয় মোকৰ্দমা কৰিবলৈ গৈছিলা? আমাৰ কথা এটা আছে নহয় বোলে বলেৰে নোৱৰা শিলক পৰি নমস্কাৰ কৰিব লাগে। তোমাৰ ধন বল জন বল একো এটাই নাই যেতিয়া কপালক ধিয়াই তাৰ অত্যাচাৰখিনি সহি যোৱাই উচিত নাছিল জানো?'

'মোৰ বৰ ডাঙৰ ভুল হ'ল মাই। গাঁৱৰ মানুহৰ বুদ্ধি শুনিয়ে আগ-পাছ নুগুণি মই এইখন কৰিলোঁ। এতিয়া মোৰ এৰিবও নোৱৰা ধৰিবও নোৱৰা অৱস্থা হৈছে। আৰু ইফালে মোৰ ভিনিহিয়েই বা টকা-শিকাবোৰ ক'ত কেনেকৈ খৰচ কৰিছে তাৰো একো হিচাপ মই ধৰিব পৰা নাই।'

'ভিনিহি? কোন ভিনিহিৰ কথা কৈছা?'

'মোৰ দূৰ সম্পৰ্কীয় ভিনিহি এজনেইতো মোৰ লগত এই মোকৰ্দমাটোৰ কাৰণে খাটিছে। মোৰ লগত টাউনলৈ গৈছে, সাক্ষীবোৰ ঠিক কৰিছে, টকা-পইচা কাক ক'ত কেনেকৈ দিব লাগে দিছে, গৰু-গাই বেচা, মাটি বন্ধকত দিয়া, গহনা বন্ধকত দিয়া সকলো তেওঁৱেই কৰিছে।'

মোৰ আৰু বুজিবলৈ বাকী নেথাকিল—সাহায্যৰ ছদ্মবেশত এই দূৰ সম্পৰ্কৰ ভিনিহিয়েকজনে সুশীলাৰ দুখৰ দুখী হৈ আহি তাইক কিমান ঠগাইছে।

এক উপায়হীন ক্ষোভ আৰু হতাশাত মই মনে মনে বহি ৰ'লোঁ।

ইয়াৰ পিছৰবাৰ মই যেতিয়া ঘৰলৈ আহিলোঁ— মাজত কেইটামান মাহ পাৰ হৈ গৈছিল। এয়ে সেই গৰমৰ বন্ধটো যেতিয়া ভনী চাৰুৱে জনালে সে সুশীলাৰ মোকৰ্দমাত জয় হ'ল। আনন্দত মোৰ মন পৰিপূৰ্ণ হৈ যাব লাগিছিল। কিন্তু ভনী চাৰুৱে ইমান ভাল খবৰটো দি লগতে এইটো কি কাহিনী শুনালে মোক?

এটা সৰু কাহিনী। সুশীলাৰ মোকৰ্দমা চলাবলৈ টকা নোজোৰা হ'ল। শেষত ভিনিহিয়েকে তাইৰ লগত মিত্ৰতা পাতি দিলে ঠিকাদাৰ বিষ্ণু সাউদৰ। এইবাৰ টকাৰ চিন্তা আঁতৰিল সুশীলাৰ। বিষ্ণু সাউদৰ ৰক্ষিতা হৈ তাই অজস্ৰ টকা পালে মান হানিৰ মোকৰ্দমাটো চলাবলৈ— যি মোকৰ্দমা তাই জুৰিছিল হৰেকৃষ্ণই তাইক স্ত্ৰী হিচাবে গ্ৰহণ কৰিব খোজাৰ পাপ প্ৰস্তাৱ এটাৰ কাৰণে।

চাৰুৱে কাহিনীটো কৈ মোৰ ওচৰৰ পৰা আঁতৰি গৈছিল। কিন্তু মই হ'লে লৰচৰ কৰিব পৰা নাছিলোঁ, সুশীলাৰ জয়ৰ ছদ্মবেশেৰে অহা এই পৰাজয়ৰ নিষ্ঠুৰ পৰিহাসৰ কাহিনীটোৰ কথাকে ভাবি মই স্তব্ধ হৈ বহি ৰ'লোঁ।

কিন্তু কেনেকৈ সুশীলাৰ এই নৈতিক অধঃপতন ঘটিল? পিছে ওহোঁ, তাইৰ সেই কাহিনী জানিবলৈ মই মনত আৰু কোনো আগ্ৰহেই অনুভৱ কৰা নাই।

(ৰচনা কাল ঃ ১৯৬১)

# অসুখ

## লাৱণ্যৰ কথা

আজি কিছুদিনৰ পৰা মোৰ এটা বেমাৰ হৈছে— ভৰিৰ বিষ। বেমাৰটো মোৰ চিৰসঙ্গী হ'ব যেনহে পাইছোঁ, কাৰণ নানা ধৰণৰ চিকিৎসা কৰিও ভাল পোৱা নাই— ডাক্তৰী, কবিৰাজী, হোমিওপাথি এবিধ এবিধকৈ সকলো ধৰণৰ চিকিৎসাই কৰি চালোঁ। মাজে মাজে উপশম হয়, কিন্তু কিছুদিনৰ পিছত আকৌ উক্ দিয়ে। কিমান যে বেজী ল'লোঁ, মালিচ কৰিলোঁ আৰু হোমিওপাথিৰ পুৰিয়াৰ বগা দৰব গিলিলোঁ তাৰ সীমা সংখ্যা নাই। মোৰ অৱশ্যে ইমান চিকিৎসা কৰাৰ ইচ্ছা নাছিল, কিন্তু মোৰ স্বামীয়ে নুশুনে। টকা-পইচাৰ তেওঁৰ যেনেকৈ অভাৱ নাই, মোৰ প্ৰতি মৰম আৰু যত্নৰো তেওঁৰ সেই একেদৰেই অভাৱ নাই। তেওঁৰ মুখ চায়েই মই ইমানবোৰ চিকিৎসা কৰাবলৈ ৰাজী হৈছিলোঁ। কিন্তু তথাপি বিশেষ ফল নিদিলে। ইমান চিকিৎসাৰ পিছতো মাজে মাজে মোৰ ভৰিৰ বিষ উক্ দিয়েই থাকিল। মোৰ স্বামীৰ সেইবাবে মনত বৰ বেজাৰ।

মোৰ মনত কিন্তু কোনো দুখ নাছিল— বৰং সঁচা ক'বলৈ গ'লে মই মনত এক ধৰণৰ অদ্ভুত তৃপ্তিয়েই অনুভৱ কৰিছিলোঁ। ইমান দিনে মোৰ দৰে সুখী আৰু সৌভাগ্যৱতী তিৰোতা কোনো নাই বুলিয়েই ভাবি আহিছিলোঁ— অন্ততঃ মোৰ আন বাই-ভনী কেইজনীৰ তুলনাত মোৰ সুখ আৰু সৌভাগ্যৰ সঁচাকৈয়ে সীমা নাছিল।

আমাৰ দেউতাৰ আমি চাৰিজনী ছোৱালী। দেউতাৰ একেটি মাত্ৰ পুত্ৰ সন্তান আনন্দৰ জন্ম হয় আমি চাৰিজনীৰ জন্মৰ পিছতহে। আমি চাৰি বাই-ভনী— হিৰণ্য, মই লাৱণ্য, অপৰ্ণা আৰু অৰ্চ্চনা। আমাৰ চাৰিওৰে ভিতৰত অতি মিল আছিল— আমি পৰস্পৰৰ অন্তৰংগ বন্ধুৰ নিচিনা আছিলোঁ। প্ৰত্যেকেই প্ৰত্যেকক খুব ভাল পাইছিলোঁ। আমাৰ দেউতাই অতি সাধাৰণ চাকৰি এটা কৰিছিল। গতিকে আমাক কোনোদিনে ভালকৈ খুৱাব-পিন্ধাবলৈ সমৰ্থ নহৈছিল। অৱশ্যে দেউতাই আমাক খুব মৰম কৰিছিল। কিন্তু মাই আমাক কোনোদিন দেউতাৰ দৰে মৰমৰ চকুৰে চাব নোৱাৰিছিল। অৱশ্যে আমাৰ নিজৰ গৰ্ভধাৰিণী মা যেতিয়া অলপ মৰম হাজাৰ হ'লেও থাকিবই। কিন্তু সেই মৰমৰ ফাঁকে ফাঁকে আমাৰ মায়ে যেন আমি চাৰিজনী বাই-ভনীৰ প্ৰতি এটা বিৰক্তিৰ ভাবো পোষণ কৰি আহিছিল। তাৰ কাৰণটো আমি ভালকৈ অনুভৱ কৰিব পাৰিছিলোঁ আৰু সেই বিষয়ে আমি নিজৰ ভিতৰত আলোচনাও কৰিছিলোঁ। এটা দুখীয়া পৰিয়ালত চাৰিজনীকৈ ছোৱালীৰ জন্ম হোৱাটো কম কথা নহয়, তাতে যেতিয়া সেই চাৰিওজনী ছোৱালীৰ এজনীৰো ৰূপ নাথাকে। আমি মাক সদায় সহানুভূতিৰ চকুৰে চাইছিলোঁ আৰু আমাৰ চাল-চলন, কাম-কাজ আদিৰ যোগেদি মাক যৎপৰোনাস্তি সুখ দিবলৈ আমি চাৰি বাই-ভনীয়েই চেষ্টা কৰিছিলোঁ।

মাই বোধহয় আমাৰ বিয়াৰ সময় উপস্থিত হ'লে কি সমস্যাৰ সন্মুখত পৰিব তাক ভাবি ভাবিও মনে মনে বহুত অশান্তি পাই আছিল। কিন্তু এসময়ত আমি চাৰি বাই-ভনীৰেই বিয়া হৈ গৈছিল। হিৰণ্যৰ বিয়া হ'ল এজন স্কুল মাষ্টৰৰ লগত; মোৰ বিয়া হ'ল এজন ধনী মানুহৰ একমাত্ৰ সন্তানৰ লগত। মোৰ স্বামীৰ বিদ্যা বিশেষ নাছিল, মেট্ৰিক পাছো কৰিব নোৱাৰিলে তেওঁ। কিন্তু তেওঁৰ টকা-পইচা বা স্বাস্থ্য-চৰিত্ৰ একোৰে অভাৱ নাছিল। দেউতাকে টাউনত তিনিটা ঘৰ বান্ধি থৈ গৈছে, তদুপৰি খেতিৰ মাটিও টাউনৰ ওচৰত প্ৰচুৰ আছে। সেই সকলোবোৰ মিলি মাহে আয় এহেজাৰ মানৰো ওপৰ হয় হেনো। গতিকে শিক্ষিত নহ'লেও ল'ৰাক ধনী দেখিয়েই দেউতাই-মায়ে অতি আগ্ৰহেৰে তেওঁৰ লগত মোৰ বিয়া পাতিলে। অৱশ্যে হিৰণ্যৰ গিৰীয়েক মাষ্টৰ ভিনিহিদেৱে হেনো প্ৰথমতে এই বিয়াত অলপ হকা-বধা কৰিছিল— আজিৰ এই শিক্ষাৰ *পোহৰে চাৰিওদিশ আলোকিত কৰাৰ দিনতনো কোনোবাই ইমান অশিক্ষিতলৈ ছোৱালী বিয়া দিয়েনে?*

*কিন্তু মা-দেউতাই ভিনিহিৰ সেই আপত্তিলৈ কাণ নিদিলে, বৰং মোক শুনাই শুনাই তেওঁলোক দুয়োকো* এইদৰে আলোচনা কৰাহে শুনিছিলোঁ ঃ

'আজিৰ এই দুৰ্ভিক্ষৰ দিনত ভাত নিমিলা, বিদ্বান মাষ্টৰৰ লগত ছোৱালী বিয়া দিয়াতকৈ অশিক্ষিত ধনী ল'ৰালৈ ছোৱালী বিয়া দিব পৰাটো বহুত বেছি ভাগ্যৰ কথা।'

মোক শুনুৱাই কৰা মাইঁতৰ আলোচনা শুনি মোৰ হৰ্ষ-বিষাদ দুয়োটাই অলপ অলপ জাগিছিল। সঁচাকৈয়েতো ভিনিহিয়ে কোৱাৰ দৰে আজিৰ এই শিক্ষাৰ অগ্ৰগতিৰ দিনত এজন অশিক্ষিত দৰালৈহে মোক বিয়া দিবলৈ ওলাইছেনে?

আকৌ মনটো যে অলপ উল্লাসিত হৈয়ো উঠিছিল তাকো অস্বীকাৰ কৰিব নোৱাৰোঁ। জন্মাবধি দাৰিদ্ৰ্যত লালিত-পালিত হৈ ঐশ্বৰ্যৰ মুখ দেখাৰ আগন্তুক হ'লে গাভৰু ছোৱালী এজনীৰ ভোগ-বিলাস লালায়িত মন এটানো উৎফুল্লিত নোহোৱাকৈ থাকিব পাৰেনে?

যথাসময়ত মোৰ ভূপেন্দ্ৰ কুমাৰ ভূঞা— অৰ্থাৎ সেই ধনী পুত্ৰৰ লগত বিয়া হৈয়ো গৈছিল।

বিয়াৰ পিছত কিন্তু মই কল্পনা কৰাতকৈয়ো সুখী হৈছিলোঁ, কিন্তু মোৰ স্বামীৰ ধনেই অকল সেই সুখৰ কাৰণ নাছিল। ধনতকৈও বেছি ডাঙৰ সম্পদ— স্বামী প্ৰেম, মই পৰিপূৰ্ণভাৱেই পাইছিলোঁ। কলেজৰ ডিগ্ৰীকেইটাৰ বাহিৰে তেওঁৰ সকলো আছিল। স্বাস্থ্য-চেহেৰা-স্বভাৱ-চৰিত্ৰ কোনোফালে তেওঁৰ কোনো খুঁত নাছিল। মাক-দেউতাকৰ একমাত্ৰ সন্তান হোৱা কাৰণে সৰুৰে পৰা অতি আলাসত ডাঙৰ হৈ তেওঁ হেনো সকলো পৰিশ্ৰমৰ প্ৰতি বিমুখ হৈ পৰিছিল— বিশেষকৈ পঢ়া-শুনাৰ দৰে পৰিশ্ৰমৰ প্ৰতি তেওঁৰ হেনো অতি এলাহ আছিল। সেইবাবেই হেনো তেওঁৰ পঢ়া-শুনা নহ'ল। অন্ততঃ মোৰ স্বামীয়ে মোক এইটো কথাকে বুজাবৰ যত্ন কৰিছিল। কিন্তু তেওঁ মোক নোকোৱা কথা এটাও মই বুজি পাইছিলোঁ— মাক-দেউতাকৰ পৰা অতি বেছি মৰম পোৱা বাবে তেওঁ আনক তেনেকৈ মৰম বিলাব পাৰিছিল। মৰমৰ পৰা বঞ্চিত হোৱা মানুহে বোধহয় আনক মৰম কৰিব নোৱাৰে। মোৰ স্বামীৰ অসীম মৰমৰ অধিকাৰী হৈ মোৰ অন্ততঃ সেই ভাব জাগিছিল।

মোৰ বিয়াৰ পিছত ক্ৰমে মোৰ ভনী দুজনীৰো বিয়া হৈ গৈছিল। অপৰ্ণাৰ বিয়া হৈছিল এজন নিম্ন শ্ৰেণীৰ কেৰাণীৰ লগত।

আমি চাৰিও বাই-ভনীৰ এইদৰেই বিয়া হৈ গ'ল। কিন্তু মোৰ বাহিৰে বাকী তিনিওজনীৰে জীৱনত দাৰিদ্ৰ্যৰ দুখ আৰু নুগুচিল। হিৰণ্য বাইদেউৰ গিৰীয়েক স্কুলৰ মাষ্টৰ, চহৰৰ জৰাজীৰ্ণ ঘৰ এটা ভাড়া লৈ আছে, দুটা কোঠালীৰ এটা ঘৰ। সেই ঘৰতেই বাইদেৱে চাৰিটি ল'ৰা-ছোৱালীৰ জন্ম দিলে। মোৰ দুটা ল'ৰা-ছোৱালী— দ্বিজেন্দ্ৰ কুমাৰ আৰু ললিতা। মোৰ ল'ৰা-ছোৱালী দুটা ৰজাৰ সুখত ডাঙৰ হৈছে— সিহঁতে উৎকৃষ্ট খাদ্য খাবলৈ পাইছে, চহৰৰ অতি চৌখিন দোকানৰ দামী চোলা-কাপোৰ পিন্ধিবলৈ পাইছে; অতি বেছি দৰমহা দি ৰখা শিক্ষকৰ তলত পঢ়িবলৈ পাইছে; সিহঁতৰ তত্বাৱধান ল'বলৈ এজনী আয়া আছে। কিন্তু মোৰ বাইদেউ হিৰণ্যৰ দীপু, অপু, নীপু আৰু মামণিক বাইদেৱে প্ৰায় অৰ্ধাহাৰে ৰাখিবলগীয়া হয়। সিহঁতৰ পিন্ধনত আধা মলিয়ন কাপোৰ— জীৱনত বিলাস বা আৰাম কাক বোলে সিহঁতে নাজানে। মোৰ দ্বিজেন আৰু ললিতাক মেজত সজাই দিয়া সুন্দৰ চাউলৰ ভাত আৰু মাছ-মঙহৰ আঞ্জাৰ থাল দেখিলে মোৰ প্ৰায়ে মনত পৰে দীপুহঁতে উৰুখা খেৰৰ চালৰ পাকঘৰত বহি শুকান ৰুটি চোবোৱা দৃশ্যলৈ; মোৰ ল'ৰা-ছোৱালীহালক সুন্দৰ কাপোৰ-কানি পিন্ধাই সজোৱাৰ সময়ত চকুৰ আগত ভাহি উঠে দীপু আৰু মামণিহঁতৰ প্ৰায় সদায়ে পিন্ধি থকা সেই মলিয়ন চোলা-কাপোৰকেইটালৈ। পুৱা গা-পা ধুই উঠি মই নিজে যেতিয়া ডাঙৰ আইনাখনৰ সন্মুখত থিয় হৈ মূৰ আঁচুৰিবলৈ ধৰোঁ, তেতিয়া তাত প্ৰতিবিম্বিত হোৱা, আৰাম আৰু প্ৰাচুৰ্যই সতেজ আৰু স্বাস্থ্যোজ্জ্বল কৰি ৰখা মোৰ শৰীৰটোলৈ চাই বাইদেউ হিৰণ্যৰ গালৰ হাড় ওলোৱা, চুলি সৰি সৰি পাতল হোৱা, অকালতে বুঢ়া হ'বলৈ ধৰা কঙ্কালসাৰ চেহেৰাটোৱে মোৰ মনৰ আইনাত যেন ছাঁ পেলাই যায়।

সিহঁতক মই সহায় কৰিব পাৰিলোঁহেঁতেন, কিন্তু *ভিনদেউ বৰ আত্মাভিমানী মানুহ; বাইদেৱে কয়— ভিনদেৱে হেনো কয়, লোকৰ দয়াৰ দানৰ ওপৰত জীয়াই থকাতকৈ খাবলৈ নাপাই মৰি যোৱাও ভাল।*

সেইবোৰ বৰ বৰ কথা মই বুজি নাপাওঁ; মই কেৱল ইয়াকে বুজি পাওঁ যে মোৰ মৰমৰ বাইদেউজনীয়ে ভালকৈ দুবেলা দুমুঠি পেটৰ ভাত খাবলৈ পোৱা নাই, হেঁপাহ কাপোৰ এখন পিন্ধিবলৈ পোৱা নাই, পৃথিৱীৰ প্ৰায় সকলো ধৰণৰ ভোগ-বিলাস-সুখৰ পৰা বঞ্চিত মোৰ চেনেহৰ ভাগিনকেইটা অৰ্ধাহাৰে থাকে, আধা ভঙা ঘৰত থাকে, ভাল কাপোৰ এড়োখৰ পিন্ধিবলৈ নাপায়। কিন্তু মই *বাইদেউৰ একেবাৰে আপোন ভনীয়েকজনীয়ে—*

যি জন্মৰ পৰা বহুত দিন একেলগে, একে ভাগ্যেৰে বাইদেউহঁতৰ লগত একে দৰিদ্ৰ জীৱন কটাই আহিছোঁ, যি চেহেৰা আৰু শিক্ষা-দীক্ষাত বাইদেউৰ নিচিনাই, সেই ময়ে আজি ৰাজৰাণীৰ সুখত আছোঁ, মোৰ ল'ৰা-ছোৱালী ডাঙৰ হৈছে ৰাজপুত্ৰৰ যত্ন আৰু বিলাসত। মোৰ যে কেনে লাগে!

অপৰ্ণা আৰু অৰ্চ্চনা আমাৰ চহৰখনত নাথাকে। অপৰ্ণা থাকে এখন সৰু অখ্যাত ৰে'ল ষ্টেচনত; গিৰীয়েকে তাতেই কম্পাউণ্ডাৰী কৰে। সিহঁতক লৈ মোৰ বেজাৰটো বাইদেউৰ লগত হোৱাৰ দৰে তীব্ৰ নহয়, কাৰণ চকুৰ আগত দেখি থকাৰ আৰু চকুৰ আঁৰত থকাৰ মাজত হাজাৰ হওক যথেষ্ট প্ৰভেদ আছে। তথাপি সিহঁত দুয়োৰে কথা ভাবিও জানো মোৰ অলপ দুখ লাগে? অপৰ্ণাৰ গিৰীয়েকৰ উপাৰ্জন হেনো বৰ বেয়া নহয়, কিন্তু মানুহজন মাতাল, টকা-পইচা বহুতো মদৰ লগত ব্যয় কৰে। ইফালে ল'ৰা-ছোৱালীও এবাহ, হিৰণ্য বাইদেউতকৈয়ো বেছি। বিয়া হোৱাৰ ছবছৰহে হৈছে তাইৰ, কিন্তু ইতিমধ্যেই তাই পাঁচটা ল'ৰা-ছোৱালীৰ মাক হৈছে। তাইক মই খুব কমেই লগ পাওঁ, কিন্তু সেই দুই-এবাৰ দেখা তাইৰ প্ৰেতিনীৰ দৰে মূৰ্তিটো মাজে মাজে মনত পৰি মই শিঁয়ৰি উঠো। কি জীৱন, কি জীয়াই থকা! তাই মাজে মাজে বিননিৰ দৰে সুৰ তুলি মোলৈ চিঠি-পত্ৰ লেখে; মই সেই চিঠি পঢ়ি মনে মনে চকুলো টোকো। অপৰ্ণালৈ কিন্তু মই সময়ে সময়ে টকা-পইচা আৰু বস্ত্ৰ-বাহানি পঠাই থাকোঁ। পিছে ফুটা কলহত যিমানেই পানী নাঢালোঁ, তাৰ দ্বাৰা জানো কিবা লাভ হয়?

অৰ্চ্চনাৰ গিৰীয়েক শ্বিলঙৰ ছেক্ৰেটাৰিয়েটৰ কেৰাণী, তলৰ শ্ৰেণীৰ। ঘৰ ভাড়া কৰি থাকে। তাইৰ অৱশ্যে মোৰ দৰেই দুটা মাত্ৰ ল'ৰা-ছোৱালী; কিন্তু তথাপি আজিৰ এই দুৰ্মূল্যৰ দিনত শ্বিলং চহৰত ঘৰ ভাড়া কৰি, পৰিয়াল পোহপাল দি কোনোবা নিম্নখাপৰ চাকৰিয়াল সুখেৰে খাই-বই থাকিব পাৰেনে?

অৱশ্যে অৰ্চ্চনাই মোকলৈ অপৰ্ণাৰ দৰে বিনাই বিনাই চিঠিবোৰ নেলেখে। সৰুৰে পৰা তাই অলপ অহঙ্কাৰী বিধৰ; দাৰিদ্ৰ্যক তাই বৰ লজ্জাজনক কথা বুলি ভাবে আৰু সৰুৰে পৰা মই মন কৰি আহিছোঁ— স্কুলৰ বন্ধুবোৰৰ আগত আমাৰ দুখীয়া অৱস্থাৰ কথা ঢাকি ৰাখিবলৈ তাই যৎপৰোনাস্তি চেষ্টা কৰি আহিছে। এতিয়াও যে ঠিক সেই চেষ্টাকেই মই বায়েকজনীৰ লগতো চলাই আহিছে মই তাইৰ সহোদৰা বায়েকজনী হৈ নুবুজোঁনে আৰু? বিহু বা পূজা— এইবোৰ উপলক্ষ্য কৰি মই তাইলৈ আৰু ল'ৰা-ছোৱালী দুটালৈ কাপোৰ-কানি পাৰ্চেল কৰি পঠাওঁ। তাই সেইবোৰৰ প্ৰাপ্তি স্বীকাৰ কৰি লেখা চিঠিত লেখে— 'ইমান কাপোৰ-কানিনো কে'লৈই মিছায়ে পঠালি? ৰূপা, সোণটিহঁতৰ দেখোন ঢেৰ কাপোৰ-কানি আছে।' তাৰ পিছত সিহঁত মাইহঁতৰ ঘৰত কিছুদিন থাকিবলৈ আহিলে সিহঁতক লগ পালে দেখোঁ— ৰূপা-সোণটিয়ে মই পঠোৱা কাপোৰবোৰেই বেছিভাগ পিন্ধি আছে।

মোৰ কিন্তু অতি সুখ। সুখৰ যেন পাৰাপাৰেই নাই। আৰু সেইবাবেই মই প্ৰায়ে ভগৱানৰ ওচৰত অভিযোগ কৰোঁ— মোৰ আন তিনিজনী বাই-ভনীৰ কপালত ইমান দুখ লেখি মোক কিয় ইমান সুখী কৰিলা প্ৰভু?

আজি অতদিনৰ মূৰত ভগৱানে বোধহয় মোৰ সেই অভিযোগ শুনিছে। এতিয়া মোৰ এনে এটা ভৰিৰ বিষ আৰম্ভ হৈছে যাক হাজাৰ চিকিৎসায়ো ভাল কৰিব পৰা নাই। মাজে মাজে বিষত মোৰ বৰ কষ্ট হয়, কেঁকাই-কেঁকাই মই বিছনাত পৰি থাকোঁ আৰু তেতিয়া অনুভৱ হয়— মোৰ তিনি বাই-ভনীৰ পৰা এসময়ত অৱস্থাৰ বিপাকত আঁতৰি আহিও মই আকৌ সিহঁতৰ অলপ ওচৰ চাপিব পাৰিছোঁ— সিহঁত তিনিজনীৰ দাৰিদ্ৰ্যৰ দুখ আৰু মোৰ এই দুৰাৰোগ্য ভৰিৰ বিষৰ দুখেৰে যেন আমি চাৰিও আকৌ তাহানিৰ জীয়ৰী কালৰ দৰে একেলগ হৈ গ'লোঁ।

ভৰিৰ বিষৰ কষ্টৰ মাজতো মোৰ মনটো এক অদ্ভুত তৃপ্তি আৰু সান্ত্বনাৰে ভৰি যায়।

## ভূপেন্দ্ৰৰ কথা

মোৰ পত্নী লাৱণ্য বৰ ছেণ্টিমেণ্টাল। কিন্তু তেওঁৰ অন্তৰখনৰ লগত কাৰোবাৰ তুলনা হ'ব পাৰে বুলি মই নাভাবোঁ। তেওঁলৈ মোৰ বৰ মৰম, অতি বেছি মৰম। বেচেৰীলৈ মোৰ খুব দুখ লাগে, এতিয়া কিছুদিনৰ পৰা সেই দুখ ভাব মোৰ আৰু বেছি বাঢ়িছে। কাৰণ কিছুদিনৰ পৰা তেওঁৰ ভৰিৰ বিষ এটা হৈছে। নানা ধৰণৰ

চিকিৎসা কৰিও তাৰ সম্পূৰ্ণ উপশম ঘটাব পৰা নাই। বেচেৰী! ইমান দিনে আছিল মনৰ দুখ, এতিয়া তাৰ লগত ভৰিৰ অসুখো যোগ হ'লহি। দুৰ্ভগীয়া তিৰোতা। অথচ মোক কতবাৰ কয়— তেওঁৰ দৰে সুখী আৰু সৌভাগ্যশালিনী তিৰোতা হেনো দ্বিতীয় এজনী নাই। মনে মনে মোৰ হাঁহি উঠি যায়। লাৱণ্য হেনো সুখী। অৱশ্যে মোৰ পৰা বোধহয় দুখ পাবলগীয়া হোৱা নাই তেওঁৰ। তেওঁক সুখত ৰাখিবলৈকে আপ্ৰাণ চেষ্টা কৰি আহিছোঁ। কিন্তু যাৰ কপালত সুখ লেখা নাই তাক আৰু কোনোবাই সুখ জাপি দিব পাৰেনে?

মোৰ বিশেষ কাম-কাজ নাই। পৈত্ৰিক সম্পত্তি অলপ আছে, তাৰ আয়েৰেই সুখেৰে খাই-বৈ আছোঁ। চহৰৰ ওচৰত খেতিপথাৰ কেইবাখনো আছে, গতিকে এই চাউলৰ আকালৰ দিনতো মই নিশ্চিন্ত মনে ঘৰতে বহি ভাল চাউলৰ ভাত খাই আছোঁ। পেট প্ৰবৰ্তনৰ চিন্তা বা তাৰ কাৰণে কৰিবলগীয়া একো কাম নাই কাৰণেই বোধহয় মোৰ মনটো আন নানা কথাত বিচৰণ কৰি ফুৰে। বিশেষকৈ মোৰ পত্নী লাৱণ্যৰ ওচৰলৈকে বাৰে বাৰে যেন মোৰ মনটোৱে ঢাপলি মেলে। আৰু তেতিয়া লাৱণ্যৰ অৱস্থা দেখি মোৰ মনটো সহানুভূতি আৰু বেজাৰত গলি যাব খোজে। নিজৰ জীৱনত কোনো দুখৰ কথা নাথাকি অকল বায়েক ভনীয়েকহঁতৰ দুখ দেখিয়েই বেচেৰীৰ মনৰ সুখ-শান্তি হেৰাই গৈছে। লাৱণ্যই বাই-ভনীকেইজনীক যে কিমান ভাল পায় মইতো জানো। তেওঁলোকৰ কাৰণে লাৱণ্যই বোধহয় মৰিবও পাৰিব। মৰিব পাৰিব কিয়, তেওঁলোকৰ দুখত আধামৰাই হৈ আছে। ভাল খাই তেওঁৰ সুখ নাই, ভাল পিন্ধি তেওঁৰ সুখ নাই, ভাল ঘৰত থাকি আৰাম নাই। এনেকি নিজৰ ল'ৰা-ছোৱালীৰ সুখ-স্বাচ্ছন্দ্যয়ো তেওঁক পূৰাপূৰি সুখ দিব নোৱাৰে। বায়েক-ভনীয়েকহঁতৰ ল'ৰা-ছোৱালীবোৰৰ দুৰৱস্থাৰ কথা ভাবি তেওঁৰ নিজৰ যিকোনো সুখৰ পথত কাঁইট বিন্ধে। মই কেতিয়াবা নিজৰ অশিক্ষিত মনৰ অল্পজ্ঞানেৰে বুজাবৰ চেষ্টা কৰোঁ যে সংসাৰত প্ৰত্যেকেই নিজৰ সাধি অহা কপাল অনুসাৰেহে চলিবলৈ পাব, তাক আমাৰ ক্ষুদ্ৰ শক্তিৰে কেনেকৈ বাধা দিব পাৰোঁ?

কিন্তু তেনেকৈ ক'লে লাৱণ্যৰ চকু চলচলীয়াহে হৈ যায় আৰু মোক কয়— 'সেই কথাই মোৰ সান্ত্বনা দিয়ক বুলি দুখহে দিয়ে বেছি। মোৰ যে ভাগ্য সিহঁত কেইজনীতকৈ একেবাৰে বিপৰীত, সিহঁতে সাধি নহা সুখ মইয়েহে যে অকল সাধি আহিছোঁ, সেই কথা মোৰ আকৌ মনত পৰি যায়। ময়ো বাৰু কিয় সিহঁতৰ দৰে ভাগ্য সাধি নাহিলোঁ? মোকেই অকল কিয় সুখ আৰু সম্পদৰ গৰাকী কৰিলে ভগবানে?'

ইয়াৰ পিছত লাৱণ্যৰ লগত মোৰ কথা হেৰাই যায়। দুখ-দাৰিদ্ৰ্য লৈ বিলাপ কৰা দেখিছোঁ বহুতকে; সেইটো স্বাভাৱিকো। কিন্তু সুখ-সম্পদৰ কাৰণে মানুহে যেতিয়া বিননি তুলিবলগা হয়?

অলপ আগতে লাৱণ্যক এটা ঔষধ খুৱাই থৈ আহিছোঁ। আজি বোলে তেওঁৰ বিষটো আকৌ উক্ দিছে। তেওঁ এতিয়া বিছনাত চকু দুটা মুদি পৰি আছে। মই কিছু সময় তেওঁৰ ওচৰত বহি থাকি এতিয়া আগফালৰ বাৰাণ্ডালৈ ওলাই আহি আৰামী চকীখনত বহিছোঁহি। লাৱণ্যৰ দুখৰ কথাই মোৰ মনটো অধিকাৰ কৰি ৰাখিছে। সুখ বস্তুটো যে কিমান দুষ্প্ৰাপ্য! হাতৰ মুঠিত পায়ো আমি তাক ধৰি ৰাখিব নোৱাৰোঁ। আৰু লাৱণ্যই বোধহয় বহুতকৈ নোৱাৰে। নিজৰ বাই-ভনী তিনিগৰাকীতকৈও বোধহয় নোৱাৰে। দাৰিদ্ৰ্যৰ দুখ নিশ্চয় অৱৰ্ণনীয়, লাৱণ্যৰ বাই-ভনী তিনিগৰাকী সঁচাকৈয়ে সেই দুখত দুখী; কিন্তু লাৱণ্যই যি মানসিক কষ্ট পাই আছে, সেই কষ্ট জানো তেওঁলোকৰ কোনোবা এজনীয়েও পাইছে?

ভিতৰত পৰা লাৱণ্যৰ মৃদু কেঁকনিৰ শব্দ ভাহি আহিছে। তাকে শুনি শুনি মই প্ৰায়ে ভবা কথাষাৰকে আকৌ ভাবিলোঁ— সুখ-দুখৰ বিচাৰত বাৰু অতদিনে কাৰ বেছি দুখ আছিল? লাৱণ্যৰ নে তেওঁৰ বাই-ভনী তিনিগৰাকীৰ?

মই নাজানো। সঁচাকৈয়ে মই নাজানো। কাৰণ দৰিদ্ৰতাৰ দুখ কি মই বুজি নাপাওঁ। আৰু সেই দুখত মোৰ লাৱণ্যই বিয়াৰ পিছৰ পৰা এদিনৰ, এখন্তেকৰ কাৰণেও ভুগিবলগা হোৱা নাই। কিন্তু মনৰ দুখ কি সেই দুখৰ তুলনাত তুচ্ছ?

মই নাজানো।

# শিল্পী

সপ্তাহৰ হাটত বেচিবলৈ লাউ, বেঙেনা আদি শাক-পাচলিৰে ভৰাই নিয়া ভাৰখন এতিয়া প্ৰায় খালীকৈয়ে ফিৰাই আনি, কান্ধৰ পৰা চোতালত নমাই থৈ মূৰত পাগুৰিৰ দৰে বন্ধা গামোচাখন খুলি তাৰে মুখৰ ঘামবোৰ মচি আৰু তাৰেই বিচনীৰ দৰে ঘূৰাই ঘূৰাই বিচি জলহুৱে ভিতৰৰ ফালে চাই চিঞৰ ধৰিলে— 'গিৰীণ, অ' গিৰীণ?'

কিন্তু পুতেক গিৰীণৰ সলনি ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল তাৰ ঘৈণীয়েক উপালাহে।

'অ' তুমি আহি পালা। গিৰীণ নাই। তাক অলপ আগতে দোকানলৈ গুড় আনিবলৈ পঠালোঁ। হাতত পইচাতো এটাও নাছিল। তোমাৰ বাবে বহুত সময় বাট চাই থাকি এই অলপ আগতেই তাক বাকীকৈ আনিবলৈকে দোকানলৈ পঠালোঁ। নহ'লে এই বেলা ভাটি দিয়া পৰতো চাহ এটোপা নাপালে তুমি আহি দমদমালাহেঁতেন নহয়। পিছে আজি পইচা কিমান পালা? ভাৰ দেখোন খালী?'

চাহৰ ব্যৱস্থা অচিৰেই হ'ব বুলি জানিও কিন্তু জলহুৱে দম্‌দমাই উঠিল— 'পইচা আৰু পইচা। এই মাইকী জাতিটোৱে কেৱল পইচাহে চিনে। দিনটো ঘূৰাঘূৰি কৰি দুখে-ভাগৰে আহি চোতালত ভৰি দিছোঁহি মাথোঁ, ক'ত মুখ ধুবলৈ ভৰি ধুবলৈ পানী এলোটা যতনাই দিব, নাই, দেখা পোৱাৰ লগে লগে জেপলৈহে আগবঢ়ালে হাত দুখন। ব', এইবাৰ তোৰ টকাৰ খক্ মৰাৰ বন্দবস্ত এটা কৰি থৈ আহিছোঁ। পুতেৰৰ চাকৰিৰ ধনেৰে ৰাণী হৈ বহি খাবি...' তাৰ পিছত জলহুৱে প্ৰায় স্বগতোক্তি কৰাৰ দৰেই কৰি ক'লে— 'কপাৰেটিভ'ৰ 'ডি চি'য়েতো আজি মোক এক প্ৰকাৰ খাটাং কৰিয়ে কৈ দিলে আমাৰ ইয়াকে পিয়ন কৰি ৰাখিব বুলি ... ডাং-বৰলা মানুহ, অকলে থাকে, বেছি লেঠা-চেঠা নাই, পাৰিব আমাৰ গিৰীণে তেওঁৰ ঘৰখন চলাই দিবলৈ।'

'চাকৰি? আমাৰ গিৰীণে চাকৰি কৰিব? কি হ'ব বুলিলা? কিমান টকা ঘটিব সি?' অভাৱনীয় সংবাদটোত বিস্ময়ত, আনন্দত, কৌতূহলত গিৰীণৰ মাকে খন্তেকৰ বাবে সংসাৰ পাহৰি গ'ল, পাহৰি গ'ল দ'ম হৈ থকা অজস্ৰ কামৰ কথা। দুয়ো গিৰীয়েক-ঘৈণীয়েক মিলি ভৱিষ্যৎ চাকৰিয়াল পুতেকৰ চাকৰিৰ কল্পনাত নিমগ্ন হৈ গ'ল। হ'লেও ডি চি অ'ৰ তলত চাকৰিটো, আচলতে সেইটো চৰকাৰী চাকৰিহে। জলহুৱে ঘৈণীয়েকক বুজালে— 'দৰমহা চৰকাৰৰ পৰাই পাব, বুজিছ?'

গিৰীণৰ মাকে বোবা বিস্ময়ত গিৰীয়েকৰ ফালে চাই ৰৈছিল। সিহঁতৰ গিৰীণে এই বয়সতে চৰকাৰী চাকৰি কৰিব? তাই যেন ইমান সৌভাগ্য কল্পনাই কৰিব পৰা নাছিল।

'অ' খুৰী, খুৰী?' চিঞৰি চিঞৰি গিৰীণৰে কাণ সমনীয়া ভবেন সোমাই আহিল। গাঁও সম্বন্ধত সি গিৰীণৰ মাকক খুৰী বুলি মাতে।

'কি হ'ল অ' বোপাই?'

'হোৱা, এয়া গুড়।'

'কে'লৈই, তই যে আনিছ গিৰীণ ক'ত?'

'তুমি হ'বলা পাহৰিলা খুৰী, পূজা যে আহি পালেই। গিৰীণতো 'ৰিহাৰ্চেল'লৈ গ'ল। এইবাৰ বোলে সিহঁতে শ্ৰীকৃষ্ণৰ পাৰ্ট কৰিব। গিৰীণক কৃষ্ণৰ ভাও দিছে।'

'আজি ঘৰলৈ আহক গিৰীণ। তাৰ পাৰ্ট কৰা বাহিৰ কৰিম মই' — ভবেনক আচৰিত মনাই জলহু অকস্মাৎ গৰ্জি উঠিল।

'কিন্তু খুড়া, মইতো গুড় আনিছোঁ'— জলহুৰ এই আকস্মিক উষ্মাৰ কাৰণ বিচাৰি নাপাই ভবেনে গুড়েই ইয়াৰ মূলত বুলি ভাবি উত্তৰ দিলে।

'তোক সি কে'লৈই গুড় আনিবলৈ দি নিজে বিহুনাম গাবলৈ গ'ল? ইমানটো হ'লহি এতিয়াও নাচ-গান কৰি কটালেই চলিবনে? সংসাৰৰ ফালে অলপ চকু-কাণ দিব নালাগে? মই দিনে দিনে ডেকা হৈ যোৱা নাই নহয় যে সংসাৰৰ ভাৰ চিৰদিন অকলেই কঢ়িয়াই মৰিম! যাচোন বোপা ভবেন, তাক মই তুৰন্তে মাতিছোঁ বুলি পঠাই দেগৈ।'

জলহু খুড়াৰ আজি আকৌ হঠাতে কি হ'ল— চিন্তিত মনেৰেই ভবেন ৰিহাৰ্চেলৰ ঠাইলৈ ওলাল।

গিৰীণ যেতিয়া ঘৰ আহি পালে জলহু তেতিয়া ভৰি-হাত ধুই চাহৰ বাটিটো হাতত লৈ বহিছিল। গিৰীণে বাপেকক দেখি অলপ বিৰক্তিৰ সুৰতেই ক'লে— 'তোমাৰনো হঠাৎ ইমান কি জৰুৰী দৰকাৰ পৰিল যে মোক ৰিহাৰ্চেল কৰাৰ পৰাও মতাই অনালা? মোৰ ভাওটো জানো অলপ টান, পূজালৈ আৰুনো কিমান দিন বাকী আছে? মোৰতো যেই-সেই ভাও নহয়— একেবাৰে কৃষ্ণৰ ভাও!' গিৰীণে বুকু ফুলাই ঘোষণা কৰিলে।

'উলিয়াইছোঁ তোৰ কৃষ্ণৰ ভাও। ব'ল আজি সেই নাচ-গান কৰা দলৰ আগত তোৰ বান্দৰৰ ভাও দিওঁগে। কত দিনৰ পৰা গৈ আছোঁ সেই পাৰ্টি-চাৰ্টিবোৰ এৰ, ঘৰৰ খেতিপথাৰৰ ফালে মন-কাণ দে, নাই, ল'ৰাৰ সেইবোৰলৈ সমূলি মন-কাণেই নাই। এইবাৰৰ পৰা দেখিম নহয় চৰকাৰী চাকৰি এৰি এনেকৈ পাৰ্টি কৰহি।' খঙৰ কোবত জলহুৱে অৱশিষ্ট চাহবাটি ঢোকঢোকাই পি শেষ কৰে।

জলহুৰ খঙৰ প্ৰত্যুত্তৰত গিৰীণেও ওলোটা খং দেখুৱাব পাহৰি আচৰিত হৈ সোধে— 'কি চৰকাৰী চাকৰিৰ কথা কৈছা তুমি?'

তাৰ পিছত জলহুৱে গহীনাই কৈ যোৱা চৰকাৰী চাকৰিৰ বিৱৰণ শুনি সি আগতে দেখুৱাব পাহৰা খঙত নতুনকৈ উত্তেজিত হৈ চিঞৰি উঠিল— 'মোৰ দ্বাৰা সেইবোৰ কাম নহ'ব। তোমাৰ যদি ইমানেই চৰকাৰী চাকৰিৰ প্ৰতি মোহ তুমিয়েই সেই চাকৰি কৰাগৈ।'

ইয়াৰ পিছত জলহুৱে পুতেকক মাৰিবলৈকে খেদি আহিছিল, কিন্তু তাৰ গাত হাত পৰাৰ আগতে গিৰীণৰ মাক আহি বাপেক-পুতেকৰ কাজিয়াখনৰ মাজত সোমাল আৰু জলহুক সৈমান কৰি গিৰীণৰ ফালে চাই মিনিতি ভৰা কণ্ঠেৰে ক'বলৈ ধৰিলে— 'বোপাই, তই আৰু সৰু হৈ থকা নাই নহয়, ঘৰৰ অৱস্থা বুজি চাবৰ হ'ল আৰু। বাপেৰক খং কৰিছ, কিন্তু ভাবি চাচোন, সৰুৰে পৰা তহঁতক ডাঙৰ-দীঘল কৰিলোঁ বাপেৰৰ উপাৰ্জনেৰেইতো। আমি মাটি-বাৰী নোহোৱা মানুহ, দেউতাৰে যেনামী কাম কৰি, বাৰীৰ ইটো-সিটো বেচি যি পইচা আনে তাৰে গোটেই ঘৰখন চলিব লাগে। তই ইমানটো ডাঙৰ হৈ এতিয়াও নাচ-গানসোপাতে লাগি থাকিলে চলেনে। তেনেহ'লে তোৰ আৰু ভুলুৰ মাজতনো পাৰ্থক্য থাকিল ক'ত? সেই দুবছৰীয়া ল'ৰাটোৱে ইটো-সিটো লৈ উমলি কটায়, সংসাৰৰ ভাবনা-চিন্তা নাই; তয়ো তাৰ দৰেই উমলিছ পাৰ্টি-নাচ-গান লৈ, তাৰ দ্বাৰা আমাৰ এই দুখীয়া সংসাৰৰ লাভ কি?'

মাকৰ দীঘলীয়া বক্তৃতাত গিৰীণ নীৰৱ হৈ ৰ'ল, মাথোঁ বৰ অসহায়ভাৱে মাকৰ ফালে চালে। এনেয়েও সি মাকৰ কথাৰ বৰ প্ৰতিবাদ নকৰে; মাকলৈ তাৰ বৰ মৰম।

এতিয়া খন্তেকপৰ মাকলৈ চাই থাকি সি লাহেকৈ কৰুণ মাতেৰে সুধিলে— 'তই ভুলুৰ খেলা আৰু মোৰ পাৰ্টি কৰা এক বুলিলি মাই, কিয়?'

'একে নুবুলিম কিয়? সি খেলি আমাক একো আয় কৰি নিদিয়ে। তয়ো এই নাচ-গান-পাৰ্টি-চাৰ্টিবোৰ কৰি নিজেহে উমলি ফূৰ্তি কৰি ফুৰিছ, আমাকতো তাৰ পৰা একো লাভ কৰি দিয়া নাই। বৰং ইমান ডাঙৰ ল'ৰাটোৱে সংসাৰৰ কাম-বন নকৰি সেই ভাও-চাওসোপা দি আমাৰ লোকচানহে কৰিছ। তেনে ভুলুৰ খেলাৰ লগত একে বুলিলে কি মিছানো হ'ল?'

এইবাৰ গিৰীণ অসহায়ভাৱে নীৰৱ হৈ ৰ'ল। তাৰ অন্তৰে কেৱল মনে মনে বিদ্ৰোহ কৰি উঠিল— ভুলুৰ খেলা আৰু মোৰ পাৰ্টি এক?... ওঁহো, কেতিয়াও হ'ব নোৱাৰে; কেতিয়াও... কিন্তু কিয় তাৰ কাৰণ সি নিজকেই বুজাব নোৱাৰিলে— কেৱল মনে মনে অন্ধভাৱে এইটোকে অনুভৱ কৰিলে তাৰ পাৰ্টি আৰু ভুলুৰ ধূলি খেলাৰ মাজত কিবা এটা ডাঙৰ প্ৰভেদ আছে। কিন্তু সেইটো যে কি সি নিজেও যেন নিজকে বুজাব নোৱাৰে— তাৰ অশিক্ষিত মনে আৰ্ট কি, পাৰ্টি কৰাও যে একৰকম আৰ্টৰে কথা সেইবোৰতো নুবুজে। খেলা-ধূলা অন্য বস্তু— সেইটো সি অনুভৱ কৰে। কিন্তু এইবোৰ কথা সি মাকক কেনেকৈ বুজায়। গতিকে অসহায়ভাৱে গিৰীণ নীৰৱ হৈ ৰ'ল। তাৰ পিছত সি মাকৰ কথাত সম্ভৱতো হ'বলগীয়াত পৰিল যে সি চাকৰি কৰিবলৈ যাব। সাধাৰণতে সি মাকৰ কোনো কথাকে নেপেলায়, পেলাব নোৱাৰে। তদুপৰি বোধহয় টকাৰ সংখ্যাই তাৰ শিল্পী মনকো কিছুদূৰ বস্তুবাদী কৰি পেলাইছিল। অন্ততঃ কিমান টকা পাব সেই কথাৰ ভালকৈ ভু লোৱাৰ পিছত

অহা পাৰ্টিৰ কৃষ্ণৰ ভাও এৰিবলগীয়া হোৱাৰ দুখো যেন সি কিছু পাহৰিব পাৰিছিল।

এইদৰেই শিল্পীজীৱন ত্যাগ কৰি গিৰীণ চৰকাৰী চাকৰি কৰিবলৈ গুচি গ'ল। অৱশ্যে সেই জীৱনৰ স্মৃতি এটা হ'লে সি লগত লৈ ল'লে। বাঁহী বজোৱাত তাৰ বৰ চখ। নিজৰ এটা বাঁহী আছিল তাৰ। সেইটো সি তাৰ সৰু টিনৰ ছুটকেছটোৰ ভিতৰত সযতনে ভৰাই ল'লে।

ডি চি অ' অৱনী গোস্বামী তাক দেখি উৎসাহিত হৈ উঠিল। বেছ সপ্রতিভ, মৰম লগা ল'ৰাটো। কথা কোৱাৰ লগে লগে চকু দুটা তিৰ্‌বিৰাই জ্বলি থাকে।

'কি অ' ল'ৰা, মোক ৰান্ধি-বাঢ়ি খুৱাব পাৰিবিনে? সেইটোহে প্ৰধান কথা।'

'শিকালে পাৰিম দিয়ক, ছাৰ'— বাপেকে শিকাই দিয়া মতেই সি সম্বোধনটো কৰিলে।

'অ' তোক মই শিকাই-বুজাই ল'বহে লাগিব। ভাল ল'ৰাটোকে পালোঁ। হেৰা জলহু, তুমি দেখোন কৈছিলা তোমাৰ ল'ৰাই সকলো কাম-বন জানে?' পুতেকক থ'বলৈ অহা জলহুৰ ফালে চাই গোস্বামীয়ে ক'লে।

'ছাৰ, ঘৰততো সি টানে-মস্কিলে মাজে-সময়ে ৰান্ধিছে। সেই গতিকেহে কৈছোঁ। অই গিৰীণ, তৎক্ষণাতে নোৱাৰোঁ বুলি ক'লি কিয়?'

'আমি যিদৰে ৰান্ধি খাওঁ, ছাৰকো জানো সেইদৰে ৰান্ধি খুৱাব পাৰিম?' খুব সপ্রতিভভাৱে গিৰীণে সুধিলে।

গোস্বামীয়ে অলপ হাঁহি ক'লে— 'পাৰিবি বোপাই, পাৰিবি। অন্ততঃ তোৰ মাৰেতো তোৰ ৰন্ধা-বঢ়া খাইছে? সেইটোৱে তোৰ ৰন্ধা-বঢ়া জনাৰ ডাঙৰ পৰীক্ষা। বিলাহীত তই নিশ্চয় খাৰ নিদিবি। মোৰ বন্ধু এজনক কিন্তু তেওঁৰ পিয়নটোৱে সেইদৰে ৰান্ধি খুৱায়।' অৱনী গোস্বামীয়ে আপোনমনেই অলপ হাঁহিলে। গিৰীণেও হাঁহিলে। জলহুৱে কেৱল সেই বন্ধুজনৰ প্ৰতি সহানুভূতিত ইস্ আস্ কৰি উঠিল।

ইয়াৰ পিছত গিৰীণ অৱনী গোস্বামীৰ ঘৰত পিয়ন হিচাপে নিযুক্ত হৈ গ'ল।

তাৰ পিছত দুই-তিনি দিনমান অতিবাহিত হৈ গ'ল। গিৰীণে লাহে লাহে তাৰ নিৰ্দিষ্ট কাম-বনবোৰ আয়ত্তাধীন কৰি কৰি আনিলে। পুৱাই উঠি সি গোস্বামীক একাপ চাহ কৰি দিব লাগে। সেই সময়ত সাধাৰণতে তেওঁ শুদা চাহেই একাপ খায়। তাৰ পিছতহে এঘণ্টামান পিছত কেতিয়াবা কণী সিজোৱা, আলু সিজোৱা আৰু কেতিয়াবা পাউৰুটি-মাখন খায়। গতিকে লুচি-ভাজি বা আন খোৱা বস্তু কৰাৰ আহুকাল গিৰীণে সহ্য কৰিব নালাগে। তাৰ পিছত সি ঘৰ-দুৱাৰ সাৰি পানী-দুনি আনি ৰন্ধা-বঢ়াত লাগে। গোস্বামীৰ গা ধোৱা কাপোৰ-কানি ধুই দিয়ে। দুপৰীয়াৰ অখণ্ড অৱসৰ খিনিনো গিৰীণে কেনেদৰে কটায় সেই কথা গোস্বামীয়ে প্ৰথমতে নেজানিছিল। কাৰণ সেইখিনি সময়ত তেওঁ অফিচত থাকে।

কিন্তু এদিনাখন তেওঁ আধা অফিচ কৰি ঘৰলৈ ঘূৰি আহিল। খুব গৰম পৰিছে। তাতে মেঘে আকাশখন ঢাকি বতৰটো গোমা কৰিছে। এনেকুৱা বতৰত গোস্বামীৰ প্ৰায়ে মূৰৰ বিষ হয়। আজি বিষ অসহ্য হোৱাত তেওঁ অফিচৰ পৰা ছুটী লৈ গুচি আহিল।

ঘৰৰ দুৱাৰমুখত থিয় দি তেওঁ গিৰীণক চিঞৰিবলৈ ওলায়ো থমকি ৰ'ল। ভিতৰত কোনোবাই বাঁহী বজাইছে। গিৰীণৰ বাহিৰে তেওঁৰ ঘৰততো আৰু দ্বিতীয় এজন নাই। তেন্তে কি সিয়েই বাঁহী বজাইছে?

প্ৰায় সাৰ-সুৰ নোহোৱাকৈয়ে গোস্বামী ভিতৰ সোমাল। সুৰ অনুসৰণ কৰি কৰি তেওঁ গিৰীণৰ ঘৰৰ কাষেই পালেগৈ। তাৰ পিছতে তেওঁ সেইখিনিত থমকি ৰ'ব লগা হ'ল, কাৰণ বাঁহীৰ সুৰ ভাহি আহিছে তাৰ ঘৰৰ ভিতৰৰ পৰাই। গোস্বামীয়ে নিঃশব্দে তেওঁৰ পিয়নৰ দুৱাৰেদি ভুমুকি মাৰি দেখিলে, বিছনাতে বহি বেৰত আওজি আধা শোৱা ভংগীৰে চকু দুটা মুদি লৈ পৰম নিবিষ্ট চিত্তে বাঁহী বজাই গৈছে গিৰীণে।

দৃশ্যটো চাই অৱনী গোস্বামী লাহেকৈ তাৰ পৰা আঁতৰি আহিল। অফিচৰ পৰা আহি বাটে বাটে ভাবি আহিছিল— ঘৰ পায়ে গিৰীণৰ হতুৱাই দুটা কাম কৰাব, প্ৰথমে একাপ চাহ দিবলৈ ক'ব আৰু তাৰ পিছত তেওঁৰ মূৰটো অলপ পিটিকি দিবলৈ ক'ব। কিন্তু এতিয়া গিৰীণৰ এই নতুন ৰূপটো আৱিষ্কাৰ কৰি দুয়োটাৰ কোনো এটা কামেই এতিয়া তাৰ হতুৱাই কৰাই ল'বলৈ মন নগ'ল। এই মুহূৰ্তত অৱনী গোস্বামীৰ গিৰীণৰ পিয়ন ৰূপটো চোৱাতকৈ শিল্পী ৰূপটোকে বেছিকৈ চাবৰ মন গ'ল।

গোস্বামী লাহেকৈ উভতি আহি বিছনাত বাগৰ দি পৰিল। কপালৰ দুয়ো কাষৰ ৰগ দুটা নিজেই

জোৰকৈ হেঁচি ধৰি চকু দুটা মুদি শুই থাকিল। এয়ে ভাল। পৰিৱেশটো বেয়া লগা নাই। গ্ৰীষ্মৰ উত্তপ্ত দ্বিপ্ৰহৰ, ক'তো কাৰো সাৰ-সুৰ নাই। সেই নিতাল-নিস্তব্ধ জগৎখনত যেন একমাত্ৰ জাগি আছে গিৰীণৰ বাঁহীৰ কৰুণ সুৰটো। সেই অসহ্য তাপত যেন সি শীতল শান্তি পানীহে বৰষিছে। গোস্বামীয়ে ভাবিলে সঙ্গীতক যে সংসাৰ মৰুভূমিত সৰোবৰ আখ্যা দিয়া হৈছে, বৰ ভুল হোৱা নাই কথাটো।

সুৰৰ আৱেশে লাহে লাহে তেওঁৰ চকুলৈ তৃপ্তিদায়ক টোপনি নমাই আনিলে।

সেই কেইদিন অৱনী গোস্বামীৰ খুব কাম। কামো হ'ল আকৌ বাহিৰত ঘূৰি ফুৰা। প্ৰথমে তেওঁ দহ এঘাৰমান বজাত ভাত-পানী খাই ওলাই গৈছিল। কিন্তু ৰ'দৰ প্ৰচণ্ড তাপ অসহ্য হোৱাত পিছত ঠিক কৰিলে যে এতিয়াৰ পৰা আৰু দুপৰীয়া নহয়, পুৱাতে ওলাই যাব। আহি গা-পা ধুই ভাত-পানী খালে বহুতো ক্লান্তি অপনোদন হ'ব। সেইদৰে ওলাই গৈ প্ৰথমদিন তেওঁ উভতি আহোঁতে বেলা প্ৰায় এটাই বাজিছিল, শৰীৰটো পুৰিছিল বেলিৰ তাপত আৰু পেটটো পুৰিছিল ভোকৰ তাপত। চাইকেলৰ পৰা নামিয়েই তেওঁ চিঞৰিলে— 'গিৰীণ!' আজি তেওঁক গিৰীণৰ বাঁহীৰ সুৰে ক্ষন্তেকৰ বাবে হ'লেও বিহ্বল কৰিব নোৱাৰিলে। ঘৰৰ ভিতৰ সোমাই তেওঁ আকৌ চিঞৰিলে— 'গিৰীণ!'

'গৈছোঁ, ছাৰ'— এইবাৰ বাঁহী এৰি সি দৌৰি আহিল।

তাৰ পিছত ভাতৰ পাতত বহি ইবিধ-সিবিধ আঞ্জাৰে দুগৰাহমান ভাত মুখত সুমুৱাই তেওঁ হাত কোঁচাই চকীত অৱসন্নভাৱে আওজি বহি মাতিলে— 'গিৰীণ!'

'ছাৰ? কিবা লাগিব নেকি ছাৰ?' — গিৰীণ ওচৰলৈ আহিল।

'গিৰীণ, তই মোক যিদৰে ৰান্ধি খুৱাৱ, তাৰ তুলনাত পৰেশৰ মাকে যিদৰে ৰান্ধি দিয়া বিলাহীৰ আঞ্জাখনো বেছি খোৱাদ লাগিব বোধহয়। তোক কত দিনৰ পৰা কৈ আছোঁ ৰন্ধা-বঢ়াত অলপ যত্ন ল'বলৈ, কিন্তু মোৰ কথা তোৰ কাণতে সোমাব নোখোজে। তয়ে ভাবি চাচোন বাৰু, গোটেই দিনটো ৰ'দে-বতাহে টলৌ-টলৌ কৰি ঘূৰি আহি গৰুক সিজাই দিয়াৰ দৰে সিজাই দিয়া বস্তু এসোপা খাই পেট ভৰাব পাৰিনে?'

'ছাৰ—'

কিবা ক'বলৈ ওলোৱা গিৰীণক বাধা দি গোস্বামীয়ে চিঞৰি উঠিল— 'আজি তই একো মাত মাতি মোৰ বেছি খং তোলাই নল'বি, গিৰীণ। কেৱল আজিৰ পৰা ৰন্ধা-বঢ়াত অলপ যত্ন ল'বি— কৈ কৈ বিৰক্তি লগা কথাটো আকৌ এবাৰ কৈ থ'লোঁ।'

তাৰ পিছত বেছিভাগ ভাত কাঁহীতে ৰাখি অৱনী গোস্বামী মুখ ধুবলৈ ওলাই গ'ল।

তামোল এখন মুখত সুমুৱাই কিছুসময় আৰামী চকীখনতে বহি জিৰাই গোস্বামীয়ে পুনৰ মাতিলে, 'গিৰীণ!'

গিৰীণ আহি চুচুক-চামাককৈ থিয় হ'ল।

'গিৰীণ—' গোস্বামীয়ে তাৰ ফালে মূৰ তুলি চাই ক'লে— 'তই বাঁহী বজাবলৈ বৰ ভাল পাব, নহয়?'

গিৰীণৰ তলমূৰ আৰু তললৈ নামি গ'ল।

'নামাত কিয়?'

'পাওঁ, ছাৰ'— এইবাৰ সি সসঙ্কোচে উত্তৰ দিলে।

'সেই বাঁহী জানো তই এদিনতে শিকিব পাৰিছিলি?' — পুনৰ গোস্বামীয়ে সুধিলে।

'নাই পৰা, ছাৰ।'

'কিন্তু খুব হেঁপাহেৰে শিকিছিলি নহয়? দিন-ৰাতি মনটো তাতেই পৰি আছিল নহয়?'

এইবাৰ গিৰীণে একো নামাতি মাথোন সম্মতিসূচক হাঁহি এটা মাৰিলে।

'ইমান হেঁপাহ থকা বাবেইতো তই ইমান সুন্দৰ বাঁহী বজোৱা শিকিলি। হেঁপাহ থাকিলে, আগ্ৰহ থাকিলে, পৃথিৱীত কোনো কামেই অসাধ্য নহয়। ৰন্ধা-বঢ়াও যদি তই এনেকৈ খুব আগ্ৰহেৰে শিকিলিহেঁতেন, ইমান দিনে তাতো পাকৈত হৈ উঠিলিহেঁতেন। কিন্তু নিশিক, কাৰণ ভাব— ই তোৰ কাম। কিন্তু বাঁহী শিকাটো আছিল শিল্প সাধনা। কিন্তু গিৰীণ, কৰিব জানিলে পৃথিৱীত সকলো কামেই শিল্প, ৰন্ধা-বঢ়াও শিল্প, বাঁহী বজোৱাও শিল্প—' আৰু হয়তো কিবাকিবি ক'লেহেঁতেন গোস্বামীয়ে, গিৰীণে হঠাতে প্ৰশ্ন এটা সুধি তেওঁৰ

কথাৰ স্ৰোত বন্ধ কৰি দিলে।

'ছাৰ, শিল্প মানে কি?' —গিৰীণে প্ৰশ্ন কৰিলে।

অৱনী গোস্বামী হঠাৎ বিবুদ্ধিত পৰি গ'ল। এৰা, শিল্পী হ'লেই শিল্পৰো যে সংজ্ঞা বুজিব লাগিব তাৰতো কোনো মানে নাই।

'অ' শিল্প কাক বোলে নাজান, নহয়? ৰ' বাৰু, ভালকৈ বুজাই দিম। মই ভিতৰৰ পৰা আগে মিক্সাৰৰ টেমাটো আনি লওঁ।'

আচলতে মিক্সাৰৰ টেমা গিৰীণেই আনি দিব পাৰিলেহেঁতেন, কিন্তু সেই সময়ত অৱনী গোস্বামীয়ে সেই বস্তুটোতকৈ বেছি প্ৰয়োজন অনুভৱ কৰিছিল তেওঁৰ লগত থকা এনচাইক্লোপিডিয়াখনৰ, যদিও সেইখন ল'ৰা-ছোৱালীৰ কাৰণেহে ৰচিত আছিল। তেওঁ ভিতৰলৈ গ'ল আৰু ছেল্ফৰ পৰা কিতাপখন টান মাৰি আনি লৰালৰিকৈ তাৰ পাতবোৰ লুটিয়াবলৈ ধৰিলে। চোৱাই যাওক এইখনত নো শিল্পৰ কি সংজ্ঞা আছে.. অ' এয়া, অৱনী গোস্বামীয়ে লৰালৰিকৈ Art-ৰ সম্পৰ্কে লেখা কথাখিনিত চকু বুলাই গ'ল— 'art is a term applied to a very wide range of activities...' মুখত সন্তোষৰ হাঁহি বিৰিঙি উঠিছিল অৱনী গোস্বামীৰ, তেওঁতো গিৰীণক একপ্ৰকাৰ ইয়াকেই কৈছিল। পঢ়ি গ'ল গোস্বামীয়ে '...it is certainly more than a copy of the subject before the artist'.

এইবাৰ বাহিৰলৈ ওলাই আহি গোস্বামীয়ে পৰম উৎসাহেৰে গিৰীণক বুজাবলৈ ধৰিলে— শিল্প কি বস্তু। জাগতিক প্ৰায় সকলো কামতে যে শিল্প সৃষ্টি সম্ভৱ, আৰু তাৰ বাবে যে লাগে উন্মুখ আগ্ৰহান্বিত মন এটা তাক আৰু এবাৰ বুজাই লৈ তেওঁ গিৰীণক ক'লে— 'কিবা এটা কাম শিকি লৈ তাক যন্ত্ৰৰ দৰে কৰি গ'লেই শিল্প নহয়, বুজিছ, তাত নিজৰো মনৰ ৰহণ সানিব লাগিব। অলপ সহজ কৰি বুজাই দিওঁ ৰ'। ধৰ, তই আমাৰ ওচৰৰ ইন্সপেক্টৰৰ পৰিবাৰৰ পৰা আঞ্জা এখন ৰান্ধিবলৈ শিকি লৈছ, কিন্তু ঘৰলৈ আহি তেওঁৰ কথা আখৰে আখৰে নেপালি নিজৰো অলপ বুদ্ধি খটাই ৰান্ধিলে যি নতুন আঞ্জাখন ৰন্ধা হ'ব তাতে তোৰ শিল্প কৰা হ'ব। এতিয়া বুজিলি নহয় শিল্প কি? ইমান দিনে এই বাঁহী বজোৱা শিল্পী আছিলি, এতিয়াৰ পৰা ৰন্ধা-বঢ়াৰো শিল্পী হোবাৰ যত্ন কৰচোন।'

অৱনী গোস্বামী অলপ পৰ ৰ'ল আৰু মুখত এটা পৰিতৃপ্তিৰ হাঁহি লৈ গিৰীণৰ নতুন কথা শুনাৰ বিস্ময়ত মেল খাই যোৱা মুখখনলৈ চাই বিজয় গৰ্বৰে ভাবিলে— প্ৰায় সংজ্ঞাতীত বস্তু যি শিল্প, সেই শিল্পৰ এনে প্ৰাঞ্জল আৰু সহজ-সৰল ব্যাখ্যাৰে অশিক্ষিত ল'ৰা এটাক কোনে বাৰু ইয়াতকৈ বেছিকৈ বুজাব পাৰিব? আত্মতৃপ্তিত গোস্বামীয়ে চকুহাল মুদি মিক্সাৰ হুপিবলৈ ধৰিলে।

মুখত এক ধৰণৰ দৃঢ় প্ৰত্যয়ৰ ভাব লৈ গিৰীণ তাৰ কোঠালীলৈ সোমাই গ'ল।

*ৰন্ধা-বঢ়াৰ বিষয়ে আকৌ এবাৰ শিল্পজড়িত সাবধান বাণী শুনাই যথানিয়মত পিছদিনা পুৱাও চাইকেলখন লৈ অৱনী গোস্বামী ওলাই গ'ল।*

পুৱাৰ পৰাই কামত লাগি গ'ল গিৰীণ। প্ৰথমে সি গৈ বজাৰৰ পৰা মাছ আৰু মাংস দুয়োবিধেই কিনি আনিলে। তাৰ পিছত ইন্সপেক্টৰৰ পৰিবাৰৰ ওচৰলৈ গৈ মাছ আৰু মাংসৰ হৰেক ৰকমৰ আঞ্জা ৰন্ধাৰ প্ৰণালী শিকি ল'লে। নতুন আৰু সুপাচ্য জুতিৰে আজি সি তাৰ 'ছাৰ'ক ৰান্ধি খুৱাবই। গিৰীণৰ গাত যেন তৎ নাই। নানা ধৰণে ৰান্ধিয়ে আছে— আঞ্জাখনত ইন্সপেক্টৰণী বাইদেৱে ইমানখিনি পিয়াঁজ দিব কৈছিল, নাই, মই আৰু অলপ দিওঁ। অ' হোটেলৰ ঠাকুৰটোৱে যে এদিন কৈছিল— অলপ চেনি পেলাই দিলে আঞ্জাৰ সোৱাদ বাঢ়ে... এইখনত আদাও বটি দিওঁ। ৰ' আদাৰ গোন্ধটো ছাৰৰ নিশ্চয় ভালেই লাগিব... আঞ্জাক বোলে তেলেহে বেছি জুতিৰ কৰে, ঘৰত থাকোঁতে দেখোন মাই কেতিয়াবা আঞ্জা বেয়া হোৱা বুলি আপত্তি কৰা দেউতাক তেল কম আঞ্জা কেনেকৈ ভাল হ'ব বুলি কৈছিল; পিছে, এইখন আঞ্জা হ'লেই, তথাপি এতিয়াও অলপ তেল ঢালি দিলে ভালেই হ'ব নিশ্চয়... এইদৰেই নিজৰ মনৰ নানা ৰহণ সানি ৰান্ধি গ'ল গিৰীণে, আৰু আচলতে এক নতুন শিল্প সৃষ্টিৰ খেলাত সি উদ্দীপ্ত হৈ উঠিল।

সিদিনা অৱনী গোস্বামী উভতিল আগদিনাতকৈও দেৰিকৈহে। বাহিৰত ৰ'দৰ প্ৰচণ্ডতা অকণো কমা

নাছিল। মানুহজন ঘামত জুৰুলি-জুপুৰি হৈ ঘৰ সোমাই গিৰীণক ক'লে— 'মোৰ আকৌ বাঢ়িবলৈ আৰম্ভ কৰ গিৰীণ। ভোকত পেটৰ নাড়ী ডাল ডাল হ'ল। মই তৎক্ষণাতে গাটো তিয়াই লৈছোঁ।'

খোৱা মেজৰ ওচৰত বহি তেওঁ অবাক হৈ গ'ল— আজি খোৱা-লোৱাৰ ইমান আয়োজন কিয়? অ' গিৰীণৰ তেন্তে কালিৰ বক্তৃতা ভালকৈয়ে কাণত সোমাইছিল।

পৰম সন্তোষেৰে ভাত এগৰাহ মুখত সুমুৱাই তেওঁ কিন্তু লগে লগেই তাক বাহিৰ কৰি পেলালে; প্ৰায় বমি হ'বই খোজে যেন। মছলা, আদা, কেঁচা তেল, চেনিৰ কি এক বীভৎস সংমিশ্ৰণ। অ' ই গিৰীণৰ বৰ স্পৰ্দ্ধা বাঢ়িছে, কালিৰ মোৰ কথাবোৰ লৈ সি আজি মোক এইদৰে ঠাট্টা কৰিব ওলাইছে।

'গিৰীণ!' বজ্ৰনিনাদেৰে তেওঁ চিঞৰি উঠিল। কিন্তু তেওঁ অতি সৰু মাতেৰে মাতিলেও সিদিনা গিৰীণ তৎক্ষণাতে তেওঁৰ ওচৰত উপস্থিত হ'লহেঁতেন, কাৰণ তাৰ নতুন শিল্পই আজিনো গোস্বামীক কিমানৰে তৃপ্ত কৰি তোলে, কি প্ৰশংসাবাণীনো তাৰ কাৰণে বৈ আছে, সেই সকলোবিলাক চাবৰ আৰু শুনিবৰ বাবে বেৰৰ আঁৰতে থিয় হৈ অপেক্ষা কৰি আছিল গিৰীণ।

কিন্তু এনে আহ্বানৰ বাবেতো সাজু নাছিল সি। ইমান সময়ৰ সুখী প্ৰস্তুতিটো যেন মুহূৰ্ততে থান-বান হৈ গ'ল। কঁপি উঠা অন্তৰখনেৰে সি চুচুক-চামাককৈ গোস্বামীৰ ওচৰ পোৱাৰ লগে লগে তেওঁ খুব জোৰেৰে ভাতৰ থালখন তাৰ ফালে মাৰি পঠিয়াই গৰ্জি উঠিল— 'মোৰ লগত চুপতি মৰাবো স্পৰ্দ্ধা হৈছে তোৰ, বদমাচ? এই মুহূৰ্ততে তই মোৰ ঘৰৰ পৰা ওলা, ওলা বুলিছোঁ ওলা। বহুত দিন সহ্য কৰিলোঁ তোক, আৰু নহয়। মই আজিৰ পৰা হোটেলৰ ভাত খাম। তোৰ ছায়াও যেন আৰু মোৰ ঘৰৰ ত্ৰিসীমাত দেখা নাপাওঁ।'

চকুপানী মচি গিৰীণে তাৰ টালি-টোপোলা বান্ধিবলৈ ধৰিলে। বস্তুবোৰ সামৰিব ধৰোঁতে এবাৰ তাৰ বাঁহীটোত হাত পৰিল। সেইটো তুলি লৈ সি কেইমুহূৰ্তমান স্তব্ধ হৈ ৰ'ল। তাৰ পিছত এটা দীঘল হুমুনিয়াহ কাঢ়ি খিৰিকীখনেৰে বাঁহীটো দূৰৰ পথাৰখনৰ ফালে দলি মাৰি দিলে। সেইটোৰ আৰু তাৰ কোনো প্ৰয়োজন নাই, বাঁহীত আৰু কোনোদিন ফুঁ নামাৰে। কিহৰ শিল্পী সি, সামান্য এক শিল্প কামতে যেতিয়া সি আজি ইমান শোচনীয়ভাবে ব্যৰ্থ হ'ল, সঁচায়ে কিহৰ শিল্পী সি?

চাকৰি হেৰোৱা দুখটোতকৈও বহুগুণে তীব্ৰ এই ব্যৰ্থতাৰ দুখত সি দুহাতেৰে মুখ ঢাকি উচুপি উঠিল।

(তাৰিণীচৰণ চৌধুৰী স্কুলৰ আলোচনী)

# বিবৰ্ণ

হিৰণক লৈ যে কোনোবাদিনা মই গল্প লিখিম সেই কথা মই কেতিয়াও ভবা নাছিলোঁ। কিন্তু আজি যেন তাই নিজেই মোৰ আগত তেনে এটা ইচ্ছা প্ৰকাশ কৰি থৈ গ'ল। বয়সৰ লগে লগে তাইৰ মনটো বোধহয় ক্ৰমে দুৰ্বল হৈ আহিছে। এতিয়া বোধহয় তাই বিচাৰে যে জগতৰ দহজনেও তাইৰ দুখৰ কথা জানক তাইক সহানুভূতি জনাওক।

অৱশ্যে সেই গল্প লেখাত মই অলপ অসুবিধাত পৰিছোঁ। কাৰণ তাইৰ জীৱনৰ ঘটনাবোৰ একো অসাধাৰণ নহয়, আজিকালি এনেকুৱা ঘটনা বহুত ছোৱালীৰ জীৱনতে ঘটে আৰু এনেধৰণৰ গল্পও বহুত লেখা হৈ গৈছে ইতিমধ্যে।

তথাপি আজি মই সেই একে গল্প এটাকে লেখিবলৈ বহিছোঁ— কাৰণ হিৰণৰ ৰিক্ত দুৰ্বল অন্তৰৰ এইটো এটা হেঁপাহ।

এই অলপ আগতে হিৰণ গুচি গৈছে। ভিতৰত আৰু নোসোমাল তাই। আমাৰ আগফালৰ বাৰান্দাৰ পৰাই গুচি গ'লগৈ মোৰ ওচৰত বিদায় লৈ। মই কিন্তু লগে লগে ভিতৰলৈ সোমাই আহিব নোৱাৰিলোঁ, বহুত পৰ স্তব্ধ হৈ চকীখনতে বহি ৰ'লোঁ। তাৰ পিছত এতিয়াহে আহি ভিতৰ সোমালোঁহি।

হাতত কাগজ-কলম লৈ বহিলোঁ যদিও এতিয়ালৈকে কিন্তু এটা বাক্যও লেখিব পৰা নাই— কি বুলি আৰম্ভ কৰোঁ মই? তাইৰ ইমান কথা মই জানো কিন্তু এতিয়া দেখোন কলমৰ আগত কোনো কথাই ওলাব নোখোজে,— বোধহয় অতি মৰমৰ বন্ধুৰ কথা গল্প হিচাপে লেখা টানেই।

সঁচাকৈয়ে হিৰণ মোৰ অতি মৰমৰ বন্ধু। মোৰ একমাত্ৰ অন্তৰংগ বন্ধু। সৰুৰে পৰা আমি দুয়ো একেখন স্কুলতে একেটা ক্লাছতে পঢ়ি মেট্ৰিক পাছ কৰিলোঁ, তাৰ পিছত একেখন কলেজৰ পৰা বি এ পাছো কৰিলোঁ। বি এ পাছ কৰাৰ পিছত মই গুৱাহাটীলৈ এম এ পঢ়িবলৈ গুচি গ'লোঁ, কিন্তু হিৰণ্ময়ীৰ মানে হিৰণৰ আৰু পঢ়া নহ'ল, হঠাতে তাইৰ বাপেকৰ হাৰ্টফেল হৈ মৃত্যু হ'ল। অৱশ্যে বাপেক জীয়াই থাকিলেও বোধহয় তাইৰ আৰু পঢ়া নহ'লহেঁতেন। কাৰণ তাইক বিয়া দি উলিয়াই দিয়াৰ চেষ্টা যে বাপেক-মাকে কেতিয়াবাৰ পৰাই কৰি আছে সেই কথা তাই মোক জনাইছিল। ইমানদিনেও যে তাইৰ বিয়া হোৱা নাছিল সেইটোহে আচৰিত কথা, কাৰণ তাইৰ তলত আৰু সাতজনী ভনীয়েক আছিল। সাধাৰণতে ইমান বেছি ছোৱালী থকা ঘৰত বিয়া দি ছোৱালী উলিয়াই দিয়াৰ চেষ্টা বাপেক-মাকে বহুত আগৰে পৰা কৰি থাকে। আৰু যদি সেই মাক-বাপেকৰ পুত্ৰ সন্তান নাথাকে তেনেহ'লেতো আৰু কথাই নাই। হিৰণহঁতৰো কোনো ককাই-ভাই নাছিল। কিন্তু তথাপি যে তেতিয়ালৈকে হিৰণৰ বিয়া হোৱা নাছিল তাৰ কাৰণ হ'ল তাইৰ পঢ়া-শুনাৰ প্ৰতি আগ্ৰহ। বুধিও তাইৰ খুব চোকা আছিল। সদায় বৃত্তি পাই পাই পঢ়ি গৈছিল। সেই কাৰণে বাপেক-মাকৰ খুব ইচ্ছা থকাতো ইমান দিনে হিৰণৰ বিয়াখন পাতিব পৰা নাছিল। অন্ততঃ বি এ-টোকে তাইক পাছ কৰিবলৈ দিব লাগে বুলি তাই মাক-বাপেকক ইমান খাটনি ধৰিছিল যে তেওঁলোকে আৰু জীয়েকৰ ইচ্ছাৰ বিৰুদ্ধে কাম কৰিবলৈ মনত জোৰ নাপাইছিল।

কিন্তু আজি এতিয়া ভাবিছোঁ তেতিয়া যদি জীয়েকৰ কথা নুশুনি তেওঁলোকে জোৰ কৰি তাইৰ বিয়াখন পাতি পেলালেহেঁতেন। তেতিয়াৰ সেই অভিশাপতো আজি তাইৰ জীৱনত আশীৰ্বাদ হৈ দেখা দিব পাৰিলেহেঁতেন কিন্তু যাওক সেই কথা— কি হ'ব পাৰিলেহেঁতেন, সেই কাহিনীতো মই লিখিবলৈ ওলোৱা নাই, মই লেখি যাম কি হৈ গ'ল।

এইদৰে এদিন বি এ পাছ কৰা হ'ল হিৰণৰ, বিয়া হ'লে নহ'ল। তাইৰ বিয়াৰ আয়োজন যেতিয়া প্ৰায় সম্পূৰ্ণ হৈ উঠিছিল, তেতিয়া এদিন হঠাৎ দেউতাকৰ হাৰ্ট ফেল হৈ মৃত্যু হ'ল।

অৱশ্যে দেউতাকে হিৰণহঁতক একেবাৰে অনাথ কৰি এৰি থৈ যোৱা নাছিল। টাউনতে ঘৰ এটা সাজিছিল আৰু দহ হাজাৰ টকাৰ ইন্সিওৰ এটাও কৰি থৈছিল। কিন্তু তথাপি যাৰ ঘৰত ইমান কেইজনী ছোৱালী আৰু তাৰে ভিতৰত দুই-তিনিজনী বিবাহযোগ্যা থাকে, সেই ঘৰৰ মাক-বাপেকৰ মনত পূৰাপূৰি শান্তি কেতিয়াও

থাকিব নোৱাৰে। তাতে যদি আৰু বাপেকো আকস্মিক মৃত্যুৰ বাবে মাকৰ মূৰতেই সেই সকলো দুৰ্ভাবনাৰ বোজা জাপি দি আঁতৰি যায় তেতিয়াহ'লে সেই মাকৰ মানসিক অৱস্থা কি হ'ব পাৰে সেয়া সহজেই অনুমেয়।

মই এম এ পঢ়িবলৈ যাওঁতে হিৰণহঁতৰ এই দুৰ্ঘটনাটো ঘটিছিল। মাৰ চিঠিৰ পৰা মই খবৰটো পাই হিৰণলৈ চিঠি দিছিলোঁ, সান্ত্বনা দিয়াৰ, বুজনি দিয়াৰ বৃথা প্ৰয়াসৰ চিঠি এখন। সেইখন চিঠিৰ পিছত আৰু এখন চিঠি দিছিলোঁ হিৰণৰ দেউতাক ঢুকোৱাৰ এমাহৰ পিছত, এইবাৰ সিহঁতৰ খবৰ-বাতৰি লৈ। সেইখন চিঠিৰ উত্তৰ হিৰণে দিছিল। তাত জনাইছিল শ্ৰাদ্ধ ভালে ভালে হৈ গ'ল আৰু সৌভাগ্যক্ৰমে তাই স্থানীয় হাইস্কুলত শিক্ষয়িত্ৰীৰ কাম এটাও পাইছে। ইয়াৰ পিছত মোৰ এটা বন্ধ হোৱাত ঘৰলৈ আহি হিৰণৰ ওচৰলৈ গ'লোঁ।

সিহঁতৰ ঘৰৰ ভিতৰত সোমাই প্ৰথমে লগ পালোঁ কিৰণক, হিৰণৰ তলৰ ভনীয়েক। তাইক দেখি বা সিহঁতৰ একে ধৰণৰ পৰিপাটিৰে থকা ঘৰটোত সোমাই প্ৰথমে মোৰ সিহঁতৰ হৈ যোৱা দুৰ্ঘটনাটো সম্পৰ্কে কোনো সচেতনতা জগা নাছিল, কিন্তু যেতিয়াই মই মাহীদেউ অৰ্থাৎ হিৰণৰ মাকৰ মুখামুখি হ'লোঁ, তেতিয়া যেন ডাঙৰ আঘাত পাই মই তাতেই থমকি ৰ'লোঁ। ছমাহ আগতে এই ঘৰখনত যিটো শোকৰ ঘটনা ঘটি গ'ল তাৰ সকলোখিনি ট্ৰেজেডিৰ তাৎপৰ্য যেন অতি প্ৰকটভাবে ফুটি ওলাইছে কেৱল এই মানুহজনীৰ গাতে। তেওঁৰ অন্তৰত এতিয়াও কি ধুমুহা বলি আছে নাজানো, কিন্তু বাহিৰৰ এই শুভ্ৰ সাজ-সজ্জাৰে মানুহজনীক দেখি মোৰ মনটোৱে হঠাৎ এটা চমক খোৱা বেদনাত টনটনাই উঠিল। হিৰণৰ মাক বৰ শুৱনি তিৰোতা, হিৰণহঁতো দেখা-শুনাত ভাল, কিন্তু সিহঁতৰ এজনী বাই-ভনীয়েও মাকৰ চেহেৰা পোৱা নাছিল। তেওঁ যেন নিজেও তেওঁৰ সেই অপৰূপ সৌন্দৰ্য সম্পৰ্কে সজাগ আছিল, কাৰণ সদায় দেখিছিলোঁ নিজকে অলপ বেছিকৈ সজাই ৰাখে তেওঁ। ৰঙীন ব্লাউজ আৰু উজ্জ্বল ৰঙৰ পাৰি লগোৱা চাদৰ তেওঁ সদায় ব্যৱহাৰ কৰিছিল। টিক্‌টিকীয়া ৰঙা সেন্দুৰেৰে দীঘলীয়াকৈ সেওঁতা ফালিছিল যেন নতুনকৈ বিয়া হোৱা ছোৱালী এজনীহে।

আৰু আজি এতিয়া সেই মানুহজনীৰ ঠাইত শুভ্ৰ সেওঁতা আৰু তাতোকৈ শুভ্ৰ কাপোৰ-কানিৰে মানুহজনীক দেখি মোৰ অন্তৰখন ধক্ কৰি উঠিল।

মই উদ্‌গত বিশ্বাস এটা বোধ কৰি ধীৰভাৱে সুধিলোঁ, 'ভালে আছে মাহীদেউ?'

'আমাৰ আৰু ভালে থকা আই'— 'ম্লান হাঁহি এটা মাৰি মাহীদেৱে ক'লে আৰু তাৰ পিছত পাকঘৰৰ ফালে মুখ ঘূৰাই অলপ চিঞৰি মাতিলে— 'হিৰণ, অ' হিৰণ? বুৰী আহিছে নহয়-- '

মাহীদেউৰ মাতত অকল হিৰণেই নহয়, মিনুও পাক ঘৰৰ পৰা ওলাই আহিল। তাৰ পিছত ওচৰৰে কোনোবা কোঠালীত সোমাই থকা চিনু, পুতলী, মীৰা, হীৰা আৰু দুলু আটাইবোৰ ওলাই আহিল। এজাক ছোৱালী। তাৰে ভিতৰত হিৰণ-কিৰণক বাদ দিয়ো মিনু-চিনুও বিবাহযোগ্যা হৈ উঠিছে, পুতলীয়ে ফ্ৰক পিন্ধি আছে যদিও আগৰ হিচাপত তাইৰো বিয়া দিয়াৰ বয়স হৈছে। নানা ধৰণৰ পোছাক পিন্ধি মোৰ ওচৰ চাপি অহা ধুনীয়া ধুনীয়া ছোৱালীজাক যেন এজাক পখিলাহে, কিন্তু ইহঁতে চকুক ক্ষন্তেকীয়া তৃপ্তি হয়তো দিব পাৰে, কিন্তু মনটো যে কি অস্বস্তিৰে ভৰাই দিয়ে। মই এতিয়া অন্তৰত সামান্যভাৱে হ'লেও সেই অস্বস্তি অনুভৱ কৰিছোঁ, তাৰমানে মাকৰ যে ইহঁতক চকুৰ আগত ৰাখি দিন-ৰাতি কি অৱস্থা হয় সেই ভাবটো মনলৈ আনি মই সামান্যভাৱে শিয়ঁৰি উঠিলোঁ। আৰু পুত্ৰ নহৈ কন্যা হিচাপে জন্ম হোৱাত সিহঁতৰ সামান্য অপৰাধী ভাব লৈ থকা বা ভৱিষ্যতে নিজকে তেনেকুৱা ভবাৰ সম্ভাবনা থকা এই ছোৱালীকেইজনীলৈ এবাৰ মূৰ তুলি চাই, এটা মিচিকিয়া হাঁহি মাৰি মই অন্তৰত এটা পুতৌ মিহলি মমতা অনুভৱ কৰিলোঁ।

হিৰণে আগবাঢ়ি আহি মোক শান্ত-ধীৰভাৱে সুধিলে, 'কেতিয়া আহিলি বুৰী?'

'আজি দুপৰীয়া...।'

মিনু পাকঘৰৰ পৰা ওলাই আহি আকৌ সোমাই গৈছিল, এতিয়া কিছুসময়ৰ পিছত দেখিলোঁ তাই একাপ চাহ লৈ ওলাই আহিছে 'খোৱা বুৰী বাইদেউ—'

হিৰণহঁতৰ ঘৰৰ ভিতৰত মই এই মিনুকে আটাইতকৈ মৰম কৰোঁ— খুব মৰম লগাব পৰা কিবা এটা

গুণ আছে এই ছোৱালীজনীৰ। দেখাতো তাই আটাইকেইজনীতকৈ ধুনীয়া, মাতবাৰো তাইৰ মোৰ বৰ মৰম লাগে। আনকি তাইৰ নামটোও মোৰ আটাইকেইজনীতকৈ বেছি ভাল লাগে। মৃন্ময়ী। তাই চতুৰ্থ কন্যা। হিৰণ্ময়ী, কিৰণ্ময়ী, চিন্ময়ী, মৃন্ময়ী, পুতলী, মীৰা, হীৰা, দুলু— আঠজনী ছোৱালীৰ যথাক্ৰমে এইকেইটা নাম। হিৰণ্ময়ীয়ে নিজেই কেতিয়াবা মোৰ আগত কৈ কৈ হাঁহে— 'জান বুবী, মোৰ জন্ম হওঁতে মা-দেউতাই বোধহয় খুব হেঁপাহত খুব উৎসাহত গৱেষণা কৰি হিৰণ্ময়ী নামটোকে খুব ধুনীয়া আৰু অলপ অসাধাৰণ বুলি ভাবিয়েই দিছিল। তাৰ পিছত কিৰণৰ জন্ম হওঁতে সিমানখিনি উৎসাহিত নহ'লেও মোৰ নামৰ লগত মিল ৰাখিয়ে তাইকো কিৰণ্ময়ী নাম দিলে। তাৰ পিছত চিনু-মিনুৰ জন্মত অলপ বিৰক্ত হ'লেও কবিতাৰ মোহ তেতিয়ালৈকে এৰিব পৰা নাছিল গতিকে সিহঁতো হ'ল মৃন্ময়ী আৰু চিন্ময়ী। তাৰ পিছত পুতলী আৰু মীনাহঁতৰ জন্ম হওঁতে কিন্তু সেই মিল বিচৰাৰ মোহটোৰ আৰু কোনো অৱশিষ্টই নাছিল বোধহয়, নহ'লেতো সিহঁত পুতলী-মীৰা নহৈ জ্যোতিৰ্ময়ী-আনন্দময়ীয়ে হ'ব পাৰিলেহেঁতেন। পিছে সিহঁতৰো ভাগ্য ভাল দেই বুবী, অসমীয়াৰ ঘৰত জন্মলাভ কৰিছে, বঙালীৰ ঘৰত ওপজা হ'লে ক'ৰ মীৰা-হীৰা নাম পালেহেঁতেন— আন্নাকালী, ৰক্ষাকালী এইবোৰহে সিহঁতৰ নাম হ'লহেঁতেন।' কথাখিনি শেষ কৰি সিদিনা হিৰণে হাঁহিছিল আকৌ। কিন্তু মই তাইৰ হাঁহিত যোগ দিব পৰা নাছিলোঁ— হাঁহি হ'লেহে যোগ দিব পাৰি, এনেকি কান্দোনতো পাৰি— কিন্তু কান্দোনে হাঁহিৰ বিকৃত ৰূপ লৈ ফুটি ওলায়?

কিছুসময় হিৰণহঁতৰ ঘৰত কটাই মই উভতি আহিলোঁ, সম্ভৱ হ'লে পিছদিনাই হিৰণক আমাৰ ঘৰলৈ মাতি থৈ আহিলোঁ। এতিয়া তাইৰ সুবিধা-অসুবিধা বুজিহে মাতিব লাগিব কাৰণ তাই এতিয়া স্কুলত গোটেই দিনটো খাটিব লাগিব আৰু হয়তো দেউতাকৰ মৃত্যুৰ পিছত তাই তেনেকৈ ফুৰা-চকাও নকৰা হৈছে। আজিয়ে তাইক মই আগতকৈ বহুত সলনি হোৱা যেন অনুভৱ কৰিছোঁ— যদিও তাইক মই বেছি সময় লগেই নাপালোঁ। অৱশ্যে আগতেও হিৰণক মই হিৰণহঁতৰ ঘৰত বেছি সময় অকলে লগ নাপাওঁহেই, কাৰণ তাইৰ ইমানবোৰ ভনীৰে ভৰি থকা ঘৰটোত এটুকুৰা নিজান ঠাই বিচাৰি উলিয়াই লৈ আমি দুয়ো বন্ধুৱে যে কথা পাতিম তাৰ উপায় নাই। গতিকে আমাৰ মনৰ অন্তৰংগ কথা-বতৰা সাধাৰণতে আমি আমাৰ ঘৰতে পাতোঁ। আমাৰ ঘৰতো ডাঙৰ ল'ৰা-ছোৱালী কম। মোৰ নিজাকৈ এটা কোঠালী আছে, গতিকে হিৰণহঁতৰ ঘৰলৈ ফুৰিবলৈ যোৱাটো মোৰ অকল হিৰণক লগ ধৰিবলৈ যোৱাই নহয়, সেই যোৱা মোৰ সিহঁতৰ ঘৰৰ লগত ৰখা ভদ্ৰতাৰ সম্পৰ্ক এটাহে মাথোন। কিন্তু হিৰণ আমাৰ ঘৰলৈ অহা মানে অকল মোৰ বাবেই অহা।

আজি হিৰণক কৈ আহিলোঁ কাইলৈ এবাৰ আমাৰ তালৈ যাবি পাৰিলে।

সঁচাকৈয়ে হিৰণক অকলে লগ পাবলৈ মোৰ মন ব্যাকুল হৈ উঠিছিল। মোৰ একমাত্ৰ মৰমৰ বন্ধু তাই— তাইৰ সুখ হ'লেময়ো সুখী হওঁ, তাইৰ দুখত ময়ো বেদনা অনুভৱ কৰোঁ। মোৰ বাবে জীৱনত বন্ধুত্বৰ মূল্য খুব বেছি। কৈশোৰৰ যৌৱনৰ কালছোৱাত আমাৰ কিছুমান কথা আমাৰ কিছুমান সমস্যাৰ একমাত্ৰ ভাগ দিব পাৰোঁ বন্ধুকহে— মা-দেউতা, ভাই-ককাই, বাই-ভনীক নহয়। সেই বন্ধুত্ব অতি ব্যাপক অৰ্থৰ যদিও মোৰ আৰু হিৰণৰ জীৱনত তেতিয়ালৈকে কিন্তু তাৰ আন দিশৰ বিস্তৃতি ঘটা নাছিল আৰু আমাৰ দুয়োৰো কাৰো কোনো অন্তৰংগ পুৰুষ বন্ধু নাছিল, আমি দুয়োহে দুয়োৰে একমাত্ৰ অন্তৰংগ বন্ধু আছিলোঁ।

আজি হিৰণক লগ পাই আহি ওৰে বাটটো মোৰ মনটো ভাৰাক্ৰান্ত হৈ আহিছে। হিৰণৰ কিবা এটা হৈছে। ওঁহো— সেই পৰিবৰ্তন অকল দেউতাকৰ মৃত্যুৰ বেদনাই নহয়, আৰু কিবা এটা হৈছে তাইৰ। কি হৈছে নাজানো কিন্তু মোৰ মন তেতিয়াৰে পৰা হঠাৎ গধুৰ হৈ গ'ল। এতিয়া মোৰ পৰম কামনা তাইৰ লগত যেন মন খুলি কথা পাতি তাইৰ কি হৈছে বুজিব পাৰোঁ।

হিৰণ পিছে পিছদিনাই মোৰ ওচৰলৈ আহিল। স্কুলৰ পৰা বাহিৰে বাহিৰেই আমাৰ ঘৰলৈ আহিল, কাৰণ ঘৰলৈ গ'লে আৰু সহজে ওলাই অহাটো নহয় হেনো।

গৰমত ঘামি-জামি, দিনটো স্কুলত খাটি অহা ক্লান্ত হিৰণজনীক দেখি মোৰ মনটো আৰু এবাৰ ধক্ কৰি উঠিল। এইবোৰ যদিও জগতৰ সদায় ঘটি থকা অতি স্বাভাৱিক ঘটনা তথাপি মোৰ মনলৈ এই ভাবটো নহাকৈ নাথাকিল যে পঢ়া-শুনাত ইমান ভাল ছোৱালী হৈয়ো হিৰণে আজি এম এ পঢ়িব নোৱাৰি মাষ্টৰণী হৈ

কটাবলগাত পৰিছে আৰু মই সিমান চোকা বুধিৰ নহৈও কোনো চিন্তা কোনো দায়িত্ব নোলোৱাকৈ এম এ পঢ়ি আছোঁ।

চাহ-জলপান খাই মোৰ লগত অলপ কথা পাতি হিৰণ মোৰ কোঠালীলৈ আহিল।

'তোৰ ভাগৰ লাগিছে যদি অলপ বিছনাত বাগৰি ল' হিৰণ।' মই ক'লোঁ।

'ভাগৰ?' হিৰণে অলপ হাঁহিলে— 'এটা মাহ মাষ্টৰণী কৰিযেই যদি মোৰ ভাগৰ লাগিব লাগিল, বাকী আৰু ত্ৰিছ-চল্লিছটা বছৰ, মাহ নহয়, কেনেকৈ কাম কৰিম ক'চোন, বুৰী?'

'ত্ৰিছ-চল্লিছটা বছৰ আকৌ তই কিহৰ দুখত এইদৰে মাষ্টৰণী হৈ কটাবি?' হিৰণৰ উত্তৰত মই বেদনাৰ লগতে অস্বস্তিও অনুভৱ কৰিছিলোঁ, কিয় নাজানো, হয়তো তাইৰ আৰু মোৰ ভাগ্যৰ পাৰ্থক্যটো অতি প্ৰকট ৰূপেই এতিয়া আমাৰ মাজত ফুটি ওলোৱাত যিটো আগতে আমাৰ দুয়ো বন্ধুৰ অন্ততঃ কথা-বতৰাৰ মাজত কেতিয়াও প্ৰকাশ নাপাইছিল।

'কিহৰ দুখত তই ভালকৈয়ে জান, বুৰী—' মোৰ দুটা গাৰুৰ এটা গাৰু বুকুৰ মাজত হেঁচি লৈ শুই হে মোৰ কথাৰ উত্তৰ দিছিল হিৰণে, কাৰণ মুখত এইবোৰ কথা কৈ থাকিলেও কামত কিন্তু তাই মোৰ নিৰ্দেশেই পালন কৰিছিল, অৰ্থাৎ মোৰ বিছনাত বাগৰি পৰিছিল।

মই বেতৰ চকীখন বিছনাৰ ওচৰলৈ টানি আনি বহি পৰিছিলোঁ।

কিছুসময় এই একো মাতিব পৰা নাছিলোঁ। তাৰ পিছত এবাৰ লাহেকৈ সুধিলোঁ— 'তোৰ বিয়া একৰকম খাটাং হৈ যোৱা বুলিয়েই শুনিছিলোঁ যোৱাবাৰ'— মই বাক্যটো অৰ্ধ সমাপ্ত কৰি ৰাখিলোঁ।

'সেই বিয়া ভাগিল।'

'কিয়? তেওঁলোকে বাট চাব নোৱাৰিলে নেকি?' দেউতাকৰ মৃত্যুৰ পিছত এটা বছৰলৈ যে বিয়া-বাৰু হ'ব নোৱাৰে সেই কথা ভাবিয়ে মই সুধিলোঁ।

'সেইটো নহয়'— হঠাৎ হিৰণ বিছনাত উঠি বহিল, তাৰ পিছত মোৰ চকুলৈ পোনে পোনে চাই তাই অলপ হাঁহিলে— 'জান বুৰী ল'ৰাজনৰ মোক হেনো ইমান পছন্দ হৈছিল যে মোৰ কাৰণে হেনো তেওঁ এটা বছৰ নালাগে কেইবাবছৰো বাট চাব পাৰিব। পিছে মই সেই বাট চোৱাৰ ৰোমাঞ্চ সম্পূৰ্ণ ভংগ কৰি দি বিয়াখনকে ভাঙি দিলোঁ।'

'কিয়?' মই এইবাৰ অতি অবাক হৈ তাইক সুধিলোঁ অন্ততঃ মুহূৰ্তৰ বাবে হ'লেও মই তাইৰ বাবে বেদনা অনুভৱ কৰিবলৈ পাহৰি অতি আচৰিত হৈ প্ৰসন্ন দৃষ্টিৰে তাইৰ ফালে চাই ৰ'লোঁ।

'কিয় আকৌ? এইটো এটা সুধিবলগীয়া প্ৰশ্ননে, বুৰী,'— হিৰণেই যেন বেছি আচৰিত হ'ল, ঠিক আচৰিতো নহয়, অলপ যেন অধৈৰ্যও।' 'মই যদি বিয়াকে কৰোঁ বাকী সাতজনী ভনীৰ ভৰণ-পোষণ, শিক্ষা-দীক্ষা, বিয়া-বাৰুৰ দায়িত্বৰ বোজাটো কোনে মূৰ পাতি ল'ব ক'ব পাৰনে তই?'

'তোৰ দেউতাৰে জানো ইন্সিওৰেঞ্চ'—

মোৰ প্ৰশ্নটো শেষকে কৰিবলৈ নিদিলে হিৰণে, অধৈৰ্য হোৱাৰ মাত্ৰা চৰিল তাইৰ, অলপ চিএৰাৰ দৰেই কৈ উঠিল, 'বুৰ্বকৰ দৰে কথা নক'বি অ' বুৰী— দেউতাই ইন্সিওৰেঞ্চৰ যি কেইটা টকা এৰি থৈ গৈছে তাৰে ইমানগাল ছোৱালীৰ বিয়াৰ খৰচতো বাদেই, খোৱা-লোৱা, পিন্ধা-উৰা একোৰেই খৰচ নচলে। এনেকি মোৰ চাকৰিৰে ঘটি অনা টকাকেইটাৰেও নচলে, গতিকে অহা মাহৰ পৰা আমাৰ ঘৰটোৰো আধা ভাড়া দিম।'

মই হঠাৎ স্তব্ধ হৈ গ'লোঁ। হিৰণো কিছুসময় নিমাতে ৰ'ল। তাই একমনে মোৰ মেজৰ সন্মুখৰ খিৰিকীখনেদি বাহিৰলৈ বহুত পৰ চাই ৰ'ল। তাৰ পিছত মোৰ ফালে ঘূৰি চাই আকৌ এবাৰ তাই হাঁহিলে— 'আজিকালিৰ ছোৱালীৰ এই সমস্যাটোক লৈ বহুতো গল্প লিখা হয়, নহয় বুৰী? সেই একে কাহিনী— দেউতাকৰ অকাল মৃত্যু বা দুৰাৰোগ্য ব্যাধিত পঙ্গু অৱস্থা, কেইবাটাও নাবালক ল'ৰা-ছোৱালীৰ সংখ্যাই বেছি আৰু ল'ৰা যি দুই-এটা থাকে সি হয় সৰু হৈ থাকে নহয়তো দুষ্ট-বদমাইচ হৈ যায় আৰু তাৰ পিছত সেই উটি-ভাহি যাব খোজা সংসাৰখনৰ বোজা বহন কৰিবলগীয়া হয় শিক্ষিতা ডাঙৰ ছোৱালীজনীয়ে— তাইৰ সমস্ত জীৱন-যৌৱনৰ আশা-আকাংক্ষা জলাঞ্জলি দি ভৱিষ্যতটোক গভীৰ আন্ধাৰৰ বুকুলৈ দলি মাৰি থৈ'— এইবাৰ অলপ জোৰেই

হাঁহিলে হিৰণে— 'কিন্তু বুৰী, এই গল্পৰ নায়িকাবোৰতকৈ মই বোধহয় অলপ বেছি ভাগ্যৱতী নহয়, সিহঁতবোৰৰ মূৰত মোতকৈ আৰু এটা বেছি বোজা সচৰাচৰ থাকে, প্ৰেমৰ বোজা, কিন্তু মোৰ ভাগ্য ভাল, সেই বোজা মই ল'ব লগা নহ'ল অৱশ্যে'— মোৰ চকুলৈ আকৌ পোনে পোনে চাই হাঁহিলে হিৰণে— 'মোক বিয়া কৰাবলৈ ওলোৱা, ল'ৰাজনৰ বোধহয় মোৰ প্ৰতি অলপ প্ৰেমভাব উপজিছিল, বুৰী। সেই যে কেইবাবছৰো বাট চোৱাৰ কথাষাৰ ক'লোঁ তোক— সেইবাৰ কথাতো তেওঁ নিজেই মোক লিখি জনাইছিল।'

'মাহীদেৱে তোৰ আপত্তি নাকচ কৰা নাছিল নে, হিৰণ?'

—'ওঁ কৰিছিল'— সম্মতিসূচক মূৰ দুপিয়ালে হিৰণে— 'খুব বেছিকৈয়ে কৰিছিল। এই বিষয়তো মই গল্পৰ নায়িকাসকলতকৈ ভাগ্যৱতী, মোৰ মা সঁচাকৈয়ে অলপো স্বাৰ্থপৰ নহয়। মাই মোক এইদৰেও কৈছিল যে তেওঁ কাপোৰ বৈ ভনীয়েকজনীক পোহপাল দিব। পিছে মই মাক বুজালোঁ যে কাপোৰ বৈ পেট প্ৰৱৰ্তোৱা দিন-কাল আৰু নাই। সস্তীয়া অথচ সুন্দৰ কাপোৰেৰে এতিয়া বজাৰ ভৰি গৈছে আগৰ দৰে আৰু এতিয়া আমাৰ অসমীয়া মেখেলা-চাদৰ বিক্ৰী নহয়। মুঠতে মাক মই অৱশেষত এইদৰে বুজাই বিশ্বাস কৰিবলৈ বাধ্য কৰিলোঁ যে আমাৰ বাই-ভনীকেইজনীৰ এজনীয়ে এইদৰে চাকৰি-বাকৰি কৰি ঘৰখন চলোৱাৰ বাহিৰে আন সন্মানজনক আৰু কোনো উপায়ে নাই। আৰু মই যেতিয়া সকলো কেইজনীতকৈ ডাঙৰ মোৰ যেতিয়া বিদ্যা বেছি তেতিয়াতো আৰু মোৰ বাহিৰে আন কোনো এজনীৰেই জীৱনটো উছৰ্গা কৰাৰ প্ৰশ্ন নুঠে'— আকৌ সেই হাঁহি লৈ ক'লে হিৰণে, 'অৱশ্যে উছৰ্গা শব্দটো মাৰ আগত ব্যৱহাৰ কৰা নাছিলোঁ দেই বুৰী।'

ইয়াৰ পিছত মোৰ সকলো প্ৰশ্ন হেৰাই গৈছিল। আনকি মই আৰু ইয়াৰ পিছত মূৰ তুলি হিৰণলৈকো চাব নোৱৰিছিলোঁ। কোলাৰ ওপৰত হাত দুখন মুঠি মাৰি লৈ মই নীৰৱে তলমূৰকৈ বহি ৰ'লোঁ।

গম পালোঁ হিৰণে আকৌ বিছনাত বাগৰ দিলে।

'জান বুৰী, তিনি মাহৰ আগতে এদিন আমাৰ ঘৰলৈ এজনী ছোৱালী আহিছিল'— হঠাৎ আকৌ ক'বলৈ আৰম্ভ কৰিলে হিৰণে— 'বঙালী ৰিফিউজি ছোৱালী বোধহয়। তাই কিছুমান তেল-চাবোন-পাউডাৰ-স্নু', সেন্দূৰৰ টেমা কান্ধৰ মোনাত ওলোমাই লৈ 'দিদি অ' দিদি' বুলি চিঞৰি আমাৰ ঘৰৰ ভিতৰতে সোমাইছিলগৈ। আমি তেতিয়া সকলোৱে ভাত খাই উঠি অলপ জিৰাবলৈ লৈছিলোঁ। তাই তেনেকৈ সোমাই যোৱা দেখি প্ৰথমে খঙেই উঠিছিল— অকল সোমাই যোৱাই নহয়, তাই নিজেই এটা মূঢ়া বিচাৰি আমাৰ ওচৰত বহিও ল'লে। বোধহয় গোটেই দিনটো ঘূৰি-পকি ফুৰিছিল, কাৰণ মুখখন দেখিলোঁ ঘামেৰে তিতি গৈছে আৰু ৰঙা পৰি আছে। মূঢ়াত বহি লৈ তাই শাৰীৰ আঁচলেৰে মুখখন মচি লৈ আমি কিবা সোধাৰ আগতে বক্তৃতা এটা আৰম্ভ কৰিলে। অতি নিষ্প্ৰাণ, চাবি টিপি যন্ত্ৰৰ মাত উলিওৱাৰ দৰে সেই বক্তৃতাটো লাগিছিল। বক্তব্য হ'ল তাই কোনোবা বেলা কোম্পানীৰ পৰা এই প্ৰসাধন দ্ৰব্য বেচিবলৈ আহিছে, আমি নিশ্চয় তাইৰ পৰা কিবা-কিবি কিনিম, প্ৰয়োজন নাই বুলি ক'লেও তাই নুশুনে, কাৰণ আমি আমাৰ ভাই-ভনীৰ আব্দাৰ পূৰাবলৈ সিহঁতৰ লগতো কত ধৰণৰ কত খৰচ কৰোঁ। ইত্যাদি ইত্যাদি। প্ৰায় চিঞৰি চিঞৰি কোৱা সেইবোৰ কথা তাই বহুত সময় কৈ গ'ল— তেতিয়া মায়ে মাজতে মাত লগালোঁ— 'ৰ'বাচোন, ৰ'বা, তোমাৰনো ঘৰ ক'ত?' ছোৱালীজনীয়ে ক'লে কলিকতাত। মায়ে আকৌ সুধিলে 'তোমাৰ কোন কোন আছে?' তাইৰ মাতটো এইবাৰ সৰু হৈ গ'ল, ক'লে— 'মোৰ মা-দেউতা কোনো নাই।' 'তেন্তে তুমি ক'ত থাকা?' 'হোষ্টেলত।' মই মন কৰিলোঁ তাই এইদৰে উত্তৰ দি থাকিবলৈ বৰ ভাল পোৱা নাই। মোৰো আৰু শুনিবৰ মন যোৱা নাছিল, পূৰ্ববঙ্গৰ পৰা কেনেকৈ তাই পলাই আহিছে, কেনেকৈ তাই মাক-দেউতাকক হেৰুৱাইছে— এই এটা সদায় শুনা কাহিনী নতুনকৈ আকৌ শুনি মনটো বেদনাৰে ভাৰাক্ৰান্ত কৰাৰ ইচ্ছা নাছিল। মই মাক ক'লোঁ, 'তোৰ প্ৰশ্নবোৰ এৰচোন মা, ছোৱালীজনীৰ কেৱল আমাৰ ঘৰত ফুৰিলেই নহ'ব নহয়, আৰু কত ঘৰলৈ যাব লাগিব, আৰু তাই যিমান বেছি পাব আমি তাইক ইয়াতে আটক কৰি তাইৰ লোকচানহে কৰিছোঁ।' হয় নেকি বুলি তেতিয়াহে মা তৎপৰ হৈ উঠিল। কিন্তু মাই তাইক আৰু এষাৰ কথা নুশুধিও নোৱাৰিলে যে তাই ভাত খাইছেনে নাই। তাই যেতিয়া ক'লে নাই খোৱা মায়ে তাইক তেতিয়া একাপ চাহ খাবলৈ অনুৰোধ কৰি নিজেই চাহ কৰিবলৈ পাকঘৰলৈ গ'ল আৰু মোক কৈ গ'ল মই যেন ইতিমধ্যে কিবা এটা পছন্দ কৰি

তাইৰ পৰা কিনি থওঁ। মইনো আৰু কি কিনিম, প্ৰয়োজনীয় বস্তু সকলো আমাৰ আছেই, তথাপি তাইক সহায় কৰোঁ বুলিয়েই মই টেলকম পাউডাৰ এটা বাছি লৈ পইচা আনিবলৈ সিটো কোঠালৈ সোমাই গ'লোঁ।'

হিৰণ অলপ সময় ৰ'ল। হাতত থকা ৰুমালখনেৰে মুখখন মচি লৈ খন্তেকৰ পিছতেই তাই আকৌ আৰম্ভ কৰিলে, 'জান বুৰী, সেইদিনা মই পইচা আনিবলৈ বাকচ খুলি ভালেমান পৰ বাকচটোৰ সম্মুখতে স্থিৰ হৈ আছিলোঁ। সেই বাকচটো মোৰ বিয়াৰ বাবে কিনা নতুন কাপোৰ-কানিৰে ভৰ্তি হৈ আছিল। সেই নতুন উজ্জ্বল কাপোৰবোৰ তেতিয়াই মোৰ এক পৰম আশ্ৰয় যেন লাগি গৈছিল, মই যেন কিবা এক বিভীষিকাৰ পৰা পলাই আহি সেই সুন্দৰ সুন্দৰ কাপোৰবোৰৰ মাজতে পৰম নিৰাপত্তা আৰু আশ্ৰয় বিচাৰি পাইছিলোঁ। এজনী মোৰেই সমনীয়া ছোৱালী, একমাত্ৰ জীৱিকা— জীৱন নহয়, যৌৱন নহয় একমাত্ৰ জীৱিকা বাবেই বুৰী, এই কষ্টকৰ জীৱন যাপন কৰিবলগা হৈছে, সেই সুদূৰ কলিকতাৰ পৰা আহি আহি অসমৰ বহুতো খ্যাত-অখ্যাত চহৰত ঘূৰি ঘূৰি ফুৰিবলৈ ধৰিছে, ৰ'দে-বৰষুণে, অৰ্দ্ধাহাৰে, দুখে-কষ্টে বহুতো ঘৰৰ পৰা প্ৰত্যাখ্যাত হোৱা অপমানৰ জ্বালা সহি সহি। উস্ কি জীৱন, জীৱনটো নহয় জীৱন নামৰ এটা বিড়ম্বনা মাত্ৰ যাৰ ভৱিষ্যৎ নাই, আশা নাই, ভৰষা নাই। জান বুৰী, সিদিনা বিয়াৰ কাপোৰৰ বাকচটোৰ আগত থিয় হৈ মোৰ খুব স্বাৰ্থপৰ সুখ আৰু নিশ্চিন্ততাৰ অনুভূতি এটা জাগি উঠিছিল। আগতে সদায় নিজকে দুৰ্ভগীয়া বুলিয়েই ভাবিছিলোঁ ইমানবোৰ বাই-ভনীৰ এজনী, ভাই-ককাই এটা নাই, পঢ়া-শুনাত চোকা হৈয়ো এম এ পঢ়িব নোৱাৰিলোঁ। কিন্তু সিদিনা হঠাৎ নিজকে বৰ সৌভাগ্যৱতী যেন লাগি গৈছিল। অন্ততঃ এই ছোৱালীজনীৰ দৰেতো মই দুৰ্ভগীয়া নহওঁ। মোৰ এখন ঘৰ আছে, এটা আশ্ৰয় আছে, ভৱিষ্যতৰ সুখ-নিৰাপত্তাৰ এটা প্ৰতিশ্ৰুতি আছে।

আকৌ হঠাতে থামি গ'ল হিৰণ। তাৰ পিছত তাই বিছনাৰ পৰা লাহে লাহে নামিবলৈ ধৰি প্ৰায় অস্ফুটভাৱে ক'লে— 'আজিকালি মোৰ সেই ছোৱালীজনীৰ কথা প্ৰায়ে মনত পৰি থাকে বুৰী।'

মই চকীত তেতিয়াও অলৰ-অচৰ হৈ বহি আছিলোঁ। তেতিয়া প্ৰায় আন্ধাৰেই হৈ আহিছিল। সেই আধা এন্ধাৰ আধা পোহৰত হিৰণৰ ফালে চাই মোৰ মনত এটা ক্ষন্তেকীয়া ভ্ৰান্তি উপজিছিল— এইজনী যেন হিৰণ নহয়, এইজনী মোৰ আগত থিয় হৈ আছে হিৰণহঁতৰ ঘৰলৈ অহা বঙালী ৰিফিউজী ছোৱালীজনী।

'যাওঁ দেই বুৰী। বেছি দেৰি হ'লে মায়ে চিন্তা কৰিব।' আকৌ সেই আগৰ হাঁহি এটা মাৰিলে হিৰণে— 'এতিয়া তথাপি মা আছে মোৰ বাবে চিন্তা কৰিবলৈ মই ঘৰলৈ ওভটা পৰম হ'লে বৈ থাকিবলৈ'— কথাষাৰ শেষ নকৰিলে তাই, কেৱল মোৰ ওচৰলৈ আহি মোৰ সম্মুখত থিয় হৈ গভীৰভাৱে ক'লে— 'আজি তোক বহুত দুখৰ কথা ক'লোঁ বুৰী— তোক দুখ দিলোঁ, পিছে তয়েইতো সদায় কৈ আহিছ বুৰী— a sorrow is decreased when it is shared, but a happiness is increased when it is shared —তোক দুখৰ কথা কৈ মোৰ নিজৰ বহুত দুখ পাতল হোৱা যেন লাগিল, ভৱিষ্যতে কেতিয়াবা সুযোগ পালে তোৰ সুখৰ ভাগ মোক দিবি, মই তোৰ সুখত সুখী হ'ম এতিয়া পিছে আহিলোঁ দেই'—

'ৰ' হিৰণ,'— মই প্ৰায় আৰ্তনাদ কৰি উঠিলোঁ এইবাৰ— 'তই যি সিদ্ধান্ত লৈছ' তাৰ লৰচৰ হোৱাৰ কোনো উপায়ে নাই নে?'

'ওহো'— খুব দৃঢ়ভাৱে মূৰ জোকাৰিলে হিৰণে— 'কোনো উপায়ে নাই, বুৰী। বাৰু মই যাওঁ— তই এনেই এবাৰ কাইলৈ আমাৰ ঘৰলৈ যাবিচোন দেই। মায়ে তোক পালে বৰ ভাল পায়— তোৰ দৰে আন্তৰিক সহানুভূতি লৈ দুখৰ কথা শুনা কাকো নাপাই কাৰণেই হ'বলা' —কথাষাৰ কৈ এটা ম্লান হাঁহি মাৰিলে হিৰণে আৰু বেৰৰ এচুকত আওজাই থোৱা ছাতিটো তুলি লৈ তাই লাহে লাহে মোৰ কোঠালীৰ পৰা ওলাই গ'ল। মই বহিয়ে থাকিলোঁ। উঠি যে তাইক আগবঢ়াই থ'ম সেই শক্তিও যেন মোৰ একেবাৰে নাইকিয়া হৈ গৈছিল।

ইয়াৰ পিছত দিন বাগৰি গৈছিল, মাহ বাগৰি গৈছিল, বছৰ বাগৰি গৈছিল।

মই এম এ পাছ কৰিলোঁ। মোৰ বিয়া হৈ গ'ল— আৰু এতিয়া তিনিটা সন্তানৰ জননী। এখন সুন্দৰ সংসাৰৰ মই এতিয়া একমাত্ৰ গৰাকী।

এই বছৰবোৰৰ মাজতে মই বহুতবাৰ হিৰণক লগ পাইছোঁ। তাই এতিয়া স্কুলৰ এছিষ্টেণ্ট হেড্‌মিষ্ট্ৰেছ।

ইতিমধ্যে কিৰণ, চিনু আৰু মিনুৰ বিয়া হৈ গৈছিল। মই তাৰে ভিতৰত কিৰণৰ বিয়াখনহে পাইছিলোঁ, তেতিয়া মোৰ এম এ পৰীক্ষালৈ এমাহমান বাকী আছিল, হোষ্টেলত নাথাকি মই ঘৰতে থাকি পঢ়িবলৈ আহিছিলোঁ। সেই সময়তে কিৰণৰ বিয়া হ'ল। মই বিয়াৰ খবৰ বাতৰি ল'বলৈ যাওঁতে এদিন এবাৰ মোক অকলে পাই মাহীদেৱে এটা হুমুনিয়াহ কাঢ়ি কৈছিল যে কিৰণক হিৰণৰ বিয়াৰ বাবে কৰাই থোৱা গহনাখিনিকে নতুনকৈ গঢ়াই দিয়া হৈছে। হিৰণে নিজেই নতুনকৈ গঢ়াই অনালে।

চিনু-মিনু কাৰো বিয়া কিন্তু মই নাপালোঁ। তেতিয়া মোৰ নিজৰে বিয়া হৈ গৈছে। আহোঁ বুলিয়েইতো আৰু আহিব নোৱাৰি। দুয়োলৈ মই কেৱল উপহাৰ পাৰ্চেল কৰি পঠাই দিছিলোঁ। তাৰে ভিতৰত মিনুৰতো অলপ বিশেষ ধৰণৰ আছিল— তাইৰ প্ৰতি থকা মৰমৰ পক্ষপাতিত্ব মোৰ আৰু কোনোদিনেই নকমিল।

মিনুৰ বিয়াৰ পিছতেই মই সেইবাৰ ঘৰলৈ গৈছিলোঁ— মোৰ মাৰ হঠাৎ অসুখৰ খবৰ পাই লৰালৰিকৈ গুচি গৈছিলোঁ। অৱশ্যে মাৰ অসুখ বৰ গুৰুতৰ বিধৰ নাছিল— মই যোৱাৰ দুই-এদিনৰ ভিতৰতে উঠি-বহি ফুৰিব পৰা হ'ল। মই মাৰ অসুখৰ বাবেই তেতিয়ালৈকে ক'তো ওলাব পৰা নাছিলোঁ, হিৰণৰ তালৈ যাব পৰা নাছিলোঁ। হিৰণ কিন্তু আহিছিল, মাৰ অসুখৰ খবৰ ল'বলৈও আৰু মই অহা বুলি শুনিও। মাৰ ওচৰত বহি তেতিয়া মই হাত-ভৰি পিটিকি দি আছিলোঁ, গতিকে হিৰণৰ লগত বেছি কথা পাতিব নোৱাৰিলোঁ। মাথোঁ ওপৰে ওপৰে তাইক অলপতে হৈ যোৱা মিনুৰ বিয়াৰ খবৰ-বাতৰি সুধিলোঁ— বিয়াখন ভালে ভালে হৈ গ'ল নে— ল'ৰাজন ভালনে। খুব সংক্ষিপ্ত আৰু নীৰসভাৱে তাই মোৰ কথাৰ উত্তৰ দি গ'ল— এৰা, ওঁ আদি সন্মতিসূচক দুই-এটা কথাঁৰে।

এইবাৰ যেন হিৰণক মই খুব বেছি গহীন, খুব বেছি ম্লান দেখিলোঁ। অৱশ্যে দিনক দিনেতো তাই এইদৰেই মৰহি যাব, হিৰণৰ ক্ষেত্ৰতো মই ইয়াকেই আশা কৰিব পাৰোঁ— কিন্তু তথাপি কিয় জানো মোৰ এনে লাগিল এইবাৰ যেন হিৰণ অতি অস্বাভাৱিকভাৱে ম্লান আৰু ক্লান্ত হৈ পৰিছে।

সেইদিনা অলপ বহিয়েই তাই গুচি গ'ল। তাই যোৱাৰ পিছত মাই মোক লাহে লাহে ক'লে যে মিনুৰ বিয়াখন বৰ ভালেই হৈ গ'ল বুলি ক'ব পাৰি। বৰ সৌভাগ্যক্ৰমে সিহঁতে অতি ভাল ল'ৰা এটা পালে। অৱশ্যে মিনুজনীও বৰ ভাল ছোৱালী, ৰূপে-গুণে পঢ়াই-শুনাই তাইৰ লগত ফেৰ মাৰিব পৰা ছোৱালীনো চহৰত কেইজনী আছে। তথাপি তাই হ'ল বাপেক নোহোৱা, ভাই-ককাই নোহোৱা দুখীয়া ঘৰৰ ছোৱালী। তেনে ছোৱালীৰ কাৰণেনো ৰঞ্জিতৰ দৰে ভাল ল'ৰা সতকাই ক'ৰ পৰা মিলে। আৰু ৰঞ্জিতে নিজেই ছোৱালী খুজি বিয়া কৰাইছে— হিৰণহঁতে যাচিবও লগা নহ'ল। আচলতে কথাটো হ'ল কি— ৰঞ্জিতে ইয়াতেই ই এ চি কাম কৰি আছিল, কিবা সূত্ৰত সিহঁতৰ ঘৰৰ লগত আহ-যাহ হ'ল, তাৰ পিছত বোধহয় মিনুক পছন্দ কৰিলে, খুজি-মেলি বিয়াকে কৰালে। সঁচাকৈয়ে ল'ৰাটো সিহঁতে বৰ ভাল পালে, দেখাই-শুনাই, স্বভাৱে-চৰিত্ৰই অতি মৰমলগা ল'ৰা। পঢ়া-শুনাতো বোলে বৰ ভাল ল'ৰা আছিল।

মাৰ কথা শুনি সেইদিনা মোৰ বৰ ভাল লাগিছিল। মিনুজনীৰ ইমান সৌভাগ্য মোৰ বাবে কম আনন্দৰ খবৰনে।

মাই অলপ গাটো টঙাইছে,— মই এবাৰ হিৰণহঁতৰ ঘৰৰ ফালে ওলাওঁ বুলি ভাবিছোঁ— এনেতে হঠাৎ এদিন হিৰণ প্ৰায় সন্ধিয়া আমাৰ ঘৰ ওলালহি। মই অলপ আচৰিত হ'লোঁ— কাৰণ সাধাৰণতে তাই সন্ধিয়া পৰত কেতিয়াও ঘৰৰ পৰা নোলায়।

মাৰ খবৰ-বাতৰি লোৱাৰ পিছত হঠাৎ এবাৰ তাই মোক ক'লে— 'ঘৰৰ ভিতৰত বৰ গৰম লাগিছে, তহঁতৰ আগফালে বাৰণ্ডাত অলপ বহোঁগৈ ব'ল।' মই আকৌ এবাৰ আচৰিত হ'লোঁ— কিন্তু সেই ভাব নেদেখুৱাই মই মাথোঁ ক'লোঁ— 'ব'ল।'

আমাৰ আগফালৰ বাৰাণ্ডাখন সঁচাকৈয়ে বৰ সুন্দৰ। খুব বহল আৰু সন্মুখত নানা গছ-গছনি আৰু লতাই ঘেৰি থকা কাৰণে বাৰাণ্ডাৰ এটা চুকক এটা কুঞ্জ যেনেই লাগে। তাত কেইখনমান বেতৰ চকী পাৰি থোৱা আছে।

হিৰণ আৰু মই গৈ তাৰে দুখন চকী টানি বহি পৰিলোঁ। সন্ধিয়াৰ আন্ধাৰ আৰু নীৰৱতাই আমাৰ দুয়ো

বন্দুক বেৰি ধৰিলে।

হিৰণেই প্ৰথমে কথা আৰম্ভ কৰিলে। তাই মোৰ খবৰ সুধিলে, স্বামীৰ খবৰ সুধিলে, ল'ৰা-ছোৱালীৰ খবৰ সুধিলে, সিহঁতক কিয় এৰি থৈ আহিলোঁ সুধিলে। তাৰ পিছত তাই এবাৰ হঠাৎ সুধিলে— 'তই আজিকালি বেছ নাম কৰা গল্প লেখিকা হৈ উঠিলি, নহয় বুবী?'

'লিখোঁ আৰু মাজে মাজে, কাম-কাজ নাই, সময় কটাওঁ সেইদৰেই মই'— উত্তৰ দিলোঁ পাতলভাৱে।

অলপ পৰ নীৰৱে ৰ'ল হিৰণ— তাৰ পিছত ক'লে— 'এসময়ত তই মোক লৈয়ে এটা গল্প লিখিবিদেই বুবী। এটা কৰুণ গল্প— এটা মধ্যবিত্ত পৰিয়ালৰ এজনী দুৰ্ভগীয়া ছোৱালীৰ গল্প, বাপেক মৰি গ'ল আৰু তাইৰ মূৰত পৰিলহি এখন ঘৰৰ বোজা, সাতজনী ভনীয়েকৰ বোজা আৰু সেই বোজা বই বই ত'ইৰ ভবিষ্যৎ হেৰাই গ'ল— লিখিবি নহয় এটা গল্প, বুবী?'

কি কওঁ মই?

'তই যদি বিচৰা' মই লিখিম এক মুহূৰ্ত মনে মনে থাকি ইয়াকে মাথোঁ ক'ব পাৰিলোঁ মই।

'তই লিখিবি বুবী। অৱশ্যে কি লিখ বা কেনেকৈ লিখ সেইটো তোৰ কথা। মই কেৱল তোক এইটোকে ক'ব খুজিছোঁ যে গল্পটো যদি তই আৰু বেছি কৰুণ কৰিব খোজ তেন্তে মই তোক তাৰ সমল দিব পাৰোঁ। তই তোৰ নায়িকাৰ পিঠিত আৰু এটা বোজা জাপি দিব পাৰ।

'আৰু এটা বোজা?' মই আকৌ বহুত দিনৰ আগৰ এটা দিনৰ দৰে ক্ষন্তেকৰ বাবে তাইৰ কাৰণে দুখ কৰিবলৈ পাহৰি আচৰিত হৈ প্ৰশ্নটো কৰিলোঁ।

'ওঁ বুবী, আৰু এটা বোজা। তই লিখিবি তোৰ নায়িকা এদিন ঘটনাচক্ৰত এজন সুদৰ্শন গুণী-মানী ডেকাৰ লগত পৰিচিত হ'ল আৰু তেওঁক তাইৰ ঘৰলৈ আমন্ত্ৰণ জনালে। ডেকা আহিল, এদিন আহিল, দুদিন আহিল আৰু তাৰ পিছত মাজে মাজে প্ৰায়ে অহা হ'ল। তোৰ নায়িকা তেতিয়াই সেই ডেকাৰ প্ৰেমত আকণ্ঠ নিমজ্জমান হৈ পৰিছে— কিন্তু ডেকাই ভাল পাই পেলাইছে তাইৰে এজনী ভনীয়েকক, তাইৰ আটাইতকৈ মৰমৰ ভনীয়েকজনীক আৰু তাৰ পিছত? তাৰ পিছত আৰু কি? ইতিমধ্যে তোৰ নায়িকাই সাতজনী ভনীয়েকৰ ভিতৰত দুজনীক বিয়া দি দুটা বোজা পাতলাইছিল, এতিয়া তৃতীয়জনীকো বিয়া দি আৰু এটা বোজা পাতলালে। কিন্তু, কিন্তু— তাৰ বিনিময়ত তাই এইবাৰ চিৰ জীৱনলৈ ভাৰ ল'ব লগা হ'ল আৰু এক দুঃসাহ বোজাৰ। এইটো কিহৰ বোজা বুজিছ নহয়, বুবী? প্ৰেমৰ— প্ৰতিদান নোপোৱা এক নিষ্ফল ব্যৰ্থ প্ৰেমৰ'—

হিৰণ বৈ গ'ল আৰু হঠাৎ দুহাতেৰে মুখখন ঢাকি পেলাই তাই তলমূৰ কৰি স্তব্ধ হৈ বহি ৰ'ল। আৰু স্তব্ধ হৈ তলমূৰকৈ বহি ৰ'লোঁময়ো। তাৰ বাহিৰে তেতিয়া আৰু মোৰ কৰিবলৈ একো নাছিল। কেৱল সেই মুহূৰ্তত কিয় জানো মোৰ বঞ্চিত নামৰ মানুহটোক এবাৰ বৰ চাবৰ মন গৈছিল। এইটো অৱশ্যে নিশ্চয় মোৰ মনৰ এটা বিকৃত ইচ্ছাহে হ'ব— নহ'লে মোৰ মৰমৰ মিনুজনীৰ গিৰীয়েকৰ ইমান প্ৰশংসা শুনিও চাবলৈ আগ্ৰহ নোহোৱা মনটোৱেনো আকৌ এতিয়া সেই একেজন মানুহকে এবাৰ চাবলৈ কিয় ইচ্ছা কৰিব? মোৰ মৰি যোৱা বন্ধুজনীৰ আকৌ এবাৰ ভয়াবহ মৃত্যু ঘটোৱা মানুহজনক চাবলৈ মোৰ কিয় ইচ্ছা হ'ব?

(সাদিনীয়া নৱযুগ)

# বিয়োগ ফল

প্ৰায় পাঁচিছ বছৰৰ আগৰ এৰি অহা জীৱনটোলৈ মনটো ঘূৰি গ'ল প্ৰবীৰৰ মাকৰ।

গিৰীয়েক পৰমানন্দ চৌধুৰীৰ বদলিৰ চাকৰি। এতিয়া তেওঁ পেঞ্চন পাই গুৱাহাটীতে ঘৰ-দুৱাৰ বান্ধি নিগাজী হৈ বহিছে। এটা বছৰ হৈছে। এইটো বছৰৰ আগতে কেৱল ঘূৰিয়েই ফুৰিছিল তেওঁলোক, আজি ইখন ঠাইত, কালি সিখন ঠাইত। ক'ৰবাত চাৰি-পাঁচ বছৰো থাকিছে, আকৌ ক'ৰবাত বা এবছৰ থকাৰ পিছতে হুকুম আহি গৈছে যে সেই ঠাইও এৰিবৰ হ'ল। বিয়াৰ পিছত এইদৰে ইখন ঠাইৰ পৰা সিখন ঠাইলৈ বদলি হৈ ঘূৰি-ফুৰি বেছ ভালেই লাগিছিল প্ৰবীৰৰ মাকৰ। কম বয়স, মন উৎসাহ-উদ্দীপনাৰে ভৰপূৰ, সংসাৰৰ আহুকাল প্ৰায় নথকাৰ দৰেই। তাৰ পিছত প্ৰবীৰৰ জন্ম হ'ল। প্ৰবীৰৰ পিছত প্ৰণতি, মিনতি, আৰতি, সমীৰ— এনেকৈ আৰু চাৰিটা সন্তানৰ জননী হ'ল প্ৰবীৰৰ মাক। বয়সো বাঢ়ি আহিল, সংসাৰো বাঢ়িল— জন-ধন সকলো ফালেদিয়েই। ইমানবোৰ ল'ৰা-ছোৱালী, ইমানবোৰ সা-সম্পত্তি লৈ ঘূৰাৰ অসুবিধাৰ উপৰি এনেয়েও আৰু এনেকৈ ঘূৰি-ফুৰি ভাল নলগা হ'ল। বয়সৰ লগে লগে মনৰো স্থিৰতা আহি পৰিল। আগেয়ে নতুন ঠাইলৈ গ'লে অতি সোনকালে ঠাইখনৰ যাৰে যাৰে লগত পৰা যায় পৰিচয় হৈ লোৱাৰ বিশেষ আগ্ৰহ এটা আছিল। কিন্তু এতিয়া লাহে লাহে সেই আগ্ৰহ কমি আহিল, বৰং আন কোনোবাই উপযাচি চিনাকি হ'বলৈ আহিলে, সময়ে সময়ে ভাল পালেও সময়ে সময়ে আকৌ বিৰক্তও হোৱা হ'ল। আগতে হয়তো এখন ঠাইত এবছৰ থাকিও মানুহৰ লগত যিখিনি হৃদ্যতা উপজিছিল, পিছলৈ তিনি বছৰ-চাৰি বছৰ থাকিও কাৰো লগত সিমানখিনি প্ৰীতিৰ সম্পৰ্ক স্থাপিত নহৈছিল।

সেই প্ৰথম বছৰৰে এখন ঠাইত থকা সময়ৰ ঘটনা। সৰু অখ্যাত চহৰ এখন। মানুহ-দুনুহৰ সংখ্যা অতি কম। প্ৰবীৰৰ মাকৰ প্ৰথমতে একেবাৰে মন বহা নাছিল। প্ৰবীৰ তেতিয়া পাঁচ বছৰীয়া ল'ৰা, প্ৰণতিৰ দুই বছৰ হৈছিল। দুটি ল'ৰা-ছোৱালীৰ মাক, প্ৰবীৰ স্কুললৈ যায়, প্ৰণতিক লৈ তেওঁ অকলে ঘৰতে থাকে। গিৰীয়েক অফিচলৈ আৰু প্ৰবীৰ স্কুললৈ গুচি যোৱাৰ পিছত হঠাৎ তেওঁৰ ঘৰটোত খুব নিঃসংগ যেন লাগি যায়। নিজান ঘৰটোৰ স্তব্ধ পৰিবেশে হঠাৎ তেওঁক হেঁচা মাৰি ধৰে কেউফালৰ পৰা— তেওঁ যেন তাত নাথাকি ক'ৰবালৈ ওলাইহে যাব। নিজকে লৈ ব্যস্ত থাকিব পৰা কোনো ধৰণৰ গুণো তেনেকৈ নাছিল মানুহজনীৰ। বাহিৰা কিতাপ-পত্ৰ পঢ়াত ৰাপ নাই, চিলাই-পাতি কৰাতো নাই সিমান আগ্ৰহ, তদুপৰি ঠাইখন সৰু হৈয়ো তেওঁৰ সেই আগ্ৰহ যেন আৰু কমাই দিছে। যিখন ঠাইত তেনেকৈ এখন ঠিক ভদ্ৰ শিক্ষিত সমাজেই নাই তাতনো টেবিলক্লথ আদি ধুনীয়াকৈ কৰি ধুনীয়াকৈ ঘৰটো সজাই ৰাখি কি হ'ব— কোনেইবা সেইবোৰ চাই প্ৰশংসা কৰিব বা মনতে অলপ হিংসা অনুভৱ কৰিব। সঁচায়ে, এই ভাবটোৱেও বহুতখিনি চিলাইৰ উৎসাহ তেওঁৰ কমাই পেলাইছিল। গতিকেই কাম-বন নোহোৱা সময়বোৰ নাযায়-নুপুৱায় যেন লাগি থাকে। তাতে যদি এই প্ৰণতিজনীও অলপ চঞ্চল, দুষ্ট হ'লহেঁতেন। সৰুৰে পৰা তাই অতি নিৰ্জু, শান্ত। দহটামান বজাত গা-পা ধুৱাই খুৱাই-বুৱাই উঠিলেই তাই টোপনি যায়। তাৰ পিছত মাকৰ অখণ্ড অৱসৰ। বন-বাৰি কৰা ল'ৰাটোও অতি পকৈত। তাক কোনোফালে সহায় কৰিব নালাগে। চাৰিওফালে নিস্তব্ধ নিঃসঙ্গ পৰিবেশৰ মাজত মনটো যেন বৰ স্তিমিত হৈ যায় প্ৰবীৰৰ মাকৰ। আকৌ ওচৰ-চুবুৰীয়া বুলিও যদি মানুহ এঘৰ থাকিলহেঁতেন। ঠাইখনৰ ভিতৰতে সেৰেঙা বসতিৰ মাজত ঘৰটো। আগফালে খোলা পথাৰ, দুয়োফালৰ এফালে থাকে এঘৰ মিস্ত্ৰি, এফালে এটা খালী ঘৰ। প্ৰবীৰৰ মাকৰ সেই খালী ঘৰটো দেখি দেখি মনতে আক্ষেপ লাগি থাকে, অন্ততঃ এই ঘৰটোতে যদি কোনোবা এঘৰ মানুহ থাকিলহেঁতেন!

তাৰ কিছুদিন পিছতেই দেখা গ'ল, প্ৰবীৰৰ মাকৰ সেই ইচ্ছা ফলৱতী হ'ল। সেইখন ঠাইলৈ নতুনকৈ বদলি হৈ অহা কো-অপাৰেটিভৰ ডি চি অ' এজনে খালী ঘৰটো ভাড়া লৈ ঠাইখিনিৰে শান্ত পৰিৱেশটো সলনি কৰি পেলালে। প্ৰবীৰৰ মাকে আশা কৰাতকৈ বেছিকৈয়ে। ডি চি অ' মাধৱ দত্তৰ ল'ৰা-ছোৱালী পাঁচটা; প্ৰথম চাৰিটা ল'ৰা, কোলাৰজনী ছোৱালী। ল'ৰা-ছোৱালীকেইটিৰ প্ৰত্যেকেই দুৰন্ত আৰু চঞ্চল। ছোৱালীজনীৰ বোধহয় এবছৰমানহে পাৰ হৈ গৈছে, কিন্তু দৌৰাত্ম্য আৰু হাঁহি-ধেমালিৰে তাই যেন ককায়েকহঁতকো চেৰ

পেলাব খোজে। তাইৰ চিঞৰ-বাখৰ হাঁহিৰ খিলখিলনিৰেই ঘৰ ভৰি থাকিব পাৰে।

এইবাৰ প্ৰবীৰৰ মাকৰ মনোবাঞ্ছা সম্পূৰ্ণ হ'ল। গিৰীয়েকে ঠাট্টাই কৰিলে— 'এতিয়া কিমান হৈ-হুলস্থূল শুনিব খোজা শুনা। পিছে ভাগ্যে মোৰ দুপৰীয়া অফিচ থাকে, নহ'লে ইমান গোলমাল আগবেলা পিছবেলা শুনাৰ পিছতো আকৌ তোমাৰ দৰে গোটেই দিনটোও শুনিবলগীয়া হ'লে মাজে মাজে হোৱা মোৰ মূৰৰ বিষ চিৰকলীয়া লগৰীয়াই হ'লহেঁতেন। অৱশ্যে তোমাৰ ক্ষেত্ৰত হয়তো তাৰ ওলোটাটোহে হ'লহেঁতেন। মূৰৰ বিষ তোমাৰ সম্পূৰ্ণ আৰোগ্যই হ'লহেঁতেন, নহয়নে বাৰু?'

'আপুনি যে কি মানুহ!' গিৰীয়েকক মৃদু ভৰ্ৎসনা কৰি উঠে প্ৰবীৰৰ মাকে— 'এতিয়াওতো তেওঁলোকৰ সকলো পৰিচয় আপুনি পোৱা নাই। ভালকৈ চিনাকি হৈ ল'লে বুজিব কিমান ভাল মানুহ তেওঁলোক। আৰু তিৰোতাগৰাকী যে ইমান ভাল, ইমান সাদৰী, অহাৰ দুদিনহে হৈছে মাত্ৰ, মোক একেবাৰে আপোন কৰি ল'লেই। আকৌ ইমান ৰাংঢালী মানুহগৰাকী, পাঁচটা ল'ৰা-ছোৱালীৰ আহুকাল, কিন্তু সেইবোৰে যেন একো গাতেই নালাগে তেওঁৰ। কাম-বনতো জানো তেওঁ কম কাজী, কালি আবেলি যাওঁতে খুব সুন্দৰ ঘৰত কৰা সন্দেশ কৰি খুৱালে। মই ক'লোঁ— আপুনি অহা দুদিনেই হোৱা নাই, আহিয়েই এইবোৰ কৰাত লাগিলনে? তেওঁ হাঁহি মাৰি ক'লে— এ নক'ব আৰু— ইয়াত গাখীৰ ইমান সস্তা, ইমান দিনে চৰা দামত গাখীৰ খাই আহিছোঁ। আজি আৰু এইখিনি কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ ভাই। কিন্তু তেওঁ অকল যে খোৱা বস্তু কৰাতে পাৰ্গত নহয়, আন ঘৰুৱা সকলো কামতে যে তেওঁৰ আমি ওচৰ চাপিবই নোৱাৰোঁ, তাৰো প্ৰমাণ পালোঁ। ঘৰ-দুৱাৰতো তেওঁলোকে এতিয়াও ভালকৈ শৃংখলা কৰিবই পৰা নাই, সকলো বস্তু-বাহানিও উলিয়াব পৰা নাই। কিন্তু অ'ত-ত'ত এখন দুখন টেবুলত যি সুন্দৰ টেবিলক্লথ পাৰি থৈছে কি যে সুন্দৰ হৈছে কি ক'ম। মইতো তেওঁৰ তুলনাত অকৰ্মণ্যই, পিছে বাইদেউৰ পৰা বহুত কিবা-কিবি শিকিব পাৰিম বুলি আশা হৈছে।'

সিদিনা ঘৈণীয়েকক ঠাট্টা কৰিলেও প্ৰবীৰৰ দেউতাকে পিছত বুজিলে যে ঘৈণীয়েকৰ কথাই সঁচা। সৌভাগ্যক্ৰমে তেওঁলোকে এঘৰ অতি ভাল ওচৰ-চুবুৰীয়াকে পাইছে। মাধৱ দত্ত আৰু ঘৈণীয়েক দুয়ো সমানে সৰবৰহী, বন্ধুবৎসল, মানুহ-দুনুহক আদৰ-অভ্যৰ্থনা কৰাটো যেন তেওঁলোকৰ এটা ডাঙৰ চখ। প্ৰবীৰহঁতক তেওঁলোকে অতি আপোন কৰি ল'লে। প্ৰবীৰতো সিহঁতক পাই একেবাৰে আত্মহাৰা হ'ল। মাধৱ দত্তৰ ল'ৰা চাৰিটা— ৰমেশ, উমেশ, নৰেশ আৰু পৰেশৰ ভিতৰত তৃতীয় ল'ৰা নৰেশ আছিল প্ৰবীৰৰ সমনীয়া। অৱশ্যে সিহঁত আটাইকেইটাই সমান মিলেৰেই খেলিছিল। সিহঁতৰ খেলাৰ মাজত বাৰে বাৰে এনেয়ে সোমাইছি অকণমানি ভনীয়েক মাজনী। হাঁহিৰে মুখখন ওপচাই, কেঁকোৰা চুলিবোৰ নচুৱাই গৰিলাৰ ভংগীত থপ্থপাই ঘূৰি ফুৰা ছোৱালীজনী গোটেইকেইজন বালক ককায়েকৰে বৰ আদৰৰ ধন আছিল। এতিয়া প্ৰবীৰ যোগ হোৱাৰ পিছত তাইক মৰম কৰা দলটোৰ আৰু এটা সংখ্যা বৃদ্ধি হ'ল। প্ৰবীৰ নিজেও দুৰন্ত আছিল কাৰণেই নেকি অতি শান্ত ভনীয়েকজনীক মৰম কৰিলেও এতিয়া যেনেকৈ মাজনীৰ লগত নাচি-বাগি হুলস্থূল কৰি ফুৰ্তি কৰি থাকে, প্ৰণতিৰ লগত তেনেকুৱা কোনো দিনেই কৰা নাই। এই কথাটো লৈ দুয়োঘৰৰ মাজত অলপ কোৱা-কুইও হ'ল। পিছত প্ৰবীৰৰ মাকেও ক'লে যে মাজনী প্ৰণতিৰ দৰে শান্ত-শিষ্ট নহয় কাৰণেই বোধহয় তাইক ল'ৰাটোৰ ইমান পছন্দ হৈছে। সেই প্ৰসংগতে এদিন মাজনীৰ মাকে হাঁহি হাঁহি ক'লেই—'ইহঁত হালৰ যেতিয়া ইমান মিল, ডাঙৰ হ'লে দুয়োৰো বিয়াখনেই পাতি দিম দিয়ক। কি কয় আপুনি?'

সিদিনা একে আনন্দ ভৰা মাতেৰেই হাঁহি হাঁহি প্ৰবীৰৰ মাকেও কৈছিল— 'বৰ ভাল কথা হ'ব, বুজিছেনে বাইদেউ। আপোনাৰ ছোৱালীক বোৱাৰী হিচাপে পালে মোৰ প্ৰবীৰক ভাগ্যবান ল'ৰা বুলিয়েই ভাবিম।'

আজি পঁচিশ-চাব্বিশ বছৰৰ পিছত এৰি অহা সেই স্মৃতিৰ পটত প্ৰায় অস্পষ্ট হৈ যাবলৈ ধৰা দিনবোৰৰ কথা বৰকৈ মনলৈ আহিবলৈ ধৰিলে প্ৰবীৰৰ মাকৰ। সেইখন ঠাইত তেনেকৈ অতি ঘনিষ্ঠতাৰে মাজনীৰ মাকহঁতৰ লগত মাত্ৰ দুবছৰ থকাৰ পিছতে তেওঁলোক পুনৰ বদলি হৈ আন ঠাইলৈ গুচি যাব লগা হৈছিল। যাবৰ সময়ত তেওঁলোক যি বিচ্ছেদ বেদনাত কাতৰ হৈ পৰিছিল, সেই বেদনাৰ অভিজ্ঞতাৰে পুনৰাবৃত্তি আৰু তেওঁলোকৰ বদলিৰ জীৱনত কেতিয়াও ঘটা নাছিল। সেই সময়ত তেওঁলোকৰ যি চকুলো ওলাইছিল, তেনে চকুলো পাঁচ বছৰ থকা ঠাই এখন এৰি যাওঁতেও ওলোৱা নাছিল। প্ৰথম কেইটা বছৰ দুয়োঘৰৰ মাজত সঘনে

চিঠি-পত্ৰৰ আদান-প্ৰদান চলিছিল। চিঠিৰেই প্ৰবীৰৰ মাকে জানিছিল মাজনীৰ আৰু এজনী ভনীয়েকৰ জন্ম হৈছে, তাৰ পিছতো আৰু এজনী হৈছে আৰু তাৰ পিছতো আৰু এজনী। সেই চিঠিয়েই জন্মৰ খবৰ দি দি এদিন এটা মৃত্যুৰ খবৰো প্ৰবীৰৰ মাকহঁতক কঢ়িয়াই আনি দিছিল যে ৰমেশ আৰু ইহসংসাৰত নাই। সেই খবৰে তেওঁলোকৰো মন কিছুদিন ভাৰাক্ৰান্ত কৰি ৰাখিছিল। আকৌ ইফালে মাজনীৰ মাকহঁতেও একেদৰে চিঠিৰ যোগেদিয়েই গম পাইছিল মিনতি আৰু আৰতিহঁতৰ জন্মৰ খবৰ। অৱশ্যে প্ৰবীৰৰ মাকহঁতৰ পৰা কোনো মৃত্যুৰ খবৰ থকা চিঠি তেওঁলোকে কোনোদিন পোৱাৰ দুৰ্ভাগ্য হোৱা নাছিল।

তাৰ পিছত বছৰ যোৱাৰ লগে লগে সেই সম্বন্ধ কমি আহিল, চিঠি-পত্ৰ পাতল হৈ পৰিল আৰু অৱশেষত এদিন একেবাৰে বন্ধ হৈ গ'ল। মাজে মাজে হয়তো দুয়ো ঘৰেই পৰস্পৰক মনত পেলায়, হয়তো কোৱা-কুই কৰে— তেওঁলোক বা এতিয়া ক'ত, ডাঙৰ হৈ অহা ল'ৰা-ছোৱালীবোৰৰ আগত কয় সেই দিনবোৰৰ নানা গল্প।

দীঘলীয়াকৈ এটা উশাহ পেলাই প্ৰবীৰৰ মাকে চকুৰ চশমাযোৰ ঠিক কৰি লৈ চকীখনত গাটো লৰাই-চৰাই ভালকৈ বহি লৈ সন্মুখৰ আন এখন চকীত উপবিষ্ট দঢ়ীয়া বুঢ়া বামুণজনলৈ চাই সোধে—'এই ছোৱালীজনীৰ ঘৰত মতা নামটো আপুনি জানেনে দেউ?'

'জানো আই। তেওঁক মাজনী বুলি মাতে। বৰ লক্ষ্মী ছোৱালী। দেখাই-শুনাই, কামে-কাজে, স্বভাৱে-চৰিত্ৰে সকলোফালে নিখুঁত ছোৱালী এজনী আপুনি পাব। মই যদি মিছা কৈছোঁ এদিনতো প্ৰমাণ পাবই।'

মাজনী? এৰা, কোনো সন্দেহেই আৰু নাই। সকলোফালে মিলি গৈছে। ভাগ্যৰ এই আচৰিত কৌতুকপূৰ্ণ চক্ৰান্ত দেখি প্ৰবীৰৰ মাক স্তম্ভিত হৈ যায়। আজি এই পঁচিছ বছৰৰ পিছত সেই একেটা প্ৰস্তাৱকে এই বুঢ়া গণকটোৱে তেওঁৰ ওচৰলৈ লৈ আহিছে, যি প্ৰস্তাৱ এদিন হাঁহি হাঁহি কৰিছিল মাজনীৰ মাকে আৰু য'ত সন্মতি দান কৰি তেওঁ পৰম আনন্দ লাভ কৰিছিল।

আৰু আজি? কি উত্তৰ দি পঠিয়াব তেওঁ এই দেউজনৰ আগত?

'বাৰু দেউ, তেওঁলোকে যে একেবাৰে সোঁৱৰণীৰ সৈতে আপোনাৰ আগত প্ৰস্তাৱ কৰি পঠাইছে, আমাক জানো ভালকৈ জানে? আমি ইয়াত থাকিবলৈ লোৱাৰতো বেছিদিন হোৱা নাই?' খুব উদ্দেশ্যপূৰ্ণভাৱেই এইবাৰ প্ৰবীৰৰ মাকে এই প্ৰশ্নটো কৰিলে। আচলতে তেওঁৰ মনত খুব এটা সন্দেহ জাগিছিল— সঁচায়ে জানো তেওঁলোকৰ পৰিচয় জানিছে? জানিলে জানো মাজনীৰ মাক নিজে নাহিলহেঁতেন? আৰু— আৰু এই যে সোঁৱৰণীৰ ভুলটো?

দেউৱে হাঁহি মাৰি উত্তৰ দিলে— 'আপোনালোকৰ কথা তেওঁলোকে একো নাজানে আই। মোৰ মুখত যেতিয়া খবৰ পালে,— এনেকৈ এজন ইঞ্জিনীয়াৰ চাহেব পেঞ্চন পাই ঘৰ-দুৱাৰ সাজি ইয়াত আছেহি আৰু তেখেতৰ বিবাহযোগ্য পৰম সুযোগ্য ল'ৰা এটা আছে, তেতিয়া তেওঁলোকে মোক বৰকৈ ধৰিলে তেওঁলোকৰ ডাঙৰ আইটিৰ লগত বিয়াৰ ঠিক কৰি দিব লাগে। ময়ো দেখিলোঁ ছোৱালীটি সঁচায়ে ভাল, আপোনালোকৰ বোপাৰ একেবাৰে উপযুক্ত হ'ব, তেতিয়া সাহ কৰি সোঁৱৰণীখনকে লৈ আপোনাৰ ওচৰ চাপিলোঁ। মই এবাৰ গণি-পিটি চাইছিলোঁ আইটিৰ সোঁৱৰণীখনো বৰ ভাল।'

আৰু এটা প্ৰশ্ন কৰিলে প্ৰবীৰৰ মাকে— 'আমাৰ এখেতৰ নাম-ধাম সকলো পৰিচয় তেওঁলোকক দিছিলনে?'

এইবাৰ দেউৱে ঢেক্‌ঢেকোই হাঁহি দিলে— 'এ আই, মইতো ইঞ্জিনীয়াৰ চাহাবৰ নামটোকে নাজানোঁ। মানুহে কয় ইঞ্জিনীয়াৰ, ময়ো তাকে কৈছোঁ। আপোনাৰ বোপাৰটো নামো নাজানো। কেৱল মানুহৰ মুখত শুনিছোঁ— ইঞ্জিনীয়াৰ চাহাবৰ ল'ৰাটো বৰ বিদ্বান, বৰ গুণী। এনে ল'ৰা সহজে পোৱা টান। মোৰ মুখৰ পৰা এইবোৰ শুনিয়েইতো মাকে ল'ৰালৰিকৈ নাম-ধামো নাজানি ছোৱালীৰ কথা কৈ সোঁৱৰণীও পঠালে— বোলে ইবোৰ খা-খবৰ বাৰু আমি লৈ থাকোঁ, আপুনি এতিয়া আমাৰ প্ৰস্তাৱটোকে লৈ যাওক।'

প্ৰবীৰৰ মাকৰ সুখিৰলগীয়া আচল প্ৰশ্নটো সোধা হৈ গ'ল, সন্তোষজনক উত্তৰটোও তেওঁ পালে।

এইবাৰ তেওঁ মানুহঘৰৰ বিতং খবৰ ল'বলৈ আৰম্ভ কৰিলে— ছোৱালীৰ বাপেকে কি কাম কৰে,

ছোৱালীৰ ভাই-ককায়েকহঁতে কি কাম কৰে— ইত্যাদি। দেৱেও সেই সকলোবোৰ খবৰ দি গ'ল—'তেওঁলোকৰ দুখৰ কথা কি ক'ম আই, আইটিৰ দেউতাকৰ মৃত্যু হ'ল তিনি-চাৰি বছৰৰ আগতেই (চিঠি-পত্ৰৰ সংযোগ হেৰাই যোৱা দিনৰ ঘটনা নিশ্চয়, প্ৰবীৰৰ মাকে মনতে ইস্ ইস্‌কৈ উঠিল) ছোৱালীজনীৰ বিয়াখন চাই যাব নোৱাৰিলে, বৰ আদৰৰ জী আছিল বোলে, নিজৰ মনোমত কৰি সকলো ফালৰ পৰা গঢ়ি তুলিছিল, সেই কাৰণেওতো সতকাই বিয়া দিব পৰা নাছিল। তেনে ছোৱালী এজনীতো যিকোনো ল'ৰালৈ বিয়া দিব নোৱাৰে। পিছে ল'ৰা বাছি থাকোঁতে থাকোঁতে তেওঁক যমেই অকালতে টানি লৈ গ'ল, জীয়েকৰ বিয়াখন আৰু চকুৰে চাই যাব নোৱাৰিলে। এতিয়া বিয়াৰ ভাৰ পৰিছে মাক আৰু ককায়েকহঁতৰ ওপৰত। তিনিওজন ককায়েকেই চাকৰি কৰে, ভনীয়েক তিনিজনী পঢ়ি আছে (ককায়েকহঁতে নিশ্চয় খুব ভাল চাকৰি নকৰে, প্ৰবীৰৰ মাকে ভাবিলে, নহ'লে বুঢ়াই সবিস্তাৰে বৰ্ণনা কৰিলেহেঁতেন, কোনটো ল'ৰাই কি চাকৰি কৰে) বৰ ভাল ছোৱালী আইটিকেইজনী, নহ'বনো কিয়, মাকগৰাকী জানো কম সাদৰী লক্ষ্মী তিৰোতা, ওচৰ-চুবুৰীয়া সকলোৱে তেওঁক বৰ ভাল পায়, বৰ মানে...'

প্ৰবীৰৰ মাক লাহে লাহে বহাৰ পৰা উঠিল আৰু খুব লাহে লাহে খুব শান্তভাৱে ক'লে— 'দেউ, এনে এজনী ছোৱালীক বোৱাৰী কৰিবলৈ আমাৰ আপত্তিৰ কথানো কি থাকিব পাৰে, পিছে এটা কথা হ'ল— সোঁৱৰণী চাই দেখিলোঁ ছোৱালীৰ বয়স মুঠে বাইছ বছৰ। আমাৰ আকৌ ল'ৰাৰ ইচ্ছা তাতকৈ মাথোঁ দুই-তিনি বছৰৰ সৰু ছোৱালীকহে বিয়া কৰোৱাৰ। তাৰ এইবাৰ ত্ৰিছ বছৰ পাৰ হৈ গ'ল। জানেই নহয় আজিকালিৰ ল'ৰা-ছোৱালীৰ কথা। ল'ৰাৰ মতৰ বিৰুদ্ধেনো কেনেকৈ যাওঁ? আপুনি যেন বেয়া নাপায় দেই। দেখেতসকলকো কথাটো বুজাই ক'ব।'

প্ৰবীৰহঁতৰ ঘৰৰ পৰা হতবাক হৈ ওলাই আহি ওৰে বাটে ভাবি আহিলে বুঢ়াই— কতজনৰ কত ধৰণে বিয়াৰ সম্বন্ধ কৰিলোঁ; ছোৱালীৰ বয়স বেছি, এনে আপত্তিহে শুনিছিলোঁ, কিন্তু ত্ৰিছ বছৰীয়া ল'ৰাই বাইছ বছৰীয়া ছোৱালীৰ বয়স কম কাৰণে বিয়াত মত নিদিয়ে— বুঢ়া বয়সত এইটো ভাল তামাচা দেখুৱালা প্ৰভু!

মাজনীৰ মাকে অকণো আশাৰে বাট চাই থকা নাছিল। তেনে এখন ঘৰৰ (দেউৰ মুখৰ পৰা যি শুনিছে তেওঁ) ল'ৰাই তেওঁৰ পিতৃহীনা ছোৱালীজনী বিয়া কৰাবলৈ আহিবনে? কিন্তু দেউৰ মুখত যেতিয়া গম পালে কি কাৰণতনো মাজনী প্ৰত্যাখ্যিতা হ'ল, প্ৰতিকাৰহীন ক্ষোভত তেওঁৰ তেতিয়া কপাল চপৰিয়াবলৈ ইচ্ছা গ'ল। মাক হৈ দেখোন তেওঁ নিজৰ জীয়েকৰ শত্ৰুতা সাধিলে! তেওঁৰ কাৰ্য দেখোন হিতে বিপৰীত হ'ল। দেউতাকে দৰা অপছন্দ কৰি আজি এই ছাবিছ বছৰলৈ জীয়েকক আবিয়ৈ কৰি ৰাখিলে। এতিয়া তেওঁ দুই-এঠাইত সম্বন্ধ কৰিবলৈ আগবাঢ়ি পাত্ৰ পক্ষৰ পৰা এই আপত্তি শুনিছে যে ছোৱালীৰ বয়সটো অলপ বেছি। শেষত এদিন তেওঁ উত্যক্ত হৈ মাজনীৰ সোঁৱৰণীখনকে সলনি কৰি পেলালে— বয়স ছাব্বিছৰ ঠাইত বাইছ কৰিলে। আৰু এইবাৰ ল'ৰাপক্ষৰ পৰা আপত্তি আহিল যে ছোৱালীৰ বয়স কম।

মাজনীৰ মাকে নিজকে শাঁত্ কৰিবলৈ কোনো সান্ত্বনাৰে পথ নেদেখিলে।

কিন্তু তেওঁ নাজানিলে যে প্ৰবীৰৰ মাকেও সেই একেটা কাৰণতে মাজনীৰ বয়স অলপ বেছি হৈছে বুলিয়েই তাইক বোৱাৰী হিচাপে গ্ৰহণ কৰিবলৈ আপত্তি নকৰিলে। জনা হ'লে হয়তো অলপ সান্ত্বনা পালেহেঁতেন।

(সাদিনীয়া নৱযুগ, ১৯৬২)

# বদলি

এইমাত্র পিয়নে দি যোৱা চিঠিখন পঢ়ি উঠি প্ৰথমে ৰমাৰ মাকৰ মুখখন অসম্ভৱ ধৰণে উজ্জ্বল হৈ উঠিল, তেওঁ ৰমা ৰমাকৈ চিঞৰি পাকঘৰলৈ দুখোজমান আগবাঢ়িও কিন্তু হঠাতে থমকি ৰ'ল। আজি পুৱাৰে পৰা তেওঁৰ খুব মূৰৰ বিষ হৈছে, ৰ'দটোও খুব চোকা হৈ উঠিছে, হীৰেনক আকৌ নটাৰ আগতেই কলেজৰ ভাত লাগে। মাকৰ মূৰৰ বিষ দেখি ৰমাই গৈ পাকঘৰ সোমাইছে, তাইৰো অৱশ্যে স্কুল আছে, কিন্তু মাকৰ এনেকৈ সৰু-সুৰা অসুখ প্ৰায়েই লাগি থাকে কাৰণে মাজে-সময়ে ভাত ৰন্ধা কামটোত ৰমা অভ্যস্ত হৈ পৰিছে। স্কুললৈ যোৱাৰ আগতে তাই এইদৰে ভাত ৰান্ধি-বাঢ়ি খাই যাবলগীয়াত পৰে। মাকে অৱশ্যে হ্কা-বধা নকৰা নহয়, কিন্তু ৰমাই নুশুনে, মাকৰ অসুখ দেখিলে তাই জোৰ কৰি মাকক পাকঘৰৰ পৰা উলিয়াই নিজে সোমাই লয়গৈ। আজিও গৈ সোমাইছে ৰাতিপুৱাই। হীৰেনে নিজেই ঘাটলৈ গৈ মাছো আনি দিছে। যিহে গৰম পৰিছে, দাইল-ভাত খাব নোৱাৰি, আৰু দাইল-ভাততো প্ৰায় সদায়ে খাবলগীয়া হৈছে এই গুৱাহাটী নগৰীত, আজি বোধহয় হীৰেনৰ মনে খুব বেছি বিদ্ৰোহ কৰি উঠিছে। সেই ভাতৰ বিৰুদ্ধে, গতিকে চাইকেলখন লৈ পুৱাই ঘাটলৈ গৈ খাপ দি দি অলপ সৰহ ধন ভাঙিয়ে মাছ অলপ আনিছেগৈ আৰু তাৰ পিছত মাছৰ টোপোলাটো মাকৰ হাতত দি আদৰৰ হুকুম জাৰি কৰিছে এইবুলি— 'মা, মাছেৰে কিন্তু জিকা আৰু নেমুটেঙাৰ আঞ্জা এখন বনাবা। এই গৰমত অমৃত যেন লাগিব।'

ৰমাই বোধহয় সেই টেঙাৰ আঞ্জাখনেই এতিয়া ৰান্ধি আছে। থমকি ৰ'ল ৰমাৰ মাক। হীৰেনৰ দৰে এদিন হীৰেনৰ দেউতাকেও কৈছিল গৰমত নেমুটেঙা জিকাৰ মাছৰ জোলখন হেনো তেওঁৰ অমৃত যেন লাগে। অথচ সেই অমৃত যেন লগা আঞ্জাখনেই তেওঁ চিৰ জীৱনলৈ খাবলৈ এৰি দিছে। তেওঁৰে ওপৰত খং উঠি। অতি বেছি অভিমানী মানুহজন। একো-একোটা কথাত একেবাৰে সৰু ল'ৰাৰ দৰেই জেদী। কিন্তু সৰু ল'ৰাই যেনিবা খন্তেকতে জেদটো পাহৰি পেলায়, কিন্তু তেওঁ নাপাহৰে, বোধহয় চিৰ জীৱন নাপাহৰে। নেমুটেঙাৰ আঞ্জা এৰিবৰ আজি বোধহয় পাঁচ-ছয় বছৰ হ'ল, প্ৰতিজ্ঞাটো হ'লে এৰা নাই। অপৰাধ অৱশ্যে ৰমাৰ মাকে কৰিছিল। এদিন দুপৰীয়া অসম্ভৱ গৰম পৰিছে। ৰমাৰ মাকে যথা নিয়মে গিৰীয়েকে ভাল পোৱা আঞ্জাখন ৰান্ধিছেও। কিন্তু কি যে কুগ্ৰহ লাগিল, গিৰীয়েক ভাত খাবলৈ অহাৰ সময়ত এনে এটা কথা লৈ দুয়োৰে মাজত তৰ্কাতৰ্কি আৰম্ভ হৈ গ'ল যে শেষত গিৰীয়েকে নেমুটেঙাৰ আঞ্জাৰ বাটিটো দূৰলৈ ঠেলা মাৰি দি পাতত থকা অৱশিষ্ট ভাততে হাত-মুখ ধুই উঠি অৰ্ধাহাৰেই গুচি গ'ল। ৰমাৰ মাকে হাতে-ভৰিয়ে ধৰিও গিৰীয়েকক সৈমান কৰিব নোৱাৰে আৰু তাৰ পিছৰ পৰা গিৰীয়েকে নেমুটেঙাৰ আঞ্জা খোৱা নাই। কেইবাবাৰো ৰান্ধি দি দি হতাশ হ'বলগীয়া হৈছে ৰমাৰ মাক। যি কেইবাৰ তেনেকৈ ৰান্ধিছে মানুহজনৰ আৰু ভাত খোৱাই নহয়। সেই কাৰণে শেষত সেই অমৃততুল্য আঞ্জাখন ৰন্ধাই বাদ দিছে তেওঁ। সেই ঘটনাটোৰ পিছত কিন্তু তেওঁলোক বেছি দিন একেলগে থকা নাই। গিৰীয়েকৰ বদলি হ'ল এখন খুব বেয়া ঠাইলৈ। ইফালে ল'ৰা-ছোৱালীকেইটাৰ পঢ়া-শুনাৰ কাৰণে চিন্তা কৰিবলগীয়া হৈছে। বিশেষকৈ হীৰেন তেতিয়া হাইস্কুলৰ ওপৰৰ ক্লাছৰ ছাত্ৰ। ৰমাও হাইস্কুলত পঢ়ে। উমা, বাবুল, ভাইটিহঁত অৱশ্যে তলৰ ক্লাছবোৰতে পঢ়ি আছিল। কিন্তু হীৰেন আৰু ৰমাৰ কাৰণে নাভাবিলেই নচলে। গতিকে দেউতাকে সেইবাৰৰ বদলিটোত পৰিয়ালটোক লগত নিনি গুৱাহাটীত নতুনকৈ সজা ঘৰটোতে ৰখাৰ বন্দৱস্ত কৰিলে, চিৰস্থায়ীভাৱেই। তেওঁৰনো আৰু পেঞ্চন পাবলৈ কেইটা বছৰ বাকী আছে? এইকেইটা বছৰ তেওঁ অকলেই কৰ্মস্থানবোৰত ঘূৰি ফুৰিব। আৰু ইয়াৰ মাজতে ভাগ্যত থাকিলে হয়তো গুৱাহাটীলৈ বদলিও হৈ যাব পাৰে। সি যি কি নহওক, ছোৱালীৰ শিক্ষাৰ সুবিধাৰ কাৰণে এইখিনি কষ্ট স্বীকাৰ তেওঁ কৰিবই লাগিব। তদুপৰি ইমান কষ্ট কৰি ঘৰটো সাজি উঠাৰ পিছত তাত আন মানুহকে প্ৰথমতে থাকিবলৈ দিবলৈ সতো নাযায়।

সেই তেতিয়াৰে পৰা ৰমাৰ মাক ল'ৰা-ছোৱালীকেইটাৰ লগত অকলে অকলে গুৱাহাটীত আছে। তিনি-চাৰি বছৰেই হ'ল এইদৰে কটোৱাৰ। মাজে মাজে বন্ধত আৰু ছুটী লৈ গিৰীয়েক আহি তেওঁলোকৰ

লগত কটাই যাযহি, মাজে মাজে আকৌ তেৱেঁ ল'ৰা-ছোৱালীকেইটাৰ বন্ধ আদিৰ সুবিধা গিৰীয়েকৰ লগত গৈ কিছুদিন থাকেগৈ। ইযাৰ উপৰি হীৰেনো কিছুদিন গৈ দেউতাকৰ লগত থাকেগৈ। অৱশ্যে সি ঘৰৰ ডাঙৰ ল'ৰা, একমাত্র ডেকা ল'ৰা, গতিকে বৰ বেছি দিন সি দেউতাকৰ ওচৰত থাকিব নোৱাৰে। কিন্তু ৰমাৰ তলৰ উমা হ'লে প্ৰতিটো বন্ধত গৈ দেউতাকৰ লগত থাকেগৈ। কাৰণ সকলো ফালৰ পৰা তাইৰে মাকক এৰি থকাৰ সুবিধা বেছি। হীৰেনৰ দৰে তাই দায়িত্ব ল'বলগীয়া ঘৰৰ ডেকা ল'ৰা নহয়, অথবা ৰমাৰ দৰে গাভৰু হোৱাও নাই যে মাকক এৰি ক'তো গৈ অকলে থাকিব নোৱাৰে, সি লাগে দেউতাকৰ ঘৰেই হওক। তদুপৰি সকলোকেইটা ল'ৰা-ছোৱালীৰ ভিতৰত উমা যেন দেউতাকৰ অলপ বেছি মৰমৰ, উমাৰ গান-বাজনাৰ প্ৰতি কিছু ৰাপ আছে। উমাইঁতৰ লগত থাকোঁতে দেউতাকৰ এটা অভ্যাস গঢ়ি উঠিছিল। খুব ৰাতিপুৱা সাৰ পাই বিছনাত শুই-শুইযে তেওঁ উমাৰ দুই-তিনিটামান ভজন বা বৰগীত শুনি লয়। বন্ধু-বান্ধৱৰ আগত তেওঁ হাঁহি হাঁহি কয়, 'গুৱাহাটীৰ ৰেডিঅ' কেন্দ্ৰৰ বন্দনা অনুষ্ঠান হয় ছটা বজাতহে, মোৰ ঘৰৰ ৰেডিঅ' কেন্দ্ৰৰ বন্দনা; কিন্তু মই পাঁচটাতেই শুনিবলৈ পাওঁ।' দেউতাকৰ এই অভ্যাসটোৰ ফলত উমাৰ দুটা লাভেই হৈছিল, পুৱা উঠা অভ্যাস আৰু ন ন গান শিকি হোৱা সুৰ সাধনা।

বদলি হৈ গৈ দেউতাকে প্ৰথমে উমালৈ দুখ কৰি কৰি লেখিছিল— অকণমানি উমা, তইঁতক এৰি থাকি মোৰ পুৱাৰ তোৰ সুন্দৰ গান শুনাৰ অভ্যাসটো এৰি পেলাবলগীয়া হ'ল। সেই অকণমানি উমাই কিন্তু এতিয়া অলপ ডাঙৰ হৈ মাজে মাজে দেউতাকৰ লগত থাকি লক্ষ্য কৰিব জনা হ'ল যে দেউতাকৰ এতিয়া অকলে থাকি থাকি আন এটা অভ্যাস গঢ়ি উঠিছে। তাচ খেলাৰ অভ্যাস। অকলে থকা মানুহ। গতিকে সন্ধিয়া তেওঁৰ ঘৰত সকলো গোট খাযহি। ঘৰত ঘৈণীয়েক, ল'ৰা-ছোৱালী থকা মানুহবোৰ সন্ধিয়া আহি তেওঁৰ অকলশৰীয়া নিজান ঘৰটোত নিশ্চিন্ত মনেৰে তাচ খেলি খেলি যেন চাকৰি আৰু ঘৰুৱা জীৱনৰ ভাগৰ পলুৱায়হি। উমা যেতিয়া দেউতাকৰ লগত থাকেহি, এই সন্ধিয়াবোৰ তাইৰ বৰ আমনি লাগে। হামিয়াই হামিয়াই এই মানুহবোৰৰ ওচৰত বহি তাচ খেলা চাই থকাৰ বাহিৰে তাইৰ কৰিবলগীয়া একো নাথাকে। দেউতাকে আনি দিয়া কিতাপ-পত্ৰতো দিনটো পঢ়েই, আৰুনো কিমান পঢ়িব। মাকে লগত কৰিবলৈ কিবা-কিবি চিলাই দি পঠিয়াইছে হয়, কিন্তু চিলাই কৰিবলৈ বৰ ভাল নালাগে উমাৰ। আৰু সন্ধিয়াতো বেজীৰ কাম কৰিবও নোৱাৰি। গতিকে এই সময়ত বৰ আমনি লাগে উমাৰ। দুই-এদিন দেউতাকে অৱশ্যে তাইক ফুৰাবলৈ লৈ যায়, কিন্তু বেছিভাগ দিনেই খেলি থাকে। খেলি থকা মানুহবোৰে অৱশ্যে দুই-এবাৰ কয় 'তোমাৰ বৰ আমনি লাগিছে নহয় উমা, শইকীয়া, আপুনি দেখোন উমাক আবেলি আবেলি আমাৰ ঘৰলৈকে পঠাই দিব পাৰে, তাত ল'ৰা-ছোৱালীৰ মাজত থাকি উমাই ভাল পালেহেঁতেন।' কিন্তু সেই কোৱাতেই থাকি যায় প্ৰস্তাৱবোৰ। কোনেও যে আচলতে নিবিচাৰে যে লোকৰ ঘৰৰ ছোৱালী এজনী আবেলিৰ পৰা ৰাতিলৈকে গৈ বহি থাকি ঘৰখনৰ স্বাভাৱিক জীৱনধাৰাটোত অলপ অসুবিধাৰ সৃষ্টি কৰক, এই কথাটো উমাৰ দেউতাকে বুজি নোপোৱা নহয়, সেইবাবে এই মানুহবোৰৰ মৌখিক সহানুভূতিৰে কৰা প্ৰস্তাৱক মানি লৈ তেওঁ কোনোদিন উমাক কাৰো ঘৰত থৈ অহা নাই। লগত নিজে থাকি দুই-এঘৰত উমাক ফুৰায়ে তেওঁ বন্ধুসকলৰ আহ্বানত সঁহাৰি দিয়ে। উমাই হামিয়াই হামিয়াই ভাবে যে ইয়াৰ পিছত আৰু তাই দেউতাকৰ লগত থাকিবলৈ নাহে। কিন্তু ঘৰত কিছুদিন থকাৰ পিছতে তাই আকৌ দেউতাকৰ ঘৰৰ আমনিবোৰৰ কথা পাহৰে। দিনৰ পিছত দিন একে ঘৰুৱা জীৱন কটোৱাৰ আমনিৰ পৰা মুক্তি পোৱাৰ আনন্দই, ভ্ৰমণৰ সম্ভাব্য উত্তেজনাই পুনৰাই দেউতাকৰ ওচৰলৈ যোৱাৰ প্ৰতি আগ্ৰহান্বিত কৰি তোলে।

উমাৰ মাকে কুটুৰি কুটুৰি দেউতাকৰ জীৱন-যাত্ৰাৰ কথা সোধে আৰু তাচৰ নিচাৰ কথা গম পাই তেওঁৰ মুখ ক'লা পৰি যায়। গধূলি গধূলি যে এই মানুহবোৰে ঘণ্টাৰ পিছত ঘণ্টা তাচ খেলি খেলি সময়বোৰ অপচয় কৰে, একেবাৰে সহিব নোৱাৰে উমাৰ মাকে। জীৱনত কত কাম আছে মানুহৰ, অথচ সময় কিমান চুটি, বিশেষকৈ যিবোৰ মানুহে দহটাৰ পৰা চাৰিটালৈ অফিচতে কটাবলগীয়া হয়, যিবোৰ মানুহৰ ঘৰ আছে, ল'ৰা-ছোৱালী আছে— সেইবোৰ মানুহে এনেকৈ তাচ খেলি খেলি সময় নিয়ালে চলেনে? একেলগে থকা দিনত তেওঁ হ'লে গিৰীয়েকক কেতিয়াও এই নিচাত বন্দী হ'বলৈ দিয়া নাই। অৱশ্যে কেতিয়াবা দুই-এদিন

ক'ৰবাত গৈ তেওঁ তাচ খেলা নাছিল এনে নহয়। বিয়াৰ আগতে খেলাৰ বাৰুকৈয়ে অভ্যাস আছিল। গতিকে প্ৰচণ্ড লোভৰ বশৱৰ্তী হৈ মাজে মাজে দুই-এটা তাচৰ আড্ডাত গৈ দুই-এদিন খেলি আহিছিল, কিন্তু সেইখিনি আনন্দৰ বিনিময়ত ঘৈণীয়েকৰ পৰা খং-অভিমান, কান্দোন-কাটোন, অনাহাৰৰ অসহযোগিতা আদি যিবোৰ সহ্য কৰিবলগীয়া হৈছিল তাৰ বাবে শেষলৈ তেওঁ তাচ খেলা একেবাৰে বাদেই দি দিছিল। এক মুহূৰ্তৰ স্বৰ্গৰ বিনিময়ত অনন্ত নৰক যন্ত্ৰণাৰ কি দৰকাৰ। তাৰ পিছত দিনৰ পিছত দিন, সন্ধিয়া ঘৰতেই থাকিছিল শইকীয়া। ল'ৰা-ছোৱালীৰ পঢ়া চাইছিল, কাগজ-পত্ৰ পঢ়িছিল। মানুহ-দুনুহ ফুৰিবলৈ আহিলে কথা-বতৰা পাতিছিল। কেতিয়াবা বা নিজেই কাৰোবাৰ ঘৰলৈ ফুৰিবলৈ গৈছিল এঘণ্টা আধা ঘণ্টাৰ বাবে। কেতিয়াবা ঘৈণীয়েককে ফুৰাইছিল, কেতিয়াবা ল'ৰা-ছোৱালীবোৰকে লৈ নদীৰ পাৰে পাৰে ঘূৰিছিল। মুঠতে এজন আদৰ্শ গৃহীৰ জীৱনকে কটাইছিল তেওঁ। অৱশ্যে তথাপি ঘৈণীয়েক খুব বেছি সন্তুষ্ট নাছিল যেন তেওঁৰ ওপৰত। ঘৰত থাকে হয় মানুহজন, কিন্তু ঘৰত থকা সময়খিনি বেছিভাগ ঘৰৰ কাৰোবাক নহয় কাৰোবাক খং কৰোঁতেই যায়। হয় ল'ৰা-ছোৱালীবোৰকে পঢ়াৰ কথা লৈ খং কৰিব নহ'লেবা ঘৈণীয়েকৰে কিবা কথাত খুঁত ধৰি খং কৰি মুখ ওন্দোলাই থাকিব। সেই কাৰণে ঘৈণীয়েকে কেতিয়াবা ভাবে— এনেকৈ খং কৰি কৰি ঘৰত থকাতকৈ তাচ খেলিবলৈ ওলাই যোৱাই ভাল। কিন্তু সেইটোও সহ্য নহয়, গধূলিৰ পৰা সেই ৰাতি ভাত খাবৰ পৰলৈকে বা ভাত খাবৰ সময় পাৰ হৈ যোৱালৈকে ঘৰৰ মানুহজন গৈ ক'ৰবাত বহি বহি তাচ খেলি থাকিব, আৰু ইফালে পঢ়া ঘৰত সোমাই ল'ৰা-ছোৱালীবোৰে পঢ়াতকৈ বেছি কোৰ্হাল কৰি থাকিব। তেওঁ নিজে পাকঘৰত ৰন্ধা-বঢ়াত ব্যস্ত থাকি মাজে মাজে আহি সিহঁতক শাসন কৰিব লাগিব— একেবাৰে সহ্য নহয় এইটো। তাতকৈ বৰং খং-ৰাগ কৰি হ'লেও ঘৰৰ মানুহ ঘৰত থাকক।

কিন্তু খঙো যে মানুহজনৰ বৰ আচৰিত আচৰিত কথাবোৰত। উমাৰ মাকে ভাবে মানুহৰ ঘৰলৈতো মানুহ আহিবই; আহি অলপ বহিবও, দুই-চাৰিষাৰ কথা পাতিবও। তেওঁ নিজে মানুহ আহিলেও ভাল পায়, মানুহৰ ঘৰলৈ গৈয়ো ভাল পায়। কিন্তু এই কথাটোকে যেন উমাৰ দেউতাকে সহ্য কৰিব নোৱাৰে, 'তোমালোক মাইকী মানুহবোৰেনো কি ইমান লোকৰ কথাবোৰকে চোবাই থাকাহে।' কোনোবা তিৰোতা মানুহ তেওঁলোকৰ ঘৰলৈ অহাৰ পিছত তেওঁ ক'বই ঘৈণীয়েকক।

'আমি কি কথা পাতোঁ তাকেহে শুনি থাকে হ'বলা আপুনি। লোকৰ কথা পতাতকৈ লোকৰ কথা মনে মনে শুনি থকাটো বেছি ভাল স্বভাৱৰ কথা নহয়?' উমাৰ মাকেও কঠোৰভাৱেই উত্তৰ দিয়ে গিৰীয়েকক। গিৰীয়েকৰ খং বেছি হ'ব পাৰে, কিন্তু তেৱোঁ সেই খং সহি নাথাকে, তাৰ উপযুক্ত প্ৰতিবাদ জনাবই তেওঁ সদায়।

'শুনি থকাৰ কোনো দৰকাৰ নাই। তোমালোক মাইকী মানুহবোৰৰ আৰু পাতিবলৈ কি কথা থাকে আমি নজনা নহয়। মোল্লাৰ দৌৰ মছজিদ্‌হে তেও।'

'অ' আমি কেৱল পৰচৰ্চ্চা পৰনিন্দা কৰি থাকোঁ আৰু আপোনালোক মতা মানুহবোৰেহে পৃথিৱীৰ মস্ত ডাঙৰ ডাঙৰ কথা, মস্ত ভাল ভাল কথা পাতি থাকে নহয়। ৰ'ব— আপোনাৰ কোনোবা বন্ধু-বান্ধৱ আহিলে মই গৈ বাহিৰৰ ঘৰৰ বেৰৰ আঁৰত লুকাই আপোনালোকৰ কথা শুনি থাকিমগৈ— কিজানি বা আপোনালোকে পতা দামী দামী কথাবোৰ শুনি আমিও মূৰ্খবোৰেও অলপ জ্ঞানৰ পোহৰ পাওঁ।'

ইয়াৰ পিছত দুয়োৰো কিছু সময় বেচ তৰ্কাতৰ্কি চলিব আৰু শেষত উমাৰ মাকেই গিৰীয়েকৰ ওচৰৰ পৰা উচাৎ মাৰি গৈ পাকঘৰত সোমাবগৈ। তাৰ দ্বাৰা তেওঁৰ খঙো যে কমা নাই তাকো বুজাই দিয়া হয় আৰু লগতে কৃত্ৰিমভাৱে কাজিয়াৰো ওৰ পেলোৱা হয়।

কিন্তু মুখত গিৰীয়েকৰ লগত হাজাৰ তৰ্ক কৰিলেও কামেৰে হ'লে উমাৰ মাকে গিৰীয়েকক অসন্তুষ্ট নকৰিবলৈকে চেষ্টা কৰে। সেই কাৰণে ফুৰা-চকাৰ ইচ্ছা থাকিলেও তেওঁ তাক কমাই দিছিল, আৰু তেওঁ নগ'লে আনেই বা কি বুলি তেওঁৰ ওচৰলৈ আহি থাকিব, গতিকে তেওঁৰ ঘৰলৈ মানুহ অহা বহুত কমি গৈছিল।

কিন্তু এতিয়া সেই অভ্যাসটো আকৌ নতুনকৈ বঢ়াই পেলাইছিল উমাৰ মাকে। গিৰীয়েক লগত নথকাৰ ফলত যেন ঘৰখনৰ বহুত কাম কমি গ'ল। তদুপৰি আৰু এটা এনে স্বভাৱ আছিল গিৰীয়েকৰ যাৰ বাবেও

উমাৰ মাকৰ কাম বহুত গুণে বেছি আছিল। বৰ খুট্‌খুটীয়া স্বভাৱ মানুহজনৰ— সকলো অনবৰতে টিপ্‌টপ্‌, পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ থাকিব লাগিব। ঘৰ-দুৱাৰ চাফা হ'ব লাগিব, বিচনাৰ কাপোৰ-কানি চাফা হ'ব লাগিব, ল'ৰা-ছোৱালীবোৰে চাফা কাপোৰ-কানি পিন্ধিব লাগিব, আৰু ঘৈণীয়েকেও কামৰ জঞ্জালত লেতেৰা কাপোৰ পিন্ধি থাকিলে নচলিব। খুব কম মতা মানুহৰে এনে স্বভাৱ থকা বুলি ভাবে উমাৰ মাকে। সাধাৰণতে মতা মানুহবোৰহে বেছি পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ প্ৰতি উদাসীন হয়। কিন্তু উমাৰ দেউতাকৰ যে কি আচৰিত ব্যতিক্ৰম ঘৰখন টিপ্‌টপ্ আছে নে নাই তেওঁৰহে সেইফালে বেছি চকু। এনেকি মেজত পৰা টেবিল ক্লথখনো যথাযথভাৱে পৰা নাথাকি অলপ ইফাল-সিফাল হৈ থাকিলে বিৰক্তিবোধ কৰে তেওঁ; ৰমাইহঁতকেই চিঞৰিবলৈ ধৰিব তেওঁ, 'ৰমা, উমা— ঘৰত তহঁতবোৰ ইমান মাইকী মানুহ আছ— অলপ ঘৰখনক পৰিপাটিকৈ ৰাখিব নোৱাৰ নে?

এই কথাটো লৈয়েতো কম দিন উমাৰ মাকৰ লগত দেউতাকৰ খুট্‌খাট্ লগা নাই। 'ইমানেই যদি চাফ-চিকুণ বিচাৰে আৰু এটামান চাকৰ ৰাখি দিব। মই এজনী মানুহে অকলে ইমান কৰি মৰিব নোৱাৰোঁ।' উমাৰ মাকে কেতিয়াবা অতিষ্ঠ হৈ কয়।

'এটা কিয় আৰু দহটা চাকৰ ৰাখা। মইতো অইন বহুতো মতা মানুহৰ দৰে ভাল খাবলৈ নিবিচাৰোঁ, মোৰ আলপৈচান ধৰা নিবিচাৰোঁ, কাকো কোনো ফৰমাইচ নকৰোঁ, নিজৰ কাপোৰখন পৰ্যন্ত ধুই লওঁ— মই মাথোঁ বিচাৰোঁ ঘৰটো যেন গৰু-গোহালি হৈ নাথাকি মানুহৰ ঘৰ হৈ থাকে, কিন্তু এইখিনি কৰিবলৈকে যদি আৰু চাকৰ লাগে ৰাখা— মই একো নামাতো।' মুখ ক'লা কৰি উত্তৰ দিয়ে দেউতাকে।

দেউতাকৰ এই কথাবোৰো সঁচা। সেই কাৰণে মাজে মাজে খং উঠিলেও ৰমাৰ মাকে পুৱাৰ পৰা ৰাতিলৈ ঘৰটোৰ পাৰিপাট্যৰ বিষয়ে যথেষ্ট সচেতন হৈ থাকে। অৱশ্যে দেউতাকৰ কাপোৰখিনি ধুই দিয়া, ভালকৈ ৰান্ধি খুওৱা— এইবোৰ দিনটোৰ চৌবিছ ঘণ্টা ব্যস্ত থাকিবলগীয়া কাম নহয়, কিন্তু কেইবাটাও ল'ৰা-ছোৱালী থকা ঘৰ এখন সকলো সময়তে পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি ৰাখিবলৈ হ'লে, নিজেও আৰু ল'ৰা-ছোৱালীকো চাফ-চিকুণ কৰি ৰাখিবলগীয়া হ'লে দিনটোৰ প্ৰতিটো মুহূৰ্তই সজাগ হৈ থকা দৰকাৰ।

দেউতাক অকলে অকলে আন ঠাইত গৈ থকাৰ কিছু দিনলৈ কিন্তু ৰমাৰ মাকে আগৰ দৰেই ঘৰখন পৰিষ্কাৰ কৰি ৰাখিছিল, কিন্তু লাহে লাহে তেওঁৰ মনত এটা শৈথিল্যৰ ভাব আহি পৰিল। ইমান চাফ-চিকুণ হৈ থকাৰ প্ৰয়োজন যে আৰু নাই সেই কথাটো কেনেকৈ যেন নিজে ক'ব নোৱৰাকৈয়ে তেওঁৰ ঘৰুৱা কাম-কাজবোৰৰ মাজত সোমাই পৰিব ধৰিলে। ফলত গিৰীয়েক নথকাৰ ফলত আন বহুতো কাম কমাৰ লগতে এই বিশেষ কামটোও কমি আহিল। ফলত এই ৰাহি হোৱা সময়বোৰ কটাবলৈকে তেওঁ ফুৰিবলৈ যোৱা অভ্যাসটো বঢ়াই পেলালে। আৰু সেই অভ্যাস যে এক ডাঙৰ প্ৰয়োজনৰ বাবেই গঢ়ি উঠিবলৈ পালে তাকে ভাবি ভাবিয়েই নিজৰ অপৰাধী যেন লগা মনটোৰে সান্ত্বনা বিচাৰি ল'লে। চাৰিওফালে বৰ বেছি ঘূৰি ফুৰা, লগৰ তিৰোতাৰ লগত বহি আজে-বাজে কথা পাতি পাতি সময় নিওৱা গিৰীয়েকে বৰ ভাল নাপায় সঁচা; আৰু এতিয়া গিৰীয়েকৰ অবৰ্তমানত তাকেই কৰি ঘূৰি ফুৰি দিন কটাইছে বাবে মনত অপৰাধবোধো অলপ জাগে সঁচা কিন্তু মনৰ বোজাওতো কাৰোবাৰ ওচৰত পাতলাব লাগিল। ইমানকেইটা ল'ৰা-ছোৱালী লৈ ঘৰ এখন মাইকী মানুহ এজনীয়ে অকলে চলাবলগীয়াত পৰিছে ধেমালিৰ কথা নহয় এইটো। দুজনে সমানে দায়িত্ব লৈয়ো যি ঘৰ সম্পূৰ্ণ সুকলমে এদিন তেওঁলোকে চলাব পৰা নাছিল, এতিয়া তেওঁ অকলশৰীয়া মাইকী মানুহজনীয়ে সেই ঘৰ একেবাৰে অকলে চলাব লগাত পৰিছে। আন কথাত বাৰু একৰকম চলি যায়, কিন্তু কাৰোবাৰ অসুখ-বিসুখ হ'লে তেওঁ জানো অকলে কম বিপদত পৰে? মাজতে এবাৰ হীৰেনৰ খুব অসুখ হৈ গ'ল, টেলিগ্ৰাম পাই তাৰ অসুখৰ তিনি দিনৰ পিছতে দেউতাক আহি পাইছিল সঁচা, কিন্তু তাৰ আগৰ কেইদিন অকলে অকলে সেই টান বেমাৰীক লৈ তেওঁৰ দুশ্চিন্তা আৰু পৰিশ্ৰম কিবা অলপ হ'লনে? আন কথাবোৰ চলি যায় বুলিওনো আচলতে কম অসুবিধা হয়নে? ল'ৰা-ছোৱালীকেইটাই দেউতাকৰ অবৰ্তমানত পঢ়া ঘৰত সোমাই পঢ়াৰ নামত কি কৰে সিহঁতেহে জানে। সিহঁতৰ পঢ়া-শুনাৰ চিন্তাও তেওঁৰ এটা ডাঙৰ চিন্তা হৈছে। আকৌ ইফালে এই এগাল ল'ৰা-ছোৱালীৰে সৈতে এই ডাঙৰ ঘৰখনৰ বজাৰ-পাতি কৰা— ইয়ো এটা কম লেঠানে? লগুৱা ল'ৰাটোক বজাৰ কৰিব দি অলপোতো সুখ নাই— সি দুই-এক অনা বজাৰৰ পইচাতো মাৰিবই, তদুপৰি তাক

বজাৰ কৰিব দিলে আৰু দুটা লোকচান হয়— কেতিয়াও সি ভাল বস্তু বাছি নানে আৰু বস্তু যে অলপ দাম-দৰ কৰি দামটো কমাই বস্তু কিনিব লাগে সেই সুবুদ্ধি তাৰ কেতিয়াও নহয়। আৰু হ'বই বা কিয়? লোকৰ পইচা লোকৰ কথা— তাৰ তাত কি? হীৰেনক বজাৰ কৰিবলৈ দিলেও সি খং কৰি কয়, তাৰ হেনো পঢ়া ক্ষতি হয়। আৰু কথাটো হওঁতে মিছা নহয়ো। সিনো কলেজীয়া ল'ৰাটো হৈ এই মস্ত ঘৰখন দিনৰ পিছত দিন কিমান বজাৰ কৰি খুৱাব— পুতেকৰ প্ৰতি সহানুভূতিৰে চিন্তা কৰে তেওঁ।

এইবিলাক কত ঘৰুৱা অশান্তিৰ কথা তেওঁৰ মনত জমা হৈ থাকে— কাৰোবাক দুটা কথা কৈ মনটো পাতলবাৰ ইচ্ছা যায়েইতো। তাতে এতিয়া অলপ বয়স হৈ অহাৰ লগে লগে দেহটোত দেখোন ইটো-সিটো বেমাৰেও বাহ ল'বলৈ ধৰিলে— আজি বা মূৰৰ বিষ কালি বা দাঁতৰ বিষ, কেতিয়াবা আকৌ এনেয়ে গাটো বেয়া লাগি থাকে— একো এটা কৰিবৰ মন নাযায়। ফলত ৰমায়ে বহুত সময়ত ভাত ৰান্ধে, তেওঁ সেই সময়বোৰত এনেয়ে থাকি বেয়া লাগে কাৰণে ওচৰৰ মানুহঘৰৰ পৰা পাক এটা মাৰি আহেগৈ। নানা কথাৰ পিছত গৈ গৈ সেই একে কথাবোৰৰ প্ৰসংগলৈয়ে ঘূৰি ঘূৰি আহে ৰমাৰ মাক। কিমান যে অসুবিধা হৈছে তেওঁৰ দেউতাক নথকাৰ পৰা, আৰু গৱৰ্ণমেণ্টৰ যে কি অবিচাৰ। যিবোৰ মানুহক গুৱাহাটীত ৰাখে ৰাখেই, তাৰ পৰা বদলি হ'লেও আকৌ ঘূৰি-ফিৰি সেই একেবোৰ মানুহেই সেই গুৱাহাটীলৈকে বদলি হৈ আহিবলৈ পায়। সকলো ক্ষেত্ৰতে কেৱল খাতিৰ— খাতিৰৰ জোৰতেই সকলো কাম চলি আছে চৰকাৰৰ। চাকৰি দিয়া, প্ৰমোচন দিয়া, ভাল ঠাইলৈ বদলি কৰা— তেওঁলোকৰ দৰে দুৰ্ভগীয়াবোৰৰহে। যাৰ কোনো ডাঙৰ চৰকাৰী বিষয়া বা মন্ত্ৰীৰ লগত ওচৰৰ সম্বন্ধ নাই— তাৰ সকলোতে মৰণ। দুখ কাৰৈ কৰি এইবোৰ কথা পাতে ৰমাৰ মাকে। ৰাজনীতিৰ গোন্ধ লাগি কথা-বতৰাবোৰ সৰস হৈ পৰে, সিগৰাকী মহিলাই ৰমাৰ মাকৰ কথাত পৰম উৎসাহেৰে হয়ভৰ দি আৰু দুই-এটা দৃষ্টান্ত দাঙি ধৰে। কেনেকৈ সকলোতে আজিকালি মন্ত্ৰীৰ লগত বা ডাঙৰ বিষয়াৰ লগত খাতিৰ নাথাকিলে কোনো কাম সিদ্ধি হ'ব নোখোজে। কথা পাতে আৰু মনৰ বোজা পাতলে।

কিন্তু চৰকাৰক সমালোচনা কৰি থাকিলেও শেষত সেই অভাৱনীয় ঘটনাটোৱেই ঘটিল। এইমাত্ৰ অহা ৰমাৰ দেউতাকৰ চিঠিখনে সেই সুসংবাদটোকে কঢ়িয়াই আনিছে। তেওঁক বোলে গুৱাহাটীলৈকে বদলি কৰিছে। অবিচাৰপূৰ্ণ চৰকাৰে এইফেৰা সুবিচাৰপূৰ্ণ কাম কৰি দেখুৱাইছে অৱশেষত।

হাতৰ চিঠিখনলৈ চালে ৰমাৰ মাকে। হিচাব কৰি চাই দেখিলে আজিয়ে গধূলি ৰমাহঁতৰ দেউতাক আহি পাব, একেবাৰেই আহি পাব এতিয়া থকা ঠাইখন এৰি থৈ। আহি তেওঁলোকৰ লগত থাকিবহিও নিগাজীকৈ। সম্পূৰ্ণ নিগাজীকৈ নহ'লেও অন্ততঃ আৰু দুই-তিনিটা বছৰলৈ— আৰু তাৰ পিছততো লাহে লাহে পেঞ্চনৰ সময়ো ওচৰ চাপি আহিব।

আজিয়েই আহি পাব— ৰমাৰ মাকৰ চেলাউৰি দুটা যেন সামান্য কোঁচ খাই গ'ল কিবা এটা চিন্তাত। চিঠিয়ে কঢ়িয়াই অনা সুসংবাদটো— গিৰীয়েকে কেতিয়াও নাখাওঁ বুলি প্ৰতিজ্ঞা কৰা অমৃততুল্য জিকাৰ টেঙা আঞ্জাখন দেউতাক সিহঁতৰ লগত নথকাৰ বাবেই ৰান্ধিবলৈ সুচল হোৱা অৱস্থাত ৰান্ধি থকা ৰমাক চিঞৰি চিঞৰি দিবলৈ গৈয়ো হঠাতে থমকি ৰ'ল ৰমাৰ মাক। আজি আবেলি ওচৰৰ প্ৰীতমৰ মাকৰ লগত গীতাৰ মাকৰ তালৈ ফুৰিবলৈ যোৱাৰ কথা আছিল, বাবুলক পঠাই খবৰ দিব লাগিব তেওঁ আজি যাব নোৱাৰিব বুলি কিন্তু অকল আজিয়েই জানো? ...লাহে লাহে পাকঘৰৰ ফালে আগবাঢ়িল ৰমাৰ মাক, পাকঘৰৰ ওচৰৰ বাৰাণ্ডাৰ ৰছীত ওলমি থকা গামোচা দুখনলৈ হঠাৎ চকু গ'ল তেওঁৰ। ইছ্ এনে লেতেৰাকৈ ৰাখিছে ইহঁতে গামোচাকেইখন, কিন্তু অকল কি গামোচাকেইখনেই, আজি পুৱা বিছনা পাৰিবৰ সময়ত জানো তেওঁৰ হঠাৎ চকুত পৰা নাছিল যে বিছনা চাদৰ আৰু গাৰুৰ গিলিপবোৰ বৰ লেতেৰা হৈছে? লেতেৰাৰ কথা ভাবি ভাবি আগুৱাই গৈ থাকি তেওঁৰ চকুৰ দৃষ্টি তললৈ নামি যায়। মজিয়াবোৰো বৰ লেতেৰা হৈছে, বহুত দিন মচাই হোৱা নাই, আজি মচিব লাগিব। কাপোৰ-কানিবোৰো ধুব লাগিব আজি আৰু বা কত কি চাফা কৰিবলগীয়া কাম ওলায়...

পাকঘৰলৈ গৈ থকা ৰমাৰ মাকৰ এটা দীঘলীয়া হুমুনিয়াহ ওলাই আহিল।

অৰ্ডাৰটো দেখি যেন প্ৰথমে নিজৰ চকুকেই বিশ্বাস কৰিব পৰা নাছিল ৰমাৰ দেউতাকে। তেওঁক বোলে

গুৱাহাটীলৈ বদলি কৰিছে।

চকুত চশমাযোৰ ঠিক কৰি লৈ দুবাৰ-তিনিবাৰমান অৰ্ডাৰখন পঢ়িলে আৰু তাৰ পিছতহে ৰমাৰ দেউতাকৰ পূৰা বিশ্বাস হ'ল যে সঁচায়ে তেওঁক গুৱাহাটীলৈকে বদলি কৰিছে এইবাৰ। আনন্দৰ আতিশয্যত অফিচতে আৰু বহি থকা সম্ভৱ নহ'ল মানুহজনৰ। ওলাই আহি যাকে য'তে পালে সুসংবাদটো জনালে। তাৰ পিছত কোবাকুবিকৈ ঘৰলৈ আহি ঘৈণীয়েকলৈ চিঠি লিখিবলৈ কাগজ-কলম উলিয়াই ল'লে।

এসপ্তাহ মাজতে সময় পোৱা যায় চাৰ্জ দি নতুন ঠাইলৈ যাবলৈ। কিন্তু ৰমাৰ দেউতাকে ঠিক কৰিলে যিমান পাৰে সিমান সোনকালে তেওঁ গুচি যাব। ইয়াত থাকি আৰু কি লাভ? গতিকে আৰু দুদিন পিছতে গৈ একেবাৰে গুৱাহাটী পোৱাৰ কথাটোকে তেওঁ ঘৈণীয়েকলৈ লিখি দিলে। চিঠিখন লিখি লিখি কল্পনাতে যেন ৰমাৰ দেউতাকে ঘৈণীয়েকৰ অভাৱনীয় সুসংবাদটো পাই উজ্জ্বলি উঠা মুখখন দেখিবলৈ পালে। বেচেৰীয়ে এই প্ৰায় তিনিটা বছৰে অকলে সংসাৰ এখনৰ বোজা কান্ধত লৈ অলপ ভুগিলে নে! তেওঁলৈ লেখা প্ৰতিখন চিঠিয়েতো সেইবোৰ হা-হুতাশেৰে ভৰা। প্ৰত্যেকখন চিঠিতে লিখে— গুৱাহাটীলৈ কোনো ৰকমে বদলি হৈ যাব নোৱাৰেনে তেওঁ? কত মানুহ দেখোন গুৱাহাটীলৈ বদলি হৈ গৈয়েই আছে। অকল তাকে লেখিয়েতো ক্ষান্ত নাথাকে ৰমাৰ মাক, লগতে তিতা মন্তব্যও কৰিব— আমাৰ নিচিনা মানুহক আৰু চৰকাৰে এইখিনি বিবেচনা কৰিবনে? যিবোৰ মানুহৰ বিষয়া, মন্ত্ৰীসকলৰ লগত খাতিৰ আছে সেইবোৰ মানুহকহে চৰকাৰে প্ৰতি কথাতে অনুগ্ৰহ কৰে!

মুখত এটা পাতল হাঁহিৰ ৰেখা বিৰিঙে ৰমাৰ দেউতাকৰ। এই ধৰণৰ কথাবোৰ ক'বলৈ আজিকালি সকলোৰে শিকিলে, অফিচৰ এটা সামান্য চকীদাৰৰ পৰা আৰম্ভ কৰি ঘৰৰ ঘৈণীলৈকে। সকলোৰে দৃঢ় বিশ্বাস যে পিছত খাতিৰৰ মানুহ নাথাকিলে চাকৰি জীৱনত কোনোফালে সুবিধা কৰিব নোৱাৰি।

কিন্তু সি যি কি নহওক, তেওঁক এনেকৈ সঁচাকৈয়ে গুৱাহাটীলৈ বদলি কৰি দিব এইটো হ'লে একেবাৰে অভাৱনীয় কথা। খবৰটো পাই ৰমাৰ মাকে প্ৰথমতে বোধহয় বিশ্বাস কৰিবলৈকে টান পাব। চিঠিখন পাই তেওঁ বাৰু প্ৰথমতে কাক চিঞৰিব? বোধহয় ৰমাকে, মাইকী মানুহ নহয়, অন্তৰৰ সকলো কথা-বতৰা প্ৰথমতে বৰ জীয়েকৰ লগতহে চলে। পিছে তেওঁ আকৌ যিহে কথকী তিৰোতা, লগ-ভাগ জানো কম, সকলোৰে লগত মানুহজনীৰ বন্ধুত্ব। বোধহয় চিঠিখন লৈ ওচৰৰ বৰুৱানীৰ ওচৰলৈকে লৰ ধৰিব। ৰমাৰ দেউতাকৰ মুখখন যেন এক মুহূৰ্তৰ বাবে অলপ গহীন হৈ গ'ল। এই মাইকী মানুহবোৰে বৰ আজে-বাজে কথা চেলাই থাকিব পাৰে।

ৰমাৰ দেউতাক বৰ্তমান থকা ঠাইখন সৰু। আৰু সৰু হোৱা বাবেই যিকেইজন মুষ্টিমেয় চৰকাৰী চাকৰিয়াল তাত আছিল, পৰস্পৰৰ লগত বৰ মিলি-জুলি থাকিছিল। বিশেষকৈ তাচৰ আড্ডাটোক কেন্দ্ৰ কৰি পুৰুষসকলতো প্ৰত্যেকেই প্ৰত্যেকৰ বৰ ঘনিষ্ঠ হৈ পৰিছিল। এতিয়া ৰমাৰ দেউতাক তেওঁলোকৰ মাজৰ পৰা যাবলৈ ওলোৱাত আটায়ে বৰ বেজাৰ পালেও এই বুলিয়ে আনন্দ প্ৰকাশ কৰিলে যে ইমান দিনৰ কাম্য অভিলাষটো যে তেওঁৰ পূৰ্ণ হ'ল, নিজৰ ঘৰত নিজৰ ল'ৰা-তিৰোতাৰ মাজতেই যে আকৌ থকাৰ সুযোগ পালে শইকীয়াই— এইটো জানো কম সুসংবাদ।

বন্ধুসকলৰ সেই প্ৰীতি আৰু আন্তৰিকতা তেওঁলোকে ৰমাৰ দেউতাকক সমূহীয়াভাৱে দিয়া বিদায় ভোজত ফুটি ওলাল। খুব উৎকৃষ্ট খাদ্যৰে তেওঁক আপ্যায়ন কৰাৰ উপৰি প্ৰত্যেকেই আকৌ বেলেগে বেলেগে তেওঁক নিজ নিজ ঘৰলৈ নিমন্ত্ৰণ কৰিলে। এই নিমন্ত্ৰণবোৰ ৰক্ষা কৰি কৰি ৰমাৰ দেউতাকৰ হাতত সময় প্ৰায় নাথাকিলেই। গতিকে মাত্ৰ এবেলাৰ ভিতৰতে তেওঁ অতি খৰধৰকৈ বস্তু-বাহানিবোৰ সামৰিব লগা হ'ল। এই বস্তু সামৰাৰ অজুহাতত তেওঁ নিমন্ত্ৰণবোৰ প্ৰত্যাখ্যান কৰিব খুজিছিল; কিন্তু বন্ধুবোৰে হাঁহি হাঁহি তেওঁক ক'লে যে ঘৰলৈ যাবলৈ জগা উৎসাহৰ প্ৰেৰণাতে কিমান সোনকালে যে তেওঁৰ বস্তু-বাহানি বন্ধা হৈ যাব তেওঁ গমেই নাপাব।

এতিয়া এই এবেলাৰ ভিতৰতে তেওঁ বস্তুবোৰ সামৰিব লাগে। এজন মানুহৰ সংসাৰ হ'লেওতো এখন সংসাৰৰ দৰকাৰী সকলো বস্তুৱেই আছে, গতিকে বস্তুতো বৰ কম নহয়। আকৌ এইবোৰৰ ভিতৰতো এনে

কিছুমান আজে-বাজে বস্তুওতো আছে যাক অতি সহজে পেলাই থৈ যাব পাৰি। পাৰিয়েইতো— বস্তুবোৰৰ আগত ঠিয় হৈ ৰমাৰ দেউতাকে ভাবিলে, কিন্তু ইমান কম সময়ৰ ভিতৰত সেইবোৰ বাছি থকাও এটা সমস্যাৰ কথা নহয় জানো? তাতকৈ সকলো সামৰি বান্ধি-ছাটি লোৱাই ভাল— গুৱাহাটীলৈ গৈ লাহে লাহে বাছি থাকিলেও হ'ব।

এৰা ঠিকেই, সেইটোৱে ভাল হ'ব।

কাঠৰ প্ৰকাণ্ড পেকিং বাকচ এটাৰ ভিতৰত ৰমাৰ দেউতাকে ক্ষীপ্ৰভাৱে সকলোবোৰ সুৰু-সুৰা বস্তু ভৰাই যাবলৈ ধৰিলে। বেৰত থকা কেলেণ্ডাৰ, জোতাৰ ব্ৰাছ, জোতাৰ ৰঙৰ টেমা (ৰং বা ভিতৰত কিমান আছে, নাই যদিও গুৱাহাটীলৈ গৈ চাই পেলাই দিলেও হ'ব), ছাৰ্ট ওলোমাই থোৱা 'হেঙাৰ', তেওঁলোকৰ গোটেই পৰিয়ালটো থকা বেৰত ওলোমাই ৰখা ফটোখন, (আইনাখন ভাগি যায় নেকি— ভাঙিলেও ভাঙিব আৰু, বাকচত আৰু তিল ধাৰণাৰো ঠাই নাই), পাকঘৰৰ বস্তু কিছুমানো সুমুৱাব পৰা যাব বোধহয়। আগে বাৰু ঘৰৰ বস্তু শেষ কৰি লোৱা যাওক। আকৌ তৎপৰতাৰে কামত লাগি গ'ল ৰমাৰ দেউতাক। মেজৰ ওপৰত ষ্ট্যানলী গাৰ্ডনাৰৰ ডিটেকটিভ উপন্যাস দুখন আছিল; সেই দুখন আনিবলৈ যাওঁতে মেজখনতে থকা অলপ পুৰণি তাচৰ পেকেটটোলৈ চকু গ'ল ৰমাৰ দেউতাকৰ আৰু লগে লগে তেওঁ থমকি গ'ল।

এটা দীৰ্ঘশ্বাস ওলাই আহিল ৰমাৰ দেউতাকৰ। বদলি হৈ তেওঁ অকল প্ৰিয় আড্ডাটোৱেই নহয় এই তাচযোৰো এৰি থৈ যাব লাগিব। পৰিয়ালটোৰ লগত তেওঁৰ সমাগত নতুন সুখী জীৱনটোলৈ এই তাচপাতৰ কোনে চিনেই কঢ়িয়াই লৈ যাব নোৱাৰিব তেওঁ। কোনোমতেই নোৱাৰিব।

ৰমাৰ দেউতাকে শূন্য দৃষ্টিৰে সন্মুখৰ সেই বহুত দিনৰ আৰু বহুবাৰ হাতৰ পৰশত আধা পুৰণি হৈ যোৱা তাচযোৰলৈ চাই থাকিল। তেওঁৰ যে সময় আৰু বেছি নাই হাতত— সেই কথা যেন খন্তেকৰ বাবে তেওঁ পাহৰিয়েই গ'ল।

(সাদিনীয়া নৱযুগ)

# ভাইটিৰ ছবি

হোষ্টেলৰ বন্ধুবোৰক 'ডিলাইট'লৈ নি ভালকৈ চাহ খুৱাই দিলোঁ। আজি দেউতাই ঘৰৰ পৰা চিঠি লিখিছে, মোৰ ভাইটি এটা জন্ম হোৱাৰ খবৰ দি। আমি তিনিজনী বাই-ভনীৰ পিছত দেউতা-মায়ে এয়ে প্ৰথম পুত্ৰ সন্তানৰ মুখ দেখিলে। মোৰ একমাত্ৰ ভাইটি, আমাৰ তিনি বাই-ভনীৰ একমাত্ৰ ভাইটি। ইমান ডাঙৰ এটা সুসংবাদ পোৱাৰ পিছত বন্ধুসকলক জানো চাহ নুখুৱাকৈ থাকিব পাৰি?

কিন্তু কাৰ ভাগ্যতেই বা অবিমিশ্ৰ সুখ ভোগ থাকে। ইমান ভাল খবৰটো পোৱাৰ পিছত মোৰ মনটো এটা চিন্তাই অলপ গধুৰ কৰি তুলিলে। আমাৰ মা চিৰৰুগীয়া, ভনী দুজনী যথেষ্ট সৰু, ভাইটিটোৰ ঠিকমতে যত্ন-পাতি ল'ব পাৰিবনে? তাতে এতিয়া ঠাণ্ডাৰ দিন— ঠাণ্ডাৰ দিনৰ কথা মনলৈ অহাৰ লগে লগে ঠিক কৰিলোঁ কাইলৈ কলেজৰ পৰা ওভটাৰ সময়ত বজাৰত সোমাই উল কিনি আনিম, ভাইটিৰ কাৰণে ছুৱেটাৰ এটা গুঠিম, এযোৰ মোজাও গুঠিম; মই অৱশ্যে মোজা গুঠিব নাজানো, কিন্তু ৰুবীয়ে জানে, তাইৰ পৰা শিকি ল'লেই হ'ব।

মোজা, ছুৱেটাৰ হ'ব বাৰু, কিন্তু ভাইটি জন্মৰ পিছত আমাৰ ঘৰখনৰ এতিয়া যে নানা অসুবিধা আৰু বেমেজালিৰ সৃষ্টি হৈছে— সেইবোৰ চিন্তা কৰি কৰি মনটো অলপ অশান্ত হৈ উঠিল। সকলোতকৈ ডাঙৰ কথা— ভাইটিৰ যদি উপযুক্ত যত্ন নহয়— সি যদি কষ্ট পায়? এই সময়ত মই ঘৰত থকা হ'লেতে একো অসুবিধাই নহ'লহেঁতেন, কিন্তু কলেজত পঢ়িবলৈ আহি মই আছোঁহি হোষ্টেলত, আমাৰ ঠাইখনত আকৌ কলেজেই নাই। গুৱাহাটীৰ পৰা বহুত দূৰৰ এখন অখ্যাত ঠাইত আমাৰ ঘৰ। তাত এনেকি ছোৱালীৰ হাইস্কুলো নাই। মই ল'ৰাৰ হাইস্কুলৰ পৰা এইবাৰ মেট্ৰিক পাছ কৰিছোঁ। পৰীক্ষাৰ ফলাফল ভাল হোৱাত আৰু মোৰ খুব আগ্ৰহ দেখি দেউতাই গুৱাহাটীৰ গাৰ্লছ কলেজত নাম লগাই দিছেহি। প্ৰথমতে হোষ্টেললৈ আহি মোৰ মন বহা নাছিল, ঘৰলৈ গুচি যাওঁ যাওঁ লাগি আছিল। অৱশ্যে পিছত লাহে লাহে ঠিক হৈ আহিছিল, বান্ধৱীসকলৰ লগত ঘনিষ্ঠতা হোৱাৰ পিছত হোষ্টেলৰ জীৱন ভালেই লগা হ'ল। কিন্তু এতিয়া আকৌ মোৰ মনটো প্ৰথম অৱস্থাৰ দৰেই অস্থিৰ-অশান্ত হৈ উঠিল। হোষ্টেল এৰি ঘৰলৈ যাবৰ কাৰণে মনটোৱে চট্‌ফট্ কৰিবলৈ ধৰিলে। মই যেন এতিয়াই দৌৰি গৈ ভাইটিটোক বুকুত সাবটি লওঁগৈ— তাৰ অকণি অকণি হাত-ভৰিবোৰ লিৰিকি-বিদাৰি চুমাৰে ওপচাই দিওঁগৈ।

কিন্তু মই জানোঁ— এইটো কোনোমতে সম্ভৱ নহয়। সিদিনা বৰদিনৰ বন্ধত ঘৰৰ পৰা আহিছোঁহে মাত্ৰ, এতিয়াই আকৌ যোৱাৰ কোনো উপায় নাই। তাতে যদি ওচৰৰ ঠাই হ'লহেঁতেন! ঘৰলৈ যাওঁতেই লাগে ডেৰ দিন। নাই, ঘৰলৈ যোৱাৰ কোনো উপায়ে নাই। সেই গৰমৰ বন্ধলৈকে বৈ থাকিব লাগিব। তেতিয়া মোৰ ভাইটি প্ৰায় চাৰিমহীয়া হ'ব। অৰ্থাৎ তাৰ আচল পানীকেঁচুৱা অৱস্থাটো মই আৰু জীৱনত দেখাই নাপাম। মনটো মোৰ বেয়া লাগি গ'ল। পুৱা ভাইটিৰ জন্মৰ বাতৰিত আনন্দমুখৰ হৈ উঠা মোৰ মনটোৰ সেই আনন্দোচ্ছ্বাস এতিয়া ৰাতি প্ৰায় শেষ হৈ আহিল।

যি হওক, দেউতালৈ চিঠি লিখিলোঁ— মোলৈ যেন তাৰ কেইকপিমান ফটোকে তুলি যেনে-তেনে পঠাই দিয়ে। লগতে মোৰ দুশ্চিন্তাবো খবৰ দিলোঁ— ভাইটিৰ যত্নৰ ক্ৰটি হোৱাৰ ভয়ত। নানা উপদেশেৰে চিঠিৰ পাত ভৰাই পেলালোঁ।

মা চিৰৰুগীয়া। গতিকে অলপ ডাঙৰ হোৱাৰে পৰা স্বাভাৱিকভাৱেই মোৰ মূৰত সংসাৰৰ কিছু দায়িত্ব অলপ আগতীয়াকৈ পৰিছিল। সেই কাৰণে মই বোধহয় অলপ অকালপকাই হৈ পৰিছিলোঁ— অন্ততঃ গৃহিণীপনাত।

যি হওক, এদিন সেই সুদীৰ্ঘ চাৰিটা মাহো পাৰ হৈ গৈছিল। এইবাৰ মই ভাইটিক দেখা পাম। আচল তেজ-মঙহৰ ভাইটিটোক। নহ'লেতো ফটোত তাক মই দেখিছিলোঁৱেই। দেউতাই মোৰ মনৰ আকুলতা খুব ভালকৈয়ে বুজিছিল— কাৰণ প্ৰতি মাহতে অকণুৰ (সেইটো ভাইটিৰ নামময়ে বাছি দিয়া) ফটো তুলি তেওঁ মোলৈ পঠাই আছিল।

ঘৰ পালোঁহি। ভাইটিটোক বুকুত সাবটি ল'লো। তাৰ পিছত আৰম্ভ হ'ল মোৰ সাংসাৰিক কৰ্তব্য। মাৰ গাটোতো ভাল হোৱাই নাই, বৰং ভাইটিৰ জন্মৰ পিছত যেন আৰু বেয়াৰ পিনেহে ঢাল লৈছে। গতিকে মায়ে অকণুক ভালকৈ চাব-মেলিব নোৱাৰেই। ঘৰৰ কাম কৰা ল'ৰাটো আৰু ভনী দুইজনীয়েই বেছি-ভাগ সময় তাক লৈ থাকে— অৰ্থাৎ বেছিভাগ সময় সি বিছনাতেই পৰি থাকে। ৰতন অৰ্থাৎ লগুৱাটোৰ সময় যায় ঘৰৰ কাম-বন কৰোঁতেই, তাৰ মাজতনো ভাইটিক কোলাত লৈ থাকিবলৈ সিনো কিমান সময় আজৰি পায়। ভনী দুজনী সৰু আৰু ল'ৰা লোৱাত অনভিজ্ঞ হোৱাৰ উপৰি সিহঁতৰ স্কুল আছে। দেউতাৰো আছে অফিচ আৰু তদুপৰি দেউতায়ো একেবাৰে ল'ৰা-ছোৱালী ল'ব নাজানে। তাতে ই ইমান কেঁচুৱা।

আঙুলি চুপি চুপি অকলে অকলে অকণু বিছনাত পৰি থাকে। ঘৰখনৰ ভিতৰত একমাত্ৰ ময়েই তাৰ সৰ্বপ্ৰকাৰ যত্ন ল'ব পৰা প্ৰাণী আছিলোঁ। কিন্তু সেই ময়েই এতিয়া দূৰত থাকিবলগীয়াত পৰিলোঁ। সি বিছনাত পৰি থকা দৃশ্য চাই মোৰ প্ৰায় চকুপানী ওলাই গৈছিল।

মই গৈ পোৱাৰ দিনাই গধূলি দেউতাক অভিযোগপূৰ্ণ মাতেৰে ক'লোঁ— 'দেউতা, মোৰ আৰু পঢ়া নহ'ব।'

দেউতাই খুব আচৰিত হৈ সুধিলে— 'কিয়?'

'পঢ়িলে মই হোষ্টেলত থাকিব লাগিব আৰু মই হোষ্টেলত থাকিলে ভাইটিৰ ইয়াত যত্নৰ অভাৱত বৰ কষ্ট হ'ব। আমাৰ এই একেটা ভাইটি, কিমান মৰমত উঠিব লাগিছিল। কিন্তু বেচেৰাক এতিয়া কোলাত লওঁতা মানুহ এজনেই নাই। দিন-ৰাতি তাৰ বিছনাত পৰি থাকোঁতেই যায়—' দেউতাক কথা কেইষাৰ কৈ মই কোলাৰ অকণুক খুব আদৰেৰে আৰু অলপ জোৰেৰে বুকুত হেঁচা মাৰি ধৰি তাৰ গালত আলফুলকৈ চুমা এটা খালোঁ।

দেউতাই অলপ স্বস্তি পোৱাৰ নিচিনাকৈ ক'লে— 'অ' এয়ে কথা। মই বোলো নে হোষ্টেল বা কলেজৰে কিবা গোলমাল হ'ল। পিছে তইনো ইয়াৰ কি অযত্ন হোৱা দেখিলি মিনি? মই, ৰতন, গিনি, বিনি আটায়ে দেখোন ইজনৰ পিছত সিজনকৈ তাক কোলাত লৈয়ে থাকোঁ? কত মানুহৰ ঘৰৰ কত ল'ৰা-ছোৱালী ইয়াৰ আধাৰো আধা যত্ন নোপোৱাকৈ ডাঙৰ-দীঘল হয়, সেইবোৰ ল'ৰা-ছোৱালী জানো স্বাস্থ্যবান নহয়? বহুতৰ তুলনাত আমাৰ অকণু ৰাজপুত্ৰৰ আদৰতে ডাঙৰ হৈছে।'

দেউতা অলপ ৰ'ল। তাৰ পিছত মই কিবা কোৱাৰ আগতেই আকৌ চিন্তাযুক্ত মাতেৰে লাহে লাহে ক'বলৈ ধৰিলে— 'মই অকণুৰ কাৰণে চিন্তা কৰা নাই মিনি। মোৰ চিন্তা হৈছে তহঁতৰ মাৰক লৈহে। এতিয়া নাই কৰা নাই কৰা বুলিও জানো অকণুৰ কাৰণে কমখিনি কাম কৰিবলগা হৈছে? পুৱাৰ পৰা তাৰ কাম কমখিনি ওলায় নে? তাৰ হগা-মূতা কাপোৰ-কানি ধোৱা, তাক ধোৱা-পখলা কৰা, খুউৱা-বুউৱা— এইখিনি কৰোঁতেই মাৰৰ অৱস্থা কাহিল হৈ পৰে। আকৌ প্ৰায় শেষ ৰাতিৰে পৰা সাৰে থাকি সি মাৰৰ টোপনিৰো কম ব্যাঘাত ঘটোৱা নাই। তাকেই ভাবিছোঁ— সোনকালে ছোৱালীজনী পালেই হয়।'

'ছোৱালী? কি ছোৱালী?' মই আচৰিত হৈ সুধিলোঁ।

'অ' তোক কোৱাই নাই নহয়? অকণুৰ বাবে এজনী বন কৰা ছোৱালী ৰখাৰ ঠিক হৈছে। পিছে তাই ইয়াৰ ছোৱালী নহয। সেই নাজিৰাৰ ফালৰ ছোৱালী। যোৱা মাহত হৰিশ খুৰাৰ কিবা চৰকাৰী কামত আমাৰ এইফালে আহিছিল। আমাৰ ঘৰৰ অৱস্থা নিজ চকুৰে দেখি তেওঁৰ সহানুভূতি হ'ল। সুধিলে তেওঁ এজনী ছোৱালী দিব পাৰে লাগে নেকি? মইতো অযাচিত এনে উপকাৰ পাই ভালেই পালোঁ। আৰু ছোৱালী এজনী মই ইয়াতো বিচাৰি আছিলোঁৱেই কিন্তু ওচৰৰ ছোৱালী হোৱাতকৈ দূৰৰ ছোৱালী হ'লে সুবিধা বেছি। ওচৰৰ ছোৱালীৰ সহজে আনৰ ঘৰত মন নবহে, ওচৰতে ঘৰ, ইটো-সিটো চেলু লৈ ঘৰলৈ যাব বিচাৰিব বা ঘৰৰ মানুহেই কিবা কাৰণ দেখুৱাই নিবলৈ আহি থাকিব। আকৌ এই যে ছোৱালীজনীৰ খবৰ লোৱাৰ ছল কৰি ঘৰৰ মানুহবোৰ আহি দিগদাৰ দিয়াৰ এটা অভ্যাস আছে! আমাৰ হাজৰিকাই মোক তাকেই কৈছে— বোলে চৌধুৰী, পৰাপক্ষত ওচৰৰ ছোৱালী নাৰাখিব। আমাৰজনীৰ ঘৰৰ মানুহবোৰ আহি আহি আমাক বিৰক্ত কৰি মাৰিছে।'

'পিছে হৰিশ খুৰাই ছোৱালীজনী কেতিয়া দিব?' মই অলপ অধৈৰ্য হৈয়ে প্ৰশ্ন কৰিলোঁ। তেতিয়া মোৰ আন বাহিৰা কথা পতাৰ একেবাৰে উৎসাহ নাছিল। ইফালে ইমান পৰ কল্‌কলাই থকা কে অকণু মোৰ কোলাতে শুই পৰিছিল; তাকো নি বিছনাত শুৱাই থ'ব লাগে।

'ছোৱালীজনী ইমানদিনে দিবই লাগিছিল দেখোন। অৱশ্যে খুৰাবে কৈ গৈছিলেই— অলপ কেইদিনমান পলম হ'বও পাৰে। ঘৰত বোলে তাইৰ মাকৰ অসুবিধা আছে।'

'বাপেকেনো ছোৱালীজনী ইমান দূৰলৈ পঠাবলৈ সন্মত হ'লনে?'

'এৰা, সন্মত হৈছে। কিন্তু তাৰ গুৰিতে অলপ কথা আছে মিনি। হৰিশ খুৰাৰ নাজিৰাৰ এচ ডি চি, ছোৱালীজনীৰ দেউতাকৰ কিবা মাটিৰ গোলমাল আছে। খুৰাবে বোলে এবাৰ নিজৰ কাৰণেই সেই ছোৱালীজনী বন্দবস্ত কৰিছিল, তেওঁৰ কেঁচুৱাটো ৰাখিব-মেলিবৰ বাবে। পিছে তেওঁ তাত বন্দবস্ত কৰি থোৱাৰ পিছে থাকিলে, খুৰীয়েকে মাকৰ ঘৰৰ পৰা আন এজনী ছোৱালী লগত লৈ আহিল। ছোৱালীজনী বোলে এতিয়া খুৰাৰৰ হাততে আছে। গতিকে খুৰাবে আমাক ইয়াত একৰকম খাটাংভাৱেই কৈ গৈছিল যে ছোৱালীজনী আনি দিব।'

'কিন্তু ইমান দিনে হৰিশ খুৰাই এখন চিঠিকেতো দিব পাৰিলেহেঁতেন?' মই এই বন্দবস্তটোত এতিয়াও সম্পূৰ্ণৰূপে পতিয়ন যাব নোৱাৰি দেউতাক সোধোঁ।

'খুৰাৰ দেখোন তেনেকুৱাই? মনত নাইনে সেইবাৰ আমি খুৰীয়েৰৰ অসুখৰ কথা শুনি চিঠি লেখি তাৰ পৰা আৰু উত্তৰেই আনিব নোৱাৰিলোঁ? পিছতহে এবাৰ মুখেৰে ক'লেহি যে চিঠি লেখা কামটো সি অতি টান পায়।'

মই আৰু একো নামাতিলোঁ। অকণুক শুৱাই থ'বলৈ শোৱনিকোঠালৈ সোমাই গ'লোঁ।

ইয়াৰ এসপ্তাহমানৰ পিছত এদিন ছোৱালীজনীৰ বাপেকে আহি আমাৰ ঘৰত ছোৱালীজনীক থৈ গ'লহি। মানুহজনে আমাক ক'লে বাট খৰচ দিয়াৰে পৰা আদি কৰি বাটৰ যান-বাহনৰ ভু-ভা দিয়া সকলো হৰিশ খুৰাই কৰিছে। খুৰাই তেওঁৰ স্বাভাৱিক নিয়মমতেই চিঠি-পত্ৰ একো নিদি মানুহজনৰ আগত মুখেৰে কৈ পঠাইছে— আমি যেন ছোৱালীজনী সম্পৰ্কে সকলো বন্দবস্ত বাপেকৰ লগতে কৰোঁ।...

সিহঁতক চাহ-তাহ খুৱাই মই লীলাক (ছোৱালীজনীৰ নাম সেইটো) প্ৰশ্ন কৰিলোঁ 'তই এই ল'ৰাটোৰ ভালকৈ যত্ন ল'ব পাৰিবিনে?' অকণু তেতিয়া মোৰ কোলাত আছিল।

লীলাই কিবা কোৱাৰ আগতেই তাইৰ বাপেকেই মাত লগালে, 'সেইবোৰ কাম লীলাই খুব ভালকৈয়ে পাৰিব আই। তাইৰ তলত মোৰ আৰু পাঁচোটা ল'ৰা-ছোৱালী আছে নহয়। সিহঁতৰ দুটাতো প্ৰায় তাইৰ হাততে ডাঙৰ হৈছে, মাকেতো ল'ৰা-ছোৱালী চাবলৈ সময়ে নাপায়, ঘৰৰ বন-বাবি কৰা, তাঁত-সূত বোৱা, পথাৰৰ কাম কৰা— এইবোৰতে মাকৰ সময় যায়। এই মাকৰ সোঁহাতেই আছিল আই, এইৰ অবিহনে কেঁচুৱাটোৰ বৰ আলৈ-আথানি হ'ব। কিন্তু কি কৰিম, ঈশ্বৰে যে আমাক অকল জন দিছে, ধনতো নিদিলে, এতিয়া সেই জনকে খটুৱাই ধন আৰ্জিবলৈ বাধ্য হৈছোঁ।'

লীলাৰ বাপেকৰ কথা শুনি মোৰ মনত কিয় জানা তৎক্ষণাতে এটা বিজনি খেলি গ'ল, মই আৰু লীলা, তাইও বায়েক মইও বায়েক; কিন্তু ভাইটিৰ যত্ন লৈ থাকিবলৈ মোৰ উপায় নাই মোৰ শিক্ষাৰ বাবে আৰু তাইৰ উপায় নাই দাৰিদ্ৰ্যৰ বাবে। আমাৰ ধন আছে বাবে আমাৰ ভাইটিৰ বায়েকৰ অভাব আংশিকভাৱে হ'লেও পূৰাবলৈ এজনী ছোৱালীৰ ব্যৱস্থা কৰিছোঁ, আৰু সেই ব্যৱস্থা কৰিছোঁ আন এঘৰৰ এজন ভাইটিক বায়েকৰ স্নেহপূৰ্ণ তত্বাৱধানৰ পৰা বঞ্চিত কৰি। কাৰণ সেইখন ঘৰৰ ধন নাই। লীলা আৰু মোৰ অৱস্থাৰ মিল বিচাৰিবলৈ যাওঁতে ইমান ডাঙৰ পাৰ্থক্য এটা ওলাই গ'ল; অকণুক জোৰেৰে বুকুত হেঁচি ধৰি মই ৰতনৰ ওচৰ পালোঁগৈ। লীলাৰ বাপেক বাৰটাৰ বাছত যাবগৈ— সি যেন তাৰ আগতেই ভাত-পানী খাব পাৰে।

বাপেকে লীলাক এৰি থৈ গুচি গ'ল। প্ৰথমে তাই অলপ কান্দিলে। তাৰ পিছত আমাৰ ভিতৰ ফালৰ বাৰাণ্ডাত থিয় হৈ উদাস দৃষ্টিৰে এফালে চাই ৰ'ল।

মই মাক ক'লোঁ— তাইক কিছু সময় তেনেকৈ থাকিবলৈ দিয়াই ভাল হ'ব নেকি। কিন্তু সংসাৰ অভিজ্ঞা মায়ে ক'লে যে নহয়, তাইৰ লগত কথা-বতৰা পাতি তাইক ঘৰৰ কথা পাহৰাইহে ৰাখিব লাগে। গতিকে মই অকণুক কোলাত লৈ লীলাৰ ওচৰলৈ গৈ মূঢ়া এটাত বহি তাইক মাতিলোঁ— 'এই লীলা, সেই মূঢ়াটো আনি মোৰ ওচৰত বহহিচোন।'

তাই নীৰবে মোৰ আদেশ পালন কৰিলে।

'তোৰ ভাইটিটো কিমানখিনি ডাঙৰ হৈছে?' মই অকণুক নচুৱাই নচুৱাই তাইৰ ফালে চাই সুধিলোঁ।

'কিমাননো আৰু ডাঙৰ হ'ব। মুঠেই এমাহহে হৈছে। এই আপোনালোকৰ ভাইটিটোৰ আধাও নহ'ব কিজানি।' লীলাই বুঢ়ী মানুহৰ সুৰ আৰু গাম্ভীর্যৰে উত্তৰ দিলে।

আমাৰ ভাইটিয়ে তেতিয়া অবাক নয়ন মেলি এই নৱাগতালৈ চাই আছিল। তাৰ শিশুমনে কিজানি ভাবিছিল— মোৰ গিনি-বিনি বাইদেউৰ সমনীয়া এইজনী আৰু কোন আহিল আমাৰ ঘৰলৈ।

লীলা আমাৰ ঘৰলৈ অহাৰ দেৰি হোৱাৰ এইটোৱে কাৰণ আছিল— বাপেকে হৰিশ খুড়াক কৈয়ে থৈছিল যে মাকৰ অশৌচ পাৰ হোৱাৰ পিছতহে ছোৱালীজনীক পঠাব পৰা যাব।

'এই লীলা, অকণুৱে তোলৈ কেনেকৈ চাই আছে চাচোন? হাতখন মেলচোন— চাওঁ তোৰ কোলালৈ যায় নেকি?'

লীলাই যান্ত্ৰিকভাৱেঁ হাত দুখন মেলিলে, ভাইটিয়ে তাকে দেখি তৎক্ষণাতে হাঁহি এটা মাৰি মোৰ বুকুত মুখ লুকুৱাই পেলালে। ময়ো হাঁহি দিলোঁ আৰু লীলালৈ চাই দেখিলোঁ ইমান পৰ মূৰত তাইৰো মুখত এটা মিচিকিয়া হাঁহি খেলি গ'ল।

সঁচা কথা ক'বলৈ গ'লে লীলা অহাতো মই সম্পূৰ্ণৰূপে নিশ্চিন্ত হ'ব পৰা নাছিলোঁ, বৰং মোৰ নতুন চিন্তা এটা বঢ়াৰ দৰেহে হৈছিল— যদিও জানো যে সি সাময়িক— কাৰণ কিছুদিন গ'লেতো বুজিবই পৰা যাব, লীলাৰ হাতত অকণুক নিৰ্ভয়েৰে গতাব পৰা যাব নে নাযাব। যদি দেখোঁ, তাই নিৰ্ভৰযোগ্য নহয়, তেতিয়াতো আন যথাবিহিত ব্যৱস্থা হাতত ল'বই লাগিব। তাৰ আগতে মই মিছায়ে চিন্তা কৰি কিয় মৰোঁ। কিন্তু মনৰ কোন চিন্তাই বা যুক্তিয়েই নিৰ্ভৰশীল? গতিকে কেইদিনমান মোৰ চিন্তাৰ অশান্তিত গ'ল। অৱশ্যে মই নিষ্ক্ৰিয় হৈও থকা নাছিলোঁ। অকণুক লীলাৰ হাতত গতাই আলেঙে-আলেঙে তাইৰ গতি-বিধি লক্ষ্য কৰিবৰ যত্ন কৰিলোঁ, কিন্তু বহুত দিনলৈ তাইৰ স্বভাৱৰ ভাল ফালটোৱে হওক বা বেয়া ফালটোৱে হওক, একো মোৰ দৃষ্টিগোচৰ হোৱা নাছিল। তাৰ পিছত এদিন এটা ঘটনা ঘটিল। এদিন আগবেলা দহটামান বজাত গা ধুবলৈ মই বাথৰুমত সোমাইছিলোঁ। বাথৰুমটো আমাৰ শোৱনী কোঠাৰ সংলগ্ন। অকণু তেতিয়া শুই আছিল। মা আছিল পাকঘৰত ৰতনৰ লগত কামত ব্যস্ত, দেউতা আৰু গিনি-বিনিয়ে তেতিয়া অফিচ-স্কুললৈ যাব, সোনকালে ভাত লাগে তেওঁলোকক, গতিকে মা এইখিনি সময়ত বেমাৰী গাৰে হ'লেও পাকঘৰত উপস্থিত থাকে। ময়ো সোমাবলগীয়া হ'লোঁ বাথৰুমত, গতিকে লীলাক অকণুৰ ওচৰত বহুৱাই থৈ ক'লোঁ যে তাৰ টোপনি ভাঙিবৰ সময় হৈছে, সি ৰাগৰি আহি মাটিত পৰিব পাৰে, তাই যেন তাৰ ওচৰৰ পৰা ক'লৈকো নাযায়।

বাথৰুমত সোমোৱাৰ কিছু সময় পিছতে মই অকণুৰ কান্দোন শুনিবলৈ পালোঁ। লৰালৰিকৈ দুৱাৰৰ ফাঁকেৰে চাই দেখোঁ— অকণুৱে সাৰ পাই উঠি কান্দিবলৈ আৰম্ভ কৰিছিল হয়, কিন্তু লীলাই লৰালৰিকৈ তাক কোলাত তুলি লোৱাৰ ফলত তাৰ কান্দোন বন্ধ হৈছে। তাৰ পিছত সেই দুৱাৰৰ ফাঁকেৰেই জুমি চাই দেখিলোঁ আৰু এটা দৃশ্য— লীলাই অকণুৰ গালত চুমা এটা খালে, অকণুৱে প্ৰতিদানত তাইক তাৰ সোলা মুখখন মেলি ভুবন ভুলোৱা হাঁহি এটা উপহাৰ দিলে আৰু তাৰ পিছত তাক লৈ লীলা কোঠালীৰ পৰা ওলাই গ'ল।

বাহিৰা মানুহে অকণুৰ কোমল গালত চুমা খালে মই বৰ বেয়া পাওঁ, এনেকি মই নিজেও মন গৈ থকাতো তাক খুব কমেই চুমা খাওঁ। লীলাকো সাৱধান কৰি দিব লাগিব— তাই যেন অকণুক এইদৰে চুমা নাখায়। যদিও আজি তাইৰ এই চুমা খোৱাৰ দৃশ্যই মোৰ মনৰ পৰা কি যে পাষাণ ভাৰ এটা নমালে তাক

মইহে জানো। আৰু কোনো ভয় নাই, এইবাৰ মই মোৰ ভাইটিটোৰ ভাৰ লীলাৰ হাতত গতাই নিশ্চিন্ত মনেৰে সঁপি দি পাতল মন এটা লৈ হোষ্টেললৈ উভতি যাব পাৰিম।

গৰমৰ বন্ধ শেষ হ'ল, হোষ্টেললৈ উভতিলোঁ। প্ৰত্যেকবাৰে ঘৰ এৰি যোৱাৰ সময়ত মোৰ খুব বেয়া লাগে, আনতকৈ মই যেন অলপ বেছি 'হ'ম চিক' বিধৰ। হ'ম, ছুইট্ হ'ম— হোষ্টেল জীৱনৰ আৰম্ভণিৰ প্ৰথম কেইদিন ৰাতি ৰাতি মই নীৰবে চকুপানী টুকি গৈছিলোঁ। কিন্তু প্ৰথমবাৰহে তেনে হৈছিল। তাৰ পিছৰ পৰা বন্ধবোৰ শেষ হোৱাত আকৌ ঘৰ এৰি হোষ্টেললৈ যাবলগীয়া হোৱাত মোৰ বেয়া লাগিছিল সঁচা, কিন্তু আৰু কন্দা নাছিলোঁ। কিন্তু এইবাৰ মই আকৌ কান্দিলোঁ। ভাইটিটোলৈ মনত পৰি হোষ্টেলৰ প্ৰথম নিশাৰ দৰেও পৰলৈ টোপনি নহা ক্লান্ত চকুহাল মোৰ বাৰে বাৰে পানীৰে উপচি পৰিছিল।

আকৌ হোষ্টেলত থকা দিনবোৰ বাগৰি গৈছিল। ঘৰৰ চিঠি-পত্ৰ পাওঁ, ভাইটিৰ খবৰ আৰু অন্যান্য ঘৰুৱা খা-খবৰেৰে ভৰি থাকে সেই চিঠিবোৰ।ময়ো চিঠি লেখোঁ, মোৰ পঢ়াৰ খবৰ, স্বাস্থ্যৰ খবৰ জনাওঁ। ঘৰৰ আটাইৰে খবৰ লওঁ, লীলাৰো খবৰ লওঁ,— তাই ভালকৈ ভাইটিক ৰাখিব জানিছেনে, ভাইটিৰ কাম-বনবোৰ ঠিকমতে কৰিব পাৰিছেনে ইত্যাদি খবৰবোৰ খৰচি মাৰি সোধোঁ। দেউতাই মোলৈ চিঠি লেখে, এইবাৰ অৱশ্যে ভাইটিৰ কোনো ফটো নপঠায় মোলৈ, ভাইটিকটো সিদিনা দেখি আহিছোৱে, আৰু পূজাৰ বন্ধত ঘৰলৈ যামেই, গৰমৰ বন্ধ আৰু পূজাৰ বন্ধৰ মাজৰ সময়খিনি দীঘলীয়াও নহয়। এতিয়া আৰু ভাইটিৰ ফটোৰ তেনে কোনো প্ৰয়োজন নাই। কেৱল তাৰ সকলো ধৰণৰ কথা মোৰ জানিবৰ মন গৈ থাকে। দেউতাইতে অৱশ্যে জনায়ো— তাৰ নিত্য নৱ কীৰ্তি-কলাপৰ বৰ্ণনাবোৰ প্ৰত্যেকখন চিঠিয়েই মোলৈ কঢ়িয়াই আনে। সেইবোৰ পঢ়ি পঢ়ি অৰুণৰ জীৱন্ত ছবি এটা মোৰ চকুত ভাহি উঠে। দিন গণো পূজাৰ বন্ধলৈ আৰু কিমান দিন বাকী।

অৱশেষত দিন গণাৰো অৱসান হয়, পূজাৰ বন্ধও আহি পৰে। মই আহি আকৌ ঘৰ পাওঁ, অৰুণক বুকুত সাবটি লওঁ।

অৰুণ এতিয়া ভালেখিনি ডাঙৰ হ'ল। বেছ বুজনো হ'ল। মোকতো সি প্ৰথমে চিনিবই নোৱাৰিছিল। মই প্ৰথমে তাক ল'ব খোজোঁতে সি লীলাৰ কোলাৰ পৰা মোৰ কোলালৈ আহিবই নুখুজিছিল। এনে এটা দৃশ্যৰ সন্মুখীন হ'ম বুলি মই একেবাৰে কল্পনাই কৰা নাছিলোঁ। মোৰ প্ৰায় চকুপানী ওলাবলগীয়া অৱস্থা হৈছিল।

অৱশ্যে এই দুটা দিনৰ পিছতেই আকৌ ভাইটি মোৰ কোলাৰ পৰা বৰ সহজে লীলাৰ কোলালৈ যাব নোখোজা হ'ল।

ঘৰলৈ গৈ দেউতাৰ লগত ইটো-সিটো কথা পতাৰ মাজতে মই এবাৰ দেউতাক সুধিলোঁ— লীলাৰ ঘৰৰ পৰা মাজে সময়ে চিঠি-পত্ৰ আহি থাকেনে।

'এহ— লীলাৰ বাপেকলৈ চিঠি এখন দিওঁ দিওঁ বুলি আৰু আজিলৈকে দিয়া হোৱা নাই। তয়ে সময় পালে আজি এখন চিঠি লিখি দিবিচোন মিনি। বাপেকে নিজে লিখিব নোৱাৰে, আন কাৰোবাৰ হতুৱাই চিঠি এখন লেখাই জীয়েকৰ খা-খবৰ সুধি পঠাইছিল। মই আৰু আজিলৈকে তাৰ উত্তৰ দিব পৰা নাই। অৱশ্যে মণি অৰ্ডাৰ কৰি লীলাৰ দৰমহাটো পঠাওঁতে সদায় কুপনত তাইৰ কুশল-মংগলৰ বাতৰিটো পঠাই থাকোঁ। তথাপি— তই পাৰিলে আজিয়েই এখন চিঠি লিখিবিচোন দেই।'

মই দেউতাৰ কথা শলাগি সুধিলোঁ— 'লীলাই আমাৰ ঘৰত বেছ স্ফূৰ্ত্তিৰে আছে, নহয় দেউতা? এতিয়া আৰু ঘৰৰ কথা ভাবি মন মাৰি নাথাকে নহয়?'

'নাই, নাই— তাই খন্তেকৰ বাবেও মন মাৰি নাথাকে। অনবৰত গান গাই, হাঁহি-মাতি, ৰং মনেৰেই থাকে। অৰুণক তাই খুব মৰম কৰে। অৰুণেৰে তাইক বৰ ভাল পায়— সি এনেকি মাকতকৈয়ো তাইৰ লগ বেছি লয়।

মই ক্ষন্তেক পৰ নীৰৱ থাকিলোঁ। তাৰ পিছত লাহে লাহে ক'লোঁ— 'তাইলৈ কিন্তু মোৰ মাজে মাজে

বৰ বেয়া লাগে দেউতা। তাইৰ নিজৰোতো এটা অকমান ভায়েক আছে— কিন্তু আজি কিহৰ বাবে এই সৰু ছোৱালীজনীয়ে নিজৰ ঘৰ-দুৱাৰ, মাক-বাপেক আৰু সেই কণমান ভায়েকটোক এৰি থৈ লোকৰ ল'ৰা এটাক লৈ ফুৰিছেহি ভাবি চোৱাচোন দেউতা।'

দেউতাই অৱশ্যে মোৰ কথাষাৰ মোৰ দৰে ভাবিও নাচালে বা তাত কোনো ছেণ্টিমেণ্টেল গুৰুত্বও আৰোপ নকৰিলে। খুব সহজভাৱে মাথোঁ ক'লে— 'এইবোৰ সংসাৰত সদায় ঘটি থকা কথা, বৰং লীলাৰ ভালহে হৈছে— আমাৰ ঘৰত তাই যেনেকৈ খাবলৈ-পিন্ধিবলৈ পাইছে নিজৰ ঘৰততো পোৱা নাছিল।'

এইবাৰ হোষ্টেললৈ গৈ মই আকৌ এটা দীঘলীয়া সময় হোষ্টেলত কটালোঁ। একেবাৰে সন্মুখত পৰীক্ষা, গতিকে বৰদিনৰ বন্ধত এইবাৰ ঘৰলৈ অহা নহ'ল। আহিলোঁ একেবাৰে গৰমৰ বন্ধত।

ইতিমধ্যে ভাইটি ভালেখিনি ডাঙৰ হ'ল। তাৰ প্ৰায় ডেৰ বছৰ হ'বৰে হ'লহি। সি এতিয়া দৌৰি ফুৰে, দুটা-এটা কথাও কয়। মই ঘৰলৈ যোৱাৰ দুই-এদিনৰ পিছতে সি মোক 'বা' বুলি মতা হ'ল। লীলায়েই তাক কথাবোৰ শিকায়। লীলাক আকৌ মাতে 'ইলা' বুলি ঠিক ইলাও নহয়— ই আৰু লীৰ মাজৰ এটা অদ্ভুত মধুৰ শব্দ উচ্চাৰণ কৰি সি মাতে— ইলা।

ইতিমধ্যে লীলাৰো আমাৰ ঘৰত থকা এবছৰ হ'লহি। ইয়াৰ মাজত তাই এবাৰো তাইৰ নিজৰ ঘৰলৈ যোৱা নাই।

দেউতাক সুধিলোঁ— তাইক ঘৰৰ পৰা ইমান দিনে মাতি পঠোৱা নাইনে?

উত্তৰত দেউতাই ক'লে যে বাপেকে কিছুদিনৰ আগৰে পৰা লিখি আছে তাইক এবাৰ যেনে-তেনে পঠাব লাগে, অতদিন ছোৱালীজনীক নেদেখি মাকে হেনো দুখ কৰি আছে।

'কিন্তু মইনো তৎক্ষণাত লীলাক পঠাওঁ বুলিয়েই কেনেকৈ পঠাওঁ ক'চোন মিনি? অকণুৱে ইমানকৈ তাইৰ লগ লৈছে যে হঠাৎ তাই গুচি গ'লে তাৰ বৰ বিলৈ হ'ব। ইফালে মাৰৰ গাটো ভাল হওক ছাৰি দিনক দিনে বেয়াহে হৈ গৈছে'— এইখিনিলৈকে কৈ দেউতাই এটা হুমুনিয়াহ কাঢ়িলে, তাৰ পিছত আকৌ ক'লে— 'সেই কাৰণে মই ঠিক কৰি থৈছিলোঁ, তই গৰমৰ বন্ধত ঘৰলৈ আহিলে তাইক লৈ যাবলৈ তাইৰে দেউতাকক মাতি পঠাম। দেচোন আই তয়ে আজি এখন চিঠি লিখি যে বাপেকে আহি সুবিধামতে তাইক লৈ যাওকহি।'

মই চিঠিখন লিখিলোঁ। তাৰ পিছত লীলাক মাতি আনি ক'লোঁ— 'তোৰ দেউতালৈ আজি চিঠি লিখি দিছোঁ— তোক আহি কেইদিনমানৰ কাৰণে লৈ যাবহি। পিছে তই আকৌ আহিবি নে নাহ?'

'আহিম বাইদেউ' — লীলাই টপৰাই মাত লগালে।

'ঘৰলৈ গ'লে তোৰ অকণুলৈ মনত পৰিবনে নপৰিব?'

'আই ঔ বাইদেউ, কে'লৈইনো নপৰিব বাৰু। তাক এৰি যাবৰ সময়ত মোৰ ব-ৰ বেয়া লাগিব। মোক এৰি যে অকণুৱে বেছি পৰ অকলে নাথাকেই—'

লীলা আমাৰ ঘৰত থকা এবছৰ হ'ল, কিন্তু তাই মনত দুখ পাব বুলি আজিলৈকে মই তাইক তাইৰ ভাইটিৰ বিষয়ে কোনো কথাই সোধা নাছিলোঁ। কিন্তু আজি প্ৰথম মোৰ তাইৰ লগত তাইৰ ভায়েকৰ কথা পাতিবলৈ মন গ'ল, আৰু কেইদিনমান পিছতে যেতিয়া তাই গৈ সেই ভায়েকক পাবগৈয়ে।

'এই লীলা, তোৰ নিজৰ ভাইটিটোলৈ তোৰ মনত পৰে নে নপৰে অ'?'

মোৰ এই প্ৰশ্নৰ উত্তৰত তাই একোকে নক'লে, ম্যাথোঁ অকল হাঁহিলে।

'তোৰ ভাইটিটোৰ নাম কি অ' লীলা?'

'নাজানো বাইদেউ, মই যেতিয়া আপোনালোকৰ ঘৰলৈ আহোঁ, তেতিয়াতো তাৰ নামেই ৰখা নাছিল'— এইবাৰ মাত মাতিলে লীলাই।

লীলাই কিন্তু মোৰ ভাইটিটোৰ নাম জানে, দুয়োটা জানে। অকণু আৰু অৰূপ হাজৰিকা। তাই তাক সেই দুয়োটা নাম ক'বলৈ শিকায়ো।

*কিছু সময় মই নিমাতে ৰ'লোঁ। তাৰ পিছত অকণুৰ হাতত ধৰি লাহে লাহে মোৰ আগৰ পৰা যাবলৈ*

ধৰা লীলালৈ চাই মই ক'লোঁ— 'লীলা, তোৰ ভাইটিটো আমাৰ অকণুতকৈ অলপ সৰু ন'হয়, অকণুৰ সৰু হৈ যোৱা ভাল ভাল বহুতো নতুন পোছাক আছে, তই যাবৰ সময়ত সেইবোৰ তোৰ ভায়েৰলৈ লৈ যাবি দেই।'

লীলাৰ দেউতাকক যি দিন-বাৰ নিৰ্দিষ্ট কৰি দিছিল, সেইমতে কিন্তু লীলাক নিবলৈ নাহিল, আহিল তাৰ বেছ কিছুদিনৰ পিছতহে।

লীলাৰ বাপেক আহি পোৱাৰ পিছত দেউতাই যেতিয়া সুধিলে··· অহাত কিয় ইমান পলম হ'ল, মানুহজনে তেতিয়া সন্মুখতে বৈ থকা লীলালৈ চাই পঠিয়াই মুখটো অলপ তললৈ কৰি ধীৰে ধীৰে কৈ গ'ল— 'ঘৰত এটা বৰ বিপদ গ'ল ছাৰ, ঠিক সেই সময়তে আমাৰ সৰু ল'ৰাটো তেজ হাগনী হৈ ঢুকাল। এবছৰ হৈ গৈছিল, অ'ত-ত'ত ধৰি দুই-এটা খোজ কাঢ়িছিল, থুনুক-থানাক মাত ফুটিছিল...'

আৰু ঢেৰ কিবাকিবি কৈ গ'ল মানুহজনে, কিন্তু মোৰ সেইবোৰৰ আৰু এটা শব্দও কাণলৈ যোৱা নাছিল, মই তেতিয়া বিদ্যুৎস্পৃষ্ট মানুহৰ দৰে জিকাৰ খাই উঠিছিলোঁ আৰু নিজকে ক'ব নোৱাৰাকৈয়ে অজ্ঞাতে মোৰ চকুহালে লীলাক বিচাৰি গৈছিল। লীলা কিন্তু বাপেকৰ কথা শুনিও একেদৰেই একে ঠাইতে থিয় হৈ থাকিল, মোৰ দৰে কোনো ভাবান্তৰো তাইৰ নঘটিল, চকুহালো তাইৰ সেই মৃত ভায়েকটোলৈ মনত পৰি সজল হৈ নুঠিল। এটা প্ৰচণ্ড আঘাত পাই মই যেন ভিতৰি ভিতৰি আৰ্তনাদ কৰি উঠিলোঁ, এনেকুৱা এটা হৃদয় বিদাৰক অসহনীয় দৃশ্যৰ আগত মই আৰু বেছি পৰ ৰ'ব নোৱাৰিলোঁ। লাহে লাহে মই তাৰ পৰা আঁতৰি আহিলোঁ।

সঁচায়ে— নিজেও এটা অকণমান ভাইটিৰ বায়েক এজনী হৈ মইনো বাৰু এই দৃশ্য সহ্য কৰি তাত কেনেকৈ বৈ থাকোঁ? ভায়েকৰ মৃত্যু সংবাদ শুনি লীলাই যদি দুখত ভাঙি পৰিলহেঁতেন, হুকহুকাই যদি কান্দি উঠিলহেঁতেন, হয়তো মোৰ নিজৰে চকু অশ্ৰুসজল হৈ উঠিলহেঁতেন, তথাপি লীলাৰ ওচৰত থাকি মই তাইক কিবা প্ৰকাৰে সান্ত্বনা দিবৰ চেষ্টা কৰিলোঁহেঁতেন। কিন্তু লীলাইতো ভায়েকৰ মৃত্যু সংবাদত কোনো দুখেই নাপালে, তাইক যে সেই শোকে স্পৰ্শই কৰিব নোৱাৰিলে। একেবাৰে পানী কেঁচুৱাতে তাই যিটো ভায়েকক এৰি থৈ আহিছে, তাৰ অকল নামটো নজনাই নহয়, তাৰ ছবিও আজি তাইৰ মনত একেবাৰে অস্পষ্ট হৈ গৈছে' লোকৰ বায়েক এজনীৰ ভাইটি এটাৰ লগত আজি এটা বছৰে তাইৰ দিন আৰু ৰাতিবো সমস্ত মনোযোগ আৰু মৰম অৰ্পণ কৰিবলৈ গৈ তাই যেন কেনেবাকৈ তাইৰ নিজৰ ভায়েকটোকে সম্পূৰ্ণৰূপে পাহৰি পেলাইছে।

যিটো কাৰণত মানুহৰ তেজ-মঙহৰ স্বাভাৱিক মৰম-স্নেহৰ উৎসও এনেদৰে বন্ধ হৈ যায় সেই কথাটো ভাবি মোৰ মনটো এক অসহায় বেদনাত ভাৰাক্ৰান্ত হৈ গ'ল। মই হোষ্টেলত থাকোঁতে দেউতাই মোলৈ মোৰ ভাইটিটোৰ বহুত ফটো পঠিয়াইছিল, কিন্তু লীলাৰ দেউতাকে তাইৰ ভাইটিটোৰ তেনে কোনো এখন ফটোকে এদিনো পঠোৱা নাছিল, তথাপি সেই নপঠোৱা ছবি এখনকে এতিয়া মোৰ চকুৰ আগত ভাহি উঠিল : অতি কৰুণ মুখৰ এটি অকণমানি ল'ৰা, বায়েক থাকিও যি তাৰ এধানমানি জীৱনটোত সেই বায়েকৰ সমস্ত স্নেহৰ পৰা বঞ্চিত হৈ ৰ'ল, আৰু এতিয়া সেই স্নেহৰ পৰা বঞ্চিত হৈ ৰ'ল তাৰ মৃত্যুতো।

(সাদিনীয়া নৱযুগ, ১৯৬৪)

# মোৰ আত্মজীৱনীৰ এছোৱা

মোৰ জীৱনত এটাই মাত্ৰ সাহিত্যিক অভিলাষ আছিল ঃ বুঢ়া হৈ মই মোৰ এখন আত্মজীৱনী লিখিম। অৱশ্যে মই কোনো প্ৰসিদ্ধ লোক নহওঁ যে মোৰ বহুমূলীয়া জীৱনৰ কথাবোৰ ৰাইজৰ জ্ঞাতাৰ্থে লিপিবদ্ধ কৰি থোৱা উচিত বুলি ভাবিয়েই এনে কাম কৰিব খুজিছোঁ। কিন্তু বহুত প্ৰসিদ্ধ লোকৰ জীৱনীবোৰ পঢ়ি মই বহুত দিন অতৃপ্তিৰে ভাবিছোঁ যে ইমান ঘটনাবহুল জীৱনৰ কথাবোৰ তেওঁলোকে দেখোন অলপো ইণ্টাৰেষ্টিং কৰি লেখিব পৰা নাই। ময়ে বৰং মোৰ নিজৰ বৈচিত্ৰ্যহীন সাধাৰণ জীৱনটোৰ কথা ইয়াতকৈ ৰস লগাকৈ লেখিব পাৰিম। ...এবাৰ নহয়, দুবাৰ নহয়, বহুবাৰ বহু আত্মজীৱনী পঢ়ি মোৰ সেই ধাৰণা হ'ল। আৰু অৱশেষত এবাৰ ঠিকেই কৰি পেলালোঁ—মোৰ এই অপদাৰ্থ সাধাৰণ জীৱনটোৰ কথাকে ভেটি কৰি এনে এখন আত্মজীৱনী লেখিম যে সেইখন পঢ়ি উঠি তাৰ বিষয়ে ৰসজ্ঞ সমালোচকসকলে বাহ্‌বা নিদি নোৱাৰিব।

এই পৰিকল্পনাই মোৰ মূৰত ঠাই লৈছিল মোৰ আদহীয়া বয়সটোৰ পৰাই। তেতিয়াৰে পৰা মোৰ সম্পৰ্কে দুটা তথ্য মই বিজয়-গৰ্বেৰে ৰাইজক আত্মজীৱনীখনত লেখি জনাম বুলি বুকু ফুলাই আছিলোঁ। তাৰে প্ৰথম গৌৰৱময় তথ্যটো হ'ল যে মোৰ লগৰ আন বহুতো বন্ধুৰ দৰে মই কেতিয়াও ঘৈণীক ভয় কৰিবলগা হোৱা নাই। সঁচা কথা ক'বলৈ গ'লে বিয়াৰ পিছত অত বছৰ পাৰ হৈ গ'ল, তেওঁক মই কোনোদিনে খং কৰাই নেদেখিলোঁ। মুখত তেওঁৰ সদায় এটা সন্তোষৰ হাঁহি লাগি থাকে। দ্বিতীয় তথ্যটো হ'ল— মই আজিৰ এই কলিৰ যুগতো নিজকে এজন মহাত্মা গান্ধীৰ লেখীয়া লোক বুলিয়ে জহাব পাৰোঁ। এইক্ষেত্ৰতে মই গান্ধীৰ যুৰীয়া যে মই কেতিয়াও ভুলতো মিছা কথা কৈ পোৱা নাই। এই সৎ স্বভাৱটো মই পৈত্ৰিক উত্তৰাধিকাৰ সূত্ৰেই পোৱা। অৱশ্যে মোৰ দেউতা মোতকৈ আৰু এখোপ মহাত্মা গান্ধীৰ ওচৰ চপা ব্যক্তি আছিল; তেৰোঁ গান্ধীৰ নিচিনাকৈ আঁঠুৰ মূৰলৈ হাতেৰে কটা সূতাৰে বোৱা খদ্দৰৰ ধুতি পিন্ধিছিল। সেই সূতা কাটিছিল মোৰ গাঁৱৰ আইতাই। মই কিন্তু আঁঠুৰ তললৈ পৰা মিলৰ ধুতিহে পিন্ধো। কাৰণ কিন্তু মোৰ ষ্টাইল নহয়—কাৰণ হ'ল খদ্দৰধাৰী ব্যক্তিসকলৰ ওপৰত ক্ৰমাত জাগি অহা মোৰ চৰম অশ্ৰদ্ধা।

সেইবোৰ কথা বাৰু যাওক। এতিয়া যে মই মহা মস্কিলত পৰি গ'লোঁ। এতিয়া মই বুঢ়া হৈছোঁ। আদহীয়া বয়সত মোৰ আত্মজীৱনীখনত সদম্ভে নিজৰ বিষয়ে জনাম বুলি ভাবি থকা দুয়োটা তথ্যই দেখোন কিবা খেলি-মেলি হৈ গ'ল এতিয়া। জীৱনটো অতদিনে ভালে ভালেইতো চলি আহিছিল, বুঢ়া বয়সত এইখন কি বিপাকতে যে পৰিলোঁ। ইমান দিনে ঘৰৰ ঘৈণীক ভয় নকৰি চলি আহিলোঁ—মুখৰ এটা টান কথা নুশুনি তেওঁৰ মধুৰ সন্তোষৰ হাঁহি চাই চাইয়ে বুঢ়া হলোঁহি। কিন্তু আজি জীৱনৰ এই শেষ সময়ত, মৃত্যুৰ দুৱাৰডলিত ভৰি দি অষ্টপ্ৰহৰ সেই ঘৈণীৰে ভয়ত সচকিত হৈ থাকিব লগাত পৰিছোঁ। যি চন্দ্ৰবদন সদায় জোনৰ বিমল কিৰণৰ দৰে স্নিগ্ধ হাঁহিৰেই উপচি থাকিছিল, আজি যেন সি সকলো সময়তে ক'লা মেঘৰ দ্বাৰাই পৰিবেষ্টিত হৈ থাকে। ঘৈণীৰ মাতৰ আগৰ সেই কোমলতা ক'লৈ যে অন্তৰ্হিত হ'ল! ইমান ৰুক্ষভাষিণী, ইমান উগ্ৰ-স্বভাৱা তেওঁ যে কেতিয়াবা হ'ব পাৰিব, অতীততো কেতিয়াও কল্পনা কৰা নাছিলোঁ। অথচ তেওঁ বেয়া পোৱা, তেওঁৰ খং উঠা কোনো কামেইতো মই কৰি পোৱা নাই; নাই কৰা বৰ্তমানত। ঘৈণী হৈ তেওঁ মোক যিমান সুখ-সন্তোষ দিছে, মই ভাবোঁ—ময়ো তেওঁক স্বামীৰূপে প্ৰায় সিমানখিনি সুখ-সন্তোষেই দিছোঁ। নিজৰ বিষয়ে জহ কৰি কওঁ— সঁচায়ে আদৰ্শ স্বামী মই। স্বভাৱ-চৰিত্ৰত কোনো চেকা নাই, ভাল আয়ৰ চাকৰি এটাই কৰিছিলোঁ—(এতিয়া পেঞ্চন পাইছোঁ) স্বাস্থ্য-পাতি ভাল, ধূমপান নকৰোঁ, ক'তো সন্ধ্যা সময়ত তাচ-পাশা খেলি আড্ডা দি নাথাকোঁ, ঘৰতে থাকি ল'ৰা-ছোৱালীৰ পঢ়া-শুনা চাওঁ, আজৰি সময়ত বাৰীৰ শাক-পাচলি, বাগানৰ ফুলৰ আপডাল কৰোঁ, বজাৰ কৰোঁ, ঘৰুৱা কোনো কথাতে উদাসীনতা নেদেখুৱাওঁ— মুঠতে এজন সঁচাসঁচি আদৰ্শ স্বামী মই।

আমাৰ ল'ৰা-ছোৱালীক লৈয়ো ঘৈণীৰ অশান্তি হ'বলগীয়া একো কাৰণ নাই। তিনিটা ল'ৰা-ছোৱালীৰ

আমি পিতৃ-মাতৃ— দুটি ল'ৰা, এটি ছোৱালী। বৰটি ল'ৰাই এম এ পাছ কৰি স্থানীয় কলেজতে কাম কৰি আছে, দ্বিতীয় ল'ৰাটি উচ্চ শিক্ষাৰ কাৰণে গৈ বৰ্তমান আমেৰিকাত পঢ়ি আছে। আমাৰ কন্যা সন্তানটিয়ে সৰ্বকনিষ্ঠ। শেৱালি। শেৱালি ফুলপাহৰ দৰেই কোমল সুন্দৰ। তাই বি এ পঢ়ি আছে। মাকে লগে লগে তাইক আন ঘৰুৱা কাম-বনতো পাৰদৰ্শিনী কৰি গঢ়ি তোলাৰ শিক্ষা দিবলৈ আৰম্ভ কৰিছে বৰ্তমানে— কাৰণ ছোৱালীৰ বিয়া দিবৰ সময় হৈ আহিছে; ইমান দিনে আমি একেজনী ছোৱালী বুলি কুটা এগছো চুব নিদি অতি আলসুৱা কৰি তুলিছিলোঁ যদিও, লোকৰ ঘৰলৈ পঠিয়াবৰ সময়ত একেবাৰে অকামিলা কৰিতো পঠাব নোৱাৰি। মোৰ ঘৈণী হ'লে সকলো কামতে অতি পাকৈত তিৰোতা, ঘৰুৱা কাম-কাজ, চিলাই-পাতি, তাঁত-সূত, ৰন্ধা বঢ়া — সকলো কামতে তেওঁৰ স'তে যেৰ মাৰিব পৰা দ্বিতীয় এজনী যে সহজতে নোলাব,— তাত মোৰ খুব দৃঢ় বিশ্বাস। নিজে অতি সুগৃহিণী হ'বেও হয়তো তেওঁ কোনো দিন জীয়েকৰ পৰা ঘৰুৱা কাম-বনত একো সহায় ল'ব নলগা কাৰণে আমাৰ শেৱালি অকামিলা হৈ আছে। অৱশ্যে এতিয়া তাইৰ মাকে তাইকো লাহে লাহে তেওঁৰ দৰে সৰ্ববিদ্যাত পাৰ্গত কৰি তুলিবলৈ যত্ন ল'ব ধৰিছে— ওহোঁ, ভুল কলোঁ— তেওঁৰ দৰে সৰ্ববিদ্যাততো নহয় কিন্তু সেই কথালৈ মই পিছত আহিম।

এনেহেন এখন সুন্দৰ সংসাৰৰ গৰাকী হৈয়ো আজিকালি মোৰ গৃহিণী দিনটোৰ বেছিভাগ সময় উত্তপ্ত মগজেৰেই থাকে। অৱশ্যে ই এদিন হঠাতে হোৱা ঘটনা নহয়— লাহে লাহে মই তেওঁৰ এই পৰিবৰ্তন হৈ অহা লক্ষ্য কৰিছিলোঁ। কিন্তু আজি কিছুদিনৰ পৰা সেই অৱস্থাই চৰম সীমা পাইছেগৈ। এতিয়া তেওঁ প্ৰায় সকলো সময়তে খঙতে থাকে— পুৱা বিছনাৰ পৰা উঠাৰ পৰা ৰাতি পুনৰ বিছনাত পৰালৈকে।

আৰু বেচেৰা মই? সেই পুৱা বিছনাৰ পৰা উঠাৰ পৰা ৰাতি পুনৰ বিছনাত পৰালৈকে ঘৈণীৰ ভয়ত সকলো সময়তে পেপুৱা লাগি থাকোঁ।

মই বাৰু তলত ঘৈণীৰ এটা দিনৰ ডায়েৰীটো দিওঁ, তেতিয়াই তেওঁৰ বৰ্তমানৰ উগ্ৰ স্বভাৱটোৰ অলপ নমুনা পাব।

পুৱা মুখ-হাত ধুই মই, প্ৰফুল্ল (আমাৰ ল'ৰা) আৰু বেবী (শেৱালি) চাহৰ মেজত বহোঁগৈ, গৃহিণীয়ে বেছিভাগেই আমাক খাবলৈ আটাৰ শুকান ৰুটি আৰু ভাজি যতনাই দিয়েহি। দিনটোৰ আৰম্ভণি ৰাতিপুৱা, — হয়তো কিবা এটা আশাৰে তেওঁৰ মুখলৈ চাওঁ, হয়তো ঘৈণীৰ আন্ধাৰ মুখখন প্ৰসন্ন দেখাৰ দৰে মিৰাকল্ এটাৰ আশাৰে চাওঁ— কিন্তু নাই, সেই মুখত কোনো ধৰণৰ প্ৰফুল্লতাই নাই। সেই মুহূৰ্তটো পাৰ হয় কি নহয়, বেবীয়ে মুখ ওন্দোলাই কৈ উঠে— 'সদায় সদায় গৰুৰ ছালৰ দৰে এই শুকান ৰুটিকেইখন আৰু কিমান চোবাম, মা!'

সেয়ে আৰম্ভণি। এইবাৰ গৃহিণীৰ মুখৰ ক'লা মেঘে গাজনি মাৰে আৰু তেওঁৰ তীক্ষ্ণ কৰ্কশ বাক্যস্ৰোত বৰষুণৰ দৰে আৰম্ভ হৈ যায় ঃ

'আজিৰ দিনতো যে তাকে খাবলৈ পাইছ, ভাগ্য বুলি ধৰি ল'বি, বেবী। সদায় সদায় লুচি-ভাজি খাবলৈ, পাউৰুটি-কণী খাবলৈ বস্তুৰ দাম দিনে দিনে কেনেকৈ বাঢ়িছে তইঁতে কিবা খবৰ ৰাখনে?'

তাৰ পিছতেই যথা নিয়মে গৃহিণীয়ে মোক আক্ৰমণ কৰে—'ছমাহ আগত যি ডাল্ডাৰ টিন ৯ টকাত কিনিছিলোঁ, কালি সেই একেটা টিনেই যে মহীধৰে (আমাৰ লগুৱা) ১২ টকাত কিনিলে, আপোনাৰতো খবৰ নাই। আপুনিতো মূৰ ঠাণ্ডা কৰি নিশ্চিন্তমনে খবৰৰ কাগজখন আগত লৈ বহি থাকে। কিন্তু মহীধৰে মোক যেতিয়া প্ৰত্যেকদিন বজাৰৰ পৰা আহি আহি প্ৰত্যেক বিধ বস্তুৰে দাম বঢ়া বুলি জনাই জনাই থাকেহি, তেতিয়া খঙে-দুখে মোৰ কিমান মূৰ গৰম হৈ যায় আপোনাৰ কিবা খবৰ থাকেনে?'

শুকান ৰুটি এডোখৰ বন্ধোৱা দাঁতেৰে চোবাই চোবাই (বহুত দিনলৈ মই দাঁত সৰি যোৱাৰ পিছতো দাঁত বন্ধোৱা নাছিলোঁ, কিন্তু এতিয়া চাউলত বেপাৰীয়ে মিহলোৱা শিলে যাতে সোলা দাঁতৰ পাৰিত আঘাত লগাই তেজ নুলিয়ায় আৰু শুকান ৰুটি চোবাব পাৰোঁ, তাৰ বাবেই মই দাঁত এযোৰ বন্ধাই লৈছোঁ) মই তাক গিলিবৰ চেষ্টা কৰাৰ লগে লগে গৃহিণীৰ অভিযোগো গিলি থোৱাৰ চেষ্টা কৰোঁ—নহ'লে ইংৰাজী নজনা মোৰ

ঘৈণীক কি প্ৰমাণেৰে পতিয়ন নিয়াম যে আজিকালি চৰকাৰৰ ভক্ত কাগজকেইখনেও দেশৰ দুখ- দুৰ্গতিৰ বাবে চৰকাৰৰ হেমাহি আৰু উদাসীনতাৰ যিবোৰ প্ৰমাণ দাঙি ধৰি ধৰি সমালোচনা কৰে, তাক পঢ়ি পঢ়ি মোৰ বুঢ়া তেজো উতলি উঠে?

বেবীয়ে সোধে— 'মা, কণীৰ দামনো এতিয়া কিমান?'

'কিমান হ'ব আৰু— সিদিনালৈকে দুটকাত সাতটাকৈ আনিছিলোঁ। কিন্তু কালি বোলে মহীধৰক কোনোমতেই দুটকাত ছয়টাতকৈ বেছি নিদিলে। এনেকি মুৰ্গী কণী এটাও বেছি নিদিয়ে। অথচ এই বাৰিষা বেছিভাগ মুৰ্গী কণীয়ে বেয়া ওলায়।'

'বেয়া মানে ভিতৰত ঘোলা পোৱালি থকা কণী নহয় জানো, মা? তাকেই আনিবলৈ দিবাচোন মহীধৰক, কণীৰ দামতে আমি 'চিকেনো' খাবলৈ পাম এই দুৰ্মূল্যৰ দিনত।'

প্ৰফুল্লই হঠাৎ হাঁহি দিলে আৰু হাঁহিৰ প্ৰকোপত সি চাহৰ চৰ্চৰণি খাবলগীয়া হ'ল আৰু ফলত বেবীয়ে মাকক ইঙ্গুৱাবলৈ গৈ ওলোটাই মাকৰ পৰা এটা ধমকহে খাব লগা হ'ল।

কিন্তু মাকৰ মুখত হাঁহিৰ ৰেখা বিৰিঙাবলৈ বেবী যেন দৃঢ়প্ৰতিজ্ঞ। শুকান ৰুটিৰ টুকুৰা এডোখৰ চাহৰ কাপত ডুবাই মুখত সমুৱাই দি তাই গহীনভাৱে ক'লে,— 'মা, তুমি যে সৰুতে আমাক নানা ধৰণৰ সুখাদ্যবোৰ কৰি কৰি খুৱাইছিলা— যেনে কোমোৰাৰ বৰফি, ক্ষীৰৰ পায়স, চুজিৰ মোহনভোগ, ছানাৰ ক্ষীৰত ডুবোৱা চন্দ্ৰপুলি পিঠা, (দাদা, তোৰ জিভাৰ পানী পৰিছে নেকি? চোবা, চাহত তিয়াই এডোখৰ শুকান ৰুটি চোবা) ছানাৰ জামু, ক্ষীৰৰ গজা, গমৰ লাৰু, ছানাৰ মালপোৱা ইত্যাদি— সেইবোৰ তুমি এখন বহীত লেখি তাৰ প্ৰণালীবোৰো লেখি দিবাচোন দেই। ঘ্ৰাণেন যদি অৰ্দ্ধং ভোজনং হয়, পঠনেন নিশ্চয়ং চতুৰাৰ্দ্ধং ভোজনং হ'ব— অ' দেউতা, মোৰ সংস্কৃতটো শুদ্ধ হৈছেনে বাৰু?'

বেবীৰ মাতত মই একৰকম উচপ খাই উঠিলোঁ, কাৰণ তাই দিয়া সেই সুখাদ্যবোৰৰ লিষ্টখন শুনি শুনি মোৰ মনটো যেন ক্ষন্তেকৰ বাবে অতীত দিনত বিচৰণ কৰিছিলগৈ— যেতিয়া সঁচায়ে মোৰ নৱ-পৰিণীতা ঘৈণীয়ে অকল মোৰ কাণত মধু বৰ্ষণ কৰিয়ে ক্ষান্ত নাছিল, এইমাত্ৰ বেবীয়ে বৰ্ণাই যোৱা অতি সুস্বাদু বস্তুবোৰ খুৱাই খুৱাই মোৰ জঠৰতো মধু ঢালিছিল।

মোৰ বুকু ভেদ কৰি এটা হুমুনিয়াহ ওলাই আহিল— ক'লৈ যে গ'ল সেই দিনবোৰ!

বেবীৰ এই চেষ্টাও ব্যৰ্থ হ'ল। কাৰণ মাকে ইতিমধ্যে যদিও মৰমতে জীয়েকৰ পাতত শুকান ৰুটি চোবাবলৈ সুচল হ'ব আৰু শুকান ৰুটি অলপ সুস্বাদু হ'ব বুলি অলপ ভাজি আৰু আমৰ কম তেল দিয়া আচাৰ (আচাৰখিনি পাতত দি গৃহিণীয়ে ভোৰভোৰালে— 'আচাৰো কৰিব নোৱৰা হ'লোঁ, তেলৰ দামো এইবাৰ লিটাৰত ত্ৰিছ পইচাকৈ বাঢ়িল বোলে) পাতত দি থৈ গ'লহি, মুখত কিন্তু সেই একে বিৰস ভাব ফুটায়ে জীয়েকক কৈ উঠিল— 'কি, চুপতিখন মাৰি থাক' অ' বেবী। খাই লৈ উঠি যা পঢ়িবলৈ।'

এসময়ত অৱশ্যে অকল বেবীয়ে নহয়, আমি আটায়ে চাহৰ মেজৰ পৰা উঠি আহোঁ। খোৱা ঘৰৰ পৰা ওলাই আহি বাৰাণ্ডাত আমাৰ লগত সাক্ষাৎ হয় মহীধৰৰ। সি তেতিয়া ডলা এখনত চাউল এগাল লৈ ধান বাছি আছিল আৰু মুখেৰে কিবাকিবি ভোৰভোৰাই আছিল। মোক দেখি সি মহা আপত্তিৰে কৈ উঠিল— *'চাউলৰ ধান বাছি বাছি মোৰ ডিঙিৰ বিষ হৈ গ'ল দেউতা...'*

মই কিবা ক'বলৈ ওলাওঁতে আকৌ বেবীয়েই মাত লগালে— 'তোৰ দৰে বুৰ্বকৰ ডিঙি নিবিষাই আৰু কাৰ বিষাব অ'? আজিকালিৰ দিনতনো কোনোবাই চাউলৰ পৰা ধান বাছি উলিয়ায় নে? ধানবোৰৰ পৰা চাউল বাছি উলিয়ালেই দেখোন কাম উজু হৈ পৰে!'

দেখিলোঁ— ডিঙিৰ বিষ সত্বেও মহীধৰৰ মুখত এটা হাঁহি বিৰিঙি উঠিল। কিন্তু আমাৰ কাষতে বাৰাণ্ডাৰ ৰছীত ৰাতিৰ বৰষুণত তিতি ওলমি থকা কাপোৰবোৰৰ পানী চেপি থকা মোৰ ঘৈণীয়ে অলপতো নেহাঁহিলেই, বৰং বেবীক আকৌ এবাৰ ডবিয়াই উঠিল,— 'উস্— এই ছোৱালীজনী যে কি ফাজিল হৈ উঠিছে! সকলোতে

কেৱল ঠাট্টা— বোলো আমি মৰোঁ ঋষিৰ শাপত, তাতে দিয়ে ধানৰ ভাপত।'

সেইটো পৰ্বৰ অলপ পিছতে বেবীয়ে বাথৰুমত সোমাবলৈ গৈ চিঞৰি ধৰে— 'মা, অ' মা, কাপোৰ ধোৱা চাবোন দেখোন নাই?' আৰু তেতিয়া মাকে হাতত এডোখৰ চাবোন লৈ মোৰ ওচৰেদি ভোৰভোৰাই বাথৰুমৰ পিনে আগবাঢ়ে— 'চাবোনৰ দাম যোৱা মাহৰ আগৰ মাহত আছিল এঢেলাত ১ টকা, যোৱা মাহত হ'ল ১ টকা দুঅনা আৰু এই মাহত হ'ল ১ টকা চাৰি অনা! মই যি দিনে দিনে বানপানীৰ দৰে বাঢ়ি অহা দামৰ বস্তুৰে কেনেকৈ ঘৰখন চলাবলগা হৈছোঁ, তালৈতো আপোনাৰ কাণসাৰ নাই, আপুনি কেৱল বহি বহি কাগজখন পঢ়ি থাকক— তাতেই দেশ উদ্ধাৰ হ'ব আৰু লগতে আমিও উদ্ধাৰ হ'ম। আচলতে আপোনালোকৰ দৰে কাণীয়া, এলেহুৱা, অকৰ্মণ্য মানুহৰে আমাৰ দেশখন ভৰি আছে কাৰণেহে চৰকাৰে সাহ পাই এনেকৈ দাম বঢ়োৱা বেপাৰীবোৰক একো শাসন কৰিব পৰা নাই। আপোনালোক যদি প্ৰকৃত অৰ্থত পুৰুষ হৈ সকলো একগোট হৈ গৰ্জি উঠিলহেঁতেন, এনেদৰে কাগজখন আগত লৈ নিঃসহায়-নিৰুপায়ৰ দৰে সকলো গৈ বহি নথাকিলহেঁতেন, বস্তু-বাহানিৰতো কেতিয়াও এই জুই-ছাই দাম হ'ব নোৱাৰিলেহেঁতেন। চব হাত সাবটি বহি থকা শিয়াল কাপুৰুষৰ দল! মই মতা হ'ব লাগিছিল...'

মোৰ ঘৈণী মতা হ'লে কি হ'লহেঁতেন, সেই বিষয়ে শুনাৰ ভাগ্য আৰু মোৰ নহ'ল, কাৰণ সিমান পৰে তেওঁ গৈ জীয়েকৰ ওচৰ পাইছিলগৈ।

আকৌ দুপৰীয়া ভাতৰ পাতত বহি বেবীয়ে ক'লে— 'মাছ নোহোৱাকৈ আৰু বিমানসাঁজ ভাত খাম, মা! কোন জনমৰ পাপৰ ফলত যে মাদ্ৰাজী-চাদ্ৰাজী নহৈ অসমীয়া হৈ জনম ললোঁ— এবাৰ মাছ-মাংসে কি বস্তু তাৰ জুতি বুজালা কাৰণেহে আজি আমি দিনৰ পিছত দিন নিৰামিষ খাই বহি থাকিব নোৱৰাত পৰিছোঁ।'

'দিনৰ পিছত দিন সদায় মাছ খাই থাকিবলৈ হ'লে দেউতাৰৰ পেন্সনৰ আৰু প্ৰফুল্লৰ আৰ্জনৰ ধনেৰেই নাটিব, মযো ক'ৰবাত চাকৰি-বাকৰি এটা কৰিব লাগিব, তেহে যদি পুঠি মাছৰ ছটকাৰ কিলোৰ দিনত সদায় মাছ খাবলৈ পাব--' জীয়েকৰ পাতত চৰুৰ পৰা আৰু দুটুকুৰা পটল ভাজি আনি দি মোৰ ঘৈণীয়ে একে বিৰক্তিৰ মাতেৰেই কৈ যায়— 'পিছে আমি আৰু চাকৰি ক'ত পাম, আমাৰ দেউতাহঁতেতো আৰু আমাক তহঁতৰ দৰে এম এ, বি এ পঢ়ুৱাই পণ্ডিতনী কৰাৰ কথা নাভাবিলে-- '

বেবীয়ে ফিক্ কৰি হাঁহি দিলে—'এম এ, বি এ পাছ কৰা হ'লে কিন্তু তোমাক তোমাৰ দেউতাই মোৰ এই কেৰাণী দেউতালৈ কেতিয়াও বিয়া নিদিলেহেঁতেন মা, ক'ৰবাৰ হাকিম-চাকিম বিচাৰিলেহেঁতেন। আৰু তেতিয়া তুমিও যদি কলেজেৰে প্ৰফেছৰ হ'লাহেঁতেন, তেন্তে তোমালোকৰ দুজনৰ আৰ্জনৰ ধনেৰে সদায় ল'ৰা-ছোৱালীক মাছ কিয়, কুকুৰা-চুকুৰা খুৱাই থাকিব পাৰিলাহেঁতেন ...জানা মা, এতিয়াতো সেয়েই হৈছে। ভাল ৰিজাল্ট কৰি এম এ পাছ কৰা ছোৱালীবোৰৰতো দুখীয়া কেৰাণী বা মাষ্টৰৰ লগত বিয়া নহয়, হয় ডাক্তৰ, ইঞ্জিনীয়াৰ, হাকিম, প্ৰফেছৰ আদিৰ লগত। ফলত সেই ছোৱালীবোৰে বিয়াৰ পিছত কোনোবা কলেজত কাম কৰিলে একেৰকম তেলীৰ মূৰত তেল দিয়াৰ দৰেই অৱস্থা হয়, কিন্তু উপাৰ্জনক্ষম ঘৈণীয়েক ডাক্তৰ, ইঞ্জিনীয়াৰ, হাকিমবোৰে নাপাইতো দুখীয়া মাষ্টৰ বা কেৰাণীয়েহে পাব লাগিছিল।'

'বাঃ— বেবীয়ে তলে তলে কিমান চিন্তা কৰে দেখিছা? হয়তো ...এই কথাটো মইতো কোনোদিনেই চিন্তা কৰি চোৱা নাছিলোঁ—' গৃহিণীৰ ফালে চাই পুত্ৰী গৰ্বৰ হাঁহি এটা মাৰি মই কওঁ।

'আপোনাৰ বাহিৰে আজিৰ দিনত এনেবোৰ কথা কেঁচুৱা এটায়ো চিন্তা কৰে। আপোনাৰহে জগতৰ কোনো খবৰ নাই; ল'ৰা-ছোৱালীৰ পাতত এডোখৰ মাছ দিব নোৱাৰি মোৰ মনটো কেনেকুৱা লাগি থাকে মইহে বুজোঁ— আপোনাৰতো সেই দুখ বা চিন্তা নাই।'

আকৌ ধমক খালোঁ ঘৈণীৰ পৰা।

পেঞ্চন পাইছোঁ, ঘৰতেই বহি থাকোঁ দিনটো। তিনিমান বাজিলে মূৰটো ফণিয়াই ফণিয়াই মোক শুনাই মোৰ ওচৰত ভোৰভোৰাই থাকেহি ঘৈণীয়ে— 'আবেলিটো আহিলেও মহা চিন্তা লাগিব ধৰে মোৰ। ল'ৰা-ছোৱালীকেইটালৈ কি খোৱাৰ জোগাৰ কৰোঁনো এতিয়া। আটাৰ বাহিৰে জুই লগা দেশখনত একোৱেই নেদেখা

হলোঁ। বেবীজনীয়ে চুজি খাবলৈ ইমান ভাল পায়, তাকো লাখ টকা দিলে পাবলৈ নোহোৱা হ'ল। আৰু পালেও বা কি কৰিলোঁহেঁতেন, চেনি-টেনিৰ তো সঁচ মৰিবলৈকে ওলাইছে, চুজি হ'লেও সেই মাদ্ৰাজীবোৰৰ দৰে নিমখ এসোপা ঢালিহে কৰিবলগা হ'লহেঁতেন...'

ঘৈণীৰ বকনি যেন আৰু নাথামিবই।

এসময়ত সেই আবেলিও পাৰ হৈ ৰাতি হয়, মই মৰণত শৰণ দি বজাৰলৈ যাওঁ, চকু-কাণ মুদি ক্ষুদ্ৰাতিক্ষুদ্ৰ আকাৰৰ বৌমাছৰ টুকুৰা কেইটামান কিনি লৈ আহোঁ। ঘৈণীৰ মুখ কিন্তু পূৰ্ববৎ আন্ধাৰ—মাছবোৰ কাঁহী এখনত থৈ থৈ ভোৰ-ভোৰাব ধৰে— 'বজাৰত আৰু অইন মাছ নাপালেনে— এই পহুৰ মঙহৰ দৰে কটা অকণি অকণি টুকুৰাবোৰ যে ধন ভাঙি আনিবলৈ গ'ল? এইবোৰ দেখিলেও মোৰ মূৰটো গৰম হৈ উঠে। ইমান পাতলকৈ কাটোতেনো পোহাৰীবোৰৰ হাত নাকাটেনে?'

মইনো বজাৰৰ পৰা কি আনিছোঁ,— মাছ-টাছ পালোঁনে নাই— এইবোৰকে চাবলৈ বোধহয় বেবী ওলাই আহিছিল। এতিয়া মাকৰ মন্তব্যত তাই টপৰাই কৈ উঠিল— 'অলপ-অচৰপ কাটিলে সিহঁতে সিমান বেয়া নাপায় দিয়া, মা। বৰফত থোৱা ঢেলা বগা মাছবোৰত সিহঁতৰ তেজ লাগি ৰঙা হ'লে টাট্‌কা মাছ বুলি দুপইচা আৰু বেছিকৈ লোৱাৰ সুযোগ পাই যাব নহয় সিহঁতে!'

'ছিঃ কটা। কি কয় ঔ এইজনীয়ে? তইনো পঢ়া এৰি কিয় পাকঘৰলৈ আহিছ, বেবী?' মাকে বজ্ৰনিৰ্ঘোষ স্বৰেৰে চিঞৰি উঠিল।

বেবী হাঁহি হাঁহি আঁতৰি গ'ল। অত পৰে একে ঠাইতে জুপুকা লাগি মোৰ ফালে এইবাৰ এটা বিষদৃষ্টি হানি ঘৈণীয়ে কঠোৰ মন্তব্য কৰিলে— 'আপোনাৰ প্ৰশ্ৰয় পাই পাইয়ে ছোৱালীজনী এনে ফাজিল হৈছে। এজনী ছোৱালী বুলি একেবাৰে মূৰত তুলিছে!'

বেবীক সৰুৰে পৰা আদৰ দি দি মোৰ আৰু ঘৈণীৰ ভিতৰত কোনজনে মূৰত তুলিছোঁ— সেইটো এটা দ্বন্দ্বমূলক কথা। তথাপি বৰ্তমান সেই অপৰাধটোৰ একমাত্ৰ ময়ে অপৰাধী— সেই অভিযোগটো নীৰবে মানি লৈ ময়ো তাৰ পৰা চুচুক-চামাককৈ আঁতৰি গ'লোঁ। হওক তেওঁ বেচেৰীয়ে উৰহৰ খং ভগা ঢাৰিতে জাৰি মনত যদি অলপ শান্তি পাব পাৰে পাওক।

মোৰ লেখিবলগীয়া আত্মজীৱনীৰ প্ৰথম তথ্যটো এইদৰেই ওলট-পালট হৈ গ'ল। দ্বিতীয়টোও কেনেকৈ চিৰদিনৰ কাৰণে নহ'লেও এবাৰ বৰ লাজলগাভাৱে মিছা হৈ গ'ল এইবাৰ তাকে কওঁ।

কিছুদিনৰ পৰা আমি বেবীৰ বিয়াৰ কাৰণে যত্ন কৰি আহিছিলোঁ। আৰু কিছুদিন বাট চোৱাৰ ইচ্ছা আছিল আগতে, অন্ততঃ মোৰ ইচ্ছা আছিল তাই এম এটো পাছ কৰি লওক। কিন্তু এতিয়া ভয় হৈছে— যদি সিমান দিনলৈ বজাৰৰ পৰা খাদ্যদ্ৰব্যবোৰ প্ৰায় অন্তৰ্হিত হৈ যায় বা দাম ইমান বেছি বাঢ়ে যে সকলো বস্তু আমাৰ ঢুকি পোৱাৰ বাহিৰত থাকে, তেতিয়া আমিনো কেনেকৈ বিয়াৰ নিমন্ত্ৰিত অতিথিৰ অভ্যৰ্থনা কৰিম? একেজনী মাত্ৰ ছোৱালী আমাৰ, তাইৰ বিয়াখন ধুমধামেৰে পাতিবলৈ কিমান হেঁপাহ আমাৰ!

বহুত দিন আমাৰ ল'ৰা পছন্দ হোৱা নাছিল, এটা নহয় এটা খুঁত সদায় বিচাৰি পাওঁৱেই। কিন্তু এইবাৰ এনে এটা ল'ৰা পালোঁ যাক আমাৰ দুয়োৰে খুব পছন্দ হৈ গ'ল— এনেকি বেবীৰ মুখতো সন্তুষ্টিৰ ভাব দেখিলোঁ। ল'ৰাটো বিশ্ববিদ্যালয়ৰ প্ৰফেছৰ, বিলাতৰ পৰা ডক্টৰেট লৈ আহিছে। স্বভাৱে-চৰিত্ৰেই, চেহেৰা-পাতিয়ে অতি মৰমলগা ল'ৰা। কেইবা ঠাইতো ল'ৰাটোৰ বৰ সুখ্যাতি শুনিলোঁ। ঘৰখনো ভাল। চহৰতে ঘৰ। ল'ৰাৰ দেউতাকে ক'টৰ চিৰস্তাদাৰ হৈ পেঞ্চন পাইছে। আটাইবোৰ ল'ৰা বিদ্বান, ছোৱালী আটাইকেইজনীকে ভাল ভাল ঠাইতে বিয়া দিছে।

ল'ৰাটোৰ দেউতাক আহিছিল। বেবীৰ ফালে সস্নেহ দৃষ্টিৰে চাই এবাৰ সুধিছিল— 'আইজনীয়ে কিবা ঘৰুৱা কাম-বন জানেনে?' মোক যে কিহে ধৰিলে, মই নিজেই তৰ্কিব নোৱৰাকৈ টপৰাই কৈ পেলালোঁ— 'মাকে তাইক সকলো ধৰণৰ শিক্ষা দিছে নহয়; বস্তু কেইবিধ যে খালে, সকলো মোৰ ছোৱালীয়েই কৰা...'

বহুত দিনৰ মূৰত আজি গৃহিণীয়ে আমি প্ৰায় পাহৰিব ধৰা নামৰ বস্তু কেইটামান বনাইছিল— ছানাৰ

খুৰমা, বুটৰ ডাইলৰ বৰফি, গমৰ লাডু আৰু ডালপুৰি।

মোৰ বোধহয় ল'ৰাটো অতি পছন্দ হৈছিল— হাততে জানোচা হেৰুৱাওঁ এনে এটা ভয়ে বোধহয় ভিতৰি ভিতৰি খাই মাৰিছিল। বেবীৰ কিবা ত্ৰুটিৰ ফলত যদি এই সম্বন্ধটো ছিঙি যায় সেই ভয় মোৰ ইমানেই বেছি হৈছিল যে কোনোদিন নকৰা কাম এটা মই আজি কৰি পেলালোঁ, অৰ্থাৎ টপৰাই মিছা কথা এষাৰ কৈ পেলালোঁ। বেবীয়ে আজিৰ এই সুখাদ্যবোৰৰ এবিধোতো কৰা নাই। তাই সেইবোৰ একো নাজানেই কৰিব। অথচ মাকে তাইক আন আন বিদ্যাত যে পাৰ্গত কৰি তুলিছে ইতিমধ্যে— সি সঁচা। কিন্তু তেওঁ কয়— বেবীক তেওঁ কোনো সুখাদ্য কৰিবলৈ নিশিকায়, কেতিয়াও নিশিকায়। তেওঁ নিজে যে ইমান বিধি খোৱা বস্তু কৰিব জানে— সেই বিদ্যা দেখোন তেওঁৰ যুগতে অসাৰ্থক হৈ গ'ল, বেবীৰ দিনতচোন তাৰ কোনো মূল্যই নোহোৱা হ'ব। যি দেশত চাউলকেইটা পাবলৈকে হাহাকাৰ, যি দেশত বস্তুৰ দুই-হাই দাম আৰু দিনৰ পিছত দিন বেপাৰীয়ে ইচ্ছামতে দাম বঢ়াই গ'লেও যি দেশত তাক বাধা দিবলৈ চৰকাৰ একেবাৰে অসমৰ্থ— সেই দেশত ছোৱালীক ছানা, ঘিউ, কণী, চেনী, মাখন, গাখীৰৰ বস্তু কৰিবলৈ শিকোৱাটো এটা প্ৰহসনৰ কথা নহয়নে? ওহোঁ, গৃহিণী শিলৰ দৰে কঠোৰ হৈ নিজৰ জেদতে অলৰ-অচৰ হৈ থাকিল যে তেওঁ মৰিলেও বেবীক একো খোৱা বস্তুকে কৰিবলৈ নিশিকায়।

ঘৈণীৰ সেই জেদৰে ফল মোৰ জীৱনৰ এইষাৰ মিছা বাক্য!

ভাবিছোঁ— এই দুটা গৰ্ব খৰ্ব হোৱাৰ পিছত মই আত্মজীৱনীখন লিখা উচিত হ'ব জানো!

(১৯৬৬)

# মধ্যবৰ্তিনী

বাহিৰত মটৰ এখন ৰোৱা শব্দ শুনি ৰেখাৰ অন্তৰখন ধক্ কৰি উঠিল।

মিনতিয়েও বোধহয় শব্দটো শুনিছিল, কাৰণ ৰেখাই দেখিলে বৌৱেকে পুনুক কোলাত লৈ ভিতৰৰ পৰা ওলাই আহিছে।

'ৰেখা, ককাইদেৱেৰাহঁত বোধহয় আহিল। চাওঁগৈ আহা।'

'তুমিহে গৃহিণী, তুমিয়ে অতিথিক অভ্যৰ্থনা কৰাগৈ যোৱা। মই বৰং কাঞ্চাকে পাকঘৰত অলপ সহায় কৰি দিওঁগৈ।' ৰেখাই অন্তৰৰ কৌতূহল আৰু চাঞ্চল্য গোপন কৰি বাহিৰত ঔদাসিন্যৰ ভাব ফুটাই তুলিবৰ যত্ন কৰি বৌৱেকৰ কথাৰ উত্তৰ দিলে।

মিনতিয়ে অলপ হাঁহিলে— 'অতিথিৰ খোৱা-বোৱাৰ তদাৰক কৰাটোহে বোধহয় গৃহিণীৰ প্ৰধান কৰ্তব্য। গতিকে অতিথিৰ প্ৰতি কাৰ মনোযোগ বেছি ভালকৈয়ে বুজা গ'ল দেই ৰেখা'... হাঁহি হাঁহি মিনতি বাহিৰলৈ ওলাই গ'ল। আৰু ৰেখাই লাজ পাই প্ৰথমে পাকঘৰলৈ নাযাবলৈকে ঠিক কৰি অলপ সময় একে ঠাইতে ৰৈ থাকি আকৌ অলপ পিছত পাকঘৰলৈকে লাহে লাহে যাবলৈ ধৰিলে।

ৰেখাৰ ককায়েক অনিল দত্ত বিশ্ববিদ্যালয়ৰ প্ৰফেছৰ। তেওঁৰ অন্তৰংগ বন্ধু বিমল বৰুৱা। অনিল দত্তই অৰ্থনীতিত এম এ পাছ কৰি বিশ্ববিদ্যালয়ৰ চাকৰি কৰিছে আৰু বিমলে এম এ আৰু ল' পাছ কৰি ব্যাৰিষ্টাৰী পঢ়িবলৈ লণ্ডনলৈ গৈছিল। দুমাহমান হ'ল বিমলে পঢ়া শেষ কৰি ঘৰলৈ উভতিছে; এতিয়া বন্ধু অনিলৰ অনুৰোধত তেওঁৰ লগত কিছুদিন কটাই যাবলৈ আহিছে। বিমল বিলাতলৈ যাবৰ সময়ত অনিলে বিয়া কৰোৱা নাছিল। কিন্তু বিমল যোৱাৰ দুমাহ পিছতে তেওঁৰ বিয়াখন হৈ গ'ল অলপ অভাৱনীয়ভাৱেই। মিনতিৰ বিয়ালৈ অনিল দৰাপক্ষৰ মানুহ হিচাপেহে গৈছিল, দৰা হিচাপে নহয়। অনিল আচল দৰাৰ সম্বন্ধীয় ভায়েক আছিল। পিছত বিয়াৰ থলীত এনে এটা ঘটনা ঘটিল যে তাৰবাবে দৰাই বিয়া কৰাবলৈকে অসন্মত হ'ল। দোষটো অৱশ্যে কইনাৰ দেউতাকৰে আছিল। তথাপি অনিলে ককায়েকক বুজাবৰ চেষ্টা কৰিলে যে তাৰ বাবে নিৰপৰাধী ছোৱালী এজনীৰ সৰ্বনাশ কৰিব নাপায়। কিন্তু দৰাৰ যুক্তি এয়ে যে এনে বাপেকৰ ছোৱালী কেতিয়াও ভাল হ'ব নোৱাৰে। জানি-শুনি এনে গলগ্ৰহ জীৱনলৈ চপাই ল'ব নোৱাৰি। অগত্যা অনিলে শেষত ঠিক কৰি পেলালে যে সিয়েই ছোৱালীজনী বিয়া কৰাব।

গতিকে এনেকৈ হোৱা বিয়াখনত আগতীয়া খবৰ বিমলক দিব নোৱাৰিলে, কিন্তু তাৰ পিছতে সিহঁতৰ যৌথ ফটো পঠিয়াই অনিলে বিয়াৰ সকলো ঘটনা বিবৰি শেষত বিমললৈ লিখিলে— 'বিয়াৰ এমাহ পূৰ হ'ল। মোৰ কইনাজনী দেখিবলৈ কেনেকুৱা তই ফটো চাই গম পাবি। বাকী কথা কেৱল ইয়াকে কওঁ যে— মাজে মাজে সেই ককাইদেউজনৰ প্ৰতি সহানুভূতি উপজি মই মনে মনে কওঁ— 'ককাইদেউ, তুমি হাতৰ লক্ষ্মী ভৰিৰে ঠেলি পঠিয়ালা।'

বিমল অবিবাহিত। তাৰ মাক-বাপেক নাই। ভাই-ককাই, বাই-ভনী বহুতো। ঘৰৰ ল'ৰাৰ ভিতৰত সিয়ে সৰু। বাকী আটাইকেইজন ককায়েকেই বিয়া কৰাইছে। এতিয়া বিমল বাকী আছে। অনিলে মিনতিক কৈছিল যে বিমলৰ বিয়াৰ ক্ষেত্ৰত বিমলৰ মতটোৱেই প্ৰধান কথা হ'ব। গতিকে ৰেখাক যদি বিমলৰ অপছন্দ নহয়, বিয়াখন হোৱাত কোনো বাধা হ'ব নোৱাৰে।

বিমলক যেতিয়া অনিলে মাতি পঠায় আৰু বিমলো আহিবলৈ আগ্ৰহেৰেই সন্মত হয়, হঠাৎ মিনতিয়ে অনিলক সুধি পেলাইছিল— 'বাৰু, আমাৰ ৰেখাৰ লগত তোমাৰ বন্ধুৰ বিয়াৰ বন্দবস্ত কৰিব নোৱাৰিনে?'

অনিলো উৎসাহিত হৈ উঠিছিল— 'ঠিক কথাটোকে ভাবিছা মিনু। মোৰ মনলৈ কিন্তু এইটো ভাব এবাৰো অহা নাছিল। মাইকী মানুহৰ লগত সংসাৰ বুদ্ধিত আমি দেখিছোঁ কোনোমতে ফেৰ মাৰিব নোৱাৰোঁ— অথচ ৰেখা মোৰেই ভনী। বাৰু, বিমলৰ ৰেখাক অপছন্দ নহ'বতো?'

মিনতিয়ে গহীনাই উত্তৰ দিছিল— 'ৰেখাৰ দৰে ছোৱালী এজনীক যদি অপছন্দ হয় তেন্তে তোমাৰ বন্ধুৱে অসম দেশত সহজে পছন্দ কৰিবলগীয়া ছোৱালী নাপায় দেই। ৰেখাৰ কোনফালে নাই কোৱাচোন?

দেখাত ইমান ধুনীয়া, পঢ়া-শুনাতো ভাল— অনাৰ্চ লৈ বি এ পাছ কৰি এম এ পঢ়িছে, ঘৰুৱা কাম-কাজ সকলো জানে, স্বভাৱে-চৰিত্ৰই, মাতে-কথাই কোনো দোষ নাই। ছোৱালী এজনীৰ থাকিবলগীয়া সকলো গুণেইতো আছে।' মিনতি খন্তেক ৰ'ল, তাৰ পিছত অলপ হাঁহি ক'লে— 'ৰেখাৰ আৰু এটা ডাঙৰ গুণ কি জানা? তাইৰ যে তোমাৰ দৰে মানুহ এজনৰ ভনীয়েক হোৱাৰ সৌভাগ্য হৈছে।'

মিনতিক আৰু বেছি ক'বলৈ সুবিধা নিদি অনিলে ওপৰতে কৈ উঠিল— 'এৰা, বিমলক ক'ম— বোলো তোৰ নবৌৱেৰক এইকেইদিন দেখিবি নহয় আৰু ৰেখাক বেছিভাগ ট্ৰেইনিং নবৌৱেৰেই দিছে, তাৰ পিছত চাবা মিনতি, বিমলৰ আৰু কোনো আপত্তিয়েই নাথাকিব।'

মিনতিয়ে হাঁহি দিলে— 'আমি পৰস্পৰক যিদৰে স্তোক বাক্য শুনাবলৈ ধৰিছোঁ, মানুহে শুনিলে আমাৰ সম্বন্ধটো আন কিবাহে ভাবিব।'

অনিলে গৰ্বেৰে উত্তৰ দিলে— 'প্ৰণয়ীৰ? তিনি বছৰৰ বিবাহিত দম্পতীৰ পক্ষে ইয়াতকৈ সৌভাগ্যৰ আৰু সুখৰ কি সম্বন্ধ থাকিব পাৰে মিনতি?...'

বিমল সিহঁতৰ লগত কিছুদিন থকাৰ পিছত মিনতিয়েই কথাটো উলিয়াব বুলি দুয়ো ঠিক কৰি থৈছিল। অনিলৰ কাৰণে সেই কামটো দিগদাৰৰ— পাত্ৰী যেতিয়া তাৰ নিজৰ ভনীয়েক আৰু পাত্ৰ অন্তৰংগ বন্ধু।

ৰেখাই কথাটো গম পাই গ'ল, কাৰণ মিনতিয়ে ঠিক স্পষ্টভাৱে নহ'লেও আকাৰে-ইংগিতে তাইক জনাই থ'লে। এনেকি সুবিধা পালে দুই-এবাৰ জোকাবলৈও নেৰিলে। গিৰীয়েকক মিনতিয়ে ক'লে যে এইদৰেই তাই ৰেখাৰ সন্মতি আদায় কৰি লৈছে। কাৰণ যদি হঠাৎ কিবাকে ৰেখাই আপত্তি জনায় তেতিয়াহ'লে বিমলক সুধি অপ্ৰস্তুত হ'ব লাগিব। অনিলে কৈছিল— 'তুমি অলপ আগতীয়াকৈয়ে ৰেখাৰ মত লৈ পেলালা নেকি মিনু?'

মিনতিয়ে হাঁহিলে— 'মোৰ উদ্দেশ্য আৰু গভীৰ। ৰেখাই এতিয়াৰ পৰা বিমলক লৈ সপোন ৰচিব পাৰিলে সিহঁতৰ ভৱিষ্যৎ যৌথ জীৱনটো খুব মধুৰ হ'ব আৰু চোৱাচোন, ৰেখাই যে আমি পাতি দিয়া বিয়া এখনতো প্ৰেমৰ আস্বাদ পাব পাৰিব।'

অনিলেও হাঁহিলে— 'সঁচাকৈয়ে তোমালোক ছোৱালীবোৰ বৰ হিচাবী। কিন্তু মিনু, যদি বিমলৰ আপত্তি থাকে— তেতিয়া?'

মিনতিয়ে দৃঢ়তাৰে উত্তৰ দিলে— 'তোমাৰ বন্ধুজনতো মহাদেৱ নহয়। এটা মাহ ৰেখাৰ দৰে ছোৱালী এজনীৰ সাহচৰ্যত থাকিও যে তেওঁৰ কোনো ধৰণৰ দুৰ্বলতা নোপজিব সেইটো মোৰ বিশ্বাস নহয়। অন্ততঃ ৰেখাৰ প্ৰতিতো তেওঁৰ কোনো বিৰাগ নোপজে। আৰু আন ভয়ো নাই— তুমিতো কৈছাই কোনো নীলনয়নাই হেনো তেওঁৰ হৃদয় জয় কৰা নাই। বিলাতলৈ যোৱাৰ আগতেও বোলে কোনো ছোৱালীৰ লগত কোনো ঘনিষ্ঠতা নাছিল— তেন্তে?' এইবাৰ অনিলে আৰু একো উত্তৰ দিয়া নাছিল। উত্তৰ দিবলৈ নাছিলো।

পুনুক কোলাত লৈ মিনতি ক্ষীপ্ৰ গতিৰে আগফালে ওলাই গ'ল।

ইতিমধ্যে অনিলহঁত মটৰৰ পৰা নামিছে। মিনতিয়ে দেখিলে, অনিলৰ পিছে পিছে হাতত এট্যাচি এটা লৈ বিমল আহিব ধৰিছে। মিনতিয়ে আগ্ৰহ আৰু আবাহনৰ দৃষ্টি চকুত ফুটাই বিমললৈ চালে। আগতে তাই গিৰীয়েকৰ এই বন্ধুজনক দেখা নাই। এনেকি ফটোতো। অনিলৰ লগত বিমলৰ কোনো ফটো নাছিল। এতিয়া মিনতিয়ে দেখিলে তাই ভবাতকৈ অলপ বেছি ওখ বিমল, গাৰ বৰণটো অনিলৰ দৰেই হ'ব— অৰ্থাৎ বেছি বগাও নহয়, অথচ ক'লাও একেবাৰে বুলিব নোবাৰি। চুলি বোধহয় কিছু সৰিছে, কাৰণ ঠিক তপা নহ'লেও গিৰীয়েকৰ তুলনাত বিমলৰ চুলি খুব পাতল যেন দেখি। চকু, মুখ, নাক নিয়মীয়া, অৰ্থাৎ বিশেষ ধুনীয়াও নহয়, আকৌ বেয়াও বুলিব নোবাৰি। কিন্তু সমগ্ৰ মানুহজনক পুংখানুপুংখভাৱে বিচাৰ নকৰি এনেয়ে চালে— দেখি ভালেই লাগিব, বিশেষকৈ মিনতিয়ে মন কৰিলে, বিমলৰ মুখখনত এনে এটা নম্ৰ, বিনয়ী, শান্ত সম্মিত ভাব ফুটি উঠিছে যে দেখিলে এনে লাগে এই মানুহজনে যেন জীৱনত কোনে বেয়া কাম কৰিব নোৱাৰিব, কেতিয়াও।

বিমলে নিখুঁত চাহাবী পোছাকেৰেই সজ্জিত হৈ আহিছিল। অৱশ্যে ট্ৰেইনৰ দীঘলীয়া যাত্ৰাই কাপোৰ-কানিৰ পৰিপাট্য যে বহুতখিনি নষ্ট কৰি পেলাইছে দেখিলেই বুজিব পাৰি।

সেইফালে চাই মিনতিয়ে মনতে ৰেখাক বিমলৰ ওচৰত থিয় কৰাই চালে... ৰেখাক অলপ বেছি চাপৰ দেখিব।

ঘৈণীয়েকক দেখি অনিলে হাঁহি মাৰি ক'লে— 'মিনু, এয়ে বিমল আৰু বিমল, এৱেঁ যে মোৰ সহধৰ্মিণী শ্ৰীমতী মিনতি দেৱী, তোক নক'লেও হ'ব নিশ্চয়।'

বিমলে উত্তৰত মধুৰভাৱে হাঁহি এটা মাৰি কেৱল ক'লে— 'নমস্কাৰ নবৌ', তাৰ পিছত সি পুনুলৈ চাই ক'লে— 'তোমাৰ নাম কি ভণ্টি?'

জীয়েকৰ হৈ মাকেই উত্তৰ দিলে— 'এইক আমি পুনু বুলি মাতো। ভাল নাম পছন্দ নোহোৱা কাৰণে এতিয়াও দিব পৰা নাই।' মিনতিয়ে অলপ হাঁহিলে— 'আপোনাকে বাৰু পিছত সেইটো ভাৰ দিম। এতিয়া আৰু ইয়াত বাহিৰৰ ঘৰত বহিব নালাগে দেই। আপোনাৰ ৰুম ঠিক কৰি থোৱাই আছে। ভাগৰ লাগিছে নিশ্চয় খুবেই। খন্তেকপৰ জিৰাই গা ধোৱক। ভাত হৈয়ে আছে। অ' চাহ যে খাব পাৰে সেইটো মই সোধাই নাই—'

বিমলে বাধা দি ক'লে— 'ওহোঁ, চাহ আৰু নাখাওঁ নবৌ, পুৱাৰ পৰা তিনিবাৰমান চাহেই খালোঁ। গা ধুই একবাৰে ভাতেই খাম।' তাৰ পিছত অলপ হাঁহি বিমলে ক'লে— 'অৱশ্যে চাহ অলপ মই বেছিকৈয়ে খাওঁ। আপোনালোকৰ লগত থকা কেইদিন এইটো বিষয়ত আপোনাক অলপ আমনি কৰিম দেই।'

মিনতিয়েও হাঁহি মাৰি ক'লে— 'সেই আমনি মই অকলে নসহিলেও হ'ব বোধহয়। ৰেখা আছে নহয়, ৰেখাই খুব ভাল চাহ কৰে, আৰু চাহ কৰাত তেওঁৰ অলপো ক্লান্তি নাই।'

কথা পাতি আটাইবোৰ বিমললৈ ঠিক কৰি থোৱা ৰুমটোত ইতিমধ্যে সোমাইছিলহি। মিনতিয়ে মন কৰিলে, বিমলে যেন তাত সোমায়ে মুগ্ধ চকুযোৰৰ দৃষ্টি এবাৰ চাৰিওফালে বুলাই আনিলে। অকল সেয়ে নহয়— সি মিনতিৰ কথাৰ মাজতেই কৈয়ো পেলালে, 'মোৰ ৰুমটো আপুনিতো খুব ধুনীয়াকৈ সজাই ৰাখিছে?'

'মই সজোৱা নাই, ৰেখাইহে সজাইছে। অ' মই কেৱল ৰেখা, ৰেখাকৈয়ে আছোঁ, তেওঁকো মাতি আনি আপোনাৰ লগত যে চিনাকি কৰি দিব লাগে, সেইটো মোৰ ভাবেই হোৱা নাই। ৰ'ব মই মাতি আনোগৈ, তেওঁ পাকঘৰৰ কামত লাগি আছে। আপুনি বহক দেই—' মিনতি ভিতৰলৈ সোমাই গ'ল।

অনিলে এইবাৰ ক'লে— 'ৰেখাই সকলো ট্ৰেইনিং পিছে মিনতিৰ পৰাই পোৱা। মিনতিয়ে মেট্ৰিক পাছ কৰাৰ পিছত শান্তি নিকেতনত পঢ়িছিল নহয়, আৰ্টিষ্টিক টেলেণ্ট থাকক বা নাথাকক, তাত পঢ়ি অহা সকলোৰে অলপ নহয় অলপ আৰ্টিষ্টিক টেষ্ট গঢ়ি উঠেই, অৱশ্যে মিনতিৰ গান-বাজনাত ৰাপ আছিল বুলিয়েই তালৈ গৈছিল।' হয়তো সিহঁতে ৰেখা-বিমলক লৈ আগতে কৰি থোৱা আশাটো ফলৱতী কৰাৰ চেষ্টাত মিনতিয়ে বৰ আগতেই বিমলৰ আগত ৰেখা ৰেখা কৈ অলপ সীমা চেৰাইছে, এই ভাবিয়ে, অথবা য'ত বেছিভাগ কৃতিত্ব মিনতিৰে, তাত ৰেখাই এইদৰে সকলো কৃতিত্ব পাব সেই কথাটো সহ্য নোহোৱা বাবেই অনিলে তেনেকৈ নকৈ নোৱাৰিলে।

বিমলৰ বিছনাৰ মূৰৰ ফালে এখন সৰু টিপয়, খুব সুন্দৰ এমব্ৰইডাৰী কৰা ঢাকনি এখন তাত পাৰি থোৱা; এখন বেতৰ চকী; বিমলে তাত বহি জোতাৰ ফিটা খুলি খুলি অনিলৰ লগত কথা পাতি আছিল। অনিল ক'তো বহা নাছিল; কাৰণ তেতিয়া তাৰ কোলাত পুনু, পুনুৱে কাৰো বহা কোলা সহ্য নকৰে, গতিকে তাইক কোলাত লৈ অনিল ৰুমটোৰ ভিতৰতে ঘূৰি ফুৰিছিল।

তেনেতে দৰ্জাৰ পৰ্দাখন আঁতৰাই মিনতি সোমাল আৰু পৰ্দাখন দাঙিয়ে ভিতৰলৈ চাই ক্ষন্তেক পৰ তাতেই ৰৈ থাকিল আৰু মিনতিৰ দৃষ্টি অনুসৰণ কৰি বিমলেও মূৰ তুলি সেইফালে চাই দেখিলে, হাতত সৰু ট্ৰে এখন লৈ লাহে লাহে ছোৱালী এজনী সোমাই আহিছে।

মিনতিয়ে বিমললৈ চাই কৈফিয়ৎ দিয়াৰ সুৰত ক'লে, 'মই পাকঘৰলৈ গৈ দেখিলোঁ, ৰেখাই চাহ কৰিলেই। আধাকাপমান খাওক, ভাত খাওঁতে খাওঁতে অন্ততঃ আৰু এঘণ্টা-আধা ঘণ্টা। ৰেখা, এই টিপয়খনতে থোৱা না, থিয় হৈ ৰ'লা কিয়? তুমিও বোধহয় আগতে এখেতক দেখা নাছিলা?'

এই কথাৰ উত্তৰ অনিলেই দিলে— 'নাই, ৰেখাইনো কেনেকৈ দেখিব, মই সৰুৰে পৰা হোষ্টেলত থাকি পঢ়োঁতেই গৈছে। আমাৰ তিতাবৰৰ ঘৰলৈ বিমল কেতিয়াও যোৱা নাই।'

চাহকাপ বিনা বাক্যব্যয়ে হাতত তুলি লৈ বিমলে ভদ্ৰতা কৰি ক'লে— 'নেদেখিলেও এখেতৰ কথা মই

জানো। ইয়াত থাকি পঢ়াৰ কথাটো অনিলে এবাৰ মোলৈ চিঠিত লিখিছিল।' তাৰ পিছত সি ক'লে— 'আপোনালোক দেখোন থিয় হৈ ৰ'ল—' বিমল ব্যস্তভাৱে বহাৰ পৰা উঠিব খুজিছিল, মিনতিয়ে সহজ হাঁহিৰে বাধা দি ক'লে— 'আপুনি এতিয়া সেইখিনি ভদ্ৰতা কৰিব নালাগে বাৰু, আমি ভাত-পানী দিয়াৰ দিহা কৰোঁগৈ। আপুনি গা-পা ধোৱক। ৰেখা, এখেতৰ গামোচা আদি বাথৰুমত দিছানে?'

হাতত ট্ৰেখন লৈ অস্বস্তিৰ ভংগিমাৰে ঠিয় হৈ আছিল ৰেখা, তাই যে বৌৱেকৰ দৰে সহজ হ'ব পৰা নাই। সেই কাৰণে নিজকে নিজে খং কৰি আছিল, এতিয়া কোনোমতে উত্তৰ দিলে— 'ওঁ, অথনিয়ে দি থৈছোঁ।'

'বাৰু, আপুনি তেন্তে গা ধোৱাক দেই।' মিনতিয়ে পুনুক কোলাত ল'লে আৰু গিৰীয়েকক ক'লে— 'তুমি পিছে এই সময়ত চাহ নাখালেই ভাল আছিল— বেছি চাহ এতিয়া তোমাৰ সহ্য নহয়', তাৰ পিছত তাই ভিতৰৰফালে খোজ লৈ ৰেখাক ক'লে— 'ৰেখা, তুমি কাপ-প্লেট দুযোৰ লৈ আহিবা দেই।'

পৰ্দাৰ আঁৰত মিনতি অদৃশ্য হ'ল। ৰেখাক যে কৌশল কৰিয়ে তাত তেনেকৈ এৰি গ'ল বৌৱেকে, সেইটো বুজি ৰেখাৰ মিনতিৰ ওপৰত খং উঠিব খুজিছিল, কিন্তু কি আচৰিত, তাইৰ খং জানো অকৃত্ৰিম?

লগে লগেই যেন মিনতিক কিবা এটা দৰকাৰী কথা ক'বলৈ মনত পৰিল, তেনেকৈ অতি ব্যস্তভাৱে অনিলেও 'মিনু, মিনতি' বুলি চিঞৰি পৰ্দা ঠেলি ভিতৰলৈ সোমাই গ'ল। ৰেখা হতবাক হোৱাৰ দৰে হ'ল; মনতে তাই ককায়েকক ক'লে — 'You too Brutus!'

'আপোনাৰ কি ছাবজেক্ট?'

অলপ অন্যমনস্ক হৈ পৰিছিল ৰেখা, হঠাৎ যেন এতিয়া উচপ্ খাই উঠিল।

'ফিলছ'ফি'— ৰেখাই লাজ-নম্ৰ ভংগীৰে উত্তৰ দিলে। তাৰ চাহ খাই শেষ হোৱা কাপ-প্লেটযোৰ তাই লাহে লাহে টিপয়খনত তুলিলে। সেই কামটো কৰোঁতে তাইৰ বিমলৰ ইমান ওচৰ চাপিবলগা হ'ল যে তাইৰ হাত দুখন কঁপি গ'ল, বুকুৰ স্পন্দনতো দ্ৰুত হৈছিলেই।

ককায়েকে নিজৰ কাপ-প্লেট নিজেই ভিতৰলৈ লৈ গৈছিল। এতিয়া তাই আগবাঢ়ি গৈ বিমলক ক'লে— 'আপুনি গা ধোৱক। ভাত ঠাণ্ডা হ'ব।'

পৰ্দাৰ সিপাৰে গৈ ৰেখাই নিজকে মাথোঁ ক'লে— 'ধেৎ', আচলতে তাইৰ এই অভাৱনীয় দুৰ্বলতাত তাই লাজ পাইছিল; বিৰক্ত হৈছিল। প্ৰায় অচিনাকি মানুহ এজন, নবৌৱেকে যেনিবা জোকালেই, কিবা সম্বন্ধ এটা হ'ব পাৰে বুলি যেনিবা ভাবিলেই, সেই বুলিয়ে তাই সেই মানুহজনৰ প্ৰতি এনে দুৰ্বল হৈ যাব পায়নে? এইটো কি ৰহস্য বাৰু? কিন্তু এটা কথা হ'লে স্বীকাৰ নকৰি নোৱাৰি— এই বিমল বৰুৱা বোলা মানুহজনৰ চেহেৰাটো যদিও একো অসাধাৰণ নহয়, দেখি কিন্তু ভাল লাগি যায়, কিবা এটা বৰ ভাল লাগি যায়।'

পাকঘৰৰ ফালে আগবাঢ়ি গৈ গৈ ৰেখাই হঠাৎ অনুভব কৰিলে, তাইৰ এতিয়া ক্ষন্তেক পৰ অকলে থাকিবৰ মন গৈছে, নিৰ্জনতাৰ মাজত কিছুপৰ অকলে থাকিবৰ মন গৈছে। কিন্তু তেনে কিবা এটা কৰিব গ'লেই মিনতিৰ ঠাট্টা-তামাছাত তাই জানো তাৰ পিছত শান্তিৰে ৰ'ব পাৰিব?

পাকঘৰত তেনে কোনো কাম নাছিল ৰেখাৰ, তাইক দেখি মিনতিয়ে ক'লে— ক্ষন্তেক পৰ তাই পুনুক ৰাখিব পাৰিলে ভাল হয়, ইতিমধ্যে মিনতিয়ে ভাত বাঢ়িব। ৰেখাই ভালেই পালে, পুনুক লৈ তাই আগফালৰ ছাঁয়াঘেৰা বাগানৰ চুক এটাতে আশ্ৰয় ল'লেগৈ। মিনতিৰ খুব যত্নত গঢ়ি উঠা সিহঁতৰ এই বাগানখন বৰ ধুনীয়া। পুনুক কোলাৰ পৰা ঘাঁহনিত নমাই দি ৰেখাও ওচৰতে বহি পৰিল। তাইৰ নিচেই কাষতে ফুল এজোপা ৰমক-জমককৈ ফুলি আছিল। ৰেখাই ফুল ভাল পায়, কিন্তু মিনতিৰ দৰে ইমান বেছিকৈ নহয়, কিন্তু আজি তাই খুব আলফুলকৈ ফুলবোৰ চুলে, তাইৰ প্ৰতিটো আঙুলিয়ে যেন সিহঁতক গভীৰ স্নেহস্পৰ্শ দিলে, আৰু তাৰ পিছত তাই খুব আস্তে আস্তে মুখৰ ভিতৰতে গুণগুণালে— 'ফুলৰ বনে যাৰ পাশে যাই তাৰেই লাগে ভালো।'— ঠিক গাব নাজানে ৰেখাই, গুণ-গুণাওঁতেহে যায়, এতিয়া বেছিকৈ মিনতিৰ মুখত শুনি শুনি ৰবীন্দ্ৰ সংগীতৰ লাইনবোৰ মুখলৈ আহি যায়। হঠাৎ আজি ভাব হ'ল ৰেখাৰ— তাই যদি নবৌৱেকৰ দৰে ইমান ভাল গান গাব পাৰিলেহেঁতেন— বাৰু, বিমলে গান-টান ভাল পায়নে নাপায়?...

'বাইদেউ, ভিতৰলৈ মাতিছে।'

কাঞ্চাৰ মাতত ৰেখা উচপ্ খাই উঠিল। কিমান সময় যে তাই আপোন-পাহৰা হৈ বহি আছিল গমকে নাছিল, এতিয়া সচকিত হৈ দেখিলে কাঞ্চা ওচৰতে বৈ আছে আৰু পুনু গৈ বাগানৰ সিমুৰ পাই কিবা গছৰ ফুল ছিঙি আছে। সৰ্বনাশ, আজি এই নবৌৰ বাগান ধ্বংস কৰিলে বোধহয়! ৰেখা গৈ একেলৰে পুনুৰ ওচৰ পালেগৈ। পিছে নাই, বেচেৰী পুনুৱে খুব নিৰীহভাৱে ঘাঁহ কিছুমানহে ছিঙি আছে। ৰেখাই তাইক কোলাত তুলি লৈ চুমা এটা খাই ক'লে— 'আমাৰ পুনুমণিজনী বৰ ভাল ছোৱালী!'

কাঞ্চাৰ নিৰ্দেশমতে একেবাৰে খোৱা ঘৰ পাই ৰেখাই দেখিলে, মেজত চাৰিওজনৰ খোৱাৰ ব্যৱস্থা কৰা হৈছে। দুখন চকীত ককায়েক আৰু বিমল বহিছিল, তাইক সোমোৱা দেখি বিমলে এবাৰ মূৰ তুলি চালে; তাৰ ওঁঠত যেন ভদ্ৰতাসূচক পাতল হাঁহি এটাও খেলি গ'ল। কথা ক'লে ককায়েকে— 'বহ ৰেখা, বৌৱেৰে কৈছিল তহঁত দুয়ো পিছত খাবি, পিছে বিলাতত থাকি অহাৰ ফলত বিমলে সেইটো সহ্য নকৰে, গতিকে ভালকৈ পৰিবেশন কৰাৰ অভাৱত মোক আৰু লাজ-সংকোচত তোৰ, আমি এই দুটি ভাই-ভনীৰ খোৱা মাটি হ'লেও উপায় নাই!'

সকলোৱে হাঁহিলে; হাতত কিবা এটা পাত্ৰ লৈ মিনতি আৰু পাছে পাছে কাঞ্চা সোমাইছিল, সিয়ো হাঁহিত যোগ দিলে। কাঞ্চা সিহঁতৰ লগত বহুত দিন আছে, গতিকে সি প্ৰায় ঘৰুৱা ল'ৰাই হৈ পৰিছিল।

খোৱাৰ লগে লগে ইটো-সিটো কথা-বতৰা চলিল। বেছিভাগ বিলাতৰে কথা, তাৰ জীৱন প্ৰণালী, আচাৰ-ব্যৱহাৰ, মানুহ-দুনুহৰ কথা। কথা-বতৰা নকৈ তাক প্ৰশ্ন আৰু উত্তৰ নামেৰে অভিহিত কৰাই ভাল। প্ৰশ্ন কৰা হয় বিমলক, আৰু সেই প্ৰশ্ন আহে হয় অনিল নহয় মিনতিৰ ফালৰ পৰা। ৰেখাই কিবা সুধিবলৈ দুই-তিনিবাৰো চেষ্টা কৰিলে, কিন্তু মনৰ এই প্ৰশ্ন বাঙ্ময় হৈ এবাৰো তাইৰ ওঁঠত ফুটি নুঠিল। নিজৰ ওপৰত আৰু এবাৰ বিৰক্ত হৈ তাই নীৰৱে তলমূৰকৈ খাই গ'ল, মাজে মাজে কথাৰ মাজত বৌৱেকহঁতে হাঁহিলে তায়ো মিচিকিয়াই হাঁহে, আৰু বিলাতৰ নানা বিষয়ৰ বৰ্ণনাৰত বিমলৰ মুখলৈ কথাবোৰ মনোযোগ দি শুনাৰ ভংগীত মূৰ তুলি চায়। কিন্তু কি অস্বস্তি!

ভাত খাই উঠি মুখ-হাত ধুই গামোচাত মুখ মচি মচি বিমলে কাঞ্চালৈ চাই ক'লে— 'কাঞ্চাতো বৰ ভাল ৰান্ধনি—'

মিনতিয়ে হাঁহি দিলে, তাৰ পিছত ৰেখালৈ চাই ক'লে— 'ৰেখা, পুৱাৰে পৰা তুমি জুইৰ গুৰিত মিছায়ে কষ্ট খাই মৰিলা—'

মুহূৰ্ততে বিমল অপ্ৰস্তুত হৈ পৰিল, সি ক্ষমাৰ ভংগীত ৰেখালৈ চাই ক'লে— 'মোৰেই ভুল, ছাৰ্ভেণ্ট জাতীয় লোকৰ দ্বাৰা যে ইমান সুন্দৰ ৰন্ধা-বঢ়া সম্ভৱ নহয় মই জানিবই লাগিছিল—'

ৰেখা অলপ ৰঙা পৰি উঠিল, বিমলৰ আগত তাইৰ গুণৰ তালিকা দাঙি ধৰিবলৈ গৈ বৌৱেকে জানো অলপ মিছাৰ আশ্ৰয় লোৱা নাই? কিছু কিছু তাই ৰান্ধিছে সঁচা, কিন্তু অলপ দেখোন মিনতিয়েও ৰান্ধিছে।

'নবৌ, তোমাৰ কৃতিত্ব মোৰ গাত জাপি দিলা কিয়? মই তোমাক সামান্য সাহায্যহে কৰিছিলোঁ'— ৰেখাই প্ৰতিবাদ নকৰি নোৱাৰিলে।

ইয়াৰ উত্তৰত মিনতিয়ে কেৱল হাঁহি এটা মাৰি বিমললৈ চাই সুধিলে— 'মোৰ আগবেলাটো যায় পুনুক খুৱাওঁতে-ধুৱাওঁতে, আলপৈচান ধৰোঁতে, আপুনিয়ে ৰাৰু কওকচোন তাৰ পিছত চৰুলৈ যাবলৈ মোৰ ক'ৰ পৰা আজৰি ওলায়?'

মেজৰ ওপৰত থকা বটাৰ পৰা ভজা মছলা অলপ হাতত তুলি লৈ বিমলে ক'লে— 'প্ৰত্যেকেই যেতিয়া বিনয়ৰ পৰাকাষ্ঠা দেখুৱাই কৃতিত্ব ল'বলৈ অস্বীকাৰ কৰিলে, তাৰ পিছত মোৰ আৰু কাকো ধন্যবাদ জনোৱাৰে উপায় নাই দেখিছোঁ। অতএব কাঞ্চা, পৰিবেশনৰ বাবে তোমাকে ধন্যবাদ জনালোঁ দেই!'

ইয়াৰ পিছত প্ৰত্যেকেই নিজৰ নিজৰ কোঠালীলৈ জিৰাবলৈ গ'ল। এইবাৰ ৰেখাই ইমান পৰৰ মূৰত সম্পূৰ্ণ নিজকে পালে। তাই কোঠালীত সোমাই দুৱাৰখন বন্ধ কৰি দিলে, তাৰ পিছত খিৰিকীৰ দীঘলীয়া, পাতল নীলা ৰঙৰ পৰ্দাবোৰ টানি টানি দি প্ৰত্যেকখন খিৰিকীও বন্ধ কৰি দিলে যাতে অনাহূত বতাহৰ উপদ্ৰৱে পৰ্দা কঁপাই কঁপাই অসহ্য লগা পোহৰৰ এটা কণিকাও ভিতৰলৈ সোমাব দিব নোৱাৰে।

মুহূৰ্ততে ঘৰটো নীলা আন্ধাৰেৰে ভৰি গ'ল। ৰেখাই তাৰ পিছত লগে লগেই বিছনাত উবুৰি হৈ দিলে

আৰু কোমল গাৰুটো বুকুত সাবটি ধৰি অস্ফুট মাতেৰে গুণগুণাই উঠিল— 'হৃদয় আজিকে কেমনে গেল খুলি।' তাৰ পিছত তাই হাঁহি দিলে আৰু সেই হাঁহি কোনোবাই শুনিছে বুলি ত্ৰস্ত হৈ তৎক্ষণাৎ মুখখন গাৰুত গুজি দি নিজকে নিজে ক'লে— 'নবৌৰ লগত পৰি মই দেখিছোঁ বৰ ৰবীন্দ্ৰনাথৰ ভক্ত হৈ পৰিলোঁ।'

বহুত সময় পাৰ হৈ গ'ল।

তাৰ পিছত এবাৰ ৰেখাই সাৰ পালে। প্ৰথমে তাই একো বুজিব পৰা নাছিল, এতিয়া ৰাতি নে দিন তাকো তাই হঠাৎ ভাবি নাপালে। কিন্তু মুহূৰ্ত মাত্ৰ, লগে লগে তাই বিছনাৰ পৰা একজাঁপ মাৰি মাটিত থিয় দিলে। ইস্ দুপৰীয়া ভাত খাই জিৰোবাৰ নামত তাই বোধহয় গোটেই দিনটো শুলে, ছিঃ ছিঃ— নবৌয়েই বা কি কৰিছে, চাহ-টাহেই বোধহয় হ'ল, নবৌয়েনো মোক এবাৰ মাতিবও নাপায়নে, ছিঃ বিমল যে আহিছে আজি, এতিয়া বা কি কৰিছে। নিজৰ ওপৰতে ৰেখাৰ লাজ লাগি গ'ল আৰু এটা কথাত, তাই যে সততে টোপনিত বিমলক লৈ কিবোৰ সপোন নেদেখিলে— ধেৎ—

ত্ৰস্ত ক্ষীপ্ৰ গতিৰে ৰেখাই দুৱাৰ খুলি বাহিৰলৈ ওলাই আহিল।

বেছি নহ'লেও বাহিৰৰ ৰ'দ শেঁতা। তিনিটা বাজি গ'ল বোধহয়। ইফালে-সিফালে চালে ৰেখাই। ক'তো কাৰো সাৰ-সুৰ নাই। পাকঘৰত উকি মাৰিলে, কাঞ্চা নাই, কিন্তু চৌকাত জুইধৰাৰ চিন আছে। ৰেখাই লাহে লাহে গৈ নবৌয়েকৰ ঘৰত ভুমুকি মাৰিলে, তাতো কোনো নাই। এইবাৰ তাই নিঃশব্দ পদেৰে বিমলৰ কোঠালীৰ ওচৰলৈ গ'ল আৰু পৰ্দাৰ ইফালে যথেষ্ট দূৰৈত থিয় হ'ল। এৰা, আটাইবোৰ ইয়াতে আছে বোধহয় চাহ খাইছে। তাই বিমলৰ মাত আৰু নবৌয়েকৰ হাঁহি শুনিলে। তেতিয়া আকৌ এবাৰ অপ্ৰস্তুত হ'ল ৰেখা— নবৌ ছাগে কিমান আগতে উঠিলে, চাহো কৰিলে, কাঞ্চাই বোধহয় পুনুক উলিয়াই গৈ গ'ল।

ৰেখা উভতি আহিল। ঘড়ীটো চালে। তিনিটা বাজি পঁচিছ মিনিট। উস্ কি যে মৰ টোপনিয়ে পালে।

বাথৰুমত সোমাই চকু-মুখত জোৰে জোৰে পানী ছটিয়াই ৰেখাই অনুভৱ কৰিলে যে তাইৰ এতিয়া খুব বিমলৰ কোঠালীলৈ যাবৰ মন গৈছে— কিন্তু তাই তাত সোমোৱাৰ লগে লগেতো নবৌৱে সুধিব— কেঁচা টোপনিৰ পৰা উঠিলা? তাৰ পিছত তাই বিমলৰ আগত কেনেকৈ সহজ হ'ব?

ভাল লগা নাই মোৰ, একো ভাল লগা নাই। নিৰস মনেৰে ৰেখাই ড্ৰেছিং আইনাৰ সন্মুখত থিয় হৈ আউল-বাউল চুলিবোৰ ঠিক কৰিবলৈ ধৰিলে। তাইৰ চুলিবোৰ দীঘল, কিন্তু তাই মানুহজনীও যদি অলপ বেছি ওখ হ'লহেঁতেন! এই ভাবটো অহাৰ লগে লগে ৰেখা আকৌ এবাৰ ৰঙা পৰি উঠিল। তাই কিয় বেছি ওখ নহয় এই ভাবটোতো তাইৰ মনলৈ কোনোদিন অহা নাছিল।

আয়নাত ছাঁ পৰিল। নবৌ। ৰেখাই লগে লগে ঘূৰি অভিযোগ কৰিলে— 'মই যে ইমান শুলোঁ মোকনো জগাই দিব নোৱাৰিলানে?'

নবৌয়েকে হাঁহিলে,— 'মই ইচ্ছা কৰিয়েই নজগালোঁ; দিনত বেছিপৰ শুলে চেহেৰাটো বেছি ধুনীয়া হয়।'

ৰেখাই একো নামাতি খুব গহীন হৈ তাৰ পৰা ওলাই যাব খুজিলে, মিনতিয়ে আকৌ হাঁহি বাধা দি ক'লে— 'ৰ'বা ৰেখা, খং কৰি ক'লৈ যোৱা? একাপ চাহ নোখোৱা জানো?'

'পানী এগিলাচ খাই দিলোঁ— চাহ আৰু নাখাওঁ।'— গহীনাই উত্তৰ দি ৰেখা আকৌ যাবলৈ ওলাল।

'তেন্তে এটা কাম কৰানা ৰেখা, কাঞ্চাই বোধহয় পুনুক আগফালৰ বাৰাণ্ডাত ৰাখি আছে, তাইক ৰাখি তাক পাকঘৰলৈ পঠাই দিয়াগৈ, তাৰ লগত মই আবেলিৰ চাহ-জলপান কৰোঁ।'

একো নামাতি ৰেখা আগফাললৈ ওলাই গ'ল। তাইৰ খং উঠিছে, কিন্তু সেই খংতো নবৌয়েকৰ ওপৰত নহয়, নিজৰ ওপৰতহে।

বাৰাণ্ডা পাই ৰেখাই দেখিলে, পুনুৰ লগত বিমলে কিবা ধেমালি কৰি আছে, আৰু কাঞ্চা ওচৰতে থিয় হৈ ৰৈ আছে।

ৰেখাৰ বুকুখন সামান্য কঁপি উঠিল। হঠাৎ তাইৰ অন্তৰখন নবৌয়েকৰ প্ৰতি কৃতজ্ঞতাৰে পৰিপূৰ্ণ হৈ গ'ল। তথাপি এই ষড়যন্ত্ৰৰ বিষয়ে অলপো প্ৰস্তুত নাছিল কাৰণে তাই বাৰাণ্ডালৈ ওলায়ে কিছুপৰ কিংকৰ্তব্যবিমূঢ়ৰ নিচিনা হ'ল... কাঞ্চাকতো ভিতৰলৈ পঠাব লাগে।

তাইক দেখি বিমলে অলপ হাঁহিলে, পুনুৱে পেহী বুলি হাত দুখন মেলি দিলে।

'কাঞ্চা, নবৌৱে তোক ভিতৰলৈ মাতিছে'— এইবাৰ ৰেখাই মাত লগালে। তাৰ পিছত তাই পুনুৰ ওচৰলৈ আগবাঢ়ি গৈ তাইক কোলাত তুলি বিমললৈ চাই লাজুক হাঁহি এটা মাৰি সুধিলে— 'কাঞ্চাই পুনুক আপোনাক গতাই নিজে বোধহয় আৰাম কৰিছিল—'

বিমলেও হাঁহিলে— 'নহয়, ময়েই কাঞ্চাক মাতি আনি পুনুৰ লগত ধেমালি কৰিছিলোঁ। পিছে পুনু, পেহীক পাই তুমি আৰু মোৰ লগত নেখেলা নেকি?'

পুনুৱে ক'লে— 'খেলিম। মোৰ লগত তুমি খেলিবা, পেহী খেলিবা।'

ৰেখাই অনুভৱ কৰিলে— এই অকণমান ছোৱালীজনীৰ অতি সাধাৰণ কথা এটায়ো তাইৰ কাণ দুখন গৰম কৰি দিলে। অকণি পুনুৱে যেন মাকৰ ষড়যন্ত্ৰ বুজি পাই তাক সফল কৰিবলৈহে চেষ্টা কৰিলে।

অগত্যা খেলা চলিল। খেলা মানে পুনুৰ আদেশ পালন। তাৰ মাজে মাজে ডাঙৰ দুজনৰ মাজত কথা-বতৰাও চলিল। ৰেখা আজি কিয় ক্লাছলৈ নগ'ল, সিহঁতৰ কিমান প্ৰফেছৰ, কোনে কেনে পঢ়ায়, পৰীক্ষা কেতিয়া— এইবোৰ প্ৰশ্ন বিমলে সুধিলে। ৰেখাই যথাযথভাৱে সকলো উত্তৰ দিলে। কিন্তু তাই যে বিমলক কি সুধিব একো ভাবি নাপালে। অথচ তাইৰ মনত জানো প্ৰশ্নৰ অভাৱ? কত কথাইচোন তাইৰ বিমলৰ সম্পৰ্কে জানিবৰ মন যায়, এনেকি বিমলে গৰমৰ দিন ভাল পায় নে ঠাণ্ডাৰ দিন ভাল পায়— এনে ধৰণৰ প্ৰশ্নও তাইৰ মনলৈ আহে, এনেধৰণৰ অতি আপাত তুচ্ছ, অবান্তৰ কথা জানিবলৈকো তাইৰ বিশেষ আগ্ৰহ উপজিছে দেখোন।

কিন্তু ৰেখা প্ৰায় নিৰ্বাক হৈয়ে ৰ'ল। আৰু তাইৰ ভাষাহীন উপায়হীনতাক লৈ তাই কেৱল মনে মনে ক'লে— "When the heart is full, words are few."

বিমল জানো অন্ধ বা অন্ধ হৈ থাকিব পাৰিব?

খেলি খেলি বোধহয় পুনুৰ আমনি লাগিল। তাই ক'লে— 'পেহী, ভিতৰলৈ যাওঁ। ভোক লাগিছে।'

যেন ইমান সময় পুনু নোখোৱাকৈ বাহিৰত এনেকৈ খেলি থাকিবলগীয়া হোৱাত ৰেখাহে জগৰীয়া— তেনেধৰণৰ অপ্ৰস্তুতৰ ভাব লৈয়ে ৰেখা তৎক্ষণাৎ উঠিল আৰু পুনুক কোলাত তুলি কৈ ক'লে— 'ওঁ ব'ল যাওঁ'— তাৰ পিছত তাই বিমলৰ ফালে চাই কৈফিয়ৎ দিয়াৰ দৰে ক'লে— 'এইৰ ভোক লাগিছে, আমি ভিতৰলৈ যাওঁ দেই।'

মিনতিহঁতৰ ঘৰত কিছুদিন থকাৰ পিছত বিমলো সিহঁতৰ ঘৰৰ মানুহৰ দৰে হৈ পৰিল। পুনুৱে তাক মাক-দেউতাকৰ নিৰ্দেশক্ৰমে খুৰা বুলি মাতে।

অনিলে মাজে মাজে মিনতিক সোধে— বিমল আৰু ৰেখাৰ কি খবৰ। মিনতিয়ে পাতল হাঁহিৰে উত্তৰ দিলে— 'জানো মই একো ধৰিবই পৰা নাই। বিমলে মাজে মাজে ৰেখাক চাহ বিচৰাহে শুনিছোঁ, হৃদয় বিচাৰিছে নে নাই ধৰিব পৰা নাই। অৱশ্যে ৰেখাই যে তাক নিবিচৰাকৈয়ে সেই হৃদয় বিমলক অৰ্পণ কৰি থৈছে সেইটো হ'লে গম পাওঁ।'

'তুমি দেখোন কোৱা বিমলে আমি নথকা সময়খিনিত দিনটো তোমাৰ লগত কথা-বতৰা পাতিয়ে কটাই দিয়ে। এই বিষয়ে একো আভাস নিদিয়ে নে?'

'তোমাৰ যে কথা!' মিনতিয়ে মৃদু ভৰ্ৎসনাৰ সুৰত উত্তৰ দিয়ে— 'বিমলেনো মোক কি বুলি কি ক'ব?'

'এৰা', ভাবি ভাবি অনিলে উত্তৰ দিয়ে, 'সেইটোওতো ঠিক। সিনো তোমাক কি বুলি ক'ব। যি হওক, আমি এতিয়া বাটকে চাওঁ আৰু। সি যোৱাৰ আগে আগে এদিন প্ৰস্তাৱটো কৰি চালেই হ'ব।'

'ময়ো তাকেই ভাবি থৈছোঁ। সঁচাই— কেনেবাকৈ যদি এই বিয়াখন নহ'ব লাগে বৰ বেয়া লাগিব দেই। বিমলক মোৰ খুব ভাল লাগিছে— ৰেখা খুব সুখী হ'ব পাৰিব। ইমান ভদ্ৰ, ইমান গহীন ল'ৰাটো। অথচ মানবীয় সৰু-সুৰা গুণ সকলো আছে। খুব 'কনচিডাৰেট'। ঘৰৰ মতা মানুহজন সহানুভূতিশীল হ'লে মাইকী মানুহৰ বৰ সুখ হয়। এই কেইদিনতে বিমলৰ মই প্ৰমাণ পালোঁ নহয়! কেতিয়াবা তুমি, ৰেখা কলেজত থকা অৱস্থাত পুনুক লৈ মোৰ খুব দিগদাৰ হয়, বিমলে যে কেনেকৈ গম পায়, নিজে নিজে আহি মোক সহায় কৰেহি, কাঞ্চা বজাৰত যোৱা সময়ত মই পাকঘৰত থকা সময়তো সদায় পুনুক লৈ পাকঘৰতে মোৰ ওচৰত

বহি ইটো-সিটো কৰি দিবই। এইটো তেওঁৰ নিত্য-নৈমিত্তিক অভ্যাসত পৰিণত হৈছে। (?) বাৰে বাৰে ফিৰি যাব লগা হয়— বিমলে পঠাই দিয়ে পঢ়া ক্ষতি কৰি পাকঘৰৰ কাম কৰিব নালাগে বুলি।'

অনিলে হাঁহিলে— 'অ' বিমল দেখিছোঁ গভীৰ পানীৰ মাছ! সি তেন্তে তোমাক সহায় কৰাৰ নামত ৰেখাকহে সহায় কৰে। জানোচা তোমাক কাম-বন কৰি মেলি দি থাকোঁতে ৰেখাৰ পঢ়াৰ ক্ষতি হয় সেই ভাৱিয়ে তোমাক সহানুভূতি দেখুৱায়। নাই মিনু, আৰু ভয় নাই। তুমি এতিয়া নন্দেৰাৰ বিয়াৰ যোগাৰত লাগি যোৱা।"

মিনতিয়েও হাঁহিলে। তাৰ পিছত তাই ক'লে— 'এৰা, এনে লক্ষণতো মই আগতেও আৰু দুই-চাৰিটা দেখিছোঁ— মোৰ বাৰু কিয় ইমানদিনে সেইফালে ভাব যোৱা নাই? সিদিনা গধূলি তোমালোকৰ ইউনিয়নৰ মিটিংখনলৈ বিমলকো যে লৈ গৈছিলা মনত আছে নহয়? সেইদিনা গধূলি যে কি সুন্দৰ জোনাক আছিল, তোমালোকে লাইটৰ উজ্জ্বল পোহৰত মিটিং কৰি নিশ্চয় একেবাৰেই গম নাপালা। গধূলি তোমালোক যোৱাৰ পিছত মই আৰু ৰেখাই বাগানত বহিছিলোঁগৈ। ফাগুন মাহৰ জোনাকত। এনে জোনাক আৰু এতিয়াও নহয়। সকলো যেন ৰোমাণ্টিক হৈ পৰে। মই ৰেখাক সামান্য দুই-এটা কথা কৈ জোকাই আছিলোঁ। হঠাৎ দেখিলোঁ— বিমলৰ আবির্ভাৱ! আমি কিবা সোধাৰ আগতে নিজেই ক'লে যে মিটিংখন অলপো ভাল নলগাত গুচি আহিল। তাৰ পিছত মোক ক'লে— ৰবীন্দ্ৰ সংগীত এটা শুনাব লাগে। মই অৱশ্যে বুজিলোঁ— বেচেৰাই আচলতে কাৰ গান শুনিব খোজে। সেই কাৰণে ৰেখাক ক'লোঁ— মোৰ মাততো ভঙাৰ দৰে হৈছে, তায়ে গাওক না। কিন্তু ৰেখা জানো সহজে ৰাজী হোৱা পাত্ৰী, বিমলৰ প্ৰতি তাইৰ সম্পূর্ণ লাজ এতিয়াও আঁতৰা নাই নহয়। আকৌ বিমলেও মৌখিক ভদ্ৰতা কৰি ক'লে যে ময়েই আগতে গাব লাগে। অগত্যা 'ঐ আমাৰ চাঁদেৰ আলো'টো গাই ৰেখাৰ হতুৱাই দ্বিতীয়টো গোৱালোঁ। অ' সিদিনাও তেন্তে বিমলে মিটিং বেয়া লগাৰ নামত ৰেখাৰ আকৰ্ষণতহে গুচি আহিছিল, তাতে এনেহেন জোনাক ৰাতি! সিহঁতহালক বাগানত অকলে এৰি থৈ আহিবলৈ নানা ছেলু বিচাৰিও কিন্তু আহিব নোৱাৰিলোঁ, তেনে একো ছেলু উলিয়াবও নোৱাৰিলোঁ। ফলত ৰেখাও লাজ কৰি নীৰৱে ৰ'ল, বিমলো নিশ্চয় উপায়হীন হৈ মোৰ লগতে কথা পাতি থাকিল।'

'আহা বেচেৰা!' অনিলে কৃত্রিম নিঃশ্বাস পেলাই সুধিলে— 'ৰেখাৰ সম্পূর্ণ মনটো তুমি বুজি পাইছানে?'

মিনতিয়ে হাঁহিলে— 'এতিয়াও বাকী নে? তোমাৰ ভনীয়েৰা আৰু আগৰ ছোৱালী হৈ থকা নাই। এতিয়া তেওঁ কথা কম কয়, পঢ়া কিতাপ আগত মেলি লৈ আগতকৈ বহুত সময় বেছি বহি থাকে; আগে মুখ আঁচোৰোঁতে বা কাপোৰ পিন্ধোঁতে যিমান সময় লাগিছিল এতিয়া তাতকৈ বহুত সময় লাগে, পুনুক এতিয়াও আগৰ দৰেই লৈ থাকে বা মৰমো কৰে— কিন্তু আগৰ দৰে মনোযোগৰ উচ্ছ্বাস নাই, অলপ অন্যমনস্ক হৈ থাকেই। আগতে বাৰু ৰেখা প্ৰত্যেক দেওবাৰে নিয়মিতভাৱে পাকঘৰত সোমাইছিলনে? এতিয়া কিন্তু সোমায়। ৰেখাই আৰু কি কৰে জানা? ফুলদানীত ফুল নিয়মিতভাৱে আমি দুজনীৰ কোনো এজনীয়েই নথৈছিলোঁ। পিছে ৰেখা এতিয়া সেই বিষয়ত 'ৰেগুলাৰ'। আৰু সময়টো হ'ল, বিমলৰ গা ধোৱা পৰত। কাৰণ ফুল থোৱাৰ সময়ত বিমলৰ কমতো সদায় থ'বলৈ নাপাহৰে।'—

'অৰ্থাৎ'— অনিলে হাঁহি হাঁহি ক'লে— 'বিমলৰ ফুলদানীত ফুল থওঁতে ড্ৰইং ৰুমৰ ফুলদানীতো ফুল থ'বলৈ নাপাহৰে মোৰ ভনীয়ে?'

মিনতিয়েও হাঁহি দিলে।

এদিন আবেলি অনিলে হঠাৎ প্ৰস্তাৱ কৰিলে যে নতুনকৈ সজা কামাখ্যাৰ বাটটোৰে ভুবনেশ্বৰী মন্দিৰলৈ ফুৰিবলৈ যোৱা যাওক। বিমলেতো দেখা নাই।

অনিলহঁত মতা মানুহ। গতিকে দুয়ো বন্ধুৰ ওলাওঁতে বেছি সময় নালাগিল। তাৰ পিছত মিনতিহঁতক সাজপাৰ, প্ৰসাধন কৰিবলৈ অযুক্ত সময়ৰ অনুমোদন কৰি দুয়ো বিমলৰ ঘৰত বহি কথা পাতি থাকিল।

পুনুক সজাই-পৰাই কাকাৰ হাতত দি মিনতি আয়নাৰ ওচৰলৈ আহি দেখে বহুত আগৰে পৰা সাজসজ্জা কৰিবলৈ আৰম্ভ কৰা ৰেখাৰ তেতিয়াও শেষ হোৱা নাই।

'ৰেখা', মিনতিয়ে হাঁহি হাঁহি ক'লে— 'আজি বিমলৰ মুখ ঘূৰি নীলাচল পাহাৰৰ পৰা পৰে বুলি মোৰ ভয়েই লাগিছে।—'

উত্তৰত ৰেখাই মিনতিৰ ফালে কেৱল চকু যোপা কৰি সপ্ৰশ্ন দৃষ্টিৰে চাই ৰ'ল।

'বুজি পোৱা নাই? তুমি যি মোহিনী বেশত এঘণ্টা পৰ ধৰি সাজিছা, তাৰ পিছতনো আৰু বিমলৰ মূৰ নুঘূৰোৱাকৈ থাকিব পাৰেনে?'

ৰেখা খুব অপ্ৰস্তুত হৈ গ'ল। তাই যেন গোপন কিবা এটা কৰিহে হাতে হাতে ধৰা পৰি গ'ল। কেইমুহূৰ্তমান নীৰৱে থাকি তাৰ পিছত তাই বৌৱেকৰ দুষ্টালি হাঁহিৰে ভৰা মুখখনলৈ চাই লাহে লাহে ক'লে— 'নবৌ, মই যদি তোমাৰ দৰে ধুনীয়া হ'লোঁহেঁতেন, তেতিয়াহ'লে কোনো প্ৰসাধনেই নকৰিলোহেঁতেন, তোমাৰ দৰে চকু, তোমাৰ দৰে নাক—'

মিনতিয়ে প্ৰায় খং কৰাৰ দৰে বাধা দি ক'লে— 'থৈ দিয়া, থৈ দিয়া— আমি এতিয়া বুঢ়ী হ'লোঁ, বিয়া-বাৰু কৰাই ল'ৰা-ছোৱালীৰ মাক হ'লোঁ, আমাৰ ৰূপ এতিয়া আৰু কোনেও চাবলৈ নাযায়। আৰু যদি সঁচায়ে ধুনীয়াও হ'লোঁহেঁতেন— ক'লা ছোৱালীৰ আকৌ কিহৰ ৰূপ? হ'লোঁহেঁতেন যদি তোমাৰ দৰে গাৰ বৰণৰ। এৰা— তেতিয়াহ'লে অৱশ্যে ধুনীয়া ধুনীয়া বুলি প্ৰতি মুহূৰ্তে সচেতন হৈ গৰ্বত ওফন্দি থাকিলোঁহেঁতেন।'

ৰেখাই কিবা ক'বলৈ ওলাইছিল— কিন্তু তাৰ আগতেই মিনতিয়ে তাইৰ গাত মৃদুভাৱে ঠেলা এটা মাৰি বাহিৰলৈ পঠিয়াই দিলে— 'ওলোৱা, ওলোৱা— সাজি-কাচি এতিয়া মোকো অলপ সাজিবলৈ নিদিয়ানে?'

ৰেখা লাহে লাহে নিজৰ ঘৰলৈ খোজ ল'লে। মিনু নবৌয়ে মুখত মোক সন্তুষ্ট কৰিবলৈ ক'লে কি হ'ব— তেওঁৰ দৰে ধুনীয়া যদি মই হ'লোঁহেঁতেন। কি অপৰূপ মুখৰ গঢ় আৰু গাৰ সৌষ্ঠৱ মিনু নবৌৰ— । ৰেখাৰ পাতল হুমুনিয়াহ এটা ওলাল।

ভুৱনেশ্বৰী মন্দিৰৰ ওচৰ পাওঁতে ব্ৰহ্মপুত্ৰৰ বুকুত বেলি ডুবিল। সেই অস্তগামী সূৰুযৰ ৰঙা পোহৰ ব্ৰহ্মপুত্ৰৰ বুকুত সিঁচৰতি হৈ পৰা অপূৰ্ব দৃশ্যটো চাৰিও কিছু সময় মুগ্ধ হৈ চালে। তাৰ পিছত মিনতিয়ে গিৰীয়েকৰ ফালে অৰ্থপূৰ্ণ দৃষ্টি নিক্ষেপ কৰি অন্যমনস্ক আৰু আপোনপাহৰা যেন হৈ দলটোৰ পৰা আঁতৰি গুচি গ'ল। লাহে লাহে তাই আৰু ওপৰলৈ উঠি উঠি প্ৰকাণ্ড ডাঙৰ শিল এটাত উঠি সূৰুযৰ শেষ ৰশ্মিৰ ফালে পিঠি দি ব্ৰহ্মপুত্ৰৰ বুকুলৈ চাই ৰ'ল।

অলপ আঁতৰতে পুনুৱে গুলঞ্চ ফুল বুটলি আছিল। ৰেখাই ভাবিছিল— তায়ো বৌৱেকক অনুসৰণ কৰাটো শোভন হ'ব নেকি, কিন্তু আজি যেন তাই বিমলৰ ওচৰৰ পৰা আঁতৰি যাবলৈ একেবাৰে শক্তিহীন হৈ পৰিছে, অগত্যা পুনুক চাবলৈয়ে যে তাইৰ থকাৰ প্ৰয়োজন এনে এটা ভাব দেখুৱাই তাই তাতেই থাকি গ'ল।

প্ৰায় সন্ধিয়াৰ ৰঙা আন্ধাৰত দূৰৈৰ মিনতিৰ মূৰ্তিটো তেতিয়া চিলুৱেটৰ ক'লা ছবিৰ নিচিনা লাগিছিল। সেইফালে চাই অনিলে চিগাৰেট এটা জ্বলাই বন্ধুকো এটা আগবঢ়াই দি ক'লে— 'বিমল, সবাৰ উপৰে মানবী সত্য— নহয়নে?'

চিগাৰেট জ্বলাই বিমলে হাঁহিলে। তাৰ পিছত মূৰ তুলি মিনতিৰ ফালে ক্ষন্তেক পৰ চাই সি ক'লে— 'তাতকৈ নকব কিয়— সবাৰ উপৰে মিনতি সত্য, তাহাৰ উপৰ নাই?'

অনিলে সশব্দে হাঁহি উঠিল। তাৰ পিছত ক'লে— 'খুব সঁচা'— আৰু তাৰ পিছতেই সি প্ৰায় একেজাঁপে পুনুৰ ওচৰ পাই ৰেখাক সচকিত কৰি থাপ মাৰি পুনুক দাঙি লৈ ক'লে— 'ব'ল পুনু— আমি মাৰক লৈ আহোঁগৈ—'

লগে লগে অনিলে ৰেখা আৰু বিমলক তাতে অকলে এৰি গুচি গ'লেই। মিনতিৰ চকুৰ অৰ্থপূৰ্ণ দৃষ্টি সি বুজি পাইছিল।

ৰেখা মুহূৰ্তৰ বাবে হতভম্ব হৈ গ'ল। পুনুৰ স'তে বুটলি দ'ম কৰি থোৱা ফুলবোৰ লিৰিকি-বিদাৰি তাই চকিত গোপন দৃষ্টিৰে বিমললৈ চাই দেখিলে যে বিমলো যেন বৰ বেকায়দাত পৰি গ'ল। তাই কি কৰিব কি নকৰিব, কি ক'ব কি নক'ব ভাবি থাকোঁতে কিছু সময় পাৰ হৈ গ'ল। ইতিমধ্যে কিন্তু বিমলে সহজ হৈ ল'লেই। কাৰণ ৰেখাৰ ফালে চাই অলপ হাঁহি সি সুধিলে— 'আপোনালোকেতো এদম ফুল গোটালে। এইবোৰ এতিয়া কি কৰিব? মটৰত উঠাই লৈ যাব নেকি?'

'নিলে বেয়া নহ'ব। সাধাৰণ ফুল হ'লেও গোন্ধটো বৰ সুন্দৰ। গোটেই বাটটো গোন্ধে আমোলা মোলাই

যাব। বৰ ৰোমাণ্টিক লাগিব।'

এইখিনি কথা যে তাইৰ মুখত ওলাল ৰেখা আচৰিত হৈ গ'ল। বোধহয় এই নির্জন পাহাৰ, এই সন্ধিয়াৰ ধূসৰ আন্ধাৰ, গুলঞ্চ ফুলৰ এই মিঠা গোন্ধ— আৰু ওচৰত বিমল, বিমল— শোৱাৰ আগতে যাৰ নাম জপ কৰি কৰি তাই টোপনি যায়— এই সকলোবোৰে তাইৰ লোখা, ভীৰু প্ৰাণৰ সকলো সংকোচ আঁতৰাই পেলালে।

'অ' মৰমী নবৌ তোমাক ধন্যবাদ।'

'খুব ভাল গোন্ধ নেকি? চাওঁ— ফুল এপাহ দিয়কচোন'— বিমল অলপ আগবাঢ়ি আহিল।

এপাহ? মাত্র এপাহ? মই যে উজাৰ কৰি গোটেইসোপা দিব খোজোঁ। একো নামাতি ৰেখাই এপাহ ফুল বিমললৈ আগবঢ়াই দিলে। তাইৰ বুকুখন অলপ কঁপি উঠিল। বিমলে ফুলপাহ লৈ এবাৰ শুঙি চালে। তাৰ পিছত সি আৰু একো নকৈ মিনতিহঁত থকা ঠাইডোখৰলৈ চাই পঠিয়ালে। বিমলৰ দৃষ্টি অনুসৰণ কৰি ৰেখায়ো চাই দেখিলে যে ককায়েক-বৌৱেকহঁত লাহে লাহে আগবাঢ়ি আহিছে। ৰেখাই বুজিলে যে নাহি উপায় নাই কাৰণেই আহিছে সিহঁত। ৰেখাৰ মনটো সেমেকি গ'ল। জীৱনৰ দুর্লভতম ক্ষণ এটা তাই যেন পাব খুজিও হঠাৎ হেৰুৱাবলগা হ'ল। এনেদৰে বঞ্চিত হোৱাৰ বেদনা সহজে আঁতৰিব নোখোজে।

'নবৌ— এভাবেষ্ট বিজয়ৰ এয়া সম্মানসূচক নিৰ্দশন গ্রহণ কৰক।' বিমলে মিনতিৰ ফালে ফুলটো আগবঢ়াই দিলে।

সকলোৱে হাঁহি দিলে। ৰেখায়ো।

পিছদিনা বিমল গুচি যাবগৈ। ৰেখাই আৰু ক্লাছত কোনোমতেই নিজকে আবদ্ধ কৰি ৰাখিব নোৱাৰিলে, মন বহুওবাতো দূৰৰে কথা। আচলতে আজি এই এসোহমান আগৰে পৰাই ক্লাছত প্ৰফেছৰে দিয়া বক্তৃতাৰ এটা বৰ্ণও ৰেখাৰ কাণত নোসোমোৱা হৈছিল।

প্ৰায় দুটামান বজাত তাই ক্লাছৰ পৰা গুচি আহিল। ঘৰ সোমোৱাৰ সময়ত কিন্তু তাই সম্মুখৰ গে'টেৰে নোসোমাল। পিছফালে এটা বাট আছে, সেই ফালেৰে চোৰৰ দৰে সন্তর্পণে তাই ঘৰ সোমাল।

দুপৰীয়াৰ অখণ্ড নীৰৱতা ঘৰখনত বিৰাজ কৰিছে। কাম-বন শেষ কৰি কাজাও বোধহয় শুইছে। নবৌ, পুনু? নবৌৱেকহঁতৰ শোৱা কোঠালীৰ পৰ্দাখনৰ ওচৰলৈ শব্দহীনভাৱে গৈ জুমি চাই ৰেখাই দেখিলে যে বিছনাত পুনু অকলে শুই আছে, মিনতি নাই। পুনু যাতে সাৰ পাই নপৰে সেই সাৱধানতা অৱলম্বন কৰি তাইৰ দুয়ো কাষত দুটা ডাঙৰ ডাঙৰ গাৰু দি থোৱা আছে।

ৰেখা গৈ তাইৰ কোঠালীত সোমাল। পঢ়া মেজত লৰালৰিকৈ কিতাপবোৰ থৈ তাই ভৰিৰ জোতাযোৰ খুলিব ধৰিলে। উত্তেজনাত ৰেখাৰ বুকুখন ধান বনাদি বানিবলৈ ধৰিলে। মিনু নবৌৱে নিশ্চয় বিমলৰ লগত কথা পাতি আছে। কাইলৈ বিমল যাবগৈ— কি কথা পাতিছে নবৌৱে?

চোৰৰ দৰে হাতত সাৱে ভৰিত সাৱে আগবাঢ়ি গৈ ৰেখা বিমলৰ কোঠালীৰ পৰ্দাৰ ওচৰত ৰ'লগৈ। ৰেখাৰ হৃৎপিণ্ডৰ দ্রুত লয়ৰ শব্দ যদি শুনা যোৱা নাই, আন আৰু কোনো শব্দই তাই কৰা নাই বিমলহঁতে শুনিবলৈ। গতিকে ৰেখাই শুনিলে বিমল আৰু মিনতিৰ কথা-বতৰা, পৰ্দাৰ ইফালে তাইৰ উপস্থিতি সত্বেও একেদৰেই চলি থাকিল।

হঠাৎ ৰেখাই কাণ থিয় কৰিলে— এয়াতো বিমলৰ মাত। কিন্তু এইবোৰ কি ক'ব ধৰিছে বিমলে?... মোক ক্ষমা কৰিব নবৌ, এনে অযাচিত সৌভাগ্যত মই কৃতাৰ্থ হৈ যাব লাগিছিল— কিন্তু... নবৌ... মানে... there is another women ...

নিজৰ ঘৰলৈ উভতি আহোঁতে এইবাৰো কোনো শব্দ নহ'বলৈ প্ৰাণপণ চেষ্টা কৰিবলগীয়া হ'ল ৰেখাই।

তাৰ পিছত তাই ধপ্‌কৈ বিছনাৰ ওপৰত উবুৰি হৈ পৰিল আৰু মুখত গাৰু এটা হেঁচা মাৰি ধৰি প্ৰবল বেগেৰে ওলাই অহা কান্দোনৰ শব্দ বোধ কৰিবলৈ যত্ন কৰিব ধৰিলে।

বিমলৰ ট্ৰেইনৰ সময় আবেলি। ছিট ৰিজাৰ্ভ কৰিবলৈ অনিলে পুৱা চাহ খাই উঠাৰ পিছতে বিমলক লগত লৈ গাড়ী লৈ ষ্টেচনলৈ ওলাল। পুনুও দেউতাক আৰু খুৰাকৰ লগত গ'ল।

মিনতি প্ৰায় নীৰৱেই গৈ আকৌ পাকঘৰত সোমাল। ইমান পৰে সকলোৰে লগত, বিমলৰ লগত বেছ সহজে হাঁহি-মাত-কথাৰেই চলি গৈছিল তাই, কিন্তু ৰেখাৰ লগত অকলশৰীয়া হোৱাৰ লগে লগেই মিনতি তাইৰ আগৰ পৰা পলাই সাৰিল। বেদনা আৰু অপৰাধৰ বোজা লৈ ৰেখাৰ মুখলৈ মুখ তুলি চোৱাৰ যেন তাইৰ সাধ্য নাছিল। আগদিনা ৰাতি অনিলে তাইক বহুতখিনি ভৰ্ৎসনা কৰিলে। ৰেখাৰ এই দুৰ্ভাগ্যৰ বাবে সম্পূৰ্ণ দায়ীতো মিনতিয়েই।

গিৰীয়েকৰ সকলো দোষাৰোপ মিনতিয়ে নীৰৱেই নতশিৰে মানি লৈছিল। এটা শব্দও আৰু তাইৰ মুখৰ পৰা ওলোৱা নাছিল আগদিনা ৰাতি। তলমূৰকৈ আন্ধাৰতে বহুত পৰ বহি আছিল তাই। ৰেখাৰ জীৱনৰ এই বিৰাট ট্ৰেজেদিৰ গুৰিততো তায়েই, ই যে সঁচাতকৈও বেছি, কিন্তু এনে হ'বতো নালাগিছিল, কিয় এনে হ'ল বাৰু, কিয় এনে হয়...

তাৰ পিছত ৰেখা এতিয়া সম্পূৰ্ণ অকলশৰীয়া। বিমল অহাৰ দিনা তাই পাকঘৰতে সোমাই আছিল। নতুন আলহী, প্ৰথম দিনাইতো সাধাৰণভাৱে খুৱাব নোৱাৰি। আজি বিমল যাবগৈ। আজিও সাধাৰণভাৱে খুৱাব নোৱাৰি। নবৌ এতিয়া পাকঘৰতে খুব ব্যস্ত থাকিব, নবৌ, তাই নহয়।

ৰেখা লাহে লাহে ওলাই গ'ল।

খোৱা ঘৰটো তাইৰ কোঠালীটোৰ সংলগ্ন। এই ৰুমটোৰ সিটো মূৰৰ ৰুমটো আলহীৰ। এতিয়া বিমলৰ।

আগফালৰ বাৰাণ্ডাত দুবাৰমান অস্থিৰ পদেৰে ঘূৰাঘূৰি কৰি ৰেখা আকৌ খোৱা ৰুম পালেহি। কিবা এটা কৰিব খুজিও যেন পৰা নাই তেনেভাৱে লাহে লাহে আগবাঢ়ি তাই বিমলৰ ৰুমৰ ওচৰ চাপি আৰু ওঁঠটো কামুৰি ধৰি পৰ্দাখন এহাতেৰে টানি অলপ যেন কিবা ভাবিলে, তাৰ পিছত আকৌ যাবলৈ ধৰিলে। হঠাৎ বিমলৰ ৰুমত সোমাই পৰিল।

কোঠালীটোৰ সকলো একেদৰেই আছে। আজি আৰু কেইঘণ্টামান পিছতে যে এজন মানুহ ইয়াৰ পৰা গুচি যাবগৈ তাৰ কোনো চিনেই নাই। তাই চুকৰ টেবিলখনলৈ চালে, ফুলদানীটোত ইমান দিনৰ মূৰত আজি প্ৰথমবাৰৰ বাবে নতুন ফুল থোৱা হোৱা নাই।

হঠাৎ ৰেখাৰ চকুৰেদি সৰসৰাই পানী পৰিবলৈ ধৰিলে।

কিছু সময়ৰ পিছত আঁচলেৰে চকুলো মচি ইফালে-সিফালে চাবলৈ ধৰিলে। ক'ত বাৰু নামটো পোৱা যাব? ক'ত? ক'ত? তাইৰতো সকলোতে অজস্ৰবাৰ লেখি থোৱা আছে— তাইৰ ডায়েৰীত, তাইৰ নোটবুকত, তাইৰ চিঠি লেখা পেডত... বিমল... বিমল... বিমল, হাজাৰ হাজাৰ নাম।

এচুকত বিমলৰ দুটা বাকচ। ওপৰতে এট্যাচি কেছটো। ৰেখাই ওচৰলৈ গৈ দেখিলে সেইটো খোলা। খোলা, হয়তো চৌৰ্যতাৰ অপৰাধত সন্দেহ কৰিবলগীয়া কোনো মানুহ এই ভদ্ৰ শিক্ষিত ঘৰখনত থাকিব নোৱাৰে বুলিয়েই। এইখন ঘৰৰ চাকৰটো পৰ্যন্ত ভদ্ৰ আৰু বিশ্বাসী। অকণমানি ছোৱালীজনীয়েও এনে শিক্ষা পাইছে যে ভুলতো আনৰ বস্তু নোচোৱে।

ৰেখাই লাহে লাহে তাৰ ঢাকনিখন খুলিলে। সৰু ছুটকেছটো নানাৰকম বস্তুৰে ঠাহ খাই আছে। পুৰণি চিঠিখন, চিঠি লেখা পেড, কেইঅনামান ভঙনীয়া পইচা, মিক্সাৰ পেপাৰ, ফাউণ্টেন পেন, এখন আধা মলিন ৰুমাল আৰু নানা কিবা কিবি। ৰেখাই পগলাৰ দৰে বস্তুবোৰ ওলট-পালট কৰি বিচাৰিব ধৰিলে...।

কি নাম তাইৰ? কি? কি?

এটা অসহ্য অব্যক্ত যন্ত্ৰণাময় কৌতূহলৰ তাড়নাত ৰেখাই বিমলৰ ছুটকেছটো তচ-নচ কৰি চাব ধৰিলে। কি যে এটা সুদৃঢ় অদ্ভুত বিশ্বাস, তাইৰ ৰক্তাক্ত বেদনাৰ কৌতূহলৰ জ্বালা নিবৃত্ত হ'বই হ'ব।

অবশেষত এবাৰ নোটবুকখনৰ মাজৰ পাত এখিলাতে তাই হঠাৎ থামি গ'ল। তাইৰ মুখলৈ মৃত্যুৰ স্তব্ধতা নামি আহিল। নোটবুকখনত লেখা আছে— নবৌ-মিনু-মিনতি— হায় আকাশকুসুম!

(১৯৬৪)

# ক্ষণিকা

প্ৰথমতে এটা হামি কাঢ়ি তাৰ পিছত গাটো এঙামুৰি দি বন্দনাই কৈ উঠিল, 'অসহ্য লাগিছে আৰু— কেতিয়া যে গাড়ীখন গেৰেজৰ পৰা ওলাব! এই দহ দিনতে মোৰ দহ যুগ যেন লাগি গৈছে—। কেতিয়া যে এই মৰিশালীখনৰ মাজৰ পৰা ওলাই এবাৰ মানুহৰ ৰাজ্যৰ পৰ ঘূৰি আহিমগৈ।'

বন্দনাৰ বিৰক্তিসূচক মন্তব্যটো শুনি গিৰীয়েক তাৰক দত্তই মুখৰ চিগাৰেটটোত কেইহোপামান মাৰি অলপ সময় নীৰৱে বন্দনাৰ ফালে চাই ৰ'ল। তাৰ পিছত ক'লে- 'ঘৰত সোমাই থাকি ইমান বিৰক্ত বোধ কৰি থকাতকৈ কেম্পাছৰে কাৰোবাৰ ঘৰৰ পৰা ঘূৰি নাহাগৈ কিয়?'

বন্দনাৰ মুখখন বিৰক্তিত আৰু বেছি বিকৃত হৈ উঠিল— 'এই দহ দিন সেই কামটো কৰিবলৈ বাদ দিছোঁনে? তোমালোকৰ নো কেইজন প্ৰফেছৰে বিয়া কৰাইছে হে প্ৰতি ঘৰে ঘৰে ফুৰিবলৈ যাবলৈ? গোটেই কেম্পাছটোৰ ভিতৰত যাবলগীয়া মানুহ দেখোন চাৰিঘৰহে আছে। সেই কেইঘৰলৈকে বাৰে বাৰে যামনো কিমান?'

ঘৈণীয়েকৰ কথাৰ উত্তৰত তাৰক দত্তই এইবাৰ আৰু একো নামাতিলে। বন্দনাই ঠিকেই কৈছে। কেম্পাছটোত মাত্ৰ কেইঘৰমানহে পৰিয়াল থকা মানুহ আছে। এই ইঞ্জিনীয়াৰিং কলেজটো স্থাপিত হোৱাৰ মাত্ৰ ছবছৰহে হৈছে। ইয়াত কামকৰা ইঞ্জিনীয়াৰবোৰ বেছিভাগেই কম বয়সীয়া ডেকা মানুহ। তাৰ ভিতৰত তেওঁক লৈ আৰু মাত্ৰ চাৰিজন প্ৰফেছৰেহে বিয়া কৰাইছে। গতিকে কেম্পাছটো তেনেকৈ জনপূৰ্ণ হ'ব পৰা নাই। বিৰাট বিৰাট কোৱাৰ্টাৰবোৰ মাইকী মানুহৰ কথা-বতৰা, ল'ৰা-ছোৱালীৰ কাকলিৰে ভৰি পৰিবলৈ এতিয়াও আৰু কেইবাবছৰো লাগিব।

তাৰক দত্তৰ বিয়া হোৱাৰ মাত্ৰ এবছৰহে হৈছে। ঘৈণীয়েক বন্দনা গুৱাহাটী নগৰৰ ছোৱালী। সৰুৰে পৰা নগৰৰ হাই-উৰুমিৰ মাজত ডাঙৰ-দীঘল হৈ আহিছে। গতিকে বিয়াৰ পিছত যেতিয়া গিৰীয়েকৰ লগত ইয়াত থাকিবলগীয়া হ'লহি, তাইৰ ঠাইখন মৰিশালী যেন লাগি গ'ল— মৰিশালীৰ দৰেই যেন অখণ্ড নীৰৱতা ঠাইখনত সকলো সময়তে বিৰাজ কৰিছে। চহৰৰ পৰা চাৰি মাইল দূৰ। কলেজৰ নিজস্ব মাটিৰ আয়তন খুব বেছি। এই কেম্পাছটোৰ দূৰে দূৰে এফালে পাহাৰ, এফালে চহৰলৈ যোৱা চিধা পকী ৰাস্তা, এফালে বিৰাট বিস্তীৰ্ণ এখন পথাৰ আৰু এফালে বাঁহেৰে আগুৰি থকা এখন গাঁৱৰ সীমা ৰেখা।

কেতিয়াবা কেতিয়াবা অসহ্য লাগি যায় বন্দনাৰ। এনেকুৱা নিজান ঠাইতো মানুহ থাকিব পাৰেনে? বহুতে কয় যে তাই হেনো বৰ ভাগ্যৱতী ছোৱালী— তাইৰ দৰে সাধাৰণ ঘৰৰ ছোৱালী এজনীয়ে বিলাত-ফেৰৎ ইঞ্জিনীয়াৰ দৰা পোৱাটো সঁচায়ে বৰ ভাগ্যৰ কথা। কথাটো যে মিছা নহয় তাই জানে, সেইবাবে মনে মনে তাইৰ এটা গৰ্বও নোহোৱা নহয়। কিন্তু সেই গৰ্ববোধে জানো সকলো সময়তে এই ভয়ংকৰ নিজান ঠাই এখনত প্ৰায় সমাজ বহিৰ্ভূত হৈ থাকিবলগীয়া হোৱা দুঃসহ অৱস্থাত সান্ত্বনা দি থাকিব পাৰে? গৌৰৱতকৈ জীৱনত সুখ নিশ্চয় ডাঙৰ কথা— চহৰৰ হাই-উৰুমিৰ মাজত অলপ কম সচ্ছল অৱস্থাত থকাত জানো এনে ঠাইত সচ্ছল অৱস্থাত থকাতকৈ বেছি সুখ নাই?

অৱশ্যে চহৰলৈ প্ৰায়ে যোৱা হয় সিহঁতৰ। তাৰক দত্তৰ গাড়ী এখন আছে। কিন্তু আজি কেইবাদিনো ধৰি গাড়ীখন গেৰেজত সোমাই থকাত বন্দনাৰ অশান্তিৰ পাৰ নাই। কিমান নো সোমাই থকা যায় এই ঠাইখনত।

কিছু সময় দুয়ো গিৰীয়েক-ঘৈণীয়েক মনে মনে ৰ'ল। তাৰক দত্তই আৰু এডাল চিগাৰেট জ্বলাই হুপিবলৈ ধৰিলে আৰু বন্দনাই গাটো লৰাই-চৰাই বেতৰ চকীখনত আৰাম কৰি বহি লৈ সম্মুখৰ জন বিৰল ৰাস্তাৰ ফালে চাই ৰ'ল।

তাৰ পিছত হঠাৎ এবাৰ সেই নীৰৱতা ভংগ কৰি তাৰক দত্তই উৎসাহিত মাতেৰে কৈ উঠিল—'আজি

আমি সেই গাঁওখনৰ পৰাই ফুৰি আহোঁগৈ ব'লা বন্দনা। সদায় যাওঁ যাওঁ কৰি এদিনো যোৱা হোৱা নাই।'

'ব'লা'— খুব উৎসাহিত নহ'লেও আপত্তিও নকৰিলে বন্দনাই। দূৰৰ সেই বাঁহেৰে ঘেৰা গাঁওখনলৈ মাজে মাজে যোৱাৰ কথা বন্দনাই প্ৰায়ে তাৰকক কৈ থাকিছিল। চহৰত আজন্ম পালিতা ছোৱালী, গতিকে ইমান ওচৰতে থকা গাঁও এখন চাবলৈ যাবলৈ তাইৰ প্ৰায়ে মন গৈ থাকে। কৌতূহলো জাগি থাকে। তাইৰ লগতে হয়ভৰ দি তাৰকেও কয়— 'এৰা, যাব লাগিব ৰ'বা।' কিন্তু আচৰিত কথা যে আগ্ৰহ-উৎসাহ একোৰে অভাৱ নঘটা সত্ত্বেও আজি এই এবছৰে সিহঁতে এদিনৰ বাবেও গাঁওখনলৈ ফুৰিব যাব পৰা নাই বা যোৱা নাই। ইচ্ছাটো ঠিকেই থাকে কিন্তু কিয় যে যোৱা নহয়, কি যে এটা এলাহ লাগি থাকে, আচৰিত!

তাৰ পিছত আজি ইমান দিনৰ মূৰত যেনিবা সঁচাকৈয়ে সেই যোৱাটো হৈ উঠিব ঃ

'অলপ ফিৰ্‌ফিৰীয়া ঠাণ্ডা বতাহ মাৰিছে দেখোন— গাত শ্বাল এখন লৈ আহোঁ ৰ'বা।'

আন একো প্ৰসাধনৰ বা সাজ-পোছাক সলোৱাৰ প্ৰয়োজন নাছিল বন্দনাৰ। অফুৰন্ত সময়ৰ আবেলিটোৰ একাংশ তাইৰ নিজক সজোৱাত ব্যয়িত হয়—।

দুই মিনিটৰ পিছতে বন্দনা ওলাই আহিল।

তেতিয়া আবেলিৰ ৰঙা ৰ'দে চাৰিওফালে টৌৱাই পেলাইছিল। ফাগুন মাহৰ আবেলিৰ মিঠা ৰঙা ৰ'দে। ফিৰ্‌ফিৰীয়া একোজাক বতাহ আহি গাবোৰ শিহৰাই থৈ যায়।

'আবেলিটো ইমান ধুনীয়া হৈছে—' বন্দনাই অলপ দূৰ আগবাঢ়ি মন্তব্য দিলে, 'এৰা, সঁচায়ে বৰ ধুনীয়া হৈছে। বসন্ত কালৰ আবেলিবোৰ সাধাৰণতে ধুনীয়া হয়েই। পিছে আমাৰ দৰে গাড়ীত ফুৰি ফুৰাসকলে খুব কমেইহে এনে সন্ধিয়াবোৰ উপভোগ কৰিবলৈ পাওঁ।'

তাৰক দত্তই ঘৈণীয়েকৰ কথা শলাগি ক'লে।

যদিও অলপ আগলৈকে গাড়ীত উঠি ফুৰিবলৈ যাব নোপোৱাৰ আক্ষেপকে কৰি আছিল বন্দনাই, এতিয়া তায়ো গিৰীয়েকৰ কথাকে সমৰ্থন কৰি কৈ উঠিল— 'কথাটো পিছে সঁচা। প্ৰকৃতিৰ দৃশ্য উপভোগ কৰিব লাগিলে গাড়ী-চাড়ীত উঠি ফুৰিলে নচলে। এতিয়াই চোৱাচোন, এই যে আবেলিৰ ৰঙা ৰ'দ পৰি বাটটোৰ ঘাঁহবোৰে এনে অপূৰ্ব বৰণ ধৰিছে, তাৰ ওপৰেদি আমি খোজ কাঢ়ি আহিছোঁ, আকাশৰ খণ্ড খণ্ড মেঘবোৰত সেই একে ৰঙা ৰ'দ পৰি কেনে অপাৰ্থিৱ হৈ পৰিছে, জাক জাক বগলী মূৰৰ ওপৰৰ আকাশেদি উৰি উৰি দিগন্তত বিলীন হৈ গৈছে— এই অদ্ভুত সুন্দৰ দৃশ্যবোৰ জানো আমি গাড়ীত উঠি উপভোগ কৰিব পাৰোঁ? ...এ আমি দেখোন গাঁও পালোঁহিয়েই— ইমান ওচৰ নে?' বন্দনাই প্ৰকৃতিৰ মুগ্ধ বৰ্ণনাৰ মাজতে প্ৰায় আচৰিত হোৱাৰ দৰে চিঞৰি কৈ উঠিল।

'ওচৰেইতো, তুমি নো কিমান দূৰ বুলি ভাবি আছিলা অত দিনে? ঘৰৰ পৰা অলপ দূৰতে থকা চকুৰে সদায় দেখি থকা গাঁও এখনলৈ আহোঁতে ইমান সময়ে লাগে।'

বন্দনাই গিৰীয়েকৰ কথাত অলপ আক্ষেপৰ সুৰত কোৱাৰ দৰেই কৈ উঠিল— 'অথচ ইমান ওচৰৰ ঠাই এখনলৈকে আমি অত দিনে আহোঁ আহোঁ বুলিও আহিব পৰা নাই।'

তেতিয়াও অৱশ্যে বন্দনাহঁত ঠিক গাঁও সোমোৱা নাছিল— গাঁও সোমোৱা, বাঁহেৰে ঘেঁৰা ঘাই ৰাস্তাটোৰ মূৰত ভৰিহে দিছিল। বাঁহেৰে আগুৰি থকাই নেকি, সেই বাটটোৰে আগবাঢ়ি গৈ হঠাৎ বন্দনাৰ পোহৰৰ ৰাজ্যৰ পৰা গৈ এখন সেউজীয়া আন্ধাৰৰ মায়াময় ৰাজ্যত সোমোৱা যেন লাগি গ'ল। তাইৰ মনলৈ আহিল কলেজত পঢ়া কীট্‌ছৰ নাইটিংগেল চৰাইৰ ৰাজ্যখনৰ কথা। কিন্তু সেই কথা এতিয়া তাইৰ তাৰকক ক'বলৈ মন নগ'ল— অৱশ্যে ইঞ্জিনীয়াৰ মানুহ যদিও তাৰকে খুব কবিতা পঢ়ে, নিশ্চয় কীট্‌ছৰ কবিতাও পঢ়িছে। পিছে এই অপৰূপ আন্ধাৰৰ মায়াই হঠাৎ তাইৰ মনটো ইমান মোহাবিষ্ট কৰি তুলিছে যে কোনো ধৰণৰ কথা পাতিও সেই মায়াজাল ছিন্ন কৰিবৰ মন যোৱা নাই।

কিন্তু সেই অদ্ভুত আন্ধাৰৰ পথখিনি বেছি দীঘলীয়া নহ'ল। অলপ দূৰ গৈয়ে সিহঁতে এডোখৰ মুকলি ঠাইত ওলালগৈ। এখন সৰু পথাৰেই— তাৰ এদাঁতিত এটা লুংলুঙীয়া ৰাস্তা আৰু সেই ৰাস্তাটোৰ কাষতে

সৰু সৰু খেৰৰ ঘৰ কিছুমান। বন্দনাইতে বুজিলে যে সিহঁত আচল গাঁৱৰ মাজত সোমাইছে।

ইমান পৰৰ নীৰৱতাৰ পিছত তাৰক দত্তই এইবাৰ বন্দনাৰ মুখৰ ফালে চাই সৰু হাঁহি এটা মাৰি সুধিলে — 'কেনে লাগিছে?'

তাৰকৰ মাতত অলপ যেন উচপ খাই উঠিল বন্দনা। ইমান পৰে যেন কিবা আপোন ভাবত বিভোৰ হৈ আছিল তাই অথবা প্ৰকৃতিৰ বুকুৰ এই সৰু গাঁওখনিৰ সেউজী সৌন্দৰ্যত মুগ্ধ মন একেবাৰে অন্যমনস্ক হৈ গৈছিল। এতিয়া গিৰীয়েকৰ প্ৰশ্নত তায়ো এটা হাঁহি মাৰি ক'লে— 'বেছ ভাল লাগিছে। সেইটো বাৰু কি ফুলৰ গোন্ধ আহিছে? এনে মন মতলীয়া কৰা গোন্ধ মই জগতে পোৱাই নাছিলোঁ—"

বন্দনাৰ কথা ঠিকেই— তাৰকে নিজেও গাঁওখনত ভৰি দিয়াৰ লগে লগেই সেই ফুলৰ সুবাস অপৰ্যাপ্তভাৱে পাইছিল। কিন্তু বন্দনাৰ দৰে তেওঁৰ কাৰণে গোন্ধটো অচিনাকি নাছিল, সেইটো যে ৰবাব টেঙা ফুলৰ গোন্ধ নাকত পৰাৰ লগে লগেই তেওঁ বুজি পাইছিল। এতিয়া তেওঁ নামটো বন্দনাক কোৱাৰ পিছত তাই ক'লে — 'কি আচৰিত কথা— ইমান সাধাৰণ বস্তুৰ ইমান অসাধাৰণ সুন্দৰ গোন্ধ! পিছে গাঁৱৰ বিশেষত্বই নেকি এইটো— চোৱাচোন প্ৰত্যেকটো সৰু সৰু সাধাৰণ বস্তুকে কি ধুনীয়া লাগিছে। সৌ যে ঘৰটোৰ চালত পাৰযুৰি পৰি আছে, লাউ বগাইছে, চোতালখনৰ এমূৰে দামুৰী পোৱালিটো বহি আছে— এই সকলোবোৰ সৰু সৰু দৃশ্যই যে কি অপৰূপ লাগিছে তোমাক কি ক'ম—'

কথা কৈ কৈ দুয়ো আগবাঢ়িছিল। আৰু কিছুদূৰ যোৱাৰ পিছত সিহঁত দুটা এনে এডোখৰ ঠাইত ওলালগৈ য'ৰ পৰা বাটটো দুফালে দুভাগ হৈ গৈছে। তাৰে এটা বাট অলপ যেন জংঘলাকীৰ্ণ আৰু আনটো বাট গাঁওখনৰ ঘনবসতি অঞ্চলৰ মাজলৈ আগবাঢ়ি গৈছে।

তাৰক ৰৈ গ'ল। 'কোনফালে যাবা বন্দনা?'

'মানুহ থকা ফালে যাবলৈ বেয়া লাগে, এই লুংলুঙীয়া জংঘলী বাটটোৰে অলপ গৈ থাকোঁ ব'লাচোন—'

'ব'লা'— তাৰকে আকৌ খোজ ধৰিলে।

আকৌ আৰম্ভ হ'ল সেউজী আন্ধাৰৰ সমাৰোহ। দুয়োফালে বাঁহৰ জোপোহা আৰু নাম নজনা অজস্ৰ বননীয়া গছ— তাৰ মাজেৰে সৰু বাটটো। সূৰ্যৰ পোহৰ তেতিয়া ম্লান হৈ আহিছিল, তথাপি সেই ম্লান পোহৰৰ ৰেখা বাঁহ গছৰ মাজেৰে আহি কাষৰ জোপোহাবোৰত আৰু শুকান পাতেৰে ভৰি থকা বাটটোত এনেকৈ পৰিছিল যে সেই ক্ষীণ পোহৰৰ আভাত ঠাইখিনিত এক অদ্ভুত ম্লান সৌন্দৰ্যৰ সৃষ্টি কৰিছিল। তেতিয়াও গা সিৰ্‌সিৰাই নিয়া ঠাণ্ডা মলয়া বতাহৰ ৰিব্‌ৰিবনি বলিয়েই আছিল, গছৰ পাতবোৰ কঁপি আছিল আৰু তাৰ লগতে কঁপিছিল পাতবোৰৰ অ'ত-ত'ত সিঁচৰতি হৈ পৰা সোণালী ম্লান ৰ'দবোৰ। হঠাৎ সেইফালে চাই বন্দনাই গুণ্‌গুণাই উঠিল— 'এইতো ভালো লেগেছিলো আলোৰ নাচন পাতায় পাতায়—' এটা মাত্ৰ ৰবীন্দ্ৰ সঙ্গীতৰ কলি— কিন্তু তাৰকৰ এনে ভাব হ'ল সেই এটা গানৰ কলিতেই যেন সমস্ত বননী সংগীতৰ মূৰ্চ্ছনাৰে ঝঙ্কৃত হৈ উঠিল— ইমান সময় সেই নিস্তব্ধ বাঁহৰ জাবণিখন অকল নামহীন চৰাইৰ মাতেৰেহে মুখৰিত হৈ উঠিছিল, এতিয়া বন্দনাৰ গানৰ লগত চৰাইৰ গান মিলি এক অপূৰ্ব ঐক্যতানৰ মোহজাল বিস্তাৰ কৰিলে।

তাৰক একেবাৰে অবাক হৈ গ'ল— ঘৰৰ পৰা মাত্ৰ এক ফাৰ্লংমান দূৰৈৰ এখন সৰু গাঁও আৰু সেই গাঁওখন লালিত-পালিত হোৱা প্ৰকৃতিৰ কোলাই তাৰ মনটো অলপ সময়ৰ ব্যৱধানতে কি অপৰূপ আবেগেৰেই যে মথিত কৰি নুতুলিলে।

বন্দনা আৰু তাৰক কাৰো মুখত কথা নাছিল। দুয়ো কেৱল সম্মোহিত মানুহ এহালৰ দৰে সেই সৰু হাবি পথটোৰে আগবাঢ়িয়ে গৈ আছিল।

তাৰ পিছত সিহঁত দুটা হঠাৎ আৰু এক বিস্ময়ৰ সম্মুখীন হৈ থমকি ৰ'ল। বাটটো হঠাতে শেষ হৈ গ'ল, কাষৰ বননী, বাঁহগছবোৰো অন্ত পৰিল, ঠাইখিনি মুকলি হৈ গ'ল আৰু সিহঁতে দেখা পালে সমুখতে এখন অকণমানি ৰূপালী নৈ। প্ৰায় অস্তমিত সূৰ্যৰ ৰঙা ৰেখাবোৰ এতিয়া আৰু গছৰ পাতত নাচি নাথাকি ঢৌবোৰৰ

টিঙত উঠিছে নাচিব ধৰিছে আৰু তাৰ তালে তালে যেন আনন্দত চঞ্চল হৈ গাত শেষ সূৰ্যৰ ৰঙা বোল সানি নৈখনো আগবাঢ়ি গৈ আছে। ইপাৰৰ হাবিৰ সলনি সিপাৰে আছিল এক বিস্তীৰ্ণ প্ৰান্তৰ,— প্ৰথমে এটা বালিচৰ আৰু তাৰ সিফালে এখন পথাৰ। সেই বালিৰ অ'ত-ত'ত কেইজোপামান ঝাউগছো মাৰ যাব খোজা বেলিৰ ৰঙা ৰঙেৰে ৰাঙলি হৈ মৃদু মলয়াত হালি-জালি আছিল। সেই বালিচৰ ভাণ্ডি ভাণ্ডি কেইজনীমান গাভৰু ছোৱালীয়ে কাষত কলহ লৈ নৈৰ ফালে পিঠি দি আগবাঢ়ি গৈ আছিল।

মৃদু বতাহে পাতৰ সিৰ্‌সিৰনি তুলি আৰু নাম নজনা চৰায়ে মাজে মাজে চিঞৰি উঠি যি শব্দৰ সৃষ্টি কৰিছিল সেই শব্দই আবেলিৰ সেই বিৰাট নীৰৱ প্ৰাকৃতিক স্তব্ধতা ভংগ কৰাতকৈ তাক অধিকতৰ স্তব্ধহে কৰি তুলিছিল। এতিয়া নৈখনৰ মুখামুখি হৈ বন্দনাই হঠাৎ চিঞৰি উঠিল— 'আয়ে দেহি!' মুহূৰ্ততে প্ৰকৃতিৰ নীৰৱতা যেন টুকুৰা টুকুৰ হৈ ভাগি পৰিল।

ইমান পৰে তাৰকে এবাৰো বন্দনাৰ ফালে চোৱা নাছিল— এইবাৰ কিন্তু বন্দনাৰ উচ্ছ্বসিত মন্তব্যৰ চিঞৰত তাইৰ ফালে ঘূৰি চাই তাৰ মনে উচপ খাই উঠিল। জীৱনত কোনোদিনে নেদেখা এক অপাৰ্থিব সৌন্দৰ্য বন্দনাৰ মুখত প্ৰতিফলিত হোৱা আবিষ্কাৰ কৰি তাৰক মুগ্ধ বিস্ময়ত হতবাক হৈ চাই ৰ'ল—কিন্তু লগে লগে তাৰ অন্তৰখনো এক অদ্ভুত অবুজ বেদনাত মোচৰ খাই উঠিল। কিন্তু কিয়? কিয় এই নামহীন বিষাদে তাৰ মনটো আগুৰি পেলালে? বন্দনাৰ এই সৌন্দৰ্য উপভোগ কৰাততো তাক বাধা দিওঁতা কোনো নাই—।

বুকু ভেদি এটা হুমুনিয়াহ ওলাই আহিল তাৰকৰ। তাৰ অন্তৰৰ অন্তঃস্থলীৰ পৰা যেন কোনোবাই তাক কৈ উঠিল— বন্দনাৰ এই সৌন্দৰ্য যদিও তাৰ ধৰা-ছোৱাৰ ভিতৰতে তথাপি তাকে সি বেছি পৰ উপভোগ কৰিবলৈ নাপায়। পৃথিৱীৰ ক্ষণস্থায়ী ভংগুৰ জীৱনৰ দৰেই সৌন্দৰ্যৰ আয়ুসো অলপ সময়ৰ কাৰণেহে। আৰু অলপ সময়ৰ পিছতে সন্ধিয়াৰ অন্ধকাৰে চাৰিওফালে আগুৰি ধৰিব, সেই আন্ধাৰে হঠাতে বন্দনাৰ মুখৰ অপাৰ্থিব সৌন্দৰ্য গ্ৰাস কৰি পেলাব— সিহঁত তেতিয়া ঘৰলৈ উভতিব আৰু ঘৰত সি যি বন্দনাক লগ পাব সেই বন্দনাৰ মুখত এতিয়াৰ, এই শেষ আবেলিৰ এই অপৰূপ সৌন্দৰ্যৰ আৰু কোনো চিহ্নই অৱশিষ্ট নাথাকিব। সংসাৰৰ প্ৰাত্যহিক তুচ্ছতাই দস্যুৰ দৰে হিংস্ৰভাৱে সেই সৌন্দৰ্য অপহৰণ কৰি লৈ যাব। অৱশ্যে সিহঁত দুটা হয়তো আকৌ কোনো এক বিয়লি বেলা— কোনো এক কিয়— হয়তো কাইলৈয়ে আকৌ এই ঠাইলৈ, বসন্তকালৰ এই বিয়লি বেলাৰ অদ্ভুত সুন্দৰ নৈৰ পাৰলৈ ফুৰিবলৈ আহিব, তাৰ পিছদিনাও আহিব, কিন্তু তেতিয়াও জানো আজিৰ দৰে একেদৰেই প্ৰকৃতিৰ এই বিপুল সৌন্দৰ্য এনে হৃদয় মথিত কৰা আবেগ মণ্ডিত হৈ বন্দনাৰ মুখমণ্ডলত প্ৰতিফলিত হ'ব? লাহে লাহে দিনবোৰ বাগৰি যাব, সিহঁত এই নৈখনৰ পাৰলৈ ফুৰিবলৈ অহাটো এটা অভ্যাসত পৰিণত হ'ব—তাৰ তাৰ পিছত? এদিন সিহঁতে আবিষ্কাৰ কৰিব যে কেনেবাকৈ এই নৈখনৰ অভিনৱত্ব, নতুনত্ব হেৰাই গৈছে আৰু তেতিয়া হয়তো সংসাৰৰ প্ৰাত্যহিক তুচ্ছতাৰ দৰেই এই বসন্তকালৰ আবেলিৰ ৰাঙলি নৈখনৰ অনিৰ্বচনীয় সৌন্দৰ্য আৰু ইয়ালৈ ফুৰিবলৈ আহি লাভ কৰা আনন্দও ম্লান পৰি যাব। আৰু তাতোকৈও ডাঙৰ কথা— তেতিয়া জানো সি মাত্ৰ এক মুহূৰ্তৰ কাৰণেও বন্দনাৰ মুখত এই হৃদয় মথিত কৰা অপাৰ্থিব সৌন্দৰ্যৰ তিলমাত্ৰও দেখা পাব পাৰিব?

'ইমান তন্ময় হৈ কি ভাবিছাহে? ইঞ্জিনীয়াৰ গুচি দেখোন খন্তেকৰ ভিতৰতে কবি-দাৰ্শনিকৰ দৰে আপোনপাহৰা হৈ গ'লা? আন্ধাৰেই যে হৈ আহিল দেখা নাই? বনৰীয়া বাট, মোৰ এতিয়া অলপ গাটো চমচমেই কৰিছে, সোনকালে যাওঁ ব'লা।'

বন্দনাৰ মাত। অলপ চমকিয়েই তাৰকে ঘৈণীয়েকৰ ফালে ঘূৰি চালে। অতি সহজ-সাধাৰণ বন্দনাৰ মাত। তাৰকে এটা দীৰ্ঘশ্বাস পেলালে আৰু তাৰ পিছত সিয়ো সহজ মাতেৰে ক'লে— 'ব'লা।' মনৰ ভিতৰত কিন্তু সি একপ্ৰকাৰ আৰ্তনাদ কৰি উঠিল— অলপ আগতেও দেখা বন্দনাজনী ইমান সোনকালে ক'ত হেৰাই গ'ল বাৰু?

# বৰষুণ (১)

আগফালৰ বাৰাণ্ডালৈ আভা নিঃশব্দে ওলাই আহিল। প্ৰথমে ঘোৰ ক'লা মেঘে সমস্ত আকাশ জুৰি ধৰিলে, এতিয়া এই চাৰি বজাৰ আবেলিৰ ৰঙা ৰঙে সন্ধিয়াৰ ধূসৰ ক'লা ৰং বুলি ভ্ৰম হ'ব পৰা অৱস্থা হৈ পৰিল, প্ৰবল বেগে ববলৈ ধৰা বতাহৰ অত্যাচাৰত ডাঙৰ ডাঙৰ গছবোৰৰ আগত প্ৰবল হেন্দোলনি জাগিল, গভীৰ ত্ৰাস সঞ্চাৰিত হোৱা চৰাইবোৰ কোবাকুবিকৈ নিজ বাহু অভিমুখে উৰিবলৈ ধৰিলে, প্ৰদীপ বৰুৱাৰ বাগানত ৰঙবৰণ ফুলৰ এতিয়াও অৱশিষ্ট থকা ডালিয়া, ডায়েন্থাছ আৰু এণ্টিৰিনিয়ামৰ গছবোৰ বতাহৰ কোব খাই ইফালে-সিফালে অতি অসহায়তাৰে আন্দোলিত হ'বলৈ ধৰিলে। ঘনে ঘনে বিজুলী-ঢেৰেকনি মাৰিবলৈ ধৰিলে আৰু তাৰ পিছত এইবাৰ মুষলধাৰে পৃথিৱীৰ বুকুলৈ বৰষুণৰ ঢল নামি আহিল...

আভা থিয় হৈ সন্মুখলৈ চায়ে থাকিল, অলপ পিছত নতুন বৰষুণ পৰি তিতি উঠা শুকান মাটিৰ তীব্ৰ আৰ্দ্ৰ মধুৰ গোন্ধটো নাকত লাগিলহি। দীঘলকৈ উশাহ টানি টানি সেই গোন্ধ কেইবাৰমান প্ৰাণভৰি লোৱাৰ পিছত বাৰাণ্ডাৰ ৰেলিঙত হাত এখন ভেজা দি সন্মুখৰ বৃষ্টিধূসৰ বাগানখনলৈ অলপ সময় আভাই উদাসভাৱে চাই ৰ'ল আৰু তাৰ পিছত হঠাতে উচপ খাই উঠিল তাই— ৰেলিঙত ৰখা হাতখনৰ ওপৰত এয়া কাৰ চকুলো সৰিল? চমকি ওপৰলৈ চাই আভাৰ মুখত মৃদু হাঁহিৰ ঢউ খেলি গ'ল।...

প্ৰদীপ বৰুৱাৰ বাগানৰ মাধৱীলতাডাল ওপৰলৈ উধাই উধাই একেবাৰে দোতালাৰ কাৰ্ণিছ পাইছেগৈ, তাৰ পৰা থোপাথোপে ফুলবোৰ তললৈ হাউলি পৰিছে, সেই ফুলত পৰা বৰষুণৰ টোপালবোৰৰ কেইটামান টোপাল এয়া যেন কাৰোবাৰ চকুলো হৈ সৰিছে।...

অকাৰণতে আভাৰ বুকু ঠেলি এটা দীৰ্ঘশ্বাস বাহিৰ হৈ আহিল। তাৰ পিছত তাই লাহে লাহে ভিতৰলৈ সোমাই গ'ল।

ভিতৰত তেতিয়া মৈত্ৰী সংঘৰ সভ্যাসকলৰ মাজত বৰষুণৰ আলোচনাই চলি আছিল।

সংঘৰ সভ্যাসকলৰ ভিতৰত বয়োজ্যেষ্ঠা শ্ৰীমতী ৰমা তালুকদাৰে তেতিয়া চিন্তিতমুখে কৈ আছিল; 'এনে অসময়ত আহিল আপদ বৰষুণজাক, কেতিয়া বা এৰে! মই আকৌ ঘৰলৈ গৈ ৰাজীৱক বজাৰলৈ পঠিয়াইহে ভাত ৰান্ধিব পাৰিম। সংঘলৈ আহিবৰ সময়ত যদি কিবা উমঘামো দেখিলোঁহেঁতেন বৰষুণ অহাৰ।'

সংঘৰ চিলাই-পাতিৰ ভাৰপ্ৰাপ্ত সম্পাদিকা হিৰণ শইকীয়াই ক'লে— 'ব'হাগ মাহৰ প্ৰথম বৰষুণ, অসময়ত আহি আমাক অসুবিধাত পেলালেও বৰষুণখিনি কিন্তু ভালেই লাগিছে মোৰ। এনে বতৰত বহি বহি উলৰ কাম কৰি থাকিবলৈ বৰ ভাল।'

আনতকৈ সদায় অলপ নতুন ধৰণৰ কথা-বতৰা ক'ব জনা বুলি মনে মনে যহ কৰা চিন্ময়ী গোহাঁয়ে ক'লে— 'ইয়াকেই বঙালীত কয় বোলে কাৰুৰ পৌষমাস কাৰুৰ সৰ্বনাশ! আপোনালোকে চিন্তা কৰিছে বৰষুণে অনা বিপদৰ কথা। কিন্তু আমাৰ আভাৰ সাহিত্যিক মনে বোধহয় ৰবীন্দ্ৰনাথৰ কবিতা উল্লাসেৰে আবৃত্তি কৰি চিঞৰি উঠিছে— 'হৃদয় আমাৰ নাচেৰে আজিকে ময়ূৰেৰ মত নাচেৰে... ' নিজৰ কথাৰ ৰসত নিজেই হো-হোৱাই হাঁহি উঠিল চিন্ময়ী গোহাঁয়ে। তেওঁৰ লগতে বাকীবোৰেও কম-বেছি পৰিমাণে হাঁহি উঠিল। কেৱল আভাই বিৰস মুখেৰে কোঠালিটোৰ এচুকলৈ গৈ ছেল্ফ্ এখনৰ ওপৰত স্তূপীকৃত হৈ থকা আলোচনীবোৰ লিৰিকি-বিদাৰি চাবলৈ ধৰিলে।

সংঘৰ ছেক্ৰেটাৰী ইন্দুমতী বৰুৱা অতপৰে এচুকৰ মেজ এখনত কাগজ-কলম লৈ ব্যস্ত আছিল, বোধহয় সভ্যাসকলৰ গোট খোৱা মাহেকীয়া চান্দাৰে হিচাপ কৰি আছিল। এতিয়া সমবেত হাঁহিৰ ধ্বনিত একে ঠাইতে থুপ খাই থকা দলটোলৈ ঘূৰি চাই নিজেও এটা মিচিকিয়া হাঁহি মাৰিলে আৰু তাৰ পিছত সুধিলে— 'ইমান হাঁহি। কি হ'ল?'

ইন্দুমতী বৰুৱা মৈত্ৰী সংঘৰ ছেক্ৰেটাৰী সৰ্বসন্মতিক্ৰমেই নিৰ্বাচিত হৈছে। ছোৱালীজনী বহু গুণেৰে বিভূষিতা। এম এ পাছ কৰি আজি তিনি বছৰে এখন কলেজৰ অধ্যাপিকা হৈ আছে। দেখা-শুনাত বেছ ধুনীয়াই আছিল ছোৱালীজনী;

কিন্তু আভাৰ ধাৰণা অতি বেছি ফেশ্বন কৰিবলৈ গৈ ইন্দুমতীয়ে নিজৰ ৰূপ বঢ়াওক ছাৰি কমাইছেহে। আগতে কলেজত পঢ়ি থাকোঁতে তাই তালুৰ চুলিৰ তলত স্পঞ্জ সুমাৱাই মূৰটো ওখ কৰি বেণী এডাল গুঠিছিল। তেতিয়া আভাৰ বিশ্ববিদ্যালয়ত পঢ়া ভায়েক সুব্ৰতে ইন্দুমতীক আখ্যা দিছিল জঁটাধাৰিণী। এতিয়া ইন্দুমতীয়ে আৰু বেণী নোগোঁঠে, ফেমিনাৰ ষ্টাইলত প্ৰকাণ্ড এটা খোপা বান্ধে। খোপাৰ বিভিন্ন ষ্টাইলবোৰ দেখিলে ভালেই লাগে আভাৰ, খোপা বন্ধা বিদ্যাটো এটা আৰ্ট যেনেই লাগে তাইৰ। কিন্তু মূৰৰ চুলিবোৰ ইন্দুমতীয়ে তিনিও দিশে— মূৰৰ ওপৰ ফালে, মূৰৰ বেক গ্ৰাউণ্ডত তাইৰ মুখখন ইমান সৰু, ইমান বীভৎস লাগে আভাৰ মনত যে তাই তেতিয়া বাৰে বাৰে ভাবে— এই অদ্ভুত ফেশ্বন কৰা ছোৱালীবোৰে কেতিয়াও আইনাত মুখ চাই নাভাবেনে যে সিহঁতৰ যিখিনি স্বাভাৱিক সৌন্দৰ্য তাকো হৰি নিছে এই কিম্ভুত-কিমাকাৰ ষ্টাইলে?

আগতে ইন্দুমতীয়ে পাতলকৈ লিপষ্টিক লগাইছিল, এতিয়া ডাঠ গুলপীয়া লিপষ্টিক ওঁঠত লগায় আৰু সেই লিপষ্টিকেৰেই কপালত ডাঙৰকৈ ফোঁট এটা লয়। পিন্ধনত বেছিভাগ দিন গাত টানি টানি মেৰিয়াই লোৱা শাৰীয়েই থাকে, কেতিয়াবা কাচিৎহে মেখেলা-চাদৰ পিন্ধে। খুব সপ্ৰতিভ, কেতিয়াও কাৰো আগত অপ্ৰস্তুত হৈ নাপায়। কলেজত বোলে বেছ জনপ্ৰিয় হৈছে ছোৱালীবোৰৰ মাজত, খুব ভাল পঢ়ুৱায় হেনো। ভাল পঢ়ুওৱা কথাষাৰ ইন্দুমতীৰ কলেজতে পঢ়া আভাৰ বন্ধু বিভায়ে কৈছে।

খেলা-ধূলাতো ইন্দুমতী বৰ চোকা। কলেজত সদায়ে তাই বেডমিণ্টন চেম্পিয়ন আছিল। এতিয়া কলেজৰ খেলা-ধূলা বিভাগৰ উপদেষ্টাৰ বাব গ্ৰহণ কৰিবলগীয়া হৈছে।

ইন্দুমতীৰ কিন্তু এতিয়ালৈ বিয়া হোৱা নাই। ঘৰৰ অৱস্থাওতো ভাল। দেখাতো ভাল ছোৱালীজনী। কিয় যে বিয়া হোৱা নাই এতিয়ালৈকে। উপযুক্ত দৰাই পোৱা নাই নে ইচ্ছা কৰিয়ে বাধা-বন্ধনহীন কুমাৰী জীৱন দীৰ্ঘতৰ কৰিছে ইন্দুমতীয়ে কোনেও নাজানে। ইন্দুমতীৰ পুৰুষ বন্ধু যে কেইজনমান আছে সেই কথা সংঘৰ সভ্যাসকলে জানে, কিন্তু তাৰ ভিতৰত কোনোবা ইন্দুমতীৰ 'বেষ্ট বয়ফ্ৰেণ্ড' নে সেই কথা কোনেও নাজানে। সকলোৰে লগত হাঁহি-মাতি কথা-বতৰা কয় ইন্দুমতীয়ে, সহজ-সৰল ব্যৱহাৰ, কথা শুনিলে এনে লাগে যেন কাৰো ওচৰত কোনো বিষয়ত একো গোপনীয় নাই তাইৰ। কিন্তু আচৰিত কথা যে আচলতে ইন্দুমতীৰ ব্যক্তিগত জীৱনৰ কথা কোনেও একো নাজানে। ইন্দুমতীৰ অনুপস্থিতিত সংঘৰ সভ্যাসকলে তাইক গভীৰ পানীৰ মাছ বুলি অভিহিত কৰে। এই সভ্যাসকলেই এদিন ইন্দুমতীৰ অনুপস্থিতিত এনে কিছুমান অশ্লীল কথা আলোচনা কৰিছিল যে শুনি আভাৰ কাণ-মূৰ ৰঙা পৰি গৈছিল। সেই অনুপস্থিতিৰ কাৰণ আছিল ইন্দুমতী প্ৰদীপ বৰুৱাৰ ওচৰলৈ গৈছিল। সংঘসংক্ৰান্ত কথাত প্ৰদীপ বৰুৱাৰ তালৈ যোৱাৰ প্ৰয়োজন ইন্দুমতীৰ সঘনাই হয়।

প্ৰথমে কথাটো উলিয়াইছিল শ্ৰীমতী ৰমা তালুকদাৰেই। তেওঁ বয়োজ্যেষ্ঠা, গতিকে সংঘৰ ছেক্ৰেটাৰী নহ'লেও তেওঁৰ কথা-বতৰাৰ সুৰত সদায় এটা অভিভাৱকত্বৰ ভাব থাকে।

'ইন্দুমতীৰ বাৰু বিয়া-বাৰু নহয় নেকি?' ৰমা তালুকদাৰে আৰম্ভ কৰিছিল।

বন্তি চৌধুৰীয়ে প্ৰায় লগে লগে চিঞৰি কৈ উঠিছিল— 'এওঁলোকৰ যদি বিয়া হয় সমাজৰ বাগানত হালি-জালি ফুল হৈ থাকে কোনে?'

বন্তি চৌধুৰীৰ বিয়া হৈছিল স্কুলত থাকোতেই। এতিয়া তেওঁ পাঁচটা ল'ৰা-ছোৱালীৰ মাক। কিন্তু সমাজ সেৱাৰ ধাউতি তেওঁৰ প্ৰবল। গতিকে সংসাৰৰ হাজাৰ লেঠা ঠেলি হ'লেও তেওঁ মৈত্ৰী সংঘত যোগ দিছেহি। তেওঁ প্ৰায়ে কয় মাকহঁতে সৰুতে বিয়া দি তেওঁৰ জীৱনটো ধ্বংস কৰিলে, নহ'লে অতদিনে সমাজ সেৱা কৰি কৰি তেওঁ বনমালা কাকতিৰ দৰে মন্ত্ৰী নহ'লেও অন্ততঃ এম এল একে হ'ব পাৰিলেহেঁতেন।

চিন্ময়ী গোহাঁয়ো সজাগ হৈ উঠিল— বন্তি চৌধুৰীয়ে কেতিয়াৰ পৰা এনেকৈ সজাই-পৰাই কথা ক'ব পৰা হ'ল?

'অকল ইন্দুমতীয়েই এনেকৈ আবিয়ে হৈ আছেনে? আৰু কত এম এ পাছ ছোৱালী দুই-তিনি বছৰ আগতেই পঢ়া শেষ কৰি ঘৰত বহি আছে। এক হিচাপে কথাটো ভালেই হৈছে বুজিছে। জন্ম নিয়ন্ত্ৰণ পদ্ধতি এইদৰেই আপোনা-আপুনি বাহাল হৈ গৈছে সমাজত। আপোনালোকে বাৰু এটা হিচাপ কৰি চাওকচোন—

এজনী ছোৱালীয়ে এম এ পাছ কৰে খুব কমেও বাইছ/তেইছ বছৰ বয়সত। আগতে কৰ্কত কেইবাৰ ফেল মাৰিছিল, ড্ৰপ কৰিছিল তাৰ হিচাপ কোনে ৰাখে? তাৰ পিছত ধৰক পাছ কৰি উঠিও আৰু তিনি, চাৰি, পাঁচ বছৰ বহি থাকিল বিয়া নোহোৱাকৈ— কিমান বয়স হ'ল? সাতাইছ-আঠাইছ। তাৰো বেছি হৈ যায় কেতিয়াবা, গতিকে বিয়া হৈ এই ছোৱালীবোৰৰ বাৰু কেইবাৰ মাক হ'বৰ সম্ভাবনা থাকিব ভাবি চাওকচোন।'

চিন্ময়ী গোহাঁই ৰ'ল। খুব গভীৰ চিন্তাৰ কথা এটা কোৱাৰ গৌৰৱেৰে তেওঁ এবাৰ বাকীবোৰ সভ্যাৰ ফালে চকু ফুৰাই চালে।

'আপোনাৰো যে হিচাপ মিছেছ গোহাঁই'— বন্তি চৌধুৰীয়ে নহয়, ৰম্মা তালুকদাৰে কৈ উঠিল, চকু দুটা তেওঁৰ বিশেষ এক ৰসৰ উপভোগৰ তৃপ্তিত চক্‌চকাই উঠিছিল— 'এনেকৈ ইমান বয়সলৈকে আবিয়ৈ হৈ থাকি জন্ম নিয়ন্ত্ৰণ কৰাৰ আৱশ্যক আজিৰ বৈজ্ঞানিক উন্নতিৰ যুগত আছে জানো?'

কোঠালিটোৰ ভিতৰত এটা সমস্বৰৰ হাঁহিৰ জাউৰি উঠিল। আভাৰ লাজতে কাণ-মূৰ ৰঙা হৈ গৈছিল। তাৰ পৰা কিবা এটা ছল কৰি ওলাববলৈ খোজাৰ লগে লগে এইবাৰ তাইৰ কাণত পৰিল বন্তি চৌধুৰীৰ কথা এবাৰ, কথাৰ সুৰেই যে অকল বিতৃষ্ণাত বিকৃত হৈ ওলাইছে এনে নহয়, মুখৰ ভংগী পৰ্যন্ত বিকৃত হৈ গৈছে।

'মইতো আচল কাৰণটো আপোনালোকক আগতেই ক'লোঁ। যিমান দিনলৈ পৰা যায় সংসাৰ এখনৰ গধুৰ দায়িত্ব কান্ধ পাতি নলৈ, কাৰো তলতীয়া হৈ নচলি, ল'ৰা-ছোৱালী এসোপাৰ জঞ্জাল নচপাই সমাজৰ ফুল হৈ ভোমোৰাবোৰৰ মন মুহি হালি-জালি কাল কটাব পাৰিলে আমি বুৰ্বকবোৰৰ দৰে ল'ৰাকালতে বিয়া কৰাই কোনেনো বাৰু জীৱনটো মাটি কৰিববলৈ যাব কওকচোন?'

বেছি পঢ়া-শুনা কৰি সমাজসেৱা কৰিববলৈ পোৱাৰ আগতে বিয়া হৈ যোৱা বাবে বন্তি চৌধুৰীৰ মনত সঁচায়ে গভীৰ ক্ষোভ।

এইবাৰ এই সৰস আলোচনাৰ ধাৰাটো আৰু এনে এটা অশ্লীল স্তৰলৈ নামি গ'ল যে আভা প্ৰায় দৌৰাৰ দৰেই ঘৰটোৰ ভিতৰৰ পৰা বাহিৰলৈ ওলাই গ'ল— ছিঃ ছিঃ এইবোৰ কি জঘন্য কথা পাতিছে সমাজ সেৱা কৰিববলৈ অহা এই মাইকী মানুহবোৰে। তায়োতো দুদিন পিছতে এম এ পাছ কৰি ওলাব, তায়ো আবিয়ৈ হৈ বহি থাকিব, হয়তো বহুদিন আৰু তেতিয়া তাইৰ বিষয়েওতো এই একেদৰেই ভাবিব এই মাইকী মানুহবোৰে— ছিঃ ছিঃ ছিঃ...

তথাপি এই সংঘটোতে কাম কৰি আছে আভাই, এতিয়াও। কাৰণ সংঘৰ উদ্দেশ্য মহৎ। জোৱান কল্যাণ সংঘ। জোৱানসকললৈ কাপোৰ-কানি চিলাই কৰা, উলৰ বিভিন্ন পৰিধান তৈয়াৰ কৰা, সময়ে সময়ে বিচিত্ৰানুষ্ঠান পাতি টকা তুলি জোৱানসকললৈ বিবিধ বস্তু কিনি পঠিওৱা— আৰু লগতে সংঘৰ পৰা এখন আলোচনী উলিওৱা— য'ত বিশেষকৈ দেশপ্ৰেমমূলক লেখাই থাকিব— এইবোৰেই হ'ল সংঘৰ কাম আৰু এই কামবোৰ ভালকৈ কৰি আহিছেও ইয়াৰ সভ্যাসকলে। অকল এইটো কাৰণতেই আভাই সংঘত টিকি থকা নাই— আৰু এটা সৰু কাৰণো আছে। অৱশ্যে সেইটো মানসিক। আভাই মানে যে যি সঁচায়ে উত্তম তেওঁলোক নিশ্চিন্ত মনেৰে অধমসকলৰ লগত মিলি থাকিব পাৰে, কিন্তু মধ্যমবোৰৰহে অধমৰ লগত মিলিববলৈ পদে পদে ভয়, সংগ দোষত বেয়া হোৱাৰ ভয় অধমবোৰৰ সদায়ে থাকে। আভাৰ জীৱনৰ সাধনা শ্ৰেষ্ঠত্বৰ, মধ্যমৰ দলত তাই কেতিয়াও থাকিব নোখোজে।

এতিয়া হাঁহিৰ ধ্বনিত আকৃষ্ট হৈ ইন্দুমতীয়ে সুধিলে— 'ইমান হাঁহিবলগা কি হ'ল।'

চিন্ময়ী গোহাঁয়ে কথাষাৰ ৰস লগাই দ্বিতীয়বাৰ কোৱাৰ পিছত আভাৰ ফালে চাই তায়ো অলপ হাঁহিলে, তাৰ পিছত এঙামুৰি দিয়াৰ ভংগী এটা কৰি এবাৰ হামিয়াই হাতেৰে মুখত এখন্তেক হেঁচি ধৰি ইন্দুমতী বৰুৱাই ক'লে, 'মোৰ হ'লে বৰষুণ দিলে প্ৰথমেই মনত পৰে আমি আগতে সংঘৰ কাৰণে ভাড়া লোৱা ঘৰটোলৈহে—'

এইবাৰ প্ৰায় সকলোৱে সমস্বৰে চিঞৰি উঠিল,— 'এৰা এৰা সেই আধা ভঙা খেৰৰ ঘৰটোত এতিয়াও সংঘটো থকা হ'লে ইমান পৰে গোটেইবোৰ তিতি-বুৰি হুলস্থূল লগালোঁহেঁতেন। ভাগ্যে প্ৰদীপ বৰুৱাৰ ঘৰটো পাই গ'লোঁ এনেকৈ—'

প্ৰদীপ বৰুৱাৰ নামটো ওলোৱাত বোধহয় ইন্দুমতী বৰুৱাৰ মনত পৰিল যে এবাৰ তেওঁ প্ৰদীপ বৰুৱাক লগ ধৰিবগৈ লাগে, সংঘৰ বাৰ্ষিক উৎসৱত তেওঁলোকৰ 'টি প্ৰেণ্টাৰ্ছ এছোছিয়েচন'ৰ ফালৰ পৰা এটা শকত ধৰণৰ দান-বৰঙণি আগবঢ়োৱাৰ কথা আছিল, তাৰ কিমান দূৰ কি হ'ল এবাৰ গৈ খবৰ ল'ব লাগে। এই ধনী

মানুহবোৰক মাজে মাজে গৈ সকীয়াই দি নাথাকিলে টকা আদায় কৰা সহজ নহয়।

ইন্দুমতী যোৱাৰ পিছত সকলোৱে তেওঁ যোৱাৰ ফালে চাই অৰ্থব্যঞ্জকভাৱে অলপ হাঁহিলে। সদায় সকলোৱে ইন্দুমতী প্ৰদীপ বৰুৱাৰ ওচৰলৈ গ'লে এইদৰে হাঁহেই। একো লুক-ঢাক কৰিবলগীয়া কথা নহয়। ভঙা ঘৰটোত ভাড়া লৈ সংঘৰ কাম চলোৱাৰ কিছুদিনৰ পিছত ইন্দুমতী বৰুৱাই এদিন ক'লে— 'টি প্লেণ্টাৰ প্ৰদীপ বৰুৱাৰ বিয়া হোৱাৰ সাত-আঠ বছৰ হ'ল। ল'ৰা-ছোৱালী এতিয়াও হোৱা নাই। মানুহে কয় হোৱাৰ আৰু আশাও নাই। ঘৈণীয়েকক হেনো দুবাৰো কলিকতালৈ নে ক'ৰবালৈ নি চিকিৎসা কৰালে। দিনে দিনে শকত হৈ গৈছে মানুহজনী। বিৰাট ঘৰটো পৰি আছে। আমি ইমান এটা মহৎ কামত সংঘটো খুলিলোঁ, টকাৰ অভাৱত ভাল ঘৰ এটা ভাড়া ল'ব পৰা নাই। প্ৰদীপ বৰুৱাক ধৰিলেগৈ তেখেতেনো তলৰ মহলাৰ অন্ততঃ দুটা ৰুমো আমাক এৰি নিদিবনে?'

ৰমা তালুকদাৰে কিন্তু কৈছিল— 'ভালকৈ দিব যাওক। যিমান দেখিলোঁ— এই ধনী মানুহবোৰৰতো কাৰ্পণ্য বেছি। কৃপণ কাৰণেইতো সিহঁত টকা সাঁচি ধনী মানুহ হ'ব পাৰিছে। আনহে নালাগে দেশৰ প্ৰতিৰক্ষা পুঁজিলৈকেনো কেইজন টি প্লেণ্টাৰ্ছে কিমান দান-বৰঙণি আগবঢ়াইছে?'

চিন্ময়ী গোহাঁয়ে তেওঁৰ কথাৰ মাজতে বাধা দি ক'লে— 'শুদা মাটিৰ দেশ এখন আৰু দেশৰ পূজাৰিণী তেজ-মাংসৰ ধুনীয়া নাৰী কেইগৰাকীৰ মাজত পাৰ্থক্য যে আছে ভাবি নাচায় কিয়— আৰু সেই পূজাৰিণী দলটোৰ সম্মুখ ভাগত তেতিয়া মোহিনী মূৰ্তি ধৰি বিৰাজ কৰিছে কুমাৰী ইন্দুমতী বৰুৱা...'

সকলোৱে হাঁহিছিল। কিন্তু তাৰ পিছত গহীনভাৱে আলোচনা কৰি সকলোৱে ঠিক কৰিছিল যে এবাৰ চেষ্টা কৰি চোৱাতনো আপত্তি কিহৰ।

চিন্ময়ী গোহাঁইৰ ধাৰণাই সত্য নে প্ৰদীপ বৰুৱা মানুহজনেই উদাৰ ক'ব নোৱাৰি, কিন্তু অতি সহজেই সন্মত হৈ গৈছিল প্ৰদীপ বৰুৱা। তলৰ মহলাত তেওঁৰ অফিচ ৰুম, লাইব্ৰেৰী, ড্ৰইং ৰুম আৰু দুটা গেষ্ট ৰুম, এতিয়া তেওঁ সংঘক সহায় কৰিবলৈ গেষ্ট ৰুম দুটাকে এৰি দিবলৈ সন্মত হ'ল। গাখীৰতে ম'হৰ খুঁটি। ভাড়া কিন্তু ল'ব নোৱাৰে তেওঁ। কেৱল ৰুম দুটা পৰিষ্কাৰ-পৰিচ্ছন্নকৈ ৰাখিলেই হ'ব, কাগজ-পত্ৰ যেন কোনেও অনুগ্ৰহকৈ বাহিৰৰ ফুলনিত কেতিয়াও নেপেলায়...

নানাবিধ বতৰৰ ফুলেৰে সুশোভিত প্ৰদীপ বৰুৱাৰ বাগানৰ মাজত পকা কৰা সৰু ৰাস্তাটোৰে বাহিৰলৈ ওলাই আহি সিদিনা আটাইকেইজনী সভ্যাৰে মুখত সুখৰ হাঁহি বিৰিঙিছিল আৰু গে'ট খুলি চৰকাৰী আলিত ভৰি দিয়াৰ লগে লগেই সেই হাঁহি পৰ্যবসিত হৈছিল পাতল ৰসৰ ঠাট্টা-তামাচা ৰং-ৰহস্যৰ হাঁহিলৈ...

'ইয়ৰ ফেচ্ ইজ্ ইয়ৰ ফৰ্চুন'— চিন্ময়ী গোহাঁয়ে আৰম্ভ কৰি দিলে— 'ইন্দুমতীৰ ধুনীয়া মুখখন চায়ে অজ ভোল গৈ—'

'অজ?' ৰমা তালুকদাৰে বিস্ময়েৰে প্ৰায় চিঞৰিয়েই উঠিল— 'অজ'? তাৰ পিছত খুক্‌খুকাই হাঁহি উঠিল— 'অ' ৰামায়ণ? ঠিকেই, একেবাৰে ৰাজযোটক, একো বেয়া নহয় দেই ইন্দুমতী, দোষৰ ভিতৰত ঘৈণীয়েক এগৰাকী আছে আৰু সেই ঘৈণীয়েকগৰাকী শকত, খোৱাৰ আৰু পিন্ধাৰ খৰচ অলপ বেছি হ'ব পাৰে, কিন্তু হ'লেও বিশেষ কথা নাই, প্ৰদীপ বৰুৱাৰ টকা জানো অলপ? চেষ্টা কৰি দিয়াই ভাল ইন্দুমতী, ইমান টকা ধেমালিৰ কথা নহয়, তিৰোতা হ'লে প্ৰবাদ বাক্য মানি হাতলৈয়ে চাব লাগে, মাক হোৱাৰ পাছতহে মুখলৈ চাব লাগে... বন্তিৰ স্বামী উকীল নহয়? সন্তানহীন ৰমণীক হিন্দু আইনমতে ডিভোৰ্চ কৰিব পাৰি নেকি?...

আভাই সাধাৰণতে বেছি নামাতে। কিন্তু সেইদিনা অসহ্য হোৱাত কৈ উঠিল— 'সন্তানহীনা ৰমণীক লৈ ঠাট্টা-তামাচা কৰা কথাটো মোৰ বোধেৰে বৰ নিষ্ঠুৰতাৰ কথা—'

ৰমা তালুকদাৰ দস্তুৰমত আহত হ'ল— 'ঠাট্টা ঠাট্টাই, সাধাৰণ ধেমালি এটা কৰাও ইমান জগৰৰ কথা নে?'

চিন্ময়ী গোহাঁয়ে আকৌ মাত লগাই উঠিল— 'সাহিত্যিকসকল যে সদায় কিয় ইমান ছিৰিয়াছ। মোৰ এজনী বান্ধৱীৰ দুমাহমান আগতে বিয়া হ'ল এজন বিখ্যাত সাহিত্যিকৰ লগত। বেচেৰী খাঁটি ধুনীয়া। গতিকে ধাৰণা আছিল গিৰীয়েকে অন্ততঃ এবছৰমান তাইক লৈ জগৎ-সংসাৰ পাহৰি থাকিব। কিন্তু বিয়াৰ পিছৰে পৰা তাই দেখিলে যে গিৰীয়েকে সদায় খুব ছিৰিয়াছ হৈ কিবা ভাবিয়ে আছে। চকুহাল— তাইৰ মুখত নহয়— শুন্যত নিবদ্ধ। কাৰ অপৰূপ মুখে বাৰু তেওঁক ইমান উন্মনা কৰি ৰাখিছে— মুখত হাঁহি নাই, হিমালয়ৰ দৰে

অটল-অচল গাম্ভীৰ্য। কেইদিনমানৰ পিছতেই অৱশ্যে বন্ধুৱে তাৰ ৰহস্য আবিষ্কাৰ কৰিব পাৰিলে যেতিয়া দেখিলে যে মেজ এখনৰ ওপৰত কেইদিস্তামান কাগজ আৰু এটা দোবাতত ভৰ্তি চিঞাহী লৈ সাহিত্যিকে স্বামী বহি গ'ল বিহু সংখ্যাবোৰৰ কাৰণে গল্প, উপন্যাস লেখিবলৈ। বন্ধুৱে বুজি পালে অতদিনে তাইৰ স্বামীৰ মানসপটত তাইৰ ধুনীয়া মুখখনৰ সলনি কাৰ মুখ ভাহি ভাহি উঠি তেওঁক উন্মনা কৰি ৰাখিছিল। বন্ধুৱে কোনো সম্পাদকক দেখা নাই, সাহিত্যিকাও তাই নহয়— তথাপি সাহিত্যিকৰ লগত বিয়া হৈছেতো। অলপ সঙ্গ দোষত পৰিল তাই। গতিকে তাইৰো মগজত কল্পনাই লুকাভাকু খেলিবলৈ ধৰিলে আৰু সেই কল্পনাৰ সহায়তে তাই দেখিবলৈ ধৰিলে অতদিনে গিৰীয়েকৰ মানসপটত ভাহি উঠা গম্ভীৰ মূৰ্তিৰ সম্পাদকবোৰৰ ছবিবোৰ... কাৰোবাৰ মুখত গোঁফ আছে কাৰোবাৰ মুখত নাই, কাৰোবাৰ মূৰত চুলি ঘন, কাৰোবাৰ মূৰত পাতল, কাৰোবাৰ চকুত চশমা, কাৰোবাৰ চকুত নাই, কোনোবা ওখ, কোনোবা চাপৰ, কাৰোবাৰ মুখত অটল গাম্ভীৰ্য, কাৰোবাৰ মুখত হাঁহি... শেষত বন্ধু অতিষ্ঠ হৈ উঠিল আৰু বিয়াৰ এমাহ নহওঁতে বিহু খাবলৈ মাকৰ ঘৰলৈ গুচি আহিল। সাহিত্যিকেও ভালেই পালে— অতি সুকলমে তেওঁৰ মেজৰ বগা কাগজৰ দিস্তাবোৰ ক'লা লেখাৰে ভৰি যাবলৈ ধৰিলে...

বাটেৰে আগুৱাই যোৱা এদল নাৰীৰ সমস্বৰ হাঁহিৰ ধ্বনিত বাটৰ বাটৰুৱা এক মুহূৰ্তমান বিস্মিত হৈ চাই থাকিল, সেই হাঁহিত আভায়ো প্ৰাণ খুলি যোগ দিলে।...

সেই তেতিয়াৰে পৰা ইন্দুমতীক জোকায়ে আহিছে সকলোৱে। এই হাঁহি-তামাচাৰ উত্তৰত ইন্দুমতীয়ে কেনোদিনে একো নকয়। কেৱল হাঁহে। আৰু সেই হাঁহিৰ কাৰণেই কোনেও বুজিব নোৱাৰে প্ৰদীপ বৰুৱাৰ লগত সঁচায়ে তেওঁৰ কোনো ঘনিষ্ঠতা হৈছে নে নাই।

এতিয়া ইন্দুমতী ওলাই গ'ল দুৱাৰখন খুলি। বতাহৰ লগত এছাটি ঠাণ্ডা বৰষুণ সেই খোলা দৰ্জাৰে সোমাই সকলোকে অলপ কঁপাই দিলে। ইন্দুমতী প্ৰদীপ বৰুৱাৰ ওচৰলৈ যোৱাৰ পিছতে সকলোৰে মুখত ফুটি উঠা সেই অৰ্থব্যঞ্জক হাঁহিৰ ৰেশটোও এসময়ত হেৰাই গ'ল আৰু তাৰ অলপ পিছত ৰমা তালুকদাৰে এটা দীঘল হামি কাঢ়ি হাতৰ আঙুলিবোৰ ফুটাই কৈ উঠিল— 'এতিয়া একোকাপ চাহ পোৱা হ'লে! এনে বৰষুণ বতৰত ঘৰত থকা হ'লে অত পৰ পাপৰ অথবা আদা, পিয়াঁজ দি ভজা চিৰাৰে চাহ খাই উঠিলোঁহেঁতেন।'

'কিন্তু চাহনো ক'ত পোৱা যায়? বন্তি চৌধুৰীয়ে ক'লে— 'বৰষুণৰ দিন আহিল যেতিয়া এইবাৰ এটা গেছ কিন্ধিবই লাগিব'— তেৰোঁ মুখত হাত দি এবাৰ হামিয়াই উঠিল।

সংঘৰ এই কোঠালিটোৰ দুৱাৰখন আৰু এবাৰ খোল খাই গ'ল আৰু এছাটি বতাহ আহি সকলোৰে গা শিৰ্শিৰাই তুলিলে আৰু সকলোৱে একেলগে খোলা দৰ্জাখনৰ ফালে চাই দেখিলে যে দুৱাৰ ঠেলি লাহে লাহে ঘৰত সোমাইছেহি এই ঘৰৰ গৃহকৰ্ত্ৰী শ্ৰীমতী নীলিমা বৰুৱা। কিন্তু তেওঁ সোমোৱাৰ পিছতো দুৱাৰখন খোলা অৱস্থাতে ৰাখি অলপ পৰ তাতে বৈ থাকিল আৰু সংঘৰ সভ্যাসকলে আচৰিত হৈ দেখিলে যে সেই খোলা দুৱাৰেদি এইবাৰ সোমাইছেহি এজন নহয় একেবাৰে দুজন লগুৱা ল'ৰা— প্ৰত্যেকৰ হাতে এখনকৈ ট্ৰে— তাৰে এখন ট্ৰেট এটা চাহৰ টিপট আৰু আনখন ট্ৰেত দুখন ডাঙৰ ডাঙৰ প্লেটত ভৰ্তি খোৱা বস্তু। সেইবোৰ বোধহয় এইমাত্ৰ কৰি অনা হৈছে কাৰণ সকলোৱে দেখিলে যে তাৰ পৰা ধোঁৱা ওলায়ে আছে, অকল ধোঁৱায়ে নহয় এনে এটা অদ্ভুত লোভনীয় সুগন্ধও ওলাইছে যে সংঘটোৰ প্ৰত্যেকজনী সভ্যায়ে যেন হঠাৎ তৃতীয় ৰিপুটোৰ উপস্থিতি সম্পৰ্কে সজাগ হৈ উঠিল।

সেই সমস্ত বস্তু মেজ এখনত থোৱাৰ পিছত নীলিমা বৰুৱাই এটা লগুৱাৰ ফালে চাই ক'লে, 'আৰু এক টিপট চাহ আৰু কাপ-প্লেট কেইযোৰমান লৈ আনগৈ যা'— তাৰ পিছত তেওঁ সকলোৰে ফালে চাই অলপ অপ্ৰস্তুতৰ হাঁহি মাৰিলে আৰু কৈফিয়ৎ এটা দিয়াৰ সুৰত ক'লে— 'এনে বৰষুণৰ বতৰত আপোনালোকে চাহ খাই ভাল পাব বুলিয়েই আনিলোঁ।' ভীত আৰু লাজুক ধৰণৰ এটা চাৱনীৰে তেওঁ আৰু এবাৰ সকলোৰে ফালে চালে, মুহূৰ্তৰ ভিতৰতে তেওঁৰ দৃষ্টিত অনুসন্ধিৎসা জাগিল— 'আপোনালোকৰ ছেক্ৰেটাৰী ক'লৈ গ'ল?'

নীমিলা বৰুৱাই প্ৰশ্ন কৰিলে।

আভাই মানুহগৰাকীৰ ফালে চালে। শকত সঁচায়ে। কিন্তু মুখখনত কি যে এটা লাৱণ্য উপচি পৰিছে। নামটো নীলিমা, সঁচায়ে নীলিমাৰ দৰেই কিবা এটা অপৰূপ বিষাদ সেই মুখখনত। পিন্ধনত এযোৰ শুভ্ৰ সাজ,

বৰষুণৰ দিনত শুভ্ৰ পোছাকৰ সজ্জা অতি ভাল লাগে আভাৰ। তাই নীলিমা বৰুৱালৈ মুগ্ধ দৃষ্টিৰে চালে কিন্তু মনটো কাৰুণ্যৰে উপচি পৰিল। এই মানুহজনীলৈ চালেই সদায় এইটো অনুভূতি জাগে আভাৰ— এতিয়া তেওঁ ইন্দুমতী বৰুৱাৰ কথা সোধাৰ পিছত সেই পুতৌৰ ভাব তীব্ৰতৰ হৈ উঠিল।

'কিবা এটা বিশেষ দৰকাৰত আপোনালোকৰ তেখেতৰ ওচৰলৈ গৈছে— এতিয়াই আহিব।' কৈফিয়ৎ দিয়াৰ দৰে কৰি ৰমা তালুকদাৰে ক'লে। চাহৰ প্ৰয়োজন তেওঁৰেই বেছি আছিল। এতিয়া এই চাহ অনা দয়াৱতী মহিলাগৰাকীৰ ওচৰত সংঘৰ ছেক্ৰেটাৰীয়ে কৰা অপৰাধটোত যেন তেওঁৰো ভাগ আছে তেনে কুণ্ঠাৰেই উত্তৰটো দিলে ৰমা তালুকদাৰে। এই উত্তৰে নীলিমা বৰুৱাৰ মনত কি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে আভাই গম নাপালে, কাৰণ নীলিমা বৰুৱা তললৈ হাউলি চাহ বিলোৱাত ব্যস্ত হৈ পৰিছিল।

'খাওক আপোনালোকে'— গৰম চপৰ প্লেটখন অলপ ঠেলি আগুৱাই দি তেওঁ ক'লে।

সকলোৱে নিঃশব্দে একোটা চপ আৰু একোটা কাপ হাতত তুলি ল'লে। লগুৱা ল'ৰাটোৱে আৰু এক টিপট চাহ আৰু কেইযোৰমান কাপ-প্লেট লৈ আহিল।

ইতিমধ্যে বৰষুণটো অলপ কমি এতিয়া আকৌ প্ৰবল বেগে বৰষিবলৈ ধৰিলে। বতাহৰ জোৰ অলপ শাম কাটিল কিন্তু বৰষুণৰ উদ্দামতা নকমিল।

সকলোৱে কিছুপৰ নিঃশব্দে চাহ খাবলৈ ধৰিলে। নীলিমা বৰুৱা সংঘলৈ আগে-পিছেও মাজে মাজে কেতিয়াবা এইদৰে আহে, কিন্তু তেওঁৰ আগমনত সংঘৰ সভ্যাসকলৰ মাজত সদায় যি সংকোচ আৰু একৰকমৰ নীৰৱতাই দেখা দিয়ে আজিও তাৰ ব্যতিক্ৰম নঘটিল। অৱশ্যে নীলিমা বৰুৱাও বেছিভাগ সময় নীৰৱে বহি থকা বিধৰ মহিলা। এক ধৰণৰ আত্ম-সমাহিতিৰ ভাব কঢ়িয়াই লৈ ফুৰে তেওঁ— আপোন মনে যেন কি এটা ভাবত বিভোৰ হৈ আছে তেওঁ— ফলত এনে এগৰাকী নাৰীৰ উপস্থিতিত আনবোৰৰো কথা হেৰাই যায়। দুই-এটা অপ্ৰাসংগিক কথা ইজনে-সিজনক কয় যদি কয় নহ'লে বাকীখিনি সময় এনে নীৰৱ অস্বস্তিৰেই কাটি যায়।

আকৌ এবাৰ দুৱাৰ খোল খালে, এইবাৰ বতাহৰ ছাটি নহয় বতাহৰ দৰেই প্ৰায় উৰি ঘৰত সোমালহি ইন্দুমতী বৰুৱা। কিন্তু সোমায়ে তেওঁৰ সেই ক্ষীপ্ৰ চঞ্চল গতি স্তব্ধ হৈ গ'ল।

'আপুনি কেতিয়া আহিল মিছেছ বৰুৱা?... এ-এইটো দেখোন এটা বিৰাট টি পাৰ্টিৰ আয়োজন?' ইন্দুমতী বৰুৱাই এক মুহূৰ্তৰ ভিতৰতে অস্বস্তিকৰ পৰিস্থিতিটো আয়ত্তাধীন কৰি কৈ উঠিল।

'আপুনিও খাওক একাপ চাহ' নীলিমা বৰুৱাই ঠাণ্ডা শান্ত মাতেৰে ইন্দুমতীৰ ফালে চাই ক'লে।

প্ৰথমতে অলপ ইতস্ততঃ কৰিলে ইন্দুমতীয়ে, তাৰ পিছত তায়ো শান্তভাৱে উত্তৰ দিলে— 'ধন্যবাদ মিছেছ বৰুৱা। চাহ মই এইমাত্ৰ খাই আহিলোঁ। এনেকুৱা বৰষুণৰ বতৰ দেখিয়ে হ'বলা আপোনালোকৰ বৰুৱায়ে মোক চাহ খুৱালে। একেটা কথাই হ'ল অৱশ্যে— বেলেগে বেলেগে দিয়া চাহ হ'লেও একেখন ঘৰৰ একেটা চৰুতে কৰা চাহ নহয় জানো?' অলপ হাঁহিলে ইন্দুমতীয়ে।

একে ধৰণৰ শান্তভাৱেই হাঁহিলে নীলিমা বৰুৱায়ো। আভাই ভাবিলে এই সমস্ত খিৰিকী-দুৱাৰবোৰ বন্ধ থকাৰ কাৰণে বাহিৰৰ ধুমুহাৰ বিশেষ একো ৰূপেই ধৰিব পৰা নাই সিহঁতে। নীলিমা বৰুৱাৰো মনৰ ভিতৰত এই মুহূৰ্তত কি ধুমুহা আৰম্ভ হৈছে তাৰ একোকে বুজিব পৰা নাই সিহঁতে— এনে সুনিপুণভাৱেই যে তেওঁ অনুভূতি প্ৰকাশৰ সমস্ত দ্বাৰবোৰ ৰুদ্ধ কৰি ৰাখিব পাৰিছে।

এখন চকী টানি ইন্দুমতী বৰুৱা বহি পৰিল।

অলপ সময় ঘৰটোত অখণ্ড নীৰৱতা বিৰাজ কৰিলে। তাৰ পিছত নীলিমা বৰুৱাই হঠাৎ আভাৰ ফালে চাই সুধিলে— 'আপোনালোকৰ সংঘৰ আলোচনীৰ আপুনিয়েই সম্পাদিকা নহয়?'

'হয়।' নম্ৰ সুৰেৰে উত্তৰ দিলে আভাই।

'মোৰ আগতে অলপ লেখা-চেখাৰ অভ্যাস আছিল। সেই কাৰণে এখেতে মাজে মাজে মোক কয় আপোনালোকৰ আলোচনীত কিবাকিবি লেখি থাকিবলৈ। কিন্তু বিয়াৰ পিছত সকলো ফালে অত্যন্ত আৰামত থাকি মোৰ স্বভাৱটো ইমান এলেহুৱা হৈ পৰিছে যে জীয়ৰী কালৰ সকলো ধৰণৰ কাম-বন কৰাৰে মোৰ অভ্যাস হেৰাই গ'ল। সেইদৰেই হেৰাই গ'ল লেখাৰো অভ্যাস। বিৰাট এক এলাহে মোক সম্পূৰ্ণৰূপে গ্ৰাস কৰি পেলালে। এতিয়া আৰু মই লেখাৰ

কথা ভাবিবই নোৱাৰোঁ। কিন্তু মাজে মাজে মগজলৈ নানা ধৰণৰ গল্পৰ প্লট আহি থাকে। আজি বতৰৰ প্ৰথম বৰষুণ বুলিয়েই নেকি, তাৰে এটা গল্প আপোনালোকক ক'বলৈ মুড আহি গৈছে, যদি ইন্টাৰেষ্টিং বুলি ভাবে আপুনি তাকে সজাই-পৰাই আপোনালোকৰ আলোচনীত এটা গল্পৰ আকাৰত প্ৰকাশ কৰিব—'

আভাৰ ফালে চাই নীলিমা বৰুৱা এখন্তেক ৰ'ল। বোধহয় আন একোৰে অভ্যাস নোহোৱাৰ দৰে একেলগে ইমান কথা কোৱাৰো অভ্যাস নাই তেওঁৰ, কাৰণ এইখিনি কথা কোৱাৰ পৰিশ্ৰমত যেন তেওঁৰ নাকৰ আগত বিন্দু বিন্দু ঘামৰ কণিকাই দেখা দিলে। কঁকালৰ খোচোনাৰ পৰা নীলিমা বৰুৱাই ধকধকীয়া বগা কোমল এখন ৰুমাল উলিয়াই নাকটো মচি লৈ সকলোৰে ফালে চাই আকৌ আৰম্ভ কৰিলে— 'বাহিৰত বৰষুণ বৰ বেছি হৈছে, অতদিনৰ পুঞ্জীভূত মেঘবোৰে বোধহয় আজি সিহঁতৰ সৰ্বস্ব উজাৰ কৰি দিয়েই পানী হৈ নামিছে... বৰষুণৰ শব্দত আপোনালোকৰ শুনাত অসুবিধা হোৱা নাইতো?... মোৰ গল্পটো সংক্ষেপতে এই: এজন ধনী বিলাসী ডেকাই প্ৰেমত পৰি এজনী ছোৱালী বিয়া কৰালে, ছোৱালীজনীৰ ঘৰৰ অবস্থা সিমান ভাল নাছিল, তাইৰ নামটো আছিল... ধৰক অপৰাজিতা। বিয়া কৰাই সেই ধনী পুত্ৰই তাইক তেওঁৰ সুদৃশ্য অট্টালিকালৈ লৈ আহি অকল হৃদয়ৰেই নহয়, এক বিশাল সম্পত্তিৰো ৰাণী পাতিলে। তাৰ পিছত সেই দুটি অতি সুখৰ অতি প্ৰেমৰ জীৱন কটোৱা ডেকা-গাভৰুৰ নিৰবিচ্ছিন্ন সুখৰ দিন পাৰ হ'বলৈ ধৰিলে। মাহ গ'ল, বছৰ গ'ল... আৰু এদিন দুয়ো আৱিষ্কাৰ কৰিলে যে তেওঁলোকৰ বিবাহিত জীৱনৰ সাতটা বছৰ যেন পখিলাৰ ৰঙীন লঘু পাখিৰ দৰেই আলাসতে উৰি গুচি গ'ল; কিন্তু তেওঁলোকে একো গমেই নাপালে— ইমানেই মধুৰ সপোনৰ দৰে সুখৰ সেই দিনবোৰ।... এটা কথা'— নীলিমা বৰুৱাই মুখত ৰুমালখন দি এটা শুকান কাহ মাৰিলে— 'এই সাত বছৰেও তেওঁলোকৰ জীৱনত কোনো সন্তান-সন্ততিৰ আৱিৰ্ভাৱ নহ'ল'— হঠাৎ ৰমা তালুকদাৰেও এটা শুকান কাহ মাৰিলে, নীলিমা বৰুৱাৰ একেটা কাঁহেই যেন তেওঁলৈয়ো সংক্ৰামিত হ'ল, আৰু তেওঁৰ ফালে এবাৰ চাই পঠিয়াই নীলিমা বৰুৱাই একেই ধীৰ-শান্ত গতিৰে আকৌ ক'বলৈ ধৰিলে— 'সন্তান নোহোৱাৰ কাৰণো কিন্তু সেই ধনী ডেকাজনৰ অদ্ভুত প্ৰেমৰ ভাবাবেগেই— তেওঁ কয় সিহঁতৰ জীৱনত কোনো সন্তানৰ দৰকাৰ নাই, কাৰণ সন্তান আহিলেই অপৰাজিতাৰ মন আৰু আগৰ দৰেই একনিষ্ঠভাৱে তেওঁৰ প্ৰতি মনোযোগী হৈ থাকিব নোৱাৰিব। সন্তান আহি অপৰাজিতাৰ মনৰ সেই ঐকান্তিকতা দ্বিধাবিভক্ত কৰি পেলাব।'

এটা ম্লান হাঁহি মাৰি নীলিমা বৰুৱা এখন্তেক ৰ'ল। ইন্দুমতী বৰুৱাৰ মুখত সদায় লাগি থকা সহজ হাঁহিৰ সপ্ৰাতভতাখিনি লাহে লাহে কমি আহিবলৈ ধৰিলে, মুখৰ আগত সদায় নতুন চমক লগোৱা কথা লাগি থকা চিন্ময়ী গোহাঁয়ে কোলাৰ ভেনিটি বেগটো লিৰিকি-বিদাৰি নীৰৱে নীলিমা বৰুৱাৰ ফালে চাই ৰ'ল, বন্তি চৌধুৰীয়ে নিজৰ ঘৰখনৰ কথা ভাবি ভালকৈ গল্পত মনোযোগ দিব নোৱাৰি অলপ উচ্পিচাই বহি থাকিল আৰু আভাৰ নম্ৰ চকুযোৰ নীলিমা বৰুৱাৰ চকুৰে-চকুৰে পৰাত কিবা এক বিষাদ আৰু অস্বস্তিৰ ভাবত লাহে লাহে তললৈ নামি আহিল।

'আৰু কিছুদিন পাৰ হ'ল—' নীলিমা বৰুৱাই আকৌ ধীৰভাৱে আৰম্ভ কৰিলে— 'এদিন অপৰাজিতাহঁতৰ ঘৰৰ এটা খণ্ড ভাড়া ল'বলৈ আহিল গানৰ সংঘ এটা খুলিবলৈ ওলোৱা এদল ছোৱালী। ধনী ডেকাজনে ভাড়ালৈ নহয়, এনেয়ে ছোৱালীবোৰক কেইটামান কোঠালি সংঘৰ কামত লগাবলৈ এৰি দিলে, কাৰণ এনেয়ে দয়ালু তেওঁৰ মন প্ৰেমে আৰু উদাৰ কৰি পেলাইছিল—'

আভাৰ বুকুত ধুক্‌ধুকনি আৰম্ভ হৈ গৈছিল, তাই অলপো লৰচৰ নকৰি, অলপো সাৰসুৰ নকৰি তললৈ চকু নমাই বহিয়ে থাকিল; এবাৰ ইন্দুমতী আৰু আন আন সভ্যাবোৰৰ মুখলৈ চোৱাৰ কৌতূহল এটা জাগি উঠিলেও তাক নিবৃত্ত কৰাৰ আৰু সাহস নহ'ল।

নীলিমা বৰুৱাই আৰু এবাৰো নাথামি সেই শান্ত নিৰ্জীৱ সুৰত কৈয়েই গ'ল— 'কিন্তু তেওঁৰ ঘৈণীয়েকে হ'লে সেই কথাটো বৰ ভাল চকুৰে চাব নোৱাৰিলে, গিৰীয়েকক ক'লে অভিমান ভৰা থোকাথুকি মাতেৰে— 'মোক তোমাৰ আমুৱাই আহিছে নহয়? নহ'লে এইজাক বচকী পখিলীক তোমাৰ ঘৰত কিয় আশ্ৰয় দিছা?' প্ৰথমতে ধনী ডেকাজনে হো-হোৱাই হাঁহি উঠিল, তাৰ পিছত আদৰৰ বন্যাত অপৰাজিতাক ডুবাই দি আবেগমধুৰ স্বৰেৰে ক'বলৈ ধৰিলে— 'অপৰাজিতা, তুমি জানা আমাৰ ঘৰৰ আগৰ বাৰাণ্ডাত বগোৱা মাধৱীলতাৰ পুলিটো এদিন মই নিজ হাতেৰেই ৰুইছিলোঁ, এতিয়া সেইডাল ডাঙৰ হৈছে, ফুল ফুলিছে আৰু সেই ফুলৰ গোন্ধে মোক

কেনেকৈ মতলীয়া কৰি ৰাখে তাকো তুমি জানা আৰু জানা যে সেইডাল ফুল মই নিজ হাতেৰে আপডাল কৰোঁ, কিন্তু মোৰ বাগানখনত যে অজস্ৰ ছিজন ফ্লাৱাৰ বছৰি বছৰি মালীটোৱে ৰোৱে, সেইবোৰক মই কেতিয়াবা বেছি মূল্য দিয়া দেখিছানে? তুমিয়ে বৰং ফুলবোৰ ছিঙি আনি ফুলদানীত সজোৱা, মই এনেয়ে বাগানখন ওপৰে ওপৰে চোৱাৰ বাহিৰে জানো কেতিয়াবা সেই ফুলবোৰক কিবা আদৰ কৰোঁ?... অপৰাজিতা, মাধৱীলতাডালেই যে মোৰ প্ৰাণ... আৰু বেছি তোমাক বুজোৱাৰ দৰকাৰ আছে জানো অপৰাজিতা?'...

নীলিমা বৰুৱা থমকিল, আভাৰ ফালে এবাৰ পৰিপূৰ্ণ দৃষ্টি মেলি চাই পঠিয়ালে আৰু লগে লগে ক'লে— 'এইটোৱে সংক্ষেপতে মোৰ গল্প, মনঃপুত হ'লে আপুনি সজাই-পৰাই আপোনালোকৰ আলোচনীত প্ৰকাশ কৰিব পাৰে'— এইবাৰ চকীৰ পৰা থিয় হ'ল নীলিমা বৰুৱা আৰু ঘৰটোৰ সকলোৰে ওপৰত এবাৰ দৃষ্টি বুলাই কিবা এক উল্লাসৰ আৰু পৰিতৃপ্তিৰ মাতেৰে ক'লে— 'মোৰ বাজে গল্পটো কৈ আপোনালোকৰ বহুত সময় নষ্ট কৰিলোঁ বোধহয়। আৰু সময় নলওঁ আপোনালোকৰ— এইবাৰ যাওঁ আৰু?'

নীলিমা বৰুৱা দুৱাৰ খুলি ধীৰভাৱে ওলাই গ'ল। বাহিৰত বৰষুণ পৰা তেতিয়া বন্ধ হৈ গৈছিল, বতাহৰ জোৰ একেবাৰেই নাছিল। খোলা দুৱাৰেদি এইবাৰ বৰষুণৰ ছাটি সোমাই নাহিল।

ঘৰটোত কেইটামান মুহূৰ্তৰ বাবে অখণ্ড নিস্তব্ধতা নামি আহিল। আভাই মূৰ তুলি এবাৰ কুণ্ঠিতভাৱে সকলোৰে ফালে চালে— আৰু ভাবিলে— বাহিৰৰ প্ৰদীপ বৰুৱাৰ বাগানৰ বতৰৰ ৰঙীন ফুলবোৰ বৰষুণৰ মাৰ খাই একেবাৰে চেপেটা লাগি গৈছে বোধহয়।

কেইটামান মুহূৰ্তৰ নীৰৱতা ঘৰটোত বিৰাজ কৰিলে— কিন্তু তাৰ পিছতেই সেই নীৰৱতা ভাঙি ইন্দুমতী বৰুৱাই সশব্দে হাঁহি উঠিল আৰু ক'লে— 'হস্তিনীয়ে ৱাৰ্ণিং দি থৈ গ'ল।'

লগে লগেই চিন্ময়ী গোহাঁইৰ মুখ খোল খালে,—'নিমাতী কন্যাৰ মাত ওলাল বৰষুণৰ প্ৰভাৱত। ইমান দিনৰ খৰাঙৰ পিছত যেনেকৈ আজি আকাশৰ পাৰ ভাঙি বৰষুণৰ ঢল নামি আহিল, আমাৰ নিমাতী কন্যাৰো অতদিনৰ একৰকম স্তব্ধতা ভংগ হৈ আজিৰ বৰষুণৰ দৰেই অবিৰল ধাৰাৰ কথাৰ ঢল নামিল।.... উস্— বিনা পইচাৰ ভাড়াঘৰৰ দাম এই অপমানৰ মূল্যৰেই শোধ কৰিবলগীয়া হ'ল।'

ৰমা তালুকদাৰে অলপ আত্মগতভাৱেই যেন ক'লে— 'মনত কিমান বিষ জমা হৈ থাকিলে মানুহে এইদৰে সকলো লাজ-কাজ কাটি কৰি থৈ গল্পৰ সূক্ষ্ম ছদ্মবেশেৰে কথা শুনোৱাই থৈ যাব পাৰে ভাবকচোন।'

উলৰ শলাযোৰ আৰু আধা গোঁথা ছুৱেটাৰটো উলসহ বেগ এটাত ভৰাই ভৰাই অলপ হাঁহিৰে হিৰণ শইকীয়াই ক'লে— 'মিছেছ বৰুৱাৰ চপবোৰ আমাৰ আজি হজম নহ'ব দেই।'

বন্তি চৌধুৰীয়ে নীলিমা বৰুৱা ওলাই যোৱাৰ লগে লগে দুৱাৰৰ ওচৰলৈ আগবাঢ়ি গৈছিল, বোধহয় বাহিৰত বৰষুণজাক ভালকৈ থামিল নে নাই তাকে চাবলৈকে, এতিয়া দুৱাৰৰ ওচৰৰ পৰা সংগীসকলৰ ওচৰলৈ উভতি আহি মুখ বিকটাই কৈ উঠিল— 'মানুহজনীৰ এটা কথাও বিশ্বাস নকৰিব আপোনালোকে। গিৰীয়েকৰ প্ৰেম সঁচাকৈয়ে পাই থাকিলে কোনো তিৰোতাই তাক কেতিয়াও এনেকৈ ঢাক-ঢোল বজাই আনৰ আগত প্ৰচাৰ কৰিবলৈ নাহে। সংসাৰত কোন এনে প্ৰেমিক আছে হে যি বিয়াৰ সাত বছৰৰ পিছতো ল'ৰা-ছোৱালী নিবিচাৰে? ল'ৰা-ছোৱালী হোৱা কৰিবলৈ কতবাৰ অসমৰ বাহিৰতো চিকিৎসা কৰিবলৈ গৈছে আমি যেন নাজানোহে... বৰষুণ পিছে ভালকৈয়ে থামিছে, মই হ'লে ঘৰলৈ যাওঁ ভাই, ইমান ধুমুহা-বৰষুণত ল'ৰা-ছোৱালীকেইটাই বা অতপৰে কি কৰিছিল—'

বন্তি চৌধুৰীৰ কথাত আভাৰ মনটো উচপ খাই উঠিল— সভ্যাসকলৰ ভিতৰত বন্তি চৌধুৰীৰে শিক্ষা-দীক্ষা কম কিন্তু... কিন্তু বিশেষ একো নভবা-নিচিন্তাকৈ কৈ পেলোৱা বন্তি চৌধুৰীৰ কথা কেইষাৰেই কিবা প্ৰকাৰে গৈ নীলিমা বৰুৱাৰ জীৱন ৰহস্যৰ মৰ্মমূলৰ ওচৰ চপাগৈ নাই নে বাৰু?...

এটা দীৰ্ঘশ্বাস পেলাই খিৰিকীৰ কাঁচেৰে আভাই বাহিৰলৈ চাই পঠিয়ালে, বৰষুণ সঁচায়ে একেবাৰে থামি গৈছে কিন্তু— আভাই ভাবিলে, প্ৰদীপ বৰুৱাৰ বাৰাণ্ডাৰ ৰেলিঙৰ গাৰে ওপৰলৈ বগাই যোৱা মাধৱীলতাজোপাৰ হাউলি থকা থোপাথোপ ফুলবোৰৰ পৰা যে বৰষুণৰ টোপালবোৰ কাৰোবাৰ চকুলো হৈ সৰি তাইৰ হাত তিয়াই পেলাইছিল, এতিয়া বাৰু সেই টোপালবোৰ সৰি পৰা বন্ধ হৈছেনে?

(১৯৬৬)

# গাঁত

পূজাৰ বতাৰত মই কিন্তু ক'বলৈ ওলাইছোঁ বিহুৰহে গল্প। যোৱা বেলিৰ ব'হাগ বিহুৰ গল্প। তাৰ কাৰণ এটা অৱশ্যে আছে। এই শৰত কালৰ সময়, কি সুন্দৰ বতৰ হ'ব লাগিছিল। মন প্ৰস্তুত হৈ থাকে এখন সুনীল আকাশ দেখাৰ বাবে, য'ত অ'ত-ত'ত একো চপৰা বগা ডাৱৰ থকাৰ বাহিৰে ক'লা মেঘৰ কোনো অস্তিত্বই নাথাকিব; কিন্তু নাই, এইহেন সুন্দৰ শৰৎ কালতো বাৰিষাৰ দৰেই ক'লা মেঘে আকাশখন সম্পূৰ্ণৰূপে গ্ৰাস কৰি আছে। পূজা উৎসাহীসকলৰ মনো নিশ্চয় একেদৰেই ক'লা মেঘৰূপী হতাশা আৰু অশান্তিয়ে আগুৰি ধৰিছে। এতিয়াও পূজালৈ দুদিন বাকী আছে, কিন্তু এই দুদিনৰ পিছতে যে আকাশৰ সেই ক'লা মেঘবোৰ বৰষুণ হৈ তললৈ নামিব তাত কোনো সন্দেহ নাই। এই আকাশৰ ৰূপ আৰু তাৰ অৱশ্যম্ভাৱী পৰিণতি সকলোৰে জনা কথা।

কিন্তু যিমানেই বৰষুণ নাহক মোৰ নিশ্চয় পূজাৰ অভিজ্ঞতা বিহুৰ দৰে একে হ'বলৈ নাপায়। কাৰণ বিহু উপলক্ষে যি বিৰাট সন্মিলনীৰ আয়োজন কৰা হৈছিল পূজা উপলক্ষেতো কৰা নহয়। পূজাত অকল পূজাই হ'ব। সেই পূজাত এক যাত্ৰা আৰু থিয়েটাৰৰ বাহিৰে আন একো সাংস্কৃতিক সমাৰোহ নহয়। বিহু সন্মিলনীৰ প্ৰধান উদ্যোক্তা শ্ৰীধৰণীধৰ দত্তই নিশ্চয় পূজাৰ কেইদিনৰ বৰষুণত ল'ৰা-ছোৱালীৰ বছৰেকৰ মূৰৰ পূজাটো মাটি হৈ গ'ল বুলি আক্ষেপ কৰাৰ বাহিৰে আন দুশ্চিন্তাত নোভোগে। কিন্তু বিহুৰ সময়ত তেওঁ সেইকেইদিনৰ নেৰানেপেৰা বৰষুণ দেখি হাহাকাৰ কৰি ফুৰিছিল— 'ইমান টকা-পইচা তুলি ইমান আয়োজন কৰি চাৰিওফালৰ ইমান আৰ্টিষ্টক, সাংস্কৃতিক দলসমূহক নিমন্ত্ৰণ কৰি বিহু সন্মিলনখন ধুমধামকৈ পাতিবলৈ যোৱা এটা মাহৰ পৰাই অহোপুৰুষাৰ্থ কৰিলোঁ, এতিয়ানো এই বৰষুণটোৱেই এনেকৈ সকলো মাটি কৰি দিয়েনে?'

কিন্তু অকল মাটিহে কৰি দিছিল নে, একেবাৰে বোকা কৰি দিছিল, পিছল বোকা...

বিহুৰ এমাহ আগতে ধৰণী দত্ত মোৰ ওচৰলৈ আহিছিল,— আগন্তুক বিহু সন্মিলনীখনৰ বিষয়ে উৎসাহদীপ্তভাৱে বহুতো কথা কৈ লৈ তেওঁ সামৰণি মাৰিছিল— 'তুমিতো বুজিছাই, তোমাৰ ওপৰতো বহুতো দায়িত্ব থাকিব...'

সিদিনা কিন্তু মই ধৰণী দত্তৰ সেই দায়িত্বৰ ভাৰ ল'বলৈ অক্ষমতা জনাইছিলোঁ। কাৰণটো মোৰ একান্ত ব্যক্তিগত বুলি কৈ সেই বিষয়ৰ কথা-বতৰাৰ তাতেই শেষ কৰিছিলোঁ। দত্তই যে মোৰ তেনে স্পষ্ট অসন্মতিত খুবেই বেয়া পাইছিল তাক ভালকৈয়ে বুজি পাইছিলোঁ। বিশেষকৈ বেয়া পাইছিল এই কাৰণেই যে মই কিন্তু আন বহুতো সমাজ হিতকৰ কামত প্ৰায়ে জড়িত থাকোঁ। তেনেস্থলত অসমৰ জাতীয় উৎসৱ বিহুৰ দৰে অতিশয় গুৰুতৰ সামাজিক কাম এটাৰ পৰা কিয় ফালৰি কাটিব খুজিছোঁ?

কেইবাবাৰো কৈয়ো যেতিয়া মোক সন্মত কৰাব নোৱাৰিলে, তেতিয়া ধৰণী দত্ত অতি গহীন হৈ মোৰ ওচৰৰ পৰা বিদায় লৈছিল।

সেই বিহু সন্মিলনীত একো সহায় কৰি নিদিয়া বাবে যে ধৰণী দত্তই মোক অতি বেয়া পাইয়ে থাকিল পিছত মই সেই কথা গম পাইছিলোঁ। কেইবাগৰাকী মানুহেও মোক কৈছিল আৰু কৈছিলো অভিযোগৰ সুৰতহে— নিজৰ জাতীয় উৎসৱ এটাতে যদি অলপ গা লাগি কাম কৰি নিদিওঁ— মই কিহৰ সমাজ সেৱিকা। ধৰণী দত্তৰ দৰে গণ্য-মান্য মানুহ এজনে নিজে অনুৰোধ কৰাৰ পিছতো— ইত্যাদি ইত্যাদি...

মই এটা অপৰাধসূচক নিস্তেজ হাঁহি মাৰি সকলোৰে অভিযোগৰ উত্তৰত মনে মনে আছিলোঁ। কিন্তু মই বিহু সন্মিলনীত যে সামান্য ভলণ্টিয়াৰী কৰি দিছিলোঁ সেই কথাও লগতে স্মৰণ কৰি নিজৰ মনৰ ভিতৰতে অলপ হাঁহিলোঁ।

এতিয়া সঁচা কথা কওঁ— বিহু সন্মিলনীৰ উদ্যোক্তাসকলৰ প্ৰতি মোৰ এক বিশেষ ধৰণৰ অনাস্থা আৰু ভয়ৰ বাবেই মই তাৰ পৰা আঁতৰি আছিলোঁ। যি হওক, সাধাৰণ ৰাইজৰ লগতে ময়ো যথা নিয়মত বিহু সন্মিলনী চাবলৈ গ'লোঁ।

কেইবাদিনো ধৰি ডবাপিটা বৰষুণ। আৰু আচৰিত কথা যে বৰষুণৰ কোবটো বেছি হয় সন্ধিয়া পৰতহে। বিহু সন্মিলনীৰ সাংস্কৃতিক সমাৰোহখন আৰম্ভ হয় আকৌ সেই সন্ধিয়াৰ সময়ৰ পৰাই। মন থাকিলেও বৰষুণৰ ভয়ত মই প্ৰথম কেইদিন বিহুতলীলৈ যোৱা নাছিলোঁ। কিন্তু এই কথা গম পাইছিলোঁ যে মই বা মোৰ দৰে দুই-চাৰিজন বৰষুণৰ ভয়ত ঘৰত সোমাই থাকিলেও চহৰৰ অগণন ৰাইজ সন্ধিয়াৰ লগে লগে বিহুতলীত ভৰি পৰিছিল। ইমান ডবাপিটা বৰষুণেও হেনো এই বিহু উৎসাহীসকলৰ উৎসাহত ভেটা দিব পৰা নাই। বৰষুণ পৰিছে, পৰি বোকা হৈছে, সেই বোকা অজস্ৰ মানুহৰ ভৰিৰ খচকত আৰু বেছি থেক্‌থেকীয়া হৈছে— তেও হেনো তেনে বোকাৰ সমুদ্ৰ নেওচি মানুহবোৰ বিহুতলীলৈ যাব এৰা নাই।

শেষদিনৰ বিহুৰ আগদিনা আবেলি মালবিকা আহিছিল মোক বিহুতলীলৈ লগ ধৰিবলৈ। তাই সেই উৎসাহী দলৰে, যি বোকা-বৰষুণ নেওচিও সদায় বিহুতলীলৈ গৈ আছে। হঠাতে মোক লগ ধৰিবলৈ কিয় বা মনত পৰিল তাইৰ! মই যাওঁ-নাযাওঁ একো নকৈ তাইক সুধিছিলোঁ— 'বৰষুণে নিশ্চয় খুব বোকা কৰিছে?'

'অ'— বোকাতো অলপ হ'বই।' মালবিকাই গহীন হৈ উত্তৰ দিছিল।

মই হাঁহি দিলোঁ— 'অলপ নহয় দেই, অলপ বেছিয়ে হৈছে বোকা। যি ডবাপিটা বৰষুণ হৈ আছে, হাজাৰ টকা খৰচ কৰি বিহু মণ্ডপ সাজিলেও মণ্ডপ সজা ফিল্ডখন নিশ্চয় চিমেণ্টেড্ কৰি পেলোৱা নাই যে বোকা নহৈ থাকিব।'

মালবিকাৰ খং উঠি গৈছিল। 'তোৰ যাবৰ মন নাই তাকে পোনভাৱে ক'লেই হ'ল নহয়। ইমান বেঁকাকৈ কিয় ক'ব লাগিছে। মোৰেই ভুল হৈছিল তোক লগ ধৰিবলৈ অহাই— তোৰ আগৰে পৰা অলপো এডভেঞ্চাৰাছ স্পিৰিট যে নাই মই পাহৰিয়ে গৈছিলোঁ। পিছে নিজৰ সংস্কৃতিৰ প্ৰতি অলপ শ্ৰদ্ধা-মৰম দেখুৱাবৰ কাৰণেওতো বোকা নেওচি এপাক আহিব পাৰ!'

মই কেৱল হাঁহিলোঁ। তাৰ পিছত তাইক জোৰ কৰি চাহৰ মেজত বহুৱাই পিঠা-পনাৰে সজোৱা থাল এখন আগত দি হাঁহি হাঁহিয়ে ক'লোঁ— 'খা মালবিকা, বিহুৰ পিঠা-পনা কৰাৰ দৰে সামান্য কামতে তহঁত অসমীয়া সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধাশীল মহিলাসকল আবদ্ধ নাথাকি বাহিৰৰ বিহু সন্মিলনীৰ দৰে বিৰাট সাংস্কৃতিক কামলৈ আগবাঢ়ি যাওঁতে নিশ্চয় ঘৰত বেছি পিঠা-পনা কৰা নাই।'

মালবিকাই মোৰ ফালে এটা বজ্ৰদৃষ্টি হানি খোৱাত লাগিল। তাই মোৰ স্বভাৱ জানে, গতিকে মোৰ ওপৰত তাই বেছি সময় উষ্মা নেদেখুৱায়। তদুপৰি তাইৰ অন্তৰখন খুব সৰল আৰু নিকা— কাৰো কোনো কথাত তাই বেছি পৰ বেয়া পাই নাথাকে।

মালবিকা গুচি গ'ল। মই নগ'লোঁ। পিছদিনা পুৱা মোৰ তালৈ মোৰ আন এগৰাকী বন্ধু কিৰণ আহিল। নানা কথাৰ পিছত তাই ক'লে— 'বিহুতলীলৈ গৈছিলি নে নাই?'

'নাই যোৱা। তই গৈছিলি নেকি?' মই অৱশ্যে কিৰণৰ পৰা কি উত্তৰ আহিব জানিছিলোঁৱেই। কেতিয়াও যোৱা নাই তাই। মই সাংস্কৃতিক সন্মিলনীবোৰৰ পৰা সাধাৰণতে আঁতৰি থাকিলেও আন কিবাকিবি সামাজিক কামত বাহিৰ ওলাওঁ। কিন্তু কিৰণৰ বাহিৰৰ জগতৰ লগত একেবাৰে সম্পৰ্ক নথকাৰ দৰে। ক'লৈকো গৈ-মেলি তাই বিশেষ ভাল নাপায়। তেনেস্থলত এনেহেন বোকা-বৰষুণ নেওচি তাই যে বিহুতলীলৈ যাব সি অভাৱনীয় কথা।

কিন্তু তাইৰ উত্তৰো আহিল অভাৱনীয়ৰূপে।

'অ' গৈছিলোঁতো। একেটা ঢিলতে দুটা চৰাই মৰাৰ দৰে লাভ হ'লে মোৰ দৰে ঘৰত সোমাই থকাবোৰো ওলাবৰ মন যায়। আমাৰ গৃহস্থই সেই লোভ দেখুৱায়েতো মোক নিয়ালে।'

'তাৰ মানে?' মই বেছ আচৰিত হৈছিলোঁ— অকল কিৰণৰ দৰে ছোৱালী এজনীয়ে এনে বোকাপানীৰ বতৰত বিহু সন্মিলনীলৈ যোৱাৰ কথাটোৱে অবাক হ'বলগীয়া, আকৌ তাৰ লগতে এইবোৰ কি ৰহস্যপূৰ্ণ কথা কৈছে তাই?

'অ' তই হ'বলা সেইবোৰৰ একো ভু-ভা নাপাৱ? ষ্টেজতেই অকল দ্ৰষ্টব্য বস্তুবোৰ নাথাকি অডিয়েঞ্চতো

যে দৰ্শনীয় বহুত কিবাকিবি আছে সেই লোভ দৰ্শাই মোক এওঁ লৈ যোৱাত মই দেখিলোঁ কথা মিছা নহয়। চহৰৰ আমাৰ চিনাকি কতজনী মহিলাই যে মোৰ চকুৰ আগতে কিমান নিলাজ কাণ্ড নকাৰে। ...অ' মোৰ বন্ধু মালবিকাকো দেখিলোঁ দেই— কথা কওঁতে তাই যেন ধৰণী দত্তৰ গাতে পৰি যাব—'

কিৰণৰ কথা মিছা নহ'ব পাৰে, মালবিকা অলপ পাতল মনৰেই...

মই হাঁহিলোঁ— 'আগে বিহুত ডেকা-গাভৰু গৈ পথাৰে-সামৰে নাচি ফুৰিছিল এতিয়া তহঁতে আমাৰ ডেকা-গাভৰুৰ এই সামান্য আনন্দখিনিকো ভাল চকুৰে চাব নোৱাৰিলে কেনেকৈ হয় বাৰু?'

যি হওক, মালবিকাই নোৱাৰিলেও কিৰণে মোক শেষৰ দিনা বিহু সন্মিলনীলৈ নিয়ালে। তাই অৱশ্যে মোক লগ ধৰাতো নাছিলেই, এবাৰ নাযাবনে বুলি সোধাও নাছিল। তথাপি মই গ'লোঁ। হাজাৰ হওক কৌতূহল সদায় মাইকী মানুহৰ এক এৰাব নোৱৰা স্বভাৱ। অডিয়েঞ্চতনো কি লীলা-খেলা চলিছে এবাৰ চাই নয়ন-মনকে সাৰ্থক কৰি আহোঁগৈ।

পিছে মই যোৱাত পলম হৈ গ'ল। ঠিক ওলাবৰ সময়তে বৰষুণজাক এনে হুৰমুৰকৈ আহিল যে ছাতি বা ৰিক্সা— একোৰে সহায়ত ৰাস্তাত বাহিৰ হোৱাৰ উপায় নাই। অগত্যা বৰষুণ অলপ কমালৈকে বাট চাব লগা হ'ল।

প্ৰায় আধা ঘণ্টামানৰ মূৰত বৰষুণ অলপ থমাত মই ওলাই গ'লোঁ। পিছে মোৰ যোৱাত বেছি পলম হ'ল। দেখিলোঁ ইতিমধ্যেই বিহুতলী লোকে লোকাৰণ্য হৈ পৰিছে। লাহে লাহে আগবাঢ়ি বিহু মণ্ডপত সোমাবলৈ গৈ সন্মুখত দেখিলোঁ এক বোকাৰ সমুদ্ৰ। পথাৰৰ বাহিৰে কোনো টাউন-চহৰত মই একেলগে ইমান বোকা দেখা নাছিলোঁ। এতিয়া ইয়াক পাৰ হৈ ভিতৰত সোমাওঁ কেনেকৈ? বোকাত আহ-যাহ কৰিবলৈ যিবোৰ ইটা আৰু কাঠ পাৰি দিয়া হৈছিল— দেখিলোঁ সেইবোৰো বোকাত সম্পূৰ্ণ লুতুৰি-পুতুৰি হৈ অ'ত-ত'ত সামান্য মূৰ দাঙি আছে। আৰু দেখিলোঁ মহিলাসকলৰ দুই-একে সেইবোৰত ভৰি দি আগবাঢ়িবৰ যত্ন কৰিলেও বাৰ বাৰ লক্ষ্যভ্ৰষ্ট হৈছে আৰু ফলত ভৰিবোৰ অনিবাৰ্যভাৱেই মাজে মাজে বোকাত পৰিছে। ফলটো সহজেই অনুমেয়। বোকাত জোতা পোত খাই গৈছে। আনসকলে আকৌ মৰণত শৰণ দি যেন প্ৰথমৰ পৰাই বোকাত নামি পৰিছে,— ভাবটো বোধহয় এই,— ইটাত ভৰি ৰাখিব গ'লেও বোকাত জোতা লুতুৰি-পুতুৰি হ'ব, শুদ্ধ বোকাত জোতাশোভিত ভৰি ৰাখিলেও হ'ব। কিন্তু ইটাৰ পথ এটাই আৰু তাৰ তুলনাত যাত্ৰী বহুত বেছি, অথচ বোকাৰ পথ যেনি-তেনি, সীমাহীন। অতএব একমাত্ৰ ইটাৰ পথটোৰে খুপি খুপি দেৰিকৈ মণ্ডপত সোমোৱাতকৈ, বোকাৰ মাজৰে যিকোনো এটা পথ লৈ আগতে সোমাই ইটা পথৰ যাত্ৰীসকলতকৈ আগৰ শাৰীৰ আসন অধিকাৰ কৰি বহাই শ্ৰেষ্ঠ।

বোকাৰ সমুদ্ৰত নিজেও নামি পৰাৰ আগতে মই অলপ দূৰৈত বৈ এই দৃশ্যবোৰ চাই আছিলোঁ। চাই চাই অদ্ভুত এক পুতৌ আৰু হাঁহিৰে মনটো ভৰি গৈছিল। ওপৰত বৰষুণ, তলত বোকা— সকলোকে অগ্ৰাহ্য কৰি মানুহবোৰ ঢাপলি মেলিছে বিহুতলীলৈ। মালবিকাই কোৱাৰ দৰে নিজ সংস্কৃতিৰ প্ৰতি ইমানেই হেঁপাহ। কিন্তু এই সন্মিলনীলৈ যদি পাৰবীন চুলতানা, দীপালী বৰঠাকুৰ, বীৰেন দত্ত, খগেন মহন্ত আদি নাহিলহেঁতেন, মানুহবোৰৰ নিজ সংস্কৃতিৰ প্ৰতি আগ্ৰহ জানো এনেদৰেই অক্ষুণ্ণ থাকিলহেঁতেন নে?

যি হওক, সেইবোৰ ভাব-চিন্তা এৰি ময়ো অলপ পিছতে ভগবানক সুঁৱৰি সেই বোকাৰ সমুদ্ৰত নামি পৰিলোঁ। মোৰ ইচ্ছা আছিল সেই ইটাৰ পথটোকে আশ্ৰয় কৰা, কাৰণ মোৰ হিচাবী মনে কয়— দূৰ হওক কিন্তু দুৰ্গতি নহওক। পিছে মই যাত্ৰা কৰিব ওলাই দেখিলোঁ ইতিমধ্যেই মহিলাসকলৰ খচকত ক'ৰ ইটা ক'লৈ গৈছে হিচাব নাই। অগত্যা ময়ো নিজ জোতাযোৰ সংস্কৃতিৰ নামত উছৰ্গা কৰি বোকাত নামি পৰিলোঁ।

বোকাত জোতাৰে খোজকঢ়া যে কি সমস্যা তাক ভুক্তভোগীয়েহে জানে। যি হওক, এসময়ত গৈ পাৰ— অৰ্থাৎ ৰভাতলী পালোঁগৈ। ইতিমধ্যে আগৰ আসনবোৰ সম্পূৰ্ণ আনৰ অধিকাৰলৈ গৈছিল। মই চকুৰ দুই ধৰণৰ সাৰ্থকতাৰ আশাকে বাদ দি ইফালে-সিফালে চাই চকী এখন অধিকাৰ কৰি বহি পৰিলোঁ। কাণ দুখনেই সাৰ্থক হয় যদি হওক বাৰু। ষ্টেজৰ পৰা যি সহস্ৰ যোজন আঁতৰত বহিলোঁ, গায়ক-গায়িকা বা নৰ্তক-

নৰ্তকী কাকো দেখাৰ আশা নকৰোঁ। আকৌ কিৰণে কোৱা দৃশ্যবোৰো হেনো মণ্ডপৰ সন্মুখত ষ্টেজৰ ওচৰতহে বেছিকৈ সংঘটিত হয়।

তথাপি মই এক ৰকম সন্তুষ্ট হৈয়ে বহিলোঁ। কাৰণ পিছফালে হ'লেও মোৰ চকীখন বেছ ভাল ঠাইতে আছিল। দুইফালে দুটা শাৰী— মাজতে মানুহ অহা-যোৱা কৰাৰ বাটটো। এটা শাৰী পুৰুষৰ কাৰণে, আনটো মহিলাৰ। মই সেই অহা-যোৱা কৰা বাটটোৰ ওচৰৰ প্ৰথম চকীখনতে বহিবলৈ পালোঁ— অৰ্থাৎ ভিতৰৰ ফালে সোমাব নালাগিল। এইফালৰ পৰা নিজকে সৌভাগ্যবান যেনেই লাগিল।

কিন্তু হায় মোৰ ভাগ্য!

তেতিয়াও গান-বাজনা একো আৰম্ভ হোৱা নাছিল। হাতৰ ঘড়ীটো চাই দেখোঁ চাৰে ছয় বাজিছে। তাৰ মানে আৰু এঘণ্টা বা আধা ঘণ্টা বাকী আছে। কাৰণ ফাংচন আৰম্ভ হ'বলগীয়া নিৰ্দিষ্ট সময় আছিল ছয় বজা।

এতিয়া এই এক ঘণ্টা বা আধা ঘণ্টানো কি কৰি কটাওঁ?

চকীত বহি মই ইফালে-সিফালে চকু ফুৰালোঁ। মনটো অলপমান উৎফুল্ল হৈ উঠিল। মোৰ চাৰিওফালে বিচিত্ৰ, সুন্দৰ বেশভূষাৰ অগণন মহিলা, বৰযুগৰ বতৰ বুলিও বেছিভাগেই সুন্দৰ সাজ-পোছাক কৰি আহিবলৈ এৰা নাই। কোনেনো কি পিন্ধিছে— সেইবোৰ চাই চাইয়ে মই এইখিনি সময় কটাই দিব পাৰিম। আৰু সময় কাটিব, কৰিডৰৰ দৰে হৈ থকা দুই শাৰীৰ মাজৰ বাটটোৰে অহা-যোৱা কৰি থকা মানুহবোৰ চাই চাই। সেই বাটেৰে বিচিত্ৰ সাজ-সজ্জাৰ মানুহ আগবাঢ়ি যাব,— আহিব। দৰ্শক যাব আগফালে ক'ৰবাত খালী আসন আছে নেকি চাবলৈ, পোৱাবোৰে বহি পৰিব, নোপোৱাবোৰ ঘূৰি আহিব। আৰু অহা-যোৱা কৰিব ভলণ্টিয়াৰসকল,— ল'ৰা-ছোৱালী উভয়েই বেজ মাৰি মাৰি ঘূৰি ফুৰিছে, মণ্ডপত সোমায়ে চকুত পৰিছে মোৰ। সেই ভলণ্টিয়াৰ ছোৱালী এজনীয়েইতো মোক আনি এইখন চকীত বহুৱাইছে।

এই সকলোবোৰ চাই অন্ততঃ অদূৰ ভৱিষ্যতত বঞ্চিত হ'বলগীয়া চকুযোৰক অলপ তৃপ্তি দিব খুজিছিলোঁ মাত্ৰ,— কিন্তু মই বহাৰ পিছত আধা মিনিটো নগ'ল, হঠাৎ গাৰ ওচৰতে কোনোবাই পিছল খোৱাৰ দৰে শব্দ এটা শুনি চমকিত হৈ চাই দেখোঁ— এজনী গাভৰু ছোৱালী, ফ্ৰক পিন্ধা, ভৰিত কৰ্দমাক্ত জোঙা জোতা; আগবাঢ়ি আহি মোৰ গাৰ কাষতে পিছলি গৈ অলপ থমকি ৰ'ল। তেতিয়াহে তললৈ চাই মই দেখিলোঁ— সেই অহা-যোৱা কৰা বাটটোতে সৰু গাঁত। বাটটোতো পিছল হৈছেই, লগতে গাঁতটোৰ এঢলীয়া ভিতৰৰ বেৰটোও অতি পিছল হৈ পৰিছে। ফলত তাৰ পাৰত ভৰি ৰাখিলেও ভৰি পিছলি গাঁতটোত পৰিব।

আচৰিত— এই গাঁতটো ইয়াত কেনেকৈ সৃষ্টি হ'ল? মই ইফালে-সিফালে চালোঁ। তাৰ পিছতে গাঁতৰ ৰহস্যটো বুজি পালোঁ। ৰভা সাজিবলৈ অজস্ৰ বাঁহ পোতা হৈছে। প্ৰথমতে হয়তো নিশ্চয় এডাল বাঁহ পোতা হৈছিল, পিছত বোধহয় হিচাব ভুল হোৱাত আকৌ উভালি পেলোৱা হ'ল। কিন্তু বাঁহডাল নিলে হয়, কিন্তু গাঁতটো যে পুনৰাই মাটিৰে ভৰাই থৈ যাব লাগে সেই হিচাবটো হ'লে কাৰো নহ'ল। এয়ে হ'ল আমাৰ কাম-কাজৰ নমুনা— মই নাভাবি নোৱাৰিলোঁ।

যি হওক— মোৰ চকুৰ আগতে প্ৰথম বিপৰ্যয়টো ঘটিলেই। মোৰ সিফালৰ শাৰীৰ পুৰুষৰ আসনকেইটা অধিকাৰ কৰি বহি আছিল কেইটামান স্কুল বা কলেজত পঢ়া চেঙেলীয়া ল'ৰা। গাভৰুজনী পৰিব ধৰা দৃশ্যত সিহঁতে কিৰিলি পাৰি হাঁহি দিলে। তাই অলপ লাজ পাই লৰালৰিকৈ পিছফাললৈ গুচি গ'ল।

তাৰ অলপ পৰৰ পিছতে কেইগৰাকীমান সুসজ্জিতা মহিলা আগবাঢ়ি আহিল। জানোঁ— মই তেওঁলোকক দূৰতে সাৱধান কৰি দিব লাগিছিল— ওচৰ পোৱাৰ পিছত কওঁতে কওঁতে তেওঁলোক আগবাঢ়ি আহি গাঁতত ভৰি দিবই। কিন্তু অচিনাকি মহিলাসকলক মই দূৰৈত থাকোঁতেনো কেনেকৈ চিঞৰি সাৱধান কৰি দিওঁ। পিছে মই সংকোচ কৰি থাকোঁতে তেওঁলোক আগবাঢ়ি আহিলেই। কিন্তু সৌভাগ্যক্ৰমে কোনো গাঁতত নপৰিল। এগৰাকীৰ চকু কিবাকৈ গাঁতটোলৈ গ'ল আৰু 'চাবা, গাত' বুলি বাকী কেইগৰাকীকো সাৱধান কৰি দি তেওঁলোক নিৰাপদে আগবাঢ়ি গ'ল। আগফালে গৈ এই চাৰি-পাঁচগৰাকী মানুহনো ক'ত বহেগৈ— এইবুলি ভাবি মই তেওঁলোকৰ দৃষ্টি অনুসৰণ কৰি সেইফালে ব্যস্ত হৈ থাকোঁতে কেতিয়া যে আৰু এদল ছোৱালী আগবাঢ়ি

আহিল গমকে নাপালোঁ। গম পালোঁ সিহঁতবোৰ পিছলি পৰাৰ শব্দত। কোনোবাই কিবা ক'বলৈ পোৱাৰ আগতে এজনীৰ পিছত এজনীকৈ পিছলি পৰিল। ভাগ্যে গাঁত সৰু, ডাঙৰ দুৰ্ঘটনা একো ঘটিল বুলিবা শুনা নাই।

সিফালে চেঙেলীয়া ল'ৰাকেইটাই আকৌ গিৰ্জনি মাৰি হাঁহি উঠিছে। আগৰ মহিলাৰ দলটো নপৰাত সিহঁত নিশ্চয় হতাশ হৈছিল। শ্ব' দেখিবৈকে আৰম্ভ হোৱাত সিহঁতে নিশ্চয় এতিয়া ভালেই পাইছে—এনে উপভোগ্য দৃশ্যৰ আগত বিহুৰ গান-নাচ ক'ত লাগে?

মই কিন্তু মনে মনে অলপ ভয়েই খাইছিলোঁ। এই দৃশ্যৰ পুনৰাবৃত্তি ঘটি থাকিলে মই কেনেকৈ চাই থাকিম?

কি যে অমংগলীয়া আসনখন মোৰ ভাগ্যত মিলিল। প্ৰথমে এই আসনখন পোৱাৰ আনন্দখিনি মোৰ সম্পূৰ্ণ হেৰাই গ'ল।

কোনোবা ভলণ্টিয়াৰ আহিলে হয়। মই ইফালে-সিফালে চালোঁ। সৌৱা, দূৰত থিয় হৈ থকা সৈইজনী ভলণ্টিয়াৰেই হ'ব, বুকুত 'বেজ' পিন্ধিছে, চলন-ফুৰণত বেচ এটা স্মাৰ্ট ভাব।

মই নানা ধৰণৰ চেষ্টাৰে দৃষ্টি আকৰ্ষণ কৰি তাইক ওচৰলৈ মাতিলোঁ। বেছ সৰু ছোৱালী। ইমান সৰু ছোৱালীয়ে আজিকালি মেখেলা-চাদৰ পিন্ধা দৃশ্যটো আচৰিতেই লাগে।

যি হওক, তাইক মই গাঁতটো দেখুৱালোঁ আৰু কেনেকৈ তাত অহা-যোৱা মানুহবোৰ পৰি আছে তাকে কৈ কিবা এটা প্ৰতিকাৰ কৰাৰ কথা ক'লোঁ। তাই চাওঁ বুলি কৈ আঁতৰি গ'ল। ছোৱালীজনীৰ ভংগী দেখি মোৰ ধাৰণা হ'ল তাই একো প্ৰতিকাৰ নকৰে বা কৰিব নোৱাৰে। হঠাৎ কিয় জানো মোৰ লক্ষ্মীনাথ বেজবৰুৱাৰ ভলণ্টিয়াৰ বা বলণ্টিয়াৰ সম্পৰ্কে লিখা কথাবোৰ মনত পৰি গ'ল। বল অন্ত পৰি বলণ্টিয়াৰ হয় হেনো। এই ছোৱালীজনী অন্ততঃ সেই অৰ্থত বলণ্টিয়াৰ।

ইতিমধ্যে এজন বৃদ্ধ ভদ্ৰলোকক আগফালে চাই চুচুক-চামাককৈ আহি থকা দেখিলোঁ। মই সাজু হ'লোঁ। তেওঁ গাঁতটোৰ ওচৰ পোৱাৰ আগতেই চিঞৰি উঠিলোঁ—'সমুখতে গাঁত এটা আছে, তললৈ চাই খোজ কাঢ়িব।' ভদ্ৰলোকজন থমকি ৰৈ গাঁতটোলৈ চালে, তাৰ পিছত মোৰ ফালে চাই অলপ হাঁহি গাঁতটো পাৰ হৈ আকৌ আগবাঢ়ি গ'ল।

বুঢ়াজনক চাই থাকোঁতে আকৌ কোনোবা এগৰাকী কোবাকুবিকৈ আগবাঢ়ি অহা যেন পালোঁ। কিন্তু তেওঁক সতৰ্ক কৰি দিয়াৰ আগতে তেওঁ পৰিলেই আৰু বেছি বেগাই অহা কাৰণে অলপ জোৰকৈয়ে পৰিল।

ল'ৰাবোৰে এইবাৰ হৰ্ষধ্বনি কৰি হাঁহি উঠিল। ময়ো নাহাঁহি নোৱাৰিলোঁ, কাৰণ পিছল খোৱা গৰাকীৰ (এজনী ছোৱালী) বুকুৰ বেজটোলৈ চকুত পৰি গ'ল। স্বয়ং ভলণ্টিয়াৰেই পতন হ'ল। যক তেওঁ এইবাৰ এইগৰাকীয়ে গাঁতটো বন্ধ কৰাত নিজৰ বল প্ৰয়োগ কৰিব।

কিন্তু এবোঁ সেই বলৰ অন্ত পৰা বলণ্টিয়াৰেই। আধা ঘণ্টা হ'ল— গাঁতটো সম্পৰ্কে কোনেও কোনো ব্যৱস্থা নল'লে। ইফালে অহা আহিছে, যোৱা গৈছে। আৰু মোৰ কাম হৈছে প্ৰত্যেক যাত্ৰীকে সতৰ্ক কৰি দিয়া— 'চাব দেই' সম্মুখত গাঁত এটা আছে'— 'চাব, দেই' সম্মুখত গাঁত এটা আছে।' গাঁত, গাঁত, গাঁত। মোৰ আৰু কোনো চিন্তা নাই, ভাবনা নাই, কাম নাই— কেৱল একেটা ধান্দা— এটা গাঁত আছে, পিছল গাঁত, তাত কোনোবা পৰিব পাৰে— গতিকে মই সজাগ-সতৰ্ক প্ৰহৰী হৈ বহি থাকি অনবৰত সাৱধান বাণী উচ্চাৰণ কৰি থাকিব লাগিব— 'চাব, গাঁত এটা আছে। গাঁত।'

ইতিমধ্যে চাৰে সাতটাত বিহুৰ সাংস্কৃতিক সমাৰোহ আৰম্ভ হৈ গ'ল। সুগায়ক বীৰেন দত্তই উদ্যোক্তাসকলৰ অনুৰোধ ক্ৰমে (আৰু বোধহয় নিজৰ অনিচ্ছাৰে) বৰগীত এটাৰে বিহু সন্মিলনীৰ শ্ব' আৰম্ভ কৰিলে। দূৰৈত বহাই দত্তক নেদেখিলোঁ বুলি আৰু আপচোচ কৰিবৰ একো নাছিল, কাৰণ ওচৰত বহিলেও জানো চাই গান শুনাৰ উপায় হ'লহেঁতেন মোৰ? মোৰ চকু-কাণ যে তেতিয়া নিবদ্ধ একমাত্ৰ অহা-যোৱা মানুহবোৰৰ নিৰাপত্তাৰ প্ৰতি। আৰু আচৰিত কথা, ফাংচন আৰম্ভ হোৱাৰ পিছতো ক'ৰ পৰা যে ইমান মানুহ কি উদ্দেশ্য লৈ অহা-

যোৱা কৰি আছে। ইফালে ভলণ্টিয়াৰৰ দলতো ঘূৰা-পকা কৰি আছেই, তেওঁলোকক সতৰ্ক কৰি দিয়াটোওতো মোৰ কাম হৈছে।

ইতিমধ্যে এবাৰ মালবিকাক বৰ ব্যস্তভাবে আগফালৰ পৰা আমাৰ ফাললৈ অহা দেখিলোঁ। চাল-চলনত এক ভি আই পি সুলভভাব। সাধাৰণতে বেছ ষ্টাইল কৰিয়েই সাজ-পোছাক কৰে মালবিকাই, কিন্তু সিদিনা ইমান বেছিকৈ তাই সাজিছিল যে মই সেইফালে অবাক হৈ চাই থাকোঁতে মোৰ কৰ্তব্য ভ্ৰষ্ট হৈ পৰিলোঁ— অৰ্থাৎ তাইক সতৰ্ক কৰি দিবলৈ পাহৰি গ'লোঁ। ফলত তাই আহি গাঁতটোত পিছল খাই পৰিল। চেঙেলীয়া ল'ৰাৰ জাকে হাঁহিলে আৰু ময়ো হাঁহি পেলালোঁ। মোৰ হাঁহিৰ শব্দত মই তাইৰ লক্ষ্যলৈ আহিলোঁ। মালবিকাৰ মুখৰ ভাব একেবাৰে থমথমীয়া হৈ গ'ল আৰু মোলৈ চাই কিবা ক'বলৈ ওলাওঁতে ময়ে আগতে ক'লোঁ—

'নিজ সংস্কৃতিৰ কাৰণে এইযেৰা কষ্ট কৰিবলগীয়া হ'ল নহয়, মালবিকা? অকল এয়েই নহয়, ইয়ালৈ এই বাটটোৰে অহা প্ৰত্যেকেই এই পিছল খোৱা কষ্টখিনি খাব লগা হৈছে। আৰু তাৰ ব্যৱস্থা কৰি ৰাখিছতো তহঁত উদ্যোক্তাসকলেই... পিছে ছিঃ তোৰ এই ধুনীয়া শাৰীখনৰ দামী গুণাৰ পাৰিটোত তেনেই বোকা লাগি গ'ল নহয়?'

মালবিকাই একো নামাতিলে, মোৰ ফালে এটা বজ্ৰ দৃষ্টি হানি পুনৰায় অহা বাটেৰে গুচি গ'ল।

মই আকৌ নিজ কৰ্তব্যত লাগিবলগা হ'লোঁ। ক'ৰ পৰা যে ইমান মানুহ আহিছে— গৈছে......সিফালে খগেন মহন্তৰ গান চলিছে— 'পিছল মাটিত সূচল লাগি ধুপুচ ধুপুচ পৰে' আৰু ইফালে মোৰ মুখৰ পৰা সাৱধানবাণী উচ্চাৰিত হৈয়ে আছে— 'চাব, গাঁত আছে'— গাঁত—গাঁত— অন্য চিন্তা নাই, অন্য ধান্দা নাই কেৱল গাঁত, পিছল গাঁত। আৰু গাঁতৰ কথা ভাবি ভাবি, গাঁতটো দেখি দেখি এসময়ত যেন মোৰ মূৰটোত গাঁতটোৰ বাহিৰে অইন একো কথা একো ভাব নহাই হ'ল,—গাঁতটোৰ দৰেই চক্ৰাকাৰে মোৰ মূৰটো যেন ঘূৰাবলৈ ধৰিলে। এনে লাগিল মই নিজেও যেন এটা সংকীৰ্ণ গাঁতৰ ভিতৰত সোমাই, গাঁতটোৰ সোঁমাজতে এখন ভাৰিৰ গেৰোৱাটোত হেঁচা দি ঘূৰিব ধৰিছোঁ, ঘূৰি আছোঁ, ঘূৰি আছোঁ।

তেতিয়া মোৰ ছাং কৰে বহুত দিনৰ আগতে দেখা চিনেমা এখনলৈ মনত পৰিল। দি স্নেক পিট্— সাপৰ গাঁত,— চিনেমাখন নায়িকা অলিভিয়া ডি হ্যাভিলেণ্ড মানসিক স্থৈৰ্য হেৰুওৱা এখন পগলা গাৰদত থাকিবলগীয়া হৈছিল। তেওঁ ওপৰৰ বাৰাণ্ডা এখনত থিয় হৈ তলৰ পাগলীবোৰ লগ লাগি ঘূৰি থকা দৃশ্য এটা চাই আছিল। চাই চাই অৱশেষত তেওঁৰ এনে লাগিল যেন সেই পাগলীবোৰ ঘূৰি ঘূৰি যি গোলাকাৰ ঠাই এডোখৰৰ সৃষ্টি কৰিছে সি যেন এটা গাঁত, এটা সাপৰ গাঁত। তেওঁৰ চকুৰ আগৰ পৰা প্ৰত্যেকজনী পাগলী ব্যক্তিগতভাৱে অন্তৰ্হিত হৈ গ'ল, জিলিকি থাকিল মাত্ৰ সিহঁতে সৃষ্টি কৰা বৃত্তাকাৰ ঠাইডোখৰ— গাঁতটোৰ। অলিভিয়া ডি হ্যাভিলেণ্ডে ভয়তে চিঞৰি দিলে।

এতিয়া ময়ো যেন সেই একেটা দৃশ্যকে দেখিছোঁ— সেই একেটা সাঁপৰ গাঁত— মোৰ কাৰণে এতিয়া এই সমস্ত বিহু মণ্ডপটোৱেই এটা সংকীৰ্ণ গাঁতত পৰিণত হৈ গৈছে। ময়ো পগলা হৈ যাম নেকি? হে ভগবান!

মোৰো চিঞৰি দিবৰ মন গৈছিল। কিন্তু মই নিচিঞৰিলোঁ। নিজকে সংযত কৰি সেই একেদৰে সতৰ্ক প্ৰহৰী হৈ মই অতন্দ্ৰভাৱে বহি ৰ'লোঁ।

আজি পূজাৰ বন্ধত বৰষুণে মোক পুনৰাই সেই বিহুৰ দিনটো সোঁৱৰাই দিছে।

মোৰ মুখত এটা হাঁহি খেলি গ'ল। শ্ৰীধৰণী দত্তইতো জীৱনত কেতিয়াও গম নাপাব যে তেওঁৰ উদ্যমত অনুষ্ঠিত হোৱা বিহু সম্মিলনীখনত মই অলপ ভলণ্টিয়াৰী কৰি দিছিলোঁ।

(দৈনিক অসম, ১৯৬৫)

# শূন্যতাৰ কাব্য

মাতিছিল হয়তো বাইদেউ বুলিয়ে, কিন্তু অৰুণাই শুনিলে আইদেউ। মনটো মহা বিৰক্তিৰে ভৰি গ'ল। এই মগনীয়াবোৰৰ পৰা আৰু উপায় নোহোৱা হ'ল। আগে অসমীয়া মানুহবোৰে এনেকৈ খুজি নাখাইছিল। এতিয়া যে কি দিন-কাল পৰিল, সোপা সোপা অসমীয়া মানুহ মগনীয়া হ'ল। শুনাৰ পৰা গধূলিলৈ সময় নাই, অসময় নাই কত যে বিচিত্ৰ মানুহ আহি নাথাকে। চহৰৰ পৰা আঁতৰত বাবেই হয় বিহাৰী-বঙালীয়ে এতিয়াও বিচাৰি পোৱা নাই। ওচৰ-পাজৰৰ গাঁওবোৰৰ পৰাই অকল এই অকৰ্মণ্য অসমীয়া মানুহ চব ভিক্ষা খুজিবলৈ লানি ধৰে। বিদেশী ভিক্ষাৰী নাহিও দিনটো তং নাই, অকল অসমীয়া মগনীয়াৰেই যে কেনেকৈ দেশ ভৰি গ'ল।

এইবোৰকে ভাবি ভাবি বিৰক্ত মনেৰে অৰুণা বিছনাৰ পৰা নামিল। দুপৰীয়া ভাত-পানী খাই শুই অলপ যদি জিৰোবাৰ উপায় আছে! আগফালে মগনীয়াই চিঞৰি ঢৌ ফালিলেও সৰুধনে নুশুনে। নুশুনে নহয়, নিশ্চয় নুশুনাৰ ভাও জোৰে। ইহঁতবোৰ জানো কম, সময়-সুবিধা বুজি ইহঁতে বেছ কাণ গধুৰ কৰিব পাৰে।

আগফালে ওলাই গৈ কিন্তু এক মুহূৰ্ত পৰ থমকি ৰ'ল অৰুণা। মগনীয়াতো নাই। অন্ততঃ সন্মুখত বৈ থকা ছোৱালীজনীকতো একেবাৰে মগনীয়া যেন নালাগে... আৰু আৰু— ছোৱালীজনীক যেন আগতে আৰু ক'ৰবাত দেখিছে অৰুণাই, কিন্তু ক'ত বাৰু? কেতিয়া?... মনত পেলাবলৈ যত্ন কৰি থাকোঁতে ছোৱালীজনীয়ে অলপ অপ্ৰস্তুতৰ হাঁহি এটা মাৰি মাত লগালে— 'বাইদেউ, মোক চিনি পোৱা নাই? সেইদিনা যে কলেজৰ ভেৰাইটি শ্ব'ত...'

ছাৎ কৰে মনত পৰি গ'ল অৰুণাৰ। ইমানকৈ পাহৰি যাব নালাগিছিল ছোৱালীজনীক। কিন্তু এতিয়া এই সময়ত আৰু ঠিক ইয়াত ছোৱালীজনীক মনত পেলাব নোৱৰাটো একো ডাঙৰ কথাও নহয়। অৰুণাইতো এবাৰহে মাত্ৰ এই ছোৱালীজনীক লগ পাইছিল, এনেকৈ তাইৰ নামটোও নাজানে। সেইদিনা সুধিবৰ নহ'ল। কিন্তু সুধিবই বা কি। বুবুমণিয়ে জানো সেইদিনা সিহঁতক কম বিব্ৰত কৰিছিল। হল ভৰ্তি ছাত্ৰ আৰু প্ৰফেছৰৰ মাজত তাৰ হুলস্থূলে অৰুণাক এনেকৈ ব্যস্ত-বিব্ৰত কৰি পেলাইছিল যে তাৰ মাজত ছোৱালীজনীৰ নামটো সুধিবলৈ মনতেই নপৰিল তাইৰ। ছোৱালীজনীয়ে কিন্তু সিদিনা তাইক সঁচাকৈয়ে বৰ সহায় কৰি দিলে। ইঞ্জিনীয়াৰিং কলেজটোৰ বছৰেকীয়া অনুষ্ঠানৰ সাংস্কৃতিক সন্ধিয়াটোলৈ নগ'লেও মনটো বেয়া লাগি থাকে। চহৰৰ পৰা তিনি মাইল আঁতৰৰ এই কলেজটোৰ চৌহদৰ বাসিন্দা হৈ থাকি জীৱনৰ বহুতো ৰূপ-ৰসৰ পৰা বঞ্চিত হৈ থাকিবলগীয়া হৈছে। চহৰলৈ যোৱাৰো বাছ এখন নাই। কোনোবাই গ'লে সদায় বিক্সাতেই যাব লাগে। কিন্তু চিনেমা এখন চাবলৈ, দোকান-বজাৰ কৰিবলৈ বা কোনোবা মানুহ-দুনুহৰ তালৈ যাবলৈ মাহটোতনো বিক্সাৰ লগত কিমান পইচা ভৰিব পাৰি। গতিকে চৌহদৰ কোনো পৰিয়ালৰ মানুহেই সহজে কলেজখনৰ কোনো উৎসৱ বাদ দিব নোখোজে। তাতে আজিৰ দিনটোৰ উৎসৱৰ আৰু এটা বৈশিষ্ট্য আছে। আজি কলেজৰ অধ্যাপকসকলেও একাংকিকা এখন কৰিব। বছৰটোৰ এই কলেজ সপ্তাহটোৰ এটা দিনত অধ্যাপকসকলে প্ৰত্যেকবাৰেই ছাত্ৰৰ লগত নিজেও মঞ্চত নামি পৰে। এই বিষয়ত আকৌ সকলোতকৈ উৎসাহী হ'ল অৰুণাৰ গিৰীয়েক নিৰ্মল চলিহা। মেকানিকেল বিভাগৰ লেকচাৰাৰ। কলেজত পঢ়াৰ দিনৰে পৰা হেনো নাটকত ভাও লৈ আহিছে। ক'বলৈ গ'লে প্ৰায় তেওঁৰ উৎসাহতে অধ্যাপকসকলেও এনেকৈ কলেজত অভিনয় কৰা হৈছে। এই হেন উৎসৱটোনো অৰুণাই বাদ দিয়ে কেনেকৈ? গতিকে ডেৰ বছৰীয়া বুবুমণিক লৈয়ে তাই কলেজ উৎসৱলৈ গ'ল। ননদেক বীতাও লগত আছে। অৰুণাই ভাবিলে আৰু গিৰীয়েকেও বুজালে যে গান-বাজনা চাই বুবুমণিয়ে ভালেই পাব, আমনি নকৰিব। অলপ পলম হ'লে সি অৰুণাৰ কোলাত শুই থাকিব। আকৌ বীতাও আছে, লাগিলে তায়ো বুবুমণিক চাব পাৰিব।

কিছু সময় সঁচাকৈয়ে সি ফূৰ্তি কৰি আছিল। অৱশ্যে সন্মুখৰ মঞ্চত অনুষ্ঠিত হোৱা কাণ্ডবোৰ চাই ধেমালি কৰাতকৈ সি মঞ্চৰ ফালে পিঠি দি দৰ্শকক চায়ে বেছি আনন্দ পাইছিল। সিহঁতৰ ঠিক পাছফালেই এই ছোৱালীজনী বহিছিল। তাইলৈ চাই চাই বুবুমণিয়ে বহুত ধেমালি কৰিলে। তায়ো যেন গান-বাজনাবোৰ শুনাতকৈ তাৰ লগত ধেমালি কৰিহে বেছি উপভোগ কৰিছিল। সেইদৰেই দুয়োৰো ভিতৰত বহুত পৰ ধেমালি চলিল। তাৰ পিছত বুবুমণিৰ আমনি লাগিল আৰু ঘেন্-ঘেনোবলৈ ধৰিলে। অৰুণাই তাক কোলাত থপৰিয়াই থপৰিয়াই শুৱাবলৈ যত্ন

কৰিলে। কিন্তু শোৱক ছাৰি তাৰ কান্দোন বাঢ়িহে গ'ল। ৰীতায়ো অনুচ্চ মাতেৰে তাক কিবাকিবি কৈ ফুচুলাবৰ যত্ন কৰি হাৰ মানিলে। শেষত অৰুণাই ক'লে, 'মই এই আপদটোক লৈ ঘৰলৈকে যাওঁগে, তুমি থাকা ৰীতা' আৰু ঠিক তেনেতেই পাছৰ আসনৰ এই ছোৱালীজনী থিয় হ'ল আৰু ক'লে, 'বাইদেউ, ল'ৰাটোক মোক দিয়কচোন, তাক মই বাহিৰলৈ লৈ গৈ শুৱাই লৈ আহোঁ।' অৰুণা প্ৰথমতে অলপ অবাক হ'ল আৰু তাৰ পিছত ছোৱালীজনীৰ ফালে চাই বিব্ৰত হৈ ক'লে যে সেইটো কেনেকৈ সম্ভৱ? তাইনো গান-বাজনা চাবলৈ এৰি কিয় লোকৰ ল'ৰাৰ লগত বাহিৰলৈ যাব? আৰু তদুপৰি সি জানো তাইৰ লগত গৈ তাইৰ কোলাত টোপনি যাব? যিহে অঘাইটং ল'ৰা বুবুমণি।

কিন্তু ছোৱালীজনীয়ে অৰুণাৰ কথা গ্ৰাহ্য নকৰিলে, অৰুণাৰ কোলাৰ পৰা একৰকম বলেৰেই বুবুমণিক লৈ বেগাবেগীকৈ হলৰ বাহিৰলৈ ওলাই গ'ল। বুবুমণিৰ চিঞৰ বাঢ়িল। অৰুণাই মহা বিব্ৰত আৰু নিৰুপায় ভাবেৰে তাৰ কান্দোন অনুসৰণ কৰি চাই চাই দেখিলে যে ছোৱালীজনী বুবুমণিক লৈ বাহিৰলৈ ওলাই গ'ল।

সিদিনা তাৰ পিছত দহ-পোন্ধৰ মিনিটমান অৰুণাৰ অসহায়-দুৰ্ভাবনাত সময়বোৰ কাটিল। কিন্তু ৰীতাই এবাৰ বাহিৰলৈ গৈ বুবুমণিকনো ক'লৈ নিলে চাই আহকগৈ নেকি বুলি ভাবি থাকোঁতেই ছোৱালীজনী আকৌ সোমাই আহিল। তেতিয়া তাইৰ মুখত একধৰণৰ কৃতকাৰ্যতাৰ হাঁহি আৰু কোলাত শুই পৰা বুবুমণি।

অৰুণাই হাত মেলি পুতেকক লৈ সপ্ৰশংস দৃষ্টিৰে ছোৱালীজনীৰ ফালে চাই কৈছিল— 'বৰ আচৰিত কথা, তুমিনো ইয়াক কেনেকৈ শুৱালা?'

তাই হাঁহি মাৰি কৈছিল— 'মোৰ অভ্যাস আছে নহয়, নবৌৰ ল'ৰা-ছোৱালীবোৰকতো ময়ে শুৱাওঁ।'

সিদিনা হল ভৰ্তি মানুহৰ মাজত বৰ বেছি কথা-বতৰা পতা সম্ভৱ নহ'ল ছোৱালীজনীৰ লগত, এনেকি তাইৰ নামটোও সোধা নহ'ল। কেৱল অৰুণাই ভদ্ৰতা ৰক্ষা কৰি তাইক কৈছিল— 'তুমি যেতিয়া ওচৰতে থাকা, মাজে মাজে আমাৰ ঘৰলৈ আহিবাচোন। আমাৰ ঘৰটোৰ নম্বৰ হ'ল এঘাৰ। কেম্পাছৰ ঘৰবোৰৰ প্ৰথম শাৰীতেই। সহজেই বিচাৰি উলিয়াব পাৰিবা।'

অৰুণাৰ সেই সিদিনাৰ আমন্ত্ৰণ অনুসৰিয়েই বোধহয় আজি ছোৱালীজনী আহিছে।

'অ' তুমি! মই প্ৰথমতে ঠিক চিনি পোৱা নাছিলোঁ। আহা, ভিতৰলৈ আহা।'

মুখেৰে ভদ্ৰতা কৰি মাতিলেও অৰুণা কিন্তু মনে মনে অলপ বিৰক্ত হৈয়ে ৰ'ল। দুপৰীয়ানো মানুহৰ ঘৰলৈ ফুৰিব অহা সময়নে?

'আপুনি বোধহয় জিৰাইছিল, বাইদেউ। মোৰ আকৌ দুপৰীয়াৰ বাহিৰে ফুৰিব-চাকিবলৈকে আন সময়ত আজৰিয়ে নোলায়। এই সময়ত ককাইদেউৰ ল'ৰা-ছোৱালীবোৰ স্কুলত থাকে বাবে অলপ আজৰি পাওঁ... বুবুমণি ক'ত বাইদেউ?'

ইতিমধ্যে ছোৱালীজনীক ভিতৰলৈ আনি বহুৱাইছিল অৰুণাই।

'ক'ত থাকিব আৰু, ইমান উৎপতীয়া ল'ৰা। এতিয়া আমাৰ শোৱনিকোঠাতে কিবা এটা দি বহুৱাই থৈছোঁ। পিছে কিমান সময়নো তেনেকৈ থাকিব। বৰ মস্কিল বুজিছা, দুপৰীয়া তাৰ বাবে অলপ জিৰাবৰো উপায় নাই মোৰ। সেইদিনাই দেখিলা নহয় সি কিমান দিগদাৰ কৰে।'

ছোৱালীজনীয়ে তপৰাই মাত লগালে— 'আপুনি অলপ জিৰাই লওক বাইদেউ, মই তাৰ লগত ধেমালি কৰি নিচুকাই থাকোঁ।'

পিছে ছোৱালীজনীয়ে তেনেকৈ ক'লে বুলিয়েতো আৰু সঁচাকৈয়ে বুবুমণিক তাইৰ হাতত গতাই অৰুণাই জিৰাবলৈ যাব নোৱাৰে। ছোৱালী এজনী প্ৰথম দিনাৰ বাবে সিহঁতৰ ঘৰলৈ ফুৰিবলৈ আহিছে, ল'ৰা ৰখা চাকৰি কৰিবলৈ অহা নাই; এদিন এটা সংগীত সন্ধিয়াত সেই কামটো কৰি দি সহায় কৰিলে বুলিয়েই এতিয়া ঘৰলৈ ফুৰিবলৈ অহা ছোৱালজনীক সেই একেটা কামকে কৰিবলৈ দিয়াৰ প্ৰশ্নই নুঠে। অৱশ্যে বুবুমণিক অৰুণাই ভিতৰৰ পৰা লৈ আহিল, কিন্তু তাই নিজেই তাক কোলাত লৈ ছোৱালীজনীৰ লগত কথা পাতিব ধৰিলে।

সিদিনা অৰুণাৰ ওচৰত প্ৰায় এঘণ্টা বহিল মাকণ (তাইৰ ঘৰত মতা নামটো যে মাকণ অৰুণাই সিদিনা গম পালে) তাৰ পিছত অৰুণাৰ নিৰ্দেশমতে সৰুধনে আনি দিয়া চাহ-টাহ খাই বিদায় ল'লে আৰু অলপ সংকোচেৰে ইয়াকো জনাই গ'ল যে মাজে মাজে তাই এইদৰে আহি 'অৰুণা বাইদেউ'ক কিন্তু আমনি দি

থাকিব। প্ৰত্যুত্তৰত অৰুণাই কাঠ হাঁহি মাৰি কৈছিল— 'আহিবা মাজে মাজে।'

সিদিনা অৰুণাৰ মনটো মহা বিৰক্তিৰে ভৰি গৈছিল, ভাল আপদ চপাই লোৱাৰ দৰে হ'ল দেখোন। এতিয়া সদায় সদায় আহি ছোৱালীজনীয়ে তাইৰ দুপৰীয়াৰ টোপনিটোৰ আৰামকণৰ আধ্যা পেলাব বোধহয়। পঢ়া-শুনাৰ কোনো কাৰবাৰ নাই, মেট্ৰিক ফেল কৰাৰ পিছত ককায়েকে স্কুলৰ পৰা একেবাৰে আনিলে। ককায়েকেই হেনো ঘৰৰ সৰ্বেসৰ্বা। বাপেক ঢুকাইছে, ককায়েকে এই ইঞ্জিনীয়াৰিং কলেজখনতে কেৰাণীৰ কাম কৰে। মাকণে ককায়েকৰ পৰিচয় দি কৈছিল, 'আপোনাৰ ছাৰে' (ভাগ্যে ভিনদেউ নুবুলিলে!) আমাৰ ককাইদেউক নিশ্চয় চিনি পাব, ককাইদেউৰ নাম মুখেশ্বৰ শইকীয়া।...' সেই ককায়েকৰ ওপৰতে গোটেই ঘৰখনৰ ভাৰ পৰিছে— গোটেই ঘৰখন মানে মাক, ভায়েক দুজন আৰু মাকণক ধৰি ভনীয়েক দুজনী; ককায়েকৰ ওপৰত বিয়া দি উলিয়াই দিয়া বায়েক এজনী আছে। ইয়াৰ উপৰি ককায়েকৰ নিজৰ পৰিয়ালটো আছে। বাপেক থাকোঁতেই ককায়েকৰ বিয়াখন পাতি থৈ গৈছিল। সেইকথা বৰ্ণাই থাকোঁতে অৰুণাই সুধি পেলাইছিল— 'তোমাৰ বিয়াখন পিছে কেতিয়া হ'ব? কিবা বন্দবস্ত হৈছে নেকি?' উত্তৰত মাকণে এটা সলজ্জ হাঁহি মাৰি তলমূৰ কৰি কৈছিল— 'ই, মোৰ বিয়া নহয় বাইদেউ!'

কিন্তু বিয়া নিশ্চয় এদিন হ'বই— নোহোৱাকৈ থাকিবনে আৰু? কিন্তু তাৰ আগতে মাজৰ এই আবিৰে কালছোৱা মাকণে বোধহয় এনেকৈ দুপৰীয়া দুপৰীয়া আহি তাইক জুলুম কৰি মাৰিব।

আবেলি চাহৰ মেজত গিৰীয়েক আৰু নন্দেকৰ আগত মাকণৰ কথা কওঁতে নিৰ্মল চলিহাই হাঁহিলে আৰু ৰীতাই মুখ বেঁকা কৰিলে। গিৰীয়েকে ক'লে— 'হওঁতে মই কথাটো শুনি বৰ বেয়া পোৱা নাই। বুদ্ধিমান মানুহৰ কাম হৈছে জীৱনৰ সকলো আলে-আহুকালবোৰৰ পৰাও পৰাপক্ষত সুবিধা আদায় কৰি লোৱাটো। তুমিতো দিনটো শুই শুই গাটো হাতীৰ গাৰ দৰে কৰিব ধৰিছা— এতিয়া মাকণ অহাৰ ফলত তোমাক যদি বাধ্যতামূলক নুশুৱাই অলপ ক্ষীণাই দিয়ে, মাকণৰ প্ৰতি মই কৃতজ্ঞই হ'ম।'

ৰীতাই ক'লে— 'সিদিনা কলেজ ফাংচনত তুমি ভালকৈ মাত-বোল কৰাত ছোৱালীজনীয়ে বৰ ছল পালে দেই। তুমি যে নিৰ্বিচাৰে সকলো শ্ৰেণীৰ মানুহৰ লগত কেনেকৈ ইমান আপোন হৈ পৰিব পাৰা নবৌ!'

ৰীতাৰ অভিযোগ যে একৰকম সঁচাই, মাকণৰ ঘটনাটোতে যেন প্ৰমাণ হৈ গ'ল। বয়সত মাকণ হয়তো ৰীতাৰ সমনীয়াই হ'ব, অৰুণা কিন্তু দুয়োজনীতকৈ খুব কমেও তিনি-চাৰি বছৰৰ ডাঙৰ হ'ব; তথাপি কিছুদিন যোৱাৰ পিছত দেখা গ'ল— মাকণৰ লগত অৰুণাৰ বেছ হৃদ্যতা গঢ়ি উঠিছে, অথচ তাইৰ সমনীয়া ৰীতা তেতিয়াও নাক-মুখ কোঁচাই মাকণৰ পৰা আঁতৰি ৰ'ল। অকল আঁতৰি থকাই নহয়, মাজে মাজে তাই অৰুণাক বিৰক্ত মনেৰে সুধিও পেলায়,— 'তুমি যে এই গাঁৱলীয়া ছোৱালীজনীৰ লগত কেনেকৈ ইমান মিলিব পাৰিছা, নবৌ!'

অৰুণাই সহজ হাঁহিৰে উত্তৰ দিয়ে— 'এয়া আমিও দেখোন এখন গাঁৱত আছোঁ, ৰীতা, আমিওতো গাঁৱলীয়া...'

প্ৰথমে বিৰক্ত হ'লেও মাকণৰ আহ-যাহ শেষলৈ অৰুণাৰ ভালেই লগা হৈ আহিল। গিৰীয়েকে শুই শুই হাতীৰ দৰে শকত হোৱা বুলি কোৱা কথাষাৰ শুনিবলৈ ভাল নালাগিলেও অৰুণাই মনে মনে নিজেওতো কত দিন ভাবিছে যে দিনত শোৱা অভ্যাসটো নেৰিলে নচলিছে, বৰ শকত হৈ যাব ধৰিছে তাই। গতিকে মাকণৰ সঘন আহ-যাহটো কিছুদিনৰ পিছত তাই গিৰীয়েকৰ দৰে শাপেই বৰ বুলি ভাবি ল'লে। মাকণে আহি তাইক অইন এটা উপকাৰো কৰি দিলেহি। ছোৱালীজনী সঁচায়ে অতি কামিলা, প্ৰথম এদিন-দুদিনেই যি অৰুণাৰ লগত বহি বহি কথা পাতিলে, তাৰ পিছত তাই ক'লে— 'বাইদেৱেকৰ কিবা চিলাই-পাতি কৰি দিব লগা আছে যদি তাই কৰি দিব পাৰে, চিলাইত তাইৰ বৰ চখ, তদুপৰি অকল বহি বহি কথা পাতি থাকি সময় নষ্ট কৰিও মনত ভাল নালাগে।'

সেই প্ৰথমৰ অৱস্থাত ছোৱালীজনীয়ে তাইক বিৰক্ত কৰি থকা বুলি ভাবি তেতিয়াও অৰুণাৰ মনত তাইৰ প্ৰতি অসন্তুষ্টিৰ ভাব জাগি আছিল, কিন্তু সিদিনা তাইৰ সেই কথাষাৰ শুনি অৰুণাৰ মুখ অলপ প্ৰসন্ন হৈ উঠিছিল।

'মোকনো তুমি কি চিলাই কৰি দিবা? তোমাৰ নিজৰ কিবা চিলাই-পাতি কৰিবলগা থাকিলে লৈ আহিবা।'

মাকণে অলপ বিষণ্ণ ধৰণে হাঁহিছিল— 'মোৰনো কি চিলাই কৰিবলৈ থাকিব বাইদেউ? চিলাই কৰি সেইবোৰ সজাবলৈ আমাৰ ঘৰততো আপোনালোকৰ দৰে ইমান চকী-মেজ, আলমাৰী আদি নাই নহয়। অৱশ্যে গাৰুৰ গিলিপ, টেবুল ক্লথ আৰু বিচনীত কিছু কিছু ফুল তুলি চিলাই কৰিছোঁ। পিছে ককাইদেউক বৰ বেছি সূতা আৰু কাপোৰ খুজি থাকিবলৈ বেয়া লাগে নহয়! তাতে আমাৰ গাঁৱলীয়া ঘৰ, কোনোৰকমে

থাকিলেই হয়, আপোনালোকৰ দৰে ইমান ধুনীয়াকৈ সজাই-পৰাইতো ৰাখিব নালাগে।'

মাকণৰ ককায়েকে যদিও কলেজত কাম কৰে, কলেজৰ কোৱাৰ্টাৰ হ'লে লোৱা নাই, কাৰণ কলেজৰ পৰা আধা মাইল দূৰতে তেওঁৰ গাঁৱত ঘৰ। ঘৰৰ পৰা চাইকেলেৰে সদায় অহা-যোৱা কৰিয়ে কলেজ কৰে। মাকণো অৰুণাৰ ওচৰলৈ আহে সেই আধা মাইল দূৰৰ গাঁৱৰ ঘৰখনৰ পৰাই। অৰুণাই কেতিয়াবা মাজে মাজে ভাবে আৰু তাকে মুখ ফুটাই বীতাহঁতৰ আগতো কয়— বেচেৰী মাকণজনীয়ে বাৰু সিহঁতক কি কাৰণে ইমান ভাল পালে ইমান দূৰৰ পৰা এনেকৈ আহি-গৈ থাকিবলৈ। উত্তৰত বীতাই এইবুলিয়ে তাৰ ব্যাখ্যা কৰে যে কলেজৰ কেৰাণী এজনীৰ ভনীয়েক হৈ কলেজৰে প্ৰফেছৰ এজনৰ ঘৰৰ ছোৱালী এজনীৰ দৰে হৈ পৰিব পৰাৰ ভাগ্যতেই মাকণে দিনৌ বাটকুৰি বোৱাৰ ভাগৰখিনি পাহৰে। বীতাৰ উত্তৰত অৰুণাই মুখেৰে একো নামাতে, কিন্তু মনত পৰি যায় যে বীতাহঁতৰ দেউতাক এতিয়াও কেৰাণীৰ পেঞ্চন খায়ে সিহঁতৰ গাঁৱৰ ঘৰত বহি আছে।

এদিন নহয় দুদিনকৈয়ে যেতিয়া মাকণে কিবা চিলাই-পাতি কৰি দিয়াৰ কথা উলিয়ালে অৰুণাই বুজি পালে যে ছোৱালীজনীয়ে অন্তৰৰ আগ্ৰহেৰেই তাইক সেইখিনি কাম কৰি দিব বিচাৰি আছে। মনে মনে অৰুণাই ভালেই পালে। বেডক'ভাৰ এখন কেতিয়াবাই আধা এমব্ৰইডাৰী কৰি পেলাই থোৱা আছে, বুবুমণিৰ জন্মৰ আগতে আৰম্ভ কৰা, এতিয়া সেইখন চুবলৈকে এলাহ লাগে। মাকণে তাকেই কৰকচোন বাৰু, চিলাইটোও সহজ। কিন্তু কাপোৰখন আকৌ ডাঙৰ, চিলাই বহুত কৰিব লাগিব, মাকণে বা কি ভাবে। অলপ সংকোচেৰেই সেইখন উলিয়াই আনিছিল অৰুণাই। মাকণ কিন্তু দেখিয়েই উচ্ছ্বসিত হৈ উঠিছিল—

'আয়ে দেহি ইমান সুন্দৰ। কাপোৰখনো সুন্দৰ, চিলাইটোও সুন্দৰ, ৰঙবোৰ আপুনি ইমান বঢ়িয়াকৈ মিলাইছে বাইদেউ। আমাৰ গাঁৱৰ ছোৱালীবোৰে ইমান সুন্দৰ ৰং মিলাব নোৱাৰে। মই নিজেও গাঁৱলীয়া ছোৱালী যদিও আমাৰ সেই গাঁৱলীয়া চিলাইবোৰ, সূতাৰ ৰংবোৰ আৰু সাধাৰণ পাতল পাতল কাপোৰবোৰ অকণো ভাল নালাগে, বাইদেউ। এই কাপোৰখন যে ইমান সুন্দৰ আৰু ডাঠ। কি কাপোৰ এইবোৰ? খুব দামী নহয়?'

অৰুণাই অলপ হাঁহিলে আৰু গাঁৱলীয়া ছোৱালী হৈয়ো মাকণৰ এই চহৰীয়া ৰুচি দেখি মনত অলপ বিস্ময়বোধ জাগিল। 'এই কাপোৰখনক কেছমেট কাপোৰ কয়, মাকণ। তোমালোকে বোধহয় বেছিভাগ লংক্লথ কাপোৰতহে চিলাই কৰা। এই কাপোৰখনৰ অৱশ্যে দাম অলপ বেছি।'

খুব খুচী মনেৰেই মাকণে বেডক'ভাৰখন শেষ কৰি দিলে আৰু অৰুণাই কৃতজ্ঞতা জনাবলৈ ওলোৱাৰ আগতেই বাৰে বাৰে ক'লে যে অৰুণাৰ যহতে তাই ভাল চিলাই এটা শিকিলে।

ইয়াৰ পিছত মাকণে অৰুণাৰ পৰা চিলাই মেচিন চলাবলৈ শিকিলে, ছুৰেটাৰ গোঁঠা শিকিলে। সেইবোৰ শিকাৰ উৎসাহৰ অনুপাতে তাইৰ কৃতজ্ঞতাও বাঢ়ি গৈছিল। অথচ অৰুণাই ভাবিলে মাকণক এইবোৰ শিকাই তাইৰ নিজৰ লাভ যে কিমান বেছি হ'ল। জনাততো অৰুণাই সকলো ধৰণৰ চিলাইকে জানিছিল— পেণ্ট-ছাৰ্টও চিলাবলৈ শিকিছিল তাই। কিন্তু সংসাৰত সোমাই, বুবুমণিৰ জন্ম হোৱাৰ পিছত কি যে ভীষণ এলাহে ধৰিছে, চিলাইৰ মেচিনটোৰ গুৰিলৈকে যাবৰ মন নাযায়। এনেকি নিজৰ ব্লাউজটোও চিলাবলৈ মন নাযায়। বীতাৰতো এতিয়াৰ পৰাই একোলৈ মন নাই। তাইৰ সকলো মনোযোগ কেৱল নিজক সজোৱাতে ব্যয় হয়। বীতাৰ পৰা কোনো সহায় অৰুণাই আশা নকৰে। কিন্তু এতিয়া মাকণে চিলাই শিকাৰ পৰা অৰুণাৰ সেই বিষয়ে চিন্তাই নোহোৱা হ'ল। তাইৰ ব্লাউজ, পেটিকোট, বুবুমণিৰ পেণ্ট, চোলা সকলো মাকণে কৰি দিয়া হ'ল। মাজতে অৱশ্যে মাকণে এবাৰ নিজৰ ব্লাউজ, বৌৱেকৰ ব্লাউজ-আৰু ভতিজাকহঁতৰ চোলা-পেণ্ট চিলাই কৰিও নিছিল। নিজৰ কাৰণে সেইখিনি কৰাত অৰুণাৰ মনৰ ঋণৰ বোজা যেন অলপ পাতলিছিল। যি হওক, তাইৰ পৰাও তেন্তে মাকণৰ সামান্য উপকাৰ হৈছে। কিন্তু তাই ভবা সেই সামান্য সুবিধাকে অতি ডাঙৰকৈ লৈ মাকণে কৃতজ্ঞতাৰ গদ্‌গদ্ মাতেৰে কৈছিল যে অৰুণাৰ মেচিনৰ যহতে সিহঁতৰ কিমান যে দৰ্জীৰ খৰচ ৰাহি হ'ল। তাই কৰি দিয়া পাইজামাটো পিন্ধি ককায়েক বোলে ইমান খুচী হৈছে যে তাই বহুত দিনৰ পৰা পিন্ধিবলৈ হেঁপাহ কৰি থকা নাইলনৰ চাদৰ এখন এইবাৰ যেনে-তেনে কিনি দিব বুলি কৈছে।

জাৰ পৰিবলৈ আৰম্ভ কৰাৰ লগে লগে মাকণে তাইক দুটা ছুৰেটাৰো গুঁঠি দিলে। শহুৰেকৰ কাৰণে

অৰুণাই বহুত দিনৰ পৰা হাত দীঘল ছুৱেটাৰ এটা গোঁঠাৰ কথা ভাবি থৈছিল। পিছে ইমানদিনে আৰু সেই কামটো হৈ উঠা নাছিল। এতিয়া মাকণৰ সহায়ত সেইটোও হ'ল।

ইয়াৰ পিছত অৰুণাৰ অলপো সহায় নোলোৱাকৈ মাকণে আৰু এটা ছুৱেটাৰ গাঁঠিলে। বুবুমণিৰ ঘৰত পিন্ধা এটা সাধাৰণ ছুৱেটাৰ। লগতে অৰুণাই নিজেও গিৰীয়েকৰ এটা পুৰণি ছুৱেটাৰ খুলি নতুনকৈ গাঁঠিবলৈ আৰম্ভ কৰি দিলে, অকল অৰুণাকে কৈ থাকিলে কি হ'ব, নিৰ্মল নিজেও জানো আগতকৈ কমখিনি শকত হ'ল? আগৰ বছৰৰ আগৰ ছুৱেটাৰটো ভালেখিনি টান হৈছে। বুবুৰ ছুৱেটাৰটো গাঁঠি গাঁঠি অৰুণাৰ পৰা ইটো ছুৱেটাৰো শিকি গ'ল মাকণে আৰু অৰুণাক সপ্ৰশংসভাৱে ক'লে যে পুৰণি ছুৱেটাৰ খুলি, উল ধুই লৈ সেই উলেৰেই যে ইমান নতুন দেখা ছুৱেটাৰ গাঁঠিব পাৰি, তাই কল্পনাই কৰিব পৰা নাছিল। অৰুণাৰ পৰা তাই এইটোও এটা ভাল কথা শিকিলে। তাৰ পিছত অলপ লাজকুৰীয়া হাঁহিৰে মাকণে কৈছিল— 'মই ককাইদেউক ক'লোঁ বোলো অলপ উল আনি দে, তোৰ কাৰণে বাইদেউৰ পৰা শিকি অহা পেটাৰ্ণেৰে এটা ছুৱেটাৰ গোঁঠোঁ। সি মনো কৰিছিল, কিন্তু বজাৰৰ পৰা উল চাই আহি ক'লে বোলে উলৰ দাম দেখি... সি বিচুৰ্তি খাইছে, তিনি বছৰৰ আগতে কিনা ছুৱেটাৰটোৰেই চলি যাব। পিছে বাইদেউ, ককাইদেউৰ পুৰণি ছুৱেটাৰ এটা পৰি আছে, অ'ত-ত'ত অলপ পোকে খাইছে। নবৌৱে সেইটো বিয়াৰ পিছতে গাঁঠি দিছিল (মাকণে সলাজ হাঁহিটো আকৌ এবাৰ মাৰিলে) যিহে গাঁৱলীয়া পেটাৰ্ণ আৰু ডিজাইনৰ যিহে নমুনা, আপোনাৰ দেখিলেই হাঁহি উঠি যাব। মই পিছে আপোনাৰ পৰা এই বুধিটো শিকি এতিয়া ভাবিছোঁ আগৰ সেই ছুৱেটাৰটোকে খুলি ধুই ককাইদেউক আন এটা ছুৱেটাৰ বৈ দিম। জাৰবটো কৰা হ'লে কিন্তু আপুনি মোক বীতা বাইদেৱে পিন্ধাৰ দৰে কাৰ্ডিগেনটো শিকাই দিব লাগিব...'

কিন্তু সেইবাৰ আৰু মাকণৰ কাৰ্ডিগেন শিকা নহ'ল। যদিও জাৰৰ দিন শেষ হ'বলৈ তেতিয়াও আৰু দুমাহমান বাকী আছিল, তথাপি উলৰ সমস্ত কাম-বন একলীয়াকৈ থৈ মাকণে হাতত বহুতো ধুনীয়া ৰঙৰ সূতা আৰু আকাশী ৰঙৰ ডাঠ কাপোৰ কেইগজমান লৈ হঠাতে খুব ব্যস্ত হৈ চিলাইৰ কামত বহি যাব লগা হ'ল। এই ঘটনাটোত অৰুণাৰ কিন্তু খুব মন বেয়া লাগি গৈছিল, পিছে বীতাৰ কাৰণেই এনেখন হ'ল। কিছুদিন আগৰে পৰা বীতাৰ বিয়াৰ কথা-বতৰা চলি আছিল; তাৰ পিছত এতিয়া বিয়াখন খাটাং হ'ল আৰু দিন-বাৰো ঠিক হ'ল। অৰুণাই এদিন বীতাক বজাৰলৈ লৈ গ'ল আৰু তাইৰ পছন্দমতেই চিলাইৰ নমুনাৰ বহী, কাপোৰ, সূতা সমস্ত কিনি দিলে আৰু হাঁহি হাঁহি তাইক জোকাই ক'লে— 'জোগাৰ পাতি দিলোঁ বীতা; এতিয়া তুমি তোমাৰ ভৱিষ্যতৰ ঘৰটোৰ মধুৰ সপোন ৰচাৰ লগে লগে বাস্তৱতো তাক সজোৱা-পৰোৱাৰ কাৰণে কামত লাগি যোৱা। ড্ৰইং ৰুমৰ ছেন্টৰ, ড্ৰেছিং আইনাৰ আৰু ডাইনিং ছেন্টৰ চিলাইবোৰ নিজৰ পছন্দমতে কৰিবলৈ আৰম্ভ কৰি দিয়া।'

কিন্তু পিছদিনা বীতাই অৰুণাক একেবাৰে হতভম্ব কৰি দিলে। অৰুণাক আগতে এবাৰো একো নক'লে, পোনে পোনেই তাই মাকণৰ ওচৰলৈ গৈ ক'লে— 'তুমি বোলে চিলাই কৰিবলৈ বৰ ভালপোৱা আৰু নবৌৱে কয় তোমাৰ হাতত কামো বোলে বৰ মিহি হয়। দেখিছাই নহয়, কলেজ কৰি, কলেজৰ পঢ়া পঢ়ি মোৰ একেবাৰে সময় নহয়। তথাপি তাৰ মাজতে ময়ো অলপ কৰিম, কিন্তু বাকী চিলাই কিছুমান তুমি হ'লে মোক কৰি দিব লাগিব মাকণ', তাৰ পিছত তাই মাতটোত এটা লাজৰ সুৰ টানি আনি আকৌ ক'লে— 'মোৰ কথাটোতো নবৌৰ মুখত শুনিছাই... বেছি দিনতো নাই, ইমান কম সময়ৰ ভিতৰতনো কেনেকৈ ইমানবোৰ চিলাই কৰোঁ?...'

এবিধ এবিধকৈ সকলোবোৰ চিলাই বুজাই দিলে বীতাই। মাকণেও যথাৰীতি অতি খুচী মনেৰে সেইবোৰ কৰাত লাগি গ'ল। কিন্তু অৰুণাৰ মুখখন ক'লা পৰি গ'ল। মাকণৰ সৰল হাঁহিভৰা মুখখন আৰু কৰ্মব্যস্ত হাত দুখনলৈ চাই তাইৰ অন্তৰখন মোচৰ খাই উঠিল। এইজনী ছোৱালীৰ প্ৰায় সমনীয়া ছোৱালী এজনীৰ অলপতে বিয়া হ'ব আৰু সেই বিয়াৰ যৌতুকত দিয়া কাৰ্পিচাৰবোৰ সজাবলৈ এইজনী ছোৱালীয়ে অত কষ্ট কৰি ধুনীয়া ধুনীয়া টেবুল ক্লথ, কুছন ক'ভাৰ আৰু মেটবোৰ চিলাই কৰি দিব। সেই সূচীকৰ্ম কৰি যোৱাৰ লগে লগে হয়তো তাইৰ মনৰ চকুৰ আগত জিলিকি থাকিব— এই চিলাইবোৰেৰে সজ্জিত এখন সুন্দৰ নতুন সংসাৰৰ ছবি। সেইখন সংসাৰৰ ছবিয়ে তাইক জানো এক মুহূৰ্তৰ কাৰণেও উন্মনা কৰি নুতুলিব? নিশ্চয় তুলিব। হয়তো মনৰ চকুৰ আগত তাৰ প্ৰতিবিম্বই তাইৰ যৌৱনে জোৰাৰ তোলা প্ৰাণত কিবা এক নোপোৱাৰ

অথচ পাবলৈ হেঁপাহ জগাৰ বেদনাই খুন্দিয়াই যাব। ৰীতাৰ ভৱিষ্যৎ গৃহসজ্জাৰ কাৰণে ৰং-বিৰঙৰ সূতাৰ ধুনীয়া ধুনীয়া চিলাইবোৰ কৰি দি তাই হয়তো সকলোৰে অলক্ষে এটা হুমুনিয়াহ পেলাব। অৱশ্যে তাইৰো নিশ্চয় এদিন ৰীতাৰ দৰে বিয়া হ'ব, কিন্তু সঁচাকৈয়ে জানো ৰীতাৰ দৰে? সিহঁতৰ লগত ঘনিষ্ঠভাৱে মিলি মিলি মাকণৰ ৰুচিবোধ যিমানেই উচ্চস্তৰলৈ নুঠক, তাইৰ জীৱনটো হ'লে যেনেকৈ আৰম্ভ হৈছে, তেনেকৈয়ে শেষ হৈ যাব। ৰীতাৰ দৰে সুশিক্ষিত, ভাল চাকৰিয়াল দৰা পোৱা, তাইৰ দৰে ঘৰৰ ছোৱালীয়ে কল্পনাও কৰিব নোৱাৰে; ৰীতাৰ লগত দিয়াৰ দৰে ফার্নিচাৰ তাইৰ বিয়াৰ যৌতুকত দিব লগা হ'লে তাইৰ ককায়েকে বোধহয় সমস্ত সম্পত্তি বিক্ৰী কৰিব লাগিব; ৰীতাৰ ফার্নিচাৰবোৰ সজাবলৈ যিমান সুন্দৰ দামী কাপোৰ আৰু সূতা কিনা হৈছে, সেই দামেৰে মাকণৰ বোধহয় বিয়াৰ মেখেলা-চাদৰ এযোৰ কিনা হৈ যাব।

ভাবি ভাবি অৰুণাৰ মনটো হঠাৎ এক প্ৰচণ্ড অপৰাধবোধেৰে ভৰি গ'ল। এইখন কি কৰিলে তাই? মাকণক কিয় তাই এটা শিক্ষিত অৱস্থাপন্ন ঘৰৰ জীয়ৰীৰ দৰে সকলো চিলাই-পাতি শিকালে? কিয় এঘৰ আধুনিক ভাবাপন্ন গৃহস্থৰ ঘৰৰ সকলো চাল-চলন শিকালে? কিয় মাকণৰ অৱস্থাৰ ছোৱালী এজনীক সিহঁতৰ ঘৰৰে এজনী ছোৱালীৰ দৰে হৈ সিহঁতৰ লগত মিলি যাব দিলে? তাই যি জগতৰ ছোৱালী সেই জগতলৈ ওভতাই নপঠিয়ালে কিয়? এতিয়া এই নৱলব্ধ সুৰুচিসম্পন্ন মন এটা লৈ মাকণে তাইৰ ভৱিষ্যতৰ দুখীয়া ঘৰ এখনত পদে পদে উজুটি নাখাবনে? সেই সংসাৰৰ প্ৰতি খোজতে তাইৰ মনলৈ অৰুণা আৰু ৰীতাৰ সুন্দৰ, স্বচ্ছল, সুৰুচিসম্পন্ন জীৱনৰ ছবি আহি আহি তাইক ব্যথা দি নাথাকিবনে? এই প্ৰতিৰোধ্য দুখখিনিৰ পৰা কিয় তাই যথাসময়ত মাকণক আঁতৰত ৰাখিব নোৱাৰিলে?

কিন্তু অলপ সময়ৰ পিছতে অৰুণাই আকৌ ভাবিলে, তাই বোধহয় সাধাৰণ কথা এটাকে বৰ বেছি দূৰলৈ ভাবি নিছে। তাই মাকণৰ কথা যিমান দুখ কৰি ভাবিছে, মাকণে হয়তো নিজেই নিজৰ কথা সিমান দুখেৰে ভবা নাই। নিশ্চয় ভবা নাই। তাই এই উপকাৰৰ ছদ্মবেশেৰে কৰা অপকাৰখিনি বুজি পোৱা হ'লে মাকণে কেতিয়াও বাৰে বাৰে অন্তৰ খুলি নক'লেহেঁতেন— 'বাইদেৱে যে মোক কিমান কি শিকালে! আপোনাৰ এই উপকাৰ মই চিৰদিনলৈ নাপাহৰোঁ। বেছিভাগ মানুহেই জানে বাইদেউ, আনক একো শিকাব নোখোজে— আৰু আপোনালোকৰ দৰে মানুহে আমাৰ দৰে মানুহক শিকোৱাৰতো কথাই নাই।'

কিন্তু তথাপি! অৰুণাৰ মনটো আকৌ সেমেকি যায়। ইমান সযত্নে, ইমান আগ্ৰহেৰে মাকণে যে তাইৰ পৰা হৰেক ৰকমৰ বেজীৰ কাম, চিলাই মেচিনৰ কাম, উলৰ কাম শিকিলে, এইবোৰ জানো কেতিয়াবা তাই জীৱনত নিজৰ দৰকাৰত, নিজৰ আনন্দত লগাব পাৰিব?

অৱশেষত ৰীতাৰ কাৰণে কৰা মাকণৰ চিলাইৰ কামবোৰ এদিন শেষ হ'ল। ৰীতাই সেইবোৰ বৌৱেকৰ ড্ৰইং ৰুম, ডাইনিং ৰুম আৰু ড্ৰেছিং ৰুমৰ চকী-মেজবোৰত সজাই সজাই চালে। ধুনীয়া ধুনীয়া ৰং-বিৰঙৰ সূতাৰ আৰু বিচিত্ৰ নক্সাৰ চিলাইৰ কামবোৰে ঘৰকেইটা জিলিকাই তুলিলে। 'বাঃ— বৰ ধুনীয়া দেখাইছে!' ৰীতাৰ মুখো খুচীত উজ্জ্বল হৈ উঠিল। কিন্তু অৰুণাই মন কৰিলে— নতুন চিলাইৰে সজ্জিত তাইৰ চকী-মেজবোৰ আৰু ৰীতাৰ উজ্জ্বল মুখখনতকৈয়ো মাকণৰ মুখখন আনন্দত বেছি উদ্ভাসিত হৈ উঠিছে। অৰুণাই মনৰ ভিতৰত দীৰ্ঘশ্বাস এটা ৰোধ কৰি চিলাইবোৰৰ প্ৰশংসা কৰি লৰালৰিকৈ পাকঘৰলৈ গুচি গ'ল।

যথাসময়ত ৰীতাৰ বিয়া হৈ গ'ল আৰু তাৰ আঠটামান মাহৰ পিছত মাকণৰো বিয়া হৈ গ'ল। দৰা এইখিনি ঠাইৰ পৰা পাঁচ মাইলমান দূৰৰ গাঁও এখনৰ। গাঁও হ'লেও কিন্তু চহৰৰ গাতে লগা গাঁও। দৰাও চহৰত কাম কৰা। কোনোবা এখন পাঠশালাৰ পণ্ডিত।

অৰুণা বিয়ালৈ গৈছিল। সেই প্ৰথম তাই মাকণহঁতৰ ঘৰলৈ গ'ল। মাকণক এটা অদ্ভুত উপহাৰ দিলে তাই— 'এক পাউণ্ড উল, বিবিধ ৰঙৰ কেইনেচামান এম্বৰ সূতা আৰু কেইগজমান কেছমেণ্ট কাপোৰ!... বেচেৰী মাকণে যে কেতিয়াবা নিজে তেনে দামী কাপোৰ আৰু সূতা কিনি ঘৰ সজাব, পণ্ডিত এজনৰ ঘৈণীয়েক হোৱাৰ পিছত সি বোধহয় অকল্পনীয় কথা। এতিয়া অৰুণাৰ এই উপহাৰেই যদি তাইক সেই সুবিধা দিয়ে... ভাবি অলপ ভাল লাগিল অৰুণাৰ।

তাৰ পিছত ডেৰটা বছৰ পাৰ হৈ গৈছিল।

চহৰত কিবা এখন প্ৰদৰ্শনী হৈছে। নিৰ্মল চলিহাই কণেজৰ পৰা আহি ঘৈণীয়েকক ক'লে।— 'অথনি যে প্ৰদৰ্শনী চাম বুলি কৈছিলা, যোৱা যদি ওলোৱা। আমাৰ প্ৰশান্ত বৰুৱাও বোলে ঘৈণীয়েকক লৈ যাব। আমি যাম বুলি কোৱাত একেলগে যাবলৈ লগ ধৰিছে।'

অৰুণা খুচি হ'ল। ৰিক্সাত ঘেত্‌লেং-ঘেত্‌লেং কৰি এই তিনি মাইল ৰাস্তা যোৱাটো জানো কম আপদৰ কথা!

প্ৰদৰ্শনীখন বেছ ডাঙৰেই হৈছে। অৰুণাই বুবুমণিক কোলাত তুলি ল'লে। প্ৰশান্ত বৰুৱাৰ ঘৈণীয়েকে ক'লে— 'ল'ৰা-ছোৱালীক লৈ আমাৰ ক'লৈকো গৈ শান্তি নাই।'

অৰুণাই বিৰক্ত মুখেৰে ক'লে— 'নক'ব আৰু বুজিছেনে, মোৰ যে ই কেতিয়া ডাঙৰ হয় কেতিয়া ডাঙৰ হয় যেন লাগিছে। আপোনাৰে ভাল, বীমাজনীয়ে কি সুন্দৰকৈ আপোনাৰ হাতত ধৰি ঘূৰিছে...' কৈ কৈ অৰুণা হঠাৎ থমকি ৰ'ল। সিহঁত তেতিয়া চিলাইৰ কামৰ 'ষ্টল'টোত সোমাই পৰিছিল। নানা ডিজাইনৰ, নীয়া ধুনীয়া বেজীৰ কামৰ টেবুল ক্লথ, বেডক'ভাৰ, কুছন ক'ভাৰ আদি সজাই থোৱা হৈছে! সেই 'ষ্টল'টোতে মাইকী মানুহৰ বেছি ভিৰ হৈছে।

অৰুণা থমকি ৰ'ল! তাইৰ দৃষ্টি ষ্টলটোৰ এক বিশেষ অংশতে নিবদ্ধ হৈ ৰ'ল আৰু সেই দৃষ্টিকে অনুসৰণ কৰি সেইফালে চাই প্ৰশান্ত বৰুৱাৰ ঘৈণীয়েক উচ্ছ্বসিত হৈ উঠিল— 'আয়ে দেহি, সেই ড্ৰইং ৰুম, ডাইনিং ৰুম আৰু ড্ৰেছিং আইনাৰ ছেটকেইটা যে ইমান বঢ়িয়া লাগিছে! কিনিবৰে মন গৈছে ভাই!... হেৰি, অলপ এইফালে শুনকচোন— এইকেইটা ছেট্ বিক্ৰী কৰিব নেকি বাৰু?'

ষ্টলটোৰ তত্ত্বাৱধানত থকা তিনিজনী ছোৱালীৰ ভিতৰত এজনী আগবাঢ়ি আহিল-- 'নাই, পোৱা নাপাব, সেইকেইটা ছেট্ আগতেই বিক্ৰী হৈ গৈছে...'

'এ হয় নেকি? ইস্!' মিছেছ বৰুৱাই এটা স্বগতোক্তি কৰিলে। অৰুণাই কিন্তু মুখেৰে একো নামাতিলে। বুবুমণিক কোলাত লৈ সেই ছেট্‌কেইটাৰ ফালে চায়ে ৰ'ল— নাই, কোনো ভুল হ'ব নোৱাৰে। সেই একে কাপোৰ, একে ৰং। এনেকি নক্সাবোৰো বীতাৰ বিয়াৰ ফাৰ্ণিচাৰৰ কাৰণে কৰা চিলাইবোৰৰ নক্সাৰ সৈতে হুবহু একে। ওহোঁ, কোনো ভুলেই হ'ব নোৱাৰে। মাকণৰ বিয়াৰ মাত্ৰ ডেৰ বছৰহে হৈছে— এই ডেৰ বছৰতে তাই নিজে কিনি মাকণৰ বিয়াত উপহাৰ দিয়া কেছ্‌মেণ্ট কাপোৰটো চিনাত কোনো ভুলেই হ'ব নোৱাৰে। কিন্তু ভুল যে সঁচায়ে হোৱা নাই, সেই বিষয়ে নিশ্চিত হ'বলৈ সকলোতকৈ ডাঙৰ প্ৰমাণ এটা চকুৰ আগতেইতো জল্‌জল্ পট্‌পট্‌কৈ জিলিকি আছে। প্ৰত্যেকটো ছেটৰ কাপোৰত আলপিনেৰে কাগজৰ লেবেল এটুকুৰা গাঁঠি থোৱা আছে। সেই লেবেলবোৰত শিপিনীজনীৰ নামটো স্পষ্ট আখৰেৰে লিখা আছে— লক্ষ্মীমাই বৰা। সেইটো মাকণৰ ভাল নাম। বিয়াৰ আগতে লক্ষ্মীমাই হাজৰিকা আছিল, এতিয়া বৰা হ'ল।

'আপুনি দেখোন বৈয়ে থাকিল? ছেট্‌কেইটা বৰ বঢ়িয়া হৈছে নহয়? পিছে কি কৰিব, আমাৰ দুৰ্ভাগ্য। ধুনীয়া দেখি আগতেই কোনোবাই কিনি থৈছে। এতিয়া ব'লক, ইয়াৰ পৰা ওলাওঁ। পিছৰ মানুহবোৰে বৰ হেঁচা-ঠেলাখন লগাইছে।'

মিছেছ বৰুৱাৰ মাতত অৰুণাই সম্বিৎ ঘূৰাই পালে। 'ওঁ ব'লক।' অৰুণাই উদ্‌গত দীৰ্ঘশ্বাস এটা ৰোধ কৰিলে।

মাকণৰ হাতৰ চিলাইৰে সজ্জিত হৈ থকা ষ্টলটোৰ পৰা দুয়ো ওলাই আহিল।

তাৰ এঘণ্টামানৰ পিছত অৰুণাহঁত ঘৰলৈ উভতিছিল। মিছেছ বৰুৱাই প্ৰদৰ্শনীৰ নানা কথা পাতি আহি আছিল। অৰুণা কিন্তু বেছিভাগ সময় নীৰবেই থাকিল। ওৰে বাটটো তাইৰ মনক এটা প্ৰশ্নই মাথোঁ খুন্দিয়াই মাৰিছিল— মাকণে যে প্ৰাণৰ সমস্ত হেঁপাহ ঢালি তাইৰ পৰা চিলাইবোৰ শিকিলে, সেয়া কি তাই জীৱনত তাইৰ নিজৰ ঘৰ সজোৱাৰ কামত কোনো দিনেই লগাব নোৱাৰিব?

# ভ্ৰষ্ট-লগ্ন

।।এক।।

শাহুৱেকৰ মৃত্যুৰ লগে লগে এইখন ঘৰৰ পুৰণি দিনৰ মানুহ দুজনৰ শেষজনৰো চিন হেৰাই গ'ল,— অন্ততঃ মঞ্জুলাৰ কাৰণে মঞ্জুলাৰ জীৱনত তেওঁৰ আৰু একো চিন থাকিব নোৱাৰে।

শহুৰেক দুবছৰৰ আগতেই ঢুকাইছিল। এতিয়া এই দুবছৰৰ পিছত শাহুৱেকো স্বৰ্গী হ'ল।

ঘৰখন বিয়া দি উলিয়াই দিয়া জীয়েক তিনিজনী আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীৰে ভৰি পৰিছে। আৰু ভৰি পৰিব যেতিয়া মঞ্জুলাৰ দেওৰেক প্ৰদীপ তেওঁৰ পৰিয়াল লৈ আহি পাবহি। প্ৰদীপ থাকে সুদূৰ কাশ্মীৰত; তাৰ পৰা আহি পাওঁতে পলম হৈছে। মাকৰ মৃত্যুৰ সময়ত লগ নাপালে, পাবৰ কোনো উপায় নাছিল, কাৰণ মাত্ৰ এসপ্তাহৰ জ্বৰতে মাকৰ মৃত্যু হ'ল। সেই জ্বৰৰ খবৰ শুনি ইমান দূৰৰ পৰা গুচি অহাটো সম্ভৱ নাছিল।

প্ৰদীপৰ দুটা ল'ৰা-ছোৱালী। ঘৰখনত আৰু চাৰিটা প্ৰাণী বাঢ়িব। আগতেও কম ভৰা ঘৰ নাছিল। শাহুৱেক, শহুৰেক, মঞ্জুলাৰ গিৰীয়েক ত্ৰিদিব, সিহঁতৰ চাৰিটা ল'ৰা-ছোৱালী, ত্ৰিদিবৰ বিধৱা ভনীয়েক পুতলী আৰু তাইৰ তিনিটা ল'ৰা-ছোৱালী (বিধৱা হোৱাৰ পিছত পুতলীয়ে শহুৰেকৰ ঘৰৰ বেয়া অৱস্থা কাৰণে মাকৰ ঘৰতে আহি নিগাজীকৈ বসতি কৰিছেহি) আৰু কাম কৰা ল'ৰা অবোধ।

শাহুৱেক ঢুকুৱাৰ দিনা এই আটাইবোৰ মানুহৰ কান্দোনত ঘৰখনত কোৰ্হাল লাগি গৈছিল। যদিও শাহুৱেক উপযুক্ত বয়সতে ঢুকাল, (তেওঁৰ বয়স সত্তৰ পাৰ হৈ গৈছিল) তথাপিতো সেই সান্ত্বনাই কাৰোতো শোক নোহোৱা কৰিব নোৱাৰে। চিঞৰি চিঞৰি কান্দিলে জীয়েকহঁতে। মঞ্জুলায়ো কান্দিলে, বেজাৰত তাইৰো যেন হিয়া ভাঙি গৈছিল। এইখন ঘৰলৈ বিয়া হৈ অহাৰ আজি বিছ বছৰৰো ওপৰ হ'ল, এই বিছ বছৰে তাই শাহুৱেকৰ লগতে জীৱনটো কটাই আহিছে বুলিব পাৰি। স্বামী ত্ৰিদিব স্থানীয় কলেজ এখনৰ অধ্যাপক, গতিকে প্ৰদীপৰ দৰে তেওঁৰ দূৰলৈ গৈ চাকৰি কৰাৰ কোনো প্ৰশ্নই নুঠে। ইয়াতেই, এই ঘৰখনতে চিৰকাল আছে তেওঁ। মঞ্জুলাকো বিয়া কৰাই আনি এই ঘাই ঘৰখনতে বিছ বছৰ ৰাখিছে। কেতিয়াবা বছৰৰ মূৰত, কেতিয়াবা দুবছৰৰ মূৰত মাকৰ ঘৰলৈ যোৱাৰ বাহিৰে মঞ্জুলায়ো এই ঘৰখন এৰি আজি বিছ বছৰে ক'লৈকো যোৱা নাই, যাব পোৱা নাই। শাহুৱেকৰ লগতেই ঘৰ ধৰি আছে; শাহুৱেকৰ চকুৰ আগতেই তাই ষোড়শী গাভৰুৰ পৰা পৰিণত বয়সৰ ছোৱালী এজনী হ'ল, এটা-দুটা-তিনিটাকৈ চাৰিটা ল'ৰা-ছোৱালীৰ মাক হ'ল, শাহুৱেকৰ চকুৰ আগতেই তাইৰ কিশোৰীৰ চঞ্চলতা আৰু মধুৰতা আঁতৰি গৈ সংসাৰৰ পকা গৃহিণীৰ গাম্ভীৰ্য আৰু কঠোৰতা আহি পৰিল। আৰু ঠিক সেই একেদৰে শাহুৱেকো তাইৰ চকুৰ আগত দিনে দিনে পৰি আহিল, বাৰ্ধক্যই গ্ৰাস কৰি আনিলে; লাহে লাহে তেওঁৰ চুলি পকি আহিল, পাতল হ'ব ধৰিলে, দাঁত সৰিব ধৰিলে, গাৰ ছাল ক্ৰমে শোটোৰা-শোটোৰ হ'ল, উদ্ধত ঋজু শৰীৰ হাউলি আহিল। আৰু আজি প্ৰায় আশী বছৰৰ ওচৰত সেই শাহুৱেকৰ মৃত্যু হ'ল।

যোৱা বিছ বছৰৰ অস্পষ্ট অতীতৰ পৰা স্পষ্ট সিদিনালৈকে জীয়াই থকা সেই মানুহজনী সঁচাকৈয়ে এই ঘৰখনৰ পৰা চিৰদিনৰ কাৰণে হেৰাই গ'ল! মঞ্জুলাৰ দুগালেদি চকুলো বাগৰি আহে, অথচ— অথচ সেই শোকৰ মাজতো নিজৰ অন্তৰৰ অন্তঃস্থলীৰ এক চকিত দৰ্শনত মঞ্জুলা অলপ শিয়ঁৰি উঠে। অন্তৰৰ অতি গুপুত কোণত সেইবোৰ কি কথা লুকাই আছে?

বিছ বছৰৰ আগৰ কথা। বিছ বছৰীয়া এজনী গাভৰু ছোৱালী মঞ্জুলা। বি এ-টো পাছ নকৰোঁতেই মাক-দেউতাকে বিয়া দি দিলে। সদায় মাক-বাপেকৰ বাধ্য, শান্ত-শিষ্ট ছোৱালীজনীয়ে যদিও কোনো আপত্তি নকৰিলে, সৰু ভনীয়েক মৃদুলাৰ আগত হ'লে তাই লাহে লাহে কৈছিল— 'মোৰ আগে বি এটো পাছ কৰাৰহে ইচ্ছা আছিল।'

মৃদুলাই গৈ কথাষাৰ মাক-বাপেকৰ কাণ ছোৱাইছিলগৈ, কিন্তু তেওঁলোকে উত্তৰ দিছিল— 'পিছতো তাই বি এ পাছ কৰিব পাৰিব, পঢ়াৰ সময় কেতিয়াও হেৰাই নাযায়। কিন্তু এবাৰ হেৰালে এনে ল'ৰা, এনে ঘৰ আমি

যে পুনৰায় পাম তাৰ কি নিশ্চয়তা আছে?'

সঁচাকৈয়ে ভাল ল'ৰা, ভাল ঘৰ। মঞ্জুলাই কেতিয়াও নহয় বুলি নকয়। চহৰৰ ভিতৰতে প্ৰথম আঢ্যৱন্ত মানুহ; খোৱা-পিন্ধাৰতো আকাল নায়েই, আৰু দহজনক খুৱাব-পিন্ধাব পাৰে তেওঁলোকে। কত মানুহ, আলহী-অতিথি আহে যায় সেইখন ঘৰলৈ। কোনো শুদা মুখে উভতি যাব নালাগে সেইখন ঘৰৰ পৰা, অতি সুন্দৰ সোধ-পোছ, মাত-কথাত মউ বৰষে, কি যে সাদৰী আৰু মধুৰ ব্যৱহাৰ প্ৰতিজন মানুহৰে।

আৰু ত্ৰিদিব— অতি ভাল ল'ৰা। শিক্ষিত, সৎস্বভাৱী, বিনয়ী আৰু শান্ত। একো ৰাগীয়াল বস্তু মুখত নিদিয়ে। মাক-দেউতাক ল'ৰাৰ গুণত সদায় পঞ্চমুখ। তেওঁলোকৰ ল'ৰা সকলে পৰা যি বাধ্য হৈ চলি আহিছে, আজিলৈকে তাৰ ব্যতিক্ৰম ঘটা নাই। 'বহুত ল'ৰাৰ বিয়া-বাৰু কৰাই পৰিবৰ্তন হয়, কিন্তু আমাৰ বোপা সেই একেই বাধ্য হৈ আছে—' মঞ্জুলাৰ শহুৰেক-শাহুৰেকে গৰ্ব কৰি কৈছিল।

সেই অতি ভাল ল'ৰা ত্ৰিদিবৰ লগত বিয়া হৈ কিন্তু বিয়াৰ পিছত বহুত দিন ৰাতি ৰাতি মঞ্জুলাই [illegible]ৰে চকুপানী টুকিছিল, চিৰদিনলৈ এৰি অহা মাকৰ ঘৰখনৰ কথা সুঁৱৰি হিয়া যেন তাইৰ ভাগি গৈছিল।

অথচ ত্ৰিদিব সঁচায়ে ভাল ল'ৰা। স্বভাৱৰ একো দোষ নাই। তাইৰ বাহিৰে কোনো ছোৱালীকে কোনো দিন মূৰ তুলি চোৱা নাই। কি শান্ত-সৌম্য নিৰ্জু মানুহ। কি সুন্দৰ বাধ্য পুত্ৰ।

কিন্তু মঞ্জুলাৰ আপত্তি আছিল তাতেই— কিয় তুমি ইমান বেছি বাধ্য হৈ চলিব লাগে, কিয় তোমাৰ ইমান বয়সতো সাহ নহয় মোক লৈ এঠাইলৈ (তোমাৰ মা-দেউতাৰ অনুমতি নৈয়ে বাৰু) ফুৰিবলৈ যাবলৈ, এখন চিনেমা চাবলৈ? কিয় তুমি মোক বিয়া কৰাই এনেকৈ সম্পূৰ্ণভাৱে শাহুৰ তলত এৰি দিলা? কিয় তোমাৰ-মোৰ সামান্য এটা জীৱন গঢ়ি উঠিবলৈ নিদিলা?

অথচ তাইৰ বিয়া হৈছে এজন শিক্ষিত প্ৰফেছৰৰ লগত। তাইৰ ভনীয়েক মৃদুলাৰ গিৰীয়েক কিন্তু ইমান শিক্ষিত নহয়। আই এলৈকে পঢ়িছে। ব্যৱসায় কৰে মানুহজনে, সিমান ডাঙৰ ব্যৱসায়ো নহয়। কিন্তু সেই সামান্য আয়েৰেও দুয়ো এটা হাঁহি ভৰা ফুৰ্তিৰ জীৱন কটাইছে, — ফুৰিছে, চিনেমা চাইছে, — এবাৰ দাৰ্জিলিঙৰ পৰাও ঘূৰি আহিছে। সৰু সংসাৰ সিহঁতৰ— মৃদুলা, গিৰীয়েক, নিমাখিত বিধবা বুঢ়ী শাহুৰেক আৰু সৰু দেওৰেক এটা। ভাত-পানী মৃদুলাই ৰান্ধে, সামান্য আয়ৰ সাধাৰণ আয়োজন। এবাৰ মৃদুলা আহি বায়েকৰ ঘৰত চাৰিদিন থাকি গৈছিল। প্ৰথম প্ৰথম তাই মঞ্জুলাহঁতৰ ঐশ্বৰ্য-বৈভৱ, খোৱা-লোৱাৰ আয়োজন, মানুহ-দুনুহ গাড়ীৰ অহা-যোৱা দেখি চমৎকৃত হৈছিল আৰু উচ্ছ্বসিতভাৱে বায়েকক কৈছিলোঁ—

'তোৰ বৰ কপাল দে বাইদেউ!'

চাৰিদিন থকাৰ পিছত তাই আকৌ কৈছিল—

'বাইদেউ, তহঁতৰ ইমান মানুহৰ ইমান বিধে বিধে ৰন্ধা-বঢ়া আৰু লগতে ইমান আলহী-অতিথি সৎকাৰ কৰি কৰি তোৰ আমনি নালাগেনে? সেই যে বঙালীত কয়— ৰান্নাৰ পৰ খাওয়া আৰ খাওয়াৰ পৰ ৰান্না, তাকে কৰি কৰিয়ে দেখোন তোৰ দিনবোৰ গৈছে? তহঁত ইমান ধনী মানুহ, এটা ৰান্ধনি-চান্ধনি ৰাখি অলপ আজৰি হৈ নলব কিয়? তোৰ ঘৰত এই চাৰিদিন থাকিয়ে মোৰ হ'লে উশাহ বন্ধ হৈ যোৱাৰ দৰে লাগিছে দে, বাইদেউ। কেৱল কাম, কেৱল খোৱা-বোৱাৰ কাৰবাৰ। মানুহ কিবা অকল খাবলৈকে জীয়াই থাকে নেকি? নাই বাইদেউ, এনেকৈ পাকঘৰতে জীৱনটো শেষ কৰি নিদিবি— এটা ৰান্ধনি-চান্ধনি ৰাখ।'

কথাবোৰ সদায়ে স্পষ্ট মৃদুলাৰ, কোনো লুক-ঢাক ৰাখি ক'ব নোৱাৰে।

ভনীয়েকৰ কথাত সিদিনা মঞ্জুলাই ম্লান হাঁহি এটা মাৰি কৈছিল— 'চাকৰ-বাকৰৰ হাতত খোৱাতকৈ নিজে ৰান্ধি-বাঢ়ি খোৱা বহুত সুখৰ দে মৃদুলা... আৰু আমাৰ শাহুআয়ে আনৰ হাতৰ ৰন্ধা-বঢ়া খাই ভাল নপায়।'

মনৰ সমস্ত ক্ষোভ গোপন কৰি তাই ভনীয়েকক সহজ মাতেৰে ক'লে কথাষাৰ। মৃদুলাৰ দৰে মন খুলি তাই কাকো একো ক'ব নোৱাৰে।

সঁচাকৈয়ে বিবাহিত জীৱনৰ সমস্ত ক্ষোভ তাই আজি কুৰি বছৰে এনেকৈয়ে মনতে গোপনে পুহি ৰাখিছে, কুমাৰী জীৱনৰ মুকলিমূৰীয়া দিনবোৰ সুঁৱৰি গোপনেই হাহাকাৰ কৰি আহিছে, হাহাকাৰ কৰি আহিছে -- মাকৰ

মৰমসনা প্ৰশ্ৰয় ভৰা দিনবোৰলৈ মনত পেলাই। আৰু একেদৰে গোপনেই পুহি ৰাখিছে শাহুৱেকৰ শাসনৰ বিৰুদ্ধে পুঞ্জীভূত হৈ উঠা বিদ্বেষ আৰু অশান্তিবোৰ। কাকো কোৱা নাই, এনেকি গিৰীয়েককো,— কাৰণ তাই ভালকৈ বুজিছে যে কৈ কোনো লাভ নাই। অতি ভাল ল'ৰা ত্ৰিদিব, ভুলতো কোনোদিন মাক-দেউতাকৰ বিৰুদ্ধাচাৰণ কৰি পোৱা নাই। এই বাধ্য, শান্ত পুতেকৰ পৰা পোৱা চৰম পিতৃভক্তি আৰু মাতৃ ভক্তিৰ সোৱাদ লৈয়ে দুবছৰৰ অগা-পিছাকৈ মাক আৰু দেউতাকৰ মৃত্যু হ'ল।

মৃত্যু? ওহোঁ নহয়, মুক্তি। কুৰি বছৰৰ গতানুগতিক জীৱনধাৰা, কুৰি বছৰৰ দাসত্বৰ পৰা চিৰ মুক্তি।

সেই কান্দোনৰ ৰোল উঠা, শোকে আগুৰি থকা ঘৰখনত কিন্তু এটা শোকসন্তপ্ত প্ৰাণীয়ে চকুৰ পানী মচি মচিও মনৰ গোপন কোণত এটা স্বস্তিৰ নিঃশ্বাস পেলালে— মুক্তি— আঃ কি মধুৰ...

(মোৰ পাপ হ'ব নেকি শাহুআই? কিন্তু মোৰ জীৱনৰ অমূল্য কুৰিটা বছৰ পাকঘৰৰ জুই আৰু ধোঁৱাৰ মাজতে অকল বন্দী কৰি ৰখাৰ কাৰণে তোমাৰো যে পাপ লাগিছে...)

।। দুই।।

শ্ৰাদ্ধ শান্তি হৈ যোৱাৰ পিছত প্ৰদীপ আৰু বিবাহিতা নন্দেক আৰু জেশাহুৱেকহঁত দিহাদিহি গুচি গ'ল। ঘৰখন যেন এতিয়াহে একেবাৰে খালী হৈ গ'ল। পুতলীয়েতো কথাষাৰ কৈ কৈ মাজে-মাজে চকুপানীয়ে টুকি আছে। মাকক হেৰোৱা দুখটো পুনৰ যেন জাগি উঠিল তাইৰ। মঞ্জুলাৰ মনটোও গধুৰ হৈ উঠিল। সকলোৱে বিদায়ৰ সময়ত পেলোৱা চকুলোৰ লগত তাইৰো চকুৰ পতা তিতি উঠিল। কিন্তু এইবাৰো মনৰ গোপন কোণত মনটোৱে এটা স্বস্তিৰ নিশ্বাস পেলালে। উস্— কি দিনেই যে নগ'ল এইকেইটা দিন। ঘৰ নহয় যেন এখন হোটেল। মানুহ এজনী মৰি গৈছে হয়, মনবোৰ সকলোৰে মৰি আছে হয়, কিন্তু পেটৰ ভোকবোৰতো কাৰো মৰা নাই। গতিকে ডাঙৰৰ পৰা সৰুলৈকে ইমানবোৰ মানুহৰ খোৱা-লোৱাৰ ব্যৱস্থা কৰা— উশাহ চুটি হৈ যায় মঞ্জুলাৰ। অৱশ্যে প্ৰদীপৰ ঘৈণীয়েক আৰু নন্দেক-জেশাহুৱেকহঁতে আগবাঢ়ি আগবাঢ়ি দুই-এটা কামত তাইক সহায় কৰি দিয়েহি, কিন্তু হাজাৰ হওক তেওঁলোক এতিয়া আলহীৰ দৰে। আচল কাম আৰু দায়িত্বৰ ভাৰ মঞ্জুলাই কেনেকৈ এৰাব পাৰে?

এতিয়া সকলোবোৰ গুচি গ'ল। পুতলীয়ে এতিয়াও বেজাৰ কৰি আছে। কিন্তু মঞ্জুলাৰ বেজাৰ আঁতৰিছে। উস্— ধুমুহাৰ পিছত যেন ঘৰখনত শান্তিহে বিৰাজ কৰিছে।

আৰু কেইদিনমানৰ পিছতেই কথাষাৰ উলিয়ালে মঞ্জুলাই।

'এটা ঠাকুৰকে ৰাখোঁ বুলি ভাবিছোঁ, পুতলী। দিনৰ পাছত দিন আৰু কিমান সেই একে ৰন্ধা-বঢ়া কৰি থাকিবা? ককাইদেৱেৰাকো কৈছোঁ কথাটো।'

পুতলীৰ মুখখন যেন অলপ ক'লা পৰি গ'ল।

'ইমান দিনৰ মাৰ পবিত্ৰ পাকঘৰটো তুমি মা নোহোৱা হোৱাৰ লগে লগে চুৱা কৰিবলৈহে ওলালা নে নবৌ?'

'কিন্তু সেই ইমান দিনে মই যে পাকঘৰত থাকি থাকি বুঢ়ী হৈ গ'লোঁ, মোৰ কথাষাৰ এবাৰ নাভাবা কেলৈই, পুতলী?'

কিন্তু পুতলীয়ে ভাবক নাভাবক, তাত তো আচলতে কোনো ক্ষতি-বৃদ্ধি নাই মঞ্জুলাৰ। এতিয়া তায়ে এই ঘৰখনৰ গৃহিণী, সম্পূৰ্ণভাৱে গৃহিণী, তাইৰ সিদ্ধান্তত মাত মাতিবলৈকো পুতলীৰ অধিকাৰ নাই। মাক জীয়াই থাকোঁতে পুতলীয়ে এইখন ঘৰত এনেকৈ সদৰ্পে চলিছিল যেন মাকৰ দৰে এইখন ঘৰৰ তায়ে গৃহিণী, মাকৰ দৰেই বৌৱেকক ইটো-সিটো কথাৰ হুকুম দিবলৈ পূৰা অধিকাৰ আছে। কিন্তু মাকৰ মৃত্যুয়ে যে পুতলীৰ হাতৰ পৰা লগে লগে সেই ক্ষমতা কাঢ়ি লৈ গ'ল, সেই কথা তাইৰ বুজিবৰ হ'ল।

ঘৰলৈ ঠাকুৰ আহিল। ত্ৰিদিবে কোনেদিন মাকৰ কোনো কথাত নামাতিছিল, এতিয়া ঘৈণীয়েকৰ ক্ষেত্ৰতো একেদৰেই নীৰৱ হৈ ৰ'ল।

প্ৰথম দিনাই ঠাকুৰৰ ৰন্ধা খাই ল'ৰা-ছোৱালীবোৰে আপত্তি কৰিলে— 'তোমাৰ দৰে ভালকৈ ৰান্ধিব পৰা

নাই মা ঠাকুৰে, ... মামী, এইখন আঞ্জাত ইমান জলা দিছে ঠাকুৰে, মুখতে দিব নোৱাৰি . ইত্যাদি নানা ওজৰ-আপত্তি কৰিলে ল'ৰা-ছোৱালীবোৰে।

সিহঁতে ভাত খোৱা চাই ওচৰতে বৈ আছিল মঞ্জুলা আৰু পুতলী। পুতলীয়ে পুতেক-জীয়েকহঁতক ধমক দি উঠিল— 'যি ৰান্ধিছে আপত্তি নোহোৱাকৈ খাই উঠি যা সোনকালে। আঞ্জাত অলপো জলা খাব নোৱাৰে আপদকেইটাই। ডালমুট এগাল আনি দিয়াচোন, যিমানে জলা নাথাকক সুহুৰিয়াই সুহুৰিয়াই খাব।'

মঞ্জুলা গহীনভাবে ঠাকুৰৰ ওচৰলৈ গ'ল— 'তোমাক দেখোন মই বাৰে বাৰে কৈছিলোঁ ঠাকুৰ যে আঞ্জা-চাঞ্জাবোৰত অলপো জলা নিদিবা, ল'ৰা-ছোৱালীবোৰে খাব নোৱাৰে।'

'বেছি জলাতো দিয়া নাই আইদেউ, সেইখিনি জলা নিদিলে 'টেষ্ট' উঠিব কেনেকৈ? 'টেষ্ট' নুঠিলে আপোনালোকেই দেখোন মোক খং কৰিব'— 'ইংৰাজী শব্দটো গৌৰৱেৰে দুবাৰ উচ্চাৰণ কৰি ঠাকুৰে দাঁত কেইটা উলিয়াই উত্তৰ দিলে।

মঞ্জুলা এক মুহূৰ্তপৰ হতবাক হৈ বৈ থাকিল। তাৰ পিছত তাই আৰু একো নকৈ ওলাই আহিল।

সিদিনা ভাত-আঞ্জাবোৰ খাই তাইৰ নিজৰো অলপো জুতি নোলাগিল; কিন্তু খোৱা পাতত বহি তাই একো নামাতিলে, নন্দেকেও নামাতিলে, দুয়ো নীৰবে খাই উঠি গ'ল।

কিন্তু সিদিনা পিছৰ সাঁজ ৰন্ধাৰ সময়ত মঞ্জুলা নিশ্চিন্ত মনে নিজৰ কোঠালীত সোমাই আলোচনীখন হাতত লৈ বহি থাকিব নোৱাৰিলে, কেইবাবাৰো পাকঘৰলৈ অহা-যোৱা কৰিলে, ঠাকুৰৰ ওপৰত কেইবাবাৰো মূৰ গৰম হৈ উঠিল। কিন্তু কাৰোবাক মানে পুতলীক ঠাকুৰৰ কাণ্ড-কাৰখানাৰ কথা কৈ মনৰ জ্বাল আঁতৰাবৰ মন গ'লেও মঞ্জুলাই নক'লে, মনৰ খং মনতে পুহি ৰাখিলে।

পিছে সিমান ভাল নাৰান্ধিলেও ঠাকুৰেতো মঞ্জুলাক পাকঘৰৰ পৰা মুক্তি দিছে। এতিয়া তাইৰ হাতত বহুতো সময়। এতিয়া তাই ইচ্ছামতে তাইৰ মন যোৱা কামবোৰ কৰি থাকিব পাৰে, মন যোৱা কাম মানে হৰেক ৰকমৰ এমব্ৰইডাৰি কৰা, কাগজ-পত্ৰ আলোচনীবোৰ পঢ়া আৰু ওচৰ-চুবুৰীয়াৰ ইঘৰ-সিঘৰৰ পৰা একোটা পাক মাৰি অহা। শাহুৱেক জীয়াই থকা কালত কিন্তু মঞ্জুলাই এইবোৰ একোকে কৰিবলৈ নাপাইছিল। সময়ো নাপাইছিল।

"তিৰোতা মানুহ হৈ কি ইমান কাগজ-পত্ৰ চাব লাগে, অত বছৰ দেখোন বাপেৰাৰ ঘৰত পঢ়িয়ে আহিলা, সিমান পঢ়াৰে নাটিল নে? ... সেই বেজী-সূতাৰ কামবোৰ বেছিকৈ কৰি কিডাল হ'ব, তাতকৈ তাঁতখনতে বহাঁগে, আমাৰ তাঁতশালৰ লগত তোমালোকৰ সেই বেজীৰ কামে ফেৰ মাৰিব পাৰিবনে?... বোৱাৰী-ছোৱালী বৰকৈ লোকৰ ঘৰে-ঘৰে ফুৰি ফুৰিব নাপায়, লেপ্‌লেপাই চেপ্‌চেপাই এসোপা কথাৰ মহলা মাৰি থাকিলে স্বভাৱটো বেয়া হৈ যায়, মুখৰ কথাৰ লাগ-বান্ধ নোহোৱা হৈ পৰে...।'

আলোচনী আৰু কাগজ-পত্ৰৰে ঠাহ্ খাই আছে ঘৰটো। ঘৰত থকা সময়ততো ত্ৰিদিবৰ এইবোৰ পঢ়ি থকাই কাম। তেতিয়া দেখি দেখি মঞ্জুলাৰ মনটো ইচাট্-বিচাট্ কৰি থাকিছিল— ইস তায়ো এনেকৈ পঢ়ি থাকিব পোৱা হ'লে। স্কুল-কলেজত পঢ়া দিনত তাই কত গল্প-উপন্যাস পঢ়িছিল, সেই গল্প-উপন্যাসৰ নায়ক-নায়িকাসকলৰ প্ৰেম-বিৰহ, ৰোমাঞ্চৰ মধুৰ কথাবোৰ পঢ়ি পঢ়ি কেনেকৈ তাই ৰোমাঞ্চিত হৈ উঠিছিল; কিন্তু হায়, বিয়া হোৱাৰ পিছত তাই আৰু তেনেকৈ পঢ়িবলৈকে নোপোৱা হ'ল। সেই গল্প-উপন্যাসবোৰ তাইৰ কাৰণে নিষিদ্ধ ফলৰ দৰেই হৈ পৰিল। সেই নায়ক-নায়িকাবোৰৰ প্ৰেম-আনন্দ-ৰোমাঞ্চ-বিৰহ-অশ্ৰুৰ ভিতৰত তাইৰ জীৱনত অশ্ৰুৱে সত্য হৈ ৰ'ল।

হেঁপাহেৰে এসোপা কাগজ উলিয়াই ল'লে মঞ্জুলাই। প্ৰথমতে তাই এটা গল্প আৰম্ভ কৰিলে— কিন্তু কিছুদূৰ পঢ়াৰ পিছত বৰ ঠিক নালাগিল। সেইটো আধা পঢ়া কৰি আন এটা গল্প উলিয়াই ল'লে মঞ্জুলাই— এটা প্ৰেমৰ গল্প। কিন্তু বহুদূৰ পঢ়ি যোৱাৰ পিছতো তাৰ ৰসে স্পৰ্শ কৰিব নোৱাৰিলে তাইক, মনটো ৰোমাঞ্চিত হৈ নুঠিল, কোনো গোপন পুলকানুভূতিয়ে মনটো ক্ষন্তেকৰ বাবেও আৱেগৰঞ্জিত কৰি তুলিব নোৱাৰিলে। আৰু এটা গল্প পঢ়ি চালে মঞ্জুলাই... আৰু এটা— ধেৎ— কি গল্প লেখিছে এইবোৰ, একো এটাও যদি ভাল লাগিল! আমি কলেজত পঢ়ি থাকোঁতেই ভাল গল্প-চল্পবোৰ লেখিছিল সাহিত্যিকসকলে— কি যে হ'ল আজিকালি!

কাগজ-পত্ৰবোৰ ঠেলা মাৰি থৈ মঞ্জুলা উঠিল। এবাৰ পাকঘৰৰ পৰাই অহা যাওক। ঠাকুৰে বা আজি আকৌ কিখন ভুল কৰে! এই চাকৰ-বাকৰবোৰক সঁচায়ে ৰাখিও উপায় নাই, নাৰাখিও উপায় নাই। নাৰাখিলে দেহে দুখ পায়, আকৌ ৰাখিলেও মনে অশান্তি পাই মৰে...

'কি ৰান্ধিছা ঠাকুৰ? মাছৰ টেঙাখনত অলপ ধনিয়াপাত পেলাই দিবলৈ নাপাহৰিবা আকৌ। কালি ইমানবাৰ কোৱাৰ পিছতো তুমি পাহৰি গ'লা...'

আকৌ নিজৰ ৰুমলৈ উভটি আহিল মঞ্জুলা। এখন্তেক পৰ তাই মাজ-মজিয়াতে থিয় দি ৰ'ল, তাৰ পিছত এটা এঙামুৰি কাঢ়ি হাতৰ আঙুলিবোৰ ফুটালে... কি কৰা যায়? কি কৰি সময়বোৰ কটোৱা যায়? পুতলীৰ লগত অলপ আড্ডা মাৰিব পৰা যায়, কিন্তু তাই এই সময়ত নিজৰ ল'ৰা-ছোৱালীকেইটাক পঢ়ুৱাই থাকে; সৰু হৈ আছে সিহঁত, গতিকে তাইৰ মেট্ৰিক পাছ বিদ্যাৰে ভালকৈয়ে পুঢ়ুৱাব পাৰে। খুব গুৰুত্বপূৰ্ণ কাম এটা কৰাৰ দৰেই পুতলীয়ে সদায় ল'ৰা-ছোৱালীকেইটাক পঢ়ুৱায়। খুব চিন্তা কৰে তাই ল'ৰা-ছোৱালীকেইটাৰ ভৱিষ্যৎ লৈ। বেচেৰীয়ে কৰিবইতো, গিৰীয়েকৰ যি দায়িত্ব আছিল সেই দায়িত্বৰ বোজা যে তাইৰ কান্ধত পৰিছে।

দীঘলকৈ হামি এটা কাঢ়িলে মঞ্জুলাই। তাইৰ নিজৰ ল'ৰা-ছোৱালীকেইটা ডাঙৰ হৈছে। সিহঁতে আপোনমনে পঢ়ি আছে। ত্ৰিদিব ঘৰত নাই, নাইট্ চেক্‌চনৰ ক্লাছ ল'বলৈ গৈছে।... আকৌ এটা হামি কাঢ়িলে মঞ্জুলাই। কিবা এটা কৰাকে যাওক। ... ছ্ম' কেইবাদিনৰ পৰা আৰম্ভ কৰিব খোজা কুছন ক'ভাৰখনৰ ফুলটোকে তোলা যাওক। মঞ্জুলাই কাপোৰ, ফ্ৰেম, বেজী, সূতা যতনাই ল'লে।

কিন্তু কিছু সময় চিলাই কৰাৰ পিছতে মঞ্জুলাই অনুভৱ কৰিলে তাইৰ চকু দুটা জলক্-তবক্ কৰিব ধৰিছে। চকু দুটা এবাৰ চাদৰৰ আঁচলখনেৰে মচি লৈ আকৌ বেজীটো হাতত ল'লে মঞ্জুলাই... কিন্তু নাই, বৰ আমনি কৰিছে চকু দুটাই, বোধহয় চশমা ল'ব লাগিব।

ডাঙৰ জীয়েক মন্দিৰা সোমাই আহিল।

'কি কৰিছা, মা? চিলাই?'

আচৰিত ঘটনা এটা দেখাৰ দৰে প্ৰশ্ন কৰিলে মন্দিৰাই।

'কিয়, মই চিলাই কৰিব নাপায় নেকি?' বেছ উষ্মাৰে ওলোটাই প্ৰশ্ন কৰিলে মঞ্জুলাই আৰু তাৰ পাছত আকৌ এবাৰ চকু দুটা মচিলে।

মাকৰ অকাৰণ উষ্মাত আচৰিত হ'ল মন্দিৰা।

'নহয়, মই আগতে তোমাক চিলাই কৰা দেখা মনতেই নপৰে... এইটো কি কৰিছা, মা? অ' কুছন ক'ভাৰত ফুল তুলিছা? কিন্তু মা, এইটোনো কি ৰঙৰ সূতা ব্যৱহাৰ কৰিছা? বৰ তেলীয়া দেখাইছে পাই— তোমালোকৰ দিনত ছোৱালীবোৰে ইমান মেহনত কৰি চিলাই কৰিছিল, কিন্তু ৰঙৰ 'চয়েছ' মুঠেই নাছিল। আজিকালিৰ চিলাইবোৰত বেছি খাটনি নপৰে, কিন্তু ইমান সুন্দৰ ৰং মিলাই কৰে কাৰণে কিমান বেছি ভাল দেখি... মা, তুমি এইটো ৰঙৰ সূতাৰে নকৰিবাচোন— মই বাৰু তোমাক ৰং মিলাই সূতা আনি দিম।...'

মাহীয়েকৰ দৰেই স্পষ্ট বক্তা হৈছে ভাগিনীয়েকজনী। কিন্তু মঞ্জুলাই আৰু কোনো উষ্মা নেদেখুৱালে, হাতৰ চিলাই এফলীয়াকৈ থৈ লাহে লাহে জীয়েকক ক'লে— 'তয়ে এইটো ৰং মিলাই চিলাই কৰি থ'বি দেই মুনু, মই আৰু ক'ত চিলাই কৰিম। চখতে হাতত লৈছিলোঁ হয়, চকু দুটা বৰ জ্বলা-পোৰা কৰে দেখোন...'

মঞ্জুলা ধীৰে ধীৰে কোঠালীৰ পৰা ওলাই আহিল আৰু পিছৰ কথাখিনি স্বগতোক্তি কৰাৰ দৰেই ভোৰ-ভোৰাই শেষ কৰিলে— 'পিছে চকুৰনো আৰু কি দোষ, মইনো আৰু এতিয়া কুৰি বছৰৰ আগৰ সেই কুৰি বছৰীয়া গাভৰুজনী হৈ আছোঁনে? ... আৰু কুৰি বছৰ ধৰি চকুত লগা পাকঘৰৰ জুই আৰু ধোঁৱা...'

'ঠাকুৰ, কি ৰান্ধিছা?... চাওঁ, তুমি অলপ আঁতৰি দিয়াচোন। সেই মছলাখিনিকে বাতি লোৱাগৈ, ময়ে টেঙা আঞ্জাখন ৰান্ধি পেলাওঁ—'

ঠাকুৰক আঁতৰাই মঞ্জুলা পাকঘৰত সোমাল। তাৰ পিছত তাই যেতিয়া তাৰ পৰা ওলাল তেতিয়া ত্ৰিদিব আৰু ঘৰখনৰ গোটেইবোৰ ল'ৰা-ছোৱালীৰ খোৱা শেষ হৈ গৈছিল।

মন্দিৰাই আহি মাকক ধৰিলেহি, ভাল চিনেমা এখন আহিছে, বহুত দিন ধৰি চলিছে, সিনেমা চাবলৈ দিব লাগে।

মাকে যে সহজতে সন্মতি দিব, সেইটো আশা কৰা নাছিল মন্দিৰাই, এইখন ঘৰত চিনেমা-টিনেমা চোৱাটো অভিভাৱকসকলে একেবাৰে পছন্দ নকৰে।

কিন্তু মন্দিৰাক অতি আচৰিত কৰি দি মাকে ক'লে— 'ভাল চিনেমা নেকি মুনু? ব'ল ময়ো যাওঁ তহঁতৰ লগতে। বহুত দিনৰ আগতে যে এখন অসমীয়া চিনেমা চাইছিলোঁ, তাৰ পিছত আৰু চোৱাই নাই।'

বক্স-অফিচ হিট্ কৰা হিন্দী চিনেমাখন চাই মঞ্জুলাৰ মুখ গহীন হৈ আছিল। শেষ হোৱাত হলৰ পৰা ওলাই আহি, মন্দিৰাক একৰকম ডবিয়ায়েই কৈ উঠিল ঃ

'এই বাজে অসভ্য চিনেমাখন চাবলৈকেহে মোক আনিছিলি, মুনু? দিন-কালবোৰ হ'ল কি। এইসোপা চাই দেখোন ল'ৰা-ছোৱালীবোৰ তেনেই গুচিব।'

ভোৰভোৰাই আহিল মঞ্জুলা। মন্দিৰাই মাকে নেদেখাকৈ গোপনে মুখ টিপি হাঁহিলে।

হৈ-হুলস্থূল, গান-বাজনাৰে ভৰপূৰ ৰঙীন হিন্দী ছবিখন চাই আহি মঞ্জুলাৰ খুব মূৰ কামুৰিছিল। ৰাতি কোনোমতে টোপনি আহিবই খোজা নাছিল। বিছনাত কিছু পৰ ইছাট-বিছাট কৰি থাকি তাই বাহিৰলৈ উঠি গ'ল। তাৰ পিছত চকু-মুখত পানী ছটিয়াই আকৌ ভিতৰলৈ সোমাই আহিল।

... নাই, ভাল লগা নাই, একোকে ভাল লগা নাই। মঞ্জুলাই মনত এটা অস্থিৰ ছট্ফটনি অনুভব কৰিলে .. কি হৈছে তাইৰ, সঁচাকৈয়ে কি হৈছে তাইৰ? কিন্তু এনে হোৱাৰতো কথা নাছিল, আজি বিছ বছৰৰ পিছতো তাইৰ বহু আকাংক্ষিত মুক্তিটো আহিছে— তেন্তে এনে কিয় হৈছে তাইৰ? সেই মুক্তিয়ে তাই অতদিনে মনৰ গোপন কোণত লালন-পালন কৰি অহা সকলো আকাংক্ষা, সকলো হেঁপাহ পূৰ্ণ হোৱাৰ ৰুদ্ধদ্বাৰখনতো খুলি দিছে— তেন্তে?

মঞ্জুলাৰ বুকু ঠেলি এটা দীৰ্ঘশ্বাস বাহিৰ হৈ আহিল। মুক্তি? এৰা, মুক্তি তাই ঠিকেই পাইছে। কিন্তু বিছ বছৰ, হায়— সুদীৰ্ঘ বিছটা বছৰ যে পাৰ হৈ গৈছে, পাৰ হৈ গৈ এদিনৰ কুৰি বছৰীয়া চঞ্চলা গাভৰুজনীক আজি দুকুৰি বছৰীয়া পৌঢ়াত পৰিণত কৰিলে। যি মুক্তিৰ কাৰণে সেই কুৰি বছৰীয়া গাভৰু প্ৰাণটোৱে ছট্ফটাই মৰিছিল, মনে মনে বিদ্ৰোহ কৰি থাকিছিল, সেই মুক্তিৰ স্বাদ যে আজি এই দুকুৰি বছৰীয়া জীৱনটোত ইমান বিস্বাদ লাগিব, তাই জানো ভুলতো এবাৰ কল্পনা কৰিব পাৰিছিল?

কপালৰ ৰগ দুডাল খুব জোৰেৰে টিপি ধৰিলে মঞ্জুলাই।

# এটা প্ৰেমৰ গল্প

ইমান দিনে আমাৰ এই সন্ধিয়াবোৰৰ অন্নপূৰ্ণা ৰেস্তোৰাঁৰ আড্ডাটো মধুৰ আৰু সৰসেই হৈ আছিল— যদিও সন্মুখৰ মেজত কোনোদিনেই আমাৰ বাবে বিশেষ একো সুখাদ্য নাথাকে, একোকাপ চাহ বা এগিলাচ চৰ্বত লৈয়ে যদিও আমি বেছিভাগ সন্তুষ্ট থাকিব লগাত পৰোঁ— তথাপি অতদিনে আমি সুখতেই চলি আহিছিলোঁ। আমি চাৰিও কলেজৰ শিক্ষক, গতিকে অভাব-অনাটনো চাৰিওৰে প্ৰায় একেই। কিন্তু আমাৰ বাবে সন্ধিয়াবোৰত পেটৰ খাদ্যতকৈ মনৰ খাদ্যৰ প্ৰয়োজন বেছি আছিল। যদিও খাদ্য যোগোৱা বিশেষ দোকান এখনতে আমি বহোঁ— খাদ্যতকৈ কিন্তু কথাই আমাৰ কাৰণে মুখ্য বস্তু হৈ থাকে। চাৰিও গোট খাওঁ— ৰেস্তোৰাঁৰ হলটোৰ চুক এটা অধিকাৰ কৰি বহোঁ, নানা তৰহৰ কথা-বতৰা পাতোঁ, আমাৰ যেন মনৰ ভোকবোৰ আঁতৰে; আমি সেইদৰেই তৃপ্ত হওঁ। কথা আমাৰ সাঁচায়ে বহুত। ইমান বেছি যে দিনৌ কথা পাতিও আমাৰ কথাৰ ভাণ্ডাৰ কোনোদিন নকমে। সকলো ধৰণৰ কথাকেই পাতোঁ কাৰণে নেকি। কলেজৰ কথা, কলেজৰ অন্যান্য প্ৰফেছৰসকলৰ কথা, ছাত্ৰ-ছাত্ৰীসকলৰ কথাৰ পৰা আদি কৰি সাহিত্য-সংস্কৃতি, ৰাজনীতি— কোনো বিষয়ৰ কথাই আমাৰ আলোচনাৰ পৰা বাদ পৰি নাযায়। কিবা প্ৰকাৰে সেই সকলোবোৰ কথাই আমাৰ মনবোৰ এক ধৰণৰ তৃপ্তিৰে ভৰাই পেলাব পাৰে; এনেকি বস্তু-বাহানিৰ জুই-ছাই দাম হৈ জীৱন-নিৰ্বাহ কৰাত কি ভীষণ সমস্যাৰ সৃষ্টি কৰিছে, সেই বিষয়ৰ গৰম আলোচনায়ো আমাৰ মন একধৰণৰ বিশেষ তৃপ্তিৰে ভৰাই তোলে। দেশৰ এই ভয়াবহ অৱস্থাৰ লগত আমি এতিয়াও তেনেকৈ খুব বেছি ব্যক্তিগতভাৱে জড়িত হ'ব লগা হোৱা নাই কাৰণেই নেকি; এতিয়াওতো কোনোমতে পেটৰ ভাত দুমুঠি, পিন্ধনৰ কাপোৰ দুখন ভাগ্যত আমাৰ মিলি আছে। অন্ততঃ আমাৰ চাৰিওজনৰ জীৱনত এতিয়াও দেশৰ কোনো ডাঙৰ বিপৰ্যয়ে ঘা লগাব পৰা নাই। সিদিনা ফৰকাটিঙৰ ওচৰত বোমা বিস্ফোৰণ হৈ গ'ল, ৰে'লৰ দবা উৰি গ'ল, আমি চৰকাৰক কঠোৰ সমালোচনা কৰিলোঁ, মুখ্যমন্ত্ৰীয়ে এতিয়াও নগাসকলৰ লগত আলোচনা চলাই থকা বাবে চোকা চোকা মন্তব্য কৰিলোঁ, দুৰ্ভগীয়া যাত্ৰীসকলৰ বাবে গভীৰ সহানুভূতি প্ৰকাশ কৰিলোঁ আৰু তাৰ মাজতে মই বন্ধুসকলক জনালোঁ যে সেই বিশেষ ট্ৰেইনখনত মোৰ সৰু ভনীজনীও ল'ৰা-ছোৱালীকেইটাক লৈ অহাৰ কথা আছিল, কিন্তু তাই দুদিনমান আগতে লিখা চিঠি এখন ঠিক সময়ৰ মূৰত আহি আমাক জনালেহি যে, সৰু ল'ৰাটোৰ আই দেখা দিয়াৰ বাবে সিহঁতৰ অহাত কিছু পলম হ'ব। মোৰ লগতে বন্ধুসকলেও যেন স্বস্তিৰ নিশ্বাস এৰিলে আৰু ব্যক্তিগত হ'বলৈ গৈয়ো নৈৰ্ব্যক্তিক হৈ পৰা এই ভয়াবহ দুৰ্ঘটনাটোত মই প্ৰচণ্ড এটা আঘাতৰ পৰা হাত সাৰি আন তিনিজন বন্ধুৰ দৰেই মৃত ব্যক্তি আৰু তেওঁলোকৰ পৰিয়ালসকলৰ বাবে দুখ প্ৰকাশ কৰি চাহৰ কাপত ধীৰভাৱে শোহা মাৰিলোঁ।

তাৰ পিছত লামডিঙতো একেধৰণেই বিস্ফোৰণ ঘটি ৰে'লৰ দবা উৰিল, মানুহ মৰিল আৰু এইবাৰো এই প্ৰচণ্ড কিন্তু নৈৰ্ব্যক্তিক আঘাতটোত আমি সন্ধিয়া গৰম আলোচনা কৰিলোঁ।

তাৰ পিছতো আকৌ। আকৌ ডিফুত ট্ৰেইনত বিস্ফোৰণ ঘটিল একেদৰেই। একেদৰেই দবাবোৰ টুকুৰা-টুকুৰ হ'ল, মানুহবোৰৰ দেহবোৰ ছিন্ন-ভিন্ন হৈ চাৰিওফালে ছিটিকিল।

এইবাৰ কিন্তু ঘটনাটো আমাৰ বাবে সিমান নৈৰ্ব্যক্তিক হৈ থাকিব নোৱাৰিলে।

অথচ দীপ্তি আমাৰ এজনৰো একো নহয়, তথাপি দীপ্তি আমাৰ প্ৰত্যেকৰে নহয়েনো কি। কিন্তু তথাপি আমি এই ৰূঢ় সত্যটো ভালকৈয়ে জানো যে দীপ্তি আচলতে আমাৰ এজনৰো একো নহয়— দীপ্তি সত্যেনৰ; আৰু সেই সত্যেনৰ, যি বুদ্ধি-বৃত্তিত আমাতকৈ বহুত তলখাপৰ হৈয়ো আমাতকৈ বেছি দৰমহাৰ ভাল চাকৰি কৰি আছে। কিন্তু তাতোকৈ ডাঙৰ কথা আৰু সকলোতকৈ ডাঙৰ কথা যে সেই সত্যেনেই অৱশেষত দীপ্তিক লাভ কৰিলে। আমি— মানে মই, লোকেন গগৈ আৰু বদন বৰুৱাই কেৱল অন্তৰৰ তীব্ৰ জ্বালাটো লৈ চাই থাকিলোঁ, চাই থাকিলোঁ কেনেকৈ এসময়ত আমাৰ চাৰিওৰে লগত সমানে বন্ধুত্ব কৰা দীপ্তি এদিন কেৱল এজনৰে একান্তভাৱে

আপোন হৈ গ'ল; আৰু সত্যেনৰ যিমানেই ওচৰ চাপি গ'ল দীপ্তি, সিমানেই দূৰলৈ আঁতৰি গ'ল তাই তিনিওৰে পৰা। কিন্তু সেই একেদৰে আমাৰ অন্তৰৰো পৰা আঁতৰি যাব পাৰিছে জানো দীপ্তি?

লোকেন, বদন আৰু মই এতিয়া একেখন ঠাইৰে দুখন কলেজৰ অধ্যাপক। বদনে বেলেগ এখন কলেজত কাম কৰে আৰু লোকেন আৰু মই একেখন কলেজত কাম কৰোঁ। দেৱব্ৰত দত্ত যদিও এতিয়া আমাৰ দলৰে এজন হৈছে, তেওঁ কিন্তু আমাৰ কলেজীয়া জীৱনৰ বন্ধু নাছিল। আমাৰ লগত একেখন কলেজত পঢ়াও নাছিল। আন ঠাইৰ ল'ৰা, আমাৰ কলেজত ইংৰাজীৰ অধ্যাপক হৈ সোমাইছে। সেই সূত্ৰতহে প্ৰথম চিনাকি। তাৰ পিছত দিন যোৱাৰ লগে লগে মোৰ আৰু লোকেনৰ লগত তেওঁৰ আন অধ্যাপকসকলতকৈ বেছি ঘনিষ্ঠতা হৈ আহিল, আমাৰ যোগেদি বদনৰ লগতো সেই একেদৰে ঘনিষ্ঠতা হ'ল। এতিয়া তেৰোঁ আমাৰ 'অন্নপূৰ্ণা' ৰেস্তোৰাঁৰ সন্ধিয়াৰ আড্ডাৰ নিত্য সংগী।

দেৱব্ৰত দত্ত সকলো ফালেদি আমাৰ মনৰ ওচৰ চাপিলেও এটা বিষয়ত কিন্তু আমি তওঁক আমাৰ মনৰ ৰাজ্যৰ বহুত দূৰতে ৰাখি থৈছিলোঁ। সত্যেনৰ কথা তেওঁক আমি কৈছিলোঁ কিন্তু দীপ্তিৰ নাম আমাৰ কোনো এজনেও ভুলতো দত্তৰ আগত উলিওৱা নাছিলোঁ। সেইবাবে দেৱব্ৰত আমাৰ লগত থকা কাৰণে কেতিয়াবা আমাৰ দীপ্তিৰ কথা পাতিবলৈ ইচ্ছা গ'লেও আমি আমাৰ মনক সংযত কৰিছিলোঁ। মইতো ভাবোঁ তাৰ দ্বাৰা আমাৰ ভালেই হৈছিল। অতীতৰ দুখ খুঁচৰি মনক নতুনকৈ জ্বালা দিয়াৰ বাহিৰে আমাৰতো একো লাভ নাই। কি হ'ব এতিয়া আমাৰ দীপ্তিৰ কথা আলোচনা কৰি, দীপ্তিৰ স্মৃতি সুঁৱৰি। কলেজত পঢ়ি থাকোঁতে আমি চাৰি বন্ধুৱে এদিন দীপ্তি নামৰ এজনী অতি সুন্দৰী ছোৱালীক লগ পাইছিলোঁ, তাই আমাৰ কলেজত পঢ়া নাছিল, ছোৱালী কলেজত পঢ়িছিল। কিন্তু তাইৰ ককায়েক নৃপেনৰ আমি তিনিটাৰ অৰ্থাৎ মোৰ, বদন আৰু লোকেনৰ প্ৰতি ইমানেই বেছি শ্ৰদ্ধা-ভক্তি গঢ়ি উঠিছিল যে আমাক প্ৰায় কাবৌ-কাকুতি কৰিয়ে সি তাৰ ঘৰলৈ লৈ গৈছিল। লোকেনে সেইবাৰ বিশ্ববিদ্যালয়ত ভাল স্থান এটা লৈ পাছ কৰিছিল, মই আৰু বদনো পঢ়া-শুনাত যথেষ্ট ভাল। ইফালে নৃপেন আছিল এনে এটা ল'ৰা যাৰ বুদ্ধি কম অথচ পঢ়াৰ প্ৰতি অতি বেছি ধাউতি। জীৱনত পঢ়াৰ বাহিৰে তাৰ পাতিবলগা কথা একোৱেই নাছিল। পঢ়াত ভাল ল'ৰাবোৰক সি দেৱতাৰ নিচিনা ভক্তি কৰিছিল। প্ৰথমৰে পৰা সি যি শ্ৰদ্ধাৰ উচ্ছ্বাসেৰে আমাৰ সৈতে বন্ধুত্ব কৰি কৃতাৰ্থ হৈ যোৱা দেখুৱাইছিল, তাৰ বাবে আমি তিনিও মনে মনে যথেষ্ট আত্মপ্ৰসাদ লাভ কৰিছিলোঁ। পঢ়া-শুনাত ভাল ল'ৰা হৈ আমি বহুতৰে পৰা প্ৰশংসা পাইছোঁ, অভিভাৱকসকলৰ সৰ্মৰ উৎসাহ বাণী শুনিছোঁ আৰু বহুতৰ হিংসাৰ পাত্ৰও হৈছোঁ। কিন্তু নৃপেনৰ পৰা পোৱা ভক্তি অৰ্ঘ্যৰ লগত সেইবোৰ একোৰে তুলনা নহয়। সি যেতিয়া অতি কাবৌ-কাকুতি কৰি আমাক তাৰ ঘৰলৈ নিমন্ত্ৰণ কৰিলে, আমি সিদিনা তাক কৃতাৰ্থ কৰিবলৈকে মুখত এক পৰম ঔদাৰ্য আৰু প্ৰশ্ৰয়ৰ হাঁহি বিৰিঙাই তাৰ সেই নিমন্ত্ৰণ ৰক্ষা কৰিছিলোঁ; কিন্তু নৃপেনৰ ঘৰত ভৰি দি আমাৰ সেই মনোভাব একেবাৰে সলনি হৈ গৈছিল। নৃপেনক কৃতাৰ্থ কৰিবলৈ গৈ সিদিনা আমি আটাইকেইজনে নিজেহে যেন কৃতাৰ্থ হৈ গ'লোঁ। নৃপেনে আমাক বৰ গৌৰৱেৰে তাৰ পৰিয়ালটোৰ সকলোৰে লগত চিনাকি কৰি দিছিল আৰু তেতিয়াই সি আমাৰ লগত চিনাকি কৰি দিছিল তাৰ ভনীয়েক দীপ্তিকো। দীপ্তিক আমাৰ আগলৈ মাতি আনি আমাৰ পৰিচয় দি নৃপেনে কৈছিল—

'তই যদি কেতিয়াবা এওঁলোকৰ পৰা কিবা পঢ়া-চঢ়া বুজি ল'বৰ আশা কৰিছ তেনেহ'লে যা, ভালকৈ চাৰিওৰে কাৰণে চাহ-তাহ কৰি আনগৈ।'

দীপ্তিৰ লগত পৰিচয় হৈ সিদিনা আমাৰ চাৰিওৰে বাক্‌ৰুদ্ধ হৈ গৈছিল। নৃপেনৰ ভনীয়েকজনী ইমান ধুনীয়া। ইমানদিনে দেখা নৃপেনক দেখি ভাবিবই নোৱাৰি তাৰ যে এজনী ইমান ধুনীয়া ভনীয়েক থাকিব পাৰে। অৱশ্যে নৃপোনো ধুনীয়াই, কিন্তু ইমান ধুনীয়া নহয় আৰু তদুপৰি অনবৰত পঢ়াৰ ধান্দাত থকা বাবেই নেকি সি বৰ জধলা হৈ থাকে। জপৰা চুলি, কেইবাদিনো নুখুৰোৱা ভোবোকাৰ দাঢ়ি-গোঁফ আৰু হলৌ আধা মলিয়ন কাপোৰ-কানিৰ তলত বেছিভাগ সময় তাৰ চেহেৰাটো লুকাই থাকে। কিন্তু তথাপি দীপ্তিৰ সৌন্দৰ্যৰ লগত পৰিষ্কাৰ অৱস্থাতো তাৰ কোনোপধ্যেই তুলনা হ'ব নোৱাৰে। একেজনী ছোৱালীৰ দেহতে সৌন্দৰ্যৰ

সকলো দিশৰ সমাহাৰ হোৱা আগতে আমাৰ চকুত আৰু কেতিয়াও পৰা নাছিল। ৰঙচুৱা বগা ৰং, লাহী দীৰ্ঘ দেহ, বৈ পৰা চেলাউৰিৰ তলত ক'লা উজ্জ্বল এহাল চকু, জোঙা নাক, পাতল ৰঙা ওঁঠ আৰু আচৰিত যে সেই ওঁঠৰ লগতে যথাস্থানত সৌন্দৰ্যৰ চিন এটা তিলো বিদ্যমান— এই সমস্ত ৰূপৰ সামগ্ৰীৰে স্বয়ং উৰ্বশীৰ দৰে দীপ্তি আহি যেতিয়া ককায়েকৰ নিৰ্দেশক্ৰমে আমাক নমস্কাৰ কৰি আমাৰ আগত থিয় হ'লহি, আমি হতবাক হৈ চাই ৰ'লোঁ।

নৃপেনে আমাৰ তিনিজনকহে তাৰ ঘৰলৈ নিমন্ত্ৰণ কৰিছিল, সত্যেনকতো কৰা নাছিল। সত্যেন পঢ়া-শুনাত নৃপেনৰ দৰেই কম মগজৰ ল'ৰা; কিন্তু নৃপেনৰ লগত তাৰ এইখিনিতে অমিল যে নৃপেনৰ পঢ়াৰ প্ৰতি অধ্যৱসায় আৰু ধাউতিৰ খুব কম পৰিমাণহে সত্যেনৰ আছিল। কিন্তু সত্যেন আমাৰ চাৰিও বন্ধুৰ ভিতৰত দুটা বিষয়ত শ্ৰেষ্ঠ আছিল, তাৰ দেউতাক আছিল গোলাঘাট চহৰৰ এজন বিখ্যাত চাহ ব্যৱসায়ী আৰু সি দেখাত আমাৰ তিনিওতকৈ বেছি ধুনীয়া। মোৰ, বদনৰ আৰু লোকেনৰ কাৰো ঘৰৰ অৱস্থা সিমান বেয়া নহ'লেও ভালো নাছিল। আমাৰ তিনিওৰে চেহেৰা পৰি মৰা বিধৰ নহ'লেও একো কন্দৰ্প কান্তিও নাছিল।

ময়ো গোলাঘাটৰে ল'ৰা। সত্যেন মোৰ স্কুলীয়া দিনৰে পৰা সহপাঠী। মই যেতিয়া গুৱাহাটীৰ কলেজলৈ পঢ়িবলৈ আহিলোঁ, দেউতাকে সত্যেনকো মোৰ লগতে পঠালে, সত্যেনৰ সকলো ভাৰ তেখেতে একৰকম মোৰেই গাত দি পঠালে। সত্যেন মোৰ ৰুমমেট হ'ল। গতিকে নৃপেনে সিহঁতৰ ঘৰলৈ নামাতিলেও ময়েই নিজে লগ ধৰি সত্যেনকো আমাৰ লগত ল'লোঁ।

সেই কথাটোকে পিছত বহুতবাৰ সুঁৱৰি ব্যৰ্থ আক্ৰোশৰ জ্বালাত বাৰে বাৰে ভাবিছিলোঁ, সিদিনা যে কিয় সত্যেনকে তেনেকৈ লগ ধৰি নিজে নিজৰ ভৰিত কুঠাৰ মাৰিলোঁ। কিন্তু মই জানো তেতিয়া জানিছিলোঁ— সদায় অৱজ্ঞাৰ চকুৰে চাই অহা সেই নৃপেনৰ ঘৰতে আমাৰ কাৰণে বাট চাই আছে জীৱনৰ এক পৰম বিস্ময়ে?

ধনী মানুহৰ ল'ৰা বুলিয়ে নেকি সত্যেনৰ চাল-চলনত সদায় এটা বেপৰোৱা ভাব। আমাৰ তিনিজনৰ দৰে সংযত, সভ্য হৈ চলিবলৈ সি কেতিয়াও বিশেষ যত্ন নকৰে।

সেইদিনা দীপ্তি আমাৰ লগত চিনাকি হৈ পাকঘৰলৈ যোৱাৰ লগে লগেই সত্যেনে ফচ্‌কৈ কৈ উঠিল—

'বাঃ— আপোনাৰ ছিষ্টাৰ দেখোন সাইলাখ উৰ্বশীৰ দৰেই বিউটিফুল!'

নৃপেনে কিন্তু সেই কথাত একো গুৰুত্বই নিদিলে, মুখখন অলপ বিকটাই বৰং এই বুলিহে ক'লে—

'বিউটি থাকিলে কি হ'ব, ব্ৰেইন নাই নহয় একেবাৰে—'

কিন্তু ব্ৰেইন যদি সঁচাকৈ কাৰোবাৰ নাই, সেয়া আমি তিনি বন্ধুৰহে। কোনে ক'ব পাৰিব সঁচাকৈ দীপ্তিৰ ব্ৰেইন নাই বুলি? বুদ্ধি-বৃত্তি নাথাকিলে কোনোবা ছোৱালীয়ে জানো আমাৰ দৰে বিশ্ববিদ্যালয়ৰ তিনিজন উজ্জ্বল ৰত্নক এনেকৈ চকুত ধূলি দিব পাৰিলেহেঁতেন?

সেইবোৰ কথা এতিয়া মনত পৰিলে নতুনকৈ জ্বালা ধৰি যায় মনত। সিদিনা আমাক নৃপেনে দীপ্তিৰ লগত চিনাকি কৰি দিয়াৰ পিছত সি আৰু দ্বিতীয়বাৰ আমাক খাতিৰ কৰি মাতি নিয়ালৈ বাটেই নাচালোঁ, প্ৰায়ে সিহঁতৰ ঘৰলৈ যোৱা হ'লোঁ। মই লোকেন, বদনহঁতক ক'লোঁ— 'নৃপেন বেচেৰাই আমাক ইমান কাকৌ-কাকুতি কৰি মাতি থাকে, ইমানৰ পিছতো সিহঁতৰ ঘৰলৈ মাজে মাজে গৈ নাথাকিলে নিজকে বৰ অহংকাৰী বুলি পৰিচয় দিয়া হ'ব।'

মোৰ কথাত বদনহঁতে হাঁহিছিল যদিও ভিতৰি ভিতৰিহে। বাহিৰত হ'লে পৰম গাম্ভীৰ্যৰে মোক সম্পূৰ্ণ সমৰ্থন কৰি কৈছিল— 'নিশ্চয়, ইমানকৈ মাতি থকাৰ পিছত নগ'লে সঁচায়ে বৰ অহংকাৰী যেন লাগিব।'

সত্যেনে কিন্তু আমাৰ দৰে নিজৰ মনোভাবক কোনো ছদ্ম আৱৰণেৰে নাঢাকিলে। সি কৈছিল—

'ময়ো সিহঁতৰ তালৈ গৈ থাকিম, ভাই। কিন্তু মই তহঁতৰ দৰে সেই কিতাপৰ পোক 'ব'ৰটোৰ ওচৰলৈ যাব নোৱাৰোঁ, তাক মোৰ অসহ্য লাগে। মই যাম একমাত্ৰ তাৰ সেই অতি ধুনীয়া ভনীয়েকজনীৰ ৰূপৰ আকৰ্ষণতহে!'

সত্যেনৰ কথাত আমি তিনিও বাহিৰত তাক অলপ ছিঃ ছাঃ কৰিলোঁ, কিন্তু মোৰ হ'লে মনৰ ভিতৰত

সত্যেনৰ প্ৰতি সৰলতা আৰু অকপটতাৰ কাৰণে অলপ ঈৰ্ষাও নজগাকৈ নাথাকিল।

যি হওক, আমি তিনিও বন্ধু একেলগে আৰু সত্যেন বেলেগে দীপ্তিহঁতৰ ঘৰলৈ যাবলৈ ধৰিলে। তাৰ পিছত মই মৰণত শৰণ দি কলেজ ছুটীৰ পিছত এদিন অকলেই গৈ দীপ্তিহঁতৰ ঘৰত ওলালোঁগৈ। দীপ্তিয়ে মোৰ লগত হাঁহি-মাতি কথা পাতিলে, মই তেনেকৈ যোৱাত যে খুব খুচী হৈছে তেনে ভাব দেখুৱালে আৰু মাকে বৰ আদৰ-সাদৰ কৰিলে।

তেতিয়াৰ পৰা মই দীপ্তিহঁতৰ ঘৰলৈ অকলে যাবলৈ ধৰিলোঁ৷ আৰু দুই-এদিনৰ পিছতে বদন আৰু লোকেনকো দীপ্তিহঁতৰ ঘৰত তেনেকৈ অকলে অকলে যোৱা অৱস্থাত লগ পালোঁ। কোৱা বাহুল্য আমি পৰস্পৰে পৰস্পৰৰ ওচৰত বেছ অপ্ৰস্তুত হৈ পৰিলোঁ, কিন্তু সিহঁত দুটাৰ ওপৰত মই বিৰক্ত হ'লোঁ ততোধিক। তাৰ পিছত এদিন মই মৰসাহ কৰি দীপ্তিলৈ বৰ কোমল কোমল ভাষাত চিঠি এখন লিখিলোঁ৷ আৰু যেতিয়া দীপ্তিয়ে তাৰ উত্তৰত আৰু বেছি কোমল মধুৰ ভাষাত উত্তৰ দিলে, মোৰ দিগ্বিজয় কৰা যেন লাগিল, বদন, লোকেনলৈ মোৰ পুতৌ উপজিল। সত্যেনকতো মই বেচেৰা আখ্যা দিয়ে ভাবিবলৈ ধৰিলোঁ। তাক আমি দীপ্তিহঁতৰ ঘৰত লগ পাওঁ, কিন্তু বেছিভাগ সময় দেখোঁ সি ভিতৰত বহি দীপ্তিৰ মাক আৰু দীপ্তিৰ ভায়েক-ভনীয়েকহঁতৰ লগত নানা ৰগৰ কৰি আছে।

এনে অৱস্থাৰে আমি বি এ পাছ কৰি বিশ্ববিদ্যালয়ৰ ছাত্ৰ হ'লোঁ। দীপ্তিহঁতৰ ঘৰলৈ আমাৰ আহ-যাহ আগৰ দৰেই চলি থাকিল।

তাৰ পিছত এদিন সত্যেনে হাঁহি হাঁহি আমাক ক'লেহি যে সি দীপ্তিক বিয়া কৰাব। দীপ্তিয়ে তাক বিয়া কৰাবলৈ মান্তি হৈছে। দীপ্তিৰ মাক-দেউতাকো এইটো কথাত বৰ সুখী হৈছে। কেৱল বিয়াখন হওঁতে অলপ দেৰি হ'ব। তাৰ মাক-বাপেকে লিখিছে যে পুতেকৰ মতত তেওঁলোকে অমত নকৰে, কিন্তু বিয়াখন এতিয়াই হ'ব নোৱাৰে, চাৰি-পাঁচ বছৰ লাগিব। এতিয়া বাৰু তেওঁলোকে ছোৱালীক আঙঠি এটাই পিন্ধাই থৈ দিব।

আমি তিনিও বন্ধু বজ্ৰাহঁতৰ দৰে হ'লোঁ। মই দীপ্তিৰ এখন চিঠি উলিয়াই বদন আৰু লোকেনক দেখুৱালোঁ। (সত্যেনক নেদেখুৱাই যে থাকিব পাৰিলোঁ, মোৰ সেই মহত্ত্বখিনিত নিজেই তেতিয়া অলপ আচৰিত মানিছিলোঁ) উত্তৰত সিহঁত দুটায়ো মোক ঠিক সেই একে ধৰণেৰে চিঠি দেখুৱালে: সেই কেইখনো দীপ্তিয়েই সিহঁত দুটালৈ লিখা।

তাৰ পিছত কেইবছৰমান পাৰ হৈ গৈছিল।

মাজে মাজে সত্যেনহঁতৰ খবৰ পাওঁ। দীপ্তিৰ লগত তাৰ বিয়াখন এতিয়াও হৈ উঠা নাই, কিন্তু এইটো বছৰৰ ভিতৰতে হ'ব বুলি শুনিছিলোঁ।

আজি বদন আমাতকৈ অলপ পলমকৈ আড্ডালৈ আহিল। তাৰ সোমোৱা ভংগী দেখিয়েই আমাৰ ধাৰণা হ'ল যে কিবা অঘটন ঘটিছে।

সি সোমায়ে চকী এখনত ধপ্‌কৈ বহি পৰি ক'লে—

'বৰ সাংঘাতিক খবৰ আছে, ভাই! ডিফুৰ ট্ৰেইন দুৰ্ঘটনাত দীপ্তিৰ মৃত্যু হ'ল। মৃত্যু মানে কি ভয়ানক মৃত্যুতো বুজিছই। ছোৱালীজনীৰ সেই অদ্ভুত সুন্দৰ শৰীৰটোৰ অংগ-প্ৰত্যংগবোৰ চাৰিওফালে ক'লৈ যে ছিটিকি পৰিল...। উস্ ভগবান!' বদন ভয়ানকভাৱে জিকাৰ খাই উঠিল।

বদন বহি পৰিছিল আৰু লোকেন আৰু মই উত্তেজনাত প্ৰায় থিয় হৈ গ'লোঁ— 'কি, কি ক'লি? দীপ্তি ডিফুৰ দুৰ্ঘটনাত মৰিল? তই ক'ব কি বদন?'

'কিন্তু খবৰটো সিমানতে শেষ নহয়, আমাৰ সত্যেন বোলে তাৰ পিছৰ পৰা পগলা হৈ গৈছে।'

'সত্যেন? কোন সত্যেন? আপোনালোক যে মাজে মাজে কয় সেই সত্যেন বৰুৱা নেকি?' দেৱব্ৰত দত্তই সুধিলে।

দেৱব্ৰত দত্তৰ কথাৰ উত্তৰ দিবলৈ কাৰো ধৈৰ্য নাছিল। মই কেৱল মহা বিৰক্তিৰে সংক্ষিপ্তভাৱে ক'লোঁ— 'হয়'। তাৰ পিছতে আকৌ বদনৰ ফালে চাই উত্তেজিতভাৱে সুধিলোঁ—

'দীপ্তিৰ শোকত সত্যেন একেবাৰে পগলাই হৈ গ'ল? উস্ ভগবান, আৰু কিছুদিনৰ পিছতে সিহঁতৰ বিয়াখন হোৱাৰ কথা আছিল নহয়; কি সাংঘাতিক খবৰ! মোৰ জীৱনত এনে নিদাৰুণ ঘটনা ঘটাৰ খবৰ আৰু মই শুনাই নাছিলোঁ... উস্ উস্... বেচেৰা সত্যেন, আজি চাৰি-পাঁচ বছৰৰ পৰা দীপ্তিক বিয়া কৰাবলৈ আশাৰে বাট চাই থকাৰ পিছত এনে ভয়ানক কাণ্ডহে ঘটিবলৈ পালেনে বাৰু?... উস্ উস্...'

দেৱব্ৰত দত্তই আকৌ সুধিলে— 'দীপ্তিনো কোন? তেওঁৰ কথাতো আপোনালোকে মোক কেতিয়াও কোৱা নাছিল? বৰ সুন্দৰী আছিল নেকি ছোৱালীজনী?'

এইবাৰ উত্তৰ দিলে লোকেনে, দত্তৰ ফালে এটা বিষ-দৃষ্টি হানি তিক্ত মাতেৰে ক'লে— 'সুন্দৰী আছিল মানে? আপোনালোকৰ ইংৰাজী সাহিত্যত যে আছে— Age cannot wither her— সেই ক্লিওপেট্ৰাৰ দৰেই সুন্দৰী, বুজিছে?' তাৰ পিছত লোকেনে বিনাবলৈ ধৰিলে— 'উস্ ভগবান! এনে অপূৰ্ব সুন্দৰ শৰীৰ ছিন্ন-ভিন্ন হৈ গ'ল! উস্ উস্— বেচেৰা সত্যেন, ইমান দিনৰ পৰা ঠিক হৈ থকা সত্ত্বেও বিয়াখন আৰু হৈ নুঠিল; সেই অপূৰ্ব সুন্দৰ দেহৰ ছোৱালীজনীক এদিনৰ কাৰণেও নিজৰ কৰি নাপালে সি! বেচেৰা বাৰু পগলা নহ'ব কেলেই, দীপ্তিৰ সুন্দৰ শৰীৰটোৰ কি বীভৎস দশা হ'ল— সেইবোৰ ভাবি ভাবিয়ে বোধহয় তাৰ মূৰ গৰম হৈ গ'ল!'

দেৱব্ৰত দত্তই আকৌ মাত লগালে 'সঁচায়ে, brutally tragic ঘটনা। ইংৰাজী সাহিত্যৰ ডনকে আদি কৰি কেইজনমান মেটাফিজিকেল্ কবিয়ে বৰ অদ্ভুত অদ্ভুত কল্পনা কৰিছিল। তাৰে এণ্ড্ৰু মাৰ্ভেল নামেৰে এজনে প্ৰিয়াক উদ্দেশ্য কৰি লেখিছিল : Then worms shall try that long preserved virginity... আপোনালোকৰ সত্যেনৰ মনলৈও বোধহয় তেনে গা শিহৰিত হোৱা ছবিবোৰ আহি আহি অৱশেষত বেচেৰাৰ মনৰ বেলেঞ্চেই নষ্ট কৰি দিলে—'

এইবাৰ মই দত্তক প্ৰচণ্ড ধমক দিয়াৰ সুৰত অনুৰোধ কৰি চিঞৰি উঠিলোঁ— 'প্লীজ, আপুনি চুপ্ থাকক দত্ত! বদন, এই খবৰবোৰ ক'ত শুনি আহিলি?'

বদনে উত্তৰত ক'লে— কেনেকৈ সি বাটত সত্যেনৰ লগত একেলগে কাম কৰা মানুহ এজন লগ পালে, কেনেকৈ তেওঁ বৰ বেজাৰেৰে সকলো কথা বিৱৰি ক'লে— ইত্যাদি ইত্যাদি।

কিন্তু বদনৰ সেই কথাবোৰৰ বেছিভাগ মোৰ কাণতেই নোসোমাল।

মই ভাবি আছিলোঁ আন এটা কথা— সত্যেনৰ কথা। ইমান দিনে মনৰ ভিতৰত এটা অশান্তিয়ে উমি উমি জ্বলি মোক বৰ আমনি দি থাকিছিল— মোৰ দৰে যোগ্যতাৰ প্ৰাৰ্থী এজন থাকোঁতেও দীপ্তিৰ দৰে এনে বুদ্ধিমতী আৰু অপূৰ্ব সুন্দৰী ছোৱালী এজনীয়ে বাৰু কি গুণত সত্যেনৰ দৰে অযোগ্য মানুহ এটাক বৰণ মালা পিন্ধাবলৈ ওলাইছে? কলেজ-স্কুলৰ পৰীক্ষাত ভাল কৰিব নোৱাৰিলেও মইতো জানো দীপ্তি আচলতে কিমান বুদ্ধিমতী ছোৱালী। তেনে এজনী ছোৱালীয়ে কিয় বাৰু সত্যেনৰ দৰে অতি সাধাৰণ বুদ্ধিৰ ল'ৰাক আমি তিনিজন অতি বুদ্ধিমানক নেওচা দি বিয়া কৰাবলৈ ওলাল?

কিন্তু আজি অতদিনৰ মূৰত খুব এটা ডাঙৰ দুখৰ অভিজ্ঞতাৰে প্ৰথম উপলব্ধি কৰিলোঁ যে আমাৰ চাৰিওজনৰ ভিতৰত সত্যেনতকৈ যোগ্য প্ৰাৰ্থী দীপ্তিৰ সঁচায়ে আৰু কোনো নাছিল।

# পৰাজয়

আনদিনাৰ দৰেই চাৰি বন্ধুৱে 'ডিলাইট'ৰ হলৰ মেজ এখন অধিকাৰ কৰি চাৰিওফালে পৰিবেষ্টিত হৈ বহাত মই অইন দিনাৰ অভ্যস্ত চাৱনিৰেই এবাৰ গোটেই হলটোত চকু ফুৰাই গ'লোঁ।

'আৰে প্ৰসন্ন দেখোন!' মই প্ৰায় চিঞৰিয়েই উঠিলোঁ। লগে লগে কেতিয়া যে চকী ঠেলি থিয়ও হৈছিলোঁ নিজৰে খেয়াল নাছিল। অকল থিয় হোৱাই নহয়, প্ৰায় একেকোৱে গৈ এচুকৰ মেজ এখনত অকলে এগিলাচ চৰ্বত লৈ লাহে লাহে পি থকা মানুহটোৰ ওচৰো পাইছিলোঁগৈ।

'অ' ৰবীন! তই তেনেহ'লে গুৱাহাটীতে থাক আজিকালি।' প্ৰসন্নই মোৰ সমান উচ্ছ্বাস নেদেখুৱাই সাধাৰণভাৱেই কথাকেইটা ক'লে।

'গুৱাহাটীত থকা মোৰ আজি পাঁচ বছৰেই হ'ল। মাটিও এডোখৰ কিনিলোঁ, ঘৰো এটা সাজিলোঁ। তই পিছে কেতিয়া ইয়ালৈ আহিলি, আই মীন, গুৱাহাটীলৈ কেতিয়া আহিলি?'

"হ'ল এমাহমান।' প্ৰসন্নই সংক্ষিপ্ত উত্তৰ দিলে, তাৰ পিছত ক'লে— 'বহিবি নেকি? অৱশ্যে তোৰ লগত বন্ধু আছে।'

'এৰা! মই যামগৈ এতিয়াই। তয়ো ব'ল না মোৰ লগত। বন্ধুবোৰৰ লগত চিনাকি কৰি দিওঁগৈ। তই যে অকলে অকলে বহি আছহি, কোনো লগ-ভাগ গোট খোৱা নাই নেকি এতিয়ালৈকে? বন্ধুৰ অভাৱত ঘৰৰ শ্ৰীমতীকতো লৈ আহিব পাৰ। ৰেষ্টোৰাঁলৈ কোনোবাই অকলে আহে নে?'

প্ৰসন্নই অলপ হাঁহিলে— 'অকলে নাহি কি কৰোঁ। বন্ধু মোৰ এতিয়ালৈকে এজনো হোৱা নাই আৰু শ্ৰীমতীক আনিবলৈ শ্ৰীমতী মোৰ হোৱাই নাই।'

'তই বিয়া কৰোঁৱাই নাই?' মই পৰম বিস্ময়েৰে তাৰ ফালে চালোঁ, তাৰ মূৰটোৰ ফালেই চালোঁ বিশেষকৈ। কাৰণ তাৰ মূৰটোত বগা চুলিৰ সংখ্যা ইমান সৰহ যে এতিয়াও বিয়া নকৰোৱাৰ কথাত মোৰ চকুহাল অবাধ্যভাৱে আপোনা-আপুনি সেই ফালেই গ'ল।

'মোৰ মূৰটোত কেঁচা চুলিতকৈ পকা চুলিয়ে বেছি, নহয়? পিছে পকাই হওক, কেঁচাই হওক মোৰ মূৰৰ চুলি কোনো দুৰ্ভগীয়া ছোৱালীৰে মূৰ ঘমাবৰ কাৰণ নহ'ব। কাৰণ মোৰ গৃহলৈ গৃহলক্ষ্মী অহাৰ কোনো আশাই নাই।'

বৰ অপ্ৰস্তুত হৈ গ'লোঁ মই। তাৰ যে এই বয়সতে চুলিবোৰ অলপ বেছিকৈয়ে পকিছে সেইটো সঁচা, নহ'লেনো কিমান বয়স হৈছে প্ৰসন্নৰ, মোৰেই সহপাঠী, মোৰ বয়স এতিয়া চল্লিছৰ ওচৰ, তাৰো নিশ্চয় প্ৰায় সিমানেই, এনেকৈ চুলিবোৰ পকি গ'ল! কিন্তু সেইবুলি ইমান স্পষ্টভাৱেওতো মই বিয়াৰ প্ৰসংগত তাৰ মূৰলৈ এনেকৈ চাব নালাগিছিল।

'আজিকালি চুলি পকা, চুলি সৰা কথাবোৰ বয়স চাই নহয়েই প্ৰায়। মোৰ সৰু ভাইটোৰ মূৰৰ চুলিও প্ৰায় তোৰ সমানেই পকিছে।' মই নিজৰ অপ্ৰস্তুত ভাৱটো ঢাকিবলৈ প্ৰায় মিছা কথা এটাকে কৈ পেলাওঁ, মোৰ সৰু ভাইটোৰ চুলিবোৰ পকিব ধৰিছে হয়, কিন্তু প্ৰসন্নৰ দৰে ইমান বেছিকৈ নহয়।

'চৌধুৰী, চাহ ঠাণ্ডা হ'ল।'

অলপ চমকি ঘূৰি দেখোঁ কিৰণ কটকী অৰ্থাৎ চাৰি বন্ধুৰ এজন আহি মোৰ ওচৰত থিয় হৈছেহি।

'বলক। প্ৰসন্ন ব'ল তইও।'

'মই যাম জানো? তহঁতৰ অসুবিধা নহ'ব জানো? মইতো চৰ্বত খালোয়েই...' প্ৰসন্নই সেমেনা-সেমেনি কৰিবলৈ ধৰিলে।

'ব'ল ব'ল। অকল খাবলৈকে কোনেও গধূলি ৰেষ্টোৰাঁলৈ নাহে, ব'ল। খোৱাৰ বাহিৰেও আৰু যি কাৰণে আহে সেই সোৱাদৰ পৰা তই অতদিনে বঞ্চিত হৈ আছিলি, আজি মই তাৰে আৰম্ভণি কৰি দিওঁগৈ ব'ল।'

খুব যেন অনিচ্ছা, নুঠিলে বৰ অভদ্ৰতা কৰা হ'ব, এজন অতি পুৰণি, কলেজীয়া দিনৰে অন্তৰংগ বন্ধুৰ অন্তৰৰ আহ্বনৰ মূৰত চেঁচা পানী ঢলা হ'ব, এনেকৈহে উঠিল প্ৰসন্ন।

'কটকী, এয়া মোৰ বন্ধু প্ৰসন্ন দত্ত। আপোনালোকেতো মোৰ পৰা ইতিমধ্যে প্ৰসন্নক জানিয়ে থৈছিল।'

আমি ইমানপৰে মোৰ বন্ধুসকলৰ ওচৰ পাইছোঁহি, বহি থকা তিনিও বন্ধুৰ সপ্ৰশ্ন দৃষ্টিৰ উত্তৰত মই ক'লোঁ— 'প্ৰসন্ন। যাৰ কথা মই বহুবাৰ আপোনালোকক কৈছোঁ।'

'অ' আপুনিয়ে প্ৰসন্ন দত্ত! আপোনাৰ কথা বহুবাৰ আমি চৌধুৰীৰ মুখত শুনিছোঁ।' আটাইকেইজনে সমস্বৰে প্ৰায় চিঞৰি উঠিল— 'কেতিয়া আহিল আপুনি গুৱাহাটীলৈ?'

ইতিমধ্যে মই 'বিয়েৰাৰ' এটাক কৈ আৰু এখন চকী অনাইছিলোঁ, প্ৰসন্নক তাত বহিবলৈ দিলোঁ। সি বহি লৈ এটা হাঁহি মাৰি অমায়িকভাৱে বন্ধুসকলৰ কথাৰ উত্তৰ দিলে— 'প্ৰায় এমাহমান হ'ল অহা।' তাৰ পিছত সি মোলৈ চাই ক'লে— 'এখেতসকলকতো নিচিনিলোঁ?'

'এওঁ কিৰণ কটকী, অসমীয়াৰ প্ৰফেছৰ, এওঁ নিৰ্মল বৰুৱা, অসমীয়াৰে প্ৰফেছৰ, এওঁ নাছিৰুদ্দিন আহমেদ ইংৰাজীৰ প্ৰফেছৰ আৰু মোকতো তই জানই, কিছুদিন ভিতৰুৱা ঠাই এখনত কলেজত চাকৰি কৰি থকাৰ পিছত এতিয়া গুৱাহাটীৰ কলেজ এখনত চাকৰি পাইছোঁ। আজি প্ৰায় পাঁচ বছৰেই হ'ল। মাটিও এডোখৰ কিনিলোঁ, ঘৰো এটা সাজিলোঁ। অৱশ্যে পিছৰ মহৎ কাৰ্য দুটা ঠিক মোৰ দ্বাৰা হোৱা নাই দেই, কাৰণ তাৰ মূল অৰ্থৰ গৰাকী হ'ল মোৰ দেউতা। অৰ্থ মানে 'মানে' নহয় কিন্তু— টকাহে' অৰ্থনীতিৰ অধ্যাপক মই অৰ্থৰ 'পান'ৰ দ্বাৰা ৰসিকতা কৰিবৰ চেষ্টা কৰি কওঁ।

'আপোনালোকে নিঃসন্দেহে একেটা কলেজতে কাম কৰে?' প্ৰসন্নই সুধিলে।

আহমেদে বিনয়ী হাঁহি এটাৰে ক'লে... 'সেইটো আৰু ক'ব লাগিছেনে?... পিছে আপুনি ইয়ালৈ মেজিষ্ট্ৰেট হৈ অহা নাই জানো? চৌধুৰীৰ লগত আপোনাৰ বৰ্তমান খবৰৰ আদান-প্ৰদান নাই যদিও আপুনি যে অসম চিভিল ছাৰ্ভিচ পৰীক্ষাত প্ৰথম হৈ চাকৰিটো পাইছিল সেই খবৰটো তেখেতে আমাক জনাইছিল আপোনাৰ কথা প্ৰসংগত। আপোনাৰ কথা যে আমাৰ আড্ডাত প্ৰায়ে ওলায় বোধহয় বুজিছেই আপুনি। চৌধুৰীয়ে প্ৰায়ে কয়— কলেজীয়া জীৱনত হোষ্টেলৰ প্ৰত্যেকটো আড্ডাৰ মধ্যমণি হৈয়ো আপুনি যে কেনেকৈ পৰীক্ষাবোৰতো সদায় ভাল কৰি কৰি গৈছিল।'

মই হাঁহিলোঁ— 'অথচ মই নিজে প্ৰসন্নৰ ৰুমমেট হৈ তাৰ সেই দুয়োটা কৃতিত্বৰ এটাৰো কোনোদিন ভালকৈ ওচৰ চাপিব নোৱাৰিলোঁ। আড্ডাত বহিলে কিছুপৰৰ পিছত মোৰ পঢ়াৰ চিন্তা লাগি যায়, ফলত ৰুমলৈ গুচি আহোঁ প্ৰসন্নক এৰি থৈ, কিন্তু কিতাপ খোলাৰ লগে লগে মনটো উৰি যায় আড্ডালৈ। ফলত একো এটা কথাতে মোৰ পূৰাপূৰি মনোযোগ নঘটে। ...পিছে প্ৰসন্ন, তই আগৰ দৰে এতিয়াও আড্ডা বুলিলে বলিয়া হৈ পৰ নে নপৰ?'

প্ৰসন্নই অলপ হাঁহিলে, ৰুমাল উলিয়াই মুখৰ ঘাম মচি কিবা এটা ভাবি লৈ যেন সি উত্তৰ দিলে— 'মোৰ সেইটো নিচাৰ বাবেইতো বিয়া-বাৰু কৰাৰ মন নেমেলিলোঁ কোনোদিনে— তাচ-পাশা খেলি মই কোনোমতেই যেতিয়া ৰাতি দহটাৰ আগতে ঘৰলৈ উভতিব নোৱাৰোঁ, লোকৰ ছোৱালী এজনী বিয়া কৰাই আনি কিয়নো কষ্টখন দিওঁ—

'অ' আপুনি তেন্তে এইক্ষেত্ৰত এজন শ্বহীদেই হ'ল— নহয় জানো?' নিৰ্মল বৰুৱাই মন্তব্য দিয়াৰ দৰে কৰি সুধিলে।

প্ৰত্যুত্তৰত প্ৰসন্নই হাঁহিলে।

ইতিমধ্যে বিয়েৰাৰে আমাৰ কাৰণে চাহ লৈ আহিছিল। প্ৰসন্নই কিন্তু অলপ আগতে চৰ্বত খাই অহা বুলি চাহ খাবলৈ আপত্তি কৰিলে। আমি সকলোৱে চাহৰ কাপত মুখ দিলোঁ, সি যেন অন্যমনস্ক হৈ আন এফালে চাই কিবা এটা ভাবি ৰ'ল।

আহমেদে এঢোক চাহ খোৱাৰ পিছত প্ৰসন্নলৈ চাই ক'লে— 'আজিৰ পৰা আপোনাক আমাৰ তাচৰ

আড্ডাত নিয়মিতভাৱে সংগী হিচাপে পাবলৈ আশা কৰিব পাৰোঁ, নহয় জানো দত্ত?'

আমাৰ ভিতৰত কিৰণ কটকীৰে বয়স কম, বিয়া কৰোৱাৰো বৰ বেছি দিন হোৱা নাই; গতিকে বিয়াৰ মাধুৰ্যও তেওঁ এতিয়াও বেছ উপভোগ কৰি থাকিব পাৰিছে। আহমেদৰ কথাত কটকীয়ে ক'লে— 'কিন্তু আমাৰ আড্ডাত এজনো 'বেচেলৰ' নাই; গতিকে ৰাতি ন বজাৰ লগে লগে আমাৰ আড্ডাও ভাঙে। সেই কাৰণে মই ভাবোঁ, এইবাৰ দত্তই শ্বহীদ হ'বলৈ এৰি দি বিয়া কৰাব পাৰে, তেতিয়াহ'লে বোধহয় তেখেতৰ দিল্লীকা লাড্ডু খোৱাও হ'ব অথচ নপস্তালেও চলি যাব পাৰিব '

আহমেদ আৰু নিৰ্মল বৰুৱাই প্ৰায় চিঞৰিয়ে উঠিল— 'ঠিকেইতো, দত্তই এইবাৰ বিয়াখন কৰি পেলোৱা উচিত। আমি আটাইবোৰ বিবাহিত মানুহ অথচ আড্ডাওতো আমাৰ ঠিকেই চলিছে— ঘৰৰ ঘৈণীয়েকেও বিশেষ অশান্তি নিদিয়াকৈয়ে—'

প্ৰসন্নই এটা নিস্তেজ হাঁহি মাৰি ক'লে, "এই বুঢ়া বয়সত আৰু ক'ত বিয়া কৰাম"—

মই আকৌ অলপ ৰসিকতা কৰিবৰ চেষ্টা কৰি ক'লোঁ— 'বয়সত বিয়া কৰালেহে বোধহয় সংসাৰ সমুদ্ৰত বেছিকৈ অমৃতৰ উৎপত্তি হয়। আমাৰ ওচৰত এজন উকীল আছে, তেওঁ প্ৰায় বয়স ভাটি দিয়াত বিয়া কৰালে, আজি পাঁচ বছৰ হ'ল বোলে বিয়া কৰোৱা, তিনিটা ল'ৰা-ছোৱালী। কেতিয়াবা যদি কোনোবাটো ল'ৰা-ছোৱালীয়ে হাঁচি এটাও মাৰে তেওঁ পানী লাগিল বুলি হুলস্থূল লগাই দিয়ে, আচলকৈ পানী লগা অসুখ হ'লে মক্কেলক, যি মক্কেলক আন উকীলে ঈশ্বৰ দেখাদি দেখে— তেওঁ অনাহকতে খং কৰি বিদায় দিয়ে— ইমানেই মহিমা বুঢ়া বয়সত বিয়া কৰোৱাৰ।'

বিয়াৰ বিষয়ত অলপ বিশেষ উৎসাহী কিৰণ কটকীয়ে ক'লে— 'আন ঠাইবোৰত বোধহয় ইমানদিনে দত্তৰ বন্ধুসকলে দত্তক বিয়া কৰাবলৈ সিমান জোৰ দি ধৰা নাছিল। আমি কিন্তু নেৰিছোঁ, দিনে-ৰাতিয়ে আপোনাক এই বিষয়ত আমি এনেকৈ পোকৰ দৰে লাগি থাকিম যে আপুনি বিয়া কৰাবলৈ বাধ্য হৈ যাব। নে কি কয় আপোনালোকে?'

বৰুৱাই ক'লে, 'এটা কাম কৰক না আহমেদ, দত্তক আপোনাৰ ঘৰলৈ নি মিছেছ আহমেদে ৰন্ধা সেই সুবিখ্যাত কোৰ্মাখন এদিন খুৱাই দিয়কগৈ। হয়তো তেতিয়া দত্ত একেডাল শৰতে ধৰাশায়ী হৈ পৰিব পাৰে। দত্তৰ কাণ্ডা বা এই জাতীয় কোনেও মৰিলেও তেনে কোৰ্মা কেতিয়াও দত্তক বনাই খুৱাব নোৱাৰে, কিন্তু মিছেছ আহমেদৰ দৰে কোনোবা এগৰাকী নাৰীয়ে হয়তো কেতিয়াবা তেনে এবিধ সুখাদ্য বনাই খুৱাবও পাৰে, এই আশাতেই দত্তই বিয়া কৰাব পাৰে...'

মই বৰুৱাৰ কথা প্ৰায় কাঢ়ি লৈ কৈ উঠিলোঁ, 'সঁচাযে প্ৰসন্ন, মিছেছ আহমেদে যি বঢ়িয়া কোৰ্মা ৰান্ধে তাক এবাৰ খালে জীৱনলৈ জুতিটো মুখত লাগি থাকে...' মই আৰু কিবা কোৱাৰ আগতে হঠাতে ৰৈ গ'লোঁ, কাৰণ প্ৰসন্নলৈ চাই দেখিলোঁ সি যেন কিবা অমংগলীয়া কথা এটা শুনাৰ দৰেই হঠাতে বিবৰ্ণ হৈ গ'ল।

অকল ময়েই নহয়, দেখিলোঁ মোৰ সংগী কেইজনেও প্ৰসন্নৰ এই ভাবান্তৰ লক্ষ্য কৰিছে, কাৰণ কটকীয়ে কৈ উঠিল— 'আপোনাৰ হঠাতে কি হ'ল দত্ত?... কোৰ্মা খোৱাৰ কথাত বেয়া পালে নেকি? আপুনি কিজানি মুৰ্গী-চুৰ্গী নাখায়েই। নোখোৱা মানুহে আকৌ এইবোৰ কথা শুনিলেও অলপ ঘিণ ভাব কৰে, মোৰ 'বাইদেও' মুৰ্গী নাখায় নহয়...'

কটকীৰ কথাৰ মাজতে বাধা দি উঠিল প্ৰসন্নই— 'নাই নাই, সেইবোৰ একো নহয়, মই মুৰ্গী নাখাম কেলৈই? মিছেছ আহমেদৰ কোৰ্মাৰ কথা শুনি লোভেই লাগি গৈছে মোৰ। অতি সোনকালেই আপোনাৰ ঘৰত গৈ বিৰক্ত কৰিম কিন্তু আহমেদ চাহাব—'

ইংৰাজীৰ অধ্যাপক আহমেদে অমায়িক হাঁহি এটা মাৰিলে আৰু আন্তৰিকতাৰে ইংৰাজীৰে ক'লে— 'You are always welcome Mr. Dutta.'

অলপ আগতে হোৱা প্ৰসন্নৰ ভাবান্তৰৰ কথা সকলোৱে স্বাভাৱিকভাৱেই পাহৰিলে, ময়ো তেতিয়ালৈ পাহৰিলোঁ, কিন্তু পিছত আকৌ মনত পৰিছিল, পৰাৰ কাৰণ ঘটিছিল কাৰণেই।

'ডিলাইট'ৰ পৰা ওলাই মই প্ৰসন্নক মোৰ ঘৰলৈ লগ ধৰিলোঁ। সাধাৰণতে আমি ইয়াৰ পিছত তাচৰ আড্ডাত বহোঁ, কিন্তু সেইদিনা মই প্ৰসন্নক অকলে লগ পাবলৈ ইচ্ছা কৰিয়ে তেনেকৈ মোৰ ঘৰলৈ আমন্ত্ৰণ জনালোঁ। বন্ধুবোৰেও সেই কথা বুজিয়ে সিদিনা আড্ডালৈ লগ নধৰি পিছদিনাৰ পৰা প্ৰসন্নকো নিয়মিতভাৱে তেওঁলোকৰ মাজত পোৱাৰ আশা জনাই গুচি গ'ল।

আমি দুয়ো অকলশৰীয়া হ'লোঁ। মোৰ ঘৰটো তাৰ পৰা প্ৰায় ডেৰ মাইল দূৰৈত, মই সন্ধিয়া সদায় খোজেই কাঢ়োঁ, কিন্তু প্ৰসন্ন লগত থকাত ৰিক্সা ধৰিব ওলালোঁ। কিন্তু সিয়ো ক'লে যে খোজকাঢ়ি গ'লেই তাৰ ভাল লাগিব।

তাৰ পিছত আমি আহি আহি জামাতুল্লাৰ ওচৰ পোৱাত সি হঠাৎ মোক সুধিলে, মোৰ ল'ৰা-ছোৱালী কেইটা আৰু সিহঁত কিমান ডাঙৰ হৈছে। মই হঠাৎ সোধা প্ৰশ্নটোত অলপ অবাক হ'লেও ক'লোঁ যে মই তিনিটা সন্তানৰ বাপেক। সিহঁতৰ বয়সবোৰো ক'লোঁ।

মোক অলপ আচৰিত মনাই দি সি মোক এখন্তেক ৰ'বলৈ দি জামাতুল্লালৈ সোমাই গ'ল আৰু অলপ পৰ পিছত ওলাই অহাত দেখিলোঁ তাৰ হাতত এটা বিস্কুটৰ পেকেট আৰু এটা লজেঞ্চৰ টিন।

মই অলপ হাঁহিলোঁ— 'তই বিয়া নকৰাই ভুল কৰিলি প্ৰসন্ন! তই এজন বৰ মৰমিয়াল বাপেক হ'ব পাৰিলিহেঁতেন—'

প্ৰসন্নই একো নামাতিলে। মই আকৌ ক'লোঁ— 'সঁচায়ে তই কিয় বিয়া নকৰালি প্ৰসন্ন?... বুজিছ প্ৰসন্ন, বয়স হৈ মই অলপ পুৰণিকলীয়া হৈ গ'লোঁ, গতিকে এতিয়া আগৰ মানুহৰ দৰেই ভাবিবলৈ মন যায় যে আন কাৰণে নহ'লেও 'পুত্ৰাৰ্থেই ভাৰ্যা' লাগে। আমি সাধাৰণ মানুহ, আমাক অন্ততঃ immortality of flesh লাগে... তই কেতিয়াও তোৰ অকলশৰীয়া বুঢ়া বয়সটোৰ কথা চিন্তা নকৰ নে প্ৰসন্ন? সন্তানৰ প্ৰশ্ন তোৰ কেতিয়াও মনলৈ নাহেনে?'

মোৰ বন্ধু কটকী ঘৈণীয়েকক লৈ ব্যস্ত আৰু মই মোৰ ল'ৰা-ছোৱালীকেইটাক প্ৰাণাধিক বুলি ভাবোঁ।

কিছু সময় প্ৰসন্নই মোক একো উত্তৰ নিদিলে, নীৰৱে মোৰ লগত খোজকাঢ়িয়ে থাকিল, তাৰ পিছত বাটটোৰ আন্ধাৰ অংশ এটাত আহি পৰাৰ পিছত একধৰণৰ কৰুণ আৰু গম্ভীৰ মাতেৰে ক'লে— 'চাৰ্লছ লেম্বৰ 'ড্ৰীম চিলড্ৰেন' কেতিয়াবা পঢ়িছনে তই?' মোৰ উত্তৰলৈ বাট নাচালে প্ৰসন্নই, আকৌ কৈ গ'ল 'মোৰো মাজে মাজে লেম্বৰ দৰে হয় আজিকালি।'

শ্বেক্‌ছপীয়েৰৰ গল্পকেইটাৰ বাহিৰে মই লেম্বৰ একোকে পঢ়া নাছিলোঁ, কিন্তু তথাপি প্ৰসন্নৰ কথাৰ সুৰত মই ড্ৰীম্ চিলড্ৰেন নপঢ়িও, তাৰ কথা নুবুজিও বহুত কথাই যেন বুজি পালোঁ, মুহূৰ্তৰ ভিতৰতে মোৰ মনটোও যেন অলপ ভাৰাক্ৰান্ত হৈ গ'ল। প্ৰসন্নক মই সঁচাকৈয়ে ভাল পাওঁ, তাক সুখী দেখাটোকে মই সদায় কামনা কৰিম।

'মই লগ নোপোৱা এই বছৰকেইটাৰ ভিতৰতে তোৰ কি হ'ল প্ৰসন্ন? তই এনেকুৱা সুৰত কিয় কথাবোৰ কৈছ?'

মোৰ প্ৰশ্নত থকা আন্তৰিক সহানুভূতিৰ সুৰে প্ৰসন্নক বোধহয় স্পৰ্শ কৰিব পাৰিলে; সি প্ৰায় লগে লগেই নক'লেও অলপ পিছতে ক'লে— 'মোৰ ঘটনা এটাৰ কথা আজি নক'লেও আন কোনোবা এদিন যে তোক ক'লোঁহেঁতেন সেইটো তই জানিবি। কিন্তু পিছলৈ নৰৈ আজিয়ে মই তোক কৈ থ'ব লগাত পৰিলোঁ, কাৰণ যিটো বুজিছোঁ, তোৰ বন্ধুসকলৰ আড্ডাত ময়ো নিত্য সংগী হ'ব লাগিব আৰু মোৰ দৰে বৰলা মানুহৰ পক্ষে, আৰু তাতোকৈ ডাঙৰ কথা আড্ডাবাজী আৰু তাচখেল প্ৰিয় মানুহ এজনৰ পক্ষে এনে এটা সুন্দৰ সুযোগৰ লোভ সামৰা টান হ'ব। কিন্তু এনে ধৰণৰ আড্ডাবোৰত আজিকালি মোৰ এটা ভয় থাকে— মই অবিবাহিত আৰু বাকীবোৰ বিবাহিত, গতিকে সকলোৱে চেষ্টা কৰে মোকো তেওঁলোকৰ দলভুক্ত কৰিবলৈ, অথচ তেনে কৰি মোৰ এনে এটা ক্ষতস্থানত হাত দিয়ে যি ঘা মোৰ আজিও শুকুৱা নাই। গতিকে তোক মই আজিয়ে মোৰ কাহিনীটো কৈ থওঁ যাতে তই কিবা বুদ্ধি কৰি মোক সেই কষ্টখিনিৰ পৰা তোৰ বন্ধুসকলে মোৰ সম্বন্ধে একো নজনাকৈয়ো বচাই ৰাখিব পাৰ... আৰু ভূমিকা নিদিওঁ, মূল কথালৈ আহোঁ, নহ'লে বাটৰ

শেষেই হ'ব আৰু মোৰ কথা শেষ নহ'ব।...'

'আমি লাহে লাহে গৈ থাকোঁ ব'ল—' মই ধীৰভাৱে ক'লোঁ।

প্ৰসন্নৰ পৰা শুনা কথাবোৰে মোক উত্তৰোত্তৰ বিস্মিত আৰু ব্যথিত কৰি তুলিছিল, কিন্তু এইবাৰ কথাৰ বাহিৰে মই আৰু তাক একো নক'লোঁ— কেতিয়াবা কেতিয়াবা নীৰৱতাৰ দ্বাৰা বেছি সহানুভূতি প্ৰকাশ কৰিব পাৰি।

খোজৰ গতি অলপ ঢিলাই দি প্ৰসন্নই কৈ গ'ল— 'তোৰ বন্ধু কিৰণ কটকীয়ে কৈছিল, আনবোৰ ঠাইৰ বন্ধুবোৰে বোধহয় মোৰ বৰলা জীৱন সহ্য কৰি গৈছিল। সেইটো অনুমান কিন্তু একেবাৰেই সত্য নাছিল। ইয়ালৈ অহাৰ আগেয়ে আন এনে দুখন ঠাইত আছিলোঁ য'ৰ বন্ধুবোৰে মোৰ বিয়াৰ বাবে উঠি-পৰি লাগিছিল। তাৰে এখন ঠাইৰ বন্ধুবোৰে ইমানেই উঠি-পৰি লাগিল যে মোৰ বিয়া লৈ তাৰ এজনে বাজী পৰ্যন্ত ধৰিলে... সেই বন্ধুজনৰ নামটো নকওঁ, অৱশ্যে ক'লেও বোধহয় তই চিনিব নোৱাৰিবি— যি হওক, বৰ সাহ কৰি বন্ধুজনে বাজীটো ৰাখিলে। তেওঁ আনবোৰক ক'লে যে এমাহৰ ভিতৰতে তেওঁ মোৰ মনটো ঘূৰাই দিবলৈ সক্ষম হ'ব— অৰ্থাৎ এমাহৰ মূৰত মোৰ চিৰকুমাৰ হ'ব খোজা ভীষ্মৰ প্ৰতিজ্ঞাটো তেওঁ টলাই দিব... বন্ধুসকলেতো তেওঁক হেঁচি ধৰিলে কি মিৰাকল্‌নো তেওঁ ঘটাব খুজিছে বুলি, কিন্তু বন্ধুৱে ৰহস্যময় হাঁহি মাৰি ক'লে যে সেই ভেদ তেওঁ এতিয়াই কাৰো আগত নাভাঙে, মাথোঁ মই তেওঁৰ 'চেলেঞ্জ' গ্ৰহণ কৰিব লাগে... তই বুজিছই, মই বন্ধুৰ কাণ্ড-কাৰখানাত যথেষ্ট কৌতূহলী হৈছিলোঁ, গতিকে বিনাদ্বিধাই মই সেই চেলেঞ্জ গ্ৰহণ কৰিলোঁ...' প্ৰসন্ন এখন্তেক থামিল, তাৰ পিছত আকৌ কৈ যাবলৈ ধৰিলে— 'বন্ধুৱে মোক সিদিনাই বাটত অকলশৰীয়া অৱস্থাত কৈ পেলালে যে তেওঁৰ প্লেনটো অতি সাধাৰণ। মই কেৱল সহজ স্বাভাৱিক মন এটাৰে, তেওঁৰ বিৰুদ্ধাচৰণ কৰিবৰ চেষ্টা নকৰি তেওঁৰ লগত সচৰাচৰ চলি থকাৰ দৰে চলি থাকিলেই হ'ব অৰ্থাৎ মনটো মোৰ খোলা ৰাখিব লাগিব, মোৰ মনৰ স্বাভাৱিক প্ৰতিক্ৰিয়াবোৰক শাসন কৰিব নগ'লেই বাজীত মোৰ দ্বাৰা ন্যায়ৰ পথ অৱলম্বন কৰা হ'ব।... সঁচা কথা ক'বলৈ গ'লে মোৰ কৌতূহলৰ লগতে গোটেই ঘটনাটো মস্ত এটা 'ফান' যেন লাগিছিল, গতিকে বন্ধুৰ কথাত হাঁহিমুখে সন্মত হ'লোঁ। তেতিয়া বন্ধুৱে মোক পিছদিনা আবেলি তেওঁৰ ঘৰলৈ চাহ খাবলৈ মাতিলে। তাৰ পিছত পিছদিনাও মোক তেওঁৰ ঘৰলৈ লৈ গ'ল, তাৰ পিছত পিছদিনাও, আৰু তাৰ পিছত, সদায়— সেই এমাহৰ প্ৰতিটো দিনেই মই বন্ধুৰ ঘৰলৈ গৈ থাকিলোঁ। নোযোৱাকৈ যেন থাকিব নোৱৰা হ'লোঁ, প্ৰতিদিনেই আবেলি হোৱাৰ লগে লগে কিহে যেন মোৰ ভৰি দুখন আপোনা-আপুনি তালৈ টানি লৈ যায়।... সেই সময়তে বন্ধুৰ বাজীত জিকাৰ পথটো বুজিব পৰা যেন লাগিও মই আকৌ মনৰ ভিতৰতে সি অসম্ভৱ বুলি চিঞৰিও উঠিছিলোঁ... আৰু সেই এমাহ আমাৰ দুয়োৰে বাকী বন্ধুসকলৰ লগত প্ৰায় সম্বন্ধ নোহোৱা হ'ল আৰু আচৰিত কথা যে তেওঁলোকেও আমাৰ দুয়োৰো কাকো সেই এমাহে খবৰ নকৰা হ'ল... পিছতহে মই গম পাইছিলোঁ যে বন্ধুৰ নিৰ্দেশক্ৰমেই তেওঁলোকে তেনেকৈ আমাক এৰি থাকিছিল।'

'তাৰ পিছত?' বৈ যোৱা প্ৰসন্নলৈ চাই মই চিঞৰি উঠিলোঁ।

তাৰ পিছত এমাহৰ মূৰত বন্ধুৱে সুধিলে— 'কি হে চিৰকুমাৰ, বিয়া-বাৰুৰ প্ৰতি এতিয়া মনটো ঢাল খাইছে নে নাই?' ...তোক কওঁ এতিয়া, সিদিনা সেই প্ৰশ্নটোত মই প্ৰায় উচপ্ খাই উঠিছিলোঁ, কি কওঁ বাৰু এতিয়া মই? মই যদি সঁচা কথাটো কওঁ যে সঁচায়ে মই বিয়া কৰাবলৈ পৰম ইচ্ছুক তেতিয়া হ'লেইতো সমূহ বিপদ, বন্ধুৰ লগতে আটাইবোৰ বন্ধুৱে মিলি যে মোৰ সঁচাকৈয়ে বিয়াৰ ব্যৱস্থাকে কৰি পেলাব... সঁচায়ে কি কওঁ মই এতিয়া বন্ধুক? মিছাকৈ কৈ পেলাওঁ নেকি... কিন্তু অৱশেষত মই সেই প্ৰশ্নৰ পোনপটীয়া উত্তৰ নিদি তেওঁকে ওলোটাই প্ৰশ্ন কৰিলোঁ— আপোনাৰনো কি কাৰণে ধাৰণা হ'ল যে মই মোৰ মত সলনি কৰি বিয়াৰ প্ৰতি আগ্ৰহান্বিত হৈ উঠিছোঁ?...' উস্— কি ভয়েৰেই মই তেওঁক সেই প্ৰশ্নটো কৰা নাছিলোঁ। যি হওক— মোৰ প্ৰশ্নত বন্ধুৱে মোৰ ফালে খন্তেক পৰ একেবাহে চাই থাকি লাহেকৈ ক'লে— 'আপুনি এডোখৰ শিল,

মোৰেই ভুল হৈছিল, মই যিটো প্লেন কৰিছিলোঁ সি অনুভূতিশীল অন্তৰ থকা মানুহৰ ক্ষেত্ৰতহে সফল হ'লহেঁতেন, আপোনাৰ দৰে পাষাণ অন্তৰৰ মানুহৰ ক্ষেত্ৰততো সেই সফলতাৰ সম্ভাৱনা নাথাকে... যি হওক, আপোনাক ধন্যবাদ যে আপুনি মোৰ অহংকাৰ চূৰ্ণ কৰিলে— অ' বাজীত জিকিম বুলি কৰা অহঙ্কাৰৰ কথা মই কোৱা নাই দেই, সি সামান্য কথা— মই মোৰ সংসাৰখনক লৈ কৰা অহংকাৰৰ কথাহে কৈছোঁ...' বন্ধুৰ কথাত মই সঁচায়ে আচৰিত হৈছিলোঁ, সেই কাৰণে মই যেতিয়া ক'লোঁ যে তেওঁৰ কথা মই একো নুবুজিলোঁ..., তেওঁ বেছ বিৰক্তিৰে উত্তৰ দিলে— 'এইবোৰ সংসাৰ আৰু সাংসাৰিকৰ কথা বুজিবলৈ হ'লে আপোনাৰ দৰে 'কনফাৰ্মড বেচেলৰ'ৰ কঠুৱা হৃদয় লৈ বুজিব নোৱাৰিব... ক্ষমা কৰিব দত্ত, আপোনাক টান কথা কৈছোঁ বৰ দুখত, মোৰ বৰ অহংকাৰ আছিল যে মোৰ বাইফে মোক স্বৰ্গসুখত ৰাখিছে, বিয়া কৰাই সংসাৰী হৈ এজন মানুহে যিখিনি সুখ আশা কৰিব পাৰে সেই সকলোখিনি সুখৰে অধিকাৰী মোক মোৰ বাইফে কৰিছে বুলি ইমানদিনে মোৰ মনত এটা বৰ ডাঙৰ গৰ্ব আছিল, ভাবি আছিলোঁ আমি বৰ সুখী আদৰ্শ দাম্পত্য জীৱন কটাইছোঁ, ভাবি আছিলোঁ আমাৰ সংসাৰৰ ঘনিষ্ঠ সংস্পৰ্শলৈ অহা সকলো মানুহ আকৃষ্ট হ'ব, মুগ্ধ হ'ব আৰু সকলোৰে লোভ উপজিব তেনে এখন সংসাৰ গঢ়ি লৈ জীৱনটো মধুৰ কৰিবলৈ। সেই ধাৰণাৰ বশৱৰ্তী হৈয়েই মই সাহ কৰি আপোনাক আমাৰ ঘৰলৈ মাতি লৈ গৈছিলোঁ আৰু প্ৰথম এদিন-দুদিন নিমন্ত্ৰণ কৰি নিয়াৰ পিছত আপুনি যেতিয়া এই এমাহে নিজেই উপযাচি আমাৰ ঘৰলৈ সদায় সদায় যাবলৈ ধৰিলে, আজি আৰু নুলুকুৱাও দত্ত, মই মনে মনে বেছ বিজয়ী গৰ্বৰ হাঁহি মাৰিছিলোঁ। জানেনে, বন্ধুসকলক আপুনি নজনাকৈ লগ ধৰি এই ইংগিত পৰ্যন্ত দিছিলোঁ মোৰ পৰিকল্পনা সফল হোৱাৰ পথত, দত্তৰ মন ইতিমধ্যে বহুতখিনি সংসাৰমুখী হৈছে। যি দত্তই অতদিনে কোনো নাৰীকে জীৱনৰ অংশীদাৰ কৰি ল'ব খোজা নাছিল, সেই দত্তই এতিয়া মোৰ শ্ৰীমতীৰ লগত যি হাঁহি-তামচাৰে কথা পাতি থাকে দেখি মোৰ ধাৰণা বদ্ধমূল হৈ আহিছে যে বিয়া কৰোৱাৰ সুখ নিজ চকুৰে অতি ঘনিষ্ঠভাৱে দেখি দেখি তেওঁৰ নিশ্চয় সেই ভীষ্ম প্ৰতিজ্ঞা ভংগ হৈ আহিছে... উস্ দত্ত, আপুনি মোক বৰ বেয়াকৈ পৰাজিত কৰিলে'... সিদিনা মই বন্ধুৰ কথাত এটাও মাত মতা নাছিলোঁ, নীৰৱে একালে চাই চাই চিগাৰেট হুপি বহি ৰ'লোঁ, কিন্তু মনে মনে বন্ধুক কৈছিলোঁ— মোৰ জয় হোৱা নাই বন্ধু, বাজীত আপুনিয়েই জিকিলে... সঁচায়ে বন্ধুক মই কেনেকৈ কওঁ যে তেওঁ ভবামতেই মোৰ বিয়াৰ বিদ্বেষ আঁতৰিছে, অকলতো বিদ্বেষ আঁতৰাই নহয়, এতিয়া যে মোৰ মন সংসাৰৰ মাধুৰ্য পান কৰিবলৈয়ো লালায়িত হৈ উঠিছে, কিন্তু তাত ট্ৰেজেডি হ'ল এইটোৱে যে জগতৰ আন কোনো ছোৱালীৰ লগততো মই সেই স্বৰ্গসুখ পাব নোৱাৰোঁ, একমাত্ৰ, একমাত্ৰ— মই ভগৱানৰ ওচৰত নিজৰ পাপৰ ক্ষমা বিচাৰি মনৰ ভিতৰত বন্ধুক কৈছিলোঁ, একমাত্ৰ আপোনাৰ পত্নীয়েই মোক সেই অমৃত দান কৰিব পাৰে... মজাটো মন কৰিছনে তই? এসময়ত ধৰলা আছিলোঁ, মনৰ ৰাজ্যত কোনো ছোৱালীৰ প্ৰেমে কোনোদিন সামান্যতম দোলাও লগাব পৰা নাছিল, খাইছিলোঁ, আড্ডা দিছিলোঁ, নিশ্চিত নিৰ্ভাৱনাৰ অকলশৰীয়া জীৱন এটা কটাই আহিছিলোঁ... তাৰ পিছত বন্ধু উঠি-পৰি লাগিল সেই অকলশৰীয়া জীৱনটোৰ ইতি কৰিবলৈ— তেওঁৰ অতি সুখৰ আৰু আদৰ্শৰ সংসাৰখনৰ, অতি আকৰ্ষণীয় ঘৈণীয়েকগৰাকীৰ লগত চিনাকি কৰি দি। এমাহ পাৰ হৈ গ'ল আৰু মই নিজৰ মনতে অতি আতংকিত হৈ আবিষ্কাৰ কৰি বিমূঢ় হৈ গ'লোঁ যে সেই মন, সেই হৃদয় মই একান্তভাৱে বন্ধু পত্নীৰ ওচৰত নিবেদন কৰি নিঃস্ব-ৰিক্ত হৈ বহি আছোঁ। ইমান দিনে ধৰলা আছিলোঁ বিনা কাৰণত, তাত হৃদয়ৰ কোনো দুখেই মোক পীড়িত কৰা নাছিল। কিন্তু এতিয়া মই চিৰদিন চিৰকুমাৰ হৈ থাকিম এগৰাকী অকুমাৰীৰ প্ৰতি ব্যৰ্থ প্ৰতিদানহীন প্ৰেমৰ জ্বালাত ৰক্তাক্ত হৃদয় এখন লৈ। আধা বুঢ়া বয়সত মোৰ এই দুৰ্ভোগ দেখিছনে বাৰু?'

প্ৰসন্নই জোৰেৰে হাঁহি এটা মাৰি বৈ গ'ল আৰু আন্ধাৰৰ ৰাজত সেই হাঁহি হাহাকাৰৰ দৰে আহি মোৰ বুকুত খুন্দিয়াই থৈ গ'ল।

মই একো নামাতিলোঁ। আমি দুয়ো নীৰৱে আমাৰ ঘৰৰ ফালে আগবাঢ়ি গৈ থাকিলোঁ যদিও তেতিয়া সেই যোৱাৰ প্ৰতি মোৰ আৰু অলপো উৎসাহ অৱশিষ্ট নাছিল।

# মোৰ নাম চম্পাৱতী কাকতী

মোৰ নাম চম্পা। চম্পাৱতী কাকতী। সাধাৰণ গাঁৱলীয়া নাম এটা। সেই নামটো লৈ বহুত দিনলৈ কোনেও ভাল-বেয়া একো মন্তব্য দিয়া নাছিল। নাম এটা থাকিব লাগে আছে। আন সকলোৰে থকাৰ দৰে মোৰো আছে। মোৰ লগত পঢ়া ছোৱালী পূৰ্ণিমা, পদুমী, মালিতা, সুবৰ্ণ, পুষ্পলতা, হেমপ্ৰভা, প্ৰতিমা আৰু অম্বৰাৱতী— ইহঁতবোৰৰ দৰেই মোৰো এটা নামেৰে এদিন দেউতাই মোক স্কুলত নাম লিখাই দিছিল— চম্পাৱতী। চম্পাৱতী কাকতী। নামটোৰ গুৰুত্ব তাতেই শেষ হৈছিল, এনেকি ব্যৱহাৰো। কাৰণ চম্পাৱতী বুলি পূৰা নামটোৰে মোক কোনেবাই কাচিৎহে মাতিছিল। চম্পা, অ' চম্পা— এই নামটোৰে মতা শুনাতেই মোৰ কাণ দুখন সদায় অভ্যস্ত আছিল। আয়ে মাতে চম্পা, ককাইদেউহঁতে মাতে চম্পা, গাঁৱৰ মানুহবোৰেও মাতে চম্পা, লগৰীয়াইতে মাতে চম্পা আৰু দেউতায়ো মোক মাতে চম্পা বুলিয়েই; কিন্তু স্কুলৰ ৰেজিষ্টাৰ বহীত যেনেকৈ মোৰ শুদা চম্পা নামটোৰ পিছফালে আৰু পাঁচটা আখৰ যোগ দি লেখি থোৱা হৈছে, ঠিক সেইদৰেই মোৰ এই চম্পা নামটোৰ আগফালে আৰু দুটা আখৰ যোগ দিহে দেউতাই মোক মাতে। দেউতাই মাতে— 'আই চম্পা!'

আই চম্পা! দেউতাৰ যে মোলৈ এনে চেনেহ। আই চম্পা— দেউতাৰ এই সম্বোধনটো শুনি মোৰ মনটো গলি যাব খোজে।

তাৰ পিছত আৰু এজনেও মোক এনে ধৰণৰ মৰম আৰু কোমলতা সানিয়েই মাতিবলৈ আৰম্ভ কৰিছিল, অৱশ্যে দেউতাৰ দৰে আগফালে অকল আই লগাই নহয়, তেওঁ মোক মাতিছিল অকল চম্পা বুলি। আৰু তেৱেঁই এদিন মোৰ নামটোৰ বিশেষত্ব এটা আৱিষ্কাৰ কৰি, পিছত আন আৰু এটা কথা কৈ দুষ্টালিৰ হাঁহিভৰা চাৱনিৰে মোৰ ফালে চাই ৰৈছিল। সিদিনা তেওঁৰ সেই দৃষ্টিৰ আগত মই তলমূৰ কৰি পেলাইছিলোঁ, লাজত বোধহয় মোৰ কাণ আৰু গাল দুখন ৰঙা পৰি উঠিছিল, কাৰণ মই কাণ দুখন গৰম হৈ উঠা অনুভৱ কৰিছিলোঁ। কিন্তু লগতে মোৰ এধানি হিয়াখনি কিবা এক অনিৰ্বচনীয় সুখ আৰু পুলকৰ অনুভূতিৰে ভৰি উঠিছিল।

'চম্পাৱতী কাকতী। বাঃ চম্পা, তোমাৰ নামটোত যে কবিতাৰ ছন্দ এটা সোমাই আছে, ইমান দিনে মনেই কৰা নাছিলোঁ। চম্পাৱতী কাকতী, কি সুন্দৰ মিল নামটোৰ আৰু উপাধিটোৰ মাজত... পিছে দুখৰ কথা, সদায়তো সেই মিলটো নাথাকিব, নহয় জানো চম্পা? চম্পাৱতী চেলেং— বিয়াৰ পাছত একেবাৰে ছন্দপতন ঘটি যাব, নহয়নে বাৰু?'

সিদিনা মোৰ মুখলৈ দুষ্টালি ভৰা হাঁহিৰে চাই তেওঁ মোক সেইদৰে কৈছিল আৰু লাজ আৰু সুখৰ ভৰত মোৰ চকুহাল তললৈ নামি গৈছিল।

কিন্তু সিদিনা সেইখাৰ কথা কৈয়েতো ক্ষান্ত নাথাকিলে তেওঁ। সেই একে হাঁহিটোৰেই মোৰ ফালে চাই থাকি আৰু এষাৰ কথা কৈছিল তেওঁ—'নামটোৰ ছন্দপতন ঘটিলেও জীৱনটোৰতো ছন্দপতন নঘটিব, বৰং আমাৰ দুয়োৰে এক হৈ যোৱা জীৱন দুটা এটা সুন্দৰ কবিতাৰ সুন্দৰ ছন্দতেই চলি যাব, নহয় জানো চম্পা?'

সুন্দৰ কবিতা। সঁচাকৈ সুন্দৰ কবিতাৰ দৰেই আছিল সেই মধুৰ সম্ভাৱনাটোৰ আভাসভৰা কথাকেইটা। অন্ততঃ সেইকেইদিন মোৰ মন-প্ৰাণ যেন সঁচাকৈ কবিতাৰ ছন্দতেই নাচি-বাগি থাকিছিল।

কিন্তু মইতো মোৰ কথা ক'বলৈ ওলোৱা নাছিলোঁ। মই যে মোৰ দেউতাৰ কথাহে ক'বলৈ ওলাইছিলোঁ। মোৰ দেউতা, মোৰ চেনেহৰ দেউতা, যি মোক নামৰ আগত সদায় 'আই' যোগ দি মাতে—'আই চম্পা!'

দেউতাৰ মোলৈ বৰ চেনেহ। কিন্তু অকল মোক মৰম কৰিয়েইতো দেউতাৰ মৰমখিনি কোনোদিনে শেষ হৈ যোৱা নাছিল। সকলো মানুহৰ প্ৰতিয়েই দেউতাৰ অন্তৰ সদায় ভালপোৱাৰে পৰিপূৰ্ণ হৈ থাকিছিল আৰু তাৰ ভিতৰতো দেউতাই বোধহয় আটাইতকৈ ভাল পাইছিল মুকুন্দ খুড়াক। মুকুন্দ খুড়া কিন্তু আমাৰ নিজৰ খুড়া নহয়। দেউতাৰ লগত সৰুৰে পৰা একেলগে পঢ়ি আহিছে, ঘৰো আছিল একেবাৰে ওচৰা-উচৰি। সৰুৰে পৰা

খেলাৰ লগৰীয়া আৰু পঢ়াৰ লগৰীয়া হৈ দুয়োৰো ভিতৰত যি মিল গঢ়ি উঠিল, সেই মিল আৰু এই আধা বুঢ়া বয়সলৈকে নকমিল। আমি খুড়া বুলি এইবাবেই মাতোঁ যে মুকুন্দ খুড়া যদিও দেউতাৰ লগত একেলগে পঢ়া মানুহ, তথাপি তেওঁ বোলে দেউতাতকৈ এবছৰমান সৰু হ'ব।

মুকুন্দ খুড়া যে দেউতাৰ পৰম বন্ধু গোটেই গাঁওখনেই জানে। অৱশ্যে এতিয়া আৰু তেওঁলোক আমাৰ ওচৰত নাথাকে। দেউতাহঁতে সৰু থাকোঁতেই তেওঁলোক আমাৰ ওচৰৰ পৰা আন ঠাইলৈ উঠি গ'ল। কিন্তু ঠাইৰ সেইখিনি দূৰত্বই দেউতাহঁতৰ মনৰ মাজত কোনো দূৰত্বৰ সৃষ্টি কৰিব নোৱাৰিলে। তেওঁলোকৰ মন দুটা আগৰ দৰেই ওচৰা-উচৰিকৈ থাকিল।

এইবোৰ কথা দেউতাই আমাক মাজে-সময়ে পুৰণি কথা ওলোৱাৰ সময়ত কৈছিল। এইবোৰ কথা ক'বৰ সময়ত দেউতাৰ মুখখন প্ৰসন্ন হাঁহিৰে ভৰি থাকে, মুখত এটা অদ্ভুত সুখৰ ভাব ফুটি উঠে, মুকুন্দ খুড়াৰ প্ৰতি মাতটো মৰমত কোমল হৈ ওলায়। দেউতাই অকল তেওঁলোকৰ মিলৰ কথাই নকয়, বেছিভাগ সময় তেওঁৰ যায় মুকুন্দ খুড়াৰ বুদ্ধিৰ প্ৰশংসা কৰোঁতেই। তেনে এঁখন পিছপৰা গাঁৱৰ সাধাৰণ এটা অশিক্ষিত পৰিয়ালত জন্মগ্ৰহণ কৰিও যে তেতিয়াৰ দিনত মুকুন্দ খুড়াই বি এ পাছ কৰিলে সেইটো যে কি অসাধাৰণ কথা— দেউতাই আমাক বুজায়। তেনে এখন গাঁৱলীয়া ঘৰত জন্ম নলৈ চহৰৰ শিক্ষিত ঘৰত জন্ম লোৱা হ'লে মুকুন্দ খুড়া যেন এজন বেছ লেখত ল'বলগীয়া ব্যক্তি হৈ উঠিলহেঁতেন, তাকো দেউতাই আমাৰ আগত বহুদিন দোহাৰি থাকে। লগতে এইবুলি দুখ কৰেঁ যে ইমান বুদ্ধিমান মানুহ এজন এই পিছপৰা গাঁৱৰ স্কুল এটাত সোমাই পচি আছে।

ইমান সম্ভাৱনা থকা মুকুন্দ খুড়াৰ জীৱনটো অপচয় হৈ গ'ল বুলি অকৃত্ৰিম ক্ষোভ আৰু দুখ কৰা দেউতাৰ যে তেওঁলৈ কিমান মৰম মই ভালদৰে বুজি পাইছিলোঁ। কিন্তু মোৰ দেউতা তেনেকুৱাই। মুকুন্দ খুড়াৰ প্ৰতি তেওঁৰ অসীম প্ৰীতিৰ উপৰি গাঁৱৰ সকলো মানুহকে বৰ মৰমৰ চকুৰে চাইছিল। দেউতাই তেওঁলোক কাৰোবাক কিবা উপকাৰ কৰিব পাৰিলে নিজেই যেন কৃতাৰ্থ হৈ গৈছিল। নিজে নানা আহকাল সহ্য কৰিও লোকক সহায় কৰি দিবলৈ যেন সদায় তৎপৰ হৈ থাকে দেউতা। মুখত সকলো সময়তে লাগি থাকে এটা বিনয় বিগলিত হাঁহি। প্ৰত্যেকৰ লগতে প্ৰাণ খুলি কথা-বতৰা পাতে, প্ৰত্যেকৰ লগতে অতি হৃদ্যতাপূৰ্ণ ব্যৱহাৰ কৰে।

দেউতাই পঢ়া-শুনা বেছিদূৰ কৰিব নোৱাৰিলে হয়, কিন্তু তথাপি তেৱোঁ আই এলৈকে পঢ়িছিল। মুকুন্দ খুড়াৰ ঘৰৰ অৱস্থা ভাল নাছিল। কিন্তু দেউতাহঁত বেছ আঢ্যৱন্ত মানুহ আছিল। দেউতাই মুকুন্দ খুড়াৰ বুদ্ধিৰ প্ৰশংসা কৰে হয়, কিন্তু নিজেও যে পঢ়াত চোকা আছিল তাকো আমি জানো। দুয়োজন পঢ়াত চোকা বুলিওতো মুকুন্দ খুড়া আৰু দেউতাৰ বন্ধুত্ব বেছি গাঢ় হোৱাৰ সুবিধা হৈছিল।

ঘৰৰ অৱস্থা ভাল, পঢ়া-শুনাতো চোকা, তথাপি মোৰ দেউতাৰ পঢ়া নহ'ল। তাৰ কাৰণটো হ'ল, অসহযোগ আন্দোলনত যোগ দি তেওঁ কলেজ এৰি দিলে। মুকুন্দ খুড়াই কিন্তু পঢ়িয়েই থাকিল। সেই কথাও দেউতাই আমাক এইদৰে দুখ কৰিহে কয়— 'মুকুন্দ বেচেৰাৰো স্বাধীনতা আন্দোলনত যোগ দিবৰ বৰ ইচ্ছা আছিল, কিন্তু ঘৰৰ অৱস্থা বেয়া, কোনো ৰকমে বৃত্তি ধৰি পঢ়িছে, কেনেকৈ পঢ়া-শুনা এৰি দিয়ে?'

তেতিয়াৰে পৰা দেউতা ঘৰতে বহি আছে। মাটি-বাৰীখিনি চলাই আমাৰ ঘৰখনক পুহিছে। পুৱা পথাৰলৈ এবাৰ যোৱা আৰু গধূলি মুকুন্দ খুড়াৰ তালৈ এবাৰ যোৱা, এই দুটা দেউতাৰ একৰকম নিত্য নৈমিত্তিক কাম বুলিয়ে ধৰিব পাৰি।

মোৰ কিন্তু সৰুৰে পৰা সদায় মনত এটা সন্দেহ লাগি থাকে যে মুকুন্দ খুড়াক লৈ দেউতাৰ যিমান উচ্ছাস, মাৰ তাৰ অকণিও নাই। মা যেন অলপ বিৰক্তই হৈ থাকে মনে মনে। অৱশ্যে এই বিষয়ে মই খুব ডাঠি ক'বও নোৱাৰোঁ। মোৰ মা দেউতাৰ একেবাৰে বিপৰীত প্ৰকৃতিৰ, অতি গহীন, ভুলতো এটা বাজে কথা নকয়, প্ৰত্যেকটো কথা যেন জুখি জুখি কয়। ফলত মাজে মাজে মাক মোৰ অচিনাকি আৰু পৰ যেন লাগি যায়। মাৰ সম্পৰ্কে দেউতাৰো বোধহয় সেই একে ভাবেই জাগে, কাৰণ মাৰ অনুপস্থিতিত কেতিয়াবা দেউতাই মোক কয়—'তোৰ মাৰৰ অহংকাৰ, বুজিছ আই। বৰ প্ৰতাপশালী মৌজাদাৰৰ জীয়েক আছিল নহয়, সেইকাৰণে মাৰে মানুহক মানুহ

যেন জ্ঞান কৰিব নোখোজে।'

কিন্তু গহীন হ'লেও, অহংকাৰী হ'লেও মায়ে মানুহৰ লগত কেতিয়াও বেয়া ব্যৱহাৰ নকৰিছিল। কেবল কোনো মানুহেই তেওঁৰ বৰ ওচৰ চাপিব নোৱাৰিছিল। কিন্তু এই মায়েও মুকুন্দ খুড়াহঁতৰ ঘৰখনৰ লগত বেছি ঘনিষ্ঠতা ৰাখিয়ে চলিছিল। ইয়াৰ কাৰণ দেউতাৰ প্ৰতি সহানুভূতি নে মুকুন্দ খুড়াৰ খুড়ীৰ আন্তৰিকতা মই আজিও ভালকৈ নাজানো। কিন্তু মাৰ এই ব্যতিক্ৰমৰ ফলতেই, তেওঁ এই এঘৰ মানুহৰ লগত অলপ বেছি ঘনিষ্ঠতা কৰাৰ ফলতেইতো মই জীৱন দাদাৰ ইমান ওচৰ চপাৰ সুবিধা পালোঁ।

মুকুন্দ খুড়াৰ ডাঙৰ ল'ৰা জীৱন দাদা। মই যেতিয়া ক্লাছ নাইনত পঢ়ি আছিলোঁ, তেতিয়া জীৱন দাদাই গুৱাহাটীৰ কলেজত বি এ পঢ়ি আছিল। কলেজত পঢ়াৰ আগলৈকে মই জীৱন দাদাক আন চকুৰে চাব জনা নাছিলোঁ। কিন্তু কলেজলৈ পঢ়িবলৈ গৈ জীৱন দাদাৰ পৰিৱৰ্তন হ'ল। মোক অকলে লগ পালেই এনে কিছুমান কথা ক'বলৈ ধৰা হ'ল, এনে কিছুমান প্ৰশংসা কৰিবলৈ ধৰা হ'ল যে শুনি শুনি মোৰ বুকু কঁপিল, ভয় লাগিল, লাজ লাগিল আৰু সুখ লাগিল সকলোতকৈ বেছি। সেই ভয়ত, সেই সুখত, সেই চিন্তাত মই নিজৰ জগতত একেবাৰে তন্ময় হৈ গ'লোঁ। মাতকৈ মই দেউতাক ভাল পালে কি হ'ব, স্বভাৱটো হ'লে মোৰ মাৰ নিচিনাই; ময়ো খুব কম কথা কওঁ, ময়ো খুব অন্তৰংগভাৱে মানুহৰ লগত মিলিব নোৱাৰোঁ। আৰু ফলত মোৰ অন্তৰৰ এনে কোনো বন্ধু নাছিল যাক মোৰ মনৰ সুখৰ কথা কৈ তাক বঢ়াব আৰু দুখৰ কথা কৈ তাৰ ভাৰ লাঘৱ কৰিব পাৰিছিলোঁ।

মাৰ লগত বোধহয় মোৰ আৰু এটা মিল আছিল, মই হেনো মাৰ দৰেই ধুনীয়া হৈছোঁ। মোৰ গাৰ বৰণ হেনো মাৰ দৰেই চম্পা ফুলৰ বৰণৰ। চম্পা নামটো মোৰ সেইকাৰণেই ৰখা হৈছিল।

জীৱন দাদাই মোক বহুতো স্তোকবাক্য শুনাইছিল, সেইবোৰৰ সঁচা-মিছা মই নাজানো, কিন্তু তাৰ ভিতৰত দুটা কথা বোধহয় সঁচা। মই বৰ ধুনীয়া আৰু মই বৰ গহীন, শান্ত, নম্ৰ স্বভাৱৰ ছোৱালী। বয়সৰ চঞ্চলতাই নিশ্চয় মোৰ স্বভাৱত ঠাই লৈছিল, কিন্তু তাক মই বাহিৰৰ আচাৰ-ব্যৱহাৰ, কথা-বতৰাত কেতিয়াও প্ৰকাশ নকৰিছিলোঁ। যেতিয়া জীৱন দাদাই মোক সেই অদ্ভুত মোহ লগা কথাবোৰ ক'বলৈ আৰম্ভ কৰে, মোৰ বয়স তেতিয়া সোতৰ বছৰ, পঢ়োঁ নৱমমান শ্ৰেণীত। অলপ বেছি বয়সতে পঢ়িছিলোঁ। একে গাঁৱৰ ছোৱালী, তাতে প্ৰথম ছোৱালী বুলি আলাসত ডাঙৰ হৈ বহুত দিনলৈ পঢ়া-শুনা আৰম্ভ কৰোৱাই নাছিল।

চহৰত সোতৰ বছৰটো বৰ বেছি বয়স বুলি ধৰা নহয়, কিন্তু গাঁৱৰ হিচাপত মই বেছ ডাঙৰ গাভৰু ছোৱালী এজনী। মনেৰেও মই সেইবাবেই বোধহয় বেছ বুজন হৈ উঠিছিলোঁ। জীৱন দাদাই মোক কৈছিল মই হেনো দুদিনতে আচৰিত ধৰণে ডাঙৰ হৈ উঠিছোঁ। লগতে ইয়াকো কৈছিল, কলেজৰ মোৰ দৰে ডাঙৰ ছোৱালীবোৰৰ অতি আগৰণুৱা, সপ্ৰতিভ চাল-চলন দেখি দেখি মোৰ দৰে শান্ত-নম্ৰ ছোৱালীক দেখা পাই তেওঁৰ হেনো চকু-মন জুৰ পৰি যায়। আৰু চকু জুৰ পৰি যায় সেই ছোৱালীবোৰৰ নানা ষ্টাইলৰ বিচিত্ৰ বেশভূষা, চুলিৰ নানা সজ্জা দেখি মোৰ দৰে পৰিষ্কাৰ শুভ্ৰ বেশভূষা পৰিহিতা, সহজ সাধাৰণ ছোৱালী এজনী দেখি।

জীৱন দাদাৰ এই সকলোবোৰ কথা মই যে পুৰাপুৰি বিশ্বাস কৰিছিলোঁ সেইটো নহয়, কিন্তু এই কথাবোৰে যে মোৰ প্ৰাণত অতি পুলক সঞ্চাৰিত কৰিছিল, তাকতো অস্বীকাৰ কৰিব নোৱাৰোঁ।

কিন্তু মইতো মোৰ কথা ক'ব খোজা নাছিলোঁ, মই মাৰ মৰমৰ দেউতাৰ কথাহে ক'ব খুজিছিলোঁ। মোৰ কথা সেইবাবে এতিয়া থাওক।

সেইবোৰ সময়ৰে কথা। এদিন দেউতাই ক'ৰবাৰ পৰা আহি খুব ফুৰ্তিত চিঞৰি-চিঞৰি মোক মাতিব ধৰিলেহি—

'আই চম্পা অ', তই ক'ত আছ?'

মই দেউতাৰ ওচৰলৈ আহি নীৰৱ প্ৰশ্নবোধক চাৱনিৰে চাই ৰ'লোঁ।

দেউতাই পৰম উল্লাসত কৈ যাবলৈ ধৰিলে—

'এটা বৰ সুখবৰ আছে অ' আইজনী। তোৰ মুকুন্দ খুড়াক এইবাৰ এম এল এ কৰাৰ বন্দবস্ত কৰি থৈ

আহিলোঁ। আমাৰ এই অঞ্চলটো ইমান দিনে ট্ৰাইবেলৰ কাৰণে ৰিজাৰ্ভ হৈ থকা বাবেহে ইমান দিনে খুড়াৰক ইলেকচন খেলাব পৰা নাছিলোঁ। এইবাৰ সেই ৰিজাৰ্ভ ব্যৱস্থাটো উঠাই দিলে নহয়, এতিয়া যিকোনো মানুহেই নিৰ্বাচনত নামিব পৰা হ'ল। আমাৰ ইয়াৰ কংগ্ৰেছ কমিটীয়ে পিছে মোকহে প্ৰথমতে নমিনেচন্ দিব খুজিছিল, কাণ্ড চাচোন আই! য'ত মুকুন্দৰ নিচিনা ইমান বিদ্বান-বুদ্ধিমান মানুহ আছে, তাতনো মোৰ দৰে গৰু-গাধবোৰক নিৰ্বাচনত নমাব পায়নে? মই মুকুন্দৰ কথাটো টানি ধৰাত কমিটীয়ে তাক টিকট দিবলৈ পিছত যেনিবা ৰাজী হ'ল। মই কমিটীৰ আগত কিন্তু জোৰ দি কৈ থৈ আহিছোঁ যে তোমালোকে চাই থাকিবা, নিৰ্বাচনত জয়লাভ কৰিলে এদিন মুকুন্দ গৈ মন্ত্ৰী হ'ব! ...'

উচ্ছ্বাসত দেউতাই আৰু বহুত কথাই কৈ গৈছিল। মই কিন্তু নীৰৱেই ৰ'লোঁ। যদিও ঘৰখনৰ ভিতৰত ময়ে দেউতাৰ প্ৰাণৰ বন্ধু, মই কিন্তু কেতিয়াও তেওঁৰ লগতো বেছি কথা নকওঁ। অৱশ্যে নক'লেও বোধহয় দেউতাই সদায়ে মোৰ প্ৰাণৰ স্পৰ্শ অনুভৱ কৰিব পাৰিছিল।

নীৰৱে ৰ'লোঁ মই। কিন্তু কিয় বাৰু মই দেউতাৰ দৰে ইমান উচ্ছ্বসিত হৈ উঠিব নোৱাৰিলোঁ? মোৰ বুকুখন অলপ কঁপি উঠিল। কিন্তু দেউতাই যে মোক ইমান ভাল পায়, মোৰ অলপ দুখো যে তেওঁ সহ্য কৰিব নোৱাৰে।

পিছে নজনাকৈ যে ক'তজনে অতি আপোনজনৰ জীৱনলৈ কি বিৰাট দুখৰ বোজা কঢ়িয়াই আনে ... কিন্তু নাই, মই মোৰ দেউতাৰ কথাহে ক'ব ওলাইছোঁ।

সেই কেইদিন দেউতাৰ গাত গুৰু-গোসাঁই নাই। মুকুন্দ খুড়াৰ কাৰণে ভোট বিচাৰি চাৰিওফালে টহলি ফুৰিছে। গাঁৱে গাঁৱে মানুহবোৰক দেউতাই হেনো প্ৰথমতে এইষাৰ কথা কয়—

'আপোনালোকে ধৰি লওক মুকুন্দক ভোটটো দিয়া মানে মোকেই দিয়া ...'

দেউতাক ভাল নোপোৱা মানুহ সেই অঞ্চলত বিৰল। নিৰ্বাচনৰ ফলাফলৰ পিছতে দেখা গ'ল— মুকুন্দ খুড়াই বিপুল ভোটাধিক্যত জয়লাভ কৰিছে।

মুকুন্দ খুড়া এম এল এ হৈ শ্বিলঙলৈ গ'ল।

সেই কেইদিনৰ সন্ধিয়াবোৰত মোৰ দেউতালৈ খুব মায়া উপজি গৈছিল। আগৰ দৰেই তেওঁ এবাৰ মুকুন্দ খুড়াইতৰ তালৈ যায়, গৈ ঘৰখনৰ খবৰ লৈ আহে। মুকুন্দ খুড়াৰ অৱৰ্তমানত ঘৰখনৰ কোনো অসুবিধা হোৱা নাইতো, এইবোৰ চাই-মেলি আহে। কিন্তু এইবোৰ খা-খবৰ লওঁতে তেওঁৰতো দহ-পোন্ধৰ মিনিটতকৈ বেছি সময় নালাগে। মুকুন্দ খুড়াৰ খুড়ী দেউতাৰ আগত নোলায়। ঘৰত থকা ল'ৰা-ছোৱালীবোৰক ইটো-সিটো কথা সুধি-মেলি দেউতা গুচি আহে। কিন্তু গুচি আহি জানো দেউতাৰ শান্তি আছে। মুকুন্দ খুড়াক এতিয়া লগ নাপালেও আগতে সদায় লগ পাই অহা সেই সময়খিনিত দেউতাই বোধহয় মুকুন্দ খুড়াৰ বাহিৰে আনৰ কথা, আন বিষয়ৰ কথা ভাবিব নোৱাৰে। বোধহয় সেই বিশেষ সময়খিনিত কাৰোবাৰ লগত খুড়াৰ কথা পাতি থাকিলে খুড়াক লগ পাব নোৱৰাৰ দুখখিনি কিন্তু পাতলে।

মই প্ৰায়েই গম পাওঁ দেউতাই মই পঢ়ি থকা কোঠালীটোৰ আগত ইফাল-সিফাল কৰি থাকে। কেতিয়াবা তেনেকৈয়ে সময়বোৰ পাৰ কৰি দিয়ে, কিন্তু কেতিয়াবা হঠাৎ মোৰ পঢ়ি থকা ঠাইলৈ সোমাই আহে, আহি অলপ অপ্ৰস্তুত ভাবেৰে সোধে— 'পঢ়িছ আই?' তাৰ পিছত মোৰ কিতাপ এখন লুটিয়াই-বগৰাই চাই থাকি হঠাৎ এবাৰ কৈ উঠে— 'মুকুন্দ খুড়াৰ ঘৰৰ পৰা আহিলোঁ। দুলুলৈ খুড়াৰে শ্বিলঙৰ পৰা এখন চিঠি দিছে, মোক সিহঁতে দেখুৱালে। কি ভাল আদৰ্শপূৰ্ণ কথাবোৰ যে লিখিছে, ঠিক নেহৰুৱে জীয়েকলৈ লেখা চিঠিৰ দৰেই হৈছে ...'

এইটো সত্য যে মুকুন্দ খুড়াৰ প্ৰশংসা কৰিবলৈ আৰম্ভ কৰিলে দেউতাই উচ্ছ্বাসত একেবাৰে সীমা চেৰাই যায়; অৱশ্যে অকল মুকুন্দ খুড়াৰ ক্ষেত্ৰতেই নহয়, আনৰ প্ৰশংসাত মোৰ দেউতা সদায়ে পঞ্চমুখ হৈ থাকে।

কিন্তু কিছুদিনৰ ভিতৰত আমি গম পালোঁ যে দেউতাই মুকুন্দ খুড়াৰ বুদ্ধি সম্পৰ্কে কৰা উচ্চ ধাৰণা একেবাৰে মিছা নহয়।

প্ৰথমে কাগজে-পত্ৰে সকলোৱে গম পালে যে এম এল এ হিচাপে মুকুন্দ খুড়াই এছেম্বলীত বেছ সুনাম

আৰ্জিছে। বিৰোধী পক্ষৰ লগত বিতৰ্কত খুড়াই বেছ পাৰ্গতালি দেখুৱাইছে।

দেউতাৰতো আনন্দত পাৰ নোহোৱা হ'ল। যাকে লগ পায় তাকেই তেওঁ এটা চেতাৱনৰ ভংগীত সোধে—'মুকুন্দৰ কথা মই কি কৈছিলোঁ বাৰু? এনেইনো আৰু মই তাক এম এল এ কৰিবলৈ উঠি-পৰি লাগিছিলোঁ নে?'

তাৰ-পিছত দিনবোৰ পাৰ হৈ গৈছিল। মই মেট্ৰিক পাছ কৰি উঠিছিলোঁ আৰু ভালকৈ পাছ কৰা কাৰণে মোৰ ইচ্ছাক মানি লৈ দেউতাই মোক কলেজতো নাম লগাই দিছিল। গাঁৱৰ কলেজ। এবছৰ মাথোঁ হৈছে স্থাপন হোৱাৰ। মুকুন্দ খুড়াই হেনো কলেজ পতাসকলক বেছ উৎসাহ-উদগনি দিছিল।

মুকুন্দ খুড়া এছেম্বলীৰ পৰা আজৰি হ'লে বিকেইদিন আহি গাঁৱত থাকেহি, দেউতাই আগৰ দৰেই তেওঁক লগ ধৰিবলৈ যায়। কিন্তু মই গম পাওঁ, প্ৰায়ে তেওঁ উভতি আহে। আহি কিন্তু গোনেই ভিতৰলৈ নোসোমাই আগফালে বাবাগাৰ আধাভঙা আৰামী চকীখনতে মনে মনে বহি থাকে। মই মনে মনে গম পাই থাকোঁ, মুখেৰে একো নকওঁ।

এদিন কিন্তু সুধি পেলাইছিলোঁ—

'তুমি দেখোন গৈয়ে গুচি আহিলা, দেউতা?'

'খুড়াৰ ঘৰত নাই। থাকিব নোৱাৰেও নহয়, দুদিনৰ কাৰণে ঘৰলৈ আহে, বাইজৰ কাৰণে কত কাম কৰি ফুৰিব লাগে। মোৰেই ভুল আই, সদায় সদায় গৈ তাক কাৰণে-অকাৰণে দিগদাৰ কৰি থাকোঁগৈ।'

মই আৰু একো নামাতিলোঁ। খুড়াৰ কামৰ বৰ্ণনা দি দি উদ্দীপ্ত হৈ উঠা মাতৰ সলনি দেউতাৰ দুখত করুণ হৈ ওলোৱা কথাকেইষাৰ শুনি মই নীৰৱে তলমূৰ কৰি গুচি আহিলোঁ।

সিদিনা বহুত পৰলৈ মই পঢ়া কিতাপত মন বহুৱাব পৰা নাছিলোঁ। মনটো ভাবাক্ৰান্ত হৈয়ে ৰ'ল। অথচ দুখ পাবলগীয়া কথাটো একো হোৱা নাই। দেউতাৰ প্ৰতি মুকুন্দ খুড়াৰ মনোভাব যে সলনি হৈছে তাকতো আমি ক'ব নোৱাৰোঁ। প্ৰত্যেকবাৰ ঘৰলৈ আহিলে তেওঁ প্ৰথমে আমাৰ ঘৰলৈ আহেই, আহি আগৰ দৰেই আপোন সুৰত কথা পাতে। যদিও সেই কথা-বতৰাবোৰ আজিকালি তেওঁৰ কীৰ্তি-কাহিনীৰ বৰ্ণনাতে সীমাবদ্ধ থাকে, তথাপি আপোনজনৰ দৰেই কথা পাতে। কিন্তু তথাপি তাৰ মাজতো মোৰ মনে অনুভৱ কৰে, কিবা এটা যেন হেৰাই গ'ল চিৰকাললৈ।

দেউতাৰ বাবে মই এটা অজান ব্যথা অনুভৱ কৰোঁ।

আৰু নিজৰ বাবে?

দেউতাৰ কথা ক'বলৈ ওলাই কিয় যে বাবে বাবে মোৰ নিজৰ কথাসোপা ওলাই আহে। আচলতে দেউতাৰ আৰু মোৰ দুয়োৰে কাহিনী দুটা একে সূত্ৰতেই বন্ধা বাবে নেকি বাৰু?

জীৱন দাদাই তেতিয়া এম এ পঢ়ি আছিল। আগৰ দৰেই তেওঁ বন্ধত ঘৰলৈ আহে আৰু আগৰ দৰেই তেওঁ মোৰ আগত এখন মধুৰ স্বপ্নজাল ৰচি থৈ যায়। অথচ ক'ত যে কি কেনা লাগিছে ক'ব নোৱাৰোঁ, মুকুন্দ খুড়া আৰু দেউতাৰ বন্ধুত্ব একেদৰে থকাৰ দৰেই আমাৰ দুয়োৰো সম্বন্ধওতো একে আছে, তথাপি মোৰ মনটো কিয় এনেকৈ সেমেকি থাকে?

আচৰিত কথা মুকুন্দ খুড়া এম এল এ হ'ল, কিন্তু তাৰবাবে যেন পৰিবৰ্তন হ'ল আমাৰ সংসাৰখনতহে। মুকুন্দ খুড়াক দেউতাই এম এল এ পাতিলে, জীৱনত দেউতাই চৰম তৃপ্তিৰ কাম এটা কৰিলে। কিন্তু তাৰ ফলত যেন দেউতাৰ আৰু মোৰ জীৱনলৈ এটা অকাৰণ বিষাদৰ ভাৰ নামি আহিল।

তাৰ পিছত দেউতাই এদিন আহি আৰু ডাঙৰ সুখবৰ এটা দি থৈ গ'ল, মুকুন্দ খুড়া হেনো উপ-মন্ত্ৰী হ'ল। এইবাৰো দেউতাই পৰম সুখৰ খবৰ এটা দিয়াৰ দৰেই অকৃত্ৰিম আনন্দত মোক আহি হাঁহি হাঁহি কথাটো ক'লেহি। তাৰপিছত তেওঁ সেই সুখবৰটো ৰাষ্ট্ৰ কৰিবলৈ গাঁও ফুৰিবলৈ ওলাই গ'ল।

মই একে ঠাইতে স্তব্ধ হৈ বৈ আছিলোঁ ... ক'ত মন্ত্ৰী পুত্ৰ আৰু ক'ত গাঁৱলীয়া খেতিয়কৰ ছোৱালী। ... অলপ পিছতে মা আহিল।

'কি হ'ল চম্পা?'

'মুকুন্দ খুড়া হেনো মন্ত্ৰী হ'ল মা।' মই মুখত হাঁহি ফুটাই মাতত আনন্দ ঢালি ক'বৰ চেষ্টা কৰিলোঁ।

এক মুহূৰ্তৰ কাৰণে মা মনে মনে ৰ'ল। মই নেদেখাকৈও অনুভৱ কৰিলোঁ মায়ে মোৰ ফালে চাই আছে। তাৰ পিছত তেওঁৰ চিৰ গাম্ভীৰ্য ভৰা মাতেৰে সুধিলে—

'দেউতাৰ ক'লৈ গ'ল?'

'মুকুন্দ খুড়াৰ খবৰটো গাঁৱৰ মানুহক ক'বলৈ গৈছে।'

'তেওঁৰ জীৱনৰ ইমান ডাঙৰ সুখবৰ এটা গাঁওখনক গৈ নজনালে চলিব নে!'

মোৰ অনুমান হ'ল, মাৰ মাতত বিদ্ৰূপ ফুটি উঠিল।

মা অলপ সময় ৰ'ল। মোৰ কিয় জানো মাৰ সমুখত বৰ অস্বস্তি লাগিল। মই আকৌ অনুভৱ কৰিলোঁ তেওঁ মোৰ ফালে চাই আছে। তাৰ পিছত মা গুচি গ'ল।

কিছুদিন পিছত মুকুন্দ খুড়া আহিল আৰু গোটেই পৰিয়ালটোকে শ্বিলঙলৈ লৈ গ'ল। দেউতাক ক'লে তাত থাকিলে ল'ৰা-ছোৱালীবোৰৰ পঢ়াৰ সুবিধা হ'ব। তেওঁ যেতিয়া তাত এটা ভাল ঘৰ পাব— ইয়াত গাঁৱৰ ঘৰত ল'ৰা-ছোৱালীবোৰক 'পচি' থাকিবলৈ দিয়াৰ কোনো মানে নাই। তদুপৰি শ্বিলঙত থাকি তেওঁৰ ঘৰখনৰ কাৰণে চিন্তা লাগি থাকেই, ইফালে দেউতাৰ মুৰৰ ওপৰতো তেওঁৰ পৰিয়ালটোৰ ভাৰ জাপি দিয়াৰ দৰে এটা অপৰাধবোধ লাগি থাকে।

মুকুন্দ খুড়াই মুখ ফুটায়ে যেন দেউতাৰ শলাগ ল'লে, কিন্তু ...

মই মন কৰিলোঁ, মা একেৰাহে দুদিন মুকুন্দ খুড়াইঁতৰ তালৈ গ'ল। মোক কিন্তু লগত যাবলৈ এদিনো লগ নধৰিলে, তাৰ পৰিবৰ্তে লগ ধৰিলে মোৰ তলৰ ভনী গৌৰীক। প্ৰথম দিনা গৌৰীয়ে আহি মোক একো কোৱা নাছিল, কিন্তু দ্বিতীয়দিনা তেওঁলোকৰ ঘৰৰ পৰা আহি তাই খুব উত্তেজনাৰে মোক মনে মনে বাৰীৰ ফালে মাতি নি ক'লে—

'জান বাইদেউ, কালি আৰু আজি মা আৰু খুড়ীয়ে আমাক ছলেৰে আঁতৰ কৰি যিহে গোপন কথা পাতিলে। কালিৰ কথা আমি নুশুনিলোঁ, মাইঁতৰ ছল ধৰিব নোৱাৰি মই আৰু পুতলীয়ে (মুকুন্দ খুড়াৰ ছোৱালী) আন ঠাইলৈ গৈ কথা পাতি ৰ'লোঁ। পিছে আজি আমাক তেওঁলোকে ভুলাব নোৱাৰিলে, তেওঁলোকে ক'ব নোৱৰাকৈ বেৰৰ আঁৰত লুকাই থাকি আমি দুয়ো গোটেই কথা শুনিলোঁ। মায়ে প্ৰথমতে সুধিলে— 'পিছে আপুনি কথাটো কালি তেখেতক সুধিছিল নে?' উত্তৰত খুড়ীয়ে যেন দুখ মনেৰেই ক'লে— 'এৰা বাইদেউ, সুধিলোঁ, অকল সোধাই নহয়, চম্পাক বোৱাৰী কৰিবলৈ মোৰ যে বৰ মন তাকো ক'লোঁ। কিন্তু তেখেতে ক'লে বোলে জীৱনৰ বিয়াৰ এতিয়া কোনো কথাই উঠিব নোৱাৰে। তাৰ বিয়াৰ বয়স হোৱাতো নায়েই, তদুপৰি মই বিলাতলৈ পঠাম। সেইবাবে মিছাকৈ চম্পাৰ মাকে যেন আশা পালি নাথাকি চম্পাক বিয়া দি দিয়ে। আমিও সুবিধা পালে তাইৰ বাবে ল'ৰা চাই-চিতি থাকিম বুলি ক'বা।' তাৰ পিছত খুড়ীয়ে ক'লে— 'বুজিলেই নহয় বাইদেউ, তেখেতৰ কথাই ...'

মোৰ হঠাৎ কি হ'ল, গৌৰীক কথাষাৰ সম্পূৰ্ণ কৰিবলৈকো নিদি ঠাচ্‌কৈ তাইৰ গালত চৰ এপাট মাৰি প্ৰায় চিঞৰি উঠিলোঁ— 'অসভ্য ছোৱালী ক'ৰবাৰ। ডাঙৰৰ কথা লুকাই-চুৰকৈ শুনিবলৈ গৈছিলি—'

তাৰ পিছত তাইৰ ওচৰৰ পৰাও এবেলেগৰে দৌৰি গৈ মাৰ ওচৰ পাই মই আৰু বেছি উত্তেজনাত আৰু বেছি চিঞৰি বলকিব ধৰিলোঁ— 'তুমি পগলা হৈছা নেকি মা? গাঁৱলীয়া ভূতৰ ঘৰৰ তিৰোতা হৈ কি সাহসেৰে তুমি মন্ত্ৰীৰ ঘৰৰ জোঁৱাই বিচাৰিবলৈ গৈছিলা, এনেকৈ খুজি অপমান ল'বলৈ তোমাক কিহে ধৰিছিল মা? মোৰো যে অপমান মাতি আনিলা তুমি— তুমি মা— মোৰ শত্ৰু।' মোৰ মাত থোকাথুকি হ'ল, মই দুহাতেৰে মুখখন ঢাকি মাৰ আগৰ পৰা আকৌ দৌৰি পলালোঁ।

এসময়ত সন্ধিয়া হৈছিল। অলপ নিৰ্জনতা বিচাৰি মই আগফালৰ বাৰাণ্ডালৈ ওলাই যাব খুজিও থমকি

ৰ'লোঁ। তাততো মোৰ দেউতা বহি আছে।

দেউতা! মুহূৰ্ততে অভিমানত মোৰ মনটো পূৰ্ণ হৈ গ'ল। দেউতাই হেনো মোক বৰ ভাল পায়, বৰ চেনেহ কৰে, চেনেহতেই মাতে 'আই চম্পা' বুলি, মায়ে কেতিয়াও তেনে আদৰ ভৰা মাতেৰে নামাতে। কিন্তু ইমান মৰম কৰিও কিয় দেউতাই তেওঁৰ মৰমৰ জীয়েকক আচল মৰম দেখুৱাত ব্যৰ্থ হ'ল? কিয় তেওঁ এৰাবৰে ভাবিব নোৱাৰিলে, বুজিব নোৱাৰিলে— মুকুন্দ খুড়াক উন্নতিৰ সোপানত উঠাই দি জীয়েকৰ জীৱনৰ সৰ্বনাশ মাতি অনা বুলি? যি মাক তেওঁ অহংকাৰী বুলি কয়, যি মাক অলপ আগতে মই শত্ৰু বুলি চিএৰি কৈ আহিলোঁ, সেই মায়েই কেনেকৈ তেওঁৰ সকলো অহংকাৰ ত্যাগ কৰি বেছি আদৰৰ প্ৰশ্ৰয় নিদিয়া জীয়েকৰ হিয়াৰ বুজ লৈ দৌৰি গৈছিল সেই জীয়েকৰ সুখ প্ৰাৰ্থনা কৰিবলৈ?

বাৰাণ্ডালৈ ওলোৱা দুৱাৰমুখত মই থমকি ৰ'লোঁ। সমুখৰ তৰা ভৰা আকাশলৈ চাই দেউতা আধা শুনি আৰামী চকীখনতে স্তব্ধ হৈ বহি আছে। কি ভাবিছে বাৰু দেউতাই? ভাবিছে নেকি যে মুকুন্দ খুড়াই গাঁও এৰি যোৱাৰ লগে লগে তেওঁৰ ভৱিষ্যৎ জীৱন আন্ধাৰ হৈ গ'ল? মোৰ ডিঙিটো ৰুদ্ধ হৈ আহিল— দেউতাক চিএৰি ক'বৰ মন গ'ল— 'দেউতা, তুমিয়েই তোমাৰ আৰু মোৰ ভৱিষ্যতটো এনেকৈ অন্ধকাৰ কৰি দিলা। কিন্তু তোমাৰ জীৱন আকাশত যদি তৰাৰ অলপ পোহৰ থাকেও মোৰ যে একেবাৰে ঘোৰ অন্ধকাৰ।'

কিন্তু মই একো নক'লোঁ। নীৰৱেই আকৌ নিজৰ পঢ়া মেজৰ ওচৰলৈ উভতি আহিলোঁ। কাকো কোনোদিনে মোৰ বেছি কথা কোৱাৰ অভ্যাস নাই। হৃদয়ৰ গোপন কথা কেনেকৈ মুখেৰে বাহিৰ কৰি দিব লাগে মই নাজানো। কাকো তেনেকৈ কোনোদিন একো কৈয়ে পোৱা নাই, দেউতাকো, জীৱন দাদাকো। কিন্তু জীৱন দাদাই মোক হ'লে বহুত কথা কৈছিল— অজস্ৰ কথা, কথা, কেৱল কথা! কিন্তু এতিয়া মই ভালকৈ জানো মুকুন্দ খুড়াৰ কথাৰ ওপৰত মাত মাতিবলৈ হ'লে তেওঁৰ এটা কথাও নোলাব। সঁচাকৈয়ে মই জানো, নহ'লে আজি ৰাতিৰ গাড়ীত যেতিয়া তেওঁলোকৰ গোটেই ঘৰখন অনিৰ্দিষ্ট কাললৈ ইয়াৰ পৰা গুচি যাব, মোক অন্ততঃ কিবা এটা কথা ক'বলৈ নাহিল কিয় জীৱন দাদা? মোৰ কিন্তু এতিয়া তেওঁক লগ ধৰি এইষাৰ কথা ক'বলৈ মন গৈছে— 'জীৱন দাদা, মোৰ নামটোৰ ছন্দপতন ঘটিব বুলি যে ভয় কৰিছিল, সেই ভয় সদায় অমূলক হৈ ৰ'ব।'

দেউতাৰ কাহিনী ক'বলৈ গৈ মই বাৰে বাৰে নিজৰ কাহিনীকে কৈছোঁ। কিন্তু আমাৰ দুয়োৰো কাহিনী জানো সঁচায়ে এক সূত্ৰতেই গঁথা নহয়?

# সতী

মিণ্টুৱে ভাতৰ পাতৰ পৰা হাতখন কোঁচাই আনি যি মুহূৰ্ততে চকীত জঠৰ হৈ বহি ল'লে, সেই মুহূৰ্ততে পিছফালে ঘূৰি নাচায়ো তাইৰ মাক বিমলাই গম পালে যে চম্পা আহিছে। কিন্তু চম্পা নামতহে চম্পা, গাৰ পৰা ফুলৰ সৌৰভ ওলোৱাৰ কথাতো দূৰতে থাওক, গাভৰু ছোৱালী এজনীৰ গাৰ পৰা যি স্বাভাৱিক গোন্ধ ওলায়, সেই গোন্ধো তাইৰ গাৰ পৰা নোলায়। মিণ্টুৱে কয় তাইৰ গাৰ গোন্ধ গোবৰৰ গোন্ধ, ৰুণ্টুৱে কয় পঁচা নলাৰ গোন্ধ। বিমলাই এই দুই পুত্ৰ-কন্যাৰ এনে ধৰণৰ কথাৰ বাবে মুখেৰে ধমক লগালেও মনে মনে স্বীকাৰ কৰে যে চম্পাৰ গাৰ পৰা যেন এই দুই ধৰণৰে গোন্ধ ওলায়, পঁচা নলাৰো গোন্ধ, গোবৰৰো গোন্ধ— তাৰ বাহিৰেও আৰু বেয়া কিবাকিবি গোন্ধ। গিৰীয়েক অনন্তৰ মন্তব্যতো পুত্ৰ- কন্যাতকৈও কঢ়া! তেওঁৰ মতে চম্পাৰ শৰীৰটোৱে জীৱনৰ কোনো কথাতে পানীৰ স্পৰ্শ নাপায়, গাধোৱাৰ ক্ষেত্ৰতো, জীৱনৰ আন অত্যাৱশ্যকীয় শাৰীৰিক কৰ্মতো। ফলত তাইৰ গাৰ পৰা এনে জঘন্য গোন্ধ ওলায়। অৱশ্যে চম্পাৰ গাৰ দুৰ্গন্ধৰ বিষয়ে ইমান বেয়া অনুমান কৰি ল'লেও অনন্তই তাইৰ উপস্থিতিত পুতেক-জীয়েকৰ দৰে এনেকৈ নাক-মুখ কোঁচাই নেপেলায় বা ভাতৰ পাতৰ পৰা হাত কোঁচাই নানে। নিৰ্বিকাৰভাৱে নিজৰ খাদ্য খাই খায়ে তেওঁ কয়— 'তাইক অলপ বাহিৰত ৰ'বলৈ কোৱাহে বিমলা, নহ'লে তোমাৰ এই চফা ল'ৰা-ছোৱালী দুটাৰ পেটলৈ ভাত নাযায়।'

চম্পাক বিমলাই বাহিৰলৈ গৈ এখন্তেক ৰ'বলৈ কয়, কয় যে অলপ পিচতে সকলোৰে খোৱা-লোৱা হৈ গ'লেই তাই আহি কাপোৰ, বাচন-পত্ৰ ধুব পাৰিব। তাৰ পিছত চম্পা অলপ সন্তুষ্ট মনেৰে বাহিৰলৈ গ'লে বিমলাই ভোৰ্‌ভোৰাবলৈ ধৰে— 'এওঁলোকক সকলো সুখেই লাগিব, ভালকৈ ৰান্ধি-বাঢ়ি খুৱাবও লাগিব, বাহিৰা কাম-বনো সকলো কৰি দিব লাগিব। চম্পাৰ গাৰ গোন্ধ সহ্য নহয়, চম্পাক খেদি দিব লাগে, চম্পাক খেদি চাহ-ভাতৰ উপৰিও কাপোৰ-কানি ধোৱা, বাচন ধোৱা, ঘৰ চাফা কৰা— সকলো কামেই মই কৰি মৰিব লাগে..' ইত্যাদি ইত্যাদি। এবাৰ বিমলাৰ মুখখন খোল খালে বন্ধ হ'বই নোখোজে।

বিমলাই এনেদৰে বকোঁতে এদিন অনন্তই ভাতৰ পাতত বহি থকা অৱস্থাতে জীয়েক-পুতেকৰ আগত ৰসিকতা কৰি কৈছিল— 'ভাত খাবলৈ বহি আমি অকণ ভাতেই নহয় মিণ্টু, আৰু দুবিধ বস্তুও খাব লাগে। তাৰে এটা হ'ল মাৰৰ বকনি, আনটো হ'ল চম্পাৰ গাৰ গোন্ধ।"

'গোন্ধ জানো মানুহে মুখেৰে খায় দেউতা, গোন্ধ দেখোন নাকেৰেহে লোৱা বস্তু?' ৰণ্টুৱে সুধিছিল।

অনন্তই হাঁহি হাঁহি কৈছিল— "গোন্ধো খোৱা হয় ৰণ্টু, অৱশ্যে গোন্ধ খালে আধাহে হয়। ঘ্ৰাণেন অৰ্দ্ধ ভোজনং বুলি সংস্কৃতত এষাৰ কথা আছে— অৰ্থাৎ গোন্ধৰ দ্বাৰা আধা খোৱা হয়।'

ইমান পৰে বিমলাই একো মাতিব পৰা নাছিল, কাৰণ তেওঁ তেতিয়া ডাঙৰ গিলাচত পানী এগিলাচ লৈ পিবলৈ আৰম্ভ কৰিছিল। এতিয়া ঢকঢক্কৈ পানীগিলাচ শেষ কৰি উঠি তেওঁ ৰুদ্ৰমূৰ্তি ধৰিলে— 'অ' মই বকি থকাহে হ'লোঁ! নিজৰ দুখৰ কথা কৈ অলপ সহানুভূতি আৰ্জিম, নাই মোৰ বকনিত বোলে এওঁলোকৰ ভাতৰ পাতত বহি ভাত খোৱা নহয়, গালি খোৱাহে হয়। যদি বকনিলৈ ইমানে ভয়, ইমান দিনে চাকৰ-বাকৰ এটা যোগাৰ কৰি দিব নোৱাৰিলেনো কেলেই? মতা মানুহ হৈ চাকৰ এটাকে যোগাৰ কৰিব নোৱাৰে যেতিয়া কিহৰ মতা মানুহ...!'

ইয়াৰ পিছত অনন্ত একেবাৰে নিমাত হৈ বৈ পাতৰ ভাত শেষ কৰাত লাগিল। এনে এষাৰ কথাৰে ৰসিকতা কৰিবলৈ কিয় যে তেওঁৰ আজি জিভাৰ স্খলন হ'ল! অথচ চম্পাৰ গাৰ গোন্ধ সম্পৰ্কে নিৰ্বিকাৰ হৈ ভাত খোৱাৰ কাৰণো হ'ল ঘৈণীয়েকৰ এই গালি খোৱাৰ ভয়। ঘৈণীয়েকে তেনে কৰিলে নিৰ্ঘাত ক'বই যে ইয়াৰ মূলতে দায়ী অনন্তই; অনন্তই লগুৱা এটা যোগাৰ কৰি দিব পাৰিলে চম্পাৰ গাৰ গোন্ধ লৈ ভাত খাব নালাগিলহেঁতেন।

গুৱাহাটী চহৰলৈ বদলি হৈ অহাৰ ছমাহেই পাৰ হৈ গ'ল. কিন্তু সঁচায়ে অনন্তই চাকৰ এটা জোগাৰ কৰিব পৰা নাই। কত জনক যে ক'লে তাৰ হিচাপো নাই, কিন্তু কেৱে তেওঁক কাম কৰা ল'ৰা এটা আনি দিব পৰা নাই। তাৰ কাৰণ অনুৰোধ কৰা মানুহবোৰৰ গা এৰা মনোভাবেই নে লগুৱাৰ সঁচাকৈয়ে অভাৱ অনন্তই নাজানে। শেষত

তেওঁ সেইটো নিজৰ ভাগ্য বুলিয়ে ধৰি লৈছে ঃ গুৱাহাটী চহৰত চাকৰ পোৱা তেওঁৰ কপালত নাই। অৱশ্যে পিছত অনন্তই সেই মত অলপ সলনি কৰি এইদৰে ভাবিবলৈহে বাধ্য হৈছিল যে গুৱাহাটী চহৰত কম দৰমহাৰ চাকৰ পোৱাৰ ভাগ্য তেওঁৰ নাই আৰু বেছি দৰমহাৰ চাকৰ ৰখাৰ সামৰ্থ্যও নাই। নহ'লে দুশৰ পৰা তিনিশৰ দৰমহা বিচৰা দুই-এটা নেপালী আৰু দেছোৱালী ল'ৰাৰ সন্ধেদ শেষৰ ফালে তেওঁ নোপোৱা নাছিল। কিন্তু চাকৰক সিমান পইচা দিলে নিজেও আনৰ ঘৰত চাকৰ খাটিব লাগিব— সেই কথাটো তেওঁ ৰসিকতা কৰি কৈছিল ভবানী খাউণ্ডক;— তিনিশ টকাৰ দেছোৱালী চাকৰৰ সন্ধেদ দিয়া সহকৰ্মী ভবানী খাউণ্ড।

কিন্তু এনে দামী চাকৰ পোৱা বুলি অনন্তই হ'লে ঘৈণীয়েকক কোৱা নাছিল। বিমলাই চল্লিশ টকা দি হ'লেও ৰাখিব বুলি ভয়তে কোৱা নাছিল। চাহ বাগানৰ বৰ কেৰাণীৰ ছোৱালী বিমলা দুটা-তিনিটা চাকৰৰ ওপৰতে আৰাম কৰি আহিছে; গতিকে নিজে কাম-বন কৰি খাবলৈ অতি টান পায়।

অনন্তই চাকৰ বিচাৰিব নোৱাৰি ঘৈণীয়েকৰ পৰা মতা মানুহ নহয় বুলি গালি খাব লগাত পৰিল আৰু লাই গঞ্জনাৰ স্থলে তেওঁক বেছিকৈ বিন্ধিছিল, যিদিনা বিমলাই নিজেই চম্পাক যোগাৰ কৰি লৈ আহিল।

দেছোৱালী গাভৰু চম্পা— বিয়া হৈছে, কেঁচুৱাও হৈছে এটা, কিন্তু গিৰীয়েক 'দেশ'ত থাকে আৰু তাই থাকে গুৱাহাটীত মাকৰ লগত। কাৰণ? 'কাৰণ আপুনি বিচাৰিবলৈ নাযাব মিছেছ শইকীয়া,' চম্পাক যোগাৰ কৰি দিয়া চুবুৰীয়া বান্ধৱী ৰত্না বৰুৱাই ৰহস্যপূৰ্ণ হাঁহি মাৰি কৈছিল— 'এই নিম্ন শ্ৰেণীৰ দেছোৱালীবিলাকৰ বহুত কথা শুনিলে আপোনাৰ-আমাৰ দৰে মানুহবোৰে তবধ মানিব লাগিব। চম্পাৰ কথাতো শুনিলেই, চম্পা থকা বস্তিটোত আৰু বহুতো দেছোৱালী পৰিয়াল থাকে— আপুনি সেই নৈৰ পাৰলৈ যোৱা বাটটোৰে যাওঁতে সিহঁতক দেখা নাই জানো, সেই যে তিৰোতাবোৰে ৰাস্তাৰ মিউনিচিপেলিটিৰ পানীৰ কলটোৰ তলত গা ধোৱা, বাচন-পত্ৰ ধোৱা, ৰাস্তাৰ পকীৰ ওপৰতে কাপোৰ-কানি ধুই গাড়ী-ঘোঁৰা, যান-বাহন আহ-যাহত অসুবিধা কৰে? আমাৰ বৰুৱাইতো পৰাপক্ষত সেই ৰাস্তাৰে গাড়ী নিব নোখোজে; অৱশ্যে বহুত মতা মানুহে আকৌ সেই ফালেদি কাম নাথাকিলেও যাব খুজিব দেই। 'বেদিং বিউটি' চাব খুজিলে এনে দৃশ্য দেখা পাব যি দৃশ্য এনেকি হলীউডৰ ছবিতো দেখা দুৰ্লভ।... যি হওক, সেই মানুহবোৰৰ জীৱনবোৰ বৰ অদ্ভুত। আমাৰ ওচৰৰ পৰিমল ভূএগৰ ঘৰত আন এজনী তিৰোতাই কাম কৰে, তাইৰ নাম ফুলবতী। তায়ো মাকৰ লগত থাকে, তাইৰো তিনি বছৰীয়া ছোৱালী এজনী আছে, তাইৰো গিৰীয়েক 'দেশ'ত থাকে। ফুলবতীৰ বায়েক পাৰ্বতী, তাইৰ গিৰীয়েক গুৱাহাটীতে থাকে বাবে তাই যেনিবা গিৰীয়েকৰ লগতে আছিল। কিন্তু এদিন হঠাৎ পাৰ্বতীৰ মৃত্যু হ'ল। তাৰ এমাহৰ পিছত ভিনিহিয়েকৰ লগত ফুলবতীৰ বিয়া হৈ গ'ল।'

বিমলাই অবাক হৈ ক'লে— 'কিন্তু তাইৰ 'দেশ'ত থকা গিৰীয়েক?'

'সেইবোৰ কোনে জানে'— আকৌ ৰহস্যময়ভাৱে হাঁহিলে ৰত্না বৰুৱাই— 'তাইৰ যে 'দেশ'ত কোনোবা এটা গিৰীয়েক আছিল সেই কথাৰেই বা সঁজাত কিমান।'

ৰত্না বৰুৱাই কাৰণ বিচাৰিবলৈ মানা কৰিছিল, কিন্তু চম্পাক ৰাখিয়ে বিমলাই কাৰণৰ বিচাৰ কৰিলে। চম্পা কিয় মাকৰ লগত আছে, কিয় তাই 'দেশ' লৈ গিৰীয়েকৰ ওচৰলৈ নাযায়, তাইৰ কেঁচুৱাটোৰ কেইমাহ হৈছে, ক'ত জন্ম হৈছে, দেশৰ পৰা— গিৰীয়েকৰ ওচৰৰ পৰা অহাৰ কিমান দিন হ'ল, কেঁচুৱা জন্মৰ আগতেই আহিলে এনে অৱস্থাত ইমান দীঘলীয়া ৰে'ল যাত্ৰা কৰি আহিবলগীয়া কিয় হ'ল, আৰু যদি কেঁচুৱা জন্মৰ পিছতহে আহিছে তেতিয়া হ'লেও অকণমানি পানী কেঁচুৱা এটাক লৈ কিয় ইমান দূৰ কষ্ট কৰি আহিবলগীয়া হ'ল— ইত্যাদি নানা কথাৰ কাৰণ চম্পাৰ পৰা বিমলাই বিচাৰিব ধৰিলে।

শৰীৰৰ সমস্ত অংগ-প্ৰত্যংগ নচুৱাই কাপোৰ থুকুচি-থুকুচি চম্পাই নিৰ্বিকাৰভাৱে উত্তৰ দিছিল— 'কেঁচুৱাটো জন্ম হ'বলৈ দুমাহ থাকোঁতেই আহিছোঁ মাই, মোৰ নিজৰ মাইটো গৈ মোক কিয় জানো লৈ আহিলেগৈ। ক'লে বোলে ইয়াত 'দেশ'ত বৰ দুখ-কষ্ট আছে, ভালকৈ খাবলৈ পোৱা নাই মই, কিন্তু 'অচম' দেচত বৰ ভাল, কোনো দুখ নাই, বহুত খাব পায়। মাইটোৱে ক'লে বোলে কিছুদিন অচমত থাকি ভালকৈ খাই লৈ কেঁচুৱা জন্ম দি আকৌ 'দেশ'ত যাব পাৰিম। কিন্তু ইয়াত ক'ত 'চুখ' পাইছোঁ মাই, অহাৰ দিন ধৰিতো নিজে এনেকৈ লোকৰ ঘৰত কাম কৰিয়ে খাইছোঁ ঃ তাৰেও খাব নিমিলে, পিন্ধিব নিমিলে। ইফালে কেঁচুৱাটো আছেই। এই মাই,

তোমাৰ পুৰণি শাৰী এখন দিবানা। চোৱাচোন মোৰ শাৰীটো কিমান ফাটি গৈছে।'

হয়, চম্পাৰ শাৰী ফাটি অৱস্থা নোহোৱা হৈছে, তাৰে যৌৱনপুষ্ট শৰীৰটো ভালকৈ ঢাকিবকে পৰা নাই। ইফালে লেতেৰাৰ ফালে লেতেৰা। চম্পাৰ প্ৰতি দয়া-পৰবশ হৈ নহ'লেও, অকল নিজৰ কথা ভাবিয়ে যেন বিমলাই প্ৰথমদিনাই চম্পাক শাৰী এখন দি পেলাইছিল; পুৰণি শাৰীৰ অভাৱত প্ৰায় নতুন শাৰী এখনকে দি পেলাইছিল। তাৰ পিছত গহীনভাৱে কৈছিল— 'নতুন শাৰী এখনেই দি দিলোঁ তোক, আজিৰ পৰা তই ভালকৈ কাপোৰ-কানি পিন্ধি আহিবি এনেকৈ নাহিবি। এনেকৈ আহিলে আমাৰ বাবুৱে বৰ বেয়া পায়, বাবু বৰ কঢ়া মানুহ।'

যাৰ কথা উল্লেখ কৰি বিমলাই এই ৱাৰ্ণিংটো দি থৈছিল, সেই 'বাবু' অনন্তই কিন্তু এনে 'কঢ়া' বিশেষণেৰে বিভূষিত হোৱা বুলি শুনিলে মনৰ ভিতৰতে একধৰণেৰে হাঁহিলেহেঁতেন, যদিও ঘৈণীয়েকৰ আগত সেই হাঁহি দেখুৱাবলৈ তেওঁ সাহ নকৰিলেহেঁতেন। বিয়াৰ পিছৰ পৰা কোনো কথাতে কঢ়া হৈ দেখুৱাব পৰা নাই অনন্ত শইকীয়াই। কঢ়া মেজাজৰ ঘৈণীয়েকৰ আগত তেওঁ সদায়ে তটস্থ হৈয়ে চলি গৈছিল।

চম্পাক ইয়াৰ বাহিৰে আৰু কি সাৱধানবাণী শুনাব ভাবি নাপালে বিমলাই। চম্পাৰ শৰীৰটোলৈ চাই তেওঁৰ খং উঠিছিল, আচৰিত লাগিছিল আৰু লাগিছিল হিংসা। এইজনীয়ে বোলে ভালকৈ খাবলৈকে নাপায়, তাইৰ এই পুৰ্ঠ শৰীৰটো দেখি সেই কথা বাৰু কোনে বিশ্বাস কৰিব? কেনেকৈ হ'ল এনে পৰিপূৰ্ণ শৰীৰৰ গঠন? তেওঁ নিজে দেখোন তাইৰ তুলনাত ৰাজভোগ খায়েই আছে, কিন্তু তথাপি কিয় এনে বাঁহৰ দৰে চেপেটা শৰীৰ, কিয় নানা খুচুৰা বেমাৰে শৰীৰটোৰ অ'ত-ত'ত আক্ৰমণ কৰি থাকি এনে নিস্তেজ, নিষ্প্ৰাণ কৰি ৰাখিছে? অৱশ্যে চম্পা বয়সত তেওঁতকৈ সৰু হ'ব, কিন্তু সেই বুলিও তেওঁৰ এই ছাব্বিশ বছৰীয়া দেহাটোওটো বুঢ়া হৈ যোৱা নাই। আৰু আজিৰ দিনততো ছোৱালীবোৰ একুৰিত কিয় দুইকুৰিতো বুঢ়ী নহয়। ছাব্বিশ বছৰীয়া ছোৱালী এজনীতো পাটগাভৰুৰ নিচিনাকৈয়ে থাকে। তেওঁৰ নিজৰ ভনীয়েক বাসন্তীৰ ছাব্বিশ নহ'লেও পঁচিশ হৈছে— তেওঁতকৈ মাত্ৰ এবছৰৰহে সৰু কিন্তু তাইৰ বিয়াৰ বন্দবস্ত এতিয়াহে হ'ব ধৰিছে। সিদিনালৈকে পঢ়ি পঢ়ি থাকি দুবছৰমান চাকৰিও কৰি আছে বাসন্তীয়ে। তেওঁকহে দেউতাকহঁতে ওঠৰ বছৰ বয়সতে বিয়া দি দিলে। কিন্তু বাসন্তীৰ কি মজা, পঁচিশ বছৰ বয়সলৈকে ছোৱালীয়ে হৈ থাকিল, তেওঁৰ দৰে দুটা ল'ৰা-ছোৱালীৰ মাক হৈ শৰীৰ ধ্বংস কৰিবলগীয়া নহ'ল...

বিমলাই দিয়া শাৰীখন পিছদিনাই পৰিপাটিকৈ পিন্ধি আহিছিল চম্পাই। পিছে গিৰীয়েকৰ চকু সেইদিনাহে ভালকৈ চম্পাৰ ওপৰত পৰিল।

'আজি দেখোন এইজনীক চিনিবকে নোৱাৰি বিমলা? একেবাৰে ভদ্ৰ ঘৰৰ ছোৱালীৰ দৰেই লাগিছে। শাৰীখন দেখোন বৰ চিনাকি যেন লাগিছে, তোমাৰ শাৰী নহয় নে, বিমলা? তাইক দি দিলা? ভালেই কৰিছা দিয়া, কালি যিখনহে লেতেৰা কাপোৰ পিন্ধি আহিছিল...'

অনন্তই আৰু কিবা কোৱাৰ আগতে বিমলাই বিৰস মুখেৰে কৈছিল— 'ওঁ, কাপোৰো দিবলগীয়া হ'ল। নামতহে তিনিশ টকা দৰমহা, এনেকৈ কাপোৰ-কানি দিব লাগিলে মাহে চাৰিশ টকাতকৈও বেছি দিয়া হ'ব। অথচ আচল কাম— ৰন্ধা-বঢ়াৰ কামটোতো মোৰ মূৰৰ ওপৰতে থাকিল। আপুনি যদি চাকৰ এটা ৰাখি দিব পাৰিলেহেঁতেন তেন্তে ইমান টকা দি এনে গাভৰু তিৰোতা এজনীক কেৱল বাচন-বৰ্তন ধোৱাৰ কাৰণেই নাৰাখিলোঁহেঁতেন। সামান্য চাকৰ এটা যোগাৰ কৰাৰ ক্ষমতা নহ'ল!'

চম্পাক চকু দিয়াত অনন্তৰ ওপৰত বিমলা মনে মনে জ্বলি উঠিছিল।

অনন্তই আৰু একো নামাতিলে, মুখত ফুটি উঠিব খোজা হাঁহিটো ডিঙি টিপা মাৰি থ'লে তেওঁ। আজি গাভৰু কথাটোত এক ধৰণৰ জোৰ দি কৈছে বিমলাই, কিন্তু চম্পাক বন্দবস্ত কৰি অহাৰ দিনা সেই কথাটোত আন ধৰণে জোৰ দিছিল এই একেজনী বিমলায়ে। নিজৰ কৃতকাৰ্যতাৰ গৰ্ব, গিৰীয়েকৰ অক্ষমতাৰ প্ৰতি তাচ্ছিল্য সুৰত ফুটাই এক অৱহেলাৰ ভাবেৰেই ৰত্না বৰুৱাৰ ঘৰৰ পৰা ফুৰি অহা বিমলাই কৈছিল— 'কাম কৰা মানুহ এজনী বন্দবস্ত কৰি আহিলোঁ। এজনী কিয়, দুজনীয়েই পাইছিলোঁ, কিন্তু সিজনী বুঢ়ী— কি ভাল কাম কৰি খুৱাব, সেইবাবে গাভৰুজনীকে বন্দবস্ত কৰি আহিলোঁ; তাই হ'লে চফাকৈ বাচন-বৰ্তন ধুব পাৰিব, কাপোৰ-কানি

ধুব পাৰিব। মাহে তিনিশ টকা দিব লাগিব। খোৱা-লোৱা দিব নালাগিলে তিনিশ টকা সস্তা বুলি ক'ব লাগিব...

তিনিদিন আগৰ কথাৰ সুৰ বিমলাৰ সলনি হৈ গ'ল।

তাৰ পিছৰ দুই-তিনিদিন চম্পাই বিমলাৰ সেই একেখন শাৰীকে পিন্ধি আহিল; প্ৰথম দিনৰ পাতল নীলা ৰঙৰ চাফা শাৰীখনেৰে চম্পাক ভদ্ৰলোকৰ ছোৱালী যেন দেখালে, অনন্তৰ চকু গ'ল, বিমলাৰ চকু পুৰিল, মন পুৰিলে— তাৰ পিছদিনা সেই শাৰীখনেই ইমান ময়লা দেখালে যে বিমলাই চক্ খাই সুধিলে— 'এই চম্পা, একেদিনাতে শাৰীখন কেনেকৈ ইমান ময়লা কৰিলি?'

চম্পাই নিৰ্বিকাৰভাৱে উত্তৰ দিলে— 'আমি লোকৰ ঘৰে ঘৰে লেতেৰা কাম কৰি ফুৰোঁ, নিজৰ ঘৰতো লেতেৰা কাম কৰোঁ, কেঁচুৱাই কেইবাৰ কোলাত মুতে— তাৰ পিছত আৰু কাপোৰ কেনেকৈ চাফা থাকে মাই?'

তাৰ পিছদিনাও তাই সেইখন শাৰী পিন্ধি আহিল, আৰু তাৰ পিছদিনাও। শাৰীৰ সুন্দৰ নীলা ৰং ক্ৰমে মাটি বৰণীয়া হৈ উঠিল।

মিণ্টুৱে আপত্তি কৰিলে, বণ্টুৱে আপত্তি কৰিলে যে সিহঁত পঢ়ি থকা সময়ত যেন চম্পাক ঘৰৰ ভিতৰত সোমাই ঘৰ সাৰিব দিয়া নহয়, কাৰণ 'চম্পাৰ গাৰ পৰা গোবৰৰ গোন্ধ ওলায়'— মিণ্টুৱে ক'লে, 'চম্পাৰ গাৰ পৰা পঁচা নলাৰ গোন্ধ ওলায়' বণ্টুৱে ক'লে। বিমলাই মনে মনে ক'লে যে তাইৰ গাৰ পৰা গোবৰ, পঁচা নলা সকলোৰে গোন্ধ ওলায়, কিন্তু মুখেৰে সেইদৰে নকৈ তেওঁ ল'ৰা-ছোৱালী দুটাক ডবিয়ালে— 'খৰা নাক দুটাৰে যদি ইমানেই গোন্ধ পাৱ, তেন্তে তাইক খেদি নিজেই ঘৰ-দুৱাৰ সাৰি, কাপোৰ-কানি, বাচন-বৰ্তন ধুই মোক সহায় কৰি দিবিচোন। সকলোৰে দোষ খোঁচৰাত হ'লে আছে, কামত হ'লে একো নাই ..'

খোৱা মেজখন বিমলাহঁতে ঠাইৰ অভাৱত পাকঘৰৰ বাৰাণ্ডাতে পাতি লৈছে, সেই বাৰাণ্ডাৰ ওচৰতে চোতাল আৰু সেই চোতালতে চম্পাই কাপোৰ ধোৱে। ন বজাত আহি চম্পাই কাপোৰ ধোৱে, কেতিয়াবা চাৰে নও বাজে, তেতিয়া মিণ্টু, বণ্টু আৰু অনন্তই স্কুললৈ, অফিচলৈ যাবলৈ ভাত খাবলৈ বহে, আৰু চম্পাক দেখাৰ— ঠিক দেখাৰ নহয়, চম্পাক নাকেৰে অনুভৱ কৰাৰ— লগে লগে মিণ্টু ভাতৰ পাতত ঠেৰেঙা লাগি যায়— ওঁহো, এনেকুৱা গোন্ধত ভাত খাব নোৱাৰি!

চম্পাই বিমলাৰ শাৰীখন চতুৰ্থ দিনাও যেতিয়া পিন্ধি আহিল, চতুৰ্থ দিনা যেতিয়া সেই শাৰীৰ নীলা ৰং আঁতৰি মটীয়া হ'ল, তাৰ পৰা বিমলাৰ বাকচৰ নেপথলিনৰ পৰিবৰ্তে গোবৰৰ, পঁচা নলাৰ আৰু অনন্তই ভবা আন বহুত কিবা-কিবিৰ গোন্ধ ওলাই অহা হ'ল, বিমলাই আৰু সহ্য কৰিব নোৱাৰি ক'লে— 'এই চম্পা, তই সদায় এই একেখন শাৰীকে কিয় পিন্ধি অহা হৈছ?'

'নহ'লে কি পিন্ধিম মাই?'

'কিয়, আগৰখন?'

'সেইখন কেঁচুৱাটোৰ বিছনাত পাৰি দিয়া কৰিছোঁ মাই।"

বিমলাই অসহায় খঙত ক'লে— 'কিন্তু তইতো আমাৰ বাহিৰে আন এঘৰতো কাম কৰ, সেই ঘৰৰ 'মাই'জনীয়ে তোক এখন শাৰী দিব নোৱাৰেনে?'

'দিয়ে নহয় মাই, আগৰ শাৰীখনতো তেৱেঁ দিয়া।'

'বাৰু চম্পা, তোৰ নিজৰ মায়ে যে তোক সুখ দিব বুলি দেশৰ পৰা লৈ আহিল, সেই মাৰে তোক শাৰী এখন দিব নোৱাৰেনে?'

'পাৰে, কিন্তু নিদিয়ে' — চম্পাই নিৰ্বিকাৰ ভংগীটো পৰিহাৰ কৰি এইবাৰ যেন অলপ ৰহস্যময়ভাৱে হাঁহিলে।

বিমলা আচৰিত হ'ল, 'পাৰে, কিন্তু নিদিয়ে,— কিয় নিদিয়ে চম্পা?'

চম্পাই হাঁহিলে, লেতেৰা মুখখনত চাফা দাঁতকেইটা মুকুতাৰ দৰে জিলিকিল— 'মোৰ মাটোৰ মোৰ ওপৰত খুব 'গোছা' হৈছে মাই।'

'গোছা, কিহৰ গোছা?"

'সেইবোৰ কথা আপোনাক ক'ব নোৱাৰি মাই, সেইবোৰ কথা আপোনালোকৰ দৰে ভাল মানুহে শুনিব

নাপায়।'

বিমলাই এইবাৰ নিৰুপায়ভাৱে ক'লে— 'কিন্তু তই এই একেখন শাৰী পিন্ধি কিমান থাকিবি? সস্তীয়া শাৰী এখন নিজেই কিনি নল'ব কিয়? দুই ঠাইতেতো চাকৰি কৰ?'

আগৰ নিৰ্বিকাৰ মূৰ্তি ধাৰণ কৰি চম্পাই উত্তৰ দিলে— 'দুই ঠাইত কাম কৰি মই ছয়শ টকা পাওঁ, তাৰে মোৰ কোনোমতে খাবলৈ জোৰে, শাৰী কিনো কেনেকৈ?' তাৰ পিছত চম্পাই খুব গোপনীয় কথা এষাৰ কোৱাৰ দৰে বিমলাৰ ফালে অৰ্থপূৰ্ণ হাঁহিৰে চাই ফুচ্‌ফুচাই ক'লে— 'আৰু মাই, মই দেশলৈ উভতি যাম বুলিও দুই-এটা টকা সাঁচিব ধৰিছোঁ।'

বিমলাই আৰু একো নক'লে, চম্পাৰ দেশত যোৱাৰ কথা শুনি তেওঁৰ মনটো হঠাতে খিংখিঙীয়া হৈ গ'ল। এইজনী যদি দেশলৈ যায় তেওঁৰ আকৌ মৰণ হ'ব, লেতেৰী হ'লেও তাই কামবোৰ কৰে বৰ চাফাকৈ; ৰত্না বৰুৱাই হয়তো আৰু এজনী তিৰোতা— মানে সেই বুঢ়ী তিৰোতাজনী যোগাৰ কৰি দিব পাৰিব— কিন্তু বুঢ়ীজনীৰ কাম জানো ইমান পৰিষ্কাৰ হ'ব?

তাৰ পিছদিনাও চম্পাৰ গাত সেই একেখন শাৰীকে দেখি অনন্তই আৰু মাত নলগাই নোৱাৰিলে ঃ

'বিমলা, চম্পাই পিন্ধা শাৰীখন তুমি সিদিনা দিয়াখনেই নে?'

'ওঁ' গিৰীয়েকৰ ফালে এটা বক্ৰ দৃষ্টি হানি বিমলাই ক'লে আৰু লৰালৰিকৈ চম্পাৰ ফালে চালে।

'তাই কেতিয়াবা গা ধুই পাইছেনে নাই সোধাচোন, বিমলা।'

বিমলাই অলপ সময় একো নামাতি নৈ থাকি অৱশেষত ক'লে— 'চম্পা, তই যে একেখন শাৰীকে পিন্ধি আছ, গা নোধোৱ হ'বলা কেতিয়াও?'

'এ-মাই — গা নুধুম কিয়, ধোওঁ, আগৰ পুৰণি কাপোৰখন পিন্ধি গা ধোওঁ।'

বিমলাৰ মনলৈ আহিল ৰত্না বৰুৱাই কোৱা ৰাস্তাৰ দাঁতিৰ ৰাজহুৱা কলৰ তলৰ 'বেদিং বিউটি'ৰ কথাষাৰ, চম্পাৰ এই পৰিপূৰ্ণ শৰীৰ, সেই ফটা-ছিটা শাৰীখন, পানী পৰি গাত স্বচ্ছ হৈ লিপিট খাই লাগি ধৰা কাপোৰ... কল্পনাতে চম্পাৰ স্নানৰতা সেই মূৰ্তিটো স্পষ্টভাৱে দেখা পাই বিমলাৰ গাটোৱে যেন কিবা কিবা লাগি গ'ল। তাইৰ আৰু একো সুধিবৰ মন নগ'ল। কিন্তু তাইক নীৰৱ দেখি অনন্তয়ে সুধিলে— "তাৰ মানে তোৰ এই শাৰীখন ধোৱাৰ উপায় নাই?'

'ধুম বাবু ধুম, এদিন ঘৰত ফটাখনকে পিন্ধি এইখন ধুই দিম... মাই, এক টুকুৰা সৰু চাবোন দিবা?'

চম্পা যোৱাৰ পিছত অনন্তক বিমলাই চকু পকাই ধৰিলে— 'লোকৰ গাভৰু মাইকীৰ কাপোৰ-কানিৰ কথা, শাৰী ধোৱাৰ কথা— এইবোৰ কথা পাতিবলৈ আপোনাক কিহে পাইছে?'

অনন্তই তেওঁৰ চিৰাচৰিত অভ্যাস মতে একো নামাতিলে, কিন্তু মনতে অবাক হৈ ভাবিলে— কাম কৰা ছোৱালী এজনীক লেতেৰা কাপোৰ এখন ধোৱাৰ কথা কোৱাটো ইমান অপৰাধৰ কথা নে?...

ভাল আপদ হ'ল এইজনীক ৰাখি, কাম কৰা মানুহ নোপোৱা সময়তো বিমলাৰ খঙৰ পৰা ৰেহাই নাছিল, এতিয়া কাম কৰা মানুহ পায়ো তেনে খঙৰ পৰা উদ্ধাৰ নোহোৱা হ'ল।

ইয়াৰ পিছত এদিন চম্পাই শাৰীখন ধুই পিন্ধি আহিল, অৱশ্যে বিমলাৰ পৰা চাবোন খুজি লৈ যোৱাৰ পিছতহে। বিমলাই ভোৰ্‌ভোৰাই তাইক চাবোন এটুকুৰা দিলে ঃ 'ভাল মানুহ এজনীক ৰাখিলে— লাজ নিবাৰণ কৰি আহিব লাগে যদি শাৰী দিয়া, চাফা কাপোৰ পিন্ধি আহিব লাগে যদি চাবোন দিয়া! কেৰেলাতকৈ গুটি দীঘল হৈ যাব দেখোন এতিয়া! দৰমহা নামতহে তিনিশ— এনেদৰে দান-দক্ষিণা কৰি থাকিব লাগিলে দেখোন কেই তিনিশ হ'বগৈ ঠিকনাই নোহোৱা হ'ব! মিছেহে বৰুৱাই উপকাৰৰ নামত এইজনী ভাল আপদ ডিঙিত লগাই দিলে মোক!'

ঘৈণীয়েকৰ কথাবোৰ অনন্তৰ কাণত পৰিছিল ঃ তেওঁৰ মন গৈছিল বিমলাক যেন এনেদৰে ক'ব— 'তাই যদি ইমানেই আপদ হৈ উঠিছে, সেই আপদ বিদায় কৰিলেই পাৰা দেখোন, কোনেনো তাইক ৰাখিবলৈ তোমাক ভৰিয়ে-হাতে ধৰি ৰাখিছে। আৰু ৰত্না বৰুৱাই কৰা উপকাৰৰ পৰা তোমাৰ সামান্য আঙ্কালো নহ'লে তুমি জানো তেওঁৰ শলাগ লৈ থাকিলাহেঁতেন? কেতিয়াও নল'লাহেঁতেন। কিন্তু সামান্য অপকাৰতো কটু সমালোচনাৰ পৰা

হাত সাৰি থাকিব নোৱাৰে। আমাৰ মানুহৰ স্বভাৱেই এই— ভাল কামৰ প্ৰাপ্য প্ৰশংসা বা কৃতজ্ঞতা জনাবলৈ টান পায়, কিন্তু সামান্য বেয়া দেখিলেই নিন্দাত ডুবি যায়।

পিছে মনৰ ভিতৰত কোৱা কথাবোৰ কোনোদিনে প্ৰকাশ কৰিব নোৱৰাৰ দৰে সিদিনাও অনন্তই ঘৈণীয়েকৰ আগত প্ৰকাশ কৰিব নোৱাৰিলে।

এদিন চম্পা নাহিল, ন বাজিল, চাৰে ন বাজিল, দহ বাজিল আৰু শেষত এঘাৰও বাজিল। বকি বকি ক্লান্ত হৈ অৱশেষত বিমলাই যেতিয়া নিজেই কাপোৰবোৰ ধুবলৈ আৰম্ভ কৰিলে তেতিয়া তেওঁ আচৰিত হৈ দেখিলে— এজনী তিৰোতা তেওঁৰ ওচৰত থিয় হ'লহি আৰু তেওঁ কিবা কোৱাৰ আগতেই তিৰোতাজনীয়ে ল'ৰালৰিকৈ ক'লে— 'মেমচাব, আপুনি গুচক, মই কাপোৰবোৰ ধুই দিওঁ। আজি চম্পা আহিব নোৱাৰে, কেঁচুৱাটোৰ অসুখ, গতিকে তাই মোকেই পঠাইছে। মই তাইৰ মাক, মায়া।'

বিমলাই প্ৰথমতে একো ক'বলৈ পাহৰি অবাক হৈ মানুহজনীলৈ চাই থাকিল— এইজনী চম্পাৰ মা, বৰ আচৰিত কথাতো, এইও দেখোন প্ৰায় চম্পাৰ দৰেই গাভৰু কেৱল চম্পাৰ দৰে এই লেতেৰা নহয়। এইৰ শাৰীখনেই যে কেৱল চাফা এনে নহয়, চুলিবোৰো তেল দি পৰিপাটিকৈ আঁচোৰা, কপালত এটা উজ্জ্বল ফোঁট— সকলো মিলি চম্পাতকৈ কিমান পৰিষ্কাৰ, কিমান ভাল লগা।

বিমলাৰ মনটো হঠাৎ প্ৰসন্ন হৈ উঠিল— এনেয়েও তাইৰ ভাল লাগি গৈছিল কাপোৰ ধোৱা, বাচন ধোৱা আদি অসহ্য লগা কামবোৰৰ পৰা হঠাতে এনেকৈ অভাৱনীয়ভাৱে উদ্ধাৰ পোৱা দেখি; ভাল লাগি গৈছিল মেমচাব সম্বোধনটো শুনি; এতিয়া আৰু ভাল লাগিল মানুহজনীৰ পৰিচ্ছন্ন ৰূপটো দেখি।

বিমলাই মূঢ়া এটা লৈ মায়াৰ ওচৰতে বহি লৈ সন্তুষ্ট মনেৰে তাইৰ লগত ইটো-সিটো কথা পাতিবলৈ ধৰিলে, আৰু মায়ায়ো কাপোৰত চাবোন সানি সানি তেওঁৰ কথাবোৰৰ হাঁহি মুখে উত্তৰ দি যাবলৈ ধৰিলে। মাজতে বিমলাই উঠি গৈ দুকাপ চাহো বনাই আনিলেগৈ আৰু তাৰে একাপ মায়াক দিলে। চাহৰ কাপত শোহা মাৰি মায়াই অলপ আৰাম কৰি বহি লৈ ক'লে— 'মোৰ বেটীটোৰ কাম-বনবোৰ কেনে লাগিছে মেমচাব?'

'কাম-বন ভালেই, চফাই কিন্তু তাইহে বৰ লেতেৰা, তাই যে তোমাৰ বেটী ভাবিবই নোৱাৰি, তুমিতো ইমান পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ আহিছা।'

মায়াই যেন এটা হুমুনিয়াহ কাঢ়িলে, তাৰ পিছত ক'লে— 'মেমচাব, মোৰ বেটীয়ে মোৰ কথা একদম নুশুনে, সেইবাবেই তাইৰ এই 'তকলিফ' হৈছে। দেশত তাই আধাপেটী খাই থাকে কাৰণে মই ইয়ালৈ আনিছিলোঁ। তাত তাইৰ মৰদটোৱে তাইক খুৱাব-পিন্ধাব নোৱাৰে। কিন্তু ইয়ালৈ আহি মোৰ কথা নুশুনাৰ কাৰণে তাইৰ যি দুখ সেই দুখেই থাকি গৈছে। আপুনি চাই থাকিব মেমচাব, তাইৰ এই দুখেই নহয় আৰু দুখ হ'ব। ভগৱান আছেতো, ভগৱানে দেখিছেতো— তাই মোৰ বেটী হৈ মোক যিবোৰ খাৰাপ খাৰাপ কথা কয়— শুনিলে আপুনি আচৰিত হৈ যাব। তাইৰ সেই খাৰাপ কথা কোৱা জিভা খহি নপৰিবনে, ভগৱানে তাইক দুখ নিদিবনে?'

বিমলা একেবাৰে অবাক হৈ গ'ল— এই মানুহজনীয়ে এইবোৰ কয় কি? এই মানুহজনীয়ে নিজৰ জীয়েকক এনেকৈ অভিশাপ দিছে কিয়? বৰ আচৰিত কথাতো!

'তোমাৰ বেটীয়ে তোমাক খাৰাপ কথা কয়? কি খাৰাপ কথা মায়া?'

'বহুত খাৰাপ কথা মেমচাব, তাই মোৰ বেটী হৈ কয় বোলে চালী ৰাণ্ডী, বেশ্যা, তোক মাই বুলি ক'বলৈ মোৰ চৰম লাগে। চৰম লাগে। চালী সতী হৈ দেখুৱাব আহিছে। পেটত গাঁঠি মাৰি তাই গুৱাহাটী টাউনৰ বস্তিত সতী ওলাব আহিছে। সঁচাই কৈছোঁ মেমচাব, বস্তিত মোৰ তাইক লৈহে চৰম লাগে, তাইৰ দৰে বেয়া কাপোৰ-কানি পিন্ধি থকা এজনী ছোৱালীও নাই, চবেই ৰোজগাৰ কৰিছে, চবেই ভালকৈ খাইছে-পিন্ধিছে— অথচ মেমচাব চম্পাৰ দৰে ৰূপ, দেহৰ গঠন বস্তিৰ আৰু কোনো ছোৱালীৰে নাই। সেই বাবেই মই ভাবিছিলোঁ যে তাইক গুৱাহাটীলৈ আনিলে বস্তিৰ চব ছোৱালীতকৈ বেছি কামাব পাৰিব। কিন্তু চালীয়ে যে ইয়াত এনেকৈ সতী ওলাব আহিব মইতো ভাবিবই পৰা নাছিলোঁ মেমচাব।'

মায়াই আৰু বহুত ক'বলৈ ধৰিলে, আৰু জঘন্য ভাষাত জীয়েকক গালি পাৰিবলৈ ধৰিলে আৰু বিমলাই একেবাৰে অবাক হৈ এখন অতি অপৰিচিত জগতৰ কথা শুনি থাকিল, য'ত মাকে বিবাহিতা জীয়েকক দেহৰ

ব্যৱসায়লৈ নমাবলৈ চেষ্টা কৰে, ব্যৰ্থ হৈ কুষ্ঠত আক্ৰান্ত হ'বলৈ অভিশাপ দিয়ে, য'ত জীয়েকে মাকক বেশ্যা বুলি গালি পাৰে... আৰু কিমান কি!

সিদিনা অনন্ত অফিচৰ পৰা অহাৰ পিছত বিমলাই চম্পাৰ মাকৰ আগমন আৰু তাই জীয়েকক গালি পাৰি কোৱা সকলোবোৰ কথা কৈ নিজৰ মন্তব্য দিলে— 'লেতেৰা হ'লেও চম্পাজনী যে খুব ভাল ছোৱালী আজিহে বুজিলোঁ। একেবাৰে সতী-সাধ্বী ছোৱালী। মতা মানুহৰ তাইৰ ওপৰত যিমানেই লুভীয়া চকু নপৰক— একো লাভ নাই। তাই কাকো প্ৰশ্ৰয় নিদিয়ে।'

অনন্তই কোনো উত্তৰ নিদিলে, বিমলাই খাবলৈ দিয়া ৰুটি আৰু চাহ নীৰৱে খাই থাকিল। তেওঁৰ ধাৰণা হ'ল— বিমলাই যেন শেষৰ কথাকেইটা তেওঁক শুনাওঁ বুলিয়ে শুনালে। তেওঁৰ এইটো ধাৰণাও হ'ল যে নীৰৱ থকাই শ্ৰেয়, ছাইলেঞ্চ ইজ দি বেষ্ট পলিচি।

তাৰ পিছদিনাও মায়া আহিল আৰু তাৰ পিছদিনা পুনৰ চম্পা আহিল। চম্পাৰ চেহেৰাটো এই দুদিনৰ ভিতৰতে শুকাই গৈছে, চকু গাঁতলৈ গৈছে, চুলিবোৰ শুকান ৰুক্ষ হৈছে, শৰীৰখন পুনৰ লেতেৰা হৈছে।

বিমলাই প্ৰথমতে তাইক কেঁচুবাটোৰ খবৰ সুধিলে, তাৰ পিছত এটা ৰহস্যময় হাঁহি মাৰি ক'লে— 'তোৰ মাৰ লগত মোৰ বহুত বাত-চিত হ'ল চম্পা।'

চম্পাই একো নামাতিলে, নীৰৱে কাপোৰ ধুই থাকিল। বিমলাই আকৌ ক'লে— 'তোৰ মাটো বৰ বজ্জাত নহয় চম্পা?'

'ও' মাই, বহুত বজ্জাত, মোৰ বাপ থকাতো তাই অন্য বহুত মতা লৈছে। অৱশ্যে আমাৰ বস্তিত বহুতে তেনে কাম কৰে।... এ মাই বৰ ভোক লাগিছে, পুৱাৰ পৰা একো খোৱা নাই অলপ চাহ-পানী দিবা?'

সিদিনা বিমলাৰ চম্পালৈ বৰ মৰম উপজিছিল, তাইক তেওঁ তেতিয়াই চাহ একাপ খাবলৈ দিলে, লগতে ৰুটি এচকলো দিলে। চম্পাই গো-গ্ৰাসে ৰুটিডোখৰ গিলি তেওঁক ক'লে— 'মাই, এইকেইদিন প্ৰায় নোখোৱাকৈয়ে আছোঁ, কেঁচুবাটোৰ দাৰাই কিনোতে বহুত পইচা খৰচ হ'ল।'

দুদিন পিছত চম্পাই বিমলাক টকা বিছটা ধাৰলৈ খুজিলে, তেতিয়া মাহৰ শেষ, অতি বিৰক্তি মনেৰে ভোৰ্‌ভোৰাই ভোৰ্‌ভোৰাই বিমলাই চম্পাক টকা বিছটা দি ক'লে— 'এইবাৰৰ পৰা আৰু মাহৰ শেষত এনেকৈ টকা খুজিব নাহিবি চম্পা, মই দিব নোৱাৰোঁ; এইবাৰ কেঁচুবাৰ অসুখ বুলিহে দিলোঁ।'

চম্পাৰ শৰীৰখন আৰু লেতেৰা হ'ল, গাৰ গোবৰৰ, পঁচা নলাৰ আৰু বহুত কিবাকিবিৰ দুৰ্গন্ধটো আৰু বাঢ়িল, মিণ্টু-ৰুণ্টুৰ তাইক লৈ আপত্তিৰ পেন্‌পেননিও বাঢ়িল। তাৰ পিছত এদিন চম্পাই চাউল দুটামান খুজিলে— 'মাই, কালি ৰাতি খোৱা নাই, কালি দিনত সিঘৰৰ মায়ে দুটামান খাবলৈ দিছিল। আজি আপুনি চাউল কেইটা নিদিলে দিনটো লঘোণে থাকিব লাগিব. দিয়ক মাই, কালিতো পহিলা তাৰিখ হ'বই, কালিতো টকা পামেই, আজিৰ কাৰণে দিয়ক মাই—'

বিমলাৰ ধৈৰ্য্যচ্যুতি ঘটিল, তেওঁ চিঞৰি চিঞৰি বকিবলৈ ধৰিলে— 'এইজনীক মই কাম কৰিবলৈ ৰাখিছিলোঁনে পুহিবলৈ ৰাখিছিলোঁ। এই এটা মাহে মোৰ পৰা বস্তু খুজি নি নি এই মোক দেউলীয়া কৰি পেলালে। মাকৰ কথা মতে চলিবলৈ তাইৰ লাজ লাগে কিন্তু আনৰ পৰা এনেকৈ ভিক্ষা কৰি কৰি খাবলৈ লাজ নালাগে। বৰ কলিৰ সতীজনী ওলাব আহিছে...'

বিমলাই আৰু বহুত কিবাকিবি ক'বলৈ ধৰিলে, চম্পাই তলমূৰকৈ সেই গালিবোৰ শুনি গ'ল। বোধহয় সেই সময়ত তাইৰ নিজৰ মাকৰ গালি শুনাৰ দৰেই লাগিছিল— কাৰণ তেতিয়া বিমলাৰ মুখৰ পৰা ওলোৱা কথাবোৰৰ পৰা ভদ্ৰ শব্দ দুটামান আঁতৰাই তাৰ সমাৰ্থক অশ্লীল শব্দকেইটা বহুৱাই দিলে অতি আচৰিতভাৱে তেওঁৰ সেই কথা মায়াই জীয়েকক গালি পাৰি কোৱা কথাৰ লগত হুবহু একে হৈ পৰিলহেঁতেন!

# প্ৰতিবিম্ব (২)

সকলোতকৈ শেষত আহিল মাজু জীয়েক জয়া। আটাইকেইজনী জীয়েকতকৈ তাইৰে ঘৰ দূৰৈত আৰু ঠাইখনৰ ভৌগোলিক অৱস্থিতি এনে ধৰণৰ যে টেলিগ্ৰাম বা চিঠি পাওঁতে দূৰত্বৰ অনুপাতে বেছি দেৰি লাগে। ইফালে মাকৰ মৃত্যু হ'ল প্ৰায় হঠাতে। ৰাতিপুৱা শুই উঠি ক'লে— মূৰটো বৰ বেয়াধৰণে বিষাইছে, আৰু অলপ পৰ শুয়ে থাকিবগৈ তেওঁ, চাহ-টাহ এতিয়া একো নাখায়। গিৰীয়েকে কিন্তু প্ৰথমে কথাটো উৰাই দিলে, ইমানলৈ কি মূৰৰ বিষ হৈছে হে আকৌ শুই থাকিবলৈ, চাহ-টাহ খোৱা, মূৰৰ বিষটো পাওলিব।

গিৰীয়েকৰ কথা শুনি মানুহজনী আৰু নুশুলে, এখন হাতেৰে খুব জোৰেৰে কপালখন হেঁচা মাৰি ধৰি ইখন হাতেৰে চাহৰ গিলাচটো লৈ কেইঢোকমান গিলিলে। বোৱাৰীয়েকে প্লেট এখনত কিবাকিবি খাবলৈ যতনাই দিছিল, সেইখন তেওঁ আগতেই ঠেলি এফলীয়াকৈ থৈছিল। চাহখিনিকে বলেৰে ডিঙিত সুমুৱাবলৈ চেষ্টা কৰি কিন্তু তাকো নোৱাৰিলে, কেইঢোকমান গিলাৰ পিছতে হক্‌হকাই বমি হৈ গ'ল। গিৰীয়েকেই তেতিয়া তেওঁক ধৰি লৈ গৈ বিছনাত শুৱাই দিলে। কিছুপৰ তলকা মাৰি থাকিল মানুহজনী, তাৰ পিছত দুয়োখন হাতেৰে মূৰটো হেঁচা মাৰি ধৰি ছট্‌ফটাবলৈ ধৰিলে। অসহ্য যন্ত্ৰণাত মুখৰ পৰা কেঁকনি ওলাল, চকুৰ পৰা পানী ববলৈ ধৰিলে। কিন্তু এনে টান মানুহজনী, তেতিয়াও কৈ আছে ডাক্তৰ আনিব নালাগে। পিছে পুতেকে জানো আৰু সহ্য কৰি থাকিব পাৰে? মাকৰ বাধা নামানি ডাক্তৰ মাতি আনিলেগৈ। ডাক্তৰে কিবা এটা বেজী দিলে। পিছে ক'ত কি হয়। কালকীট মূৰত সোমাইছিল যে, ডাক্তৰে বেজী দি যোৱাৰ কিছুসময়ৰ পিছতে সকলো শেষ। শেষত নিজেও বুজিছিল যে বোধহয় তেওঁৰ অন্তিম সময় উপস্থিত, সেহাই সেহাই কৈছিল, 'মোৰ আৰু বেছি স—ম—য় না—ই, ল—ৰা—ছো—ৱা—লী—আ—টা—ই—কে—ই—টা—ক—চা—ই যা—ব নো—ৱা—ৰি—লোঁ'— সেহাই সেহাই আটাই কেইটিৰে নাম লৈছিল আৰু দুই গালেৰে ধাৰাসাৰে চকুলো বাগৰি আহিছিল।

জয়াক ওচৰত বহুৱাই লৈ বুঢ়াই মাকৰ মৃত্যুৰ সময়ৰ কথাবোৰ এইদৰে এফালৰ পৰা বৰ্ণাই গ'ল। আগতে আৰু দুবাৰ এই একেটা বৰ্ণনা দিয়া হৈ গৈছিল আন দুজনী জীয়েকৰ আগত। নমিতা আৰু অঞ্জলি বেছি দূৰৈত নাথাকে কাৰণে টেলিগ্ৰাম পায়েই গুচি অহাৰ ফলত মাক মৰাৰ পিছদিনাই আহি পালে। জয়া আহি পালে চাৰি দিনৰ পিছতহে।

জয়াৰ আগত কথাখিনি কৈ কৈ বাপেক হৰিহৰ দাসে অনুসন্ধিৎসু চকুৰে জীয়েকলৈ চাই আছিল। মাকৰ মৃত্যুৰ কাহিনী শুনি ইতিমধ্যে জয়াৰ দুই চকুৰেদি চকুলো বাগৰি আহিছিল। দ্বিতীয়বাৰৰ বাবে কান্দিলে তাই। প্ৰথম ঘৰত সোমায়েই তাই মাকক সম্বোধন কৰি চিঞৰি কান্দি উঠিছিল। তাই অহাৰ সম্ভেদ পাই তাইক আগবঢ়াই আনিবলৈ সকলোবোৰ ওলাই গৈছিল। বাপেক, অঞ্জলি, নমিতা আৰু বৌয়েক মাধৱী। ককায়েকো আহি অলপ দূৰৈত থিয় দি ৰৈছিলহি। মাক মৰাৰ চিন আটাইতকৈ বেছি পৰিস্ফুট হৈ উঠিছিল ককায়েকৰে গাত। তেলহীন শুকান চুলি, কেইবাদিনো ডাড়ি নুখুৰোৱা গাল, খালী ভৰি, পৰিধানত এখন মাত্ৰ ধুতি— যাৰ আগটোৰে খালী গাটোও ঢাকি লোৱা হৈছে—ককায়েকৰ সেই মূৰ্তিটোলৈ চাই জয়াৰ শোক যেন আৰু উথলি উঠিছিল। আৰু এবাৰ উচুপি উঠিছিল তাই। তাইৰ লগতে অঞ্জলি, নমিতা আৰু মাধৱীয়েও আৰু এবাৰকৈ চকুপানী টুকিছিল। জয়াৰ ল'ৰা-ছোৱালী দুটাই কেৱল অবাক হৈ সেই দৃশ্য চাই আছিল। তাৰ পিছত মামীয়েকে চকুপানী চম্ভালি সিহঁতক হাতত ধৰি ঘৰৰ ভিতৰলৈ লৈ গৈছিল।

জয়াৰ পিঠিত হাতেৰে মেৰিয়াই দেউতাকে লাহে লাহে তাইক ভিতৰলৈ লৈ আহিছিল। সান্ত্বনা দিবৰ চেষ্টা কৰি পিঠিত হাত বুলাই বুলাই কৈছিল, 'নাকান্দিবি আই। কান্দিলে জানো আৰু মাকক ঘূৰাই পাবি। পুণ্যৱতী তেওঁ, মোক এৰি থৈ সতী-সাধ্বীৰ সেন্দুৰেৰে আগতেই স্বৰ্গপুৰী পালেগৈ। মই বুঢ়া পৰি ৰ'লোঁ। তাকেই ঈশ্বৰকে খাটিছোঁ— বুঢ়া দেহাৰে ইয়াত নিকাৰ ভুঞ্জি থকাতকৈ মোকো সোনকালে মাৰৰ ওচৰলৈকে লৈ যাওক।'

দেউতাকৰ কথাত ঘৰৰ ভিতৰলৈ লাহে লাহে সোমাই যোৱা জয়াই একৰকম আৰ্তনাদৰ দৰেই চিঞৰি

উঠিছিল, 'তুমি এইবোৰ কি অমঙ্গলীয়া কথা কৈছা দেউতা।'

নমিতাই কৰুণ অথচ বিৰক্ত মুখেৰে ক'লে, 'দেউতাৰ যে কি হৈছে, আমাকো এইবোৰ কথা কৈ আছে। মায়েতো আমাক এৰি গ'লেই, এতিয়া তুমিও যদি তেনেবোৰ কথাকে ভাবি থাকা ...' নমিতাই কথাখিনি শেষ নকৰি বিষণ্ণ মুখভঙ্গী কৰি ৰৈ গ'ল।

হৰিহৰ দাসে আৰু একো নক'লে। জয়াৰ পিঠিত লাহে লাহে হাত বুলাবলৈ ধৰিলে। জয়া গৈ ভিতৰৰ মাকৰ কোঠালিটো পালেগৈ। তাত মাকৰ পালেংখন আঁতৰাই শুদা পকাখিনি সাৰি-মচি ফুল-ধূপ-ধূনাৰে সজাই থোৱা হৈছিল। জয়া গৈ তাৰ সন্মুখতে মাটিতে বহিলগৈ আৰু পুনৰাই মাকক অস্ফুটভাৱে মাতি মাতি কান্দিবলৈ ধৰিলে। নমিতা আৰু অঞ্জলিয়েও তাইৰ ওচৰত বহি চকুপানী টুকিবলৈ ধৰিলে। দেউতাকেও জীয়েকৰ ওচৰত বহি লৈ আকৌ নাকান্দিবলৈ কৈ কৈ মূৰত হাত বুলাবলৈ ধৰিলে।

অশ্ৰুসিক্ত মাতেৰে জয়াই ক'লে, 'মাক যে শেষ সময়ত এবাৰ দেখাও নাপালোঁ, এষাৰ মাতো নাপালোঁ, এই দুখ জীৱনত পাহৰিব নোৱাৰিম। যোৱাবাৰ আহোঁতে মা কিমান ভাল স্বাস্থ্যৰ আছিল— মাক মই ভাল পোৱা কত বস্তু ৰান্ধি-বাঢ়ি খুৱালোঁ, জোঁৱায়েকক কত যত্ন কৰিলে, সেই মাই যে এটা বছৰৰ ভিতৰতে আমাক এনেকৈ এৰি থৈ যাব কল্পনাই কৰিব পৰা নাছিলোঁ!' জয়াৰ মাত কান্দোনত ৰুদ্ধ হৈ গ'ল।

আকৌ বৌৱেক সোমাই আহিল, 'জয়া, তুমি অলপ উঠা, মুখ-হাত ধুই চাহ এটোপা খোৱাহি। অতখন দূৰৰ পৰা আহিছা। কান্দি কাটি এনেকৈ দেহা মাটি কৰিলে চলিবনে? ল'ৰা-ছোৱালী দুটাক তুমি চাব লাগিব নহয়। ব'লা, উঠা ...'

'মোৰ চাহ-টাহ একো খাবৰ মন যোৱা নাই নবৌ ...'

'তই এনেখন কিয় কৰিছ আই? উঠ, মুখ-হাত ধুই চাহ এটোপা খাগৈ, মূৰটো পাতল লাগিব। এনেকৈ ভাগি পৰিলে চলেনে? শোকত ধৈৰ্য ধৰিবই লাগিব। মোলৈ নাচাৱ কিয়? মই কি সান্ত্বনা লৈ ধৈৰ্য ধৰি আছোঁ?' হৰিহৰ দাসেও বোৱাৰীয়েকৰ লগতে জয়াক চাহ খাবলৈ পঠাবলৈ চেষ্টা কৰিলে।

অগত্যা জয়া উঠিল। যন্ত্ৰচালিত মানুহৰ দৰে হাত-মুখ ধুই শুদা চাহ এটোপা খাই আকৌ আগৰ কোঠালীতে দেউতাকৰ ওচৰত মাটিত লেপেটা খাই বহি পৰিলহি। তাইৰ ল'ৰা-ছোৱালীহালে ইতিমধ্যে ভালকৈ খাই-বৈ ঘৰৰ আন ল'ৰা-ছোৱালীবোৰৰ লগত কথা-বতৰা, ধেমালি-ধুমুলাত ব্যস্ত হৈ পৰিছিল। সকলোবোৰ এনেকৈ গোট খোৱাৰ বেদনাতকৈ তাৰ আনন্দইহে সিহঁতৰ অবুজ-সৰল প্ৰাণকেইটাক বেছি স্পৰ্শ কৰিছিল। ককাদেউতাকৰ ঘৰত আটাইবোৰ মাহী-পেহী, জেঠাই, মামাৰ ল'ৰা-ছোৱালীবোৰ একেলগ হোৱা মানেই যেন কিবা এক উৎসৱৰ সূচনা।

তেতিয়া সন্ধিয়া হওঁ হওঁ হৈছিল। জয়া চাহ খাই আহি বহাৰ পিছতে অঞ্জলি আৰু নমিতাও তেনেকৈ তাইৰ লগতে বহিছিলহি। তাৰ পিছত এটা সময়ত হৰিহৰ দাসে জয়াৰ আগত কৰুণ গম্ভীৰ মাতেৰে ঘৈণীয়েকৰ অন্তিম সময়ৰ কথাবোৰ বৰ্ণাই গৈছিল। তৃতীয়বাৰৰ কাৰণে বৰ্ণাইছিল। প্ৰথম দুবাৰ নমিতা আৰু অঞ্জলিৰ আগত। আৰু এবাৰ বাকী আছে। চতুৰ্থবাৰৰ কাৰণে আৰু এবাৰ বৰ্ণাব লাগিব। সৰু পুতেক নিৰ্মলৰ আগত। জয়াতকৈও বহুত দূৰৈত থাকে সি। বোম্বেৰ কিবা এটা ফাৰ্মত চাকৰি কৰে। ভাল চাকৰি। তালৈও এক্সপ্ৰেছ টেলিগ্ৰাম কৰা হৈছে। বোধহয় কাইলৈ মানে আহি পাব সি। আজি দেখোন নাহিল। বোধহয় টেলিগ্ৰাম পোৱাত পলম হৈছে, নহ'লে বা প্লেনৰ টিকট পোৱা নাই। যি হে ভিৰ আজিকালি সকলোতে। ট্ৰেইনতো আহিব পাৰে অৱশ্যে ... হৰিহৰ দাসে কথাটো ভাবি জীয়েকহঁতৰ কৰুণ, শুকান মূৰ্তিকেইটাৰ ফালে এবাৰ চালে, আৰু তাৰ পিছত ধীৰে ধীৰে ক'লে, 'নিৰ্মলটো দেখোন আহি নাপালে ... ট্ৰেইনত আহি আছে বোধহয়, অফিচৰ পৰা ছুটী-টুটি পোৱাৰ পিছত ...।'

বাপেকৰ কথাৰ মাজতে তিনিজনী জীয়েকেই থাপ মাৰি ধৰিলে যেন মন্তব্যটো— 'ইস্ টেলিগ্ৰাম পাই সি ট্ৰেইনত আহিবলৈ ধৈৰ্য ধৰি থাকিবনে? পগলাৰ নিচিনা হৈছে হ'বলা সি ইমান দিনেও আহি পাব নোৱাৰি। টেলিগ্ৰাম বা কেতিয়া পালে, আকৌ তাৰ পিছত প্লেনৰ টিকট পাওঁতে বা কিমান দেৰি লাগিছে। তাৰ যে মনৰ অৱস্থাটো কেনে হৈছে ...'

দেউতাকে আৰু একো নক'লে। নীৰৱে অলপ সময় জীয়েকহঁতৰ ফালে চাই ৰ'ল। কি বিষণ্ণ, কি ৰুক্ষ

চেহেৰা হৈছে আটাইকেইজনীৰ, যেন ডাঙৰ ধুমুহা এটা বৈ গৈছে সিহঁতৰ মূৰৰ ওপৰেদি। মাকৰ [illegible] সঁচায়ে ছোৱালীকেইজনী আধা মৰাৰ দৰে হ'ল ..'

ডাঙৰ পুতেক বিমল গম্ভীৰভাৱে সোমাই আহিল।

বন্ধু কেইজনমান আহিছিল, তেওঁলোকক মাত লগাবলৈ যাওঁতে জয়াৰ খবৰ ল'বকে পৰা নাই। 'ভালে ভালে আহি পালি নহয়? বৰুৱা কেতিয়া আহিব?'

'তেওঁ সেই শ্ৰাদ্ধৰ সময়তহে আহিব পাৰিব। তিনিচুকীয়ালৈকে আহি মোক বাছত তুলি দি গ'ল। এইডোখৰ মই কোনোমতে আহিলোঁ ককাইদেউ, মানুহেই আহিছোঁ নে কি আহিছোঁ মোৰ গাত একো গমেই নাছিল।'

বিমলে বিষণ্ণভাৱে হাঁহি এটা মাৰি সিহঁতৰ পৰা অলপ দূৰৈত মাটিত বহিল। হৰিহৰ দাসে এবাৰ মূৰ তুলি পুতেকলৈ চালে। জীয়েকহঁতৰ দৰে হিয়া-ধুনি কান্দিব পৰা নাই পুতেকে, কিন্তু মুখলৈ চালেই বুজিব পাৰি শোকত হিয়া ভাগি হৈছে। কান্দি পেলাই মন পাতলাব পৰা নাই কাৰণে তাৰ শোকটো হিয়াত পাষাণ ভাৰ হৈ হেঁচি আ[illegible]। তাৰ কষ্ট আৰু বেছি হৈছে। নিৰ্মলটোৰ বা কি হৈছে? হওঁতে ইহঁত কেইজনীয়ে ঠিকেই কৈছে— সি শেষলৈ ধৈৰ্য ধৰি থাকিব নোৱাৰে, মাক-বাপেকলৈ তাৰ অলপ মৰম নে? প্ৰতিখন চিঠিতে সি মাক-বাপেকে কেনে স্বাস্থ্যলৈ চকু ৰাখে এই কথা লিখিবলৈ নাপাহৰে ...। এতিয়া নিশ্চয় সি টেলিগ্ৰামখন পাই একেবাৰে বজ্ৰাহত হৈছে। ...

বোৱাৰীয়েক মাধৱী আকৌ সোমাই আহিল আৰু মানুহজনীয়ে কিবা কোৱাৰ আগতে শহুৰেকে কৈ উঠিল, 'হেৰি নহয়, কণপাইকে বজাৰলৈ পঠাই অলপ মাছ-টাছ আনিব লাগিছিল। ইহঁতে মাছ-মাংস খাব পায়, জয়াহঁত এনে এখন মাছৰ দেশৰ পৰা আহিছে মাছ নহ'লে বোধহয় ভাত খাই সুখ নাপাব ...।'

আৰু কিবা ক'ব খুজিছিল দেউতাকে, কিন্তু তাৰ আগতে জয়াই একপ্ৰকাৰ চিঞৰি উঠিল, 'তুমি কি কথাবোৰ কৈছা, দেউতা? আমাৰ ইমানে গৰহ লাগিছে নে যে ককাইদেউহঁতে এবেলা সিদ্ধ ভাত খাই থাকিব আৰু আমি জীয়েককেইজনীয়ে মাছে-ভাতে দগাৰি খাই থাকিম? নবৌ, দিয়া যদি ল'ৰা-ছোৱালীকেইটাক চাৰিটামান ভাত আলু-চালু দি সিজাই দিয়াবা, দিনটো ভাত খোৱা নাই সিহঁতে কিন্তু মোক হ'লে একো খোৱাৰ কথা নক'বা। এসাঁজ-দুসাঁজ নাখালে মৰি নাযাওঁ ...।'

বৌৱেকে ধীৰভাৱে ক'লে, 'বাৰু, তোমাৰ খোৱা-লোৱাৰ কথা পিছে-পৰে হ'ব। কিন্তু দেউতা, আপোনালৈ গাখীৰ এটুপি যতনাই থ'লোঁ অথনিৰে পৰা, আপুনি কেৱল পিছত খাম খাম কৰিয়ে আছে। আপোনাৰ এই দুৰ্বল শৰীৰেৰে ইমান লঘোন দিলে কেনেকৈ চলে বাৰু—'

জয়া আৰু বাকী জীয়েক দুজনীয়েও বৌৱেকৰ লগতে হুলস্থূল লগাই দিলে, 'দেউতা, উঠা, ব'লা, তুমি গাখীৰখিনি খোৱাগৈ—'

বোৱাৰীয়েকৰ আগে আগে থৰক-বৰক খোজেৰে হৰিহৰ দাস খোৱা ঠাইলৈ আগবাঢ়ি গ'ল। তেওঁৰ বুঢ়া অস্বচ্ছ চকুহাল যেন আৰু অস্বচ্ছ হৈ পৰিল, চকুপানী কেইটোপালমান ওলাই কেনেকৈ চকুৰ কোণত জমা হৈছেহি, অথচ এই দুখৰ অশ্ৰুৰ মাজেদি এই মুহূৰ্তত তেওঁ যে কি আচৰিত ধৰণৰ তৃপ্তিৰ স্বাদ এটাও অনুভৱ কৰিছে! এই অদ্ভুত অনুভূতিয়ে মনটোত এটা অপৰাধৰ ভাবো জগাই তোলে কিন্তু দুমাহমান আগতে লগ পোৱা নৰেশ্বৰ হাজৰিকাই তেওঁক যে কি ভয় খুৱাই থৈ নগ'ল!

হাজৰিকাৰ লগত দেখা হৈছিল প্ৰতুল বৰদলৈৰ ঘৰত। পিছত বুজা গ'ল বৰদলৈৰ ঘৰত হাজৰিকাকে ধৰি চাৰি-পাঁচজনমান বুঢ়া মানুহ সদায় গধূলি গধূলি গোট খায়েই আৰু গোট খাই পেঞ্চন পোৱা কৰ্মহীন দিনবোৰৰ অবসাদ নানাধৰণৰ কথা-বতৰাৰ মাজেদিয়ে কিছু আঁতৰ কৰে। হৰিহৰ দাস কিন্তু কিবা বৰ জৰুৰী সকামতহে সেইদিনা গধূলি বৰদলৈৰ ঘৰলৈ গৈছিল। অকল বৰদলৈয়ে নহয়, নৰেশ্বৰ হাজৰিকাকে ধৰি বাকী দুজন ভদ্ৰলোকো তেওঁৰ চিনাকি বাবে সেইদিনা তেওঁ তাত ভালেখিনি পৰ বহিবলগীয়া হ'ল। কথাই কথাই তেওঁলোকে কোনোবা এজন মানুহৰ মৃত্যুৰ কথা উলিয়ালে। বহুত দিন পক্ষাঘাতত আক্ৰান্ত হৈ বিছনাত পৰি থাকি অৱশেষত মৃত্যুৱে যোগেদি মুক্তি আহিল। পুতেক-বোৱাৰীয়েক-জীয়েকহঁতকো মুক্তি দি থৈ গ'ল, নহ'লে অতদিন বিছনাত পৰি থকা মানুহজনক শুশ্ৰূষা কৰি কৰি বেচেৰীহঁতৰ কম শাস্তি হৈছিল নে?

তেতিয়াই হাজৰিকাই ভেকাহি মাৰি উঠিছিল। পক্ষাঘাতত আক্ৰান্ত বাপেকৰ মৃত্যুতহে মুক্তি অনুভৱ কৰিছিল পুতেক-বোৱাৰীয়েক-জীয়েকহঁতে, বুঢ়া বাপেক-মাকহঁতক আজিৰ যুগৰ ল'ৰা-ছোৱালীয়েতো মানুহ বুলিয়েই গণ্য নকৰে, আপদ দেখাদি দেখে, মৃত্যুত অলপ উপৰুৱা দুখ দেখুৱালে কি হ'ব, আচলতে সকাহেই অনুভৱ কৰে পুতেক-বোৱাৰীয়েকহঁতে। বিলাত, আমেৰিকা হ'বলৈ কিবা বাকী আছেনে, ক'ত ল'ৰাই আজিকালি বিয়া-বাৰু কৰাই মাক-বাপেকক এৰি থৈ বেলেগ সংসাৰ পাতি থাকেগৈ, তেনে কৰিব নোৱৰাবোৰে মাক-বাপেকৰ মৃত্যুলৈকে কোনোমতে চকু-কাণ মুদি সহ্য কৰি থাকে। 'মোৰ আৰু এইবোৰ দেখিব-শুনিবলৈ বাকী আছেনে!' নৰেশ্বৰ হাজৰিকাই তিক্ত কণ্ঠেৰে এইবাৰ হিচাব দিবলৈ ধৰিলে— 'অমুকে ইমান কষ্ট কৰি ল'ৰা পঢ়ুৱালে কিন্তু তাৰ পিছত কি হ'ল... তমুকে বৰ হেঁপাহ কৰি বোৱাৰীয়েক আনিছিল, কিন্তু বিয়াৰ এমাহ নৌহওঁতেই ...'

নৰেশ্বৰ হাজৰিকাই নিজৰ চাক্ষুষ অভিজ্ঞতাৰ পৰা বহুতো মানুহৰ হিচাব দিবলৈ ধৰিলে, কৈ কৈ তেওঁৰ মাতটো তিক্ততাত আৰু বেছি বিকৃত হৈ ওলাবলৈ ধৰিলে।

সেইবোৰ কথা শুনি শুনি সিদিনা হৰিহৰ দাসৰ সৰল হোজা অন্তঃকৰণ কঁপি উঠিছিল। কি সৰ্বনাশৰ কথা দেখোন এইবোৰ! তেন্তে আজিকালিৰ সকলো পুতেক-বোৱাৰীয়েক-জীয়েক এনেকৈয়ে আত্মসৰ্বস্ব আৰু স্বাৰ্থপৰ হৈ উঠিছে? আগৰ দিনৰ দৰে বাপেক-মাকৰ প্ৰতি থকা শ্ৰদ্ধা-মৰম, বিচাৰ-বিবেচনা ক্ৰমে ক্ৰমে এনেকৈয়ে লোপ পাই আহিছে? কোনোবাই যদি বাহিৰত শ্ৰদ্ধা, ভাল পোৱাৰ ব্যৱহাৰ দেখুৱাই চলি থাকেও তাৰ বেছিভাগেই তেন্তে ভণ্ডামী আৰু অভিনয়? বিমল, মাধৱী, নিৰ্মল, নমিতাহঁতেও তেন্তে ...? হৰিহৰ দাসে যেন চকুৰে ধোঁৱা-কোঁৱা দেখিছিল। ইমান দিনে তেন্তে তেওঁ বালিতহে ঘৰ সাজি আছে?

থৰক্-বৰক্ খোজেৰে সিদিনা কোনোমতে হৰিহৰ দাস ঘৰ আহি ওলাইছিল। পৰিয়াল-অন্তঃপ্ৰাণ মানুহটো গোটেই জীৱনটো স্ত্ৰী-পুত্ৰ-পুত্ৰীহঁতক কেন্দ্ৰ কৰিয়ে দিনবোৰ যাপন কৰি আহি আজি মৰণৰ দুৱাৰডলিত থিয় দিছেহি। জীৱনত কোনোদিন আন কথা ভাবিব নাজানিলে, আন আকৰ্ষণৰ প্ৰতি মন ধাৱিত নহ'ল, আন কোনো নিচা বা চখে তেওঁক টানিব নোৱাৰিলে। সূৰ্যৰ দৰে তেওঁৰ পৃথিৱীখনৰ পৰিয়ালটোৱে আছিল কেন্দ্ৰ; তাকে মাজত লৈ তেওঁৰ জীৱন-বৃত্তৰ পৰিক্ৰমা প্ৰায় সমাপন কৰি আনিলে, কিন্তু তাৰ পিছত এতিয়া যদি এনে বজ্ৰাঘাতী নিদাৰুণ সত্যৰ সন্মুখীন হ'ব লগা হয়?

কিন্তু সঁচায়ে সত্য জানো? অন্ততঃ তেওঁৰ ক্ষেত্ৰত ই সত্য নহ'বওতো পাৰে। নৰেশ্বৰ হাজৰিকাৰ কথাবোৰ যে আখৰে আখৰে সত্য তাৰ কি প্ৰমাণ আছে? মনটোৰ ডাৱৰ আঁতৰিব ধৰিও হঠাতে আকৌ সেমেকি সেমেকি গৈছিল হৰিহৰ দাসৰ। সত্য নহয় যে তাৰো বা কি প্ৰমাণ আছে? সঁচায়ে কি প্ৰমাণ আছে? কি প্ৰমাণ? ...

সন্দেহৰ কীট এটা সোমাই গ'ল হৰিহৰ দাসৰ মগজত। আগৰ মনৰ প্ৰশান্তি হেৰাই গ'ল বহু পৰিমাণে।

তাৰ পিছত ঘৈণীয়েকৰ মৃত্যু হ'ল। কিন্তু ইমান দুখৰ মাজতো আজি আচৰিত, এয়া তেওঁৰ দুখ আৰু সুখ মিহলি অশ্ৰু গাল বাগৰি নামি আহিছে। মিছায়ে ভয় খাইছিল তেওঁ নৰেশ্বৰ হাজৰিকাৰ কথাবোৰত। মাকৰ মৃত্যুত ল'ৰা-ছোৱালীকেইটাৰ কেনেকৈ শোকত বুকু ভাগি গৈছে তাক তেওঁ নিজৰ ইমান দুখৰ মাজতো লক্ষ্য কৰিছে। বিমল মতা মানুহ, সি জীয়েক-বোৱাৰীয়েকহঁতৰ দৰে হিয়া উজাৰি কান্দিব পৰা নাই, কিন্তু সেই কাৰণেই তাৰ মুখৰ ফালে চাব নোৱাৰি। শোকৰ বেগ ৰুদ্ধ হৈ থকাৰ বেদনাত গোটেই মানুহটোৱেই যেন বজ্ৰাঘাতত পুৰি ক'লা পৰি যোৱা গছ এডালৰ দৰে শুকাই ক'লা পৰি গৈছে।

হৰিহৰ দাস থৰক্-বৰক্ খোজেৰে বোৱাৰীয়েকৰ আগে আগে গৈ খোৱা ঠাই পালেগৈ। চকুৰ কোণত জমা হোৱা অশ্ৰু দুটোপাল এইবাৰ শোঁটোৱা পৰা গালেদি বাগৰি আহিল। নাই, তেওঁৰ আৰু কোনো সন্দেহৰ কাৰণ নাই। নৰেশ্বৰ হাজৰিকাৰ কথাত এই কেইমাহ মিছায়ে ভয় খাই মৰিলে তেওঁ। ঘৈণীয়েকক লৈ গৈ মৃত্যুৱে তেওঁৰ কাৰণে ওৱাৰ্ণিং বে'ল বজাই থৈ গ'ল। কিন্তু সেই দিনটো আহিলে যে তেওঁ কেতিয়াও 'আন্ ওয়েণ্টে' হৈ নাথাকে সেই বিশ্বাসৰ নিৰ্ভয় বাণী ঘৈণীয়েকৰ মৃত্যুৰ প্ৰতিক্ৰিয়াই তেওঁক ভালদৰে শুনাই থৈ গ'ল।

(অসম বাতৰি)

# শোকসভা

হৰিপ্ৰসন্ন দত্তৰ মৃত্যুত চুবুৰীৰ 'যুবক সংঘ'ৰ ল'ৰাবোৰে এখন শোকসভা পাতি মোক কেইবাৰমান ক'বলৈ মাতিবলৈ আহিছিল। মই সবিনয়ে সেই নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰাত যুবক সংঘৰ ছেক্ৰেটাৰীজনে অসন্তুষ্ট মাতেৰে কৈ উঠিছিল— 'আপুনি যে এইটো কথাত কিবা আপত্তি কৰিব আমি কল্পনাই কৰা নাছিলোঁ, ছাৰ। স্বৰ্গীয় দত্তৰ আপুনি অকল ওচৰ-চুবুৰীয়াই নহয়, তেখেতৰ এজন প্ৰিয় ছাত্ৰও আছিল। আমি শুনিছোঁ, তেখেতে আপোনাক জন্মৰ দিনৰে পৰা দেখি আহিছে। আপুনিও জ্ঞান হোৱাৰ দিন ধৰি তেখেতক জানে। তেখেতৰ গুণ, জ্ঞান, পুণ্যকীৰ্তি এই সকলোবোৰ বৰ্ণাই আজি আমাৰ শোকসভাত আপুনি এটা অতি ভাবোদ্দীপক আৰু গভীৰ বক্তৃতা দিব বুলি বৰ আশা কৰিছিলোঁ, কিন্তু আপুনি যে কিয় আপত্তি কৰিছে, ছাৰ—। তেখেতৰ মৃত্যুত জানো আপুনি খুব দুখ পোৱা নাই?'

যুবক সংঘৰ এই ছেক্ৰেটাৰীজন মোৰ কলেজৰ ছাত্ৰ, কিন্তু মোৰ বিষয়ৰ নহয়। গতিকে মোক ছাৰ বুলিলেও যেন ঠিক প্ৰফেছৰৰ দৰে সমীহ নকৰে, চুবুৰীৰ এজন চিনাকি মানুহৰ দৰেহে যেন মোক ব্যৱহাৰ কৰিব খোজে। এনেয়েও, বোধহয় এটা সংঘৰ ছেক্ৰেটাৰী বুলিও, ল'ৰাজনৰ কথা-বতৰা, চাল-চলনত এটা মাতব্বৰী ভাব থাকেই। কথাও বেচ ক'ব জানে ল'ৰাজনে। কোনোদিন কথাত পৰি মৰা বিধৰ নহয়।

ল'ৰাজনৰ একৰকম অভিযোগৰ দৰে কথাবোৰৰ কিবা এটা উত্তৰ দিব লাগিল। মই এক মুহূৰ্তৰ কাৰণে কিবা এটা ভাবিলোঁ, তাৰ পিছত সিহঁত গোটেইবোৰৰ ফালে চাই অলপ হাঁহি ক'লোঁ— 'শোক সভাত বক্তৃতা দিবলৈ মৃতজনৰ খুব ঘনিষ্ঠ কোনোবা এজনক নামাতি অলপ দূৰৰ আন কোনোবা এজনক মাতিলেহে বেছি ভাল হয় নেকি? এটা কথা নহয়, বাপেকৰ মৃত্যুত পুতেকে জানো দুখ কৰি বক্তৃতা দিব পাৰে, অৱশ্যে মই—'

বাক্যটো অৰ্দ্ধসমাপ্ত ৰাখি মই মৈ গ'লোঁ। কিন্তু এইবাৰ মোৰ উত্তৰত ছেক্ৰেটাৰী ল'ৰাটোৰ তৎক্ষণাতে মুখৰ মাত নোলাল। আটাইকেইজন ল'ৰা অলপ সময় তলমূৰকৈ ৰ'ল। যেন সিহঁতৰ মনত এটা অপৰাধবোধ জাগি উঠিছে— হৰিপ্ৰসন্ন দত্তৰ মৃত্যুত মোৰ শোক যে সিহঁতে ভবাতকৈ বেছি সেইটো বুজিব নোৱাৰি সিহঁতে যেন মোৰ প্ৰতি অবিচাৰ কৰিছে।

কেইমুহূৰ্তমানৰ নীৰৱতাৰ পিছত সেই ছেক্ৰেটাৰীজনেই মাত লগালে— 'আপোনাৰ দুখৰ পৰিমাণ ঠিক বুজিব নোৱাৰি আৰু বেছি দুখহে দিলোঁ, ছাৰ। আমাৰ অজানকৃত অপৰাধৰ কাৰণে ক্ষমা কৰিব। দেৱ, সমীৰ, ব'লা আমি এবাৰ দুলাল দেৱৰ তাৰ পৰাই আহোঁগৈ; স্বৰ্গীয় দত্তৰ লগত তেখেতে বহুত দিন সহযোগী হিচাপে কাম কৰিছে, তেখেতেও ভালকৈ স্বৰ্গীয় দত্তৰ মহত্বৰ কথা ক'ব পাৰিব।'

যুবক সংঘৰ ল'ৰাবোৰ ইয়াৰ পিছত গুচি গৈছিল। মই অকলে বহুত সময় একে ঠাইতে বহি ৰ'লোঁ।

হৰিপ্ৰসন্ন দত্তৰ মৃত্যুত যে মই নতুনকৈ পিতৃ শোকেই পাবলগা হ'ল, সি মিছা কথা নহয়। মোৰ নিজৰ দেউতা সৰুতে ঢুকাইছিল। কিন্তু সেইদিন ধৰি এই মহানুভৱ, পৰোপকাৰী মানুহজনে যেন মোৰ মৃত পিতৃৰ আসনখন অধিকাৰ কৰি ল'লে। মোৰ মাই সাত বছৰীয়া মোক আৰু তিনি বছৰীয়া ভনী ৰাণী আৰু কেঁচুৱা ভাইটী বাপটিক লৈ অথাই সাগৰত পৰিব নালাগিল। সৰু ল'ৰা-ছোৱালীক মানুহ কৰিবলৈ অভিভাৱকৰ যিখিনি কৰ্তব্য তাক আমাৰ ক্ষেত্ৰত হৰিপ্ৰসন্ন দত্তয়ে একপ্ৰকাৰ সমাপন কৰিলে বুলি ক'ব পাৰি। মানুহজনৰ জন্ম হৈছিল যেন পৰৰ উপকাৰৰ কাৰণেই। সমাজৰ সকলো জনহিতকৰ কামত হৰিপ্ৰসন্ন দত্তৰ নাম থাকিবই। কত যে দুখী-দৰিদ্ৰ মানুহ তেওঁৰ আশ্ৰয়ত লালিত-পালিত হৈছিল তাৰ সীমা-সংখ্যা নাই। আৰ্থিক অৱস্থাও তেওঁৰ বেছ স্বচ্ছল আছিল। গতিকে কাৰোবাক অৰ্থ সাহায্য দিব লাগিলে তেওঁৰ অসুবিধা নহৈছিল। কিন্তু এই আৰ্থিক স্বচ্ছলতাৰ লগত হৰিপ্ৰসন্ন দত্তৰ দয়ালু মনটোৰ যে কোনো সম্পৰ্ক নাছিল তাক নক'লেও হ'ব।

বহুতে অতি ধনী হৈয়ো কাকো এক পইচা সাহায্য নকৰে আৰু বহুতে কপৰ্দকহীন হৈয়ো নিজৰ সৰ্বস্ব দি আনক সহায় কৰিবলৈ আগবাঢ়ি যায়। কিন্তু নহয়, মই ভুল ক'লোঁ, পিছৰ শ্ৰেণীৰ মানুহ বহুত নহয়, সেই শ্ৰেণীৰ মানুহৰ সংখ্যা অতি তাকৰ। হৰিপ্ৰসন্ন দত্ত কিন্তু সেই সংখ্যালঘিষ্ঠ মহানুভৱ সম্প্ৰদায়ৰ এজন মানুহ— অৱশ্যে ধনেৰে নহয়, মনেৰে। তেওঁৰ ধন থকাটো বহুতো দৰিদ্ৰপীড়িত মানুহৰ কাৰণে ভাগ্যৰ কথা হৈছে। কিন্তু ধন নাথাকিলেও যে তেওঁ সৰ্বতোভাৱে সকলোৰে উপকাৰ কৰিবলৈ কেতিয়াও পৰাঙ্মুখ নহ'লহেঁতেন সেই কথা ঠিক।

চুবুৰীৰ ভিতৰত মোৰ লগতে হৰিপ্ৰসন্ন দত্তৰ ঘনিষ্ঠতা বেছি আছিল। সৰুতে পিতৃহীন হৈ তেওঁৰ অভিভাৱকত্বৰ স্নেহছায়াত ডাঙৰ হ'বলগা হোৱাত যে সেই ঘনিষ্ঠতা গঢ়ি উঠিছিল, তাক নক'লেও হ'ব। কোনোবা নতুনকৈ চিনাকি হোৱা মানুহে যদি তেওঁক ল'ৰা-ছোৱালীৰ কথা সোধে, তেওঁ হাঁহি হাঁহি কয়— 'মোৰ ল'ৰা-ছোৱালী দহোটি বুলিয়েই ধৰক।' তেওঁৰ সেই উত্তৰত প্ৰশ্নকৰ্তাক অবাক হোৱা দেখি তেওঁ আকৌ কয়— 'মোৰ ছটা ল'ৰা-ছোৱালী, আমাৰ ওচৰৰ বিহাৰী বাবুৱে তিনিটি ল'ৰা-ছোৱালীক অনাথ কৰি যেতিয়া ঈশ্বৰৰ সেই অচিন দেশখনলৈ গুচি গ'ল তেতিয়া সেই তিনিটি পোনাৰ দায়িত্ব লৈ ময়েই সিহঁতৰ পিতৃৰ দৰে হ'লোঁ।— এস্ নটা ল'ৰা-ছোৱালীৰ হিচাবহে দিলোঁ আপোনাক, মোৰ পিছে আৰু এটি সন্তান আছে। এজনী তোলনীয়া জী, বহুত দিনৰ আগতে মই তাইক বাটত পাইছিলোঁ। কোন হিয়াহীন মাতৃয়ে সেই একেবাৰে পানী কেঁচুৱাটিক বাটৰ দাঁতিত পেলাই থৈ গৈছিল নাজানো, আজি কুৰি-একৈছ বছৰৰ আগৰ কথা সি। অতি সুন্দৰ, নিপোটল কেঁচুৱাটিক বাটৰ দাঁতিত পৰি কান্দি থকা দেখি মই আল্‌ফুল্‌কৈ তুলি আনি নিজৰ জীৰ দৰে ডাঙৰ-দীঘল কৰিছোঁ। কোনোবাই অনাদৰ-অৱহেলাত পেলাই থৈ গ'লেও তাইক মই এটুকুৰা মহা মূল্যবান হীৰাৰ দৰেই যত্নেৰে বুটলি আনিছোঁ। তাইৰ নামটোও মই হীৰা ৰাখিছোঁ। হীৰা মোৰ বৰ মৰমৰ জী। মাকে তাইক সৰ্বগুণসম্পন্না ছোৱালী কৰি গঢ়ি তুলিছে। পঢ়া-শুনাতো তাই ভাল। এইবাৰ বি এ পৰীক্ষা দিব। হাঃ হাঃ হাঃ— বুজিলে নহয়। মোৰ কেনেকৈ দহোটি ল'ৰা-ছোৱালী হ'ল?'

সঁচাকৈ হৰিপ্ৰসন্ন দত্তৰ দৰে মহানুভৱ মানুহ আমাৰ দেশত বিৰল। বহুতে নিজে অপুত্ৰক কাৰণে ল'ৰা-ছোৱালী তুলি লয়, সেই ল'ৰা-ছোৱালীক ডাঙৰ-দীঘল কৰে, শিক্ষা-দীক্ষা দিয়ে, মানুহ কৰে। কিন্তু মোৰ পিতৃতুল্য এই মানুহজনে নিজৰ ছটা ল'ৰা-ছোৱালী থকাৰ পিছত, আমি তিনিটা অনাথ শিশুৰ দায়িত্ব কান্ধ পাতি লোৱাৰ পিছতো হীৰাক বুটলি আনিছিল। নিজৰ জীৰ দৰে হীৰাক তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। এইখিনি মহানুভৱতা কোনে দেখুৱাব পাৰে? কেও কিছু নোহোৱা অনাথ শিশুক নিজৰ ঘৰত আশ্ৰয় দিয়া মই আগতেও দেখিছোঁ। আমাৰ লগতে কাম কৰা বৃন্দাবন হাজৰিকাৰ ঘৰতো তেনে এটি অনাথ শিশু ডাঙৰ হৈছে। হাজৰিকাৰ দেউতাকে এছ ডি চি কাম কৰিছিল। এবাৰ পঞ্চাছৰ বৰ ভুঁইকঁপৰ সময়ত তেওঁ ব্ৰহ্মপুত্ৰ নৈৰ দাঁতিৰ এখন অখ্যাত ঠাইত চাৰ্কোল অফিচাৰ হৈ থাকোঁতে নৈৰ বালিত কাঠ এডালৰ গাত লাগি থকা আঠ-ন বছৰীয়া আধা মৰা ল'ৰা এটা পাইছিল। তেওঁ তেতিয়া তাক ঘৰলৈ আনি শুশ্ৰূষা কৰি জীয়াই তুলিছিল। সি আৰোগ্য হৈ উঠাত তাৰ মুখত শুনা বৰ্ণনাত তেওঁ বুজিলে যে তাৰ বাহিৰে তাৰ পৰিয়ালৰ আৰু কোনো জীৱিত নাই। ভুঁইকঁপ আৰম্ভ হোৱাৰ আগে আগে বোলে সিহঁত আটাইবোৰ এখন নাৱত উঠি আহিছিল। পিছত নৈত ধুমুহা উঠিল আৰু নাও বুৰ গ'ল। সি এনেকৈ দৈৱাৎ বাছি গ'ল।

তীখৰ (সেইটো তাৰ পিতৃদত্ত নাম) এতিয়া বৃন্দাবন হাজৰিকাহঁতৰ লগতে আছে। মস্ত এটা ডেকা মানুহ হৈ উঠিছে সি। কিন্তু হৰিপ্ৰসন্ন দত্তৰ লগত হাজৰিকাৰ দেউতাকৰ পাৰ্থক্য এইখিনিতে যে হীৰাক হৰিপ্ৰসন্ন দত্তই জীয়েকক তোলাৰ দৰে তুলিলে, কিন্তু হাজৰিকাৰ দেউতাকে তীখৰক কোনো শিক্ষা-দীক্ষা নিদি ঘৰৰ এজন বিনা পইচাৰ লগুৱা কৰি ডাঙৰ কৰিলে।

কালি সেই হৰিপ্ৰসন্ন দত্তৰ মৃত্যু হৈছে। মই সঁচাকৈয়ে দ্বিতীয়বাৰ পিতৃ হেৰুৱাৰ দৰে দুখ পাইছোঁ। আজি যুৱক সংঘৰ ল'ৰাবোৰকো সেই কথা কৈয়ে বিদায় কৰিছোঁ যে এনে এটা ব্যক্তিগত শোকত মই আজিৰ

সভাত বক্তৃতা দিব নোৱাৰোঁ।

ল'ৰাকেইজনক কৈ পঠোৱা কথাটো মিছা নহয়। কিন্তু— সেইটোৱে জানো সম্পূৰ্ণ সত্য? তাত কি মোৰ মনৰ আৰু দ্বিতীয় কোনো কথা নাই?

যোৱাকালি মোৰ পিতৃতুল্য হৰিপ্ৰসন্ন দত্তৰ মৃত্যু হৈছে, আজি ল'ৰাবোৰে তেওঁৰ মৃত্যুত দুখ কৰি শোকসভা পাতিছে। তাত মই কি ক'ম? মোৰ দুখতে হিয়া ভাঙি গৈছে, বোধহয় কিবা ক'বলৈ গ'লে মোৰ মাতেই থোকাথুকি হৈ যাব। কিন্তু তাতকৈ ডাঙৰ কথা— ইমান মহানুভৱ মানুহজনৰ বিষয়ে মই তেওঁৰ মহত্ত্বত সামান্যতমো চেকা লগা কথা কেনেকৈ ক'ম? কেনেকৈ জোনৰ কলংকৰ দৰে তেওঁৰ চৰিত্ৰৰো কলংকৰ খুঁতখিনি সকলোৰে আগত প্ৰকাশ কৰি দিম? অৱশ্যে সেই বিষয়ে সম্পূৰ্ণ নীৰৱ থাকি হৰিপ্ৰসন্ন দত্তৰ আন সমস্ত মহৎ গুণৰ কীৰ্তন গাই যাব পাৰোঁ কিন্তু হীৰাৰ অশ্ৰুসজল ছবিটো মোৰ মনৰ চকুত ভাহি উঠি মোক যদি হৰিপ্ৰসন্ন দত্তৰ বিৰুদ্ধে বিদ্ৰোহী কৰি তোলে? মোৰ যদি কৈ থকাৰ সময়ত ভাব হয় যে ৰাইজৰ আগত প্ৰচাৰ কৰি দিওঁ, হৰিপ্ৰসন্ন দত্ত মহানুভৱী আছিল সঁচা, কিন্তু তেওঁ বুদ্ধিমান বা দূৰদৰ্শী নাছিল। মানুহে অকল ভাল কাম কৰিলেই নহয়, সেই ভাল কামৰ ফলাফলো যাতে ভাল হয় তাকো সাৱধানে চাই-চিন্তি ল'ব লাগে।

কিন্তু প্ৰকাশ্যে সভাত মোৰ অতি শ্ৰদ্ধেয় আৰু মৰমৰ মানুহজনৰ বিষয়ে এইবোৰ কথানো মই কেনেকৈ কওঁ? অথচ তেওঁৰ কেৱল গুণানুকীৰ্তনো মই কৰি যাব নোৱাৰিম, হীৰাজনী বাৰে বাৰে মোৰ চকুৰ আগত ভাহি উঠিব। তাতকৈ এয়ে ভাল, হৰিপ্ৰসন্ন দত্তৰ মৃত্যুৰ শোকসভালৈ মই নাযাওঁ। সেই সময়ত মই অকলে ঘৰত বহি থাকিম। আনবোৰ বক্তাই কওক, আনবোৰেই অকুণ্ঠভাৱে তেওঁৰ মানৱতাৰ বিষয়ে হিয়া উজাৰি কৈ যাওক।

অথচ এই ভাবটো মোৰ মনত কালিলৈকে অহা নাছিল। কালি হৰিপ্ৰসন্ন দত্তৰ শেষ কৃত্য সমাপন কৰি আহি তেওঁলোকৰ বিৰাটপুৰীত সোমাই এনে লাগিছিল যেন সেই মস্ত ঘৰখন মাত্ৰ এজন মানুহৰ অভাৱত একেবাৰে শূন্য হৈ গৈছে। কান্দি কান্দি ভাগৰি পৰি তেতিয়া ঘৰৰ মানুহবোৰ স্তব্ধ হৈ গৈছিল। সকলোৰে চকুৱে-মুখে ফুটি উঠিছিল অদ্ভুত এক শূন্যতা। মই সেই শূন্য আৰু বোবা চাৱনিবোৰৰ আগেদি গৈ গৈ ভিতৰ পাইছিলোঁ। ভিতৰৰ এটা নিজান চুকত দেখিছিলোঁ হীৰা বহি আছে। মোৰ ভৰিৰ শব্দ পাই তাই মূৰ তুলি চালে আৰু হুকহুকাই কান্দি উঠিল। মই গৈ তাইৰ ওচৰত মাটিতে বহি পৰিছিলোঁ আৰু তাইৰ মূৰত লাহে লাহে হাত ফুৰাই দি সান্ত্বনা দিয়াৰ চেষ্টাৰে কৈ গৈছিলোঁ— 'ইমানকৈ নাকান্দিবি হীৰা। কান্দিলে জানো কিবা ফল হ'ব? দেউতাৰ যাবৰ সময় হৈছিল, গ'ল। একেবাৰে অকালতে যোৱা নহয়। জাননে হীৰা, শ্মশানত যে কিমান গণ্য-মান্য মানুহ আজি গোট খাইছিল আৰু সকলোৱে চিএঞৰি চিএঞৰি দেউতাৰ যে কিমান গুণ-গান নকৰিলে। সকলোৰে মুখত এই কথা— হৰিপ্ৰসন্ন দত্ত হ'লে পোনে পোনেই স্বৰ্গলৈ গৈছে, এনে পুণ্যাত্মা আজিৰ দিনত বিৰল, উঠ হীৰা, ইমান কান্দিব নাপায়। দুখতো আমি সকলোৱে পাইছোঁ।'

আচৰিত, এইবাৰ মই কথা শেষ কৰিবই নাপালোঁ, হীৰাই কান্দোন বন্ধ কৰি তীক্ষ্ণ সুৰেৰে কৈ উঠিল— 'তোমাক কোনে ক'লে অমিয় দাদা, মই এতিয়াও দেউতাৰ দুখত কান্দি আছোঁ বুলি? দেউতাৰ কাৰণে দুখ কৰিবলগীয়া একো নাই বুলি মই জানোঁ। তেওঁৰ সময় হৈছিল, তেওঁ সুখেৰে গ'ল। কিন্তু মোৰ কাৰণে তেনে সময় আহিবলৈ আৰু কেই যুগ বাকী আছে তুমি এবাৰ ভাবি চোৱাচোন, অমিয় দাদা।'

হীৰাৰ কথাত মই এটা ম্লান হাঁহি মাৰিছিলোঁ। দেউতাকৰ মৃত্যুৰ দুখ তাইৰ ইমানেই অসহ্য হৈছে যে তাই নিজৰো মৃত্যু কামনা কৰিছে।

'ধেৎ পাগলী, ইমানেই দুখত অধীৰ হ'ব লাগে নে যে দেউতাৰ মৃত্যুৰ দুখত নিজৰো মনৰ ইচ্ছা জাগিছে?'

মোৰ কথাত হীৰা পোন হৈ বহিল। তাৰ পিছত মোৰ ফালে এটা অদ্ভুত তীক্ষ্ণ দৃষ্টি হানি তাই ক'লে— 'অ' তুমি সঁচাকৈয়ে তাকেই ভাবি আছা যে দেউতাৰ মৃত্যুৰ দুখতহে মই জ্বলি-পুৰি মৰিছোঁ। দেউতাৰ মৃত্যুত

আচলতে দুখ কৰিবলগীয়া কি আছে তুমি কোৱাচোন, অমিয় দাদা? গোটেই জীৱন তেওঁৰ ইচ্ছা অনুযায়ী তেওঁ পুণ্যৰ কাম কৰি গৈছে— সেই কাম কৰাত তেওঁ কোনোফালৰ পৰা বাধা পোৱা নাই কোনোদিন। নাই পোৱা আৰ্থিক বাধা, নাই পোৱা ঘৰুৱা বা সমজুৱা বাধা। মাৰ দৰে তিৰোতা এজনী দেউতাই ভাগ্য কৰি পাইছিল। কোনোদিন দেউতাৰ কোনো খাম-খেয়ালীত বাধা নিদিলে। এনেকি যেতিয়া দেউতাই মহত্ব দেখুওৱাৰ নামত ডাঙৰ পাপ কৰিলে, নিষ্ঠুৰতা কৰিলে, তেতিয়াও মাই তেওঁক বাধা নিদিলে আৰু সেই সকলোবোৰ পুণ্যৰ সুখ, পুণ্যৰ গৰ্ব লৈ দেউতা হাঁহিমুখে পোনে পোনে স্বৰ্গলৈ গুচি গ'ল—'

হীৰাৰ পিছৰ কথাবোৰ শুনাৰ মোৰ ধৈৰ্য নাছিল, মই একপ্ৰকাৰ চিঞৰিয়ে উঠি তাইক সুধিলোঁ— 'তই এইবোৰ কি প্ৰলাপ বকিছ, মই একো বুজিব পৰা নাই, হীৰা? দেউতাই কি মহত্ব দেখুৱাবলৈ গৈ পাপ কৰিলে আৰু নিষ্ঠুৰতা কৰিলে?'

মোৰ প্ৰশ্নত হীৰাই এটা অদ্ভুত হাঁহি মাৰিলে। এই কেইদিনে বেমাৰীৰ লগত পৰ দি টোপনি ক্ষতি কৰি, অৰ্দ্ধাহাৰে থাকি, অবিন্যস্ত হৈ থাকি হীৰাৰ ধুনীয়া চেহেৰাটোও মোলান পৰি গৈছিল, এতিয়া তাইৰ সেই হাঁহিটোৱে তাইক মোৰ কুৎসিতেই লাগিল।

হীৰাই ক'বলৈ ধৰিলে— 'অ' তোমালোক সকলোবোৰেই তেন্তে দেউতাৰ পাপ সম্বন্ধে অন্ধ আছিলা? অৱশ্যে মই জানিছিলোঁৱেই, তোমালোকৰনো সেইবোৰ চিন্তা কৰি চাবলৈ কি গৰজ পৰিছে, তোমালোকতো সেই পাপৰ বলি হ'ব লগা হোৱা নাই! অমিয় দাদা, মই এজনী পতিতাৰ ছোৱালী, মোৰ কলংকিনী মায়ে মোৰো জীৱনটো কলংকত পোত গৈ থকাতকৈ মৰি যোৱাই ভাল হ'ব বুলি ভাবি পানী কেঁচুৱাতে বাটত মৰিবলৈ এৰি দিছিল। কিন্তু তাৰ পিছত মোৰ পুণ্যাত্মা দেউতাই মোক বুটলি আনি নিজৰ জীয়েকৰ দৰে যত্ন আৰু মৰমেৰে তুলি-তালি ডাঙৰ-দীঘল কৰি মোৰ জীৱনৰ কি ডাঙৰ সৰ্বনাশ কৰিলে তুমি ভাবি চাইছানে, অমিয় দাদা? দেউতাৰ যদি মোক ইমানেই বচাবৰ ইচ্ছা আছিল, কোনোবা এটা অৰফেনেজত মোক দি নাহিল কিয়? নহ'লেবা মোক জীয়েকৰ দৰে মৰম-যত্নেৰে শিক্ষা-দীক্ষা দি ডাঙৰ-দীঘল নকৰি এজনী কেও-কিছু নোহোৱা ছোৱালীৰ দৰে চাকৰণী কৰি নুতুলিলে কিয়? তেতিয়া অন্ততঃ মোৰ এটা ভৱিষ্যৎ থাকিলহেঁতেন। বোকাৰ পৰা অহা ছোৱালীজনীক এদিন কোনোবা বোকাত থকা মানুহ এজনেই গ্ৰহণ কৰিলেহেঁতেন। কিন্তু দেউতাই মোক পদুম কৰি তুলিলে। কিন্তু দেউতাই এবাৰো ভাবি নাচালে--- তেওঁৰ আদৰৰ সেই পদুম ফুলপাহ এদিন একেবাৰে অবাবতে জহি-খহি শেষ হৈ যাব'— হীৰাই আৰু ক'ব নোৱাৰিলে, মুখত চাদৰৰ আঁচলেৰে হেঁচা মাৰি ধৰি হুকহুকাই কান্দি উঠিল।

মই একেবাৰে স্তব্ধ হৈ গৈছিলোঁ। মোৰ মুখৰ পৰা তেতিয়া হীৰাক নিচুকাবলৈ সামান্য টু শব্দটোও বাহিৰ হোৱা নাছিল।

এতিয়া ল'ৰাবোৰে মোক শোকসভালৈ নিমন্ত্ৰণ কৰিব আহিছে, মই বোলে তেওঁৰ দৰে মহৎ মানুহজনৰ মৃত্যুত কিবা ক'ব লাগে। কিন্তু মোৰ হীৰাৰ কথাত প্ৰথমবাৰৰ বাবে এই বোধোদয় হ'ল যে হৰিপ্ৰসন্ন দত্তৰ মৃত্যুৰ দুখটো হীৰাৰ জীয়াই থকা দুখটোৰ তুলনাত সঁচাকৈয়ে অকিঞ্চিৎকৰ।

# চলিহানী আৰু চুৰুৰীয়া

'মা, কি হ'ল? তুমি দেখোন উভতি আহিলা? জেঠাইদেউহঁতৰ কাকো ঘৰত নেপালা নেকি?'

গহীন মুখেৰে আহি ঘৰ সোমোৱা চলিহানীৰ মুখখন জীয়েক মালাৰ ফালে চাই আৰু বেছি গহীন হৈ উঠিল।

'তই সাজি-কাচি ক'লৈ ওলাইছ, মালা?'

মাকৰ প্ৰশ্নত অলপ অবাকেই হৈ গ'ল মালা? এইদৰে সদায় সদায় আবেলি তাই, ৰুণু আৰু জুনু মিলি এপাক ফুৰি অহাটো দেখোন এটা নিত্য-নৈমিত্তিক অভ্যাস— আজি নজনাৰ ভাও ধৰিছে কিয় মাকে? তাইৰ লগত ৰুণু-জুনুক দেখা নাই কাৰণে নেকি? ৰুণুতো এইমাত্ৰ আহিব, তাই পানী এগিলাচ খাবলৈ পাকঘৰলৈ গৈছে; জুনু অৱশ্যে আজি ফুৰিবলৈ নেযায়, তাইৰ বন্ধু এজনী আহিছে, দুযো কথা পাতি আছে। গ'লে পিছত দুয়ো বন্ধুৰে ফুৰিবলৈ যাব। 'ক'লৈ যাম আৰু, সদায় য'লৈ ফুৰিবলৈ যাওঁ—। তুমি আজি নজনাই হ'লা। ... কিবা কাম আছে নেকি? আমি পুখুৰীৰ পাৰেদি এপাক মাৰিম আৰু গুচি আহিম। কিন্তু তুমি কিয় গৈয়ে গুচি আহিলা, মা?' মালাই আকৌ সুধিলে।

সঁচায়ে মাক এইদৰে উভতি অহাত মালা অলপ আচৰিত হৈছিল। ফুৰিবলৈ গৈ মাক উভতি আহিছে— একেবাৰে অভাৱনীয় কথা! এঘৰত মানুহ নাই, আন এঘৰলৈতো যাব পাৰি? তেনেকৈ সদায় যায়ো তেওঁ। কতদিন ফুৰি আহি মাকে তাইক কৈছেহি— 'আজি সুৱৰ্ণহঁত ঘৰত নাছিল অ' মালা, দুপৰীয়াতে বোলে বড়ালপুখুৰীত থকা মোমায়েকহঁতৰ ঘৰলৈ ফুৰিবলৈ গৈছে। মই দুলুহঁতৰ ঘৰলৈকে গ'লোগৈ— দুলুৰ বোলে আকৌ কালি ৰাতিৰ পৰা বৰ পেটৰ বিষ। মাকৰতো ভয়েই হৈছে গেষ্ট্ৰিক-টেষ্ট্ৰিক হয় বুলি, তেওঁৰ নিজৰো আছে নহয়... ইত্যাদি ইত্যাদি' ফুৰি আহি কাৰ ঘৰত কি শুনি আহিলে, কি দেখি আহিলে গোটেইবোৰ বিৱৰি মাকে মালাক পিছত ক'বহি। এয়েইতো চিৰদিনৰ নিয়ম। কিন্তু আজি কি হ'ল? কিয় উভতি আহিল মাক? আৰু এটা আচৰিত কথা— তাইকো এতিয়া সুধিছেহি— সাজি-কাচি ক'লৈ যায় তাই। কি হ'ল মাৰ? আবেলি যে সিহঁত ফুৰিবলৈ যায় কিয় নজনাৰ ভাও ধৰিছে তেওঁ?

ইতিমধ্যে ৰুণু পানী খাই ভিতৰৰ পৰা আহিছিল, তায়ো মাকক দেখি আচৰিত হৈ কিবা এষাৰ ক'বলৈ মুখ মেলিছিল, কিন্তু তাইৰ মেলা মুখ মেলাতে থাকিল। কাৰণ তাৰ আগতে মাকেই প্ৰায় চিঞৰি উঠিল— 'ইঃ, এবো সাজি-কাচি ওলাইছে ৰাস্তাই-ৰাস্তাই টহল দিবলৈ। কাম নাই তহঁতৰ? এই একোজনী একোজনী ছোৱালী, ঘৰতে বুঢ়ী হৈ হৈ থাকি মোৰতো চুলিকেইডাল পকালিয়েই, এতিয়া কিবা এটা ঘৰুৱা কাম-বন কৰি যদি মোক অলপ সহায় কৰি দিলিহেঁতেন তেও অলপ সকাহ পালোহেঁতেন। কিন্তু নাই, এওঁলোকৰ কোনো ঘৰুৱা কাম-কাজলৈ অলপো মন-কাণ নাই; কেৱল আবেলি হোৱাৰ লগে লগে সাজোন-কাচোন কৰি বাটলৈ ঢাপলি মেলিব। খালি খালি, মোক তহঁতে খালি, একেবাৰে নাক-কাণ কাটিলি। ... সিজনী ক'লৈ গ'ল আকৌ?'

'ক'লৈ যাব আৰু, জুনুৰ কোনোবা বন্ধু আহিছে, তাই ঘৰৰ ভিতৰতে আছে... কিন্তু তোমাৰ আজি সঁচায়ে কি হ'ল, মা? ফুৰিবলৈ গৈ তো উভতি আহিলাই, আকৌ এতিয়া ঘৰ পাই আমাক এনেয়ে গালি পাৰি মৰিব ধৰিছা। কোবাচোন মা, তোমাৰ কি হ'ল?' মালাই আকৌ সুধিলে।

'কি হ'ব আৰু, তহঁতৰ মূৰ হৈছে। আৰু এই ৰুণু, মুখ মেলি ইয়াত থিয় হৈ ৰ'লি কিয়, যা ভিতৰলৈ যা, চিলাই-টিলাই কিবা এটাকে কৰগৈ। মালা, তহঁত কোনেও আজিৰ পৰা আবেলি-আবেলি ৰাস্তাত গৈ গা ফেলাব নোৱাৰ। ঘৰতে থাকিবি, কাম-বন কৰিবি। মস্ত মস্ত একোজনী হৈছ, কিবা কামলৈ যদি মন আছে। লোকৰ ঘৰৰ ছোৱালীবোৰ কিমান লক্ষ্মী, কিমান কাম-বন কৰি মাকক সহায় কৰি দিয়ে। ব'ল ব'ল, ভিতৰলৈ ব'ল, ইয়াত এনেকৈ মূৰ্তি ধৰি থিয় হৈ থাকিব নেলাগে।'

মালাৰ মাক দুপ্‌দুপাই ভিতৰলৈ সোমাই গ'ল।

মালা আৰু ৰুণুও চুচুক-চামাককৈ মাকৰ পিছে পিছে ঘৰ সোমালগৈ। সিহঁতৰ মুখ দুখন ওফন্দি উঠিছিল। ভিতৰলৈ যোৱাৰ আগতে সিহঁতে দুয়ো দুয়োৰে চকুলৈ চালে।

'মাৰ কি হ'ল অ', বাইদেউ? একেবাৰে দেখোন ফায়াৰ?'

'ক'ব নোৱাৰোঁ দে কি হ'ল। জেঠাইদেউহঁতৰ ঘৰলৈ যাওঁ বুলি ওলাই গৈ দেখোন গুচি আহিল। আৰু আহি এই ৰুদ্ৰমূৰ্তি! জেঠাইদেৱেই কিবা ক'লে নেকি? কিন্তু জেঠাইদেৱেনো কি ক'ব, মাৰ দেখোন তেওঁ প্ৰাণৰ বন্ধু।'

'অ', জেঠাইদেৱে আকৌ কি ক'ব? আন কোনোবাই কিবা ক'লে নেকি। নে ৰাস্তাতে কোনোবাই আমাৰ বিষয়ে কিবা ৰিমাৰ্ক দি মাক শুনাই থৈ গ'ল...'

আলোচনা কৰি কৰি দুয়ো বাই-ভনী ভিতৰ পালেগৈ।

ভিতৰলৈ সোমাই গৈ মালাৰ মাক এখন্তেক পৰ বাৰাণ্ডাতে বৈ উদাসভাৱে শূন্যৰ ফালে চাই ৰ'ল। তেওঁৰ মনটো তেতিয়া এজনী সৰু ছোৱালীৰ দৰেই অভিমান আৰু বেজাৰত ভাৰাক্ৰান্ত হৈ উঠিছিল। প্ৰায় চকুপানী ওলাবৰ উপক্ৰম হোৱাত তেওঁ কোনোৰকমে নিজকে সংযত কৰি বাৰাণ্ডাৰ এচুকত থকা মুঢ়াটোত বহি পৰিল। বুকু ঠেলি এটা দীৰ্ঘশ্বাস বাহিৰ হৈ আহিল মালাৰ মাকৰ। মনৰ চকুত বাৰে বাৰে ভাহি থাকিল কেইমিনিটমান আগৰ অকল্পনীয় দৃশ্যটো।

প্ৰায়ে ফুৰিবলৈ ওলায় মালাৰ মাক। চুবুৰিটোৰ প্ৰত্যেকৰ লগতে তেওঁৰ ঘনিষ্ঠতা। দিনটো ঘৰৰ কাম-বন কৰি আবেলি তেওঁ আজৰি হ'বই, আজৰি হৈ কাষোবাৰ নহয় কাৰোবাৰ ঘৰলৈ যাবই। একমাত্ৰ তেওঁৰ ঘৰলৈ কোনোবা আহিলে বা আন কোনো অতি এৰাব নোৱাৰা কথাত পৰিলেহে তেওঁ ফুৰিবলৈ নোলায়, নহ'লে তেওঁ সদায় ওলাবই। কোনোবা এঘৰলৈ নগ'লে, দিনটোৰ ভিতৰত আন ঘৰৰ কাৰোবাক নেদেখিলে, দুটা কথা নেপাতিলে তেওঁৰ মনত সুখেই নেলাগে। সদায় এইদৰেই চলি আহিছে তেওঁৰ দিনবোৰ। গিৰীয়েকৰ বদলিৰ চাকৰি। আজি ইখন ঠাইত কালি সিখন ঠাইত এনেকৈ ঘূৰি ঘূৰি বিবাহিত জীৱনৰ বাইশ-তেইশ বছৰ পাৰ হৈ গৈছে; ল'ৰা-ছোৱালী জন্ম হৈছে, ডাঙৰ হৈছে, সংসাৰৰ জঞ্জাল বাঢ়িছে। কিন্তু সকলো আলৈ-আহুকালৰ মাজতো মালাৰ মাকৰ বাহিৰৰ সমাজখনৰ লগত ঘনিষ্ঠতাত ভাটা পৰা নাই। সংসাৰৰ দহোবন কাটি কৰি এবাৰ তেওঁ ঘৰৰ পৰা ওলাবই, ওলাই এঘৰলৈ গৈ দুটা সুখ-দুখৰ কথা পাতি এখন তামোল বা একাপ চাহ খাই দিনটোৰ মনৰ ভাৰ পাতলাই আহিবই। গিৰীয়েক বিপিন চলিহা শান্ত-শিষ্ট নিৰ্বিৰোধী মানুহ। ঘৈণীয়েকৰ কোনো কথাতে মাত-বোল হকা-বধা কৰাৰ অভ্যাস নাই। সংসাৰৰ কোনো কথাতেই তেওঁ মাত নেমাতে। আবেলি অফিচৰ পৰা আহি প্ৰথমতে তেওঁ কাগজখন পঢ়িব আৰু তাৰ পিছত বেগ এটা লৈ বজাৰলৈ ওলাই যাব। ঘৈণীয়েক ফুৰিবলৈ যোৱাৰ দৰে সদায় বজাৰলৈ যোৱাৰ অভ্যাস চলিহাৰ। নিজে বজাৰ নকৰিলে খাই সুখ নেলাগে তেওঁৰ। বজাৰৰ পৰা আহি তেওঁ সৰু ল'ৰা-ছোৱালীকেইটাৰ পঢ়-শুনা চায়। বাহিৰৰ সমাজৰ লগত বেছি সম্বন্ধ নাই তেওঁৰ। কিন্তু ঘৈণীয়েক তাৰ বিপৰীত। দিনটো ঘৰত সোমাই থাকি আবেলি এপাক ওলাই নগ'লে মূৰ-চুৰেই বোলে বেয়া লাগি যায় তেওঁৰ। কিন্তু আচল কথা মানুহ-দুনুহৰ সঙ্গ তেওঁ খুব ভাল পায়, প্ৰাণ খুলি কথা পাতি, হাঁহি-ফুৰ্তি কৰি আড্ডাত মছগুল হৈ থাকিবলৈ পালে সময়বোৰ তেওঁৰ কাৰণে খুব উপভোগ্য হয়। মানুহ সমাজপ্ৰিয় জীৱ— এই কথাষাৰ চলিহানীৰ গাত আখৰে আখৰে ফলিয়ায়। তেওঁৰ লগত চুবুৰিৰ প্ৰত্যেকঘৰ মানুহৰে হৃদ্যতা, প্ৰত্যেকঘৰ মানুহকে তেওঁ খুব ভাল পায়। এইটো হৈ আহিছে প্ৰত্যেকখন ঠাইতে— প্ৰত্যেকখন ঠাইতে যি এবছৰ-দুবছৰ আছে, মানুহৰ লগত মিলি আহিছে প্ৰাণ খুলি। গৈছে-আহিছে, ইটো-সিটো বস্তু উপহাৰো পঠিয়াইছে সময়ে সময়ে— তাৰ ভিতৰত বাৰীত হোৱা বেঙেনাৰ পৰা আদি কৰি গিৰীয়েকে বাহিৰৰ পৰা অনা নানা উপঢৌকন যেনে ক্ৰীম-দৈ-মাছ সকলো থাকে। বিপিন চলিহা পি. ডব্লিউ. ডি-ৰ এছ. ডি. অ'.। মানুহজন শান্ত-শিষ্ট আৰু অতি শান্ত নিৰ্বিকাৰ মনেৰেই ঠিকাদাৰ বা আন আন খাতিৰৰ মানুহে দিয়া উপঢৌকন গ্ৰহণ কৰে।

ঘৈণীয়েকৰ মুখো সেইবোৰ পাই উজ্জ্বল হৈ উঠে। বস্তু সৰহ হ'লে ওচৰ-চুবুৰীয়ালৈও পঠিয়াই দিয়ে, ওচৰ-চুবুৰীয়া সন্তুষ্ট হয়, মালাৰ মাকৰ লগত সম্বন্ধ ঘনিষ্ঠতৰ হয়।

পিছে বদলি হৈ সেইখন ঠাই এৰিবৰ সময়ত মালাৰ মাকৰ যেন বুকু ভাগি যায়। ইমান আপোনভাবে মিলা-মিছা কৰা মানুহবোৰক যে এৰি থৈ গুচি যাব লাগিব।... সেই বিদায়ৰ সময়বোৰত মালাৰ মাকে প্ৰত্যেকবাৰে মনতে প্ৰতিজ্ঞা কৰে যে এইবাৰৰ পৰা তেওঁ কাৰো লগত ইমান ঘনিষ্ঠভাবে মিলা-মিছা নকৰে, ইমান বেছি আপোন হৈ পৰাতহে এৰা-এৰি হ'বৰ সময়ত ইমান বেজাৰ লাগে। কিন্তু য'ৰ প্ৰতিজ্ঞা ত'তে থাকি আহে প্ৰত্যেকবাৰে, নতুন ঠাইলৈ আহি আকৌ মালাৰ মাকে সকলোৰে লগত ঘনিষ্ঠতা আৰম্ভ কৰি দিয়ে। নকৰি নোৱাৰে। আকৌ আবেলি আবেলি ফুৰা পৰ্ব আৰম্ভ হয়, কথা-হাঁহি-ফূৰ্তি-আড্ডাৰ পুনৰাবৃত্তি ঘটে. উপঢৌকন পঠোৱা-পঠি হয়। নতুন ঠাইত এইদৰে বাৰে বাৰে পুৰণি ঠাইৰ কাৰবাৰবোৰ পুনৰ আৰম্ভ হৈ যায়।

মালাৰ মাকে নিজে যেনেকৈ ফুৰে ছোৱালী তিনিজনীকো তেওঁ তেনেকৈ ফুৰাৰ স্বাধীনতা দিছে। বেচেৰীহঁতে দিনটো পঢ়া-শুনা কৰে, তাৰ মাজে মাজে, অলপ-অচৰপ ঘৰুৱা কামো কৰে, কিমান চাগে' ক্লান্তি আহে— আবেলি আবেলি অলপ ফুৰি নাহিলে চলে কেনেকৈ? পুনৰ যে গধূলি কিতাপ লৈ বহিব লাগিব তাৰ বাবেতো বাহিৰৰ নিৰ্মল বতাহ লাগি মূৰকেইটা অলপ ঠাণ্ডা হ'ব লাগিব! তিনিও বাই-ভনী লগ লাগি ৰাস্তাত কিছু সময় ফুৰে,— ফুৰক। বহুতো কঢ়া স্বভাৱৰ মাকৰ দৰে ছোৱালীকেইজনীৰ ফুৰা-চকাত বাধা দিয়াৰ সত নেযায় তেওঁৰ। ফুৰিলেইতো ছোৱালী বেয়া হৈ নেযায়, তেওঁৰ ছোৱালী সঁচায়ে বেয়া হোৱা নাই। নিজৰ মাক বুলিয়েই নহয়— তেওঁৰ ধাৰণা মালা, ৰুণু-জুনুৰ দৰে সৎ, নম্ৰ স্বভাৱৰ ছোৱালী সঁচায়ে খুব কম আছে আৰু ওচৰ-চুবুৰিয়াইও সিহঁতকেইজনীক বৰ চেনেহৰ চকুৰে চায়; সিঁহত আবেলি ফুৰিবলৈ ওলালে সিহঁতক দেখা মানুহে নিশ্চয় কয় যে চলিহানীৰ জীয়েককেইজনী সঁচায়ে বৰ মৰমলগা ছোৱালী। নিশ্চয় কয়। তেওঁৰ ছোৱালী বুলিও বিশেষকৈ। মালাৰ মাকৰ মনৰ ভিতৰত এইটো আত্মপ্ৰসাদ থাকেই যে চুবুৰিৰ ভিতৰতে তেওঁ সৰবৰহী তিৰোতা, তেওঁৰ লগতে আটাইৰে আহ-যাহ বেছি। অকল এইখন ঠাইতে এনে নহয়, এৰি অহা সকলো ঠাইতে এনে হৈ আহিছে। সকলো ঠাইতে সকলোকে তেওঁ আকৰ্ষণ কৰে, সকলোৰে তেওঁৰ লগত আহ-যাহ বেছি হয়, তেওঁৰ উপস্থিতিতে সকলোতকৈ বেছি আড্ডা জমি উঠে। নিজৰ এই জনপ্ৰিয়তাখিনি মালাৰ মাকে মনে মনে বেছ উপভোগ কৰে। অৱশ্যে এই জনপ্ৰিয়তা তেওঁ আৰ্জি লৈছে। তেৱোঁ জানো মানুহবোৰক কম ভাল পায়? তেওঁৰ ঘৰলৈ আহিলে মানুহক জানো অলপ অভ্যৰ্থনা কৰে? নানাবিধ ৰসাল আলাপ আৰু বিবিধ সুখাদ্যেৰে আলহী-অভ্যাগতক তেওঁৰ দৰে আপ্যায়িত কৰা মহিলা কোনটো চুবুৰিত আৰু কিমান আছে? তেওঁৰ আপ্যায়নত, তেওঁৰ কথা-বতৰাত, তেওঁৰ ব্যৱহাৰত যে সদায় সকলো মুগ্ধ হৈ আহিছে সেই বিষয়ে মালাৰ মাক সদায়ে সুনিশ্চিত। আৰু তেওঁ যেনেকৈ সকলোকে ভাল পায় তেওঁকো নিশ্চয় সকলোৱে তেনেকৈ ভাল পায়।

কিন্তু অলপ আগতে শইকীয়ানীৰ ঘৰলৈ গৈ তেওঁ যিবোৰ কথা শুনি আহিবলগা হ'ল, সেইবোৰ যে সঁচায়ে শুনিছিল এতিয়াও যেন বিশ্বাস কৰিবৰ মন নেযায় মালাৰ মাকৰ। এতিয়াও যেন কাণ দুখনক অবিশ্বাস কৰিবৰ মন যায়। কিন্তু সঁচায়েতো নুশুনা নহয়, অবিশ্বাস্য সেই কথাবোৰ যে অলপ আগতে তেওঁ শুনি আহিছে! বৰ হেঁপাহ কৰি গৈছিল শইকীয়ানীৰ তালৈ। মানুহজনীক তেওঁ অকল বাইদেউ বুলি মতাই নহয়, বায়েকৰ দৰে ভাব-ভক্তিও কৰিছিল। সেই শইকীয়ানীৰ ঘৰৰ বাৰাণ্ডাত ভৰি দিয়াৰ লগে লগে মালাৰ নামটো কাণত পৰাত তেওঁৰ কাণ থিয় হৈ গৈছিল। মালা? এই চুবুৰিত তেওঁৰ জীয়েক মালাৰ বাহিৰেতো সেই একেলগৰ আন আৰু কোনো ছোৱালী নাই। শইকীয়ানীহঁতৰ খোৱা কোঠালিটো বহা কোঠালিৰ লগ লগা, বোধহয় শইকীয়ানীয়ে কাৰোবাক চাহ খাবলৈ দি— কিন্তু কাৰোবাক মানে এইটো দেখোন ভুঞানীৰ মাত! মালাৰ মাকে শইকীয়ানীহঁতৰ নিজা ড্ৰইং ৰুমটোত নিঃশব্দে থিয় হৈ থাকি শুনিলে শইকীয়ানীয়ে কোৱা— 'মালাহঁতক এনেকৈ ৰাস্তাই ৰাস্তাই গা ঘেলাই থকা দেখিলে মোৰ এনেহে ইচ্ছা যায় যেন টানি আনি ঘৰুৱা কামত লগাই দিওঁ'— কথাবাৰত কৈ উঠা ভুঞানীৰ মাত— 'ছোৱালীৰ গাতনো আৰু কি দোষ, মাক ভালেহে জীয়েক জাতি, মাকৰোতো একেই

স্বাভাৱ। অভাৱ নাই নহয়, গিৰীয়েকে এসোপা ভেটিৰ বস্তু আনি দ'ম কৰি দিছে, নিজে আৰু জীয়েকহঁতে ওপৰতে বহি মজা মাৰি খাইছে। কাম-বন কৰাৰ...।'

যিমান নিঃশব্দে গৈ শইকীয়ানীৰ ঘৰত সোমাইছিল, তাতকৈ বেছি নিঃশব্দে মালাৰ মাক তেওঁলোকৰ ঘৰৰ পৰা ওলাই আহিছিল। ভূঞানীৰ কথাখিনি শেষলৈ শুনা নহ'ল, আৰু তেওঁ যোৱাৰ আগতে শইকীয়ানীহঁতে আৰু কিমান কি তেওঁলোকৰ বিৰুদ্ধে কথা পাতিছিল তাকো শুনা নহ'ল। কিন্তু নুশুনিলেও যেন কোনো ক্ষতি নাছিল মালাৰ মাকৰ। বাহিৰৰ কাণ দুখনেৰে নুশুনিলেও মনৰ কাণ দুখনে কিন্তু ঠিকেই শুনিছিল শইকীয়ানী আৰু ভূঞানীৰ কথোপকথন, শুনিছিল শইকীয়ানীয়ে মালাহঁতৰ নিন্দা কৰা, ভূঞানীয়ে তেওঁৰ নিন্দা কৰা... আৰু হয়তো সেই নিন্দা-পৰ্ব এতিয়াও চলি আছে।

মালাৰ মাকৰ বুকুখন হম্‌হমাই উঠিল... মনটোৱে ছট্‌ফটাবলৈ ধৰিলে। অতীতৰ আৰু কেইবাখনো ঠাইৰ আৰু কেইবাগৰাকী তিৰোতাৰ এনে নুশুনা নিন্দা-বাণে আহি মালাৰ মাকক বিন্ধিবলৈ ধৰিলে.. কিন্তু কিয়? কিয় মানুহবোৰে তেওঁৰ এইবোৰ নিন্দা কৰিবলৈ ধৰিছে? তেওঁৰ ছোৱালীয়ে যদি গা ঘেলাই ৰাস্তাত ঘূৰি ফুৰিছেও তাৰ দ্বাৰাতো সেই মানুহবোৰৰ ঘৰৰ কাম-বনৰ ক্ষতি হোৱা নাই; তেওঁৰ গিৰীয়েকে যদি ভেটি খাইছেও সেই বস্তুৰতো তেওঁলোকেও ভাগ পাইছে— ভেটিৰ বস্তু বুলিতো কোনেও ওলোটাই দিয়া নাই বৰং পাই আনন্দহে প্ৰকাশ কৰিছে?

কিন্তু, নিজৰ মনলৈ ভুমুকি মাৰি মালাৰ মাক আচৰিত হ'ল যে শইকীয়ানী আৰু ভূঞানীৰ কথাবোৰতে কেৱল তেওঁৰ মন গধুৰ হৈ উঠা নাই, তেওঁৰ বেজাৰৰ কাৰণ যেন আৰু সুদূৰপ্ৰসাৰী। আজি তেওঁ যিবোৰ কথা মনে মনে শুনি আহিল সেইবোৰ কথা যে তেওঁ সদায় নুশুনাৰ ভাও ধৰি এই মানুহ-দুনুহবোৰৰ লগত চলিব লাগিব, তেওঁবিলাকৰ লগত আহ-যাহ চলাই থাকিব লাগিব, কাৰণ সমাজ নহ'লে, আড্ডা নহ'লে তেওঁ কোনোমতে চলিব নোৱাৰে। তাৰ উপৰি মনেৰে বেয়া পালেও বাহিৰত ভদ্ৰতাৰ মুখাখন পিন্ধি দহজনৰ লগত মোলায়েম ব্যৱহাৰতো কৰি থাকিবই লাগিব। তাত বাৰু একো অসুবিধা নাই। কিন্তু তেওঁৰ মনৰ আত্মতৃপ্তিক যে তেওঁ ইয়াৰ পিছত একেবাৰে জলাঞ্জলি দিব লাগিব, সকলোৰে লগত মিলা-মিছা, কথা-বতৰা, হাঁহি-ধেমালিৰ মাজত সদায় অদৃশ্য হৈ মিলি থাকিব এদিন সন্ধিয়াৰ শইকীয়ানী আৰু ভূঞানীৰ তেওঁলোকক নিন্দা কৰি কৰি কোৱা সেই কথাবোৰ। আৰু ফলত আন সহস্ৰ কথা, সহস্ৰ ৰং-ৰহস্য মিছা হৈ সত্য হৈ ৰ'ব কেৱল এদিন সন্ধিয়াৰ মাত্ৰ দুষাৰমান কথা।...

মালাৰ মাক শিয়ঁৰি উঠিল।

(অসমীয়া, ১৯৬৮)

# আকাশ ছোঁৱা

ব্ৰজনাথ শৰ্মাৰ গাড়ীখনৰ এটা দুৰ্ঘটনা ঘটিল। শ্বিলঙৰ পৰা গুৱাহাটীলৈ নামি আহোঁতে সিফালৰ পৰা আহি থকা যাত্ৰীবাহী গাড়ী এখনৰ লগত খুন্দা লাগিল। কিয় লাগিল কোৱা টান আৰু দুৰ্ঘটনা মানে দুৰ্ঘটনাই। ফলস্বৰূপে তেওঁৰ সৰু ফিয়েট গাড়ীখন প্ৰায় চেপেটা লাগিল আৰু তেওঁ কোনোমতেহে প্ৰাণে বাচিল। ড্ৰাইভাৰে বিশেষ আঘাত নাপালে আৰু সেই কথাযো পিছত ব্ৰজনাথ শৰ্মাৰ জ্বলা জুইত ঘিউ ঢালিছিল। অকল ফিয়েটখন ধ্বংস হোৱাৰ লোকচানেইতো নহয়, তাতোকৈ ডাঙৰ লোকচান হ'ল সময়ৰ, যি সময় ব্ৰজনাথ শৰ্মাৰ বাবে অমূল্য, অপূৰণীয়। বিখ্যাত ব্যৱসায়ী ব্ৰজনাথ শৰ্মাৰ জীৱনত এক ঘণ্টাৰো দাম অতি বেছি, সেই এক ঘণ্টাত তেওঁ অদ্ভুত সুদক্ষ ব্যৱসায়ী মগজটো খটুৱাই কত টকা ঘটিলেহেঁতেন, ব্যৱসায়ৰ কত নতুন নতুন জাল বিস্তাৰ কৰিলেহেঁতেন। কিন্তু এতিয়া ড্ৰাইভাৰ ছবিনৰ অসাৱধানতাতে তেওঁৰতো ভৰি ভাঙিলেই আৰু লগতে অমূল্য তিনিটা মাহো নষ্ট হৈ গ'ল। তিনিটা মাহ! কি সুদীৰ্ঘ সময়! খঙৰ জ্বালাত ব্ৰজনাথ শৰ্মাই মনৰ ভিতৰত কৈ উঠিছিল যে ছবিনটো মৰি গ'লেই তেওঁ ভাল পালেহেঁতেন। কিন্তু মৰাতো দূৰৰকথা, তেওঁৰ দৰে তিনি মাহ কিয় তিনি দিনো হাস্পতালত পৰি থাকিবলগা নহ'ল সি। কিন্তু তাৰ অসাৱধানতাত তেওঁ অকথ্য যন্ত্ৰণা ভুগি তিনি মাহলৈ হাস্পতালত পৰি থাকিবলগা হৈছে,— ভৰিৰ হাড় ভাঙিল, নতুন গাড়ীখন ভাগিল আৰু এই সকলোতকৈ ডাঙৰ কথা তেওঁৰ আপুৰুগীয়া তিনিটা মাহ একেবাৰে বৰবাদ হৈ গ'ল।

ব্যৱসায়ী মানুহৰ বাবে সময়ৰ কিমান বেছি দাম ব্ৰজনাথ শৰ্মাই সেই কথাৰ অলপ গম ধৰিব পাৰিছিল তেওঁ নিজে ব্যৱসায়ত লগাৰ বহুত আগতেই। তেতিয়া ব্ৰজনাথ শৰ্মা কলেজৰ ছাত্ৰ। কিবা এটা অসুখৰ বাবে ডাক্তৰ এজনৰ চেম্বাৰলৈ গৈছিল তেওঁ, অসুখটো তেওঁৰ ডাঙৰেই আছিল, তেওঁ যাৰ ওচৰলৈ চিকিৎসাৰ বাবে গৈছিল সেইজনো আছিল ডাঙৰ ডাক্তৰ। ডাক্তৰৰ অপেক্ষা কৰি থকা লোকসকলৰ ভিতৰত এজন মাৰোৱাৰীও আছিল। ডাক্তৰক দেখাৰ লগে লগে তেওঁ হাঁহি মাৰি কৈ উঠিছিল— 'আপুনি ইমান দূৰত চেম্বাৰ কৰি আমাৰ দৰে ব্যৱসায়ী মানুহৰ বাবে বৰ অসুবিধা কৰিলে ডাক্তৰ চা'ব। টেক্সীত অহা যোৱা কৰোঁতেই মোৰ ত্ৰিশ টকা যায়। কিন্তু সেই টকাটো ডাঙৰ কথা নহয়। ডাঙৰ কথা হ'ল সময় যায় বহুত। আমাৰ ব্যৱসায়ী মানুহৰ বাবে সময়ৰ দাম বৰ বেছি ডাক্তৰ চাব।'

তাৰ পিছত ব্ৰজনাথ শৰ্মাও এসময়ত ব্যৱসায়ত লাগিল আৰু তেতিয়াৰে পৰা সেই মাৰোৱাৰীজনৰ কথাৰ সত্যতা উপলব্ধি কৰি আহিছে।

হাস্পতালত ব্ৰজনাথ শৰ্মা তিনি মাহমান থকাৰ কথা। তাৰে প্ৰথম এমাহ উকলিল। ভৰিত প্লাষ্টাৰ লগাই মানুহজনক বিছনাত পেলাই থোৱা হৈছে, উঠিব-বহিব নোৱাৰে, কেৱল বিছনাতে পৰি থাকিব লাগে— দিনৰ পিছত ৰাতি আৰু ৰাতিৰ পিছত দিন। নাযায়-নুপুৱায় যেন লগা দিন-ৰাতিবোৰো লাহে লাহে শেষ হৈ আহে আৰু তেনেকৈয়ে এটা মাহ পাৰ হয়।

এটা মাহ পাৰ হোৱাৰ পিছত ব্ৰজনাথ অলপ আচৰিতেই হ'ল— হ'লেই নে এটা মাহ শেষ? অথচ দিন-ৰাতিবোৰ কি অসহ্যভাৱে দীঘলীয়া দেখোন!

কিন্তু আৰু কেইদিনমান যোৱাৰ পিছতহে তেওঁ বুজি পালে— সেই এটা মাহনো কেনেকৈ অপেক্ষাকৃত সোনকালেই পাৰ হোৱাৰ দৰে লাগিল। আচলতে তেওঁৰ খবৰ ল'বলৈ অহা বন্ধু-বান্ধৱ, আত্মীয়-স্বজনেই তেওঁৰ বহুতো অসহনীয় সময় ক'ব নোৱৰাকৈ পাৰ কৰাই দিছিল। কিন্তু এতিয়া এটা মাহ পাৰ হ'ল, এতিয়া আৰু বন্ধু-বান্ধৱ বা আত্মীয়-স্বজনসকলে আগৰ দৰে তেওঁৰ খবৰ ল'বলৈ নাহে বা আহিবও নোৱাৰে।

হঠাতে এক অদ্ভুত ধৰণৰ শূন্যতা অনুভৱ কৰিলে ব্ৰজনাথ শৰ্মাই। তেওঁৰ মনটোত এক ধৰণৰ অভিমানবোধ এটায়ো মূৰ দাঙি উঠিল, কিন্তু লগতে নিজেও সেই কথা বুজিলে যে তেওঁৰ সেই অভিমান অৰ্থহীন অভিমান। মানুহবোৰৰতো তেওঁৰ দৰেই সময়ৰ দাম আছে, কাম আছে সকলোৰে— সেই সকলো বাদ দি তেওঁৰ দৰে

সুদীৰ্ঘ দিন হাস্পতালত পৰি থকা ৰোগী এজনৰ খবৰ লৈ থাকিব নোৱাৰে নহয় কোনেও।

ব্ৰজনাথ শৰ্মাৰ পুতেক তিনিজন। ডাঙৰজন তেওঁৰ লগতে ব্যৱসায়ত সোমাইছে, মাজুজনে নামত কিবা এটা চাকৰি কৰিছে যদিও দেউতাকৰ আৰ্জনেৰেই খাই-বৈ আছে আৰু সৰুজনে ইঞ্জিনীয়াৰিং পঢ়ি আছে। ছোৱালী দুজনী, ডাঙৰজনী তেওঁৰ প্ৰথম সন্তান— তাইক বিয়া দিয়াৰে পঁচিছ বছৰ হৈছে। দ্বিতীয়জনী দ্বিতীয় ল'ৰাটোৰ পাছৰে, তাইৰো বিয়া হোৱাৰ বহুত দিন হ'ল। তেওঁৰ দুৰ্ঘটনাৰ খবৰ পাই দুয়োজনী ছোৱালী আৰু জোঁৱাই দুজন দূৰ-দূৰণিৰ পৰা আহি তেওঁক চাই গৈছে।

তেওঁক চোৱা-মেলা কৰাৰ ত্ৰুটি অৱশ্যে হোৱা নাই। ঘৈণীয়েক আহি আছে, পুতেক কেইজন আহি আছে। বোৱাৰীয়েক— এজনীয়ে বোৱাৰীয়েক তেওঁৰ— আহিবলৈ অৱশ্যে নোৱাৰে। প্ৰথম সন্তানৰ মাক হোৱা আজি কিছু দিনহে হৈছে।

কিন্তু ঘৈণীয়েকৰ উপস্থিতিয়ে তেওঁৰ সময়বোৰ তেনেকৈ পাতল কৰিব নোৱাৰে, বৰং বেছি গধুৰ কৰি তোলে বুলিহে ক'ব পাৰি। গিৰীয়েকৰ দুৰ্ঘটনাই মানুহজনীৰ মুখখন যি ক'লা মেঘেৰে ঢাক খুৱালে খুৱালেই আৰু। সেই মুখৰ পৰা হা-হুমুনিয়াহৰ বাহিৰে আন একো যেন ওলাবই নোখোজে। অৱশ্যে তেওঁৰ এনে অৱস্থাত ঘৈণীয়েকৰ হাঁহি-স্ফূৰ্তি ভৰা মুখ এখন যে তেওঁৰ সহ্য হ'লহেঁতেন তাতো সন্দেহৰ অৱকাশ আছে। কিন্তু সি যিয়েই নহওক, ঘৈণীয়েকৰ গহীন বিষাদে আৰৱা মুখেও তেওঁৰ সময় ভাৰাক্ৰান্ত কৰি ৰাখে। পুতেকহঁতৰ লগত ব্ৰজনাথ শৰ্মাৰ তেনেকৈ কোনো দিনেই কথা-বতৰা নচলে আৰু মনে মনে তেওঁ সদায়ে পুতেকহঁতৰ ওপৰত অলপ অপ্ৰসন্ন হৈয়ে থাকে— সিহঁত যেন ঠিক তেওঁ আশা কৰাৰ দৰে নহ'ল, সিহঁতে যেন তেওঁৰ কিবা প্ৰত্যাশা পূৰ্ণ কৰিব পৰা নাই। অৱশ্যে ঠিক কি যে প্ৰত্যাশা তাকো বোধহয় ব্ৰজনাথ শৰ্মাই নিজেই ভালকৈ বুজিব নোৱাৰে। কিন্তু তথাপি পুতেকহঁতে যে ব্ৰজনাথ শৰ্মাক সুখী কৰিব পৰা নাই, সেইটো সঁচা।

জীৱনত ব্ৰজনাথ শৰ্মাই ব্যৱসায়ৰ বাহিৰে একো নাজানে, আন একোতে ইণ্টাৰেষ্ট ল'বলৈ নিশিকিলে। টকা আৰ্জনৰ বাবেই তেওঁ কেৱল টকা আৰ্জি গৈছে, টকা অৰ্জাই তেওঁৰ ধ্যান আৰু জ্ঞান। টকা টকাই, সেই টকাৰ বিনিময়ত পৃথিৱীৰ বহুতো কথাই যে নিজৰ মনোমত কৰি লৈ তাক উপভোগ কৰিব পাৰি তাক ব্ৰজনাথ শৰ্মাই কোনো দিনেই গম নাপালে। ব্যৱসায় কৰা আৰু সংসাৰৰ প্ৰাত্যহিক কাজ-কাম কিছুমান কৰি সময় খৰচ কৰাৰ বাহিৰে যে আন আৰু কিবা কথাত সময় খৰচ কৰিব পাৰি সেই কথা ভবাৰে কোনো দিন অৱকাশ হোৱা নাছিল অতি ব্যস্ত মানুহজনৰ। গতিকে সেই মানুহেই যেতিয়া ব্যৱসায়ত লগাব নোৱৰা অখণ্ড সময়ৰ মুখামুখি হ'ল, ব্ৰজনাথ শৰ্মাৰ অৱস্থা হ'ল পানীৰ মাছ আহি মাটিত পৰাৰ দৰে।

কিতাপ-পত্ৰৰ লগত ব্ৰজনাথ শৰ্মাৰ আন একোৰে লগত নথকাৰ দৰেই সম্পৰ্ক নাই। অৱশ্যে খবৰৰ কাগজ হ'লে তেওঁ পঢ়ে। 'ট্ৰিবিউন' আৰু 'দৈনিক অসম' দুয়োখনেই তেওঁ পঢ়ে। কিন্তু সেই দুখন কাগজে সুদীৰ্ঘ সময়ৰ কিমানকণনো খৰচ কৰিব পাৰে?

গতিকে সন্মুখৰ আৰু দুটা মাহৰ কথা ভাবি ব্ৰজনাথ শৰ্মা যে শিয়ৰি উঠিব তাত একো আচৰিত মানিব লগা নাই। তেনে অৱস্থাৰ সম্ভাৱনাৰ আগত মানুহজনে ড্ৰাইভাৰ ছবিনৰ উদ্দেশ্যে আৰু এবাৰ ভয়ংকৰ গালা-গালি দি উঠিল।

আৰু ঠিক তেনে সময়ৰে এটা দিনৰ এটা আবেলি মাধুৰী উপস্থিত হ'লহি। টিনোপাল ব্যৱহাৰ কৰি ধোৱা নীলা পাৰিৰ শুধ বগা চাদৰ এখনে আলফুলভাৱে মেৰাই ধৰিছে লাহি গাটো, বতাহত কপালৰ আগত ওলমি থকা চুলিকেইডাল অলপ অলপ কঁপিছে, দোতালালৈ উঠি অহাৰ পৰিশ্ৰমতে বোধহয় নাকৰ আগত বিন্দু বিন্দু মুকুতাৰ দৰে ঘামৰ টোপাল ওলমিছে, মিহি বগা ধুনীয়া মুখখনৰ আটাইতকৈ দৰ্শনীয় বস্তু উজ্জ্বল গভীৰ ক'লা চকুযুৰিত বিষাদৰ পৰিবৰ্তে ফুটি উঠিছে এক কৌতুকৰ তিৰ্‌বিৰণি।

ছোৱালীজনীৰ উপস্থিতিত মুহূৰ্ততে যেন চাৰি নম্বৰ কোঠালীটোৰ এই এমাহৰ বেমাৰী, বিষাক্ত পৰিৱেশ *এটা ছিন্ন-ভিন্ন হৈ গ'ল। বন্ধ কৰি থোৱা দুৱাৰখন খুলি যেন হঠাতে সোমাই আহিল এক শুভ্ৰ আৰু সতেজ ফুলৰ সুবাস আৰু কথাটো একেবাৰে আক্ষৰিক অৰ্থতেই।* শুভ্ৰ-বসনা ছোৱালীজনীৰ হাতত সঁচাকৈয়ে এথোপা খৰিকাজাঁই

ফুলৰ থোপা আছিল। তাইৰ মুখৰ হাঁহিটোৰ দৰেই ফুলথোপায়ো যেন হাঁহি আছিল।

'নাগিনী। তই হঠাৎ ক'ৰ পৰা।' ব্ৰজনাথ শৰ্মাই এনেকৈ গাটো লৰচৰ কৰিলে যেন তেওঁ উঠি বহিবহে ওলাইছে। তেওঁৰ মাতত যিটো সুৰ ফুটি ওলাল— সি বিভিন্ন আবেগৰ সংমিশ্ৰণৰ ফল। তাত আছিল আনন্দ, আছিল উত্তেজনা, আছিল বিস্ময় আৰু আছিল অভিমানো। আৰু এইবাৰৰ এই অভিমান যেন যুক্তিসংগতো। যোৱা এমাহ ধৰি যিজনী ছোৱালীৰ আগমনৰ বাবে প্ৰতি দিনেই মনত অলপ আশা লৈ বাট চাই আছিল, তাই আহিল আজি সেই সুদীৰ্ঘ এমাহ পাৰ হৈ যোৱাৰ পিছতহে।

'হঠাৎ কিয় হ'ব, গৰমৰ বন্ধ হ'ল গুচি আহিলোঁ। পিছে তোমাৰ বৰ বুদ্ধি দেই ককা, কাম এৰি জিৰাবলৈ আইতাৰ বাবে সাহস নাই, সেয়ে একেবাৰে এক্সিডেণ্ট এটাকে কৰি তিনি মাহৰ জিৰণি যোগাৰ কৰি ল'লা।'

মাধুৰীয়ে খিলখিলাই হাঁহি উঠিল আৰু ককাকে কিবা কোৱালৈ বাট নাচাই ইফালে-সিফালে চাই কাঁচৰ গিলাচ এটা মেজ এখনৰ ওপৰত দেখি তাৰ ওচৰত পানীৰে ভৰি থকা বটলটো লক্ষ্য কৰি ক'লে, 'ককা, পানী খোৱা যদি খাই লোৱা। মই কিন্তু গিলাচত ফুলবোৰ সজাই থ'ম। পিছৰবাৰহে আন গিলাচ এটা আনিম।'

কিন্তু ব্ৰজনাথ শৰ্মাৰ কাণত যেন সেই কথা সোমোৱাই নাই, তেনেকৈয়ে আগৰ সুৰতেই— আৰু তাত এতিয়া অভিমানৰ মাত্ৰাটো আগতকৈও বেছি— ক'লে— 'এই এমাহ পৰি থাকিলোঁ, কত যে মানুহ-দুনুহ আহি মোৰ খবৰ নল'লে, এনেকি মোৰ অফিচৰ জমাদাৰটোৱেও আহি খবৰ লৈ গ'ল। মাৰ-মাহীয়েৰহঁতো দূৰৰ পৰা বাছ-ৰে'লগাড়ীত ভাড়া ভৰি আহিল। কিন্তু তোৰ হ'লে বুঢ়া ককাৰটোলৈ এবাৰো মনত নপৰিল। নগৰৰ বাজ্যত থাকিলে মানুহৰ মনবোৰ বোধ হয় কঠোৰ হয়, তোৰ নাগিনী নামটো বোধহয় মই ঠিকেই দিছিলোঁ।'

মিচিকিয়াই হাঁহিলে মাধুৰীয়ে, সৰু ল'ৰাৰ অভিমানভৰা কথা শুনি মাকে হঁহা— প্ৰশ্ৰয় আৰু চেনেহ মিহলি হাঁহি। তাৰ পিছত তাই মুখৰ ভিতৰতে গুণগুণালে— 'আজ ৰজনীতে হয়েছে সময়, এসেছি বাসবদত্তা।'

'ককা তুমি এনেয়ে অভিমান কৰিছা। যোৱা এটা মাহৰ মানুহৰ ভিৰৰ মাজত আহি মই তোমাৰ কি উপকাৰ কৰিলোঁহেঁতেন কোৱা? কিন্তু এতিয়া তোমাৰ খবৰ কৰা মানুহ পাতলি আহিব এতিয়াহে তুমি বৰ্ হৈ যাবা। সেই হিচাপ কৰিহে মই এতিয়া দুটা মাহৰ গৰমৰ বন্ধ হোৱাত আহিছোঁ। তোমাৰ এক্সিডেণ্টৰ খবৰ পাই দৌৰি আহি দুই-তিনিদিন থাকি যোৱাতকৈ একেবাৰে এনেকৈ দুমাহৰ বাবে অহাটো বেছি ভাল হোৱা নাইনে? মইতো সেই হিচাবকে কৰিলোঁ যে পিছৰ সময়ছোখৰত খবৰ ল'বলৈ অহা শুভাকাংক্ষীৰ ভিৰ ইমান কমি যাব যে তুমি অকলে অকলে পাগল হৈ যাবা'— আকৌ এবাৰ হাঁহিলে মাধুৰীয়ে— 'অৱশ্যে তুমি মৰিবলৈ ওলোৱা বুলি শুনিলে শেষ দৰ্শনৰ বাবে ঠিকেই আহিলোঁহেঁতেন। কিন্তু ট্ৰাংক কল কৰি জানিলোঁ যে তোমাৰ ভৰিৰ হাড় ভাঙিছে, আঘাত মাৰাত্মক নহয়।'

ব্ৰজনাথ শৰ্মা এইবাৰ গলি গ'ল। তেওঁৰ আদৰৰ নাতিনীজনীৰ কথা-বতৰাৰ ধৰণবোৰ যদিও একে হৈ আছে, তেওঁৰ প্ৰতি মৰম আৰু তেওঁৰ সুখ-দুখৰ প্ৰতি মনোযোগ এতিয়াৰেই অক্ষুণ্ণ হৈ আছে।

'তই এই দুটা মাহেই আমাৰ লগত থাকিবলৈ আহিছ নাগিনী?'

ব্ৰজনাথ শৰ্মাই উৎফুল্ল হৈ সুধিলে।

'ওঁ। মাহঁতক চিঠি লেখি দিছোঁ যে কলেজ খুলিবৰ সময়ত মই ঘৰত সোমাই দুই-তিনিদিন থাকি যাম। চাওঁ ককা, তোমাৰ মুখখন অলপ তিতা গামোচাৰে মচি দিওঁ.'

মাধুৰী ব্ৰজনাথ শৰ্মাৰ বৰজীয়েকৰ প্ৰথম সন্তান, অৰ্থাৎ নাতি-নাতিনীসকলৰ ভিতৰত প্ৰথম। তেওঁৱেই তাইৰ নামটো ৰাখিছিল মাধুৰী। মাধুৰীৰ জন্মৰ সময়ত তেওঁৰ জীয়েক তেওঁলোকৰ ঘৰত আছিলহি। ফুলকলিৰ দৰে নাতিনীজনীৰ জন্মত প্ৰথমবাৰৰ বাবে ককাদেউতাক হোৱা ব্ৰজনাথৰ আনন্দৰ সীমা-পৰিসীমা নাছিল। চহকী মানুহ, মনত আনন্দ, আত্মীয়-স্বজন, বন্ধু-বান্ধৱক নাতিনীৰ জন্ম উপলক্ষে তেওঁ মাছ-মিঠাই দুয়োবিধেই ভগাই দিছিল।

মাধুৰী নামটো তেওঁ ৰাখিছিল আৰু আদৰতে ঘৰত মাতিছিল মৌ বুলি। কিন্তু এতিয়া সেই মৌ-মাধুৰীক তেওঁৱে আকৌ নতুন নাম এটা দিছে— নাগিনী।

ডাঙৰ হৈ অহাৰ পিছৰে পৰা এই প্ৰাণ-সমা নাতিনীজনীয়ে তেওঁক সিমান সুখ দিয়া নাই। তাইৰ অইন কোনো কথা অৱশ্যে তেওঁৰ মনস্তাপৰ কাৰণ হোৱা নাছিল, পঢ়া-শুনাত তাই চোকা আছিল, ব্যৱহাৰত সাদৰী, আজিকালিৰ বহুত ছোৱালীৰ দৰে পোছাক-সৰ্বস্ব বা উদণ্ড মুঠেই নহয়। কিন্তু ছোৱালীজনী অলপ বিপ্লৱী ধৰণৰ— ককাকে তেনেকৈ ভাবে। ব্যৱহাৰত ইমান সাদৰী, ইমান মৰমিয়াল, অথচ কেতিয়াবা কথাবোৰ শুনিলে তাইক কঠুৱা যেনো লাগি যায়। কিন্তু এইবোৰ ডাঙৰ কথা নহয়; এইবোৰ তেওঁক দুখ দিবলগীয়া কথাও নহয়। মাধুৰীয়ে তেওঁক প্ৰথম দুখ দিলে তাই ইংৰাজীত অনাৰ্ছ লৈ বি এ পঢ়ি থকাৰ সময়ত। তাইক বিয়া দিবলৈ হেঁপাহ কৰি তেওঁ প্ৰশান্ত বৰুৱা নামৰ ল'ৰা এজন ঠিক কৰিছিল; এই ল'ৰাজন দেখনীয়াৰ, সচ্চৰিত্ৰবান, পৰিশ্ৰমী আৰু ভদ্ৰ। ল'ৰাজনে ব্যৱসায় কৰে। কম বয়সতে সি যথেষ্ট ব্যৱসায় প্ৰতিভা দৰ্শাইছে। এই কথাটোতে বিশেষকৈ প্ৰশান্তক তেওঁ বৰ পছন্দ হৈছিল। খোৱা-জীয়াৰ লক্ষণ আছে ল'ৰাটোৰ। বৰ হেঁপাহ আছিল তেওঁৰ মৰমৰ নাতিনী মাধুৰীৰ লগত বিয়া দি প্ৰশান্তক নাতি-জোঁৱাই হিচাপে পাবলৈ। কিন্তু সেই আশা একেটা আঘাতেৰে চূৰ্ণ-বিচূৰ্ণ কৰি দিছিল তেওঁৰ মাধুৰীয়ে। 'মোৰ বিয়া? প্ৰশান্ত বৰুৱা নামৰ সেই বিজিনেছমেন ল'ৰাজনৰ লগত?' মাধুৰী হাঁহিৰ-উচ্ছ্বাসত যেন ভাঙিয়ে পৰিব, পৃথিৱীত ইয়াতকৈ হাস্যকৰ, অসম্ভৱ কথা যেন আৰু একোৱে নাই— 'ককাৰ যে match-making আৰু! তোমাক চকুৰ আগত জন্মৰ দিন ধৰি দেখি অহাৰ পিছতো মই বিজিনেছমেন বিয়া কৰাম? পাগল নেকি। তেনে মানুহে মই তেজ-মাংসৰ মানুহজনীতকৈ সদায় টকাৰ ভাবমূৰ্তিকে বেছি মূল্য দি চলিব। এই বিয়াৰ কথা তুমি কল্পনাতো নাভাবিবা ককা!' তাৰ পিছতে তাই ককাকৰ মূৰটো তাইৰ কোমল বাহুৰে মেৰিয়াই ধৰি কৈছিল— 'ককা, তোমাক মই জোকাইছোঁহে দেই, তুমি কিন্তু হৃদয়হীন বিজিনেছমেন নোহোৱা।'

প্ৰশান্তৰ লগত বিয়া নহ'ল মাধুৰীৰ। ব্ৰজনাথ শৰ্মাৰ ঘৰত থাকি কটন কলেজৰ পৰা বি এ পাছ কৰাৰ পাছত জালুকবাৰীৰ হোষ্টেলত থাকি ইংৰাজীত এম এ পাছ কৰি মাধুৰীয়ে কহিমা কলেজত চাকৰি কৰিবলৈ নগালেণ্ডলৈ গুচি গৈছিল। সেয়াই এটা আঘাত ব্ৰজনাথ শৰ্মাৰ বাবে। কলেজত কাম কৰিলি কৰিলি, কহিমাতহে কৰিব লাগেনে? নাতিনীয়েকে কয়— অইন ঠাইত চাকৰি নাপালে তাই কি কৰিব, তদুপৰি কহিমা কি বেয়া? প্ৰকৃতিৰ জীয়ৰী কহিমা, অইন সৰু চহৰৰ বিবৰ্ণ বিস্বাদ কলেজতকৈ কাম কৰি নিশ্চয় বেছি ভাল লাগিব! এনেকুৱাই কথা ছোৱালীজনীৰ! কিন্তু চাকৰি কৰিবলৈ তোৰ কিহৰ গৰজ পৰিছে, কোনে কৈছে তোক চাকৰি কৰি আলফুলীয়া শৰীৰৰ কোমলতা আঁতৰাই কঠিন-কৰ্কশ কৰিবলৈ?

ইফালে প্ৰশান্তক বিয়া নকৰোৱাৰ যুক্তি যে তাইৰ মাথোঁ ছল, সেই কথাৰ প্ৰমাণ ওলাই গ'ল তাই এম এ পঢ়ি থাকোঁতে। ব্ৰজনাথ শৰ্মায়ে আকৌ দ্বিতীয়বাৰৰ বাবে নাতিনীৰ বিয়াৰ কাৰবাৰত লাগি দ্বিতীয়জন ভাল ল'ৰাৰ বন্দবস্ত কৰিছিল। নলিনী শৰ্মা, মেজিষ্ট্ৰেট। আকৌ এইবাৰো ব্ৰজনাথ শৰ্মাৰ বুকুত খুন্দা লগাই মাধুৰীয়ে জোৰেৰে হাঁহি উঠিছিল— 'মেজিষ্ট্ৰেট? বাপ্‌ৰে বাপ! যিহে দিন-কাল পৰিছে দেশৰ, আজি বোলে টকা দিলেও বস্তু নাই, বস্তু থাকিলেও দাম জুই-ছাই, ব্লেক মাৰ্কেট, আকাল, দুৰ্ভিক্ষ, বানপানী— হাজাৰ সমস্যা। শাসন কাৰ্যত থকা অফিচাৰসকলৰ চিন্তাত টোপনি আহে নে নাই মোৰ সন্দেহ। ব্যৱসায়ীয়ে যদিওবা এবেগতলৈ হ'লেও ঘৈণীয়েকৰ কথা ভাবিব পাৰে মেজিষ্ট্ৰেটে তাকো নোৱাৰিব। তেনে মানুহক বিয়া কৰাই জ্বলা জুইত জাঁপ মাৰিবলৈ দিয়ানে ককা?'

এইবাৰেই সকলোৰে মনলৈ সন্দেহ আহি গ'ল যে কথা বেলেগ, মাধুৰীৰ বিয়া নকৰোৱাৰ যুক্তিৰ আঁৰত অইন কিবা আছে। তাৰ পিছত তেওঁলোকে গম পাইছিল শৈলেনৰ কথা। শৈলেন বৰা। বামুণ নহয়। ধনী মানুহৰ ঘৰৰ নহয়। মাধুৰীৰ লগতে একেলগে একে বিষয়তে পাছ কৰি ডিমাপুৰৰ কলেজত কামত সোমাইছিল— তাৰ ঘৰো ডিমাপুৰতে (আৰু নাতিনী নাগিনী হোৱাৰ ৰহস্যও ভেদ হৈ গ'ল)। কলেজৰ কামত সোমাইছে, অৰ্থাৎ ভাত নিমিলা চাকৰি। চেহেৰা-স্বাস্থ্য সুবিধাৰ নহয়। সাহিত্য-চৰ্চাৰ নিচিনা একেবাৰে অনা-অৰ্থকৰী কাম কৰাৰ অভ্যাস আছে। তাতে গল্প-উপন্যাসো নহয়, গধুৰ গধুৰ প্ৰবন্ধহে লিখে বোলে।

ব্ৰজনাথ শৰ্মাই জীৱনৰ আটাইতকৈ ডাঙৰ আঘাতটো পালে। আঘাতটো বেছি মাৰাত্মক হ'ল এই বাবেই যে পৃথিৱীৰ সকলোতকৈ প্ৰিয়জনৰে পৰা সেই আঘাতটো আহিছিল।

কিন্তু তেওঁলোকে মানি ল'বলগীয়া হৈছিল। উপায় নাই। মাধুৰীক সকলোৱে ভালকৈ চিনে, ফুলৰ দৰে কোমল ছোৱালীজনী যে বজ্ৰৰ দৰে কঠোৰো হ'ব পাৰে সময় বিশেষে, সকলোৱে জানে। ব্ৰজনাথ শৰ্মা সংসাৰ অভিজ্ঞ মানুহ। বহুত দেখিছে তেওঁ। বহুত অভিভাৱকে জীয়েক-পুতেকৰ তেনে বিয়া ওফোৰাই প্ৰস্তাৱ ল'ব লগা হোৱা নাই সঁচা, কিন্তু বহুত অভিভাৱকে হৈছে। তেওঁলোকৰ নিজ ল'ৰা-ছোৱালীৰ সংকল্পৰ দৃঢ়তা বুজি নাপাই শেষত তেওঁলোকৰ অমতে ৰেজিষ্ট্ৰী কৰি বিয়া কৰোৱা ল'ৰা-ছোৱালীক নিজেই গৈ লাজ-মান কাটি কৰি আদৰি ল'ব লগা হৈছে। ব্ৰজনাথ শৰ্মা পাছৰ দলৰ দৰে অন্ধ অভিভাৱক নহয়। তেওঁ নাতিনীক চিনে। তেওঁ কেলেংকাৰীলৈ যাব নোখোজে। গতিকে বুকুত দগ্‌দগীয়া ঘা এডোখৰ লৈ সকলোকে তেওঁ মানি ল'বলৈ কৈছিল।

হস্পিতালৰ পৰা মাধুৰী ৰাতি চাৰে আঠ বজাতে গ'ল। সৰু মোমায়েকে ককাকৰ ভাত লৈ আহিছিল, ককাকক খুৱাই-বুৱাই তাই গ'ল। সেই মোমায়েকৰ কলেজ বন্ধ। গতিকে ৰাতি ৰাতি সিয়ে দেউতাকৰ লগত থকাৰ কথা।

মাধুৰী যোৱাৰ পিছত দেউতাকৰ লাইটটো নুমুৱাই দি সৰু পুতেক শিৱনাথ অলপ বাহিৰৰ ফালে ওলাই গ'ল। বোৱাৰী মানুহৰ দৰে চাৰে আঠ-নটাতে শুব নোৱাৰি। হাস্পতালত নাইট ডিউটি কৰি থকা দুই-এজন চেঙেলীয়া ডাক্তৰ বন্ধু থাকিবও পাৰে।

লাইট নুমুৱাই যোৱাৰ লগে লগে কোঠালীৰ সকলো বস্তু প্ৰায় অদৃশ্য হৈ গ'ল, কিন্তু ব্ৰজনাথ শৰ্মাৰ চকুৰ আগত থকা বগা খৰিকাজাঁই ফুলৰ থোপাটো অদৃশ্য নহ'ল। সেইফালে চাই থাকিল তেওঁ। তেওঁলোকৰ বাগানত বহুতো খৰিকাজাঁই ফুলৰ জোপোহা আছে। কিন্তু আজি এটা মাহে কোনেও তেওঁলৈ এনেকৈ ফুল অনা নাই। আজি মাধুৰী আহিছে... মাধুৰী আহিছে... বগা ফুলকেইটালৈ চাই চাই শুই থাকিল ব্ৰজনাথ শৰ্মা— লাহে লাহে তেওঁৰ চকু মুদ খাই আহিল আৰু চকুৰ আগৰ বগা ফুলকেইটা লাহে লাহে নাইকিয়া হৈ গৈ তাৰ ঠাইত জিলিকি উঠিল ফুল কুমলীয়া দেহৰ শুভ্ৰ-বসন পৰিহিতা এজনী ছোৱালী।

পিছদিনা ৰাতিপুৱা আঠমান বজাত মাধুৰী হাস্পতাল পালে আৰু কান্ধৰ বেগটো মেজৰ ওপৰত থৈ ককাকৰ ফালে চাই হাঁহি মাৰি ক'লে— 'ককা গুড্ মৰ্ণিং। মাজু মামাই চাহ খুৱাই গ'ল নহয়? আজি তোমাৰ মোক দেখি দেখি চকু বিষাব দেই আৰু আইতাৰ অদৰ্শনৰ দুখো সহিব লাগিব। আজি আইতাক ইয়ালৈ অহা বন্ধ কৰি আহিছোঁ।— নতুন নাতিক বেছেৰীয়ে তোমাৰ বাবে সুখেৰে একোলা ল'বও পৰা নাই। মই একেবাৰে গা-পা ধুই আহিছোঁ, গতিকে ভাত খোৱাৰ পৰলৈকে তোমাৰ ওচৰত পেক-পেকাই বহি থাকিম। ওঁ, এতিয়া তুমি গাখীৰটোপা খাই লোৱা। ৰাতি ভাল টোপনি আহিছিলনে?'

'ওঁ', ব্ৰজনাথ শৰ্মাই মূৰ দুপিয়ালে আৰু ফিডিং বটলেৰে নাতিনীয়েকৰ হাতৰ পৰা গাখীৰ খাই খাই তাইলৈ চাই ৰ'ল। আজিও মাধুৰীয়ে বগা কাপোৰকে পিন্ধিছে, কিন্তু আজি গোটেই চাদৰখনতে সেউজীয়া ৰঙৰ বুটা বছা। পিন্ধিছে এটা সেউজীয়া ব্লাউজ। কপালতো এটা সেউজীয়া ৰঙৰ ফোঁট। কাণত দুটা সেউজীয়া বাখৰৰ 'টপ'। মাধুৰীয়ে নিজকে সদায় যত্ন কৰি সজায়। তাই ভাবে যে, সুন্দৰকৈ সাজ-পাৰ কৰি থকাটোও এটা আৰ্ট আৰু ছোৱালী মানুহৰ লগত সৌন্দৰ্য কথাটো একপ্ৰকাৰ ওতঃপ্ৰোতভাৱে সাঙোৰ খাই থাকে।

গাখীৰখিনি খাই উঠি ব্ৰজনাথ শৰ্মাই হাঁহিলে— 'তই দেখোন আজি সেউজী নাগিনী সাজি আহিছ?' নাতিনীৰ সেউজীয়া স্নিগ্ধ ৰূপত তেওঁৰ চকু জুৰ পৰি গৈছিল।

মাধুৰীয়েও হাঁহিলে, তাৰ পিছত তাই খিৰিকীৰে বাহিৰলৈ চাই ক'লে— 'ফুটপাথৰ দাঁতিৰ কৃষ্ণচূড়া কেইজোপাৰ পাতবোৰ বৰ সুন্দৰ ঘন সেউজীয়া হৈছে। এডাল গছত আকৌ এই অসময়তো এটা টিক্-টিকীয়া ৰঙা ফুল ফুলি আছে। ককা, ক্ৰিস্টাবেল নামৰ ইংৰাজী কবিতা এটা আছে ইংৰাজ কবি ক'লৰিজৰ— বি এ-ত পঢ়িছিলানে? তাত ঠিক এনেকুৱাকে এটা মাত্ৰ পাত নে ফুল গছডালত বাকী থকাৰ বৰ্ণনা এটা আছে। সেইটো বৰ্ণনা পঢ়ি ভয় লাগে, কিন্তু এই ঘন সেউজীয়া পাতৰ মাজত অকলশৰীয়া ৰঙা ফুলটো দেখি মোৰ খুব ভাল লাগিছে— তাৰ পিছত কিবা এটা মনত পৰাৰ দৰে তাই লগে লগেই ককাকলৈ ঘূৰি চালে আৰু চেলাউৰি দুটা থুপ খুৱাই সেইফালে চাই এক প্ৰকাৰ মূৰে-কপালে হাত দিলে। 'অ' হৰি। ককা, তুমি আজি এমাহে সেই দুৱাৰৰ ফালে মু কৰিয়ে শুই আছা নহয়? তাৰ মানে এই এটা মাহে প্ৰকৃতিৰ সকলো দুৱাৰেই তোমাৰ বাবে একেবাৰে

ৰুদ্ধ হৈ আছে নহয়? হৰি! হৰি! তুমি বাৰু পগলা নোহোৱাকৈ কেনেকৈ আছা ককা? পানীৰ মাজত থাকিও দেখোন তুমি পিয়াহত মৰিব ধৰিছা। গুৱাহাটী মেডিকেল কলেজ হাস্পতালৰ ভাল কিবা আছে যদি সি হ'ল ব্ৰহ্মপুত্ৰ, সিপাৰৰ পাহাৰ, পাৰৰ গছ-গছনি— এইবোৰেই। আৰু তুমি বঞ্চিত হৈ আছা সেইবোৰৰ পৰাই! কি যে কাণ্ড! কাৰোনো ভাব হোৱা নাইনে'— নিজৰ স্বভাৱ অনুসৰি বকি বকি মাধুৰীয়ে জোতা খট্‌খটাই ৰুমৰ বাহিৰলৈ ওলাই গ'ল আৰু অলপ পিছতে 'ৱাৰ্ড বয়' এটা লৈ সোমাই আহিল।

'চাওঁ, তুমি খাটখনৰ ভৰিৰ ফালে ধৰা, মই এই মূৰৰ ফালে ধৰোঁ'—

ব্ৰজনাথ শৰ্মাই আতংকগ্ৰস্তৰ দৰে চিঞৰি উঠিল— 'এই পাগলী, তই লোহাৰ খাটখন ভাঙিব ওলাইছ? আৰু মই এই মস্ত মানুহ এটাও বিছনাখনৰ ওপৰতে আছোঁ।...'

মাধুৰীয়ে ৱাৰ্ড বয়ৰ সাহায্যত খাটখন দাঙিলেই আৰু লগে লগে হাঁহি ক'লে— 'মইতো নাগিনী, গাত জোৰ বেছি আৰু তোমাৰ ওজন। বিছনাত পৰি থাকি তোমাৰ পেটটো অন্ততঃ সৰিল।'

খাটখন ঘূৰোৱা হৈ গ'ল আৰু ৱাৰ্ড বয় ওলাই গ'ল।

মাধুৰীয়ে খিৰিকীৰ ওচৰলৈ গৈ পৰ্দা ভালকৈ কোঁচাই দিলে। মে' মাহৰ উজ্জ্বল নীল আকাশ দেখা গ'ল। ৰদৰ প্ৰখৰতা বঢ়া নাই গতিকে আকাশৰ ৰং তেতিয়াও স্নিগ্ধ কোমল হৈয়ে আছে। আকাশৰ গাত আওজি থকা ব্ৰহ্মপুত্ৰৰ সিপাৰৰ পাহাৰৰ শাৰীবোৰ প্ৰথমে সেউজীয়া হৈ শেষত ক্ৰমে নীলা হৈ গৈছে। নীলা আকাশৰ বুকুত কাউৰী নে শগুণ ধৰিব নোৱাৰি— উৰি আছে চক্ৰাকাৰে। তলত ব্ৰহ্মপুত্ৰৰ বিশাল জলধাৰা টল্‌মলাই আছে।

মাধুৰী ককাকৰ ওচৰত প্ৰথমে আহি বহিল, তাৰ পিছত তেওঁৰ ওচৰত এবাৰ বাগৰিও চালে।

'ওঁ, শুই শুই ব্ৰহ্মপুত্ৰৰ পানী দেখা নাযায় সঁচা, কিন্তু ব্ৰহ্মপুত্ৰৰ ঘোলা পানীতো নীলা নহয়, কিন্তু তুমি যি দেখি থাকিবা সেই আকাশখন হ'লে নীলা আৰু দেখিবা নীলা পাহাৰ আৰু সেউজীয়া পাহাৰ, কৃষ্ণচূড়া গছৰ জোপোহা সেউজীয়া মূৰটো। তোমাৰ এতিয়া অলপ ভাল লগা নাইনে ককা? তোমাৰ ৰুমৰ দুৱাৰখন বা দুৱাৰৰ ফাঁকেৰে দেখা সিমূৰৰ জেনেৰেল ৱাৰ্ডটোৰ দুৰ্দশাগ্ৰস্ত ৰোগীবোৰ এমাহে চাই থকাৰ পিছত এই পৰিবৰ্তনটো নিশ্চয় ভাল লাগিছে?'

'অ, নালাগিব কিয়।' ব্ৰজনাথ শৰ্মাই সস্মিত মুখেৰে ক'লে।

ব্ৰজনাথ শৰ্মা ব্যৱসায়ী মানুহ, প্ৰকৃতিৰ লগত তেওঁৰ কোনো দিনে কোনো সম্পৰ্ক নাই। জীৱনত প্ৰকৃতিৰ স্পৰ্শৰ কিবা প্ৰয়োজন আছেনে এদিনলৈও ভাবি চোৱাৰ অৱসৰ বা দৰকাৰ হোৱা নাই। কিন্তু এতিয়া নাতিনীয়েকে এইদৰে অত দিনৰ মূৰত আকাশখন দেখুওৱাত, অদ্ভুত ধৰণৰ শান্ত শিহৰণ এটা জাগিল। অসহ্য গৰমত ছট্‌ফটাই থকা মানুহ এজনে যেন সন্ধিয়াৰ শান্ত-শীতল পুখুৰীৰ পানীত গা জুৰ পেলালে।

কিন্তু ভাল লগা অনুভূতি প্ৰকাশৰ উপযুক্ত ভাষা নাজানে ব্যৱসায়ী ব্ৰজনাথে। গতিকে নাতিয়েকৰ প্ৰশ্নত সংক্ষিপ্ত উত্তৰ দি থ'লে।

মাধুৰীৰ ভাষাৰ অভাৱ নাই। আকৌ ক'লে তাই— 'ককা, দুজন মানুহে একেখন খিৰিকীৰেই মূৰ উলিয়াই বাহিৰলৈ চাইছিল— এজনে দেখিলে ওপৰৰ আকাশ, এজনে দেখিলে তলৰ বোকা। তোমাৰ অৱস্থা অতদিনে বোকা দেখা মানুহজনৰ দৰে হৈ আছিল। অথচ এই একেটা ঘৰতে একেখন বিছনাতে তুমি আজি আকাশ দেখা পালা। ককা, আকাশ দেখা পোৱা বোধহয় বৰ দৰকাৰ। আকাশে বোধহয় মানুহৰ মন কিছু উদাৰ আৰু নিৰ্মল কৰে। জানা ককা, মোৰ লগত পঢ়া ছোৱালী এজনীৰ বায়েক-ভিনিহিয়েক বিলাতত থাকে। বহুত বছৰৰ মূৰত ভাৰতলৈ আহিল, আৰু বন্ধুৰ মাকে কিবা-কিবি কথাত বিলাতী নাতিয়েকৰ ব্যৱহাৰত অসন্তুষ্ট হৈ মন্তব্য দিলে— 'ইয়াৰ মনটো দেখোন বৰ ঠেক হৈ আছে অ'! ইহঁত বিলাতত থাকিওনো এনে সৰু মনৰ হ'ব লাগেনে? আচলতে সেই ঠাইত আকাশ নেদেখে নহয়, সেই কাৰণে এনেকুৱা হৈ আছে ই!'

মাধুৰীৰ হাঁহিত ব্ৰজনাথ শৰ্মায়ো যোগ দিলে আৰু ক'লে, 'মানুহগৰাকীয়ে বোধহয় ঠিকেই কৈছে, মৌ! আকাশখন মানুহক লাগে। মোৰেই কথা চাচোন, যোৱা এটা মাহে এখন্তেকৰ কাৰণেও মই পাহৰিব পৰা নাছিলোঁ যে মই এটা হাস্পতালত পৰি আছোঁ। কিন্তু এতিয়া তই বিছনাখন ঘূৰাই দিয়াৰ পিছত আকাশখন দেখাৰ লগে

লগে কিমান বেলেগ লাগি গ'ল!'

মাধুৰীৰ মুখত এটা সন্তুষ্টিৰ হাঁহি ফুটি ওলাল। তাই আৰু একো নামাতি ককাকৰ আধা পকা চুলিত ধীৰে ধীৰে আঙুলি বুলাবলৈ ধৰিলে।

এঘাৰমান বজাত ঘৰৰ পৰা ভাত আহিল। মাধুৰীয়ে সযতনে ব্ৰজনাথ শৰ্মাক খুৱালে আৰু তাৰ পিছত তাই ঘৰলৈ যাবলৈ ওলাল।

'ককা, মই আবেলি আহিম। আইতাযো বোধহয় এবাৰ আহিবলৈ খুজিব। তুমি এতিয়া অলপ শুই থাকিবলৈ যত্ন কৰা। মই খিৰিকীৰ পৰ্দাখনো এতিয়া টানি থৈ যাওঁ, এতিয়া আকাশখন চাই ভাল নালাগে, ৰ'দে চকুত ধৰে।'

মাধুৰীয়ে পৰ্দাখন টানি দিলে। ব্ৰজনাথ শৰ্মাৰ চকুৰ পৰা আকাশখন অদৃশ্য হৈ গ'ল।

আবেলি মাধুৰী আইতাকৰ লগতে আহিল। ককাকক মুখ ধুৱাই দিলে। তাৰ পিছত— চাহ-জলপান খুৱালে। আইতাকে ক'লে— 'এইজনী আহি আমাক বৰ তৰিলে। আপোনাৰ বাবে থকা চিন্তাৰ বোজা এই মোৰ পৰা আধামান নমালে।'

ৰাতিপুৱাতে মাধুৰীয়ে ফুলদানী এটা আনি ফুলবোৰ সজাই থৈছিল। এতিয়া তাৰ লেৰেলি যোৱা দুই-তিনিপাহ ফুল বাছি বাছি হাঁহি হাঁহি ক'লে— 'তোমাৰ কান্ধৰ গোটেইটো বোজা মোৰ কান্ধত জাপি দি বুঢ়া দুৰ্বল কান্ধখনক অলপ সকাহ দিয়াচোন আইতা!'

আইতাকে কাকাকৰ পিনে চাই এটা পাতল হুমুনিয়াহ এৰিলে— 'এইজনীৰ অলপো পৰিবৰ্তন নাহিল।'

মাধুৰীয়ে উচ্ছলভাবে হাঁহিলে, ব্ৰজনাথ শৰ্মাৰ মুখতো অলপ হাঁহি বিৰিঙিল।

কিছু সময়ৰ পিছত মাধুৰীক অবাক কৰি ব্ৰজনাথ শৰ্মায়ে ক'লে— 'পৰ্দাখন টানিব নোৱাৰিনে মৌ? ৰ'দৰ তাপ এতিয়াও বেছি হৈ আছে নেকি?'

মাধুৰীয়ে পৰ্দা আঁতৰাই বাহিৰলৈ অলপ চালে। 'ওঁহো ককা, অলপ সময় আৰু ৰ'ব লাগিব। ৰ'দ এতিয়াও প্ৰখৰ হৈয়ে আছে।'

ব্ৰজনাথ শৰ্মাই ঘৈণীয়েকৰ ফালে চাই হাঁহি হাঁহি ক'লে— 'বুজিছানে, এই বুঢ়া বয়সত তোমাৰ নাতিনীয়ে মোক আকাশ চাবলৈ শিকাইছে।'

ঘৈণীয়েকে নিৰ্বিকাৰভাবে ক'লে— 'তাইৰো আৰু কথা!'

'নহয়হে, আকাশ চাই সঁচায়ে বৰ বেলেগ ধৰণে ভাল লাগে। তাই ঠিকেই কৈছে— মনটো বৰ উদাৰ উদাৰ লাগি যায়।'

ঘৈণীয়েকে এইবাৰ সেইবোৰ কথা কাণলৈকে নিনিলে। তেওঁ ক'লে— 'গাড়ীখন নোহোৱাই আন অসুবিধাৰ লগতে বজাৰ-সমাৰ কৰাৰো বৰ অসুবিধা হৈছে। আমাৰ উজানবজাৰত মাছ পাবলৈকে নোহোৱা হৈছে, ল'ৰাইঁতনো গাড়ী নোহোৱাকৈ ফাঁচীবজাৰ, পল্টনবজাৰলৈ কেনেকৈ যায়? আপোনাক কিহেৰে ভাতমুঠি দিওঁ সেই চিন্তাই লাগি থাকে।'

মাধুৰীয়ে হাঁহি হাঁহি খিৰিকীৰ কাষলৈ গ'ল— 'আইতা, তুমি মানুহজনী বৰ বেৰসিক। ককা, আইতা সেই তলৰ বোকা চোৱা মানুহজনহে, নহয় নে বাৰু? অ' ককা। আকাশৰ ৰূপ চোৱাচোন— একেবাৰে লালে লাল!' মাধুৰীয়ে পৰ্দাখন কোঁচাই দিলে, তাৰ পিছত গুণ-গুণাই উঠিল—

*'The blessed damozel*
*leaned out*
*From the gold bar of*
*Heaven.*
*Her eyes were deeper than*
*the death*
*Of waters stilled at even.'*

ব্ৰজনাথ শৰ্মাই নাতিনীয়েকৰ নিৰ্দেশ মতে আকাশলৈ চালে; তাৰ পিছত তেওঁৰ নিশ্বাস এটা ওলাল। 'আকাশখন ইমান সুন্দৰ, দিনটোৰ ভিতৰতে সি কতবাৰ বৰণ সলায়! আমাৰ কিন্তু সেইবোৰলৈ নাচাওঁতে নাচাওঁতে জীৱনটো শেষ হৈ গ'ল! নাগিনী, তই এতিয়া মুখৰ ভিতৰতে গুণগুণাই কি পদ্য গালি অ'?'

মাধুৰীয়ে মুখৰ হাঁহিটোৰে ককাকৰ ফালে ঘূৰিলে। 'ককা, ইংৰাজী সাহিত্যত ৰছেটি নামৰ এজন কবিৰ 'ব্লেছেড্ ডেমোজেল' নামৰ এটা বৰ ধুনীয়া কবিতা আছে। কবিয়ে কল্পনা কৰিছে তেওঁৰ প্ৰেয়সী মৰি আকাশলৈ গৈ আকাশৰ সোণালী ৰেলিঙত আওঁজি তলৰ পৃথিৱীলৈ চাইছে।'

সিদিনা মাধুৰী ৰাতিলৈ থাকিব নোৱাৰিলে। আইতাকেই কিবা এটা দৰকাৰত তাইক নিজৰ লগত লৈ গ'ল। তেওঁলোক যোৱাৰ পিছত সিদিনা সোনকালেই সৰু পুতেকে ভাত লৈ আহিল। তাৰ পিছত ৰাতি দেউতাকৰ শুবৰ পৰত সি পৰ্দাখন টানি দিব ওলোৱাত দেউতাকে বাধা দিলে— 'পৰ্দাখন টানি নালাগে দে, বৰ সুন্দৰ জোনাক হৈছে বাহিৰত।' ইঞ্জিনীয়াৰিং পঢ়া পুতেক খন্তেকৰ বাবে অবাক হৈ ৰ'ল, তাৰ পিছত নিঃশব্দে দেউতাকৰ আদেশ পালন কৰিলে।

পিছদিনা পুৱাৰে পৰা ডবাপিটা বৰষুণ হ'ল, কিন্তু সন্ধিয়াৰে পৰা আকৌ সমস্ত মেঘ আঁতৰি জোন ওলাল।

ককাকে নাতিনীয়েকক ক'লে— 'কালি ৰাতি মোৰ আকাশ চায়ে বহুতো টোপনি নধৰা সময় কাটি গ'ল। জোনাক ৰাতিৰ আকাশখন যে এনে আচৰিত হয় মই কোনোদিনে জনা নাছিলোঁ। সেই আকাশ চাই এই পৃথিৱীত থকা যেন আৰু নালাগে।'

মাধুৰীয়ে হাঁহি হাঁহি ক'লে— 'ককা, তোমাৰো কল্পনাৰ পাখি গজিবলৈ আৰম্ভ কৰিছে লাহে লাহে।' তাৰ পিছত তাই গুণ গুণাব ধৰিলে—

'আকাশৰ পাৰ ভাঙি আহে
জোনাকৰ ঢল
ৰূপালী পৰশ লাগি তাৰ
জ্বলি উঠে নিশাৰ কাজল...'

'সেয়া কি গান গাইছ', মৌ? ককাকে সুধিলে।

'চাওঁ, মোৰ ওচৰত বহি গুণগুণাই গোটেই গানটো গাহিচোন—'

'কিন্তু ওচৰৰ বেমাৰীসকলৰ অসুবিধা নহ'ব জানো?'

'অসুবিধা হ'ব? সিহঁতৰ কাণ জুৰ পৰি যাব। আৰু মোৰ ওচৰৰ সিটো ৰুমৰ তিৰোতাজনীয়ে যিহে ডাঙৰ ডাঙৰকৈ ট্ৰেনজিষ্টৰ বজায়, তাৰ তুলনাত তোৰ গান। আহ মোৰ ওচৰত বহহি।'

মাধুৰী বহিলহি আৰু অনুচ্চ সুৰত আৰম্ভ কৰিলে— 'আকাশৰ পাৰ...'

ইয়াৰ পিছত ব্ৰজনাথ শৰ্মাই বাৰিষাৰ ক'লা মেঘে ঢাকি ধৰা গুৰু-গম্ভীৰ আকাশ দেখিলে, অ'ত-ত'ত একোচপৰা নিৰুদ্দেশ যাত্ৰাৰ বগা মেঘৰ খণ্ড বুকুত লৈ থকা অলপ অলপ নীলা আকাশ দেখিলে, আন্ধাৰ ৰাতিৰ তৰাই বুটা বছা ক'লা আকাশ দেখিলে আৰু তাৰ পিছত এদিন নাতিনীয়েকক সস্নেহে ওচৰত বহুৱাই লৈ লাহে লাহে ক'লে— 'নাতি-জোঁৱাইটো যদি কেতিয়াবা গুৱাহাটীলৈ আহে এবাৰ এই বুঢ়া পংগু ককাকটোৰ ওচৰলৈও লৈ আহিবি দেই নাগিনী!'

ককাকৰ ওচৰত বহি চুলিত হাত বুলাই থকা হাঁহি মুখৰ ছোৱালীজনীৰ হঠাতে চকুহাল পানীৰে উপচি পৰিল।

# ৰেহাই মূল্য

জুৰিয়ে যেন যোৱা দহ দিনে এই পহিলা তাৰিখটো আহিবলৈহে বাট চাই আছিল, কাগজত বিজ্ঞাপনটো ওলোৱাৰ পৰা দহ দিনে দিনবোৰ গণি আছিল। এতিয়া মাহৰ এক তাৰিখ হোৱাৰ দিনা আবেলিয়ে গৈ তাই মাকক ভয়ে ভয়ে ক'বলৈ ধৰিলে—

'মা, দেউতাই দৰমহা পালে নহয়? মই শাৰীখন কিনো দিয়া। ৩ তাৰিখে ৰিডাক্‌চন্ ছেল শেষ হৈ যাব। ইফালেতো সিহঁতে যোৱা মাহৰ কুৰি তাৰিখৰ পৰাই ছেল্ আৰম্ভ কৰি দিছে— ইমানদিনে আৰু ভাল শাৰী কিবা বাকী আছে নে? তথাপি বাকী থকাবোৰৰ মাজৰ পৰা যি ভাল পাওঁ বিচাৰি উলিয়াওঁগৈ, দেৰি হ'লে তেনে ভাল পোৱাৰ চান্স কমি যাব।'

কথাকেইটা কৈ কৈ জুৰিয়ে মাকৰ উত্তৰৰ বাবে আশাৰে আৰু ভয়েৰে বাট চাই ৰ'ল। আৰু ভাইৰ লগতে একে আশা আৰু ভয়েৰে বাট চাই ৰ'ল মণিয়েও, শাৰীখন যদিও জুৰিয়ে কিনিব, কেতিয়াবা বায়েকে দয়া কৰি তাইকো পিন্ধিবলৈ দিব, তায়ো গাভৰু হৈছে, ফ্ৰক পিন্ধি থাকিলেও তায়ো মাজে মাজে শাৰী, মেখেলা-চাদৰ পিন্ধে। গতিকে জুৰিয়ে শাৰী পালে তাইৰ হিংসা লগাতকৈ ভাল লাগে। অৱশ্যে জুৰিয়ে যদি তাইক পিন্ধিব নিদিলেহেঁতেন বা তাইৰ নিজৰ মেখেলা-চাদৰ পিন্ধাৰ বয়স নহ'লহেঁতেন তেতিয়াহ'লে বায়েকে মেখেলা-চাদৰ লোৱা কথাটো তাই সহ্য কৰিলেহেঁতেন নে নকৰিলেহেঁতেন কোৱা টান। তাইৰ সৰু ভনীয়েক বুলবুলে যদি কেতিয়াবা নতুন ফ্ৰক লয় তাই কিন্তু সমানে ফেপেৰি পাতি ধৰে।

এতিয়া মাকে কি কয় শুনিবলৈ জুৰিৰ লগতে তায়ো বাট চাই ৰ'ল আৰু জুৰিৰ লগতে তায়ো এইটো জানিয়ে বাট চাই ৰ'ল যে মাকে আগতে অলপ খং-ৰাগ নকৰাকৈ শাৰী কিনাত সম্মতি নিদিয়ে— যদিও তেওঁ ভালকৈ জানে যে জুৰিয়ে শাৰী চখত কিনিবলৈ ওলোৱা নাই, প্ৰয়োজনতহে কিনিবলৈ ওলাইছে। আৰু চখত কাপোৰ কিনাৰ প্ৰশ্ন আজি কিয়, জুৰিহঁতৰ জীৱনত কোনো দিনেই উঠা নাই। দেউতাক মধু ডাউকা খবৰ কাগজৰ ছাব্ এডিটৰ, চাকৰি কৰা বহুত দিন হ'লেও যিখিনি টকা পায় সিহঁতৰ পাঁচোটা ল'ৰা-ছোৱালীৰ সংসাৰখন সচ্ছলভাৱে নচলে। জীৱনৰ অতি প্ৰয়োজনীয় বস্তুৰ বাহিৰে সিহঁতৰ এটা ভাই-ভনীয়েও কোনোদিন কোনো বস্তু কেৱল চখৰ কাৰণে পোৱা নাই। জুৰি ল'ৰা-ছোৱালীবোৰৰ ভিতৰত ডাঙৰ, তাই কলেজত পঢ়ে, দেখাত ধুনীয়া, ফিগাৰ ধুনীয়া, মনত চখ-কামনা-বাসনা সকলো আছে, ধুনীয়া ধুনীয়া শাৰী পিন্ধি নিজৰ সুন্দৰ শৰীৰটো মনোমোহা কৰি তুলিবলৈ তাইৰ খুবেই মন যায়, কিন্তু কোনোবাদিনা তাইৰ এই হেঁপাহ পূৰ্ণ হয় জানো? লগৰ ছোৱালীবোৰে পিন্ধা দেখিলে খুব হিংসা হয়, ভাব হয় তাইৰ দেউতাক ছাব্ এডিটৰ নহৈ অইন ধৰণৰ চাকৰিয়াল নহ'ল কেলেই? লাগে সেই চাকৰি সৰুৱে হওক। তেওঁ যদি এনে এটা চাকৰি কৰিলেহেঁতেন, য'ত বাহিৰা পইচা আহে। সিহঁতৰ ওচৰতে থকা অমলাৰ দেউতাকেতো কৰ্টত কেৰাণীৰ কামহে কৰে; কিন্তু তাইৰ কি শাৰীৰ বাহাৰ। কিন্তু জুৰিৰ সকলোতকৈ দুখ হ'ল যে তাইতো চখত শাৰী ল'বলৈ নাপায়েই, প্ৰয়োজনৰ শাৰীখনো ফাঁচীবজাৰৰ হৰেক দোকান চলাথ কৰি, নানা ৰকমৰ শাৰীৰ পৰা বিচাৰি নিজৰ পছন্দ মতে কিনি ল'ব নোৱাৰে। তাৰ কাৰণ হ'ল মাকে সিহঁতৰ কাপোৰ কিনি কিনি দিয়ে ৰিডাক্‌চন্ ছেল্ চাইহে। এনেকৈ কিনিলে দুটা কাৰণতে নিজৰ ঠিক পছন্দৰ শাৰী পোৱা নাযায়—

প্ৰথম কাৰণটো হ'ল ৰেহাই মূল্যত বস্তু বেচি দিয়া মানেই আগৰ পুৰণি বেচা নোযোৱা কাপোৰ সস্তা কৰি দি বেচিবৰ চেষ্টা কৰা। তেনে পুৰণি ষ্টকৰ কাপোৰ লৈয়ে সন্তুষ্ট থাকিবলগা হয় জুৰিৰ আধুনিক ফেশ্বন-প্ৰিয় মনটোৱে; তদুপৰি পুৰণি ষ্টকেইতো কেৱল নহয়, ৰিডাক্‌চন্ ছেলৰ শাৰীৰ সংখ্যাও হয় সীমাবদ্ধ। সেই কেইখনমান শাৰীৰ ভিতৰৰ পৰাই নিজৰ পছন্দ মতে বাছি ল'বলগীয়াত পৰে। জুৰিয়ে পোৱা আন এটা অসুবিধা হৈছে যে ৰিডাক্‌চন্ ছেল্ যদি মাহৰ মাজভাগৰ পৰা বা শেষৰ পৰা আৰম্ভ হয় তেতিয়াহ'লে জুৰিৰ বাবে সেই সীমাবদ্ধ

ষ্টকৰ শাৰীৰ সংখ্যা আৰু কমি আহে; গতিকে পছন্দ কৰিবলগীয়া শাৰীৰ সংখ্যাও লগে লগে কমি আহে। তাৰ কাৰণ হ'ল মাহৰ প্ৰথম অৱস্থাৰ বাহিৰে মাজ বা শেষ ভাগত শাৰী কিনাৰ ক্ষমতা জুৰিহঁতৰ দৰে আৰ্থিক দুৰ্দশাৰ মানুহৰ নাথাকে। গতিকেই তাই বাট চাবলগীয়া হয় মাহৰ পহিলা তাৰিখ অহালৈকে।

এইবাৰো তেনে এটা দুৰৱস্থাই হ'ল জুৰিৰ। যোৱা তিনি মাহমানৰ পৰাই তাই মাকক শাৰী এখন খুজি আহিছে। জীয়েকৰ যে সঁচাকৈয়ে এখন শাৰীৰ প্ৰয়োজন হৈছে মাকে বুজিছেও। কিন্তু কিজানিবা ক'ৰবাত ৰেহাই মূল্যত শাৰী বেচাৰ বিজ্ঞাপন ওলায়েই এই আশাৰেই কিছুদিন বাট চাব খুজিলে মানুহজনীয়ে। তাৰ পিছত সেই আশা ফলৱতী কৰি সঁচায়ে এদিন গোৰেংকাত শাৰীৰ ৰিডাক্‌চন্ ছেল্ আৰম্ভ হ'ল আৰু কাগজত সেই বিজ্ঞাপন দেখি জুৰিৰ মাক ৰাজী হ'ল জুৰিক শাৰীখন কিনি দিবলৈ। কিন্তু এই কথা, এই মাহতে কোনোমতে সম্ভৱ নহয়, অহা মাহৰ ৩ তাৰিখলৈকে দিন আছে যেতিয়া ১ তাৰিখে দৰমহা পাই কিনিলেই হ'ব।

জুৰিৰ মাকৰ গৰ্ব যে কাগজত বিজ্ঞাপনটো চকুত পৰিছিল প্ৰথম তেওঁৰেই— ছোৱালী কেইজনীতকৈ তেওঁ অশিক্ষিতা হ'ব পাৰে, কিন্তু তেওঁৰ দৰে কোনো এজনীয়ে খবৰ কাগজত চকু নুফুৰায়। গিৰীয়েক 'দৈনিক সংবাদ'ৰ ছাব্ এডিটৰ, ঘৰলৈ ফ্ৰি কপি আনে তিনিখন, তাৰে এখন জুৰিৰ মাকৰ একচেটীয়া অধিকাৰত। দুপৰীয়া ভাত-পানী খাই জিৰাবৰ সময়ত তেওঁ কাগজখন মেলি লয়, বিজ্ঞাপনবোৰ এফালৰ পৰা আঁতি-গুৰি মাৰি পঢ়ি লোৱাৰ পিছত অসমৰ বা-বাতৰিৰ পৃষ্ঠাটো মেলে—

ক'ত গ্ৰহণী ৰোগৰ প্ৰাদুৰ্ভাৱ হৈছে, ক'ত ডেকা-গাভৰুৱে ব্যৰ্থ প্ৰেমৰ জ্বালাত আত্মহত্যা কৰিলে, ক'ত কোন বাছ-ট্ৰাকৰ খুন্দাত আহত বা নিহত হ'ল, ক'ত কোন মন্ত্ৰীক সম্বৰ্ধনা জনোৱা হ'ল, ক'ত মহিলা সমিতিৰ সভা-সমিতি হ'ল— এই নানা তৰহৰ খবৰবোৰ জুৰিৰ মাকে খৰচি মাৰি পঢ়ি যায়। ইয়াৰ পিছতহে তেওঁ আন আন বাতৰি থকা পৃষ্ঠাবোৰলৈ আহে আৰু সিমান পৰে তেওঁৰ চকু জাপ খাই আহিবলৈ ধৰে। হাতৰ পৰা কাগজ সৰি পৰি যায়।

খবৰ কাগজ পঢ়াৰ পৰা জুৰিৰ মাকৰ সংসাৰৰ ক্ষেত্ৰত হ'লে এটা লাভ সঁচাকৈয়ে হৈছে, সেই খবৰৰ কাগজত মাজে মাজে ওলোৱা ৰিডাক্‌চন্ ছেলৰ বিজ্ঞাপনবোৰ পঢ়ি পঢ়ি তেওঁ সংসাৰৰ প্ৰয়োজনীয় সকলো বস্তু তেনে সুলভ মূল্যত কিনি কিনি দুখীয়া সংসাৰৰ কিছু ব্যয় সংকোচ কৰিব পাৰিছে। জুৰিৰ মাকৰতো মনতেই নপৰে যে কেতিয়াবা কিবা বস্তু তেওঁ ৰেহাই মূল্যৰ বাহিৰে সাধাৰণ প্ৰচলিত মূল্যত কিনি পাইছে। কিবা এটা বস্তুৰ প্ৰয়োজন হ'লে তেওঁ তাক লগে লগে নিকিনি সেই বস্তুৰ অবিহনেই কষ্টকৈ চলি ৰেহাই মূল্যৰ বিজ্ঞাপনলৈ বাট চাই ৰ'ব। অৱশ্যে সকলো বস্তুৰে ৰিডাক্‌চন্ ছেল্ নহয়— সেইটোৱেই দুখ জুৰিৰ মাকৰ। অৱশ্যে বস্তু সংগ্ৰহ কৰাৰ তেওঁৰ আন এক উপায় হ'ল উপহাৰ থকা বস্তু বাছি বাছি কিনা। তেনেকৈয়ে তেওঁ ছাৰ্ফ, ভিম, টুথপেষ্ট, পাউডাৰ আদিৰ লগতে সস্তাত প্লাষ্টিকৰ বাল্টি এটা, হিণ্ডালিয়ামৰ কাঁহী-বাতি এযোৰ আৰু হেতা এখনো কিনি লৈছে।

এবাৰ অৱশ্যে এক ৰিডাক্‌চন্ ছেলত জুৰিৰ মাকে একেখন দোকানতে সকলো ধৰণৰ বস্তু কিনাৰ সুবিধা এটা পাই গৈছিল। সেই দোকানখন হ'ল কো-অপাৰেটিভ ছ'চাইটিৰ ছুপাৰ মাৰ্কেট 'সহায় ভাণ্ডাৰ'। সহায় ভাণ্ডাৰে বিৰাট লোকচান ভৰিবলৈ আৰম্ভ কৰা দেখি সকলোবোৰ বস্তুকে সস্তা দামত বেচি দি দোকানখন উঠাই দিয়াৰ সিদ্ধান্ত কৰিলে। সেই সময়তে সেই একেখন দোকানৰ পৰাই জুৰিৰ মাকে শাৰী কিনিলে, ছুৱেটাৰ কিনিলে, জোতা কিনিলে, কাপ-প্লেট কিনিলে আৰু বিছনা চাদৰ কিনিলে। সকলো ধৰণৰ নিত্য প্ৰয়োজনীয় বস্তু ৰিডাক্‌চন্ ছেলত কিনিবলৈ পাই জুৰিৰ মাকৰ সুখ লাগিছিল যিমান, দুখ লাগিছিল তাতোকৈ বেছি। ইমান হৰেক ৰকমৰ বস্তু আছে দোকানত, সকলোবোৰ বেচ সস্তাতে দিছে আৰু সকলোতকৈ ডাঙৰ কথা যে বহুতো বস্তু জুৰিৰ মাকৰ সংসাৰৰ বাবে অতি প্ৰয়োজনীয়ও, তথাপি তেওঁ যে দুই-এপদৰ বাহিৰে আৰু বেছি একো কিনিব নোৱাৰিলে সেইটোৱে তেওঁৰ মনত বৰ বেজাৰ লগাই দিছিল। তাৰ লগতে সিদিনা তেওঁৰ মনত খুব এটা জ্বালাও ধৰিছিল, সেই 'সহায় ভাণ্ডাৰ'তে স্কুলৰ দিনতে একেলগে পঢ়া বান্ধৱী প্ৰমীলাক দেখি। প্ৰমীলাৰ কথা তেওঁৰ বেছিকৈ

মনত পৰে— তাই পঢ়া নোৱাৰি সদায়েই বেঞ্চৰ ওপৰত থিয় হৈ থকা ৰূপটোকে। কি যে গাধা ছিল প্ৰমীলা। এবাৰ তাই আঁকা ভাৰতবৰ্ষৰ মেপ এখনত ক্লাছৰ বাইদেৱে অ'ত-ত'ত কেইটামান পাখি আঁকি দিয়ে, লগে লগে ঠিক পাখি মেলি থকা চৰাই এটাৰ দৰেই হৈ পৰিছিল। সেইজনী প্ৰমীলাক তেতিয়া জুৰিৰ মাকে বহুতো দূৰত থৈ পঢ়া-শুনাত আগবাঢ়ি গৈছিল কিন্তু আজি সংসাৰৰ বাটত আনফালে প্ৰমীলাই বোধহয় তেওঁক অতি বেয়াকৈ হৰুৱাব পাৰিছে। তেওঁ নিজে বস্তুবোৰ চাই চাই, চুই চুই ফুৰোঁতে গ'ল, কিন্তু প্ৰমীলাই তেওঁৰ চকুৰ আগতে সেইবোৰ কিনিও গ'ল— প্ৰায় তিনিশমান টকাৰ বস্তু কিনিলে প্ৰমীলাই। অথচ প্ৰমীলাৰ আৰু তেওঁৰ বিয়া হৈছিল প্ৰায় একে সময়তে আৰু তেতিয়াতো প্ৰমীলাক বিয়াৰ ক্ষেত্ৰত তেওঁতকৈ জিতা যেন লগা নাছিল। কাৰণ প্ৰমীলাৰ বিয়া হৈছিল ছাপ্লাই ছাব্ ইঞ্চপেক্টৰৰ লগত। তেওঁ বৰং মনে মনে গৰ্ববোধ কৰিছিল এজন বুদ্ধিজীৱী সাংবাদিকৰ লগত বিয়া হোৱা বুলি। প্ৰমীলাৰ গিৰীয়েকৰ ছাব্ ইঞ্চপেক্টৰ চাকৰিটো তেতিয়া তুচ্ছ যেন লাগিছিল, অথচ আজি সেই প্ৰমীলায়ে চকুৰ আগৰ পৰা তেওঁৰ লোভৰ বস্তুবোৰ কিনি লৈ গ'ল। ইয়াতকৈ দুখৰ, ইয়াতকৈ জ্বালা ধৰা ঘটনা আৰু তেওঁৰ জীৱনত যেন একোৱে হোৱা নাছিল। আৰু সিদিনা জুৰিৰ মাকে মনে মনে দৃঢ় সংকল্প এটা লৈছিল যে নিজৰ জীয়েকহঁতৰ বিয়াৰ ক্ষেত্ৰত প্ৰথমতে এনে দৰা পোৱাৰ চেষ্টা কৰিব— যাৰ দৰমহাকেইটা ভাতৰ লগত চাটনিৰ দৰেহে হয়— বাহিৰা আয়েই কেৱল আচল আয়।

ঃ 'মা, মোৰ শাৰী কিনাৰ কথাটো কি হ'ব? তুমি দেখোন একো নোকোৱা হ'লা?' জুৰিয়ে আকৌ এবাৰ ভয়ে ভয়ে ক'লে।

জীয়েকৰ কথাত মাকে যেন সম্বিৎ ঘূৰাই পালে আৰু লগে লগেই তেওঁ জকজকাই উঠিল : 'এই ছোৱালীকেইজনীৰ শগুণৰ মৰাশত চকুৰ দৰে কেৱল বাপেকৰ দৰমহাকেইটাৰ ওপৰতহে চকু। মানুহজনে দিনটো খাটি-লুটি আহি ভাগৰে-জোগৰে ঘৰ সোমাইছিলহি কি নোসোমাইছিল লগে লগেই ইহঁতক শাৰী, ফ্ৰক লগা হ'ল— সংসাৰত যদি কাৰোবাৰ দুখ-কষ্টৰ কথা ভাবে ছোৱালীকেইজনীয়ে—'

জুৰিৰ লগতে মণিয়ে অনাহকতে গালি খালে যদিও তাই মনে মনে ৰ'ল, কাৰণ তাই জানে উলুৰ লগতে বগৰী পোৱা গ'লেও আকৌ কলপটুৱাৰ লগত তুলসীৰ মুক্তিও হয়, বায়েকে শাৰী পালে মাজে মাজে তায়ো পিন্ধিবলৈ পাব।

জুৰিৰ মাকে জীয়েকহঁতক খং-ৰাগ কৰি দেখুৱালেও কিন্তু লগে লগে গিৰীয়েকৰ ওচৰলৈ গ'ল। মুখত খং দেখুৱালে কি হ'ব, মনে মনে তেৰোঁ ভালকৈ জানে যে শাৰী এখন জুৰিৰ বাবে কিনাটো অতি দৰকাৰী হৈ আছে, এই ৰিডাক্চনৰ সুযোগটো ল'বই লাগিব আৰু ইমান দিনে ভাল শাৰীবোৰ বেচা গৈ গৈ নিকৃষ্ট ধৰণৰ শাৰীবোৰ পৰি আছে, তাৰে আজি যদি কিনি পেলোৱা নাযায়, কাইলৈ-পৰহিলৈ আৰু বেয়া শাৰী কিনিব লাগিব।

ঃ 'অ' ... আই; আপুনি আজি আকৌ এনেকৈ ভিতৰতে অকলে অকলে বহি কি কৰিছে? মই ভাবিছিলোঁ বোলে ক'ৰবালৈ ফুৰিবলৈ ওলাইছে আৰু নহ'লে কাগজ-পত্ৰ পঢ়ি আছে। এনেকৈ মহা চিন্তাত পৰি যোৱা মানুহৰ দৰে তলমূৰকৈ কি ভাবি আছেনো?'

গিৰীয়েকক তেনেকৈ কথাবোৰ সুধি জুৰিৰ মাকে কিন্তু উত্তৰলৈ বাট নাচাই একেলগে নিজৰ বক্তব্যও কৈ পেলালে ঃ

'আপুনি দৰমহা পালে নহয়? চাওঁ মোক অলপ টকা দিয়কচোন, জুৰিয়ে আজি কেইবা মাহৰে পৰা এখন শাৰীৰ কথা কৈ আছে। বেচেৰীৰ কলেজলৈ যাবলৈকে শাৰী নোহোৱা হৈছে, যোৱা মাহৰ পৰাই গোৱেংকাত শাৰীৰ ৰিডাক্চন্ ছেল্ আৰম্ভ হৈছে কিন্তু পইচাৰ অভাৱত সস্তা হোৱাতো তাইক কিনি দিব পৰা নাই। এতিয়া চাগে বেচা গৈ কিবা দুই-এখন বাজে শাৰী-চাৰীহে বাকী আছেগৈ। হ'লেও তাকেই কিনি দিওঁগৈ। দিয়কচোন টকা কেইটামান। বেচেৰীহঁতকতো ৰিডাক্চন্ ছেলৰ বাহিৰে কাহানিও সাধাৰণভাৱে কোনো কাপোৰ-কানিয়ে কিনি দিব পৰা নাই আৰু সিহঁতকে বা কিয়, নিজেও সংসাৰৰ সকলো বস্তুকে তেনেকৈ ৰিডাক্চন্ ছেল্ চাই চাইয়ে কিনি আহিছোঁ।

মধু ডাউকাই ঘৈণীয়েকৰ কথাত এটা অদ্ভুত ধৰণৰ হাঁহি মাৰিলে।

ঃ 'ৰিডাক্‌চন্ ছেল্? তোমাৰ জীৱনটো তেনেকৈ বস্তু কিনোতেই পাৰ হৈ গ'ল নহয় জানো? পিছে মোৰনো কি হৈছে তুমি দেখোন আৰু একো জানিব নিবিচাৰিলা? এতিয়া যে তোমাৰ নিজৰ ঘৰতে এক ধৰণৰ ৰিডাক্‌চন্ ছেল্! এজন মানুহৰ জীৱনৰ, এজন মানুহৰ বুদ্ধি-বৃত্তিৰ, এজন মানুহৰ পৰিশ্ৰমৰ ৰিডাক্‌চন্ ছেল্! হাঃ হাঃ হাঃ। — মধু ডাউকাই হঠাৎ পগলাৰ দৰে হাঁহিবলৈ আৰম্ভ কৰি দিলে।

জুৰিৰ মাক প্ৰথমতে হতভম্ব হৈ গ'ল, কিন্তু লগে লগে তেওঁ যেন কিবা এটা বুজি পালে। কিবা এটা বুজি পাই, আশংকা কৰি তেওঁৰ বুকু কঁপি উঠিল।

ঃ 'আপোনাৰ— কি হ'ল আপোনাৰ? এইবোৰ কি কৈছে আপুনি? কাগজৰ সঁচায়ে কিবা হ'ল নেকি?'

ঃ 'ওঁ'— মধু ডাউকাই যেনেকৈ হঠাতে হাঁহিছিল, তেনেকৈ হঠাৎ সেই হাঁহি বন্ধ হৈ গ'ল, মৃত্যুদণ্ডাজ্ঞা পোৱা মানুহৰ দৰেই যেন তেওঁৰ মুখৰ পৰা অদ্ভুত এক মৰা মাত ওলাল—

'দৈনিক সংবাদ' আজিৰ পৰা সঁচাকৈয়ে বন্ধ কৰি দিয়াৰ সিদ্ধান্ত ল'লে। আমাৰ ইউনিয়নে সহজে হয়তো মানি নল'ব, নানা ৰকম আন্দোলন চলাব। কিন্তু ফল কিটো হ'ব মই ভালকৈয়ে জানো। গতিকে ল'ৰা-তিৰোতাৰ হাতত ধৰি বাটত থিয় দিয়াৰ আগতে মই কোনোবা কাগজত কম দৰমহাত হ'লেও চাকৰি এটা বিচাৰি ল'বই লাগিব। ইমান দিনেতো নিজেই ৰেহাই মূল্যতে কিনি আহিলা; এইবাৰ গিৰীয়েৰাৰ এই ৰিডাক্‌চন্ ছেলৰ বিপৰীত অভিজ্ঞতাটো বাৰু কেনে লাগিব জয়া? মোৰ হ'লে আৰু মজা লাগিব জানা, মানুহৰ ৰিডাক্‌চন্ ছেল্ ইয়াতকৈ আৰু আজৰ বিক্ৰী জগতত কি হ'ব পাৰে, নহয় নে জয়া?

'হাঃ হাঃ হাঃ—'

মধু ডাউকাই আকৌ পগলাৰ দৰে হাঁহিবলৈ ধৰিলে আৰু ঘৈণীয়েকে সৰগ পৰা মানুহৰ দৰে জঠৰ লাগি গিৰীয়েকৰ ফালে চাই ৰ'ল।

(নীলাচল)

# সুসংবাদ

ভাৰখন কান্ধৰ পৰা নমাই বাৰাণ্ডাতে থৈ ৰাতিৰাম বাৰাণ্ডাৰ চিৰিত বহি পৰিল আৰু তলৰ ফালে এটাও বুটাম নথকাৰ ফলত হাৱাইন ছাৰ্টটোৰ আগফালৰ এফাল অনায়াসে ওপৰলৈ দাঙিব পৰাৰ সুবিধাতে সি তেনেদৰে দাঙি ছাৰ্টটোৰ এফালেৰে মুখৰ ঘামখিনি মচি ল'লে। বুটাম নথকা অসুবিধাখিনি তাৰ বাবে কেনেকৈ সুবিধাত পৰিণত হৈ গ'ল। অথচ এই একেটা ছাৰ্টৰে মাত্ৰ এটা বুটাম নোহোৱাৰ বাবে লতিকাই গিৰীয়েক সুনন্দৰ পৰা এদিন বেছ গালি খাইছিল— 'চোলাৰ বুটামেই যদি ছিগি থাকে বৰলা আৰু বিয়া কৰোৱা জীৱনৰ মাজত বাৰু কি পাৰ্থক্য থাকিল কোৱাচোন লতিকা? তেতিয়াও বুটাম নথকা চোলা পিন্ধিছিলোঁ, এতিয়াও পিন্ধিছোঁ। দিনৰ দিনটো ঘৰত বহি বহি কিনো ঘোঁৰাৰ ঘাঁহ কাটি থাকাহে ...'

সিদিনা লতিকাই কোনো প্ৰত্যুত্তৰ নিদি লৰালৰিকৈ বুটামটো লগাই দিছিল। তাৰ পিছত আকৌ এটা বুটাম ছিগিছিল, কিন্তু সেইবাৰ সেই বুটাম তাই আৰু নলগালে, কাৰণ ছাৰ্টটো ইতিমধ্যে যথেষ্ট পুৰণি হৈ গৈছিল আৰু তাতোকৈ ডাঙৰ কথা যে সুনন্দৰ চিগাৰেটৰ জ্বলা ফিৰিঙতি পৰি বুকুৰ ঠিক তলতে ছাৰ্টটোত ডাঙৰ ফুটা এটা হৈ গৈছিল। গতিকে পৰমাকে সেই ছাৰ্টটো দি দিয়া হ'ল— সি বহুত দিনৰ পৰা বাপেকৰ বাবে তাৰ 'ছাৰ'ৰ পুৰণি ছাৰ্ট এটা খুজি আছিল।

সেই ঘটনাৰ পিছত আজি প্ৰায় এবছৰ পাৰ হৈ গ'ল। সুনন্দৰ সেই পুৰণি ছাৰ্টটোৱে এতিয়াও দেহ শোভা কৰি আছে— শোভা এই অৰ্থতেই কৰিছে, ৰাতিৰামৰ ৰাতিৰ দৰে ক'লা দেহৰ গাৰ ৰং আৰু জকজকাই ওলাই থকা জকাৰ দৰে আপচু দেহটো চোলাটোৱে কোনোমতে ঢাকি ৰাখিবলৈ সক্ষম হৈছে। কোনোমতে— কাৰণ চিগাৰেটৰ ফিৰিঙতিয়ে ফুটা কৰা ছাৰ্টৰ ক্ষত চিহ্নডোখৰ আৰু ব্যাপক হৈছে। তদুপৰি আৰু নানা ঠাইতো চোলাটো ফাটিছে আৰু তাক মেৰামতি কৰিবলৈ ৰাতিৰামৰ ঘৈণীয়েকে বেজী-সূতাৰে কৰা কিছুদূৰ সফল চেষ্টা চোলাটোত প্ৰকট হৈ আছে। এইটোৰ বাহিৰে ৰাতিৰামৰ আৰু চোলা আছে আৰু তাকো লতিকাই দিয়া আৰু সুনন্দৰ পুৰণি চোলা। কিন্তু এতিয়া আৰু ৰাতিৰামক কোনো চোলা-কাপোৰ নিদিয়ে বুলি লতিকাই প্ৰতিজ্ঞা কৰিছে। বা বেছি স্পষ্ট ভাষাত ক'বলৈ হ'লে সুনন্দক শুনাই শুনাই লতিকাই চিঞৰি চিঞৰি কৈছে— 'মানুহে যে কয় যে দুখীয়া মানুহবোৰৰ দুখৰ কথা— আচলতে বৰ বদমাইচ সিহঁত, অলপো কৃতজ্ঞতা নাই। আমি সিহঁতক দয়া দেখুৱালে কি হ'ব, সিহঁতৰতো আমাৰ প্ৰতি অলপো দয়া-মায়া নাই। আমাৰ পৰা সিহঁতেই কেৱল কৰুণা বিচাৰে, আমি অলপ খাব-ল'ব পোৱা মানুহবোৰৰ যেন কাৰো পৰা সেইবোৰ পাবলগীয়া নাথাকেই। এই মানুহবোৰক আৰু চিনিবৰ বাকী নাই, হাড়ে-হাড়ে চিনিছোঁ। চাওঁচোন এইবাৰৰ পৰা এই ৰাতিৰামটোক কোনে তোমাৰ পুৰণি চোলা দিয়ে বা তাৰ ঘৈণীয়েককে কোনে মোৰ মেখেলা-চাদৰ দিয়ে। অপাত্ৰক দান কৰাতকৈ সেইবোৰ সলাই অতদিনে মই কত কাঁচৰ বাচন, প্লাষ্টিকৰ বস্তু ল'ব পাৰিলোঁহেঁতেন।'

লতিকাৰ এনে উষ্মাৰ এটা ডাঙৰ কাৰণ আছে। ৰাতিৰামৰ বৰপুত্ৰ পৰমা তাইৰ লগত দহ বছৰ বয়সৰ পৰা আছিল। ল'ৰাটো বৰ তজবজীয়া আৰু চালাক-চতুৰ আছিল, অথচ কোনো ধৰণৰ বেয়া বুদ্ধিও নাছিল। লতিকাই তাক এবছৰৰ ভিতৰতে সকলো কাম-কাজত অতি পাকৈত কৰি তুলিলে। শেষত এনে হৈছিল যে লতিকাই এক প্ৰকাৰ কোনো ফালে চকু নিদিয়াকৈয়ে তাইৰ সৰু সংসাৰখন চলি গৈছিল। সেই অৱস্থাতে তাইৰ বিলাতত থকা সৰু ভনীয়েকজনী ঘৰলৈ আহোঁতে বায়েকৰ ঘৰত নিমন্ত্ৰণ খাবলৈ আহি পৰমা আৰু তাৰ কীৰ্তি দেখি তাই হুমুনিয়াহ পেলাইছিল— 'অ' বাইদেউ, আমি বিলাতত বিলাতী আৰামত আছোঁ বুলি তহঁতে হিংসা কৰ নহয়, কিন্তু তহঁতৰ এই দেশী আৰাম দেখি যে বিলাতলৈ উভতি যাবৰ মন যোৱা নাই। লোকৰ ল'ৰাই আহি তোৰ সংসাৰখন নামমাত্ৰ পইচাৰ সলনি চলাই দিব— এনে সুখ যে তাত কোনেও কল্পনাই কৰিব নোৱাৰে।'

পিছে এনে সুখ যে এক হিচাপে দুখৰে নামান্তৰ পিছত লতিকাই ভালকৈয়ে বুজিলে। পৰমাৰ ওপৰত আৰাম কৰি চলি শেষত তাইৰ এনে অৱস্থা হ'ল যে পুনৰ কেতিয়াবা ভাত-পানী ৰান্ধি বাঢ়ি ঘৰুৱা কাম-বন কৰি সংসাৰ চলোৱাৰ কথা ভাবিবলৈ ভয়ে লগা হ'ল। কেতিয়াবা পৰমা ঘৰলৈ গ'লে কি যে পানীত হাঁহ নচৰা

অৱস্থা হয়, সি কেতিয়া ঘূৰি আহে, কেতিয়া ঘূৰি আহে লাগি থাকে।

সঁচাকৈ সেই সুখ এদিন দুখলৈ পৰিবৰ্তিত হ'লেই। পৰমাৰ বাপেকে পৰমাৰ তেৰ বছৰ হোৱাত এখন হোটেলত বেছি দৰমহাৰ লোভত থৈ দিলে। হোটেলত বেছি দৰমহা দিয়াৰ বন্দবস্ত হ'ল। লতিকাই বৰ্তমান পৰমাক দি থকা দৰমহাতকৈ বহুতখিনি বৃদ্ধি কৰিও তাৰ ওচৰ চাপিব নোৱাৰিলে। গতিকে এদিন পৰমা 'হাতছাৰা' হৈ গ'ল।

লতিকাৰ খং আৰু দুখৰ পাৰ নোহোৱা হ'ল, অথচ ৰাতিৰামে তাইক অইন ল'ৰা আনি দিলে, হাতযোৰ কৰি, কাও-বাও কৰি নিজৰ ভীষণ দৰিদ্ৰ অৱস্থাৰ কথা বৰ্ণাই তাৰ অসহায়তাৰ কথা বুজালে। লতিকা ইমান দয়া-মায়াহীন নহয় যে কথাবোৰ নুবুজিব; আজিও সিহঁতৰ ঘৰত ৰাতিৰামে পোৱা আশ্ৰয়তো সেই দয়া-মায়াৰে ফল। অথচ তাইৰো খং, অসহায়তাৰ খং— এনে ল'ৰা আৰু ক'ত পোৱা যাব— এনেকৈ সকলো শিকাই-বুজাই পাৰ্গত কৰি তোলা ল'ৰা। ...

অথচ পৰমাৰ বেছি টকা পোৱাৰ ৰাস্তাত কোনোমতে হেঙাৰ দিব নোৱাৰি। ৰাতিৰামৰ সাতোটা ল'ৰা-ছোৱালী জন্ম হৈছিল। দুজনী ছোৱালীৰ পিছত আৰু এটা ল'ৰা, তাৰ পিছত আৰু তিনিজনী ছোৱালী— 'ভাগ্যে যেনিবা দ্বিতীয়জনী আৰু পঞ্চমজনী ছোৱালীক সৰুতেই যমে নিজে পুহিবলৈ লৈ গ'ল' (এইখিনি ৰাতিৰামৰ ভাষাৰ অনুবাদ) ইমানকেইটা ল'ৰা-ছোৱালীক ভৰণ-পোষণ দিবলৈ কৃষক ৰাতিৰামৰ যিমানখিনি মাটি থাকিব লাগে সিমান নাছিল, ক্ৰমে থকা মাটিখিনিও খহনীয়াই লৈ গৈছিল। সেই খহনীয়া নৈৰ নহয়, সেই খহনীয়া অভাৱৰ। খেতিৰ ধানেৰে বছৰটো খাবলৈ নোজোৰে বাবে মহাজনৰ ওচৰত মাটি বন্ধক দি টকা ধাৰ লৈ মহাজনৰ পেটত গৈ খহি খহি পৰি থাকিল।

পৰমা ৰাতিৰামৰ প্ৰথম পুত্ৰ সন্তান। গতিকে মনৰ হেঁপাহত বাপেকে তাক স্কুলত নাম লিখাই দিছিল। কিন্তু ৰাতিৰামৰ সন্তানৰ সংখ্যা বৃদ্ধি আৰু মাটি হ্ৰাস পাই অহাৰ লগে লগে পুতেকক শিক্ষা কিয়, পেটৰ ভাতমুঠিকে দিব নোৱৰা হ'ল। ইতিমধ্যে পৰমাৰ তলৰ ভনীয়েক এজনীক চহৰৰ লোকৰ ঘৰত বনকৰা ছোৱালী কৰি থোৱা হৈছিলেই। কিন্তু তাই নিজৰ পেটটো পুহি আৰ্জে মাত্ৰ দহ টকা, গতিকে অতি উপায়হীন হৈ ৰাতিৰামে এদিন পৰমাক স্কুলৰ পৰা একেবাৰে আনি সুনন্দহঁতৰ ঘৰত কুৰি টকা বন্দবস্তত লগুৱা হিচাপে থৈ গ'ল। এতিয়া দহ বছৰীয়া পৰমাই কুৰি টকা আৰ্জে আৰু ন-বছৰীয়া সিন্ধুমতীয়ে দহ টকা আৰ্জে। তাই অৱশ্যে দহ বছৰীয়া হ'লেও সেই দহ টকাই আৰ্জিলেহেঁতেন, কাৰণ তাই ছোৱালী। তিৰোতা বনুৱাই পুৰুষতকৈ লাগিলে বেছিয়ে কাম কৰক— কিন্তু তিৰোতা হৈ জন্ম লৈ অহা পাপৰ ফলত পুৰুষতকৈ কমকৈ আৰ্জিবই লাগিব।

তাৰ পিছত তেৰ বছৰীয়া পৰমাক বেছি পইচাৰ আশাত বাপেকে হোটেলত থোৱাত লতিকাৰ হাহাকাৰ লাগিল, কিন্তু সিন্ধুমতী তেৰ বছৰীয়া হোৱাৰ আগতেই গৰাকীয়ে ৰাতিৰামক ফিৰৎ দিলে কাৰণ সিন্ধুমতী ডাঙৰ হ'ল, লোকৰ ডাঙৰ হোৱা ছোৱালীৰ আৰু দায়িত্ব ল'ব নোৱাৰি। গতিকে পৰমা ডাঙৰ হোৱাত তাৰ দাম বাঢ়িল আৰু সিন্ধুমতী ডাঙৰ হোৱাত তাইৰ দাম নোহোৱা হ'ল।

ৰাতিৰামে দ্বিতীয় পুতেক ধৰ্মকো স্কুলত নাম লগাই দিছিল। তাৰ বৰ আশা— পৰমাৰ নহ'ল নহ'ল, ধৰ্মৰে কিবা এটা হ'ব। পঢ়ি-শুনি 'বাবু' হ'বই।

সেই জেদটো পৰমাৰো। সি লোকৰ চুৱা ধুই মৰিছে, ভায়েকৰ সেই দশা হ'ব নিদিয়ে। তাক 'বাবু' কৰিবই লাগিব, সি 'মানুহ' হ'বই লাগিব। এনেয়ে সি ইমান কষ্ট কৰি পইচা অৰ্জা নাই।

লতিকাই কিন্তু বাপেক-পুতেকৰ এই আশাত বহুত দিন ধৰি চেঁচা পানী ঢলাৰ চেষ্টা কৰি আহিছে। ধৰ্মই ককায়েকলৈ লিখা দুই-এখন চিঠিৰ নমুনা দেখিয়ে তাৰ বুদ্ধিৰ দৌৰ কিমানখিনি লতিকাই বুজি পাইছিল। চতুৰ্থমানত পঢ়া ল'ৰাটোৱে নাজানে এটা শুদ্ধ বানান লিখিব— নাজানে এটা শুদ্ধ বাক্য লিখিব। গতিকে তাই পৰমা আৰু ৰাতিৰামক বহুত দিন কৈছে যে ফুটা কলহত পানী নাঢালি সিহঁতে তাকো কাৰোবাৰ ঘৰত থ'ব লাগে। তদুপৰি সেই ফুটা কলহত ঢলা পানী হ'ল অতি দুখৰ বিনিময়ত ঘটা ধন।

*কিন্তু কোনে শুনে কাৰ কথা। দুই বাপেক-পুতেক দৃঢ়প্ৰতিজ্ঞ, ধৰ্মক ডাঙৰ মানুহ কৰিহে এৰিব।*

এদিন ৰাতিৰামৰ মাটি খহি খহি একেবাৰে নাইকিয়া হ'ল। তাতে ডাঙৰ ছোৱালীজনীকো বিয়া দিব লগা

হ'ল। সকলো মিলি সি আৰু ডাল-দৰিদ্ৰ হৈ পৰিল।

এতিয়া সি এটা নতুন বৃত্তি আৰম্ভ কৰিছে, গুৱাহাটীৰ কাছাৰী বজাৰত শাক-পাচলি বিক্ৰী কৰা। গাঁৱৰ ঘৰৰ পৰা ক'ৰ শাক-পাচলি আনিব, সি গুৱাহাটীৰ ওচৰ-পাজৰৰ গাঁৱৰ পৰা আনে। তদুপৰি সাজ লাগি ভাগিবৰ সময়ত কাছাৰী বজাৰৰ দূৰৰ বেপাৰীবোৰে অলপ-অচৰপ বাকী থকা বস্তু ল'বলৈকে সে সস্তাত বেচি থৈ যায়— তাকে সংগ্ৰহ কৰি পিছদিনাৰ বজাৰত বেচে। সপ্তাহত দুই-তিনি দিন এই বেপাৰ কৰি বাকী কেইদিন গাঁৱত থাকি ৰাতিৰামে আন কাম-বন কৰে। এনেকৈ অৰ্জা, পৰমাই অৰ্জা; ঘৈণীয়েকে লোকৰ ঘৰত ধান দাই, ভুঁই ৰুই, ঢেঁকী দি অৰ্জা পইচাৰে গোটেইকেইটা প্ৰাণীয়ে মাজে-সময়ে লঘোণ দিলেও পেটকেইটা পুহি থাকিব পাৰে।

এই কাছাৰী বজাৰত বেপাৰ আৰম্ভ কৰাৰ পৰাই ৰাতিৰামে লতিকাহঁতৰ ঘৰত আশ্ৰয় লৈছেহি। এদিন পৰমাক যিটো ঘৰত থাকিব দিয়া হৈছিল, তাৰে এচুকতে ৰাতিটোৰ কাৰণে তাক পৰি থাকিবলৈ দিব লাগে— ৰাতিৰামে কাও-মাও কৰি লতিকাহঁতক ধৰিলেহি। প্ৰথমতে লতিকাই গৰ্জি উঠিছিল— 'আমাৰ ঘৰত থকাৰ কথা ক'বলৈ লাজ নোপোৱানে? কিয়, তোমাৰ পুত্ৰ পৰমাৰ ফ'ৰ নে ফাইভ ষ্টাৰৰ হোটেলটো ক'লৈ গ'ল? তাত থকাৰ বন্দবস্ত নকৰা কিয়? মই ইয়াত তোমাক থকাৰ ঠাই দিব নোৱাৰোঁ। আমাৰ ইয়াত থকাৰ মন থাকিলে পৰমাক লৈ যাব নালাগিছিল।'

সেই সময়ত লতিকাৰ মন-মেজাজ বিশেষ ধৰণে বেয়া হৈ আছিল। পৰমা যোৱাৰ তিনি বছৰ হৈছিল— আৰু এই তিনি বছৰৰ ভিতৰত ৰখা পাঁচটা কাম কৰা ল'ৰাৰ ভিতৰত চাৰিটা আগতেই যোৱাৰ পিছত কিছুদিনৰ আগতে পঞ্চমটোও গৈছে। গৈছে মানে বৰ বেয়াভাৱে গৈছে। পুৱাৰ গাখীৰৰ বটল দুটা, বটল ভৰোৱা বেগটো, গাখীৰৰ পইচা— সকলো কাম কৰা ল'ৰাটোৰ হাততে থাকে। লগতে গাখীৰৰ কাৰ্ডখনো, কাৰণ কিছুদিনৰ পৰা চৰকাৰী গাখীৰৰ যোগানৰ পৰিমাণ কমি যোৱা বাবে কাৰ্ড চাইহে গাখীৰ দিয়া হৈছে। কিছুদিনৰ আগতে এই পঞ্চম ল'ৰাটো গাখীৰ আনিবলৈ গৈ আৰু উভতি নাহিল। ফলত বেগ, পইচা, বটল আৰু সিদিনাৰ গাখীৰ যোৱাৰ লগতে আপুৰুগীয়া কাৰ্ডখনো গ'ল। ডুপ্লিকেট কাৰ্ড এখন কৰাটো অলপ দিগদাৰীৰ কথা নহয়। লতিকাৰ সিদিনা পুৱাৰ ৰুদ্ৰমূৰ্তি দেখি সুনন্দই সান্ত্বনা দিবৰ চেষ্টা কৰিছিল— 'মানুহে সকলো বেয়া কথাৰ মাজতো 'ব্ৰাইটাৰ ছাইড'টো আৱিষ্কাৰ কৰি সান্ত্বনা লভিব লাগে। ধনায়ে যে আন বস্তু-বাহানি চুৰ কৰি নিনিলে সেইটোকে লাভ বুলি ধৰাচোন।'

কিন্তু লতিকা আৰু বেছিকৈহে জ্বলি উঠিছিল— 'ব্ৰাইটাৰ ছাইড। ধনাই যোৱাৰ ফলত ভাত ৰন্ধাৰ পৰা চুৰা কাঁহী-বাটি ধোৱালৈকে ঘৰৰ সেই পৰ্বতপ্ৰমাণ কামতো তুমি কৰিব নালাগে গতিকে ব্ৰাইটাৰ ছাইড আৱিষ্কাৰ কৰিব পাৰিবাই।'

সুনন্দই তেতিয়া ওঁঠৰ তলত মনে মনে হাঁহিছিল, কিন্তু হাঁহিটো ফুটাই তুলিবলৈ সাহ কৰা নাছিল— 'আচল কথা তোমাৰ এয়ে, কাৰ্ডৰ দিগদাৰীতকৈও সংসাৰৰ কামৰ চিন্তাইহে তোমাক ডেই-পুৰি মাৰিছে। পৰমাই যে তোমাক কি ধোদ বনাই থৈ গ'ল!'

এনে এটা পৰিস্থিতিতে ৰাতিৰাম আশ্ৰয় ভিক্ষাৰী হৈ আহিছিল। পুতেকৰ ষ্টাৰ হোটেলৰ কথাত সি কেৱল কৈছিল যে পৰমাই হোটেলৰ আৰু তিনি-চাৰিটা ল'ৰাৰ লগত একেটা কোঠালিতে পাণ জপাৰ দৰে ওপৰা-উপৰিকৈ পৰি থাকে, গতিকে বাপেকক ৰাখিবৰ ঠাই নাই। এতিয়া লতিকাহঁতে ঠাই নিদিলে সি ফুটপাথতে পৰি থাকিব লাগিব, গুৱাহাটীত ভাড়া ঘৰ লৈ থকাৰ তাৰ সাধ্য আছেনে। লতিকাহঁতৰ ঘৰত সি এনেয়ে নাথাকে, শাক-পাচলি, তামোল-পাণ আদি যোগান ধৰাৰ উপৰি বাৰী-ঘৰৰ ঘাঁহ-বনো চিকুণাব, ঘৰৰ ইটো-সিটো লাচনি-পাচনিও কৰিব— ইত্যাদি ইত্যাদি।

অগত্যা ৰাতিৰামক ৰাখিবলগা হ'ল। ভাৰৰখন লৈ সন্ধিয়াৰ আন্ধাৰৰ পিছত ঘৰ সোমায়হি, তাৰ পিছত ঘৰখনৰ ভাত-পানী খাই আজৰি নোহোৱালৈকে সি বাৰাণ্ডাতে বহি থাকে। লতিকাহঁতে তাক খোৱাৰ কথা সুধিলে বাহিৰত খাই অহা বুলি কয়। কিন্তু ৰাতিৰামৰ শুকান মুখ, হনু ওলোৱা গাল, বহুত দিনৰ মূৰে মূৰে দাড়ি কটাৰ ফলত কেঁচা-পকা ডাড়িৰে ভোবোকাৰ গাল আৰু হাড়-ছাল লগা গাটো দেখিলে সি ক'ৰবাত পেট ভৰাই

খাই অহা যেন নালাগে। লতিকাৰ কৰুণা, খং, বিৰক্তি এই সকলোবোৰে সংমিশ্ৰিতভাৱে একেলগে মনত জোট-পোট লগায়হি। তাৰ পিছত তাই এদিন বিৰস মুখেৰে ক'লে— "তুমি ৰাতি ক'তো খাই আহিব নালাগে; ইয়াতে ভাতকেইটা খাবা।"

ৰাতিৰামে তেতিয়াৰে পৰা লতিকাইঁতৰ ঘৰত ৰাতি ভাত খায়, কিন্তু তাৰ মুখত অপৰাধীৰ কুণ্ঠিত ভাবটো অনবৰত লগৰী হৈ ৰয়। সি ভাৰখন থৈ যিবোৰ বস্তু উলিয়াই দিয়ে, লতিকাই বিৰক্তিৰে লয়। কাছাৰী বজাৰৰ বস্তু বুলিলে কিমান টাট্‌কা বস্তু, কিন্তু ইয়াৰ পাচিৰ পৰা ওলোৱা বস্তুবোৰৰ চেহেৰা চোৱা— শুকান টেঁকীয়া, শুকান নেমু, শুকান জলকীয়া ... এদিন তাই মুখ ফুটাই তেনেকৈ কওঁতে লতিকাইঁতৰ যষ্ঠজন কাম কৰা ল'ৰাই মাত লগাই উঠিছিল— মানুহটো যেনে শুকান, তাৰ বস্তুবোৰো তেনে শুকান। পিছে মানুহটো শুকান হোৱাত মোৰেই ভাল হৈছে দিয়ক বাইদেউ, শকত হ'লে মোৰ বিছনাৰ আধাতকৈও বেছি ঠাই ল'লেহেঁতেন সি ...।

ফটা হাৱাইন ছাৰ্টৰ সমুখৰ আঁচলটোৰে মুখ মচি ৰাতিৰাম চিৰিতে বহি ৰ'ল। আজি যেন তাৰ অইন দিনাতকৈও বেছি ভাগৰ লাগিছিল।

অলপ পিছতে লতিকা আগফাললৈ ওলাই আহিছিল। ৰাতিৰামক চাবলৈকে তাই ওলাই আহিছিল। আজি ইমান পৰলৈকে মানুহটো অহা নাই কিয়?

'অ' তুমি আহি ইয়াতে বহি আছা। আজি ইমান পলমকৈ আহিলা কিয়?'

ৰাতিৰামে ভীষণ অপ্ৰস্তুতৰ হাঁহি এটা মাৰিলে আৰু অপৰাধীৰ দৰে সেমেনা-সেমেনিকৈ ক'লে— 'আজি ঘৰোৰ পৰা ধৰ্মো আহি ওলাল— তাক বোলে পইচা লাগে। সেই গতিকে দাইদাকোৰ 'ৰ'ল' হোটেলত লৈ গেলো। তাতেই পৰমাই আমাৰ দুয়োকে ভাতো খুৱালে দক্ আই, আজি মাংসো আছিল। ধৰ্মো তাতে দাইদাকোৰ লগোত ৰাতি চাৰডাৰ পৰি থাকবো। মই ভাতকেটা খাই শুচি আইহ্‌লু।'

ধৰ্মৰ কথাত লতিকাৰ মুখখন আপোনা-আপুনি অলপ কোঁচ খাই গ'ল। সিয়ো পৰমাৰ দৰেই তজবজীয়া, চালাক-চতুৰ ৰঙিয়াল ল'ৰা এটা। তাক মিছামিছি পঢ়ুৱাই কি কৰিব, পৰমাৰ দৰে সিহঁতৰ ঘৰতে থওক— ভৱিষ্যতে সুনন্দই তাক পিয়ন-চকীদাৰ কিবা এটা চাকৰি যোগাৰ কৰি দিব— ইত্যাদি বহুত ধৰণৰ প্ৰলোভনেও বাপেক-পুতেকৰ গা লৰাব নোৱাৰিলে, গাধা ল'ৰাটোক পণ্ডিত কৰা বাসনা সিহঁতে ত্যাগ নকৰিলে।

'অ' তুমি তেন্তে 'ৰয়েল হোটেল'ত ৰয়েল খানাই খাই আহিলা? আমাৰ শাক-ভাতবোৰ আজি পেলনি গ'ল আৰু।' লতিকাই বিৰস মাতেৰে কৈ উঠিছিল আৰু সেই কথা শুনি ৰাতিৰামৰ অপৰাধী মুখ আৰু সংকুচিত হৈ পৰিছিল।

পৰমা হোটেলত থকা দিন ধৰি লতিকাই পৰমাৰ সম্পৰ্কে উপযাচি কোনো খা-খবৰ নলয়, কিন্তু পৰমা নিজেই হোটেলৰ কামৰ পৰা আজৰি উলিয়াই কেতিয়াবা কাচিৎ আহে। সি আহিলে লতিকাইঁতৰ কন্যা মামুনৰ বৰ ফুৰ্তি হয়, পৰমায়ো আহি তাইৰ লগতে বেছিভাগ সময় ধেমালি-ধুমুলা কৰি কটায় আৰু তাইলৈ পপিঞ্চ, চুইংগামকে আদি কৰি কিবা নহয় কিবা এবিধ লৈ আহে। এনেকৈ সম্পৰ্ক ৰাখি থকা ল'ৰাটোৰ লগত সম্পৰ্ক ছেদ কৰা টান, গতিকে মামুনৰ জন্মদিন ওচৰ চপাত লতিকাই পৰমাক দিনটোৰ কথা সোঁৱৰাই দি সাধাৰণভাৱে কৈছিল— 'এবাৰ আবেলি আহি চাহ-টাহ অলপ খাই যাবি। তোক দেখিলে মামুনে ফুৰ্তি পাব।' কিন্তু পৰমাই আবেলি নহয়, আগবেলাতে শুচি আহিল, লগত মামুনৰ বাবে উপহাৰ হিচাপে পুতলা এটাও আনিলে। লতিকাই ডবিয়ালে— 'হোটেলত চাকৰি কৰি গাল গাল ধন ঘটিছে নহয়, বৰ উপহাৰ দিব শিকিছে।'

সুনন্দই তেতিয়া হাঁহি হাঁহি কৈছিল মামুনৰ জন্মদিনত পৰমাই অকল উপহাৰেই অনা নহয়, নিজেও কিমান সাজি-কাছি আহিছে, দেখিছা লতিকা? একেবাৰে বাবুটো হৈ আহিছে।'

পিছে সি তেনেকৈ বাবু হৈ থকা নাছিল। আহি পোৱাৰ অলপ পিছতে সি পায়জামা কোঁচাই হাতৰ আস্তিন কোঁচাই কামে-কাজে লাগি গৈছিল আৰু তাৰ সুদক্ষ হাতেৰে যিমান কাম কৰি লতিকাক যেনেকৈ সকাহ দিছিল, লতিকাৰ পুনৰ তাক হেৰুওৱাৰ দুখটো জাগি উঠিছিল— কি যে ৰত্ন এটা হাতছাৰা হ'ল।

এনেকৈ পৰমা আহে, অলপ পৰ থাকি মামুনৰ লগত ৰং-ধেমালি কৰে, লতিকাই চাহ-টাহ দিয়ে, কিন্তু সিনো হোটেলত থাকি কেনেকুৱা পাইছে সেই কথা লতিকাই প্ৰথমৰ পৰা এদিনো নুসুধিলে। তাইৰ মনোভাবটো

এনেকুৱা বা তাইৰ এনেধৰণৰ নিৰ্বিকাৰ ব্যৱহাৰেৰে যেন এই মনোভাবটো প্ৰকাশ কৰিব খোজে— পৰমা ক'ত থাকে, কেনেকৈ থাকে, সুখেৰে থাকে নে দুখেৰে থাকে— সেইবোৰ খবৰ তাইৰ কোনো দৰকাৰ নাই কিন্তু তাইৰ সেই মনোভাবৰ এক গভীৰতৰ অৰ্থ যে তাইৰ অভিমান— অৰ্থাৎ সেইটো যে পৰমাৰ লগত এক শেষ নোহোৱা সম্পৰ্কৰে প্ৰকাশ— সেই কথা লতিকাই সচেতনভাৱে বুজি নাপায়।

সুনন্দ কিন্তু তেনে জটিল মনস্তত্ত্বৰ মানুহ নহয়। হোটেলত চাকৰি লৈ প্ৰথমদিনা সিহঁতৰ ঘৰলৈ অহা পৰমাক সুনন্দই নানা ধৰণৰ প্ৰশ্ন কৰিল— হোটেলত থাকি সি কেনে পাইছে, মালিকে মৰম কৰে নে নাই, পেট ভৰাই খাবলৈ পায় নে নাপায়— ইত্যাদি সকলো ধৰণৰ খবৰকে সুনন্দই ল'লে। সেই সময়ত ওচৰতে থকা লতিকাই কিন্তু একো মাত নমাতিলে, তলমূৰকৈ বহি কৰি থকা কামটোকে নীৰবে কৰি থাকিল।

পৰমাই যেতিয়া ক'লে যে মালিকজন বৰ ভাল, হোটেলৰ ল'ৰাবোৰক বৰ মৰম কৰে, নিজে যি খায় সিহঁতকো তাকে খাবলৈ দিয়ে— সুনন্দই তেতিয়া হোঁ-হোঁৱাই হাঁহি দিছিল— 'অ' ৰমেন দত্তই তহঁতক নিজে যি খায় তাকেই খাবলৈ দিয়ে? হাঃ হাঃ হাঃ। 'ৰয়েল হোটেল'ৰ মালিক ৰমেন দত্তৰ প্ৰিয় খাদ্য কি— আমাৰ ...ৰ অৱশ্যে সি খাদ্য নহয়, পানীয়হে— সেয়া গুৱাহাটীত কোনে নজানে। শুনিছোঁ তেওঁ ভাতৰ সলনি দিনতো মদ খায়, ৰাতিও মদ খায়। তহঁতকো তেন্তে সেই মদকে খুৱায় পৰমা? হাঃ হাঃ হাঃ ... অৱশ্যে মানুহজন হেনো বৰ দিলদৰীয়া। মদপী মানুহবোৰ সাধাৰণতে দিলদৰীয়া হয়েই ...'

তাৰ পিছত এদিন সুনন্দৰ সেই হাঁহিৰ কাৰণটোৱে সত্যৰ কৰুণ ৰূপ ধৰি লতিকাৰ কান্দোন উলিয়াই দিলে।

এদিনাখন কান্ধত ভাৰ নথকা ৰাতিৰাম শুদা মানুহটো আহি লতিকাহঁতৰ ঘৰত লতিকাৰ আগত টুসুৰি খাই পৰি ৰাউচি ধৰি কান্দিবলৈ আৰম্ভ কৰি দিছিল। তাৰ বিধ্বস্ত চেহেৰাই আৰু শোচনীয় মূৰ্তি ধাৰণ কৰিছিল।

ৰাতিৰামৰ কান্দোনৰ মাজেদি লতিকাই সাংঘাতিক খবৰটো পালে। ৰয়েল হোটেলৰ মালিক ৰমেন দত্তই কাম কৰা ল'ৰাকেইটাক সঁচায়ে মৰম কৰে আৰু মৰমতে তেওঁৰ মদৰ বটলৰ পৰা সিহঁতকো মাজে মাজে এঢোক-দুঢোক মদ— সুনন্দই ধেমালিতে ক'লেও— সঁচাকৈয়ে যাচে। তেনেকৈ জুতি পাই পাই ল'ৰাকেইটা মদৰ নিচাত ভালকৈয়ে আক্ৰান্ত হ'ল। ফলত সিহঁতে সুবিধা পালেই ৰাতি কাম-বন কৰি আজৰি হৈ মালিকৰ মদ চুৰ কৰি খোৱা হ'ল। সৰু ল'ৰা পৰমাও সেই জালত পৰিল। ৰাতিৰামে ক'লে— আগদিনা ৰাতিও তেনেকৈ পৰমাকে ধৰি হোটেলৰ তিনিটা ল'ৰাই মদ খাই ৰে'ল লাইনৰ পিনে ফুৰিবলৈ গ'ল। সিদিনা মদৰ পৰিমাণ বোধহয় বেছি হৈছিল, কাৰণ তিনিও ঢলং-পলং কৰি আৰু বেছি দূৰ আগবাঢ়িব নোৱাৰি ৰে'লৰ লাইনতে পৰি থাকিল। বাকী দুটা ল'ৰা অৱশ্যে ৰে'ল লাইনৰ কাষতহে পৰি থাকিল কিন্তু পৰমাৰ নিয়তি, সি ৰে'ল লাইনতে পৰি থাকিল। তাৰ পিছত মাজৰাতি উজনিমুৱা ৰে'লগাড়ী কোবেৰে আহিল আৰু সিহঁতে তৰ্কিব পৰাৰ আগতে ৰে'লগাড়ীয়ে পৰমাক কাটি দুছোৱা কৰিলে।

এই ভীষণ দুঃসংবাদটো দি ৰাতিৰামে আকৌ এবাৰ বুকু ভঙা আৰ্তনাদ কৰি উঠিল।

এই ঘটনাৰ এমাহৰ পিছৰ কথা। এই এমাহে ৰাতিৰামে কাছাৰী বজাৰৰ বেপাৰ কৰিবলৈ অহা নাই বা আহিছে যদিও লতিকাহঁতৰ ঘৰলৈ অহা নাই। এতিয়া আহিল পূৰা এমাহ পাৰ হৈ যোৱাৰ পিছত। এইবাৰ তাৰ লগত ভাৰ নাই, ধৰ্মকহে লগত লৈ আহিছে। মানুহজনৰ এই এটা মাহতে বয়স যেন আৰু কেইবাবছৰো বাঢ়ি গ'ল, গালৰ কেঁচা-পকা দাড়িত পকা দাড়িৰ পৰিমাণ বাঢ়িল, গালৰ হনু আৰু ওলাল। পিন্ধনত অৱশ্যে তুলনামূলকভাৱে ভাল ছাৰ্ট এটা, কিন্তু সুনন্দৰ নহয়, হয়তো ৰমেন দত্তয়ে দয়াপৰবশ হৈ কেতিয়াবা সেই চোলাটো দিছিল।

লতিকাক দেখাৰ লগে লগে ৰাতিৰামৰ দুই শুকান গাল বাগৰি চকুপানীৰ ধল নামিল। সি ক'লে— 'আই ধৰ্মোক আৰ পঢ়াবা নবো। সি নিজেই কৈছি তাক আপনালোকোৰ ঘৰোতে বন্ধা থৈ দিবা লাগে। ছলিটোক আপনালোকোৰ চৰণোত গতালো আই। পাল্লি কেইতাবা তাক চকীদাৰ-টকিদাৰোৰ কাম এটা যোগাৰ কৰি দিবো।'

(দৈনিক অসম)

# খিৰিকী কাষৰ গছ

কোঠালীটো ঠিকঠাক কৰি ল'বলৈ সোমাই বিভা ক্ষন্তেক পৰ মাজমজিয়াতে ঠিয় দি ৰ'ল। তাৰ পিছত তাই একো এটা নকৰি বিছনাখনত দীঘল দি পৰিল আৰু চকু দুটা মুদি দিলে।

এই কোঠালীটো তাইৰ কুমাৰী জীৱনৰ। ধনী ঘৰৰ একমাত্ৰ ছোৱালী বিভা, গতিকে তাই বিয়াৰ পিছত আনৰ ঘৰলৈ গুচি যোৱাৰ পিছতো কোঠালীটো তাইৰে হৈ থাকিল, কালৈকো হস্তান্তৰিত নহ'ল। অৱশ্যে কেতিয়াবা ঘৰত আলহী-অতিথি বেছি হ'লে, আলহীৰ আচুতীয়া ঘৰটোত ঠাইৰ সংকুলন হ'লে তাইৰ ঘৰটো খুলি দিয়া হয়, তাৰ পিছত আকৌ তলা বন্ধ কৰা হয়। বিভা যেতিয়া মাকৰ ঘৰলৈ কিছুদিন থাকিবলৈ আহে তেতিয়া আকৌ সেই কোঠালী খোল খায়। কিন্তু বিভা যেতিয়া অকলে নাহি প্ৰদীপৰ লগত আহে, তেতিয়া সিহঁত দুয়ো থাকে আলহী ঘৰটোত, কাৰণ বিভাৰ এই ঘৰটো যথেষ্ট সৰু বিভাৰ মাকহঁতে বুজে যে তাত থাকিলে প্ৰদীপৰ কষ্ট হ'ব। কিন্তু আলহীৰ কোঠালীটো মস্ত ডাঙৰ, তাত প্ৰদীপৰ কষ্ট নহয়।

পিছে বিয়াৰ পিছত প্ৰদীপৰ লগত নাহি বিভাই দুবাৰমানো অকলে মাকৰ ঘৰলৈ আহিছে আৰু তেতিয়া তাইৰ এই কোঠালীটোতে তাই আগৰ দৰে অকলশৰে আছে। কিন্তু আচৰিত কথা যে একে কোঠালীতে একেখন বিছনাতে কুমাৰী জীৱনৰ দৰে ৰাতি কটালেও বিভাৰ এনে লাগিছে— তাই যেন সেইখন বিছনাত সেই ঘৰৰ এজনী আলহী ছোৱালীহে শুই আছে। অৱশ্যে এটা কথা ঠিক যে প্ৰদীপৰ লগত আলহীৰ কোঠালীটোত থকাৰ সময়ত সেই অনুভূতিটোৰ তীব্ৰতা বেছি হয়। তদুপৰি প্ৰদীপ থাকিলে মাকৰ লগত, বৌৱেকৰ লগত, ককায়েকৰ লগত আৰু ভতিজাকহঁতৰ লগত বিভাৰ সম্পৰ্ক কম হয়— প্ৰদীপৰ আল-পৈচান ধৰা, প্ৰদীপৰ লগত অ'লৈ-ত'লৈ যোৱা— ইত্যাদিবোৰতে বেছি সময় যায়। বিভাৰ তেতিয়া এনে ভাব হয় যেন তাই গিৰীয়েকৰ ঘৰখন মাকৰ ঘৰলৈকো টানি আনিছে। কিন্তু এই কথাটো বিভাৰ ভাল নালাগে, তাই যি কেইদিন মাকৰ ঘৰত থাকে, সেই কেইদিন তাইৰ পূৰাপূৰি সেই ঘৰৰ জীয়ৰী হৈ থাকিবৰ মন যায়। তাই যে এতিয়া আন এঘৰৰ বোৱাৰীয়েক। আন এজন মানুহৰ ঘৈণীয়েক— বিয়া হোৱাৰ পিছৰ পৰা মৰণ কাললৈকে পালিবলগীয়া এই ভূমিকাটো তাই এইকেইটা দিন পাহৰি থাকিব খোজে। তাৰ অৱশ্যে কোনো গূঢ় বা বেদনাদায়ক কাৰণ নাই— কেৱল বেলেগ বেলেগ সময় বেলেগ বেলেগ ধৰণে কটাব খোজাৰ এটা সৰু-সুৰা বাসনা।

প্ৰদীপ যেতিয়া নাহে, বিভা যেতিয়া অকলে আহে আৰু আহি যেতিয়া তাইৰ এই অকণমানি কোঠালীটো পুনৰ পুৰণি কালৰ দৰে অধিকাৰ কৰি লয়— তেতিয়া বিভাই আকৌ এবাৰ কুমাৰী জীৱনৰ হেৰাই যোৱা দিনবোৰ যাপন কৰাৰ চেষ্টা কৰে, সেইবোৰক অতীতৰ বুকুৰ পৰা আজুৰি অনাৰ যত্ন কৰে। কিন্তু হায়! নদীৰ সোঁত জানো কোনোবাই ওভোতাই বোৱাব পাৰে, এৰি অহা জীৱন জানো কোনোবাই পুনৰ ঘূৰাই পাব পাৰে? এইচ জি ৱেল্‌ছৰ 'টাইম্ মেশ্বিন' নামৰ কিতাপখন বিভাৰ চেতনাৰ পৰা কোনোদিন মচ খাই যাব পৰা নাই। মানুহৰ হৃদয়কে সকলোতকৈ ওপৰত স্থান দিয়া বাবে সেই বিজ্ঞানভিত্তিক উপন্যাসখন পাহৰিব নোৱৰা বিভাই যেতিয়া তাইৰ এই অকলশৰীয়া কোঠালীটোত কুমাৰী কালৰ দিনবোৰ পুনৰ যাপন কৰাৰ চেষ্টা কৰে, তেতিয়া তাই নিজৰ মনতে গুণগুণাই— 'টাইম মেশ্বিনৰ দৰে যান এখন পোৱা হ'লে মই কেৱল তাৰ অতীতমুখী চাবিটোহে টিপিলোঁহেঁতেন, মই কেৱল মোৰ সপোনৰ দৰে হেৰাই যোৱা অতি মধুৰ অতীতৰ ৰাজ্যখনতে বিচৰণ কৰিলোঁহেঁতেন, মই কেতিয়াও ভৱিষ্যতৰ যন্ত্ৰ-মানৱৰ বিভীষিকালৈ ঢাপলি নেমেলিলোঁহেঁতেন...'

অতীত জীৱনৰ দিনবোৰ ঘূৰাই পাব নোৱাৰিলেও বিভাই তাইৰ কুমাৰী জীৱনৰ কোঠালীটোৰ চাৰিখন বেৰৰ মাজতে সেই দিনবোৰ পুনৰ যাপন কৰাৰ চেষ্টা কৰে। তাইৰ সকলো বস্তু-বাহানিও যথাযথভাৱে একে একে ঠাইতে আছে— বাথৰুমলৈ যোৱা দুৱাৰখনৰ ওচৰতে ড্ৰেছিং আইনাখন, তাৰ গাতে লগ লগা ৱাৰডবটো, বেৰত লাগি থকা সৰু ডিভানখন, বেৰত আওঁজাই থোৱা তাৰ কুছন চাৰিটা, ডিভানখনতে শুৱাই থোৱা তাইৰ চেতাৰখন (চেতাৰখন অৱশ্যে তাইৰ লগত লৈ যোৱাৰ ইচ্ছা আছিল— কিন্তু প্ৰদীপক কোনো ধৰণৰ সংগীতৰে প্ৰতি ৰাপ নথকা বাবে তাই তাকো লগত নিনিলে), কিতাপবোৰেৰে সৈতে সৰু আলমাৰীটো, পঢ়া মেজখন আৰু

সৰু পালেংখন। কোঠালীটোৰ আকাৰৰ তুলনাত বস্তু-বাহানি যথেষ্ট— কিন্তু বুদ্ধিৰে হিচাপ কৰি থোৱা বাবে সকলোবোৰেই খাপ খাই গৈছে। অৱশ্যে ঘৰটোত লৰচৰ কৰাৰ বেছি ঠাই নাই, কিন্তু বিভাই এনেকৈ থাকিয়ে ভাল পাইছিল। দেউতাকে তাইক ডাঙৰ কোঠালী এটা লোৱাৰ কথা কওঁতে তাই অসন্মতি জনাই কৈছিল— 'ডাঙৰ কোঠালীত বস্তুবোৰ দূৰে দূৰে থাকিলে সেইবোৰৰ প্ৰতি মোৰ আপোন ভাব নাহিব দেউতা- ইয়াত এনেকৈ লগালগিকৈ ঠাহ খাই থাকিলেই মই সিহঁতক বেছিকৈ পাম।'

দেউতাকে সিদিনা জীয়েকৰ কথাত হাঁহিছিল আৰু কৈছিল— 'পাগলীজনী ক'ৰবাৰ!' কিন্তু জীয়েকে তেওঁক গছডালৰ কথা নক'লে, কোৱা হ'লে বোধহয় তেওঁৰ দৰে স্বাভাৱিক সহজ-সৰল আৰু সুস্থ মনৰ মানুহজনে জীয়েকৰ মগজৰ সুস্থতা সম্পৰ্কে সঁচায়ে শংকিত হৈ পৰিলহেঁতেন।

বিভাই দেউতাকক নক'লে যে গছডালৰ বাবেও তাই সেই কোঠালীটো এৰি যোৱাৰ কথা কল্পনা কৰিব নোৱাৰে। পূব ফালৰ খিৰিকীখনৰ সিফালেই গছডাল। বিভাইঁতকৰ মাটিত নহয়, শইকীয়াহঁতৰ প্ৰকাণ্ড ঘৰটোৰ পাছফালে থকা সৰু বাৰীখনতহে গছডাল ঠিয় হৈ আছে। গছডাল কাটি মানুহঘৰে মাটিডোখৰ কিয় কামত লগোৱা নাই, কিয় আজিৰ গছ-গছনি ধ্বংস কৰা মানুহে তেনেকৈ কামত নলগা গছডাল ৰাখি থৈছে— তাৰ সম্ভাব্য কাৰণবোৰ ভাবি বিভাই মনতে এই সিদ্ধান্তত উপনীত হৈছিল যে আগে সেই ঠাইখিনিত দুটা পুৰণি নিয়মৰ পায়খানা আছিল বাবেই হয়তো ঘৃণাতে তেওঁলোকে শাক-পাচলিৰ খেতি কৰাৰ কথা ভবা নাই, এনেকি তাত এডাল কলপুলিও ৰোৱা নাই। ভালেই হৈছে, বিভাৰ বাবে সেই শাপেই বৰ হৈছে। গছডাল কাটি পেলালে বিভাই কেনেকৈ সহ্য কৰিলেহেঁতেন। এই গছডালৰ বাবেই বিভাৰ ৰবাৰ্ট ফ্ৰষ্টৰ গছৰ বিষয়ে কবিতাটোও মুখস্থ হৈ গৈছিল ঃ

*Tree at my window,*
*window tree,*
*My Sash is lowered*
*when night comes on;*
*But let there never be*
*curtain drawn*
*Between you and me.*

বিয়া হৈ যোৱাৰ পিছত গছডাল এৰি যোৱা বিষয়ত বিভাৰ অৱস্থা শকুন্তলাৰ দৰেই হৈছিল। অথচ তাইৰ এই বেদনাৰ কথা তাই কাকো ক'বও নোৱাৰে। সংসাৰত প্ৰায় প্ৰতিজন মানুহেই ইমান সহজ, প্ৰতিজন মানুহৰে মনবোৰ একোডাল সৰল ৰেখাৰ দৰেই ইমান চিধা যে তেওঁলোকে তাৰ ব্যতিক্ৰম দেখিলেই অস্বাভাৱিকতা বুলি ধৰি লয়। মানুহবোৰৰ এই মানসিকতা বিভাই ঠিকেই বুজি পায়, গতিকে গছডালৰ লগত তাইৰ সম্পৰ্কৰ কথা তাই কাকো কোৱা নাই।

বিভাই জানিছিল যে তাইৰ এদিন বিয়া হ'ব আৰু তেতিয়া তাই এই ঘৰ এৰি গুচি যাব লাগিব। বিভা যিহেতু প্ৰেমত পৰা নাছিল, সেইবাবে এই ভাবটোৱে তাইৰ মনলৈ বহুতখিনি বেদনা কঢ়িয়াই আনিছিল। গাভৰু ছোৱালী এজনীয়ে বিয়াক ভীতিৰ চকুৰে চায়— এইটোও সংসাৰৰ স্বাভাৱিক সহজ নিয়মৰ এক ব্যতিক্ৰম। কিন্তু তাই নিজকে তেনে ব্যতিক্ৰম বুলি জনাই দেউতাকৰ মনত দুখ দিবলৈ খোজা নাছিল। তদুপৰি তাই সঁচাসঁচি ব্যতিক্ৰমো নহয়। কোনোদিন বিয়া নকৰাই তাই চিৰজীৱন কুমাৰী হৈ থাকিব— এনেকুৱা কথাও বিভাই ভবা নাছিল। কিন্তু চেখভৰ জীৱনী এখনত এবাৰ কথা কেইটামান পঢ়ি তাইৰ এনে লাগিছিল জীৱনীকাৰে যেন তাইৰে কথা লেখিছে, তাইয়ে যেন চেখভ। কিন্তু হায়, ক'ত চেখভ আৰু ক'ত তাই। ক'ত সৰগৰ তৰা আৰু ক'ত পৃথিৱীৰ এটা সামান্য ধূলিকণা! তথাপি চেখভৰ বিষয়ে লেখা এই কথাকেইটাত তাই নিজকো বিচাৰি পাইছিল—

'He read much and thought much. He was a gay and friendly companion, but a profoundly independent individual, jealously profecting his independence from the interference of others. Liberty! in this word may be summed up all aspirations of youthful Chekhov.'

বিভা যে ধনী ঘৰৰ জীয়ৰী হ'ল, আন বাই-ভনী নোহোৱা একমাত্ৰ জীয়ৰী হ'ল, সিয়ো বোধহয় তাইৰ

স্বাধীন আৰু নিঃসঙ্গ মন এটা গঢ়ি উঠাত ইন্ধন যোগালে। তাই সম্পূৰ্ণ নিজাকৈ কোঠালী এটা পালে, খুচিমতে কিতাপ-পত্ৰ কিনিবলৈ টকা পালে— আৰু সকলোতকৈ বেছি পালে ধনী ঘৰৰ একমাত্ৰ জীয়ৰীৰ প্ৰতি প্ৰশ্ৰয়ভৰা অতি বেছি আদৰ। গতিকে বিভাই নিজৰ মনে বিচৰা জগত এখন গঢ়ি তুলিলে আৰু তাৰ চাৰিওফালে এখন নিজস্ব মনৰ প্ৰাচীৰ তুলি লৈ তাইৰ নিঃসঙ্গতা আৰু স্বাধীনতা সুৰক্ষিত কৰি তাৰ মাজত যেন আত্মগোপন কৰি থাকিল। বাহিৰৰ পৃথিৱীৰ লগত তাইৰ খুব কম সম্পৰ্কই থাকিল।

অতীতৰ সেই নিঃসঙ্গ স্বাধীন জীৱন কিমান মধুময় আছিল! কিতাপ আছে, সংগীত আছে, কবিতা আছে— মাক-দেউতাকৰ হিয়া উজাৰি চলা মৰম আছে। জীৱনে তাইক অকৃপণভাৱে কিমান দিছে!

তদুপৰি গছডালতো আছেই। সাধাৰণ গছ এডালতে যে কি বিচিত্ৰ জগত এখন লুকাই আছে, তাক আবিষ্কাৰ কৰিব জনাজনেই জানে। কুঁহিপাত ওলাবৰ সময়ৰে পৰা ধৰা যাওক ঃ লঠঙা শুকান ডালবোৰ ভেদ কৰি যেতিয়া কোমল পাতল ৰঙৰ সেউজীয়া অকণি অকণি পাতবোৰ থূপথূপকৈ ডালৰ অ'ত-ত'ত ফুটি ওলায় বিভাৰ সদায়ে বিস্ময় জাগে, ইমান দিন বাৰু 'কোথা সংগোপনে, ছিলি আত্ম-বিস্মৃতিৰ কোপে?' ইমান বিবৰ্ণ শুকান ডালবোৰত ইমান সতেজ আৰু স্নিগ্ধ সেউজীয়াৰ সমাৰোহ কেনেকৈ হ'ল বাৰু? কিন্তু বিস্ময়ৰ উপৰি বিস্ময়, মুগ্ধতাৰ উপৰি মুগ্ধতা— ইয়াৰ পিছত যে থোপা থোপা ৰঙা ফুলবোৰ জাতিষ্কাৰ হৈ ফুটি ওলাল, সেইবোৰেই বা ক'ত লুকাই আছিল? চাওঁতে চাওঁতে বিভাৰ হৃদয় আপ্লুত কৰি গোটেইডাল গছেই যে ৰাঙলী হৈ পৰিল! তাৰ পিছত আৰম্ভ হ'ল আৰু এটা অদ্ভুত কাৰবাৰ, ক'ৰবাৰ পৰা জাক জাক চৰাই আহি দিনে-ৰাতিয়ে গছডালত পৰি কিচিৰ-মিচিৰকৈ থকা হ'ল— আৰু সেই চৰাইবোৰলৈ মুগ্ধ বিস্ময়েৰে চাই বিভাই ভাবে— এই ধুনীয়া ধুনীয়া চৰাইবোৰ অতদিনে কোন অজান হাবিত লুকাই আছিল? একমাত্ৰ ভাটৌৰ বাহিৰে আনবোৰ চৰাই বিভাৰ অচিনাকি, কিন্তু সেই অচিনাকি চৰাইবোৰৰ বহুতো ভাটৌবোৰতকৈও ধুনীয়া, কি বিচিত্ৰ সুন্দৰ সিহঁতৰ পাখিৰ কাৰুকাৰ্য, কি অপৰূপ ৰঙৰ বাহাৰ। মাজে মাজে দুই-এটা ৰঙা পাখিৰ চৰাই এনেকৈ ফুলৰ মাজত সোমাই থাকে যে সিহঁতক ফুল বুলিয়ে ভুল হয়। বিভাৰ চাই চাই হেঁপাহ নপলায় আৰু সেই পাত, ফুল আৰু চৰাইক উদ্দেশ্য কৰি তাই মনৰ ভিতৰতে কয়— 'তোমালোকৰ কাৰণেই মই এই নগৰীয়া কংক্ৰীটৰ জগত খনত থাকিও বসন্তৰ আগমনৰ উমান পাওঁ!'

তাৰ পিছত এদিন সেই ফুলো নোহোৱা হৈ যায়, কিন্তু ইতিমধ্যে গছডালত পুনৰ সেউজী সমাৰোহ আৰম্ভ হৈ যায়, গতিকে সৰাফুলৰ বাবে বিমোৱাৰ আজৰি বিভাৰ প্ৰায় নাথাকেই। এসময়ত ঘন সেউজীয়া পাতেৰে গোটেই গছডালেই সতেজ হৈ পৰে। অৱশ্যে এতিয়া আৰু চৰাইবোৰ নাহে, এতিয়া, আৰু আগৰ দৰে সিহঁতৰ কিচিৰ-মিচিৰ শুনা নাযায়, কিন্তু গ্ৰীষ্মৰ প্ৰখৰ ৰ'দত, চাৰিওফালৰ কংক্ৰিটৰ ঘৰবোৰৰ মাজত সেই সেউজীয়াৰ প্ৰাচুৰ্যই সকলো ক্ষতিপূৰণ কৰি দিব পাৰে। গছডালৰ এই সেউজীয়া ৰূপটোৰেই দীৰ্ঘদিনৰ, গতিকে বিভাৰ বাবে খিৰিকীৰ কাষৰ গছজোপা এই সেউজীয়া পাতেৰে ভৰপূৰ গছজোপাই।

ইয়াৰ ভিতৰতে বিভাই এণ্ডাৰছনৰ আগতে নপঢ়া ফেয়াৰি টেল্‌ছ্ এখন পঢ়ি পেলালে; বিভাৰ এতিয়া এই ধৰণৰ সাধুকথা পঢ়াৰ বয়স নাই, কিন্তু এণ্ডাৰছনৰ গল্প তাইৰ খুব প্ৰিয়— লিট্‌ল মাৰমেড্, ৰ'জ এলফ্, দি ডেইজি আদি গল্পবোৰ পঢ়িলে এতিয়াও তাইৰ বুকুত এটোপাল তেজ নিগৰে। এণ্ডাৰছন পালে তাই নপঢ়ি নোৱাৰে আৰু এতিয়াও হঠাতে হাতৰ কাষত পোৱা ফেয়াৰি টেল্‌ছখন পাই বিভাই লগে লগেই পঢ়ি পেলালে আৰু কিতাপখনত থকা 'দি ফাৰ্ ট্ৰি' নামৰ গল্পটো পোনপ্ৰথমবাৰৰ বাবে পঢ়ি তাই অলপ থৰ লাগিল। তাৰ পিছত বিভাই দীঘলকৈ উশাহ এটা লৈ নিজকে নিজে ক'লে— 'ভাগ্যে মোৰ খিৰিকী কাষৰ গছডাল ফাৰ্ বা আন তেনে কোনো লাগতিয়াল গছ নহয়, ভগৱানক ধন্যবাদ যে ভাগ্যে মোৰ গছডাল হ'ল শুকতো নলগা গোসাঁইতো নলগা এডাল সামান্য মদাৰ গছ! নহ'লে যে গছ-বননি নিৰ্বিচাৰে ধ্বংস কৰা অদূৰদৰ্শী মানুহে এণ্ডাৰছনৰ ফাৰ্ গছডালৰ দৰে মোৰো এই মদাৰ গছডাল কাটি পেলালেহেঁতেন!...'

বিভাৰ বিয়া হ'ল প্ৰদীপ দত্তৰ লগত। প্ৰদীপ দত্ত এজন ডাঙৰ চৰকাৰী বিষয়া। আদৰ্শ দৰা হিচাপে থাকিবলগীয়া সকলো গুণেই তেওঁৰ আছিল। গতিকে বিভাৰ মাক-দেউতাক আৰু ককায়েকে তেনে এজন সুযোগ্য ল'ৰাৰ হাতত বিভাগ গতাবলৈ পাই সুখী হৈছিল। বিভাৰ যদিও ভাব হৈছিল যে এই কামৰ দ্বাৰা তাইক

মাক-দেউতাকহঁতে এক ধৰণৰ এখন বধ্যভূমিলৈ আগবঢ়াই দিছে, তথাপি তাই এই বিয়াত কোনো আপত্তি নকৰিলে। বিয়াতো কৰাবই লাগিব— তাৰ বাহিৰে অনাগত সুদীৰ্ঘ জীৱন কটোৱাৰ বিকল্প জানো ... ৰ কিবা আছে? নাই, একো নাই। গতিকে বিয়াত আপত্তি কৰি একমাত্ৰ জীয়ৰী এজনীয়ে মাক-দেউতাকৰ মনত কষ্ট দিয়াৰ কি দৰকাৰ? বিভাই অনৰ্থক কাকো কষ্ট দিব নোখোজে। অৱশ্যে জীৱনত যদি বিভাই এনে এজন মানুহক লগ পালেহেঁতেন যি তাইৰ চকুৰেই গছডালক চাব পাৰিলেহেঁতেন, আৰু ৰবাৰ্ট ফ্ৰষ্টৰ কবিতাই কেৱল নহয়,—

*'You stand apart from the crowd*
*One, among so many women you pass by.*
*And raise a tempest in my heart.'*

এনে ধৰণৰ কবিতাও তাইক শুনাব পাৰিলেহেঁতেন, তেতিয়া হ'লে তেনে এজন মানুহৰ বাবে তাই আকাশ-পাতাল তোলপাৰ লগাই দিব পাৰিলেহেঁতেন। এনে এজন পৰম যোগ্য লোকক যদি তাইৰ দেউতাকহঁতে কিবা বৈষয়িক কাৰণত অযোগ্য বুলি আপত্তি কৰিলেহেঁতেন, তেতিয়া হ'লে বিভাই বিৰাট বিদ্ৰোহ কৰিলেহেঁতেন। যি মানুহক বিয়া কৰাই তাইৰ সযত্ন পালিত স্বাধীনতাকো হেলাৰঙে বলিদান দিব পাৰি, তেনে মানুহৰ বাবে ঘৰ কিয়, বিভাই ঈশ্বৰৰ বিৰুদ্ধেও থিয় দিব পাৰিলেহেঁতেন।

কিন্তু তেনে এজন মানুহ তাইৰ জীৱনত যেতিয়া কেৱল মানস মূৰ্তিয়ে হৈ ৰ'ল, তেনে অৱস্থাত প্ৰদীপ দত্তৰ বাহিৰে বিভাই আৰু আন কোন যোগ্যতৰ স্বামীক বৰমাল্য অৰ্পণ কৰিব পাৰে? গতিকে প্ৰদীপ দত্তৰ লগত বিভাৰ বিয়া হৈ গ'ল। দেউতাকে বিভাৰ লগত বহুত বস্তু দিলে। সেই সকলোবোৰ নিষ্প্ৰাণ সুন্দৰ আৰু চিক্‌চিকীয়া বস্তুৱে বিভাৰ নতুন ঘৰৰ শোভা বঢ়ালে। তাইৰ নিঃসংগ কোঠালীটোত আগৰ সকলো বস্তুৱে পৰি ৰ'ল। তাৰ কোনো এটা বস্তুকে বিভাই লগত নিনিলে। তাইৰ এনে লাগিছিল যেন বিয়াৰ উজ্জ্বল ফাৰ্ণিচাৰ, দামী নতুন কাপোৰ, বিবিধ ঘৰ সজোৱা বস্তুৰ মাজত করুণ আৰু মলিন হৈ পৰাৰ খুব সম্ভাৱনা থকা পুৰণি সকলোবোৰ বস্তুৱে কিন্তু হৃদয় আছে, বাহিৰে ৰংচঙীয়া এই বস্তুবোৰৰ দৰে নিষ্প্ৰাণ আৰু হৃদয়হীন নহয়। এতিয়া তাই নোহোৱা হোৱা ঘৰটোত সেই সকলোবোৰে তাইৰ বিৰহত নীৰৱে চকুলো টুকিব। কিন্তু তাই সেই বস্তুবোৰৰ একোকে তাইৰ লগত নিব নোৱাৰে। তাই যদি সেইবোৰো লগত লৈ যায়, তেতিয়াহ'লে তাই যেতিয়া মাজে মাজে মাকৰ ঘৰলৈ আহিব, তেতিয়া সেই শূন্য ঘৰটোৱে চাৰিওপিনৰ পৰা খুন্দিয়াই খুন্দিয়াই তাইৰ বুকুত হাহাকাৰ জগাই তুলিব। সেই বস্তুবোৰ— যিবোৰে তাইৰ অতীত সম্পূৰ্ণ হেৰাই যাবলৈ নিদি কিছু পৰিমাণে ধৰি ৰাখিব পাৰে, সেই বস্তুবোৰ স্থানচ্যুত হোৱা মানেই তাইৰ অতীতৰ দৈহিক সত্তাৰ বহুতো পৰিমাণে লুপ্ত হোৱা।

কিমান মৰমৰ অতীত, আৰু অতীত মানেই তাইৰ কোঠালীটো, তাইৰ কোঠালীৰ বস্তুবোৰ আৰু খিৰিকী কাষৰ গছডাল; অতীত মানেই নিঃসংগতা, অতীত মানেই স্বাধীনতা আৰু তাই নিজে গঢ়ি লোৱা সাম্ৰাজ্যখনত আপোন ইচ্ছাৰ পৰিচালনাত অবাধ, মুক্ত, আনন্দময় বিচৰণ। তাই যেতিয়া নৱম মান শ্ৰেণীৰ ছাত্ৰী আছিল তেতিয়া মহাকবি গ্যয়টেৰ বাণী এটা কাগজ এখনত লেখি ফটো ষ্টেণ্ড এখনত লগাই তাইৰ পঢ়া মেজখনত সজাই থৈ দিছিল। গ্যয়টেই সেই বাণীটোত কৈছিল যে মানুহে জীৱনটো সৰস কৰি ৰাখিবলৈ হ'লে সদায়টো ভাল কবিতা পঢ়িব লাগে, এখন ভাল ছবি চাব লাগে, এটা ভাল গান শুনিব লাগে। অতীতৰ নৱম মান শ্ৰেণীত পঢ়া কিশোৰী বিভাই সেই উপদেশ আক্ষৰিক অৰ্থতে পালন কৰিছিল।

সেই অতীত। তেতিয়া যে সময়বোৰ কেনেকৈ উৰি উৰি গৈ আছিল বিভাই গমেই পোৱা নাছিল। স্কুল আছে— কলেজ আছে— স্কুল-কলেজৰ পঢ়া-শুনা আছে। বিভা পঢ়া-শুনাত কোনোদিনেই ভাল ছাত্ৰী নাছিল। কোনোমতে পাছটো কৰি যাব পাৰিলে হয়— পঢ়া-শুনাৰ কথাত তাইৰ উচ্চাকাংক্ষা আছিল সিমানেই। গতিকে অলপ সময় স্কুল-কলেজৰ পাঠ্য কিতাপৰ পঢ়া-শুনা কৰি লৈ তাই বিচৰণ কৰিছিল 'অপাঠ্য' কিতাপৰ বিচিত্ৰ মনোমুগ্ধকৰ জগতত। কিন্তু বিভা পঢ়িয়ে ক্ষান্ত থাকিছিল— নিজে কেনোধৰণৰ লিখাৰ প্ৰয়াস নকৰিছিল। অৱশ্যে ডায়েৰিক যদি লিখা বুলি ক'ব পৰা যায় তেন্তে বিভাই ডায়েৰি লেখিছিল। তাইৰ সেই দিনপঞ্জীৰ পাতবোৰ ভৰি গৈছিল কোনো বাহ্যিক ঘটনাৰ বৰ্ণনাৰে নহয়, ভৰিছিল নানা বিষয় লৈ তাইৰ মনত খেলোৱা নানা ভাবেৰে।

ইয়াৰ উপৰি বিভাৰ অতীত পূৰ্ণ হৈছিল কবিতা আৰু চেতাৰৰ ঝংকাৰেৰে। চেতাৰখনে তাইৰ আঙুলি

বুলনত প্ৰাণ পাই উঠিছিল, অসমীয়া, ইংৰাজী, বাঙালী কবিতাৰ কিতাপেৰে তাইৰ মেজ ভৰি গৈছিল, মন ভৰি গৈছিল। তদুপৰি গছডালতো আছিলেই— সেইডালো এক জীৱন্ত কবিতা, 'I have never seen a poem lovely as a tree'—এগৰাকী কবিয়ে ঠিকেই কৈছে।

কিন্তু এই সকলোবোৰেই এতিয়া অতীত। আৰু এইবোৰ অতীত হৈ যোৱাত বিভাই কোনো আপত্তি নকৰিলে বা সেইবোৰক চিৰ বৰ্তমান কৰি ৰখাৰো কোনো অপচেষ্টা নকৰিলে। বিভাই এটা কথাত নিজকে খুব চিনি পাইছিল বুলি ভাবিছিল— তাই ছোৱালীজনী অলীক স্বপ্নবিলাসী বেহিচাবী মনৰ নহয়। সুদীৰ্ঘ ভৱিষ্যৎ এটা পূৰ্ণ কৰি ৰাখিবলৈ তাইৰ এই অতীতৰ সামগ্ৰীখিনিয়েই যথেষ্ট নহয়— গতিকে প্ৰদীপ দত্তক বিয়া কৰাই তাই অতীতক অতীত হৈ যাবলৈয়ে দিলে আৰু পৰম আক্ৰোহেৰে লালন কৰা স্বাধীনতাক বিসৰ্জন দিবলৈও সাজু হ'ল।

কিন্তু প্ৰদীপ দত্তৰ লগত অসুখী হৈছিল বুলিও বিভাই ক'ব নোৱাৰে। গাভৰু ছোৱালী এজনীৰ বাবে বিবাহিত জীৱনৰ মাধুৰ্য বৰ অলপ নহয়। তদুপৰি প্ৰদীপ ল'ৰাজন হ'ল উদাৰ আৰু মৰমিয়াল, তেওঁ বিভাক উপহাৰ দিয়া কাপোৰ-গহনাই সিমান উচ্ছ্বসিত কৰিব নোৱাৰিলেও তেওঁৰ মৰম ভৰা অন্তৰখনে হ'লে তাইক বিগলিত কৰি ৰাখিছিল। তায়ো প্ৰদীপৰ প্ৰতি স্ত্ৰীৰ সকলো কৰ্তব্যকে যথাযথভাৱে পালন কৰি গৈছিল আৰু মনতে একধৰণৰ এটা আত্মতৃপ্তি লাভ কৰি আছিল যে তায়ো প্ৰদীপক সুখী কৰিব পাৰিছে। কিন্তু তাইৰ সেই আত্মতৃপ্তি যে সত্য নহয় প্ৰদীপৰ হঠাৎ হোৱা দুই-এটা উষ্মাৰ পৰাই বিভাই লাহে লাহে বুজি আহিবলৈ ধৰিলে। ৰজা মিডাছে বোলে যিহকেই স্পৰ্শ কৰিছিল সেয়ে সোণ হৈ যাবলৈ ধৰিলে, অথচ সেই আপুৰুগীয়া সোণকে উভৈনদী কৰি পেলোৱা মানুহজনৰ জীৱনলৈ তাৰ বাবেই চৰম ট্ৰেজেডি নামি আহিল। আচলতে সংসাৰৰ সচৰাচৰ নিয়মৰ ব্যতিক্ৰম হ'লে বোধহয় জীৱনলৈ ট্ৰেজেডি আহেই। তাইৰো হ'ল সেয়েই— তাই যদি আন দহজনী ছোৱালীৰ দৰে সহজ-সাধাৰণ হ'লহেঁতেন, তেন্তে তাই প্ৰদীপক সুখী কৰিব পাৰিলেহেঁতেন, তাইৰ জীৱনলৈ এই ট্ৰেজেডি নামি নাহিলহেঁতেন।

প্ৰদীপে হঠাৎ হঠাৎ উষ্মা দেখুৱাইছিল এনে ধৰণে ঃ 'অ'। এই সস্তীয়া হিন্দী চিনেমাখন চোৱাৰ তোমাৰ মন নাই! নাথাকিবইতো। তুমি হ'লা পণ্ডিতনী মানুহ। এই চিনেমা-টিনেমাবোৰ তোমাৰ আৰু ভাল লাগিবনে?'... 'হাজাৰ কিতাপ পঢ়ি নেদেখুৱা কিয়, ছোৱালীৰ যি চুটি বুদ্ধি চুটি বুদ্ধিয়ে, আমাৰ লগত ফেৰ মাৰিবলৈ নাহিবা বুজিছা?... 'মৰম কৰি শাৰীখন আনি নিদি তোমাক যেনিবা কেইটামান কুইনাইনৰ পিলহে আনি দিলোঁ মুখখন দেখি এনেকুৱাই লাগিল। এগালমান কিতাপ আনি দিলে নিশ্চয় মুখত হাঁহি ওলালহেঁতেন। পিছে মাইকী মানুহৰ সংসাৰ চলাবলৈ কিতাপ পঢ়াৰ কোনো দৰকাৰ নাই বুজিছা, আমাৰ মাই পাঠশালাৰ দেওনাটোও পাৰ হোৱা নাছিল, কিন্তু দেউতাক তেওঁ যিমান সুখী কৰিছিল তোমালোকৰ দৰে পণ্ডিতনীবোৰে কল্পনাও কৰিব নোৱাৰিবা।'... 'তোমাৰ দৰে কিতাপ-পত্ৰ নপঢ়িব পাৰোঁ বা সেইবোৰ আজে-বাজে কিতাপ পঢ়িবলৈ আমাৰ সময় নহ'ব পাৰে, কিন্তু চৰকাৰে মোৰ বুদ্ধি আৰু দক্ষতাৰ স্বীকৃতি হিচাপেই এই নতুন কামটোলৈ ট্ৰেন্সফাৰ কৰিছে— এইটো এনে দায়িত্বপূৰ্ণ আৰু টান কাম যে যাকে-তাকে তাৰ ভাৰ দিব নোৱাৰি।'... 'কেইখনমান কিতাপ পঢ়িছা বুলি নিজকে বৰ ওপৰৰ বুলি ভেমত ওফন্দি নাথাকিবা। মিছেছ শইকীয়াও তোমাৰ দৰেই বি এ পাছ। তেওঁৰ লগত মিলামিছাৰ কথা ক'লেই তোমাৰ বিদ্ৰোহৰ ভাব জাগে। কিন্তু তেওঁ মোৰ ওপৰৱালাৰ ঘৈণীয়েক বুলি তুমি পাহৰি যোৱা, মোক চাকৰি জীৱনত তুমি কেতিয়াবা বিপদত পেলাবা। আচলতে এই আজে বাজে কিতাপৰ কথাবোৰেই তোমাৰ মূৰ খালে। কিতাপৰ কথা জীৱনতো খটুৱাব গ'লেই মানুহৰ বিপদ হয়। কিতাপৰ বৰ বৰ কথাই আজিৰ সাংঘাতিক প্ৰতিযোগিতামূলক জীৱন যাত্ৰাত সহায়তো নকৰেই, বৰং জীৱন যুদ্ধত পৰাজিত হে কৰে।'...

বিভা অসহায় দুখত বিমোৰ হৈ থাকে। তাই কিতাপ পঢ়াৰ কথাটোলৈ প্ৰদীপ ইমান স্পৰ্শকাতৰ কিয়? তাইতো প্ৰদীপক কোনোদিন এখন কিতাপ আনি দিবলৈ কোৱা নাই, কিতাপ সম্পৰ্কে কোনো এটা কথাও পতা নাই, সংসাৰৰ তুচ্ছ কাম এটা ক্ষতি কৰিও কিতাপ পঢ়া নাই— তথাপি প্ৰদীপৰ এই জ্বালা কিয়?

বিয়াৰ দুবছৰ পিছত কিবা এটা চৰকাৰী আঁচনিত প্ৰদীপ জাৰ্মানীলৈ গ'ল। তাৰ এবছৰৰ পিছত খবৰ আহিল যে প্ৰদীপ আৰু উভতি নাহে, তাতেই তেওঁ জীৱনৰ দ্বিতীয় চাকৰি আৰু দ্বিতীয় পত্নী লৈ নিগাজীকৈ

বসবাস কৰিবলৈ লৈছে।

সংসাৰত সকলোৱে প্ৰদীপক দুষিলে, নুদুষিলে কেৱল বিভাই, বেচেৰা প্ৰদীপ। প্ৰদীপৰ উচ্চল জ্বালা শেষত বিভাই বুজি পাইছিল, তিৰোতাৰ ওপৰত পুৰুষৰ ঐতিহ্যৰ মানসিকতাৰে পুষ্ট পুৰুষ এজন প্ৰদীপে ঘৈণীয়েকৰ আগত কেৱল হীনমন্যতাৰ মনোভাবতে ভুগিলে। বিভাক বিয়া কৰাই তেওঁ আৰু কোনোদিন সুখ নাপালে। তেওঁৰ আৰু বিভাৰ মাজৰ কিতাপৰ দুৰ্ভেদ্য প্ৰাচীৰখনৰ বাবেই হোমৰ আগত ধৰ্ম সাক্ষী কৰি বিয়া কৰোৱা নিজৰ অধিকাৰভুক্ত ঘৈণীয়েকজনীক কোনেদিনেই নিজৰ অধিকাৰভুক্ত কৰি ন'পালে বেচেৰা মানুহজনে।

কিন্তু দোষ নিদিয়া বেলেগ কথা আৰু দুখ নোপোৱা বেলেগ কথা, গতিকে প্ৰদীপক দুষিব নোৱাৰিলেও বিভাই হ'লে দুখ নোপোৱাকৈ নাথাকিল। কোনো দিন নেদেখা সাত সাগৰ তেৰ নদীৰ পাৰৰ এজনী শ্বেতাঙ্গিনীৰ প্ৰতি ঈৰ্ষাত তাইৰ হৃদয় ৰক্তাক্ত হৈ থাকিল। বিভাই আচৰিত হৈ ভাবিলে— আমি আচলতে নিজকেই কিমান কম জানো। মোৰা যে অন্তৰত ইমানখিনি ঈৰ্ষাৰ বিষ সোমাই আছে কোনোদিনে কল্পনা কৰিব পাৰিছিলোঁনে।

প্ৰদীপ জাৰ্মানীলৈ যোৱাৰ পিছৰ বছৰটো বিভা শহুৰেক-শাহুৱেকৰ লগত আছিল। কিন্তু প্ৰদীপৰ বিশ্বৰ খবৰটো পোৱাৰ পিছত তাই দেউতাকৰ ঘৰলৈ গুচি আহিল। তাইৰ কোনো ল'ৰা-ছোৱালীও হোৱা নাছিল যে সেই সন্তানৰ যোগেদি শহুৰেকৰ ঘৰৰ লগত সেতু বন্ধন হ'ব।

অতীতৰ সেই সৰু কোঠালীটোতো তাইৰেই হৈ আছিল, এতিয়া তাই সেইটো ঠিক-ঠাক কৰি ল'বলৈ সোমায়ো একোকে নকৰি বিছনাত বাগৰি পৰিল।

দুৱাৰত কোনোবাই টুকুৰিয়ালে।

'কোন? ভিতৰলৈ সোমাই আহাঁ।'

হাতত একাপ হৰলিক্স লৈ বিভাৰ নবৌৱেক সোমাই আহিল।

'এ— তুমি দেখোন একোকে কৰা নাই, বিছনাত শুইহে আছা দেখোন। মই ভাবিলোঁ কাম কৰি কৰি তোমাৰ ভাগৰ লাগিব পায়, একাপ হৰলিক্সকে লৈ যাওঁ। ঘৰটো বৰ অন্ধকাৰ লাগিছে— অ' তুমি খিৰিকীৰ পৰ্দাবোৰো কোঁচাই দিয়া নাই! চাওঁ, উঠা বিভা, হৰলিক্সকাপ খোৱা, মই পৰ্দাবোৰ কোঁচাই দিওঁ।'

বিভাই অনিচ্ছাৰে বিছনাত উঠি বহিল। নবৌৱেকে খিৰিকীৰ পৰ্দাবোৰ কোঁচাই দিলে আৰু কোঠালীত সোমোৱাৰ পিছত প্ৰথমবাৰৰ বাবে পূব ফালৰ খিৰিকীৰে গছজোপালৈ চাব খুজি বিভাই আৰ্তনাদ কৰি উঠিল।

'নবৌ! গছডাল ক'লৈ গ'ল?'

'কি গছ? তুমি এনেকৈ চিঞৰি উঠিছা কে'লেই'

'গছডাল যে! মোৰ খিৰিকীৰে দেখা পোৱা গছ এডাল আছিল যে!'

'অ' সেই মদাৰ গছডালৰ কথা কৈছা?' বিভাৰ বৌৱেকে সহজ মাতেৰে ক'লে— 'শইকীয়াইতে গছডাল কাটি পেলালে। মদাৰ গছ একো কামত নালাগে নহয়। এতিয়া তেওঁলোকে তাত কটেজ এটাই বান্ধি ঘাই ঘৰৰ দাঁতিয়েদি বাট উলিয়াই সেইটো ভাড়া দিব। ময়ো ককাইদেৰেৰাক কৈছোঁ বোলো আমাৰ পিছফালৰ মাটিডোখৰো এনেয়ে পৰি আছে। শইকীয়াইতৰ দৰে আমাৰো কটেজ এটা বান্ধি ভাড়া দি দিব লাগে। আজিৰ দিনত মানুহে এনেয়ে মাটি পেলাই থ'ব নাপায়, বিশেষকৈ গুৱাহাটী চহৰত। ঘৰৰ ভাড়া যিদৰে বাঢ়ি আছে, এটা ভাড়া ঘৰ থাকিলে আন চাকৰি নকৰিও সেই ভাড়াৰ পইচাৰেই বহি বহি খাব পাৰি বা নানা বিলাসৰ সামগ্ৰী ল'ব পাৰি।'

বিভাই একো নামাতিলে, নীৰৱে হৰলিক্সৰ কাপটো মুখলৈ তুলি ল'লে। তাইৰ মনলৈ আহিল এণ্ডাৰছনৰ সেই 'ফাৰট্ৰি' নামৰ গল্পটোৰ শেষৰ বাক্যকেইটা ঃ

'But that was past, and the tree also, past! past! for all stories must come to an end sometime or other.'

# এক শীতৰ শেষ ৰাতিৰ চুৰি কাৰ্য

আজি মোৰ ইংৰাজী পৰীক্ষা— কালি ৰাতি বহুত ৰাতিলৈকে পঢ়িলোঁ বাবে আজি অলপ দেৰিকৈ শুই থাকিম বুলি ঠিক কৰিছিলোঁ— কাৰণ একে টোপনি ক্ষতি, তাতে জাৰকালি লেপ আঁতৰাই বিছনাৰ পৰা উঠা সহজ কৰ্ম নহয়। মই অসমীয়া প্ৰবাদ, ফকৰা-যোজনা তেনেকৈ বিশেষ নাজানো যদিও আইতাই কোৱা এষাৰ তেনে বাক্য সদায় ৰাতিপুৱা মনত পৰে— মাছৰ চিকুণ মোৱা, টোপনিৰ চিকুণ পুৱা। তেনেহ'লে চিকুণ টোপনিয়েই যে মোক মাৰ মৰমেৰে সাবটি থাকে তাত ইমান আপত্তিৰ কথানো কি থাকিব পাৰে। কিন্তু মোৰ মা-দেউতাতকৈও তাত মোৰ সৰু ভাইটোৰ সদায়ে আপত্তি, সিয়ো আন এটা নীতি বচন আওৰাই মোক ৰাতিপুৱাৰ নিদ্ৰা ভংগ কৰাৰ সদায় এটা অপচেষ্টা চলাই থাকে। সি আওৰায়— 'শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে।' তাৰ ক্ষেত্ৰত হাঁহ হ'ল বেডমিণ্টনৰ প্ৰাইজটো— আমি দুয়ো ভাই ভাল বেডমিণ্টন খেলোঁ, ভাল প্ৰেকটিচ থকা হ'লে বহুত প্ৰাইজেই পাব পাৰিলোঁহেঁতেন। ভাইটোৱে খুব দোকমোকালিতে উঠি সেই প্ৰেকটিচ কৰিবও খোজে— কিন্তু পুৱাৰ টোপনিৰ লগত মোৰ এই হৃদ্যতাৰ বাবে তাৰ সেই সদিচ্ছা এদিন-দুদিনৰ বাহিৰে কেতিয়াও সফল নহয়।

যি হওক— ৰাতি টোপনি ক্ষতি কৰি ইংৰাজী পঢ়ি পঢ়ি বাৰটামানলৈকে সাৰে থাকি পিছত শুই পৰিছোঁ— তেনেতে এটা বিকট সমস্বৰ চিএঁৰত সাৰ পাই গ'লোঁ— 'চোৰ চোৰ!' ময়েই অকল নহয়, মা আৰু কাবুল অৰ্থাৎ সৰু ভাইটোৱেও সাৰ পাই গ'ল। মাই স্বতঃস্ফূৰ্তভাৱে কৈ উঠিল— 'ৰুবুল, উঠ উঠ চোৰ!' মই উঠিবৰ অলপো প্ৰয়াস নকৰি ক'লোঁ— 'শুই থাক শুই থাক, ওচৰৰ বাৰীন আৰু প্ৰবীণে চিএঁৰিছে দে, সিহঁতৰ ঘৰলৈ চোৰ আহিছে। এতিয়া এই জাৰকালিৰ ৰাতি আমি উঠি কি কৰিম— শুনা নাই শব্দটো দূৰলৈ গৈছে? বাৰীনহঁতে চোৰৰ পাছে পাছে খেদি গৈছে!' মই লেপেৰে ভালকৈ কাণ দুখন ঢাকি ল'লোঁ।

মা খন্তেকপৰ টলকা মাৰি ৰ'ল। তাৰ পিছত ক'লে— 'নহয় দে ৰুবুল, আমি উঠাই ভাল, শুনা নাই আইতাৰ, বৰদেউতাৰহঁতৰ মাত? তেওঁলোক উঠাৰ পিছত আমি শুই থাকিলে বৰ বেয়া দেখাব।'

মই বিৰক্তিৰে উত্তৰ দিলোঁ— 'উঠ যদি তই উঠ, মই উঠিব নোৱাৰোঁ। ৰাতি ইমান দেৰিলৈকে সাৰে থাকি এতিয়া উঠিলে মই আৰু পৰীক্ষাকে দিব নোৱাৰিম।'

কাবুলেও মাত লগালে— 'ৰাতিপুৱা মই দাদাৰ দৰে পলমকৈ শুই নাথাকিলেও এতিয়া এই মৰ জাৰত মাজ ৰাতিতে উঠিব নোৱাৰোঁ দেই মা!'

কাবুলটোৱে মোক ছল পালেই খোঁচা দি কথা ক'বলৈ নেৰে— ইমান জাৰত লেপৰ তলৰ পৰা হাত উলিয়াবৰ ইচ্ছা নাই বুলিহে, নহ'লে তাক এতিয়াই চৰ এপাট শোধালোঁহেঁতেন।

আমাৰ দুই ভাইৰ সহযোগ বিনেই লেপ আঁতৰাই মা বিছনাৰ পৰা উঠিল। তাৰ পিছত লাইটটো জ্বলাই দিলে। এইবাৰ আমি দুয়ো আগে সমস্বৰে চিএঁৰি উঠিলোঁ— 'লাইটটো নুমাই দে, লাইটটো নুমাই দে।' কিন্তু মা এইবাৰ কঠোৰ হ'ল— 'মই অকলেতো উঠিবলগীয়া হ'লেই আকৌ আন্ধাৰতো উঠিব লাগিব। চোৰ ক'ৰবাত চুকে-কোণে লুকাই আছে যদি আন্ধাৰৰ সুযোগত মোৰ ডিঙি টিপি ধৰক নহয়? শুই থাক তইঁত মই লাইট নুনুমাওঁ।' মা একপ্ৰকাৰ খঙেৰে দুৱাৰ খুলি ওলাই গ'ল।

মূৰৰ ওপৰত ষাঠি বাটৰ বাল্বটো জ্বলি থকাত অযুক্তিকৰ খং এটা উঠিছিল— কিন্তু প্ৰবীণ আৰু বাৰীনহঁতৰ তুলনাত নিজৰ সকলোপিনৰ সুখৰ অৱস্থাটো ভাবি ভাবি এইবাৰ মূৰলৈকে লেপখন টানি ল'লোঁ— বেচেৰা প্ৰবীণ আৰু বাৰীন, চোৰে বা কি বস্তু চুৰি কৰি নিলে, তাতে আকৌ এই ঠাণ্ডাত লেপ এৰি নিয়ৰে সেমেকাই ৰখা মুকলি ৰাস্তালৈ যাবলগীয়া হৈছে। অ' ৰাতি বা কিমান হ'ল? কথাটো মাকো সুধিবৰ নহ'ল, অগত্যা লেপখন চকুৰ পৰা অলপ আঁতৰ কৰি দেৱাল ঘড়ীটোলৈ চালোঁ— পিছে মই নাচালেও হ'লহেঁতেন। কাৰণ মই চোৱাৰ প্ৰায় লগে লগেই টং টংকৈ চাৰিটাৰ জাননী দিলে।

ঘড়ীৰ টং টং শেষ হৈছেহে মাথোন লগে লগেই মাৰ চিএগৰৰ শব্দ আহি কাণত পৰিলহি — 'এই কাবুল-কাবুল, উঠ উঠ— চোৰে আমাৰ গোটেইবোৰ চুৰি কৰি লৈ গ'ল, আমাৰ ষ্টিৰিঅ'টোও নিলে'

বেডমিণ্টনৰ ভাৰতৰ সৰ্বোচ্চ প্ৰাইজটোক মই পাম, কেৱল ৰাতিপুৱাই উঠি এদিন প্ৰেকটিচ কৰিলেই হ'ব— এনে এটা লোভনীয় সম্ভাবনায়ো বোধহয় মোক এনেকৈ জাঁপ মৰাই বিছনাৰ পৰা উঠাব নোৱাৰিলেহেঁতেন, এতিয়া মাৰ 'ষ্টিৰিঅ'টোও নিলে' এই কথাষাৰে যিটো কৰিলে। ক'ৰ জাৰ ক'লৈ গ'ল— এক লাঠেৰে লেপ আঁতৰাই জাঁপ মাৰি বিছনাৰ পৰা নামি মাৰ শব্দৰ পিনে লক্ষ্য কৰি লৰ ধৰিলোঁ। কাবুলে সাধাৰণতে মোৰ কোনো কাৰ্যতে অনুসৰণ নকৰে, কিন্তু আজি কৰিলে।

বিছনাৰ পৰা জাঁপ মৰাৰ লগে লগে মোৰ মনত প্ৰথম যিটো ভাব খেলাই গ'ল সেইটো হ'ল— আজি আৰু মোৰ ইংৰাজী পৰীক্ষা দিয়া নহ'ব। ষ্টিৰিঅ'টো চুৰি হোৱাৰ দুখ মই সহজে পাহৰিব নোৱাৰিম, মোৰ মনটো কেৱল সেই চিন্তাতে ডুবি থাকিল, তেনে অৱস্থাত কিতাপৰ কথা কেনেকৈ মগজত সোমাব। অথচ ইংৰাজী প্ৰ'জ্‌খন কলেজত নাম লগোৱাৰ দিনাৰে পৰা আজিলৈকে প্ৰায় ছুই পোৱা নাই বুলিবই পাৰি। আমি ছায়েন্স পঢ়া ল'ৰা-ছোৱালীবোৰৰ সকলোৰেই এই অৱস্থা বুলি ক'ব পাৰি— বিশেষকৈ আমি যিবোৰে ইংৰাজী মিডিয়ামেৰে মেট্ৰিক পাছ কৰি আহিছোঁ। আমি মাতৃভাষাতকৈ শুদ্ধকৈ ইংৰাজী লেখিব পাৰোঁ, গতিকে কিতাপত কি আছে অলপ জানি ল'লেই হ'ল। সাহিত্যৰ বিষয়, গতিকে অলপ কল্পনাৰ ৰহণ সানি অলপ ফাঁকি-ফুকাৰ আশ্ৰয় কৰি আমি ইংৰাজীত সহজে সৰকি যাওঁ। মোৰ আৰু এটা সুবিধা হ'ল যে মোৰ বৰদেউতাৰ ল'ৰা দুলু দাদাৰ ইংৰাজীত অনাৰ্চ আছে, গতিকে তেওঁৰ পৰা মোৰ বৰ সহায় হৈছে, কালি ৰাতিতো তেওঁ মোক কবিতাবোৰৰ একো একোটা থূল-মূল আভাস দি দিলে। মাৰ কিন্তু বৰ খং— পৰীক্ষাৰ পঢ়া পঢ়ি আছোঁ— তাৰ মাজতেই কত লেকচাৰ বোলে আমি ইংৰাজী স্কুলত পঢ়ি দুটা ইংৰাজী লেখিবলৈ শিকি ইমান ডাঙৰ ডাঙৰ কবিসকলৰ কবিতাক অপমান কৰিছোঁ, কবিতাবোৰ ভালকৈ নপঢ়ি, তাৰ কোনো ধৰণৰ ৰস গ্ৰহণ নকৰি, উপৰৱা জ্ঞান আহৰণ কৰি কেৱল পৰীক্ষা পাছ কৰাৰ মতলবত আছোঁ। মাৰ আচলতে নিজৰো বিদ্যা জাহিৰ কৰাৰ মতলব— লেকচাৰৰ মাজতে ক'লে— 'বুজিছ, কীট্‌ছৰ এই 'টেৰৰ্ অৱ্ ডেথ্' নামৰ কবিতাটোৰ এই নামকৰণটো তেওঁ নিজে কৰা নহয়, তেওঁৰ অপ্ৰকাশিত আৰু নামবিহীন এই কবিতাটোৰ আন কোনোবাইহে পিছত এই নামটো দিছে। পিছে এই নামটো ঠিক হোৱা নাই— কীট্‌ছেতো মৃত্যুক ভয় কৰা নাই, তেওঁ কৈছে যে অসময়ত মৃত্যু আহিলে তেওঁৰ ক'বলগীয়া কথা অসমাপ্ত হৈ ৰ'ব— এয়ে তেওঁৰ খেদ ...।' মাৰ ওপৰত বৰ খং উঠিছিল, মই কিমান পঢ়িবলগীয়া আছে— এইবোৰ অদৰকাৰী লেকচাৰ মাৰি মোৰ কিমান অমূল্য সময় নষ্ট কৰিলে। মই হ'ম ইঞ্জিনীয়াৰ, কবিতাৰ ৰস মই মুঠেই বুজি নাপাওঁ। তুমি কিয় গৰুৰ আগত টোকাৰী বজাব লাগে?

যি হওক, পদ্যটো একৰকম শিকা হৈ গৈছিলেই, আজি এতিয়া গদ্যৰ পঢ়া কেনেকৈ পঢ়োঁ? মাই মোৰ বিৰুদ্ধে দিয়া লেকচাৰবোৰত এটা কথা ঠিকেই কয় যে ঘৰখনৰ বস্তুবোৰৰ ভিতৰত মই একমাত্ৰ ষ্টিৰিঅ'টোকে ভাল পাওঁ। সেইটোৰে যত্ন লওঁ, নহ'লে মই ঘৰখনৰ বাকী একো বস্তুৰে কিয় যত্ন নলওঁ। কিয় ঘৰখনক হোটেলৰ দৰে কেৱল থকা আৰু খোৱাৰ স্থান হিচাপে মানি চলোঁ? যি হওক ষ্টিৰিঅ'টো মোৰ সঁচাকৈয়ে প্ৰাণ, মাৰ বকনি খায়ো মই ইতিমধ্যে নীল ডায়মণ্ড, কেৱল কিং আদিৰ বহুত ৰেকৰ্ড কিনি পেলাইছোঁ; মোৰ সেই ইংৰাজী গানবোৰক বজাই থকাৰ ফলত মায়ে তেওঁৰ কান্দি কান্দি গোৱা প্ৰিয় ৰবীন্দ্ৰ সংগীতবোৰ শুনি বৰ সুবিধা নোপোৱা হৈছে বুলি গালি পাৰি থাকিলেও মোৰ ইংৰাজী গানেই ঘৰত গম্‌গমাই থাকে। কাৰণ কাবুলেও ভাল পায়, দুলু দাদায়ো ভাল পায়— গতিকে এই বিষয়ত আমি গ্ৰেট মেজৰিটি। আটাইতকৈ ডাঙৰ কথা— মোৰ বন্ধু-বান্ধৱসকল মাৰ চাহ-তাহতকৈও মোৰ ষ্টিৰিঅ'ৰ গানেৰেহে বেছি আপ্যায়িত হয়। সেই ষ্টিৰিঅ' বিনে বন্ধুসকলক আন কিবা প্ৰকাৰে অভ্যৰ্থনা কৰাৰ কথা মই যে কল্পনাই কৰিব নোৱাৰোঁ।

মই আৰু কাবুল একে দৌৰে গৈ ড্ৰয়িং ৰুম পালোঁ। তেতিয়া মাই পাষাণ মূৰ্তিৰ দৰে মাটিত পৰি থকা ষ্টিৰিঅ'ৰ স্পীকাৰ দুটাৰ পিনে দৃষ্টি নিবদ্ধ কৰি থিয় হৈ আছিল। স্পীকাৰ দুটা ধূলিৰ পৰা ৰক্ষা কৰিবলৈ

দুজনী নাচনী ছোৱালীৰ ৰঙীন সূতাৰে এমব্ৰইডাৰী কৰি মাই দুটা কাপোৰৰ কভাৰ চিলাই কৰি দিছিল। এতিয়া সেই কভাৰ দুটা অলপ ফটা অৱস্থাত এফালে পৰি আছিল।

ষ্টিৰিঅ' থকা সৰু শূন্য টেবুলখনলৈ চাই মই একপ্ৰকাৰ আৰ্তনাদ কৰি উঠিলোঁ।

আমি যদিও বৰদেউতাহঁতৰ লগত একেলগে একেটা ঘৰতে থাকোঁ, তেওঁলোকৰ পাকঘৰ বেলেগ, থাকেও একেবাৰে আগফালৰ কোঠালীকেইটাত। এতিয়া মই, মা আৰু কাবুল গৈ তেওঁলোকৰ ঘৰবোৰৰ সন্মুখত থকা আগফালৰ চোতাল পালোঁগৈ— কাৰণ বৰদেউতা, বৰমা আৰু আইতাৰ মাত সেই অঞ্চলৰ পৰাই ভাহি আহিছিল।

আমাক দেখি আইতা গৰজি উঠিল— 'চোৰে যে ইমানবোৰ বস্তু চুৰি কৰিলে— তহঁত কাৰোবেইনো অলপো সাৰ-সুৰ হ'ব নালাগেনে? কবুল তোৰ পৰীক্ষা নহয়? কত ল'ৰা-ছোৱালীয়ে শেষ ৰাতিতে উঠি উঠি পঢ়ে, তহঁতেনো এনেকৈ কুম্ভকৰ্ণৰ দৰে নিদ্ৰা দি থাকিব পাৰনে?

ময়ো লগে লগে সমান খঙেৰে উত্তৰ দিলোঁ— 'মই মৰিছোঁ ষ্টিৰিঅ'ৰ দুখত আৰু তুমি জ্বলা জুইত ঘিউ নাঢালিবা ৰ'বা! চোৰ চোৰ শব্দটো ঠিকেই শুনিছিলোঁ। কেৱল ওচৰৰ প্ৰবীণহঁতৰ ঘৰত চুৰি হোৱা বুলি ভাবিহে শুই আছিলোঁ।'

বৰদেউতাই এফালে থিয় হৈ ৰাস্তাৰ পিনে চাই আছিল, মোৰ কথা শুনি এটা অদ্ভুত হাঁহি মাৰি ক'লে— 'ঠিকেই আনৰ ঘৰত চুৰি হৈছে, আনৰ বস্তু লোকচান হৈছে— আমাৰ তাত কি, নহয় কবুল? ওচৰ-চুবুৰীয়াৰ প্ৰতি বেছ সহানুভূতি আৰু কৰ্তব্যনিষ্ঠা দেখুৱাব জানিছ দে।'

বৰদেউতাৰ কথাৰ ওপৰত কথা ক'বলৈ সাহ নাই, গতিকে মই মনে মনে ৰ'বলৈ বাধ্য হ'লোঁ। আমাৰ বৰদেউতাটোৰ কথা-বতৰা এনেকুৱাই। আমি তেওঁৰ আঁৰত তেওঁক কলিৰ ধৰ্ম যুধিষ্ঠিৰ বুলি কওঁ— এনেকি দুলু দাদায়ো আমাৰ লগতে উজান দিয়ে। আজিকালিৰ দিনত এনে মানুহৰ সংসাৰত স্থান নাই বুলি মই ভাবোঁ— যি যুগৰ যি কথা। বেয়া কাম বাৰু কৰিব নালাগে— কিন্তু সকলোৰেতো এটা সীমা আছে। অতি বেছি ভাল হ'বলৈ যোৱাটোও যে একো ভাল কথা নহয়, বৰদেউতাৰ এটা ঘটনাই তাৰ প্ৰমাণ। বৰদেউতাৰ এখন গাড়ী আছে, হঠাতে চৰকাৰৰ নিৰ্দেশ আহিল যে নাম্বাৰ প্লেটৰ আখৰবোৰ ডাঙৰ কৰিব লাগে। ফলত সেই কামটো কৰি নেপেলোৱা পৰ্যন্ত বৰদেউতাই গাড়ী নচলোৱা হ'ল। ইতিমধ্যে আমাৰ ঘৰৰ পৰা বেছ দূৰণিত থকা আপোন মানুহ এঘৰত বিয়া হ'ল, বৰদেউতা আৰু বৰমা ৰিক্সাৰে গ'ল। আইতা বুঢ়া মানুহ বাবে সেই ঠাণ্ডাখনত ৰিক্সাৰে যাব নুখুজিলে আৰু ফলত বৰদেউতাৰ সেইকণ সাধুতাৰ বাবে বিয়াই খোৱা নহ'ল। অথচ আকৌ চোৱা— আইতাৰ আগত সেই কথা লৈ বৰদেউতাক সমালোচনা কৰি তেওঁক সহানুভূতি দেখুৱাবলৈ যাওঁতে তেৰেঁই আকৌ কয়— 'বৰদেউতাৰে কোনোদিন সামান্য অন্যায় কামো কৰি পোৱা নাই নহয় কবুল, আজি মোৰ বাবে কিয় সেই অন্যায় কৰিব?' বৰপুত্ৰক লৈ আইতাৰ মাতত কি যে গৰ্বৰ সুৰ— আৰু ইফালে ময়েই তেওঁক সহানুভূতি দেখুৱাবলৈ গৈছিলোঁ— ইয়াকে কয় বোলে 'যাৰ বাবে শাক-সেন্দুৰ, সিয়েই বোলে ভোকোলা এন্দুৰ।'

যি হওক, আমাৰ মাই ইতিমধ্যে আইতা আৰু বৰমাহঁতৰ লগত কথা পতাত লাগি গৈছিল, তাৰ মাজত হঠাতে এবাৰ মায়ে উত্তেজিত মাতেৰে চিঞৰি উঠিল— 'কি? বস্তুবোৰ নিব পৰা নাই? বেৰৰ কাষত থুপ খুৱাইছিল ঐ কবুল, টৰ্চটো লৈ আহগৈ যা, ষ্টিৰিঅ'টো আছে নে চা—'

ময়ো ভীষণ উত্তেজিত হৈ পৰিলোঁ আৰু ভীষণ স্ফূৰ্তিও লাগিল— একে জাঁপে গৈ টৰ্চটো লৈ আহিলোঁ আৰু বেৰৰ কাষত দ'ম কৰি থোৱা বস্তুবোৰত পোহৰ পেলাই দেখিলোঁ ষ্টিৰিঅ'টো আছে। এটা বিৰাট আনন্দ ধ্বনি কৰি মই জাঁপ এটাও মাৰিলোঁ। মোৰ সেই চিঞৰত কাবুলেও যোগ দিলে। মাই আমাৰ দৰে চিঞৰিব নোৱাৰিলেও নিশ্চয় আমাৰ দৰেই আনন্দ পালে, কাৰণ অকল ষ্টিৰিঅ'টোৱেই নহয়, চোৰে আমাৰ আৰু বহুত বস্তুৰেই চুৰি কৰিবৰ চেষ্টা কৰিছিল, টৰ্চৰ পোহৰত বেৰৰ কাষত দ'ম লাগি থকা আমাৰ বহুত বস্তুৰেই দেখিলোঁ।

তেনেতে মোৰ এটা কথা মনত পৰাৰ দৰে সুধিলোঁ— 'দুলু দাদা ক'ত? শুয়েই আছে

আন কোনোবাই মাত মতাৰ আগতে আইতায়েই বৰপুতেকৰ বৰনাতিৰ হৈ টপকৈ কৈ উঠিল— 'সি শুই থকা হ'লে আজি তোমালোকৰ একো বস্তুকেই নাপালাহেঁতেন, সিহে চোৰৰ শব্দ শুনি সাৰ পাই উঠি চোৰক খেদি গৈছে। তেতিয়াই আমি সকলোৱে সাৰ পাই উঠিছোঁ। তাৰ পিছত মই যোগেনক জগাই দিছোঁ, সিয়ো এতিয়া দুলুৰ পাছে পাছে চোৰক খেদি গৈছে।'

মই একেবাৰে তাজ্জব মানি গ'লোঁ। প্ৰবীণাহঁতে চোৰ চোৰ বুলি চিএৰা বুলি ভবা সেই বিৰাট আটাহ তেন্তে দুলু দাদাৰ ডিঙিৰ পৰাই ওলাইছিল? এই ঠাণ্ডাৰ আন্ধাৰ ৰাতিখন জাৰ আৰু ভয় আঁতৰাই দুলু দাদাই তেন্তে চোৰক খেদি গৈছে? দুলু দাদাৰ অন্তৰত ইমান সাহস ক'ৰ পৰা গোট খালে বাৰু? আমাৰ মায়ে লেকচাৰবোৰত এটা কথা দেখিছোঁ বৰ ঠিক্‌কৈ কয়— একো একোটা সংকটৰ মুহূৰ্ততহে মানুহবোৰৰ আচল পৰিচয় ফুটি ওলায়। দুলু দাদা যে বৰ সাহসী ল'ৰা আজিৰ এই সংকটৰ সময়তে প্ৰমাণ ওলাই গ'ল।

ইতিমধ্যে মা, আইতাহঁতে আমাৰ বস্তুবোৰ চাব ধৰিছিল। সকলোবোৰ চোৱা হোৱাৰ পিছত মাই মাত লগালে, 'ইছ্ বেচেৰাই এই জাৰকালিৰ ৰাতিখন ইমান কষ্ট কৰি বস্তুবোৰ গোটালেহে গোটালে, একো এটাকে নিব নোৱাৰিলে।' উত্তৰত আইতায়ো ক'লে— 'এৰা, বেচেৰাৰ এই জাৰত কষ্ট কৰি টোপনি ক্ষতি কৰি আহি একো লাভ নহ'ল।' মাই আইতাৰ কথাত উৎসাহ পাই তেওঁৰ লেকচাৰেই আৰম্ভ কৰি দিলে— 'আই, সকলো চোৰেতো বদমাইচিৰ বাবে চুৰি নকৰে নহয়, বহুতেই চুৰি কৰে খাবলৈ নাপাই বা ক'তো কাম-বন নাপায়। সিদিনা যে মই আৰু বাইদেৱে 'সংসাৰ সীমান্তে' নামৰ চিনেমা এখন চালোঁ— তাতো এনেকুৱা ভাল চোৰ এটাৰ কথাই আছে। অথচ আমাৰ সমাজত কত ভাল ভাল ভদ্ৰলোক চোৰ আছে, তাৰ সীমা-সংখ্যা নাই। তেওঁলোক কিন্তু আমাৰ সমাজৰ বৰমূৰীয়া, তেওঁলোকক আমি তোষামোদ কৰি থাকোঁ, তেওঁলোকৰ ঠগামী আৰু চুৰি কামবোৰৰ আমি পিছত সমালোচনা কৰোঁ, সন্মুখত হ'লে একোকে ক'ব নোৱাৰোঁ, বৰং তেল মাৰি থাকোঁ। আৰু তেনেকুৱা চোৰ কেতিয়াবা ধৰা পৰিলেও আইনৰ নানা মেৰপাকত খালাচ পাই যায় আৰু হাজোতত থকা কেইদিন কোনো অত্যাচাৰ নোপোৱাকৈ থাকে। কিন্তু এনেকুৱা সৰু-সুৰা চোৰবোৰক হেনো পুলিচে হাণ্টাৰেৰে কোবাই পিঠিৰ ছাল ছিঙে।' আইতাই একেবাৰে শিয়ঁৰি উঠিছিল— 'ইছ্ ইছ্ মানুহক যে এনেকৈ মাৰে সিহঁতৰ প্ৰাণত দয়া-মায়া বোলা বস্তু নাই নেকি?'

আইতাৰ বিননি শেষ হ'বলৈ নাপালে— 'দুলু আৰু যোগেন আহিছে।'

দুলুৱে আহিয়েই কৈ উঠিল— 'নাই চোৰ ধৰিব নোৱাৰিলোঁ, সি বেটাই আন্ধাৰৰ সুযোগ লৈ ক'ৰবাত লুকাই পৰিল। অথচ বহুত দূৰলৈকে পাছে পাছে খেদি গ'লোঁ— তাৰ পিছত হঠাৎ যে ক'ত নোহোৱা হ'ল।'

আইতাই মাত লগাই উঠিল— 'ধৰিব নোৱাৰিলি ভালেই হ'ল দে। ধৰা পৰিলে বেচেৰাৰ পুলিচৰ কোবত পিঠিৰ ছাল গ'লহেঁতেন।' দুলু দাদাই তেতিয়া মুখৰ ঘাম মচিব ধৰিছিল— চোৰৰ পাছে পাছে দৌৰি বেচেৰা সেই মৰ জাৰতো ঘামিছিল— এতিয়া আইতাৰ কথা কাণত পৰাৰ লগে লগে তেওঁ ধমক দি উঠিল— (যিটো কাৰ্যত মই বৰ ৰং পাই গ'লোঁ) 'ইছ, এনে দয়াৱতী মহিলা ওলাব আহিছে, মই এই শেষ ৰাতিৰ জাৰত বিছনা এৰি চোৰৰ পাছে পাছে এমাইল দৌৰিলোঁ, ক'ত মোৰ ওপৰত দয়া উপজিব, এওঁৰ দয়া উপজিল লোকৰ বস্তু চুৰ কৰি খোৱা এটা দগাবাজ চোৰৰ ওপৰত। ঐ মা, যা অলপ চাহ কৰগৈ, ডিঙি শুকাই গৈছে একেবাৰে।'

মই লৰালৰিকৈ কৈ উঠিলোঁ— 'দুলু দাদা, আমাৰ মাই চাহ কৰিব ব'লা, মাই আলি আবেলি বনোৱা সেই বঢ়িয়া খুৰ্মাবোৰ মোৰ আৰু কাবুলৰ গ্ৰাহৰ পৰা অলপ বচাই ৰাখিব পাৰিছে নহয়, তাৰে তুমি চাহ খাবা আৰু তাৰ পিছত লাহে লাহে জিৰাই-শঁতাই চোৰৰ এডভেঞ্চাৰৰ কাহিনী শুনাবা। উস্! তুমি যে আজি কিমান ডাঙৰ বীৰত্বৰ কাম কৰিলা, তোমাৰ যহত যে কেনেকৈ আমাৰ ষ্টিৰিঅ'টো বাচি গ'ল।'

মাই মোক ডবিয়াই উঠিল— 'অথনিৰে পৰা ষ্টিৰিঅ' ষ্টিৰিঅ' কৰি পগলা হ'লি— ঘৰখনৰ বাকী কত বস্তুৰে যে ৰক্ষা পৰিল তাৰ খবৰ নাই, নিজেতো আৰামত শুয়েই থাকিলি। ব'ল দুলু চাহ খাবি— আই,

আপোনালোকেও খাব নেকি একোকাপ।'

'ওঁহো নাখাওঁ। এতিয়া ৰাতি পুৱাবলৈ দেৰি আছে, আৰু এঘুমতি মাৰি লওঁগে। ঐ যোগেন, তই বস্তুবোৰ এপদ এপদকৈ ভিতৰত সুমুৱাগৈ। উস্— ভাল কাণ্ড এটা হ'ল, মোৰ এতিয়াও সপোন সপোন যেনেই লাগি আছে'— আইতাই এটা এঙামূৰি কাঢ়িলে, এটা হামি কাঢ়িলে, তাৰ পিছত ক'লে— 'যাওঁ শোওঁগৈ। বৰবোপা, তহঁতে চাহ খাব যদি খাগৈ।'

কিন্তু বৰদেউতা-বৰমা দুয়ো চাহ খাবলৈ আপত্তি কৰিলে— আচলতে চাহতকৈও আকৰ্ষণীয় লেপৰ তলেহে তেওঁলোক আটাইকে আহ্বান কৰিছিল।

মোৰ লেপৰ তলত ভৰি সুমুৱাই বহি চাহ আৰু খুৰ্মাৰ সদ্ব্যৱহাৰ কৰি কৰি দুলু দাদাই তেওঁৰ কাহিনী আৰম্ভ কৰিছিল— '...হঠাৎ কিবা খুট্-খাট্ শব্দত মোৰ টোপনি ভাঙি গ'ল। প্ৰথমতেতো টোপনিৰ জালতে কিবা শুনা বুলি ভাবিছিলোঁ। কিন্তু ভালকৈ সাৰ পোৱাৰ পিছতো সেই শব্দ শুনি থকাত মোৰ সন্দেহ হ'ল আৰু তেতিয়া লাহেকৈ বিছনাৰ পৰা নামি খিৰিকীৰ পৰ্দা অলপ আঁতৰাই কাঁচৰ ফাঁকেৰে দেখিলোঁ যে এটা মানুহে বেৰৰ ওচৰত কিবা কৰি আছে। আন্ধাৰ ৰাতি, ভালকৈ মনিবওতো নোৱাৰি। যি হওক, মই দুৱাৰ খুলি ওলাওঁ বুলি খিলিটোত হাত দিওঁতে খুটুক্কৈ শব্দ এটা হ'ল আৰু এইবাৰ দেউতাই সাৰ পাই 'কোন' বুলি চিঞৰি উঠিল। মই সৰু মাতেৰে দেউতাক মনে মনে থাকিবলৈ ক'লোঁ যদিও দেউতাই বোধহয় নুশুনিলে। গতিকে এইবাৰ আৰু জোৰেৰে চিঞৰি উঠিল— কোন, কোন। লগে লগে মাই সাৰ পালে আৰু সাৰ পাই মোক আন্ধাৰত থিয় হৈ থকা দেখি বোধহয় চোৰ বুলি ভাবিলে কাৰণ লগে লগে তেওঁ যি এক বিকট চিঞৰ মাৰিলে, চোৰতো চোৰেই, মোৰেই দৌৰি পলাই যাবৰ মন গৈছিল।'

অনবৰত ডিটেক্টিভ্ কিতাপ পঢ়ি থকা কাবুলে মাত লগাই উঠিল— 'চিঞৰটো একেবাৰে ব্লাড্ কাউলিং আছিল নেকি, দুলু দাদা?'

'একজেক্টলি। সেই চিঞৰত চোৰে য'ৰে বস্তু ত'তে এৰি প্ৰাণৰ ভয়ত ভিৰাই লৰ মাৰিলে। তাৰ পিছতহে মই খিলি খুলি চোৰৰ পাছে পাছে দৌৰিলোঁ। মাই সেই চিঞৰটো নমৰা হ'লে লগে লগে ওলাই গৈ চোৰক হেঁচা মাৰি ধৰিলোঁহেঁতেন।'

কাবুলে এটা হুমুনিয়াহ পেলাই ক'লে— 'দুলু দাদা, হেটছ্ অফ্, তোমাৰ সঁচাকৈয়ে বৰ সাহস, মই ইমান আলিষ্টেয়াৰ মেকুলিন পঢ়িছোঁ যদিও চোৰটোক দেখা হ'লে মোবো বোধহয় বৰমাৰ দৰে ব্লাড্ কাউলিং চিঞৰ ওলাই গ'লহেঁতেন।'

ইয়াৰ পিছত আমাৰ মাজত নানান ধৰণৰ চোৰৰ নানান ধৰণৰ চুৰিৰ কাৰ্যকলাপৰ গল্প ওলাবলৈ ধৰিলে, পিছত মাৰ ধমকতহে মনত পৰিল যে মোৰ সিদিনা ইংৰাজীৰ পৰীক্ষা আছে আৰু গদ্যৰ লেছনবোৰৰ ওপৰত দুলু দাদাই একো একোটা লেকচাৰ নিদিলে মই নিৰ্ঘাত ফে'ল কৰিম। গতিকে চোৰৰ গল্প সিমানতে শেষ কৰি মই ইংৰাজী কিতাপখন উলিয়াই ল'লোঁ।

পুৱা সাতমান বজাত বাহিৰৰ কলিং বে'ল বাজিল। আৰু অলপ পিছতে যোগেনে হন্তদন্ত হৈ আহি খবৰ দিলে যে পুলিচ আহিছে আৰু এটা চোৰ বান্ধি লৈ আহিছে।

দুলু দাদা আৰু মই হাতৰ কিতাপ দূৰলৈ দলিয়াই পেলালোঁ আৰু একে দৌৰে গৈ আগফালৰ চোতাল পালোঁ। ইতিমধ্যে বৰদেউতাই তিনিজন পুলিচক আদৰি নি বাহিৰৰ ঘৰত বহুওৱাৰ যো-জা কৰিছিল আৰু আন এজন পুলিচে চোৰ এটাৰ কঁকালত বন্ধা ৰছীডালত ধৰি থিয় দি আছিল। চোৰটোৰ গালৰ হনু ওলোৱা, পিন্ধনত এখন লুঙি আৰু গাত এখন অতি মলিয়ন এৰী চাদৰ। দুলু দাদাই মোৰ পিনে চাই হাঁহি এটা মাৰি ক'লে— 'ৰুবুল, এইটো মই পাছে পাছে খেদি যোৱা চোৰ হয়নে নহয় নাজানো, আন্ধাৰ তো ভালকৈ দেখা নাছিলোঁ। পিছে, মই খেদা চোৰটোৰ গাতো এখন চাদৰ আছিল।'

যোগেনে মাত লগালে— 'ই বাৰু এই এৰী চাদৰখন ক'ত পালে? এৰী কাপোৰৰ বৰ দাম নহয়। নিশ্চয় কাৰোবাৰ পৰা চুৰি কৰিছে।'

মই হাঁহি হাঁহি মাত লগালোঁ— 'চোৰ আৰু ধোবাবোৰৰ একে কথা দেই— সিহঁতে [illegible] লোকৰ কাপোৰেৰেই কাম চলাই দিয়ে।'

ইমান পৰে চোৰটোৱে একো নামাতি আমাৰ আগফালৰ বাৰাণ্ডাৰ ছিৰিতে জুপুকা মাৰি বহি আছিল, এইবাৰ মূৰটো দাঙি কৰুণ মাতেৰে কৈ উঠিল— 'এখনি চোৰ কৰা পছ্‌ৱা নহয় দেক্ ছাৰ, মোৰ মাই বুই দিছিল, আমাৰ একদিন অৱস্থা ভাল আছিল, লগোত লগোত তিনিবাৰ বান অহাত আমাৰ অৱস্থা নহবা হল— উপায় নাপাই চোৰোত ধচ্ছো—'

মই, কাবুল আৰু দুলু দাদাই হাঁহি দিলোঁ— 'অ' আমি আন্দাজ কৰাৰ দৰে ই 'দেচুৱালী' চোৰ নহয়, আমাৰ খাচ কামৰূপৰে চোৰ!

ইতিমধ্যে আইতা আৰু তেওঁৰ পাছে পাছে বৰমা আৰু মা আহি অলপ দূৰৈত থিয় হৈছিল। আইতাক দেখা পোৱাৰ লগে লগেই চোৰটোৱে একে জাঁপে উঠি আইতাৰ ভৰি দুখনত গবা মাৰি ধৰিব খুজিছিল-কিন্তু অতি ক্ষিপ্ৰতাৰে আইতা অলপ পিছুৱাই যোৱাত আৰু পুলিচেও তাৰ কঁকালত বন্ধা ৰছীডালত ধৰি টানি নিয়াত সি আইতাৰ ভৰি ছুব নোৱাৰিলে, কিন্তু হাত দুখন যোৰ হাত কৰি মাটিত মূৰটো পেলাই 'আইতা, মোক ৰক্ষা কৰক' বুলি হুক্‌হুকাই কান্দিবলৈ ধৰিলে—

আইতাৰো চকুলো ওলাল নেকি বুলি আমি তিনিও ভয়ে-কৌতুকৰ হাঁহিৰে আইতাৰ পিনে চালোঁ, হয় আইতাৰ প্ৰায় কান্দো কান্দো অৱস্থা। মাৰ পিনে চাই দেখোঁ— তেওঁৰ চকুত জুই, বৰমাই তেওঁৰ চিৰাচৰিত নিৰীহ শান্তভাৱে মাৰ পিছত থিয় হৈ আছে।

তাৰ পিছত যি ভয় কৰিছিলোঁ সেয়েই হ'ল— মাৰ মুখ খুলিল — 'তোমালোকে এই খাব নোপোৱা চোৰবোৰহে ধৰিব পাৰিছা, তোমাক আমাক আটাইকে ডকাইতি কৰি খোৱা ভদ্ৰলোক চোৰবোৰ তো ধৰিব নোৱাৰা, সেইবোৰৰ এটাক ধৰি আনিলেহে তোমালোকক বাহাদুৰি দিলোঁহেঁতেন'— পিছে মাই আৰু কিবা কোৱাৰ আগতে ভিতৰৰ পৰা বৰদেউতা আৰু পুলিচ অফিচাৰকেইজন ওলাই আহিল আৰু তাৰ ভিতৰত মুখিয়াল যেন লগা পুলিচ অফিচাৰজনে আইতাৰ পিনে চাই হাঁহি এটা মাৰি ক'লে— 'আইতা, আপোনালোকৰ ঘৰত চুৰি কৰি পলাই যাব খোজা চোৰটোক আমি ধৰি আনিলোঁ চাওক, আপোনালোকৰ এই অঞ্চলত ৰাতি পহৰা দিয়া পুলিচে তাক ধৰিলে।'

পিছে পুলিচ অফিচাৰজনৰ বিজয় গৰ্বত চেঁচা পানী ঢালি আইতাই দৃঢ়তাৰে কৈ উঠিল— 'ওঁহো এইটো চোৰ নহয়, তোমালোকৰ পুলিচে কিবা ভুল কৰিছে। ইহঁতবোৰে কৈছিল যে গান বজোৱা সেইবোৰ চুৰি কৰিবলৈ হ'লে ঘৰৰ ভিতৰ-বাহিৰ জনা কোনোবা হ'ব লাগিব। কাগজ কিনা বঙালী মানুহকেইটাক কবুলৰ দেউতাকে সেইটো কোঠালীলৈকে সোমাই যাব দিয়ে (অ' ক'ব পাহৰিছিলোঁ— আজিৰ ঘটনাত দেউতাৰ অনুপস্থিতিৰ কাৰণ হ'ল তেওঁ মফচললৈ গৈছে)। মই সেই আটাইকেইটা মানুহকে চিনো। কিন্তু ইয়াকতো কোনো দিনেই দেখা নাই। ওঁহো, ই খবৰৰ কাগজ কিনা মানুহ হ'বই নোৱাৰে। তদুপৰি ই বঙালীও নহয়। নাই নাই, তোমালোকৰ কিবা ভুল হৈছে, ইয়াক এৰি দিয়া। বোপা এই ডেকা মানুহটোৱে বাৰু এনেয়ে ইমান কিনাইছেনে?'

পুলিচ অফিচাৰ কেইজনে মিচিক্‌কৈ হাঁহি একোটা মাৰি দিলে। মোৰ, দুলু দাদা আৰু কাবুলৰ হাঁহি ইমান সৰু হৈ নাথাকিল বাবে বৰদেউতাৰ ভয়ত অলপ দূৰলৈ গৈ প্ৰাণ খুলি হাঁহিবলৈ ধৰিলোঁ।

মুখিয়ালজনে হাঁহি বন্ধ কৰি চোৰটোৰ পিনে চাই ক'লে— 'ঐ, থালখন কেনেকৈ চুৰি কৰিছিলি আইতাৰ আগত এফালৰ পৰা বৰ্ণাই যা, মিছা ক'লে এই হাণ্টাৰেৰে পিঠিৰ ছাল ছিঙিম।'

অফিচাৰজনে তেনেকৈ ক'বলৈহে পালে চোৰটোৱে গৰগৰাই কৈ যাবলৈ ধৰিলে (অৱশ্যে কান্দি কান্দিয়েই)— 'এহ্ নাই মোক পাহৰিছি, কিন্তু বহুত বছৰোৰ আগোতে মই এহনাৰ ঘৰোত চাকৰ আছলো— সেই গতিকে ঘৰগিলাক চিনো। তলাগিলা মজবুত নহয়— অলপ চেষ্টা কৰাওঁতেই খুলি গেল। [illegible] আমি বহুত দিনৰে পৰা কৰি আছিলোঁ— বহা কোঠালীৰ ভিতৰে ভিতৰে বাট নাই, বাহিৰৰ পৰা [illegible] লাগে, অথচ আমাৰ ভাল তলা নাই, পাকঘৰৰো একে অৱস্থা— এলাহতেই ভাল তলা কিনা হোৱা নাই)।

তাৰ পিছোত মালগিলা নি তলোত থুপুৰি কল্লো। পিছে ঘৰোৰ ভিতৰোৰ পৰা এনাই এটা আটাহ ভাহি আহিল যি মই ভয় খাই দাউৰ ধল্লো, লগোত কেৱল কাঁহী এখানহি তাৰাতাৰিকে লবা পাল্লো। তাৰ পিছোত মোক কোনবাই পাছে পাছে খেদি নিছিল, কোনো ৰকমেহি দৰ্জিৰ ঘৰটোৰ পিছোত লুকালোঁ। পিছোত ওলে আহাওতে কৰ্বাৰ পাৰা পুলিচে আহি ধৰি ফেল্লাক—' চোৰটোৱে আকৌ কান্দিবলৈ ধৰিলে।

পুলিচ অফিচাৰজনে মহিলামগুলীলৈ ঘূৰি চাই হাঁহি এটা মাৰি ক'লে— 'চোৰৰ স্বীকাৰোক্তি নিজ কাণেৰে শুনিলে নহয় আপোনালোকে? সি যদি আপোনালোকৰ এই ঘৰটো দেখুৱাই নিদিলেহেঁতেন আমিনো আপোনালোকৰ ঘৰলৈ কেনেকৈ আহিলোঁহেঁতেন। যি হওক (অফিচাৰজনে এইবাৰ বৰদেউতাৰ পিনে ঘূৰি কৈছিল) কাঁহীখন আমাৰ থানাতে আছে, এখন এজাহাৰ দি আপোনালোকে লৈ আহিব।'

কাবুলে ফচ্‌কে মাক কৈ উঠিল— 'অ' মা তুমি আৰু আইতা দেখোন বৰ দয়ালু, লা মিজাৰেবলৰ দয়ালু যাজকজনৰ দৰে নকৰা কিয়? পুলিচক নোকোৱা কিয় যে ই আচলতে কাঁহীখন চুৰি কৰা নাই, তোমালোকেহে কালি তাক ভাত খাবলৈ মাতি সেইখন প্ৰেজেণ্ট দিছিলা? তোমালোকৰ সেই কাৰ্যৰ ফলত সিয়ো কিজানি জাঁ ভালজাৰ দৰে এজন সাধু মানুহ হৈ পৰে!'

মাই কিবা কোৱাৰ আগতে ময়ো কাবুলৰ কথাৰে খেউ ধৰি কৈ উঠিলোঁ— 'মা দেখিছ, তই ভবাৰ দৰে আমি কেৱল কমিক্‌ছ্‌ আৰু ডিটেক্‌টিভ্‌ কিতাপসোপাকে পঢ়ি নাথাকোঁ, তোৰ লেক্‌চাৰৰ প্ৰতাপত দুই-চাৰিখন ভাল কিতাপ পঢ়োঁ।—'

কিন্তু মোৰ কথালৈ কোনোৱে মন নিদিলে, কাৰণ তেতিয়া চোৰটোৰ কঁকালৰ পঘাত ধৰি পুলিচসকলে আমাৰ ঘৰ ত্যাগ কৰাৰ দৃশ্য চাই আইতাই কাকুতি কৰি আছিল— 'অ' বোপাইহঁত, তাক তোমালোকে নামাৰিবা দেই মোৰে শপত...' আৰু মাই সমাজৰ আচল চোৰবোৰ সদায় সাৰি যোৱাৰ লেকচাৰ আৰম্ভ কৰি দিছিল। মাৰ সেই লেকচাৰ শুনি শুনি মোৰ হঠাতে এটা প্ৰশ্ন জাগিল।

ঃ মাই সদায় কয় যে সংকটৰ সময়তহে মানুহৰ আচল পৰিচয় পোৱা যায়। আজি যদি আমাৰ সকলোবোৰ বস্তু চুৰি হৈ গ'লহেঁতেন, তেতিয়াও জানো এই দুখীয়া চোৰৰ সহানুভূতিত মাৰ মুখৰ পৰা এই লেকচাৰবোৰ ওলালহেঁতেন? কোনে জানে। মইতো মোৰ মাক তেনে সংকটৰ মুহূৰ্তত দেখা নাপালোঁ। আনক লেকচাৰ মাৰি থকা মোৰ মাই নিজে কিন্তু তেনে অগ্নি পৰীক্ষা এটাত পৰোঁ পৰোঁ হৈয়ো শেষ মুহূৰ্তত ভাল সাৰি গ'ল। গতিকে মোৰ মাৰ প্ৰকৃত পৰিচয় অজ্ঞাত হৈ আছে।

(অসম বাণী)

# উত্তৰাধিকাৰ

আমাৰ দেউতাৰ বিৰুদ্ধে সৰু কালৰে পৰা অভিযোগ বাঢ়ি বাঢ়ি আমাৰ যৌৱন কালত সি হৈ পৰিছিল বৃহদাকাৰৰ। আমাৰ মানে মোৰ বাইদেউ শান্তিৰ, মই নিৰ্মলাৰ, ভাইটি প্ৰশান্তৰ আৰু ভণ্টি স্নিগ্ধাৰ। সৰুতে আমি দেউতাক বৰ কৃপণ বুলি ভাবিছিলোঁ, অমি দুখীয়া বুলি মানি নলৈ দেউতাক কৃপণ বুলি ভবাৰ কাৰণ আছিল আমাৰ মা। সংসাৰত ল'ৰা-ছোৱালীৰ সম্পৰ্ক মাকৰ লগতে বেছি ঘনিষ্ঠ, মাকৰ লগতে সিহঁতে বেছি সময় অতিবাহিত কৰে, গতিকে দেউতাকৰ বক্তব্য শুনাতকৈ মাকৰ বক্তব্য শুনাৰে সুযোগ বেছি হয়। আমিও সৰুৰে পৰা মাৰ মুখত এই কথাই শুনি আহিছিলোঁ— দেউতাৰ লগত পৰি তেওঁৰ জীৱনটো ধ্বংস হৈ গৈছে, কাৰণ তেওঁ মনৰ হেঁপাহ কোনোধৰণেই পলুৱাব নোৱাৰিলে— দেউতাৰ লগত বিয়াৰ পিছত তেওঁ ভাল কৈ খাই নাপালে, পিন্ধি নাপালে, ফুৰি নাপালে। অথচ দেউতাইতো ভাল অফিচ এটাত ভাল চাকৰি এটাকে কৰে। দেউতাতকৈ সৰু চাকৰি কৰা বা সমান চাকৰি কৰা মানুহৰ ঘৈণীয়েকৰ মাতকৈ অৱস্থা ভাল।

মাৰ এইবোৰ কথাই আমাৰ মনত দকৈ সাঁচ বহুওৱাৰ কাৰণ অকল এইটোৱে নহয় যে আমিও মাৰ দৰে ভুক্তভোগী আছিলোঁ বা দেউতাতকৈ জীৱনত মাৰ কথা শুনাৰ বেছি সুবিধা পাইছিলোঁ; এটা-দুটা কথাও হয়, কিন্তু মাই আমাক বিশ্বাস কৰাব পৰাৰ আন এটা কাৰণ হ'ল বেলেগ। মাই অনবৰতে দেউতাৰ বিৰুদ্ধে অভিযোগ কৰি নাথাকিছিল, মা আছিল স্বভাৱত স্বল্পভাষী, মাৰ প্ৰকৃতিও উগ্ৰ নাছিল, বৰং তেওঁক অতি মৰমিয়াল বুলিয়ে অভিহিত কৰিব পাৰি। আমাৰ সেই মাই দেউতাকো বেছ মৰম, আদৰ-যত্ন কৰিছিল, কোনোদিনেই বেছি বকাবকি নকৰিছিল। কেৱল মাজে-সময়ে আমাৰ আগত দীৰ্ঘ নিশ্বাস ত্যাগ কৰি কৈছিল যে দেউতাৰ লগত পৰি তেওঁৰ জীৱনৰ ছোৱালীসুলভ আশা-আকাঙ্ক্ষা অপূৰ্ণ হৈ ৰ'ল। আমি বয়সত সৰু হ'লেও আমাৰ মনৰ কিবা বোধশক্তিয়ে আমাক এই কথা বুজাইছিল যে দেউতাক মৰম-চেনেহ কৰা মায়ে যেতিয়া দেউতাৰ বিৰুদ্ধে কথা কয়, খুব দুখত পৰিহে তেনে কথা কয়।

আকৌ আমিতো ভুক্তভোগী হয়েই। আমাৰ লগত একেলগে পঢ়া ল'ৰা-ছোৱালীবোৰে যেনে কাপোৰ-কানি পিন্ধে আমি তেনে পিন্ধিবলৈ পোৱা নাছিলোঁ, সিহঁতে যিমান চিনেমা চাবলৈ পায় আমি পোৱা নাছিলোঁ, সিহঁতৰ হাতত যিমান পইচা-পাতি থাকিছিল আমাৰ নাছিল। অৱশ্যে মই আমাৰ লগত পঢ়া সকলো ল'ৰা-ছোৱালীৰে কথা কোৱা নাই, যিবোৰ ল'ৰা-ছোৱালীৰ দেউতাকে আমাৰ দেউতাৰ দৰেই প্ৰায় একে ধৰণৰ চাকৰি কৰে, সেইবোৰ ল'ৰা-ছোৱালীৰ কথাহে কৈছোঁ।

ভাল কাপোৰ-কানিৰ বাবে সৰুতে খুব লোভ কৰিছিলোঁ যদিও, ডাঙৰ হোৱাত আমাৰ লোভৰ যি তীব্ৰতা বাঢ়িছিল, তাৰ লগত সৰু কালৰ তুলনাই নহয়। তদুপৰি আমাৰ সৰুকালৰ তুলনাত এতিয়া অনেক বেছি চিত্ত বিভ্ৰমকাৰী কাপোৰ-কানি ওলাইছে, সকলো ছোৱালীয়ে প্ৰায় এতিয়া খুব ষ্টাইল কৰে, কিন্তু আমি হ'লে তেনেকৈ ষ্টাইল কৰিবলৈ নাপাওঁ। আমাৰ দেউতাই খুব কম কথা কয় বাবে আমাৰ বেছি সাহ নহয়, তথাপি কেতিয়াবা সাহ গোটাই কাপোৰ-কানি-জোতাৰ কথা ক'লে শান্ত, গহীন অথচ লগতে মৰমসনা মাতেৰে কয়— 'তহঁতক সেইবোৰ কানি-কাপোৰ, বস্তু-বাহানি দিবলৈ মোৰ সিমান পইচা নাই নহয়, আই। কিতাপত জানো পঢ়া নাই— আয় চাই ব্যয় কৰিবা? স্নেহ, আয় চাই ব্যয় কৰিবাৰ ইংৰাজীটো কি হ'ব ক'চোন।'

আমাৰ দেউতাৰ এই এটা স্বভাৱ আছিল— কথা কৈ থকাৰ মাজত হঠাৎ কোৱা কথা এষাৰৰ ইংৰাজী কি হ'ব সুধি পেলায়।

মই 'আয় চাই ব্যয় কৰিবা'ৰ ইংৰাজী জানো, কিন্তু দেউতাৰ ওপৰত উঠা খঙত অলপ ষ্টা মাতেৰেই উত্তৰ দিছিলোঁ— নাজানো।

'নাজান?' দেউতা ক্ষুণ্ণ হৈছিল— 'Cut your coat according to your cloth.' তাৰ পিছত

আৰু দেউতাই একো নকয়, খবৰৰ কাগজত নিবিষ্ট হৈ পৰে। আমি খঙত সেমেনা-সেমেনিকৈ গুচি আহোঁ তেওঁৰ ওচৰৰ পৰা আৰু মাৰ লগতে দেউতাৰ কৃপণ স্বভাৱৰ বিষয়ে আলোচনা কৰি আমাৰ মনৰ জ্বালা কিছু পৰিমাণে শাঁত কৰোঁ।

তাৰ পিছত এজনী এজনীকৈ আমাৰ ব্যই-ভনীবোৰৰ বিয়া হৈছিল। দেউতাৰ সকলো কাৰ্যতে আমি কৃপণতাৰ পৰিচয় পাইছিলোঁ, সেই কৃপণতাৰ চিন বিয়াবোৰতো যে ফুটি উঠিছিল তাক নক'লেও হ'ব। বাইদেউৰ বিয়াৰ কেইদিনমান আগতে মাত্ৰ আমাৰ ওচৰৰে এঘৰৰ এজনী ছোৱালীৰ বিয়া হৈ গৈছিল। ছোৱালীজনী ঘৰৰ বৰজীয়ৰী নহয়, আমাৰ দৰেই তিনিজনী ছোৱালী আৰু তাই হ'ল দ্বিতীয়। তথাপি তাইৰ যি ধুমধামেৰে বিয়া হ'ল বা তাইৰ লগত যিমানবোৰ বস্তু দিলে আমাৰ বাইদেউৰ তাতকৈ আধা ধুমধামেৰেই বিয়া হোৱা নাছিল বাবে আধা বস্তুও তাইৰ লগত দিয়া হোৱা নাছিল— অথচ এই ক্ষেত্ৰতো সেইজনী ছোৱালীৰ দেউতাক আমাৰ দেউতাতকৈ একো ডাঙৰ চাকৰিয়াল নাছিল।

কোৱা বাহুল্য, মোৰ বিয়াখনো একে আড়ম্বৰহীনভাৱেই হৈ গৈছিল, কেৱল বাইদেউৰ বিয়াই মনক প্ৰস্তুত কৰি থৈছিল বাবে বাইদেউতকৈ মোৰ আঘাত অলপ কম হৈছিল।

মই বাইদেউতকৈ এবছৰে সৰু আছিলোঁ, কিন্তু মোৰ বিয়া বাইদেউতকৈ দুবছৰ পিছত হৈছিল। আমাৰ ভাইটি প্ৰশান্ত আছিল মা-দেউতাহঁতৰ একমাত্ৰ পুত্ৰ সন্তান। সি মোতকৈ দুবছৰে সৰু আছিল। কিন্তু সি ল'ৰা, ছোৱালীৰ দৰে কম বয়সত ল'ৰাৰ বিয়াতো নহয়, গতিকে মোৰ পিছত বিয়া হৈছিল তাতকৈ চাৰি বছৰৰ সৰু স্নিগ্ধাৰ। প্ৰশান্তৰ পিছতে দেউতাহঁতৰ আৰু এটা ল'ৰা হৈছিল, কিন্তু জন্মৰ পিছতে সি ঢুকাইছিল। সেই কাৰণেই প্ৰশান্ত আৰু স্নিগ্ধাৰ বয়সৰ পাৰ্থক্য চাৰি বছৰ আছিল, কোনো ধৰণৰ পৰিয়াল পৰিকল্পনাৰ বাবে নহয়।

স্নিগ্ধাৰ বিয়াৰ অৱস্থা আমাতকৈও দুখ লগা হৈছিল— দেশৰ অৱস্থা অতি শোচনীয় হৈছিল, চৰকাৰে বিয়া-বাৰুত অতিথি নিয়ন্ত্ৰণ কৰা আইন জাৰি কৰিছিল আৰু সেই সকলোবোৰতকৈ ডাঙৰ কথা যে দেউতাই তেতিয়া পেঞ্চন পাইছিল। গতিকে এনে এক সন্ধিক্ষণত হোৱা বিয়াখন যে সম্পূৰ্ণ জাকজমকতাবিহীন হ'ব কোৱাই বাহুল্য। বিয়াৰ সময়ত যেতিয়া স্নিগ্ধাই কান্দিছিল তেতিয়া সন্দেহ হৈছিল যে মৰমৰ মাক-দেউতাক, ঘৰখন এৰি যোৱাৰ দুখৰ চকুলোৰ লগতে মিহলি হৈ আছিল অতি নিঃকিনভাৱে হোৱা তাইৰ বিয়াখনৰ দুখৰ দুটোপাল চকুলোও।

স্নিগ্ধাৰ বিয়াৰ পিছতে হঠাৎ আমাৰ দেউতাই হাৰ্টফেল কৰিলে, প্ৰশান্ত কিবা এটা কাম-কাজত সোমোৱাৰ আগতে দেউতাৰ তেনেকৈ মৃত্যু ঘটিল।

প্ৰথম অৱস্থাত প্ৰশান্তৰ মাৰ লগত বেছ কষ্টত দিন কাটিছিল। দেউতাই আজীৱন চাকৰি কৰি এটা ঘৰো বান্ধি থৈ যাব নোৱাৰিলে। ইমান কৃপণতা কৰি চলিও দহ হাজাৰ টকাৰ এটা বীমাৰ বাহিৰে ক'তো অলপো পইচা থৈ যাব নোৱাৰিলে।

সিহঁতে ছমাহমান দুখ-কষ্ট কৰি চলাৰ পিছত প্ৰশান্তৰ সৰু চাকৰি এটা যোগাৰ হৈছিল। তাৰে যেনিবা সি মাৰ লগত টুক-টাককৈ সংসাৰ চলাই নিছিল। কিন্তু তথাপি তাৰ মাজে মাজে সি কেতিয়াবা ক্ষুব্ধ হৈ উঠে— দেউতাকৰ সি একমাত্ৰ ল'ৰা, তাৰ্লেনো দেউতাই সৰু ঘৰ এটাও সাজি থৈ যাব নোৱাৰিলেনে? হ'ব পাৰে যে তিনিজনী ছোৱালীৰ বিয়া দিব লগা হৈছে, কিন্তু কি ধুমধামেৰেনো সেই বিয়া পাতিছিল। অথচ তাৰ লগৰ ল'ৰাবোৰৰ দুই-তিনিজন ভাই-ককাই থকা সত্ত্বেও দেউতাকহঁতে ঘৰ, টকা কত কিহৰ যে উত্তৰাধিকাৰ কৰি নথৈছে।

তাৰ পিছত এদিন মই প্ৰশান্তৰ মুখত এটা আচৰিত কথা শুনিছিলোঁ, সম্পূৰ্ণ বেলেগ সুৰৰ কথা এটা। সি কৈছিল— 'জান বাইদেউ, আজি মই এক আচৰিত ধৰণৰ গৌৰৱৰ সন্মুখীন হৈ আহিছোঁ। মোৰ এজন বন্ধুৰ ঘৰত আমি চাৰি-পাঁচজন বন্ধুৱে আড্ডা মাৰি আছিলোঁ, বন্ধুৰ ঘৰত আলহী হৈ থকা মোমায়েক আহি

এবাৰ আমাৰ মাজত বহি আমাৰ চা-চিনাকি হৈ ল'লে। আচৰিত কথা যে তেওঁ আমাৰ একলোকেইজনৰ দেউতাকক কিবা নহয় কিবা সূত্ৰত জানে বা চিনি পায়। মোৰ বন্ধুসকলৰ দেউতাকহঁতৰ কথাও নেও কেৱল তাকেই ক'লে। কেৱল মোৰ দেউতাৰ নামটো শুনাৰ লগে লগেই দেখোন তেও উচ্ছ্বসিতভাৱে কৈ উঠিল—'অ' তুমি ৰাজেন ডেকাৰ ল'ৰা? তেওঁৰ স্বৰ্গত বাস হওক। আজিৰ দিনতো যে এনে সাধু মানুহ থাকিব পাৰে তেখেতক নেদেখিলে বিশ্বাস কৰিব নোৱাৰি। ক'টৰ চিৰস্তাদাৰ হৈ কোনোবাই এটাও পইচা নোখোৱাকৈ যদি আছিল, সেইগৰাকী হ'ল তোমাৰ দেউতাৰা। মই তাকেই কওঁ যে আমাৰ এই পৃথিৱীখন যে আজিও নানা ধৰণৰ অন্যায়, অধৰম, পাপ, দুৰ্নীতিৰ মাজতো ৰসাতলে নোযোৱাকৈ আছে, সি কেৱল ৰাজেন ডেকাৰ দৰে দুই-এক সাধু পুৰুষৰ বাবে।' অ' বাইদেউ, বন্ধুৰ মোমায়েকৰ পৰা সেই কথাষাৰ শুনাৰ পিছত মোৰ আজি যে কি লাগি গৈছিল। প্ৰথমবাৰৰ বাবে মোৰ এই ভাবটো হ'ল যে দেউতাক কৃপণ বুলি আমি তেওঁক খুব অবিচাৰ কৰি আছিলোঁ। কিন্তু আটাইতকৈ ডাঙৰ ভাব হ'ল যে দেউতাই মোলৈ ঘৰ, মাটি, টকা, পইচা থৈ যাব পাৰে, কিন্তু যি সুনাম থৈ গ'ল সেই সুনামনো আজিৰ দিনত কেইজন বাপেকে কেইজন পুতেকলৈ থৈ যায় অ' বাইদেউ?'

(ৰচনা কাল : ১৯৭৫)

# মৃত্যু

দৰাৰ লগত শহুৰেকৰ ঘৰলৈ যাত্ৰা কৰাৰ আগমুহূৰ্তত কমলা পেহীয়েকে আহি তাইক সংগোপনে লগ ধৰি টোপোলা এটা দিলে আৰু ইফালে-সিফালে চাই ফুচফুচাই ক'লে— 'টোপোলাটো এতিয়াই কোনেও নেদেখাকৈ তোৰ বাকচত ভৰাই ল'। ইয়াত তোৰ জীৱনৰ বৰ আপুৰুগীয়া বস্তু আছে। শহুৰেৰৰ ঘৰৰ হুলস্থুল আৰু ভিৰ কমিলে আজৰি সময়ত খুলি চাবি।' ইয়াতকৈ বেছিকৈ ক'বলৈ কমলা পেহীয়েকে আৰু সুবিধা নাপালে, প্ৰণতিক আকৌ মানুহে-দুনুহে বেঢ়ি ধৰিলেহি।

প্ৰণতিৰ অতি মৰমৰ পেহীয়েক কমলা। কমলাৰ ধনী মানুহৰ লগত বিয়া হোৱা নাই। তথাপি অতি মৰমৰ ভতিজা ছোৱালীজনীৰ বিয়াত তেওঁ এটা অতি দামী উপহাৰ দিছে। তাৰ বাবে প্ৰণতিয়ে পেহীয়েকক খুব খঙেই কৰিছিল। কিন্তু সেই উপহাৰ দিয়াৰ পিছতো এতিয়া আকৌ এইটো কি টোপোলা দিলে? উপহাৰ বুলিও ক'ব নোৱাৰি অৱশ্যে, কাৰণ পেহীয়েকে এবাৰ ৰহস্যময় কথা কৈছে— তোৰ জীৱনৰ বৰ আপুৰুগীয়া বস্তু আছে।

মানুহে-দুনুহে বেঢ়ি ধৰা প্ৰণতিয়ে লৰালৰিকৈ টোপোলাটো বাকচৰ ভিতৰত সুমুৱাই পেলালে, তাত তলা-চাবি লগালে আৰু লগে লগে টোপোলাটো তাইৰ চকুৰ আগৰ পৰা অদৃশ্য হৈ গ'ল।

কিন্তু চকুৰ আগৰ পৰাহে অদৃশ্য হৈ গ'ল, প্ৰণতিৰ মনৰ চকুৰ পৰা জানো সি এখন্তেকৰ বাবেও অদৃশ্য হ'ব পাৰিলে? কমলা পেহীয়েকৰ ৰহস্যময় টোপোলাই প্ৰণতিৰ মনৰ চিন্তাৰ সোঁতটো একেবাৰে বেলেগ এটা দিশৰ ফালে বোৱাই দিলে। বিয়া, গৰীয়েক, মাকৰ ঘৰ, মাকৰ ঘৰ এৰি যোৱাৰ দুঃসহ চিন্তা, শহুৰেকৰ ঘৰৰ আসন্ন অভিজ্ঞতা, অন্তৰত মৃদুভাৱে অনুভূত হৈ থকা দুৰু দুৰু কঁপনি— এই সকলোবোৰে অধিকাৰ কৰি থকা প্ৰণতিৰ মনটো এতিয়া মুহূৰ্ততে এইবোৰৰ পৰা সুলকি পৰি মাত্ৰ এটা কথাতে লাগি থাকিল— কি আছে সেই ৰহস্যময় টোপোলাটোত?

প্ৰণতিৰ মনলৈ বহুত সম্ভাৱনা আহিল, নিজৰ মনতে তাই বহুত কথা ভাঙিলে আৰু পাতিলে, কিন্তু কোনো এটা সিদ্ধান্তই তাইৰ মনত স্থায়ী হৈ থাকিব নোৱাৰিলে। নানা কিতাপে-পত্ৰে তাই ৰহস্যময় টোপোলা, চিঠি এইবোৰৰ কথা পঢ়িছে, সেইবোৰ সাধাৰণতে তাৰ গৰাকীজনৰ মৃত্যুৰ পিছত খোলাৰ নিৰ্দেশ থাকে। পেহীয়েকে তাইক এই টোপোলা খোলাৰ সময়ো নিৰ্দিষ্ট কৰি দিছে, কিন্তু ভগৱানক ধন্যবাদ— প্ৰণতিৰ গাটো অলপ শিয়ঁৰি উঠিল— পেহীয়েকে যে তাইক তেওঁৰ মৃত্যুৰ পিছতহে খুলিব লাগে বুলি কোনো নিৰ্দেশ দিয়া নাই। মৃত্যুৰ লগত প্ৰণতিৰ কোনো পৰিচয় নাই, মৃত্যুৰ মুখামুখিও তাই কোনোদিন হোৱা নাই, অথচ এক মৃত্যুৰ মাজেৰেই তাইৰ জন্ম হৈছে। তাইৰ এতিয়া বাইছ বছৰ হ'ল, বাইছ বছৰ আগতে তাইক জন্ম দিবলৈ যোৱাত তাইৰ মাক মৃত্যুৰ মুখত পৰিছিল। একমাত্ৰ তেনেকৈয়ে তাই মৃত্যুক জানে, সেই মৃত্যুৱে তাইৰ জীৱনত কিবা হানি-বিঘিনি কৰাৰ অনুভূতিৰেও তাই কোনোদিন ভাৰাক্ৰান্ত হ'বলগীয়া হোৱা নাই, তথাপি কিবা প্ৰসংগত মৃত্যুৰ কথা ভাবিবলগীয়া হ'লেই তাইৰ সদায় বিনা-ব্যতিক্ৰমে বাইছ বছৰৰ আগৰ মাকৰ মৃত্যুৰ কথাষাৰেই মনলৈ আহে। কিন্তু কোনো দুখৰ অনুভূতিৰে নহয়, দুখ কিয় লাগিব তাইৰ? জ্ঞান হোৱাৰে পৰা তাই বৰ্তমানৰ মাকক নিজৰ মাক বুলি জানি আহিছে আৰু তিনিটা ভাই-ভনীৰ লগত সেই মাকৰ স্নেহছাঁয়াতে ডাঙৰ-দীঘল হৈছে আগৰ মাকৰ ফালৰ তাইৰ ককাক-আইতাক কোনো জীয়াই থকা নাই, নুমলীয়া জীয়েক অৰ্থাৎ তাইৰ মাকৰ মৃত্যুৰ দুখ সহি তেওঁলোক বেছি দিন জীয়াতু ভুগি থাকিবলগীয়া হোৱা নাছিল বোলে, তাৰ তিনি-চাৰি বছৰৰ পিছতে তেওঁলোকৰ মৃত্যু হৈছিল। মামাক-জেঠায়েকহঁত আছে অৱশ্যে, কিন্তু বহুত দূৰে দূৰে থাকে, তাইৰ লগত কোনো সম্পৰ্ক নাই বুলিয়ে ক'ব পাৰি। কিন্তু তাইৰ এই মাকৰ ফালৰ ককাক-আইতাকহঁতৰ ঘৰখন হ'ল এই চহৰখনতে, বুঢ়া-বুঢ়ী এতিয়াও জীয়াই আছে, ভায়েক-ভনীয়েকহঁতৰ লগতে সেই বুঢ়া-বুঢ়ীকে তায়ো নিজৰ ককাক-আইতাক বুলি জ্ঞান কৰে, তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰো নিজৰ মামা-মাহীৰ দৰে আদৰৰ আত্মীয়। তাইৰ বিয়াখনত এই মামাহঁতে প্ৰাণপনে খাটিছে, আটাইকেইজনে লগ লাগি তাইক এটা ৰেডিঅ' উপহাৰ দিছে, তাইৰ জোৰোণৰ দিনা, বিয়াৰ দিনা, মাকৰ লগতে এই আইতাকেও ছোৱালী উলিয়াই দিয়াৰ দুখৰ চকুপানী টুকিছে।

জীৱনৰ এইবোৰ অভিজ্ঞতা থকা প্ৰণতিৰ বাইছ বছৰৰ আগৰ দুখৰ ঘটনা এটাৰ স্পৰ্শ কেনেকৈ লাগে? দৰাচলতে বহুত দিনলৈকে তাই জনাই নাছিল যে এই মাক তাইৰ মাহীমাক। তাইক সেই কথা নজনাবলৈ দেউতাকে বোধহয় খুব সাৱধানতা লৈছিল। মাকৰ কোনো ধৰণৰ চিনেই সিহঁতৰ ঘৰত নাছিল। কিন্তু অলপ ডাঙৰ হোৱাৰ পিছতে তাই কিবাকৈ জানিব পাৰিলে, খুব সম্ভব লগৰ ছোৱালীৰ পৰা নহ'লে বা ওচৰ-চুবুৰীয়াৰ পৰা। জনাৰ পিছত নিশ্চয় তাইৰ বেয়া লাগিছিল, কিন্তু এই মাকৰ পৰা কোনোদিন তাই এনে ব্যৱহাৰ পোৱা নাই যে সেই বেয়া লগা স্থায়ী হ'ব পাৰে। এই মাক শৰীৰী, সেই মাক কায়াহীন, ছাঁয়া। প্ৰণতিয়ে কোনোদিন সেই ছাঁয়াৰ পিছত দৌৰি ফুৰাৰ আগ্ৰহ অনুভৱ কৰা নাছিল। অৱশ্যে কেতিয়াবা যে মাকৰ ফটো এখন চোৱাৰ আগ্ৰহ অনুভৱ কৰা নাছিল তেনে নহয়, বিশেষকৈ মাক খুব সুন্দৰী আছিল বুলি গম পোৱাৰ পিছত। কিন্তু ফটো ক'ত? তাইৰ এই মাক কিন্তু দেখিবলৈ বেয়া, তাই নিজেও দেখিবলৈ একো ভাল নহয়। একেপ্ৰকাৰে ভালেই হৈছে, মাক ধুনীয়া আছিল বুলি শুনাৰ দিনাই তাই ভাবিছিল এইবোৰ কথা— তাই ধুনীয়া নহয়, তাইৰ ভনীয়েক দুজনী ধুনীয়া নহয়, তাই মাজতে সেই মাকজনীৰ দৰে ধুনীয়া হোৱা হ'লে এই মাক আৰু ভনীয়েকৰ মাজত বৰ নিমিলা হ'লেহেঁতেন।... প্ৰণতিৰ চিন্তাৰ সোঁত বাধাপ্ৰাপ্ত হৈছিল এষাৰ কথাত— 'মনটো খুব বেয়া লাগি আছে, নহয়?' প্ৰণতি উচপ খাই উঠিছিল; তাই গিৰীয়েকৰ লগত বাছেৰে শহুৰেকৰ ঘৰলৈ আহি আছে, দেহটো গিৰীয়েকৰ অতি ঘনিষ্ঠ সান্নিধ্যতে আছে, কিন্তু তাইৰ মনোজগতত সেই মানুহজনৰ সামান্য অস্তিত্বও অতপৰে নাছিল। আৰু অতপৰে তাইৰ এই গভীৰ অন্যমনস্কতা দেখি তেওঁৰ নিশ্চিত ধাৰণা হৈছে যে মাকৰ ঘৰ এৰি অহাৰ দুখতে তাই ডুবি আছে।

'নাই, নাই', প্ৰণতিয়ে অলপ হাঁহিলে, 'আৰু কিমান দূৰ আছে বাৰু?'

'দূৰৰ কথা ক'ব নোৱাৰোঁ, কিন্তু আৰু এঘণ্টা পিছতে পাব লাগে।' গিৰীয়েকে ক'লে।

এঘণ্টা পিছত। প্ৰণতিৰ বুকুখন অলপ ধক্ কৰি উঠিল। নতুন মানুহ, নতুন পৰিবেশ, নতুন জীৱন— তাইৰ বুকুৰ কঁপনিৰ লগতে ডিঙিটোও ৰুদ্ধ হৈ অহা যেন লাগিল, লগে লগে মুহূৰ্তৰ ভিতৰতে তাইৰ মনটো মাকৰ ঘৰখনলৈ উৰা মাৰিলে আৰু তাত বিদায়ৰ পৰত দেখা মানুহবোৰ একেলগে আহি তাইৰ মনৰ চকুৰ আগত ভিৰ কৰিলে। সেই ভিৰৰ মাজৰ পৰা মাক আৰু ভনীয়েকহঁতৰ লগতে আৰু যিগৰাকী কান্দি থকা তিৰোতাই তাইৰ ডিঙিৰ ৰুদ্ধ ভাবটো বঢ়াই তুলিলে তেওঁ হ'ল তাইৰ কমলা পেহীয়েক। কিন্তু কমলা পেহীয়েকৰ নামটো মনলৈ অহাৰ লগে লগে আকৌ তাইৰ মনটো এই চিৰ-পৰিচিত বন্ধনৰ পৰা মুক্ত হৈ অলপ আগত নিৰ্বিষ্ট হৈ থকা টোপোলাৰ ৰহস্যৰ মাজলৈ উভতি গ'ল.. কি আছে সেই টোপোলাত?.

অৱশেষত সময় বাগৰি বাগৰি প্ৰণতি টোপোলাৰ মুখ মুখি হোৱা মুহূৰ্তটো আহি পাইছিলহি। তাই যেতিয়া অকলশৰীয়া কোঠালীটোত টোপোলাটো খুলিবলৈ আৰম্ভ কৰি দিলে, বুকুখন এনে লাগিল যেন বুকুৰ সাঁজাত এটা বন্দী চৰায়ে পাখি মাৰি ধপ্‌ধপাই আছে। যি হওক, কঁপা হাত দুখনেৰে টোপালোটোৰ কাগজখিনি খুলি বাহিৰ কৰাত প্ৰথমতে তাৰ পৰা এযোৰ অসমীয়া পাটৰ নে কাঞ্জিভৰমৰ পাটৰ মেখেলা-চাদৰ ওলাল, মেখেলা-চাদৰযোৰৰ বৰণ মাখন ৰঙৰ, কিন্তু এতিয়া অতি বিবৰ্ণ; অৱশ্যে তাত যি কাৰ্চিপিৰ কাম কৰা আছে সি এতিয়াও অতি উজ্জ্বল হৈয়ে আছে। বোধহয় সেই গুণাখিনি খুব ভাল আছিল। আৰু কামটোও যে কি সুন্দৰ হৈছে— ডিজাইনো বঢ়িয়া, কৰাও হৈছে অতি নিখুঁতভাৱে— প্ৰণতিয়ে কিছু সময় সপ্ৰশংসভাৱে মেখেলা-চাদৰযোৰ পিটিকি পিটিকি চালে। চিলাইৰ কাম তাইৰ খুব ভাল লাগে, নিজে অলপ-অচৰপ কৰেও, কিন্তু ঘৰৰ মাক বা ভনীয়েকহঁতৰ কাৰো চিলাইৰ প্ৰতি বিশেষ ৰাপ নাই। ঘৰখনত সিহঁত ইমানকেইজনী মাইকী মানুহ— কিন্তু এমব্ৰইডাৰিৰ খুব কম কামেহে সিহঁতৰ ঘৰ শুৱনি কৰি ৰাখিছে। প্ৰণতিহঁতৰ ঘৰৰ মহিলামহলে মেজ ঢকা কাপোৰ এখনত ফুল তুলিবলৈকে টান পায়, এনেকৈ মেখেলা-চাদৰত কাম কৰাৰ কথা হয়তো ভাবিবই নোৱাৰিলেহেঁতেন। প্ৰণতিৰ পাতলকৈ উশাহ এটা ওলাল, তাৰ পিছত তাই টোপোলাৰ আন বস্তুলৈ চকু দিলে আৰু লগে লগে মনতে ভাবিলে— মোৰ জীৱনৰ আপুৰুগীয়া বস্তু বোধহয় এতিয়াই ওলাব। বুকুখন আকৌ এবাৰ কঁপি উঠিল প্ৰণতিৰ, তাৰ পিছত মেখেলা-চাদৰৰ মেৰৰ মাজত সোমাই থকা অইন কাপোৰকেইখন উলিয়াই ল'লে। প্ৰণতিয়ে অতি আচৰিত হৈ হাতত তুলি ল'লে চাৰিটা অতি সুন্দৰ ডিজাইনৰ অতি অকণমানি ফ্ৰক— একেবাৰে কেঁচুৱাৰ ফ্ৰক।

কিন্তু প্ৰত্যেকটোৱে যে কি অপূৰ্ব, এটাত হনিকম্ব কৰা, এটাত অকল লেছৰে তৈয়াৰী, এটাত মিকি মাউছৰ এপ্লিক কৰা আৰু আনটো এটা বগা ভইলৰ ফ্ৰক, তাত ৰঙৰ অপৰূপ সমাহাৰেৰে ফুলজালি তোলা। প্ৰণতিয়ে মুগ্ধ আৰু অবেগ হৈ কিছুপৰ অলপ পুৰণি আৰু বিবৰ্ণ হোৱা ফ্ৰককেইটা হাতত লৈ চাই থাকিল, তাৰ পিছত হঠাৎ মনত পৰাৰ দৰে সচকিত হৈ খামটো খুলিবলৈ ধৰিলে— সেই ফ্ৰকবোৰৰ মাজৰ পৰা খাম এটা অলপ আগতে ওলাই পৰিছিল।

এইবাৰ বহুত বেছি কঁপা হাতেৰে প্ৰণতিয়ে খামটো খুলিলে, খামৰ ভিতৰৰ যিটো ডাঠ বস্তুত তাইৰ হাত পৰিছিল, সেইখন আছিল এখন ফটো। এখন পুৰণি বিবৰ্ণ ফটো, ফটোৰ চাৰিসীমাৰ মাজত দুজনী গাভৰুৱে ডিঙিত ধৰাধৰিকৈ হাঁহি আছে। প্ৰণতিয়ে আৰু অলপ হাউলি অতি মনোযোগেৰে ফটোৰ ছোৱালী দুজনীলৈ চাবলৈ ধৰিলে— তাইৰে বয়সীয়া হ'ব ছোৱালী দুজনী— এজনী বাৰু কমলা পেহী নহয়নে? অতি আগ্ৰহ আৰু কৌতূহলেৰে চকুৰ চাৱনিৰ সমস্ত একাগ্ৰতা ফটোৰ মানুহজনীৰ ওপৰত ন্যস্ত কৰি প্ৰণতিয়ে চাবলৈ ধৰিলে— এৰা, এওঁ কমলা পেহীয়ে হয়, তাই জীৱনত কোনোদিনে নেদেখা কমলা পেহীজনী। তাই যেতিয়া এই পৃথিৱীৰ পোহৰ দেখা পোৱা নাছিল, তেতিয়াই নিশ্চয় কমলা পেহীৰ এই ফটোখন তোলা হৈছিল। কিন্তু লগৰ বাকী ছোৱালীজনী কোন? বৰ ধুনীয়া ছোৱালী হ'ব লাগিব দেই— প্ৰণতিৰ চিন্তাস্ৰোতে লগে লগেই যেন বিৰাট এটা বাধা পাই থমকি ৰ'ল, তাইৰ হৃৎস্পন্দন যেন স্তব্ধ হৈ যাব, তাইৰ মুখৰ বৰণত মৃত্যুৰ বিবৰ্ণতা আহি পৰিল— প্ৰণতিয়ে কঁপা হাতেৰে ফটোখি লগত থকা কমলা পেহীয়েকৰ চিঠিখন পঢ়িবলৈ ধৰিলে ঃ

মোৰ অতি মৰমৰ মাজনী,

মোৰ এই টোপোলাটোৰ ভিতৰত তোৰ জীৱনৰ অতি আপুৰুগীয়া বস্তু কেইটামান এই বাইছ বছৰে সাঁচি ৰাখিছোঁ, ঠিক কৰি থৈছিলোঁ, সময় আহিলে যাৰ সম্পত্তি তাৰ হাতত গতাম। আজি অৱশেষত সেই দিনটো আহিল। তোৰ বস্তু তই গ্ৰহণ কৰ।

তই ডাঙৰ হৈ নিশ্চয় গম পালি যে তোৰ জন্মদাত্ৰী অইন এজনী মা আছিল, তোক জন্ম দিবলৈ গৈ তেওঁ মৰণক বৰণ কৰিবলগীয়া হ'ল।

আজিৰ পৰা সাতাইছ বছৰ আগতে ককাইদেউৰ লগত যেতিয়া তোৰ মাৰৰ বিয়া হৈছিল, আমি সকলোৱে তোৰ দেউতাৰৰ ভাগ্য দেখি অতি আনন্দ পোৱাৰ লগতে আচৰিতো হৈছিলোঁ। ককাইদেৱে ডাঙৰ চাকৰি কৰে হয়, কিন্তু তেওঁৰ দৰে ডাঙৰ চাকৰি কৰা কেইজন মানুহৰ ভাগ্যতনো এনে নাৰীৰত্ন মিলিছে? তোৰ মা আছিল এক কথাত সৰ্বগুণসম্পন্না। দেখাত ৰূপৱতী, পঢ়া-শুনাত চোকা, স্বভাৱ-চৰিত্ৰত অতি মধুৰ আৰু ঘৰুৱা সকলো কাম-কাজতে পাকৈত। চহৰৰ ছোৱালী, কিন্তু বিয়াৰ পিছত আমাৰ গাঁৱৰ ঘৰলৈ গৈ সকলোকে দুদিনতে মুহি পেলালে। মই পঢ়া-শুনাত অলপ চোকা বুধিৰ আছিলোঁ বুলি তেওঁ মোক নিজৰ লগতে লৈ আনি কলেজত নাম লগাই দিলে— মই তেতিয়া মেট্ৰিক পাছ কৰাৰ পিছত দুবছৰ ঘৰতে বহি আছিলোঁ।

জীৱনৰ সেই এটা সুখৰ বছৰৰ স্মৃতি এতিয়া মোৰ সপোন যেন লাগে। সপোনেই মাজনী, সপোনহে ইমান ক্ষণস্থায়ী হয়। এটা বছৰৰ মধুৰ সপোন চুৰমাৰ হৈ গ'ল, অভাৱনীয়ভাৱে তোৰ জন্মৰ লগে লগে মাৰক কালে হৰণ কৰি লৈ গ'ল।

আমি সকলোবোৰ পগলাৰ দৰে হৈ গ'লোঁ, ককাইদেউতো সঁচাকৈয়ে পগলাই হৈ গ'ল— তেওঁ কৰিলে কি জানা নে? নবৌৰ সমস্ত চিন ভাঙি-ছিঙি পুৰি ধ্বংস কৰি পেলালে, বোলে মোক এইবোৰে খাব; নবৌৰ ফটো ফুৰিলে, তেওঁৰ কিতাপ-কাগজ পুৰিলে আৰু তেওঁৰ কাপোৰবোৰ মই কান্দি কান্দি ককাইদেউৰ হাতৰ পৰা কাঢ়ি নি মিছনত দি আহিলোঁগৈ— মিছনাৰীসকলে সেইবোৰ বেছি অনাথ ল'ৰা-ছোৱালীক সাহায্য কৰিব।

এইদৰেই ককাইদেৱে তোৰ মাৰৰ সকলো শেষ কৰি পেলালে— মানুহজনীয়ে যেতিয়া শেষ হৈ গ'ল বস্তুবোৰ থাকি জুই জ্বলাই থকাৰ কি দৰকাৰ। অৱশ্যে মোৰ গাঁৱৰ মা সংসাৰ-বুদ্ধি থকা মানুহ— নবৌৰ গহনাবোৰ তেওঁ কিবাকৈ হাত কৰিলে, সেই গহনা তেওঁ আমাৰ বাই-ভনীকেইজনীৰ বিয়াত খৰচ কৰিলে।

কিন্তু মই ভাবিলোঁ— নবৌতো একেবাৰে শেষ হৈ যোৱা নাই, তেওঁতো তোৰ মাজত অলপ জীয়াই থাকিল। আমি শেষ বুলি ক'লেইতো শেষ হৈ নাযায়। মই তেতিয়াই এটা কথা ভাবিলোঁ— ছোৱালীজনী যদি

জীয়াই থাকে, এদিনতো তেওঁ মাকৰ চিন বিচাৰিব। তেতিয়া তাইক আমি কি চিন দেখুৱাম? সেই চিন্তাতে মই দুখৰ পাহাৰৰ মাজতো নবৌয়ে নিজ হাতেৰে কৰা মেখেলা-চাদৰ এযোৰ মিছুনক নিদি লুকুৱাই থলোঁ, আৰু লুকুৱাই থ'লোঁ তোৰ জন্মৰ আগতে তোলৈ বুলি চিলাই কৰা চাৰিটা ফ্রক। চিলাইত নবৌৰ আচৰিত প্ৰতিভা— নিজৰ মনেৰেই যে কিমান কি ডিজাইন নুলিয়ায়। তোৰ জন্মৰ আগতে তেওঁ মোক কৈছিল— 'জানা কমলা, সকলো ছোৱালীয়ে প্ৰথম সন্তানটো ল'ৰা হোৱা বিচাৰে, মই কিন্তু ছোৱালী হোৱাহে বিচাৰোঁ; কাৰণ তেতিয়াহ'লে তাইক মই ধুনীয়া ধুনীয়া ফ্রক চিলাই কৰি পিন্ধাব পাৰিম, মোৰ চিলাইলৈ কিমান হঁপাহ জানাই।' তোৰ জন্মৰ আগৰে পৰা নবৌৱে যেতিয়া কাপোৰ-কানি চিলাব ধৰিছিল মোৰ বুকু কঁপি থাকিছিল, কাৰণ আমাৰ গাঁৱলীয়া মাইতে কোৱা শুনিছিলোঁ বোলে জন্মৰ আগতে কেঁচুৱালৈ কাপোৰ- কানি চিলাব নাপায়।

মাজনী, আজি বাইছ বছৰে এইবোৰ কথা মই বুকুৰ মাজত সাঁচি ৰাখিছোঁ— মাজে মাজে পগলাৰ দৰে লাগে, তোক কৈ দিবৰ মন যায়, কৈ কৈ তোৰ লগত আকৌ এবাৰ হিয়া ঢাকুৰি কান্দিবৰ মন যায়। কিন্তু নিজকে সংযত কৰোঁ, মনক বুজনি দিওঁ বোলে— সময় আহক। অৱশ্যে তোক একেবাৰে নোকোৱাই ভাল হ'ব নেকি এনে কথাও ভাবোঁ। কিন্তু লগে লগে ভাবোঁ— সন্তানক যদি জন্মদাত্ৰী মাকৰ পৰিচয়ৰ পৰা বঞ্চিত কৰি ৰাখোঁ, সেই মাকৰ আত্মাই নিশ্চয় বৰ বেজাৰ পাব। তদুপৰি নবৌ আমাৰ সকলোৰে মাজৰ পৰা একেবাৰে হেৰাই যাব— বিশেষকৈ আপোন তেজ-মঙহৰ সন্তানৰ ওচৰত কোনো অস্তিত্ব নাৰাখি চিৰকাললৈ হেৰাই যাব – এই চিন্তা মোৰ বাবে বৰ দুঃসহ। তোৰ বাবে তেওঁৰ কি আকুলতা আছিল, কি অপেক্ষা আছিল, কি জল্পনা-কল্পনা আছিল— সেই সকলোৰে সাক্ষী হৈও যদি মই সেই সন্তানৰ জীৱনত মাকৰ চিন হেৰাই যাবলৈ দিওঁ, তোৰ মাৰে স্বৰ্গৰ পৰা মোক কেতিয়াবা ক্ষমা কৰিব পাৰিবনে? ইমান দিনৰ মূৰত তই কোনোদিন নেদেখা মাৰ এজনীৰ স্মৃতিত কেতিয়াও বেদনা অনুভৱ নকৰ বুলি মোৰ দৃঢ় বিশ্বাস, তই কেৱল জানি থ — তোৰ এজনী বৰ ভাল মা আছিল। তোৰ মাৰৰ সকলো ফটো দেউতাৰেই পুৰিলে— মোৰ লগত তোলা এই ফটোখনেই মাত্ৰ মই ৰক্ষা কৰি ৰাখিব পাৰিলোঁ।

তোৰ চাৰি বছৰ হোৱাত তোৰ এতিয়াৰ মাৰ লগত দেউতাৰ বিয়া হ'ল, মোৰো তাৰ পিছতে বিয়া হ'ল। তোৰ এই মা ধুনীয়া নহ'ব পাৰে, বেছি গুণ নাথাকিব পাৰে বা পঢ়া-শুনাত চোকা নহ'ব পাৰে, কিন্তু তেওঁৰ অন্তৰখন ভাল। গতিকে তেওঁৰ হাতত তোক গতাই দি মই নিশ্চিন্ত মনেৰে স্বামীৰ ঘৰলৈ গুচি যাব পাৰিলোঁ।

শেষত এটা কথা মাজনী, তোৰ মাৰৰ লগত এইদৰে তোৰ চিনাকি কৰি দি মই ভাল কৰা নাইনে নাৰু? এতিয়া বৰ চিন্তা লাগিছে দেখোন। মোৰ চেনেহ আৰু আশীৰ্বাদ ল'বি। তোৰ বিবাহিত জীৱন সুখৰ হওক আৰু সকলো অপায়-অমংগল দূৰত থাকক— এয়ে ভগৱানৰ চৰণত মিনতি। ইতি— তোৰ কমলা পেহী।

প্ৰণতিয়ে পঢ়ি শেষ হোৱা চিঠিখন হাতত লৈ শিলৰ মূৰ্তিৰ দৰে বহি ৰ'ল, তাইৰ দৃষ্টি নিবদ্ধ হৈ ৰ'ল শূন্যত। কি সাংঘাতিক আৱিষ্কাৰ — শ্বেক্‌ছপীয়েৰৰে বোধহয়— এবাৰ কথা আহি তৎক্ষণাতে তাইৰ মনৰ ভাবৰ লগত খাপ খাই মিলি পৰিলহি— দুখ লগা কথাবোৰৰ ভিতৰত হেনো আটাইতকৈ বেছি দুখ লগা কথাটো হ'ল— 'হ'লহেঁতেন'—it would have been! হায় হায়, কমলা পেহীয়েকে তাইৰ ভাল কৰিবলৈ গৈ এই আটাইতকৈ দুখ লগা কথাটোৰ তাইক কিয় বহনকাৰী কৰি পেলালে! তাইৰ নিজৰ মাক জীয়াই থকা হ'লে, সেই মাকৰ দ্বাৰা প্ৰতিপালিতা হৈ ডাঙৰ হোৱা হ'লে, তায়ো হয়তো আজিৰ এই সাধাৰণ মাকজনীৰ সাধাৰণ জীয়েক প্ৰণতি হৈ নাথাকি সেই সৰ্বগুণসম্পন্না মাকজনীৰ এজনী উপযুক্ত জীয়েক হৈ উঠিলহেঁতেন, তায়ো হয়তো আৰু বেছি শিক্ষিতা আৰু বুদ্ধিমতী হ'লহেঁতেন, তায়ো হয়তো ধুনীয়া ধুনীয়া চিলাই জানিলেহেঁতেন, তায়ো হয়তো খুব ভাল ৰন্ধা-বঢ়া জানিলেহেঁতেন, হেঁতেন আৰু হেঁতেন— কত যে দুখ লগা 'হেঁতেনে' তাই সৰ্বগুণসম্পন্না হৈ উঠাৰ পৰা তাইক বঞ্চিত কৰি পেলালে। এক মাকৰ মৃত্যুৱেই এজনী ছোৱালীৰ নানা ধৰণৰ সম্ভাৱনাবোৰৰো অপমৃত্যু ঘটালে।

বাহিৰত কাৰোবাৰ— বোধহয় প্ৰণতিৰ গিৰীয়েকৰে— পদশব্দ শুনা গৈছিল। প্ৰণতিয়ে ক্ষন্তেকীয়াহ এটা কাঢ়ি লৰালৰিকৈ টোপোলাটো সামৰিবলৈ ধৰিলে।

(প্ৰকাশ, ১৯৭৫)

# জননীৰ সন্ধানত এজন ডেকা মানুহ

মৰমৰ বন্দনা,

তোমাৰ সিদিনা প্ৰাপ্য আৰু ধন্যবাদ কৃতজ্ঞতা আজি এই চিঠিৰ যোগেদিয়েই জনালোঁ। মুখেৰে কৃতজ্ঞতা জনোৱা, ধন্যবাদ জনোৱা— এইবোৰ কাম অন্তৰংগ বন্ধুৰ ক্ষেত্ৰতো কৰিব নোৱাৰি, গতিকে ময়ো সিদিনা মুখেৰে একোকেই নক'লোঁ। কিন্তু তুমি জানিবই লাগিব যে তুমি মোৰ এটা ডাঙৰ উপকাৰ কৰিলা, তাৰ বাবে মোৰ অন্তৰৰ কৃতজ্ঞতাৰ কথাও তুমি গম পাব লাগিব। নহ'লে মই নিজে গ্লানিত ভুগি মৰিম, মোক অশলাগৰ পাপে চুব। অৱশ্যে সিদিনা ঘটনাটো ঘটি যোৱাৰ লগে লগেই মই বুজি পাইছিলোঁ যে তোমালৈ মই খুব দীঘল চিঠি এখন লিখিব লাগিব আৰু তেতিয়াই সেই চিঠিৰ যোগেদি মোৰ কৃতজ্ঞতা জনাম বুলি ঠিক কৰি থৈছিলোঁ।

বন্দনা, মালাৰ পৰা বোধহয় গম পাইছাই যে মই আজীৱন মোৰ মাক বিচাৰি আছোঁ। মোৰ এতিয়া প্ৰায় ত্ৰিছ বছৰ বয়স হ'ল, মাক হেৰুৱাইছোঁ চাৰি বছৰ বয়সতে আৰু সেই তেতিয়াৰে পৰা এতিয়ালৈকে এটা অকণমানি ল'ৰাৰ ব্যাকুলতাৰে আৰু এটা যুৱকৰ কামনাৰে মাক বিচাৰিয়েই আছোঁ। মোৰ আশা ঃ কিজানিবা এই পৃথিৱীৰ চুকে-কোণে ক'ৰবাত মাক বিচাৰি পাৰেই, কিজানিবা কোনোবা নাৰীৰ মাজত মোৰ মা লুকাই আছেই।

মোৰ বাল্যকাল অতিবাহিত হ'ল— কিন্তু মই মোৰ কোনো মাহী, পেহী, খুৰী, বৰমা, বাইদেউ, ভনী বা আন কোনো আত্মীয় বা অনাত্মীয়া নাৰীৰ কাৰো মাজতেই মাক বিচাৰি নাপালোঁ।

তাৰ পিছত মই যৌৱনত ভৰি দিলোঁ। কিন্তু তথাপি মই মোৰ মাক বিচাৰিবলৈ নেৰিলো। অৱশ্যে মোৰ এইবাৰৰ সন্ধান স্বাভাৱিকতেই অলপ বেলেগ ধৰণৰ হ'ল, মই এইবাৰ সকলো গাভৰু ছোৱালীৰ মাজতে মাক বিচাৰিবলৈ ধৰিলোঁ। কিন্তু ওঁহো, মোৰ বাল্যকালৰ দৰেই মোৰ যৌৱন কালতো মই মোৰ মাৰ সন্ধানত ব্যৰ্থ হ'লোঁ যেন লাগিল। লাহে লাহে মোৰ মনটো চাৰিওপিনৰ পৰা যেন এক হতাশা আৰু বিষাদৰ কুঁৱলীয়ে আবৰি আনিবলৈ ধৰিলে। মোৰ অন্তৰ বিদীৰ্ণ কৰি দি কোনোবাই মোৰ কাণে কাণে যেন বিদ্ৰূপৰ মাতেৰে কৈ উঠিল ঃ 'মূৰ্খ, তই এই তিৰোতাবোৰৰ মাজত তোৰ মাৰক বিচাৰি হাবাথুৰি খাই মৰিছ, তই এতিয়াও বুজি পোৱা নাইনে যে তোৰ এই পৰিচিত ঠেক গণ্ডীটোৰ মাজত গোটেই জীৱন চলাথ কৰি মাৰিলেও তোৰ মাৰক বিচাৰি নাপাব?'

অৱশেষত মই এই ভয়ংকৰ সত্যটো একপ্ৰকাৰে মানি লৈছিলোঁ। কিন্তু তাৰ পিছতে অভাৱনীয়ভাৱে মালাক লগ পাই গ'লোঁ আৰু মোৰ প্ৰাণত নতুনকৈ আশা জাগি উঠিল যে মোৰ সন্ধান ব্যৰ্থ নহ'বও পাৰে। মোৰ বিশ্বাস হ'বলৈ ধৰিলে যে নিষ্ঠা আৰু একাগ্ৰতাৰে বিচাৰিলেও সংসাৰত কাম্য ধন লাভ কৰাটো একেবাৰে অসম্ভৱ নহয়। মোৰ ভাব হ'বলৈ ধৰিলে যে এই সংসাৰত আমি তৎক্ষণাতে কোনো সিদ্ধান্তত উপনীত হ'ব নাপায়, আচলতে জীৱনৰ সম্ভাৱনা আদি-অন্তহীন। গতিকে অন্তৰৰ আশাৰ পোহৰ নুমাবলৈ নিদি ধৈৰ্যৰে কৰ্তব্যপথত আগবাঢ়ি যাব লাগে; জীৱন-দেৱতাই হয়তো এদিন সেই আশা ফলৱতী কৰি তুলিবও পাৰে।

মোৰ এই ভাব-চিন্তাবোৰৰ কথা বাৰু বাদ দিয়া। সহজ-সৰল কথা এইটোৱে যে পশ্চিম গুৱাহাটী ছোৱালী কলেজৰ হোষ্টেলৰ চুপাৰ মালা হাজৰিকাক লগ পাই মোৰ ভাব হ'ল যে এইগৰাকী ছোৱালীৰ মাজতে মই মোৰ হেৰোৱা মাক বিচাৰি পাম।

মোৰ যে কি আনন্দ হৈছিল বন্দনা! মই বাৰে বাৰে আচৰিত হৈ ভাবিছিলোঁ— মোৰ জীৱনত সঁচাকৈয়ে এইটো ঘটা সম্ভৱনে? মই এটা সুখৰ সপোন দেখি থকা নাইতো? মালাৰ লগত কথা-বতৰা পাতি, তাইৰ লগত নানা ভাবৰ আদান-প্ৰদান কৰি মোৰ মনত অদ্ভুত উল্লাস এটা জাগিছিল। মই উচ্ছ্বাসৰ প্ৰাবল্যত ভাবিছিলোঁ— কোনে কয় মোৰ মা হেৰাই গ'ল চিৰকাললৈ, এয়া দেখোন মালাৰ মাজত মোৰ মা জীয়াই আছে?

তুমি বোধহয় অলপ আচৰিত হৈ ভাবিছা যে মই চাৰি বছৰ বয়সতে মাক হেৰুৱাইছোঁ, সেই সৰুকালৰ কথা মোৰ মনত আছেনে? কিন্তু বন্দনা, চাৰি বছৰ বয়সতে মাক হেৰুৱালেও মোৰ এতিয়াও মালৈ মনত পৰে। অৱশ্যে মাৰ স্মৃতি মোৰ মনত ধূসৰ হৈ গৈছে— জাৰকালিৰ কুঁৱলীৰ মাজেদি দেখা পোৱা কৰুণ আৰু পাৰ্থিব মায়াময় জোনটোৰ দৰেই সময়ৰ কুঁৱলীৰ মাজেদি দেখা পোৱা মাৰ মূৰ্তিটোও মোৰ বাবে অস্পষ্ট আৰু অপাৰ্থিব!

মোৰ সেই মাক যেন মই মোৰ এই জনমত কোনেদিনেই লগ পোৱা নাছিলোঁ, মোৰ মা যে এই পৃথিৱীৰ কোনো নাৰী নহয়। কোনোবা পূৰ্বজন্মৰ স্মৃতিৰ মাজেদিহে যেন আধাপোহৰ-আন্ধাৰৰ মাজেদি মই মোৰ মাক ধকা-মকাকৈ দেখা পাওঁ। কিন্তু তথাপিতো এনে ধূসৰভাৱে হ'লেও মাক মই মনত পেলাব পাৰোঁ। এই মনত পেলাব পাৰোঁ— এদিন এজনী তিৰোতাৰ পিছে পিছে থেনথেনাই অকণমানি ল'ৰা এটা ঘূৰি ফুৰিছিল আৰু সেই ল'ৰাটো আছিলোঁ মই ঃ এদিন এজনী মৰমিয়াল তিৰোতাই অকণমানি ল'ৰা এটাক সাবটি ধৰি চুমাৰে গাল ওপচাই দিছিল, ৰাতি শুৱাৰ পৰত গাল-মূৰে হাত ফুৰাই নিচুকনি গীত গাই শুৱাই থৈছিল, আৰু সেই ল'ৰাটোও আছিলোঁ মই। বন্দনা, তুমি খুব কিতাপ-পত্ৰ পঢ়া ছোৱালী, তুমি নিশ্চয় ডষ্টয়েভস্কিৰ 'ব্ৰাদাৰ্ছ কাৰামাজভ'খন নপঢ়াকৈ থকা নাই। আটাইতকৈ সৰুটো ভায়েক এলিওশ্বা কাৰামাজভলৈ মনত পৰেনে? এলিওশ্বায়ো মোৰ দৰে চাৰি বছৰ বয়সতে মাকক হেৰুৱাই ছিল, তেওঁৰো মোৰ দৰে মাকৰ কথা মনত আছিল। এই এলিওশ্বাৰ চৰিত্ৰটোৰ বিষয়ে ছমাৰছেট মমে লিখিছে যে সমগ্ৰ পৃথিৱীৰ কাহিনী সাহিত্যত এলিওশ্বাৰ দৰে মধুৰ স্বভাৱৰ, আৰু মৰম লগা চৰিত্ৰ দ্বিতীয় এটা নাই। কিন্তু এই একোৰে কাৰণেই মই এই মুহূৰ্তত এলিওশ্বাক স্মৰণ কৰা নাই, মই তেওঁক স্মৰণ কৰিছোঁ অইন এটা কাৰণত। কিতাপখনৰ একেবাৰে শেষত এলিওশ্বাই সৰু সৰু ল'ৰাকেইটামানক সিহঁতৰ বন্ধু এজনৰ মৃত্যুৰ অন্ত্যেষ্টিক্ৰিয়াৰ পিছত কেইটামান কথা কৈছিল, মই এতিয়া এলিওশ্বাক স্মৰণ কৰিছোঁ তাৰে কথাকেইটামানৰ কাৰণেহে। তেওঁ কৈছিল ঃ 'You must know that there is nothing higher and stronger and more wholesome and good for life in the future than some good memory, especially a memory of childhood and of home People talk to you to a great deal about your education, but some good, sacred memory, preserved from childhood, is perhaps the best education If a man carries many such memories with him into life, he is safe to the end of his days, and if one has only one good memory left in one's heart, even that may sometime be the means of saving us '

বন্দনা, মই এলিওশ্বাক কিয় স্মৰণ কৰিলোঁ ওপৰৰ কথাখিনি পঢ়াৰ পিছত তুমি নিশ্চয় বুজি পাবা, আৰু বুজি পাবা চিঠিখনৰ শেষৰ কথাখিনি পঢ়াৰ পিছতো।

কিন্তু যি হওক, মোৰ এই ডেকাকালত যিজনী মাক বিচাৰি আছোঁ সেই মা যে মোৰ ল'ৰালিৰ ধূসৰ স্মৃতিৰ মা নহয়, তাকো নিশ্চয় বুজি পাইছা। মই এতিয়া মোৰ যিজনী মাৰ সন্ধানত ব্যাকুল হৈ আছোঁ, সেই মাৰ লগত মোৰ পৰিচয় কৰি দিছিল মোৰ দেউতাই।

বাইদেউ আৰু মোৰ জন্মৰ পিছত মা ঢুকাইছিল। দেউতাৰ বয়স তেতিয়া দুকুৰিও হোৱা নাছিল। তথাপি দেউতাই আৰু দ্বিতীয়বাৰ বিয়া নকৰালে। বাইদেউ ডাঙৰ হ'ল, তেওঁক সুপাত্ৰ চাই বিয়া দিয়া হ'ল। ঘৰখনত থাকিলোঁ কেৱল দেউতা আৰু মই। মই ডাঙৰ হোৱাত দেউতাই মোক বন্ধু হিচাপে গ্ৰহণ কৰিলে। সংস্কৃত শ্লোক এটাত আছে যে পুত্ৰ যোল বছৰীয়া হ'লে পিতৃয়ে বন্ধুৰ দৰে ব্যৱহাৰ কৰিব লাগে। কিন্তু মোৰ দেউতাই নিশ্চয় মোৰ সৌৰৱণীৰ বয়স চাই মোৰ লগত বন্ধুত্ব পতা নাছিল, মোৰ মনৰ বয়স চায়ে তেওঁ নিশ্চয় মোক বন্ধুৰ মৰ্যাদা দিছিল। বন্দনা, নিজকে নিজে এইখিনি কমপ্লিমেণ্ট দিলো, নিজৰ ঢোল নিজে কোবোৱা মানুহ বুলি নাভাবিবা দেই।

দেউতা মোৰ বন্ধু হৈ পৰাত মই তেওঁৰ লগত লাহে লাহে মাৰ সম্পৰ্কে নানা তৰহৰ কথা পাতিবলৈ ধৰিলোঁ। অৱশ্যে কেতিয়াবা তেওঁ নিজেও মাৰ প্ৰসংগ উলিয়াইছিল আৰু কেতিয়াবা মই উলিয়াইছিলোঁ।

মাৰ সম্পৰ্কে দেউতাক বোধহয় প্ৰথমতে এই অৱধাৰিত প্ৰশ্নটোক মই কৰিছিলোঁ ঃ দেউতাৰ ইমান ডেকা বয়সত ঢুকাল, তেওঁ আকৌ কিয় বিয়া নকৰালে? মাক তেওঁ সঁচাকৈয়ে পাহৰিব পৰা নাছিল নেকি?

মোৰ দেউতাই কথাবোৰ লাহে-ধীৰে, ভাবি-গুণি কয়। সিদিনাও মোৰ প্ৰশ্নত তৎক্ষণাতে একো নকৈ তেওঁ প্ৰথমতে একান্ত মনে মিক্সাৰ এটা পকালে। তাৰ পিছত দিয়াচলাইৰ কাঠি মাৰি সেইটো জ্বলাই কেইটামান হোপা দি সন্মুখৰ শূন্যৰ পিনে চাই লাহে লাহে ক'বলৈ ধৰিলে ঃ 'পোনা, পাহৰা, কথাটো এক হিচাপে সকলোৰে বাবেই সম্ভৱ, কিয়নো আমি আজি যি সময়ত অৱস্থান কৰিছোঁ, কাইলৈ বাদ সুদূৰ ভৱিষ্যতত সেই একে সময়ত অৱস্থান নকৰোঁ। এই মুহূৰ্তত মোৰ কোনোবা লেখকে লিখা কথা এষাৰ বিলিকি বিলিকি মনত পৰিছে, শেক্সপীয়েৰেই নেকি যে— times must have a stop. সময় সঁচাকৈয়ে স্তব্ধ হৈ ৰ'লে পৃথিৱীৰ সকলো কথাই বেলেগ হৈ গ'লহেঁতেন

আৰু সেই বেলেগ কেনে ধৰণৰ হ'লহেঁতেন আমাৰ দৰে ক্ষুদ্ৰ মানুহে ভাবিবলৈ গ'লে পগলা হৈ যাম। এতিয়া আইনষ্টাইনেও কিবা ফোৰ ডাইমেন্‌শ্যনেল টাইম— এইবোৰ থিওৰি উলিয়াইছে, আমাৰ ক্ষুদ্ৰ মগজে ডাইমেন্‌শ্যনেল টাইম— এইবোৰ থিওৰি উলিয়াইছে, আমাৰ ক্ষুদ্ৰ মগজে সেইবোৰ কোনো দিন বুজি নাপাব। যিহওক, আমাৰ নৈৰ সোঁতৰ দৰে বৈ থকা সময়েহে আমাক আজিৰ পৰা ভৱিষ্যতলৈ বহুত দূৰলৈ লৈ যায় আৰু সময়ৰ তেনে কাৰ্যই আমাৰ অতীতত হৈ যোৱা কথা পাহৰাত সহায় কৰে। এষাৰ কথা আছে— times is the best healer.

কিন্তু অইন এটা দৃষ্টিকোণৰ পৰা চাই ইয়াকো কওঁ যে পাহৰা সহজ নহয়। কেৱল সময়ৰ আৰোগ্যকাৰী প্ৰলেপে সেই স্মৰণ সুতীব্ৰ দুখৰ অনুভূতিৰে ডুবি থকাৰ পৰা নিৰাময় কৰিব পাৰে। সহজ কথাত এইটোকে ক'ব পাৰি যে সময়ৰ লগে লগে দুখৰ চোকটো ভোটা হৈ আহে। সময়ৰ এইটো এটা ডাঙৰ আশীৰ্বাদ, নহ'লে কোনো পুত্ৰহাৰা জননী বা আন আন ধৰণৰ গভীৰ দুখ পোৱা মানুহ এই পৃথিৱীত জীয়াই থাকিব নোৱাৰিলেহেঁতেন বা জীয়াই থাকিলেও তেওঁলোকৰ হিয়া ভঙা কান্দোনত পৃথিৱীত অশ্ৰু বন্যা বৈ গ'লহেঁতেন।'

বন্দনা, মোৰ লগত দেউতাই এই কথাখিনি পতা সময়ত মই বোধহয় স্কুলৰ ওপৰ ক্লাছৰ ছাত্ৰ আছিলোঁ, পঢ়া-শুনাত বেছ চোকা আছিলোঁ, গতিকে দেউতাৰ বোধহয় তেওঁৰ বুদ্ধিমান পুত্ৰৰ লগত অলপ ডাঙৰ ডাঙৰ কথা পাতিবৰ মন গৈছিল। মোৰ সেই কথাবোৰ প্ৰত্যেকটো শব্দৰে সৈতে নিশ্চয় মনত নাই, কিন্তু তেওঁ তেনে ধৰণৰ ভূমিকাৰে মোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ আৰম্ভ কৰিছিল। যি হওক, ইয়াৰ পিছত তেওঁ আচল কথালৈ আহিল। তেওঁ ক'লে— 'পোনা, পাহৰা টান— এইষাৰ কথা কিয় ক'লোঁ তোৰ মাৰৰ বিষয়ে গল্প এটা ক'লেই বুজি পাবি। তোৰ মাৰ এজনী বৰ আচৰিত ধৰণৰ তিৰোতা আছিল, তেওঁ মেট্ৰিকলৈকে পঢ়িছিল, কিন্তু মই দেখিছিলোঁ যে তেওঁ সময় আৰু সুবিধা পালেই কিতাপ-পত্ৰ পঢ়ে। অৱশ্যে সেই কিতাপবোৰ সাধাৰণ ধৰণৰেই আছিল। ধৰ্মৰ কাহিনী, গল্প সংগ্ৰহ, জানিবলগীয়া কথাৰ সঁফুৰা, ভূতৰ সাধু— এনে নানাধৰণৰ সানমিহলি বিষয়ৰ কিতাপ-পত্ৰ। কিন্তু মই পিছত দেখিছিলোঁ যে তেওঁ পঢ়া কথাবোৰ পোন মনেৰে গভীৰভাৱে নিজৰ জীৱনত কিবা প্ৰকাৰে সুমুৱাই লয়। এটা উদাহৰণ দিওঁ শুন। তোৰ মাৰে তেনেকৈ কোনোদিন মোৰ আগত ফাঁকি-ফুকা নিদিছিল, কিন্তু এবাৰ তেওঁ এটা ফাঁকি দিলে আৰু বেচেৰী লগে লগে ধৰাও পৰিল। মই বিদ্ৰূপৰ হাঁহিৰে তেওঁক বিদ্ধ কৰি সুধিলোঁ— 'বোলো হেৰা ধৰ্ম যুধিষ্ঠিৰ, মোৰ পৰা বোলে কোনো কথা গোপন নকৰা, পিছে এই ফাঁকিটো কেনেকৈ দিলা?' কিন্তু পোনা, তোৰ মাৰ অলপো অপ্ৰস্তুত নহ'ল, অম্লান বদনে মোৰ পিনে চাই ক'লে— আপোনাক গোপন কৰি মই কোনো বেয়া কাম কৰা নাই, নকৰোঁও। কিন্তু ফাঁকিটো দিয়াৰ দৰকাৰ আছিল, ফাঁকিটো নিদিলে সময়ত আপুনি গৌৰীহঁতৰ আগত (তোৰ ডাঙৰ পেহীয়েৰ) বৰ মস্কিলত পৰি গ'লহেঁতেন। গতিকে আপোনাক বচাবৰ বাবেই ফাঁকিটো দিছিলোঁ। মানুহে দৰকাৰৰ সময়ত মিছা কথাও ক'ব লাগে। সিদিনা কিতাপ এখনত সাধু এটা পঢ়িলোঁ। কোনোদিন এষাৰো মিছা কথা কৈ নোপোৱা মুনি এজনে বোলে নৰক দৰ্শন কৰিব লগা হ'ল। মুনিয়ে বৰ আঘাত পাই ভগৱানক ক'লে বোলে প্ৰভু, কোনোদিন এষাৰো মিছা কৈ নোপোৱা মানুহটোক আপুনি এইটোহে পুৰস্কাৰ দিলে নে? তেতিয়া ভগৱানে হাঁহি হাঁহি ক'লে বোলে মুনিবৰ, কোনোদিন মিছা নোকোৱাৰ বাবেইতো তোমাৰ এইকণ শাস্তি হ'ল। মুনিতো এনে ওলোটা কথা শুনি অবাক! তেতিয়া ভগৱানে আচল কথাৰ ভেদ ভাঙি ক'লে বোলে শুনা মুনিবৰ, এবাৰ এটা ডকাইতে মানুহ এজনক খেদি নিছিল, মানুহজন তোমাৰ আগেৰেই পলাইছিল। অলপ পিছত ডকাইত আহি তোমাক সুধিলে, মানুহজন কেনি পলাল। তুমি সত্যবাদী, গতিকে মানুহজন পলোৱা বাটটোৰে সন্ধেদ দিলা আৰু ডকাইতজনে সেইপিনে গৈ মানুহজনক পাই দুছোৱা কৰিলে। তুমি সিদিনা সেই সঁচাটো কৈ পাপ কৰিলা, সিদিনা তুমি ডকাইতৰ আগত মিছা মাতিব লাগিছিল। সেই সঁচা কোৱাৰ পাপৰ ফলতেই তোমাৰ এই নৰক দৰ্শন হ'ল। গতিকে বুজিছ, মানুহক ৰক্ষা কৰিবলৈ, মৰম কৰিবলৈ মিছা ক'লে পাপ নালাগে। আগতে দয়া আৰু মৰম; তাৰ পিছতহে সত্যবাদিতা, সাধুতা অন্যান্য গুণ আহে। গতিকে সৎ উদ্দেশ্য লৈ ময়ো সেই মিছা কৈছিলোঁ।'

দেউতাই দীঘলকৈ এটা হুমুনিয়াহ কাঢ়িছিল আৰু নুমাই যোৱা মিক্সাৰটো দিয়াচলাইৰ কাঠি এটা মাৰি পুনৰ জ্বলাই লৈ মোক কৈছিল ঃ 'বুজিছ পোনা, তোৰ মাৰে কিতাপত পঢ়া কথা আপোন কৰি জীৱন পথত চলি যোৱাৰ এই হ'ল কাহিনী। তেওঁৰ এনে কাহিনী আৰু বহুত আছে। মই সেইবোৰ পাহৰিব পৰা নাই। মোৰ ভাব হৈছিল যে আন এজনী তিৰোতাক বিয়া কৰালে তেওঁক এনে কাহিনী কিছুমান জীৱনত গ্ৰহণ কৰি চলা দেখা নাপাম, নিশ্চয়

নাপাম। তেতিয়া হ'লে সেই নতুন মানুহজনীৰ লগত তোৰ মাৰৰ এটা তুলনা অহৰহ মনৰ মাজত চলি থাকিব, ফলত তেওঁ মোৰ শ্ৰদ্ধা বা প্ৰীতি একেবাৰে নাপাব আৰু তেতিয়া সেই মানুহজনীক বিয়া কৰাই মই তেওঁৰ প্ৰতি মানসিক অবিচাৰ কৰা হ'ব। এইবোৰ নানা কথা ভাবি-চিন্তিয়ে মাৰৰ মৃত্যুৰ দুখ পাহৰাৰ পিছতো মই আৰু বিয়া নকৰালোঁ।'

বন্দনা, মই যেতিয়া প্ৰতিযোগিতামূলক পৰীক্ষাত প্ৰথম হৈ বেংকৰ ডাঙৰ চাকৰিটো পালোঁ, দেউতাই সিদিনা সন্ধিয়া মাতি নি মোক পিছফালৰ আঙ্কাৰ বাৰাণ্ডাত বহুৱালে আৰু তাৰ পিছত তেওঁৰ সেই ধীৰ-গহীন মাতেৰে লাহে লাহে আৰম্ভ কৰিলে ঃ 'পোনা, তোৰ চাকৰি জীৱনৰ আৰম্ভণিতে কেইটামান কথা কৈ থোৱা ভাল বুলিয়ে তোক মাতিলোঁ। ইমান দিন তই ছাত্ৰ আছিলি, কেৱল পঢ়া-শুনাৰ গণ্ডীৰ ভিতৰতে চলা-ফুৰা কৰিছিলি, কিন্তু এতিয়াৰ পৰা জীৱনৰ বহল ক্ষেত্ৰত সোমাবি, নানা তৰহৰ অভিজ্ঞতাৰ সন্মুখীন হবি, নানা সমস্যাৰ সন্মুখীন হ'বি, নানা ধৰণৰ মানুহ-দুনুহ লগ পাবি। মই আজি দিনটো বহুত কথাই ভাবি আছোঁ। আমি বি এ ক্লাছত শ্বেক্‌ছপীয়েৰৰ 'হেমলেট'খন পঢ়িছিলোঁ, বহুত দিনৰ আগৰ কথা, গতিকে প্ৰায় একেবাৰেই মনত নাই। কিন্তু প'লনিয়াছ নামৰ চৰিত্ৰ এটাই কামৰ বাবে বিদেশলৈ যাবলৈ ওলোৱা পুতেকক বহুতো ভাল ভাল উপদেশ দিয়া মনত আছে। তয়ো হয়তো কিতাপখন পঢ়িছ, তয়ো নিশ্চয় সেই উপদেশবোৰ জান। মই তাৰ এটাই মাত্ৰ কথা তোক ক'ব খোজোঁ— মোৰ খুব ভালকৈ কথাষাৰ মনত আছে— to thine ownself be true— এইষাৰেই কথা। তোৰ মাৰ জীয়াই থাকিলে তেওঁ মোৰ এই উপদেশটো শুনি খুব ভাল পালেহেঁতেন।'

দেউতা অলপ ৰ'ল, তাৰ পাছত আকৌ আৰম্ভ কৰিলে — 'পোনা, মই কিন্তু মোৰ এই কথাকেইটা ক'বলৈ তোক মতা নাছিলোঁ, মই আচলতে তোক মাতিছিলোঁ মাৰৰ হৈ কথা ক'বলৈ, তোৰ মাৰ আজি জীয়াই থাকিলে তোক যিখিনি কথা ক'লেহেঁতেন, সেই কথাখিনি ক'বলৈ। তোৰ নতুন জীৱনত প্ৰৱেশ কৰাৰ আগতে মোৰ এই ডাঙৰ দায়িত্বটো মই পালন কৰিবই লাগিব। পোনা, তোৰ মাৰে আজি তোক কি ক'লেহেঁতেন জান? জীৱনত যেন তাতকৈ গুৰুত্বপূৰ্ণ উপদেশ আন আৰু একেবাৰেই হ'ব নোৱাৰে তেনে এক অদ্ভুত গাম্ভীৰ্যভৰা মুখ ভংগী কৰি তেওঁ ক'লেহেঁতেন— সোণটো, তই এতিয়া যিটো জীৱনত পৰিবিগৈ তাত মাজে মাজে নানা পাৰ্টি হ'ব, মানুহবোৰে তাত ফুৰ্তি, হৈ-হাল্লা কৰি মদ খাব, মাতাল হ'ব। গতিকে তই প্ৰথমৰ পৰাই সেই বিষয়ত সাৱধান হৈ চলিব লাগিব। সেই নিচা-টিচাৰ বস্তুবোৰ নধৰিলে কোনো কথা নাই, কিন্তু এবাৰ ধৰিলেই সৰ্বনাশ। বহুতে প্ৰথমতে ধেমালিতে আৰম্ভ কৰে, বহুতে জুতি চাব খোজে আৰু লাহে লাহে সেয়েই গৈ এৰাব নোৱৰা অভ্যাসত পৰিণত হয়। মনত ৰাখিবি পোনা যে মানুহে মদ নাখায়, মদেহে মানুহক খায়। এই পৃথিৱীত মদে বহুতো সংসাৰ ধ্বংস কৰিছে, বহুতো নিৰপৰাধ তিৰোতা আৰু শিশুৰ চকুপানীৰ বানপানীৰ ধল নমাইছে। ... ইত্যাদি ইত্যাদি. বহুত কথাই তোৰ মাৰে তোক কৈ গ'লহেঁতেন। মই নিজে কিন্তু এই বিষয়ত ইমান কঠা বাধা-নিষেধৰ পক্ষপাতী নহওঁ। কিন্তু তোৰ মাৰৰ স্মৃতিৰ সন্মানৰ কাৰণেই তেওঁৰ ক'বলগীয়া কথাখিনি কৈ মোৰ কৰ্তব্য সম্পন্ন কৰিলোঁ, এতিয়া তই মাৰৰ ইচ্ছা পালন কৰিব খুজিলে কৰিবি, নকৰিলে নাই।'

বন্দনা, তুমি নাভাবিবা যে দেউতাৰ কথা তাতেই সিদিনা শেষ হৈছিল। দেউতাই পিছত মাৰ গল্পহে বেছি দীঘলীয়াকৈ ক'বলৈ ধৰিলে আৰু সিদিনা মোৰ মা আৰু দেউতাৰ জীৱনৰ কোনো দিনে নজনা অধ্যায় এটা প্ৰথমবাৰৰ বাবে গম পালোঁ।

প্ৰথমতে দেউতাই বহুত পৰ মনে মনে আছিল। মই ভাবিছিলোঁ তেওঁ আৰু একো নকয়। কিন্তু হঠাৎ তেওঁ আকৌ আৰম্ভ কৰিলে— পোনা, তোৰ মাৰে যে প্ৰথমে মদৰ কথাহে ক'লেহেঁতেন তাৰ কাৰণ আছে। ল'ৰা মানুহৰ জীৱনত এটা বয়স আছে, যেতিয়া সিহঁতে প্ৰথম জ্ঞান-বৃক্ষৰ গুটি খায় আৰু ভাল অভিভাৱকৰ শাসন নহ'লে, বহুতেই সেই সময়ত নিষিদ্ধ বস্তুৰ আস্বাদ লয়, নিষিদ্ধ অভিজ্ঞতা লাভ কৰে। মোৰ তেনে দুৰ্ৰ্কপাল ঘটিছিল। মোৰ পোন্ধৰ-ষোলমান বছৰ বয়সত লগৰ এজন বন্ধু দীনেশৰ পাল্লাত পৰি মই মদ খাবলৈ শিকিলোঁ। নিচাৰ কথা, গতিকে সেই অভ্যাস আৰু এৰিব নোৱাৰিলোঁ। অৱশ্যে মোৰ জ্ঞান আছিল, বুদ্ধি আছিল; গতিকে মদে মোক কোনোদিনেই খাব পৰা নাছিল। কিন্তু বিয়াৰ পিছত মাৰতো জ্বলি-পকি উঠিল, মোৰ জীৱন তেওঁ বিষময় কৰি তুলিলে। মই বুজাবৰ চেষ্টা কৰোঁ যে কেতিয়াবা মাজে-সময়ে খালে একো দোষ নহয়। কিন্তু তেওঁ নামানে। তেওঁৰ যুক্তি হ'ল যে মদ খোৱাৰ সপক্ষে কোনোবাই যদি তেওঁক অন্ততঃ এটাও ভাল যুক্তি দিব

পাৰিলেহেঁতেন, তেন্তে তেওঁ বিপক্ষৰ হাজাৰ যুক্তিও দলিয়াই পেলালেহেঁতেন। কিন্তু মদ খোৱাৰ সপক্ষে কোনো যুক্তিয়েই নাই, কিন্তু বিপক্ষে ইমান যুক্তি আছে যে সেইবোৰ লিখিবলৈ গ'লে এখন মহাভাৰত হ'ব। ডাঙৰ মদপীবোৰতো দেশৰ, দহৰ, সংসাৰৰ যি অপকাৰ কৰিছে কৰিছেই, পৰিমিত মদ খোৱাসকলো যে সদায় ত্ৰুটিহীন হৈ থাকিব সেইটো সম্ভৱেই নহয়। মদৰ লোভে অন্ততঃ মানুহৰ আত্ম-সন্মানবোধ হানি কৰিব; মদৰ ৰাগীয়ে কেতিয়াবা নহয় কেতিয়াবা সংযত মানুহকো ধৰিবই, তেতিয়া সেই সন্মানিত মানুহে নক'বলগীয়া কথা ক'ব, নকৰিবলগীয়া কাম কৰিব। তোৰ মাৰে ইয়াকো ক'বলৈ ধৰিলে যে এদিন আমাৰ ল'ৰা-ছোৱালী হ'ব, তেতিয়া সিহঁতে দেউতাকৰ পৰা কি আদৰ্শ শিকিব? দেউতাকে কেতিয়াবা নক'বলগীয়া কথা ক'লে, নকৰিবলগীয়া কাম কৰিলে ল'ৰা-ছোৱালীয়ে সেই দেউতাকক সম্পূৰ্ণ শ্ৰদ্ধাৰ চকুৰে কিয় চাব? তেওঁ যদি মোৰ উপযুক্ত পত্নী হয়, কেতিয়াও মোক এনে অসন্মানৰ পাত্ৰ হ'বলৈ নিদিয়ে।'

'পোনা, মোৰ সেই বন্ধু দীনশো বিয়া-বাৰু কৰাই সংসাৰী হৈছিল। তেওঁৰ ঘৈণীয়েকগৰাকী আছিল অতি সাদৰি, নম্ৰ স্বভাৱৰ আৰু আত্মত্যাগী তিৰোতা। বিয়াৰ পিছত তেৰোঁ হেনো দীনেশক মদ এৰুৱাবৰ যত্ন কৰিছিল। কিন্তু দীনশ ক'ত এৰিব? বৰং তাৰ আগতকৈ মাত্ৰা চৰিছিলহে। দৰমহাৰ বহুত টকা তাৰ মদতে গৈছিল। ঘৈণীয়েক নিৰ্জু তিৰোতা, গিৰীয়েকক তেওঁৰ নম্ৰ বুজনিৰে বলাব নোৱাৰি বেচেৰীয়ে সংসাৰৰ ঘাটি টকা অৰ্জনৰ বাবে নিজেই নানা ধৰণৰ চেষ্টা কৰিবলৈ ধৰিলে। লোকক ছুৰেটাৰ গুঁঠি দি, চিলাই কৰি দি, কিতাপ কপি কৰি দি নানা ধৰণে তেওঁ পইচা আৰ্জিবলৈ ধৰিলে। আমি বহুতে দীনেশৰ পত্নী ভাগ্যক হিংসা কৰিছিলোঁ। দীনেশৰতো মহা আনন্দ, তাৰ মদ খোৱাৰ পৰিমাণ দিনক দিনে বাঢ়ি যাবলৈ ধৰিলে।'

'মই মাৰক দীনেশৰ ঘৈণীয়েকৰ কথা কৈ প্ৰশংসা কৰোঁ, মানুহজনীৰ সহনশীলতা আৰু ধৈৰ্যৰ গুণ বখানো। কিন্তু তোৰ মাৰ অগ্নিশৰ্মা হৈ উঠে, কয়— 'মানুহগৰাকীৰ লগত মোৰ চিনাকি থকা হ'লে মই বিদ্ৰোহিনী হোৱাৰ মন্ত্ৰ শিকাই দি আহিলোঁহেঁতেন। বুজালোঁহেঁতেন যে তেওঁৰ সেই সহ্য শক্তিয়েই গিৰীয়েকক বেছিকৈ ধ্বংসৰ পথলৈ নিছে। গিৰীয়েকৰ প্ৰতি তেওঁৰ প্ৰেম বা দুশ্চিন্তা থকা হ'লে তেওঁ প্ৰাণপণ চেষ্টা কৰিলেহেঁতেন মানুহজনক সেই পতনৰ পৰা উদ্ধাৰ কৰিবলৈ, চেষ্টা কৰিলেহেঁতেন গিৰীয়েকক আনৰ আগত মূৰ তুলি থিয় দিয়াবলৈ। প্ৰকৃত মংগলাকাংক্ষী আৰু প্ৰেমময়ী পত্নীয়ে মানুহৰ পুতৌ, বিদ্ৰূপ, ঘৃণা আৰু তুচ্ছ-তাচ্ছিল্যৰ অসন্মানৰ পৰা গিৰীয়েকক বচাবলৈ লাগিলে কালীমূৰ্তিকে ধাৰণ কৰিব লাগিব। আমাৰ স্কুলৰ কিবা এখন কিতাপত মই ৰবীন্দ্ৰনাথ ঠাকুৰৰ বাণী এটা পঢ়িছিলোঁ, বৰ ভাল লাগিছিল পঢ়ি। তেওঁ লিখিছে— 'অন্যায় যে কৰে আৰু অন্যায় যে সহে, তব ঘৃণা তাৰে যেন তৃণসম দহে।' আপোনাৰ বন্ধুৰ ঘৈণীয়েকও কিন্তু তেওঁৰ দয়াময়ী মধুৰ স্বভাৱৰ দ্বাৰা অন্যায়ক প্ৰশ্ৰয় দিছে। কিন্তু চাব তাৰ দ্বাৰা তেওঁ শেষ ৰক্ষা কৰিব নোৱাৰিব।'

একেৰাহে কথাবোৰ কৈ কৈ দেউতাৰ বোধহয় ভাগৰ লাগিছিল, তেওঁ অলপ ৰৈছিল আৰু দীঘলকৈ উশাহ এটা লৈছিল। তাৰ পিছত আকৌ কৈছিল— 'পোনা, তোৰ মাৰে ঠিকেই কৈছিল। দীনেশৰ ঘৈণীয়েকে শেষ ৰক্ষা কৰিব নোৱৰিলে। দীনেশক অত্যধিক মদে লিভাৰ পচাই মাৰিলে। তিনিটা ল'ৰা-ছোৱালীৰে সমস্ত সংসাৰৰ ভাৰ দীনেশৰ ঘৈণীয়েকৰ কান্ধৰ ওপৰত পৰিল।' দেউতা আকৌ ক্ষন্তেক পৰ ৰ'ল, কিবা এটা যেন ভাবিলে, তাৰ পিছত আকৌ আৰম্ভ কৰিলে— 'পোনা, মোৰ মুখত মাৰৰ গল্পবোৰ শুনি শুনি তই কিন্তু নাভাবিবি যে মাৰ এগৰাকী অতি কঠোৰ স্বভাৱৰ, গহীন নীতিবাগীশ তিৰোতা আছিল আৰু দিনে-ৰাতিয়ে তেওঁ কেৱল গুৰু-গম্ভীৰ বক্তৃতাৰ ফুলজাৰিকে উৰুৱাইছিল। মুঠেই নহয়, মাৰ আছিল অতি ৰাংঢালী, প্ৰাণ-প্ৰাচুৰ্যত তেওঁ টগবগাই থাকিছিল, হাঁহিৰে মুখ সদায় উপচি আছিল— সৰু ছোৱালীৰ দৰে যেন তেওঁ অনবৰত নাচি-বাগিহে থাকিব— এনেকৈ চলিছিল। তই যেতিয়া চাৰে তিনি, চাৰি বছৰীয়া আছিলি মাৰে তোৰ আৰু বাইদেৱেৰৰ লগত লুকাভাকু খেলিছিল আৰু মোক গৈ গৰ্বভাৱে কৈছিল, 'বুজিছে, আমাৰ পোনা যে ইমান চোকা ল'ৰা হ'ব! মই ক'ত লুকাব পাৰোঁ এই অকণমানি ল'ৰাটোৱে বেছ ভাবি ভাবি উলিয়াইছে, মোক গৈ ঠিকেই বিচাৰি উলিয়াইছে!' তাৰ পিছত তই সেই মস্ত ল'ৰাটোক তেওঁ কোলাত তুলি ল'ব আৰু টুপুচ-টুপুচ চুমা খাব। তেওঁ যেতিয়া তোৰ বুদ্ধিৰ প্ৰশংসাত পঞ্চমুখ হৈ উঠে, তেতিয়া গৌৰীয়ে হাঁহি হাঁহি তেওঁক জোকায়— 'তোমাৰ বৰ ভাগ্য দিয়া নবৌ, এনেহেন ৰত্নক জন্ম দিছা, ডাঙৰ হৈ তোমাক ৰাজৰাণী কৰি খুৱাব।'

দেউতাই সিদিনা সেইখিনি কৈ হঠাতে থমকি ৰৈছিল। মই নাজানো কিয় থমকি ৰৈছিল। হয়তো মই ডাঙৰ চাকৰি পোৱাৰ প্ৰথম দিনা গৌৰী পেহীৰ সেই কথাষাৰৰ স্মৰণে অকস্মাতে তেওঁক বাকৰুদ্ধ কৰি পেলাইছিল।

বন্দনা, এদিনাখন মাৰ আন এটা ৰূপ কেনেকৈ দেখিলোঁ শুনা। মই ওপৰৱালাক কেতিয়াও তেল দিব নোৱাৰোঁ, তাৰ বাবে মই নিশ্চয় চাকৰি জীৱনৰ কিছু কিছু সুবিধাৰ পৰা ক'ৰবাত অলপ-অচৰপ বঞ্চিত হৈছোঁ। এবাৰ ভালকৈয়ে তেনে সমস্যা এটাৰ সন্মুখীন হ'লোঁ। ওপৰৱালাক খাতিৰ নকৰিলে যেন কোনো মতেই নচলে। ঘৰলৈ আহি দেউতাক কথাটো ক'লোঁ। দেউতাই শুনি অলপ হাঁহিলে, তাৰ পিছত লাহে লাহে ক'লে— 'পোনা, তোৰ দৰে সমস্যাৰ সন্মুখীন ময়ো এবাৰ হৈছিলোঁ, আমাৰ দিনত এই খাতিৰ-বাতিৰৰ ৰেৱাজ বোধহয় আৰু বেছি আছিল। যি হওক, মই ঘৰলৈ আহি মাৰক ক'লোঁ বোলে এইবাৰ ওপৰৱালাক ভালকৈ তেল দিব পাৰিলে মোৰ প্ৰমোচনটো হৈ যাব আৰু তেতিয়া হ'লে তুমিও এনেকৈ গেবাৰি খাটি মৰিব নালাগে। তোৰ মাৰে কথাষাৰ শুনি মোৰ পিনে চাই হাঁহি এটা মাৰি ক'লে— 'আমি ষষ্ঠমানত থাকোঁতে এখন ইংলিছ ৰীডাৰ পঢ়িছিলোঁ, তাত 'গাৰলেণ্ডছ অব্ পাৰ্লছ' নামৰ পাঠ এটাত কিছুমান বৰ ভাল ভাল কথা আছিল। তাতে এঠাইত দুজন দাৰ্শনিকৰ এটা কথোপকথন আছিল, মোৰ ইমান ভাল লাগিছিল যে এতিয়াও মুখস্থ আছে। এইবাৰ মাৰে এটা লাজকুৰীয়া হাঁহি মাৰি কৈছিল— কথাখিনি ইংৰাজীত ক'লেহে ভাল শুনাব, কওঁতেই, আপুনি কিন্তু নাহাঁহিব। এজনে ক'লে 'If you know how to flatter kings, you need not live on herbs,' ইজনে উত্তৰ দিলে 'But if you know how to live on herbs, you need not flatter kings'

বুজিছে, ময়ো দ্বিতীয় দাৰ্শনিকজনৰ দৰে গেবাৰি খাটি শাক-ভাত খাই জীয়াই থাকিব জানো, গতিকে জীৱনত আপুনি কোনো ওপৰৱালাকে তেল দিয়াৰ দৰকাৰ নহ'ব। পোনা, আজি তোৰ মাৰ জীয়াই থাকিলে তোৰ এই একে ধৰণৰ সমস্যাটোত তোকো নিশ্চয় এইধাৰি মুকুতাৰ মালাকে পিন্ধালেহেঁতেন।

বন্দনা, মাৰ গল্প কৈ কৈ তোমাক আৰু আমনি নিদিওঁ। এইবাৰ শেষ গল্পটো কওঁ! এই গল্পটো মাত্ৰ কিছুদিন আগতে দেউতাই কৈছে— বোধহয় মালাৰ লগত মোৰ ঘনিষ্ঠতা দেখিয়েই মোৰ মংগলাকাংক্ষী দেউতাই এটা সাৱধানবাণী হিচাপে মাৰ এই কাহিনীটো ক'লে। সেইদিনাও সন্ধিয়াৰ আন্ধাৰত মই আৰু দেউতাই জুৰ লৈ আগফালৰ বাৰাণ্ডাত বহি আছিলোঁ। দেউতাই তেওঁৰ চিৰাচৰিত অভ্যাসমতে মিক্সাৰ পকাই আছিল। এবাৰ তেওঁ যেন মন স্থিৰহে কৰিলে, এনে ধৰণে কৈ উঠিল— 'পোনা, তোৰ মাৰক মই আৰু গৌৰীয়ে জোকাই খুব ভাল পাইছিলোঁ, কাৰণ খুব সহজেই তেওঁ আমাৰ চিকাৰ হৈ পৰে আৰু খণ্ডত জলস্থল লগাই দিয়ে। আমাৰ বিয়াৰ কেইমাহমান পিছতে ঘটা ঘটনা এটা শুন। সিদিনা আছিল এপ্ৰিলৰ এক তাৰিখ, গৌৰী আৰু মই আগতেই ঠিক কৰি থৈছিলোঁ যে মাৰক এক অতি সাংঘাতিক আৰু অভিনৱ উপায়েৰে এপ্ৰিল ফুল কৰিম। পিছত গল্পটো শুনিলে বুজিবি, মই তেনে এপ্ৰিল ফুল কৰা উচিত নাছিল। পিছে মোৰ বয়সটো তেতিয়া বেয়া আছিল, মাত্ৰ সতাইছ বছৰ, গৌৰীতো আৰু বহু সৰু। যি হওক, মই কৰিলোঁ কি— মিছামিছিকৈ এজনী কাল্পনিক ছোৱালীলৈ চিঠি এখন লিখিলোঁ, মই যে তাইক আগৰ দৰেই ভাল পাওঁ, আৰু জন্ম-জন্মান্তৰে ভাল পাই থাকিম, তোৰ মাৰক বিয়া কৰাই যে মই অলপো সুখী হোৱা নাই, সাংঘাতিক বিৰহ বেদনাত যে মোৰ দিন-ৰাতি নাযায়-নুপুৱায় হৈছে, ইত্যাদি কথাৰে পাত ভৰাই চিঠিখন লিখি গৌৰীৰ হাতত দি মই অফিচলৈ গুচি গ'লোঁ।

কিন্তু অফিচত গৈ আৰু শান্তিৰে থাকিব পৰা নাই, ছটফটাই আছোঁ, মনটো অনুতাপত দহি মৰিছে, বাৰে বাৰে মাৰৰ মুখখন মনত ভাহি উঠিছে, বেচেৰীৰ বা আজি কি দশা হৈছে, অৱশেষত আৰু ৰ'ব নোৱাৰিলোঁ। অফিচৰ পৰা ছুটী লৈ ঘৰলৈ গুচি আহিলোঁ। তেতিয়া ঘৰ নিস্তব্ধ, গৌৰীহঁত স্কুললৈ গৈছে, তোৰ মা, আৰু আইতাৰহে কেৱল ঘৰত আছে। মোৰ বুকু ঢিপ-ঢিপ। নিজৰ কোঠালীত সোমালোঁ। দেখোঁ তোৰ মাৰে কিবা এখন চিলাই কৰি বহি আছে। মোক দেখি সাধাৰণভাৱে ক'লে— 'মন বেয়া লগাত বোধহয় ৰ'ব নোৱাৰি ছুটী লৈ আহিল।' মই আচৰিত হোৱা যেন দেখুৱাই ক'লোঁ— কিয় মন বেয়া লাগিব?' তেতিয়া মাৰে চিঠিখন মোলৈ দলি মাৰি দিলে। মই সাংঘাতিক চেষ্টাৰে অভিনয় কৰি যেন খুব ভয় খাইছোঁ— তেনেকৈ সুধিলোঁ— 'তুমি কত পালা এই চিঠিখন?' তেওঁ সহজভাৱে ক'লে— 'গৌৰীয়ে আপোনাক বিশ্বাসঘাতকতা কৰি আপোনাৰ প্ৰেয়সীক নিদি মোকে দি গ'ল, কাৰণ গৌৰীয়ে হেনো মোক খুব ভাল পায়, আপোনাৰ এনে কাৰ্যক অলপো সমৰ্থন কৰিব

নোৱাৰে।' তাৰ পিছত মই কিবা কোৱাৰ আগতে মাৰে আকৌ কৈ উঠিল— 'আপুনি বাজে ধেমালি কিয় কৰিছে, নাপায় এনে বাজে ধেমালি কৰিব।' মই আচৰিত হৈ ক'লোঁ— 'তুমি ধেমালি বুলি কিয় ভাবিলা বাৰু?' মই ভাবিছিলোঁ তোৰ মাৰে ক'ব সেইদিনা এপ্ৰিলৰ এক তাৰিখ বুলি তেওঁ জানে। কিন্তু পিছত বুজিলোঁ যে তেওঁৰ মনলৈ এপ্ৰিল ফুলৰ ভাবটো একেবাৰে অহা নাই। কাৰণ তেওঁ ক'লে— ধেমালি নহয় সঁচা হ'ব নেকি? মই আপোনাক চিনি নাপাওঁ? মই অলপ অভিভূত হৈ ক'লোঁ— 'তুমিনো মোক ইমানেই বিশ্বাস কৰা নে? মোৰ আখৰা দেখিওনো মোক অলপো সন্দেহ নকৰিলানে?'

'পোনা, মাৰে মোৰ পিনে চাই এটা হাঁহি মাৰিলে। তেনে পবিত্ৰ হাঁহিৰ তুলনা নাই। তাৰ পিছত অলপ লাজকুৰীয়া মাতেৰে ক'লে— মই যে আপোনাক সেই ষষ্ঠমানৰ ইংলিছ ৰীডাৰখনৰ কথা কওঁ তাত শেক্‌ছপীয়েৰৰ কিবা নাটকৰ অংশ এডোখৰো তুলি দিছিল। নাম আছিল 'হিউবাৰ্ট এণ্ড আৰ্থাৰ'। মই সেইটো বৰ ভাল পাইছিলোঁ। হিউবাৰ্টে আৰ্থাৰক কৈছিল যে তেওঁ ৰজাৰ আদেশ মতে আৰ্থাৰৰ চকু গৰম লোৰ শলাৰে ফুটাই দিব। হিউবাৰ্টৰ মৰমৰ ওপৰত কিন্তু অকণমানি আৰ্থাৰৰ গভীৰ বিশ্বাস। গতিকে সি ক'লে যে হিউবাৰ্টে তেনে কাম কৰিব বুলি সি মৰিলেও বিশ্বাস নকৰে, এনেকি স্বৰ্গৰ দেৱদূত আহি ক'লেও বিশ্বাস নকৰে। পোনা, এই কাহিনীটো কৈ মাৰে মোৰ পিনে চাই আগৰ সেই হাঁহিটো মাৰিলে আৰু ক'লে— আপোনাৰ হাতৰ আখৰ কিয়, স্বৰ্গৰ দেৱদূত নামি আহি ক'লেও মই আৰ্থাৰৰ দৰেই বিশ্বাস নকৰোঁ যে আপুনি মোক ঠগাব পাৰে।'

বন্দনা, সন্ধিয়াৰ আন্ধাৰত মই দেউতাৰ মুখখন দেখা পোৱা নাছিলোঁ যদিও তেওঁৰ হিয়া ভেদি ওলোৱা দীৰ্ঘশ্বাসটো শুনিছিলোঁ। তাৰ পিছত তেওঁ কৈছিল— 'পোনা, সংসাৰত বিশ্বাস বৰ ডাঙৰ বস্তু। সকলোৱেই সেই বিশ্বাসৰ মৰ্যাদা ৰাখি চলিবৰ যত্ন কৰিব লাগে। স্বামী-স্ত্ৰী, প্ৰেমিক-প্ৰেমিকা, বন্ধু-বান্ধৱ— প্ৰত্যেকেই পৰস্পৰৰ ওপৰত বিশ্বাসৰ মৰ্যাদা ৰাখি চলিব লাগে। জীৱনত এবাৰ বিশ্বাস ভংগ কৰিলেই চিৰজীৱনলৈ বিশ্বাসঘাতক হৈ ৰ'ব লাগিব। পৰস্পৰৰ প্ৰতি বিশ্বাস বিনে সকলো সম্বন্ধই ফাঁকি, সকলো সম্বন্ধই বালিৰ ওপৰত ঘৰ বন্ধাৰ নিচিনা ক্ষণ-ভংগুৰ।'

মাৰ কাহিনী ইমানতে ইতি কৰিলোঁ। এতিয়া নিজৰ কথালৈ আহোঁ। মালাক লগ পাই মই মাক বিচাৰি পালোঁ বুলি ভাবিলোঁ— তুমি সেই কথা জানাই। কিন্তু বন্দনা, পৃথিৱীত মানুহ চিনাটো যে কিমান টান কাম তেতিয়াও মোৰ সেই অভিজ্ঞতা হ'বলৈ বাকী আছিল। মালাই মোক একেবাৰে মূৰ্খ বনাই দিলে।

তুমি মালাৰ ইমানদিনীয়া অন্তৰংগ বন্ধু, অথচ মালাই তেওঁৰ লগত মোৰ এবছৰীয়া বন্ধুত্বৰ এই সুদীৰ্ঘ সময়খিনিৰ মাজতো তোমাৰ লগত চিনাকি কৰি নিদিলে। পিছত যেতিয়া তোমাৰ লগত মোৰ অভাৱনীয়ভাৱে পৰিচয়টো হৈ গ'ল তেতিয়াহে মালাৰ সেই অদ্ভুত আচৰণটোৰ ৰহস্যৰ সমাধান বিচাৰি পালোঁ। মালাৰ ভয়েই আছিল ইয়াৰ মূল কাৰণ। তেওঁ হয়তো ভাবিছিল যে তোমাৰ দৰে ছোৱালী এজনীক লগ পোৱাৰ পিছত মই স্বাভাৱিকভাৱেই মালাক অৱহেলা কৰিম। বেচেৰীক মই তাৰ বাবে দোষো দিব নোৱাৰোঁ, কাৰণ মালাৰ ভয় বৰ অমূলক নাছিল, কাৰণ তোমাক লগ পোৱাৰ পিছত মোৰ নতুনকৈ ধাৰণা হ'ল যে মালাতকৈও তোমাৰ মাজতহে বেছিকৈ মোৰ মা জীয়াই আছে।

মই কিন্তু মালাক কোনেদিনেই সাধাৰণ বন্ধুৰ বাহিৰে অইন ৰূপত গ্ৰহণ কৰা নাছিলোঁ, প্ৰথম অৱস্থাত মোৰ যুক্তি-বুদ্ধিয়ে যদিও কৈছিল যে মালায়েই মোৰ অভাৱ পূৰ্ণ কৰিব পাৰিব, তথাপি কিয় জানো মনেৰে মই মালাক গ্ৰহণ কৰিব পৰা নাছিলোঁ, কিহে যেন মোৰ হৃদয়ৰ উচ্ছ্বাসক ভেটা দি ৰাখিছিল। এতিয়া সেই ঘটনাটোৰ পিছত মোৰ খুব অন্ধবিশ্বাসীৰ দৰে ভাবিবলৈ মন যায় যে মোৰ কল্যাণকামী আত্মাই তেওঁৰ মৰমৰ পুতেকক সকলো অপায়-অমংগলৰ পৰা সদায় আৱৰি ৰাখি আছে।

যি হওক, তোমাৰ লগতো মোৰ বন্ধুত্ব গঢ়ি উঠিল আৰু মালাই বাধ্য হৈ সহজ হৈ দেখুৱালে। কিন্তু মালাই তোমাৰ আগতে মোৰ লগত এনে ব্যৱহাৰ কৰিবলৈ ধৰিলে যেন আমি দুয়ো বিবাহ-বন্ধনত আবদ্ধ হ'ম বুলি বাকদত্ত হৈ থকা এহাল প্ৰেমিক-প্ৰেমিকা। মোৰ অলপ বিৰক্তি উপজিল যদিও, মালালৈ পুতৌও উপজিল। কিন্তু, ইতিমধ্যে লাহে লাহে মোৰ মা মালাৰ মাজত নাইকিয়া হৈ যাবলৈ ধৰিছিল। যি হওক, মই মনতে ঠিক কৰিছিলোঁ যে মই নিজৰ ফালৰ পৰা কোনো সিদ্ধান্তই গ্ৰহণ নকৰোঁ। মালা যদি মোৰ প্ৰেমত পৰিছে, মালাই যদি মোক বিচাৰিছে, মই তেওঁক

বিয়া কৰিম। মোৰ পত্নীৰ মাজত মাক বিচাৰি পোৱাৰ দুৰশা আৰু নকৰোঁ। কিন্তু মোৰ পত্নীৰ সুখত ৰাখিবলৈ মই মোৰ সামৰ্থ্যৰে চেষ্টা কৰিম আৰু তেওঁৰ ওচৰত কোনেদিনেই বিশ্বাসৰ মৰ্যাদা ভংগ নকৰোঁ।

কিন্তু বন্দনা তাৰ পিছত কি হৈ গ'ল চোৱা। অদ্ভুত অভাৱনীয় ঘটনা এটা ঘটি গ'ল। বোধহয় মোৰ গাৰ্জিয়েন এঞ্জেলেই আহি মোক ৰক্ষা কৰিলে— অৱশ্যে তোমাৰ ৰূপ ধৰিয়ে মোক তেনেকৈ উদ্ধাৰ কৰিলে।

মই তোমালোকৰ ঘৰলৈ ফুৰিবলৈ গ'লোঁ আৰু মালাই কিবাকৈ গম পাই তেওঁৰ হোষ্টেলৰ চকীদাৰটোৰ হাতত মোলৈ চিঠি এখন পঠিয়ালে। তোমালোকৰ ঘৰতে, তোমাৰ আগতে মই চিঠিখন খুলি পঢ়িলোঁ আৰু মোৰ মুখখন মৰা মানুহৰ দৰে শেঁতা পৰি গ'ল (তুমি কৈছিলা মোক তেনে দেখাইছিল বুলি)। মোৰ অৱস্থা দেখি তুমি ভীষণ উদ্বিগ্ন হ'লা আৰু মোৰ কি হ'ল সুধিলা। মই ক'লোঁ যে মালাই মোক অযথা মিছা অপবাদ দি চিঠিখন লিখিছে। মুহূৰ্ততে তুমি অগ্নিমূৰ্তি ধৰিলা আৰু মালাৰ কিছুমান গোপন পাপৰ কথা মোক কৈ দিলা। মোৰ বিশ্বাস নকৰি উপায় নাথাকিল, কাৰণ তুমি তাৰ অকাট্য প্ৰমাণো দিলা।

বন্দনা, তোমাক আকৌ এবাৰ ধন্যবাদ জনালোঁ। মালাৰ প্ৰতি যদি মোৰ কিবা দায়বদ্ধতা আছিলো, এনেতে তেওঁৰ নিজৰ সেই মিছা অভিযোগভৰা চিঠিখনে আৰু পিছত তোমাৰ পৰা প্ৰমাণেৰে সৈতে গম পোৱা তেওঁৰ কথাবোৰে মোৰ বিবেকক মুক্তি দিলে। তুমি জীৱনত মোক এটা ডাঙৰ উপকাৰ কৰিলা, সেই কথা মই কেতিয়াও নাপাহৰোঁ। কেতিয়াবা সুযোগ উপস্থিত হ'লে মই সেই উপকাৰৰ ঋণ পৰিশোধৰ চেষ্টা কৰিম।

তুমি হয়তো ভাবিছা, মোৰ চিঠি প্ৰায় শেষ, হৈ আহিল। ভাবিছা যদি ভুলকৈ ভাবিছা; মই তোমাক প্ৰাৰ্থনা কৰিছোঁ তোমালৈ লিখা মোৰ এই প্ৰথম— আৰু হয়তো শেষো— চিঠিখন তুমি ধৈৰ্য ধৰি শেষলৈকে পঢ়িবা।

যি হওক, মই এইবাৰ আন কথালৈ আহোঁ। তাৰ আগতে তোমাক গল্প এটা কৈ লওঁ। দেখিছা মই কিমান বেছি মাকৰ পুতেক? গল্প কোবাটো একেবাৰে তেজত সোমাই আছে!

গল্পটো এই : এজন ৰাতিৰ চকীদাৰে সি কাম কৰা কাৰখানাটোত ডকাইত সোমাই লুটপাত কৰা বুলি সপোন এটা দেখিলে। পিছদিনা সি কাৰখানাৰ মালিকক ক'লে যে পুৱতি নিশা সি তেনে ধৰণৰ সপোনটো দেখিলে, আৰু পুৱতি নিশাৰ সপোন হেনো ফলে। গতিকে তেওঁ সাৱধান হোৱাই ভাল। মালিকে সিদিনা ৰাতি কেইজনমান অস্ত্ৰধাৰী পহৰাদাৰ কাৰাখানাৰ ওচৰত লুকুৱাই ৰাখিলে। আচৰিত কথা যে সঁচাকৈয়ে ডকাইত আহিল, কিন্তু পহৰাদাৰৰ বাবে সিহঁতে একোকে কৰিব নোৱাৰিলে। পিছদিনা কাৰখানাৰ মালিকে চকীদাৰজনক মাতি নি এহেজাৰ টকা পুৰস্কাৰ দিলে, তাৰ পিছত ক'লে— 'তুমি এতিয়া যোৱা, আজিৰ পৰা তোমাৰ চাকৰি খতম।' চকীদাৰজনতো মস্ত অবাক (মোৰ মাৰ গল্পৰ নৰক দৰ্শন কৰিবলগীয়া হোৱা মুনিজনৰ দৰেই বোধহয় বেচেৰাৰো তেতিয়া মনৰ অৱস্থা হৈছিল)! ইমান ডাঙৰ উপকাৰৰ এয়েহে পুৰস্কাৰনে? তেতিয়া মালিকে ক'লে— 'তুমি ৰাতিৰ চকীদাৰ হিচাপে পুৱা সাত বজালৈকে জাগি থাকিব লাগে, কিন্তু পুৱতি নিশাৰ সপোন কোনো জাগি থকা মানুহেই দেখিব নোৱাৰে। তুমি সপোনটো দেখাৰ পৰা মোৰ কাৰখানাটো ৰক্ষা পৰিল হয়, কিন্তু লগতে এইটোও প্ৰমাণ হৈ গ'ল যে মোৰ কাৰাখানাৰ ৰাতিৰ চকীদাৰজন বিশ্বাসী নহয়; সি ৰাতি পহৰা দিবলৈ এৰি শুই থাকে আৰু সপোন দেখে।'

বন্দনা, গল্পটোৰ তাৎপৰ্য নিশ্চয় ধৰিব পাৰিছা, তুমি বুদ্ধিমতী ছোৱালী। মই সিদিনা অশান্ত মনেৰে তোমালোকৰ ঘৰৰ পৰা আহি মনৰ পৰা এই ভাবটো কোনোমতেই আঁতৰ কৰিব নোৱাৰিলোঁ যে তুমি এহাতে যেনেকৈ মোৰ কৃতজ্ঞতা আৰ্জিলা, আনহাতে তেনেকৈ বন্ধুত্ব হেৰুৱালা। চকীদাৰটোৰ দৰেই তোমাৰ অৱস্থা হ'ল। তুমি মালাৰ প্ৰতি বিশ্বাসঘাতকতা কৰি মোক ডাঙৰ উপকাৰ কৰিলা হয়, কিন্তু লগে লগে তোমাৰ প্ৰতি থকা মোৰ শ্ৰদ্ধাও বহুতখিনি নাইকিয়া কৰি দিলা। মই বাৰে বাৰে নিজৰ মনক সুধিছোঁ— যিজনী ছোৱালীয়ে অলপ প্ৰৰোচনাতে অলপদিনীয়া বন্ধু এজনৰ বাবে বহুতদিনীয়া বন্ধুজনীৰ প্ৰতি বিশ্বাসঘাতকতা কৰিব পাৰে, সেইজনী ছোৱালীয়ে ঠিক তেনেকৈয়ে যে আন কিবা প্ৰৰোচনাত মোৰ প্ৰতিও একে বিশ্বাসঘাতকতা নকৰিব তাৰ কি অৰ্থ আছে? বেয়া নাপাবা বন্দনা, এইটো এটা অতি সূক্ষ্ম হ'লেও অতি গুৰুত্বপূৰ্ণ প্ৰশ্ন, ডাঙৰ নৈতিক প্ৰশ্ন। তুমি মালাক এৰি মোৰ ফলীয়া হ'লা, মোৰ দুখত দুখী হৈ উঠিলা, কিন্তু মই কোনোদিনেই পাহৰিব নোৱাৰিম যে তুমি তোমাৰ অন্তৰংগ বন্ধুৰ প্ৰতি বিশ্বাসঘাতকতা কৰিলা। মোৰ মনটো নানা স্ব-বিৰোধী চিন্তাই পীড়িত কৰি

মাৰিছে। তোমাক কৃতজ্ঞতা জনাই আছোঁ আৰু লগে লগে তোমাক অভিযোগ কৰি আছোঁ যে তোমাৰ বন্ধুৰ প্ৰতি বিশ্বাসঘাতকতাৰ দামেৰে মই মালাৰ পৰা মোৰ মুক্তি কিনিবলগীয়া হ'লোঁ। বন্দনা, তুমি কিয় এনে কৰিলা? তুমি মোৰ নিজৰ বিচাৰ-বুদ্ধিৰে মালাক কিয় আবিষ্কাৰ কৰিবলৈ নিদিলা? মই যদি আচল মানুহজনীক নিচিনি এদিন ঠগ খালোঁহেঁতেন, তেন্তে তাক মই মোৰ প্ৰাপ্য বুলিয়ে গ্ৰহণ কৰিলোঁহেঁতেন। মই নিজৰ দুখৰ দামেৰে বুজিলোঁহেঁতেন যে এই পৃথিৱীত কোনো ভুলৰ, কোনো মূৰ্খামিৰ ক্ষমা নাই। পাপৰো হয়তো ক্ষমা থাকে, কিন্তু ভুলৰ, কোনো ক্ষমা নাই, মানুহে তাৰ জেৰ গোটেই জীৱনেই টানি যাব লাগিব, আৰু এদিন হয়তো দুখৰ জুইত পুৰি পুৰি মোৰ আত্মা আৰু পৰিশুদ্ধ হ'লহেঁতেন।

বন্দনা, তোমাক কৈছিলোঁ যে মোৰ গল্প কোৱা শেষ কৰিলো, কিন্তু বিশ্বাসৰ কথাত মোৰ আৰু এনে এটা গল্প মনত পৰি গ'ল, যিটো মই নকৈ নোৱাৰোঁ। মোৰ গৌৰী পেহীয়ে মানুহ এজনৰ লগত পলাই গৈছিল। আগতে কোনেও একো নাজানিছিল বাবে সকলোৰে মূৰত বজ্ৰপাত হোৱাৰ দৰে হ'ল। পিছত দেউতাৰ ভাব হ'ল যে মায়ে কিবা জানিবও পাৰে। মাকে সোধাত মাই মুখ ক'লা কৰি ক'লে বোলে গৌৰী পেহীয়ে তেওঁক ল'ৰাজনৰ কথা কৈছিল, কিন্তু তেওঁ সপোনতো ভবা নাছিল যে তেওঁ এনে কাম কৰিব। মাই ইয়াকো ক'লে যে তেওঁ গৌৰী পেহীক কৈছিল যে সময়ত গৌৰী পেহীৰ হৈ ঘৰখনৰ আগত ওকালতি কৰি তেওঁ সহায় কৰি দিব। কিন্তু তেওঁৰ ননদেকে যে সংযম আৰু ধৈৰ্যৰ ক্ষেত্ৰত এনে সাংঘাতিক লাজ লগা পৰিচয় দিব তেওঁ কল্পনাই কৰা নাছিল। তেতিয়া দেউতাই ল'ৰাটোৰ পৰিচয় সুধিলে। মায়ে কিন্তু তেতিয়া দৃঢ় হৈ ক'লে যে তেওঁ গৌৰী পেহীক বিশ্বাসঘাতকতা কৰিব নোৱাৰে, অৱশ্যে দেউতাহঁতে যদি ভালকৈ বিয়াখন পাতি দিব বুলি কথা দিয়ে তেতিয়াহ'লে ক'ব পাৰে। দেউতাই তেতিয়া গৰ্জি কৈছিল যে ভালকৈ বিয়া পতা দূৰৰ কথা, ল'ৰাটোক তেওঁলোকে ছোৱালী পলুওৱা অপৰাধত জে'লত দিব। দেউতাই হেনো মাক ইয়াকো কৈছিল যে মায়ে নোকোৱা ফল মাৰ বাবে সাংঘাতিক হ'ব, গিৰীয়েকৰ আৰু শাহুৱেকৰ অবাধ্য এনে তিৰোতাক দেউতাই নি মাকৰ ঘৰত ওভোতাই থৈ আহিব। কিন্তু মা হেনো শেষলৈকে অচল-অটল থাকিল, দেউতাৰ-আইতাৰ ভয়ংকৰ মূৰ্তি, কৰুণ মূৰ্তি— একোৱে তেওঁক টলাব নোৱাৰিলে, তেওঁ হেনো কেৱল কান্দি কান্দি ইয়াকে কৈছিল— "আপোনালোকৰ দুখ দেখি মোৰ বুকু ভাঙি গৈছে, গৌৰীৰ এনে জঘন্য কাণ্ডৰ বাবে তাইক মই কেতিয়াও আৰু নামটো, জীৱনত ক্ষমা নকৰোঁ; কিন্তু তথাপি তাইক মই কেতিয়াও বিশ্বাসঘাতকতা কৰিব নোৱাৰোঁ। তাইক মই কথা দিছিলো যে তাইৰ অনুমতি নোহোৱাকৈ মই কাকো একো নকওঁ, বিশ্বাসঘাতক হ'ব নোৱাৰোঁ, কেতিয়াও নোৱাৰোঁ, মোৰ কাৰণে বিশ্বাসঘাতকতা এটা মহাপাপ।'

বন্দনা, মাৰ এই গল্পটোত তেওঁৰ ন্যায়নিষ্ঠাই অলপ বেছি মাত্ৰা চেৰাই যোৱা যেন লাগিছিল। তথাপি তেওঁ ভুলেৰে হ'লেও কেনেকৈ বিশ্বাসৰ মৰ্যাদা ৰাখিছিল সেই কথা জানি মাৰ প্ৰতি শ্ৰদ্ধা আকৌ অলপ বাঢ়িছিল।

যি হওক, চিঠিখন শেষ কৰাৰ আগতে মই তোমাকেই সোধোঁ— তুমি বাৰু মালাৰ ওচৰত বিশ্বাস ভংগ কৰি মোৰ পক্ষ কিয় ল'লা? মোৰ মৰা মানুহৰ দৰে শেঁতা পৰা মুখখন দেখি তোমাৰ কিয় ইমান ব্যাকুলতা জাগিল যে এক মুহূৰ্ততে ইমান দিনৰ বন্ধুত্বৰ মূৰত কুঠাৰ ঘাত কৰিলা? বন্দনা, মোৰ প্ৰতি তোমাৰ এই সহানুভূতি যে এজন বন্ধুৰ প্ৰতি সাধাৰণ সহানুভূতিতকৈ অলপ বেছি হৈ গ'ল, তুমি বাৰু বুজিব পাৰিছানে? মোৰ কিন্তু সন্দেহ হৈছে যে তুমি হয়তো মোক অলপ অনুৰাগৰ চকুৰে চাবলৈ আৰম্ভ কৰিছিলা। সেই যুক্তিত অৱশ্যে তোমাৰ অপৰাধ কিছু পৰিমাণে খণ্ডন হৈ যাব, কিন্তু তথাপি জানি ল'বা যে তুমি জীৱনৰ মহত্ত্বৰ পৰীক্ষাত হাৰি গ'লা। আমি পৃথিৱীৰ খুব কমসংখ্যক লোকেহে জীৱনৰ অতি উচ্চ স্তৰৰ নৈতিক মূল্যবোধৰ অগ্নিপৰীক্ষাৰ সন্মুখীন হ'বলগীয়া হওঁ। এই পৰীক্ষাৰ বাবে জীৱন-দেৱতাই যে কাক কেতিয়া বাছে কাৰো জনাৰ সাধ্য নাথাকে। হঠাৎ এনে একোটা অগ্নিপৰীক্ষাৰ সময় একো একোজনৰ জীৱনত আহি পৰে। এনে সংকটৰ মুহূৰ্তবোৰতহে মানুহৰ একেবাৰে আদি আৰু অকৃত্ৰিম পৰিচয় ওলাই পৰে। এনে টাইম অব্ ক্ৰাইচিছতে কেতিয়াবা দেখা যায় যে কোনো এজন তথাকথিত বেয়া মানুহৰেই অদ্ভুত ধৰণৰ মহত্ত্ব আৰু নৈতিক সাহসৰ পৰিচয় ওলাই পৰিছে, আনহাতে সৰ্বজন-সন্মানিত আৰু প্ৰশংসিত মানুহৰো এটা হীনতাৰ দিশ প্ৰকাশ পাই গৈছে।

বন্দনা, মোৰ চিঠিখনৰ প্ৰায় আৰম্ভণিতেই মই 'ব্ৰাদাৰ্ছ কাৰ মাজভ'খনৰ নাম লৈছিলোঁ। মই পঢ়া কিতাপখনৰ অনুবাদকজনে ভূমিকাত লিখিছে যে আপাতদৃষ্টিত উন্মাদগ্ৰস্ত যেন লগা প্ৰচণ্ড পেচনকবলিত ডষ্টয়েভস্কিৰ

প্ৰত্যেকটো চৰিত্ৰৰ মাজতে কিন্তু আমি আধুনিক নৰ-নাৰীয়ে নিজকে বিচাৰি পাম। মানুহৰ মানসিক জগতৰ সামান্যতম আন্ধাৰ-পোহৰো তেওঁৰ গভীৰ অন্তৰ্দৃষ্টিৰ পৰা সাৰি যাব নোৱাৰিছিল। সেই কথাটো যে ইমান গভীৰভাৱে সত্য তোমাৰ চৰিত্ৰই তাৰ এটা প্ৰমাণ। 'ব্ৰাদাৰ্ছ কাৰ মাজভ'ৰ কেটেৰিণা আইভানোভনাৰ তোমাৰ মনত পৰেনে? সকলো ধৰণৰ সদ্‌গুণ আৰু মহত্ত্বৰ অধিকাৰিণী এই ছোৱালীজনীক ডষ্টয়েভস্কিয়ে সেই প্ৰকাণ্ড কিতাপখনৰ শেষৰ পিনে এটা বিৰাট পৰীক্ষাৰ সন্মুখীন কৰালে (অন্ততঃ মই কিতাপখন পঢ়ি এইদৰেই ভাবিছোঁ)। কেটেৰিণাই নিজৰ কৃতজ্ঞতাবোধক প্ৰেম বুলি ভুল কৰি থাকি তিনি কাৰ মাজভ ভাই-ককায়েকৰ ভিতৰত ডাঙৰজন ডিমিট্ৰিৰ হাজাৰ অপমান আৰু অবহেলা সহ্য কৰিও তেওঁৰ প্ৰতি বিশ্বস্ত হৈ থাকিছিল, কাৰণ তেওঁ মহৎ, তেওঁৰ এখন উদাৰ আৰু ক্ষমাহীন হৃদয় আছে। কিন্তু তেওঁৰ অন্তৰে আচলতে ভালপোৱা দ্বিতীয় ভায়েক আইভানৰ প্ৰতি তেওঁৰ প্ৰেমক কোনোমতেই আশ্ৰয় দিব খোজা নাছিল। তাৰ পিছত বাপেকৰ হত্যাৰ অভিযোগত যেতিয়া ডিমিট্ৰিৰ বিচাৰ হ'ল, তেতিয়াও কেটেৰিণাই নিজৰ হীন দিশ এটা বিচাৰালয়ৰ আগত তুলি ধৰি সেই দোষটোৰ আচল অপৰাধী ডিমিট্ৰিৰ নীচতাখিনি গোপন কৰি নিজ মহত্ত্বৰ চিন দেখুৱালে। কিন্তু কেটেৰিণাই আৰু মহত্ত্বৰ পৰীক্ষা হ'বলৈ তেতিয়াও বাকী আছিল, আচল অগ্নিপৰীক্ষা তেতিয়া সমাগত হৈছিলহে। আইভান সাক্ষী দিবলৈ আহিল, ককায়েকক হত্যাকাৰী বুলি বিশ্বাস কৰিও মানসিকভাৱে নিজকো হত্যাকাৰীৰ অপৰাধেৰে অপৰাধী বুলি নৰক-সদৃশ্য যন্ত্ৰণাত ভুগি থকা আইভানৰ তেতিয়া উন্মাদগ্ৰস্তপ্ৰায় অৱস্থা। আইভানৰ সেই দশা দেখি কেটেৰিণা মুহূৰ্ততে উন্মাদিনীৰ দৰে হৈ পৰিল, তেওঁৰ ইমান দিনৰ সযত্ন সংযমৰ কটকটীয়া বান্ধোনত থকা আইভানৰ প্ৰতি প্ৰেমৰ বান্ধ ভাঙি উন্মাদ বন্যাৰ বেগত বাহিৰ হৈ আহিল আৰু এই সকলোৰে মূল ডিমিট্ৰিৰ বিৰুদ্ধে এনে এক ভয়ংকৰ সাক্ষী দি দিলে যে তাৰ ফলতে ডিমিট্ৰি কাৰমাজভৰ কুৰি বছৰৰ ছাইবেৰিয়ালৈ নিৰ্বাসন হ'ল। বিশ্বাস আৰু মহত্ত্বৰ চৰম অগ্নিপৰীক্ষাটোত অৱশেষত কেটেৰিণা আইভানোভনাৰ দৰে দেৱীতুল্য ছোৱালী এজনীয়েও চৰম পৰাজয় বৰণ কৰিলে।

বন্দনা, চিঠিখনৰ শেষত 'ব্ৰাদাৰ্ছ কাৰমাজভ'ৰ এই কাহিনীটোৰ কিয় অৱতাৰণা কৰিলোঁ তোমাৰ দৰে বুদ্ধিমতী ছোৱলী এজনীৰ নিশ্চয় বুজিবলৈ বাকী থকা নাই, আৰু নিশ্চয় এই কথাও বুজিবলৈ বাকী ৰোৱা নাই, যে তোমাৰ মাজতো মোৰ মাক বিচাৰি পোৱাত মই চৰমভাৱে ব্যৰ্থ হ'লোঁ। গতিকে মই পুনৰ সেই কষ্টসাধ্য তীৰ্থ যাত্ৰাত বাহিৰ হ'ব লাগিব, হয়তো মোৰ সেই যাত্ৰাপথত পুনৰ মোক কাঁইটে বিন্ধি তেজ উলিয়াব আৰু হয়তো কোনোদিনেই মোৰ সেই সন্ধানত সফলতা নাহিব, তথাপি মই মোৰ মাক বিচাৰিয়েই থাকিম, কাৰণ Hope spring eternal :n human hearts, মৰম আৰু শুভেচ্ছাৰে, ইতি—

তোমালোকৰ
প্ৰণৱ শইকীয়া
(আজিৰ সময়, ১৯৭৬)

# একেই জোন একেই বেলি

চিৰাচৰিত নিয়মতে আমি 'ত্ৰিমূৰ্তি'য়ে ভৰলুৰ দলঙৰ ৰেলিঙত আওজি আড্ডা দিছোঁ— মহিমৰ হাতত চিগাৰেট, মোৰ আৰু কৰুণাৰ হাতত একো নাই, কাৰণ আমি চিগাৰেট নাখাওঁ, আমি খালে কেতিয়াবা অলপ দূৰৈত থকা বাদামৱালাটোৰ পৰা বাদাম কিনি আনি খাওঁ আৰু তেতিয়া মহিমে সঙ্কোভে গালি পাৰে, 'চালা কঞ্জুছহঁত, মোতকৈ দুয়ো ধনী হৈও খাব এটকা-দুটকাৰ বাদাম— তাকো সদায় নহয়, অথচ এই কম পইচাৰে মই চিগাৰেটতো খৰচ কৰিব লাগে'— মহিমৰ মজাৰ অভিযোগত আমি দুয়ো বন্ধুৱে ঢেক্‌ঢেকাই হাঁহোঁ।

পিছে মহিমতকৈ ধনী হ'লেও আমি দুয়োও কোনো অৰ্থতে ধনী নহওঁ, কৰুণাই কলেজত পঢ়া দিনকেইটাত এটা টিউচন কৰিলে আৰু মই দুটা টিউচন কৰিলোঁ— মহিমৰ যেনিবা তিনিটা; এইখিনিলৈকে সি আমাতকৈ দুখীয়া। পিছে মহিমৰ ভৱিষ্যতেও ধনী হোৱাৰ আশা নাই, কাৰণ সি পঢ়া-শুনাত চোকা নহয়, এইবাৰ সি আমাৰ লগত বি এ ফেল কৰি পুনৰ বি এ দিয়াৰ প্ৰস্তুতি চলাইছে। মই আৰু কৰুণাই কিন্তু ভাল বিষয়ত অনাৰ্চ লৈ বি এ পাছ কৰি এম এত নাম লগাইছোঁ— এতিয়া কৰুণাই ৰাতিৰ স্কুল এটাৰ চাকৰি যোগাৰ কৰি লৈছে আৰু মই সেই চেষ্টাত ব্যৰ্থ হৈ টিউচনৰ সংখ্যাকে বৃদ্ধি কৰিছোঁ। মই পিছে এম এ পঢ়াৰ লগতে এ চি এছ পৰীক্ষাৰ বাবেও প্ৰস্তুতি চলাইছোঁ। কৰুণা কিন্তু হাকিম নহয় বা আন কোনো ধৰণৰ চাকৰিৰ প্ৰতিও তাৰ ইচ্ছা নাই, সি বোলে স্বাধীনভাৱে ওকালতিহে কৰিব—। সি ওকালতিত বেছ কৃতিত্ব দেখুৱাব পাৰিব বুলি মোৰো পূৰা বিশ্বাস আছে, যিহে তাৰ ক্ষুৰধাৰ যুক্তি, যিহে কথা কোৱাৰ পটুতা— আজিলৈকে কৰুণাক তৰ্ক প্ৰতিযোগিতাত কোনেও হৰুৱাব পৰা নাই, কি স্কুলত কি কলেজত আৰু এতিয়া বিশ্ববিদ্যালয়তো। কৰুণাৰ ওকালতি কৰাৰ ইচ্ছাৰ গুৰিতে আন এটা কাৰণো আছে, সি এটা বাওঁপন্থী দলৰ সক্ৰিয় সদস্য, চাকৰি-বাকৰি কৰিলে সি সক্ৰিয়ভাৱে ৰাজনীতিত লাগি থাকিব নোৱাৰিব।

মহিম আমাৰ লগত একেটা মেছতে থাকে আৰু আমাৰ একমাত্ৰ অন্তৰংগ বন্ধু। অথচ কেনেবাকৈ আমাৰ আৰু তাৰ মাজত সৰু-সুৰা মানসিক প্ৰাচীৰ এখনৰ অস্তিত্ব থাকেই। সি নিজেও কয় যে আমাৰ আৰু তাৰ মাজত ডাঙৰ পাৰ্থক্য এটা প্ৰথমৰ পৰা আছেই— সেই পাৰ্থক্যটো হ'ল এয়ে যে আমাৰ দুয়োৰো মূৰ দুটাত মগজ আছে বাবে আমি সপোন দেখিব পাৰোঁ আৰু তাৰ মূৰটোত মগজ নাই বাবে সি সপোন দেখিব নোৱাৰে। এই সপোন দেখা কথাটো লৈ সি বৰ 'অবুজ্জ্ছেছ্ড'— বেছ ভাল কবিতা লিখা মহিমে কবিতা এটাত এইদৰেও এবাৰ লিখিছিল যে প্ৰিয়াকে পত্নী কৰি পোৱাৰ সপোন সি কেতিয়াও নৰচে, কাৰণ প্ৰিয়াই তেতিয়া পত্নীৰ ভূমিকা লৈ তাৰ ওচৰত শুই পেটৰ ভোকত ছট্‌ফটাই থাকিব, তেতিয়া সেই বেজাৰ তাৰ বাবে যিমান অসহনীয় হ'ব, ঘৰৰ পৰা ঠিক কৰা বিয়াৰ পত্নীয়ে তেনেকৈ ছট্‌ফটালে সেই বেজাৰ সিমান অসহনীয় নহ'ব।

মহিমৰ চিন্তাত মৌলিকতা আছে— কোনো সন্দেহ নাই, কিন্তু কৰুণা আৰু মই তাক এই সমালোচনাও কৰিছিলোঁ যে তাৰ সেই চিন্তাৰ কিন্তু একধৰণৰ ক্লীবত্বৰ চিনো ফুটি উঠিছে— তাৰ প্ৰিয়াই পত্নী হৈ কিয় পেটৰ ভোকত ছট্‌ফটাব? প্ৰিয়াৰ বাবে মানুহে হেনো 'দুৰ্গম গিৰি দুস্তৰ পাৰাবাৰো' লংঘিব পাৰে, তেনেস্থলত সি ডেকা ল'ৰা এটা হৈ পেটৰ ভাতকেইটাও যোগাৰ কৰিব নোৱাৰিবনে?

যি হওক, এটা কথা কিন্তু ঠিক, মহিমৰ প্ৰিয়া আছে তাৰ কবিতাতহে, বাস্তৱত তাৰ কোনো অস্তিত্ব নাই, গতিকে কোনো এক বিশেষ নাৰীৰ প্ৰতি কোনো বিশেষ একনিষ্ঠতা থাকিব নলগাৰ স্বাধীনতাই জগতৰ সকলো ছোৱালীৰ প্ৰতিয়ে তাৰ আগ্ৰহৰ বাট তেতিয়ালৈকে খোলাকৈ থৈছে।

আজিও সেই স্বাধীনতাৰে বোধহয় হাতত চিগাৰেটডাল লৈ মহিমে বাটেৰে আহ-যাহ কৰা ছোৱালীবোৰৰ পিনে একো একোবাৰ দৃষ্টি নিক্ষেপ কৰি তাৰ পিছতে আকৌ ৰেলিঙত আওজি তলৰ স্ৰোতস্বিনী ভৰলুলৈকো দৃষ্টি প্ৰসাৰিত কৰিছিল, তাৰ পিছত হঠাৎ এবাৰ তাৰ মুখৰ পৰা ফচ্‌কৈ ওলাই পৰিল— 'আহিছে ছোৱালী, গৈছে ছোৱালী, ছোৱালী মায়াপী জীৱ—'

মোৰ হঠাৎ এনেকৈ হাঁহি ওলাই আলি যে প্ৰায় চৰ্চৰণি খাবলগীয়া হ'লোঁ; কৰুণাই কিন্তু নাহাঁহিলে,

কেৱল মহিমৰ পিনে ব্যংগৰ দৃষ্টি এটা নিক্ষেপ কৰি ক'লে— 'আমাৰ কবিৰ কবিতাত ছোৱালী ছোৱালী, প্ৰেম আৰু প্ৰেম—'

মহিমে কিবা কোৱাৰ আগতে ময়েই তাৰ ফলীয়া হৈ ক'লোঁ— 'এইটো মহিমৰ নিজৰ কবিতা নহয় দে, সি আমাৰ প্ৰাচীন কবি এজনৰ কবিতা এটাৰ পেৰডিহে কৰিছে—'

'পেৰডিয়েই কৰক চেৰডিয়েই কৰক— তাৰ কবিতাত কিন্তু বৰ প্ৰেম আৰু ছোৱালীৰ গোন্ধ, এতিয়াও সি গৌৰৱে উত্তৰাধিকাৰী হৈ আছে। কলেজৰ দেৱাল পত্ৰিকাত তাৰ প্ৰেমৰ পেনপেননি ভৰা কবিতা এটা পঢ়ি দীনই যে মোৰ আগত কি ব্যংগৰ হাঁহিয়েই নামাৰিছিল—'

এইবাৰ কৰুণাৰ কথাত আটি মাৰি মহিমে উষ্মাৰে প্ৰায় চিঞৰি উঠিল, হাতৰ নিঃশেষিতপ্ৰায় চিগাৰেটটো ভৰলুৰ পানীত দলিয়াই দি সি পোন হৈ আক্ৰমণাত্মক ভংগী এটাত থিয় হৈ ল'লে?

'ঐ কৰুণা, মই তহঁতৰ প্ৰগতিশীল বাওঁপন্থীকেইটাৰ দৰে নহওঁ দেই, মই পেটত ভোক ৰাখি মুখত লাজ দেখুওৱা বিধৰ ভকত নহওঁ। তহঁতে প্ৰেমৰ কবিতা নেলেখ, বিপ্লৱৰ কবিতা লেখ আৰু পঢ়— মোক সমালোচনা কৰা দীনটোৱে কবিতা লেখে— 'তোমাৰ লগত দেখা হ'ব মোৰ, বিপ্লৱৰ শেষ হোৱা কোনো এটি বিয়লি বেলাত', হেৰ' বেটা সেই অৰুণা বোলা মাৰ্ক্স মুখস্থ কৰা ছোৱালীজনীৰ লগত তোৰ তেন্তে বিপ্লৱৰ আগতেই দিনে দিনে কিয় দেখাদেখি হয়, কিয় ইমান কথা পতা-পাতি হয়? সিহঁতেতো প্ৰেমৰ কথা নাপাতে, বিপ্লৱৰ কথাহে পাতে— এয়েতো তহঁতৰ উত্তৰ হ'ব, নহয় জানো? পিছে বিপৰীত লিংগৰ বন্ধু নহ'লে যে বিপ্লৱৰ কথা নজমে, ইওতো ঠিক— নহয়? তহঁতে প্ৰেমক পেনপেননি বুলি হাঁহ, কিন্তু তহঁতৰ জালুকবাৰীখনলৈ যাবই নোৱাৰি— বিশ্ববিদ্যালয় নহয় যেন এখন বৃন্দাবনহে, জোৰাই জোৰাই ৰাধাকৃষ্ণৰ যেন ৰাসলীলাহে চলি আছে। মই কিন্তু তহঁতৰ দৰে ভণ্ড নহওঁ দেই— পি ইউৰ ইংৰাজী টেক্সত যে ইংৰাজী কবিতা এটাত পঢ়িছিলোঁ— হাজাৰ বছৰ পিছতো প্ৰেমিকে এতিয়াৰ দৰেই প্ৰিয়াৰ চকু বা অন্যান্য অংগৰ বন্দনা গাই যাব, ময়ো তাকেই বিশ্বাস কৰোঁ। আচলতে সেই কথা প্ৰতিজন গাত যৌৱনৰ তেজ থকা ডেকায়েই ভাবে, কেৱল বাহিৰত স্বীকাৰ কৰাৰ সৎ সাহস নাই আন কিবা দুৰ্বলতা আছে। সিদিনা তহঁতৰ সেই মনোজ নামৰ ল'ৰাটোৱে মোক উপযাচি আহি কি যে উপদেশৰ ফুলজাৰি উৰাই নগ'ল। (সিয়ো এক দ্বিতীয় দীন) মোৰ কবিতাত হেনো বিপ্লৱৰ অগ্নি-স্ফুলিংগ যিমান জ্বলি উঠিব লাগে সিমান জ্বলি উঠা নাই, বুৰ্জোৱা সমাজৰ বুৰ্জোৱা প্ৰেমৰ গীত ৰচাৰ দিন আৰু নাই; মই এটানে দুটা প্ৰেমৰ কবিতা লিখোঁতেই কত কথা, তাৰ পিছতো তাৰ কত কথা, কলেজৰ কতো ল'ৰা-ছোৱালীৰ 'কাফ্ লাভ্' দেখিলে হেনো তাৰ বৰ পুতৌ ওপজে। পিছতহে এদিন ৰবীনক লগ পাই মনোজৰ সেই উন্নাসিকতাৰ আচল ৰহস্যৰ ভেদ পাই গ'লোঁ— মূল সেই ব্যৰ্থ প্ৰেম, গতিকে আঙুৰ ফল টেঙা নহৈ আৰু হ'ব কি? বেচেৰা মনোজ, ৰবীনে ক'লে যে দীপালি কাকতি নামৰ বৰ 'ইন্‌টেলেক্‌চুৱেল' ছোৱালী এজনীৰ লগত এসময়ত হেনো তাৰ খুব 'গভীৰ' প্ৰেম হৈছিল কিন্তু তাই যেতিয়া লাহে লাহে গম পালে যে মনোজৰ ঘৰ এক গোকাট গাঁৱত আৰু দুৰ্বল কান্ধে এদিন ভাৰ পাতি ল'ব লাগিব কেবাজনো ভায়েকৰ শিক্ষা আৰু কেবাজনী ভনীয়েকৰ বিয়াৰ দায়িত্ব, তেতিয়া এদিন সেই 'গভীৰ' প্ৰেমৰ সম্পূৰ্ণ মৃত্যু ঘটিল। আচলতে আমাৰ যুগতো প্ৰেম কৰিব খোজে সকলো ডেকাই, সি চি পি এমেই হওক বা কংগ্ৰেছেই হওক, কবিতা লিখকেই হওক বা গল্প-প্ৰবন্ধ লিখকেই হওক— বৰং আমাৰ দিনৰ ডেকাবোৰৰ বোধহয় অগ্ৰৰ দিনৰ ডেকাবোৰতকৈ সেই আশাই বেছিকৈয়ে বুকুত জিপ লৈ থাকে— কাৰণ আমাৰ দিনত এতিয়া কিমান বেছি ছোৱালী কলেজত পঢ়িছে, এতিয়াৰ ছোৱালীবোৰ কিমান বেছি আগবঢ়া, কিমান বেছি স্মাৰ্ট, কিমান বেছি সহজ আৰু নিঃসংকোচে ল'ৰাৰ লগত বন্ধুত্ব কৰে— কিন্তু হায়! 'আশা যে কেৱল মায়াৰ ছলনা'— কি যে 'মায়াপী' এই ছোৱালীবোৰ।'

মহিমৰ মাজে মাজে দীঘলীয়া লেকচাৰ মৰা অভ্যাস আছে, কিন্তু আজি যেন সি মাত্ৰা চেৰাই গৈছে, আজি নিশ্চয় কলেজত কিবা এটা হৈছে তাৰ। সেই কথা মই তাক সুধিবলৈ ওলাইছিলোঁহে মাত্ৰ— পিছে কৰুণাই মই ভবা কথাটোৰ প্ৰতিধ্বনি কৰি কৈ উঠিল— 'ঐ মহিম, আজি তোৰ কিবা এটা হৈছে, আজি তোৰ চিৰাচৰিত দীঘল লেকচাৰবোৰৰো ৰেকৰ্ড সৃষ্টি কৰিলি; আৰু এটা বিষয়ত কোনো সন্দেহ নাই যে আজি এই মায়াপী ছোৱালীৰ কিবা মায়াতে পৰি আহি এনেকৈ মুখ চলাইছ—'

মহিমে আকৌ এটা চিগাৰেট জ্বলালে আৰু কোনো ভূমিকা নকৰাকৈ কৈ গ'ল— 'তইঁতেতো জানই, মই মোৰ আৰ্থিক অৱস্থা আৰু ঘৰুৱা অৱস্থাৰ 'সীমাবদ্ধতা সম্পৰ্কে ইমান সচেতন যে কেতিয়াও কোনো ছোৱালীৰ লগত বন্ধুত্ব কৰিবলৈ নাযাওঁ; ফলত মোৰ চকুৰ আগত, মোৰ চাৰিওফালে জাক জাক ছোৱালী ফুলৰ দৰে, পখিলাৰ দৰে, তৰাৰ দৰে জিলিকি থাকে আৰু সেই তেন্তেলাচ হৈ পানীৰ মাজতো নিজৰ তৃষ্ণাৰ টেটু চেপি ধৰি আকণ্ঠ নিমজ্জমান হৈ থাকোঁ। কিন্তু আজি যতীনে ইলেক্‌চনৰ অভিযানত আন কেবাটাও ল'ৰাৰ লগতে মোকো ছোৱালীৰ হোষ্টেললৈ লৈ গ'ল। যতীন বৰ পঢ়া-শুনা কৰা গহীন-গম্ভীৰ ল'ৰা, লগত যিকেইটা ল'ৰা নিছিল সিহঁতো বৰ ভাল; তাৰ পিছত ভোটাৰ বিচাৰি যোৱা ছোৱালীবোৰে যি ৰেগিং কৰিলে মই দেখি একেবাৰে বুৰ্বক বনি গ'লোঁ ভাই। যতীনটো যেন মানুহ নহয় বান্দৰহে, তেনেকৈ নচুৱাব খুজিলে কেইজনীমানে কাগজ এখনত এই প্ৰশ্নটো লিখি যতীনক উত্তৰ সুধি পঠালে— 'Kite golap arh kite – why is it fomous?' যতীনে ক'লে যে সেই প্ৰশ্নটো ইংৰাজীত সুধিব লগা প্ৰশ্ন নহয়, 'কাঁইটো' চিলা নহয়, ছোৱালীবোৰে যেন অসমীয়াত সোধে তেতিয়া আটাইজাক ছোৱালীয়ে কি যে গিৰ্জনি মাৰি হাঁহি উঠিল আৰু আমাক গহীন হৈ থকা দেখি জোকাবলৈ ধৰিলে— 'এওঁলোকে ইমান লাজ কৰিছে ভাই, মুখ-চুখ ৰঙা পৰি গৈছে। কিন্তু ইউনিয়ন ছেক্ৰেটাৰি হ'লেতো ইমান লাজ কৰিলে নচলিব— ।' তাৰ পিছতো বুজিব নানাজনীয়ে নানা কথা ক'বলৈ ধৰিলে, 'ভোট লাগিলে আমাক আটায়ে টুইষ্ট নাচি দেখুৱাব লাগিব, গান শুনাব লাগিব, আমি সোধা প্ৰশ্নবোৰৰ উত্তৰ দিব লাগিব'—এইবাৰ প্ৰশ্ন এটাৰ নমুনা শুন— আমাৰ গাৰ্ল ফ্ৰেণ্ডবোৰৰ নাম ক'ব লাগে হেনো। যতীনে পৰিচয় দি নামতো কোৱাত এজনীয়ে সুধিলে— যতীনে নামৰ আগত শ্ৰী নেলেখে কিয়, যতীনে গহীনাই ক'লে যে শ্ৰী হিন্দু ধৰ্মৰ চিন, কিন্তু সি কোনো ধৰ্মতে বিশ্বাস নকৰে বাবে শ্ৰী বাদ দিছে। তেতিয়া আটাইবোৰৰ কি হাঁহিৰ গিৰ্জনি। এজনীয়ে হাঁহি ভেদ কৰি চিঞৰি উঠিল— 'অ' আই, ইমান অকোৱা-পকোৱা কথানো কে'লৈই ক'ব লাগিছে, পোনে পোনে কৈ দিলে নহয় যে মই নাস্তিক! যি হওক, এই কেইজনীতো এই কেইজনীয়েই, কনভেণ্টত পঢ়ি অহা ধনীৰ দুলালী কেইজনীৰ পট আকৌ কি চাবি— আমি দিয়া কাৰ্ডকেইখন লওঁ-নলওঁকৈ হাতৰ পৰা সৰি নেযোৱাকৈ কোনোমতে ধৰি ৰাখি অতি গহীন মুখবোৰ সুদূৰ দিগন্তত দৃষ্টি নিবদ্ধ কৰি এনে থাকিল যেন আমাৰ দৰে তুচ্ছ ল'ৰাবোৰক সেইখিনিলৈকে প্ৰশ্ৰয় দি সিহঁতৰ দৰে দেৱ-দুৰ্লভাই খুব অনুগৃহীত কৰিছে! তাৰ পিছত যতীনে যেতিয়া তাক কিয় ভোট দিব লাগে, তাৰ আদৰ্শ কি, কি প্ৰতিশ্ৰুতি দিব খোজে আদি কথা ক'বলৈ ধৰিলে, লগে লগে সমূহ ছোৱালীৰ কি উচ্‌পিচনি, অলপ পিছতেই সিহঁতে যতীনৰ বক্তৃতা আওকাণ কৰি নিজৰ ভিতৰত কথা পতাতে লাগি গ'ল। ইতিমধ্যে আন এটা দলেও ভোট বিচাৰি সংলগ্ন সিটো হোষ্টেললৈ গৈছিল, হঠাৎ দেখিলোঁ তাৰে ল'ৰা এটাই ভালুক নাচ নাচিবলৈ ধৰিলে, বিশ্বাস কৰা ভাই— একেবাৰে ভালুক নাচ। যতীনৰ পাল্লাত পৰি মোৰ যি অভিজ্ঞতা হ'ল তাৰ ফলত মনে মনে নিজকে ধন্যবাদ দিলোঁ যে মই অন্ততঃ সযতনে এই ছোৱালীবোৰৰ সান্নিধ্য পৰিহাৰ কৰি চলিছিলোঁ; ল'ৰাবোৰৰ হোষ্টেলত ভোট বিচাৰিবলৈ গৈ কিন্তু আমাৰ এনে দুৰ্ভাগ্যজনক অভিজ্ঞতা হোৱা নাই, বহুত ল'ৰাই যতীনক নানা বুদ্ধিদীপ্ত প্ৰশ্ন কৰিছে, কিতাপ-পত্ৰৰ কথা সুধিছে। সঁচা ভাই, আমাৰ ল'ৰাবোৰ ছোৱালীবোৰতকৈ বহুত ওপৰৰ—'

মহিম থামিল আৰু চিগাৰেটৰ এটা শেষ টান দি মোৰ ফালে হঠাতে অদ্ভুত চাৱনী এটা দি ক'লে— 'প্ৰকাশ, আশা ত্যাগ কৰ, বুজিছ, আজিৰ তইঁতৰ দৰে মগজু থকা, পঢ়া-শুনা কৰা ল'ৰাকেইটাৰ বাবে উপযুক্ত ছোৱালীৰ জন্ম হোৱা নাই— গতিকে তই এই ভৰলুৰ পাৰে পাৰেই হওক বা ব্ৰহ্মপুত্ৰৰ পাৰে পাৰেই হওক বা পাগলাদিয়াৰ পাৰে পাৰেই হওক, য'তেই যিমান চলাথ নকৰ কিয়, তোৰ মানসীৰ কেতিয়াও ক'তো সন্ধান নাপাব।'

মই উচপ খাই উঠিলোঁ, ই মহিমে হঠাতে দিব্যদৃষ্টি লাভ কৰিলে নেকি? মই কোনোদিনে কাকো এটা শব্দওতো কোৱা নাই, তেনেস্থলত ইয়াৰ আগত মই ধৰা পৰি গ'লোঁ কেনেকৈ? এইটোৱে বি এ ফেল কৰিলে কি হ'ব, ইয়াৰ মগজু দেখোন কৰুণাতকৈও বেছি!

কেইমাহমান আগৰ কথা। এই ভৰলুৰ পুলটোতেই এদিন তিনি বন্ধুৱে ঠিক কৰি পেলালোঁ যে এইবাৰ

সাহিত্য সভাখন চাবলৈ যাম, দূৰৈত থাকি সমালোচনা কৰি থকাতকৈ ওচৰৰ পৰা নিজে দেখিলা চাই আহি সমালোচনা কৰাটোহে বেছি যুক্তিসংগত কথা। যেই কথা সেই কাম, গ'লোঁ নলবাৰীলৈ। এইবাৰ সাহিত্য সভাৰ অধিৱেশন নলবাৰীত বহিছিল।

ইমান ওচৰৰ ঠাই নলবাৰী, কিন্তু জীৱনত এই প্ৰথম গ'লোঁ নলবাৰীলৈ। কিয় জানো নলবাৰীত ভৰি দিয়াৰ লগে লগে এষাৰ কথা মনলৈ আহিল আৰু মনৰ ভিতৰতে অকলে হাঁহিলোঁ— যাৰ নাই ঘৰবাৰী, সি যায় নলবাৰী .. মোৰ ঘাই ঘৰ ক্ষেত্ৰীত, কিন্তু নিজৰ আচল ঘৰ হ'ব বিয়া-বাৰু কৰি থিতাপি লোৱাৰ পিছতহে ... হায় ... কটনত থকাত সময়ৰ এক সুদীৰ্ঘ কাল অঞ্জু নাম ছোৱালীজনীৰ লগত ঘনিষ্ঠতা কৰিলোঁ; মইতো মহিমৰ দৰে আত্মসচেতন হৈ চলা নাছিলোঁ, গতিকে বহুত ছোৱালীকে টুকুৰিয়াই চাই চাই অঞ্জুৰ মাজতেই কিবা বিচাৰি পোৱা যেন লাগিছিল, অঞ্জুৱেও মোৰ প্ৰতি বেছি আগ্ৰহান্বিত হৈ উঠিছিল— সেই কালছোৱাত মোৰ বেছ গৰ্ববোধ এটা আছিল, মই পঢ়া-শুনাত চোকা, কটনৰ কলেজ-সপ্তাহৰ সাহিত্য প্ৰতিযোগিতাৰ বেছিভাগ পুৰস্কাৰ মোৰেই কুক্ষীগত হৈছে— গতিকে আচল মছলা থকা ছোৱালীবোৰ আহি যেন মোৰেই পদপ্ৰান্তত পৰিবহি! কিন্তু হায়, ছোৱালী দুই-চাৰিজনী আহিল সঁচা, পিছে কেইদিনমান পিছতে গম পালোঁ, ময়ে তেওঁলোকৰ একমাত্ৰ 'বয় ফ্ৰেণ্ড' নহয়। তাৰ পিছতে লগ পালোঁ অঞ্জুক, কিতাপ-পত্ৰ কিছু পঢ়িছে, দুই-চাৰিটা গল্প লিখি মোক দেখুৱালেও— বিশেষ প্ৰতিভা ফুটি নোলালেও চৰ্চাৰ ফলত এদিন বিকাশ লাভ কৰিব বুলি মই আশান্বিত হৈ উৎসাহী হৈয়ে ৰ'লোঁ। তাৰ পিছত মোৰ জানো এদিন কি ভাব হ'ল, মই অঞ্জুক দুখ কৰি কৰি আমাৰ ঘৰৰ অতি বেছি দাৰিদ্ৰাবস্থাৰ কাল্পনিক চিত্ৰ এখন ডাঙি ধৰিবলৈ ধৰিলোঁ (হায়, পিতৃ চান্দ সদাগৰৰ সলনি আধুনিক লক্ষীন্দৰে নিজেই কন্যাৰ অগ্নি পৰীক্ষা কৰিবলৈ ওলাল!), আচলতে এই মতি হ'ল কৰুণাটোৰ কাৰণেই। মহিমৰ আগত সি বক্তৃতা জাৰিলে কি হ'ব— মই হ'বলা তাৰ আৰু লিলিৰ কথা নাজানোঁ? তাৰেই চি পি এমৰ উৎসাহী ভক্ত, প্ৰগতিবাদী, ভাল বক্তৃতা দিব পৰা অতি বেছি আগৰণুৱা ছোৱালী লিলি, কেইদিনমান কৰুণাৰ লগত তাইৰ কি হলি-গলি। মই কৰুণাক জোকোৱা আৰম্ভ কৰি দিলোঁ আৰু প্ৰত্যুত্তৰত কৰুণাই মাথোঁ মিচিক-মিচিক হাঁহি থাকিল। তাৰ পিছত দেখিলোঁ— চকৰি ঘূৰিছে, লিলিক আজিকালি মৃগেন কাকতি নামৰ বেছ ধুনীয়া আৰু ধনী ঘৰৰ ল'ৰা এজনৰ লগতহে বেছিকৈ দেখা হ'লোঁ। কৰুণাক সুধিলোঁ, সি মুখত অৱজ্ঞা, বিতৃষ্ণা, জ্বালা আদিৰ বিচিত্ৰ সংমিশ্ৰিত চিনিক অভিব্যক্তি এটাৰে মন্তব্য দিলে— 'অল্ দেট্ গ্লিটাৰছ্ ইজ্ নট্ গল্ড।'

তাৰ পিছত এদিন অঞ্জুৰ ক্ষেত্ৰত ময়ো মনে মনে কৰুণাৰ মন্তব্যকে দিব লগা হ'লোঁ, কাৰণ আমাৰ ঘৰৰ ভয়াবহ দৰিদ্ৰতাৰ কথা শুনি শুনি অঞ্জু লাহে লাহে মোৰ পৰা আঁতৰি গৈ থাকিল, গৈ থাকিল আৰু শেষত তাইৰ মাক-দেউতাকে ঠিক কৰি দিয়া ইঞ্জিনীয়াৰ দৰা এজনৰ লগত বিয়াৰ যোগেদি আমাৰ দুয়োৰো মাজত গঢ়ি উঠা সম্পৰ্কৰ ইতি পৰিল।

পিছে কৰুণা আৰু মোৰ দুয়োৰে ক্ষেত্ৰতে এটা কথা হ'লে সত্য যে আমাৰ দুয়োৰে হিয়াত অলপ আঁচোৰ লাগিল হয়, তাৰ পৰা হয়তো দুই-এটোপাল তেজো নিগৰি ওলাল, কিন্তু আমাৰ হিয়া ভাগি নগ'ল। আমাৰ যুগৰ ল'ৰাৰ আগৰ যুগৰ ল'ৰাৰ দৰে ব্যৰ্থ প্ৰেমে বোধহয় তেজ নিগৰি যোৱাকৈ হিয়া ভাঙিব নোৱাৰে, আমাৰ হিয়া অলপ বেলেগ ধাতুৰে গঢ়া, আমাৰ যুগৰ কবিয়ে প্ৰবীণৰ আলোচনীত ঠাই নাপালেও কলেজৰ বেৰতে কবিতা লিখি জনায় যে আমি মাথোন এজনকে হিয়া বিলাব নোখোজোঁ— অগণন জনতাকো আমি আমাৰ হিয়া বিলাব খোজোঁ!

কিন্তু হায়, তথাপি তাৰ পিছতো যে মই পাগলাদিয়াৰ পাৰে পাৰে ঘূৰি ফুৰিছিলোঁ— আৰু ময়েই বা কিয়, মোৰ সতীৰ্থ কতজনেও হয়তো তেনেদৰে ঘূৰি আছে। মই নিজেই বা আৰু ক'ত কিমান ঘূৰিম, মহিম অৱশ্যে ইয়াৰ বিফলতা সম্পৰ্কে স্থিৰ নিশ্চিত— কিন্তু মই মানুহ আৰু মানুহ হ'ল আশাধাৰী জীৱ...

যি হওক, নলবাৰীত আমি থকা কেম্পটোত আমাৰ খোৱা-বোৱাৰ তদাৰক কৰিছিল কেইজনীমান স্থানীয় ছোৱালীয়ে; সিহঁতৰ লগত চা-চিনাকি হৈছিল, বেছ সপ্ৰতিভ ছোৱালী কেইজনীৰ কথা-বতৰাত বুদ্ধি-বৃত্তি থকা যেন লাগে। আমি আচৰিতেই মানিছিলোঁ এনে এখন সৰু ঠাইত স্মাৰ্ট ছোৱালী দেখি আৰু তেতিয়া

নলবাৰী অঞ্চলৰে ল'ৰা কৰুণাই আমাৰ আগত গহীনাই মন্তব্য দিছিল—'অসমৰ ভিতৰত নলবাৰীৰ এক সুকীয়া ঐতিহ্য আছে, বুজিছ ...'

যি হওক এবাৰ মই কথাই কথাই ছোৱালী কেইজনীক ক'লোঁ, 'হৰিহৰ ডেকা নামৰ শিক্ষক এগৰাকী নলবাৰীৰ কোনোবা হাইস্কুলত সহকাৰী প্ৰধান শিক্ষক হৈ থকা বুলি শুনিছিলোঁ। আমাৰ ক্ষেত্ৰীৰ হাইস্কুলত তেওঁ ১৩/১৪ বছৰমান আগতে শিক্ষকতা কৰি আছিল, তেতিয়া আমাৰ ঘৰৰ লগত তেওঁলোকৰ ঘৰৰ খুব—' মই কথা শেষ কৰিবকে নাপালোঁ, ছোৱালী কেইজনীৰ মাজৰ পৰা প্ৰিয়বালা নামৰ ছোৱালীজনীয়ে চকুহাল বিস্ফাৰিত কৰি প্ৰায় চিঞৰি উঠিল— 'হৰিহৰ ডেকাতো মোৰ দেউতাৰে নাম, মই খুব সৰু থাকোঁতে আমি ক্ষেত্ৰীত আছিলোঁ। ...'

এইবাৰ মোৰ চকু বিস্ফাৰিত হৈছিল। বুলু? প্ৰিয়াবালা বুলু? মই ক্ষন্তেক পৰ অতি আশ্চৰ্যৰ ভাবত এই ধুনীয়া গাভৰুজনীৰ পিনে চাই থকিলোঁ আৰু তাৰ পিছত মোৰ মনে এই প্ৰিয়বালা বোলা নতুন চিনাকি যেন ছোৱালীজনীৰ মাজত বুলু নামৰ অকণমানি মৰম লগা ছোৱালী এজনীৰ হেৰাই যোৱা ছবি এখন ব্যাকুলভাৱে সন্ধান কৰাত ব্যস্ত হৈ পৰিল।

মই তেতিয়া চতুৰ্থমান শ্ৰেণীত পঢ়োঁ। আমাৰ স্কুললৈ নতুনকৈ শিক্ষক এজন আহিল। তেওঁৰ প্ৰতি মোৰ দুদিনতে খুব ভাল পোৱা আৰু শ্ৰদ্ধা জাগি উঠিছিল, ইমান যে বঢ়িয়াকৈ অংক বুজায়, তদুপৰি ইমান গহীন হৈও মানুহজন যে কি মৰমিয়াল। তেওঁৰেই নাম আছিল হৰিহৰ ডেকা। তেওঁ প্ৰথমতে পৰিয়াল নিয়া নাছিল, তাৰ পিছত ময়ে যেতিয়া প্ৰধান উৎসাহী হৈ আমাৰ সম্পৰ্কীয় খুৰা এজনৰ ভাড়াঘৰ এটা বিচাৰি দিলোঁ তেওঁ পৰিয়াল লৈ আহিল। সৰু পৰিয়ালটো— মোৰ গুৰুপত্নী, গুৰুপুত্ৰ প্ৰবীৰ আৰু গুৰুকন্যা বুলু। প্ৰবীৰ আছিল প্ৰায় মোৰেই সমনীয়া আৰু বুলু এজনী অকণমানি মৰম লগা ছোৱালী। প্ৰবীৰক ঘৰত মাতিছিল ধন বুলি আৰু বুলুক তেতিয়াও স্কুলত নাম লগাই দিয়া নাছিল কাৰণে তাইৰ ভাল নামটো নাজানিছিলোঁ— এতিয়া নামটো জানি ভাবিলোঁ 'তুমি কিন্তু তেতিয়া মোৰ প্ৰিয় বালাই যে হৈ নপৰিছিলা।' সৰুৰে পৰা মোৰ কিতাপ পঢ়াত খুব চখ, য'তে যি কিতাপ পাওঁ গোগ্ৰাসে গিলোঁ। এবাৰ অসমীয়া পঢ়োৱা ছাৰৰ ঘৰৰ পৰা কবিতাৰ কিতাপ এখন পঢ়িবলৈ আনোতে 'একণমানি ছোৱালীকণ তই' নামৰ কবিতা এটা পঢ়ি বৰ ভাল লাগিছিল, হয়তো ময়ো এটা অকণমান ল'ৰা বাবেই তাৰ আবেদনে খুব গভীৰলৈ শিপাইছিল, গতিকে কবিতাটো মুখস্থ কৰিও পেলাইছিলোঁ। এতিয়া আমাৰ ঘৰখনৰ লগত খুব ঘনিষ্ঠ হৈ পৰা বুলুহঁতৰ ঘৰখনলৈ মোৰ অবাধ গতি হোৱাৰ ফলত মই বুলুক সেই কবিতাটোৰে বন্দনা কৰিবলৈ ধৰিলোঁ।

'একণমানি ছোৱালীকণ তই,—তোৰ
ইমান ৰূপৰ জমক,
বিজুলীৰ যেন চমক;
চাওঁ নৌ চাওঁতেই হিয়াৰ জুই মোৰ
উঠিল ভমক ভমক।
অ' অকণমানি ছোৱালীকণ তই ৰূপৰ ইমান জমক।'

যি হওক, আমাৰ ঘৰ দুখনৰ খুব ঘনিষ্ঠতা হোৱাৰ পিছত সাধাৰণতে যি ধৰণৰ কথা দিয়া-দিয়ি হয়, এই দুখন ঘৰৰো তেনেকুৱাই হ'ল— অৰ্থাৎ ভবিষ্যতে মোৰ আৰু বুলুৰ মাজত বিয়া পাতিব। ইমান মিল হোৱা ল'ৰা-ছোৱালীহালৰ আৰু দুয়ো ঘৰৰ সম্প্ৰীতিক যাউতিযুগীয়া কৰাৰ অংগীকাৰ লোৱা হ'ল।

কিন্তু হায় সময়! ক'লৈ গ'ল হৰিহৰ ডেকা, ক'লৈ গ'ল বুলু আৰু ক'ত হেৰাই গ'ল এদিনৰ অংগীকাৰ।

কিন্তু মোৰ মনৰ পৰা হ'লে হৰিহৰ ডেকাৰ নামটো মছ খাই যোৱা নাছিল, মছ খাই যাব পৰা নাছিল 'একণমানি' বুলু। তেওঁলোকৰ লগত আমাৰ সম্পৰ্ক হেৰাই গ'লেও মই ডেকা ছাৰ নলবাৰীত থকা কথাটো গম পোৱাৰ কাৰণ হ'ল— কিছুদিন আগতে গণতন্ত্ৰ দিবসত যিসকল কৃতী শিক্ষকৰ পুৰস্কাৰ পোৱা তালিকা কাগজত ওলাইছিল সেই তালিকাত হৰিহৰ ডেকাৰো নাম আছিল।

আৰু আজি অত বছৰৰ পিছত মোৰ আগত মোৰ 'শৈশৱৰ প্ৰিয়া' সেই 'একণমানি' বুলু!

কিন্তু নহয়, প্ৰিয়বালা ডেকাহে। এতিয়া মোৰ বাবে সম্পূৰ্ণ অচিনাকিৰ দৰে হৈ আগত থকা ৰূপহী গাভৰুজনীৰ পিনে অবাক দৃষ্টিৰে চাই থাকি মোৰ নিজৰ আশ্চৰ্য ভাবক ৰবীন্দ্ৰনাথৰ 'কাবুলীৱালা'ৰ আশ্চৰ্য ভাবৰ দৰেই লাগিল— সুদীৰ্ঘ সময়ৰ ব্যৱধানে কাবুলীৱালাৰ অকণমানি মিনিক পূৰ্ণ যৌৱনা গাভৰুলৈ পৰিৱৰ্তিত কৰি পেলোৱা অতি স্বাভাৱিক ঘটনাটোও যে কি বিস্ময়কৰ!

মই সহজ হৈ ল'লোঁ। 'কি আচৰিত কথা! তুমি তেন্তে বুলু? মোক তোমাৰ নিশ্চয় মনত পৰা নাই, কিন্তু তোমাৰ মা-দেউতাৰাই নিশ্চয় মোক পাহৰা নাই। বিশেষকৈ তোমাৰ দেউতাৰাই, তেখেতৰ মই প্ৰিয় ছাত্ৰ আছিলোঁ। অ' ধনৰ খবৰ কি এতিয়া?'

মই প্ৰবীৰক কোনোদিন ধন বুলি মতা নাছিলোঁ, কিন্তু এতিয়া যে বুলুৰ আগত ধন নামটো ওলাই গ'ল— নিশ্চয় তাৰ মনস্তাত্ত্বিক ব্যাখ্যা এইটোৱেই যে বুলু আৰু লগতে মোৰ বন্ধু কেইজনকো মই দেখুৱাব খুজিলোঁ বুলুহঁতৰ ঘৰখন মোক কিমান আপোন।

বুলুৰ উচ্ছ্বাস, আনন্দ, আশ্চৰ্য ভাব যথোপযুক্তভাৱেই তাইৰ কথা-বতৰাত ফুটি ওলাল। প্ৰবীৰ ইঞ্জিনিয়াৰিং পঢ়া নতুনকৈ চাকৰিত সোমাইছে, ক্ষেত্ৰীত জন্ম হোৱা ভায়েকজনৰ পিছত সিহঁতৰ আৰু দুজন ভাই-ভনীৰ জন্ম হৈছে, সিহঁতৰ মাক বাত বিষত আজিকালি প্ৰায়ে শয্যাশায়ী হৈ থাকিব লাগে— ইত্যাদি বহুত খবৰেই বুলুৱে শুনালে, তাৰ পিছত লগ ধৰিলে সিহঁতৰ ঘৰলৈ।

মই তৎক্ষণাতে ওলালোঁ। বুলুৱে কৰুণা আৰু মহিমকো আমন্ত্ৰণ জনাইছিল, কিন্তু মহিমেই দৃঢ়তাৰে ক'লে যে ইমান দিনৰ মূৰত মোৰ সৈতে যিখন ঘৰৰ এক আনন্দময় পুনৰ্মিলন হ'ব, তাত তৃতীয় ব্যক্তিৰ উপস্থিতি অবাঞ্ছিত। মই মনে মনে মহিমৰ প্ৰতি কৃতজ্ঞ হ'লোঁ--- 'বেটা'ৰ কবিতা লিখাৰ সাৰ্থকতা আছে— সূক্ষ্ম কথাবোৰ ভাবি চাব জানে।

বুলু মই ওলালোঁ। তেতিয়া ৰাতিৰ আন্ধাৰ নামি আহিছিল। কোৱা বাহুল্য, বুলুৱে বন্ধু কেইজনীৰ পৰা কেম্পৰ দায়িত্বৰ পৰা সিদিনাৰ বাবে অবসৰ লৈছিল আৰু মই যে সিদিনা ৰাতি তাত ভাত নাখাওঁ, সিহঁতৰ ঘৰত খাম— সেই কথাও কৈ দিছিল। মোৰ আনন্দ আৰু আশা উত্তৰোত্তৰ বাঢ়ি গৈছিল।

নলবাৰীনো কিমান ডাঙৰ চহৰ, তাত মানুহৰ ভিৰেই বা কিমান, তাতে সন্ধিয়া শেষ হৈ ৰাতিও হৈছে— গতিকে প্ৰধান আলি এৰি পাগলাদিয়াৰ পাৰৰ লুংলুঙীয়া আলিটোত ভৰি দিয়াৰ লগে লগে মানুহৰ সমাহাৰ প্ৰায় শূন্যত পৰিণত হ'ল।

এই কেইদিনতে বুলুৰ লগত ভাল চা-চিনাকি হৈছিল, এতিয়া শৈশৱৰ চিনাকিকো তাৰ লগত যোগ দি সেই চিনাকি আৰু গাঢ় কৰি ল'লোঁ— অৰ্থাৎ তাইৰ লগত কথা-বতৰাত বহুত অধিকাৰ লৈ পেলালোঁ। সেই কথা-বতৰাৰ কিছু কিছু নমুনা হ'ল এনে ধৰণৰ ঃ

'তোমাক বন্ধুবোৰে প্ৰিয়বালা বুলি ইমান দীঘল নামটোৰেই মাতে নে? কিছুমান দীঘল নামতো আধা কাটি লৈ এডোখৰতে মতা যায়— যেনে গিৰিবালাৰ পৰা গিৰি, নিৰুপমাৰ পৰা নিৰু, তোমাৰ নামটোও কাটি মাতিলে— অ' নহয় তোমাৰ নামটো কাটি মাতিলে তুমি হ'বা প্ৰিয়, প্ৰিয়তো ছোৱালীৰ নাম হ'ব নোৱাৰে, গতিকে নামটো স্ত্ৰীলিঙ্গ কৰিব লাগিলে তুমি হ'বা প্ৰিয়া—' তাৰ পিছত মই ঢেকুঢেকাই হাঁহি দিছিলোঁ— 'তেতিয়াও হৈ যায় মহা মস্কিল, তুমি ছোৱালীবোৰৰ প্ৰিয়া হ'বা কেনেকৈ, প্ৰিয়া হ'বা ল'ৰাৰহে ... এই বুলু, তোমাৰ লাজ লাগিছে? মোৰ ওপৰত খং উঠিছে? বাৰু বাৰু তুমি প্ৰিয়েই হৈ থাকা আৰু তেতিয়াহ'লে মই তোমাক এইদৰে ৰবি ঠাকুৰৰ কবিতা শুনাব পাৰোঁ ঃ

'হে প্ৰিয়ে আজি এ প্ৰাতে
নিজ হাতে
কী তোমাৰে দিব দান?
প্ৰভাতের গান?'

কিন্তু প্ৰিয় বুলু, এতিয়া যে সন্ধিয়া, আৰু তুমি এই নলবাৰীৰ ছোৱালীজনীয়ে জানো ৰবীন্দ্ৰনাথ ভাল পোৱা? ৰ'বা, মই তোমাক আন কবিতাকে শুনাওঁ, কাৰণ মই কবিতা খুব ভাল পাওঁ আৰু এই সন্ধিয়াৰ বিখ্যাত

পাগলাদিয়া নৈৰ পাৰে পাৰে তোমাৰ দৰে ধুনীয়া আৰু বুদ্ধিমতী ছোৱালী এজনীৰ আগত মোৰ দৰে কবিতা পাগল ল'ৰা এজনৰ মুখত কবিতা ওলাবই। বাৰু, তুমি জ্যোতিপ্ৰসাদকে শুনা ঃ

'ৰূপৰ ইনো কি অময়া জলক
পৰশৰ কিনো অগ্নিপুলক
অস্থিতো আনি মিলন বাসনা
দিলে আঁহি শিঁয়ৰাই,
কোৱা সখী মোক
কোৱা সখী মোক
কেনেকৈ থাকোঁ
কেনেকৈ থাকোঁ
কোৱা সখী কি উপায়?'

★ ★ ★ ★

এই বুলু, ইমান নীৰৱে আছা কিয়? তুমি কবিতা পঢ়ানে? তেনেকৈ অভ্যাস নাই! হায়!'

পোন্ধৰ মিনিটমানৰ ভিতৰতে বুলুহঁতৰ ঘৰ পালোঁ, চিনাকি পৰ্ব হৈ যোৱাৰ লগে লগেই মোক ঘেৰি আটাইৰে যে কি আনন্দ, কি উচ্ছ্বাস, তেওঁলোকে যেন বহুত দিনৰ আগৰ হেৰোৱা মাণিক আজি নিবিচৰাকৈয়ে পাই গ'ল। বুলুৰ দেউতাকেতো বুলু আৰু বাকী ল'ৰা-ছোৱালীকেইটাৰ আগত মোৰ গুণ কীৰ্তন কৰি ততেই নাপায়— মই কি ভীষণ চোকা ল'ৰা আছিলোঁ, মই সেই সৰু কালতে দেশ-বিদেশৰ কিমান কিতাপ-পত্ৰ পঢ়িছিলোঁ, পিছ পৰা ঠাই এখনৰ ল'ৰা— কোনো ধৰণৰ মানসিক উন্নতিৰ বাবে পৰিৱেশ অনুকূল নহয়— তথাপি নিজৰ যত্নতেই কেনেকৈ আজি ইমান আৰু বাঢ়িছোঁ— ইত্যাদিৰে হৰিহৰ ডেকাই মোৰ প্ৰশংসা কৰি মোক যেন একেবাৰে সপ্তম স্বৰ্গত তুলি থ'লে।

সাহিত্য সভাৰ অধিৱেশন শেষ হৈ যোৱাৰ পিছত যেতিয়া কেম্প এৰি গুৱাহাটীলৈ নগৈ দুদিনমান বুলুহঁতৰ ঘৰত কেম্প কৰাৰ মোৰ অভিপ্ৰায় আৰু বুলুহঁতৰ আমন্ত্ৰণৰ কথা কৰুণা আৰু মহিমৰ আগত ব্যক্ত কৰিলোঁ— সিহঁত স্বাভাৱিকতেই অলপো অবাক নহ'ল, মহিমে হাঁহি হাঁহি এইদৰে ক'লেও— 'শহুৰৰ ঘৰত কেইদিনমান আৰাম কৰি ল', আৰু আমি সিফালে মেছৰ ডাইল-পানী-আলুগুটিৰ জীৱন পুনৰ আৰম্ভ কৰি দিওঁগৈ—'

সেই যাত্ৰাত বুলুহঁতৰ ঘৰত মই পুৰা এসপ্তাহেই থাকিলোঁ— সেই কেইদিনতে আমাৰ পুৰণি আপোন সম্পৰ্কটো ঘূৰি আহিল। প্ৰবীৰক অৱশ্যে মই লগ নাপালোঁ, কাৰণ তেতিয়া সি তাৰ কৰ্মস্থান জখলাবন্ধাত আছিল।

বুলুৰ লগত সম্পৰ্ক আৰু গভীৰতৰ হ'ল। তাই সুবিধা পালেই মোৰ ওচৰলৈ আহে, কথা পাতে, হাঁহে। তাইৰ কথা-বতৰাত তাইক বুদ্ধিমতী যেনেই লাগি থাকিল; তাৰ পিছত এদিন তাই সুধিলে— মই যেতিয়া গুৱাহাটীৰ কটন কলেজত পঢ়োঁ, ইমানবোৰ ছোৱালীৰ লগত পঢ়োঁ, তেনেস্থলত মোৰ নিশ্চয় তাত কোনোবা 'প্ৰাণৰ বান্ধৱী' আছে। মই বুলুৰ কৌতূহল, শংকা, ঈৰ্ষা আদিৰ সংমিশ্ৰিত ভাৱেৰে জিলিকি থকা চকু দুটালৈ খন্তেক পৰ চাই থাকি হাঁহি দিলোঁ আৰু ক'লোঁ— 'ওঁহো, তোমাৰ সেই ভয় অমূলক বুলু, মোৰ তেনে কোনো প্ৰাণৰ বান্ধৱী নাই।'

সিহঁতৰ ঘৰত থকাৰ ষষ্ঠদিনা বুলুক লৈ মই পাগলাদিয়াৰ পাৰে পাৰে বহুত দূৰলৈ ফুৰিবলৈ গুচি গৈছিলোঁ। তেতিয়া বেলি ডুবো ডুবো হৈছিল আৰু ফাগুন মহীয়া অতি ৰঙা বেলিৰ পোহৰ পৰি জ্বলি উঠিছিল পাগলাদিয়াৰ পাৰৰ হালধীয়া সৰিয়হ ফুলৰ বিশাল ব্যপ্ত পথাৰ, সেই একে ৰাঙলী আভা লৈয়ে পছোৱাৰ তালে তালে নাচি আছিল বাঁহৰ জাৰণিৰ পাতবোৰেও; কিন্তু আটাইতকৈ মনোহৰ ৰূপ ধৰিছিল পাগলাদিয়া নৈখনেহে, বতাহে সৰু সৰু ঢউ তোলা পানীবোৰ বেলিৰ ৰাঙলী বোল লাগি হৈ পৰিছিল অপৰূপ ক এবাৰ পৰা ভাহি আহিছিল অজানা পখীৰ কৰুণ মাত আৰু সেই জন-মানৱহীন প্ৰান্তৰৰ বুকু ফালি

নাচি নাচি গৈ থকা আবেলিৰ নিজান নৈখন হৈ পৰিছিল কোনোবা অপাৰ্থিৱ জগতৰ ৰঙীন ৯?/ণী স্ৰোতস্বিনী আৰু সেইফালে চাই চাই মোৰ বুকুত কিহে যেন খুন্দা মাৰি ধৰিছিল।

মোৰ আকৌ কবিতা ওলাল ঃ

'... মনত পৰেনে, এদিন আমি দুয়ো একেলগে সেই
পাহাৰটোলৈ ফুৰিবলৈ গৈছিলোঁ,
আৰু সেই অপৰূপ সূৰ্যাস্ত, সেই বিশাল বিস্ময়
ৰক্তৰ সমুদ্ৰত
সাঁতুৰি-নাদুৰি ফুৰা সেই কণ কণ ক'লা চৰাইজাক দেখি
তুমি নীৰৱে মোৰ
হাতখন তুলি লৈছিলা।'

কিন্তু বুলুৱে নহয়, মইহে বুলুৰ হাতখন তুলি লৈছিলোঁ, তাই মোক কোনো বাধা দিলে, কেৱল ধুনীয়াকৈ হাঁহি এটা মাৰি ক'লে— 'কবিতাৰে কিন্তু পেট নভৰে দেই, আপুনি কবিতা নিশ্চয় লেখিব আৰু মোকো শুনাব, কিন্তু পঢ়া-শুনাও ঠিক ৰাখিব লাগিব; দেউতাই আপোনাক ইমান চোকা বুলি প্ৰশংসা কৰে— আপুনি ই এ চি পৰীক্ষাত কিন্তু প্ৰথম হ'ব লাগিব।'

বুলুৱে বাধা দিয়া নাছিল, তথাপি তাইৰ হাতখন মোৰ হাতৰ মুঠিৰ পৰা সৰি পৰিছিল আৰু হোমেন বৰগোহাঞিৰ 'মেঘালীৰ কাৰণে ঃ এটি প্ৰেমোপাখ্যান' কবিতাটোৰ মই আওৰোৱা শাৰী কেইফাকিৰ পাছৰ কেইফাকিও মোৰ মনলৈ আহি গৈছিল— অবশ্যে এইবাৰ আৰু মই মুখ ফুটাই নাওৰালোঁ, মোৰ মনে বিনাইহে উঠিল ঃ

'... মোৰ অনুভৱ হৈছিল, তুমি যেন চকুৰ নিমিষতে
কিমান দূৰলৈ গুচি গ'লা,
গুচি গ'লা সেই ৰক্ত সমুদ্ৰৰ সিপাৰলৈ, এটি
ক'লা চৰাই হৈ, যাৰ
কোনো ঘৰ নাই, এটি ৰঙা ঢউ হৈ, যাৰ কোনো
আশ্ৰয় নাই।'

মোৰ হঠাৎ মহিমটোলৈও মনত পৰি গৈছিল, সি কবিতা লিখিছিল যে প্ৰিয়া পত্নী হৈ পেটৰ ভোকত ছট্ফটালেহে তাৰ বেজাৰ অসহনীয় হ'লহেঁতেন .. সি বোধহয় সঁচা কথাই লিখিছিল, বুলুৰ হাতখন যদি এইমাত্ৰ প্ৰিয়বালা ডেকা বোলা ছোৱালী এজনীৰ হাতলৈ ৰূপান্তৰিত হৈ নগ'লহেঁতেন, তেতিয়া বোধহয় মোৰ ৰক্তৰ সমুদ্ৰত অলপ আগৰ দৰেই জোৱাৰ উঠি থাকিলহেঁতেন আৰু প্ৰিয়বালা নামধাৰী ছোৱালীজনী চকুৰ নিমিষতে এইদৰে মোৰ ৰক্তৰ সমুদ্ৰৰ সিপাৰলৈ গুচি যাব লগা নহ'লহেঁতেন ...

এপ্ৰিল মাহত হোৱা এ চি এছৰ পৰীক্ষাটো দি উঠি ঘৰলৈ যাওঁতে দেউতাই ক'লে— হৰিহৰ ডেকাই তেওঁৰ প্ৰথমা কন্যা প্ৰিয়বালা ডেকাক মোৰ হাতত সমৰ্পণ কৰাৰ সদিচ্ছা জ্ঞাপন কৰি দেউতালৈ চিঠি দিছে, লগতে সোঁৱৰাইছে আমাৰ বাল্যকালতে বন্দবস্ত হৈ থকা কথাটো— লগতে তেওঁ বোলে এই কথাও লিখিছে যে মোৰ কোনো আপত্তি নহ'ব বুলিয়ে তেওঁলোকৰ বিশ্বাস, সাহিত্য সভাৰ সময়ত নলবাৰীলৈ যাওঁতে মই বোধহয় ছোৱালী পছন্দ কৰি থৈ আহিছোঁ।

মই সকলো শুনি দেউতাক কৈছিলোঁ যে অন্ততঃ চাৰি-পাঁচ বছৰলৈ মোৰ বিয়া-বাৰুৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে, হৰিহৰ ডেকাই যেন মোৰ বাবে বাট নাচাই অইন সৎপাত্ৰ পালেই কন্যাক সমৰ্পণ কৰে।

মোৰ যে কি গ্লানি লাগিছিল, অথচ মই জানো সঁচাকৈয়ে প্ৰবঞ্চনা কৰিছোঁ? হে মোৰ অন্তৰ্যামী, তুমিতো অন্ততঃ জানা যে মই কেতিয়াও খুব বেছি বিচৰা নাছিলোঁ, মোৰ বুলুৰ দৰে ধুনীয়া ছোৱালী নহ'লেও চলে, অঞ্জনাৰ দৰে অভিজাত ঘৰ এখন শহৰৰ ঘৰ হিচাপে নাপালেও চলে, আজি বহুত ডেকাই সকলো বাদ দি আৰ্থিক স্বচ্ছলতাৰ বাবে চাকৰিয়াল ছোৱালী বিচৰাৰ দৰে মই কেতিয়াও তেনে বস্তুবাদী মনোভংগীৰে

বিয়া কৰোবাৰ কল্পনাও নকৰোঁ— মই মাত্ৰ বিচাৰিছিলোঁ এজনী মনে মিলা ছোৱালী যাক মই মোৰ সকলো কথাৰে ভাগ দিব পাৰোঁ, যি হ'ব পাৰে মোৰ সকলো লিখাৰ আদিতমা পাঠিকা। মোৰ দাবী মাত্ৰ ইমানেই। কিন্তু নহয় এই দাবীটোৱেই বোধহয় সকলোতকৈ ডাঙৰ আৰু এই সন্ধানৰ সফলতাই বোধহয় সকলোতকৈ দুৰূহ।

গুৱাহাটীলৈ উভতি আহি মই ভৰলুপুলতে সন্ধিয়াৰ আন্ধাৰত যেতিয়া মহিম আৰু কৰুণাক কথাটো কৈছিলোঁ, দুয়ো হঠাতে একো মন্তব্য দিয়া নাছিল— মহিমে চিগাৰেট হুঁপিয়েই থাকিছিল আৰু সেইটোত শেষ টান এটা মাৰি ভৰলুৰ পানীত পেলাই দিহে সি কৈ উঠিছিল— 'মানসীৰ সন্ধানত এজন ডেকা মানুহ ঃ তোৰ এইটো কেই নম্বৰৰ ব্যৰ্থ সন্ধান হ'ল অ' প্ৰকাশ?' কৰুণাই অদ্ভুত ব্যংগ ভৰা মাতেৰে কৈছিল— 'চালাই অনন্তকাল প্ৰেমিকাৰে সন্ধান চলাই থাকিল— ঐ প্ৰেমিকপ্ৰবৰ, এইবাৰ শিৱসাগৰত সাহিত্য সভা হ'ব, ইয়াৰ পিছৰ নম্বৰজনীক দিখৌৰ পাৰে পাৰে বিচাৰি ওলোৱাৰ বাবে প্ৰস্তুত হৈ ল'—'

মোৰ খং আৰু দুখত প্ৰায় চকুপানী ওলাবলগীয়া হৈছিল। আজি ই বৰ চিনাকি হৈ দেখুৱাবলৈ আহিছে, কিন্তু এদিন সেই লিলি বোলা বিপ্লৱৰ বিলাস কৰা ছোৱালীজনীয়ে তাক নঠগোৱা হ'লেতো সিয়ো ইমানদিয়ে প্ৰেম সাগৰত আকণ্ঠ নিমজ্জমান হৈয়ে থাকিলহেঁতেন!

লিলিৰ কথা মনত পৰাৰ লগে লগে কিন্তু মোৰ এক মুহূৰ্ততে কৰুণাৰ প্ৰতি জাগি উঠা খংটো নোহোৱা হৈ গ'ল। ইমান নিষ্ঠাবান ল'ৰা কৰুণা, কিন্তু সিওতো মোৰেই দৰে তাৰ মানসীৰ সন্ধান নাপালে বা পায়ো হেৰুৱালে— এক হিচাপে তাৰ দুখ মোতকৈও বেছি নহয় নে? আচলতে আমি দুয়ো একেই শৰযাত্ৰাৰ যাত্ৰী নহয় নে?

অৱশ্যে মুখেৰে মই এটা মাতো নামাতিলোঁ আৰু দলঙৰ তলেৰে বৈ যোৱা ভৰলুৰ ক্ষীণ স্ৰোতধাৰালৈ একান্ত মনে দৃষ্টি নিবদ্ধ কৰি থাকিলোঁ।

(সংলাপ, ১৯৭৮)

# হায় সময় (১)

মানুহৰ এটা জীৱনতে যে কেতিয়াবা কেবাটাও জীৱন যাপন কৰা হৈ যায় দহ বাৰ বছৰৰ আগৰ মিনতি ভূঞাই জানো সপোনতো ভাবিব পাৰিছিল? অথচ এতিয়াৰ মিনতি দত্তই দেখিলে যে তেওঁৰ এই ত্ৰিছোৰ্ধৰ জীৱনত তেওঁ দেখদেখকৈয়ে দুটা ভিন্ন চৰিত্ৰৰ মানুহৰ জীৱন কটালে। ইয়াৰ পিছত যদি তেওঁ আৰু কিছু দীঘলীয়া সময় জীয়াই থাকে, তেওঁৰ আৰু বেলেগ জীৱন হ'ব নেকি তেওঁ নাজানে? এতিয়া তেওঁৰ এনেদৰণৰ অনিশ্চয়তাৰ মনোবৃত্তি এটাই গঢ়ি উঠিছে— কাৰণ তেওঁ এতিয়া জ্ঞানী হৈছে, অভিজ্ঞ হৈছে। অথচ দহ-বাৰ বছৰৰ আগৰ বাইছ বছৰীয়া কুমাৰী মিনতিৰ কি নিশ্চয়তা আছিল, নিজৰ ওপৰত কি সুদৃঢ় বিশ্বাস আছিল। তেতিয়াৰ সেই কম বয়সীয়া ছোৱালীজনীয়ে ভাবিছিল যে জীৱনটোক তেওঁ নিজৰ বিশ্বাসৰ পথেৰেই পৰিচালনা কৰি নিব পাৰিব— অৱশ্যে যদিহে মানুহৰ হাত নথকা অমোঘ নিয়তিৰ দ্বাৰা কিবাকিবি অঘটন ঘটি নাযায়, অৰ্থাৎ তেওঁ যদি পগলা হৈ নাযায়, তেওঁ যদি কোনো দুৰাৰোগ্য বেমাৰত নোভোগে, তেওঁ যদি কিবা ভাগ্য বিপৰ্যয়ৰ দ্বাৰা পথৰ ভিখাৰিণীত পৰিণত হৈ নাযায়। তেতিয়াৰ মিনতিৰ বাবে নিজৰ হাত নথকা এই ধৰণৰ ঘটনা ঘটাৰ বাহিৰে আন সম্ভাৱনা তেওঁৰ হিচাপৰ বাহিৰত আছিল। তেওঁৰ জীৱনটো ওচৰৰ আৰু দূৰৰ ভৱিষ্যতত কি হ'ব— বাইছ বছৰ বয়সত তেওঁৰ ফটফটীয়াকৈ চকুৰ আগত ভাহি থাকিছিল। তেওঁ অমল দত্তক ভাল পায়, অমলেও তেওঁক ভাল পায়, অমলে ভাল চাকৰি এটাত সোমাইছে, কিছুদিন পিছত তেওঁলোকৰ বিয়া হ'ব আৰু তাৰ পিছত ৰূপকথাৰ কাহিনীৰ দৰেই— They will live happily ever after.

মূৰ্খ! মূৰ্খ! কম বয়সীয়া, সংসাৰ অনভিজ্ঞ এজনী মূৰ্খ ছোৱালীৰ বাহিৰে একো নহয় মিনতি ভূঞা। অতি সীমাবদ্ধ জ্ঞান, অতি সীমাবদ্ধ হিচাপ। জীৱনৰ সম্ভাৱনা কিমান যে অসীম অনন্ত মূৰ্খ ছোৱালীজনীয়ে জনা নাছিল। জনা নাছিল যে জীৱনটো সাঁচত ঢলা কিবা এটা বস্তু নহয় যে তাক নিজ খুচিমতে গঢ় দিব পাৰি। এতিয়াৰ মিনতিৰ নতুনকৈ মনত পৰি যায় স্নাতক শ্ৰেণীত পঢ়া শ্বেক্‌ছপীয়েৰৰ অথেলো নাটকখনৰ অথেলোৰ করুণ আৰ্তনাদলৈ— But, who can control his fate?' অথেলোৰ সেই হাহাকাৰে বি এ পঢ়া গাভৰু ছোৱালীজনীৰ মনক তেতিয়া জোকাৰণি দিব পৰা নাছিল, কিন্তু এতিয়া পোন্ধৰ বছৰ সময়ৰ সুদীৰ্ঘ পথ অতিক্ৰম কৰি মিনতিৰ বুকুত অথেলোৰ সেই আৰ্তনাদে আহি নতুনকৈ ঠেকা খায়হি— Oh yes, who can control his fate? সঁচায়েতো অমোঘ নিয়তিৰ বিধানৰ পৰা কোন ক্ষুদ্ৰ মনুষ্যই হাত সাৰি যাব পাৰে? অথচ মিনতিয়ে অমোঘ নিয়তিৰ সম্ভাৱনাকো তাইৰ জীৱনৰ আঁচনিৰ পৰা বাদ দি থোৱা নাছিল— কিন্তু তাইৰ মূৰ্খামী হ'ল এইখিনিতে যে নিয়তিৰ চক্ৰান্ত হাজাৰ হাজাৰ ধৰণৰ হ'ব পাৰে, তাই বুজি পোৱা নাছিল সেইটোকে, বুজি পোৱা নাছিল যে অভিনৱত্বত নিয়তিৰ সমকক্ষ আৰু নাই।

মিনতিৰ এতিয়াও বিশ্বাস কৰিবৰ মন নাযায়, এতিয়াও গোটেই ঘটনাটোকে এটা দুঃস্বপ্ন যেন লাগি যায়। অমলৰ লগত যথাসময়ত তাইৰ বিয়া হৈছিল আৰু দহ-বাৰ বছৰমান অতি সুখেৰেই তাই অমলৰ লগত বিবাহিত জীৱন কটাইছিল। তাৰ পিছত কাৰখানা এটাত ইঞ্জিনীয়াৰৰ কাম কৰা অমলৰ ডাঙৰ দুৰ্ঘটনা এটাত মেচিনত সোঁহাতখন কটা গ'ল।

কি ভয়ানক দিন, কি ভয়ানক দৃশ্য— মিনতিৰ যেতিয়াই মনত পৰে তেতিয়াই আপোনা-আপুনি গা জিকাৰ খাই উঠে; আগে দুখৰ তীব্ৰ বোধ এটা জাগি উঠিছিল, কিন্তু এতিয়া সময়ৰ প্ৰলেপে সেই চোকটো আঁতৰাইছে, কিন্তু অমলৰ ৰক্তাক্ত হাত— মানে হাত নোহোৱা দৃশ্যটোৰ কথা মনলৈ আহিলেই তাইৰ প্ৰতিবাৰে গা জিকাৰ খাই উঠে।

সেই ঘটনাৰ পিছত সিহঁতৰ আৰ্থিক ক্ষতি সাংঘাতিক হোৱা নাছিল, কাৰণ অমলক কাৰখানাৰ পৰা ক্ষতিপূৰণ দিয়া হৈছিল। কিন্তু অন্যান্য কিছুমান ক্ষতি হ'ল মাৰাত্মক। অমল লাহে লাহে খুব সলনি হৈ গ'ল, আগৰ ৰঙিয়াল মানুহজনৰ ঠাইত সি হৈ পৰিল কৰুণ, ক্লান্ত আৰু ক্ৰুদ্ধ। সি এতিয়া হকে-বিহকে মিনতিক খং কৰা হ'ল, ল'ৰা-ছোৱালীহালক খং কৰা হ'ল। অমলৰ প্ৰতি প্ৰেম আৰু পুতৌৰ বাবে প্ৰথম প্ৰথম মিনতিয়ে তাৰ কোনো ধৰণৰ

খং-ৰাগ গাত নলগাইছিল, অনাহকতে খং খাই মনত দুখ উপজিলে তাই সেই মনক এইবুলিও প্ৰবোধ দিছিল যে অমলেতো আচলতে তাইক খং কৰা নাই, কৰিছে তাৰ নিষ্ঠুৰ ভাগ্যক,— কিন্তু ভাগ্যক যে মুখামুখি লগ পোৱা নাযায়, সেইবাবে অবুজ মনে সমুখত যাকে পায় তাকে খং কৰি মনৰ জ্বালা শাম কটোৱাৰ এটা ব্যৰ্থ প্ৰয়াস কৰে মাথোঁ— এক কথাত যাক ক'ব পাৰি উৰহৰ খং ভগা ঢাৰিৰ ওপৰত জৰা।

কিন্তু যুক্তিৰ বুজনি আৰু মনৰ প্ৰতিক্ৰিয়া দুটা ভিন্ন বস্তু। সময়ৰ লগে লগে মিনতিৰ যুক্তিক মিনতিৰ মনে মানিব নোৱাৰা হৈ আহিল— বিনাদোষত আৰুনো কিমান সহ্য কৰা যায়? মনৰ সহ্য ক্ষমতাৰোতো সীমা টো আছে। আজিকালি অমলৰ কটু কথাৰ বিপৰীতে মিনতিয়েও কটু কথা শুনাই দিয়ে, কিন্তু পিছত তাই মনে মনে অনুতপ্ত হয় আৰু অনুতপ্ত মনৰ আগত দোষক্ষালন কৰিব খোজা দোষী মনে এই ধৰণে কৈফিয়ৎ দিয়ে— ময়োতো তেজ-মাংসৰহে মানুহ, মোৰোতো সহ্যৰ সীমা এটা আছে।

কিন্তু এই কৈফিয়তৰ আঁৰত আন এক সূক্ষ্ম আৰু জটিল অপৰাধবোধৰ কাঁইটে মিনতিৰ মনটোক কৈফিয়ৎটোৱে ঠিক পতিয়ন নিয়াব নোৱাৰে। অমলে আজিকালি সুযোগ পালেই এটা কথা কয় যে মিনতিয়ে তাক আৰু আগৰ দৰে ভাল নাপায়, এতিয়া মিনতিৰ বাবে সি এটা ভাৰ মাত্ৰ, অসহনীয় বোজা, তাৰ হাত কটা বীভৎস ৰূপটোৱে মিনতিৰ মনৰ প্ৰেমৰ সকলো ৰঙেই নিঃশেষকৈ ধুই মচি নিছে।

অমলৰ এই অভিযোগত মিনতিয়ে সৰবে প্ৰতিবাদ কৰি উঠে, তাইৰ প্ৰতিবাদৰ ভাষা ইমানেই মুকৰ হৈ উঠে যে তাই নিজেই পিছত আচৰিত হৈ যায়। অমলৰ অভিযোগত তাই ইমান বেছি হুলস্থূল কৰি উঠে কিয়? কিয় তাই তাইৰ নীৰব গভীৰতাৰে অমলক বিশ্বাস জন্মাই দিব নোৱাৰে যে তাই এতিয়াও অমলক আগৰ দৰেই ভাল পায়? এই সৰবে চিৎকাৰ কৰি উঠা প্ৰতিবাদৰ অন্তৰ্নিহিত অৰ্থ বাৰু কি? আৰু এই এটা প্ৰশ্ন— যাৰ সন্মুখত মিনতি একেবাৰে গাত চূণ পৰা জোকটোৰ দৰে কোঁচ খাই যায়, আৰু তেতিয়াই অপৰাধৰ কিবা এডাল কাঁইটে নিজৰ অস্তিত্ব ঘোষণা কৰি মনৰ ভিতৰত খচখচাই উঠে। অমলৰ অভিযোগত তেন্তে সত্যতাৰ কিবা এটা ভয়ংকৰ বীজ নিহিত হৈ আছে নেকি? কিন্তু সেইটোতো মিনতিয়ে কেতিয়াও হ'ব দিব নোৱাৰে— হ'ব দিব নোখোজে। সি সত্য হোৱা মানেই যে মিনতিৰ পৰাজয়, মিনতিয়ে দৃঢ়তাৰে বিশ্বাস কৰা ধাৰণাৰ কৰুণ আৰু ব্যঙ্গাত্মক পৰাজয়। নিজে নাটকত অভিনয় কৰা, নাটক পঢ়ি ভালপোৱা মিনতিয়ে এবাৰ বাৰ্ণাড শ্বৰ 'বেক্ টু মেথুছেলা' নামৰ কিতাপখন পঢ়ি তাৰ সাপ আৰু ইভৰ কথোপকথনত সাপৰ কথা এবাৰ পঢ়ি বাৰ্ণাড শ্বক মনতে 'চিনিক্ বুঢ়াটো ক'ৰবাৰ' বুলি গালি পাৰি উঠিছিল। তেতিয়া মিনতি অমলৰ প্ৰেমত আকণ্ঠ ডুবি আছে। সেই অৱস্থাত তাই পঢ়িলে— আদমৰ প্ৰতি ইভৰ অন্তৰত যি ভাবটো উপজিছে তাৰ নাম কি বুলি ইভে সাপক সোধাত সাপে ক'লে— 'লভ'। ইভে হতাশ হৈ ক'লে— "ইমান মধুৰ আৰু ইমান স্থায়ী আবেগ এটাৰনো ইমান সংক্ষিপ্ত নাম হয়নে?" উত্তৰত সাপটোৱে অতি ব্যঙ্গৰ হাঁহি এটা মাৰি ক'লে— 'ইমান ক্ষন্তেকীয়া আবেগ এটাৰ যে চা-ৰি-টা আখৰৰ ইমান দীঘলীয়া নাম এটা।' এনে ধৰণৰ কথোপকথন এটা।

এতিয়া যে মিনতিৰ মনত কি ভয়, কি ভয়! অমলে কৰা সন্দেহৰ কিতবা ভেটি আছে নেকি? প্ৰেমৰ অগ্নিপৰীক্ষাত তাই কি এতিয়া সাপৰ চিনিকেল মন্তব্যকে সত্য বুলি প্ৰতিপন্ন কৰিব?

তাৰ পিছত পুনৰ নিয়তিৰ আন এক ষড়যন্ত্ৰ। এদিন মিনতিৰ লগত দেখা হৈ গ'ল আদিত্য ডেকাৰ, কলেজত পঢ়া কালত এই আদিত্যৰ নাটকৰ প্ৰতি বৰ ৰাপ আছিল, চহৰত সকলো নাটকতে কিবা নহয় কিবা এটা ভূমিকা সি যোগাৰ কৰি লৈছিলেই। তেতিয়া স্ত্ৰী ভূমিকাৰ বাবে অভিনেত্ৰী সহজে পোৱা নগৈছিল, গতিকে দেখাত বেছি সুন্দৰী (?) কলেজত পঢ়া গাভৰু মিনতিৰ সেই নাট্যাভিনয়বোৰত নায়িকা হিচাপে বেছ দাম আছিল। মিনতিৰ সৌভাগ্য যে এসময়ত নিজেও অভিনয় কৰা মিনতিৰ দেউতাকে জীয়েকক এনে ধৰণৰ সহ-অভিনয় কৰাত কোনো বাধা নিদিছিল। তাৰ উপৰি তেওঁ সদায় কৈছিল— 'মই মোৰ ল'ৰা-ছোৱালীবোৰক সদায়ে খুব বিশ্বাস কৰোঁ। বিশ্বাস কৰিলেই সিহঁতে বিশ্বাসৰ মৰ্যাদা ৰাখিব, অবিশ্বাস কৰিলেই সিহঁতে বিশ্বাস ভংগ কৰাৰ বিৰুদ্ধে কোনো শক্তিশালী নৈতিক শক্তিৰ সহায় মনৰ ভিতৰত বিচাৰি নাপাব।'

যি হওক, মিনতিয়ে এতিয়া হঠাতে লগ পাই যোৱা আদিত্য ডেকা হ'ল বৰ্তমান এক বিখ্যাত ভ্ৰাম্যমান থিয়েটাৰ দলৰ প্ৰতিষ্ঠাতা। তেওঁ মিনতিৰ লগত ইটো-সিটো কথাৰ পিছত অতীতৰ মিনতিৰ অভিনয় প্ৰতিভাৰ

শলাগ ল'লে আৰু মিনতিয়েও হঠাতে কিবা এক সাময়িক ভাবোন্মাদনাত কৈ উঠিল— 'মই যদি এতিয়া আপোনালোকৰ লগত অভিনয় কৰিব খোজোঁ মোক বাৰু ল'বনে?'

আদিত্য ডেকাই উত্তৰত ক'লে যে তেনে শিক্ষিতা আৰু ভদ্ৰ ঘৰৰ প্ৰতিভাশালিনী অভিনেত্ৰী পালেতো তেওঁলোকে হাতত স্বৰ্গ ঢুকি পাব। কিন্তু লগতে তেওঁ এই কথাও ক'লে যে মিনতিৰ এই কথা যে ক্ষন্তেকীয়া উচ্ছ্বাসৰ বাহিৰে একো নহয়— তাকো তেওঁ ভালকৈ জানে। আদিত্য ডেকাৰ কথাটো সত্য বুলি মিনতিয়ে মনে মনে স্বীকাৰ কৰিলে আৰু মুখেৰে একো নকৈ মাথোঁ অলপ হাঁহিলে।

সিদিনা ঘৰলৈ আহি এটা সময়ত মিনতিয়ে হাঁহি হাঁহি অমলক আদিত্য ডেকাৰ সৈতে হোৱা সাক্ষাৎ আৰু কথা-বতৰাৰ কথা ক'লে আৰু তাৰ পিছত তাই আচৰিত হৈ আৰু এনেকি অলপ ভয় খায়ো দেখিলে যে অমল হঠাতে উত্তেজিত হৈ উঠিল— মিনতিয়ে আদিত্য ডেকাৰ অভিনয় দলত যোগ দিবই লাগিব, তাইৰ সুপ্ত প্ৰতিভা পুনৰ জগাই তোলাৰ এই সুযোগটো তাই কেতিয়াও এৰিব নোৱাৰিব, এজন পংগু দুৰ্বিসহ ভাৰস্বৰূপ অকৰ্মণ্য স্বামীৰ লগত এনেকৈ ঘৰতে সোমাই থাকি তাই জীৱনটো অকালতে ধ্বংস কৰি দিয়া কোনো মানেই নহয়, অন্ততঃ সি নিজে কেতিয়াও মিনতিৰ জীৱনটো এনেদৰে ধ্বংস হ'বলৈ দিব নোৱাৰে, দিলে সি সদায় এক অপৰাধৰ গ্লানিত ভুগি থাকিব, তাৰ মনৰ যিকণ সুখ-শান্তি অৱশিষ্ট আছে সেইকণো নাথাকিব, সি কেতিয়াও নিজকে ক্ষমা কৰিব নোৱাৰিব ইত্যাদি ইত্যাদি।

অমলৰ উত্তেজনা আৰু নিজৰ মতটোতে আকোঁৰ গোজঁকৈ লাগি থকাৰ দৃঢ়তাই মিনতিক স্তব্ধ কৰি ৰাখিছিল। কি কুক্ষণত যে তাই আদিত্য ডেকাক লগ পোৱাৰ কথাটো অমলক আহি কৈ দিলে, কিন্তু তাই যে এইটো বিৰাট এটা ধেমালি হিচাপেই কৈছিলহি— সেই ধেমালিয়ে যে ইমান গুৰুতৰ ৰূপ ল'ব সেই কথা কল্পনা কৰা হ'লেও জানো মিনতিয়ে অমলক ক'লেহেঁতেন...।

তাৰ পিছত এদিন মিনতিয়ে আদিত্য ডেকাৰ লগত যোগ দিছিল - যোগ দিছিল নুবুলি অমলে যোগ দিয়াইছিল বুলি ক'লেহে বেছি শুদ্ধ হ'ব। এই কাৰ্যৰ পিছত থকা অমলৰ মানসিকতা বুজিবলৈ মিনতিয়ে বহুত দিশৰ পৰা কথাটো ভাবি চাইছিল আৰু শেষত তাই এই ধাৰণাতে উপনীত হৈছিল যে অমলে তাইক কিবা পৰীক্ষা কৰিব খোজে আৰু লগতে তাৰ নিজৰ ওপৰত একধৰণৰ বিকৃত প্ৰতিশোধ ল'ব খোজে। এনে প্ৰতিশোধ সেই মানুহেই নিজৰ ওপৰত লয়, এনে শাস্তি সেই মানুহেই নিজকে দিয়ে— যেতিয়া সেই মানুহৰ নিজৰ ওপৰত খুব পুতৌ ওপজে, যেতিয়া সেই মানুহে নিজে নিৰ্দোষ হৈও ভাগ্যৰ নিষ্ঠুৰ চক্ৰান্তত অবাবতে শাস্তিৰ নিষ্ঠুৰ দণ্ড মূৰ পাতি ল'ব লগা হোৱা বুলি ভাবে।

মিনতিৰ এতিয়া বয়স হৈছে, আগতেই সিমান সুন্দৰী নোহোৱা মিনতিক আদিত্য ডেকাই নায়িকাৰ ভূমিকা যাচিব নোৱাৰিলেও পাৰ্শ্ব চৰিত্ৰৰ গুৰুত্বপূৰ্ণ ভূমিকাকে দিছিল। প্ৰথম নাটকখনতে মিনতিয়ে বেছ নামো কৰিলে আৰু সেই প্ৰথম নাটকত অভিনয় কৰি থকা কালতে তাই আদিত্য ডেকাৰ ঘনিষ্ঠ সাহচৰ্যলৈ আহিল। নাটক অভিনয়তে জীৱনৰ সমস্ত ইণ্টাৰেষ্ট উজাৰ কৰি ঢালি দি বৰলা হৈ থকা আদিত্য ডেকাৰ প্ৰাণত মিনতিৰ সংস্পৰ্শত লাহে লাহে অকাল বসন্ত জাগিল। কিন্তু আদিত্য ডেকা খাঁটি ভদ্ৰলোক, তেওঁৰ প্ৰাণৰ সেই জাগৰণ মিনতিক জানিবলৈ নিদিলে। আনহাতে মিনতিয়েও এদিন আতংকত শিয়ঁৰি উঠি আৱিষ্কাৰ কৰিলে যে তাই আজিকালি অমলতকৈ আদিত্য ডেকাৰ কথাহে বহুত বেছি ভাবে! মিনতিৰ জীৱনত এক ভীষণ ধুমুহাৰ সৃষ্টি হৈ গ'ল— পৃথিৱীৰ কোনো দ্বিতীয় প্ৰাণীকে কব নোৱাৰা অন্তৰৰ সেই নৰকাগ্নিত তাই অকলে অকলে ভিতৰে দগ্ধ হৈ থাকিল।

আজিকালি অমলৰ এক আচৰিত পৰিবৰ্তন আহিছে, আজিকালি সি মিনতিক আগৰ দৰে খং নকৰে, আজিকালি সি কেৱল কিতাপৰ পাততে ডুবি থাকে, মিনতি নামৰ তিৰোতা এজনী তাৰ জীৱনত সাঁচোৰ খাঁটি আছে নে নাই তাৰ যেন সেইফালে লক্ষ্যই নাই। অমলৰ এই নতুন ব্যৱহাৰ মিনতিৰ বাবে অসহ্য হৈ উঠিল, ইয়াৰ তুলনাত আগৰ খং-ৰাগ যে কিমান বেছি সহনীয় আছিল। অন্ততঃ তেতিয়া অমল মানুহ হৈ আছিল, কিন্তু এতিয়া সি নিজকে এক সুকঠিন বৰ্মেৰে সুৰক্ষিত কৰি এক যন্ত্ৰ-মানৱত পৰিণত কৰিছে আৰু ফলত সি ক্ৰমে ক্ৰমে মিনতিক ঠেলি পঠাইছে তাইৰ আকাংক্ষিত পাপ-স্বৰ্গৰ পথলৈ।

উস ভগৱান— কি যে যাতনাভৰা এই জীৱন। মিনতিৰ খুব চিএঞৰি চিএঞৰি কান্দিবৰ মন যায়, কিন্তু যন্ত্ৰ-

মানৱটোৱে তাইৰ সকলো চকুলো তাৰ তপত নিশ্বাসেৰে শুকুৱাই নিছে!

মানুহৰ কিবা অংগ ক্ষতিগ্ৰস্ত হ'লে বা তাৰ ক্ৰিয়া সম্পূৰ্ণ লোপ পাই গ'লে শৰীৰৰ অন্যান্য অংগ-প্ৰত্যংগবোৰৰ ক্ষমতা হেনো বাঢ়ি যায়। মিনতিৰ ভাব হয় সৌহাতহীন অমলৰো যেন সেই ঘটনাই ঘটিছে, তাৰ অন্যান্য অংগ-প্ৰত্যংগৰ ক্ষমতা বৃদ্ধিৰ কথা অৱশ্যে তাই ক'ব নোৱাৰে, কিন্তু তাৰ অন্তৰ্দৃষ্টি বোলা গুণটো যে বহুত গুণে বাঢ়ি গৈছে এই বিষয়ে হ'লে মিনতি সম্পূৰ্ণ নিশ্চিত। এই উপলব্ধিটোৱে মিনতিৰ গা-মন যে কিভাৱে জিকাৰ খুৱাই তোলে! তাই মনৰ অদ্ভুত এটা কঁপনিৰে অনুভৱ কৰে যে এই প্ৰখৰ হোৱা অন্তৰ্দৃষ্টিৰে অমলে ভালকৈয়ে বুজি পায় যে মিনতিয়ে ক্ৰমে নিজৰ ওপৰত সকলো নিয়ন্ত্ৰণ হেৰুৱাব ধৰিছে আৰু ক্ৰমান্বয়ে তাই পাপৰ পথলৈ আগবাঢ়ি গৈছে। তাইৰ সাংঘাতিক অভিনয়পটুতা সত্ত্বেও, নিজকে বাহিৰৰ জগতৰ পৰা সম্পূৰ্ণ নিলগত ৰখাই বাহিৰৰ জগতৰ কোনো বু-বা কাণত নপৰা সত্ত্বেও অমলে নিশ্চয় তাৰ এই নৱলব্ধ প্ৰখৰ মানসিকতাৰে তাইৰ এই পৰিৱৰ্তনৰ কথা গম পায়! হে ভগৱান!

আজিকালি মিনতি ভালকৈয়ে আদিত্যৰ ওচৰ চাপিছে। প্ৰথম অৱস্থাৰ সাংঘাতিক আত্ম-গ্লানি, আত্ম-ধিক্কাৰ, পাপবোধ, অনুশোচনা দুখ আৰু মনৰ দ্বন্দ্বৰ তীব্ৰতা আৰু আগৰ দৰে নাই। তাইৰ প্ৰথম অৱস্থাৰ তীব্ৰ অপৰাধবোধৰ চেতনা বাৰু কেনেকৈ লোপ পাই আহিল? আচলতে কোনো কথাৰে প্ৰথমৰ চোকটো নাথাকে নেকি বাৰু? ইফালে মিনতিৰ আচৰণ-কৰণ, কথা-বতৰাত কিবা তাৎপৰ্য বুজি পাই আদিত্য ডেকায়ো লাহে লাহে তেওঁৰ সংযমৰ বান্ধোনটো ঢিলাই দিছিল।

ইয়াৰ মাজতে এদিন অমলে মিনতিক ওচৰলৈ মাতি লৈ গৈছিল আৰু শান্তভাৱে তাৰ ওচৰত চকী এখনত তাইক বহিবলৈ দিছিল আৰু কিছুপৰ নীৰৱে তাইৰ পিনে চাই আছিল। মিনতিৰ অসম্ভৱ অস্বস্তি লাগিছিল, তাই সমস্ত মানুহজনী ঘামিবলৈ আৰম্ভ কৰি দিছিল। অমল নামৰ এই হাত কটা মানুহজন সঁচাকৈয়ে এক নিষ্ঠুৰ যন্ত্ৰ-মানৱলৈ ৰূপান্তৰিত হৈ গ'ল নেকি?

মিনতিৰ অৱস্থা লক্ষ্য কৰি অমলে অলপ শান্তভাৱে হাঁহিলে আৰু তাৰ পিছত ক'লে— 'মিনু, মই পঢ়ি থকা কিতাপখনৰ দামী কথা কেইটামান তোমাক শুনাব খুজিছোঁ। তুমি ঘৰ চম্ভালি, বাহিৰত অভিনয় কৰি ঘুৰি ফুৰি আজিকালিতো আৰু কিতাপ পঢ়াৰ সময়কে উলিয়াব নোৱাৰা। গতিকে ময়ে অলপ জ্ঞানৰ ভাগ দিব খুজিছোঁ।'

মিনতিয়ে মাতত আগ্ৰহ ফুটাই তোলাৰ যত্ন কৰি ক'লে— 'বৰ ভাল কথা। সঁচায়ে মোৰ জীৱনটো যে কি হৈ গ'ল, কিতাপ-পত্ৰ এখন পঢ়িবৰ সময় নাপাওঁ। তুমিনো সেইখন কি কিতাপ পঢ়ি আছা?' মিনতিয়ে সুধিলে হয়, কিন্তু কিবা এক ধৰণৰ ভয়ৰ আগজাননীয়েও কোৱাই থৈ গ'ল।

'ন'টছ ফ্ৰম দ্য ডেড হাউছ। ডষ্টয়েভস্কিয়ে তেওঁৰ চাইবেৰিয়াৰ নিৰ্বাসনৰ অভিজ্ঞতাৰে লেখা কিতাপ। তুমি বোধহয় মন কৰিছা যে আজি কিছুদিনৰ পৰা মই খুব ডষ্টয়েভস্কিৰ কিতাপ পঢ়িবলৈ আৰম্ভ কৰিছো, কাৰণ মানুহৰ আত্মাৰ যন্ত্ৰণাৰ বিষয়ে তেওঁতকৈ গভীৰভাৱে পৃথিৱীৰ খুব কম লেখকেহে লেখিব পাৰিছে। তদুপৰি আজি কিছুদিন ধৰি মোৰ এই মানুহ নামৰ প্ৰাণীবোৰৰ মনবোৰৰ গভীৰতম প্ৰদেশৰ পথ বিচাৰি নোপোৱা হাবিখনত বিচৰণ কৰি তাৰ ৰহস্য সন্ধান কৰিবলৈও অতি হাবিয়াস জন্মিছে। শুনিছোঁ মানুহৰ মনোৰাজ্যৰ একেবাৰে অতল তলীলৈ ডষ্টয়েভস্কিৰ দৰে সফলতাৰে আৰু কোনো লেখকেই প্ৰৱেশ কৰিবলৈ সক্ষম হোৱা নাই। বিখ্যাত দাৰ্শনিক নীৎছেই কৈছে—

'Dostoyevsky was the only psychologist from whom I had anything to learn...'

... অ' ৰ'বা, তোমাক আৰু বেছি ব'ৰ নকৰোঁ, 'ন'টছ ফ্ৰম দ্য ডেড হাউছ'ৰ কিখিনি কথা শুনাব খুজিছোঁ এতিয়া শুনা ঃ 'I believe that the best of men may grow coarse, degrade to the level of a beast by sheer force of habit. The greatest perversions grow finally acceptable and even delicious to the mind and heart. And then the return to human dignity, remorse and spiritual rebirth becomes scarcely possible to him...

... এই, এই মিনু, তুমি ঘপকৈ উঠি কলৈ যাবলৈ ওলালা? মোৰতো কথাখিনি পঢ়া শেষ হোৱা নাই'—

মিনতিৰ মুখখন ৰঙা পৰি উঠিছিল, তাই কোনোমতে ক'লে, 'নালাগে তুমি পঢ়ি শেষ কৰিবা, তোমাৰ *ডষ্টয়েভস্কিয়ে মানুহৰ মনৰ খবৰ ৰাখিব পাৰে, কিন্তু মানুহৰ গ্ৰহ বোলা কথা এটা যে আছে, নিয়তি বোলা কথা*

এটা যে আছে, তাৰ খবৰ তেওঁ নিশ্চয় নাৰাখে।'

'হাঃ হাঃ হাঃ...' অমল দত্তই অদ্ভুত ধৰণে অট্টহাস্য কৰি উঠিল— 'ডষ্টয়েভস্কিয়ে যেনো নিশ্চয় খবৰ নাৰাখে। যিজন লেখকৰ জীৱনৰ প্ৰথমৰ পৰা শেষলৈকে অদ্ভুতভাবে অমোঘ নিয়তিৰ বিধানমতে চলি থাকিল— তেওঁৰ ভাগ্যৰ খবৰ নাৰাখে! হাঃ হাঃ হাঃ— পিছে ৰ'বা মিনু, তোমাৰ আৰু মোৰ দৰে মানুহবোৰৰ গ্ৰহ সম্পৰ্কে মহাজ্ঞানী, সত্যদ্ৰষ্টা আইৰিছ নাট্যকাৰ জেমছ্ বেৰীয়ে আকৌ কি কৈছে শুনা'— অমল দত্তই বাওঁহাতেৰে কিতাপ এখন টান মাৰি আনি সেইখন মেছত থৈ সেই একেখন হাতেৰেই পাতবোৰ লুটিয়াই যাবলৈ ধৰিলে আৰু তাৰ পিছত এবাৰ ক'লে— 'ওঁ শুনা ঃ 'The fault, dear Brutus, is not in our stars, but in ourselves, that we are underlings.'

মিনতিয়ে আৰু একো নকৈ হুমুনিয়াহ এটা কাঢ়িলে। তাইৰ আচলতে কান্দিবৰ মন গৈছিল। কিন্তু চকুপানীৰ ধাৰ তাইৰ হৃদয়ৰ কোন শুকান মৰুত যে অদৃশ্য হৈ গ'ল!

দিনবোৰ বাগৰি গৈ থাকিল।

ইতিমধ্যে পাৰ্শ্ব চৰিত্ৰৰ পৰা তাইৰ ভূমিকা খলনায়িকালৈ উন্নীত হৈছে। ভ্ৰাম্যমান নাট্য দলটোতো যুগৰ বতাহৰ বা লাগিছে, হিন্দী খলনায়িকাৰ সৃষ্টি কৰি দুই-এখন নাটক নকৰিলে জনতাৰ প্ৰতি তাৰ আবেদন তীব্ৰ নহয়। গতিকে এই চৰিত্ৰবোৰৰ সৃষ্টি হ'ল আৰু এসময়ৰ সদ্‌গুণেৰে বিভূষিত নায়িকাৰ ভূমিকাত অভিনয় কৰা ছোৱালীজনীয়ে আজি বহুত বছৰৰ পিছত নানা বদ্‌গুণেৰে পৰিপূৰ্ণ খলনায়িকাৰ পৰিবৰ্তিত ভূমিকাত অভিনয় কৰি আগতকৈও বেছিকৈ নিজৰ অভিনয় নৈপুণ্যৰ পৰিচয় দিব পাৰিলে।

মিনতিৰ এই নতুন ভূমিকাৰ কথা তাই অমলক নজনালে, এনেযেও আজিকালি তাই নিজৰ অভিনয় জগতখনৰ কোনো কথাই অমলক নকয়। কিন্তু কিয় জানো মিনতিৰ মনৰ ভিতৰত সন্দেহৰ অস্বস্তিজনক কাঁইট এডাল খচমচাই থাকিল, অমলে যেন তাইৰ এই নতুন ভূমিকাৰ কথা জানে, অমলে যেন কিবা এটা চয়তানী তৃপ্তিত মনে মনে হাঁহি থাকে।

আকৌ এদিনৰ কথা। সিদিনাও সন্ধিয়া ভাগি ৰাতি হোৱাৰ পিছত অমলে তাইক একেদৰে মাতি নি ওচৰত বহুৱাই লৈ কৈছিল— 'মিনু, ৰিডাৰ্ছ ডাইজেষ্টখনত এই গল্পটো পঢ়ি যে ইমান ভাল লাগিল তোমাক নুশুনাই নোৱাৰিলোঁ। শুনা ঃ এদিন এজন চিত্ৰকৰে শিশু যীশুৰ নিষ্পাপ মুখখন আঁকিবলৈ চহৰৰ সৰু ল'ৰা-ছোৱালীবোৰে খেলি থকা অঞ্চলবোৰত মডেল বিচাৰি ঘূৰি ফুৰিবলৈ ধৰিলে। এবাৰ তেওঁক এটা ল'ৰাৰ মুখখনে খুব আকৰ্ষণ কৰিলে--- সেই মুখখন আছিল সৰলতা আৰু পবিত্ৰতাৰ এক জীৱন্ত প্ৰতিমূৰ্তি। তেওঁ তেতিয়া সেই ল'ৰাটোক মডেল কৰি লৈ শিশু যীশুৰ মুখখন আঁকি পেলালে। তাৰ পিছত বহুত বছৰ পাৰ হৈ গ'ল। এতিয়া বৃদ্ধ হোৱা চিত্ৰকৰজনে এইবাৰ জুডাছৰ ছবি আঁকিবলৈ মনস্থ কৰি চহৰৰ কুখ্যাত অঞ্চলবোৰত ঘূৰি ফুৰিবলৈ ধৰিলে; তেওঁ বহুতো কুখ্যাত চৰিত্ৰৰ শুণ্ডাক লগ পালে, হত্যাকাৰীকো লগ পালে, নাৰী ধৰ্ষণকাৰীক লগ পালে, চোৰ-বদমাচক লগ পালে, তথাপি তেওঁৰ পছন্দ নহয় হে নহয়। কিন্তু এবাৰ হঠাতে তেওঁ এনে এজন মানুহক লগ পাই যাৰ নৰা ধৰণৰ দাগ আৰু আঁচোৰেৰে ভৰা মুখখন আছিল এক অদ্ভুত কুটিলতা আৰু নিষ্ঠুৰতাৰ জীৱন্ত প্ৰতিমূৰ্তি। তেওঁৰ লগে লগেই তাক পছন্দ হৈ গ'ল আৰু অলপ টকা দি তাক জুডাছৰ মডেল হিচাপে নিযুক্ত কৰি চিত্ৰকৰজনে তাৰ ছবি আঁকিবলৈ ধৰিলে। ক্ৰূৰতাৰে ভৰা মুখৰ মানুহজনে চিত্ৰকৰৰ সন্মুখত বহি মনোযোগেৰে তেওঁৰ ছবি আঁকি থকা চাই থাকে, চাই থাকে আৰু লাহে লাহে দিন যোৱাৰ পিছত লগে লগে তাৰ মুখলৈ এক অদ্ভুত পৰিবৰ্তন আহিবলৈ ধৰে।

তাৰ পিছত এদিন আৰু সি ৰ'ব নোৱাৰিলে। হঠাতে এই উচ্ছ্বাসিত কান্দোনৰ ঢৌত ভাঙি পৰি চিত্ৰকৰৰ ভৰিত উবুৰি খাই পৰি সি আৰ্তনাদ কৰি উঠিল ঃ 'চিত্ৰকৰ, চিত্ৰকৰ তুমি মোক চিনি পোৱা নাই? বহুত দিন আগতে মই যেতিয়া এটা অকণমানি ল'ৰা আছিলোঁ, তেতিয়া যে তুমি মোৰ একেবাৰে অন্য ধৰণৰ ছবি এখন আঁকি নিছিলা, সঁচাকৈয়ে তোমাৰ মনত পৰা নাইনে?'

এইবাৰ বহুত দিনৰ মূৰত মিনতিৰ বুকুৰ শুকান মৰু ভেদ কৰি দুটোপাল তপত চকুলো দুই গালেদি সৰসৰকৈ বাগৰি আহিল।

(প্ৰকাশ, ১৯৭৯)

# নালন্দা বিশ্ববিদ্যালয়ৰ ছাত্ৰ

কাম কৰা ল'ৰাৰ ক্ষেত্ৰত বৰুৱা দম্পতীয়ে শেষত চৌধুৰী দম্পতীৰ পৰামৰ্শকে সাৰোগত কৰিলে। "চিৰস্থায়ীভাৱে নহ'লেও আধা চিৰস্থায়ী বন্দৱস্তুতে ল'ৰা ৰাখিব খুজিলে আমাৰ বুদ্ধিকে কৰক। আজিকালি পিয়নৰ চাকৰি এটাৰ বাবেও মেট্ৰিক পাছ কৰিব লাগে বুলি সকলোৱে জনা হৈছে। গতিকে তেনে উচ্চাকাংক্ষী দুখীয়া ল'ৰা আনি লওক আৰু নাইট স্কুলত নাম লগাই দিয়ক। অৱশ্যে অলপ অসুবিধা হ'ব, গধূলিহে আলহী-অতিথি বেছি আহে। কিন্তু টিকি থকা চাকৰ বিচাৰিলে সেইখিনি অসুবিধা ভোগ কৰিবই লাগিব। এনেকৈ ৰখা ল'ৰাৰ ক্ষেত্ৰত অৱশ্যে সুবিধাও আছে। পঢ়ুৱা ল'ৰাক দৰমহাও দিব নালাগে, কিতাপ-পত্ৰ, ফিজ আদিৰ খৰচ আছে নহয়— সেইবোৰত খৰচ কৰি দৰমহা আৰু ক'ৰ পৰা দিয়ে কওক। তদুপৰি দিনটোৰ পূৰা কামতো কৰি নিদিয়ে, আবেলিৰ পৰা ৰাতিলৈকেতো তাৰ ছাৰ্ভিছ নিল'— সকলো মিলি দৰমহা পোৱাৰ আশা নকৰে। পিছে আপুনিও জানেময়ো জানো— সেইখিনি সময়ৰ অনুপস্থিতিৰ বাবে খুব এটা অসুবিধা নহয়, দৰমহা যে দিব নালাগে তাতেই ম'ৰ্ দেন্ কম্পেনছেট্ হৈ যায়। ফ্ৰিজতো আছেই, আগবেলাতে তাৰ হতুৱাই দুবেলাৰ খানা বনাই ৰাখক, বচ্, চাকৰ ৰাতি পঢ়িবলৈকে যাওক বা মৰিবলৈকে যাওক— আপোনাৰ তাত কি; মজা মাৰি টিভি চাই থাকক, বন্ধু-বান্ধৱৰ লগত আড্ডা মাৰক, ফুৰিবলৈ যাওক— সংসাৰৰ কোনো লেঠা নাই, ৰাতি আঠটা চাৰে আঠটাত আহি আপোনাৰ নৈশ স্কুলৰ ছাত্ৰই গৰম গৰম ভাতকেইটা বনাই দিব.....।'

কথা চহকী শ্ৰীমতী চৌধুৰীয়ে পৰামৰ্শটো বিস্তৃত কৰিছিল আৰু শ্ৰীমতী বৰুৱাক নতুন আশাৰে উদ্দীপিত কৰি তুলিছিল। কাম কৰা ল'ৰাই কমনো ভোগাইছেনে তেওঁক, আহে আৰু যায়, যায় আৰু আহে। বেছি দীৰ্ঘদিন থকা ল'ৰা-ছোৱালী টিকিল বুলি ধাৰণা হ'বলৈ ধৰোঁতেই সি বা তায়ো গুচি যায়। অৱশ্যে মুন ডাঙৰ হৈ অহাৰ পিছৰে পৰা তেওঁ ছোৱালী ৰাখিব খোজা নাই। 'সন্ধ্যাৰাগ' চিনেমাখন চোৱাৰ পিছৰেপৰা তেওঁৰ মনত ভয় এটাই দ'কৈ শিপাইছে। গতিকে এতিয়া কেৱল কাম কৰা ল'ৰাৰে সন্ধান চলে। বৰুৱা উকীল মানুহ, সাধাৰণতে গাঁৱৰ মক্কেলৰ জৰিয়তে ল'ৰাৰ আমদানি হয়; মক্কেলৰ শেষ নাই বাবে ল'ৰাৰ যোগানো অব্যাহত থাকে। পিছে হ'লে কি হ'ব, সিহঁতৰ অৱস্থিতি ইমান যে ক্ষণস্থায়ী।

এইবাৰ পিছে চৌধুৰী দম্পতীৰ বুদ্ধিয়ে ভাল কাম দিলে। মক্কেলেও আনন্দ মনেৰে তেনে পঢ়ুৱৈ ল'ৰা আনি দিলে। "ছাৰ, গাঁৱত মাটিহীন মানুহ বাঢ়ি গৈ আছে, গতিকে সিহঁতৰ ল'ৰাৰ বাবে খেতি কৰাৰ মাটি নাই, থকাবোৰেও আজিকালি খেতি কৰিব নোখোজে, পঢ়ি-শুনি সকলো বাবু হ'ব খোজে, চহৰত চাকৰি কৰি থকাৰ সপোন দেখে। গতিকে আজিৰ দিনত ছাৰ গাঁৱলৈ উভতি যোৱাৰ শ্লোগান একেবাৰে মিছা হৈ গ'ল, বৰং চহৰলৈ গতি কৰোঁ আহা শ্লোগানহে এতিয়া বেছি বাস্তৱ হ'ব— আন নালাগে আমাৰ গাঁৱৰে কম কেইজন চহৰলৈ গুচি আহিছেনে। অৱশ্যে নাহিলেও উপায় নাই, মাটিহীন মানুহ মখাইনো খেতিৰ সলনি অন্য জীৱিকাৰ সন্ধান নকৰি কৰে কি? চহৰত অন্ততঃ সৰু-সুৰা নানান চাকৰি আছে।'....... শ্ৰীমতী চৌধুৰীৰ দৰেই মক্কেলজনো একে কথা চহকী।

সি যি কি নহওক, তেওঁ আনি দিয়া হৰেশ্বৰ নামৰ ল'ৰাজনক বৰুৱাহঁতৰ ঘৰখনে লগুৱা ৰখাৰ প্ৰথম পৰ্বৰ নিয়ম মতে সাক্ষাৎকাৰ গ্ৰহণ কৰিলে (একমাত্ৰ লগুৱাৰ ক্ষেত্ৰতে বোধহয় এই চিৰাচৰিত নিয়মটোৰ ব্যতিক্ৰম যে প্ৰথমতে সাক্ষাৎকাৰলৈ পিছত হে নিযুক্তি দিয়া হয়। এই বৈশিষ্ট্য আবিষ্কৃত হৈছিল, বৰুৱাৰ জীয়েক পিংকিয়ে কৈছিল, "দেউতা, এইটোতো মজাৰ কথা যে ছাৰভেণ্টক আমি প্ৰথমতে এপইন্টমেণ্ট্ দিওঁ, তাৰপিছতহে ইণ্টাৰভিউ লওঁ! *অইন চাকৰিৰ ক্ষেত্ৰতো এই নিয়ম থকা হ'ল আমাৰে খুনদাই ৰেডিঅ'ৰ চাকৰিটো পাই গ'লহেঁতেন নহয়!"*) আৰু সদায় চলি অহা নিয়মমতে পিংকিয়েই আগভাগ ল'লে (সদায় মানে পিংকি ডাঙৰ হৈ মুনৰ ভাষাত চৰ্দাৰ হৈ উঠাৰ পিছত) ঃ

"তোৰ ঘৰত আৰু কোন কোন আছে?"

"মাই আৰু সৰু ভনী এজনী আছে।"

"আগতে আৰু কাৰোবাৰ ঘৰত আছিলি নেকি?"

"নাই থকা দিয়ক। স্কুলত পঢ়ি আছিলোতো। লোকৰ ঘৰত কেনেকৈ থাকিম?"

"কোনে পঢ়ুৱাইছিল তোক? মাৰে?"

"মাযে কেনেকৈ পঢ়ুৱাব, বাইদেউ? মই কাঠ কাটি আনি নিজেই নিজৰ পঢ়াৰ খৰচ উলিয়াইছিলোঁ। অৱশ্যে মায়েও লোকৰ ঘৰত ভুঁই ৰোৱে আৰু জাল বয় সময় পালে এড়ি সূতাও কাটে।"

"কি জাল?"

"মাছ মৰা জাল বাইদেউ।"

"সৰু ভনীয়েৰে কি কৰে?"

"চন্দ্ৰ বৰ সৰু, তাইনো আৰু কি কৰিব।"

"তোৰ ভনীয়েৰৰ নাম চন্দ্ৰ অৰ্থাৎ মুন? হাঃ হাঃ হাঃ— পিছে যি দেখা গ'ল তহঁতৰ ইনকামৰ চৰ্চ দেখোন বহুতো। তথাপি আমাৰ ঘৰত থাকি পঢ়িবলৈ আহিছ কিয়? নে চহৰীয়া স্কুলত পঢ়াৰ মন?"

"সেইটো নহয় বাইদেউ। আমাৰ নচলে বাবেহে লোকৰ ঘৰত থাকিবলৈ আহিছোঁ।"

এইবাৰ 'ইণ্টাৰভিউ বৰ্ডৰ' আন এজন আটাইতকৈ কম গুৰুত্ব থকা লোকে মাত লগালে। পিংকিৰ পিতৃ।

"তোৰ ইংৰাজী শব্দ দুটা সি বুজি নাপালে অ' পিংকি। মই সোধো ৰ'। ঐ বাপু, মাৰ-পুতেৰে ইমান অৰ্জাৰ পিছতো তহঁতক নাটেনে?"

"দেউতা, কামহে বহুত কৰোঁ, পইচা হ'লে বৰ কম পাওঁ। গাঁৱত আমি শুনো যে চহৰৰ চাৰ্কাৰিত বাবুসকলে বহুত পইচা পায়, কামো কম কৰিব লাগে। গাঁৱত কিন্তু হাড়ভঙা খাটনিৰ পিছতো যি পইচা পোৱা যায় তাৰে খাবলৈকে নোজোৰে।"

"ইয়াৰতো বৰ কথা দেউতা। (আকৌ পিংকি) ঐ, চহৰৰ মানুহে ক'ত টকা স্পেণ্ড কৰি এডুকেশ্যন লয়, তাৰ পিছতহে চাকৰিত টকা মিলে। তহঁতবোৰে কোনো ইনভেষ্ট নকৰাকৈয়ে বেছি ইনকামৰ আশা কৰানে? বাৰু তোৰ কিমান বয়স হৈছে?"

ঠিক নেজানো বাইদেউ, হ'ব তেৰ-চৈধ্য বছৰ। মাই হিচাব কৰি কৈছে, আমাৰ দেশৰ লগত এবাৰ পাকিস্তানৰ যুদ্ধ লাগিছিল বোলে, তেতিয়া বহুতো বঙালী মানুহ সেই দেশৰ পৰা পলাই আহিছিল, আমাৰ বকোৰ ফালেও তেনে মানুহ বহুত আহিছিল. সেই সময়তে বোলে মোৰ জন্ম।"

"অ' বাংলাদেশৰ মুক্তিযুদ্ধ! তাৰমানে তোৰ বয়স সঁচায়ে তেৰ বছৰ হ'ল। তাৰমানে তহঁতৰ পিনে বহুত বাংলাদেশী আছে নহয়।" (আকৌ গুৰুত্বহীন সদস্যজনৰ প্ৰশ্ন য'ত প্ৰধান সদস্যাগৰাকীয়ে কোনো গুৰুত্বকে নিদি অসমৰ বাবেই অতি 'গুৰুত্বপূৰ্ণ প্ৰশ্ন এটাৰ উত্তৰ অহাৰ আগতেই নিজৰে মন্তব্য ৰাখিলে)।

"তোৰ তেৰ বছৰ হৈছে? তই তেন্তে আমাৰ মন্‌টুকৈও ডাঙৰ, অথচ দেখাত এনে ডোৱাৰ্ফ হৈ আছ!"

এইবাৰ হৰেশ্বৰে 'ডোৱাৰ্ফ' শব্দৰ অৰ্থ অনুমানতে বুজি লৈ উত্তৰ দিলে, "বাইদেউ, সৰুৰে পৰা কাঠ কাটিছোঁ আৰু চাৰি-পাঁচ মাইল দূৰৰ পৰা কান্ধত বোজা বৈ আনি বজাৰত বেচিছোঁ। তেনেকৈ কাঠে হেঁচা মাৰি ৰখাৰ ফলতেই আৰু ওখ হ'ব নোৱাৰিলো দিয়ক।"

পিংকিয়ে উচ্চস্বৰে হাঁহি দিলে। "হাউ ফানি! ইমান দিনে হৰমনৰ ছিক্ৰেছনহে মানুহক ওখ-চাপৰ কৰে বুলি শুনি আহিছিলোঁ, আজি ফৰ দ্য ফাৰ্ষ্ট টাইম এটা এক্সপ্লানেশ্যন শুনিলোঁ! বাৰু হৰেশ্বৰ।" (ইতিমধ্যে 'ইণ্টাৰভিউ বৰ্ডৰ' আন এগৰাকী অতিশয় গুৰুত্বপূৰ্ণ সদস্য এবাৰ নোৱৰা কামত বন্দী হৈ থকাৰ পিছত এতিয়া আজৰি হৈ খৰখৰকৈ আহি সাক্ষাৎকাৰত ভাগ ল'লে আৰু পিংকিৰ কথাৰ ওপৰতে মাত লগাই কৈ উঠিল) "ঐ পিংকি, হৰেশ্বৰ নামটো বৰ দীঘল, তাক আমি হৰি বুলিয়েই মাতিম দেই। কি যে ম্যাচৰিত,

ঘৰতো বোলে তাৰ নাম হৰেশ্বৰেই—"

"অ', হ'ব বাৰু মা' ঐ হৰি, (পিতৃ-মাতৃদত্ত নামটো নাকচ কৰি লগে লগেই হৰেশ্বৰৰ নতুন নামকৰণ হৈ গ'ল) তই সৰুৰে পৰা কৰি অহা কামটো কিয় বাদ দিলি? কাঠ বেচি পইচা বেছি নেপাব যাবে?"

"পইচা বেছি নেপালেও কোনোমতে চলি গৈছিল বাইদেউ, পুৱাৰ পোহৰ নহওঁতেই চাৰি-পাঁচ মাইল দূৰৈৰ হাবিলৈ গুচি যাওঁ আৰু কাঠ কাটো, তাৰ পৰা আহি পাওঁ মানে স্কুললৈ যাবৰে সময় হয়। লৰালৰিকৈ নৈত জোবোৰাটো মাৰি আহি মায়ে বান্ধি থোৱা ভাতকেইটা নাকে-কাণে সুমুৱাই স্কুললৈ দৌৰ মাৰোঁ। কিন্তু কিছুদিনৰ পৰা ফৰেষ্ট গাৰ্ডবোৰৰ বৰ উৎপাত হৈছে বাইদেউ। সিহঁতৰ হাতত ধৰা পৰিলে এনেকৈ কোবায়, আমাৰ লগৰ পবীনৰতো মাৰ খাই ভৰি এখন খোৰাই হৈ থাকিল। ৰমাকাক আকৌ ধৰি নি বীট অফিচত গোটেই দিনটো পঘাৰে বান্ধি থ'লে, খাবলৈ পানী আৰু ঘাঁহ দিলে। গাৰ্ডে ক'লে বোলে ৰমা, তই গৰুৰ দৰে কাম কৰিছ বাবে গৰুৰ দৰে ঘাঁহ খা। গছ-গছনি কাটিলে আমাৰ দেশখন সমূলঞ্চে ধ্বংস হৈ যাব বুলি চৰকাৰে কৈ থকা কথাবোৰ মগজুত নোসোমায়নে গৰু? খালি খালি, তহঁতৰ দৰে বুদ্ধিহীন গৰুবোৰেই আমাৰ দেশখন খাই পেলালি— এইবোৰ দেখি শুনি মোৰ ভয় লাগিল বাইদেউ, মোকো যদি কেতিয়াবা ফৰেষ্ট গাৰ্ডে ধৰি কোবাই আধামৰা কৰে? মাইজনীৰো চিন্তাত পাৰ নোহোৱা হ'ল। সেই কাৰণেই আমাৰ গাঁৱৰ ৰাভাকাই (বৰুৱাৰ পূৰ্বোল্লিখিত মক্কেল) আপোনালোকৰ ঘৰৰ কথা কওঁতে মই গুচি আহিলোঁ। পিছে বাইদেউ, আমাৰ দৰে সৰু-সুৰা খৰি চোৰবোৰকহে ধৰে, বৰ বৰ চোৰবোৰ কিন্তু সাৰি যায়। ক'ত ঠিকাদাৰ আহি ট্ৰাকে ট্ৰাকে শাল, গমাৰি চেগুণৰ দৰে ডাঙৰ ডাঙৰ গছ কাটি চোৰাংভাৱে লৈ যায়, সিহঁতক কিন্তু কোনো ফৰেষ্ট গাৰ্ডে কি, বৰ বৰ বনবিষয়াবোৰেই সিহঁতৰ আগত দেখিও নেদেখা দিনকণা হৈ ৰয় এগাল টকা খাই—"

হৰেশ্বৰৰ কথাৰ মাজতে বৰগৰাকী সদস্যাই গৰ্জন কৰি উঠে, "ই কটীয়াৰ দেখোন বৰ বৰ কথা, দেখাতহে ল'ৰাটো সৰু বৰ চালাক ল'ৰা দেই, পেটে পেটে বৰ বুদ্ধি, আমাক কাম কৰি খুৱাব নে কি কৰি খুৱাব ভগৱানেহে জানে। ঐ কটীয়া, তই পিছে আমাৰ ইয়াত পঢ়ি-শুনি পণ্ডিত হ'লেই নচলিব, কাম-বনো কৰিব লাগিব।"

সৰুগৰাকী সদস্যা এইবাৰ হাঁহিত বাগৰি পৰিল— "মায়ে যে ইমান এপ্ৰপ্ৰিয়েট নামটো দিলা। কটীয়া! ডোৱাৰ্ফ। মই হ'লে ইয়াক হৰি নুবুলি কটীয়া নামেৰেহে মাতিম।"

ইয়াৰ পিছত ইণ্টাৰভিউ ব'ৰ্ডৰ বয়সত আটাইতকৈ ডাঙৰ আৰু মানত আটাইতকৈ সৰু সদস্যগৰাকী অইন এক হৰিকে স্মৰি তাৰ পৰা আঁতৰি গৈছিল চুচুক-চামাককৈ। সঁচাই, মাক-জীয়েকৰ প্ৰতাপত এই নতুন ল'ৰাটোও কিমান দিন তিষ্ঠে এক হৰিয়েহে জানে।

পিছে হৰেশ্বৰ বৰুৱাহঁতৰ ঘৰত ঠিকেই তিষ্ঠি গৈছিল। সময়ত তাক নৈশ স্কুলত ভৰ্তি কৰি দিয়া হ'ল আৰু ফৰেষ্ট গাৰ্ডৰ শাস্তি, জঙ্ঘলৰ নানা বিভীষিকা আৰু গছ কটা আৰু বোজা বৈ অনাৰ অমানুষিক কষ্টৰ পৰা হাত সাৰিও পঢ়িবলৈ পোৱাৰ আনন্দতে ল'ৰাটোৱে মনৰ উৎসাহতে দিনৰ দিনটো টগ্‌বগাই কাম কৰি বৰুৱানীক বেছ সন্তুষ্টই কৰি তুলিলে। ৰাতিৰ ক্লাছবোৰ দিনৰ স্কুলৰ ক্লাছবোৰতকৈ চুটি, তদুপৰি প্ৰায়ে ইজন-সিজন শিক্ষক-শিক্ষয়িত্ৰী অনুপস্থিত থাকে বাবে দিনৰ স্কুলতকৈ ৰাতিৰ স্কুলত ছুটি বেছি হয়, তদুপৰি মাজে-সময়ে লাইট নুমোৱাৰ নিয়মতো আছেই। তেতিয়াও ছুটী হৈ যায়। ইফালে সি স্কুললৈ যোৱাৰ আগতে বেছি সংখ্যক আলহী-দুলহী আহিলে বৰুৱানীয়ে তাক সেইদিনা স্কুললৈ যাবলৈ নিদিয়ে। মুঠৰ ওপৰত, চৌধুৰী দম্পতীয়ে কোৱাৰ দৰেই স্কুলত পঢ়া ল'ৰা ৰাখিও বৰুৱাৰ সাংসাৰিক কামত সিমান বিঘিনি নঘটিল।

মুন হৰেশ্বৰতকৈ সৰু যদিও সি ওপৰৰ ক্লাছত পঢ়ে। ডনবস্কো স্কুলৰ ক্লাছ ছেভেনৰ ছাত্ৰ মুনৰ নৈশ-স্কুলৰ পঞ্চমমানৰ ছাত্ৰ হৰেশ্বৰৰ স্কুল, পঢ়া-শুনা, ক্লাছৰ ল'ৰা, শিক্ষক-শিক্ষয়িত্ৰী আদিৰ বিষয়ে বৰ কৌতূহল। সময় পালেই সি পেঘেনিয়াই পেঘেনিয়াই নানা কথা সুধি থাকে।

"তাৰমানে তহঁতৰ ল'ৰাবোৰ বৰ দুষ্ট?"

"অ, বৰ দুষ্ট মুন, ছাৰহঁত ক্লাছত সোমালে তেওঁ যেন তেন, কিন্তু বাইদেউহঁত ক্লাছত সোমালে সিহঁত প্ৰিয় নহয়। মই প্ৰিয় হওঁতে মোক ক'ত ঠাং— গাঁৱলীয়া ভূত, গাধা, ক'ত কি কয়। বাইদেউহঁতে ধমক দিলে ভয়েই নকৰে আৰু আমাৰ যে চৌধুৰী বাইদেউ, ভূগোল পঢ়ায় কিন্তু নামতহে বেছিভাগ আমাক চিনেমাৰ কথাকে কয়—"

"চিনেমাৰ কথা কয়, কি চিনেমাৰ কথা কয়?"

"বাইদেৱে দেওবাৰে কি চিনেমা চালে, আমি কোনোবাই কিবা চালোনে, কাৰ ঘৰত টিভি আছে আমি টিভি চোৱাৰ সময় পাওঁনে বা আমাক গৃহস্থই টিভি চাবলৈ দিয়েনে— এনে নানা কথা।"

"মাই গড়। তহঁতৰ এনে টিচাৰ! ল'ৰাবোৰে বোধহয খুব ভাল পায়?"

"নাপাবনে? সিহঁতে ফূৰ্তিত কিৰিলি মাৰি থাকে, বাইদেউক তেওঁ দেওবাৰে চোৱা চিনেমাখনৰ কথা ক'বলৈ কয়।'

"বাইদেৱেই কযনে?"

"অঁ', কেতিয়াবা কেতিয়াবা কয়."

ইয়াৰ পিছত হৰেশ্বৰে ফিক্‌কৈ হাঁহি দিছিল।

"কি হ'ল হাঁহিলি কিয?"

"আমাৰ ইংৰাজীৰ বাইদেৱে ভালকৈ ইংৰাজী নাজানে, মুন। সিদিনা আমাক ট্ৰেনশ্লেচন কৰিব দিছিল। মোক আটাইবোৰতে শুদ্ধ চিন দি চহী কৰিছিল। পিছত ঘৰলৈ আহি আমাৰ পিংকি বাইদেউক ফূৰ্তিত ক'লোঁ বোলে আজি মই ট্ৰেনশ্লেচনত পূৰা নম্বৰ পাইছোঁ। পিছে বাইদেৱে চাই বহুত ভুল উলিয়ালে আৰু ক'লে বোলে তহঁতৰ মাষ্টৰণী এজনী গৰু।" মুন আৰু হৰেশ্বৰে সমস্বৰে উচ্চ হাস্য কৰিলে। তাৰ পিছত হৰেশ্বৰ গহীন হ'ল।

"আমাৰ স্কুললৈ চোকা মাষ্টৰ মাষ্টৰণীনো কিয় আহিব মুন। খুব কম পইচা দিয়ে বোলে। চৌধুৰী বাইদেৱে এদিন কৈছিল যে দৰমহাৰ পইচাকেইটা তেওঁৰ চিনেমা চাওঁতে আৰু কাপোৰ কিনোতেই বোলে খৰচ হয়— ইমানেই কম পইচা দিয়ে। পিছে আমাৰ অংকৰ চাৰজন বৰ চোকা, বৰ ভালকৈ পঢ়ুৱায়। তেওঁ বোলে দিনতো ক'ৰবাত চাকৰি কৰে, তথাপিও ভাগৰ-তাগৰ নাই, বে'ল বজাৰ পিছতো কেতিয়াবা পঢ়ুৱাই থাকে। তেওঁ আমাৰ শেষৰ ক্লাছটো লয়, সেইবাবেহে মাজে মাজে ঘৰলৈ আহোঁতে মোৰ পলম হয়। তোমাৰ মাই কিন্তু কয় মই ক'ৰবাত ল'ৰাৰ লগত আড্ডা মাৰি থাকোঁ।"

"মাৰ কথা বাদ দে। ঐ হৰি, তহঁতৰ ল'ৰাবোৰে আৰু কি দুষ্টামি কৰে কচোন?"

"বিড়ি-চিগাৰেট খায়, কোনোবাই কোনোবাই বোলে মদো খায়—"

"পইচা ক'ত পায়? নিশ্চয় মালিকৰ বজাৰৰ পইচা চুৰি কৰে?"

"অঁতো। আমাৰ লগৰ পৰমা বোলাটোৱেতো তাকে লৈ জহায়ে থাকে বোলে আজি চেনি চাৰিশ গ্ৰাম নি পাঁচশৰ হিচাব দিলোঁ, ভেন্দিৰ আজি দাম বাঢ়িছে বুলি আকৌ কেইটিমান পইচা সৰকালোঁ। এদিন বা পকেটৰ পৰা কোনোবাই দহ টকা চুৰি কৰা বুলিয়ে ক'লোঁ গালি অলপ খালো হয় কিন্তু পইচাখিনিওতো হজম কৰিলোঁ।"

"এই চোৰবোৰে স্কুলত কি পঢ়িবলৈ যায়? এই পৰমা বোলাটো বাৰু কাৰ ঘৰত থাকে? গৃহস্থক তাৰ কথা লগাই থৈ আহিলোঁগেহেঁতেন।"

"কাৰ ঘৰত থাকে মই নাজানো। পিছে কেইজন গৃহস্থক ক'বাগৈ? প্ৰায় সকলোৰে ঘৰত চোৰ পুহি ৰখাৰ দৰে হৈছে।"

"তই নিজে আজিলৈ কিমান চুৰ কৰিলি?"

"চুৰ কৰিবলৈ মই বজাৰ কৰোঁ নেকি?" হৰেশ্বৰৰ সপ্ৰতিভ উত্তৰ।

"বিড়ি-চিড়ি খাবলৈ ক'ত পইচা পাব?"

"মই ক'ত বিড়ি খোৱা দেখিলা? কিবা প্ৰমাণ দিব পাৰিবানে? ঘৰখনৰ ভিতৰত মুনক আৰু বৰুৱাকে হৰেশ্বৰে ভয় নকৰে, গতিকে এই অভিযোগত সি মুনক চকু পকাই ধৰিলে।

কিন্তু মুনে তাক তাচ্ছিল্যৰ সুৰত কেৱল কৈ থ'লে, "যা যা বিড়ি নেখাব, এনে গান্ধী মহাত্মাটো ওলাইছ। যিডাল স্কুলত যিসোপা ক্লাছফ্ৰেণ্ডৰ লগত পঢ়, তাৰ পিছত আৰু কোনোবাই সাধু হৈ থাকে!"

মুনে তুচ্ছ-তাচ্ছিল্য কৰিলেও হৰেশ্বৰে ঘৰখনৰ ভিতৰত মুনকে ভাল পায় আৰু মন খুলি কথা পাতে। মুনে তাক মাজে মাজে চুইংগাম আৰু কেডবেৰী চক্‌লেটো খাবলৈ দিয়ে। মুনে পিংকিৰ দৰেই ইংৰাজীত পঢ়া-শুনা কৰিলেও পিংকিৰ দৰে ইংৰাজী শব্দবোৰ লগাই কথা নাপাতে বাবেও হৰেশ্বৰৰ সুবিধা হয়। মুনেও বোধহয় তাৰ লগত কথা পাতি খুব ভাল পায়— অন্ততঃ হৰেশ্বৰৰ সেইটোৱে ধাৰণা— কাৰণ সময়-সুযোগ পালেই সি আহি হৰেশ্বৰৰ লগত কথা পাতে। মুনৰ অৱশ্যে তাৰ নৈশ স্কুলখনৰ বিষয়েই কথা পাতি বেছি ভাল লাগে যেন অনুমান হয়, বিশেষকৈ ল'ৰাবোৰৰ বিষয়ে।

"তহঁতৰ ল'ৰাবোৰে বাৰু অসভ্য কথা পাতেনে?"

হৰেশ্বৰে জিভা কামুৰি দিছিল, "ছিঃ ছিঃ, আমাৰ ল'ৰাবোৰ বৰ অসভ্য, বৰ বেয়া কথা পাতে, শুনিলে মোৰ লাজত কাণ-মূৰ ৰঙা হৈ যায়— ছিঃ ছিঃ—"

"কি অসভ্য কথা কঁচোন?"

"ইছ্ মই তোমাৰ আগত সেইবোৰ কথা কোনোমতে ক'ব নোৱাৰোঁ দেই, বৰ অসভ্য কথা, বৰ লেতেৰা কথা—"

—"ক না হৰি"

"এহোঁ হো, কোনোমতেই ক'ব নোৱাৰি মুন, জঘন্য কথা সেইবোৰ—"

"ঐ হৰেশ্বৰ, মই তোক পূৰা এক পেকেট চুইংগাম দিম, ক না সিহঁতে কি কথা পাতে—"

হৰেশ্বৰক সেইদিনা উদ্ধাৰ কৰিলে সি বাঘৰ দৰে ভয় কৰা থুনে; বৰুৱাহঁতৰ বৰপুত্ৰ থুন, যি ৰেডিঅ'ৰ চাকৰিটো নাপালে, যি কাম কৰা ছোৱালীৰ প্ৰতি যৌন আকৰ্ষণ অনুভৱ কৰিব বুলি 'সন্ধ্যাৰাগ' চাই ভয় খাই বৰুৱানীয়ে বহুত দিনৰে পৰা কাম কৰা ছোৱালী নৰখা হৈছে। ঘৰত বেছি সময় নাথাকে থুন, কাৰো লগত বেছি কথা নকয়, হৰেশ্বৰক প্ৰয়োজন নহ'লে একেবাৰেই নামাতে, খঙো কৰ্ষি পোৱা নাই, তথাপি তাক বাঘৰ দৰেই ভয় কৰে সি। সেই কথাষাৰ সি মুনকো কৈছে। "বুজিছা মুন, আমিতো সৰুৰে পৰাই হাবিত সোমাই খৰি লুৰিছোঁ, আমাৰ সেইফালে উকিয়াম, কুলছী, হাহিমত কম জংঘলনে, কম বাঘ-ভালুক ওলায়নে, দুই-এটাক হাবিত বাঘে ধৰিছেও, আমিও বাঘ-ভালুকক ভয় কৰি কৰিয়ে হাবিত সোমাওঁ। কিন্তু থুনদাদাক যে মোৰ সেই বাঘ-চাঘ্‌বোৰতকৈও বেছি ভয় লাগে, কিয় ক'বই নোৱাৰোঁ। তোমাৰ মায়েতো মোক দিন-ৰাতি খং কৰি থাকে; তেওঁকতো ইমান ভয় নালাগে—"

থুন ক'ৰবাৰ পৰা আহি পাইছিল, হৰেশ্বৰ আৰু মুনক কথা পাতি থকা দেখি গহীনাই ক'লে, "কি মেল মাৰিছ অ' দুয়ো?"

মুনে লৰালৰিকৈ ক'লে, "ইহঁতৰ স্কুলৰ ল'ৰাবোৰ যে বৰ দুষ্ট, টিচাৰক ৰেস্পেক্ট নকৰে, পঢ়া-শুনাত মন-কাণ নাই, টিচাৰে পঢুৱা লেছন্ মন দি নুশুনে সেইবোৰ কথাই হৰেশ্বৰে কৈ আছিল।"

"অ', সিহঁত তেনেকুৱা হ'বইতো, সিহঁতৰ খন যে নালন্দা বিশ্ববিদ্যালয়।"

*পিংকি যে কেতিয়া আহি তাত থিয় হৈছিল হৰেশ্বৰে গমেই ধৰিব পৰা নাছিল। তাই হো-হোৱাই হাঁহি দিয়াতহে সি সচকিত হ'ল।*

মন্তব্যটো দি থুন আৰু তাত ৰোৱা নাছিল, ঘৰৰ ভিতৰলৈ সোমাই গৈছিল। পিংকিয়ে মুনক ক'লে— "থুনদাই ইহঁতৰ ৰাতিৰ স্কুলখনক কিয় নালন্দা ইউনিভাৰ্ছিটি বুলি ক'লে বুজিলি নে মুন?"

*"ওঁহো"*

"তই, হৰি?"

"ময়ো বুজা নাই বাইদেউ"।

পিংকিয়ে হাঁহিলে। "তই নালন্দাৰ ষ্টুডেন্ট হৈ বুজিবি নে ষ্টুপিড? নালন্দা ইমানেই যেমাছ আছিল যে তালৈ ফাৰ ফাৰ কাণ্ট্ৰিৰ ষ্টুডেন্ট পঢ়িবলৈ আহিছিল, কেৱল লোকেল ষ্টুডেণ্টেই নাছিল। আমাৰ ডনবস্কো, ছেণ্ট মেৰিজ বা অন্য স্কুলবোৰত জেনেৰেলিলোকেল ষ্টুডেণ্টেই থাকে— নালন্দাৰ দৰে যেমাছ নহয়তো— কিন্তু তইঁতৰ খনত ক'ত ঠাইৰ নলেজ হাংৰি ষ্টুডেণ্টেই যে আহি নপঢ়ে! তই আছিছ ছাউথৰ বকোৰ পৰা, কোনোবা আহে নৰ্থৰ নলবাৰী, ৰঙিয়া, ঘগ্ৰাপাৰৰ পৰা, কোনোবা আহে ইষ্টৰ সোণাপুৰ, চন্দ্ৰপুৰৰ পৰা কোনোবা আছে ৱেষ্টৰ শালকোছা, বিজনীৰ পৰা— অ' হোৱাট এ ৱাণ্ডাৰফুল লট্— অল দ্য ষ্টুডেণ্টছ এণ্ড লভলি পিপল্ ছিকিং এডুকেশ্যন! সেই নালন্দাত পঢ়া স্কলাৰসকলৰ পৰা তই কি হাই ম'ৰেল ষ্টেণ্ডাৰ্ড আশা কৰিব পাৰ অ' মুন? দে হেভ ন' আইডিয়েল, ন' এমবিশ্বন্। ঐ হৰি, খুবতো স্কুলত পঢ়িছ, তোৰ এমবিশ্বন্ কি ক'চোন।

"এমবিশ্বন্ মানে কি বাইদেউ?"

"এমবিশ্বন্ মানে ডাঙৰ মানুহ হোৱাৰ সপোন।" মুনে বায়েকৰ ইংৰাজীৰ কোনোমতে ভাঙনি এটা কৰিলে।

এইবাৰ হৰেশ্বৰে টপৰাই মাত দিলে, "মই গিৰীশ ককাৰ দৰে হ'ম বাইদেউ।"

পিংকি-মুন অলপ সময় তধা লাগিল; তাৰ পিছত সজোৰে সমস্বৰে হাঁহিলে।

"অ' মুন, মানুহৰ এম্বিশ্বন্ হয় স্কলাৰ, ছাইণ্টিষ্ট, লিটাৰেট্যৰ, ফিলছফাৰ প্ৰফেছৰ, ডাক্তৰ আদি হোৱাৰ, আইডিয়েল হয় গান্ধী, আইনষ্টাইন আদি আৰু আমাৰ হৰিৰ আইডিয়েল মেনজন হ'ল গিৰীশ কাকা। হাঃ হাঃ হাঃ। হু ইজ দিছ গ্ৰেট মেন? কোন ঐ এই মহাপুৰুষজন?" এইবাৰ পিংকি নিজেই অনুবাদিকা হ'ল।

"গিৰীশ কাকা আৰু মহেন্দ্ৰ কাকা আমাৰ গাঁৱৰে মানুহ। গিৰীশ কাকা হাকিম হৈছে আৰু মহেন্দ্ৰ কাকা ইঞ্জিনাৰ হৈছে। আমাৰ এম ভি স্কুলৰ হেড-পণ্ডিতে আমাক কৈছিল, 'ল'ৰাহঁত, আমাৰ গাঁৱৰ মুখ উজ্জ্বল কৰা দুজনেই মানুহ ওলাইছে তেওঁলোক হ'ল গিৰীশ দাস আৰু মহেন্দ্ৰ হালৈ। এজন হাকিম হৈছে, এজন ইঞ্জিনাৰ হৈছে। ডাঙৰ হৈ তোমালোকো যেন তেওঁলোকৰ দৰে হোৱা।" মই বাইদেউ ইঞ্জিনাৰতকৈ হাকিমকে ভাল পাওঁ। আমাৰ শনে মাহী বকোৰ ৰবীন হাকিমৰ ঘৰত আছিল, তেতিয়া মাৰ লগত হাকিমৰ ঘৰলৈ দুই-এবাৰ গৈছিলোঁ, সেই বয়সত বাইদেউ, সেইজনেই প্ৰথম ডাঙৰ মানুহ দেখিছিলোঁ। পিছত হেড-পণ্ডিতে গিৰীশ কাকা আৰু মহেন্দ্ৰ কাকাৰ দৰে হ'বলৈ কোৱাত মোৰ ৰবীন হাকিমৰ ঘৰ-দুৱাৰৰ কথা মনত পৰি গৈছিল আৰু তেতিয়া গিৰীশ কাকাৰ দৰে এম্. ... আম্ বাইদেউ, আপুনি সেইটো কি ইংৰাজী শব্দ কৈছিল?"

পিংকি হাঁহিৰ কোবত যেন বাৰাণ্ডাখনৰ শুদা পকাতে বাগৰি পৰিব!

ইয়াৰ পিছত হৰেশ্বৰক পিংকিয়ে মতা নামবোৰৰ ভিতৰত হাকিমে যোগ হ'ল— হৰেশ্বৰ (খং উঠা সময়ত ব্যৱহৃত হয়), হৰি, কটীয়া হাকিম—

হৰেশ্বৰে বৰুৱানীৰ হাতত দুই-এটা লপা-থপা খাইছে, কিন্তু পিংকিয়ে কোনোদিন তাৰ গাত হাত লগোৱা নাছিল। এদিন পিছে তাই কাণতলীয়া চৰ এটা শোধালে।

সেইদিনা পিংকিৰ কলেজ নাই, মুন আৰু হৰেশ্বৰৰ স্কুল নাই। আচলতে আছিল, কিন্তু সিহঁতে নকৰিলে। বিদেশী খেদা আন্দোলনৰ কাৰ্যসূচী অনুযায়ী সেইদিনা শ্ৰেণী বৰ্জন কৰিবলৈ নিৰ্দেশ দিয়া হৈছিল আৰু তাক সিহঁতে পালন কৰিছিল। প্ৰথম অৱস্থাত বৰুৱানীয়েও আন্দোলনৰ কাৰ্যসূচীবোৰত পৰম উৎসাহেৰে ভাগ লৈছিল, কিন্তু পিছলৈ যেতিয়া পিংকি আৰু মুনৰ এৰেটাকৈ বছৰ ক্ষতি হ'ল আৰু শ্ৰেণী বৰ্জনৰ ফলত পঢ়া-শুনা ক্ষতি হ'বলৈ ধৰিলে, তেতিয়া তেওঁ ঘৰৰ চাৰিবেৰৰ ভিতৰতে গজগজাবলৈ ধৰা হ'ল আৰু বান্ধৱী পূৰ্ণিমা শইকীয়াক সমালোচনা কৰিবলৈ ধৰিলে। "দেশদ্ৰোহী ক'ৰবাৰ, বাহিৰত লীডাৰজনী হৈছোই আছে, ইফালে ল'ৰা-ছোৱালীহালক চেণ্ট্ৰেল স্কুলত নাম লগাই দি মনৰ সুখত আন্দোলনত যোগ দি আছে।" মুনকো

চেণ্ট্ৰেল স্কুলত দিব নোৱৰাৰ দুখটো আজিকালি তেওঁৰ তীব্ৰ হৈ উঠিছে। সি যি নহওঁক, এতিয়াৰ কাৰ্যসূচীবোৰত তেওঁৰ দুই ধৰণৰ মানসিক প্ৰতিক্ৰিয়া হোৱা হৈছে— মুন, পিংকিৰ পঢ়া-শুনা ক্ষতিৰ কথা ভাবিলে তেওঁৰ খং উঠে, আনহাতে হৰেশ্বৰো যে স্কুললৈ যাব নালাগে সেই কথাটোত সকাহ পায়।

ক্লাছলৈ যাব নলগা হৰেশ্বৰে পিংকিক সুধিলে, "বাইদেউ, আপোনালোকে আন্দোলন কৰিছিলনে?"

"অঁ', কৰিছিলোতো, তাৰ বাবেতো কলেজত এবছৰ ক্ষতিয়ে হৈ গ'ল।"

"আমিও কৰিছিলোঁ, বাইদেউ। আমাৰ গাঁৱৰ ধীৰেণ বোলা ল'ৰাটো বৰ চোকা আছিল, ঘৰৰ অৱস্থা কিন্তু বৰ বেয়া। কোনোমতে বৃত্তি পাই, টিউচন কৰি পঢ়িছিল। গুৱাহাটীৰ কলেজত আহি পঢ়িছিল। পিছে এটা বছৰ ক্ষতি হওঁতে সি আৰু পঢ়িব নোৱাৰিলে— সিহঁতৰ দৰে দুখীয়া মানুহৰ বাবে এটা বছৰ এনেয়ে যোৱা কম কথা নহয়।"

"দেশৰ বাবে সেইখিনি ছেক্ৰিফাইচ্ কৰিবই লাগিব। কতজনেতো প্ৰাণ দি শ্বহীদেই হ'ল—" পিংকিয়ে গহীনাই কৈছিল।

"বাইদেউ, আমাৰ গাঁৱৰ মানুহে কোৱা-কুই কৰে বোলে এই আন্দোলনটোত চহৰৰ মানুহৰ সিমান ক্ষতি হোৱা নাই গাঁৱৰ মানুহৰহে বেছি ক্ষতি হৈছে, মানুহো মৰিছে বেছি, চি আৰ পি-ৰ অত্যাচাৰো বেছি হৈছে। গাঁৱৰ মানুহে আৰু কয়, আমি আমাৰ মাতৃভাষা অসমীয়াক ৰক্ষা কৰিবলৈ প্ৰাণ দিবলৈকে ওলাই আহিছোঁ, চহৰৰ মানুহে কিন্তু নিজৰ মাতৃভাষাটোক শ্ৰদ্ধা নকৰে, ইংৰাজীকহে নিজ মাতৃভাষাৰ দৰে আদৰ কৰে। কথাটো যে সঁচা আপোনালোকৰ ইয়াতে প্ৰমাণ পাই গ'লোঁ— আপুনি ধুনদাদা, মুন কোনেও দেখোন কেতিয়াও অসমীয়া কিতাপ নপঢ়ে—"

হৰেশ্বৰৰ গালত প্ৰকাণ্ড কাণতলীয়া চৰ এটা পৰিল। "স্কাউণ্ড্ৰেল, বাওনা (মাকৰ পৰা শিকা এই শব্দটোও শেহতীয়াভাৱে হৰেশ্বৰৰ নামৰ তালিকাত অন্তৰ্ভুক্ত হৈছিল) ইমান অডাচিটি তোৰ, নালন্দাত পঢ়িবলৈ পাই বৰ সাহ বাঢ়ি গৈছে নহয়? আজিয়ে মাক কৈ তোক খেদি দিম, আমাৰ দৰে ইমান সুখত কোনে তোক পঢ়ুৱায় চাম মা, অ' মা, এই বদমাইচ্ বাওনাটোক—" পিংকিয়ে মাকক চিঞৰি চিঞৰি পাকঘৰ পাইছিলগৈ।

অৱশ্যে হৰেশ্বৰক বিতাৰণ কৰা নহ'ল। বৰুৱানীয়ে তাক বহুত সময় বকা-বকি কৰি পিংকিক সৈমান কৰিলে।

এদিন হৰেশ্বৰ স্কুললৈ গৈ পাওঁতেই স্কুল ছুটী হৈ গ'ল। বিহু ওচৰ চাপিছে বহুত দূৰ-দূৰণিৰ পৰা হুঁচৰিৰ দল এটা আহি পাইছে আৰু তেওঁলোকক হৰেশ্বৰহঁতৰ স্কুলটোতে থকাৰ বন্দবস্ত কৰি দিয়া হৈছে। গতিকে গৈ পোৱাৰ লগে লগে ছুটী হোৱা হৰেশ্বৰ স্কুলৰ পৰা আহি থকাৰ বাটত এজুম ল'ৰাৰ মাজত মুনক দেখি অবাক হৈ গ'ল, ল'ৰাবোৰৰ প্ৰত্যেকৰে হাতত চিগাৰেট, মুনৰ হাততো এডাল জ্বলা চিগাৰেট, অকল সেয়ে নহয়, সি চাওঁতে চাওঁতে মুনে সেই চিগাৰেটত হোপাও মাৰিলে।

"মুন, তুমি চুৰট খাইছা?" হৰেশ্বৰ একে চোচাই মুনৰ কাষ পাইছিলগৈ।

মুন অলপ থতমত খালেও বন্ধুবোৰৰ আগতে তাৰ সন্মান হানি হোৱাৰ ভয়ত সি প্ৰয়োজনতকৈও কঠোৰ মাত উলিয়াই ক'লে— "খাইছোঁ, খাইছোঁ তই তাত মাত মাতিবৰ কোন? আমাৰ চাকৰ নহৈ যেন গাৰ্জিয়েনটোহে ওলাইছে।"

লগৰ ল'ৰাবোৰে আমোদেৰে হৰেশ্বৰলৈ চাই হাঁহিলে, মুনে সিহঁতলৈ চাই ক'লে— "আমাৰ এই ছাৰ্ভেণ্টটোৰ বৰ বৰ কথা, অৱশ্যে দেখাত টিলিকা টিলিকা হৈ থাকিলে কি হ'ব, বয়স বহুত হৈছে। সেই বাবেই বৰ পকা কথা-বতৰা, ঐ হৰি, ইয়াত তই কিয় গা ঘেলাবলৈ আহিছ? যা, ঘৰলৈ যা আৰু শুন ঘৰত যদি মোৰ চিগাৰেট খোৱাৰ কথা ক'ব তোৰ গাৰ ছাল ছিঙি দিম।"

হৰেশ্বৰ বৰুৱাহঁতৰ ঘৰত থকা এবছৰ উকলি গ'ল, সি মজলীয়াভাৱে পাছ কৰি ষষ্ঠমানলৈ প্ৰমোছন পালে। মজলীয়াভাৱে পাছ কৰিলে মুনেও। সি ক্লাছ এইট্ পালে। অৱশ্যে তাৰ লগৰ প্ৰায়বোৰ ল'ৰাৰ দৰে

তাৰো প্ৰাইভেট টিউটৰ আছিল।

মুনৰ গোঁফে ঠুটিয়াইছে, হৰেশ্বৰৰ মুখ কিন্তু এতিয়াও মসৃণ, ছোৱালীৰ দৰে। থুনদাদাৰে পিংকিয়ে এদিন কৈছিল যে সি আচলতে ট্ৰাইবেল। বকোত ক'ত ট্ৰাইবেল মানুহ আছে, সিহঁতৰ ঘৰেও উপাধি লুকাই আছিছে; হয়তো আছিল বসুমতাৰী বা ৰাভা, ইয়াত আহি চৌধুৰী হৈছে।

কৈশোৰ-যৌৱনৰ সন্ধিস্থলত ভৰি দিয়া সেই মুনে এদিন হৰেশ্বৰক সংগোপনে হৰেশ্বৰৰ কোঠালি অৰ্থাৎ চিৰিৰ তললৈ মাতি লৈ গ'ল। সৰু কমটো বিছনা, কিতাপ-পত্ৰ, কাপোৰ-কানিৰে ঠাই খাই আছে; হৰেশ্বৰে পুৰণি পেলনীয়া কেলেণ্ডাৰৰ ছবি কিছুমান আনি বেৰৰ অ'ত ত'ত আঠা লগাই ঘৰটো সজোৱা বাবে তাৰ শ্বাসৰুদ্ধ অৱস্থাটো আৰু বৰ্ধিত হৈছে।

মুনৰ হাতত কেইখনমান আলোচনী। সি সেই কেইখন লৈ হৰেশ্বৰৰ বিছনাতে বহি পৰিল। ঘৰখন নিজান, পিংকি আৰু বৰুৱানী ক'ৰবালৈ গৈছে, বৰুৱা বৈঠকখানাত মক্কেলৰ সতে ব্যস্ত, থুনদা এইখিনি সময়ত নেথাকেই, তাৰ কমৰ তলা বন্ধ কৰি ক'ৰবালৈ ওলাই যায়। ঘৰৰ এই নিৰ্জনতা, মুনৰ মুখৰ অস্বাভাৱিক আভা— হৰেশ্বৰৰ গাটো সিৰ্‌সিৰাই গ'ল ৰি অতীত স্মৃতিৰে ভাৰাতুৰ, নিজান অৰণ্যত সোমাই কাঠ কটা দিনত জন্তুৰ উপস্থিতি অনুভৱ কৰাৰ দৰে গাৰ সিৰ্‌সিৰণিটো।

"হৰি, ইয়াৰ ছবিবোৰ চাওঁ আহ, মই থুনদাৰ বিছনাৰ তলৰপৰা এইবোৰ লৈ আনিছোঁ।"

"থুনদাদাৰ দুৱাৰত দেখোন তলা লগোৱা আছে?"

"তলাৰ ডুপ্লিকেট ছাবি থাকে নহয়, ষ্টুপিড। মই বহুতদিনৰে পৰা ছেগ চাই আছিলোঁ, ছাবিও যোগাৰ কৰি থৈছিলোঁ। আজি সুযোগ মিলিছে। মই ঠিকেই জানো নহয় থুনদাদাই এইবোৰ মেগাজিন ৰাখে, আমাৰ লগৰ ৰাতুলৰ ককায়েকৰ তাতো বোলে এইবোৰ ভৰি আছে। তই জাননে হৰি, আমাৰ থুনদাই যে ড্ৰিংকো কৰে? মই কেৱল ছিগাৰেটহে খাওঁ, তাৰ দৰে পইচা হাতলৈ আহিলে ময়ো বাপেকে কৰিম— ৰাম, হুইস্কি, চেম্পেন।"

মুনে কথা কৈ কৈ আলোচনীৰ পাত লুটিয়াবলৈ আৰম্ভ কৰি দিছিলেই আৰু জিভাৰ পানী ওলোৱা সুখাদ্য গোগ্ৰাসে গিলা লুভীয়াৰ দৰেই যেন সি সেই ছবিবোৰ চকুহালেৰে লেহন কৰি গৈছিল— "আঃ হৰি, এইজনীক চাচোন, উস্‌ এইজনীৰ যে হিপছ দুটা, মাই গড্‌ এইজনীৰ দেখোন... হৰি, চা চা উস্‌।"

'নালন্দা'ত পঢ়া হৰেশ্বৰ ভাল স্কুলত পঢ়া ছাত্ৰৰ কাণ্ডত দৰ দৰকৈ ঘামিবলৈ ধৰিলে। ভাল স্কুলত পঢ়ি অহা থুনদাদাৰ সংগ্ৰহৰ এইবোৰ বস্তু সেই একে ভাল স্কুলতে পঢ়া ভায়েকে চুৰি কৰি আনি লুকাই-চুৰকৈ উপভোগ কৰিব ধৰিছে। হে হৰি— হৰেশ্বৰে এইখন ঘৰে দিয়া তাৰ নামটোৰে সৰ্বশক্তিমান গৰাকীজনক স্মৰণ কৰি ভাবিবলৈ ধৰিলে— হে হৰি, এইখন ঘৰৰ আৰু এক ভাল স্কুলত পঢ়ি অহা ছোৱালীজনীৰ বিছনা-বাকচৰ তলত বা আৰু কি ভাল বস্তু ওলায়? ওলাবইযে সেই বিষয়ে হৰেশ্বৰৰ মনত কোনো সন্দেহ নাছিল।

(ৰচনা কাল : ১৯৮৪)

# নকুলৰ গৃহযাত্ৰা

আইতাকে গোমোঠা মুখেৰে ক'লে, 'ইমানকৈ যাম বুলি লাগিছা, যোৱা, মাজুবাপু দিল্লীৰ পৰা আহিলে তুমিয়েই গালি খাবা।'

উত্তৰত নকুলেও একে ধৰণৰ গোমোঠা মুখেৰে ক'লে, 'মই অহাকালি আবেলি ঘৰলৈ যোৱাৰ কথা আছে বুলি মাজুবাবুয়ে জানে, শনি আৰু ৰবিবাৰ এই দুটা দিন ঘৰত থাকিম বুলি পাৰ্মিছন লৈ থৈছোঁ, এতিয়া আজি আৰু কালি দুটা দিন হঠাতে অসম বন্ধ কৰি দিলে, মই আৰু বাট চাওঁ কেনেকৈ? বাছবোৰ চলিব ৰবিবাৰে, ৰবিবাৰে এটা দিনৰ বাবে ঘৰলৈ গৈ মোৰ কি লাভ হ'ব? আজিকালি দুটা দিন অফিচো নহয়, গতিকে মই এতিয়াই যাওঁ, চল্লিছ মাইল বাট, এতিয়া গ'লেহে দিনে-পোহৰে ঘৰ পামগৈ।'

নকুলৰ কথা শুনি 'মাজুবাপু' ওৰফে 'মাজুবাবু'ৰ প্ৰথমাকন্য কলেজৰ বি এৰ দ্বিতীয় বাৰ্ষিকত পঢ়া অৰুণাৰ চকু বিস্ফাৰিত হ'ল, নকুলে চল্লিছ মাইল পথ খোজ কাঢ়িব? বাছৰ অভাৱত পদব্ৰজেই ঘৰলৈ যাত্ৰা কৰিব? ইমানেই ঘৰৰ আকৰ্ষণ? অৰুণাৰ ক্ষোভৰ পাতল হুমুনিয়াহ এটা ওলাল। ধনীৰ দুলাল সুৰজিতে হ'লে স্কুটাৰখন নহ'লে এক খোজো লৰচৰ কৰিব নোখোজে, মাজতে এবাৰ তিনিদিন অসম বন্ধ হওঁতে সি এবাৰো অৰুণাক দেখা নিদিলে, অৰুণাৰ অভিযোগত সি পাতল সুৰত কেৱল ইয়াকেই ক'লে, 'তুমি জানা তোমাৰ বাবে মই বহুত কিবাকিবিয়ে কৰিব পাৰোঁ, ভৱিষ্যতে পাৰিম বুলি ভাবি থৈছোঁ। মই ব্ৰাহ্মণ তনয়ে মা-দেউতাক আমাৰ ভাৰতীয় শাস্ত্ৰৰ অমৰ বাণী কাৰ্যত পৰিণত কৰিবলৈ বাধ্য কৰিম — অৰ্থাৎ স্ত্ৰীৰত্নং দুষ্কুলাদপি এই শাস্ত্ৰ বিধিৰ দোহাই দি তুমি শূদিৰ কন্যাৰ পাণিগ্ৰহণ কৰা কাৰ্যক যেনেতেনে প্ৰকাৰে তেওঁলোকৰ দ্বাৰা অনুমোদিত কৰাম। কিন্তু জু-ৰোডৰ পৰা শান্তিপুৰলৈ তোমাৰ শ্ৰীমুখ দৰ্শন লাভৰ আশাত পদব্ৰজে গমন? নৈব নৈব চ। স্কুটাৰ বিনে মই— ন পাদমেকং গচ্ছামি!'

সাধাৰণতে কথা কওঁতে সকলোৱে ইংৰাজী শব্দ, ইংৰাজী প্ৰবচনেই ব্যৱহাৰ কৰে যদিও সেই বিষয়ত সুৰজিত ওলোটা, সি ব্যৱহাৰ কৰে সংস্কৃত। তাৰ অৱশ্যে এটা কাৰণো আছে। বি এ পঢ়ি থাকোতে তাৰ কিবা এটা চখ হোৱাত ৰাতিৰ সংস্কৃত কলেজতো নাম ভৰ্তি কৰি লৈছিল আৰু প্ৰথম পৰীক্ষাটো প্ৰথম বিভাগত পাছ কৰিছিল— সুৰজিতৰ সেই প্ৰথম বিভাগটো গুৱাহাটীৰ সেই সংস্কৃত কলেজটোৰ হেনো ৰেকৰ্ড আছিল, কাৰণ তেতিয়ালৈকে তাত যিবোৰ ল'ৰাই নাম লিখাইছিল সিহঁতৰ বেছিভাগেই দেৱভাষা শিকাৰ আগ্ৰহত নহয়, তাত নাম লিখালেই পোৱা বৃত্তিৰ লোভত পৰিহে ছাত্ৰ হোৱা কম বুদ্ধিৰ ল'ৰা আছিল, ফলত প্ৰথম বিভাগ কিয়, কোনেও দ্বিতীয় বিভাগো পোৱা নাছিল।

সি যি কি নহওক, সংস্কৃতপ্ৰেমী সুৰজিতৰ অৰুণাৰ প্ৰতি প্ৰেম গভীৰ হ'লেও প্ৰেমৰ কেতবোৰ অগ্নিপৰীক্ষা দিবলৈ সি কিন্তু নাৰাজ আৰু তাৰে এটা হ'ল এই খোজ কঢ়া কথাটো। গতিকে 'ডাউন মেমৰি লেন' নামৰ পুৰণি গান নতুনকৈ উলিওৱা অৰুণাহঁতৰ ৰেকৰ্ড সংগ্ৰহৰ মাজত থকা গানৰ এটা কলি —'প্ৰেম যদি জেগে ৰহে/দূৰ কভু দূৰ নহে' অৰুণাৰ জীৱনত সত্য ৰূপত প্ৰতিভাত নহৈ সেই ৰেকৰ্ডৰ মাজতে বন্দী হৈ ৰ'ল। কিন্তু এতিয়া সিহঁতৰ পিয়ন নকুলে, অল্পশিক্ষিত আৰু অৰোমান্টিক নকুলে তাক কাৰ্যক্ষেত্ৰত প্ৰমাণ কৰিব ওলোৱা দেখি অৰুণাৰ সেই পাতল হুমুনিয়াহটো ওলাই আহিল; সেই হুমুনিয়াহ হ'ল অলপ হিংসাৰ, অলপ ক্ষোভৰ, অলপ দুখৰ। সংসাৰত বিচৰাৰ বোধহয় শেষ নাই, তৃষ্ণা অপৰিসীম, হেঁপাহ নপলোৱা বিধৰ, নহ'লেনো সুৰজিতৰ দৰে ল'ৰাৰ একনিষ্ঠ প্ৰেম পায়ো অৰুণাৰ এনে এক ক্ষুদ্ৰ কথাত কিয় হুমুনিয়াহ ওলায়?

নকুলৰ অৰুণাৰ দেউতাকৰ কলেজত চাকৰি কৰা কেইবছৰমান হৈছে; চাকৰিটো অৰুণাৰ দেউতাকেই দিছে আৰু সি তেতিয়াৰে পৰা অৰুণাহঁতৰ লগতে থাকে। নকুলৰ গাঁৱৰ ঘৰৰ অৱস্থা খুবেই বেয়া, গতিকে অৰুণাহঁতৰ লগত এনেকৈ থকাৰ ফলত তাৰ থকা-খোৱাৰ ব্যৱস্থা বিনামূলীয়া হৈছে আৰু দৰমহাৰ ধনকেইটা প্ৰায় ৰাহি হোৱাত ঘৰলৈ পঠাব পৰা হৈছে— অৱশ্যে বিনামূলীয়া নকৈ নকুলে অভাৰ টাইম কৰি নিজৰ আশ্ৰয়স্থল আৰু অন্নৰ সংস্থান কৰিছে বুলি কোৱাটোহে শুদ্ধ হ'ব।

তাৰ পিছত আজি কেইমাহমান আগতে সি বিয়াও কৰালে, কইনাক লগত নাৰাখি চহৰৰ ঘৰত মাকৰ লগত ৰখাটোৱেই একমাত্ৰ সম্ভৱপৰ কথা— কেৱল নকুলৰে নহয়, নকুলৰ দৰে চহৰত বাস কৰা কম আৰ্জনৰ আৰু গাঁৱত 'দৰিদ্ৰৰ ভগা পঁজা' হ'লেও এডুখৰি পঁজা থকা সকলো দুখীয়া মানুহৰ বাবেই সি একমাত্ৰ সম্ভৱপৰ কথা— গতিকে বিয়াৰ পাছৰ পৰা তাৰ কইনা তাৰ মাকৰ লগতে আছে। আগতে প্ৰতি সপ্তাহত গাঁৱৰ ঘৰলৈ নোযোৱা নকুল এতিয়া প্ৰতি সপ্তাহত গাঁৱলৈ যায় আৰু সেই কথাটো লৈ অৰুণাৰ মাক আৰু আইতাকে যি বিৰূপ মনোভাব প্ৰদৰ্শন কৰে তাতো চহৰৰ মধ্যবিত্ত পৰিয়ালৰ মাইকী মানুহৰ স্বাভাৱিক মনস্তত্ত্বই ফুটি ওলায়।

অৰুণাৰ আইতাকৰ বয়স সত্তৰ পাৰ হৈ গৈছে, তেওঁৰ এতিয়া কোনো ধৰণৰ ভোগৰ প্ৰতি আসক্তি নাই, কিন্তু ধঁপাতৰে সৈতে তামোলখন দিনটোত সাত-আঠবাৰমান লাগিবই। তেওঁৰ তামোল আৰু ধঁপাতৰ যোগান ধৰোঁতা অৰ্থাৎ বজাৰৰ পৰা আনি দিয়া মানুহ নকুল— ভাগ্যে পাণৰ গছ এডাল বহুত দিনৰ পৰা বাৰীৰ পিছফালৰ মদাৰ গছ এডালত বগাই আছে আৰু সেই পাণৰ বাবেই অদৰকাৰী মদাৰ গছডাল কাটি পেলাব পৰা হোৱা নাই। আইতাকৰ বাবে ভাগ্যে পাণৰ গছডাল থকাৰ দৰে অৰুণাৰ ক্ষেত্ৰতো সেই ভাগ্য প্ৰযোজ্য, কাৰণ পাণৰ গছডালৰ বাবে কাটিব নোৱৰা মদাৰ গছডাল তাইৰ বাবে একেবাৰেই অপ্ৰয়োজনীয় নহয়, এই মদাৰ গছডালেই তাইক বিভিন্ন ঋতুৰ বতৰা আনি দিয়ে, নহ'লে সিহঁতৰ ঘৰত থকা এসময়ৰ সৰু বাৰী নামৰ ঠাইখনৰ ৰবাব টেঙাৰ গছডাল আৰু নাই যে তাৰ ফুলৰ মতলীয়া গোন্ধে বসন্তকাল অহাৰ উমান দিব আৰু সেই 'ডাউন মেমৰি লেন'ৰ ৰেকৰ্ডৰ গান অৰুণাই মনতে গুণগুণাব— 'বাতাসে বহিছে বাতাবী ফুলেৰ গন্ধ, বনে বনে গাহে ঝিল্লী নূপুৰ ছন্দ' (হায় মোৰ বেচেৰা দেউতা, তুমি ডেকাকালত নিশ্চয় খুব ৰোমাণ্টিক মনৰে আছিলা, নহ'লে সেই কলেজীয়া দিনৰ হিট্ ছংবোৰ আজিৰ 'ডাউন মেমৰি লেন'ত সংগৃহীত হোৱা পাই তুমি কিয় কিনি লৈ আহিবা— অনাত মোৰ বাবে অৱশ্যে খুবেই ভাল হ'ল— কিন্তু হায়, মোৰ মাৰ দৰে অকাব্যিক, অৰোমাণ্টিক মনৰ তিৰোতা এজনীক জীৱনসংগিনীৰূপে পাই তোমাৰ হৃদয়ৰ কবিতাৰ স্পন্দন নিশ্চয় কৰ্কশভাৱে থামি গৈছিল!) ৰবাব টেঙাৰ গছডাল আৰু নাই, কাৰণ তাক আৰু অন্যান্য সৰু-সুৰা গছপুলি আৰু শাক-পাচলি কাটি ঠাইখিনি মুকলি কৰি সৰু কটেজ টাইপৰ ঘৰ এটা কৰি ভড়া দিয়া হৈছে। এই বুদ্ধিটো অৰুণাৰ মোমায়েক আৰ্কিটেক ৰজত দাসৰ আৰু তাত উজান দিছিল অৰুণাৰ মাকে; ফলত ঘৈণীয়েকৰ প্ৰায় সকলো কথাতে সন্মতি দি ঘৰত শান্তি বিৰাজ কৰোৱা অৰুণাৰ দেউতাকৰ মত সাপেক্ষেই সেই কটেজটো নিৰ্মিত হৈছিল আৰু যোৱা বছৰৰ পৰা তাৰ পৰা মাহে চাৰে তিনিশ টকা আয় হৈ আছে।

মনটোক জীপ দি সতেজ কৰি ৰাখিবলৈ অৰুণাৰ এতিয়া এই মদাৰ গছডালেই অন্যতম ভৰষা; বাৰিষাৰ আগমনৰ লগে লগে সেউজীয়া পাতেৰে জাতিষ্কাৰ হৈ কিছুদিনৰ আগৰ নঙঠা ডালবোৰে যেন কাৰোবাৰ যাদুদণ্ডৰ পৰশতহে এনে শোভা ধাৰণ কৰে। বসন্ত কালৰ ৰূপ আকৌ সম্পূৰ্ণ বিপৰীত; তেতিয়া গছত এটাও পাত নাথাকে আৰু তাৰ সলনি ডালে ডালে ৰঙা ফুলৰ সমাৰোহ আৰম্ভ হৈ যায়। ভাটৌৰ পৰা আৰম্ভ কৰি অকণমানি মৌপিয়ালৈকে বিবিধ (চহৰৰ পৰিৱেশত বিবিধেই) চৰায়ে আহি সেই ফুলে ফুলে জঁপিয়াই মৌ সংগ্ৰহ কৰে আৰু সেইফালে চাই চাই অৰুণাই ৰেডিঅ'ত কাহানিবাই শুনা ৰাণু ফুকনৰ গান গুণগুণায় — 'ৰঙা ৰঙা, ৰঙা ফুলৰ মেলাতে/ক'ৰ পখী তই, গাই যাব গীত /মোৰ ফুলনীৰ মেলাতে ...'

ভাগ্যে মদাৰ গছডালত পাণ বগাইছে, নহ'লে গুৱাহাটী চহৰৰ সোণৰ মূল্যৰ মাটি আঁকোৰি শাখা-প্ৰশাখা বিস্তাৰ কৰি আকাশলৈ ধিয়াই থকাৰ স্পৰ্দ্ধা পূজাত ফুল নলগা, খাব পৰা গুটি নলগা, কাঠ হিচাপে মূল্যহীন বুলি পৰিগণিত হোৱা মদাৰ গছ এডালৰ হ'বই নোৱাৰে।

সি যি কি নহওক, পাণ বাৰীতে থাকিলেও তামোল আৰু ধঁপাত বজাৰৰ পৰা আনিলেহে অৰুণাৰ আইতাকে জুতি লগাই সেলেঙি বোৱাই তামোল খাই এই বয়সৰ একমাত্ৰ নিচাটো চৰিতাৰ্থ কৰি ৰাখিব পাৰে কিন্তু মাজে মাজে নকুলটোৱে আহুকালত পেলায়। তামোল খাবলৈ ওলাই দেখে চাধা অকণো নাই, আৰু নকুলো নাই, গৈছে গাঁৱলৈ। নাতিয়েক অৰ্থাৎ অৰুণাৰ ভায়েক অৰূপ, অমল এই দুয়োটা ল'ৰাক খাটনি ধৰিব

লাগে চাধা অকণ আনি দিবলৈ। কিন্তু দুয়োটাৰে বেছিভাগ সময়ত সময়ৰ নাটনি—কোনোবাটো যাব বন্ধুক বিচাৰি, কোনোবাটোক বা আকৌ বন্ধুবেই বিচাৰি আহিব। কি যে আচৰিত ল'ৰা দুটাৰ বন্ধুবোৰ— আহিয়েই 'কলৰ গান'টো বজাই দিব (ৰেকৰ্ড প্লেয়াৰটোক অৰুণাৰ আইতাকে পুৰণি যুগৰ গ্ৰামোফোনক 'কলৰ গান' বোলাদি এতিয়া কলৰ গানেই বোলে) আৰু হৌ-হৌৱাই বজা ইংৰাজী পপ্ গানবোৰৰ শব্দৰ মাজত অৰুণাৰ আইতাকৰ চাধা বিচৰাৰ মাতটো ডুবি যাব। তেতিয়া তেওঁ পাণ আৰু তামোলৰ লগত চূণকে অলপ বেছিকৈ দি খুন্দনাটোত খুন্দি খুন্দি অৰূপ আৰু অমলক গালি নাপাৰি নকুলক গালি পাৰিব ধৰিব— 'এই অগুণ পাতকীটো, বিয়া যেন আৰু কোনোবে কৰোৱাই নাই, বেটাৰ সপ্তাহে সপ্তাহে ঘৰলৈ নগ'লেই নচলে, বেটাক এনেয়ে আশ্ৰয় দি খুৱাই-বুৱাই ৰাখিছোঁ, দৰকাৰৰ সময়ত কেতিয়াবা যদি পোৱা যায়—'

শাহুবেকৰ লগতে উজান দি অৰুণাৰ মাকেও কৈ উঠে, 'এখেতক ক'ব লাগিব বেলেগ ল'ৰাৰ বন্দবস্ত কৰিবলৈ, প্ৰতি শনিবাৰে ৰবিবাৰে, প্ৰতি বন্ধই ঘৰলৈ যোৱা মানুহটোক লৈতো সংসাৰ চলাব নোৱাৰে। দেখিলোঁ, দেখিলোঁ নকুলৰ দৰে তিৰোতাসেৰুৱা মানুহ আৰু সংসাৰত ক'তো নেদেখিলোঁ— তইনো ছয়-সাত টকা খৰছ কৰি প্ৰতি সপ্তাহে এই ত্ৰিছ-চল্লিছ মাইল কিয় বাছত যাব লাগে? মাহ দিনত এবাৰ গ'লে তোৰ মন নুজুৰায় নে?'

মাক আৰু আইতাকৰ নকুলৰ প্ৰতি সহানুভূতিহীনতাত, বিৰক্তিত এনে ধৰণে বকবকায় আৰু জীয়েক অৰুণাই 'ডাউন মেমৰি লেন'ৰ সেই বতাহত ৰবাব টেঙা ফুলৰ গোন্ধ ভাহি অহা গানটোৰ অইন কলি কেইটামান গুণগুণায়— 'পৰাধীন দেশে প্ৰেম চিৰ অভিশপ্ত /মুক্তিৰ পতে কত বাধা কত ৰক্ত...' আৰু তাৰ পিছত তাইৰ হুমুনিয়াহ ওলায়, সেই গানটো ৰচিত আৰু সুৰাৰোপিত সময়টো আছিল ব্ৰিটিছৰ দাসত্ব কালৰ সময়। এতিয়া দেশ স্বাধীন হৈছে কিন্তু সেই স্বাধীনতা পৰাধীনতাতকৈও ভয়ংকৰ, অন্ততঃ একশ্ৰেণী মানুহৰ বাবে আৰু সেই শ্ৰেণী মানুহেই সংখ্যাত গৰিষ্ঠ। সেই গৰিষ্ঠতাও অলপ ব্যৱধানৰ গৰিষ্ঠতা নহয়, সেই ব্যৱধান দুস্তৰ, প্ৰায় অনতিক্ৰম্য। স্বয়ং ৰাষ্ট্ৰপতি সঞ্জীৱ ৰেড্ডীয়েই ক'ব লগাত পৰিছে যে ভাৰতবৰ্ষৰ সম্পদবোৰ জমা হৈছে মাত্ৰ কেইটামান পৰিয়ালৰ হাতত।

নকুলো সেই গৰিষ্ঠসংখ্যক লোকৰে এজন, গতিকে তাৰ দৰিদ্ৰতাৰ আগত তাৰ প্ৰেম দোষণীয়; তাৰ মালিকনীয়ে সপ্তাহত গৈ ঘৈণীয়েকক লগ পাই অহা কথাটো সহ্য কৰিব নোৱাৰে— অথচ স্বাধীন দেশৰ নিজ প্ৰাপ্যৰ পৰা বঞ্চিত হ'ব নলগা নাগৰিক হোৱা হ'লে নকুলে আজি নব-পৰিণীতা পত্নীক গাঁৱৰ ঘৰত ৰাখি থৈ মালিকনীৰ অসন্তুষ্টিভাজন হৈয়ো বিৰহ বেদনা উপশম কৰিবলৈ চাপলি মেলিব লগা নহ'লহেঁতেন, কাৰণ তেতিয়া সি তাৰ কৰ্মস্থলীতে এডুখৰি ঘৰ কৰি ঘৈণীয়েকৰ লগত সুখ-দুখৰ দাম্পত্য জীৱন এটা কটাই থাকিব পাৰিলেহেঁতেন।

এই কথাটো অৰুণাই দুই ধৰণে আইতাক-মাক আৰু সুৰজিতক কয়। আইতাক আৰু মাকক কয়, 'তোমালোকে কেৱল নিজৰ সুখ-সুবিধাৰ কথাই ভাবা। তাৰ নতুনকৈ এখন সংসাৰ হৈছে, দুখীয়া কাৰণে সি ইয়াত সেই সংসাৰখন পাতিব পৰা নাই— তাৰ বাবে লাভ হৈছে তোমালোকৰে, আজিৰ দিনত প্ৰায় বিনা পইচাতে চাকৰ এটা পইচা— এতিয়া সপ্তাহৰ মূৰত ঘৰলৈ যোৱা কথাটোকেনো তোমালোকে সহ্য কৰিব নোৱাৰানে? ষোল অনা সুবিধা ভোগ কৰিব খোজা কিয়?'

উত্তৰত মাকে কিবা কোৱাৰ আগতে আইতাকেই ভেকাহি মাৰি কয়, 'তইঁত লোকৰ ওপৰত বহি খোৱাবোৰে কি বুজিবি সংসাৰৰ আও-ভাও। নিজৰ সংসাৰ এখন হওক, তেতিয়া বুজিবি সংসাৰ কেনেকৈ চলে। বোলো লুইতেহে বুজে ব'ঠাৰ কোব— নকুলক আমি বিনা পইচাত ৰাইছোঁ বুলিহে ভাবি আছনে? আজিৰ দিনত এটা মানুহক খুৱাই-বুৱাই ৰখা, থাকিবলৈ ছালি এডুখৰি দিয়া অলপ কথানে? নে নকুলেই বুজা নাই সেইষাৰ কথা? বহা এটা কৰি, নিজে চাউল-পাত কিনি গুৱাহাটী চহৰত তাৰ দৰমহাৰে থাককচোন, সি, সপ্তাহে সপ্তাহে ঘৰলৈ যোৱা কিয়— গোটেই জীৱনটো বৰলা ভাত খাওঁতেই গ'লহেঁতেন তাৰ। মাজুবাপুৱে মাতি আনি আশ্ৰয় দিয়াতহে এজনীক চপাই ল'বলৈ সামৰ্থ্য হ'ল তাৰ।'

তাৰ পিছত মাকেও মাত লগায়, 'আমাৰ মাজনীতো দয়াৰ অৱতাৰ হ'বই আই, ঘৰৰ ?গছ কুটা দুগচ কৰিব নালাগে, গতিকে কামৰ দুখ তাই কি বুজিব, নিজৰ গাত যেতিয়া ঠেলাটো লাগিব তেতিয়াহে চৈতন্য উদয় হ'ব...'

সুৰজিতক সেইজনী মাজনী অৰ্থাৎ অৰুণাই কোৱা কথাৰ সুৰত প্ৰেমভাব বেছি প্ৰকট আছিল আৰু নকুলৰ সেই সমস্যাটোক বেছি খোলাখুলিকৈ আলোচনা কৰিবলৈ তাইৰ সংকোচ বোধ কৰাৰ কাৰণ বোধগম্য কাৰণতে নাছিল। 'মা-আইতাৰ নিষ্ঠুৰতা দেখিছানে সুৰজিৎ? তেওঁলোকো যে এদিন ন-কইনা আছিল, তেওঁলোকৰ গিৰীয়েকবোৰো যে বিয়াৰ পিছত এৰা-এৰি হৈ থাকিব লগা হ'লে বিৰহ বেদনাত ভুগিছিল— সেইবোৰ একেবাৰে পাহৰি বহি আছে বা নিজৰ সুবিধা অনুযায়ী পাহৰাৰ ভাও জুৰি আছে। গতিকে নতুনকৈ বিয়া কৰোৱা নকুলে দিনৌ নহয়, সপ্তাহত এদিনকৈ ঘৈণীয়েকৰ লগত মিলনৰ আশা কৰি যোৱা কথাটোতো তেওঁলোকৰ চকু পোৰে। আচলতে বুজিছা সুৰজিৎ, প্ৰেম-চেম, কামনা-বাসনা এইবোৰ আমাৰ দেশৰ ধনী বা মধ্যবিত্ত শ্ৰেণীৰ মানুহবোৰৰহে একচেটীয়া আবেগ বা ছেণ্টিমেণ্ট, ৰজা বিক্ৰমাদিত্যই সোণৰ ভানুমতী গঢ়ি ৰাজসভাত থৈ বিৰহ বেদনা উপশম কৰিব পাৰে বা ছাহজাহানে তাজমহল সাজিব পাৰে— কাৰণ অন্তৰত তেওঁলোকৰ প্ৰেম থকাৰ লগতে ৰাজকোষত ধনো আছে— কিন্তু নকুলহঁতৰ দৰে দুখীয়া মানুহবোৰৰ অন্তৰত তাতকৈ তিনি ডবল প্ৰেম থাকিলেও সিহঁতে সোণৰ ভানুমতী বা তাজমহল গঢ়াতো দূৰৰে কথা, সপ্তাহৰ মূৰত নতুনকৈ বিয়া কৰোৱা ঘৈণীয়েকজনীকো দেখাৰ সুবিধা নাপায়। আমাৰ সমাজৰ কি যে অন্যায় অবিচাৰ।'

সুৰজিতে ফিক্ কৰি হাঁহি দিছিল আৰু কৈছিল, 'বাঃ অৰুণা, তুমি যে তলে তলে ঘোৰ কমিউনিষ্ট হৈ আছা মই গমেই পোৱা নাছিলোঁ।'

অৰুণাই টপৰাই উত্তৰ দিছিল, 'কমিউনিষ্টে যদি এনে কথা কয় তেওঁলোক তেন্তে মোৰ দৰেই ভাল মানুহ।'

সুৰজিতেও একে সমান ক্ষিপ্ৰতাৰে উত্তৰ দিছিল, 'তোমাৰ জ্ঞানৰ পৰিধি দেখি বৰ দুখ পালোঁ অৰুণা, কমিউনিষ্টে কি কয় তুমিনো অতদিনে তাকেই জনা নাছিলা নে—'

ক্ৰমে দুয়োজনৰ মাজত বাক্যবাণ নিক্ষেপ কৰা কাৰ্য ক্ষিপ্ৰতৰ হৈ আহিছিল, কাৰণ আকৌ সুৰজিতৰ কথাৰ ওপৰতে টপৰাই মাত দি অৰুণাই উষ্মাৰে কৈ উঠিছিল, 'মোৰ জ্ঞানৰ বাবে দায়ী তোমালোকৰ খুৰাহঁতৰ দৰে বাতৰিকাকতৰ সম্পাদকসকল আৰু তেওঁলোকৰ অপপ্ৰচাৰবোৰ; তোমাৰ খুৰাৰ কাকতখনে যোৱা এবছৰে যিবোৰ কথা লেখি আছে সেইবোৰ পঢ়িতো এনে শিক্ষাকে লাভ কৰি আহিছিলোঁ যে কমিউনিষ্টবোৰ জনগণৰ শত্ৰু, তেওঁলোক বদন re-incarnate, দেশদ্ৰোহী, অসমৰ বাইজৰ অহিতকাৰী—'

অৰুণাক আৰু আগবাঢ়িবলৈ নিদি সুৰজিতে উচ্চস্বৰে হাঁহি উঠিছিল, 'সুবিধা পাই খুৰাৰ প্ৰতিও শক্তিশেল এডাল নিক্ষেপ কৰিলা— আচলতে কথা যায় কথাৰ ফালে, খুৰাই যে তুমি ব্ৰাহ্মণ তনয়া নহয় বাবে আমাৰ বিয়াৰ বিৰোধিতা কৰিছে সেই জ্বালা তুমি পাহৰিব পৰা নাই। পিছে কৈছোঁ নহয় মাভৈ, ভয় নকৰিবা, মই তেনেকুৱা হাজাৰ খুৰাক অগ্ৰাহ্য কৰি আগবাঢ়িম।'

অৰুণাই মুখ গোমোঠা কৰি কৈছিল, 'তুমি মোক একো অভয় দিব নালাগে, মই একো ভয় খাই থকা নাই, মই কেৱল ভাবিছোঁ তোমাৰ খুৰাৰ দৰে ভণ্ড মানুহবোৰৰ কথা— লেখাবোৰত এনে প্ৰগতিশীল সংস্কাৰমুক্ত মানুহৰ দৰে দেখুৱায় যেন তেওঁ সমাজৰ এই সকলোবোৰ অন্ধ কুসংস্কাৰৰ পৰা মুক্ত, কিন্তু নিজৰ গাত যেতিয়া আঁচোৰটো লাগে তেতিয়া লগে লগেই বিড়াল তপস্বীৰ নামাবলীখন খুলি স্ব-মূৰ্তি প্ৰকাশ কৰে। এই মানুহবোৰেই আকৌ কাকতে-পত্ৰে ৰাইজৰ আগত মহৎ বাণী প্ৰচাৰ কৰে— এনে দুতলীয়া মানুহবোৰক মই দুই চকু পাৰি দেখিব নোৱাৰোঁ।'

সুৰজিতে আকৌ হাঁহিছিল, 'আৰু তোমাৰ এনে স্বভাৱৰ বাবেই তোমাক মই দুই চকু পাৰি দেখিব পাৰোঁ— যদিও মোৰ গুৰুজন, তোমাৰ ভাবী গুৰুজনৰ প্ৰতি তোমাৰ এনে অশ্ৰদ্ধাৰ বাবে মোৰ প্ৰতিক্ৰিয়া সম্পূৰ্ণ ওলোটা হ'ব লাগিছিল। কিন্তু অৰুণা, কথা কটাকটি কৰি আমি মূল কথাৰ পৰা কিমান আঁতৰি আহিলোঁ দেখিলা নে? তুমি

উলিয়াইছিলা নকুলৰ কথা, কি হ'লনো তাৰ? ঘৰলৈ যোৱা লৈ নতুনকৈ কিবা লাগিছে নেকি?'

অৰুণাই বিৰক্ত মুখ কৰি উত্তৰ দিছিল, 'নতুনকৈ আৰু কি হ'বৰ আছে— কথা সেই একেবোৰেই, অশান্তি আপত্তি সেই একেবোৰ কাৰণকে লৈ। কালি শনিবাৰে নকুল ঘৰলৈ যোৱাৰ পিছতহে আইতাৰ মনত পৰিল যে তেওঁৰ মৃতসঞ্জীৱনী সুধা ৰূপী ধঁপাত নাই। কাক কয় আনিবলৈ? মোৰ দেশ উদ্ধাৰ কৰা ভাতৃ দুটি যে আছে— তেওঁলোক মহা স্বাৱলম্বী হৈছিল, চক্‌চকীয়া জোতা পিন্ধি বাটেৰে যোৱা মানুহৰ জোতা চাফ কৰি, বাছ ষ্টেচনত যাত্ৰীৰ হাতৰ পৰা কেঁচুৱায়ো বব পৰা টোপোলা কাঢ়ি আনি তাক কুলীৰ দৰে কঢ়িয়াই, আমাৰ ঘৰলৈ অহা কণীৱালাৰ কণী কিনি তাক বাটৰ দাঁতিত দোকান কৰি বেচি অসমীয়া ডেকাৰ স্বাৱলম্বিতাৰ ঢাক-ঢোল কোবাইছিল— ঘৰত কিন্তু তেখেতসকলে পানী এগিলাচো বাকি খাব নোৱাৰোঁ। ভাতৃদ্বয়ৰ মাতৃগৰাকীও হৈছে একে— প্ৰথম কন্যা হোৱাৰ দুখ পাহৰাই একেলগে যে দুটি যঁজা পুত্ৰৰ জন্ম হ'ল সেই আনন্দত তেওঁ সিহঁতক মূৰতেই ল'ব নে কোলাতেই ল'ব ততকে ধৰিব নোৱাৰে। তেওঁ মোক খং কৰে, মই হেনো ইফালৰ কুটা সিফাল নকৰোঁ! নকৰিলে তুমি কেনেকৈ ওচৰ চুবুৰীয়াৰ ঘৰে ঘৰে ঘুৰি পৰচৰ্চ্চা-পৰনিন্দা কৰি ফুৰাৰ সুযোগ পালাহেঁতেন হে? কোনে তোমাৰ স্বামীক, তোমাৰ পুত্ৰদ্বয়ক আবেলিৰ চাহ-জলপানৰ যোগাৰ ধৰিলেহেঁতেন হে? ইংৰাজীত কথা এষাৰ আছে, মই তেওঁক মাজে মাজে সেইষাৰ শুনায়ো থাকো— বিশেষকৈ পুত্ৰৰ প্ৰতি পক্ষপাতিত্ব প্ৰকট ৰূপত প্ৰতিভাত হ'লে (কি সুন্দৰ অনুপ্ৰাস কৰিলোঁ দেখিলানে সুৰজিৎ?) অৱধাৰিতভাৱে শুনামেই যে A daughter is a daughter till she is dead, but a son is a son till he is married. তোমাৰ হেঁপাহৰ পুত্ৰদ্বয়েও ভৱিষ্যতে বিয়া-বাৰু কৰোৱাৰ পিছত কিমান মূৰত উঠায় চাম নহয়। এতিয়াতো সিহঁতৰ গেঞ্জীটো পৰ্যন্ত তুমি ধুই দিব লাগে— ইফালে বাহিৰত হয় স্বাৱলম্বী। কৈছোঁ নহয় সুৰজিৎ, এই ডাবল্ ষ্টেণ্ডাৰ্ড কথাটো মোৰ অসহ্য। মহাত্মা গান্ধীয়ে নিজৰ পায়খানাও নিজে চাফ কৰিছিল— মোৰ ভাতৃদ্বয়ে আকৌ গান্ধীৰ ফটো এখন আনি কেইদিনমান আগতে নিজৰ পঢ়া মেজৰ আগত আঁৰি থৈছে আৰু তাৰ দুদিনৰ পিছত A B B A ৰ নতুন ৰেকৰ্ড এখন কিনি আনি দিন ৰাতি বজাই মোৰ কাণৰ পোক সৰুৱাইছে, আকৌ তাৰ পিছতে দেউতাই আনিছে ফিৰোজা বেগমৰ পুৰণি বঙালী গীতৰ ৰেকৰ্ড এখন আৰু মাই তাৰ বাবে দেউতাক বকি তৎ পোৱা নাই যে এই সময়ত তেওঁৰ মূৰ গৰম হৈছে নেকি বঙালী ৰেকৰ্ড কিনিবলৈ— সঁচায়ে সুৰজিৎ, দেউতা বুঢ়া হৈ আহিলেও মোৰ এতিয়াও তেওঁৰ প্ৰতি পুতৌ উপজিয়েই থাকে যে এক কাব্যিক মনৰ মানুহে কি যে অকাব্যিক মনৰ ঘৈণীয়েক পালে!'

'সেই ক্ষেত্ৰত মই কিমান ভাগ্যবান! নীহ কুলেই হওক উচ্চ কুলেই হওক— তুমি যে স্ত্ৰীৰত্নং তাত কোনো সন্দেহ নাই, নহ'লেনো মোৰ দৰে চঞ্চল মনৰ ল'ৰা এজনক তোমাৰ ইমান দীঘলীয়া লেকচাৰ অচঞ্চল মনেৰে শুনাই বন্দ্ৰাই ৰাখিব পাৰিলেহেঁতেন নে? সেই লেকচাৰবোৰত শুনিবলগীয়া সাৰ-গোবৰ কিবা আছে বাবেহে এনেকৈ মূক হৈ বহি ধৈৰ্যেৰে শুনি আছোঁ— নহ'লে ইমান দিনে বন্ধু-বান্ধৱৰ আড্ডাত কথা কোৱৰ সিংহভাগ ময়েই অধিকাৰ কৰি থাকোঁ বুলি মোৰ বিৰুদ্ধে সিহঁতৰ ষ্টেণ্ডিং আপত্তি এটা আছে।'

অৰুণাই ফিক্‌কৈ হাঁহি দিলে— 'দেউতাৰ ফিৰোজা বেগমৰ পুৰণি বঙালী হিট ছং এটাৰ অলপ গাই দিওঁ শুনা ঃ 'ভালোবাসা মোৰে ভিখাৰী কৰেছে, তোমাৰে কৰেছে ৰাণী/তোমাৰি দুয়াৰে কুড়াতে এসেছি ফেলে দেওয়া মালাখানি— মূক হয়ে যায় কাৰো বুকে জাগে বাণী—' হৃদয়ৰ এনাটমিৰ বিচাৰ বাৰু বাদ দিয়া, এতিয়া পুনৰ পূৰ্বৰ প্ৰসঙ্গ অৰ্থাৎ নকুল প্ৰসংগলৈ অহা যাওক— অ' নহয় ৰ'বা, দেউতাই কিনা বঙালী গানৰ ৰেকৰ্ডৰ প্ৰসংগত মাক কি ক'লোঁ আগে তাকে কৈ লওঁ (তোমাক দেখিছোঁ দাঁতত কুটাটো লগা পৰ্যন্ত নক'লে মোৰ সুখ নাই), মাক ক'লোঁ, চোৱা মা, বঙালী সংস্কৃতিৰ প্ৰভাৱ বৰ্তমান কিমান আঁতৰিছে, দেউতাহঁতৰ ডেকাকালত তেওঁলোকৰ বাবে গান মানেই বঙালী গান আছিল, মোটামুটি কিতাপ মানেও বঙালী কিতাপেই আছিল, চিনেমাৰ ক্ষেত্ৰতো প্ৰায় একে কথা আছিল, এতিয়া সেই সকলোবোৰৰে আমদানি অসমত কমি আহিল, তাৰ ঠাই লৈছে হিন্দী চিনেমা আৰু হিন্দী গানে, কিতাপৰ দোকান ভৰি পৰিছে ৰঙচঙীয়া আকৰ্ষণীয় দেশী-বেদেশী ইংৰাজী কিতাপ-আলোচনী-কমিক্‌ছেৰে। গতিকে অসমীয়া ভাষা-সংস্কৃতিক বঙালী ভাষা-

সংস্কৃতিয়ে গ্ৰাস কৰিব বুলি কিয় ইমান বেছি ভয় খাইছা? যি হওক— এইবাৰ সঁচাকৈয়ে নকুল প্ৰসংগলৈ অহা যাওক, এনেকৈ আৰু বিবিধ প্ৰসংগ উলিয়াই তোমাৰ অসীম ধৈৰ্যত ফাট নেমেলোঁ। পইলাঁ নহয় চাধালৈঁ অন্তপ্ৰাণ আইতাৰ চাধা নোহোৱাত হাহাকাৰ লাগি গ'ল— তাৰ আগতেই নকুল ঘৰলৈ গৈছিল— গতিকে প্ৰথমতে নকুলক গালি পাৰি তাৰ অকৃতজ্ঞতাৰ লিষ্ট দি নাতি দুটিক খাটনি ধৰিলে যে তামোলৰ লগত খাবলৈ ধঁপাত অকণ আনি দিব লাগে— অ' এবাৰ জানা সিহঁতৰ এটাই চিলিমৰ লগত খোৱা ধঁপাত আনি দিছিল আৰু এটাই আইতাক বুজাইছিল যে তেওঁ ধঁপাত এৰি দিব লাগে কাৰণ তামোল, ধঁপাত ইত্যাদি খালে কেন্সাৰ হয়। সি ইত্যাদিয়ে কৈ থ'লে— চিগাৰেট শব্দটো তাত নুসুমুৱালে কাৰণ মাৰ পৰা পইচা নি নি স্কুলীয়া দিনৰে পৰা চিগাৰেট হোপা বিদ্যা ৰপ্ত কৰি পেলাইছে নহয়। আইতাকৰ অকাল বিয়োগৰ ভয়ত যে সি ধঁপাত খালে কেন্সাৰ হোৱা কথাটো কোৱা নাই, ধঁপাত আনি দিয়াৰ এলাহতহে কৈছে সেই কথাটো এক্সপ'জ কৰি দিলোঁ বাবে সি মোক খেদি নি বেণীত যি টান দিছিল তাৰ ফলত হোৱা মূৰৰ সেই থুকুলাৰ ঠাইৰ বিষ বহুত দিনলৈকে আছিল। অ' নকুলৰ অকৃতজ্ঞতাৰ নমুনা শুনা, নকুল নথকা সময়ত মোৰ গুণধৰ ভাতৃ দুজনৰ এজনে বাধ্য হৈ ষ্টেটফেডৰ পৰা ৰহৰ আৰু মচুৰ ডাইল দুই কেজি আনি দিলে, পেকেটৰ পৰা উলিয়াই মাই চৰুত বহাবলৈ গৈ দেখে যে আৰু অলপ হ'লে তেওঁ জীৱহত্যাৰ পাতকী হ'বলৈকে ওলাইছিল, কাৰণ ডাইলত মেৰুদণ্ডহীন, ৰক্তবিহীন বগা ক্ষুদ্ৰ পোকে কিলবিলাই আছে...'

'ৰ'বা ৰ'বা অৰুণা, এবাৰৰ বাবে হ'লেও তোমাৰ ভাতৃসকলক ডিফেণ্ড কৰাৰ সুযোগ দিয়া।' হাঁহিমুখে অৰুণাৰ কথা শুনি থকা সুৰজিতে মাত লগাই উঠিছিল, 'ষ্টেটফেডৰ চৰকাৰী সস্তীয়া বস্তু খাবলৈ বিচাৰিলে ফাউ হিচাপে প্ৰোটিনো পায়, তাৰ বাবে তোমাৰ ভাতৃসকল জগৰীয়া নহয়।'

'বাৰু, বাৰু, মৰমৰ ভাইসকলক মাফ কৰি দিলোঁ। এতিয়া সেই পোক লগা ডাইলৰ গতি কি কৰা যায়? আইতাই পৰম বদান্যতা দেখুৱাই নকুল গাঁৱলৈ যোৱাৰ সময়ত সেই দুই কেজি নিজৰ অখাদ্য ডাইলৰ চেনেহৰ টোপোলা বান্ধি তাৰ হাতত দি পঠিয়ালে। আৰু তেনে দয়া-দাক্ষিণ্যৰ পিছতো সি সপ্তাহে সপ্তাহে গাঁৱলৈ যায়, সঁচাই, অকৃতজ্ঞতাৰ এটা সীমা থকা উচিত; আইতাই সুযোগ পালেই সেই দুই কেজি ডাইলৰ কথা উলিয়ায়!'

তাৰ পিছত সেই নকুলে শনিবাৰ নহয়, আজি শুকুৰবাৰতেই গাঁৱলৈ যাব ওলাইছে, কাৰণ বিদেশী বিতাড়ন আন্দোলনৰ কাৰ্যসূচী হিচাপে হঠাতে ঘোষণা কৰা হৈছে যে শুকুৰ আৰু শনিবাৰে 'অসম বন্ধ' পালন কৰা হ'ব। গতিকে বাছবোৰ চলিব ৰবিবাৰে ৰাতিপুৱা, সোমবাৰে অফিচবোৰ, কলেজবোৰ খুলিব— সেই এটা নিদৰ বাবে ঘৰলৈ গৈ নকুলৰ কি লাভ হ'ব? ইফালে মাকে যোৱা এমাহৰ পৰা তাগিদা দি আছে ঘৰৰ চাৰিওফালৰ জেওৰাবোৰ ভাঙি-ছিঙি যাব ধৰিছে, গৰু-ছাগলীৰ উৎপাতত ৰ'ব নোৱাৰি, নকুলে মেৰামতি কৰি দিব লাগে। পিছে যোৱা এটা মাহে নকুলে আজৰিকে উলিয়াব পৰা নাই, এটা ৰবিবাৰে ঘৈণীয়েকক দেখুৱাবলৈ নলবাৰী টাউনৰ হাস্পতাললৈ যাব লগা হ'ল, কি হৈছে জানো গাভৰু ছোৱালীজনীৰ, মাজে মাজে পেটৰ বিষ হৈ থকা হৈছে হৈছে। গাত লেঠা হোৱাৰ এমাহ পিছত গৰ্ভপাত হৈ যোৱাৰ ফলতেই হৈছে বুলি সন্দেহ কৰি সেইটো ৰবিবাৰে নলবাৰীলৈ ডাক্তৰক দেখুৱাবলৈ নিব লগা হ'ল; এটা ৰবিবাৰে বা বায়েক-ভিনিহিয়েকেই ল'ৰা-ছোৱালীহালক লৈ দিনটো থাকি গ'ল— এনেকৈ নানা কাৰণত নকুলে ভগা জেওৰা মেৰামতি কৰিবই পৰা নাই।

ইফালে আন্দোলনটো হোৱাৰ দিনাৰে পৰা নকুলৰ ঘৰলৈ যোৱা কাৰবাৰটো সুখৰ হোৱাই নাই। যোৱা বছৰ পুহ মাহত সিহঁতৰ অঞ্চলবোৰত যি হাহাকাৰ হ'ল, যি কটাকটি-মৰামৰিখন লাগিল, তাৰ পিছত চি আৰ পি-মিলিটাৰীৰ অত্যাচাৰৰ যি কাহিনী প্ৰচাৰ হ'ল— সেইবোৰে নকুলৰ বুকু চহৰত কঁপাই ৰাখিলে আৰু সুযোগ পাই গাঁৱলৈ ঢাপলি মেলাৰ গোটেই বাটছোৱাও বুকুখন দুৰুদুৰুকৈ কঁপিয়ে থাকিল— ঘৰলৈ গৈ বা কি দৃশ্য দেখিব লগাত পৰে, সকলোবোৰ ভালে-কুশলে আছে নে বাৰু, গাভৰু ঘৈণীয়েকৰ ওপৰত কোনো চি আৰ পি-মিলিটাৰীৰ লুভীয়া নজৰ নপৰাকৈ আছে নে বাৰু... যি হওক, তাৰ পৰম ভাগ্য যে গাঁওখনত সেই কোনোবিধ অত্যাচাৰেই স্পৰ্শ নকৰিলে, সমূহ গাঁওবাসীয়েই তুলনামূলক শান্তি আৰু নিৰাপত্তাৰ মাজত কাল

কটালে। কিন্তু তাৰ পিছত আৰম্ভ হ'ল কেৰাচিনৰ নাটনি, ডিজেলৰ নাটনি আৰু ফলত বাছ চলাচলৰ কৰ্তন বা অনিয়মীয়া চলাচল। নকুলে পাৰিলে কেতিয়াবা গুৱাহাটীৰ পৰা অলপ কেৰাচিন তেল লৈ যায়, নহ'লে দুডালমান মমবাতি লৈ যায়। মাজতে এবাৰ মমবাতিকেইডাল তাৰ থেকেচা মাৰি ভাঙি থ'বৰে মন গৈছিল, কাৰণ চুবুৰীৰ মোহন কাকাৰ ল'ৰা ৰমেশৰ হেনো মমবাতিৰ টিমিক-টামাক পোহৰত পঢ়ি চকুৰ বেমাৰ হৈ গ'ল। ৰমেশ হ'ল গাঁওখনৰ উজ্জ্বল ৰত্ন, তেনে চোকা বুধিৰ ল'ৰা হেনো নকুলহঁতৰ গাঁৱত ওপজাই নাই, স্বভাৱতো এনে অমায়িক আৰু ভদ্ৰ যে গাঁওখনৰ সকলোৱে তাক মৰম কৰে। আন্দোলনৰ বাবে স্কুল-কলেজ বন্ধ যদিও ৰমেশে কিতাপ-কাকত নপঢ়ি নোৱাৰে; নলবাৰী টাউনৰ লাইব্ৰেৰীতো সি নাম লগাই লৈছে, তাৰ পৰা কিতাপ আনি হ'লেও সি পঢ়ে। মাজতে তাৰ অৱস্থা দেখি নকুলৰ বৰ বেজাৰ লাগিল, সন্ধিয়া লাগিলে ল'ৰাটো আমন-জিমনকৈ গাঁৱৰ বাটত ঘূৰি ফুৰে বা ঘৰৰ পিৰালিত নিৰ্জীৱৰ দৰে বহি থাকে; নকুলক এবাৰ বেজাৰৰ হাঁহি এটা মাৰি সি কৈছিল, 'নকুল দাদা, সন্ধিয়াৰ পিছৰ পৰা সময়বোৰ নাযায়-নুপুৱায় যেন লাগে, দিনবোৰ চুটি, আন্ধাৰ সোনকালে হয়, পোহৰ নোহোৱাকৈ কেনেকৈ পঢ়া যায় কোৱাচোন? এই বছৰটো গ'লেই, পিতাই নো মোক খেতি কৰি কিমান দিন পঢ়াই থাকিব?' ৰমেশৰ কথা শুনাৰ পিছৰবাৰ গাঁৱলৈ যাওঁতে নকুলে তাৰ বাবে এক ডজন মমবাতি লৈ গৈছিল— ৰমেশে যেন হাততে স্বৰ্গ ঢুকি পালে— তেনে ফুৰ্তিয়েই হ'ল তাৰ। পিছে একেৰাহে মমৰ টিমিক-টামাক পোহৰত পঢ়ি তাৰ বোলে চকুৰ অসুখ হৈ গ'ল আৰু নলবাৰীৰ হাস্পতাললৈ নিব লগা হ'ল। কথাটো শুনি নকুলৰ নিজৰ ঘৰত থকা মমৰ পেকেটটো থেকেচা মাৰি ভাঙি থ'বৰ মন গৈছিল।

বাছৰ সংখ্যা কমাই চলাবলগীয়া হোৱাত যে গাঁও-ভূঁইলৈ যোৱা যাত্ৰীবাহী লাইন বাছবোৰত কি ভীৰ! বহুতে হেনো বাছ ধৰিবই নোৱাৰে। নকুলে তাৰ মাজতো সপ্তাহৰ মূৰত ঘৰলৈ অহা-যোৱা কৰিয়ে থাকিল আৰু সোমবাৰে আগবেলাতে অফিচ পোৱাকৈ ঘৰো আহি পায়। কেনেকৈ? অৰুণা আৰু তাইৰ দুই ভায়েকৰ কৌতূহলী প্ৰশ্নৰ উত্তৰত নকুলে বিজয় গৰ্বেৰে উত্তৰ দিছিল; 'ৰাতিপুৱা আন্ধাৰে-পোহৰে উঠি প্ৰথম বাছখনত বহি থাকোঁগৈ নহয়?'

'কিমান সময় বহি থাকা?'

'সময়টো কি জানো। দুই ঘণ্টা তিনি ঘণ্টা হ'ব পাৰে।'

'ইমান সময় অকলে অকলে বহি থাকি তুমিনো কি ভাবি থাকা?' প্ৰশ্নটো আছিল অৰুণাৰ।

'ভাবিবৰ আৰু কি আছে এনেহে বহি থাকোঁ।' নকুলৰ নিৰ্বিকাৰ উত্তৰ।

পিছত এইষাৰ কথা সুৰজিতৰ আগত কৈ অৰুণাই হাঁহিত বাগৰি পৰে, 'সুৰজিৎ, নকুলে কি কয় জানা? বোলে ভাব্‌বাৰ কি আছে? এনাই বহি থাকোঁ। দৃশ্যটো কল্পনা কৰা, কাহিলী পুৱাতে মানুহ এজন আহি গুৱাহাটীগামী লাইন বাছত ছিট নোপোৱাৰ ভয়ত উঠি বহি আছে, অথচ বাছ এৰিব দুই-তিনি ঘণ্টা পিছত। আৰু সম্পূৰ্ণ দুই ঘণ্টা সেই মানুহজন ব্লেংক মন এটা লৈ বহি আছে— কাৰণ, ভাব্‌বাৰ কি আছে? হোৱাট বভাইন্ কণ্টেণ্টমেণ্ট! আমিও যদি মগজটোক তেনেকৈ কিছু সময়ৰ বাবে নিষ্ক্ৰিয় কৰি ৰাখিব পাৰিলোঁহেঁতেন।'

পিছে নকুলে কোনোদিন ঘৰলৈ যোৱাৰ কষ্টক কষ্ট বুলি নাভাবে, কেৱল শনিবাৰে 'অসম বন্ধ' হ'লে তাৰ মন বেজাৰে হেঁচা মাৰি ধৰে। এটা দিনৰ বাবে ধন ভাঙি ঘৰলৈ যোৱাৰ কি মানে হয়। তথাপি অৱশ্যে সি সেই এটা দিনৰ বাবেও ঘৰলৈ যায়। এসপ্তাহৰ অদৰ্শনৰ বিৰহৰ পিছত নব-পৰিণীতা পত্নীৰ লগত মিলনৰ মাদকতা তীব্ৰ, তাৰ দুৰ্বাৰ আকৰ্ষণক নকুলে কোনোমতেই নেওচা দিব নোৱাৰে। গতিকে শনিবৰীয়া অসম বন্ধটোক শাওপাত দি ৰবিবাৰে পুৱাতে সি গাঁৱলৈ যাত্ৰা কৰে, অৰুণাৰ আইতাক বা মাক কাৰো সমালোচনা বা অসন্তুষ্টিয়ে তাৰ যাত্ৰা স্থগিত কৰাব নোৱাৰে।

এইবাৰ আকৌ শুকুৰ, শনি দুদিনেই অসম বন্ধ। তদুপৰি মক্কিলৰ কথা হ'ল এয়ে যে তাৰ মালিক মাজুবাবু পোন্ধৰ দিনৰ বাবে কলেজৰ কিবা কামত দিল্লীলৈ গৈছে, সেই বাবেও ঘৰৰখীয়া ডাঙৰ মানুহ কোনো নাই বুলি বুঢ়ীজনীয়ে নকুলৰ সেইবাৰৰ গৃহযাত্ৰা সম্পূৰ্ণ বন্ধ কৰি দিয়াৰ মতলবে কৰিছিল, কিন্তু নকুল কাৰো ইমান নিকিনা

গোলাম হৈ থকা নাই যে সম্পূর্ণ আধা মাহ সাৰদাবালাৰ (নকুলৰ পত্নী) দেহৰ উমৰ প্ৰশ্বা বঞ্চিত হৈ থাকিব গতিকে শুকুৰ, শনিবাৰে 'অসম বন্ধ' বুলি শুনি সি শুকুৰবাৰে ঘৰলৈ খোজকাঢ়ি যোৱাৰে মনস্থ কৰিলে।

ঘৰলৈ যোৱাৰ যোগাৰ যন্ত্ৰ নকুলে সপ্তাহটো ধৰিয়ে কৰে, অর্থাৎ চৰায়ে এডাল-দুডালকৈ খেৰকুটা আনি বাহ নির্মাণ কৰাৰ দৰে নকুলে ইবিধ-সিবিধ বস্তু কিনি কিনি ঘৰলৈ নিব ওলোৱা টোপোলাটো ডাঙৰ কৰে, নকুল অফিচত থকা সময়ত অৰুণাৰ আইতাক আৰু মাকৰ দ্বাৰা নকুল ঘৰলৈ যোৱাৰ আগদিনা সেই টোপোলাটো অৱধাৰিতভাবে খানা তালাছ হ'বই আৰু দুই শাহুৱেক-বোৱাৰীয়েকৰ মুখৰ পৰা বিদ্রূপ আৰু অৱজ্ঞা মিহলি কটু মন্তব্য উচ্চাৰিত হ'বই। এবাৰ সেই টোপোলাৰ ভিতৰত আবিষ্কৃত হ'ল এটা টনিকৰ বটল— তাৰ আগতে নকুলৰ ঘৈণীয়েকৰ ৰক্তস্ৰাৱ হৈ গৈছে— আৰু সেই টনিকৰ বটল দেখি অৰুণাৰ মাকে নাক-মুখ কোঁচাই মুখ বিকৃত কৰি মন্তব্য দিছিল— 'ঘৈণীয়েকলৈ টনিকৰ বটল লৈছে হ'ব পায়, সাধাৰণ পিয়ন এটাৰ ঘৈণীয়েক নহৈ যেনিবা তাই ক'ৰবাৰ ৰাজৰাণীহে ওলাইছে'। মন্তব্যটো কৰি মাকে সন্তর্পণে মুখ ঘূৰাই চায়— ক'ৰবাৰ পৰা জীয়েক আহি ওলায়ে নেকি? বৰ মুখ চোকা হৈছে— সকলো কথাতে ফেপেৰি পাতি ধৰে ছোৱালীজনীয়ে, সংসাৰখন কি বস্তু এতিয়াও বুজি পোৱা নাই নহয়, সেইবাবে কথাবোৰ বৰ সহজ বুলি ভাবে— এই নকুলে ঘৈণীয়েকলৈ টনিক, শাড়ী, পাউডাৰ আদি নানা বিলাসৰ সামগ্ৰী নিবলৈ ক'ৰ পৰানো টকা পায়, দৰমহাৰ টকাৰ এটা বুজন অংশতো গাঁৱলৈ সপ্তাহে সপ্তাহে অহা-যোৱা কৰোঁতেই যায়। নিশ্চয় বজাৰৰ টকা মাৰে চোৰটোৱে...।

আইতাকে নকুলক কৈ থৈছিল— এইবাৰ ঘৰলৈ গ'লে গোটাই থোৱা খুদখিনি লৈ গৈ সি যেন পিঠাগুড়ি খুন্দাই আনে। কিন্তু খোজকাঢ়ি যাব ওলোৱা নকুলৰ চাউলৰ টোপোলা ববলৈ অস্বীকাৰ, এনেকি সি গোটাই থোৱা কেৰাচিন আৰু চেনীৰ টোপোলাও এইবাৰলৈ এৰি থৈ গ'ল। দুদিনৰ ঠাইত তিনি দিনৰ বাবে ঘৰলৈ ওলোৱা, খুদ বৈ নিবলৈ অস্বীকাৰ কৰা আদি সকলো কাৰণেতে আইতাক আৰু মাক নকুলৰ ওপৰত খড়্গহস্ত হৈ ৰ'ল। কিন্তু মহিলা দুর্গবাহিনীৰ আপত্তি নেওচি, মাজুবাবু দিল্লীৰ পৰা আহি খং কৰাৰ সম্ভাৱনা আওকাণ কৰি শুকুৰবাৰে ৰাতিপুৱাতে নকুলে পদব্ৰজে গৃহযাত্রা কৰিলে।

নকুলে চল্লিছ মাইল খোজ কাঢ়িব পাৰে আৰু সুৰজিতে চাৰি মাইলো খোজ কাঢ়িব নোৱাৰে— এই মনৰ পৰা আঁতৰ কৰিব নোৱৰা ভাবটোৱে অৰুণাক উত্তপ্ত কৰি ৰাখিলে আৰু পিছত সুৰজিতক লগ পোৱাৰ লগে লগে তাই নকুলৰ লগত তাক তুলনা কৰি অগ্নিবৰষা মাতেৰে কথা শুনাবলৈ আৰম্ভ কৰি দিছিল আৰু সেই সকলো গালি নীৰবে হজম কৰি শেষত সি মাথোঁ এই মন্তব্যই দিছিল— 'নকুলৰ সৰুৰে পৰা মেনুৱেল লেবাৰ কৰা কষ্টৰ কঠিন শৰীৰ আৰু মোৰ কোনো কাম নকৰি আতোলতোলকৈ উঠা সুখীয়া শৰীৰ— গতিকে তাৰ চল্লিছ মাইল খোজ কঢ়া মোৰ চাৰি মাইল খোজ কঢ়াৰ সমতুল্য। চল্লিছ মাইল খোজ কাঢ়ি তাৰ ভৰি দুখনৰ যি দশা হৈছিল চাৰি মাইল খোজ কাঢ়িলে (চাৰি মাইলতো নহয়, আচলতে সাত-আঠ মাইল হ'ব) মোৰো সেই দশা হ'লহেঁতেন। কিন্তু সেই দশা বা দুর্দশা ভোগ কৰিবলৈ ময়ো কেৰেপ নকৰিলোঁহেঁতেন যদিহে ময়ো গোটেই ৰাতি দুখনি লাৱনী হাতৰ শুশ্রূষা ভোগ কৰিবলৈ পালোঁহেঁতেন।"

'তাৰ মানে?' অৰুণাই চকু বিস্ফাৰিত কৰি সুধিছিল।

'তাৰ মানে কি নকুলকে সোধা গৈ।' সুৰজিতে ঘৰৰ চিলিঙিত চকুহাল নিবদ্ধ কৰি উদাস মাতেৰে উত্তৰ দিছিল।

অৰুণা একে জাঁপে গৈ নকুলৰ ওচৰ পাইছিলগৈ, কিছু পৰৰ আগতে ঘৰৰ পৰা আহি পোৱা নকুলে তেতিয়া অফিচলৈ যোৱাৰ কাৰবাৰ কৰিছিল— সোমবাৰে ঘৰৰ পৰা আহিলে সি পুৱাই ঘৰতে ভাত-মুঠি খাই আহে।

'নকুল, তোমাৰ লগত মই কথা পতাৰ সুবিধা পোৱা নাই, মই গা ধুই থাকোঁতেই তুমি আহিলা আৰু গা ধুই উঠিয়ে দেখোঁ সুৰজিৎ বহি আছে।'

'ওঁ, সুৰজিৎ দাদাই মোৰ লগত কথা পাতি গৈছে, তুমি তেতিয়া বাথৰুমত আছিলা মাজনী।'

অ'— সেইবাবেই আগতীয়াকৈ সকলো খবৰ সংগ্ৰহ কৰা হৈ গৈছে— অৰুণাই মনতে দাঁত কামুৰি ভাবিলে।

'পিছে তুমি সেইদিনা কিমান সময়ত ঘৰ গৈ পালা? ভৰি-চৰি বিষোৱা নাছিল নে?'

'ভাল কথা কৈছা দিয়া মাজনী, ভৰি আৰু বিষোৱা নাছিল নে? বিষতে গোধা মানুহৰ দৰে দুয়োখন ভৰিয়ে কলগছৰ দৰে ঢোল হৈ গৈছিল, সিদিনাতো সিদিনা, পিছদিনাই গোটেই দিনটো বিছনাত পৰি থাকোঁতে গ'ল, কবিৰাজৰ ঔষধো খাব লগা হ'ল পইচা ভৰি— শুকুৰ, শনিবাৰ দুটা এনেই গ'ল মোৰ; দেওবাৰেহে লাহে লাহে জামৰি আহিল। আগতে জানিলে এনেকৈ খোজকাঢ়ি যাওঁনে, দেওবাৰে পুৱাতে বাছত গ'লোঁহেঁতেন।"

অৰুণাই মুখৰ ভিতৰত দাঁতত জিভা লগাই সহানুভূতিসূচক শব্দ এটা উচ্চাৰণ কৰিলে আৰু তাৰ পিছত সুধিলে, 'তুমি গৈ পালানো কেতিয়া?'

'কেতিয়া গৈ পাম আৰু একেবাৰে সন্ধ্যাই হৈ গৈছিল।' সেই দিনটোৰ দুখ আৰু দুৰ্ভোগৰ স্মৰণত নকুলৰ মাতটো বিৰস হৈ ওলাল, 'ইফালে ঘৰখন আন্ধাৰ-মুন্ধাৰ, এক টোপাল কেৰাচিন নাই, মই নিম বুলি বোলে আশা পালি আছিলু আৰু অসম বন্ধৰ বাবে সিদিনা মই যাম বুলি ভবাও নাছিল, গতিকে দুই শাহু-বোৱাৰীয়েকে আবেলিতে ভাত এমুঠি সিজাই খাই যাম বুলি ভবাও নাছিল, গতিকে দুই শাহু-বোৱাৰীয়েকে আবেলিতে ভাত এমুঠি সিজাই খাই শোৱাৰহে কাৰবাৰ কৰিছিল। আগৰে মম এডাল আছিল, তাকে জ্বলাই তিৰিটোৱে শুদাই-নিকাই ভাত একমুঠি ৰান্ধি দিলে। মই গৈ ভাগৰত বিছনাত দীঘল দি পৰিছিলোঁ— ভাত খাবলৈ মাতোঁতে উঠিবলৈ গৈ দেখোঁ বিষত ভৰি দুখন লৰচৰকে কৰিব নোৱাৰোঁ, তেতিয়াহে দেখোঁ ভৰি দুখন ঢোল হৈ তেজ খোৱা জোকটোৰ দৰে ফুলি আহিছে (অৰুণাই সহানুভূতিৰে নকুলৰ কথা শুনি থকাৰ মাজতো আমোদেৰে মন কৰিলে যে নকুলে তাৰ উখহা ভৰি দুখন এবাৰ কলগছ আৰু এবাৰ তেজ পি উঠা শকত জোকৰ লগত তুলনা কৰিলে), শেষত বিছনাত বহি বহিয়ে প্ৰায় আন্ধাৰে-মুন্ধাৰে ভাতমুঠি নিমখেৰে খালোঁ, মমডালো পুৰি শেষ হৈ আহিছিল। মাজনী, তোমালোক চহৰৰ মানুহবোৰে আমাৰ গাঁৱৰ মানুহৰ দুৰ্গতি কল্পনাই কৰিব নোৱাৰিবা, কেৰাচিনৰ অভাৱত চাকি জ্বলাব নোৱাৰি মানুহবোৰে সন্ধ্যাতে শুই থাকিব লগা হৈছে, মাইকী মানুহবোৰে ৰাতি যঁতৰত মহুৰা ফুৰাব নোৱৰা হৈছে, ধান জ্বাল দিব নোৱৰা হৈছে, মুঠতে দুৰ্ভোগৰ সীমা নাই। একোডাল মমবাতিৰ দামেই তিনি-চাৰি টকা হৈছে।'

নকুলৰ বিননিক আধাতে বন্ধ কৰি অৰুণাই সংক্ষিপ্ত মন্তব্য দিলে, 'চহৰতো আমি কিছু দুৰ্ভোগ ভুগিছোঁ দিয়া, জানো এই আন্দোলন-চান্দোলনবোৰ কৰি আমি কি লাভৰ মুখ দেখোঁ, ইমান দিনতো কেৱল বেয়া ফলাফলবোৰকে দেখি আছোঁ। বাৰু সেইবোৰ এৰা, তোমাৰ ভৰিৰ কথা কোৱা, ৰাতি বিষত শুব পাৰিছিলানে?' আচল কথা জানিবলৈ অৰুণা প্ৰায় অধৈৰ্য হৈ উঠিছিল।

'প্ৰথম ৰাতি বিষত চটফটাই থাকোঁতেই গ'ল, তিৰিটোৱে একপৰ বেলা ভৰিৰ পিঠানত বহি ভৰি দুখন লাহে লাহে পিহি থাকোঁতেহে লাহে লাহে টোপনি আহিল। মই তাইক এইবাৰ সকলো পিনে কষ্ট দিবলৈহে গ'লোঁ...।'

সুৰজিতৰ ওচৰলৈ উভতি অহা অৰুণাৰ মুখত হাঁহিৰ পাতল ঢউ এটা খেলি গ'ল— সেই হাঁহি-ফুৰ্তিৰো, দুখৰো। নকুলে ইমান হুলস্থূলকৈ ঘৈণীয়েকৰ সৈতে মিলনৰ আশাত বাটকুৰি বাই যোৱা কথাটো প্ৰহসনতহে পৰিণত হ'ল, অথচ সেই আশাভংগৰ দুখ যেন দেশৰ সমস্ত দৰিদ্ৰ শ্ৰেণীৰ দুখৰেই এটা প্ৰতীক— এই বিৰাট দাৰিদ্ৰতা, স্বাধীনতা লাভৰ তেত্ৰিছ বছৰৰ পিছতো স্বাধীন দেশখনৰ জনগণৰ এই বিৰাট দাৰিদ্ৰতাই হ'ল বহুতো বেদনা, বহুতো কষ্টৰ আদিমূল। নকুলে বাৰ বাৰ গৃহযাত্ৰা কৰি থাকিবলগীয়া দুখ-কষ্টৰো সেয়ে মূল, যি গৃহযাত্ৰাত তাৰ পথশ্ৰম, ঘৈণীয়েকক এৰি পুনৰ উভতি আহিব লগা হোৱাৰ বেদনা আৰু যাবৰ পৰত গৃহস্থনীৰ ভ্ৰূকুটি কুটিল অসন্তোষ সহ্য কৰাৰ মানসিক অস্বস্তি— সকলোবোৰ মিহলি হৈ থাকি তাৰ আনন্দৰ এক ডাঙৰ অংশকে মষিমূৰ কৰি পেলায়।

চল্লিছ মাইলৰ পথশ্ৰমকো অগ্ৰাহ্য কৰি ঘৈণীয়েকৰ লগত মিলনৰ আশাত ব'উকুৰি বোৱা নকুলৰ আশা কি হাস্যকৰভাৱে দুখলগা প্ৰহসনত পৰিণত হ'ল— তাকে লৈ সুৰজিতৰ লগত ঠাট্টা-তামাচা কৰিব খোজা অৰুণাৰ অলপ আগৰ মনোভাব একেবাৰে নাইকিয়া হৈ গ'ল। মাকে যতনাই দিয়া চাহ-জলপান খাই সিদিনাৰ বাতৰিকাকতত চকু ফুৰাই থকা সুৰজিতৰ ওচৰৰ আন এখন চকীতে ধপকৈ বহি অৰুণাই গম্ভীৰভাৱে ক'লে— 'মানুহৰ প্ৰধান সমস্যা হ'ল দৰিদ্ৰতাৰ সমস্যা, সেই সমস্যা মোচন কৰিব নোৱাৰিলে আমাৰ মানুহৰ কোনোদিন দুখ-দুৰ্গতিৰ শেষ নহ'ব। আৰু মোৰ অলপীয়া বিদ্যা-বুদ্ধি-অভিজ্ঞতাৰে এই ধাৰণাও ক্ৰমে বদ্ধমূল হৈ আহিছে যে এতিয়াৰ এই সমাজ ব্যৱস্থাৰ আমূল পৰিবৰ্তন নহ'লে সেই সমস্যাৰ কোনো সমাধান নহ'ব।'

সুৰজিতে ধেমেলীয়া সুৰত ক'লে, 'এইবাৰ কিন্তু তুমি খাটি কমিউনিষ্ট 'জাৰ্গন' লগাই কথা কৈছা দেই।'

অৰুণাই একো উত্তৰ নিদিলে। নীৰৱে চকীখনত বহি ৰ'ল।

সেই ঘটনাৰ কেইমানমানৰ পিছৰ কথা; অৰূপৰ মাজু আই ওলাল, তাৰ পিছত ওলাল অৰুণাৰ আৰু তাৰ পিছত ওলাল নকুলৰ।

নকুলৰ অসুখত অৰুণাৰ আইতাক আৰু মাকে প্ৰথমতে তাক হাস্পতালত পঠাবলৈ চেষ্টা কৰিছিল, কিন্তু অৰুণাৰ দেউতাকৰ আপত্তিত সেইটো সম্ভৱ নহ'ল। অৰুণায়ো মাক-আইতাকৰ প্ৰতি পৰম বিতৃষ্ণাত মুখ কোঁচাই দেউতাকক কৈছিল, 'দেখিছা দেউতা, নকুলৰ গালৈ আমাৰ গাৰ পৰা বেমাৰ সোঁচৰোতেই মাইতৰ এই ব্যৱহাৰ, গতিকে প্ৰথমতে তাৰ আৰম্ভ হোৱা হ'লে তেওঁলোকৰ কি ব্যৱহাৰ হ'লহেঁতেন সহজেই অনুমান কৰিব পাৰি... অ' আইতা, তোমালোকে চিন্তা কৰিব নালাগে, মই নকুলক চোৱা-মেলা কৰিম, মই এবাৰ ভুগি উঠিলোঁ নহয়, মোৰ গালৈ নতুনকৈ সোঁচৰাৰ আৰু ভয় নাই।'

পিছে নকুলৰ গাৰ পৰা এজনৰ গালৈ বেমাৰ ঠিকেই সোঁচৰিলে, কিন্তু সেইজন অৰুণাৰ মাকো নাছিল, আইতাকো নাছিল— আছিল নকুলৰ ঘৈণীয়েক। বেমাৰৰ বাবে দুসপ্তাহ ঘৰলৈ যাব নোপোৱা নকুলে গাটো ভাল পায়েই গাঁৱলৈ টালি-টোপোলা সংগ্ৰহ কৰি ওলাল। অৰুণাই মানা কৰিছিল আৰু বুজাইছিল যে এই সময়তহে এজনৰ গাৰ পৰা আন এজনৰ গালৈ সংক্ৰমিত হোৱাৰ বেছি ভয় থাকে, কিন্তু কোনে শুনে কাৰ কথা? অৰুণাই বিস্ময়েৰে এই কথাও মন কৰিলে যে জীৱনত প্ৰথমবাৰৰ বাবে মাক আৰু আইতাকে নকুলক ঘৰলৈ যাবলৈ উৎসাহিত কৰিলে। 'তোমালোক বাৰু কি মানুহ, মা!' অৰুণাই পৰম ক্ষোভেৰে কেৱল সেই মন্তব্য কৰিয়েই তাইৰ জ্বালা উগাৰি দিলে— এই মনোবৃত্তিৰ মানুহবোৰৰ মনত বাৰু কোনে কেনেকৈ মানৱতাবোধ সুমুৱাব পাৰিব?

সি যি নহওক, নকুলৰ গৃহযাত্ৰা বন্ধ নহ'ল আৰু সি ঘৰৰ পৰা উভতি অহাৰ কেইদিনমান পিছত গাঁৱৰ পৰা অহা মানুহ এজনে খবৰ লৈ আহিল যে তাৰ ঘৈণীয়েকৰ মাজু আই ওলাইছে। এইবাৰ নকুলে অফিচৰ পৰা ছুটী লৈ বুধবাৰেই ঘৰলৈ যাবলৈ ওলাল আৰু তেতিয়া অৰুণাৰ মাক আৰু আইতাকে প্ৰতিবাদৰ শব্দ উচ্চাৰিত কৰাৰ লগে লগেই অৰুণাই উগ্ৰমূৰ্তি ধৰি ক'লে, 'নকুল, তুমি তৎক্ষণাত গুচি যোৱা, এইবাৰ ঘৰলৈ যোৱাটো তোমাৰ বৰে অতি দৰকাৰী।' তাৰ পিছত মাকৰ পিনে ঘূৰি তাই ক'লে, "মা, মই এগচ কুটা দুগচ কৰিব পাৰোঁনে নোৱাৰোঁ এইবাৰ প্ৰমাণ চাবা। নকুল ঘৰলৈ যাওক, সি কৰা সমস্ত কাম মই কৰি দিম!"

অৰুণাৰ মূৰ্তি দেখি আইতাক আৰু মাকে আৰু বিশেষ প্ৰতিবাদ নকৰিলে, কেৱল তেওঁলোক দুয়োৰে মুখলৈ আহাৰৰ ক'লা মেঘৰ আন্ধাৰ নামি আহিল।

# গাখীৰৰ সোৱাদ লুণীয়া

আইতাৰ এই বয়সত পৃথিৱীত লোভ আৰু লাভৰ বন্ধন যদি কিবা আছে সি হ'ল গাখীৰটোপাৰ লগতে। বামুণৰ বিধৱা তেওঁ— মাছ, মাংস, পিঁয়াজ, কণী সকলো নিষিদ্ধ, ভজা-টজা একোকে খাব নোৱাৰে, কাৰণ তেওঁ গেষ্টিকৰ ৰোগী হোৱা বাবে গাখীৰ খোৱাৰ বৰ প্ৰয়োজন; গাখীৰ খাই বৰ ভালো পায় তেওঁ।

এই দুটা বন্ধনৰ বাহিৰে মায়াৰ বন্ধন হ'লোঁ মই, পোন্ধৰ বছৰীয়া নাতিনী, নৱমমান শ্ৰেণীৰ ছাত্ৰী, কিচ্‌কিচীয়া ক'লা গাৰ বৰণৰ মই মামণি ওৰফে ইৰা নামৰ ছোৱালীজনী। তাৰ বাহিৰে অৱশ্যে তেওঁৰ পুতেক অৰ্থাৎ মোৰ দেউতা আৰু তেওঁৰ অন্যান্য নাতি-নাতিনীকেইটাও এক ধৰণৰ বন্ধন। কিন্তু চকুৰ আঁৰ হ'লে মনৰো আঁৰ বোলা প্ৰবাদ বাক্যষাৰ সত্যত পৰিণত কৰি ক'হিমাত থকা তেওঁৰ একমাত্ৰ পুতেকৰ লগত বন্ধনটো বৰ সুদৃঢ় নহয়। নানা কাৰণত নহয়। এনেয়েও বৰ বুঢ়া হৈ আহিলে মানুহৰ মৰম-চেনেহৰ শিকলিডাল গাৰ ছালবোৰৰ দৰেই সোলোক-ঢোলোক হৈ পৰে নেকি। আইতাহঁতৰ বহুত দিনলৈ ল'ৰা-ছোৱালী হোৱা নাছিল, গুৱাহাটীৰ এই উজানবজাৰতে অসম টাইপৰ ঘৰ এটা সাজি উত্তৰাধিকাৰীৰ আশা প্ৰায় বাদ দি বাৰ্ধক্যৰ পথলৈ আগবঢ়া দম্পতীহাল অকলেই বাস কৰিছিল। তাৰ পাছত হঠাৎ জন্ম হ'ল দেউতাৰ। দেউতাৰ বিয়াৰ পাছতে ঢুকাল ককাদেউতা আৰু মোৰ জন্মৰ পাছতে ঢুকাল মা। ডেকা বয়সত কোনোদিনে কেঁচুৱাৰ জঞ্জাল সহ্য কৰিব নলগা আইতাই প্ৰায় বুঢ়া বয়সত প্ৰথমতে তুলিলে দেউতাক আৰু চুলি পকা, দাঁত সৰা অৱস্থাত তুলিলে মোক। অৱশ্যে দেউতাই মোৰ জন্মৰ এবছৰ পাছতেই অৰ্থাৎ মাৰ মৃত্যুৰো এবছৰ পাছতে পুনৰ বিয়া কৰালে আৰু জীয়েকক এৰি ঘৈণীয়েকক লৈ নিজ কৰ্মস্থলীলৈ গুচি গ'ল। মাজে মাজে অৱশ্যে সপৰিয়ালে আহে; মোক তেওঁলোকৰ লগত লৈ যোৱাৰ প্ৰশ্ন কোনোদিনেই উঠা নাই। নতুন মাই আইতাৰ লগতে যি ভয়ানক কঠোৰ ব্যৱহাৰ কৰে তালৈ চাই সতিনীৰ জীয়েকক যে আৰু কেনে ব্যৱহাৰ কৰিব সি সহজেই অনুমেয়। গতিকে দেউতাহঁতে মোক লগত নিব খুজিলেও আইতাই কেতিয়াও নিদিলেহেঁতেন।

আইতা এতিয়া প্ৰায় আলৰ বুঢ়ী। গেষ্ট্ৰিকৰ বাবে হোৱা পেটৰ বিষে এই পৃথিৱীৰ তিক্ততা আৰু বঢ়াই তুলিছে। তথাপি তেওঁৰ জীয়াই থাকিবলৈ প্ৰবল হেঁপাহ। বুঢ়া হ'লেও, বেমাৰত ভুগি থাকিলেও মৰিবলৈনো খোজে কেইজনে? ৰূপ-ৰস-গন্ধে ভৰা এই পৃথিৱীৰ সেই কেইবিধ বস্তু ভোগ কৰিবলৈ নোপোৱাবোৰেও মৰিব নোখোজে, আইতায়ো নোখোজে। কিন্তু আইতাৰ জীয়াই থাকিব খোজাৰ আৰু এক প্ৰধান ইন্ধন হ'লোঁ মই। মোক নিঠৰুৱা কৰি তেওঁ কেনেকৈ আঁতৰি যায়?

আইতাৰ বদ্ধমূল ধাৰণা, তেওঁক জীয়াই ৰাখিছে গাখীৰটোপাই, গতিকে এই অমৃততুল্য গাখীৰৰ বিৰতিহীন সৰবৰাহ আমাৰ ঘৰত চলি থাকিবই লাগিব, অথচ আমাৰ ঘৰ বাবেই আকৌ সেই সৰবৰাহত যতি পৰি যায়। ককাদেউতাই বান্ধি থৈ যোৱা সৰু ঘৰটোৰে এটা পাৰ্ট— মানে ডাঙৰ পাৰ্টটো ভাড়া দিয়া হৈছে। তাৰ পৰা দুশ টকা পাওঁ, দেউতাই পঠাই এশ টকা (আজিৰ দিনত নিজৰ পৰিয়াল পুহি সেই এশ টকা পঠোৱা যে কিমান টান মাজে মাজে চিঠিত সেই কথা তেওঁ জনায়ে থাকে), মুঠ এই তিনিশ টকাৰে আমি দুয়ো টনাটনিকৈ চলি থাকোঁ। দিনে আধা লিটাৰ চৰকাৰী গাখীৰ ৰাখোঁ, তাতেই যায় ৩৯+৫=৪৪.০০ টকা। হিচাপটো চৰকাৰী গাখীৰ ৰখা মানুহৰ বাবে অদ্ভুত যেন লাগিলেও সাঁথৰৰ উত্তৰটো জানি যোৱাৰ লগে লগে সাঁথৰটো যেনেকৈ সহজ যেন লাগি যায় আমাৰ গাখীৰৰো লিটাৰত ২.৩০ পইচা হিচাপে ৩৯ টকাৰ লগত ৫ টকাৰ সাঁথৰৰ কথাটো বুজাই দিয়াৰ লগে লগে নেপালীয়ে গাখীৰত পানী মিহলোৱা কাৰ্যৰ দৰেই সহজ হৈ পৰিব। আমাৰ সন্মুখত থকা নেপালী ল'ৰা এটাই মাহে পাঁচ টকাৰ বিনিময়ত আমাক চৰকাৰী গাখীৰখিনি আনি দিয়ে; এয়ে হ'ল ৩৯+৫ টকাৰ ৰহস্য।

কিছুদিন আগলৈকে কিন্তু গাখীৰৰ লগত এই এক্সট্ৰা ৫ টকা নগৈছিল, এনেকি গাখীৰৰ লগতো ৩৯ টকা নগৈছিল, কাৰণ তেতিয়া গাখীৰৰ দাম কম আছিল। কিন্তু সদায় বঢ়াৰ কথা কৈ থাকিলেও যোৱা কেইমাহমানৰ

দৰে ইমান সাংঘাতিকভাৱে বয়বস্তুৰ দাম বোধহয়, বঢ়া নাছিল। অমৃততুল্য গাখীৰৰ অমৃতত্ব যেন আৰু মাটি গ'ল। কিন্তু সাধুকথাৰ ৰাক্ষসীৰ জীউলাউৰ দৰে আমাৰ আইতাৰো জীউলাউ যি গাখীৰত তাত কোনো হেঁচা দিব নোৱাৰিলোঁ। পিছে আমি দিব নোৱাৰিলে কি হ'ব, আমাৰ ভাড়াতীয়া দাদুলহঁতে সিহঁতৰ ক্ষেত্ৰত দিলে। দাদুল মোৰ বয়সীয়া হ'ব, সি পুৱা গৈ সিহঁতৰ লগতে আমাৰ গাখীৰখিনিও আনি দিলে, কিন্তু যোৱা মাহৰ পৰা সিহঁতে গাখীৰ অনা বন্ধ কৰি দিছে। দাদুলৰ মাক ৰাণী মাহীদেৱে (হায়ৰে ৰাণী নামৰ অপব্যৱহাৰ। গাৰ হাড় জকজকোৱা চেহেৰাৰে, বিবৰ্ণ কাপোৰসাজেৰে অষ্টপ্ৰহৰ টাকুৰি ঘূৰাদি কাম কৰি থকা মানুহজনীৰ গাত ৰাণী নামটো যে কি বিৰাট ঠাট্টাৰে লাগি আছে!) আমাক কৈছে— গাখীৰবোৰত বৰ পানী মিহলোৱা হৈছে বাবে তেওঁলোকে আৰু চৰকাৰী গাখীৰ নাৰাখে। আমাৰ বেৰবোৰ যেন ছাউণ্ড প্ৰুফহে, আমি যেন আমাৰ মাটি-গোবৰ-ইকৰাৰে সজা পাতল বেৰৰ সিপাৰৰ সকলোবোৰ কথা-বতৰা নুশুনোহে! চৰকাৰী গাখীৰ এৰি দিয়াৰ কেইদিনমানৰ আগৰ পৰাই ৰাণী মাহীদেৱে মহাদেউক কৈ আছিল, কাগজৰ পেকেটৰ গাখীৰৰ গুড়ি আনি দিবলৈ, দিনে দিনে আধা লিটাৰ গাখীৰ আনি থকাটো আৰু কোনোমতেই সম্ভৱ নোহোৱা হ'ল; বলুলটোৱে আৰু গাখীৰ খাবলৈ নাপাব, কিন্তু সাধাৰণ ভাত-ডাইল-আঞ্জাই যেতিয়া নিমিলাৰ দৰে হৈছে .. এই অভাৱ-অনাটনৰ কথাবোৰ কৈ থকাৰ মাজতে (যি প্ৰসংগৰ অৱতাৰণা দিনটোত দুবাৰ-তিনিবাৰ হ'বই)— ৰাণী মাহীদেৱে স্বৰ অলপ নমাই কোৱা এইবাৰ কথাও পুৰণা ঘৰৰ জৰাজীৰ্ণ বেৰ ভেদ কৰি মোৰ কাণত পৰিছিলহি— 'বুঢ়ীজনীয়ে আকৌ ২০ টকা ঘৰ ভাড়া বঢ়াই দিয়াৰ কথাও কৈছে, এতিয়া দেখিছোঁ পেটৰ ভাতকেইটাও পূৰাকৈ নিমিলা হ'ব ....।'

দাদুলহঁতে গাখীৰ আনিবলৈ এৰাৰ পাছত মই চাৰি-পাঁচদিন গাখীৰ আনিলোঁ। তাৰ পাছত মই আৰু সহ্য কৰিব নোৱৰা হ'লোঁ আৰু আইতাক কথাটো ক'লোঁ। আইতা কিছুপৰ তভক মাৰি ৰ'ল আৰু শেষত নিষ্প্ৰাণ মাতেৰে প্ৰায় সেহাই সেহাই ক'লে, গাখীৰটোপা বাদ দিবকে লাগিব তেন্তে! মোৰ এনে লাগিল— মই যেন আইতাক মৃত্যুদণ্ডহে দিলোঁ।

পিছদিনা পুৱা মই আকৌ জগ লৈ ওলালোঁ, আইতাই দুৰ্বলভাৱে বাধা দিছিল কিন্তু তাত দৃঢ়তাৰ অভাৱ ঠিকেই বুজি পাইছিলোঁ। জগ লৈ এখুজি-দুখুজিকৈ শকুন্তলাৰ লেখীয়া খোজকেইটা দিছোঁ— হঠাৎ চকুত পৰিল আমাৰ বাটৰ মুখ ডিস্পেন্সাৰিৰ পিছফালে থকা নেপালী চকীদাৰটোৰ এবাহ ল'ৰা-ছোৱালীৰ ভিতৰত দুটা ল'ৰালৈ দেখিলে য'জা যেনেই লাগে; সিহঁতৰ হাত-ভৰিবোৰ কাঠিৰ দৰে কিন্তু গাৰ বৰণ হ'ল ঘন হৈ অলপ হালধীয়া হোৱা গাখীৰৰ দৰেই। ভগৱানটোৰ ওপৰত মোৰ সদায়ে খং, আইতাই ৰেডিঅ'ত ভক্তিমূলক গানবোৰ শুনোতে কেতিয়াবা 'দয়াময়, তযু দয়া অপাৰ সাগৰ' নামৰ গানটো ওলালে মোক খঙতে ৰেডিঅ'টোকে ভাঙি থ'বৰ ইচ্ছা যায়— কিন্তু এই নেপালী ল'ৰা দুটাক দেখাৰ সময়ত সেই একে জাতীয় খংটো প্ৰবলতৰ হয়। ভগৱানৰ অবিচাৰ চোৱা, ইহঁতৰ প্ৰয়োজন আছিল খাদ্যৰ— গাৰ সুন্দৰ ৰঙৰ নহয়, কিন্তু পাইছে তাৰ সম্পূৰ্ণ ওলোটা হিচাপত, আৰু মোৰ প্ৰয়োজন গাৰ ৰঙৰ, খাদ্যৰ নহয় (মই ইমাক কম খাওঁ, আইতাৰ লগত প্ৰায় নিৰামিষভোজীয়ে হৈছোঁ, খোৱালৈও লোভ নাই— তথাপি লুভীয়া পুৰুষৰ দৃষ্টি আকৰ্ষণ কৰিবলৈকে যেন ভগৱানে শৰীৰৰ অকৰ্ষণীয় স্থানবোৰত প্ৰচুৰ মাংস ভৰাই দিছে) কিন্তু ময়ো পাইছোঁ প্ৰায় ওলোটা হিচাপত, অন্ততঃ ভোকৰ জ্বালাত মোৰ ইহঁতৰ দৰে পেট কলমলাই নাথাকে, লোকৰ বাৰীয়ে বাৰীয়ে অমৰা, মধুৰিয়াম, কৰ্দৈ, আমলখি গালি-শপনি খাই বিচাৰি নুফুৰোঁ।

আমাৰ ঘৰৰ সন্মুখতে এডাল অমৰা গছ আছে। সেই অমৰাডালৰ তলতে ইহঁত দুটাই অমৰা বিচাৰি ফুৰা দৃশ্যটোলৈ চাই মোৰ মনত ভাব এটা খেলি গ'ল।

'ঐ আমাক সদায় পুৱা চৰকাৰৰ গাখীৰ আনি দিব পাৰিবিনে? তাৰ বাবে তহঁতক মাহে পাঁচ টকাকৈ বকচিচ্ দিম?'

'নাক চেপ্টা' নেপালী ল'ৰা দুটা মহা আনন্দেৰে ৰাজী হৈ গ'ল আৰু তেতিয়া মোৰ লগে লগে অনুশোচনা আহিল যে তিনি টকা বুলি নক'লোঁ কিয়, সিহঁত নিশ্চয় সেই বন্দৱস্ততে ৰাজী হ'লহেঁতেন।

এটা কথা, ডিস্পেন্সাৰিৰ নেপালী চকীদাৰৰ ল'ৰা-ছোৱালীবোৰৰ এটাৰো নাক চেপেটা নহয়, সিহঁতৰ ৰঙেই কেৱল মাখনৰ দৰে নহয়, নাকবোৰো জোঙা জোঙা। কিন্তু যোৱা বছৰ আন্দোলনৰ সময়ত আমাৰ চুবুৰিৰ ল'ৰা-ছোৱালীবোৰে এফাকি পদ্য মাতি মাতি ইহঁতক জোকাইছিল— তাত আছিল বঙালৰ পোৱালী, কুকুৰৰ পোৱালী, নাক চেপ্টা নেপালী— এনে জাতীয় শব্দ কিছুমান। শেষত জোকাওঁতে এনে হ'ল যে জোঙা নাক সত্বেও 'নাক চেপ্টা' বিশেষণটো ইহঁতৰ গাত লিপিট খাই লাগি থাকিল, এতিয়াও মই ৰাস্তাত চুবুৰিৰ ল'ৰা-ছোৱালীয়ে ইহঁতক দেখিলে— 'ঐ নাক চেপ্টা নেপালী' বুলি মতা শুনো।

সি যি কি নহওক, ঘৰলৈ আহি আইতাক মই এই নতুন বন্দৱস্তটোৰ কথা ক'লোঁ। আইতাৰ বাৰ্ধক্যজনিত কোঁচ খোৱা মুখখন আৰু কোঁচ গ'ল। তেওঁ কিবা-কিবি প্ৰাসংগিক-অপ্ৰাসংগিক কথা ভোৰভোৰাবলৈ ধৰিলে আৰু তাৰ মাজত শুনা পালোঁ দাদুলহঁতক পৰা গালি, লগতে সকীয়নিও শুনা গ'ল যে আৰু ২০ টকা ভাড়া বঢ়াই নিদিলে সিহঁতে ঘৰ এৰি যাব লাগিব, গুৱাহাটীত যিহে ঘৰৰ ভাড়া বাঢ়িছে অইন ভাড়াতীয়াই চকু মুদি তিনিশ টকা যাচিব। আইতাৰ গালি শুনি শুনি কিয় জানো মোৰ ৰাণী মাহীদেউৰ ক্লিষ্ট, পৰিশ্ৰান্ত আৰু ৰুবুলৰ গাখীৰ-বঞ্চিত হতাশ মুখ দুখন মনৰ চকুৰ আগত ভাহি উঠিল।

গাখীৰৰ সমস্যা সমাধান হোৱাত বহুত দিন শান্তিৰেই দিন কটালোঁ। ই কি পৰম শান্তি তাক কেৱল মইহে জানো। আইতাৰ কিবা এটা হোৱা মানেই মোৰো কিবা এটা হোৱা। আইতাৰ অবিহনে দেউতাহঁতে এদিন মোক তেওঁলোকৰ লগলৈ লৈ যাবলৈ বাধ্য হ'ব। মাহীমাৰ সেই মুখখন, মোৰ বাবে দয়াহীন ঈশ্বৰৰ কল্পনাৰ ভয়ংকৰ নিষ্ঠুৰ মুখ এখনৰ দৰেই ভয়ংকৰ সেই মুখখন— সি মোৰ দিঠকৰ দুঃস্বপ্ন, সপোনৰ বিভীষিকা।

পিছে সেই শান্তি স্থায়ী নহ'ল। গাখীৰ খাই গাখীৰৰ বিষয়ে এক্সপাৰ্ট হৈ পৰা আইতাই অশান্তি কৰিবলৈ ধৰিলে যে গাখীৰবোৰ আগতকৈ বহুত পনীয়া হ'ল, ল'ৰাকেইটাই আনিবলৈ ধৰাৰ পাছৰে পৰা এনে হোৱা হ'ল। আগতে গাখীৰ দিছিল ৰাংপতাৰে ছীল মৰা বটলত, পাছত দিয়া হ'ল পলিথিনৰ বেগত, এতিয়া দিয়া হ'ল খোলা গাখীৰ আৰু তাৰ ফলতে নেপালী পোৱালীকেইটাই কিবা বজ্জাতি কৰাৰ সুবিধা পোৱা হ'ল। আইতাই সিহঁতক ডবিয়াই চালে, কিন্তু সিহঁতে গাখীৰত পানী মিহলোৱা বুলি সৈ নাকাঢ়িলে। কিন্তু আইতাই ক'লে, তাৰ পাছত কেইদিনমান হেনো তেওঁ পূৰ্বৰ ঘন গাখীৰৰে সোৱাদ পালে। পিছে সেই কেইদিনমানহে, পুনৰ আইতাৰ ঘেনঘেননী আৰম্ভ হ'ল। মই বুজাবলৈ চেষ্টা কৰিলোঁ বোলে উপায় নাথাকিলে কি কৰিবা কোৱা। কিন্তু আইতাই মোৰ দৰে উপায় নাই বুলি নাভাবিলে। চুবুৰিৰ ভবেনক দাদুলৰ হতুৱাই মতাই অনাই প্ৰথমতে মোৰ হতুৱাই চাহ একাপ কৰাই খুৱালে আৰু ক'লে— 'চাহটোপা খাই কিবা সুখ পালানে, বোপাই? কেনেকৈ পাবা, তেনেই পনীয়া গাখীৰ। ডাক্তৰখানাৰ নেপালী চকীদাৰটোৰ পুতেককেইটাই মাহে পাঁচটাকৈ টকা লৈ দিনে আধা লিটাৰকৈ গাখীৰ আনি দিয়ে। কিন্তু বাটতে কি কৰে সিহঁতেহে জানে, মোক আনি দিয়ে ৰাজ্যৰ পানী মিহলোৱা গাখীৰবোৰ। বৰ বজ্জাত এই নেপালীবোৰ, তোমালোকনো এনেয়ে এইসোপাক খেদিবলৈ ওলাইছানে? বজ্জাতবোৰক আমাৰ দেশৰ পৰা খেদি বাহিৰ কৰি দিব লাগে।'

'পানী' মিহলোৱা গাখীৰৰ 'বাজে' চাহকাপৰ পৰা তৃপ্তিৰে এঢোক চাহ পি ভবেনে পৃথিৱীখন মোৰ ভৰিৰ তলত জাতীয়, আত্মগৰ্বী হাঁহি এটা মাৰি ক'লে— 'খেদিম, খেদিম, নেপালী, বঙালী, দেছুৱালী, আলী, কুলী— সকলোবোৰ 'লী' কুকুৰৰ পোৱালীকে আমাৰ ৰাজ্যৰ পৰা বাহিৰ কৰি দিম আইতা'—'লী'ৰ মৌলিক আবিষ্কাৰত নিজৰ প্ৰতিভা আৰু ৰসবোধ দেখি ভবেনৰ হাঁহিটো ইমান উচ্চ খাপলৈ উঠিল যে আমাৰ পুৰণি ঘৰটো গমগমাই উঠিল। তাৰ পাছত সি আকৌ ক'লে, 'কিন্তু আপুনিওনো গাখীৰ অনাবলৈ আৰু কাকো নাপালেনে আইতা? সোণাৰীয়ে ঘৈণীয়েকৰ অলংকাৰতো ভেজাল মিহলোৱাৰ দৰে এই নেপালীবোৰে সকলোতে পানী মিহলাবই। পিছে আপুনি চিন্তা নকৰিব, মই কাইলৈয়ে ইয়াৰ এটা ব্যৱস্থা কৰিম।'

ভবেনে আইতাক নিশ্চিন্ত কৰি থৈ গ'লেও মোক হ'লে চিন্তিত কৰি থৈ গ'ল। ভবেন আমাৰ চুবুৰিৰ 'চৰ্দাৰ'। যোৱা বছৰৰ আন্দোলনটোত সিয়েই চুবুৰিৰ ল'ৰাবোৰক নেতৃত্ব দি বহুতো 'বিদেশী' আৰু 'দেশদ্ৰোহী'ক

বোলে শায়েস্তা কৰিয়ে এইবাৰ সি কটন কলেজিয়েট স্কুলৰ পৰা মেট্ৰিক পাছ কৰি কটন কলেজত ভৰ্তি হৈছে। পিছে কটন কলেজিয়েট স্কুল আৰু কটন কলেজ এই দুখনৰ মাজত দৃশ্যমান বেৰ ব্যৱধান নগণ্য হ'লেও অদৃশ্য ব্যৱধান ভবেনহঁতৰ দৰে ল'ৰাৰ বাবে আকাশচুম্বী হোৱাৰে কথা, কিন্তু এইবাৰ পৰীক্ষাবোৰত যি চুৰি বা নকলৰ সুৱৰ্ণ সুযোগ মিলিছিল তাৰ সোণৰ জখলাখন বগায়ে ভবেনে সেই বেৰখন হেলাৰঙে পাৰ হৈ কটন কলেজত প্ৰৱেশ কৰিলে। ফলত এতিয়া 'কটনিয়ান' ভবেনৰ আমাৰ চুবুৰিত 'দাদাগিৰি' আগতকৈও বাঢ়িছে।

পিছদিনা পুৱা মই খুব সোনকালে উঠিলোঁ যদিও ভবেনক সেই বিষয়ত পৰাজিত কৰিব নোৱাৰিলোঁ, কাৰণ ডিস্পেন্সাৰিটোৰ পিনে আগবাঢ়ি যোৱাৰ লগে লগে সেইফালৰ পৰা ভয়াৰ্ত চিঞৰ এটা ভাহি অহা শুনিলোঁ। মই প্ৰায় দৌৰিয়েই সেইখিনি পালোঁগৈ আৰু তাত গৈ দেখিলোঁ যে ভবেনৰ মস্ত হাতৰ কাম আৰম্ভ হৈছেই, সেই হাতৰ কাণতলীয়া চৰত যঁজা যেন লগা নেপালী ল'ৰা দুটাৰ এটা বাগৰি পৰিছে, বাটৰ দাঁতিৰ শিলত লাগি তাৰ মূৰ নে নাক নে হাত ক'ৰবাৰ পৰা তেজ ওলাইছে, বাগৰি পৰিছে গাখীৰৰ জগটো আৰু চাৰিওপিনে বিয়পি পৰা বগা গাখীৰত মিহলি হৈ গৈছে ৰঙা তেজৰ টোপালবোৰ। খুব ৰাতিপুৱাৰ সময় যদিও গাখীৰ নিবলৈ অহা মানুহে তেতিয়া তাত এটা জুম বান্ধিছিল আৰু সিহঁতলৈ চাই ভবেনে উত্তেজিতভাৱে কিবা কৈ আছিল, এতিয়া মোক দেখাৰ লগে লগে সি প্ৰায় বিজয় গৰ্বেৰে চিঞৰি উঠিল— 'মামণি দেখিলা, এই নেপালী কুত্তা কি বাচ্চাক একেবাৰে হাতে হাতে ধৰা পেলালোঁ, গাখীৰৰ জগটো লৈ ভিতৰলৈ সোমাব ধৰোঁতেই বেটাক ধৰি পেলালোঁ'— কথাষাৰ কৈ তেতিয়াও মাটিত পৰি থকা লিৰিকা হাত-ভৰিৰ ল'ৰাটোক ভবেনে এটা গোৰ শোধাই দিলে আৰু লগে লগে মই আৰ্তনাদৰ শব্দ এটা শুনিলোঁ। কিন্তু নহয়, 'চোৰ'টোৱে গোৰ খাই সেই চিঞৰটো মৰা নাই, আৰ্তনাদ কৰি উঠিছে ডিস্পেন্সাৰিৰ পাছফালৰ নেপালী চকীদাৰটোৰ পঁজালৈ সোমাই যোৱা লুংলুঙীয়া গলিটোৰ মুখতে ভীতিগ্ৰস্ত হৰিণীৰ অসহায় চকুহাল মেলি ৰৈ থকা তাৰ মাকজনীয়েহে।

হঠাৎ যে মোৰ কি হৈ গ'ল, মই কাহানিও নেদেখা মোৰ মাজনীৰ মুখ, এই নেপালী ল'ৰাটোৰ মাখন ৰঙৰ মাকজনীৰ গালৰ হনু ওলোৱা মুখ, ৰুবুলক গাখীৰ খুৱাব নোপোৱা তাৰ হাড় সৰ্বস্ব মাকজনীৰ বেদনাগধুৰ মুখ সকলো মিলি যেন এক হৈ গ'ল। ওলাই অহা চকুলো দুটোপাল কোনোমতে চম্ভালি মই মাটিত পৰি থকা ল'ৰাটোক এহাতেৰে তুলি ধৰি সজল চকুৰে এইবাৰ অগ্নি বৰষাই ভবেনলৈ চাই চিঞৰি উঠিলোঁ— 'এই খাবলৈ নোপোৱা দুৰ্বল অকণমান ল'ৰাটোৰ গাত হাত তুলি বীৰত্ব দেখুৱাবলৈ তোমাৰ লাজ নালাগিল নে ভবেন? এই পৃথিৱীত চোৰ কোন নহয়? তুমি, মই, চুবুৰিটোৰ ইঞ্জিনীয়াৰ, পুলিচ অফিচাৰ, কেৰাণী, ডাক্তৰ, ব্যৱসায়ী সকলোবোৰেই চোৰ নহয়নে? এওঁলোক কেৱল ডাঙৰ ডাঙৰ চোৰ, এওঁলোকে দেশৰ সকলো মানুহকে লুটি-পুটি খাই ডকাইতি কৰি আছে। কিন্তু ইহঁতবোৰ হ'ল অতি দৰিদ্ৰ চোৰ, ইহঁতে চুৰি কৰে ভোকৰ জ্বালাত, সমাজৰ বৰ বৰ মানুহবোৰৰ দৰে খাবলৈ ঢেৰ ঢেৰ থকাতো সোণৰ পাহাৰ সাজিবলৈ চুৰ নকৰে, আৰু তোমালোকৰ দৰে বীৰবোৰৰ যত বীৰত্ব হ'ল কেৱল এই দৰিদ্ৰ নিঃসহায় মানুহবোৰৰ ওপৰত।'

মই ভাবিছিলোঁ ভবেনে এইবাৰ নেপালী ল'ৰাটোৰ দৰে মোক একপাত চৰ মাৰি বগৰাই দিব, কিন্তু আচৰিত, সি দেখোন মুখৰ ভিতৰতে কিবাখন ভোৰভোৰাই সেমেনা-সেমেনিকৈ আঁতৰিহে গ'ল, 'উপকাৰীক অজগৰে খায়' এনে ধৰণৰ কিবা-কিবি ভোৰভোৰায় বোধহয় আঁতৰি গ'ল। সি বোধহয় মোৰ এনে অভাৱনীয় ৰণচণ্ডী মূৰ্তি কল্পনাই কৰা নাছিল, ঘটনাৰ অভাৱনীয়ত্বতহে বোধহয় সি কিংকৰ্তব্যবিমূঢ় হৈ আঁতৰি গ'ল, নহ'লে মোৰ দৰে প্ৰায় নিঠৰুৱা সাধাৰণ ছোৱালী এজনীক সি কিয় ভয় কৰিব? কিন্তু নহয়, ভবেনৰ এনে ধৰণৰ ছত্ৰভংগৰ কাৰণ মই ভবাৰ দৰে নহ'বও পাৰে। ক'ত জানো পঢ়া নাছিলোঁনে— নৈতিক সাহসৰ আগত বৰ বৰ গুণ্ডাও পেপুৱা লাগি যায় বুলি? পিছে মোৰনো কিডাল নৈতিক সাহস আছে, দিন-ৰাতি কত অন্যায়-অবিচাৰ দেখি-শুনিও সেইবোৰৰ লগত আপোচ কৰি চলি আছোঁ! আচলতে মোৰ ঘোৰ ক'লা বৰণটোৱে

মোক বোধহয় নৰমুণ্ডমালিনী ৰণচণ্ডী কালী গোসাঁনীজনী যেনহে লাগিছিল আৰু ভবেনৰো বোধহয় ক্ষন্তেকৰ বাবে মোক সাক্ষাৎ কালীমূৰ্তি বুলি ভ্ৰম হৈ গৈ ভয়তে মানুহটোক কোঁচ খুৱাই দিলে। ভাবটো মনলৈ অহাৰ লগে লগে মোৰ মুখত দুখৰ মাজতো এটা হাঁহিৰ ঢৌ খেলি গ'ল।

ইয়াৰ পাছত আমি গুৱাল এটা বন্দৱস্ত কৰিছিলোঁ, আইতা ভবেনহঁতে খেদিব ওলোৱা সেই নেপালী 'লী' সম্প্ৰদায়ৰে গুৱাল, নহ'লে যে ক'তো আমাৰ নিভাঁজ অসমীয়া গুৱাল পোৱা নগ'ল। চৰকাৰী গাখীৰতকৈ তাৰ গাখীৰত অধিক দাম। স্থূলত নেপালী গুৱালে গাখীৰত পানী মিহলোৱা অংকবোৰ কৰিবলৈ বৰ টান পালেও এতিয়া এই দুই নেপালীৰ পানী মিহলোৱা অংকটো মই অতি সহজেই কৰি পেলালোঁ আৰু আইতাক ক'লোঁ— 'চোৱা আইতা, আমাৰ আচলতে লোকচানহে হ'ল। আগতে চকীদাৰৰ পুতেকক মাহে পাঁচ টকা দিছিলোঁ, এতিয়া মাহে ৯ টকা বেছিকৈ দিব লগা হৈছে— এনেকৈ আমাৰ মাহে চাৰি টকাকৈ লোকচান হ'ল। অথচ ইয়ো পানী মিহলায়, সিয়ো ঘৰলৈ জগটো নি কেঁচুৱা ভনীয়েকজনীক খুৱাবলৈ বা গাখীৰ দিয়া চাহ এটোপাৰ সাংঘাটিক বিলাসৰ জুতি ল'বলৈ অলপ গাখীৰ ৰাখি তাত পানী মিহলায়। গতিকে—'

কিন্তু আইতাই মোৰ অংকটোৰ মাজতে চিঞৰি ধমক দি উঠিল— 'তই মুখখন বন্ধ কৰ, মামণি। আমাৰ গুৱালে পইচা বেছি লৈছে যদিও লওক। মইনো আৰু কি খাই বাচি আছোঁ? এই গাখীৰটোপা খায়েইতো (গাখীৰৰ গিলাচটো হাততে আছে আইতাৰ, তাৰ পৰা তেওঁ তৃপ্তি কৰি এঢোক গাখীৰ খাই ল'লে) — তই আৰু বেছি পেকপেকাই নাথাকিবি, গুৱালৰ লগত গ'ল যি গ'ল অলপ বেছি পইচা। দাদুলহঁতেও অহা মাহৰ পৰা ২০ টকা বেছিকৈ দিব লাগিব, নহ'লে সিহঁতে ঘৰ এৰি দিব লাগিব বুলি মই কড়াকৈ কৈ দিছোঁ— মানুহে ঢিলা পালেই থিলা মাৰিব খোজে। আৰু অ', তই ক'লে কি হ'ব, মই খায়ে গম পাইছোঁ নহয়; ই নেপালী হ'লেও বৰ বেছি পানী নিমিহলায়, বেছ সোৱাদ আছে গাখীৰখিনিৰ (আইতাই আৰু এঢোক গাখীৰ তৃপ্তিৰে খালে)।

মই আইতাৰ পিনে নীৰৱে চাই থাকিলোঁ, তেওঁৰ শোটোৰা-শোটোৰি পৰা মুখখনত গাখীৰ খাই যি পৰিতৃপ্তিৰ চিন ফুটি উঠিল, তালৈ চাই থাকি মোৰ মনটো ভাল লাগি গ'ল। কিন্তু লগে লগে এই ভাবটোও মোৰ মনত খেলি গ'ল যে এতিয়াৰ পৰা মোৰ বাবে গাখীৰত আৰু কোনো সোৱাদ নাথাকিব, তিনি বছৰীয়া ৰুবুলৰ গাখীৰ খাবলৈ নোপোৱা কান্দোনৰ চকুলো, নেপালী ল'ৰাটোৰ গাখীৰ অকণমান চুৰ কৰিবলৈ গৈ তেজ ওলোৱাকৈ মাৰ খোৱা কান্দোনৰ চকুলো, সি আৰু আটাইকেইটা বায়েক-ভনীয়েকৰ দৰেই 'শিশু খাদ্য' গাখীৰৰ এটোপালো কোনোদিন মুখত দিবলৈ নোপোৱা পৃথিবীৰ সমস্ত ভোকাতুৰ শিশুৰ কান্দোনৰ চকুলো— সেই সকলোবোৰ চকুলো মিলি আধুনিক এলিচহঁতে সাঁতুৰিব পৰা যি এটা দ্বিতীয় বৃহৎ লুণীয়া পুখুৰীৰ সৃষ্টি হৈছে সি যেন সেই শুধ বগা অমৃততুল্য গাখীৰত মিহলি হৈ তাক কৰি তুলিছে বিস্বাদ আৰু লুণীয়া।

# সোণাপুৰহাট আদৰ্শ উচ্চ ইংৰাজী স্কুল

মাক ওলাই যোৱাৰ ক্ষন্তেক পিছতে সঞ্জীৱো ঘৰৰ পৰা ওলাল; মাকে যতনাই থোৱা জলপানখিনিৰ ওচৰলৈ যাবলৈও যেন তাৰ প্ৰবৃত্তি নাছিল। অথচ আজি যে তেওঁ অইন দিনাতকৈ ভাল বস্তুৰেই দিহা কৰিছে সেই কথাও সি জানে। পুতেক জীয়েকহঁতক এৰি অকলে নিমন্ত্ৰণ খাবলৈ যাবলগীয়া হ'লে মাকে অৱধাৰিতভাৱে সিহঁতলৈ কিবা এটা ভাল বস্তু বনাই থৈ যাবই, সেই চেনেহসনা কাৰ্যৰ আজিও নিশ্চয় ব্যতিক্ৰম ঘটা নাই। তথাপিও সেই সুখাদ্যই আজি তাক আকৰ্ষণ কৰিব নোৱাৰিলে, মাক ৰঞ্জনহঁতৰ ঘৰলৈ যোৱাৰ অলপ পাছতেই ঘৰৰ কাকো একো নোকোৱাকৈ সিয়ো নিঃসাৰে ওলাই গ'ল।

মাক যে ৰঞ্জনহঁতৰ ঘৰলৈ চাহ খাবলৈ গৈছে, সেই কথা ভাবিলেও কিবা এক অক্ষম ক্ৰো' আৰু আক্ৰোশত তাৰ বুকুৰ ভিতৰখন জ্বলা-পোৰা কৰিবলৈ ধৰে। অথচ অকল মাকেই কিয়, সিহঁতৰ পৰিয়ালৰ আটাইবোৰেই প্ৰায় এমাহমান আগতে সেই একেই ৰঞ্জনহঁতৰ ঘৰত ডিঙিলৈকে অহাকৈ লুচি ভাজি মিঠাইৰে পেট বোজাই কৰি অহা নাছিল জানো? কিন্তু সেই দিনটো আৰু আজিৰ দিনটোৰ মাজত কিমান পাৰ্থক্য। সিদিনা আছিল ৰঞ্জনৰ লগুণদিয়নি উৎসৱ আৰু আজি হ'ল ৰঞ্জনে সুখ্যাতিৰে মেট্ৰিক পাছ কৰাৰ উৎসৱ। উস্ সঞ্জীৱৰ বুকুখনত যেন কোনোবাই ডেগাৰ এখনহে সুমুৱাই দিলে, সৌ যে 'সোণাপুৰহাট কৃষ্টি বিকাশ সংঘ' নামৰ স্থানীয় সংঘটোৰ চূণ দিয়া বগা বেৰৰখনত ক'লা ৰঙেৰে অঁকা উন্মুক্ত তৰোৱাল লৈ থকা লাচিতৰ মূৰ্তিটো দেখা গৈছে— আন্দোলনৰ সময়তে অঁকা। যি মূৰ্তি এতিয়াও সম্পূৰ্ণ মচ খাই যোৱা নাই— সেই মূৰ্তিৰ হাতৰ তৰোৱালখনেই যেন তাৰ বুকুত খোঁচটো মাৰিলে এনে এটা বিভ্ৰান্তিৰে খোঁচ লাগিল সঞ্জীৱৰ। কিন্তু পৰোক্ষভাৱে হ'লেওতো লাচিতে তাৰ বুকুত তেওঁৰ হেংদানৰ জোঙা আগটো সুমুৱাই দিলে। এসময়ৰ দেশপ্ৰেমিক, আন্দোলনৰ সকলো কাৰ্যসূচীতে উৎসাহ আৰু নিষ্ঠাৰে যোগদান কৰা এতিয়াৰ এটা অতি হতাশ আৰু তিক্ত মনৰ অধিকাৰী সঞ্জীৱে এইদৰে নাভাবি নোৱাৰিলে। এই আন্দোলনটোৰ ফলস্বৰূপে এটা তাৰ শিক্ষা বছৰ নষ্ট হ'ল (মানিছোঁ, মানিছোঁ, মোৰেই বাৰু অকল নহয়, অসমৰ সকলো ছাত্ৰ-ছাত্ৰীৰে সেই ক্ষতি হ'ল। অ' সেইটোওটো সঠিক নহয়, এই আওহতীয়া সোণাপুৰহাটলৈকেতো এই বাতৰি ভাহি আহিছে যে চহৰৰ আন্দোলনৰ বহু আঢ্যৱন্ত নেতাই হেনো তেওঁলোকৰ ল'ৰা-ছোৱালীক অসমৰ বাহিৰলৈ পঠিয়াই নিৰাপদে পঢ়া-শুনা কৰোৱাই আছে), এইটো বছৰ নহ'ল বুলি সকলোৱে ক'লেও কিন্তু কোনোপধ্যেই মানি ল'ব পৰা নাই। দেখাত বছৰটো নষ্ট নহ'ল সঁচা, কিন্তু তাৰ জীৱনটোৱে নষ্ট হৈ গ'ল। (ভৱিষ্যতৰ ৰঙীন, উজ্জ্বল স্বপ্নৰে ভৰপূৰ যোল্ল বছৰীয়া ল'ৰাটোৰ বুকুৰ খোঁচটো এইবাৰ চকুত লাগি এতিয়া যেন তাৰ পৰা তপত পানীহে নিগৰাই উলিয়াব) আৰু তাৰ বাবে পৰোক্ষভাৱে অলপ দায়ী এই লাচিত। তেওঁৰ উন্মুক্ত তৰোৱালৰ দীপ্ত আহ্বান। অসমত আন্দোলনটো নহ'লে, অহিংসা নিৰস্ত্ৰ বীৰ মহাত্মা, আৰু সশস্ত্ৰ সংগ্ৰামী বীৰ লাচিতৰ টানি আঁজুৰি অনা প্ৰেৰণাৰে সিহঁত সকলোবোৰ মতলীয়া নহ'লে আজি পৰীক্ষাবোৰতো এনে কাণ্ড নহ'লহেঁতেন। সি মেট্ৰিক দিলে, ৰঞ্জনে মেট্ৰিক দিলে, শান্তনুৱে মেট্ৰিক দিলে— সিহঁতৰ আটাইবোৰ ক্লাছ ফ্ৰেণ্ডেই মেট্ৰিক দিলে। তথাপিও সেই একেটা পৰীক্ষাকে সিহঁতৰ আটাইবোৰ ক্লাছ ফ্ৰেণ্ডেই মেট্ৰিক দিলে। তথাপিও সেই একেটা পৰীক্ষাকে সিহঁতৰ প্ৰায় প্ৰতিজনে কিমান যে বেলেগ বেলেগ ধৰণে দিলে। সি সঞ্জীৱ, 'সোণাপুৰহাট আদৰ্শ উচ্চ ইংৰাজী স্কুলৰ প্ৰতিষ্ঠাতাসকলৰ অন্যতম ধৰণী বৰুৱাৰ নাতি সঞ্জীৱে পিতামহৰ আদৰ্শ নীতি হিচাপেই নিজৰ বুদ্ধি আৰু অধ্যয়ন অনুযায়ী পৰীক্ষা দিলে। অংক আৰু ভূগোলৰ প্ৰশ্ন অতি কঠিন অহাত তাৰ বুদ্ধি আৰু অধ্যয়নে সেই দুটা বিষয়ত তাক আশানুযায়ী সহায় কৰিব নোৱাৰিলে, কিন্তু সেই কঠিন প্ৰশ্নকাকত দুখনৰ উত্তৰ ৰঞ্জনৰ দৰে তাতকৈ বহুত কম মগজুৰ ল'ৰাই শুদ্ধকৈ কৰি থৈ আহিল, কাৰণ সিহঁতৰ নিৰীক্ষক শিক্ষকৰ চকুৰ আগেৰেই সিহঁতে বাহিৰৰ পৰা সেই প্ৰশ্নবোৰৰ উত্তৰ কৰোৱাই আনিলে। শান্তনুৱে লগত যি 'পুৰীয়া' প্ৰস্তুত কৰি আনিছিল তাৰেই বোলে কাম সমাধা হৈ গ'ল। বাবুলে বাহিৰলৈ গৈ যিজাপ

কাগজৰ টোপোলাত তামোল কিনি আনিলে (সেই তামোল সি অতি 'ভক্তিভাৱে' নিৰীক্ষক শিক্ষককো যাচি তাৰ নিজৰ ভাষাতেই 'তেল মাৰি' থ'লে) সেই কাগজকেইখিলাতে উত্তৰবোৰ সংগ্ৰহ কৰি আনিলে। ললিতে বা আকৌ....... উস্— সেই কথাবোৰৰ স্মৰণত সঞ্জীৱৰ এতিয়া মূৰটো ঘূৰি যোৱা যেন লাগিল— পৰীক্ষাৰ নামত এইবোৰ কি ভেকোভাওনা হৈ গ'ল এইবাৰ? সিহঁতৰ শিক্ষকসকলৰ কি হ'ল এইবাৰ? ল'ৰাবোৰক এনেকৈ কিয় নকল কৰিবলৈ এৰি দিলে? নিজৰ ছাত্ৰকে ভয় কৰিলে? আন্দোলন কৰি কৰি বেচেৰাহঁতৰ পঢ়া-শুনা নাই হোৱা বুলি দয়া উপজিল? নে ল'ৰাক উচটাই আন্দোলনত নমাই নিজে অখণ্ড ছুটি আৰু দৰমহা ভোগ কৰি থকাৰ বাবে অপৰাধবোধ জাগিল? কিন্তু সেইবোৰ যিয়েই নহওক তাৰ ফলস্বৰূপে সৰ্বনাশ হ'ল ভাল ল'ৰাবোৰৰ। যিবোৰ ল'ৰাই নকল কৰা দুৰ্নীতি বুলি সেই দুৰ্নীতিত লিপ্ত নোহোৱা বাবে মেধাৰ বিচাৰত লগৰ নিকৃষ্ট ল'ৰাতকৈ বহুত উৎকৃষ্ট হৈয়ো পৰীক্ষাত তাৰ প্ৰমাণ দেখুৱাব নোৱাৰিলে। সি যে সুখ্যাতিৰে প্ৰথম বিভাগত পাছ কৰিব সেই বিষয়ে সিহঁতৰ ক্লাছৰ ছাত্ৰ-শিক্ষক কাৰো সন্দেহ নাছিল আৰু ৰঞ্জন খুব গাধা নহ'লেও তাৰ পৰা দ্বিতীয় বিভাগতকৈ বেছি ভাল ফল কোনেও আশা কৰা নাছিল। কিন্তু ফলাফল ওলোৱাৰ পাছত কি দেখা গ'ল? সি প্ৰথম বিভাগটো পালে হয় কিন্তু অঙ্ক আৰু ভূগোলত আশানুৰূপ ভাল নোহোৱা বাবে তাৰ শতকৰা হাৰ কমি গ'ল (তীব্ৰ দুখৰ খোঁচত সঞ্জীৱৰ বুকুখন কুঁকৰি যায়'। আনহাতে ৰঞ্জনে ভূগোলত লেটাৰ পালে, অঙ্কত ষ্টেটাৰ পালে আৰু এতিয়া এক উচ্চ হাৰৰ নম্বৰেৰে সুসজ্জিত হৈ 'ব্ৰিলিয়াণ্ট' ৰঞ্জন কটন কলেজলৈ বীৰদৰ্পে পঢ়িবলৈ যাবলৈ সাজু হৈছে আৰু সি সঞ্জীৱ? শতকৰা ৬৩ নম্বৰ পাই এতিয়া সি কোনখন কটন কলেজলৈ পঢ়িবলৈ যাব? সৰুৰে পৰা যে সেই এটাই সপোন দেখি আছিল, সেই কটন কলেজত পঢ়াৰ সপোনটো এতিয়া সি সিহঁতৰ গাঁৱৰ সৰু সোণ নদী আৰু গুৱাহাটীৰ বিশাল ব্ৰহ্মপুত্ৰ পাৰ কৰি নি কোনোমতে বাস্তৱত ৰূপায়ণ কৰিব নোৱাৰিলে, এতিয়া সি মঙ্গলদৈ কলেজতে পঢ়িব লাগিব আৰু ৰঞ্জনে আন্দোলনৰ পৰোক্ষ ফলাফলৰ আশীৰ্বাদ ধন্য হৈ বিজয় গৰ্বেৰে কটন কলেজত গৈ দপ্‌দপাবগৈ। অৱশ্যে তাৰ পৰীক্ষা বেয়া হোৱাৰ লগত আন্দোলনৰ কোনো সম্পৰ্ক নাই— কিন্তু সঁচাকৈয়ে নাই জনো? অলপ হ'লেও নাই জানো? মজলীয়া বুধিৰ ল'ৰা-ছোৱালীবোৰে এইবাৰ বিৰাট হাৰত নকল কৰাৰ সুযোগ পালে, ফলত সিহঁতে প্ৰথম বিভাগৰ সংখ্যা ইমান বঢ়াই দিলে যে ইমানবোৰ প্ৰথম বিভাগীয়ক নম্বৰ দিয়াৰ ক্ষেত্ৰত পৰীক্ষকে নিশ্চয় কিছু হাত টান কৰিলে, অথবা নকল কৰি ভাল উত্তৰ লেখা বহীবোৰৰ তুলনাত সঞ্জীৱৰ নিজ বুদ্ধিৰে লেখা বহীৰ উত্তৰ বিজুলী চাকিৰ আগত কেৰাচিনৰ লেমৰ পোহৰৰ দৰে নিষ্প্ৰভ হৈ গ'ল আৰু ৰঞ্জনে ধাৰ কৰা পোহৰেৰে উদ্ভাসিত হৈ কটনত গৈ মজা লুটিব ওলাইছে। এৰা, ৰঞ্জনৰ দৰে ল'ৰাবোৰৰ ধাপ্তা সেই একেইটাই, কটন কলেজৰ ল'ৰা-ছোৱালীয়ে একেলগে পঢ়া জীৱনৰ নানা ৰং ৰসৰ মৌ ভোমোৰাৰ দৰে চুহি চুহি খোৱা। তাৰ পিছত আজি ৰঞ্জনৰ পুত্ৰ-গৰ্বত গৰ্বী মাকে চুবুৰীৰ মহিলা চাৰি-পাঁচগৰাকীক পুত্ৰৰ অভূতপূৰ্ব কৃতকাৰ্যতা উপলক্ষে চাহ খাবলৈ মাতিছে আৰু সেই নিমন্ত্ৰণলৈ নগ'লে তাৰ অৰ্থ খুব বেয়াভাৱে ব্যাখ্যা কৰা হ'ব বুলি জানি সঞ্জীৱৰ অনিচ্ছুক মাক সেই চাহ মেললৈ গৈছে।

সঞ্জীৱে হঠাতে খোজৰ গতি খৰ কৰি পেলালে, লাচিতৰ উদ্যত তৰোৱালেৰে ক'লা চিয়াঁহীৰ অংকিত মূৰ্তিটোৱে তাক যেন ভূতৰ দৰে খেদিছে, সেই ক'লা চিয়াঁহীৰেই লেখা সংঘৰ বেৰ এখনৰ এফাল এতিয়াও ভৰি থকা নানা শ্লোগানৰ মাজত এই বিশেষ শ্লোগানটোৱেও যেন তাক পিশাচৰ ক'লা দাঁতৰ দৰে নিকটাই হাঁহিছে "বাজক ডবা, বাজক শংখ, বাজক মৃদঙ্গ খোল, অসম আকৌ উন্নতি পথত জয় আই অসম বোল।" অসম আকৌ উন্নতি পথত? সঁচাকৈয়ে নে? যি অসমৰ ভৱিষ্যতক অৰ্থাৎ তাৰ ল'ৰা-ছোৱালীক অবাধ হাৰত দুৰ্নীতিত লিপ্ত হ'বলৈ গুৰুজনসকলেই বাট এৰি দিয়ে সেই অসম সঁচায়ে উন্নতি পথত আগবাঢ়িছেনে?

কিছুদুৰ আগবঢ়াৰ পিছত সঞ্জীৱে দূৰৈত যিজন মানুহ আহি থকা দেখিলে, তেওঁক দেখিয়ে তাৰ খোজ হঠাতে মন্থৰ হৈ পৰিল, ভৰি যেন আৰু আগলৈ যাবই নোখোজে, কাৰণ তাৰ সেই আগবঢ়া ভৰিয়ে তাক মানুহজনৰ মুখামুখি কৰি পেলাব। কিন্তু তাৰ মনৰ এই অৱস্থাত এতিয়া অন্ততঃ এই বিশেষ মানুহজনৰ মুখামুখি হ'বলৈ তাৰ অকণো প্ৰবৃত্তি নাই। মানুহজন আৰু আন কোনো নহয়, সিহঁতৰে শ্ৰদ্ধেয় অংকৰ শিক্ষক বাপুৰাম

চহৰীয়া যাৰ প্ৰতি এতিয়া সঞ্জীৱৰ আৰু কোনো শ্ৰদ্ধাই অৱশিষ্ট নাই। এইজন লোকেই, এইবাৰ অংকৰ পৰীক্ষাত ল'ৰাবোৰকতো কম সহায় কৰি দিয়া নাই?

সঞ্জীৱে ইফালে সিফালে চালে, ক'ত লুকাব পাৰিলে বাপুৰাম চহৰীয়াৰ লগত মুখামুখি হোৱাৰ অপ্ৰীতিকৰ অভিজ্ঞতাটো এৰাই চলিব পৰা যাব বাৰু? সমুখৰ ফালে তেনে পলায়নৰ কোনো সুবিধাই নাই, কিন্তু সি এৰি অহা পথছোৱাৰ অনতিদূৰতে থকা গছডালৰ কাষেদি সৰু লুংলুঙীয়া বাট এটা গৈছে, সেইফালেই সোমাই পৰিব পাৰি।

সঞ্জীৱে সেই উদ্দেশ্যেই ওলোটা মুখে খোজ দি অলপ পিছতে সেই লুংলুঙীয়া বাটেৰে সোমাই পৰিল তাৰ পাছতহে তাৰ মনত পৰিল যে সেইফালে ৰতিকান্তহঁতৰ ঘৰ। সঞ্জীৱৰ মুখত অলপ ঘাম বিৰিঙিল, ইয়াকেই কয় পানীত গ'লে ঘঁৰিয়ালে খায়, মাটিত গ'লে বাঘে খায়। এই ৰতিকান্ততো সিহঁতৰ লগতে পঢ়িছিল, ঘৰৰ অৱস্থা বৰ বেয়া, আন্দোলনৰ সময়ত এটা বছৰ ক্ষতি হোৱা বাবে সি আৰু পঢ়াত আগবাঢ়িব নোৱাৰিলে, বহুত চেষ্টা কৰি গুৱাহাটীৰ কোনোবা প্ৰেছৰ মালিকৰ ঘৰতে ঘৰুৱা কাম কৰি দি বিনিময়ত প্ৰেছৰ 'প্ৰিন্টিং'ৰ শিক্ষানবিচী কৰাৰ সুবিধা পাইছে। ৰতিকান্ত পঢ়াত বৰ চোকা বুধিৰ নহ'লেও মজলীয়া বিধৰ আছিল, আৰু পঢ়িবলৈ বৰ ধাউতি আছিল। পিছে নহ'ল, এটা বছৰৰ শিক্ষা বছৰ থামি থকাৰ ক্ষতিটোকে সিহঁতৰ ঘৰে বহন কৰিবলৈ অপাৰগ হ'ল। এনেয়েও সি কত সুখেৰে পঢ়িবলৈ পালেহেঁতেন? সিহঁতৰ গোটেই ঘৰখনেই কমিউনিষ্ট। আন্দোলনত কোনো এজনেও যোগ দিয়া নাছিল, ফলত সিহঁতক একঘৰীয়া কৰি থোৱা হৈছিল পিছত সি শুনিছিল যে ৰতিকান্তহঁতৰ পাছফালৰ খোৱা পানীৰ পুখুৰীটোত কোনোবাই বোলে শৌচ-প্ৰস্ৰাব কৰি থৈছিল। সঞ্জীৱৰ অৱশ্যে সেই কথা শুনি বৰ খং উঠিছিল আৰু তেনে অত্যাচাৰ কৰিব নাপায় বুলি সমনীয়া উগ্ৰ আন্দোলনকাৰী কেইজনমানৰ লগত খুব তৰ্কও কৰিছিল। অৱশ্যে সি সিহঁতৰ লগত যোগ দি ৰতিকান্তক বদন, বিভীষণ, দেশদ্ৰোহী আদি নানা শব্দ প্ৰয়োগ কৰি খুব কটূক্তিও কৰিছিল। এতিয়া সেই ৰতিকান্তহঁতৰ চুবুৰীতে সোমাইছেহি সি, হঠাৎ যদি এতিয়া ৰতিকান্তৰ মুখামুখি হৈ যায়? কিবাকৈ এতিয়া গুৱাহাটীৰ পৰা আহি সি যদি ঘৰতে আছেহি?

"সঞ্জীৱ দেখোন? কি খবৰ?"

সঞ্জীৱ উচপ্ খাই উঠিল, মাতটো ৰতিকান্তহঁতৰ ঘৰৰ পৰাই আহিছে, কিন্তু নাই, ৰতিকান্ত নহয়, তাৰ ককায়েক ভীমকান্তহে। ইতিমধ্যে মহাভাৰতৰ ভীমৰ সম্পূৰ্ণ বিপৰীত চেহেৰাৰ ভীমকান্ত ঘৰৰ পৰা ওলাই আহিছিল; ৰতিকান্তৰ ককায়েক, গাঁৱতে দোকান এখন আছে, কিন্তু আন্দোলনৰ সময়ত বাইজে বয়কট কৰা বাবে অসমীয়া ডেকাৰ সেই 'ক্ষুদ্ৰ উদ্যোগ'ত প্ৰায় লালবাতি জ্বলা অৱস্থা কৰি গাঁৱৰে মাৰোৱাৰী দোকানখনলৈকে সকলো ঢাপলি মেলি দেশী নাগৰমল কেঁএৰ ৰাজস্থানলৈ পঠোৱা টকাৰ অংকটোৰ পৰিমাণ বৃদ্ধি হোৱাত সহায় কৰিছিল।

এতিয়া সঞ্জীৱক দেখি মলিন চেহেৰাৰ, মলিন বসনৰ ভীমকান্তই অমলিন হাঁহি এটা মাৰি ক'লে— 'এইফালে কি মন কৰি? ৰতিক বিচাৰি আহিছিলা নেকি? সিটো গুৱাহাটীৰ পৰা অহা নাই? পিছে আহা ভিতৰলৈ, ৰতি নাথাকিলেও আমি আছোঁ নহয়। তোমাৰ পৰীক্ষাৰ খবৰ পাই ভাল পালোঁ, তুমি আমাৰ গাঁৱৰ গৌৰৱ—'

সঞ্জীৱৰ বুকুৰ খোঁচটো যেন তীক্ষ্ণতৰ হ'ল। লগতে এটা অপমানবোধো, আজি সুবিধা পাই সিহঁতক কৰা কেইমাহমান আগৰ অপমাৰ ভীমকান্তই প্ৰতিশোধ ল'ব খুজিছে নেকি? 'ঠাট্টা কিয় কৰিছা ভীম, তোমালোকেতো জানাই যে মোৰ পৰীক্ষা আশানুৰূপ নহ'ল,' সঞ্জীৱে উষ্মা দমন কৰাৰ চেষ্টা কৰি ক'লে। কিন্তু ভীমকান্তৰ মুখখন সৰল ঐকান্তিকতাৰে স্নিগ্ধ হৈ ৰ'ল, সি অলপ আৱেগেৰে ক'লে, 'ঠাট্টা কিয় কৰিবলৈ যাম ভাই, তুমি আমাৰ সঁচাকৈয়ে গৌৰৱৰ স্থল। যোৱা মেট্ৰিক পৰীক্ষাটোতে যিবোৰ জঘন্য নকলৰ কাণ্ড হৈ গ'ল, য'ত ছাত্ৰৰ লগতে শিক্ষকেও দুৰ্নীতি কৰিলে তাত তুমি আৰু দুই এজনেই যে কেৱল সাধু হৈ থাকিলা, সেই খবৰ আমি ৰাখো নহয়। বুজিছা সঞ্জীৱ, স্কুল-কলেজৰ পৰীক্ষাবোৰ সাধাৰণ পৰীক্ষা। ডাঙৰ পৰীক্ষা হ'ল হাজাৰ প্ৰলোভনতো নিজক ঠিক কৰি ৰখাটো। জীৱনৰ তেনে এটা পৰীক্ষাত তুমি কৃতকাৰ্যতাৰে উত্তীৰ্ণ হৈছা। তেনেস্থলত তুমি আমাৰ গাঁৱৰ গৌৰৱ নোহোৱা?'

ইমানপৰে বুকুত কেৱল খোঁচ খাই অহা সঞ্জীৱে আৰু এটা খোঁচ খালে। কিন্তু এইটো এনে এটা খোঁচ যি তাৰ দুচকু প্ৰায় সজল কৰি তুলিলে— যি সজলতাৰ উৎস কৃতজ্ঞতা, মনৰ বেদনাত পৰা এক মধুৰ

সান্ত্বনাৰ প্ৰলেপ।

"সঁচাই ভীমদা, এইবাৰ এই পৰীক্ষটোৱে আমাৰ গাঁৱৰ বদনাম আনি দিলে। পৰীক্ষাত আশাকৰা মতে ভাল কৰিব নোৱাৰি মোৰ যিমান দুখ লাগি আছে, এই চুৰি নকলৰ কাণ্ডবোৰ দেখিও সিমানে দুখ লাগি আছে। বিশেষকৈ মন বেয়া লাগি আছে আমাৰ শ্ৰদ্ধেয় শিক্ষকসকলে সেইবোৰ প্ৰশ্ৰয় দিয়া দেখি।" সঞ্জীৱে ভীমৰ লগত সিহঁতৰ ঘৰলৈ আগবাঢ়ি উত্তেজিত আৱেগেৰে ক'লে। ভীমহঁতৰ দুৱাৰমুখ গচকিবৰ সময়ত সি যেন নিজৰ অজানিতে অলপ উচপ্ খাই উঠিছিল। কাৰণ ভীমহঁতৰ কেৱল পুখুৰীতেতো নহয়, দুৱাৰমুখ আৰু ঘৰৰ চাৰিওফালে শৌচ-প্ৰস্ৰাৱ কৰি থোৱা হৈছিল। সি উচপ্ খাই উঠিল এসময়ৰ এই ভীষণ লেতেৰা ঠাইবোৰৰ সোঁৱৰণে জগোৱা অনুভূতিত নহয়, সি উচপ্ খাইছিল সেই সোঁৱৰণে তাৰ মনত জগোৱা পাপবোধৰ ফলতহে। সঁচা, সি তেনে কাম কৰা নাছিল, কিন্তু তেনে কাম কৰা লোকসকলৰ লগত সি যি কাম সফল কৰিবলৈ আন্দোলন কৰিছিল, সেই আন্দোলনৰে এটা বিকৃত প্ৰকাশ আছিল। গান্ধীয়ে সপোনতো কল্পনা কৰিব নোৱৰা এনে জঘন্য অত্যাচাৰ-অনাচাৰ। গতিকে সেই পাপৰ বাবে পৰোক্ষভাৱে সিয়ো কিছু দায়ী নহয়নে?

ভীমকান্তহঁতৰ ঘৰত বহুত সময়েই বহা হৈছিল তাৰ; সাধাৰণ অৱস্থাৰ, সাধাৰণ চেহেৰাৰ, অলপীয়া শিক্ষাৰ ভীমকান্তৰ কথাবোৰ শুনি ইমান সময় যে সি বহিব বা তাৰ কথাবোৰ যে ইমান দীৰ্ঘ সময় ধৰি শুনি বহি থাকিব পৰা বিধৰ হ'ব, সঞ্জীৱেতো কোনোদিন গমেই নাপালেহেঁতেন। সিহঁতৰ প্ৰতি থকা অন্ধ (অন্ধইতো) বিদ্বেষে তাক চিৰদিন ভীমকান্ত, ৰতিকান্তহঁতৰ পৰা আঁতৰাই ৰাখিলেহেঁতেন। ফলত সত্য আৰু যুক্তি এই আন্দোলনৰ ক্ষেত্ৰত তাৰ অন্তৰত হয়তো চিৰ বাষ্পাচ্ছন্ন হৈ ৰ'লহেঁতেন।

এজাৰ গছডালৰ তল পাই প্ৰধান আলিবাটটোৰ দুয়ো দিশলৈ চাই সঞ্জীৱে শিক্ষকজনক আৰু ক'তো নেদেখিলে। ইমান সময় পাৰ হৈ যোৱাৰ পিছত অৱশ্যে তেওঁক বাটত দেখাৰো সম্ভাৱনা নাথাকে।

সঞ্জীৱ ঘৰৰ পিনে নুভটিল, সি এইবাৰ সোণ নৈৰ তাৰ প্ৰিয় ঠাইডোখৰলৈ আগবঢ়িব ধৰিলে। তাৰ প্ৰিয় সেই ঠাইডোখৰ হ'ল নৈৰপাৰৰ বগৰীৰ ঘন জোপোহাবোৰৰ কাষেৰে মুকলি ঘাঁহে ঢকা অলপ ওখ ঢাপটো। যাৰ ঠিক তলেৰেই ক্ষীণকায়া সোণ নদী তৰ্তৰকৈ আগবাঢ়ি গৈছে, যাৰ অনতিদূৰৈৰ বালি চাপৰিত তাৰ ককাদেউতাক আৰু গাঁওখনৰ বহুতো বুঢ়া-বুঢ়ী, ডেকা-ডেকেৰীৰ লগতে নশ্বৰ দেহ ভস্মীভূত হোৱাৰ পিছতো সিহঁতৰ স্মৃতিত অমৰ হৈ বালিৰ মিহি গুড়িৰ লগত মিহলি হৈ আছে। সঞ্জীৱৰ ভাল লাগে তলেৰে বৈ যোৱা নৈখনলৈ চাই চাই এতিয়া স্মৃতি মাথোঁ হৈ পৰা ককাদেউতাকৰ ওচৰত বহি থাকিবলৈ; তেওঁৰ শ্মশানৰ ওচৰত বহি ল'লেহে যেন তেওঁৰ স'তে যাপন কৰা ল'ৰালিৰ দিনবোৰ তাৰ মনৰ ওচৰত ভিৰ কৰি বহেহি। জীৱনৰ বেছিভাগ ভাল কথাই সি সেই ল'ৰালিৰ কালছোৱাত ককাদেউতাকৰ পৰা প্ৰথম শিকিছিল, তাৰ পিছতহে শিকাইছিল কিতাপ-পত্ৰবোৰে। তাৰ সেই ককদেউতাক, যি চাইকেলত উঠি চাৰিওফালৰ চাহবাগানত ঘূৰি ঘূৰি 'সোণাপুৰহাট আদৰ্শ উচ্চ ইংৰাজী স্কুল' প্ৰতিষ্ঠাৰ বাবে চান্দা সংগ্ৰহ কৰি ফুৰিছিল, ৰ'দে-বৰষুণে ঘূৰি ঘূৰি ধৰণী বৰুৱাৰ সোণ যেন গাৰ বৰণ তাম হেন হৈ পৰিছিল, গাঁৱৰ মানুহে তেতিয়া কৈছিল যে ধৰণী বৰুৱাৰ এই এটা বছৰে স্কুলৰ বাবে খাটি খাটি গাত তৰণী নোহোৱা হৈছে। সি যি কি নহওঁক, অৱশেষত স্কুলখন কোনোমতে স্থাপন হৈছিল আৰু নামৰ প্ৰশ্ন উঠাত তাৰ ককাদেউতাকে 'আদৰ্শ' শব্দটো প্ৰস্তাৱ কৰিছিল। প্ৰতিষ্ঠা দিৱসৰ দিনা তেওঁ আবেগপূৰ্ণ আৰু উৎসাহদীপ্ত কণ্ঠেৰে এটা কথাতে খুব জোৰ দি বক্তৃতা দিছিল যে সোণাপুৰহাটৰ এই নতুন স্কুলখন চিৰ আদৰ্শৰ পীঠ ভূমি কৰি ৰাখিবলৈ ইয়াতে কাম কৰা আজিৰ, কালিৰ, পৰহিৰ অৰ্থাৎ বৰ্তমানৰ পৰা অনাগত সকলো দিনৰ সকলো শিক্ষকেই যেন মনত এই দৃঢ় সংকল্প লৈ শিক্ষক জীৱনৰ পাতনি মেলে যে তেওঁলোকে নিজ কৰ্মেৰে, উচ্চ আদৰ্শৰে এই স্কুলখনৰ সকলো ছাত্ৰ-ছাত্ৰীকে বাট দেখুৱাই লৈ যাব।

এইবোৰ নানা কথাকে সুঁৱৰি আগবাঢ়ি থকা সঞ্জীৱে এতিয়া এই বিশেষ কথাষাৰৰ সোঁৱৰণত হিংস্ৰভাৱে নিজৰ ওঁঠ কামুৰি ধৰিলে; তেতিয়া সি সোণাপুৰহাট আদৰ্শ স্কুল ঘৰটোৰ ওচৰ পাওঁ পাওঁ হৈছিল। শ্মশানত চিৰনিদ্ৰাত শুই থকা ককাদেউতাকক লগ পাবলৈ যাওঁতে তেওঁ প্ৰতিষ্ঠা কৰা স্কুলটোৰ ওচৰেদিয়ে সদায় যাব

লাগে; এই কেইদিন তেনেকৈ স্কুলটোৰ ওচৰ পাওঁতে সদায়ে এনেকৈ হিংস্ৰভাবে ওঠে তা ৃতৰ কাজোৰ খাব লগা হৈছে। যি অদ্ভুত আক্ৰোশৰ কাৰণ সি পৰীক্ষাত বেয়া কৰা আৰু ৰঞ্জনে ভাল কৰাটোৱে কেৱল নহয়— এক হিচাপে সেই কাৰণ তুচ্ছই, কিন্তু ককাদেউতাকৰ ওচৰ চপাৰ লগে লগে এই ভাৱটোতে সি পাগল প্ৰায় হৈ উঠে যে হাড়ক মাটি কৰি তেজক পানী কৰি তেওঁ প্ৰতিষ্ঠা কৰা এই আদৰ্শ স্কুলখন আজি তাৰ শিক্ষক আৰু ছাত্ৰই মিলি এক কু-আদৰ্শৰ স্কুলত পৰিণত কৰি পেলালে।

সোণাপুৰহাট স্কুলটোৰ আগত সঞ্জীৱ থমকি গ'ল, লাচিতৰ মূৰ্তি, কথা আৰু কামৰ সঙ্গতি নথকা বিভিন্ন শ্লোগান, গাওঁখনৰ নানা ঠাইৰ বেৰত আঁকা আৰু লেখা সেই উজ্জ্বল ক'লা ৰং এসোপা সিয়ো যেন বিচাৰি আনি স্কুলটোৰ নামৰ 'আদৰ্শ' শব্দটোত ঢালি দিব। শিক্ষক-ছাত্ৰসকলোৱে মিলি নিজৰ কৰ্মৰেতো তাক অদৃশ্যভাৱে কালিমা লিপ্ত কৰি পেলালেই, সি এতিয়া ক'লা ৰং বা আলকাত্ৰা এক বাল্টি তাৰ ওপৰত ঢালি দি সেই কালিমা দৃশ্যমান কৰি পেলাব পৰা হ'লে। ভাবটো মনলৈ অহাৰ লগে লগে সঞ্জীৱ জিকাৰ খাই উঠিল। সেই জোকাৰণি এক ভয়ংকৰ অপৰাধবোধ। তাৰ ককাকৰ আদৰ্শ স্কুলখনৰ আদৰ্শটো। সি কোনো ধৰণৰ ক'লা দাগেই লগাব নোৱাৰে, মানসিক বা দৈহিক, কোনো কাৰ্যৰেই নোৱাৰে। নকলৰ মাজেৰে প্ৰতিদিনৰ পৰীক্ষা চলি থকাৰ অন্তত সি জানো সন্ধিয়া গৈ ককাদেউতাকৰ ওচৰৰ ঢাপটোত বহি কোৱা নাছিল— 'ককাদেউতা, মই অন্ততঃ তোমাৰ আদৰ্শ, স্কুলৰ আদৰ্শ ৰক্ষা কৰি চলি আছোঁ, প্ৰতিদিন নকলৰ নানা প্ৰলোভন এৰাই চলি মই সৎভাবে পৰীক্ষা দি আছোঁ।"

সঞ্জীৱৰ ভীমকান্তৰ কথাবোৰ মনত পৰিবলৈ ধৰিলে। সি ইমান দিনে কৰি অহা আন্দোলনটোত কেনেকৈ গণতন্ত্ৰক হত্যা কৰা হৈছে, কেনেকৈ সি অহিংসা গান্ধীবাদী হোৱা নাই আদি সকলো কথা তাক যুক্তিৰে পতিয়ন নিয়াই ভীমকান্তই শেষত তাক সুধিছিল— 'অসমৰ পৰীক্ষাবোৰত এইবোৰ যি অভাৱনীয় দুৰ্নীতি হ'ল সি জানো এই আন্দোলনৰে এক জঘন্য বিকৃত সন্তান নহয়? আমাৰ এই সৰু ঠাইখনতে কিমান ডাঙৰ দুৰ্নীতি হৈ গ'ল চোৱাচোন, তোমাৰ দেউতাৰাইতে দেহে-কেহে খাটি স্থাপন কৰি থৈ যোৱা আদৰ্শ স্কুলখনে এইবাৰ কি কু-আদৰ্শ দেখুৱালে নিজ চকুৰেতো দেখিলাই। আনকি তাৰ একধৰণৰ বলিও হ'লা। কিন্তু তুমি আমি আমাৰ এই সুন্দৰ সেউজীয়া গাঁওখনক প্ৰাণভৰি ভাল নাপাওঁ জানো? ইয়াতে জন্মি, সোণ নদীত নাদুৰি-সাঁতুৰি, বালিত ধেমালি কৰি, গছে-গছে ফল-মূল বিচাৰি খাই, চৰাইৰ বাহ বিচাৰি ফুৰি, পথাৰে-সমাৰে ঢপলিয়াই ফুৰি আমি শৈশৱ পাৰ হৈ তোমাৰ ককাৰ আদৰ্শ স্কুলত যেয়ে যিমানখিনি পালোঁ শিক্ষা লাভ কৰিলোঁ। আমাৰ গাঁৱৰ চুক-ভেকুলিৰ দৰে ল'ৰা-ছোৱালীবোৰক সেইখন স্কুলেই আচল জ্ঞানৰ চকু ফুটালে। এতিয়া তাত কোনোবা অসৎ লোকে কলংক সানিব খুজিলে তুমি, মই বা গাঁৱৰ আন সৎ মানুহে তাক চকু মুদি চাই থকাটো উচিত নহ'ব নহয়। ইয়াৰ পিছৰ বছৰত যাতে একে নকল আৰু চুৰি পুনৰ ঘটিব নোৱাৰে, আদৰ্শ স্কুলৰ আদৰ্শ যাতে বজাই থাকে তাৰ বাবে আমি আটায়ে এতিয়াৰে পৰা লাহে লাহে চেষ্টা আৰম্ভ কৰি দিও আহাঁ। আমি জানো, তুমি তোমাৰ ককাৰ উপযুক্ত নাতি, তেওঁৰ আদৰ্শ স্কুলৰ আদৰ্শ চিৰজীৱি কৰি ৰখাৰ চেষ্টাত তুমিয়ে আগভাগ ল'ব লাগিব সঞ্জীৱ।"

এৰা, সঞ্জীৱে ভাবিলে— 'আদৰ্শ' নামটোৰ ওপৰত আলকাতৰা ঢালি নেতিবাচক প্ৰতিবাদ কৰিলে একো লাভ নহ'ব, বৰং তাৰ ওপৰত সনা অদৃশ্য ক'লা ৰংবোৰ মচি পেলোৱাৰ দৃঢ় সাধনাত লগাটোহে এটা কামৰ দৰে কাম হ'ব। ভাবটো মনলৈ অহাৰ লগে লগে সঞ্জীৱৰ মনৰ গধুৰ হেঁচাখিনি যেন বহুত পাতলি গ'ল, সি ককাদেউতাকক লগ ধৰিবলৈ কোবাকুবিকৈ আগবাঢ়িব ধৰিলে। সেউজীয়া ঘাঁহেৰে ঢাক খাই থকা ঢাপটোত বহি লৈ ওচৰৰ বগা বালিত শুই থকা ককাকক সিনো কেতিয়া গৈ "ককা, মই তোমাৰ আদৰ্শ স্কুলৰ হেৰোৱা আদৰ্শ ঘূৰাই আনিমেই" বুলি তাৰ সংকল্পটোৰ কথা ক'ব তাৰ বাবে তাৰ যেন তৎ হেৰাই গ'ল; এইবাৰ সি প্ৰায় দৌৰিবলৈ আৰম্ভ কৰি দিলে।

# পোতাশালত ৰেঙণি

স্বৰ্ণই অনুভৱ কৰিলে— এইখন চহৰ বা এইটো বেংকত নহ'লেও এইখন ঘৰত তাইৰ প্ৰয়োজন শেষ হৈ গ'ল। সৰুৰে পৰা আনৰ প্ৰয়োজনতে তাইৰ জীৱনটো নিয়োজিত হৈ আহিছে, বিনা প্ৰয়োজনে তাইৰ বাবেই তাইৰ মূল্য বোধহয় কাৰো ওচৰতেই নাই। গাঁৱৰ ঘৰত এসময়ত দেউতাক-মাকৰ অতি প্ৰয়োজনীয় জীয়েক হৈ থকাৰ পাছত আজি দহ বছৰে এই চহৰখনত ভায়েকৰ প্ৰয়োজনীয় বায়েকজনী হৈ আছিল। এতিয়া তাইক কোনেও মুখ ফুটাই নক'লেও স্বৰ্ণই ঠিকেই অনুভৱ কৰিছে যে সেই প্ৰয়োজন অকাল বা অস্বাভাৱিক নহয়, স্বাভাৱিক মৃত্যুৰে ঘটিছে।

দেউতাক প্ৰবোধ চন্দ্ৰ মজুমদাৰৰ জীৱনটো ল'ৰা-ছোৱালীৰ মাজতে কাটি গ'ল বুলি ক'ব পাৰি; স্কুলৰ শিক্ষক হিচাপে গাঁৱৰ হাইস্কুলখনৰ ল'ৰা-ছোৱালীৰ মাজত আৰু পিতৃ হিচাপে আঠটা ল'ৰা-ছোৱালীৰ মাজত প্ৰথম সন্তান স্বৰ্ণই দায়িত্ব ভাৰৰ যুঁৱলীখন কান্ধত ল'বলগীয়াৰ ভৱিষ্যৎ সম্ভাৱনা লৈয়ে যেন এই পৃথিৱীত প্ৰথম চকু মেলিছিল। তাইৰ পিছত এক বছৰ দুবছৰৰ ব্যৱধানত মাকৰ কোলালৈ আহিবলৈ ধৰিলে কণিকা, ভানু, লীলা, বীণা, প্ৰতিভা, মীৰা, ইৰা আৰু ভাইটি ওৰফে ললিত। 'সাত ভাই চম্পা'ৰ ওলোটা নিয়মত জন্ম হোৱা অৰ্থাৎ 'সাত বাই ভাইটি'ৰ জন্ম শাৰীৰ শেষত জন্ম হোৱা একমাত্ৰ ল'ৰা ভাইটিৰ অৱশ্যে কৃষ্ণৰ সহস্ৰ নামৰ দৰে নামৰ শেষ নাছিল; সেই নামবোৰ হ'ল অতি আদৰৰ বায়েকহঁতে মতা, মাক-দেউতাকে মতা, সেই নামবোৰ সেই এটা ল'ৰাৰ গাতে প্ৰযোজ্য বৈ ৰ'ল, কাৰণ ভাইটিৰ পাছতো প্ৰবোধ মজুমদাৰে আৰু এটা ল'ৰা সন্তানৰ পিতৃ হোৱাৰ গৌৰৱ আৰ্জিছিল, কিন্তু মাত্ৰ তিনি বছৰ বয়সতে সি মাকৰ কোলা শুদা কৰি এই পৃথিৱীখন চিৰকাললৈ ত্যাগ কৰি গুচি গ'ল। তাৰ পাছৰে পৰা তেওঁৰ কোলা শুদা হৈয়ে আহিছে— অৰ্থাৎ স্বৰ্ণহঁতৰ বাই-ভনীবোৰৰ কিছু সকাহ হৈছে, বিশেষকৈ স্বৰ্ণৰ। তাই ঘৰখনৰ ভিতৰত ডাঙৰ ছোৱালী, গতিকে সকলো দায়িত্বভাৰ পৰে তাইৰ মূৰতে, মাকৰ কেঁচুৱা হ'বৰ সময়ত ভাত-পানী ৰন্ধা, বাকীকেইটা ভায়েক-ভনীয়েকক আপডাল কৰা, অন্যান্য বিষয়তো ঘৰখনৰ সামগ্ৰিক দায়িত্বভাৰ লোৱা, আদি সকলো কামৰ বাবেই লাগে নীৰৱ, অক্লান্ত কৰ্মী স্বৰ্ণক। কিন্তু আচৰিত কথা যে ইমান কাম কৰিও স্বৰ্ণই নিজৰ পঢ়া-শুনাখিনি ঠিকে ৰাখিছিল, বঙালীত কথা এষাৰ আছে, 'যে ৰাধে সে চুলও বাঁধে'— স্বৰ্ণৰ জীৱনত সি সত্য হৈ পৰিছিল আৰু তেনেকৈয়ে সকলো ঘৰুৱা কাম কৰিও, প্ৰথমতে গাঁৱৰ স্কুলৰ পৰা আৰু শেষত সাত মাইল দূৰৰ কলেজৰ পৰা তাই মেট্ৰিক আৰু বি এ পাছ কৰিছিল। তাৰ পাছত তাই গাঁৱৰ স্কুলখনতে দেউতাকৰ সহকৰ্মী হৈ শিক্ষয়িত্ৰীৰ চাকৰিও কৰিছিল। এইবোৰ হ'ল বহুত দিনৰ আগৰ কথা। সেই সময়ত স্বৰ্ণ কিশোৰীৰ পৰা যুৱতী হৈছিল। গতিকে তাইৰ বিয়া বোলা জন্ম আৰু মৃত্যুৰ লগৰ জীৱনৰ আন তৃতীয় ঘটনাটোৰ প্ৰশ্নও উঠিছিল। কিন্তু এবাহ ল'ৰা-ছোৱালীৰ এখন বিৰাট পৰিয়ালক আৰ্থিক আৰু দৈহিক পৰিশ্ৰমৰ বৃহৎ পৰিমাণৰ সাহায্য আগবঢ়োৱা 'স্বৰ্ণ' নামৰ বোজাবাহী ছোৱালীজনীৰ ক্ষেত্ৰত 'বৰঘৰৰ গুৰনী জীয়ৰী ছোৱালী, উলিয়াই দিবলৈ টান' কথাষাৰৰ প্ৰথম অংশটো ঠিক প্ৰযোজ্য নহ'লেও দ্বিতীয় অংশটো হ'লে একেবাৰে খাপ খাই যোৱা বিধৰ হৈছিল। মনে মনে স্বৰ্ণই সেই কথাটো অতি গভীৰভাৱে অনুভৱ কৰিছিল— তাই ভালকৈয়ে বুজিছিল তাইৰ পাছৰ ভনীয়েকবোৰে 'ৰিলেৰেচ'ৰ দৰে এজনীৰ বিয়া হৈ যোৱাৰ পাছত আনজনীয়ে এই বৃহৎ সংসাৰখনৰ আৰ্থিক বা অন্যান্য দায়িত্ব কেতিয়াও নলয় বা ল'ব নোৱাৰে। বৰং বায়েকৰ বোজা দেখি সিহঁতে সেই ভয়াবহ সম্ভাৱনাৰ পৰা কুঁচি-মুচি দূৰলৈ আঁতৰিহে গৈছে আৰু আটাইকেউজনীয়ে হৈ পৰিছে ভয়ানক আত্মসৰ্বস্ব। গতিকে স্বৰ্ণই বুজি পাইছিল যে তাই এইখন ঘৰ এৰি গ'লে দেউতাকৰ সোঁহাত কটা যাব, মাকৰ সোঁহাত কটা যাব, তাৰ পৰা কণিকা, ভানু, লীলা, বীণা, প্ৰতিভা, মীৰা, ইৰা— কোনো এজনীয়েই নিৰাময় কৰিব নোৱাৰিব। নাই, তাই মাক-বাপেকক এনেদৰে ঘূণীয়া কৰি এইখন ঘৰ এৰি কোনো সুখ স্বপ্নৰে স্বৰ্গলৈ যাব নোৱাৰে। গতিকে স্বৰ্ণৰ বিয়াৰ প্ৰশ্নটো উঠাত তাক তাই কলিতে বিনষ্ট কৰি

ঘোষণা কৰিলে যে তাই কেতিয়াও বিয়া নকৰায়, বিয়া কৰোৱাৰ তাইৰ সমূলি ইচ্ছা নাই, দেউতাক-মাকে কণিকাৰ বিয়াৰ কথা চিন্তা কৰক।

তাইৰ অটল সংকল্পৰ কথা শুনি দেউতাক-মাকৰ মুখত দুখ আৰু সকাহৰ যি মিশ্ৰিত অভিব্যক্তি ফুটি উঠিছিল সি বহুত দিনলৈ স্বৰ্ণৰ মনত কান্দোনৰ বৈ বৈ উঠা উচুপনিৰ দৰে লাগি ধৰিছিল। তাৰ পাছত এদিন সেই সকলোবোৰ অতীতৰ ছাইভস্মত পৰিণত হৈ গৈছিল। ইতিমধ্যে কণিকা, ভানু, লীলা, বীণাৰ বিয়া হৈ গৈছিল আৰু ভাইটিয়ে ডাঙৰ হৈ সুখ্যাতিৰে মেট্ৰিক পাছ কৰি চহৰলৈ পঢ়িবলৈ যাত্ৰা কৰিছিল। কিন্তু তেতিয়াই এটা ঘটনা ঘটিছিল। ইমানবোৰ ছোৱালীৰ মাজত ডাঙৰ হোৱা অতি আলসুৱা ভাইটিৰ হোষ্টেলত ৰেগিঙৰ যি অভিজ্ঞতা হ'ল, সি তাত অতীষ্ঠ হৈ ঘৰলৈ উভতি আহিল আৰু কেতিয়াও হেষ্টেলত নাথাকে বুলি ঘোষণা কৰিলে। অথচ স্বৰ্ণহঁতে পঢ়া গাঁৱৰ কলেজখনত বিজ্ঞান নাই, ভাইটি হ'ল বিজ্ঞান বিভাগৰ ছাত্ৰ— এদিন পি ইউ ছায়েন্স পঢ়ি সি নাম লগাব ইঞ্জিনীয়াৰিং বা ডাক্তৰীত, কিন্তু এতিয়া এই ঘটনাৰ পাছত সেই আকাংক্ষা ফলৱতী হয় কেনেকৈ? ঘৰখনৰ অশান্তিৰ সীমা নোহোৱা হ'ল। শেষত যেনিবা মেছ এখনত ভাইটিৰ থকাৰ বন্দবস্ত হ'ল, কিন্তু নিজে পাল পাতি ৰান্ধি খাই কলেজ কৰিব লগা হোৱা ভাইটিৰ পুনৰ অৱস্থা নোহোৱা হ'ল আৰু তেতিয়াই আটায়ে মিলি ঠিক কৰিলে যে স্বৰ্ণই সেই চহৰত কিবা এটা চাকৰি বিচাৰব আৰু ভাইটিৰ লগত ঘৰ এটা বা আধা ভাড়া কৰি তাত থাকিব।

সহজে নহয়, কিন্তু তথাপি ছমাহৰ ভিতৰতে স্বৰ্ণই চাকৰি এটা পালে। ৰিজাৰ্ভ বেংকৰ কেৰাণী। আৰু সেই তেতিয়াৰে পৰা স্বৰ্ণ ভায়েকৰ লগতে আছিল। বায়েকৰ তত্ত্বাবধানত সুখেৰে পঢ়া ভাইটিয়ে পি ইউ ছায়েন্স পাছ কৰিলে, মেডিকেল কলেজত ভৰ্তি হ'ল, এসময়ত ডাক্তৰী ডিগ্ৰী শৈও ওলাল আৰু ডিগ্ৰীটোৰ লগতে একে লগৰ সহপাঠিনী ডাক্তৰণী এজনীকো ভৱিষ্যত জীৱনসংগিণী হিচাপে বাছনি কৰিলে। কিন্তু ভাইটিয়ে সেই ভৱিষ্যতটো বৰ সুদূৰৰ কৰি নাৰাখি ওচৰ চপাই আনিলে, গতিকে পাছ কৰি উঠাৰ দুবছৰৰ পাছতে বিয়াখন পাতি পেলালে।

ভাইটিৰ জীৱনত নিজৰ প্ৰয়োজন শেষ বুলি স্বৰ্ণই অনুভৱ কৰাৰ এইটোৱে হ'ল ঘটনা, গতিকে তাৰ বিয়াৰ কেইদিনমান পাছত স্বৰ্ণ গাঁৱৰ ঘৰলৈ ঘূৰিবলৈ আহিল আৰু এদিন গৈ তাই আৰু দেউতাকে চাকৰি কৰা স্কুলখনৰ হেড মাষ্টৰক ঘৰখনৰ সকলোৰে অজানিতে গৈ লগ ধৰিলে।

হেড মাষ্টৰ নৰেন শৰ্মা এদিন তাইৰ দেউতাক প্ৰবোধ মজুমদাৰৰ ছাত্ৰ আছিল, তাৰ পাছত সহকৰ্মীও হৈছিল আৰু এতিয়া অৱশেষত হেড মাষ্টৰ হৈছে। প্ৰবোধ মজুমদাৰে পেঞ্চন পোৱাৰ কেইবাবছৰো হ'ল।

প্ৰাৰম্ভিক ইটো-সিটো কথাৰ পাছত স্বৰ্ণ আচল কথালৈ আহিল— 'দাদা শুনিলোঁ যে আপোনাৰ তলত চাকৰি এটা আছে, ধনীৰাম খুৰায়ো বোলে পেঞ্চন পালে, এতিয়ালৈকে বোলে সেই ঠাইত কাকো লোৱা হোৱা নাই, মোকেই চাকৰিটো দিব নোৱাৰে দাদা? পিতা-মা বুঢ়া হৈ আহিছে। শেষ বয়সত তেওঁলোকৰ ওচৰত থাকিবলৈ পালে ভাল পালোঁহেঁতেন। ভাইটোতো আৰু গাঁৱলৈ প্ৰেক্‌টিছ কৰিব নাহে, সি চহৰতে নিগাজী হ'ল।'

নৰেন শৰ্মাৰ মুখ গম্ভীৰ হৈছিল, স্বৰ্ণক তেওঁ সেই সৰু বয়সৰে পৰা জানে, ভাল ছোৱালী, ভাল ছাত্ৰী, ভাল শিক্ষয়িত্ৰী— এক কথাত ভাল বিশেষণটো এই ছোৱালীজনী বা (স্বৰ্ণৰ ক'লা চুলিৰ মেঘৰ মাজত সূৰ্যৰ ৰশ্মি জিলিকি উঠাদি জিলিকি উঠা ৰূপালী চুলিবোৰলৈ চাই নৰেন শৰ্মাই ভাবিলে) তিৰোতাজনীৰ গাত প্ৰায় সৰ্বত্ৰ লগাব পাৰি— কিন্তু—

সেই কিন্তুটো নৰেন শৰ্মাই স্বৰ্ণৰ আগত প্ৰকাশ কৰিয়ে পেলালে।

'তুমি ঠিকেই শুনিছা স্বৰ্ণ, ধনীৰাম কলিতাৰ ঠাইত এতিয়ালৈকে কাকো লোৱা হোৱা নাই, অৱশ্যে বহুতো প্ৰাৰ্থী ওলাইছে আৰু আমাৰ লগৰ শিক্ষক, মেনেজিং কমিটীৰ সদস্য আদি সকলোৰে ইচ্ছা গোলোকক ল'ব লাগে, সি যোৱাবাৰ বি এ পাছ কৰি ঘৰতে বহি আছিল, পিছে যোৱা বছৰ বিদেশী খেদা আন্দোলনটোত দেহে-কেহে লাগিছিল। সেইবাবেই তাৰ প্ৰতি সকলোৰে মৰম আৰু সকলোৱে বিচাৰে ধনীৰাম কলিতাৰ চাকৰিটো তাকেই দিব লাগে। কিন্তু মইহে অলপ হেহো নেহো কৰি আছোঁ। সি আমাৰ স্কুলত পঢ়া কালত বিজ্ঞানৰ

কিতাপত বায়ুৰ স্তৰটো পঢ়ি স্তৰটো ইংৰাজী শব্দ নেকি বুলি সুধিছিল। তেনেকৈ ভবাৰ কাৰণটো কি বুলি সোধাত সি এটা অৰিজিনেল থিয়ৰি কৈছিল বোলে চহৰৰ ওখান স্তৰী, টুস্তৰী বিল্ডিংবোৰৰ দৰে বায়ুৰো আকাশৰ ওপৰত তেনে স্তৰী থাকিব পাৰে— বায়ু বাবেই তাক আমি চকুৰে দেখা নাপাওঁ কিন্তু তেনেকৈয়ে হয়তো স্তৰ শব্দটোৰ উৎপত্তি হৈছে। অৰিজিনেলেটি প্ৰশংসনীয় বস্তু স্বৰ্ণ, কিন্তু এনেকুৱা অৰিজিনেল মগজুৰ মাষ্টৰে ছাত্ৰ-ছাত্ৰীৰ মূৰত যে গোবৰৰ স্তৰ বা স্তৰী বনাই মোক মহা ছৰী কৰি তুলিব এই দুশ্চিন্তাতে মই গোলোকক মকৰল কৰিব খোজা নাই। হেড মাষ্টৰ নৰেন শৰ্মায়ো এক ধৰণৰ অৰিজিনেলিটি দেখুৱাই এটা অনুপ্ৰাস কৰিলে, কিন্তু তেওঁৰ মুখখন বিৰস হৈয়ে ৰ'ল, স্বৰ্ণৰ হাঁহিও তেওঁলৈ সংক্ৰামিত হ'ব নোৱাৰিলে— বৰং মুখখন আৰু বিৰস কৰি এইবাৰ তাইক প্ৰায় ধমক দি উঠিল— 'সকলো ফালৰ পৰা তুমিয়ে উপযুক্ত আছিলা স্বৰ্ণ, কিন্তু তোমাৰ বিষয়ে যিবোৰ কথা শুনিছোঁ সেইবোৰ যদি সঁচা হয় আমাৰ মাষ্টৰ, ছাত্ৰ, গাঁৱৰ ৰাইজ— সকলোৱে মিলি তোমাক পুতি থ'ব।

স্বৰ্ণৰ চকু বিস্ফাৰিত হৈ গ'ল— 'মোৰ বিষয়ে এনে কি কথা শুনিছে দাদা, যাৰ বাবে মোৰ গাঁৱৰ মানুহেই মোক জীয়াই জীয়াই পুতি থ'ব?'

এইবাৰো ধমকৰ সুৰত কৈ উঠিল নৰেন শৰ্মাই—'তুমি বোলে চি পি আই নে চি পি এম কিবা হৈছা, সেই দেশদ্ৰোহী মানুহবোৰৰ আমাৰ গাঁৱত ঠাই নাই, সকলোকে জীৱন্তে কবৰ দিয়া হ'ব। আমি তোমাৰ এনেবোৰ কথা ঘুনুক-ঘানাক শুনিবলৈ পাই বৰ আঘাত পাইছোঁ। তোমাৰ দৰে ভাল ছোৱালীজনীক বাৰু কিহে ধৰিলে?'

অভাৱনীয় বিস্ময়ত স্বৰ্ণ এখন্তেক পৰ স্তব্ধ হৈ গৈছিল, তাই যেন বিশ্বাসকে কৰিব পৰা নাছিল যে তাইৰ মনৰ মাজত এতিয়াও গুঞ্জৰিত হৈ থকা 'শুৱনী আমাৰ গাঁওখনি অতি শুৱনী গছেৰে ভৰা। ডাল ভৰি ভৰি ফলফুল লাগে, কত পাওঁ তল সৰা।'— এই কবিতাটোত জীৱন্ত হৈ তাইৰ প্ৰাণৰ আপোন সেউজী শুৱনী গাঁওখন অসমৰ অস্তিত্ব ৰক্ষাৰ নামত ইমানেই অশুৱনী হৈ পৰিছে যে এতিয়া তাত ফেচিষ্ট আৰ্হিৰে ভিন্নমতৰ মানুহক একেবাৰে পুতি পেলোৱাই হ'ব।

কিন্তু বিস্ময় আৰু বেদনাৰ আঘাতটো এফলীয়া কৰি থৈ স্বৰ্ণই ধীৰ মাতেৰে উত্তৰ দিলে—'দাদা; আপোনালোকে যদি মোক ভাল মানুহ বুলিয়ে গণ্য কৰি আহিছে তেতিয়া হ'লে এই ভাবটো কিয় মনলৈ নাহেনে যে মই ভাল হৈ বেয়া কাম কেনেকৈ কৰিব পাৰিম, বা যি কৰিছোঁ ভাল বুলি জানি—শুনিয়ে কৰিছোঁ?'

নৰেন শৰ্মাৰ মাতত পুনৰ উষ্মাৰ সুৰ ফুটি উঠিল— 'হেৰা স্বৰ্ণ, কথাতে আছে বোলে হস্তীৰো পিছলে পাও, সজ্জনৰো বুৰে নাও। এই কেইবছৰ চহৰত থাকি তুমি নিশ্চয় কোনোবা বদমাইচ কমুনিষ্টৰ পাল্লাত পৰিলা, সেইবাবেই তোমাৰ এই মতিভ্ৰম হ'ল।'

স্বৰ্ণই অলপ হাঁহিলে—'দাদা, ময়ো প্ৰথমতে আপোনাৰ দৰেই এই মতৰ মানুহ আছিলোঁ, কিন্তু চহৰলৈ গৈ আপোনাৰ ভাষাতে ইউনিয়নৰ কেইজনমান মানুহৰ পাল্লাত পৰি গ'লোঁ। প্ৰথম অৱস্থাত তেওঁলোকৰ লগত মোৰ দুৰ্যোৰ তৰ্ক লাগিল, শেষত যুক্তি আৰু তথ্যৰ আগত মোৰ অৱস্থা মাধৱদেৱৰ দৰে হ'ল, সেই 'শঙ্কৰদেৱ' কেইজনে মোক পতিয়ন নিয়াব পাৰিলে যে তেওঁলোকেও অসমত বিদেশীৰ নামত এজনো থকাটো মানি নলয়, কিন্তু এই ধৰণৰ আন্দোলনৰ যোগেদি সেই সমস্যাটোৰ সমাধান নহয় বৰং অসমত থকা বিভিন্ন জাতি-উপজাতিৰ মাজৰ সম্প্ৰীতিহে নষ্ট হ'ব। ইমান দিনে যিটো অসমীয়াকৰণ প্ৰক্ৰিয়া চলি আছিল তাত ভাঙোন ধৰিব, কাৰণ মানুহক ঠিক পথেৰে পৰিচালিত কৰিবলৈ হ'লে—'

কিন্তু স্বৰ্ণ আৰু আগবাঢ়িব নোৱাৰিলে, নৰেন শৰ্মাৰ মুখৰ পৰা যি এটা প্ৰচণ্ড ধমক ওলাল, স্বৰ্ণৰ এনে লাগিল যেন তাইৰ আগত সৰু-সুৰা বোমা এটাহে ফাটিল।

'চুপ কৰা স্বৰ্ণ, চহৰলৈ গৈ তোমাৰ বৰ সৰ্বনাশ হ'ল। শুনা, তোমাক ইয়াতে চাকৰিটো দিম, তোমাৰ দেউতাৰা মোৰ শিক্ষাগুৰু, ধনীৰাম কলিতাই পেঞ্চন পোৱাৰ পাছত তেৰোঁ মোক কথাটো কৈছিল। কিন্তু মনত ৰাখিবা তোমাৰ কাম ল'ৰা-ছোৱালীক পঢ়ুৱা, দেশদ্ৰোহ আচৰণ কৰিবলৈ শিকোৱা নহয়, সেইবোৰ যদি কিবা

কৰিবলৈ যোৱা তোমাৰ ভয়ংকৰ বিপদ হ'ব; কৈছোঁ নহয় তোমাক কোনোবাই কিবাকে কমুনিষ্ট হৈ উঠা বুলি গম পালে একেবাৰে পুতি থ'ব। ভাগ্যে এতিয়াও মই, তোমাৰ পিতা আৰু দুই-চাৰিজনেহে তোমাৰ এই গোপন কথাটো জানো। কিন্তু তুমি অতি সাৱধানে চলিব লাগিব। যদি কেনেবাকে সেইবোৰ আৰম্ভ কৰা বুলি শুনো আমি তোমাৰ মুখলৈ নাচাওঁ।'

স্বৰ্ণই কিবা এটা প্ৰতিবাদ কৰিব খুজিও মনে মনে ৰ'ল, তাই ক'ব খুজিছিল সিহঁতে দেশদ্ৰোহ নকৰে, দেশৰ সকলো দুখীয়া-দৰিদ্ৰ মানুহক অৰ্থনৈতিক, সামাজিক আদি নানা ধৰণৰ শোষণৰ পৰা মুক্ত কৰিবহে খোজে। কিন্তু নাই, নবেন শৰ্মাহঁতৰ দৰে মানুহবোৰে এইবোৰ কথা সহজে নুবুজিব, বৰং প্ৰতিবাদৰ মাত মাতিব গ'লে তাইৰ চাকৰিটো পোৱাৰহে মুদা মৰিব, তাতকৈ আগতে কোনোমতে স্কুলখনত সোমাই লোৱা যাওক, তাৰ পাছত পোতাশালখনৰ সংস্কাৰ সাধনৰ কামত লগা যাব। পোতাশাল। স্বৰ্ণৰ ওঁঠত হাঁহিৰ ঢৌ খেলি গ'ল, ভাল নাম এটাকে তাইৰ মনলৈ আহিল। এই সেউজী সুন্দৰ ৰূপৰ আৰু সহজ-সৰল জীৱনৰ গাঁওখনক তেনেহ'লে নবেন শৰ্মাহঁতৰ দৰে মানুহবোৰে মিলি নাজী কন্‌চেনট্ৰেশ্যন কেম্পৰ ক্ষুদ্ৰ সংস্কৰণ এটাকে কৰি তুলিছে। কিন্তু ইয়াত পুনৰ মুক্ত হাৱা-বতাহ সোমাবলৈ দিব লাগিব আৰু এইখন গাঁৱৰ এজনী আদৰ্শ জীয়ৰী হিচাপে সেই কামত আগভাগ ল'ব লাগিব তায়ে।

স্বৰ্ণৰ মনটো একেধৰণে ফৰকালো লাগিল। তাইৰ জীৱনটো সদায় আনৰ কাৰণেই উৎসৰ্গ কৰা হৈ আহিল, কিন্তু ইমান দিনে সেই পূজাৰ বেদীখন আছিল ক্ষুদ্ৰ গণ্ডীৰে আবৰা, তাই প্ৰয়োজনীয় আছিল নিজৰ ঘৰখনৰ এমুঠি মানুহৰ কাৰণে, কিন্তু এতিয়া সেই বেদী প্ৰসাৰিত হ'ল, তাৰ দেৱতা হ'ব গাঁওখনৰ সমূহ ৰাইজ আৰু তাৰ সন্মুখত নিজকে উছৰ্গা কৰি এইবাৰ প্ৰথমবাৰৰ বাবে তাইৰ জীৱনলৈ পৰিপূৰ্ণ সাৰ্থকতা আহিব। আঃ কি তৃপ্তি।

# এখন অনিৰ্বচনীয় ছবি

কাগজটুকুৰা বৰ চাফা নহয়, আখৰকেইটাও কাউৰী ঠেঙীয়া আৰু ভুল বানানেৰে কণ্টকিত— এক কথাত ৰমনী নাৰ্জাৰীৰ জীৱনত এনে ধৰণৰ শ্ৰাদ্ধৰ চিঠি পোৱাৰ অভিজ্ঞতা এয়ে প্ৰথম।

নাৰ্জাৰী ফ্ৰিলাঞ্চ সাংবাদিক, নানা ঠাই, নানা মানুহ, নানা ঘটনাৰ লগত তেওঁৰ সম্পৰ্ক, কিন্তু আজি ভৰ দুপৰীয়া চুচুক-চামাককৈ আহি তেওঁৰ ঘৰৰ কলিং বে'ল টিপা মানুহজনক আগতে কেতিয়াবা ক'ৰবাত দেখা বুলি মনত নপৰিল। বহিবলৈ দিয়াৰ পিছত ৰমনী নাৰ্জাৰীয়ে তেওঁৰ পৰিচয় আৰু অহাৰ কাৰণ সোধাত আগন্তুকে জেপৰ পৰা আধা মলিয়ন ৰুমাল এখন উলিয়াই মুখৰ ঘামবোৰ মচি ক'লে যে কিছুদিন আগতে যে ৰমণী নাৰ্জাৰী বোমা বিস্ফোৰণত সৰ্বস্বান্ত হোৱা মানুহঘৰলৈ ফটো তুলিবলৈ গৈছিল, তেওঁ সেই পৰিয়ালটোৰে আত্মীয়। সেইখিনি কৈয়ে জুলাইৰ গৰমত ঘামি-জামি জুৰুলি-জুপৰি হোৱা মানুহজনে নাৰ্জাৰীক এগিলাচ খোৱা পানী বিচাৰিলে।

নাৰ্জাৰী অবিবাহিত ডেকা, ঘৰটোত অকলেই থাকে, কাম কৰা ল'ৰা ধনেশ্বৰ আগদিনা মাকৰ অসুখৰ খবৰ পাই ঘৰলৈ গৈছে, গতিকে ঘৰৰ যাৱতীয় বন বাৰি তেওঁহে কৰিব লগা হৈছে। গতিকে এতিয়া পানীগিলাচ আনিবলৈ তেওঁ নিজেই ভিতৰলৈ সোমাই গ'ল আৰু সেইখিনি সময়ৰ ভিতৰত আগন্তুকৰ সম্ভাব্য আগমনৰ কাৰণ হিচাপে মনত যিবোৰ ভাব যুগপৎ খেলাই গৈছিল সেইবোৰ হ'ল— বোমা বিস্ফোৰণৰ লগত কিবা নতুন আবিষ্কৃত সূত্ৰ লৈ আহিছে, দুৰ্ভগীয়া পৰিয়াল দুটাৰ তেওঁ ক'ৰবাত কিবা সুবিধা কৰি দিব পাৰে নেকি সেই অনুৰোধ লৈ আহিছে, সিদিনা তোলা ফটোবোৰ কপি বিচাৰি আহিছে—

এই শেষত সম্ভাৱনাটো মনলৈ অহাৰ লগে লগে তেওঁৰ চিন্তাস্ৰোত বাজে কথা বুলি থমকি গ'ল— ধেৎ, এনে এটা তুচ্ছ কথাৰ বাবে মানুহ এজন ইমান দূৰৰ পৰা গৰমত পুৰি নাহে, তদুপৰি এইবোৰ মানুহৰ ফটো সংগ্ৰহৰ বিলাসিতা থকাটোও সম্ভৱ যেন নালাগে।

নাৰ্জাৰীয়ে অনা পানীগিলাচ ঢক্‌ঢকাই খাই মানুহজনে ওচৰৰ টিপয়খনত থ'লে আৰু পুনৰবাৰ আগৰ মলিয়ন ৰুমালখন পকেটৰ পৰা উলিয়াই মুখৰ পানী আৰু ঘাম মচিলে, তাৰ পিছত নাৰ্জাৰীৰ পিনে চাই অলপ হাঁহাৰ দৰে কৰি ক'লে, 'বৰ গৰম, বৰ পিয়াহ লাগিছিল। আপোনাক সেইদিনা মই লগ নাপালোঁ, কামত ওলাই গৈছিলোঁ—' নাৰ্জাৰীয়ে কিবা সোধাৰ আগেয়েই আগন্তুকে তেওঁৰ আগমনৰ উদ্দেশ্য বৰ্ণাব ধৰিলে— 'পিছত আহি শুনিবলৈ পাই আপোনাক বৰকৈ লগ পাবৰ মন গৈছিল। ইমান সাংঘাতিক ঘটনা এটা ঘটি গ'ল, আপোনাৰ বাহিৰে সুমলা বাইহঁতক আন কোনেওতো চাবলৈ যোৱা নাছিল, ওচৰত চুবুৰীয়াৰ বাহিৰে আন কোনেওতো এষাৰ সহানুভূতিৰ মাত যাচিব যোৱা নাছিল— ('ময়ো যোৱা নাছিলোঁ ভাই, মই গৈছিলোঁ তোমাৰ সুমলা বাইদেউহঁতৰ দুখ বেচি দুপইচা অৰ্জাৰ ধাণ্ডাত')'

'কোনো যোৱা নাই?' নাৰ্জাৰীয়ে নিজৰ মনৰ অপৰাধী ভাবটো এফলীয়া কৰি থৈ সুধিলে।

'নাই ছাৰ, কোনা যোৱা নাই। অৱশ্যে দুই-এজন নেতা আৰু এগৰাকী সমাজ সেৱিকা হেনো বজাৰ ছেক্ৰেটাৰীৰ ওচৰলৈ ঘটনাটোৰ ভূ-ভা ল'বলৈ আহিছিল। সুমলা বাইহঁতৰ ঘৰলৈ কিন্তু কোনো যোৱা নাই। পাহাৰ বগাই সেই এচুকীয়া ঘৰটোলৈ যাবই বা কোন? তাতে সিহঁত দুখীয়া মানুহ, দুখীয়াৰ দুখত নো কেইজনৰ হিয়া পমে? সেয়েহে আপোনাৰ কথা শুনি—

নাৰ্জাৰীয়ে পুনৰ মানুহজনৰ কথাৰ মাজত বাধা দি সুধিলে— 'আপুনি কি কৰে? আপোনাৰ সুমলা বায়েক বোমা বিস্ফোৰণত মৃত মহেন-মহিম দাসৰ কি হয়?'

'মই ভঙাগড়ৰ চাইকেল ফেক্টৰী এটাত কাম কৰোঁ ছাৰ, মেকানিকৰ কাম। সুমলা বাইহঁতৰ ঘৰৰ পৰা আৰু অলপ উত্তৰে কেইজনমানৰ লগত মেছ কৰি থাকোঁ। গুৱাহাটীত থকা ঘৰৰ সমস্যাৰ কথা জানেই নহয়, আমাৰ সেইফালে এবাৰ বাঘৰ গোজৰণিও শুনিছিলোঁ... অ' সুমলা বাই মোৰ একেবাৰে আপোন বাই, মহেন-

মহিম তেওঁৰে ল'ৰা আছিল। সেই দুজনেই ল'ৰা আছিল ছাৰ, বজাৰত মাছ বেচি ঘৰ চলাইছিল। আপুনিতো সিদিনা সকলো খবৰ লৈ আহিছেই—'

'আপুনি একাপ চাহ খাবনে?' নাৰ্জাৰীয়ে আকৌ কথাৰ মাজতে কৈ উঠিল।

'নাই নাই, ইমান গৰমত চাহ নাখাওঁ; পানীগিলাচৰে পিয়াহ পলাইছে। মই এতিয়া যাওঁৱেই, আপোনাক আৰু আমনি নকৰোঁ। মই আহিছিলোঁ আপোনাক নিমন্ত্ৰণ জনাবলৈ। পৰহি মহেন আৰু মহিমৰ শ্ৰাদ্ধ, আপুনি সেইদিনা তাত এখন্তেক উপস্থিত হ'ব বুলি আশা কৰি নিমন্ত্ৰণ জনাবলৈ আহিলোঁ—'

কথাখিনি কৈ মানুহজনে পকেটৰ পৰা এটুকুৰা কাগজ উলিয়ালে, বৰ চাফা নহয়, স্কুলীয়া ল'ৰা-ছোৱালীৰ বহীৰ পাত ফলা কাগজ যেন লাগে— হালধীয়া বৰণ আৰু দাঁতিৰ ওখোৰা-মোখোৰা ৰূপে তেনে সন্দেহেই জগায়।

এতিয়া সেই কাগজটুকুৰা আথেবেথে ৰমনী নাৰ্জাৰীৰ পিনে আগবঢ়াই দি মানুহজনে বিনয়েৰে ক'লে— 'যেনেতেন যাব ছাৰ, আমি বৰ আশা কৰি থাকিম, পিতৃহীন ল'ৰা-ছোৱালীকেইটিক এবাৰ আশীৰ্বাদ দি আহিব—' মানুহজন ক্ষন্তেক ৰ'ল, তাৰ পাছত অলপ ইতস্ততঃ কৰি ক'লে— 'আমাক কৈৱৰ্ত বুলি চিন্তা নকৰিব ছাৰ, ভাল মানুহৰ হতুৱায়ে ৰন্ধা-বঢ়া কৰোৱা হ'ব।'

হঠাৎ ৰমনী নাৰ্জাৰীৰ অট্টহাস্য কৰি দিবৰ মন গ'ল। ভাল মানুহ! হেৰা আগন্তুক বেয়া মানুহ, ভাল মানুহৰ শাৰীত যে আমিও নপৰোঁ সেই কথা বোধহয় তুমি নাজানা। মোৰেই বন্ধু নবীন চক্ৰবৰ্তীৰ ঘৈণীয়েকে মোক কৈছিল— 'বেলতলাৰ সেই ঠাইডোখৰ এৰি আহিবলৈ বাধ্য হ'লোঁ দিয়ক, অলপ বেছি ভাড়া হ'লেও ঘৰটো ইয়াতেই ল'লোঁ। তাত থাকিলে ল'ৰা-ছোৱালীবোৰৰ শিক্ষাই বেয়া হ'লহেঁতেন নহয়, ওচৰতো 'আমাৰ ভাল মানুহ' নাছিল, গোটেইসোপা বাভা-কছাৰী মানুহ'। সেই বন্ধুপত্নী অলপ আঁকৰী বিধৰো আছিল, গতিকে নাৰ্জাৰীকো বোধহয় তেওঁলোকৰ সমগোত্ৰীয় 'ভাল মানুহ' বুলি সহানুভূতি আদায় কৰিব বিচাৰিছিল।

নাৰ্জাৰীয়ে অৱশ্যে মুখৰ ভাব অবিকৃত ৰাখিয়েই মানুহজনৰ হাতৰ পৰা কাগজটুকুৰা লৈ কৈছিল— 'মোৰ কোনো জাত বিচাৰ নাই, মানুহক মই তেওঁৰ কামৰ দ্বাৰাহে ভাল-বেয়া বিচাৰ কৰোঁ—' কথাখিনি কৈ কৈ ৰমনী নাৰ্জাৰীয়ে হাতৰ কাগজটুকুৰাতো চকু ফুৰাইছিল— 'সবিনয় নিবেদন, অহা পাঁচ তাৰিখ দিনা আৰু পিত্ৰিৰ আৰু খুৰাৰ শ্ৰাদ্ধলৈ আপুনাক নিমন্ত্ৰণ জনালু। আহিব বুলি পৰম আশা কৰি ৰলু। ইতি হতভগা পুত্ৰ ৰবিন, সবিন আৰু পবিন।'

শ্ৰাদ্ধৰ নিমন্ত্ৰণৰ এনে অভিনৱ চিঠিখন ৰমনী নাৰ্জাৰীয়ে আকৌ এবাৰ পঢ়িলে, তাৰ পিছত মুৰ তুলি 'হতভগা ৰবিন, সবিন আৰু পবিনৰ মোমায়েকৰ ফালে চাই ক'লে— 'আপোনাক কথা এটা কওঁ বেয়া নাপাব, হিন্দুৰ নিয়মমতে অপঘাত, আত্মহত্যা আদিত মৃত্যু হোৱা লোকৰতো শ্ৰাদ্ধ নকৰে, তেনে স্থলত মহেন দাস আৰু মহিম দাসৰ কিয় শ্ৰাদ্ধ পাতিবলৈ ওলাইছে? তদুপৰি মই যাবৰ দিনা তিনিদিন আছিল, সিদিনাইতো সকলো কাজ-কৰ্ম কৰা শেষ হৈ গৈছিল। অপঘাত মৃত্যুৰ সেয়েতো নিয়ম।'

বোমা বিস্ফোৰণত গুৱাহাটীৰ এখন বজাৰৰ মাছ বেপাৰী মহেন দাস আৰু মহিম দাসৰ দেহ ছিন্ন-ভিন্ন হৈ গৈছিল। মহেন দাসৰ হেনো মূৰটো শৰীৰৰ বাকী অংশৰ পৰা বিচ্ছিন্ন হৈ বহুত আঁতৰত পৰিছিল। সেই বজাৰ অঞ্চলত ঘূৰি-পকি খবৰ সংগ্ৰহ কৰোঁতে এজন মাংস বিক্ৰেতাই নাৰ্জাৰীক এক বীভৎস ৰসৰ সোৱাদ দিয়াৰ চেষ্টা কৰিছিল, 'বুজিছে বাবু, মহেনে অতদিনে মাছৰ মূৰ ধড়ৰ পৰা আলাদা কৰিয়ে থাকিছিল, কিন্তু তাৰো মূৰতো যে এদিন ধড়টোৰ পৰা এনেকৈ কোনোবাই বিলগ কৰি পেলাব সিনো ভাবিব পাৰিছিল নে?' কেঁচা মাংসৰ গোন্ধত ডুবি ব্যৱসায় কৰি থকাই যাৰ বৃত্তি সেই কচাইজনে মুখৰ সামান্য বিকৃতি নোহোৱাকৈ কথাখিনি কৈছিল। কিন্তু নাৰ্জাৰীৰ মুখখন তেতিয়া দুৰ্গন্ধত বিকৃত হৈ গৈছিল। বোমা বিস্ফোৰণৰ পাছত তিনিদিন পাৰ হৈ গৈছে, কৰ্পোৰেচনৰ মানুহ আহি বোলে বজাৰখন ফেনাইল আৰু ডেটলেৰে ভাল ভালকৈ ধুই পখালি দি গৈছে, কিন্তু কুৰিজন ডেকা মানুহৰ তেজ-মঙহৰ কেঁচা গোন্ধ ইমান সহজে আঁতৰাব পাৰিবনে? বুঢ়া জিৰিজিৰীয়া দেহৰ তেজ-মঙহতো নহয়, একেবাৰে যৌৱনৰ টগবগীয়া পুষ্ট দেহৰ তেজ-মঙহ আছিল সেইবোৰ।

ৰমনী নাৰ্জাৰী তাৰ পাছত মহিম দাসৰ ঘৰলৈ গৈছিল, বজাৰত ঘূৰি-পকিও তেওঁ বিশেষ খবৰ সংগ্ৰহ কৰিব পৰা নাছিল। এক অজানা আশংকাই মানুহবোৰৰ মুখত যেন ছীল-মোহৰহে মাৰি থৈছিল, কোনোবা অদৃশ্য আততায়ীয়ে সিহঁতক যেন লক্ষ্য কৰিহে আছে, এটা বেকঁাচ কথা, এটা বন্ধ দুৱাৰ খোলাৰ সংকেত— বন্ধু, ইয়াৰ পিছৰ বোমাটোৰ অৱধাৰিত লক্ষ্য তুমি। নাৰ্জাৰীৰ খুব অসহায় লাগি গৈছিল, তেওঁৰ আগমনৰ উদ্দেশ্য প্ৰায় বিফলেই হ'ল— গুৱাহাটীৰ বাহিৰলৈ যাবলগীয়া হোৱাত বিস্ফোৰণৰ দিনাই ঘটনাস্থলীলৈ আহিব নোৱৰাত নোৱাৰিলে টাটকা খবৰ সংগ্ৰহ কৰিবলৈ, নোৱাৰিলে মানুহবোৰৰ ছিন্ন-ভিন্ন দেহৰ ফটো ল'বলৈ, ফ্ৰি লান্স জাৰ্নেলিষ্ট তেওঁ, কি বাহি খবৰেৰে অসমৰ বাহিৰৰ কাকতলৈ ষ্ট'ৰিটো পঠায় তেওঁ? তথাপি এতিয়াও যদি ঘটনাটোৰ কিবা গুংসূত্ৰৰ সম্ভেদ দি লেখাটো পঠাব পাৰিলেহেঁতেন তেতিয়াও কিবা এটা হ'লহেঁতেন। কিন্তু নাই, মানুহবোৰে ভয়ত মুখ নোখোলে। 'আপোনালোক সংখ্যালঘুসকল আন্দোলনৰ সময়ত কোনো ধৰণৰ ভাবুকিৰ সন্মুখীন হ'ব লগা হৈছিলনে?' 'নাই, নাই, আমি বৰ শান্তি আৰু নিৰাপদেই চলি আছোঁ, কোনেও আমাক একো ভয় দেখুৱা নাই—' মানুহবোৰৰ অতি ক্ষীপ্ৰ উত্তৰ, নাৰ্জাৰীৰ প্ৰশ্ন শেষ নহওঁতেই যেন তেওঁলোকৰ জিভাৰ আগত লক্-লকাই থকা উত্তৰবোৰ ওলাই আহিব। 'আপোনালোকে আন্দোলনৰ সকলোবোৰ কাৰ্যসূচীতে যোগদান কৰিছিল নে?' আকৌ সেই ভীষণ খৰধৰ উত্তৰ— 'হয়, হয়, আমি সকলোবোৰতে সদায় যোগ দি আহিছোঁ'— নাৰ্জাৰীৰ হতাশৰ লগতে এক ধৰণৰ আমোদো জাগিছিল, ভয়ে সকলোকে কেনেকৈ কাবু কৰি পেলাইছে! অথচ ইয়ালৈ অহাৰ আগতেই তেওঁ গম পাই আহিছে যে আগদিনাৰ নিষ্প্ৰদীপ কাৰ্যসূচীৰ এওঁলোকৰ বহুতে বিৰোধিতা কৰিছিল। কিন্তু কাকো দোষ দিবও নোৱাৰি, জীৱন-মৰণৰ প্ৰশ্নই য'ত জড়িত হৈ আছে, তাতনো মানুহবোৰে মুখ খোলে কেনেকৈ?

হতাশ ৰমনী নাৰ্জাৰী তাৰ পাছত গৈছিল মহেন দাসৰ ঘৰলৈ। ঘৰটো এচুকত, বিশাল এটা হাত একটীয়া হৈ পৰি থকা যেন দেখা পাহাৰটোৰ দাঁতিতে লগা বাঁহৰ চোঁচ আৰু মাটিৰে সজা সৰু ঘৰটো বজাৰৰ পৰা বেছ কিছু দূৰৈত, তালৈ যোৱা ৰাস্তাটোও অতি ওখোৰা-মোখোৰা, বাৰিষা যে তাৰ অৱস্থা আৰু শোচনীয় হয় সহজে অনুমান কৰিব পাৰি।

মহেন দাসৰ ঘৰটোৰ ওচৰে-পাঁজৰে থকা তেনে ধৰণৰ আৰু কেবাটাও ঘৰৰ সমষ্টিৰে সেই চুবুৰিটো গঢ়ি চুবুৰিটো গঢ়ি উঠি গুৱাহাটী নগৰীক সম্প্ৰসাৰিত কৰাত অৰিহণা যোগোৱা হৈছে,— ৰমনী নাৰ্জাৰীয়ে অনুমান কৰিলে। গুৱাহাটী চহৰৰ বুকুত থকা বহুত মানুহেই নিশ্চয় কেতিয়াও এই অঞ্চলবোৰত ভৰি দিয়া নাই, কল্পনা কৰা নাই যে ইমান দূৰলৈকে চহৰখন বিস্তাৰিত হৈছে। আগে এই অঞ্চলবোৰ অটব্য অৰণ্য আছিল, চহৰৰ মাজমজিয়াত থকা মানুহবোৰৰ অতাই এতিয়াও বোধহয় সেই বিশ্বাস ভালেখিনি জীয়াই ৰাখিছে, তেওঁলোকক ইয়াত দিনতে বাঘ ওলায় বোলা কথা কৈ সহজে পতিয়ন নিয়াব পৰা যাব। পিছে বাঘ ইয়াত সঁচাকৈয়ে ওলাইছে, সেই বাঘৰ হিংস্ৰ আক্ৰমণৰ বলি হৈছে কুৰিজন টাট্‌কা তেজৰ ডেকা মানুহ। কিন্তু সেই বাঘ হ'ল মানুহ বাঘ আৰু তেওঁ হ'ল চিকাৰী, সংবাদ চিকাৰী। অৱশ্যে দুখৰ বিষয় যে আলোচনী, কাকত-পত্ৰত পৰিৱেশন কৰিব পৰাকৈ তেওঁ এই পৰ্যন্ত কোনো গৰম, চাঞ্চল্যকৰ সংবাদ সংগ্ৰহ কৰিব পৰা নাই। কেৱল সৰ্বসাধাৰণ ৰাইজে জনাৰ দৰে তেৰোঁ এই তথ্য জানিবলৈ পাইছে যে সংখ্যালঘূ অধ্যুষিত এই অঞ্চলটোত সংখ্যালঘূৰ উদ্দেশ্যেই নিশ্চয় বোমাটো নিক্ষেপিত হৈছিল, কিন্তু দুৰ্ভাগ্যক্ৰমে তাৰ বলি হ'ল মহেন দাস, কনকেশ্বৰ কাকতি আদি নামৰ অসমীয়া ডেকাহঁত। এই সম্পৰ্কে বা কাৰ কি বক্তব্য? সেই অৰিজিনেল সাংবাদিক ভাষ্যকাৰজনৰে বা কি বক্তব্য যি আন্দোলনটোত নিৰীহ মানুহৰ ৰক্তপাতকো সমৰ্থন জনাবলৈ গৈ শ্বেক্‌ছপীয়েৰৰ মাৰ্চেণ্ট অব্ ভেনিচকো টানি আনিছিল? বিদেশী বিতাড়নৰ মহান পূজাৰ বেদীত যি নৰবলিৰ আয়োজন হ'ব ধৰিলে তাত দুই-চাৰিজন অসমীয়াকো বধ্যভূমিলৈ টানি আনি অসমী আইক উছৰ্গা কৰাটো ভুলক্ৰমে কিন্তু অৱধাৰিতভাৱে হ'ব লগা ঘটনা হ'ব নেকি মাজে-সময়ে?

ৰমনী নাৰ্জাৰীয়ে এইবোৰ গুণা-গথা কৰি বজাৰখন ঘূৰি-পকি ফুৰিবলৈ ধৰিছিল, বোমাই ক্ষতিগ্ৰস্ত কৰা দোকানকেইখনৰ ভঙা বেৰ, খিৰিকীৰ ভঙা আইনাৰ ফটো ল'বলৈ ধৰিছিল। সেই সময়তে তেওঁক স্বতঃস্ফূৰ্তভাৱে

বজাৰখনত ঘূৰাই-পকাই লৈ ফুৰা ডেকাকেইজনে মহেন দাসহঁতৰ ঘৰলৈ তেওঁক পথ প্ৰদৰ্শক হৈ যাবলৈ ৰাজী হৈছিল। মহেন দাসহঁতৰ ঘৰত সোমোৱাৰ লগে লগে তেওঁৰ বুকুতে আচাৰ খাই পৰিছিলহি, বুকুভৰা কান্দোনৰ ধ্বনি। সেই আৰ্তনাদে ৰমনী নাৰ্জাৰীৰ গতি মন্থৰ কৰি পেলাইছিল, এক ধৰণৰ অপৰাধীৰ দ্বিধাগ্ৰস্ততাৰেই যেন তেওঁ আগবাঢ়িছিল— তেওঁতো কাৰো দুখত সমবেদনা জনাবলৈ বা কোনো সাহায্যৰ হাত প্ৰসাৰিত কৰি সৰ্বনাশৰ গৰাহত পৰি এইঘৰ মানুহৰ ওচৰলৈ অহা নাই, তেওঁ আহিছে গৰম, টাট্‌কা খবৰ বিচাৰি— যি খবৰ নিহিত হৈ আছে মহেন-মহিমৰ উষ্ণ ৰক্তস্ৰোতত, পৰিয়াল দুটাৰ হিয়া ভঙা আৰ্তনাদত।

নাৰ্জাৰীৰ লগত যোৱা ডেকা কেইজন আগবাঢ়ি গৈ তেওঁৰ আগমনৰ খবৰ জনাইছিল আৰু লগে লগেই সেই ক্ৰন্দন ধ্বনি থামি গৈ এটা থমথমীয়া পৰিবেশৰ সৃষ্টি হৈছিল।

ডেকা এজনেই নাৰ্জাৰীক আগবঢ়াই লৈ গ'ল— 'এইফালে আহক, ছাৰ'।

সৰু চোতাল এখন, মানুহ গিজগিজাই আছে। এচুকত কলপুলিৰে সজা সৰু মৰল এটা, ওচৰে-পাঁজৰে সিঁচৰতি হৈ আছে ফুল, বেলপাত, বুট, মগু, কলৰ বাকলি, জুই নুমুৱা চাকি, পোৰা ধূপৰ কাঠি। তেওঁৰ সেইফালৰ দৃষ্টি অনুসৰণ কৰি ডেকাজনে ক'লে— 'অপঘাত মৃত্যুতো, সেইবাবে আজি তিনি দিনতে সকাম শেষ হৈ গ'ল, ছাৰ'— তাৰ পিছত মানুহৰ মাজৰ পৰা চুলি খুৰোৱা, গামোচা পিন্ধা তিনিটা দহ-এঘাৰ বছৰীয়া ল'ৰাক টানি আনি সি ক'লে— 'এইকেইটাৰ দুটা মহেন কাকা আৰু এটা মহিম কাকাৰ ল'ৰা, মহেন কাকাৰ আৰু দুজনী সৰু ছোৱালীও আছে, মহিম কাকাৰ কেঁচুৱা ল'ৰা এটা আছে দুই নে তিনিমাহ কিবা হৈছে।' ডেকাজনে মাটিৰ পিৰালিতে খুঁটা এটাত ধৰি বৈ থকা বুঢ়ী এজনীৰ পিনে এইবাৰ আঙুলি নিৰ্দেশ কৰি ক'লে— 'সেয়া কাকাহঁতৰ মাক, বুঢ়ীৰ এজনী ছোৱালী আৰু সেই ল'ৰা দুটাই আছিল—' ডেকাজনৰ কথা শুনাৰ লগে লগে ইমান পৰে কান্দোন বন্ধ কৰি স্তব্ধ হৈ নাৰ্জাৰীৰ ফালে চাই থকা বুঢ়ীজনী যেন পুনৰ তেওঁৰ সৰ্বনাশ আৰু শোক সম্পৰ্কে সচেতন হ'ল, কাৰণ নাৰ্জাৰীৰ কাণক পুনৰ সেই বিলাপৰ ধ্বনি হিৰ্‌হিৰ্‌কৈ বাজিল, যি বিলাপ এই ঘৰ সোমোৱাৰ লগে লগে শুনি তেওঁৰ গুচি যোৱাৰ প্ৰৱণতা জাগিছিল। অ' এই কান্দোন তেন্তে পুত্ৰহাৰা জননীৰহে, স্বামীহাৰা পত্নীৰ নহয়। মহেন আৰু মহিমৰ সদ্য বিধবা পত্নী দুগৰাকী ক'ত বাৰু? এই বৃদ্ধাৰ কান্দোনৰ বাহিৰে আৰুতো ক'ৰো পৰা কোনো কান্দোনৰ শব্দ ভাহি অহা নাই?

পুত্ৰহাৰা জননীয়ে তেতিয়া বিনাই আছিল— 'অ' মোৰ বাছাহঁত, এই বুঢ়ী মায়েৰক এৰি ক'ত গুচি গ'লি, তহঁতোৰ অবিহনে মই কেনেকৈ বাচি থাকোঁ...'

ৰমনী নাৰ্জাৰী আৰু অলপ আগবাঢ়ি গ'ল, কোন এংগলৰ পৰা ফটোখন ল'লে কাৰুণ্যৰ প্ৰতিমূৰ্তি পৰিপূৰ্ণভাৱে প্ৰকট হৈ ওলাব তাক হিচাব কৰি ল'লে, তাৰ পিছত তেওঁৰ কেমেৰাই ক্লিক কৰি উঠিল। কেমেৰা তেওঁৰ পিনে টোঁৱোৱা সম্পৰ্কে মহেন-মহিমৰ মাক সজাগ হৈ কান্দোন বন্ধ কৰাৰ আগতেই নাৰ্জাৰীৰ ক্ষীপ্ৰ হাত চালনা শেষ হৈছিল, তেওঁ কেমেৰা নমাই এটা সকাহৰ নিশ্বাস পেলালে— ভাগ্যে ঠিক সময়তে ফটোখন ল'ব পৰা গ'ল আৰু এক মুহূৰ্ত পলম হ'লেই শোকৰ এই বাঙ্ময় দৃশ্যটো তেওঁৰ কেমেৰাত ধৰা নপৰিলেহেঁতেন; স্বতঃস্ফূৰ্ত আবেগৰ প্ৰকাশক খুব কম কেমেৰাই ধৰি ৰখাৰ সুযোগ পায়, সেই হিচাপত নাৰ্জাৰীৰ বজাৰত ঘূৰা প্ৰথমছোৱাতকৈ এতিয়াৰ ভাগ্য খুব ভাল বুলিয়েই ক'ব লাগিব। অৱশ্যে স্তব্ধ হৈ তেওঁৰ পিনে অপলক নয়নেৰে চাই থকা বুঢ়ীজনীৰ কৰুণ পাষাণ প্ৰতিমাৰ দৰে মূৰ্তিটোৱে তেওঁৰ বুকুত বিবেকৰ খোঁচ এটাও মাৰিছিল, এনে অনুভূতি আগতে আৰু দুই-এবাৰ জাগিবলগীয়া ঘটনা নঘটাও নহয়— কিন্তু উপায় নাই, এয়েই তেওঁৰ জীৱিকা, সময়ে সময়ে সি নিৰ্মম নিৰ্দয়।

এইবাৰ মানুহবোৰে নাৰ্জাৰীক বেঢ়ি-কুঢ়ি ধৰি হেতা-ওপৰাকৈ প্ৰশ্ন কৰিবলৈ ধৰিলে— এই ফটো লৈ তেওঁ কি কৰিব, চৰকাৰৰ ঘৰৰ পৰা কিবা সাহায্য আনি দিব পাৰিব নেকি, দৈনিক অসমত ফটোবোৰ ওলাব নেকি ইত্যাদি ইত্যাদি। তাৰ মাজত পথ প্ৰদৰ্শক ডেকা এজনে সুধিলে, 'মহেন কাকাহঁতৰ বৌহঁতৰো ফটো এখন তুলিব নেকি, ছাৰ?'

নাৰ্জাৰীৰ বৃত্তিগত মনটো লগে লগে উৎফুল্ল হৈ উঠিল, যিটো প্ৰস্তাৱ দিবলৈ তেওঁৰ মনে কুণ্ঠা আৰু

অপৰাধবোধৰে ইতস্ততঃ কৰি আছিল সেই প্ৰস্তাৱ সিটো পক্ষৰ পৰাই আহি তেওঁক যেন বচাই দিলে।

নাৰ্জাৰীৰ সম্মতিসূচক উত্তৰত ডেকাজন তৎপৰ হৈ ভিতৰলৈ সোমাই গৈছিল আৰু অলপ পিছত কোলাত কেঁচুৱা লোৱা দুজনী গাভৰু তিৰোতাক লৈ ওলাই আহিছিল।

সাংবাদিক নাৰ্জাৰী জীৱনত বহুত ট্ৰেজিক মুহূৰ্তৰ মুখামুখি হৈছে, তথাপিও এই সদ্য বিধৱা গাভৰু দুজনীৰ সম্মুখীন হোৱাৰ লগে লগে তেওঁৰ অভিজ্ঞ কঠিন হৃদয়ো বেদনাত স্তব্ধ হৈ গ'ল, মানুহ দুজনীয়ে কন্দা নাই, কিন্তু সেই ক্ৰন্দনহীন মুখ দুখন অলপ দূৰত বিনাই থকা বুঢ়ীগৰাকীৰ বেদনাবিকৃত মুখখনতকৈও কি ভয়ংকৰ, সেই শুকান মুখ দুখনত জীৱনৰ সৰ্বস্ব হেৰোৱা শূন্যতাৰ কি ভয়ংকৰ প্ৰকাশ, বিবেক আৰু হৃদয় থকা মানুহক অপৰাধীৰ ভূমিকাত নত কৰি পেলাবলৈ কি সুতীব্ৰ প্ৰশ্ন খোদিত হৈ আছে সেই শূন্য দৃষ্টিত— আমি কি অপৰাধ কৰিছিলোঁ যে আজি আমাৰ এনে দশা হ'ল, প্ৰতি মুহূৰ্তত কেৱল জীয়াই থকাৰ সংগ্ৰামৰ যন্ত্ৰণাত লিপিত খাই থাকি পৃথিৱীৰ আন একোৰে লগত সম্পৰ্ক ৰাখিব নোৱৰা আমাৰ গৃহস্থ দুজনৰ কি পাপৰ ফলত এনে অমানুষিক মৃত্যু হ'ল, তাৰ কাৰণ আমাক কোনোবাই পতিয়ন যোৱাকৈ বুজাই ক'ব পাৰিবনে? বৰ্তমানতকৈও ভীষণতম দাৰিদ্ৰৰ যি ভয়াবহ ভৱিষ্যৎ আমাৰ কাৰণে আহি পৰিল তাৰ বোজা তোমালোকৰ কোনজন দেশপ্ৰেমিকে ল'বলৈ আগবাঢ়ি আহিবা...

ডেকা ল'ৰা কেইজনমানে তৎপৰ হৈ এখন বেঞ্চ আনি চোতালৰ এচুকত পাৰি দিলে আৰু মহেন-মহিমৰ বিধৱা দুগৰাকীক কোলাৰ কেঁচুৱাকেইটাৰে তাত বহুৱাই দিলে। কোনোবা এজনে অলপ দূৰৈত ৰৈ থকা চুলি খুৰুৱা ল'ৰা তিনিজনকো মাতি আনি মাকহঁতৰ ওচৰতে বহুৱাই দিলে। এজন আৰু বেছি তৎপৰ হৈ নাৰ্জাৰীয়ে টোঁৱোৱা কেমেৰাৰ আগেৰে 'এক মিনিট ৰ'ব, ছাৰ' বুলি দৌৰ মাৰি গৈ ল'ৰা তিনিজনে পিন্ধি থকা গামোচাকেইখনৰ ফুলৰ পাৰিকেইটা ওপৰ ফালে উঠাই দিলে— ফটো উঠাৰ শৈল্পিক প্ৰস্তুতি এইবাৰ সম্পূৰ্ণ হৈ গ'ল। এইখিনি সময়ৰ ভিতৰতে বিষণ্ণ বদনৰ আৰু এগৰাকী কম বয়সীয়া ছোৱালীও চুচুক-চামাককৈ বেঞ্চত বহি থকা মানুহকেইজনৰ পিছফালে থিয় দিলেহি আৰু সেইফালে চাই প্ৰস্তুতি পৰ্বৰ ডেকা এজনে নাৰ্জাৰীক ক'লে—'সেয়া বিজুলী বাই, মহেন কাকাইহঁতৰ একমাত্ৰ ভনীয়েক তেৰোঁ ফটোত উঠক দিয়ক, ছাৰ...'

সেইখন ফটো তোলাৰ পাছত ৰমনী নাৰ্জাৰীয়ে সমবেত মানুহবোৰৰ অনুৰোধ এৰাব নোৱাৰি অলপ মাহ-প্ৰসাদ খাই তাৰ পৰা এক প্ৰকাৰ পলাই আহিছিল।

যথা সময়ত অসমৰ বাহিৰৰ এখন আলোচনীত সেই ফটো দুখন, বজাৰৰ বোমা বিস্ফোৰণৰ চিন পৰিস্ফুট আন আৰু এখন ফটোৰে ৰমনী নাৰ্জাৰীৰ এই ঘটনাটোৰ ৰিপ'ৰ্ট এটা ওলাইছিল। নাৰ্জাৰীয়ে ভাবিছিল, সেই ঘটনাটোৰ লগত তেওঁৰ সম্পৰ্ক সিমানতে শেষ, অসমৰ আন মানুহে পাহৰি যোৱাৰ দৰে তেৰোঁ সেই ঘটনাটো নিৰ্বিকাৰভাৱে পাহৰি যাব... কিন্তু সঁচায়ে পাহৰি যাব নে? ৰমনী নাৰ্জাৰীয়ে লগে লগেই থমকি ভাবিব লগা হৈছিল— পুত্ৰহাৰা মাতৃৰ সেই বিননী, স্বামীহাৰা পত্নীৰ সেই বাঙ্ময় শূন্য দৃষ্টিৰে ছবিখন তেওঁ সঁচায়ে পাহৰি যাবনে মনৰ কেমেৰাত সদায় থৰ হৈ ৰ'ব?

পিছে সম্পৰ্ক যে অন্ততঃ শেষ হোৱা নাই, আজিৰ অদ্ভুত শ্ৰাদ্ধৰ নিমন্ত্ৰণী পত্ৰখনেই প্ৰমাণ কৰিলে। কিন্তু এবাৰ হৈ যোৱাৰ পিছত আকৌ দ্বিতীয়বাৰ কিয় পাতিবলগীয়া হ'ল? আৰু আটাইতকৈ ডাঙৰ কথা— একমাত্ৰ উপাৰ্জনশীল মানুহ দুজনৰ মৃত্যুত সৰ্বস্বান্ত হোৱা মানুহখৰে টকাই বা পালে ক'ৰ পৰা?

তেওঁৰ এই প্ৰশ্নৰ উত্তৰ দিছিল চাইকেল ফেক্টৰীত কাম কৰা আগন্তুকে ঃ

'আপুনি ঠিকেই কৈছে ছাৰ, অপঘাত মৃত্যুত তিনি দিনতে আমাৰ হিন্দু মানুহৰ শ্ৰাদ্ধ-শান্তি শেষ হৈ যায়, কিন্তু আমাৰ দুখীয়া মানুহৰ কথা নহয়, জীৱনত এসাঁজ ভালকৈ খাব পোৱাৰ বৰ লোভ। চৰকাৰৰ পৰা সুমলা বাইহঁতে মুঠতে চাৰি হাজাৰ টকা পাইছে— মহেনৰ বাবে দুই হাজাৰ, মহিমৰ বাবে দুই হাজাৰ— মানুহ কিছুমানে কৈছে— ধৰা-মেলা কৰিলে অপুত্ৰক হৈ পৰা সুমলা বায়েও টকা অলপ পাব পাৰে। এতিয়া টকা পোৱাৰ পিছত বাইহঁতৰ ওচৰৰ মানুহখিনিয়ে বৰ জোৰ-জবৰদস্তি কৰি ধৰিছে বোলে ইমান টকা পাই

তেওঁলোকক ভোজ এটা নুখুৱালে মহেন-মহিমহঁতৰ আত্মাই শান্তি নাপাব, আৰু হাজৰ এক সেই টকাতো মহেন-মহিমৰে উপাৰ্জন, সিহঁত মৰাৰ কাৰণে যি পইচা আহিল তাৰে অলপ ভোজ-ভাত খুৱাই ওচৰ-চুবুৰীয়া মানুহবোৰক সন্তুষ্ট নকৰিলে সিহঁত দুটাৰ আত্মাই শান্তি পাবনে?... আচলতে ছাৰ, মাছে-মাংসই এসাঁজ খোৱাৰ বাবে মানুহমখাৰ বৰ লোভ, এনেইতো হাজাৰ লোভ কৰিলেও সিহঁতৰ কাৰো তেনে ভাত এসাঁজ খোৱাৰ সাধ্য নাই—'

নাৰ্জাৰীয়ে বাধা দি ক'লে —'কিন্তু ৰ'ব, মানুহ দুজনৰ অবিহনে হতসৰ্বস্ব হোৱা পৰিয়াল দুটাৰ সহায়ৰ বাবেহে চৰকাৰে সেই টকা দিছে, এতিয়া সুখাদ্য খোৱাৰ লোভত মানুহে তাত ভাগ বহাবলৈ গ'লে দেখোন আপোনাৰ সুমলা বায়েকহঁতৰ কিছুদিনৰ পিছতে সামান্য খুদকণো নিমিলা হ'ব? মানুহবোৰনো কেনেকুৱা, ভাল খাবলৈ নাপাই বুলিয়েনো এনে নিষ্ঠুৰভাবে মৰিব লগা হোৱা, মাত্ৰ কেইদিনমান আগতেই তেওঁলোকৰ লগত একেলগে উঠা-বহা কৰা ডেকা মানুহ দুজনৰ ভোজ খাবলৈ জিভাৰ পানী পেলাব লাগেনে?'

আগন্তুক যেন নিজেই সেই লোভৰ প্ৰতিমূৰ্তি, তেনে এক অপৰাধী ভাব তেওঁৰ মুখত ব্যাপ্ত হৈ পৰিল। তাৰ পিছত লাহে লাহে ক'লে— 'মই আৰু কি ক'ম ছাৰ, মানুহ দৰিদ্ৰ হ'লে লোভ, ভোক এইবোৰেই ঘাই কথা হৈ পৰে নেকি? এসাঁজ মাংস ভাত— সিহঁতৰ বাবে অমৃত তুল্য...'

নাৰ্জাৰী ঠিকেই শ্ৰাদ্ধলৈ গৈছিল, আগৰবাৰৰ দৰে এইবাৰো কান্ধত কেমেৰাটো আছিল। পিছে তেওঁ আবেলিৰ এনেকুৱা সময়ত গৈছিল, যাতে 'ভাল মানুহে ৰন্ধা' শ্ৰাদ্ধৰ ভোজ তেওঁ খাবলগীয়া নহয়।

কিন্তু নাই, তেতিয়াও খোৱাৰ পৰ্ব চলিয়েই আছে, চোতালত শাৰী পাতি বহি একান্ত অভিনিবেশ সহকাৰে, পৰম তৃপ্তিৰে মানুহবোৰে মহেন-মহিমৰ শ্ৰাদ্ধৰ ভোজৰ মাংস চোবাইছে।

কোনো কাকত-আলোচনীৰ বাবে নহয়, নিজৰ ব্যক্তিগত সংগ্ৰহত অভিনৱ স্মাৰক চিহ্ন হিচাপে থ'বৰ বাবেই সেই দৃশ্যটোৰ এটা ফটো ল'বলৈ গৈ হঠাতে ৰমনী নাৰ্জাৰীৰ হাত থমকি ৰ'ল, মানুহবোৰৰ লগতে বহি আন বহুতো ল'ৰা-ছোৱালীৰ লগতে একাগ্ৰভাৱে মাংস ভাত খাই থকা কদমফুলীয়া ক'লা চুলিৰ মূৰৰ সেই তিনিটা মহেন-মহিমৰ পুত্ৰ নহয়নে? অৱশ্যে এইবাৰ সিহঁতৰ পিন্ধনত গামোচা নহয়, আধা মলিয়ন হাফপেণ্ট-ছাৰ্ট। এৰা, মহেন-মহিমৰে পুত্ৰ হ'ব লাগিব। সিহঁতৰ, চেহেৰা মনত নাথাকিলেও সিহঁতৰ অলপ গজিব ধৰা চুলিয়েই সিহঁতক নাৰ্জাৰীক চিনাই দিছে।

ৰমনী নাৰ্জাৰীয়ে কল্পনা কৰাতকৈও আৰু বেছি অভিনৱ দৃশ্য এটা তেওঁৰ কেমেৰাৰ ফ'কাচলৈ আহিছে, মহেন আৰু মহিমৰ পুত্ৰই বাপেকহঁতৰ শেষ উপাৰ্জনৰ ভোজ সিহঁতৰ জীৱনত শেষবাৰৰ বাবে পৰম তৃপ্তিৰে খাব ধৰিছে।

নাৰ্জাৰীৰ কেমেৰাই ক্লিক্ কৰি উঠিল।

'অ' আপুনি আহিছে, ছাৰ?' আহক, বহকহি, ইমান দেৰি হোৱা বাবে আপুনি অহাৰ আশাই এৰি দিছিলোঁ।

নাৰ্জাৰীয়ে ঘূৰি চালে। চাইকেল ফেক্টৰীত কাম কৰা, তেওঁক নিমন্ত্ৰণ কৰিব যোৱা মানুহজন।

কিন্তু মুখত হাঁহিটো ফুটাই কিবা এটা ক'বলৈ আৰম্ভ কৰা নাৰ্জাৰীৰ সেই কথা হঠাতে আৰম্ভ হোৱা এক হুলস্থুলৰ মাজত ডুবি গ'ল। ঘৰৰ পদূলি মুখৰ পৰা আহিছে সেই হুলস্থুল।

ভোজ খাই থকা মানুহবোৰে ক্ষন্তেক পৰ খাবলৈ এৰি গোলমালৰ শব্দৰ প্ৰতি কাণ থিয় কৰিলে, আৰু অ'ত-ত'ত এনেয়ে জুমাজুমি কৰি থকা মানুহবোৰ সেই গোলমালৰ ঠাইলৈ উত্তেজিতভাৱে যাব ধৰিলে, চাইকেল ফেক্টৰীত কাম কৰা মানুহজনো যাব ধৰিলে আৰু সকলোকে অনুসৰণ কৰি নাৰ্জাৰীও সেই বিশেষ ঠাইৰ পিনে আগবাঢ়িল।

আৰু এক অভিনৱ দৃশ্য। দুই ব্যক্তিৰ প্ৰায় দবৰা-দবৰি লাগিছে আৰু নাৰ্জাৰীয়ে পৰম বিস্ময়েৰে দেখিলে দুই প্ৰতিপক্ষৰ ভিতৰত এগৰাকী হ'ল তিৰোতা আৰু আনগৰাকী ধুতি-পাঞ্জাবী পিন্ধা এজন কম বয়সীয়া মতা মানুহ। মানুহজনলৈ নহয়, তিৰোতাজনীলৈ বিস্ময় বিহ্বল দৃষ্টিৰে এখন্তেক পৰ চাই থকাৰ পিছতেই নাৰ্জাৰীয়ে

চিনি পালে, সিদিনা ফটো উঠাৰ লোভত চুচুক-চামাককৈ বৌৱেকহঁতৰ পিছত থিয় দিয়া মহেন-মহিমৰ বিজুলী নামৰ ভনীয়েক দেখোন এইজনী। ধুতি-পাঞ্জাবী পৰিহিতৰ লগত এইয়ে বোধহয় যুদ্ধখন আৰম্ভ কৰিছিল, ইতিমধ্যে তাইৰ গাৰ কাপোৰ-কানি বিস্ৰস্ত হৈ পৰিছে, খং আৰু উত্তেজনাতে বোধহয় এই গৰমত ওলাব লগাতকৈও বেছি ঘাম মানুহজনীৰ মুখেৰে চকুৰ পানীৰ ধাৰাৰ দৰে ওলাই আহিছে আৰু পিছফালৰ পৰা কেবাজন মতা আৰু তিৰোতা মানুহ তাইক সেই যুদ্ধৰ পৰা বিৰত কৰাৰ চেষ্টা কৰি টানি আছে আৰু কৈছে— 'ঐ বিজুলী, তই পগলা হ'লি নেকি' এওঁক কিয় এনেখন কৰিব ধৰিছ, এৰি দে বুলিছোঁ এৰি দে—'

কিন্তু বিজুলীয়ে কালৈকো কৰ্ণপাত কৰা নাই, মানুহজনৰ পাঞ্জাবীৰ বুকুতে বজ্ৰ মুঠিৰে খামোচ মাৰি ধৰি থাকি তাই চিঞৰি আছে— 'কেতিয়াও এৰি নিদিওঁ, আজি ইয়াক মই কেতিয়াও মহেন-মহিম কাকাৰ ভোজ খাবলৈ আমাৰ ঘৰত সোমাব নিদিওঁ। ইয়েই লীডাৰটো হৈ আমাক ইমান দিনে সেই আন্দোলনসোপা কৰিবলৈ মাতি নিয়া নাছিলনে? পিছে ইহঁতৰ কথাত ভজি আমাৰ কি হ'ল? লাভৰ ভিতৰত আমাৰ মহেন কাকাহঁত, বগীবাইঁতৰ সেই সোণামুৰা ভায়েকটো বোমাৰ খুন্দাত মৰিব লগা হ'ল। যʼৰ বিদেশী তʼতেই থাকিলে, মৰিলোঁ আমি গৰীববোৰ। ইহঁতৰ এন ছলাহী কথাত ভোল গৈ আৰু বা কʼত কিমান গৰীব মানুহ মৰে। নিদিওঁ আজি ইয়াক আমাৰ ঘৰত সোমাবলৈ...'

ৰমনী নাৰ্জাৰীৰ কেমেৰাই আকৌ এবাৰ ক্লিক কৰি উঠিল। এক অদ্ভুত তৃপ্তিৰে তেওঁৰ মন ভৰি গʼল, কেমেৰাটো কিনাৰ আজি পাঁচ বছৰৰ মূৰতহে যেন তেওঁ প্ৰথম সুন্দৰ ফটোখন তুলিব পাৰিলে।

(ৰচনাকাল ঃ ১৯৮২)

# উৎসৱ

ভাদ মাহৰ চোকা ৰ'দ। আকাশে সঁচাই যেন জুই বৰষিছে। কুঁহিলা বায়ে মূৰত মাছৰ পাচিটো লৈ ধীৰেনপাৰাৰ ফালে আগবাঢ়িল। বুকুত মেখনি মৰা তাইৰ গাটোৰ অনাবৃত উৰ্দ্ধাংশত ঘামে চিক্-চিকাইছে, কেটেৰা ক'লা গাত সেইবোৰ যেন আলকাতৰাৰহে টোপাল। কান্ধত লোৱা গামোচাখনেৰে তাই এবাৰ মুখখন আৰু গাটো মচি ল'লে। ঘামবোৰ মচাত মুখ আৰু গাৰ শোটোৱা ছালবোৰ যেন আৰু প্ৰকট হৈ পৰিল। পুৱা চাৰে পাঁচটামানতে ট ট কৈ ওলোৱা সূৰ্যটোৰ সমস্ত নিষ্ঠুৰ কিৰণৰ প্ৰায় এটা অংশকো ইমান পৰলৈ কুঁহিলা বায়ে পৰিহাৰ কৰিব পৰা নাই। শুই উঠিয়েই দুমাইল দূৰৰ বিলখনলৈ গৈ জাকৈৰে মাছ ধৰিছে, তাৰ পিছত ঘৰলৈ উভতি আহি বোৱাৰীয়েকে যতনাই দিয়া পইতা ভাত এগাল নাকে-মুখে গুঁজি মাছকেইটা পাচিটোত ঢালি [illegible]ৰে দুটামান বোৱাৰীয়েকৰ ফালে দলি মাৰি দি তাই সেইটো মূৰত লৈ ওলাই আহিছে। এই গেলা গৰমত মাছবোৰ সোনকালে পচি যোৱাৰ ভয় আছে, তাতে সৰু সৰু পুঠি, দৰিকণা, বলিয়ৰা মাছ গেলি যায় সহজেই। মাছ যিমানেই জীয়া হয়, গ্ৰাহকৰ আনন্দও হয় সিমানেই, দুটা পইচা বেছি দিবলৈও টান নাপায়।

আগতে কিন্তু কুঁহিলা বাইৰ এই সৰু মাছৰ লগত কাৰবাৰ নাছিল। যেতিয়া তাইৰ গিৰীয়েক জীয়াই আছিল, পৰিয়ালটো ডাঙৰ আছিল আৰু সেই পৰিয়াল পোহপাল গৈছিল ডাঙৰ মাছৰ কাৰবাৰেৰে। তাৰ পিছত কুঁহিলা বাইৰ সেই ডাঙৰ পৰিয়াল ক্ৰমাৎ সৰু হৈ আহিবলৈ ধৰিলে, ল'ৰা-ছোৱালী জন্ম হৈছিল ছটাৰ দুটা ল'ৰা, চাৰিজনী ছোৱালী। সংসাৰখন প্ৰথমতে সৰু কৰিলে ডাঙৰ ল'ৰাটোৱে; সি দহ বছৰ বুকু জুৰাই থাকি কেইদিনমানৰ জ্বৰতে আকৌ সিহঁতৰ বুকু শুদা কৰি এই সংসাৰ ত্যাগ কৰি গুচি গ'ল। প্ৰথম সন্তান ছোৱালীজনীক বিয়া দি উলিয়াই দিয়াৰ পাছত সংসাৰখন আৰু অলপ সৰু হ'ল। তাৰ পিছতো সৰু কৰিলে আৰু এজনী ছোৱালীয়ে, তাইলো অকাল-মৃত্যু হ'ল। বাকী থকা দুজনী ছোৱালীৰ ভিতৰত আৰু এজনী ছোৱালীৰ বিয়া হোৱাত সংসাৰ আৰু সৰু হ'ল। তাৰ পিছত কিন্তু তেনে ধৰণে সংসাৰ সৰু হোৱাৰ সম্ভাবনা নাছিল, কাৰণ ইজনী ছোৱালী আছিল জন্মতে বোবা আৰু কলা, তাইক আৰু কোনে বিয়া কৰাব। কিন্তু আকস্মিকভাৱে হঠাৎ মৃত্যু হ'ল গিৰীয়েকৰ আৰু লগে লগে মাত্ৰ এজন মানুহৰ মৃত্যুতে কুঁহিলা বাইৰ সংসাৰখন যেন অতি সৰু হৈ পৰিল। ডাঙৰ মাছৰ কাৰবাৰ কৰা ডাঙৰ-দীঘল চেহেৰাৰ মানুহজনে যে তাইৰ সংসাৰখন ইমান বিৰাট ধৰণে আগুৰি ৰাখিছিল মানুহজনৰ মৃত্যুৰ পিছতহে যেন কুঁহিলা বায়ে উপলব্ধি কৰিব পাৰিলে। যিফালেই চোৱা সিফালেই মানুহজনৰ চিন। আনহে নালাগে মানুহজনে মাছ মৰা জালখনো যে কি বৃহৎ আছিল!

গিৰীয়েকৰ মৃত্যুৰ পিছত কিছুদিনৰ বাবে সংসাৰখন অৱশ্যে ডাঙৰ হৈ গৈছিল। বিয়া দি উলিয়াই দিয়া দুজনী জীয়েক, দুজন জোঁৱায়েক, নাতি-নাতিনীৰে কিছুদিনলৈ ঘৰ গমগমাই থাকিছিল, কিন্তু শ্ৰাদ্ধ-শান্তি হৈ যোৱাৰ পিছত সকলোবোৰ ঘৰা-ঘৰি গুচি যোৱাৰ পিছত আকৌ সংসাৰখন সৰু হৈ গ'ল আৰু তেতিয়া কুঁহিলা বায়ে সেই সৰু সংসাৰখন পোহপাল দিবলৈ সৰু মাছৰ বেপাৰত ধৰিলে। ডাঙৰ মাছ তাই গিৰীয়েকৰ দৰে ক'ৰ পৰা যোগাৰ কৰে? ক'ত বা কোন দূৰৰ নৈ-গাং-বিললৈ গৈ ডাঙৰ জালখনেৰে গিৰীয়েকে মাছ ধৰিছিল, অথবা কোনখন বা মাছৰ মহললৈ গৈ মহলদাৰৰ পৰা মাছ কিনি আনিছিল? তেনে ডাঙৰ কাৰবাৰৰ বাবে তাইৰ মুঠেই যোগ্যতা নাই, গতিকে কুঁহিলা বাই পৈত্ৰিক আৰু স্বামীৰ বৃত্তিৰ ঐতিহ্যৰ বাহক হ'ল সঁচা কিন্তু অতি ক্ষুদ্ৰ আকাৰত। দুমাইল দূৰৰ বিলখনেই হ'ল কুঁহিলা বাইৰ অগতিৰ গতি, ঢল-পুৱাতে উঠি জাকৈৰে মাছ মাৰি পাচিটোত ভৰাই লৈ ওচৰে-পাঁজৰে বেচি ফুৰি তাই তিনিটা প্ৰাণীৰ পেটৰ যোগাৰ কৰাৰ সংগ্ৰামত লিপ্ত হ'ব লগা হ'ল। আগতে তাই অকল কুঁহিলা আছিল আৰু এতিয়া মাছৰ বেপাৰত লগাৰে পৰা সেই নামত লেজ লগোৱা কুঁহিলা বাই নামেৰে জনাজাত হ'ল। বিয়াৰ পিছত স্বামীৰ ঘৰ কৰিবলৈ অহাৰ পিছত তাইৰ কুমাৰী জীৱনৰ যিটো নামত অব্যৱহাৰে মামৰ ধৰাইছিল, সেইটো নাম ন-ব্যৱহাৰে পুনৰ উজ্জ্বল কৰি তুলিলে— যি ধৰণৰেই উজ্জ্বলতা নহওক কিয় সি।

গাভৰু কুঁহিলা এদিন অৱশ্যে উজ্জ্বলেই আছিল। নিমজ ছালৰ ঘোৰ কৃষ্ণ বৰ্ণৰ তাইৰ নিপোটল চিকচিকীয়া দেহটোৰ এক বিশেষ মাদকতা আছিল। কেইবাটাও সন্তান ধাৰণ কৰাৰ পিছতো তাইৰ সেই পেলবতা ধ্বংস হৈ যোৱা নাছিল। কিন্তু মাছৰ কাৰবাৰত ঘৰ এৰি বাহিৰ ওলাই অহাৰ পিছতে ছালৰ অন্যতম প্ৰধান শত্ৰু ৰ'দে সেই ছালৰ ওপৰত নিৰ্মম আক্ৰমণ চলালে, পৃথিৱীৰ নৈ-খাল-বিল আদিৰ ৰস শুহি নিয়াৰ লগতে সূৰ্য দেৱতাই কুঁহিলাৰ দেহৰো সমস্ত ৰস শুহি নি কেঁচা ছাল জুইত শুকুৱা মাছবোৰৰ দৰে শুকান কৰি পেলালে।

অৱশ্যে নিজৰ শৰীৰৰ পৰিৱৰ্তনৰ কথা ভাবিবলৈ এখন্তেকো আহৰি নাছিল কুঁহিলা বাইৰ, অথবা সেই সম্পৰ্কে কোনো সচেতনতাই নাছিল তাইৰ, সচেতন কৰি দিবলৈ কোনো কালে কোনো মুগ্ধ নয়নৰ পুৰুষৰ সাক্ষাতো হোৱা নাছিল তাইৰ। যথা নিয়মত আন দহজনী ছোৱালীৰ দৰেই বিয়া হৈছিল, স্বামীৰ লগত সংসাৰ কৰি ছয়টি সন্তানৰো জন্ম দিছিল, কিন্তু তাইৰ কাঠত খোদাই কৰা শৰীৰটোৱে স্বামীৰ মুখৰ পৰা সিমানখিনি ৰূপৰ প্ৰশংসাও পোৱা নাছিল যিখিনি পাইছিল জালত আবদ্ধ হৈ ছটফটাই থাকি ৰূপালী জিলিঙনি তোলা মাছ কেইটামানে।

কান্ধৰ আধা ফটা মলিয়ন গামোচাৰে আৰু এবাৰ মুখৰ আৰু গাৰ ঘাম মচিলে কুঁহিলা বায়ে। এনেকৈ আৰু কিমান দিন, হে প্ৰভু আৰু কিমান দিন ৰ'দৰ তেজ মূৰত লৈ মাছৰ কাৰবাৰ কৰিব লাগিব? নাতিটো ডাঙৰ হৈ উঠালৈ তাইৰ বাৰু গাত শক্তি থাকিবনে?

কি যে কপাল সাধি আহিছিল তাই, তাইক পোহপাল দিব পৰা মানুহবোৰ দেখোন এপিনৰ পৰা অকালতে শেষ হৈ আহি আছে। এতিয়া ভৰসা কৰিব লগা হৈছে ফুল-কুমলীয়া নাতিটোকে। এদিন সি ডাঙৰ হ'ব, ডাঙৰ হৈ ডাঙৰ মাছৰ বেপাৰ কৰিব আৰু তাইক এই সৰু মাছৰ বেপাৰৰ পৰা মুক্তি দিব। কিন্তু দিবতো? সঁচায়ে দিবতো? নে আৰু কিবা এটা আন্দোলন হ'ব আৰু সিয়ো তাৰ বাপেকটোৰ দৰেই অকালতে ........ আৰু ভাবিব নোৱাৰিলে কুঁহিলা বায়ে। গোটেই গাটো জিকাৰ খাই উঠি এনে হিমশীতল হৈ গ'ল যেন সেই শীতলতাত গাৰ ঘামৰ টোপালবোৰ গোট মাৰি বৰফৰ টুকুৰাতহে পৰিণত হ'ল।

গিৰীয়েকৰ মৃত্যুৰ পিছত সৰু মাছৰ বেপাৰ কৰি তাই যে কলা-বোবা ছোৱালীজনী আৰু ল'ৰাটোক কেনেকৈ ডাঙৰ কৰি তুলিলে ভাবিলে তাইৰ নিজৰে আচৰিত লাগিছিল। ল'ৰাটোক তাই ইমানেই ডাঙৰ কৰিলে যে সিও এদিন বাপেকৰ দৰেই ডাঙৰ মাছৰ বেপাৰ কৰিব পৰা হ'ল আৰু তেতিয়া সি তাইক সৰু মাছৰ বেপাৰৰ পৰা অব্যাহতি দিলে। সিদিনা বৰ ডাঙৰ সুখৰ ভাগী হৈছিল কুঁহিলা বাই। তাৰ পিছত তাই ল'ৰাটোৰ বিয়া পাতিলে, জী-জোঁৱাই, নাতি-নাতিনীসকলে আহি আকৌ তাইৰ ঘৰ ভৰাই পেলালেহি, আকৌ সংসাৰ ডাঙৰ হ'ল। তাৰ তিনি বছৰৰ মূৰত প্ৰকৃত অৰ্থত তাইৰ সৰু সংসাৰ ডাঙৰ হ'ল যেতিয়া বোৱাৰীয়েকৰ কোলা শুৱালেহি দুটি নাতি-নাতিনীয়ে।

কিন্তু অতি সাধাৰণ সংসাৰ এখনৰ সেই ক্ষুদ্ৰ তুচ্ছ সুখ এক বৃহৎ আন্দোলনৰ বিৰাট বেদীমূলত বলি যাব লগা হ'ল। পুতেকে যিখন বজাৰত মাছ বেচিছিল, ডাঙৰ মাছবোৰ খণ্ড খণ্ড কৰি গ্ৰাহকৰ বাবে ভাগ ভাগ কৰি সজাই থৈছিল, সেইখন বজাৰতে বোমা এটা বিস্ফোৰণ হোৱাৰ ফলত এদিন তাৰো দেহাটো বিভিন্ন খণ্ডত ভাগ হৈ চাৰিওপিনে ছিটিকি পৰিছিল। ফলত কুঁহিলা বাইৰ দৰে অতি অখ্যাত অজ্ঞাত তুচ্ছাতিতুচ্ছ তিৰোতা এজনীয়েও অসম আন্দোলনৰ ৬০৬ জন শ্বহীদৰ কোনোবা এটা নশ্বৰৰ শ্বহীদৰ মাতৃ হোৱাৰ সমবেদনা আৰু সন্মান লাভ কৰিলে। অসমৰ বিভিন্ন ঠাইত নিৰ্মিত হোৱা শ্বহীদ-বেদীবোৰৰ ফুল-মালা-ধূপ-ধূনাৰ সুৰভিৰ মাজত কুঁহিলা বাইৰ দৰেই সেই একেই তুচ্ছাতিতুচ্ছ পৰিচয়ৰ পুতেকজন মহৎ ৰূপত লুকাই থাকিল, ৬০৬ জনৰ লগতে তাৰো স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ কোনো কোনো বিশেষ দিনত অসমৰ প্ৰায় প্ৰতি ঘৰে ঘৰে নেতাসকলৰ নিৰ্দেশত জীয়ৰী-বোৱাৰী-মাতৃয়ে একোগচি চাকি জ্বলোৱা হ'ল।

তথাপি কুঁহিলা বাই যি ক্ষুদ্ৰ সেই ক্ষুদ্ৰ হৈয়ে ৰ'ল, বৰং পুনৰ সৰু মাছৰ বেপাৰত ধৰি তাই আৰু হীন আৰু ক্ষুদ্ৰ আৰু তুচ্ছ হৈ পৰিল।

মুখৰ ঘাম মচি কুঁহিলা বাই আগবাঢ়িল। অলপ দূৰতে বাওঁফালে সেইটো ধনেশ্বৰ বৰ্মণৰ ঘৰ। গুৱাহাটী

চহৰৰ দক্ষিণ-পশ্চিম প্ৰান্তৰ কিছু বছৰৰ আগলৈকে বাঘ ওলোবা এই অঞ্চলটোত হাজো, নলবাৰী আদি অঞ্চলৰ যি কেইঘৰ মানুহে আহি হাবি-বন চাফ কৰি বসতি কৰিছিলহি তাৰে এঘৰৰ মালিক হ'ল এই ধনেশ্বৰ বৰ্মণ। মানুহজন কেইবাবছৰো আগতে বিপত্নীক হৈ তিনিটা ল'ৰা-ছোৱালীক বুকুত বান্ধি কাঠ-মিস্ত্ৰিৰ কাম কৰি সংসাৰৰ ৰন্ধা-বঢ়াকে আদি কৰি আন কামো চলাই আছিল এতিয়া ছোৱালীজনী প্ৰায় গাভৰু হৈছে, গতিকে ঘৰুৱা কামৰ পৰা বাপেকক অব্যাহতি দিছে। ডাঙৰ ল'ৰাটোও মিস্ত্ৰি কামত বাপেকৰ যোগালি হৈ সহায় কৰিব পৰা হৈছিল। ভাল ল'ৰা, দিনত বাপেকৰ সহায়কাৰী হৈয়ো ৰাতিৰ স্কুলত নাম লিখাই লৈছিল সি। সৰু ল'ৰাটো সৰু সৈয়েই আছে, বায়েক বা ককায়েকৰ দৰে এতিয়াও সংসাৰ-যন্ত্ৰটো ঘূৰাবলৈ হাত লগাব পৰা হোৱা নাই। ধনেশ্বৰ বৰ্মণ মৰমিয়াল মানুহ, কুঁহিলা বাইৰ প্ৰতি বৰ সহানুভূতিশীল, সেয়ে সদায় মাছ খাব পৰা অৱস্থা নথকাতো বাইৰ পুতেকৰ মৃত্যুৰ পিছত তাইৰ পৰা অলপ-অচৰপ হ'লেও মাছ কিনি সহায় কৰাৰ চেষ্টা কৰিছিল। তাৰ পাছত হঠাতে তেওঁৰ সেই মাছ কিনা বন্ধ হৈ গ'ল। কুঁহিলা বাইৰ পুতেকৰ মৃত্যুৰ প্ৰায় ছমাহমান পিছৰ ঘটনা। ধনেশ্বৰ বৰ্মণৰ পুতেক ৰাতিৰ স্কুলত পঢ়ে বাবে আন্দোলনটোত ছাত্ৰসকলে ভাগ লৈ কৰা কোনো ধৰণৰ সভা-শোভাযাত্ৰাতে তাৰ যোগ দিয়াৰ সুযোগ নঘটে, ছাত্ৰ নেতাসকলৰ উদাত্ত আহ্বানত সঁহাৰি দি বীৰদৰ্পে স্কুল এৰি ওলাই আহি শোভাযাত্ৰাত মিলি যোৱাৰ কোনোদিন সৌভাগ্য নঘটে; কিন্তু নৈশ স্কুলৰ ছাত্ৰ হ'লেও সিতো দেশদ্ৰোহী নহয়, তাৰো তৰুণ দেহত টগবগাই উতলি আছে দেশপ্ৰেমৰ তপ্ত তেজ। গতিকে 'দেশ বুলি ক'লে আদেশ নালাগে' জাতীয় অনুপ্ৰেৰণাৰে উদ্দীপ্ত হৈ সিয়ো শেষ পিছলৈ দিনৰ সভা-শোভাযাত্ৰাবোৰত যোগ দিবলৈ আৰম্ভ কৰিছিল। সেই সময়ত ৰাজ্যখন আন্দোলনৰ টৌত উখল-মাখল। পঢ়া-শুনা, কাজ-কাৰবাৰ আদি বন্ধ, ধনেশ্বৰ বৰ্মণৰ কাঠ-মিস্ত্ৰিৰ কামো প্ৰায় বন্ধ, ঘৰত খোৱা-লোৱাও প্ৰায় বন্ধ হ'ব উপক্ৰম, কিন্তু পুতেকে পেটিত এক প্ৰকাৰৰ পানী গামোচা বান্ধিয়ে আন্দোলনৰ কৰ্মসূচীবোৰত যোগদান কৰিছিল। তাৰ পিছত এদিনৰ শোভাযাত্ৰা এটাত পুলিচে গুলি চলাইছিল, তিনি-চাৰিজন ছাত্ৰ নিহত হৈছিল, তাৰে ভিতৰত এজন আছিল ধনেশ্বৰ বৰ্মণৰ পুতেকো। গতিকে সেই অঞ্চলৰ আৰু এজন মানুহে ৬০৬ জন শ্বহীদৰ ভিতৰত কোনোবা এটা নম্বৰৰ পিতৃৰ শ্বহীদ হোৱাৰ সন্মান আৰু সমবেদনা লাভ কৰিলে।

কুঁহিলা বায়ে নিত্য-নৈমিত্তিক অভ্যাসবশতঃ ধনেশ্বৰ বৰ্মণৰ ঘৰটোৰ পিনে চালে। খিৰিকী-দুৱাৰ বন্ধ ঘৰটোত মৰিশালিৰ নিস্তব্ধতাই বিৰাজ কৰিছে। ল'ৰাটোৰ মৃত্যুৰ পিছৰে পৰা ঘৰটোৰ পৰিবেশ তেনেকুৱা হৈছে। বৰ্মণ হয়তো তাইৰ দৰেই বাধ্য হৈ বৃদ্ধ, জৰ্জৰিত শৰীৰটো লৈ কামৰ ধাণ্ডাত ক'ৰবালৈ ওলাই গৈছে সৰু ল'ৰাটো হয়তো স্কুললৈ গৈছে আৰু বায়েকজনী ঘৰ-দুৱাৰ মাৰি সোমাই আছে। আগেয়ে কিন্তু খিৰিকীবোৰ খোলা আছিল, আগেয়ে ল'ৰাটোৱে য'তেই কাম নকৰক কিয়, ভনীয়েকে ৰন্ধা ভাতকেইটা খাবলৈ চাইকেল মাৰি ঘৰলৈ আহিছিল। এতিয়া ভৰ দুপৰীয়াখন তেনেকৈ আহিবলৈ কোনো নাই বাবে গাভৰু ছোৱালীজনীয়ে বাপেক-ভায়েক ওলাই যোৱাৰ পিছতে সমস্ত দুৱাৰ-খিৰিকী বন্ধ কৰি পেলায়। কুঁহিলা বায়ে লক্ষ্য কৰিছে, বাহিৰৰ কোনো ধৰণৰ ঘটনা, হাই-উৰুমিতে সেই খিৰিকী-দুৱাৰ খোল নাখায়। ল'ৰাটো মৰাৰ পিছত আজি এবছৰ-ডেৰ বছৰে আন্দোলনৰ বিভিন্ন কৰ্মসূচী অনুযায়ী কিবা যদি ডাঙৰ শোভাযাত্ৰাও সেইফালে আগবাঢ়ি যায়, তথাপি তাক চাবলৈ ছোৱালীজনীয়ে এখনো খিৰিকী নোখোলে। কুঁহিলা বায়ে ভাবে-- খিৰিকী খোলক ছাৰি ছোৱালীজনীয়ে হয়তো শ্লোগানবোৰৰ শব্দ নুশুনিবলৈ কাণ দুখনত হেঁচা মাৰি ধৰে। কত যে শ্লোগান— 'আহ ঐ আহ, ওলাই আহ', 'অসম মৰিলে আমিও মৰিম—' 'ছয়ত্ৰিশ বছৰে পালো কি? লাঠী-গুলি-চি আৰ পি', '— জয় আই অসম, জয় আই অসম' আৰু কত শত শ্লোগান। কুঁহিলা বাইহঁতৰ ওচৰ-চুবুৰীয়াৰ ল'ৰা-ছোৱালীবোৰৰ সেইবোৰ মুখে মুখে। শুনি শুনি বাইৰো বহুত মুখস্থ হৈ গৈছে। নাতি-নাতিনী দুটা সৰু হৈ আছে, ভালকৈ মাতেই ফুটা নাই, সেইবাবে সিহঁতে এতিয়াও শ্লোগানবোৰ আওৰাব পৰা হোৱা নাই।

ধনেশ্বৰ বৰ্মণৰ ঘৰৰ ওচৰৰ পৰা ৰাস্তাটো দুটা ভাগ হৈ দুফালে গৈছে। কুঁহিলা বায়ে দক্ষিণমুখী ৰাস্তাটোৰ পিনে আগবাঢ়িল। সেইফালে বহুতো বঙালী মানুহ থাকে। অসমীয়া মানুহো আছে অৱশ্যে, কিন্তু সংখ্যাত বঙালীতকৈ কম। আন্দোলনৰ ভৰপকৰ সময়ত সেই অসমীয়া মানুহবোৰে বৰ ভয়ে ভয়ে দিন কটাইছিল,

গধূলি হ'লেই দুৱাৰ-ঘৰ মাৰি ঘৰতে সোমাই থাকে। কুঁহিলা বাইহঁতৰ চুবুৰীত থকা দুই-এঘৰ বঙালী মানুহৰো একে দশা হৈছিল, সিহঁতক নানা ধৰণে অত্যাচাৰ নকৰাও নহয়। প্ৰায় একে অৱস্থা হৈছিল এই বঙালীপাৰাত থকা অসমীয়া মানুহকেইঘৰৰো। আনহে নালাগে কুঁহিলা বায়ো ভয়তে এই বঙালীপাৰালৈ মাছ বেচিবলৈ নাহিছিল। কিন্তু এতিয়া মানুহৰ মনৰ উত্তেজনা লাহে লাহে শাম কাটি আহিছে। গতিকে গোলমালবোৰো কমি আহিছে। এতিয়া ইটো চুবুৰী সিটো চুবুৰীৰ মানুহে দিন-ৰাতি সমানে সকলো অঞ্চললৈ নিশ্চিত নিৰ্ভাবনাৰে অহা-যোৱা কৰে। কুঁহিলা বায়ো বঙালীপাৰালৈ মাছ বেচিবলৈ যায়, বৰং অসমীয়াপাৰাতকৈ তাই বঙালীপাৰালৈহে বেছিকৈ যায়। অসমীয়া মানুহকেইঘৰে নিকিনিলেও, বঙালী কেইঘৰে কিনিবই। মাছৰ বাবে পাগল সিহঁত, আন শাক-পাচলি নহ'লেও চলিব, কিন্তু ভাতৰ পাতত মাছ অকণ সিহঁতক লাগিবই, নহ'লে পেটলৈ ভাতকে হেনো নাযায়। এই সৰু মাছকে যে সিহঁতে কত জুতি কৰি ৰান্ধিব— চৰ্চৰি, পাতল জোল, ভাপা আৰু যে কত কি!

অলপ দূৰ আগবঢ়াৰ পিছত কুঁহিলা বাইৰ কাণ দুখন থিয় হ'ল। দূৰৰ পৰা যেন কিছু চিঞৰ-বাখৰ ভাহি আহিছে, কোনোবাই যেন শ্লোগান দিছে। কিন্তু কোনে কিয় শ্লোগান দিব, আজি বহুত দিন জুৰি দেখোন এইবোৰ বন্ধই হৈ আছে, বহুত দিন কোনো শোভাযাত্ৰাও ওলোৱা নাই। বাটতে ক্ষন্তেক পৰ থমকি ৰৈ ঘামবোৰ আৰু এবাৰ মচি কুঁহিলা বায়ে আকৌ কাণ থিয় কৰিলে। উস্, বেলা বাঢ়ি অহাৰ লগে লগে ৰ'দৰ তাপো যে ইমান প্ৰখৰ হৈ আহিছে— এৰা, সেই শ্লোগানৰ দৰেই চিঞৰ-বাখৰ যেন লাগিছে। আজি আকৌ অত দিনৰ মূৰত ক'ত কি হৈছে? আন্দোলনটো আকৌ আৰম্ভ হ'ব নেকি বাৰু? তেনেহ'লেতো এই বঙালীপাৰাত মাছ বেচাৰ মুদা মৰিব।

কিন্তু বাটত এনেকৈ ৰৈ থাকিলে তাইৰ মাছ বেচা নাযাব, মাছকেইটা বেচিলেহে ৰাতিৰ সাঁজৰ দাম ওলাব। ঘৰত চাৰিটা প্ৰাণীয়ে চাৰিখন মুখ আৰু চাৰিটা পেট লৈ খাপ পাতি আছে নহয়। কুঁহিলা বায়ে আকৌ খোজ দিলে, অনৰ্থক জল্পনা-কল্পনা কৰি কি লাভ।

"দিদি, অ' দিদি, মাছ লবি, মাছ? একেবাৰে জীয়া, তাজা মাছ— সৰ্ষা দিয়া ভালো চৰ্চৰি বানাইতে পাৰিবি—' বঙালীপাৰাত সোমালে কুঁহিলা বায়ে বাংলা ক'বৰ চেষ্টা কৰে, তাত যেন তাইৰ ক'ব নোৱৰাকৈয়ে ব্যৱসায়ী বুদ্ধি সোমাই আছে।

তাইৰ চিঞৰত হালধি-মছলা হাত শাৰীৰ আঁচলত মচি মচি চুবুৰিটোৰ প্ৰথম ঘৰটোৰ গৃহিণী এগৰাকী ওলাই আহিল।

"আজি কি মাছ আনিছা? হদায় হদায় হৰু হৰু মাছ আৰু কিমান খাম?" কুঁহিলা বাইৰ দৰে বঙালী গৃহিণীগৰাকীয়েও ওলোটাই ভুল উচ্চাৰণৰ অসমীয়া কৈ আগবাঢ়ি আহিল। "আজি পিছে মাছৰ দাম কত কৰিছা? ছেলেটাই হৰু মাছ খাই ভাল পায় কাৰণেই তোমাৰ কাছত হদায় মাছ ল'ব লগা হয়।"

দ্বিতীয় ঘৰটোলৈ সোমাওঁতে দূৰণিৰ শ্লোগানৰ শব্দ কেৱল আৰু শব্দই হৈ নাথাকিল, এটা বিৰাট শোভাযাত্ৰাৰ মূৰটোও অলপ দেখা গ'ল। ইতিমধ্যে দ্বিতীয় ঘৰৰ বঙালী গৃহিণীও ওলাই আহিছিল, মানুহজনী প্ৰথমজনীৰ দৰে কিন্তু ৰঙিয়াল আৰু তজবজীয়া নহয়। সংসাৰৰ প্ৰয়োজনত তেওঁ মাছ কিনিব লাগে বাবেই কিনে, 'ছেলেটাই হৰু মাছ' খাবলৈ ভাল পায়— এই ধৰণৰ কথা এযাৰ তেওঁ নকয়, কাৰণ ক'ব নোৱাৰে। ডাঙৰটো ল'ৰা ৰে'লত চাকৰি কৰে, দূৰত থাকে; বাকী তিনিজনী ছোৱালী। ওঠৰ বছৰীয়া আন যিটো ল'ৰা সন্তানৰ তেওঁ মাক আছিল, কুঁহিলা বাইৰ ল'ৰাটো বজাৰত বোমা-বিস্ফোৰণ হোৱাৰ দিনাখন মৰাৰ দৰেই একেদৰেই মৰিল, একে সময়তে। সি অৱশ্যে মাছ কিনিবলৈ গৈছিল, বেচিবলৈ নহয়। বোমাৰ আঘাতে তাৰো দেহ ছিন্ন-ভিন্ন কৰিছিল। অৱশ্যে ৬০৬ জন শ্বহীদৰ মাজত সি কোনো স্থান লাভ কৰিবলৈ সক্ষম নহ'ল, গতিকে তাৰ মাকৰ কুঁহিলা বাইৰ লগত কিছু পাৰ্থক্য থাকি গ'ল। কিন্তু গোটেই সংসাৰখনৰ ভিতৰত মাত্ৰ সেইখন ঘৰৰ সেই বাঙালী তিৰোতাজনীক লগ পালেই কুঁহিলা বাইৰ আটাইতকৈ আপোনজনৰ ওচৰলৈ অহা যেন লাগে, সেই তিৰোতাজনীৰ শোকদগ্ধ মুখখনলৈ চালে এনে এক প্ৰবল বাসনা হয় যেন বঙালনীজনীৰ

ডিঙিতে সাৱট মাৰি ধৰি এসোঁতা কান্দি লয়। আঃ তেনেকৈ কান্দিব পৰা হ'লে হয়তো বুকুত হেঁচা মাৰি থকা শোকৰ পিণ্ডটো অলপ গলিব পাৰিলেহেঁতেন, আৰু নিশ্চয় সেই বাঙালী তিৰোতাজনীৰো একদৰে অন্ততঃ অলপ পাতল লাগিলহেঁতেন।

"হেয়া কিহৰ আৱাজ আহিছে বাই?" কুঁহিলা বাইৰ চিএঞৰত ওলাই অহা তিৰোতাজনীয়ে মাছৰ কথা সুধিব এৰি প্ৰথমতে সেই কথাটোকে সুধিলে।

"দূৰত কি একটা পচেছন আইছে। কোথায় আবাৰ কি হইছে, কোন জানে। ভীড় দেখলে, পচেছন দেখলে মোৰ বুকু কঁপে।"

"হেইটো আৰু কব লাগিছেনে। আমাৰো বুক কঁপিব ধৰে বাই।"

"চবতো ঠাণ্ডা হইয়া আইছিল। আবাৰ কি হ'ল বা।"

ইয়াৰ পিছত দুয়ো পদূলিৰ ওচৰত থিয় হৈ ওচৰ চাপি অহা শোভাযাত্ৰাটোৰ পিনে দুৰু দুৰু বুকুৰে চাবলৈ ধৰিলে। শ্লোগানৰ শব্দবোৰ ভাহি আহি প্ৰথমতে অস্পষ্ট হৈ কাণত পৰাৰ পাছত লাহে লাহে শোভাযাত্ৰাৰ অগ্ৰগতিৰ লগে লগে সেইবোৰ স্পষ্ট আৰু বোধগম্য হৈ আহিবলৈ ধৰিলে। হঠাৎ কুঁহিলা বায়ে কৈ উঠিল, বঙালী কোৱাৰ সকলো সচেতনতা পাহৰি খাচ মাতৃভাষাতে কৈ উঠিল, "ঐ আই এইবোৰ দেখোন সেই আগৰে শ্লোগানসোপা— আকৌ কি হ'ল ঔ মোৰ পৰভু ইচৰ—"

হয়, আগৰে শ্লোগান। এতিয়া কেবল 'আহ ঐ আহ, ওলাই আহ,' 'জয় আই অসম', 'ছাত্ৰ সন্থা জিন্দাবাদ'ৰ লগতে যোগ হৈছে 'ৰাজীব গান্ধী জিন্দাবাদ'. ....

'আহ ঐ আহ, ওলাই আহ' আহ্বানৰ লগে লগে চুবুৰিৰ খৌৰ খাই থকা দুই-এখন দুৱাৰ বন্ধ হ'ল, বাহিৰত ওলাই থকা দুই-চাৰিজন মানুহ খৰধৰকৈ ভিতৰলৈ সোমাই গ'ল। কিন্তু পুত্ৰহাৰা দুই মাতৃয়েই আগষ্ট মাহৰ সিজোৱা গৰমত শোভাযাত্ৰাটোৰ পিনে চাই অলৰ-অচৰ হৈ থিয় হৈ থাকিল, কুঁহিলা বাইৰ পাচিৰ মাছবোৰ ৰ'দত সিজিবলৈ ধৰিলে, গেলিবলৈ ধৰিলে; কিন্তু তাই যেন মাছবোৰৰ অস্তিত্ব পাহৰিয়ে গ'ল। বঙালী তিৰোতাজনীয়েও যেন চুবুৰিৰ আনবোৰ মানুহৰ দৰে ভিতৰলৈ পলাই যাবলৈ পাহৰি গ'ল। শোভাযাত্ৰাটো ওচৰ চাপি আহিল। ঘাইকৈ তৰুণ-তৰুণীৰে ভৰা সেই সমদল। উল্লাস আৰু উত্তেজনাত আটায়ে যেন ফাটি পৰিছে, আগষ্ট মাহৰ প্ৰখৰ ৰ'দত সিহঁতৰ কোমল মুখবোৰ ক'লা আৰু ৰঙা পৰি গৈছে, ঘামৰ ধাৰ বৈ গৈছে, ছোৱালীবোৰৰ ব্লাউজৰ পিঠি ঘামত চপচপীয়া হৈ স্বচ্ছ হৈ লিপিত খাই লাগি ধৰিছে, ল'ৰাবোৰৰ চাৰ্টবোৰো একে অৱস্থা হৈছে। কিন্তু কোনে গ্ৰাহ্য কৰে সেই সামান্য দৈহিক কষ্টবোৰলৈ! সিহঁতৰ যেন আজি আনন্দত হিয়া নধৰাৰ ফুৰ্তিত মতলীয়া হোৱাৰ দিন, পাগল হোৱাৰ দিন, সুখ আৰু আবেগত হঁহা-কন্দাৰ দিন, বিজয়ৰ মহোৎসৱৰ দিন!

স্মৃতিয়ে আহি বুকু হেঁচা মাৰি ধৰা তিৰোতা দুজনীৰ বিস্ফাৰিত দৃষ্টিৰ সমুখেদি উৎসৱ-মত্ত শোভাযাত্ৰাটো আগবাঢ়ি গৈ তিনি আলিৰ মূৰত ভাঁজ ল'লে, তাৰ পিছত ধনেশ্বৰ বৰ্মণৰ ঘৰৰ সমুখেদি চিঞৰি চিঞৰি শ্লোগান দি চহৰৰ বুকুৰ পিনে গৈ থাকিল। ধনেশ্বৰ বৰ্মণৰ জপোৱা দুৱাৰ-খিৰিকীবোৰ কিন্তু বন্ধই হৈ থাকিল, বিজয়োল্লাসৰ কোনো এটা ধ্বনিতো এখন খিৰিকীৰো পাল্লা খোল নাখালে।

(প্ৰকাশ, ১৯৮৫)

# এজন ডেকা মানুহ

চাৰিটা সন্তান আৰু স্বামীক এৰি থৈ পবিত্ৰীবালা কলিতাৰ মৃত্যু হোৱাৰ পাছত বহুত বছৰেই পাৰ হৈ গৈছিল, কিন্তু বোৱাৰীয়েকৰ মৃত্যুৰ বহুত পিছলৈকে জীয়াই থকা মাক আৰু অন্যান্য আত্মীয়-স্বজন, বন্ধু-বান্ধৱৰ চকুপানী, পৰামৰ্শ, অনুৰোধ-উপৰোধৰ নেৰানেপেৰা প্ৰবাহ দীৰ্ঘস্থায়ী হোৱা সত্ত্বেও মহেন্দ্ৰ কলিতাই আৰু বিয়া নকৰালে, বা অধিক শুদ্ধকৈ ক'বলৈ হ'লে ইমান দিনে বিয়া কৰোৱা নাছিল। পবিত্ৰীবালাৰ মৃত্যুৰ সময়ত বৰ পুতেক হৰেন্দ্ৰৰ বয়স আছিল সাত, দ্বিতীয় পুতেক ৰমেন্দ্ৰৰ বয়স আছিল ছয়, প্ৰথমা কন্যা সাবিত্ৰীৰ বয়স চাৰি আৰু দ্বিতীয় কন্যা দিপালীৰ বয়স আছিল দুই। ঘৈণীয়েকৰ মৃত্যুৰ সময়ত মহেন্দ্ৰ কলিতাৰ বয়স চল্লিছো পূৰ্ণ হোৱা নাছিল— গতিকে প্ৰায় ডেকা হৈ থকা এই মানুহজনক পুনৰ্বিবাহৰ বাবে সকলো পক্ষৰ পৰা যে টানি ধৰিব সি স্বাভাৱিক। এনেকি নিজৰ গাঁৱৰ আৰু ওচৰ- পাঁজৰৰ দুই-এক কন্যাদায়গ্ৰস্ত দুখীয়া মানুহে নিজৰ নিজৰ গাভৰু জীয়েকক মহেন্দ্ৰ কলিতাৰ হাতত অৰ্পণ কৰিবলৈ চেষ্টাই চলাইছিল। আঢ্যৱন্ত মানুহ এই মহেন্দ্ৰ কলিতা, সন্মানিত ব্যক্তিও, আই এ পাছ কৰি গাঁৱৰ হাইস্কুলতে শিক্ষকতা কৰি আছে। কিন্তু শিক্ষকতা কৰি পোৱা পইচাকেইটা তেওঁৰ উপৰুৱা আয় বুলিয়েই ক'ব লাগিব, কাৰণ মাটি-বাৰী যিখিনি আছে তাৰ খেতিৰ উপাৰ্জনেৰে তেওঁৰ বছৰেকৰ ভাতখিনি মিলে, মাহ-সৰিয়হো কিছু পৰিমাণে ওলায়। ইফালে বাৰীত শাক-পাচলি, তামোল-পাণৰ গছ, নাৰিকল, আম-লেচু-কঁঠালৰ গছতো আছেই। খিৰতী গায়ো আছে— সাধাৰণতে দুজনী গাই তেওঁৰ গোহালীত থাকেই, হাঁহ-পাৰ-ছাগলী আছে। মহেন্দ্ৰ কলিতা হ'ল খোৱা জীয়াৰ লক্ষণ থকা মানুহ, তেওঁ আবেলি স্কুলৰ পৰা আহি বহি নাথাকে, ঘৰখন চাই-চিতি কৰিবলগীয়া যাৱতীয় গৃহস্থালীৰ কাম-কাজ কৰে। ঘৈণীয়েক পবিত্ৰীও আছিল অতি কামিলা তিৰোতা, ঘন ঘনকৈ সন্তানৰ জন্ম হৈছিল যদিও সিহঁতক শাহুৱেকৰ হাতত গতাই দি দিনটো টাকুৰি ঘূৰাদি ঘূৰি সংসাৰৰ বন-বাৰি কৰি ফুৰিছিল, আজৰি পালেই তাঁতত বহিছিল। এক ফালৰ পৰা অৱশ্যে সংসাৰখনত অন্য জঞ্জাল নাছিল, শহুৰেকৰ মৃত্যু হৈছিল তেওঁৰ ল'ৰা দুটা জন্ম হোৱাৰ পিছত, নন্দেক দুজনীৰ বিয়া হৈ গৈছে, দেওৰেক চহৰত থাকি এখন কলেজত প্ৰফেছাৰী কৰে, গতিকে লোক-জনেৰে ভৰা বহুতো গাঁৱলীয়া গৃহস্থ ঘৰৰ দৰে পবিত্ৰীবালাৰ সংসাৰখন বৃহৎ নাছিল।

কিন্তু সুখৰ সংসাৰ আছিল, অতি সুখৰ। মানুহে পবিত্ৰীবালাৰ ভাগ্যক শলাগিছিল আৰু তেৱোঁ অন্তৰেৰে সৈতে জানিছিল যে তেওঁ সঁচাকৈয়ে ভাগ্যৱতী। গতিকে তেনেহেন সৌভাগ্যৰ কপালক নেওচা দি, তেনেহেন সুখৰ আৰু সকলোফালে ভৰা সংসাৰ এখন এৰি থৈ পবিত্ৰীবালাই যেতিয়া ভৰ ডেকা বয়সতে মৃত্যুক আঁকোৱালি ল'ব লগা হ'ল মানুহে বিশেষকৈ এই কথা লৈয়ে আক্ষেপ কৰিব ধৰিলে যে বেচেৰী মানুহজনীয়ে সংসাৰৰ ভোগৰ পূৰ্ণ পাত্ৰটো আগত লৈয়ে, তাৰ সোৱাদ লওঁ কি নলওঁতেই সেই সকলোবোৰ চিৰকালৰ বাবে এৰি থৈ যাবলগা হ'ল। অৱশ্যে গাঁৱৰ তিৰোতাসকলে এই কথাও কৈছিল যে পবিত্ৰীবালা এক হিচাপে বৰ ভাগ্যৱতীও— শিৰত সেন্দূৰ অক্ষয় ৰাখি কেইজনীয়েনো এনেকৈ মৰাৰ ভাগ্য সাধি আহিছে? আনহাতে সকলোখিনি পুণ্যও আৰ্জি গৈছে তেওঁ, দান আৰু পুণ্যৰ বাবে মানুহক মতা ল'ৰা আৰু মাইকী ছোৱালী লাগে, পবিত্ৰীবালাই পুত্ৰ কন্যা— দান-পুণ্যৰ আহিলা দুয়োধৰণৰ সন্তানকে স্বামীক দান কৰি গৈছে।

সি যি কি নহওক, পবিত্ৰীবালা ঢুকাবৰ কেইমাহমানৰ পিছৰে পৰা মহেন্দ্ৰ কলিতাৰ মাকে পুতেকৰ বাবে ছোৱালী চাবলৈ আৰম্ভ কৰি দিছিল। পুতেকৰ বাবে হওক বা নহওক, সংসাৰখনৰ বাবেই এজনী গৃহিণীৰ বৰ প্ৰয়োজন আছিল। তেওঁ আলৰ বুঢ়ী নহ'লেও চাৰিটা এমা-ডিমা ল'ৰা-ছোৱালীক লৈ ইমান ডাঙৰ সংসাৰ এখন চলোৱা ধেমালি কথা নাছিল— তাতে গাঁৱলীয়া গৃহস্থৰ ঘৰ, পুৱাৰে পৰা ৰাতিলৈকে অন্তহীন হাজাৰটা কাম। অৱশ্যে গাঁৱৰে শৈবা বোলা বিধৱা তিৰোতা এজনী আহি ঘৰৰ পানী কঢ়িওৱা, ধান বনা, চোতাল-ঘৰ সৰা আদি কাম কৰি দিছিল আৰু হালোৱা ডেকা কৃষ্ণই গৰু-গাই আপডাল কৰা, হাঁহ-পাৰ চোৱা-মেলা কৰা আদি কাম কৰিছিল। মহেন্দ্ৰ কলিতাও আগৰে পৰা কৰ্মী পুৰুষ। এতিয়া তেওঁ আৰু বেছি কাম-বন কৰি মাকৰ কষ্ট লাঘৱ কৰাৰ যত্ন কৰিছিল। তথাপি চাৰিটা অতি নাবালক ল'ৰা-ছোৱালীক চোৱা- মেলা কৰা— সেইটোৱে

আছিল কঠিনতম আৰু কষ্টসাধ্য কাম, তদুপৰি মহেন্দ্ৰ কলিতা দিনটো থাকে স্কুলত, দিনটো সেই ল'ৰা-ছোৱালীকেইটাৰ জঞ্জাল মাৰোঁতে আইতাকৰ যেন প্ৰাণ ওষ্ঠাগত হয়। সেইবোৰ সময়ত তেওঁৰ মায়েই স্বৰ্গগতা বোৱাৰীয়েকৰ কথা মনলৈ আহে আৰু বোৱাৰীয়েকৰ জীৱিত কালত তেওঁৰ যিবোৰ গুণ চকুত পৰা নাছিল সেই গুণবোৰ মানুহজনীৰ মৃত্যুৰ পাছতহে বুঢ়ীয়ে যেন প্ৰথমবাৰৰ বাবে আৱিষ্কাৰ কৰে আৰু সেইবোৰৰ সোঁৱৰণে তেওঁৰ চকুত কেতিয়াবা দুই-এটোপাল অশ্ৰুবিন্দুও জিলিকাই তোলে।

কিন্তু ভাৱপ্ৰৱণতাই সংসাৰ চলাব নোৱাৰে। এজনী পৱিত্ৰীবালা গ'ল, আন এজনীৰ প্ৰয়োজন সেই শূন্য ঠাই দখল কৰিবলৈ, হয়তো নতুনজনীয়ে সেই শূন্যতা পূৰাপূৰি ভৰাব নোৱাৰিব, তথাপি নাই মোমাইতকৈ কণা মোমায়ে ভাল— কেৱল ভালেই নহয়, অতি প্ৰয়োজনো।

পৱিত্ৰীবালাৰ মৃত্যুৰ কেইমাহমান পিছৰ পৰা মহেন্দ্ৰ কলিতাৰ মাকে ছোৱালী চাবলৈ আৰম্ভ কৰি দিয়াৰ লগে লগে কথাটো পুতেকৰো লাহেকৈ কাণ ছোৱাই থৈছিল আৰু তেওঁ আশা কৰা প্ৰতিক্ৰিয়াই পুতেকে প্ৰকাশ কৰিছিল অৰ্থাৎ জকজকাই উঠিছিল। কিন্তু পুতেকৰ সেই প্ৰতিবাদে তেওঁক অলপো নিৰাশ কৰিব পৰা নাছিল— এয়েতো স্বাভাৱিক, ঘৈণীয়েক মৰাৰ মাত্ৰ কেইমাহমান হৈছে, এনে অৱস্থাত কোন মানুহেনো পুনৰ বিয়াৰ নাম শুনিব খুজিব। তাতে পৱিত্ৰী এনে সতী-সাধ্বী লক্ষ্মী ঘৈণীয়েক আছিল। কিন্তু মহেন্দ্ৰ কলিতাৰ মাকে সেই সত্য যেনেকৈ জানে আন এক সত্যকো জীৱন থুপ খুওৱা বয়সবোৰৰ অভিজ্ঞতাৰ পৰা জানে যে সময় নামৰ জীৱনত পলস পেলাই থকা শক্তিটোৱে পুতেকৰ মনত এদিন পলস পেলাই ঘৈণীয়েকৰ স্মৃতিক পুতি পেলাব। তদুপৰি তেওঁৰ উপৰ্যুপৰি কাকুতি-মিনতিৰ আঘাতেও পুতেকৰ প্ৰতিবাদৰ দেৱালখন লাহে লাহে খহাই আনিবলৈ সক্ষম হ'ব।

কিন্তু মহেন্দ্ৰ কলিতাই সকলোকে অবাক কৰি পেলাইছিল, জীৱন আৰু সময়ৰ অমোঘ নিয়ম, মানুহৰ সকলো হিচাপ আৰু প্ৰত্যাশাক ব্যৰ্থ কৰি দ্বিতীয়বাৰ বিয়া নকৰোৱাকৈ থাকিল। মাকৰ চকুপানী, খং-ৰাগ সকলো কাতি কৰি তেওঁ নিৰ্বিকাৰ হৈ চলি থাকিল। মাকে প্ৰথমতে দিয়া যুক্তিকো তেওঁ গ্ৰাহ্যলৈ অনা নাছিল তাৰ ওলোটা যুক্তি দি। মাকে কৈছিল অন্ততঃ অকণমানি দিপালীৰ কথা ভাবিয়েই পুতেকে বিয়া কৰোৱা উচিত; দুবছৰীয়া ছোৱালীজনীক আপডাল কৰিবলৈ মাক এজনীৰ প্ৰয়োজন। তেওঁ উত্তৰত কৈছিল— কিন্তু সেই মাকজনী যদি তেজীমলাৰ মাকৰ দৰে হয়, তেতিয়া? তাতকৈ আইতাকৰ মৰম বেছি নিৰাপদ— দিপালী ডাঙৰ হওক আইতাকৰ কোলাত, তেওঁৰ কোলাত, ককায়েক দুটাৰ কোলাত— এনেকি চাৰি বছৰীয়া বায়েক সাবিত্ৰীয়েও কেৰজেৰকৈ হ'লেও ভনীয়েকক একোলা লয়, তাইক গাখীৰ খুৱায় আৰু চোলা পিন্ধাই দিয়ে।

দিপালী ডাঙৰ হৈ অহাৰ লগে লগে মাকে ল'ৰা-ছোৱালীৰ কথা বাদ দি পুতেকৰ নিজৰ প্ৰয়োজনতে বিয়া পতাৰ বাবে কাকুতি-মিনতি কৰিবলৈ ধৰিলে আৰু সেইক্ষেত্ৰতো পুতেকে কৈ দিছিল যে তেওঁৰ কোনো প্ৰয়োজন নাই বিয়া-বাৰুৰ— যি অৱস্থাত জীৱন চলিছে সেই অৱস্থাই তেওঁৰ বাবে বেছি কাম্য।

মহেন্দ্ৰ কলিতা যে খুব প্ৰেমিক মানুহ তেনে নহয়, পৱিত্ৰীয়ে যে তেওঁৰ হৃদয়ত বিশেষ এখন স্থান কৰি ল'ব পাৰিছিল সিয়ো নহয়, কিন্তু কিয় জানো তেওঁ দ্বিতীয়বাৰ বিয়া কৰোৱাৰ কথাটোত মনৰ ভিতৰৰ পৰা অতি এক অনিচ্ছা অনুভৱ কৰিছিল। তেওঁ জীৱনৰ জটিলতা মুঠেই ভাল নাপায়, এক ধৰণৰ শান্ত শিষ্ট নিৰ্বিৰোধী মানুহ তেওঁ— মনৰ ভিতৰত তেওঁ এনে এক ধৰমৰ ভাব পোষণ কৰি ৰাখিছিল যে তেওঁলৈ এই বয়সত, এই চাৰিটা ল'ৰা-ছোৱালীৰ পিতৃ হোৱা এই মধ্যবয়সীয়া মানুহজনক যি ছোৱালী যচা হ'ব সেই ছোৱালী কোনোমতেই তেওঁৰ মনোমত হ'ব নোৱাৰিব, কিন্তু তাতকৈ সাংঘাতিক কথা হ'ল এয়ে যে সেই ছোৱালীৰ হৃদয় কঠিন হোৱাৰ খুব সম্ভাৱনা আছে। তেতিয়াহ'লে সেই নতুন মাকে ল'ৰা-ছোৱালীকেইটাৰ প্ৰতি যি ব্যৱহাৰ কৰিব তাত মাতৃত্বৰ মৰম দূৰৈৰ কথা, কোনো ধৰণৰ কোমলতাৰ সঁচেই নাথাকিব। যদি তেনে ঘটনাই ঘটে তেতিয়াহ'লে তেওঁ কেৱল নিজৰ সুখৰ বাবেই ঘৈণী এজনী গ্ৰহণ কৰা যেন হ'ব। সেই স্বাৰ্থপৰ চিন্তা তেওঁ কোনোপধ্যেই কৰিব নোৱাৰে। তদুপৰি তেওঁ এতিয়া নিজৰ বাবে যিটো বস্তু প্ৰধানকৈ বিচাৰে সি হ'ল অলপ শান্তি, আপোন মনে নিজ প্ৰিয় কৰ্ম কৰি থাকিব পৰাৰ অখণ্ড অধিকাৰ।

মহেন্দ্ৰ কলিতাৰ জীৱনত সাংসাৰিক কৰ্তব্যৰ বাহিৰে আন যিটো বিষয়ৰ প্ৰতি আগ্ৰহ আৰু নিষ্ঠা অসীম সি হ'ল জ্ঞানোপাৰ্জন। তেওঁৰ উচ্চ শিক্ষালৈ ধাউতি থকা সত্ত্বেও বাপেকৰ অকাল মৃত্যুৰ বাবে মাত্ৰ আই এ

পাছ কৰিয়ে সেই হেঁপাহৰ ইতি কৰিব লগা হ'ল, কিন্তু তাক পূৰ্ণ কৰিলে ভায়েকৰ ক্ষেত্ৰত। ভায়েক সমীন্দ্ৰক তেওঁ এম এ পাছ কৰালে আৰু তাৰ পিছত ভায়েক গুৱাহাটীৰ কলেজ এখনৰ অধ্যাপক হ'ল।

কিন্তু পাছলৈ সেই উচ্চ শিক্ষিত ভায়েকেই তেওঁৰ মনত বিস্ময় আৰু বিষাদৰ জন্ম দিছিল। কিহৰ উচ্চ শিক্ষিত সমীন্দ্ৰ— কলেজৰ পাঠ্য কিতাপকেইখনৰ বাহিৰে দেখোন সি আৰু আন একোৱেই নপঢ়ে। জ্ঞান উপাৰ্জনৰ প্ৰতি যাৰ কোনো হেঁপাহ নাই সি আকৌ কিহৰ শিক্ষিত। ভায়েকক লগ পোৱাৰ সময়ত এম এ পাছ ভায়েকৰ অজ্ঞতা দেখি আই এ পাছ গাঁৱৰ শিক্ষক ককায়েক অবাক আৰু ক্ষুব্ধ হৈ যায়। তেওঁ নিজে চহৰৰ পোহৰ নপৰা গাঁও এখনত থাকি যিমান কাগজ-মেগাজিন ৰাখে, যিমান কিতাপ-পত্ৰ পঢ়ে, দেশ-বিদেশৰ নানা খা-খবৰ ৰাখি মনৰ যিমান অজ্ঞতা আৰু কুসংস্কাৰ দূৰ কৰি ৰাখে, তাৰ তুলনাত ভায়েকে দেখোন একোকে নপঢ়ে আৰু একোকে নাজানে। পঢ়াৰ ভিতৰত সমীন্দ্ৰই পঢ়ে মাত্ৰ খবৰৰ কাগজখন বা কেতিয়াবা দুই-এখন অপসংস্কৃতিৰ বাহক আলোচনী। ফলত সমীন্দ্ৰৰ মনৰ চিন্তা একেবাৰে যুক্তিনিষ্ঠ আৰু উদাৰ নহয়, কাৰণ বস্তুনিষ্ঠতা প্ৰায় হেৰুৱাই পেলোৱা একেদেশদৰ্শী চিন্তাৰ বাহক বৰ্তমানৰ বাতৰিকাকতবোৰৰ মতাদৰ্শক অন্ধভাৱে গ্ৰহণ কৰি চলি আছে সমীন্দ্ৰই, তেনে সমীন্দ্ৰৰ মন ঠেক মনোবৃত্তিৰে পূৰ্ণ নহ'ব কিয়? কিছুমান সমস্যা, কিছুমান বিষয়ৰ মাত্ৰ এটা দিশেই সমীন্দ্ৰই জানে ফলত অন্ধই হাতী দৰ্শন কৰাৰ দৰে সি সমগ্ৰ হাতীটোৰ আকৃতিটো ভাবে তাৰ নেজ বা মূৰ বা ভৰি এখন বুলি।

মহেন্দ্ৰ কলিতাই ভায়েকৰ লগত কথা-বতৰা পাতি অন্তৰত এক গভীৰ দুখ অনুভৱ কৰে। ভায়েক যে কি অজ্ঞ, কি অশিক্ষিত অথচ তাৰ এম এ পাছ বিদ্যাৰ জোৰেৰে সি ককায়েকক শিক্ষা-সংস্কৃতি, জ্ঞান-বিজ্ঞান আদি প্ৰসংগত এক প্ৰকাৰ তুচ্ছ-তাচ্ছিল্যই যেন কৰে। ককায়েকৰ লগত কথা-বতৰাত তাৰ প্ৰায় তেনে মনোভাৱেই প্ৰকাশ পায় সি যেন ককায়েকে নানা কিতাপ-পত্ৰ পঢ়ি জ্ঞান অৰ্জন কৰিব খোজা কথাটোক এনে ধৰণৰ পুতৌৰ ভাবেৰে গ্ৰহণ কৰে, বেচেৰা দাদাটোৱে উচ্চশিক্ষাতো লাভ কৰিব নোৱাৰিলে, গতিকে সেই অপূৰ্ণতাখিনি এনে ধৰণৰ কিতাপ-পত্ৰ পঢ়াৰ মাজেৰে পূৰ্ণ কৰাৰ প্ৰাণপণ চেষ্টা এটা চলাই যায়।

আনহাতে মহেন্দ্ৰ কলিতাই গাঁৱত ঘটা এটা ঘটনাৰ পৰিপ্ৰেক্ষিতত শেষত ভায়েকৰ শিক্ষা-দীক্ষাৰ প্ৰতি থকা শেষ আস্থাখিনিও হেৰুৱাই পেলাইছিল। তেওঁৰ ধাৰণা আছিল যে প্ৰকৃত শিক্ষাই মানুহক মহত্ব দান কৰে, মানৱপ্ৰেমী কৰে, মানুহৰ মনৰ পৰা সকলো তুচ্ছতা-ক্ষুদ্ৰতা-কুসংস্কাৰ আঁতৰ কৰে। কিন্তু গাঁওখনত ঘটা ঘটনাৰ পৰিপ্ৰেক্ষিতত সমীন্দ্ৰৰ যিটো স্বৰূপ উদ্‌ঘাটিত হ'ল তাৰ দ্বাৰা তেওঁক বৰ্তমানৰ তথাকথিত উচ্চ শিক্ষাৰ প্ৰতি ঘোৰ অনীহা আনি দিলে।

পবিত্ৰীবালাৰ মৃত্যুৰ পিছত মহেন্দ্ৰ কলিতাই পূৰ্বৰ জীৱনধাৰাতে চলি আছিল, সংসাৰৰ কামবোৰ আগৰ দৰেই নিয়মিতভাৱে পালন কৰি গৈছিল— অৱশ্যে ল'ৰা-ছোৱালীক চোৱা-মেলা কাম বেছিকৈ কৰিছিল। তদুপৰি আগতে মাজে মাজে সন্ধিয়া কাৰোবাৰ ঘৰলৈ গৈ দেশৰ, দহৰ, কথা-বতৰা পতাটো তেওঁৰ এটা নিচাৰ দৰে আছিল— আজৰি সময়ত পঢ়া কিতাপ-কাগজৰ আলোচনা গাঁৱৰে আন দুই-এক শিক্ষিত মানুহৰ লগত কৰি কৰি সময় নিয়াবলৈ তেওঁ বেছ ভাল পাইছিল। কিন্তু এতিয়া এক প্ৰকাৰৰ কৰ্তব্যৰ তাগিদাতেই যেন তেওঁ সেই অভ্যাসটো এৰি দিলে। সন্ধিয়াৰ পাছত ল'ৰা-ছোৱালীকেইটা ঠিকমতে পঢ়া-শুনা কৰিছেনে নাই সেই কথা ভাতৰ চৰু এৰি আহি পবিত্ৰীবালাই মাজে মাজে চাই গৈছিলহি। এতিয়া সেই তদাৰক কৰোঁতা কোনো নাই, গতিকে মহেন্দ্ৰ কলিতাই নিয়মিতভাৱে ল'ৰা-ছোৱালীৰ পঢ়া মেজৰ ওচৰত বহি থকা হ'ল— তেনেবোৰ সময়ত তেওঁ সিহঁতৰ পঢ়া চাই দি, বুজাই দি নিজেও কিতাপ-কাগজ পঢ়ি থকা হ'ল আৰু তেনেধৰণে বিভিন্ন জ্ঞানৰ প্ৰসাৰতা লাভ কৰিবলৈ ধৰিলে যাৰ ফলত লাহে লাহে সেই সৰু গাঁওখনৰ এজন সাধাৰণ শিক্ষকৰ সাধাৰণ পঢ়া-কোঠালীটো তাৰ চাৰি বেৰৰ ঠেক গণ্ডী ঠেলি থৈ বহিঃবিশ্বৰ বিশালতাৰ অংশভুক্ত হৈ গ'ল, কুঁৱাৰ ভেকুলী এটাই যেন কুঁৱাৰ আবদ্ধ জলাশয়ৰ পৰা মুক্তি লভি মহাসাগৰৰ তীৰভূমিৰ ওচৰৰ তৰাং পানীত হ'লেও তাত অৱগাহন কৰিবলৈ ধৰিলে।

মনৰ এনে ব্যাপ্তি ঘটাৰ পাছত মহেন্দ্ৰ কলিতাই ভায়েক সমীন্দ্ৰৰ মনৰ সংকীৰ্ণতাৰ পৰিচয় পাই অবাক হৈছিল, আহত হৈছিল আৰু এক ধৰণৰ হতাশাই তেওঁক আচ্ছন্ন কৰি পেলাইছিল— শিক্ষাই যদি মানুহক প্ৰকৃত

শিক্ষিত কৰিব নোৱাৰে, সেই শিক্ষাৰ পোহৰে যদি মানুহৰ মনৰ অজ্ঞতা, সংকীৰ্ণতা, তুচ্ছতা, পঙ্কিলতাপূৰ্ণ মানসিক নীচতা আঁতৰাব নোৱাৰে, মনক মহত্ব আৰু নৈতিক সাহস যোগাব নোৱাৰে, সেই শিক্ষাৰ মূল্য কি? তেওঁ যে নিজে উচ্চ শিক্ষা লাভ কৰিব নোৱাৰি বৰ হেঁপাহেৰে নিজৰ কষ্টোপাৰ্জিত ধনেৰে ভায়েকক পঢ়ুৱালে আজি তেওঁৰ সেই ধনে ভায়েকক যিটো ৰূপত গঢ় দিলে তাৰ ফলত তেওঁৰ সকলো ধন পানীত পৰাৰ দৰে নহ'লনে?

সমীন্দ্ৰৰ কাণুত মহেন্দ্ৰ কলিতাৰ অন্তৰ দীৰ্ণ-বিদীৰ্ণ হৈ গৈছিল। সমীন্দ্ৰৰ এই অপ্ৰত্যাশিত পৰিচয়টো তেওঁ পাইছিল পবিত্ৰীবালাৰ মৃত্যুৰ দহ বছৰৰ পিছত। সেই সময়তে হৈছিল বিদেশী নাগৰিক বিতাড়নৰ বিৰুদ্ধে অভূতপূৰ্ব গণজাগৰণ। শিক্ষক মহেন্দ্ৰ কলিতাই ৰাইজৰ লগতে সেই আন্দোলনক সমৰ্থন জনালে। কিন্তু নানা ধৰণৰ কাগজ-পত্ৰ পঢ়ি এই কথাটোত মনেৰে শংকিত হৈ পৰিছিল যে আন্দোলনটো সু-পৰিচালিত নহ'লে বা দীৰ্ঘম্যাদী হ'লে তাত সমাজবিৰোধী লোক সোমাই অবাটে লৈ যাব পাৰে আৰু নানা সন্ত্ৰাসৰ সৃষ্টি কৰিব পাৰে। তাৰ পিছত মহেন্দ্ৰ কলিতাৰ সেই ভয় সঁচা বুলি প্ৰমাণ কৰি তেওঁলোকৰ গাঁও-ভূঁই অঞ্চলবোৰত যি সন্ত্ৰাসৰ ৰাজত্ব চলিল— তাত নিজৰ শক্তি-সামৰ্থ্যৰে বাধা দি তেওঁ বহুত নিৰীহ মানুহৰ প্ৰাণ বচাবলৈ সমৰ্থ হ'ল। কিন্তু তথাপি মানুহৰ ওপৰত মানুহৰ যি নাৰকীয় অত্যাচাৰ চলিল তাক দেখি মহেন্দ্ৰ কলিতাৰ জীৱনৰ এটা অংশৰ শোচনীয় মৃত্যু ঘটিল, তাৰ পিছত আৰম্ভ হ'ল মিলিটাৰী, চি আৰ পিয়ে অৱস্থা আয়ত্তাধীন কৰিবলৈ যোৱা প্ৰক্ৰিয়াৰ ফলত জনগণৰ সন্ত্ৰাস, উলুৰ লগতে বগৰী পোৰা যোৱাৰ দৰে নানা নিৰীহ মানুহৰ ওপৰতো হোৱা অত্যাচাৰ। তেওঁ লগতে শুনিবলৈ পালে যে বহুত নাৰীও ধৰ্ষিতা হৈছে। মুঠতে সকলো মিলি তেওঁলোকৰ অঞ্চলবোৰত আৰম্ভ হ'ল এক ভীষণ দুৰ্যোগৰ কাল। তেতিয়া যথেষ্ট বুঢ়ী হৈ পৰা তেওঁৰ মাকে দিন-ৰাতি ইয়াকে কৈ ফুৰিব ধৰিলে— বহুত দিনৰ পৰা ভয় কৰি অহা কলিকালৰ শেষ এইবাৰ সুনিশ্চিত, কল্কিয়ে যে স্বয়ং উপস্থিত হৈ এই কটা-মৰাকে আদি কৰি সকলোবোৰ ধ্বংস কাৰ্য সম্পন্ন কৰি আছে তাত কোনো সন্দেহ নাই— শাস্ত্ৰতো আছে, 'কলিৰ শেষত হৈব কল্কি অৱতাৰ, কাটি মাৰি সবে কৰিবো বুন্দামাৰ।' বুঢ়ীয়ে ভোৰভোৰাই থকা কথাবোৰ লৈ নাতিয়েকহঁতে শেষত তেওঁক জোকাবলৈ সেইবোৰ আওৰাই থকা হ'ল, ঘোৰ কলি, ঘোৰ কলি! নহ'বনে আৰু, দেশখনত যি অনাচাৰ আৰম্ভ হৈছে, সকলোবোৰে যেনেকৈ ডাঙৰক নমনা হৈছে, গুৰু-গোসাঁইক বা বাছ-বিচাৰ নকৰা হৈছে, ছোৱালীবোৰ যি গছত উঠা বিধৰ হৈছে, অলপ পঢ়ি ল'ৰাবোৰে কোনো কাম-বন নকৰি বাবু হৈ যি ধিতিঙালি মাৰি ফুৰা হৈছে, তিৰোতাবোৰ যি অকৰ্মণ্য আৰু শাহু-শহুৰক নমনা হৈছে, তাৰ পিছতনো কল্কিৰ আবিৰ্ভাৱ নহৈ পাৰেনে? হ'ব হ'ব, সব ধ্বংস হ'ব, এই পাপৰ পৃথিৱীক কল্কিয়ে একেবাৰে ধ্বংস কৰি পেলাব।

এই সময়তে বিহু খাবলৈ সমীন্দ্ৰ গাঁৱৰ ঘৰলৈ আহিছিল আৰু তেতিয়াই ভায়েকৰ লগত হৈ যোৱা ভয়াবহ ঘটনাৰ বিষয়ে আলোচনা কৰিবলৈ গৈ ভায়েকৰ পৰা আকাংক্ষিত প্ৰতিক্ৰিয়াৰ বিপৰীতে সম্পূৰ্ণ ভিন্ন মতাৱলম্বী মানুহ এজনৰ ভিন্নসুৰী কথা শুনি তেওঁ স্তব্ধ হৈ গৈছিল। কি অমানৱীয় মনোবৃত্তি তেওঁৰ এই মৰমৰ ভায়েকৰ। মহেন্দ্ৰ কলিতাক যোৱা কিছু দিনৰ ঘটনাৱলীয়ে অৰ্ধমৃত মানুহজনক যেন মৃত্যুৰ পিনেহে ঠেলি দিলে। কি অমানুষ তেওঁৰ এই ভায়েক, কয় বোলে এনে আন্দোলনত এনে হত্যা, লুণ্ঠন, ঘৰ জ্বলোৱা আদি অনিবাৰ্য। শ্বেক্‌ছপীয়েৰৰ 'মাৰ্চেণ্ট অৱ্ ভেনিচ' পঢ়া তেওঁৰ শিক্ষিত ভায়েকে সেই নাটকৰ তেজ নোলোৱাকৈ কেনেকৈ মঙহ দিব পৰা যাব যুক্তি দৰ্শাই কয় যে একেদৰেই ৰক্তপাত নিবনে কোনো বিদেশী নাগৰিকক খেদা সম্ভৱ নহয়; অৱশ্যে তেওঁ নিশ্চয় দুষ্কৰ্মক সমৰ্থন নজনায়, কিন্তু এনে ঘটনা যে অৱধাৰিত সেই কথাহে ককায়েকক বুজাব খোজে।

মহেন্দ্ৰ কলিতাৰ সাধাৰণতে খুবেই কম খং উঠে বা তাৰ বাহ্যিক প্ৰকাশ ঘটে। কিন্তু সিদিনা ভায়েকৰ মুখত তেনে কথা শুনি তেওঁ হঠাতে উগ্ৰমূৰ্তি ধৰি চিঞৰি উঠিছিল, ঐ অমানুষ দানৱ, তোক এনে বিবেকহীন, দয়ামায়াহীন কৰি তুলিবলৈহে নো মই পঢ়ুৱালোঁ-শুনোৱালোঁনে? তোক যে মই ইমান ভয়ংকৰ ঘটনাবোৰ ক'লোঁ, তাৰ প্ৰতিক্ৰিয়া তোৰনো এনেহে হ'লনে? সেই হতভাগ্য মানুহবোৰৰ বাবে তই মোৰ আগত অলপো দুখ প্ৰকাশ নকৰি এতিয়া যুক্তি দৰ্শাবলৈ আহিছ এনে ঘটনা অৱধাৰিত! লেখা-পঢ়া শিকি এনে অমানুষহে হ'লি নে তইঁত? লোকৰ দুখ-যন্ত্ৰণা-কষ্ট হৈছে— তাত তোৰ কি, নহয়? পিছে তোৰ মামুন, টুটুনক কোনোবাই জুইত জাপি দিলে গম পালিহেঁতেন যে বালীৰ যি শৰ সুগ্ৰীৱৰো সেই একেই শৰ!

ককায়েকৰ গালিত প্ৰথমতে অলপ কাবু হৈ পৰা সমীন্দ্ৰ কলিতাই কিন্তু নিজৰ জীয়েক-পুতেকক ধৰি তেনে ভয়ংকৰ কথা কোৱাত খঙত হিতাহিত জ্ঞান হেৰুৱালে— নিজৰ ভতিজাকৰ বিষয়ে কোনোবা মানুহে এনে সৰ্বনশীয়া কথা উচ্চাৰণ কৰিব পাৰেনে? তেওঁ বিহু বাদ দি তেতিয়াই গুৱাহাটীলৈ ঘূৰি যাবলৈ ওলাল। সিফালে ভিতৰত একেদৰে খঙত পাগলীৰ দৰে হৈ অকণমানি টুটুনক বুকুত হেঁচা মাৰি ধৰি সমীন্দ্ৰৰ ঘৈণীয়েক আৰতিয়েও প্ৰচণ্ড জোৰে চিঞৰি উঠিল, আপুনি যদি থাকেও মই এইটো ঘৰত এক মুহূৰ্তও নাথাকোঁ। আমি ইয়ালৈ বিহু নহয় বিহ খাবলৈহে আহিলোঁ যেনিবা! কোনোবা বৰদেউতাকেনো নিজৰ পুতেকৰ দৰে ল'ৰা-ছোৱালীক লৈ এনে ভয়ংকৰ অমংগলীয়া কথা ক'ব পাৰেনে, ইয়াৰ পিছত এই ঘৰত থকাৰ প্ৰশ্ন উঠেনে—

আৰতি খঙত বাকৰুদ্ধ গৈছিল, শাহুৱেকে চকুলো টুকি টুকি সৈমান কৰাৰ চেষ্টা কৰি বৰ পুতেকক গালি পাৰিছিল আৰু সেই খং আৰু চকুপানী পৰ্বৰ প্ৰচণ্ডতা কমি অহাৰ সুৰুঙাতে মহেন্দ্ৰ কলিতাই গহীন কিন্তু বিষাদৰ সুৰ মিহলি কণ্ঠেৰে ধীৰভাৱে কৈছিল— মানুহে সকলো কথা নিজৰ গাত চিকুটি চাই ভাবিব লাগে, বিশেষকৈ অইনৰ বিষয়ে কিবা মন্তব্য কৰিবলৈ গ'লে আগে নিজলৈ চাই ল'ব লাগে। আমি নিজ সন্তানক জুইত জাপি দিয়াৰ কথা এষাৰ শুনিলেই উন্মত্তপ্ৰায় হৈ উঠোঁ, গতিকে যিবোৰ মানুহৰ সন্তানক সঁচাকৈয়ে জুইত জপা হ'ল, সেইবোৰৰ মাক-বাপেকবোৰৰ মনৰ অৱস্থা কি ভীষণ হ'ব পাৰে, সেই কথা আমি কিয় ভাবি চাব নোৱাৰোঁ? আমি কিয় এনে স্বাৰ্থপৰ? মোৰ দুখ যেনেকৈ সঁচা, আনৰ দুখো সেই একেদৰেই সঁচা— এই কথা মনত ৰাখি চলিব পাৰিলেহে মানুহে নিজকে প্ৰকৃত মানুহ বুলি পৰিচয় দিয়াৰ অধিকাৰ পাব।

ভাইবোৱাৰীয়েকৰ উদ্দেশ্যে এইখিনি কথা কৈ মহেন্দ্ৰ কলিতাই বাৰীৰ পিনে গহীনাই গুচি গৈছিল আৰু মাকৰ কাবৌ-কাকুতিত সমীন্দ্ৰহঁত গুৱাহাটীলৈ নোযোৱাকৈ থাকিছিল। অৱশ্যে বিহুৰ উৎসৱ বোলা বস্তুটো ঘৰখনৰ প্ৰায় অন্তৰ্হিত হৈ গৈছিল, সমীন্দ্ৰই গাঁৱত থকা দিনকেইটা বেছিভাগ সময় বাহিৰে বাহিৰে অ'ত-ত'ত আড্ডা দিয়েই কটাই দিছিল। তেওঁ ককায়েকক এৰাই চলিছিল যদিও ককায়েকৰ সম্পৰ্কে আলোচনা ঠিকেই চলাই গৈছিল। সমীন্দ্ৰই গাঁৱত বহুত মানুহক লগ পাইছিল যি পূৰামাত্ৰাই তেওঁ কোৱা কথাবোৰকে নিজ নিজ মনত পোষণ কৰি ৰাখিছে। গতিকে প্ৰথম অৱস্থাত ককায়েকৰ কথা অলপ মৃদু ভৰ্ৎসনাৰ সুৰত ক'লেও পিছলৈ তেওঁ সেই কথাও ক'বলৈ নেৰিলে যে এনে ঢিলাবিধৰ মানুহ কিছুমানৰ বাবেই অসমৰ এনে দুৰৱস্থা হৈছে। আজি জোঁৰ পুৰি হাত পাইছেহি, আজি বাংলাদেশীয়ে পংগপালৰ দৰে অসমক ছাতি ধৰিছেহি— তেনে অৱস্থাত এতিয়া মানৱতা মানৱতা বুলি বুৰ্বকৰ দৰে চিঞৰি থাকিলে হ'ব নে? এতিয়া সকলো মানুহ দৃঢ়ভাৱে আগ নাবাঢ়িলে অসম ৰাসাতলে যাব, অসমৰ ভাষা-সংস্কৃতি ৰসাতলে যাব, অৰ্থনীতি সম্পূৰ্ণ ধ্বংস হ'ব।

সমীন্দ্ৰই গাঁৱৰ মানুহৰ লগত এইবোৰ আলোচনা কৰোঁতে ক্ৰমে উত্তেজিত হৈ পৰে, ক্ৰমে তেওঁৰ কথা বক্তৃতাত পৰ্যৱসিত হয় আৰু শ্ৰোতাসকলে মুগ্ধভাৱে তেওঁৰ কথা শুনি শুনি ভাবে যে সমীন্দ্ৰ কলিতাই কেৱল গুৱাহাটী চহৰৰ কলেজত অধ্যাপনা কৰিয়েই গাঁৱৰ মুখ উজ্বলোৱা নাই, দেশপ্ৰেমৰ আদৰ্শৰেও গাঁৱৰ নাম জিলিকাই আছে।

পিছে এদিনাখন সমীন্দ্ৰৰ এই ধৰণৰ কথা-বতৰা মহেন্দ্ৰ কলিতাৰ কাণলৈ গৈছিল আৰু ভায়েকক মাতি আনি গহীনাই সুধিছিল, মামুনে অসমীয়া পঢ়িব পাৰেনে নোৱাৰে?

ককায়েকৰ প্ৰশ্নৰ অভাৱনীয়ত্বত থোতামোজা খোৱা সমীন্দ্ৰই হঠাতে কোনো কথা ক'ব পৰা নাছিল যদিও অলপ পিছতেই মাতলৈ প্ৰতিৰোধৰ সুৰ আনি সি উত্তৰ দিছিল, তাই চেণ্ট্ৰেল স্কুলত পঢ়ে, চেণ্ট্ৰেল স্কুলৰ শিক্ষা বৰ উচ্চ খাপৰ, তাত ছিট পোৱাই বৰ টান, আমাৰ মামুন বৰ চোকা বুধিৰ বাবেহে ছিট পাইছে, আমাৰ ঘৰৰ ওচৰৰ তাইৰ লগৰ ৰুবীয়েও চিট পৰীক্ষা দিছিল যদিও নাপালে। চেণ্ট্ৰেল স্কুলত অসমীয়া নিশিকায় বাবে মামুনে অসমীয়া শিকিব পৰা নাই।

হয় নেকি? মহেন্দ্ৰ কলিতাৰ মাতটো আৰু বেছি গহীন হৈ ওলাইছিল— তই তেন্তে আজিৰ পৰা অসমীয়া ভাষা-সংস্কৃতি— এই দুটা শব্দ কেতিয়াও মুখেৰে উচ্চাৰণ নকৰিবি। নিজৰ ল'ৰা-ছোৱালীকে মাতৃভাষা নিশিকোৱা মানুহৰ সেই শব্দকেইটা উচ্চাৰণ কৰাৰ কোনো অধিকাৰ নাই। তদুপৰি এই কথাটোও সদায় মনত ৰাখিবি— অসমীয়া সাহিত্য-সংস্কৃতি কোনো বিদেশীয়ে নহয়, তহঁতৰ দৰে অসমপ্ৰেমীবোৰেই এদিন কবৰ দি পেলাবি।

কথাকেইটা কৈ মহেন্দ্ৰ কলিতা গৈ ল'ৰা-ছোৱালীবোৰৰ পঢ়া কোঠালী সোমাইছিল আৰু সমীন্দ্ৰই নিৰুপায় খঙত একেছাবে গৈ মাকৰ ওচৰত অৱদমিত খঙত উদ্‌গীৰণ কৰিছিল, দাদাটোৱে মোক অহাৰ দিন ধৰি ইমান অপমান কৰি আছে! আৰু যদি কেতিয়াবা এইখন ঘৰত ভৰি দিওঁ! গাঁৱৰ বোবা-পানী), আলৈ-আহুকাল, নানা ধৰণৰ দুৰ্ভোগ সহ্য কৰিও তহঁতৰ মৰমতে আহি থাকিছিলোঁ— এইবাৰৰ পৰা আৰু কেতিয়াও এইফালে মন নকৰোঁ, তোৰ যদি সৰু পুতেৰক আৰু বোৱাৰী-নাতিক চাবৰ মন যায় তয়ে চহৰলৈ মাজে মাজে যাবি মাই, এইখন ঘৰত আৰু আমাক দেখা নাপাবা। মোৰ ভাগৰ সা-সম্পত্তিবোৰ চমজি লৈ এইবাৰেই সেইবোৰ কাৰোবাক বেচি দি থৈ যাম।

সমীন্দ্ৰই সেইবাৰ সঁচাকৈয়ে নিজৰ ভাগৰ মাটিখিনি বিক্ৰী কৰাৰ কাৰবাৰত লাগি গ'ল ঃ কলেজৰ বেছি লেঠা নাই, ক্লাছ-টাছতো আন্দোলনৰ বাবে নহয়েই, কেৱল নিয়ম ৰক্ষা কৰি চুটি ল'ব লাগে। তাকেই কৰিলে সমীন্দ্ৰই, ছুটীৰ ম্যাদ বঢ়াবলৈ বেমাৰৰ অজুহাত দি আবেদন জনাই তেওঁ মাটিৰ উপযুক্ত গ্ৰাহক বিচৰাত লাগি গ'ল।

জীৱনত প্ৰথমবাৰৰ বাবে মহেন্দ্ৰ কলিতাৰ নিজৰ ঘৰখন অসহ্য লগা হ'ল। পবিত্ৰীবালাৰ মৃত্যুৰ পিছত ঘৰৰ আকৰ্ষণ তেওঁৰ বাবে বহুত কমি গৈছিল হয়, কিন্তু এনেকৈ অসহ্যতো লগা নাছিল। আজিকালি সমীন্দ্ৰৰ তালৈ মাটি কিনা গ্ৰাহক দুই-চাৰিজন আহিয়েই থাকে আৰু মাটি বাবীৰ কথা-বতৰাৰ লগতে অৱধাৰিতভাৱে দেশৰ পৰিস্থিতিৰ কথাও ওলাবই। মহেন্দ্ৰ কলিতাই ঘৰত থকা সময়ত নুশুনিব খুজিলেও সেই কথা-বতৰাবোৰৰ টুকুৰা টুকুৰ কথা আহি তেওঁৰ কাণত ঠহৰ ঠহৰকৈ লাগিবই আৰু তেনেবোৰ সময়ত তেওঁৰ বাবে ঘৰখন 'ছুইট হ'ম'ৰ সলনি 'বিটাৰ হ'ম'ত পৰিণত হৈ যায়। এই সকলোবোৰ মানুহৰ মুখত মাত্ৰ একেটা কথা— কোন গাঁৱত চি আৰ পিয়ে কি কৰিলে, মিলিটাৰিয়ে কি কৰিলে, কাৰ কি লটি-ঘটি হ'ল, ইত্যাদি। কিন্তু এই মানুহবোৰেতো ভুলতো হত্যাকাণ্ড, ঘৰ জ্বলোৱা আদি নানা নৃশংস অত্যাচাৰৰ বলি হোৱা মানুহবোৰৰ দুখত এটাও আয়ে দেহি জাতীয় শব্দ প্ৰকাশ নকৰে! হ'ল কি মানুহবোৰৰ? মনুষ্যত্ব, দয়া-মায়া আদি এওঁলোকে কিয় আৰু কেনেকৈ বিসৰ্জন দিলে? ভৱিষ্যৎ পুৰুষে ইয়াৰ ফলত কি অমানবীয়তাৰ শিক্ষা পাই আছে কোনোবা সৎবুদ্ধিৰ দায়িত্বজ্ঞানসম্পন্ন মানুহে ভাবি চাইছেনে?

যি হওক, সমীন্দ্ৰৰ এই মাটি বেচা পৰ্বত ঘৰখন আন এটা কথাতো অসহ্য লগা হ'ল, পিতৃপুৰুষৰ মাটি ভায়েকে আজি এনেকৈ লোকক বেচি দিবলৈ ওলাইছে। কি গভীৰ পৰিতাপৰ কথা। মহেন্দ্ৰ কলিতাই যেন তেওঁৰ পিতৃ-পিতামহৰ অদৃশ্য তপত হুমুনিয়াহহে শুনিবলৈ ধৰিলে। সেই হুমুনিয়াহে তপত শেলৰ দৰে তেওঁৰ অন্তৰ বিদ্ধ কৰিবলৈ ধৰিলে আৰু শেষত সকলো কথাৰ বাবে অতিষ্ঠ হৈ তেওঁ ঠিক কৰিলে যে কেইদিনমানৰ বাবে গৈ ভনীয়েক দময়ন্তীৰ ঘৰতে থাকিবগৈ।

দময়ন্তী তেওঁতকৈ দুই বছৰে সৰু। বিয়া হৈছে তেওঁলোকৰ গাঁৱৰ পৰা পাঁচ মাইল আঁতৰত থকা গাঁও এখনৰ ধনী মহাজন এজনৰ লগত। দূৰত্বৰ পিনৰ পৰা পাঁচ মাইল গাঁৱৰ মানুহৰ বাবে একো ডাঙৰ কথা নহয়, মহেন্দ্ৰ কলিতাৰ চাইকেলো আছে, কিন্তু দময়ন্তীৰ আপত্তি যে সেইখিনি দূৰত্বও ককায়েকে অতিক্ৰম কৰি তেওঁলোকৰ ঘৰলৈ আহিব নোৱাৰে। সৰু ভনীয়েক বাসন্তীৰ বিয়া হৈছে সৈন্য বিভাগত কাম কৰা মানুহ এজনৰ লগত, তাই সুদূৰ পঞ্জাৱত থাকে, কিন্তু দূৰত্বৰ পিনেৰে মহেন্দ্ৰ কলিতাৰ বাবে যেন দময়ন্তী বাসন্তী সমান দূৰৰে মানুহ, তেওঁ যেনেকৈ হাজাৰ মাইল দূৰৰ পঞ্জাৱত থকা ভনীয়েক বাসন্তীৰ তালৈও নাযায়।

আচলতে মহেন্দ্ৰ কলিতাই দময়ন্তীৰ প্ৰতি মৰমৰ অভাৱত নহয়, তাইৰ মৰমৰ আধিক্যতহে ভনীয়েকৰ ঘৰলৈ যাব নোখোজে। ইফালে ফোপজহী ভনী জোঁৱায়েকৰ নিজৰ নদন-বদন অৱস্থা, ব্যৱসায়ত নিজৰ কৃতিত্ব আদিৰ অন্তহীন আত্মপ্ৰচাৰেও মহেন্দ্ৰ কলিতাক উত্যক্ত কৰি ৰাখে। নিজৰ ধনৰ গৌৰৱতে তেওঁ বস্তু-বাহানিৰ বোজা কৰি আনি ঘৈণীয়েকক দিয়ে ককায়েকক মুখ উপচি পৰাকৈ খুৱাবলৈ আৰু দময়ন্তীয়েও সাতখন-আঠখন হৈ মহা উৎসাহত ককায়েকৰ বাবে ৰান্ধি তৎ নাপায়। এইদৰেই ভনীয়েক আৰু ভনী জোঁৱায়েকৰ মাত্ৰা চেৰাই যোৱা আদৰ-যত্নৰ উৎপাতত মহেন্দ্ৰ কলিতাই ক্ৰমে ক্ৰমে সেই পাঁচ মাইলৰ ক্ষুদ্ৰ ব্যৱধানক বিৰাট কৰি পেলালে।

গতিকে আজি অত বছৰৰ পাছত ককায়েকৰ অভাৱনীয় আগমনত দময়ন্তী আনন্দত আত্মহাৰা হৈছিল।

মহেন্দ্ৰ কলিতাই এইবাৰ সকলো মৰমৰ অত্যাচাৰ, প্ৰাচুৰ্যৰ অত্যাচাৰ সহজভাৱে সহি যাব বুলিয়েই সাজু হৈ আহিছিল, গতিকে তেনে মানসিক প্ৰস্তুতিৰে তেওঁ দময়ন্তীৰ ঘৰৰ সকলো ধৰণৰ আধিক্যক আগতকৈ বহুত বেছি সহনীয় কৰি তুলিব পাৰিছিল।

আবেলি গৈ পোৱা ককায়েকক জা-জলপান খুৱাই চাহৰ কাপ আগুৱাই দি দময়ন্তী ওচৰতে বহি লৈছিল। আৰু ইমান পৰে কোনোমতে হেঁচা দি ৰখা উত্তেজনাৰ বান্ধটো খুলি দি তাই ককায়েকক কৈ গৈছিল সিটো চুবুৰীত কেনেকৈ মিলিটাৰী আৰু চি আৰ পিৰ অত্যাচাৰ চলা বুলি গম পাই সিহঁতবোৰ সেইকেইদিন দিন-ৰাতি ঘৰ-দুৱাৰ বন্ধ কৰি ঘৰতে সোমাই আছিল। তাৰ পিছত তাই দুখ কৰিছিল তাইৰ চিনাকি ছোৱালী এজনীৰ কথা কৈ, বেচেৰী অতি দুখীয়া বিধৱা মাকৰ ছোৱালী, বয়স বাঢ়ি গৈ আছে কিন্তু মাকে কাকো গতাব পৰা নাই ছোৱালীজনীৰ ৰূপ নাই বাবে। তাৰ পিছত যেনিবা ওচৰৰ গাঁৱৰ ৰূপেন বুঢ়াই ধেমালি নিব খুজিছিল। 'অ' ৰূপেন বুঢ়া কোন? ৰূপেন বুঢ়াক মানুহে তিৰি খকুৱা বুঢ়া বুলিও কয়। এসময়ত কাননগো আছিল, অৱস্থা বৰ নদন-বদন, দুই-তিনিখন বোলে খাতেই আছে। মানুহে কয় কাননগো হৈ থকা সময়ত পইচা খাই খাই ৰূপেন বুঢ়াই চাৰিওপিনে খাত পামবোৰ কৰিছিল আৰু তাত খেতি কৰিবলৈ মৈমনছিঙিয়াসকলক আনি বহুৱাইছিল। ৰূপেন বুঢ়াই বৰ্তমান এই আন্দোলনতো ধনবল-জনবলেৰে বৰ সহায় কৰিছে— পিছে আমাৰ গাঁৱৰ হলধৰহঁতে কয়— হুলধৰটো বোলে কিবা 'এমেল'— ৰূপেন বুঢ়াই এসময়ত কম পইচা দিলেই আমাৰ অসমীয়াতকৈ বহুত বেছি গুণে খেতি কৰি দিব পাৰে বুলিয়েই হেনো এই বাংলাদেশীবোৰক জাকে জাকে আনি আমাৰ মাটিত বহুৱাইছিলহি, আজি বুঢ়াই সিহঁতক খেদাব লাগে বুলি ভণ্ড বিড়াল তপস্বী সাজিছে। যি হওক, ঘৰত থকা ঘাই বুঢ়ীজনীৰ বাহিৰেও ৰূপেন কাননগোৰ দুখন খাতত বোলে দুজনী তিৰোতা আছে। আন নহ'লেও তাই দুবেলা দুমুঠি সুখেৰে খাই থাকিব পাৰিলেহেঁতেন আৰু মাক বুঢ়ীও নিশ্চিন্ত মনেৰে চকু মুদি সিফলীয়া হ'ব পাৰিলেহেঁতেন। কিন্তু মানুহে কয় বোলে বুঢ়ীৰ ঘৰত মিলিটাৰী সোমাই বুঢ়ীৰ জীয়েকক অত্যাচাৰ কৰি থৈ গৈছে। সেই কথা শুনাৰ পাছৰে পৰা গাঁৱত বুঢ়ীকতো জীয়েকৰ সৈতে এঘৰীয়া কৰি থৈছেই, ৰূপেন বুঢ়ায়ো বোলে কৈ গৈছে যে মিলিটাৰীয়ে চুৱা কৰা তিৰীক তেওঁ এতিয়া ধেমালি কিয়, ঘৰ সৰা-মোছা কৰা, চুৱা ধোৱা বান্দী কৰিও নিনিয়ে। সঁচাই দাদা, বৰ বেয়া লাগে সিহঁতলৈ, কি যে হ'ল আমাৰ গাঁওবোৰত, মানুহবোৰৰ গাত যে কি কালিকা লাগিল, তুমিতো কাণ্ড-কাৰখানাবোৰৰ কথা শুনিছাই। আজি যদি আমাৰ মানুহবোৰ এনেকৈ 'দেওধা' নুঠিলহেঁতেন, নিৰ্দোষী মানুহবোৰক কাটি-মাৰি খাণ্ডাং নকৰিলেহেঁতেন, মিলিটাৰীৰ, চি আৰ পি আহিয়েই বা আমাৰ গাঁওবোৰ এনেকৈ মহতিয়াই ফুৰিলেহেঁতেন কিয়? কাৰ পাপত কোনে শাস্তি ভোগে চোৱাচোন এতিয়া!'

দময়ন্তীৰ কথাবোৰ শুনি শুনি মহেন্দ্ৰ কলিতা হাতৰ চাহৰ কাপ হাততে লৈ স্তব্ধ হৈ তলমূৰকৈ বহি আছিল, কিন্তু সেই কথাবোৰে তেওঁৰ মুখলৈ অপৰিসীম বেদনাৰ ভাব থুপ খুৱাই আনিলেও তাত আনন্দৰ ঢৌ এটাও যেন খেলি গ'ল। তেওঁ তললৈ হাউলি যোৱা মুখখন অলপ তুলিভনীয়েকৰ ফালে চালে আৰু অতি মৰমসনা হাঁহি এটা মাৰি ক'লে, 'বৰ নামাই, তই আমাৰ সমীনৰ দৰে শিক্ষা-দীক্ষা নাপায়ো যিখিনি জ্ঞানীৰ দৰে কথা ক'ব বা ভাবিব পাৰিছ সি স্কুল-কলেজত মস্ত মস্ত পুথি পঢ়িও তেনেকৈ ভাবিব পৰা নাই। সি তোতকৈও অজ্ঞানী হৈ আছে। সকলো মানুহ যে একে, সকলো মানুহৰ পেটৰ ভোক একে, সুখ-দুখ একে সি কুবুদ্ধি লোৱাটোৱে ভাবিবই নোৱৰা হৈছে। বাৰু তই এতিয়া উঠি মোক আৰু একাপ চাহ বনাই দে, 'কুৰ্মা' দোকানৰ পৰা অহাৰ আগতে মই এপাক গাঁও ফুৰি আহোঁগৈ।' ককায়েকে আৰু একাপ চাহ খাব বিচাৰিছে, দময়ন্তী প্ৰায় একে জাঁপে বহাৰ পৰা উঠিল।

ইয়াৰ পিছত এনে এটা ঘটনা ঘটিছিল বা অধিক শুদ্ধকৈ ক'বলৈ হ'লে মহেন্দ্ৰ কলিতাই এনে এটা ঘটনা কৰিছিল যে কেইদিনমানলৈ তেওঁৰ গাঁৱৰ, দময়ন্তীহঁতৰ গাঁৱৰ মানুহৰ যেন সেই ঘটনাটোৰ বাহিৰে পাতিবলৈ একো কথা নাছিল। কিন্তু মনুহে কেৱল সাধাৰণভাৱে কথা পতা নাছিল, মহেন্দ্ৰ কলিতাক দিয়া ধিক্কাৰ আৰু গঞ্জনাৰে তেওঁলোকৰ আলোচনা মুখৰ হৈ উঠিছিল। যিটো কাণ্ড কৰি মহেন্দ্ৰ কলিতা ধিক্কাৰৰ পাত্ৰ হৈছিল সেই কাণ্ডটো হ'ল এয়ে যে তেওঁ মিলিটাৰীৰ দ্বাৰা অত্যাচাৰিতা হোৱা বুলি শুনা, গাঁৱৰ মানুহে এঘৰীয়া কৰি

থোৱা সেই দুখুনী বিধৱাৰ জীয়েকজনীক বিয়া কৰাই আনি ঘৰ সুমুৱাইছিল আৰু মাকক কৈছিল,— বহুত দিনৰে পৰা বোৱাৰী লাগে বুলি মোক তৎ নোপোৱা কৰি আছিলা নহয়, এয়া চোৱা লক্ষ্মী বোৱাৰী এজনী আনি দিলোঁ, এইবাৰ বুঢ়া হাড়কেইডালক অলপ জিৰণি দিয়া। অৱশ্যে ইমান দিনৰ হেঁপাহৰ বোৱাৰী পাই মহেন্দ্ৰ কলিতাৰ বুঢ়ী মাকৰ মুখত আনন্দৰ হাঁহি বিৰিঙা নাছিল, তেওঁ হিয়া ঢাকুৰি কান্দিছিলহে, কিন্তু লগতে এই কথাও বুজিছিল যে তেওঁৰ এই পুতেকজন বহুততকৈ সম্পূৰ্ণ বিপৰীত, নিজে যিটো কাম উচিত বিবেচনা কৰি কৰিবলৈ ল'ব, তাৰ পৰা বিৰত কৰিব পৰা মানুহ এই পৃথিৱীত জন্মা নাই।

গাঁৱত ঘটা সকলো ঘটনাৰ কথাই কম-বেছি পৰিমাণে মহেন্দ্ৰ কলিতাৰ কাণত পৰে। তেওঁৰ বিৰুদ্ধে যিবোৰ মানুহে আলোচনা কৰে, সেই মানুহেই আকৌ তেওঁৰ ঘৰত জুতিকৈ চাহ-তামোল খাই অইনবোৰৰ কথা তেওঁক লগাই দি নিজে নিবোকা চামোনৰ ভাও ধৰে। তেনেকৈয়ে তেওঁ গম পালে যে গাঁৱৰ ডেকাচামে তেওঁৰ বিয়াখন লৈ নানা ঠাট্টা-তামাছা কৰি থাকে— বুঢ়াই আৰু নোৱাৰিলে, মানুহক দেখুৱাই ইমান দিনে আদৰ্শ ব্ৰহ্মচাৰী হৈ আছিল, এতিয়া গাভৰু ছোৱালী পাই একেদিনাই বিয়াত বহি গ'ল, তেওঁ যদি ক'ৰবাৰ চৰিত্ৰৱতী ছোৱালী পালেহেঁতেন! পিছে এই বুঢ়া বয়সতনো আৰু ক'ৰ পৰা ভাল ছোৱালী পাব—!

এইবোৰ কথা কাণত পৰাৰ পাছত মহেন্দ্ৰ কলিতা এদিন সেই ডেকাবোৰৰ মুখামুখি হৈ ল'লে আৰু শান্ত গহীন মাতেৰে ক'লে— হেৰা বাপাহঁত, আমাৰ ছোৱালীবোৰক, তিৰোতাবোৰক চি আৰ পি, মিলিটাৰীয়ে অত্যাচাৰ কৰা বুলি তোমালোকে সিহঁতক ধিক্কাৰ দি দি সিহঁতৰ চৌদ্ধ পুৰুষ উদ্ধাৰ কৰিলা আৰু সেই অত্যাচাৰীতা বুলি ভবা তিৰোতাবোৰৰ ওচৰলৈ জাকে জাকে গাঁৱৰ মানুহ গৈ তেওঁলোকৰ দুখত বিননি জুৰিলা। সান্ত্বনা দিলা, কাপোৰ-কানি, বয়-বস্তু আদিৰে সহায় কৰিলা আৰু চাৰিওপিনে মেল-মিটিং পাতি, কাকতত লেখি তেওঁলোকৰ ওপৰত হোৱা অত্যাচাৰক দোষাৰোপ কৰিলা। বৰ ভাল কাম কৰিলা, পিছে বোপাহঁত তাৰ দ্বাৰা আমাৰ এই তিৰীসকলৰ কি লাভ হ'ল? এজনীক বোলে আজিলৈকে গিৰীয়েকে গ্ৰহণ কৰা নাই, তোমালোকে সেই মতা মানুহজনক প্ৰকৃত অৰ্থত তেওঁ নিৰ্দোষ ঘৈণীয়েকক গ্ৰহণ কৰাব পাৰিবানে বা তাৰ কিবা আশাশুধীয়া চেষ্টা কৰি আছানে? চহৰৰ সভাত সতী আখ্যা দিলেও গাঁৱত পতিতা হৈ থকা কোনোবা ধৰ্ষিতা গাভৰুক তোমালোকৰ মাজৰ কোনোবা বাক্যবীৰ ডেকাই বিয়া কৰাবলৈ আগবাঢ়ি আহিবানে? মই জানো নাহা, কাৰণ বয়সতহে তোমালোক ডেকা, মনেৰে কিন্তু তোমালোক নানা সুসংস্কাৰেৰে ভৰা একো একোজন মান্ধাতা যুগৰ বুঢ়া মানুহ। আনহাতে মই দেহেৰে বুঢ়া হ'লেও মনেৰে নতুন দিনৰ পোহৰ পোৱা এজন ডেকা মানুহ। তোমালোকো যাতে প্ৰকৃত অৰ্থতে নতুন পুৰুষ হ'ব পাৰা সদায় তাকেই আশা কৰিম।

হতভম্ব হৈ তেওঁৰ কথা শুনি থকা ডেকাকেইজনক সেইখিনি কোৱাৰ পিছত মহেন্দ্ৰ কলিতা দুপদুপকৈ সেই ঠাই এৰি নিজৰ ঘৰ অভিমুখে ৰাওনা হৈছিল।

মহেন্দ্ৰ কলিতা তৰুণী ভাৰ্যাৰ বৃদ্ধ স্বামী হৈয়ে ক্ষান্ত থকা নাছিল, এটি তিনিমহীয়া পানী কেঁচুৱাৰো তেওঁ পিতৃত্ব বৰণ কৰিছিল। বিয়া কৰাই উঠাৰ মাত্ৰ কেইদিনমানৰ পিছতে তেওঁ সৰ্বাংগ বেণ্ডেজ বন্ধা কেঁচুৱা এটি আনি ঘৈণীয়েকৰ কোলাত দি কৈছিল— আজিৰ পৰা এইজনী আমাৰ জী আৰু হৰেন্দ্ৰ-সাবিত্ৰীহঁতৰ ভনীয়েক। মই এইক আশ্ৰয় শিবিৰ এটাৰ পৰা লৈ আহিছোঁ, এইৰ মাক-বাপেকক জুইত পুৰি মৰা হৈছে। এইকো জুইত পেলোৱা হৈছিল, পিছে কোনোবাই আধাপোৰা অৱস্থাৰ পৰা উদ্ধাৰ কৰি আনিছিল। এইৰ ঘাবোৰত খুব সাৱধানে মলম লগাব লাগিব, মই সকলো ঔষধ-পাতি আনিছোঁ। ডাক্তৰে কৈছে যে তাই বাচিব, আচৰিতো হৈছে ডাক্তৰ, এনে সাংঘাতিকভাৱে পোৰা যোৱাৰ পিছত হেনো খুব কম কেঁচুৱাহে বাচে। এইবাৰ মহেন্দ্ৰ কলিতাৰ মাতটো মৰমত আৰু গৌৰৱবোধত আবেগকম্পিত হৈ ওলাইছিল, আমাৰ এই আইজনীয়ে জীয়াই থকাৰ সংগ্ৰামত যি শক্তিৰ পৰিচয় দিলে সেই শক্তিয়ে প্ৰমাণ কৰিলে যে আমি প্ৰাণপণ যুদ্ধ দিলে পৃথিৱীৰ অশুভ শক্তিবোৰক ধ্বংস কৰি মানৱতা বাচি থকাৰ অধিকাৰক পুনৰ প্ৰতিষ্ঠা কৰিব পাৰিমেই পাৰিম।

(ৰচনাকাল : ১৯৮৭)

# এটা বনভোজৰ কাহিনী

চিঞৰ-বাখৰ, হেঁচা-ঠেলা আদি শেষ হোৱাৰ পিছত অৱশেষত ড্ৰাইভাৰে বাছ ষ্টাৰ্ট দিলে। ড্ৰাইভাৰৰ পিছৰ ছিটটোত হেণ্ডিমেনৰ উপৰি হোষ্টেল এখনৰ ৰান্ধনি আৰু এজন বয় বহিছে। সিহঁতে খুব হেঁচা-হেঁচিকৈ বহিছে, কিন্তু উপায় নাই, গোটেই বাছখনেই ছাত্ৰ-ছাত্ৰীৰে ভৰা, সিহঁতেও বৰ ঘনকৈ বহিছে। মাত্ৰ সন্মুখৰ দুজনীয়া ছিটটোত ইনচাৰ্জ হিচাপে যোৱা অধ্যাপকজনে অকলে দখল কৰি বহিছে। তেওঁ অৱশ্যে পিছপিনে মুখ ঘূৰাই ছাত্ৰ-ছাত্ৰীসকলক কৈছে— তোমালোকৰ কাৰোবাৰ বহাত অসুবিধা হ'লে এজনে আহি মোৰ কাষত বহিব পাৰা।

নাই ছাৰ, আমাৰ কোনো অসুবিধা হোৱা নাই। ছাত্ৰ-ছাত্ৰীসকলে সমস্বৰে কৈ উঠিল, কাৰণ, ছাৰৰ কাষত এটুকুৰা নিৰ্জীৱ কাঠৰ দৰে চুপ্-চাপ্ হৈ বহি যোৱাতকৈ বাছৰ পাওদানিত ওলমি যোৱাই ভাল। কিমাননো দূৰ— মাত্ৰ পঞ্চাছ কিল'মিটাৰ, ড্ৰাইভাৰে কৈছে। অৱশ্যে ৰাস্তা খুব ভাল নহয়; কিন্তু গুৱাহাটীৰ ৰাস্তাই বা কি ভাল? এই ওখোৰা-মোখোৰা ৰাস্তাততো চিটীবাছত ওলমি ওলমিয়ে দিন পাৰ কৰি দিয়া হৈছে।

বাছখন চলিবলৈ আৰম্ভ কৰাৰ লগে লগে ছাত্ৰ-ছাত্ৰীবোৰে শ্ল'গান দিবলৈ ধৰিলে; 'জয় ব্ৰহ্মপুত্ৰ কলেজৰ জয়', 'জয় ছ'চিয়েল ছাৰ্ভিচ দলৰ জয়', 'জয় ছাত্ৰ সন্থাৰ জয়' 'জয় আই অসম'—

ভাড়া কৰা বাছ, তথাপি কেইজনমান অত্যুৎসাহী ছাত্ৰই মালপত্ৰ বোজাই কৰাৰ সময়ত পৈত্ৰিক সম্পত্তিৰ দৰে বাছখনৰ 'বডি'ত সিহঁতে চিঞৰি চিঞৰি কোৱা আটাইবোৰ শ্ল'গান চক্ পেঞ্চিলেৰে লেখি পেলাইছিল। গতিকে ৰাস্তাৰে অহা-যোৱা কৰা মানুহৰ বাবে এইটো ধাৰণা কৰা অস্বাভাৱিক নহয় যে আজি 'আছু'ৰ ক'ৰবাত কিবা এটা প্ৰ'গ্ৰাম আছে, বাছভৰ্তি ছাত্ৰ-ছাত্ৰীবোৰৰ গন্তব্য স্থান সেই ঠাই, 'আছু'ৰ জয়ধ্বনিও সেইবাবেই দিয়া হৈছে। অৱশ্যে উঠোৱা মাল-পত্ৰ যদি কোনোবাই লক্ষ্য কৰে, তেন্তে এইটো ধাৰণা কৰিব যে আজি এওঁলোকৰ ক'ৰবাত পিকনিক আছে।

আচলতে কিন্তু এই এবাছ ছাত্ৰ-ছাত্ৰী কলেজৰ ফালৰ পৰা 'ধানদিয়া' নামৰ এখন গাঁৱত ছচিয়েল ছাৰ্ভিচৰ এটা প্ৰ'গ্ৰাম কৰাৰ বাবে আহিছে। গোটেই দিনটো তেওঁলোক গাঁৱত থাকিব আৰু ছ'চিয়েল ছাৰ্ভিচ কৰিব। সম্পূৰ্ণ এটা দিনৰ প্ৰ'গ্ৰাম— লগত খোৱা-লোৱাৰ বস্তুখিনি নিবই লাগিব, ৰন্ধাৰ ব্যৱস্থাও ৰাখিব লাগিব।

বাছ চলাৰ বহুপৰ পিছলৈকে ছাত্ৰ-ছাত্ৰীবোৰৰ শ্ল'গান চলিয়ে থাকিল। তাৰ পিছত গুৱাহাটীৰ সীমা পাৰ হৈ নেচনেল হাইৱে পোৱাৰ পিছত শ্ৰোতাৰ অভাৱ লক্ষ্য কৰি সিহঁতে শ্ল'গান বন্ধ কৰিলে আৰু নিজৰ ভিতৰতে কথা-বাৰ্তা পতাত লাগিল। বাছখনৰ শব্দকে তল পেলোৱাৰ বাবে চিঞৰি চিঞৰি সিহঁতে কথা কৈছিল। প্ৰথমতে সিহঁতৰ কথাবোৰ সাধাৰণ আছিল, তাৰ পিছত সেইবোৰ ব্যক্তিগত পৰ্যায়লৈ নামি গ'ল। চিৎকাৰ কৰি কোৱা সেইবোৰ ব্যক্তিগত কথা কিছুসময় পিছত ইমান বেছি ব্যক্তিগত হ'ল যে সন্মুখৰ ছিটত অকলে বহি যোৱা অধ্যাপকে স্বগতোক্তি কৰিলে ঃ মোৰ কাষত কোনোৱে বহিব নুখুজিলে এই কাৰণেই। আজিকালিৰ ল'ৰা-ছোৱালীবোৰ যে কি হৈ গ'ল, শিক্ষকৰ সন্মুখতো যা-তা কথা ক'বলৈ অকণো সংকোচ নকৰে।

তাৰ পিছত এটা সময়ত অধ্যাপক আপোন চিন্তা আৰু বাহিৰৰ দৃশ্যত এনেকৈ মগ্ন হৈ পৰিল যে তেওঁ তেওঁৰ অভিভাৱকত্বত অহা ল'ৰা-ছোৱালীবোৰৰ অস্তিত্ব পাহৰি গ'ল— শীতৰ ৰ'দ এনেদৰে গায়ে-মুখে পৰাত আচলতে এটা বেলেগ ধৰণৰ আমেজ আছে; তাতে শস্য-শ্যামলা অসমৰ ইমান সুন্দৰ প্ৰাকৃতিক দৃশ্যৰ মাজত যাত্ৰাৰ আনন্দই ৰোমাঞ্চকৰ। কিন্তু অসমৰ এই ৰাস্তাবিলাক কি কোনোদিনে ভাল নহ'ব— এতিয়াতো 'আছু জিন্দাবাদ', 'বিদেশী বহিষ্কাৰ হ'বই লাগিব' ইত্যাদি শ্ল'গানেৰে অসমৰ গাঁও-চহৰৰ আটাইবোৰ দেৱাল লেতেৰা হৈ গৈছে— ইস্ এই সৰু ল'ৰাটো এতিয়াই বাছৰ তলিত পৰি মৰিলহেঁতেন। সন্তানবোৰ ক'ত ঘূৰি ফুৰে মাক-বাপেকৰ কোনো খবৰেই নাই; কুকুৰ-মেকুৰীৰ দৰে এপালৰ জন্ম দিয়ে কৰ্তব্য খতম... কোন ছালাৰ সাধ্য আছে ভাৰতত ফেমিলি প্লেনিং সফল কৰাৰ ...

এনেকুৱা নানা দৃশ্য আৰু চিন্তাৰ আৱৰ্তত ডুবি ডুবি এটা সময়ত অধ্যাপকৰ মূৰটো বাছৰ গতিৰ তালে তালে দুলি থাকিল আৰু পিছফালৰ পৰা সেই দৃশ্য চাই ছাত্ৰ-ছাত্ৰীবোৰে ওঁঠ টিপি হাঁহিলে। ইতিমধ্যে সিহঁতৰো

হাঁহি, ঠাট্টা, তামাছা স্তিমিত হৈ গৈছিল। সকলোৱে গন্তব্যস্থান পোৱাৰ বাবে অধৈৰ্য হৈ উঠিল। ইমান সময় লাগিছে। ৰাস্তা বেয়া বাবেই হয়তো গাড়ী বেছি স্পিডত চলাব পৰা নাই।

তথাপি এটা সময়ত পথৰ অন্ত পৰিল। বাছ আহি ধানদিয়া গাঁও পালে। পুনৰ সেই যাত্ৰাৰ সময়ৰ জয়ধ্বনি, হৈ-চৈ, ঠেলা-ঠেলি আৰু কোলাহল। তাৰ মাজতে বাছৰ বাহিৰে-ভিতৰে সিঁচৰতি হৈ পৰিল কেইজনীমান ছোৱালীৰ বিভিন্ন মন্তব্য—'খুব একছাইটেড লাগিছে ভাই, নেভাৰ ইন্ এ ভিলেজ বিফোৰ, যিয়েই নোকোৱা কিয়; পৃথিৱীত যদি এতিয়াও কবিতা জীয়াই আছে তেন্তে এই সেউজীয়া গাঁৱতেই —'শুবনি আমাৰ গাঁওখনি অতি শুৱনি গছেৰে ভৰা/ডাল ভৰি ভৰি ফল-ফুল লাগে কতপাওঁ তলসৰা। — 'ভাগ্য ভাল যে ইয়াত ৰাতি থাকিব নালাগে, ক্যানট ইমাজিন্ ষ্টেয়িং ইন দিছ গডফৰছেকেন্ প্লেচ ইভন্ ফৰ্ এ ছিংগল নাইট ... ... ই, খোৱাৰ বাবে পানী অনা হৈছেতো? পুখুৰী-তুখুৰীৰ লেতেৰা পানী খাই কলেৰা-মেলেৰিয়া মাতি অনিব নোৱাৰি ভাই। ...

পূৰ্বনিৰ্দ্ধাৰিত ব্যৱস্থা অনুযায়ী বাছৰ পৰা নমা অধ্যাপক আৰু ছাত্ৰ-ছাত্ৰীসকলক আবাল বৃদ্ধ-বনিতা গাঁৱৰ ইমানবোৰ লোকে স্বাগতম জনালে, দেখি ভাব হয় সমগ্ৰ গাঁওখনেই যেন তেওঁলোকক আদৰিবলৈ ওলাই আহিছে। তাৰ পিছত আটাইকে গাঁৱৰ প্ৰাইমেৰী স্কুলটোলৈ নিয়া হ'ল-- দিনটোৰ বাবে তাতেই থকা-মেলাৰ ব্যৱস্থা কৰা হৈছে। সিদিনা ৰবিবাৰ, স্কুল বন্ধ, কোনো অসুবিধা নহ'ব।

'আপোনালোকক ইয়াতে থকাৰ ব্যৱস্থা কৰি দিলোঁ, কিয়নো ঠাই-টুকুৰা নিৰিবিলি, কাষতে সেইটো পুখুৰীও আছে, চহৰৰ পৰা আহি গছে-পাতে ভৰা এনেকুৱা সেউজীয়া ঠাই আপোনালোকৰ ভালেই লাগিব বুলি ভাবিয়ে স্কুলটো ছিলেক্ট কৰিলোঁ।' অভ্যৰ্থনা জনাবলৈ আহি পাঠশালাৰ হেডপণ্ডিতজনে কথাখিনি কৈ হাঁহিলে, পিছত পুনৰ ক'লে— 'আপোনালোকক ইয়াত থাকিবলৈ দিয়াত আমাৰো এটা স্বাৰ্থ আছে। আপোনালোক শিক্ষাৰ লগত জড়িত লোক, আহিছেও খোদ গুৱাহাটীৰ পৰা। নিজ চকুৰেই চাই যাওক ৰাজধানীৰ অনতিদূৰত থকা এখন গাঁৱৰ প্ৰাইমেৰী স্কুল এখনৰ কি অৱস্থা হ'ব পাৰে। দেখিছেইতো স্কুল ঘৰটোৰ দেৱাল বুলিবলৈ প্ৰায় একেবাৰেই নাই। উৱলি যোৱা খেৰৰ চাল, বাৰিষাৰ দিনত স্কুল বহাই অসম্ভৱ। কৰ্তৃপক্ষক কিমান আবেদন-নিবেদন কৰিলোঁ, কোনো ভ্ৰূক্ষেপেই নাই। আপোনালোকে এইবোৰ দেখি-শুনি গৈ কিবা এটা প্ৰতিকাৰ কৰিব পাৰিব বুলি আশা কৰিয়েই ইয়ালৈ আনিছোঁ, এতিয়াতো বাৰিষাৰ দিন নহয়, গতিকে আপোনালোকৰ প্ৰচুৰ আৰামেই হ'ব, কিয়নো খিৰিকীৰ বাহিৰেও এই 'বিল্ডিঙ'ৰ বেৰৰ জলঙাইদিও ৰ'দ আহি আপোনালোকৰ গাত পৰিব।— পাঠশালাৰ হেডপণ্ডিতে কথাখিনি কৈ নিজৰ ৰসিকতাত আকৌ এবাৰ নিজেই হাঁহিলে।

ইয়াৰ পিছত বাছৰ পৰা বস্তু নমাই আনি স্কুলঘৰটোৰ ভিতৰত ৰখা হ'ল। কেইজনমান চট্‌ফটীয়া ছাত্ৰ-ছাত্ৰীয়ে আহি কিছু তদাৰক কৰিবলৈ ধৰিলে— 'ঠাকুৰ, আগে চাহৰ ব্যৱস্থা কৰা, সেই ৰাতিপুৱা সাত বজাতে ঘৰৰ পৰা বাহিৰ হৈছোঁ, ভোকত পেটে কলমলাইছে। হেৰি কওকচোন কোনখিনিত চৌকা জ্বলাব পাৰিম?' সিহঁতে হেড্‌পণ্ডিতক সুধিছিল।

তেতিয়া তেওঁলোকৰ কাষতে থাকি হেড্‌পণ্ডিতে সকলোবোৰ পৰ্যবেক্ষণ কৰি আছিল আৰু সহায় কৰাৰ বাবে তৎপৰ হৈ থাকিছিল, 'আচ্ছা, আপোনালোকৰ গাঁৱত মুৰ্গী পোৱা যাবনে?' এজন ছাত্ৰই সুধিলে। 'কিয় পোৱা নাযাব বোপা, যিমান লাগে সিমান পাবা আৰু গুৱাহাটীতকৈ সস্তাতে পাবা। বাৰু তোমালোকে চাহ-তাহ খাই উঠা। মই তোমালোকৰ এজনক লগত লৈ মুৰগী, কণী যি লাগে কিনি আনি দিম?'

কেইজনীমান ছোৱালীয়ে একাষত মুখ ওন্দোলাই থিয় হৈ থাকিল। 'বাথৰুমলৈ কেনেকৈ বা যোৱা যায়' সেইটোৱে এতিয়া সিহঁতৰ বাবে মূৰৰ বিষ হৈ উঠিছিল। এই ভঙা স্কুলটোত বাথৰুমৰ নামত বাঁহৰ এটা ভঙা প্ৰস্ৰাৱখানা— কোনো ভদ্ৰ মহিলাই তালৈ যাব পাৰেনে? আগৰ পৰা জনা থাকিলে, ইয়ালৈ নহিবলৈ ..।'

ইতিমধ্যে অধ্যাপকে আৰু আন দুজন ছাত্ৰই লগত অনা কেমেৰাৰে ফটো তুলিবলৈ ধৰিলে। অধ্যাপকে প্ৰথমে স্কুলঘৰটোৰ ফটো তুলিলে। ক্ষয় যোৱা, মাটি লেপা দেৱাল, জীৰ্ণ চেহেৰাৰ বং যোৱা ছাইনবৰ্ডত য'ত লেখা আছে 'ধানদিয়া প্ৰাইমেৰী স্কুল' আৰু চূণ-মাটি খহি পৰা দেৱালৰ অক্ষত অৱশিষ্ট অংশত আলকাতৰা নে এঙাৰেৰে অপৈণত হাতৰ ভুল বানানৰ শ্ল'গান— 'ছাত্ৰ সস্থা জিন্দাবাদ', 'পয়ত্ৰিছ বছৰে পালে কি? লাঠী, গুলী, চি আৰ পি', 'অসম মৰিলে আমিও মৰিম', 'শ্বহীদ তোমাক নমস্কাৰ', 'জয় আই অসম'— ইত্যাদি। অধ্যাপকৰ

কেমেৰাই ক্লিক্ কৰি উঠিল— 'বেটাহঁতে সঁচাই অসমৰ কোনো দেৱালকে ৰেহাই দিয়া নাই, চব লেতেৰা কৰি পেলাইছে, চালাহঁত ...।'

ইতিমধ্যে চাহ প্ৰস্তুত হ'ল আৰু অ'ত-ত'ত সিঁচৰতি হৈ থকা ছাত্ৰ-ছাত্ৰীসকলে আহি নিজৰ নিজৰ ভাগৰ চাহ হাতত ল'লে। অধ্যাপকে হেড্ পণ্ডিতৰ লগত খালে। কোনোবাই স্কুল ঘৰৰ ভিতৰত, কোনোবাই বাহিৰত বনৰ ওপৰত আৰু কোনোবাই চৌকাৰ কাষত বহি চাহ খালে। 'একদম পিক্‌নিক পিক্‌নিক লাগিছে ভাই'। সকলো মিলি আচলতে এটা পিক্‌নিকৰ পৰিৱেশ সৃষ্টি হৈছিল। মুক্ত আকাশৰ তলত প্ৰাকৃতিক পৰিৱেশত ৰন্ধা আৰু খোৱা-বোৱা বস্তুৰ গোন্ধে আকৰ্ষণ কৰা কাউৰী আৰু কুকুৰৰ চিঞৰ। অৱশ্যে অলপ দূৰত থিয় হৈ হাঁকে মুখ মেলি সিহঁতৰ ফালে চাই জীৰ্ণ চেহেৰা আৰু লেতেৰা পোছাকৰ কেইটামান ল'ৰা-ছোৱালীয়ে এই পৰিৱেশৰ ছন্দপতন ঘটাইছিল।

দুজনী ছাত্ৰীয়ে চাহৰ কাপ লৈ তাত সোহা মাৰি সেই ল'ৰা-ছোৱালীবোৰৰ পিনে গৈছিল আৰু সুধিছিল— 'এই তহঁত এই গাঁৱতে থাক' নেকি?'— 'অ', আমি এই গাঁৱতে থাকোঁ। মই আৰু ইহঁত দুটা এই স্কুলতে পঢ়োঁও। তোমালোক কোন পাৰ্টিৰ মানুহ? নটৰাজ নে অপেশ্বৰাৰ?'

ছোৱালী দুজনীৰ হাঁহি উঠি গ'ল—'অ' গড্, কি ওস্তাদ ল'ৰা। ইমান স্মাৰ্ট। এই, তই আমাক ভ্ৰাম্যমান থিয়েটাৰৰ মানুহ বুলি ভাবিছ?'

ইতিমধ্যে আহি পিছপিনে থিয় দি থকা হেড্ পণ্ডিতে ক'লে— 'কিছুদিন আগতে থিয়েটাৰৰ দল এটাই আমাৰ ইয়াত নাটক দেখুৱাইছিল আৰু তেওঁলোকে খোৱা-লোৱা এই স্কুলতে কৰিছিল। সেইবাবে ইহঁতে থিয়েটাৰৰ দলৰ বুলি ভাবিছে, আইহঁত।'

তাৰ পিছতে ছোৱালী কেইজনীৰ লগত হেড্ পণ্ডিতে স্কুলখনৰ আৰু সেই অঞ্চলৰ কিবাকিবি কথা পাতিলে। এনেতে দুজন ল'ৰাই তাঁলৈ আহি ক'লে— 'অ' আপুনি ইয়াত আড্ডা মাৰি আছেহি, আমি ইফালে আপোনাক বিচাৰি হায়ৰাণ বোলো মুৰগী, কণী আদি সস্তা দামত কিনি দিম বুলি কোৱা ভদ্ৰলোকজন ক'ত নোহোৱা হ'ল। ব'লক, ব'লক— কেতিয়া যে মুৰগী, কণী আনিব, কেতিয়া ৰন্ধা হ'ব, কেতিয়া যে খাম ...!'

হেড্ পণ্ডিতে অপ্ৰস্তুত হৈ সেমেনা-সেমেনিকৈ এটা মলিযণ হাঁহি মাৰি মুখৰ ভিতৰতে কিবা কৈ গাঁৱৰ ফালে বেগাই খোজ ল'লে। ছাত্ৰ দুজনে ছোৱালী কেইজনীৰ ফালে চাই অৰ্থপূৰ্ণ হাঁহি মাৰি লাহেকৈ ক'লে— 'চহৰৰ সুন্দৰী গাভৰু দেখা পাই বুঢ়া একেবাৰে মজি গৈছে।'

দূৰৰ পৰা অধ্যাপকৰ আহ্বান ভাহি আহিল— ছাত্ৰ-ছাত্ৰীসকল। তোমালোকে সকলোৱে হাতে হাতে দা, কোৰ, খন্তি আদি লৈ কাম আৰম্ভ কৰি দিয়া। বহু পলম হৈ গৈছে।'

ছাত্ৰ-ছাত্ৰীসকলৰ মুখত শুনা গৈছিল— 'গাঁৱৰ ল'ৰা গাঁৱে গাঁৱে বন্তি জ্বলাই যাওঁ আমি', গানটো। লগে লগে পূৰ্ণোদ্যমে চলিল ছ'চিয়েল ছাৰ্ভিচৰ কাম। ... ৰাস্তাত ক'ৰবাত যদি গাঁত হৈছে, ওচৰৰ ওখ ঠাইৰ মাটি কাটি আনি তাক মাৰি দিয়া হ'ল, ৰাস্তাৰ দুয়োকাষৰ জংঘলবোৰ কাটি পেলোৱা হ'ল, মানুহৰ ঘৰৰ সন্মুখত থকা স্তূপীকৃত আবৰ্জনা, গোবৰৰ দ'মবোৰ পৰিষ্কাৰ কৰি পেলোৱা হ'ল আৰু আবৰ্জনাবোৰ কেনেদৰে ঘৰৰ পিছত গাঁত খান্দি পুতি পচন সাৰ তৈয়াৰ কৰিব পাৰি সেই কথাটো তাত থকা গাঁৱলীয়া লোকসকলক অধ্যাপকে বুজাই দিলে। তাৰ বাহিৰেও আৰু বহু কথাই সেই অশিক্ষিত, অৰ্ধশিক্ষিত লোকসকলক শিকোৱা হ'ল— পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ আৱশ্যকতা। দূষিত পানীয়ে কিদৰে ৰোগৰ জীৱাণু সংক্ৰমিত কৰে, সৰু সৰু ল'ৰা-ছোৱালীবোৰে ঘৰৰ কাষতে পায়খানা কৰাৰ ফলত অনেক ৰকমৰ কৃমিৰ বেমাৰে কেনেদৰে সকলোবোৰ শিশুকে আক্ৰমণ কৰে, পৰিয়াল পৰিকল্পনাৰ বিৰাট প্ৰয়োজনীয়তা, গাঁৱেই যে দেশৰ প্ৰকৃত বুনিয়াদ— সেই গাঁৱক আদৰ্শ গাঁৱত পৰিণত কৰা যে প্ৰত্যেক গঞাৰে কৰ্তব্য এই সকলো কথাকে অধ্যাপক আৰু ছাত্ৰ-ছাত্ৰীবোৰে বিশেষ বাগ্মীতাৰে বুজাই দিলে। তেওঁলোকৰ এইবোৰ কথাত হয়ভৰ দি গাঁৱৰ মুৰব্বী ধৰণৰ দুই-এজন লোকে আকৌ নতুনকৈ উপস্থিত ৰাইজৰ সন্মুখত একেই কথাৰ পুনৰাবৃত্তি কৰাত লাগিল।

ইতিমধ্যে অধ্যাপক আৰু ছাত্ৰ-ছাত্ৰীৰ কেমেৰাত অনেক দৃশ্যৰ ফটো উঠিল। এই ফটোবিলাকৰ পৰা বাছি বাছি কিছুমান ফটো সংবাদ-পত্ৰত ছপোৱাৰ বাবে দিয়া হ'ব। লগতে সংবাদ এটাও থাকিব— ব্ৰহ্মপুত্ৰ কলেজৰ ছাত্ৰ-ছাত্ৰীৰ ধানদিয়া গাঁৱত সমাজ কল্যাণমূলক কাম (হেডলাইন); যোৱা অমুক তাৰিখে ব্ৰহ্মপুত্ৰ কলেজৰ সমাজ কল্যাণ

বিভাগৰ ছাত্ৰ-ছাত্ৰীবোৰে ভাৰপ্ৰাপ্ত অধ্যাপক শ্ৰীনীলকমল বৰুৱাৰ তত্ত্বাবধানত ধানদিয়া গাঁৱলৈ শৈ সম্পূৰ্ণ এটা দিন সমাজ কল্যাণমূলক কাম কৰি আহিল আৰু গাঁৱৰ ৰাইজক সেই সকলোবোৰ শিকাই দি আহিল। তাৰ তেওঁলোকে জংঘল চাফাইৰ পৰা আৰম্ভ কৰি... ইত্যাদি ইত্যাদি। বাতৰিকাকতত ফটো উঠিব— গতিকে প্ৰত্যেকখন ফটো তোলাৰ সময়ত ছাত্ৰ-ছাত্ৰীবোৰৰ প্ৰায় প্ৰত্যেকজনেই, বিশেষকৈ ছাত্ৰীবোৰে কেমেৰাৰ ফ'কাচ'ত আহিবৰ বাবে সচেতন হৈ উঠিল।

লাহে লাহে বেলা পৰি আহিল, গাঁৱৰ লোকৰ ভিৰো পাতল হ'ল আৰু ছাত্ৰ-ছাত্ৰীবোৰৰ উৎসাহো স্তিমিত হ'ল, কেইজনমানেতো খন্তি, কোৰ পেলাই দি ৰাস্তাৰ বনৰ ওপৰতে বহি পৰিল আৰু ভাগৰতে ফোপাই ফোপাই ক'বলৈ ধৰিলে— 'ছাৰ আৰু নোৱাৰোঁ। ভোক আৰু ভাগৰ দুয়োটাই হেঁচি ধৰিছে। ইপিনে হাতত এই ডাঙৰ জোলা ফুটিছে!'

অধ্যাপকৰ অনিচ্ছা সত্ত্বেও, য'ৰে কাম ত'তেই পেলাই থৈ, ছাত্ৰ-ছাত্ৰীবোৰ স্কুললৈ গুচি আহি খোৱাত লাগিল। খোৱা-চোৱা বেছ ভালেই হ'ল। ৰহৰ দাইল, বন্ধাকবি আৰু মটৰৰ চব্‌জি, চালাড, বেঙেনা ভজা আৰু মুৰগীৰ জোল। এইবাৰ কিন্তু খোৱাৰ সময়ত হেড্ পণ্ডিত অনুপস্থিত। মুৰগী কিনি আনি তেওঁ কিছু সময় ইফাল-সিফাল কৰি ঠাকুৰক কিছু পৰামৰ্শ দি ঘৰলৈ গুচি গ'ল। ছাত্ৰ-ছাত্ৰীবোৰক লৈ অধ্যাপক হু'চিয়েল চাৰ্ভিচৰ কামত নোযোৱা হ'লে, তেওঁ হয়তো হেড্ পণ্ডিতক ভাত খোৱাৰ কথা ক'লেহেঁতেন। সেইটো যেতিয়া নহয়, মুৰগী কিনিবলৈ যোৱা ল'ৰা দুটায়ো যেতিয়া তেওঁক খোৱাৰ কথা নক'লে, তেতিয়া আৰু বেছি অপেক্ষা নকৰি পণ্ডিত নিজৰ ঘৰতে শাক, খাৰৰে দিনৰ ভাত সাঁজ খাবলৈ বুলি গুচি গ'ল।

হৈ-হাল্লাৰ মাজত খোৱা হ'ল। 'একদম পিক্‌নিকৰ দৰে লাগিছে', 'খোৱাটো বৰ হেভি হ'ল', 'জোলত কিন্তু জ্বলাটো বেছি হ'ল, লগত এখন টেঙাৰ জোল থাকিলে আৰু জমিলহেঁতেন, 'মুৰগীটো কিন্তু বেছ কোমল আছিল', 'বেচ এন্‌জয়মেন্ট হ'ল আজি', 'বিয়েলি এ মেম'ৰেবল্ ডে, আই উইল ৰাইট এ পিচ ইন আৱাৰ কলেজ মেগাজিন', 'এই, প্লিজ, কেমেৰাটো মোৰ পিনে আৰু এবাৰ ফ'কাচ কৰা ভাই, মই মুৰগীৰ ঠেংটো মুখত দিছোঁ—', 'এই প'জত এটা ফটো তুলি দিয়ানা', 'আৰু নোৱাৰি ভাই ইমান খাব নোৱাৰি' — এনেকুৱা নানা মন্তব্য আৰু হুলস্থূলৰ মাজত খোৱা-লোৱা শেষ হ'ল, পাতত বৈ যোৱা উচ্ছিষ্ট খাদ্যবোৰ খোৱাৰ বাবে কুকুৰ আৰু কাউৰীৰ মাজত কাজিয়া লাগিল। কিছু দূৰত গাঁৱৰ কিছুমান সৰু সৰু ল'ৰা-ছোৱালীয়ে থিয় হৈ মানুহ তথা কুকুৰ-কাউৰীৰ ভোজন চাই আছিল।

খোৱা-লোৱা শেষ হোৱাৰ পিছত কিছুমানে অ'ত-ত'ত বহি গাত ৰ'দ লৈ আড্ডা মৰাত লাগিল। কিছুমানে লগত অনা মদৰ বটল খুলি এটা জোপোহাৰ তলত পিবলৈ ধৰিলে (যিটো কাণ্ডক আধ্যাপকে দেখিও নেদেখাৰ ভাও জুৰিলে)। অধ্যাপকে এবাৰ দুৰ্বল কণ্ঠেৰে ক'লে— 'গাঁৱৰ অৰ্ধসমাপ্ত কামখিনি তোমালোকে কেতিয়া শেষ কৰিবা?' 'অলপ জিৰাইছোঁ ছাৰ, ইমান পৰিশ্ৰম দেহে আৰু নসহে।' তাৰ পিছতো কিছুসময় আড্ডা জমি থকাৰ পিছত, কবি ক'লৰিজৰ ভাষাত— উইথ ওৱান ষ্ট্ৰাইড কেম দ্য ডাৰ্কনেছ— আৰু তেতিয়া হৰমুৰ কৰি সকলো বাছত উঠি ঘূৰি যোৱাৰ বাবে সাজু হ'ল। অধ্যাপকে কাম আধৰুৱা হৈ ৰৈ যোৱা দেখি আপচোচ কৰাত দুজনমান ছাত্ৰই ক'লে— 'আমিতো সিহঁতক শিকাই দি গলোঁ ছাৰ, এতিয়া বাকী কামখিনি সিহঁতেই কৰিব পাৰিব— আমিতো বেছিভাগেই কৰি গলোঁ ...'

যাত্ৰাৰ প্ৰাক্ মুহূৰ্তত আকৌ জয়ধ্বনি, এইবাৰ এটা নতুন শ্ল'গান যোগ দিয়া হ'ল— 'জয়, ধানদিয়া গাঁৱৰ জয়'— তাৰ পিছতে নিৰ্জন ৰাস্তাৰ অন্ধকাৰ কঁপাই বাছৰ যাত্ৰাৰ তালে তালে সিহঁতে আকৌ গানত ধৰিলে— 'লুইতৰ পাৰৰে, আমি ডেকা ল'ৰা ....'

এটা সময়ত বাছ, বাছৰ শব্দ দূৰত বিলীন হৈ গ'ল। তেতিয়া সিহঁতক বিদায় দিবলৈ অহা হেড্ পণ্ডিত, গাঁৱৰ আন লোকসকল, ল'ৰা-ছোৱালীৰ দল সকলোবোৰ গাঁৱৰ পথত নিঃশব্দে নীৰবে নিজৰ ঘৰ অভিমুখে ৰাওনা হ'ল। সকলোৰে মনত এক শূন্যতাবোধ, এতিয়াও সূৰ্যৰ পোহৰ থাকিলেও যেন এজাক উজ্জ্বল, সুন্দৰ, সতেজ প্ৰাণৰ তৰুণ-তৰুণীয়ে গাঁও এৰি যোৱাৰ পিছত গাঁৱৰ বাট-পথ সকলো সাময়িকভাৱে অন্ধকাৰত ডুব গ'ল।

পিছদিনা ৰাতিপুৱা সময়মতে স্কুললৈ আহি হেড্ পণ্ডিতে দেখিলে যে স্কুলঘৰৰ বাহিৰে-ভিতৰে চাৰিওফালে

এতিয়া চকুত পৰিল আৰু মোৰ বুকুত হাতুৰীৰ প্ৰকাণ্ড কোব এটা পৰিল— আমাৰ ঘৰৰ চালখনত লিপিট খাই পৰি আছে এটা প্ৰাণী— মাত্ৰ এটা প্ৰাণী— তিনিটা নহয়। মোৰ সমস্ত গাটো হিম হৈ গোট মাৰি যোৱাৰ দৰে হ'ল, গা অলৰ-অচৰ, মুখেৰে শব্দ নোলায়, মই যেন এটা মৰা শ'হে। তথাপি তেতিয়া অন্ধ হৈ নোযোৱা চকু দুটাৰে দেখিলোঁ— চালত লাগি থকা প্ৰাণীটো অকণ, —মাক বা ভায়েক নহয়। ৰাতি কোনোবা সময়ত হয়তো মৰ-টোপনিয়ে ধৰিছিল, তেতিয়াই কেতিয়াবা বুকুত লাগি থকা বাপুটোৰে সৈতে টোপনিত অচেতন মাকজনী পানীত সৰি পৰিছিল। মৰ-টোপনিয়ে ধৰিছিল মোকো, গোটেই ৰাতি চালখনৰ ওপৰত বহি কটাই দি কালান্তক নিশাটো পাৰ কৰি পুৱা আশ্ৰয়ৰ সন্ধান কৰিম বুলি ঠিক কৰি থোৱা মানুহটো যে কেতিয়া টোপনিৰ কোলাত ঢলি পৰি অজ্ঞান হৈ ৰ'লোঁ, কেতিয়া মাক-পুতেক পানীত সৰকি পৰিল একো গমকে নাপালোঁ।

অকণ। 'তাই' বাচি থাকিল কিন্তু 'সি' মৰিল। প্ৰথম সন্তানটো 'সি' নহৈ 'তাই' হওঁতে মোৰ মনত অলপ অসন্তুষ্টি হৈছিল। অকণৰ বিৰুদ্ধে সেইটো প্ৰথম আপত্তি। এতিয়া দ্বিতীয়বাৰৰ আপত্তিটো ভয়ংকৰ হ'ল— সি মৰি তাই বাচি থাকিল কিয়, কিয়? ঠেলা এটা মাৰি তাইকো পানীত বগৰাই দিয়াৰ মনৰ উত্তেজনাটো মই কোনোমতেহে দমন কৰিলোঁ। এডোখৰ মথাউৰি ভাগিল, মোৰো সংসাৰ ভাগিল। পিছত তেনে সংসাৰ আকৌ পাতিবলৈ চেষ্টা কৰিছিলোঁ। বানপানীয়ে সৰ্বস্বান্ত কৰিলেও, ল'ৰা-তিৰোতা, ঘৰ-দুৱাৰ, গৰু-গাই সকলো নিলেও মাটিডোখৰতো আৰু নিব পৰা নাছিল, বৰং তাত পলস পেলাই আৰু সাৰুৱা কৰি গৈছিল। সেয়ে চৰকাৰী সাহায্য লৈ সেই যাত্ৰা কোনোমতে উদ্ধাৰ পালোঁ, পুনৰ খেতি কৰিলোঁ— তাই লগত আনিলে চাৰি বছৰীয়া ল'ৰা বিপিনক। কিন্তু ল'ৰাৰ এইখন ঘৰত বোধহয় ৰাহি-যোৱা নাহে গতিকে কেইদিনমানৰ বাবে মোক দ্বিতীয়বাৰ লোকৰ হ'লেও পুত্ৰৰ বাপেক কৰি এদিন কামিনী মোক এৰি থৈ গাঁৱৰে মহাজন ৰমাকান্তৰ ওচৰত পুনৰ ধেম্‌নী চাপিল। পুনৰ মই আৰু অকণ। মাক আৰু ভায়েক পানীত পৰি মৰাৰ দিন ধৰি মই অকণৰ প্ৰতি সন্তানৰ কোনো কৰ্তব্যকে কৰা নাছিলোঁ। চাৰি বছৰীয়া ছোৱালীজনীয়ে সেই বয়সৰে পৰা নিজৰ ভাৰ ল'লে— অকণ অকণমানি ছোৱালী নহৈ যেন এজনী বুজন তিৰোতাহে। ল'ৰালিৰ ওমলা-কাল তাইৰ অসম্ভৱ চুটি হৈ থাকিল। মই পথাৰলৈ যাওঁতে, বজাৰ-হাটলৈ যাওঁতে অ'ত-ত'ত হুকে-বিহকে ঘৰ এৰি ঘূৰি ফুৰোঁতে (ফুৰিমেইতো, ঘৰতনো মোৰ কিহৰ আকৰ্ষণ আছে, ল'ৰা নাই, তিৰী নাই, —বৰং অকণক দেখিলে ল'ৰাটো মৰি তাই নমৰাৰ অপৰাধটো ইমান প্ৰবল হৈ উঠে যে তাইক মোৰ ডাঙৰ শত্ৰু যেন লাগি যায়, সেই শত্ৰুক কিন্তু একোকে কৰিব নোৱাৰি। সেই শত্ৰুৰ ওচৰৰ পৰা পলাই ফুৰিব পাৰিলেই শান্তি। তাই নিজৰ পেটৰ যোগাৰ নিজেই কৰিবলগীয়া হয়। বেছিভাগ ওচৰ-চুবুৰীয়াৰ ঘৰত খুজি-মাগিয়ে তাই পেটটো ভৰাই ৰাখে। কিন্তু সদায় তেনেকৈ খাবলৈ নিমিলে, গতিকে ভোকত থকা ছোৱালীজনীয়ে মই ক'ৰবাৰ পৰা ঘূৰি-পকি আহিলে ভোগ লাগিছে বুলি পেনপেনাবলৈ ধৰে আৰু তেতিয়া মোৰ পৰা ভালদৰে চৰ, ভুকু খায়। শেষত তাই আৰু মোক খাবলৈ নোখোজো হ'ল, মই দিলেহে খায়।

মোৰেই নিজৰ জী— কিন্তু তাইৰ ওপৰত মোৰনো কিয় খং নুঠিব? এই সংসাৰত তাই মোক কিডাল কৰি খুৱাব— হাল বায়ে খুৱাব নে চাকৰি কৰিয়ে খুৱাব নে ৰমাকান্ত মহাজনৰ ঘৰত তাৰেৰ ল'ৰাটোৰ দৰে বন্ধা হৈয়ে খুৱাব? ল'ৰাটো জীয়াই থকা হ'লে....... উস্...........

ইমান অনাদৰ-অবহেলাৰ পিছতো কিন্তু অকণ নমৰিল, এনেকি এদিন আমাৰ শাক-পাচলিৰ সৰু বাৰীখনত তায়ে দুছটা বাঁহ হাত-ভৰিৰ দৰে কৰি মাটিত ভৰি দুটা পুতি মূৰত ভঙা কলহ এটা আঁৰি তাত চুণ আৰু চৰুৰ ছাইৰে চকু, মুখ, নাক আঁকি মোৰ উৰলি যোৱা চোলা এটা পিন্ধাই যি চৰাই খেদা মূৰ্তি এটা সাজি থৈছিল, সেই মূৰ্তিটোৰ চেপেটা গা আৰু হাত-ভৰিবোৰত কেনেকৈ জানো মগুহ লাগিল, পুৰঠ হৈ উঠিল অকণমানি অকণ। তেতিয়া মই আকৌ নতুনকৈ ছোৱালী জন্ম দিয়াৰ দুঃচিন্তাত ভুগিবলৈ ধৰিলোঁ... ল'ৰাটো নমৰি এই মৰি যোৱা হ'লে... এই গাভৰু ছোৱালীজনী মোৰ দেখোন ডাঙৰ হাৰমাল হৈ উঠিল, আজি ল'ৰাটো জীয়াই থকা হ'লে সি তাইৰ দৰে এই বয়সত মোৰ দুঃচিন্তাৰ কাৰণ নহৈ কিমান যে আশা-ভৰসাৰ স্থল হৈ নপৰিলহেঁতেন। ভৱিষ্যতৰ উজ্জ্বল জীৱন এটা পুত্ৰৰ দৰে জলঙাৰ বিন্ধাৰে নাচাই জীৱৰ দৰে জলঙা আঁৰ কৰি থিয় হোৱা প্ৰাণী এটাৰ মাজেৰে চাব পাৰিনে?

কামিনী গুচি যোৱাৰ পিছত মই আৰু কোনো তিৰোতা চপাই লোৱা নাছিলোঁ, মোৰ সিমান মনো নাছিল; তদুপৰি মোক কোনো দিওঁতাও নাছিল। পেটৰ ভাতমুঠি, চাহ-তামোল, ধঁপাত আদি অকণেই যোগান ধৰি থাকিছিল। ঘৰবা বন-বাৰীত তাই অতি সৰুৰে পৰা পাকৈত হৈ উঠিছিল। ছোৱালী মানুহ, ঘৰুৱা বন-বাৰী সিহঁতক কোনেও

নিশিকালেও মাকৰ পেটতে অভিমন্যুৰ দৰে শিকি আহে বোধহয়। অন্ততঃ অৰুণক শিকাওতা কোনো নাছিল।

সঁচাই, ভাল দুঃচিন্তাৰ কাৰণ হ'ল ছোৱালীজনী। গাভৰু ছোৱালীজনীক মইনো আগৰ দৰে ... ৰ দিনটো অথবা ৰাতি এপৰলৈ অকলে অকলে ঘৰটোত কেনেকৈ এৰি থৈ যাওঁ? ইফালে অন্নুবোৰ চিন্তাও আছে, কিছুদিন পিছত তাইৰ বিয়াৰ কথা চিন্তা কৰিব লাগিব— কিন্তু ল'ৰা হ'লে নালাগিলহেঁতেন, ল'ৰাটো জীয়াই থকা হ'লে এই বয়সতে তাইৰ দৰে বিয়াৰ চিন্তা কৰিব নালাগিলহেঁতেন।

ঠিক এনে এক সন্ধিক্ষণতে আমাৰ পাণকুছি গাঁও আৰু এক প্ৰলয়ংকৰী বানপানীত একেবাৰে ডুবি গ'ল। এইবাৰ কেৱল পাণকুছিয়ে নহয়, পাগলাদিয়াই হেনো সম্পূৰ্ণ পগলা হৈ গোটেই নলবাৰী অঞ্চলতে তাণ্ডৱ নৃত্য কৰিলে। এই ভয়ংকৰ পানীয়েও কিন্তু অৰুণক ল'ৰাটোৰ দৰে গিলি থ'ব নোৱাৰিলে এইবাৰো তাই প্ৰথম ৰাতি চালৰ ওপৰত নিৰাপদে বাচি থাকিল। কিন্তু বানপানী যোৱাৰ পিছত দেখিলোঁ— এইবাৰ কোনোপধ্যেই আমি এইখন গাঁৱত জীয়াই থাকিব নোৱাৰিম। কেৱল আমিয়েই কিয়, আমাৰ দৰে আন বহুতেই নোৱাৰিব। কাৰণ এইবাৰ পাগলাদিয়াই পলসৰ সলনি চাৰিওফালে বালি পেলাই থৈ গৈছে। সেয়ে কি বালি— কি বালি— বাপজন্মত দেখা নাছিলোঁ। ঘৰত বালি, চোতালত বালি, পথাৰত বালি, বাৰীৰ পাছফালৰ পুখুৰীত পানীৰ সলনি বালি, চৌকাত ছাইৰ সলনি বালি— পাগলাদিয়াৰ পানীৰ মাজত কোনটো শুকান ভঁৰালত যে ইমান বালি লুকাই আছিল ক'বই নোৱাৰোঁ।

আমি বহুত দিন চৰকাৰী আশ্ৰয়-শিবিৰত কটোৱাৰ কালছোৱাত ভৱিষ্যতৰ চিন্তাতে ডুবি থাকিলোঁ— ইয়াৰ পিছত কি কৰিম, ক'লৈ যাম, কেনেকৈ খাম। পথাৰবোৰ বালিৰ পাহাৰ, সেইবোৰ আঁতৰাম কেনেকৈ আৰু কেতিয়াকৈ? নবোকাই, উপিন, দেৱেন আৰু ভগীকায়ে কৈছিল যে সিহঁত গুৱাহাটীলৈ কামলা কাম কৰিবলৈ যাব, তাৰ বাহিৰে পেটৰ ভাত মোকোলোৱাৰ কোনো উপায় নাই। ল'ৰা-তিৰোতা গাঁৱতে থাকিব। দশৰথ আৰু প্ৰবীণে শাক-পাচলিৰ ভাৰ গুৱাহাটীৰ কাছাৰী বজাৰলৈ নি বেচাৰ কথা কওঁতে আমি দুখ আৰু দুশ্চিন্তাৰ মাজতো গিজনি মাৰি হাঁহিছিলোঁ— এই মৰুভূমিৰ মাজত তহঁতে ক'ত শাক-পাচলি ফলাবি, পিছে সিহঁতে ক'লে যে গুৱাহাটীৰ ওচৰ-পাঁজৰৰ গাঁওবোৰৰ পৰা সস্তাতে পাচলি কিনি নি সিহঁতে গুৱাহাটীৰ কাছাৰী বজাৰত বেছি দামত বেচিব। সেইবোৰ গাঁৱততো আৰু পাগলাদিয়া নাই যে বালি উগাৰি গোটেইখন খেতিৰ বাবে অনুপযোগী কৰি তুলিব। কেইজনমানে আকৌ চহৰলৈ গৈ অইন ব্যৱসায় কৰাৰ কথাও পাতিলে, খবৰ কাগজ কিনা-বেচা, টিন-বটল কিনা বেচাৰ ব্যৱসায়ো হেনো লাভজনক। মোৰ কিন্তু শাক-পাচলিৰ বেপাৰটোৱে মন খালে,— কাগজ, টিন-বটলৰ বেপাৰৰ আমি ভূ নাপাওঁ, আমি খেতিয়ক মানুহ যেতিয়া খেতিৰ বস্তুৰ লগতে বাহি-যোৱা বেছি।

আকৌ অৰুণৰ চিন্তা আহিল— দিনটো তাইক ঘৰত থৈ যাব নালাগিবনে? গাভৰু ছোৱালীজনীক দিনৰ দিনটো অকলে.... নে সতীশ পিয়নৰ কথাতে ৰাজী হৈ যাওঁ? সতীশ গুৱাহাটীৰ কলেজ এখনৰ পিয়ন, সেই কলেজৰ প্ৰফেছাৰ এজনৰ ঘৈণীয়েকজনীও হেনো প্ৰফেছাৰণী, অলপতে ল'ৰা পোৱালি এটাৰ জন্ম হৈছে বোলে (সৌভাগ্যৰ কথা), এতিয়া মাক কলেজলৈ যাবৰ পৰত সেইটিক চোৱা-মেলা কৰিবলৈ ভাল ছোৱালী এজনী লাগে, প্ৰফেছাৰে হেনো সতীশকে খাটনি ধৰি আছে। তেতিয়া হেনো সতীশৰ আমাৰ অৰুণৰ কথা মনত পৰি গ'ল— বানপানীয়ে গাঁৱৰ খেতি-পথাৰৰ যিটো অৱস্থা কৰিলে মই আৰু ইয়াত খেতি-বাতি কৰি সহজে ঘৰ-গৃহস্থালী কৰি থাকিব নোৱাৰিম, অইন কাম-কাজৰ ধান্দাত চহৰৰ পিনে ওলাই যাবই লাগিব, কিন্তু তেতিয়া অৰুণৰ কি হ'ব? গতিকে এনে এঘৰ ভদ্ৰলোকৰ তাত অৰুণক গটাব পাৰিলে মোৰ মনলৈও হেনো শান্তি আহিব, হাতলৈও দুপইচা আহিব। সতীশৰ কথাত যুক্তি আছিল।

অৰুণে কথাটো শুনি কান্দি কান্দি অস্থিৰ হৈছিল— ঘৰ এৰি তাই ক'লৈকো নাযায়। আচৰিত— এই ঘৰখনত সকৰে পৰা তাইতো মৰম-আদৰ একোকে পোৱা নাই— তথাপিও ইমান মায়া কিহৰ? এই ছোৱালী জাতিটোৱে কেৱল ঘৰখনকে চিনে।

যি হওক মোৰ কথাই ঘৰখনত শেষ কথা, কোনো তিৰোতা মানুহৰ কথা ইয়াত নচলে— সি বেটি জীয়ে হওক বা পাটীৰ তিৰোতাই হওঁক।

বিয়া দি উলিয়াই দিয়াৰ আগতেই অৰুণক লোকৰ ঘৰলৈ উলিয়াই দিলোঁ। তাই কান্দি-কাটি যোৱাৰ আগতে বাস্তুৰ থানত পূজা এভাগ দিয়াৰ ইচ্ছা কৰিছিল। কিন্তু থানখনৰনো কি অৱশিষ্ট আছে— বালিয়ে গোটেইখন পোত

গভীৰ ৰাতিহে। তেতিয়া মই আৰু অকণ দুৰ্যোৰ টোপনিত লালকাল হৈ থকাৰ কথা। কিন্তু সেইখিনি সময়ত মই কোনোদিন টোপনি নাযাওঁ, অকণ যদি ক'ৰবালৈ ওলাই যায় তাৰ পিছতহে মোৰ টোপনি আহে। অকণৰো যে টোপনি নাহে তাকো মই জানো, অৱশ্যে সেইখিনি সময়ত টোপনি গ'লে তাইৰ নচলেও। গতিকে টোপনি নোযোৱা অকণ খুট্‌কৈ দুৱাৰত হোৱা শব্দত প্ৰায় জাঁপ মাৰি উঠিছিল, অৱশ্যে নিঃশব্দে— সেই কামটো বহুত দিনৰ অভ্যাসে প্ৰায় সহজ কৰি পেলাইছিল।

'অকণ' ফুচ্‌ফুচকৈ ওলোৱা মতা মানুহৰ মাতটো মোৰ 'কলা' কাণত পৰিল— 'তই ওলাই আছ নহয়? পিতেৰ টোপনি গৈছে নহয়? তেন্তে ব'ল, পলম নকৰিবি, তোক কৈ থোৱা মতেই আজিৰ মক্কেলটো বহুত টকা থকা অফিচাৰ, বহুত পইচা দিব, তাক তোৰ দৰে সুন্দৰ আৰু তাজা মালহে লাগে, হাড়-ছাল লগা পুনুলীৰে কাম নচলে— বৰ বিৰক্তি দেখুৱাইছে সিদিনা.......'

গল্‌গলকৈ কথা কোৱা যতীনৰ মাতটো কিমান চেপা আৰু মেকুৰীৰ দৰে মিন্‌মিনকৈ ওলাইছে। তথাপি যতীনৰ মাতটো চিনা টান নহ'ল মোৰ.... পুনুলী? কোন পুনুলী? আমাৰ ভগীকাকাৰ জীয়েক পুনুলী নহয়তো? নিশ্চয় হয়, বানপানীয়েতো ভগীকাকাকো সৰ্বস্বান্ত কৰিছিল। কিন্তু ভগীকাকাৰতো পুতেক ৰমেশ আছে, তেন্তে পুনুলী কিয় গুৱাহাটীলৈ বেশ্যা হ'বলৈ আহিছে? কিয় তাইক ক'ৰবাত চাকৰণী নাৰাখিলে? অৱশ্যে ডাঙৰ হোৱা আপীক চহৰৰ মানুহে ৰাখিব নোখোজে........

অকণ আহি আকৌ ঘৰত সোমাল, হাতত সাৰে ভৰিত সাৰেই— কাপোৰ সলাবলৈ আহিছে, পাউডাৰ, স্ন' শৰীৰটোত সানিবলৈ আহিছে........ মই যতীনৰ মাত শুনিবলৈ নোপোৱা কলা মানুহ এটাৰ দৰে নীৰৱে বিছনাত পৰি থাকিলোঁ.... যতীন! কুকুৰ! তিৰীৰ মাংসৰ বেপাৰী! তই আমাৰ ঘৰ বিচাৰি উলিওৱা দেখি, ঘন ঘন আহ-যাহ কৰা দেখি বুকুত কি আশাকে যে নুপুহিছিলোঁ— ভাবিছিলোঁ অকণৰ প্ৰতি টানৰ বাবেই তই এনেকৈ আহি গৈ আছ, ভাবিছিলোঁ এদিন তই তাইক বিয়া কৰাই গাঁৱলৈ ঘূৰাই লৈ যাবি আৰু তাইৰ মুক্তিৰ লগতে মোৰো মুক্তি হ'ব, এই নৰক কুণ্ডখনৰ পৰা উদ্ধাৰ পাই পুনৰ মই গাঁৱলৈ ঘূৰি যাব পাৰিম। মোৰ এইবোৰ ভাবতো আকাশৰ পৰা পৰিবলগীয়া হোৱা নাই। গাঁৱত থকা কালতে তই অকণৰ প্ৰতি প্ৰেম-পীৰিতিৰ ভাব লৈ আমাৰ ঘৰলৈ অহা, পাগলাদিয়াৰ পাৰত তাইক লগ ধৰা— এইবোৰ কথানো কোনে নাজানিছিল? হওঁতে মই বেয়া পোৱাও নাছিলোঁ। গাঁওখনৰ ভিতৰত মোৰ পৰম সুহৃদ হ'ল দশৰথ, তাৰ উপযুক্ত পুত্ৰ তই— তোলৈ ছোৱালী দিবলৈ মোৰ কি আপত্তি থাকিব পাৰে? কিন্তু তাৰ পিছতে আহিল সেই প্ৰলয়ংকৰী বান, পানীৰ পিছতে পাগলাদিয়াৰ বালিত গাঁওখন পোত খাই গ'ল আৰু সেই বালিতে তহঁতৰ প্ৰেম-পীৰিতিকো পুতি থৈ মই অকণক চহৰৰ প্ৰফেচাৰৰ ঘৰত থ'বলৈ বাধ্য হ'লোঁ। ঘৰ এৰি, গাঁও এৰি আহিব লগা হোৱাত তাই যে হিয়া ঢাকুৰি কান্দিছিল তাৰ প্ৰধান কাৰণ আছিল এইটো! আৰু আজি ইমান দিনৰ মূৰত তই আমাক পুনৰ ইয়াত বিচাৰি বিচাৰি উলিয়াইছহি, অকণক বিচাৰি উলিয়াইছহি— তাৰ পিছতনো মই কিয় এইবোৰ আশা নকৰিম? কিন্তু কুকুৰ, তোৰ পীৰিতিক তই বালিৰ বৰ দ'লৈকে পুতি পেলালি, আৰু এতিয়া অকণক বিয়া কৰোৱাৰ সলনি তাইক তোৰ 'ছাপ্লাই'ৰ বেপাৰত মাল হিচাপে পাবলৈহে ভেঁজাদি আমাৰ ঘৰখন তোৰ ভাতঘৰ কৰি পেলাইছ! উঠি গৈ দুৱাৰৰ দাংডালেৰে তোৰ মূৰতে এটা ব্ৰহ্মা কোব সোধাওঁগৈ নেকি?

পিছে এক মুহূৰ্ততে মোৰ উত্তেজনা থামি গ'ল, পূৰ্বৰ সেই কলা মানুহজন হৈয়ে মই নিঃসাৰে বিছনাত পৰি ৰ'লোঁ, যেন বানপানীৰ সময়ত ৰচী খুলি মুকলি কৰি দিব নোৱৰাত গোহালিতে মৰি কাঠ হৈ থকা মোৰ হালৰ বলদ দুটাহে! যতীনক মাৰি অকণৰ ভাল উপাৰ্জনৰ বাট এটা বন্ধ কৰি নিজলৈ দুখ ছপাই আনিলেহে হ'ব। তদুপৰি এটা কথাত মই দেখোন অন্ধৰো অন্ধটো হৈ পৰিলোঁ— যতীনক মই মিছায়ে খং কৰা নাইনে? সিনো বাৰু কি বুলি বজ্জাত বেশ্যা এজনীক বিয়া কৰাব? লাগে তাই মোৰেই জী হওক, লাগে তাই দমৰাৰ দৰে চকু দুটাৰে আৰু নিপোটল গাটোৰে এজনী শুৱনি ছোৱালীয়ে হওক, লাগে তাই সংসাৰৰ সকলো বন-বাৰীতে অতি পাকৈত হওক, লাগে তাইক হাজাৰ ককৰ্থনা কৰিলেও মুখেৰে এটা মাত নমতা ছোৱালী হওক— আৰু লাগে তাইৰ প্ৰতি অন্তৰত একালত হাজাৰ প্ৰেম-পীৰিতিয়ে নাথাকক— সেইবুলি জানি-শুনিনো কোন কুকুৰে বেশ্যা এজনীক বিয়া কৰাব?

(ৰচনাকাল ঃ ১৯৮৫)

# যাদুঘৰৰ ইতিকথা

লীলাৰ মুখভঙ্গী নিৰ্বিকাৰ, সেই মুখলৈ চকু পৰিলে কাৰো বুজিবৰ সাধ্য নাই তাইৰ মনৰ ভিতৰত তেতিয়া কি ভাবে খেলা কৰিছে। অৱশ্যে চোতালৰ এচুকে ৰ'দ লৈ কিতাপ এখন আগত লৈ বহি থকা লীলাৰ পিনে চাবলৈ ৰমেন বা দীপিকা কাৰো অৱসৰো নাই। অতি ব্যস্ত দুয়ো। সময় বেলেগ হোৱা হ'লে সেই ব্যস্ততাৰ অংশীদাৰ লীলাও হ'ব লগা হ'লহেঁতেন, কিন্তু কিছুদিন পিছতেই লীলাৰ পি ইউ-ৰ টেষ্ট পৰীক্ষা, গতিকে ককায়েক বৌৱেক দুয়ো লীলাক কৈ থৈছে যে যি কৰিব লাগিব তেওঁলোকেই কৰিব, লীলাই চিন্তা কৰিব নালাগে; তাই যেন নিজৰ পঢ়া-শুনা ঠিকমতে চলাই যায়।

আচলতে যিটো কামৰ কথা আলোচনা কৰা হৈছে সেই কাম ইমান গুৰুতৰ বিধৰ নহয় যে তাত লীলাৰো সহায় লাগিব। তথাপিও ঘৰৰ কাম, পৰীক্ষা নথকা হ'লে লীলাই নিশ্চয় তাত হাত লগালেহেঁতেন।

সেই কথাষাৰ মুখ ফুটাই ৰমেনে নব-পৰিণীতা পত্নী দীপিকাক ক'লেও। কামৰ পৰিশ্ৰমত সেই জাৰতো নাকত বিন্দু বিন্দু ঘাম জমা হোৱা দীপিকালৈ চাই একপ্ৰকাৰ অপৰাধী সুৰতেই ৰমেনে ক'লে— "তুমি অকলেই এইবোৰ চম্ভালিবলগীয়া হ'ল, লীলাজনীৰ পৰীক্ষা নেথাকিলে তাই তোমাক বহুতো সহায় কৰি দিলেহেঁতেন।"

উত্তৰত দীপিকাই কোৱা কথাষাৰ ৰমেনৰ লগতে লীলাৰো কাণত পৰিল— সাধাৰণ গতানুগতিক সংক্ষিপ্ত উত্তৰ যে দীপিকাৰ তেনে কোনো কষ্ট হোৱা নাই। দীপিকাৰ উত্তৰ দুয়ো ভাই-ভনীৰ কাণত পৰিল, কাৰণ দীপিকাই সহজ উচ্চ সুৰতেই সেই কথা কৈছিল, কিন্তু লীলাৰ মনৰ ভিতৰত উচ্চাৰিত হোৱা কথাষাৰ কেৱল তাইৰ নিজৰেই হৈ থাকিল। কতজনৰ কত মনৰ কথা-- দুখৰ কথা, সুখৰ কথা, খঙৰ কথা কেনেকৈ মনৰ মাজতেই নিঃশেষ হৈ মিলি যায় তাৰ জানো কিবা হিচাপ আছে? ঠিক একেদৰেই আজি লীলাৰো মনৰ কথাষাৰ মনতেই লীন হৈ গ'ল, ৰমেনে বা দীপিকাই কোনো সম্ভেদ নাপালে।

"ভাগ্যে মোৰ পৰীক্ষাৰ আঁৰ লৈ একো সহায় নকৰাকৈ থাকিব পাৰিলো, নহ'লে নবৌ, তুমি পৰম উৎসাহেৰে যিবোৰ অলাগতিয়াল আৱৰ্জনা হেন গণ্য কৰা বস্তু টানি টানি বাহিৰ কৰিছা, সেইবোৰত হাত লগালেই মোৰ কলিজাৰ পৰা তেজ নিগৰিলেহেঁতেন!" লীলাই এনেকৈ ভাবিবলগীয়া হোৱা বস্তুবোৰ হ'ল— সিহঁতৰ মাক-দেউতাকৰ দিনৰ কিছু ফাৰ্ণিচাৰ, কিছু বাকচ-পত্ৰ, কিছু কাঁহী-বাটি। এই বস্তুবোৰ আজি ৰমেনে লৈ যাব নীলাম-ঘৰ এটালৈ। গুৱাহাটীত আগতে কোনো নিলাম-ঘৰ নাছিল, কিন্তু আজি কিছুদিন আগতে কলিকতাৰ আহিত এজন পঞ্জাৱী মানুহে "সুৰজিৎ কৌৰ অকচন হাউছ" নামেৰে এটা নিলাম-ঘৰ খুলিছে। কাগজত বিজ্ঞাপনটো প্ৰথমতে দীপিকাৰে চকুত পৰিছিল আৰু লগে লগেই তাই সেইখন ৰমেনৰ ওচৰলৈ লৈ আহি কৈছিল— "পুৰণি বস্তু কেতবোৰ 'ডিছকাৰ্ড' কৰাৰ কেনে সুযোগ ওলাল দেখিলা? ফাৰ্ণিচাৰবোৰ বেচিলে কমেও যিখিনি টকা ওলাব আমি তাৰে ষ্টিৰিও এটা কিনিব পাৰিম। মোৰ ভিনদেউজনে এনেয়ে ব্যৱসায়ত ইমানবোৰ টকা ঘটিছে, ষ্টিৰিও নহ'লেও অন্ততঃ ৰেকৰ্ড-প্লেয়াৰ এটাকে বিয়াত উপহাৰ দিব বুলি আশা কৰিছিলো— নাই, সেইবোৰ ক'ত দিব, দিলে এটা আঙঠি। কৃপণ ক'ৰবাৰ! যি হওক এই ফাৰ্ণিচাৰবোৰ বেচি ষ্টিৰিও বা ৰেকৰ্ড-প্লেয়াৰ কিবা এটা কিনিব পাৰিম দিয়া। বৰ সু-খবৰ নহয়? মানে এই অকচন্ হাউছ খোলাটো! আৰু এই অলাগতিয়াল পুৰণি কাঁহী-বাটি, বাকচ-চাকচ বেচিও বোধহয় আমি কিছু টকা পাম, মোৰ হ'লে ষ্টেইন্‌লেছ ষ্টীলৰ বাচন-পত্ৰও অলপ ল'বৰ মন আছে..." উচ্ছ্বাসত দীপিকাই কথাবোৰ কৈ গৈছিল আৰু আকাশৰ দৰে ইমান উচ্চতাত নহ'লেও অলপ উচ্চতাত কল্পনাৰ চাং এখনো পাতিছিল। ৰমেনৰ মনতো সেই উৎসাহৰ স্পৰ্শ লাগিছিল। সিও দীপিকাৰ দৰেই অতি আগ্ৰহেৰে ট্ৰিবিউন কাকতৰ সেই বিশেষ বিজ্ঞাপনটোত চকু বুলাইছিল আৰু এক স্বস্তিৰ ভাবত তাৰো মনটো পাতল লাগি গৈছিল। ইয়ে এক অতি অভাৱনীয় খবৰ— মেঘৰ আশাও যি ক্ষেত্ৰত কৰিব পৰা নগৈছিল এতিয়া যে একেবাৰে বৰষুণৰ শান্তিদায়িনী বাৰিধাৰাই নামি আহিল!

আচলতে বিয়াৰ পিছৰ পৰাই সমস্যাটো আৰম্ভ হৈছিল। দীপিকাৰ লগত যৌতুক হিচাপে পালেং, ছোফা

ছেট, ডাইনিং ছেট, বার্ড ৰ'ব, মিটছেফকে আদি কৰি বৰ্তমান যুগৰ নিয়ম মানি সকলো বস্তুকে দিয়া হৈছিল— যদিও দীপিকাৰ দেউতাকৰ চাকৰি চাই ইমান বস্তু লগত দিয়াৰ যোগ্যতা নাই। যি হওক, যোগ্যতা থাকক নেথাকক আজিৰ যুগৰ নিয়ম মানি তেওঁ জীয়েকৰ লগত এই যৌতুকীয়া বস্তুবোৰ তো দিলেই, কিন্তু সমস্যা হ'ল ৰমেনৰ। ইমান বস্তু সি ৰাখে ক'ত? বাপেকে বান্ধি থৈ যোৱা আগৰ দিনীয়া টিনপাতৰ ঘৰটো যথেষ্ট সৰু। কিন্তু তেওঁৰ যি চাকৰি আছিল সেই চাকৰি অনুযায়ী গুৱাহাটী মহানগৰীত মাটি এটুকুৰা কিনি তিনি কুঠৰীৰ এই ঘৰটো বান্ধি যোৱাও কম বাহাদুৰীৰ কথা নহয়। ৰমেনৰ বাবে যে ই কি মূল্যবান উত্তৰাধিকাৰ! ঘৰটোৰ কথা বাদেই, গুৱাহাটী চহৰৰ ভদ্ৰ অঞ্চল এটাত কেৱল মাটি এটুকুৰাই নিজাকৈ থকাটো যে ভাগ্যৰ কথা। ৰমেনৰ ভৱিষ্যতৰ আঁচনি উচ্চাকাংক্ষাৰে ভৰা, সেই আকাংক্ষা দীপিকাৰ দৰে উৎসাহী আৰু সাংসাৰিক মনৰ ছোৱালী এজনীৰ সংস্পৰ্শত আৰু বেছি ঠন ধৰি উঠিছে। গতিকে ৰমেনে ঠিক কৰি থৈছে যে অলপ সা-সুবিধা কৰিব পাৰিলেই সি সেই পুৰণিকলীয়া তিনি কুঠৰীৰ ঘৰটো ভাহি দুই-তিনি মহলাৰ ব্যৱস্থা ৰাখি কংক্ৰীটৰ ঘৰ এটা বান্ধিব। গুৱাহাটী চহৰৰ আপুৰুগীয়া মাটিৰ প্ৰকৃত সদ্ব্যৱহাৰ হয় একমাত্ৰ কেইবামহলীয়া ঘৰৰ যোগেদিহে, টিনপাতৰ অসম টাইপৰ ঘৰেদি নহয়।

পিছে এইবোৰ হ'ল কিছু ভৱিষ্যতৰ কথা, কিন্তু বৰ্তমানৰ সমস্যাৰ সমাধান কৰা যায় কেনেকৈ? দীপিকাই যৌতুক হিচাপে পোৱা এই সুদৃশ্য নতুন চক্‌চকীয়া আচবাব-পত্ৰবোৰ ক'ত থোৱা যায়? পুৰণি ঘৰটো যে পুৰণি বস্তুৰে ঠাহ খাই আছে। এই প্ৰাচীন ঘৰখনৰ প্ৰাচীন মানুহ দুজন নিঃশেষ হৈ গৈছে; কিন্তু তেওঁলোকৰ জীৱিত কালৰ ব্যৱহৃত বস্তুবোৰ পুৰণি হৈছে বা জৰাজীৰ্ণ হৈছে, কিন্তু মালিক দুগৰাকীৰ দৰে তো নিঃশেষ হৈ যোৱা নাই। কি কৰা যায় এইবোৰ? মস্ত এখন পালেং, সৰু এখন পালেং, ৰমেন আৰু লীলাই সৰু কালত পঢ়া এখন ডেস্ক, এখন প্ৰকাণ্ড টেবুল য'ত মাক-দেউতাকৰ দৰৱ, ঘড়ী, কিতাপকে আদি কৰি নানা বিচিত্ৰ বস্তু ঠাহ খাই থাকিছিল। ইয়াৰ উপৰি আছে অতি প্ৰাচীন ডিজাইনৰ ক'লা পৰি যোৱা কাঠৰ ছোফা, টেবুলত আইনা সংযোগ কৰি ৰূপ দিয়া ড্ৰেছিং আইনাজাতীয় এবিধ আচবাব, দুডাল আলনা আৰু কত ৰকমৰ যে পুৰণিকলীয়া ফাৰ্ণিচাৰ! প্ৰত্যেকটো কোঠালী ভৰাই ৰাখিছে এই 'বুঢ়া' বস্তুবোৰে। এতিয়ালীলাৰ বাবে সৰু পালেংখন, এডাল আলনা, এখন মেজ আৰু চকীৰ বাহিৰে বাকী একো ফাৰ্ণিচাৰৰ প্ৰয়োজন নাই। দীপিকাৰ পালেঙৰ বাহিৰে আন একো বস্তু অনাৰ এতিয়ালৈকে ব্যৱস্থা কৰিব পৰা হোৱা নাই বাবে ৰমেনে এবাৰ বিৰক্তিৰে কৈ উঠিছিল— 'এই অদৰ্কাৰী বস্তুবোৰে ঘৰটো একেবাৰে যাদুঘৰৰ দৰে কৰি পেলাইছে। এইবোৰ যে এতিয়া ক'ত কি কৰা যায়! ক'ৰবাত যদি নাম মাত্ৰ দামতে বিক্ৰীও কৰি দিব পৰা গ'লহেঁতেন!'

তাৰপিছত আজি ৰমেনহঁতৰ আচৰিত ধৰণে ভাগ্য খোল খাই গ'ল— নাম মাত্ৰ কিয়, যথেষ্ট ভাল দামতেই বোধহয় অলাগতিয়াল ফাৰ্ণিচাৰবোৰ বেচি দিব পৰা যাব। ৰমেনে এদিন গৈ সকলো সোধা-পোছা কৰি আহিছেও, সেই অনুযায়ীয়ে আজি এখন ঠেলা গাড়ী মাতি আনি সি বস্তুবোৰ 'সুৰজিৎ কৌৰ অক্‌চন্ হাউছ'ত থৈ আহিব।

এই সমস্ত কথা-বতৰাত লীলাই কোনো ভাগ ল'ব লগা হোৱা নাই। মাক-দেউতাক দুয়োৰো মৃত্যুৰ পিছত তাই ককায়েক ৰমেনৰ অভিভাৱকত্বত চলি আহিছে। ৰমেনে তাইক পঢ়ুৱাইছে, ৰমেনে তাইৰ সকলো খা-খবৰ ৰাখি সা-সুবিধালৈ চকু দি আহিছে। এতিয়া তাৰ বিয়া হৈছে (অৱশ্যে সি নিজে কৰা নাই, মোমায়েকে বিয়াখন পাতি দিছে) আৰু দীপিকাক বুজাই দিছে লীলাৰ বিষয়ে ভাবিব লগা কথাবোৰ এতিয়া যেন তাৰ সলনি দীপিকায়ে বেছিকৈ ভাবে।

সংসাৰৰ কোনো কথাতেই কোনো দিন মাত মাতি পোৱা নাই লীলাই। প্ৰথমতে মাক-দেউতাক, তাৰপিছত ৰমেন আৰু সৰ্বশেষত দীপিকা— এইসকল লোকৰ অভিভাৱকত্বৰ তলতেই তাইৰ এই ওঠৰ বছৰীয়া জীৱনটোৰ দিনবোৰ পাৰ হৈছে। আজি এতিয়া ককায়েক-বৌৱেকে মিলি ঘৰৰ পুৰণি সা-সম্পত্তিবোৰ বেচি দিব ওলাইছে, তাত তাইৰ কিবা মাত মাতিব লগা আছে নেকি ৰমেনে-দীপিকাই ভাবি চোৱা নাই, ভাবি চোৱাৰ দৰকাৰো নাই।

লীলাৰ গাৰ প্ৰায় ওচৰতে শব্দ এটা হ'ল আৰু তেতিয়া লীলা উচপ খাই উঠি শব্দ অহা ঠাইডোখৰৰ পিনে ঘূৰি চালে। দীপিকাই কাঠৰ ঘুণে ধৰা ৰুলমাৰি এডাল দলিয়াই পেলাই দিছিল— শব্দটো হৈছিল তাৰ পৰাই।

লীলা উচপ খাই উঠা দৃশ্যটো দীপিকাৰ বোধহয় চকুত পৰিল, কাৰণ তাই অলপ অপ্ৰস্তুত হোৱাৰ দৰে হৈ ক'লে— "তোমাৰ গাত লাগিল নেকি, লীলা? সেইডাল একেবাৰে পচি গৈছে বাবেই পেলাই দিছো।"

"নাই নাই, গাত লগা নাই নবৌ, আৰু গাত লাগিলেও ঘুণে ধৰা কলমাৰি এডালেনো মোক কি আঘাত লগাব পাৰিলেহেঁতেন।"

ঘুণে ধৰা কলমাৰি। লীলাই আলফুলকৈ সেইডাল তুলি ল'লে। ইমানদিনে ককায়েকৰ ভাষাত 'যাদুঘৰ'ৰ এক তুচ্ছ সম্পত্তি হৈ থকা এই কলমাৰিডালৰ লগত তাইৰ অকণমানি জীৱনৰ কত স্মৃতি জড়িত হৈ আছে। অফিচৰ কাম ঘৰতো কৰাৰ অভ্যাস আছিল তাইৰ দেউতাকৰ, একাউণ্টেণ্ট চাকৰি কৰা মানুহজনে কাগজত কলম মাৰিবে বিভিন্ন আঁচ টানি হিচাপ কৰিব লাগে বাবে এই কলমাৰিডাল ঘৰলৈ লৈ আনিছিল। সময়ত সেইডাল ৰমেনৰ দ্বাৰাও ব্যৱহৃত হৈছিল। লীলাৰ দ্বাৰাও হৈছিল। আৰু আন এক ধৰণেও ব্যৱহাৰ কৰিছিল দেউতাকে; ৰমেন বা লীলাই বেছি অতপালি কৰিলে তেওঁ পুতেক-জীয়েকক শাসন কৰিবলৈ সেইডালেৰেই দুই-এটা ঘা শোধাই দিছিল। আকৌ জীয়েক-পুতেকক সময়ে সময়ে সেইডালেৰেই আঁচ টানি টানি অংকও শিকাইছিল বা হাতৰ আখৰ লিখিবলৈও শিকাইছিল। এতিয়া সিহঁত ডাঙৰ হৈছে, প্ৰায় অকাল মৃত্যু বৰণ কৰি দেউতাক স্বৰ্গগামী হৈছে, কলমাৰিডাল অনাদৃত আৰু অৱহেলিত হৈ হয়তো আলমাৰি নহ'লেবা পঢ়া ডেস্কৰ চকুত পৰি আছিল। আজি বস্তুবোৰ নিলামত দিবলৈ উলিওৱাৰ আগতে দীপিকাই লাগতিয়াল-অলাগতিয়াল বস্তুবোৰ ভাগ ভাগ কৰি এই পচা কলমাৰিডাল পেলাই দিছে।

একেবাৰে পেলাই দিবলগীয়া জৰাজীৰ্ণ বস্তু। তথাপি লীলাই সেইডাল আলফুলকৈ হাতত তুলি ল'লে। কাকায়েক-বৌৱেকে যাতে তাইৰ মুখৰ কোনো ধৰণৰ বিকাৰ নেদেখে তাকে লৈ তাই পুৱাৰে পৰা কিমান সচেষ্ট হৈ আছে— অথচ এতিয়া কলমাৰিডাল হাতত তুলি লোৱাৰ লগে লগে তাইৰ দুচকুত দুটোপাল অশ্ৰুবিন্দু জিলিকি উঠিল। লীলা সচকিত হৈ উঠি ইফালে সিফালে চাই লৰালৰিকৈ চকুলোখিনি হাতৰ তলুৱাৰে মচি পেলালে। এইবাৰ তাইৰ নিজকে লৈ ভয় লাগি গ'ল, নিজৰ সংযমৰ ওপৰত বিশ্বাস নোহোৱা হ'ল। তাৰমানে ঘৰৰ পৰা যেতিয়া বস্তুবোৰ এপদ এপদকৈ বাহিৰলৈ উলিয়াই ঘোঁৰাগাড়ীত তোলা হ'ব, তাইৰ দুচকুৰে গঙ্গা-যমুনা ব'ব নেকি? এই 'যাদুঘৰ'ক নতুন গৃহস্থ ঘৰৰ ৰূপ দিবৰ বাবে আজি যিবোৰ বস্তুক বহিষ্কাৰ কৰা হ'ব সেইবোৰৰ লগত তাই আশৈশৱ জড়িত, সেইবোৰ যেন তাইৰ একো চপৰা গাৰ মঙহ। যিখন পুৰণি পালেং এই ঘৰৰ পৰা আজি উলিয়াই দিয়া হ'ব আৰু এঠাইত সস্তা দামত বেচা হ'ব, সেইখন পালেংত ধৰিবলৈ গ'লে তাইৰ জীৱনৰ এছোৱা ইতিহাসেই সোমাই আছে। এই পালেংখন কোনোবাই নিলাম ডাকি যথাসম্ভৱ কম দামত হয়তো কিনি ল'ব, তাৰ দ্বাৰা তাইৰ বৌৱেকে, হয়তো মনৰ হেঁপাহত কিবা বস্তু কিনি ল'ব, কিন্তু তাইৰ নিজৰ বাবে সেই পালেং ইমানেই মহা মূল্যবান যে পৃথিৱীৰ কোনো অমূল্য সম্পদৰেই তাৰ দাম নিৰূপিত কৰিব নোৱাৰি। যিদিনা তাই এই পৃথিৱীত প্ৰথম দুচকু মেলিছিল, সিদিনা ৰাতি হেনো তাই এই পালেংখনতে শুই জীৱনৰ প্ৰথম ৰাতিটো অতিবাহিত কৰিছিল। তাইৰ জন্মৰ সময়ত মাকৰ খুব অসুখ হৈছিল বাবে ডাক্তৰে তাইক মাকৰ লগত থাকিব দিয়া নাছিল। গতিকে দেউতাকে তাইৰ জন্মৰ পিছত তাইক নি এই ডাঙৰ পালেংখনত নিজৰ লগত শুৱাই ৰাখিছিল। বয়সত এদিনো নোহোৱা কেঁচুৱাটো লগত ৰাখি সিদিনা হেনো দেউতাকে চকুৰ টিপ এটাও মাৰিব পৰা নাছিল। আৰু তাৰ পিছৰে পৰা প্ৰতিটো নিশা সেইখন পালেংতে শুই শুই তাই জীৱনৰ ১৮টা বছৰ অতিবাহিত কৰি দিলে। একপ্ৰকাৰ কম বয়সতে সিহঁতে মাক-দেউতাকক হেৰুৱালে। অৱশ্যে তাইতকৈ বয়সত বহুত ডাঙৰ ৰমেনৰ ক্ষেত্ৰত সেইটো প্ৰযোজ্য নহয়। তাই কিন্তু বাৰ বছৰ বয়সত মাকক আৰু যোল্ল বছৰ বয়সত দেউতাকক হেৰুৱাইছে। বাৰ বছৰ বয়সলৈ তাই মাকৰ লগত সেই পালেংত শুইছে, মাকৰ মৃত্যুৰ পিছত অকলেই সেই বহল পালেংখনৰ এচুকত কুঁচি-মুচি হৈ শুইছে, শুই শুই বহুতো উজাগৰ আৰু অৰ্ধ উজাগৰ ৰাতি মাকৰ স্মৃতি, বাপেকৰ স্মৃতিত চকুলোৰে গাৰু তিয়াইছে। প্ৰথম অৱস্থাত তাই যেতিয়া যথেষ্ট সৰু আৰু সেই দাবীতে মাকৰ ওচৰত ঘনিষ্ঠ হৈ শুইছে, তেতিয়া স্কুলৰ ওপৰ ক্লাছত পঢ়া ৰমেনে আহি তাইক ঠেলি মাকৰ ওচৰৰ ঠাই দখল কৰিবৰ চেষ্টা কৰোঁতে সেই পালেংখনৰ ওপৰতে দুই ভাই-ভনীয়ে কম দবৰা-দবৰি কৰা নাই। তেতিয়া ৰমেনে কৈছে— "মই

এই পালেঙত আৰু মাৰ ওচৰত তোৰ জন্মৰ দহ বছৰ আগৰে পৰা শুইছোঁ, গতিকে এই বিছনা আৰু মাৰ ওপৰত মোৰ অধিকাৰ বেছি। তোক চুলিত ধৰি টানি মাটিত পেলাই দিব পাৰোঁ, পিটিকণি ছোৱালী—" লীলাৰ দুচকু আকৌ পানীৰে ভৰি গ'ল, নানা স্মৃতিয়ে তাইৰ হৃদয়ত আকৌ থৌকিবাথৌ লগাবলৈ ধৰিলে— দাদাটোক কি কোনো স্মৃতিয়ে উতলা কৰা নাই? সি যাদুঘৰ আখ্যা দিয়া মধুৰ ঘৰখনৰ বস্তুবোৰৰ লগত জড়িত কোনো আবেগেই কি তাৰ হিয়া অলপো তোলপাৰ লগাব পৰা নাই? কিছুমান প্ৰাণহীন স্মৃতি বিবৰ্জিত চক্‌চকীয়া বস্তুৰ বিনিময়ত সি কেনেকৈ কোঁহে কোঁহে নানা মধুৰ স্মৃতি সাঙোৰ খাই থকা এই জীৱন্ত বস্তুবোৰ বিসৰ্জন দিবলৈ ওলাইছে? তাৰ অন্তৰত কি কোনো আবেগ-অনুভূতিৰ অস্তিত্ব নাই? এই যে ডেস্কখন, যিখন ডেস্কৰ ওপৰত এতিয়াও জিলিকি আছে তাৰ আৰু তাইৰ কলমৰ পৰা ছিটিকি পৰা বা দোৱাত বাগৰি পৰা চিয়াঁহিৰ অজস্ৰ ক'লা দাগ, কাঠ পেঞ্চিলৰ নানা আঁক-বাক আৰু ছবি (হয়তো তাৰ মাজত সি নিজেই ভনীয়েকৰ কেৰিকেচাৰ কৰি আঁকা ছবিও ওলাব), অজস্ৰ দিন-ৰাতি কিতাপ বহী আৰু নানা বস্তু ৰখাৰ অদৃশ্য দাগ, ওপৰত পঢ়া কিতাপ থৈ দেউতাকক ফাকি দি ডেস্কৰ ভিতৰত গল্প কিতাপ লুকাই থৈ লুকাই লুকাই পঢ়া আৰু কেতিয়াবা ধৰা পৰি কাণমলা বা চৰ-চাপৰ খোৱা, পঢ়ি থাকোঁতে ৰাতি টোপনি ধৰাত এই ডেস্কৰ ওপৰতে মূৰ থৈ অলপ শুই পৰা আৰু সতৰ্ক প্ৰহৰী দেউকাতৰ ধমকিত থক্‌মক্‌কৈ সাৰ পাই উঠা— এনে শত-সহস্ৰ স্মৃতি বিজড়িত এই ডেস্কখন পানীৰ মূল্যত লোকক দি দিবলৈ ওলোৱাত তাৰনো কলিজাৰ পৰা এটোপাল তেজো নিগৰি নোলালনে? আৰু এই যে কাঁহৰ পুৰণি কাঁহী-বাটিবোৰো বিক্ৰী কৰি দিবলৈ ওলাইছে— তাতো জানো কম স্মৃতি সাঙোৰ খাই আছে? সিহঁত ঘৰৰ চাৰিটি প্ৰাণীৰ চাৰিখন কাঁহী আছিল— দেউতাকৰখন আটাইতকৈ ডাঙৰ আৰু তাৰ পিছত মাকৰখন। সিহঁত ভাই-ভনী দুটাৰ কাঁহী দুখন সিমান ডাঙৰো নহয়, সৰুও নহয়, কিন্তু বৰ ধুনীয়া। সিহঁতৰ দেউতাকৰ ঘৰ আছিল সৰ্থেবাৰীৰ ওচৰৰ এখন গাঁৱত, গতিকে কাঁহৰ কাঁহী-বাটিৰ ব্যৱহাৰটো আছিল অলপ বিশেষ ধৰণৰ। ৰমেন জন্ম হোৱাৰ পিছত তাক পোন প্ৰথমবাৰৰ বাবে মাক-দেউতাকে যেতিয়া সেই গাঁৱৰ ঘৰলৈ লৈ গ'ল, ককাদেউতাকে নাতিৰ মুখ দৰ্শন কৰিলে এযোৰ কাঁহী-বাটিৰে— কাঁহীখন নানা ফুলজালিকটা আৰু একোণত সৰু মাছ এটা অংকিত কৰা, মাছ হেনো মঙ্গলৰ চিন। বাটিটো হ'ল বান বাটি, বান বাটিত তেনে কাৰু কাৰ্য কৰাৰ সুচল নাই, কিন্তু ককাকে তাত নাতিয়েকৰ নামটো খোদাই কৰি দিয়ালে— শ্ৰীমান ৰমেন বুলি। লীলাৰ যেতিয়া জন্ম হ'ল আৰু পিছত ককায়েকৰ দৰেই ককাদেউতাকৰ গাঁৱৰ ঘৰলৈ মাকৰ বুকুৰ পাঁচ মহীয়া কেঁচুৱা হৈ ফুৰিবলৈ গ'ল, তেতিয়া ককাদেউতাক প্ৰায় আললৰ বুঢ়া। তথাপি লীলাকো তেওঁ এখন ফুলজালি কটা কাঁহী গঢ়াই দিলে। তাৰ পিছত ৰমেন যেতিয়া ভাত খাব পৰা হ'ল, সেই কাঁহী দুখনেই তেতিয়াৰে পৰা দুয়োৰে ভাত খোৱা কাঁহী হৈ ৰ'ল। ৰমেনৰ কাঁহীৰ মাছটো ক্ৰমে অস্পষ্ট হৈ আহিল, তথাপিও সি ভাত খাবৰ পৰত পিটিকি পিটিকি পৰীক্ষা কৰিব তাক নিজৰ কাঁহীখনত ভাত দিয়া হৈছে তো, লীলাৰ কাঁহীখনত ভুলতে দিয়া হোৱা নাই তো। কেতিয়াবা ভুল হ'লে আৰু ৰক্ষা নাই, ভোৰভোৰাই ভাত খাব। ৰমেনৰ কাঁহীৰ মাছটোক লৈ হেনো কেতিয়াবা ধেমালিও চলিছিল। মাছ নহ'লে ভাত পেটলৈ যাব নোখোজা ৰমেনে মাছ নোহোৱাৰ দিনত আপত্তি কৰিলে মাকে হেনো অভিযোগটো পাতল কৰিবৰ মনেৰে কয়— 'ককাদেউতাৰে কাঁহীতে বৰ মাছ এটা লগাই দিছে— তোক আৰু আন কি মাছ লাগে, বোপাই!'

লীলাই কোনোপধ্যেই চকুলো সম্বৰণ কৰিব নোৱৰা হ'ল। ককায়েকৰ বিয়াৰ পিছৰ পৰা সিহঁতে সেই কাঁহীত খাবলৈ এৰি দিছে, কাৰণ বৌৱেক দীপিকাই সেইবোৰ আঁতৰাই লগত অনা চীনা মাটিৰ ডিছ ব্যৱহাৰ কৰিছে। তাই কৈছে যে চাকৰ-বাকৰ নোহোৱা ঘৰত এই চীনা মাটিৰ বাচনবোৰহে ব্যৱহাৰ কৰিব লাগে, ধুবলৈ সুবিধা, সহজতে চাফা হয় আৰু ছাইৰে হাত লেতেৰা নকৰি চাবোন ব্যৱহাৰ কৰিলেই হয়। লীলাই বৌৱেকৰ কথাৰ কি প্ৰতিবাদ কৰিব, এনেয়েও তাই খুব লাজুক আৰু নম্ৰ প্ৰকৃতিৰ ছোৱালী, গতিকে নীৰৱে খোৱা কাঁহীৰ এই নতুন ব্যৱস্থা মানি ল'লে। কিন্তু তথাপিও সান্ত্বনা যে কাঁহীকেইখন ঘৰতে আছিল— সিহঁত দুটাৰ কাঁহী দুখন আৰু মাক-দেউতাকৰ কাঁহী দুখন। কিন্তু আজি সেই সকলোবোৰ এই ঘৰৰ পৰা নিৰ্বাসিত হ'ব, নিৰ্বাসন কৰিব ওলাইছে বৌৱেকে আৰু তাত আনন্দ মনেৰে সঁহাৰি দিছে ককায়েকে। সি কেনেকৈ ইমান হৃদয়হীন হৈ পৰিল?

ঘৰখনৰ এই সকলোবোৰ বস্তুৰ লগতে যে ওতপ্ৰোতভাৱে সাঙোৰ খাই আছে সিহঁতৰ মাক-দেউতাক দুয়ো, এদিন এই বস্তুবোৰক লৈ সেই মানুহ দুগৰাকীয়ে চৰাইৰ দৰে বাহ এটা সাজিছিল, সেই বাহটোৱে পূৰ্ণতাৰ মাধুৰ্য কঢ়িয়াই আনিছিল সিহঁত দুয়ো ভাই-ভনীয়ে। আজি আৰু মাক-দেউতাক নাই, কিন্তু বাহটো অৱশিষ্ট আছে, সিহঁত দুটা তো জীয়াই আছে, তেন্তে কিয় সি সকলো বস্তু বাহিৰ কৰি দি মাক-দেউতাকৰ স্মৃতিকো বিসৰ্জন দিবলৈ ওলাইছে?

টি-লি-লি-লি-লিং— ঘোঁৰা গাড়ীৰ ঘোঁৰাৰ ডিঙিৰ ঘণ্টাধ্বনি! লীলাৰ সৰ্বশৰীৰ জিকাৰ খাই উঠিল। যমদূত গাড়ী আহি পালেই! লীলাই বহাৰ পৰা একে কোবে থিয় দিলে। হঠাৎ তাইৰ দুবছৰ আগৰ দৃশ্য এটা মনলৈ আহি গ'ল, সেই স্মৃতিয়ে এতিয়াও যে কি বেদনা কঢ়িয়াই আনে, সেই দুখ যে এতিয়াও কিমান কেঁচা হৈ আছে! সিদিনাৰ এনে দিনটোত তাইৰ দেউতাকক ঘৰৰ পৰা উলিয়াই বাহিৰ কৰি লৈ যোৱা হৈছিল, চিৰদিনলৈ— আৰু লীলাই তেতিয়া বলিয়াৰ দৰে বাহিৰৰ বাৰণ্ডাতে আছাৰ খাই পৰিছিল।

বহাৰ পৰা গিৰিপকৈ থিয় হোৱা লীলাই বৰ্তমান পৰিস্থিতিৰ পৰা পলায়নৰ উপায় বিচাৰি ব্যাকুলভাৱে নিজৰ মগজুত মনেৰে খুন্দিয়াবলৈ ধৰিলে, ইফালে দুচকুৰে গঙ্গা-যমুনাৰ ধাৰ বৈয়ে থাকিল। এই অৱস্থাত যদি তাই ককায়েক বা বৌয়েক কাৰোবাৰ আগত ধৰা পৰি যায় কি হ'ব বাৰু? হে ভগৱান, পলায়নৰ পথ কেনি?

তাৰপিছত হঠাতে বিজুলীৰ দৰেই তাইৰ মগজুত কথাটো খেলি গ'ল আৰু লগে লগেই লীলাই বাথৰুমলৈ দৌৰ মাৰিলে।

আজি তাই বহুত পৰ বাথৰুমত সোমাই থাকিব, আজি তাই মূৰ ধুব, তেল চাবোন ঘঁহি ভালকৈ গা ধুব, গাত মগৰ পিছত মগ চেঁচা পানী ঢালিব। আন দিনা হ'লে ৰাতিপুৱা গা ধোৱা চিন্তাটোৱে কষ্টকৰ, জাৰৰ দিনৰ ৰাতিপুৱা তো — গাত চেঁচা পানী ঢলা কথাটোৱে গা জিকাৰ খুৱাই তোলে। কিন্তু আজি এতিয়া সেই অভিজ্ঞতাই পৰম কাম্য হৈ পৰিছে। তাই এতিয়া মগৰ পিছত মগ পানী ঢালি থাকিব আৰু তাইৰ চুলিৰ পৰা বাগৰি অহা চেঁচা পানীৰ ধাৰাৰ লগত মিহলি হৈ যাব দুগাল প্লাবিত হৈ থকা দুচকুৰ গৰম পানীৰ ধাৰা।

# আজলী

সাধাৰণতে গাভৰু ছোৱালীবোৰে বিয়াৰ আগতে ভাবী স্বামীক লৈ নানাৰকমৰ স্বপ্ন ৰচনা কৰেই। অৱশ্যে পুৰুষৰ ক্ষেত্ৰতো বোধহয় একে কথাই হয়। আৰু এইটোও সৰ্বজনবিদিত কথা যে বিয়াৰ পিছত সেই স্বপ্নভঙ্গ হোৱাৰো বেছিদিন নালাগে। তেতিয়া— অৰ্থাৎ বিয়াৰ কিছুদিন পিছত এজন জ্ঞানী পুৰুষে কোৱাৰ দৰে বিবাহিত জীৱনটো হৈ পৰে এটা চুইংগাম চোবোৱাৰ দৰে। চুইংগামৰ প্ৰথমৰ মিঠাটো আৰু অৱশিষ্ট নাথাকেগৈ, তথাপি সেই গামডোখৰকে চোবাই থকা যায়— নামটো বোধহয় সেইবাবেই চুইংগাম ৰখা হৈছে— চোবাই থকা আঠা। বিবাহিত জীৱনটোও সেইদৰে এডোখৰ ৰস-কষহীন চোবাই থকা আঠাত পৰিণত হয়, অভ্যাসৰ চোবোৱা, নীৰস, গতানুগতিক তাক গিলি থোৱাও নাযায়, পেলাই দিয়াও নাযায়।

মণিকায়ো বিয়াৰ আগতে ভাবী স্বামী, ঘৰ-সংসাৰ, সন্তান আৰু তাৰ নানা আনুষংগিক কথাক লৈ স্বপ্ন দেখিছিল। তাৰ পিছত তাইৰ এদিন বিয়াও হৈছিল। তাইৰ স্বামীৰ নাম আছিল নিৰঞ্জন কাকতি। তেওঁ আছিল এজন বন বিষয়া। মানুহজনৰ লগত মণিকাৰ স্বপ্নৰ পুৰুষজনৰ মিল নাছিল— তাইৰ স্বপ্নৰ সেইজন পুৰুষ নিৰঞ্জনতকৈ বেছি ওখ, বেছি ধুনীয়া, বেছি বিত্তৱান আৰু বহুত কিবাকিবিতকৈয়ে বেছি আছিল। তথাপি আচৰিত কথা যে তাই নিৰঞ্জনৰ লগত বেছ সুখীয়েই হৈছিল— বিয়াৰ বহুত দিন পাৰ হোৱাৰ পিছতো সুখী আছিল। কিন্তু নিৰঞ্জন দেখোন তাইৰ আবিয়ৈ কালৰ কল্পনাৰ ৰাজকুমাৰ নহয়, একেবাৰেই নহয়, তথাপি বাৰু তাই কিয় এনেকৈ সুখী হ'ব পাৰিছে! তাৰ কাৰণ বাৰু সকলোৱে তাইৰ প্ৰতি প্ৰয়োগ কৰি অহা আজলী বিশেষণটো নেকি?

সৰুৰে পৰা মণিকাই শুনি আহিছে তাই বোলে আজলী। মৰম লগা। ভুল কৰিলে সংশ্লিষ্ট লোকসকলে কয়— 'আয়ে দেহি, বেচেৰী আজলী ছোৱালীজনী, এইবোৰৰ একো ভু নাপায়। কিন্তু ক্ষমাহীন ত্ৰুটি-বিচ্যুতিত সেই একেবোৰ মানুহেই ক'ব— 'আজলী আঁকৰি ক'ৰবাৰ! কিবা এটা কথা যদি বুজি পায়!'

পিছে তাইৰ অজলা স্বভাৱৰ কাৰণেই হওক বা আন যি কাৰণতেই নহওক, তাই নিৰঞ্জনৰ লগত সুখী হ'ল। অকলশৰীয়া নিৰঞ্জনৰ লগত তাই এখন সুখী আৰু সৰু সংসাৰ গঢ়ি তুলিছিল। নিৰঞ্জনক তাই সেৱা-শুশ্ৰষা আৰু মায়া-মমতাৰে ভৰাই ৰাখিছিল। নিৰঞ্জনেও তাইক পৰাপক্ষত দুখ নিদিছিল। তাৰ পিছত এদিন সেই নিৰঞ্জনৰ পৰাও তাই এই বিশেষণটো শুনিব লগা হৈছিল— আজলী! সেই বিশেষ দিনটোত তাইৰ মনটো আন বহুতো দিনতকৈয়ো তৃপ্তিৰে ভৰি আছিল, নিৰঞ্জনৰ প্ৰতিও সিদিনা অন্তৰত আবেগ আৰু প্ৰেমৰ জোৱাৰ প্ৰায় পৰ্বত-প্ৰমাণ হৈ উঠিছিল। সেয়ে এক নিবিড় মধুৰ মুহূৰ্তত তাই নিৰঞ্জনৰ গাতে গা লগাই আবেগ-গাঢ় কণ্ঠেৰে কৈছিল,— 'আমি তো প্ৰেম কৰি বিয়া কৰোৱা নাই, কিন্তু তথাপি আমি ইমান সুখী। যদি প্ৰেম কৰি বিয়া কৰালোঁহেঁতেন, তেন্তে বাৰু আৰু বেছি সুখী হ'লোঁহেঁতেন নেকি?' তেতিয়াই নিৰঞ্জনে তাইৰ প্ৰতি 'আজলী' শব্দটো প্ৰয়োগ কৰি কৈছিল— কি যে কথাবোৰ কোৱা! তুমি বৰ আজলী ছোৱালী দেই!'

পিছে মই আজলী হওঁ বা নহওঁ, পিছতো সুখী সংসাৰ এখন গঢ়ি তুলিব পাৰিছোঁ। নিৰঞ্জনক তো সুখ দিব পাৰিছোঁ। সংসাৰখন তো পৰিপাটিকৈ চলাই দিব পাৰিছোঁ। মণিকাই আত্মগৰ্বেৰে কথাখিনি ভাবিছিল।

পিছে মণিকাৰ সেই গৰ্ব লাহে লাহে কমি আহিব ধৰিলে, কাৰণ তাইৰ ধাৰণা হ'ব ধৰিলে যে তাই ভবাৰ দৰেই তাই সুগৃহিণী নহয়। হোৱা হ'লে মাকৰ দৰেই তাই অলপ পইচাৰ সংসাৰখন সুন্দৰকৈ চলাব পাৰিলেহেঁতেন। অৱশ্যে নিৰঞ্জনে তাৰ দৰমহাৰ পইচাৰ বেছিভাগ নিজৰ লগতেই ৰাখি থয়— মণিকাক সংসাৰৰ নিত্য প্ৰয়োজনীয় খুচুৰা খৰচৰ বাবে কিছু পইচা মাথোঁ দি থয়। কিন্তু সেই পইচা দেখোন তৎক্ষণাতে খৰচ হৈ যায় আৰু তাৰ পিছত নিৰঞ্জনৰ ওচৰত হাত পাতিলে সি যদিও তাইক খং-ৰাগ একো নকৰে তথাপি অলপ যেন অসন্তুষ্ট হৈ যায়। এদিন তো এনে সৰু সাৱধানবাণী এটা শুনাই ক'লে, 'মণিকা, ইমান ধোঁৱাখুলীয়া হৈ নচলিবা দেই, তোমাৰ গিৰীয়েকজন 'কন্‌জাৰ্ভেটৰ অব্ ফৰেষ্ট' নহয় নহয়, সাধাৰণ এজন এ এফ্ এছ্ বিষয়াহে। আৰু তুমি যদি ভাবিছা যে মই আন বহুতো বন বিষয়াৰ দৰে অসমৰ হাবি-বন তহিলং কৰি নিজৰ পকেটলৈ টকাবোৰ অনা মানুহ, তেন্তে তুমি ভুল কৰিছা। মোৰ প্ৰাণত অলপ দেশপ্ৰেম আছে, পৰিৱেশৰ বিশুদ্ধতাৰ কথাও মই বুজোঁ। গতিকে

মই কেতিয়াও কাকো হাজাৰ হাজাৰ টকাৰ বিনিময়তো অন্যায়কৈ গছ এডাল কাটিব দিব নোৱাৰোঁ।'

আজলী মণিকাৰ গিৰীয়েকৰ তেনে ভাষণত বুকুখন অলপ কঁপি গৈছিল যদিও গৰ্ৱৰে বুকু ভৰিও গৈছিল। তাইৰ দেউতাকৰে উপযুক্ত জোঁৱায়েক দেখোন এইজন। তাইৰ দেউতাক আবকাৰী বিভাগৰ বিষয়া. কিন্তু কোনেদিন এক পইচাও ভেটি নাখায় বুলি মাকৰ পৰা শুনি আহিছে, আৰু শুনি আহিছে স্বয়ং দেউতাকৰ মুখৰ পৰাও। সিহঁতৰ আছিল কেবাজনো ভাই-ককাই, বাই-ভনীৰ এখন বৃহৎ পৰিয়াল। এজনৰ আয়েৰেই তেনেহেন ডাঙৰ সংসাৰখন চলে। কেনেকৈ চলায় একমাত্ৰ মাকেহে জানে। সাক্ষাৎ লক্ষ্মী মাকজনী, নহ'লেনো ইমানবোৰ ল'ৰা-ছোৱালীক খুৱাই-ধুৱাই, পিন্ধাই-উৰাই সেই সীমাবদ্ধ আয়েৰে আকৌ স্কুল-কলেজৰ মাচুলো যোগান ধৰিব পাৰিলেহেঁতেননে? আকৌ এই কথাটোওতো মিছা নহয় যে সিহঁতে একেবাৰে বঞ্চিত হৈ থাকিব লাগিছিল। শাৰী, প্ৰসাধন সামগ্ৰী আদিৰ ক্ষেত্ৰতো সিহঁতেতো খুব বঞ্চিত হৈ থাকিব নালাগিছিল, মাহেকে পথেকে চিনেমাও চাবলৈ পাইছিল। সঁচায়ে অতি সুগৃহিণী আৰু লক্ষ্মীস্বৰূপা সিহঁতৰ মাক, কিমান মিতব্যয়িতাৰে, কিমান হিচাপেৰে যে সংসাৰখন চলাইছে! তেনে এজনী ঘৈণীয়েক পোৱাটো সিহঁতৰ সাধু-মহাত্মা দেউতাকৰ বাবে বৰ ভাগ্যৰ কথা দেই।

সেই দেউতাক-মাকৰ সন্তান হৈ জন্ম লাভ কৰাৰ বিৰল ভাগ্যৰ বাবে মণিকা কেৱল মনে মনেই গৰ্বী হৈ নাথাকে, তাই সুবিধা পালেই আনৰ আগত দেউতাক-মাকৰ গুণ-কীৰ্তনো কৰিছিল, বিশেষকৈ দেউতাকৰ। আবকাৰী বিভাগৰ চাকৰিয়ালৰ বাহিৰা আয়ৰ কিমান সুযোগ, তেনে আয় প্ৰতিজনে কৰেও, কিন্তু সিহঁতৰ দেউতাক ব্যতিক্ৰম, তেওঁ তেনে আয়ক বিষ্ঠাৰ তুল্য জ্ঞান কৰে। মণিকাই লগতে তুলনামূলক উদাহৰণৰ দ্বাৰাও দেউতাকক দেৱতাৰ আসনত বহুৱাই থয়। লগৰ বন্ধুসকলৰ আগত এনেধৰণৰ কথা কয়-- 'আমাৰ ওচৰতে প্ৰদীপ কলিতা নামৰ ছেলছ্ টেক্স্ ইন্সপেক্টৰ এজনে ঘৰ বান্ধিছে। টাইলছ্ মাৰ্বলেৰে যেন বজাৰহে প্ৰাসাদ। বাহিৰা আয়েৰে লাল হৈ আছে নহয়। আমাৰ সাধাৰণ মোজেইকৰ ঘৰটো ওচৰত কিবাই লাগি যায়— তথাপি দেউতাৰ সৎ আৰ্জনেৰে সজা ঘৰটো আমাৰ বাবে পবিত্ৰ মন্দিৰৰ নিচিনাই।.... সিদিনা আমাৰ ঘৰলৈ দেউতাৰ কলেজীয়া দিনৰ বন্ধু এজন আহিছিল। নতুন মাৰুতি গাড়ী এখন চলাই আহিছে। চাকৰিটো হ'ল ডি টি অ'ৰ। দেউতাই পিছত ক'লে নহয়— টকা খাই মানুহজন একেবাৰে লাল।'

মণিকাৰ ক'লা টকাৰ প্ৰতি ঘৃণাটো যেন জীৱনৰ প্ৰতি পদে পদে উপচি পৰিছিল। কোনোবাজনী বন্ধুৱে যদি কলেজলৈ নতুন দামী শাৰী পিন্ধি আহে, তাই বাকী বন্ধুসকলৰ আগত মুখ বিকটাই মন্তব্য দিবই, 'বাপেকৰ বাহিৰা টকাৰ গৰমতে দিনে দিনে কলেজলৈ নতুন শাৰী পিন্ধি আহে। সঁচাই, স্কুলৰ দৰে কলেজৰো ইউনিফৰ্ম কৰি দিব লাগে। বাপেকহঁতৰ ক'লা টকাৰে ধুন-পেছ মৰা ছোৱালীবোৰৰ লগত আমাৰ দৰে দৰিদ্ৰ আৰু দেউতাকৰ সৎ উপাৰ্জনেৰে কাপোৰ-কানি পিন্ধিব লগা ছোৱালীহঁতৰ মনত জ্বালা নধৰে নেকি?'

কেতিয়াবা এইখন দেশতো দুৰ্নীতিৰ বাবে চাকৰিৰ পৰা নিলম্বিত হোৱাৰ খবৰ আহে। কাগজত সেই খবৰ পঢ়ি আহি মণিকাই ফূৰ্তিৰ এমোকোৰা হাঁহি লৈ বন্ধুসকলক কয়— 'বেছ হৈছে, বৰ ভাল কথা হৈছে। দুৰ্নীতি কৰাৰ মজা পালে তেওঁ। পিছে এজন-দুজনক ধৰিলে কি হ'ব, তেনে মানুহ কত, কত সহস্ৰ আছে। আমাৰ ওচৰত সেই কলিতাহঁত আছে, ভুবন বৰাহঁত তো আৰু ছাৰ, আমাৰ সন্মুখৰ পিনে ঘৰ বাবে সিহঁতৰ কাণ্ড-কাৰখানা তো দেখিয়েই থাকোঁ। পুলিচৰ ডি এছ পি, পিছে জীয়েক-পুতেকহঁতে এনেকৈ চলে যেন দেউতাক একেবাৰে পুলিচৰ ওপৰৱালা ডি আই জি নে ডি জি পি হে? অ' ডি জি— যেন ডি জি হে। দেউতাই অত বছৰ চাকৰি কৰাৰ পিছত আমি কোনোমতে কালাৰ টিভি এটাহে লৈছিলোঁ, কিন্তু সিহঁতৰ ভি চি পি, ভি চি আৰ, মিউজিক ছিষ্টেম সকলো আছে। তাৰ শব্দত বাটৰ মানুহৰো চক্ খাই খাই উঠিব লগা হয়। এইবোৰ মানুহৰ ওপৰত চৰকাৰটোৰ চকু নপৰে নেকি?'

মণিকাৰ মাক ৰন্ধা-বঢ়া, ঘৰৰ কাম, চিলাই আদি সকলোতে এৰ পকা। তেওঁৰ গৃহকৰ্ম নিপুণতাৰ বাবে সকলোৰে শলাগৰ পাত্ৰী হয়, আৰু জনপ্ৰিয় হয় তেওঁৰ অতিথি পৰায়ণতাৰ বাবে। ফুৰিবলৈ যোৱা আলহীক তেওঁ কেতিয়াও ভুজিয়া, পাপৰ, বিস্কুট আদি পালমৰা খাদ্যৰে আপ্যায়ন কৰি নপঠায়, ফ্ৰিজত নিজে বনোৱা

পিঠা-পনা, পায়স, কাষ্টাৰ্ড কিবাকিবি থাকেই। কিন্তু তাৰেও জানো মানুহজনী সন্তুষ্ট হয়? ইস্ ইমান মিঠা বস্তু খালে মুক বিকটাই দিব দেখোন। 'ঐ নৰেন, জ্যোতি মিষ্টান্নলৈ যাচোন, গৰম চিঙাৰা ভাজিছে যদি কেইটামান লৈ আনগৈ।' লগে লগেই লগুৱা নৰেন পইচালৈ দোকানলৈ লৰ মাৰে। সি খোৱাৰ সুখৰ বাবেই এইখন ঘৰত অত বছৰে টিকি আছে।

মণিকাই দেউতাকৰ দৰে মাকক স্বৰ্গত তুলি নথ'লেও একেধৰণে বখানে। বন্ধুসকলক কয়— 'আমাৰ মাই নিজে নাখায়ো আলহীক খুৱায়। মাৰ আপচোচ বোলে দেউতাৰ হিচাপৰ আটকীয়া দৰমহাৰ টকাৰে তেওঁনো আৰু বেছি ভালকৈ কেনেকৈ মানুহক সোধ-পোচ কৰে? তথাপি সেই সীমিত আয়েৰে আমাৰ মায়ে যে কিমানক কত কি নুখুৱায়, মাৰ আন্তৰিকতাৰ বাবে আমাৰ ঘৰলৈ বহুত মানুহ-দুনুহো আহে। আমাৰ মা যে ইমান সাদৰী মানুহ তোমালোকেও তো প্ৰমাণ পাইছা। কিন্তু আন বহুতো ঘৰতে দেখিছোঁ নহয় ঢেৰ টকা-পইচা থকাতো (অৱশ্যে বেছিভাগৰে বাহিৰা আয় দেই) চাহকাপৰ লগত দুখন বিস্কুটৰ বাহিৰে একো খুৱাব নোখোজে। কি যে কৃপণ মানুহবোৰ! আমাৰ মায়ে কিন্তু শুদা বিস্কুটেৰে কাকো চাহ খুউৱাৰ কথা কল্পনাই কৰিব নোৱাৰে।'

কিন্তু মণিকাই নতুন শাৰী বা ছেলোৱাৰ-কামিজ পিন্ধি আহিলে কোনোবা ছোৱালীয়ে যদি কয়— 'বাঃ বঢ়িয়া লাগিছে দেই। নিশ্চয় খুব দামী। পিছে তইনো আৰু কিমান পোছাক ল'ব অ' মণিকা?' তেতিয়া মণিকাৰ মুখ ওফন্দি উঠে— 'তোৰো যে কথা বাসন্তী, মোকনো কিমান নতুন কাপোৰ পিন্ধি অহা দেখিলি অ'? আজি কতদিন মাক কুটুৰি কুটুৰি এই শাৰীখন লৈছোঁ, তাতে চকু পৰি গ'ল নহয়? দেউতাৰ কিমান দুখৰ ধন খৰচ কৰি কৰি আমি বস্ত্ৰ লওঁ। আৰু আমি যে তিনিজনী বাই-ভনী প্ৰায় কাণ সমনীয়া, আমি ইজনীয়ে সিজনীৰ কাপোৰবোৰো পিন্ধো নহয়। হয় দে, কেৱল মোৰ পোছাকহে দেখ, ৰিণি, কবিতাহঁতৰবোৰ নেদেখ? সিহঁতে তো প্ৰায় সদায়ে নতুন শাৰী, নতুন ছেলোৱাৰ-কামিজ পিন্ধি আহে— আহিবই তো, বাপেকহঁতে কম বাহিৰা উপাৰ্জন কৰেনে? সিহঁতৰ বাবে বাপেকৰ দৰমহা তো ভাতৰ লগত চাটনিৰ দৰে। আমাৰ দেউতাৰ দৰে সৎপথত চলি আয় কৰা হ'লে দেখিলোঁহেঁতেন নহয়— সিহঁতে দিনে কিমান নতুন কাপোৰ পিন্ধি আহিলহেঁতেন।"

মাক-দেউতাকক এনেদৰে হকে-বিহকে টানি আনি পূজাৰ বেদীত বহুৱাই থোৱা মণিকাৰ কিন্তু সেই মাক-বাপেকৰ ঘৰখন এৰি আহি নিৰঞ্জনৰ সংসাৰত অধিষ্ঠিত হোৱা ঘটনাটোত অন্তৰত যিমান দুখ লাগিব বুলি ভাবিছিল, সিমান দুখ হ'লে নালাগিল বা সেই এৰি অহা ঘৰখনৰ প্ৰতি অন্তৰ ব্যাকুল হৈ নাথাকিল। মাকহঁতৰ ঘৰখন যেন এখন হোটেলৰ দৰে আছিল, সিহঁতৰ নিজৰে ইমানবোৰ ল'ৰা-ছোৱালী, তাতে মাক সাদৰী স্বভাৱৰ হোৱা বাবে সিহঁতৰ ঘৰৰ পৰা মানুহ-দুনুহ নুগুচিছিলেই। এতিয়া আনৰ আগত মাকৰ প্ৰশংসা কৰিলে কি হ'ব মাকৰ সেই সৰবৰহী স্বভাৱৰ কাৰণে সিহঁতেনো কম ভুগিব লগা হৈছিলনে? অকল নৰেনে কিমান সহায় কৰিব বা কিমান মিঠাই-চিঙাৰা বজাৰৰ পৰা কিনি আনিব, সিহঁতে মাকক পাকঘৰত সহায় কৰিব লগা হৈছিল? ইফালে বহুত সময়ত মাকে আলহীৰ লগত ব্যস্ত হৈ থাকিলে সৰু ভায়েক-ভনীয়েকহঁতৰ আপডালোতো সিহঁতেই কৰিব লগা হৈছিল। দেউতাক তো বেছিভাগ সন্ধিয়া ঘৰত নাথাকেই, সুধিলে কয় আবকাৰী বিভাগৰ মানুহৰ বিৰাট দায়িত্ব, নানা কাম, মাজে মাজে পুলিচ পাৰ্টি লৈ চোৰাং মদৰ ঘাটিবোৰো ৰেইড্ কৰিবলৈ যাব লাগে।

তেনে এখন ঘৰৰ পৰা অহা মণিকাই নিৰঞ্জনৰ লগত পোৱা সৰু নিজগাল, পৰিপাটি, শান্তিপূৰ্ণ ঘৰখন সুখস্বৰ্গ যেনো লাগিছিল। স্বাধীনতাও এই সংসাৰত বেছি, অৱসৰো অখণ্ড। মাকৰ দৰে মণিকাৰো— কিন্তু কেৱল মণিকাৰেই কিয়, সিহঁতৰ আটাইবোৰ বাই-ভনীৰেই চিলাই-পাতিকে আদি কৰি নানা ধৰণৰ বাহিৰা কামৰ প্ৰতি চখ। এতিয়া নিজস্ব সময়বোৰ মণিকাই সেই কাম-বনবোৰেৰে ভৰাই ৰাখে, ঘৰ সজায়, ফুলৰ টাবত নতুন নতুন গছ ৰোৱে আৰু নিৰঞ্জনলৈ নানাৰকম খোৱাবস্তু কৰি ৰাখে। পিছে সকলো চখেই ব্যয়বহুল, গতিকে মণিকাই কিছুমান হিচাপৰ বাহিৰৰ খৰচ কৰি পেলায় আৰু তাৰ পিছত নিৰঞ্জনৰ ওচৰত হাত পাতিব লগা হয়। তেতিয়াই নিৰঞ্জনে বাধ্য হৈ সকীয়নি দিব লগা হয়। আনহাতে তাৰ মণিকাৰ এই ৰূপটো খুব ভালো লাগে— কি যে সুখী আৰু পৰিতৃপ্ত মণিকাজনী। নিজৰ নৱ-বিবাহিতা পত্নীৰ এনে প্ৰফুল্লিত ৰূপ দেখিলে কোন ডেকাৰেই বা বুকু ফুলি নুঠিব। এদিন নিৰঞ্জনে মণিকাক সুধিয়েই পেলাইছিল— 'তোমালোকৰ ইমান ডাঙৰ ঘৰ-দুৱাৰ এৰি মোৰ

এই সৰু সাধাৰণ ঘৰটোত থাকিব লগা হৈছে—• তথাপি তুমি ইমান আনন্দত টগবগাই কেনেকৈ থাকা, মণিকা?'

'আমাৰ ঘৰটো ডাঙৰ দেখিলেনে? আমাৰ ওচৰৰ ভেটি খোৱা মানুহবোৰৰ ঘৰবোৰ তো তুমিকৈ দেখাই নাই তুমি, দেখিলে বুজিলাহেঁতেন যে সেই ঘৰবোৰৰ তুলনাত আমাৰ ঘৰটো পঁজা। মোৰ দেউতাই তেওঁৰ সাধু উপায়েৰে ঘটা ধনেৰে কোনোমতে সেই ঘৰটো সাজিছে।'

মণিকাৰ কথাত নিৰঞ্জনে হাঁহিছিল আৰু প্ৰায় মুখৰ ভিতৰতে কৈছিল এটা ইংৰাজী শব্দ— naive। পিছে মণিকাক মানুহে আজলী বুলি ক'লে কি হ'ব তাই পঢ়া-শুনাত চোকাই আছিল, ইংৰাজীৰো কিছু জ্ঞান আছিল, গতিকে গিৰীয়েকে কোৱা naive শব্দটো বুজি পালে।

'এওঁও মোক আজলী বুলিয়েই ক'লে. ইছ্, কিয় ক'লে বাৰু? আগতে বহুতেই কৈছিল, এতিয়া এবাৰো কোৱা হ'ল। আগতেও দুই-এবাৰ কৈছিল। ধেৎ, মই এতিয়াও, এই বয়সতো আজলীয়েই হৈ ৰ'লোঁ দেখোন' কিন্তু আজি মোক এওঁ কিয় আজলী বুলি ক'লে?'

তাৰ কেইদিনমান পিছত— তেতিয়া মাহৰ শেষেই হৈছিল— মণিকাৰ আকৌ টকাৰ প্ৰয়োজন হ'ল। এইবাৰ নিৰঞ্জনে মৰমেৰে কিন্তু বেছ দৃঢ়তাৰেই ক'লে— 'মণিকা, মাহৰ শেষ' মোৰ হাত একেবাৰেই উদং। তুমি অলপ হাত টানি খৰচ কৰিবা দেই। তোমাৰ মাৰ দৰে ধোঁৱাখুলীয়াভাৱে চলিলে হিচাপৰ পইচাৰে চলা আমাৰ সংসাৰখনত টনাটনি পৰি যাব নহয়!'

মণিকা প্ৰথমতে হতভম্ব হৈ গৈছিল, তাৰ পিছত তাইৰ উষ্মা উঠি গৈছিল— তাইৰ মাক ধোঁৱাখুলীয়া? ইমান মিতব্যয়িতাৰে ইমান ডাঙৰ সংসাৰখন তেৰোঁ তো চলাই আছে, নিৰঞ্জনৰ দৰেই তাইৰো দেউতাকৰ একে হিচাপৰ পইচাৰে। তাৰ পিছত এওঁ কি কয় চোৱা! মোৰ মাজনী বোলে ধোঁৱাখুলীয়া। তুমি আমাৰ ওচৰৰ মিছেছ কলিতাৰ খৰচৰ ধুম তো দেখা নাই, দেখিলে বুজিলাহেঁতেন ধোঁৱাখুলীয়া কাক কয়।

পিছে নিজৰ মনতে মণিকাই সেই উষ্মা দমাই থোৱা নাছিল, তাই তেনেদৰে ভবা কথাবোৰ নিৰঞ্জনৰ আগত উগাৰিও দিছিল। কিন্তু নিৰঞ্জনে ওলোটাই কোনো উষ্মা দেখুৱা নাছিল, কেৱল অলপ হাঁহি কেইদিমান আগতে কোৱাৰ দৰেই কৈছিল— 'naive আৰু কাক কয়?'

সেই মাহটো পাৰ হোৱাৰ পিছৰ মাহত নিৰঞ্জনে অফিচৰ দৰমহা পোৱাৰ দিনা মণিকাক আহি কৈছিল: 'মণিকা, অত মাহে মই দৰমহাৰ পইচাবোৰ মোৰ লগতেই ৰাখিছিলোঁ। কাৰণ অতদিনে বৰলা জীৱনত অকলে সংসাৰ চলাই মোৰ এটা অভিজ্ঞতা হৈছিল, কিন্তু তুমি তোমাৰ মা-দেউতাৰাৰ ডেউকাৰ তলত থাকি অহা ছোৱালী, কেনেকৈ কি কৰিব লাগে বিশেষ ভু-ভা পোৱা নাছিলা—' সেইখিনিতে মণিকাই প্ৰতিবাদ কৰি কৈছিল— 'কি যে কথা কোৱা, আমাক মাইঁতে সংসাৰৰ সকলো কামকে যে শিকাইছিল তাৰ প্ৰমাণ অতদিনে পোৱা নাই নেকি?'

নিৰঞ্জনে সন্তোষ ভৰা মুখেৰে কৈছিল— 'আজিৰ দিনত কলেজত পঢ়ি অহা ছোৱালী এজনীক ঘৰুৱা সকলো কামতে ইমান ওস্তাদ হোৱাটো দেখিম বুলি মই আশাই কৰা নাছিলোঁ, মণিকা। সেইফালৰ পৰা তোমাক পত্নী হিচাপে পাই মই ধন্য মানিছোঁ। কিন্তু মণিকা, সংসাৰৰ সকলো কাম জনা আৰু সংসাৰ চলোৱাৰ মাজত পাৰ্থক্য আছে। সেইটো তুমি এতিয়াৰ পৰা লাহে লাহে শিকিবা, কাৰণ এই মাহৰ পৰা মই মোৰ দৰমহাৰ প্ৰায় সকলোখিনি টকা তোমাকেই দি দিম— কেৱল অফিচৰ প্ৰভিডেণ্ট ফাণ্ড আৰু ইন্সিওৰেঞ্চৰ টকাখিনি আৰু ঘৰ ভাড়াৰ বাৰশ টকা কাটি ৰাখিম। মোৰ চিগাৰেট খোৱাৰ অভ্যাস নাই, গতিকে সেইফালৰ পৰা হাত খৰচ বেছি নালাগে। মোৰ ডাঙৰ খৰচ হ'ল কেৱল স্কুটাৰৰ পেট্ৰোলৰ খৰচ। তুমিতো মোক টিফিন দিয়াই, কিন্তু অফিচত খোৱা চাহৰ দামটোও দৰমহা পোৱাৰ পিছত একেলগে দি দিব লাগিব।'

সেইদিনা মণিকা যেন সপ্তম স্বৰ্গত উঠিছিল। জীৱনত অতবোৰ টকা তাই একেলগে চুই পোৱা নাই। একেবাৰে দুহাজাৰ টকা! দেউতাকেই মাকক এনেকৈ বোধহয় বিয়াৰ পিছত দৰমহাৰ প্ৰায়খিনি টকা সঁপি দিয়া নাই, আৰু দুহাজাৰ টকা দেখোন আলিবাবাৰ ৰত্নগুহাৰ ধন সম্পদৰ লেখীয়াই, অন্ততঃ মাকৰ হাতলৈ অহা টকাৰ তুলনাত তো হয়েই। তাইৰ দেউতাকে বোধহয় এতিয়া সাত-আঠ হাজাৰমান দৰমহা পায়, নিৰঞ্জনৰ দৰেই অ'ত ত'ত দি মেলি মাকক বোধহয় চাৰি হাজাৰমান দিয়ে।

দুহাজাৰ টকাৰ বিৰাট অংকৰ ধন হাতত পোৱাৰ আনন্দত মণিকাই নিৰঞ্জনে কোৱা এষাৰ কথা একেবাৰে পাহৰি গ'ল ঃ 'মণিকা, মাহটো চলোৱাৰ কিটিপ বা সুগৃহিণী হোৱাৰ কৌশলটো কি জানা? তুমি মাহৰ প্ৰথম অৱস্থাত যি ধৰণে খৰচ কৰা মাহৰ শেষ অৱস্থাতো সেই ধৰণে খৰচ কৰিব পাৰিব লাগিব।'

মণিকাৰ ঘৰ সজোৱাত বৰ ৰাপ। বিয়াত নানা ধৰণৰ সজোৱা বস্তু উঠিছে, তাৰে তাই ধুনীয়াকৈ ঘৰটো সজাইছেও। কিন্তু দেৱালত আঁৰিবলৈ কোনো ফটো নাই। আজিকালি 'ছিঙ্গাৰ' বা 'উষা'ত এনে বঢ়িয়া আৰু এনে সহজতে হোৱা এম্ব্ৰইডাৰীৰ কাপোৰ যে ওলাইছে— সেইবোৰত ক্ৰছ ষ্টিচৰ সহায়েৰে অতি কম সময়তে নানা লেণ্ডস্কেপ, মানুহ বা জীৱজন্তু চিলাই কৰি উলিয়াব পাৰি। তাৰ পিছত সেইবোৰ বন্ধাই বেৰত আঁৰি থ'লেই হ'ল।

মণিকাই দুহাজাৰ টকাৰ পৰা প্ৰথমতে সেই কাপোৰ-কিতাপ-সূতাকে আনি ল'লে। তাই জলপ্ৰপাত থকা ছবি এখন চিলালে আৰু বন্ধাই আনি বেৰত ওলোমাই থোৱাত নিৰঞ্জনে খুব ধুনীয়া হৈছে বুলি শলাগিলে। অৱশ্যে লগতে এই কথাও সুধিবলৈ নাপাহৰিলে— 'মুঠতে কিমাননো খৰচ পৰিল? আজিকালি সাধাৰণ বস্তু এবিধৰো যিহে দাম হৈছে।'

'এঃ, কিবা এটা দাম পৰিল দিয়া, মই পাহৰি গ'লোঁ—' মণিকাই গিৰীয়েকক মিছা কথাষাৰ কৈ যি অশান্তিত ভুগিলে সি আগৰ অশান্তি বিধৰ লগত লগ লাগি মনটো বেছ ভাৰাক্ৰান্তই কৰি তুলিলে। জলপ্ৰপাতৰ ফেনিল উচ্ছ্বাসে তাইক আগৰ দৰে আনন্দ দিব নোৱৰা হ'ল। এম্ব্ৰইডাৰীখনে বেৰৰ শোভা বৰ্ধন কৰি তাইক মুঠ এশ টকা খৰচ কৰালে। ইমান দাম পৰে বুলি তাই এবাৰো ভবা নাছিল।

ইয়াৰ পিছৰ মাহটোৰ বাকীখিনি দিন মণিকা সাৱধান হৈ গ'ল। নিৰঞ্জনে প্ৰভিডেণ্ট ফাণ্ড, ঘৰ ভাড়া আদি মাহত মুঠতে দিবলগীয়া টকাখিনিৰ বাহিৰেও তেনেকৈ দিব লগা আৰু ঢেৰ কিবাকিবিও যে আছে মণিকাইতো বিশেষ ভবা নাছিল— এতিয়া তাই খবৰৰ কাগজ, গাখীৰ, পাৰ্টটাইম তিৰোতাজনীৰ দৰমহা, ইলেক্‌ট্ৰিক্ বিল আদি ঢেৰ কিবাকিবিৰ বাবে টকা দি মন কৰিলে যে সেইবোৰত প্ৰায় পাঁচশমান গ'ল। নিৰঞ্জনক পেট্ৰোলৰ আৰু চাহৰ খৰচ আৰু আনুষংগিক কিছু খৰচ দিওঁতেও তাইৰ আৰু প্ৰায় দুশ গ'ল। তাৰ পিছত মাহটো শেষ হোৱাত তাইৰ গাৰ পৰা যেন জ্বৰৰ পিছত ওলোৱা ঘামহে ওলাল— উস্ ৰক্ষা! কোনোমতে মাহটো চলিল কিন্তু কিমান যে টনাটনি কৰি চলিব লগা নহ'ল।

নিৰঞ্জনে মণিকাক আদৰেৰে ওপোচাই দিছিল। 'মোৰ লখিমী গৃহিণীজনী, প্ৰথম মাহতেই চেণ্ট পাৰ্চেণ্ট ছাক্‌ছেছফুল! বিয়াৰ পিছত তোমাৰ ধোঁৱাখুলীয়া স্বভাৱ দেখি মোৰ তো চিন্তাই হৈছিল যে সকলো বস্তুৰে ইমান উভৈনদী হৈ থকা আবকাৰী বিভাগৰ বিষয়া এজনৰ ঘৰ এখনৰ পৰা আহি তুমি মোৰ দৰে সাধাৰণ বন বিষয়াৰ এই 'দাৰিদ্ৰ্য'ৰ মাজত চলিব পাৰিবাতো!'

গিৰীয়েকৰ আদৰ বা প্ৰশংসা, কোনোটোৱে আজি সহজতে উৎফুল্লিত হৈ পৰা মণিকাৰ মন আৰু মুখৰ আন্ধাৰ আঁতৰাব নোৱাৰিলে। গিৰীয়েকে তাইৰ মাকহঁতৰ ঘৰৰ প্ৰতি কৰা সূক্ষ্ম ব্যঙ্গয়ো তাইক উত্তপ্ত কৰি তুলিব নোৱাৰিলে বা মুখৰ পৰা প্ৰতিবাদৰ শব্দ এটাও উলিয়াব নোৱাৰিলে। কিন্তু এই মাহৰ দৰে সংসাৰ জলোৱাৰ 'অভিজ্ঞতা শূন্য' পূৰ্বৰ মানুহজনীক যদি গিৰীয়েকে এনেকৈ খোঁচা দি কথাবোৰ ক'লেহেঁতেন, তেন্তে আগতে এদিন উষ্মাৰে মাকৰ হৈ ওকালতি কৰাৰ দৰে মণিকাই আজিও মাকৰ পক্ষ ল'লেহেঁতেন। আজি কিন্তু মণিকাৰ ক'ৰবাত লুকাবলৈহে মন গৈছিল! ইছ্, ইছ্, সঁচায়ে কি আজলী তাই, কি naive, কেনেকৈ যে অতদিনে তাই মাক-দেউতাকে কোনো দুৰ্নীতিৰ আশ্ৰয় নোলোৱাকৈ সংসাৰত চলি অহা বুলি ভাবি আছিল!

# বুদ্ধদেৱৰ সবিয়হ

এই ঘৰখনৰপৰা চিৰকাললৈ ওলাই যোৱাৰ সময়ত শান্তি কান্দি কান্দি বাউলি হ'ল, শান্তি উপযুক্ত বয়সত বিয়া হোৱা ছোৱালী, গতিকে মাকৰ ওচৰলৈ উভতি আহি তাইৰ ৰবীন্দ্ৰনাথৰ গল্পৰ বালিকা বিধবাজনীৰ দৰে মনত এই ফূৰ্তি নালাগিল যে তাই আৰু কেতিয়াও মাকক এৰি থৈ যাব নালাগিব।

বিয়া হোৱাৰ তিনি বছৰৰ পিছতে শান্তি বিধবা হ'ল। গিৰিয়েকৰ লিভাৰৰ অসুখত মৃত্যু হ'ল আৰু প্ৰণতি নামৰ কন্যা সন্তান এটিৰে শান্তিক এই সংসাৰ সমুদ্ৰত কৰুবকাই মৰিবলৈ এৰিদি থৈ তেওঁ স্ত্ৰী-কন্যাৰ পৰা চিৰবিদায় লৈ গুচি গ'ল।

বহু প্ৰচলিত সংসাৰ সমুদ্ৰ বোলা শব্দটোৰ কথা ভাবি শান্তিয়ে ভাবিছিল যে সংসাৰ-সমুদ্ৰ কেৱল তাৰ বিশালতা আৰু গভীৰতাৰ বাবেই নিমজ্জমান মানুহৰ বাবে ভয়ানক নহয়, সি ভয়ানক তাৰ মুখ দেদেৰাই দিয়া লুণীয়া পানীৰ বাবেও। এই সমুদ্ৰত পৰি কৰুবকাই থকা মানুহজনৰ মুখলৈ বাৰবাৰ সেই লুণীয়া পানী সোমাই যায় আৰু তেতিয়া দুৰ্ভগীয়া প্ৰাণীটোৰ দুৰ্ভাগ্যৰ পাত্ৰ আৰু উপচি পৰে।

সংসাৰ-সমুদ্ৰৰ এই লুণীয়া পানীৰ চিন্তাটো কিন্তু শান্তিৰ নিজস্ব নহয়। বিধবা হৈ আহি ঘৰত বহোঁতে তাই প্ৰথম অৱস্থাত মাকৰ মহাভাৰত-ৰামায়ণ দুখন পঢ়ি পঢ়ি মনত শান্তি লভাৰ প্ৰয়াস এটা চলাইছিল, তেতিয়া তাৰ লগতে পঢ়িবলৈ অনিল মামাই তাইক মহাভাৰত-ৰামায়ণৰ বিষয়ে আলোচনা কৰা কিতাপ এখন পঢ়িবলৈ দিছিল। সেই কিতাপখন পঢ়ি শান্তিৰ খুব ভাল লাগিছিল। আলোচনাকাৰী লেখকজনে কিতাপখনৰ প্ৰথমেই লেখিছে যে বহুতৰ দৰে মহাভাৰত-ৰামায়ণক তেওঁৰ সমুদ্ৰৰ লগত তুলনা কৰাৰ প্ৰবৃত্তি নহয়, মহাভাৰত-ৰামায়ণতো বিস্বাদ লুণীয়া পানীৰ সমুদ্ৰ নহয়, ই বৰং নিৰ্মম-সলিলা স্ৰোতস্বিনীৰ দৰেহে,— স্ৰোতস্বিনীৰ দৰেই অ অতীতৰ পৰা বৰ্তমানলৈকে বৈ আহিছে, ভৱিষ্যতলৈও বৈ যাব আৰু জগতৰ মানুহে এই নিৰ্মল পানী ধাৰাত যুগ যুগ ধৰি অৱগাহন কৰি ধন্য হ'ব, পবিত্ৰ হ'ব, নিৰ্মল হ'ব। অনিল মামাকক মনে মনে কৃতজ্ঞতা জনাই শান্তিয়ে ভাবিছিল যে মহাভাৰত-ৰামায়ণ পঢ়ি থকাৰ লগে লগে এনে এখন আলোচনামূলক কিতাপ পঢ়ি তাইৰ মহাভাৰত-ৰামায়ণৰ শিক্ষা আৰু বেছি গভীৰ হোৱাৰ সুবিধা হ'ল। লেখকজনে আৰু লেখিছে যে এনে দুখন গ্ৰন্থৰ উত্তৰাধিকৰৰ গৌৰৱেৰে গৌৰৱান্বিত মই ভাৰতীয়ই ওডিছি-ইলিয়াডক লৈ গৌৰৱ কৰা য়ুৰোপীয়সকলক পুতৌৰ চকুৰে চাওঁ। ই এনে গ্ৰন্থ য'ত সৰ্বকালৰ সকলো ধৰণৰ মানুহেই নিজৰ প্ৰতিচ্ছবি দেখা পায়...............

যিহওক, মাকৰ ঘৰলৈ উভতি অহা শান্তিৰ মনলৈ এবছৰমানৰ ভিতৰতে মহাভাৰত-ৰামায়ণেই হওক বা সময়ৰ প্ৰলেপেই হওক অলপ শান্তি ঘূৰাই আনিছিল। কিন্তু সেই শান্তি স্থায়ী হ'বলৈ নেপালেই —মাত্ৰ এটা বছৰৰ ব্যৱধানতে মৃত্যুয়ে তাইৰ জীৱনলৈ দ্বিতীয় আঘাতটো কঢ়িয়াই আনিলে। এদিন ভাত ৰান্ধি থাকোঁতে তাইৰ মাকে হাত-ভৰিবোৰ লৰচৰ কৰিব নোৱৰা হ'ল আৰু ডাক্তৰৰ চিকিৎসা পোৱাৰ আগতে তেওঁৰ মৃত্যু হ'ল। মানুহগৰাকীৰ বৰ পুতেক ডাক্তৰ, থাকে আন এখন নগৰত, তেওঁ টেলিফোনত খবৰ পাই এদিন পিছত আহি পালে। পুতেকে চিকিৎসক হিচাবে সুনাম অৰ্জা বুলি শুনি মাকৰ গৰ্ব আৰু আনন্দৰ পাৰ নাছিল, তেওঁ নিজে কিন্তু সেই পুতেকৰ কোনো চিকিৎসা নোপোৱাকৈয়ে পুতেকৰ ওচৰৰ পৰা চিৰবিদায় ল'লে।

শান্তি যেন দ্বিতীয়বাৰৰ বাবে গৃহহীন হ'ল। অকালৰ অকল্পনীয় দুখে শান্তিৰ মনটোক নানা ধৰণৰ জ্বালা-যন্ত্ৰণাৰ অশান্তিত ডুবাই মাৰিবলৈ ধৰিলে। মাক থকা ঘৰখনত জীয়ৰীৰ দৰে থাকিবলৈ আৰম্ভ কৰা শান্তিৰ এসময়ত প্ৰায় এনে লাগি গৈছিল তাই যেন চাৰি পাঁচ বছৰৰ অতীতৰ দৰেই এই ঘৰখনৰ এজনী কুমাৰী কন্যাহে, কোনো বিবাহিতা বিধবা মহিলা নহয়। পিছে হঠাৎ হোৱা মাকৰ মৃত্যুৱে তাইৰ কৰুণ দশাটো পুনৰাই যেন প্ৰকট কৰি তুলিলে। ইয়াৰ পিছত শান্তিৰ বাবে মাকৰ ঘৰটো বিৰাট এক শূন্য গহ্বৰৰ দৰে হৈ পৰিল, সেই গহ্বৰৰ বুকুত সোমাই বৃদ্ধ বয়সৰ নানা বিকৃত পেন্‌পেননি আৰু আব্দাৰেৰে প্ৰায় আশী বছৰীয়া দেউতাকক

শান্তিৰ এক প্ৰাগৈতিহাসিক জন্তুৰ দৰেই লগা হ'ল (যি ভাবটো অহাৰ লগে লগে শান্তিয়ে অপৰাধ বোধৰ তাড়নাত নিজকে নিজে ভৎর্সনা কৰি থাকে)—যি কেৱল এই আদিম বোধটোৰ দ্বাৰাই গঠিত এক প্ৰাণী যে কেৱল খোৱাৰ বাবেই যেন এই জীৱনটো।

জীয়েক প্ৰণতিক মণ্টেছৰী স্কুল এখনলৈ পঠিয়াই শান্তি যেতিয়া বৃদ্ধ দেউতাকৰ লগত কটাবলগীয়া বেলাটোৰ লগত মুখামুখি হয়— তেতিয়াই তাই সমুখৰ সেই অসীম শূন্য ভয়াবহতাৰ সম্ভাৱনাত জিকাৰ খাই উঠে। অথচ ই হ'ল তাইৰ দৈনন্দিন জীৱনৰ এবাৰ নোৱৰা দিনপঞ্জী। তাৰ পিছত সেই সময়ছোৱা যাপন কৰি কৰি তাই নিজৰ ভাগ্যক লৈ বিনাই থাকে— কিয়, কিয় এনে হ'ল, কিয় এনে হ'বলৈ পালে, কিয় তাই অকাল বৈধব্য বৰণ কৰিব লগা হ'ল, কিয় তাৰ পিছত ইমান সোনকালে, ইমান হঠাতে মাকৰো মৃত্যু হ'ল?

কিন্তু এই 'কিয়' বোৰৰ জীৱনৰ আৰু বহুতো 'কিয়'ৰ দৰেই কোনো সদুত্তৰ নোলাল। শান্তিয়ে অসহনীয় যেন লগা হ'লেও বাধ্য হৈ সহি যোৱা দিনবোৰ সময়ৰ বিৰাট স্তুপটোৰপৰা খহাই খহাই গৈ থাকিল। তাৰ পিছত এদিন হঠাতে লগ পাই গ'ল প্ৰতিভাক। অকণমানি প্ৰণতিক হাতত ধৰি বিহুতলীলৈ বিহু দেখুৱাবলৈ নি বিহুমণ্ডপৰ এফালে থিয় হৈ থকা শান্তিক আহি যিজনী মানুহে অকস্মাতে সাবটি ধৰিলে সেই মানুহজনীক সুদীৰ্ঘ দহ বছৰৰ মূৰত লগ পালেও শান্তিৰ চিনি পাবলৈ দহ চেকেণ্ডো নালাগিল। এইজনী দেখোন প্ৰতিভা! ক'ৰ পৰা ওলাল সেই কলেজীয়া দিনৰ বন্ধু প্ৰতিভা সেন— যি সময়ৰ অমোঘ ধ্বংসৰ বিধানকো পৰাজিত কৰি সেই দহ বছৰৰ আগৰ একেজনী প্ৰতিভাই হৈ থাকিব পাৰিছে? কি যাদু-মন্ত্ৰৰ বলেৰে তাই অসুৰ সময়ৰ লগত যুঁজ দি অচিৰস্থায়ীভাৱে হ'লেও পৰাভূত নোহোৱাকৈ থাকিব পাৰিছে? অৱশ্যে সেই মনৰ মাজৰ প্ৰশ্নৰ উত্তৰো মনৰ মাজতেই উদয় হ'ল শান্তিৰ—সুখ—ক্ষয় নহয়, ক্ষতি নহয়, হৃদয়ৰ জ্বালা নহয় — সুখেই প্ৰতিভাৰ এই বিজয়িনী ৰূপৰ প্ৰধান কাৰণ।

পিছে প্ৰতিভা যে বাহিৰত দেখাতেই কেৱল একে হৈ আছে এনে নহয়, মানুহজনী স্বভাৱে ব্যৱহাৰেও অলপো সলনি হোৱা নাই—সেই কথাও শান্তিয়ে লগে লগেই উপলব্ধি কৰিলে। কাৰণ দহ বছৰৰ আগৰ অতীতৰ বুকুৰপৰা একেজনী ছোৱালীৰে একেটা উচ্ছ্বসিত মাতেই যেন ভাহি আহিল ঃ 'শান্তি, তই। কি আচৰিত ধৰণে লগ পাই গ'লো। ক'ত থাক তই আজিকালি? পুৰণি বন্ধু লগ পালে ইমান যে ভাল লাগে ভাই! পিছে তই —' তাৰ পিছতেই থমকি গৈছিল প্ৰগল্‌ভা ছোৱালীজনী। সেই প্ৰথমবাৰৰ বাবে তাইৰ শান্তিৰ উকা সেওঁতা আৰু উকা কপালখনলৈ চকু যোৱাত কথাৰ সোঁত থমকি গৈছিল আৰু এখন্তেক স্তব্ধ থকাৰ পিছত উচ্ছ্বসিত আনন্দৰ মাতৰ পৰিবৰ্তে কৰুণ হৈ অহা মাতেৰে প্ৰতিভাই লাহে লাহে সুধিছিল— 'শান্তি! কি হৈছিল ভাই? মই যে একোকেই শুনা নাছিলোঁ..........'

যিহওক, কিছুপৰৰ পিছতেই শান্তিৰ সহজ ব্যৱহাৰে তাইকো সহজ হোৱাত সহায় কৰাত প্ৰতিভাই শান্তিৰ লগত অইন নানা কথা পাতি শেষত একপ্ৰকাৰ আদেশৰ সুৰতেই কৈছিল যে এতিয়াৰপৰা শান্তি প্ৰতিভাৰ তালৈ সদায় নহ'লেও সঘনাই যাব লাগিব, নাই, নাই, তাই স্বামী শুশ্ৰূষাত ব্ৰতী হৈ থাকিব নালাগে, আচলতে তাইৰ দশা প্ৰায় পৃথিৱী কন্যা প্ৰছাৰপিনাৰ দৰেই, কাৰণ তাইৰ জিওলজিষ্ট স্বামীজন ছমাহ টুৰত থাকিবলগীয়া হোৱাত তায়ো বছৰটোৰ ছমাহ স্বামী দৰ্শন নকৰাকৈ থাকিব লাগে। নিজৰ স্বভাৱসিদ্ধ ধেমালীৰ কথাকেইটা কৈ প্ৰতিভাই হাঁহি হাঁহি কৈছিল— 'অৱশ্যে মোৰ গৃহস্থজন নৰকৰ ৰজা প্লুটো নহয় বা প্ৰছাৰপিনাৰ দৰে মোক হৰণো কৰা নাছিল। বৰং অতি আকাংক্ষিত জোঁৱাই হিচাবে মা-দেউতাই তেওঁৰ হাতত মোক পৰম হৰষিত অন্তৰেৰে হোমৰ আগত সাক্ষী কৰি সম্প্ৰদান কৰিছিল।"

প্ৰতিভা আৰু শান্তিয়ে কথা পাতি পাতি বিহুতলীৰ অপেক্ষাকৃত নিৰ্জন ঠাই এটুকুৰা নিজৰ অজ্ঞাতসাৰেই বাছি লৈ তাত গৈ কথা পাতি আছিল। তেতিয়া মঞ্চত গোলাঘাটৰ দলে অপূৰ্ব ঝুমুৰ নৃত্য পৰিৱেশন কৰি আছিল যদিও সিহঁত দুটাৰ তালৈ কাণসাৰেই নাছিল।

যিহওক, প্ৰতিভাৰ নিৰ্দেশ মতেই শান্তি হৈ দুই এদিনতে তাইৰ ঘৰ ওলাইছিলগৈ। বিহুতলীত প্ৰতিভাক লগ পাই যোৱা ঘটনাটোৱে শান্তিৰ অশান্ত জীৱনত যেন শান্তিবাৰিহে ছটিয়াইছিল—বৈচিত্ৰ্যহীন, অতিশয়

গতানুগতিক নীৰস জীৱনলৈ প্ৰতিভাৰ সেই সাদৰ আহ্বান যেন মেঘে ঢকা আকাশৰ মাজেৰে সূৰ্যৰ ভুমুকি। শান্তি মাকৰ ঘৰলৈ উভতি অহাৰ প্ৰায় দুটা বছৰেই পাৰ হৈ গ'ল, এই গোটেইছোৱা কাল প্ৰায় ঘৰৰ পিঞ্জৰাতে বন্দিনী হৈ আছিল, আৰু কেতিয়াবা ক'ৰবালৈ গ'লেও মাকৰ লগতে মাকৰ চিনাকি পৰিয়াল কেতবোৰলৈকে ফুৰিবলৈ গৈছিল। বয়সীয়া মানুহৰ কথা-বতৰা তাইৰ বাবে কিছু আমনিদায়ক হৈছিল যদিও সি একেবাৰে একো নোহোৱাতকৈ কিছু ভাল। তাইৰ নিজৰ বন্ধু-বান্ধৱ বুলিবলৈ কোনোৱে নাছিল, কেতিয়াবা কোনোবা স্কুলীয়া কলেজীয়া বান্ধৱীক হঠাৎ ক'ৰবাত লগ পাই গ'লেও অলপ খা-খবৰ আদান-প্ৰদানতে সেই সাক্ষাৎকাৰৰ ওৰ পৰে। নিজৰ জীৱন, নিজৰ সংসাৰ লৈ অতি ব্যস্ত বান্ধৱীবোৰে শান্তিক নিজৰ ঘৰলৈ নিমন্ত্ৰণ নকৰে বা কৰিলেও তাৰ আন্তৰিকতাৰ অনুপস্থিতি শান্তিৰ কাণত এনেকৈ বাজি যায় যে তাইৰ সেই বন্ধুৰ ঘৰলৈ যোৱাৰ কথাত ভৰি দুখন এনেকৈ অলড়-অচৰ হৈ যায় যেন তাত কোনোবাই দুছটা প্ৰকাণ্ড গধুৰ শিলৰ জোতাহে পিন্ধাই দিছে।

তাৰ পিছত আজি প্ৰতিভাই এনেকৈ মাতি গ'ল—আগ্ৰহ আৰু আন্তৰিকতা সেই নিমন্ত্ৰণত কি গভীৰভাৱে অনুৰণিত হৈ উঠিছে! এইবাৰ আৰু এই নিমন্ত্ৰণ শান্তিয়ে প্ৰত্যাখ্যান নকৰে।

তাৰ পিছত এদিন প্ৰণতিৰ লগত এখন ৰিক্সাত উঠি বহি শান্তিয়ে দেউতাকক আকৌ এবাৰ প্ৰতিশ্ৰুতি দিলে যে তাই অতি সোনকালে উভতিব।

প্ৰতিভাৰ ঘৰলৈ যোৱা শান্তিয়ে ওৰে বাটে ভাবি যোৱা কথাবোৰৰ ভিতৰত এটা আছিল—এই প্ৰতিভা এখন ভৰা ঘৰ-সংসাৰ লৈ কিমান সুখী, সকলোবোৰ প্ৰতিভা অৰ্থাৎ তাইৰ অন্যান্য বন্ধু-বান্ধৱবোৰ কিমান সুখী! স্বামী সন্তানক লৈ সকলোৱে কেনেকৈ নিজ নিজ ঘৰত এটা একোখন সুখী সংসাৰৰ গৃহিনী হৈ সম্ৰাজ্ঞীৰ মহিমাৰে চলি আছে— কেৱল তাইৰে জীৱনলৈ নামি আহিল অকাল বৈধব্য, সন্মুখৰ সুদীৰ্ঘ ভয়ংকৰ শূন্য দিনবোৰ যাপনৰ বিভীষিকা!

প্ৰতিভাই শান্তিক দেখা পাই আঁকোৱালি ধৰিলে আৰু প্ৰণতিক কোলাত তুলি লৈ অতি সাদৰেৰে ভিতৰলৈ লৈ গ'ল।

প্ৰতিভাৰ কি সুন্দৰ ঘৰ! সন্মুখত ধুনীয়া ফুলনি, সুসজ্জিত সুন্দৰ নতুন ঘৰ।

'এই ঘৰটো তহঁতৰ নিজৰ নে ভাড়াৰ ঐ প্ৰতিভা?'

'নিজৰে ভাই, দুবছৰ আগতে সাজি উঠিছোঁ। একপ্ৰকাৰ ময়ে সাজিছোঁ বুলি ক'ব পাৰ, তেওঁ যে বছৰৰ আধা দিন ঘৰত নাথাকে কৈছোঁৱেই।'

চাহ-টাহ খাই উঠাৰ পিছতহে শান্তিৰ মনত ভাব হ'ল আৰু তেতিয়া লগে লগেই সেই ভাব ব্যক্ত কৰি তাই কৈ উঠিল— 'অ' প্ৰতিভা, মই ইমানপৰে কথাত ইমান মছগুল হৈ আছিলোঁ যে তোৰ ল'ৰা-ছোৱালীৰ কথা সোধাই নাই। তোৰ কি ল'ৰা-ছোৱালী? গ'ল ক'লৈ?'

প্ৰতিভাৰ মাতটো স্বাভাৱিক ফূৰ্ত্তিৰ স্কুলস্কুলীয়া মাতটোতকৈ বেছি প্ৰাণৱন্ত হৈ ওলাল— 'যাব আৰু ক'লৈ? সিহঁতৰ কোনো এজনী মা ষষ্ঠীৰ দয়া নোহোৱাত মোৰ কোলা শুৱনি কৰিবলৈ সৰগৰ পৰা নামিয়ে অহা নাই। অহাৰ আশাও এৰি দিছোঁ, বিয়াৰ আজি আঠ বছৰেই পাৰ হৈ গ'ল। বহুত ডাক্তৰ কবিৰাজৰ লগত বহুত টকা এনেয়ে ঢালিলোঁ।'

প্ৰতিভাৰ হাঁহি ফূৰ্ত্তিৰে উচ্ছল ঘৰটো মুহূৰ্ততে শান্তিৰ সেই নিৰানন্দ ঘৰটোলৈ ৰূপান্তৰিত হৈ গ'ল— যি শূন্য ঘৰত এটা জন্তুৰ দৰে তাইৰ বাপেক কেৱল খাবলৈকে জীয়াই আছে, যি ঘৰ অপূৰ্ণ এজন মৃত ব্যক্তিৰ বাবে, ঠিক যেনেদৰে প্ৰতিভাৰ ঘৰ অপূৰ্ণ কোনোবা এক জন্ম নোলোৱা প্ৰাণীৰ বাবে!

এই উপলব্ধিটোৰ লগে লগে শান্তিৰ আৰু এটা উপলব্ধি হ'ল— কোনে কয় দহ বছৰৰ আগৰ প্ৰতিভাৰ একো পৰিৱৰ্তন নোহোৱা বুলি? বাহিৰৰ ৰূপটো মানুহৰ কিমান ফাকি! প্ৰতিভা একেবাৰে শুকাই গৈছে, শুকাই কংকালসাৰ প্ৰাণী এটাত পৰিণত হৈ গৈছে— কেৱল তাইৰ সেই ৰূপ প্ৰথম দৰ্শনতে ধৰা নপৰে বা তাক আৱিস্কাৰ কৰিবলৈ এক তৃতীয় নয়নৰ আৱশ্যক হয়!

ইয়াৰ পিছত প্ৰতিভাই শান্তিক লৈ ৰাণীৰ ঘৰলৈ গৈছিল, আনোৱাৰৰ ঘৰলৈ গৈছিল, বনলতাৰ ঘৰলৈ গৈছিল। ৰাণীৰ স্বামী ডাঙৰ ব্যৱসায়ী—কিন্তু ৰাণীৰ দুবাৰ ষ্ট্ৰ'ক হৈছে, তাইৰ ডায়েবেটিছ আছে; তাই প্ৰতিভা আৰু শান্তিক নানা সুখাদ্যেৰে চাহ খুৱালে, কিন্তু নিজে ল'লে চেনী নোহোৱা শুদা একাপ চাহ। আনোৱাৰাক লগ পোৱাৰ অলপ পিছতেই মুখ খুলিলে তাই, সংসাৰত শান্তি নাই, তাইৰ গিৰিয়েকে অফিচৰপৰা আহিয়েই তাছ জুৱাৰ আড্ডালৈ গুছি যায়, ৰাতি ঘূৰি আহে ভালকৈয়ে এটুপি ধৰি। বনলতাৰ অশান্তিৰ কাৰণ লগত থকা শহুৰেকৰ ঘৰৰ পৰিয়ালটো, তাহানি দিনৰ দৰে এতিয়াও হেনো শাহুৱেকে তাইৰ উঠোতে-বহোতে দোষ ধৰি ধৰি ছয় বছৰীয়া বিবাহিত জীৱনটো দুৰ্বিষহ কৰি তুলিছে... ৰাণী, আনোৱাৰা, বনলতা আৰু কত বন্ধু আছে এই চহৰৰ চুকে-কোণে। সিহঁতৰ আৰু বা কিমান কি সমস্যা!

বন্ধু ঘৰ পৰিক্ৰমাৰ শেষ পৰ্ব বনলতাৰ ঘৰত সমাপন কৰি আহি সিদিনা ৰাতি বহুত পৰলৈ শান্তিয়ে শুব পৰা নাছিল—পৰ্বত তেন্তে দূৰতেই শুৱনী! ওচৰলৈ গ'লহে তাৰ শিলাময় ওখোৰা মোখোৰা ৰূপটো দেখা যায়! বহুত ৰাতিলৈকে শান্তিৰ টোপনি নাহিল—কিন্তু সেই অনিদ্ৰা কোনো অশান্তিৰ অনিদ্ৰা নাছিল। শান্তিয়ে ভাবিয়ে থাকিল, কেৱল ভাবিয়ে থাকিল আৰু তাইৰ মনৰ অজ্ঞাতসাৰেই তাৰ লগত এক তীব্ৰ অপৰাধবোধৰ চেতনাৰে তাই অনুভৱ কৰিলে যে তাইৰ দগ্ধ অন্তৰৰ ভিতৰখন যেন এক আচৰিত ধৰণৰ সান্ত্বনাৰে শাঁত পৰি গৈছে। আচৰিত সঁচায়ে, মাকৰ মহাভাৰত-ৰামায়ণ, অনিল মামাৰ তাৰ ব্যাখ্যাকাৰী কিতাপ-পত্ৰ একোৱেই তাইক যি সান্ত্বনা দিব পৰা নাছিল, সেই সান্ত্বনা দিলে স্কুলীয়া কালতে পাঠ্যপুথিত পঢ়া বুদ্ধদেৱৰ সৰু গল্পটোত নিহিত থকা ডাঙৰ সত্যটোৱেহে। সন্তানৰ মৃত্যু হোৱা মাতৃগৰাকীক বুদ্ধদেৱে কৈছিল কোনো মানুহ নমৰা ঘৰৰ পৰা সৰিয়হ আনি দিবলৈ,তেতিয়াহে তেওঁ সন্তানটোক জীয়াই তুলিব পাৰিব। কিন্তু ক'ত আছে তেনে মানুহ নমৰা ঘৰ? ক'ত আছে কোনো সন্তানৰ মৃত্যু নোহোৱা এখন ঘৰ? গতিকে হে মাতৃ, তুমি সান্ত্বনা লোৱা, এই জগতত তুমিয়েই কেৱল সন্তান হেৰুৱা নাই, সকলো মানুহেই সকলো সময়তে কোনোবা নহয় কোনোবা আত্মীয় পৰিজনৰ মৃত্যুৰ দুখ সহ্য কৰিব লগা হৈছেই।

নিদ্ৰাহীন সুদীৰ্ঘ ৰাতিটো উজাগৰে কটাই শান্তিয়ে এক অপৰাধ মিহলি পৰিতৃপ্তিৰে নিজকে নিজে ক'বলৈ ধৰিলে— নাই, নাই, কাৰো সুখ নাই, কাৰো পৰিপূৰ্ণ সুখ নাই, জীৱনৰ শূন্যতাবোৰ কাৰো সম্পূৰ্ণ ভৰি যোৱা নাই। ঠিক তাইৰ ধৰণে নহ'লেও তাইৰ বন্ধুবোৰো একো একোটা শূন্য গহ্বৰত বাস কৰিছে।

# আৱিষ্কাৰ (২)

বিয়াৰ পিছত ইমান সুখ পাব বুলি অণিমাই কল্পনাও কৰা নাছিল। অথচ তাই কাৰো প্ৰেমত পৰি বিয়া কৰোৱা নাছিল, মাক-দেউতাকে ঠিক কৰি দিয়া ল'ৰাৰ লগতে তাইৰ বিয়া হৈছিল। বিয়াৰ সময়ত অৱশ্যে ৰজতৰ সৌৰৱণীখনৰ লগত তাইৰ সৌৰৱণীখন মিলাই ৰাহি-যোৱা চোৱাৰ সময়ত গণকে বোলে কৈছিল যে সিহঁতৰ ৰাজযোট হ'ব। কাৰ ক্ষেত্ৰত কিমান সৌৰৱণীৰ কথা মিলে ক'ব নোৱাৰি, কিন্তু অণিমাহঁতৰ ক্ষেত্ৰত যেন গণকৰ গণনা মিলি গ'ল।

আন বহুতো গাভৰু ছোৱালীৰ দৰে অণিমায়ো জীয়ৰী কালত ভাবীস্বামীক লৈ দিবাস্বপ্ন নৰচা নহয়। তেতিয়া তাইৰ মানস-পটত যিজন আদৰ্শ পুৰুষৰ মূৰ্তি ভাহি থাকিছিল, সেইজনৰ লগত তাইৰ সৈতে অতি অৰোমাণ্টিক, গতানুগতিক নিয়মেৰে বিয়া হোৱা স্বামী ৰজতৰ লগত মিল খুব কমেই আছে, তাইৰ মানস-প্ৰেমিকজন আছিল ৰজততকৈ ওখ, ৰজততকৈ ধুনীয়া, অৱশ্যে সেই কাল্পনিক পুৰুষজনৰ চৰিত্ৰটো অণিমাই কোনোদিনেই স্পষ্টভাবে ধাৰণা কৰিব পৰা নাছিল,— তেওঁ বিদ্বান হ'লে বেছি ভাল পায় নে ধনৱান হ'লে বেছি ভাল পায়, তেওঁ গান-বাজনা জনা হ'লে ভাল পায় নে মতা মানুহ— গান-বাজনা অলপ ছোৱালীসুলভ গুণ বুলি ভাবি তাক নজনা হ'লেই ভাল পায়— এইবোৰ একোৱে স্পষ্টভাবে ভবা নাছিল অণিমাই। আদৰ্শ স্বামী সংসাৰ বুদ্ধিসম্পন্ন ব্যক্তি, পৰিপাটি হোৱাতকৈ অসাংসাৰিক আৰু অপৰিপাটি হ'লে মানুহজন বেছি মায়া লগা হ'ব নেকি বুলি এবাৰ ভাবিবলৈ গৈয়ো তাইৰ মনটো লগে লগে বিপৰীত ভাবেৰে কঠোৰ হৈ গৈছিল। তাইৰ দেউতাক অতি অপৰিপাটি আৰু সংসাৰ-বুদ্ধিৰ লক্ষণ তিলমাত্ৰাও মানুহজনৰ গাত নাই— এনে এভিযোগ কৰি অণিমাৰ মাকে জীৱনত কম অশান্তি ভোগ কৰিছে নে?

যি হওক, ৰজতৰ লগত বিয়া হোৱাৰ পিছত অণিমাৰ সুন্দৰ মানস-মূৰ্তি দূৰলৈ পলাই গৈছিল বা ৰজতৰ কম সুন্দৰ মূৰ্তিয়ে সেই ছায়ামূৰ্তিক জীৱনৰ বাবে দূৰলৈ দেখি পঠিয়াবলৈ সক্ষম হৈছিল। ৰজতৰ লগত অণিমা সম্পূৰ্ণ তৃপ্ত হ'ব পাৰিছিল, ল'ৰাজনৰ তাইৰ প্ৰতি মৰম, তাইৰ সৰু-সুৰা সুখ-দুখৰ প্ৰতিও তাৰ চোকা নজৰ লক্ষ্য কৰি তাই অভিভূত হ'ব পাৰিছিল। লগতে তাইৰ ভাল লাগিছিল ৰজতৰ ঘৰখনকো। তাইৰ বিয়া হোৱাৰ দুমাহ হৈছে, এই দুমাহে তাই ৰজতৰ কৰ্মস্থলীলৈ নগৈ শহুৰেকৰ ঘৰতে আছিল। বিয়াৰ পিছত দুমাহ শহুৰেকৰ ঘৰত থাকিব লাগিব বুলি শুনি তাইৰ মনত যি অসন্তোষৰ মেঘ জমা হৈছিল, সেই মেঘ কিন্তু কেইদিনমান যোৱাৰ পিছতে আঁতৰি গৈছিল। শহুৰ-শাহুৰেক, দেওৰ-নন্দেক ইমান মৰমিয়াল আৰু সুবিবেচক হ'লে কোনো ছোৱালীৰে শহুৰ-শাহু থকা ভৰপূৰ ঘৰত বৈবাহিক জীৱন কটাবলৈ আপত্তি হ'ব নালাগে।

অণিমাৰ এটা কথা ভাবি নিজৰ ওচৰতে নিজৰ লাজ লাগি থাকিছিল— তাই এৰি অহা মাকৰ ঘৰখনৰ প্ৰতি দেখোন তাইৰ ভবা ধৰণৰ ব্যাকুলতা জগা নাই। কেৰাজনী বাই-ভনী, ভাই-ককাইৰে সৈতে এটা ডাঙৰ পৰিয়াল, দেউতাকৰ আয়েৰেই ঘৰখন চলিব লাগে— মাকেতো অনবৰত তাকেই কৈ থাকে যে আজিৰ দিনতো সিহঁতৰ দেউতাক সাধু-মহাত্মা হৈ আছে, বাহিৰা পইচা এটা নাখায়, তেনেহেলে পৰিয়ালত অণিমাহঁতৰ দৰে ছোৱালীৰ আমোদ-আহ্লাদৰ হেঁপাহ কিমানেই বা পূৰ্ণ হয়? মাহত দুই-এখন চিনেমা, বছৰত দুই-তিনিখন নতুন শাৰী— গাভৰু ছোৱালী এজনীৰ মন ভৰাবলৈ ই জানো যথেষ্ট? গতিকে অণিমাহঁতৰ বাই-ভনীৰ মনত অলপ অতৃপ্তিৰ ভাব জাগিয়ে থাকিছিল, সিহঁতে আন বহুতো ছোৱালীৰ দৰে যৌৱনৰ কোনো বিলাসিতাই কৰিব পৰা নাছিল। কিন্তু সিহঁতৰ দেউতাক যে অতি ধৰ্মনিষ্ঠ সাধু মানুহ, তেওঁ যে অসৎ উপায়েৰে অৰ্জা ধনক বৰ ঘৃণা কৰে। তেনে মানুহৰ ছোৱালী হ'লে এইখিনি লোভ এৰিবই লাগিব। আৰু এনে সাধু মানুহৰ জীয়েক হোৱাটোও জানো কম গৌৰৱৰ কথা, আন লগত ছোৱালীয়ে জানো সিহঁতৰ দৰে এনে গৌৰৱৰ ভাগী হ'ব পাৰে? অণিমাই নিজকে সান্ত্বনা দিছিল। কিন্তু নিজকে সান্ত্বনা দিয়েই ক্ষান্ত নাছিল অণিমা। তাই সুবিধা পালেই আনৰ আগত দেউতাকৰ সাধুতাৰ কথা জনাইছিল, ছেল টেক্স ছুপাৰিনটেণ্ডেণ্ট হৈও আজিৰ দিনত যি

মানুহে এপইচা বাহিৰা অৰ্জন নকৰিছিল তেনে দেউতাকৰ জীয়েক হিচাপে তাইক এক গৰ্বৰ ভাবে অনবৰত ঘেৰি ৰাখিছিল। লগৰ বন্ধুৰ আগত দেউতাকৰ গুণ-কীৰ্তন কৰিয়ে ক্ষান্ত নাথাকি তাই লগতে আন ছোৱালীৰ দেউতাকসকলক তেনেবোৰ দোষৰ বাবে নানা ধৰণৰ ইতিকিং আৰু নিন্দা কৰিছিল। কোনোবা ছোৱালীয়ে যদি নতুন ধুনীয়া শাৰী এখন কলেজলৈ পিন্ধি আহিল, অণিমাই তাইৰ বিষয়ে অইন ছোৱালীৰ আগত ফচ্‌কৈ মন্তব্য দিব— 'বাপেকৰ বাহিৰা টকাৰ ওপৰত বহি ফুটনি মাৰিছে, দিনে দিনে নতুন শাৰী পিন্ধি আহে। আমাক ভাই তেনেকৈ অৰ্জা টকাৰে শাৰী কিনু, সোণৰ সোলেঙো নালাগে।' কাগজত যদি কোনো কৰ্মচাৰীয়ে অন্য উপায়েৰে অন্য উপায়েৰে ধন অৰ্জাৰ বাবে ছাছ্‌পেণ্ড হোৱাৰ খবৰ আহে, অণিমাই লগৰ বন্ধুক ক'ব— 'বৰ ভাল হৈছে, দুৰ্নীতি কৰি টকা ঘটাৰ মজা পালে; পিছে আৰুতো অজস্ৰ তেনে মানুহ আছে, সেইবোৰৰ ওপৰত চৰকাৰনো কেতিয়া চকু পৰিব? আমাৰ ওচৰৰে কলিতাহঁতকেতো দিন-ৰাতি দেখি আছোঁ, ছাপ্লাইত কাম কৰে নহয়, আজিৰ অভাৱৰ দিনতো সিহঁতৰ ঘৰত বয়-বস্তুৰ উভৈনদী, জীয়েকহঁতৰো বা কি ফুটনি চাবা, দিনে নতুন শাৰী, নতুন বেল বটম্‌, গুৱাহাটীৰ চিনেমাহলবোৰলৈ অহা প্ৰতিখন নতুন চিনেমা সিহঁতে চাবই। সেইবোৰ মানুহক চৰকাৰে নেদেখে নেকি?'

অণিমাৰ মাক বৰ সৰবৰহী, মানুহক খুৱাই-বুৱাই খুব ভাল পায়; বাপেকক একেধৰণে বখানে অণিমাই, মাকক বখানে আন ধৰণে। 'আমাৰ মাই নিজে নাখায়ো মানুহক খুৱায়, দেউতাই আৰু বেছি টকা নোপোৱা বাবে মাৰ মনত বৰ বেজাৰ, কাৰণ তেতিয়াহ'লে মাই আৰু বেছি আলহীক সোধ-পোছ কৰিব পাৰিলেহেঁতেন। তথাপি এতিয়াই আমাৰ ঘৰলৈ কিমান যে মানুহ-দুনুহ আহে— মাই যে তেওঁলোকক কিমান কি নুখুৱায়। সেই তুলনাত বাকী বহুত মানুহক দেখিছোঁ নহয়— কি যে কৃপণ, একাপ চাহো পাবলৈ টান, সেইবোৰ মানুহে চাহৰ লগত দিলে খুব বেছি অলপ বিস্কুট বা পাপৰ ভজা দিয়ে, আমাৰ মায়ে কিন্তু মানুহক অকল এবিধ বস্তুৰে চাহ দিয়াৰ কথা কল্পনাই কৰিব নোৱাৰে।'

অণিমাই নিজে নতুন শাৰী পিন্ধি আহোঁতে লগৰ কোনোবা ছোৱালীয়ে যদি কয়— 'তইনো আৰু কিমান নতুন শাৰী কিন অ' অণিমা'— অণিমাৰ মুখ ওফন্দি উঠে— 'তহঁত ভাই বৰ চকু চৰহা দে, আজি অতদিনৰ মূৰত মাক কুটুৰি কুটুৰি শাৰী এখন লৈছোঁ, দেউতাৰ কিমান দুখৰ ধন খৰচ কৰি মাই কাপোৰখন দিলে, চিধাই তহঁতৰ নজৰ পৰিল। মাধুৰী; ৰমাহঁতৰ দৰে দিনে দিনে নতুন শাৰী পিন্ধি আহিলে তহঁতে মোক ৰক্ষাই নিদিলিহেঁতেন। ভাগ্যে সিহঁতবোৰৰ দেউতাকহঁতৰ দৰে মোৰ দেউতাই বাহিৰা টকা নাখায়।'

মাক-দেউতাকৰ তেনেহেন ভক্ত অণিমাৰ যে কি হ'ল, শহুৰেকৰ ঘৰখন খুব ভাল পাই পেলালে আৰু তাই ভবা মতে নিজৰ ঘৰখনৰ প্ৰতি অন্তৰে অন্তৰে ব্যাকুল হৈ নাথাকিল। মাকহঁতৰ ঘৰখন যেন এখন হোটেল আছিল, নিজৰে এগাৰ ল'ৰা-ছোৱালী, তাতে মাকৰ বন্ধু-বৎসল স্বভাৱৰ বাবে ঘৰৰ পৰা মানুহ-দুনুহ নাতৰিছিলেই। মাকৰ সেই স্বভাৱৰ প্ৰশংসা কৰিলে হ'ব কি, তাৰ বাবে অণিমাহঁতে জানো অলপ ভুগিব লাগিছিল? মানুহবোৰ আহিলে চাহ-টাহ কৰা, মাকে মানুহৰ লগত ব্যস্ত হৈ থাকে বাবে সৰু ভায়েক-ভনীয়েকহঁতক আদৰ-আপডাল কৰা— তদুপৰি সিহঁতৰ ঠেহ-পেচ্‌, আমনি জানো অলপ আছিল?

এইখন ঘৰত হ'লে পৰিয়ালৰ সংখ্যা কম, বাহিৰা আলহীয়ে গিজগিজাই নাথাকে, সকলোৱে অণিমাক দুদিনৰ বাবে আছে বুলি প্ৰায় একো কামকে কৰিব নিদিয়ে; ইফালে ৰজতৰ বিশেষ মৰমতো আছেই— সকলো মিলি অণিমাৰ মনটো নিজৰ মাকৰ ঘৰখনৰ বাবে উন্মুখ হৈ নুঠিল।

দুমাহ পিছত ৰজতে অণিমাক নিজৰ কৰ্মস্থলীলৈ লৈ গ'ল আৰু তাৰ সৰু ঘৰখনৰ সকলো ভাৰ অণিমাক হস্তান্তৰিত কৰি দি সি মুক্ত হ'ল— অন্ততঃ ৰজতে অণিমাক হাঁহি হাঁহি তেনেকৈয়ে ক'লে।

অণিমাৰ নিজকে ৰাজৰাণী যেন লাগি গ'ল— এখন ঘৰৰ তায়ে একছত্ৰী মালিক? তাইৰ ওপৰত মাত মাতিবলৈ আৰু কোনো নাই? ৰজতে ঘৰ চলাবলৈ দিয়া এই ছশ টকা তাই নিজৰ ইচ্ছামতে খৰচ কৰিব পাৰিব? ৰাণী নহয়নো কি, অণিমাই অতি পুলকিত হৈ ভাবিলে, তাইৰ মাকৰ হাতত তাইৰ দেউতাকেও ঘৰ চলাবলৈ দৰমহাৰ প্ৰায় গোটেইবোৰ টকাই দি দিয়ে, ইন্সিওৰেঞ্চ, প্ৰভিডেণ্ট ফাণ্ড আদি কিছু হিচাপ বাদ দি

মাকে প্ৰায় গোটেইখিনি টকাকে পায় যদিও তেওঁ বোধহয় আঠশমান টকাহে পায়। অথচ ১/৮ দুটা প্ৰাণীৰ সংসাৰ চলাবলৈ অণিমাই পাইছে ছশ টকা। ৰাজৰাণী নহয়নে তাই?

কিন্তু অণিমা ধোঁৱাখুলীয়া নহয়; তাই ভাবিলে তাই মাকৰ দৰে সংসাৰ চলাই যাব আৰু তাৰ পিছত তাইৰ হাতত যেতিয়া বহুত টকা গোট খাব, তাই ৰেফ্ৰিজাৰেটৰ এটা কিনিব, ৰেডিঅ' এটা কিনিব, এদিন গাড়ীও কিনি পেলাব। ওঁহো, টকা হাতত পৰিছে বুলি তাই ধুমধাম খৰচ নকৰে।

গৃহিণী অণিমাই মাকৰ দৰে মিতব্যয়ী হৈ ঘৰ-সংসাৰ চলাবলৈ ধৰিলে; অৱশ্যে মাকৰ দৰেই তাই বন্ধু-বান্ধৱৰ হাত সাৰিব নোৱাৰিলে। ৰজতৰ বন্ধুৰ সংখ্যা ঢেৰ, তেওঁলোকৰ কোনো অকলে, কোনো সপৰিয়ালে অণিমাহঁতৰ তালৈ আহ-যাহ কৰিবলৈ ধৰিলে। অৱশ্যে অণিমাহঁতো সিবিলাকৰ ঘৰলৈ যায় আৰু নতুন জীৱনৰ এই নতুন বন্ধু-বান্ধৱৰ মাজত এইখিনি সৌহাৰ্দ্য অণিমাৰ খুবেই ভাল লাগিছিল।

অণিমাৰ গৃহস্থালীৰ প্ৰথম মাহটো যেতিয়া শেষ হওঁ হওঁ হ'ল, অণিমাই এদিন বাকচ খুলি অৱশিষ্ট থকা টকাবোৰ হিচাপ কৰিবলৈ বহিল। ইতিমধ্যে ঘৰ চলাই তাইৰ মনে মনে এটা ভয়লগা ধাৰণা গঢ়ি উঠিব ধৰিলে, কিন্তু এই এটা মাহে তাই উট চৰাইৰ দৰে বালিত মূৰ লুকুৱাই ধুমুহা এৰাই চলাৰ চেষ্টা এটা কৰি আছিল।

এতিয়া বাকচ খুলি টকাবোৰ হিচাপ কৰাৰ লগে লগেই ইমান দিনে এৰাই চলিবলৈ চেষ্টা কৰা ধুমুহাটো আহি সহস্ৰগুণ জোৰে তাইক ঘেৰি ধৰিলেহি। এয়া কি হ'ল, ছশ টকাৰ তাইৰ হাতত মাত্ৰ এশ টকাহে আছে দেখোন, তাৰমানে সিহঁতে দুটা প্ৰাণীৰ অকণমানি সংসাৰখনতে পূৰা পাঁচশ টকা খৰচ হৈ গ'ল।

অণিমাৰ মূৰটো ঘূৰাই যোৱা যেন লাগিল। কিন্তু তাইতো ধোঁৱাখুলীয়া হৈ টকা খৰচ কৰা নাই, তাইতো মাকৰ দৰে হিচাপ— হঠাতে চিন্তাস্ৰোতত বাধা পৰি গ'ল অণিমাৰ, মাকৰ দৰে হিচাপ, তাইৰ মাকে সঁচাকৈয়ে মাত্ৰ আঠশ টকাৰে আঠ-নজন মানুহৰ সংসাৰখন অলপো অভাৱ নোহোৱাকৈ চলাই নিব পাৰিছিলনে? অণিমাই একো কাপোৰ-কানি কিনা নাই, কোনো ল'ৰা-ছোৱালীৰ কলেজ-স্কুলৰ খৰচ বহন কৰিব লগা হোৱা নাই, কাপোৰ-কানি, কিতাপ-পত্ৰ, ৰিক্সা-টিটীবাছৰ খৰচ বহন কৰিব লগা হোৱা নাই, এগাল মানুহক খুৱাব লগা হোৱা নাই, তথাপি তাইৰ এইগাল টকা খৰচ হৈ গ'ল, তেনেস্থলত মাকে কেনেকৈ ঘৰ চলায়? আঠশ টকাৰে দেখোন অসম্ভৱৰো সম্ভৱ, কোনো মিৰাক্‌ল্ নাজানিলে কোনো মাকে অণিমাই পোৱা আজিৰ বজাৰৰ হিচাপত এনে স্বচ্ছলভাৱে ঘৰ চলাব নোৱাৰে। অণিমাই চকু মুদি মনে মনে এটা হিচাপ কৰিলেও, মাকে ইমানবোৰ মানুহৰে সৈতে যিদৰে ঘৰ চলায়, তেনেকৈ চলাবলৈ হ'লে অণিমাক অতি কমেও ডেৰ হাজাৰ টকা লাগিব। তেন্তে?

ইয়াৰ এটাই মাত্ৰ উত্তৰ আছে অণিমাই ভবা মতে তেনেহ'লে তাইৰ দেউতাক সাধু নহয়, তাইৰ দেউতাকো তেন্তে এজন দুৰ্নীতিপৰায়ণ বিষয়াই।

অণিমাৰ সৰ্বশৰীৰ কণ্টকিত হৈ উঠিল। এদিন তাই লগৰ হাঁহিছিল দেউতাকবোৰ দুৰ্নীতিগ্ৰস্ত বুলি, আৰু আজি সেই সকলোবোৰ বন্ধুৰে এদিন তাই নেদেখা ব্যংগৰ অদৃশ্য হাঁহিৰ প্ৰতিধ্বনিবোৰ আহি তাইৰ চাৰিওফালৰ পৰা বিন্ধিবলৈ ধৰিলেহি।

# এথোপা গোলাপ

আগদিনা বহুত ৰাতিলৈ উজাগৰে থাকিব লগা হোৱাত শেফালীৰ শোৱা পাটি এৰিবৰ মন যোৱা নাছিল, কিন্তু ঘৰৰ একমাত্র ঘড়ী—গিৰিয়েকৰ হাতঘড়ীটোত গিৰিয়েকৰ হাতখন টানি আনি চাই ছটা বাজি দহ মিনিট যোৱা দেখিয়েই তাই ধৰ্মৰ্কৈ উঠি বহিছিল। দুঘণ্টাৰ ভিতৰতে তাই ক'ত যে কাম কৰিব নেলাগিব—প্ৰথমতে, কয়লা ভৰাই চুলাটো জ্বলাব লাগিব। কয়লাবোৰ ভালকৈ জ্বলাৰ আগতে ধোঁৱা নিৰ্গত কৰি থকা সময়ছোৱাতে তাই সকলো ধৰণৰে শাৰীৰিক প্ৰাতঃকৃত্যবোৰ সমাপন কৰিব লাগিব, গা ধুই উঠি কাপোৰখিনি ভালকৈ ধুব লাগিব— অন্ততঃ পেটিকোটটো। নহ'লে 'বৌদিয়ে' অৰ্থাৎ তাইৰ মালিকনীয়ে বৰ খেচখেচাব। 'বৌদি'ৰ ঘৰত যেতিয়া তাই আগদিনাৰ স্তূপীকৃত হৈ থকা কেঁচুৱাৰ গু-মূতৰ কানি— কঁথাকেইডোখৰ ধুবলৈ বহে, তেতিয়া তাইতো শাৰী-পেটিকোট অলপ দাঙিয়েই বহিব লগা হয় আৰু সেই সময়তে 'বৌদি'ৰ তাইৰ পেটিকোটৰ পাতলিলৈ চকু যায়। তেওঁৰ সেই নজৰ অতি তীক্ষ্ণ, অসমীয়া 'বৌদি'জনীয়ে যদি সেই পাতলি অলপমানো লেতেৰা দেখে তেতিয়াই আধা ফুটা শিশুৰ মাতৰ দৰে উচ্চাৰণ এটাৰে ভঙা ভঙা বঙালীত ক'ব—'তোমাকে কিমানবাৰ বল্ব শেফালী যে পেটিকোট চাফা পৰে এসো? বাচ্চাৰ কাপোৰে যদি তোমাৰ নোংৰা লেগে যায়?.......'

এই 'বৌদি'ৰ বাবেই শেফালীৰ কাপোৰ ঘৰখনৰ ভিতৰতে পৰিষ্কাৰ। নহ'লে তাইৰ গিৰিয়েক স্বপন আৰু দুই জীয়েক বাবুলি আৰু তুলিয়ে যি ধৰণৰ আধা ময়লা কাপোৰ পিন্ধি থাকে, তায়ো তেনে ধৰণৰ কাপোৰেই পিন্ধি থাকিলেহেঁতেন বা আগতে পিন্ধিছিলো, বৰং আৰু বেছি লেতেৰাহে পিন্ধিছিল। তেতিয়া আছিল সেইটো সময়, যেতিয়া তাইৰ নিজৰ কোনো চাকৰি নাছিল, গিৰিয়েকৰ ৰাজমিস্ত্ৰিৰ যোগালি কামৰ অনিৰ্দ্দিষ্ট আয়ৰ ওপৰতে চাৰিটা প্ৰাণীৰ সংসাৰখন চলিব লগা হৈছিল। অৱশ্যে এটা সকাহৰ কথা আছিল এয়ে যে, সিহঁতৰ স্তৰৰ বহুত দুখীয়া মানুহৰ দৰে সিহঁতেও বস্তিত থাকি এটা কুঠৰীৰ ঘৰৰ বাবে এশমান টকা ভাৰা দি সামান্য যি আয় হয় তাত গৰাখহনীয়া সৃষ্টি কৰি দাৰিদ্ৰ্যৰ কষ্ট অধিক বৃদ্ধি কৰিব নেলাগিছিল। শেফালীৰ শহুৰেকৰ অৱস্থা মোটামুটি ভাল আছিল, শিয়ালদহত আলুৰ গুদাম আছিল, সেয়ে তেওঁ গঙ্গাৰ খালৰ সিপাৰে বাঁশদ্ৰোনী অঞ্চলৰ শহৰতলীত অলপ মাটি কিনি ওপৰত টালিৰ ছালৰ আৰু বাঁহৰ 'বাখাৰী'ৰ ঘৰ সাজি তিনি পুত্ৰলৈ এৰি থৈ এই সংসাৰৰ পৰা বিদায় মাগিব পাৰিছিল। শেফালীৰ স্বামী আছিল কনিষ্ঠতম পুত্ৰ, দেউতাক ঢুকাবৰ সময়ত তাৰ দুই ককায়েকে বিয়া কৰালেও সি বিয়া কৰোৱা নাছিল বাবে পাঁচ কুঠলীয়া ঘৰটোৰ এটা কুঠলীত সি দেউতাকৰ মৃত্যুৰ পিছত মাকৰ লগত থাকিবলৈ লৈছিল। বাকী দুটাকৈ কুঠলী দুই ভায়েকৰ পৰিয়ালে ইতিমধ্যেই অধিকাৰ কৰিছিল যদিও মাজু ককায়েকৰ ডাঙৰটো ল'ৰাৰ লগত স্বপন তেওঁৰ অধিকাৰৰ এটা কুঠলীত দেউতাক জীয়াই থাকোতে থাকিছিল, অথবা অধিক শুদ্ধকৈ ক'বলৈ হ'লে স্বপন থকা কুঠলীটোত মাজু ককায়েকৰ ল'ৰাটোও থাকিছিল। তাৰ পিছত দেউতাকৰ মৃত্যু হ'ল আৰু আঠোটা ল'ৰা-ছোৱালীৰ ভিতৰত সৰ্বকনিষ্ঠ স্বপন আহি মাকৰ একাকীত্ব লাঘৱ কৰিবলৈ অস্থায়ীভাৱে মাকৰ লগত থাকিবলৈ ল'লে। তাৰ পিছত এদিন হঠাতে ফ্ৰক পিন্ধা ছোৱালী শেফালীৰ প্ৰেমত পৰি লগে লগে তাইক পলুৱাই আনি ঘৰ সুমুৱাইছিল। ফলত মাক-দেউতাকৰ কোঠালীটো ইয়াৰ পিছৰ পৰা স্বপনৰ স্থায়ী বাসগৃহ হৈ পৰিছিল আৰু মাক তাৰ পৰা নিৰ্বাসিত হৈ স্বপনৰ আগৰ কোঠালিত মাজু পুতেকৰ ল'ৰা অৰ্থাৎ তেওঁৰ নাতিৰ লগত স্থায়ীভাৱে থাকিব লগা হৈছিল। এনেকৈ স্বপনৰ মাকে গিৰিয়েক ঢুকোৱাৰ এবছৰৰ ভিতৰতে তিনিবাৰকৈ শয্যাসংগী সলাব লগা হৈছিল।

স্বপন আৰু শেফালীৰ শয্যাৰ দুজন সংগী বাঢ়িছিল সিহঁতৰ 'বিয়া'ৰ পাঁচ বছৰৰ ভিতৰত। বাবুলি আৰু তুলি। শেফালীৰ মাক-বাপেকৰ ঘৰৰ অৱস্থা স্বপনতকৈ বহুত ভাল আছিল। কিন্তু দেখনীয়াৰ স্বপনে তাইৰ যৌৱনক ভুল পথে পৰিচালিত কৰিলে, অৱশ্যে সেই ভুলৰ বাবে তাই আজিও অনুতপ্ত হোৱা নাই, আজিও তাই স্বপনক ভাল পায়, কিন্তু তাইৰ জীয়েকহঁতক সেই ভুলৰ বলি হ'বলৈ নিদিবলৈ তাইৰ যি আপ্ৰাণ চেষ্টা চলিছিল তাৰ ফলতে তাই যোৱা কেইবছৰে লোকৰ ঘৰে ঘৰে আয়াৰ কাম কৰি আহিছে। স্বপনৰ আয়েৰে যে

তাই জীয়েকহঁতক তাইৰ আশা অনুযায়ী শিক্ষা দিব নোৱাৰে বা ভদ্ৰ পৰিয়ালৰ ছোৱালীৰ দ'ৰে খুৱাব পিন্ধাব নোৱাৰে, সেই উপলব্ধিয়েই নিজৰ সংস্কাৰৰ লগতে আনৰ সংসাৰবো বোজা বৰলৈ তাইক বাধ্য কৰাইছিল।

চুলাত জুই লগাই কয়লা জ্বলিবলৈ দি শেফালী বাথৰুমত সোমাইছিল। ঘৰখনত সেইটোৱেই সমূহীয়া বাথৰুম, পায়খানাও এটা। শেফালীয়েই সকলোতকৈ আগতে উঠে বাবে প্ৰথমতে বাথৰুম আৰু পায়খানাৰ অধিকাৰৰ সুবিধাখিনি তায়েই পায়। কিন্তু বাথৰুমত বেছি সময় সোমাই থকাৰ উপায় নাই, ঘৰৰ অইন মানুহবোৰো উঠিব ধৰে, সেয়ে তাই বাহিৰৰ দমকলৰ ওচৰৰ পকা ছটাতে কাপোৰখিনি ধুব লগা হয়। তাইৰ আন জা দুগৰাকীয়ে কিন্তু লাহে-ধীৰে বাথৰুমতে গা ধোৱে, কাপোৰ ধোৱে। বাথৰুমত এটা চৌবাচ্চা আছে, তাত হিচাপ কৰি কৰি দুই জাকৰ ঘৰৰ মানুহে —গিৰিয়েকে বা পুতেকে পানী ভৰাই দিয়ে, সমান সমান পৰিমাণৰ আৰু দুই জাকে সমান ভাগত পানী খৰচ কৰি গা ধোৱে, কাপোৰ ধোৱে। দুয়োগৰাকীৰে এনে অদ্ভুত অন্তৰ্দৃষ্টি আছে যে কোনোবা এজনীয়ে যদি নিৰ্দ্দিষ্ট হিচাপৰ পানী খৰচ কৰে, ইজনীয়ে বুজি পায় আৰু তেতিয়া দুয়োৰো দুৰ্বাদল কাজিয়া লাগি যায়।

শেফালীয়ে দমকল মাৰি নিজে কঢ়িয়াই নিয়া বাল্টিটোৰ পৰা মগেৰে এক মগ পানী তুলি প্ৰথমতে জোৰে জোৰে দুচকুত মাৰিব ধৰিলে। টোপনি ক্ষতি কৰাৰ ফলত চকু দুটা পুৰিছে। আগদিনা ৰাতি ওচৰৰ খালি ঠাইডোখৰত পৰ্দা তৰি হিমাদ্ৰীহঁতে ভি চি পি আনি 'ফুল ঔৰ কাঁটে' নামৰ চিনেমাখন দেখুৱাইছে। হিমাদ্ৰীৰ সেইটো ব্যৱসায়েই, পইচা লৈ এনেকৈ চিনেমা দেখুৱাই ফুৰে। সদায়েই 'নাইট শ্ব'। ৰাতি এঘাৰ বজাৰ পৰা আৰম্ভ কৰে। তেহে সকলো মানুহে ৰাতিৰ খোৱা-লোৱা বাচন-পত্ৰ ধোৱা আদি যাৱতীয়া কামৰ পৰা আজৰি হৈ সেই চিনেমা চাব পাৰে। প্ৰধানকৈ বস্তিৰ অধিবাসী, শেফালীহঁতৰ দৰে দৰিদ্ৰ মানুহৰ মনোৰঞ্জনৰ বাবেই এই ভ্ৰাম্যমান চিনেমা দলৰ প্ৰতিষ্ঠা। লাভো কম নহয়। মানুহে কোৱা-কুই কৰা শেফালীয়ে শুনিছে যে হিমাদ্ৰীয়ে এই ব্যৱসায় কৰিয়েই এতিয়া কলিকতা চহৰত ঘৰ-মাটি কৰিছে। অথচ এসময়ত হিমাদ্ৰীয়েও স্বপনৰ দৰেই একে ধৰণৰ কাম কৰি আছিল। অৱশ্যে সি কৰিছিল ৰঙৰ কাম, ঘৰবোৰত চুণ-তেল দিয়া, পেইণ্ট কৰা এয়াই আছিল তাৰ কাম। কিন্তু তাৰ পিছত উদ্যোগী যুবক হিমাদ্ৰীয়ে ঘৰত ৰং সনাৰ সলনি মানুহৰ মনত ৰং সনাৰ ব্যৱসায় আৰম্ভ কৰিলে। সেই ৰং শেফালীহঁতৰ চুবুৰিৰ প্ৰায় সকলোৰে মনত লাগিলেও শেফালীৰ মনত হ'লে নেলাগিল। তাৰ কাৰণ দুটা— স্বপনৰ লগৰ হিমাদ্ৰীৰ এই উদ্যোগে শেফালীৰ মনত অহৰহ এটা খোচা-বিন্ধা কৰি থাকেই, স্বপনে দেখুৱা চিনেমাবোৰ চোৱাতকৈ তাইৰ মনে চায় তাৰ ফলত হোৱা তাৰ ধনৰ পৰিমাণখিনিহে, গতিকে পৰ্দাৰ নায়ক-নায়িকাৰ প্ৰেম, নাচ-গান আদিয়ে তাইৰ সমবয়সী যুৱতীসকলৰ দৰে ক্ষন্তেকৰ বাবে হ'লেও বাস্তৱক পৰিহাৰ কৰি স্বপ্নলোকত তাইক ডুবাই ৰাখিব নোৱাৰে। দ্বিতীয় কাৰণটো হ'ল তাইৰ চাকৰি। বাব্‌লি, তুলি ডাঙৰ হ'বলৈ ধৰাৰ লগে লগে তাই চাকৰি আৰম্ভ কৰাৰ পিছত তাই আৰু ৰাতি জাগি চিনেমা চাব নোৱাৰা। অথচ কাণত আহি পৰা নাচ-গান, মাৰপিট, বেকগ্ৰাউণ্ড মিউজিকৰ বিকট শব্দবোৰে তাইৰ টোপনি ব্যাঘাত কৰে, চকুত পোৰণি ধৰায়।

কাপোৰ-কানি কেইডোখৰ ধুই শেফালী আহি পাকঘৰ অৰ্থাৎ বাৰাণ্ডাৰ এচুক ঢাকি লৈ ৰন্ধা-বঢ়াৰ ব্যৱস্থা কৰি লোৱা ঠাই ডোখৰলৈ আহি সচৰাচৰ দেখাৰ দৰেই দেখিলে যে, স্বপনে গমগমীয়া কয়লাৰ জুইত চাহৰ চচপেনটো বহুৱাই দিছে। পুৱাৰ চাহ দুকাপ স্বপনে এইদৰে সদায় কৰেই। শেফালীৰ প্ৰতি এইখিনি সহানুভূতিয়েই কেৱল নহয়, আৰু বহুত সহানুভূতিও সি দেখুৱায়। ইয়াৰ পিছত চৰুত ডাইলো উঠাই দিব, ছোৱালী দুজনীকো মুখ ধুৱাই মুৰিৰ বাতিৰ আগত বহুৱাই দিব। এইখিনি নকৰিলে অৱশ্যে নচলে, কিন্তু নচলিলেও স্বপনৰ দৰে আন বহুতো চাকৰি কৰা স্ত্ৰীৰ স্বামীয়ে কিন্তু নকৰে। সতীশৰ বস্তি চিনেমা হলৰ ওচৰত 'তেলভাজা'ৰ দোকান আছে, চিনেমা হলৰ শ্ব'বোৰ আৰম্ভ হোৱাৰ সময়তহে সি তালৈ দোকানৰ সা-সৰঞ্জাম লৈ যায়, কিন্তু বাকী সময়খিনি সি হয় ঘৰত ফন্তি জুৰি শুই থাকে, নহ'লেবা গঙ্গাৰ খালৰ ইপাৰৰ বজাৰখনলৈ গৈ তাৰ চিনাকি দোকানী এজনৰ লগত আড্ডা মাৰি থাকেগৈ। তাৰ ঘৈণীয়েক ভৱানী ঠিকা ঝি, পাঁচটা পৰিয়ালত বাচন ধোৱা, কাপোৰ ধোৱা আৰু ঘৰ সৰা-মচা কৰি দি আহেগৈ— সেইদৰে লোকৰ সংসাৰবোৰত গেবাৰি আদি খাটি আহিও আকৌ নিজৰ ঘৰত সেইবোৰ কৰাৰ উপৰিও ৰন্ধা-বঢ়া কৰিব লাগে, ল'ৰা-ছোৱালীৰ আপডাল কৰিব লাগে। সতীশে ভৱানীক ঘৰুৱা কামত কোনো ধৰণৰ সহায়তো নকৰেই, বৰং

তাক সময়মতে ভাত দিব নোৱাৰিলে মাজে-সময়ে লপথাহে দিয়ে। স্বপনৰ চুবুৰিৰ ৰিক্সাৱালা অনিল, ফণী-টিপ-ৰিবন-চুৰি আদিৰ ফেৰিৱালা তুলসী, বাঁশদ্ৰোনী বজাৰৰ 'খাবে এসো' ৰেষ্টুৰাৰ ৰান্ধনী সিধু— সকলোৰে ঘৈণীয়েকবোৰৰ লগত এনে ধৰণৰ প্ৰেমশূন্য সম্পৰ্ক আৰু আটাইকেইজনৰ— অৱশ্যে সিধুৰ বাহিৰে— স্ত্ৰীয়ে লোকৰ ঘৰত ঠিকা ঝি কৰে। সিধুৰ ঘৈণীয়েকেও অৱশ্যে সিধুৰ বাহিৰে— স্ত্ৰীয়ে লোকৰ ঘৰত ঠিকা ঝি কৰে। সিধুৰ ঘৈণীয়েকেও অৱশ্যে ঘৰে ঘৰে নহয়, এঘৰ মানুহৰহে ৰন্ধা-বঢ়া কৰে। ভদ্ৰলোকৰ ঘৰত মাছে-মঙহে সুন্দৰকৈ ৰান্ধি দি অহা মানুহজনীয়ে নিজৰ সংসাৰত হেজাৰটা কাম কৰাৰ পিছত ৰন্ধা-বঢ়াত অলপ গাফিলতি কৰে। কিন্তু ৰেষ্টুৰাঁৰ চপ, কাটলেট, মোগলাই পৰঠাৰ সুগন্ধ নাকত লৈ ঘৰলৈ উভতা সিধুৱে খাবলৈ বেয়া পালেই ভাতৰ কাঁহী ঘৈণীয়েকৰ গালৈ দলি মাৰি দিয়ে। ঘৈণীয়েকে অৱশ্যে তাৰবাবে অলপো কেৰেপকে নকৰে, মনৰ ভাব (যাক তাই মাজে-সময়ে মুখেৰে প্ৰকাশো কৰে) হ'ল এই—'নিজেৰ গতৰ দিয়া খেটে খাইমু, তোমাকে পৰোয়া কৰমু কোন দুখে'—পিছে এই মুখখনৰ বাবে তাই গিৰিয়েকৰ মাৰো খাব লগা হয়— যিমানেই স্বাধীন নোবোলাওক কিয়।

শেফালীৰ ওন্দোলোৱা মুখ দেখিলে মাজে-সময়ে স্বপনে এইবোৰ স্বামীৰ উদাহৰণ টানি আনি তাইক কেৱল সান্ত্বনাই নহয়, কৃতজ্ঞতাৰ পাশতো এই বুলি আবদ্ধ কৰাৰ চেষ্টা কৰে যে, তাই এইবোৰৰ তুলনাত কিমান সহানুভূতিশীল আৰু সহায়কাৰী স্বামীৰত্ন লাভ কৰিছে। তদুপৰি স্বপনে তাইৰ গাত কোনোদিনেই হাত দিয়া নাই। 'ভদ্ৰ' ঘৰৰ ছোৱালাজনীৰ লগত সি সদায় ভদ্ৰ ব্যৱহাৰেই কৰি আহিছে, তাইৰ লগত গৰু-পশুৰ দৰে ব্যৱহাৰ নকৰি মানুহৰ দৰেই ব্যৱহাৰ কৰি আহিছে।

শেফালীয়ে এইবোৰ নুবুজা নহয়। সেয়ে তাইৰ গিৰীয়েকৰ প্ৰতি প্ৰেমত ভাঁটা পৰা নাই, কিন্তু তাইৰ সংসাৰৰ পৰা ৰং মচ খাই গৈছে। তদুপৰি তাইৰ দূৰণিৰ সেই সিধু, অনিল, সতীশৰ ঘৈণীয়েকবোৰৰ ভাগ্যৰ লগত নিজৰ ভাগ্য ৰিজাই আত্মপ্ৰসাদ লাভ কৰিবলৈকো মাজতে ভেটা দি বহি আছে ৰাণী আৰু মাধৱী-শেফালীৰ ডাঙৰ দুই জা। সেইদুজনী যেন বস্তিবাসী নহয়, একো একোজনী ৰাজৰাণীহে। কাৰণ দুয়োৰো গিৰিয়েক অৰ্থাৎ স্বপনৰ দুই ককায়েকে পৈত্ৰিক ব্যৱসায়টোতে লাগি থাকি ভালকৈয়ে দুপইচা আৰ্জি খাই আছে। স্বপনহঁতৰ পৈত্ৰিক ব্যৱসায় হৈছে গোসাঁনী সজা। বাৰ মাহত হিন্দুৰ ক'ত পূজা-পাতল হয়, ক'ত মাটিৰ মূৰ্তিক বেদীত থাপনা কৰি পূজা কৰিব লগা হয়। দুৰ্গা পূজা, লক্ষ্মী পূজা, কাল পূজা, সৰস্বতী পূজা, জগদ্ধাত্ৰী পূজা, বিশ্বকৰ্মা পূজা, কাৰ্তিক পূজা, গণেশ পূজা (সাৰ্বজনীনভাৱে ন'হলেও বহুতে ঘৰে ঘৰে এই পূজা কৰে) আদি ক'ত দেৱ-দেৱীৰ যে হিন্দু মানুহে পূজা নকৰে! কৰে ভালেই কৰে, স্বপনৰ ককায়েকহঁতৰ দৰে বহুতো মানুহ বেচ ৰাজসিকতাৰেই চলে। একো একোটা পূজা আহে আৰু তেওঁলোকৰ সংসাৰবোৰত একোধৰণৰ উৎসৱৰ বতাহ বলিবলৈ ধৰে। মূৰ্তিবোৰত ৰং সনা হ'ব ধৰে আৰু শেফালীৰ দুই জাকৰ মনতো অদৃশ্য ৰং সনা হৈ যায়—কাৰণ ইয়াৰ পিছত ঘৰলৈ 'লক্ষ্মী'ৰ আগমন হ'ব পূৰ্ণ পয়োভৰেৰে, মূৰ্তি বেচা টকাৰে সিহঁতৰ কেচ বক্সবোৰ উপচি উঠিব। তাৰ পিছত স্বপনৰ দুই বৌৱেকে নতুন নতুন শাৰী ল'ব, ল'ৰা-ছোৱালীক নতুন চোলা কাপোৰ পিন্ধাব, নিজৰ বাবে খাঁটি সোণৰ নহ'লেও ৰূপৰ ওপৰত সোণৰ পানী ছিটোৱা গহনাকে ল'ব। মূৰ্তিৰ ব্যৱসায় যে ইমান লাভজনক ব্যৱসায় শেফালীয়ে এইখন ঘৰলৈ বোৱাৰী হৈ নহালৈকে জনা নাছিল। জনাৰ পিছত তাইৰ বুকুৰ পোৱণি উঠিবলৈ ধৰিলে আৰু বৰজনাকহঁতে সজা মূৰ্তিত ৰং সনা আৰম্ভ হোৱা আৰু তাৰ বোল জাকহঁতৰ অন্তৰত লাগিবলৈ ধৰাৰ পিছৰে পৰা তাইৰ মনৰ ৰং মচ খাই যাবলৈ ধৰিলে।

স্বপনে কিন্তু কোনোদিনে মূৰ্তি সজা কাম নিশিকিলে। দুই ককায়েকৰ পিছত কেবাজনীও বায়েকৰ জন্ম হোৱাৰ পিছত সি মাকৰ পেটমোচা সন্তান হৈ জন্ম লৈছিল। তাৰ ল'ৰালি কালতেই ককায়েক দুজন একো একোজন প্ৰতিষ্ঠিত মূৰ্তি গঢ়া কাৰিকৰ হৈ উঠিছিল। সৰু ল'ৰা হিচাপে স্বপন কিন্তু অদ্ভুত প্ৰকৃতিৰ আছিল, চুবুৰিৰ সকলো ল'ৰা-ছোৱালী আহি যেতিয়া মূৰ্তি গঢ়া চাই থাকে-খেৰৰ জুমুঠি গঢ়াৰ পিছৰে পৰা গাত মাটি সানি ৰং লগোৱালৈকে চাই থাকে, তেতিয়া স্বপনে ৰাস্তাৰ ইটা-বালিৰ দ'ম বিচাৰি আপোনমনে খেলি থাকে। তাৰ সৰুকালৰ সেই খেলৰ বাবেই যে পৰৱৰ্তী জীৱনত সি ৰাজমিস্ত্ৰী হ'ব নোৱাৰিলেও মিস্ত্ৰীৰ যোগালি হ'ল—তেনে এটা সিদ্ধান্তলৈ আহিব নোৱাৰি, কিন্তু তাৰ সেই ল'ৰালিৰ ধেমালিৰ কথা জানি শেফালী কিন্তু

সেই সিদ্ধান্তলৈ আহিছিল আৰু সাধাৰণতে টান কথা ক'ব নোৱাৰা শেফালীয়ে এদিন দম্ভিতাই ভুগোৱা তিক্ত মুহূৰ্ত এটাত কৈ পেলাইছিল—'সুৰুৱে পৰা হেনো ইটা-বালি লৈয়ে অট্টালিকা সজা খেলিলা— পিছে ডাঙৰ হৈ নিজৰ অট্টালিকাতো বান্ধিব নোৱাৰিলাই, লোকৰ অট্টালিকাও বান্ধিব নোৱাৰিলা। ৰাজমিস্ত্ৰীও হ'ব নোৱাৰিলা, কিন্তু ইটা-বালি চোঁৱাৰ অভ্যাসটো ঠিকেই থাকি গ'ল—তাৰ যোগান দিওঁতে দিওঁতেই দেহা শুকুৱালা। কিয় ককায়েৰাইঁতৰ লগতে মূৰ্তি সজা কামটো কিয় শিকিব নোৱাৰিলা?'

'ওঁহো, মূৰ্তি গঢ়া কাম স্বপনৰ ভাল নালাগে, একেবাৰেই ভাল নালাগে। খুব সৰুকালত সি বাপেক-মাকৰ লগত শোওঁতে মাজৰাতি এবাৰ সাৰ পাই মাকৰ বিবস্ত্ৰ মূৰ্তি দেখিছিল। তাৰ পিছৰে পৰা সি যেতিয়া বাপেকক, ককায়েকহঁতক দুৰ্গা, লক্ষ্মী, সৰস্বতী আদি দেৱীৰ মূৰ্তিবোৰ গঢ়া দেখে আৰু ঠিক কাপোৰবোৰ পিন্ধোৱাৰ আগমুহূৰ্তত সেই মাটিৰ দেৱীবোৰৰ উলংগ ৰূপ দেখে তেতিয়া তাৰ চকুৰ আগত তেজ-মাংসৰ আন এক ৰূপ ভাহি উঠি তাক এক ধৰণৰ ইলেকট্ৰিক শ্বক্ এটাইহে যেন কোব মাৰি কাবু কৰি পেলায়। একেবাৰে সৰুতে মূৰ্তি গঢ়া চাবলৈ গ'লেও সেই নিশাৰ ভয়ংকৰ অভিজ্ঞতাটোৰ পিছত সি আৰু মূৰ্তিবোৰৰ ওচৰ নচপা হ'ল।

কিন্তু তাৰ এই অতি গোপন আৰু অতি আকস্মিকভাৱে লভা একপ্ৰকাৰ চিৰকাল বিভীষিকাস্বৰূপ হৈ থাকিবলগীয়া অভিজ্ঞতাৰ ভাগ জীৱনত সি কাকোৱেই দিব নোৱাৰিলে, এনেকি পাটিৰ তিৰোতা শেফালীকো। কিন্তু এই ঘটনাটোৰ ফলত যে সি মূৰ্তি গঢ়া নিশিকিলে আৰু তাৰ ফলত যে ককায়েকহঁতৰ দৰে বিত্তবান হ'ব নোৱাৰি চিৰ দৰিদ্ৰতা বৰণ কৰিব লগা হ'ল—তাৰ ভাগ হ'লেও শেফালীক পূৰা-পূৰিকৈ দিব লগা হ'ল। আৰু এতিয়া সেই দৰিদ্ৰতাৰ বোজা বেছি গধুৰ হোৱাত শেফালীয়ে দুই জীয়েকক মাজু জাকৰ নিষ্ঠুৰতাৰ বলি কৰি এৰি থৈ লোকৰ ঘৰলৈ কাম কৰিব যাব লগা হৈছে।

শেফালীৰ ডাঙৰ জা মাধৱীৰ কেবাটাও ল'ৰা-ছোৱালী, এতিয়া সিহঁত ডাঙৰ হৈছে আৰু আগৰ এটাৰ সলনি তিনিটাই আইতাকৰ লগত ইটো কোঠালিৰ বাসিন্দা হৈছে—সেই ডাঙৰ সংসাৰখন লৈ ব্যতিব্যস্ত হৈ থকা বাবে তেওঁ আনৰ সংসাৰ, আনৰ কথালৈ চকু দিবলৈ সময় নাপায়। কিন্তু মাজু জাক ৰাণীৰ সৰু সংসাৰ, দুটা মাত্ৰ ল'ৰা-ছোৱালী, সিহঁত স্কুলৰ ওপৰ ক্লাছত পঢ়ে। গতিকে সিহঁত স্কুললৈ যোৱাৰ পিছত তেওঁৰ অখণ্ড অৱসৰ— গতিকে সেই সময়ত তেওঁৰ চকু-হৃদয়-মন আনৰ প্ৰতি খোলা হৈ থাকে, সজাগ হৈ থাকে। তেওঁৰ সেই চকুত জ্বালাই বেছি, হৃদয়-মনত বিষেই বেছি ভৰা। সেয়ে আনৰ সংসাৰৰ সুখত চকু বিষায়, হৃদয়-মনত বিষ উতলে। এতিয়া শেফালীয়ে চাকৰি কৰিবলৈ আৰম্ভ কৰাৰ লগে লগে তাইৰ যি দৰিদ্ৰ সংসাৰে এদিন ৰাণীৰ মনত পুতৌ আৰু অৱজ্ঞাৰ সৃষ্টি কৰিছিল এতিয়া সেই সংসাৰেই তেওঁৰ চকুত জ্বালা ধৰাবলৈ আৰম্ভ কৰিলে, হৃদয়ত বিষ মথিত হ'বলৈ ধৰিলে। কিন্তু তাৰ বাবে তেওঁতো শেফালীক একো কৰিব নোৱাৰে বা টানি আনিব নোৱাৰে। আনহাতে, তেওঁ শেফালীৰ দৰে— তেওঁৰ ভাষাত 'আনৰ ঘৰত ঝিগিৰি' কৰিবলৈ যাব নোৱাৰে। সেয়ে ৰাণীয়ে তেওঁৰ বিষ ঢালিবলৈ ধৰিলে শেফালীৰ সৰু ছোৱালী তুলিৰ মূৰত। তুলিও পাঠশালালৈ যাবলৈ আৰম্ভ কৰিছে, কিন্তু তাইৰ স্কুল দুপৰীয়াতে ছুটী হৈ যায়। গতিকে ঘৰলৈ উভতি আহি অকণমাণি অকলশৰীয়া ছোৱালীজনীয়ে সিহঁতৰ আটাইৰে উমৈহতীয়া চোতালখনৰ এমূৰে থকা গোঁসাই ঘৰটোৰ গাতে লগা বেলগছ ডালৰ তলত বহি অকলে অকলে হয় কাপোৰৰ দৰা-কইনা খেলি থাকে, নহয় দেউতাকে ফুটপাথত বহা হকাৰ্ছৰ পৰা কিনি আনি দিয়া প্লাষ্টিকৰ হাঁড়ি-কেৰাহী লৈ ভাত-আঞ্জা খেলি থাকে। কেতিয়াবা তলত সৰি থকা বেলপাত আৰু গোঁসাই ঘৰৰ দাঁতিৰ গছৰ বগা কুন্দ ফুলবোৰ আৰু তুলসী পাত ছিঙি লৈ তুলিয়ে পূজা পূজাও খেলি থাকে।

সৰু ছোৱালী, খেলি খেলি ভাগৰি পৰিলে তাই ঘৰৰ ভিতৰলৈ গৈ মাকে কৌটাত থৈ যোৱা মুৰি আৰু বাতাচা উলিয়াই লৈ বায়েকলৈ অপেক্ষা কৰি থাকে— দেউতাকে উভতিব সন্ধিয়া, মাকতো আৰু দেৰিকৈ, ৰাতি আঠ-ন বজাত। তেনেকৈ বাট চাই চাই তাই কেতিয়াবা টোপনিত ঢলিও পৰে। ঘৰত নামত আইতাক এজনী আছে, কিন্তু নামতেই-কাৰণ বুঢ়ী ইমানেই বুঢ়ী হৈ গৈছে যে, প্ৰায় অথৰ্ব হৈ পৰিছে। ইফালে নিজৰ নিৰামিষ ৰন্ধাখিনিও নিজেই ৰান্ধি খাব লাগে। তেওঁৰ জীয়েক এজনীও বিধৱা হৈছে, কিন্তু আজিকালি বহুতো বাঙালী তিৰোতাই স্বামীৰ মৃত্যুৰ পিছতো মাছ-মাংস খাই থকাৰ দৰে তেওঁৰ বিধৱা জীয়েকেও মাছ-মাংস

খায়। তেওঁৰ নিজৰ কিন্তু সেই কথা ভাবিলেও গা শিয়ঁৰি উঠে। গিৰিয়েক ঢুকুৱা আজি ক'ত বছৰ হৈ গ'ল—সেই তেতিয়াৰ পৰা নিৰামিষ ভোজনত ধৰা মানুহজনীৰ এতিয়া সেই বস্তুবোৰ বিধৰ্মীৰ বস্তু যেনহে লগা হ'ল—কিন্তু বিধৱা হোৱাৰ প্ৰথম দিনবোৰত মাছে-ভাতে খোৱা মানুহজনীৰ পেটলৈ ভাতকে যাব নালাগিছিল, 'পিণ্ড' গিলাৰ দৰেই লাগিছিল।

এতিয়া তেওঁ আলৰ বুঢ়ী। থৰক-বৰককৈ ভাতকেইটা ৰান্ধি খাই বিছনাৰ নিজৰ চুকটোত বাগৰি লৈ বুঢ়ীয়ে দিনটো আধা তন্দ্ৰা, আধা জাগৰণৰ মাজত কটাই দিয়ে। ৰাতি তেওঁ ৰন্ধা-বঢ়া নকৰে, বোৱাৰীয়েকে ৰাজ্যৰ পানী ঢালি দিয়া গাখীৰ এগিলাচ আৰু বতৰৰ যি ফলমূল মিলে তাকে খাই বিছনাত পৰি সুদীৰ্ঘ ৰাতি এটাৰ মুখামুখি হয়।

এইদৰে আইতাক থাকিও নথকা নাতিনীয়েকজনীয়ে কি ভয়ংকৰ অপৰাধনো কৰে, সেই অপৰাধৰ বাবে বোৱাৰীয়েকেনো কি শাস্তি দিয়ে—সেই কথা বুঢ়ীৰ নজনাকৈয়ে থাকি যায়। জানিলেও বা বুঢ়ীয়ে কি কৰিব পাৰিলেহেঁতেন?

নাতিনীয়েকৰ অৰ্থাৎ তুলিৰ অপৰাধৰ কথা মাকেও গম নাপায়, তুলিয়েও গম নিদিয়ে, কাৰণ তাইৰ অকণমানি প্ৰাণটোৱেও কিবাকৈ বুজি পায় যে, সেই কথা গম পালে মাকেও তাইক 'মেজো জেঠীমা'ৰ দৰেই লপাথপাহে দিব।

অকণমানি ছোৱালীজনীৰ ডাঙৰ অপৰাধটো হ'ল এই যে, তাই ভাত-আঞ্জা ৰান্ধি বা পূজা পূজা খেলি বেলগছৰ তলখন লেতেৰা কৰি থৈ আহে, ৰাণীয়ে তেতিয়া সেই অপৰাধতে তুলিক চৰ মাৰে বা বিছনীৰ নালেৰে কোবায়। তুলিৰ চিঞৰত মাধৱী ওলাই আহিলে ৰাণীয়ে তেতিয়া ডাঙৰ জাককে সাক্ষী মানি কয় — 'চোৱাচোন বড়দি, মাকেতো সোপা-সোপে ধন ঘটিবলৈ দিনটোৰ বাবে জীয়েকক তোমাৰ-মোৰ হাতত গতাই থৈ গুছি যায়, তাৰ পিছত তাই যে দিনটো অতখন উৎপাত কৰি ফুৰে, তাৰ ধাক্কা আমাৰ বাহিৰে কোনে চম্ভালে কোৱা? এই যে সদায় সদায় এই চোতালখন লেতেৰা কৰি থয়, কোনে পৰিষ্কাৰ কৰি মৰে কোৱা? ঐ বৰমানুহৰ বেটি, মাৰক ক'বি—তোৰ লেতেৰাবোৰ চাফা কৰিবলৈ এজনী যেন 'ঝি' ৰাখি দিয়ে—মাৰেতো সোপা-সোপে ধন ঘটিছে, জীয়েকক 'ঝি' ৰাখি দিয়াটোনো কিমান ডাঙৰ কথা? মই সদায় সদায় এইদৰে তোৰ বিনা পইচাৰ 'ঝি' গিৰি কৰি মৰিব নোৱাৰো নহয়।'

তেনেকৈ মাৰ খোৱাৰ পিছত তুলিয়ে কেইদিনমান আৰু চোতালত দৰা-কইনা বা পূজা পূজা বা ভাত-আঞ্জা ৰন্ধা খেলিবলৈ নাযায়, কিন্তু সৰু ছোৱালী মাৰ-ধৰ, উপদেশ-গালি আদি সকলো সহজেই পাহৰি যায়, গতিকে পুনৰ তাই বেলৰ তলত খেলেগৈ, পুনৰ বৰমাকৰ হাতৰ কিল-চৰ খায়।

শেফালীয়ে এইবোৰ কথা বহুত দিনলৈ গম পোৱা নাছিল, পোৱা হ'লে তাই কাম কৰা 'বৌদি'ৰ ঘৰৰ পৰা সেই গোলাপ থোপা সিদিনা কেতিয়াও নানিলেহেঁতেন।

সেইটো আছিল ডিছেম্বৰৰ চাৰি তাৰিখ। আগদিনাতে বৌদিয়ে তাইক কৈ থৈছিল যে পিছদিনা তেওঁৰ জন্মদিন, আবেলি কেইজনমান বন্ধু-বান্ধৱে আহি চাহ খাবহি। সেয়ে শেফালীয়ে যেন ঘৰত কৈ আহে যে সিদিনা ৰাতি তাইৰ ওভতোতে আন দিনাতকৈও দেৰি হ'ব। তাই যদি অকলে উভতিবলৈ ভয় কৰে তেন্তে গিৰিয়েক আহি যেন তাইক লৈ যায়। অৱশ্যে কলিকতা চহৰ ৰাতি এঘাৰ-বাৰ বজালৈকেও গমগমীয়া হৈ থাকে, গতিকে মাইকী মানুহেও তেতিয়ালৈ অকলে নিশ্চিন্তমনে ঘূৰি ফুৰিব পাৰে।

পিছে কলিকতা মহানগৰী হ'লেও জাৰকালিৰ ৰাতিবোৰ সেই নগৰীয়ো কিবা গধুৰ যেন হৈ পৰে, মনটো কিহবাই হেঁচা মাৰি ধৰে, এটা বিষণ্ণ অনুভূতিত হৃদয়-মন আচ্ছন্ন হৈ পৰে। শেফালী যেতিয়া তাইৰ বৌদিৰ ফ্লেটৰ পৰা ওলাইছিল, তায়ো সেই সেমেকা শীতৰ ৰাতিৰ বলি হৈ পৰিছিল, তদুপৰি ছোৱালী দুজনীক ইমান ৰাতিলৈ এৰি থৈয়ো তাইৰ মনটো মৰহি আছিল, কেৱল সেই সকলোৰে মাজত যেন একমাত্ৰ হাঁহিৰে উজ্জ্বল হৈ আছিল তাইৰ হাতত থকা ৰঙা গোলাপৰ থোপাটো।

জন্মদিনৰ পাৰ্টিটো শেষ হোৱাৰ পিছত সকলো মানুহ ঘৰাঘৰি যোৱাৰ পিছত গোলাপ, ৰজনীগন্ধা, গ্লেডিয়লি আদি ফুলৰ থোপাবোৰৰ পিনে চাই শেফালীৰ 'বৌদি'য়ে অলপ যেন বিৰক্ত হৈয়ে কৈছিল—'ইমানবোৰ ফুলৰ বোকেৰ প্ৰেজেণ্ট! এইবোৰ সজাবলৈ মোৰ ইমান ফুলদানিয়েই নাই। এই শেফালী, তুমিও

এটা গোলাপৰ থোপা লৈ যাবাহে।'

'ফুল নি মই কি কৰিম বৌদি?'

'কিয়, ফুলদানীত মোৰ দৰে সজাই থবা।'

'বৌদিৰো যে কথা! আমাৰ দৰে দুখীয়া মানুহৰ আকৌ ফুলদানী থাকে নোক?'

'ফুলদানী নাই গিলাছত সজাই থবা।'

'গিলাছত সজাই ক'ত থম বৌদি?'

এইবাৰ 'বৌদি' গৰাকী অলপ বিৰক্তই হৈ পৰিছিল আৰু কৈছিল—'ক'ত থবা তাকো মই শিকাই দিম নেকি? টেবুলত থবা।'

শেফালীয়ে তেতিয়া অলপ হাঁহিছিল আৰু কৈছিল—

'আমাৰ ঘৰত টেবুল নাই নহয় বৌদি, সৰু এটা কোঠালি, তাতেই বিছনা, বাকচ, আলনা আদি ধৰিব নোখোজে, টেবুল আৰু ক'ত ৰাখিম।'

'তেন্তে তোমাৰ ছোৱালী দুজনীয়ে ক'ত পঢ়ে?' 'বৌদি'য়ে অলপ আচৰিত হৈ সুধিছিল।

'বিছনা উঠাই খাটত পাৰি থোৱা পাটিৰ ওপৰতে বহি পঢ়ে বৌদি। পঢ়া হৈ গ'লে কিতাপ-ফলি বাকচৰ ওপৰত থৈ দিয়ে।'

গোলাপৰ থোপাটোৰ বাবে এনেদৰে বিশদভাৱে স্থানাভাৱৰ কথা ক'লেও শেফালীয়ে কিন্তু সতেজ ৰঙা ফুলবোৰৰ লোভ সামৰিব নোৱাৰিলে। বৰলোকৰ শুৱনী কৰা ফুলকেইটাই তাইৰ ছোৱালী দুজনীৰতো মনোৰঞ্জন কৰিব পাৰিব। আৰু তুলিজনীকতো ঘৰৰ সেই বগা কুন্দ ফুলকেইটা লৈয়ে পূজা পূজা খেলিথকা দেখিছিল—শেফালী যেতিয়া চাকৰি কৰিবলৈ যোৱা নাছিল, তেতিয়া তাই ক'ত দিন দিবানিদ্ৰাৰ পৰা উঠি চকু মোহাৰি বাহিৰলৈ ওলাই আহি অকণমানি তুলিজনীক তেনেকৈ খেলি থকা দেখিছিল।

সিদিনা ৰাতি গিৰিয়েকৰ লগত শেফালী গৈ যেতিয়া ঘৰ পাইছিলগৈ, তেতিয়া বাবুলি আৰু তুলি আঘোৰঘোৰে শুই আছিল। শেফালীক আনিবলৈ যোৱাৰ আগতে বাপেকে ছোৱালী দুজনীক পাউৰুটি গাখীৰ খুৱাই শুৱাই থৈ গৈছিল।

পিছদিনা পুৱা সাৰ পাই উঠি বাবুলি-তুলিয়ে মাকৰ 'বৌদি'ৰ 'হেপী বাৰ্থডে'ৰ কেক্-মিঠাই এদিন পলমকৈ হ'লেও অতি আনন্দ মনেৰে খালে। গোলাপ ফুলৰ থোপাটো তেতিয়া ভালেখিনি লেৰেলি গৈছিল, তথাপি সেইটো দেখি দুই বাই-ভনীৰ কি ফূৰ্তি! তুলিয়েতো থোপাটো বুকুত সাৱটিয়েই ধৰিলে, অৱশ্যে তাৰ ফলত বহুতো পাহি সৰিও পৰিল।

আজি স্কুলৰ পৰা অহাৰ পিছত তুলিৰ পূজা পূজা খেলাৰ আয়োজন স্বাভাৱিকতে অলপ বৃহতেই হৈছিল, অকণমানি ছোৱালীজনীৰ সৰ্বশৰীৰতে যেন উৎসৱৰ অনুৰণন। ইতিমধ্যে গোলাপৰ বহুত পাহিয়েই সৰি পৰিছিল, ৰঙা তেজাল পাহিবোৰত মৃত্যুৰ ক'লা বোল লাগিছিল, কিন্তু সেই মৃত্যুৰ মাজৰ পৰা কেইটামান অপৰাজেয় আধা-ফুলা গোলাপে যেন মুৰ তুলি তুলিলৈ চাই হাঁহিছিল।

তুলিয়ে বেল গছজোপাৰ তলখন গোটাগোলাপ, গোলাপৰ পাহি, গোলাপৰ পাত, গোলাপৰ ঠানিৰে তাইৰ নিজৰ মনৰ নক্সাৰে সজাই উঠিছিলহে মাত্ৰ, তেনেতে তাত তাইৰ বৰদেউতাকহঁতে গঢ়া তাই আটাইতকৈ ভয় কৰা মূৰ্তি কালী গোসাঁনীৰ দৰে ভয়ংকৰ ৰূপ ধৰি ৰাণী আহি ওলাইছিল আৰু কালীয়ে মহাদেৱৰ বুকুত ভৰি থোৱাৰ দৰেই ৰাণীয়েও তুলিৰ গোলাপৰ সৰু দলিচাখনত ভৰি থৈ চিঞৰি উঠিছিল ঃ 'ঐ ছোৱালী, আজি যে তই গোটেই চোতালখনেই লেতেৰা কৰি পেলাইছ, কোনে চাফা কৰিব এইবোৰ? তোৰ ঝি মাৰাই? অ' বড়দি, তুমি ওলাই আহি এই অত্যাচাৰবোৰ চোৱাহিচোন, মই আৰু এইবোৰ দিনে দিনে কিমান সহ্য কৰিম? গোটেই চোতালখনেই এই ছোৱালীজনীয়ে মাকজনীয়ে ক'ৰবাৰ পৰা চুৰ কৰি অনা গোলাপৰ শুকান পাহি ছটিয়াই লেতেৰা কৰি পেলাইছে—'

ডাঙৰ জাকক এইদৰে সাক্ষী হিচাপে আহ্বান কৰিয়েই ৰাণীয়ে গোলাপৰ পাহিৰ 'আল্পনা'ত থোৱা ভৰিখনেৰে সেইখন মোহাৰি দিলে। মুহূৰ্ততে সমস্ত চোতালখনতে সেই গোলাপৰ পাহিৰে আন এক বীভৎস 'আল্পনা'ৰ সৃষ্টি হ'ল। অইন দিনা তুলিয়ে বৰমাকৰ হাতত বিচনী বা সৰু মাৰি থকা হাতখনলৈহে সভয়ে চায়, আজি কিন্তু তেওঁৰ ভৰি দুখনৰ পিনেহে তাই আতংকেৰে চাই ৰ'ল আৰু ত্ৰাস লগতে বেজাৰতো তাইৰ দুচকু ভৰি পৰিল।

# জীৱন এনেকুৱাই

## (শ্ৰীমতী সুৰমা ঘটকৰ প্ৰতি শ্ৰদ্ধাৰে)

বজাৰৰ বেগটো হাতত লৈ নমিতাই লৰালৰিকৈ খোজ দিলে। কি যে হৈছে আজিকালি, মূৰত একোকে নথকা হৈছে। নহ'লে কালি অফিচৰ পৰা ওভতাৰ বাটত ডাইল আৰু মছলা কিনি আনোতে চাহপাতো যে প্ৰায় নাছিল, অলপ কিনি নিয়া উচিত, সেই কথা মনত পৰিব নালাগেনে? মাহৰ শেষ, হাতত পইচা প্ৰায় নায়েই— সেইবাবেই বোধহয় পইচা খৰচৰ বাট ওলোৱা দেখিলে অবচেতন মনে পাহৰাই দিয়ে। কিন্তু চাহপাত লাগিবই। মানুহটোক কিবা নহয় কিবা এবিধ পনীয়া বস্তু গলাধঃকৰণ কৰি থাকিব লাগিবই লাগিব, হ'লেও সেইবোৰ বস্তু যোগাৰ কৰিবলৈওতো কিছু পইচা লাগিব— সদায় সেই পইচা মিলে ক'ৰপৰা? এক সপ্তাহো হ'লত নচলা আদৰ্শেৰে আকাশ স্পৰ্শ কৰিব খোজা সেই চিনেমাবোৰৰ পৰা?

উত্তেজনাত নমিতাৰ খোজ দ্ৰুততৰ হ'ল। চেনীখিনি কিনি লৈ যাব নোৱাৰিলে পাকঘৰত সোমাই চাহৰ এইবিধ অতি অপৰিহাৰ্য বস্তু বিচাৰি নাপালে মানুহজনে চাহপাতৰ টেমা দলিয়াব, কাপ দলিয়াই ভাঙিব। চেনীবিধ মানুহজনৰ বাবে অতি অপৰিহাৰ্য, ইমান বেছি চেনী খায় মানুহজনে! অথচ আজিকালিৰ সচেতন মানুহে চেনীৰ থায়োৰ্লিন নামৰ বিষাক্ত পদাৰ্থটোৰ বাবে জীৱনৰ মৃত্যুৰ পিনে ধাৱমান পথত চল্লিছৰ মাইলৰ খুঁটা চোওঁ চোওঁ হওঁতেই চেনীৰ ভাগুটো পথৰ দাঁতিলৈ দলিয়াই দিয়ে। এইবোৰ কথা মানুহজনে বাৰু নাজানেনে? সকলো জানে। নমিতাই কৰি দিয়া চাহ কাপত আৰু এচামুচ চেনী মিহলাই চামুচেৰে লৰাই লৰাই মানুহজনে বয়সে ঠিক নহ'লেও নানা অত্যাচাৰে সোঁতাৰা সোঁতাৰা কৰি পেলোৱা মুখমণ্ডলত এতিয়াও অস্বাভাৱিকভাৱে মজবুত সুন্দৰ হৈ থকা দাঁত দুপাৰিৰে দেবানন্দৰ দৰে ধুনীয়া হাঁহিটো মাৰি ক'ব— 'এমেৰিকাত এজন অতি সফল স্পাই থ্ৰিলাৰ লেখা লেখক আছিল এডগাৰ ওৱালেছ। কিতাপ লেখে আৰু দিনটো খুউব বেছি চেনী দিয়া কাপৰ পিছত কাপ চাহ খাই থাকে।। শেষত অকালতে ডায়েবেটিছতে বেচেৰা মৰি গ'ল!'

নমিতাই দাঁত কামুৰি চোবাই চোবাই উত্তৰ দিয়ে—'তুমি আকণ্ঠ ডুবি থকা কালবিষত, এই সাধাৰণ বিষে তোমাক চুব পাৰিবনে?'

মানুহজনৰ মিচিকিয়া হাঁহিটো উচ্চ হাঁহিলৈ পৰ্যব্যসিত হয়।

ঘৰলৈ উভতি আহি নমিতাই ৰান্ধি থৈ যোৱা ভাতখিনি তিনিখন কাঁহিত বাঢ়িলে, নিজৰ ভাগৰ কাঁহীখনত ডাইল আৰু আঞ্জা দুয়োবিধ বাকী কেইখনতকৈ কম পৰিমাণে ল'লে, কিছুদিন আগতে মাকে অলপ নেমুৰ আচাৰ দিছিল— তাৰ অলপ লৈয়ে নমিতাই কম আঞ্জা-ডাইলৰ বিস্বাদখিনি কিছু দূৰলৈ ঠেলি পঠিয়াব পাৰে। সকলোকে বাঢ়ি দিয়াৰ পিছত নমিতাই এবাৰ ভাতৰ হাড়ি আৰু ডাইল-আঞ্জাৰ কেৰাহীলৈ চালে, যথেষ্ট আছে, মানুহজনে খালে হৈ যাব। কিন্তু সেইসোপাত আৰু চিনেমাৰ চিত্ৰনাট্যত ডুবি থাকি খোৱাৰ কথা মনত থাকিবনে নেথাকে বা। খালেও চাৰিও পিনে ভাত-ডাইল ছটিয়াই মেলি পাকঘৰটো লণ্ড ভণ্ড কৰি পেলাই থ'ব নহয়, উস, অফিচৰ পৰা আহি সেই দৃশ্য দেখিলে ব্ৰহ্মতালুলৈকে জ্বলি যায়, ইচ্ছা হয়— এক দৌৰ মাৰি গৈ যেন ফুলিৰ বটলটো আচাৰি ভাঙি মানুহজনে তেতিয়াও যদি বৈঁচ নোহোৱাকৈ থাকি সমুখত কাগজ লৈ পেট পেলাই লেখি আছে তেন্তে সেই কাগজবোৰ টানি আনি ফালি ছিৰাছিৰি কৰিব।

ভাত খাই খাই পুত্ৰ ৰণেনে ক'লে— 'মা, আজি সৰস্বতী পূজাৰ চান্দাটো দি দিবা, ক্লাছত মোৰহে বোধহয় দিবলৈ বাকী আছে।'

নমিতাই উতলি থকা খণ্ডৰ ঘিউখিনি ঢালিবলৈ পাত্ৰ এটা যেনহে পালে, তেনেকৈয়ে তাক পুতেকৰ মূৰত ঢালি দি ক'লে— 'পইচা আৰু পইচা, মই যেন পইচাৰ এডাল গছহে, যেতিয়াই তেতিয়াই জোকাৰি দিলেই ওলাব। মোৰ পইচাৰ গছ ডালত মাহৰ শেষত পাঁচ পইচা এটাও লাগি নাথাকে বুলি নাজান নেকি? সৰস্বতী পূজা কৰি ফালিবি, দেউতাৰাইতো দিনৰাতি সেই সৰস্বতীৰে আৰাধনা কৰি আছে, কিমান লক্ষ্মী ঘৰলৈ আনিছে?'

ৰূপেনেও মুখ গোমোঠা কৰি ক'লে— 'লক্ষ্মী-সৰস্বতী সহজে কাৰো ঘৰত একেলগে নাথাকে। মই স্কুল-কলেজ এৰাৰ পিছত কেৱল লক্ষ্মীৰ পূজাহে কৰিম, সৰস্বতীক এপাহ ফুলো নিদিওঁ।'

এইবাৰ সৰস্বতীয়ে হাঁহিলে। সৰস্বতী মানে তেজ মাংসৰ মানবী সৰস্বতী। ৰূপেনৰ বায়েক। স্বল্পভাষী, কিন্তু অন্তৰত বহুত কথাৰ গুঞ্জন উঠি থকা পোন্ধৰ যোল্ল বছৰীয়া ছোৱালী। দেখাত কিন্তু আৰু বেছি বয়সীয়া যেন লাগে। সৰস্বতীক লৈয়ো নমিতাৰ নানা কথাত বিৰক্তি। প্ৰথমতে বিৰক্তি ওপজে নামটোত, দেউতাকে বৰ আদৰেৰে সেই নাম দিছে। অৱশ্যে মানবী সৰস্বতীয়ে দেৱী সৰস্বতীক অসন্তুষ্ট কৰা নাই, সৰস্বতীয়ে সদায় ক্লাছত প্ৰথম হৈ আহিছে। সি যিয়েই নহওক, সৰস্বতীক লৈ মাকৰ দ্বিতীয় বিৰক্তিৰ কাৰণ বয়স অনুপাতে তাইৰ বেছি হৃষ্ট-পুষ্ট হৈ উঠা শৰীৰ। বিৰক্তি বিৰক্তি— দৰিদ্ৰৰ ঘৰত কিনো খাবলৈ পাইছে যে এনেকৈ লুভীয়া পুৰুষৰ চকুৰ দৃষ্টি কঢ়াকৈ গাত এসোপা মঙহে থুপ খাইছে। এনেকৈ বাঢ়িলে যে আৰু বেছি দিন ফ্ৰক পিন্ধাই ৰখাব পৰা নেজাব, শাৰী পিন্ধাব লাগিব। কাপোৰ কিনি নিজে তাইৰ ফ্ৰক চিলাই কৰি দিয়া বাবে কম খৰচতে চলি যায়, কিন্তু শাৰী একোখনৰ যে বেছি দাম পৰি যাব।

ভায়েকৰ কথাত সৰস্বতীয়ে হাঁহিলে।

"লক্ষ্মীৰ পূজা কৰিলে তোৰ টকা পইচা হ'ব নেকি? মায়েতো লক্ষ্মী পূজা কৰে, বৃহস্পতিবাৰে বৃহস্পতিবাৰে লক্ষ্মীৰ পাঁচালিও পঢ়ে। কিন্তু মায়ে লক্ষ্মী পূজা কৰি কি লাভ পাইছে?"

'আজি এনেকৈ মুখচুপতি কৰি থাকিলেই হ'ব নেকি? স্কুলৰ দেৱী নহ'ব তহঁতৰ? বাপেকৰ দৰেই নাস্তিক হৈছে ছোৱালীজনী, দেৱ-দেৱীত বিশ্বাস নাই। এই ঈশ্বৰ নমনা, গুৰু গোঁসাই নমনা চিনেমা সোপা কৰা বাবেইতো সেইসোপা নচলে, পাব্‌লিকে গ্ৰহণ নকৰে।... মই যদি লক্ষ্মী পূজা কৰি দেৱীৰ অনুগ্ৰহ পোৱা নাই তেন্তে সংসাৰলৈ ময়ে কিয় পইচা কেইটা ঘটি আনিব পাৰিছোঁ?

'কিন্তু সৰস্বতীয়েও মোক অলপ ধন ঘটাৰ বাট উলিয়াই দিছে মা, মই জনো এম, ইত বৃত্তি পোৱা নাই? চাই থাকিবা, এইবাৰ মই মেট্ৰিকতো বৃত্তি পাম।'

আজি একেলগে বহুত কথাকে কৈ পেলালে সৰস্বতীয়ে। মুখত সঁচাকৈ আজি তাইৰ সৰস্বতী লম্বিছে।

ৰূপেনক সৰস্বতী পূজাৰ চান্দা দি মাকে ক'লে— 'ল, কোনোৰকমে জোৰা মাৰি পইচা কেইটা দিলোঁ। মাহৰ শেষত আৰু এনেকৈ পইচা খুজিবলৈ নাহিবি।'

ৰূপেনে টকা কেইটা পকেটস্থ কৰি ক'লে— 'মাহৰ শেষত যদি সৰস্বতী পূজাটো হয়, মইনো কি কৰিম!'

অফিচলৈ ওলাই নমিতাই নিজৰ মনতে ভোৰভোৰালে,— 'ল'ৰা-ছোৱালীক জন্ম দিছোঁ আৰু মই মাক জনীয়ে পোহ-পাল দিব লগা হৈছে, পঢ়ুৱাব শুনাব লগাও হৈছে। কি যে কপালখন সাধি আহিছিলোঁ। পিছে মানুহে যেতিয়া সিহঁতৰ কথা ক'ব, বাপেকৰ নামটো লৈহে ক'ব, অমুকৰ ল'ৰা, মাকৰ নামটো লৈতো নকয় যে সেই মাকৰ ল'ৰা। অন্যায়, অন্যায়, ঘোৰ অন্যায় এইখন সমাজৰ।,

নমিতাৰ কিছুদিনৰ আগৰ ঘটনা এটাও এই প্ৰসঙ্গতে মনত পৰি গ'ল। ল'ৰা-ছোৱালী দুটাক লৈ তেওঁ সিদিনা মাকৰ ঘৰলৈ গৈছিল, তাতে লগ পালে ককায়েকৰ ওচৰলৈ ফুৰিবলৈ অহা ককায়েকৰ বন্ধু পত্নীক। ককায়েকে যেতিয়া ভনীয়েক আৰু ভাগিনীয়েকহঁতৰ চিনাকি দিলে, বৈনায়িকৰ নাম কৈ চিনাকি দিলে, মানুহজন উচ্ছ্বসিত হৈ উঠিল— 'হয়? ভাইটি, তোমালোক সঁচাকৈ ভাগ্যবান, জানানে তোমালোকৰ দেউতাৰে চিনেমা জগতত নতুন যুগৰ সূচনা কৰিছে? তোমালোক সেই মহান ফিল্ম মেকাৰৰ ল'ৰা-ছোৱালী...'

মহান ফিল্ম মেকাৰৰ ল'ৰা-ছোৱালী। দৰিদ্ৰ অফিচ কেৰাণী নমিতাৰ ল'ৰা-ছোৱালী হিচাপে কিন্তু কোনো গৌৰৱ নাই, কোনো স্বীকৃতি নাই।

নাই নাই, কোনো স্বীকৃতি নাই, কোনেও স্বীকৃতি নিদিবও, লাগে তুমি ৰক্তবমি কৰি সিহঁতক জন্ম দিয়া, মানুহ কৰা।

সৰস্বতীয়ে স্কুললৈ যোৱাৰ আগতে সচৰাচৰ নিয়ম অনুযায়ী দেউতাকৰ ওচৰলৈ গ'ল।

'দেউতা, স্কুললৈ যাওঁ।' ভাটৌৰ দৰে সদায় আওৰোৱা কথাখিনিয়ে সৰস্বতীয়ে আওৰালে।

'অ' স্কুললৈ যাবৰ হ'লেই? বুজিছ আইজনী আজি মই 'জীৱন এনেকুৱাই'ৰ শেষৰখিনি অলপ সালসলনি কৰিছোঁ। শুনিবি নেকি?'

'কিন্তু এতিয়াতো মোৰ সময় নাই দেউতা। স্কুললৈ পলম হৈ যাব।'

'অঁ অঁ, স্কুললৈ পলম হৈ যাব। যা আই যা, আৰু পলম নকৰিবি।'

'দেউতা, তুমি কিন্তু ভাতখিনি বাঢ়ি লৈ খাবা আৰু সেই খোপা বেচিঁকৈ নিগিলিবা কিন্তু। মই স্কুলৰ পৰা আহি তোমাৰ অদল-বদল কৰা স্ক্রিপ্ট শুনিম।'

সেইসোপা শব্দটোৱে দেউতাকক লেখাৰ পৰা মূৰ তুলি জীয়েকৰ পিনে দৃষ্টি নিক্ষেপ কৰালে।

'সৰস্বতী, সেই সোপা গিলিবলৈ আছেনো ক'ত? অথচ আজি এই লেখাখিনি শেষ কৰিবই লাগিব, কালি এজন প্ৰযোজকক গৈ দিব লাগিব— কিন্তু ঠিকমতে মুড নাহিলে ভাল লেখা ক'ৰ পৰা ওলায়? এই তোৰ হাতত অলপ পইচা হ'বনে আইজনী?' দেউতাকে অপৰাধীৰ কুণ্ঠিত দৃষ্টিৰে জীয়েকৰ পিনে চালে। সেই দৃষ্টিত সংকোচ আৰু আশা।

সৰস্বতীৰ দৃষ্টিতো মিহলি ভাব খেলি গ'ল, খং আৰু পুতৌৰ। উপায় নাই, কোনো উপায় নাই। এই মানুহজনে ফুলি মদ সোপা খাই খাই লিভাৰৰ বাৰ বজাব। অথচ ভাল মদ খোৱাৰ পইচা নাই, ভাল মদ খাবলৈ তেওঁৰ ইমান ভাল চিনেমা ভালকৈ নচলে। আৰু পেটত এইসোপা নপৰিলে দেউতাকৰ ভাল লেখা নোলায়। সৰস্বতীয়ে নীৰৱে তাইৰ স্কুল বেগৰ পৰা পইচা অলপ উলিয়াই দি মানুহজনৰ পিনে নেচাই কোঠালিটোৰ পৰা বেগাবেগীকৈ ওলাই গ'ল।

সৰস্বতীৰ নিজস্ব আয় অলপ আছে। সৰস্বতীৰ বলেৰে বৃত্তি পোৱা আয় নহয়। বৃত্তিৰ টকা কেইটা তাই মাকৰ হাতত দিয়ে। কিন্তু লক্ষ্মীৰ সাধনা কৰে অইন ধৰণে। অংক ইংৰাজীত তাই খুব চোকা, তাকে মূলধন কৰি স্কুলছুটীৰ পিছত কেইজনীমান তলৰ ক্লাছৰ ছোৱালীক সেই বিষয়কেইটা পঢ়াই কিছু ধন ঘটে এজনী ছোৱালীৰ ঘৰটো স্কুলৰ ওচৰতে। তাইৰ ঘৰতে গৈ পঢ়ায়। অইন প্ৰাইভেট টিউটৰতকৈ সস্তাতে পঢ়ায় বাবে তাই সহজতে ছাত্রী পাইছে। অভিভাৱকেও গম পাইছে যে তাই ভালেই পঢ়ায়।

তাইৰ এই কামৰ কথা মাকে গম নাপায়। কাৰণ তাইৰ স্কুল ছুটী হয় চাৰে তিনি বজাত আৰু মাকৰ অফিচ ছুটী হয় পাঁচ বজাত। কিন্তু ৰণেনে জানে, তাই বাধ্য হৈ ভায়েকক জনাইছে। নহ'লে তাইৰ দৰে একে সময়তে স্কুল ছুটী হোৱা ভায়েকে আহি সদায় সদায় বায়েকক নেদেখিলে প্ৰশ্নটো কৰিবই। তেতিয়া মাকেও জানিব। ভয় নাই কেৱল দেউতাকৰ পৰা। তেওঁৰ বাবে সময় অসীম অনন্ত, তাক ক্ষুদ্ৰ ক্ষুদ্ৰ অংশত ভাগ কৰাৰ মানসিক অৱস্থাৰ তেওঁ বাহিৰত।

ৰণেনে যাতে মাকক কৈ নিদিয়ে তাৰ বাবে তাই ভায়েকক মাহে কেইটামান টকা দি মুখ বন্ধ কৰি ৰাখিছে। ফলত সকলোতকৈ লাভবান হৈছে ৰণেন। বাদাম, চানাচুৰ, আইচক্ৰীম খোৱাৰ পইচাতো পায়েই, তাৰোপৰি স্কুলৰ পিছত পোনে পোনে ঘৰলৈ নাহি বন্ধুৰ লগত ফুৰা বা খেলাৰ অবাধ সুযোগো পায়।

সৰস্বতীৰ কিন্তু কোনো এটা কামতে সুখ নাই। নাই মাকক ফাঁকি দি টিউচন কৰাত, নাই ভায়েকক এনেকৈ ভেটি দি মুখ বন্ধ কৰাত। কিন্তু তাই উপায়হীন। দেউতাকৰ গোপন টকাৰ যোগান তাই ধৰিবই লাগিব। আৰু মাত্ৰ চাৰি পাঁচ বছৰ, তাৰ পিছত তাই ভালকৈ বি. এ. পাছ কৰি ক'ৰবাত নহয় ক'ৰবাত এটা চাকৰি পাবই আৰু তেতিয়া দেউতাকক ভাল মদৰ যোগান ধৰিব। তাই জানে, তাইৰ দেউতাক এজন জিনিয়াছ। এদিন নহয় এদিন তেওঁৰ মূল্য জগতে বুজিবই। সাংসাৰিক জীৱনত এজন অতিশয় ব্যৰ্থ মানুহ, দেউতাকৰ বাবে তাইৰ মাকৰ অশেষ দুখ কষ্ট হৈছে, সিহঁতে দুয়ো বায়েক ভায়েকেও আনকি সিহঁতৰ দৰে বহুতো ল'ৰা-ছোৱালীৰ দৰে কোনো ধৰণৰ ঘৰুৱা সুখ স্বাচ্ছন্দ্য সচ্ছলতাৰ মুখ দেখা নাই। কিন্তু দেউতাক জিনিয়াছ হোৱা বাবে তাই তেওঁক ক্ষমা কৰি দিব পাৰিছে। আচৰিত, তাইৰ মনত কেৱল ক্ষমা ভাবেইতো নাই, তাই দেউতাকক লৈ গৌৰৱ কৰে. সেই দেউতাকৰ কন্যা বুলি তাই নিজকে ধন্য হোৱা বুলি ভাবে আৰু মনত অপৰাধবোধৰ খোঁচাবিন্ধা লৈ তাই নাভাবি নোৱাৰে যে মাকৰ প্ৰতি তাইৰ অসীম সহানুভূতি আৰু মৰম থাকিলেও মাকক লৈ তাই অলপো গৰ্ব অনুভৱ নকৰে। দেউতাকৰ বাবে মাকৰ অপৰিসীম দুখ কষ্ট হৈছে, তাত কোনো সন্দেহ

নাই, কিন্তু মাক বৰ সাধাৰণ, বৰ বেছি এই মাটিৰ মানুহ, এনেকুৱা মানুহেনো দেউতাৰ কি ... শল বুজিব। হয়তো দেউতাৰ যিখন মন আৰু কল্পনাৰ জগত, তাত মাৰ সংগীত্ব পালে সহানুভূতি পালে মদৰ দেউতাই সংগী হিচাপে নল'লেহেঁতেন .. কিয় কিয় দেউতাই মোক তেওঁৰ স্ক্রিপ্ট শুনাব লগা হ'য়, কিয় মাই অলপ সময় উলিয়াই দেউতাৰ এই কামৰ সংগী হ'ব নোৱাৰে, উৎসাহ দিব নোৱাৰে স্বামীৰ অসাধাৰণ মৌলিক প্রতিভাৰ কামত?

নিজৰ লগত নিজে কথা পাতি বহুত সময় কটোৱা ছোৱালীজনীয়ে এতিয়াও সেই কামটো কৰি কৰিয়ে অন্যমনস্কভাবে স্কুলৰ পথত আগবাঢ়িল।

"এই সৰস্বতী পূজা পালেহিয়েই, খবৰ আছে? চান্দা তান্দা তোলাৰ ধাণ্ডা নাই?"

সৰস্বতীৰ নিজৰ নামটো কাণলৈ অহাত অন্যমনস্কভাবটো থানবান হৈ গ'ল। যাওক, ভদ্র ভাষাৰেই কথা পাতিছে। নহ'লে এই ল'ৰা কেইটাই তাই স্কুললৈ যোৱাৰ পথত বহুত দিন অশ্লীল অশ্রাব্য কথা শুনাইছে। বিশেষকৈ পথ যেতিয়া নির্জন থাকে। কিন্তু তাই সদায় নুশুনাৰ ভাও ধৰি কোনোফালে নোচোৱাকৈ গৈ থাকে। তাই এজনী সহায় সম্বলহীনা অসহায় ছোৱালী, তাইৰ বাপেক অন্য জগতৰ অধিবাসী, তাইৰ ভায়েক সৰু হৈ আছে। তাইৰ অইন বন্ধুৰ অভিজ্ঞতাৰ পৰা দেখিছে যে কিবা ক'বলৈ গ'লে হিতে বিপৰীতহে হয়। দেউতাৰেই চিনেমাৰ ডায়লগ এটাত নাই জানো—এই সমাজ ব্যৱস্থাৰ সলনি নোহোৱালৈকে—

'আবে, খবৰ আৰু নাই নে? আমাৰ ওচৰতেতো মূর্তিবোৰ গঢ়া হৈয়ে গৈছে প্রায়, কেবল কাপোৰ পিন্ধাবলৈ বাকী আছে—মাইৰী, উদং বুকু দুটাযে—একেবাৰে হিমালয়ৰ চূড়া—' সৰস্বতীৰ মুখত বিন্দু বিন্দু ঘামৰ কণিকা বিৰিঙিল—।

"ঐ, দেৱী সৰস্বতীৰ কথা এনেকৈ ক'লে কিন্তু তোৰ পাপ লাগিব—"

'তয়ো যে ভাল বে, মই কিবা দেৱী সৰস্বতীৰ কথা কৈছোঁ নেকি?'

সৰস্বতীৰ এইবাৰ চকুৰ গুৰিতো পানীৰ কণিকা জমাৰ উপক্রম হ'ল। তাইৰ বাৰু মাকে সন্দেহ কৰাৰ দৰে চলন-ফুৰণত কিবা চঞ্চলতা প্রকাশ পায় নেকি যে এই ল'ৰাবোৰে তাইক ইমান অশ্লীল ভাষাৰে জোঁকোৱাৰ সাহ পায়? নে দেউতাৰ চিনেমাৰ আৰু এটা ডায়লগেই ইয়াতো প্রযোজ্য 'আজি আমাৰ দৰিদ্রতাৰ বাবেই আমাক এনেকৈ অপমান কৰিবলৈ সাহস পাইছা নহয়? এইখন সমাজত তোমালোকে সম্মান কৰিবলৈ শিকিছা কেবল অর্থক, জীৱনৰ আচল যি গভীৰ অর্থ, তোমালোকে তাৰ ওচৰ চাপিবই নোৱাৰে,

তাইৰ মাকেও নোৱাৰে, মাকেও তাইৰ মনৰ গভীৰতাক বুজি নেপায়। এদিন গা অসুখ হোৱাত মাক সোনকালে অফিচৰ পৰা গুছি আহিছিল আৰু টিউচন কৰি দেৱীকৈ অহা জীয়েকৰ কোনো কৈফিয়ৎ শুনিব খোজা নাছিল। তাই বন্ধুৰ ঘৰলৈ গৈছিল? কিন্তু স্কুলত গোটেই দিনটো লগ পায়ো কথা পতা শেষ নহয়নে? সঁচা কথা ক, ক'লৈ গৈছিলি? দেউতাৰহে ছোৱালী, কোনো সজাত নাই তইঁতৰ! কিন্তু চাবি, কেতিয়াবা যদি কিবা বেয়া কথা শুনো, একেবাৰে চোঁচাৰাই ঘৰৰ বাহিৰ কৰি থৈ আহিম। মোৰ যে কি জ্বালা, কত জ্বালা তইঁতে যদি বুজি পালিহেঁতেন!

ল'ৰা কেইটাৰ মন্তব্যাই সৰস্বতীৰ চকুত অশ্রু কিছু জমা কৰিছিল, মাকৰ অপমানৰ সোঁৱৰণে তাক গালেৰে বগৰালে।

আবেলি সৰস্বতীৰ মাকে অফিচৰ পৰা আহি দেখিলে যে চৰুৰ ভাত আঞ্জা চৰুতে আছে, গিৰিয়েক বমিত অর্দ্ধ অচেতনৰ দৰে পৰি আছে, ওচৰত দুটা বটল খালী হৈ পৰি আছে। দুটা বটল? ফুলি হ'লেও দুটা বটল কিনিবলৈ মানুহজনে ক'ৰ পৰা পইচা পালে? এনেকৈ এই সোপা সুদা পেটত গিলি থাকিলে দেখোন অতি সোনকালেই লিভাৰ গেলি মানুহজন মৰি যাব? তাৰপিছত চৰকাৰে শিল্পীৰ দুঃস্থ পৰিয়াল বুলি কিবা সহায় কৰিবনে? কেতিয়াও নকৰে। এই চৰকাৰ হ'ল খেনোক দেখি বন্ধা বঢ়া কৰা আৰু খেনোক দেখি দুৱাৰ মৰা চৰকাৰ! তেওঁলোক দুখীয়া, তেওঁলোকৰ কোনো প্রেমাৰ নাই, তেওঁৰ অৱস্থাও এদিন নিশ্চয় বীৰেণ বৰুৱাৰ ঘৈণীয়েকৰ দৰেই হ'ব। এনে এজন প্রতিভাৱান নাট্যকাৰ স্বামীৰ অকালতে মৃত্যু হ'ল। (অৱশ্যে সেই একে মদৰ অত্যাচাৰৰ কাহিনী) এমা ডিমা ল'ৰা-ছোৱালীহালক লৈ মাকজনীৰ কম কষ্ট হৈছিল নে? শিল্পীৰ

সাহায্যৰ যি চৰকাৰী অনুদান আছে, তাক আদায় কৰিবলৈ বিধবা মানুহজনীয়ে চৰকাৰী মন্ত্ৰণায়লৈ কম বাটকুৰি বাব লগা হৈছিল নে? অথচ আন এগৰাকী শিল্পী হেমন্ত হাতীকাকতিৰ মৃত্যুত অদৰ্কাৰতো তেওঁৰ পত্নীৰ কাষলৈ সাহায্যৰ নৈ বহুতো সুঁতিৰ কোবাল গতিৰে বৈছিল। গ্লেমাৰ, গ্লেমাৰেই আচল কথা। স্বামীৰ বমি পৰিস্কাৰ কৰি কৰি তাৰ মাজতো কিন্তু নমিতাই এটা স্বস্তিৰ নিশ্বাস পেলাইছিল— ভাগ্যে তেওঁৰ এটা চাকৰি আছে যাৰ ফলত এই শ্ৰেণী বৈষম্যৰে ভৰা সমাজ ব্যৱস্থাতো (ইচ্ কেনেকৈ গিৰিয়েকৰ চিনেমাৰ ডায়লগ এটাকে মনলৈ আহি গ'ল) তেওঁ সসন্মানে চলি ল'ৰা-ছোৱালী দুটাক মানুহ কৰাৰ সাহসী পথেৰে আগবাঢ়ি গৈছে!

বমিৰ মাজৰ পৰা বমিতে লেটিপেটি হৈ থকা বটল এটা একাষলৈ ঠেলি নি নমিতা হঠাতে অন্যমনস্ক হৈ গ'ল, তেওঁৰ হাতৰ কাম বন্ধ হৈ গ'ল। আজি তেওঁৰ বহুতদিনৰ মূৰত মনলৈ শ্ৰেণী বৈষম্য শব্দটো আহি গ'ল। সেই কত দিনৰ আগৰ কথা, কত শত যুগৰ সিপাৰৰ পৰা যেন গিৰিয়েকৰ চিনেমাৰ নহয়, জীৱনৰ আচল ছবিৰ ৰীলবোৰ ৰিভিউ কৰি তেওঁ অতীতক চাইছে। সিদিনা তেওঁ আজিৰ এই ৰুক্ষ্মভাষী, সংসাৰৰ জ্বালা-যন্ত্ৰণাত দগ্ধ, অকাল বাৰ্দ্ধক্যত জৰাজীৰ্ণ হৈ যোৱা মানুহজনীতো নাছিল। সিদিনা আই. পি. টি. এৰ আটাইতকৈ সুন্দৰী, আটাইতকৈ নৃত্যপটিয়সী, সুগঠিত দেহৰ লাস্যময়ী নমিতাৰ প্ৰেমত এই মানুহজন হাবুডুবু খোৱা নাছিল নে? এদিন তেওঁ এজন ডাঙৰ চিনেমা ডিৰেক্টৰ হ'ব, এই ৰুগ্ন জৰাজীৰ্ণ সমাজখনৰ নিৰ্মম বাস্তব ছবি তাত তেওঁ এনে বলিষ্ঠভাৱে প্ৰকাশ কৰিব যে সেই চিনেমা চাই অন্তৰত সামান্যতমো বিবেকৰ চিন থকা মানুহৰ সেইদিনা ৰাতি টোপনি নাহিব।

সেইবোৰ দিনত দুটা নিচাত ডুবি আছিল মানুহজন, চিনেমাৰ স্বপ্নৰ নিচা আৰু নমিতাৰ প্ৰেমৰ নিচা। কিন্তু এতিয়া তাৰ লগতে আৰু এক ভয়ংকৰ নিচা যুক্ত হৈছে, এই মদৰ নিচা। অৱশ্যে মুঠ নিচা দুটাই আছে—চিনেমাৰ নিচা আৰু মদৰ নিচা নমিতাৰ নিচা কেতিয়াবাই বোধহয় আঁতৰি গৈছে।

নমিতাই তীক্ষ্ণ কণ্ঠেৰে গিৰিয়েকক ক'লে—"চাওঁ, সিফালে ঘূৰি দিয়া, চোলাটো খোলা। একেবাৰে বেহুছ হৈ আছে। কেতিয়াবা মদক তুমি নহয়, মদেই তোমাক খাব।"

গিৰিয়েকক কঢ়াভাৱে ঠেলিলেও নমিতাই কিন্তু গিৰিয়েকে আধা লেখা চিনেমাৰ স্ক্ৰীপ্টখিনি সযতনে উঠাই থ'লে। ভাগ্যে তাত বেছি বমি লাগি নষ্টকৰি দিয়া নাই!

ছখনমান চিনেমা কৰাৰ পিছত অৱশেষত নমিতাৰ স্বামীৰ মৃত্যু হৈছিল। পিছলৈ মদ খোৱাৰ পৰিমাণ আৰু বাঢ়ি গৈছিল, লিভাৰ একেবাৰে ধ্বংস হৈ গৈছিল। সৰস্বতী তেতিয়াও চাকৰি কৰি দেউতাকক ভাল মদ খুৱাব পৰাৰ অৱস্থাত উপনীত হ'ব পৰা নাছিল।

মানুহজনৰ মৃত্যুৰ পিছত কাকতে পত্ৰে নানা লেখা প্ৰকাশ হ'বলৈ ধৰিলে, সকলতে একে প্ৰশংসা, অসাধাৰণ প্ৰতিভাৰ মানুহ আছিল, ক্ৰফো, গডাৰ আইজেনষ্টাইন আদিৰ লগতেই তুলনীয়। এতিয়া তেওঁৰ চিনেমাৰ প্ৰদৰ্শনীও নানা ঠাইত নানা উপলক্ষে হ'বলৈ ধৰিলে। বিশেষকৈ তেওঁৰ শেষ চিনেমা 'জীৱন এনেকুৱাই' কলৈ চিনেমা সামলোচকৰ উচ্ছ্বাসৰ সীমা নোহোৱা হৈছে।

আজি কালি নমিতাৰ ব্যস্ততা আৰু বাঢ়িছে। স্বামীৰ নানা স্মৃতি সভাত তেওঁ বিশিষ্ট অতিথি হিচাপে নিমন্ত্ৰিত হৈ স্বামীৰ কৰ্ম জীৱন, স্বামীৰ প্ৰতিভা, তেওঁৰ চিনাকী ঘৰুৱা মানুহজন আদি নানা বিষয়ৰে বক্তৃতা দিব লগা হয়। সাক্ষাতকাৰীসকলকো নানা প্ৰশ্নৰ উত্তৰ দিব লগা হয়। বহুত কাগজৰ সাংবাদিক তেওঁৰ ওচৰলৈ আহি নানা প্ৰশ্ন সোধে। বিশেষকৈ 'জীৱন এনেকুৱাই'খনৰ বিষয়ে। এখন অসাধাৰণ চিনেমা। কি প্লট, কি পৰিস্থাপনা, কি ডায়লগ... আপুনি আমাক এইখনৰ বিষয়ে নতুন কিবা আলোকপাত কৰিব পাৰিবনে? এইখন চিনেমা কৰাৰ আইডিয়া তেখেতৰ মনত কেতিয়া প্ৰথম আহিছিল? তেখেতেতো চিত্ৰনাট্য লেখাৰ পৰা পৰিচালনা কৰালৈকে সকলো নিজেই কৰিছিল, আপুনি এই কামত তেখেতক কিবা সহায় কৰিছিল নে? আপোনাৰ পৰা কিবা দিহা পৰামৰ্শ লৈছিলনে? তেখেতে কোন সময়ত বেচিকৈ কাম কৰে? ৰাতি নে দিনত? 'জীৱন এনেকুৱাই'খন যে এখন অসাধাৰণ চিনেমা হ'ব সেই কথা তেখেতে ভাবিছিল নে? আপোনাক এই বিষয়ে কিবা কৈছিল নে?

প্ৰশ্ন আৰু প্ৰশ্ন। কত যে প্ৰশ্ন। নমিতাই সকলোবোৰ প্ৰশ্নৰ ভাবি চিন্তি ধীৰস্থিৰ ভাবে উত্তৰ দিয়ে।

সাংবাদিকসকলে সন্তুষ্ট হয় আৰু আচৰিতভাবে সৰস্বতীও খুব সন্তুষ্ট হয়। মাকৰ এই ৰূপটো তাইৰ একেবাৰে অজানা আছিল। বেচ বুদ্ধিমতীৰ দৰে উত্তৰবোৰ দিয়েতো মাকে।

এদিন তাই মাকক কৈয়ে পেলালে—"মা, তুমিতো দেউতাৰ চিনেমা সম্পৰ্কে বেচ ভালকৈ ক'ব পাৰা। কেনেকৈ?"

জীয়েকৰ প্ৰশ্নত জীয়েকৰ পিনে চাই ইহঁত নমিতাৰ হাঁহিটোতকৈ বেচি কান্দোন ফুটি ওলাল।

'কেনেকৈ? কেনেকৈ মই তেওঁৰ চিনেমাৰ ইমানবোৰ কথা জানো? কাৰণ এদিন তেওঁ মোক এইবোৰ বহুত কথাই যে কৈছিল, কিন্তু পিছলৈ মই তেওঁৰ সেইবোৰ কথাত কাণ নিদিয়া হ'লোঁ। যি স্বপ্নবিলাসে মোক খুৱাব পিন্ধাব নোৱাৰে, ল'ৰা-ছোৱালীক খুৱাব নোৱাৰে, সেই স্বপ্নবিলাসত তেওঁ থাকিব পাৰে, মইতো নোৱাৰোঁ। গতিকে মই সংসাৰৰ কঠোৰ বাস্তৱলৈ উভতি আহিলোঁ। মোৰ বাবে আচল জীৱনতো এনেকুৱাই। আচলতে আমি মাইকী মানুহতো, আমাৰ জগতখন ক্ষুদ্ৰ, কিন্তু পুৰুষৰ নহয়, তেওঁ এই ক্ষুদ্ৰ সংসাৰৰ গণ্ডী ভেদ কৰি বিশাল বিশ্বৰ মাজত উটি ভাহি ফুৰিব পাৰে।'

নমিতাই কিবা এটা ভাবি যেন থমকি ৰ'ল, তাৰপিছত জীয়েকৰ পিনে চাই ক'লে—'সৰস্বতী, দেউতাৰক লৈ তহঁতে কিমান গৰ্ববোধ কৰিব পাৰিছ, নহয়নে? কিন্তু মাৰক লৈ গৰ্ব কৰিবলৈ তহঁতৰ একোকে নাই।' এইবাৰ নমিতাই হুমুনিয়াহ এটা কাঢ়িলে—'কিন্তু এদিন মোৰো এগৰাকী প্ৰখ্যাত নৰ্তকী হোৱাৰ সম্ভাৱনা আছিল। কিন্তু নহ'লোঁ, কাৰণ জীৱন এনেকুৱাই।'

সৰস্বতীয়ে মাকক আবেগেৰে সাৱটি ধৰিলে—'নহয় মা, তুমি ভুলকৈ ভাবিছা। তোমাক লৈ আমাৰ যিমান গৌৰৱ আচলতে দেউতাক লৈয়ো বোধহয় আমাৰ সেই গৌৰৱবোধ নাই। তোমাৰ দৰে মাক সংসাৰত কেইজনে পায়, কোৱা মা? তুমি আমাৰ এনেকুৱা মা বাবেইতো দেউতাই নিশ্চিন্ত মনে মদ আৰু চিনেমাত ডুবি থাকিব পাৰিছিল,

'....................মা, মা, ......................'। ৰণেন ক'ৰবাৰ পৰা আহি ওচৰত থিয় হৈছিলহি। সি বায়েকৰ পিনে অবাক হৈ চাই ৰ'ল।

# ঠিকনা

ৰমেনে কিনি আনি দিয়া চুটকেছটোৰ নাম-ঠিকনা লেখাৰ বাবে ওলোমাই দিয়া কাৰ্ডখনত যতীন মজুমদাৰে সযতনে গোট গোট আখৰেৰে লেখিলে— 'যতীন মজুমদাৰ, গান্ধীবস্তি, গুৱাহাটী - ৩, অসম।' তেওঁ অৱশ্যে ইংৰাজীতেই লেখিলে, অসমৰ বাহিৰত সুৱদী শুৱলা মাতৰ অসমীয়া ভাষাৰ আখৰকেইটা কোনেইবা বুজিব। বঙালীকেইটাই বুজি পাব হয়, কিন্তু সিহঁতে তেওঁৰ নামটো বিকৃত কৰি পঢ়িব— যতীন মজুমদাব— এৰা, মজুমদাৰৰ 'ৰ'টো সিহঁতৰ মুখত 'ব' হৈ যাব। এতিয়াও মনত আছে, বহুত দিন আগতে তেওঁ বাছেৰে ক'ৰবালৈ যাবলৈ ওলাওঁতে বাছৰ ওচৰত বৈ থকাত তেওঁৰ কাষেদি যোৱা এটা বঙালী পৰিয়ালৰ ল'ৰা এটাই (দহ-বাৰ বছৰমান হ'ব কিজানি) বাছৰ গাত লেখা থকা আখৰবোৰ এইদৰে জোটাই জোটাই পঢ়িছিল, 'অচম চ্চবকাবব মটব চ্চার্ভিচ্চ' — তাৰ পিছত সি প্ৰায় হাঁহিত বাগৰি পৰিছিল। হয়তো অসমলৈ নতুনকৈ আহিছে, কিন্তু সিদিনা ক্ৰোধত যতীন মজুমদাৰৰ মুখ ৰঙা পৰি গৈছিল— ল'ৰাটোৰ মুখত যেন একপাট চৰ সোধাই দিব! আমাৰ ৰাজ্যলৈকে আহিবি, খাবি, থাকিবি, চিৰস্থায়ী বসতি কৰিবি, আমাৰ ল'ৰাৰ চাকৰিবোৰ কাঢ়ি ল'বি— কিন্তু মৰিলেও আমাৰ ভাষাটো নিশিকিবি, ইয়াত পুৰুষৰ পিছত পুৰুষ বাস কৰিবি, কিন্তু 'দৈনিক অসম'তো বাদেই ট্ৰিবিউনখনো নপঢ়িবি, পঢ়িবি তহঁতৰ আনন্দবাজাৰ বা যুগান্তৰ ... অসহ্য!

তথাপি বঙালীকেইটাই 'ৰ' আৰু 'ৱ'টো নিচিনিলেও বাকী আখৰকেইটা চিনিব, কিন্তু এবাৰ বঙ্গৰ সীমা পাৰ হৈ গ'লেই বচ্, তোমাৰ অসমীয়া ভাষাটো অন্যান্য ভাৰতবাসীৰ বাবে লেটিন-গ্ৰীকৰ দৰেই হৈ পৰিব। গতিকে ইংৰাজীত ঠিকনা নিলিখি কি উপায় আছে। অসমত থাকিলে কিন্তু তেওঁ সদায় অসমীয়াকে ব্যৱহাৰ কৰে। নিজৰ নোটবুকত অসমীয়াত নাম-ঠিকনা; কিতাপ-আলোচনীত লেখা নাম-ঠিকনা, এক কথাত যতীন মজুমদাৰে পৰাপক্ষত অসমীয়াৰ বাহিৰে আন লিখিত ভাষা ব্যৱহাৰ নকৰে।

পিছে আজিকালি তেওঁ অসমৰ বাহিৰতে বেছিভাগ সময় কটাব লগা হৈছে। পুতেক ৰমেনৰ সৰ্বভাৰতীয় চাকৰি। একমাত্ৰ পুতেক ৰমেন, গতিকে ঘৰখনৰ পৰিস্থিতিয়ে তেওঁক পুতেকৰ লগতে ঘূৰি ফুৰিবলৈ বাধ্য কৰিছে। তেওঁৰ দুই কন্যাৰ ভিতৰত দুয়োজনীৰে বিয়া হৈ গৈছে— পৰিবাৰৰ মৃত্যু হৈছে প্ৰথমজনীৰ বিয়াৰ পিছতে। গতিকে এটা সময়ত গান্ধীবস্তিৰ ঘৰত যতীন মজুমদাৰ অকলশৰীয়া হৈ পৰিছিল। 'আজিকালি আৰু পুত্ৰ-কন্যাৰ পাৰ্থক্য নোহোৱা হ'ল— পুত্ৰয়ো ঘৰ এৰি গুচি যায়, কন্যায়ো গুচি যায়, গতিকে বুঢ়া-বুঢ়ীয়েই পৰস্পৰৰ অৱলম্বন হৈ কটাব লগা হয়, কিন্তু মোৰ ভাগ্যত মোৰ বুঢ়ীয়ে মোক পুত্ৰ-কন্যাৰ দৰেই অকলশৰীয়া কৰি থৈ গুচি গ'ল।' এনে ধৰণেই যতীন মজুমদাৰে বন্ধু-বান্ধৱৰ আগত খেদোক্তি কৰিছিল।

তথাপি তেওঁ লগুৱাৰ সাহায্যতে গান্ধীবস্তিৰ ঘৰত দুই-তিনি বছৰ অকলে কটাই দিছিল। কিন্তু ক্ৰমে তেনেকৈ থকাটো অসম্ভৱ হৈ উঠিল। এনেয়ে তেওঁ হাঁপানী ৰোগত ভুগি থাকিব লগা হয়, তাতে আজিকালি আৰু আগৰ দৰে বিশ্বাসী, নিষ্ঠাবান ভৃত্য নোপোৱা হ'ল, হাজাৰ টকা-পইচা দিলেও পোৱা নাযায়। দেউতাকৰ এনে দুৰৱস্থা দেখি দুই কন্যাৰ এক কন্যাই তেওঁক নিজৰ লগত ৰাখিব খুজিছিল। আনজনী কন্যাৰ শাহুৱেক, শহুৰেক, দেওৰেক আদিৰে অতি ভৰা ঘৰ বাবে দেউতাকক নি লগত ৰখা সম্ভৱ নহয়, কিন্তু জী-জোঁৱাইৰ লগত থকাৰ কথা যতীন মজুমদাৰে কল্পনাই কৰিব নোৱাৰে, তাতে তেওঁৰতো এক পুত্ৰ আছে, থাকিব পাৰে সি বিদেশত (ৰমেনৰ অসমৰ বাহিৰত থকা কথাটো মনলৈ আহিলে যতীন মজুমদাৰৰ 'বিদেশ' শব্দটোৱে মনতে উচ্চাৰিত হৈ যায়), তথাপি তেওঁৰ নিজৰ পুত্ৰৰ ঘৰ এখন আছে— য'ত তেওঁ সসন্মানেৰে থাকিব পাৰে।

ৰমেনে তেওঁক নিজৰ লগলৈ লৈ যোৱাৰ ইচ্ছা বহুত দিনৰে পৰাই জনাই আছিল, কিন্তু যতীন মজুমদাৰ কোনোপধ্যেই সন্মত হোৱা নাছিল। নিজৰ ঘৰ, নিজৰ ঠাই, নিজৰ আত্মীয়-স্বজন, নিজৰ দিন-ৰাতিৰ জীৱন কটোৱা পৰিৱেশ— এক কথাত এই সকলোবোৰ 'নিজা বস্তু' এৰি থৈ তেওঁনো জীৱনৰ অৱশিষ্ট দিনকেইটা ক'ৰ বিদেশ-বিভূঁইত কটাবলৈ যাব। তেওঁৰ অৱস্থা দেখোন পানীত হাঁহ নচৰাৰ দৰেই হ'ব।

কিন্তু অৱশেষত পৰিস্থিতিয়ে তেওঁক ঘৰ এৰিবলৈ বাধ্য কৰিলে। অসুখ বাঢ়ি আহিছে, লগুৱাৰ অতপালি

বাঢ়ি আহিছে। একেবাৰে শেষৰ লগুৱাটোৱে বজাৰৰ বেগ আৰু পইচাৰে সৈতে অন্তৰ্ধান হ'ল। ভাগ্যে যেনিবা আৰু বেছি চোৰ-ডকাইতি কৰি নগ'ল।

তথাপি হয়তো যতীন মজুমদাৰে আৰু নতুন ভৃত্যৰ সন্ধান কৰি জোৰা-তাপলি দি চলি থকা দেহাটোৰ দৰেই জোৰা-তাপলি দিয়া জীৱন এটা কটাই থাকিলহেঁতেন। কিন্তু সেই সময়তে পূব শৰণীয়াৰ তেওঁৰে চিনাকি মানুহ এজনৰ পত্নীক ঘৰতে লগুৱাই হত্যা কৰি থৈ টকা, গহনা আদি লৈ পলাই যোৱা ঘটনাটোৱে যতীন মজুমদাৰৰ সংকল্পত ফাট ধৰালে— নাই, সঁচায়ে আৰু অকলে থাকিব নোৱাৰি। কোন দিনাখন কোন ভৃত্যই তেওঁৰো ডিঙি কাটি থৈ যায় তাৰ ঠিকনা নাই। দিন-কাল বৰ বেয়া পৰিছে। আজিকালি মানুহে মানুহক পোক-পৰুৱা মৰাদি মৰা হ'ল দেখোন। ৰাতিপুৱা খবৰৰ কাগজখন মেলিলেই দেখিবা— অমুকত সন্ত্ৰাসবাদীয়ে হত্যা কৰিছে, অমুকত এটা ৰাজনৈতিক দলৰ লোকে আন এটা ৰাজনৈতিক দলৰ লোকক হত্যা কৰিছে, অমুকত পুলিচে সামান্য প্ৰৰোচনাতে গুলী চলাই মানুহক হত্যা কৰিছে, অমুকত ভৃত্যই গৃহস্থক হত্যা কৰিছে— সঁচায়ে, মানুহবোৰ কিবা ৰক্ত-পিপাসু হৈ উঠিছে। আগতে বন্য-জন্তুৰ ভয়তহে হাবি-জঙ্ঘলত ঘূৰা-ফুৰা কৰাটো ভয়ৰ কথা আছিল। এতিয়া দেখোন সভ্য মানুহৰ বিজ্ঞানৰ আবিষ্কাৰে নানা সুবিধাৰে সু-সজ্জিত কৰা আধুনিক নগৰীবোৰতো দুঠেঙীয়া জন্তুবোৰৰ বাবে নিৰাপদে বাস কৰাটো টান হৈ পৰিছে।

যতীন মজুমদাৰে অৱশেষত তেওঁৰ গান্ধীবস্তিৰ ঘৰ এৰি থৈ পুতেকৰ লগত 'বিদেশত' থাকিবলৈ যাবলৈ বাধ্য হ'ল। ঘৰ! কত বছৰৰ, কত স্মৃতি বিজড়িত এই ঘৰ! পৈত্ৰিক এই ঘৰতে তেওঁৰ জন্ম হৈছিল, ডাঙৰ হৈছিল। এই ঘৰতে তেওঁ আনি নৱপৰিণীতা পত্নীক সুমুৱাইছিলহি। ইয়াতে জন্ম হৈছিল মাধান, এধান (ৰমেন) আৰু ভণ্টিৰ। তাৰ পিছত ক্ৰমে এই ঘৰ এৰি এটা এটাকৈ ল'ৰা ছোৱালীবোৰ গুচি গ'ল, পত্নী গুচি গ'ল। আৰু অৱশেষত যক্ষৰ দৰে পহৰা দি থকা ঘৰটোৰ শেষ প্ৰাণী তেৰোঁ যাব ওলাল।

বয়স যথেষ্ট হ'ল, শুকান শৰীৰটোৰ দৰে মন-হৃদয়ো বহুতখিনি শুকাই গ'ল, তথাপি ঘৰ এৰি যাবৰ সময়ত যতীন মজুমদাৰৰ কোটৰগত চকু দুটাত দুটোপাল চকুলো বিৰিঙি ওলাল।

কিন্তু তথাপি যতীন মজুমদাৰ অসমৰে, তেওঁৰ চিৰস্থায়ী ঠিকনা হ'ল— গান্ধীবস্তি, গুৱাহাটী-৩, অসম। য'তেই নাথাকক কিয়, যিমান দিনেই নাথাকক কিয়, এই ঠিকনাই শাশ্বত।

যতীন মজুমদাৰে ইমানদিনে পুৰণি চামৰাৰ ছুটকেচ এটা লৈয়ে ভ্ৰমণ কৰিছিল, কিন্তু এইবাৰ ৰমেনে তেওঁক ভি আই পি ছুটকেচ কিনি দিছে। তাত নিজৰ নাম-ঠিকনা লেখাৰ ইমান সুবিধা কৰি দিছে। কাৰ্ডখন পিটিকি যতীন মজুমদাৰে শিশুৱে খেলনা পালে যেনেকৈ স্ফূৰ্তি পায়, তেনেকৈয়ে স্ফূৰ্তি পালে। তাৰ পিছত তেওঁ অতি সযতনে গোট গোট আখৰেৰে লেখিলে— যতীন মজুমদাৰ, গান্ধীবস্তি, গুৱাহাটী-৩, অসম। লগে লগে তেওঁ মনৰ ভিতৰতে গুণ-গুণালে —'মৰিলে পুনৰ আহি লওঁ যেন ইয়াতে জনম'— নলিনীবালাৰ এই কবিতাটো তেওঁ মাজে-সময়ে আওৰাই থাকেহে— বিশেষকৈ ৰমেনে যেতিয়া তেওঁক তাৰ লগত বিদেশত থাকিবলৈ মাতি চিঠিবোৰ লেখে।

সেই সময়ত জয়পুৰত থাকি চাকৰি কৰা পুতেকৰ ঘৰলৈ আহি নতুন জীৱনৰ পাতনি মেলিবলৈ ওলোৱা বৃদ্ধ যতীন মজুমদাৰে প্ৰথমতে যতীনহঁতৰ ঘৰটো, তাৰ পিছত ঠাইখন আৰু মানুহবোৰক বেছ সমালোচনাৰ ভংগীত নিৰীক্ষণ কৰিবলৈ ধৰিলে। 'ঘৰটো বেয়া নাছিল, কিন্তু গাতে লগা মানুহঘৰে বৰ সনা-পোটোকা কৰে যেন লাগে। মই ওচৰ-চুবুৰীয়াৰ লগত সিমান সনা-পোটোকা ভাল নাপাওঁ।'

শহুৰেকে তেনেকৈ নাক কোঁচোৱাত বোৱাৰীয়েক ৰুবীয়ে হাঁহি মাৰি কৈছিল— কিন্তু মেহতাইত বৰ ভাল মানুহ দেউতা। মেহতাৰ ঘৈণীয়েক মিনিষ্টাৰৰ জীয়েক, কিন্তু তেওঁৰ ব্যৱহাৰ পাতি ইমান ভাল আৰু মানুহজনী ইমান নিৰহংকাৰী আৰু সৰল যে তেওঁক মিনিষ্টাৰৰ জীয়েক যেন নালাগেই। মই ইয়ালৈ অহাৰ আগতে আপোনাৰ পুতেকে যেতিয়া এই ঘৰটো লৈ অকলে আছিল তেতিয়া তেওঁলোক গিৰীয়েক ঘৈণীয়েক দুয়ো এওঁৰ বোলে খুব যত্ন লৈছিল, পুৱা শুই উঠাৰ পিছতে মেহতাই বেড-টি লৈ আহে। গাখীৰত চাহপাত সিজাই বনোৱা চাহকাপ খাই এওঁৰ হেনো দিনটোলৈকে গাটো জৰজৰীয়া হৈ থাকে। আকৌ প্ৰথমতে পাবৰ

পায়খানাওনো কম চাফা কৰিলেনে? আপুনি পিছত দেখিব, জয়পুৰত বৰ পাৰ, পুৰণি দুৰ্গবোৰত জাকে জাকে পাৰ— আমাৰ এই খালী হৈ থকা ঘৰটোও পাৰৰ আড্ডা আছিল, মেহতাইঁতে নিজেই পানীৰ বাল্টি কঢ়িয়াই আনি ঝাৰুৰে ঘঁহি ঘঁহি পানী ঢালি পাৰই লেতেৰা কৰা ঘৰ চাফা কৰি পেলালে। এওঁ বহুত মানা কৰাতো নুশুনিলে— বোলে আপুনি আমাৰ ঠাইলৈ নতুনকৈ আহিছে, ইয়াৰ একো আওভাও নাপায়, বহুত কষ্ট হ'ব আপোনাৰ— চাফা নকৰিলে এই ঘৰত থাকিব কেনেকৈ, আপোনাৰতো চাফা কৰাৰ কোনো সৰঞ্জামো নাই— আমি সদায় পাৰৰ বিষ্ঠা চাফ কৰি থাকিবই লাগে, অভ্যাস হৈ গৈছে আমাৰ। আৰু দেউতা, সিহঁতৰ যে পাৰ্লে নামৰ তিনি বছৰীয়া ছোৱালী এজনী আছে— বৰ মৰম লাগে, চাব— তাই আপোনাক একেবাৰে নিজৰ ককাকৰ দৰেই আপোন কৰি ল'ব।'

বোৱাৰীয়েকৰ মুখখন এবাৰ খোল খালেই হ'ল, আৰু থামিব নোখোজে ... এধানেনো এইটো কি ঘৰ ল'লে— যিটো বুজা গ'ল সিটো পাৰ্টত থকা মানুহঘৰে প্ৰাইভেচি বোলা বস্তুটো নষ্ট কৰি পেলাব ...

দেউতাকৰ আপত্তি শুনি ৰমেনে ক'লে, 'দেউতা, নিজৰ ঘৰৰ সুখ, সুবিধা, আৰাম— ভাড়াঘৰত ক'ত পাবা? আমাৰ গুৱাহাটীৰ ঘৰটোৰ দৰে ঘৰ এইবোৰ ঠাইত ল'বলৈ গ'লে বহুত ভাড়া লাগিব— তুমি পিছে চিন্তা নকৰিবা, মেহতাইঁত ভাল মানুহ, দিগদাৰ নিদিয়ে। অকণমানি জীয়েকজনী মাজে মাজে আহে, কিন্তু উৎপাত নকৰে, আৰু তাইক যাবলৈ ক'লে তৎক্ষণাৎ গুচি যায়।'

দুই-তিনি দিনমান পুতেক-বোৱাৰীয়েকৰ লগত থকাৰ পিছতে যতীন মজুমদাৰৰ আমনি লাগি গৈছিল। লগ নাই-ভাগ নাই, এনেকৈ থাকিব পাৰিনে? অগত্যা তেওঁ পুৱা-গধূলি চহৰখনত টহল দি ফুৰিবলৈ ধৰিলে। পুতেক-বোৱাৰীয়েকেও তেওঁক ফুৰিবলৈ উৎসাহ দিলে— জয়পুৰ চহৰখন বৰ ধুনীয়া, ৰাস্তা-ঘাট আহল-বহল, প্ৰায়ে প্ৰতিঘৰতে সযত্নে লালিত-পালিত বাগান— মৰুভূমিৰ ৰাজ্য, গতিকে শুকান গৰমক যথাসম্ভৱ কমাই ৰাখিবলৈ ইয়াৰ মানুহে গছ-গছনি ৰোৱাত খুব যত্নপৰ হয়— দেউতাই ফুৰি ভাল পাব। চাবলগীয়া ঠাইতো বহুতেই আছে, বন্ধৰ দিনত টুৰিষ্ট বাছত আটায়ে যাব পাৰিব। দেউতাই জানেনে যে এই চহৰখন মহাৰাজা জয়সিঙে সেই আঢ়ৈশ বছৰ আগতেই আণ্ডাৰগ্ৰাউণ্ড নলা, আহল-বহল ফুটপাথেৰে ইউৰোপৰ যিকোনো চহৰৰ লগতে ফেৰ মাৰিব পৰাকৈ সাজি উলিয়াইছিল?

কিন্তু যতীন মজুমদাৰে অসমক কোনো ঠাইৰ তুলনাত হেয় প্ৰতিপন্ন কৰা যেন পালেই দৰকাৰে-অদৰকাৰে অসমৰ হৈ কিবাকিবি ক'বই— 'অ', এইবোৰ শুকান ঠাই, অসমৰ দৰে প্ৰায় বাৰমাহে বৰষুণ আহি ৰাস্তা-ঘাট ভাঙি-ছিঙি থৈ নাযায় নহয়। তথাপি তাৰ মাজতো আমাৰ আহোম ৰজাসকলে সেই ছশ বছৰৰ আগতেই যি কাৰেংঘৰ, গড়, দৌল সাজি থৈ গৈছে, তাৰ তুলনা নাই। অসমৰ ধুমুহা-বৰষুণেও ইমান বছৰে সেইবোৰক জহি-খহি নষ্ট হৈ যাবলৈ দিব পৰা নাই, এনেকি পুৰাতত্ত্ব বিভাগৰ গাফিলতিয়েও ...'

এদিন যতীন মজুমদাৰে প্ৰাতঃভ্ৰমণ শেষ কৰি আহি ক'লে, 'মই এটা কথা প্ৰথমৰ পৰা মন কৰি আহিছোঁ, ইয়াৰ বাট-পথবোৰ ধুনীয়া হ'লে কি হ'ব, সাধাৰণ শ্ৰেণীৰ মানুহে বাটৰ দাঁতিতে শৌচ-প্ৰস্ৰাৱ কৰিবলৈ বহি যায়, এনেকি তিৰোতা মানুহো বাদ নপৰে। আমাৰ অসমীয়া নিঃকিন শ্ৰেণীৰ মানুহৰ কিন্তু এনেকুৱা নহয় দেই, আমাৰ সকলো শ্ৰেণীৰ মানুহৰ মাজতে সভ্যতা-ভদ্ৰতা পুৰামাত্ৰাই আছে।'

যতীন মজুমদাৰৰ এইযাৰ কথাত পুতেক-বোৱাৰীয়েকে অৱশ্যে প্ৰতিবাদ কৰিব পৰা নাছিল। কিন্তু জয়পুৰৰ ওচৰৰ আমেৰ প্ৰাসাদ, জয়গড় দুৰ্গ, চহৰৰ মাজৰ ৰাজপ্ৰাসাদ আদি দেখি যতীন মজুমদাৰৰ মুখ মেল খাই গৈছিল, মনতে নিজকে কৈছিল— এই দুৰ্গ আৰু প্ৰাসাদবোৰৰ বিশালতা, জাকজমকতা, কাৰুকাৰ্য, নিৰ্মাণকাৰ্য আদিৰ দক্ষতাৰ আগত কিন্তু আমাৰ প্ৰাচীন কীৰ্তিচিহ্নবোৰ হাতীৰ আগত মাখি— এই কথা মই হ'লে মানিবই লাগিব। তাৰ পিছত মাৰ যাব ধৰা বেলিৰ পোহৰক পটভূমিত ৰাখি দুৰ্গবোৰৰ পৰা জাকে জাকে উৰি অহা 'ছিলুৱেট' হৈ পৰা পাৰবোৰ দেখি শিশুৰ দৰে তেওঁৰ মুখত ফুৰ্তিৰ হাঁহি ওলাই গৈছিল, তাহানিতে স্কুলীয়া ইংৰাজী পাঠ্যত আলডুছ হাক্সলীয়ে জয়পুৰ চহৰলৈ ফুৰিবলৈ আহি 'পিংক্ চিটী'খনৰ বিষয়ে দিয়া বৰ্ণনালৈ মনত পৰি গৈছিল— এতিয়া সন্ধিয়া পৰত এনেকৈ উৰা পাৰজাক যেন হাক্সলীৰ বৰ্ণনাৰ পৰা জীৱন্ত হৈহে উৰি

আহিছে। কত বছৰৰ আগৰ কথা আৰু সেই ৰচনাবোৰো কত শ বছৰ আগতে এই স্থাপত্যৰ নিদ[illegible] অজৰ-অমৰ এক কবিতাৰ দৰে ৰচিত হৈছিল, অজৰ-অমৰ কিন্তু তাৰ এসময়ৰ অধিবাসীবোৰ কোন কাহানিবা[illegible] ভূত হৈ গ'ল ... যতীন মজুমদাৰ এক ধৰণৰ মোহাবিষ্ট মানুহৰ দৰে হৈ পৰিল, এক ধৰণৰ কাৰুণ্যই তেওঁৰ মনটো ভৰাই পেলালে। তেওঁ কলেজৰ হোষ্টেলত থাকি পঢ়া দিনৰ বঙালী ৰুমমেট অনিমেষ ৰায়ে কলেজ সপ্তাহত আবৃত্তি কৰিবলৈ চিঞৰি চিঞৰি মুখস্থ কৰা যি শ্বাহজাহান কবিতা তেওঁৰো প্ৰায় মুখস্থ হৈ গৈছিল, আজি অতীতৰ কবৰ ঠেলি তাৰ দুটামান পংক্তি ওলাই আহি তেওঁৰ বুকুত খুন্দিয়াবলৈ ধৰিলে ... 'তব পূৰ্ব সুন্দৰীৰ নূপুৰ নিক্কণ, মৰে দিয়ে ঝিল্লীস্বণে কাঁদায় ৰে নিশাৰ গগন ...'

সিদিনা ঘৰলৈ উভতি আহি যতীন মজুমদাৰে পাৰ্লেক ওচৰলৈ মাতি আনিলে। তেওঁ অহাৰ পিছত ছোৱালীজনীয়ে কেইবাবাৰো আহি ভুমুকি মাৰি চাইছিল, কিন্তু তেওঁৰ পৰা কোনো ধৰণৰ প্ৰশ্ৰয় নাপাই তেওঁৰ পুতেক-বোৱাৰীয়েকৰ আদৰ পায়েই উভতি যাব লগা হৈছিল। এতিয়া বুঢ়াজনে হাঁহি মাৰি তাইক মতাত তাই প্ৰথমতে অহা নাছিল যদিও দুৱাৰমুখৰ পৰা আঁতৰিও যোৱা নাছিল। তাৰ পিছত যতীন মজুমদাৰে যোৱা 'জেম্‌ছ'ৰ পেকেট এটা আগবঢ়াই দি তাইক পুনৰ মাতিলে, তাই চুচুক-চামাককৈ আগবাঢ়ি আহি হাত মেলিছিল আৰু বৃদ্ধৰ কোলাতো বিনা আপত্তিত বহি পৰিছিল। পেকেট খুলি জেম্‌ছ এটা মুখত সুমুৱাই তাই তেওঁৰ লগত প্ৰথম এই বাক্যটোৰেই পৰিচয়-পৰ্ব আৰম্ভ কৰিছিল— 'আপ নানাজী হ্যয় না?' বচ্‌ তেতিয়াৰে পৰা যতীন মজুমদাৰ পাৰ্লেৰ আচল নানাজীৰ দৰেই হৈ পৰিল। যেতিয়াই তেতিয়াই আহি তেওঁৰ লগত শিশুসুলভ নানা কথা পাতি থকা তেওঁৰ পৰা জেম্‌ছ, টফি, কেড্‌বেৰী পোৱাটো জন্মস্বত্ব হিচাপে মানি লোৱা, তেওঁৰ হিন্দী উচ্চাৰণত অকণমানি ছোৱালীজনীয়েও ভুল ধৰা (আন্দা নেহি, আণ্ডা বোলো, ছফ নেহী, ছাফ বোলো), হাতত ধৰি টানি ফুৰিবলৈ লৈ যোৱা, ওচৰৰ ঘৰৰ কুকুৰটোক বিস্কুট খুৱাই ৰং চাবৰ মন থাকিলেও ভয় লগা বাবে তেওঁৰ কোলাতে উঠি লৈ কুকুৰটোকে বিস্কুট দলিয়াই দিয়াত সি জঁপিয়াই আহি সেই বিস্কুট কামুৰি নিয়াত তাই স্ফূৰ্তিত খিলখিলাই হঁহা— এই সকলোবোৰ তেওঁৰ জীৱনৰ গাত এনেকৈ লিপিট খাই লাগি ধৰিলে যে তাৰ পিছত ৰমেন কলিকতালৈ বদলি হোৱাত সেই বন্ধন এৰুওৱাটো কঠিন হৈ পৰিল। বাটত খাবলৈ পাৰ্লেৰ মাকে তেওঁক কোমল শুকান ৰুটি আৰু তৰকাৰী বনাই দিছিল— যিমান দূৰলৈ পৰা যায় পাৰ্লেৰ নানাজীয়ে যেন বাহিৰৰ খাদ্য নোখোৱাকৈ থাকে। বিদায়ৰ সময়ত উপহাৰ দিলে পিতলৰ সুন্দৰ জয়পুৰী কাৰুকাৰ্য খচিত মমদানি এডাল—'শুনিছোঁ কলিকতা চহৰত খুব ল'ড্‌শ্বেডিং হয়; ৰাতি লাইট গ'লে আপুনি ইয়াত মম জ্বলাব আৰু আমাক মনত পেলাব'— পাৰ্লেৰ মাকে কৈছিল।

কিন্তু মম জ্বলাই পোহৰ কৰিতো সিহঁতক মনত ৰখাৰ দৰকাৰ নাই, সেই পৰিয়ালে তেওঁৰ হৃদয়ত যি এক অখণ্ড প্ৰদীপ জ্বলাই দিলে— তাৰ পোহৰতে যে সিহঁত তেওঁৰ মনত চিৰ-উদ্ভাসিত হৈ ৰ'ব।

কলিকতাত থিতাপি লোৱাৰ কিছুদিন পিছত আনন্দই খবৰ পাই তেওঁলোকক দেখা কৰিবলৈ আহিল। আনন্দ মুখাৰ্জী, গুৱাহাটীত বেংকত চাকৰি কৰিবলৈ গৈছিল আৰু অকলশৰীয়া ল'ৰাটোক তেওঁৰ বন্ধু এজনৰ এবাৰ নোৱৰা অনুৰোধত পৰি কিছুদিনৰ বাবে তেওঁৰ খালী হৈ পৰা ঘৰটোত এটা কোঠালী ভাড়ালৈ দিছিল।

আনন্দ অকলে অহা নাছিল, লগত নৱ-পৰিণীতা পত্নী বন্দনাকো লৈ আনিছিল। দুয়ো গিৰীয়েক-ঘৈণীয়েকে যতীন মজুমদাৰৰ ভৰিত পৰি সেৱা কৰি লগত অনা সন্দেশৰ বাকচটো আগবঢ়াই দিছিল।

তাৰ পিছত আৰম্ভ হৈছিল আৰু এক হৃদয়ৰ উত্তাপসনা অধ্যায়। যতীন মজুমদাৰৰ বঙালীৰ প্ৰতি এক জাতিগত বিদ্বেষ থকা সত্ত্বেও আনন্দই গুৱাহাটীত থকা সময়ছোৱাত তেওঁক তাৰ বিভিন্ন ধৰণৰ ভাল গুণৰ দ্বাৰা মন জয় কৰি পেলাইছিল। ল'ৰাজনে মাত্ৰ কেইমাহমানৰ ভিতৰতে অসমীয়া শিকি পেলাইছিল আৰু অসমৰ সাহিত্য-সংস্কৃতিৰ লগতো কিছু পৰিচিত হৈছিল। তেতিয়া যতীন মজুমদাৰে ক্ষোভেৰে আনন্দক কৈয়ে পেলাইছিল, আমাৰ ইয়াত শ শ বছৰ ধৰি থকা তোমাৰ জাতিভায়ে যদি তোমাৰ দৰে অসমীয়াৰ প্ৰতি এনে আগ্ৰহ দেখুৱালেহেঁতেন— তেন্তে হয়তো দুয়ো ৰাজ্যৰ মানুহবোৰৰ মাজত সম্পৰ্ক ইমান বিদ্বেষপূৰ্ণ নহ'লহেঁতেন।'

এতিয়া কলিকতালৈ বদলি হৈ আহি সেই আনন্দই বিয়া কৰাইছে; যতীন মজুমদাৰে পুলকিত হৈ ক্ৰমে

আৱিষ্কাৰ কৰিলে যে বঙালী 'বোৱাৰী'জনী হৃদয়ৰ নানা গুণেৰে আনন্দতকৈও এখোপ চৰা। তেওঁলোকে গৰমৰ দিনত কলিকতালৈ বদলি হৈ গৈছিল। জাৰ পৰাত এদিন বন্দনাই তেওঁক নিজৰ হাতেৰে গোঁঠা উলৰ মাফলাৰ এখন আনি দি ক'লে, 'জ্যাঠামশাই, আপোনাৰ হাপানীৰ অসুখ থকাৰ বাবে মই আপোনাৰ বাবে এখন দুতপৰীয়া মাফলাৰ বনাইছোঁ, এটা মূৰ দৰকাৰ হ'লে টুপীৰ দৰে কৰিও পিন্ধিব পাৰিব। পুৱা মৰ্ণিং ৱাকৰ সময়ত আপোনাৰ কামত লাগিব।'

মাফলাৰখনৰ উম ডিঙি আৰু বুকুত আৰামেৰে লেহন কৰি কৰি যতীন মজুমদাৰে মনৰ ভিতৰতে কৈছিল, 'এইখনৰ উম নাপালেও তোমালোক দুটাৰ পৰা পোৱা নানা ধৰণৰ মৰমৰ উমে মোৰ হৃদয়ত চিৰ উত্তাপ সানি দি থাকিলেহেঁতেন।'

এইবাৰ ৰমেনৰ কলিকতাৰ পৰা দিল্লীলৈ বদলি হ'ল। প্ৰথম কিছুদিন যতীন মজুমদাৰে কলিকতাৰ মানুহৰ লগত দিল্লীৰ মানুহক তুলনা কৰি দিল্লীৰ মানুহ অভদ্ৰ, হৃদয়হীন শব্দ প্ৰয়োগ কৰি গজগজাই থাকিল। তাৰ পিছত এদিন ৰমেনৰ জয়পুৰত চাকৰি কৰি থকা দিল্লীৰ বন্ধু সুশীল ভগৎ আহি ৰমেনকে গালি পাৰিবলৈ ধৰিলে, 'তোমাকে মই ইমানকৈ লেখিলোঁ যে আমাৰ ঘৰ তোমালোকৰ ঘৰৰ পৰা বেছি দূৰত নহয়, আমাৰ ঘৰলৈ যাবা আৰু কি অসুবিধা পোৱা দেউতাহঁতক জনাবা— নাই, তোমালোকে বোলে এদিনো দেখা দিবলৈ নাহিলা।' তাৰ পিছদিনা সুশীলে তাৰ মাক-দেউতাকক তেওঁলোকৰ ঘৰলৈ ফুৰাবলৈ লৈ আহিল আৰু যতীন মজুমদাৰহঁতৰ আটাইকে তেওঁলোকৰ ঘৰত ভাত খাবলৈ নিমন্ত্ৰণ কৰি থৈ গ'ল। সিদিনাই ৰমেনৰ ঘৈণীয়েকৰ লগত কথা পাতি সুশীলৰ মাকে যেতিয়া গম পালে যে ৰমেনহঁতে এতিয়াও গেছ পোৱা নাই আৰু এমাহমানৰ পিছতহে পোৱাৰ সম্ভাৱনা আছে, এতিয়া বজাৰৰ পৰা কেৰাচিন কিনি আনি ষ্টোভত ভাত-পানী ৰান্ধি আছে— মানুহগৰাকীয়ে হাঁয হাঁয় কৰি উঠিল, 'ইচ্ তেওঁলোকে ৰেচনত ইমান কেৰাচিন তেল পায়, সেইবোৰতো অনাই নহয়, গেছতে কাম চলি যায়— সেই তেলখিনিতো ৰমেনহঁতে আনি ল'ব পাৰে। বহুত পইচা বাছি যাব, আৰু ৰমেনহঁতক বাৰু ৰেচনৰ চাউল লাগে নেকি? তেওঁলোকে ৰুটিয়ে বেছিকৈ খায়, চাউলবোৰ অনাই নহয়, চাউল কিন্তু ভালেই—

সুশীল ভগৎ সেইদিনা নৈশ বাছত জয়পুৰলৈ উভতি গৈছিল আৰু পিছদিনা পুৱা সুশীলৰ প্ৰায় বৃদ্ধ বাপেকে এটা প্লাষ্টিক 'কেন'ত দহ লিটাৰ কেৰাচিন আৰু এটা মোনাত দহ কেজি চাউল স্কুটাৰত উঠাই লৈ ৰমেনহঁতৰ ঘৰ আহি ওলাইছিল। ৰমেনহঁতে হুলস্থূল কৰিবলৈ ধৰাত মানুহজনে অমায়িক হাঁহি মাৰি কৈছিল, 'নাই নাই তেওঁৰ একো কষ্ট হোৱা নাই, কষ্ট হৈছে ৰমেনহঁতৰহে, নতুন ঠাইলৈ আহিছে, কত ধৰণৰ অসুবিধাৰ সন্মুখীন হ'ব লগা হৈছে... ৰমেনহঁত তেওঁলোকৰ 'মেহমান'— ৰমেনহঁতৰ সুখ-সুবিধালৈ চকু দিয়াটো তেওঁলোকৰ কৰ্তব্য!'

দিল্লীত থকা কালছোৱাত ভগৎহঁতৰ ঘৰখনে আৰু নানা ধৰণে এই অসমীয়া 'মেহমান'সকলৰ প্ৰতি তেওঁলোকৰ নানা 'কৰ্তব্য' পালন কৰি গৈছিল। যতীন মজুমদাৰে পুনৰ মনৰ ভিতৰতে কৈছিল, 'ভগৎ ডাঙৰীয়া, আপোনালোকৰ কেৰাচিনৰ জুইৰ উত্তাপখিনি নাপালেও আপোনালোকৰ হৃদয়ৰ অন্য নানা ধৰণৰ উমে আমাক চিৰকাল উজ্জীৱিত কৰি ৰাখিলেহেঁতেন।'

দিল্লীৰ পিছত ৰমেন গুৱাহাটীলৈ বদলি হ'ল। এইবাৰ ৰমেনে সেই বদলিৰ বাবে কিছু চেষ্টাও চলাইছিল। দেউতাক ইতিমধ্যে যথেষ্ট বুঢ়া হ'ল, আৰু কিমান দিননো বুঢ়া শৰীৰটো সিহঁতৰ লগত অ'ৰ পৰা ত'লৈ চোঁচৰাই লৈ ফুৰাব। জীৱনৰ শেষ সময় চমু চাপি আহিছে— এই সময়ত মনটোৱে নিশ্চয় নিজৰ ঘৰ, নিজৰ বন্ধু-বান্ধৱ (যি দুই-এজন আছে), আত্মীয়-স্বজনৰ বাবে হাহাকাৰ কৰি আছে। অৱশ্যে পুতেকক যতীন মজুমদাৰে এই বিষয়ে কোনোদিন কোনো উচ্চবাচ্য কৰা নাই, কিন্তু ৰমেনেতো জানে— দেউতাকৰ নিজ ৰাজ্যখনৰ প্ৰতি কি ব্যাকুলতা। যোৱা প্ৰায় দহ বছৰে ভাৰতৰ যি ঠাইতে নাথাকক কিয়, যতীন মজুমদাৰে অসমৰ লগত আত্মিক যোগাযোগটো ঠিকেই ৰাখি চলিছে। আত্মীয়-স্বজন, বন্ধু-বান্ধৱলৈ নিয়মিত চিঠি-পত্ৰ আদান-প্ৰদান, মাহেকীয়া, পখেকীয়া, সাপ্তাহিক পত্ৰ-পত্ৰিকাৰ গ্ৰাহক হোৱা— এই সকলো ধৰণেই তেওঁ নিজৰ অসমীয়াত্বটো বজাই ৰাখিছে। ৰমেনে কেতিয়াবা ঘৈণীয়েকক কয়—

দেউতাই অসমৰ যিমান কাগজ-পত্ৰ আলোচনী পঢ়ে, অসমত থকা মানুহেও বোধহয় নপঢ়ে। সিদিনাতো দেউতাই এখন সাপ্তাহিকীত নিয়মিত প্ৰতিবেদন লেখা সাংবাদিক এজনক অভিনন্দন জনাই চিঠি এখনকে দিলে—'বোলো আপুনি বঙালী মানুহ হৈয়ো নগাঁৱৰ অসমীয়া স্কুলখনৰ যি সমীক্ষা দাঙি ধৰিলে তাৰ বাবে আপুনি অভিনন্দনৰ যোগ্য। সংবাদসেৱীৰ বাবে এই নিৰপেক্ষতা বৰ ডাঙৰ বস্তু।' ৰমেনে অলপ হাঁহিছিল—'দেউতাই জন্মসূত্ৰে থাকিও খবৰ ৰাখিছিল— অসমৰ ক'ত কিমানবোৰ ট্ৰাইবেল বেল্টৰ মাটি অ-জনজাতীয় লোকে অধিকাৰ কৰি বহি আছে।'

ৰমেন গুৱাহাটীলৈ বদলি হৈ অহাৰ কেইমাহমানৰ পিছত দেউতাকৰ মৃত্যু হৈছিল। আত্মীয়-স্বজনে কোবা-কুই কৰিছিল, 'নিজ ঠাইলৈ আহি মৰিবলৈকে বুঢ়াৰ প্ৰাণ পখীটো ইমানদিনে কোনোমতে সজাৰ ভিতৰত আবদ্ধ হৈ আছিল। নহ'লেতো ৰমেনে কৈছিলেই যে যোৱাবছৰ দিল্লীত তেওঁৰ যোৱা-থোৱা বেমাৰ হওঁতেই সি দেউতাকক হেৰুৱাব বুলি ভাবিছিল।"

দেউতাকৰ শ্ৰাদ্ধ-শান্তি হৈ যোৱাৰ পিছত ৰমেনে এদিন দেউতাকৰ পাৰ্থিব বয়-বস্তুৰ থানথিত লগাবলৈ গৈ ইটো-সিটো খোঁচৰোতে কেইবাবছৰো আগতে সি কিনি দিয়া ভি আই পি ছুটকেচ্‌টো উলিয়াই খুলিব ধৰোঁতেই বাহিৰত ওলমি থকা চিৰকুটখনত চকু পৰিল—অ' ইয়াত যে দেউতাই সযতনে তেওঁৰ গুৱাহাটীৰ ঠিকনাটো লেখি থৈ দিছিল! ৰমেনে চিৰকুটখন হাতত তুলি লৈ প্লাষ্টিকৰ ঢাকনিৰ ভিতৰত ধূসৰ হৈ যোৱা আখৰকেইটা লাহে লাহে পঢ়িবলৈ ধৰিলে— 'যতীন মজুমদাৰ, ভাৰতবৰ্ষ।' যতীন মজুমদাৰ ভাৰতবৰ্ষ? ৰমেনে অলপ আচৰিত হৈ চিৰকুটখন লুটিয়াই চালে— নাই, সিপিঠিতো 'যতীন মজুমদাৰ, গান্ধীবস্তী, গুৱাহাটী-৩, অসম' বোলা ঠিকনাটো দেউতাৰ গোটা গোটা ইংৰাজী হাতৰ আখৰেৰে লেখি থোৱা হোৱা নাই, তাতো লেখা আছে— 'যতীন মজুমদাৰ, ভাৰতবৰ্ষ।'

ৰমেনে চিৰকুটখন হাতত লৈ স্তব্ধ হৈ বহি থাকিল। তাৰ দুচকু পানীৰে ভৰি আহিল।

(ৰচনাকাল : ১৯৮৭)

# নৰকত বসন্ত

ৰাজীৱ এতিয়াও শুই উঠা নাই। ৰাজীৱক নজগালে সি কোনো দিন নুঠেও, গতিকে পুৱা শুই উঠি মীনাই যিকেইটা কাম কৰে, তাৰ ভিতৰত গিৰীয়েকক জগোৱাটোও অন্যতম। কামেই, ডাঙৰ কাম, কাৰণ কোনোপধ্যে উঠিব নোখোজে সি। যেন এতিয়াও এটা স্কুলীয়া ল'ৰা, যেন মীনা তাৰ মাকহে, পুতেকক জগাই দিব লাগিব, চাহ-জলপান যতনাই দিব লাগিব, আকৌ সোনকালে খোৱাৰ তাগিদা দিব লাগিব, তাৰ পিছত সোনকালে আৰম্ভ হোৱা স্কুললৈ পঠিয়াব লাগিব, ইয়াৰ মাজতে টিফিনৰ বাকচটোও যতনাই দিব লাগিব। প্ৰায় এনেধৰণৰ সকলো কামকে ৰাজীৱৰ কাৰণে কৰিব নালাগে জানো? 'নুঠা কিয়, উঠানা, সাতটা বাজিলেই দেখোন, কেতিয়া অফিচলৈ যাবা?......'

ৰাজীৱে কেন্দ্ৰীয় চৰকাৰৰ অফিচত চাকৰি কৰে। দিল্লী মহানগৰত। বিশাল চহৰৰ যিটো অংশত তাৰ অফিচ, তাৰ পৰা ঘৰলৈ এঘণ্টা যাত্ৰাৰ দূৰত্ব। গতিকে ন বজাৰ আগে আগে ঘৰৰ পৰা ওলাবই লাগিব, আৰু পুৱাৰ প্ৰাত্যহিক কৰ্মবোৰ সমাপন কৰি সেই সময়ৰ বাছ ধৰিবলৈ হ'লে সি অন্ততঃ সাত বজাত উঠিবই লাগিব। অথচ শুই উঠা বিষয়ত ৰাজীৱৰ এলাহ অসীম, সেয়ে স্কুলীয়া ল'ৰা-ছোৱালীক জগোৱাৰ দৰেই মীনাই ৰাজীৱক জগাব লাগে।

ওচৰৰ জগুৱাক কিন্তু মাকে জগাব নালাগে, পাঁচ-ছয়মান বছৰ হ'ব বোধহয়, স্কুল নাই বা মজুৰগিৰি কৰাৰো বয়স হোৱা নাই, গতিকে পুৱা শুই উঠাৰ কোনো তাগিদা নাই। তথাপি ৰ'দ উঠাৰ আগতেই জগুৱা তাৰ জুগ্‌গিৰ অৰ্থাৎ জুপুৰীৰ থৈলাৰ দুৱাৰ ঠেলি চকু মোহাৰি মোহাৰি ওলাই আহে আৰু জুগ্‌গিটোৰ গাতে লগা মুকলি ঠাইত প্ৰস্ৰাৱ কৰিবলৈ বহি যায়। ৰাতি-বিয়লি শৌচো কৰে নেকি, বৰ দুৰ্গন্ধ ওলায় দেখোন।

প্ৰায় একে সময়তে মীনাও টোপনিৰ পৰা উঠে আৰু মুখ-হাত নোধোৱাকৈয়ে দুৱাৰ খুলি আগফালৰ বাৰাণ্ডালৈ ওলাই আহে। ক'লা ৰাবাৰ বেগুৰে মেৰিওৱা খবৰৰ কাগজখন ঠিকেই এচুকত পৰি আছে— ইয়াত যে ইমান ৰাতিপুৱাতে কাগজ বিলি হয়! মীনাই হাউলি কাগজখন বুটলি লয় আৰু ৰাবাৰ বেগুৰ বন্ধনৰ পৰা কাগজখনক মুক্ত কৰি হেডলাইনবোৰত চকু ফুৰাব ধৰে। প্ৰায়েই ৰঙা-নীলা সৰু কাগজ কেইখিলামানো তাৰ পেটৰ পৰা ওলাই তলৰ বাৰাণ্ডাত সৰি পৰে। প্ৰথম অৱস্থাত মীনাই কৌতূহলেৰে সেইবোৰ বুটলি লৈ বাতৰি পঢ়াৰ আগতেই সেইবোৰৰ বিষয়বস্তু পঢ়ি চাইছিল। কিন্তু এতিয়া পঢ়া দূৰৰ কথা, ধুনীয়া ৰং-বিৰঙৰ কাগজ কেইখিলা মাটিত সৰি পৰিলেও মীনাই গ্ৰাহ্য নকৰে। থাক পৰি থাক। অলপ পাছত কাণ্ঢী আহি ঘৰ সাৰিলে এইবোৰো সাৰি পেলাব। আৱৰ্জনাৰ বাহিৰে একো নহয়। ইয়াৰ মানুহৰ সঁচায়ে খুব টকা আছে দেই। টকা ঘটিবও জানে। নহ'লেনো কেৱল ব্যক্তিগত বিজ্ঞাপনতে ইমান খৰচ কৰেনে!

প্ৰথম অৱস্থাত মীনাই কৌতূহলেৰে পঢ়া ৰঙা-নীলা কাগজকেইখনত যে কত ধৰণৰ বিজ্ঞাপনেই নাছিল। ২২ নম্বৰ কীৰ্তি নগৰত সৰু ল'ৰা-ছোৱালীৰ ইংৰাজী মিডিয়ামৰ স্কুল এখন খোলা হৈছে, প্ৰিন্সিপাল অভিজ্ঞতাসম্পন্ন শিক্ষিতা, দায়িত্বশীল ইত্যাদি ইত্যাদি। অভিভাৱিকাই নিজৰ সন্তানক সেই স্কুলত অচিৰেই ভৰ্তি কৰি ভৱিষ্যত সুৰক্ষিত কৰক; সৰস্বতী বিহাৰৰ বাছ ডিপোৰ সংলগ্ন ১ নং ঘৰটোৰ দোতালাত ডাঃ নাৰায়ণ হেমৰাজানীৰ কলেজীয়া ল'ৰা-ছোৱালীৰ ক'চিং ক্লাছ, — সস্তাতে বহুমূলীয়া ক'চিং ক্লাছ, ছিট সীমাবদ্ধ, গতিকে হতাশ নহ'বলৈ আজিয়েই খবৰ কৰক; ৩৪ নং ৰোহিণী মাৰ্গ, ডি ডি এ ফ্লেট্ তিনি তলা, ডাঃ ফিলিপ থমাছৰ চকুৰ চিকিৎসাৰ চেম্বাৰ, তেওঁ যে ৰামমনোহৰ লোহিয়া হাস্পতালৰ ভূতপূৰ্ব চকু চিকিৎসক, সেই কথাও লিখা আছে তাত, চকু দেখুৱাবলৈ আহ্বান, ৰং-বিৰঙৰ ব্যৱসায় আৰু বিজ্ঞাপন। এবাৰ মাত্ৰ তেনে এখন কাগজে ক্ষন্তেকৰ বাবে মীনাক প্ৰলুব্ধ কৰিছিল ঃ শ্বালিমাৰ মাৰ্গ, ২ চি পকেট ইউ ভি ঠিকনা, তাত ইংৰাজী ক'বলৈ শিকোৱা হয়। মীনা গুৱাহাটীৰ তাৰিণী চৰণ হাইস্কুলত সৰুৰে পৰা পঢ়ি আহিছে, সন্দিকৈৰ পৰা বি এ পাছ কৰাৰ পিছত ৰাজীৱৰ লগত বিয়া হৈছে, পঢ়া-শুনাত তাই ভালেই আছিল, কিন্তু ভালকৈ ইংৰাজী ক'ব নোৱাৰে। নোৱাৰিলেও হয়তো চলি গ'লহেঁতেন, কিন্তু ৰাজীৱৰ চাকৰিটো এনে যে গোটেই ভাৰতবৰ্ষতে ঘূৰি ফুৰিব লাগিব, গতিকে সলসলীয়াকৈ ইংৰাজী ক'ব।

নোবাৰিলে বৰ মস্কিল.... মীনাই সেইখন কাগজ সযতনে থৈয়ো দিছে, কিন্তু লাজতে আজিলৈকে ৰাজীৱৰ আগত তাই সেই অনুষ্ঠানটোত নাম লগাব খোজাৰ ইচ্ছাটো প্ৰকাশ কৰা নাই।

এই ব্যৱসায়ীবোৰে আকৰ্ষণীয়কৈ ৰং-বিৰঙৰ কাগজত নিজৰ বৃত্তিৰ বিষয়ে বৰ্ণনা ছপা কৰি কাগজৰ এজেণ্টবোৰৰ লগত কিবা বন্দবস্ত কৰি সেই বিজ্ঞাপন পত্ৰবোৰ মানুহবোৰৰ ঘৰে ঘৰে বিলাব দিয়ে বোধহয়। দিল্লীত প্ৰথমবাৰৰ বাবে অহা মীনাৰ এই বিজ্ঞাপন প্ৰথম অভিনৱ লাগিলেও এতিয়া আৰু অভিনৱ নলগা হৈছে। এতিয়া সেই কাগজবোৰে তাইক অলপ বিৰক্তিহে উৎপাদন কৰে। মিছামিছি ঘৰ লেতেৰা হোৱা।

খবৰৰ কাগজ বুটলি লোৱা মীনাৰ অৱধাৰিতভাৱেই ওচৰৰ জুগ্‌গিটোলৈ চকু যায়। কছিন এটাতকৈ অলপহে ডাঙৰ জুপুৰীটোৰপৰা জগুৱা যেতিয়া ওলাই আহে, মীনাৰ এনে লাগে সিয়ো যেন খবৰ কাগজখন ৰাবাৰ বেণ্ডৰ চেপাত সংকুচিত হৈ থকাৰ দৰেই জুগ্‌গিত সংকুচিত হৈ আছিল, তাৰ পাছত মীনাই কাগজখন সেই চেপাৰ পৰা উদ্ধাৰ কৰি তাক সম্প্ৰসাৰিত কৰি দিয়াৰ দৰেই সিয়ো ৰাতিপুৱা থৈলাৰ দুৱাৰ আঁতৰাই হাত-ভৰি মেলি অকণমানি দেহটো সম্প্ৰসাৰিত কৰি দিয়ে।

মীনাহঁতে এই ঘৰটো ভাড়া লৈ থাকিবলৈ লোৱা অঞ্চলটো নতুন, দিল্লীখন এইফালে নতুনকৈ সম্প্ৰসাৰিত হৈছে। এতিয়াও এই অঞ্চলত নতুনকৈ ঘৰ বন্ধা হৈয়ে আছে আৰু বান্ধিবৰ বাবে মালিকে অ'ত-ত'ত ভেটি তুলি থৈছে, কিছুমান ঘৰ আকৌ বন্ধাৰ পিছতো খালী পৰি আছে। মীনাই গম পাইছিল যে সেইবোৰ ঘৰ ভাড়াতীয়াৰ অভাৱত খালী পৰি থকা নাই, মালিকসকলেহে কাকো ভাড়া দিয়া নাই। কাৰণ দিল্লীত যিহে ঘৰৰ চাহিদা, এবাৰ মানুহ বহি ল'লে উঠোৱা টান হ'ব, তেতিয়া ঘৰ নাপাব। বৰ্তমান এনে মালিকবোৰৰ বহুতে হয় দূৰৈত ক'ৰবাত চাকৰি কৰি আছে (অৱসৰ পাওঁ পাওঁ), নহয় বা দিল্লীতে চৰকাৰী কোৱাৰ্টাৰত সুবিধাজনক ঠাইত আছে য'ৰ পৰা অফিচ ওচৰত হয়, ল'ৰা-ছোৱালীৰ স্কুল-কলেজ ওচৰত হয়।

মানুহ নথকা ঘৰবোৰেৰে সৈতে প্ৰায় নিজান ঠাইখিনিক ওৱেষ্টাৰ্ণ কিতাপৰ বৰ্ণনাত পঢ়া ‘ghost town’ যেনেই লাগি যায় মীনাৰ। এনেকি সেই বৰ্ণনা আৰু বেছি খাপ খোৱা কৰিবলৈ এতিয়াও অব্যৱহৃত হৈ থকা মাৰ্কেটিং কমপ্লেক্সৰ বিৰাট দালানটোও মীনাহঁতৰ ঘৰৰ অদূৰতে শূন্যতাৰ জীৱন্ত ছবি হৈ থিয় হৈ আছে।

ৰাজীৱ অফিচলৈ গুচি যোৱাৰ পিছত এই জনমানৱহীন ঠাইখিনিত কিবা এক বোবা শূন্যতা মীনাৰ বুকুখনত হেঁচি বহি পৰে। গতিকে ওচৰ-চুবুৰীয়াৰ নামত জুগ্‌গি ঘৰটোত থকা জগুৱাহঁতকে তেওঁৰ বিৰাট এক মানসিক অৱলম্বন যেন লাগি যায়। অৱশ্যে সেই পৰিয়ালটোও আগবেলা নোহোৱা হয়, কেতিয়াবা দুপৰীয়া আহে, কেতিয়াবা নাহে। দুপৰীয়া ভাত খাই বিছনাত বাগৰি হাতত এখন কিতাপ লোৱা মীনাৰ কিতাপত মনঃসংযোগ হোৱাতকৈ জগুৱাহঁতৰ মাতৰ বাবেহে তেওঁৰ কাণ দুখন উৎকীৰ্ণ হৈ থাকে। কিন্তু দুপৰীয়া নাহিলেও গধূলিৰ লগে লগে গোটেই পৰিয়ালটো আহি যায় আৰু হঠাতে ‘ghost town’-ৰ মৰিশালিৰ স্তব্ধতা খানবান হৈ যায়।

মীনাহঁতে তেওঁলোক থকা ঘৰৰ মালিকৰ লগত লিখা-পঢ়া কৰি এবছৰৰ বাবে বন্দবস্ত কৰি আগধন দি ঘৰটো পাইছে। অৱশ্যে অসমত লগ পোৱা ভৰদ্বাজক হঠাতে কিবা প্ৰকাৰে ইয়াত লগ পাই নোযোৱা হ'লে এই ঘৰৰ মালিক বিনোদ নাহাটাই কেতিয়াও ৰাজীৱহঁতক ঘৰ ভাড়া নিদিলেহেঁতেন। বিনোদ নাহাটা কেৱল ভৰদ্বাজৰ বন্ধুৱেই নহয়, ভৱিষ্যতে তেওঁৰ ওচৰ-চুবুৰীয়াতো পৰিণত হ'ব, কাৰণ জগুৱাহঁতে জুগ্‌গি সাজি বাস কৰা ঠাইডোখৰ ভৰদ্বাজৰে। তেওঁ কৈছে যে হাউছিং ল'নটো অনুমোদিত হ'লেই তেওঁৰ ঘৰ সাজিবলৈ আৰম্ভ কৰি দিব আৰু তেতিয়া জগুৱাহঁত তাৰ পৰা উঠি যাব লাগিব। গতিকে অচিৰেই হয়তো জুগ্‌গিটো ভঙা হ'ব আৰু তাৰ ঠাইত সুদৃশ্য বঙলা এটা তৈয়াৰ হ'ব যি বঙলা সাজিব জগুৱাহঁতৰ দৰে জুগ্‌গিত থকা বনুৱা কেতবোৰেই।

মীনাই আগতে এনেকুৱা জুগ্‌গি ঘৰ দেখা নাছিল। অ'ৰ ত'ৰ পৰা গোটোৱা কিছু ইটা মাটিৰে লেপি এস্কিমোবোৰৰ ইগ্‌লুৰ দৰে আকৃতি আৰু আয়তনৰ সৰু ঘৰ এটা সজা হৈছে। পিছে ইগ্‌লুও বোধহয় ইয়াতকৈ ডাঙৰ হ'ব। মীনাৰ আচৰিত লাগে— সেই অকণমান ঘৰটোত জগুৱাৰ মাক-বাপেক, সৰু ভায়েক, কেঁচুৱা ভনীয়েকজনী আৰু জগুৱা যে কেনেকৈ সোমায় বা কেনেকৈ থাকে! আৰব্য উপন্যাসৰ জীনবোৰ বটলত সোমাই যোৱাৰ দৰেই যেন জগুৱাহঁতৰ পৰিয়ালটোও আকৃতিত সৰু হৈ গৈ জুগ্‌গিটোত সোমাই যায়। ওপৰৰ প্লাষ্টিকৰ কাপোৰ, ফটা থৈলা আৰু ফটা ত্ৰিপালৰ টুকুৰাৰ ছালে যেন জুপুৰীটোক আৰু হেঁচা মাৰি

ধৰে। ঘৰটোৰ একমাত্ৰ দুৱাৰ থৈলাৰ পৰ্দাখন আঁতৰাই জগুৱাৰ মাক-বাপেক বগুৱা বাই ভিতৰ সোমাওঁতে মীনাৰ বাবে অতি কৌতূহল উদ্রেককাৰী ভিতৰখন কেইবাৰমান মীনাই চকামকাকৈ দেখা পায় আচৰিত, সেই অকণমানি গুহাটোৰে ভিতৰৰ এচুকত আছে ফটা-কানি আৰু থৈলাৰে মেৰিয়াই থোৱা বিছনা এখন, এটা ছাল বাকলি যোৱা সৰু ট্ৰাংক, এলুমিনিয়ামৰ এটা কেৰাহী আৰু কাঁহী। আৰু আছে ঢাকনি মাৰি তলা লগাই থোৱা এটা টিন। এদিন তাৰ পৰা আটা উলিওৱা দেখি মীনাই গম পাইছিল যে জগুৱাইঁতৰ প্ৰধান আহাৰ অৰ্থাৎ প্ৰধান সম্পত্তি সেই টিনটোতে আছে আৰু সেয়ে ট্ৰাংকটোত নলগাই আটাৰ টিনটোতে তলা লগাই থোৱা হৈছে! নহ'লে সিহঁতবোৰ দিনটো নথকা অৱস্থাত থৈলাৰ দুৱাৰ ঠেলি কোনোবা দৰিদ্ৰ চোৰে সিহঁতৰ আটা চুৰ কৰি নিয়াৰ পূৰা সম্ভাৱনা আছে। কোনে জানে, আগতে হয়তো তেনে ঘটনা ঘটিছিল, সেয়ে আটাৰ টিনত তেনেকৈ তলা লগোৱা হৈছে। পিছে জগুৱাইঁতৰ পৰিয়ালটোৰ যি পিন্ধন-উৰণ মীনাই দেখিছে, তাৰ পৰা তেওঁ ভালকৈয়ে অনুমান কৰিব পাৰিছে যে দৰিদ্ৰ চোৰেও বোধহয় সেই ফটাকানি কেইডোখৰ নষ্ট কৰি বাকচটো খুলি চুৰ কৰিবলৈ নাযাব।

জগুৱাইঁতৰ আৰু এবিধ সম্পত্তি আছে যি জুগ্‌গিটোৰ ভিতৰত নহয়, দুৱাৰ মুখতে থাকে। সেইবিধ হ'ল এটা চুলা, যিটোত গধূলি জুই ধৰি জগুৱাৰ মাকে ৰুটি বনায়— কেতিয়াবা কিবা আঞ্জাও বনায়, নহ'লে সেই শুদা ৰুটিৰেই সিহঁতে ৰাতিৰ আহাৰ সমাপন কৰে। চুলাটোৰ ওচৰত, জুগ্‌গিৰ সন্মুখত জুইৰ পোহৰত ৰুটি খাই থকা পৰিয়ালটোক লৰচৰ কৰি থকা অগ্নিশিখাৰ পোহৰে বেছি প্ৰকট কৰি তুলিব নোৱাৰে, তেতিয়া আধা পোহৰ, আধা আন্ধাৰত দেখা প্ৰাণীকেইটাই মীনাৰ চকুৰ আগত কোনোবা প্ৰাগ্ ঐতিহাসিক যুগৰ চিত্ৰ তুলি ধৰে। অ' নহয়, মীনাই আকৌ ভাবে Ghost town-ৰ ghost-হে— এৰা, ইহঁতক এই ভূত নগৰীৰ ভূত আখ্যা দিয়াহে বেছিকৈ প্ৰযোজ্য হ'ব।

নিঃকিন আহাৰ-পৰ্ব দেখি কিন্তু মীনাৰ খুব পুতৌ নহয়। গৰম গৰম ফুলা ৰুটিবোৰ খাই যেন খুব সুস্বাদু লাগিব। মীনাই নিজে কিন্তু তেনে ফুলা ৰুটি বহুত চেষ্টা কৰিও তৈয়াৰ কৰিব পৰা নাই— অৱশ্যে এইফালৰ মানুহৰ প্ৰধান আহাৰ ৰুটি, ভাত নহয়, গতিকে ৰুটি বনোৱাতো মীনাতকৈ বহুত পাকৈত হ'বই।

অৱশ্যে গৰম ফুলা ৰুটিকেইখন লোভনীয় হ'ব পাৰে, কিন্তু সমগ্ৰ পৰিৱেশটো এনেকুৱা লেতেৰা যে জগুৱাইঁতে বনোৱা ৰুটি এখন মুখত দিয়াৰ কথা চিন্তা কৰিলেও মীনাৰ বমনোদ্ৰেক হ'ব খোজে। ফটা-ছিটা লেতেৰা কাপোৰ পিন্ধা, শুকান ধূলি মলিয়ন জপৰা ৰঙা চুলিৰ সঁচাকৈয়ে ভূতৰ দৰে চেহেৰাৰ মানুহকেইটাই সিহঁত থকা ঠাইখিনি নানা ধৰণে এনে নৰক-সদৃশ কৰি ৰাখিছে যে কৌতূহলত প্ৰায়ে সেইফালে চকু যোৱা মীনাৰো সেই চকু নৰকত প্ৰতিহত হৈ বাৰে বাৰে ঘূৰি আহিব লগা হয়। লিকলিকীয়া হাত-ভৰিৰ কোলাৰ কেঁচুৱাটোৱে অপুষ্টিত ভুগিব পাৰে, খাব নাপাব পাৰে, কিন্তু শৌচ-প্ৰস্ৰাৱ যি পৰিমাণে কৰে— দেখিলে বিস্ময় মানিব লাগে। নিশ্চয় কিবা বেয়া বস্তু খুৱায়। মাকে পৰিষ্কাৰ নকৰা নহয়, তথাপি পনীয়া শৌচ প্ৰায়ে মাটিত লাগি থাকে। দিল্লীৰ শুকান বতৰত মানুহৰ নাকত কফ-শেঙুন কমেই ওলায়। তথাপি তাৰ মাজতে এবাৰ জগুৱাৰ নাকেৰে ধাৰ নিছিগা শেঙুনৰ সোঁত ওলাইছিল আৰু সিয়ো জুগ্‌গিৰ ভিতৰে-বাহিৰে সেইবোৰ উলিয়াই পেলাই বা জুগ্‌গিৰ প্লাষ্টিকৰ ছালত ওলমোৱা থৈলাখনত মচি মচি সেই নৰকৰ কদৰ্যতা বৃদ্ধিত অৰিহণা যোগাইছিল। ইয়াৰ উপৰি নানা ধৰণৰ আৱৰ্জনা জুগ্‌গিৰ চাৰিওফালে সিঁচৰতি হৈ থাকে। ওচৰ-চুবুৰীয়াৰ বন কৰা লগুৱায়ো ওচৰৰ খালী ঠাইৰ সুবিধা লৈ ঘৰৰ নানা আৱৰ্জনা আনি পেলায়। চুবুৰীৰ মালিকবিহীন ভতুৱা কুকুৰকেইটায়ো বোধহয় সেই 'No Man's Land'-ৰ সুবিধা আদায় কৰি জুগ্‌গিৰ ওচৰে-পাঁজৰে বিষ্ঠা নিৰ্গমণ কৰি যায়। পাচলিৱালায়ো গৰমত শুকাই যোৱা বা গেলি যোৱা পাচলি তাতেই দলিয়াই পেলাই থৈ যায়।

পিছে নিজৰ এই কদৰ্য উপস্থিতিৰ বাহিৰে জগুৱাইঁতে মীনাইঁতক আন কোনোধৰণে আমনি নকৰে, কেৱল জগুৱাই আহি মাজে মাজে লোহাৰ গে'টত ধৰি বাৰাণ্ডাত চকীত বহি কিতাপ পঢ়ি থকা বা চিলাই কৰি থকা মীনালৈ একেৰাহে চাই থাকে। তেনে অৱস্থাত মীনাৰ অলপ পুতৌ ওপজে আৰু ভিতৰলৈ গৈ বিস্কুট আনি জগুৱাৰ হাতত দিয়ে।

এদিন তেনেকৈ বিস্কুট দিয়াৰ পৰত জগুৱাৰ মাকো আহি লোহাৰ গে'টত ধৰি থিয় হৈছিল আৰু মীনালৈ চাই হাঁহি মাৰি সুধিছিল— *মীনা কোন দেশৰ মানুহ। মীনাই মানুহজনীৰ কৌতূহল নিবৃত্ত কৰিছিল। সিহঁত হেনো*

মধ্য প্রদেশৰ মানুহ। তাইৰ গিৰীয়েকৰ মৃত্যু হোৱাত ল'ৰা-ছোৱালী দুটাক লৈ দেশৰ আন বহুত মানুহৰ দৰেই তায়ো দিল্লীলৈ আহিছে— অন্ন-সংস্থানৰ আশাত। পিছে কেৱল অন্নৰে নহয়, আৰু এক স্বামীৰো সংস্থান হ'ল— কোলাৰ কেঁচুৱাটো এই দ্বিতীয় মৰদটোৰ পিনৰ পৰাই হোৱা। ইয়াত যে নতুন নতুন 'কুঠি'বোৰ বন্ধা হৈ আছে সেই কুঠি বন্ধা কামতে বৰ্তমান সিহঁত নিযুক্ত হৈ আছে। এৰা, ল'ৰা-ছোৱালীকেইটাকো লগত লৈ যায়, দুপৰীয়া তাতেই কিবাকিবি কিনি আটায়ে খায়। নাই, একো দিগদাৰ নাই, সাধাৰণতে য'ত নতুন নতুন বহুত ঘৰ বন্ধা হৈ থাকে, তাৰ ওচৰতে সৰু-সুৰা খোৱাবস্তুৰ দোকান অস্থায়ীভাৱে হ'লেও কোনোবাই দিবই। সিহঁত দুটাৰ যিখিনি উপাৰ্জন হয়— কোনোমতে চাৰিটা প্ৰাণীৰ চলি যায়। কিন্তু সদায়তো কাম পোৱা নাযাবও পাৰে, গতিকে অলপ নাসাঁচিলেও নচলে! জগুৱাটো আৰু অলপ ডাঙৰ হ'লেই ৰক্ষা, তাকো কামত লগাই দিব পৰা যাব। অ' আগৰ স্বামীৰ কেনেকৈ মৃত্যু হ'ল? বন্দুকৰ খোলা বুটলিবলৈ যাওঁতে ফুটি গৈ থিতাতে হাত-ভৰি-মূৰ ছিঙি মৃত্যু হ'ল।

জগুৱাৰ মাকে অতি সহজভাৱে কোৱা কথাষাৰ শুনি মীনা কিন্তু অলপ পৰ স্তব্ধ হৈ গৈছিল। তাই শিয়ৰি উঠিছিল। মাত্ৰ কিছুদিন আগতে এই বিষয়টোৰ ওপৰত লিখা প্ৰতিবেদন এটা তাই বাতৰিকাকতত পঢ়িবলৈ পাইছিল। মধ্যপ্ৰদেশৰ কোনোবা এটা অঞ্চলত পুলিচৰ বন্দুক চালনাৰ প্ৰশিক্ষণ চলে। মাজে মাজে কিছুমান কাৰ্টিজ নুফুটে। গতিকে মধ্য প্ৰদেশৰ হত-দৰিদ্ৰ আদিবাসী মানুহ কিছুমানে সেইবোৰ বুটলি ফুৰে আৰু মাজে-সময়ে সেইবোৰ ফুটি যোৱাৰ ফলত মৃত্যুৰ মুখামুখি হ'ব লগা হয়।

জগুৱাই তেন্তে মীনাই বাতৰিকাকতত পঢ়িবলৈ পোৱা এনে এক ঘটনাতে তাৰ জন্মদাতা পিতৃক হেৰুৱাই থৈ আহিছিল!

দিল্লীত জগুৱাহঁতকে নিৰীক্ষণ কৰিয়েইতো মীনাই সমস্ত আজৰি সময় ব্যয় কৰিব নোৱাৰে— দৰাচলতে জগুৱাহঁতক দিনটোৰ ভিতৰত মীনাই একেৰাহে পাঁচ-দহ মিনিটতকৈ বেছি সময় নেদেখেও, গতিকে তেওঁৰ বাকী আজৰি সময়ৰ এক সিংহভাগ পাৰ হয় দিল্লী চহৰত ঘূৰি ফুৰোঁতে। প্ৰথমতে অৱশ্যে মীনাই অকলে ফুৰিব নোৱাৰিছিল, ৰাজীৱে সময় উলিয়াই অ'লৈ-ত'লৈ নিনিলে মীনাৰ ক'লৈকো যোৱাৰ উপায় নাছিল। কিন্তু এতিয়া মীনাই বহুতো বাট-পথ চিনা হৈ গ'ল, এতিয়া আৰু অকলে বাছত উঠি ফুৰিবলৈ তেওঁৰ ভয় নোহোৱা হ'ল।

নুফুৰি কি কৰিব মীনাই। ৰাজীৱ যে সেই পুৱাতে ওলাই যায়, আহোঁতে সাতমান বাজে, কেতিয়াবা তাতকৈও দেৰী হয়। বাছত সদায় সুবিধা মতেতো উঠিব নোৱাৰি— তদুপৰি অত দূৰৰ পথ। ৰাজীৱৰ অফিচৰ ওচৰতে ছুপাৰ মাৰ্কেটখনো, গতিকে তাৰ পৰা কেতিয়াবা বজাৰ কৰি আনোতেও পলম হৈ যায়। সকলো মিলি ৰাজীৱ খুব কমেই নৱবিবাহিতা অকলশৰীয়া পত্নীৰ সন্ধিয়াৰ সংগী হ'ব পাৰে।

গতিকে দিল্লীৰ বাছত প্ৰায় লক্ষ্যহীনভাৱেই মীনাই ঘূৰি ফুৰে। বাছবোৰ বৰ জোৰেৰে যায়, বাটপথবোৰ আৰামজনক, গছ-গছনিৰে ভৰা। মহানগৰীখনত একো একোডোখৰ বাট কেৱল পাৰ্কবোৰ বা হাবি-জংঘল দুয়ো দাঁতিত ৰাখিয়ে বহু দূৰ গৈ থাকে বাছখন। সকলোবোৰ মিলি দিল্লীৰ বাছত উঠি মীনাৰ খুব ভাল লাগে। তদুপৰি এতিয়া মাৰ্চ মাহৰ মাজভাগ, দিল্লীত বসন্ত কাল চলি আছে। অতি সুন্দৰ বতৰেই কেৱল ভ্ৰমণ মধুৰ কৰি নোতোলে, নগৰীৰ সকলোতে জাতিষ্কাৰ হৈ ফুলা বতৰৰ ফুলবোৰেও বাছ যাত্ৰীৰ চকু জুৰ পেলায়, অন্তৰত পুলক জগায়, এক ধৰণৰ হৰ্ষোল্লাসেৰে মন ভৰি উঠে। কেৱল পাৰ্কবোৰতেইতো ফুলৰ মেলা বহা নাই, বহুতো পথৰ সংগমস্থল গোলাকৃতি মাটিৰ প্ৰকাণ্ড ঢাপটোক দিল্লীৰ কৰ্তৃপক্ষই ৰঙীন ফুলৰ কাৰ্পেটলৈ পৰ্যবসিত কৰিছে। মীনাই মুগ্ধ নয়নেৰে সেই ফুলৰ মেলাবোৰলৈ চায় আৰু মনতে গুণগুণায় 'সুন্দৰে যে ফুলাৰ মন্ত্ৰ অহোৰাত্ৰি মাতে, সেয়েহে আজি ইমান ফুল প্ৰভাতে প্ৰভাতে'। সঁচায়ে, দিল্লীৰ বসন্তই যেন মীনাক মতলীয়া কৰি তোলে।

দিল্লীৰ বাতৰিকাকতকেইখনত মহানগৰীৰ যি ডায়েৰী ওলায় তাতো সেই ভক্ত লেখকসকল বসন্তৰ বৰ্ণনাত, এই ফুলৰ মেলাৰ বৰ্ণনাত উৎসাহিত। মীনাই ভাবে, এই সাংবাদিকসকলে পপি, পেঞ্জি, কেলেণ্ডুলা, হলিহক্, নাষ্টাৰটিয়াম, ফ্লক্স, কাৰ্নেশ্বন্ কৰ্ণফ্লাৱাৰ আদি ফুলৰ ইমান যে বৰ্ণনা লিখে, সঁচাকৈয়ে জানো এই সকলোবোৰ ফুলক নামেৰে সৈতে চিনে? চিনিবও পাৰে— নহ'লেনো পেঞ্জি ফুলটোক কাৰ্ল মাৰ্ক্সৰ মূৰটোৰ দৰে দেখি বুলি কেনেকৈ বৰ্ণাব পাৰে?

ৰাজীৱ গধূলি ঘৰলৈ ওভতাৰ পিছত মীনাই যেতিয়া এইবোৰ ফুলৰ দৃশ্যৰ বৰ্ণনা দিব ধৰে, ৰাজীৱে

কপট দীৰ্ঘনিশ্বাস পেলাই কৈ উঠে— 'মোৰ বসন্ত কাটে অফিচৰ ফাইলৰ মাজত আৰু তোমাৰ বসন্ত কাটে ৰঙীন ফুলৰ মেলাত। একেটা ঘৰৰ দুটা প্ৰাণীৰে ভাগ্যৰ কি তাৰতম্য!' আৰু তেতিয়া ৰাজীৱৰ সেই কথা শুনি মীনাৰ কিয় জানো মনত এই ভাব খেলায় যে ওচৰতে থকা জগুৱাইঁতৰ বসন্ত কিন্তু তাতকৈও বেয়াকৈ কাটে— ইটা, বালি আৰু চিমেণ্টৰ মাজত।

আজি দুদিন ধৰি জগুৱা মাক-বাপেকৰ লগত সিহঁতৰ কৰ্মস্থানলৈ যোৱা নাই, সি হয় জুগ্‌গিৰ গুহাৰ ভিতৰতে বাগৰি থাকে অথবা থৈলা ঠেলি বাহিৰলৈ ওলাই আহি নলাটোৰ কাষত, আৱৰ্জনাবোৰৰ মাজত উদাস দৃষ্টি মেলি বহি থাকে। মীনাৰ প্ৰশ্নৰ উত্তৰত কৈছে যে তাৰ জ্বৰ, সেয়ে ঘৰতে থাকিব লগা হৈছে। মীনাই তাৰ গাত হাত নিদিয়োে বুজি পাইছে যে জগুৱাৰ সঁচাকৈয়ে গা ভাল নহয়, কাৰণ মীনাই দিয়া বিস্কুটো সি সচৰাচৰ পোৱাৰ লগে লগেই লোভেৰে কামোৰ মৰাৰ দৰে মৰা নাই, হাততে লৈ বহি আছে। পিছে তাৰ অসুখো যে বৰ গুৰুতৰ বিধৰ নহয়, তাকো মীনাই বুজি পাইছে। কাৰণ এনেয়ে একো নকৰি চুপ-চাপ বহি থাকিব নোৱৰাৰ প্ৰবৃত্তিকে জগুৱায়ো দেখুৱাইছে। কাৰণ দৌৰা-দৌৰি কৰি একো ধেমালি কৰিবৰ শক্তি নথকা ল'ৰাটোৱে আৱৰ্জনাবোৰ খুচৰি ফটা কাগজ, কাপোৰ, পটেটো চীপছ্ বা কৰ্ণফ্লেক্‌ছৰ পেলাই দিয়া প্লাষ্টিকৰ ৰঙীন ঠোঙা আদিকে বিচাৰি আনি সেইবোৰেৰে জুগ্‌গিৰ সন্মুখতে আন এক পুতলা জুগ্‌গি সাজি পেলাইছে। বেছি অসুখ হোৱা হ'লে সি একোকে কৰিব নোৱাৰি কেৱল শুয়েই থাকিলহেঁতেন।

জগুৱাৰ অসুখ হোৱাৰ দুদিন পাছত আৰু পুতলা জুগ্‌গি সজাৰ পাছৰ দিনা মীনা বজাৰলৈ গৈছিল। আচৰিত কথা যে তেওঁৰ বজাৰলৈ যাবলৈ একেবাৰে মন যোৱা নাছিল— এনে লাগিছিল যেন অকণমানি বেমাৰী সন্তানটোক ঘৰত অকলে থৈ তেওঁ ফুৰিবলৈহে যাব ওলাইছে। অৱশ্যে তেওঁ যে অলপ বেছি কৰিছে, সেই কথা লগে লগেই চিন্তা কৰি হাতত বজাৰৰ বেগটো লৈ খোজ-কাটলত যথেষ্ট উৎসাহ-উদ্দীপনা দেখুৱাই বাছ ষ্টেণ্ডলৈ আগবাঢ়ি গৈছিল, এনেকি অকলশৰীয়া জগুৱালৈ এবাৰো ঘূৰি চোৱাও নাছিল।

দূৰণিৰ বজাৰ। ঘূৰি আহোঁতে মীনাৰ প্ৰায় তিনি ঘণ্টা সময়েই লাগিল। এইবাৰ কিন্তু ঘৰৰ দুৱাৰ মুখ পোৱাৰ আগতেই তেওঁ জগুৱাইঁতৰ ঘৰৰ পিনে উদ্বিগ্নভাৱে চাই নপঠিয়াই নোৱাৰিলে— এনেকৈ অলপ অপৰাধবোধৰ ভাবেৰেই আৰু তাৰ পাছতে যেন তেওঁৰ ভৰি দুখন জঠৰ হৈ গ'ল। হঠাৎ জগুৱাইঁতৰ ঘৰৰ ছালত, থৈলাৰ দুৱাৰত ক'ৰ পৰা এনেকৈ বসন্তৰ সমাৰোহ হ'ল? ৰঙা-নীলা, সেউজীয়া-হালধীয়া, বেঙুনীয়া সেইবোৰ ফুল আৰু পাত নহয়নে? কোন যাদুকৰৰ পৰশত এইটো সম্ভৱ হ'ল? জঠৰ ভৰি দুখন ঠেলি মীনা আৰু অলপ আগুৱাই গ'ল আৰু তেতিয়াহে তেওঁ জগুৱাইঁতৰ জুগ্‌গিত বসন্তৰ আগমনৰ ৰহস্যটো বুজি পালে।

অকলশৰীয়া বেমাৰী ল'ৰাটোৰ বোধহয় শুই-বহি একেবাৰে আমনি লাগি গৈছিল। মাকে এদিনৰ মজুৰিৰ ধাণ্ডা বাদ দিনো কেনেকৈ পুতেকৰ ওচৰত বহি থাকে, কেনেকৈ তাৰ বেমাৰী কপালত হাত বুলায়, কেনেকৈ চেনেহ বিগলিত মৌসনা মাতেৰে তাৰ লগত কথা পাতি বেমাৰৰ কষ্ট পাহৰাই ৰাখে.... এদিনৰ মজুৰি — হ'ব পাৰে সি পুৰুষতকৈ বহুত কম পইচাৰ মজুৰি বা ব্যক্তিগত মালিকানাৰ প্ৰৱঞ্চনাৰ বাবে প্ৰাপ্যতকৈ কম মজুৰি— তথাপি মজুৰি, টকা, ভৱিষ্যত জীয়াই থকাৰ নিৰাপত্তা। ওহোঁ, সেই এদিনৰ মজুৰি বাদ দি পুতেকক কেৱল মৰম আৰু সংগিত্ব দিবলৈকে মাক ঘৰত বহি থাকিব নোৱাৰে, তাতে পুতেকৰ একো যোৱা-থোৱা বেমাৰো হোৱা নাই।

নিশ্চয় সেইটোৱে কথা, অকলশৰীয়া ল'ৰাটোৰ বোধহয় এনেয়ে থাকি একেবাৰে আমনি লাগি গৈছিল। সেয়ে মীনাই অৱহেলাৰে পেলাই দিয়া আৰু জগুৱাই সযতনে গোটাই থোৱা বিজ্ঞাপনৰ সেই ৰঙা-নীলা— হালধীয়া, বেঙুনীয়া, সেউজীয়া কাগজবোৰকে উলিয়াই আনি সি তাৰ জুগ্‌গিটোৰ অ'ত-ত'ত সেইবোৰ খুচি সুমুৱাই দি দূৰৰ পৰা দেখা মানুহৰ মনত এনে এটা ভ্ৰমাত্মক ছবি জগাই তুলিছে যেন দিল্লী মহানগৰীৰ বসন্তৰ এটা কণিকা ছিটিকি আহি এই নৰকখনকো জাতিস্মৰ কৰি তুলিছে।

মীনা ক্ষন্তেক পৰ সেইপিনে তধা লাগি চাই ৰ'ল।

(ৰচনাকাল : ১৯৮৭)

# সোণটি, আইজনী আৰু এখন শ্ৰাদ্ধত চকুলো

শইকীয়ানীয়ে খিৰিকিৰ পৰ্দাখন অলপ ফাঁক কৰি চালে সেই ফাঁকেৰে দেখা গ'ল ওচৰৰ চৌধুৰীহঁতৰ ভিতৰৰ চোতালখন, দেখা গ'ল প্ৰকাণ্ড ৰৌ মাছটো— অৱশ্যে সেইটো তেতিয়া আৰু অখণ্ড হৈ থকা নাছিল, দুটা মানুহে লগ লাগি ইতিমধ্যে তাৰ গাৰ বাকলিও এৰুৱাইছিল আৰু গাৰ পৰা মূৰটোও কাটি উলিয়াইছিল; এতিয়া মাছটো কাটি টুকুৰা-টুকুৰ কৰিব, ভিতৰৰ পেটুবোৰ উলিয়াই এফলীয়া কৰি থ'ব। টাটকা তেজাল মাছ, পেটুবোৰো তেলেৰে ভৰপূৰ হ'ব নিশ্চয়, সেইবোৰেৰে হয়তো পিঁয়াজ আৰু বেচন মিহলাই বৰ ভাজিব। তাত কেঁচা মটৰ মিহলি কৰিলে আৰু ভাল লাগিলহেঁতেন, পিছে এতিয়া গৰম দিন, কেঁচা মটৰ ক'ত পোৱা যাব! আৰু পালেও বা তেনেকৈ জুতি বঢ়োৱাৰ কথা ঠাকুৰজনে বা গৃহস্থনীয়ে জানেনে নেজানে! তেওঁ নিজে কিন্তু মাছৰ তেলেৰে বৰ উপাদেয় বৰ ভাজিব জানিছিল, শইকীয়াৰ বৰ প্ৰিয় খাদ্য আছিল সেইটো। কথাবোৰ ভবাৰ লগে লগে শইকীয়ানীৰএটা হুমুনিয়াহ ওলাল আৰু পৰ্দাখনৰ ফাঁকটো বন্ধ কৰি তাৰ পৰা আঁতৰি আহিল। পিছত হয়তো আকৌ ফাঁক কৰি চৌধুৰীহঁতৰ চোত. ়খন চাবলৈ মন যাব, তেতিয়া আকৌ আহি তেওঁ পৰ্দাখন ফাঁক কৰিব আৰু তেতিয়া হয়তো দেখিব টুকুৰা মাছেৰে ওচৰত থকা চৰিয়া দুটা ভৰি গৈছে, একেবাৰে প্ৰথমতে দেখা সেই অখণ্ড বাকলি থকা মাছটো চোকা দা, মৈদাৰ দ্বাৰা খণ্ড-বিখণ্ড হৈ গৰম তেলৰ কেৰাহীত পৰিবলৈ ৰৈ আছে।

অখণ্ড মাছটো দেখি শইকীয়ানীৰ তেতিয়া ভাব হৈছিল যে এনে এটা গোটা প্ৰকাণ্ড ৰৌ মাছ তেওঁ কত বছৰ দেখা নাই— বোধহয় সোণটিৰ জন্মৰ পিছত মানুহক বিলাবলৈ অনা মাছটোৰ পিছত এনে এটা মাছ এই দ্বিতীয়বাৰৰ বাবে দেখিলে তেওঁ— কিন্তু লগে লগেই তেওঁৰ মনে উচপ খাই উঠিল আৰু মনত পৰিল যে এই এতিয়া নিজে থকা ঘৰটোৰে ভিতৰৰ চোতালত তিনি বছৰৰ আগতে এনেকৈয়ে এটা ৰৌ মাছ আনি পেলাই থোৱা হৈছিল— সেইটো তেওঁ দেখ নেদেখাকৈ এবাৰ দেখিছিল, তাৰপিছত আকৌ গৈ নিজৰ মাটিৰ খেৰ পাৰি দিয়া শয্যাত বাগৰি পৰিছিল।

তিনি বছৰৰ আগতে সোণটিৰ দেউতাকৰ মৃত্যু হৈছিল আৰু তেওঁৰ শ্ৰাদ্ধলৈ আজিৰ চৌধুৰীৰ শ্ৰাদ্ধৰ ভোজৰ দৰেই এনেকৈ মাছটো অনা হৈছিল। অৱশ্যে সেই মাছটো ইমান ডাঙৰ নাছিল— ইমান ডাঙৰ মাছেৰে মানুহক ভোজ খুওৱাৰ তেওঁৰ সামৰ্থ্যই বা ক'ত? সোণটিয়ে তো এনেকৈ শ্ৰাদ্ধ কৰি দুদিন চাহ-ভাত খুওৱাৰ খুবেই বিৰোধিতা কৰিছিল, সৰুৰে পৰা অলপ বিদ্ৰোহী মনৰ ল'ৰা সোণটি, গতিকে সি দেউতাকৰ শ্ৰাদ্ধৰ সময়ত তাৰ প্ৰতিবাদ জনাই কৈছিল যে যাৰ সামৰ্থ্য আছে তেওঁলোকে মানুহক চাহ-ভাত-মদ— যি মন যায় খুৱাই থাকক না, কিন্তু একামাত্ৰ লৌকিকতা কৰিবৰ বাবেই নিজে ফতুৰ হৈ এনেকৈ খৰচ কৰাৰ কোনো মানে নহয়। সেই সময়ত সোণটিয়ে 'নীলাচল' কাকতত প্ৰকাশ পোৱা নগেন হাজৰিকাৰ 'পিতৃ শ্ৰাদ্ধ আৰু মোৰ চুলি' প্ৰবন্ধ এটাও পঢ়ি উঠিছিল। সেইটোৱে তাৰ বিপ্লৱী মনটোক আৰু ইন্ধন যোগাইছিল, গতিকে সি চুলি খুৰাবলৈও আপত্তি কৰিছিল। কিন্তু সকলোতে তাক পৰাজিত কৰিলে তাৰ মাকে, সেইবাৰ মেট্ৰিক দিব ওলোৱা ল'ৰাটোৰ সকলো বিদ্ৰোহ, সকলো সংকল্প মাকৰ চকুৰ পানীৰ বন্যাই উটুৱাই লৈ গৈছিল। গতিকে গোমোঠা মুখ কৰি সি সকলো কৰি গৈছিল আৰু তাৰ অলপ চুলি গজা মূৰটোৰ পিনে চাই বায়েক আইজনীয়ে হাঁহিত উচ্ছ্বসিত হৈ কৈছিল— "এই সোণটি, তোৰ যদি নগেন হাজৰিকাৰ সমান বয়স হ'লহেঁতেন, তেন্তে বোধহয় মাৰ দিন-ৰাতিৰ চকুৰ পানীয়েও তোৰ মন তিতাব নোৱাৰিলেহেঁতেন, কাৰণ সেই বয়সত চুলি খুৰালে নতুনকৈ যেতিয়া চুলিবোৰ গজে, মূৰটো কদম ফুলৰ দৰেই দেখি। অথচ খুৰুওৱাৰ আগতে মূৰত থাকে ভ্ৰমৰ কৃষ্ণ চুলি! চুলিবোৰ গজি দীঘল হৈ নহালৈকে চুলিত ৰং দিয়া মানুহবোৰৰ যে কি মস্কিল! আমাৰ লগত পঢ়া নমিতাৰ দেউতাকক দেখি তো মই এদিন অভদ্ৰৰ দৰে ফিক্‌কৈ হাঁহিয়ে দিছিলো। কাৰণ তেওঁৰ চুলি সদায় কিচ্‌কিচীয়া ক'লা— কিন্তু নমিতাৰআইতাক ঢুকুৱাৰ পিছত তেওঁ যেতিয়া চুলি খুৰাই টকলা হ'ল আৰু দুই-এদিন পিছতে নতুন চুলি গজিবলৈ ধৰিলে— তেতিয়া তেওঁৰ সেই কদম ফুলৰ দৰে মূৰটো দেখি মোৰ কেলেই হাঁহি নুঠিব ক'চোন? আমাৰে ভাল দে, আমি হ'লে মা-দেউতা কাৰো মৃত্যুতে চুলি খুৰাব নেলাগে। গতিকে আমাৰ চুলিৰ ছদ্মবেশ কেতিয়াও ধৰাপৰাৰ ভয় নেথাকে।"

এতিয়া এইবোৰ কথাৰ স্মৰণে শইকীয়ানীৰ বুকুৰ পৰা আৰু এটি দীৰ্ঘশ্বাস বাহিৰ কৰি আনিলে, এইবাৰ

বেছি গভীৰ। আইজনী যে সোণটিতকৈও সাত ছাৰ, সি যদি বাৰৰে তাই তেৰৰে— কি যে হ'ল— তেওঁৰ ল'ৰা-ছোৱালীহাল! বাপ চাই হেনো বেটা হয় আৰু মাক ভালেই হেনো জীয়েক জাতি। কিন্তু তেওঁৰ দুয়োটা ল'ৰা-ছোৱালীয়েই হ'ল বাপেকৰ দৰে— অনমনীয় প্ৰচলিত সকলো ধৰণৰ সংস্কাৰৰ প্ৰতিয়ে সিহঁতৰ বক্ৰোক্তি, বিদ্ৰোহ। আইজনী যে আৰু একাঠি চৰা, তাইৰ মনত গুৰুজন কাৰো প্ৰতি শ্ৰদ্ধাৰ ভাব নাই, ডাঙৰ ডাঙৰ মানুহৰ কথাও তাই তীব্ৰ শ্লেষেৰে কয়। এইজনী যে তেওঁৰ কি ছোৱালী জন্ম হ'ল— বাপেকৰ মৃত্যু হোৱাৰ পিছত এই ল'ৰা-ছোৱালীহালক লৈ তেওঁ কেনেকৈ চলি আছে কেৱল তেওঁ আৰু অন্তৰ্যামীয়েই জানে। অথচ জীয়াই থকা কালত ল'ৰা-ছোৱালীহালক লৈ বাপেকৰ পিতৃগৰ্বত বুকু ওফন্দি থাকিছিল। তেওঁ নিজেও আছিল স্বাধীনমনা ব্যক্তি, গাঁৱৰ দুখীয়া ঘৰৰ ল'ৰা, পঢ়া-শুনাত চোকা বাবেই ওলাই আহিব পাৰিলে। কিন্তু চৰকাৰী চাকৰি নকৰিলে কোনোদিন, পঢ়ি থাকোঁতেই কম্যুনিষ্ট দলত যোগ দিছিল। তাৰপিছত চৰকাৰে সেই দলটোক বে-আইনী ঘোষণা কৰাৰ পিছত তেওঁ ১৯৪৯ চনত আণ্ডাৰগ্ৰাউণ্ডলৈ গৈছিল। পিছত ধৰা পৰি জেললৈ গ'ল। ওলাই অহাৰ পিছত তেওঁৰ আৰু পঢ়া নহ'ল— অৰ্থাৎ বি. এ. পাছ কৰিব নোৱাৰিলে। অ'ত ইবিধ ত'ত সিবিধ কাম কৰি ডলাৰ বগৰীৰ দৰে ঘূৰি ফুৰাৰ পিছত তেওঁ 'স্বাধীনতা' নামৰ দ্বি-সাপ্তাহিক কাকত এখনৰ স্বাধীন সম্পাদক হৈ নিৰ্ভীক কলম চলাই সমধৰ্মী পাঠকৰ মাজত বৰ প্ৰিয়পাত্ৰ হৈ উঠিছিল। কাগজৰ মালিকেও তেওঁক প্ৰায় পূৰ্ণ স্বাধীনতাই দিছিল— কাৰণ এতিয়াৰ দিনত মনুহে গৰম কথাই ভাল পায়— কিন্তু দিয়া নাছিল আৰ্থিক সুবিধা। দৰমহা কম আছিল সোণটিহঁতৰ দেউতাক সম্পাদক অনন্ত শইকীয়াৰ, নাছিল প্ৰভিডেণ্ট ফাণ্ডৰ ব্যৱস্থা। কিন্তু সেইবোৰ লৈ তেওঁৰ বিশেষ মূৰৰ বিষো নাছিল, ল'ৰা-ছোৱালী দুটাই ঠিকমতে খাবলৈ পাইছে, পঢ়িবলৈ পাইছে— বেছি বিলাসিতা জীৱনৰ দৰকাৰ নাই, অতি আৰ্থিক স্বচ্ছলতাৰ মাজত ডাঙৰ হোৱা ল'ৰা-ছোৱালীবোৰ কি হৈছে দেখাই গৈছে। সিহঁত আত্মকেন্দ্ৰিক, বিলাসী, এলেহুৱা, উচ্ছৃংখল— দেশৰ দৰিদ্ৰ জনগণৰ অভাৱ-অনাটন, দুখ-কষ্টৰ দুশ্চিন্তাই সিহঁতৰ পাতল চিন্তাৰে পূৰ্ণ হৈ থকা মনোৰাজ্যত সামান্য সহানুভূতিৰ সৰু টৌ এটাও নোতোলে। অনন্ত শইকীয়াই তেওঁৰ ল'ৰা-ছোৱালীক তেনে চিন্তাশূন্য, হৃদয়হীন আৰু বিলাসী হোৱাটো নিবিচাৰে। নালাগে তেওঁ বেছি টকা-পইচা— 'প্লেইন লিভিং হাই থিঙ্কিং'-অৰ আদৰ্শই তেওঁৰ বাবে মনোমত আদৰ্শ। অৱশ্যে এতিয়া তেওঁৰ দলৰ লগত মতানৈক্য হ'লেও মনে-প্ৰাণে তেওঁ এতিয়াও কম্যুনিষ্ট; কিন্তু তেওঁ কোনো দলত থাকিব পৰা নাই, কাৰণ পূৰ্বৰ কমৰেডসকলৰ চিন্তা-পদ্ধতি আৰু তেওঁলোকৰ ব্যক্তিগত জীৱন-যাপনৰ মাজত তেওঁ যি বিৰাট পাৰ্থক্য দেখা পাইছে— অৰ্থাৎ এসময়ৰ বিপ্লৱী সহকৰ্মীসকল বিপ্লৱী দলত থাকিও সপৰিয়ালে যি পেটি বুৰ্জোৱা জীৱন ধাৰণত অভ্যস্ত হৈ পৰিছে সি তেওঁৰ মনত গভীৰ ব্যথা দিছে। ক'বলৈ গ'লে বৰ্তমান তেওঁ এজন ফ্ৰাষ্ট্ৰেটেড্ মানুহ, তেওঁৰ নিজৰো গভীৰ দুৰ্বলতা এয়ে যে তেওঁ পলায়নবাদীৰ ভূমিকা লৈ কৰণীয় কৰ্তব্যৰ পৰা আঁতৰি আহিছে। দলত থাকি কাম নকৰি বা আন কমৰেড্সকলৰ দোষ-দুৰ্বলতাক আঙুলিয়াই দেখুৱাই তাৰ প্ৰতিকাৰৰ বাবে সৎসাহসেৰে যুদ্ধ নকৰি তেওঁ আহি কলমডাল হাতত লৈ কাগজখন ঢাল কৰি লৈ নিজক আঁৰ কৰি অন্যায়-দুৰ্নীতিৰ বিৰুদ্ধে যুদ্ধ কৰিছে। কিন্তু ইয়াতকৈ আৰু বেছি পতন হ'ব দিব নোৱাৰি, ল'ৰা-ছোৱালী দুটাক তেওঁ অন্ততঃ বৰ্তমানৰ এই ধনসৰ্বস্ব সমাজ জীৱনৰ সোঁতত উটুৱাই দিব নোৱাৰে।

অনন্ত শইকীয়াৰ এনে ধৰণৰ কথা শইকীয়ানীয়ে বুজিছিলও, বুজাও নাছিল। তেৰোঁ কোনো ধনী ঘৰৰ ছোৱালী নহয়, দৰিদ্ৰ ঘৰৰে আই. এ. লৈকে পঢ়া ছোৱালী তেওঁ। কিন্তু সেই বুলি গিৰিয়েকৰ দৰে ইমান আদৰ্শবাদী হ'ব নোৱাৰে তেওঁ। যি যুগৰ যি কথা। তাৰোপৰি বৰ্তমান চহৰৰ ল'ৰা-ছোৱালীবোৰ যি ধৰণে ডাঙৰ হৈছে তাৰ মাজত থাকি সম্পূৰ্ণ বেলেগ ধৰণে নিজৰ ল'ৰা-ছোৱালীক তুলিব গ'লে সিহঁত বন্ধুবৰ্গৰ মাজত ভুচুং পচু নহ'বনে? ধনী ঘৰৰ ল'ৰা-ছোৱালীৰ লগত বাৰু ফেৰ মৰাৰ প্ৰশ্নই নুঠে, কিন্তু মোটামুটি এটা মানদণ্ড ৰক্ষা কৰি চলিবতো লাগিব? আন নহ'লেও পোছাক-পৰিচ্ছদৰ ক্ষেত্ৰত। আজিকালি প্ৰায় সকলো ল'ৰা-ছোৱালীয়েই ফেশ্বন কৰে, সেই ফেশ্বন চাই এতিয়া কোন ধনী ঘৰৰ, কোন দুখীয়া ঘৰৰ বুজা টান— গতিকে তেওঁলোকৰ ল'ৰা-ছোৱালীকো অলপ ভাল ধৰণে পিন্ধিব উৰিব দিব লাগিব, নহ'লে সিহঁতে অশান্তি কৰিব।

কিন্তু শইকীয়ানীয়ে আচৰিত হৈ মন কৰি গৈছিল ল'ৰা-ছোৱালী দুটাৰ মনত প্ৰভাৱ পৰিছে দেউতাকৰ চিন্তাধাৰাৰহে। সাধাৰণতে মাকৰ দ্বাৰাই ল'ৰা-ছোৱালী বেছিকৈ প্ৰভাৱান্বিত হয়, আৰু লগ সমনীয়াই বেছিকৈ

মনত ছাপ বহুৱায়, কিন্তু সোণটি-আইজনীয়ে সৰুৰে পৰাই অতি নিষ্ঠাৰে দেউতাকৰ সদুপদেশ পালন কৰাৰ চেষ্টা কৰি ডাঙৰ হ'ল।

পিছে আইজনীহঁতে তেনে হৈ উঠাত তেওঁৰ বাবে বহুত সুবিধাৰ কথা হ'ল। শইকীয়াই চাকৰিকতৰ পৰা প্ৰভিডেন্ট ফাণ্ডৰ কোনো সুবিধা নেপালেও জীৱন বীমা এটা হ'লে কৰিছিল— সেইখিনি সুমতি তেওঁৰ কিবাকৈ হৈছিল, গতিকে তেওঁৰ মৃত্যুৰ পিছত কুৰি হেজাৰ টকাৰ সংস্থান শইকীয়ানীৰ হৈছে। হ'লেও গুৱাহাটী চহৰত ঘৰ ভাড়া দি দুটা ল'ৰা-ছোৱালীক খুৱাই-ধুৱাই মানুহ কৰিবলৈ সেইখিনি টকা যথেষ্ট নহয়। ভাগ্যে দেউতাকৰ প্ৰভাৱৰ গুণত সোণটি-আইজনী অবুজ হোৱা নাই, বিলাসী হোৱা নাই— হোৱা হ'লে যে কি হ'লহেঁতেন! শইকীয়ানীৰ বুকু কঁপি যায়, কত কথা কাণত আহি পৰে তেওঁৰ, জগতৰ সকলো খবৰ ৰখা বৰানীয়ে মাজে মাজে আহি তেওঁক যিবোৰ কথা কয়, সেইবোৰ যদি সঁচা হয় ভয়তে পেটত হাত-ভৰি সোমাই যাব লগা কথা দেখোন। বহুতো ভাল ঘৰৰে ছোৱালীয়ে হেনো আজিকালি নিজৰ দেহাৰ বেপাৰ কৰি ধন আৰ্জে আৰু তেনেকৈ নানা বিলাসৰ সামগ্ৰী কিনি, নানা আমোদ-প্ৰমোদত গা উটুৱাই দিয়ে। উস্— আইজনী যে ভাগ্যে তেনেকুৱা নহ'ল। হ'লেনো তেওঁ কি কৰিব পাৰিলেহেঁতেন, তেওঁৰ দৰে অসহায় বিধৱা তিৰোতাজনীয়ে? পিছে বৰানীয়ে তেওঁক কেৱল কম বয়সীয়া ল'ৰা-ছোৱালীৰ কথাকে নকয়, বৰানীয়ে কয় আজিকালি হেনো বয়সিয়াল মানুহৰ মাজতো নানা ধৰণৰ ব্যভিচাৰ চলিব ধৰিছে— এই মাক-বাপেকবোৰক দেখি দেখিও হেনো আজিৰ ল'ৰা-ছোৱালীবোৰ এনে হৈছে। বৰানীয়ে শইকীয়ানীৰ চিনাকি দুই একৰ কথাও কয় আৰু তেতিয়া শইকীয়ানীৰ নিজৰ দেহ-মনেই অশুচি হৈ পৰা যেন লাগে। তেওঁৰ বয়সৰ মানুহে কৰা পাপত যেন তেৰোঁ পাপী— এনেধৰণৰ এক অদ্ভুত অনুভূতিত তেওঁ কঁপি যায়, গাঁৰ পৰা ঘাম ওলাই আহে। তেতিয়া তেওঁ নিজৰ ভাগ্যৰ বিপৰ্যয়কো দোষে, একে এক বেয়া দিনকালৰ সময়তে হেনো তেওঁ অকলশৰীয়া হৈ পৰিব লাগেনে— এই পৰিৱেশত ল'ৰা-ছোৱালীৰ কথা ভাবি তেওঁৰ শান্তি ক'ত?

শইকীয়ানীয়ে খুব ছুয়েটাৰ গোঁঠে। সেয়ে তেওঁৰ একধৰণৰ আয়ৰ পথ। আনক ছুয়েটাৰ গুঁঠি দি তেওঁ যি বেচ পায়, সেই ধন অৱশ্যে সামান্যই, তথাপিও দুখৰ সংসাৰত সিয়ো বহুত। ইফালে আইজনীয়েও এটা টিউচন কৰে। এটা গ'লে আন এটা যোগাৰ কৰি লয়। সেইদৰে তায়ো অভাৱৰ সংসাৰখন চলি যোৱাত বহুত সহায় কৰি আছে। শইকীয়ানীৰ মনত যে কিমান দুখ জমা হৈ থাকে— এই ছোৱালীজনীয়ে ইমান কষ্ট কৰিছে, অথচ তথাপিও সিহঁতক তেওঁ ভালকৈ দুবেলা দুসাঁজ খুৱাব পৰা নাই। মাছ-মাংস-কণীৰ মুখ সিহঁতে কাহানিবাহে দেখে। সেইবোৰৰ যি জুই ছাই দাম— কাৰ সাধ্য তেওঁলোকৰ দৰে সাধাৰণ অৱস্থাৰ মানুহৰ কিনাৰ? এটা কণীৰে দাম হ'ল সত্তৰ পইচা— পাৰিনে কণী খাব? তেওঁ বিধৱা হ'ল, শইকীয়াই তেওঁক চিৰদিনৰ বাবে এৰি থৈ গ'ল— সেই অপূৰণীয় ক্ষতি আৰু বিৰাট দুখটো, যেন এটা নুশুকুৱা ডাঙৰ ঘা, তাৰ পৰা তেজ-পুঁজ ওলায়েই থাকে, সেইবোৰে তেওঁক কষ্ট দিয়েই থাকে; আজি যদি শইকীয়া খুব ধনী মানুহ হ'লহেঁতেন, তেওঁলোকৰ বাবে অগাধ সম্পত্তি এৰি থৈ গ'লহেঁতেন, সেই ঘাডোখৰৰ পৰা এনেকৈ নিশ্চয় তেজ ওলাই নাথাকিলেহেঁতেন। হয়তো সি এডোখৰ এনে ক্ষতস্থান হৈ থাকিলহেঁতেন— যি মাথোঁ মাজে মাজেহে টনটনাই উঠে।

ল'ৰা-ছোৱালী দুটা পিতৃহীন হোৱাত শইকীয়ানীৰ প্ৰধান বেজাৰ এইটোৱে যে সিহঁতৰ থকা আৰু খোৱা-আশ্ৰয় আৰু আহাৰ— এই দুয়োটাতে বৰ কষ্ট হ'ল। আগতে যিটো ঘৰত তেওঁলোকে ভাড়া দি আছিল, এতিয়াও সেই ভাড়া ঘৰতে আছে হয়— কিন্তু তাৰ আধা ত্যাগ কৰি এজনী চাকৰিয়াল ছোৱালীক সেই আধাত থাকিবলৈ দি পূৰ্বৰ আধা ভাড়াত আছে তেওঁলোক। প্ৰায় এটা কোঠালিতে থকাৰ দৰে হৈছে তেওঁলোক— দুটা উঠি অহা ল'ৰা-ছোৱালীৰ বাবে তেনেকৈ থকাটো যে কি অসুবিধাজনক! বহা কোঠালিটো উমৈহতীয়া, তাতে বহিয়ে সোণটি বা আইজনীয়ে পঢ়া-শুনা কৰে। কিন্তু ৰমা বৰুৱাৰ অৰ্থাৎ আধা ভাড়াত থকা চাকৰিয়াল ছোৱালীজনী বা তেওঁলোকৰ নিজৰো কোনোবা মানুহ ফুৰিবলৈ আহিলে সিহঁতে কিতাপ-পত্ৰ সামৰি ভিতৰলৈ গুচি আহিবলগীয়া হয়।

তাৰ পিছত খোৱা-লোৱা। অনন্ত শইকীয়াৰ বিলাসৰ ভিতৰত একমাত্ৰ খোৱা-লোৱাতে অলপ বিলাস আছিল। তেওঁ সদায় নিজে বজাৰ কৰিছিল আৰু শইকীয়ানীয়ে ৰান্ধি-বাঢ়ি খুৱাইছিল। এতিয়া বজাৰ কৰে সোণটিয়ে— বজাৰ কৰা কামটোত তাৰ বৰ এলাহ; সেই এলাহ আৰু লগতে অভাৱ— দুয়োটা কাৰণতে শইকীয়া জীয়াই থকা দিনতকৈ বহুত কম পইচাৰ বস্তু ঘৰলৈ আহে। সোণটি-আইজনীয়ে আপত্তি নকৰে সঁচা,

কিন্তু তেওঁৰ মাতৃ-হৃদয়ত কম বেজাৰ লাগেনে? শইকীয়াৰ মৃত্যুৰ পিছত তেওঁ মাছ-মাংস খাবলৈ বাদ দিছে। প্ৰথম প্ৰথম আইজনীয়ে একো মাত মতা নাছিল, কিন্তু দেউতাকৰ মৃত্যুৰ দুখৰ বুকুত হেঁচা মাৰি থকা গধুৰ ভাবটো অলপ পাতলাৰ পিছত তাই এদিন কৈছিল— "মা, মাছ-মাংস এৰিবলৈ তইতো বামুণৰ বিধৱা নহয় নহয়— তেন্তে কিহৰ বাবে এই সাত্ত্বিক আহাৰত ধৰিছ? আমাৰ মাছ-মাংসৰ ভাগ কমিব— এইবাবেইতো তোৰ এই বিধৱা ব্ৰত, নহয় জানো? কিন্তু জানি ল'বি, তই নেখালে আমিও মাৰোবাৰী হৈ যাম।"

সিদিনা শইকীয়ানীয়ে আপ্ৰাণ চেষ্টাৰে জীয়েকক পতিয়ন নিয়াইছিল, বা তেওঁ ভাবিছিল পতিয়ন নিয়াব পাৰিছিল— যে শইকীয়াৰ অবিহনে তেওঁৰ মাছ-মাংস-কণী একোলৈকে প্ৰবৃত্তি নাইকিয়া হৈ গৈছে। এই বস্তুবোৰ পৰম তৃপ্তি কৰি খোৱা মানুহজনেই যেতিয়া তেওঁৰ হাতৰ ৰন্ধা খাবলৈ জীয়াই নাথাকিল, তেওঁৰ আৰু সেইবোৰে মুখত নোৰুচে, সেইবোৰ মুখৰ ওচৰলৈ অনাৰ স্পৃহা একেবাৰেই হেৰাই গ'ল। তেনেস্থলত জোৰজবৰদস্তি কৰি আইজনীহঁতে তেওঁক কিয় মনত দুখ দিবলৈ ওলাইছে। কথাখিনি কওঁতে শেষলৈ সেই আধা সঁচা চেণ্টিমেণ্ট শইকীয়ানীৰ নিজৰ মনতো সম্পূৰ্ণ সঁচা যেনেই হৈ উঠিছিল আৰু তেওঁৰ দুগালেদি দুধাৰি চকুলো বাগৰি আহিছিল। তেতিয়া এই চকুপানীৰ নিজৰাৰ আগত আইজনীয়ে পৃষ্ঠভংগ দিছিল, কিন্তু লগতে তাই এষাৰ মন্তব্য নিদিয়াকৈও থাকিব পৰা নাছিল— "সতী-সাধ্বী কেৱল তহঁত মাইকী মানুহবোৰেই হৈ মৰিবি, তই মৰিলে দেউতাই এনেকৈ তই ভালপোৱা বস্তু খাবলৈ এৰি দিলেহেঁতেননে?"

বৰ চোকা চোকা কথা ল'ৰা-ছোৱালীহালৰ। তথাপি যেনিবা মাছ-মাংস খোৱাৰ বাবে আইজনীয়ে আৰু পুনৰ তেওঁৰ লগত লগা নাই। পিছে সেই আমিষ খাদ্যনো সিহঁত দুটাই খাবলৈ পায় কিমান দিন যে তেওঁ নোখোৱাৰ ফলত সিহঁতৰ ভাগত বেছিকৈ পৰিব? ৰৌ মাছৰ দৰে ৰাজকীয় মাছ তো চকুৰে নেদেখাৰ দৰেই। কিন্তু তথাপিও তেওঁ কেতিয়াবা ৰৌ মাছ সোণটিক আনিব ক'লেও সি নানে। বাইশ-চৌবিশ টকা কিলোৰ ৰৌ মাছ খোৱাৰ বিলাসিতা কৰাৰ কোনো দৰকাৰ নাই সিহঁতৰ। নিজৰ সামৰ্থ্যৰ ভিতৰত চলি থকাই উচিত।

সেয়ে আজি ৰাতিপুৱাৰে পৰা শইকীয়ানীৰ মনটো নানা ধৰণৰ বিক্ষিপ্ত চিন্তাৰে ভৰি আছে। পুৱাই আনি চোতালত পেলাই থোৱা চৌধুৰাণীৰ শ্ৰাদ্ধৰ ভোজৰ মাছটো দেখাৰে পৰা তেওঁৰ মনলৈ অহা-যোৱা কৰা ভাববোৰ আনদিনাৰ দৰে গতানুগতিক হৈ থকা নাই। বাৰ বাৰ অনন্ত শইকীয়াৰ সোঁৱৰণীয়ে মনটো সেমেকাই পেলাইছে, চৌধুৰাণীৰ কথা ভাবিও একো একোবাৰ বুকুখন মোচৰ দি উঠিছে— এই মানুহজনীক আজি অতবছৰ ধৰি তেওঁ দেখি আহিছে, একেবাৰে ওচৰা-উচৰিকৈ থাকি আহিছে অত বছৰ, বৰ সাদৰী মানুহজনী আছিল বেচেৰী। ইমান বছৰৰ অভিজ্ঞতাৰ হিচাপত সেই মানুহজনীৰ বিৰুদ্ধে শইকীয়ানীৰ মনত কোনো এটা ক্ষোভ জমা হোৱা নাই— বৰং ইবিধ সিবিধ মৰমৰ সোঁৱৰণেহে মনক দোলা দি থাকে। আৰু এই এটা কথায়ো তেওঁৰ মনটো পুৱাৰে পৰা দুখৰ লগতে একধৰণৰ অপৰাধবোধৰ অশান্তিতো ডুবাই ৰাখিছে। চৌধুৰাণীৰ আজি শ্ৰাদ্ধৰ ভোজ— সেই শ্ৰাদ্ধই মানুহজনীৰ মৃত্যুৰ কথাটো মনত পেলাই দুখ জগাই দিয়ে— অথচ ভোজৰ কথাটোৱে তেওঁক আন যিটো অলপ আনন্দৰ ভাবো জগাইছে, সিয়েই তেওঁক সংকুচিত কৰি তুলিছে তাৰ স'তে জড়িত অপৰাধবোধৰ লগত। ভোজৰ বাবে অনা এই বিৰাট ৰৌ মাছটোৱেই হ'ল এই আনন্দ আৰু অপৰাধৰ সংমিশ্ৰিত ভাবটোৰ কাৰণ। সোণটি-আইজনীয়ে কতদিন এনে ডাঙৰ মাছৰ ডাঙৰ চকল এডোখৰ খাই পোৱা নাই, খাই পোৱা নাই মূড়িঘণ্ট, খাই পোৱা নাই এনে উৎকৃষ্ট মাছৰ তেল। আগদিনা শ্ৰাদ্ধত মানুহক বৰ ভালকৈ সোধ-পোছ কৰিছে চৌধুৰীহঁতে— আজি যে ভোজতো সোধ-পোছ কৰিব তাত সন্দেহ নাই। নিশ্চয় দুচকল তিনি চকলকৈ মাছ খুৱাব— ডাঙৰ ডাঙৰ চকল— সোণটি-আইজনীয়ে যে কতদিনে তেনে ডাঙৰ মাছৰ টুকুৰা খাই পোৱা নাই, সুস্বাদু এসাঁজ ভাত খাই পোৱা নাই! গতিকে তেওঁ খিৰিকিৰে মাজে মাজে মাছটো কটাৰ আগবঢ়া কামলৈ চাইছে আৰু মনতে সেই সম্ভাৱনাটোক এক ধৰণৰ তৃপ্তিৰে (অৱশ্যে অকল তৃপ্তি নহয়, অপৰাধবোধ-ধিক্কাৰবোধ মিহলি তৃপ্তিহে) লেহন কৰি আছে।

সন্ধিয়া ভাগি যোৱাৰ কিছুপৰৰ পিছতো মাকক পাক-ঘৰলৈ নোগৈ তলমূৰকৈ উল গুঁঠি থকা দেখি আইজনীয়ে হঠাতে কিবা ভাবি সচকিত হৈ উঠিল আৰু পঢ়াৰ পৰা মূৰ তুলি মাকলৈ চাই ক'লে— "মা, আজি ভাত ৰান্ধিবলৈ নেযাব নেকি?"

শইকীয়ানী অলপ সংকুচিত হৈ উঠিল, তাৰ পিছত উলৰ পৰা মূৰ নোতোলাকৈ অলপ অপৰাধীৰ দৰে

উত্তৰ দিলে— "দিনৰে ভাত কেইটামান আছে অ', অলপ দাইলো আছে।"

"তাৰে আমাৰ তিনিওৰে হৈ যাব নেকি?"

এইবাৰ শইকীয়ানীৰ সচকিত হোৱাৰ পাল। তেওঁ ক্ষিপ্ৰভাৱে কামৰ পৰা মূৰ তুলি আইজনীৰ পিনে বিস্ময়েৰে চাই সুধিলে— "তিনিওৰে মানে? তইঁত দুটা জনো ভোজলৈ নেযাবি?"

"অ', তুমি সেই কথা ভাবিয়ে অতপৰে ভাত ৰান্ধিবলৈ যোৱা নাই? কিন্তু মা, আমি দুয়োজনে ভোজ খাবলৈ নাযাওঁ। তোমাক কোৱা নাই নেকি?"

"নেযাব? কিয়? ৰাতিপুৱাই আহি ধনকণে মাতি থৈ গৈছেহি— এনেকি মোকো বিশেষভাৱে মাতি গৈছেহি নিৰামিষ খোৱাসকলৰ বেলেগ ব্যৱস্থা আছে বুলি— এতিয়া আকৌ তইঁত কি বুলি ভোজলৈ নোযোৱা হলি? ধৰিছে কিহে তইঁত দুটাক?" কৈ থকাৰ লগে লগে শইকীয়ানীৰ মাতটো তীব্ৰতৰ হৈ ওলাল।

কিন্তু মাকৰ কথাই আইজনীক অলপো বিচলিত কৰিব নোৱাৰিলে, বৰং তায়ো মাকৰ সমানে তীব্ৰ স্বৰেৰে ক'লে, "কিয় নেযাওঁ জান, মা? উপযুক্ত কাপোৰ নাই বুলি নেযাওঁ। কালি গৈছিলো এই ভাবিয়ে যে এইখন শ্ৰাদ্ধহে, বিয়া তো নহয়। গতিকে সাধাৰণ কাপোৰ-কানি পিন্ধিয়ে সকলো যাব, তাৰ মাজত মই নিজৰ সাধাৰণ কাপোৰৰ বাবে সচেতন হৈ থাকিব নালাগিব। কিন্তু এই প্ৰথম আনৰ শ্ৰাদ্ধলৈ যোৱা মই ছোৱালীজনী তো অবাক! ইমান সাজি-কাচি আহিছে মানুহবোৰ! আনৰ কথা তো বাদেই, চৌধুৰাণী আইতাৰ বোৱাৰীয়েকহঁতৰে বা সাজোন-কাচোন কি চাবি— শ্ৰাদ্ধৰ নহয় যেনিবা উৎসৱৰহে সাজ-সজ্জা। জান মা, কালি সেইবিলাসিতাৰ দৃশ্যবোৰ চাই চাই তই মতা ফকৰা এফাকিকে মোৰ মনলৈ আহি গ'ল— 'বুঢ়ী মৰিল ভালেই হ'ল, কানি-কঁথাবোৰ মোৰেই হ'ল।' সঁচায়ে কালি যেন কোনো বেজাৰৰ দিন নহৈ আনন্দৰ দিনহে আছিল। কাৰো বাৰু অন্তৰ বোলা বস্তুটো নোহোৱা হৈ গৈছে, কাৰো বাৰু বেজাৰ নেলাগে, কিন্তু দেখাত বেয়া দেখি বোলা কথাটোকে অন্ততঃ মানি চলাচোন। চাহাবৰ দৰে ক'লা পোছাক পিন্ধিব নালাগে, কিন্তু অলপ গহীন ধৰণৰ সাজপাৰ কৰাচোন, ইমান চিনেমাৰ ষ্টাইলৰ পোছাক নো কিয় পিন্ধিব লাগে? এই মহিলাসকলৰে বহুতেই হয়তো 'সত্যম্ শিৱম্ সুন্দৰম'ৰ বিৰুদ্ধে প্লেকাৰ্ড দাঙি চিনেমা হলৰ আগত থিয় দিছিলগৈ। তয়েই বাৰু ক'চোন মা, শ্ৰাদ্ধত যদি এই বয়সিয়াল তিৰোতাবোৰে এনেকুৱা পোছাক পিন্ধিব পাৰে, তেন্তে চিনেমাত জিনাৎ আমনে তেনে আধা নগ্নঠা পোছাক কিয় নিপিন্ধিব? নাই মা, মই পোছাকৰ প্ৰতিযোগিতা কৰি শ্ৰাদ্ধৰ ভোজ খাবলৈ নেযাওঁ দেই। ভাল ভাল পোছাক পিন্ধি সেইসকলেই ভাল ভাল খানা খাই থাককগৈ, তই আমাৰ বাবে শুদাই-নিকাই যি পাৰ ৰান্ধগৈ। এদিন ভাল বস্তু খাই একো স্বৰ্গলৈ নেযাওঁ মা!"

জীয়েকৰ দীঘলীয়া বক্তৃতাত শইকীয়ানী এখন্তেক স্তব্ধ হৈ ৰ'ল, তথাপিও দুৰ্বল চেষ্টা চলোৱাৰ প্ৰয়াসেৰে তেওঁ অইন এটা যুক্তিৰে জীয়েকক বুজাবৰ চেষ্টা কৰিলে— "কিন্তু তইঁত কোনো নগ'লে চৌধুৰীহঁতে বৰ বেয়া নেপাবনে? কালি কিবা সুধিলে মই কি বুলি উত্তৰ দিম?"

কিন্তু আইজনীয়ে মুখন বিকটাই লগে লগেই উত্তৰ দিলে— "কোনো সুধিবলৈ নাহে যা। দুখীয়া মানুহৰ খা-খবৰ ল'বলৈ কাৰো গৰজ পৰা নাই। তথাপিও যদি সোধে কৈ দিবি— আগদিনা শ্ৰাদ্ধ খাই আমাৰ পেটৰ অসুখ হৈ গ'ল। কোনোদিন ভাল বস্তু খোৱাৰ অভ্যাস নাই তো— গতিকে শ্ৰাদ্ধৰ সেই ভাল বস্তুবোৰে আমাৰ পেটৰ ঠেক পৰিধি দেখি বিদ্ৰোহ কৰি উঠিছিল!" আইজনীয়ে নিজৰ ৰসাল কথাত অকলেই হাঁহি উঠিল, তাত যোগ দিবলৈ সোণটি তেতিয়াও ফুৰি আহি ঘৰ সোমোৱা নাছিল। কিন্তু সেই কথাই মাকৰ মুখখন দুগুণে করুণ কৰি তুলিলে, তেওঁ আৰু জীয়েকৰ সিদ্ধান্তৰ বিৰুদ্ধে কোনো নিষ্ফল মাত নেমাতি হাতৰ উল সামৰি থৈ লাহেকৈ পাক-ঘৰলৈ উঠি গ'ল।

ল'ৰা-ছোৱালী দুটা ভোজলৈ যাব বুলি শইকীয়ানীয়ে আবেলি সোণটিক বজাৰ কৰাৰ কথা কোৱা নাছিল। এতিয়া পাক-ঘৰ সোমাই শাক-পাচলিৰ ডলাখন টানি তেওঁ দেখিলে যে তাত এটা আলু আৰু দুটা পিঁয়াজৰ বাহিৰে আন একো নাই। আলুটো অৱশ্যে ডাঙৰ, মিহি মিহিকৈ পিঁয়াজৰ লগত কুটি ভাজি দিলে ল'ৰা-ছোৱালী দুটাৰ দাইলখনৰ লগত এসাঁজ তৃপ্তিৰ আহাৰেই হৈ যাব, প্ৰায় এনে ধৰণৰ খোৱাই খাই আহিছে সিহঁতে। কিন্তু ওচৰৰ শ্ৰাদ্ধৰ মুড়িঘণ্টৰ তীব্ৰ সুগন্ধখিনি বাধ্য হৈ নাকেৰে ঘ্ৰাণ লৈ তলমূৰকৈ আলু কাটি থকা মানুহজনীৰ চকুহাল আজি পানীৰে উপচি পৰিল।

(প্ৰাসংগিক)

# বৰষুণ (২)

বৰষুণ আৰম্ভ হ'ল চাৰে আঠটাত— প্ৰায় হুৰমূৰকৈয়ে আহি পৰিল বৰষুণজাক। পুৱাৰে পৰা বতৰটো গোমা কৰি আছিল, কিন্তু বন্দনাই তথাপিও ভবা নাছিল যে ইমান সোনকালে এনে জোৰেৰে বৰষুণ আহিব; আকাশত ক'লা মেঘ জমা হ'লেও বৰষুণ অনা বতৰৰ লক্ষণ বেলেগ আৰু সেই লক্ষণ চায়ে বন্দনাই ভাবিছিল যে এতিয়াই হঠাতে বৰষুণ নাহে বা আহিলেও এনেকৈ কলহৰ কাণেদি পানী ঢলাদি পানী নেঢালিব, অলপ কিন্‌কিনাইহে থাকিব। কিন্তু তাইৰ সকলো হিচাপে ভুল কৰি দি হঠাতে অতি জোৰেৰে বৰষুণ পৰিবলৈ ধৰিলে।

সেই চাৰে আঠটাত ঘৰখনৰ একমাত্ৰ বন্দনাৰ বাহিৰে কোনোৱে গা নোধোৱে। গিৰিয়েক অনিলে অফিচলৈ যোৱাৰ আগতে চাৰে নমান বজাত অতি লৰালৰিকৈ গাটো তিয়াই লয়। ভন্ আৰু লুকুৱে পাৰিলে তো অকল জাৰ বা বৰষুণৰ দিনতে নহয়, জুন জুলাই মাহৰ অতি গৰমতো গা নোধোৱাকৈ থাকিব খোজে। কিন্তু এই বিষয়ত বন্দনা কঢ়া মাক— কোনো বতৰতে তাই ল'ৰা-ছোৱালী দুটাক গা নোধোৱাকৈ থাকিব নিদিয়ে। বন্ধৰ দিন হ'লে অলপ দেৰিকৈ আৰু স্কুল থকা দিনত ন বজাত ভন আৰু লুকু গা ধুবলৈ যাবই লাগিব।

গতিকে এতিয়া চাৰে আঠটাত বাহিৰত অকল বন্দনাৰ কাপোৰ মেলি দিয়া আছিল। হঠাৎ হুৰ্‌মূৰ্‌কৈ অহা বৰষুণজাকৰ শব্দ শুনি তাই তৎক্ষণাতে কেৰাচিন ষ্টোভৰ জুই কমাই আলু ভাজি থকা কেৰাহীটো ষ্টোভৰ ওপৰতে ৰাখি বাহিৰলৈ দৌৰ মাৰি গৈ খৰ্‌ধৰ্‌কৈ কাপোৰকেইখন চপালে। কিন্তু বৰষুণ ইমান জোৰেৰে আহিছিল যে অতি খৰ্‌ধৰ্‌কৈ চপোৱা সত্ত্বেও তাইৰ আধা শুকুৱা কাপোৰ কিছু তিতিল আৰু তাই নিজেও কিছু তিতিল।

কাপোৰকেইখন বাৰাণ্ডাৰ মুঢ়া এটাত থৈ বন্দনাই এইবাৰ ঘৰৰ ভিতৰলৈ দৌৰিলে। অকল তো বৰষুণেই নহয়, লগতে বতাহো আহিছে গতিকে খোলা খিৰিকিয়েদি বৰষুণৰ বা-ছাতি আহি যে বিছনা, চকী, মেজ আদি তিয়াই পেলাব এইটো ঠিক। অনিলে অলপ আগতে অহা খবৰৰ কাগজখনত ইমান নিমগ্ন হৈ থাকিব যে বৰষুণ আহি ঘৰ কিয়, তেওঁৰ নিজৰ শৰীৰটো তিয়ালেও বোধহয় তেওঁৰ খবৰ নেথাকিব। ভন্, লুকুৰ তো এইবোৰ একোলৈকে খবৰ নেথাকে। সিহঁতে সাংসাৰিক সকলো কথাতে মাকৰ ওপৰত ওলমি আছে।

ঠিকেই, বন্দনাই ঘৰৰ ভিতৰ সোমাই দেখিলে বতাহত খিৰিকিৰ পৰ্দাবোৰ উৰি আছে আৰু তাৰ লগে লগে বৰষুণৰ ছিটিকনি আহি বিছনাত পৰিছে, মেজত পৰিছে, কিন্তু সেই একেটা ঘৰতে পঢ়ি থকা ভন্ আৰু লুকুৰ ভ্ৰূক্ষেপেই নাই। বন্দনাই দুয়োকো অলপ খং কৰি খিৰিকিকেইখন জপোৱাৰ লগে লগেহে যেন দুয়োৰো ভাব হ'ল যে বৰষুণ পৰিছে।

'মা, ইমান ডাঙৰকৈ বৰষুণ পৰিছে, আমিনো কেনেকৈ স্কুললৈ যাম?' ভন্ আৰু লুকুৱে একেলগে চিঞৰি উঠিল।

বন্দনাই আনটো কোঠালিলৈ গৈ গৈ উত্তৰ দিলে— "তহঁত স্কুললৈ যোৱাৰ পৰলৈ বৰষুণ এৰিব দে। ইমান জোৰে অহা বৰষুণ বেছি পৰ নেথাকে।"

সিটো কোঠালিত অনিলে বেতৰ চকী এখনত আৰাম কৰি বহি ট্ৰিবিউনখন পঢ়ি আছিল, খিৰিকিৰ উৰি থকা পৰ্দাই কোঠালিত সোমোৱাৰ লগে লগে বন্দনাক উমান দিলে যে জীয়েক-পুতেকহালৰ দৰে বাপেকৰ পৃথিৱীতো তেতিয়ালৈকে বৰষুণৰ অস্তিত্ব নাই।

বন্দনাই গেঙেৰি মাৰি উঠিল— "খবৰৰ কাগজখনত নো কি ইমান ৰস পায় যে ধুমুহা, বজ্ৰপাত হৈ জগত সংসাৰ উটুৱাই নিলেও খবৰ নেথাকে?"

"হো" —অনিল প্ৰথমতে উচপ্ খাই উঠাৰ দৰে হ'ল, তাৰ পিছত বন্দনাক দেখি ক'লে— "কিবা কৈছিলা?"

বন্দনাই এইবাৰ আৰু গৰম হৈ উত্তৰ দিলে— "নাই, একো কোৱা নাই,কেৱল এইটোকে বুজিলো যে হাতত খবৰৰ কাগজখন থাকিলে ধুমুহা, বজ্ৰপাত, ভূমিকম্প একোৱে আপোনাক টলাব নোৱাৰে— তেনেস্থলত খিৰিকিৰে সামান্য বৰষুণৰ পানী আহি বিছনা এখন অলপ-অচৰপ তিতিলে আপোনাৰ গাৰ নোম এডালো লৰিবনে?"

"অ',বৰষুণ আহিছে নেকি? মই সঁচাকৈয়ে ক'বই নোৱাৰোঁ— আজি পলিটিকেল কমেণ্টাৰিটো ইমান এবৰ্ছৰ্বিং হৈছে যে মই তাতেই ডুবি আছিলো। ছেঃ— ইমান ডাঙৰ বৰষুণ আহিছে, বিছনাখন তেনেই তিতিল বোধহয়!"

'তিতিল তিতিল, ৰাতি সেই খবৰৰ কাগজৰ লেখাবোৰ পঢ়ি পঢ়ি বিছনাত শুব, তিতা নে শুকান গমেই নেপাব।'

"আঃ— ইমান নো খং কৰিছা কেলেই? মই আৰু ইচ্ছা কৰি খিৰিকি বন্ধ কৰা নাইনে? কিন্তু তুমিনো বন্ধ কৰিবলৈ আহিবলগীয়া হ'ল কেলেই, যোগক পঠাব নোৱাৰিলা?"

"যোগ বজাৰলৈ গ'ল, গতিকে মই একেজনী মানুহে ভাতো ৰান্ধিবলগীয়াত পৰিছোঁ আৰু বৰষুণ অহাত দৌৰি আহি খিৰিকিও বন্ধ কৰিবলগীয়াত পৰিছোঁ। ঘৰৰ সকলো কথাতে বাপেক, জীয়েক, পুতেক একে ধৰণে ৰ উদাসীন!"

"এই বতৰতনো যোগক বজাৰলৈ পঠাবলৈ তোমাক কিহে পালে?"

"কিহে পাব আৰু মাছ-মাংস কিবা এবিধ নহ'লে আপোনাৰ আৰু ল'ৰা-ছোৱালী দুটাৰ পেটলৈ দেখোন ভাতেই যাব নোখোজে। গতিকে তাক মাছ বিচাৰি পঠিয়ালো। আৰু তাক যেতিয়া পঠিয়াওঁ তেতিয়া বৰষুণৰ উমঘামেই নাছিল।"

"কিন্তু বন্দনা, বৰষুণৰ উমঘাম নেথাকিলেও মই হ'লেতাক নপঠালোহেঁতেন, কাৰণ কালি সন্ধিয়াৰ আঞ্চলিক বাতৰিত কৈছিল বোলে আজি ৰাতিপুৱা বিজুলী ঢেৰেকনিৰে সৈতে বৰষুণ আহিব!"

বন্দনাই এইবাৰ ফিক্‌কৈ হাঁহি দিলে— "এই প্ৰথম বাৰৰ বাবে বোধহয় পৃথিবীৰ বুৰঞ্জীত বতৰৰ আগজাননী সঁচা বুলি প্ৰমাণিত হ'ল।"

অনিলেও হাঁহিলে। বন্দনা পাক-ঘৰলৈ যাব ওলাল, কিন্তু অনিলে তৎক্ষণাৎ হাত এখন থাপ মাৰি ধৰি ক'লে— "ৰ'বা ৰ'বা, ক'লৈ যোৱা বন্দনা। এনে মুষলধাৰে অহা বৰষুণ দেখাৰ সুযোগ বেছি নঘটে— আগফালৰ বাৰাণ্ডাত বহি দুয়ো চাওঁ ব'লা—। নাৰিকল গছকেইডাল বোধহয় খুব জোৰে দুলিব ধৰিছে, সন্মুখৰ পাহাৰখন বোধহয় বৰষুণে অস্পষ্ট কৰি পেলাইছে, কাউৰীজনীয়ে বোধহয় জুপুকা মাৰি গছৰ ডালত বহিছে. "

বন্দনা এখন্তেক থমকি ৰ'ল, এক ধৰণৰ এটা লোভে তাইক মুহূৰ্তৰ বাবে সাংসাৰিক কৰ্তব্যভ্ৰষ্ট কৰি তুলিব খুজিলে যেন, কিন্তু তাৰ লগে লগেই তাইৰ সন্মুখত সংসাৰখন আহি প্ৰাচীৰৰ দৰে থিয় হ'লহি— যোগ বজাৰত, আলু ভজাৰ চৰু জুই কমাই থোৱা ষ্টোভৰ ওপৰত, ভন্, লুকুৰ স্কুল, অনিলৰ অফিচ— আৰু ঘড়ীৰ কাঁটাই ন বজাৰ ঘৰ চোওঁ চোওঁ কৰিছে।

'বাঃ বৰষুণৰ ৰূপ চাই থাকিলেই মোৰ সংসাৰ চলিবনে? যোগ নাই, ৰন্ধা-বঢ়া আধা হৈছে, ভন্, লুকুৰ স্কুল আছে, আপোনাৰ অফিচ আছে— মই সকলো এৰি এই সময়ত বাহিৰত বহিব পাৰোঁনে? চাওঁ হাতখন এৰি দিয়ক—'

পাক-ঘৰত সোমাই ষ্টোভৰ জুইকুৰা তুলি দি আলুখিনি হেতাৰে লৰাই বন্দনাৰ মনটো কিন্তু অন্যমনস্ক হৈ পৰিল। অলপ পিছতে ভাত-পানী খাই অনিল অফিচলৈ গুচি যাব, বৰষুণ নকমিলেও ছাতি লৈ ৰিক্সা বিচাৰি হ'লেও যাব আৰু ছাতিৰ তলত ৰিক্সাত আধা তিতা হৈ অসময়ত জোৰেৰে অহা অলপো কমাৰ লক্ষণ নেদেখুওৱা বৰষুণজাকৰ ওপৰত বিৰক্ত হৈ উঠিব। কিন্তু এদিন এনে সময়ো জীৱনলৈ আহিছিল যেতিয়া অফিচলৈ যোৱা সময়ত এনে নেৰা-নেপেৰা মুষলধাৰে অহা বৰষুণক অনিলে আশীৰ্বাদ বুলি ভাবিছিল, বন্দনাই আশীৰ্বাদ বুলি ভাবিছিল। সেই সময় সিহঁতৰ বিয়াৰ পিছৰ সময়। তেতিয়া ইমান ডবাপিটা বৰষুণত অনিলে পৰাপক্ষত অফিচলৈ নগৈছিল, এনে বৰষুণৰ দিনে তাৰ কতকেইটা কেজুৱেল লীভ্ যে খৰচ কৰাই নেপেলালে! বন্দনা এনে এখন ঘৰৰ পৰা আহিছিল য'ত মানুহে গম্‌গমাই থাকে, নিজৰ সাতোটা ভাই-ভনীৰ লগতে তাইৰ বিধবা পেহীয়েক আৰু ছোৱালীজনীও সিহঁতৰ লত থাকি ঘৰখন আৰু পূৰ্ণ কৰি ৰাখিছিল। কিন্তু অনিলৰ লগত বিয়া হোৱাৰ পিছত তাই অকল অনিলক লৈয়ে সংসাৰ ৰচনা কৰিব লগা হ'ল, অনিলৰ মাক, দেউতাক, ভাই, ভনী সকলোবোৰ নিজৰ ঘাই ঘৰত থাকে আৰু চৰকাৰী চাকৰিয়াল অনিলে সকলোকে এৰি এনেকৈয়ে অকলে কটাই আহিছে। বন্দনাৰ অনিল নথকা সময়খিনিত যে কি ভীষণ অকলশৰীয়া লাগে, কি যেন এক অসীম শূন্যতাত তাই ডুব গৈ থাকে, ক্ৰমে আৰু বেছি ডুবি গৈ থাকে, কিন্তু কেতিয়াও তলি ঢুকি নেপায়। অকল কিতাপ পঢ়ি, চিলাই কৰিলেই আৰু কিমান সময় কটাব পাৰি, মনটো ছটফটাই উঠে। সেই অৱস্থাত যিদিনা অনিল ঘৰত থাকে তাইৰ দিনটোৱে সম্পূৰ্ণ বেলেগ হৈ পৰে, পূৰ্ণ হৈ পৰে, আনন্দময় হৈ পৰে— অকল বিয়াৰ পিছৰ প্ৰেমৰ নতুন সোৱাদৰ আনন্দই নহয়, তাইৰ শূন্যতা গুচোৱাৰ পূৰ্ণতাৰ আনন্দও তাত মিহলি হৈ থাকে। গতিকে তেনেবোৰ দিনত বৰষুণ জোৰকৈ আৰু নেৰাকৈ আহিলে বন্দনাৰ কিমান যে ভাল লাগিছিল। সেই দিনবোৰত বৰষুণ আছিল তাইৰ বাবে আশীৰ্বাদ।

কিন্তু তেনে সময় জীৱনত কিমান দিননো থাকিল। বিয়াৰ পিছত বছৰ পাৰ হওঁতে নহওঁতেই ভন্ কোলালৈ

আহিল আৰু বন্দনাৰ নিঃসঙ্গ দুপৰীয়াৰ সুদীৰ্ঘ সময়ৰ শূন্যতা অকণমানি ভনে পূৰ্ণ কৰি তুলিলে। তেতিয়া আৰু বৰষুণৰ দিনত অনিলে অফিচ ক্ষতি নকৰা হ'ল, তেতিয়া বৰষুণ আহিলে বন্দনাই আশীৰ্বাদ বুলি নেভাবি অভিশাপ বুলি ভবা হ'ল, কাৰণ বৰষুণ দিলেই কেঁচুৱাৰ কাপোৰ-কানিবোৰ শুকুৱা এক ডাঙৰ বিড়ম্বনাৰ কথা হৈ পৰে।

"বাইদেউ, এয়া মাছ ধৰক, মই একেবাৰে তিতি-বুৰি আহিলো, কাপোৰ নসলোৱাকৈ পাক-ঘৰত সোমাব নোৱাৰোঁ।"

বন্দনা ইমান তন্ময় হৈ আছিল যে তাই উচপ্ খাই উঠিল।

"ইস্ যোগ, তই দেখোন একেবাৰে তিতি-বুৰি জুৰুলি-জুপুৰি হৈ আহিলি? ইমান বৰষুণ দি থকাত তইনো গুচি আহিলি কিয়, ক'ৰবাৰ দোকান-চোকানত সোমাই নেথাকিলি কিয়?"

"মই গৈয়ে মাছ কিনিলো বাইদেউ, তাৰ পিছত বৰষুণ আহিল। তেতিয়া বজাৰৰ টিনৰ চালৰ তলতে থিয় দি আছিলো, কিন্তু ভালেমান পৰ ৰৈ থকাৰ পিছতো যেতিয়া দেখিলো যে বৰষুণ এবাৰ কোনো লক্ষণেই নাই, তেতিয়া আৰু তিতা-চিতালৈ কেয়াৰ নকৰি গুচি আহিলো, নহ'লে যে ছাৰ, ভন্হঁতে মাছ খাবলৈ নেপাব।... চাওঁ মাছকেইটা ধৰক বাইদেউ, মই লৰালৰিকৈ কাপোৰ সলাই আহি কাটি-বাচিছ দিওঁ— তেহে ছাৰহঁতক অন্ততঃ অলপ ভাজিয়ে দিব পাৰিব।"

যোগ ল'ৰাটো বেছ ভাল, দায়িত্বশীল আৰু গৃহস্থৰ প্ৰতি মৰম সহানুভূতি থকা বিধৰ; বন্দনাই ভাবে যে তাইৰ দৰে ভৃত্য-ভাগ্য গুৱাহাটীৰ খুব কম মহিলাৰহে আছে।

তাৰ পিছত বৰষুণ দিয়েই থাকিল, সেই একোকলহৰ কাণেদি পানী ঢলাদি আকাশে পানী ঢালিয়ে থাকিল; অনিলে গা-পা ধুই আহি ভাত বিচাৰিলেহি আৰু বিৰক্ত মুখেৰে আকাশলৈ চাই ভোৰভোৰালে— "ক'ৰ পৰানো ইমান মেঘ জমা হৈ আছিল যে এই এঘণ্টা, ডেৰ ঘণ্টা পানী ঢালিও সেইবোৰ খৰচ নহ'ল?"

বন্দনায়ো গিৰিয়েকৰ কথাত শলাগিলে, তাৰ পিছত ক'লে— "ভন্, লুকুকো স্কুললৈ যাবলৈ খৰ্ধৰ্কৈ গা ধুই আহিবলৈ ক'লো, কিন্তু ইমান বৰষুণত নো পঠাওঁ কেনেকৈ? ছাতি লৈ গ'লেও তিতিবচোন।"

"আজি আৰু সিহঁতক স্কুললৈ পঠোৱাৰ প্ৰশ্নই নুঠে। ঘৰতে যাতে দুয়ো অলপ পঢ়ে তুমি চকু দিবা।"

"এহ্ — বৰষুণটোৰ কাৰণেই ল'ৰা-ছোৱালী দুটাই স্কুল ক্ষতি কৰিবলগীয়া হ'ল। কি যে আপদীয়া বৰষুণে পালে।"

মুখেৰে বিৰক্তি প্ৰকাশ কৰিলেও বন্দনাই হঠাতে মনৰ ভিতৰত এক ধৰণৰ আনন্দ বিৰিঙি উঠা যেন অনুভৱ কৰিলে। ভন্-লুকু ঘৰতে থাকিব— গ্ৰীষ্মকালৰ এটা সুদীৰ্ঘ নিঃসঙ্গ দিন সিহঁতৰ কোলাহলেৰে পূৰ্ণ হৈ থাকিব। ঠিক বিয়াৰ পিছতে আহি পৰা নিঃসঙ্গতাই যে বিয়াৰ চৈধ্য বছৰৰ পিছত আকৌ তাইক গ্ৰাস কৰি পেলালেহি। ভন্-লুকুৰ জন্মই, সিহঁতৰ কেঁচুৱাকাল আৰু অতি শিশুকালে সাময়িকভাৱে তাইৰ নিঃসঙ্গতা পূৰাইছিল হয়— কিন্তু এতিয়া সিহঁত ডাঙৰ হৈ দেউতাকে তাইক দিনটোৰ বাবে অকলশৰীয়া কৰি এৰি থৈ যোৱাৰ দৰে হৈছে। ফলত তাইৰ দুপৰীয়াবোৰ আকৌ হৈ পৰিছে নিৰ্জন, গধুৰ, বিষণ্ণ। সময় ভৰাবলৈ সিহঁতৰ আৰু কোনো সন্তানো জন্ম হোৱা নাই— হোৱা নাই মানে সিহঁতে দিয়া নাই, আৰু এটা ল'ৰা, এজনী ছোৱালী জন্ম হোৱাৰ পিছত সিহঁতে আৰু সন্তান কামনা কৰা উচিত নহয় বুলি জানে, গতিকে বন্দনাই আৰু কোনোদিন কোলাত কেঁচুৱা পোৱাৰ আশা নকৰে। কিন্তু ফলত তাইৰ যে দিনবোৰ নিঃসঙ্গ বিষণ্ণ হৈ যাব ধৰিছে। যোগ ভাল ল'ৰা, কামিলা ল'ৰা, গতিকে ঘৰুৱা কামৰ জঞ্জালো তাইৰ বেছি নাই। গতিকে জীৱনটো হৈ পৰিছে সেই বিয়াৰ পিছৰ দিনবোৰৰে পুনৰাবৃত্তি— চিলাই কৰা আৰু কিতাপ পঢ়া। কিন্তু সেই দুটাৰ এটাতো তাইৰ সিমান নিচা নাই। গতিকে দিনটো ছটফটোৱা, আমনি লগা সময়ৰ হামি কঢ়া, ঘৰটোৰ ইফালে-সিফালে ঘূৰি খুচুৰা কাম-বন কৰি সময় কটোৱাৰ চেষ্টা কৰা— মানুহৰ জীৱনত সময় যে কিমান গধুৰ হ'ব পাৰে, সময়ৰ বোজা যে কিমান অসহনীয় হ'ব পাৰে!

আকাশলৈ চাই গিৰিয়েকৰ দৰেই বন্দনাই ভোৰ্ভোৰালে, বিৰক্তি প্ৰকাশ কৰিলে, ল'ৰা-ছোৱালী দুটাই অনৰ্থক স্কুল ক্ষতি কৰিবলগা হ'ল বুলি সঁচা উদ্বেগ প্ৰকাশ কৰিলে, কিন্তু মনৰ এটা কোণে আসন্ন দুপৰীয়া এটাৰ শূন্যতা আৰু দীৰ্ঘতা কমি যোৱাৰ আশাত কেনেকৈ উৎফুল্ল হৈ উঠিছে।

বৰষুণ মুষলধাৰে পৰিয়ে থাকিল।

(অসম বাণী)

# নাগৰিক

হেই, ধৰ, ধৰ,— মুহূৰ্ততে এটা হুলস্থুল লাগি পৰিল। ক্ৰ্যাচ্ শব্দ কৰি ভেনখনো থামি গ'ল। মানুহৰ জুম বান্ধিল, অমিয়াও অন্যান্য বাটৰুৱাৰ দৰে জুমটোৰ ওচৰলৈ আগবাঢ়ি গ'ল।

নাই, ছোৱালীজনীৰ একো হোৱা নাই, চুলি এডালৰ দূৰত্বতহে কোনোমতে বাচিছে।

ভেনখনৰ ড্ৰাইভাৰজন নামি আহিছিল, এতিয়া ছোৱালীজনীৰ কোনো হানি-বিঘিনি নঘটা দেখি পুনৰ গৈ গাড়ীত উঠিল, কিন্তু নামি অহাৰ সময়ৰ মুখৰ দুঃচিন্তা আৰু উৎকণ্ঠাৰ ভাবৰ বিপৰীতে এইবাৰ খঙৰ ভাব প্ৰকট হৈ উঠিল— 'পাল পাল ল'ৰা-ছোৱালী জন্ম দিব আৰু গৰু-ছাগলী মেলাদি ৰাস্তাই-ঘাটে মেলি দিব— । কিবা এটা হ'ব, সমস্ত দোষ গৈ...' ভেনত ষ্টাৰ্ট দিয়াত ড্ৰাইভাৰৰ বাকী কথাখিনি আৰু শুনা নগ'ল। এইখন কাগজ কলটোৰ অভিমুখে যাবলৈ ধৰিলে।

ইতিমধ্যে ওৰণি-বাৰণি লোৱা গোটেই গাতে আঁচ টনা মলিয়ন শাৰী পিন্ধা, তিৰোতা এজনী আহি চাৰি-পাঁচ বছৰীয়া ছোৱালীজনীক টানি লৈ গ'লহি, কিন্তু তেনেকৈ নিয়াৰ আগতে তাইৰ গাত জোৰেৰে চাপৰ এটা মাৰি ক'লে— 'মৰ মৰ মৰণ হয়না তোদেৰ—'। ছোৱালীটি ইমান পৰ জবুথবু হৈ আছিল, এতিয়া মাকৰ মাৰ খাই পৰিত্ৰাহি চিঞৰ লগালে। মাকে তাইক ওচৰৰ জুপুৰি এটালৈ একপ্ৰকাৰ চোঁচোৰাই লৈ গ'ল।

জুম বন্ধা মানুহবোৰ পৰুৱাৰ জুম ভঙাদি ভাঙি দিহা-দিহি যাবলৈ ধৰিলে। তেওঁলোকৰ মাজৰ পৰা নানাৰকম মন্তব্য ভাহি আহি নিজ গন্তব্য স্থানলৈ যাব ওলোৱা অমিয়াৰ কাণত পৰিল— 'এইবোৰ গোটেইমখা বাংলাদেশী, ইহঁতে আহি আমাৰ দেশখন খাই পেলালেহি. ...' '. নক'ব আৰু বুজিছেনে, চকুৰ আগতে ইহঁতৰ ইমান টিঘিল-ঘিলনি বাঢ়িছে......' 'এটা গাড়ীৰ তলত চেপা যাবলৈ ওলাইছিল ভালেই হৈছিল, সংখ্যা এটা কমিলহেঁতেন তেও....'

শেষৰ বাক্যটোত অমিয়াই আতংকত প্ৰায় চকু মুদি দিছিল।

তাইৰ মনটো বহুত বছৰৰ আগলৈ উৰা মাৰি গৈছিল। প্ৰায় একেই দৃশ্য এটা, মামনিয়ে ৰাস্তাৰ দাঁতিত এৰাল দি থোৱা ছাগলীটোৰ লগত খেলিছিল— মামনিয়েও যিকোনো মুহূৰ্তত ৰাস্তালৈ দৌৰ মাৰিব পাৰিলেহেঁতেন, মামনিও আজিৰ দৰে কোনোবা এখন গাড়ীৰ তলত পৰি যাব পাৰিলেহেঁতেন— এনেকি — এই মানুহবোৰে আশা কৰাৰ দৰে চেপেটা লাগি যাব পাৰিলেহেঁতেন— অমিয়াৰ সমস্ত গাটো জিকাৰ খাই উঠিল.... পিছে নাই, সেই সম্ভাৱনা আচলতে কম আছিল। সৰু ঠাই, খুব কম গাড়ী-মটৰেই তেতিয়া চলিছিল, গতিকে ল'ৰা-ছোৱালী গাড়ীৰ চেপাত পৰাৰ সম্ভাৱনাও কম আছিল।

সঁচাই, চাওঁতে চাওঁতে ঠাইখন কিমান ডাঙৰ হৈ আহিল! তাই যেতিয়া বিয়া হৈ এই ঠাইলৈ আহে তেতিয়াও ই একপ্ৰকাৰ চহৰ আছিল, অন্ততঃ গাঁৱৰ ছোৱালী অমিয়াৰ চহৰত চাকৰি কৰা দৰাৰ লগত বিয়া হৈছে বুলি লগৰীয়া সুমলা, অকণিহঁতে তাইক হিংসাৰ চকুৰেই চাইছিল। অমিয়াৰো জানো মনত কম ফুৰ্তি, কম গৰ্ববোধ জাগিছিল, ভেন্সাৰ স্কুল হ'লেও প্ৰমোদ আছিল এই ঠাইৰে হাইস্কুলৰ মাষ্টৰ, বি. এ. পাছ তজবজীয়া ডেকা— এনেহেন দৰা পাই অমিয়াই নিজকে কম ভাগ্যৱতী বুলি ভাবিছিল নে? সঁচাকৈয়ে ভাগ্যৱতী আছিলো তাই— হুমুনিয়াহ এটা কাঢ়ি অমিয়াই ভাবিলে, কণা বিধাতাই তাইৰ সেই ভাগ্য বিজুলীৰ চিক্‌মিকনিৰ দৰে ক্ষণস্থায়ী কৰি পেলালেও প্ৰমোদৰ স'তে কটোৱা সাত বছৰৰ বিবাহিত জীৱনত এজনী গাভৰু ছোৱালীৰ আশা-আকাংক্ষা-স্বপ্ন পৰিপূৰ্ণ কৰি তুলিব পৰা সকলোখিনিয়েই তাইৰ পোৱা যেন লাগিছিল। অৱশ্যে প্ৰমোদেও কেতিয়াবা কৈছিল যে অমিয়াক লাভ কৰাটো তাৰ ভাগ্যৰ কথা— ভৰাচল গাঁৱৰ ৰূপে-গুণে সবাতোকৈ ওপৰৰ ছোৱালীজনীকে সি লাভ কৰিছে। অইন হওক নহওক, সি অন্ততঃ জগৰা মণ্ডলৰ দৰে প্ৰেম কৰি নিৰাশ হ'ব লগা হোৱা নাই— হাঁহি হাঁহি এদিন পিছত প্ৰমোদে কৈছিল। আৰু বহুত কথা কৈছিল প্ৰমোদে, যিবোৰ সময়ৰ কোবাল ধুমুহাই ক'ৰবালৈ উটাই-ভহাই লৈ গ'লেও এতিয়াও প্ৰায়ে তাইৰ কাণত বাজি থাকে। বিয়াৰ প্ৰথম নিশা বহুত চেষ্টাৰ মূৰত যেতিয়া প্ৰমোদে তাইৰ মুখৰ মাত উলিয়াইছিল তেতিয়া সি প্ৰায় ফুচ্‌ফুচাই কাণৰ ওচৰলৈ মুখ আনি এনে এফাকি কবিতা

আওঁৰাইছিল, যিফাকি শুনি তাইৰ ন কইনাৰ শৰীৰ আৰু মন ৰোমাঞ্চিত হৈ উঠিছিল— 'মধুৰ মোহিনী মাত পৰিল কাণত/ৰূপৰ প্ৰতিমা মোৰ নাচিছে হিয়া/গা মোৰ শিয়ঁৰে কাৰ পাই পৰশন/চুমাৰ সোৱাদে হৰে মুখৰ বচন' . অমিয়াই প্ৰমোদক প্ৰেমসুখত ডুবাই ৰাখিব পাৰিছিল বিশেষকৈ এইবাবেই যে তাৰ সকলো আবেগ, সকলো ধ্যান-ধাৰণা, চিন্তা-ভাবনাত তাই অন্তৰৰ গভীৰ সঁহাৰি দিব পাৰিছিল। প্ৰমোদে আচৰিত হৈ এদিন সুধিছিল— 'তুমি ভৰাচল গাঁৱৰ ছোৱালী এজনী হৈ কেনেকৈ মোৰ মনৰ লগৰী হ'ব পাৰিলা? ভগৱানে আচলতে তোমাক মোৰ বাবেই স্ৰজন কৰিছিল হ'বলা—'

আকৌ এটা হুমুনিয়াহ ওলাল অমিয়াৰ, ভেল্লাৰ স্কুলৰ সাহিত্যৰ মাষ্টৰ প্ৰমোদে তাইক যে কত কবিতা নুশুনাইছিল, নিজে কবি নাছিল মানুহজন, কিন্তু অন্তৰত কবিতাৰ কুলু কুলু নিজৰা এটা বৈ আছিল—। নিজৰা, এৰা সৌ নিজৰা পাৰটৌলৈওনো বিয়াৰ পিছত তাইক কম বাৰ প্ৰমোদে ফুৰাবলৈ নিছিলনে? পাহাৰে বেষ্টিত সৰু চহৰখনত এই ঘাই আলিৰ পৰা অলপ দূৰ সোমায়ে নিজৰাটো পোৱা যায়, ওখ ওখ শাল গছবোৰৰ মাজেৰে একা-বেঁকা গতিৰে নিজৰাটো কুলু কুলু সুৰেৰে বৈ গৈ আছে। অতি প্ৰিয় ঠাই আছিল প্ৰমোদৰ যি শেষত অমিয়াৰো অতি প্ৰিয় ঠাই হৈ পৰিছিল। কি সেউজী নিজান, ওখ ওখ গছবোৰে ঠাইখনৰ কি ধ্যান গম্ভীৰ মাহাত্ম্য বিয়পাই ৰাখিছিল! ভৰিৰ তলৰ সেউজীয়া ঘাঁহৰ কোমল স্পৰ্শ, চৰাইৰ কল্-কাকলি, নিজৰাটোৰ শিলত ঠেকা খাই হোৱা কুলু কুলু শব্দ— অৱধাৰিতভাৱেই প্ৰমোদৰ মুখত কবিতাই গুণগুণাইছিল.... লোকালয় বহু দূৰ/নিজানৰ ৰম্যপুৰ/প্ৰকৃতিৰ অনন্ত উৰন/কুল্ কুল্ জুৰ্ জুৰ্ খৰালিৰ ক্ষীণ সুৰ /বীণ বাজে জলকুঁৱৰীৰ... নিজৰাটোৰ পাৰৰ শিল এছটাত অমিয়াৰ গাতে গা লগাই অতি ঘনিষ্ঠ হৈ বহি প্ৰমোদে এফাকি ইংৰাজী কবিতাও আওঁৰাইছিল.... Man may come and man may go/ But I go on forever....প্ৰমোদৰ সেই গুণগুণনিৰ পিছত বহুত বছৰ অতিক্ৰান্ত হৈ গৈছিল, প্ৰমোদে আৰু বহুতো কবিতাই তাইক শুনাইছিল— কিন্তু তাইৰ কলিজাত লিপিট খালে এই ইংৰজী কবিতাফাকিহে.... Man may come and man may go.... কিমান নিষ্ঠুৰ নিকৰুণভাৱে যে সত্য এই কথাষাৰ, প্ৰমোদতো গুচি গ'ল কিন্তু নিজৰাটো একে গতিতে বৈয়েই আছে... নিশ্চয় বৈ আছে, সেইটোৱে প্ৰকৃতিৰ অমোঘ নিয়ম, নহ'লে তাই নিজে কিন্তু আৰু নিজৰাটো দেখা নাই, সত যোৱা নাই যাবলৈ, প্ৰমোদৰ মৃত্যুৰ আগে আগে তাৰ লগত তালৈ যোৱাই শেষ যোৱা হৈ আছে।

কাগজ কলৰ গাড়ী এখন গাৰ কাষেৰে খুব বেগাই পাৰ হৈ গ'ল, অমিয়াৰ চাদৰৰ আঁচল প্ৰায় উৰুৱাই নিলে আৰু সাময়িকভাৱে উৎপাদিত হোৱা সেই বতাহে অমিয়াৰ বুকুত আহি বাৰে বাৰে খুন্দা মৰা অতীতৰ বতাহজাকৰ গতি স্তব্ধ কৰি পেলালে। তেতিয়াহে অমিয়াৰ গালৈ হুঁচ আহিল আৰু বজাৰ অভিমুখে দিয়া, অতীতৰ স্মৃতিচাৰণত মন্থৰ হৈ পৰা খোজ দ্ৰুততৰ কৰি তুলিলে। গাৰ আঁচলখনো টানি-টুনি ঠিক কৰি ল'লে, অমিযাই আৰু মনতে ভাবিলে— চহৰখনত নতুনকৈ পতা কাগজ কলটোৰ বাবে গাড়ী-ঘোঁৰাৰ পৰিমাণ বৰ বাঢ়িল, সৰু ল'ৰা-ছোৱালী কিয়, ডাঙৰেই সাৱধানে খোজ কাঢ়িব লগা হৈছে আৰু গাড়ী-ঘোঁৰাই অকল নে, ঘৰ-দুৱাৰ, মানুহ-দুনুহো বৰ বাঢ়িল। আগতে চহৰখন য'ত শেষ হৈছিল, তাৰ পৰাই আৰম্ভ হৈছিল এখন শালনি, ওখ ওখ গছবোৰৰ তলতে ঘাঁহ-বন আৰু নানান চাপৰ গছৰ জোপোহা, তাৰ মাজে মাজে এটা-দুটা লুংলুঙীয়া বাট— তেনেবোৰ বাটেৰেওনো তাই প্ৰমোদৰ লগত সেই শালনিৰ মাজত কম ঘূৰিছিলনে....? কি যে ভাল লাগিছিল, নিজান-নিস্তব্ধ হাবি, নাম নজনা বিবিধ চৰাইৰ কিচিৰ মিচিৰ, দীঘল দীঘল গছবোৰৰ আগবোৰৰ ফাঁকেৰে দেখা পোৱা গভীৰ নীলা আকাশ, বা অ'ত ত'ত অলপ অচৰপ বগা মেঘ সিঁচৰতি হৈ থকা ধূসৰ আকাশ, তলত সেউজৰ সমাৰোহ... কবিতাই পুনৰ প্ৰমোদৰ কণ্ঠত ভৰ কৰিছিল... বিজন বনত কোন ক'ত আছে?/হালিছে গছৰ আগ/গহীন গছত বতাহৰ ছাটি পাত কঁপে থৰথৰ... এতিয়া পিছে বিজন বন বোলা শব্দটোৱে অস্তিত্ব শেষ কৰি শালনিখন কাটি তাত কাগজ কলৰ কৰ্মীসকলৰ দুমহলীয়া, তিনিমহলীয়া ফ্লেট ঘৰবোৰ উঠিছে— গগণচুম্বী সেই ঘৰবোৰ হয়তো আগৰ সেই শাল গছবোৰতকৈও ওখ... সঁচায়ে চহৰখন বৰ ডাঙৰ হৈ গ'ল দেই। অমিয়াই যিখন চহৰলৈ ন-কইনা ৰূপেৰে প্ৰৱেশ কৰি চহৰৰ নতুন বোৱাৰী হোৱাৰ গৰ্বেৰে জীৱনৰ পাতনি মেলিছিল, এতিয়া সেই চহৰকো গাঁও বুলি হাঁহিব পৰা হৈছে চাৰিওফালে শালগছৰ দৰেই দীঘল হাত-ভৰি মেলি বিস্তাৰ লাভ কৰা এই নতুন চহৰখনে। এতিয়া প্ৰমোদৰ ভেল্লাৰ

স্কুলখনতো চৰকাৰী সাহায্যপ্ৰাপ্ত হাইস্কুল হ'লেই তদুপৰি এখন কলেজো হ'ল। তাৰ ওপৰত কাগজ কলৰ লগে লগে স্থাপিত হ'ল চেণ্ট্ৰেল স্কুল এখন। অমিয়াৰ মুখত সন্তোষৰ হাঁহি বিৰিঙিল। সেইখন চেণ্ট্ৰেল স্কুলতে মামনিজনীও মাষ্টৰণী হৈ সোমাইছে। দৰমহা বহুত, মাষ্টৰ বাপেক প্ৰমোদতকৈ বহুত গুণে বেছি— প্ৰমোদৰ নামটো মনলৈ অহাৰ লগে লগে অমিয়াৰ মুখৰ সন্তোষৰ হাঁহিটো এচপৰা ক'লা মেঘে ঢাকি ধৰিলে— হায়, জীয়েকৰ এই কৃতিত্বটো মানুহজনে চাই যাব নোৱাৰিলে, কিড়নীৰ অসুখত ভুগি ভুগি মানুহজন অকালতে আঁতৰিল। মায়া, মামনিৰ মায়া, অকণমানি সংসাৰৰ মায়া, কবিতাৰ মায়া— সকলো আঁতৰাই চিৰদিনৰ বাবে গুচি গ'ল।'

বিৰাট এক যান্ত্ৰিক উকিত চক্ খাই উঠিল অমিয়া, অ' তাই স্পান মিলটোৰ ওচৰ চাপিছে! সেইফালে ঘূৰি চালে অমিয়াই, গগণচুম্বী চিমনীৰ পৰা গলগলকৈ ক'লা ধোঁৱা এগাল ওলাইছে' স্পান মিলৰ কৰ্মী ৰমণী তালুকদাৰৰ ঘৈণীয়েকৰ লগত অমিয়াৰ বৰ ঘনিষ্ঠতা। সময় পালেই তেওঁলোকৰ মিলৰ গাতে লগা কোৱাৰ্টাৰটোলৈ অমিয়া যায়, ৰমণী তালুকদাৰৰ ঘৈণীয়েক শৈলবালাও আহে। পিছে স্বামী, চাৰিটা ল'ৰা-ছোৱালীৰ সৈতে ভৰা ঘৰৰ গৃহস্থলী শৈলবালাৰ অমিয়াতকৈ আজৰি বহুত কম, সেয়ে অমিয়াই বেছিকৈ যায়। তাত বহি থাকিলে দিন দুপৰতো সন্ধিয়া যেনেই লাগি যায়, চিমনীয়ে ইমানেই ক'লা ধোঁৱা বমি কৰে যে ঠাইডোখৰকে যেন অন্ধকাৰ কৰি পেলায়, কিন্তু মিলৰ বিৰাট ঘৰ্ঘৰ আৱাজে সকীয়াই থাকে যে এতিয়া দিনৰ ভাগ, পূৰাদমে মিলৰ কাম চলি আছে। বতাহত ভাহি অহা ভেকেটা-ভেকেট গোন্ধেও একে কথাকে সকীয়াই থাকে। শৈলবালাৰ গিৰীয়েকে তেওঁক মিলৰ ভিতৰটো পুংখানুপুংখভাৱে দেখুৱাইছে বাবেই জানে। লেটা থকা কপাহবোৰ পানীত সিজোৱা বাবেই তেনে জান্তৱ পচা দুৰ্গন্ধটো ওলায়। অমিয়াই মিল চাবলৈ গৈ সেই ঠাইডোখৰ পোৱাৰ বহুত আগৰে পৰাই সেই উগ্ৰ বমনোদ্ৰেককাৰী গোন্ধটো পাই নাকত ৰুমাল হেঁচি ধৰিছিল আৰু বন্ধ নাকৰ বাবে ওলোৱা অস্বাভাৱিক মাতেৰে তাইৰ লগত যোৱা শৈলবালাৰ ডাঙৰ জীয়েক বন্দনাক কৈছিল— 'ইমান গোন্ধ ওলায় বুলি জনা হ'লে ৰুমালখনত এছেন্স লগাই আহিলোঁহেঁতেন'.... সিদিনা কপাহ নেঠা ঘৰটোত সোমায়ো গোন্ধ নোহোৱা সত্ত্বেও অমিয়াই আকৌ ৰুমালেৰে নাক চেপি ধৰিছিল— চাৰিওফালে বৰফৰ শুভ্ৰ কণিকাৰ দৰে ধুনা কপাহবোৰ যে কেনেকৈ সমস্ত ঘৰটোতে উৰি ফুৰিছে! 'ইয়াত অনবৰতে কাম কৰি থকা মানুহবোৰৰ উশাহ বন্ধ হৈ নাযায় নে? বেমাৰ-আজাৰ নহয়নে?' ওচৰতে বৈ থকা শৈলবালাৰ জীয়েক বন্দনাক সোধা অমিয়াৰ এই প্ৰশ্নত উত্তৰটো দিছিল ৰমণী তালুকদাৰে— 'মানুহবোৰ অভ্যস্ত হৈ গৈছে। অৱশ্যে এই চেক্‌চনত কাম কৰা মানুহবোৰৰ বেমাৰ-আজাৰ আটাইতকৈ বেছি হয়, কিন্তু মিলৰ কৰ্তৃপক্ষই ইহঁতক যিমান টকা খৰচ নহওক লাগে চিকিৎসা কৰাব, ইহঁতে এটা পইচাও খৰচ কৰিব নালাগে....'

হায়, প্ৰমোদেও এই মিলত চাকৰি কৰা হ'লে! ধৰিবলৈ গ'লে এক প্ৰকাৰ সুচিকিৎসাৰ অভাৱতে মানুহজনৰ মৃত্যু হ'ল। হাজাৰ হাজাৰ টকা খৰচ কৰি অমিয়াইনো কেনেকৈ বাহিৰৰ ক'ৰবাৰ ডাঙৰ হাস্পতালত নি প্ৰমোদৰ চিকিৎসা কৰায়?

স্পান মিলটো পাৰ হৈ অমিয়াই ট্ৰেন্সপৰ্ট অফিচৰ কাষ পালে। অফিচটোৰ গাতে লগা 'পবিত্ৰ এজেঞ্চি'— পবিত্ৰ দত্ত বোলা মানুহজনৰ বাতৰিকাকত-আলোচনীৰ এজেঞ্চিৰ উপৰি স্কুলীয়া কিতাপ-বহী, পেন-পেঞ্চিল-আঠা-চিঞাহী আদিৰ দোকান। প্ৰমোদ থকা দিনৰে পৰা এই এজেঞ্চিৰ পৰাই অমিয়াইতে 'দৈনিক অসম' লয়, অইন কিতাপ-আলোচনী কিনে। মামনিক বিদ্যাৰম্ভ কৰাৰ সময়তো এইখন দোকানৰ পৰাই সিহঁতে চিলট, পেঞ্চিল আৰু কুঁহিপাঠ কিনিছিল। সিদিনা চিলট-পেঞ্চিল পাই মামনিৰ কি যে ফুৰ্তি— নানা বিচিত্ৰ আঁক-বাকেৰে মুহূৰ্তৰ ভিতৰতে চিলটখন ভৰাই পেলাইছিল আৰু পুত্ৰী গৌৰৱত উদ্ভাসিত মুখেৰে প্ৰমোদে কৈছিল— 'আমাৰ মামনিজনী কিমান বিদ্বান হয় চাই থাকিবা। মনত নাই অন্নপ্ৰাশনৰ সময়তো তাই যে কাগজ-কিতাপকে প্ৰথমতে চুইছিল'— 'অমিয়াৰ মুখত সিদিনা খেলোৱা প্ৰশ্ৰয়ৰ হাঁহিৰ ঢৌটো আজিৰ স্মৃতিচাৰণৰ সময়তো একেদৰে খেলি যায়— উস্, বিদ্যা বিদ্যাকৈ পাগল বাপেকটোৱে অন্নপ্ৰাশনৰ সময়তে এনে কায়দাৰে কিতাপ-চিলট-পেঞ্চিলখিনি সজাই থৈছিল যাতে জীয়েকে প্ৰথমে তাতেই হাত দিয়ে....

অমিয়াই মনেৰে মূৰটো জোকাৰি লৈ 'পবিত্ৰ এজেঞ্চি'ত সোমাল— আজি যে অতীতৰ কথাবোৰে কিয় ইমানকৈ মনলৈ অহা-যোৱা কৰিছে!

— 'দৈনিক অসম'খন আহিছে নহয়?—

—হয় আহিছে আহক ভিতৰলৈ আহক— পবিত্ৰ দত্তই অমিয়াক সাদৰ আহ্বান জনালে।

অমিয়াই ভিতৰলৈ গৈ 'দৈনিক অসম'খন ল'লে আৰু অন্যান্য বাতৰি-কাকতবোৰৰো পাত লুটিয়াই চাবলৈ ধৰিলে। পবিত্ৰ দত্ত অইন গ্ৰাহকৰ প্ৰতি মনোযোগী হ'ল। এইখিনি সময়তে উজনি-নামনি দুয়োপিনৰ বাতৰিকাকতবোৰ আহি পৰে, গতিকে সংগ্ৰহ কৰা মানুহৰ ভীৰ খুব বেছি হয়। সেইবাবে দত্ত আৰু তেওঁৰ সহকাৰী বিক্ৰেতা ল'ৰা দুজনো খুব ব্যস্ত হৈ পৰিবলগীয়া হয়।

অমিয়াই বাতৰিকাকত চোৱা শেষ কৰি ইখন-সিখন আলোচনী চাবলৈ ধৰিলে। তাই সাধাৰণতে খুব কমেইহে কাগজখন নিবলৈ আহে। মামনিয়ে এইফালেদি স্কুলৰ পৰা অহাৰ বাটত লৈ যায়, গতিকে কেতিয়াবা আহিলে দোকানখনৰ আটাইবোৰ আলোচনী চাই নগ'লে অমিয়াই সুখ নাপায়। গোটেইবোৰ নহ'লেও তাৰে দুই-এখন কিনিও লয় আৰু সুৰুঙা পালেই দত্তক প্ৰশ্ন কৰে— কোন আলোচনী কিমান চলিছে। উত্তৰত দত্তই প্ৰায়ে মুখ বিকটায়— আমাৰ অসমীয়া মানুহে আৰু কিমান কিতাপ-আলোচনী কিনিব হেৰি? আজি অত বছৰ ধৰি এজেঞ্চি চলালোঁ, অসমীয়া গ্ৰাহক কিমাননো বাঢ়িল— অথচ মোৰ চকুৰ আগতে হিন্দী খবৰৰ কাগজ আৰু আলোচনীৰ চাহিদা সাংঘাতিকভাৱে বাঢ়ি গৈ আছে। প্ৰথমতে মাৰোৱাৰী বিজিনেছমেন আহি আমাৰ ঠাই ভৰি পৰিল আৰু এতিয়া কাগজ কলটো পতাৰ লগে লগে আৰু এগাল হিন্দিভাষী ব্যৱসায়ী আহি নানা দোকান-পোহাৰ দি বহিছে। মোৰ বাবে অৱশ্যে ভালেই হৈছে, — বিক্ৰী বাঢ়িছে......

কিনিবলগীয়া আলোচনী একো বিচাৰি নাপাই 'দৈনিক অসম'খনকে হাতত লৈ অমিাই দত্তক মাত লগাই যাবলৈ ওলাল। দত্তই গ্ৰাহকৰ ভীৰৰ পৰা মূৰ দাঙি সৌজন্যসূচক হাঁহি মাৰি ক'লে— যায়? আজি মামনি ক'লৈ গ'ল?' পিছে তেওঁৰ পিছৰ দুটা শব্দ হঠাত মাইকত জোৰে বাজি উঠা আৱাজত ডুব খাই গ'ল। মছজিদত আজান আৰম্ভ হৈছে। আজিকালি চহৰখনত প্ৰায় সকলোধৰণৰ অনুষ্ঠান, কাজ কাৰবাৰতে মাইক ব্যৱহাৰ কৰা হয় বাবে নগৰীয়া কোলাহল খুব বাঢ়িছে, আজানত মাইক, ৰাজ্যিক লটাৰীৰ টিকট বেচা প্ৰচাৰত মাইক। চহৰ ডাঙৰ হৈ অহাত চাৰিওফালে পাঞ্জাবী শিখসকলৰ ধাবাবোৰ গজি উঠিছে। ফলত তেওঁলোকৰ সংখ্যা বাঢ়ি গৈ প্ৰাৰ্থনাৰ বাবে প্ৰতিষ্ঠা কৰা গুৰুদ্বাৰতো মাইক, হিন্দুৰ পূজা-পাৰ্বণ উৎসৱৰ সংখ্যাও বাঢ়ি গৈ আছে আৰু সেই সকলোবোৰতো মাইকৰ ব্যৱহাৰ, মানুহৰ সংখ্যা বৃদ্ধিৰ ফলত চহৰখনত আগৰ এটাৰ ঠাইত এতিয়া তিনিটাকৈয়ে চিনেমা হল হৈছে, সেইবোৰতো কি কাৰণে জানো শ্ব'বোৰ আৰম্ভ হোৱাৰ বহুত আগৰে পৰা লাউড স্পীকাৰত হিন্দী চিনেমাৰ গান বাজি থাকে— এইবোৰৰ উপৰি বাছ-ট্ৰাক, জীপ্-ভেন আদি বৰ্দ্ধিত যান-বাহনবোৰৰ ঘৰ্ ঘৰ্, ভেঁপো আদি শব্দবোৰতো আছেই। সঁচায়ে চহৰখন অতি দ্ৰুতগতিত সম্প্ৰসাৰিত হৈছে দেই, ভাগ্যে প্ৰমোদে অতি সস্তাতে পাই মাটি এটুকুৰা কিনি ধাৰ-ঋণ লৈ কাঠ-বাঁহৰ হ'লেও সৰুকৈ ঘৰ এটা বান্ধিছিল, নহ'লে আজিতো মামনি আৰু অমিয়াৰ উপাৰ্জনেৰে ঘৰ নালাগে একঠা মাটি কিনাই টান হ'লহেঁতেন। মাটিৰ দাম দেখোন জঁাপ মাৰি জঁাপ মাৰি বাঢ়িছে। আৰু বাঢ়িব, আৰু বহুত বাঢ়িব— সেই বিষয়ে কোনো সন্দেহ নাই। পৃথিবীত এতিয়া আটাইতকৈ মহাৰ্ঘ বস্তু হ'ল মাটি—

'বাইদেউ ক'লৈ যায়?'

চিন্তাত যতি পৰিল, শব্দটো অহাৰ পিনে অমিয়াই ঘূৰি চালে। ভবেন। ভবেন লালুং সম্প্ৰদায়ৰ লোক। বেচেৰালৈ বৰ বেয়া লাগে। বাপেক নাই, কিন্তু তাৰ বাহিৰে মাক-ভায়েক-ভনীয়েক আদিৰে তাৰ গৃহস্থী বিয়া নকৰায়ো ভৰপূৰ। এইখন চহৰৰ অলপ দূৰৰ গাঁৱত এদিন সিহঁতৰ ঘৰ মাটি আছিল, কিন্তু ধোদৰপছলা বাপেকে সেই মাটি ৰাখি খাব নোৱাৰিলে— মৈমনচিঙিয়া পমুৱাক বেচি দিলে। ইতিমধ্যে ভবেনে এই সূতা কটা কলটোত চাকৰি এটা পাইছিল, দুজন মানুহ থাকিব পৰা এটা সৰু কোৱাৰ্টাৰো পাইছিল, এতিয়া বাপেকে গাঁৱৰ সকলো সা-সম্পত্তি হেৰুৱাই পৰিয়ালটোৰ পাঁচজন লোকেৰে আহি গৰু-গাহৰিৰ দৰে হেঁচা-হেঁচি কৰি ভবেনৰ সেই দুজনীয়া ঘৰটোতে থাকিলহি। এইদৰে সৰু চহৰখনৰ জনসংখ্যা আৰু অলপ বৃদ্ধি হ'ল। কিছুদিন পিছত ভবেনৰ ভনীয়েক এজনীয়েও কলটোৰ মহুৰাত সূতা ভৰোৱা বিভাগত চাকৰি এটা পালে। তাৰ পিছত তাতে দুৰ্ঘটনা এটাও ঘটিল। চাদৰৰ আঁচল উৰি গৈ মেচিনত পাক খাই গ'ল আৰু আগ-পাছ নুগুণি সেইখন টানি

বাহিৰ কৰি আনিবলৈ যাওঁতে ছোৱালীজনীৰ সৰু গাঁঠিৰ পৰা হাতখন কটা গ'ল। তাইৰ সমস্ত ... সূতা কটা কলটোৰ পৰা কৰা হোৱাৰ পিছত তাইক ক্ষতিপূৰণৰ বাবদ কেবা হাজাৰো টকা অথবা আকৌ চাকৰিটোৰে কৰি থকা— এই দুটাৰ যিকোনো এটা বাছি ল'বলৈ দিয়া হ'ল। ছোৱালীজনীয়ে পুনৰ চাকৰি কৰি থকাৰ সিদ্ধান্তই কৰিলে। ভবেনে শৈলবালাহঁতক কৈছিল— বাইদেউ, তাই সঠিক সিদ্ধান্তকে ল'লে। তাই নিশ্চয় ভাবিলে যে কটা যোৱা হাতখনেৰে তাইক কোনেও বিয়া নকৰায়, আনহাতে, এগাল টকা এবেলাগে পালেও আমাৰ সংসাৰৰ বিৰাট মুখখনে দুদিনতে সেইখিনি গিলি খাই থ'ব। তেতিয়া তাইৰ ভবিষ্যৎ কি হ'ব? সেয়ে যি যন্ত্ৰই তাইক ঘূণীয়া কৰিলে সকলো ৰোহ-তাপ পাহৰি সেই যন্ত্ৰৰ তলতে তাই আকৌ কাম কৰিবলৈ গ'ল.. '

ভবেনৰ লগত শৈলবালাহঁতৰ ভাল, সিহঁতৰ ঘৰখনে ভবেনক খুব মৰম কৰে আৰু সেই সূত্ৰতে অমিয়াৰ লগতো ভবেনৰ এক আত্মীয়তা স্থাপন হৈছে।

এতিয়া সেই ভবেনৰ মাত শুনি অমিয়াই উজ্জ্বলভাৱে হাঁহিলে— অলপ বজাৰৰ পিনে ওলাই আহিছিলোঁ। তুমি ইয়াত কি কৰিছা?

'মই এবাৰ শৈলবাইদেউহঁতৰ ঘৰৰ পৰা আহোঁ বুলি ওলাইছোঁ। ৰুবুলৰ মেট্ৰিক পৰীক্ষা আহি পালেই, এবাৰ খবৰ লৈ আহোঁগৈ।'

'অ', ময়ো পাক এটা মাৰি আহিম, আজি পিছে নহ'ব, পাৰিলে কাইলৈ মানে যাম।'

ৰুবুল পঢ়া-শুনাত বৰ চোকা; তাৰ ওপৰত শৈলবালাহঁতৰ বহুৎ আশা-ভৰসা। সি পিছে বৰ অশান্তিত পঢ়া-শুনা কৰিছে, চাৰিওফালৰ শব্দই হেনো তাক পগলাৰ দৰে কৰি তুলিছে। পিছফালে মানুহঘৰৰ ল'ৰা-ছোৱালীকেইটাই বোলে খুব জোৰেৰে টেপ ৰেকৰ্ডাৰ বজাই থাকে, কেছেটো বোলে সেই এটা নে দুটা, চিনেমাৰ সেই হিন্দী গানকেইটাকে বোলে উধাই-মুধাই বজাই থাকে! ইফালে কাষৰ মানুহঘৰে এটা টিভি কিনিছে— সেইটোৰেও কম শব্দ নুলিয়াই— তেওঁলোকৰ যে টিভি আছে সেই কথা প্ৰচাৰ কৰিবলৈও হয়তো খুব জোৰে বজায়— শৈলবালাহঁতে মানুহবোৰক হকা-বাধা কৰিবলৈ সংকোচবোধ কৰিছে বাবে নীৰৱে সহ্য কৰি আছে।

.......টিভি! অমিয়াই জীৱনত এনে এক মেজিকৰ দৰে যন্ত্ৰ দেখিব বুলি কেতিয়াবা সুন্দৰ কল্পনা কৰিব পাৰিছিলনে? গাঁৱৰ পৰা এই চহৰখনলৈ বোৱাৰী হৈ আহোঁতে ইয়াত এটা চিনেমা হলো নাছিল, প্ৰথম চিনেমা হলটো হোৱাৰ পিছত জীৱনৰ প্ৰথমখন চিনেমা চাই সিদিনা অমিয়াৰ কি উত্তেজনা, কি ফুৰ্তি, কি ৰোমাঞ্চ! চহৰৰ অধিবাসিনী হোৱাৰ গৌৰৱটো সিদিনা তাই পুনৰ নতুনকৈ অনুভৱ কৰিছিল আৰু এতিয়া চোৱা— সিহঁতৰ চহৰখন ইমানেই ডাঙৰ আৰু সমৃদ্ধিশালী হৈ উঠিল যে এতিয়া এই টিভি নামৰ মেজিকৰ বাকচটোত ঘৰতে বহি চিনেমা চাব পৰা অৱস্থাও হ'ল, সেই বাকচটোৰ কুৰি ইঞ্চিয়া স্ক্ৰীণখনৰ চাৰিসীমাতে ফুটি উঠিল সিহঁতৰ ভৰাচল গাঁওখনৰ দৰে ভাৰতৰ অজস্ৰ গাঁও, ভৰাচল নৈখনৰ দৰে অজস্ৰ নৈ। এক কথাত সমগ্ৰ বিশ্ব-ব্ৰহ্মাণ্ডই। মামনিৰ বন্ধু এজনীৰ টিভি আছে, মাজে মাজে মামনিয়ে মাকক লৈ তালৈ যায় আৰু তেতিয়াই সেই টিভিৰ স্ক্ৰীণত গাঁৱৰ কোনো দৃশ্যৰ ছবি ওলায়, অমিয়াৰ মন উন্মনা হৈ উঠে, মনটো মুহূৰ্ততে উৰা মাৰে শৈশৱ আৰু কৈশোৰৰ সেই দিনবোৰলৈ। আজি এই টিভিৰ বুকুত ফুটি উঠা গাঁওখনৰ দৰেই এখন গাঁৱৰ বাঁহ-খেৰৰ জুপুৰী পঁজাত পিতৃ-মাতৃ, ভাই-ভনীৰ লগত তাই এক হাঁহি-কান্দোনৰ জীৱন যাপন কৰিছিল, নৈত ঢপলিয়াইছিল, বিলত মাছ মাৰিছিল, আম-জামুৰ বতৰত গছৰ তলে তলে ফুৰি আম-জামু বুটলিছিল, কাঁইটলৈ ভ্ৰূক্ষেপ নকৰি বগৰী পাৰিছিল, পথাৰত চেঁচুক বিচাৰিছিল আৰু অলপ ডাঙৰ হোৱাত পথাৰত ভুঁই ৰুইছিল, ধান দাইছিল (ৰ'দৰ তাপ অসহ্য হ'লে ক'ৰবাৰ পৰা বিচাৰি-খোচাৰি ৰবাব টেঙা আনি লগত হাঁচতিত নিয়া কটাৰীৰে কাটি খাই কি যে অমৃতৰ সোৱাদ লাগিছিল!', মাহ সৰিয়হৰ বতৰত পথাৰৰ পৰা সেইবোৰ তুলিছিল.... ('দিয়া মোক এৰি, চাওঁগে ঘূৰি/ফুলা সৰিয়হডৰা...... উস্, কবিতা পাগল মানুহজনে তাইৰ বুকুতো ভালকৈ কবিতাৰ বীজ সিঁচি থৈ গ'ল) ... কিন্তু নাই, এতিয়া আৰু কষ্ট কৰি গাঁৱৰ প্ৰস্তৰ কঠিন বালি চপৰা গছকি ফুলা সৰিয়হডৰা চাবলৈ যাব নালাগে, এতিয়া চহৰৰ মাজমজিয়াতে নিজ ঘৰতে চোফা চকীত আৰামকৈ বহি লৈ সমুখৰ সেই অকণমাণি বাকচটোৰ বুকুতে চাই থাকিব পাৰি ক'ত ফুলা সৰিয়হৰ ডৰা, ধাননি, কনি, মাহৰ সেউজী দলিচা.... মামনিৰ টিভি এটা কিমান বৰ হেঁপাহ (তাইৰো কম নহয়), কিন্তু টকা গোট খাবলৈ আৰু কিছুদিন বাট চাব লাগিব।

অৱশ্যে এতিয়া সিহঁতৰ অৱস্থা স্বচ্ছল বুলিয়েই ক'ব লাগিব, প্ৰমোদৰ মৃত্যুৰ সময়ৰ দুৰৱস্থা আৰু নাই। অকণমানি মামনিজনীক বুকুত সাৱটি সেই সময়ছোৱা তাই যে কেনেকৈ পাৰ কৰি দিলে ভাবিলে এতিয়া নিজৰে আচৰিত লাগি যায়, তেতিয়াৰ মনোবলৰ কথা ভাবি চমকৃত হৈ যায় অমিয়া। মামনিক লৈ অমিয়া গাঁৱৰ মাক-বাপেক বা শহুৰেকৰ ঘৰলৈ উভতি নগৈ প্ৰমোদে সাজি থৈ যোৱা ঘৰটোত তাৰ স্মৃতিকে আকোঁৱালি পৰি থাকিল, তেনেকৈ থাকি তাই পঢ়িবলৈ ধৰিলে আৰু প্ৰাইভেটকৈ মেট্ৰিক পাছ কৰিলে। তেতিয়া প্ৰমোদৰ ভেঞ্চাৰ স্কুলখনৰ কৰ্তৃপক্ষই তাত এটা চাকৰিও দিলে। অমিয়া চহৰখনৰ নিগাজী বাসিন্দা হৈ পৰিল।

সেই অতীতটোৰ কথা সুঁৱৰি মনত সদায়ে এটা আত্মপ্ৰসাদৰ হাঁহি বিৰিঙে— কি যে সঠিক সিদ্ধান্ত লৈছিল তাই! তেতিয়া গাঁৱলৈ উভতি যোৱা হ'লে মামনিও আজি তাইৰ মোমায়েকৰ জীয়েক বিমলা বা বৰদেউতাকৰ জীয়েক পদ্মাৱতীৰ দৰেই একোজনী সাধাৰণ গাঁৱৰ ছোৱালী হৈ থাকিলহেঁতেন, সিহঁতৰ দৰেই একো একোজন গাঁৱৰ সাধাৰণ কাম-কাজ কৰি থকা মানুহৰ লগত বিয়া হৈ ইতিমধ্যেই দুটা-তিনিটা ল'ৰা-ছোৱালীৰ মাক হৈ অকালতে বুঢ়ী হৈ এক ভীষণ ৰূপ-ৰস-বৰ্ণ-গন্ধহীন জীৱন কটাই দিনৰ পিছত দিন পাৰ কৰি দিলেহেঁতেন। কিন্তু তেতিয়াৰ অমিয়াৰ সকলো কষ্ট, সকলো আত্মত্যাগৰ সাৰ্থকতা আনি আজি মামনি হৈ পৰিছে, এজনী সম্পূৰ্ণ চহৰীয়া আদব-কায়দাৰ প্ৰাণচঞ্চল গাভৰু ছোৱালী— তাইৰ আগত তাইৰে সমনীয়া বিমলা বা পদ্মাৱতীক দেখিলে মানুহে তাইৰ মাকৰ বয়সীয়া নহ'লেও বৰ বায়েকৰ বয়সীয়া বুলিয়েই ভাবিব। আজি এবছৰ হ'ল মামনিয়ে কাগজ কলৰ নতুনকৈ স্থাপিত হোৱা চেণ্ট্ৰেল স্কুলখনত সোমাইছে, এই এটা বছৰৰ ভিতৰতে তাই সিহঁতৰ সাধাৰণ ঘৰটো ফুলাম পৰ্দা, চোফা চেট, হৰেক ৰমকৰ সজোৱা বস্তুৰে আধুনিক নগৰীয়া ঘৰ এটা কৰি কবিতাৰ দৰেই মনোমোহা কৰি তুলিছে। অমিয়াই মনৰ ভিতৰতে চেনেহসনা প্ৰশ্ৰয়ৰ হাঁহি এটা মাৰিলে— ছোৱালীজনী একেবাৰে চহৰীয়া হৈয়ে জন্ম লৈছে গাঁৱৰ প্ৰতি তাইৰ কোনো ধৰণৰ আকৰ্ষণেই নাই, বৰং সেই জীৱনটোৰ নানাবিধ অসুবিধাৰ বাবে তাৰ প্ৰতি এটা বিৰাগহে আছে। মাকৰ লগত কাচিৎ ভৰাচল গাঁৱলৈ বা বাপেকৰ কঠিয়াতলী গাঁৱলৈ যাবলগীয়া হ'লে তাইৰ মৃদু আপত্তি লাগিয়েই থাকে। ভৰাচলত নাদুৰি-সাঁতুৰি গা ধোৱাৰ কথা তাই কল্পনাই কৰিব নোৱাৰে— নৈৰ পাৰত কোনো নাথাকিলেও বালিৰ ঝাউবন কেইডালৰ আগতো যেন তাইৰ কাপোৰ সলাবলৈ লাজ লাগে। পায়খানাৰ সমস্যাটো তাইৰ বাবে ইমানেই ডাঙৰ যে গাঁৱত থকা কেইদিন তাই প্ৰায় আধাপেটীয়াকৈয়ে থাকে। গাঁৱৰ মুকলি পথাৰ, নৈ-জান, বাঁহৰ জাৰণি, আম-কঠালৰ বাৰী— একোৱে তাইক আকৰ্ষণ নকৰে, গাঁৱত দুদিন থাকিলেও হেনো তাৰ নিৰ্জনতাই তাইৰ বুকুত হেঁচা মাৰি ধৰে। নাই, তাইৰ মামনিজনীয়ে কেতিয়াও নগৰৰ শিকলি ছিঙি ফুলা সৰিয়হডৰা চাবলৈ আগ্ৰহ প্ৰকাশ নকৰে। সাজোন-কাচোনত, খোজৰ ছেওত, কথা-বতৰাত কবিতা নিজৰি পৰা যেন লগা (এনেয়েনো দীপক তাইৰ প্ৰেমত নিমজ্জমান হৈছেনে) ছোৱালীজনী কিন্তু বাপেকৰ দৰে (আৰু মাকৰ দৰেও) এই আকাশ-বতাহ-নৈ-পাহাৰ-গছ-গছনিকে আদি কৰি প্ৰকৃতিৰ কোনো সৌন্দৰ্যৰ প্ৰতিয়ে কাব্যিক আবেগ উথলি নুঠে। ড্ৰইং ৰুমৰ অকণমানি কাঁচৰ পাল্লা লগোৱা আলমাৰীটোৰ কিতাপবোৰ মামনিয়ে কোঠালিটোৰ অন্যান্য বস্তুবোৰৰ দৰেই ধূলি-মাকতি গুচাই সুসজ্জিত কৰি ৰাখে, বাপেকৰ কবিতাৰ কিতাপকেইখনো তাই সযতনে সজাই থৈছে, এনেকি বেটুপাত ছিঙি যোৱা 'কবিতা কুঞ্জ'খন তাই বন্ধাই আনিও থৈছে কিন্তু ভিতৰত কি আছে কোনো দিন খুলি চোৱা নাই। এৰা বাপেকৰ আশা সাৰ্থক কৰি মামনি বিদুষী হৈছে, কিন্তু তাইৰ জীৱনত কোনো কবিতা নাই। দীপকৰ লগত বৰ্তমান মামনি বাকদত্তা, তাই নিজে পছন্দ কৰি চহৰখনৰ কলেজৰ অধ্যাপক দীপকক বাছি লৈছে— মামনিৰ এই বাছনিত অমিয়া খুব সুখী (সন্দেহ নাই প্ৰমোদো খুব সুখী হ'লহেঁতেন)— কিন্তু অমিয়াই কেতিয়াবা ভাবে— যাৰ জীৱনত কবিতা নাই সি বাৰু কি ভাষাৰে প্ৰেম কৰে? অমিয়াৰ কেতিয়াবা সিহঁত দুটাৰ প্ৰেমৰ কথোপকথন শুনিবলৈ খুব মন যায়।

উৎকট গোন্ধ এটা আহি অমিয়াৰ নাকত লাগিলহি। শুকান মাছৰ গোন্ধ। আজিকালি বৰ্দ্ধিত চহৰখনত এই এটা নতুন ব্যৱসায়ো গঢ়ি উঠিছে— শুকান মাছৰ আমদানি-ৰপ্তানি। এইখন ঠাইতে ওচৰৰ পমুৱা অধ্যুষিত অঞ্চলৰ শুকান মাছবোৰ জমা হয়হি, তাৰ পিছত ইয়াৰ পৰা ট্ৰাকেৰে অসমৰ বিভিন্ন ঠাইলৈ চালান যায়।

অমিয়াই অতি বেগাবেগীকৈ সেই ঠাই অতিক্ৰম কৰি আগবাঢ়ি গ'ল। মনত কিন্তু তাইৰ দীপক আৰু

মামনিৰ কথাই লাগি থাকিল। কিছুদিন পিছত সিহঁতৰ বিয়াখন পাতিব লাগিব, কিন্তু যৌতুকৰ বাবে আজিকালিৰ নগৰীয়া নিয়মৰ উপযুক্ত বস্তুওতো গোটাব লাগিব— খাট-পালেঙৰ বাহিৰেও গড়্ৰেজ আলমাৰী, চিলাইৰ মেচিন.. ছোৱালীৰ লগত দিয়া বস্তুৰ পৰিমাণ দেখোন বাঢ়িছে গৈ, মামনিৰ বিয়া হৈ গ'লে তাই মানুহজনী একেবাৰে অকলশৰীয়া হৈ পৰিব। পিছে মনৰ নিঃসঙ্গতাৰ বাবে ভয়ৰ কোনো কাৰণ নাই, এতিয়া আৰু চহৰখন আগৰ দৰে সেৰেঙা হৈ থকা নাই, বহুত হ'ল, বহুত ঘৰ সজা হ'ল। আগতে সিহঁতৰ ঘৰটো চহৰৰ এমূৰত অকলশৰীয়া হৈ থকা যেন লাগিছিল, কিন্তু এতিয়া চহৰখনৰ এনেকুৱা বিস্তাৰ হ'ল যে সিহঁতৰ ঘৰটো চহৰৰ মাজমজিয়াত অৱস্থিত যেন লগা হ'ল। নাই, অকলশৰীয়াকৈ থাকিলেও ভয়ৰ একো নাই। কিন্তু— এটা ভাব মনলৈ অহাৰ লগে লগে অমিয়াৰ মনৰ সেই আশ্বাসত আন্ধাৰ নামিল। চহৰ ডাঙৰ হ'ল, কিন্তু বাহিৰৰ পৰা অহা মানুহৰ সোঁতত চোৰ-ডকাইত আদি কৰি ক'ত ধৰণৰ সমাজ বিৰোধী মানুহেতো আছে— সেই সিদিনাইতো চৌধুৰীহঁতৰ কাম কৰা ছোৱালীজনীক গধূলি বজাৰলৈ যাওঁতে কেইটামান মানুহে টানি লৈ গৈ বজাৰৰ চুকৰ ঘৰ এটাতে .......... ঘটনাটো মনত পৰি অমিয়া শিয়ঁৰি উঠিল। আগতে এইখন চহৰতো এনে ঘটনাৰ কথা কেতিয়াও শুনা নাছিল! পিছত জনা গৈছিল মানুহকেইটা সুদূৰ হিমাচল প্ৰদেশৰ সন্দেহজনক ব্যৱসায়ত লিপ্ত লোক।

আবে এই মালকেইটা....... হঠাতে কাণত পৰা অশ্লীল শব্দ আৰু সুহুৰিত অমিয়া চক্ খাই উঠিল। অশ্লীলতাৰ সেই উৎসৰ পিনে চাই পঠিয়াই অমিয়াই দেখিলে বাটৰ দাঁতিৰ পাণৰ দোকানৰ আগত চিগাৰেট হুপি থকা ল'ৰা কেইটামানৰ মুখবোৰত বীভৎস হাঁহি, অসভ্য চাৱনিৰে সিহঁতৰ চকুবোৰে লেহন কৰিছে সিফালৰ পৰা আহি থকা কেইজনীমান অনা-অসমীয়া ছোৱালীক— অনা-অসমীয়াই হ'ব, এই চহৰখন ডাঙৰ হৈ আহিলেও এতিয়াও তাৰ চেহেৰা ইমান বিশাল হোৱা নাই যে সকলোৱে সকলোকে চিনা অসমীয়া পৰিয়ালবোৰৰ ছোৱালীবোৰে ইমান বেপৰোৱা পোছাক পিন্ধিবলৈ সাহ কৰিব— এৰা অনা-অসমীয়া ছোৱালীয়েই হয়, কাগজ কলটোত চাকৰি কৰা কোনোবা উচ্চপদস্থ অসমৰ বাহিৰৰ বিষয়াৰে জীয়েক। অমিয়াই আগতেও সিহঁতক দেখিছে। অসমৰ বুকুত স্থাপন কৰিলে কি হ'ব— এতিয়াও কাগজ কলটোৰ ওপৰ,তলপাৰ বিভিন্ন চাকৰিৰ চাহিদা পূৰণ কৰিবলৈ উপযুক্ত অসমীয়া প্ৰাৰ্থী ওলোৱা নাই। .... গাত লিপিট খাই থকা পোছাক পিন্ধা ছোৱালীকেইজনী অমিয়াৰ আৰু ওচৰ চাপিল, ল'ৰাকেইটাৰ চিএৰ আৰু সুহুৰি আৰু বৃদ্ধি হ'ল, কি উৎকট প্ৰখৰ দৃশ্য, অমিয়াই খোজৰ গতি দ্ৰুত কৰি দিলে, চকুৰ দৃষ্টি সুদূৰলৈ মেলি দিলে। কিন্তু শান্তি ক'ত? দৃষ্টিয়ে ঠেকা খাই থমকি ৰ'ল আৰু এক প্ৰখৰ দৃশ্যত। পথটো য'ত বেঁকা হৈ গৈছে সেই আলিৰ কেঁকুৰিটোৰ পৰা আৰম্ভ হৈছে নাতি-উচ্চ পাহাৰখন, চহৰৰ পিনে মুখ কৰি থকা সেই পাহাৰৰ বুকুখন কিন্তু সেউজীয়া নহয়, প্ৰখৰ নীলাভ বগা। শিলৰ বিশাল কোবাৰিটো এই চহৰখনক সমৃদ্ধ কৰাৰ অন্য এক অমূল্য সম্পদ। এদিন হেনো গোটেই পাহাৰখনেই ডিনামাইটৰ আক্ৰমণত ক্ৰমশঃ নিঃশেষ হৈ যাব আৰু তাৰ পিছত? পৰি ৰ'ল মাথোঁ/শুকান হাড়/শিজু কাঁইটৰ দেশ/মৰা পৃথিবীৰ দেহ, ... উস্ প্ৰমোদে যে তাইক নতুন-পুৰণি কত কবিৰে কবিতা— পঢ়ুৱা নাছিল.. এদিন কিন্তু এই পাহাৰখনো সেউজীয়া আছিল, তাৰ গাটো বিচিত্ৰ বন-জঙ্ঘলৰ আচ্ছাদনেৰে মনোমোহা হৈ আছিল। সেই এদিন আছিল প্ৰমোদৰ লগত জীৱন কটোৱাৰ সময়। তেতিয়া সি অমিয়াক কেৱল নিজৰাৰ পাৰলৈ, এতিয়া কাগজ কলে মৰিমূৰ কৰি পেলোৱা শালণিখনলৈকে ফুৰিবলৈ নিয়া নাছিল, দূৰণিৰ এই নীলাভ সেউজীয়া পাহাৰখনৰ দাঁতিলৈও ফুৰাবলৈ নিছিল.... আমাৰ এই সৰু চহৰখনক চাৰিওফালে নিজান নিজান প্ৰকৃতিৰ কত যে অপূৰ্ব সুন্দৰ ঠায়ে ঘেৰি ৰখা নাই, নগৰীয়া কোলাহলৰ পৰা ক্ষন্তেকৰ বাবে পলাই গৈ প্ৰেমিক-প্ৰেমিকাই নিজকে একান্তভাৱে পোৱাৰ বাবে, নিজান প্ৰকৃতিৰ এনে আচুতীয়া ঠাইৰ যে কি প্ৰয়োজন..... ক্ষত-বিক্ষত পাহাৰখনৰ চকুত চাট মাৰি ধৰা উজ্জ্বল নীলাভ বগা বুকুখনলৈ সভয়ে চাই ৰোৱা অমিয়াৰ বুকুত দূৰ অতীতৰ পাহৰণিৰ গৰ্ভ ঠেলি উঠি অহা প্ৰমোদৰ এই কথাখিনিয়ে সজোৰে খুন্দিয়াবলৈ ধৰিলে, তাইৰ অন্তৰখন যন্ত্ৰণাত ছটফট কৰিবলৈ ধৰিলে— আজি এই মুহূৰ্তত এইখন চহৰত আৰু এহাল প্ৰেমিক-প্ৰেমিকা আছে, পৰস্পৰক একান্ত সংগোপনে এক নিজান পৰিৱেশত নিভৃতে পাবলৈ সিহঁতো নিশ্চয় অতি ব্যাকুল, কিন্তু এতিয়া ক'ত সেই নিজান ঠাই? বাঢ়ি অহা নগৰখনে সেই সকলোবোৰ ঠাইকে এফালৰ পৰা দেখোন গিলি খাই আনিছে, প্ৰেমৰ বাবে, হৃদয়ৰ বাবে কি বাৰু বাকী থাকিল?

হঠাতে অমিয়াৰ মুখখন উজ্জ্বল হৈ উঠিল, নাই এতিয়াও সকলো শেষ হৈ যোৱা নাই, এতিয়াও

নিজৰাৰ পাৰ আছে......... Man may come and man may go, but I go on forever.... সঁচা, I go on forever....

অমিয়া ক্ষন্তেক ইতস্ততঃ কৰি বাটতে ৰৈ থাকিল, তাৰ পিছত তাই মনৰ ভিতৰতে কিবা এটা যেন সংকল্প কৰিলে— এনে ভাব মুখত ফুটি উঠিল... নাই, বুকুত প্ৰলেপ পৰা ক্ষতটোত খুচৰি দি যন্ত্ৰণাত দগ্ধ হ'লেও তাই আজি নিজৰাৰ পাৰলৈ যাবই লাগিব, চাই আহিব লাগিব তাইৰ প্ৰাণৰ পুতলীজনীৰ যৌৱন আৰু প্ৰেমক মোহময়-মায়াময় কৰি তুলিবলৈ এই চহৰখনৰ বুকুত কি অৱশেষ বাকী আছে...

ইচ্— কত দিন, কত যুগ, কত সহস্ৰ বৰ্ষ যেন এই মৰমৰ পৰিচিত বাটটোৰে অহা নাই! তাইৰ আৰু প্ৰমোদৰ ভৰিৰ অক্লান্ত অহৰহ খোজৰ ছাপ নপৰাৰ ফলত হয়তো লুংলুঙীয়া বাটটোক দুয়োকাষৰ পৰা হাবি-জংঘলবোৰ আগবাঢ়ি আহি একেবাৰে আগচি পেলাইছে। কিন্তু নাইতো, আচৰিত, অতি আচৰিত, লুংলুঙীয়া বাটটো ইমান বহল হৈ পৰিছে? আজিকালি তেন্তে বৰ্দ্ধিত চহৰৰ বৰ্দ্ধিত সংখ্যাৰ প্ৰেমিক-প্ৰেমিকাৰ খোজৰ ছাপ অজস্ৰবাৰ পৰি সৰু বাটটোক বহল কৰি তুলিছে?....... আৰু এতিয়া বা তাত কোন আছে? অমিয়াৰ খোজৰ গতি শ্লথ হৈ পৰিল, তাই অলপ সংকোচেৰেই আগবাঢ়িবলৈ ধৰিলে।

নিজৰাপাৰ পোৱাৰ কিছু আগৰে পৰাই বিচিত্ৰ চিঞৰ-বাখৰ আহি অমিয়াৰ কাণত পৰিবলৈ ধৰিলে। তাই অলপ থমকি ৰ'ল— এয়া কাৰ মাত, ইমান অশালীন আৰু কৰ্কশ, অমিয়াই কাণ থিয় কৰিলে, কাৰ মাত বাৰু? তাৰ পিছত অলপ পৰ কাণ পাতিয়েই অমিয়াই বুজি পালে যে সেয়া অসমীয়া মাত-কথা নহয়, দেছুৱালী মানুহৰহে মাত। অমিয়া বিস্ময় আৰু কৌতূহলেৰে আগবাঢ়ি গ'ল— হঠাতে তাইৰ কাণত আহি এক তীব্ৰ দুৰ্গন্ধ লাগিল, আপোনা-আপুনিয়ে যেন হাতৰ ৰুমাল নাকলৈ উঠি তাক জোৰেৰে হেঁচা মাৰি ধৰিলে। হে ভগবান, নিজৰাৰ পাৰটো দেখোন বনৰীয়া ফুলৰ সৌৰভেৰে আমোদিত হৈ থকাৰ পৰিৱৰ্তে মানুহৰ বিষ্ঠাৰ দুৰ্গন্ধৰেহে নৰককুণ্ড তুল্য হৈ আছে? প্ৰাণত বিৰাট এক ভয়ংকৰ সম্ভাৱনাৰ ভাব বহন কৰি অমিয়া আৰু আগবাঢ়ি গৈ অৱশেষত তাইৰ প্ৰিয় পৰিচিত ঠাইডোখৰতে ওলালগৈ। পৰিচিত? প্ৰিয়? অমিয়াৰ অন্তৰৰ অন্তঃস্থলীৰ পৰা উঠি অহা বিৰাট এক আৰ্তনাদত হৃদয় যেন দীৰ্ণ-বিদীৰ্ণ হৈ গ'ল— নিজৰাপাৰৰ এয়া কি শোচনীয় ৰূপ? কোনে এই জুৰিটিৰ কুমাৰীত্ব হৰণ কৰি তাইক এনেদৰে ক্ষত-বিক্ষত কৰি পেলাইছে?

ডাঙৰ শিল এছটাতে অমিয়া ধপ্‌কৈ বহি পৰিল। সেই শিল ছটাতে এদিন প্ৰমোদৰ গাতে গা লগাই বহি তাৰ মুখৰ পৰা যে কবিতা শুনিছিল সেই কথা এই মুহূৰ্তত অমিয়াৰ মনলৈয়ে নাহিল, তাই কেৱল সভয়ে দেখিলে যে নিজৰাটোৰ যিখিনিত বেছি পানী জমা হৈ কুণ্ডৰ দৰে হৈছিল, এসময়ত যি কুণ্ডটোৰ ভিতৰৰ পৰা এইমাত্ৰ জলকুঁৱৰী উঠি আহি জলক্ৰীড়া কৰিব চাবা' বুলি ধেমালি কৰি প্ৰমোদে জলকুঁৱৰীৰ কবিতা আবৃত্তি কৰিছিল— "কিবা কি বিচাৰি কেজনী বুৰ দি/উঠিল পানীৰ পৰা/মুকুতাৰ মালা আঁৰি হাঁহ— গলে/চুমাৰে ৰঞ্জিলে ঠোঁট।'— এতিয়া সেই কুণ্ডটোতে 'জলকুঁৱৰী' আৰু 'জলকোঁৱৰে'— হয়তো কাগজ কলৰ বনুৱা, হয়তো কোবাবিৰ শিলভঙা বনুৱা, মুনিহ-তিৰোতা উভয়ে দিনটোৰ পৰিশ্ৰমৰ পিছত, গৰমৰ পিছত, এই চহৰখনৰ একমাত্ৰ পানীৰ আধাৰ এই নিজৰাৰ কুণ্ডটোতে শৰীৰৰ জুৰ পেলাইছে। অমিয়া বহি থকা শিলছটাতে শিলৰ দৰে নিশ্চল হৈ বহি ৰ'ল। কুণ্ডৰ পানী ঘোদালি ঘোদালি তাক প্ৰায় নিঃশেষ কৰি পেলাইছে বনুৱাবোৰে, ফলত তাৰ গতি প্ৰায় ৰুদ্ধ হৈ পৰিছে। ..... I go on forever? মিছা কথা, একেবাৰে মিছা কথা, অমিয়াৰ অন্তৰাত্মাই যেন বিৰাট প্ৰতিবাদেৰে চিঞৰি উঠিল, মিছা কথা, কবিয়ে ভুল লেখিছে, নিজৰা নহয়, মানুহৰ গতিহে চিৰ প্ৰবহমান, সেই মানুহ— যাৰ দিনে দিনে বৰ্দ্ধিত সহস্ৰ বাহুৰে বিশাল বটবৃক্ষৰ শাখা-প্ৰশাখাৰ দৰেই প্ৰকৃতিৰ সকলোতে তাৰ আধিপত্য বিস্তাৰ কৰিছে আৰু তাৰ সেই শেহতীয়া জয়ৰ অভিযান হ'ল কুল কুল জুৰ জুৰ সুৰৰ জলকুঁৱৰীৰ বীণ বজা নিজৰাটোৰ 'I go on forever'-ৰ গৰ্বৰ ডিঙি চেপি ধৰাটো!

অমিয়া শিলৰ মূৰ্তিৰ দৰে নিশ্চল হৈ শিলছটাত বহিয়ে ৰ'ল।

(প্ৰকাশ, ১৯৮৮)

# গল্প লেখাৰ গল্প

বিহু আহিলে বা পূজা আহিলে মোৰ ল'ৰা-ছোৱালীকেইটাৰ যেনেকৈ আনন্দ লাগে মোৰ লাগে তেনেকৈ আতঙ্ক— ওহোঁ নহয়, সিহঁতক কাপোৰ-চোলা দিয়াৰ ভয়ত নহয়। মোৰ ভয় একেবাৰে আন বিধৰ— মোৰ ভয় লিখাৰ ভয়। বিহু উপলক্ষে বা শাৰদীয় পূজা উপলক্ষে বৃহৎ কলেবৰৰ বিশেষ সঙ্কলনবোৰ ওলায়, তাত মই গল্প লিখিব লাগিব। কিন্তু ইমান ঘনাই ঘনাই মোৰ মগজত কেনেকৈ গল্পৰ প্লটৰ উদ্ভাৱন হ'ব? মোৰ আতঙ্ক সেয়েই। সেয়ে বিহু আহিলে বা পূজা আহিলে মোৰ আনন্দ লগাৰ পৰিবৰ্তে লাগে ভয়।

তথাপি সেই ভয়ৰ সমুদ্ৰত ককবকায়ে গল্পৰ প্লট বিচাৰি ফুৰোঁ, কাৰণ মনৰ এনেকুৱাই ধৰ্ম যে নিবিচাৰি নোৱাৰোঁ, নিলিখোঁ বুলি হাত সাবটি বহি থাকিব নোৱাৰোঁ। বৰং গল্পৰ প্লট বিচাৰিবলৈ উঠি পৰিয়ে লাগি যাওঁ... কি লিখোঁ বাৰু? কি লিখোঁ... বৰ্তমান আমাৰ সমাজৰ বহুত সমস্যাৰ ভিতৰত এটাক লৈ?... চিৰন্তন প্ৰেমক লৈ? .. সৰ্বগ্ৰাসী দাৰিদ্ৰ্যক লৈ?... এই সকলোবোৰ বাৰু ঠিক আছে, কিন্তু মই তো কোনো ৰচনা লিখিব ওলোৱা নাই, মই লিখিব ওলাইছোঁ গল্প। এই বিষয়-বস্তুবোৰক বিশেষ এটা প্লটৰ মাধ্যমেৰে গল্পৰ ৰূপত লিখিব লাগিব। . ভাবি যেন পাৰ নাপাওঁ।

এই অৱস্থাতে এদিন আমাৰ ঘৰলৈ যদু দাদাহঁত ফুৰিবলৈ আহিল। যদু দাদা আমাৰ নিজৰ দাদা নহয়, কিন্তু তেওঁক আমি সকলোৱে পৰা নিজৰ দাদাৰ দৰে দেখোঁ। মোৰ বিয়াৰ পাছত সৌভাগ্যক্ৰমে যদু দাদাহঁত আমি থকা ঠাইখনলৈকে আহিল। তেওঁক ওচৰত পাই মোৰ বৰ ৰং লাগিছিল। তাৰ পাছত যদু দাদা অকল মোৰেই দাদা হৈ নাথাকিল, মোৰ ল'ৰা-ছোৱালীকেইটাৰ মৰমৰ মামাও হৈ পৰিল। বিশেষকৈ মোৰ মাজু ল'ৰা সোণটি তেওঁৰ পৰম ভক্ত হৈ পৰিল।

মাজতে যদু দাদা ইয়াত নাছিল। দুমাহৰ ছুটী লৈ ঘৰলৈ গৈছিল। আজি দুমাহৰ পাছত তেওঁ আমাৰ ঘৰলৈ আহিছে। লগত বৌৰ লগতে বৌৰ ভনীয়েকো আহিছে। ভণ্টীয়েকে বোলে তেওঁলোকৰ লগতে থাকি পঢ়িব।

যি হওক, যদু দাদাক ইমান দিনৰ মূৰত পাই মোৰ ল'ৰা-ছোৱালীকেইটাই আনন্দত উত্ৰাৱল হৈ তেওঁক বেৰি ধৰিলে। যদু দাদাই সিহঁতক যথাৰীতি মৰম কৰি লৈ মোৰ মাজু ল'ৰা সোণটিক সুধিলে— 'অ', তই হাইস্কুলত নাম লগালি নহয়, সোণটি? ক্লাছ কৰিছ? কেনে লাগিছে নতুন স্কুল?'

সোণটিক আৰু পায় কোনে? চমজদাৰ শ্ৰোতা পাই তাৰ মুখ খুলি গ'ল। স্কুললৈ যোৱাৰ দিনৰে পৰা আৰম্ভ কৰি আজিলৈকে হোৱা প্ৰত্যেকটো কথাকে বৰ্ণাই যাবলৈ ধৰিলে। মই মাজতে তাক ধমকো দিলোঁ, কিন্তু তথাপি তাৰ মুখ বন্ধ নহ'ল,— তাতে যদু দাদাই প্ৰশ্ৰয় ভৰা মাতেৰে তাক উৎসাহিত কৰিয়ে আছিল।

সকলোবোৰ কথাৰ মাজত সোণটিয়ে সেই ঘটনাটোও ক'লে যিটো ঘটনা সঁচায়ে কাৰোবাক ক'ব পৰা বিধৰ। সোণটিহঁতৰ ক্লাছ আৰম্ভ হোৱাৰ পাছত এজন শিক্ষকে হেনো আটাইবোৰ ল'ৰাৰ নাম অভিভাৱকৰ নাম আৰু কি চাকৰি কৰে সুধিলে। সকলো ল'ৰাই ক'লে' কিন্তু তাৰে ভিতৰত এটা ল'ৰাই বোলে নিজৰ আৰু দেউতাকৰ নামটো কৈ আৰু কোনোপধ্যেই দেউতাকে কি কৰে নক'লে। শিক্ষকৰ উপৰ্যুপৰি প্ৰশ্ন, ধমক, এনেকি মাৰতো সি নীৰৱেই ৰ'ল। কিন্তু যি উত্তৰ শিক্ষকে উলিয়াব নোৱাৰিলে সেই উত্তৰ হ'লে মোৰ ওস্তাদ ল'ৰাই সেই ল'ৰাটোৰ মুখৰ পৰা বাহিৰ কৰিহে এৰিলে। সোণটিৰ কৌতূহল অসীম। সকলো ঘটনাৰ সি আঁতি-গুৰি লৈহে এৰিব। তাৰ কাৰণে সি তলে তলে বেছ বুদ্ধিও খটাব পাৰে। সেই ল'ৰাটোৰ পৰা (তাৰ নাম বোলে পদ্মেশ্বৰ) উত্তৰটো উলিয়াবলৈ সোণটিয়ে হেনো পানী খোৱা ছুটীৰ সময়ত তাৰ খুব লগ হৈ দোকানৰ পৰা বাদাম, বিস্কুট কিনি খুৱালে আৰু কিছু সময়ৰ ভিতৰতে তাৰ লগত বেছ বন্ধুত্ব জমাই তুলিলে। এবাৰ সুবিধা বুজি সোণটিয়ে পদ্মেশ্বৰক সুধিলে কিয় সি ক্লাছত তাৰ দেউতাকৰ চাকৰিটোৰ কথা নক'লে। পদ্মেশ্বৰে প্ৰথমতে হেনো সোণটিৰ আগতো কন্তেক পৰ তভক্ মাৰি আছিল, কিন্তু তাৰ পাছত হেনো লাহে লাহে কৈছিল— 'তোমালোক আটাইবোৰৰে দেউতাকহঁতে ইমান ভাল ভাল চাকৰি কৰে, কিন্তু মোৰ দেউতাই কৰে সামান্য মিস্ত্ৰীৰ কাম, মইনো সেই কথা গোটেইবোৰ ল'ৰাৰ আগতে ক্লাছত ছাৰক কেনেকৈ কৈ দিওঁ? মোৰ জানো লাজ নালাগে?'. সোণটিয়ে এই ঘটনাটো যদু দাদাক কৈ আৰু এবাৰ কথা ক'লে— 'জানে যদু মামা, তাৰ পাছৰ পৰা পদ্মেশ্বৰে মোৰ লগ নেৰাই হৈছে। মোৰ

লগতে বহে, মোৰ লগতে ফুৰে। মোৰ যে এনে দিগদাৰ লগা হৈছে... ইমান লেতেৰা-পেতেৰা ল'ৰাটো ৰাস্তাত মোৰ লগত ফুৰোঁতে কোনোবাই আমাক দেখিলে মোৰ ক্লাছফ্ৰেণ্ড বুলি চিনাকি দিবলৈ লাজেই লাগিব...'

সোণ্টিৰ কথা শেষ হ'বলৈ নাপাওঁতে মই প্ৰচণ্ড জোৰেৰে তাক ডবিয়াই উঠিলোঁ— 'ছিঃ সোণ্টি, তেনে কথা ক'ব নাপায়। অতদিন কিতাপে-পত্ৰে কি পঢ়ি আহিছ? বেচেৰা দুখীয়া ল'ৰা, দুখীয়াক মৰম, সহানুভূতি কৰিব লাগে— কিন্তু তই তাক লেতেৰা কাৰণে নিজৰ লগত পঢ়া বুলি চিনাকি দিবলৈও লাজ কৰিছ! ছিঃ, তেনেকৈ ভাবিব নাপায়, সোণ্টি...' সোণ্টিক মই হয়তো আৰু বহুতো উপদেশমূলক ভৰ্ৎসনা কৰিলোঁহেঁতেন, কিন্তু নিজৰ মনৰ ভিতৰত নিজেই প্ৰচণ্ড ধমক্ এটা খাই স্তব্ধ হৈ গ'লোঁ। মোৰো যে এদিন সোণ্টিৰ দৰেই অৱস্থা হৈছিল! অথচ সেই কাৰণটো আছিল কি তুচ্ছ, কি হীন!

কেইমাহমানৰ আগৰ দৃশ্য এটা চকুৰ আগত ভাহি উঠিল। সোণ্টিৰ লগত যদু দাদাৰ কথা-বতৰা চলি থাকিল, বৌ আৰু বৌৰ ভনীয়েকৰ লগতো মই ইটো-সিটো কথা পাতি থাকিলোঁ, কাঞ্চাই চাহ আনি দিলে, তামোল আনি দিলে, কিন্তু সেই সকলোবোৰৰ মাজে মাজে মোৰ মনটো বাৰে বাৰে অন্যমনস্ক হৈ পৰিল, বাৰে বাৰে চকুৰ আগত ভাহি উঠিল কেইমাহমানৰ আগৰ সেই দৃশ্যটো।

চিটী বাছত উঠি গৈ আছিলোঁ বাছত সিদিনা বেছি ভিৰ নাছিল। সময়টো দুপৰীয়া কাৰণেই বোধহয়। মইতো ভালকৈ বহিব পাইছিলোঁৱেই, মোৰ ওচৰৰ ছিটটো পৰ্যন্ত খালী হৈ আছিল। মই শিলপুখুৰীপাৰত উঠি ফাঁচীবজাৰলৈ ওলাইছিলোঁ। ইচ্ছা কৰিয়েই এই সময়টো বাছি লৈছিলোঁ— বাছত ভিৰ নাথাকিব, উঠিব পাৰিম।

বাছ কিছুদূৰ যোৱাৰ পাছত এটা ষ্টপত এজন আদহীয়া মানুহ উঠিল। তেওঁৰ কোলাত এটা কেঁচুৱা— ওহোঁ, ভুল ক'লোঁ, কেঁচুৱা নহয় ডেৰ বছৰমান বয়সৰ এটা শিশু। কিন্তু শিশুটোৰ আকৃতি দেখি প্ৰথমতে মোৰ কেইমাহমানৰ কেঁচুৱা বুলিয়ে ভ্ৰম হৈছিল। মানুহজন বাছত উঠি এখন্তেক ইফাল-সিফালে চাই মোৰ ওচৰত থকা খালী ছিটটোলৈ চাই মোৰ ফালে চালে আৰু নম্ৰ সুৰত ক'লে— 'মই ইয়াত বহিব পাৰোঁনে?'

মই লৰালৰিকৈ কৈ উঠিলোঁ— 'নিশ্চয় নিশ্চয়। সেইটো আৰু সুধিব লগা কথানে?' মনেৰে মই ইয়াকো ক'লোঁ— 'মোৰ ওপৰৰ ছিটটো খালী নাথাকিলেও মই নিজে উঠি আপোনাক বহিব দিলোঁহেঁতেন, আপোনাৰ কোলাত যে শিশু!' কিন্তু মনেৰে কোৱা কথাষাৰ মনতে কৈ লগে লগে মোৰ এটা সৰু ঘটনালৈ মনত পৰি গৈছিল। মোৰ ভাই এজনে এবাৰ বিশ্ববিদ্যালয়ৰ বাছত জালুকবাৰীলৈ যাওঁতে বাটত কোলাত সৰু ল'ৰা এটা লৈ মানুহ এজন উঠা দেখিলে। বাছত আৰু ক'তো ছিট নাছিল। গতিকে মোৰ ভাই লৰালৰিকৈ ধহাৰ পৰা উঠিল আৰু মানুহজনক নিজৰ ঠাইলৈ আহ্বান কৰি ক'লে— 'আপোনাৰ কোলাত ল'ৰা আছে, আপুনি ইয়াতে বহকহি'— মোৰ ভাইৰ কোলাত ল'ৰা নাছিল যদিও হাতত আছিল এসোপা কিতাপৰ দ'ম আৰু লগতে ইহাতত ওলমি আছিল বস্তুৰে ভৰা এটা মোনা। অৱশ্যে সেই সকলোবোৰৰ ওজন নিশ্চয় ল'ৰাটোৰ ওজনতকৈ অলপ কম হ'ব।

যি হওক, মানুহজন ল'ৰাটোক লৈ বহিল আৰু মোৰ ভাই থিয় হৈ ৰ'ল।

পিছৰ ষ্টপত মানুহজনৰ ওচৰত বহা আনজন মানুহ নামি গ'ল। ছিটটো খালী হ'ল। কোলাত ল'ৰা বহুৱাই চুপ হৈ বহি যোৱা মানুহজনে ল'ৰাটোক কোলাৰ পৰা নমাই সেই খালী ছিটটোত বহুৱাই দি সকাহ পালে। মোৰ ভাই নীৰৱে টালি-টোপোলাবোৰ হাতত লৈ থিয় হৈ চলন্ত বাছত গৈ থাকিল।

মোৰ ভাইৰ সেই ঘটনাটো মনলৈ অহাত মই ওচৰত বহা মানুহজনৰ কোলাৰ শিশুটোলৈ চালোঁ। নাই, এই শিশুটোৰ ওজনতকৈ মোৰ ভাইৰ হাতৰ কিতাপ আৰু মোনাৰ ওজন নিঃসন্দেহে বেছি হ'ব। এইটো শিশুৰ কিবা হৈছে হ'বলা— হাত-ভৰিবোৰ অতিপাত লেৰেলা, মুখখন যে কি অসহায় আৰু ৰুগ্ন। মাত্ৰ দুটা ডাঙৰ ডাঙৰ ক'লা চকু সেই অকণমানি শেঁতা মুখখনত জিলিকি আছিল। কিন্তু সেই সময়ত সেই চকুৰ চাৱনি আছিল একেবাৰে বোবা আৰু উদাসীন। এই পৃথিৱীৰ একোৱে যেন এই মুহূৰ্তত এই অকণমানি প্ৰাণটোক অকণো ইণ্টাৰেষ্ট লগাব পৰা নাই।

'আপোনাক কথা এটা সোধোঁনে?'

মানুহজনৰ আকস্মিক প্ৰশ্নত মই অলপ উচপ্ খাই উঠিছিলোঁ।

'সোধক।'

মোৰ অনুমতি পাই তেতিয়া মানুহজনে মোৰ নামটো কৈ সুধিলে— সেইটো মোৰ নাম হয়নে নহয়। মই

হয় বুলি ক'লোঁ আৰু মনতে অলপ আত্মপ্ৰসাদ লাভ কৰিলোঁ— মই তেন্তে বেছ খ্যাতিমান লিখক হৈ পৰিছোঁ, ৰাস্তাই-ঘাটে মানুহে মোক দেখিলেও চিনি পায়।

কিন্তু ইয়াৰ পাছত মানুহজনে মোক এনে এষাৰ কথা ক'লে যাৰ ফলত মোৰ আত্মতৃপ্তি তো ধূলিসাৎ হ'লেই, ওলোটাই মনটো ভীষণ অস্বস্তিৰেহে ভৰি গ'ল।

তেওঁ অনুমান কৰাৰ দৰেই মোৰ নামটো হয় বুলি জানি মানুহজনে এটা কিনা নম্ৰ হাঁহি মাৰিলে আৰু খুব অমায়িকভাৱে ক'লে— 'কলেজত ময়ো আপোনাৰ লগতে একে ক্লাছতে পঢ়িছিলোঁ। আপোনাক মই অত বছৰৰ মূৰত ঠিক চিনি পাইছোঁ। আপুনি বাৰু মোক চিনি পাইছেনে?'

মই চক্ খাই গৈছিলোঁ। মোৰ অবাধ্য চকুহালে লগে লগেই মানুহজনৰ বেছিভাগ পকা চুলিৰ মূৰটো আৰু ভাগি পৰা গাল আৰু গাঁতত সোমোৱা চকু এহালেৰে আধাবুঢ়া মুখখনৰ ওপৰেদি দৃষ্টি বুলাই নিছিল। আৰু তাৰ লগতে মই এবাৰ অতি লৰালৰিকৈ মোৰ ওচৰে-পাজৰে বহা মানুহবোৰৰ মুখৰ ওপৰেদিও চকু ফুৰাই নিছিলোঁ— মোৰ চিনাকি কোনো মানুহ ইয়াত নাইতো! কি সাংঘাতিক কথা! এই আধাবুঢ়া মানুহজন বোলে মোৰ সহপাঠী! ভাগ্যে মই ওচৰত কোনো চিনাকি মানুহ দেখা নাপালোঁ, নহ'লে যে মই অতি যত্নেৰে, নানা প্ৰসাধনৰ সহায়েৰে, আৰাম স্বাচ্ছন্দ্যই স্বাস্থ্যলৈ আনি দিয়া চেহেৰাৰ জৌলুচৰ সহায়েৰে আৰু লগতে মিথ্যা ভাষণ আৰু মিথ্যা লিখনৰ (কত কাগজে-পত্ৰই তো মোৰ সাহিত্যিক জীৱনীত মোৰ বয়সটো অন্ততঃ পাঁচ বছৰ কম কৰি লিখি দিছোঁ) সহায়েৰে যি বয়স লুকাই ৰাখিবলৈ সক্ষম হৈছোঁ, সিয়ে সকলোৰে আগত বৰ বেয়াভাৱে ওলাই পৰিব!

'মোৰ চুলিকেইডাল চাইছে নহয়?' মোৰ সহপাঠী আধাবয়সীয়া মানুহজনে এটা ম্লান হাঁহিৰে ক'লে— 'চুলিবোৰ তেনেই পকিল বুজিছে। বয়সো হৈছে, কিন্তু তথাপি ইমানকৈ পকিব নালাগিছিল। সংসাৰৰ দুখ-কষ্ট, জ্বালা-যন্ত্ৰণাই বোধহয় এনেকৈ অকালতে চুলিবোৰ পকালে . কলেজ এৰাৰ পিছত আজিলৈকে জীৱনত বহুত ভুগিলোঁ, বুজিছে— আপুনি কিমানলৈ পঢ়িলে? এম এ লৈকে? ভাগ্যবান মানুহ আপোনালোক। মই কিন্তু আই এলৈকে পঢ়ি পঢ়া এৰিব লগা হ'ল। ঘৰুৱা অসুবিধাৰ কাৰণেই। এতিয়া অলপ ঠিকা-ঠকলি কৰি চলোঁ। কিন্তু আয় যে বহুত নহয় মোক দেখি বোধহয় বুজিছেই। এই দুৰ্মূল্যৰ দিনত কোনোমতেহে চলি আছোঁ . বিয়া কৰাইছোঁ, ল'ৰা-ছোৱালীও তিনিটা হৈছে। কিন্তু আজি কেইমাহমানৰ পৰা এটা ডাঙৰ দুৰ্ভাগ্যই লগ দিছে মোক। মোৰ ডাঙৰ দুটা ল'ৰাৰ তলতে এইজনী কোলাৰ ছোৱালী। ডেৰ বছৰ হৈছে। কিন্তু আজি কেইমাহমানৰ পৰা তাইক এটা অচিন বেমাৰে লগ দিছে, ভালকৈ খাব-বব নোৱাৰে, হাত-ভৰিবোৰ চিয়াঁ পৰি যাব ধৰিছে। টকা-পইচা বেছি খৰচ কৰি চিকিৎসা কৰাৰ সামৰ্থ্য নাই যদিও নানা ডাক্তৰ কবিৰাজক দেখুৱালোঁ, কিন্তু কোনেও ভাল কৰিব নোৱাৰিলে। এতিয়া মেডিকেল কলেজত দেখুৱাইছোঁ— আৰু আজি এইক হাস্পাতালত থ'বলৈ আহিছোঁ... পিছে ৰ'ব, আপোনাৰ কথাতো একো সোধাই নহ'ল, কেৱল নিজৰ কথাবোৰকে বলকি গ'লোঁ... মোৰ নামিবৰো হ'ব. আপোনাৰ স্বামীয়ে কি কৰে? তেখেতৰ নাম...'

মই ক'লোঁ আৰু তাৰ পাছত মানুহজনৰ কোলাৰ সেই অসহায় শিশুটিলৈ চাই সুধিলোঁ— 'ডাক্তৰে হাস্পাতালত থ'লে ভাল হ'ব বুলি আশা দিছে, নহয়?'

'আশা একপ্ৰকাৰ দিছেও, নায়ো দিয়া— কিন্তু ইমান সৰু ছোৱালীজনীক যে কেনেকৈ হাস্পাতালত থৈ যাম! ইফালে বিপদৰ উপৰি বিপদ, মাকৰ মানে মোৰ ৱাইফৰ গধুৰ বাল্টি দাঙিবলৈ গৈ কংকালত খুব বিষ হৈছে, গতিকে ইমানদূৰ চিটিবাছত উঠি আহিব নোৱাৰে বাবে ছোৱালীটিক ময়েই— এ মোৰ নামিবৰে হ'ল... কণ্ডাক্টৰ, এই কণ্ডাক্টৰ, ৰ'বা ৰ'বা, মই ইয়াতে নামিম! ভাল বাৰু, আহো দেই, অত বছৰৰ মূৰত আপোনাক লগ পাই বৰ ভাল লাগিল।'

কোলাত শিশুটিক লৈ মানুহজন খপ্‌জপ্‌কৈ নামি গৈছিল। মই স্তব্ধভাৱে সেই অপস্ৰিয়মাণ দৃশ্যটোলৈ চাই ৰৈছিলোঁ. তাৰ পিছত আজি আকৌ সোণটিয়ে যদু দাদাক পদ্মেশ্বৰৰ কাহিনীটো কোৱাত সেই দৃশ্যটো পুনৰ আহি চকুৰ আগত ভাহি উঠিল। মোৰ আৰু সোণটিৰ মনস্তত্ত্ব প্ৰায় একেই পৰ্যায়ৰ, সি পদ্মেশ্বৰক তাৰ পিতৃদেৱৰ বাবে বন্ধু বুলি পৰিচয় দিবলৈ লাজ কৰে আৰু মই চিটী বাছত লগ পোৱা মানুহজনক সহপাঠী বুলি পৰিচয় দিবলৈ লাজ কৰোঁ— জানোচা মানুহে মোৰ আচল বয়সটো গম পাই যায়!

হঠাতে মোৰ মনত ভাব এটা খেলাই গ'ল— দাৰিদ্ৰ্যক উপজীব্য কৰি মোৰ আৰু সোণ্‌টিৰ এই সহপাঠী দুজনক লৈ মই দেখোন কাম চলা বিধৰ গল্প এটা লেখি বিহু সংখ্যাবোৰৰ আলোচনীৰ কোনোবা এখন সংকলনলৈ পঠাই দিব পাৰোঁ। এৰা, সঁচায়ে তো পৰা যায়।

ইয়াৰ পিছত ভবামতেই মই গল্পটো লেখিবলৈ আৰম্ভ কৰি দিলোঁ। তাৰ আগতে মই যদু দাদাৰ লগত পৰামৰ্শও কৰি ল'লোঁ। সৰুতে যেতিয়া মই মোৰ প্ৰথম গল্প লেখিকাৰ জীৱন আৰম্ভ কৰিছিলোঁ, তেতিয়া মোক যদু দাদায়ে উৎসাহ দিছিল আৰু নানা পৰামৰ্শ দিছিল। আজিও তেওঁ মোক প্লটটোৰ কথা শুনি উৎসাহ দিলে (মই অৱশ্যে সহপাঠীজনৰ পকা চুলিখিনি দেখি মোৰ মনত জগা কম্‌প্লেক্সখিনিৰ কথা তেওঁক কোৱা নাছিলোঁ) আৰু ক'লে যে সমাজত দৰিদ্ৰতা যে কিমান দকৈ শিপোৱা সেই কথাটো আমি মাক-পুতেক দুই প্ৰজন্মৰ দুয়োটা কাহিনীতে এটা শক্তিশালী গল্পৰ উপাদান হিচাপে সুপ্ত হৈ আছে। যদু দাদাৰ বিশ্বাস যে ইয়াৰ আলমত মই এটা মৰ্মস্পৰ্শী গল্প লিখি উলিয়াব পাৰিম।

যদু দাদাৰ কথা শুনি মই পৰম উৎসাহত গল্পটো লিখিবলৈ আৰম্ভ কৰি দিছিলোঁ। কিন্তু কিছুদূৰ লিখাৰ পিছতে মোক একধৰণৰ এটা সচেতনতাই আগুৰি ধৰিলে— মই প্ৰথম পুৰুষত লেখা এই গল্পটো পাঠকে যদি মোৰ নিজৰে অভিজ্ঞতাৰ ভিত্তিত লেখা বুলি ধৰি লয় আৰু ইমান দিনে সযত্নে লুকুৱাই অহা মোৰ আচল বয়সটো গম পাই যায়?

নাই নাই, গল্পটো মই লেখিব নোৱাৰোঁ, এই গল্পটো লেখি মই কোনো এখন বিহু আলোচনীলৈ পঠাব নোৱাৰোঁ। প্ৰথম পুৰুষ সলনি কৰি তৃতীয় পুৰুষত নৈৰ্ব্যক্তিকভাৱে লিখিলেও বোধহয় পাঠকে তাৰ মাজত মোক আৱিষ্কাৰ কৰিব, মোৰ বয়স আৱিষ্কাৰ কৰিব। কাৰণ সাধাৰণতে পাঠকৰ ধাৰণা যে সকলো লেখকেই নিজৰ জীৱনৰ অভিজ্ঞতাকে লৈ লেখে; অৱশ্যে তেওঁলোকৰ সেই ধাৰণা ভুলো নহয়।

দুদিন পিছত যদু দাদাই আহি সুধিলে— 'গল্পটো লেখা হ'লনে ভণ্টী?'

'নাই, মানে মই নোৱাৰিলোঁ, মানে যদু দাদা— মোৰ আৰু সোণ্‌টিৰ এই অভিজ্ঞতা দুটাত তুমি কোৱাৰ দৰে গল্পৰ শক্তিশালী উপাদান লুকাই আছে যদিও মই তাত কোনোমতে প্ৰয়োজনীয় কাৰুণ্যৰ ৰস সিঞ্চিত কৰিব নোৱাৰিলোঁ, প্ৰাণস্পৰ্শী কৰি তুলিব নোৱাৰিলোঁ...'

হায় যদু দাদা, মোক এজনী দৰদী লেখিকা বুলি ধাৰণা লৈ থকা তুমি যদি জানিলাহেঁতেন যে কিমান এটা তুচ্ছ কাৰণত মই গল্পটো লেকিব নোৱাৰিলো! হায়, তুমি তো নাজানা যে আমি যিবোৰ মানুহৰ দুখ-দুৰ্দশাক লৈ সহানুভূতিসূচক গল্প লেখোঁ সেইবোৰ মানুহৰ প্ৰতি আমাৰ বহুত লেখকৰে কিন্তু অন্তৰত আচল সহানুভূতি নাই, আমি গল্পবোৰ লেখোঁ কেৱল নিজৰ প্ৰয়োজনৰ তাগিদাতেই, নিজৰ নাম-যশৰ আশাতেই।

(প্ৰকাশ)

# সন্তানৰ সন্ধানত এক জননী

'মাহী, ৰুম্পাক তেন্তে আপোনাৰ ওচৰত থৈ যাওঁ', সংলগ্ন ফ্লেটৰ অধিবাসিনী মণিকাই আহি শান্তিক সুধিছিল।

শান্তিয়ে তেতিয়া চোফাচেট আৰু বুক কেছৰ ধূলি মচি আছিল। বুক কেছৰ ওপৰত নানান ধৰণৰ সজোৱা বস্তু, তাৰ ভিতৰত আছে দুই এটা অসাৱধান হ'লেই ভাঙি যোৱাৰ সম্ভাৱনা থকা বস্তু— যেনে, দক্ষিণ ভাৰতলৈ ফুৰিবলৈ যাওঁতে কিনি অনা ক'লা মাটিৰ গণেশৰ মূৰ্তি, ৰাজস্থানলৈ ফুৰিবলৈ যাওঁতে কিনি অনা ব্লু পটাৰিজৰ ওফোন্দা পেটৰ ফুলদানি, কলিকতালৈ ফুৰিবলৈ যাওঁতে কিনি অনা কৃষ্ণনগৰৰ মাটিৰ বুঢ়া-বুঢ়ী এহাল. আদি। শান্তিয়ে এইবোৰ নিজ হাতেৰেই সদায় পৰিস্কাৰ কৰে, ক'ৰবাত অসাৱধানতাত ভাঙি পেলাব বুলি ... কৰা মানুহক চুঁবলৈ নিদিয়ে। আগতে অৱশ্যে দিছিল, কিন্তু এবাৰ সৰু ভায়েকে বিদেশৰ পৰা আনি দিয়া বগা মাৰ্বল পাথৰৰ মাতা মেৰী আৰু শিশু যীশুৰ মূৰ্ত্তিটো ধূলি মচিবলৈ গৈ বন কৰা মানুহজনীয়ে ভাঙি পেলোৱাৰ পিছত শান্তিয়ে আৰু কাকো এইবোৰ মচিবলৈ নিদিয়া হ'ল। মাৰ্বল পাথৰৰ মূৰ্ত্তিটো ভঙাৰ দুখ শান্তিয়ে বহুত দিনলৈ পাহৰিব পৰা নাছিল। মূৰ্ত্তিটো ভাঙিছিলও আচৰিত ধৰণে, মেৰীৰ নাকটো ভাঙিছিল, কপালত ক্ষত হৈছিল, কিন্তু কোলাৰ যীশু একেবাৰে টুকুৰা টুকুৰা হৈ গৈছিল। বোধহয় অনিতা অৰ্থাৎ বন কৰা ছোৱালীজনীৰ হাতৰ পৰা পৰোঁতে মূৰ্ত্তিটো মুখ থেকেছা খাই পৰি গৈছিল। শান্তিৰ মনলৈ তেতিয়া অদ্ভুত ভাব এটা আহি গৈছিল। মেৰীয়ে নিজৰ সন্তানক বঁচাব নোৱাৰিলে, সেইবাবে লাজ আৰু দুখত তেওঁৰ নাক কটা গ'ল।

শান্তিৰ ঘৰৰ কোনো বস্তু সাধাৰণতে নাভাঙে আৰু ঘৰৰ য'ৰ বস্তু ত'তে থাকে। গতিকে ঘৰখন অতি সুন্দৰ পৰিপাটিকৈ সজোৱা। এদিন সৰু ভনীয়েক অদিতিয়েতো অলপ ক্ষোভ মিহলোৱা সুৰেৰে কৈয়ে পেলালে— 'তোৰেই ভাল দে বাইদেউ, ল'ৰা-ছোৱালী নাই, ঘৰখন ছবিৰ দৰে সুন্দৰ কৰি ৰাখিছ। মই যে বাব্লাটোৰ বাবে ক'ৰো বস্তু ক'তো ঠিকমতে ৰাখিব নোৱাৰো। তাৰ ভয়ত সজোৱা বস্তু বোৰতো লুকায় থ'ব লগাত পৰিছোঁ। কেতিয়া যে ই ডাঙৰ হ'ব ...' শান্তিৰ সিদিনা নিজকে নাক ভঙা মাতা মেৰীৰ দৰেই লাগিছিল, তেওঁ বন্ধ্যা, সেয়ে লাজ আৰু দুখৰ সীমা নাই।

মণিকাৰ মাতত শান্তিয়ে ধূলি মচি থকাৰ পৰা ঘূৰি চাই অলপ হাঁহিলে 'তুমিনো মোক সদায় কিয় ৰুম্পাক থোৱাৰ কথা সুধিব লাগে? থৈ যাবাইতো। দিনটোনো মোৰ আৰু কি কাম থাকে, তাইক ৰখাত মোৰনো কি কষ্ট হয়?"

'নহয়, নহয় ৰুম্পা বৰ উৎপতীয়াতো, আপোনাক দিনটোত অলপ জিৰাব নিদিয়ে। কি যে কৰিম, ইমান বিচাৰিও আজিলৈ ভাল মানুহ এজনী বিচাৰি নাপালোঁ। কোনোমতে ৰুম্পাৰ তিনি বছৰ হ'লে হয়, নাৰ্ছাৰী স্কুল এখনত ভৰ্ত্তি কৰি দি ৰক্ষা পৰিম।'

'ৰুম্পা একো উৎপতীয়া নহয়, তাই সুন্দৰকৈ খেলা কৰি থাকে। খোৱাৰ সময়তো একো আমনি নকৰে। মোৰ ভনীৰ ল'ৰা বাব্লাই যে খোৱাত ইমান দিগদাৰ দিয়ে, অদিতিয়ে ভাতৰ বাতিটো লৈ তাৰ পিছে পিছে দৌৰি ফুৰিব লগা হয়।'

ইয়াৰ পিছত মণিকাই ৰুম্পাক শান্তিৰ হাতত গতাই থৈ লৰালৰিকৈ কলেজলৈ গুছি গৈছিল।

মণিকাই কলেজত চাকৰি কৰে, গিৰিয়েকে ডানলপ কোম্পানীত চাকৰি কৰে। দুয়ো এই ফ্লেটটোত অকলে থাকে, মণিকাৰ শহুৰেকৰ ঘৰ মঙলদৈত, শহুৰ-শাহুৱেক তাতে থাকে। কেতিয়াবা মণিকাই ভাবে, আগৰ দিনৰ দৰে শহুৰেক-শাহুৱেক লগত থাকিলেই ভাল হ'লহেঁতেন, অন্ততঃ ছোৱালীক ঘৰত এৰি থৈ চাকৰি কৰাৰ কথাত চিন্তা নাথাকিলেহেঁতেন। কাম কৰা মানুহৰ হাতত ল'ৰা ছোৱালীক এৰি থৈ যোৱাৰ কি যে দুশ্চিন্তা— বিশেষকৈ বান্ধৱী জ্যোৎস্নাৰ মুখত কলিকতাৰ কেইটামান ঘটনা শুনাৰ পৰাতো ৰুম্পাৰ চিন্তাত মণিকাৰ কলেজত মনেই নবহা হৈছে। জ্যোৎস্না কলিকতাত থাকে। মাজতে এবাৰ কলিকতাৰ পৰা গুৱাহাটীলৈ আহোঁতে মণিকাৰ ঘৰলৈ ফুৰিবলৈ

অহাত ৰুম্পাক ঘৰত অকলে কাম কৰা মানুহৰ হাতত থৈ যোৱাৰ দুশ্চিন্তাৰ প্ৰসংগ ওলোৱাত জ্যোৎস্নাই কৈছিল— 'এৰা, খুব বিশ্বাসী মানুহ ন'হলে ল'ৰা-ছোৱালীক অকলে কেতিয়াও থৈ যাব নাপায়। কলিকতাত অলপতে কি ঘটনা ঘটিছিল জাননে? তোৰ দৰেই এজনী সৰু ছোৱালীৰ মাকে অফিচত কাম কৰে। গিৰিয়েক-ঘৈণীয়েক কামলৈ ওলাই যায়। কিন্তু তেওঁলোকে মন কৰিব ধৰিলে যে জীয়েকজনী ক্ৰমে যেন শেঁতা হৈ আহিব ধৰিছে, অথচ তাইকতো ভালৰ ভাল খুৱাই থকা হয়। কাম কৰা মানুহজনীয়ে তাইৰ ভাগৰ বস্তু খাই পেলাই নেকি? কিন্তু ছেৰেলাক আদিনো তাই কিয় খাবলৈ যাব? তদুপৰি ঝিক খুউৱাত তেওঁলোকেতো কেতিয়াও কাৰ্পণ্য নকৰে। নিজে যি খায় সকলো সমানে খাবলৈ দিয়ে— মাছৰ টুকুৰাও সমানে খাবলৈ দিয়ে, ভাততো তাই এক কাঁহী খায়। কিন্তু তাইৰ খোৱাত তেওঁলোকে একেবাৰে নজৰ নিদিয়ে। সকলো প্ৰকাৰে তাই সন্তুষ্ট হৈ থাকক, তথাপি যাতে অকণমানি জনীৰ অনাদৰ নহয়। শেষত তেওঁলোকে ছোৱালীজনীক ডাক্তৰক দেখুৱাইছিল আৰু ডাক্তৰে ক'লে— কিবা কাৰণে ছোৱালীজনীৰ তেজ বৰ কম। তাৰ পিছত ওচৰৰ ফ্লেটৰ গৃহস্থনীয়ে এদিন কথা প্ৰসঙ্গত মাকক কৈছিল যে প্ৰায়েই দুপৰীয়া এটা সময়ত তেওঁলোকে অকণমানি জনীৰ খুব চিঞৰ শুনে। শেষত মাকে দুপৰীয়া দুদিনমান মনে মনে আহি ওচৰৰ সেই ফ্লেটত চোপ লৈ ছোৱালীজনীৰ যিদিনা সেই আৰ্তনাদ শুনিলে একেদৌৰে গৈ নিজৰ চাবিৰে ঘৰ খুলি গৈ দেখে—এজন মানুহে জীয়েকৰ গাৰ পৰা তেজ উলিয়াই লৈছে। জীয়েকক গা-পা-ধুওৱা, কাপোৰ কানি পিন্ধোৱা, পাউডাৰ সনা সকলো কাম ওস্তাদ ঝিজনীয়েই কৰে, গতিকে জীয়েকৰ গাৰ ইঞ্জেকচনৰ কোনো দাগ তেওঁ দেখা নাছিল।...

জ্যোৎস্না বৰ্ণিত ঘটনাটোৰ সবিশেষ বিৱৰণ দি মণিকাই শান্তিক কৈছিল— 'মাহী, তাৰ পিছৰ পৰা মোৰ মনত শান্তি নোহোৱা হ'ল। আমাৰ আগৰ বন কৰা ছোৱালী পুতলী বেচ ভাল ছোৱালী আছিল, ৰুম্পাৰ আগৰ পৰাই তাই আমাৰ লগত আছিল, ৰুম্পাক তাই সঁচায়ে বৰ মৰম কৰিছিল, মই নিশ্চিন্ত মনে তাইৰ লগত ৰুম্পাক এৰি থৈ কলেজলৈ যাব পাৰিছিলো। কিন্তু মাক দেউতাকে পুতুলীক বিয়া দিবলৈ লৈ যোৱাৰ পিছৰে পৰা মোৰ হাঁহাকাৰ লাগিল। দুই এজনীক ৰাখি চালো, এজনীকো বিশ্বাস কৰিব নোৱাৰি, বৰ চোৰ, ৰুম্পাক বা কি কৰে ভগবানেহে জানে। তথাপি জনাশুনা মানুহে আমাক অভয় দি নিজৰ গাঁৱৰ পৰা আনি দিয়ে বাবে অন্ততঃ সিমান ভয় কৰা নাছিলোঁ। কিন্তু এজনী ৰাতিপুৱা গাখীৰ আনিবলৈ গৈ বেগ আৰু পইচা লৈ পলাল, এজনীয়ে দেউতাকে তাইৰ দৰমহা ল'বলৈ আহোঁতে কান্দি কান্দি দেউতাকৰ লগত গুছি গ'ল। দেউতাক আৰু আমি তাইক নানা ফুচুলনি দিয়ো ৰাখিব নোৱাৰিলোঁ। কি যে কৰোঁ, এই কেইদিনতো সদায় গৈ ৰুম্পাক মাৰ ঘৰত থৈ আহিছোঁ। এতিয়া বাধ্য হৈ শাহুকে কিছুদিনৰ বাবে আমাৰ লগত থাকিবলৈ মাতি পঠাইছোঁ— তেখেতৰো ঘৰ এৰি অহা বৰ মস্কিল। কিন্তু উপায়তো নাই, নহ'লে মই যে চাকৰিটোকে এৰি দিব লাগিব। ইমান পঢ়া-শুনা কৰি ইমানখিনি সুবিধাৰ চাকৰি এটা পাইছোঁ, ঘৰ-সংসাৰ থকা মাইকী মানুহৰ ইয়াতকৈ সুবিধাৰ চাকৰি আন এটা আৰু নাই— এক কথাতনো এৰোঁ কেনেকৈ মাহী, কওকচোন?'

মণিকাহঁতৰ ওচৰৰ ফ্লেটটোলৈ শান্তিহঁত অহা খুব বেছি দিন হোৱা নাছিল— কিন্তু ঘনিষ্ঠতা হৈছিল খুব কম দিনৰ ভিতৰতে। মণিকা বৰ সৰববাহী ছোৱালী, তায়ে আহি শান্তিক মাহী সম্বোধন কৰি আপোন কৰি লৈছিল। মণিকাই শান্তিক বাইদেউ নুবুলি মাহী সম্বোধন কৰাত শান্তি অলপ আচৰিতেই হৈছিল, তেওঁৰতো খুব বেছি বয়স হোৱা নাই, মণিকা তেওঁতকৈ খুব বেছি সৰু হ'ব যেন নালাগে। হয়তো নিজৰ বয়স লুকাই ৰখাৰ ছোৱালী সুলভ প্ৰবণতাই এইটো, তেওঁক বাইদেউ বুলিলে মণিকাৰ বয়স বাঢ়ি যাব। পিছে মণিকাই তেওঁক মাহী বুলিলে কি হ'ব, জীয়েকে হ'লে তেওঁক আইতা নোবোলে, মাকে মতাৰ দৰেই মাহী বুলিয়ে মাতে। ৰুম্পাই আইতা বুলি অন্ততঃ তেওঁক অকালতে বুঢ়ী কৰি তোলা নাই। মনতে অলপ হাঁহে শান্তিয়ে।

সিদিনাই শান্তিয়ে মণিকাক প্ৰস্তাৱটো দিছিল— 'মণিকা, তুমি দেখোন ৰুম্পাক মোৰ লগতে থৈ যাব পাৰা। তাইতো মোৰ বেচ লগ লয়, মোৰ লগত থাকিবলৈ তাই আপত্তি নকৰিব বুলিয়ে ভাব হয়।'

মণিকাই যেন হাততে স্বৰ্গ ঢুকি পাইছিল।

'সঁচা? আপুনি সঁচাকৈয়ে ৰুম্পাক ৰাখিব পাৰিব? ইয়াতকৈ সুখৰ কথাতো একো হ'ব নোৱাৰে। কিন্তু...'

মণিকাৰ উজ্জ্বল হৈ উঠা মুখখন অলপ মোলান পৰিল— 'কিন্তু মাহী, ৰুম্পাজনী বৰ দুষ্ট, বৰ চঞ্চল, আপোনাক যে তাই বৰ হাৰা শাস্তি কৰিব। আৰু এদিনৰ বাবে হ'লেও বেলেগ কথা আছিল— কিন্তু অলপ বা মনোমত মানুহ এজনী কেতিয়া পাওঁ। অৱশ্যে বিচাৰিয়েই আছোঁ, মই কলেজৰ চকীদাৰক কৈ থৈছোঁ, এটোকি গাঁৱৰ ঘৰৰ পৰা আমাৰ কলেজলৈ দিনৌ অহা-যোৱা কৰি কাম কৰা লগৰ কলিগকো বাৰে বাৰে অনুৰোধ কৰিছোঁ। এৱোঁ একেদৰেই চেষ্টা কৰি আছে, আমি পইচা বেছিকৈ দিম বুলি কৈছোঁ। এদিন নহয় এদিন বিচাৰি পাম বুলি আশাত আছোঁ।'

শান্তিয়ে প্ৰায় মাহীয়েকৰ অধিকাৰৰ দাবীৰেই মণিক'ক মৃদু ভৎর্সনা কৰি উঠিছিল—'আঃ মণিকা, ইমান সাধাৰণ কথাটোতে তুমি কিয় ইমান কুণ্ঠিত হৈছা? ৰুম্পাইনো মোক কি দিগদাৰ দিব, দিনততো তাই শুয়েই থাকে। তাইৰ খোৱা-খিনি যোগাৰ কৰি দিবা, মই তাইক খুৱাই-ধুৱাই শুৱাই থম। তোমাৰ দৰে চাকৰি নাই নহয়, দিনটোনো মই কি ঘোঁৰাৰ ঘাঁহ কাটি থাকো কোৱা? ৰুম্পা থাকিলে মোৰ ভালহে লাগিব, সময়বোৰ আনন্দেৰে কাটি যাব।'

মণিকাই স্বস্তিৰ নিশ্বাস এটা পেলালে 'আপুনি মোক বৰ বঁচালে মাহী। কি বুলি যে আপোনাক কৃতজ্ঞতা জনাম।.. বাৰু, মই এতিয়া শাহুক আহিব নালাগে বুলি জনাই দিম নেকি?'

'অঁ, জনাই দিবাতো। তেখেত আৰু কষ্ট কৰি কিয় আহিব লাগে। সোনকালে জনাই দিয়া।'

ইয়াৰ পিছত এমাহ পাৰ হৈ গৈছিল, মণিকাই এতিয়াও মনোমত কাম কৰা মানুহ তথা ৰুম্পাক ৰখা মানুহ বিচাৰি পোৱা নাই। গতিকে সদায়ে কলেজত যাবৰ পৰত ৰুম্পাক শান্তিৰ ওচৰত সসংকোচে গতাই থৈ মণিকাই কয় — 'ৰুম্পাক তেন্তে আপোনাৰ ওচৰত থৈ যাওঁ॰ .. '

সিদিনাও একেদৰে ৰুম্পাক থৈ যাবৰ পৰত মণিকাই শান্তিক সদায় কোৱা কথাখিনিৰ ৰেকৰ্ডখন বজাইছিল—ৰুম্পাক তেন্তে আপোনাৰ ...... ..ৰুম্পা বৰ উৎপতীয়াতো...........ইমান বিচাৰিও আজিলৈ . .. ....... কোনোমতে ৰুম্পা তিনি বছৰীয়া. .. ' ইত্যাদি ইত্যাদি। আৰু শান্তিয়ে প্ৰত্যুত্তৰত কৈছিল। — 'ৰুম্পা একো উৎপতীয়া ...... .. ...খোৱাৰ সময়তো .... .... ' ইত্যাদি ইত্যাদি।

ৰুম্পাক থৈ মণিকা কলেজলৈ গুছি গৈছিল। শান্তিয়েও ধূলি মছা কাম বাদ দি ৰুম্পাক আদৰ কৰি কোলাত ল'লে আৰু ক'লে— 'ৰুম্পা, আজি তুমি দুষ্টামি নকৰোঁ বুলি কোৱা। কালি তুমি মোৰ ভাততে কেনেকৈ গোটেইতো নিমখৰ বাটি ঢালি দিলা— মোৰ যে খোৱাই নহ'ল। আৰু এদিনাখনো তুমি তেনেকৈ মোৰ ভাতত পানীৰ গিলাচটো বগৰাই দি খোৱা নষ্ট কৰি দিলা— মোৰ ভাতৰ ওপৰত তোমাৰ কিয় নজৰ ৰুম্পা? নিজে চৰাইৰ দৰে খোৱা আৰু মই ৰাক্ষসৰ দৰে খাওঁ বুলি— নহয় জানোঁ?...' কথাবোৰ কৈ কৈ ৰুম্পাৰ দুই গালত দুটা চুমা খাই তাইক লৈ শান্তি ভিতৰলৈ সোমাই গ'ল, তাৰ আগতে এবাৰ চাই ল'লে— ফ্লেটৰ দুৱাৰখন তেওঁ বন্ধ কৰিলে নে নাই। বাহিৰৰ জগতৰ লগত এই এখন দুৱাৰেই সংযোগ ৰাখে, এইখন বন্ধ কৰি দিলেই শান্তি নিশ্চিন্ত—কোনো চোৰ সোমাব নোৱাৰে, অবাঞ্চিত মানুহ সোমাব নোৱাৰে আৰু আটাইতকৈ ডাঙৰ কথা ৰুম্পা তেওঁ নজনাকৈ বাহিৰলৈ ওলাই যাব নোৱাৰে।

শান্তিৰ কথা ৰুম্পাই যিখিনি বুজি পালে, তাইৰ তাতেই স্ফূৰ্তি উথলি উঠিল, হাঁহি হাঁহি শান্তিৰ কোলাত জপিয়াই জপিয়াই ক'লে— 'মাহী তুমি ভাত খাবা-পানী ঢালিম, মাহী তুমি পঢ়িবা মই কিতাপ টানিম—'

শান্তিয়ে ফিক্‌কৈ হাঁহি দিলে। দুষ্ট ছোৱালী কৰবাৰ, চব কথা বুজি পায়, চব মনত থাকে। মই কিতাপ এখনো শান্তিত পঢ়িব নোৱাৰো, হাতৰ পৰা টানি আজুৰি নিয়ে। এতিয়া এই কথাটোও মনত পৰিছে— সাংঘাতিক ছোৱালী সঁচায়ে; শান্তিয়ে ৰুম্পাৰ ফুলা গাল দুখনত আকৌ এবাৰ চুমা খায়, তুমি সংসাৰত একঠা খাবা দেই, মাৰতকৈও ছাৰ হ'বা। উত্তৰত ৰুম্পাই ক'লে— মাহী তুমি ভাল, মা বেয়া, তুমি মোক দুষ্ট কলিলেও নামালা, মায়ে মালে।'

শান্তিয়ে আকৌ হাঁহিলে— 'দুষ্ট কৰিলে এতিয়াৰ পৰা ময়ো মাৰিম। এতিয়া তুমি বিচনাতে বহি এই খেলনাবোৰ খেলি থাকা, দুষ্ট নকৰিবা, মই কাপোৰ কেইটা ইস্ত্ৰি কৰি লওঁ।'

ৰুম্পা দিনটো তেওঁৰ লগত থকা দিনৰে পৰা শান্তিৰ অৱস্থাও প্ৰায় এজনী মাকৰ দৰেই হৈছে। আগতে সংসাৰৰ বন কৰিছিল মন্থৰ গতিত, বিশেষকৈ গিৰিয়েক কৈলাশ মহন্ত অফিচলৈ ওলাই যোৱাৰ পিছত মণিকাৰ যেন সংসাৰৰ আৰু কোনো কাম নাই— এনে লাগে। লাহে লাহে ইটো সিটো কৰি তেওঁৰ ঘৰত অতি ধীৰ খোজত চলা সময়ক আবেলিলৈ ঠেলি পঠাই দিয়ে। পুৱাৰ ভাগত তেওঁৰ অৱশ্যে সংসাৰতো সময় অতি দ্ৰুতবেগী হয়। গিৰিয়েকক কেৱল ভাত-পানী ৰান্ধি-বাঢ়ি খুৱাই পঠিওৱাই নহয়, তেওঁক দিনত খাবলৈ টিফিনো বনাই দিব লগা হয়, মানুহজনে বাহিৰৰ খোৱা নাখায়, কাৰণ পেট বেমাৰী। গিৰিয়েক যোৱাৰ পিছতেই তেওঁৰ আজৰি। তাৰ পিছতহে তেওঁ ধীৰে সুস্থিৰে গা-পা ধোৱে, খোৱা-বোৱা কৰে, খবৰৰ কাগজত চকু বুলায় আৰু কিছুপৰ শোৱে। আবেলি জলপান কৰাৰ দৰ্কাৰো নাই, মহন্তই অফিচৰ পৰা আহি চাহ বিস্কুটৰ বাহিৰে একো নাখায়। সহজে হজম কৰিব নোৱাৰা মানুহ, আবেলি পেটটো ঠাহি ল'লে ৰাতি আৰু ভাত খাব নোৱাৰে, সেয়ে ভাতকে অলপ সোনকালে খায়। দিনৰ দাইল বা মাছৰ আঞ্জা ফ্ৰিজত থাকেই, এবিধ কিবা ভাজি আৰু ভাতকেইটা ৰান্ধিলেই হ'ল—অথবা ভাজি নকৰি ভাতৰ লগত কিবা সিদ্ধ। মহন্তই একে পেটৰ গোলমালৰ বাবে সিজোৱা বস্তুকেই বেছিভাগ খাবলৈ বিচাৰে।

শান্তিয়ে কেতিয়াবা ভাবে— অইন গৃহিনীয়ে ল'ৰা-ছোৱালী আৰু স্বামীৰ বাবে ক'ত কি সুখাদ্য বনাব লগা হয়, তেওঁ সেইবোৰ কাৰো বাবেই বনাব নালাগে। তেওঁৰ নিজৰ অৱশ্যে হৰেক ৰকমৰ সুখাদ্য খাবলৈ মন যায়, কিন্তু অকলশৰীয়াকৈ নিজৰ পেটটোৰ বাবেনো আৰু কোনে সেইবোৰ কৰি মৰে। তদুপৰি গিৰিয়েক যি সুখাদ্যৰ পৰা বঞ্চিত, তেওঁনো কোন সতে সেইবোৰ খায়। সেয়ে শান্তি একপ্ৰকাৰ গান্ধাৰীয়েই।

মন্থৰ সময় এতিয়া আন সংসাৰৰ দৰে শান্তিৰ সংসাৰতো বৰ বেগী হৈ পৰিল। ৰুম্পাজনীয়ে তেওঁৰ সংসাৰত একেবাৰে বিপ্লৱ ঘটাই দিলে। এতিয়া শান্তিয়ে ৰাতিপুৱাতে গা ধুই লয়, ফলত আগতকৈ সোনকালে শোৱা পাটিৰ পৰা উঠিব লগা হৈছে। দিনটোৰ বাবে পৰাপক্ষত কোনো কাম পেলাই থ'ব নোৱাৰি, শান্তিয়ে মনতে অলপ হাঁহে, তেওঁৰ অৱস্থাও দেখোন দহজনী মাকৰ দৰেই হ'ল।

ইস্ত্ৰিটো টেবুল এখনৰ ওপৰত থাকে, তাতে তেওঁ ইস্ত্ৰিও কৰে। ৰুম্পাই ঢুকি নাপাব। তথাপি ৰুম্পা থকা অৱস্থাত তেওঁ ইস্ত্ৰি নকৰে, কিন্তু আজি নকৰিলে নচলে। আজি সন্ধিয়া গিৰিয়েকৰ লগত তেওঁৰ এঠাইলৈ ফুৰিবলৈ যোৱাৰ কথা, যিযোৰ কাপোৰ পিন্ধিবলৈ মন গৈছিল সেইযোৰ অলপ সোঁত মোছ খাই আছে— নাই, বেছি সময় নালাগে— মোৰ তৎক্ষণাতে হৈ যাব ৰুম্পা— মনৰ ভিতৰতে কৈ থকা কথাখিনিৰ শেষৰখিনি শান্তিৰ মুখেদি শব্দ হৈ ফুটি ওলাল, তেওঁৰ অজ্ঞাতসাৰেই।

ৰুম্পাই তেতিয়া আগত নানা তৰহৰ খেলনা লৈ খেলি আছিল— সেই সকলোবোৰ খেলনা কেৱল মণিকায়ে জীয়েকক খেলিবলৈ দি যোৱা নহয়, তাত শান্তিৰো অৱদান আছে। আজিকালি তেওঁৰ এই এটা নতুন চখ হৈছে— বজাৰ কৰিবলৈ গ'লে ফুটপাথৰ হকাৰে বেলুন বেছি থাকিলে বা অইন খেলনা বেচি থাকিলে তেওঁ খন্তেক থমকি ৰ'বই, কিবা এটা কিনিবই। গিৰিয়েকৰ লগতে তেওঁ প্ৰায়ে বজাৰলৈ যায়, ভিৰত বাছত যাবলৈ তেওঁৰ মন নাযায়, আৰু ৰিক্সাবালাবোৰতো যাবই নোখোজে, তাতে তেওঁলোকৰ এই ভিতৰ সোমোৱা পাহাৰীয়া ওখ ঠাইখিনিত যে ৰিক্সা আহিবই নোখোজে। গিৰিয়েকৰ স্কুটাৰ এখন আছে, সেয়ে তেওঁ গিৰিয়েকৰ লগত স্কুটাৰতে বজাৰলৈ যায়।

শান্তিয়ে যেতিয়া ফুটপাথত ৰৈ ৰুম্পালৈ বেলুন বা অইন খেলনা কিনিব ধৰে, গিৰিয়েকে কেতিয়াবা অলপ বিৰক্তি প্ৰকাশ কৰে আৰু তেতিয়া শান্তিয়ে অলপ মুখ ওন্দোলাই কয়— 'কোনো দামী 'লিওটয়ঃ কিনিবলৈ যোৱা নাই দিয়া, সাধাৰণ দু-পইছা দামী খেলনাহে কিনিছোঁ।...'

শান্তিয়ে ইস্ত্ৰি কৰাৰ পৰা ৰুম্পা নামটো মতা শুনি ৰুম্পাই তাত সহাঁৰি দি একে জাপে বিচনাৰ পৰা নামি শান্তিক গৈ পিছফালৰ পৰা ভৰি দুখনত সাৱতি ধৰিলে 'মাহী।'

অতৰ্কিতে ৰুম্পাই তেনেকৈ ভৰি দুখনত ধৰাৰ ফলত শান্তিয়ে ভাৰসাম্য হেৰুৱাই পেলাইছিল আৰু ৰুম্পাৰে সৈতে প্ৰায় পৰি যাবই ধৰিছিল, কোনোমতেহে টেবুলৰ খুটা এটাত ধৰি চম্ভালি ল'লে। কিন্তু ইস্ত্ৰিটো

প্লাগৰ পৰা তাঁৰেৰে সৈতে এৰা খাই আহি মাটিতে পৰি গ'ল।

'ইচ্ ৰুম্পা, মোক এনেকৈ কিয় ধৰিলা? আজি তুমি-মই দুয়ো পৰি গ'লোহেঁতেন নহয়— কি হ'লহেঁতেন বাৰু?' শান্তিৰ বুকুখন কঁপি উঠিল– আজি যদি ৰুম্পাৰ কিবা এটা হ'লহেঁতেন, তেওঁ মণিকাৰ আগত কেনেকৈ মুখ দেখুৱালেহেঁতেন? শান্তিৰ মনলৈ মণিকাৰ বন্ধু জ্যোৎস্না বৰ্ণিত শিশুৰ তেজ বেচ কলিকতাৰ ঝিজনীৰ নেদেখা চেহেৰাৰ ছবি এখন মনৰ চকুৰ আগত ভাহি উঠিল। সেই ছবিখনৰ ঝিজনী কেনেবাকৈ তাইৰ শৰীৰত মিলি একাকাৰ হৈ গ'ল।

শান্তিয়ে আঁচলেৰে মুখৰ কেঁচা ঘাম মচি ৰুম্পাক কোলাত তুলি ল'লে।

ইয়াৰ পিছত শান্তিয়ে কিছুপৰ ৰুম্পাৰ লগত খেলিলে আৰু তাইক খুৱাই ধুৱাই নিচুকনী গীত গাই শুৱাই থৈহে নিজে ভাত খাবলৈ বহিল। সাধাৰণতে কিন্তু তেওঁ ৰুম্পাক খুৱাই উঠি নিজেও খাবলৈ বহে আৰু ওচৰৰ চকী এখনতে ৰুম্পাক বহুৱাই থয়। পিছে ৰুম্পা আৰু ক'ত শান্তিৰে বহি থাকে, তাই বেছিভাগ সময়ে টেবুলত উঠি বহি লয় আৰু শান্তিৰ ভাত খোৱাত নানা দিগদাৰ দিবলৈ ধৰে। আজি তেওঁ শান্তিত ভাত খাইছে, কিন্তু তথাপি মন অশান্ত, দুশ্চিন্তাগ্ৰস্ত। আজি বাৰু কি হ'ব পাৰিলেহেঁতেন? অলপ খোৱাৰ পিছতে শান্তিৰ ভাত আঞ্জাবোৰ বিস্বাদ লাগি গ'ল, খোৱা মেজখন আজি ইমান নিজান। তেওঁ ভাত আঞ্জাত পানী ঢালি হাতখন ধুই ল'লে।

শান্তি গৈ ৰুম্পাৰ ওচৰতে শুই পৰিল। অইনদিনা ৰুম্পাৰ লগত একেলগে শোৱা শান্তিৰ তাইক গীত গাই গাই শুৱাওঁতে নিজৰো চকু জাপ খাই আহে। সেই গীতে যেন তাইৰো চকুত টোপনিৰ কাজল সানে...........কত নিচুকনি গীত—'আমাৰে মইনা শুব এ, বাৰীতে বগৰী ৰূব ' টোপনি যাওৰে ওৰে কানাই, ছুৰে কানখোৱা আসে..' 'লাইহালে জালে আবেলি বতাহে, লফা হালে জালে ৰ'দে..' 'সোণৰ পালেঙতে অ' মনে তৰা ..'। এই টোপনি নমোৱা গীতবোৰ তাইৰ বুকুত ইমান দিনে কোন গোপন কোণত শুই আছিল বাৰু?.. মণিকাই বোধহয় তাইৰ জীয়েকক এনেকৈ গীত শুৱাই থকাৰ কথা জানিলে হাঁহিব, হয়তো আচৰিতো মানিব... কিন্তু ৰুম্পাৰ লগত দিনটো কেনেকৈ শান্তিয়ে কটায় সেই কথাৰ পুংখানুপুংখ বিৱৰণী মণিকাই নাপায়, তাই কেৱল মন্তব্য্য দিয়ে— 'এই উৎপতীয়া ছোৱালীজনীৰ লগত আপুনি যে দিনটো কেনেকৈ কটায়—'। শান্তিয়ে কেৱল হাঁহে, তেওঁৰ জীয়েকে যে কিমান উৎপাত কৰে, ঘৰৰ কিমান কি ভাঙিছে, তেওঁৰ ভাত খোৱা কিমান দিন নষ্ট কৰিছে, সেইবোৰ একো নকয়। তেওঁ যি অমৃতৰ কণা চেলেকিবলৈ পাইছে, তাৰ আগত এই উৎপাতবোৰ কিমান অৱহেলাৰ এফালে ঠেলি থ'ব পাৰি।

আকৌ কেতিয়াবা মণিকাই কয়—'মই নহয়, আপুনিয়ে আগৰ জন্মত ৰুম্পাৰ মাক আছিল, মাহী।' শান্তিৰ বুকুখন যেন কোনোবাই মুচৰি মুচৰি তেজ নিগৰাই দিয়ে— আগৰ জন্মত যদি মই ৰুম্পাৰ মাক আছিলো, এই জন্মত মোৰ কি পাপৰ বাবে মোৰ বুকুৰ পৰা ৰুম্পাক কাঢ়ি নিলা ভগৱান?

মণিকাই কেতিয়াবা ইয়াকো কয়— 'আপুনি যে ৰুম্পাক ইমান মৰম কৰে মাহী, তাইৰ মাক নহৈও তাইক আপুনি নিজৰ মাকৰ দৰে মৰম কৰে—মোৰ সঁচায়ে বৰ আচৰিত লাগি যায়—'

'মণিকা, মৰম বস্তুটো মানুহৰ অন্তৰৰ বস্তু। মানুহে কয় মাকৰ মৰম, তেজৰ টান। মই কেতিয়াবা ভাবো কথাটোনো বাৰু কিমান দূৰ সঁচা? এটা কথা ভাবাচোন, তুমি হাস্পতালত সন্তানৰ জন্ম দিছা, নাৰ্চে ভুলক্ৰমে অইন এজনী মাকৰ কেঁচুৱাৰ লগত তোমাৰ কেচুৱাৰ অদলবদল কৰি পেলালে। কেনেবাকৈ সেই কথা কোনোদিন জনা নগ'ল। তুমি অইন মাকৰ সন্তানকে নিজৰ বুলি জানি লৈ পালন কৰিলা—তেতিয়া জানো তাৰ প্ৰতি তোমাৰ মৰম কম হ'লহেঁতেন, তেজৰ কিবা সংকেতৰ দ্বাৰা জানো গম পা'লাহেঁতেন যে সি তোমাৰ পেটৰ পোৱালী নহয়? তোমাক মই সেই বাছিয়ান চিনেমাখনৰ কথা যে কৈছিলোঁ— মনত আছে নহয় মণিকা? তেনেকুৱা চিনেমা মই খুব কমেই দেখিছোঁ— চিনেমাখনে যে মোৰ ধাৰাসাৰে চকুলো উলিয়াই দিছিল।'

মণিকাই কলেজত চাকৰি কৰে, তদুপৰি সংসাৰৰ যাবতীয় কাম-বন আছে, সেয়ে শুক্ৰবাৰৰ টিভিৰ মাজনিশাৰ চিনেমাবোৰ কেতিয়াও চাব নোৱাৰে, কেতিয়াবা চাবলৈ বহিলেও টোপনিয়ে হেঁচা মাৰি ধৰে, সেই

চিলমিলিয়া টোপনিত দেখা সপোন আৰু টিভিৰ পৰ্দাৰ দৃশ্যবোৰ একেলগে সাঙোৰ খাই মনত এক আউল লাগি যায়। সেইবোৰ প্ৰথম অৱস্থাত চোৱাৰ চেষ্টা কৰিলেও এতিয়া আৰু সেই অপচেষ্টা বাদ দিছে— উপভোগতকৈ কষ্টহে হয় বেছি—। দূৰদৰ্শনৰ কৰ্তৃপক্ষৰ আৰু কাম নাই— শুক্ৰবাৰে মাজৰাতি চিনেমা দেখুৱাবলৈ যায়—দেখুৱাব যদি খুজিছাই শনিবাৰে ৰাতি নেদেখুৱানো কিয়?

মণিকাই মনৰ উষ্মা শান্তিৰ ওচৰতে জাৰে। তাই চিনেমা চাই খুব ভাল পায়, কিন্তু ইমান ভাল চিনেমা কিছুমান মাজৰাতি দেখুৱাই তাইৰ হেঁপাহক ডিঙি চেপি মাৰে। আনহাতে শান্তিয়ে সদায় শুক্ৰবাৰৰ মাজৰাতিৰ চিনেমা চায়, তাৰপিছত পিছদিনা মণিকাই আহি শান্তিৰ ওচৰত সেই চিনেমাৰ গল্প শুনি যায়।

ৰাছিয়ান চিনেমাখন চোৱাৰ পিছত শান্তিৰ নিজৰে মনটো উগুল-থুগুল লাগি আছিল— মণিকা কেতিয়া কলেজৰ পৰা আহে, কেতিয়া চিনেমাখনৰ গল্প কয়-তেওঁ যেন আৰু বাট চাবই নোৱাৰে—

এজনী মাকৰ কি হৃদয়স্পৰ্শী কাহিনী, সকলোৰে অভিনয় কি অপূৰ্ব, কি বাস্তৱ, কি সংযত, ক'তো অলপো বাহুল্য নাই, পেনপেননি নাই— তথাপি কেনেকৈ শান্তিৰ চকুপানীৰ ধাৰা বোৱাই দিছিল! চিনেমাৰ নায়িকাজনীৰ প্ৰেম আছিল এজন সৈনিক বিষয়াৰ লগত, সেই সৈনিক যুদ্ধলৈ গৈছিল। সেই কালছোৱাতে তাইৰ বান্ধৱী এজনী আহি তাইৰ লগত আছিল আৰু কৈছিল যে তাই কুমাৰী যদিও গৰ্ভৱতী, সিহঁতৰ ঘৰত আশ্ৰয় বিচাৰিলে। নায়িকা মাকৰ লগত থাকে, মাকৰ সন্মতি লৈ বান্ধৱীক আশ্ৰয় দিলে। যথাসময়ত বান্ধৱীৰ ল'ৰা এটা হ'ল আৰু নায়িকাক স্তম্ভিত কৰি ল'ৰাটোক অনাথ আশ্ৰম এখনত গতাই থৈ তাই নিজ প্ৰেমিকক (যি তাইৰ সন্তানৰ পিতৃ নহয়) বিয়া কৰাবলৈ গুচি গ'ল। নায়িকাৰ হৃদয়ে সহ্য কৰিব নোৱাৰিলে, ল'ৰাটোক আশ্ৰমৰ পৰা লৈ আহি নিজে পালন কৰিব আৰম্ভ কৰিলে। সি প্ৰায় এক ডেৰ বছৰীয়া হওঁতে তাইৰ প্ৰেমিক যুদ্ধৰ পৰা উভতি আহিল আৰু মহা সমস্যাত পৰি গ'ল। নায়িকাৰ প্ৰতি তেওঁৰ গভীৰ প্ৰেম কিন্তু ৰক্ষণশীল ঘৰৰ ল'ৰা পৰিয়ালে ল'ৰাটোৰ সৈতে তেওঁক নায়িকাক বিয়া কৰাব নিদিয়ে। সৈনিকে তাইক খুব কাকুতি-মিনতি কৰিও ল'ৰাটোক অনাথ আশ্ৰমত গতাই দিয়াব নোৱাৰিলে, তাই মাক, সৈনিকজনক প্ৰাণভৰি ভাল পালেও তাই পুত্ৰক ত্যাগ কৰিব নোৱাৰে। ফলত বহুত দ্বিধা-অশান্তি-বেদনাৰ মাজেৰে সৈনিকে অৱশেষত তাইক বিয়া কৰবালৈ অসন্মত হ'ল। দহ বাৰ বছৰ বাগৰি গ'ল—নায়িকাই ল'ৰাটোক ডাঙৰ কৰা দৃশ্যবোৰ কি যে হৃদয়স্পৰ্শী! তাৰপিছত হঠাতে ল'ৰাটোৰ জন্মদাত্ৰী মাতৃ ওলাল—ঘৰটোৰ চাৰিওপিনে ল'ৰা এটাৰ নানা বয়সৰ নানা ভঙ্গীৰ ছবিবোৰ আঁৰি থোৱা দেখি বান্ধৱীয়ে ধৰি ল'লে যে সৈনিকৰ লগতে নায়িকাৰ বিয়া হ'ল আৰু ল'ৰাটো তেওঁলোকৰে। বান্ধৱীয়ে তাৰ পিছত নিজৰ আগমনৰ কাৰণ জনালে—তেওঁৰ বিয়াখন ব্যৰ্থ হ'ল, এতিয়া তেওঁ অনাথ আশ্ৰমৰ পৰা ল'ৰাটো লৈ যাবলৈ আহিছে। নায়িকাই কেৱল ক'লে—'তুমি আহিব নালাগিছিল।' কিছু পিছত ল'ৰাটো কৰবাৰ পৰা আহি পালে আৰু মাকে তাক সেই নামেৰে মাতিলে—যি নাম তাক জন্মদাত্ৰী মাকে দিছিল। বান্ধৱীৰ ইতিমধ্যে নায়িকাৰ জীৱনক লৈ সন্দেহ হ'ব ধৰিছিল—এতিয়া ল'ৰাটোৰ নামটো শুনি গোটেই কথা হৃদয়ঙ্গম হ'ল। যি হওক, তাৰ পিছত তেওঁ ল'ৰাটোক ক'লে যে তেওঁৱে প্ৰকৃত মাক, এতিয়া তাক লৈ যাবলৈ আহিছে। কথাটো সঁচা বুলি ল'ৰাটোৱে যেতিয়া গম পালে সি বিকট আৰ্ত্তনাদ এটা কৰি ঘৰৰ পৰা দৌৰ মাৰি ওলাই গুচি গ'ল। বান্ধৱী কিছু সময় স্তব্ধ হৈ থাকি ক'লে—'সঁচা, মই উভতি আহিব নালাগিছিল। মোক ক্ষমা কৰিবা।' এইবাৰ তেওঁ কোনোদিন উভতি নাহিবলৈ বিদায় লৈ গুচি গ'ল।

সন্ধিয়া হ'ল, ৰাতি হ'ল—নায়িকাই সিহঁত থকা নিৰ্জন চহৰখনৰ চাৰিওপিনে ঘূৰি চলাথ কৰিও ল'ৰাটোক ক'তো বিচাৰি নাপালে আৰু অৱশেষত ক্লান্ত আৰু বিষণ্ণ মনেৰে তেওঁৰ নিঃসঙ্গ ঘৰটোলৈ উভতি আহি (মাকৰ ইতিমধ্যে মৃত্যু হৈছিল) আন্ধাৰে মুন্ধাৰে চোফা এখনত নিঃসাৰে পৰি ৰ'ল। লাহে লাহে ৰাতি বাঢ়ি আহিল, তাৰ পিছত দুৱাৰমুখত এটা ছাঁয়ামূৰ্তি দেখা গ'ল। সেই মূৰ্তিটো ধীৰে ধীৰে আগুৱাই আহি নায়িকাৰ ওচৰত আঠুকাটি বহি তেওঁক সাবতি ধৰিলে আৰু ক'লে—'মা!' মাকে উত্তৰত কেৱল ক'লে 'Son, your dinner is getting cold.'

শান্তিয়ে মণিকাক প্ৰায় নাটকীয়াভাৱেই শেষৰ কথাখিনি কৈছিল— অৱশ্যে, প্ৰায় অৱৰুদ্ধ স্বৰেৰে, ডিঙিত

যেন তেতিয়া কিহবাৰ সোপা এটা লাগি ধৰিছিল।

মণিকাই ক'লে— 'সঁচায়ে বৰ সুন্দৰ চিনেমা আছিল দেই, মইহে ৰাতিৰ ভাল চিনেমাবোৰ মিছ কৰোঁ। সেই আচল মাকজনী পিছে কম নহয় দেই, এনেকৈ অৱশ্যে আমাৰ ইযাতো বহুতে অবৈধ সন্তানক ত্যাগ কৰে, এনেকি জন্মৰ পিছত নিমখ খুৱাই বা ডিঙি টিপি মাৰিও পেলায়, ডাষ্টবিনতো পেলাই থৈ যায়।'

শান্তিয়ে মুখেৰে আৰু একো নকলে, মনতে কেৱল ক'লে— মণিকা, তুমি মাজৰাতিৰ কিছু ভাল চিনেমা নাচালেও ক্ষতি নাই।

হঠাতে এদিন নোকোৱা নেমেলাকৈ মণিকাৰ শাহুৱেক আহি ওলাল। সিদিনা আছিল ৰবিবাৰ, গতিকে মণিকা আৰু গিৰিয়েক ঘৰতে আছিল। শান্তিয়ে মণিকাহঁতৰ ঘৰত আনন্দ উলাহৰ হৈ চৈৰ উমান লৈ যেতিয়া গম পালে মণিকাৰ শাহুৱেক আহিছে— তেওঁ আৰু নিজকে দমাই ৰাখিব নোৱাৰিলে, তেতিয়াও মেল খাই থকা দুৱাৰেৰে তেৰোঁ উলাহত মণিকাৰ শাহুৱেকক মাত এষাৰ লগাবলৈ সোমাই গ'ল।

তেতিয়া শাহুৱেকে কম্পাক কোলাত লৈ ক'বলৈ ধৰিছিল— 'তোৰ বাবেই এই বুঢ়া দেহাটোৰে ঢপলিয়াই আহিলোঁ, আই। সিদিনা যেতিয়া দেউতাৰৰ চিঠিৰ পৰা গম পালোঁ যে বজা তিৰোতা এজনীৰ হাতত তোক দিনটোৰ বাবে গতাই থৈ মাৰ কলেজলৈ গুচি যায়, মোৰ আৰু সহ্য নহ'ল। বজাইনো আৰু ল'ৰা-ছোৱালীৰ মোল বুজেনে...'

শান্তিয়ে আচ্ছন্নৰ দৰে কোনোমতে যেতিয়া ঘৰ আহি পালে, কি যে এক সম্মোহনীয়ে ড্ৰইং ৰুমৰ শ্বেলফত থকা ৰিডাৰ্চ ডাইজেষ্ট খনলৈকে প্ৰথমে তাইৰ চকু দুটা টানি লৈ গ'ল। মহন্ত ঘৰত নাই, তথাপি শান্তিৰ এনে লাগিল, মহন্তই যেন সেইখন হাতত লৈ তাইক কৈছে— 'এতিয়া মোৰ কথাত পতিয়ন যাবানে? তোমাক ইমানকৈ কৈছোঁ যে মাক হোৱা ইমান সহজ নহয়, গৰ্ভত সন্তান নধৰিলে কোনেও মাক বুলি স্বীকৃতি নিদিয়ে, কিন্তু নাই, তুমি মোৰ কথা নামানা। মই এনেকি তোমাক মোৰ দূৰ সম্পৰ্কীয় পেহী এজনীৰ কথাও কৈছিলোঁ। তেওঁৰ সন্তান নথকাত তেওঁ ছোৱালী এজনী তুলি লৈছিল, তাইক কোনোদিন আচল কথাটো জানিব দিয়া নাছিল, কিন্তু আমাৰে আন এজনী আত্মীয়ই ছোৱালীজনীৰ মুখৰ আগতে পেহীক ক'লে— 'অমিয়া, এইজনী দেখোন দেখাত তোৰ দৰেই হৈছে অ, কোনেও নক'ব যে এই তোৰ নিজৰ পেটৰ ছোৱালী নহয়. এই ৰিডাৰ্চ ডাইজেষ্ট খন পঢ়িবাচোন, ইয়াত লিংকনছ ছেকেণ্ড মাদাৰ বুলি লেখা এটা আছে— মাহীমাকে কি আদৰ আৰু কষ্টেৰে যে আব্ৰাহাম লিংকনক ডাঙৰ কৰা নাছিল। লিংকনে পিছত এবাৰ কৈছিলোঁ যে তেওঁ যি হৈছে তাৰ মূলতে আছে তেওঁৰ দেবদূতী স্বৰূপ সেই মাক। পিছে হাঁয়, আমেৰিকান বাসীয়ে বোলে সিদিনালৈকে লিংকনে উল্লেখ কৰা মানুহজনীক তেওঁৰ প্ৰথম আচল মাক গৰাকী বুলিহে ধৰি থৈছিল। বুজিছা, লোকৰ ল'ৰা-ছোৱালীক মাকৰ দৰে মৰম কৰিলেও মানুহে সেই কথা বিশ্বাস নকৰে, তাক মনেপ্ৰাণে কোনোমতেই স্বীকৃতি দিব নোৱাৰে। তুমি গৰ্ভত ধাৰণ কৰিহে প্ৰমাণ কৰিব পাৰিবা যে তুমি এজনী মাক। শান্তিযে হাতত ৰিডাৰ্চ ডাইজেষ্টখন লৈ চোফাখনত বহি পৰিল। ইস্ত্ৰিটো হাতৰ পৰা পৰি যোৱাৰ দিনা তেওঁৰ যিদৰে নিজকে কলিকতীয়া ঝিজনীৰ দৰে লাগিছিল, আজি ৰিডাৰ্চ ডাইজেষ্টখন হাতত লৈ তেওঁৰ একেদৰেই নিজকে ৰিডাৰ্চ ডাইজেষ্টখনৰ ভিতৰত থকা লিংকনৰ দ্বিতীয় মাকজনীৰ দৰেই লাগি গ'ল।

**(প্ৰকাশ)**

# উপহাৰ

মঞ্জুৰ বিয়া ঠিক হোৱা বুলি খবৰটো পোৱাৰ পিছত তাইক কি উপহাৰ দিব সেই চিন্তাতে কমলাই দুদিন অতিবাহিত কৰিলে। মঞ্জু যদিও তাইৰ মাহীয়েকৰ জীয়েক, তথাপি তাই কমলাৰ প্ৰাণৰ বন্ধু। সেই মঞ্জুক জধে-মধেতো কিবা এটা দিব নোৱাৰি।

অৱশেষত বহু ভাবি-চিন্তি কমলাই তাইৰ বাবে উণৰ স্কাৰ্ফ এখন বোৱাকে ঠিক কৰিলে। কমলা উণৰ কামত অতি পাকৈত। নিজৰ সৰ্বশ্ৰেষ্ঠ দক্ষতাৰ চানেকি য'ত ফুটি ওলাব, তাতকৈ ভাল উপহাৰ আৰু কি হ'ব পাৰে? গতিকে সেই বিষয়ে থিৰাং কৰাৰ পিছতেই কমলাই উণৰ দোকানলৈ গৈ ধুনীয়া ৰঙৰ দামী উণ কিনি আনি স্কাৰ্ফৰ কাম আৰম্ভ কৰি দিলে। সেইখন বই বই এসময়ত তাইৰ মুখত হাঁহিৰ টো এটা খেলি গৈছিল।

কমলাৰ ওচৰতে ৰ'দ লৈ দাড়ি খুৰাই থকা তাইৰ গিৰীয়েক অপূৰ্বই তাইৰ সেই হাঁহি দেখি সুধিছিল, 'অকলে যে হাঁহিছা তুমি পগলা হ'লা নেকি?'

'মঞ্জুৰ বিয়াৰ জল্পনা-কল্পনাত মোৰ মূৰৰ অৱস্থা অলপ অস্বাভাৱিক হোৱাটো একো আচৰিত মানিবলগীয়া নহয়। কিন্তু মই কিয় হাঁহিছোঁ জানা? স্কাৰ্ফখন গুঁঠি গুঁঠি মোৰ হঠাতে ডিকেন্সৰ 'এ টেল অব্ টু চিটিজ' উপন্যাসখনৰ বিখ্যাত মেডাম ডেফাৰ্জৰ চৰিত্ৰটোলৈ মনত পৰি গ'ল। তেওঁ এনেকৈ দিন-ৰাতি উণ গুঁঠি গুঁঠি প্ৰতিশোধ লব'লগীয়া মানুহবোৰৰ নামত একো একোটা গাঁঠি বইছিল হেনো। ময়ো দিন-ৰাতি সেই কামকে কৰিছোঁ। কিন্তু মোৰ একো একোটা গাঁঠি হ'ল মঞ্জুৰ প্ৰতি অসীম মৰমৰ। মঞ্জুৱে নিশ্চয় এইখন গাত লৈ তাৰ উমৰ লগত উণৰ আঁহে আঁহে সোমাই থকা মোৰ মৰমৰ উমখিনিও অনুভৱ কৰিব।'

কিন্তু সেইহেন হেঁপাহৰ বিয়াখনো যে এনেকৈ মাটি হৈ যাব কল্পনাই কৰিব পৰা নাছিল কমলাই। বিয়াৰ দুদিন আগতে তাই গৈ মঞ্জুহঁতৰ ঘৰ পাইছিল, কিন্তু পোনাৰ অসুখ আৰম্ভ হ'ল জোৰোণৰ আগদিনাৰ পৰাই। অসুখ অৱশ্যে একো ডাঙৰ নহয়, পানী লগা অসুখেই, কিন্তু আজি দুদিন ধৰি তাৰ পেনপেননিৰ অন্ত নাই। বিয়াৰ দিনা সকলোতকৈ বেছি হৈ গ'ল, তাৰ চকুৰে-নাকে ধাৰাসাৰে পানী ববলৈ ধৰিলে, আমনিৰো সীমা নোহোৱা হ'ল। পোনা হ'ল কমলাৰ প্ৰথম আৰু এতিয়ালৈকে একমাত্ৰ সন্তান, গতিকে অনভিজ্ঞ আৰু অনভ্যস্ত মাক হিচাপে কমলাৰ স্বাভাৱিকতেই ল'ৰাৰ বেমাৰৰ চিন্তা আৰু কষ্ট বেছি হৈছে। তাই বিয়া-বাৰু এক প্ৰকাৰ নেওচি এটা কোঠালিত পোনাৰে সৈতে বেছিভাগ সময় কটাই দিছে। পোনাক নিচুকাবৰ যত্ন কৰি, আৰাম দিবৰ যত্ন কৰি তাই মনতে গিৰীয়েক অপূৰ্বৰ ওপৰত বিৰাট অভিমান পুঞ্জীভূত কৰি তুলিছে। কামৰ অজুহাতত মানুহজন কোনোমতে মঞ্জুৰ বিয়ালৈ আহিব নোৱাৰিলে। যোগান বিষয়ৰ ভাৰপ্ৰাপ্ত মেজিষ্ট্ৰেট অপূৰ্বই হেনো দেশৰ তেনেহেন দুৰ্ভিক্ষপীড়িত অঞ্চল এটা এৰি থৈ কোনোমতে আহিব নোৱাৰে। অপূৰ্বই ধেমালি কৰি কমলাক ইয়াকো কৈছিল যে তেওঁ স্বয়ং দৰা হোৱা হ'লে এনেকি কমলা হেন ৰত্ন এটাৰ পাণিগ্ৰহণ কৰিবলৈকো তেনে অৱস্থা আওকাণ কৰি আহিব নোৱাৰিলেহেঁতেন। গতিকে কমলা অকলেই ষ্টেট ট্ৰেন্সপ'ৰ্ট বাছত উঠি মঞ্জুৰ বিয়ালৈ গুচি আহিছিল। লগতে সাৰথি কৰি আনিছিল কাম কৰা ছোৱালী জানকীক। সাধাৰণতে পোনাই জানকীক খুব ভাল পায়, কিন্তু এতিয়া অসুখত পৰি সি জানকীৰ ওচৰলৈ একেবাৰে যাব নোখোজে। অগত্যা কমলাই নিজৰ ভাগ্যকে ধিক্কাৰ দি পোনাক লৈ কোঠালি এটাতে দিন-ৰাতি নিজকে বন্দী কৰি ৰখাৰ দৰে ৰাখিছে।

কমলাৰ প্ৰতি সকলোৱে সহানুভূতি দৰ্শাইছে, বিয়াৰ কোনো কাম-বনৰ ফাঁকে ফাঁকে আহিও সকলোৱে তাইৰ খবৰ কৰি আছে, মাহীয়েকে কইনাৰ মাকৰ সকলো ব্যস্ততাৰ মাজতো তাইৰ খোৱাৰ খা-খবৰ কৰিছে, পোনাৰ সম্পৰ্কে দিবলগীয়া উপদেশ দিছে। বিয়াৰ কইনা মঞ্জুৱেতো অনবৰত তাইৰ লগতে থাকিব খুজিছিল— কিন্তু বাহিৰা মানুহ দেখিলে পোনাৰ আৰু বেছি আমনি বাঢ়ে বাবে কমলাই নিজকে সেইখিনি আনন্দৰ পৰাও বঞ্চিত কৰিবলগীয়া হৈছিল। অথচ মঞ্জুৰ লগত তাইৰ কত কথা পাতিবলগীয়া আছিল, মঞ্জুৰ বিয়াৰ খবৰ পোৱাৰ পিছত মনৰ ভিতৰত মঞ্জুৰ লগত অকলে অকলে যিবোৰ কথা পাতিছিল সেইবোৰ কথা মঞ্জুক লগ পাই হিয়া উজাৰি উবুৰিযাই দিয়াৰ কত হেঁপাহ লৈ তাই আহিছিল। এই পোনাৰ অসুখেই সকলো বৰবাদ কৰি দিলে!

মঞ্জুৱে বহুবাৰ চেষ্টা কৰিছিল পোনাক তাই উপস্থিতি সহ্য কৰাবলৈ, কিন্তু নাই গ'চিৰা কাৰোবাক দেখিলেই তাৰ চিঞৰ-বাখৰ বেছি হয়। অগত্যা মঞ্জুৱে সকলো চেষ্টা বাদ দি মুখ ওন্দোলাই এপাই গৈছিল।

মঞ্জুৰ কাণ সমনীয়া ভনীয়েক বিভা ছোৱালীজনী খাৰাংখাছ ধৰণৰ। সকলোৱে যেতিয়া গহীন আৰু কৰুণ মুখেৰে কমলাৰ খবৰ লৈছিলহি তেতিয়া একমাত্ৰ হাঁহি হাঁহি কমলাক আহি কৈছিল — 'আই পি. টি. ইউ. কমলা বাইদেউ— বাই দি বাই, আই পি টি ইউ বাক্যযাৰ শব্দ নলগাই ইংৰাজী চৰিটা আখৰেৰেই লিখিব পাৰি তুমি জানানে?'

বিভাৰ হাঁহি আৰু কথাত কমলাৰ খং উঠিলেও তাই কৌতূহলী হৈ সুধিলে, 'কেনেকৈ?' তাৰ পিছত লগে লগে নিজেই ক'লে, 'অ' বুজিছোঁ দিয়া, আই পি টি ইউ প্ৰত্যেকে একো একোটা আখৰ। বেছ মজাতো।' কমলাৰ মুখত হাঁহি বিৰিঙিল। কমলাৰ হাঁহিৰ লগে লগে অলপ সময় তলকা মৰা পোনাই পুনৰ চিঞৰিবলৈ ধৰিলে।

বিভাই লৰালৰিকৈ ক'লে— 'ভাল জ্বলাইছে দিয়া তোমাক। মই কিহৰ বাবে আহিছিলোঁ খৰধৰকৈ কৈ যাওঁ, ঐ বোপাই, মই এইমাত্ৰ গুচি যাম, অলপ মনে মনে থাক। কমলা বাইদেউ, কৰবাত কথা এষাৰ পঢ়িছিলোঁ, বোলে বুদ্ধিমানৰ কাম হ'ল অসুবিধাজনক পৰিস্থিতিকো সুবিধাজনক পৰিস্থিতিত পৰিণত কৰা। ময়ো তেনেকৈ বুদ্ধিমতী হ'বলৈ ওলাইছোঁ। তুমি বেচেৰীতো ইয়াতে এনেকৈ বন্দী হৈ আছা, সেই অৱস্থাৰ সুবিধা লৈ মই কৈছোঁ যে বিয়াৰ উপহাৰবোৰ এই ঘৰটোতে থোৱাটো ভাল হ'ব। ভাইটিয়ে ডাঙৰ ট্ৰাংক এটা আনি দিব আৰু নুজুৰিলে সৌ বিছনাখনৰ ওপৰতো বস্তুবোৰ থোৱা হ'ব। তুমি বন্দিনীয়ে অটোমেটিকেলি সেইবোৰৰ পহৰাদাৰ হৈ থাকিবা। নহ'লে আন কোনেনো বিয়া চাবলৈ এৰি উপহাৰৰ ৰখীয়া হৈ থাকিব।' বিভা হাঁহি হাঁহি ওলাই গৈছিল আৰু কমলাৰ মুখৰ পৰা অজানিতে এটা হুমুনিয়াহ ওলাই আহিল— কি যে ভাগ্যৰ প্ৰহসন।

সঁচাকৈয়ে ভাগ্যৰ প্ৰহসন। কমলাই বিয়াৰ পিছত মহিলা সংঘ এটাত যোগ দিছিল। সেই সংঘৰ যোগেদি নানা সমাজ-কল্যাণমূলক কাম কৰাৰ আঁচনি লৈছে হেনো। সংঘৰ পৰা ঘৰলৈ আহি কমলাই গিৰীয়েকক সেইবোৰ ৰিপ'ৰ্ট দিয়ে। কমলাৰ নিজৰ এটা বিশেষ প্ৰস্তাৱ হ'ল বিয়াত উপহাৰ দিয়া প্ৰথাটো আঁতৰাবলৈ সিহঁতে সংঘৰ যোগেদি চেষ্টা চলাব লাগে। পুৰুষে মহিলাৰ যিকোনো অনুষ্ঠানৰ কথাতে অলপ বেঁকাকৈ হঁহাৰ ঐতিহ্য ৰক্ষা কৰি কমলাৰ গিৰিয়েকেও হাঁহে আৰু কয়, 'তুমি যে ৰিছাৰ্চ কৰাৰ কথা কৈ থাকা, এই বিষয়ৰ ওপৰতে দেখোন সেই ৰিছাৰ্চ কৰিব পাৰা। এই বিষয়ে তোমাৰ আগ্ৰহ, জ্ঞান পৃথিৱীৰ সকলোতকৈ বেছি বুলি মই বাজী মাৰি ক'ব পাৰোঁ।' কোৱা বাহুল্য, তেনে ধৰণৰ ৰসিকতাত কমলা খণ্ডত জ্বলি-পকি উঠে। ৰিছাৰ্চ কৰা কথাটো লৈ অপূৰ্বই তাইক জানো কম মৰ্মভেদী ঠাট্টা কৰিছে?

এম এ পাছ কৰাৰ পিছতে কমলাৰ বিয়া হৈছিল। তাই যে পঢ়া-শুনাত চোকা, তাইৰ দৰে শিক্ষিতা ছোৱালী এজনীয়ে অকল গৃহিণী হৈ থাকিবলগীয়া হ'লে জীৱনটো যে মাটি হৈ যাব সেই কথা কমলাই অপূৰ্বক জনাবলৈ এৰা নাছিল। অপূৰ্বই প্ৰথমতে একো কোৱা নাছিল। হয়তোবা নতুন ঘৈণীয়েকক দুখ নিদিবলৈ, হয়তোবা কমলাৰ কথাত বেছি গুৰুত্ব আৰোপ নকৰা বাবে। কিন্তু পিছলৈ সি ঠাট্টা-বিদ্ৰূপ কৰা হ'ল। অপূৰ্বৰ স্বভাৱটোৱেই হ'ল সকলো কথাতে ৰসিকতা কৰা। কিন্তু এদিনেই সি অলপ গহীন হৈ কৈছিল, 'তোমালোকে শিক্ষিতা ছোৱালীবোৰে যে ভাবা এম এ পাছ কৰিলেই কিবা চাকৰি-বাকৰি কৰিব লাগিব, এইটো পিছে দুৰ্ভাগ্যজনক কথা দেই। বিশেষকৈ তোমালোকে নিবনুৱা ল'ৰাবোৰৰ কথা ভাবাচোন। সিদিনা শ্বিলঙৰ ওৱাকাথনলৈ আহি মাদাৰ টেৰেছাই কি কৈ গৈছে মনত নাই? ইউৰোপ, আমেৰিকাৰ ল'ৰা-ছোৱালীবোৰ উচ্ছৃংখল হৈ যোৱাৰ কাৰণ হ'ল মাকহঁতৰ ঘৰত অনুপস্থিতি। পুৰুষৰ সমানে বাহিৰৰ কাম কৰিবলৈ গৈ তেওঁলোকে ঘৰবোৰ ধ্বংস কৰি পেলাইছে। তেওঁ ঠিকেই কৈছে— তোমালোক মহিলাবোৰ Be the heart of the home। তোমালোকৰ মৰম-স্নেহেৰে..

অপূৰ্বক সিদিনা কমলাই কথা শেষ কৰিবকে দিয়া নাছিল আধাতে বাধা দি চিঞৰি উঠিছিল, 'তোমাৰ লেকচাৰ এৰা। তোমাৰ ঠাট্টা এবেগেতলৈ সহ্য হ'লেও এই চাৰ্মন একেবাৰে সহ্য নহয়। এইবোৰ যুক্তি দি দিয়েই পুৰুষে চিৰকাল তিৰোতাক ঘৰৰ চাৰিসীমাৰ ভিতৰত বন্দী কৰি থ'ব খুজিছে।'

বিয়াৰ কিছুদিনৰ পিছত কমলাই শুনিলে— তাইৰ লগত একেলগে পাছ কৰা চাৰু আৰু বিমলাই ৰিছাৰ্চ

কৰিব ধৰিছে। কমলা আকৌ ছট্‌ফটাই উঠিল, আকৌ অপূৰ্বৰ আগত আক্ষেপ কৰিলে, 'চোৱা, বিমলাই মোতকৈ বেয়াকৈ পাছ কৰিও এতিয়া ডক্টৰেট ল'ব, মোৰহে একো নহ'ব। তুমি গুৱাহাটীলৈ বা ডিব্ৰুগড়লৈ বদলি হৈ লোৱা না, ময়ো ডক্টৰেটৰ বাবে লাগোঁ।'

অপূৰ্বই আকৌ তাৰ স্বভাৱসুলভ ৰসিকতা কৰিছিল— 'বাপৰে বাপ, ডক্টৰ কমলা দত্ত। ডক্টৰ চাৰু সেনাপতি। ডক্টৰ বিমলা ফুকন। বাঙালী লিখক মুজতবা আলীয়ে এবাৰ লিখিছিল যে জাৰ্মানীত হেনো ইমান ডক্টৰ আছে যে ওপৰলৈ শিলগুটি এটা মাৰি পঠিয়ালে সেইটো আহি হয় এজন ডক্টৰৰ গাত লাগিব অথবা ৰাস্তাৰ অসংখ্য কুকুৰবোৰৰ কোনোবাটোৰ গাত লাগিব। তোমালোকে ডক্টৰেট পোৱাৰ পিছত আমাৰ ইয়াতো তেনেকৈ শিলগুটি মাৰি পঠিয়ালে হয় এজন ডক্টৰৰ গাত লাগিব নহ'লেবা কোনো মগনীয়াৰ গাত লাগিব; অৱশ্যে বেমাৰী কুকুৰ, চেৰেলা গৰুবোৰৰ গাতো লাগিব পাৰে।'

সিদিনাৰ পিছত কমলাই পূৰা এটা দিন অপূৰ্বৰ লগত মাতবোল কৰা নাছিল।

কিন্তু, তথাপি কমলাই ৰিছাৰ্চ কৰাৰ কথা বাদ দিয়া নাছিল। তেতিয়াই এদিন অপূৰ্বই কৈছিল 'বিয়াৰ উপহাৰ' এই বিষয়েই তাই দেখোন ভাল ৰিছাৰ্চ চলাব পাৰে।

কিন্তু অপূৰ্বই ধেমালি কৰিলেও এটা কথা যে সঁচা তাক কমলাই নামানি নোবাৰে। বিয়াৰ উপহাৰ সম্পৰ্কে তাইৰ যিমান অভিজ্ঞতা, সেই বিষয়ে তাই যিমান ভাবিছে— তাইৰ পৰিচিতৰ মাজত আন কাৰোৰে সিমান অভিজ্ঞতা দেখা নাই বা কোনেও সিমানেই ভবাৰ চিন পোৱা নাই। ইয়াৰ কাৰণো এটা আছে বুলি কমলাই ভাবে। সিহঁতৰ পৰিয়ালটো অতি বৃহৎ। নিজৰ ঘৰৰে সিহঁতৰ বাই-ভনী, ভাই-ককাই ছজন; তদুপৰি দেউতাকৰ ফালৰ আৰু মাকৰ ফালৰ দুয়ো ফালৰে আত্মীয়-স্বজনৰ সংখ্যা নগণ্য নহয়। সেই আত্মীয়সকলৰ লগত কমলাহঁতৰ সম্পৰ্কও বেছ ঘনিষ্ঠ। গতিকে এই বৃহৎ আত্মীয় গোষ্ঠীৰ বহুতৰে বিয়া দেখাৰ অভিজ্ঞতা কমলাৰ হৈছে। বৰদেউতাকৰ জীয়েক লতিকাৰ বিয়াত কমলাই প্ৰথমবাৰৰ বাবে এটা কথা বৰ বেয়াকৈ উপলব্ধি কৰিলে যে বিয়াত উপহাৰ দিয়াটো কিছুমান মানুহৰ বাবে কিমান কষ্টসাধ্য কথা। অথচ এসময়ত এই উপহাৰৰ উৎস আছিল নিশ্চয় প্ৰাণৰ মৰম, হেঁপাহ আৰু শুভেচ্ছা। কিন্তু কালক্ৰমত ই হৈ পৰিল প্ৰাণহীন এটা ৰিচুৱেল আৰু তাইৰ পিছতো মানুহৰ অৰ্থনৈতিক অৱস্থাই উপহাৰ দিয়া প্ৰথাটোক এক ধৰণৰ অত্যাচাৰত পৰিণত কৰি পেলালে। অথচ সমাজ জীৱনত এই কু-নিয়মটো এনে ওতঃপ্ৰোতভাৱে সোমাই গৈছে যে আজি মানুহে উপহাৰ নিনিয়াকৈ কোনো বিয়া-বাৰুত যাবলৈ অতিশয় সংকোচবোধ কৰে, মান-ইজ্জতৰে প্ৰশ্ন হৈ গৈছে সি। হাত দুখন খালী— এনে অৱস্থাৰে বিয়াঘৰত সোমোৱাটো যে কি লজ্জাজনক কথা গতিকে যেনতেন প্ৰকাৰে বিয়াঘৰলৈ উপহাৰ নিবই লাগিব।

লতিকাৰ বিয়াৰ উপহাৰবোৰ খুলি খুলি এইবোৰ ভাবেই কমলাৰ মনলৈ আহিছিল। লতিকাৰ ভনীয়েক মৃদুলা আৰু তাই বাহী বিয়াৰ দিনা দুপৰীয়া উপহাৰবোৰ খুলিছিল। সিহঁতক পৰিবেষ্টিত কৰি আছিল বহুতো কৌতূহলী ছোৱালী আৰু মহিলাৰ দৰে। মাজে মাজে দুই-এজন ল'ৰায়ো ভুমুকি মাৰি মাৰি গৈছিল। কইনাৰ মাকেও এবাৰ আহি কৈ গৈছিল— 'খুলি খুলি উপহাৰবোৰ ভালকৈ চিজিল লগাই থবিহ'ক দেই আইহঁত। লতিকাৰ লগত কেইবিধমান ভাল চাই বস্তু দিব লাগিব, বিয়াত কাম কৰা মানুহবোৰকো দুই-এবিধ কিবা দিব লাগিব, আমাৰ আপোন মানুহ সকলোকতো ভাল চাই দিবই লাগিব।'

উপহাৰ খোলা চাই থকা ছোৱালী এজনীয়ে মাত লগাইছিল, 'লতিকা বাইদেৱে বহুত উপহাৰ পাইছে দেই মাহীদেউ।'

উপহাৰ আৰু উপহাৰ, সুদৃশ্য ফুলাম কাগজেৰে বন্ধা, ৰিবন ফিটাৰে গাঁঠি মৰা আকৰ্ষণীয় টোপোলাবোৰ। কিন্তু দুই-এটা উপহাৰ খোলাৰ পিছত কমলাৰ হাত যেন আৰু নচলা হৈ গৈছিল, সুন্দৰৰ আঁৰত লুকাই থকা ই কি কদৰ্যতা ওলাই পৰিল?

লতিকাক আশীৰ্বাদ জনাই কিবা-কিবি লিখি দিয়া দুই-এখন অসমীয়া গল্প-উপন্যাস টোপোলাৰ পৰা উলিয়াই প্ৰথমতে কমলাই পাতলভাৱে মন্তব্য কৰিছিল, 'এই বিয়া-বাৰুবোৰতেই আমাৰ বেচেৰা অসমীয়া লেখক-লেখিকাসকলৰ কেইখনমান কিতাপ বেচা খায়।' কিন্তু তাৰ পিছত সেই কিতাপৰ টোপোলা খুলিয়ে

তাইৰ মাত হেৰাই গৈছিল, ৰঙীন কাগজেৰে মেৰিওৱা পেকেটটোৰ সূতাডাল ছিঙি কাগজখন খুলি পেলোৱাত যিখন কিতাপ ওলাই পৰিছিল, সেইখন আছিল ষষ্ঠমান শ্ৰেণীৰ এখন অংকৰ আধা পুৰণি কিতাপ। উপহাৰ চাবলৈ গোট খোৱা প্ৰাণীকেইটিৰ মাজলৈ কেইমুহূৰ্তমানৰ বাবে নামি আহিছিল এক ধৰণৰ হতভম্ব হৈ পৰাৰ স্তব্ধতা, কিন্তু লগে লগেই লতিকাৰ ভনীয়েক মৃদুলাই সেই স্তব্ধতা ভংগ কৰি হো-হোৱাই হাঁহি দিছিল 'লতিকাক অংকত গাধা বুলি জানি কোনোবাই ভাল প্ৰেক্টিকেল জো'ক কৰিলে দেই।'

কিন্তু কমলাই সেই হাঁহিত যোগ দিব পৰা নাছিল। সঁচাকৈয়ে জানো প্ৰেক্টিকেল জ'ক? তেতিয়াহ'লে জানো ধেমালি কৰোঁতাজনৰ নাম নাথাকিলহেঁতেন? আৰু যিমানেই লতিকাক জোকাবৰ মন নাযাওক, বিয়া এখনত এনে ধৰণৰ এপ্ৰিল ফুল জাতীয় ৰসিকতা কোনেও কৰিবলৈ নাহে। নিশ্চয় উপহাৰ কিনাত সামৰ্থ্যহীন কোনোবা বেচেৰাই শুদা হাতৰ লজ্জা নিবাৰণ কৰিবলৈকে এই পন্থা লৈছে।

সিদিনা লতিকাৰ বিয়াত উপহাৰ বিষয়ক আন আৰু একো নতুন তথ্য বাহিৰ হোৱা নাছিল। কিন্তু সেইটো ঘটনাই কমলাক বিয়াৰ উপহাৰ সম্পৰ্কে বেছ সচেতন কৰি তুলিছিল; ফলত তাৰ পিছৰ পৰা ঘনিষ্ঠ আত্মীয়-স্বজনৰ বিয়াবোৰত কমলাই উপযাচিয়ে উপহাৰ খোলাৰ ভাৰ লৈছিল আৰু তেতিয়া অপূৰ্বই জোকোৱাৰ দৰে সঁচাকৈয়ে তাইৰ ৰিছাৰ্চৰ সমল গোট খাইছিল। এখন বিয়াত সুদৃশ্য ফুলাম কাগজৰ তলত ওলাইছিল এখন পুৰণি গামোচা, আন এখন বিযাত পেকেটৰ ৰঙা কাগজ আৰু নীলা ৰিবনৰ তলত ওলাইছিল এখন অতি পুৰণি 'আমাৰ প্ৰতিনিধি'; সেইখন বিয়াতে সুন্দৰ কাগজেৰে মেৰিওৱা বহুতো পেকেটৰ পৰা ওলাইছিল উৰলি যোৱা কেইখনমান কিতাপ। তেনেকৈ উপহাৰ খুলি থাকোঁতে এবাৰ তাইৰ লগত একে কামটোতে নিযুক্তি হৈ থকা ভনীয়েক এজনীয়ে তাইক সেই বিষয়ৰ লগত সম্পৰ্ক থকা আন এটা গল্প কৈ শুনাইছিল ঃ 'কমলা বাইদেউ, আজিকালি উপহাৰ দিওঁতাজনেই যে কেৱল নিয়ম ৰক্ষা কৰি, ভদ্ৰতা ৰক্ষা কৰি পাল মাৰি উপহাৰ দিয়ে তেনে নহয়, গ্ৰহণ কৰোঁতাবোৰেও তাক কোনো মূল্য নিদিয়ে। তুমিতো জানাই, গুৱাহাটীৰ কিতাপৰ দোকানবোৰত ঘূৰি ফুৰা মোৰ খুব ডাঙৰ নিচা। এবাৰ তেনেকৈ ঘূৰোঁতে এখন দোকানত দেখিলোঁ দোকানীয়ে এজন মানুহক আচল দামতকৈ কম দামত এখন অসমীয়া উপন্যাস বিক্ৰী কৰিছে। অথচ দেখাত কিতাপখন নতুন। মই প্ৰথমতে ভাবিলোঁ অসমীয়া লেখকৰ কিতাপতো বিক্ৰী নোযোৱাত বেচেৰা লেখকে বোধহয় ৰিডাকচন চেল্ কৰিছে। তথাপি দোকানীজনক সুধিলোঁ— দোকানীয়ে কিন্তু যিটো কথা ক'লে সেইটো মোৰ সপোনৰো অগোচৰ আছিল। কি ক'লে জানানে কমলা বাইদেউ? বহুত মানুহে হেনো বিয়াত উঠা কিতাপবোৰ দোকানত আধা দামত বিক্ৰী কৰি দি যায়। উপহাৰ লিখা পৃষ্ঠাটো হেনো সযত্নে কাটি পেলাই দি বেচিবলৈ আনে। গতিকে তেনে কিতাপ তেওঁলোকে গ্ৰাহকক সস্তা দামতে বেচিব পাৰে।'

উপহাৰৰ অভিজ্ঞতা গৰলেৰে ভৰোৱা মাতেৰে কমলাই মন্তব্য কৰিলে, 'আৰু পিছত গ্ৰাহকেও সেই সস্তা দামত কিনা কিতাপ নি কাৰোবাৰ বিয়াত নতুনকৈ প্ৰীতি-উপহাৰ যাচেগৈ ঠিক যেনে-'Old wine in a new bottle!'

ভনীয়েক মিনুৱে কৰুণভাবে হাঁহিলে, 'আমাৰ ক্লাছৰ ছোৱালী এজনীৰ বিয়াত মই এখন কিতাপ উপহাৰ দি তাত ৰবীন্দ্ৰনাথৰ কবিতা এফাকি লিখি দিছিলোঁ— 'যা কিছু মোৰ দান, গ্ৰহণ কৰেই কৰবে মূল্যবান, আপোন হৃদই দিয়ে।' ৰবীন্দ্ৰনাথ হয়তো বান্ধৱীৰ বেষ্ট পেপাৰ বাস্কেটত জাহ গ'ল, আৰু বাকী থকা অৱশিষ্ট কিতাপখন ওল্ড ওৱাইন হৈ নিউ বটলত সোমাই পৰিল।'

ভাগ্যৰ প্ৰহসন নহয়নো কি। সেই কমলাযে আজি এখন বিয়াঘৰৰ উপহাৰ সামগ্ৰীবোৰৰ পহৰাদাৰ নিযুক্ত হ'ল।

কমলাৰ মনে মনে আমোদো লাগিল খুব। তাই অলপ আগতে অপূৰ্বৰ ওপৰত কৰা অভিমান সম্পূৰ্ণ পাহৰি গৈ তাইৰ সমাগত অভিজ্ঞতাৰাজিৰ মানসিক ৰাণিং কমেণ্টেৰী দিবলৈ প্ৰস্তুত হৈ ল'লে।

ৰঙা, নীলা, নানা বৰণীয়া, ফুলজালি কটা কাগজেৰে মেৰিওৱা হৰেক ৰকমৰ হৰেক আকৃতিৰ উপহাৰৰ টোপোলাৰে প্ৰথমতে বাকচটো ভৰিল, তাৰ পিছত সেই উদ্দেশ্যেৰেই আছুতীয়াকৈ থোৱা বিছনাখনৰ ওপৰো ঠাহ খাবলৈ ধৰিলে।

প্ৰথম অৱস্থাত, অৰ্থাৎ উপহাৰৰ টোপোলা আহি বাকচ ভৰাৰ সময়তে কমলাই এটা দৃশ্য দেখিছিল। মহাকৰ ওচৰ সম্পৰ্কৰে বেছ দুখীয়া যেন লগা পৰিয়াল এটা আহি যে মঞ্জুৰ বিয়াত দেহে-কেহে খাটি

দিছেহি, সেই কথা কমলাই মন কৰিছিল। মাহীয়েকৰ আগত প্ৰশংসাসূচক মন্তব্য এটাও কৰিছিল তাই। কিন্তু মাহীয়েকে মুখখন সামান্য বিকটাই গিৰীয়েকৰ ফালৰ পৰা সম্পৰ্ক লগা মানুহবোৰৰ বিষয়ে কেৱল এই মন্তব্যষাৰেই কৰিছিল ঃ 'ক'ত আৰু আজিৰ মানুহে বিনাস্বাৰ্থে কাম কৰি দিয়ে। সেই যে ডেকা ল'ৰাটো দেখিছ, বি এ পাছ কৰি দুবছৰ বহি আছে। এতিয়া বাপেকে মহাকক খাটনি ধৰি আছে কিবা এটা কাম-বনত তাক সুমুৱাই দিব লাগে। সকলোৱেনো চাকৰিকে কৰি খাব লাগেনে, এইবোৰ ডেকা ল'ৰা, কিবাতো ব্যৱসায়-বাণিজ্যকে কৰিব পাৰে, নাই, চাকৰিটোহে লাগে। আকৌ চা, কাম কৰিছে হয়, কিন্তু আজি দুদিনে ঘৰ-ঘৰোৱাহে আমাৰ ইয়াত পোহপাল গৈ থকা নাইনে? আজিৰ দিনত পাঁচোটা মানুহৰ দুদিনৰ খৰচ কিমান হয় এবাৰ হিচাব কৰি চাচোন; তদুপৰি ঘৰত যদি খায় লোণে-ভাতে, ইয়াত খাইছে মাছে-মঙহে।'

কমলা নীৰৱে মাহীয়েকৰ ওচৰৰ পৰা আঁতৰি আহিছিল।

উপহাৰৰ টোপোলাৰ বাকচটো আধা ভৰি যোৱাৰ সময়তে সেই মানুহঘৰৰ গাভৰু ছোৱালীজনী চুচুক-চামাককৈ আহি কমলা থকা কোঠালীটোত সোমাইছিলহি। তাইৰ হাতত আছিল সেউজীয়া কাগজেৰে বন্ধা সৰু টোপোলা এটা, কোঠালীটোত জ্বলি থকা সেউজীয়া বাল্বৰ পোহৰত টোপোলাটো যেন আৰু সেউজীয়া হৈ পৰিছিল।

'বাইদেউ, মা হেনো ওচৰৰে আৰু এখন আপোন মানুহৰ বিয়াৰ পৰা মাত লগাই আহিবগৈ। মই মাইকী মানুহসকলক খুউৱাৰ কামত লাগি আছোঁ, মাজতে দাদাহে আহি টোপোলাটো মোৰ হাতত মাক দিবলৈ দি গ'ল। কিন্তু মাওতো ব্যস্ত। গতিকে ইয়াতে ট্ৰাংকৰ ভিতৰত একাষৰীয়াকৈ টোপোলাটো থৈ যাওঁ দেই।' ছোৱালীজনীয়ে কোমল নম্ৰ মাতেৰে কৈছিল।

'থোৱা বাৰু। কিন্তু পিছত তুমি নিজেই চিন বিচাৰি উলিয়াই নিব লাগিব দেই।'

তাৰ পিছত প্ৰায় এঘণ্টামান সময় পাৰ হৈছিল। মাজতে পোনাৰ অলপ সময় চিলমিলকৈ টোপনি অহাত যমুনাক পোনা আৰু উপহাৰৰ ৰখীয়া কৰি কমলা কিছু সময়ৰ বাবে মঞ্জুৰ ওচৰতো বহিব পাৰিছিল। অৱশ্যে খুব বেছি সময়ৰ বাবে নহয়, পোনাই সাৰ পাই কান্দি আছে বুলি কোনোবা এজনে খবৰ দি কমলাক পুনৰ সেই বন্দীশাললৈ ওভোতাই নিছিল।

বিয়াঘৰবোৰত এটা সময় আহে যেতিয়া মানুহৰ ভিৰ হয় সকলোতকৈ বেছি। তেনে সময়ো এসময়ত পাৰ হৈ গ'ল, লাহে লাহে মানুহো নোহোৱা হ'ল আৰু কইনাক ভিতৰলৈ আনি এটা কোঠালীত অলপ সময় জিৰাবলৈ দিয়া হ'ল। ইতিমধ্যে কমলাৰ কোঠালীৰ বিছনাখনো উপহাৰৰ বস্তুৰে ঠাহ খাই গৈছিল।

ঠিক তেনে এটা সন্ধিক্ষণতে কমলাৰ মহাকৰ দুখীয়া আত্মীয়জনৰ সেই বি এ পাছ বেকাৰ ল'ৰাটো আহি কমলা থকা উপহাৰৰ কোঠালীটোত সোমাইছিলহি। তাৰ পিছে পিছে আহিছিল সেই ছোৱালীজনী যিজনীয়ে বহুত পৰৰ আগতেই আহি এটা সৰু পেকেট বাকচটোত থৈ গৈছিলহি।

তেতিয়া পোনাই তলকা মাৰিছিল আৰু কমলাই অৱসন্নভাৱে চকু দুটা মুদি বেৰৰ ফালে থকা পোনাৰ ফালে মূৰ কৰি শুই আছিল।

'বাইদেউ টোপনি গ'ল নেকি?' ছোৱালীজনীৰ পূৰ্ব পৰিচিত কোমল নম্ৰ মাত এষাৰ ভাহি আহিছিল। টোপনি নগ'লেও কমলাৰ মাত মাতিবৰ মন নগ'ল। মঞ্জুৰ বিয়াৰ আচল আনন্দ উৎসৱৰ হৈ-চৈপূৰ্ণ সময়খিনি পাৰ হৈ যোৱাৰ লগে লগে কমলাক যেন ৰাজ্যৰ ভাগৰ, বেজাৰ আৰু বিৰক্তিয়ে হেঁচি ধৰিছিল। কাৰো লগত কথা পতাৰ মন নাই। মঞ্জুৰ হেঁপাহৰ বিয়াখন চোৱা হ'ল আৰু এতিয়া ভালে ভালে ঘৰৰ মানুহ ঘৰলৈ উভতিব পাৰিলেই হয়।

ল'ৰাজনৰ অলপ কঠোৰ মাত এটা শুনা গ'ল, "টোপনি গৈছে দে। চাওঁ বাকচটো খোল।'

কমলাই বাকচ খোলাৰ শব্দ শুনিলে আৰু তাৰ অলপ পিছতেই শুনিলে ছোৱালীজনীৰ সেই কোমল মাতষাৰ, 'বহুত বস্তু উঠিছে, আমাৰ টোপোলাটো বহুত তল পৰি গ'ল পাই' তাইৰ সেই কোমল মাতটোৰ লগে লগেই ভীতিৰ ভাব সঞ্চাৰিত হৈ পৰিল, 'এই, সেইটো নহয় দাদা— হে হৰি তই কি কৰিব ওলাইছ দাদা?'

'চুপ' ল'ৰাজনৰ চেপা, কঠুৱা মাতটো শুনা গ'ল, 'এতিয়া বাকচটো বন্ধ কৰি ইয়াৰ পৰা ব'ল।'

টোপনিৰ সামান্য জালখিনিও কাটি গ'ল, কমলাৰ কাণ দুখন আপোনা-আপুনিয়ে মেকুৰীৰ কাণৰ দৰে সজাগ হৈ পৰিছিল। তেনেকৈ উৎকৰ্ণ হৈ থাকিয়েই তাই শুনিলে, কোঠালীটোৰ পৰা ল'ৰা-ছোৱালীহাল ওলাই গ'ল।

লগে লগে কমলাই লেপ ঠেলি বিছনাৰ পৰা জাঁপ মাৰি উঠিল আৰু গাৰ কাপোৰ-ক কোনোমতে চম্ভালি হাতত সাৰে ভৰিত সাৰে ল'ৰা-ছোৱালীহালক ছাঁৰ দৰে অনুসৰণ কৰাত লাগিল।

প্ৰথমে গৈ বাৰাণ্ডাখন, তাৰ সিমূৰত আছুতীয়া কোঠালী এটা। তাত বিছনা এখনৰ ওপৰত ধাই ক্লান্ত হৈ মঞ্জুৱে বোধহয় জিৰাইছে। ইমন পৰৰ পিছত মাকো আহি খন্তেকৰ বাবে বোধহয় জীয়েকৰ লগ লাগিছেহি। মাক-জীয়েকৰ বাহিৰেও কোঠালিটোত আৰু কেবাগৰাকী আত্মীয় মহিলা আৰু গাভৰু ছোৱালী আছিল।

আত্মীয় মহিলা কেইবাগৰাকীৰ মাজত যে এই ল'ৰা-ছোৱালীহালৰ মাকো আছিল কমলাই প্ৰথমে আঁতৰৰ পৰা গম ধৰিব পৰা নাছিল। এতিয়া ল'ৰাটোৱে গৈ মাকক মাত লগোৱাত তাই চিনি পালে।

'মা'— ল'ৰাটোৱে তাৰ হাতৰ ৰঙা কাগজেৰে মেৰিওৱা মস্ত টোপোলাটো মাকৰ পিনে আগবঢ়াই দি হাঁহি মুখে ক'লে— 'মঞ্জু পেহীৰ উপহাৰটো তুমি দিয়াই নাই নহয়। এয়া লোৱা, ময়ে আনি দিলোঁ।'

কমলাই সচকিত হৈ দেখিলে ৰঙা টোপোলাটোত চকু পৰাৰ লগে লগেই মাকজনী যেন মুহূৰ্তৰ বাবে উচপ খাই উঠিল, কিন্তু লগে লগেই নিজকে চম্ভালি লৈ মুখত এমোকোৰা হাঁহি বিৰিঙাই তেওঁ ক'লে— অ' দে বোপাই, মই অতপৰ আজৰিকে পোৱা নাছিলোঁ। মঞ্জু আইটিৰ বিয়াখন কম ডাঙৰ বিয়া হৈছেনে, সৰু-সুৰা ৰজা-মহাৰজাৰ বিয়াৰ লেখীয়াই হৈছে। আমি তিনি-চাৰিজনী তিৰোতাই সেই আবেলিৰ পৰা এতিয়ালৈকে মানুহক সোধ-পোছ কৰি ততেই পোৱা নাছিলোঁ। সকলোৱে প্ৰশংসা কৰি গৈছে দেই। লাখৰ মাজতহে বোলে এনে এখন বিয়া হয়। আই মঞ্জু, এয়া ধৰাচোন এইফালে. আমিনো আৰু কি দিম। কথাতে কয় বোলে মন থাকিলেও ধন নাথাকে। কণা বিধাতাই আমাক দিয়াৰ হিপাহটোহে দিছে, সাধ্যখিনিতো দিয়া নাই।' মঞ্জুৱে হাত মেলি টোপোলাটো লৈ ওচৰতে বৈ থকা ছোৱালী এজনীৰ হাতত দিলে। ছোৱালীজনীয়ে সেইটো লৈ কইনাৰ ওচৰৰ পৰা, কোঠালীটোৰ ভিতৰৰ পৰা ওলাই গ'ল। ৰঙা টোপোলা গৈ পুনৰ তাৰ স্ব-গৃহত অধিষ্ঠিত হ'ল।

ইতিমধ্যে কমলাও উভতি গৈ আকৌ পোনাৰ ওচৰত শুই পৰিছিলহি।

'বিয়াৰ উপহাৰ' সম্পৰ্কীয় কমলাৰ অভিজ্ঞতাবোৰৰ লগত আৰু এক অভিনৱ অভিজ্ঞতা যোগ হ'ল। কিন্তু ঘৰলৈ উভতি এই নৱলব্ধ অভিজ্ঞতাৰ গল্প তাই অপূৰ্বৰ আগত হাঁহি হাঁহি ক'বলৈ যাওঁতে তাৰ দুটোপাল চকুলোও মিহলি হৈ যাব নেকি বাৰু?

# এজন প্ৰবীণ লেখকৰ কৈফিয়ৎ বনাম স্বীকাৰোক্তি

মই আচলতে উপন্যাসখন লেখিব নোৱাৰোঁ বুলি কৈ দিব লাগিছিল, কিন্তু নক'লোঁ। ডেকাকেইজনে পূজা সংখ্যা 'সমান্তৰাল'ৰ বাবে মোক উপন্যাসখন খুজিবলৈ অহাত মই বাহ্যিত গাম্ভীৰ্য অৱলম্বন কৰি মোৰ সময়ৰ অভাৱ, আন বহুতো লেখাৰ ফৰমাছ হাতত আছে— ইত্যাদি কথা কৈ তেওঁলোকক বুজাবৰ চেষ্টা কৰিছিলোঁ যে মই কিমান ব্যস্ত আৰু দামী লেখক। কিন্তু দামী নহ'লেও মই যে হিচাপী লেখক, চতুৰ লেখক, সেই কথা হ'লে ঠিক। কাৰণ ডেকাকেইজনক সেই কথা অৰ্থাৎ ব্যস্ততাৰ কথা মই বেছি সময় ধৰি কৈ নাথাকিলোঁ, কাৰণ মাত্ৰা চেৰাই গ'লে কিজানিবা তেওঁলোকে মোক বেছি সময় খাটনি ধৰি নাথাকি গুচি যায়! সকলো কথাতে—

Thus far and no farther বোলা কথাষাৰ অৱলম্বন কৰিয়ে চলা উচিত বুলি জানিময়ো তেনেদৰে চলোঁ। গতিকে ডেকাকেইজনে অলপ খাটনি ধৰাৰ পিছতে মই এনেকুৱা মুখভঙ্গী, এনেকুৱা কথাৰ সুৰেৰে সন্মত হ'লোঁ যেন অতি অনিচ্ছা সহকাৰেহে মই তেওঁলোকৰ অনুৰোধ এৰাব নোৱাৰি বা তেওঁলোকক মনোকষ্ট দিব নুখুজি উপন্যাসখন লেখি দিবলৈ সন্মত হৈছোঁ।

ডেকাকেইজন সন্তুষ্ট মনেৰে গুচি যোৱাৰ পিছত মই এটা স্বস্তিৰ উশাহ পেলালোঁ। উস্, ভাগ্যে আমাৰ সাহিত্যৰ ক্ষেত্ৰত এতিয়াও 'Old is Gold' হৈ আছে, নহ'লে, আমি যিবোৰ চৰ্বিত-চৰ্বণ কৰি আছোঁ কেতিয়াবাই আমাৰ লেখাবোৰে পেলনীয়া কাগজৰ পাচি ভৰাই পেলাব লাগিছিল। (এই সত্যটো মনৰ সংগোপনতহে পুহি থৈছোঁ)। পিছে নাই, আমাৰ সেই দুৰ্দিন আহিব লাগিছিল যদিও, এতিয়ালৈকে আহি পোৱা নাই। মই ভয়ে ভয়ে দুৰ্বল মাতেৰে (জানোচা মোৰ প্ৰস্তাৱত তেওঁলোক সন্মত হৈ যায়!) ডেকাকেইজনক কৈছিলোঁ— 'হেৰা, আমি প্ৰবীণ লেখককেইজনৰ লেখাকে আৰু কিমান প্ৰকাশ কৰি থাকাহে? আমি উত্তৰাধিকাৰ থৈ যাবৰ হ'ল নহয়? সেই যে বংগদেশৰ বিপ্লৱী তৰুণ কবি সুকান্তই লেখি গৈছে— 'এসেছে নতুন শিশু, তাকে ছেড়ে দিতে হবে পথ।' — নতুন শিশুৰ দলক আনা, আমি বাট এৰি দিবলৈ বাট চাই আছোঁ নহয়— এইখিনি কৈ মই ঢেক্‌ঢেকাই যেন প্ৰাণখোলা উদাৰ হাঁহি এটা মাৰিছিলোঁ। সেই হাঁহিত ডেকাকেইজন হয়তো প্ৰতাৰিত হৈছিল, কিন্তু মোৰ নিজৰ কাণত তাৰ অন্তঃসাৰশূন্য কৃত্ৰিমতাখিনি বৰকৈ বাজিছিল। কোনে কয় আমি নতুনৰ দলক পথ এৰি দিবলৈ সাজু হৈছোঁ? আচলতে সেই ভয়তেই তো আছোঁ— কেতিয়া সিহঁতে আমাক বুঢ়া গৰুৰ দৰে এফালে ঠেলি থৈ হুৰমূৰাই আগবাঢ়ি যায়, সেই ভয়ে তো আমাৰ বহুতকে দুশ্চিন্তাগ্ৰস্ত কৰি ৰাখিছে!

যি হওক, মোৰ কথাত ডেকাকেইজনে বৰ নম্ৰভাৱে কৈছিল— 'নাই ছাৰ, নতুন লেখকৰ লেখাৰে কোনো আলোচনী চলাব নোৱাৰি। আপোনালোকৰ দৰে প্ৰতিষ্ঠিত পুৰণি চামৰ লেখা নাথাকিলে পাঠকে আলোচনী-কাকত আদি কিনিবই নোখোজে।' 'সেই বাবেই তো নতুন নতুন আলোচনীৰ জন্ম হৈ হৈ মৰি গৈছে, প্ৰবীণ লেখকৰ লেখা সংগ্ৰহ কৰিব নোৱাৰি।' 'আচলতে নতুন লেখকসকলে সমাজ-সচেতনাত জোৰ দিবলৈ গৈ কলাক প্ৰায় বাদ দিয়াৰ দৰেই কৰিছে, কিন্তু সৃষ্টিধৰ্মী লেখাত কলাক বাদ দিলে সি তো সাহিত্য পদবাচ্য হ'ব নোৱাৰে। পাঠকে সেইবাবে নতুন লেখকৰ বক্তব্যপ্ৰধান, বক্তৃতাধৰ্মী লেখাবোৰ ৰিজেক্ট কৰি আছে—'

ডেকাকেইজনৰ প্ৰত্যেকেই ওপৰা-উপৰিকৈ কোৱা এই কথাখিনি শুনি মই খুব বিজ্ঞৰ দৰে অতি গহীন মুখভংগী এটা কৰি খন্তেকপৰ যেন সেই কথাবোৰৰ গুৰুত্ব আৰু তাৎপৰ্য অনুধাৱন কৰি ল'লোঁ আৰু তাৰ পিছত সেই একে বিজ্ঞৰ ভংগীতে গহীনাই মন্তব্য দিলোঁ— 'এৰা, তোমালোকে এই এটা কথা কিন্তু ঠিকেই কৈছা— আজিকালিৰ নতুন লেখকসকলৰ লেখা বৰ বেছি বক্তৃতাধৰ্মী হৈ পৰিছেহে। কলা বাদ দি আৰু লেখা হয়নে? এই বিপ্লৱী তৰুণ লেখকসকলৰ মাও চে টুং কমৰেডজন তো এক মহাগুৰু, কিন্তু সেই মাও চে টুঙেই তেওঁৰ Talks at the Yenan Forum on Literature and Art-ত কি লেখি গৈছে জানানে? গোটেইবোৰ কথা মই মেম'ৰিৰ পৰা গাই দিব নোৱাৰোঁ, কিন্তু এইখিনি কথা হ'লে মনত আছে। শুনা তোমালোকৰ গুৰু মাওৱে কৈ গৈছে— Works of art which lack artistic quality have no force, however, progressive they are politically..

এইখিনি পাণ্ডিত্য দেখুৱাই মই ডেকাকেইজনৰ মোৰ প্ৰতি মনোভাব সশ্ৰদ্ধতৰ কৰি তুলিলোঁ আৰু মনতে সেই

এদিনৰ উদ্ধত দুৰ্বিনীত ডেকাজনৰ ওপৰত একধৰণৰ সৰু-সুৰা প্ৰতিশোধ লোৱাৰ তৃপ্তি অলপ-অচৰপ পালোঁ। মাত্ৰ এমাহৰ আগৰ কথা; মোক বিচাৰি অহা অচিনাকি ডেকা এজনক বহিবলৈ দি তাৰ আগমনৰ কাৰণ সুধাত প্ৰথমতে কৈছিল যে সি মোৰ কিতাপ-পত্ৰ প্ৰায়বোৰেই পঢ়িছে, গতিকে মোৰ লগত চা-চিনাকি হ'বলৈ আহিছে। মুখত নেদেখুৱালেও মনে মনে মই অলপ গপত গংগাটোপটো হৈ পৰিছিলোঁ আৰু তাৰ লগত সাহিত্য বিষয়ক নানা কথা-বতৰা পাতিবলৈ আৰম্ভ কৰি দিছিলোঁ। অলপ পিছত ভিতৰলৈ চাহৰ অৰ্ডাৰো পঠিয়াই দিছিলোঁ। লগজনে মোৰ কিতাপ যি কেইখন পঢ়িছে তাৰ বিষয়ে মোটামুটি এটা আলোচনা কৰি মোক এই তৃপ্তিটো দিলে যে— মোৰ অন্ততঃ এই এজন অতি নিষ্ঠাবান পাঠক আছে। কিন্তু চাহ আৰু বিস্কুট খাই উঠাৰ পিছত সি যিবোৰ কথা আৰম্ভ কৰি দিলে মোৰ ঘৰত খাই উঠাৰ পিছতেই অন্ততঃ তাৰ পৰা সেই অকৃতজ্ঞতাখিনি আশা কৰা নাছিলোঁ। চাহ খাই উঠাৰ পিছত হঠাতে জানো তাৰ কি হ'ল— কথাৰ সুৰ একেবাৰে সলাই পেলালে আৰু মোক প্ৰায় আক্ৰমণ কৰাৰ দৰে ক'বলৈ ধৰিলে (চাহ-বিস্কুট খাই গাত যেন বলহে বান্ধি ল'লে!)— 'পিছে আপুনি এতিয়া সেই আগৰ বাটতেই ৰৈ গৈ আছে— আৰু আপুনিয়েই বা কিয়, আপোনালোকৰ চাম লেখকৰ প্ৰায় সকলোবোৰেই চৰ্বিত-চৰ্বণ কৰি আছে। আমাৰ সকলো সচেতন ডেকা-গাভৰুৱেই এতিয়া আপোনালোকৰ সেই একেবোৰ কথাকে যেনেকি থকা লেখাবোৰ পঢ়িবলৈ বাদ দিছে। তদুপৰি আপোনালোকৰ আন এক ডাঙৰ ত্ৰুটি হ'ল জনগণৰ লগত সম্পূৰ্ণ বিচ্ছিন্নতা— য'ত দেশৰ অতি গৰিষ্ঠসংখ্যক লোকৰ আশা-আকাংক্ষাই ৰূপ নাপায়, মাত্ৰ এমুঠি মধ্যবিত্ত আৰু উচ্চ মধ্যবিত্ত শ্ৰেণীৰ প্ৰেম, বিৰহ বা আন তেনেকুৱা দুখ-সুখৰ বিলাস বৰ্ণাবলৈকে যি সাহিত্য ৰচিত হয়— সেই সাহিত্যৰ আৰু বেছিদিন আয়ুস নাই-- কৈ দিলোঁ। তথাপি এতিয়ালৈকে এইটো কথা সত্যই যে আপোনালোকৰ লেখা পঢ়ি আমাৰ দৰে গাঁৱে-ভূঞে সিঁচৰতি হৈ থকা সাহিত্য-সংস্কৃতিত ৰাপ থকা ল'ৰাবোৰে কিমান যে উৎসাহ আৰু অনুপ্ৰেৰণা নাপায়। কত কষ্ট কৰি যে গাঁৱত সিহঁতে লাইব্ৰেৰী সাজে, বাঁহ কাটি আনি, মাটি কাটি আনি, ইকৰা কাটি আনি নিজেই লাইব্ৰেৰী ঘৰ সাজে। দুখীয়া গাঁৱলীয়া ল'ৰা— কত কষ্ট কৰি কিতাপ সংগ্ৰহ কৰি সেই লাইব্ৰেৰী ভৰায়। আপোনালোক চহৰত থকা লেখকসকলৰ সম্পৰ্কে আমাৰ যে মনত কত উচ্চ ধাৰণা আছিল ঃ আপোনালোক এনে একো একোখন সুউচ্চ হিমালয় পাহাৰ, যাৰ চূড়া আকাশৰ প্ৰতি উৰ্ধ্বমুখী। কিন্তু আমাৰেই নে আপোনালোকৰেই কাৰ দুৰ্ভাগ্য নাজানো— আজি আপোনালোকৰ ওচৰলৈ অহাৰ পিছত দেখিছোঁ সেই পাহাৰবোৰ এখন এখনকৈ বাগৰি পৰিব ধৰিছে। কেতিয়াবা এনেকুৱা লাগি যায় যেন চহৰলৈ পঢ়িব নহাহেঁতেনেই ভাল আছিল— অন্ততঃ আপোনালোকক লৈ এই আশাভংগৰ দুখখিনি পাব লগা হ'লেহেঁতেন। ইমান ভাল বাল কথা, ইমান বৰ বৰ কতা লেখা মানুহবোৰৰ লেখা কথা আৰু আৰু নিজে কৰা কামৰ মাজত যে ইমান অসংগতি, উচ্চ চিন্তা আৰু আদৰ্শৰ ধ্বজা উৰুৱা মানুহবোৰৰ ব্যক্তিগত জীৱনবোৰত যে ইমান নীচতা, ইমান কলুষতা, ইমান দুৰ্বলতা— দূৰৈৰ গাঁওবোৰত থাকি আমি কল্পনাই কৰিব পৰা নাছিলোঁ। দুবছৰ আগতে আমাৰ গাঁৱৰ বিহু সন্মিলনীলৈ সুকবি তপন কাকতিক সভাপতি কৰি নিমন্ত্ৰণ কৰি লৈ গৈছিলোঁ। তেওঁক টেক্সিৰে অনা-নিয়া কৰাৰ খৰচ উঠাওঁতে আমি কেইজনমান ল'ৰাৰ বৰ কষ্ট হৈছিল, কিন্তু তেওঁ দিয়া সুন্দৰ ভাষণ শুনি আমাৰ সেই কষ্ট সাৰ্থক হোৱা যেন লাগিছিল। কিন্তু এই বছৰ ইয়াত এম এ পঢ়িবলৈ আহি সেই তপন কাকতিৰ কত কথাই যে শুনিলোঁ— এতিয়া শুনিছোঁ অহাবাৰৰ সাহিত্য অকাডেমীৰ পুৰস্কাৰটো পাবৰ বাবে তেওঁ য'ত যেনেকৈ পাৰে চেষ্টা চলাই আছে। ৰজনী বৰুৱা মোৰ অতি প্ৰিয় গল্পকাৰ আছিল— এতিয়া শুনিছোঁ তেওঁৰ বোলে চৰিত্ৰ অতি বেয়া। বহুতে ছাৰ আপোনাৰো নানা কথা কয়, আপোনাৰ কলেজৰ ছাত্ৰীসকলৰ বহুতৰে লগত বোলে...'

সেই দুৰ্বিনীত ডেকাজনে সিদিনা আৰু তাতকৈ বেছি ক'ব পৰা নাছিল, কাৰণ খঙত অস্থিৰ হৈ মই অতপৰ সহ্য কৰি থকাৰ পিছত তেতিয়া তাক বিৰাট জোৰেৰে ধমক এটা দি একপ্ৰকাৰ ঘৰৰ পৰা বাহিৰ কৰি দিছিলোঁ। কিন্তু সেই বদমাইছটোৱে গে'টৰ ওচৰত বৈ মোৰ ফালে চাই অতি ব্যঙ্গৰ হাঁহি এটা মাৰি আৰু এষাৰ বাক্যবাণ মোৰ পিনে নিক্ষেপ কৰি থৈ গৈছিল— 'আপোনালোক লেখকসকলৰ প্ৰতি আমাৰ এটা বক্তব্য হ'ল এয়ে যে অসমৰ ভাষা-সাহিত্যপ্ৰেমী গাঁৱৰ ডেকাবোৰৰ বাবেই, আপোনালোকৰ সাহিত্য কৰ্মৰ উত্তৰাধিকাৰী হ'ম আমিয়েই— আপোনালোকৰ ইংৰাজী স্কুলত পঢ়া আৰু সাহিত্যৰ নামত অশ্লীল আমেৰিকান বেষ্ট ছেলাৰ বা কমিকছ্ পঢ়া আৰু অসমীয়া শুদ্ধকৈ নজনা অসমীয়া ভাষা-সাহিত্যৰ মূৰ চোবাই খোৱা পুত্ৰ-কন্যাসকল নহয়।'

সিদিনাৰ সেই 'এংৰি ইয়ংমেন'জন গুচি যোৱাৰ বহুত পৰলৈকে খঙতে মোৰ গা কঁপি আছিল। মই যেন অলপ আগতে এটা দুঃস্বপ্নহে দেখি উঠিছিলোঁ। ক'ৰ এটা গাঁৱলীয়া উদ্ধত ল'ৰা আহি মোৰ ঘৰত বহি মোৰ চাহ-জলপান খাই মোকেই কথা এসোপা শুনাই থৈ গ'ল! ইমান স্পৰ্ধা তাৰ যে মোৰ চৰিত্ৰৰ প্ৰতিও কটাক্ষ কৰি থৈ যাবলৈ সাহস কৰিলে সি। আচলতে কেইটামান চৰ-গোৰ সোধাইহে তাক মই যাবলৈ এৰি দিব লাগিছিল। পিছে তেনেকৈ অহা ভাবটোত যে মোৰ খুব বেছি প্ৰচণ্ডতা নাছিল, মনৰ আন এটা অংশই তাকো তলে তলে অনুভৱ নকৰাকৈ নাছিল। মোৰ ছাত্ৰীসকলৰ প্ৰতি দুৰ্বলতা— সি জানো সত্যৰ অপলাপ কৰিছে? কিন্তু লগে লগে মোৰ সমস্ত সত্তা জুৰি এক বিদ্ৰোহৰ ভাবে, এক কৈফিয়তৰ আকুলতাই মূৰ দাঙি উঠিল। এই জীৱন চাঞ্চল্যৰে টগবগাই থকা ৰঙীন ফুলৰ পাপৰিৰ দৰে জাক জাক ছোৱালীৰ প্ৰতি টেনিছনৰ ভাষাত 'matched with an old wife'। মই মানুহটোৱে যদি জীৱনৰ পৰা দ্ৰুত অপস্ৰিয়মাণ বসন্তক ক্ষন্তেক পৰৰ বাবে হ'লেও ধৰি ৰখাৰ ব্যাকুলতাত উদ্বাউল হৈ অলপ ৰোমাঞ্চৰ ভাব পোষণ কৰোঁ— সি ইমানেই ডাঙৰ অপৰাধৰ কথা হ'লনে? তদুপৰি সেই 'ওল্ড ৱাইফ' এজনীৰ লগত তো বিয়াৰ দিনাৰে পৰা ঘৰ কৰি আহিছোঁ আজি এই পঁচিছ বছৰে। কোনোবা দিনা সেই ৱাইফজনী মনেৰে তৰুণী আছিলনে, আছিলনে তাইৰ প্ৰাণত কিবা ৰোমাঞ্চ, কিবা আবেগ? সেই যে পঁচিছ বছৰ আগতে মোৰ কান্ধত ভৰ কৰি ল'লে তাৰ পিছৰে পৰা মোৰ পৰা তেওঁ প্ৰেম, হৃদয় এইবোৰ বিচৰাৰ পৰিৱৰ্তে বিচাৰি থাকিল কেৱল কাপোৰ, ঘৰ, গহনা, সম্পত্তি এইবোৰহে। কিন্তু, হায় তেতিয়া মই আছিলোঁ এজন উদীযমান তৰুণ লেখক, ইংৰাজীৰ অধ্যাপক হৈ সোমাই কত কাব্যচৰ্চা কৰিছোঁ, কত গল্প-উপন্যাস পঢ়িছোঁ— মনে বিচাৰিছিল সমধৰ্মী এজনী প্ৰিয়াৰ লগত হিয়াৰ আদান-প্ৰদান কৰিবলৈ, নিজৰ লেখা আৰু নিজে পঢ়া বিভিন্ন কিতাপ-পত্ৰৰ আলোচনা কৰিবলৈ বা ফাগুনৰ জোনাক ৰাতি, বসন্তৰ উতলা বতাহৰ সন্ধিয়াত আৰু শাওণৰ মেঘ-মেদুৰ দিনত প্ৰিয়াৰ হাতত হাত থৈ কাণত মৃদু গুঞ্জন কৰি থাকিবলৈ। কিন্তু আমাৰ সেই যুগত তেনে প্ৰিয়া এজনী ক'ত বিচাৰি পাম? গতিকে আমিবোৰে হয় জগৰা মণ্ডলৰ দৰে প্ৰেমাভিনয় কৰি থাকিব লাগিব, নহ'লে প্ৰেমহীন মৰুতুল্য জীৱন কটাব লাগিব।

আচলতে আমাৰ ট্ৰেজেডি হ'ল— আমাৰ সকলোৰে অৱস্থা হ'ল 'দৈনিক অসম'ৰ কাঁহুদীৰ বুঢ়াটোৰ দৰেই। সেই যে এবাৰ হোমক সাক্ষী কৰি নিচিনা-নজনা এজনীক ডিঙিত হাৰমাল কৰি ওলোমাই ল'লোঁ— মৰণৰ দিনলৈকে সেই বাহ ফুলৰ মালাডাল আৰু ডিঙিৰ পৰা আঁজুৰি ছিঙি পেলোৱাৰ উপায় নাই আমাৰ।— বিয়াটো আমাৰ বাবে সঁচাকৈয়ে বিহ গিলাৰ দৰেই হ'ল। এবাৰ যে সেই বিহ গিলি মৰিলোঁ— তাৰ পিছত আৰু জীয়াই উঠাৰ উপায় নাই। এনে এক ভয়াবহ মৃত্যুশীতল অৱস্থাত যদি সামান্য প্ৰাণৰ উম ল'বৰ চেষ্টাও কৰোঁ— তাকো চকু চৰহাইঁতে সহ্য নকৰে! অথচ কথাই কথাই বিবাহ বিচ্ছেদ কৰিব পৰাৰ সুবিধা থকা দেশখনৰ পুৰুষ-তিৰোতাৰ চৰিত্ৰ কেনে আমাৰ কোন শিক্ষিত লোকে নাজানে বাৰু? এই কিছুদিন আগতেই লণ্ডন চহৰৰ দেহোপজীৱিনীসকলে ৰাজনৈতিক নেতাৰ পৰা ধৰ্মযাজকলৈকে সকলোকে এই বুলি ভয় খুউৱা নাছিলনে যে তেওঁলোকৰ ব্যৱসায়টোক কঢ়া আইনৰ মেৰপাকত সুমুৱালে তেওঁলোকে উক্ত দলৰ বহুতো সম্ভ্ৰান্ত লোকৰ মুখা খুলি দিব— কাৰণ সেই সম্ভ্ৰান্ত লোকসকলৰ তেওঁলোকৰ নিষিদ্ধ অঞ্চললৈ গোপন যাতায়াত আছে? তেন্তে? সেইসকল লোকৰ জীৱন উপভোগৰ সকলোফালে বাট খোলা থাাকব আৰু আমাৰ সকলোফালে বন্ধ থাকিব?

আৰু আমাৰ ল'ৰা-ছোৱালীক ইংৰাজী স্কুলত পঢ়ুৱাৰ অভিযোগটো; হেৰা অসমীয়া ভাষাপ্ৰেমীৰ দল, নপঢ়ুৱাই কি কৰোঁ কোৱাচোন? ইংৰাজসকল গুচি যোৱাৰ পিছতহে দেখোন ইংৰাজী ভাষাৰ বেছি কদৰ বাঢ়িছে, ইংৰাজী ভালকৈ ক'ব নাজানিলে, লেখিব নাজানিলে সৰ্বভাৰতীয় প্ৰতিযোগিতাত দেখোন আমাৰ ল'ৰা-ছোৱালীয়ে কোনো স্থানকে নাপাব। তেন্তে? ইয়াৰ কি প্ৰতিকাৰৰ ব্যৱস্থা কৰিছাহে বিপ্লৱীৰ দল? আৰু তোমালোক যে ভণ্ড বিপ্লৱীৰ দল নহয় আমি কেনেকৈ জানিম? অগ্নি-পৰীক্ষাৰ দিন তো এতিয়াও আহি পোৱা নাই, আমাৰ লগত তোমালোকৰ যে 'জেনেৰেশ্যন গেপ'ৰ কথা কৈ বৰ চিঞৰ-বাখৰ লগাই থাকা সেই 'জেনেৰেশ্যন গেপ'ৰ সঁচায়ে অস্তিত্ব আছেনে নাই তাৰো আমাৰ বয়স আহি পাওকচোন, প্ৰমাণৰ সময় আহি পোৱা নাই। আমাৰ বয়স আহি পাওকচোন তোমালোকৰ;— কিমান বিপ্লৱী হৈ থাকা চাম। কৰোৱাচোন বিয়া বাৰু, হওকচোন ল'ৰা-চোৱালী— কি জীৱনধাৰা হয় চাম, তোমালোকৰ বয়সত আমাৰো বহুত বিপ্লৱী আছিল জানানে? বহুত ছেক্ৰিফাইছ কৰিছিল তেওঁলোকে— পঢ়া-শুনা বৰবাদ কৰি দি

বাওঁপন্থী বে-আইনী আন্দোলন কৰি গাঁৱে-ভূঞে লুকাই-চুৰকৈ পাৰ্টিৰ কাম কৰি ফুৰিছিল। কিন্তু সেইসকলৰে বহুতে আজি গাড়ী-বাৰী-নাৰীৰে পেটিবুৰ্জোৱাৰ আৰামৰ জীৱন কটাই আছে। তোমালোক যিসকল বিপ্লৱীয়ে আমাক গালি পাৰি থাকা, সেইসকলে ভৱিষ্যতে কি ভূমিকা পালন কৰা, জীযাই থাকিলে নিজ চকুৰেই এদিন দেখিম।

মোক নিজৰ ঘৰতে কথা শুনাই থৈ যোৱা সেই ল'ৰাজনক এবাৰ আকৌ লগ পোৱা হ'লে! বহুত কথাই তাক শুনাই দিলোঁহেঁতেন আজি। আচলতে সিদিনা মই খঙতে তেনেকৈ হিতাহিত জ্ঞান হেৰুৱাব নালাগিছিল। আজি কিন্তু তাক লগ পালে মই বহুত কথাই ক'লোঁহেঁতেন, তাৰ যোগেদিয়ে বিপ্লৱী জাতীয়তাবাদী তৰুণসকলকো ক'লোঁহেঁতেন যে আমি বাৰু কাগজৰ পাত মধ্যবিত্ত জীৱনৰ সস্তীয়া বিলাসেৰেই ভৰাওঁ, বগা, নিকা পাতবোৰ কলমেৰে কালিমালিপ্ত কৰোঁ,— কিন্তু তোমালোক হাতে-কামে লাগি নোযোৱা কিয়? সংসদী সদস্য অজিত শৰ্মাই কোনোবা এখন কাকতত লিখাৰ দৰে অসমৰ চাৰিওপিনে বেংছাতিৰ দৰে গজি উঠা ইংৰাজী মাধ্যমৰ মণ্টেচ্ছৰীবোৰ বন্ধ কৰিব নোৱাৰিলে, ইংৰাজী শিক্ষাৰ ধামখুমীয়া কাৰবাৰ বন্ধ কৰিব নোৱাৰি। ঠিকেই তো, বিষবৃক্ষ ফলে-ফুলে পাতে-ঠানিয়ে জকাই হৈ উঠাৰ পিছত তাৰ নিৰ্মূল সাধন সহজসাধ্য নহয়, গতিকে তাক পুলিয়ে-পোখাই উভালি পেলাব লাগে। আমাৰ ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমৰ স্কুলত পঢ়ুৱাওঁ বুলি আমালৈ অস্ত্ৰ নিক্ষেপ কৰি নাথাকি (তোমালোকে জনা উচিত যে আমাৰ ছাল গঁড়তকৈও ডাঠ গতিকে তোমালোক বিপ্লৱীসকলৰ কোনো অস্ত্ৰই আমাক ঘাইল কৰিব নোৱাৰে) সেই ইংৰাজী পঢ়াৰ ব্যৱস্থাটোকে নিৰ্মূল কৰাৰ আন্দোলনত নানামা কিয়?

সঁচাই সেই 'এংৰি ইয়ংমেন'জনক আজি লগ পোৱা হ'লে মই বহুত কথাই শুনাই দিলোঁহেঁতেন। তাক মই ক'লোঁহেঁতেন যে সি যি ভণ্ডামিৰ কথা কৈছে— অৰ্থাৎ আমাৰ সাহিত্য-কৰ্ম আৰু জীৱন-যাপনৰ মাজত যি বিৰাট ব্যৱধান থকাৰ কথা কৈ আমাক সমালোচনা কৰিছে,— সি অতি অৰ্থহীন আৰু বাজে কথা। তাক মই চকুত আঙুলি দি দেখুৱাই দিলোঁহেঁতেন। মই বেছি উদাহৰণ টানিবলৈ নগৈ জগদ্বিখ্যাত দাৰ্শনিক লেখক ৰুছোৰ কথাকে কওঁ— তেওঁ 'এমিল' নামৰ কিতাপখনত ল'ৰা-ছোৱালীক কেনেকৈ আদৰ্শপূৰ্ণ কৰি তুলিব লাগে তাৰেই পুঙ্খানুপুঙ্খ বৰ্ণনা দিছে। কিন্তু নিজৰ কোনো সন্তানৰে ভাৰ নলৈ কেলৈ তেওঁ আনৰ দযাৰ ওপৰত নিৰ্ভৰ কৰি সন্তানবোৰক গীৰ্জাঘৰৰ সন্মুখত এৰি থৈ আহিছিল? এয়া হ'ল দূৰ বিদেশৰ এটা উদাহৰণ। এতিয়া আহোঁ আমাৰ নিজৰ অসম দেশলৈ। আমাক সমালোচনা কৰাৰ দৰে অ' মোৰ আপোনাৰ দেশৰ সুৰীয়া সুবদি মাতৰ বাবে বিয়াকুল হোৱা লক্ষ্মীনাথ বেজবৰুৱাৰ কথা পাহৰি গ'ল নেকি? ভোকেন্দ্ৰ বৰুৱাক সৃষ্টি কৰি অসমৰ ভাষা-কৃষ্টিলৈ পিঠি দিয়া আধা কেছেলুৱা অসমীয়া এচামক ব্যঙ্গ কৰা লক্ষ্মীনাথে নিজৰ বঙালী ঘৈণীযেকক কিয় অসমীয়া শিকাই ল'ব নোৱাৰিলে? জীয়েকহঁতক তো অন্ততঃ তেওঁ অসমীয়া শিকাব লাগিছিল। কিন্তু নাই, অসমীয়া ভাষাৰ প্ৰাণদায়িনী ব্যক্তি এজনে নিজৰ তেজ-মঙহৰ সন্তানৰ লগত বঙলা ভাষাতেই কথা-বতৰা পাতি গ'ল।

গতিকে আজি মই সিদিনাৰ সেই দুৰ্বিনীত ছাত্ৰজনক লগ পোৱা হ'লে এই 'ছাৰমন'টো শুনাই দিলোঁহেঁতেন— বোলো হেৰা, কথা আৰু কামৰ মাজত সংগতি ৰাখি চলাৰ আদৰ্শত বিশ্বাসী ডেকা, তোমাৰ সেই সপোন পূৰ্ণ হ'ব কোনোবা ইউটোপিয়াতহে; পৃথিৱীৰ সকলোতে চলাথ কৰি মৰিলেও তুমি সেই হজৰত মহম্মদৰ খুব কম উত্তৰাধিকাৰীকে বিচাৰি পাবা, যি আনক উপদেশ দিবলৈ যোৱাৰ আগতে নিজেই তাৰ আৰ্হি দেখুৱায়। আৰু তোমালোক, আমাক সমালোচনা কৰা নতুন দিনৰ বিপ্লৱীবোৰ, অদূৰ ভৱিষ্যতে তোমালোকৰ কি ভূমিকা হয় তাক চাবলৈ আমি অন্ততঃ কেইজনমান নমৰি জীয়াই থাকিম!

(স্বগত ঃ হায়, ব্যক্তিগত বিজয়োল্লাসৰ আশাত মই মনে মনে কেনেকৈ কামনা কৰিছোঁ যে আমাৰ ভৱিষ্যতৰ উত্তৰাধিকাৰীৰ দলো আমাৰ দৰেই এদিন অদূৰ ভৱিষ্যতত নৈতিকতাশূন্য আৰু ভণ্ডৰ দলত পৰিণত হওক!)

(প্ৰকাশ)

# দুৱাৰত টোকৰ-ধ্বনি

টক্ টক্ টক্।

মৃদু, কিন্তু কি ভয়ংকৰ শব্দ! শব্দ-দূষণক লৈয়ো আজিকালি নানা আলোচনা-বিলোচনা চলিব ধৰিছে, তেনে ধৰণৰ দূষণৰ পৰা আমাৰ এই সৰু চহৰখন এতিয়াও অৱশ্যে মুক্ত হৈ আছে, কিন্তু মোৰ ঘৰত এই দূষণৰ দ্বাৰা মই প্ৰায়ে আক্ৰান্ত হৈ আহিছোঁ, বিশেষকৈ এতিয়া মোৰ বয়স বঢ়াৰ লগে লগে আৰু মোৰ পৰিচিত আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱৰ বয়স আৰু সংখ্যা বঢ়াৰ লগে লগে। ফলত টক্ টক্ টক্। মোৰ বন্ধ দুৱাৰত তেওঁলোকৰ আগমনৰ জাননী— টক্ টক্ টক্।

বাহিৰৰ দুৱাৰখন মই সদায় বন্ধ কৰিয়েই ৰাখোঁ— যাতে অনাহুত-অবাঞ্চিত ব্যক্তিগৰাকী হুটকৈ সোমাই আহি মোৰ নীৰৱ নিভৃত সাধনাত বিঘিনি ঘটাব নোৱাৰে। কিন্তু সেই প্ৰতিৰক্ষা ব্যৱস্থা অতি ক্ষণস্থায়ী। কাগজ-পত্ৰ সামৰি থৈতো মই তেওঁলোকক অভ্যৰ্থনা কৰিবলৈ সাজু হ'বই লাগিব।

কোন কুক্ষণত বাৰু মই সাহিত্যিক হ'বলৈ গৈছিলোঁ? কিয় যে কলম ধৰিছিলোঁ— তাৰ পিছৰ পৰা আৰু শান্তি নাই, স্বস্তি নাই। মগজুত এটা পোক, তাৰ অহৰহ তাগাদা— এইটো কথাৰ ওপৰত লেখ, সেইটো কথাৰ ওপৰত লেখ... উস্, কি যে এক দায়বদ্ধতা। পাঠক-সমালোচক আদিৰ পৰা কিছু যে প্ৰশংসা পালোঁ সিয়েও মোক এইক্ষেত্ৰত আগলৈ ঠেলি-হেঁচি পঠাই থাকিল। কিন্তু এতিয়া কি বিপদত পৰি যাব লগা হ'লোঁ— মোক যে এওঁলোকে লেখাৰ সময় নিদিয়া হ'ল... টক্ টক্ টক্... মই আহিছোঁ... তোমাৰ ভিনদেৱেৰা, দুৱাৰ খুলি দিয়া... টক্ টক্ টক্। মই আহিছোঁ, গায়ত্ৰী, দুৱাৰ খুলি দিয়া... টক্ টক্ টক্ — মই আহিছোঁ, আপোনাৰ গুণমুগ্ধ ৰবি, দুৱাৰ খুলি দিয়ক... টক্ টক্ টক্... টক্ টক্ টক্... টক্ টক্ টক্ আহিছে, আহিছে, তেওঁলোক আহিছে, সমুদ্ৰৰ ঢৌ ভাঙি পাৰত আছাৰ খাই পৰাৰ দৰে তেওঁলোক বাটকুৰি বাই, ৰিক্সাৰে, বাছেৰে, গাড়ীৰে আহি মোৰ দুৱাৰমুখত আছাৰ খাই পৰিছেহি... এওঁলোকৰ এই আগমনৰ উৎপাতত মই কেনেকৈ লেখোঁ? কেনেকৈ পঢ়োঁ? কেনেকৈ গল্পৰ বিষয়বস্তুৰ কথা, তাৰ বিস্তাৰৰ কথা, কলা-কৌশলৰ কথা চিন্তা কৰোঁ? নাই, এইবোৰ চিন্তাই এতিয়া মোৰ মগজত ঠাই নাপায়, পুৱা শুই উঠাৰ পিছতে মোৰ এটাই মাত্ৰ চিন্তা— আজি বা কাৰ আগমন? ভিনদেউ? বাইদেউ? খুৰাদেউ? জেঠাইদেউ? ভাগিন? ভতিজা? গায়ত্ৰী? ৰবি? ওচৰ-চুবুৰীয়া? কোন আহিব? কোন? ... টক্ টক্ টক্ দুৱাৰত টোকৰ।

মোৰ বিয়া নহ'ল, সৰু ভাড়াঘৰ এটাত অকলেই থাকোঁ আৰু স্কুল এখনত কাম কৰি পেট প্ৰৱৰ্তাওঁ। বিয়া নোহোৱাৰ কাৰণ মোৰ স্বাধীনচিতীয়া স্বভাৱ— মনৰ মানুহ যদি বিচাৰি পাওঁ তেন্তে বিয়া কৰাম, নহ'লে নকৰাওঁ। কোনো আপোচ মনে মানি ল'ব নোৱাৰিলে। কিন্তু মই বিয়া নকৰোৱাত বহুতৰে সুবিধা হৈছে। মই জঞ্জাল নোহোৱা মানুহ, মোৰ ঘৰ শান্তিপূৰ্ণ; ল'ৰা-ছোৱালীৰ হৈ হুলস্থূল নাই, সকলোৱে নিজৰ সুখ-দুখৰ কথা যতি নপৰাকৈ অনৰ্গল কৈ যাব পাৰে। কিন্তু জঞ্জাল থকা মানুহৰ ঘৰত জানো এবাৰ কথা সুখেৰে ক'ব পাৰি? এই বাইদেউৰ ঘৰতে ধৰক— বহুত দিনৰ মূৰত গৈছিলোঁ, মুখৰ ঘাম মচি মচি ক'বলৈ আৰম্ভ কৰিছিলোঁ মাত্ৰ— ৰিক্সা এখন কোনোমতে নাপালোঁ, কোনোমতে তোমালোকৰ এই ঠাইলৈ আহিব নোখোজে... কিন্তু মোৰ কাহিনী পূৰাকৈ শুনাৰ তেওঁৰ অৱসৰ ক'ত বা ঘৰখনত সেই পৰিৱেশেই ক'ত— ডেৰ বছৰীয়া নাতিয়েকটো হঠাৎ ক'ৰবাৰ পৰা থপ্‌থপ্‌কৈ আহি জাবৰৰ বাল্টিটোতে হাত সুমুৱাই দিলে— মোৰ সহানুভূতি আদায় কৰিব খোজা কথা আধাতে থাকিল, বাইদেউ দৌৰি গৈ নাতিয়েকৰ হাত টান মাৰি উলিয়াই আনিলে— নাতিয়েকৰ পৰিত্ৰাহি চিঞৰ, মোৰ কথাও জাবৰৰ বাল্টিত পোত খোৱাৰ দৰেই হ'ল— অদৰকাৰী আবৰ্জনা...। এনেবোৰ ঘটনা সকলো গৃহস্থ ঘৰৰে প্ৰায় নিত্য-নৈমিত্তিক ইতিহাস, হয়তো ভিন ভিন পোছাকৰ। কিন্তু মোৰ ঘৰত সকলোৱে বাধাহীনভাৱে সুখেৰে কথা কৈ যাব পাৰে। ককাইদেউৰ ছোৱালীৰ এই চহৰতে বিয়া হৈছে, গিৰীয়েক জিওলজিষ্ট— বছৰৰ বহুত সময়ত ফিল্ড ৱাৰ্ক কৰি বাহিৰতে থাকে। ভতিজাজনীও আহে— দুৱাৰত টক্ টক্ আৰু নাতিনীৰ চিঞৰ— 'আইতা, আমি আহিছোঁ, দুৱাৰ খুলি দিয়া...' এৰা, পেহীয়েকৰ ঘৰলৈ আহিবই। আইতাকৰ ঘৰলৈ আহিবই। সিহঁতৰ লগতনো কি কথা পাতিম? ঘৰুৱা কথাকে পাতোঁ, কিন্তু তাতো কিছু সৰু ল'ৰা-ছোৱালীৰ কাণত নপৰিবলগীয়া কথা থাকে, বৰ আহুকাল। সাত বছৰীয়া নাতিনী ওচৰতে বহি সকলো

গো-গ্রাসে শুনিব, সকলো কথাৰ ভাগ ল'ব। বাইদেউৰ জীয়েক অৰ্থাৎ ভতিজা-জীজনীৰো মোৰ ঘৰই আন এক পেহীয়েকৰ জীয়েক ভনীয়েকৰ স্বভাৱ-চৰিত্ৰ, চাল-চলনৰ কথা সমালোচনা কৰিবলৈ আৰম্ভ কৰাৰ লগে লগে নাতিনীয়ে মাত লগাব, 'আমাৰ মিনু মাহীজনী বৰ দুষ্ট হৈছে।' নাতিনীকে বা কি দোষ দিম, একমাত্ৰ সন্তান, ঘৰত আৰু কোনো ভাই-ভনী নাই (আৰু হোৱাৰো সম্ভাৱনা নাই) যে সিহঁতৰ লগত কথা পাতিব, খেলিব— গতিকে মাক-দেউতাকেই একমাত্ৰ সংগী আৰু ফলত অকালপক্ক হৈ পৰিছে। আধুনিক সমাজখনৰ এই এটা নতুন ব্যাধি হৈছে— শিক্ষিত স্বচ্ছল দম্পতীয়ে এটা মাত্ৰ সন্তানৰ জন্ম দিব আৰু দৰিদ্ৰ অশিক্ষিতবোৰৰ গৰু গাহৰিৰ দৰে একপালৰ জন্ম হ'ব। এদিন দেখোন দেশখনত শিক্ষিতৰ সংখ্যা আঙুলি মূৰত লেখিব পৰা হৈ অশিক্ষিত দৰিদ্ৰলোকেই দেশখন ছাটি ধৰিব! এইবোৰ সুদূৰপ্ৰসাৰী সৰ্বনাশৰ কথা শিক্ষিত দম্পতীয়ে ভাবিব লগা হোৱা নাইনে?

টক্ টক্ টক্... মইনা, দুৱাৰ খোলা, মই আহিছোঁ। ভিনদেউ কেইমাহমান হ'ল পেঞ্চন পাইছে, গতিকে অৱসৰ সময় কটাবৰ বাবে মোৰ ঘৰতকৈ আৰু উপযুক্ত ঠাই ক'ত পাব? গতিকে আজিকালি সঘনাই আহে। মই কিবা পঢ়ি আছিলোঁ বা লেখি আছিলোঁ তালৈ ভ্ৰূক্ষেপেই নকৰি চকীখনত আৰামকৈ বহি ভৰি দুখন দীঘলকৈ মেলি মোজাকৈ চিগাৰেট এটা জ্বলাই হুপিব ধৰিব, চিগাৰেট খোৱাৰ বিৰুদ্ধে বাইদেউৰ গালিৰ অনুপস্থিতিৰ আৰামত তেওঁৰ চকুহাল মুদ খাই আহিব— ভিনদেউৰ ক'বলগীয়া বহুত কথা, পৰিয়ালৰ প্ৰতিজনৰ বিৰুদ্ধেই অভিযোগ। 'এই বুঢ়া বয়সতো তোমাৰ বাইদেৱেৰাই মোৰ পিছত লাগিব নেৰিলে, সেই ক্লাছ এইটতে লুকাই লুকাই যি অভ্যাস কৰিলোঁ তাক আৰু চল্লিছ-পঞ্চাছ বছৰৰ পিছত এৰিব পাৰিনে? কেলাৰ হ'ব! হেৰা, হয় যদি হওক দিয়া, বুঢ়া হৈ আহিছোঁ— ক্ৰমে মৰণৰ পিনে আগবাঢ়িছোঁ, চিগাৰেট খালেও মৰিম, নাখালেও মৰিম— নাখাই মৰাতকৈ খাই মৰাই ভাল— কি কোৱা মইনা? হেঃ হেঃ হেঃ .... সৰু ল'ৰাটোলৈ লেখিলোঁ বোলে এই মাহত টকাকেইটামান বেছিকৈ পঠাবি— ঘৰটোত বহুত দিন ৰং-চং দিব পৰা নাই, মেৰামতি কৰিব পৰা নাই— কিন্তু ল'ৰাই টকা পঠাব? হুঃ! বিয়া নকৰাওঁতেই তাৰ টকাই নোজোৰে, বিয়া কৰোৱাৰ পিছত কি অৱস্থা হ'ব তাকেই ভাবোঁ। ইফালে ঘৰত বৰ পুত্ৰতো একেবাৰে তিৰোতাসেৰুৱা, ঘৈণীয়েকৰ কথাতে উঠ-বহ। খুলশালীয়েকৰ বিয়া, তাৰ বাবেই ঘৈণীয়েকক এহেজাৰ টকীয়া মেখেলা-চাদৰ এযোৰ কিনি দিছে বোলে। আজিকালিৰ ছোৱালীবোৰ বিলাসিতাতে উটি-ভাহি গ'ল হে ... ইফালে মিনুজনীৰ কথা কি ক'বা, ক'ত যায় কি কৰে আমি গমকে নাপাওঁ— শাসন কৰিবৰো উপায় নোহোৱা হ'ল এতিয়া, এজনী ছোৱালী বুলি বৰ মৰমৰ প্ৰশ্ৰয়ত ডাঙৰ কৰিলোঁ নহয়। অ' তোমাৰ বাইদেৱেৰাই এতিয়া মহিলা সমিতিত যোগ দিছে— গম পোৱানে নাই? আমাৰ ওচৰৰ সেই বৰুৱানীজনীৰ কাণ্ড— নিজেও দিনৰ দিনটো পখিলাৰ দৰে উৰি ফুৰে আৰু এতিয়া তোমাৰ বাউদেৱেৰাৰো পাখি গজাইছে! মই পেঞ্চন পোৱা-মানুহটোৰ সুখ-সুবিধালৈ কাণসাৰ নকৰি অকলে অকলে এৰি থৈ এনেকৈ মিটিং-ঘিটিং কৰি ফুৰিব লাগেনে? তিৰোতাবোৰ এতিয়া উদ্ধাৰ যাব! ঘৰৰ তিৰোতা বাহিৰ ওলালে ঘৰুৱা সুখ-শান্তি আৰু ক'ত থাকে কোৱাচোন? আজিকালিৰ বোৱাৰীৰ পৰা আদৰ-যত্ন যে পাবা সেই আশা কৰি বুকু ঢাকুৰি মৰিলেহে হ'ব! ... সংসাৰখনৰ বৰ যন্ত্ৰণা হে, ক'তো কোনোফালে সুখ-শান্তি নাই, বৰ নিকাৰ ভুঞ্জিব লাগে... তুমিয়েই সুখত আছা দিয়া মইনা, লেঠা-কোথা, জ্বালা-যন্ত্ৰণা, চিন্তা-ভাৱনা একোৱেই নাই ..' ভিনদেৱে আৰু এডাল চিগাৰেট জ্বলাই ল'লে আৰু আৰামেৰে এক মুখ ধোঁৱা উৰুৱালে। মই মনতে অলপ হাঁহিলোঁ, ভিনদেউৰ দৰে এনেকৈ বহুতেই কয় যদিও আচলতে মনে মনে মোক তেওঁলোকে পুতৌ কৰে। আমাৰ সমাজত বিধৱা আৰু কুমাৰী তিৰোতাৰ সমানেই মৰ্যাদা নাই। এওঁলোকে দিল্লীৰ লাড়ু খাই কম-বেছি পৰিমাণে পস্তাইছে যদিও খোৱা সুখখিনিতো পাইছে!

মুখেৰে কিন্তু মই একো নকওঁ, শুনিয়েই যাওঁ। Give everyman thine ears, but few thy voice— পিছে পলনিয়াছৰ এই উপদেশ অবান্তৰ, খুব কম মানুহেই তোমাৰ কথা শুনিব খোজে বা ধৈৰ্যেৰে আগৰ পৰা গুৰিলৈ মন দি শুনে, খুব কমৰে তোমাৰ মুখনিঃসৃত কথাৰ প্ৰয়োজন, প্ৰয়োজন কেৱল তোমাৰ কাণ দুখনৰ। মোৰ ঘৰলৈ অহা মানুহবোৰে মোৰ এই ধৈৰ্যশীল শ্ৰোতাৰ পৰিচয় পায়ো এনেকৈ আহে নেকি! কিন্তু কি কৰিম, মই যে এনেকুৱা সহানুভূতিশীল বুজন আৰু হৃদয়ৱান হ'বলৈকে সাধনা কৰি আহিছিলোঁ। তৰুণ বয়সত যেতিয়া প্ৰেমৰ স্বপ্নত বিভোৰ হৈ আছিলোঁ, যেতিয়া পৃথিৱীৰ নানা প্ৰেম-ৰোমাঞ্চৰ গল্প-উপন্যাস পঢ়ি পঢ়ি সেই আটাইবোৰৰ নায়িকাৰ ৰূপত নিজকে গঢ় দিয়াৰ অপপ্ৰয়াস কৰিছিলোঁ তেতিয়া মোক আটাইতকৈ আকৰ্ষণ কৰিছিল চাৰ্লট

ব্ৰণ্টিৰ জেন আয়াৰে। ময়ো যেন সেই জেন আযাৰ হ'ম, যাক ৰোচেষ্টাৰৰ দৰে প্ৰেমিকে আহি এই কম্প্লিমেণ্ট দিব ঃ 'Know that in course of your future life you will often find yourself elected the involuntary confident of your acquaintances' secrets : people will instinctively find out, as I have done, that it is not your forte to fell of yourself, but to listen while others talk of themselves—' হায়, মোৰ জীৱনলৈ কোনো প্ৰিন্স ছাৰ্মিং ৰোচেষ্টাৰৰ আগমন নহ'ল, কিন্তু জেন আয়াৰৰ প্ৰতি কৰা সেই ভৱিষ্যদ্বাণী মোৰ গাতো যেন লিপিত খাই লাগি ৰ'ল! আৰু সেই বাবেই হয়তো মোৰ দুৱাৰত ইমান টক্ টক্ টক্।

টক্ টক্ টক্। মইনা দুৱাৰ খোলা, মই গায়ত্ৰী।

গায়ত্ৰী মোৰ স্কুলীয়া দিনৰে বন্ধু— অৰ্থাৎ ক্লাছ ফ্ৰেণ্ড, সহপাঠিনী— আন দহজনী সহপাঠিনীৰ দৰেই একেলগে পঢ়িলে যি বন্ধুত্ব হয়, তেনেকুৱাই, আন বিশেষ একো নহয়। কিন্তু আন সকলো সহপাঠিনী জীৱন-স্ৰোতত ক'ৰবালৈ ক'ৰবালৈ উটি-ভাহি গ'ল, গায়ত্ৰী হ'লে নগ'ল, কাৰণ তাই মোৰ ঘৰৰ পৰা অলপ দূৰতে থকা এঘৰ মানুহৰ বোৱাৰী হৈ আহিল, গতিকে মই ঠাই নসলোৱা আৰু তাই ঠাই সলোৱা বাবে আমি ওচৰ-চুবুৰীয়া হৈ পৰিলোঁ। গায়ত্ৰী বেছ শকত হৈছে, পুৰাপুৰি গৃহিণী। তাইৰো বহুত কথা ক'বলগীয়া থাকে, গিৰীয়েকৰ কথা, ল'ৰা-ছোৱালীৰ কথা, নতুন এটা ঘৰ বান্ধিবলৈ ধৰাৰ কথা, জীয়েকৰ কেঁচুৱা হ'ব বাবে লগত আনি ৰখাৰ কথা। গায়ত্ৰীয়ে কিন্তু তাইৰ সুখৰ কথাৰহে ভাগ দিবলৈ আহে। আনৰ সুখ কোনে সহ্য কৰে। ওচৰ-চুবুৰীয়াই হেনো গায়ত্ৰীক বৰ হিংসা কৰে। তাইৰ স্বামীয়ে ভাল চাকৰি কৰে আৰু তেওঁ তাইৰ প্ৰতি বেছ অনুগত। দুটা ল'ৰা আৰু এজনী ছোৱালী। ছোৱালীজনীক কাম্য দৰা অৰ্থাৎ এজন ইঞ্জিনীয়াৰৰ লগত বিয়া দিছে। সৰু ল'ৰাটোৱে ইঞ্জিনীয়াৰিং পঢ়ি আছে, ডাঙৰ ল'ৰাটোৱে এটা ভাল কোম্পানীত কলিকতাত চাকৰি কৰে। এদিন গায়ত্ৰীয়ে আহি দুৱাৰত খুন্দিয়ালে— মই খুলি দিলোঁ। সহাস্য বদনৰ গায়ত্ৰী হাতত এটা সৰু টোপোলা লৈ থিয় হৈ আছে। আগদিনা হেনো তাইৰ জন্মদিন আছিল। বৰপুত্ৰই তাৰিখটো ঠিকেই মনত ৰাখি কলিকতাৰ বিখ্যাত কনফেকচনাৰ কেথলিনৰ পৰা তাইৰ নাম খোদিত কৰি অৰ্ডাৰ দিয়া বিশেষ কেক এটা পঠিয়াই দিছে। মোৰ বাবেও তাৰ টুকুৰা এটা লৈ আহিছে। গায়ত্ৰীয়ে কয়, ওচৰ-চুবুৰীয়াই তাইক হিংসা কৰে। কিন্তু ময়ো যে কৰোঁ তাই নাজানে, কাৰণ তাইৰ সুখৰ কথাবোৰ মই সহাস্য বদনে সহানুভূতিৰে শুনি যাওঁ। স্কুলত গায়ত্ৰী অতি সাধাৰণ ছোৱালী আছিল, পঢ়া-শুনাত গাধা বাবে তাই শিক্ষয়িত্ৰীৰ হাতত প্ৰায়ে লাঞ্ছিতা হৈছিল। কিন্তু তাইৰ এখন সুন্দৰ মুখ আছিল, সেয়ে তাইৰ ভাল চাকৰি কৰা ল'ৰাৰ লগতে বিয়া হ'ল। কি আচৰিত, সেই গায়ত্ৰীৰে যে ল'ৰা-ছোৱালী কেনেকৈ পঢ়াত চোকা হ'ল!

টক্ টক্ টক্। বাইদেউ মই আহিছোঁ। দুৱাৰ খুলি দিওঁ। ৰবীন। এজন ছাত্ৰ। মোৰ নহয় অৱশ্যে। মই ছোৱালী স্কুলতহে কাম কৰোঁ। ৰবীনৰ লগত চিনাকি হৈছিলোঁ সাহিত্য সম্পৰ্কীয় কিবা এখন ছেমিনাৰত। তাত মই কোৱা বহুতো কথাৰ প্ৰতিবাদ কৰিছিল খঙাল বিদ্ৰোহী ল'ৰা এজনে। পিছত মই তাৰ প্ৰতি আগ্ৰহ দেখুৱাইছিলোঁ। সি মোক সমালোচনা কৰিছিল বিলাসী মধ্যবিত্তীয় জীৱনৰ লেখিকা বুলি। বাস্তৱ-বৰ্জিত উপৰুৱা মন-হৃদয়ৰ সস্তীয়া কাহিনী লেখি হেনো কাগজৰ পাত নষ্ট কৰিছোঁ, সমাজৰ দুখ-দাৰিদ্ৰ্য, শোষণ-বঞ্চনাৰ ছবি মোৰ কোনো লেখাতে হেনো কেতিয়াও ফুটি উঠা নাই। নিৰ্ভীক, তেজী ল'ৰাটোক মোৰ ভাল লাগিছিল বাবে মই নিজেই তাক আহ্বান কৰিছিলোঁ। লাহে লাহে তাৰ পৰা বহুত কথাই গম পাইছিলোঁ। বিশ্ববিদ্যালয়ত পঢ়া ল'ৰাটোৱে বৰ কষ্টৰে পঢ়ি আছে। গাঁৱত ঘৰ। ঘৰুৱা অৱস্থা খুব বেয়া। একমাত্ৰ মাকৰ আগ্ৰহৰ বাবেই সি পঢ়ি আছে। বৃত্তিৰ টকাৰে আৰু অ'ত-ত'ত টিউচন কৰি। দেউতাকে নিজৰ মাটি-বাৰীখিনি বন্ধকত দিছে। এতিয়া লোকৰ ঘৰত আধিত খেতি কৰে। মাকেও লোকৰ মাটিত ভুঁই ৰোৱে, জাল গোঁথে। ল'ৰা-ছোৱালী কেইবাটাও। কেইটামানে পঢ়িছে, এটা ল'ৰা গাঁৱৰ ধনী মানুহ এঘৰত বন্ধা হৈ আছে। ইয়াৰ মাজতে বাপেকে মদো খায় আৰু মাকক মাৰে। এবাৰ তেনেকৈ মাৰ খাই মাকৰ গৰ্ভপাতো হৈ গ'ল। কিন্তু মাকতো নমৰিল নমৰিলেই, বৰং পিছৰ বছৰত আৰু এটা কেঁচুৱা হ'ল। 'কিন্তু মোৰ মা এনেকৈ কেঁচুৱা হ'বলৈ গৈয়ে মৰিব বাইদেউ। কোমল কলপাতৰ দৰে শেঁতা বৰণ। মই তাৰ আগে আগে পাছ কৰি যাব পাৰিলেই হয়। খুব অনুতাপ হয়— কিয় যে এম এ পঢ়িবলৈ আহিছিলোঁ। পঢ়াত বাইদেউ মই সঁচায়ে বৰ চোকা আছিলোঁ। তথাপি প্ৰফেছৰ হোৱাতকৈ অধিক উচ্চাকাংক্ষা কৰা নাছিলোঁ— ওচৰতে নলবাৰী কলেজত সোমাই লৈ ঘৰৰ পৰা অহা-যোৱা কৰি ঘৰখন চাম বুলি আশা কৰিছিলোঁ।' মদ? তোমালোকৰ গাঁৱত মদ? মই খুব আচৰিত হৈছিলোঁ। কামৰূপৰ

গাঁৱত মদ সোমোৱা বুলি মোৰ কোনো ধাৰণাই নাছিল। মোক অবাক হোৱা দেখি ৰবীনে তিক্ত হাঁহি মাৰিছিল। 'মদে ক'ত প্ৰৱেশ কৰা নাই বাইদেউ, আমাৰ গাঁৱতে তিনি-চাৰিজনে মদ খায় — বয়সিয়াল মানুহ সেইকেইজন। ডেকাসকলৰ মাজত আৰু বেছি প্ৰচলন। ভাত খাবলৈ নাপায়, কিন্তু মদ ঠিকেই খায়। আমাৰ সমাজৰ নবীন খুৰাই মদ খাই খৈণী মেকক ইমান মাৰে যে খুৰীৰ এতিয়া হাত-ভৰি প্ৰায় কোঙা। . ' কিন্তু ৰবীনে কেৱল এইবোৰ কথাকে নাপাতে, বাহিৰা জ্ঞান-বিজ্ঞানৰ প্ৰতি তাৰ বৰ আগ্ৰহ, সি মোৰ লগত সেইবোৰ চৰ্চা কৰে, মোৰ পৰা কিতাপ খুজি নি পঢ়ে আৰু সচৰাচৰ নিয়ম ব্যতিক্ৰম কৰি সি মোক প্ৰত্যেকখন কিতাপ ওভোতাই দিয়ে।

টক্ টক্ টক্। মইনা মইহে, বাসন্তী।

বাসন্তী মোৰ সহকৰ্মী। একে স্কুলতে দুয়ো পঢ়ুৱাওঁ। বাসন্তীও মোৰ দৰে অকলশৰীয়া, গতিকে অকলশৰীয়াই অকলশৰীয়াৰ ওচৰলৈ আহে। কিন্তু বাসন্তীৰ বিয়া হৈছিল, প্ৰেম কৰিয়ে তাই বিয়া কৰাইছিল, কিন্তু গিৰীয়েকৰ লগত সংসাৰ কৰিব নোৱাৰিলে, সাংসাৰিক অশান্তি দিনে দিনে ইমান বাঢ়িলে যে দুয়োৰো এৰা-এৰিয়ে হ'ল। এতিয়া তাইৰ পুৰুষ জাতিটোৰ ওপৰতেই খং। বিয়াৰ আগতে কত কথা, কত প্ৰেম ভালপোৱাৰ কথা— মই তেওঁৰ হৃদয়ৰ ৰাণী। কিন্তু তাৰ পিছত? তেওঁৰ সংসাৰৰ দাসী। দুয়ো চাকৰি কৰোঁ, কিন্তু অফিচৰ পৰা আহি তেওঁ ভৰি নচুৱাই আৰাম কৰি মই হাতত তুলি দিয়া চাহ খাব আৰু মই স্কুলত ছোৱালীক লেকচাৰ মাৰি মাৰি মুৰ গৰম কৰি আহি ঘৰত চাহ-জলপান বনাব লাগিব। ল'ৰাটোৱে দুষ্টালি কৰিলে যত জগৰ মাকৰ— মাকে ভাল শিক্ষা দিব পৰা নাই। কিন্তু পোনাই যেতিয়া বৃত্তি পালে, ফটো লৈ বাতৰিকাকতত দিবলৈ দৌৰ মাৰিলে— অমুকৰ পুত্ৰই কামৰূপ জিলাৰ ভিতৰত দ্বিতীয় হৈ বৃত্তি পাইছে... হায় মাক! তুমি যে তেতিয়া ক'ত অন্তৰ্হিত হোৱা— তুমি নামহীন তিৰোতা মানুহ, নামহীন হৈ পৰ্দাৰ আঁৰত থাকোঁতেই জীৱন গ'ল! তুমিয়ে ভাল কৰিলা দিয়া এই অটোক্ৰেট পুৰুষ জাতিৰ তেনে এজনক বিয়া নকৰাই বেছ সুখ আৰু শান্তিত আছা... বিশেষকৈ এই লাভ মেৰেজ-ছেৰেজ কৰাব নাপায় বুইছা, বেছি এক্সপেক্টেচন থাকে বাবে ফ্ৰাষ্ট্ৰেচনো বেছি হয়। ৰাণীৰ কথা শুনিছা নহয়। তায়ো বোলে গিৰীয়েকক এৰি গুচি আহিছে...' কাৰ ক'ত এৰা-এৰি হৈছে, কোন দম্পতী এৰা-এৰি হোৱাৰ পথত— এইবোৰ বাসন্তীৰ নখদৰ্পণত, হয়তো সেই খবৰবোৰে তাইক এক ধৰণৰ বিকৃত তৃপ্তি দিয়ে, নিজৰ দল বঢ়াৰ এক ধৰণৰ স্বস্তি আৰু শান্তি দিয়ে। মোৰ মনত পৰি যায় সহকৰ্মী মানসীয়ে কোৱা ঘটনা এটালৈ— হাঁহি হাঁহি তেওঁ কৈছিল— 'আমাৰ দেউতা বৰ সাৱধানী মানুহ, কোনোদিনে ক'তো পইচা এটা হেৰোৱা নাই, কিন্তু সিদিনা এই বুঢ়া বয়সত চিটী বাছত যাওঁতে কোনোবাই তেওঁৰ পকেট মাৰি পঞ্চাছ টকা লৈ গ'ল। দেউতাৰ আপচোচৰ অন্ত নাই, মুখ গোমোঠা, পকেটমাৰৰ চৌদ্ধ পুৰুষৰ শ্ৰাদ্ধ কৰি আছে। এনেকৈ দুদিনেই গ'ল। তৃতীয় দিনা দেউতা সান্ধ্য-ভ্ৰমণ কৰি উভতি আহিছে, মুখ একেবাৰে ফৰকাল। ঘৰত সোমায়ে সহাস্য বদনে ঘোষণা কৰিলে,— তাৰো নিলে, একেবাৰে এশ টকা, বেংকলৈ গৈছিল, তেতিয়াই ঘটনাটো ঘটিল।' তাৰ মানে দেউতাৰ পৰম বন্ধু মহেশ খুৰা— তাৰ বুলি ক'লেই আমি বুজি পাওঁ। বেচেৰী বাসন্তী!

টক্ টক্ টক্। আন্টি আন্টি, আমি আহিছোঁ। দুৱাৰ খোলক।

মোৰ গাতে লগা একেই মালিকৰ আন এটা ভাড়াঘৰৰ গৃহস্থনী আৰু জীয়েক। আচৰিত ধৰণে গঁড়ৰ ছাল মানুহজনীৰ। মই কিমান ব্যস্ত তেওঁতকৈ আৰু কোনে জানে, মোৰ স্কুল আছে, লেখ-পঢ়া আছে, আলহী-অভ্যাগতৰ সংখ্যা ইমান বেছি, তথাপি সুবিধা পালে সাত-আঠ বছৰীয়া জীয়েকজনীক হাতত ধৰি মোৰ তালৈ আহে। মোৰ নিঃসংগ ঘৰখনৰ প্ৰতি যে কি অপৰিসীম কৌতূহল, প্ৰত্যেকটো কোঠালিতে সোমাই চাৰিওফালে নিৰীক্ষণ কৰিব আৰু মন্তব্য দি যাব, 'আপুনি এই টেবুল মেটকেইখন নতুনকৈ কিনিলে নেকি? কিমান দাম ল'লে? বেছ ভাল হৈছে দেই... আপোনাৰ গেছ চলিয়েই আছে? নতুনকৈ অনা দেখা নাই, ভালেই দেই, অকলশৰীয়া মানুহ, বহুত দিন চলি যায়, আমাৰ যে এমাহো নেযায়. এয়া আপুনি কিবা লেখিছে নেকি? কেনেকৈ যে আপোনালোকে লেখে, আমাৰ হ'লে লেখিবলৈ মন গ'লেও নোৱাৰোঁ, ভাব ঠিকেই আছে জানে, কেৱল ভাষাহে নাই...' জীয়েকে ক'ব, 'আন্টি, আপোনাৰ ওচৰত কমিক্‌ছ্ আছে? নাই? ইমান কিতাপ আছে, কমিক্‌ছ্ কিয় নাই বাৰু? ...' আন্টি, আংকল। এই এটা নতুন ঢং হৈছে আজিকালি— সকলো মহিলাই আন্টি সকলো পুৰুষেই আংকল। ক'লৈ যে গ'ল সেই মাহীদেউ, জেঠাইদেউ, খুৰাদেউ, মামা আদি মধুৰ সম্বোধনবোৰ! জাতিটো একেবাৰে বিজতৰীয়া হৈ গ'ল।

টক্ টক্ টক্। মইনা, দুৱাৰ খোল, মই আহিছোঁ। খুৰাদেউ।

যেচেৰা খুৰাদেউ। মোৰ দৰেই অকলশৰীয়া। মোৰতো বাৰু সংসাৰেই নহ'ল, কিন্তু খুৰাদেউৰ এদিন ভৰা সংসাৰ আছিল। পুলিচৰ উচ্চপদস্থ বিষয়া আছিল, ঘৰত কিমান যে নিম্নস্তৰৰ পুলিচ কৰ্মীয়ে আহি খাটি দিছিল তাৰ হিচাপেই নাছিল, বজাৰ কৰাৰ পৰা বাগান কৰালৈকে সকলো কামেই কৰি দিছিল। খুৰাদেউৰ তেতিয়া সকলো বৃহৎ আকাৰৰ, চাকৰি বিয়াগোম, নিজৰ কৃতিত্বৰ বৰ বৰ কথা, কেইবাটাও ল'ৰা-ছোৱালীৰে বৃহৎ সংসাৰ বৃহৎ অট্টালিকা। গতিকে ল'ৰা-ছোৱালী আৰু কাম কৰি দিয়া পুলিচ-কৰ্মচাৰীৰে খুৰাদেউৰ ঘৰখন গম্‌গমাই থাকিছিল। ল'ৰা-ছোৱালী ডাঙৰ হোৱাত ছোৱালীবোৰক ভালত ভালত বিয়া দিছিল আৰু ল'ৰাবোৰ পঢ়া-শুনাত একেবাৰে মজলীয়া বিধৰ হোৱাতো নিজৰ চৰকাৰী পদবীৰ ক্ষমতাৰে অ'ত-ত'ত ভাল ভাল চাকৰিত সুমুৱাই দিছিল। কিন্তু আজি সেই খুৰাদেউৰ সেই বৃহৎ সংসাৰ সংকুচিত হৈ হৈ মাত্ৰ এটা কোঠালিৰ চাৰিবেৰৰ মাজত কুঁকৰি আছে। সকলোবোৰ ল'ৰা নিজ নিজ পৰিয়ালেৰে বেলেগে বেলেগে থাকে, খুৰা অকলে থাকে, এটা লগুৱাই তেওঁৰ একোঠালীৰ সংসাৰখনৰ সংগী, ৰান্ধনি আৰু চাকৰ। পুতেক-বোৱাৰীয়েকে খুৰাৰ লগত থাকিব নোৱাৰিলে বা অধিক শুদ্ধ ভাষাত খুৰা তেওঁলোকৰ লগত থাকিব নোৱাৰিলে। এতিয়া তেওঁৰ শৰীৰ জীৰ্ণ-শীৰ্ণ, পেঞ্চনতো কেতিয়াবাই পালে; কিন্তু পুলিচী মেজাজে লগ নেৰিলে। সকলো বিষয়তে চকু দিব, মাত মাতিব, শাসন কৰিব। 'এই নীতিন, তই ইমান ৰাতিলৈ ক'ত আড্ডা মাৰি ফুৰ? ... এই নীলিমা, তোৰ ঘৈণীয়েৰক অলপ শাসন কৰিব নোৱাৰ? চাল-চলন, কথা-বতৰাত মোৰ নাক-কাণ কটা যায়, ঘৰত গাভৰু জীয়েক, কিন্তু জীয়েকতকৈও সাতচাৰ হৈ এইসোপা কি গা দেখুওৱা কাপোৰ-কানি পিন্ধি ফুৰে? ... এই ৰিংকি, পঢ়া-শুনা কৰ নে অনবৰত সেইসোপা ইংৰাজী ৰেকৰ্ডকে বজাই থাক?...' অৱশেষত খুৰাক আৰু কোনেও সহ্য কৰিব নোৱৰা হ'ল, তেওঁৰ 'জমানা'ৰ নীতি-নিয়ম আমাৰ জমানতো আৰোপ কৰিবলৈ গ'লে কেনেকৈ চলে? গতিকে খুৰা এতিয়া অকলেই থাকে।

খুৰাৰ কথা-বতৰাবোৰ অতীত আৰু বৰ্তমান— এই দুই জগতৰ মাজতে বিচৰণ কৰি থাকে, মোৰ আগত অতীত ৰোমন্থন কৰিব ধৰিলে তেওঁৰ মুখমণ্ডলত এটা প্ৰসন্ন আভা বিয়পি থাকে আৰু বৰ্তমানলৈ উভতি আহিলে লাইট নুমাই যোৱাৰ দৰে সেই আভা অন্তৰ্হিত হয়। তেতিয়া খুৰাৰ মাতত গৰল— 'বুজিছ মইনা, তোৰ খুৰীয়েৰ আগতে মৰিল নে তৰিল, মইহে এইসোপা চাবলৈ বাচি থাকিলোঁ... চকুৰ আগতে পো-বোৱাৰী, নাতি-নাতিনী জহন্নামে গৈ আছে— এই বুঢ়ালৈ কোনেও কেৰেপকে নকৰে...'

টক্ টক্ টক্। অধৈৰ্য হৈ ঢকিওৱাৰ শব্দ। মই আহিছোঁ মইনা। ঠিকেইতো, স্বয়ং বাইদেউ আহিছে, মই তটস্থ হৈ দৌৰ মাৰি গৈ দুৱাৰ খুলি দিয়া উচিত।

বাইদেউ আহি ভিনদেউৰ দৰেই আৰামৰ ভংগীত বহি ল'লেহি, কেৱল হাতত চিগাৰেটটো নাই।

'চাহ খোৱা বাইদেউ।'

'এতিযাই নালাগে ৰ' (অৰ্থাৎ বেছ কিছু সময় বহিব), বৰুৱানীহঁতৰ ঘৰলৈ গৈছিলোঁ। তাত চাহ খুৱালে, পিছে কম কৃপণ নে, দুখন সৰু সৰু বিস্কুট আৰু প্লেটৰ একোণত লাগি থকা কেইটামান চানাচুৰ।'

মনে মনে হাঁহোঁ। বেছিকৈ খাবলৈ দিলেও সমালোচনাৰ হাত সাৰিব নোৱাৰে। 'চাহ নাখাওঁ দে, কটকীহঁতৰ ঘৰত বহুত কিবাকিবি খাই আহিলোঁ— সৰু অনুচ্চ কৰি— 'খুৱাব আৰু নুখুৱাবনে? ভেটিৰ টকা থ'বৰ ঠাই নোহোৱা হৈছেতো...' (মোৰ ধাৰণা সেই অৰ্থত তেওঁলোকৰো ভেটিৰ টকা থ'বৰ ঠাই নাই)।

আজিকালি বাইদেউৰ মুখত বেছিভাগ তেওঁলোকৰ মহিলা সন্থাৰ কথাই ওলায়। ...'মই আজিকালি বহুত দায়িত্ব ল'ব লগা হৈছে, পাবলিক ৰিলেচন্ ছেকচনটো বোধ হয় মোকেই গতাব— এতিয়াৰ সম্পাদিকা ভানু বৰুৱা কম নেকি (এইখিনিতে স্বৰ অনচ্চ হৈ যায়— হাজাৰ হওক দেৱালৰো কাণ আছে!), বহুত টকা-পইচা খালে বোলে, যোৱাবাৰৰ অধিবেশনত ৰিছিপচন কমিটীৰ চেয়াৰমেন হৈছিল, ৰৌ মাছটোৰ প্ৰকাণ্ড এডোখৰ বোলে তেওঁৰ ঘৰলৈ ছাপ্লাই গ'ল। ... অহা মাহত আমি বোধ হয় ওচৰৰ গাঁও এখনলৈ যাম, তাত লোকেল মিটিং হ'ব। মই পিছে থকাকৈ যাব নোৱাৰিম— আমাৰনো কোন মেম্বাৰ থকাকৈ যাব? বাথৰুম-পাইখানা এইবোৰৰ অসুবিধা হ'ব নেকি? পিছে যাবতো খুজিছোঁ— তোৰ ভিনদেৱেৰেই যে আকৌ হকা-বাধা কৰে! মানুহজনে গোটেই জীৱন মোক চাকৰণীৰ দৰে খটুৱালে— এতিয়াও একেদৰে চাৰিবেৰৰ ভিতৰত আৱদ্ধ কৰি ৰাখিব খোজে। মই কিন্তু আৰু গ্ৰাহ্য নকৰোঁ—

তেওঁক স্পষ্ট কথা কৈ দিছোঁ যে তিৰোতাক ঘৰৰ ভিতৰত বন্দী কৰি ৰখাৰ দিন আৰু নাই . . ...

মই মনে মনে আকৌ হাঁহিলোঁ। বাইদেউ কোনোদিনেই চাৰি দেৱালৰ ভিতৰত বন্দী হৈ থকা নাই, ভাড়াঘৰ, তথাপি বন্ধু-বান্ধৱ, আত্মীয়-স্বজন সকলোৰে ঘৰে ঘৰে তেওঁ ঘূৰি ফুৰে। মোৰ ধাৰণা যে তেওঁ কোনোদিন এটা মুহূৰ্তৰ বাবেও অকলশৰীয়া হৈ পোৱা নাই।

যথাসময়ত বাইদেউক চাহ-টাহ দিওঁ (অৰ্থাৎ যথেষ্ট সময় বহাৰ পিছত)। চাহৰ কাপত শোহা মাৰি তেওঁ কৈ যায়— 'বৰুৱানী মানুহজনী ভালেই, কেৱল পুতেকটোক লৈ বৰ ভেম, পুতেকৰ গুণ বখানি ততেই নাপায়, আমেৰিকাত থাকিলে কি হ'ব, মাকলৈ বোলে প্ৰতি সপ্তাহত চিঠি দিবই, প্ৰত্যেক চিঠিতে বোলে মাকৰ স্বাস্থ্যৰ খবৰ লয় ... ...।' সময় বাগৰি গৈয়ে আছে, বাইদেউৰ মুখ চলিয়েই আছে। মই টেবুলৰ সন্মুখৰ বেৰত কাঠ পেঞ্চিলেৰে লেখি থোৱা কথাকেইটালৈ চাওঁ ঃ He is his own best friend, and takes delight in his privacy, whereas the man of no virtue or ability is his worst enemy, and is afraid of solitude বাইদেৱে কিন্তু নাচায়, কোনোদিনেই নাচায়, ভিনদেৱে এদিন চাইছিল আৰু হো-হোৱাই হাঁহি কৈছিল, 'মানুহে তোমাৰ বেৰত এইবাৰ কথা পঢ়িলে ক'ব— আঙুৰ ফল টেঙা!' ভিনদেউ এসময়ত বেছ বুদ্ধি-বৃত্তি থকা মানুহ আছিল।

টক্ টক্ টক্। দুৱাৰত টোকৰ। অহৰহ, অক্লান্ত। দিন বাগৰি থাকে, মোৰ লেখা-পঢ়া কিন্তু স্থবিৰ। ইমান মানুহৰ অত্যাচাৰত বাৰু লেখিব পাৰি নেকি? তাৰ ভিতৰতো যিখিনি সময় পাওঁ মেজাজ এনেকৈয়ে নষ্ট হৈ যায় যে লেখাৰ মুডেই নাথাকে। বিহু সংখ্যাবোৰ ওলায়, পূজা সংখ্যাবোৰ ওলায়, কিন্তু ক'তো মোৰ লেখা নোলায়; অজস্ৰ আলোচনী ওলায়, সেইবোৰতো ক'তো মোৰ লেখা নোলায়।

তাৰ পিছত ময়ো এদিন পেঞ্চন পালোঁ আৰু চহৰখনৰ প্ৰান্তত নতুনকৈ বসতি আৰম্ভ হোৱা ঠাই এডোখৰত থকা মোৰ মাটিখিনিত এটা ঘৰ সজাই এই ভাড়াঘৰ এৰি তাত থাকিবলৈ ল'লোঁ।

নিজৰ ঘৰৰ কথাই সুকীয়া, সুখেই বেলেগ। সঁচায়ে ছুইট হ'ম। আৰু কি নিৰিবিলি ঠাই— মানুহৰ বসতি সেৰেঙা, মুকলি ঠাই প্ৰচুৰ। মোৰ খিৰিকীৰে কি সুন্দৰ খোলা আকাশ আৰু আদিগন্ত বিস্তৃত ধাননি পথাৰ দেখা যায়! এইবাৰ আৰু ইমান দূৰলৈ মোক কোনেও আমনি কৰিবলৈ নাহে, মোৰ সহানুভূতিশীল আৰু সহৃদয় কাণৰ আকৰ্ষণতো কোনো নাহে। এইবাৰ মই লেখিম, মন-প্ৰাণ ঢালি লেখিম। টক্ টক্ টক্— সেই ভয়ংকৰ ধ্বনিয়ে আৰু মোৰ লেখাত ব্যাঘাত ঘটাব নোৱাৰে।

কাগজ-কলম উলিয়াই ল'লোঁ। লেখিম, গোটেই দিনটোৰে লেখিম— আঃ! মোৰ কি নিশ্চিন্ত নিৰুপদ্ৰৱ দিন আৰম্ভ হ'ল এতিয়া। মই কেৱল লেখিম, লেখিম আৰু লেখিম!

সন্মুখত কাগজ, হাতত কলম। পঢ়া টেবুলৰ ওচৰত মগ্ন হৈ আছোঁ। হঠাৎ বনকৰা ল'ৰাটোৰ মাতত সম্বিৎ আহে, 'বাইদেউ, এটাই বাজিল, আজি ভাত নাখায়?'

এটা বাজিল? ইমান পলম হৈছে? মই তেন্তে সেই পুৱা নটাৰ পৰা এতিয়া এটা বজালৈকে লেখিয়েই আছোঁ? লেখি আছোঁ? সন্মুখত থকা কাগজৰ পাতবোৰলৈ চালোঁ। প্ৰত্যেকখিলা পাততেই অলপ কিবাকিবি লেখা আৰু কলমৰ নিষ্ঠুৰ ক'লা আঁচোৰে সেইবোৰৰ বুকু বিদীৰ্ণ কৰা! প্ৰত্যেকখিলা পাত।

দিন বাগৰে, সময় বাগৰে। এই ঠাইখন ইমান নিজান! মানুহ-দুনুহৰ দেখোন মুখেই দেখা নাপাওঁ। স্তব্ধতাই যেন মোৰ বুকুতে হেঁচা মাৰি ধৰে। মই দৃঢ়ভাৱে কাগজ-কলম উলিয়াই লওঁ। আজিকালি কেৱল কলমেই নহয়, হাতো নিষ্ঠুৰ হৈ উঠে। বুকুত ক'লা আঁচোৰে বিদীৰ্ণ একোখিলা কাগজ লাডু একোটা কৰি সজোৰে দূৰলৈ দলিয়াই পেলাওঁ আৰু নতুন একোখিলা কাগজ উলিয়াই লওঁ। কিন্তু আচৰিত, কাগজৰ পাতত মনতকৈ দুৱাৰত এক বিশেষ শব্দৰ বাবেহে যেন কাণ দুখন উৎকীৰ্ণ হৈ থাকে— টক্ টক্ টক্! কি যে আকাংক্ষিত সেই টোকৰ-ধ্বনি! আৰু মানুহেই যদি মোৰ ওচৰলৈ নাহে মই বাৰু কাক লৈ গল্প লেখিম?

(প্ৰকাশ)

# ক্ৰুছবিদ্ধ

'The pıcture seems to express and make one involuntarily aware of the very idea of that sombre, brazen and senselessly eternal force, to which everything is subordinated. The people round the dead man must have felt the most frightful anquish and dismay on that evenıng, which had shattered and destroyed all their faith at one blow.'

'Pıcture of Crucıfixıon' Ippolıt : 'The Idoit –' Dostoyevsky.

অমলাই এলিক ক'লে— 'সেই বুক্ ছেল্ফটোৰ তলত কিবা এটা পৰি আছে মই ইয়াৰ পৰাই দেখা পাইছোঁ, তই ভালকৈ ঝাডুডালেৰে সাৰি আন,— অমলাই ড্ৰইং ৰুমৰ চোতালত বহি আগদিনাৰ খবৰ কাগজ পঢ়ি থকাৰ পৰা মূৰ তুলি এলিক কথাটো ক'লে আৰু লগে লগেই হাউলি ঘৰ সাৰি থকাৰ বাবে ভালেখিনি উন্মুক্ত হৈ পৰা তাইৰ বক্ষস্থলত তেওঁৰ চকুহাল নিবদ্ধ হৈ পৰিল। কিমান বয়স হ'ব এলিৰ? ছুইট্ ছিক্সটিন? কবিৰ বৰ্ণনাৰ 'কোমল কজলা' এযুৰি পদুম কলিয়েই তাইৰ বুকুত শোভা কৰিছে।

পিছে এলিৰ বুকুতকৈ বুকু শোভা কৰি থকা চেইনৰ লকেটটোলৈহে অমলাৰ চকু গ'ল, যীশুখ্ৰীষ্টৰ ক্ৰুছবিদ্ধ ছবি থকা লকেট এটা। ইমান দিনে তেওঁৰ সেই লকেটটোলৈ চকু যোৱা নাছিল, কাৰণ এলিয়ে বোধহয় দীঘল চেইন পিন্ধে আৰু শাৰীৰ ওপৰত সেইডাল ওলোমাই নাৰাখি ভিতৰত সুমুৱাই ৰাখে।

'এলি, তই খ্ৰীষ্টিয়ান নেকি?'

এলিয়ে তেতিয়া বুক্ ছেল্ফৰ তলত ঝাডুডাল সুমুৱাই দিছিল, অমলাৰ প্ৰশ্ন শুনি তাইৰ বুকুত অলপ কঁপনি উঠিল, ঝাডুডালৰ লগতে তায়ো যেন বুক্ ছেল্ফৰ তলত সোমাই আত্মগোপন কৰিব!

'কি হ'ল অ' এলি, তই দেখোন থৰ লাগি ৰ'লি, মোৰ কথাষাৰ তই শুনা নাই নেকি?'

এলিয়ে এইবাৰ ঘূৰি চালে, অৱশ্যে অমলাৰ চকুৰে চকুৰে চাবলৈ সাহ গোটাব নোৱাৰিলে, মূৰটো তললৈ হাউলাই তাই প্ৰায় কন্দনাসুৰত ক'লে— 'মোৰ কোনো দোষ নাই বাইদেউ, সেই জন্ দাদাটোৱে পিতাক ক'লে যে আপোনালোকক আমাৰ জাতিৰ কথা কোৱা দৰকাৰ নাই, আপোনালোক বামুণ মানুহ, আমাক খ্ৰীষ্টিয়ান বুলি জানিলে মোক কামত নাৰাখে। কিন্তু চাওকচোন বাইদেউ মই কাম নকৰিলে আমাৰ ঘৰখন কেনেকৈ চলে, পুলিচৰ গুলীত দেউতাৰ সোঁহাতখনেই উৰি গ'ল, দাদাইতো আন্দোলনত নামি ঘৰেই এৰি থৈ গুচি গৈছে, ক'ৰবাত লুকাই আছে—' হঠাৎ থমকি গ'ল এলি, তাই দেখোন ডাঙৰ সৰ্বনাশৰ কাম কৰিলে, খ্ৰীষ্টান হোৱাতকৈও ভয়ংকৰ এই পৰিচযটো বাইদেউজনীক দি পেলালে! হয় এওঁ এতিয়া মোক পুলিচত দিব, নহয় নিজেই খেদি দিব— খেদিযেই দিযক, কিন্তু পুলিচক দিলে যে তাই মৰিল, অত্যাচাৰ কৰি কৰি দাদাকৰ খবৰ সুধিব, তাতকৈও ভয়ংকৰ কথা— তাইৰ এই শৰীৰটো সিহঁতে বখলিয়াই খাব— ঠিক ৰোহিণীৰ দৰেই।

ৰোহিণীৰো তাইৰ দৰেই বুকুত এযুৰি মাখন বৰণীয়া পদুম কলি আছিল— কিন্তু অত্যাচাৰীহঁতৰ দংশনত সি আৰু ফুলকলি হৈ থকা নাছিল, দুটা ৰক্তাক্ত মাংসৰ লাৰুত পৰিণত হৈছিল... দৃশ্যটোৰ স্মৰণে এলিক এনেকৈ ছিটিকাই দিলে যে তাই যেন উফৰি আহি অমলাৰ ভৰি দুখনৰ সন্মুখতে উবুৰি খাই পৰিল আৰু গাৰ জোৰেৰে সেই ভৰি দুখন হেঁচা মাৰি ধৰি ক'লে— 'অ' বাইদেউ, মই আপোনাৰ ভৰিত ধৰিছোঁ, মোক পুলিচত গতাই নিদিব, লাগে আপুনি নিজেই পুলিচে কৰাৰ দৰে অত্যাচাৰ কৰক, মাৰ-ধৰ কৰক, মোৰ দৰমহাৰ গোটেইবোৰ পইচা কাটি লওক, মোক খেদি দিয়ক— তথাপি মোক পুলিচৰ হাতত নিদিব বাইদেউ, সিহঁতে মোৰো অৱস্থা ৰোহিণীৰ দৰে কৰিব, তাতকৈ মই মৰি যোৱাই ভাল। আপোনাৰ পৰা জাতৰ কথা লুকুৱাই ৰাখি, পিতা আৰু দাদাৰ কথা লুকুৱাই ৰাখি মই মহাপাপ কৰিছোঁ বাইদেউ, প্ৰভু যীশুৱে মোক ক্ষমা নকৰিব— কিন্তু কি কৰিম বাইদেউ মই কাম নকৰিলেও যে মোৰ পিতা, মাই, সৰু ভাই-ভনী দুটাৱে সৈতে খাবলৈ নাপাই মৰিম। কিন্তু আমাৰ এই হাবিৰ মাজৰ ঠাইখনত ফৰেষ্ট অফিচাৰৰ ঘৰত কাম নকৰিলেও যে ইমান পইচা পোৱা, ইমান ভাল ঘৰ আৰু ক'ত পাম বাইদেউ! জন দাদা ছাৰৰ অফিচত কাম কৰে, ছাৰে জন

দাদাক ঘৰত কাম কৰা ছোৱালী এজনী বিচাৰি দিবলৈ কোৱাত তেওঁ মোৰ কথাই ভাবিছিল — কিন্তু লগতে ভাবিছিল যে আপোনালোক বামুণ মানুহ, খ্ৰীষ্টান ছোৱালীৰ হাতেৰে খোৱা-মেলা কৰেনে নকৰে সেয়ে জনে কথাটো লুকুৱাই থ'লে— জন দাদাই আমাৰ ঘৰখনৰ বাবে বৰ চিন্তা কৰে, সেয়ে এই পাপ কামটো কৰিলে— অ' বাইদেউ মোক ক্ষমা কৰক.. কিন্তু মোৰ নামটো এলি হয়, এলিছাৰ পৰা এলি বুলি মাতে, মই মিছা কোৱা নাই।' ইমান পৰে অমলা বিস্ময়ত বোবা হৈ গৈছিল, কিন্তু এতিয়া এলিৰ চকুৰ পৰা ধাৰাসাৰে চকুপানী ওলাই আহি ধৰাত তেওঁ সম্বিৎ ঘূৰাই পালে আৰু জোৰেৰে এলিৰ বাহুবন্ধনৰ পৰা ভৰি দুখন এৰুৱাই আনি ক'লে— 'তই পাগলী হৈছ' এলি? মোৰ লগত তই ইমান দিন কাম কৰিছ, তথাপি ইমান দিনে তোৰ বাইদেৱেৰা জনীক চিনি নাপালিনে? মই তোক পুলিচৰ হাতত গতাই দিম? নহ'লে নিজেই পুলিচৰ দৰে অত্যাচাৰ কৰিম কিহৰ অপৰাধত? কাৰণ তই খ্ৰীষ্টান হৈ সেই কথা গোপন কৰি মই বামুণীক তোৰ হাতেৰে চাহ কৰি খুৱাই মোৰ জাত মাৰিছ? কাৰণ তোৰ বাপেৰ আৰু ককায়েৰ আদৰ্শৰ বাবে সন্ত্ৰাসবাদী হৈছে? হয়, সন্ত্ৰাসবাদ মই সমৰ্থন নকৰোঁ, মই কোনো ধৰণৰ হত্যাকে সমৰ্থন নকৰোঁ, তাতে সন্ত্ৰাসবাদৰ চিকাৰ হয় নিৰীহ নিমাখিত মানুহ। তোৰ ককায়েৰকতো নাপাওঁ, তোৰ বাপেৰৰ ওচৰলৈ গৈয়ে মই এদিন এই কথাবোৰ কৈ বুজনি দি অহাৰ চেষ্টা কৰিম। আৰু মোক যে তই বামুণী বুলি চিন্তাত মৰিছ, মোৰ ঘৰত তই কিমান পূজা-পাতল কৰা দেখিছ এলি? মোৰ কেইটা গোসাঁই ঘৰ আছে? মই কোনো জাত নামানো, কোনো ধৰ্ম নামানো এলি, ধৰ্মৰ নামত অতীতৰ পৰা আজিলৈকে যিমান নিৰীহ মানুহৰ তেজৰ নৈ বৈছে আৰু আজি আমাৰ নিজ দেশ ভাৰতবৰ্ষতে 'মেৰা দেশ মহান' ভাৰতবৰ্ষতে ধৰ্মৰ নামত যিবোৰ নৃশংস হত্যাকাণ্ড হ'ব ধৰিছে, তাৰ বৰ্ণনা এই যে মই খবৰৰ কাগজবোৰ পঢ়ি থাকোঁ, তাৰ পাতে পাতে সদায়ে পঢ়িয়ে থাকোঁ ধৰ্মৰ নামত খুনা-খুনি, ছন্‌ছ অব্ দ্য ছইলৰ নামত সন্ত্ৰাসবাদ— আমি যে কি এক দুঃসময়ৰ মাজেৰে কাল কটাই আছোঁ! জান' এলি, তহঁতৰ ধৰ্মগ্ৰন্থ বাইবেলত এষাৰ বৰ সুন্দৰ কথা আছে — To everything there is a season ... a time to be born, and a time to die a time to weep, and a time to laugh : a time to mourn, and a time to dance.. কিন্তু এলি, এতিয়া যে কেৱল Time to weep, time to mourn তহঁতৰ যীশুৰ বাৰু কেতিয়া resurrection হ'ব, কেতিয়া আকৌ time to laugh and time to dance আহিব? সঁচায়ে এলি, তহঁতৰ বিশ্বাসৰ প্ৰতীক্ষাৰ কেতিয়াবা সফল পৰিণতি ঘটিব নে? ইতিমধ্যে দেখোন নিৰীহ মানুহৰ তেজেৰে পৃথিৱীত সাগৰৰ সৃষ্টি হ'ব ধৰিছে?'

অমলাৰ দ্বিতীয়বাৰ সম্বিৎ ঘূৰি আহিল— এলিয়ে তেওঁৰ পিনে কেনেকৈ ভেবা লাগি চাই আছে! তাইৰ চকুলোৰ নিজৰাও বিস্ময়ত ৰুদ্ধ হৈ গৈছে, অমলাৰ মুখত শুনা কথাবোৰে বোধহয় সৰল ছোৱালীজনীক মুহূৰ্তৰ বাবে হ'লেও তাইৰ সমাগত হোৱা ভয়ংকৰ বৰ্তমান আৰু তাতোকৈয়ো ভয়ংকৰ অনাগত ভৱিষ্যতক পাহৰাই দিছে।

ধেৎ! অমলা নিজৰ ওচৰতে খুব অপ্ৰস্তুত আৰু লজ্জিত হৈ পৰিল। এলিয়ে বোধহয় ভাবিছে— তাইৰ বাইদেউজনীৰ মূৰটো অলপ গৰম হৈ গৈছে— নহ'লে এইবোৰ কি বলকিছে তেওঁ? সঁচায়ে তেওঁৰ মনৰ স্বগতোক্তিবোৰ আজি কিয় এই সৰল সৰু ছোৱালীজনীৰ আগত কথা হৈ ওলাই আহিছে?

'অ'ই এলি, মোৰ মনটো খুনা-খুনিবোৰৰ কথা পঢ়ি খুব বেয়া লাগি থাকে, সেইবাবে এইবোৰ পাগলৰ দৰে বলকিছোঁ। তই এতিয়া তোৰ কাম কৰ, একো চিন্তা নকৰিবি, মই খ্ৰীষ্টান, মুছলমান সকলোৰে ৰান্ধি দিলে খাওঁ। আৰু তোকতো কেতিয়াও পুলিচত নিদিওঁৱেই, পুলিচে ধৰিব আহিলে লুকাইহে ৰাখিম।... আৰু শুন, তোৰ ঘৰ পৰিষ্কাৰ কৰা হ'লে ভালকৈ দুকাপ চাহ কৰি আনিবি— বৰ ঠাণ্ডা লাগিছে, আজি কি ফেৰফেৰীয়া বতাহ মাৰিছে দেখিছ?'

এলিৰ পোত খোৱা চকুহাল এইবাৰ হাঁহিত তিৰ্‌বিৰাই উঠিল— তাই গদ্‌গদ কণ্ঠেৰে ক'লে— 'মোৰতো আৰু বেছি কাম নাই বাইদেউ, হ'লেই বুলি ধৰক, মই আদাৰে বঢ়িয়াকৈ চাহ কৰাই আনিম।'

অমলাই কাগজেৰে মুখ ঢাকিলে, এলিৰ হাঁহিৰে উদ্ভাসিত হৈ পৰা ওঁঠ দুটাৰ ওপৰত গালত চকুলোৰ দাগ এতিয়াও স্পষ্ট— আচৰিত, তাইৰ কান্দোনে নহয়, হাঁহিয়েহে দেখোন অমলাৰ চকু সেমেকাই পেলালে!

এই মুহূৰ্তত অমলাই বাতৰিকাকতখনৰ আশ্ৰয় ল'লে। কিন্তু এই জংগলত আৰু কত ধৰণেৰেই যে এই

কাগজখন তেওঁৰ আশ্ৰয় স্থল! তেওঁ নিজে অৰণ্যৰ মাজত এক ধৰণৰ অকলশৰীয়া জীৱন কটায়, শিক্ষিত মাৰ্জিত— সুসংস্কৃত বন্ধু-বান্ধৱৰ জগতৰ পৰা আঁতৰত থকা মানুহজনীলৈ এই বাতৰিকাকতখনে যেন তেওঁলোকৰ জগতৰ সুসভ্য বতাহ এছাটি নিতৌ কঢ়িয়াই আনে— দৃষ্টিৰে শ্ৰৱণেৰে স্পৰ্শেৰে বঞ্চিত হৈয়ো সেই বুদ্ধিদীপ্ত জিলমিল জগতৰ তায়ে এক মানসিক বাসিন্দা। ভাবিয়েই দেখোন ভাল লাগে।

কিন্তু আজি কিছুদিনৰ পৰা তেওঁৰ সেই কাকত-আলোচনীবোৰ খুলিবলৈকে ভয় লগা হৈছে— এতিয়া সেইবোৰ খুলিলেই কেৱল যেন এইবোৰ খবৰ পাব— 'ভাগলপুৰৰ নয়াবাজাৰৰ শ্বাহেজান বানুৱে (৩০) সকলো হেৰুৱালে, তেওঁৰ স্বামী ছাবিৰ ৰাজা ভ্ৰাতৃ ফিৰোজ আৰু তেওঁৰ চাৰিটা ল'ৰা-ছোৱালীক চকুৰ আগতে হত্যা কৰা হ'ল... আৰু, জনসমাগমৰ পৰা নিলগৰ সেই কেম্পটোত ছোৱালীজনীক অত্যাচাৰ কৰা হ'ল ওৰে ৰাতি। তাইৰ পেটত মাৰিলে। মূৰত মাৰিলে, জংঘাত কোবালে। হাত দুখন পাছফালে বান্ধিলৈ মাটিত পেট পেলাই শুৱাই সৌকাৰে কোবালে। ভৰিৰ ওপৰত গোল কাঠৰ টুকুৰা থৈ তাৰ ওপৰত তিনিজনকৈ চিপাহী উঠি বেলনাৰ দৰে বেলিব ধৰিলে তাইৰ দুভৰি... উস্ ভগৱান! ধৰ্মৰ বিৰুদ্ধে অলপ আগতে জেহাদ ঘোষণা কৰা মানুহজনীয়ে পাহৰি যাব খোজা বাতৰিকাকতৰ নানা ঘটনাৰ নানা বৰ্ণনাৰ স্মৰণত ভগৱানক আকুলভাৱে চিঞৰি উঠিল। এনেভাৱে অত্যাচাৰিত ছোৱালীজনী যেন এইজনী সৰল খ্ৰীষ্টান। বালিকা এলিহে... অমলাই একেজাঁপে উঠি গৈ পুলিচৰ বৰ্বৰতাৰ পৰা এলিক আবৰি ৰাখি বচাবলৈ যাব খোজা তীব্ৰ উত্তেজনাটো কোনোমতে সংযত কৰি কাগজত মুখ ঢাকি বহি ৰ'ল।

'বাইদেউ, কাগজেৰে মুখ ঢাকি আপুনি টোপনিয়াইছে নেকি? এয়া মই চাহ আনিছোঁ।'

অমলাই কাগজখন আঁতৰাই থ'লে— এলিজনী দেখোন ইয়াতেই আছে, হাঁহিমুখে চাহ লৈ থিয় হৈ আছে— হঠাৎ অমলাৰ মনটো ভাল লাগি গ'ল। যেন all right with the world...

তাইৰ ভাগৰ চাহৰ কাপটো লৈ এলিক অমলাই ওচৰত বহিব দিলে, তাৰপিছত নিজৰ কাপত এহোপা মাৰি ক'লে— 'বাঃ সঁচায়ে বঢ়িয়া চাহ বনাইছ... বাৰু এলি, মোক তহঁতৰ ধৰ্মৰ কথা ক'চোন? যীশুখ্ৰীষ্টই মানুহক মাৰ-ধৰ, কটা-মৰা কৰাৰ কথা কয় নেকি?'

এলিয়ে সৰু চকু দুটা যি সীমালৈ মেলিব পাৰি সেই সীমালৈ বিস্ফাৰিত কৰি অলপ বিস্ময় আৰু অলপ আহত সুৰেৰে ক'লে, 'আপুনি আমাৰ প্ৰভু যীশুৰ কথা জানো নাজানে? কিয়, অলপ আগতে দেখোন বাইবেলৰ কিবা কথা ইংৰাজী ভাষাৰেই কৈছিল? আমাৰ প্ৰভুৱে কৈছে যে তোমাক কোনোবাই এখন গালত চৰিয়ালে তুমি ইখন গালো পাতি দিবা।' অমলাই অলপ হাঁহিলে— 'হয় নেকি? তেন্তে তহঁতৰ মানুহবোৰে ইমান মৰা-কটা কেলেই কৰিছে?'

এলি বিমোৰত পৰি গ'ল, হয়তো বাইদেৱেতো কথাটো ঠিকেই কৈছে!

অমলাই এলিৰ বিবুদ্ধি অৱস্থাটো বুজি পালে, তেওঁ লৰা-লৰিকৈ ক'লে— 'এলি, তই সৰু ছোৱালী, তই এই কথাৰ উত্তৰ দিব নোৱাৰিবি, মই কেতিয়াবা তোৰ বাপেৰক লগ পালে এই কথাটোও সুধিম আৰু সুধিম— নিৰীহ-নিমাখিত মানুহক হত্যা কৰিহে নিজৰ দাবী পূৰণ কৰিব পাৰি নেকি, অন্য পথ নাই? আৰু এনে সন্ত্ৰাসবাদৰ ফলত নিজৰোতো বহুত মৰিছে, বহুত ক্ষতি হৈছে... বাৰু এলি, তোক নিশ্চয় মাৰে, দেউতাৰে বা ককায়েৰে কিবা নহয় কিবা কাৰণত চৰিয়াইছে, তেতিয়া তই সিখন গালো পাতি দিছিলিনে?'

অমলাই এলিক ৰগৰ কৰি কথাটো ক'লে আৰু লগতে তেওঁৰ মনলৈ আৰু এক ধৰণৰ ৰগৰৰ ঘটনা আহি গ'ল। তেওঁৰ ককায়েকৰ প্ৰথম নাতি ল'ৰাটি প্ৰথম স্কুললৈ যোৱাৰ দিনা দেউতাকে এটা উপদেশ দিলে— 'সোণটো, তোমাক যদি কোনোবাই মাৰে, তুমিও ওলোটাই মাৰি দিবা।' অমলাক এই ঘটনাটোৰ সৰস বৰ্ণনা দি ভতিজাকে কৈছিল পেহী, আমাৰ দেউতাই সৰুৰে পৰা ইয়াৰ বিপৰীত শিক্ষাকে দি আহিছিল, ফলত মই যে প্ৰথম প্ৰথম বেছিভাগ স্কুলৰ পৰা মাৰ খাই কান্দি আহিব লগা হৈছিলোঁ— তোমাৰ মনত নাইনে? সেয়ে মই মোৰ পুত্ৰক অলপ বেলেগ শিক্ষা দিব খুজিছোঁ— অন্ততঃ আজিৰ দিনত আত্মৰক্ষাৰ শিক্ষাটো দিয়া উচিত। পিছে শুনা, মোৰ গল্পটো শেষ হোৱা নাই। সোণটোক মাকে স্কুলৰ পৰা নিৰ্ধাৰিত সময়ত আনিবলৈ গ'ল আৰু মাকক দেখাৰ লগে লগে সি প্ৰথম কি আষাৰ বাক্য ক'লে জানা? 'মা, মা,

মোকতো আজি কোনেও মৰা নাই!' ভতিজাকৰ হাঁহিৰ লগত অমলাই যোগ দিয়াৰ পিছত সি ক'লে— 'তাৰ পিছত কি হ'ল শুনা, দুদিন নে তিনিদিন পিছত সোণটিৰ স্কুল ছুটীৰ পিছত ম'কে দেখে আৰু গালত কোনোবাই চিকুটাৰ চিন। সোণটিয়ে ক'লে— তাৰ ওচৰত বহা ববী বোলা ল'ৰাটো বৰ দুষ্ট দিয়ে চিকুটিছে। মাকে সুধিলে— তুমি কি কৰিলা? সোণটিয়ে ক'লে— 'ইমান দুখ পালোঁ মই কান্দিলোঁ।... অমলাই সজোৰে হাঁহিলে— 'তই পুতেৰক যি শিক্ষাই নিদিয় কিয়, ককাদেউতাকৰ তেজ তাৰ গাত ঠিকেই বৈছে!'

অমলাই এইবাৰ এলিৰ উত্তৰলৈ বাট নাচালে আৰু ক'লে— 'এলি, তোৰ এই লকেটটো মোৰ বৰ পছন্দ হৈছে, মোকো এটা কিনি আনি দিবিনে? মেয়ো তোৰ দৰে চেইনত লগাই পিন্ধিম। ধুনীয়া চাই আনিবি, যি পইচা লাগে মই দিম।' এলিৰ সৰু চকু আকৌ বহল হ'ল—

'বাইদেউ, আপুনি ক্ৰুছ পিন্ধিব? সঁচায়ে? আপুনি হিন্দু হৈ আমাৰ ক্ৰুছ পিন্ধিব?'

'অ', পিন্ধিমতো, মইতো কৈছোঁৱেই, মোৰ ধৰ্ম নাই— বা মোৰ এটাই ধৰ্ম— মানুহক ভালপোৱা— সবাৰ উপৰে মানুষ সত্য, তাহাৰ উপৰে নাই। তইঁতৰ প্ৰভু যীশুৱেতো মানুহৰ প্ৰতি এই প্ৰেমৰ ধৰ্ম নিজৰ জীৱন আহুতি দিয়ো প্ৰচাৰ কৰি গ'ল'— আকৌ সেই স্বগতোক্তি, আকৌ সেই বক্তৃতাৰ আৰম্ভণি। অমলাই লৰালৰিকৈ নিজকে সংযত কৰি ক'লে— 'সঁচায়ে কৈছোঁ এলি, মোক এটা এনে লকেট আনি দিবি দেই—'

এলি যোৱাৰ পিছত অমলা নিজৰ ইটো-সিটো ঘৰুৱা কামত ব্যস্ত হৈ পৰিল, আচলতে ব্যস্ত হ'ল কেৱল হাত দুখনহে, দুপৰীয়া তাইৰ স্বামী ডি এফ অ প্ৰকাশ শৰ্মা ভাত খাবলৈ আহিব, তাই তেওঁৰ প্ৰিয় খাদ্য এবিধ প্ৰস্তুত কৰাৰ যা-যোগাৰত লাগিল, কিন্তু আজি মনটো বাৰে বাৰে অন্যমনস্ক হৈ পৰিছে। এলিৰ অভাৱনীয় পৰিচয়ে আজি তাইৰ মনৰ খিৰিকীখন অইন এটা দিশলৈ উন্মুক্ত কৰি দিছে— মানুহৰ স্বাধিকাৰ প্ৰতিষ্ঠাৰ সংগ্ৰাম, শোষণৰ বিৰুদ্ধে সংখ্যালঘুৰ সংগ্ৰাম, সমস্ত ভাৰতজুৰি আজি এই ছবি, স্বাধীনতাৰ চল্লিছ বছৰ পাৰ হৈ যোৱাৰ পিছতো আজিৰ এই ছবি কিমান যে হৃদয় বিদাৰক। স্বাধীনতা লাভ কৰিবলৈ সেই দুকুৰি-আঢ়ৈকুৰি বছৰ আগতে কতজনে নিজৰ জীৱন দান কৰি গ'ল... For your tomorrow we give our today... কিন্তু সেই ছবি আজিও কিয় মচ খাই যাব পৰা নাই? এই এলিৰ বুঢ়া বাপেকে হয়তো পঞ্চাছ বছৰ আগতে স্বাধীনতাৰ সংগ্ৰামত ডেকা তেজেৰে জঁপিয়াই পৰিছিল, কিন্তু আজি আকৌ কিয় আন ধৰণৰ এক স্বাধীনতাৰ সংগ্ৰামত তেওঁ জঁপিয়াই পৰিব লগা হ'ল, কিয় আকৌ তেওঁৰ বৰ্তমানটোক তেওঁৰ জাতিটোৰ (অ' নহয়, 'উপজাতি'টোৰ কি প্ৰহসন, কি দুখৰ কথা!) ভৱিষ্যতৰ বাবে বলি দিবলৈ ওলাই তেওঁৰ হাতখন অৰ্থাৎ তেওঁৰ জীৱিকা— যি জীৱনৰে একপ্ৰকাৰ নামান্তৰ— বলি দিলে? আৰু তেওঁৰ পুত্ৰ? সিয়ো জানো তেওঁৰ অন্য এক জীৱন তেওঁৰ অতীত, তেওঁৰ বৰ্তমান, তেওঁৰ ভৱিষ্যৎ নহয়? আৰু তেওঁৰ পুত্ৰী? তাইৰো জীৱনক জানো তেওঁ আওপাকে, অন্যধৰণে সেই অন্য ভৱিষ্যতৰ বাবে উছৰ্গা কৰি দিয়া নাই? মোৰ দেশ, মহান দেশ ভাৰতবৰ্ষত আজি কিয় সকলোতে এই একেখন ছবিকে দেখিবলৈ পাইছোঁ? কি শোষণ, কি অন্যায়, কি অত্যাচাৰত অতিষ্ঠ হৈ যীশুৰ সন্তানসকলে এই হিংসাৰ উন্মাদ ৰণত জঁপিয়াই পৰিছে? শোষণ, অত্যাচাৰ, বঞ্চনা অমলাৰ কিছুদিন আগতে পঢ়া অন্ধ্ৰপ্ৰদেশৰ নক্সাল নেতা দেবুনি নৰছাইয়াৰ বিবৃতিটোলৈ মনত পৰি গ'ল, সেই বাতৰিকাকতৰ ৰিপ'ৰ্টটো তেওঁ ক'ৰবাত কাটি থৈ দিছে নহয়?

অমলাই অস্থিৰ, চঞ্চল চৰণেৰে গৈ সেই কাটিংটো উলিয়াই আনি পঢ়িবলৈ ধৰিলে— 'Our lives depended on the mercy of the dora (the village lanlord). Forced to work in his land for a pittance, Perpetually indebted to him and oppressed by the petty government official and the police who came to the village to drink at the dora's house and to beat us up at the slightest pretext, we lived like slaves. Our girls grew up with the knowledge that they would be raped by the landlord or his goons as soon as they attain pubarty'... নাই, নাই, কোনোমতেই all right with the world হ'ব নোৱাৰে, কেতিয়াও হ'ব নোৱাৰে... বক্তা-বঢ়া প্ৰায় শেষেইতো হ'ল— অমলাৰ আজি আৰু কোনোপধ্যেই ঘৰৰ ভিতৰত থাকিবৰ মন যোৱা নাই, মনটো ইমান অস্থিৰ আৰু অশান্তি লাগিছে... they would be raped by the landlord or his goons... মনলৈ আহি গ'ল অন্ধ্ৰৰ নহয়। ভুমকাৰ ঘটনা... হে ঈশ্বৰ, হে যীশু, হে আল্লা, মই নামানিলেও এইসকল নিৰীহ আৰু অজলা মানুহে

তেওঁলোকৰ সৰল অন্তৰৰ অন্তঃস্থলীৰ পৰা সদায় তোমালোকৰ চৰণত নিবেদিত প্ৰাণ হৈ মাতিয়েই আছে— তাৰ পিছতো তুমি কিয় এওঁলোকৰ জীৱন এনেদৰে বিষময় কৰি পেলাইছা? হে যীশু, 'জবে' নিজকে তোমাৰ চৰণত সকলো সমৰ্পণ কৰি দিয়াৰ পিছতো কিয় তেওঁক ধন-জন সকলোৰে সৰ্বস্বান্ত কৰি পেলালা? হে দয়াবান প্ৰভুসকল, এয়া তোমালোকৰ কি জাষ্টিছ্? কিন্তু ইমানদিনে এইবোৰেও নাটিলে, পঞ্জাৱৰ সন্ত্ৰাসবাদে নিৰীহ মানুহৰ আহুতিৰ মৃত্যুযজ্ঞ চলায়েই আছে, বিহাৰ আদিত হৰিজনসকলৰ ওপৰত অত্যাচাৰ শেষেই হোৱা নাই, দাৰ্জিলিঙৰ তেজৰ বন্যা কথমপি শুকাইছে, অসমত সেই বন্যাৰ সোঁত কিন্তু প্ৰৱহমান— সঁচায়ে, ইয়ো যথেষ্ট নহ'ল, এতিয়া আৰম্ভ হৈছে হিন্দু-মুছলমানৰ ভাতৃঘাটী সংঘৰ্ষ! প্ৰভুসকল, তোমালোক কিন্তু নিৰ্বিকাৰ আৰু তোমালোকৰ প্ৰতিনিধি সেই 'গডমেন'সকল? তেওঁলোকে অলৌকিক কিন্তু অসাৰ্থক ক্ষমতাৰ প্ৰদৰ্শন কৰিয়ে আছে, ভক্তক বিভূতি বিলায়েই আছে... কি ভয়ংকৰ দেশ এইখন, কি প্ৰহসনৰ দেশ! সাধু-সন্ন্যাসী-বাবাৰে গিজ্‌গিজাই থকা মোৰ মহান দেশ ভাৰতবৰ্ষত কি অধৰ্ম, কি অত্যাচাৰ, কি অন্যায়, কি শোষণৰ ৰাজত্ব চলি আছে!

প্ৰায় ছট্‌ফটায়ে অমলা ঘৰৰ পৰা ওলাই আহি আগফালৰ বাগানত ভৰি দিলে। বন-বিষয়াৰ বিশাল বাগান, কত গছ, কত শোভা! যেতিয়াই বাগানলৈ আহে, দিগন্তলৈ দৃষ্টি প্ৰসাৰিত কৰি দিয়া অমলাৰ চকুহাল বিশাল বিশাল গছবোৰৰ মাজেৰে ধাৱিত হৈ সুদূৰৰ নীলা বনাঞ্চলত হেৰাই যায়, মুগ্ধতা আৰু আৱেগেৰে। কিন্তু কেৱল চকু দুটাকতো নহয়, অমলাৰ সমগ্ৰ মানুহজনীকে সেই নীলাঞ্জন সনা গছ-গছনিৰ শ্যামলীমাই তাৰ বুকুত হেৰাই যাবলৈ যেন হাত বাউল দি মাতে। বেছিভাগ সময়তে সেই আহ্বানত সঁহাৰি দি অমলা কিছুপৰলৈ হ'লেও সেই অৰণ্যভূমিত হেৰাই যায় আৰু মনতে গুণগুণাই এইফাকি অতি খাপ খোৱা ৰবীন্দ্ৰ সংগীত —

'... ঘাসে ঘাসে পা ফেলিছি
বনেৰ পথে যেতে,
ফুলেৰ গন্ধে চমক লেগে
উঠেছে মন মেতে,
ছড়িয়ে আছে আনন্দেৰই দান,
বিস্ময়ে তাই জাগে আমাৰ গান...'

কিন্তু আজি বাগানত ভৰি দিয়াৰ পিছতো শুদা ভৰিৰ স্পৰ্শ লগা ঘাঁহে তাইৰ মনত পুলকৰ শিহৰণ তুলিব নোৱাৰিলে, দূৰৰ ঘন বনানিয়েও এক ধৰণৰ বিষাদৰেহে অন্তৰ মথিত কৰি দিলে— দানৱ মানুহৰ হাতত আজি এই অৰণ্যও ধৰ্ষিতা হৈছে, আজি সমস্ত অৰণ্যই যেন জেতুকাপাতেৰে আবৃত, অলপ মোহাৰিলেই তেজ নিগৰিব... নাই নাই, আজি আৰু আৰু কোনোপধ্যেই তেওঁৰ মনত আনন্দ আৰু বিস্ময়ৰ গান ধ্বনিত নহয়।

এলিয়ে পিছদিনাই ক্ৰুছবিদ্ধ যীশুৰ সুন্দৰ লকেট এটা আনি দিলে। ৰূপৰ দৰে কিবা ধাতুৰ ফ্ৰেমত অকণমানি এছটা যেন মাৰ্বল পাথৰ, তাৰ ওপৰত ততোধিক সৰু ক্ৰছ এডালত বিদ্ধ হৈ যীশুৰ মূৰতো সমুখৰ পিনে হাউলি আছে।

লকেটটো হাতত পাই অমলাৰ চকু আনন্দত তিৰ্‌বিৰাই উঠিল, তেওঁ লগে লগেই ডিঙিৰ সোণৰ চেইনডাল খুলি থৈ ৱাৰ্ডডোবৰ পৰা ৰূপৰ চেইন এডাল উলিয়াই আনি তাত লকেটটো ভৰাই ডিঙিত ওলোমাই ল'লে। এলিয়ে সেইফালে চাই ক'লে— 'প্ৰভু যীশুৱে এতিয়াহে থকাৰ ভাল ঠাই পালে, আপুনি ৰূপৰ চেইনত লকেট পিন্ধিলে, আৰু মই কি সাধাৰণ মণি এডালত লগাই লৈছোঁ চাওক—'

'কোনো স্থানেই তাৰ ঐশ্বৰ্যৰ আৰু সৌন্দৰ্যৰ বাবে মহান হৈ নুঠে এলি, তোৰ বুকুত যীশুৱে শোভা পাইছে— তেওঁৰ বাবে তোৰ সেই পৱিত্ৰ, সৰল হিয়াখনৰ বাহিৰে আন আৰু অধিক উপযুক্ত স্থান কি হ'ব পাৰে ক' এলি'— অমলাই নিজকে থমাই দিলে, তেওঁ দেখোন এলিৰ বাবে দুৰ্বোধ্য হৈ আহিব ধৰা স্বগতোক্তি আকৌ আৰম্ভ কৰিলে!

'বাৰু এইবোৰ বাদ দে, এইবাৰ বঙাইগাঁৱৰ বজাৰলৈ গ'লে তোক মই এডাল খুব ধুনীয়া চেইন আনি দিম।—'

তাৰ পিছত কিছুদিন অতিবাহিত হৈ গৈছিল, এলিয়ে আনন্দ মনেৰে অমলাৰ কাম-কাজ চলাই গৈছিল;

এলিৰ কাম খুব পৰিষ্কাৰ, অমলাই জানে যে খ্ৰীষ্টানসকল সাধাৰণতে পৰিষ্কাৰ হয়েই, তেওঁলোকৰ এই নীতিবচন Cleanliness is heavenliness– তেওঁলোকে যেন আখৰে আখৰে পালন কৰে। পিছে এইকেইদিন এলি যেন আৰু পৰিষ্কাৰ হৈছে, চকু পোত খাই যোৱা তাইৰ উজ্জ্বল হাঁহিটোৰ প্ৰতিবিম্ব যেন তাই ধোৱা প্ৰতিখন বাচনতে জিলিকি উঠে।

এক ধৰণৰ নৱলব্ধ শান্তি আৰু সুখ অমলাৰ সংসাৰত বিৰাজ কৰিছিল। কিন্তু হঠাতে খবৰ আহিল— অমলাৰ মাকৰ টান নৰিয়া। পিছে তেওঁ যায় কেনেকৈ? প্ৰকাশ শৰ্মা এই সময়ত কোনোপধ্যেই যাব নোৱাৰে, মন্ত্ৰীৰ লগত ষড়যন্ত্ৰত লিপ্ত হৈ কোনোবা কাঠ ব্যৱসায়ীয়ে তেওঁৰ এলাকাৰ কাঠ লুকাই কাটি নিয়া ঘটনা এটাত তেওঁ এনেকৈ জড়িত হৈ পৰিছে যে নিজৰ মাকৰ মৃত্যু সংবাদতো বোধহয় কৰ্মস্থল এৰি যোৱা সহজ নহ'লহেঁতেন।

অগত্যা অমলা অকলেই গ'ল। জীপেৰে নি তেওঁক ওচৰৰ সৰু চহৰখনৰ গুৱাহাটী অভিমুখী বাছত উঠাই দি প্ৰকাশে ক'লে— 'দিনকাল বৰ বেয়া পৰিছে। তোমাক এনেকৈ অকলে পঠিয়াব লগা হোৱাত এই অলপো শান্তি পোৱা নাই।' মাকৰ চিন্তাত অমলাৰ বুকুৰে ধান বানিছিল যদিও স্বভাৱসিদ্ধ ধেমালি কৰি ক'লে তেওঁক,— 'মোলৈ একো চিন্তা নকৰিবা, দেখা নাই মোৰ ডিঙিত এই ক্ৰুছ? প্ৰভু যীশুৱে মোক ৰক্ষা কৰিব!' অমলাই বাছৰ আন যাত্ৰীয়ে নুশুনাকৈ কথাকেইটা অলপ অনুচ্চ সুৰতেই কৈছিল।

প্ৰকাশে একো নামাতিলে। ঘৈণীয়েকে ডিঙিত এনেকৈ ক্ৰুছডাল ওলোমাই লোৱাত তেওঁ মনে মনে অসন্তুষ্ট হৈছিল, হিন্দু— তাতে বামুণ হৈ আকৌ এয়া কি ধেমালি? কিন্তু তেওঁ একো নকৈ সহি গৈছিল। অমলাক তেওঁ খুব ভাল পায়, এই হাবিৰ জীৱনটো অমলাই সেৱা যত্নেৰে ভৰাই ৰাখিছে, অমলা খুব সুন্দৰী আৰু বিদুষীও, চহৰৰ ছোৱালী হৈ হাবিত থাকিব লগা হোৱাত কোনো আপত্তি নাই। প্ৰকাশে ভাবে— অমলা দুখীয়া ঘৰৰ ছোৱালী নোহোৱা হ'লে— তেওঁ এই নাৰীৰত্ন কেতিয়াও লাভ কৰিব নোৱাৰিলেহেঁতেন। এইবোৰ নানা কথা ভাবি অমলাৰ বহুত খামখেয়ালী কথাত হোৱা অসন্তুষ্টি প্ৰকাশে নীৰৱে অপ্ৰকাশিত কৰি থৈ দিয়ে। বাছ চলিবলৈ আৰম্ভ কৰিছিল আৰু গিৰীয়েকক ধেমালিতে কোৱা কথাষাৰৰ জেৰ টানিয়ে অমলাই ভাবিছিল— এই ক্ৰুছে মোক সঁচায়ে বিপদৰ পৰা ৰক্ষা কৰিবনে? মোৰ মাৰ মূৰত এইডাল স্পৰ্শ কৰি দিলে তেওঁ নিৰাময় হৈ উঠিবনে?' কথাটো চিন্তা কৰি মাকৰ নৰীয়াৰ ভাবনাত দুশ্চিন্তাগ্ৰস্ত হৈ থকা অমলাৰ মুখত অলপ হাঁহিয়ে ওলাব খুজিলে— বৃদ্ধা বামুণীৰ মূৰত ক্ৰুছ? সৰ্বনাশ! ছবিটো চকুত ভাহিলে নহঁহাকৈ সঁচায়ে নোৱাৰি। হঠাতে অমলাৰ চকুৰ আগত বহুত বছৰৰ আগৰ আন এটা দৃশ্যও ভাহি উঠিল প্ৰাসংগিকতাৰ বাবেই। তেতিয়া তেওঁ কলেজৰ ছাত্ৰী, গুৱাহাটীৰ কোনোবা এখন ছবিঘৰত তেওঁ বন্ধুসকলৰ লগত এইছ্ জি বেল্‌ছৰ কিতাপৰ আধাৰত অৰছন বেল্‌ছে কৰা 'War of the Worlds' নামৰ চিনেমাখন চাইছিল— মংগল গ্ৰহৰ অধিবাসীসকলে এখন স্পেছশ্বিপত আহি পৃথিৱী আক্ৰমণ কৰিছিল তাৰ দৃশ্য এটাই এতিয়া অমলাৰ মনৰ চকুত ভাহি উঠিল এজন ধৰ্মযাজকে পৰম বিশ্বাসেৰে ক্ৰুছ এডাল সমুখত দাঙি ধৰি স্পেছশ্বিপখনলৈ আগুৱাই গৈ আছিল— কিন্তু মুহূৰ্ততে তাৰ পৰা মংগলগ্ৰহবাসীয়ে শক্তিশালী আগ্নেয়াস্ত্ৰৰ বিচ্ছুৰণেৰে যাজকজনক ছাই কৰি পেলালে। ছাই কৰি পেলালে তেওঁৰ বিশ্বাসক!

অমলা অলপ জিকাৰ খাই উঠিল, তেওঁৰ ক্ৰুছত ধৰি থকা হাতৰ মুঠিটো শিথিল হৈ গৈছিল।

এঘণ্টামান যোৱাৰ পিছত বাছৰ অন্যান্য বহু যাত্ৰীৰ দৰে অমলাৰো অলপ চকু লাগিছিল, হঠাৎ খুব জোৰেৰে বাছে ব্ৰেক মৰাৰ শব্দত তেওঁ খপ্‌জপাই সাৰ পাই উঠিল। ইমান চিঞৰ-বাখৰ বাৰু কিহৰ?

খিৰিকীৰে চাই অমলাই দেখিলে যে বাছখন খুব ধুনীয়া অৰণ্য অঞ্চল এটাত বৈ গৈছে— দুয়োকাষে ওখ ওখ শাল কাঠৰ অৰণ্যানি, এনে এক অৰণ্যতে জানো তেওঁলোকে যোৱা বছৰ পিকনিক খাবলৈ অহা নাছিল? এই শালগছৰ মাজে মাজে লংলুঙীয়া অৰণ্য পথেৰে সোমাই গ'লেই বোধহয় সেই চঞ্চলা বালিকাৰ দৰে নাচি থকা নিজৰাখনো পোৱা যাব, যাৰ পাৰত থকা ফৰেষ্ট বাংলোটোত হাতীয়ে খুন্দিয়াই যোৱাৰ চিন এতিয়াও বিদ্যমান। এৰাতি সেই ফৰেষ্ট বাংলোত থকা, কুলু ধ্বনিৰ নিজৰাটোৰ নিৰ্জনতাৰ গান শুনি আপ্লুত হৈ থকা, বনৰীয়া হাতীৰ আগমনৰ বাবে শংকা আৰু আকাংক্ষাৰে কাণ পাতি থকা, ৰাতিৰ গভীৰ অৰণ্যৰ আন্ধাৰৰ ৰহস্যময়তাত মন ৰোমাঞ্চিত হৈ পৰা— আস্ সেই অনিৰ্বচনীয় অভিজ্ঞতা অমলাৰ হৃদয়ৰ মণিকোঠাত এটি ৰত্ন হৈ সঞ্চিত হৈ আছে। আৰু সেই যে বিবিধ বৰ্ণ আৰু আকাৰৰ বিচিত্ৰ কপৌফুলবোৰ, তাৰ বহুতে এতিয়া তেওঁৰ

বাগানৰো শোভাবৰ্ধন কৰি আছে... কিন্তু মুহূৰ্ততে সেই সৌন্দৰ্যৰ ছবি অমলাৰ চকুৰ আগৰ পৰা মচ খাই গ'ল।

এদল ডেকা ল'ৰাই হাতত নানা ধৰণৰ আগ্নেয়াস্ত্ৰ লৈ বাছখন ৰখাইছিল, এতিয়া সিহঁতে বিভিন্ন ৰণধ্বনি দি হুৰমূৰকৈ বাছত উঠি ভয়ত পেপুৱা লগা মানুহবোৰক টানি টানি বাছৰ পৰা নমাই আনিলে। বহুতে পলাই অৰণ্যত আশ্ৰয় লোৱাৰ বৃথা চেষ্টা কৰিছিল, ড্ৰাইভাৰেও, কিন্তু বন্দুকধাৰী দুজনমান ডেকাই তেওঁলোকক পাছে পাছে খেদি গৈ পাছফালৰ পৰা গুলীয়াই অৰণ্যত মুখ থেকেচা খুৱাই দিলে।

ডেকা-বুঢ়া, নাৰী-শিশুক নিৰ্বিচাৰে বাকীবোৰেও গুলীয়াবলৈ ধৰিলে, কিছুপৰ আগলৈকে অমলাৰ চকুত মায়াঞ্জন সনা বাটৰ কাষৰ সেউজীয়া হাবিলৈ এটি সৰু ধাৰা নিজৰাৰ সুঁতিৰ দৰেই বৈ যাবলৈ ধৰিলে তাৰ ৰঙা বোলে সেউজীয়া ঘাঁহনি কলচীয়া কৰি তুলিলে।

বাছৰ দুজনীয়া ছিটি এটাৰ খিৰিকীৰ কাষত অমলা বহিছিল। ইটো ছিটত এগৰাকী কেঁচা বয়সৰ তিৰোতা কোলাত শিশু এটা লৈ বহিছিল। চঞ্চল সেই শিশুৰ অমলাৰ হাতৰ বেগ, ডিঙিৰ দীঘল চেইনৰ ক্ৰছৰ লকেটক লৈ কি যে টনাটনি, নিজৰাৰ কলধ্বনিৰ দৰে কি যে খিল্‌খিলোৱা হাঁহি! প্ৰথমে সেই মাতা মেৰী আৰু শিশু যীশুক টানি নিয়া হ'ল, লগে লগে আন এজনে অমলাকো টানি নি বাছৰ পৰা উলিয়াই আনিলে। এজন ডেকাৰ উদ্যত বন্দুকৰ গৰ্জনে শিশুটিৰ হাঁহিৰ চঞ্চলতা চিৰদিনলৈ স্তব্ধ কৰি দিলে, মাক-পুতেক বননিত ঢলি পৰিল। এইবাৰ অমলাৰ পাল। বন্দুকৰ গুৰুম্ আৱাজ উঠিল— অমলাই চকু মুদি দিলে। বহুত পৰৰ মূৰত চকু মেলি অমলাই ভাবিলে— বন্দুকৰ গুলীততো তেওঁৰ মৃত্যুৱে ঘটিল— এতিয়া তেওঁ নিশ্চয় স্বৰ্গ বা নৰকত! অমলাই চাৰিওপিনে চকু বুলালে— অ'ত-ত'ত মৃতদেহ, অ'ত-ত'ত তেজৰ ডোঙা। নাই নাই, এইখন স্বৰ্গ হ'বই নোৱাৰে, এইখন ভয়ংকৰ নৰকপুৰী। অমলাই আৰ্ত চিএঞৰ এটা মাৰি বননিত বাকী মৃতদেহবোৰৰ ওপৰতে ঢলি পৰিল। কিন্তু অমলাই নাজানিলে যে তেওঁ স্বৰ্গ বা নৰকত নাই, মৰততে আছে, অৱশ্যে মানুহে তাক নৰকলৈ ৰূপান্তৰিত কৰিছে। অমলাৰ বুকুলৈ উদ্যত হোৱা বন্দুকটোৰ গৰাকী ডেকাজনে বন্দুকৰ ট্ৰিগাৰ টিপাৰ এক মুহূৰ্ত আগতে অমলাৰ বুকুত ওলমি থকা ক্ৰছডাল দেখা পালে, লগে লগে তাৰ হাতৰ পৰা বন্দুকটো সৰি পৰিল। তাৰ পিছত সেইখন হাতেৰে সি খ্ৰীষ্টান প্ৰথাৰে কপাল, কান্ধ আৰু বুকু স্পৰ্শ কৰি প্ৰভু যীশুক শ্ৰদ্ধা জ্ঞাপন কৰিলে। ওচৰৰে আন এজন ডেকাৰ বন্দুক গৰজি উঠাত অমলাই তেওঁৰে বুকুত সেই গুলী লগা বুলি ভাবিছিল।

অমলাক ক্ৰছে বচাই দিলে। কিন্তু কেইঘণ্টামানৰ পিছত অমলাক উদ্ধাৰ কৰি যেতিয়া নিজৰ ঘৰলৈ আনি বিছনাত শুৱাই দিয়া হৈছিল, তেওঁ তেতিয়া ক্ৰুছবিদ্ধ হোৱা মানুহৰ দৰেই যন্ত্ৰণাত ছট্‌ফটাই মৰিছিল। অচেতন অমলাৰ প্ৰলাপ শুনি শুনি হতবুদ্ধি মানুহৰ দৰে হোৱা প্ৰকাশ শৰ্মাই কেৱল তেওঁৰ ওচৰতে বহি পৰম মমতাৰে মূৰত হাত বুলাই দিছিল। জন জীপ লৈ ড্ৰাইভাৰৰ লগত ওচৰৰে চহৰৰ পৰা ভাল ডাক্তৰ এজন আনিবলৈ গৈছিল। অমলাৰ মুখৰ পৰা গেঙনি ওলাই আছিল আৰু মাজে মাজে সেই প্ৰলাপ... এলি, তই দেখা পোৱা নাই? তহঁতৰ যীশুক যে আকৌ ক্ৰুছত দিলে? কিন্তু এইবাৰ যে তেওঁৰ নিজৰ মানুহবোৰেই ক্ৰছত দিলে— সেই যে, তেওঁক ক্ৰুছবিদ্ধ কৰাৰ সময়ত ওচৰত বিনাই থকা মানুহবোৰ? এইবাৰ যে সিহঁতেই প্ৰভু যীশুক ক্ৰছত দিলে, কোনো জুডাছৰ বিশ্বাসঘাতকতা এইবাৰ নাই! এলি, তই মোৰ ওচৰত বহা মাতা মেৰি আৰু শিশু যীশুক দেখা পাইছনে? চাচোন, ক্ৰছডাল লৈ তেওঁ কেনেকৈ টনাটনি কৰিব ধৰিছে? আচলতে বোধহয় তেওঁক ক্ৰছডাল লাগে, সেইডাল কান্ধত বহন কৰি তেওঁ নিজৰ আপোন লোকসকলৰ ওচৰলৈ লৈ যাব আৰু তেতিয়া সিহঁতে তেওঁৰ ক্ৰছত গজালেৰে বিন্ধি পেলাব। কোনে জানে, তোৰ দাদাটোও বোধহয় সিহঁতৰ মাজত আছে... উস্ তেওঁক সঁচায়ে ক্ৰুছবিদ্ধ কৰিলে অ' এলি— তাৰ পিছতে অমলাই টেঁটুফলা আৰ্ত চিএঞৰ এটা মাৰি স্তব্ধ হৈ গ'ল, তেওঁৰ মূৰটো গাৰুৰ এফালে বাগৰি পৰিল।

অমলাৰ ওচৰত থিয় হৈ থকা এলিকো যেন কোনোবাই ক্ৰুছবিদ্ধ কৰিলে, যন্ত্ৰণাত বোবা হৈ যোৱা ছোৱালীজনীয়ে সভয়ে দেখিলে— অমলাৰ মূৰটো বাগৰি পৰাৰ লগে লগে তেওঁৰ বুকুৰ যীশুও চেইনডালৰ লগতে তেওঁৰ বুকুৰ পৰা পিছলি একাষে পৰি গ'ল।

(শ্ৰীময়ী, ১৯৯০)

# অন্তঃস্রোতা

লতিকাক দেখি বন্দনাই মুখলৈ অভ্যৰ্থনাৰ হাঁহিটো টানি আনি ক'লে— 'আহক বাইদেউ, আহক। আমাৰ এখেতে কালি মাত্ৰ আপোনাৰ নাম লৈছিল বোলে লতা দেখোন বহুত দিন অহা নাই, কিবা অসুখ বিসুখেই কৰিলে নেকি? ৰণি বা ৰীতু কাৰোবাৰ হতুৱাই খবৰ এটা কৰাবা চেনা, নিজেও অসুখত পৰি থকাবাবে যাব নোৱৰা হ'লোঁ।'

লতিকাই বন্দনাৰ মুখলৈ চাই নম্ৰ হাঁহি এটা মাৰি উত্তৰ দিলে— 'নতুনকৈ হোৱা স্কুলটোত এই বুঢ়া বয়সত সোমাই লৈছোঁ যে, পৰীক্ষাৰ বহীবোৰ এইকেইদিন বহি বহি চালোঁ, চকুৰ ক্ষমতা কমি গৈছে, জুপুকি জুপুকি বহী চাওঁতে বহুত সময় লাগিল। চশমাযোৰ বোধহয় আকৌ বদলি কৰিব লাগিব।'

কথাখিনি কৈ কৈ লতিকাই যেন যান্ত্ৰিকভাৱেই এবাৰ চকুৰ চশমাযোৰ ঠিক কৰি ল'লে আৰু বন্দনাক মুখ ফুটাই ক'ব নোৱৰা কথা কেতবোৰৰে স্বৰ্গতোক্তি কৰিলে— 'বহুত দিনৰ আগৰ কথা বন্দনা, তেতিয়া বিপুলদাৰ জীৱনৰ কোনোখিনিতেই তোমাৰ অস্তিত্ব নাছিল, তেতিয়া তেওঁৰ হৃদয়-মনৰ দিগন্ত জুৰি আছিলোঁ কেৱল মই আৰু মই। তেতিয়া তেওঁ মোক কৈছিল— পুখুৰীৰ দৰে গভীৰ আৰু বিশাল তোমাৰ এই চকুহালত মই দিনৌ অৱগাহন কৰোঁ লতা, কোনো চশমাৰ ঢাকনিৰে তাক ঢাকি ৰাখি মোক যেন সেই অনিৰ্বচনীয় পুলকৰ পৰা বঞ্চিত নকৰা।'

বন্দনাৰ আগত লতিকাই কোনোমতে তাইৰ উদ্‌গত হুমুনিয়াহটো ৰোধ কৰিলে— চশমাৰ ঢাকনিৰে তাইৰ সেই বিপুল-বন্দিত চকুহালক যে যোৱা বছৰবোৰত কেইবাৰ ঢাকনি সলাই সলাই ঢাকিলে, পুখুৰীৰ দৰে বহল আৰু গভীৰ চকুহালক যে বয়সে কোঁচ খুৱাই আনি কেনেকৈ খাল এটাৰ দৰে অগভীৰ কৰি তুলিলে।

লতিকাক দেখি বিপুলে বিছনাৰ পৰা সেহাই সেহাই ক'লে— 'আহা লতা, ইমান দিন তুমি নহালে চাই মই আৰু বন্দনাই ভাবিলোঁ যে তোমাৰো বোধহয় কিবা অসুখ-বিসুখ হ'ল। আজি নহা হ'লে কাইলৈমানে এবাৰ ৰণিকে খবৰ ল'বলৈ পঠালোঁহেঁতেন।'

এইবাৰ লতিকাই বন্দনাৰ আগত কোৱা কাৰণটোৰ পুনৰাবৃত্তি কৰিলে আৰু সেই কৈফিয়তটো দিয়াৰ পিছত বিপুলৰ বিছনাৰ ওচৰত থকা চকী এখনত বহি লৈ সুধিলে— 'আজি পিছে গাটো কেনে পাইছা?'

'আৰু গা!' বিপুলে অলপ সেহাই সেহাই লতিকাক তেওঁৰ ওচৰত বহুৱাই থৈ কিবা কাম থকা বাবে পাকঘৰলৈ যোৱা বন্দনাৰ অপস্ৰিয়মাণ মূৰ্ত্তিটোৰ পিনে চাই ক'লে— 'এতিয়া প্ৰতি মুহূৰ্তে মৃত্যুৰ ক্ষণ গণিছোঁ।' মুখেৰে তেনেকৈ কোৱা বিপুলে মনৰ ভিতৰত কিন্তু লতিকাক ক'লে— 'বহুত বছৰৰ আগতে তোমাক যে মোৰ প্ৰিয় গান এটা শুনাইছিলোঁ, আজিও মোৰ সেই একেটা গানকে শুনাবৰ মন গৈছে লতা, সেই যে ৰবীন্দ্ৰ সংগীতটো— মৰণেৰ মুখে ৰেখে দূৰে যাও দূৰে যাও চলে... লতা, এদিন তোমাক কিয় সেই গানটো শুনাইছিলোঁ মনত আছেনে?'

বিপুলৰ উচ্চাৰিত কথাত লতিকাই বিষাদৰ আৰু অস্বস্তিৰ হাঁহি এটা মাৰিলে। বিপুলৰ লগত সুদীৰ্ঘ পাঁচ বছৰৰ সম্পৰ্কৰ পিছত অনিমেষ বৰা নামৰ যিজন দ্বিতীয় পুৰুষ লতিকাৰ জীৱনলৈ আহিছিল, যাৰ প্ৰতি প্ৰবল প্ৰেমৰ জোঁৱাৰত উটি-ভাঁহি গৈ তাই বিপুলৰ লগত ইমানদিনীয়া বন্ধন ছিন্ন কৰি পেলাইছিল, আজি তাইৰ সেই সময়ৰ কথাবোৰ মনলৈ আহিবলৈ ধৰিলে। বিপুল যেন সেই বিচ্ছেদত পগলাৰ দৰে হৈ গৈছিল। অতি সুগায়ক নহ'লেও মোটামুটি ভাল গান গোৱা বিপুলে সংগীতপ্ৰেমী লতিকাক কত সময়ত কত গানেই যে পৰিস্থিতিৰ লগত খাপ খোৱাকৈ শুনোৱা নাছিল! অৱশ্যে সেই চল্লিছ বছৰৰ আগত প্ৰচলিত থকা বাংলা গানকে বিপুলে শুনাইছিল, যি গানবোৰে লতিকাৰ মনত পিছত কোনো আবেগৰ কঁপনি তুলিব নোৱাৰিলেও সেইবোৰ নিজেও গুণগুণাই গাই ভালকৈ গান গাব নজনা লতিকায়ো একধৰণৰ আনন্দ লাভ কৰিছিল। কত শত গান... 'লাগুক দোলা, তোমাৰ প্ৰাণে আমাৰ গানে'... 'ভালোবাসা মোৰে ভিখাৰী কৰেছে, তোমাৰি কৰেছে ৰাণী'... 'তুমি কী এখন, দেখিছ স্বপ্ন, আমাৰি আমাৰি'... 'তোমাৰ বীণায় গান ছিল, আৰ আমাৰ ডালায় ফুল ছিল গো...' 'যদি আপনাৰ মনে মাধুৰী মিশায়ে, একে থাকো কাৰো ছবি, সে কথা বলিয়া যেও, ভুলিয়া যাবে কী সবি'... 'জানি জানি গো, মোৰ শূন্য হৃদয় দেবে ভৰে',... উস্, কত সহস্ৰ গান, তাইকে বন্দনা কৰি কৰি গোৱা ৰোমাণ্টিক গান, প্ৰাণৰ বিপুল আবেগ ঢালি গোৱা গান (হাঃ হাঃ হাঃ, লতিকাই মনৰ ভিতৰতে উচ্চস্বৰে হাঁহিলে— মই যে এই কথাখিনি সুঁৱৰিছোঁ, তাৰ ভিতৰত বিপুল আৰু বন্দনা— দুয়োৰে নাম দুটা কেনেকৈ সোমাই গৈছে... হাঃ হাঃ—

বাৰু, বিপুলে মোক বন্দনা কৰি গোৱা গানবোৰ বিয়াৰ পিছত বন্দনাকো উদ্দেশ্য কৰি গাইছেনে?

ভাবি ভাবি, অতীতৰ স্মৃতিৰ আঁত ধৰি, নানা গানৰ ৰোমন্থনেৰে লতিকাৰ মনলৈ বিপুলে বিচ্ছেদৰ সময়ত তাইক শুনোৱা গানটোকে মনলৈ আহি গ'ল। আজি বিপুল সঁচায়ে মৃত্যুৰ পথযাত্ৰী, কিন্তু যিদিনা লতিকাই তাক ত্যাগ কৰি থৈ চিৰদিনলৈ তাৰ জীৱনৰ পৰা আঁতৰি গৈছিল, সিদিনা বিপুলে তাইক কৈছিল যে ইয়াৰ পিছত তাৰ জীৱনলৈ মৃত্যুপুৰীৰ শূন্যতা আৰু শীতলতা নামি আহিব। তাৰ পিছত বিপুলে তাইক এই গানটো বিলাপৰ সুৰত শুনাইছিল— 'মৰণেৰ মুখে ৰেখে দূৰে যাও, দূৰে যাও চলে....'

লতিকাৰ চিন্তাত যতি পৰিছিল— কাৰণ হাতত চাহ একাপ লৈ অহা বন্দনাই তাইক সেই কাপটো আগবঢ়াই দি কৈছিল— 'লতা বাইদেউ, চাহকাপ খাই লওক।'

লতিকাই হাঁহি এটা মাৰি হাতত চাহৰ কাপ-প্লেটযোৰ তুলি লৈ কৈছিল— 'বিপুলদাই মোৰ চাহৰ নিচাৰ কথাষাৰ তোমাক বোধহয় ঠাল-ঠেঙুলি লগাই এনেকৈ কৈ থৈছে যে তুমি দহোবন কাটি কৰি থৈ হ'লেও মোক অহাৰ লগে লগে চাহকাপ দিবাই—'

চাহৰ কাপত মুখ দি এসোহা খাই লতিকাই পুনৰাই নিজৰ মনতে বহুত দিন ভবা কথা এটাকে ভাবিলে— মোৰ বিষয়ে তেওঁ বা তোমাক আৰু কি কি কথা কৈছে! তেওঁৰ লগত গাভৰু বয়সত থকা প্ৰেমৰ সম্পৰ্কটোৰ কথা কেতিয়াবা কৈছে নে, বা ক'বলৈ বাধ্য হোৱা পৰিস্থিতিৰ সৃষ্টি হৈছেনে?...

বন্দনাই লতিকাক ক'লে— 'আপুনি বহক লতা বাইদেউ, মই এওঁৰ বাবে ৰাতি খাবলৈ খিচিৰি অলপ ৰান্ধো'

লতিকাক গিৰীয়েকৰ ওচৰত বহুৱাই থৈ পাকঘৰলৈ যোৱা বন্দনাই মনৰ ভিতৰত চিৰাচৰিত তিক্ততাৰ বিষখিনি উগাৰি লৈ ভাবিলে— 'লতিকা তালুকদাৰ, তুমি আমাৰ এওঁৰ লগত বাহিৰত যিমানেই সহজ সম্পৰ্ক দেখুৱাই চলি নাথাকা কিয়, মইতো তোমালোকৰ সকলো কথাকে জানো। মোৰ উপায় নাই বাবেহে সকলো মানি চলি আহিছোঁ।'

সঁচায়ে, বহুত দিন আবিয়ৈ হৈ থকা বন্দনা বৰুৱাৰ বিপুল কাকতিৰ লগত বিয়াত সন্মতি দিয়াৰ বাহিৰে উপায় নাছিল। বিপুল কাকতিৰ দৰে ধনী-মানী, উচ্চপদস্থ চৰকাৰী বিষয়া এজনে তেওঁৰ দৰে বয়সিয়াল ছোৱালী এজনীক বিয়া কৰাব খোজাৰ মূলতেওতো তেওঁৰ নিজৰো সেই ভাটি দিব ধৰা বয়স। বহুত দিনলৈকে বৰলা হৈ থকা বিপুল কাকতিয়ে এদিন হঠাতে বিয়াত সন্মতি দি দিলে আৰু তেওঁৰ অফিচৰ সহকৰ্মী এজনৰ ভনীয়েক বন্দনাক বিয়া কৰালে। বন্দনা এসময়ত বেছ সন্দৰী ছোৱালীয়েই আছিল (এই কথাটোৱে বন্দনাৰ মনৰ ঈৰ্ষাৰ জ্বালাত কমখিনি প্ৰলেপ দি আহিছেনে যে তেওঁ লতিকাতকৈ দেখাত বেছি ধুনীয়া?) আৰু এই সৌন্দৰ্যৰ বাবেইতো ঘৰৰ পৰা তেওঁৰ বাবে (এনে সুন্দৰীৰ পাণিপ্ৰাৰ্থী যোগ্যতম হ'বই লাগিব) বহুতো দৰা বাছি থাকোঁতে থাকোঁতে এদিন বন্দনাৰ বয়স বাঢ়ি গৈ এনে এটা সীমা পালেগৈ যে তাৰ পিছত তেওঁৰ বাবে আগৰ দৰে সুপাত্ৰ নহা হ'ল। তাৰ পিছত এদিন ককায়েকে তেওঁৰে কাৰ্যালয়ৰ ওপৰৱালা অৰ্থাৎ আয়কৰ বিভাগৰ এছিছটেণ্ট কমিছনাৰ বিপুল কাকতিৰ লগত বন্দনাৰ বিয়াৰ বন্দৱস্ত কৰিলে।

নিজ চহৰ ডিব্ৰুগড়ৰে ল'ৰা বিপুল কাকতি আৰু লতিকা তালুকদাৰৰ প্ৰেম কাহিনী এদিন বন্দনাৰো কাণত নপৰাকৈ নাছিল। তেতিয়াৰ দিনত কেইজন ডেকা-গাভৰুৱেই বা প্ৰেম কৰিছিল, প্ৰেম কৰাৰ সাহস কৰিছিল, ঘৰৰ পৰা প্ৰতিবন্ধকতা নাপাইছিল? গতিকে তেতিয়াৰ দিনত সেইবোৰ আছিল একো একোটা লেখত ল'বলগীয়া ঘটনা, আলোচনাৰ ঘটনা, নিন্দাৰ ঘটনা, এতিয়াৰ দৰে ভাতৰ লগৰ পানীৰ দৰে সহজ সাধাৰণ ঘটনা নহয়। গতিকে তেতিয়াৰ সময়ত বিপুল-লতিকাক চিনা মানুহে সিহঁতৰ প্ৰেম কাহিনীও জানিছিল আৰু লতিকাতকৈ দুই শ্ৰেণীমান তলত পঢ়া বন্দনায়ো সেই কাহিনী জানিছিল। কিন্তু সিহঁত দুটাৰ বিয়াখন নহ'ল, শুনামতে লতিকাৰ বাবেই নহ'ল। বেছ দুশ্চৰিত্ৰা ছোৱালী হ'ব লাগিব দেই। বিপুলৰ লগত ইমান হলিগলি কৰিও আকৌ অনিমেষ বৰা বোলা ডাক্তৰ এজনৰ লগত লেটিপেটি আৰম্ভ কৰি দিলে। পিছে সেইজনৰ লগতো মানুহজনীৰ বিয়া নহ'ল, ফলত বেচেৰী এতিয়া সকলোৰে পুতৌৰ পাত্ৰ আবিয়ৈ বুঢ়ী মাষ্টৰণী এজনী হৈ অকলশৰীয়া জীৱন কটাই আছে। প্ৰথমতে ককায়েক-বৌৱেকৰ লগত আছিল, এতিয়া অকলশৰে থাকে। বোধহয় বৌৱেকে সহ্য কৰিব নোৱাৰি খেদিলে, কোনে জানে অনিমেষ বৰাৰ পিছত আন আৰু কাৰোবাৰ লগতো লেটি-পেটি কৰিব গৈছিল। বন্দনাই গিৰীয়েকৰ পনীয়া খিচিৰি ৰন্ধাৰ যোগাৰ কৰিব ধৰি এক বিকৃত তৃপ্তিত লতিকাৰ বিষয়ে আনুমানিক

কথাবোৰ ভাবিব ধৰিলে। বিপুলৰ সৈতে লতিকাৰ অতীত সম্পৰ্কৰ কথাবোৰ জানিবলৈ তেওঁৰ উদগ্ৰ ইচ্ছা, খজুৱাই গাৰ ছাল বখলিয়াই দিলে প্ৰথমৰ আৰাম স্থায়ী নহে তাৰ ঠাই যন্ত্ৰণাই অধিকাৰ কৰাৰ দৰে বিপুল-লতিকাৰ কথাবোৰ জনাৰ পিছত তেওঁৰো যে প্ৰাথমিক কৌতূহল অসহায় হোৱাৰ পিছতে হৃদয়ৰ পোৰণি উঠিব— সেই কথা সংসাৰ-অভিজ্ঞ বন্দনাই নজনা নহয়, তথাপি তাই সেই জনাৰ ইচ্ছাটো আজিলৈকে ত্যাগ কৰিব পৰা নাই। কিন্তু সেই কথা বিপুলক সোধাৰ সাহসো বন্দনাৰ নাই। অতিপাত গহীন স্বভাৱৰ মনুহ, মূৰটো তপা আৰু শৰীৰটো মেদবহুল বাবে মানুহজনক আৰু বেছি ব্যক্তিত্বশালী যেন তেওঁক নিজৰ বায়েকৰ দৰে ভাবে বুলি অনুৰোধ কৰাৰ পিছত বন্দনাই সাহস গোটাই সুধিছিল— 'আমি কিন্তু আপোনাৰ কলেজীয়া জীৱনত এই মানুহগৰাকীৰ লগত কিবা সম্পৰ্ক থকা বুলি শুনিছিলোঁ। পিছে তেওঁকনো বিয়া নকৰালে কিয় ?'

নৱ-পৰিণীতা পত্নীৰ সেই প্ৰশ্নৰ উত্তৰত বিপুল কাকতিয়ে গহীনাই কৈছিল— 'মই তোমাক বিয়া কৰাইছোঁ, তুমি মোৰ ধৰ্মপত্নী। মোৰ লগত যেন তেনে আচৰণ কৰিয়েই চলা। অতীত খুঁচৰিবলৈ নাযাবা। ময়ো তোমাৰ অতীত খুঁচৰিবলৈ নাযাওঁ। তোমাৰ দৰে ধুনীয়া ছোৱালীজনীৰ ইমান দিনে কিয় বিয়া হোৱা নাছিল— তাৰ কাৰণ কিজানিবা ব্যৰ্থ প্ৰেমেই— সেই ইতিহাস মই জানিবলৈ নাযাওঁ।'

গিৰীয়েকৰ কথা শুনি সিদিনা কান্দিবলৈ আৰম্ভ কৰি দিছিল— 'কি ? মোৰ ওপৰত আপোনাৰ এনে সন্দেহ ? মই চৰিত্ৰহীনা ছোৱালী ?' কিন্তু লগে লগেই বিপুলে অসহিষ্ণুভাৱে তাত বাধা দি কৈ উঠিছিল— 'প্ৰেম কৰিলে মানুহ চৰিত্ৰহীন নহয়, তুমি অতীতত কাৰোবাৰ সৈতে প্ৰেম কৰিলেও মই তোমাৰ প্ৰতি বেয়া ভাব লৈ-নাথাকোঁ, সেইবোৰ খুঁচৰি নাথাকোঁ। তুমিও মোৰ অতীত খুঁচৰিব নাযাবা—'

ইয়াৰ পিছত বিপুলে নিজৰ মনতেই আত্মপ্ৰসাদৰ হাঁহি এটা মাৰিছিল। Offence is the best defence— তেওঁ কেনেকৈ টেবুলখন লুটিয়াই দিলে! বন্দনাই তেওঁক যিখন জালেৰে মেৰিয়াব খুজিছিল এতিয়া তেৰেঁই কেনেকৈ সেই জালখনেৰে বন্দনাক মেৰিয়াই পেলালে! যাওক, এটা বিষয়ত অন্ততঃ তেওঁ নিশ্চিন্ত থাকিব পাৰিব, বিবাহিত জীৱনত এই বিশেষ অশান্তি অৰ্থাৎ বন্দনাৰ ঈৰ্ষাৰ জ্বালাৰ অশান্তিৰ পৰা তেওঁ হাত সাৰি থাকিব পাৰিব। লতিকাক বিয়া কৰোৱাৰ সুখ স্বপ্নতো চুৰমাৰ হৈ গ'লেই, এতিয়া জীৱনৰ আন আন প্ৰয়োজনত প্ৰেমহীন যিখন বিয়া কৰাবলৈ তেওঁ বাধ্য হ'ল, তাত তেওঁৰ আকাংক্ষিত সুখ নাথাকক, শান্তিখিনি অন্ততঃ থাকিব লাগিব আৰু নিশ্চয় থাকিবও। বন্দনাই নিজৰ ঈৰ্ষাৰ বিষ নিজেই ভক্ষণ কৰি নীলকণ্ঠ হৈ থাকক। বেচেৰী বন্দনা। বিপুলে নৱ পৰিণীতা পত্নীৰ প্ৰতি সেইদিনা পুতৌ-মিশ্ৰিত কৰুণা অনুভৱ নকৰাকৈও থাকিব পৰা নাছিল।

পিছে জীৱনৰ শেষ ক্ষণটো বন্দনাক এই ঈৰ্ষাৰ জ্বালাৰ পৰা মুক্ত কৰিবলৈ বিপুলৰ আৰু সাধ্য নহ'ল। চাকৰি জীৱনটো অসমৰ এনেকি ভাৰতৰো অ'ত-ত'ত ঘূৰি এতিয়া পেঞ্চন পাই বিপুল আহি নিজৰ পৈত্ৰিক ঘৰত বসতি কৰিছেহি। সেইখন ডিব্ৰুগড় চহৰতে লতিকাই এতিয়াও আগৰ দৰেই কুমাৰী হৈয়ে বসবাস কৰি আছে। ডিব্ৰুগড় এৰি য'তেই নাথাকক কিয় বিপুলে সদায় লতিকাৰ স্মৃতি বহন কৰি ফুৰিছিল। এসময়ত লতিকাৰ সৈতে আদান-প্ৰদান কৰি পঢ়া নানা কিতাপ-পত্ৰবোৰৰ ভিতৰত টুৰ্গেনিভৰ A Nest of Gentry বোলা কিতাপখনতে বোধহয় তেওঁ এই বাক্যটো পঢ়িছিল— 'Love has its torture in every age and I was (spared from none)— তেওঁ সঁচায়ে বুঢ়া হ'ল দেই, কাৰণ বাৰ্ধক্যৰ ৰীতি অনুযায়ী মানুহৰ লাহে লাহে যি স্মৃতিভ্ৰংশ হয়, তাৰ কবলত তেৰোঁ পৰিছে, কাৰণ আচলতে এই কথাষাৰ ক'ত পঢ়িছে সেই বিষয়ে তেওঁ কিন্তু নিশ্চিত নহয়, কেৱল নিজৰ জীৱনৰ সৈতে এইষাৰ কথা ইমানেই বেছি খাপ খোৱা যে হাজাৰ জৰায়ো বোধহয় তাক মনৰ পৰা জোকাৰি পেলাব নোৱাৰে। এই প্ৰেমৰ যন্ত্ৰণাই কেনেকৈ তেওঁক বাৰ্ধক্যতো জৰ্জৰিত কৰি ৰাখিছে! আচৰিত, আজি অত বছৰৰ পিছতো লতিকাক কিয় তেওঁ মনৰ পৰা মচি পেলাব পৰা নাই, কিয় পুনৰ আহি লগ পোৱা একপ্ৰকাৰ বুঢ়ী হৈ যোৱা লতিকাই মনত সেই যৌৱনৰ গানটো জগাই তুলিছে— 'এই পেয়েছি অনল জ্বালা, তাৰেই শুধু চাই' (বাৰু, এই গানটো তাহানিৰ বাংলা হিট্ চিনেমা 'জীৱন-মৰণ'ত ছাইগলে গাইছিল নেকি ? সঁচায়ে, স্মৰণশক্তিৰ চোক যে কেনেকৈ কমি আহিছে!') এৰা জুইৰ দহনত জ্বলিও হৃদয়ে দেখোন এতিয়াও লতিকাৰ ওচৰলৈকে ঢাপলি মেলে? উস্, কি অমৰ প্ৰেমৰ সৈতেই যে তেওঁ আষ্টে-পৃষ্টে বান্ধ খাই নাথাকিল! অথচ লতিকাক তেওঁ ক্ষমা কৰাই উচিত নহয়, সুদীৰ্ঘ পাঁচটা বছৰ তেওঁৰ লগত প্ৰেমৰ খেল খেলি অনিমেষ বৰা নামৰ ডাক্তৰজনক লগ পোৱাৰ লগে লগেই তেওঁক গোৰ

মাৰি থৈ তাই যে কেনেকৈ সেইজনৰ বুকুতে জঁপিয়াই পৰিলেগৈ।

কিন্তু 'হৃদয় কাহাৰে যেন চেয়িছিল, ওগো কোথা সে, কোথা সে...' ললিতাক শুনোৱা অজস্ৰ ৰোমাণ্টিক গানবোৰৰ এটা গানৰ কলি— সেয়ে ডিব্ৰুগড়লৈ চিৰস্থায়ীভাৱে বসবাস কৰিবলৈ অহা বিপুলৰ বাবে লতিকাৰ ব্যক্তিগত অপ্ৰাপ্তিৰ ট্ৰেজেদি নিজৰ একধৰণৰ প্ৰাপ্তিৰ আশীৰ্বাদ হৈ পৰিল। এতিয়া পুনৰ অতীতৰ দৰেই তেওঁ লতিকাৰ লগত মিলামিছা কৰি থাকিব পাৰিব, সেই পথৰ হেঙাৰডাল— অৰ্থাৎ বন্দনাৰ প্ৰতিবন্ধকতাৰ সম্ভাৱনাকতো তেওঁ কলিতে মোহাৰি থৈছেই!

কিন্তু বিপুলৰ বাবে এই সামান্য সুখকণো যে অবিমিশ্ৰ হ'বলৈ নাপালে। লতিকাৰ শূন্য জীৱনটোত তাইক লগ পাই থকাৰ পিছত এতিয়া এই প্ৰশ্নই বিপুলৰ মনত খুন্দিয়াই থকা হৈছে— তেওঁক ত্যাগ কৰাৰ ফলত আজি লতিকাৰ জীৱনটো যে এনেকৈ উকা হৈ ৰ'ল— সেই কথা ভাবি তেওঁক এৰি থৈ অনিমেষৰ কাষ চপাৰ বাবে এতিয়া লতিকা মনে মনে অনুশোচনাৰ জুইত দগ্ধ হৈ থাকেনে নাথাকে? এই প্ৰশ্নৰ উত্তৰতে যেন বিপুলৰ মুক্তি, এই প্ৰশ্নৰ উত্তৰতে যেন বিপুলৰ বহুতো সুখ-শান্তি নিহিত হৈ আছে। লতিকাই যদি নিজ মুখেৰে তেওঁৰ আগত এই স্বীকাৰোক্তি কৰে যে এদিন তেওঁক ত্যাগ কৰি তাই আজি অতি অনুতপ্ত— তেতিয়া যেন এদিন লতিকাক নোপোৱাৰ বেদনা তেওঁৰ বহুতখিনিয়েই প্ৰশমিত হৈ পৰিব। কিন্তু বহুত চেষ্টা কৰিও বিপুলে আজিলৈকে সেই চৰম প্ৰশ্নটো কৰিব পৰা নাই।

বন্দনা পাকঘৰলৈ যোৱাৰ পিছত চাহ খাই খাই লতিকাই কৈছিল— 'বন্দনা বৰ সুগৃহিণী, তোমাৰ প্ৰতি তেওঁৰ কিমান মৰম-যত্ন মই লক্ষ্য কৰিছোঁ নহয়। সঁচায়ে, পুৰুষ হিচাপে তুমি এনে পত্নী পোৱাটো ভাগ্যৰ কথা—'

বিপুলক কথাষাৰ লতিকাই অন্তৰৰ বিশ্বাসেৰে কৈ লগে লগে নিজৰ কথাও নাভাবি নোৱাৰিলে। তাই নিজে পিছে সকলোপিনে দুৰ্ভগীয়া— তাই জীৱনত একোকে নাপালে, নাপালে নিজৰ প্ৰেমাস্পদক, নাপালে এখন নিজৰ সংসাৰ, স্বামী-পুত্ৰ একোকে। অৱশ্যে তাই স্বামী হিচাপে আন কাকোকেইতো বিচৰা নাছিল, বিচাৰিছিল কেৱল অনিমেষকেই।

এই কথাখিনি ভবাৰ লগে লগে লতিকাৰ মনত অইন এটা ভাবেও খেলা কৰি গ'ল। বিপুলে বাৰু এনেকৈ ভাবে নে যে প্ৰায় সকলো তিৰোতাই স্বামী-পুত্ৰ-কন্যাৰে সৈতে এখন সংসাৰ বিচৰাৰ দৰে লতিকায়ো বিচাৰে আৰু অনিমেষক হেৰুৱাই সেই আশাৰ মূৰত কুঠাৰাঘাত হোৱাত লতিকাৰ মনত এই অনুতাপ আহিবলৈ বাধ্য হৈছে যে তেওঁ বিপুলক প্ৰত্যাখ্যান নকৰি তেওঁকে বিয়া কৰোৱা উচিত আছিল?

ভাবটো অহাৰ লগে লগে একধৰণৰ উত্তেজনাত লতিকা এই বয়সতো মনে মনে কঁপি উঠিল। বিপুলে নিশ্চয় এনেদৰে ভাবে— কেৱল সেয়েই নহয়— লতিকাক এই প্ৰশ্নটো কৰিবলৈ বিপুল নিশ্চয় সদায় উগ্‌গ্ৰীৱ হৈ থাকে। নাই, নাই, কোনো সন্দেহ নাই, এই প্ৰশ্ন বিপুলে এদিন নহয় এদিন লতিকাক কৰিবই, সেই বিষয়ে তাই এতিয়া সম্পূৰ্ণ নিশ্চিত, আৰু এই কথাও লতিকাৰ ভাব হ'ল যে তাই এতিয়া অনুতাপত দগ্ধ— এনে এটা স্বীকাৰোক্তি শুনিবলৈকে এই মৰণমুখী মানুহজন পৰম আশাৰে বাট চাই আছে, লতিকাৰ মুখৰ পৰা এইষাৰ কথা শুনিলেই যেন মানুহজনৰ প্ৰেমৰ বঞ্চনাৰ পৰা কিছুদুৰ মুক্তি হ'ব। লতিকাৰ এটা দীৰ্ঘশ্বাস ওলাল—। হায়, তেওঁৰ সেই পৰম আকাংক্ষিত কথাষাৰ লতিকাই পিছে কেনেকৈ কয়? সেই কথা যে সত্য নহয়, বিপুলে তাইক শুনোৱা গানৰ এই কথাষাৰহে যে তাইৰ জীৱনত চিৰসত্য— 'এই পেয়েছি অনল জ্বালা, তাৰেই শুধু চাই—' এৰা। হাজাৰ দহন জ্বালাত জ্বলিও তাই অনিমেষকে বিচাৰি আছে, তাইৰ হৃদয়ৰ অনিৰ্বচনীয় জাগৰণৰ গৰাকী অনিমেষহে বিপুল নহয়, হোৱা হ'লে পাঁচ বছৰৰ সম্পৰ্কৰ সৌধ এনেদৰে তাচৰ পাতৰ ঘৰৰ দৰে ভাঙি নগ'লহেঁতেন। এতিয়াও তাইৰ হৃদয়ে অনিমেষকে বিচাৰি ফুৰে, অনিমেষৰ প্ৰতাৰণাৰ পিছতো তাই বিপুলে শুনোৱা ৰবীন্দ্ৰনাথৰ কবিতা এষাৰকে ওলোটাই মনে মনে অনিমেষৰ উদ্দেশ্যে গুণগুণায়— 'তবু তুমি একদিন, এসেছিলে বলে, গানেৰ ফচল মোৰ উঠেছিল ভৰে'

সঁচায়ে, বিপুলে যদি অকলে পাই তাইক এই মোক্ষম প্ৰশ্নটো কৰি দিয়ে, তাই বাৰু কেনেকৈ তেওঁৰ পৰম আকাংক্ষিত মিছা কথাটো ক'ব?

খিচিৰি খুৱাই পাকঘৰলৈ যোৱা বন্দনাৰ অপস্ৰিয়মাণ শৰীৰটোলৈ চাই বিপুলে মনতে মূৰ জোকাৰিছিল— ওঁহো, লতিকাক অকলশৰে পালেও দেখোন তেওঁৰ এই কথাষাৰ সোধাৰ সত নাযায় যে বিপুলক ত্যাগ কৰি লতিকা অনুতপ্ত নেকি?

(ৰচনা কাল ঃ ১৯৯২)

# এটা গল্পৰ জন্ম

ললিত বৈশ্যই ভাবে যে তেওঁ কেতিয়াবাই গল্প লিখিবলৈ এৰি দিব লাগিছিল, কিন্তু তথাপি এৰিব পৰা নাই কেইটামান কাৰণত। প্ৰথম কাৰণটো হ'ল টকা, কাৰণ অসম ৰাজ্য হ'লেও, অতি কম মানুহেহে কিতাপ-পত্ৰ পঢ়া ৰাজ্য হ'লেও ইয়াতো লেখা-মেলা কৰি দুই-চাৰিটা টকা উপাৰ্জন কৰিব পাৰি। এতিয়া বৈশ্যই পেঞ্চন পাইছে, গতিকে তেওঁৰ বাবে টকাৰ মূল্য আৰু বাঢ়িছে। দ্বিতীয় কাৰণ হ'ল অৱসৰপ্ৰাপ্ত মানুহ হিচাপে তেওঁৰ অখণ্ড অৱসৰ। গতিকে চাকৰিত থকা দিনবোৰতে যেতিয়া ইমানবোৰ গল্প লিখিব পাৰিলে, এতিয়া অৱসৰ পোৱাৰ পিছত কলমকো অৱসৰ দিলে তেওঁৰ মন গ্লানিৰে পূৰ্ণ হৈ থাকিব, তেতিয়া তেওঁৰ খোৱাৰ শান্তি নাথাকিব, শোৱাৰ শান্তি নাথাকিব, সান্ধ্য ভ্ৰমণত শান্তি নাথাকিব, এনেকি নাতিনী মনালিছাৰ সঙ্গয়ো পূৰা শান্তি আনি দিব নোৱাৰিব। (মনালিছা নামটো তেওঁৰ পুতেক ৰাজীৱ আৰু বোৱাৰীয়েক লায়লাই দুয়ো দুয়োৰে ..এত ৰফা কৰি দিয়া নাম। নিজ নিজ ধৰ্মক উপেক্ষা কৰি তেওঁৰ হিন্দু পুতেক আৰু মুছলমান বোৱাৰীয়েকে পৰস্পৰক বিয়া কৰাইছিল। ছোৱালীজনী জন্ম হোৱাৰ-পিছত নামটো ৰখাৰ ক্ষেত্ৰতো দুয়ো পৰস্পৰৰ প্ৰতি সেই প্ৰেমৰ পৰাকাষ্ঠা দেখুৱাব খুজিছিল, ৰাজীৱে কৈছিল তাইৰ নাম ৰেজিনা ৰখা হওক— ৰাজীৱৰ লগতো নামৰ মিল এটা থাকিব। কিন্তু লায়লাই আপত্তি কৰিছিল, ওঁহো, সমাজখন এতিয়াও পিতৃ-প্ৰধান, সেয়ে জীয়েকৰ নাম লালিমা ৰখা হওক, একেদৰে লায়লাৰ লগতো মিলি এটা থাকিব। কিন্তু তাতো ৰাজীৱৰ আপত্তি। শেষত দুয়োৰে, সন্মতিত মনালিছা নামটোকে ৰখা হ'ল— হিন্দু-মুছলমান একো নহয়, একেবাৰে খ্ৰীষ্টান নাম।)

ললিত বৈশ্যৰ গল্প লিখি থকাৰ তৃতীয় আৰু প্ৰধান কাৰণটো হ'ল, কলমডাল এৰিলেই মানুহে তেওঁক পাহৰি যোৱাৰ ভয়। তাতে এই বিশেষ বিষয়টোত অসমৰ মানুহৰ স্মৃতিশক্তি আৰু বেয়া, নিজৰ ভাষা-সাহিত্য-সংস্কৃতিৰ ওপৰত তেওঁলোকৰ গভীৰ শ্ৰদ্ধাৰ অভাৱেই ইয়াৰ কাৰণ, যিমানেই 'জয় আই অসম' বুলি ঢৌ তুলি নিচিএৰক কিয়, যিমানেই ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰেমত ছবছৰীয়া আন্দোলন নকৰক কিয়, অসমীয়া মানুহৰ উপৰুৱা স্বভাৱৰ কথা তেওঁ তো নজনা নহয়, তেৰোঁ তো সেইটো আন্দোলনত এজন মূধাফুটা সাহিত্যিক হিচাপে আগ-ভাগ লৈছিল; গতিকে আন্দোলনকাৰীসকলৰ ঘনিষ্ঠ সহযোগী হিচাপে তেওঁ সিবিলাকক ভালকৈ চিনিছে। 'অসমৰ ভাষা-সংস্কৃতি বিদেশীয়ে গ্ৰাস কৰিব'— এনেকুৱা গৰম আলোচনা কৰা বেছিভাগ আন্দোলনকাৰীয়ে তেওঁৰ কোনো গল্প-উপন্যাস পঢ়া নাই, বা তেওঁৰ এখন কিতাপৰো নাম শুনা নাই, আন্দোলনৰ দিনৰ এনে অভিজ্ঞতাৰ তেওঁ বাৰে বাৰে সন্মুখীন হৈছে। পিছে আলোচনীবোৰত যিহেতু তেওঁৰ নাম প্ৰায়ে ওলাই থাকে, সেয়ে তেতিয়া মানুহবোৰে অন্ততঃ তেওঁৰ নামটো জানিছিল বা জানে। কিন্তু লিখিবলৈ এৰিলেই হ'ল আৰু, তেওঁক কোনেও মনত নাৰাখিব। আমাৰ মানুহে মৃত্যুৰ লগে লগে হেম বৰুৱাকে কেনেকৈ পাহৰি গ'ল! তেওঁক বাৰু মৃত্যুৰ পিছত মানুহে পাহৰক সেইটো তেওঁ চাবলৈ নাহে বাবে তাত তেওঁৰ ব্যক্তিগত লাভ-লোকচান নাই, কিন্তু জীয়াই থাকোতে সাহিত্যিক হিচাপে মানুহে তেওঁক পাহৰি যাব সেইটো তেওঁৰ অসহ্য।

পিছে তেওঁ এইটোও জানে যে এতিয়া আৰু তেওঁৰ গল্প লিখাৰ আগৰ ক্ষমতা নাই, হয়তো সৃষ্টিশীলতাৰ তেওঁৰ যিখিনি প্ৰতিভা আছিল, সেইখিনি বয়স বাঢ়ি অহাৰ লগে লগে ক্ৰমাৎ কমি আহিছে, অৰ্থাৎ তেওঁৰ প্ৰতিভাই বয়সৰ সম্পূৰ্ণ ওলোটা গতি কৰিছে। অলপতে এখন আলোচনীৰ সম্পাদকে লিখা কথাখিনি যেন তেওঁৰ গাতো বিশেষভাৱে প্ৰযোজ্য। সেই সম্পাদকজনে বৰ্তমান অসমীয়া গল্প-সাহিত্যৰ গতি-প্ৰকৃতি সম্পৰ্কে এটা সম্পাদকীয়ত বয়োজ্যেষ্ঠসকলৰ অধোগতিৰ বিষয়ে এনে মন্তব্য দিছেঃ "... তাৰ ভিতৰতো যিসকল প্ৰবীণে গল্প দুই-এটা লিখি আছে, তেওঁলোকৰ ৰচনা প্ৰায় ক্ষেত্ৰতে দেখা যায় নীৰস, নিস্তেজ, সময়ৰ সৈতে খাপ খোৱা নাই, কালাতীত স্তৰলৈ যোৱা নাই।...."

এই কথাখিনি পঢ়াৰ পিছত বৈশ্যৰ মনত যে কি গ্লানি উপজিছিল! তেওঁ সঁচায়ে কেতিয়াবাই গল্প লিখিবলৈ এৰি দিব লাগিছিল। কিন্তু উপৰোক্ত তিনিটা কাৰণতে তেওঁ কলমডালক অৱসৰ দিব পৰা নাই। পিছে নহয়, তিনিটা কিয়, চাৰিটা কাৰণতে তেওঁ গল্প লিখি আছে আৰু চতুৰ্থ কাৰণটোও জানো তেওঁ এইদৰে 'নীৰস', 'নিস্তেজ' আৰু সময়ৰ লগত খাপ নোখোৱা গল্প লিখি যোৱা অন্যতম প্ৰধান কাৰণ নহয়? এৰা, সেইটোও এক প্ৰধান কাৰণ আৰু

সেই কাৰণটো হ'ল এয়ে যে বিভিন্ন পত্ৰ-পত্ৰিকাৰ সম্পাদকে তেওঁৰ গল্প বিচাৰি বেছ কাতৰ অনুৰোধেই জনাই থাকে। পিছে বৈশ্যৰ নিজৰ সম্পৰ্কে কোনো ভুল ধাৰণা নাই (অন্ততঃ নিজৰ মনত), তেওঁ জানে যে তেওঁৰ গল্পৰ উচ্চমানৰ বাবে সম্পাদকসকলে তেওঁৰ গল্প বিচাৰি নাহে। আচলতে আজিকালি অসমত ইমান পত্ৰ-পত্ৰিকা ওলাইছে যে সেইবোৰৰ পাত ভৰাবলৈকে সম্পাদকসকলক আজে-বাজে হ'লেও লেখা লাগে। ললিত বৈশ্যই এই কথাটোতো খুব আচৰিত মানিছিল যে কিতাপ-পত্ৰ নপঢ়া অসমীয়া সমাজত ইমানবোৰ বাতৰি-কাকত আৰু আলোচনী কেনেকৈ ওলাইছে? নপঢ়া মানুহৰ দেশত ইমানবোৰ পঢ়াৰ উপকৰণ! অৱশ্যে তেওঁৰ প্ৰথমৰ বিস্ময়ৰ শেষত গৈ অৱশিষ্ট নাছিল। অসমৰ এখন দীৰ্ঘদিনীয়া কাকতৰ ব্যঙ্গাত্মক শিতান এটাৰ 'চকু চৰহা' নামৰ নিয়মিত লেখক এজনৰ খোঁচ মাৰি লিখা লিখনি এটাৰ পৰা তেওঁ এই কথা জানিবলৈ পাইছিল যে আজিকালি বহুত মানুহৰ বহুত ক'লা টকা হ'ল, সেয়ে সেইবোৰ মানুহে মহিলা শিতানত ৰন্ধা-বঢ়াৰ কথা লিখা 'সাহিত্যিক' ঘৈণীয়েকক সম্পাদিকা কৰিও বাতৰিকাকত আলোচনী আদি উলিওৱা হ'ল। তদুপৰি অসমীয়া পাঠক-পাঠিকা থাককেই বা নাথাকক, চৰকাৰৰ সংশ্লিষ্ট বিভাগক হাত কৰিব পাৰিলে নিউজ প্ৰিণ্ট আৰু বিজ্ঞাপন পাব পাৰি, তেতিয়া আৰু কাগজৰ চাৰ্কুলেশ্যনলৈ কোনে পৰোৱা কৰে! ফলত অসমত বাতৰিকাকতৰ আজি এই বলিয়া বান! ললিত বৈশ্যৰ সিদিনা মুখৰ পৰা আপোনা-আপুনি এই ফাকি কীৰ্ত্তনৰ পদ ওলাই আহছিল— ধন্য ধন্য কলি কাল প্ৰভু...'

পিছে আন বেছিভাগ অসমীয়াৰ দৰে ললিত বৈশ্যয়ো কেৱল নিজৰ সুবিধাটোকে জীৱনত সৰ্বাগ্ৰগণ্য কৰি আহিছে। বাতৰিকাকতবোৰ জধে-মধে ওলোৱাৰ ফলত অসমীয়া ভাষাটোৰ আধোগতি হ'লেও তেওঁক সেই কথাই ব্যক্তিগতভাৱে কোনো অসুবিধাত তো পেলোৱা নাছিল, বৰং সুবিধাই কৰি দিছিল। এসময়ত অসমৰ ভাষা-সংস্কৃতিৰ বাবে আন্দোলন কৰিলেও এতিয়া আন বেছিভাগ আন্দোলনকাৰীৰ দৰে তেওঁৰো মূৰৰ পৰা সেই দুশ্চিন্তাৰ ভূতটো নামিছে। কিয় নামিছে তেওঁ কিন্তু নাজানে- কাৰণ যিটো সমস্যা লৈ এনে এক অভূতপূৰ্ব আন্দোলন কৰিছিল, সেই সমস্যাটো তো এক চুলিও আঁতৰা নাই— তথাপিও তো এই কথা সঁচা যে আজিকালি তেওঁ সেই বিষয়ে ক'তো এক লাইনো নিলিখে, সামান্যতম চিন্তাও নকৰে। আচলতে বোধহয় ইয়ো সৰ্বভূক সময়ৰে কাম, সময়ে সেই দুশ্চিন্তা-দুৰ্ভাবনাক গিলি থৈ দিলে। এতিয়া অসমীয়া ভাষা-সংস্কৃতিক লৈ ললিত বৈশ্যৰ এটাই দুৰ্ভাবনা— সেইটো হ'ল তেওঁৰ নামটো কেনেকৈ সেই জগতত তেওঁ জীয়াই থকালৈকে চাৰ্কুলেশ্যনত থাকে। গতিকে এই যে অজস্ৰ কাগজ-আলোচনী ওলাইছে য'ত লিখিবলৈ সম্পাদকসকলে তেওঁক আহ্বান কৰিও থাকে— তাত তেওঁ লিখি যাবই লাগিব। 'নিস্তেজ' আৰু 'নীৰস' হ'লেও লিখি যাবই লাগিব।

হাতত কলম আৰু মেজত কাগজ লৈ বিৰস মুখেৰে বহি ললিত বৈশ্যই এইদৰে নানা কথাকে চিন্তা কৰি আছিল। এতিয়া বিহুৰ সময় আহিছে। বিভিন্ন পত্ৰিকাৰ সম্পাদকে বিহুৰ বিষয়ে সংখ্যাবোৰৰ বাবে উপন্যাস বিচাৰি তাগিদা দি আছে। কিন্তু এতিয়ালৈকে তেওঁ একো এটা লিখি উলিয়াব পৰা নাই। উপন্যাস তো দূৰেৰে কথা— এতিয়ালৈকে গল্প এটাকে লিখি উলিয়াব পৰা নাই, মনলৈ কোনো প্লট, কোনো কাহিনী অহা নাই, লগ পাই থকা মানুহৰ, দেখি থকা প্ৰাত্যহিক ঘটনাৰ একো এটাকে তেওঁৰ তাৎপৰ্যপূৰ্ণ যেন লগা নাই— যাক লৈ তেওঁ গল্প এটা লিখিব পাৰে। অৱশ্যে এই কিছুদিন আগতেই তো তেওঁৰ শালপতিয়েকে তেওঁলোকৰ ওচৰৰ ঘৰৰ গৃহস্থ-গৃহস্থনীৰ বৰ্তমান সঘনে লাগি থকা কাজিয়া, তাৰ মূল কাৰণ গৃহস্থই কিয় গৃহস্থনীৰ বান্ধৱীৰ, নবলব্ধ বান্ধৱীৰ গিৰিয়েকৰ দৰে বাহিৰা টকা ঘটি মাৰ্বলৰ মজিয়াৰ অট্টালিকাৰ ঘৰ সাজি দিব পৰা নাই— সেইবোৰ বৰ্ণাই ('বুজিছা ভায়া, ঘৈণীয়েকে কয়— আপুনি মতা মানুহ নামৰে অযোগ্য, পিন্ধক মোৰ শাৰীখন, মই আপোনাৰ কোট-পেণ্টযোৰ পিন্ধি মিছেছ চলিহাৰ গিৰিয়েকৰ দৰে ধন ঘটি আনোগৈ! হাঃ হাঃ হাঃ, আজিৰ তিৰোতাক ক'লা টকা ঘটিহে গিৰিয়েকবোৰে নিজৰ পুৰুষত্বৰ প্ৰমাণ দিব লাগিব— হাঃ হাঃ হাঃ') তেওঁক কৈছিল যে সেই দম্পতীহালক লৈ তেওঁ দেখোন গল্প এটাকে লিখিব পাৰে।

"গল্পকে লিখিব পাৰে! হেৰি শালপতি, আজিকালি এইবোৰ ঘটনা ভাতৰ লগত পানীৰ দৰে কথা হৈছে, মই যদি ইয়াক লৈ গল্প লিখোঁ, গল্প বিচাৰি হাবাথুৰি খোৱা সম্পাদকসকলেও মোৰ সেই গল্প অতিপাত চৰ্বিত-চৰ্বণৰ দোষযুক্ত বুলি পেলনীয়া কাকতৰ পাচিত দলিয়াই পেলাই দিব।' হুঃ— মোক গল্পৰ প্লট দি সহায়

কৰিবলৈ আহে! গল্প-উপন্যাস লিখোঁ বুলিয়েই সকলোৱেই একো একোটি নতুনত্ব বিবৰ্জিত আজে- [illegible] ঘটনা ক'ব আৰু তাৰপিছত বৰ উপকাৰ কৰাৰ দৰে ক'ব— আপোনাৰ ভাল গল্পৰ প্লট এটা হ'ব। হুঃ!

ললিত বৈশ্যৰ কুমুদ বৰুৱাই কোৱা ঘটনা এটাও মনত পৰিল। কুমুদ বৰুৱাৰ লগত তেওঁ একেলগে চাকৰি কৰিছিল। এতিয়া মানুহজনে পেঞ্চনৰ পিছত প্ৰভিডেন্ট ফাণ্ডৰ টকাবোৰ পাই আৰু লগতে নিজৰো সাঁচতীয়া টকা অলপ গোটাই ঘৰ এটা সাজি থাকিবলৈ ল'লে। সদায় নতুন ঘৰলৈ মাতি থকা বাবে এদিন ললিত বৈশ্য তেওঁৰ ওচৰলৈ গ'ল। বৰুৱাৰ তো তেওঁক পাই আনন্দত ততেই নোহোৱা হৈছিল, ইমান দূৰণিবটীয়া ঠাই নহ'লে তো কেতিয়াও ৰাতিৰ ভাত সাঁজ নুখুওৱাকৈ নপঠিয়ালেহেঁতেন। তথাপি বৈশ্য দুঘণ্টামান সময় বহিব লগা হ'ল। সেইখিনি সময়তে কুমুদ বৰুৱাই তেওঁক নিজৰ ঘৰ-বাৰী ঘূৰাই-পকাই দেখুৱাৰ লগতে ওচৰ-চুবুৰীয়াৰ ঘৰবোৰো দেখুৱাই দেখুৱাই তেওঁলোকৰ পৰিচয়বোৰ দি গৈছিল। তাৰপিছত সমুখৰ ঘৰটোৰ মালিকৰ বিষয়ে ক'বলৈ গৈ কুমুদ ব[illegible]ই মাতটো অলপ সৰু কৰি মুখলৈ এক ধৰণৰ হাঁহি এটা টানি আনি কৈছিল ঃ "জানে বৈশ্য, আমাৰ এই সন্মুখৰ মানুহ ঘৰৰ নতুনকৈ বিয়া কৰাই অনা বোৱাৰীয়েকজনী বিয়াৰ এসপ্তাহৰ পিছতে গিৰিয়েকৰ লগত কাজিয়া কৰি মাকৰ ঘৰলৈ গুচি গৈছিল। পিছে গিৰিয়েকে এদিন গৈ আকৌ লৈ আহিলে। আমাৰ পৰিবাৰে তেওঁলোকৰ ওচৰতে লগা ঘৰখনৰ পৰা বোলে এই কথাটো গম পাইছে যে বোৱাৰীয়েকজনীয়ে ক'ৰবাত ভাল দৰমহাৰ চাকৰি এটা কৰে, গতিকে মাহেকীয়া সেই টকাকেইটাৰ লোভতে ইমান খাতিৰ-বাতিৰ কৰি ছোৱালীজনীক এনেকৈ ঘূৰাই আনিলেগৈ। সঁচাই বৈশ্য, আজিকালি মানুহবোৰ বৰ বেছিমেটেৰিয়েলিষ্ট হ'ল, আমাৰ দিনত ছোৱালীক বিয়া কৰাইছিলো ৰূপ-গুণ চাই আৰু এতিয়াৰ দিনত ছোৱালীৰ প্ৰধান গুণ তাইৰ চাকৰিটো। আমাৰ সন্মুখৰ ঘৰখনেই তাৰ প্ৰকৃষ্ট উদাহৰণ। আপুনি পিছে বৈশ্য, এই ঘটনাটোক লৈ গল্প এটাকে লিখিব পাৰে।"

বৈশ্যই আন বহুতো দিনৰ দৰে সিদিনাও মনৰ বিৰক্তিখিনি হেঁচা মাৰি থৈছিল, ইঃ, এনে এক অভিনৱ গল্পৰ প্লট এটা দিলে! এতিয়া ছোৱালীৰ চাকৰিকে কইনাৰ প্ৰধান গুণ বুলি ধৰাটো মধ্যবিত্ত সমাজৰ এটা সহজ সাধাৰণ নিয়মত পৰিণত হৈছে দেখোন, তাকে লৈ বোলে গল্প লিখিব লাগে। হেৰা কুমুদ বৰুৱা, আচলতে তোমাক লৈহে গল্প লিখিব পাৰি, সেই গল্পত আন নাথাকিলেও এটা অভিনৱত্ব থাকিব যে এই এজন মানুহ, যি দুৰ্নীতি কৰাৰ নানা সুযোগ পায়ো চাকৰি জীৱনত একেবাৰে সাধু-মহাত্মা হৈ থাকিল। তাৰপিছত গল্পৰ খাতিৰত এনেকৈও ৰহণ সানিব পৰা যাব, বৰুৱাৰ ঘৈণীয়েকৰ দুৰাৰোগ্য বেমাৰ হ'ল (অঁ, কেন্সাৰ বুলিয়েই লিখিব লাগিব), পিছে মাদ্ৰাজ-ভেলোৰলৈ নিবলৈ বৰুৱাৰ পইচা নাই, গতিকে উপায়হীন বৰুৱা গুৱাহাটীৰ কেন্সাৰ হাস্পতালৰে শৰণাপন্ন হ'ল (লগতে এইখিনি ৰহণো সানিব পৰা যাব যে সেই হাস্পতালত তেতিয়া নানা গোলমাল চলি আছে— ডাক্তৰসকলে অসহযোগ কৰি আছে, ফলত 'ৰে' দিব লগা হৈছে হাস্পতালৰ চকীদাৰ। কিন্তু টকা নথকা মানুহৰ বাবে সেই চিকিৎসাবিনে অন্য গতি নাই) আৰু এতিয়া বেমাৰটোত ভুগি, উপযুক্ত চিকিৎসাৰ অভাৱত বৰুৱাৰ ঘৈণীয়েকৰ হাড়ে-ছালে লগা অৱস্থা হৈছে। পিছে সেইখিনিলৈকে ভাবি নিয়াৰ পিছতে ললিত বৈশ্যৰ কল্পনাৰ বেগী ঘোঁৰাটো থ'মকি ৰ'ব লগা হৈছিল। কাৰণ হাতত চাহ-জলপানৰ ট্ৰেখন লৈ বাস্তৱৰ বৰুৱানীগৰাকী, সেইসময়তে আহি তেওঁৰ আগতে থিয় হৈছিলহি, স্থূলকায়া, হাঁহিৰে উদ্ভাসিত মুখ! ওহোঁ, এইজনী মানুহক মৰণপথৰ যাত্ৰী কৰি অংকিত কৰিবলৈ গ'লে তেওঁৰ কলমডালে ক্ষণে ক্ষণে উজুটি খাব!

এতিয়া কলমডাল মুখেৰে কামুৰি ধৰি ললিত বৈশ্যই গল্পৰ প্লট এটা বিচাৰি মন-মগজু চলাথ কৰিবলৈ ধৰিলে। কি লিখে তেওঁ এতিয়া, কি লিখে বাৰু?

বাহিৰত কলিং বে'লটো বাজিল, এবাৰ, আলফুলে। অ', এন্দ্ৰিয়াছ আহিছে, বে'লৰ শব্দই তাৰ পৰিচায়ক। এই বিদেশীবোৰৰ কথা-বাৰ্তাবোৰ যেনেকুৱা মৃদু সুৰৰ, চাল-চলনবোৰো তেনেকুৱা। আমাৰ কত মানুহ আহি গাৰ জোৰেৰে বা বহুতপৰ জুৰি বা দুবাৰ-তিনিবাৰ বেলটো বজায়, কিন্তু এন্দ্ৰিয়াছে সদায়ে এবাৰ লাহেকৈ বে'লটো বজাই বৈ থাকে, বহুতপৰ কোনোবাই সঁহাৰি নিদিলেহে আকৌ এবাৰ বজাই চায়।

এন্দ্ৰিয়াছ এজন জাৰ্মান ছাত্ৰ। ভাৰতবৰ্ষৰ বিষয়ে কিবাকিবি অধ্যয়ন কৰিবলৈ আহিছে, এতিয়া গুৱাহাটী বিশ্ববিদ্যালয়লৈ আহিছে আৰু ভাষা-বিজ্ঞানৰ অধ্যাপক তেওঁৰ ল'ৰা ৰাজীৱৰ লগত সেই সূত্ৰে চা-চিনাকি হোৱাৰ পিছত বেছ ঘনিষ্ঠতাও হৈছে, সি এতিয়া মাজে মাজে তেওঁলোকৰ ঘৰলৈও আহে।

বহা কোঠালিটো বৈশ্যৰ শোৱনি কোঠালিৰ সংলগ্ন। হাতত কাগজ-কলম লৈ বহি থকা বৈশ্যৰ সেয়ে ফুৰিবলৈ অহা মানুহ-দুনুহৰ কথা-বতৰাত (যদিহে সেই আগন্তুক তেওঁৰ নহে ঘৰখনৰ আন কাৰোবাৰ ওচৰলৈ অহা মানুহ হয়) তেওঁৰ লিখাত কিছু ব্যাঘাত ঘটে, মনঃসংযোগ বাৰে বাৰে খণ্ডিত হৈ পৰে। অৱশ্যে আজি কিছুদিনৰ পৰা ৰাজীৱ বা লায়লাৰ বন্ধু-বান্ধৱ আহিলে তেওঁ হাতৰ কলম থমাই উৎকৰ্ণ হৈ থাকে, কিজানিবা সিহঁতৰ কথা-বতৰাত তেওঁ কিবা লিখাৰ সমল পায়েই! তেওঁৰ সেই 'নীচ' কাৰ্যক সমালোচনা কৰিবলৈ এতিয়া আৰু তেওঁৰ পত্নী নাই, দুবছৰ আগতে তেওঁ বিপত্নীক হৈছে।

ৰাজীৱ আৰু লায়লা ঘৰতে আছিল। দুয়ো এন্দ্ৰিয়াছক উষ্ণ আহ্বান জনোৱা শুনা গ'ল। বৈশ্যই কাণ থিয় কৰি বহি ল'লে। এই বিদেশী যুৱকজনৰ কথা-বতৰাৰ পৰাই আজি কিবাকিবি লিখাৰ সমল গোটাব লাগিব, গোটাবই লাগিব, এনেকি তেওঁ গল্প বা উপন্যাসত এনে এক চৰিত্ৰ সুমুৱাব, যি হ'ব বিদেশী। হয়, এনে এটা চৰিত্ৰই তেওঁৰ 'নিস্তেজ' লিখনিত নিশ্চয় অলপ প্ৰাণৰ সঞ্চাৰ কৰিব।

ললিত বৈশ্যই সমস্ত মনোযোগ কাণ দুখনলৈ সঞ্চাৰিত কৰি চকীত ঋজু হৈ বহি ৰ'ল।

কত কথা, কত উচ্ছ্বাস, কত হাঁহি! ললিত বৈশ্যই যেন অলপ ঈৰ্ষাৰেও পুতেকহঁতৰ কথা-বতৰা শুনি থাকিল, এনেবোৰ লঘু, আনন্দোচ্ছল মুহূৰ্ত তেওঁৰ জীৱনলৈ আৰু নাহে, সেইবোৰ চিৰকাললৈ হেৰাই গ'ল। তেওঁৰ নিজৰ অজানিতে যেন পাতল হুমুনিয়াহ এটাও ওলাল, কিন্তু লগে লগেই তেওঁ সষ্টম হৈ সিহঁতৰ কথা-বতৰাত মনোযোগ ঢালি দিলে।

এন্দ্ৰিয়াছে কিবা এটা কৈছিল, কিন্তু মাতটো সৰু বাবে তেওঁ ভালকৈ বুজি পোৱা নাছিল। পিছে লায়লাৰ সপ্ৰতিভ আৰু উচ্চকণ্ঠৰ উত্তৰটো তেওঁৰ কাণত ঠহৰ ঠহৰকৈ পৰিল ঃ 'মই মুছলমান আৰু ৰাজীৱ হিন্দু হোৱা বাবে আমি কাক পূজা কৰোঁ? হাঃ হাঃ! You know Andreas, we worship each other!'

ললিত বৈশ্যৰ সমস্ত শৰীৰেৰে যেন এক বিদ্যুৎ প্ৰবাহ খেলি গ'ল। আচৰিত, এই এটা বাক্যই, এই এটা সুন্দৰ আৰু অদ্ভুত বাক্যই তেওঁক কেনেকৈ গল্পৰ প্লট এটা দি দিলে! এৰা, এইবাৰ তেওঁ ভাল গল্প এটা লিখিব পাৰিব, একেবাৰে 'সময়ৰ লগত খাপ খোৱা' গল্পই লিখিব পাৰিব, তেওঁ গল্পটো লিখিব হিন্দু-মুছলমানৰ সম্প্ৰীতিক লৈ, বাবৰি মছজিদ ভাঙি পেলোৱাৰ পিছত ভাৰতবৰ্ষত এতিয়া সাম্প্ৰদায়িকতাই প্ৰধান 'ইছ্যু' হৈ পৰিছে, অথচ তাৰ ওপৰত তেওঁ একো এটা লিখিব পৰা নাই— তাৰ বাবেও যে তেওঁৰ মনত কিমান গ্লানি!

ললিত বৈশ্যৰ মুখখন আনন্দেৰে উদ্ভাসিত হৈ উঠিল, সঁচায়ে এইবাৰ তেওঁ এটা ভাল গল্প লিখিব পাৰিব— We worship each other—আমি প্ৰত্যেকে প্ৰত্যেকক পূজা কৰোঁ। এৰা, আমি প্ৰত্যেকে প্ৰত্যেকক পূজা কৰিব লাগে, ভালপাব লাগে, মৰম কৰিব লাগে, দয়া আৰু কৰুণা কৰিব লাগে; ইয়াতেই সমগ্ৰ মানৱৰ মঙ্গল নিহিত হৈ আছে, ইয়াৰ পিছত আৰু আল্লা-ঈশ্বৰ, ৰাম-ৰহিমক আমাৰ মাজলৈ অনৰ্থক কিয় টানিব লাগে?

ললিত বৈশ্যই কাগজ-কলম উলিয়াই লৈ খচখচকৈ লিখিবলৈ আৰম্ভ কৰি দিলে। বহা কোঠালিত তেতিয়াও পুতেক-বোৱাৰীয়েক আৰু এন্দ্ৰিয়াছৰ কথা-বতৰা চলি আছিল। কিন্তু বৈশ্যৰ তেতিয়া আৰু কোনো কথাই কাণলৈ যোৱা নাছিল।

(গৰীয়সী, ১৯৯৪)

# এটা কবিতাৰ জন্ম

'মা, মা, দেউতা অফিচৰ পৰা উভতি অহা নাই তো?'

'নাই, এতিয়া চাৰিও বজা নাই, তেওঁনো পাঁচ বজাৰ আগতে কেতিয়া অফিচৰ পৰা ওভতে? ইলেক্‌ট্ৰিচিটি ব'ৰ্ডখনৰ সমস্ত দায়িত্বভাৰ তো তেওঁৰ কান্ধৰ ওপৰতে. সেইবাবে এদিনো তেওঁ পাঁচ মিনিট আগতেও অফিচটো এৰিব নোৱাৰে। কতদিন মঙলদৈলৈ যোৱা নাই, তোৰ আইতাৰক এবাৰ গৈ চাই অহা নাই, ক'লে কয় বোলে ৰ'বা, এইকেইদিন কানাডাৰ পৰা অহা ইঞ্জিনীয়াৰকেইজনৰ লগত বৰ ব্যস্ত, নতুন যন্ত্ৰপাতিৰ ষড়যন্ত্ৰত আমি ল'ড শ্বেডিঙৰ প্ৰতাপত ৰ'বই পৰা নাই।'

অনিলে হাঁহি এটা মাৰি মাকক ক'লে— 'তোমাৰ বকনিখন এৰা, মা। কথা এটা ওলালেই হ'ল, আৰম্ভ কৰি দিয়া এই বকনি। এনেয়েনো মই তোমাক লৈ পদ্য লেখিছোঁনে— 'মোৰ মাৰ কি যে বকনি, অন্তৰখন কিন্তু মহা জুৰণি।'

ইতিমধ্যে ককায়েকৰ মাত শুনি ওচৰৰ কোঠালি এটাৰ পৰা ওলাই অহা ভনীয়েক দীপাই ক'লে— 'আৰু দেউতাক লৈ পদ্য লেখিছে— মোৰ ইঞ্জিনীয়াৰ দেউতাৰ বৰ টান দিল, কবিতাৰ নামত তেওঁ মাৰে সাত কিল। ঐ দাদা, মোৰ বাবে যে ৰিফিল কেইডালমান আনিব দিছিলোঁ, আনিলিনে? নাই অনা, নহয়; মই তোৰ মুখ দেখিয়েই গম পাইছোঁ। ৰ' আজি দেউতা আহিলে তেওঁক লৈ লেখা পদ্যৰ কথা কৈ দিম।'

'যা, যা, কৈ দিবি— মই যেন সেই ভয়তহে মৰিছোঁ। পিছে ৰিফিলৰ কথা পাহৰা নাই দে, বজাৰৰ ফালে যোৱাই নাই, এতিয়া আকৌ ওলাই গ'লে আনি দিম।'

পিছে ভনীয়েকৰ আগত বীৰত্ব দেখুৱালেও অনিলৰ দেউতাকৰ প্ৰতি বৰ ভয়। কিন্তু ভয়তকৈয়ো তাৰ ভালপোৱা প্ৰবল, সেয়ে দেউতাকৰ তাৰ কবিতা লেখাৰ বাবে সমস্ত তৰ্জন গৰ্জন সত্বেও (সৰুতে তাৰ কবিতা এটা তাৰ স্কুলৰ বহীত আবিষ্কাৰ কৰি দেউতাকে এদিন ভাল মাৰো শোধাইছিল) ইংৰাজী বালক কবি আলেকজেণ্ডাৰৰ এই লেখীয়া কবিতাৰে শপত বাক্যও মুখৰ পৰা নোলাল—

Pappa, papa, pity take
Poetry shall I never make.

হয়, দেউতাকক সি তেওঁ বিচৰা এই প্ৰতিশ্ৰুতি কোনোদিনেই নিদিলে যে ইয়াৰ পিছৰ পৰা— অৰ্থাৎ তেওঁৰ হাতত কবিতা লেখাৰ অপৰাধৰ বাবে কোব খোৱাৰ পিছৰ পৰা সি আৰু কোনেদিন কবিতা নেলেখে। তাৰ কবিতা-প্ৰেমৰ আগত দেউতাকৰ প্ৰতি ভয়ৰ ভাবনা সদায়ে সৰুতে চিগাৰেট ধৰি সেই চিগাৰেটৰ ধোঁৱা আকাশৰ পিনে উৰুৱাই দি চাই চাই আনন্দ লভা তাৰ বন্ধু বিজনৰ সেই উৰ্দ্ধগামী ধোঁৱাৰ কুণ্ডলীৰ দৰেই নিঃসীম নীলিমলৈ ধাৱিত হয়।

অৱশ্যে আৰু এক ভালপোৱা আছে অনিলৰ জীৱনত— সেই ভালপোৱা তাৰ কবিতা ভালপোৱা মনটোৰ লগত জঁট পকাই মাজে মাজে তাক বৰ আহুকালত পেলায়। তেতিয়া মাজে মাজে তাৰ সঁচায়ে কবিতা লেখিবলৈ এৰি দিবৰ মন যায়। মাকক সকলো সন্তানেই ভালপায়, কিন্তু অনিলৰ এনে লাগে যেন পৃথিৱীৰ সমস্ত সন্তানতকৈ সিয়েই তাৰ মাকক আটাইতকৈ বেছি ভাল পায়। আৰু সেইবাবেই মাকক দুখ দি তাৰ সুকোমল কবি মনটো মাজে মাজে বিসাদেৰে পৰিপূৰ্ণ হৈ যায়। অথচ সি জানে যে মাকে তাৰ কবিতা ভালপায়। তাৰ কবিতা/প্ৰকাশ পালে তেওঁৰ মুখো উজ্জ্বল হৈ উঠে আৰু তাৰ পৰা এই কথাও শিকিছে যে কবিতা পৃথিৱীৰ সুন্দৰতম বস্তু। অথচ তাৰ মাজতো এই বেজাৰখিনি। হয়তো দেউতাকৰ বাবে বাবে সকীয়নি শুনি নাথাকিলে তাৰ মাকৰ তাৰ কবিতাৰ প্ৰতি ইমান বিৰাগ নহ'লহেঁতেন। দেউতাকৰ সেই একে কথা-কবিতাই ল'ৰাটোৰে মুৰ খালে, পঢ়া-শুনালৈ মন নাই কেৱল কবিতা আৰু কবিতা। কবিতা লেখিব, কবিতা পঢ়িব, কবিতাৰ সভা-সমিতিলৈ যাব, কবি সন্মিলনীবোৰলৈ যাব— আৰু আজিকালি আনকি এসময় হাই-স্কুলইলৈয়ো কবিতা পঢ়িবলৈ যোৱা হৈছে।

নামজাদা কবি হৈ উঠিছে মোৰ পুত্ৰধন। হুঃ। কবিতাই তাক খুৱাব! কলেজৰ পঢ়া-শুনাৰ ধান্দাতকৈ এই যে কবিতাৰ ধান্দাত লাগিছ, পিছত ভালকৈ পাছ-টাছ কৰিব নোৱাৰিলে ক'ত চাকৰি এডাল পাবি হেৰ'? আজিকালি যিহে প্ৰতিযোগিতাৰ দিন পৰিছে। তেওঁৰ নিজৰ দিনত তো কোনোমতে ইঞ্জিনীয়াৰবোৰেও চাকৰি-বাকৰি নাপাই দিনৰ পিছত দিন বহি আছে। এনেয়েনো আৰু হাতত বন্দুক তুলি লৈছেনে আমাৰ ল'ৰাহঁতে।

'হেৰা, তোমাৰ কবি পুত্ৰয়ো এদিন হাতৰ কলমডাল দলিয়াই বন্দুক ল'ব লাগিব, চাই থাকিবা।' পুতেকক আগত নাপাই তাৰ মাককে অপৰাধৰ অংশীদাৰ কৰি বলকি বলকি শেষত অনিলৰ দেউতাকে সেইষাৰ কথা কৈছিল। সেইদিনা কিবা এখন কবি সন্মিলনীলৈ গৈ বহুত ৰাতিলৈ অনিল উভতি নহা বাবে দেউতাকৰ উষ্মা অলপ বেছিকৈয়ে উঠিছিল।

দেউতাক আৰু মাকৰ ভিতৰত এয়ে পাৰ্থক্য— এজনেবা কবিতাৰ বাবে তাৰ ভৱিষ্যৎ জীৱন বৰবাদ হৈ যাব বুলি-তৰ্জন-গৰ্জনেই কৰি থাকে, আনজনেও তেনেকৈ জীৱন বৰবাদ হৈ যাব বুলি কয়, কিন্তু উষ্মাৰে নহয়, ব্যথাৰে, চেনেহেৰে।

'বোপাই অ', পঢ়া-শুনা নকৰিলে তোৰ ভৱিষ্যৎ কি হ'ব ভাবি নাচাৱনো কেলেই? তদুপৰি তই আমাৰ একেটি ল'ৰা, তয়েই তো আমাৰ ঘৰখন ধৰিব লাগিব, এদিন আমাৰ বুঢ়া বয়সত তয়েই তো আমাক চাব লাগিব, কিন্তু এনেকৈ পঢ়া-শুনা নকৰি কামত নহা কবিতা লেখি দিন কটালে সঁচায়ে ভৱিষ্যতে কি হ'ব?

অনিলে মনৰ ভিতৰতে আৰ্তনাদ কৰি উঠে। Oh, I am the only son/What's to be done? কোনে বিনাইছিল এনেদৰে, কোন কবিয়ে? অছৰ্বৰ্ণ, অডেন?

ইয়াৰ পিছত তাৰ দীপাৰ প্ৰতি অযুক্তিকৰ উষ্মা জাগে। তই কিয় মোৰ ভাই নহৈ ভনী হ'লি? ভাই হোৱা হ'লে মইতো সংসাৰৰ ধান্দা, মা-দেউতাৰ প্ৰতি দায়িত্ব তাৰ মূৰৰ ওপৰতে জাপি দি উৰ্দ্ধবাহু হৈ কবিতা গাই বাই নাচি থাকিলোঁহেঁতেন। হুঃ। ছোৱালী-ল'ৰা বোলে আজিৰ দিনত সমান! ছোৱালীৰ বিয়াৰ পিছত থাকাগৈচোন জী-জোঁৱাইৰ ঘৰত। কোনটো আত্মসন্মানেৰে থাকিব পাৰিবা। কিন্তু ল'ৰা লগত থাকিব। সম্ৰাট-সম্ৰাজ্ঞীৰ দৰে, স্ব-মহিমাৰে, পূৰ্ণ মৰ্যাদাৰে, পূৰ্ণ আধিকাৰেৰে। অৱশ্যে আজিৰ দিনত আকৌ সেই পজিছনত কিমান নিগাজী হৈ থাকিব পৰা যাব তাক বোৱাৰীয়েকজনীৰ ওপৰতহে নিৰ্ভৰ কৰিব।

বোৱাৰীয়েক শব্দটো মনলৈ অহাৰ লগে লগে ক্ষুব্ধ, ক্ৰুদ্ধ ল'ৰাটোৰ মুখত তাৰ নিজৰ কবিতাৰে এটা লাইনৰ দৰে 'একাকাশ নীলা শান্তিৰ' স্নিগ্ধতা নামি আহিল। নমিতা কিন্তু সঁচায়ে বৰ ভাল ছোৱালী, তাই দীপাৰ দৰেই মাক-দেউতাকক মৰম আৰু ভক্তিৰে ওপচাই ৰাখিব। অৱশ্যে ঘৰত এক কবিতে দেউতাক বিতত, আৰু এক কবিক সেই ঘৰত সুমুৱালে দেউতাকেহে বোধহয় ভয়ংকৰ মূৰ্তি ধৰিব।

অনিলৰ মুখলৈ আকৌ মেঘৰ অন্ধকাৰ নামি আহিছিল। অৱশ্যে মাকে নমিতাৰ কথা জানে, দীপাই কৈছে আৰু বোধহয় ভালকৈয়ে কৈছে। সেয়ে মাকে নমিতাক তাৰ আগত মাতি পঠাইছে। এবাৰ চাব খোজে, লগ পাব খোজে। সেয়ে আজি অনিলে নমিতাক সিহঁতৰ ঘৰলৈ আনিছে আৰু দেউতাক এই সময়ত ঘৰত নাথাকে বুলি জানিও সাৱধানতাৰ ব্যৱস্থাটো কটকটীয়া কৰি ল'ব খুজিছে।

'মা, এটা কথা। নমিতা আহিছে, মই বাহিৰৰ ঘৰতে বহুৱাই থৈ আহিছোঁ। দেউতা কিজানি কিবা কাৰণত আজি সোনকালে ঘৰলৈ আহিছেই, সেইটো চাবলৈকে মই ভিতৰলৈ অকলে আহিলোঁ। কিন্তু তুমি মোৰ প্ৰশ্নটোৰ চিধা উত্তৰ নিদি এসোপা বলকিবলৈ ধৰিলা! তোমাৰ আৰু এই স্বভাৱৰ সলনি নহ'ল!

ককায়েকে কথা শেষ কৰাৰ আগতে দীপাই হুলস্থূল কৰি উঠিল— 'তই নমিতাক লৈ আনিছ? তাৰ পিছত তেওঁক বাহিৰৰ ঘৰত অকলে বহুৱাই থৈ এনেকৈ ইয়াত লেকচাৰ মাৰি আছ! মাক ক'লে তাক ক'ব— তোৰ স্বভাৱটোও একে...' দীপাই বাহিৰলৈ ঢাপলৈ মেলিলে।

মাকেও জীয়েকৰ দৰে অভিযোগৰ সুৰত ক'লে ঃ 'সঁচায়ে তোৰ আৰু কাণ্ডজ্ঞান নহ'ল! ছোৱালীজনীকনো এনেকৈ অকলে ইমানপৰ বহুৱাই থ'ব লাগেনে? অচিনাকি ঘৰ, তাইৰ বা কিমান অসুবিধা লাগিছে। আৰু এটা কথা নহয়, তইনো হঠাৎ কথা নাই বতৰা নাই তাইক কিয় লৈ আহিলি? আগতে তো কিবা এটা খবৰ দিব লাগে,

আনহে নালাগে চাহৰ লগত দিবলৈকে ভাল বস্তু এবিধ আজি ঘৰত নাই। সঁচাযে, তই বৰ আগ-পাছ নুগুণি কাম কৰ।'

অনিলে এমোকোৰা হাঁহিৰে মাকক সাবটি ধৰিলে ঃ

'মা, মই যে এজন কবি, নাজানা নেকি? তোমালোকৰ দিনৰ কবিয়ে কি কৈ গৈছে জানানে? বোলে— আবেগৰ বন্দী কবি, নোহে নিয়মৰ। পিছে তুমি চিন্তা নকৰিবা, নমিতাই খুব ভাল লুচি বনাব পাৰে, খুব গোল, মইতো তাইক জোকাবেই যে লুচিবোৰ তাই সাইলাখ নিজৰ মুখখনৰ দৰে গোল কৰি বনাব পাৰে। তাইক পাকঘৰত সুমুৱাই দিবা, বছ, চাহৰ লগত কি দিবা সেই চিন্তা নাথাকিব। লগতে দেউতাৰ আবেলিৰ জলপানো হৈ যাব, ভাবী বোৱাৰীয়েকৰ হাতৰ লুচি খাই তেওঁৰ মুখত তৃপ্তিৰ ভাব ফুটি উঠেনে নাই চাবাচোন, ময়ো লুকাই চাম।'

মাকে পুতেকৰ বাহুবন্ধনৰ পৰা লাহেকৈ নিজকে এৰুৱাই লৈ ক'লে— 'গুচ, চেলেপু ল'ৰা, ইমানটো হ'লিহি, এনেকি নিজৰ কইনাও বাছি ল'ব পৰা হ'লি, তথাপি কেঁচুৱামি নাতৰিল। এতিয়া ব'ল বাহিৰলৈ, বোৱাৰীৰ লগত চিনাকি কৰি দিবি।'

নমিতাই অনিলৰ মাকক দেখি বহাৰ পৰা উঠি এটা সেৱা কৰিলে। মাকৰ মুখ প্ৰসন্ন হৈ উঠিল।

'উঠা আই, উঠা, সেৱা কৰিব নালাগে। আজিৰ ছোৱালীয়ে জানো এনেকৈ সেৱা কৰে?'

আধা ঘণ্টামান পিছত নমিতাই অনিলৰ মাক আৰু ভনীয়েকৰ পৰা বিদায় লৈ ৰাস্তাত ভৰি দিছিল। অনিলো তাইৰ লগত একেলগে ওলাই গৈছিল আৰু দীপাৰ পিনে চাই ৰাস্তাৰ পৰাই চিঞৰি কৈছিল— 'এইবাৰ তোৰ ৰিফিল লৈ আহিম দেই, দীপা।' তাৰ পিছত সি সন্তুষ্ট মন লৈ আগবঢ়া নমিতাৰ লগত একে সন্তুষ্ট মন লৈ আগবাঢ়িছিল।

সন্তুষ্ট হৈছিল অনিলৰ মাকো— দীপাৰ সন্তুষ্টি তো আগৰে পৰাই আছিল। অৱশ্যে নমিতাই মাকৰ আগত গোল লুচি বনোৱাৰ অগ্নিপৰীক্ষা দি তেওঁক সন্তুষ্ট কৰিব লগা হোৱা নাছিল। ছোৱালীজনীৰ ব্যৱহাৰ পাতি, মাত-কথাই তেওঁৰ মনটো অলপ সময়ৰ ভিতৰতে মুহি পেলাইছিল।

অনিল আৰু নমিতাক বিদায় দি সিহঁত দুটাৰ অপস্ৰিয়মাণ মূৰ্তি দুটাৰ পিনে কিছুপৰ চাই থাকি অনিলৰ মাকৰ মুখৰ পৰা সৰুকৈ হুমুনিয়াহ এটা ওলাইছিল আৰু তাৰ পিছত দীপা সন্মুখত থকা সত্ত্বেও তেওঁ স্বগতোক্তি কৰাৰ দৰে কৈছিল— 'ছোৱালীজনীয়েও বোলে কবিতা লেখে, দেউতাকক ঘৰৰ এটা কবিয়েই মূৰ গৰম কৰি ৰাখে, আৰু এটা কবি আহি সোমালে যে তেওঁ কি লংকাকাণ্ডখন কৰিব ভাবিলেই ভয় লাগে!'

পিছে অনিলৰ মাকৰ সেই ভয়ৰ যে কোনো কাৰণ নাথাকিব সেই কথা তেওঁৰ জানিবৰ তেতিয়া তো কোনো উপায় বা 'দৈবদৃষ্টি' নাছিল— কাৰণ নমিতা তেওঁলোকৰ ঘৰলৈ অহাৰ কিছুদিনৰ পিছতে অনিলৰ দেউতাক অতি টান নৰিয়াত পৰিল য'ৰ পৰা তেওঁ আৰু নিৰাময় হৈ উঠিব নোৱাৰিলে।

মানুহজনৰ প্ৰবল জ্বৰ উঠিছিল, আৰু কেৱল প্ৰলাপ বকিছিল। দেউতাকৰ মৃত্যুশয্যাৰ ওচৰত বহি থকা আনিলে সেই প্ৰলাপ শুনি বিস্ময় আৰু বেদনাত স্তব্ধ হৈ গৈছিল— দেউতাক ভাল হৈ উঠা হ'লে সি যে কিমান আনন্দ আৰু পুলকৰ কথা হ'লহেঁতেন, কাৰণ দেউতাকৰ সেই প্ৰলাপৰ বেছিভাগেই আছিল তাৰ ৰচিত কবিতাৰ শাৰী!

(ৰংঘৰ, ১৯৯৪)

# এখন শ্ৰাদ্ধত চকুলো

মাকক শেষ দেখা আৰু নহ'ল, টেলিগ্ৰাম পাই গিৰিয়েক প্ৰদীপৰ লগত গৌৰী আহি যেতিয়া ককায়েকৰ ঘৰ পাইছিলহি, তেতিয়া মাকৰ চিতাৰ ছাইও 'Dust thou art to dust returnest'— বাইবেলৰ এই আপ্তবাক্যষাৰ অতি দ্ৰুতভাৱে সত্য প্ৰতিপন্ন কৰি মাটিৰ লগত মিহলি হৈ গৈছিল। কাৰণ, মাকক দাহ কৰি অহাৰ দিনাৰে পৰা ধাৰাষাৰ বৰষুণ, সেই বৰষুণেই বাইবেলৰ বাণী প্ৰায় লগে লগেই সাৰ্থক কৰাত সহায়ক হ'ল।

গৌৰীহঁত দ্বিতীয় দিনা আহি পালে। ডিব্ৰুগড়ত থাকে। ভনীয়েক গৰিমা গুৱাহাটীতে থাকে বাবে পুৱাতে ককায়েকৰ ঘৰলৈ ওলাই আহি ৰাতিহে ঘৰলৈ উভতি যায়। সৰু ভায়েক বহুবছৰৰ পৰাই প্ৰবাসী, মাঞ্চেষ্টাৰত থাকে, তালৈ টেলিফোন কৰা হৈছে, সিয়ো দুদিন পাছতে আহি পাব বুলি জনাইছে। কিন্তু অকলেহে আহিব, ঘৈণীয়েক আৰু ছোৱালীজনী নাহে, ছোৱালীজনীৰ পঢ়া ক্ষতি হ'ব, ফাইনেল পৰীক্ষাৰ সময় আহিছে। মৰাজনতো মৰিছেই, জীয়াই থকা সকলৰ ওচৰতহে জীৱনৰ নানা দাবী।

গৌৰী আহি পাই ভনীয়েকৰ ডিঙিত ধৰি অতি বৃদ্ধা মাকৰ পৰিণত বয়সৰ মৃত্যুৰ বাবে যি এবাৰেই কান্দিলে, তাৰ পিছত আৰু কান্দিবৰ বা মাকৰ কথা মনত পেলাই, বাল্যকালৰ নানা স্মৃতি বিজড়িত সুখ দুখৰ জীৱনটোত মাকেই কেনেকৈ প্ৰধান ভূমিকা লৈছিল সেই একোকে মনত পেলাই অলপ বেজাৰ কৰিবৰো সময় নোপোৱা হ'ল। আহিয়েই কঁকালত টঙালি বান্ধি কামত লাগি যাব লগা হ'ল। হয়, বৌৱেক আছে বা তেওঁ দিনটো টাকুৰি ঘূৰাদি ঘূৰি কাম কৰি আছে, গৰিমায়ো অনবৰতে কাম কৰি আছে, কিন্তু তথাপি কামৰ যেন আদি অন্তই নাই। গৰমৰ বন্ধ বাবে গৰিমাৰ ল'ৰাটো আৰু ছোৱালী দুজনীও দিনটো থাকে, ককায়েকৰো দুটা ল'ৰা—ইহঁতে বাহিৰত ঘূৰা-ঘূৰি কৰা কামবোৰৰ বাহিৰেও বজাৰ সমাৰকে ধৰি আৰু নানা কাম কৰি আছে। এই পাঁচটা ল'ৰা-ছোৱালীক খুৱাওঁতেও গৰিমাৰ আৰু বৌৱেকৰ বহুত সময় যায়। কামকৰা ছোৱালী এজনী আছে, তাইৰতো ঘৰৰ বাহিৰা বন-বাৰি, বাচন-পত্ৰ ধোৱা, কাপোৰ ধোৱা, ঘৰ-দুৱাৰ চাফ কৰা আদি কামতে সময় যায়। চতুৰ্থ দিনা আহি পালে লিলিমাই, ককায়েকৰ ডেৰ বছৰ আগতে বিয়া হৈ যোৱা একমাত্ৰ জীয়েক, পিছে তাই লগত যি দুডাল অতি চুটি আৰু অতি দীঘল নেজ (গৰিমাৰ ভাষাত) লৈ আহিছে, সেই দুডালৰ বাবে কিবা সহায় কৰিব পাৰক চাৰি 'নেজ' দুডাল অৰ্থাৎ পাঁচ মহীয়া কেঁচুৱা আৰু প্ৰায় ছ ফুট ওখ গিৰিয়েকক ঠিকমতে আলপৈচান ধৰিবলৈ তাইকে সহায় লগা হৈছে।

লিলিমাইক দেখি গৌৰীৰ মনটো অলপ সেমেকি গ'ল (আনন্দতো লাগিছিলেই), কাৰণ তেওঁৰো দুজনী বিয়া হোৱা জীয়েক আছে, সিহঁতকো খবৰ দিয়া হৈছে, কিন্তু দুজনীৰ কোনো এজনীয়ে অহাৰ সম্ভৱনা নাই। ডাঙৰ জীয়েক ইঞ্জিনিয়াৰ গিৰিয়েকৰ লগত সুদূৰ ধেমাজিত থাকে, মাকৰো মাকৰ শ্ৰাদ্ধলৈ তাইনো কিয় কষ্ট কৰি আহিব। সৰু জীয়েক নগাওঁত থাকে, অৰ্থাৎ ওচৰত থাকে, তাই আহিব পাৰিলেহেঁতেন কিন্তু তাই আসন্ন সন্তানসম্ভৱা এমাহো সময় নাই। দৰাচলতে তেওঁ ইয়াৰ পৰা জীয়েকৰ তালৈকে যাব, তাইৰ প্ৰথম কেঁচুৱা হ'ব বাবে তেওঁ তাইক ডিব্ৰুগড়লৈকে লৈ যাব খুজিছিল, কিন্তু অকলশৰীয়া জোঁৱায়েকে পঠিয়াব নুখুজিলে, বৰং তেওঁকেই লগত থাকিবলৈ মাতি পঠালে। উপায় নাই, একে যাত্ৰাতে তেওঁ মাক জীয়েক দুয়োবিধ হোৱাৰে কৰ্তব্য পালন কৰিব লাগিব, আৰু মজাৰ কথা এয়ে যে কৰ্তব্য আৱদ্ধ থাকিব এক জন্ম-মৃত্যুৰ চক্ৰত।

এইদৰেই মানুহবোৰ গোট খোৱাৰ ফলত ককায়েকৰ ঘৰত কামকৰা হাততকৈ খোৱা মুখৰ সংখ্যা বাঢ়ি গ'ল। কিন্তু সেইটোও ডাঙৰ কথা নহয়, যদিহে এখন ঘৰত মৃত্যু এটা ঘটি যোৱাৰ প্ৰায় লগে লগেই নানা ধৰণৰ কামে আহি মানুহ ঘৰক হেঁচা মাৰি নধৰিলেহেঁতেন। বেলি ডুবাৰ আগে আগে শ্ৰাদ্ধ কৰাজনৰ বাবেতো হবিষ্যৰ ভাতৰ যোগাৰ কৰিব লাগিলেই, ইফালে তৃতীয় দিনা তিলনি, দহ দিনৰ দিনা দহা, তেৰ দিনৰ দিনা শ্ৰাদ্ধ, তাৰ পিছত শ্ৰাদ্ধৰ চিঠি ছপোৱা, নিমন্ত্ৰিতৰ তালিকা প্ৰস্তুত কৰা। সঁচায়ে বিয়া এখনত কৈও শ্ৰাদ্ধৰ দায়িত্ব গুৰুতৰ। মানুহঘৰে ক'ত চকুলো পেলাই বহি থাকিব, উশাহ ল'বৰে সময় নাথাকে দেখোন। এক হিচাপে ভালেই, ই শোক পাহৰাই ৰাখে—তাৰ পিছত সময়েতো সেই পাহৰোৱা কামটো নিজৰ হাতত তুলি ল'বই।

কিন্তু গৌৰীয়ে এইবোৰ নগণ্য বুলি ধৰিছে—কাৰণ দেউতাকৰ মৃত্যুৰ সময়ত নঘটা ঘটনা এইবাৰ

ঘটিছে। আৰু সেইটোৱে ঘৰৰ প্ৰতিঘৰ মানুহকে সকলো সময়তে সন্তম কৰি ৰখাৰ দৰে [illegible]ছে। এইবাৰ দেখোন মাকৰ মৃত্যুৰ খবৰ ল'বলৈ মানুহৰ লানি লাগিছে, প্ৰতিদিন প্ৰায় পঞ্চাছ যাঠিছে ন মানুহ আহি আছে, তেওঁলোকৰ প্ৰত্যেকৰে হাতত চিৰাচৰিত ৰীতি অনুযায়ী নানা ফল মূল, বুটমাহ গাখীৰ আদিৰ টোপোলা। ওচৰৰ সম্পৰ্কীয় দুই একে হবিছৰ চাউল, খৰুৱা বেঙেনা, গৰুৰ ঘিঁউৰ বটলো আনিছে। এইবোৰ লৈ সকলো সামৰি থোৱা অভ্যাগতক বহিবলৈ দিয়া, ফলমূল কাটি খাবলৈ যচা, বুট মাহ তিয়াই, ধুই, আদা কাটি নিমখ সানি সেইবোৰো দুখত দুখী হ'বলৈ অহা সকলক গ্ৰহণ কৰিবলৈ অনুৰোধ কৰা, তাৰ পিছত মাকৰ মৃত্যুৰ সময়ৰ বৰ্ণনা পুৰা গধূলি প্ৰতিদিনে অহা সকলক আকৌ পুনৰাবৃত্তি কৰি শুনোৱা—সকলো মিলি কাৰো এখন্তেক জিৰাবৰ সময় নাই। এনে ঘটনা প্ৰতিঘৰ মৃত্যুৱে গছকি যোৱা পৰিয়ালতে হয়, কষ্ট হ'লেও ঘৰৰ মানুহবোৰৰ তৃপ্তি হয় তাতোধিক, এনে এক শূন্যতাৰ সময়ত মানুহৰ উপস্থিতি, মানুহৰ সান্ত্বনাৰ যে কি প্ৰয়োজন! মৃত্যুৱেই সকলো শেষ কৰি যাব পৰা নাই, জীৱনৰ জয়ধ্বনি এতিয়াও বাজি আছে— এই যে শ শ মানুহ অহা যোৱা কৰি আছে, তেওঁলোকৰ শোকত সান্ত্বনা দি আছে এয়া জানো জীৱনৰে মৃত্যুক নেওচা দিয়া এক অভিব্যক্তি নহয়?

কিন্তু ইয়াৰ মাজতো গৌৰীৰ মনটোত এটা অতৃপ্তি লাগি আছে। দেউতাকৰ মৃত্যুততো ইমান সমবেদনাকাৰী নাছিল, এইবাৰ মাকৰ মৃত্যুত কেনেকৈ এই সংখ্যা ইমানকৈ বৃদ্ধি পালে? গুৱাহাটীত জনসংখ্যাৰ অভাৱনীয় বৃদ্ধিয়ে বাৰু ইয়াৰ কাৰণ নেকি? কিন্তু দেউতাকৰতো মাত্ৰ দুবছৰ আগতে মৃত্যু ঘটিছে, এই দুবছৰতেনো ইমান মানুহ বাঢ়িলেও সেই অনুপাতে ককায়েকৰনো বন্ধু বান্ধৱ, পৰিচিতিৰ সংখ্যাও বাঢ়িলনে? তদুপৰি তেওঁলোকৰ মাককে বা কিমান মানুহে জানিছিল। হ'ব পাৰে তেওঁ এগৰাকী স্নেহময়ী, ধৰ্মপ্ৰাণা মহিলা, কিন্তু সমাজৰ লগততো তেওঁৰ কোনো পোনপটীয়া সম্পৰ্ক নাছিল, আনহাতে তেওঁৰ স্বামী-গৌৰীহঁতৰ দেউতাক সাধাৰণ হৈয়ো অসাধাৰণ শব্দটোৰ অন্তৰ্নিহিত অৰ্থটোৱেই আছিল এজন অসাধাৰণ মানুহ। স্কুলৰ শিক্ষক আছিল তেওঁ---এক আদৰ্শ শিক্ষক। সাধ্যানুসাৰে বহুতো দুখীয়া ল'ৰাক সহায় কৰিছিল, শিক্ষাদানত একনিষ্ঠ আছিল, স্কুলীয়া কিতাপৰ শিক্ষা দিয়াৰ লগতে জীৱনৰ শাশ্বত মূল্যবোধৰো শিক্ষা দি গৈছিল। জীৱন কালত তেওঁ এক আদৰ্শ শিক্ষক হিচাপে একেবাৰে স্বীকৃতি নোপোৱা নহয়, মৰণৰ পিছতো সেই স্বীকৃতি পাইছিল। কেবাজনেও সমবেদনা জনাবলৈ আহি তেওঁলোকক কোৱা এতিয়াও মনত আছে—'এনে শিক্ষক আজিৰ দিনত বিৰল। আচলতে জানা তপন (গৌৰীৰ ককায়েকৰ নাম), তোমাৰ দেউতাৰ মৃত্যুৰ লগে লগেই আগৰ ছাম প্ৰকৃত শিক্ষকৰ ধাৰাটো শেষ হৈ গ'ল বুলিব পাৰি। এতিয়াৰ শিক্ষকসকলৰ আদৰ্শটো হ'ল কেনেকৈ পাল মাৰি ক্লাছকেইটা শেষ কৰি টিউছন কৰি ধন ঘটি আধুনিক বিলাস-ব্যসনেৰে জীৱন কটাব পাৰে। জীৱনৰ সমস্ত মূল্যবোধ একেবাৰে বস্তুবাদী হৈ গ'লহে!. ...'

কিন্তু গৌৰীয়ে আচৰিত হৈ শুনি আছে যে বহুত মানুহে মাকৰ ইয়াতকৈও বেছি সুনাম গাই আছে— বিশেষকৈ ওচৰ চুবুৰীয়াৰ কেবাজনেও আৰু তেওঁৰ লগত জীৱিত কালত ব্যক্তিগত সম্পৰ্ক থকা বহুতে। '............তেখেতৰ দৰে সাদৰী স্বভাৱৰ মানুহ বিৰল দেই.........' — '............মুখৰ পৰা হাঁহিটো অনবৰত নুগুচিলেই...............'— '...........তেখেতৰ হাতখনতো কিবা যাদু আছিল, যি এবাৰ তেখেতে ৰন্ধা বস্তু খাইছে সি জীৱনকালত আৰু তাৰ সোৱাদ পাহৰিব নোৱাৰিব.. ...........'— '.. ......... . অতি আদৰ্শবাদী মহিলা, সেয়েহে তপনহঁতৰ দৰে পুত্ৰক আজিৰ এই ৰূপত গঢ়ি তুলিব পাৰিছে........... ' — '..........আমাৰ চুবুৰীৰ লাই খুঁটা এডাল যেন লাগিছিল............' ইত্যাদি ইত্যাদি।

আৰু কত প্ৰশংসা। গৌৰী অবাক হৈ যায়— এইবোৰ শুনি থাকিলে এনে লাগে—তেওঁলোকৰ মাক যেন কোনো তেজ মঙহৰ মানুহ নহয়, পূজাৰ বেদীত সভক্তিৰে থিয় কৰাই থ'ব পৰা নানা গুণৰ অধিকাৰিণী কোনোবা দেৱীহে আছিল। গৌৰীক বিশেষকৈ অবাক মনাই দিলে শচীনে। শচীন তেওঁলোকৰ এক ঘনিষ্ঠ ওচৰ চুবুৰীয়াৰ ল'ৰা আছিল, এতিয়া অৱশ্যে ওচৰচুবুৰীয়া নহয়, এতিয়া তেওঁ তপনহঁতৰ ওচৰৰ পৰা উঠি গৈ আন ঠাইত ঘৰ বান্ধিছে—প্ৰকাণ্ড ঘৰ, কাৰণ শচীন বৰ্তমান এজন নাম কৰা কাঠ ব্যৱসায়ী। এই শচীন কিন্তু দেউতাকৰ মৃত্যুৰ সময়ত অহা নাছিল, আৰু সেই নহাক লৈ কোনোৱে ভবাও নাছিল কাৰণ চকুৰ আগৰপৰা আঁতৰি যোৱা মানুহ একপ্ৰকাৰ মনৰ পৰাও আঁতৰি যায়। কিন্তু এতিয়া সেই শচীনেই গাড়ীৰ ড্ৰাইভাৰৰ হাতত প্ৰকাণ্ড বেগটো 'সামান্য ফলমূল' বুলি থৈ দিবলৈ কৈ একেবাৰে আপোনজনৰ দৰেই তপনৰ ওচৰত মাটিত বহিছিল। 'মাহীদেৱে' ক'ৰ গুণ

বৰ্ণনা কৰি কৰি, শৈশৱৰ স্মৃতি ৰোমন্থন কৰি কৰি ইয়াৰ পিছত প্ৰায় আধাঘণ্টামান সময় কটাইহে শচীনে বিদায় লৈছিল, আৰু বাৰে বাৰে কৈছিল শ্ৰাদ্ধত যাতে তেওঁৰপৰা যৎপৰোনাস্তি সহায় লৈ তেওঁক কৃতাৰ্থ কৰা হয়, 'মাহীদেৱ'কে বাল্যকালত নানা ধৰণে কৰা মৰমৰ সামান্য হ'লেও প্ৰতিদান দিয়াৰ সুযোগ দিয়া হয়।

অশৌচীয়া ঘৰখনলৈ খাবলৈ অনা বস্তুবোৰ কিন্তু কাৰো খাবলৈ আজৰি নহয়, প্ৰায় আটায়ে একপ্ৰকাৰ লঘোনীয়া আৰু নানা পৰিশ্ৰমত ক্লান্ত হৈ পৰা দেহেৰে গধূলি হবিষ্যৰ ভাতৰ ওচৰত একেলগে হয়— এই একেলগে হ'ব পৰা মুহূৰ্তটোলৈকে যেন প্ৰত্যেকজন দিনটোত উন্মুখ হৈ থাকে— অৱশ্যে তপনে মানুহক মাত লগাই ভাতখিনি ৰান্ধিবলৈ আহে মানে প্ৰায় বেলি ডুবি যায়, যদিও হবিষ্যৰ ভাত বোলে বেলি ডুবাৰ আগতে খাই উঠিব লাগে, কিন্তু উপায় নাই, আতুৰত নিয়ম নাস্তি, তথাপি যেনিবা ঘৈণীয়েক ভনীয়েকহঁতে সমস্ত যোগাৰখিনি কৰি থয় বাবে চৰুৰ তলত জুই দি চাউল আৰু কাটি কুটি ধুই যতনাই থোৱা শাক-পাচলিখিনি চৰুত পেলাই দিলেই প্ৰায় লগে লগে ভাত হৈ যায়।

হবিষ্যৰ ভাত খাবলৈ সকলোৰে হেঁপাহ, সেয়ে তপনৰ লগতে ঘৰৰ বাকীবোৰেও অপ্ৰয়োজনতো সেই ভাত খায়। আধা লঘোনীয়া পেটত আদা, ঘিঁউ আদিৰ জুতি লগা সেই ভাতকেইটা অমৃত যেন লাগে।

অৱশ্যে এনেধৰণে পৰিয়ালটো গোটে খোৱা সময়খিনিতো মানুহ আহি মাত লগায়। তপন বা ভায়েক পৱন ভাতৰ পাতৰপৰা উঠি যাব নোৱাৰে বাবে ঘৰখনৰ আন কোনোবা এজনে গৈয়ে মানুহক মাত লগায়গৈ।

এনে এটা সময়ত এদিন পৱনে সুধিলে—'বাৰু ককাইদেউ, যোৱাবাৰ দেউতাৰ মৃত্যুৰ সময়ত মইতো ইমান মানুহ আমাৰ ঘৰলৈ অহা দেখা নাছিলোঁ—এইবাৰ কি হ'ল?'

ভায়েকৰ উত্তৰত তপনে কিবা কোৱাৰ আগতেই গৌৰীয়েই টপৰাই কৈ উঠিল—'কি হ'ব আৰু। এইবাৰ আমাৰ ককাইদেউ ডাঙৰ মানুহ হ'ল। তেওঁক চৰকাৰে যি উচ্চ বাবটো দিছে, তাৰ বাবে এতিয়া সমাজত তেওঁৰ বৰ খাতিৰ। সেইবাবেই all roads lead to Rome ৰ দৰে এতিয়া All roads lead to Tapan Kakati house। মোৰ সেই চীনা সাধুটোলৈকে মনত পৰি যায়। তই জাননে নেজান পৱন? সেই যে এজন সাধাৰণ পোছাক পিন্ধা মানুহে ভোজসভালৈ গৈ কোনো সোধ-পোছ নোপোৱাত পিছত মণিৰত্ন খটোৱা চোলা এটা পিন্ধি গৈছিল আৰু তেতিয়া সকলোৱে খাতিৰ কৰি ভালকৈ খাবলৈ দিয়াত খোৱা বস্তুবোৰ চোলাৰ মোনাত সুমুৱাইছিল? মানুহবোৰ আচৰিত হৈ তাৰ কাৰণ সোধাত কৈছিল— আপোনালোকেতো মোক মানুহটোক খাবলৈ দিয়া নাই, দিছে চোলাটোক, সেয়ে খোৱা বস্তুবোৰ চোলাটোকে খাবলৈ দিছোঁ—। ... ... বুজিছ পৱন, সেই গল্পটোৰ দৰেই এই মানুহবোৰৰ বহুতেই মাৰ মৃত্যুৰ সমবেদনা জনাবলৈতো অহা নাই, আহিছে ককাইদেউক খাতিৰ লগাবলৈ।'

ঘৰখনৰ ল'ৰা ছোৱালীবোৰৰ ভিতৰত গৌৰীয়েই আটাইতকৈ কথা চহকী বুলি সকলোৱে জানে। তেওঁ কলেজীয়া শিক্ষা পূৰাকৈ ল'ব পৰা নাছিল যদিও জ্ঞান-বিজ্ঞানৰ প্ৰতি প্ৰকৃত আগ্ৰহ এটা থকা বাবে সুবিধা পালেই নানা বাহিৰা কিতাপ-পত্ৰ পঢ়ে আৰু কিছু কথা জানে।

কিন্তু গৌৰীৰ কথা শুনি ককায়েকে উষ্মা প্ৰকাশ কৰে 'তই তেনেকৈ কিয় কৈছ, গৌৰী? মানুহৰ শুভেচ্ছাৰ বিনিময়ত এনে কথা কোৱা অকৃতজ্ঞতাৰ কাম হয়। এইটো কি নতুন কথা হৈছে? প্ৰতাপ-প্ৰতিপত্তি হ'লে মানুহক মানুহে অলপ বেছি খাতিৰ-বাতিৰ কৰেই। আজি যি মন্ত্ৰীৰ বিয়া বুলি ইমান ধুম-ধাম বা নানা খলকনি লাগিছে, কালি তেওঁৰ মন্ত্ৰী ভঙা গ'লে ইমান খাতিৰ বাতিৰ বা আলোচনা-বিলোচনা চলিব নে?'

পৱনে ক'লে—'অ' উৰহিৰ গুৰি ক'ত এতিয়াহে গম পালোঁ, কথা তেন্তে এয়ে—

গৰিমাই হাঁহি ক'লে—'ইমান বছৰ বিদেশত থাকিও তইতো ভাল অসমীয়া ফঁকৰা যোজনা মনত ৰাখিছ'—

বাহিৰত আৰু মানুহ অহাৰ খবৰ আহিল, গতিকে সেই প্ৰসংগ তাতে অন্ত পৰিল আৰু তপন-পৱনে খৰধৰকৈ খোৱা বস্তু শেষ কৰাত লাগিল।

ঘৰখনলৈ আৰু মানুহ আহিল, এইবাৰ গুৱাহাটীৰ বাহিৰৰ পৰা, মাকৰ গাঁৱৰপৰা, দেউতাকৰ গাঁৱৰপৰা আৰু আহিল থকাকৈয়ে। গৌৰীহঁতৰ কামৰ হেঁচা আৰু বাঢ়িল।

গাঁৱৰ লগত সম্পৰ্ক বহুত দিনৰ পৰাই নাই, দেউতাকৰ গাঁৱৰ লগতো, মাকৰ গাঁৱৰ লগতো। তেওঁলোক

দুজন জীয়াই থাকোঁতে গাঁৱৰ মানুহ দুনুহ আহি গৈ থাকিছিল, কিন্তু এতিয়া তেনেকৈ প্ৰায় কোনো নাহে। তাৰ কাৰণ মাক-দেউতাকৰ প্ৰায় সমনীয়া কিছু আত্মীয়-স্বজনৰ মৃত্যু হ'ল, কিছু বৃদ্ধ হৈ অথৰ্ব হৈ গাঁৱৰপৰা বাহিৰ ওলাব নোৱৰা হ'ল আৰু ডেকাসকলৰ বহুতো আগতেই গাঁও এৰি চহৰলৈ নানা চাকৰিৰ পাওাত গুচি আহিল, থকাসকলৰো তপনহঁতৰ দেউতাকৰ মৃত্যুৰ পাছত বা মাক অথৰ্ব হৈ বোধ শক্তি ৰহিত হোৱাত আহিবলৈ কোনো কাৰণ বা প্ৰেৰণা নোহোৱা হ'ল।

গৌৰীৰ সম্পৰ্ক আৰু ক্ষীণতৰ হৈছিল, কাৰণ তেওঁ বিয়া হৈ কেবল মাকহঁতৰ ঘৰখনেই নহয়, এই চহৰ এৰি থৈয়ো গুচি গৈছিল। গতিকে গৰিমাৰ গাঁৱৰ মানুহৰ লগত যিখিনি সম্পৰ্ক আছিল গৌৰীৰ সিমানকণো নাছিল।

গতিকে এতিয়া গাঁৱৰপৰা অহা প্ৰায় কাকোকে গৌৰীয়ে চিনি নোপোৱা হ'ল। 'তই গৌৰী? মোক চিনি পাইছনে নাই? মই নুমলী বায়েৰ, তোৰ মাৰৰ বৰ বায়েকৰ বৰ জীয়েক।'

'মোৰ মাৰতো বৰ বায়েক... ...' গৌৰীয়ে ইতঃস্ততঃ কৰিবলৈ ধৰে। 'মই বৰদেউতাৰ জীয়েক বৰ বায়েকৰ কথা কৈছোঁ অ'—। তহঁতেতো গাঁৱৰ লগত একেবাৰে সম্পৰ্ক ছিঙি পেলালি—কিন্তু তপনে হ'লে তেনে কৰা নাই, মাকৰ শ্ৰাদ্ধৰ চিঠি আমালৈ ঠিকেই পঠাইছে—। ইমান ডাঙৰ মানুহ হৈয়ো সি আমাক পাহৰা নাই।' তাৰপিছত সেই নুমলী বায়েকে ডেকা ল'ৰা এটাক প্ৰায় টানি অনাৰ দৰেকৈয়ে গৌৰীৰ আগলৈ আনি ক'লে—'এইটো তোৰ বৰ ভাগিন, গণেশ, এইবাৰ বি. এ. পাছ কৰিছে। এই গণেশ, তই ভিতৰলৈ গৈ মামীয়েৰক টোপোলাটো দি আহিলি নে? ঘৰৰে জহা চাউল কেইটামান আৰু বাৰীৰ লাউ-জিকা কেইটামান আনিছিলোঁ অ'। শৰাধৰ কামত লাগিব। আজিকালি গাঁওবোৰ একেবাৰে দুৰ্ভিক্ষত পৰাৰ দৰে হ'ল অ', ক'তো একো পাবলৈ নোহোৱা হ'ল। বানপানীয়ে আমাৰ বহুতো তামোল গছ মাৰি পেলালে, নহ'লে শ্ৰাদ্ধৰ তামোলৰ যোগাৰ আমিয়ে দিব পাৰিলোঁহেঁতেন।... ...সঁচায়ে গাঁৱৰ মানুহৰ অৱস্থা বৰ বেয়া হৈছে, আমাৰে কথা ধৰচোন—এই গণেশটো বি. এ. পাছ কৰি বহি আছে, আজিলৈ চাকৰি বাকৰিৰ যোগাৰ এটা হোৱা নাই। হওঁতে গাঁৱৰ স্কুলতে কাম খালী আছে—

গৌৰীয়ে সিমানতে নুমলী বায়েকৰ কথা শেষ কৰিবলৈ বাধ্য কৰি ব্যগ্ৰভাৱে কৈ উঠিল—'ইস্—ইমানখিন দূৰৰপৰা ইমান কষ্ট কৰি আহিছা। ব'লা তোমালোকে মুখ-হাত ধুবা, আহা গণেশ, এইফালে আহা—মই তোমালোকৰ চাহ-জলপান যোগাৰ কৰি আনো।'

দেউতাকৰ ভনীয়েকৰ ল'ৰাই গাঁৱতে হলাৰ মেচিনকে আদি কৰি নানা সৰু সুৰা ব্যৱসায় কৰি চলি আছে, বৃদ্ধা অসুস্থ মাকক লৈ তেৰোঁ আহি পালে।

'পেহীয়েৰক একেবাৰে পাহৰি পেলালি নহয়? নবৌক আৰু শেষ সময়ত দেখা নাপালোঁ। শেষ সময়তে বা কিয়, বহু বছৰ ধৰিয়ে দেখা নাই। নিজৰে দেহাৰ এই অৱস্থা, আহোঁয়ে বা কেনেকৈ। আজি সেই লখিমী নবৌজনীৰ মৃত্যুৰ বাতৰি শুনি আৰু থাকিব নোৱাৰিলোঁ, বুঢ়া বেমাৰী দেহেৰেও এবাৰ তপনক মাত লগাবলৈ ললীক লৈ আহিলোঁ। হওঁতে ইয়াৰ কিছু ক্ষতি হ'ব, দুদিন কাম ক্ষতি হ'ব। তথাপিও মামীয়েকৰ কামলৈ নাহিলে নাৰু কেনেকৈ চলে— কমনো মৰম কৰিছিল নে মামীয়েকে" গৌৰীহঁতৰ লগত প্ৰায় সম্পৰ্ক নথকা পেহীয়েকে আঁচল টানি শুকান চকু দুটা মচিলে।

এনে নৃপেন্দ্ৰ নামৰ মানুহজনৰ পৰিচয় পোৱাৰ পিছত প্ৰায় উচ্ছ্বসিত হৈ উঠিছিল। নৃপেন্দ্ৰ হওঁতে গৌৰীহঁতৰ ওচৰ সম্পৰ্কৰ কোনো নহয়, কিন্তু কংগ্ৰেছৰ কাম কৰি ঘূৰি ফুৰা মানুহজন চহৰলৈ আহোঁতে প্ৰায়ে তপনহঁতৰ ঘৰলৈ আহে আৰু তেনেকৈয়ে তপনহঁতৰ গাঁৱৰ আপোন মানুহবোৰতকৈও নৃপেন্দ্ৰ আপোন হৈ পৰিছে। এতিয়া তাও সম্পৰ্কত খুৰীদেউ বুলি মতা মানুহ গৰাকীৰ মৃত্যুত তেওঁ বাৰু এবাৰ কেনেকৈ নাহি পাৰে?

ঘৰটোত থাকিবলৈ ঠাইৰ খুব সংকুলন হৈছে। কেঁচুৱাটোক অলপ আৰামত ৰাখিবলৈ, গিৰিয়েককো ৰাতিৰ ভাত সাজ আমিষ খুৱাবলৈ আৰু নিৰুপদ্ৰৱ শান্তিত শুৱাবলৈ গৰিমাহঁতৰ লগত লিলিমাই ৰাতি গৈ পেহীয়েকৰ ঘৰত থাকে। ইমানখিনি মানুহ গুচি যোৱাৰ পিছতো ৰাতি শোৱাৰ ঠাইৰ অভাৱ হৈ আহিছে। সেয়ে একো একোটা ঘৰত ঢালাই বিছনা পাতি শোৱাৰ ব্যৱস্থা কৰিবলৈ গৌৰীহঁত বাধ্য হৈছে।

বিলাতৰ ভায়েকক গৌৰীহঁতে অলপ আছুতীয়াকৈ আৰামকৈ থকাৰ ব্যৱস্থা কৰি দিব খুজিছিল যদিও পৱন সন্মত নহ'ল, গৌৰীহঁতৰ লগতে একেলগে মাটিত শোৱে তেওঁ। কতদিনৰ মূৰত আহিছে, আৰু কত দিনলৈ গুচি যাব—ঘৰৰ মানুহৰ সান্নিধ্য তেওঁ শেষ বিন্দুলৈকে পাব খোজে। নৃপেন্দ্ৰ অহাৰ দিনা ৰাতি শুবৰ সময়ৰ চিৰাচৰিত সুদীৰ্ঘ কথা-বতৰাত নৃপেন্দ্ৰৰ প্ৰসঙ্গই প্ৰথম ঠাই পাইছিল।

'বাইদেউ, আজি ক'ত বছৰৰ মূৰত মই 'নিপেন ককাইদেউক' লগ পালোঁ জাননে? সুদীৰ্ঘ ছব্লিছ বছৰৰ পাছত! মই ইংলণ্ডলৈ যোৱাৰ আগতে বোলে তেওঁ গুৱাহাটীলৈ বা আমাৰ ঘৰলৈ তেনেকৈ অহা নাছিল বাবে মই লগ পোৱা নাছিলোঁ, তাৰ পিছত কংগ্ৰেছৰ কামত লগাত হে গুৱাহাটীলৈ আহি থাকিব লগা হ'ল। তদুপৰি গুৱাহাটীতময়োতো বেছি ভাগ সময় নাছিলোঁ, অসমৰ বাহিৰত পঢ়িয়ে দিন কটাই দিলোঁ— নিপেন ককাদেউক আৰু ক'ত লগ পাম? কিন্তু এই মানুহজনক হ'লে মোৰ খুব ভালকৈ মনত আছে! নাথাকিবনে আৰু মোৰ যে শৈশৱৰ হিৰো! সেই যে যুদ্ধৰ সময়ত আমি গাঁৱত গৈ এবছৰমান আছিলোঁ তেতিয়া এই নিপেন 'ককাইদেউ'ৰ কাণ্ড-কাৰখানাই মোক মুগ্ধ বিস্ময়ত তেওঁৰ চেলা কৰি ৰাখিছিল। নৈৰ ইপাৰ নিমিষতে পাৰ হোৱা, লোকৰ কুঁহিয়াৰ বাৰীৰপৰা কুঁহিয়াৰ চুৰি কৰা, একে নিমিষতে আম গছৰ ওপৰৰ ডালত উঠি আম পৰা, কাঁইটীয়া বেতৰ জোপাত সোমাই বেতগুটি ছিঙা ককাইদেউৰ এইবোৰ নানা কাৰ্যই মোৰ গাঁৱৰ দিনবোৰ ৰোমাঞ্চেৰে পৰিপূৰ্ণ কৰি ৰাখিছিল। বিশেষকৈ এটা কথাতো কোনমতেই পাহৰিব নোৱাৰোঁ— মাঘ বিহুৰ সময়তে যেতিয়া কণী যুঁজ হৈছিল নিপেন ককাইদেৱেনো ক'ৰ পৰা কি শিলৰ দৰে কণী এটা যোগাৰ কৰিছিল— সকলোৰে কণী সেইটো কণীৰে ভাঙি পেলাইছিল। তাৰ পিছত মেজিৰ জুইতে সেই কণীবোৰ ভাজি তেওঁ আমাক যেতিয়া খাবলৈ দিছিল— তেতিয়া যে কি সোৱাদ লাগিছিল! তাৰপিছত কত অমলেট খালোঁ, বিদেশতো কত বিভিন্ন ধৰণে বনোৱা অমলেট খালোঁ কিন্তু নিপন ককাইদেৱৰ অমলেট জুতি যেন আজিও জিভাত লাগি আছে!... সেই মানুহজনকে মই সুদীৰ্ঘ ছব্লিছ বছৰৰ মূৰত লগ পালোঁ— কিমান যে ভাল লাগিছে মোৰ! গাঁৱৰ সকলো মানুহক দেখি ভাল লাগিছে, আৰুতো কেতিয়াবা এওঁলোকক লগ পাম বুলি মনে নধৰে! সকলোৰে ফটো তুলি লৈ যাম ৰ...'

ভায়েকৰ এই আনন্দত গৌৰীৰো খুব আনন্দ লাগিছিল। আৰু এইবাবেও আনন্দ লাগিছিল যে এওঁলোক টকা-পইচা নোহোৱা মানুহ, দূৰৈৰ পৰা খৰচ কৰি আহিছে কোনো স্বাৰ্থৰ খাতিৰত নহয়, একমাত্ৰ তেওঁলোকৰ মাকৰ মৃত্যুত আন্তৰিক সমবেদনা জনাবলৈকে আহিছে। গৌৰীৰ চকু দুটা সেমেকি উঠিল।

পিছদিনা গৌৰীয়ে ককায়েকৰ হবিছৰ ভাত খোৱা পৰত ঘৰৰ বাকী মানুহৰ লগতে ওচৰত বহি ইটো সিটো কথা পাতি থাকোঁতে তেওঁলোকৰ লগত আহি পেহীয়েক আৰু নুমলী বায়েকো বহিলহি।

"অ হয়নে তপন, তই বোলে আজিকালি বৰ ডাঙৰ মানুহ হৈছ?" নুমলী বায়েকে কথা আৰম্ভ কৰিছে—'মাৰৰ সকামলৈ বোলে মন্ত্ৰীসকলো আহিব? আমি গাঁৱত সকলো শুনিছোঁ, শুনি বৰ গৌৰৱ আৰু আনন্দ বোধ কৰি থাকোঁ— এতিয়াৰ মন্ত্ৰীসকলৰ লগত বোলে তোৰ উঠা-বহা সম্পৰ্ক। হেৰ, আমাৰ গণেশটো বি. এ. পাছ কৰি এনেয়ে বহি আছে, তই কিন্তু মন্ত্ৰীক কৈ গাঁৱৰ স্কুলতে তাৰ চাকৰি এটা যেনেতেনে ব্যৱস্থা কৰি দিব লাগিব। সেই আশাতেই ইমান দূৰৰপৰা এই ৰুগীয়া শৰীৰেও ঢাপলি মেলি আহিছোঁ; অৱশ্যে মাহীদেউৰ সকাম বুলি অহাটো প্ৰধান কথা— 'নুমলী বায়েকে শেষৰ বেফাছ কথাকেইটা কৈ লগে লগে তাৰ শুধৰণি কৰাৰো চেষ্টা কৰিলে।

'অ, আমিও শুনিছো তই যে বৰ ডাঙৰ মানুহ হৈছ। চাচোন, পেহীয়েৰৰ পুতেৰ ককায়েকটো তোৰতো আপোন ককায়েৰেই, গাঁৱতে সৰুসুৰা কাৰবাৰ এটা কৰিয়ে আছে, অৱস্থা দেখিলে তোৰ ককায়েৰ বুলি পৰিচয় দিবলৈকে লাজ লাগিব। ককায়েৰে মোক কৈছে— তই মন্ত্ৰীক এষাৰ কৈ দিলেই গাঁৱৰ আলি পদুলিৰ ঠিকা ঠুকলিবোৰ পাই যাব,— পেহীয়েকেও নুমলী বায়েকৰ কথাৰ সুৰতে তেওঁৰ কথাখিনি কৈ পেলালে।

শ্ৰাদ্ধৰ আগদিনাও গাঁৱৰপৰা কিছু মানুহ আহি পালে, পুৱাও। সকলোকে আলপৈছান ধৰি ধৰি গৌৰীয়ে মনে মনে আৰ্তনাদ কৰি উঠিল— 'মা, মা, এওঁলোকৰ বেছিভাগেই তোমাৰ মৃত্যুত আমাক সমবেদনা জনাবলৈ অহা নাই, কি চহৰ, কি গাঁও-ক'ৰোপৰাই অহা নাই, আহিছে ককাইদেউ ডাঙৰ মানুহ হোৱাই...........মা, মোৰ যে আজি ইমান বেজাৰ লাগিছে, একেবাৰে বুকু ফাটি গৈছে মা-মা............মা.........'

গৌৰীয়ে আৰু চকুলোঁ ৰোধ কৰি ৰাখিব নোৱাৰিলে।

# ৰাতি পুৱাব

আজিকালি কমলাৰ ৰাতিবোৰ বিয়াৰ প্ৰথম অৱস্থাৰ দৰে মাদকতাপূৰ্ণ আৰু মধুৰ তো নলগা হ'লেই, বৰং সি নানা ধৰণে বিভীষিকা ভৰা হ'ল। প্ৰৱীণ, ছামছুল ডাক্তৰৰ ড্ৰাইভাৰ আছিল আৰু তেওঁলোকৰ ঘৰতে শনি আৰু ৰবিবাৰৰ বাহিৰে আটাইকেউটা দিন কটাইছিল, গতিকে বিয়াৰ ঠিক পিছৰ দিনবোৰত শনিবাৰ আৰু ৰবিবাৰৰ ৰাতিবোৰৰ বাবে কমলা আৰু প্ৰৱীণৰ অধীৰ অপেক্ষাৰ যেন অন্তই নপৰিব, মিলনৰ নানা উত্তেজনা আৰু মাদকতাৰ অভিজ্ঞতাৰ স্মৃতি আৰু পুনৰ সেই মিলনৰ আসন্ন আশাত দুয়োৰে অপেক্ষা যেন আৰু দুঃসহ হৈ উঠে। প্ৰৱীণৰ গাঁওখন ছামছুল ডাক্তৰৰ চহৰৰ গাঁওখনৰ পৰা সাত মাইল দূৰৈত। সেই সাত মাইল পথত তেতিয়া প্ৰৱীণৰ বাই-চাইকেলখন 'এৰোপ্লেন উৰাদি উৰে' বুলি মন্তব্যটো দিছিল গাঁৱৰে সমনীয়া ললিতে, অকল সেয়ে নহয়, বিয়াৰ পিছত শনিবাৰে আবেলি ৰাতি প্ৰবল বেগে চাইকেল চলাই অহা প্ৰৱীণৰ লগত ললিতৰ যদি ভেটাভেটি হৈ যায় তেতিয়া ললিতে মুখত অৰ্থপূৰ্ণ হাঁহি এটা বিৰিঙাই প্ৰথমতে ক'ব— 'ঐ, চাইকেল নহয় যেন এৰোপ্লেনহে চলাইছ— চাবি, ক'ৰবাত এক্সিডেণ্ট হৈ মৰিবি, তেতিয়া বাপেক তোৰ—' ইয়াৰ পিছত ললিতে অশ্লীল শব্দ কিছুমানেৰে বাক্যটো শেষ কৰে আৰু প্ৰৱীণে চাইকেলৰ গতিবেগ আৰু অলপ বঢ়োৱাৰ প্ৰাণপণ চেষ্টা কৰি মুখেৰে ভোৰভোৰায়— 'চালা ধোদৰ পচলা, বাপেৰৰ মাটিত এঘণ্টামান হালখন চলাই দিনটো ফষ্টিনষ্টি কৰি ঘৰতে কটাব, সদায় ৰাতি গুৱৰ পৰত ঘৈণীয়েৰৰ উদং মঙহ গাৰ কাষত পাব, আমাৰ দৰে তো সপ্তাহটোৰ পাঁচটা দিনেই লোকৰ ঘৰৰ টান শেতেলীত অকলে অকলে গাটোকে সাবটি ৰাতিবোৰ কটাই দিব নালাগে!'

পিছে লোকৰ ঘৰৰ অকলশৰীয়া বিছনাত থাকিও প্ৰৱীণে ৰাতিৰ সঙ্গিনী পালে, হয়তো সদায় সেই সঙ্গ লাভ নহৈছিল, কিন্তু মাজে মাজে যে হৈছিল সেই কথা এদিন ওলাই পৰিল। ছামছুল ডাক্তৰে নিজৰ থকা ঘৰৰ প্ৰায় গাতে লগাকৈ নাৰ্ছিংহোম এটা সাজিছে। তাৰে এজনী নাৰ্ছ ববিতা (পিছত ঘটনাটো সিহঁতৰ গাঁৱতো ৰাষ্ট্ৰ হোৱাত ললিতে ব্যঙ্গভৰা হাঁহিৰে প্ৰৱীণক মন্তব্য দিছিল— 'ববিতা! কি নাম ৰে চালা, একেবাৰে ফিলিম একট্ৰেছ! গাটোও সেই ফিলিমৰ বেটীহঁতৰ দৰে মোক খা মোক খা চেহেৰাৰনে? নচিব ধৰিলে সিহঁতৰ যে..' ইয়াৰ পিছত ললিতে পুনৰ কিছুমান অশ্লীল শব্দেৰে বাক্যটো পূৰা কৰিছিল), সোতৰ-ওঠৰ বছৰৰ কম বয়সীয়া ছোৱালী যদিও পিছত ছিনিয়ৰ নাৰ্ছহঁতে কোৱামতে সেই বয়সতে তাই পুৰুষক ছলা-কলাৰে বশীভূত কৰিব পৰাৰ বিদ্যা একেবাৰে আয়ত্ত কৰি পেলাইছে। প্ৰৱীণো ববিতাৰ মায়াজালত বন্দী হৈ গ'ল। সাধাৰণতে ৰাতিৰ আন্ধাৰত লুকাই-চুৰকৈ সি তাইৰ কোঠালিলৈ আহে। এদিন ৰাতিৰ ডিউটি কৰা নাৰ্ছ এজনীয়ে দেখা পালে আৰু প্ৰৱীণ তাইৰ কোঠালিত সোমোৱাৰ কিছু পিছত গৈ বাহিৰৰ পৰা দুৱাৰখনত তলা লগাই দিলে আৰু তাৰ পিছত গৈ ছামছুল ডাক্তৰক মাতি আনিলে। ছামছুল ডাক্তৰ ভদ্ৰ মানুহ, গতিকে অতৰ্কিতে দুৱাৰ খুলি তেওঁৰ অশ্লীল দৃশ্য এটা চোৱাৰ প্ৰবৃত্তি নহ'ল, সেয়ে দুৱাৰত কেইবাৰমান টুকুৰিয়াই বাহিৰতে বৈ থাকিল। কিছু পিছত দুৱাৰ মেল খালে আৰু ববিতাই টোপনিৰ পৰা এইমাত্ৰ সাৰ পাই উঠা মানুহৰ দৰে চকু মোহাৰি নিৰীহ অথচ আচৰিত হোৱাৰ ভঙ্গীৰে ক'লে ঃ

'ছাৰ! কি হ'ল, ছাৰ? কিবা এমাৰ্জেঞ্চি কেছ আহিছে নেকি?'

আচৰিত হৈছিল ছামছুল ডাক্তৰো। লাজো পাইছিল আৰু অপ্ৰস্তুতো হৈছিল। ববিতাৰ অকণমানি কোঠালিত সৰু বিছনা এখন আৰু টুল এখনৰ ওপৰত ছুটকেছ এটাৰ বাহিৰে আন আচবাব আৰু নাই; এনেকি আলনা এখনো নাই। নিত্য ব্যৱহাৰ্য কাপোৰবোৰ জাপি জুপি তাই ছুটকেছটোৰ ওপৰতে থয়।

বিছনাৰ ওপৰত চল্লিশ ওৱাটৰ বাল্বৰ পোহৰ পোনে পোনে পৰিছে, সেই পোহৰতে ছামছুল ডাক্তৰে বিছনাৰ তললৈও সন্ধানী দৃষ্টি নিক্ষেপ কৰিলে। নাই, তাত এটা মানুহ কিয়, একোৱে নাই। অ' নহয়, ববিতাৰ জোতা দুযোৰ আছে। ঘৰটোত অৱশ্যে আৰু এবিধ বস্তু আছে, এখন মুখ চোৱা আইনা বেৰৰ গজাল এটাত ওলোমাই থোৱা আছে— সেই আইনাৰ তলতে প্লাষ্টিকৰ ছেলফ্ এখনো লগোৱা আছে, য'ত ববিতাৰ প্ৰসাধনৰ সামগ্ৰীবোৰ আছে। কোঠালিটোত এখনেই দুৱাৰ, য'ত ছিনিয়ৰ নাৰ্ছজনীয়ে তলা লগাইছিল। বাথৰুম— পাইখানা

বাহিৰত, সকলোৱে অৰ্থাৎ আটাইকেউজনী নাৰ্ছে ব্যৱহাৰ কৰে।

ছামছুল ডাক্তৰে অপ্ৰস্তুতৰ দৰে ইফালে-সিফালে চাই পঠিয়াওঁতে আইনাখনত তেওঁৰ মুখৰ প্ৰতিবিম্বটো পৰিল। এখন অপৰাধীৰ মুখ, অপৰাধীক ধৰিবলৈ আহি নিজেই অপৰাধী হৈ পৰা মুখ।

ছামছুল ডাক্তৰে অলপ সেমেনা-সেমেনিকৈ ক'লে, 'মেৰিনাৰ (ছিনিয়ৰ নাৰ্ছৰ নাম) বোধহয় বৰ ভূতৰ ভয়, সেয়ে ছাঁটোকে বাঘটো দেখে। আজি বোলে ছায়ামূৰ্তিৰ দৰে কিবা এটাক এইফালে অহা দেখিলে, সেয়ে মোকেই মাতি আনিলে। মই আকৌ তুমি কোবাৰ দৰে এমাৰ্জেঞ্চিৰ কেছ এটা ভৰ্তি কৰি আছিলো। তুমিও কিবা গম পোৱা নেকি বুলি তোমাক জগালো। কেঁচা টোপনিৰ পৰা উঠালো, বেয়া নাপাবা। এতিয়া যোৱা শুই থাকাগৈ।' তাৰ পিছত তেওঁ হাতৰ ঘড়ীটোলৈ চালে।

'ইছ্, দুটাই বাজিল, শুই থাকাগৈ যোৱা।'

নাৰ্ছিং হোমৰ ওচৰ পাই ছামছুল ডাক্তৰে মেৰিনাক প্ৰচণ্ড জোৰে ডবিয়াই উঠিল— 'মাজৰাতিখন ক'ৰবাত কিবা ছাঁ দেখি মিছামিছিকৈ মোক মাতি আনি ববিতাৰ আগত অপ্ৰস্তুত কৰিলা। আৰু যেন কোনোদিন এনে ভুল নকৰা।'

ডাক্তৰ গুচি যোৱাৰ পিছত মেৰিনাই নিজৰ মনৰ ভিতৰতে গুঁজৰি-গুমৰি উঠিল,— 'ইছ্, চকুৰে ভুল দেখিলো, ছায়া দেখিলো। জীৱন্ত মানুহটোক গৈ হাতত সাৰে ভৰিত সাৰে সোমোৱা ইমান স্পষ্টভাৱে দেখিলো। ৰ বাপেকে, ছাৰৰ হতুৱাই মোক এনেয়ে ডাবি খুৱালি, এদিন ইয়াৰ পোতক তুলিম। সি তোৰ ওচৰলৈ আকৌ আহিব, আহিবলৈ বাধ্য। এবাৰ বাঘে তেজৰ গোন্ধ পাইছে নহয়, সিফালে শনিবাৰ-ৰবিবাৰে ঘৰলৈ গৈয়ো জানো সি দেহৰ পিৰপিৰণি মাৰিব পাৰে? ঘৈণীয়েকজনীৰ হেনো এতিয়া ভৰ পোয়াতি, আজিকালিতে কেঁচুৱা হেনো ফুকিবই!'

মেৰিনাৰ অনুমান ঠিক আছিল, মাত্ৰ দহদিনমানৰ পিছত আকৌ প্ৰবীণ গৈ ববিতাৰ কোঠালিত সোমাইছিল। ববিতাৰ যেতিয়া ৰাতিৰ ডিউটি নাথাকে, মেৰিনাৰ থাকে— সেয়ে দিনৰ ডিউটি কৰি ৰাতি শুই থকা মেৰিনাৰ অনুপস্থিতিৰ সুযোগটো আৰু সাৱধানতাখিনি সিহঁত দুটাই লোৱাৰ উপায় নাছিল।

এইবাৰ মেৰিনা সকলো ফালে সাজু হৈছিল, ছামছুল ডাক্তৰৰ সলনি লগত আনিছিল ৰাতিৰ চকীদাৰ টেগ বাহাদুৰক। কিন্তু তাক থিয় কৰাই ৰাখিছিল কোঠালিটোৰ পিছফালে, স্কাইলেটখনৰ ঠিক তলতে। মেৰিনাৰ মনত এটা সন্দেহৰ ভাব খেলাইছিল— প্ৰবীণ চুটি-চাপৰ ক্ষীণ-মীন মানুহ (সেই চেহেৰাৰেই বেটাৰ কোব চোৱানা!), ইফালে স্কাইলেটখনত কোনো গ্ৰীল নাই। এইবাৰ দুৱাৰ খুলি ববিতা টোপনিৰ পৰা উঠাৰ ভাও জুৰি অহাৰ আগতে পিছফালে হুলস্থূল আৰম্ভ হৈছিল। মেৰিনাই টেগ বাহাদুৰৰ চিঞৰ শুনিছিল, 'মেৰিনা দিদি, জলদি আহক, এই প্ৰবীণটোক হামি ধৰিছে।'

ইয়াৰ পিছত প্ৰবীণ আৰু ববিতা দুয়োকো ছামছুল ডাক্তৰে চাকৰিৰ পৰা খেদিছিল।

সোমবাৰ, মঙ্গলবাৰ, বুধবাৰ, বৃহস্পতিবাৰ, শুকুৰবাৰ— শনি আৰু ৰবিবাৰৰ বাহিৰেও এতিয়া প্ৰবীণ বাকী এইকেইটা দিনৰ ৰাতিবোৰো ঘৰতেই থাকে আৰু কমলাৰ লগত শোৱে। কেৱল শোৱাই তো নহয়, তাইৰ গাৰ সেই অৱস্থাতো তাৰ নিজৰ শাৰীৰিক দাবী মিটাই লয়, কমলাৰ হেজাৰ বাধা, হেজাৰ আপত্তি, হেজাৰ গালি-শপনিয়েও তাক নিৰস্ত্ৰ কৰিব নোৱাৰে। ভগৱানে আমাৰ তিৰোতাবোৰক পুৰুষতকৈ কমজোৰী কৰি সৃজিলে, আমি সিহঁতক বলেৰে তো নোৱাৰো, গতিকে হেজাৰ অনিচ্ছা থাকিলেও সিহঁতে আমাৰ দেহবোৰ চুৱা কৰি থাকে। ওচৰতে তৃপ্ত পশু এটাৰ দৰে নাক ঘোৰ্ঘোৰাই শুই থকা তাইৰ স্বামী নামৰ মানুহটোৰ পিনে বিতৃষ্ণাৰে পিঠি দি শুই থকা কমলাই বহুত পৰলৈ টোপনি নহা ৰাতিটোত এনেবোৰ কথাই ভাবে। প্ৰায় প্ৰতিটো ৰাতিয়েই একে ঘটনাৰ পুনৰাবৃত্তি হয় আৰু কমলাৰ মনটোও একে ধৰণৰ চিন্তা আৰু বিতৃষ্ণাৰে পৰিপূৰ্ণ হৈ থাকে। দিনটো কামে-বনে কোনোমতে পাৰ হৈ যায়, কিন্তু ৰাতিবোৰৰ আগমনৰ লগে লগেই তাইৰ বুকু ধুকধুকাবলৈ ধৰে, নিষ্ফল খং আৰু আক্ৰোশত তাই গুজৰি-গুমৰি মৰে, বেদনাত আৰু ঈৰ্ষাত হিয়া ছাৰখাৰ হৈ যাব খোজে। বিছনাত বহুত ৰাতিলৈকে বিনিদ্ৰ অৱস্থাত ছট্‌ফটাই থাকে কমলা। তাতে ভাদ মাহৰ গৰম, শৰীৰৰ এই অৱস্থাত এনে গৰম যে কি দুঃসহ! আগতে হ'লে কমলাই এখন গাত কাপোৰ নৰখাকৈ শুব নোৱাৰিছিল, হেজাৰ গৰম হওক মেখেলাখনকে বুকুত মেথনি মাৰি হ'লেও শুইছিল, কিবা দেখোন নিজৰ ওচৰতে লাজ লাগি যায়! তাইৰ সেই লাজ দেখি প্ৰবীণে হাঁহিয়ে তত নাপাইছিল। কিন্তু কমলাই

কিবাকৈ এই কথাও অনুভৱ কৰিছিল যে অনবৰত তাইৰ উদং গাটো দেখি থাকিলে সেই গাটোৰ প্ৰতি প্ৰবীণৰ আকৰ্ষণ কমি যাব। এতিয়া কিন্তু তাই সেইবোৰ একো কথালৈ গ্ৰাহ্য নকৰে— কিনো লাভ হ'ল গ্ৰাহ্য কৰি? আকৰ্ষণ তো কমি গ'লেই, যদি আকৰ্ষণ কমি নগ'লহেঁতেন, তেন্তে বৰ্তমানেও সি সেইজনীৰ ওচৰ চাপিব পাৰিলে কেনেকৈ?

কমলাই বিনিদ্ৰ ৰাতি কটাই বিছনাতে ছট্‌ফটাবলৈ ধৰিলে। শৰীৰৰ কষ্ট, মনৰ কষ্ট। উদং গাটোৰ ওচৰতে একাসে তাইৰ দুই-এপদ কাপোৰ পৰি আছে, দুই-এপদ আগতেই মাটিত পৰি গৈছিল। এতিয়া সমস্ত আক্ৰোশ বিছনাত পৰি থকা চাদৰ আৰু পেটিকোটৰ ওপৰতে ঢালি কমলাই সেই দুটা সাজোৰে মাটিত দলিয়াই পেলাই দিছিল। আকৰ্ষণ কমি যাব। যায় যদি যাওক তাতনো কি হানি-বৃদ্ধি, প্ৰবীণৰ অইন ছোৱালীৰ আকাল পৰা নাই নহয়, আন নালাগে আৰু এজনী নাৰ্ছ পাব, বেঁটীহঁতৰ তো লাজ-চৰম নাই, পুৰুষৰ দেহৰ প্ৰতিটো অঙ্গ-প্ৰত্যঙ্গ ঘাটি থাকোঁতেই সিহঁতৰ দিনবোৰ যায়— সিহঁতৰ আৰু চৰিত্ৰ ভাল হ'ব পাৰেনে?

পিছে সেইখিনিলৈকে ভবাৰ পিছত প্ৰবল আক্ৰোশ, দুখ, খং আৰু উত্তেজনাই সান্নিপাত ৰোগীৰ দৰে বিকাৰত ভোগোৱা কমলাৰ মনত ৰাঙলীৰ ভাবটো অহাৰ লগে লগে সেই ভাবটোৱে অলপ শান্তিপানী বৰ্ষণ কৰাৰ দৰে কৰিলে। নহয় নহয়, সকলো নাৰ্ছ একে হ'ব নোৱাৰে, সিহঁতৰ গাঁৱৰে সম্পৰ্কীয় বায়েক ৰাঙলী, বেছ ধুনীয়া ছোৱালীও, কিন্তু কোনেও তো তাইৰ চৰিত্ৰত সামান্যও চেকা লগাব পৰা নাই। এনেকি চিভিল হাস্পতালৰ ডাক্তৰ এজনে তাইক খুব আমনি কৰি থকা বাবে তাই তাৰ পৰা সসন্মানে চাকৰিকে এৰি দি আহিল আৰু এতিয়া প্ৰণতি ডাক্তৰণীৰ নাৰ্ছিং হোম এটাত সোমাই লৈছে। নাই, সকলোবোৰ নাৰ্ছকে সাঙুৰি তাই ভুল কৰিছে, সকলো কিয় বেয়া হ'ব, ছামছুল ডাক্তৰৰ নাৰ্ছিং হোমত সেই 'সতিনী'জনীৰ বাদে আন নাৰ্ছেও তো কাম কৰিছিল, তাইৰ মানুহটোও তো বহুত দিনৰ পৰা তাত 'ডাইভৰী' কৰি আছে— ক'তা, আগতে তো এনে লেটিপেটিৰ কথা ওলোৱা নাই! আচলতে যি কু-চৰিত্ৰৰ সি সদায়ে সেই কু-চৰিত্ৰৰে, নাৰ্ছ হওক বা নহওক,... অঁ অঁ, হঠাতে কমলাৰ মনত পৰি গ'ল, কিয়, বিয়াৰ পিছত চুবুৰিৰ সকলোৱে বগী আইতা বুলি কোৱা মানুহজনীয়ে তাইক যিমলা নামৰ (ইছ্— কিয়নো তাইৰ নামৰ লগত মিল হ'ব লাগে!) সেইখন গাঁৱৰে ছোৱালীজনীৰ কথা কোৱা নাছিলনে? আজিকালি আলফা ধৰাৰ নামত গাঁৱে-ভূঞে পুলিচৰ খুব অত্যাচাৰ চলিছেতো, মাইকী মানুহবোৰ তো ভয়তে পেঁপুৱা লাগি থাকে, বুঢ়ী, ডেকেৰী এনেকি কেঁচুৱাকো— কাক কেতিয়া ধৰ্ষণ কৰে ঠিক নাই। 'কিন্তু এই 'নটী'জনীয়ে (বগী আইতাই বিমলাৰ প্ৰতি নটী শব্দটো প্ৰয়োগ কৰি কৈছিল) পুলিচৰ লগত কি যে 'ঢলাঢলি' কৰি ফুৰে তোমাক কি কম ন-ছোৱালী! তুমি কিন্তু তাইক অকণো আসৈ নিদিবা।' এৰা, বিমলা তো নাৰ্ছ নহৈও কু-চৰিত্ৰৰ ছোৱালী!

কমলা ছট্‌ফটাই থাকে। উস্ কি গৰম, ক'তো এছাটি বতাহৰ বা নাই, তাইৰ গাটোৰ পৰা যেন ঘামৰ জোল বৈছে। শৰীৰত জুই, মনত জুই। কেনেকৈ যে তাইৰ এই সুখৰ সংসাৰখনত জুই লাগি গ'ল— এটা বহুৰো পাৰ হ'ব নাপালে। অথচ বিয়া হোৱাৰ (অন্ততঃ এতিয়াই বিয়া হোৱাৰ) ইচ্ছা নথকা ছোৱালীজনীয়েও বিয়াৰ পিছত কিমান সুখ পাইছিল, প্ৰবীণে তাইক শাৰীৰিক-মানসিক দুয়োপিনেই কিমান যে সুখ দিছিল! তাইৰ শাহু-শহুৰ, বৰজনা-দেওৰ-ননদ বুলিবলৈ আছে মাত্ৰ শহুৰেক আৰু বিয়া হোৱা দুগৰাকী জেশাহুৰেক। দেওৰেক এজনো আছিল, কিন্তু সি আলফা হৈ বহুত দিনৰ পৰা নিৰুদ্দিষ্ট হৈ আছে। গাঁৱৰ বহুতো আলফা ল'ৰা মাজে মাজে লুকাই-চুৰকৈ ৰাতি ৰাতি ঘৰলৈ আহি দেখা দি যায়। কিন্তু নবীনৰ অৰ্থাৎ তাইৰ একমাত্ৰ দেওৰেকটোৰ— যাক তাই কোনোদিন দেখাই নাপালে— কোনো পাত্তাই নাই। বহুতে ভাবে আৰু প্ৰবীণহঁতেও ভাবে যে তাক পুলিচে ধৰি মাৰি পেলালে। পিছে পুলিচে মাৰিলে যদি মাজে মাজে সিহঁতৰ ঘৰলৈ পুলিচে কিয় নবীনক বিচাৰি আহে?

সি যি কি নহওক, শাহুৰেক বা আন কোনো মাইকী মানুহ নথকাত এই সৰু সংসাৰখনত তায়েই একচত্ৰী সম্ৰাজ্ঞীৰ দৰে হৈছিল। শহুৰেকৰ বেছি আলপৈচান ধৰিব নালাগে, এতিয়াও কৰ্মঠ হৈ আছে, এতিয়াও হালখন লৈ মাটি চহাবলৈ যায়। প্ৰবীণ তো সপ্তাহটোৰ পাঁচদিনেই ঘৰত নাথাকে, বাকী যি দুদিন থাকে— তাইক তো একেবাৰে মৰমতে ডুবাই ৰাখিছিল, এখন্তেকো যেন চকুৰ আঁৰ নকৰিব, গাৰ ওচৰৰ পৰা এৰি নিদিব, কাম-বনলৈকো যাব নিদিব, দিন দুপৰতো—

কমলা ধৰমৰকৈ বিছনাতে উঠি বহিছিল। দিন-দুপৰতো— এৰা, এই ওচৰতে মঙহ খাই তৃপ্ত পশুৰ দৰে

হৈ পৰি থকা মানুহজনে তেতিয়া দিন-দুপৰতো তাইৰ লগত পিৰীতি কৰিছিল। কমলাই তেতিয়া সপ্তম স্বৰ্গত থকা যেন পাইছিল, মূৰ্খৰ দৰে ভাবিছিল যে প্ৰবীণে তাইক যিমান ভাল পায়, তাইৰ গাঁৱৰ আন কোনো বিয়া হোৱা ছোৱালীকে গিৰিয়েকহঁতে সিমান ভাল নাপায়। কিন্তু মিছা, মিছা, সকলো মিছা, ক্ৰোধ আৰু উত্তেজনাত কমলাই আকৌ ধৰফৰাবলৈ ধৰিলে— প্ৰবীণে আচলতে তাইক ভাল পাইছিল মানে তাইৰ দেহটোকহে ভাল পাইছিল, সকলো মতা মানুহেই বোধহয় মাইকী মানুহৰ দেহবোৰকে ভাল পায়, সেই দেহে সিহঁতৰ যৌন কামনা পূৰ্ণ কৰিব, সেই দেহেৰে সিহঁতৰ ঘৰ-সংসাৰ চলাই দিব, সেই দেহেৰে সিহঁতৰ বংশধৰ উৎপন্ন কৰি দিব, সেই দেহে বুঢ়া হ'লেও গিৰিয়েক বুঢ়াটোৰ আলপৈচান ধৰিব। আৰু তিৰোতাবোৰো যে! সেই দেহবোৰকে সিহঁতে মতা মানুহক ঘায়েল কৰাৰ অমোঘ অস্ত্ৰ বুলি ধৰি লৈ নানা সুবিধা আদায়ৰ বাবে তাক জধে-মধে প্ৰয়োগ কৰে, ববিতা নাৰ্ছে প্ৰয়োগ কৰে (প্ৰবীণে বা সেই সতিনী ৰাক্ষসীক কিমান শাৰী ব্লাউজ দিলে!), বিমলাই প্ৰয়োগ কৰে (ছিঃ! তাইৰ লগত নামটোৰ কিয় এনে মিল হ'ল, যেন দুয়ো বাই-ভনীহে!) আৰু কতজনীয়ে বা কতধৰণে সেই দেহবোৰক সুবিধা আদায়ৰ অস্ত্ৰ হিচাপে প্ৰযোগ কৰে!

ৰাতি বহুত হ'ল। ক'ৰবাৰ পৰা ফেঁচা এটাৰ উৰুলি ভাহি আহিল। এইবাৰ তাইৰ চকুৰ পৰা ধাৰাসাৰে পানী ব'বলৈ ধৰিলে। তাইৰ সঁচায়ে এতিয়াই বিয়া হোৱাৰ ইচ্ছা নাছিল, পঢ়িবলৈ যে ইমান মন আছিল! কিন্তু তাই দশমমান পাওঁতেই 'ভাল' ল'ৰা প্ৰবীণক পাই দুখীয়া দেউতাকে গতাই দিলে। তথাপি বাৰু বিয়াৰ পিছত তাই সুখেই পাইছিল, কিন্তু এবছৰ নৌ হওঁতেই তাইৰ সোণৰ সংসাৰখনত যে কি জুই লাগি গ'ল! এতিয়া তাইৰ স্বামী পৰনাৰীগামী হৈছে। অথচ তাইৰ ওপৰতো স্বামিত্বৰ পূৰ্ণ অধিকাৰ চলায়ে আছে, কিন্তু তাইৰ প্ৰতিকাৰ কৰিবৰ কোনো উপায় নাই। মাকৰ ঘৰলৈ উভতি যাব নোৱাৰে, তাই তাত আশ্ৰয় যে নেপায় ভালকৈ জানে। একমাত্ৰ মৰণৰ বাহিৰে তাইৰ আৰু কোনো গতি নাই, অথচ আত্মহত্যা কৰাৰ তাইৰ সাহ নাই, তদুপৰি পেটত এই যে এটা শত্ৰু নে মিত্ৰই স্থিতি লৈছে, সেইটোৱে নিজৰ উপস্থিতি পেটৰ ভিতৰত খুন্দিয়াই লথিয়াই সদায় ঘোষণা কৰি থাকে। এতিয়া তাই মৰা মানে লগতে আৰু এটাক হত্যা কৰাৰ দৰে হ'ব। হয়, তাইৰ এই নৰকৰ পৰা উদ্ধাৰৰ এটাই পথ আছিল— তাই যদি পঢ়ি-শুনি চাকৰি-বাকৰি কৰা ছোৱালী হ'লহেঁতেন— তেতিয়ানো তাই এনেকৈ প্ৰবীণৰ ভৰিৰ তলত পৰি থাকি সতিনীৰ কাঁইটৰ বিন্ধা-খোঁচা খাই থাকিলহেঁতেননে? নিজৰ আৰ্জনত স্বাধীনভাৱে ক'ৰবাত মনৰ সুখেৰে নহ'লেও শান্তিৰে তো থাকিব পাৰিলেহেঁতেন!

এদিন তেনে এক যন্ত্ৰণাভৰা ৰাতিত কমলাৰ শৰীৰৰ যন্ত্ৰণা শতগুণে বৃদ্ধি পাইছিল। তাৰ পিছত তাইৰ কন্যা-সন্তান এটিৰ জন্ম হৈছিল। তাইৰ সেই প্ৰসৱৰ সময়ত গোটে খোৱা গাঁৱৰ মাইকী মানুহবোৰে কৈছিল, 'ছোৱালীয়ে কি ৰূপ লৈ জন্ম লৈছে চোৱাচোন! মাকতকৈও একাঠি চৰা হ'ব। প্ৰবীণ, এই ছোৱালীক বিয়া দিবলৈ তোৰ কোনো অসুবিধা নহ'ব।'

প্ৰবীণে একমুখ হাঁহিৰে কৈছিল— 'মোৰ আইজনীৰ বোধহয় এতিয়াৰ পৰাই গ্ৰাহক লাগিব!'

একঘৰ হাঁহিভৰা মুখৰ মাজত কমলাৰ মুখখনেই গহীন হৈ আছিল। তাইৰ আইজনীয়ে ৰূপৰ পোহাৰেৰে কোনো এজন প্ৰবীণৰ অঙ্কশায়িনী হোৱাৰ সম্ভাৱনাই তাইৰ মুখত হাঁহি বিৰিঙাব নোৱাৰে। তাইৰ মুখত সেইদিনাহে হাঁহি বিৰিঙিব যদিহে তাইৰ কন্যাই ৰূপৱতী হৈ পুৰুষৰ মন জিনাতকৈ শিক্ষিতা হৈ সেই পুৰুষৰ লগত একে মৰ্যাদাৰে একে স্বাৱলম্বিতাৰে সংসাৰ পথত আগবাঢ়ি যাব পাৰে। আৰু হাঁহি বিৰিঙিব যদিহে কোনোবা প্ৰবীণে মাকৰ দৰে তাইকো প্ৰতাৰণা কৰিলে তাই সেই মুহূৰ্ততে তাক ত্যাগ কৰি গুচি যোৱাৰ ক্ষমতাৰে বলীয়ান হৈ থাকিব পাৰে। সেই ক্ষমতা যে শিক্ষাৰ যোগেদি আহিব তাক কমলাই ভালকৈ জানে। গতিকে এতিয়াৰ পৰা তাইৰ জীৱনৰ ধ্যান-জ্ঞান হ'ব জীয়েকক শিক্ষিত কৰি তোলা।

তেতিয়া ৰাতি পুৱাই আহিছিল। সেই কাহিলি কাহিলি পোহৰত দেখা গ'ল, কমলাৰ ক্লিষ্ট-ক্লান্ত মুখখনত এক ধৰণৰ দৃঢ়তা ফুটি উঠিছে।

(গৰীয়সী, ১৯৯৪)

# হায় সময় (২)

মঞ্জুৰ লগত একে শাৰীৰ (অ' নহয়, তাতকৈও ওপৰৰ) আসন পূৰাবলৈ মোৰ প্ৰায় সমগ্ৰ জীৱনটোৱে লাগি গৈছিল। গতিকে তেতিয়া আৰু আনন্দৰ উল্লাস বা প্ৰতিহিংসাৰ তৃপ্তিৰ খুব বেছি চোক অৱশিষ্ট নাছিল। মোৰ জীৱনৰ এই কথাটো ভাবিলে গল্প এটাকে মনলৈ আহি যায়। সেই গল্পটোৰ নাম 'বাজি', লিখিছে অমৰ কথাশিল্পী চেখভে। এই ৰাছিয়ান ভাষাৰ গল্পটো থূলমূলকৈ হ'ল এই ঃ এজন দুখীয়া আৰু এজন ধনী বন্ধুৰ মাজত যাৱজ্জীৱন কাৰাদণ্ড ভালনে ফাঁচী কাঠত ওলোমা ভাল এই বিষয়ৰ ওপৰত তৰ্ক লাগিছিল। ধনী বন্ধুৰ মতে ফাঁচী ভাল আৰু দুখীয়া বন্ধুৰ মতে যাৱজ্জীৱন কাৰাদণ্ড ভাল। দুখীয়াজনৰ এই মত আছিল চৈধ্য বছৰ কাৰাগাৰত থকাৰ পিছতো জীৱনটো উপভোগ কৰিবলৈ সময় থাকি যায়, কিন্তু ফাঁচীৰ লগে লগে জীৱন শেষ। শেষত এই বিষয়ে দুয়োৰে মাজত বাজি ৰখাৰখি হ'ল। দুখীয়াজনে ক'লে যে তেওঁক ধনী বন্ধুৱে নিজৰ ঘৰতে কাৰাগাৰত ৰখাৰ দৰে চৈধ্য বছৰ বন্দী কৰি ৰাখি চাওক, তাৰ পিছত কিন্তু তেওঁক বহুত ধন-বিত দিব লাগিব যাতে সেই সম্পদেৰে বাকী জীৱন তেওঁ আৰামত কটাব পাৰে। সেইদৰেই তেওঁ প্ৰমাণ কৰি দিব যে ফাঁচীতকৈ যাৱজ্জীৱন কাৰাদণ্ডৰ শাস্তি ভাল, অৰ্থাৎ তেওঁ বাজিত জিকিব। সেইমতে বন্দবস্ত হ'ল। বন্দিত্বৰ কোঠালীত থকা বন্দবস্তৰে তেওঁক কেৱল খোৱা বস্তু আৰু কিতাপহে দি থকা হ'ব। তেনেকৈ স্বেচ্ছাবন্দী হৈ থকা দুখীয়া বন্ধুজনে প্ৰথমতে অতি পাতল আৰু ৰং-ধেমালিৰ সস্তীয়া কিতাপ বিচাৰিছিল। কিন্তু বছৰবোৰ বাগৰি যোৱাৰ লগে লগে তেওঁ ক্ৰমাৎ গভীৰৰ পৰা গভীৰ বিষয়ৰ অৰ্থাৎ ধৰ্ম, দৰ্শন, ইতিহাস আদিৰহে কিতাপ বিচাৰিবলৈ ধৰিলে। বন্দীদশা শেষ হোৱাৰ আগদিনা তেওঁ ধনী বন্ধুক এখন চিঠি লিখি তাৰ পৰা আঁতৰি গৈছিল। চিঠিখনত লিখিছিল যে আৰু এটা দিন তেওঁ অনায়াসে পাৰ কৰি প্ৰভূত সম্পদৰ অধিকাৰী হ'ব পাৰিলেহেঁতেন। কিন্তু সেইটো নকৰাৰ কাৰণ হ'ল তেওঁ আচলতে বাজিত জিকা নাই, বন্ধুৰ ওচৰত হাৰি গৈছে। বন্ধুৱে ঠিকেই কৈছে— জীৱনৰ এটা সময়ত আৰু ভোগ-বিলাসৰ আৱশ্যক নাই। বিশেষকৈ এই উচ্চ চিন্তাৰ কিতাপবোৰৰ পঠনে তেওঁক এই পাৰ্থিৱ সম্পদবোৰৰ তুচ্ছতাৰ বিষয়ে সম্পূৰ্ণ পতিয়ন নিয়াইছে।

স্কুলীয়া নে কলেজীয়া জীৱনতে পাঠ্যপুথিত পঢ়া গল্পটো মোৰ মনত পৰাত থূলমূলকৈ এইটোৱে। ময়ো এই গল্পৰ দুখীয়া বন্ধুৰ দৰে জীৱনৰ শেষ প্ৰান্তত উপনীত হৈ উপলব্ধি কৰিছোঁ— কৈশোৰ আৰু যৌৱনত যিবোৰ বস্তুৰ বাবে হাম্‌ৰাও কাঢ়ি মৰিছিলোঁ, আজি বৃদ্ধ বয়সত সেইবোৰৰ বেছিভাগৰে গৰাকী হৈ তাক অৰ্থহীন আৰু তুচ্ছ যেন লাগি গৈছে। আনহে নালাগে, মঞ্জুৱে সেই কৈশোৰৰ পৰাই, নহয়, তাৰো আগৰে পৰাই হৃদয়ত যিপাট ঈৰ্ষাৰ শেল হানি থাকিছিল সেই শেলৰ অস্তিত্বইবা ক'লৈ গ'ল? মোৰ দৰেই বগা চুলিৰ, শোটোৰা-শোটোৰ গাৰ ছালৰ আৰু আধা থকা-নথকা দাঁতেৰে সেইজনী বৃদ্ধা মঞ্জু— এতিয়া মানুহৰ চকুত বা অধিক শুদ্ধভাৱে ক'বলৈ হ'লে পুৰুষৰ চকুত তাই মোৰ দৰেই সমানে আকৰ্ষণীয়। অথচ সেই পঞ্চাশ বছৰ আগৰ দিনবোৰত এই কথাটোৰ কিমান বেছি পাৰ্থক্য আছিল। এতিয়া ৰূপেৰে নহয়, অইন এটা বিষয়েৰে তাইৰ লগত মোৰ মানসিকভাৱে হৰা-জিকাৰ বিবাদ, তাত মই জয়ীও হৈছোঁ। অথচ তাৰ আনন্দৰ উল্লাস ক'ত?

পঞ্চাছ বছৰ, নহয় নহয়, কেৱল পঞ্চাছেই নহয়, তাৰো আগৰে পৰা একাৱন, বাৱন, তেৱন, চৌৱন, পঁচপন, ছাপ্পন, সেই সকলোবোৰ বছৰেই আছিল মঞ্জু আৰু মোৰ মাজৰ প্ৰভেদৰ প্ৰাচীৰখন সমান উচ্চতাৰে আগবাঢ়ি অহা এক অভেদ্য দুঃস্বপ্ন। আমাৰ দুয়োৰে বয়স বাঢ়ি আহিছিল, লগে লগে মাজৰ পাৰ্থক্যৰ প্ৰাচীৰখনো আমাৰ দুয়োৰো মাজত একে মজবুত স্থিতিৰেই গঠা হৈ আহিছিল। একেবাৰে ওচৰ- চুবুৰীয়া নহ'লেও মঞ্জু আছিল আমাৰ চুবুৰিৰে ছোৱালী। চুবুৰিৰ ছোৱালীতো আৰু কেবাজনীও আছে, কিন্তু সিহঁতৰ লগত মোৰ ক'ত কিমান প্ৰভেদ সেইবোৰ ভাবি থকাৰ সময় বা গৰজ মোৰ একোৱে নাছিল, কাৰণ সিহঁতৰ এজনীও মোৰ লগত পঢ়া ছোৱালী নাছিল। কিন্তু মঞ্জুৰ কথা বেলেগ, মঞ্জু মোৰ লগত পঢ়া ছোৱালী আছিল বাবে তাইক মই মোৰ চেতনাৰ পৰা বাদ দিব নোৱাৰিছিলোঁ, একেবাৰেই বাদ দিব নোৱাৰিছিলোঁ। তাই আছিল মোৰ সুখৰ গোলাপৰ এডাল কাঁইট, ৰাতিৰ নিদ্ৰাৰ এক দুঃস্বপ্ন, সফলতাৰ ৰৌদ্ৰোজ্জ্বল আকাশত এচপৰা ক'লা মেঘ।

সাধাৰণতে একে শ্ৰেণীৰ বন্ধুৰ লগত যিটো কথাই একধৰণৰ উচ্চাভিলাষিক মনোভাবৰ জন্ম দিব পাৰে, সেইটো কিন্তু মোৰ আছিল। মই মোৰ কথা কৈছোঁ। হয়, মই খুব মেধাবী ছোৱালী আছিলোঁ, স্কুলৰ তলৰ ক্লাছৰ

পৰা ওপৰৰ ক্লাছলৈকে প্ৰত্যেকটো বছৰেকীয়া (অন্যান্য পৰীক্ষাতো) পৰীক্ষাত মোৰ প্ৰথম স্থানটো কোনেও হৰণ কৰিব পৰা নাছিল। সেই ফালৰ পৰা মই পাঠ্যপুস্তকত পঢ়া আলেকজেণ্ডাৰ ছেলকাৰ্ক নামৰ কবিতাৰ বাক্য এটাকে ধাৰ কৰি ক'ব পাৰোঁ যে— My right there is none to dispute. মোৰ অধিকাৰ, ক্লাছত এই প্ৰথম হোৱা অধিকাৰক লৈ বিবাদ কৰিব পৰা কোনোৱে নাছিল। অৰ্থাৎ মোৰ কোনো প্ৰতিদ্বন্দ্বী নাছিল।

কিন্তু মঞ্জুৰ অস্তিত্বই মোৰ এই প্ৰতিদ্বন্দ্বী অৱস্থাতো মোক প্ৰাপ্য আত্মপ্ৰসাদৰ পৰা বঞ্চিত কৰি ৰাখিলে, অথচ তাই পঢ়া-শুনাৰ ক্ষেত্ৰত মোৰ ওচৰকে চাপিব পৰা নাছিল। অৱশ্যে তাই যাক কয় একেবাৰে বুদ্ধিহীনা, তেনেকুৱা নাছিল, সেই বাবেইতো বি এও পাছ কৰিব পাৰিছিল। বি এটো পাছ নকৰিলে নীলিমেও বোধহয় তাইক বিয়া কৰাবলৈ ইমান উদ্‌গ্ৰীৱ হৈ নুঠিলহেঁতেন। যি হওক, সি হ'ল বহুত পিছৰ কথা। মোৰ গল্পৰ আৰম্ভণি সেই সৰু কালৰ পৰাই, ঈৰ্ষাৰ বিষে মানুহক যিটো বয়সত জৰ্জৰিত কৰাৰ কথা, তাৰো বহুত আগৰে পৰাই মই সেই বিষ-পান কৰিব লগাত পৰিছিলোঁ।

এতিয়াও সেই আৰম্ভণিৰ দিনটোৰ কথা মনত পৰে। মই আৰু মঞ্জু তেতিয়া বালিকা। চুবুৰিৰ ছোৱালী, তাতে একে স্কুলৰ একে শ্ৰেণীতে পঢ়োঁ, গতিকে সেই বাল্যকালত হয় মই মঞ্জুহঁতৰ ঘৰলৈ খেলিবলৈ গৈছিলোঁ, নহয় মঞ্জু আমাৰ ঘৰলৈ আহিছিল। অৱশ্যে মঞ্জুৱেই আমাৰ ঘৰলৈ বেছিকৈ আহিছিল, যিটো কথাত মই অলপ আচৰিত নহৈ নোৱাৰিছিলোঁ। নিজৰ ঘৰত ইমান সুন্দৰ খেলাৰ বাবে মুকলি ঠাই আছে, বেডমিণ্টন, টেনিকেট, লুডু, দবা, চাইনিজ চেকাৰকে আদি কৰি বাহিৰত খেলা আৰু ভিতৰত খেলা সকলো ধৰণৰ খেলাৰ সা-সৰঞ্জাম আছে, তথাপি সেই সকলোবোৰ নেওচি মোৰ লগত যতমানে স্থানীয় খেলা, যাক মই গাঁৱলীয়া খেলা বুলি কওঁ, সেইবোৰ খেলিবলৈহে আহে। ধনীৰ দুলালী মঞ্জুৰ সেই সকলোবোৰ খেলাৰ কেৱল নামবোৰেই মোৰ নিম্ন মধ্যবিত্তৰ বালিকাৰ মনটোলৈ কি যে ৰোমাঞ্চকৰ মায়া কঢ়িয়াই অনা নাছিল! মই যদি মঞ্জুৰ ঘৰলৈ সঘনে গৈ সেই খেলবোৰ খেলি থাকিবলৈ পালোঁহেঁতেন, তেন্তে সেই মায়াজাল মোৰ চকুৰ পৰা লাহে লাহে হয়তো মচ খাই গ'লহেঁতেন, কিন্তু মঞ্জুহে বেছিভাগ সময় আমাৰ ঘৰলৈ খেলিবলৈ অহা বাবে সেই সুযোগটো পোৱা নাছিলোঁ। গতিকে মঞ্জুহঁতৰ ঘৰৰ খেলৰ সামগ্ৰীবোৰ মোৰ বাবে এক অধৰা আৰু অতৃপ্তিৰ খুঁতখুঁতনিৰে চিৰ-বাঞ্ছিত কিবা এটা হৈ ৰ'ল। ফলত মঞ্জুৰ বাবে অনায়াসলভ্য সম্পদেই বাল্যকালত তাইৰ লগত মোৰ বিভেদৰ প্ৰাচীৰখনৰ প্ৰথম ইটাৰ গাঁথনিটো আৰম্ভ কৰিলে। লগতে মই তাইৰ প্ৰতি পোষণ কৰি অহা বন্ধুত্বৰ ভাবটোতো ফুলত কীট সোমোৱাৰ দৰেই কিবা এটা কীট সোমাইছিল। তাৰ পিছত তাইৰ লগত দ্বিতীয় এটা ঘটনাৰ বাবে সেই বন্ধুত্বৰ ভাবটোত সোমোৱা কীটটোৰ আকৃতি আৰু ডাঙৰ হৈ গ'ল। তেতিয়াও কিন্তু মই এজনী অনভিজ্ঞা সৰলা বালিকাই আছিলোঁ, গতিকে সেই কীটৰ অস্তিত্বৰ বিষয়ে প্ৰখৰভাৱে সচেতনো নাছিলোঁ বা সিনো কি বস্তু সেই কথাটোও জনা নাছিলোঁ। তৃতীয়বাৰ মঞ্জুৰ প্ৰতি মোৰ সেই বন্ধুত্বৰ ভাবত সোমোৱা কীটটোৰ আকৃতি কিন্তু প্ৰকাণ্ড হৈ গৈছিল, তাইৰ লগত বিভেদৰ প্ৰাচীৰখনো আৰু মজবুত হৈ গৈছিল। মই তেতিয়া আৰু বালিকা হৈ থকা নাছিলোঁ, মই হৈ পৰিছিলোঁ পূৰ্ণ যৌৱনা এজনী বাইশ বছৰীয়া ছোৱালী, গতিকে শৰীৰৰ বৃদ্ধি অনুযায়ী মোৰ যি অভিজ্ঞতা আৰু সচেতনতা হৈছিল তাৰ দ্বাৰা মই সেই কীটটোৰ নামকৰণ কৰিব জনা হৈছিলোঁ। সেই কীটটো হ'ল ঈৰ্ষা, আৰু তাৰ দংশন মোৰ বাবে ইমান তীব্ৰ হৈ পৰিছিল (বিশেষকৈ যৌৱনত নীলিম বৰুৱাৰ লগত মোৰ আৰু মঞ্জুৰ ঘটনাটোৰ পিছত) যে মই মনতে চট্‌ফটাই ভাবিছিলোঁ— ইমান সুদীৰ্ঘ আৰু সুতীব্ৰ জ্বালা এটাৰ নামটো ইমান চুটি হ'ব লাগেনে! এৰা, মই বাৰ্ণাৰ্ড শ্বৰ 'বেক্ টু মেথুচেলা' নামৰ নাটকখনৰ নায়িকাৰ অনুকৰণতে কথাষাৰ ভাবিছোঁ। তাৰ নায়িকা অৰ্থাৎ ইভে সাপটোক 'Love' শব্দটো সম্পৰ্কে কৈছিল যে ইমান সুতীব্ৰ, ইমান দীৰ্ঘস্থায়ী আবেগ এটাৰ নামটো ইমান চুটি হ'ব লাগেনে!

যি হওক, এতিয়া মই দ্বিতীয়বাৰ মঞ্জুৰ প্ৰতি বন্ধুত্বৰ ভাবত কেনেকৈ কীটটো সোমাল সেই প্ৰসংগলৈ আহোঁ।

এদিনাখন তেনেকৈ খেলি থাকোঁতে আমাৰ ঘৰলৈ অহা বহুত দূৰণিৰ মানুহ এগৰাকী মাৰ পৰা বিদায় লৈ আগফালে ওলাই আহি আমাক দেখি অলপ থমকি ৰৈছিল। ময়ো খেলা এৰি সামান্য কৌতূহল লৈ তেওঁৰ পিনে চাই পঠিয়াইছিলোঁ আৰু ভাবিছিলোঁ— মাৰ এই বন্ধুগৰাকীক কোনোদিনে দেখা মনত নপৰে। কোন বা এওঁ। পিছে তেওঁ কোন বুলি জনাৰ আগতেই তেৱেঁ মোৰ 'ভুৱা' পৰিচয় জানি লৈছিল অৰ্থাৎ মোক মাৰ জীয়ৰী বুলি নাভাবি মঞ্জুকহে মাৰ জীয়ৰী ঠাৱৰ কৰি কৈছিল— 'শইকীয়ানী আপোনাৰ ছোৱালীটি বৰ সুন্দৰ হৈছে দেই, ডাঙৰ হ'লে আপোনাৰ দৰেই সুন্দৰী হ'ব। তাৰ পিছত তেওঁ মঞ্জুৰ পিনে চাই সস্নেহ হাঁহিৰে কৈছিল— চাওঁ মা,

এইফালে আহাচোন। তোমাৰ নামটো কি?

মানুহগৰাকীয়ে নিপাতনে সিদ্ধি কৰি ল'লে— সুন্দৰী মাকৰ সুন্দৰী কন্যা! হায়, তেওঁ যদি বুজিলেহেঁতেন সেই মৰ্ম ব্যথা, সুন্দৰী মাকৰ অসুন্দৰী কন্যা হোৱাৰ মৰ্ম ব্যথা! মই যেতিয়া আৰু ডাঙৰ হৈছিলোঁ অৰ্থাৎ বাল্যকাল পাৰ হৈ কৈশোৰ আৰু যৌৱনৰ সন্ধিক্ষণত ভৰি দিছিলোঁ— তেতিয়া এটা কথা প্ৰমাণিত হৈ গৈছিল যে মই এজনী অতি বুদ্ধিমতী ছোৱালী, মোক তেতিয়ালৈকে ক্লাছৰ পৰীক্ষাবোৰত প্ৰথম স্থানৰ পৰা দ্বিতীয় স্থানলৈ বগৰাব পৰা কোনো ছাত্ৰীৰ যে আবিৰ্ভাৱ হোৱা নাছিল সেই কথা আগতেই কৈছোঁ। বয়সৰ সেই সন্ধিক্ষণত ছোৱালীবোৰৰ মনত পঢ়া-শুনাৰ লগতে কিন্তু এটা বিষয়তো তীব্ৰ সচেতনতাৰ জন্ম হয়। সেই সচেতনাটো হ'ল নিজৰ চেহেৰাটো সম্পৰ্কে। ময়ো অৱধাৰিতভাৱে সচেতন হৈছিলোঁ, কিন্তু অতি ক্ষোভেৰে। ইংৰাজীত আপ্তবাক্য এষাৰ আছে At sixteen, She is Queen. যোল্ল বছৰ বয়সত এজনী ছোৱালীৰ চেহেৰাই তাইক ৰাণীৰ দৰে কৰি তোলে। কিন্তু মই সেইষাৰ কথা একেবাৰে মানি ল'ব পৰা নাছিলোঁ, নিজৰ ক্ষেত্ৰতো একেবাৰেই মানি ল'ব পৰা নাছিলোঁ। যোল্ল বছৰ বয়সে মোৰ শৰীৰ সুন্দৰ কৰি তুলিছিল হয়, মুখখনৰ গঢ়টোতো সুন্দৰ কৰিব পৰা নাছিল। মোৰ ভোটা নাক, হাঁহিলে ওপৰৰ পাৰি প্ৰকট হোৱা দাঁত (সেই তীব্ৰ আত্মসচেতনতাতেই মই খুব কম হাঁহিছিলোঁ, মোৰ অন্তৰৰ সেই গুপ্ত ৰহস্যটো কোনোৱেই নাজানিলে, জনা হ'লে মই বৰ গোমোঠা স্বভাৱৰ— এই বদনামটো কেতিয়াও নাপালোঁহেঁতেন) এই সকলো মিলি মই এগৰাকী অনাকৰ্ষণীয় অসুন্দৰী ছোৱালী আছিলোঁ। মোৰ মুখৰ প্ৰায় প্ৰতিটো অসুন্দৰ অংগক লৈ অহৰহ ক্ষোভেৰে সচেতন আছিলোঁ, পিছে আটাইতকৈ সচেতন আছিলোঁ মোৰ নাকটোক লৈহে, হাঁহিলে বেয়াকৈ ওলোৱা দাঁতৰ পাৰিতকৈও বেছিকৈ। পঢ়া-শুনাত চোকা আছিলোঁ যদিও মোৰ মেধাই কেৱল স্কুল-কলেজৰ পাঠ্যপুথি কেইখনতে মোক আবদ্ধ কৰি ৰাখিব পৰা নাছিল, মই তাৰ বাহিৰেও অন্যান্য নানা জ্ঞান-বিজ্ঞান, সাহিত্য-সংস্কৃতিৰ কিতাপতো ডুবি থাকিছিলোঁ আৰু হয়তো তাৰ ফলত মোৰ ভাব-অনুভূতিৰ তীব্ৰতাও বৃদ্ধি পাইছিল। জীৱনৰ বহুতো কথাত মই পঢ়া সেই কিতাপবোৰৰ কোনো অংশ টানি আনিছিলোঁ আৰু নিজৰ লগত সেইবোৰ বিজাই কেতিয়াবা তৃপ্তি অনুভৱ কৰিছিলোঁ, কেতিয়াবা আকৌ জ্বালাও অনুভৱ কৰিছিলোঁ। মোৰ চেহেৰাটোৰ কথাত মই নাকটোৰ বিষয়েহে যে বেছি সচেতন সেই কথা কৈছোঁ— গতিকে এতিয়া এই সচেতনতাই মোক মনত পেলাই দিয়ে Cyrano De Bergerac নামৰ অমৰ নাটখনৰ চিৰানোৱে নিজৰ কুৎসিৎ নাকটোৰ বিষয়ে দিয়া দীৰ্ঘ আৰু বিচিত্ৰ বৰ্ণনাবোৰ। সেই বৰ্ণনাবোৰৰ প্ৰত্যেক বিধৰ আকৌ নামো আছে। যেনে Aggressive, Friendly, Descriptive, Inquisitive ইত্যাদি, ইত্যাদি। মই সেইবোৰ পঢ়ি নিজকে নাকটো লৈ চিৰানোৰ ভাষাৰে ভেঙুচাওঁ — What is that receptacle? A razor case or a portfolio?

মঞ্জুৰ প্ৰতি তৃতীয়বাৰ তীব্ৰ ঈৰ্ষা অনুভৱ কৰাৰ ঘটনাটো ঘটিছিল নীলিমক মোৰ আৰু মঞ্জুৰ দুয়োৰে দেউতাকে নিজ নিজ কন্যাৰ দৰা হিচাপে পাবলৈ চেষ্টা কৰা আৰু সেই চেষ্টাত মঞ্জুৰ দেউতাক ফলৱতী হোৱাৰ সময়ত। নীলিম যেতিয়া ইঞ্জিনীয়াৰ হৈ আমাৰ চুবুৰিৰ ভাড়াঘৰ এটাৰ বাসিন্দা হৈ থিতাপি লৈছিলহি তেতিয়া মোৰ পৰিয়াল আৰু মঞ্জুৰ পৰিয়ালৰ বাবে আমি দুয়োজনী বিবাহযোগ্য হৈ উঠিছিলোঁ। আমি দুয়ো বি এ পাছ কৰিছিলোঁ, মঞ্জুৱে সাধাৰণভাৱে আৰু মই অসমীয়াত অনাৰ্চসহ প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ। নীলিম বৰুৱাই মঞ্জুকো চাইছিল আৰু মোকো চাইছিল। অৱশ্যে দুয়োঘৰ মানুহেই যে একেজন ল'ৰাৰ বাবে চেষ্টা চলাইছিল সেই কথা প্ৰথমতে দুয়োঘৰৰ কোনোৱে জনা নাছিল। সি যি কি নহওক, বি এ পৰীক্ষাত মই মঞ্জুতকৈ বহুত ভাল ফলাফল দেখুৱালেও বিয়াৰ পৰীক্ষাটোত কিন্তু নোৱাৰিলোঁ। নীলিমে মঞ্জুক পছন্দ কৰিলে। কৰিবইতো— মই মনৰ ভিতৰতে নিজকে জ্বালা ধৰাই এইবোৰ কথা উচ্চাৰিত কৰিবলৈ ধৰিলোঁ : Your face is your fortune সুন্দৰ মুখৰ সৰ্বত্ৰ জয়। আকৌ নিজকে ভেঙুচাবলৈ ধৰিলোঁ— তোমাৰ নাকটোৰ পিনে চাই নীলিমেও নিশ্চয় চিৰানো ডি বাৰ্জেকৰ দৰেই প্ৰায় এনে ভাষাৰে ভাবিছিল : When it blows, the typhoon howls, and the clouds darken.

এইবাৰ মঞ্জুৰ প্ৰতি মোৰ অন্তৰত যিপাট ঈৰ্ষাৰ শেল সোমাইছিল সি অতি গভীৰলৈ প্ৰোথিত হৈছিল।

অৱশ্যে মঞ্জুৰ বিয়া হোৱাৰ তিনি বছৰৰ পিছত এজন ইঞ্জিনীয়াৰৰ লগতে মোৰ বিয়া হৈছিল। মোৰ ধাৰণা হৈছিল যে তেওঁ মোৰ নাক চোৱা নাছিল, চাইছিল মোৰ চাকৰিটো, কাৰণ তেতিয়া মই স্থানীয় কলেজ এখনৰ অধ্যাপিকা হৈছিলোঁ। এম এতো মোৰ প্ৰথম শ্ৰেণী প্ৰথম স্থান থাকিছিল। তাৰ পিছত আয়াসতে মই কলেজৰ চাকৰিটো পাই গৈছিলোঁ। মোৰ স্বামী পুলিন বৰুৱা (নীলিম বৰুৱাৰ লগত তেওঁৰ চাকৰিৰে নহয়, নামটোৰো অদ্ভুত

ধৰণে সাদৃশ্য হৈ গৈছিল) মই থকা চহৰখনৰে ইঞ্জিনীয়াৰিং কলেজৰ প্ৰবক্তা আছিল। গতিকে আৰ্থিক দিশত মোক বিয়া কৰাই তেওঁৰ লাভ হৈছিল। হয়তো মঞ্জু তেওঁৰ আগত মোৰ তুলনাত কম যোগ্যই বিবেচিত হ'লহেঁতেনে, কাৰণ মঞ্জুৱে এম এ পাছ কৰি কলেজত চাকৰি পোৱাৰ কোনো প্ৰশ্নই নুঠিলহেঁতেন, কাৰণ বি এটো তাই কোনোমতেহে পাছ কৰিছিল। মই সেই সম্ভাৱনাৰ কথা ভাবি মাজে মাজে তৃপ্তিৰ পথত বাট বুলাৰো চেষ্টা কৰিছিলোঁ যদিও সেই পথত সিঁচৰতি হৈ আছিল বহুত কাঁইট। অনিশ্চয়তাৰ কাঁইট, মই মানুহজনীতকৈ মোৰ চাকৰিয়ে প্ৰাধান্য পোৱাৰ কাঁইট। এৰা, সৌন্দৰ্যলোভী পুৰুষৰে এজন পুলিন বৰুৱাও, কোনে জানে মোৰ চাকৰি সত্ত্বেও মঞ্জুকে তেওঁ পছন্দ নকৰিলেহেঁতেন, হাজাৰ হওক মোৰ নাকটো— 'Tis a rock - crag -a cape -A cape? say rather, a peninsula!' (উস্ আকৌ মনৰ গোপন স্থলীৰ পৰা চিৰানো উঠি আহিছে!)

তাৰ পিছত সময় বাগৰি গৈছিল, বহুত বাগৰি গৈছিল। সেই বাগৰি যোৱা সময়ে এনেকি সুন্দৰী মঞ্জুকো যথেষ্ট অসুন্দৰী কৰি পেলাইছিল। তাইৰ দাঁতবোৰ অদ্ভুতভাৱে ওলাই আহিছিল আৰু হাঁহিলে মোৰ পাৰি ওলোৱা দাঁতৰ হাঁহিতকৈও তাইৰ এসময়ৰ ভুৱনভুলোৱা হাঁহি প্ৰায় কুৎসিৎ লগা হৈছিল। তাই মোক কৈছিল যে ডায়েবেটিছ হোৱাৰ ফলতে তাইৰ দাঁতৰ সেই অৱস্থা হৈছে।

অৱশ্যে সময়ে মোক আৰু বেছি অসুন্দৰ কৰি তুলিছিল। মঞ্জু সেই বয়সতো মোৰ তুলনাত যথেষ্ট সুন্দৰী আছিল। কিন্তু সেইটো বয়সত সৌন্দৰ্যই হৰা-জিকাত কোনো স্থান ল'ব নোৱাৰে, স্থান লয় অন্যান্য নানা বৈষয়িক কথাই, মান-সন্মান, খ্যাতি-প্ৰতিপত্তিয়ে। পিছে তাতো আটাইতকৈ গুৰুত্বপূৰ্ণ স্থান লয় বোধহয় সতি-সন্ততিয়েহে। মই মঞ্জুৰ লগত অতীতত প্ৰায় সকলো কথাতে হাৰি আহি জীৱনৰ শেষ প্ৰান্তত উপনীত হৈ দেখিলোঁ যে এইবাৰ এইটো বিষয়ত তাইৰ ওপৰত মই টেক্কা মাৰিছোঁ। মোৰ দুটা ল'ৰা, এজনী ছোৱালী— তিনিও মোৰ মনে বিচৰা ধৰণে হৈছে, সুশিক্ষিত, ভদ্ৰ, হৃদয়বান। এনেকি মোটামুটি সুন্দৰো, অন্ততঃ এজনেও মোৰ নাকটো পোৱা নাই (হায় নাক!)...।

আনহাতে মঞ্জুৱে ল'ৰা-ছোৱালীৰ পৰা আচৰিত ধৰণে সুখ নাপালে, কি যে অদ্ভুত ভাগ্য ছোৱালীজনীৰ! নীলিম পঢ়া-শুনাত খুব চোকা ল'ৰা আছিল বোলে, তেওঁৰ ঘৰখনো আছিল ধনী, মানী নামী, নীলিমৰ ভাই-ককায়েক আটাইকেইজন ভাল চাকৰিয়াল। সেইবাবেইতো অতি সুপাত্ৰ গণ্য কৰি মঞ্জুৰ দেউতাক আৰু মোৰ দেউতা নীলিমক জোঁৱাই হিচাপে পাবলৈ এদিন উঠি-পৰি লাগিছিল। অৱশ্যে নীলিম চেহেৰাৰে ঠিক সুপুৰুষ নাছিল, এনেকি পুলিনতকৈও অলপ বেয়াহে আছিল। পিছত মঞ্জু আৰু নীলিমৰ সন্তানৰ ক্ষেত্ৰত (সিহঁতৰ দুজনী ছোৱালী আৰু দুটা ল'ৰা হৈছিল) এই দুৰ্ভাগ্য দেখা গ'ল যে ছোৱালী দুজনীৰ এজনীয়েও মাকৰ সুন্দৰ চেহেৰা নাপালে (মোৰ এসময়ৰ নিজৰ অভিজ্ঞতাৰে মই কেতিয়াবা সিহঁতৰ মৰ্মবেদনাৰ কথা ভাবিব নোৱাৰোঁ) আৰু এটা ল'ৰা-ছোৱালীও পঢ়া-শুনাত চোকা নহ'ল। মঞ্জু আৰু নীলিমৰ সন্তানৰ ক্ষেত্ৰত এনে হোৱা দেখি মোৰ জীৱনৰ বহুত কথাতে কিতাপত পঢ়া নানা কথা টানি অনাৰ অভ্যাস মতেই বাৰ্ণাৰ্ড শ্ব আৰু এজনী সুন্দৰী অভিনেত্ৰীৰ মাজত হোৱা এটা কথোপকথনক মনৰ আগলৈ টানি আনিছিলোঁ। অভিনেত্ৰীয়ে কৈছিল— 'আপোনাৰ আৰু মোৰ বিয়া হ'লে আমাৰ সন্তান আপোনাৰ মেধা আৰু মোৰ সৌন্দৰ্যৰে কিযে জাকতজিলিকা হৈ উঠিব ভাবকচোন!' বাৰ্ণাৰ্ড শ্বই তেতিয়া তপৰাই উত্তৰ দিছিল— 'কিন্তু মোৰ চেহেৰা আৰু আপোনাৰ বুদ্ধি লৈ জন্ম ল'লে সিহঁতৰ কি অৱস্থা হ'ব সেই কথাও ভাবকচোন!' বাৰ্ণাৰ্ড শ্ব আৰু সেই অভিনেত্ৰীৰ ক্ষেত্ৰত সেই ট্ৰেজেদি ঘটা নাছিল (দুয়োৰো অৱশ্যে বিয়াও হোৱা নাছিল), কিন্তু আচৰিত ধৰণে মঞ্জু আৰু নীলিমৰ ক্ষেত্ৰত ঘটিছিল।

এইদৰেই জীৱনৰ শেষ প্ৰান্তত উপনীত হৈ মই অৱশেষত মঞ্জুৰ ওপৰত বিজয়িনী হৈছিলোঁ। ইমান দিনৰ ঈৰ্ষাৰ ঘাডোখৰত এক সুখকৰ নিৰাময়কাৰী প্ৰলেপ পৰিছিল। কিন্তু কিয় মই ভবাৰ দৰে বিজয় আৰু আনন্দৰ উচ্ছ্বাসত উচ্ছ্বাসমুখৰ হৈ উঠিব পৰা পৰা নাই? মই কেবল জীৱনৰ সকলো কথাতে কিতাপ পঢ়া বহুতো কথাকে টানি অনাৰ মানসিকতাৰে টানি আনিছোঁ চেখভৰ 'বাজি' গল্পটো আৰু মনতে আওৰাইছোঁ, বাইবেলৰ এইখিনি কবিত্বপূৰ্ণ অমৰ কথা ঃ To everything there is a season, and a time for every purpose under heaven ..... A time to be born and a time to die ...... এৰা, মোৰ এতিয়া জীৱনৰ সকলো জয় আৰু উল্লাসৰেই মৃত্যুৰ সময়!

(গৰীয়সী, ১৯৯৫)

# মোৰ নাম কমলিনী কলিতা

মোৰ কমলিনী নামটো হেনো মায়ে ৰখা। মাৰো যে কাণ্ড, মোৰনো ইমান ধুনীয়া নাম এটা ৰাখিব লাগেনে? কমলিনী বুলি ক'লেই গোলাপী ৰঙৰ বোল লগা বগা পাহিৰ পদুম ফুলটো মনৰ চকুত ভাহি নুঠেনে? মাৰ নাম বিনীতা, কিন্তু মাৰ নামটোহে কমলিনী হ'ব লাগিছিল। কাৰণ প্ৰায় পদুম ফুলৰ দৰেই মাৰ গাৰ বৰণ। মই দেউতাৰ গাৰ বৰণ লৈছোঁ, খুব ক'লাও নহয়, অথচ বগা ৰঙৰ ওচৰেদিও যাব নোৱাৰো। আচলতে আমাৰ অসমীয়া ভাষাত নানাধৰণৰ ক'লা গাৰ বৰণক গোমা, মিঠাবৰণীয়া আদিৰে বুজাবৰ চেষ্টা কৰা হয় যদিও তাৰ দ্বাৰা ৰঙটোৰ স্পষ্ট ধাৰণা এটা গঢ়ি নুঠে। মই বৰং বাঙালী ভাষাৰ কিতাপ পঢ়ি দেখিছোঁ যে ক'লা ৰঙটোৰ বিভিন্ন প্ৰকাৰক তেওঁলোকেহে ভালকৈ বুজাব পাৰিছে—কালো, শ্যামা, উজ্জ্বল শ্যামবৰ্ণ,— এনেবোৰ নামেৰে। এই ৰংবোৰেৰে বুজাবলৈ গ'লে শ্যামাটোৱে মোৰ গাত প্ৰযোজ্য হ'ব। গতিকে এনেবৰণৰ জীয়েকজনীকনো মায়ে কিয় কমলিনী নামটো দিব লাগে? নিজৰ গাৰ বৰণটোৰ হ'লে সামান্য এটা অংশও দিব নোৱাৰিলে। মোৰ মনত এই ক্ষোভটো নজগাকৈ নাথাকে, অৱশ্যে তাৰবাবে মা নহয়, ঈশ্বৰহে জগৰীয়া।

মোৰ নামটোক লৈ মই নিজকে ভেঙুচাই থাকোঁ। তাৰ আখৰবোৰ ইফাল সিফাল কৰি সদায় মই নিষ্ঠুৰ কিন্তু কৰুণ আনন্দ পাওঁ। কমলিনী নামটোক ভঙা-চিঙা কৰো এনেদৰে—প্ৰথম আৰু তৃতীয় আখৰ মিলাই কৰো কলি, দ্বিতীয় তৃতীয় আখৰ মিলাই কৰোঁ মলি। তোমাৰ ৰং মানুহৰ গাৰ বৰণৰ দৰেই লেতেৰা ক'লা— বুজিছানে মিছ কমলিনী কলিতা? নিজকে নিষ্ঠুৰভাৱে জোকাওঁ। তাৰপিছত সেই ভগ্ন অংশ দুটা জোৰা লগাওঁ— কলিমলি। মানুহে যে কয় কলিমলি ছোৱালী (হ্ৰস্ব ইকাৰ দীৰ্ঘ ইকাৰৰ থাকিলেই বা সামান্য পাৰ্থক্য।) সেই কলিমলি ছোৱালী তুমি কমলিনী। (ইচ— কেনেকুৱা কবিতা যেন লগা হ'ল।) মোৰ নামৰ প্ৰথম আখৰ দুটা লগ লগালেও নিঃকিনতাই প্ৰকট হৈ উঠে— কম, বেছি নহয়। মোৰ গাৰ ৰঙৰ উজ্জ্বলতা কম, মোৰ নাক, মুখৰ গঢ়ণৰ সৌন্দৰ্য কম, মোৰ শৰীৰৰ দৈৰ্ঘ কম, মোৰ অন্তৰত মৰম কম (এইটো মাৰ অভিযোগ)-- এনেদৰে নানা কমতিৰে মই ভৰা। কলিতা উপাধিটোৱেও যেন মোক উপহাস কৰে—প্ৰথম দুটা আখৰেই হ'ল কলি—প্ৰথম আৰু শেষৰ শব্দ দুটা লগ লগালে হয় কতা, বানানৰ বিভ্ৰাট ইয়াতো হয়, কিন্তু মুখেৰে কওঁতেতো সেই বানানৰ প্ৰয়োজন নহয়— গতিকে মই নিজকে এনেকৈ ক'লে—আও কতা কলি কমলিনী, তেতিয়া তাৰ বানানৰ 'ট' আৰু দীৰ্ঘ ঈকাৰৰ কোন কাণে পাৰ্থক্য ধৰিব পাৰে?

মোৰ তেনে কোনো অন্তৰংগ বন্ধু নাই। কেৱল চুবুৰীৰ একে ক্লাছতে পঢ়া ছোৱালী হিচাবে নমিতাৰ লগত বাধ্যতামূলক সম্বন্ধ মিলামিছা এটা হৈছে। মই সাধাৰণতে নিজৰ কথা কাকো বেচিকৈ নকওঁ, এতিয়া মোৰ প্ৰায় সোতৰ বছৰ বয়স হোৱাত মনত বহুত কথা জমা হৈ থাকে যদিও আৰুহে বেচিকৈ নকওঁ, কিন্তু এদিন কিবা এক দুৰ্বল মুহূৰ্তত নমিতাক মোৰ নামৰ খেলাবোৰ দেখুৱাই পেলালোঁ। তাইতো গালত হাত এখন দি বহুত পৰলৈ অবাক হৈ চাই ৰ'ল—শেষত ক'লে ঃ

'তুমিও বৰ আচৰিত ছোৱালী দিয়া কমলী, (সেইটো মোৰ ঘৰত মতা নাম) বগা নহ'লা বুলিয়েনো ইমান কাণ্ড কৰিব লাগেনে? ময়োতো বগা নহওঁ,কিন্তু মইতো এইবোৰ কথা কেতিয়াও নেভাবোঁ—'

পিছে মোৰ এনেধৰণৰ কমলিনীৰ নাম ভঙা কাৰবাৰটোত নমিতাই খেলাৰ স্ফূৰ্তিও বিচাৰি পাইছিল। সেয়ে তাই নিজৰ নামটোকো তেনেকৈ ভঙা-ভঙি কৰাত ব্যস্ত হৈ পৰিছিল—নমিতা, নমি মিতা, নতা, তান— 'ধেৎ মোৰ নামটোৱে একো ভাল শব্দই নহয়—' নমিতাই বিৰক্তিৰে কৈ উঠিছিল।

'তাতকৈ কোৱা তোমাৰ নামটোৱে একো বেয়া শব্দই নহয়' —ইয়াৰ পিছত আমি দুয়ো বন্ধুৱে হাঁহিছিলো আৰু সেই প্ৰসংগৰ সেইদিনা তাতেই ইতি পৰিছিল। অৱশ্যে মোৰ নামৰ খেলাটো নমিতাৰ ইমানেই অদ্ভুত লাগিছিল যে তাই পিছত গৈ স্কুলত বাকী সহপাঠিনীসকলৰ আগতো সেই কথা সবিস্তাৰে কৈছিল। তাৰ পিছত সিহঁতবোৰে মোক বেবি ধৰিছিল, কিন্তু বহুতো 'কম' থকা মোৰ মুখৰ পৰা কথাওতো কম ওলায়, সেয়ে

মই গহীন হৈ থকাত সিহঁতে আৰু বেছি হুলস্থুল নকৰিলে।

মা নহয়, মইহে দেউতাৰ ঘৈণীয়েকৰ দৰে (ইমান বেয়া কথাষাৰ কোৱা বাবে মোৰ জিভাত কেল্লাৰ হ'ব নেকি ঈশ্বৰ?)। কাৰণ এতিয়া মই ডাঙৰ হৈ অহাৰ লগে লগে দেউতাই মাতকৈ মোৰ লগতহে বেছিকৈ সংসাৰৰ নানা কথা পাতে, বজাৰ কৰি আহি মোকেই টোপোলা ল'বলৈ বা তাৰ ভিতৰৰ বস্তুবোৰ উলিয়াই ছিজিল কৰি থ'বলৈ মাতে। তাৰ কাৰণ বয়সৰ লগে লগে বাঢ়ি অহা মোৰ দায়িত্ববোধ, পৰিপক্কতা নে মাক বেছি কষ্ট দিব নোখোজাৰ দেউতাৰ মনোবৃত্তি মই ঠিক নাজানো। দেউতাই যে মাক এজনী পুতলাৰ দৰে আতোল-তোলকৈ ৰাখে, সেই কথাটো মই লাহে লাহে ডাঙৰ হৈ লাহে লাহে বুজি আহিছিলোঁ। দেউতাই বিশেষ একো ডাঙৰ চাকৰি নকৰে, তথাপি মাৰ দৰে পৰমাসুন্দৰী পত্নী এজনী পোৱাৰ কাৰণবোৰৰ এটা হ'ল তেওঁৰ ভাগ্য, আন এটা হ'ল মাহঁতৰ মাকহঁতৰ আৰ্থিক দুৰৱস্থা—লগতে সন্তানৰ সংখ্যাধিক্য। মোৰ মাহী—জেঠাইহঁতৰ সংখ্যাই আছিল সাত, সেয়ে ইমানবোৰ কন্যা সন্তানৰ পিতৃ-মাতৃয়ে হাতৰ কাষত পোৱা মোটামুটি সুযোগ্য পাত্ৰক যে জীয়েকহঁত খৰধৰকৈ গতাব, তাত আচৰিত মানিবৰ কি আছে।

মোৰ মহা, জেঠাহঁত কোন কেনে ধৰণৰ সুযোগ্য পাত্ৰ আছিল নাজানো। কিন্তু মোৰ দেউতা যে সুপাত্ৰ আছিল, তাত কোনো সন্দেহ নাই। কাৰণ এক দৰিদ্ৰ পিতৃৰ ঘৰৰ পৰা আন এক দৰিদ্ৰ স্বামীৰ ঘৰলৈ অহা মোৰ মাক কিন্তু দেউতাই ৰাজৰাণীৰ দৰে কৰি ৰাখিছিল। মই ডাঙৰ হোৱাৰ পিছত অৰ্থাৎ মাৰো কিছু বয়স বঢ়াৰ পিছত, অৰ্থাৎ মাৰ বিয়াৰ সময়ৰ সৌন্দৰ্য আৰু আকৰ্ষণ কিছু টুটি যোৱাৰ পিছতো এতিয়াও দেউতা মাৰ প্ৰতি যি মনোযোগী হৈ থাকে, বিয়াৰ ঠিক পিছতেই সেই মানুহ যে কিমান তিৰুতা সেৰুৱা হ'ব পাৰে, তাক মই সহজেই কল্পনা কৰিব পাৰোঁ। আৰু, নানা কথাক লৈ কল্পনা কৰা যে মোৰ ডাঙৰ মানসিক বিলাস। অৱশ্যে মোৰ সেই কল্পনা সদায় মধুৰ হৈ নাথাকে, মোক কোনোবা এক ৰাজপুত্ৰই পক্ষীৰাজ ঘোঁৰাত উঠি আহি এই দুখৰ কাৰাগাৰৰ পৰা মুক্ত কৰি লৈ যাব— সেই কল্পনাটো সুন্দৰ আৰু মধুৰ। কিন্তু দেউতাৰ যদি হঠাৎ কিবাকৈ মৃত্যু হৈ যায়, তেতিয়া আমাৰ ৰাজৰাণী মাৰ কি অৱস্থা হ'ব—সেই জল্পনা কিন্তু বিকৃত আৰু কুৎসিৎ। এই কথাটোতো ওলায়ে পৰিল যে ঘৰখন মোৰ বাবে দুখৰ কাৰাগাৰ। মায়ে দেউতাৰ দুৰ্বল স্থানটো ভালকৈ গম পাই তাৰ যি সুবিধা আদায় কৰিলে শেষত তাৰ ফল ময়ো ভোগ কৰিব লগা হ'লোঁ। দেউতাই অফিচৰ পৰা আহি যেতিয়া দেখে যে মায়ে একো জা-জলপানৰ যোগাৰ নকৰি কিবা এখন চিনেমাৰ মেগাজিন পঢ়ি আছে বা চুবুৰীয়াৰ গৃহস্থনীৰ লগত সীমাৰ বেৰৰ ওচৰত থিয় হৈ আড্ডা মাৰি আছে, তেতিয়াহ'লে মাক আৰু নামাতে। নিজেই কিবা এটা কৰি লয় আৰু তেতিয়াহে মাক মাতে আৰু দুয়ো একেলগে খায়। মোৰ স্মৰণ থকা দিনৰে পৰা মই মাৰ এই অলস ভংগীকে দেখি আহিছোঁ। বিয়াৰ পিছৰ প্ৰথম অৱস্থাত মাৰ ধুনীয়া হাতভৰিত যাতে বোকা-পানী নালাগে, ছাই নালাগে, চাবোন-ভিমে যাতে বাচন আৰু কাপোৰ ধোৱা হাত ক্ষয় কৰিব নোৱাৰে তাৰ বাবে বনকৰা মানুহ সদায় সুবিধা মতে নোপোৱা দেউতাই যে মাৰ আধামান কাম নিজেই কৰি দিছিল, সেই কথাবোৰ মই জেঠাই আৰু মাহীৰ মুখৰ পৰাহি গম পাইছিলোঁ। জেঠাই-মাহীহঁতো ধুনীয়া, কিন্তু কাৰো তেনে ধনী মানুহৰ লগত বিয়া হোৱা নাছিল, আনহাতে তেওঁলোকৰ গিৰিয়েকহঁতো তেওঁলোকৰ ৰূপৰ বাবে মোৰ দেউতাৰ দৰে আত্মহাৰা হৈ নাথাকিছিল আৰু সেইবাবে ঘৈণীয়েকহঁতৰ সৌন্দৰ্য ৰক্ষাৰ প্ৰতি সচেতন হৈ ঘৰুৱা কামৰ সিংহভাগো কৰি দিয়া নাছিল। গতিকে মাহী আৰু জেঠাইহঁতে গেবাৰী খাটী থকাৰ মাজতে ঈৰ্ষাৰ সুৰেৰে কেতিয়াবা কয়— 'আমাৰ সকলোবোৰ বাই-ভনীৰ ভিতৰত বিনীয়ে আটাইতকৈ ভাগ্যৱতী, গিৰিয়েকে কেনেকৈ মূৰত তুলি ৰাখে!............

মই যেতিয়া অলপ ডাঙৰ হৈ লাচনি-পাচনি কৰিব পৰা হ'লোঁ, তেতিয়া দেউতা-মা দুয়ো মোক ইটো সিটো কথাত খটুৱাবলৈ ধৰিলে। মাই মোৰ হতুৱাই ইমান কাম কৰোৱা দেখি প্ৰথমতে মোৰ মনত ভাব হৈছিল যে মোৰ মা নিজা নহয়, মাহীমাহে। কিন্তু লাহে লাহে বুজি আহিলোঁ যে মানুহ অভ্যাসৰ দাস, দেউতাৰ প্ৰশ্ৰয়ৰ ফলত মাৰ কাম কৰা অভ্যাস কমি আহিল, কাম কৰিব নোৱৰা হ'ল, গতিকে মোৰ প্ৰতি মৰমৰ অভাৱত নহয়, নিজৰ এলাহৰ প্ৰাবল্যতহে মায়ে মোক এনে চাকৰণী খটুৱা দি খটুৱাইছিল। দেউতাৰ

ক্ষেত্ৰত কথাটো বোধহয় ওলোটা হৈছিল— তেওঁ নানা কাম কৰি কৰি তাত তেওঁৰ স্বহাৰৰ সঙ্গী এজনক পোৱাৰ পিছত বোধহয় খুব সকাহ পাইছিল। প্ৰথমতে সৰু ছোৱালীৰ সৰু সুৰা সহায়, তাৰপিছত ডাঙৰ ছোৱালীৰ ডাঙৰ সহায়— এইদৰে মই দেউতাৰ ঘৰৰ ঘৰণীৰ দৰে হৈ পৰিছিলোঁ। মাৰ বোধহয় অন্তৰত এক ধৰণৰ অপৰাধবোধো জাগিছিল, সেইবাবে মোক এনেকৈ খটুৱাৰ একেধৰণৰ সমৰ্থন বিচাৰি লৈছিল এনে ধৰণৰ কথা কৈ— 'বেটীৰ ভাগ্য আৰু বান্দীৰ ভাগ্য বোলে একে, গতিকে বিয়াৰ পিছত ছোৱালী ক'ত পৰে ঠিক নাই— ৰাজৰাণী হৈয়ো খাব পাৰে, গেবাৰী খাটিও খাব পাৰে, গতিকে মাকৰ ঘৰতে সকলো কাম বন শিকি সাজু হ'ব লাগে।'

মাই অৱশ্যে মনে মনে বোধহয় এটা কথাত নিশ্চিত আছিল যে মোৰ ৰূপ নাই, দেউতাৰ নাই 'ৰূপীয়া', গতিকে ক'ত আৰু মোৰ বিত্তবানৰ লগত বিয়া হ'ব, দেউতাৰ দৰেই কোনোবা সৰু চাকৰিয়ালৰ লগতহে বিয়া হ'ব। কিন্তু মোৰতো ক'লা কৰ্কশ হাতভৰি লেতেৰা হ'ব বুলি সেই স্বামীয়ে সিংহভাগ কাম কৰি মোক সকাহ নিদিব। নাই, সেই সম্ভাৱনা নাই। নিজে কাম নকৰি মোক কামত খটুৱা বাবে সৰুতে মোৰ মাৰ ওপৰত খুব খং আৰু অভিমান হৈছিল। যেতিয়া ডাঙৰ হ'লোঁ, তেৰ—চৌধ্য, পোন্ধৰ আৰু তাৰ পিছত যোল্ল বছৰীয়া হ'লোঁ অথচ At Sixteen, she is qeen বোলা কথাষাৰৰ ওচৰেদিও যেতিয়া মোৰ সেই যোল্ল বছৰ সোতৰ বছৰলৈ আগবাঢ়িব নোৱাৰি দূৰে দূৰেই সময় অতিক্ৰমি গ'ল, তেতিয়া মোৰ মাৰ প্ৰতি আৰু এটা অন্য কুভাব যোগ হ'ল— মোৰ মাৰ প্ৰতি ঈৰ্ষাপৰায়ণা হৈ উঠিলোঁ। আমি এঘৰ মানুহৰ ডাঙৰ ঘৰ এটাৰ এটা অংশ ভাড়া লৈ থাকিছিলোঁ। আমাৰ মালিকৰ ছোৱালী নাই, চাৰিটা সন্তানেই ল'ৰা। সৰুটো মোৰেই কাণসমনীয়া, বাকী তিনিটা ডাঙৰ। ল'ৰাকেইটাই মাক মাহীদেউ বুলি মাতিছিল। আমাৰ ঘৰত সিহঁতৰ সৰুৰে পৰা সঘন আহ-যাহ আছিল, এতিয়া সিহঁত ডাঙৰ হোৱাত দেখিলোঁ যে সেই সঘন আহ-যাহ আৰু বাঢ়িছে। সাধাৰণতে ঘৰত গাভৰু ছোৱালী থাকিলে সেই ঘৰৰ প্ৰতি ডেকা ল'ৰাৰ আকৰ্ষণ বাঢ়েই। গতিকে মই ভাবিছিলোঁ যে মোৰ আকৰ্ষণতে সিহঁতৰ সেই আহ-যাহ, তাৰ প্ৰমাণো পাইছিলোঁ, কাৰণ সুবিধা পালেই সিহঁতে মোৰ গাৰ বিশেষ কিছুমান অংশ টিপাৰ চেষ্টা কৰে। কিন্তু লাহে লাহে বুজি উঠিলোঁ যে মই নহয়, মোৰ মাহে সিহঁত গ্ৰহবোৰৰ সূৰ্য। মোৰ মা হ'লে কি হ'ব, ছয়ত্ৰিশ বছৰ বয়সীয়া মাজনীৰ তেতিয়াও শৰীৰত পূৰ্ণ যৌৱন বিদ্যমান, সূৰ্যৰ দৰেই ৰূপৰ উজ্জ্বলতা। অ' আমাৰ ঘৰৰ ল'ৰাবোৰক তেন্তে মোৰ 'চুইট্ চিক্সটিনে' নহয়, মাইহে চুম্বকৰ দৰে টানে। মাৰ প্ৰতি ঈৰ্ষাত মই ভীষণভাৱে দগ্ধ হ'বলৈ ধৰিলোঁ। সেই সময়তে মই নামটোক ওলট-পালট, খণ্ড-বিখণ্ড কৰা হিংস্ৰ আৰু তিক্ত খেলত লাগি গৈছিলোঁ। সেই সময়ত মই মাৰ বিৰুদ্ধে বিদ্ৰোহিনীও হৈ উঠিছিলোঁ— মোক বেছিকৈ কাম কৰিবলৈ দিলে মই উচাৎ মাৰি গুছি অহা হৈছিলোঁ আৰু কৈছিলোঁ 'মোৰ স্কুল ফাইনেল পৰীক্ষা যে ওচৰ চাপি আহিছে, সেই কথা পাহৰি থাকা নেকি? ঘৰৰ কামসোপা উকটি থাকিলে মই পঢ়াৰ সময় ক'ত পাম?'

দেউতাই কামলৈ পাচিলে কিন্তু তেনে প্ৰতিক্ৰিয়া নেদেখুৱাও, বেচেৰা দেউতা, মাৰ ৰূপৰ প্ৰভাই তেওঁক অন্ধ কৰি ৰাখিছে, তিৰোতা সেৱকৰা কৰি ৰাখিছে—তেওঁলৈ মোৰ বৰ পুতৌ হয়।

দেউতাই কৰিব দিয়া কামবোৰ কৰোঁ হয়, কিন্তু সুবিধা পালেই মই পঢ়া মেজৰ ওচৰলৈ গুছি যাওঁ। মই লাহে লাহে এই বিষয়ত সচেতন হৈ আহিব ধৰিছোঁ যে মোৰ যথেষ্ট বুদ্ধি-বৃত্তি আছে, তদুপৰি মোৰ এনে এটা স্বকীয়তা আছে যি মোক লগৰ ছোৱালীবোৰৰ পৰা বেলেগ কৰি ৰাখিছে। সেইবাবেই বোধহয় মোৰ কোনো অন্তৰংগ বন্ধু নাই, মই কাকো মোৰ মনৰ এই ক্ষোভ, যাতনা তিক্ততা একোৰে ভাগ দিব নোৱাৰোঁ।

মোৰ যে মগজুটো ভাল, আজিকালি স্কুলত শিক্ষয়িত্ৰী-সকলেও কোৱা হৈছে। সেয়ে তেওঁলোকে মোক কয়— 'ভালকৈ পঢ়াশুনা কৰিবা কমলিনী, ভালকৈ পঢ়িলে তুমি মেট্ৰিকত ভাল ৰিজাল্ট কৰিব পাৰিবা।' হয়, মই ভালকৈ পঢ়া শুনা কৰিবই লাগিব—কিন্তু মোৰ চকু কেৱল মেট্ৰিকৰ ফলাফলতে আবদ্ধ নহয়, মই সেই চকু আৰু বহুত দূৰ ভৱিষ্যতলৈ প্ৰসাৰিত কৰি দিছোঁ, কাৰণ ভালকৈ পঢ়ি মই মেট্ৰিক—হায়াৰ ছেকেণ্ডাৰী, বি-এ, এম-এ সকলোতে ভাল ফলাফল কৰিব লাগিব। তাৰপিছত এদিন যেতিয়া নিজৰ ভৰিত নিজে থিয়

হোৱাৰ যোগ্য হ'ম, তেতিয়া আৰু মোৰ ৰূপহীনতাত মোৰ ভাল দৰাৰ লগত বিয়া নোহোৱা বা একেবাৰেই বিয়া নোহোৱাৰ সমস্যাৰ সম্মুখীন হ'ব নালাগিব। অৱশ্যে মই যে কেতিয়াও বিয়া নকৰাওঁ, তেনে ভীষ্ম প্ৰতিজ্ঞাও মই নকৰোঁ। কিন্তু মোক যিজনে বিয়া কৰাবলৈ আগবাঢ়ি আহিব তেওঁ যেন মোৰ গুণৰ বাবে, মোৰ বুদ্ধিৰ বাবেহে মোক পছন্দ কৰে। (মইতো মোক দুখৰ কাৰাগাৰৰ পৰা কোনোবা ৰাজপুত্ৰই উদ্ধাৰ কৰি লৈ যোৱাৰ কল্পনা-বিলাসত ডুবি থাকোঁৱেই!) বিয়াৰ বজাৰত মই 'ৰিডাক্চন ছেল'ৰ সামগ্ৰী কেতিয়াও নহওঁ। মোক পূৰা সন্মান আৰু মৰ্যাদাৰে কোনো পুৰুষে যদি গ্ৰহণ নকৰে তেন্তে মই কেতিয়াও কাকো বিয়া নকৰাওঁ। মইতো স্বাৱলম্বী হ'মেই,তেতিয়া স্পৰ্দ্ধিত প্ৰত্যাখ্যানেৰে নিজৰ মনৰ ক্ষুদ্ৰ হিচাপ বুদ্ধি, নিজৰ দৰিদ্ৰতা, কুৰূপতা আদিৰ বাবেহে মোক বিয়া কৰাবলৈ ওলোৱা মোৰ অযোগ্য নিঃকিন প্ৰাৰ্থীজনক মই মনৰ ভিতৰত এইদৰে ক'ম—'মোৰ নাম কমলিনী কলিতা। মই সেই নামটো নিজৰ খেয়ালখুচীত সলনা সলনি কৰি থাকিব পাৰোঁ। কিন্তু তোমাৰ দৰে মানুহ এজনৰ লগত বিয়া হৈ তাৰ 'কলিতা' শব্দটো কিয়, 'ক' আখৰটোও সলনি নকৰোঁ! মনত ৰাখিবা, মই কমলিনী কলিতা, আৰু তোমাৰ দৰে নানা হিচাপ, নানা সুবিধাৰ কথা মনত ৰাখি মোক বিয়া কৰাবলৈ ওলোৱা মানুহবোৰক বিয়া কৰোৱাতকৈ মই ব্ৰহ্মপুত্ৰত জাহ দিম, ডিঙিত ছিপজৰি লগাম, ঘৰৰ পৰা পলাই যাম। এৰা, তোমাৰ দৰে তিৰোতাক বিয়া কৰাই সেই তিৰোতাক অসন্মানহে প্ৰদৰ্শন কৰা পুৰুষক বিয়া কৰাতকৈ মই চিৰ কুমাৰীয়ে হৈ থাকিম। মনত ৰাখিবা, মই কমলিনী কলিতা, আৰু মই চিৰদিন সেই কমলিনী কলিতাই হৈ ৰ'ম!....'

(আগান)

# পবিত্ৰ অপবিত্ৰ

দত্ত দম্পতীয়ে বৰুৱা দম্পতীৰ নতুনকৈ কিনা ফ্লেটটোত থাকিবলৈ অহাৰ পিছত প্ৰায় দুমাহ প্ৰায় অতিক্ৰম হৈছিল, কিন্তু প্ৰতিশ্ৰুতি দিয়ামতে বৰুৱা দম্পতী আহিব পৰা নাছিল। অৱশ্যে বৰুৱাইতে থাকে সুদূৰ অৰুণাচলৰ এখন ভিতৰুৱা চহৰত, গতিকে আহো বুলি অহাটোও সহজ নহয়। তথাপি ইমান দিন লগাৰ কথা নাছিল, তাতে আকৌ ফ্লেটটো সম্পূৰ্ণ হোৱাৰ পিছত তাক এবাৰো নেদেখা সুমিত্ৰা বৰুৱাৰ মনৰ অৱস্থা এনে হৈছিল তেওঁ যেন মেজিক কাৰ্পেট এখনত উঠি (আলিফ লাইলা নামৰ টিভিৰ ছিৰিয়েল এখনত তেওঁ দেখাৰ দৰে) অৰুণাচলৰ পাহাৰবোৰ অতিক্ৰমি তিলকতে গুৱাহাটী আহি পায়! কিন্তু এমাহ মান অ'শতেই ছুটী পোৱাৰ কথা থকা অৰুণাচলৰ এক প্ৰশাসনীয় বিষয়া প্ৰণৱ বৰুৱাই তেওঁৰ কৰ্মস্থানত ঘটা এক অশান্তিকৰ পৰিস্থিতিৰ বাবে সেই ছুটি যথাসময়ত পোৱা নাছিল।

তাৰ পিছত এতিয়া প্ৰায় তিনিমাহ পাৰ হওঁ হওঁ হোৱাৰ পিছতহে বৰুৱাই সেই আকাংক্ষিত ছুটী লাভ কৰি পত্নীক লৈ গুৱাহাটীলৈ আহিব পাৰিছে। দেৰী হোৱাত এপিনৰ পৰা যে ভালেই হ'ল সেই যুক্তি দৰ্শাই তেওঁ অসন্তুষ্ট হৈ থকা পত্নীক বুজাবলৈ চেষ্টা কৰিছিল ঃ

'এই সময়ত অহাৰ এটা সুবিধা হ'ল এয়ে যে ৰনি আৰু মুনকো আমি একে লগে লৈ যাব পাৰিম। একেটা খৰছতে হৈ যাব। এতিয়া চৰকাৰী গাড়ীত চৰকাৰী কাম দেখুৱাই আহিছোঁ নহ'লে প্লেনত ইমান খৰছ কৰি আহি সিহঁত দুটাকো প্লেনত লৈ যোৱাৰ এক্সট্ৰা খৰছৰ বোজা ল'ব লাগিলহেঁতেন।'

পিছে গিৰিয়েকৰ কথা শুনি সুমিত্ৰা বৰুৱাৰ তেওঁ আশা কৰা মতে মুখৰ মেঘ নাঁতৰিল, বৰং সেই মেঘ আৰু গাঢ় কৰি যেন তেওঁ সমগ্ৰ মুখমণ্ডলতে সানি ল'লে—'উস-তোমাৰ লগত কোনোবা এদিনো যদি এই বিষয়ে নিশ্চিন্ত মনেৰে দিন কটাব পাৰিলোহেঁতেন! বিয়াৰ দিন ধৰি কেৱল এই টকা-পইছাৰ চিন্তাকে কৰি থকা শুনি আহিছোঁ। ধন ধন কৰি চিন্তা কৰি থাকিলে মানুহৰ মনবোৰ বৰ সৰু হৈ যায়,—কথাটো আমাৰ মায়ে যে প্ৰায়ে কৈছিল।'

সুমিত্ৰাৰ মাক অৱসৰপ্ৰাপ্ত ডিটিও— অৰ্থাৎ ডিষ্ট্ৰিক্ট ট্ৰেন্সপ'ৰ্ট অফিচাৰৰ পত্নী। তেওঁৰ সঁচায়ে টকা-পইছাৰ বিষয়ত কোনো কৃপণতা নাই, প্ৰায় ৰাজপ্ৰাসাদৰ দৰে ঘৰত থাকি এতিয়াও, গিৰিয়েকে অৱসৰ পোৱাৰ পিছতো দুহাতেৰে টকা উৰুৱাই 'ডাঙৰ মন' এটাৰ পৰিচয় দিয়ে। নিন্দুকে কয় যে তেওঁলোকৰ এডাল লুকায়িত কল্পতৰু আছে, সেইডাল জোকাৰিলেই শিলাবৃষ্টিৰ শিলৰ দৰে জৰজৰকৈ টকা সৰি পৰে। অৱশ্যে এওঁলোক আজিৰ সমাজৰ মধ্যবিত্ত নিন্দুক, গতিকে এওঁলোকৰ বিষয়েও সুমিত্ৰা বৰুৱাইতে একেখিনি কথাকে কয়, সেই একেখিনি কথাকে কোৱাৰ সুযোগ তেওঁলোকৰ জীৱন ধাৰাই দিছে।

হিতে বিপৰীত হে হ'ল— প্ৰণৱ বৰুৱাই মনে মনে ভাবিলে আৰু ইয়াৰ পিছত নীৰৱে ৰ'ল। কিন্তু মনৰ ভিতৰত তেওঁ একধৰণৰ বিদ্ৰোহী সুৰৰ কথাৰে ভোৰ ভোৰাবলৈ ধৰিলে— মই কি ৰিস্ক লৈ পইচা উপাৰ্জন কৰোঁ মইহে জানোঁ। তোমাৰ দেউতায়ো জানো, কিন্তু তুমি বা তোমাৰ মায়ে সেইবোৰ কথাৰনো কি ভু-পাবা—তোমালোক মাৰা-জীয়েৰাই কেৱল আৰামত দুহাতেৰে টকা খৰচ কৰি গৈছা...।

বৰুৱা দম্পতীক দত্ত দম্পতীয়ে আদৰ আহ্বান জনায় বহিবলৈ দিলে আৰু তেওঁলোক দুয়োও ওচৰত হাঁহি মুখে বহি ল'লে। তাৰ পিছত দত্তই বৰুৱাক ক'লে— 'আমাৰ দুয়োৰোহে বন্ধুত্ব আছে, কিন্তু পৰিবাৰসকলৰ পৰস্পৰৰ মাজত চিনাকি হোৱাই নাই নহয়। এওঁ মোৰ ওৱাইফ্ মালবিকা, আপোনাৰ মিছেছ—'

বৰুৱাই দত্তৰ কথা থাপ মাৰি ধৰি ক'লে— 'মোৰ মিছেছ সুমিত্ৰা— নমস্কাৰ দেই মিছেছ দত্ত!'

মালবিকাই মধুৰ হাঁহি এটা মাৰি ক'লে— 'নমস্কাৰ। আপোনালোকৰ লগত চিনাকি হৈ বৰ ভাল লাগিল। আমাৰ পৰম ভাগ্যৰ গুণত এনে এটা সুন্দৰ ফ্লেটত থাকিবলৈ পাইছোঁ। ইয়াৰ আগতে যিবোৰ ঠাইত আছিলোঁ ক'তোৱে এনে ভাল ঘৰত থাকিবলৈ পোৱা নাছিলোঁ।'

ঘৈণীয়েকৰ কথাত বেংকৰ বিষয়া দত্তই কৈ উঠিল— 'তেতিয়া আমাক বেংকৰ পৰা ইমান বেছি ভাড়া মঞ্জুৰ কৰা হোৱা নাছিল বাবে ভাল পোৱা সম্ভৱ হোৱা নাছিলতো—'

ইমান পৰে সুমিত্ৰা বৰুৱাই দত্ত দম্পতীক নিৰীক্ষণ কৰাৰ লগতে ড্ৰইং ৰুমটোতো চকু বুলাইছিল, খুব আড়ম্বৰপূৰ্ণভাৱে নহ'লেও মোটামোটি ভালকৈয়ে কোঠালীটো সজাইছে এই মালবিকা দত্ত বোলা মানুহজনীয়ে। দেৱালত আঁৰি থোৱা কেইখনমান ফটোও আছে, তাৰে এখন বোধহয় বেজী-সূতাৰে কৰা নক্সাৰ কাম-খুব ধুনীয়া দেখাইছে, ৰঙৰ 'মেচ্ছি' অপূৰ্ব হৈছে। মনৰ ভিতৰত এই কেইটা কথা ভাবিলেও সুমিত্ৰাই কিন্তু দেৱালৰ ফটো সম্পৰ্কে সম্পূৰ্ণ বেলেগ এটা প্ৰশ্নহে কৰিলে— 'দেৱালত আপোনালোকে নিজে গজাল মাৰি লৈছে নেকি? মানে মই এইবাবেই সুধিলোঁ ঘৰটো নতুনতো, মানে দেৱাল...'

মালবিকাই সুমিত্ৰাক আৰু বেছি দূৰ আগবাঢ়িব নিদি লৰালৰিকৈ ক'লে— 'আমি কোনো এটা কোঠালীৰে দেৱালত গজাল মৰা নাই, ফটো-চটো আঁৰিব পৰাকৈ কিছুমান 'পেগ' আগৰে পৰা লগোৱা আছিল বাবে তাৰ সদ্ব্যবহাৰ কৰিছো।'

বৰুৱা যেন অলপ বিব্ৰত হ'ল তেনেকৈ লৰালৰিকৈ ক'লে— 'পিছত গজাল মাৰি দেৱালবোৰ যাতে নষ্ট কৰিব লগা নহয় সেইবাবে চিমেন্ট প্লাষ্টাৰ কৰাৰ সময়তে অ'ত ত'ত এনেকৈ পেগ লগাই দিয়া হয়।'

এনেকৈ নিশ্চিত হোৱাৰ পিছতহে সুমিত্ৰা বৰুৱাই ফটোখনৰ কথা ক'লে— 'সেই ফটোখন চিলাই কৰা নেকি? বৰ ধুনীয়া হৈছে দেই। কিনা নে কোনোবাই কৰা?'

মালবিকাই হাঁহি এটা মাৰি ক'লে— 'নাই কিনা দিয়ক, ময়ে কৰা।'

'হয় নেকি? সঁচায়ে ভাল হৈছে দেই। পিছে মিছেছ দত্ত, মই ঘৰটো সম্পূৰ্ণ হোৱাৰ পিছত দেখা নাই নহয়, এবাৰ গোটেই ঘৰটো ঘূৰি-পকি বৰকৈ চাবৰ মন হৈ আছে—'

'নিশ্চয় নিশ্চয়, চাবৰ মন যাবইতো। ময়ে আপোনালোকক মাতি লৈ যাব খুজিছিলোঁ, কিন্তু ভাবিলোঁ প্ৰথমতে চাহ-টাহ অলপ দি লওঁ—'

'নাই নাই, আমাক চাহ নালাগে, মাইঁতৰ ঘৰত খায়ে ওলাইছোঁ,

'আমাৰ ঘৰলৈ মানে আপোনালোকৰেই ঘৰ—প্ৰথম আহিছে, সুদামুখে যাব নোৱাৰে দেই। আগে বাৰু ঘৰটোকে চাই লওঁক—'

মালবিকাই এক প্ৰকাৰ কুণ্ঠিত ভাবেই বৰুৱা দম্পতীক ভিতৰলৈ লৈ গ'ল— তেওঁলোকে বা কি দৃষ্টিৰে ঘৰটোৰ ভিতৰখনত আপোন মনেৰে সজাই লোৱা মালবিকাইঁতৰ সংসাৰখনৰ স্থিতিক চায়, সন্তুষ্ট হয়নে নহয় বা। হাজাৰ হওঁক একেবাৰে নতুন ফ্লেটটোত মালিক থকাৰ আগতেই তেওঁলোক আহি থাকিছেহি। হয়, তেওঁলোক ঘৰ ভাড়া দিয়েই আছে, অলপ অচৰপো নহয়, বেংকৰ পৰা পোৱা ভাড়াৰ উপৰিও নিজৰ পকেটৰ পৰা পাঁচশ টকাও দিব লগা হৈছে। তথাপি কিয় জানো মালবিকাৰ এনে লাগিল বৰুৱাইঁতৰ ঘৰটো যেন তেওঁলোকে বলপূৰ্বক অধিকাৰ কৰি আছে। অৱশ্যে এই ভাবটো হোৱাৰ কাৰণে বোধহয় সুমিত্ৰা বৰুৱায়ে দায়ী, মানুহজনীয়ে যিহে দোষ ধৰাৰ দৃষ্টিৰে ইফালে-সিফালে চাই ফুৰিছে।

পিছে ইমানপৰে মুখৰ কথাত কিন্তু দৃষ্টিৰ সেই অভিযোগ ফুটাই নোতোলা সুমিত্ৰা বৰুৱাই পাকঘৰটোত সোমাই কৈ উঠিল— 'এ' আপোনালোকে এই দুদিনতে ধোঁৱা, তেলৰ ছিটিকনিৰে পাকঘৰটো দেখোন লেতেৰাই কৰি তুলিলে'— কথা কেইটা কৈ সুমিত্ৰা বৰুৱাই অলপ থমকি ৰৈছিল, গেছ ষ্টোভৰ ওচৰতে থিয় হৈ ছোৱালী এজনীয়ে লুচি বেলি আছে, চৈধ্য-পোন্ধৰ বছৰীয়া ছোৱালী, বোধহয় কাম কৰা ছোৱালী, কিন্তু দেখাত ঠিক কাম কৰা ছোৱালী যেনো নালাগে। পিছে আজিকালি কোন কামকৰা ছোৱালী, কোন মালিকৰ ছোৱালী, চিনাই টান— বেটীইঁতৰ সকলোৰে যিহে ষ্টাইল। টিভি চাই চাই চববোৰ পকি গৈছে।

'তোৰ লুচিখিনি বেলা হ'লনে ল'নী?' মিছেছ বৰুৱা, এইজনী আমাৰ ছোৱালী ল'নী'

'অ' হয় নেকি? পিছে সৰু ছোৱালীজনীক এনেকৈ যে কামত লগাই দিছে, আপোনালোকৰ কাম কৰা ছোৱালী নাই নেকি?'

'তেনেকৈ স্থায়ীভাবে থকা নাই, পুৱা-গধূলি আহি বাহিৰা কাম-বন কৰি দিয়া এজনী বিহাৰী তিৰোতাহে আছে। পিছে আজি-কালি চব্বিশ ঘণ্টা থকা মানুহনো ৰাখে কেনেকৈ; পোৱাও টান, পালেও মনোমত পোৱা নাযায়। ইফালে দৰমহা, থকা-খোৱা কাপোৰ-কানি আদিৰ খৰচোনো কম পৰেনে।'

'অ'— এৰোঁ কম কঞ্জুছ নহয় দেই,— সুমিত্ৰা বৰুৱাই মনেৰে ভাবিলে।

'আপোনালোকৰ আৰু ল'ৰা-ছোৱালী?' সুমিত্ৰা বৰুৱাই এইবাৰ শোৱানী কোঠালীৰ পিনে গৈ থাকি সুধিছিল।

'ল'ৰা এটা আছে, ছোৱালীজনীতকৈ তিনি বছৰে সৰু। পিছে এতিয়া সি ঘৰত নাই, খেলিবলৈ ওলাই গৈছে। আপোনালোকৰ ল'ৰা-ছোৱালী?' 'মালবিকাই অলপ সংকোচেৰে সুধিলে। আজিকালি এই প্ৰশ্নটো সুধিবলৈ গ'লেই এটা দিনৰ সোঁৱৰণীয়ে আহি তেওঁক এনেকৈ সংকুচিত কৰি তোলে, সিদিনা তেনেকৈ নতুন চিনাকী-মহিলা এগৰাকীক সেই প্ৰশ্নটো সোধোতে উজ্জ্বল মুখৰ মানুহজনীৰ হঠাতে যেন মুখত এটা ছাঁয়া খেলি গৈছিল আৰু সৰু মাতেৰে উত্তৰ দিছিল—'আমাৰ ল'ৰা-ছোৱালী নাই।'

পিছে আজি তেওঁৰ সেই ভয় অমূলক প্ৰমাণ কৰি সুমিত্ৰা বৰুৱাই গৌৰৱেৰে কৈছিল— 'আমাৰ ল'ৰা দুটা। সিহঁত মেয়ো স্কুলত পঢ়ে। আজমীৰৰ মেয়ো স্কুলৰ নাম জানে নহয়? আজি সিহঁতো আহি পোৱাৰ কথা। ৰাজধানী এক্সপ্ৰেছত দিল্লীৰ পৰা আহিব, ৰাতি ছাৰে আঠটাত ট্ৰেইনখন আহি পায়—। সিহঁতক ষ্টেচনত ৰিচিভ কৰিব যাব লাগিব।'

'যাব দিয়ক, এতিয়া ছটাও বজা নাই নহয়।... আপোনালোকৰ এই বেডৰুমটো মোৰ বৰ পছন্দ হৈছে জানে, ইমানবোৰ দক্ষিণমুখী খিৰিকী, আকৌ পূবফালটো মুকলি। মই দত্তক কওঁ, আমি কেতিয়াবা ঘৰ সাজিব পাৰিলে এনেকুৱা এটা বেডৰুম সাজিম। পিছে আমাৰনো আৰু কেতিয়াবা ঘৰ সজা হ'বনে!'

'নিজে কিয় সাজিব লাগে? আমাৰ দৰে এটা ফ্লেট কিনি লওক— লেঠা নাথাকে।'

'নাই, নাই, কিনিম বুলিলেই ফ্লেট এটা কিনিব পাৰিনে। ইমান টকা-পইছা ক'ত পাম।'

উস সঁচায়ে বৰ কঞ্জুছ দেই মহিলাগৰাকী, সুমিত্ৰা বৰুৱাই বিৰক্তিৰে ভাবিছিল। দুই মহিলাই এনেদৰে কথা পাতি পাতি আৰু তেওঁলোকৰ পিছে পিছে দুই পুৰুষে এক প্ৰকাৰ নীৰৱে অনুসৰণ কৰি গৈ থকাৰ পিছত তেওঁলোক এটা সৰু কোঠালীৰ সমুখত উপস্থিত হৈছিল। দুৱাৰ বন্ধ কোঠালীটোৰ সমুখত থিয় হৈ নিজেই দুৱাৰ খোলাৰ চেষ্টা কৰি সুমিত্ৰা বৰুৱাই উজ্জ্বল মুখেৰে কৈছিল— 'এইটোতো আমাৰ গোঁসাই ঘৰ, ঘৰটো সম্পূৰ্ণ হোৱাৰ আগতে আমি গোঁসাই ঘৰটোতে ঘৰলোৱা পূজা কৰিছিলোঁ,

সুমিত্ৰা বৰুৱাৰ ঠেলাত সৰু কোঠালীটোৰ দুৱাৰখন খোল খাই গৈছিল আৰু তাত বিগ্ৰহৰ সন্ধানত দৃষ্টি প্ৰসাৰিত কৰি দিয়া মানুহজনী একপ্ৰকাৰ আৰ্তনাদ কৰি উঠিছিল— আপুনি মোৰ গোঁসাই ঘৰটো কি কৰি পেলালে মিছেছ দত্ত? ইচ! ঘৰটো দেখোন একেবাৰে অপবিত্ৰ কৰি পেলালে! ইচ্! ইচ্—,

সুমিত্ৰা বৰুৱাৰ এনে প্ৰতিক্ৰিয়াত প্ৰথমতে মালবিকা হতচকিত হৈ পৰিছিল, কিন্তু পিছ মুহূৰ্ত্ততে তেওঁৰ ইমান পৰে অমায়িক হাঁহি লাগি থকা মুখখনলৈ এটা কঠোৰ ভাব আহি গৈছিল, তথাপি তেওঁ উত্তৰ দিছিল নম্ৰভাৱেই— 'মিছেছ বৰুৱা মই কিন্তু কোঠালীটো একপ্ৰকাৰ গোঁসাই ঘৰেই কৰি ৰাখিছোঁ, বিশ্বকৰ্মা গোঁসাইৰ ঘৰ। এই চিলাইৰ মেচিন, উলৰ নিটিং মেচিনবোৰ ৰাখিবলৈ ঘৰটোত আৰু ক'তো ঠাই নাই, তাতে ইয়াত বহি মই ছোৱালীবোৰক চিলাই, উল গোঁঠাও শিকাওঁ। ঘৰত নিজৰো দুটা ল'ৰা ছোৱালী আছে। ঠাইৰ কিছু সংকুলন হয় বাবে এই ঘৰটোকে কামত লগাইছোঁ। আজিকালিৰ দিনত এজনৰ আৰ্জনেৰে চলা কিমান টান জানেই, সেইবাবেই এনেকুৱা চিলাইৰ ক্লাছ কৰি দুপইচা আৰ্জি গৃহস্থক অলপ সকাহ দিয়াৰ চেষ্টা কৰোঁ মিছেছ বৰুৱা। তাৰ বাবে মোক ক্ষমা কৰিব। পিছত আপোনালোক আহি থিতাপি ল'লে ইয়াক পুনৰ গোঁসাই ঘৰ কৰি ল'ব।'

ইয়াৰ পিছত লনিয়ে ভাজি দিয়া লুচি অমলেটেৰে চাহ খালে যদিও সুমিত্ৰাৰ মুখৰ পৰা অসন্তুষ্টিৰ ভাবটো নাতৰিল। বিদায় ল'বৰ সময়তো তেওঁ কৈ গ'ল—'আপুনি মোৰ গোঁসাই ঘৰটো সঁচায়ে অপবিত্ৰ কৰি পেলালে দেই মিছেছ দত্ত, আপোনাৰ কিন্তু পাপ লাগিব—।'

বৰুৱাহঁত ওলাই যোৱাৰ পিছত মালবিলাই গিবিয়েকৰ পিনে চাই হাঁহি এটা মাৰি ক'লে—'পাপৰ ধনেৰে বিলাসী জীৱন কটাই আহি শেষত যেতিয়া অৱসৰ পাই বৰুৱাহঁতে নিজ ঘৰত থিতাপি ল'বহি যেতিয়া সুমিত্ৰা বৰুৱাই গোঁসাই ঘৰত সোমাই অতদিনে মই অপবিত্ৰ কৰি ৰখা ঘৰটো চাকি-ধূপ-ধুনা জ্বলাই ভগৱানক কাতৰ কণ্ঠেৰে তেওঁৰ দোষ নথকা মোৰ পাপৰ বাবে ক্ষমা খুজিব তেতিয়া বোধহয় ভগৱানে হাঁহি হাঁহি ক'ব—কিন্তু সুমিত্ৰা তোমাৰ অপবিত্ৰ ঘৰটোহে দেখোন এদিন এজনী নাস্তিকনী আহি পবিত্ৰ কৰি থৈ গ'ল।'

# মে’ মাহত লগ পোৱা

মনোজৰ পৰা চিঠি আহিছে — সংক্ষিপ্ত, বৈষয়িক চিঠি। অৱশ্যে মনোজৰ বৈষয়িক কথা বিষয়-সম্পত্তিৰ নহয়, ৰাজনীতিৰহে। তাৰ জীৱনৰ বৈষয়িক ধান্দা আৱৰ্তিত হৈছে এই ৰাজনীতিতে, এই ৰাজনীতিতে বৰ্তমান সি তাৰ কৰ্ম আৰু চিন্তাক প্ৰায় সমগ্ৰভাৱে সঁপি দিছে। ‘প্ৰায়’ —এই সৰু শব্দটোতে শান্তিৰ সমস্ত সান্ত্বনা নিহিত আছে, কাৰণ ৰাজনীতিয়েই ধ্যান-জ্ঞান হ’লেও মনোজৰ চিন্তাৰাজ্যত এতিয়াও শান্তিৰ অকণমান স্থান আছে, নহ’লে সি তাইলৈ এই সৰু চিঠিখনো নিলিখিলেহেঁতেন আৰু এই খবৰটো নজনালেহেঁতেন যে এইবাৰ মে’ দিৱসৰ দিনা সি যোৰহাটৰ শ্ৰমিক সমাবেশ এটাত নিৰ্দিষ্ট বক্তাৰ আমন্ত্ৰণ গ্ৰহণ কৰি বক্তৃতা দিবহি আৰু তেতিয়া যদি সময় পায় শান্তিক দেখা কৰিব।

অন্তৰ্দেশীয় পত্ৰখনত লেখাৰ পৰ্যাপ্ত ঠাই নাথাকিলেও সেই ঠাইৰো সিংহভাগেই উকা কৰি ৰাখি মনোজে তাইলৈ মাত্ৰ দুটামান শাৰীহে লিখিছে। কিছুদিন আগতে তাই মনোজৰ অসুখৰ খবৰ ক’ৰবাত কিবাকৈ শুনি যিখন চিঠি লিখি তাৰ বৰ্তমান গা কেনে আছে বুলি সুধি পঠিয়াইছিল, সেই প্ৰশ্নৰ উত্তৰ দিলেও চিঠিখনৰ খালী ঠাইবোৰৰ কিছু পূৰণ হ’লহেঁতেন। কিন্তু মনোজে সেই প্ৰশ্নৰ উত্তৰ দিয়াৰ কোনো প্ৰয়োজন আছে বুলি নাভাবিলে, অথবা সেই কথাষাৰ বাহুল্য হ’ব বুলি ভাবি ল’লে, কাৰণ মে’ৰ প্ৰথমদিনা সি স্বয়ং যোৰহাটলৈ অহাৰ কথা জনোৱা মানেই তাৰ গা ভাল হোৱাৰো খবৰ আওপাকে জনোৱা বুলি ধৰি ল’লে হয়তো। হয়তো কিয়, নিশ্চয় হয়। আজিকালি মনোজ এনেকুৱাই হৈ পৰিছে, এতিয়া তাইলৈ কোনো বাহুল্য কথাকে লিখাৰ সময় নাই, এতিয়া তাৰ জীৱনৰ পৰা শান্তিক বহুত দূৰলৈ আঁতৰাই পঠাই সি ওচৰলৈ চপাই লৈছে ৰাজনীতিক।

মনোজৰ সংক্ষিপ্ত চিঠিখন হাতত ভালেপৰ লৈ থাকি শান্তিয়ে অতীতত ডুব মাৰিলে। তাৰ আগতে অৱশ্যে তাই হুমুনিয়াহ এটা কাঢ়িছিল। আজিকালি মনোজৰ পৰা পোৱা এনেকুৱা চিঠি — যি সদায় সংক্ষিপ্তই হয় আৰু তাৰ বিষয়ে পোৱা খবৰে শান্তিৰ মুখৰ পৰা হুমুনিয়াহ এটা উলিয়ায়েই। সি তাইৰ মুখৰ পৰা ওলোৱা নিশ্বাস-প্ৰশ্বাসৰ দৰেই আজিকালি সহজ আৰু স্বাভাৱিক হৈ পৰিছে। কিন্তু এতিয়া তাই যিটো অতীতত ডুব মাৰিলে সেই অতীতত কিন্তু মনোজৰ একোখন চিঠিয়ে তাইৰ মুখখন বসন্তকালৰ ৰ’দ জিলমিলোৱা প্ৰভাতৰ দৰেই উজ্জ্বল কৰি তুলছিল। সেই চিঠিবোৰ তো তেতিয়া ইমান সংক্ষিপ্ত নাছিল — তাতোকৈ ডাঙৰ কথা সেইবোৰ এনেকুৱা নীৰস আৰু বৈষয়িকো নাছিল। সেই চিঠিবোৰৰ ভিতৰত এখন চিঠিৰ কথাই আজি এতিয়া এই অতীতত ডুব মৰাৰ সময়ত শান্তিৰ মনত অতীতৰ কবৰ ঠেলি উঠি আহিছে। কাৰণ সেই চিঠিখনতো মনোজে তাইক এনেকৈ মে’ মাহৰ পহিলা দিনটোত নহ’লেও পহিলা সপ্তাহত লগ পোৱাৰ সম্ভাৱনাৰ কথাকে লিখিছিল— কিন্তু সেই মিলখিনিৰ বাহিৰে দুয়োখন চিঠিৰ মাজৰ পাৰ্থক্য যেন ভোগদৈৰ পানী আৰু ব্ৰহ্মপুত্ৰৰ পানীৰ গভীৰতাৰ মাজৰহে পাৰ্থক্য! অতীতৰ সেই চিঠিখন মনোজে তেতিয়া পঢ়ি থকা খড়গপুৰৰ ‘আই. আই. টি’ৰ পৰা লিখিছিল। মেধাৱী বুলিলে যাক কয়— মনোজ আছিল তেনেকুৱা ল’ৰা। সকলোফালেই যেন সমান প্ৰতিভা বিচ্ছুৰিত হৈছে — বিজ্ঞান, কলা সকলো বিষয়তে পাৰদৰ্শী। পি. ইউ. পৰীক্ষাত অংক আৰু পদাৰ্থ বিজ্ঞানতো সি লেটাৰ পালে। আকৌ ইংৰাজীতো পালে। তাৰপিছত অংকত অনাৰ্ছ লৈ কটনত বি এছ্-চি. পঢ়িবলৈ ল’লে অথচ কলেজৰ সুকুমাৰ কলা প্ৰতিযোগিতাত গল্প আৰু কবিতাত দ্বিতীয় আৰু প্ৰথম পুৰস্কাৰ পালে। সেইসময়ত শান্তিও কটনৰ বি. এ. ক্লাছত ভৰ্তি হৈছিল। তাই যোৰহাটৰ ছোৱালী - জন্মস্থল যোৰহাট, এতিয়া কৰ্মস্থল যোৰহাট আৰু বি. এ. আৰু এম. এ. পঢ়াৰ সময়খিনি বাদ দি শিক্ষাস্থলো যোৰহাটেই আছিল। দেৱীচৰণ কলেজত পি. ইউ. পঢ়িলেও শান্তিয়েও বহুতো মেধাৱী ছাত্ৰ-ছাত্ৰীৰ দৰেই কটনত পঢ়াৰ সপোন এটা পুহি আছিল। কিন্তু তাইৰ অধ্যাপক দেউতাকৰ তেতিয়া তাইক হোষ্টেলত থৈ পঢ়ুওৱাৰ সামৰ্থ্য নাছিল। কিন্তু মনোজৰ সমান চোকা নহ’লেও যথেষ্ট চোকা বুদ্ধিৰ শান্তিয়ে যেতিয়া দুটা লেটাৰ লৈ প্ৰথম বিভাগত পি. ইউ. পাছ কৰি ওলাল তেতিয়া তাইৰ গুৱাহাটীত পঢ়াৰো এটা উপায় ওলাল। সেইবাৰ তাইৰ ককায়েক প্ৰশান্তই

যোৰহাট ইঞ্জিনীয়াৰিং কলেজত চাকৰি পাই যোৱাত ভনীয়েকৰ কটনত পঢ়াৰ মনোবাঞ্ছাক পূৰ্ণ কৰাত সে সক্রিয় হৈ উঠিছিল।

জীৱনত কোনটো শুভক্ষণ, কোনটো অশুভক্ষণ তাক এক কথাত ৰায় দিয়া যে কি কঠিন কাম। কটনত পঢ়াৰ সুযোগ পোৱা কথাটোত শান্তিয়ে অন্ততঃ তেনেকৈ ভাবে। সিদিনা তেনেকৈ সুবিধা পাই কটনলৈ পঢ়িবলৈ নগ'লে তাই তো কলেজৰ সুকুমাৰ প্ৰতিযোগিতাৰ আন এক প্ৰতিযোগীৰ পুৰস্কাৰেৰে ভূষিত হৈ মনোজৰ সংস্পৰ্শলৈ আহিবলগা নহ'লহেঁতেন। একে ক্লাছত পঢ়া হ'লেও বিজ্ঞান আৰু কলাৰ সেই দুই ছাত্ৰ-ছাত্ৰী তো সেই সুকুমাৰ কলাৰ প্ৰতিযোগিতাৰ সেঁতুৰ ওপৰেদিয়েই পৰস্পৰৰ ওচৰ চাঁপি আহিছিল।

পিছে বেছিদিন দুয়ো একেলগে একে কলেজৰ ছাত্ৰ-ছাত্ৰী হৈ থকাৰ সুযোগ পোৱা নাছিল। বি. এছ-চিত খুব ভাল ফলাফল কৰি মনোজ খড়গপুৰলৈ পদাৰ্থ বিজ্ঞানত এম. এছ-চি পঢ়িবলৈ গুচি গৈছিল। মনোজৰ পক্ষৰ পৰাই সেই হেঁচাটো পৰিছিল, নহ'লে নতুনকৈ প্ৰেমৰ সোৱাদ পোৱা মনোজৰ শান্তিক অকলে গুৱাহাটী বিশ্ববিদ্যালয়ত পঢ়িবলৈ এৰি থৈ যোৱাৰ ইচ্ছা নাছিল, তাৰ নিজৰো তাতেই এম এছ-চি পঢ়াৰ মন আছিল। কিন্তু দেউতাকৰ জোৰতেই সি তেনেকৈ গুচি যাবলগা হৈছিল— যি কথাৰ পৰৱৰ্তী পৰিণতিত তাৰ পিতৃৰ প্ৰতিক্রিয়া হৈছিল গভীৰ পশ্চাত্তাপ। তেওঁৰ পুত্ৰই সেই ৰাজনীতিৰ ৰাজাখনলৈ নগ'লে কেতিয়াও এনেদৰে ৰাজনীতিৰ দীক্ষা লৈ আহি নিজৰ সুন্দৰ কেৰিয়াৰ এটাৰ সমাধি ৰচনা কৰি নেপেলালেহেঁতেন।

মনোজৰ সেই পৰিৱৰ্তনত শান্তিৰ কিন্তু পৰম বিস্ময় জাগে, কোনোবাইনো এনেকৈ সাহিত্য-প্ৰেম বিসৰ্জন দি ৰাজনীতিত জঁপিয়াই পৰিব পাৰেনে? তাইৰ তো সেই পৰিৱৰ্তন হোৱা নাই তাইৰ সাহিত্য-প্ৰীতিক একোৱে তো লৰাব পৰা নাই। অৱশ্যে আজিকালি মনোজে তাইৰ মনত এটা অপৰাধৰ ভাব সুমুৱাই দিব পাৰিছে। বাওঁপন্থী ৰাজনীতি কৰা মনোজে তাইক 'কলাৰ বাবেই কলা' মতবাদ আঁকুৰি ধৰি থাকি সাহিত্য-চৰ্চা কৰি থকা বাবে ব্যংগ-বিদ্ৰূপৰ বাণেৰে জৰ্জৰিত কৰি থাকে : 'তোমাৰ সেই অসাৰ্থক সাহিত্য সাধনাই দেশৰ কোটি কোটি নিঃস্ব, দুখ-তাপত জৰ্জৰিত জনগণৰ একতিলো চকুপানী মচিব পাৰিছেনে? পুৰি পেলোৱা সেই মূল্যহীন সাহিত্য-চৰ্চাৰ কাগজবোৰ।'

মে' দিৱসত বক্তৃতা দিবলৈ আহিব— সেই খবৰটো সংক্ষিপ্তভাৱে জনাই দিয়া চিঠিখন হাতত লৈ শান্তি এইদৰেই অতীতত ডুবি থাকিল আৰু মনোজে সেই খড়গপুৰত পঢ়ি থকাৰ প্ৰথম অৱস্থাত তাইলৈ লিখা বিশেষ চিঠি এখনৰ কথাকে বিশেষভাৱে মনত পৰিবলৈ ধৰিলে। গড়গপুৰত প্ৰথম অৱস্থাত মনোজৰ হেনো কোনোমতেই একোতে মন বহা নাছিল, শান্তিৰ লগত বিৰহৰ যন্ত্ৰণাত সি হেনো পঢ়া-শুনা বা একোতে মন বহুৱাব পৰা নাছিল। তেনেতে এটা ঘটনা ঘটি গৈছিল। খড়গপুৰৰ ছাত্ৰসকলৰ কিবা দাবীৰ সন্দৰ্ভত। কৰ্তৃপক্ষৰ লগত বিবাদ লাগিছিল আৰু সিহঁতে এই সিদ্ধান্ত লৈছিল যে সিহঁতৰ দাবী পূৰণ নহ'লে মে' মাহৰ পৰা অনিৰ্দিষ্ট কাললৈ ধৰ্মঘট কৰিব। সেই ধৰ্মঘটটোক তেতিয়া ৰাজনৈতিক কাৰণত নহয়, ব্যক্তিগত কাৰণত আকুলভাৱে বিচৰা মনোজে শান্তিলৈ চিঠি লিখিছিল যে তেতিয়াহ'লে সি সেই সুযোগতে তৎক্ষণাতে গুৱাহাটীলৈ গুচি আহিব... 'হে প্ৰভু, আমাৰ কৰ্তৃপক্ষই যেন ছাত্ৰসকলৰ দাবীৰ ওচৰত নতিস্বীকাৰ নকৰে— তুমি জানানে শান্তি, বৰ্তমান মোৰ এয়ে ভগৱানৰ ওচৰত দিন-ৰাতিৰ প্ৰাৰ্থনা! মোৰ এই আশা ফলৱতী হ'লে মই যে তোমাৰ ওচৰলৈ দৌৰি যাব পাৰিম! 'মে' মাহৰ প্ৰথম সপ্তাহৰ পৰা আৰম্ভ হ'বলগীয়া এই ধৰ্মঘট সন্দৰ্ভত মই তোমাক মনে মনে কি এষাৰ কথা কৈ থাকোঁ জানানে শান্তি...In May we may meet! মোৰ গল্প-কবিতাত অনুপ্ৰাসৰ যি দুৰ্বলতাৰ চিন ফুটি ওলায়— এতিয়া চিঠিতো সি কেনেকৈ প্ৰযোজ্য হৈ গ'ল দেখিছানে শান্তি?...'

শান্তিৰ মনটো হঠাতে খুব অশান্ত হৈ পৰিল। তাইৰ বুকুখন ধৰফৰাবলৈ ধৰিলে....In May we may meet... সিদিনা কিন্তু সম্ভাৱনা সম্ভাৱনাই হৈ ৰৈছিল, কাৰণ খড়গপুৰ 'আই. আই. টি.'ৰ কৰ্তৃপক্ষই ছাত্ৰসকলৰ দাবী মোটামুটি মানি লৈছিল, ফলত মনোজৰ বহু আকাংক্ষিত, ব্যক্তিগত স্বাৰ্থপূৰণৰ আশাৰ ধৰ্মঘটটো আৰু হোৱা নাছিল। নাই, মনোজে মে' মাহত শান্তিক আৰু লগ পাব নোৱাৰিলে।

তাৰপিছত এতিয়া অতদিনৰ মূৰত মনোজে তাইক আকৌ মে' মাহত লগ পাব। ইতিমধ্যে বঙ্গৰ গঙ্গা আৰু

অসমৰ ব্ৰহ্মপুত্ৰৰ বুকুৰেদি বহুত পানীয়েই বাগৰি গ'ল। খড়গপুৰৰ পৰা মনোজে কেৱল এম. এছ-চিৰ ডিগ্ৰীটোৱে লৈ অহা নাছিল, ——দীক্ষাও লৈ আহিছিল বাওঁপন্থী ৰাজনৈতিক দল এটাত।

এনেকৈ পৰিৱৰ্তন হোৱা মনোজৰ শান্তিৰ প্ৰতি প্ৰেম কিন্তু মোটামুটি অপৰিৱৰ্তিত আছিল, অৱশ্যে তাত আৰু আগৰ দৰে সজল-কোমল আৱেগ নাছিল, কবিত্ব নাছিল, এসময়ত প্ৰেমৰ কবিতাৰ উদ্ধৃতিৰে চিঠিৰ পাত ভৰাই দিয়া মনোজে এতিয়া সি দীক্ষা লাভ কৰা ৰাজ্যখনৰ এক বিপ্লৱী কবি সুকান্ত ভট্টাচাৰ্যৰ এনেধৰণৰ কবিতাহে তাইৰ আগত আবৃত্তি কৰি শুনাবলৈ ধৰিছিল— 'ক্ষুধাৰ ৰাজ্যে পৃথিৱী গদ্যময়, পূৰ্ণিমাৰ চাঁদ যেনো ঝলসানো ৰুটী...'

প্ৰেম যেতিয়া আছে, তাৰ পৰিণতিও থাকিব। মনোজে এদিন শান্তিক বিয়া কৰাইছিল, কিন্তু শান্তিৰ এসময়ৰ সুখৰ সংসাৰ গঢ়াৰ স্বপ্ন চুৰমাৰ হৈছিল। তাই যোৰহাটৰ দেৱীচৰণ বৰুৱা কলেজত অধ্যাপিকা হৈ সোমাইছিল আৰু মনোজ গুৱাহাটীত থাকি পাৰ্টিৰ সৰ্বক্ষণৰ কৰ্মী হৈ নিজৰ জীৱনটো শান্তিৰ ভাষাত পাৰ্টিৰ প্ৰতি আৰু তাৰ নিজৰ ভাষাত জনগণৰ প্ৰতি উচৰ্গা কৰি দিছিল।

গুৱাহাটীত থকা মনোজ সময়-সুবিধা অনুযায়ী শান্তিৰ ওচৰলৈ আহে। শান্তিয়ে গুৱাহাটীৰ কলেজ বা স্কুলত চাকৰিৰ চেষ্টা কৰিছিল যদিও সফল নহ'ল। মনোজৰ দৰে বাওঁপন্থী পাৰ্টিৰ কৰ্মীৰ পত্নীৰ ক্ষেত্ৰত যে সেই বিফলতা অনিবাৰ্য সেই কথা শান্তিয়ে ভালদৰে বুজিছিল।

আজি বহুতদিনৰ মূৰত ব্যস্ত মনোজ পুনৰ তাইৰ ওচৰলৈ অহাৰ এই সম্ভাৱনাই শান্তিৰ বিৰহী প্ৰাণত কিন্তু কোনোধৰণৰ শান্তিপানী ছটিয়াব নোৱাৰিলে। মে' মাহত মনোজক লগপোৱাৰ এই সম্ভৱনাই শান্তিৰ বুকু হাতুৰিৰে খুন্দিয়াব ধৰিলে। কলেজলৈ যাওঁতে তাই ৰাস্তা-ঘাটত বহুত পুলিচ মোতায়েন কৰা দেখিছে। মানুহে এই কথা কোৱা-কুই কৰাও শুনিছে যে এইবাৰ মে' দিৱসত খুব গোলমাল হোৱাৰ সম্ভাৱনা আছে, পুলিচৰ লাঠিচাৰ্জ কৰাই নহয়, গুলীচালনা কৰাৰ সম্ভাৱনাও আছে।

শান্তিয়ে মনোজৰ সংক্ষিপ্ত চিঠিখন বুকুত হেঁচা মাৰি ধৰিছিল। ওহোঁ, ওঁহো, মই তোমাক মে' মাহত এনেদৰে লগ পোৱাটো নিবিচাৰোঁ মনোজ, কোনোমতেই নিবিচাৰোঁ, ইমানদিনৰ বিৰহত ডুবি থকাৰ পিছতো নিবিচাৰোঁ— কাৰণ কোনে জানে জীৱনেৰে নে মৰণেৰে মই তোমাক এনেকৈ লগ পাব লাগিব।

(সাদিন)

# টোপনি নহা ৰাতি

সৰুতে গাঁৱত জীয়ৰী কালত ৰাতিবিয়লি কেতিয়াবা উঠিবলগা হ'লে শইকীয়ানী বুঢ়ীয়ে (তেতিয়াৰ আইকনে) শিয়ালৰ হোৱা, জিলিৰ মাত আৰু দুই এক হঠাৎ সাৰপাই উঠি কিৰিলি পৰা চৰায়েহে ৰাতিৰ নিস্তব্ধতা ভংগ কৰা শুনিছিল। কিন্তু এতিয়া চহৰত ৰাতিৰ নিস্তব্ধতা ভঙ্গ কৰে মাথোঁ তাৰ পীচ ঢলা বুকুত ছেগাচোৰাকাকৈ চলি থকা যান্ত্রিক যান-বাহনবোৰেহে। আৰু সেইবোৰ শুনি শুনি তেওঁ যেন ৰাতিৰ চহৰৰ আত্মাৰ স্পন্দন শুনি থাকে।

এই চহৰলৈ আইকনৰ প্ৰথম আগমন হয় কলেজৰ ছাত্ৰী হিচাপে। তাই গাঁৱৰ ছোৱালী হ'লেও মেট্ৰিক পৰীক্ষাৰ ফলাফল ভাল হোৱা, বাপেক আঢ্যৱন্ত হোৱা, মাকৰ স্ত্ৰীশিক্ষাৰ প্ৰতি আগ্ৰহ থকা আদি নানা কাৰণতে চহৰলৈ আহি কলেজত পঢ়া সম্ভৱ হৈছিল। তেতিয়া তাই থকা হোষ্টেলটো আছিল চহৰৰ বুকুৱেদি যোৱা নেশ...ল হাইৱেৰ ওপৰতে। তেতিয়া ৰাতি-বিয়লি আজিৰ দিনৰ দৰে গাড়ী-মটৰ নচলিলেও দুই-এখন যি চলিছিল তাৰ কৰ্কশ শব্দতে তুলনাত গাঁৱৰ ৰাতিৰ উপৰুক্ত মৃদুতৰ শব্দবোৰৰ মাজত শান্তিৰে শুই অহা আইকনৰ টোপনি ভাগি হৈছিল। অৱশ্যে তেতিয়া গাভৰু বয়সৰ নিপোটল দেহ আৰু স্বাস্থ্যৰ অধিকাৰিণী ছোৱালীজনীৰ আগত সেই কৰ্কশ শব্দ পৰাভূত হয় আৰু লগে লগে সেই 'ছাউণ্ড বডি আৰু ছাউণ্ড মাইণ্ড'ৰ অধিকাৰিণী ছোৱালীজনী পুনৰ 'ছাউণ্ড স্লিপ'ত ঢলি পৰে। তথাপিও ৰাতিৰ সেইকণ নিদ্ৰাভঙ্গতে সিহঁত গাঁও বা সৰু চহৰৰ অনভ্যস্ত হোষ্টেলৰ বাসিন্দা কেইজনীমানে বিৰক্ত হৈ পিছদিনা কথা-বতৰা পাতে এনেদৰে ঃ

'মোৰ ভাই কালি ৰাতি এই গাড়ী-মটৰবোৰৰ শব্দত একেবাৰে টোপনি নাহিল... ......'

'উস্—হৰ্ণৰ কি যে বিকট আৱাজ, চক্‌খাই সাৰপাই যাওঁ.........'

'মোৰ ভাই খুব পাতল টোপনি, ক'ৰবাত খুটকৈ আৱাজ হ'লেও সাৰপাই যাওঁ, এতিয়া যে হোষ্টেলত থাকি ৰাতি চলা গাড়ীবোৰৰ শব্দত বাৰে বাৰে টোপনি ভাগি যোৱা হৈছে.... .'

'মোক ঘৰত সকলোৱে কয় যে এবাৰ শুলেই মই কাঠ এডালৰ দৰে হৈ পৰো, কুম্ভকৰ্ণৰ নিদ্ৰাভঙ্গ হ'লেও বোলে মোৰ নিদ্ৰাভঙ্গ নহয়। পিছে এতিয়া সেই ময়েই ৰাতিটো মই গাড়ীবোৰৰ বাবে শান্তিত শুব নোৱাৰা হৈছোঁ.........'

তথাপি তেতিয়া শৰীৰবোৰত আছিল কম বয়সৰ যাদুস্পৰ্শ, সেয়ে তিলকে তাল কৰি টোপনি নহাৰ আপত্তিৰ আলোচনা কৰা আইকনহঁতৰ ৰাতিবোৰৰ সুনিদ্ৰাৰ ব্যাঘাত ঘটিছিল মাত্ৰ অলপ সময়ৰ বাবে।

কিন্তু এতিয়া শইকীয়ানী বুঢ়ীৰ বয়স হ'ল, প্ৰায় সত্তৰেই হ'ল, এতিয়া যে ৰাতিবোৰ কোনোমতেই টোপনি গধুৰ হৈ পৰিব নোখোজে! সেয়ে পুতেক নীলিমে সজা গুৱাহাটী চহৰৰ টকৌৱাৰী অঞ্চলৰ সদৃশ্য অট্টালিকাৰ দুই মহলাৰ দক্ষিণমুখী শোৱনি কোঠালিটোৰ অকলশৰীয়া বিনিদ্ৰ সময়বোৰ পাৰ কৰি দিয়ে। অথচ এই ঠাইতে থকা গিৰিয়েকৰ পৈতৃক সৰু অসম টাইপৰ ঘৰটোলৈ (যিটো ভাঙি এতিয়া ফ্লাড্ কণ্ট্ৰোলৰ ইঞ্জিনিয়াৰ নীলিমে এই সুদৃশ্য অট্টালিকাটো সাজিছে) তেওঁ ন-কইনা হৈ অহাৰ প্ৰথম অৱস্থাৰ সেই সুখ-সম্ভোগৰ উত্তাল ৰাতিবোৰৰ প্ৰায় বিনিদ্ৰ অৱস্থাৰ লগত এই ৰাতিবোৰৰ বিনিদ্ৰ অৱস্থাৰ কিমান যে আকাশ-পাতাল প্ৰভেদ! অৱশ্যে এতিয়াও তেওঁ সেই কইনা হৈ লগত অনা দুজনীয়া ফুল-জালিকটা পালেংখনতে শোৱে। পুতেকে সৰ্বাধুনিক আহিঁৰে সজা ঘৰটোৰ আন সকলোবোৰ কোঠালিও আধুনিক ডিজাইনৰ ফাৰ্ণিচাৰেৰে ভৰি গ'লেও শইকীয়ানী বুঢ়ীয়ে হ'লে এতিয়াও নিজৰ সেই পুৰণিকলীয়া পালেংখনত শোৱে। অৱশ্যে পুতেক-বোৱাৰীয়েকে সেইখন আঁতৰাই তেওঁকো এখন সৰু কিন্তু সুবিধাজনক বিচনা সাজি দিব খুজিছিল— য'ৰ তলীভাগত মাত্ৰ চাৰিটা খুটা নাথাকি থাকিব বিচনাৰে সমান আকৃতিৰ এটা বাকচ, য'ত থ'ব পৰা যাব লেপ আৰু কম্বল। (এতিয়া তেওঁৰ বয়স বাঢ়ি অহাৰ লগতে শৰীৰৰ শীতলভাৱো বাঢ়ি অহাত লেপখনৰ লগতে ৰাতি আৰু এখন কম্বল লোৱাৰো আৱশ্যকতা হৈছে) পিছে তেওঁ পালেংখন আঁতৰাব নিদিলে আৰু ফলত সংসাৰৰ কোনো কথাতে তেওঁৰ মত নৰজাৰ বিপৰীতে মাত্ৰ এই কথাটোতে তেওঁৰ মতটো তাৰ অতি দৃঢ়তাৰ বাবেই ৰজিল।

অৱশ্যে এতিয়া তেওঁৰ বাবে পালেংখন ডাঙৰ হয়। জীৱনৰ চল্লিশটা বছৰৰ তেওঁৰ শয্যাৰ সংগীজনে

আজি প্ৰায় ছবছৰ আগতে তেওঁক এইখনত অকলশৰে শুই থাকিবলগা অৱস্থা কৰি এই ধৰাধাম এৰি গুচি গৈছে। সেই সময়ৰ প্ৰথমৰ দিনকেইটা তেওঁৰ ৰাতিবোৰ বোবা বেদনাৰে বিনিদ্ৰ হৈ ৰৈছিল। এতিয়া সেই অৱস্থাটো সহনীয় হৈ আহিছে যদিও আন নানা কাৰণতে আজিকালি শইকীয়ানী বুঢ়ীৰ ৰাতিবোৰ বিনিদ্ৰ হোৱা হৈছে আৰু ফলত চহৰৰ 'টেটুফলা ট্ৰেফিক'ৰ যি শব্দই ৰাতিক বিদীৰ্ণ কৰি থৈ যায়, সেই শব্দবোৰে প্ৰায়ে তেওঁৰ নিদ্ৰাকো বিদীৰ্ণ কৰি থাকে।

অৱশ্যে ৰাতিৰ সুনিদ্ৰা হৰণ কৰাৰ তেওঁৰ শত্ৰু হ'ল বয়স আৰু বাতৰ বিষ। কিন্তু বহুত দিনৰে পৰা আন নানা কাৰণতো তেওঁ মৰমৰ কোলাৰ অধিকাৰী বুলি খ্যাত নিদ্ৰাদেৱীৰ সেই দয়াৰ দাক্ষিণ্যৰ পৰা বঞ্চিত হৈ থাকিবলগীয়া হৈছে।

শইকীয়ানী বুঢ়ীক সুনিদ্ৰাৰ পৰা প্ৰথম বঞ্চিত কৰিছিল তেওঁৰে বৰপুত্ৰ নীলিমে। পঢ়াশুনাত চোকা ল'ৰাটো কিন্তু তাৰ স্কুল কলেজবোৰৰ ফলাফলবোৰৰ বাবে প্ৰথম অৱস্থাত তেওঁৰ সুখ আৰু শান্তিৰ নিদ্ৰাৰ কাৰণেই হৈছিল। কিন্তু সি চাকৰিত সোমোৱাৰ পিছত যি বিপুল পৰিমাণে ধন ঘটিবলৈ আৰম্ভ কৰিলে সিয়েহে তেওঁৰ ৰাতিৰ সুখনিদ্ৰা হৰণ কৰিবলৈ ধৰিলে। তাৰ সেই আৰ্জনৰ বাবেই ধনী ঘৰৰ ধুনীয়া আৰু শিক্ষিতা ছোৱালী মালা যেতিয়া এইখন ঘৰলৈ বোৱাৰী হৈ আহিল, তেতিয়া তেওঁৰ সেই ৰাতিৰ টোপনিত আৰু এটা গৰাখহনীয়া আৰম্ভ হ'ল। কি যে ধোঁৱাখুলীয়া আৰু অকৰ্মণ্য স্বভাৱৰ ছোৱালী মালা! ঘৰলৈ দুই তিনিটা বনকৰা ল'ৰা-ছোৱালীৰ আমদানি হ'ল, টিভি বিজ্ঞাপ্তি প্ৰায় সকলো বস্তুকেই তাই ঘৰলৈ আমদানি কৰিলে, সেই টিভিৰ লগতে যি ভি-চি-আৰৰ আমদানি হ'ল তাত বহুত ৰাতিলৈকে সিহঁতে চোৱা হিন্দী আৰু ইংৰাজী চিনেমাবোৰৰ কাণফলা আটাহেও তেওঁৰ নিদ্ৰাত আৰু এটা ফাট ধৰালে। ইফালে সঘনে সলনি হোৱা ফেশ্যনৰ লগত তাল মিলাই কিনি থকা মালাৰ দামী দামী পোছাক-পৰিচ্ছদৰ স্তূপীকৃত পাহাৰটোতো আছেই! তদুপৰি এতিয়া য'তে ত'তে গঢ়ি উঠা বিউটি পাৰ্লাৰবোৰলৈ গৈ কেতিয়াবা ল'ৰাৰ দৰে, কেতিয়াবা মেমনীৰ দৰে যি চুলিৰ ফেশ্যন কৰি বোৱাৰীয়েকো একো একোটা নতুন মূৰ্তিৰে ঘৰলৈ ওভতে, সেই দৃশ্যবোৰো ৰাতি ৰাতি শইকীয়ানী বুঢ়ীৰ চকুৰ আগত ওলমি থাকি তেওঁৰ সুনিদ্ৰা হৰণ কৰে।

তাৰ পিছত মালাৰ কোলালৈ আহিল বুম্বা। কথাতেই আছে—নাতিৰ মুখ, পৰম সুখ। পিছে তেওঁ সেই সুখ স্পৰ্শ কৰোতে নকৰোতেই লাহে লাহে তাৰ পৰা বঞ্চিত হৈ আহিব ধৰিলে। প্ৰথমতে হৰেকৰ কমে খেলাৰ বস্তুৰে বুম্বাৰ নাৰ্ছাৰি ভৰ্তি হ'ল, আহিল প্ৰাম্, বেবী ওৱাকাৰ, দুচকীয়া-তিনিচকীয়া চাইকেল-মটৰ গাড়ী। তাৰ পিছত স্কুটাৰ, মটৰ চাইকেল—ইফালে লাইচেঞ্চ পোৱাৰ বয়স হোৱাৰ আগতেই, সেই অষ্টমমান শ্ৰেণীৰ পৰাই বুম্বাই দেউতাকৰ গাড়ী চলোৱাৰ অবৈধ কাৰবাৰটোতো আছেই। দুৰ্নীতিৰ প্ৰাচুৰ্যৰ অশান্তিৰ লগতে বুম্বাই ক'ৰবাত গাড়ী-মটৰ চাইকেল-স্কুটাৰৰ এক্সিডেণ্ট কৰি অপঘাত মৃত্যুৰ মুখামুখি হোৱাৰ ৰক্তাক্ত কাল্পনিক দৃশ্যৰ বিভীষিকায়ো শইকীয়ানী বুঢ়ীৰ ৰাতিৰ সুনিদ্ৰাত আন এক ভয়ংকৰ দস্যুৰ অনুপ্ৰৱেশ ঘটালে। পিছে নীলিমৰ শিক্ষা-দীক্ষাই অন্ততঃ তেওঁক শান্তি দিছিল, নিদ্ৰাত ব্যাঘাত ঘটাব পৰা নাছিল। কিন্তু প্ৰায় প্ৰত্যেক বিষয়ৰ বাবে একোজনকৈ প্ৰাইভেট টিউচন ৰাখি দি পঢ়ুৱা নাতি বুম্বাৰ শিক্ষাই তেওঁৰ ৰাতিৰ টোপনিৰ আৰু এটা অংশ আংশিক চন্দ্ৰগ্ৰহণৰ সময়ত ৰাহুৱে চন্দ্ৰৰ এডোখৰ কামুৰি খাই পেলোৱাৰ দৰেই খাই পেলাইছিল।

এদিনৰ কথা। গাখীৰৰ গুৱাল আহিলে মাহৰ টকাখিনি যাতে তেওঁ দি দিয়ে—শাহুৱেকক তেনে এটা নিৰ্দেশ আৰু লগতে টকা অলপ দি মালা গাড়ী লৈ ক'ৰবালৈ ওলাই গৈছিল। তাৰ পিছত মালা উভতি অহাত শইকীয়ানী বুঢ়ীয়ে গুৱালক দি বাকী থকা পইচাখিনি বোৱাৰীয়েকক ঘূৰাই দি কৈছিল—'হোঁৱা মালা, গুৱালক দিয়াৰ পিছত মোৰ হাতত এই উনপঞ্চাশ টকা বাকী ৰ'ল, থৈ দিয়া।'

ঠিক সেই সময়তে বুম্বা সেইফালে হাতত ক্ৰিকেটৰ বেট নচুৱাই নচুৱাই গৈ আছিল আৰু টকাৰ অংকটো তাৰ কাণলৈ যোৱাত সি মাকক সুধিলে—'মা, উনপঞ্চাশ মানে কি?'

'উনপঞ্চাশ মানে ফৰ্টি নাইন'—মালাই সস্মিত মুখেৰে কৈছিল আৰু শইকীয়ানী বুঢ়ীৰ নাতিয়েকৰ লগত ক্ৰমে বাঢ়ি অহা ব্যৱধানৰ ফাটটো আৰু বহল হৈ গৈছিল। ভাষাৰ ব্যৱধানটো যে কি বিৰাট ব্যৱধান। ইংৰাজী শিক্ষাত শিক্ষিত খাচ্ অসমীয়া নাতিয়েকক সেই ভাষাৰ ব্যৱধানে ক্ৰমে ক্ৰমে তেওঁৰ বুকুৰ পৰা যে কিমান দূৰলৈ আঁতৰাই লৈ গৈ থাকিল! আৰু ফলস্বৰূপে তেওঁৰ ৰাতিবোৰকো অনিদ্ৰাৰ সুদীৰ্ঘ পথ এছোৱাৰ বহুদূৰ চোঁচৰাই লৈ গৈ থাকিল।

পিছে গাঁৱত এতিয়াও বসবাস কৰি থকা তেওঁৰ বৌৱেকৰ পুতেকৰ প্ৰাচুৰ্য্যই আমদানি কৰা ওঁ'এনৰ এই উচ্চ মানৰ বাবে তেওঁলৈ বৰ হিংসা। সেই বৌৱেক বিমলাই গাঁৱৰ স্কুলত তেওঁৰ লগত একেলগে পঢ়িছিল, কিন্তু পঢ়াশুনাত মেধাবী হোৱাৰ বাবে তেওঁ যেনেকৈ চহৰলৈ পঢ়িবলৈ গৈ শিক্ষিতা হ'ল আৰু ফলত চহৰৰে চৰকাৰী চাকৰিয়াল ল'ৰা এজনৰ লগত বিয়া হোৱাৰ ভাগ্য হ'ল, তেনে চিগুৰেলা-সম-প্ৰায় ভাগ্যতো বিমলাৰ নঘটিল, সেয়ে বিমলাৰ প্ৰথমৰে পৰা তেওঁলৈ বৰ হিংসা। এতিয়া নীলিমৰ বিপুল ঐশ্বৰ্যই তেওঁৰ সেই হিংসা উত্তৰোত্তৰ বৃদ্ধি কৰি আনিছিল। অথচ এই বিমলাৰে সৰু পুত্ৰ ৰবীনেওতো তেওঁৰ চকুৰ টোপনি কম হৰণ কৰা নাই!

শইকীয়ানী বুঢ়ীৰ তিনিজন ককায়েক ভায়েক। ডাঙৰজনৰ বাহিৰে বাকী দুজনে পঢ়াশুনা কৰি চাকৰি কৰি গাঁও ত্যাগ কৰিছে আৰু শিক্ষিত হৈ চহৰলৈ ঢাপলি মেলা গাঁৱৰ ডেকাসকলৰ সেই প্ৰায় চিৰপ্ৰবাহমান ধাৰাটোত তেওঁলোকো চামিল হৈছে। পিছে ডাঙৰ ককায়েক পঢ়াশুনাত গাধা হোৱা বাবে বাপেকৰ মাটি চহ কৰি তাতেই কৃষক হৈ ৰ'ল (ভাগ্যে ককায়েক পঢ়াশুনাত চোকা নহ'ল!) হোৱা হ'লেতো তেওঁৰ মাক-বাপেক অকলশৰে গাঁৱত থাকিব লগা হ'লহেঁতেন আৰু তেওঁৰ ৰাতি টোপনি নহাত সেই কথাই আৰু এক অৰিহণা যোগালেহেঁতেন।) আৰু কৃষকৰ ঘৈণীয়েক বিমলাৰ চহৰীয়া চাকৰিয়ালৰ ঘৈণীয়েক সহপাঠীনী আইকনলৈ স্বাভাৱিক ঈৰ্ষাৰে উদ্ৰেক হ'ল। কিন্তু বিমলাৰ ল'ৰাই কিমান দুশ্চিন্তাত ক'ত দিন যে তেওঁৰ ৰাতিৰ নিদ্ৰা হৰণ কৰি ৰাখিছে সেই কথাতো বিমলাই কল্পনাও কৰিব নোৱাৰিব! শইকীয়ানী বুঢ়ীৰ বাপেকৰ গাঁওখনৰ বহুতো ল'ৰাই আলফাত যোগ দিয়াৰ দৰেকৈয়ে ৰবীনেও তাত যোগ দিছিল আৰু অপাৰেশ্যন বজৰঙৰ সময়ত ঘৰৰ পৰা তাৰ আন বহুতো সহকৰ্মীৰ লগতে সিয়ো অন্তৰ্দ্ধান হৈছিল। সেই তেতিয়াৰ পৰা ককায়েক-বৌৱেকৰ দুখ-দুশ্চিন্তাৰ শইকীয়ানী বুঢ়ীও অংশীদাৰ হৈ আহিছে—যদিও তেওঁৰ সেই দুশ্চিন্তাৰ গভীৰতাৰ বিমলাই কেতিয়াও উমান নাপায় বা উমান দিলে বিশ্বাসো নকৰিব। বিমলাই ভাবে যে দাৰিদ্ৰই তেওঁৰ ল'ৰাক আলফা হোৱাৰ পথলৈ ঠেলি দিছে আৰু দুৰ্নীতিৰে টকাৰ পাহাৰ গঢ়ি তোলা নীলিমহঁতে (লগতে আইকনে) তেওঁলোকৰ দুখ বা সমস্যা কোনোপধ্যে অনুভৱ কৰিব নোৱাৰে নোৱাৰে সহানুভূতিৰে বিচাৰ কৰিবলৈ। কিন্তু শইকীয়ানী বুঢ়ীৰ মৰমৰ সেই ভতিজাকটোৰ বাবে দুশ্চিন্তাত ক'ত ৰাতি যে উজাগৰী হৈ নাথাকে! তাৰ পিছত যেতিয়া গাঁৱে-ভূঞে বজৰঙ বাহিনীৰ অত্যাচাৰ চলিবলৈ ধৰিলে তেতিয়া ৰবীনৰ লগতে আন ভতিজাক কেইটাৰ চিন্তায়ো তেওঁৰ ৰাতিৰ টোপনিৰ সিংহভাগ হৰণ কৰিবলৈ ধৰিলে। মিলিটাৰীয়ে বা সিহঁতৰ ওপৰত কি অত্যাচাৰ চলায়। এনেকি পুতেকৰ খবৰ উলিয়াবলৈ সিহঁতে তেওঁৰ ককায়েৰ-বৌৱেককো অত্যাচাৰ কৰিব পাৰে। উস্।

পিছে আলফা সমস্যাটো যে তেওঁৰ নিজৰ গাৰ মণ্ডহো কামুৰি বহি আছে, সেই কথাটো হ'লে শইকীয়ানী বুঢ়ীয়ে বহুত দিনলৈ জনা নাছিল। এদিন শাহুৱেকৰ ওপৰত কিবা কথাত উখ্মা উঠা মালাৰ মুখৰ পৰা অতৰ্কিতে ওলাই গৈছিল ঃ

'আপুনিনো আমাৰ সমস্যা কি বুজিব, আপুনিতো নিশ্চিন্তমনে বহি শুই কটাই সময়বোৰ পাৰ কৰি দি আছে। আমিহে বুজিছো আমাৰ দিন-ৰাতিবোৰ কেনেকৈ কাটিছে! আলফাই আপোনাৰ পুতেকক শুহি শুহিতো একেবাৰে—' অৱশ্যে এইখিনিলৈকে কৈ উঠি মালাই নিজৰ জিভাৰ লেকামৰ ব্ৰেক মাৰিছিল। পিছে সৰ্বনাশ যি হ'ব লাগে হৈ গৈছিল। ৰবীনৰ প্ৰতি তেওঁৰ মনত যি দুৰ্ভাৱনাৰ জন্ম হৈছিল তাতকৈ হেজাৰ গুণে বেছি দুৰ্ভাৱনাৰ দৈত্য এটা এতিয়া প্ৰতিটো ৰাতি শুবৰ পৰত তেওঁৰ বিভীষিকাভৰা শয্যাসংগী হৈ পৰিল। তেনে শয্যাসংগীয়ে আৰু তেওঁক শান্তিত শুবলৈ দিবনে?

পিছে এইবোৰতো বুকুত কামুৰি থকা ব্যক্তিগত দুশ্চিন্তা। আজিকালি আন নানাধৰণৰ নৈব্যক্তিক দুশ্চিন্তায়ো যে তেওঁৰ লগ নেৰা হ'ল। আচলতে গাঁও এৰি চহৰলৈ পঢ়িবলৈ অহাৰ দিনৰে পৰাই তেওঁ আনৰ চিন্তা-ভাৱনাত জড়িত হৈ পৰাৰ এই প্ৰৱণতাৰ বাট কটাৰ দৰে হ'ল. গাঁৱত থাকোতে কোনো ধৰণৰ খবৰ কাগজ পঢ়িবলৈ নোপোৱা ছোৱালীজনী সেই দিনবোৰত চহৰৰ হোষ্টেলত প্ৰতিদিন পঢ়িবলৈ পোৱা দৈনিক কাগজখনৰ দেশৰ-দহৰ হৰেক ৰকমৰ বা-বাতৰিৰ নিচাত আকণ্ঠ ডুবি গৈছিল। তাৰ পিছৰে পৰা আজিলৈকে, এই বৃদ্ধ বয়সলৈকে তেওঁ সেই নিচাটো ত্যাগ কৰিব পৰা নাই। অথচ নীলিম বা মালা ইমান শিক্ষিত, ইমান আধুনিক হৈয়োতো দিনটোৰ কাগজখনত তেনে কোনো গুৰুত্ব নিদিয়ে, এনেকি ভয়ংকৰ বা-বাতৰিবোৰতো তেওঁৰ দৰে গুৰুত্ব নিদিয়ে। কিন্তু য'ত জ্বালা তেওঁৰেই— তেওঁ প্ৰতিদিন বাতৰিকাকতখন খোলে আৰু মনৰ ভিতৰতে

একো একোটা অস্ফুট আৰ্তনাদ কৰে, হুমুনিয়াহ পেলায়, দুশ্চিন্তাত কপালৰ গাঁঠি থুপ খুৱায়। পৃথিৱীখনলৈ— দেশখনলৈ— তেওঁৰ ৰাজ্যখনলৈ কি অভিশাপ নামি আহিল বাৰু? কাগজখন খুলিলেই দেখিব লাগিব যুদ্ধ-বিগ্রহ, হত্যা, লুটপাত, অপহৰণ, ধৰ্ষণ, জুই জ্বলোৱা, ডকাইতি, সন্ত্রাসবাদ, পুলিচ-মিলিটাৰীৰ অত্যাচাৰ, দুৰ্নীতি, দগাবাজি, দুৰ্ঘটনাৰ খবৰ। সঁচায়ে পৃথিৱীখনত কি হ'ল বাৰু? আৰু আমাৰ এই যে ল'ৰাবোৰ ইহঁতৰ হত্যাৰ নামত কিয় সামান্যও হাত নকঁপা হ'ল? পুলিচ মিলিটাৰীৰ লগতে কিয় এই ফুলকলিৰ নিচিনা ল'ৰাবোৰও পৈশাচিক বৰ্বৰতাৰে সিহঁতৰ বিচাৰত দোষী বুলি নিৰ্ণীত হোৱা লোকসকলক পৈশাচিক বৰ্বৰতাৰে হাত-কাণ-ভৰি-নাক কাটি, চকু ঘুকটি উলিয়াই ফাঁচীৰ ৰচিত ওলোমাই শাস্তি দিয়া হ'ল? হে প্ৰভু, দেশখনত সঁচায়ে এয়া কি মহাপ্ৰলয় ঘটিব ধৰিছে? আইহঁতে কোৱাৰ দৰে সঁচায়ে ঘোৰ কলিকালেই আহি পৰিল নেকি? নহ'লে চৰকাৰেও হত্যাৰ দৰে অপৰাধীকো ক্ষমা কৰি হত্যাকো আইনসন্মত কৰি পেলাব পাৰেনে?

আৰু এই নৈৰ্ব্যক্তিক (পিছে পৃথিৱীত সঁচায়ে নৈৰ্ব্যক্তিক বুলি কিবা কথা আছে জানো? মানুহজাতি পৰস্পৰৰ লগত কিবা নহয় কিবা প্ৰকাৰে সাঙোৰ খাই থকা নাই জানো?) দুশ্চিন্তাবোৰেও শইকীয়ানী বুঢ়ীৰ ৰাতিৰ টোপনিত ব্যাঘাত ঘটাই থাকিছিল।

তাৰ পিছত সিদিনা ৰাতি বাৰটামান বজাত তেওঁৰ যেতিয়া টোপনি আহিছিল মাত্ৰ, তেতিয়া হঠাৎ দূৰৈৰ পৰা ভাহি আহি থকা ছাইৰেণৰ ধ্বনি তেওঁলোকৰ ঘৰৰ সমুখৰ ৰাস্তা পাই তীব্ৰ কৰ্কশ ধ্বনিলৈ পৰ্যব্যসিত হৈ আহি আকৌ লগে লগেই দূৰলৈ আঁতৰি গৈছিল। সেই শব্দত শইকীয়ানী বুঢ়ী চক্ খাই সাৰ পাই ধৰমৰকৈ বিছনাত উঠি বহিছিল। হে প্ৰভু, কি হ'ল বাৰু? ক'ত কি হ'ল। কাৰ কি হ'ল?

পিছদিনা পুৱা খবৰ-কাগজখন খুলি শইকীয়ানী বুঢ়ীয়ে বহুতো ভয়ংকৰ খবৰৰ লগতে এই খবৰটোও পঢ়িবলৈ পালে যে আগদিনা ৰাতি পাণবজাৰৰ অভাৰব্ৰীজৰ তলৰ বস্তিটোৰ দৰিদ্ৰ মানুহকেইঘৰৰ নিঃকিন ঘৰবোৰ অগ্নিদগ্ধ হৈ গ'ল। জুইত পুৰি মানুহো মৰিল—তাৰ ভিতৰত এটি শিশুও আছে। খবৰটোৰ ওচৰত ফটো এখনো ছপাই দিয়া হৈছে—য'ত সদ্য সন্তানহাৰা জননীগৰাকীক হিয়া ঢাকুৰি কান্দি থকা দেখা গৈছে।

সেইদিনা ৰাতি দিনৰ খবৰৰ কাগজত দেখা সেই ছবিখন মনৰ চকুৰ আগত ওলমি থকাত শইকীয়ানী বুঢ়ীৰ চকুৰ পতালৈ বহুতপৰ টোপনি নামি অহা নাছিল।

তাৰো দুদিন পিছৰ কথা। শইকীয়ানী বুঢ়ীয়ে ৰাতিপুৱাৰ চাহকাপ খাই উঠি অলপ আগতে অহা খবৰৰ কাগজখনত ড্ৰইং ৰুমৰ চোফাখনৰ এচুকতে বহি চকু ফুৰাই আছিল। তাৰ অলপ পিছতে বনকৰা ছোৱালী দুলুক বকি বকি মালা আহি কোঠালিটোত সোমাইছিল।

'ইমান পাল মৰা কাম আৰু সঁচায়ে সহ্য নোহোৱা হৈছে! ঘৰ-দুৱাৰবোৰ জাৰু দিয়া বুলি কোনে ক'ব বাৰু? ভেকুৱাম ক্লীনাৰৰ জুতি পাই গৈছে নহয়? আৰু আজিকালি মানুহবোৰো যে ইমান বজ্জাত হ'ল—সপ্তাহ আগতেই ক্লীনাৰটো মেৰামতি কৰি দিয়াৰ কথা আছিল—কিন্তু নাই, আজিলৈকে দিয়াৰ নাম গোন্ধেই নাই। আৰু মা, আপুনিওতো দুলুৱে ঘৰ-দুৱাৰ জাৰু দিলে অলপ চকু দিব পাৰে—যিখন চোফাত বহি ৰাতিপুৱাৰ পৰা পিটিকি পিটিকি কাগজখন পঢ়ি থাকে, সেই চোফাখনৰ তলিখন যে কিমান লেতেৰা হৈ আছে! এই দুলু, চোফাৰ তলত ভালকৈ জাৰুডাল সুমুৱাই দি ধূলি-চুলিবোৰ ভালকৈ সাৰি উলিয়াই আন... ইস্, এইডাল দীঘল পকাচুলি বোধহয় মাৰেই, চোফাত আঁউজি বহি থকাত লাগি ধৰিছে—। এই দুলু, জাৰু মৰা হলে চোফা-চকীবোৰ ভালকৈ জাৰি-জোকাৰি চাফ কৰিবি, ক'তো যেন কুটা এগছো লাগি নাথাকে। মাই গড্, চোফাৰ তলৰ পৰা ইমানবোৰ ছাইৰ টুকুৰা ক'ৰপৰা ওলাল? অ' বুজিলো বুজিলো, সিদিনা যে অ'ভাৰব্ৰীজৰ তলৰ বস্তীত জুই লাগিছিল তাৰেই ছাই নিশ্চয় বতাহত উৰি আহিছিল! ইস্, ড্ৰইং ৰুমটো তেনেই ডাৰ্টি কৰি পেলালে!... দুলু ছাইখিনি ভালকৈ সাৰি লৈ যা—।

শইকীয়ানী বুঢ়ীৰ বুকুখন চিৰিং কৰি উঠিল। অ'ভাৰব্ৰীজৰ তলৰ বস্তী পোৰাৰ ছাই? খবৰৰ কাগজৰ ছবিত দেখা হিয়া ঢাকুৰি কান্দি থকা মাকজনীৰ কেঁচুৱাটোক পুৰি মৰা জুইৰ ছাই? এৰা, বোৱাৰীয়েকে ঠিকেই অনুমান কৰিছে, এতিয়া গুৱাহাটী চহৰৰ বুকুত ফাগুনৰ বতাহ বলি আছে আৰু সেই বতাহে কাৰোবাৰ আঁচল উৰুৱাই ৰঙালী বিহুৰ আনন্দৰ বতৰা আনক নানক, তেওঁৰ কিন্তু আৰু এটা ৰাতিৰ টোপনি হৰণ কৰিবলৈ বস্তীৰ পোৰা কেঁচুৱাৰ ছাইৰ টুকুৰা কঢ়িয়াই আনি তেওঁলোকৰ ঘৰত ঠিকেই পেলাই থৈ গৈছেহি!

(সাদিন)

# দেৱালৰ লিখন

মাধৱ বৰ্মনে স্বৰ্গগত দেউতাকৰ উদ্দেশ্যে ক্ষমা প্ৰাৰ্থনাৰ ভংগীত মানসিকভাৱে আঁঠু লৈ নিঃশব্দে ক'লে— 'তোমাৰ শিক্ষাৰেই জীৱনটো চলাই নিম বুলি ভাবিছিলোঁ দেউতা, কিন্তু ক্ষমা কৰিবা, একোপধ্যেই নোৱাৰিলোঁ। তুমি পাৰিছিলা, কাৰণ মোৰ মাই তোমাক অহৰহ ইটো লাগে, সিটো লাগে বুলি কাণৰ ওচৰত চিঞৰি চিঞৰি পগলা কৰি পেলোৱাৰ উপক্ৰম কৰা নাছিল। সেইবাবে তুমি ভেঁটি নোখোৱাকৈয়ে সংসাৰখন টুকটাক্-টুকটাক্‌কৈ চলাই নিব পাৰিছিলা। কিন্তু পাৰ্বতীক মই খুব বেছি নিকৃষ্ট বুলিও ভাবিব নোৱাৰোঁ। মাৰ সময়ত মা যিবোৰ লোভৰ মুখামুখি হৈছিল, এতিয়া তাতকৈ শতগুণ বেছি লোভৰ মুখামুখি হ'ব লগা হৈছে পাৰ্বতী, পাৰ্বতীহঁতৰ দৰে বহুত গৃহিণী। মাই টিভি কি বস্তু নাজানিলেই, এতিয়া সেই টিভিৰ সন্মুখত বহি হৰেক ৰকমৰ বস্তুৰ বিজ্ঞাপন দেখি পাৰ্বতীহঁতৰ মূৰ ঘূৰি যোৱা হৈছে। মাৰ দিনত এনেকৈ প্ৰতিজন চাকৰিয়ালেই ভেঁটি খোৱাৰ কথাটো জীৱনৰ সহজ সাধাৰণ কথা হৈ পৰা নাছিল বা তাত অলপ ঢাকঢুক আছিল, লাজ-চৰম আছিল। এতিয়া আবৰণখন সম্পূৰ্ণ ফালি-ছিৰি নিঃশেষ হৈ গৈছে। এতিয়া দুৰ্নীতি কৰি টকা নঘটি সাধাৰণ জীৱন-যাপন কৰাটোহে লাজৰ কথা হৈছে। টকা য'ৰ পৰাই নাহক, সেই টকাৰ বিজ্ঞাপন ঘৰটোৰ প্ৰতি চুকে-কোণে প্ৰচাৰিত হ'ব পৰা ঘৰ এটাৰ অধিবাসী হ'লেহে এতিয়া সমাজত মৰ্যাদাৰ আসনখন পাব পাৰি। মাই এনে সামাজিক জটিলতাৰ মুখামুখি হ'ব লগা হোৱা নাছিল। পাৰ্বতী কিন্তু হৈছে। মাই ল'ৰা-ছোৱালীবোৰক ইংৰাজী মিডিয়াম স্কুলৰ আকাশ স্পৰ্শ কৰিব খোজা ফিজৰ যোগান ধৰিব লগা হোৱা নাছিল বাবে তোমাৰ দৰমহাৰ টকাৰেই অসমীয়া মিডিয়ামৰ স্কুলৰ সামান্য ফিজ দিব পাৰিছিলা। কিন্তু পাৰ্বতীয়ে দুটা ল'ৰা-ছোৱালীৰ ইংৰাজী মিডিয়ামৰ ফিজ আৰু আনুষংগিক খৰচ সৰু মোৰ এই সামান্য চাকৰিৰ দৰমহাৰে কোনোমতে কুলাব নোৱাৰে। কিন্তু ইংৰাজী মিডিয়ামৰ স্কুলত নপঢ়ালেই নহয় নেকি, তোমাৰ মুখখন এই প্ৰশ্নৰে ভ্ৰূকুটি কুটিল হৈ পৰা মই অনুমান কৰিব পাৰিছোঁ। কিন্তু তুমি নুবুজিবা দেউতা, তুমিতো আজিৰ দিনৰ মানুহ নোহোৱা। এতিয়া পিয়ন-চকীদাৰৰ ল'ৰা-ছোৱালীয়েও ইংৰাজী স্কুলতহে পঢ়ে। নাই, নাই দেউতা, মই তেওঁলোকক তুচ্ছ-তাচ্ছিল্য কৰিব খোজা নাই, চাকৰিৰ দ্বাৰা মানুহক সন্মান বা অসন্মান কৰা নকৰাৰ আচল শিক্ষাটো মই কিন্তু এতিয়াও মানি আছোঁ দেউতা। মই কেৱল দৰমহাৰ কথাটো ভাবিহে কৈছোঁ। নাই নাই দেউতা, ইংৰাজী স্কুলত নপঢ়ালেও তুমি আমাৰ ইংৰাজী ভাষাৰ যিটো বীজ সৰুতেই জীৱন ধাৰণ প্ৰণালীত পুতি থৈছিলা, সেই বীজ আজিৰ সমাজত কোনোমতেই গোতা সম্ভৱ নহয়। কাৰণ এতিয়া সামাজিক মাটিয়ে বেলেগ। এতিয়া Plain living high thinking-ৰ কথা বাদেই দিয়া, এতিয়া High living plain thinking হিচাপে কথাষাৰে কেৱল লুটি-বাগৰ দিয়াই নাই, এতিয়া যে আৰু এখোপ চৰা— এতিয়া হৈছে — High living, no thinking দেউতা! no thinking at all! এতিয়া আৰু মানুহে নিজে চিন্তা নকৰে, চিন্তা কৰে মানুহহে অসৎ উপায়ে ঘটা ধনসোপাইহে। অৰ্থাৎ মানুহ এতিয়া ইমানেই materialistic হৈ গৈছে যে টকা মানুহৰ দাস হৈ থকা নাই, মানুহে টকাৰ দাস হৈ পৰিছে।'

সিদিনা প্ৰচুৰ পৰিমাণৰ বাহিৰা টকা ঘটি আনি পাৰ্বতীক চমকাই দি, এম ভি আই মাধৱ বৰ্মনে অনুশোচনাত স্বৰ্গগত দেউতাকক উদ্দেশ্যি আগতেই বহুবাৰ এনেদৰে স্বগতোক্তি কৰাৰ দৰে আজিও কৰিছিল।

কোঠালীলৈ প্ৰণৱ সোমাই আহিছিল। আউল-বাউল চুলি, পিন্ধনত সাধাৰণ কাপোৰ-কানি, চেহেৰাও সাধাৰণ।

'অ' মামা! অতি জৰুৰী কথা এটা ক'বৰ বাবে তোমাকেই বিচাৰি আহিছিলোঁ। তুমি আনি দিয়া টকাসোপা পাই মামীতো বজাৰলৈ গৈছে, নহয়? উভতি আহোঁতে নিশ্চয় পলম হ'ব— বজাৰখন উঠাই নানিব জানো? সেই সুযোগ লৈ তোমাক লগ ধৰিবলৈ আহিছোঁ। বুল আৰু স্বপ্নাওতো এতিয়াই ঘৰলৈ উভতি নাহে? স্বপ্নাতো ক'চিং ক্লাছলৈ গৈছে নহয়? আৰু মামী যেতিয়া বজাৰলৈ যোৱা বুলি গম পায়েই বুল ওলাই গৈছে, তাৰ সুযোগ পুৰামাত্ৰাই ল'ব সি, নহয় জানো? আমাৰ সৰ্বসাধাৰণ চহৰীয়া চেমনীয়াৰ যি ধৰ্ম সিয়ো তাকেই কৰিবগৈ এতিয়া, ৰাস্তাত সমনীয়াৰ লগত আড্ডা দিব বা ছোৱালী জোকাব, নহয় নে মামা?' প্ৰণৱে ফূৰ্তি পোৱাৰ দৰে হাঁহিবলৈ ধৰিলে।

মাধৱ বৰ্মনৰ আক্ষৰিক অৰ্থতে মুখ হা হৈ গৈছিল। এয়া তেওঁৰ সম্মুখত কোন, কোনে এইবোৰ কথা কৈছে? তেওঁৰ বিধৱা ভনীয়েক আৰতিৰ ল'ৰা প্ৰণৱেই নে, যি প্ৰণৱক তেওঁ গাঁৱৰ পৰা নিজৰ ঘৰলৈ আনি বি এ পঢ়ুৱাই আছে? সঁচায়ে নে, এই উদ্ধত ভংগিমাৰে এই আচহুৱা কথাবোৰ কোৱা ল'ৰাটো, যি তেওঁৰ ঘৰত সদায় ভিজা মেকুৰীটোৰ দৰেই হৈ থাকে— বিশেষকৈ মামীয়েকৰ আগত— সঁচায়ে ই তেওঁৰেই ভাগিন প্ৰণৱনে? গাঁৱৰ পিনে যে মানুহে বীৰা লম্ভা বুলি কয়, ইয়াৰ গাতো কিবা বীৰা-চিৰাই লম্ভিলে নেকি? একো ঠিক নাই, অলপতে সি গাঁৱলৈ গৈ আহিছেহে।

সঁচায়ে, কি হ'ল ল'ৰাটোৰ? ইমান স্পৰ্দ্ধিত সুৰ আৰু উদ্ধত ভংগীত কথা কোৱা ল'ৰাটোৱে তেওঁক তাৰ নম্ৰ আৰু ভদ্ৰ স্বভাৱৰ বাবেইতো সদায় মুগ্ধ কৰি ৰাখিছিল। অৱশ্যে আৰতিহঁতৰ লগত তেওঁৰ খুব বেছি সম্পৰ্ক এটা কোনোদিনেই নাছিল। দেউতাক হৰিনাথ বৰ্মন এই চহৰৰে কাছাৰীৰ নাজিৰ আছিল, সৎ পথত চলা মানুহজনে ছোৱালী তিনিজনীৰ এজনীকো খুব 'ভাল' ল'ৰাৰ লগত বিয়া দিব পৰা নাছিল, সাধাৰণ ঘৰৰ সাধাৰণ ল'ৰাৰ বিয়া পাতিছিল তেওঁ। তাৰে ভিতৰত আৰতি দুটা ল'ৰাৰ মাক হোৱাৰ পিছতো বিধৱা হৈছিল। গিৰীয়েক চহৰত ঘৰভাড়া কৰি থকা চাকৰিয়াল আছিল, কিন্তু আচল ঘৰ আছিল গাঁৱত। খেতিপথাৰেৰে ঘৰৰ অৱস্থা বেয়া নাছিল, গতিকে আৰতি স্বামীৰ মৃত্যুৰ পিছত ল'ৰা দুটাক লৈ গাঁৱৰ শহুৰেকৰ ঘৰলৈকে উভতি গৈছিল। আৰতিৰ সেই গাঁৱৰ ঘৰলৈ কাচিৎহে মাধৱ বৰ্মন গৈছিল, চহৰৰ ছোৱালী পাৰ্বতীতো যোৱাই নাই। তাৰ পিছত এদিন ককায়েকক কাবৌ-কাকুতি কৰি আৰতিয়ে মাতি পঠাইছিল— যেনে-তেনে এদিন সময় কৰি তেওঁ যেন আহি দুখুনী ভনীয়েকক আৰু ভাগিনীয়েক দুটাক চাই যায়।

পাৰ্বতীয়ে নন্দেকৰ সেই চিঠিৰ অনুনয়ৰ করুণ সুৰত কিন্তু আৰু বহুত কিবাকিবি বেসুৰা সুৰ শুনিছিল। 'ভাললৈ তোমাক মাতি পঠিওৱা নাই। চাবা, গৈ শুনিবা যে কিবা ডাঙৰ বিপদ হৈছে, তুমি উদ্ধাৰ কৰিব লাগে। দুখীয়া আত্মীয়-স্বজন থকাটো সঁচায়ে ডাঙৰ মূৰ কামোৰণিৰ কথা।'

মাধৱ বৰ্মনে একো মাত মতা নাছিল, ঘৈণীয়েকৰ লগত দ্বিমত হ'বৰো একো নাছিল। আৰতিৰ কিবা সাংঘাতিক গৰজ নহ'লে এনে কাবৌ-কাকুতি কৰি তাই কিয়নো মাতি পঠাব।

ককায়েকক দেখি আৰতিয়ে প্ৰথমতে চকুলো টুকিছিল। নাই, তেনে একো বেয়া খবৰ নাই। বৰং খবৰ ভালেই। ডাঙৰ ল'ৰা প্ৰণৱে খুব ভালকৈ হায়াৰ ছেকেণ্ডাৰী পাছ কৰি গাঁৱৰ এম ই স্কুল এখনত সোমাইছে। কিন্তু আৰতিৰ বৰ হেঁপাহ যে গাঁৱৰ স্কুলত এনেকৈ 'পচি' নাথাকি প্ৰণৱে চহৰৰ কলেজত পঢ়কগৈ। স্থানীয় কলেজত পঢ়িলে কি হয়? হওঁতে একো নহয়, সাত মাইল দূৰৰ কলেজখনলৈ গৈ তাৰ লগৰ বহুতেইতো নাম লগাইছে। কিন্তু কলেজখন ভাল নহয়, আৰতিৰ বৰ হেঁপাহ যে গুৱাহাটীতে যেতিয়া নিজৰ ধনী-মানী মোমায়েকজন আছে, প্ৰণৱ গৈ তেওঁৰ লগতে থাকি ভাল কলেজ এখনত পঢ়কগৈ। তাই 'গেৰাণ্টি' দিব পাৰে যে প্ৰণৱক লৈ তেওঁৰ বা বৌৱেকৰ কাৰো একো অসুবিধা নহয়। বৰ সৰল-সহজ ল'ৰাটো, বেয়া স্বভাৱ বুলিবলৈ একোটো নাই, কেৱল কিতাপ-কাগজতে ডুবি থাকে। প্ৰণৱক ৰাখিলে ককায়েকহঁতৰ বৰং এটা সুবিধাহে হ'ব, বুলহঁতৰ পঢ়া-শুনা চাই দিব পাৰিব। অংক আৰু বুৰঞ্জীত লেটাৰ পোৱা ল'ৰা প্ৰণৱ, ইংৰাজীতো চোকা, সকলো বিষয়কে সি পঢ়াব পাৰিব।

ভনীয়েকৰ শেষৰ এই কথাকেইটাই একপ্ৰকাৰ নেতিবাচক উত্তৰ দিবলৈ ওলোৱা মাধৱ বৰ্মনক অলপ দোধোৰ-মোধোৰত পেলালে। বুল আৰু স্বপ্নাৰ প্ৰাইভেট টিউটৰ অৱশ্যে আছে, কিন্তু তাৰ উপৰি যদি লাগ বুলিলেই এনে এটা চৌব্বিছ ঘণ্টা লগতে থকা ল'ৰাৰ পঢ়া চাই-চিতি দিয়াৰ সহায় পোৱা যায়! স্বপ্নাক লৈ সিমান চিন্তা নাই, তাই পঢ়াত মনোযোগী, কিন্তু বুলটোক লৈহে কিছু দুঃশ্চিন্তা হৈছে। ক্লাছ নাইনত পঢ়ে, পঢ়াৰ প্ৰতি মুঠেই মন-কাণ নাই, অতিপাত চঞ্চল, তাতে মাকে ভিটিপিডাল আনি তাৰ আৰু মূৰ খাইছে... মাধৱ বৰ্মনৰ দ্ৰুতগতিত মানসিক হিচাব আৰম্ভ হ'ল, এটা কলেজীয়া ল'ৰাৰ খোৱা-পিন্ধাৰ খৰচ (অৱশ্যে আৰতিয়ে মাজে মাজে চাউল-পাত পঠোৱাৰ প্ৰতিশ্ৰুতি দিছে আৰু আজিলৈকে বোলে প্ৰণৱ আৰু ভায়েক গৌৰৱে মাকে তাঁতত বোৱা কাপোৰৰ বাহিৰে অইন কাপোৰৰ চোলা পিন্ধিয়ে পোৱা নাই) লাইট, ফেন, হাত খৰচ, কিতাপ-পত্ৰ (অৱশ্যে প্ৰণৱে বৃত্তিও পাইছে, হাত খৰচ তাৰেই হৈ যাব)... নাই নাই, ভাগিনটোৰ বোজা

একো দাঙিব নোৱৰা বোজা নহ'ব, পাৰ্বতীয়ে নিশ্চয় তাক ৰখাৰ লগত পুতেকৰ স্বাৰ্থ কেনেকৈ জড়িত হৈ আছে সেই কথাটো এবাৰ মগজত সুমুৱাই ল'ব পাৰিলেই..

তথাপি ঘৈণীয়েকৰ কথা ভাবি মাধৱ বৰ্মনৰ মনত অলপ ইতস্ততঃ ভাব থাকিয়েই গৈছিল। কিন্তু কিছু পিছত স্কুললৈ যোৱা প্ৰণৱৰ পৰিপাটি পঢ়া মেজত ভনীয়েকে দিয়া চাহ আৰু পিঠাগুড়িৰে ভাজি দিয়া পিঠা খাই খাই মাধৱ বৰ্মনৰ যেতিয়া মেজৰ সন্মুখৰ মাটিৰ বেৰত আঁৰি থোৱা কাগজ এখনত গোট গোটকৈ লেখি থোৱা কথাবোৰলৈ চকু গ'ল, তেওঁ তেতিয়াই মন স্থিৰ কৰি পেলালে। প্ৰণৱক তেওঁ পঢ়ুৱাবলৈ নিবই নিব, প্ৰণৱ তেওঁৰ ঘৰত থকাত তাৰ কিবা লাভ হয়নে নহয় সেইটো ডাঙৰ কথা নহয়, ডাঙৰ কথা বুলটোৰ লাভ হ'বই। এৰা, বুল আৰু বুলৰ ভৱিষ্যৎ। তেওঁৰ আৰু পাৰ্বতীৰ ইয়াতকৈ ডাঙৰ চিন্তা আৰুনো কি আছে, কি ভৱিষ্যৎ আছে?

চাহৰ কাপত শোহা মাৰি মাধৱ বৰ্মনে 'দেৱালৰ লিখন'খিনি বিস্ময়ৰ আৰু প্ৰশংসাৰ চমক লৈ পঢ়ি গ'ল— Text of a letter to a headmaster, Written by Abraham Lincon,

... In school, teach him it is far more honourable to fail than to cheat .. Teach him to have faith in his own ideas even if everyone tells him they are wrong... Teach him to be gentle with gentle people, and tough with the tough. Try to give my son the strength not to follow the crowd when everyone is getting on the bandwagon Teach him to listen to all men... But teach him also to filter all he hears on a screen of truth, and take on the good that comes through... Teach him, if you can, how to laugh when he is sad... Teach him there is no shame in tears... Teach him to scoff at cynics and to beware of too much sweetness... Teach him to sell his brawn and brain to the highest bidders, but never to put a price tag on his heart and soul. Teach him to close his ears to a howling mob.. and to stand and fight if he thinks he is right.

'Treat him gently, but donot cuddle him, because only the test of fire makes fine steel... Teach him always to have sublime faith in himself, because then he will always have sublime faith in mankind.

He will have to learn, I know, that all men are not just, all men are not true. But teach him also that for every selfish politician there is a dedicated leader... Teach him that for every enemy there is a friend... It will take time, I know, but teach him, if you can, that a dollar earned is of far more value than five found... Teach him to learn to lose... and also to enjoy winning. Steer him away from envy, if you can. Let him learn early that the bullies are the easiest to lick... Teach him, if you can, the wonder of books, but also give him quiet time to ponder the eternal mystery of birds in the sky, bees in the sun and the flowers on a green hillside...

মুখখন হাকৈ মেলি মাধৱ বৰ্মনে সেই দেৱাল লিপিলৈ চাই আছিল আৰু কাপ-প্লেট নিবলৈ তেওঁৰ ওচৰলৈ অহা ভনীয়েকে তেওঁৰ দৃষ্টি অনুসৰণ কৰি দেৱাললৈ চালে, যি সাধাৰণ মাটিৰ দেৱালক সেই অমূল্য কথাবোৰে অসাধাৰণ কৰি তুলিছে।

আৰতিৰ মুখ পুত্ৰ গৰ্বেৰে উদ্ভাসিত হৈ উঠিছিল। এ টাইম টু এনজয় উইনিং...

'দাদা, তোমাক কৈছিলোঁ নহয় যে প্ৰণৱে তোমাৰ বুল আৰু স্বপ্নাক পঢ়ুৱাব পাৰিব। তাৰ মাষ্টৰ হোৱাৰহে ইচ্ছা, সেইবাবে সেয়া আদৰ্শ মাষ্টৰৰ কথা সি লেখি ৰাখিছে। পিছে মই তাক কৈছোঁ, মাষ্টৰেই হ'বি, তই ইচ্ছা কৰা মতে গাঁৱৰ স্কুলৰ মাষ্টৰেই হ'বি। কিন্তু আগে অন্ততঃ বি এ-টো পাছ কৰি ল'। প্ৰণৱ পঢ়া-শুনাত সৰুৰে পৰা ইমান চোকা হোৱা বাবে বাপেকৰ যে তাক লৈ মনত কিমান আশা-আকাংক্ষা আছিল। আমিওতো গুৱাহাটীতে আছিলোঁ, তেওঁ প্ৰণৱক কটন কলেজত পঢ়ুৱাব, বিশ্ববিদ্যালয়ত পঢ়ুৱাব, ডাঙৰ মানুহ কৰিব, মানুহজনৰ কত যে স্বপ্ন আছিল— আৰতিয়ে আঁচলখন টানি আনি চকুৰ কোণ এটা মচিলে। তাৰ পিছত

ককায়েকৰ কাপটোলৈ চকুত পৰাত লৰালৰিকৈ কৈছিল— 'এ দাদা, তুমি দেখোন চাহ খোৱাই নাই, একেবাৰে চেঁচা পানী হৈ গ'ল, ৰ'বা মই আৰু একাপ গৰম চাহ বনাই আনোঁ...'

পাৰ্বতীয়ে সকলো কথা শুনি মুখখন গম্ভীৰ কৰি কৈছিল— 'আনি চোৱা বাৰু। কিন্তু অলপ গোলমাল দেখিলেই কিন্তু লগে লগে গাঁৱৰ ল'ৰাগাঁৱলৈ পঠাই দিম।'

অলপ গোলমাল! কি ভয়ংকৰ গোলমালৰ বাট কাটিছে ল'ৰাটোৱে। এই সম্ভাৱনা ঘূণাক্ষৰেও আগতে গম পোৱা হ'লে! কিন্তু এতিয়া তেওঁ নিজেতো একো প্ৰতিকাৰ কৰিব নোৱাৰেই, স্বয়ং পাৰ্বতীৰো কিবা কৰাৰ সাহস বা সাধ্য একোৱে নহ'ব। অৱশ্যে পাৰ্বতীয়ে গম পালে প্ৰণৱক একো কৰিব নোৱাৰিলেও তেওঁক হ'লে শুদাই নেৰিব। প্ৰণৱৰ কথাখিনি শুনাৰ পিছত ভয়ত তেওঁ কঁপি উঠিল। উস্, তেওঁ চাৰিওফালে শত্ৰুৱে আগুৰা কি যে এক শতৰুপুৰীত সোমাই পৰিল। অতৰ্কিতে, অভাৱনীয়ভাৱে।

'মামা', প্ৰণৱে আবেগৰহিত কণ্ঠেৰে কৈছিল— 'মই সংযুক্ত মুক্তি বাহিনীৰ সদস্য। আমাৰ আদৰ্শ ৰূপায়ণ কৰিবলৈ আমাক বহুত টকা লাগে। সেই টকা আমি তোমালোকৰ দৰে দুৰ্নীতিপৰায়ণ চাকৰিয়াল, আমাৰ তেজ শোহা ব্যৱসায়ী, চাহ বাগানৰ মালিক আদি নানাজনৰ পৰা আদায় কৰোঁ। এতিয়া তুমিও আমাক টকা দিব লাগিব। প্ৰথমতে বাৰু এক লাখ দিলে হ'ব। তাৰ পিছত প্ৰয়োজন অনুযায়ী যেতিয়া যি লাগে আনি দিলেই হ'ব।'

'মামা, তোমাৰ লগত এটা কথা আছে।' সেই কথা ইমান ডাঙৰ, ইমান ভয়ংকৰ? মাধৱ বৰ্মনৰ এনে লাগিল তেওঁ ইমানদিনে অসৎ উপায়েৰে ধন ঘটি ঘটি যি দুমহলীয়া অট্টালিকাটো সাজিছিল, সেইটো যেন গোটেইটো হুৰমুৰকৈ ভাগি আহি তেওঁৰ মূৰতে পৰিল, অলপতে টিভিত যে কলিকতাৰ বহুতলাবিশিষ্ট ঘৰটো ভাগি পৰা দেখিছিল, সেই তেনেকৈয়ে। কিন্তু তাৰ তলত পৰি মৰা মানুহবোৰৰ দৰে তেওঁতো নমৰিল (মৰিলেই বাচিলহেঁতেন) এয়া তেওঁ দেখোন বাহাল তবিয়তেই তেওঁৰ সৰ্বস্ব লুণ্ঠন কৰিবলৈ ওলোৱা দস্যু ভাগিনীয়েকটোৰ আগত থিয় দি আছে।

মুখৰ পৰা অতৰ্কিতে সেই শব্দটো ওলায়ো গ'ল 'দস্যু, তস্কৰ! মই দেখোন নিজেই খাল কাটি কুম্ভীৰক সুমুৱালোঁহি, হে ভগৱান!'

মোমায়েকৰ দুৰ্দশাত অলপো পুতৌ নোপজা ভাগিনীয়েকে নিষ্ঠুৰভাৱে হাঁহি কৈছিল— 'কোনে কাক দস্যু বুলি কয় শুনা। দস্যুতো তোমালোক, সমাজৰ প্ৰতিটো মানুহক তোমালোকে শোষণ কৰিছা, প্ৰতিজন মানুহৰ ঘৰত পৰোক্ষভাৱে ডকাইতি কৰিছা। যি হওক, তোমাৰ লগত মই এইবোৰ কথা লৈ তৰ্ক কৰি সময় খৰচো কৰিব নাযাওঁ। তোমাক এক লাখ টকা যোগাৰ কৰিবলৈ এক সপ্তাহ সময় দিলোঁ।'

মাধৱ বৰ্মনে এইবাৰ কন্দনামুৱা হৈ ভাগিনীয়েকৰ হৃদয় গলাবলৈ চেষ্টা কৰিলে— 'তই নিজৰ মোমায়েৰটোৰেই ইমান ডাঙৰ সৰ্বনাশ কৰিব ওলাইছনে প্ৰণৱ, ঐ, তোকতো মই এনেকুৱা ল'ৰা বুলি ভবাই নাছিলোঁ। তোৰ ঘৰৰ দেৱালত সিদিনা কি সুন্দৰ লেখাবোৰ দেখি আহিলোঁ। তেনে লেখা লেখিও তই এনে কাম কৰিব ওলাইছ?'

প্ৰণৱে হাঁহিলে— 'অ' তুমি তেন্তে সেইবোৰ পঢ়ি আহিছা? যদি পঢ়িছাই, তাত লেখা কিছুমান কথা মনত পৰিবনে? মই মনত কৰি দিছোঁ ৰ'বা... শুনা, Try to give my son the strength no to follow the crowd when everyone is getting on the bandwagon... সমাজৰ সেই bandwagon-ত নুঠাৰ মই সাহস আৰ্জিছো মামা... আৰু শুনা, Teach him to have faith in his own ideas if everyone tells him they are wrong– মোৰ আদৰ্শত মোৰ সম্পূৰ্ণ বিশ্বাস আছে ... আৰু শুনিবানে? Let him learn early that bullies are the easiest to lick – সেই bully তুমি, তোমাৰ দৰে দুৰ্নীতিপৰায়ণ বিষয়া, সেই bully প্ৰতিজন অসাধু ব্যৱসায়ী, প্ৰতিজন ভেজালকাৰী, প্ৰতিজন ধুৰন্ধৰ ৰাজনৈতিক নেতা— ইহঁতে সমাজৰ প্ৰতিজন মানুহক bully কৰি আহিছে, কিন্তু ইহঁত প্ৰত্যেকেই ইমান কাপুৰুষ যে আমি অভিজ্ঞতাৰে দেখিছোঁ ইহঁতৰ প্ৰত্যেককে অতি সহজে bully কৰিব পাৰি... bullies are easiest to lick! পিছে এইবোৰ এতিয়া এৰোঁ, গে'ট খোলাৰ শব্দ হৈছে নেকি, বোধহয় স্বপ্না আহিছে। অ' এটা কথা, তুমি মোক হয়তো পুলিচক গটাই

দিব পাৰা— কিন্তু জানিবা, মই অকলশৰীয়া নহওঁ, মোৰ কিবা হ'লে মোৰ দলে তোমাক শুদাই এৰেৰ। আমি ইনফৰ্মাৰক সাংঘাতিক শাস্তি দিওঁ, কাগজে-পত্ৰে বোধহয় সেই খবৰ পঢ়িছাই। পাহৰি নোযোৱা কেন।'

ইয়াৰ পিছত মৃত দেউতাকৰ বিদেহী ভবি দুখনত মাধৱ বৰ্মন যেন উবুৰি খাই পৰিছিল।

'দেউতা তোমাৰ আদৰ্শ মানি চলিব পৰা হ'লে মোৰতো আজি এই অৱস্থা নহ'লহেঁতেন. মোকতো আজি প্ৰণবে এনেকৈ শ'লঠেকত পেলাব নোৱাৰিলেহেঁতেন.. দেউতা, মোৰ পাপৰ প্ৰায়শ্চিত্তই হয়তো হ'ব— কিন্তু কিমান দিন বা এনেকৈ চলি থাকিবলগা হয়! হয়তো চিন্তা-ভাৱনাত এদিন মোৰ অকাল মৃত্যুৱে হৈ যাব, সঁচাই, প্ৰণৱৰ হাতৰ মুঠিত এনেদৰে কিছুদিন হয়তো থকাৰ পিছত মই আৰু বাচি নাথাকোঁ দেউতা, অচিৰে তোমাৰ ওচৰেই পামগৈ।...'

মোমায়েকৰ ওচৰৰ পৰা গৈ নিজৰ কোঠালীত সোমাই প্ৰণৱে বিজয়ৰ তৃপ্তিৰ হাঁহি মাৰিলে। ... সহজে কাৰ্য সিদ্ধি হৈ গ'ল। ঘৰতে কামধেনু গাই এজনী পোৱা গ'ল, প্ৰয়োজন হ'লেই বাটকেইটা ধৰি টানিলেই হ'ল। বেচেৰা মামাটো। অলপ পুতৌও হ'ল। মানুহটো আচলতে সিমান বেয়া নাছিল, লোভী আৰু পৰাক্ৰমী ঘৈণীয়েকে শান্ত-শিষ্ট, নিৰ্জু মানুহটোক একেবাৰে কজা কৰি পেলাইছে। সমাজৰ নানা দুৰ্নীতিপৰায়ণ মানুহৰ কাৰ্যকৰণৰে ইয়ো অন্য এক সমপৰ্যায়ৰ কাহিনী।

ইয়াৰ পিছত এটা ঘটনা ঘটিছিল। প্ৰণৱ এদিন তাৰ গাঁৱৰ ঘৰলৈ গৈছিল, তাৰ পিছত এদিন সন্ধিয়া ক'ৰবালৈ ওলাই গৈ সি আৰু উভতি অহা নাছিল। পিছদিনা পুৱা তাৰ ঘৰৰ পৰা কিছু দূৰৈৰ পথাৰৰ ওচৰত থকা বাঁহৰ জাৰণি এটাৰ ওচৰত তাৰ মৃতদেহটো পোৱা গৈছিল। কোনোবাই তাক অতি চোকা অস্ত্ৰৰে খুঁচি হত্যা কৰিছে।

মাধৱ বৰ্মন গৈ ভনীয়েকৰ ওচৰ পাই মানে প্ৰণৱৰ দেহটো পোষ্টমৰ্টেম কৰাৰ পিছত চিতাত উঠাই জ্বলাই পুৰি শেষ কৰি দিয়া হৈছিল। কিন্তু পঢ়া মেজৰ সন্মুখত থকা তাৰ দেৱালৰ লিখনখিনি কিন্তু তেতিয়াও অক্ষত হৈয়ে আছিল। মাধৱ বৰ্মনে সেই সুন্দৰ হাতৰ আখৰখিনিৰ সন্মুখত বহুত পৰ থিয় হৈ আছিল। তাৰ পিছত পুনৰ দেউতাককে সম্বোধন কৰি কৈছিল— 'দেউতা, তোমাৰ নাতি তোমাৰ ওচৰ পাইছেগৈ। আদৰ্শবাদী ককাকৰ উপযুক্ত আদৰ্শবাদী নাতি, কিন্তু তাক তুমি এইবাৰ কথা বুজাই ক'বা যে দেৱালত লেখাৰ দৰে তাৰ নিজৰ ওপৰত যিটো বিশ্বাস আছিল, সেইটো আচলতে হয়তো সি ভবাৰ দৰে sublime নাছিল, কাৰণ সিতো মানুহৰ ওচৰত সদায় কিয়, কিছুদিনৰ বাবেও সেই মহতী বিশ্বাস অক্ষুণ্ণ ৰাখি বাচি থাকিব নোৱাৰিলে। সিহঁতে মানুহক বিচাৰ কৰি মৃত্যুদণ্ড দিয়াৰ দৰে তাকো কোনোবাই তেনে বিচাৰ কৰিয়ে মৃত্যুদণ্ড দিলে। এয়েই কি সিহঁতৰ বিশ্বাসৰ পৰিণতি? কিন্তু দেউতা, তাক ইয়াকো ক'বা, আমাৰ বংশত তোমাৰ উপযুক্ত বংশধৰ হোৱাৰ যোগ্যতা একমাত্ৰ তাৰেই আছিল। কিন্তু সি বা সিহঁতৰ দলে দেৱাল লিখন পঢ়িব পৰা নাই, যেনেকৈ পঢ়িব পৰা নাই সিহঁতে চিনাক্ত কৰি উলিওৱা আমাৰ দৰে দুৰ্নীতিপৰায়ণ চাকৰিয়াল, অসাধু ব্যৱসায়ী, খাদ্য আৰু দৰৱত ভেজাল দি সমাজৰ প্ৰতিজন মানুহক তিল তিলকৈ হত্যা কৰা বৃহৎ কাৰবাৰীকে ধৰি অন্যান্য নানা সমাজৰ শোষণকাৰী আৰু ধুৰন্ধৰ ৰাজনৈতিক নেতা, মন্ত্ৰী, এম এল এ আদি সকলোৱে। কিন্তু ইয়াৰ প্ৰতিফল যে এদিন সকলোৱে পাবই দেৱালৰ লিখনেই কৈ থৈছে। দেউতা, মই জানো ময়ো সাৰি নাযাওঁ। দেউতা.. অ' দেউতা...'

(সাদিন)

# প্ৰেম, মৃত্যু আৰু জীৱনৰ মাজেদি

ভৰলী নৈখন জীয়া ভৰলীৰ দৰে ডাঙৰ নহ'ব পাৰে, কিন্তু এতিয়া বাৰিষা হোৱাৰ বাবে সিয়ো স্ফীতোদৰা গৰ্ভৱতী তিৰোতাৰ দৰেই ফুলি উঠিছে। তথাপি ভৰলীৰ স'তে এনে তিৰোতাৰ তুলনা হ'লেও এক হিচাপে তুলনা নহয়ো, কাৰণ গৰ্ভৱতী তিৰোতাৰ মন্থৰ গতিৰ বিপৰীতে বাৰিষাৰ এই ভৰলী জীয়া ভৰলীৰ দৰেই হৈ পৰিছে খৰস্ৰোতা। এইখন ভৰলীক গাঁৱৰ জীয়ৰী-বোৱাৰীয়ে অলপ ভয়ৰ চকুৰেই চায়, অন্ততঃ খৰালি কালৰ দৰে সাঁতুৰি নাদুৰি ইপাৰৰ পৰা সিপাৰলৈ অহা-যোৱা কৰিবলৈ সকলোৱেই, আনকি ৰেৱতীৰ দৰে ছোৱালীয়েও অলপ ভয় কৰে। নহ'লে সাঁতোৰত পাকৈত ছোৱালী ৰেৱতীৰ দৰে সেই গাঁওখনততো নায়েই ওচৰৰ ভৰলী পাৰৰ আন গাঁওবোৰতো যে ওলাব সেই বিষয়ে সন্দেহ আছে।

কিন্তু সেই ভৰলীতে যেতিয়া ৰেৱতী আহি জপিয়াই পৰি দুবাৰো ইপাৰৰ পৰা সিপাৰলৈ অহা-যোৱা কৰিলে, ভৰলীৰ উচ্ছল বুকু আৰু উথল-পাথল লগাই দিলে, তেতিয়া তাইৰ লগতে কাপোৰ আৰু গা ধুবলৈ অহা বন্ধু-কেইজনীয়ে (যাৰ মাজত গাঁৱৰ জীয়ৰীৰ লগতে বোৱাৰীও আছে) ইজনীয়ে সিজনীৰ চকুলৈ চোৱা-চুই কৰিবলৈ ধৰিলে—সিহঁত কেইজনীয়ে তেতিয়া পানীৰ যুঁৱলিত উবুৰিয়াই থোৱা নাৱৰ পিঠিত কাপোৰ ধুই আছিল, ৰেৱতীৰ দৰে আহিয়েই তেনেকৈ পানীত জঁপিয়াই পৰা নাছিল। অৱশ্যে আন দিনা ৰেৱতীও আহি প্ৰথমতে কাপোৰ ধুই লৈ তাৰ পিছতহে গা-ধুবলৈ নদীত নামে। কিন্তু আজি তাই দেহ-মনত এনে এক পুলকৰ প্লাৱন আহিছে যে তাইৰ পক্ষে স্থিৰ হৈ বহি কাপোৰ ধুই থকা প্ৰায় অসম্ভৱ, একমাত্ৰ উচ্ছল নৈৰ বুকুত হাত-ভৰি আফালি আফালিহে যেন দেহ-মনৰ সেই খলকনিক শাঁত নিয়াব পাৰে।

ৰেৱতীৰ এইটো কিহৰ লক্ষণ বন্ধুকেইজনীয়ে বুজি পায়, সেয়ে সিহঁতে মুখ চোৱা-চুই কৰি হাঁহে। আজি তাই নিৰ্ঘাৎ ধনেশ্বৰৰ চিঠি পাই আহিছে, এৰা সেই কথাটোত কোনো সন্দেহ নাই। বন্ধুকেইজনীৰ মুখ সহানুভূতিতো কোমল হৈ উঠে, ধনেশ্বৰৰ চিঠি পালে ৰেৱতী এনেকৈ ফূৰ্তিত পগলাতো হৈ পৰিবই। এম এল এৰ দেহৰক্ষীৰ চাকৰি কৰি আছে ধনেশ্বৰে, কিছুদিনৰ পৰা সন্ত্ৰাসবাদী দলটোৱে পুলিচ, সৈন্য, ৰাজনৈতিক দলৰ নেতাসকলকো ধৰি বহুতকে আক্ৰমণ কৰি আছে, ফলত সেইসকল ব্যক্তি যিমান মৰিছে, তাতকৈ বেছিকৈ মৰিছে তেওঁলোকৰ দেহৰক্ষীসকল। তেনে এক দেহৰক্ষীৰ চাকৰি কৰা ধনেশ্বৰক যেন অনবৰত মৃত্যুৰ ছাঁয়াই আগুৰি আছে, সেই ছাঁয়া কেতিয়া কায়া হৈ ধনেশ্বৰৰ ওপৰত জঁপিয়াই পৰে তাৰেই শংকাত ৰেৱতীৰ বুকু দুৰু দুৰু হৈ থাকে। কেইদিনমান ধনেশ্বৰৰ চিঠি নাহিলে তাই তাৰ পিছত সেই চিঠিৰ আশা বাদ দি শংকিত হৃদয়েৰে অপেক্ষা কৰি থাকে এখন টেলিগ্ৰামলৈ, সেই চৰকাৰী টেলিগ্ৰামখনলৈ যিখনে কঢ়িয়াই আনিব সেই ভয়ংকৰ খবৰটো।

কিন্তু ইমানদিনে অপেক্ষা কৰাৰ পিছত যেতিয়া চিঠি বা টেলিগ্ৰাম একোৱে নাহে তেতিয়া ৰেৱতীৰ বুকুখন শংকাৰ লগতে আশাতো দুলি থাকিবলৈ ধৰে.................. ইমানদিনে টেলিগ্ৰামো নাহিল যেতিয়া সি কিজানি............তাৰ পিছত তাইৰ সেই আশা ফলৱতী কৰি যেতিয়া ধনেশ্বৰৰ চিঠি আহে তেতিয়া তাইৰ সেই বান্ধ ভঙা স্বস্তি আৰু আনন্দক ভৰলীৰ বুকুত জঁপিয়াই পৰি প্ৰকাশ কৰাৰ দৰে আন আৰু একোৰেই যেন প্ৰকাশ কৰিব নোৱাৰে।

দুবাৰ সিপাৰৰ পৰা সাঁতুৰি আহি ইপাৰ পাই ৰেৱতী যেতিয়া আকৌ তৃতীয়বাৰৰ বাবে সিপাৰলৈ যাবলৈ ওলাইছিল তেতিয়া গাঁৱৰ আটাইতকৈ বিদুষী বুলি খ্যাত অৰ্জা কলেজত পঢ়া আইমণি শইকীয়াই তাইক হাঁহি হাঁহি কৈছিল, 'তই যে ইমান এজনী সাঁতোৰবিদ অসমৰ চুকৰ গাঁও এখনত সোমাই আছ সেই কথা ভাৰতৰ অলিম্পিক কমিটিটোৱে গমকে নাপালে, পাবই বা কেনেকৈ— টেলেণ্ট্ ছাৰ্চ বোলা বস্তুটো আমাৰ ইয়াত ঠিকমতে নহয়তো। যি হওক, তোক বাছি-বিচাৰি নি অলিম্পিকৰ সাঁতোৰত নমাই দিলে তই ফ্ৰান্সৰ মেৰী পেৰেকক দুশ আৰু চাৰিশ মিটাৰৰ দুয়োটা বেচতে পৰাজিত কৰি সোণৰ পদক দুটা ভাৰতলৈ কঢ়িয়াই আনি আমাৰ সকলো অলিম্পিক কলংক মোচন কৰি পেলাব পাৰিলিহেঁতেন।'

আইমণিৰ কথাত সকলোৱে গিৰ্জনি মাৰি হাঁহি উঠিছিল, তাৰ পিছত এবছৰ আগতে গাঁৱৰ ডেকা মাষ্টৰ

প্ৰবীণ দত্তৰ লগত বিয়া হৈ এই গাঁৱৰ বোৱাৰী হৈ অহা ভৱানীয়ে চকুত বিদ্যুৎ জিলিকাই হাঁহি এটা মাৰি কৈছিল, 'তুমি ঠিকেই কৈছা আইমণি, আমাৰ ৰেৱতীয়ে মেখেলা-চাদৰ পিন্ধিয়েই যিটো সাঁতোৰ দিছে, অলিম্পিকৰ সেই আধা নাঙঠ হোৱা পোছাকযোৰ পিন্ধি ল'লেতো আৰু কথাই নাই, মেৰী কেৰি সকলোকে হৰুৱাই দিলেহেঁতেন!'

এইবাৰ মাত লগাইছিল ৰেৱতীৰ খুৰাকৰ জীয়েক ভনীয়েক হেমলতাই 'তইতে কি কৱ মই নাজানো, মোৰ কিন্তু ৰবীন ককাইদেউহঁতৰ ঘৰলৈ টিভিত অলিম্পিক চাবলৈ গৈ সেই আধা নাঙঠ তিৰোতাবোৰক দেখি বৰ লাজ লাগিছিল, বিশেষকৈ ৰবীন ককাইদেউহঁতৰ লগত একেলগে বহি চাই থকাৰ সময়ততো খুবেই লাজ লাগিছিল। ইমান বেছি গা দেখা পোছাকনো নিপিন্ধিলেই নচলে নে? সকলোতে তিৰোতাৰ দেহাক লৈয়ে বেহা চলায়।'

হেমলতাৰ কথাত কোনোবাই কিবা কোৱাৰ আগতেই সিপাৰলৈ আৰু সাঁতুৰিবলৈ নগৈ ৰেৱতী মেখেলাৰ পাতনিৰ পানী চেপি চেপি পাৰলৈ উঠি আহি তাইক ডবিযাইথিল, 'তোৰ মনটো বৰ লেতেৰা দে হেম, দেখিব লাগিছিল দেবীক, দেখিলি বাজাৰী তিৰোতাক। কিমান কষ্ট, কিমান সাধনা কৰি একো একোজনী তিৰোতাই এনেকৈ পৃথিৱীৰ সকলোৰে ভিতৰত প্ৰথম, দ্বিতীয় হৈ সোণ, ৰূপৰ পদক পাইছে, শৰীৰবোৰক এনেকৈ নিজৰ বশ মনাই স্বৰ্গৰ দেৱ-দেৱীৰ দৰে খেল প্ৰদৰ্শন কৰিছে, তাৰ পিছত সেই শৰীৰ দেখি ক'ত মুগ্ধ হ'বি তই আকৌ লাজহে পাইছ!'

আহা হা, সঁচায়ে এই খেলুৱৈবোৰৰ কি যে তৈয়াৰী দেহ—সুন্দৰ, সুগঠিত, মজবুত, দেখিলেই চকুৰ দৃষ্টি মুগ্ধ প্ৰশংসাৰে ভৰপূৰ হয়, মনপ্ৰাণ পুলকিত হৈ পৰে। তাইকতো এই দেহটোৱেই প্ৰথমে ধনেশ্বৰে আকৰ্ষণ কৰিছিল, কি পেশীবহুল লৌহকঠিন শৰীৰ ধনেশ্বৰৰ! অৱশ্যে দৈত্যৰ দৰে দেহেই নহয়, সেই দেহৰ ভিতৰত এটা সুকোমল মানৱীয় প্ৰাণো আছে, সেই দুয়োটা মিলিযেইতো গাঁৱৰ বলবান ডেকা ধনেশ্বৰে গাঁৱৰ গুণৱতী ছোৱালী ৰেৱতীৰ মন মুহিব পাৰিছিল।

পিছে শৰীৰেৰে বলবান হ'লেইতো নহ'ব বা হাতৰ পেশী কঠিন হ'লেও নহ'ব, সেই হাত দুটাই পইচাও ঘটিব লাগিব আৰু তেতিয়াহে বিয়া-বাৰু কৰা, সংসাৰ কৰা—এইবোৰ চিন্তাক মনত ঠাই দিব পৰা যাব। ধনেশ্বৰ সৰুৰে পৰা ফুটবল খেলা, কাবাডি খেলা আদি নানা খেলত গাঁৱৰ আগৰণুৱা ল'ৰাবোৰৰ এজনৰ হ'লেও বা কেৱল গাঁৱৰ মুকলি বায়ু সেৱন কৰি, ঢেঁকীৰে বনা চাউলৰ ভাত আৰু বাৰীৰ শাক-পাচলি আৰু পুখুৰীৰ সিঁচা মাছৰ আঞ্জা খায়েই চহৰৰ বহুতো 'ভাল' খানা খোৱা ডেকাৰ ঈৰ্ষণীয় হ'ব পৰা শৰীৰ এটা তৈয়াৰ কৰিলেও পঢ়া-শুনাত হ'লে একেবাৰে চোকা ল'ৰা নাছিল। অথচ বাপেকৰ যি মাটিবাৰী, সি ইমানেই সামান্য তাৰে সিহঁত চাৰিওটা ভায়েক-ককায়েকে খেতিবাতি কৰি পেটৰ ভাত মোকোলোৱাৰ বাবে পৰ্য্যাপ্ত নহয়। অথচ পঢ়া-শুনাৰ ফালেও কোনো এটা ভায়েক-ককায়েকে একো কৰিব নোৱাৰিলে। একেবাৰে ডাঙৰ ককায়েকটোৱে প্ৰথমৰে পৰা খেতি-বাতিতে লাগিল, বাকী তিনিটাই গাঁৱৰ স্কুলতে পঢ়ি থাকিল যদিও একে ক্লাছত দুই-তিনি বছৰ থাকি বিৰক্ত হৈ দ্বিতীয়টোৱে পঢ়া বাদ দি তেজপুৰ চহৰলৈ ভাগ্য অন্বেষণলৈ ওলাই গ'ল, কিন্তু নিজৰ ভাগ্য গঢ়ি তোলাতকৈ সি তাৰ তলৰ ভায়েক ধনেশ্বৰৰহে একপ্ৰকাৰ ভাগ্যটো গঢ়ি পেলালে। তেজপুৰত শাক-পাচলিৰ বেপাৰ কৰা সেই খৰ্গেশ্বৰে তাৰ এম. এল. এ এজনৰ ঘৰত নিয়মিত পাচলি বিক্ৰী কৰাৰ সূত্ৰতে এদিন নানা পৰ্যায়ক্ৰমে ধনেশ্বৰক তেওঁৰ দেহৰক্ষী হোৱালৈকে উন্নীত কৰিব পাৰিছিল। সেই এম. এল. এ. ই ধনেশ্বৰক প্ৰথমতে পুলিচৰ চাকৰি দি শেষত অতি বিশ্বাসী, সাহসী আৰু ভদ্ৰ নম্ৰ ল'ৰাটোক তেওঁৰ দেহৰক্ষীও কৰি লৈছিল।

ধনেশ্বৰহঁতৰ সৰু ভায়েক মনেশ্বৰেই শেষলৈকে পঢ়ি থাকিল, যদিও পঢ়া-শুনাত তাৰ কেনেকৈ মন নাছিল। কিন্তু ইতিমধ্যে সি যথেষ্ট বিলাসী হৈ পৰিছিল, গতিকে ককায়েক দুটাৰ দৰে হালোৱা আৰু শাক-পাচলিৰ বেপাৰী হোৱাৰ দুয়োটা কামকে সি অতি অৱজ্ঞাৰে মনে মনে প্ৰত্যাখ্যান কৰি থৈছিল। ধনেশ্বৰৰ দৰে পুলিচৰ চাকৰিৰ প্ৰতিও তাৰ প্ৰায় একে ধৰণৰ অৱজ্ঞা আছিল, সেই যে অসম আন্দোলন হৈছিল তেতিয়া গাঁৱৰ আন্দোলনকাৰীসকলৰ ওপৰত লাঠি-বেয়নেটেৰে জঁপিয়াই পৰা পুলিচবোৰক সিহঁত সৰু ল'ৰাৰ জাকে আঁৰৰ পৰা 'থুলা থুলা' কৰি কমনো জোকাইছিলনে? এতিয়া সিয়েইনো সেই একে 'থুলা' হ'ব পাৰে নে? তদুপৰি ধনেশ্বৰৰ দৰে তাৰ শৰীৰতো শক্তি নাই, মনতো সাহ নাই। গতিকে গাঁৱৰ আৰু বহুতো অমেধাৱী

অথচ অকৰ্মণ্য ল'ৰাৰ দৰে সিও একেটা ক্লাছতে দুবাৰ-তিনিবাৰকৈ থাকি হ'লেও পঢ়িয়ে থাকিল আৰু এবাৰ মেট্ৰিক ফেল কৰিলেও দ্বিতীয়বাৰৰ বাবে সাজু হৈছিল। তাৰ মনত দৃঢ়বিশ্বাস যে 'থুলা' হোৱা ধনেশ্বৰেই যেতিয়া টানিমানি মেট্ৰিকটো পাছ কৰিলে সিনো নোৱাৰিবনে? সেইবাৰ বায়েকৰ বিয়াখনত খাটি দিব লগা বাবেহে ভালকৈ পঢ়া-শুনা কৰিব নোৱাৰিলে, ইয়াৰ পিছৰবাৰ সি পাছ কৰিবই কৰিব আৰু কলেজতো পঢ়িব। ককায়েক ধনেশ্বৰেতো তাক তেজপুৰৰ কলেজতেই পঢ়ুৱাব বুলি প্ৰতিশ্ৰুতি দি থৈছে।

পিছে কেৱল তাকেই নহয়, মৰমিয়াল অন্তৰৰ ধনেশ্বৰে ঘৰখনৰ সকলোৰে প্ৰতি তাৰ নানাধৰণৰ মৰমৰ প্ৰদৰ্শন কৰিয়েই থাকে। বাপেক-মাকক গুৱাহাটীৰ কামাখ্যা আৰু চিৰিয়াখানা দৰ্শন কৰালে, ককায়েক-বৌৱেককো পিছৰবাৰ যাবৰ বাবে সাজু হ'বলৈ কৈ থ'লে, ভনীয়েক মণিমাকতো শাৰী-পাউদাৰ স্ন' চেন্টৰ যোগান ধৰি থাকেই আৰু লগতে সদায় কয়, "তই চিন্তা নকৰিবি মণিমা, আই-বোপায়ে ৰাণীমাক ভিকহুৰ লগত বিয়া দি তাইক ৰাণীৰ সলনি ভিখাৰিণী কৰিলে, মই কিন্তু তোলৈ ৰাজপুত্ৰ নহ'লেও এনে ল'ৰা এটা বিচাৰি বিয়া দিম যে তই ভৰিৰ ওপৰত ভৰি তুলি খাব পাৰিবি।'

ধনেশ্বৰে তাৰ প্ৰায় সাধ্যৰ বাহিৰতে ঘৰখনৰ সকলোৰে বাবে কিবাকিবি কৰিলেও ৰেৱতীক কিন্তু সি আজিকোপতি একোকে দিব পৰা নাই। দিব পৰা নাই মানে তাই একো বস্তু ল'ব নোখোজে। তাই কয়, 'তোমাৰ ইমান ডাঙৰ ঘৰখনৰ সকলোকে তুমি চাব লাগে, তাৰ মাজত মোক ইটো-সিটো দি তুমি অপব্যয় কৰিব নালাগে। আৰু তুমিতো মোক আচল বস্তুটোকে দি থৈছা।'

'আচল বস্তু? কি আচল বস্তু?' বেছি কথাৰ পাক বুজি নোপোৱা সহজ-সৰল মনৰ ধনেশ্বৰে আচৰিত হৈ সুধিছিল।

'বুজি পোৱা নাই? তুমি একোকে নুবুজা', ৰেৱতীয়ে হাঁহি হাঁহি কৈছিল—তাৰ পিছত তাৰ বুকুতে মূৰটো থৈ আবেগভৰা কণ্ঠেৰে কৈছিল— 'তুমি বোলে মোকেই তোমাৰ সৰ্বস্ব অৰ্পণ কৰি থৈছা, তেন্তে? তোমাক মানুহটোকেই যেতিয়া মই দেহে-মনে এনেকৈ সম্পূৰ্ণ আপোনকৈ পাইছোঁ, তাৰ পিছত বজাৰৰ পৰা কিনি অনা এই তুচ্ছ বস্তুবোৰ মোক কিয় লাগিছে? অন্ততঃ এতিয়া মোক একো নালাগে, এতিয়া মোৰ ককাইদেউহঁতে সকলো দিছে, পিছত যেতিয়া তোমাৰ লগত সংসাৰ কৰিম তেতিয়াতো লাগতিয়াল বস্তুবোৰ দিবই লাগিব..............!'

পিছে তাইতো সঁচাকৈয়ে ধনেশ্বৰক নাপালে! ভৰলীৰ বুকুত শৰীৰটো এৰি দি ৰেৱতীয়ে ভৰলীক কৈছিল, 'ভৰলী, তয়ে মোৰ একমাত্ৰ প্ৰেমিক হৈ ৰ'লি যি মোৰ দেহটোক সম্পূৰ্ণভাৱে লেহন কৰি আহিলি আৰু যাৰ বুকুতেই ময়ো নিজৰ শৰীৰটো দিনে দিনে এনেকৈ সঁপি দি আহিছোঁ। সঁচায়ে, তয়ে মোৰ একমাত্ৰ আপোন, একমাত্ৰ আশ্ৰয়ৰ স্থল অ' ভৰলী! মই সুখৰ সময়তো তোৰ বুকুত জঁপিয়াই পৰি সেই সুখ তোৰ লগত ভগাই আনন্দ কৰিছো, আৰু দুখৰ সময়তো সন্তানে মাকৰ বুকুত জঁপিয়াই কন্দা-কটা কৰি চকুলো বৰ্ষণ কৰাৰ দৰে ময়ো তোৰ বুকুতে জঁপিয়াই মোৰ আৰু বেছি আপোন হৈ পৰিবি ঐ ভৰলী, আজি যে মই তোৰ স'তে সম্পূৰ্ণৰূপে এক হৈ যাম বুলিয়ে তোৰ ওচৰলৈ দৌৰি আহিছোঁ।'

ওফন্দা বুকুৰ ভৰলীৰ পানীৰ ঢৌৰ সতে উঠা নমা কৰি ৰেৱতীয়ে প্ৰায় প্ৰলাপ বকাৰ দৰে কথাবোৰ বলকি আছিল। আজি তাই নৈৰ ঘাটলৈ অকলেই আহিছে, আৰু অসময়তো আহিছে, সকলোৰে আগোচৰেও আহিছে। নহ'লে আন্ধাৰে আবৰি ধৰা ভয়াল নিজান সন্ধিয়াৰ বাৰিষাৰ ফেনে-ফোটোকাৰে ভৰা এই ভৰলীৰ পাৰলৈকো পৰাপক্ষত কোনো পুৰুষ মানুহেই নাহে, তেনেস্থলত কোনো ছোৱালী এনেকৈ গা ধুবলৈ অহাৰ প্ৰশ্নই নুঠে। অৱশ্যে গা ধুবলৈ তায়ো অহা নাই, তাই আহিছে ভৰলীৰ বুকুত ডুবি মৰিবলৈ। পিছে খৰালিৰ শীৰ্ণ ভৰলী হোৱা হ'লে তাই হয়তো সেই অগভীৰ পানীত ডুবি মৰিব নোৱাৰিলেহেঁতেন, কিন্তু এতিয়া বাৰিষাৰ স্ফীতোদৰা ভৰলীৰ বুকুত ডুবি যোৱাত তাইৰ কোনো সমস্যাই নহ'ব।

হয়, মৰাৰ বাহিৰে মোৰ কোনো গত্যন্তৰ নাই। ধনেশ্বৰ নথকা এই পৃথিৱীত মই জীয়াই থাকিব নোৱাৰো।

ধনেশ্বৰ নাই, সঁচাকৈয়ে নাই? কথাটো যেন পুনৰ নতুনকৈ গম পালে এনে এক উপলব্ধিৰ প্ৰাবল্যত ভৰলীৰ বুকুতে ৰেৱতীয়ে হিয়াধুনি কান্দিবলৈ ধৰিলে, তাইৰ লুণীয়া চকুলো ভৰলীৰ পানীৰ ধাৰাৰ লগত মিলি একে সোঁতত ববলৈ ধৰিলে।

টেলিগ্ৰামখন অহা বেছিপৰ হোৱা নাছিল, ধনেশ্বৰহঁতৰ ঘৰলৈ সেই টেলিগ্ৰামে কঢ়িয়াই অনা খবৰটো সমগ্ৰ গাঁওখনতে প্ৰচাৰ হৈ যাবলৈও বেছিপৰ নালাগিল। এম. এল এৰ দেহৰক্ষী ধনেশ্বৰে তেওঁৰ লগত দিছপুৰলৈ গৈ থকাৰ সময়তে নগাঁৱৰ চাপানলা অঞ্চলৰ হাবি আৰু পাহাৰৰ আঁৰত লুকাই থকা এদল সশস্ত্ৰ সন্ত্ৰাসকাৰীয়ে দেহৰক্ষীয়ে কোনো বাধা প্ৰদান কৰাৰ আগতেই জাক জাক গুলীবৰ্ষণ কৰি ধনেশ্বৰ আৰু আনজন দেহৰক্ষীক থিতাতে হত্যা কৰে। .

ৰেৱতীহঁতৰ ঘৰৰ মানুহৰ লগতে ৰেৱতীয়েও খবৰটো শুনিলে আৰু তাৰ পিছত তাই সকলোৰে অগোচৰে নিঃশব্দে ঘৰৰ পৰা ওলাই আহিছিল। এই সন্ধিয়াৰ ভৰলীৰ বুকুলৈ ওলাই আহিছিল।

উস্, অৱশেষত যেনিবা বহু প্ৰতীক্ষিত সেই টেলিগ্ৰামখন আহিল, তাই যেন বহুত দিন জুৰি ভুগি থকা কঠিন অসুখ এটাৰ পৰাহে অৱশেষত মুক্তি পালে; কিন্তু সেই মুক্তি নিৰাময়ৰ ৰূপেৰে অহা মুক্তি নহয়, এই মুক্তি মৃত্যুদূতে কঢ়িয়াই লৈ অনা মুক্তিহে।

পিছে মই বাৰু এনেকৈ মৰিয়ে পাৰ পাম, কিন্তু ধনেশ্বৰৰ ঘৰখনে কেনেকৈ পাৰ পাব? সিহঁতেতো আৰু ঘৰে-ঘৰোঁৱাহে আহি তাইৰ দৰে এনেকৈ ভৰলীৰ বুকুত জঁপ দিব নোৱাৰে। কিন্তু সঁচায়ে সিহঁত এতিয়া কেনেকৈ জীয়াই থাকিব? গোটেই ঘৰখনতো ককায়েক গুণেশ্বৰ আৰু ধনেশ্বৰেই চলাইছিল, খৰ্গেশ্বৰেতো পাচলিৰ ব্যৱসায়ৰ পৰা এটা ফুটা কড়িও ঘৰখনক দিব নোৱাৰে, পাৰিলে ঘৰৰ খেতিৰ ধানৰ পৰাও ছান কাঢ়ি নিবহে খোজে, বিশেষকৈ চহৰতে এজনী চপাই লোৱাৰ পিছত সেইজনীৰ খেচখেচনীৰ বাবেও খৰ্গেশ্বৰে সেমেনা-সেমেনিকৈ হ'লেও তাৰ ভাগৰ মাটিৰ ধান খুজিবলৈ আহে। আৰু ইফালে মনেশ্বৰটো, সি এতিয়াও ছাত্ৰ হৈয়ে আছে, জীৱন-মৃত্যু তুচ্ছ কৰাৰ দৰে কৰি চাকৰি কৰি থকা ককায়েক ধনেশ্বৰৰ দুখৰ ধনেৰে সি জোতা-জিনৰ লংপেন্টেৰে সুশোভিত হৈ গাঁৱত দপদপাই ঘূৰি ফুৰে আৰু টকাৰ নাটনি হ'লেই সি ঘৰখনৰ আগত মৌখিক বীৰত্ব প্ৰদৰ্শন কৰি কয়, 'মোৰ পঢ়াৰ খৰচ যদি যোগাব নোৱাৰ, তেন্তে মই হাতত বন্দুক লৈ আলফা হৈ যাম, তেতিয়া মজাটো পাবি ৰ বাপেকে.......।' ইফালে মণিমাক ক'ৰবাৰ ৰাজপুত্ৰৰ লেখীয়া দৰা বিচাৰি বিয়া দিয়ক চাবি ধনেশ্বৰে তাইক ভিনিহিয়েকৰ দৰে ভিকহু দৰা এটাকো বিচাৰি দিব পৰা নাই, গতিকে তায়ো ঘৰতে সকলোৰে বোজাৰ দৰে হৈ বহি আছে। আকৌ সংসাৰখনো বিস্তাৰ হৈ গৈয়ে আছে। গুণেশ্বৰক মাক-বাপেকে কেতিয়াবাই বিয়া কৰাই দিছিল, এতিয়া সিয়ো পাঁচটা ল'ৰা-ছোৱালীৰ বাপেক হ'ল। মাকে আজিকালি লাজ সংকোচৰ মূৰ খাই বোৱাৰীয়েকক ক'বলৈ আৰম্ভ কৰিছে, অৱশ্যে ভাবাটো গালি-শপনিৰঃ বছৰি বছৰি যে এনেকৈ নিলাজীৰ দৰে ল'ৰা ফুকাই আছ, আজিকালি সকলো তিৰোতাই কৰাৰ দৰে অপৰেছন কৰি আহিব নোৱাৰনে মৰতী?

হয়, ধনেশ্বৰৰ মৃত্যুৰ পিছত এই ঘৰখন ভৰলীত নুডুবিলেও সংসাৰ সমুদ্ৰখনত যে ডুবি মৰিব ই ধ্ৰুৱ।

ধনেশ্বৰৰ ঘৰখনৰ কথা ভাবি ভাবি ৰেৱতীৰ ছাদিক আলি আৰু নুৰ হুছেইনৰ ঘৰ দুখনৰ নেদেখা ছবি মনলৈ আহি গ'ল। তাই অৱশ্যে সেই মানুহবোৰৰ কাকো চিনি নাপায়-ঠিক চিনি নাপায় বুলিও বুলিও কব নোৱাৰে, এক অদৃশ্য সুদূৰ যোগসূত্ৰৰে তায়ো যেন সেই দুজন ডেকাৰ জীৱনৰ লগত একেলগে গঠা হৈ আছিল, কাৰণ খাৰুপেটীয়াৰ ওচৰৰ গাঁও এখনৰ সেই ডেকা দুজনো কোনোবা দুজন নেতাৰ দেহৰক্ষী আছিল; এবা আছিলহে, এতিয়া আৰু নাই। নেতাৰ ওপৰত সন্ত্ৰাসবাদীৰ আক্ৰমণ চলিছিল আৰু দুয়ো বন্ধুৰে মৃত্যু হৈছিল, আৰু তেনেকৈ সন্ত্ৰাসবাদীৰ গুলীত নিহত হোৱা অসমৰ প্ৰায় সকলো মানুহৰ দ্বাৰা অনাদৃত দেহৰক্ষীৰ হিচাপ নোহোৱা তালিকাত আৰু দুটা হিচাপ নথকা নগণ্য সংখ্যা যোগ হৈ গৈছিল। গতিকে সিহঁত যেতিয়া ধনেশ্বৰৰ দৰেই দেহৰক্ষী আছিল, সেয়ে যেন সিহঁতো অতি ক্ষীণভাৱে হ'লেও ৰেৱতীৰ জীৱনৰ লগত গঠা হৈ গৈছিল।

ছাদিক আলি আৰু নুৰ হুছেইনৰ কথা ৰেৱতীহঁতে ভবানীৰ মুখতে শুনিছিল, কাৰণ ভবানীও সেই গাঁৱৰে জীয়াৰী। তাই বৰ দুখ কৰি সিহঁতৰ কথা কৈছিল, দুয়ো বোলে বৰ নলেগলে লগা বন্ধু আছিল। ঘৰৰ অৱস্থা দুয়োৰে বেয়া, নুৰৰ ঘৰৰ দুজন মানুহ-বাপেক আৰু ককায়েক—অসম আন্দোলনৰ বলি হৈছিল। সেয়ে তাৰ অৱস্থা ছাদিকতকৈয়ো বেয়া আছিল, সি প্ৰায় সৰুৰে পৰা ঘৰৰ বুঁৰলিখন কান্ধত তুলি ল'ব লগা হৈছিল। তাৰ পিছত দুয়ো একেলগে পুলিচৰ চাকৰিত সোমাইছিল আৰু বিশেষ সাহস প্ৰদৰ্শন কৰি দুজন নেতাৰ

দেহৰক্ষী হৈছিল। দুয়ো কিন্তু বিয়াও কৰিছিল। তাৰ পিছত সিহঁতৰ যেতিয়া মৃত্যু হ'ল, ঘৰ দুখনৰ অৱস্থা পানীত হাঁহ নচৰাৰ দৰে হৈছিল।

ভবানীৰ মুখত নুৰ আৰু ছাদিকৰ কাহিনী শুনি ৰেৱতীৰ দুখ লগাৰ লগতে সিদিনা এক গোপন শংকাত বুকুখন কঁপিও উঠিছিল, নিজৰ বাবেও, আনৰ বাবেও। অসমত এই নির্দোষ দেহৰক্ষীসকলৰ দেখোন প্ৰাণৰ কোনো নিৰাপত্তা নোহোৱা হৈছে, কি প্ৰহসনৰ কথা যে আনক ৰক্ষণাবেক্ষণ দিবলৈ গৈ সিহঁতৰ নিজৰ কোনো সুৰক্ষা নোহোৱা হৈছে। আৰু এক ভয়ংকৰ কথা হ'ল, এনেকৈ প্ৰাণ হেৰুৱা একো একোজন নিৰাপত্তাৰক্ষীৰ মৃত্যুৰ লগে লগে সিহঁতৰ ওপৰত নির্ভৰশীল একো একোখন দৰিদ্ৰ সংসাৰো আধাআধি মৃত্যুৰ গহ্বৰলৈ আগবাঢ়ি যাবলগীয়া হোৱাটো।

সিদিনা ভবানীয়ে সিহঁতৰ লগত এইবোৰ কথা পাতি থাকোতে আইমণিয়ে শেষত গহীনভাৱে কোৱা এইখিনি কথাও ৰেৱতীৰ এতিয়া মনত পৰি গৈছে— আইমণিয়ে কৈছিল,—'যি দেখিছো অসমত এতিয়া এইবোৰ ঘটিয়েই থাকিব, ইয়াৰ পৰা অসমৰ সহজে নিস্তাৰ নাই। আমাৰ আৰু বহুত ডেকায়ো এনেদৰে দেহৰক্ষী হোৱাৰ ফলত অকালতে প্ৰাণ দিব লগা হৈ থাকিব। ঐ ৰেৱতী, তোৰ আগতে এনেবোৰ আলোচনা কৰিব লগা হৈছোঁ, দৰকাৰত পৰিহে কৰিছো, তই বেয়া নেপাবি দেই, আচলতে আমি বাস্তৱক মানি ল'বই লাগিব আৰু মনবোৰকো টান কৰিব লাগিব আৰু সাজু ৰাখিব লাগিব। কাৰণ মৰাবোৰতো মৰিবই, কিন্তু জীয়াই থকাবোৰকোতো লগতে মাৰিব নোৱাৰি। গতিকে আমি গাঁৱে গাঁৱে এনেবোৰ সংগঠন গঢ়ি তুলিব লাগিব যিবোৰৰ কাম হ'ব এই সকলো ধৰণৰ সন্ত্ৰাসবাদৰ বিৰুদ্ধে সোচ্চাৰ হৈ উঠা, তাৰ বিৰুদ্ধে জনমত গঠন কৰা। আমি গাঁওবোৰতে এনে সংগঠনবোৰ গঢ়ি তুলিব লাগিব, কাৰণ এনে সকলো ধৰণৰ সন্ত্ৰাসৰ ভুক্তভোগী হ'ব লগাত পৰিছে প্ৰধানকৈ আমাৰ গাওঁবাসীবোৰহে, চহৰৰ ধনী, মধ্যবিত্তসকলৰ গাত তেনেকৈ আঁচোৰেই নালাগে বা লাগিলেও তেওঁলোকৰ সংসাৰবোৰ টকা-পইচাৰ অভাৱত বৰবাদ হৈ যাব লগা নহয়। এই বিষয়েও আমি এটা ডাঙৰ কাম হাতত ল'ম। আমি এনে ধৰণে বলি হোৱা সংসাৰবোৰৰ সাহায্যৰ বাবে টকা-পইচা সংগ্ৰহ কৰি এটা পুঁজিও গঢ়ি তুলিম। আমাৰ গাঁৱৰ দুখীয়া মানুহে যি দান-বৰঙণি দিয়ে দিব, কিন্তু আমি বাতৰি কাকতৰ যোগেদিও অসমৰ সকলো সদাশয় লোক অনুষ্ঠান-প্ৰতিষ্ঠান এনেকি চৰকাৰৰ ওচৰতো ধনৰ বাবে আৱেদন কৰিম। অ' ৰেৱতী আমাৰ গাঁৱত এনে যি সংগঠন গঢ়ি তুলিম, তাত কিন্তু তই মোৰ সোঁহাত হ'ব লাগিব দেই। আমি মৃত্যুৰ বিৰুদ্ধে জীৱনৰ হকে যুঁজিম। কি সুন্দৰ যুঁজ হ'ব নহয় সেইখন? আমাৰ সেই যুঁজলৈ প্ৰাণভৰি আশীৰ্বাদ পঠাব এনেকৈ অকালতে অকাৰণে প্ৰাণ হেৰুৱা আমাৰ মৰমৰ ডেকা শ্বহীদসকলেও। এৰা, মোৰ বাবে নিজৰ কৰ্তব্যত ব্ৰতী হৈ থাকি এনেকৈ প্ৰাণবিসর্জন দিব লগা দেহৰক্ষীসকলো একো একোজন বীৰ, জাতীয় শ্বহীদ।'

ভৰলীৰ ভৰা বুকুত লাহে লাহে ডুবি যাব ধৰা ৰেৱতীৰ আইমণি শইকীয়াৰ এই কথাবোৰ মনলৈ অহাৰ লগে লগেই তাই একেকোবে পানীৰ তলৰ পৰা ওপৰলৈ উঠি আহিল।.........আমি মৃত্যুৰ বিৰুদ্ধে জীৱনৰ হকে যুঁজিম ঃ আঃ সেইষাৰ কি সুন্দৰ কথা কৈছিল আইমণিয়ে, কিন্তু মই এতিয়া কি কৰিবলৈ ওলাইছো? মই দেখোন মৃত্যুৰ হকে জীৱনৰ বিৰুদ্ধেহে যুঁজ দি ডুবি যাবলৈ ওলাইছো, মই দেখোন আইমণিৰ মহৎ প্ৰচেষ্টাটোত তেওঁ বিচৰামতে সোঁহাত আগবঢ়াই নিদি সেই হাত মৃত্যুদূতৰ পিনেহে আগবঢ়াই দিবলৈ ওলাইছো?

ৰেৱতীয়ে কোবাকুবিকৈ পাৰৰ পিনে সাঁতুৰিবলৈ ধৰিলে। হয়, আইমণিয়ে ঠিকেই কৈছে, ধনেশ্বৰ-ছাদিক-নুৰহঁত মৰিল, কিন্তু সিহঁতৰ দৰে আৰু বহুতো ধনেশ্বৰ, বহুতো ছাদিক-নুৰহঁত যাতে জীয়াই থাকিব পাৰে আমি তাৰে চেষ্টা চলাব লাগিব। মোৰ দৰে, ছাদিক-নুৰৰ পত্নীহঁতৰ দৰে অসমৰ আৰু বহুতো গাভৰুৰ হৃদয় আৰু ঘৰ যাতে এনেকৈ অকালতে, নৃশংসভাৱে ভাগি যাব লগা নহয় তাৰ বাবে চেষ্টা চলাব লাগিব। আৰু তেতিয়া হ'লেহে আইমণিয়ে কোৱাৰ দৰে আমাৰ সেই বীৰ শ্বহীদহঁতেও আকাশ বা বৈহেস্তত থাকি আমাক আশীৰ্বাদ দিব, সিহঁতৰ গুলীবিদ্ধ ৰক্তৰঞ্জিত বুকুৰ যন্ত্ৰণা ভেদিও সিহঁতৰ মুখত তৃপ্তিৰ হাঁহি ফুটি ওলাব।

ৰেৱতীয়ে সুখ আৰু দুখৰ আবেগৰ চকুপানী বোৱাই সাঁতুৰি আহি ভৰলীৰ পাৰৰ মাটিত ভৰি দিছিলহি।

(গৰীয়সী)

# এটা হাতীৰ অপমৃত্যু

ক্রিং ক্রিং ক্রিং....... প্রবালৰ টেলিফোনটো বাজি উঠিছিল। 'হেল্লো'? হয়, মই প্রবাল ফুকনে কৈছোঁ, আপুনি কোনে— হাৰে, এই বলেন? ক'ৰ পৰা কৈছে? গুৱাহাটীৰ পৰা নহয়? আমাৰ এই খোদ আমেৰিকাৰ পৰা? আৰে চালা, কেতিয়া আহিলি? মোৰ ইয়ালৈ আহি আছ? তেতিয়া সকলো ক'বি? কিন্তু আছ ক'ত? কেতিয়া কিহেৰে আহিবি, মই তোক ৰিচিভ্ কৰিবলৈ যাব লাগিব নহয়? অ', চিকাগোৰ পৰা আমাৰ এই নৰ্থ ওৱেষ্টৰ্ণলৈ বাছ আহিয়ে থাকে? ঠিক আছে, পুৰণি বন্ধুক লগ পাবলৈ মই দুৰু-দুৰু অন্তৰেৰে দুই বজাৰ পৰা বাছষ্টেশ্যনত অপেক্ষা কৰি থাকিম! ঐ! ধেমালি কৰা নাই দেই, সঁচায়ে তই অহালৈ অধীৰভাৱে ক'বলৈ আৰম্ভ কৰিলোৱেই। উস্— কত বছৰ লগ পোৱা নাই তোক! সঁচায়ে, মোৰ যেন এতিয়াও বিশ্বাস হোৱা নাই যে তই আমেৰিকাৰ পৰা মোক ফোন কৰিছ— যেন সপোন— অ' অ' বাৰু এৰো দে, নহ'লে তোৰ পলম হৈ যাব, ঠিকেই নিৰ্দিষ্ট বাছ নাপাবি, কিন্তু এনে লাগিছে, ৰিচিভাৰটো নমাই থোৱাৰ লগে লগে যেন তই হেৰাই যাবি— সপোনৰ যেন অন্ত পৰিব— হাঃ হাঃ হাঃ— বাৰু, লগ পোৱালৈ বৈ থাকিলোঁ।

ৰিচিভাৰটো নমাই থোৱাৰ পিছতো প্রবাল বহুতপৰ ফোনটোৰ আগত থৰ লাগি আছিল। সঁচায়ে, বলেন আমেৰিকালৈ আহিছে আৰু পাঁচ ঘণ্টা পিছত সোঁশৰীৰে তাৰ ঘৰত উপস্থিত হ'বহি— এতিয়াও যেন বিশ্বাস হ'ব খোজা নাই!

প্রবালে আকৌ এবাৰ ৰিচিভাৰটো উঠালে, এইবাৰ অৱশ্যে সি নিজেই ডায়েলৰ নম্বৰবোৰ ঘূৰাবলৈ ধৰিলে।

'হেল্লো'? জুডিথ? অ', মই প্রবালে কৈছোঁ। খবৰ এটা আছে। অসমৰ পৰা মোৰ বন্ধু এজন আহিছে— ওহোঁ, এণ্টিচিপেট্ নকৰিবা, ইমৰাণ নহয়— ইমৰাণ কেতিয়া আহিব এতিয়াও খাটাং হোৱা নাই। ই হ'ল বলেন, তাৰ কথাও মই তোমাক কৈছোঁ, সেই যে গোলাঘাটৰ ল'ৰা— নামবৰ হাবিৰ ওচৰৰ গোলাঘাট যে, বলেন বাতৰিকাকতৰ ৰিপৰ্টাৰ, গুৱাহাটীৰ পুৰণি আৰু বিখ্যাত দৈনিক কাকত এখনৰ ছিনিয়ৰ ৰিপৰ্টাৰ, সেই যে ডাঃ ৰবীন বেনাৰ্জীৰ ইণ্টাৰভিউ এটাৰে সম্পাদকৰ নজৰলৈ আহিছিল? অ' ৰবীন বেনাৰ্জীৰ কথাতহে মনত পৰিল? বেচেৰা বলেন— যি চিৰিৰে বগাই তুমি ওপৰ পালাগৈ, সেই চিৰিকে পাহৰি পেলালা! যি হওক, সি মোৰ এইখিনি দুটামান বজাত আহি পাব— তোমাৰ অস্তিত্ব সি এতিয়ালৈকে নাজানেই, অৱশ্যে যদিহে অহকাণে-পহুকাণে অ'তদিনে শুনা নাই, আমাৰ মাজত চিঠি-পত্রৰ যোগাযোগ নাইতো। কিন্তু সি মোৰ বৰ মৰমৰ বন্ধু, কেনেকুৱা বন্ধু জানা? সেই যে এদিন তোমাৰ আৰু মোৰ মাজত কাজিয়া লাগোতে তুমি আইডিয়েল ফ্রেণ্ডশ্বিপৰ ডেফিনেশ্যন্ দি মোক পতাবলৈ গৈ— কি, মইহে তোমাক পতাওঁ, তুমি নহয়? বাৰু বাৰু ময়েই ক্লেৰ হ'লোঁ— তোমাৰ দৰে ৰত্ন এটি— যি একেবাৰে আফ্রিকাৰ হীৰাখনিৰ এটুকুৰা হীৰা— পোৱাৰ পিছত ক্লেৰ নহৈ পাৰোঁনে? যি হওঁক, সেই কাজিয়াৰ সময়ত ক'ৰবাত পঢ়ি পোৱা প্লুটাৰ্কৰ বচন এটা মাতিছিলা যে মনত আছেনে— I do not need a friend who changes when I change and who nods when I nod; my shadow does that much better — বলেনো মোৰ তেনেকুৱা বন্ধু। দুয়োৰো জীৱনত ক'ত যে তৰ্ক-বিতৰ্ক লাগি নাথাকিছিল— তথাপি we always agreed to disagree, —তাতেই আমাৰ বন্ধুত্ব শক্তি নিহিত আছিল। যি নহওক, মোৰ লগত কেইঘণ্টামান কটোৱাৰ পিছত তাক তোমাৰ তালৈ লৈ যাম, হ'ব নহয়? তোমাৰ আন কোনো এনগেজমেণ্ট নাইতো? নাই? ভাল কথা, এতিয়া তেন্তে থওঁ, অ' ৰাতিৰ খানাটো দুয়ো বন্ধুৱে তোমাৰ তাতেই খাব লাগে? সেইটো অৱশ্যে আশা কৰিছিলোঁয়েই— স্বীকাৰ নকৰি নোৱাৰো ডাৰ্লিং আৰু তাতেই সি দ্বিতীয় চমকটোও পাব— বাৰু এইবাৰ এৰিলোঁ।

যথাসময়ত বলেন আহি প্রবালৰ লগত প্রবালৰ ঘৰত উপস্থিত হৈছিল। প্রবালে আমেৰিকাৰ নৰ্থ ওৱেষ্টাৰ্ণ বিশ্ববিদ্যালয়লৈ প্রায় চাৰিবছৰ আগতে ইঞ্জিনীয়াৰিঙত পি এইচ ডি কৰিবলৈ আহিছে। ডাঙৰ ঘৰ এটাত সি

অকলে ৰুম এটা ভাড়া কৰি থাকে। তাৰ দৰে কৈয়ে দক্ষিণ আফ্ৰিকাৰ পৰা জুডিথ গাৰ্ফিল্ড নামৰ ছোৱালী এজনীও এই বিশ্ববিদ্যালয়লৈ ইঞ্জিনীয়াৰিঙতে সেই একে উচ্চশিক্ষা ল'বলৈ আহিছিল। তাৰ পিছত দুই পিছপৰা মহাদেশৰ এই হাল ডেকা-গাভৰু পৰস্পৰৰ ওচৰ চাপি আহি আহি ইমানেই ঘনিষ্ঠ হৈ পৰিছিল যে শেষত দুয়ো অনুভৱ কৰিছিল— ইমান ওচৰ চাপি অহাৰ পিছত ইমান আঁতৰি যোৱাটো এজন এছিয়ালৈ আৰু এজন আফ্ৰিকালৈ— এতিয়া আৰু কোনোপধ্যেই সম্ভৱ নহয়। গতিকে দুয়ো ডিগ্ৰী লোৱাৰ পিছত বিয়া কৰাই ভাৰতলৈ তথা গুৱাহাটীলৈ যোৱাৰ সিদ্ধান্ত লৈ থৈছিল। জুডিথে অৱশ্যে প্ৰথমতে আমেৰিকাতে থিতাপি লোৱাৰ ইচ্ছা প্ৰকাশ কৰিছিল, কিন্তু প্ৰবালে ইংৰাজ কবিৰ কবিতা আবৃত্তি কৰি কৈছিল— 'I am the only son, What's to be done' — জুডিথ, মই মা-দেউতাৰ একেটি ল'ৰা, আমাৰ পৰিয়ালবোৰত সাধাৰণতে এতিয়া বৃদ্ধ মাক-বাপেক অকলে নাথাকে, পুতেকৰ লগতেই থাকে। গতিকে ময়োতো মোৰ মা-দেউতাক বুঢ়া বয়সত নিঃসংগ কৰি ৰাখিব নোৱাৰোঁ, মই তেওঁলোকৰ ওচৰলৈ উভতি যাবই লাগিব। কিন্তু তোমাৰ দৰে ছোৱালী এজনীক মোৰ সাদৰী মায়ে অতি আতোল-তোলকৈ ৰাখিব বুলি মোৰ বিশ্বাস, দেউতাটো একেবাৰেই আপোনভোলা মানুহ। মা আৰু সুখী হ'ব যেতিয়া তেওঁ দেখিব যে মই আফ্ৰিকান ছোৱালী বিয়া কৰালেও নিগ্ৰো— অ' ছ'ৰি, আজিকালি আকৌ এইটো নিষিদ্ধ শব্দহে অ'— কোনো ব্লেক্ বিউটি বিয়া কৰোৱা নাই— হাঃ হাঃ হাঃ! আৰু শুনা, জুডিথ, তুমি আমাৰ ঘৰটোত থাকিও ভাল পাবা কাৰণ তুমি পুৱা-গধূলি সদায়ে চকুৰ আগত এটা প্ৰকাণ্ড হাতী দেখা পাই থাকিবা— তোমাৰ মৰমৰ প্ৰাণী— যাক লৈ তুমি একপ্ৰকাৰ বলিয়া।' তাৰ পিছত প্ৰবালে তাইক সেই হাতীটোৰ কথা কৈছিল।

হাতীৰ কথা বলেনৰ লগতো ওলাইছিল। অৱশ্যে বহুত পিছলৈ। কাৰণ অ'ত বছৰৰ মূৰত লগ পোৱা দুয়ো বন্ধুৰ মাজত ব্যক্তিগত খা-খবৰৰ আদান-প্ৰদান কৰোঁতেই বহুত সময় গৈছিল। প্ৰবালে প্ৰথমতে বলেনৰ আমেৰিকালৈ আগমনৰ কাৰণৰ গম ল'লে। আমেৰিকাৰ অসম এছ'চিয়েশ্যনে অসমৰ পৰা মাজে-সময়ে শিল্পী-সাহিত্যিকক আমন্ত্ৰণ কৰি আনে। এইবাৰ সেই আমন্ত্ৰণ সাংবাদিকেও বোলে পাইছে। বলেন ইতিমধ্যে অসমত এজন প্ৰখ্যাত সাংবাদিক হৈ উঠিছে, অনুসন্ধানকাৰী ৰিপ'ৰ্টাৰ হিচাপে তাৰ সুখ্যাতি হেনো আমেৰিকাতো বিয়পিছে। গতিকে, বলেনে কৈছিল— এক ধৰণৰ নিজকে উপলুঙা কৰাৰ দৰেই কৈছিল— 'সাত সাগৰ তেৰ নদী পাৰ হৈ বতাহৰ বোকোচাত তহঁতৰ এই দেশলৈও এই অধমৰ খ্যাতি উৰি আহিছে বুজিছ, সেয়ে আজি বিনা পইচাত এনে এটা ডাঙৰ সুযোগ পালোঁ। প্ৰথমতে আহিছোঁ চিকাগোলৈ, তাত অসমীয়া পৰিয়াল এটাৰ ঘৰত থকাৰ বন্দবস্ত হৈছে। কালি তাৰ অসমীয়া সমাজৰ মাজত এখন সভা হ'ব, তাত মই অসমৰ বাতৰি বিলাম—'

বলেনৰ কথাত বাধা দি প্ৰবালে কৈছিল— "অ', চিকাগোত কেইটামান অসমীয়া পৰিয়াল আছে, আচলতে চিকাগোৰ এটা বৃহৎ অংশই এছিয়াৰ মানুহেৰে গিজ্‌গিজাই আছে— পিছে ৰ', তই তেন্তে কালিয়ে গুচি যাবি?"

'এৰা যাবতো লাগিবই, মইতো এতিয়া নিজৰ মৰ্জি মতে ঘূৰা-ঘূৰি কৰিব নোৱাৰোঁ, লোকে আনিছে লোকৰ প্লেনমতে চলিব লাগিব। তাৰ মাজতে কোনোমতে টৌতে খবৰটো মাৰি তোৰ ওচৰ পাইছোঁহি। এটা ৰাতি যে তোৰ লগত কটাব পাৰিম সেইটোৱে ভাগ্যৰ কথা। ঐ প্ৰবাল, বৰ ঠাণ্ডা পাইছোঁ ঐ, হওঁতে মই লগত গৰম কাপোৰ আনিছোঁ, কিন্তু ইমান ঠাণ্ডা বুলিতো ভবা নাছিলোঁ। লগততো বেছি ডলাৰ-চলাৰো নাই যে অভাৰকোট বা সেই জাতীয় কিবা এটা কিনি আটকীয়া ডলাৰ খৰচ কৰিম—'

'সেই কথা বাৰু তই চিন্তা কৰিব নালাগে, মোৰ গৰম জেকেট এটা তোক দি দিম, তই নক'লেও মই সেই কথা ভাবি থৈছিলোঁ। এই অঞ্চলটোত কম ঠাণ্ডানে? ওচৰতে মিচিগান লেক্‌টো, ওচৰে-পাঁজৰে আৰু চাৰিটা লেক্ আছে— ইৰি, ছুপিৰিয়ৰ, অন্টাৰিও আৰু হিউৰণ। হিম-চেঁচা বতাহ তাৰ পৰাও আহে। ইয়াত মই সৰ্বোচ্চ ডিগ্ৰী শূন্যলৈও পাইছোঁ— নিম্নতম শুনিলে তই ঠাণ্ডাত গোটেই মৰিবি!'

প্ৰবালে একেবাৰে শেষত জুডিথৰ ঘৰলৈ যাবৰ পৰতহে সেই ছোৱালীজনীৰ তাৰ জীৱনত অস্তিত্বৰ

কথা জনালে। বলেনে যে সেই কথা একেবাৰে গম নাপায়, তাৰ প্ৰতিক্ৰিয়াতে প্ৰবালে গম পালে।

'কি হ'ল? কথাটো শুনি বজ্ৰপাত হোৱা মানুহৰ দৰে থৰ লাগিলি দেখোন? অৱশ্যে এই ঠাইৰ পৰিবেশ অনুযায়ী ক'ব পাৰি যে বৰফত গোট মাৰি গ'লি! ব'ল ব'ল— থৰ লাগিব নালাগে, সিফালে জুডিথৰ ভাত-আঞ্জাও বৰফ চেঁচা হৈ যাব।'

জুডিথৰ ঘৰত (তায়ো প্ৰবালৰ দৰে একে খোটালীৰ এপাৰ্টমেণ্টত থাকে) সিহঁতে অৱশ্যে গৰম ভাত-আঞ্জাই খালে। বলেনে কল্পনাও কৰিব পৰা নাছিল যে আমেৰিকাত তাৰ বাবে ইমান বিস্ময়ে অপেক্ষা কৰি আছে। সি প্ৰবালক কৈছিলেই— মোৰ উভতি গৈ কৰ্তব্য হ'ব অসম এছ'ছিয়েশ্যনৰ কাম-কাগজৰ ৰিপ'ৰ্ট কৰা, কিন্তু কেতিয়া অসমলৈ উভতি গৈনো তহঁতৰ কথাবোৰ প্ৰচাৰ কৰোঁ— তাৰ বাবে যেন এতিয়া মোৰ গাত ততেই নোহোৱা হৈছে। মেম্‌নীয়ে মোক এই বিলাতত সৰিয়হৰে মাছ বান্ধি ভাত-আঞ্জা খুৱালে। তই টেলিফোনত যে কৈছিলি মোৰ আগমন তোৰ সপোন যেন লাগিছে, মোৰো আজি তোক লগ পোৱাৰ পিছৰে পৰা সকলো কথা-কাণ্ড অলীক সপোন যেন লাগি আছে!'

ভাত খালেও চাহাবী নিয়মত সিহঁতে কফিও খাইছিল আৰু কফি খাই খাই তাৰ পিছতো বহুপৰ সিহঁতে কথা-বতৰা পাতি কেবা ঘণ্টাও পাৰ কৰি দিছিল। প্ৰবালৰ কথা-বতৰা সদায়ে ধেমেলীয়া, বলেনৰো— বোধহয় সেই এটা কথাৰ বাবেও দুয়ো দুয়োৰো প্ৰতি প্ৰথমে আকৰ্ষিত হৈছিল।

'বুজিছা জুডিথ, মই তোমাক কৈছিলোঁ নহয় যে তোমাৰ প্লুটাৰ্কৰ বন্ধুত্বৰ সংজ্ঞাৰ আৰ্হিতে আমাৰ দুয়োৰো বন্ধুত্ব গঢ় লৈ উঠিছে। কিন্তু সকলো কথাৰেতো এটা সীমা আছে, ইয়াক চোৱাচোন— অ'ত বছৰৰ মূৰত মোক লগ পায়ো সেই পুৰণি স্বভাবটো উক্ নিদিয়াকৈ নাথাকিল! সি ঠাণ্ডাত কঁপি গোট মাৰিব ধৰা দেখি মই সহানুভূতিৰে ক'লোঁ যে তাৰ দুৰ্ভাগ্য যে পৃথিৱীৰ ভিতৰতে ঠাণ্ডা ঠাই এখনলৈ সি আহিব লগা হ'ল। লগে লগে সি গৰম হৈ ক'লে যে পৃথিৱীৰ ভিতৰতে ঠাণ্ডা ঠাই এখনৰ কথা সিহে জানে, সেইটো হ'ল এটা পাহাৰৰ চূড়া, তাৰ পৰা হৰিণা এটা জাঁপ মাৰি পৰোঁতে আধা বাটতে ঠাণ্ডাত গোট মাৰি সি বোলে শূন্যতে ওলমি ৰ'ল। মই তেতিয়া ক'লোঁ যে হ'বই নোৱাৰে, মাধ্যাকৰ্ষণৰ শক্তিত সি তললৈ পৰিবলৈ বাধ্য। তাৰ উত্তৰত মোৰ লগত সদায় তৰ্ক কৰা, ছেনছেশ্বনাল, নাভূত-নাশ্ৰুত কথা লিখি বাতৰিকাকতৰ পাত ভৰাই বাঃ বাঃ লোৱা ই পণ্ডিতে কি কয় জানানে? বোলে সেই ঠাণ্ডাত মাধ্যাকৰ্ষণৰ শক্তিও গোট মাৰি গৈছিল!"

কফিৰ কাপ হাতত লৈ থকা জুডিথৰ হাঁহিত কাপৰ কফিত প্ৰায় ধুমুহা উঠাৰে উপক্ৰম হ'ল— কোনোৰকমে হাঁহি চম্ভালি তাই ক'লে— 'হৰিণা বুলি সি তেনেকৈ মাজপথতে ওলমি থাকিল, হাতী হ'লে কিন্তু নোৱাৰিলেহেঁতেন দেই, মাটিত পৰিলেহেঁতেন।'

'বলেন, তোক জুডিথৰ এই কথাটো কোৱা নাছিলোঁ, তাই হাতীক লৈ একেবাৰে অৱচ্ছেদ্। মোৰ লগত প্ৰেমৰো সেইটোৱে প্ৰধান কাৰণ— হয় হয়, মোৰ হাতীৰ দৰে চেহেৰা নহয়, হাতীৰ লগত মোক তুলনা কৰিব নোৱাৰি, বৰং অসমৰ আন এক আপুৰুগীয়া প্ৰাণী গঁড়ৰ লগতহে মোৰ তুলনা কৰিব পাৰি, কাৰণ মোৰ ছাল ইমানেই ডাঠ যে জুডিথৰ নিজৰ দেশ আফ্ৰিকাৰ কথা মনত পৰিলে বোলে হাতীবোৰলৈহে প্ৰথমতে মনত পৰে। বৰ মৰম বোলে সিহঁতলৈ, সিদিনা তাইৰ টিভিত এটা ৰিপ'ৰ্ট দেখিতো চকু চলচলীয়াই হৈ গ'ল, চোৰাং চিকাৰীবোৰে তাৰ দঁতাল হাতীবোৰক দাঁতৰ বাবে হত্যা কৰি কৰি শেষ কৰি আনিব ধৰিছে। টিভিত ক'ত যে হাতীৰ মৰাশ নেদেখুৱালে। যি হওক, তাইৰ মোৰ প্ৰতি উচ্ছাসৰ প্ৰধান কাৰণ— তায়ো হাতী থকা দেশৰ মানুহ, ময়ো হাতী থকা দেশৰ মানুহ। তাৰ পিছত মই যেতিয়া ক'লো যে আমাৰ গুৱাহাটীৰ ঘৰটোৰ পৰা তাই পুৱা-গধূলি হাতী এটা দেখা পাই থাকিব— তাই ফূৰ্তিত ততেই নোপোৱা হৈছিল, যদিও গম পাইছিল যে সেইটো সঁচা হাতী নহয়। বুজি পোৱা নাই? আমাৰ ঘৰৰ পৰা দক্ষিণলৈ চালে সমস্ত কালাপাহাৰটোক আকাশৰ গাত লাগি থিয় হৈ থকা হাতী এটাৰ দৰেই নেদেখিনে বাৰু? সেই দৃশ্য দেখি থকাৰ আশাত জুডিথে কি কৰা নাই? অসমীয়া ৰন্ধা-বঢ়া শিকা, কথা শিকাৰ উপৰি এক কথাতে মোৰ লগত গুৱাহাটীলৈ গৈ চিৰজীৱনৰ সংগিনী হৈ থাকিবলৈ ৰাজী হৈছে!'

বহুতপৰ প্ৰবালক একেৰাহে কথা কৈ থকাৰ সুযোগ দি অৱশেষত জুডিথে সুৰুঙা পাই মাত লগাই উঠিছিল— 'গঁড়ৰ ছাল আচলতে মোৰহে, আপোনাৰ বন্ধুৰ নহয়, নহ'লে মোৰ বিৰুদ্ধে দিন-ৰাতি মিছা অপবাদবোৰ দি থকাৰ পিছতোনো তেওঁৰ লগত সম্পৰ্ক ৰাখি চলো নে? বাৰু এইবোৰ আজে-বাজে কথা এতিয়া এৰক, আপোনাক ইমান কম সময়ৰ বাবে লগ পাই আমি যে কিয় চুলুং কথাত সময় নষ্ট কৰি আছোঁ। মিঃ দত্ত, শুনিছোঁ আপুনি খুব বিখ্যাত ৰিপ'ৰ্টাৰ, ডাঃ ৰবীন বেনাৰ্জীৰ সৈতে হোৱা এটা সাক্ষাতৰ ভিত্তিত আপুনি হেনো এনে সুন্দৰ ৰিপ'ৰ্টটো দিলে যে লগে লগেই সম্পাদকে আপোনাক কামত সুমুৱাই ল'লে। ৰিপ'ৰ্টাৰ হিচাপে আপুনি নিশ্চয় অসমৰ বহুত ঠাইত ঘূৰিছে, বহুত খবৰ সংগ্ৰহ কৰিছে— গতিকে অসমৰ বণ্যপ্ৰাণীৰো নিশ্চয় কিছু খবৰ ৰাখে। কিয় জানো, সৰুৰেপৰা মোৰ হাতীৰ প্ৰতি খুব আকৰ্ষণ— মোৰ বিষয়ে বহুত আজে-বাজে কথা ক'লেও এইষাৰ কথা প্ৰবালে ঠিকেই কৈছে, গতিকে নিজৰ দেশৰ হাতীৰ কথাৰ লগতে অসম তথা ভাৰতৰ হাতীৰ বিষয়ে জানিবলৈও মোৰ খুব কৌতূহল, প্ৰবালকে সেই বিষয়ে নানা কথা সোধো, কিন্তু বৰ্তমানৰ অৱস্থাৰ কথানো তেওঁ কেনেকৈ ক'ব—'

প্ৰবালে আকৌ মাত লগাই উঠিছিল— 'অ', বৰ্তমানৰ কথাতো ক'ব নোৱাৰোঁ, গতিকে বুজিছ বলেন, জুডিথক মই অতীতৰ হাতীৰ কথাকে কওঁ— ঐৰাৱত হাতীৰ সাধু— ৰাতি আহি বুঢ়াৰ বাগানৰ কবি চুৰ কৰি খোৱা, হাতীৰ নেজত ধৰি বুঢ়া-বুঢ়ী স্বৰ্গলৈ যোৱা, এনেকৈ বৰ্তমানৰ হাৰ্ট কিড়নী ট্ৰেন্সপ্লেন্ট কৰাৰ দৰে আমাৰ গণেশৰো যে তেনেকৈ ট্ৰেন্সপ্লেন্ট কৰা হাতীৰ মূৰ— অৰ্থাৎ আধুনিক ডাক্তৰী বিদ্যাত আগবঢ়া দেশবোৰতকৈও যে আমাৰ দেশ সেই বিদ্যাত প্ৰাগ্ ঐতিহাসিক যুগতে আৰু বেছি উন্নত আছিল— প্ৰাচীন ভাৰতীয় হাতী সম্পৰ্কীয় এইবোৰ সকলো কথাকে জুডিথক কৈছোঁ। তাইৰ এনেকি এতিয়া 'হাতীত উঠি পানীৰাম ঘৰলৈ যায়'— এই নাৰ্ছৰী ৰাইমো মুখস্থ হৈ গৈছে। মোৰ পৰা শুনি তাই এতিয়া 'হাথী মেৰা সাথী' চিনেমাখনৰ কথাও জানে আৰু তই এই কথা জাননে বলেন? বিয়াৰ পিছত আমি কাজিৰঙালৈ হনিমুন কৰিবলৈ যাম। ঐ বলেন, আজিকালি কাজিৰঙাত হাতীত উঠাই গঁড় দেখুওৱা হয়নে নহয় অ'? নে চোৰাং চিকাৰীয়ে চৰকাৰী তত্বাৱধানত সকলোবোৰ গঁড় মাৰি-কাটি খান্তাং কৰিলে? সেইটো হ'লেতো আমাৰ সমস্ত প্লেন বৰবাদ হৈ যাব। জাননে বলেন, ভাৰতবৰ্ষত থকোঁতে এখন হিন্দী চিনেমাৰ নাম শুনিছিলোঁ— হনিমুন ইন্ হনলুলু, আমাৰ কথাও তেনেকৈ ক'ব পৰা গ'লহেঁতেন— হনিমুন ইন্ হাতীৰ হাওদা! অৱশ্যে—'

এইবাৰ জুডিথে চিঞৰি উঠিছিল— 'ভগবানৰ দোহাই, তোমাৰ বেথেৰিবাংবোৰ বন্ধ কৰা প্ৰবাল! তোমাৰ বন্ধুৰ পৰা মই হাতীৰ বিষয়ে ক'ত কথা জানিব খোজো—'

'চিন্তা নকৰিব মিছ্ গাৰফিল্ড, আপোনাক হাতীৰ বিষয়ে মই জনা সকলো কথা ক'ম। তাৰ আগতে আপোনাৰ প্ৰবালৰ এই স্বপ্নৰ হনিমুনত হট্ ওৱাটাৰ ঢালো ৰ'ব। ঐ স্বপ্নবিলাসী, অলপতে আমাৰ কাগজত এক সাহিত্যিকৰ প্ৰবন্ধত কিবা এক প্ৰসংগত লেখা এই কথাটো পালোঁ যে আণ্ডুছ হাক্সলীয়ে হাতীক ক্ৰনিক্ আৰ্থকুৱেক বুলি কৈছে— গতিকে বোপাই হাতীত হনিমুন কৰাৰ ফলত হ'ব অনবৰত ভূমিকম্পৰ জোকাৰণি আৰু লগে লগেই মাটিত পতন আৰু শৰীৰ হনন। জুডিথ— ছ'ৰি মিছ্ গাৰফিল্ড (অ' জুডিথ বুলিয়েই মাতিব লাগে? অসমলৈ গ'লেতো ঘনিষ্ঠ বন্ধু হ'বই? মই কি ভাগ্যবান! ধন্যবাদ জুডিথ!) এতিয়া আমি ইয়াৰ অস্তিত্ব একেবাৰে পাহৰি যাওঁ আহক। পিছে হাতীৰ কথা লৈ যিমানেই ধেমালি-ধুমুলা নকৰক কিয়, আচলতে প্ৰবালেও বহুত কথা জানে, কাৰণ সি অসমত থাকোঁতেই কিছুমান কাণ্ড ঘটিব ধৰিছিল। আপোনাকো নিশ্চয় সেইবোৰ কৈছে—'

—'হাতীয়ে গাড়ী ৰখাই খোৱা বস্তু বিচৰাৰ কথা নেকি?'

'অ', তুমি দেখোন জানাই। মানুহে প্ৰথমতে সেইটো মাত্ৰ এটা হাতীৰ অদ্ভুত কাণ্ড বুলিয়ে ধৰি লৈছিল, বেছ আমোদো পাইছিল। কিন্তু এতিয়া লাহে লাহে দেখা গৈছে যে তেনে এটা হাতী নহয়, কাজিৰঙা অঞ্চলত, নামবৰ হাবিৰ আৰু গভীৰৰ পৰা ওলাই আহি অজস্ৰ হাতীয়ে গাড়ী ৰখাই ৰখাই এনেকৈ মানুহক খোৱাবস্তু বিচৰা হৈছে। কিছুদিন আগতে আমাৰ এখন বাতৰি কাকতত এই বিষয়ে এটা খুব তথ্যগধুৰ আৰু দীঘলীয়া

প্ৰতিবেদনো ওলাইছে— হেডলাইনটো হ'ল 'Elephants with a begging Bowel' আচলতে ঘটনাটো হৈছে এনে ধৰণৰ ঃ সাধাৰণভাৱে গছ কটা পৰ্বতো চলি থাকেই, বনবিষয়াৰ দুৰ্নীতি, লগতে চৰকাৰী ঔদাসীন্যতা বা সহযোগিতা মিলি এনে কাৰবাৰ চলি থাকি অসমৰ ঘন অৰণ্য প্ৰায় টকলা কৰি আনিছে। এতিয়া দেখা গৈছে যে নানা অনুপ্ৰৱেশকাৰী গৈও একেবাৰে গভীৰ জংঘলত সোমাই লৈছে আৰু বাহিৰৰ হাবি নাকাটি একেবাৰে ভিতৰৰ গভীৰ জংঘলবোৰ তহিলং কৰিছে। ফলত হাবিত সোমালে সহজে গম পোৱাই নাযায় যে গভীৰ জংঘলৰ বুকু আচলতে অটব্য অৰণ্যৰে জঁয়াল নহয়, অনুপ্ৰৱেশকাৰীৰেহে একপ্ৰকাৰ ভয়ংকৰ হৈ আছে! ফলত হাতীবোৰ সেই গভীৰ জংঘলৰ অভাৱত, খাদ্য, গছ-গছনি, ফল-মূল-পাতৰ অভাৱত বাহিৰলৈ ওলাই আহি মানুহৰ আগত ভিক্ষাপাত্ৰ লৈ থিয় হ'ব লগা হৈছে। চাওকচোন এই বিশাল, গম্ভীৰ আৰু সম্ভ্ৰান্ত জন্তুটো আমি কি পুতৌলগা অৱস্থালৈ টানি আনিছোঁ!'

প্ৰবালে এইবাৰ গম্ভীৰভাৱে ক'লে— 'বলেন, মই সিদিনা ক'ত জানো পঢ়িলোঁ— অ' নহয়, বি বি চি ৰ বাতৰিত শুনিলোঁ যে অসমত হেনো বনৰীয়া হাতীৰ বৰ অত্যাচাৰ চলিছে, বহুতো মানুহ বোলে মাৰিছে?'

'হয়; কিছুদিন ধৰি বনৰীয়া হাতীৰ উপদ্ৰৱ চলিছে সঁচা। কিন্তু ই হ'ল হাবি কাটি তহিলং কৰাৰে পৰিণতি, বেচেৰাইঁতে থাকে ক'ত, খায় কি? ফলত গাঁৱৰ মানুহৰ ঘৰ-দুৱাৰ ভাঙি, গচকি বা শুঁড়েৰে মানুহবোৰক আফালিয়াই মাৰি, ঘৰত থকা সকলো খোৱাবস্তু খাই বৰ অত্যাচাৰ চলাইছে। কিন্তু কৈছোৱেইতো, সিহঁতৰ জীয়াই থকাৰ উপায় কি? কিছুদিন আগতে তেজপুৰৰ ভালুকপুং অঞ্চললৈ গৈছিলোঁ— মাজে মাজে যাওঁ, এইবাৰ গৈ সঁচাকৈয়ে বুকুত পোৰণি উঠিল। কেনোবা ভস্মাসুৰৰ হাতৰ স্পৰ্শত (জুডিথক ভস্মাসুৰৰ গল্পটো ক'বিচোন প্ৰবাল, অ' তয়ো নাজান? মই বাৰু পিছত ক'ম— বৰ মজাৰ পৌৰাণিক আখ্যান এটা) যেন আগৰ গভীৰ অৰণ্য পুৰি ছাই হ'বৰ উপক্ৰম হৈছে। এনেকৈ অসমৰ সকলো ফালে হাবি ধ্বংস কৰিলে আৰু চৰকাৰে কোনো কাৰ্যকৰী ব্যৱস্থা নল'লে বা মানুহৰো পৰিৱেশ সম্পৰ্কে কোনো সচেতনতা নাহিলে এদিনতো হাবি নিঃশেষ হৈ যাবই আৰু বনৰীয়া হাতীৰো উপদ্ৰৱ বাঢ়ি যাব। তেতিয়া চৰকাৰে আৰু কি কৰিব, অধে-মধে হাতীবোৰকে মাৰি পেলাব!'

জুডিথৰ সমগ্ৰ শৰীৰেৰে যেন এক শিহৰণ প্ৰবাহিত হৈ গ'ল— তাই কন্দনামুৱা হৈ ক'লে— 'আমাৰ দেশতো হাতীবোৰৰ অপমৃত্যু হ'ব ধৰিছে। আফ্ৰিকাত হাতীৰ দাঁতৰ বাবে হাতী নিধন কৰা নতুন কথা নহয়, কিন্তু এতিয়া তাৰ পৰিমাণ বহুত বাঢ়িব ধৰিছে— কাৰণ কি জানেনে? বৰ্তমান তাত বিভিন্ন উপজাতিৰ ভিতৰত গৃহযুদ্ধ চলিব ধৰিছে, তাৰ বাবে সকলোকে অস্ত্ৰ-শস্ত্ৰ লাগে। কিন্তু অনুন্নত দুখীয়া ঠাইৰ মানুহে অস্ত্ৰ পায় ক'ত? গতিকে তেওঁলোকৰ মাজত হাতী নিধন কাৰ্য বাঢ়ি গৈছে— সেই দাঁত বেচি তাৰ পৰা সংগৃহীত টকাৰে অস্ত্ৰ-শস্ত্ৰ কিনিছে— উস্!' জুডিথৰ সমগ্ৰ মুখমণ্ডল কৰুণ হৈ পৰিল।

এইবাৰ বলেনেই গধুৰ হৈ পৰা পৰিস্থিতিটো পাতল কৰাৰ চেষ্টা কৰি ক'লে— 'আমাৰ সাংবাদিকৰ জীৱনত ক'ত যে অভিজ্ঞতা হয়! সিদিনা আমাৰ সম্পাদকে এখন কাগজ পঢ়িব দিলে— এজন মানুহে আমাৰ কাকততে প্ৰকাশ কৰিবলৈ দিয়া এটা বিবৃতি। কি বিবৃতি জানা? বোলে এই লেখকে হাতীবোৰৰ নৃশংস অত্যাচাৰত অতিশয় মৰ্মাহত হৈ এই বাতৰিকাকতৰ যোগেৰে সিহঁতক পৰম গৰিহণা দিছে— হাঃ হাঃ হাঃ— হাতীক গৰিহণা! পৃথিৱীত যে কিছুমান পাগল থাকে। হাঃ হাঃ হাঃ.....'

বলেনৰ হাঁহিত প্ৰবালেও আন্তৰিকভাৱে যোগ দিলে। তাৰ পিছত সি ক'লে— 'জুডিথ, বহুত ৰাতি হ'ল, আমি এইবাৰ যোৱা উচিত।'

জুডিথে তেতিয়া বহাৰ পৰা উঠি ক'লে— 'অ', বাহিৰততো ভয়ংকৰ ঠাণ্ডা পাবা, বৰফৰ কণিকাবোৰ কেনেকৈ উৰিছে চোৱাচোন? গতিকে যোৱাৰ আগেয়ে আৰু একোকাপ কফি খাই যোৱা। মিঃ দত্ত, আপোনাৰ এই শীতৰ লগত যুদ্ধ কৰিব পৰাকৈ যথেষ্ট গৰম কাপোৰ আছেনে? ভিতৰত চেণ্ট্ৰেল হিটিং থকা বাবে গম পোৱা নাই, কিন্তু বাহিৰত গৈ হঠাতে খুব ঠাণ্ডা পাব। দেখা নাই কেনেকৈ বৰফৰ কণাবোৰ উৰি ফুৰিছে?'

বলেনে হাঁহি এটা মাৰি ক'লে— 'ই প্ৰবালে তাৰ গেধেপা জেকেট এটা দিছে, মই পিন্ধি আহোঁতে

আপুনি বোধহয় মনেই নকৰিলে। একেবাৰে হাতী এটাই হৈ আহিছিলোঁ!'

তাৰ পিছত সিয়ো বহাৰ পৰা উঠি খিৰিকীৰ আইনাৰ ফাঁকেৰে বৰফে বগা কৰি পেলোৱা বাহিৰৰ পৃথিৱীখনলৈ চাই ৰ'ল। তাৰ বাবে এক অভিনৱ দৃশ্য।

জুডিথে ইলেক্‌ট্ৰিক কেটলীটোত পানী ঢালি কফিৰ কাপবোৰ ট্ৰেত সজাব ধৰিলে। প্ৰবাল কিন্তু বহাৰ পৰা নুঠিল, সি সমুখৰ টেবুলখনৰ ওপৰত ভৰি দুখন উঠাই লৈ বলেনে খিৰিকীৰ পৰ্দা গুচাই দৃশ্যমান কৰা উৰি ফুৰা বৰফৰ টুকুৰাবোৰলৈ চাই চাই জিম্ ৰীভ্‌ছে গোৱা গান এটা গুণগুণাবলৈ ধৰিলে— 'হে হে হে স্ন'ফ্লেক্‌ছ, মাই প্ৰেটি লিট্‌ল স্ন'ফ্লেক্‌ছ গট্ মি ওৱাৰ্ম এজ এ বাৰ্ণি ডিজায়াৰ ফৰ্ ইউ.....

পিছে ঘৰৰ ভিতৰৰ তিনিটা প্ৰাণীয়ে তেনেকৈ নিজৰ নিজৰ ক্ষুদ্ৰ জগতত মগ্ন হৈ ৰ'লেও তিনিওৰে মনৰ চকুৰ আগত কিন্তু হাতী এটা ওলমিয়ে আছিল।

এবছৰ পিছত প্ৰবালে জুডিথক বিয়া কৰাই গুৱাহাটীলৈ লৈ আহিছিল আৰু পুৱাৰ পৰা গধূলিলৈ সদায় যি হাতীটো চাই থাকিব পাৰিব বুলি তাইক আশা দেখুৱাইছিল। এতিয়া সেই হাতীটোৰ পিনে জুডিথৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ গৈ প্ৰবালে প্ৰায় আৰ্তনাদ কৰি উঠিছিল— হাতীটোৰ এই দশা কোনে কৰিলে? প্ৰবালে ক্ষন্তেকপৰৰ বাবে স্থান-কাল-পাত্ৰ অৰ্থাৎ জুডিথকো যেন পাহৰি পেলালে, অপলক নয়নে সি কেৱল সিহঁতৰ সমুখৰ বাৰাণ্ডাৰ পৰা দেখা সেই বিশাল হাতীটোলৈকে চাই ৰ'ল— এটা ক্ষত-বিক্ষত দেহ, টিভিৰ টাৱাৰে তাক যেন বিশাল বল্লম এডালৰ দৰে খুঁচি থৈছে, কোনোবা দৈত্য বিশ্বকৰ্মাই সেই দেহটোৰ অ'ত-ত'ত খুন্দি খুন্দি এই দূৰণিৰ পৰা কুৎসিত বাকচৰ দৰে দেখা ঘৰ কিছুমান বহুৱাই থৈছে— ফলত তাৰ আগৰ সেই নীলাভ সেউজীয়া সৌন্দৰ্য সম্পূৰ্ণ অন্তৰ্হিত হৈ গৈছে!

অ' আধুনিক কাৰিকৰী বিজ্ঞানে কেৱল আমেৰিকাকে গ্ৰাস কৰি পেলোৱা নাই, এই সুদূৰ অসমতো তেন্তে তাৰ শাখা-প্ৰশাখা বিস্তাৰ কৰিছে?

কিবা এক অজান ভয়ত প্ৰবালে তাৰ হাতৰ মুঠিত থকা জুডিথৰ হাতখন জোৰেৰে চেপি ধৰিলে।

(পথেক, ১৯৯৩)

# ভৰি দুখন

মই লেঙেচিয়াই লেঙেচিয়াই ৰেলিঙত ধৰি ধৰি দোতালাৰ অৰ্থোপেডিক চিকিৎসা কেন্দ্ৰটোলৈ বুলি মাধ্যাকৰ্ষণৰ বিৰুদ্ধে যুঁজি যুঁজি চিৰি বগাই উঠি যাৰ দিনৰ দিনাও সেই একেটা কথাকে ভাবিলোঁ : হাড়ৰ বিভিন্ন ৰোগত ভৰি-হাত-কঁকাল-কান্ধ অৰ্থাৎ শৰীৰৰ প্ৰতি অঙ্গ-প্ৰত্যঙ্গ বিকল হ'ব খোজা ৰোগীৰ বাবে বাৰু ডাক্তৰে কি বিবেচনাত দোতালাত এই চিকিৎসা কেন্দ্ৰটো পাতিছে? সঁচাযে অদ্ভুত বিচাৰ ডাক্তৰৰ— নে এই চিৰি বগোৱাটোও তেওঁৰ ফিজিওথেৰাপিৰে এটা অংগ? এইখিনি ব্যায়ামৰ দ্বাৰা শৰীৰত অকণ তেজৰ সঞ্চালন হওক— (কোনোবা ডাক্তৰে জানো কোৱা নাছিলনে যে মানুহৰ হৃৎপিণ্ডটো কেৱল বুকুতেই নাথাকে, ভৰি [illegible] থাকে?) সেই প্ৰাথমিক চিকিৎসাৰ এই ব্যৱস্থানেকি?

মোৰ আৰু পাঁচটা বগাবলৈ বাকী আছিল—তেতিয়াই সেই অৰুণাচলী মহিলাজনীয়ে মোক অতিক্ৰম কৰি পাঁচটা চিৰিও বগাই গ'ল— তাৰ আগতে সুন্দৰ দাঁত দুপাৰি উলিয়াই সৰল পাহাৰী হাঁহি এটাও উপহাৰ দি গ'ল। কিন্তু তাইৰ সেই খোলা হাঁহিৰ বিনিময়ত মই আধা আন্তৰিক হাঁহি এটাহে ওঁঠত বিৰিঙাব পাৰিলোঁ। পৰাজিতৰ মুখত অন্তৰ-খোলা হাঁহি ওলায়ে বা কেনেকৈ? এই মানুহজনী সুদূৰ ইটানগৰৰ পৰা হাতৰ বিষৰ চিকিৎসা কৰিবলৈ আহিছে। তাইৰ এই ফিজিওথেৰাপি চেন্টাৰটোলৈ এনে চিকিৎসাৰ বাবে অহা দহদিন হৈছে— অৰ্থাৎ মোতকৈ দুদিন কম। তাইক তিনি ধৰণৰ চিকিৎসা কৰা দেখিছোঁ, বেৰত লগাই থোৱা চকা এটা ঘূৰোৱা, কিছু উতলা মমৰ মাজত হাতখন ডুবাই ৰখা (আঃ তাৰ পৰা হাতখন উঠাই অনাৰ পিছত তাইৰ বগা সুঠাম হাতখনৰ ৰংটো হৈ পৰে যেন সাইলাখ পূবত উদয় হ'ব ধৰা বেলিৰ পৰা বিচ্ছুৰিত ৰঙা ৰং) আৰু তাৰ পিছত 'ইনফ্ৰা ৰে'ৰ উত্তাপ লোৱা। জীৱনত আগতে কোনোদিন লগ নোপোৱা এই অৰুণাচলী গাভৰু-গৰাকীৰ ওৱাক্স ট্ৰিটমেণ্টটো মোৰ চাইকেলখনৰ ওচৰতে দিয়া হয় বাবে সম-বিষত জৰ্জৰিত মানুহ দুজনীৰ এনে ধৰণৰ মুখ-চিনা পৰিচয়েই মুখলৈ সৌজন্যৰ হাঁহি বিৰিঙায়। পিছে ক'তনো সম-বিষ, তাইৰ বিষ হাতত আৰু মোৰ বিষ ভৰিত, সেয়েতো মমত হাত ডুবাই কেঁকাই থকা মানুহগৰাকীয়ে, মই অনায়াস ভঙ্গীত চাইকেলত পেডেল মাৰি থকা দৃশ্যটোলৈ মাজে মাজে দৃষ্টি নিক্ষেপ কৰা- (নিশ্চয় ইৰ্ষাৰ দৃষ্টি) মানুহগৰাকীয়ে তলৰ পৰা কেনেকৈ সহজ স্বাস্থ্যবান খোজেৰে উঠি আজি মোক অতিক্ৰমি গ'ল! আচলতে শৰীৰত ভৰি দুখনৰ দৰে গুৰুত্বপূৰ্ণ অঙ্গ আৰু একো নাই—কথাতেই আছে— নিজৰ ভৰিত থিয় দিয়া। হয় হয়, ভৰি দুখনেই সকলো— এই ভৰিত ভৰ কৰি মানুহে জীৱন জয় কৰে, পৃথিৱী জয় কৰে আৰু বহুত কিবাকিবি জয় কৰে...।

মই গৈ যাৱতীয় কাগজ-পত্ৰবোৰ ফিজিওথেৰাপি চেন্টাৰটোৰ তত্ত্বাবধায়কজনৰ হাতত গতাই দি চিৰাচৰিত অভ্যাসবশতঃ বিশাল কোঠাটোৰ চাৰিওফালে চকু ফুৰাই ল'লোঁ। শকত মৰোৱাৰী তিৰোতাজনীয়ে সৰ্বশৰীৰত চুমকি লগোৱা সেউজীয়া শাৰীখন পিন্ধি এক মুৰ ওৰণি লৈ অৰুণাচলীৰ ওচৰেৰে আন এটা চকা ঘূৰাই আছে—এইকেইদিন সদায় দেখাৰ দৰে চকা সহিত হাতখন ওপৰলৈ যাওঁতে চুটি ব্লাউজ আৰু দাং খাই যোৱাত মানুহজনীৰ থপথপীয়া পেট আৰু স্তনৰ তলভাগ আজিও মই পূৰা দেখিবলৈ পালোঁ; তত্ত্বাবধায়ক আৰু তেওঁৰ সহকাৰীজনীৰ সেই দৃশ্যটো মোতকৈও বেছি প্ৰকট হৈ চকুত পৰিব পৰাৰ দূৰত্বতে তেওঁলোকৰ চকী টেবুল— কিন্তু তেওঁলোকক, অন্ততঃ তত্ত্বাবধায়কজনক (সহকাৰিণীৰ কথা বাৰু এৰিছোঁ, তাই মাইকী মানুহ) মই কোনোদিনে সেইপিনে লোলুপতো বাদেই, সাধাৰণ আধাকৌতূহলৰ দৃষ্টি নিক্ষেপ কৰা নেদেখোঁ। হাঁয় বিধ্বস্ত যৌৱন, হাঁয় দেহ, হাঁয় সময়ৰ নিষ্ঠুৰ নিষ্পেষণ! চাইকেল চলাই চলাই স্থবিৰ হৈ থকা মই চকু দুটাকেইতো অনবৰত কামত লগাই থাকোঁ— প্ৰকাণ্ড হলটোৰ ই'ত ত'ত মোৰ চকুহালে সন্ধানী দৃষ্টি নিক্ষেপ কৰিয়েই থাকে আৰু তেতিয়া অকস্মাৎ সেই তত্ত্বাবধায়কজনৰে এই লোলুপ দৃষ্টি মোৰ চোৰাংচোৱা চকুযোৰে আৱিষ্কাৰ কৰি পেলায়— যি দৃষ্টি নিক্ষেপিত হৈছে তেওঁৰ সহকৰ্মীজনীৰ পাতল চাদৰ বা অসাৱধান চাদৰৰ দয়াত উদ্ধত হৈ ওলাই থকা বুকুৰ দুই উত্তুংগ চূড়াত।

এই চাইকেল চলায়ো মই স্থবিৰ হৈ থকাৰ ফেলাচিটোত মনত পৰে কলেজত বিজ্ঞান পঢ়া দিনবোৰলৈ, গতিও যে স্থবিৰ হ'ব পাৰে সমান্তৰলভাৱে একে গতিত চলি আগবাঢ়ি থকা ট্ৰেইন দুখনৰ কিবা relative rest আৰু motion-ৰ উপমাৰে আমাক জানো বুজোৱা হোৱা নাছিল? গতিকে চাইকেল চলায়ো মই স্থবিৰ। পিছে হয়নে, হয়নে মই জানো আগবাঢ়িব পাৰিছো? নাই, নাই, কলেজত পঢ়া বিজ্ঞানৰ দ্বাৰাও মই এতিয়া আৰু তাৰ ব্যাখ্যা আগবঢ়াব নোৱাৰা হ'লো, মোৰ কিবা খেলিমেলিখন লাগি গৈছে। বৰং মোৰ মনত এতিয়া আন ছবি এখনহে ভাহি উঠিছে। বহুত বছৰৰ আগৰ ছবি। ভাৰতীয় গণনাট্য সংঘৰ সাংস্কৃতিক সন্ধিয়া এটা চাবলৈ গৈছিলো, ঘৰৰ পৰা দুমাইল দূৰৈৰ সেই অনুষ্ঠানটোলৈ মই মোৰ উৎসাহী ককাইদেউজনৰ লগত খোজকাঢ়িয়ে গৈছিলো— হয়, এই দুখন ভৰিৰেই গৈছিলো, আজিৰ এই অচল আৰু তেতিয়াৰ সচল ভৰি দুখনৰেই সেই দুমাইল পথ লঘু চঞ্চল পদক্ষেপেৰে মই হেলাৰঙে অতিক্ৰম কৰিছিলো। তাৰ পিছত সেইদিনা মঞ্চত এনে এটা নাচ দেখিছিলোঁ যি নাচটো মোৰ এই চাইকেল চলোৱাৰ স্থবিৰতাৰে সমৰ্থক। বেকগ্ৰাউণ্ডত কোনোবাই ৰাণাৰ ৰাণাৰ বুলি চিঞৰি চিঞৰি গান গাইছে (মোৰ বাওঁপন্থী ভাবধাৰাৰ ককাইদেৱে তেতিয়া মোক কৈছিল যে সেই গানটো বঙ্গৰ কোনোবা সুকান্ত ভট্টাচাৰ্যই লেখিছিল— ওঠৰ নে উনৈশ বছৰ বয়সতে যি প্ৰতিভাধৰ বিনা চিকিৎসাত টি. বি. বেমাৰত ঢুকাইছিল) আৰু পিঠিত চিঠিৰ টোপোলাটো লৈ সেই ৰাণাৰ অৰ্থাৎ পিয়নে প্ৰাণপণে দৌৰিছে। পিছে বেচেৰা দৌৰিছেহে দৌৰিছে, এখোজো আগবঢ়া নাই (আগবাঢ়িলেইতো নাচটো এক মিনিট নালাগে, প্ৰায় এক চেকেণ্ডতে শেষ হৈ যাব।)— মইতো সেই দৌৰ দেখি হাঁহিয়েই তৎ নোপোৱা হৈছিলো আৰু তেতিয়া তাৰ বাবে মোৰ ওচৰত বহা ককাইদেৱে খুব জোৰেৰে এই বুলি ডবিয়াই উঠিছিল : 'অ'ই বুলি, চুপ কৰ! ইয়াকেই বোলে গৰুৰ আগত টোকাৰি বজোৱা। শম্ভু ভট্টাচাৰ্যই কি অপূৰ্ব নাচ নাচিছে, তোৰ ভাগ্যৰ গুণতহে এনেকুৱা নাচ চাবলৈ পাইছ! ভৰি দুখনৰ পিনে চা চোন— একে ঠাইতে থাকিও কেনেকৈ ভৰি দুখনে বিৰাট বেগেৰে দৌৰাৰ ইল্যুশ্বন্ সৃষ্টি কৰিব পাৰিছে—'

সঁচায়ে সেই যে ভৰি দুখন! সেই ভৰি দুখনে কি যে অপূৰ্ব কলাৰ সৃষ্টি কৰিব পাৰিছিল আজিহে মই এই পৰিণত বয়সত উপলব্ধি কৰিব পাৰিছোঁ। সেই পুৰণি স্মৃতিত ডুবি খালী হৈ থকা চাইকেলখনত উঠি ওচৰত গৰম মমত হাত ডুবাই বিষণ্ণ মুখেৰে বহি থকা অৰুণাচলীজনীৰ পিনে চাই হাঁহি এটা মাৰি মই চাইকেল চলাবলৈ ধৰিলোঁ। প্ৰথমতে, লাহে লাহে পেডেল ঘূৰাব ধৰিলো, তাৰ পিছত ভৰিলৈ কিছু শক্তি অহাত সেই পেডেল জোৰে জোৰে ঘূৰিল, চকাৰ স্পক ঘূৰিল, স্পীড বাঢ়িল, কিন্তু মই একে ঠাইতে বহি থাকিলো, শম্ভু ভট্টাচাৰ্যৰ ভৰি দুখনৰ দৰে ইমান বেগেৰে চাইকেল চলায়ো মই এক তিলাৰ্দ্ধও আগ নাবাঢ়িলো— এনেকি সমুখৰ দেৱালত থকা সেই বিৰাট ফটোখনৰ ওচৰলৈ গৈ তাৰ উপলা নদীখনৰ পানীখিনি— সি ফটোৰ প্ৰাণহীন পানী হ'লেও— চাইকেলৰ পৰা হাউলি চুই চোৱাৰ মোৰ যি হেঁপাহ তাকে মই পূৰাব নোৱাৰিলোঁ।

ফিজিঅ'থেৰাপিৰ হলটোৰ পূৰ্বোল্লেখিত যান্ত্ৰিক আৰু তেজমাংসৰ যিবোৰ 'বস্তু' আৰু প্ৰাণীয়ে মোৰ দৃষ্টি কাঢ়ি নিয়ে, সেইবোৰৰ উপৰিও আৰু তিনিটা সঁচাকৈয়ে দৰ্শনীয় বস্তুয়েও মোৰ চকুৰ পৰিক্ৰমাত বৈচিত্ৰ্য আনে। তাৰে এটা হ'ল সমুখৰ দেৱাল জুৰি থকা অলপ আগতে উল্লেখ কৰি অহা প্ৰকাণ্ড ফটোখন : কি যে সুন্দৰ তাৰ দৃশ্যৰাজি! ঘন সেউজীয়া এখন হাবি, তাৰ মাজেৰে শিলাখণ্ডৰ ওপৰেৰে নীল নিজৰাই বগা টৌ তুলি ফটোৰ ফ্ৰেমত হেৰাই গৈছে কলকল ধ্বনি তুলি— (আঃ মই যেন সঁচাকৈয়ে সেই কলকল ধ্বনি শুনিবলৈ পাওঁ!) তাৰ পিছত সেই ফটোখন চাই চাই পেডেল মাৰি মাৰিও অচল হৈ বহি ৰোৱা মোৰ মানুহজনীৰ চকুৰ আগত প্ৰায় একেধৰণৰ দৃশ্য এটাই ভাহি উঠে— সেইটো হ'ল টিভিৰ বিজ্ঞাপনত দেখা এটা দৃশ্য। এনেকুৱাই এখন উপলা নদী, তাৰ শিলৰ ওপৰেদি কেইজনমান কিশোৰ কিশোৰী আগবাঢ়িছে খুপি খুপি, সাৱধানে— তাৰ পিছত সিহঁত গৈ সিপাৰো পালেগৈ। টেলিভিশ্যনৰ বিজ্ঞাপন, গতিকে সমুখৰ ছবিখনৰ দৰে স্থবিৰ নহয়, নৈখন সঁচায়ে বৈ আছে, কিশোৰ-কিশোৰীহঁতো সঁচায়ে গৈ আছে। সেইখন আচলতে কিবা এবিধ জোতাৰ বিজ্ঞাপন, গতিকে সমুখৰ ছবিখনৰ দৰে স্থবিৰ নহয়, নৈখন সঁচায়ে বৈ আছে, কিশোৰ-কিশোৰীহঁতে সঁচায়ে গৈ আছে। সেইখন আচলতে কিবা এবিধ জোতাৰ বিজ্ঞাপন, তেনে জোতা পিন্ধা বাবেহে সিহঁত সেই

পিছল আৰু থৰক-বৰক শিলৰ ওপৰেদি খোজ কাঢ়ি উপলাকীৰ্ণ নদীখন পাৰ হ'ব পাৰিছে— বিজ্ঞাপন কম্পেনীটোৱে ইমান টকাৰ স্পনচ'ৰ কৰি তাকেই প্ৰতিপাদ্য কৰিছে। মই কিন্তু ব্যঙ্গৰ হাঁহিৰে অদৃশ্য কম্পেনীটোক সম্বোধন কৰি কওঁ ঃ বোপাইহঁত, তোমালোকৰ জোতা নহয়, ল'ৰা-ছোৱালীকেইটিৰ শক্তিশালী ভৰি-কেইখনৰ জোৰ আৰু ভাৰসাম্য ৰাখিব পৰাৰ ক্ষমতাইহে সিহঁতক সেই পিছল পাথৰৰ স্ৰোতস্বিনী নদীখন পাৰ কৰাই নিছে! গতিকে আনক ভুলালেও মোক ভুলাব নোৱৰা!

সেই দৃশ্যটো দেখিলে মোৰ আকৌ নন্দিতালৈ মনত পৰি যায়, তাইৰো ভৰিত জোৰ আছে, তায়ো ট্ৰেকিং কৰে। কিন্তু ৰবীনে, আমাৰ একমাত্ৰ সন্তান ৰবীনে তাইৰ ভৰি দুখনৰ অইন ধৰণৰ প্ৰশংসাহে কৰে। দেউতাকৰ মৃত্যুৰ পিছত সেই ছোৱালীজনীয়ে সংসাৰ-পথত দুঃসহ কষ্টৰ বাট বুলি এতিয়া নিজে নিজৰ ভৰিত থিয় হ'ব পাৰিছে। ঠিকেই, ৰবীনে তাইৰ ঠিকেই মূল্যায়ন কৰিছে— কিন্তু...

ফটোখনৰ বাহিৰেও মোৰ চকুৰে বাৰে বাৰে দৃষ্টি দিয়া আন দুটা বস্তু হ'ল দুটাৰ মানুহৰ জঁকা। এটা মতা মানুহৰ, এটা মাইকী মানুহৰ। অৱশ্যে সুদা হাড়কেইডালৰ পৰা মতা-মাইকীৰ পাৰ্থক্য জানিবলৈ মইতো কোনোদিনে এনাটমীৰ শিক্ষা লাভ কৰা নাই। কিন্তু এদিন এই চেণ্টাৰৰে এজন চকীদাৰ আৰু তেওঁক বিচাৰি অহা মানুহ এজনৰ কথোপকথনৰ পৰা গম পাইছিলোঁ যে মোৰ সমুখৰ বাওঁফালৰ আইনাৰ বাকচটোত থকা জঁকাটো মতা মানুহৰ আৰু সোঁফালে থকা জঁকাটো মাইকী মানুহৰ। মই এনেকি সেই কথা-বতৰাৰ পৰা এই জঁকা দুটাৰ জীৱিত কালৰ অলপ ইতিহাসো গম পাই গৈছিলোঁ— অৱশ্যে জীৱিত কালৰ হ'লেও সিহঁত দুটাৰ মৰণৰ ইতিহাসহে। চকীদাৰক সিদিনা তেওঁৰ বন্ধুজনে সুধিছিল (তেতিয়া দুপৰীয়া খোৱাৰ সময় হৈছিল বাবে তত্ত্বাবধায়কজন আৰু তেওঁৰ সহকৰ্মিণীগৰাকী ক'ৰবাত কিবা খাবলৈ ওলাই গৈছিল—আৰু ঠিক তেনে সময়বোৰতে সুবিধা বুজি চকীদাৰক লগ পাবলৈ অহা বন্ধুজনে সুধিছিল)— 'এই যে জঁকা দুটা থৈছ—ইহঁত দুটা মতা নে মাইকী? চালা. মঙহৰ লদাবোৰ গাত নাথাকিলে কোনটো যে মতা কোনটো যে মাইকী ধৰাই টান—'

বন্ধুজনে কিবা অশ্লীল কথা কয় বুলিয়েই নেকি, চকিদাৰজনে অনুচ্ছ স্বৰেৰে ধমকৰ দৰে কোৱা যেন শুনিলোঁ। (মই তেনেবোৰ সময়ত চকু দুটাতকৈ কাণ দুখনকহে বেছি সজাগ কৰি ৰাখোঁ), তাৰ পিছত তেওঁৰ মাতটো সামান্য ডাঙৰ হ'ল আৰু মই জঁকা দুটাৰ ইতিহাস উৎকীৰ্ণ হৈ তৃতীয় ব্যক্তি হৈ শুনিবলৈ ধৰিলো ঃ 'এই যে প্ৰথমটো দেখিছ—এইটো মতা আৰু দূৰৈৰ সৌটো মাইকী মানুহৰ জঁকা। দুয়োটাৰে কাহিনী মই জানো। প্ৰথমটো আমাৰ ওচৰৰ গাঁওৰ বাবে আৰু দ্বিতীয়টোৰ ঘটনা আমাৰ ইয়াত কাম কৰা বাইদেউজনী যে আছে, তেওঁৰ পৰা শুনিছোঁ। এই যে মতা জঁকাটো-সি আছিল এটা মহা তামোল চোৰ, লোকৰ বাৰীয়ে বাৰীয়ে ৰাতি তামোল চুৰি কৰিব, তাৰ পিছত সেইবোৰ হাটত বেচিব। কাম-বন কৰাৰ মন নাই, চুৰি কৰিয়ে তাৰ জুতি লাগে। পিছে সিবাৰ কি হ'ল, আমাৰ ওচৰৰ গাঁৱৰ পৰমা মহাজনৰ বাৰীলৈকে সি তামোল চুৰি কৰিবলৈ আহিল। পৰমা মহাজনৰ বিশাল বাৰী, আৰু তামোলেই নহয়, কল-নাৰিকলকে ধৰি কি নাই বাৰীখনত? আৰু সেয়ে বোধহয় ফলমূলবোৰ চোৰে চুৰি কৰাৰ চিন্তাত মহাজনৰ ৰাতিৰ টোপনি বৰ পাতল, বাৰীৰ পকা ফল নালাগেই, বুঢ়া পাত এটা সৰি পৰিলেও হেনো সেই শব্দতে তেওঁ সাৰ পাই উঠে। এই কথা আমাৰ গাঁৱৰ চোৰবোৰে জানে, গতিকে সেই বেটাহঁতে উপাৰ্জন বিনে পেটত লাগে পানী-গামোচাই বান্ধি থ'ব, তথাপি পৰমা মহাজনৰ বাগানত উকি এটাও নামাৰে। কিন্তু ই বেটা 'জঁকা'ই (চকিদাৰৰ হাঁহি, লগতে সংগীৰো যোগদান) দূৰৈৰ গাঁৱৰ হোৱা হেতুকে অহকাণে-পহকাণে পৰমা মহাজনৰ বাৰীখনৰ কথা শুনিলেও গছৰ পাত সৰি ভগা বুঢ়াৰ পাতল টোপনিৰ কথা নাজানিছিল বোধহয়। গতিকে এদিন ৰাতি সি সোমাল মহাজনৰ বাৰীত। আৰু পায় কোনে? লগেলগেই পাতল টোপনিৰ মহাজনে সাৰ পাই উঠি তাক খেদি গ'ল। পৰমা মহাজনৰ বয়স হ'ব পাৰে প্ৰায় তিনিকুৰিৰ ওচৰ, কিন্তু বাৰীৰ টাটকা ফল-মূল খাই শৰীৰত একেবাৰে ভীমৰ দৰে বল। সেই পালোৱান মূৰ্তিয়েম যি চোঁচা ল'লে দেখি ই বেটা জঁকা চোৰৰ ধাতু উৰি গ'ল আৰু দিগ্‌বিদিগ্‌ জ্ঞানশূন্য হৈ লৰ ধৰিলে। মহাজনেও ঘৰৰ কাকো নজগাই গ'ল পিছে পিছে খেদি, অকলেই। অৱশ্যে গাঁত ভীমৰ বল হ'লেও ভৰি-বলী নহয় (আকৌ দুয়োৰো হাঁহি)— আমাৰ ই জঁকাইচুকীয়া গাঁৱৰ জাজাচোৰ কিন্তু (এইবাৰ মোৰো ওঁঠত বিৰিঙিব ধৰা হাঁহিটো সংযত কৰা টান হৈ পৰিছিল) পালোৱাৰ প্ৰেকটিচ কৰি কৰি

পবন পুত্ৰৰ দৰেই হৈ পৰিছিল। গতিকে তাৰ আৰু মহাজনৰ মাজত বাঢ়ি অহা দূৰত্বটোত বেচেৰাৰ বোধহয় ভাব হৈছিল যে তামোল চুৰি কৰিব নোৱাৰিলেও সি বোধহয় ভীমৰ পৰা সৰিল। কিন্তু মৃত্যু যাৰ বাবে খাপ পাতি বহি থাকে, সি আৰু তাৰপৰা বাচে কেনেকৈ? হ'ল কি, পথাৰৰ এফালে কুলীয়ে মাটি কাটি নি কাৰোবাৰ ভেটি বন্ধাৰ ফলত তাত এটা পুখুৰী হৈ গৈছিল, কালক্ৰমত তাত মেটেকা, পুনীয়ে ঢাকি ধৰিছিল। তামোল চোৰ আমাৰ গাঁৱৰ নহয় বাবে সেই পুখুৰীৰ কথা নাজানিছিল, ফলত দৌৰি গৈ অজানিতে সি তাতে পৰিলগৈ। তাৰপিছত বা কি হ'ল, দৌৰি দৌৰি ভাগৰি পৰি, মেটেকা-পুনিত জোটাপোতা লাগিয়েই নেকি সি পানীৰ পৰা আৰু উঠিব নোৱাৰিলে। তাতেই মৰিল, হয়তো হাৰ্টফেল কৰিলে বপুৰাই। তাৰ পিছত তাৰ লাচটো কেনেকৈ জানো আমাৰ ডাক্তৰ চাৰে কিনি আনিলে।'

চকীদাৰৰ সংগীৰ লগতে ময়ো কাহিনীটো তন্ময় হৈ শুনি আছিলো। এইবাৰ মই মতা জঁকাটোৰ ফালে ইমানপৰে অকামিলা হৈ থকা চকুযোৰৰ দৃষ্টি নিক্ষেপ কৰিলোঁ. মোৰ চাৱনিত পুতৌ ফুটি ওলাছিল, কিন্তু তাত ঘৃণা আৰু বিতৃষ্ণাৰ পৰিমাণহে বেছি আছিল। বেটা চোৰ, এনে হেন মজবুতি আৰু বেগী ভৰি দুকন পায়ো তাৰ সদ্ব্যৱহাৰ কৰিব নিশিকিলি, সেই অমূল্য সম্পদক চোৰৰ পলায়ন বিদ্যাৰ কামত হে লগালি, নিজৰ ভৰিত থিয় হ'ব নিশিকিলি— ধিক্ তোৰ জীৱন আৰু তাতকৈও ধিক্ তোৰ এই আও মৰণ!

'বাৰু, এইবাৰ মাইকী জঁকাটোৰ কাহিনী কচোন ব্ৰাদাৰ—'

চকীদাৰে চকীত দৃষ্টি হানি এবাৰ দুৱাৰৰ পিনে চালে, হলটোতো ঘূৰি-পকি লৈ ফিজিওথেৰাপি কৰি থকা ৰোগীসকলক এবাৰ পৰিদৰ্শন কৰি আহিল, তাৰ পিছত পুনৰ সংগীৰ ওচৰত টুলখনত বহি লৈ অলপ বিতৃষ্ণাৰেই যেন ক'লে— 'এই জঁকাজনীৰ কথা ক'বলৈ আৰু কিটো আছে? ক'ৰবাৰ বেমাৰী ভিখাৰী তিৰোতা, নিশ্চয় দেচুৱালী হ'ব। আমাৰ এই চেন্টাৰৰ ফুটপাথতে বোলে মৰি পৰি আছিল, পেটত বোলে কেঁচুৱাও আছিল চালি ৰাণ্ডী ক'ৰবাৰ'।

অলপ আগতে সংগীক অশ্লীল কথা কোৱাৰ বাবে সকীয়নি দিয়া চকীদাৰে এতিয়া নিজেই পাৰিপাৰ্শ্বিকক বিস্মৃত হৈ অশ্লীল মন্তব্যটো দিলে আৰু লগে লগে মুখখন কৌতূহলৰ বিকৃত হাঁহিৰে চিকচিকাই উঠা সংগীয়েও কৈ উঠিল— 'আবে চালা, এইটোতো বৰ জব্বৰ কাহিনী শুনালি! তাৰ পিছত কচোন ক, তাইৰ পেটৰ বাচ্চাটো কেনেকৈ উলিয়ালে—'

চকীদাৰৰ পুনৰ আগৰ দায়িত্ববোধ উভতি আহিছিল। সি চেপা খঙৰ মাতেৰে ক'লে— 'চুপ্ কৰ চালা, আৰু মই সেইবোৰ বেছি একো নাজানোও, মই ইয়ালৈ কাম কৰিবলৈ অহাৰ আগৰে ঘটনা সেইবোৰ। আৰু শুন তই ইয়ালৈ এনেকৈ সঘনে আহি নাথাকিবি, ছাৰহঁতে গম পালে খং কৰিব; এতিয়া যাগৈ যা, বাইদেউহঁত ঘূৰি অহাৰ সময় হ'ল—।'

ইফালে মই খঙত উতলিব ধৰিছিলোঁ, উত্তেজনাত মোৰ পেডেল মৰা ভৰিৰ গতি খৰ হৈ উঠিছিল, যদিও প্ৰায় এঘণ্টামান পেডেল মাৰি মোৰ যথেষ্ট ক্লান্তি আহিছিল। উস্ চোৰৰ কাহিনীতকৈ বোলে ভিখাৰিণীৰ কাহিনীত ক'ব লগা একো নাই! হেৰৌ, সেইটোৱেই দেখোন প্ৰধান কাহিনী, সৰ্বকালৰ সকলো দুখিনী নাৰীৰ চিৰন্তন কাহিনী, পুৰুষৰ দ্বাৰা লাঞ্ছিতা, ধৰ্ষিতা, অত্যাচাৰিতা হোৱাৰ কাহিনী! পিছে অ' তইতো সেইদৰে কবিয়েই— তয়ো যে সেই বীৰ পুৰুষ জাতিৰে এজন প্ৰতিনিধি পুৰুষপুঙ্গৱ। তহঁতেও অসহায় তিৰোতাৰ দেহটো— লাগে তাই লেতেৰী ভিখাৰিণীয়েই হওক— কাউৰী কুকুৰে খোৱাদি ছিন্নভিন্ন কৰি খাবি আৰু তাৰ পিছত নিষ্ঠুৰ ব্যঙ্গৰ ঘৃণাৰে অশ্লীল মন্তব্য দিবি—।

খঙত, উত্তেজনাত মোৰ ভৰি দুখনত যেন আসুৰিক শক্তি আহি গ'ল, মই জোৰে জোৰে পেডেল মাৰিবলৈ ধৰিলোঁ আৰু মোৰ চকুৰ আগৰ পৰা সেউজীয়া বন-বনানী, উপলা নদীৰ কুলুকুলু ধ্বনিৰ কাল্পনিক মৃদু-মধুৰ ঝংকাৰৰ দৃশ্য সমন্বিতে সেই বৃহৎ ছবিখন অদৃশ্য হৈ গ'ল আৰু তাৰ ঠাইত কোনোবা পোষ্টাৰ মৰা মানুহৰ অদৃশ্য হাতে যেন লিপিটি খুৱাই এই ছবিখন লগাই দিলে ঃ 'জঁকা'জনী পৰি থকা ফুটপাথৰে এটা দৃশ্য— এজনী তিৰোতা, উলংগ, দুই ভৰিৰ তাইৰ ফাঁকেৰে ওলাই আহিব ধৰিছে এটি মানব শিশু-এই পৃথিৱীৰ একচ্ছত্ৰী সম্রাট মানুহৰ এক প্ৰতিভু কিন্তু সি পৃথিৱীত ভূমিষ্ঠ হ'বলৈ ওলাইছে কোনো ৰাজকুমাৰৰ

দৰে নহয়। এই ছবিখন কিছুদিন আগতে আমাৰ দৈনিক বাতৰি কাকত এখনত ওলাই গৈছে। যদি আৰু অকৃত্ৰিম ছেন্‌ছেছনেলিজমৰ এক কুৎসিত প্ৰয়াস। নিজৰ মাতৃ ভাষাটোক শুদ্ধকৈ লিখিব নজনা আমাৰ বাতৰি কাকতৰ সাংবাদিকতাৰ হালধীয়া সাংবাদিকতাৰ চূড়ান্ত নিদৰ্শন। মোৰ ভৰি দুখন ৰুগীয়া, মই গুৱাহাটীৰ পৰা দূৰৈৰ এই ডিব্ৰুগড় চহৰত থাকো, গতিকে এই ফটোখন তোলা সাংবাদিকজনক লগ ধৰি মোৰ এই কথা সোধাৰ উপায় নাই যে তেওঁ এই ফটোখন তোলাৰ সময়ত, ভৰি দুখনৰ ফাঁকেৰে সংঘটিত হ'ব ধৰা পৃথিৱীৰ ভিতৰতে মহত্তম, অনিৰ্বচনীয়, আশ্চৰ্যজনক আৰু সুন্দৰ কাৰ্যটোৰ ফটোখন তোলাৰ সময়ত মাতৃগৰাকীৰ যন্ত্ৰণা-বিকৃত মুখখন দেখিছিল নে নাই (যি যন্ত্ৰণাৰ মাজেৰে এদিন সেই ফটোগ্ৰাফাৰৰ মাতৃয়েও তেওঁকো ঠিক তেনেকৈয়ে এই পৃথিৱীলৈ আনিছিল)। মোৰ এই কথাও জানিবৰ উপায় নাই যে ফটোখন তোলাৰ পিছত তেওঁ সেই মাতৃগৰাকীৰ উলংগ গাটো ঢাকি দিবলৈ বিচাৰ-খোচাৰ কৰি ক'ৰবাৰ পৰা কাপোৰ এডুখৰি আনিছিল নে নাই, জানিবৰ উপায় নাই, প্ৰসৱৰ পিছত সেই মাতৃ আৰু নৱজাতকক বচাবলৈ ফুটপাথৰ পৰা ওচৰৰ কোনোবা হাস্পতাল বা মাতৃ আৰু শিশু মঙ্গল প্ৰতিষ্ঠানলৈ লৈ যোৱাৰ ব্যৱস্থা কৰিছিল নে নাই, মোৰ আৰু এটা কথা জানিবৰ উপায় নাই, ফুটপাথৰ এই 'মাতৃত্ব' অনাকাংক্ষিত নে আকাংক্ষিত, স্বামীৰ লগত মিলনৰ মধুৰ ফল নে কোনোবা বৰ্বৰ পুৰুষৰ বিকৃত কামনাৰ কুফল? পিছে পিছৰতো হোৱাৰে সম্ভাৱনা বেছি, নহ'লে এনেকুৱা সময়ত তাইৰ স্বামী ওচৰত নাথাকিলেহেঁতেন নে, যিমানেই দৰিদ্ৰ নহওক সেই স্বামীয়ে আসন্ন-প্ৰসৱা ঘৈণীয়েকৰ গাত অন্ততঃ এখন কাপোৰ জাপি নিদিলেহেঁতেন নে?

ফটোগ্ৰাফাৰজনৰ ফটোখন তোলাৰ সময়ত এই ভাববোৰ মনত খেলাইছিলনে? মাতৃৰ মহান সৃষ্টিকাৰ্যক এইদৰে কলংকিত কৰাত তেওঁ নিজেও এক মাকৰ পুতেক হোৱাত ন্যায়সংগত ক্ৰোধত জ্বলি উঠিছিল নে? নাই, নিশ্চয় নাই, জ্বলি উঠা হ'লে তেওঁ ফটোখন তুলিবই নোৱাৰিলেহেঁতেন।

মই জোৰে জোৰে পেডেল মাৰিবলৈ ধৰিলো। পৰিশ্ৰমত, উত্তেজনাত, ক্ৰোধত মোৰ মুখৰ পৰা দৰ্‌দৰ্‌কৈ ঘাম ওলাবলৈ ধৰিলে। উস্— আমাৰ মাইকী মানুহৰ এই যে ভৰি দুখন! এই দুখন যদি আমি কেতিয়াও ফাঁক নকৰাকৈ ৰাখিব পাৰিলোহেঁতেন, তেন্তে তেতিয়া সৃষ্টিৰ দুৱাৰখনকে বন্ধ কৰি ৰখাৰ এক বিৰাট বৈপ্লৱিক প্ৰতিবাদৰ কাৰ্য সংঘটিত কৰি পেলাব পাৰিলোহেঁতেন আৰু তেতিয়া পুৰুষতো পুৰুষেই, স্বয়ং ভগবানেও আহি তেওঁৰ সৃষ্টি ৰক্ষাৰ বাবে আমাৰ মাইকী মানুহবোৰৰ হাতে-ভৰিয়ে ধৰিব লগা হ'লহেঁতেন। আঃ- ঘটনাটোৰ কল্পনাতেই মোৰ মুখৰ পৰা তৃপ্তিৰ শব্দ এটা নিৰ্গত হৈছিল।

তাৰপিছত আৰু এটা ঘটনা ঘটিছিল, অৱশ্যে আকৌ মোৰ মনোৰাজ্যতে। এই ভৰি ফাঁক কৰাৰ প্ৰসংগতে নেকি, মোৰ চকুৰ আগৰ পৰা বাতৰি কাকতৰ সেই সন্তান প্ৰসৱ কৰি থকা ছেনছেছনেল্ ছবিখনো আঁতৰি গৈছিল আৰু তাত আন এখন ছবি লিপিট খাই ধৰিছিল। সেই ছবিখন আছিল হান্ ক্ৰিষ্টিয়ান এণ্ডাৰছনৰ সাধুৰ লিটল্ মাৰমেড্‌জনীৰ, তাই সাগৰৰ ঢৌৱে ঢৌৱে মনৰ আনন্দত সাঁতুৰি ফুৰিছে, তাইৰ উৰ্দ্ধাংগ সাধাৰণ মানবীৰ দৰে হ'লেও নিম্নাংগ হ'ল মাছৰ ফিছা— অৰ্থাৎ মানবীৰ দৰে তাইৰ দুখন ভৰি নাই।

এতিয়া এই ছবিখন মোৰ বেডৰুমৰ পৰা আহি যেন ঘন কনি আৰু নিজৰাৰ ছবিখনৰ ওপৰতে লিপিট খাই লাগি ধৰিলেহি। আজি কিছুদিনৰ আগৰ কথা। ৰবীন কলিকতালৈ গৈছিল তাৰ ব্যৱসায়ৰ কামত, তাৰ পিছত খিদিৰপুৰত থকা বিদেশী বজাৰখনত ঘূৰি পকি ইবিধ সিবিধ বস্তু চাই থাকোতে আৰু কিনোতে তাৰ হেনো এখন প্ৰকাণ্ড টাৱেললৈ চকু পৰিল, যিখনত লিট্‌ল মাৰ্‌মেডৰ এই ছবিটো অঁকা আছে। ৰবীনে লিট্‌ল মাৰ্‌মেডৰ গল্পটোৰ প্ৰতি থকা মাকৰ দুঃখানুভূতিখিনিৰ উমান পায়, সেয়ে লগে লগেই সি টাৱেলখন কিনি পেলাইছিল। পিছে মোৰ মৰমৰ জলকন্যাজনীৰ ছবিখন গাত মোহাৰি মোহাৰি তাইক ধূসৰ কৰি পেলোৱাৰ সত নগ'ল, সেয়ে মোৰ বেডৰুমৰ দেৱালতে সেইখন ছবিৰ দৰেই ওলোমাই থ'লো।

এতিয়া সেই ছবিখনেই আহি এই ফিজিওথেৰাপি চেন্টাৰটোত মোৰ চকুৰ আগতে ওলমি ৰ'লহি আৰু তাইৰ অখণ্ড ফিছাখনলৈ চাই মোৰ মনটো বিজয়ৰ এক পৈশাচিক উল্লাসত ভৰি গ'ল— এই ধুনীয়া জলকন্যাজনীৰ অন্ততঃ মানবীৰ ভৰিৰ দৰে দুখন ফিছা নাই, কোনো পুৰুষ জলকোঁৱৰে— কিন্তু সেইখিনিলৈ ভবাৰ লগে লগে মোৰ মনত যেন এক ভূমিকম্পৰ জোঁকাৰণি লাগিল, সাগৰৰ ঢৌ, সাগৰৰ পানী— সকলো

*ওলট পালট হ'বলৈ ধৰিলে। তাত জলকন্যাজনীয়ে ভীষণ জোৰে হাঁহিবলৈ ধৰিলে। ইস্ মই জলকন্যাৰ পিছৰ কৰুণ কাহিনীটো কিয়, কেনেকৈ কি ভ্ৰান্তিত বাৰু পাহৰি পেলাইছিলোঁ? সেই একে হৃদয়হীন পুৰুষৰ প্ৰৱঞ্চনাৰ কাহিনীয়েই এইটো। প্ৰিয়তম ৰাজকুমাৰৰ লগত মিলিত হ'বলৈ মোৰ অকণমানি আজলী জলকন্যাজনীয়ে জানো তাইৰ সুৰীয়া গীত নিগৰি ওলোৱা জিভাখনৰ বিনিময়ত ডাইনীৰ পৰা ফিচাৰ সলনি ভৰি দুখন কৰি নল'লে?* (উস-আকৌ সেই দুখন ভৰি।) কিন্তু বিনিময়ত তাই কি পালে? আমাৰ দুষ্মন্তই শকুন্তলাক চিনি নোপোৱাৰ দৰেই দেখোন ৰাজকোঁৱৰেও তাইক চিনি নাপালে আৰু শেষত তাই সাগৰৰ বুদবুদ হৈ গভীৰ নীলা পানীতে চিৰকাললৈ হেঁৰাই যাব লগা হ'ল। একপ্ৰকাৰ যেন স্বামী-লাঞ্ছিতা সীতাই পাতাল মাতৃৰ গৰ্ভত লীন হৈ যোৱাৰ দৰেই ঘটনা!

যথানিয়মত ৰবীনে মোক তাৰ গাড়ীৰে ঘৰলৈ নিব আহিছিল। সি মোক সদায় থৈও যায়, কিন্তু দোতালাত উঠাৰ সময়ত তাৰ সাহায্য মই নলওঁ, কওঁ-এইখিনি মোক নিজৰ ভৰি দুখনৰ ওপৰত নিৰ্ভৰ কৰিবলৈ দেচোন— যি কষ্ট হয় হ'ব।

'মা, তোমাক আজি কিয় ইমান ৰান্‌ডাউন দেখাইছে? আজি চাইকেল চলাওঁতে বেছি কষ্ট হ'ল নেকি?'

মই বিৰস মুখেৰে ক'লো— 'চাইকেল চলাওঁতে সদায়ে মোৰ কষ্ট হয়, কিন্তু সেই কষ্ট বেছিখিনি মানসিক। মোৰ মনত পৰে যে মোৰ ভৰি দুখনৰ যি বিষ তাৰ মূলতে হ'ল আমাৰ পুৰুষ-প্ৰধান সমাজৰ দ্বাৰা নিৰ্দ্ধাৰিত নীতি-নিয়ম। সেই ৰক্ষণশীল নিয়মৰ বাবেই সৰুকালত মোৰ ইমান হেঁপাহ থকা সত্ত্বেও কোনেও মোক চাইকেল চলাব নিদিছিল, এনেকি মোৰ বাওঁপন্থী ভাবধাৰাৰ ককাইদেৰেও। চাইকেলত উঠিলেই মই দাংকাটি আখ্যা পাম আৰু তেতিয়া মোৰ বিয়া হোৱাটো টান হ'ব। সেইবাবেই মই মনৰ হেঁপাহটো পূৰাবলৈ শেষ ৰাতিতে উঠি সকলোবোৰ শুই থকাৰ সময়ত অন্ধাৰতে চাইকেল চলাই ফুৰাৰ ফলত এবাৰ কিবা এটাত খুন্দা মাৰি দি পৰি গৈ ভৰি ভাঙি তিনিমাহ যে বিছনাত পৰি থাকিলোঁ জানই নহয়। সেই বিষেই এতিয়া বোলে বুঢ়া বয়সত উক দিছে। মতা মানুহৰ আধিপত্য চলা সমাজ বাবেই মোৰ আজি ভৰি দুখনৰ এই দুৰ্দশা। সেইকাৰণে মনটোতো সদায় অশান্তি লাগি থাকেই, আজি আকৌ তিৰোতাৰ ওপৰত চলা অত্যাচাৰৰ এনে কাহিনী শুনিলো যে মনটো আৰু বিমৰ্ষ হৈ গ'ল।'

ৰবীনে সেই অস্বস্তিকৰ প্ৰসংগ এৰাবলৈকে বোধহয় ক'লে— 'তোমাৰ প্ৰহসনটো চোৱাচোন মা-যি চাইকেল চলোৱা কাৰ্যই তোমাৰ ভৰিৰ এই দুৰ্দশা কৰিলে, সেই চাইকেল চলাই চলায়ে এতিয়া তুমি ভৰি নিৰাময় কৰিব লাগিব।' কথাখিনি কৈ ৰবীনে হাঁহিলে, মই কিন্তু তাৰ লগত হাঁহিত যোগ নিদিলোঁ, মোক আজি অন্য চিন্তা এটাই বাৰে বাৰে অন্যমনস্ক কৰি ৰাখিছিল।

ঘৰ পোৱাৰ পিছত স্বামীয়ে লাঠিত ভৰ দি খোৰাই খোৰাই আগবাঢ়ি আহি ক'লে— 'আজি দেখোন পলম হ'ল? চাইকেল খালী নাছিল নেকি?'

মোৰ আজি কাৰো লগতে বেছি কথা কোৱাৰ মন নাছিল, মোৰ কেৱল নিজৰ চিন্তাতে ডুবি থাকিবৰ মন গৈছিল। তথাপি কৰ্তব্য বুলিয়েই এনেয়ে দেৰী হ'ল বুলি কৈ তেওঁৰ ভৰিৰ খবৰ ল'লোঁ। মানুহজনো মোৰ দৰেই খোৰা হ'ল, অৱশ্যে সেই অৱস্থাটো সাময়িক, কাৰণ বাথৰুমত পৰি মোচোকা খাই ভৰিত যি বিষ হৈছে, সি কিছুদিন পিছতে ভাল হৈ যাব বুলি ডাক্টৰে কৈছে। হাজাৰ হওঁক সুবিধা-পুষ্ট পুৰুষৰ ভৰিতো!

সন্ধিয়া হ'ল। চিৰাচৰিত নিয়মমতে আমি দুয়ো, মানে মই আৰু গৃহস্থই আগফালৰ বাৰাণ্ডাত বহি ইটো সিটো কথা পাতি আছিলোঁ। কিন্তু সেইটো আমাৰ চিৰাচৰিত নিয়ম হ'লেও সেইদিনা মই আমাৰ সেই খুচুৰা কথাবোৰত মন বহুৱাব পৰা নাছিলোঁ। মই তলে তলে অলপ অধৈৰ্যই হৈ উঠিছিলো। ৰবীনৰ আগত নন্দিতাক মাতি পঠোৱাৰতো বহুত সময়েই হ'ল, কিয় তাই এতিয়ালৈকে অহা নাই? কিবা ভয় খাইছেনেকি বাৰু? এদিনতো ৰবীনে মোক কৈছিলেই 'মা, নন্দিতা আমাৰ ঘৰলৈ আহিলে তুমি কিয় মুখখন আহাৰ-মহীয়া মেঘৰ দৰে ওন্দোলাই থাকা? তাই সেইবাবে তোমাৰ আগত কেতিয়াও সহজ হ'ব নোৱাৰে। তুমি এনেকুৱা কৰি থাকিলে তোমালোকৰ সম্পৰ্ক দেখোন সেই চিৰন্তন শাহু-বোৱাৰীৰ তিতা সম্পৰ্কই হৈ থাকিব?'

শাহু-বোৱাৰী! হুঃ। নন্দিতাক বোৱাৰী কৰাৰ মোৰ একেবাৰেই ইচ্ছা নাছিল, বাপেক নোহোৱা ছোৱালী, ঘৰৰ অৱস্থা সাধাৰণ, দেখাতো তাই একো অপেশ্বৰী নহয়। ইফালে ৰবীন আমাৰ একেটি ল'ৰা, তাৰ বাবে

কিমান ভাল ঘৰৰ ভাল ভাল ছোৱালী যঁচি আছে! কিন্তু নাই, মোৰ ল'ৰা একেবাৰে একনিষ্ঠ প্ৰেমিক! নন্দিতাৰ দৰে ছোৱালীৰ হেনো কোনো সমকক্ষই হ'ব নোৱাৰে, তাইৰ বাহিৰে অইন ছোৱালী সি হেনো কেতিয়াও বিয়া কৰোৱাৰ কথা কল্পনাও কৰিব নোৱাৰে। কেৱল মাকৰ প্ৰতি মৰম দেখুৱাই সি এইটো প্ৰতিশ্ৰুতি দি থৈছে যে মই সন্মতি নিদিয়ালৈকে সি নন্দিতাক বিয়া নকৰায়। বাপেকৰতো মত-অমত বোলা কোনো কথাই নাই— তেওঁ হাঁহেৰেও ৰাজী, বাঁহেৰেও ৰাজী।

তাৰ পিছত আজিৰ সেই ফিজিওথেৰাপিৰ চেষ্টাৰৰ ঘটনাবোৰ। মই কোন পুৰুষৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠিছোঁ বাৰু? নাৰীক প্ৰবঞ্চনা আৰু লাঞ্ছনা কৰা 'পুৰুষ' দেখোন ময়ো এজন, মোৰ ল'ৰা 'পুৰুষজনতো নহয়।

অলপ পিছত নন্দিতা আহিল, অকলেই। ৰবীন অইন ক'ৰবালৈ গুচি গ'ল বোধহয়। নিশ্চয় ভয়তে, মই নন্দিতাৰ লগত এখুন্দা লগোৱাৰ সম্ভাৱনাৰ ভয়তে। মোৰ আগত সি নন্দিতাৰ ফলীয়াও হ'ব নোৱাৰে। বেচেৰা। 'অ' খুৰা-খুৰী! আন্ধাৰতে বহি আছে দেখোন, ৰাস্তাৰ পোহৰৰ পৰা অহা বাবে মই প্ৰথমতে ধৰিবই পৰা নাছিলোঁ—'

'নন্দিতা, আমাক, খুৰা-খুৰী নুবুলি খোৰা-খুৰী বোলাই ভাল, বেছি এপ্ৰ'প্ৰিয়েট—'

আমাৰ হাঁহিত নন্দিতাই সংকোচেৰে যোগ দিলে যদিও তাই ক'লে— 'খুৰাই যে কি কথাবোৰ কয়।'

মই ক'লো— 'নন্দিতা, তুমি আমাক খুৰা-খুৰী, খোৰা-খুৰী, একো বুলি মাতিব নালাগে, মাতিবা— মা, দেউতা। আৰু শুনা ঃ আমাৰ ৰবীন সকলোপিনে বলশালী ডেকা, তাৰ জীৱনৰ আত্ম-বিশ্বাসৰ শিপা বহু গভীৰলৈ পোতা, কিন্তু সেইবুলি তুমি যেন লতাৰ দৰে তাক মেৰিয়াই নধৰা, নিজৰ শিপাও যেন একে গভীৰলৈ বিয়পাই দিব পাৰা। নাৰী-মুক্তিৰ চাবি-কাঠিও তাতেই। পিছে এইখিনি কথা তোমাক নক'লেও চলিলহেঁতেন, তুমি যে কেতিয়াও লতা নোহোৱা, সেই বিশ্বাস তোমাৰ ওপৰত আছে, কাৰণ তোমাৰ নিজৰ ওপৰত থিয় দি থাকিব পৰা দুখন সবল ভৰি আছে।

আন্ধাৰত মই নন্দিতাৰ মুখখন ভাল দেখা নাছিলো, তথাপি এই বিশ্বাসে মোক তৃপ্তি দিছিল যে তাইৰ মুখখন আনন্দ আৰু আত্ম প্ৰত্যয়ৰ প্ৰভাৱে জ্যোতিষ্মান হৈ উঠিছে।

(গৰীয়সী)

# ময়ূৰ

আজি এতিয়ালৈকে এটা ময়ূৰো বিভাৰ চকুত পৰা নাই। অথচ তাইৰ হিচাপত এইখন ঠাইত পাঁচটামান ময়ূৰ আছে— অন্ততঃ তাই সন্মুখৰ গছডাল আৰু সন্মুখৰ মানুহ ঘৰৰ আৰু নিজৰ ঘৰৰ ছাদত মিলি একেলগে পাঁচটা ময়ূৰেই দেখিছে। অৱশ্যে সেই এদিনেই যি একেলগে ইমানকেইটা ময়ূৰ দেখাৰ সৌভাগ্য হৈছিল। সেইদিনা তাই হঠাতে আশাতীতভাৱে বহুত পানী পোৱাত একেলগে ধোৱা বহুতবোৰ কাপোৰ ঠাইৰ অভাৱত ছাদত মেলি দিবলগা হৈছিল। নহ'লে সিহঁতৰ পাৰ্ট হাউছটোৰ লগতে আনটো পাৰ্ট হাউছৰ অধিবাসীৰ লগত মাজৰ যিডোখৰ চাৰিকোণীয়া খালী ঠাই অংশীদাৰ হৈ ভোগ কৰিবলৈ পাইছে, তাৰে এফালে অৰ্থাৎ সিহঁতৰ ফালে ৰছী লগাই কাপোৰবোৰ মেলাৰ ব্যৱস্থা কৰি লোৱা হৈছে। অৱশ্যে তাই অহাৰ আগতেই প্ৰতাপে এইবোৰ ব্যৱস্থা কৰি থৈছে। মাজৰ সেই পকী চোতালখনৰ এফালে পানীৰো চৌবাচ্চা আছে, তাৰ পৰা পানী বাল্টিত ঢালি লৈ সেই পকী চোতালৰ এটা অংশতে কাপোৰ ধুবলগা হয়। কিবা কাৰণত ইয়াৰ ঘৰবোৰৰ বাথৰুমবোৰ বৰ সৰু, কোনোৱে বাথৰুমৰ ভিতৰত কাপোৰ নোধোৱে। প্ৰায় সকলোৱে ঘৰৰ ভিতৰত এনে পকী চোতাল থাকে, তাতেই সকলোৱে কাপোৰ ধোৱে। বিভাই সেই পকী চোতালৰ ওপৰৰ দুইতলাৰ অংশখিনিৰ মাজভাগত লোহাৰ মজবুত পাতেৰে চাৰিচুকীয়াকৈ বনাই থোৱা প্ৰকাণ্ড জালিখন দেখি আচৰিত হৈছিল। দুইতলাৰ মানুহঘৰ অৰ্থাৎ ঘৰৰ মালিকে বাৰু কি ভাবি এই জালিখন বনাইছে? তলৰ ভাৰাতীয়া মানুহ দুঘৰৰ গতিবিধি নিৰীক্ষণ কৰিবলৈ নেকি? অদ্ভুত চোৰাংচোৱাগিৰিৰ ব্যৱস্থা তো!

পিছে প্ৰতাপক এই কথা কোৱাত সি ঢেক্‌ঢেকাই হাঁহি দিছিল। বিভাৰ অজ্ঞতাত সি খুব ফূৰ্তি পাইছিল আৰু তেতিয়া জ্ঞানীয়ে অজ্ঞানীক বুজোৱাৰ একধৰণৰ আত্মপ্ৰসাদৰ সুৰেৰে কৈছিল— 'তোমাৰো যে চিন্তা বিভা, কোনোবাই নো ভাৰাতীয়াৰ ওপৰত চোৰাংচোৱাগিৰি কৰিবলৈ এনে ব্যৱস্থা কৰিবনে! অৱশ্যে তোমাক দোষো দিব নোৱাৰি, তুমি অসমৰ পৰা এই মৰুভূমিৰ দেশখনলৈ নতুনকৈ আহিছা, ইয়াৰ ভূ-ভা কেনেকৈয়ে বা পাবা? ইয়াৰ একতলা দুইতলা সকলোবোৰ ঘৰৰ মাজতে এনে এডোখৰ খালী ঠাই ৰখা হয়েই— আৰু তাত লোহাৰ ডাণ্ডৰ পাতৰ জালি লগোৱা থাকে। কাৰণটো কি জানা? এইবোৰ ঠাই হ'ল মৰুভূমিৰ ঠাই, গৰমৰ দিনত ভয়ংকৰ গৰম, ঠাণ্ডাৰ দিনত ভয়ংকৰ ঠাণ্ডা। গৰমত বতাহ বোলে পাতল হয় আৰু তেতিয়া সি ওপৰলৈ উঠি যায়, তাৰপিছত সেই ঠাইলৈ ঠাণ্ডা গধুৰ বতাহ নামি আহে। এইবোৰ বৈজ্ঞানিক কথা, স্কুলৰ কিতাপত তুমিও হয়তো পঢ়িছা। এতিয়া শুনা, লোহাৰ জালিবোৰ হেনো ঘৰবোৰৰ মাজত এইকাৰণেই বনোৱা হয়, চাৰিওফালৰ গৰম বতাহ থুপ খাই এইজালিৰ ফাঁকেৰে ওপৰলৈ ওলাই যায় আৰু অলপ হ'লেও ঘৰবোৰ ঠাণ্ডা পৰি থাকে।'

বিস্ময় বিস্ফাৰিত চকুৰে প্ৰতাপৰ কথা শুনি থকা বিভাই এতিয়া মাত লগাইছিল— 'কিন্তু বৰষুণ পৰিলে দেখোন চাৰিওফালে তিতি একাকাৰ হ'ব। ছাদখনৰ ওপৰতো একে প্ৰকাণ্ড জালি।'

প্ৰতাপে আকৌ হাঁহিছিল— 'বৰষুণৰ দুশ্চিন্তা এই মৰুভূমিৰ মানুহে নকৰে নহয়, আশাহে কৰে। ইয়াত বৰষুণ খুব কম বাবে মানুহে ঘৰ তিতিলে কেয়াৰেই নকৰে, অলপ সময়হে বৰষুণ দিব। আমাৰ অসমৰ বাৰিষাৰ একেলেথৰিয়ে কেবাদিনো চলা বৰষুণ তুমি ইয়াত নোপোৱা। সেয়ে বৰষুণত ইয়াত মানুহে ছাতি নোলোৱাকৈয়ো ওলাই যায়, কিছু পিছত বৰষুণ থামিবই আৰু শুকান ঠাইৰ গুণ অনুযায়ী গাৰ কাপোৰো গাতেই সহজে শুকাই যাব।'

'ইছ্— মই হ'লে বৰষুণত ছাতি নোলোৱাকৈ নোলাওঁ দেই, গাত কাপোৰ লিপিট খাই ধৰিব, মাইকী মানুহ তেনেকৈ ওলাব নাপায়, একপ্ৰকাৰৰ অসভ্যালি নহয়নে বাৰু?' বিভাই এটা লাজকুৰীয়া হাঁহি মাৰি কৈছিল। তাই দেখাত ধুনীয়া নহ'ব পাৰে, কিন্তু এটা অতি আকৰ্ষণীয় পুৰঠ দেহৰ অধিকাৰী বুলি তাই সজাগ। এতিয়া বৰষুণত তিতাৰ কথাত চিনেমাৰ অভিনেত্ৰীসকলৰ বৰষুণত তিতি প্ৰকট হোৱা শৰীৰৰ দৰেই তাইৰ নিজৰ চকুতে তেনেকৈ তিতা তাইৰো শৰীৰটো কল্পনাতে প্ৰকট হৈ উঠিছিল।

পিছে প্ৰতাপৰ চিন্তা ঘৈণীয়েকৰ বৰষুণত তিতা গাটোৰ পিনে নহয়, অইন ফালেহে ধাৱিত হৈছিল। সি গহীনভাৱে কৈছিল— 'বৰষুণ ইয়াত কি আপুৰুগীয়া বস্তু তুমি নো এইদেশলৈ নতুনকৈ আহি কি বুজিবা!

চৌবাচ্চাত কিছু হ'লেও যে ভৰা পানী পাইছা, তাৰ কাৰণটো যোৱাবছৰ হোৱা যথেষ্ট বেছি পৰিমাণৰ বৰষুণ বুলি ক'ব পাৰা। আজমীৰৰ পৰা ট্ৰেনেৰে আহোঁতে পাৰ হৈ অহা ছিনৰি নামৰ বালিৰ শুকান নৈখন তো দেখিছিলাই, তাৰ তলত কিছু পানী যোৱাবছৰ জমা হ'ব পাৰিলে বাবেহে ইয়াৰ মিউনিচিপালিটিয়ে তাৰ পৰা পানী পাম্প কৰি উলিয়াই প্ৰতিদিনে নহ'লেও আমাক দুই-তিনিদিনৰ মূৰে মূৰে পানী সৰবৰাহ কৰিব পাৰিছে। মই ইয়াতে এনে দিনো পাইছোঁ— যেতিয়া কেৱল খোৱাপানী এটোপাৰ বাবে হাহাকাৰ কৰিবলগা হৈছে। অৱশ্যে প্ৰথম অৱস্থাতহে দেই, তেতিয়া পানী বেছিকৈ জমা কৰি থ'ব লাগে বুলি জনা নাছিলো বা খুৱাই ক'লেও সিমানকৈ গাত লগোৱা নাছিলো। আৰু সেই সময়টোও আছিল আগৰ বছৰ বাৰিষাত অতি কম পৰিমাণে বৰষুণ পৰা বছৰ। গতিকে শুকান ছিথ্ৰিৰ তলত সেই বৰষুণ কম পৰা বছৰবোৰত পানী বেছিকৈ জমা হ'বলৈ নেপায়। অ' ছিথ্ৰি মানে শুকানী, তোমাক কৈছিলোনে? মোৰ নামটোৰ মানে শুনাৰ দিনা আমাৰ শুকানী নামৰ মাহী এজনীৰ চেহেৰাটো মনলৈ ভাহি আহিছিল আৰু বৰ হাঁহি উঠিছিল। তেওঁ যদি বৰষুণত ছাতি নলৈ ওলায়ো, তুমি ভবাৰ দৰে মানুহে একো অসভ্য দৃশ্য দেখা নাপায়। তেওঁৰ শৰীৰটো তোমাৰ ঠিক বিপৰীত, ক'তো তিৰোতাসুলভ মঙহ যেন এচপৰাও নাই—' এইবাৰহে প্ৰতাপে বিভাৰ পিনে লুভীয়াৰ দৃষ্টি প্ৰসাৰিত কৰিছিল আৰু তাইক নিজৰ গাৰ কাষলৈ টানি আনিছিল।

ছিথ্ৰি। শুকানী। কিন্তু নদীখনেই বা অকলে কিয় এই নামটোৰ অপযশ বহন কৰিবলগীয়া হৈছে— বিভাই প্ৰথমতে সেই প্ৰশ্নটো তুলিছিল। 'তোমাৰ কৰ্মস্থলী এই ঠাইখনৰ নাম ছোজাট ৰোড হ'ব পাৰে কিন্তু ইয়ো তো একেই শুকানী। ইয়াৰ প্ৰকাণ্ড প্ৰকাণ্ড শিলেৰে বন্ধোৱা বাট-পথবোৰৰ (আমাৰ অসমৰ পাহাৰত থকা মন্দিৰবোৰৰ শিলেৰে বন্ধোৱা বাটৰ দৰেই অবিকল) দুদাঁতিৰ কাষৰ কংক্ৰীটৰ সৰু-ডাঙৰ ঘৰবোৰ পৰস্পৰৰ গাত লগা— এটা ঘৰৰ কাষৰ বেৰখনৰ লগত আনটো ঘৰৰ বেৰখন লগ লগা, গতিকে মানুহবোৰে ঘৰৰ দুয়োকাষে খিৰিকি সাজিব নোৱাৰে। পিছে খিৰিকিৰনো প্ৰয়োজনেই বা কি? সেই খিৰিকিৰেতো তুমি অসমৰ দৰে সেউজীয়া গছ-গছনি, পাহাৰ, পুখুৰী, জান, জুৰি, পানীৰে ভৰা নৈ নেদেখা (হায় ছিথ্ৰি নৈ!), দেখিবা কেৱল শিল-বালি-চিমেণ্টৰ শুকান ঘৰ কিছুমান।' অৱশ্যে বিভাই কেতিয়াবা ছাদত উঠি কাপোৰ মেলিবলৈ গ'লে দূৰণিত ভগা ভগা কিছু পাহাৰৰ শাৰি দেখা পায়, আৰু তেতিয়া আজমীৰলৈ ফুৰিবলৈ যোৱা আৰু অহাৰ সময়ত ট্ৰেনেৰে ৰে'ল লাইনৰ দুই দাঁতিত থকা পাহাৰবোৰ দেখি ভূপেন হাজৰিকাৰ গান এটাৰ এই শব্দকেইটা মনত পৰাৰ দৰেই আকৌ মনলৈ আহি যায়— ঐ শুকান পাহাৰ, ঐ নিলাজ পাহাৰ... সঁচায়ে যেন অতি নিলাজ এই শুকান পাহাৰবোৰ। বৰষুণেতো ইহঁতৰ গাবোৰ গাভৰু ছোৱালীৰ পূৰঠ গাৰ দৰে গছ-গছনিৰে ওফোন্দাই ৰখা নাই, প্ৰখৰ সূৰ্যইহে গাত সামান্য ঘাঁহ এডালৰো আৱৰণ নথকা এই মটীয়া ৰঙৰ নাঙঠ পাহাৰবোৰৰ গা চিকমিকাই ৰাখিছে। দিল্লীৰ পৰা আহমেদাবাদ-দিল্লী মেইলত উঠি নৱপৰিণীতা বিভাই স্বামী প্ৰতাপৰ লগত তেওঁৰ কৰ্মস্থলী ৰাজস্থানৰ ছোজাট ৰোডলৈ যাত্ৰা কৰাৰ পিছত ৰাতি হোৱা বাবে বাট-পথ একো দেখা নাছিল, কিন্তু এবাৰ ওচৰৰে আজমীৰ চহৰলৈ প্ৰতাপে তাইক ফুৰিবলৈ নিয়াত পিছত দুয়োফালৰ এনে শুকান পাহাৰবোৰ দেখি একৰকম শিয়ৰিয়ে উঠিছিল বিভাই— গাৰ ছালবোৰ বখলিয়াই, ভিতৰৰ প্ৰায় মটীয়া আৰু গুলপীয়া ৰং উলিয়াই যেন প্ৰকাণ্ড হাতীবোৰকহে পেলাই থোৱা হৈছে। দাঁতিয়ে-কাষৰেও কেৱল শিল আৰু শিল, বালি আৰু বালি। গছ-গছনিৰ নামত কেক্টাচজাতীয় বিবৰ্ণ সেউজ ৰঙৰ অ'ত ত'ত বালিৰ মাজত জোপোহা আৰু তৰুবা কদমজাতীয় গছ কিছুমান। তাই কিতাপত পঢ়া এইবোৰেই বোধহয় উটে খোৱা মৰুভূমি গছ। (অৱশ্যে পিছত তাই বাবুল নামৰ এই গছ উটে নাখায় বুলি গম পাইছে) তেতিয়া দেহ-মনত অসমৰ সেউজীয়া বোল লাগি থকা বিভাই মনৰ ভিতৰত শিয়ৰি উঠি ভাবিছিল— 'হে প্ৰভু, মোক এইখন কি শুকান দেশলৈ আনিলা?' এই ভাবটোৱেও বিভাক শিয়ৰাইছিল যে বহুত বছৰ ধৰি এই মৰুদেশত থকা, তাইৰ যাৰ লগত বিয়া হৈছে— সেই অচিনাকি-প্ৰায় মানুহজনো একে শুকান বুকুৰ মানুহ হৈ পৰা নাইতো? এই মানুহজনৰ বাহিৰে এই মৰুভূমিত তাইৰ আপোন মানুহ আৰু কোনোৱেইতো নাই— তেওঁৱেই তাইৰ দিন-ৰাতিৰ সংগী, সুখ-দুখৰ গৰাকী, প্ৰেম- পিৰীতিৰ লগৰী— এক কথাত এই মৰুভূমিৰ মৰুদ্যান। কিন্তু সেই আশা মৰীচিকাত পৰিণত নহ'বতো?

অৱশ্যে বিভাৰ সেই শংকা দুদিনতে আঁতৰিছিল। প্ৰতাপ মৰুভূমিৰ মানুহ হ'ব পাৰে, কিন্তু তেওঁৰ বুকুত

আছে মৰমৰ পানীৰে ভৰপূৰ এক পুখুৰী থকা এখন সুশীতল মৰূদ্যান। গতিকে তাই শংকা কৰামতে মৰুভূমিৰ মানুহ প্ৰতাপৰ লগত দাম্পত্য জীৱনত বিভাৰ কোনো কেণা লগা নাছিল।

কিন্তু ঠাইখন বৰ শুকান। ছাদৰ ওপৰত উঠি কাপোৰ মেলি দিবলৈ গৈ দূৰৈৰ শুকান আৰাৱল্লী পাহাৰলৈ (প্ৰতাপৰ মুখত বিভাই ৰাজস্থানৰ সকলোবোৰ পাহাৰেই আৰাৱল্লী পাহাৰৰ ঠাল-ঠেঙুলি বুলি শুনিছিল) চাই চাই বিভাই শুকান হুমুনিয়াহ এৰে। ইমান শুকান ঠাইৰ মানুহৰ প্ৰাণত কেতিয়াও দয়া-মায়া, বন্ধুত্ব, মৰম-চেনেহ থাকিব নোৱাৰে। কেৱল ঘৰ আৰু পাথৰৰ ঘৰ, শুকান ঘৰ। কাৰো ঘৰতে ফুলৰ বাগান, শাক-পাচলিৰ বাৰীকে ধৰি কোনোধৰণৰ সেউজৰ আয়োজন নাই দেখি চকু বিষায়। অথচ এইখন বোলে এখন গাঁৱেই নহয় কেৱল; সিহঁতৰ লক্ষীমপুৰৰ ঘিলামৰা, বৰদলনী আদিৰ নিচিনাই বৰ্ধিষ্ণু আৰু উন্নত গাঁও হোৱা বাবে একপ্ৰকাৰৰ সৰু-সুৰা চহৰ বুলিয়ে ক'ব পাৰি। কিন্তু ক'ত অসমৰ গছে-বনে ভৰা সেউজীয়া গাঁও আৰু ক'ৰ ইয়াৰ পাথৰ আৰু শিল-বালিৰে ভৰা গাঁও! অৱশ্যে এই চহৰৰ নিচিনা গাঁওখনত অ'ত-ত'ত কেইডালমান সেই বাবুল, দেৱদাৰু, আঁহতজাতীয় গছ বিভাৰ চকুত নপৰা নহয়। আৰু আটাইতকৈ বেছিকৈ চকুত পৰিছিল নিমগছ। এই অঞ্চলত কিবা কাৰণে বোধহয় সহজতে নিমৰ গছ হয়, পানী নপৰিলেও হয়। বিভাৰ যোৱাবছৰ টিভিত দেখা পংকজ কাপুৰ অভিনীত 'নিম কা পেড়' নামৰ ছিৰিয়েলখনৰ কথা মনলৈ আহি গৈছিল— এৰা, উত্তৰ ভাৰতৰ পিনে নিমৰ গছ বোধহয় বেছিকৈ হয়।

বিভা নৰ্থ লক্ষীমপুৰ চহৰৰ ছোৱালী যদিও চহৰৰ শেষ প্ৰান্তত সেই ঘৰ, একপ্ৰকাৰ গাঁৱতেই বুলি ক'ব পাৰি। অন্ততঃ ধানৰ ভঁৰাল আছে, গৰুৰ গোহালি আছে, পুখুৰী আছে, বাৰীত তামোল-পাণেই নহয়, আম-কঁঠালকে ধৰি আন নানা গছ-গছনিও আছে। তদুপৰি বছৰৰ বাৰমাহৰ শাক-পাচলিয়েও শাকনী বাৰীখন অনবৰত সেউজীয়া কৰি ৰাখে।

কিন্তু এইখন গাঁৱত কাৰো ঘৰত এডাল মানিমুনি, এডৰা দুবৰিও নাই। বিভাৰ পুনৰ শুকান নিশাহ ওলাই আহে। নাই, তাই এনেকৈ এডালো গছ-গছনি নোহোৱা ঘৰত থাকিব নোৱাৰে। তাই অন্ততঃ দুই-এটা টাবকে আনি কিবা এবিধ সেউজৰ জন্ম দি শুকান ঘৰটো জীপাল কৰি তুলিব, তাত ফুল ফুলাই ঘৰটো সুন্দৰ, ৰঙীণ কৰিব। ইয়াৰ দুই-এঘৰ মানুহৰ এনে টাব থকা তাই দেখিছেও— অৱশ্যে সেই মানুহবোৰক বেছ আঢ্যৱন্ত যেনেই লাগে।

প্ৰতাপক টাবৰ কথা কওঁতে সি হাঁহিছিল, তাইক নিৰস্ত্ৰ কৰিব খোজা সেই হাঁহিত অৱশ্যে নিষ্ঠুৰতাতকৈ বুজনিহে বেছি প্ৰকট হৈছিল।

'টাবত গছ ৰুলে তোমাৰ আনন্দতকৈ দুখহে বেছি হ'ব, বিভা। এতিয়া পানী আছে বাবে তুমি পানী ঢালি সেই গছ জীয়াই ৰাখিব পাৰিবা। কিন্তু ঈশ্বৰে নকৰক, আকৌ যেতিয়া বৰষুণ কম পৰি ছিখ্‌ৰিৰ বুকুৱেইকেৱল নহয়, তলিভাগকো শুকুৱাই পেলাই আমাৰে পিয়াহৰ পানী নোহোৱা কৰিব— তেতিয়া টাবৰ গছক ক'ৰ পানী খুৱাবা? অৱশ্যে কেক্টাছ ৰুব খুজিলে বেলেগ কথা— কিন্তু কাঁইটীয়া কেক্টাছে জানো তুমি কোৱা মতে তোমাৰ চকু জুৰ পেলাব পাৰিব? আমাৰ ঘৰ জীপাল কৰি তুলিব পাৰিব? এই বিভা, টাবত ফুলৰ গছ জন্ম দিয়াতকৈ সোনকালে তোমাৰ পেটতে কিবা এটা জন্ম দিয়ানা— সেই ফুলে আমাৰ জীৱন আৰু বেছি আনন্দৰ আৰু বেছি জীপাল কৰি নুতুলিব জানো, বিভা?' বিভাৰ পিনে চাই প্ৰতাপে দুষ্টালিৰ কিন্তু মৰমসনা হাঁহি এটা মাৰিছিল।

সিদিনা প্ৰতাপৰ কথাত বিভাৰ প্ৰাণত আৰু এক ভয়ৰ শিহৰণ উঠিছিল। বিয়া হোৱাৰ আজি তিনিমাহমান হ'লেই, কিন্তু এতিয়াও তাই প্ৰতিমাহে নিয়মীয়াকৈ গাধুই আছে। এই পূৰঠ শৰীৰটো এই শুকান ঠাইখনৰ দৰেই বন্ধ্যা নেকি? তাইৰ ভয়ৰ যে কিছু কাৰণো আছে। এইবাৰ তাইৰ তেত্ৰিশ বছৰেই হ'ল— বয়স বেছি হ'লে বোলে তিৰোতা মানুহৰ সন্তান হোৱাৰ সম্ভাৱনা ক্ৰমাৎ কমি আহে, অন্ততঃ শৰীৰৰ আঁহবোৰ কোমল হৈ থাকোঁতেই প্ৰথম সন্তানটোৰ জন্ম হ'লে— পিছলৈ সেই জন্মৰ দুৱাৰ নমনীয় হৈ থাকে। সঁচায়ে, তাইৰ যদি কোনো সন্তান জন্ম নহয়? বিভাৰ বুকুখন কঁপি উঠিছিল। কি যে অভিশপ্ত এই মাইকী মানুহৰ জীৱন! ভগৱানে সৃষ্টি কৰা এখন সুন্দৰ মুখৰ ওপৰতে যে তাইৰ জীৱনটো ওলমি আছে। তাইৰ সেই মুখ অশুৱনি হ'ল, সেয়ে আজি এই তেত্ৰিশ বছৰলৈকে তাইৰ বিয়া হোৱা নাছিল। পিছে এই প্ৰতাপ নামৰ মানুহজন অসমৰ বহুতেই নজনা সুদূৰ ৰাজস্থানৰ

পশ্চিম অঞ্চলৰ অৰ্থাৎ মৰুভূমি অঞ্চলৰ ছোজাট ৰোড নামৰ এখন ঠাইত থাকে বাবে (অসমৰ মানুহে এই কথাও নাজানে— নিশ্চয় নাজানে যে পৃথিৱীৰ ভিতৰতে আটাইতকৈ বেছি মেহেন্দি অৰ্থাৎ জেতুকা উৎপন্ন কৰা ঠাইখন হ'ল এই ছোজাট ৰোড) আৰু তাৰে মেহেন্দি কাৰখানা এটাত সামান্য চাকৰি কৰে বাবে ইমানদিনে উপযুক্ত অসমীয়া ছোৱালী এজনী বিয়া কৰাবলৈ পোৱা নাছিল। প্ৰতাপৰ মুখখন কিন্তু ধুনীয়া। পিছে পুৰুষৰ প্ৰধান প্ৰয়োজন অৰ্থোপাৰ্জনৰ ক্ষমতাহে, ৰূপটো নহয়। এই কথা ভাবিলে এইখন ঠাইত সদায় ময়ূৰ দেখি থকা বিভাৰ মনলৈ সিহঁতৰ দুয়োৰো ক্ষেত্ৰত এই ময়ূৰ-ময়ূৰীৰে তুলনা আহি থাকে। ফুটুকী, বিচিত্ৰ বৰণীয়া দীঘল নেজডালেৰে সৈতে মতা ময়ূৰটো ইমান ধুনীয়া, অথচ মাইকী ময়ূৰজনী তাৰ তুলনাত ইমান আপচু। ভগৱানে বাৰু কি কথা ভাবি-চিন্তি মানুহ আৰু ময়ূৰৰ সৃষ্টি দুটা ওলট-পালট কাম কৰিলে? আকৌ, এই অশুৱনি আৰু শুকান ঠাইতে বা ইমান ধুনীয়া চৰাইটোৰ কিয় জন্ম দিলে? ভগবানৰ অদ্ভুত বিচাৰ দেই!

পিছে সেই চিন্তাটো মনলৈ অহাৰ লগে লগেই আৰু একধৰণৰ ভয়ত বিভা সামান্যভাৱে কঁপি উঠিছিল। ঈশ্বৰৰ বিচাৰৰ সমালোচনা কৰিবলৈ তাই কোন? সৰুৰে পৰা মাক-দেউতাকৰ পৰা জানো তাই এই শিক্ষাকে পাই অহা নাইনে যে ঈশ্বৰে যি কৰে সকলো মানুহৰ মংগলৰ কাৰণেই কৰে? ভক্তিমতী বিভাই কৰযোৰে ওপৰলৈ চাই স্বগতোক্তি কৰিছিল— 'মোক ক্ষমা কৰা ভগৱান! তোমাৰ বিচাৰ-বুদ্ধি সকলো মানুহৰ ভালৰ কাৰণেই খটুৱাই আহিছা বুলি জানিও মই এনেকৈ ভাবিব নালাগিছিল। মানুহৰ মংগল চিন্তা কৰাই তোমাৰ অহৰহ কাম বাবে তো ককাইদেউ-নবৌৱে মোৰ বিয়াৰ আশা বাদ দিয়াৰ পিছতো এনেকৈ ভাবিব নোৱাৰাকৈ বিয়াখন হৈ গ'ল।

বিভাৰ বিয়াখন সঁচায়ে অভাৱনীয়ভাৱেই ঠিক হৈ গৈছিল। তাইৰ এজন ককায়েকে লক্ষীমপুৰ চহৰৰ হাইস্কুল এখনত চাকৰি কৰিছিল। তেওঁৰ সহকৰ্মী এজনৰ ওচৰলৈ যাওঁতে এদিন তাত মানুহ এজন লগ পাইছিল। মানুহজনৰ ধৰণ-কৰণ, কথাৰ মাজত দুই-এটা হিন্দী শব্দৰ ব্যৱহাৰ আদিয়ে ককায়েকক কৌতূহলী কৰি তুলিছিল। অৱশ্যে দুয়ো কিবা বিয়া সম্পৰ্কীয় কথা-বতৰা পাতি থকা দেখি সেই ব্যক্তিগত কথাত মূৰ নুসুমুৱাই তেওঁ আলোচনী এখন পঢ়াত মগ্ন হৈ পৰিছিল। কিছুপৰৰ পিছত অচিনাকি আৰু আচহুৱা মানুহজন বিদায় লৈ যোৱা, বিভাৰ ককায়েকে কৌতূহল দমাব নোৱাৰি সহকৰ্মী বন্ধুক বোলে সুধিয়েই পেলাইছিল—

'মানুহজন কোন হে? আমাৰ সৰু চহৰখনত অত বছৰে থকাৰ পিছত আন নহ'লেও সকলোৰে মুখবোৰ চিনো; তেওঁক কিন্তু কোনোদিন দেখা মনত নপৰে। আৰু অসমীয়া ক'লেও কেনেকৈ হিন্দী শব্দ ব্যৱহাৰ কৰিছে. আচলতে সেইবাবেহে বেছি কৌতূহল জাগিছে।'

ইয়াৰ পিছত বিভাৰ ককায়েকৰ সহকৰ্মী বন্ধুৱে মানুহজনৰ পৰিচয় দি তেওঁৰ আগমনৰ কাৰণো জনাইছিল। আগতেও তেওঁৰ ওচৰলৈ আৰু দুবাৰ এনেকৈ অহা মানুহজন আৰু কিন্তু নাহে, কাৰণ আহিবলগীয়া নহয়। মানুহজনৰ নাম সত্যেন দত্ত, তেওঁলোকৰ গাঁৱৰে মানুহ যদিও বহুত বছৰ গাঁওখনৰ লগত আৰু গাঁওখনৰে বা কিয়, বহুত বছৰ অসমৰ লগতো সম্পৰ্ক নাই। কাৰণ কম বয়সতে গৈ আৰ্মিত ভৰ্তি হোৱা মানুহজনে বহুত বছৰ যোধপুৰত কাম কৰাৰ পিছত এতিয়া অৱসৰ গ্ৰহণকৰি যোধপুৰতে ঘৰ-দুৱাৰ বান্ধি বাস কৰি আছে। তাৰ আৰু এটা কাৰণ এয়ে যে তেওঁ সেইফালৰ ৰাজস্থানী ছোৱালী এজনীও বিয়া কৰাইছিল। অৱশ্যে তেওঁ নিজৰ গাঁওখনৰ লগত একেবাৰে সম্পৰ্ক এৰি দিছিল বুলিও ক'ব নোৱাৰি। মাক-দেউতাক জীয়াই থাকোঁতে দুবছৰমানৰ মূৰত এবাৰকৈ আহিছিল, তাৰপিছত মাক-দেউতাক দুয়ো ঢুকালত কেবাবছৰৰ মূৰত এবাৰ আহে। হাজাৰ হওক নিজৰ ঠাইৰ টানেই বেলেগ। তদুপৰি ভাই-ভতিজাহঁত তো আছে। সেই ভতিজাকহঁতৰে এজনক তেওঁ লগত লৈ যাবলগাও হৈছিল, বেছি পঢ়া-শুনা কৰা নাই, গতিকে ইয়াত ক'তো চাকৰিৰ সংস্থান নহ'ল, খুৰাকেই পাৰে যদি সেইফালে কিবা এটা কামত লগাই দিয়কগৈ। বিধৱা বৌৱেকৰ মিনতি এৰাব নোৱাৰি সত্যেন দত্তই ভতিজাকক নিজৰ লগত নি এবছৰমান ৰখাৰ পিছত এজন খাতিৰৰ মানুহৰ যহত যোধপুৰৰ পৰা দুশ মাইলমান আঁতৰৰ ছোজাট ৰোড নামৰ ঠাই এখনত জেতুকাপাতৰ কাৰখানা এটাত কামত সুমুৱাই দিছিল। সেইখন ঠাইৰ জেতুকাপাতৰ গুড়ি পৃথিৱীৰ ভিতৰতে বেছিকৈ উৎপন্ন হোৱাৰ উপৰি তাৰ চিমেণ্টৰ কাৰখানাও হেনো ভাৰতৰ ভিতৰত সৰ্ববৃহৎ।

এইখিনিলৈকে কৈ বিভাৰ ককায়েকৰ সহকৰ্মীয়ে দাৰ্শনিক মন্তব্য দিছিল— 'মই এজন স্কুল শিক্ষক, ছাত্ৰক

পঢ়ুৱাই নানা জ্ঞান দিওঁ. কিন্তু নিজৰ দেশতে যে এনে এখন ঠাই আছে— ঠাইখনৰ এইবোৰ উৎপন্ন বস্তু যে পৃথিৱীবিখ্যাত, সেইবোৰ একোকে নাজানো। আচলতে জ্ঞান, শিক্ষা— এইবোৰ বোধহয় মানুহে কোনেকালে সম্পূৰ্ণভাৱে আয়ত্ত কৰিব নোৱাৰিব। যিহওক, এতিয়া এই সত্যেন দত্তই ভতিজাকৰ বিয়াৰ বাবে ছোৱালী বিচাৰি আহিছে। ক'ৰবাত খবৰ পাই মোৰ ভনী ৰেখাক ধৰিছেহি। পিছে ৰেখা বা মোৰ মা— লগতে মোৰ পৰিবাৰো— কোনো এই বিয়াত ৰাজী নহয়। অচিন-অজান ঠাই, কোন গৈ তাত থাকিব। হওঁতে মোৰ আপত্তি নাছিল, বিজ্ঞানৰ নানা আৱিষ্কাৰৰ ফলত সমগ্ৰ বিশ্বই এতিয়া হাত মেলি ঢুকি পোৱা অৱস্থাত, সুদূৰ মেৰু অঞ্চলত এতিয়া মোৰে চিনাকি অসমীয়া ইঞ্জিনীয়াৰ এজন তেওঁৰ অসমীয়া পত্নীক লৈ থাকে, তাৰ তুলনাত ছোজাট ৰোড, ছোজাট চিটি (এৰা, ছোজাট ৰোডৰ ওচৰতে একে নামৰ 'চিটি' এখনো বোলে আছে!) এইবোৰ তো আমাৰ নিজা দেশখনৰ ভিতৰৰে এখন ৰাজ্যৰ ঠাই।. ইফালে ৰেখাৰ বয়স তো কম হোৱা নাই। কিন্তু মোৰ অকলে মত থাকিলে কি হ'ব। গতিকে আজি সত্যেন দত্তক আমাৰ অসন্মতিৰ কথা জনাই বিদায় দিবলগা হ'ল।'

সহকৰ্মীৰ মুখত এই সকলোবোৰ কথা শুনাৰ পিছতে বিভাৰ ককায়েকে অতি তৎপৰতাৰে সেই সত্যেন দত্তৰ ভতিজাক প্ৰতাপ দত্তৰ লগত দুদিনতে ভনীয়েকৰ বিয়াখন ঠিক কৰি পেলাইছিল। বিয়াৰ আশা বাদ্ দিয়া অসুন্দৰ মুখৰ ছোৱালীজনী, তাইৰ বৌয়েক বা আন কাৰো সেই বিয়াত আপত্তি নাছিল। বিভাৰ মাক অৱশ্যে তেতিয়া জীয়াই থকা নাছিল। জীয়েকক ইমান দূৰলৈ বিয়া দি পঠিয়াই দিয়াত তেওঁৰ কি মতামত সেইটো জনাৰ সেইবাবেই কোনো উপায় নাছিল। আৰু উপায় নাছিল দেউতাকৰ মতামত জনাৰ। মানুজন জীয়াই আছিল যদিও বৃদ্ধ বয়সৰ 'ছেনিলিটি'ত আক্ৰান্ত হৈ তেওঁ জীৱন্তে মৃত হৈ আছিল। 'পিতাদেউ, পিতাদেউ, দূৰলৈ নিদিব মোক'— কোনে শুনিব সেই আকূতি? অৱশ্যে আবিয়ৈ হৈ পৰি থকা বিভাৰ মুখত তেনে বিননি ওলোৱাৰো প্ৰশ্ন নাছিল। বৰং এনেকৈ বিয়া হৈ যোৱা বাবে বিভাই ভগৱানকহে ধন্যবাদ জনাইছিল।

কিন্তু প্ৰতাপ মানুহজনত মন খালেও এই শুকান গছ-গছনিবিহীন ঠাইখনত বিভাৰ হ'লে কোনোৰকমে মন বহা নাছিল। ইয়াত সকলো নীৰস, শুকান, বিবৰ্ণ— একমাত্ৰ ব্যতিক্ৰম যি তাইৰ স্বামী প্ৰতাপেই। গিৰিয়েকৰ মৰমক আৰু দুয়োৰো নব-আস্বাদিত যৌৱনৰ উচ্ছল প্ৰেমৰ বন্যাত উটি-ভাহি ৰঙীণ সপোনত কিছুসময়ৰ বাবে হ'লেও আচ্ছন্ন হৈ থাকি বিভাই ভাবে ঃ 'এইখন ঠাইত একমাত্ৰ সজীৱ মৰুদ্যান তুমিয়েই, তুমিয়েইহে মোৰ আৰাধ্য দেৱতা, জীৱনসৰ্বস্ব স্বামী...!' বিভাৰ মুখেৰে কোনো আবেগপূৰ্ণ কথা নোলায়, কিন্তু কেতিয়াবা কিবা কাৰণত প্ৰতাপৰ প্ৰতি খুবকৈ মৰম উথলি উঠিলে তাই বহুত দিন আবিয়ৈ হৈ থকা কালত পঢ়া প্ৰেমৰ গল্প-উপন্যাসবোৰৰ বহুতো এনেকুৱা 'বচন'ৰ স্বগতোক্তি কৰে।

এই ঠাইখনৰ আগতে কোনোদিন নেদেখা অদ্ভুত আৰু বীভৎস দৃশ্য এটায়ো বিভাৰ মনটো বিতৃষ্ণাৰে ভৰাই তুলিছিল। ধলপুৱাতে দিল্লীত উঠা ট্ৰেইনখনত এইখন ঠাই আহি পাওঁতে প্ৰায় ৰাতি দোভাগ হৈছিল। প্ৰতাপে আজমীৰ ষ্টেশ্যনত কিনা গৰম পুৰি আৰু তৰকাৰী তাই লগত অনা ঘৰৰ বাৰীৰ বৌৱেকে কৰি দিয়া আমৰ আচাৰেৰে ভালকৈ পেট ভৰাই খাই ৰাতিৰ আহাৰপৰ্ব শেষ কৰাৰ বাবে ঘৰ পাই দুয়ো শুই পৰিছিল। নতুন ঠাই, নতুন ঘৰ সম্পৰ্কে বিভাৰ মনত উদগ্ৰ কৌতূহল থাকিলেও তাইৰ শোৱনি কোঠালিটোকে ভালকৈ চোৱাৰ সুবিধা হোৱা নাছিল। তাৰ কাৰণ হ'ল একমাত্ৰ টৰ্চটোৰ বাহিৰে আন সকলোধৰণৰ পোহৰৰ অভাৱ। লাইট নাছিল (প্ৰতাপে বিভাক কৈয়ে থৈছিল যে ঠেইখনত বিজুলীৰ সৰবৰাহ অসমৰ সৰু ঠাইবোৰৰ দৰেই দিনটোৰ বেছিভাগ সময়ে নাথাকে!), ইফালে ৰাতিও আছিল কৃষ্ণপক্ষৰ এক অন্ধকাৰ ৰাতি, প্ৰতাপ বহুত দিন নথকা বাবে হিচাপ কৰি মমবাতিও কিনি থোৱা নাছিল বা ক'ৰবাত আধাপোৰা মমবাতি থাকিলেও সেই সময়ত তাৰ বিচৰাৰ ধৈৰ্যও নাছিল বা দৰকাৰো নাছিল। নবপৰিণীতা পত্নীক একান্তভাৱে গাৰ কাষত পাবলৈ হ'লে কোনো পোহৰৰ দৰকাৰ নাই।

বিভাৰ সাধাৰণতে সোনকালে টোপনি নাভাগে; কিন্তু সিদিনা আন্ধাৰ ভালকৈ আঁতৰাৰ আগতেই টোপনি ভাগি যোৱাত বিভাই ভাবিলে নতুন ঠাই বাবেই বোধহয় সোনকালে টোপনিটো ভাগি গ'ল। পিছে বিছনাৰ ওচৰৰ মেজখনত থকা প্ৰতাপৰ টেবুল ঘড়ীটো দেখি তাই অলপ তবধ মানিছিল— ঘড়ীত দেখোন প্ৰায় আঠটাই বাজে! তাৰপিছতহে তাইৰ মনত পৰিছিল যে এইখন পশ্চিমৰ দেশ, ইয়াত সূৰ্য দেৰিকৈ উঠে আৰু ডুবো যায় দেৰিকৈ।

বিভাই অলপ অস্বস্তিৰে গিৰিয়েকলৈ চাইছিল— নাই, এতিয়াও তেওঁ কাঠ এডালৰ দৰে পৰি আছে। তাই এইবাৰ স্বস্তিৰ নিশ্বাস পেলাইছিল, যাওক তেও, তাইৰ দৰেই তেন্তে দেৰিকৈ উঠা অভ্যাস মানুহজন।

এইবাৰ বিভাই গাৰ কাপোৰ-কানি ঠিক-ঠাক কৰি লৈ পৰম কৌতূহলেৰে ঘৰ-দুৱাৰ চাইছিল আৰু তাৰ পিছত আগফালে ওলাই আহি সন্মুখৰ গ্ৰীল লগোৱা পকাৰ বাৰাণ্ডাত থিয় হৈ দুই চকু দুযোফালে প্ৰসাৰিত কৰি দি পাথৰেৰে বন্ধোৱা ৰাস্তাটোলৈ চাই পঠিয়াইছিল। তেতিয়াই তাইৰ চকুত সেই বীভৎস দৃশ্য পৰিছিল আৰু ঘৃণাত সৰ্বশৰীৰ জিকাৰ খাই উঠিছিল। সৰু সৰু ল'ৰা-ছোৱালী কেইটামানক 'লেগ্ৰা' পিন্ধাই মাকহঁতে নিজৰ ঘৰৰ আগৰ ৰাস্তাতে পায়খানা কৰোৱাইছে আৰু সেই প্ৰাকৃতিক কৰ্ম সমাধা হোৱাৰ পিছতে ইফালে-সিফালে ঘূৰি ফুৰা 'বন্দুৰা'হঁতে (সেইসময়ত বিভাৰ ভাবনাত নামটো গাহৰিয়েই আছিল, কিন্তু বহুতদিন ছোজাট বোডত থকাৰ পিছত তাইৰ চিন্তাৰ সোঁত অসমীয়াত বলে যদিও গাহৰি শব্দটো কিন্তু বন্দুৰালৈ পৰ্যবসিত হৈছিল।) তৎক্ষণাতে সেই মল-মূত্ৰবোৰ চেলেকি চেলেকি খাই পেলাইছিল!

বিভাৰ প্ৰায় বমি হোৱাৰ উপক্ৰম হৈছিল, তাই একপ্ৰকাৰ দৌৰ মাৰিয়ে ভিতৰলৈ সোমাই আহিছিল।

ইতিমধ্যে প্ৰতাপ বিছনাৰ পৰা উঠিছিল আৰু সিটো অংশত থকা ভাৰাতীয়াৰ পৰা পানী একজগ খুজি আনি মুখ ধোৱা উপক্ৰম কৰিছিল। সেই ভাৰাতীয়া অকলে থাকে, তেওঁৰ নাম জগদীশ পাৰ্মাৰ, ইয়াত ইলেক্ট্ৰিচিটি ব'ৰ্ডত চাকৰি কৰে ('দিনটোত আমাক পাবাৰে দিব নোৱাৰে, তেন্তে আপুনিনো অফিচত কি কাম কৰে পাৱাৰ নোহোৱা পাৰ্মাৰজী?' প্ৰতাপে জগদীশ পাৰ্মাৰক জোকায়)। মানুহজনৰ ঘৰ আজমীৰৰ এটা ষ্টেশ্যনৰ ইফালৰ দেৱাৰ ষ্টেশ্যনত। পৰিয়ালক তাতেই নিজৰ মাক-দেউতাকৰ লগত ৰাখিছে। শনিবাৰে ঘৰলৈ গৈ আকৌ সোমবাৰে খুব পুৱাৰ ট্ৰেইনত আহি ছোজাট পায়। পাৰ্মাৰ অকলশৰে থাকে বুলি শুনি বিভা অৱশ্যে অলপ হতাশ হৈছিল, ঘৈণীয়েক থকা হ'লে তাইৰ যে এজনী সঙ্গী হ'লহেঁতেন কেৱল সেয়েই নহয়, ওচৰতে অকলশৰীয়া মতা মানুহ এজন থাকিলে তাইৰো তো মুকলিমূৰীয়াকৈ ওলোৱা-সোমোৱা কৰাত অসুবিধা হ'ব। পিছে প্ৰতাপে তাইক সান্ত্বনা দিছিল এইবুলি— 'এনেকুৱা এখন গাঁও বুলি ক'ব পৰা ঠাইত তুমিনো সহজে ক'ত ভাল ঘৰ বিচাৰি পাবা কোৱা? অসমত তো এনে সৰু ঠাইত থাকিব পৰা ঘৰ নাপালাইহেঁতেন। চিমেণ্ট, শিলৰ ঠাই বুলিয়েই তুমি আমাৰ তাত গৈ আনহে নালাগে মজিয়া মোজেইক কৰা ঘৰ এটাত থাকিব পাবা— যাৰ ভাৰা মাত্ৰ সাতশ টকা তদুপৰি পাৰ্মাৰ বৰ ভদ্ৰ মানুহ আৰু ওচৰ-পাঁজৰৰো সকলো ভদ্ৰ মানুহ, কোনো অসুবিধা নোপোৱা।

ভদ্ৰ মানুহ? বিভাই নাক কোঁচাইছিল— অমাৰ অসমৰ গাঁৱত মাকবোৰে ল'ৰা-ছোৱালীক চোতালত, পিৰালিত হগুৱাব পাৰে, কিন্তু ইয়াৰ দৰে ৰাজহুৱা ৰাস্তাতে হগুৱাই নিদিয়ে দেই। হুঃ এইবোৰ মানুহ আকৌ ভদ্ৰ!

বিভাক প্ৰায় উধাতু খাই ভিতৰৰ চোতালখনলৈ সোমাই অহা দেখি প্ৰতাপে সুধিছিল— 'ক'লৈ গৈছিলা বিভা?'

বিভাই মুখ বিকৃত কৰিলেঃ 'ক'লৈ যাম আৰু? ইয়াত তো আমাৰ তাৰ দৰে আগফালে চোতাল বা ফুলনি নাই যে পুৱা উঠি সেইবোৰ চাই চকু জুৰাম! এনেয়ে আগফালে ওলাই গৈছিলো— কিন্তু তাত যি দৃশ্য দেখিলো, মোৰ প্ৰায় ওকালিয়ে আহিছিল। ল'ৰা-ছোৱালীবোৰে ৰাস্তাতে বহি পায়খানা কৰিছে আৰু ওচৰত বৈ আছে মাকবোৰ। কেইটামান তো বৰ সৰুও নহয়— সিহঁতক পায়খানাত বহুৱাই দিব নোৱাৰে নেকি? তাৰপিছত তো আৰু সাংঘাতিক দৃশ্য দেখিলোঁ— গাহৰিবোৰে সেই গুবোৰ খাইছে!... অস্..।'

'মোৰ কি ধাৰণা জানা বিভা? ইয়াত পানীৰ খুব অভাব, চেনিটাৰী লেট্ৰিনত পানী বেছি খৰচ হয় বাবে এনেকৈ ল'ৰা-ছোৱালীবোৰক ৰাস্তাতে হগুওৱা হয়, তাতে চাফা কৰি পেলাবলৈতো গাহৰি জমাদাৰবোৰ আছেই।' কথাকেইটা কৈ প্ৰতাপে অলপ হাঁহিছিল আৰু তাৰপিছত কৈছিল— 'মোৰ যোধপুৰৰ খুৰাজন মিলিটাৰীত কাম কৰা মানুহ আছিল জানাই, তেওঁ সকলো মাংসকে খাইছিল, বিয়াও কৰাইছে মীনা অৰ্থাৎ ইয়াৰ একধৰণৰ ছিডিউল্ কাষ্ট সম্প্ৰদায়ৰ ছোৱালীক যাৰ মাছ-মাংস খোৱাত কোনো বাধা নাই। পিছে তেওঁ গাহৰিবোৰৰ এই কামবোৰ দেখাৰ পিছত গাহৰি খাবলৈ এৰি দিলে!'

প্ৰতাপৰ ব্যাখ্যাত যুক্তি আছে, কিন্তু তাই যে কি বীভৎস ঠাই এখনত প্ৰায় গোটেই জীৱনটো কটাব লাগিব— সেই কথা ভাবি বিভাৰ মনটো মৰি গৈছিল। তাৰপিছত কেইদিনমান পাৰ হোৱাত ঠাইখনৰ গুকান

চেহেৰা দেখি-শুনি বিভাৰ মনটোও যেন ক্ৰমে শুকান হৈ আহিব ধৰিছিল। ইয়াত কি একোৱে সুন্দৰ নাই, মনটো জীপাল কৰিবলৈ একো সেউজ, একো ৰঙীণ বস্তু নাই? ইয়াত কি কেৱল শিল-বালি-কংক্ৰীটৰে পয়োভৰ? বাটত বিষ্ঠা আৰু 'বন্দুৰা'ৰ পয়োভৰ?

বিভাই তাৰপিছত কেইদিনমান ঘৰৰ পৰা ওলোৱাই নাছিল। তাইৰ সৰু সংসাৰখন গত লগাই যোৱাতে ব্যস্ত হৈ থাকিল, সজোৱাকে সজালে, ছিজিল কৰাকে ছিজিল কৰিলে, ৰান্ধনিঘৰৰ কামবনো এনেধৰণে কৰিবলৈ ধৰিলে যে সেই কামবোৰ সিহঁতৰ দুজনীয়া সংসাৰৰ কম কাম নহয়, লক্ষীমপুৰৰ ককায়েকহঁতৰ ডাঙৰ সংসাৰখনৰ দৰেই বৃহৎ কাম। উদাহৰণস্বৰূপে তাই প্ৰতাপৰ হতুৱাই গোটা জিৰা, ধনিয়া, জালুক ভাগে ভাগে যথেষ্ট পৰিমাণে কিনাই আনি পটাত বটি মিহি কৰাতো বহুত সময় ব্যয় কৰিলে। আজিকালি বৌৱেকহঁতেও এনেকৈ মচলা নবটে, পেকেটৰ গুড়ি মচলাকে কিনি আনি ব্যৱহাৰ কৰে। কিন্তু বিভাই প্ৰতাপ দিনটো নথকাৰ নীৰস সময়খিনি শুকান ঠাইখনত এনেকৈয়ে নানা ঘৰুৱা কাম কৰি পাৰ কৰিব ধৰিলে। কিতাপ-পত্ৰ পঢ়াৰ অভ্যাস অলপ আছিল অৱশ্যে, প্ৰেমৰ গল্প-উপন্যাস পঢ়ি তাই তো খুবেই ভাল পাইছিল, কিন্তু ইয়াত ক'ত অসমীয়া কিতাপ পাব? আচৰিত, তাইৰ বিয়াতো তেনেকৈ কোনো কিতাপ উপহাৰত নুঠিল— পিছে আজিকালি অসমীয়া মানুহে বিয়াত কিতাপ নিদি আন 'কামত লগা' বস্তুহে উপহাৰ দিয়ে বুলি তাই অৱশ্যে শুনিছে। এই মৰুভূমিত এই অনা-অসমীয়া ঠাইখনত তাইৰ কাৰণে কিন্তু কিতাপকেইখনেই আটাইতকৈ কামতলগা বস্তু হ'লহেঁতেন— সংসাৰৰ আন প্ৰয়োজনীয় বস্তু তো ইয়াতো পোৱা যায়, আৰু সংসাৰৰ প্ৰয়োজনীয় বস্তু তো পৃথিৱীৰ সকলো কোণতেই পোৱা যায়!

এইখিনি সময়ৰ ভিতৰত অৱশ্যে দুই তলাত থকা মালিকনী আৰু বোৱাৰীয়েকজনী আহি তাইৰ সংসাৰ চাই গৈছিলহি;- খুঁটিয়াই খুঁটিয়াই পাকঘৰো চাই গৈছিল আৰু মালিকনীয়ে সুধিছিল— সিহঁতে নহৰু ব্যৱহাৰ নকৰে তো? তেওঁলোক জৈন মানুহ, 'আছামীয়া-বাঙ্গালী' আদি মানুহে মাংস-মাছ-কণী খায় বুলি শুনিছে বাবে তেওঁলোকে সেইবোৰ একোকে এনেকি নহৰুও নোখোৱা মানুহকহে ঘৰ ভাৰা দিয়ে। 'নীচ জাতি'ৰ মানুহকো ঘৰ ভাৰা নিদিয়ে।

ইয়াৰ পিছত জৈন মানুহৰ অইন প্ৰকাৰৰো অহিংসাৰ পৰাকাষ্ঠা দেখি বিভাই তবধ মানিছিল। সন্ধিয়া হ'লেই দেখে ওপৰৰ মালিকনীকে ধৰি ওচৰ-পাঁজৰৰ আন নানা মহিলাই মুখত একোখন বগা পাতল কাপোৰ বান্ধি লয়— সেয়া হেনো মুখত পোক-পৰুৱা সোমাই জীৱহত্যা নোহোৱাৰ প্ৰতিষেধক!

পিছে মালিকনীয়ে তাইক সিদিনা এই প্ৰশ্ৰয়ভৰা কথাও কৈ গৈছিল যে— দৰকাৰ হ'লেই তাই ছাদলৈ গৈ ৰ'দত বস্তু-বাহানী শুকুৱাব পাৰে, কাপোৰ-কানি শুকুৱাব পাৰে আৰু তাইৰ আমনি লাগিলে তেওঁলোকৰ লগত গৈ সময়ো কটাব পাৰে। সেই কথা শুনাৰ পিছৰে পৰা বিভা মাজে মাজে কেৱল কাপোৰ বা বস্তু শুকুৱাবলৈকে নহয়, ছাদলৈ গৈ ভাল লাগে বাবেই ওপৰলৈ গৈ থকা হৈছিল। তেতিয়াই তাই চাৰিওপিনে চাই সন্মুখৰ ছাদত একেলগে তিনিটা ময়ূৰ দেখিছিল। সেয়ে তাইৰ প্ৰথম ময়ূৰ দৰ্শন আছিল। কিতাপৰ ছবি বা কেতিয়াবা চিনেমাত দেখাৰ বাহিৰে জীৱনত এনে জীৱন্ত ময়ূৰ নেদেখা অসমৰ ছোৱালীজনীৰ মুখৰ পৰা মুগ্ধ বিস্ময়ত নিঃসাৰিত হৈছিল এইষাৰ কথা— 'কি সুন্দৰ!'

তাৰ পিছৰে পৰা ছাদলৈ যোৱা বিভাৰ চকুৱে প্ৰথমতেই সন্ধান কৰে ময়ূৰৰ, সন্মুখৰ ছাদত, অলপ দূৰণিৰ গছত। তাৰপিছত এদিন ওপৰলৈ গৈ তাই নিজৰ ছাদতো ময়ূৰ এটা দেখা পাইছিল। অৱশ্যে তাইক দেখাৰ লগে লগেই সেই বিশাল চৰাইটো উৰি পলাই গৈ সন্মুখৰ গছ এডালত পৰিছিল। সেইটো মতা ময়ূৰ আছিল। বিভাই তেতিয়া ভাবিছিল— ইমান দীঘলীয়া নেজডালেৰে প্ৰকাণ্ড চৰাইটো যে কেনেকৈ উৰে!

তাৰপিছত এদিন হুৰমূৰকৈ বৰষুণ আহিল আৰু বিভাই দৌৰি দৌৰি ছাদলৈ কাপোৰ চপাবলৈ গৈ দেখিলে যে সন্মুখৰ ছাদত ময়ূৰ এটাই ঠিক কিতাপত দেখাৰ দৰেই পেখম তুলি নাচি আছে। বিভাৰ মনটোও একদৰে নাচি উঠিল, তাই বৰষুণ পাহৰি, কাপোৰ চপাব পাহৰি ময়ূৰৰ সেই অপৰূপ আৰু আপুৰুগীয়া নাচটো মুগ্ধ আনন্দেৰে চাই ৰ'ল। ইয়াৰ পিছত আৰু তলৰ বীভৎস বন্দুৰাৰ কথা কোনে মনত ৰাখে!

লাহে লাহে দিন বাগৰি গৈছিল আৰু ছোজাট ৰোডত বিভাৰ জীৱনৰ প্ৰায় ছমাহ পাৰ হৈ গৈছিল। তেতিয়ালৈকে তাইৰ পৰম আকাংক্ষিত ঘটনাটো ঘটা নাছিল অৰ্থাৎ মাহে মাহে নিয়মিতভাৱে গা ধুয়েই আছিল।

কিন্তু এতিয়া তাই আৰু আগৰ দৰে শূন্যতা অনুভৱ নকৰে— যাৰ বাবে নিজৰ কোনো সন্তানৰ বাবে ব্যগ্ৰভাবে প্ৰতীক্ষা কৰিব। এতিয়া দুইতলাৰ মালিকৰ নাতিনী পাপ্‌লি আৰু খুছবুৱেই তাইৰ শুকান সময়ৰ বহুখিনি জীপাল কৰি ৰাখে। এতিয়া তায়ো ঘৰুৱা কাম-কাজৰ সুবিধাৰ বাবে পেটিকোটটোৰ ওপৰত দুই মিটাৰৰ লেগ্ৰা এটা পিন্ধি লয়, অৱশ্যে তিনিমিটাৰৰ ঘাগ্ৰা এটাও চখেৰে চিলাই কৰিছে। লেগ্ৰাকেইটাও অৱশ্যে ঘাগ্ৰাটোৰ দৰে সুন্দৰ ৰঙীণ কাপোৰেৰেই চিলোৱা। পিছলৈ তাই এই কথাও মন কৰিছিল যে এই শুকান বিবৰ্ণ ঠাইখনত ৰং কেৱল ময়ূৰৰ পাখিতে নাই, ইয়াৰ তিৰোতাসকলৰ লেগ্ৰা-ঘাগ্ৰা-ওৰণা-চোলি-শাৰী আৰু পুৰুষসকলৰ মূৰৰ পাগুৰিতো ৰঙৰ অঢেল সমাৱেশ। তেতিয়াই তাইৰ অসমত থাকোঁতে শুনা এই কথাটো মনত পৰি গৈছিল যে কল্পনা লাজমীয়ে 'ৰুদালী' নামৰ চিনেমাখনৰ কাহিনীটোৰ আচল পটভূমি বিহাৰত নিৰ্মাণ নকৰি ৰাজস্থানত নিৰ্মাণ কৰাৰ কাৰণো বোলে এই নানা ৰঙৰ কাপোৰ-কানি আৰু ভৰিৰ পৰা মূৰলৈকে ইয়াৰ তিৰোতাই পিন্ধা বিধে গহনা-পাতি ব্যৱহাৰ কৰিব পৰাৰ সুবিধা। এৰা, চিনেমা যেতিয়া যিমানেই কান্দি থাকিবলগীয়া কাহিনী নহওক, অলপ তো ৰং-চং থাকিব লাগিবই। নহ'লেনো মানুহে পইচা ভৰি সকলোপিনে নীৰস সেই চিনেমা কিয় চাবলৈ যাব!

বিভাই এই কথাও লাহে লাহে গম পাই আহিলে যে এই শুকান ঠাইখনত মনক জীপাল আৰু ৰঙীণ কৰিব পৰা আন কিছু কথাও আছে। এদিন দুইতলাৰ মালিকনীয়ে স্বয়ং খোৱা ভৰিৰে নামি আহি তাইক বজ্ৰাৰ ৰুটী কেইখনমান দি কৈছিল— 'তোমালোকৰ দেশত তো বজ্ৰাৰ ৰুটী খাবলৈ নোপোৱা, খাই চোৱাচোন কেনে লাগে। পিছে গৰমে গৰমে খাই লোৱা, ঠাণ্ডা হ'লে খাই ভাল নালাগে তোমাৰ আচাৰ আছে নে, মই দি যাম?'...এদিন বা আকৌ তিনিটা ল'ৰা-ছোৱালীকে ৰাস্তাত হগুওৱা, দুৱাৰত কচা গুলপীয়া ৰঙৰ আখৰেৰে 'বিমলচন্দ্ৰ পীতলিয়া' বুলি লিখি থোৱা ঘৰটোৰ মালিকনীগৰাকী আহি তাইক ঘৰতে তৈয়াৰ কৰা কেইখনমান পাপৰ দি গৈছিল আৰু কৈছিল যে তায়ো যেন এনেকৈ ঘৰতে পাপৰ বনাই লয়, বজাৰৰবোৰ ভাল নহয়, তাতে লেতেৰাকৈও কৰে। পিছে বিভাই নিশ্চয় পাপৰ বনাব নাজানে, কোনো কথা নাই, তেওঁ আৰু ওচৰৰ আন আন তিৰোতাই আহি তাইক সহায় কৰি দিব, শিকাই দিব। ইয়াত তো পাপৰ, 'চিবৰ', এইবোৰ বনাওঁতে ওচৰৰ সকলো তিৰোতা আহি এনেকৈ লাগি-ভাগি দিয়েহিয়েই— এতিয়া তো বিভাও সিহঁতৰ মাজৰে এজনী, বিভাকো লাগি-ভাগি দিবই লাগিব... বিমলচন্দ্ৰ পীতলিয়াৰ ওচৰতে থকা সোণাৰীৰ ঘৈণীয়েকজনীক সমুখৰ বাৰণ্ডাত বহি বিভাই প্ৰায়ে উল বৈ থকা দেখে, এদিন সেই মানুহগৰাকীয়েও হাতত উলৰ শলা আৰু গুলি লৈ আহি বিভাক সুধিছিল যে তাই উলৰ কাম জানেনে, নাজানে যদি তেওঁ শিকাই দিব— ইয়াত কিন্তু খুব ঠাণ্ডা পৰে (মৰুভূমিৰ ঠাণ্ডাৰ কথা বিভাই আৰু নাজানেনে, কিতাপত তো পঢ়িছেই), উলৰ বহুত গৰম কাপোৰৰ প্ৰয়োজন হ'ব!

নাই, আজি এতিয়ালৈকে এটাও ময়ূৰ বিভাৰ চকুত পৰা নাই। পিছে আজি তাই ছাদৰ ওপৰত সকলোৰে সহযোগত তৈয়াৰ কৰা পাপৰবোৰ শুকাবলৈ দিছে, গতিকে বাৰে বাৰে সেই পাপৰ লুটিয়াই দিবলৈকে তাই ছাদলৈ আহি থাকিব লাগিব, তেতিয়া সন্মুখৰ ছাদত বা সন্মুখৰ গছডালত ময়ূৰ চকুত পৰিবই। পিছে নপৰিলেও কথা নাই, আজিকালি এই শুকান ঠাইখনতো তাইৰ অন্তৰত এনে এটা ৰঙীন ময়ূৰে মাজে মাজে নাচি থকা হৈছেই।

(সাদিন)

# মদাৰ গছ

বহুদিন যেন মই নিজেই নিজকে চিনি নোপোৱা হৈ আছিলো। এনেকি নিজৰ নামটোৰ বেলিকাও মোৰ মনত এটা খেলি-মেলিৰ সৃষ্টি হৈছিল— মোৰ দুটা নাম, এটা ঘৰত মতা নাম আৰু এটা 'ভাল' নাম অর্থাৎ স্কুল-কলেজত ব্যৱহৃত নাম— যিটোৰ প্ৰচলন তুলনামূলকভাৱে প্ৰথমটোতকৈ কম। ভাল নামটো হ'ল প্ৰতিভা, নামভর্তিৰ সময়ত সেই নামটোৰ প্ৰথমবাৰৰ বাবে অৱশ্যে বহুল প্ৰচলন হৈ গ'ল, স্কুলৰ ৰেজিষ্টাৰ বহীত লেখা হ'ল, বাইদেউসকলে সেই নামটোৰে মোক মতা হ'ল, ক্লাছমেটবোৰবো বেছিভাগেই সেই নামটোৰে মতা হ'ল। অৱশ্যে আমাৰ ঘৰৰ ওচৰৰ মোৰ লগত একেলগে পঢ়া কণিকাই মোক মোৰ প্ৰথমটো নাম অর্থাৎ ঘৰুৱা নাম পুতু বুলি মাতি থকাৰ ফলত ক্লাছৰ অন্যান্য ছোৱালীবোৰেও শেষত মোক সেইটো নামেৰে মাতিবলৈ ধৰিলে। মোৰ দুটা নামৰ এই যে দুই ধৰণৰ পৰিচয়— সেইটো এইদৰে মোৰ স্কুলীয়া দিনৰ পৰাই আৰম্ভ। পুতু আৰু প্ৰতিভা।

পুতু নামটো কি যে সাধাৰণ, কি যে সাধাৰণ সাধাৰণ কথাবোৰত সেই নামটো ব্যৱহাৰ হৈ আহিছে। উদাহৰণ কেইটামান দিলো ঃ

পুতু, যাচোন, কাপোৰবোৰ চপাই আনগৈ, বৰষুণ আহে নেকি।

পুতু, তোক অথনিতে ক'লো যে আলুগুটিবোৰ সৰু সৰুকৈ কুটি থ'গৈ, স্কুলৰ পৰা আহিয়ে কিতাপখন লৈ বহিলি নহয়।

পুতু, সোণটিৰ আৰু দেউতাৰৰ ছার্টৰ বুটামকেইটা লগোৱা হ'লনে? ৰবিবাৰ দিনটোতো অলপ ঘৰৰ কামত সহায় কৰিব নোখোজ— মই অকলে কিমান চম্ভালিম?

ওপৰৰ ধৰণৰ কথবোৰ মাৰ। মাই সংসাৰৰ অতি বেছি তুচ্ছ তুচ্ছ কথাবোৰত পুৱাৰ পৰা গধূলিলৈ এইদৰে মোৰ নামটো ব্যৱহাৰ কৰি থাকে। পিছে মা যেনিবা নিম্ন মধ্যবিত্ত ঘৰৰ একপ্ৰকাৰ অশিক্ষিতা সাধাৰণ গৃহিণী, তেওঁৰ জীৱনটো সাংসাৰিক তুচ্ছ কথা, তুচ্ছ ঘটনাতে আৱৰ্তিত হৈ থাকে, কিন্তু দেউতাতো সংসাৰৰ এই ঠেক গণ্ডীৰ পৰা সদায় বাহিৰলৈ ওলাই যায়, আৰু তাতোকৈ ডাঙৰ কথা দেউতা সদায় য'লৈ চাকৰি কৰিবলৈ ওলাই যায় সি হ'ল এক জ্ঞান বিতৰণৰ কেন্দ্ৰ, এৰা, দেউতা এখন স্কুলৰ শিক্ষক, হ'ব পাৰে সেইখন মধ্য ইংৰাজী স্কুল, তথাপিতো তাতো কিছু 'তলৰ ভাগৰ' হ'লেও বিদ্যা বিতৰণ চলি থাকে। গতিকে আগবেলাৰ পৰা পিছবেলালৈ তেনে এখন ঠাইত কটাই অহা দেউতাই যেতিয়া মোৰ নামটো ব্যৱহাৰ কৰে তেতিয়া কোনো জ্ঞান-বিজ্ঞানৰ কথা ক'বলৈ নকৰে, তেৱোঁ মাৰ দৰেই তুচ্ছ কাৰণতে, তুচ্ছ কামতে মোৰ নামটো ব্যৱহাৰ কৰে। দেউতাৰ এনে সম্বোধন মোৰ প্ৰতি কিয় প্ৰয়োগ কৰা হয়, তাৰো কেইটামান উদাহৰণ দিলো ঃ

পুতু, পানী এগিলাচ লৈ আহচোন।

পুতু, মোৰ চেণ্ডেলযোৰ দেচোন।

পুতু, মাৰক কঁগে যা, মোক চাহ একাপ কৰি দিব। অলপ কড়াকৈ কৰি দিয়ে যেন, আজি মূৰটো বৰকৈ টিংটিঙাই আছে।

পুতু, বৰ মহ হৈছে অ', আৰু এবাৰ ধুনাকে দি যাচোন, আজি এই পৰীক্ষাৰ বহীকেইখন চাই শেষ কৰিবই লাগিব।

হয়, মই মা-দেউতাৰ বাবে সদায় সাধাৰণ পুতুৱে হৈ ৰ'লো। কোনোদিন প্ৰতিভা হ'ব নোৱাৰিলো, নামটোতে মোৰ প্ৰতিভা লুকাই থাকিল— মই দেখাত এজনী সাধাৰণ ছোৱালী, পঢ়া-শুনাতো সাধাৰণ, মোৰ ঘৰখনো সাধাৰণ, মা সাধাৰণ, দেউতাও সাধাৰণ— যদিও তেওঁ এজন স্কুল শিক্ষক যি জ্ঞান বিলায়, যি জগতৰ ভাত-মাছ খোৱাৰ লেখীয়া সাধাৰণ কথাৰ পৰা বহু উৰ্ধৰ বিদ্যাৰ আলোকোজ্জ্বল জগত এখনত বাস কৰে, বা বাস কৰা উচিত বুলি মই ভাবোঁ। পিছে নাই, তেৱোঁ আন দহজন সাধাৰণ মানুহৰ দৰে— এনেকি তেওঁক অতি সাধাৰণ মাৰ লগতো তুলনা কৰিব পাৰি। মই জীৱনত বাহিৰা কিতাপ-পত্ৰ একোকে পঢ়ি পোৱা নাই, 'তেওঁৰ দৰে মোৰ শিক্ষিত শিক্ষক দেউতায়ো একো পঢ়ি পোৱা নাই', অন্ততঃ তেওঁক মই কোনেদিন পঢ়া দেখা নাই। আমাৰ ঘৰত কোনোধৰণৰ বাহিৰা কিতাপ-পত্ৰ নাই, কেৱল ইংৰাজী দৈনিক কাকত এখনেই বাহিৰৰ জগতৰ খবৰৰ লগতে

কিছু জ্ঞান-বিজ্ঞানৰ বতৰাও লৈ আহে। অসমীয়া বাতৰিকাকত নেৰাখি ইংৰাজী ৰখাৰ কাৰণ হ'ল— 'সোণটিয়ে ইংৰাজী শিকিব পাৰিব।' সোণটি মোৰ সৰু ভাইটি, সি ইংৰাজী পঢ়িব পৰা হোৱাত তাৰ বিষয়ে সেইদৰে ভবা হৈছে, কিন্তু মই যেতিয়া স্কুলত ইংৰাজী শিকিলো তেতিয়াতো মোৰ কথা তেনেকৈ কোনেও নেভাবিলে। অৱশ্যে শৈলেন বৰা অৰ্থাৎ মোৰ সৰু ভাই সোণটিৰ পঢ়া-শুনাৰ মূল্য মোতকৈ বহুত বেছি। হ'বই, মই ছোৱালী, মই পুতু, মোৰ ভাই সোণটিৰ শৈলেন নামটো তাৰ মৃত্যুৰ দিনলৈকে প্ৰচলিত হৈ থাকিব— স্কুলত-কলেজত, চাকৰি জীৱনত, ৰাজহুৱা জীৱনত সকলোতে। কিন্তু মোৰ প্ৰতিভা নামটো স্কুল-কলেজৰ পিছুতে হয়তো চিৰদিনলৈ হেৰাই যাব। মই জানো যে মই পঢ়া-শুনাতো চোকা নহয় যে ভালকৈ পাছ-টাছ কৰি ক'ৰবাত চাকৰি-বাকৰি পাম, বা মোৰ বাবে চাকৰি এটা কিনিবলৈ দেউতাই সোণটিৰ বাবে যিধৰণে ধন ঘটা তথা সঁচাৰ চেষ্টা কৰিব সেইধৰণে মোৰ বাবেও কৰিব। দেউতাই দিন-ৰাতি টিউচন কৰে, মায়ে কেতিয়াবা কয়— 'আপুনি ইমান কষ্ট কৰি শৰীৰটো দেখোন ৰুগীয়া কৰি পেলালে।' তাৰ উত্তৰত এদিন দেউতাই এইদৰে কোৱা শুনিছিলো— 'মোৰ দৰমহাৰ টকাৰে কোনোৰকমে টানি-টুনি সংসাৰখন চলে, গতিকে টিউচন নকৰিলে সোণটিৰ পঢ়া-শুনা, ভৱিষ্যৎ আদিৰ বাবে ক'ৰ পৰা টকা পাম কোৱা? আজিকালি তো চাকৰি এটা পাবলৈ মন্ত্ৰী-চন্ত্ৰীক ভেটি দিব লাগে। ইফালে পুতুজনীকো বিয়া দিব লাগিব— তাই তো দেখাতো ভাল নহ'ল, পঢ়া-শুনাতো ভাল নহ'ল— তাইক লৈ কি যে কৰিম...'

হয়, হয়, মোক লৈ দেউতা-মাৰ বৰ সমস্যাই হ'ব, মোৰ নামটো প্ৰতিভা হ'লে কি হ'ব, পঢ়াত তো কোনো প্ৰতিভা দেখুৱাব নোৱাৰিলো যে ভালকৈ পাছ কৰি ক'ৰবাত কিবা চাকৰি পাম আৰু অন্ততঃ তাৰবাবে বিয়াৰ বজাৰত দাম বাঢ়িব। অথচ মই শৈলেনো হ'ব নোৱাৰিলো যে মোৰ চাকৰিৰ বাবে দেউতাই পইচা সাঁচিব। মই যে পুতু, এজনী সাধাৰণ নামৰ সাধাৰণ ছোৱালী পুতু।

পিছে তথাপি মোৰ খেলি-মেলি লাগি যায়। মই পুতু হ'লেও প্ৰতিভাও, যি প্ৰতিভা নামটো দেউতাইতে একো নভবাকৈ দিছিল। কিন্তু সঁচায়ে মোৰ গাত নাম মাহাত্ম্য অলপ আছে, নথকাহ'লে তো মোৰ মনৰ এই খেলি-মেলি ভাবৰ অস্তিত্ব নেথাকিলহেঁতেন, মই নামে-কামে এজনী সাধাৰণ পুতু হৈয়ে সন্তুষ্ট থাকিলোহেঁতেন— যি পুতু আন দহজনী ছোৱালীৰ দৰেই অৰ্থাৎ সিহঁতৰ দৰে জন্ম হৈছে, এদিন হয়তো বিয়াও হ'ব, ল'ৰা-ছোৱালীও জন্ম দিব আৰু তাৰপিছত এদিন বুঢ়ী হৈ মৃত্যুমুখতো পৰিব। এক অতি সাধাৰণ ছোৱালীৰ জীৱন পৰিক্ৰমা।

কিন্তু মোৰ সেই বিধিলিপি অৱধাৰিত বুলি জানিও মই মনেৰে তাক মানি ল'ব নোৱাৰি অশান্তিত ভুগি থাকিলো, মনত দুখ পাই থাকিলো আৰু সখেদে ভাবিলো— হায় বিধাতা, মোক কিয় আন দহজনী পুতুৰ দৰেই কৰি নস্ৰজিলা, কিয় মোক নামটোৰ লগত সংগতি ৰাখি কিছু প্ৰতিভাৰ অধিকাৰিণী নকৰি এই মৰতলৈ পঠাই দিলা? মোৰ বুকুত দুখৰ পুখুৰী সৃষ্টি হ'ব পৰাকৈ, সঁচায়ে মোক কিয় অলপ বেলেগ কৰি স্ৰজিলা?

নিজৰ প্ৰতিভাৰ কথা নিজেই কওঁ। মই সৰুৰে পৰা জ্ঞান-বিজ্ঞানৰ প্ৰতি অতি আকৰ্ষণ অনুভৱ কৰিছিলো— কিন্তু ঘৰত তাৰ পৰিবেশ একেবাৰেই নাছিল। মোৰ দেউতা যদিও শিক্ষক, যদিও দিনৰ দিনটো কিতাপ-পত্ৰৰ লগত, জ্ঞানৰ সাধনা আৰু বিলোৱাৰ লগতে কাটি যায় তথাপি আই সৰস্বতীৰ লগত তেওঁৰ যে কোনোধৰণৰ আত্মিক সম্পৰ্ক নাই, কেৱল যে বৈষয়িক সম্পৰ্কহে তেওঁৰ সেই বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱীৰ লগত চিৰদিন চলি আছে সেই কথা মোতকৈ বেছি ভালকৈ আৰু কোনে জানে, সেই কথা দুখ আৰু ক্ষোভেৰে এই ঘৰখনত মোতকৈ আৰু বেছিকৈ কোনে অনুভৱ কৰে?

এটা উদাহৰণ দিওঁ। মই যেতিয়া স্কুলৰ লাইব্ৰেৰীৰ পৰা বাহিৰা কিতাপ আনি (স্কুলৰ লাইব্ৰেৰীৰ বাহিৰে মইনো আৰু ক'ৰ পৰা বাহিৰা কিতাপ যোগাৰ কৰিম?) আবেলি সময় উলিয়াই পঢ়িবলৈ লৈছিলো তেতিয়া মায়ে ঘৰৰ কাম-বন নকৰি আজে-বাজে কিতাপ পঢ়ি থকা বুলি খং কৰাত দেউতায়ো লগতে উজান দিছিল— ইস্, এইসোপা বাৰে-ভচহু কিতাপ পঢ়ি এওঁ পণ্ডিতনী হ'বলৈ ওলাইছে, আচল পঢ়া কিতাপত যদি ইমান মনোযোগ দেখিলোহেঁতেন, তেতিয়াও এটা কথা আছিল। পাঠ্যপুথিবোৰ এনেকৈ গোগ্ৰাসে গিলিলে হয়তোবা বৃত্তি-চৃত্তিকে কিবা পালেহেঁতেন, দৰিদ্ৰ বাপেকৰ সহায় অকণেই হ'লহেঁতেন। পিছে মইতো তেনেকৈ বাপেকৰ কথা সহানুভূতিৰে চিন্তা কৰা জীয়ৰী জন্ম দিয়াৰ ভাগ্য সাধি অহা নাই'—

ইস্, দেউতা তুমি বাৰু বাৰে বাৰে সৰস্বতীৰ লগত কিয় লক্ষ্মীক এনেকৈ সাঙুৰি থাকা?

দেউতাৰ আৰু এটা স্বভাৱো দিনে দিনে বাঢ়ি যোৱা দেখিছিলো— এই বকি থকা স্বভাৱটো। স্কুলততো এনেকৈ বকি থাকোঁতেই মাহ-বছৰ বাগৰি গৈছে, তাৰপিছত ঘৰত টিউচন কৰোঁতেও একেই বকনি, পিছলৈ সেই অভ্যাসেই তেওঁৰ মুখত জোক লগাদি লাগি থাকিল বোধহয়। সেইফালৰ পৰা তেওঁ বাক্-দেৱীৰে সুযোগ্য(!) সন্তান, কিন্তু হায়, আই সৰস্বতীয়ে নিশ্চয় তেওঁৰ সন্তানৰ মুখৰ পৰা এনেকুৱা যান্ত্ৰিক জ্ঞানৰ কথা নিৰ্গত হোৱাটো নিবিচাৰে।

দেউতাই মোক এনেকৈ গালি পাৰিবলৈ ধৰিলে, মই পুতু হৈ ৰওঁ, তাৰ পৰা কোনোধৰণৰ উত্তৰণ ঘটি কেতিয়াও প্ৰতিভা নহওঁ, মাৰ ওচৰত তো নহওঁৱেই— এনেকি সৰু ভাইটি সোণটিৰো মই সদায়ে পুতুবাই হৈ থাকিলো, কোনোদিন 'প্ৰতিভাবা' হ'ব নোৱাৰিলো। মোৰ 'প্ৰতিভা'ক সি কোনোধৰণে পাত্তা নিদিয়ে, সদ্ব্যৱহাৰ কৰিব নোখোজে। মই যদি তাক জ্ঞান-বিজ্ঞানৰ কথা ক'বলৈ যাওঁ, মই পঢ়ি উঠা কিবা কিতাপ এখনৰ কথা ক'বলৈ যাওঁ, সি অলপপৰ হামিয়াই-হিকটিয়াই থাকি শেষত কৈ উঠে— 'তোৰ কথাবোৰে মোক ব'ৰ কৰিছে অ' পুতুবা'— তাৰপিছত সি মোৰ ওচৰৰ পৰা উঠি গুচি যায়। এইদৰেই দেখাত যদিও বাণী-বন্দনাৰেই (দেউতাৰ স্কুলৰ শিক্ষকতা) আমাৰ ঘৰখন চলি থাকে, কিন্তু তেওঁৰ প্ৰতি আচল ভক্তি কাৰোৰেই নাই, তেওঁৰ 'পূজা' চলে কেৱল অৰ্থকৰী চিন্তাত।

তাৰপিছত মই কিতাপ পঢ়ি পঢ়ি এদিন হঠাতে ভাবিলো— ময়ো দেখোন এইবোৰ কথা সজাই-পৰাই লিখিব পাৰিম? নকৰোঁ কিয় সেই চেষ্টা? ভাবটো মনলৈ অহাৰ লগে লগে মই মনত একধৰণৰ উত্তেজনা অনুভৱ কৰিবলৈ ধৰিলো, কেতিয়া কাগজ-কলম উলিয়াই লেখিবলৈ বহোঁ সেই সুযোগৰ বাবে মই অধীৰ আগ্ৰহেৰে বাট চাবলৈ ধৰিলো।

আমাৰ ঘৰটোত মুঠতে তিনিটা কোঠালি, কিন্তু পুৰণিকলীয়া ঘৰ, মোৰ ককাদেউতাই বান্ধি থৈ গৈছিল, সেয়ে তেওঁ তিয়াৰ সাধাৰণ মধ্যবিত্ত ঘৰৰ নিয়ম অনুযায়ীয়ে কিছু আহল-বহলকৈ কোঠালিবোৰ সজাইছিল। আমাৰ নিজৰ ঘৰ বুলি ক'ব পৰা অৱস্থা এটা হোৱাৰ গুৰিতে কেৱল ককাদেউতাই তেতিয়াৰ দিনত এনেকৈ মাটি-ঘৰ কৰি থৈ যোৱাৰ সৌভাগ্যই নাছিল, আৰু এক সৌভাগ্যৰ ঘটনা ঘটিছিল এক অতি দুৰ্ভাগ্যজনক ঘটনাৰ বাবেও। মোৰ দেউতাৰ আৰু দুজন ককায়েক আছিল হেনো, কিন্তু চেঙেলীয়া কালতে দুয়ো ফাকুৱা খেলি পিছত ব্ৰহ্মপুত্ৰত গা ধুবলৈ গৈ আৰু ঘূৰি আহিব পৰা নাছিল— দুয়ো নিশ্চয় ব্ৰহ্মপুত্ৰতে ডুবি মৰিছিল, অৱশ্যে তেওঁলোকৰ শ দুটা কোনোদিন আৱিষ্কৃত হোৱা নাছিল।

সেই ঘটনাৰ পিছত স্বাভাৱিকতে ঘৰটোৰ একমাত্ৰ উত্তৰাধিকাৰী হ'ল মোৰ দেউতা আৰু ফলত আমাৰ পৰিয়ালটোৱে গুৱাহাটী হেন চহৰতো নিজাকৈ এনে আহল-বহল ঘৰ এটাৰ অধিকাৰী হ'বলৈ পালো। আৰু এটা কথায়ো ঘৰটো বেছি আহল-বহল কৰি তুলিছিল। ঘৰটোক ঘেৰি কিছু মাটি-বাৰীও আছিল য'ত আমলখি, মধুৰী-আম, আতলচ, ছজিনা আদি গছ আছিল। কিবা প্ৰকাৰে তাৰ মাজত এডাল মদাৰ গছো আছিল আৰু কিবা প্ৰকাৰে দেউতাৰ নীৰস মনতো গছ-গছনিৰ প্ৰতি এটা অতি মৰমৰ ধাৰা ফল্গু নদীৰ দৰে বৈ থাকিছিল, গতিকে কোনো এডাল গছকে তেওঁ নাকাটিছিল— এনেকি ডালো নাকাটিছিল। মই নিজে মদাৰ গছডাল নকটাৰ বাবে আটাইতকৈ বেছি আনন্দ পাইছিলো। আমাৰ তিনি কোঠালিৰ ঘৰটোৰ যিটো কোঠালিত মই আৰু সোণটি থাকিছিলো তাৰ খিৰিকিৰে মদাৰ গছডাল বৰ ভালকৈ দেখা গৈছিল। বসন্তকাল আহিলে সি ৰঙা ফুলেৰে জ্যাতিষ্কাৰ হৈ থাকে, তাৰপিছত বাৰিষা গছডালত সেউজীয়াৰ সমাৰোহ আৰম্ভ হয়। মানুহে কয়— মদাৰ একেবাৰে অলাগতিয়াল গছ, তাৰ ফুল পূজাত নেলাগে, কাঁইটীয়া ফোপোলা গছৰ ডালবোৰ, গা-গছবোৰো একো কামত নালাগে— তাৰ পৰা খৰি নহয়, আচবাব-পত্ৰ নহয়। মোৰ এইবোৰ কথাতে মনে মনে খং উঠি থাকে— সকলো কথাতে তোমালোকৰ চিন্তা কিয় বৈষয়িক? কিয় কেৱল সৌন্দৰ্যৰ দৃষ্টিৰে পৃথিৱীৰ কিছুমান কথা চাব নোৱাৰা? মদাৰ বাৰু মানুহৰ বাবে অকাৰ্যকৰী, কিন্তু বসন্ত কালত গানৰ ভাষাৰে ক'বলৈ হ'লে তাত যে 'ৰঙা ফুলৰ মেলা' বহে সি আমাক চকুৰ লগতে আত্মাক তৃপ্তি নিদিয়েনে? হৃদয়-মনৰ চাহিদাক তোমালোকে কিয় নাকচ কৰি দিব খোজা? সঁচায়ে, কিয় তোমালোক ইমান মেটেৰিয়েলিষ্ট?

মানুহৰ এন অনাদৰৰ বাবেই বোধহয় মোৰ মনত মদাৰ গছডালৰ প্ৰতি সকলোতকৈ বেছিকৈ মায়া সোমাইছিল। আৰু এদিন বসন্ত কালত, মদাৰৰ ৰঙা ফুল চাই চাই মই হাতত কাগজ-কলম লৈ জীৱনত প্ৰথমবাৰৰ বাবে কিবা এটা লিখিবলৈ বহিলো। তেতিয়া সময় আছিল আবেলি, সোণটি খেলিবলৈ ওলাই গৈছিল, দেউতাই পঢ়িবলৈ অহা ল'ৰা-ছোৱালীবোৰক বহা কোঠালিত পঢ়ৱাই আছিল, মা গৈছিল আমাৰ ঘৰৰ পৰা দুঘৰ বাদ দি

থকা তৃতীয় ঘৰৰ অধিবাসীৰ মাক ঢুকুৰাৰ খবৰ ল'বলৈ। মোৰ বাবে এনে সুন্দৰ সময় আৰু ক হ'ব পাৰে তেতিয়া মই মোৰ প্ৰথম লিখিনিটো আৰম্ভ কৰিম?

মই লিখা সেই লিখনিটো আছিল মদাৰকে লৈ। এখন ৰচনা, মদাৰৰ কলাত্মক উপযোগিতা লগতে বৃক্ষ বন্দনাকাৰী কবিতা কেইটামানৰ পংক্তিৰ উদ্ধৃতি, মদাৰৰ লেখীয়া গছ পৃথিৱীৰ আৰু ক'ত কিমান আছে তাৰ সম্ভেদ, পৰিৱেশৰ পিনৰ পৰা জগতৰ কোনো গছ-লতিকাই যে মূল্যহীন নহয় সেই কথাৰ যুক্তিযুক্ততা—(তাতেই মই ইন্দিৰা গান্ধীয়ে কোনোবা এখন পৰিৱেশ সংক্ৰান্ত ছেমিনাৰত কোৱা এই কথাষাৰো সুমুৱাই দিছিলো— If you pluck a flower you steal a star—মুঠতে এই সকলোবোৰ কথা সন্নিবিষ্ট কৰা মোৰ এই ৰচনাখন মোৰ বেছ ভাল হৈছিল যেন লাগিছিল আৰু তেতিয়া মই কেৱল পুতু নহওঁ মই যে প্ৰতিভাও এই ভাবটো বৰ প্ৰবল হৈ উঠিছিল, এক আত্মসন্তুষ্টিত মনটো ভৰি গৈছিল।

পিছে প্ৰতিভাজনীৰ 'প্ৰতিভা'ৰ স্বাক্ষৰ এনেকৈয়ে সকলোৰে আঁৰত থাকি যাবনে? লেখকে তো নিজৰ বাবে নেলেখে, লেখকৰ প্ৰধান দৰকাৰ পাঠকৰ। কিন্তু কোন হ'ব মোৰ আদিতম পাঠক বা পাঠিকা? মোৰ লিখাৰ প্ৰকৃত মূল্যায়ন কৰিব পৰা, মোৰ লিখাৰ ৰস গ্ৰহণ কৰিব পৰা কাক পাওঁ মই? নে কোনোবা কাকত-আলোচনীলৈকে মোৰ লেখাটো পঠাই দিওঁ? হয় হয় কোনো কাকত-আলোচনীলৈকে পঠাই দি চাওঁ, কিজানিবা প্ৰকাশ হয়েই। অৱশ্যে যদি প্ৰকাশ নহয়, তেন্তে মোৰ হৃদয় ভাগি যাব, মোৰ ভয় হ'ব যে মই সাধাৰণ পুতুৱেই, প্ৰতিভা নহয়।

এনেকৈ ভাবি থকা পৰত মই মাৰ কৰ্কশ মাতত যেন সম্বিৎ ঘূৰাই পালো— পুতু, ঐ পুতু, এই ভৰ সন্ধিয়াখন তই ক'লৈ মৰিবলৈ গ'লি? অথনিৰে পৰা যে মই মাতি মাতি মাত পোৱা নাই...

মই লগে লগেই প্ৰতিভাৰ মণিটো ভিতৰত লুকুৱাই থৈ পুতুৰ খোলাটোৰে আচ্ছাদিত হৈ মাৰ ওচৰলৈ ওলাই গ'লো।

সিদিনা ৰাতি এটা ঘটনা ঘটিল। সকলোৱে শোৱাৰ পিছত আৰু টোপনি যোৱা বুলি নিশ্চিত হোৱাৰ পিছত (কিছুমান নিশ্চয়তা যে কিমান ভুৱা) মই বিছনাৰ পৰা উঠি লাইটটো জ্বলাই লৈ মদাৰৰ বিষয়ে লিখা ৰচনাখন পঢ়িবলৈ ধৰিলো, কাৰণ লিখি উঠি আবেলি মাই মাতিবলৈ ধৰাত সেইখন এবাৰ পঢ়ি চোৱাৰ সময়কে নেপালো। কত ভুল থাকিব পাৰে— জ্ঞাতসাৰে, অজ্ঞাতসাৰে, নতুন কথা মনলৈ আহিলে যোগ কৰিবলগা হ'ব পাৰে, কিবা কথা অপছন্দ হ'লে বিয়োগ কৰিবলগাও হ'ব পাৰে— মুঠতে লিখি উঠি এবাৰো পঢ়ি চাবলৈ নোপোৱা লেখা এটা, তাতে জীৱনৰ প্ৰথম লেখা— পঢ়িবলৈতো মোৰ মনটো ধুক-ধুক কৰি থাকিবই। কিন্তু সেই আবেলিৰ পৰা এই মাজৰাতিলৈ এবাৰো যদি তাৰ সুবিধা পালো!

পিছে লাইটটো জ্বলাই পঢ়িবলৈ ধৰাৰ অলপ পিছতে আমাৰ বন্ধ দুৱাৰত ঢকিওৱাৰ শব্দ শুনিলো— দুৱাৰ ঢকিওৱাৰ সেই শব্দ ৰাতিৰ নিস্তব্ধতাত তাৰ নিজস্ব আৱাজতকৈয়ো যেন বেছি জোৰে বাজিছিল, কিন্তু তাতকৈয়ো বেছিকৈ অনুভূত হৈছিলো লগে লগে ওলোৱা দেউতাৰ বজ্ৰকঠিন মাতটো ঃ

'পুতু, সোণটি, দুৱাৰখোল, কি হৈছে তইঁতৰ? কিয় লাইট জ্বলিছে?'

দেউতাৰ চিঞৰত দৰ্জা ঢকিওৱাৰ আৱাজত সোণটি সাৰ পাই উঠিছিল, মইতো সাৰে আছিলোৱেই।

তন্দ্ৰা-জাগৰণৰ দোমোজাত সোণটি বিছনাত শুই-শুয়ে চকু টিপটিপাই চাই থাকিছিল। মই উঠি গৈ দুৱাৰ খুলি দিছিলো।

'কি হৈছে তইঁতৰ? কিয় লাইট জ্বলাইছিলি?'

'নাই, অলপ উঠিছিলো— মানে...' মই বাথৰুমলৈ যাবলৈ ওলাইছিলো বুলি ক'বলৈ আৰম্ভ কৰিও থমকি ৰৈছিলো। দেউতাৰ আগত মিছা কথাষাৰ ক'ব নোৱাৰিলো।

'মোৰ টোপনি অহা নাছিল— বহুত ৰাতিলৈমোৰ নানা চিন্তাত টোপনি নাহেই— তইঁতৰ কোঠালিৰপৰা বহুত সময়ৰ পৰাই ছিলিঙৰ ফাঁকেদি ওলাই থকা পোহৰ দেখি আছোঁ—'

দেউতাই কথা কোৱাৰ লগে লগে তীক্ষ্ণ চকু দুটাৰে ইফালে সিফালে দৃষ্টি নিক্ষেপো কৰি আছিল আৰু এবাৰ গৈ সেই সন্ধানী দৃষ্টি মোৰ লিখনিটোৰ ওপৰত পৰিছিল।

'টেবুলত সেয়া কি লেখা? ৰাতি জাগি পঢ়ি আছিলি নেকি, পুতু?' সুধি সুধি দেউতা মোৰ লেখাটোৰ সন্মুখত উপস্থিত হৈছিল আৰু মোৰ প্ৰবন্ধৰ প্ৰথম পৃষ্ঠাটোৰ প্ৰথমৰ কথাখিনি যেন প্ৰায় জোঁটাই-জোঁটায়ে

পঢ়িছিল— 'মদাৰ মদাৰ, শুৱনি মদাৰ'— (মোৰ লেখাটোৰ কবিত্বপূৰ্ণ শিৰোনামা)— প্ৰবন্ধ, (ব্ৰেকেটৰ ভিতৰত শিৰোনামাটোৰ তলতে লিখি থৈছিলো), প্ৰতিভা বৰকাকতি (মুখতে আঁচ এডাল টানি লিখি থোৱা মোৰ নামটো)।

দেউতাই সেইখিনিলৈকে পঢ়ি গৰ্জি উঠিছিল— 'এইবোৰ কি লিখিছ তই? ক, কি লিখিছ?'

'প্ৰবন্ধ এটা লিখিছিলো দেউতা'— মই ভয়ৰ সৰু চেপা মাতেৰে উত্তৰ দিছিলো— জীয়েকৰ প্ৰতিভাৰ নমুনাত তেওঁক উৎফুল্লিত হোৱাৰ কোনো লক্ষণ নেদেখি মোৰ বুকু কঁপিছিল।

'প্ৰবন্ধ এটা লিখিছিলি? কাৰ মূৰটো কৰিবলৈ দোভাগ ৰাতিলৈ লাইট খৰচ কৰি, কাগজ খৰচ কৰি এই আজে-বাজে লেখা লিখি মৰিছ? নাজাননে লাইটৰ কিমান বিল উঠে? তহঁত দুটাৰ স্কুল-কলেজৰ কিতাপ-বহী যোগাৰ কৰিবলৈকে জুৰুলা হৈ যাওঁ, দুখীয়া মানুহটো আৰু দুখীয়া হওঁ— তাৰপিছত তই কাগজৰ অপচয় কৰি, লাইটৰ অপচয় কৰি মাথামুণ্ড এসোপা লিখিছ? ঐ, মই যে আজিকেইবামাহেও দৰমহা পোৱা নাই, সেই খবৰ ৰাখনে নেৰাখ?

দেউতাই খণ্ডত একো নাই হৈ ইয়াৰ পিছত গাৰ জোৰেৰে মোৰ লেখাটো ফালি ছিৰাছিৰ কৰিলে আৰু সকীয়ালে— 'নিজৰ পাঠ্যপুথি নপঢ়ি আজে-বাজে কিতাপ পঢ়ি আমাৰ এৱোঁ লেখক হ'বলৈ ওলাইছে! চাওঁ আজিৰ পৰা কেনেকৈ লাইট খৰচ কৰি, কাগজ খৰচ কৰি লেখক হ'বলৈ যাব! হাত ছিণ্ডি পেলাম, চাবি—'

ইয়াৰ পিছত দেউতা দপ্‌দপাই অমাৰ কোঠালিৰ পৰা ওলাই গৈছিল।

মই লাইট নুমাইছিলো আৰু গোটেইটো ঘটনা অবাক হৈ, নিৰ্বাক হৈ বিছনাতে বহি চাই থকা সোণটিয়ে এইবাৰ প্ৰথমবাৰৰ বাবে মাত লগাই উঠিছিল ঃ 'বাইদেউ, লাইটটো জ্বলাই দে, মই পেছাব কৰি আহোঁ।'

মই সোণটিৰ বাবে অপেক্ষা কৰি মনে মনে দেউতাৰ উদ্দেশ্যে ক'লো— 'পাপা পাপা পিটি টেক্, আই শ্বেল্ নেভাৰ প্ৰ'জেছ। মেক্...' মোৰ মুখৰ পৰা তেনেকৈ ওলোৱা পদ্যটো মই ক'ৰবাত পঢ়া বালক কবি আলেকজেণ্ডাৰৰ পদ্যৰ অনুকৰণতে ওলাই আহিছিল। সেই কবিৰ ভাৰ্ছেজৰ ঠাইত মই কেৱল প্ৰ'জেছটো ব্যৱহাৰ কৰিছিলো।

হয় দেউতা, মই আৰু কোনোদিনেই একো লেখিবলৈ নেযাওঁ। তোমাক বৈষয়িক চিন্তাতে মগ্ন হৈ থকা বুলি সদায়ে মনে মনে সমালোচনা কৰি আহিছোঁ, কিন্তু যিখন দেশত এমুঠি সুবিধাভোগী মানুহৰ হাততে সমস্ত টকা-পইচা জমা হৈ গৈছে, (আমি স্বাধীনতা পোৱাৰ পঞ্চাশ বছৰৰ পিছতো), য'ত শিক্ষকে দিনৰ পিছত দিন দৰমহা নোপোৱাকৈ পেটত পানী-গামোচা বান্ধি, ক্লাছত পঢ়ুৱাই চলি থাকিবলগা হৈছে, তাত সঁচায়ে বিদ্যা, জ্ঞান, সাহিত্য-সংস্কৃতি, সৰস্বতীৰ সাধনা— এইবোৰ বৰ বৰ কথাই শোভা নেপায়। সেই যে ৰবীন্দ্ৰনাথৰ উদ্ধৃতি এটা ক'ৰবাত পঢ়িছিলো, ইও তেনেধৰণৰ এক পৰিহাসমূলক অৱস্থাই— 'ডাকিনীৰা দিকে দিকে ফেলিতেছে বিষাক্ত নিশ্বাস/শান্তিৰ ললিত বাণী শোনাইবে ব্যৰ্থ পৰিহাস...' সঁচায়ে,আমাৰ দেশত যদি কোনোবা দেৱীৰ আটাইতকৈ বেছি অৱমাননা হৈছে সেই দেৱী হ'ল বিদ্যা আৰু জ্ঞান আৰাধনাৰ দেৱী সৰস্বতী।

মই মেজত পৰি থকা ফটা কাগজৰ টুকুৰাকেইটালৈ চাই থাকি ভাবিলো— এৰা, সৰস্বতীয়েই আমাৰ ইয়াত সকলোতকৈ অনাদৃতা। মই সঁচায়ে দুখীয়া দেউতাৰ লাইট আৰু কাগজৰ অপচয় কৰিছোঁ, মই সাহিত্যিক হৈ কোনোবা কাকত-আলোচনীত যেনিবা মোৰ লিখনিটো দিলো আৰু সেইটো প্ৰকাশো হ'ল, কিন্তু তাৰবাবে জানো কিবা মাননি পাম আৰু তাক দেউতাৰ হাতত তুলি দি তেওঁৰ অভাৱগ্ৰস্ত পৰিয়ালটোৰ পোহপালত সামান্যও বৰঙণি আগবঢ়াব পাৰিম? যিখন ৰাজ্যত ডাঙৰ ডাঙৰ গছসদৃশ লেখকসকলেই নিজৰ উৎকৃষ্ট লেখাৰ যথাযথ মাননি নেপায়, তাত আমি মানিমুনিৰ লেখীয়া ক্ষুদ্ৰ লেখক-লেখিকাই আৰু কি আশা কৰিব পাৰোঁ?

মোৰ মদাৰ গছডাললৈও মনত পৰি গ'ল। কিন্তু এতিয়া আন্ধাৰত সেইডাল মোৰ চকুৰ পৰা অদৃশ্য হৈ আছে— ইয়াৰ পিছত দিনৰ ভাগতো সেইডাল অদৃশ্য হৈ ৰ'ব নেকি, অন্ততঃ মানসিকভাৱে? মই মদাৰৰ ক্ষেত্ৰত নান্দনিক সৌন্দৰ্যৰ বিচাৰ কৰি তাক মূল্যবান কৰি তুলিব খুজিছিলো, কিন্তু আমাৰ দেশত মদাৰ গছ সঁচায়ে এক অতি মূল্যহীন গছ; এই দৰিদ্ৰ শোষিত-বঞ্চিত দেশত অন্ন চিন্তাই প্ৰধান চিন্তা। গতিকে এইখন দেশত পুতু প্ৰতিভা হ'বলৈ ওলোৱাটোও একে প্ৰহসনৰে কথা। মই প্ৰতিভা হ'ব খুজিলে সেই মদাৰ গছেই হ'ম— অকাৰ্যকৰী, ফলহীন।

নাই, এসময়ত ভবাৰদৰে আজিকালি মোৰ মনত নিজৰ নাম দুটাই কোনো খেলি-মেলিৰ সৃষ্টি নকৰে।

(সাদিন)

# প্ৰেম নামৰ কিবা এটা

গগণ তালুকদাৰৰ লগত মই একে অফিচতে পূৰা ত্ৰিছ বছৰ চাকৰি কৰিছোঁ. তেওঁতকৈ মই অৱশ্যে দুবছৰৰ ছিনিয়ৰ। কিন্তু চাকৰিৰ কিছু বছৰৰ পিছত দুয়ো একেজন মানুহৰ পৰা আগৰ গুৱাহাটী চহৰৰ বাহিৰৰ কিন্তু এতিয়া একেবাৰে ভিতৰৰ জটিয়া অঞ্চলত দুডোখৰ মাটি লৈছিলোঁ। তাৰ পিছত সেই মাটিত তালুকদাৰে তাৰ দুবছৰ পিছত এটা ঘৰ সাজিলে, বেছ ডাঙৰ ঘৰ। মই কিন্তু তাৰো দুবছৰ পিছতহে সাজিব পাৰিলোঁ। তদুপৰি মোৰ ঘৰটো তালুকদাৰতকৈ বহুত সৰুও। সেই কথাত মোৰ গৃহিণী মাধুৰীয়ে আপত্তি কৰে এইদৰে ঃ

'গগণ তালুকদাৰে প্ৰায় গগণচুম্বী অট্টালিকাই সাজিলে— অথচ তেওঁ তোমাতকৈ দুবছৰৰ জুনিয়ৰ। ল'ৰা-ছোৱালীও তোমাতকৈ বেছি, আকৌ সাজিলেও দুবছৰৰ আগতে। তুমিহে—'

মই মাধুৰীৰ 'তুমিহে' কৰ্তাৰে আৰম্ভ কৰা বাক্যটোৰ কৰ্ম, ক্ৰিয়া সকলো অনুমান কৰিব পাৰিয়েই লগে লগে তাত বাধা প্ৰদান কৰি কৈছিলোঁ— 'চোৱা মাধুৰী, তালুকদাৰে তেওঁৰ নামটোৰ মাহাত্ম্য সদায়ে অক্ষুণ্ণ ৰাখি আহিছে। জাৰ হওক পিতৃদত্ত নাম, পিতৃৰ সন্মান ৰাখিয়েই আকাশৰ দৰে বিশালতাৰে কাম-কাজবোৰ কৰি থাকে। Sky is the limit— তুমি এই আপ্তবাক্যষাৰ নাজানা জানো? সেয়ে ঘৰটো সাজিছে বিশাল, আৰ্জিছে প্ৰভূত্ব, সংসাৰখন গঢ়ি তুলিছে একে বিশালতাৰে, এনেকি এতিয' গগণৰ পেটটোও হৈছে—'

এইবাৰ মাধুৰীয়ে মোৰ কথাত বাধা দি উঠিছিল— (আচলতে মোৰ এনে ধৰণৰ কথা-বতৰা তেওঁ একেবাৰে পছন্দ নকৰে, মোৰ ৰসবোধক তেওঁ বিয়াৰ কিছুদিন পিছত সদায় চেলেপুৱামি বুলিয়ে কৈ আহিছে) ঃ

'নিজৰ অক্ষমতা ঢাকিবলৈ গগণ তালুকদাৰক লৈ কিমান ঠাট্টা-মস্কৰা কৰি থাকাহে? লাজ নোপোৱানে? আচলতে তেওঁৰ ঘৰটো দেখি তোমাৰ পেটে পেটে হিংসা লাগি থাকে, সেয়ে তেওঁৰ সম্পৰ্কে এই আজে-বাজে কথাবোৰ কৈ থাকা।'

'মাধুৰী, তুমি সঁচাই কৈছা। পিছে আজি টিভিত বাইবেলৰ 'টাবাৰ অব্ বেবেল্' দেখাৰ পিছত সেই অট্টালিকাৰ দৰেই তালুকদাৰক লৈ স্তূপে স্তূপে জমা হোৱা মোৰে হিংসাৰ সৌধটো ভাগি পৰিল হে! ৰ'বা ৰ'বা জাঙুৰ খাই নুঠিবা। তোমাৰ বাৰু এই কথাটোতে অলপ সান্ত্বনা নালাগে নে যে যিক্ষেত্ৰত গগণে নিজকে অমৰ কৰি ৰাখিবলৈ ঘৰটোৰ নাম 'গগণ' ৰাখিছে, সেই ক্ষেত্ৰত মই 'গগণ'ৰ তুলনাত কুটীৰসদৃশ আমাৰ ঘৰটোৰ 'পুলিন-কুটীৰ' নামকৰণেৰে নিজকে তেনেদৰে অমৰ কৰাৰ চেষ্টা নকৰি 'মাধুৰী' নাম দি মোৰ আকাশছোঁৱা প্ৰেমৰে প্ৰমাণেৰে তোমাকহে অমৰ কৰাৰ বাট কাটিছোঁ?'

নাই, মাধুৰীক সৈমান কৰিম ছাৰি তেওঁ আৰু বেছি জাঙুৰ খাইহে উঠিল। কৈছোঁ নহয়, তেওঁ মোৰ এনে ধৰণৰ ৰসাল কথা-বতৰা আজিকালি একেবাৰে সহ্য নকৰে। আৰু মোৰো যে স্বভাবটো, ইমানবাৰ প্ৰতিজ্ঞা কৰোঁ যে মাধুৰীৰ লগত তেওঁৰ দৰেই মাধুৰ্য নথকা কথা-বতৰা পাতিম— তথাপি ফটা মুখৰ পৰা ফচকৰে তেওঁৰ ভাবাত 'পাতলামি'ভৰা কথাবোৰ ওলাই যায় আৰু ফলত মই কৈ মৰোঁ! ফলাফল ঃ মাধুৰীৰ মুখ জোকোৰা। ইচ্— এইবাৰ এই ১৯৯৩ চনৰ নতুন বছৰটোত স্বামী-স্ত্ৰীৰ স্বভাব বজাই থকাৰ বাবে দূৰদৰ্শনত জশপাল ভাট্টিয়ে দেখুওৱা তেওঁৰ আবিষ্কৃত বিশেষ চশমাযোৰ আৰু বিশেষ ঘড়ীটো ময়ো যদি কিবাকৈ সংগ্ৰহ কৰিব পাৰিলোঁহেঁতেন। তেতিয়াহ'লে অন্তত চশমাযোৰ সদায় ঘৰত পিন্ধি থাকি নামৰ সাৰ্থকতা থকা মাধুৰী এজনীকে দেখি থাকিলোঁহেঁতেন! (ইমানবোৰ মেজিক বস্তু আবিষ্কাৰ কৰাৰ পিছতো যে স্বয়ং জশপাল ভাট্টি আৰু সবিতা ভাট্টি দম্পতীৰ খণ্ড যুদ্ধ লাগিল আৰু এজনৰ মূৰত আৰু আনজন হাতত বেণ্ডেজ বন্ধা দেখুৱাব লগা হ'ল তাৰ দ্বাৰা মই নিৰাশ হোৱা নাই। কাৰণ ভাট্টি চাহাবে এই পৰম সত্যৰ ওপৰত ভেঁটি কৰিয়ে তেওঁক ফৰ্মূলা আবিষ্কাৰ কৰিছে যে Practice আৰু Preaching-ৰ মাজত সদায়ে সকলোক্ষেত্ৰতে বিৰাট ব্যৱধান থাকে।)

পিছে চশমাৰ লগতে ঘড়ীটোওনো কিয় লাগে— সেই বিষয়ে স্বাভাৱিকভাৱেই পাঠকৰ কৌতূহল হ'ব পাৰে। মোৰ সেই গোপনে কথাটো এইবাৰ কওঁ।

মই মানুহজন কৈশোৰকালৰে পৰা অলপ ৰোমাণ্টিক ধৰণৰ। গতিকে যৌৱনৰ উন্মেষৰ লগে লগেই প্ৰেমৰ কল্পনাত মই একেবাৰে হাবু-ডুবু খাই মৰিছিলোঁ। তেতিয়া আমাৰ দিনৰ কোনো দেবানন্দ বৰুৱাৰ 'আধুনিক প্ৰেম' নামৰ কবিতাও পঢ়িবলৈ পোৱা নাছিলোঁ যে এনেধৰণৰ পদ্য পঢ়ি অন্ততঃ কিছু সাৱধান হ'ম ঃ

'প্ৰেম তোমাৰ বহুত দাবী,
হিৰোহণ্ডা-মাৰুতী,
শ্বেমৰক, ছানফ্লাৱাৰ
পদাৰ্পণ, সন্ধ্যা-গধূলি,
বশিষ্ঠ, জু, দীঘলীপুখুৰী,
ঘূৰাঘূৰি নিৰিবিলি!
(আহ! পেট্ৰোলৰো যে কি দাম!)

নাই, এনে ভয় খুউৱা পদ্য পঢ়িবলৈ পোৱা নাছিলোঁ। অৱশ্যে আমাৰ দিনত উপৰোক্ত বহুত বস্তুৰে অস্তিত্ব নাছিল— কিন্তু অইন কিবা বস্তুবাদী দাবীক লৈনো তেতিয়াৰ কবিয়ে ক'ৰবাত কবিতা লিখা নাছিলনে? নিশ্চয় লেখিছিল, কিন্তু মই পঢ়িবলৈ পোৱা নাছিলোঁ, মই পঢ়িছিলোঁ বা শুনিছিলোঁ— এনেধৰণৰ বাংলা গান কিংবা কবিতা— 'যদি আপনাৰ মনে মাধুৰী মিশায়ে এঁকে থাকো কাৰো ছবি/সেকথা বলিয়া যেও, ভুলিয়া যাবে কী সবি?...

মই বাছি বাছি এইফাকি গানৰ কলি উল্লেখ কৰাৰ কাৰণ হ'ল এটা মিৰাকল্, মোৰ জীৱনত ঘটা এটা মিৰাকল্। মই প্ৰেমত পৰি বিয়া কৰাইছিলোঁ এজনী ছোৱালীক, যাৰ নামটোও আছিল মাধুৰী (চেষ্টাৰটনে জানো কোৱা নাছিল নে যে— The most wonderful thing about miracle is that it happens sometimes), অকল সেয়ে নহয়, মাধুৰীক তেতিয়া মোৰ মনে বিচৰা ছোৱালী যেনো লাগিছিল, অন্ততঃ তেতিয়া তেওঁৰ প্ৰাণতো ৰসবোধ আছিল। আৰু মোৰ মানসীৰ কল্পনাত মই ৰসবোধটোকে প্ৰাধান্য দি আহিছিলোঁ। তদুপৰি মাধুৰী আছিল অতি সুন্দৰীও— কোন পুৰুষৰ এনে কথা কোৱাৰ সৎসাহস আছে যে তেওঁ ছোৱালীৰ ক্ষেত্ৰত ৰূপটোকো প্ৰাধান্য নিদিয়ে?

পিছে হাঁয়— মাধুৰীক বিয়া কৰাই, মাধুৰীৰ লগত দাম্পত্য জীৱন কটাই লাহে লাহে মোৰ ধাৰণা হৈ আহিবলৈ ধৰিলে যে তেখেঁত সকলো সাধাৰণ ছোৱালীৰ দৰে ঘোৰ বস্তুবাদী মনৰ অধিকাৰিণী। সেই কথা প্ৰকট হৈ পৰিল গগণ তালুকদাৰহঁতৰ ঐশ্বৰ্যত তেওঁৰ ঈৰ্ষাত চট্‌ফটোৱা মনটো দেখি সংসাৰৰ আৰু এনে নানা ধৰণৰ বস্তুবাদী কথাত তেওঁৰ ক্ষুদ্ৰতাৰ পৰিচয়ে এদিন মোৰ বাবে তেওঁৰ মাধুৰ্যই নাইকিয়া কৰি পেলালে আৰু নিজৰ জীৱনেৰেই উপলব্ধি কৰিলোঁ যে Beauty is only skin-deep।

মাধুৰীৰ লগত মোৰ দাম্পত্য জীৱনত কেণা লগাৰ আৰু এটা কাৰণ হ'ল— বস্তুবাদী হৈ ক্ৰমে শুকান হৈ পৰা তেওঁৰ মনটো। আগতেই কৈ আহিছোঁ যে তেওঁৰ নিজৰতো ৰস হেৰাই গ'লেই, মোৰ পৰিহাসপ্ৰিয়তাকো তেওঁ সহ্য কৰিব নোৱৰা হৈ আহিল। মই যদি কওঁ— তুমিতো আগতে এনে নাছিলা, এসময়ত কত ঠাট্টা-তামাচা কৰিছিলোঁ, তেতিয়া তেওঁ টপৰাই ভৰ্ৎসনাৰ সুৰত উত্তৰ দিয়ে—'সকলো মানুহে তোমাৰ দৰে বয়স বঢ়াৰ পিছতো একেধৰণৰ বহুৱালিবোৰ কৰি নাথাকে নহয়! সংসাৰ কৰি ল'ৰা-ছোৱালী জন্ম দি মাক-বাপেক হোৱাৰ পিছত মানুহে অলপ সংযমৰ শিক্ষা ল'ব লাগে, মুখত লেকাম লগাব লাগে, গাম্ভীৰ্য আহিব লাগে, তোমাৰ কিন্তু অলপো পৰিবৰ্তন নহ'ল, এতিয়াও সেই দহ বছৰ আগৰ চঞ্চল-পাতল স্বভাৱ, নাতৰিল। সঁচায়ে, কি যে ছেলেপু তুমি!...'

এনে মন্তব্য তেওঁ গগণ তালুদাৰৰ ঘৈণীয়েকৰ আগতো কৰে, মোৰ উপস্থিতিতেই কৰে। অৱশ্যে তালুকদাৰৰ ঘৈণীয়েকো স্বামী-নিন্দাত একেবাৰেই পৰি মৰা বিধৰ নহয়, বৰং মাধুৰীতকৈয়ো একাঠি চৰা বুলিহে ক'ব লাগিব। গগণ তালুকদাৰ মোৰ অফিচৰ সহকৰ্মী আৰু পিছত চুবুৰীয়া হোৱা বাবে তেওঁৰ ওচৰলৈকে মোৰ বেছিকৈ যোৱা হয় বা তেখেঁত মোৰ ওচৰলৈ তেনেকৈ সঘনাই আহে। আমাৰ দুয়োৰো পৰিবাৰ দুগৰাকীৰ বন্ধুত্ব প্ৰথম অৱস্থাত

একপ্ৰকাৰ আৰোপিতই আছিল, অৰ্থাৎ স্বামী দুজনৰ সূত্ৰে চা-চিনাকি। কিন্তু আচৰিত কথা যে শেষত তেওঁলোক দুই মহিলাৰ বন্ধুত্ব দেখোন আমাতকৈও গাঢ় হৈ পৰিল— অৱশ্যে অলপো লুকঢাক নকৰাকৈ মনৰ সকলো উষ্মা আৰু জ্বালা পৰস্পৰৰ আগত উবুৰিয়াই দিয়াটোকে যদি অন্তৰংগতাৰ সংজ্ঞা বুলি ধৰা হয় তেহে, নহ'লে গগণৰ তালুকদাৰহঁতৰ ঘৰৰ চৌহদ এৰি বাটত ভৰি দিয়াৰ লগে লগে মাধুৰীয়ে প্ৰতিভা অৰ্থাৎ গগণৰ পত্নীৰ নানা কথাৰ যিহে দোষ খুঁচৰিবলৈ ধৰে, শুনি শুনি মোৰ বিশ্বাস কৰিবলৈকে টান লাগে যে অলপ আগতে তালুকদাৰৰ ড্ৰইং ৰুমত বহি হাঁহিমুখে কথা পাতি থকা মানুহজনী আৰু এতিয়া ৰাজআলিৰে মোৰ কাণত বিকৃত মুখেৰে বিহ ঢালি অহা মানুহজনী একেই। অৱশ্যে সিফালে নিশ্চয় প্ৰতিভায়ো মাধুৰী বিৰুদ্ধে তালুকদাৰৰ কাণত একেদৰেই বিহ ঢালিছে। মই কেতিয়াবা ভাবোঁ— প্ৰাণৰ কথা কোৱা এই দুই বান্ধৱীৰ পৰস্পৰৰ ভিতৰত কাৰ প্ৰতি কাৰ ঈৰ্ষাৰ জ্বালা বেছি? মাধুৰীৰ প্ৰতিভা তেওঁতকৈ বহুত বেছি বিত্তশালী আৰু বৃহৎ ঘৰৰ মালিক হোৱাৰ ঈৰ্ষাৰ জ্বালা নে প্ৰতিভাৰ মাধুৰী তেওঁতকৈ বহু বেছি সুন্দৰী হোৱাৰ ঈৰ্ষাৰ জ্বালা।

এই প্ৰশ্নৰ উত্তৰ মোৰ জনা নাই। তথাপি নিজৰ স্ত্ৰীৰ স্বৰূপটো চিনি পাওঁ বাবে ভাবিবৰ মন যায় যে তেওঁৰ অন্তৰৰ ঈৰ্ষাৰ বিষভাণ্ডৰ তুলনাত প্ৰতিভা তালুকদাৰৰ ভাণ্ডটো অলপ সৰুৱেই হ'ব। আৰু সেইবাবেইতো জশপাল ভাট্টি আৱিষ্কৃত ঘড়ীটোও পাবৰ মন যায়! ইমান পৰ নানা বাক-বিতণ্ডা কৰাৰ পিছত এইবাৰহে মোৰ গোপন কথাটো কওঁ।

মাধুৰীক বিয়া কৰাই নিৰস জীৱন কটাবলগীয়া হোৱাত মোৰ হৃদয় মৰুভূমিৰ দৰেই হৈ পৰিল। সেইবাবেই বোধ হয় সচেতনভাৱে নহ'লেও মোৰ মনে এতিয়াও লগ পোৱা সকলো তিৰোতাৰ মাজতে মানসীৰ সন্ধান কৰি ফুৰে। আৰু আচৰিতভাৱে এদিন মোৰ অফিচৰ 'বছ'ৰ ঘৰতে স্বয়ং সেই সন্ধানৰ কিছু সাৰ্থকতা মিলি গ'ল। অফিচৰ কিবা জৰুৰী কামত মই দুদিনমান একেৰাহে তেওঁৰ ঘৰলৈ যাব লগা হয়। মিঃ কাকতি অৰ্থাৎ মোৰ 'বছ'জন বেছ দিলদৰীয়া মানুহ। ঘৈণীয়েকগৰাকীও দেখিলোঁ গিৰীয়েকৰ সমানে সমানে যোৱা। কাকতিয়ে মোৰ লগত তেওঁৰ ঘৰৰ অফিচ ৰুমতে অফিচৰ কথা-বতৰাখিনি শেষ কৰি শেষত 'একাপ চাহ খাব ব'লক' বুলি ড্ৰইং ৰুমলৈ লৈ গৈছিল আৰু ঘৈণীয়েক মাতি আনি মোৰ লগত চিনাকি কৰি দিছিল। মিছেছ কাকতিক এক নজৰ দেখিয়েই বুজিছিলোঁ যে তেওঁৰ সৌন্দৰ্য 'বিউটি-পাৰ্লাৰ-ডিপ'হে, সেই তৰপটো আঁতৰাই দিলেই এজনী সাধাৰণ চেহেৰাৰ মানুহ ওলাই পৰিব। পিছে চাহ-তাহ খোৱাৰ সময়ত আমাক সকলো সময়তে সংগীত্ব দি থকা মানুহজনীৰ পৰিচয়ৰ আন এটা দিশ উন্মোচিত হৈ গ'ল আৰু মোৰ আগত যেন বিদ্যুতৰ ঝলক এটাহে খেলি গ'ল। চাহৰ কাপত সোহা মাৰি এবাৰ তেওঁ গিৰীয়েকক সুধিলে— 'পিছে তোমালোকৰ এই প্ৰোজেক্টৰ কামটো কেতিয়া শেষ হ'ব?' মিঃ কাকতিয়ে ক'লে— 'ডিলে হ'ব।' কথাটো শুনাৰ লগে লগে ঘৈণীয়েকে হাঁহি এটা মাৰি ক'লে— 'Delay শব্দটো শুনি জ'ক এটা মনত পৰি গ'ল— ভাষাৰ জ'ক্। শুনকচোন বৰুৱা। এজন মানুহে এটা অফিচলৈ দৰ্খাস্ত এখন লৈ আহি সংশ্লিষ্ট অফিচাৰজনলৈ সেইখন আগবঢ়াই দি ক'লে— এইখন চাওকচোন। মই আৰু কিবা কৰিব লাগিব নেকি?' অফিচাৰজনে কেৱল ক'লে— 'ডিলে হ'ব।' মানুহজনে দৰ্খাস্তখন নিদি গুচি গ'ল। এনেকৈ দৰ্খাস্তখন লৈ তেওঁ অফিচাৰজনৰ ওচৰলৈ কেবাবাৰো আহিল। কামৰ পৰা মূৰ নোতোলা অফিচাৰজনৰ একে উত্তৰ— 'ডিলে হ'ব।' এদিন মানুহজনে অতিষ্ঠ হৈ ক'লে— 'ইতিমধ্যেতো বহুত দিনেই পাৰ হৈ গ'ল, আৰু কিমান Delay হ'বহে?' অফিচাৰজনৰ উত্তৰ— 'আপোনাক মই আৰু কিমানবাৰ ক'ম যে দৰ্খাস্তখন দিলেই হ'ব?'

মই প্ৰাণখুলি হাঁহিলো আৰু মিছেছ কাকতিৰ মুখলৈ মুগ্ধভাৱে চালোঁ। তাৰপিছত মই ক'লোঁ— 'ইংৰাজী, অসমীয়া ভাষাৰ খেলাই মোক এটা সুন্দৰ অনুবাদলৈ মনত পেলাই দিলে। অসমখন ইংৰাজৰ অধীনলৈ অহাৰ পিছত এজন চাহাব শাসনকৰ্তাই (নামটো মনত নাই) বোলে এনে সুন্দৰ অসমীয়া শিকি পেলালে যে একেবাৰে গুৰু মৰা বিদ্যাই আয়ত্ত কৰি পেলালে। তেওঁৰ গুৰুৱে এই বাক্যটো অনুবাদ কৰিবলৈ দিলে— 'Look before you leap' চাহাবে অনুবাদ কৰিলে— 'নাচাই ডেলে গালেকে দায়।'

এইবাৰ কাকতি দম্পতীৰ প্ৰাণখুলি হঁহাৰ পাল। হাঁহি বন্ধ হোৱাৰ পিছত মিছেছ কাকতিয়েই (সংগীতা!

কি মূৰ্চ্ছনা, কি নাম! মই আকৌ নামৰ মোহত পৰিলোঁ) পুনৰবাৰ মাত লগাই উঠিল— 'মই আপোনাক আন এক চাহাবৰ অনুবাদ গল্প কওঁ ৰ'ব— পিছে এওঁ বংগতে থকা চাহাব, সেয়ে বাংলা ভাষা শিকিছিল। এবাৰ এই চাহাবে নাৱত উঠি গংগাৰে এঠাইলৈ গৈছিল। নিৰ্দিষ্ট ঠাই পোৱাত নাৱৰীয়াক তেওঁ ক'লে— 'কৰ্ণধাৰ, তৰণী তীৰে ভিড়াওঁ'— আপোনাৰ চাহাবে অসমীয়া জতুৱা ঠাঁচ ব্যৱহাৰ কৰিলে, আৰু মোৰ চাহাবে প্ৰায় দেৱভাষাই ব্যৱহাৰ কৰিলে! হাঃ হাঃ হাঃ...'

মই আকৌ মুগ্ধভাৱে সংগীতালৈ চালোঁ। এইবাৰ মুখত মই এনে এক সৌন্দৰ্য আৱিষ্কাৰ কৰিলোঁ যি গাৰ ছালৰ তলৰ বহুত গভীৰলৈ প্ৰোথিত।

মোৰো গা উঠি গৈছিল, সেয়ে মই আকৌ অইন এক অনুবাদৰ প্ৰসংগ উলিয়ালোঁ— 'আপুনিতো চাহাবৰ বাংলা অনুবাদৰ নমুনা শুনালে মিছেছ কাকতি, মই এইবাৰ এক বংগ তনয়ৰ ইংৰাজী অনুবাদৰ নমুনা শুনাওঁ— (যদিহে আপোনালোকক ব'ৰ কৰা নাই— মোৰ যি মন্তব্যত স্বামী-স্ত্ৰীয়ে একেলগে কৈ উঠিছিল— নাই, নাই, কি যে কয় আপুনি...)। সেই ব্ৰিটিছৰ ৰাজত্বৰ যুগৰে কথা। এবাৰ এজন চাহাব কিবা সকামত তেওঁৰ বাঙালী কৰ্মচাৰী এজনৰ ওচৰলৈ আহিছিল। কৰ্মচাৰীজনৰ পুত্ৰই বাহিৰলৈ ওলাই আহি চাহাবক দেখি আথেবেথে ক'লে— 'Garlic Sir, garlic'—। বেচেৰাই বাংলা শব্দৰ ইংৰাজী প্ৰতিশব্দ শিকাৰ পৰত বাংলা 'ৰ'টোৰ তলত থকা সৰু ফুটটোলৈ লক্ষ্যই নকৰিলে বা ছপাৰ ভুলত তলত ফুটটো পৰাই নাছিল। গতিকে garlic-ৰ অৰ্থ— ৰসুন নপঢ়ি পঢ়িলে 'বসুন' বুলি...' সমস্বৰ হাঁহিৰ পিছত সংগীতা কাকতিয়ে ক'লে— 'আজি আমি কোনে কিমান মজাৰ অনুবাদৰ কথা মনত পেলাব পাৰোঁ, চেষ্টা চলাওঁ আহক। বিক্ৰমাদিত্যৰ ৰাজসভাত মহাৰাজগৰাকীয়ে বোলে কালিদাস আৰু আন এজন পণ্ডিতক— 'শুকান গছডাল আগতে আছে', এনে জাতীয় বাক্য এটাৰ অনুবাদ কৰিবলৈ দিওঁতে শুকান পাণ্ডিত্যৰ অধিকাৰী পণ্ডিতজনে অনুবাদ কৰিলে এনেদৰে— 'শুষ্কং কাষ্ঠং তিষ্ঠতি অগ্ৰে' আৰু কালিদাসে কৰিলে এনে কোমলতাৰে 'নীৰস তৰুবৰ, পুৰত ভাতি—'

মই 'বহু'ৰ লগতেই তেওঁৰ পত্নীক সপ্ৰশংস হাঁহি উপহাৰ দিলোঁ যদিও ক্ষন্তেকৰ বাবে মোৰ মনটো অন্যমনস্ক হৈ মাধুৰীৰ ওচৰলৈ গুচি গৈছিল, আৰু তেতিয়া সেই মাধুৰী মোৰ সন্মুখত থিয় হৈছিল 'শুষ্কং কাষ্ঠং' হিচাপে 'নীৰস তৰুবৰ' হিচাপেও নহয়, 'নীৰস তৰুবৰ'ত তাৰ যিখিনি ধ্বনি-মাধুৰ্য আছে, মোৰ লগৰ সংসাৰ পথৰ যাত্ৰী মাধুৰীৰ সেইখিনিও যে নাই—

আমাৰ সিদিনাৰ সেই আড্ডাৰ মোখনি মাৰিছিল মোৰ বহুৱেই, তেওঁ এনেদৰে কৈছিল— 'বৰুৱা দেখিছোঁ বেছ ৰসিক মানুহ, আপুনি মাজে মাজে আমাৰ ঘৰলৈ আহি থাকিব দেই, বেছ আড্ডা জমিব। নে কি কোৱা সংগীতা?'

'ময়োতো একেটা অনুৰোধকে কৰিব ওলাইছিলোঁ। আড্ডা জমিবলৈ মনে মিলা মানুহনো আমাৰ ছ'চাইটিত আৰু কিমান পোৱা যায়?'

তাৰ পিছৰ পৰা মাজে মাজে মই মিঃ কাকতিহঁতৰ তালৈ যাওঁ। সংগীতাৰ সংগীত্বই যে মোৰ বাবে প্ৰধান আকৰ্ষণ সেই কথা নিজৰ পৰাই গোপন ৰাখিবলৈ চেষ্টা কৰোঁ। তথাপি খুব ভয় লাগি থাকে যে কেনেবাকৈ মোৰ সেই গুপুত কথা মাধুৰীয়ে আৱিষ্কাৰ কৰি পেলাব, তেতিয়াতো তেওঁৰ ঈৰ্ষাৰ বিষভাণ্ড গোটেইটো মোৰ মুখতেই ঢালিব আৰু তাৰ পিছত মই কেৱল সদাশিৱৰ দৰে নীলকণ্ঠই হৈ নপৰোঁ, একেবাৰে সাধুৰ শিয়ালৰ দৰেই নীলবৰণীয়া হৈ পৰিম, অৰ্থাৎ মই এনেকৈ মৰিম যে তাক কেৱল 'Deed as a Dodo'-ৰ দৰে বাক্যৰেহে ঠিকমতে বুজাব পৰা যাব। কিন্তু এয়া বাৰু কথাৰ কথা, পিছে আচল মৰণলৈ মোৰ যে ইমান ভয়! কিন্তু পিছত এনে এটা ঘটনা ঘটিছিল যিটোৱে মোক আমি বি এত পঢ়া নাইটিংগেল কবিতাৰ কবি কীট্‌ছৰ দৰেই 'half in love with easeful death'-ৰ লেখীয়া মানসিকতাৰ অধিকাৰী কৰিছিল। কিন্তু সেই প্ৰসংগলৈও পিছত আহিম—। আগতে সংগীতাৰ প্ৰসংগ শেষ কৰি লওঁ।

সংগীতাৰ প্ৰতি মোৰ আকৰ্ষণ ক্ৰমে ইমানেই বাঢ়ি যাবলৈ ধৰিলে যে ফলত এতিয়া মই জশপাল ভাট্টিৰ সেই বিশেষ ঘড়ীটোৰ প্ৰয়োজনীয়তা বৰকৈ অনুভৱ কৰিবলৈ ধৰিছোঁ— সেইটো পিন্ধি থাকিলে

হেনো পৰস্ত্ৰীৰ ওচৰত বহি মজি থকা মানুহকো ঘৰৰ ঘৈণীয়ে চুম্বকৰ দৰে টানি লৈ যায়। এতিয়া পাঠকে নিশ্চয় বুজিছে— মোক কিয় ঘড়ী আৰু চশমা দুযোটাকে লাগে।

সংগীতাক লগ পোৱাৰ পিছত মাধুৰীৰ প্ৰতি মোৰ আকৰ্ষণ আৰু কমি যাবলৈ ধৰিলে। ইফালে গগণ-প্ৰতিভাইঁতৰ বাঢ়ি অহা বিলাসবহুল জীৱনধাৰাই তেওঁকো মোৰ প্ৰতি আৰু নিৰ্দয় কৰি তুলিলে। তেওঁ মোক স্পষ্টকৈয়ে ঘোচ খাবলৈ উচটনি দিবলৈ ধৰিলে— সময়-সুযোগ ওলালেই কেৱল তিৰস্কাৰ কৰে, মই পুৰুষ নামৰ যোগ্য নহওঁ, বৰ্তমানৰ পৃথিৱীত কোনে দুপইচা নোখোৱাকৈ আছে, দুপইচা নোখোৱাকৈ চলিব পাৰিছে, ল'ৰা-ছোৱালীৰ ভৱিষ্যৎ গঢ়িব পাৰিছে— ইত্যাদি ইত্যাদি।

এটা কথা মাধুৰীয়ে পিছে ঠিকেই কয়— মই পুৰুষ নামৰ যোগ্য নহওঁ, কাৰণ মোৰ ভয়টো খুব বেছি। নহ'লে এইটো ভালকৈ জানো যে সমাজখন যি পথেৰে চলিব ধৰিছে সেই পথেৰে চলিলে আৰু বেছিদিন নালাগে, এই শতিকাই গৈ সিটো শতিকাত জঁপিয়াই বিলীন হৈ যোৱাৰ পিছতেই 'উল্টা পুৰাণ'ৰ ৰাজত্ব চলিব, আৰু মুখ্যমন্ত্ৰীৰ 'দুৰ্নীতিশ্ৰী' উপাধিটো কণ্টকভূষণ নহৈ ৰত্নভূষণ হৈ শোভা পাব। এতিয়াই হোনো প্ৰায় সকলো চাকৰি ঘোচৰ বলতহে পোৱা যায়, এনেকি বিশ্ববিদ্যালয়ৰ শীৰ্ষস্থান লাভ কৰা আৰু শিক্ষাজীৱনত সদায়ে মেধাৰ চিন দেখুৱাই অহা ছাত্ৰ-ছাত্ৰীয়েও কলেজত বা স্কুলতো শিক্ষকতা কৰিব বিচাৰিলে হয় মন্ত্ৰী বা বুৰোক্ৰেটৰ অঙহী-বঙহী হ'ব লাগিব, নহ'লে সংশ্লিষ্ট ঠাইত প্ৰচুৰ টকা ঢালিব লাগিব। গতিকে মুখ্যমন্ত্ৰীয়ে পৰম গৌৰৱেৰে 'দুৰ্নীতিশ্ৰী'ৰ মুকুট পিন্ধি থকা দিনতো এইবোৰ কথা নিয়মতে পৰিণত হ'ব। আমাৰ পুত্ৰয়ো ঠিক সেই সময়তে পাছ-তাছ কৰি চাকৰিৰ বাবে উপযুক্ত হৈ ল'ব। বৰ তীক্ষ্ণ বুদ্ধিৰ ল'ৰা। কেতিয়াও কোনো পৰীক্ষাতে দ্বিতীয় হৈ পোৱা নাই। কিন্তু তথাপি কোনো লাভ নাই। চাকৰি পোৱাৰ অৰ্হতা অহা সেই দিনবোৰত একমাত্ৰ টকাৰ সংখ্যাৰে দেখা হ'ব একো একোটা চাকৰিৰ বাবে নিৰ্দিষ্ট একো একো সংখ্যাৰ টকা। গতিকে পুত্ৰৰ ভৱিষ্যৎ ভাবি ভাবি পগলাৰ দৰে হৈ ময়ো এদিন ঘোচ খোৱাৰ আৰম্ভণি কৰিব খুজিলোঁ। পিছে কি হ'ব, মই কাপুৰুষৰ হাত-ভৰি কঁপিবলৈ ধৰিলে, চকুৰে ধোঁৱা-কোঁৱা দেখিবলৈ ধৰিলোঁ, বহি থকা চকীখনতে আঁউজি দি সেই যাত্ৰাতে কোনোমতেই নিজকে দুই ধৰণৰ 'পতন'ৰ পৰা ৰক্ষা কৰিলোঁ।

মোৰ প্ৰতি মাধুৰীৰ দুৰ্ব্যৱহাৰ দিনকদিনে বাঢ়ি যোৱাতে এদিন মই তেওঁক হাঁহি হাঁহি ক'লো— 'আজিৰ মাধুৰীক দেখিলে কোনে ক'ব যে এদিন এই একেজনী মানুহৰে মই নয়নৰ মণি আছিলোঁ। এই একেজনী মাধুৰীয়ে মোৰ প্ৰেমত মজি গৈছিল!'

মোৰ কথা শুনি মাধুৰীয়ে মোৰ পিনে দেখোন খন্তেকপৰ অদ্ভুত চাৱনি এটাৰে চাই আছিল, তাৰ পিছত লাহে লাহে আঁতৰি গৈছিল।

এদিন হঠাতে এটা অঘটন ঘটিল। মোতকৈ কম বয়সৰ গগণ তালুকদাৰৰ হঠাতে হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হ'ল আৰু ডাক্তৰী চিকিৎসাবিনেই মৃত্যু ঘটিল। সমগ্ৰ জীৱন জুৰি তেওঁ যে ইমান ধন ঘটিলে, মৃত্যুৰ সময়ত কিন্তু তাৰ এটা ফুটা পইচাও তেওঁৰ চিকিৎসাত লগাব নোৱাৰিলে।

আমি ওচৰ-চুবুৰীয়া হিচাপে আৰু পুৰণি বন্ধু হিচাপে গগণৰ শ্ৰাদ্ধ-শান্তি হৈ যোৱালৈকে যিমান যি লাগে সাহায্য কৰিলোঁ। মাধুৰীয়ে তেওঁলোকৰ ল'ৰা-ছোৱালীকেইটাৰ সকলো ভাৰ কান্ধ পাতি লৈছিল।

গগণৰ মৃত্যুৰ পিছত মোৰ মৃত্যু ভয়টো আৰু বাঢ়ি গ'ল। মোতকৈ কম বয়সৰ মানুহজনলৈকেই যেতিয়া মৃত্যুৰ পৰোৱানা আহি গ'ল— তাৰ পিছত— বাকী ভয়ংকৰ কথাখিনি মই নিজৰ মনতেই অনুচ্চাৰিত ৰাখিবলৈ যত্ন কৰোঁ।

কিন্তু তথাপি মোৰ মনৰ মাজত আনধৰণৰ অভাৱনীয় প্ৰতিক্ৰিয়া এটাৰো জন্ম হ'ল, গগণ তালুকদাৰৰ দৰে মোৰো এবাৰ মৰি চাবৰ মন গ'ল। গগণৰ মৃত্যুৰ পিছত প্ৰতিভাৰ যিবোৰ কাণ্ড কাৰখানা দেখিলোঁ, সিয়েই মোক 'সহজ মৃত্যুৰ প্ৰতি আধা প্ৰেম জগালে' (হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ মৰাৰ দৰে সহজ মৃত্যুনো পৃথিৱীত আৰু কি আছে?)। স্বামীৰ জীৱন কালত যি স্ত্ৰীয়ে তেওঁৰ নিন্দাত, তেওঁৰ নানা দোষ খোঁচৰাত অনবৰত মগ্ন হৈ থাকিছিল, এতিয়া সেই স্বামীৰ মৃত্যুত সেই স্ত্ৰীয়ে তেওঁৰ নানা গুণৰ বৰ্ণনাত পঞ্চমুখ হৈ পৰিল।... মই ভাগ্য কৰি এনে

এজন মানুহ স্বামী হিচাপে পাইছিলোঁ, কোনো দিন মোক খং-ৰাগ কৰি নাপালে, মোৰ কোনো কথাতে হকা-বাধা কৰি নাপালে'... 'ওচৰ-চুবুৰীয়ায়ো ইমান দিন তেওঁক ঠিকমতে চিনি পোৱা নাছিল, এতিয়াহে বুজি পাইছে যে সকলো কেনে উপকাৰী বন্ধু এজন হেৰুৱালে। চুবুৰিৰ জটিয়া ক্লাবৰ বাবে তেওঁ অকলেইনো কম চান্দা তুলি দিছিলনে'... 'সিদিনা তেওঁৰ অফিচৰ ওপৰৱালা মিঃ কাকতি আহি তেওঁৰনো কমখন গুণ বখানিলে নে— বোলে তালুকদাৰ কাম-কাজত অতি পাকৈত মানুহ আছিল'... 'মোৰ ল'ৰা-ছোৱালীকেইটা এতিয়া অঠাই সাগৰত পৰাৰ দৰে হ'ল, বাপেকে সিহঁতৰ লগত অনবৰত লাগি নাথাকিলে কি হ'ব, দূৰে দূৰেই সিহঁতৰ পঢ়া-শুনা, খোৱা-লোৱা এনেকি কাপোৰ-কানিৰ প্ৰতিও তীক্ষ্ণ নজৰ ৰাখিছিল...।'

গগণ তালুকদাৰৰ জীৱনকালত কিন্তু এই কথাটো লৈয়ে প্ৰতিভা তালুকদাৰৰ আটাইতকৈ আপত্তি আছিল— 'উস্— বাপেকটো হৈ ল'ৰা-ছোৱালীকেইটালৈ যদি অলপো চকু দিলেহেঁতেন— কেৱল জন্মকে দিব জানিলে!...'

অ' মৃত্যুৰ তেন্তে ইমানেই মহিমা? মই মৰিলেও তেন্তে মাধুৰীয়ে এনেকৈ লুটি-বাগৰ মাৰিব! বিবাহিতা জীৱনত তেওঁৰ যি আনুগত্য তথা প্ৰেম নাপালোঁ বুলি মোৰ আপচোচ থাকি গ'ল, মৰণৰ লগে লগে তাৰ নৱপ্লাৱনে মোৰ বিদেহী আত্মাক পখালি থাকিব নেকি? এৰা, গগণ তালুকদাৰৰ দৰে সহজ মৃত্যুৰে পৃথিৱী এৰি থৈ গৈ মোৰ এবাৰ মাধুৰীক সঁচায়ে পৰীক্ষা কৰিবৰ মন যায়।

তাৰ পিছত হঠাতে অভাৱনীয় ঘটনা এটা ঘটিল। মাধুৰীয়ে এদিন মই তেওঁক বিবাহ-বাৰ্ষিকীত দিয়া তেওঁৰ অতি প্ৰিয় শাৰীখনেৰে ডিঙিত বান্ধি ফেনত ওলমি ফাঁচ লাগি মৰিল। আগদিনা ৰাতি মোৰ লগত তেওঁ দুৰ্বাদল কাজিয়া লগাইছিল। সংগীতা কাকতিৰ প্ৰতি মোৰ দুৰ্বলতাৰ কথা কেনেকৈ জানো তেওঁ গম পাই গৈছিল। তাৰ পিছত তেওঁ মোক মোক্ষম কথা এষাৰ জনাইছিল— 'আপুনি মোক ভালপাই বিয়া কৰাইছিল নহয়? এতিয়া সেই প্ৰেম যেতিয়া আনক বিলালে তাৰপিছত মোৰ আৰু জীয়াই থাকি লাভ কি?'

কি আচৰিত, মাধুৰীয়ে মই ভবাৰ দৰে তেওঁৰ ঈৰ্ষাৰ বিষভাগুটো মোৰ মূৰৰ ওপৰত নাঢালি কেনেকৈ যে নিজৰ মূৰৰ ওপৰতে ঢালিলে। ইছ্, ফেনৰ পৰা নমাই অনা মানুহজনীৰ সমস্ত শৰীৰ যে কেনে ঘন নীলা চিয়াঁহীৰ ৰঙেৰে বোলোৱাৰ দৰে লাগিছিল।

ইয়াৰ পিছত মই আৰু কোনোদিন সংগীতা কাকতিৰ ওচৰলৈ যোৱা নাছিলোঁ। সন্ধিয়া পৰত ঘৰতে বহি ল'ৰা-ছোৱালী দুটাৰ পঢ়া-শুনা চাইছিলোঁ— যদিও পৰীক্ষাৰ ভাল ফলাফলৰ ওপৰতে কেৱল চাকৰি নাপায় বুলি জন্মা প্ৰত্যয়টো দিন যোৱাৰ লগে লগে আৰু দৃঢ় হৈ আহিছিল।

মই সংগীতাৰ ওপৰলৈ নোযোৱাৰ কাৰণ কিন্তু এইটোৱে নাছিল যে মই নিজে মোৰ সম্ভাব্য মৃত্যুৰ পিছত মাধুৰীৰ প্ৰেম পৰীক্ষা কৰি চোৱাৰ দৰে এতিয়া মাধুৰীয়েহে তেওঁৰ আচল মৃত্যুৰ পিছত মোৰহে সেই প্ৰেম পৰীক্ষা কৰি চাব (অথবা অধিক শুদ্ধভাৱে ক'বলৈ গ'লে— তেওঁৰ মৃত্যুৰ দামে মোৰ হৃদয়ৰ পৰিৱৰ্তন ঘটাব পাৰিলে নে নাই)। মই সংগীতাৰ ওচৰলৈ নোযোৱাৰ আচল কাৰণ হ'ল মোৰ বছে মোক তেওঁৰ পত্নীৰ ওচৰলৈ নাযাবলৈ সাৱধানবাণী শুনাই দিছে! অৱশেষত তেৱোঁ মোৰ প্ৰতি ঈৰ্ষান্বিত হৈ পৰিছিল।

(পষেক, ১৯৯৩)

# আকাশলৈ দূৰ নহয়

'পৰীক্ষা দি উঠি কোনোবাই এনেকৈ ঘৰতে ব'ৰ হৈ বহি থাকেনে? ব'ল ব'ল মোৰ লগত ব'ল। কিছুদিন থাকি আহিবি। ভিনিহিদেৱেৰাই ভাল পাব, ৰিয়া আৰু ৰ্ঝণয়ে ভাল পাব। আৰু মইতো ভাল পামেই।'

প্ৰতিমাই আহি হুলস্থূল লগাই দিলে।

'তইঁতেতো ভাল পাবিয়েই, কিন্তু মই গুচি গ'লে মাক যে অকলে সংসাৰৰ জঞ্জাল উকটি থকাৰ পৰা অলপ ৰেহাই দিব খুজিছিলো তাৰ কি হ'ব?' গীতিমাই গহীনভাৱে উত্তৰ দিছিল।

প্ৰতিমা আৰু গীতিমা দুয়ো বাই-ভনী। হাস্পতালৰ লেবাৰ ৰুমকে যেন পোহৰাই তুলিছিল—এনে ৫ ' পোহৰ বগা ৰূপ লৈ প্ৰতিমা উপজিছিল। নাক-চকু-মুখৰো গঢ়ন ভাল আছিল, গতিকে জীয়েকৰ নামটো প্ৰতিমা ৰখাৰ ক্ষেত্ৰত তাইৰ মাক-বাপেকৰ ভিতৰত অলপো মতভেদ হোৱা নাছিল। কিন্তু জীৱনৰ, সংসাৰৰ বেছিভাগ কথাতেই প্ৰতিমাহঁতৰ মাক-দেউতাকৰ মতৰ অমিল হয়েই। এনেকি ৰূপম বৰুৱাই প্ৰতিমাক বিয়া কৰাবলৈ অতি আগ্ৰহ দেখুৱাৰ সময়তো জীয়েকক তেওঁলৈ বিয়া-দিয়া-নিদিয়া কথাটো লৈ স্বামী-স্ত্ৰীৰ মাজত মতৰ অমিল হৈছিল। এয়াৰ ফ'ৰ্চৰ পাইলট ৰূপম বৰুৱাক জীয়েকৰ বাবে অতি সুযোগ্য দৰা বুলি ভবা মাকৰ আগ্ৰহৰ বিপৰীতে দেউতাকে নানা আপত্তি দেখুৱাইছিল। তেওঁ কৈছিল—'তোমাৰ দৰে মাক আৰু মই দেখা নাই! এয়াৰ ফ'ৰ্চৰ পাইলটে জীৱনটো হাতৰ ঠেনুকা মুঠিত ধৰি থাকিব লাগে, কোন মুহূৰ্তত সেই মুঠি খুলি পৰে ঠিক নাই। আৰ্মিৰ হ'লেও কথা নাছিল।'

সেই কথাত মাকে উত্তৰ এইবুলি—'আৰু মতা মানুহটো হৈ এনে ভয়াতুৰ হোৱাও মই ক'তো দেখা নাই। ভগৱানে ভুল কৰি আপোনাক মতা মানুহ কৰি সৃষ্টি কৰিলে। মোকহে আচলতে ভণ্টি আৰু মণ্টিহঁতৰ দেউতাক কৰি স্ৰজিব লাগিছিল। আৰু এটা কথা নহয়, আজিকালিনো যুদ্ধ ক'ত লাগে। তেনেকৈ অমূলক ভয় এটা পুহি হাতত পোৱা এনে সুপাত্ৰক ছোৱালী নিদি পাৰিনে?'

গীতিমাই দেখি আহিছে যে সংসাৰৰ প্ৰায় সকলো কথাতে ব্যক্তিত্বশালিনী মাকৰ কথাহে ৰজে, দেউতাকৰ কথা নৰজে। প্ৰতিমাৰ বিয়াৰ ক্ষেত্ৰতো মাকৰ কথাই ৰজিল, দেউতাকৰ কথা নৰজিল। পিছে মাকৰ ধাৰণাও তেতিয়ালৈকে অভ্ৰান্ত হৈয়ে থাকিল, ভাৰতবৰ্ষত কোনো যুদ্ধ-বিগ্ৰহ নহ'ল। আনহাতে বৰ্তমান উইং কামাণ্ডাৰলৈ উন্নীত হোৱা ৰূপম বৰুৱাৰ লগত মাকে আশা কৰাৰ দৰেই তেওঁৰ বৰজীয়েকৰ সুখ-আৰামৰ জীৱন এটাই চলি আহিছে। এতিয়া দ্বিতীয়জনী জীয়েক বিবাহযোগ্যা হৈ উঠিছে, মাকৰ পৰম আশা—এইজনী জীয়েকৰো যেন ৰূপম বৰুৱাৰ দৰেই সুপাত্ৰ এজন মিলে।

ইতিমধ্যে ভাৰতৰ নানা ঠাইত ঘূৰি ঘূৰি সম্পতি জোঁৱায়েক গুৱাহাটীৰ বৰঝাৰ এয়াৰ প'ৰ্টৰ ওচৰৰ এয়াৰ ফ'ৰ্চ ঘাটিটোলৈ বদলি হৈ আহিছে। প্ৰতিমাৰ মাকৰ ঘৰ নগাঁৱত, তাই গুৱাহাটীৰ পৰা দুদিনৰ বাবে মাকৰ ঘৰলৈ আহিছে। ৰণি আৰু ৰিয়া দিল্লীত পঢ়ে, সিহঁতে কিছুদিন পিছত বন্ধত ঘৰলৈ আহিব, গতিকে তাৰ আগতেই প্ৰতিমা আহি মাক-দেউতাকক লগ পাই যাব খুজিলে। কেইদিনমানৰ বন্ধত ঘৰলৈ অহা ল'ৰা-ছোৱালী দুটাক লৈ তাই পিছতো আহিব পাৰিলেহেঁতেন, কিন্তু তেতিয়াহ'লে ৰণি-ৰিয়াক লৈ তাই ডিব্ৰুগড়ৰ শহুৰেকৰ ঘৰলৈও যাব লাগিলহেঁতেন, নহ'লে ৰূপমে বেয়া পাব। কিন্তু কেইদিনমানৰ বাবে ঘৰলৈ অহা ল'ৰা-ছোৱালী দুটাক এনেকৈ ঘূৰাই ফুৰালে ঘৰতনো থাকিব কেইদিন? গতিকে ৰণি-ৰিয়া আহি পোৱাৰ আগে আগে প্ৰতিমাই অকলেই এবাৰ নগাঁৱলৈ গৈ মাক-দেউতাকক চাই আহিব বিচাৰিছিল।

নগাঁৱৰ ঘৰত বৰ্তমান মাক-দেউতাক অকলে থাকে। প্ৰতিমা তেওঁলোকৰ দ্বিতীয় সন্তান। প্ৰথমটো ল'ৰা। সি চাকৰি কৰি বাহিৰে বাহিৰে ঘূৰি আছে। তৃতীয় সন্তানো ল'ৰা। সিয়ো একেদৰেই চাকৰিয়াল হৈ ঘূৰি আছে। চতুৰ্থ আৰু শেষ সন্তান গীতিমা। ককায়েক-বায়েকহঁতৰ বহুত পিছত তাই এই পৃথিৱীলৈ আহিল। সেই জন্মদানৰ লাজ অতিক্ৰমি মাক-দেউতাকে পিছলৈ তাইক সাগৰতলীৰ কিবা আপুৰুগীয়া মুকুতা যেন জ্ঞান কৰিছিল। বুঢ়া বয়সত সন্তান এনেকুৱা মৰমৰে হয় নেকি? পিছে মানুহে, বিশেষকৈ তেওঁলোকৰ নিজৰে ল'ৰা দুটাই কয় যে

মাক-দেউতাকে তাইক আদৰৰ প্ৰশ্ৰয়েৰে একেবাৰে মূৰ খাইছে, অত্যন্ত নিজৰ মতত চলা ছোৱালী কৰি তুলিছে। অথচ গীতিমা দুই ককায়েকৰো কম আদৰৰ ভনীয়েক নহয়।

গীতিমাই ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা এম. এ দি আহি মাক-দেউতাৰৰ সন্তানৰ অবৰ্তমানৰ শূন্য ঘৰ পূৰ্ণ কৰিছিলহি মাত্ৰ, লগে লগে আহি পাইছিল প্ৰতিমা। এতিয়া গীতিমাক পৰীক্ষাৰ পিছৰ অৱসৰ বিনোদন কৰিবলৈ নিজৰ লগলৈ লৈ যাব খোজে।

এই কথাটোত পুনৰ মাক-দেউতাকৰ মতামত বিপৰীতমুখী হৈছিল। দেউতাকে কৈছিল যে হোষ্টেলত থাকি, এম.এ.ৰ দৰে কঠিন পৰীক্ষা এটা দি ছোৱালীজনী ইমানদিনৰ মূৰত ঘৰলৈ আহিছে মাত্ৰ, মাকক বাৰু সহায় কৰিব নালাগে, নিজেই অলপ জিৰাই-শঁতাই লওকচোন। মাকে কিন্তু অন্য ধৰণে কৈছিল—'বায়েকৰ চাকৰ-বাকৰেৰে ভৰা ঘৰতহে গৈ তাই জিৰাব পাৰিব। ইয়াত থাকিলে যে তাই বহি নাথাকি মোকেই সকাহ দি থকাৰ চেষ্টা কৰি থাকিব সেই কথা মই ভালকৈ জানো। কিন্তু মই ছোৱালীৰ কৰা ধৰণেৰে সুখ খাই থাকিব খোজা বিধৰ স্বাৰ্থপৰ মাক নহওঁ। মোৰ বাবে ছোৱালী হ'ল জিৰণীয়া মৌ, দুদিন মাক-বাপেকৰ ঘৰত আশ্ৰয় লৈ লোকৰ আচল ঘৰলৈ গুচি যাব। গতিকে এতিয়া দুদিন আমাৰ লগত থকা-নথকা একেই কথা।'

অগত্যা মাকৰ কথাই ৰজিছিল। গীতিমা বায়েকৰ লগত গুৱাহাটীলৈ গুচি গৈছিল।

বৰঝাৰত বায়েকৰ ঘৰত উপস্থিত গৈ গীতিমা মুগ্ধ হৈ গৈছিল আৰু লগে লগেই মনৰ ভিতৰত তাই স্বগতোক্তি কৰিছিল—'বাইদেউৰ কথামতে নহাহেঁতেন প্ৰকৃতিৰ এই ৰম্যপুৰীখন খুব মিছ কৰিলোহেঁতেন।'

আধুনিক সা-সুবিধাৰে ভৰপূৰ একতলা দোতলাৰ এয়াৰ ফোৰ্চৰ অফিচাৰসকলৰ কংক্ৰিটৰ ঘৰবোৰৰ মাজত গীতিমাই প্ৰকৃতিৰ সেই ৰম্যপুৰীখনৰ তেনেকৈ মুখামুখি হ'ব নোৱাৰিলেহেঁতেন, যদিহে তাইৰ ভিনিহিয়েকৰ ফ্লেটটো দক্ষিণমুখী নহৈ উত্তৰমুখী হ'লহেঁতেন। উত্তৰমুখী বিল্ডিংবোৰ থিয় হৈ আছে এয়াৰপৰ্টলৈ গুৱাহাটীৰ পৰা যোৱা ঘাই পথটোৰ মুখামুখিকৈ। সেইটোৰ দুয়ো দাঁতিতে প্ৰচুৰ গছ-গছনি, কিন্তু তাক প্ৰকৃতিৰ ৰম্যপুৰী বুলি কোনোমতে ক'ব নোৱাৰি। অনবৰত চলি থকা ট্ৰেফিকৰ ধূলিয়ে সেই গছবোৰৰ সেউজ লুণ্ঠন কৰিছে।

বায়েকহঁতৰ ফ্লেটটোৰ কোঠালিবোৰ ঘূৰি-পকি চাই (যিবোৰ দেখুৱাত সগৰ্বী বায়েকে আগভাগ লৈছিল) তাৰ আয়তন, সংখ্যা, সাজ-সজ্জাক যথাযথ প্ৰশংসা কৰি শেষত যেতিয়া দুই বাই-ভনী বেলকনীখনলৈ ওলাই গৈছিল তেতিয়া সমুখলৈ চাই গীতিমাই উচ্ছ্বসিতভাৱে কৈ উঠিছিল—'বাঃ। একেবাৰে পেৰাডাইজ দেখোন! প্ৰকৃতিৰ এনেকুৱা ৰম্যভূমি এখন সমুখতে থকা ফ্লেট এটাত যে তহঁত থাক, আগতেতো কোৱা নাছিলি বাইদেউ! এই কথাটো জনা হ'লে মইতো তই নামাতিলেও ইয়ালৈ ঢাপলি মেলি গুচি আহিলোহেঁতেন! তহঁতৰ সঁচায়ে বৰ ভাগ্য যে ৰাস্তামুৱা ঘৰ এটা নাপাই বিল, পাহাৰ, গছ-বননি থকা এই ফ্লেটটো পালি। আঃ মই যেন চিৰকাল এই বেলকনীখনতে বহি সমুখলৈ চাই দিন-ৰাতিবোৰ কটাই দিম!

প্ৰতিমাই আবাক হৈ ভনীয়েকলৈ চাইছিল। বিয়াৰ পিছত অসমৰ বাহিৰে বাহিৰে কটাই অহা প্ৰতিমাৰ বাবে ভায়েক-ভনীয়েকহঁত প্ৰায় অচিনাকিৰ দৰেই হৈ পৰিছিল। কিন্তু আজি গীতিমাৰ এইখিনি কথা শুনি প্ৰতিমাৰ ভাব হ'ল যে তাই ভবাতকৈ বোধহয় তাইৰ পিতৃগৃহৰ মানুহবোৰ তাইৰ আৰু বেছি অপৰিচিত, বিশেষকৈ এই সৰু ভনীয়েকজনী। আচৰিত, সঁচাই আচৰিত, পথৰ দাঁতিৰ ফ্লেট নাপাই তাইতো গিৰিয়েকক মুখ ওন্দোলাইহে কৈছিল—'এঃ জংগল চাই চায়ে দেখোন বেলকনীখনত বহি ব'ৰ ৰ'ব লাগিব, তুমিনো ৰাস্তাৰ কাষৰ ফ্লেট এটা যোগাৰ কৰিব নোৱাৰিলানে? এনেয়েই তোমালোকক সদায় মানুহ-দুনুহৰ পৰা আঁতৰৰ ঠাইত ৰাখেই, এতিয়া ফ্লেটটোও ল'লা ৰাস্তাৰ মানুহক পিঠি দিয়া ফালে!'

আৰু এতিয়া এই মিণ্টিজনীয়ে কি কয় শুনা! পাগলী ছোৱালী দেই!

'এই বেলকনী যদি ইমানেই ভাল লাগিছে, আমাৰ দুজনীক ইয়ালৈকে চাহ পঠিয়াই দিবলৈ মুক্তিক কৈ আহোঁ ৰ। দুপৰীয়াৰ ৰন্ধা-বঢ়াৰ কথাও বুজাই আহোঁ। ভনীয়েকৰ মানসিকতা অদ্ভুত পালেও দুদিনৰ বাবে কোনোমতে তাইৰ লগত থাকিবলৈ অহা মিণ্টিক সন্তুষ্ট কৰিবলৈ বায়েক তৎপৰ হৈ উঠিল। বায়েক ভিতৰলৈ সোমাই যোৱাৰ পিছত গীতিমাই প্ৰশস্ত বেলকনীখনৰ বেতৰ চকী এখনৰ মোটা গাদীত আৰামেৰে ডুবি বহি প্ৰসন্ন মুখেৰে সমুখলৈ চাই পঠিয়ালে। দূৰণিৰ পৰ্বত, বিল, সেউজী বননিৰ চকু জুৰ পেলোৱা প্ৰাকৃতিক

সমাৰোহৰ অবিহনেও কেৱল সমুখৰ বাগিচাখনেই চকু জুৰ পেলোৱাৰ বাবে যথেষ্ট। জেৰ গছ আৰু কিবাকিবি নাম নজনা গছ দুই-এডাল সেই বাগিচাৰ দুয়ো দাঁতিত থিয় হৈ আছে— য'ত কেইটামান চৰাই বহি কিচিৰ মিচিৰ কৰি আছে। সেই চৰাইবোৰৰো তাই নাম নাজানে, সিহঁতক নিচিনে। তাই চিনে কেৱল কাউৰী, শালিকা, ঘনচিৰিকা আৰু ভাটৌ। অ' নহয়, তাই বগলীও চিনি পায় আৰু তেতিয়া সেই বগলীৰ স্মৰণত গীতিমাই গুণ্‌গুণায়ো উঠিছিল— 'বগলী, বগা ফোঁট দি যা—'

প্ৰকৃতিক মই ইমান ভাল পাওঁ বুলি কওঁ অথচ প্ৰকৃতিৰ প্ৰায় কোনো সন্তানকেই মই নিচিনো—গছ-গছনি নিচিনো, পশু-পক্ষীক নিচিনো। কিন্তু চিনিমেই বা কেনেকৈ, নিজৰ মনতে এক ধৰণৰ আক্ষেপৰ উশাহ এৰি গীতিমাই ভাবিলে জন্ম হৈছো আৰু প্ৰতিপালিত হৈছোঁ নগাঁৱৰ এক ঘনবসতিপূৰ্ণ অঞ্চলত য'ত আমাৰ দৰে মধ্যবিত্ত পৰিয়ালবোৰ থেপাথেপিকৈ থাকোঁ। তাত আৰু ক'ত প্ৰকৃতিৰ লগত পৰিচয় ঘটে। তাতে আমি মানুহবোৰ হ'লো অত্যন্ত পৰিবেশ সম্পৰ্কে অসচেতন, নিজৰ জীয়াই থকাৰ বাবেও যে গছ বন, জীৱ-জন্তু, চৰাই-চিৰিকতি জীয়াই ৰাখিব লাগে, সেই কথা অতি বেছি জানিও সেইফালে মূঠেই মন-কাণ নিদিওঁ, ঘৰৰ সমুখত ৰুব পৰা ঠাইখিনিতো গছ এডাল নোৰোওঁ।

পিছে এতিয়া এইখন 'স্বৰ্গৰাজ্য'লৈ আহি এইবোৰ অপ্ৰীতিকৰ কথা ভাবি মন বেয়া কৰিবলৈ কিহে ধৰিছে— সমুখৰ এই মন-প্ৰাণ জুৰ কৰা দৃশ্যকে হিয়াভৰি চাই এই ভ্ৰমণটো সকলো পিনে সাৰ্থক কৰাৰ চেষ্টা কৰাচোন। গীতিমাই নিজকে নিজে ডবিয়াই উঠিছিল।

এইবাৰ সকলো ভাব-চিন্তা বাদ দি গীতিমাই মুগ্ধ দুচকু সমুখৰ বহু দূৰলৈ প্ৰসাৰিত কৰি দিছিল। গুৱাহাটীৰ মাত্ৰ কেইমাইলমান আঁতৰতে প্ৰকৃতিৰ এনে এখন ৰম্যকানন আছে বুলি ভাবিব পাৰিনে? এক শ্ৰেণী পৰ্বত-মালাই এফালে ঘেৰি আছে বহুত দূৰৈত গৈ পাহাৰৰ সিপিনে লুকাই যোৱা বিস্তৃত পানী ভাগক, সেই পাহাৰৰ পাদদেশত এখন সৰু গাঁও (সেইখনলৈ চাই গীতিমাই আকৌ গুণগুণাই উঠিছিল—'দূৰণিৰে গাঁৱেখনি........'), দুই-এখন নাও পানীত ঘূৰি আছে (সেই গাঁওখনৰে মানুহৰ হ'ব নিশ্চয়), ওচৰৰ দাঁতিৰ অগভীৰ পানীত মুৰ তুলি থকা নল-খাগৰিৰ জোপত বতাহৰ ঢৌ উঠি তলৰ পানীৰ ঢৌৰ লগত যেন একে ধৰণৰ ঐক্যতান তুলিছে। মাজে মাজে সেই পানীত মাছেও যেন টুপাই বুৰ মাৰিছে। দিগন্তত মিলি যোৱা সেই পানীৰ বিস্তাৰ আৰু কিমান দূৰলৈ? সেই নাওত বাৰু আমাকো উঠিবলৈ দিবনে? আবেলিৰ সূৰ্যাস্তৰ ৰঙা কিৰণ নিশ্চয় এই পানীৰ ওপৰত পৰিব।

প্ৰায় চৌবিশ-পঁচিশ বছৰীয়া ছোৱালী এজনীয়ে হাতত চাহৰ কাপ আৰু খোৱা বস্তুৰ থাল সজোৱা ট্ৰে এখন লৈ বেলকনীলৈ ওলাই আহিছিল। কাষতে থকা টিপয় এখন টানি তাইৰ সেই ট্ৰেখন তাতে ৰাখি ছোৱালীজনীয়ে হাঁহিমুখে কৈছিল—'বাইদেউ, চাহ খাওক।'

'তোমাৰ নামেই মুক্তি নেকি?' গীতিমাই হাতত চাহৰ কাপটো তুলি লৈ সুধিছিল।

'হয় বাইদেউ।'

'তুমি মোৰ বাইদেউৰ ঘৰত কিমান দিন আছা?'

'তেওঁলোক ইয়ালৈ অহাৰ সময়ৰে পৰা আছোঁ। আগতে ইয়াত কুলকাৰ্নি চাহাবহঁত আছিল। মই তেওঁলোকৰ লগতো আছিলো। তেওঁলোক মাদ্ৰাজলৈ বদলি হৈ যোৱাত মোক বৰুৱা চাহাবৰ লগত থকাৰ বন্দবস্ত কৰি দি থৈ গ'ল।'

'হয় নেকি?....বাঃ চাহকাপ বঢ়িয়া হৈছে দেই, তুমি বোধহয় ৰন্ধা-বঢ়াখিনি ভালকৈয়ে শিকিছা....... ... তোমাৰ আৰু কোন কোন আছে?'

'এটা ল'ৰা, এজনী ছোৱালী আৰু শাহুজনী আছে। ল'ৰা-ছোৱালী দুটাক শাহুৰ ওচৰতে থৈ মই কাম কৰিবলৈ ওলাই আহিছোঁ। নহ'লে সংসাৰখন নচলে নহয় বাইদেউ।'

'কিয়, তোমাৰ গিৰিয়েৰা নাই নেকি?'

'নাই বাইদেউ',—এইবাৰ মুক্তিৰ মাতটো সৰু হৈ ওলাইছিল—'তেওঁ বহুত দিন আগতেই ঢুকাল। তেওঁ পল্টন বজাৰৰ বাছষ্টেণ্ডত ফেৰীৱালাৰ কাম কৰিছিল। এদিন তাতে বোমা এটা ফুটিছিল। বহুত মানুহ মৰিছিল বাইদেউ, মোৰ মানুহজনো মৰিল।'

হাতৰ চাহকাপ হাততে লৈ গীতিমা স্তব্ধ হৈ গ'ল। ইমান পৰে স্বৰ্গৰাজ্যত থকা মানুহজনীৰ সেই স্বৰ্গতো যেন বোমা এটা ফুটিল।

মুক্তিয়েই নীৰৱতা ভংগ কৰি ক'লে—'আমাৰ গাঁওখন বৰঝাৰৰ ওচৰতে। সেয়ে মই মাজে মাজে লৈ ল'ৰা-ছোৱালী দুটা আৰু শাহুক চাই আহো, টকা-পইছা দি আহো। এদিনতে গৈ ঘূৰি আহিব পাৰো। ল'ৰা-ছোৱালী দুটাক স্কুলত নাম লগাই দিছোঁ।'

এইবাৰ গীতিমাৰ মুখত মাত ওলাল। তাই সুধিলে—'তোমাৰ শাহুৱে কাম-বন কৰি ঘৰখন চলাব পাৰেনে?'

'পাৰে বাইদেউ, শাহুজনী ডেকাই আছে।'

গীতিমাই মুক্তিৰ সমগ্ৰ অবয়বটো এবাৰ ক্ষিপ্ৰভাৱে নিৰীক্ষণ কৰি ল'লে। ডেকা শাহুৱেকৰ বোৱাৰীয়েকজনী বাৰু কিমান ডেকা? কিমান বছৰ হৈছে এইৰ? বাইশ, চৌবিশ, পঁচিশ? বয়স যিমানেই নহওক, একেবাৰে কুমলীয়া হৈ আছে। নিটোল শৰীৰ, অনবৰত শাৰীৰিক পৰিশ্ৰম কৰি থকাৰ ফলত শৰীৰত কোনো বাহুল্য চৰ্বি জমা হোৱা নাই, য'ত যেনেকৈ খলা-বমা থাকিব লাগে আছে। হাঁয়-এই ভৰ বয়সতে তাই এনেকৈ বিধৱা হৈ গ'ল। এতিয়া তাইৰ শৰীৰটোৰে আনন্দ দিবলৈ কোনো স্বামী নাই, এতিয়া সেই শৰীৰটোৰ মাত্ৰ এটাই কাম—লোকৰ ঘৰত গেবাৰি খাটি খাটি নিজে পোহপাল যোৱা আৰু শাহুৱেক আৰু পুতেক জীয়েকক পোহ-পাল দিয়া।

নিজৰ চাহৰ কাপটো লৈ প্ৰতিমা বেলকনীলৈ ওলাই আহিছিল।

'ঐ মুক্তি, মই তোক ৰন্ধা-বঢ়াৰ দিহা-পোহা দিবলৈ পাকঘৰত সোমাই থাকিলোঁ, কিন্তু তই দেখোন নোযোৱাই হ'লি।'

গীতিমাই লৰালৰিকৈ ক'লে—'ময়ে মুক্তিৰ লগত কথা পাতি থাকি তাইক বন্দী কৰি ৰাখিছিলো বাইদেউ। এতিয়া বাৰু তুমি যোৱাগৈ মুক্তি, তোমাক এইবাৰ মুক্তি দিলোঁ—' নিজৰ কথাৰ খেলাত নিজেই হাঁহিলে গীতিমাই। বায়েকে তাত যোগ নিদি কেৱল ক'লে—'তই অলপ পৰ অকলে বহ মিণ্টি, মই এইক ৰন্ধা-বঢ়াৰ কথাখিনি বুজাই থৈ আহোঁ। অ' তই মাংস শুকানে ৰান্ধিলে ভাল পাবি নে জুলীয়াকৈ ৰান্ধিলে ভাল পাবি? ভিনদেৱেৰাই আকৌ শুকানে ৰান্ধিলেহে বেছি পছন্দ কৰে।'

গীতিমাই হাঁহিলে—'মই হোষ্টেলৰ ধেংধেঙীয়া পানীৰ মাংস আঞ্জা খোৱাত অভ্যস্ত ছোৱালী, গতিকে মোৰতো শুকান জুতিৰ মাংসকে ভাল লাগিব। গতিকে মাংস ৰন্ধাত তই পুৰাপুৰি পতিব্ৰতা হ গৈ যা বাইদেউ।'

গীতিমাই গা-পা ধুই পুনৰ বেলকনীত বহি লৈছিল। তেতিয়া দূৰৈৰ পাহাৰে ৰং সলাইছিল, আকাশে ৰং সলাইছিল, পানীয়ে ৰং সলাইছিল। তাই সেইফালে চাই মুগ্ধ আচ্ছন্নতাত ডুবি থকাৰ পৰা এবাৰ হঠাতে উচপ খাই উঠিল—যেতিয়া ভিনিহিয়েকে মাত লগালে—'গীতিমা?'

'অ' ভিনদেউ? আপোনাৰ লাঞ্চ ব্ৰেক হ'ল?'

'অঁ, হ'ল। এতিয়া তোমাকে বিচাৰি আহিলোঁ। বাইদেৱেৰাই ক'লে—তুমি বোলে এই বেলকনীখনৰ পৰা নলৰাই হ'লা—এইখন বোলে তোমাৰ ইমানেই পছন্দ হৈছে। যাওক তেওঁ, ইমানদিনে যে ৰাস্তাৰ দাঁতিৰ ঘৰ নোলোৱাৰ বাবে বাইদেৱেৰাৰ গালি শুনি থাকিব লগা হৈছিল, আজি তাৰ কিছু কম্পেনছেছন হ'ল। পিছে তোমাৰ কি খবৰ? সকলো ঠিকেই চলিছেনে? তোমাৰ গান-বাজনাৰ চৰ্চা? একোৱে খবৰ নাপাওঁ।'

'খবৰ নেপায় নহয় ভিনদেউ, খবৰ নাৰাখেহে।' তাৰপিছত তাই কৃত্ৰিম হুমুনিয়াহ এটা মাৰি ক'লে—'আপোনালোক আকাশত বিচৰণ কৰা মানুহ, আমি মৰ্ত্যৰ মানুহৰ আৰু কি খবৰ ৰাখিব।'

ৰূপম বৰুৱাই ঢেক্‌ঢেক্‌কৈ হাঁহিবলৈ ধৰিলে, গীতিমাই লক্ষ্য কৰিলে যে সেই হাঁহিৰ বেগত তেওঁৰ তলৰ বেল্ট মৰা পেণ্টৰ ওপৰেদি তুলতুলীয়াকৈ ওলাই থকা পেটটো কঁপি কঁপি উঠিছে। গীতিমাৰ মনত ইষৎ বিতৃষ্ণাৰ উদ্ৰেক হ'ল। অত্যধিক মদ খাই খাই বোধহয় মানুহজনৰ এনেকুৱা গোহৰিৰ দৰে চেহেৰা হৈছে। বিয়াৰ অসমত মানুহজনৰ কি সুন্দৰ আঁটিল দেহ আছিল—গীতিমাৰ শশী কাপুৰৰ বৰ্তমান চেহেৰাটো দেখি যি দুখবোধ হয়, সেই দুখবোধৰে অনুভূতি এটা জাগিল।

'তুমি এইবাৰ এম.এ. দিলা নহয়? খবৰ নৰখাৰ কথা কৈছা, আচলতে চোৱা, কিমান খবৰ ৰাখো। পিছে

গান-বাজনাৰ চৰ্চাটো হ'লে নেৰিবা। গান বৰ ভাল বস্তু। তোমাৰ গীতিমা নামটোৰ যাতে সদায়ে সাৰ্থকতা থাকে।'

গীতিমাই হাঁহিলে—'মাইঁতে মোৰ নামটো ৰখাৰ সময়ত মই যে এদিন গায়িকা হ'ম সেই কথা ভাবি কিন্তু নামটো দিয়া নাছিল, বাইদেউৰ নামটোৰ লগত মিলাইহে ৰাখিছিল। বাইদেউৰহে চেহেৰাটোৰ ছোৱালী এজনী সতকাই চকুত নপৰে। প্ৰতিমা নে প্ৰতিমাই।'

ৰূপম বৰুৱাই আকৌ পেট কঁপাই কঁপাই হাঁহিলে।

'তোমাৰ বাইদেউ পিছে দুৰ্গা প্ৰতিমাহে, লক্ষ্মী-সৰস্বতী নহয়, মোৰ প্ৰতি সদায়ে যাঠি এডাল দাঙি থাকে।'

'আপুনি যদি অসুৰৰ ভূমিকা পালন কৰে, তেন্তে যাঠি উদ্যত কৰি ৰাখিবই। কিন্তু ভোলানাথ স্বামীৰ ভূমিকা পালন কৰিবলৈ দুৰ্গা প্ৰতিমাৰ ওপৰত থকা শিৱৰ দৰেই আপোনাক তেনেকৈ মূৰৰ ওপৰত থাপনা কৰি ৰাখিব।'

'এস্ তুমিতো ভাল কথা-চহকী হৈ উঠিছা। এম.এ. পাছ কৰি ল পঢ়িবা, বুজিছা, ভাল উকীল হ পাৰিবা। পিছে এতিয়া ভিতৰলৈ ব'লা গীতিমা, ভাত খাওঁগৈ, ভোক লাগিছে। কথা চোবাই থাকিলে পেট নভৰে আৰু তোমাৰ দৰে প্ৰকৃতি চাই থাকিও মই ভোক-ভাগৰ পাহৰি থাকিব নোৱাৰো।............

সন্ধিয়া কামৰ পৰা উভতি আহি ৰূপম বৰুৱাই ঘৈণীয়েকক গীতিমাৰ খবৰ লৈ শুনিলে যে তাই পুনৰ বেলকনীখনত গৈ বহিছে।

'মই তাইক ক'লো বোলে অলপ ফুৰি আহোঁগৈ ব'ল, আজিতে বাৰু কোনো মানুহৰ ঘৰলৈ নাযাওঁ, কেৱল কেম্পাছটোকে দেখুৱাই আহোঁগৈ কিন্তু তাই বোলে নাযায়। উত্তৰ দিলে— আমনি নলগালেকে তাই বোলে সেই বেলকনীতে বহি থাকিব। সঁচায়ে— তাত যে কি সুখ স্বৰ্গখন বিচাৰি পাইছে তাইহে জানে।'

ৰূপম বৰুৱাই খুলশালীয়েকক বিচাৰি গৈছিল।

'তুমি দেখিছোঁ আমাৰ ঘৰখনৰ ভিতৰত বেলকনীখনহে পছন্দ কৰিলা! বাইদেৱেৰাই ঘৰখন যে ইমান সজাই-পৰাই ৰাখিছে সেই ঘৰে তোমাক বোধহয় আকৰ্ষণ কৰিব পৰা নাই।'

ৰূপম বৰুৱাই গীতিমাৰ ওচৰৰে বেতৰ চকী এখনত বহি লৈ সুধিলে।

'মই ঠিক বেলকনীখন পছন্দ কৰা নাই— এই বেলকনীখনৰ পৰা দূৰৈৰ যি পাহাৰ, বিল, আকাশ দেখা পোৱা গৈ থাকে সেইবোৰ চোৱাৰ সুবিধাতহে ইয়াত বহি আছোঁ। এতিয়া অৱশ্যে ৰাতি হোৱাত সেইবোৰ একো দেখা পোৱা নাই। মই এতিয়া আকাশৰ বুকুত ৰঙা-নীলা লাইট জ্বলাই উৰি যোৱা এৰোপ্লেনবোৰহে চাই আছোঁ। সঁচায়ে ভিনদেউ, আপোনালোকৰ চাকৰিটো বৰ ভাল দেই, কেনেকৈ যে আকাশতম বিচৰণ কৰি ফুৰিব পাৰে। মই যে জীৱনত প্লেনত উঠি পোৱাই নাই—একেবাৰে মৰ্ত্যৰ বোকা-পানীৰ মানুহেই হৈ আছোঁ, আকাশৰ কোনো স্পৰ্শই পোৱা নাই—'

'গীতিমা, তোমাৰ কথাবোৰ শুনি বেচ ভাল লাগে দেই। চকুৰ আগতে চাওঁতে চাওঁতে অকণমানি ছোৱালীজনী কোনে কথাচহকী হৈ পৰিলা।... বাৰু, মই এটা চিগাৰেট খালে তুমি বেয়া পাবা নেকি?'

'ভাল পাম বুলি ক'ব নোৱাৰো ভিনদেউ। কিন্তু খাবৰ মন গৈছে খাওক। পিছে আজিকালি বেছিভাগ মানুহকে আৰু চিগাৰেট খোৱা নেদেখো। বহুতেই ভয়তে খাবলৈ এৰি দিছে। আমাৰ দেউতায়ো এৰি দিছে। আগতে তেওঁ খুব খাইছিল, মাৰ খেচখেচনিয়েও এৰুৱাব পৰা নাছিল, কিন্তু এতিয়া কাকতে-পত্ৰে চিগাৰেট খোৱাৰ ভয়ংকৰ পৰিণতিবোৰৰ কথা পঢ়ি পঢ়ি নিজেই এৰি দিলে। মায়েতো সেইবাবে অভিমান কৰি কয়েই— তেওঁ জীৱনভৰ চেষ্টা কৰিলে কিন্তু তেওঁৰ কথাত দেউতাই কোনো মূল্যই নিদিলে। কিন্তু এতিয়া নিজৰ জীৱনৰ কথা আহি পৰাত ভয়তে লৰালৰিকৈ 'মাতকৈয়ো অত্যন্ত প্ৰিয়' বস্তুবিধ এৰি দিলে।'

ৰূপম বৰুৱাই আকৌ ঢেক্‌ঢেকোই হাঁহিলে, এইবাৰ আন্ধাৰত গীতিমাই তেওঁৰ পেটৰ কম্পন দেখা নাপালে।

'মই চিগাৰেট নাখাই নোৱাৰো গীতিমা, আমাৰ কামটোত খুব টেনছন—'

ইতিমধ্যে প্ৰতিমাও আহি তেওঁলোকৰ ওচৰত বহিছিলহি। প্ৰতিমা অহাৰ অলপ পিছতে ট্ৰে এখনত দুকাপ কফি লৈ মুক্তিও বেলকনীলৈ আহিছিল। চাৰিজন মানুহৰ বাবে অলপ ঠেক হোৱা বেলকনীখনত তাই দুবাৰৰ ওচৰতে বহি থকা ৰূপম বৰুৱাৰ গাৰ স্পৰ্শ এৰাব নোৱাৰিছিল— ইমানপৰ আন্ধাৰত বহি থকা গীতিমাৰ আন্ধাৰ সহ্য হৈ অহাত সেই দৃশ্য চকুত পৰি গৈছিল। তাই অৱশ্যে কেৱল দেখিলেহে, একো

নাভাবিলে।

প্ৰতিমাই কফিৰ এটা কাপ ভনীয়েকক দি আনটো কাপ নিজৰ হাতত লৈ তাত এহোপা মৰাত গীতিমাই ক'লে— 'এইটো আকৌ কি কথা বাইদেউ, ভিনদেউক নিদি তয়ে দেখোন কফি খাবলৈ ধৰিলি?'

ৰূপম বৰুৱাই পুনৰ তেওঁৰ নিজস্ব অট্টহাস্যটো মাৰিলে।

'তুমিও ভাল কথাটো ক'লা দেই গীতিমা, এই সময়ত মই দেৱভোগ্য পানীয়বিধ নাখাই তোমালোকৰ মৰ্ত্যৰ মানুহৰ এই বাজে বস্তুবিধ খাম? তুমিয়েতো কৈছা যে আমি স্বৰ্গত বিচৰণ কৰি থকা প্ৰাণী, গতিকে স্বৰ্গৰ দেৱতাৰ সোমৰস পিব এৰি মাটি-বোকাৰ মানুহৰ খাদ্য ফেৰা কিয় খাম কোৱা?'

কথাখিনি কৈ ৰূপম বৰুৱা ভিতৰলৈ সোমাই গৈছিল আৰু উভতি আহিছিল হাতত গিলাচ এটা লৈ।

গীতিমাক বায়েকে সুধিছিল—'ভিনদেৱেৰাই ইয়াত বহি মদ খালে তই বেয়া পাবি নেকি মিণ্টি?' প্ৰশ্নটো সোধাৰ সময়ত ৰূপম বৰুৱা ভিতৰত আছিল।

গীতিমাই পাতলকৈ উশাহ এৰি কৈছিল— 'কিনো বেয়া পাম বাইদেউ? ভিনদেউইঁততো এয়াৰ ফ'ৰ্চত কাম কৰা মানুহ, মদ খোৱাটো স্বাভাৱিকেই। কিন্তু আজিকালি অসমৰ প্ৰায়ে ঘৰে ঘৰে চাহৰ দৰেই মদৰ প্ৰচলন হ'ল। এতিয়া আমাৰ সমাজত আগৰ দিনত বেয়া বুলি ভবা বহুতো কথাই সামাজিক স্বীকৃতি লাভ কৰিলে। এতিয়া মদ খোৱা, ভেটি খোৱা—সকলো কথাকে সমাজে ভাতৰ লগত পানী খোৱাৰ দৰে সহজভাৱে গ্ৰহণ কৰিছে। কেইদিনমানৰ পিছত দেখিবি বিয়াৰ ক্ষেত্ৰত ছোৱালীৰ কুমাৰীত্বতো কোনেও গুৰুত্ব নিদিয়া হ'ব। অৱশ্যে এইটো কথাত মোৰ বক্তব্য স্পষ্ট— বিয়াৰ আগতে হেনো বেছিভাগ পুৰুষেই তিৰোতাৰ লগত সংসৰ্গ কৰি আহে তেন্তে তিৰোতা মানুহেই বা বিয়াৰ আগতে কিয় সতী-সাধ্বী হৈ থাকিব লাগিব?'

এইখিনি কথাৰ প্ৰায় লগে লগে ৰূপম বৰুৱা হাতত গিলাচ লৈ ওলাই আহিছিল।

'কি সতী-সাধ্বীৰ লেকচাৰ মাৰিছাহে গান গোৱা ছোৱালীজনী?'

আন্ধাৰতে গীতিমাই ফিক্‌কৈ হাঁহি দিলে।

'ভিনদেউ, মই বাজী মাৰি ক'ব পাৰোঁ যে আপুনি কোনোদিনে কোনো অসমীয়া গল্প পঢ়া নাই। কিন্তু আজি অতৰ্কিতে এনে এষাৰ কথা উচ্চাৰণ কৰিলে যিষাৰৰ লগত আমাৰ এজন ভাল গল্প লিখকৰ এখন গল্প কিতাপৰ নামৰ অদ্ভুত মিল আছে। জ্যোতিষ শিকদাৰ বোলা সেই গল্প লিখকজনৰ এখন গল্প কিতাপৰ নাম হ'ল 'গান ভাল পোৱা ছোৱালীজনী'।

'অ' হয় নেকি? ভূতৰ মুখতো কেতিয়াবা ৰাম নাম ওলায়। পিছে গান গোৱা ছোৱালীজনী—আমাক এটা গানকে শুনাই দিয়া না। বহুত দিন তোমাৰ গান শুনা নাই; এই জংলী পৰিবেশ, আন্ধাৰ ৰাতি, মোৰ হাতত সুৰা—বেচ জমিব। সেই তাহানিতে কলেজীয়া দিনত ওমৰ খায়ামৰ এনেকুৱা কিবা কবিতাও পঢ়িছিলো নহয় — jug of wine, a book of verse, and thou besides me singing in wilderness--- - And wilderness is a paradise now! নে কি কোৱা মোৰ প্ৰিয়তমা পত্নী প্ৰতিমা?'

প্ৰতিমাই তেতিয়া ভনীয়েকৰ মুখত শুনা 'ভয়ংকৰ' কথাবোৰৰ আঘাত পুৰাপুৰি চম্ভালি উঠিবই পৰা নাছিল। তাইৰ মনত এতিয়াও ফুলকলীয়া যেন হৈ থকা ছোৱালীজনী দেখোন তলে তলে একেবাৰে পকিল' হে হৰি— ডিব্ৰুগড়লৈ পঢ়িবলৈ গৈ তায়ো কোনোবা ল'ৰাৰ লগত সংসৰ্গ কৰি... প্ৰতিমাই আৰু ভাবিব নোৱাৰিলে, ভাবিব নুখুজিলে। তাইৰ গাটো ৰাইজাই কৰিবলৈ ধৰিলে।

ইফালে ভিনিহিয়েকৰ কথাবোৰ শুনি গীতিমাই ভাবিলে যে মানুহজনৰ পেটত এক পেগ পৰিল কি নপৰিল— লগে লগেই মুৰত ধৰিলে হ'বলা।

তাই অৱশ্যে সহজ হৈয়ে ৰ'ল আৰু সহজভাৱে হাঁহি হাঁহি ক'লে— ভিনদেউ, বাকপটু আপুনিও। আৰু আপোনাৰ দেখিছোঁ স্মৃতিশক্তিও ভালে আছে। পিছে স্থান-কাল পাত্ৰৰ হিচাপত পাত্ৰৰ ক্ষেত্ৰত ভুল হ'ল। মইতো আপোনাৰ চাকি নহওঁ—,

'এঃ গীতিমা, মই ধেমালিহে কৰিছোঁ আৰু ভিনিহিয়েকবোৰে খুলশালীবোৰৰ লগত অলপ ধেমালি-ধুমুলা কৰেই দিয়া। আমাৰ কেইজনমান বঙালী কলিগেতো শালীসকলৰ লগত আৰু 'বাড়াবাড়ি' কৰে। পিছে

তুমি গান নুশুনোৱা নেকি?'

'শুনাওঁ ৰ'ব, আৰু এনেকুৱা গান এটাকে শুনাম যি এই আন্ধাৰ ৰাতিতো আকাশৰ পাৰ ভাঙি জোনাক আনি আন্ধাৰৰ কলুষ আৰু লগতে আপোনাৰ কথাবতৰা কলুষো আঁতৰাই পেলাব।'

গীতিমাই কথাকেইটা কৈ সশব্দে হাঁহি পৰিৱেশটো পাতল কৰিবৰ চেষ্টা কৰিলে। তাৰ পিছত আকৌ ক'লে— 'মই যিটো গান গাম সেইটো গান প্ৰায় পঞ্চাশ বছৰমানৰ আগতে কবি অজিৎ বৰুৱাই লিখিছিল আৰু ব্ৰজেন বৰুৱাই সুৰ দিছিল। এতিয়া ইমান বছৰৰ পিছত সংগীত পৰিচালক সুমেন বৰুৱাই 'স্মৃতি বীণৰ তাৰ' নামৰ কেছেট এটাত এইবোৰ গান বিভিন্ন গায়ক—গায়িকাৰ হতুৱাই গোৱাই উলিয়াইছে। ওঁ, এতিয়া তেনে গানটো শুনক। বাইদেউ শুন—

'আকাশৰ পাৰ ভাঙি নামে জোনাকৰ ঢল

ৰূপালী পৰশ লাগি তাৰ কঁপি উঠে নিশাৰ কাজল .. ...

সেইদিনা ৰাতি গেষ্ট ৰুমটোত ভনীয়েকৰ বিছনাপাতি ঠিকঠাক কৰি দি প্ৰতিমাই সুধিছিল— 'তোৰ বাৰু অকলে শুবলৈ ভয় লাগিব নেকি? মুক্তিক তোৰ ওচৰত পকাতে শুই থাকিবলৈ ক'ম নেকি?'

গীতিমাই সশব্দে হাঁহি উঠিছিল— 'অকলে শুবলৈ ভয় লাগিবলৈ মই আৰু সৰু ছোৱালীজনী হৈ থকা নাই নহয় বাইদেউ। তই বোধহয় মোক এতিয়াও আহানিৰ অকণমানি ছোৱালীজনীৰ দৰেই হৈ আছো বুলি ভাবিছ যেতিয়া ৰাতি তোৰ লগত একেলগে শুয়ো সাধাৰণ এটা শব্দ শুনিলেও তোক যে ভয়তে সাবটি ধৰিছিলো। নাই বাইদেউ, মই আৰু সেই সৰু ছোৱালীজনী হৈ থকা নাই, মই ডাঙৰ হ'লো—ইমানেই ডাঙৰ হ'লো যে এতিয়া জোনটো ওলোৱাৰ পিছত খিৰিকীৰে দেখি থকা সৌ পাহাৰখনৰ সিপাৰৰ পৰা জোনাকৰ ঢলৰ লগতে কোনোবা ৰহস্যময় দেবদূতো যদি নামি আহে তেন্তে তেওঁৰ লগতো মই নিৰ্ভয় মনেৰে কথা পাতিব পাৰিম।'

প্ৰতিমাই ভনীয়েকৰ কথাত প্ৰায় অতিষ্ঠ আৰু উপায়হীন হোৱাৰ দৰে হৈ ক'লে— 'থাক তেন্তে অকলে শুই। পিছে তই ডাঙৰ হোৱাৰ লগে লগে অলপ যে পগলাও হ'লি সেই কথাটো মই এটা দিনতে গম পাই গৈছোঁ।'

গীতিমাৰ অকলে শুবলৈ ভয় লগা নাছিল হয় কিন্তু টোপনি অহা নাছিল। যিকোনো নতুন ঠাইলৈ আহিলে তাইৰ প্ৰথম নিশা কোনোদিনে ভালকৈ টোপনি নাহে। আজিও তাই তেনেকৈ বিছনাতে ছটফটাই থাকি প্ৰায় উজাগৰে নিশা এটা কটাব লগা হ'ল। খিৰিকীৰে দূৰৈৰ পাহাৰ আৰু জোনাকৰ দৃশ্যওনো আৰু কিমান পৰ চাব পাৰি, সঁচাকৈয়ে আৰু সেই জোনাকৰ মসৃণ পথেদি কোনো দেবদূত নাহে যে তেওঁৰ লগতে কথা পাতি সময়বোৰ সুন্দৰভাবে পাৰ কৰি দিব পাৰি।

পিছে সঁচায়ে সেই দেৱদূত আহিল নেকি? আকাশৰ পাৰ ভঙা জোনাকৰ পথেদি সঁচায়ে দেবদূতজন আহিল নেকি?

গীতিমা বিছনাতে উৎকৰ্ণ হৈ কিন্তু নিঃসাৰ হৈ পৰি ৰ'ল। তাইৰ খিৰিকীখনৰ সংলগ্ন এখন বাৰাণ্ডা, সেইখন গৈ য'ত শেষ হৈছে তাতেই আছে মুক্তিৰ সৰু কোঠালিটো। সেই বাৰাণ্ডাৰেই কোনোবা এজন হাতত সাৰে ভৰিত সাৰে আগবাঢ়ি অহাৰ মৃদু পদধ্বনি গীতিমাৰ কাণত পৰিল, মৃদু কিন্তু গধুৰ, কোনোবা স্থূলদেহী মানুহৰ সাবধানী খোজ।

অৱশেষত সেই অদৃশ্য মানুহজন খিৰিকীৰে দৃশ্যমান হ'ল, গীতিমাই ভয় নালাগে বুলি গৰ্ব কৰিছিল যদিও এইবাৰ তাইৰ গৰ্ব চূৰ্ণ হ'ল, তাইৰ বুকুখন ধান বনাদি বানিবলৈ ধৰিলে। মানুহজনক তাই স্পষ্টভাবে চিনি পালে, আকাশৰ কোনো দেবদূত নহয়, নৰকৰ পৰা উঠি অহা কোনো যমদূতহে। তাই ভিনিহিয়েকক চিনি পালে, আকাশত বিচৰণ কৰি থকা ভিনিহিয়েক। কিন্তু নহয়, এই দানৱজনে আচলতে আকাশত বিচৰণ নকৰে, নৰকতহে বিচৰণ কৰে।

ৰূপম বৰুৱা আহি তাইৰ খিৰিকীৰে ওচৰত থিয় হোৱাত তাই বহুতো ভিনিহিয়েকে খুলশালীয়েকবোৰক যৌন উৎপীড়ন কৰাৰ বিষয়ে শুনি অহা ঘটনাবোৰ মনত পৰিবলৈ ধৰিলে। গীতিমা জ্বৰ ঘামে ঘমাদি ঘামি গ'ল, তাইৰ দুৱাৰৰ খিলিটো মজবুততো? তাই বায়েকক চিএঞৰিব নেকি?

কিন্তু ৰূপম বৰুৱা তাইৰ খিৰিকীৰ ওচৰত মাত্ৰ এখন্তেকহে ৰৈছিল, হয়তো তাই টোপনি গৈছিল নে চাইছিল আৰু টোপনি যোৱা নাই বুলি গম পালে বোধহয় সেই মাজৰাতি বাৰাণ্ডালৈ অহাৰ কিবা অজুহাত দেখুৱালেহেঁতেন।

গীতিমাই স্বস্তিৰ নিশ্বাস পেলাইছিল, কিন্তু সমগ্ৰ ইন্দ্ৰিয় সজাগ কৰি তাই অপেক্ষা কৰি ৰ'ল। মানুহজন আকৌ হাতত সাৰে ভৰিত সাৰে বাৰাণ্ডা অতিক্ৰমি যাবলৈ ধৰিলে। গৈ গৈ এতিয়া বোধহয় মুক্তিৰ কোঠালি পালেগৈ।

গীতিমাই অপেক্ষা কৰিয়ে থাকিল, ৰূপম বৰুৱা ইমান পৰলৈ উভতি অহা নাই কিয়? মুক্তিৰ দুৱাৰখন খোলা আছিল নেকি? নে তাইৰ খিলিডাল মজবুত নহয়?

গীতিমাই খিৰিকীৰে দূৰলৈ চাই পঠিয়ালে। সেই একেই জোনাকে টৌৱাই থোৱা আকাশ, সেই একেই জোনাকৰ মায়াময় বোল লাগি ধূসৰ সুন্দৰ হৈ থকা পাহাৰ। অলপ আগলৈকে কি যে স্বৰ্গীয় দৃশ্য যেন লাগিছিল। হয়, সমস্ত দিন সন্ধিয়া আৰু ৰাতি দোভাগলৈকে তাইৰ যি দৃশ্য ইমান স্বৰ্গীয় যেন লাগিছিল এতিয়া মুহূৰ্ততে তাৰ পৰা সকলো আকাশী মায়া যেন নিঃশেষ হৈ গ'ল, কোনোবা দানৱে নৃশংস হাতেৰে যেন সেই মায়াময় ছবিখন মোহাৰি পেলালে।

কোনোমতে গোটেই ৰাতি বিছনাতে চটফটাই থকা গীতিমাই কাহিলী পুৱাতে দুৱাৰত টুকুৰিওৱা শব্দ শুনি চিঞৰ মাৰি দিছিল— 'কোন? কোন?'

'মই অ' মিণ্টি। তই এনেকৈ ভয় খোৱাৰ দৰে চিঞৰিছ কিয়?'

দুৱাৰ খুলি দি গীতিমাই দেখিলে যে দুকাপ ধোঁৱা ওলোৱা চাহ হাতত লৈ বায়েক থিয় হৈ আছে।

'তই যে এনেকৈ চিঞৰিলি ৰাতি নিশ্চয় ভয় খাইছিলি। সেইবাবেইতো মুক্তিক ওচৰত লৈ শুবলৈ কৈছিলোঁ।'

'মুক্তি ওচৰত শোৱা হ'লে মই আৰু ভয় খালোহেঁতেন। দানৱটোৱে কেৱল তাইকেই নহয়, মোকো আক্ৰমণ কৰিলেহেঁতেন।'

প্ৰতিমা ধপকৈ বিছনাৰ ওচৰত থকা কোঠালীটোৰ একমাত্ৰ চকীখনত বহি পৰিছিল।

'তই এইবোৰ কি আজে-বাজে কথা কৈছ মিণ্টি?'

'আজে-বাজে কথা কোৱা নাই বাইদেউ। ঠিক কথাকে কৈছোঁ। কালি ৰাতি তোৰ গিৰিয়েৰটো মুক্তিৰ লগতে আছিল।' গীতিমাৰ ভিনদেউ শব্দটো উচ্চাৰণ কৰাৰ প্ৰবৃত্তি নহ'ল।

হঠাতে প্ৰতিমাই উগ্ৰমূৰ্তি ধাৰণ কৰিলে।

'মানুহজন কালিও তেন্তে মুক্তিৰ ওচৰলৈ গৈছিল? কালিৰ দিনটোও অন্ততঃ তই অহা বুলি নিজকে সংযত কৰিব নোৱাৰিলে? পিছে কি সংযত কৰিব, গাভৰু খুলশালীয়েকজনী অহাৰ আনন্দতে কালিতো সেই বিষসোপা কম গিলা নাছিল।'

গীতিমাই অবাক দৃষ্টিৰে বায়েকলৈ চাই ৰ'ল, তাৰপিছত সুধিলে 'মুক্তিৰ লগত ভিনদেউৰ এনে সম্পৰ্কৰ কথা তই তেন্তে জান?' এইবাৰ তাইৰ অজ্ঞাতসাৰেই মুখৰ পৰা ভিনদেউ শব্দটো ওলাই গ'ল।

প্ৰতিমাই কেৱল মূৰটো দুপিয়ালে। এইবাৰ তাইৰ চকুৰ অগ্নি নিৰ্বাপিত হৈ তাৰ ঠাইত দুটোপাল চকুলো জমা হ'ল।

বায়েকলৈ চাই গীতিমাৰ মনটো কৰুণ আৰু মৰমেৰে ভৰপূৰ হৈ গ'ল— তাই একপ্ৰকাৰ আৰ্তনাদ কৰি কৈ উঠিল—'জানি-শুনিও তই কেনেকৈ সহ্য কৰি আছ বাইদেউ? মুক্তিয়েও বা কেনেকৈ সহ্য কৰি আছে? নে তায়ে তাইৰ সেই উপপতিটোক প্ৰশ্ৰয় দি এনে কাম কৰি আছে?' গীতিমাই ক্ৰোধত অবাইচ শব্দ উচ্চাৰণ কৰিলে।

'মুক্তিৰ কোনো দোষ নাই অ' মিণ্টি। প্ৰথম দিনা তাই আহি মোৰ ওচৰত খুবকৈ কন্দাকটা কৰিছিল। কিন্তু ঘৰৰ ওচৰতে ইমান বেছি দৰমহা পোৱা চাকৰি তাইনো সহজতে ক'ত পাব? তাইক এওঁনো কিয় ইমান বেছি দৰমহা দিছে পিছতহে আচল কাৰণটো বুজিলো— নহ'লে মোক প্ৰথমতে কৈছিল যে বোমা বিস্ফোৰণত অকালতে গিৰিয়েক মৰি দুটা ল'ৰা-ছোৱালীৰে বিধবা হোৱা গাভৰু ছোৱালীজনীৰ প্ৰতি তেওঁৰ বোলে বৰ দয়া

উপজিছে। দয়া! হুঃ!' প্ৰতিমাই দাঁত-মুখ কৰচিলে, তাৰপিছত আকৌ ভনীয়েকৰ আগত অন্তৰৰ জ্বালা ঢালি দিলে—

'মোৰ আৰু মুক্তিৰ অৱস্থাৰ ভিতৰত আচলতে একো প্ৰভেদ নাই অ' মিণ্টি। মতা মানুহটোৰ ওচৰত আমাৰ প্ৰধান মূল্য আমাৰ দেহ দুটাৰহে। সকলো মতা মানুহৰ ওচৰতে তিৰোতাৰ বোধহয় এইটোৱে প্ৰধান মূল্য।'

'কিন্তু তই কিয় সহ্য কৰি আছ বাইদেউ? গিৰিয়েৰটোক এৰি থৈ গুচি নেযাৱ কিয়?'

প্ৰতিমাই তিক্তভাৱে হাঁহিলে— 'ক'লৈ গুচি যাওঁ মিণ্টি? মা-দেউতাৰ মূৰত বজ্ৰাঘাত হানিবলৈ মা-দেউতাৰ ওচৰলৈ? তোৰ দৰেতো শিক্ষিতাও নহ'লো যে ক'ৰবাত চাকৰি এটাকে পাম। আৰু ৰাণি-বিয়াবাৰ কি অৱস্থা হ'ব? নাই অ' মিণ্টি, মোৰ এই অৱস্থাৰ পৰা উদ্ধাৰ পোৱাৰ কোনো উপায় নাই, মুক্তিৰো নাই। তাই কয় যে তাইৰ এইদৰে নিজকে বেচা টকাৰে অন্ততঃ এদিন জীয়েকজনী পঢ়ি-শুনি নিজৰ ভৰিত থিয় দিব পাৰিব আৰু তেতিয়া তাই মাকৰ দৰে কোনো পুৰুষৰ ভোগৰ পণ্য হ'ব নালাগিব। সেই আশাতে তাই বোলে সকলো সহ্য কৰি আছে। কতদিন যে তাই মোৰ ভৰিত পৰি কান্দি কান্দি ক্ষমা খোজা নাই!'

গীতিমাৰ মুখত আৰু এটাও কথা নোলাল, তাই বজ্ৰপৰা মানুহৰ দৰে থৰ লাগি ৰ'ল।

প্ৰতিমায়ে আকৌ মুখ খুলিলে— তাই ভনীয়েকৰ হাত দুখন নিজৰ দুই হাতৰ মুঠিত সুমুৱাই কৰুণভাৱে ক'লে— 'মিণ্টি, তোৰ কথা কিছুমান মোৰ খুব অদ্ভুত যেন লাগিছিল, বিশেষকৈ ছোৱালীৰ বিয়াৰ আগতে কুমাৰীত্ব হেৰুৱাৰ কথাটো কোৱাত মই চক খাই উঠিছিলোঁ। কিন্তু তোৰ কথাবোৰত বোধহয় যুক্তি আছে। যিহওক, তোৰ যেন মোৰ দৰে অৱস্থা নহয়, ভগৱানে নকৰক— তোৰো মোৰ দৰে দানৱ এজনৰ লগত যেন বিয়া নহয়। যদি হয়ো তই যেন এনেকৈ অপমান সহ্য কৰি নাথাক। নাথাক নহয় মিণ্টি? তইতো বহুত পঢ়িছ, লাগিলে আৰু পঢ়িবি, তাৰপিছত চাকৰি কৰি নিজৰ ভৰিত থিয় দিব পাৰিবি। তেতিয়াতো কাকো গ্ৰাহ্য কৰাৰে দৰকাৰ নহ'ব—নহয় মিণ্টি?'

গীতিমাৰ বুকুখন মোচৰ খাই উঠিল— কি কৰুণ হৈ ওলাইছে বায়েকৰ মাতটো! তাইৰ সেই মুখখনলৈ চাবৰ সত নগ'ল, সেয়ে তাই সেইফালৰ পৰা মুখখন ঘূৰাই খিৰিকীৰে চাই পঠিয়ালে। উজ্জ্বল প্ৰভাতৰ ৰ'দে সেই পাহাৰ ঢোৱাই পেলাইছে, বিলৰ পানীত জিলমিলনি উঠিছে, দাঁতিৰ নল-খাগৰি বতাহত আন্দোলিত হৈছে। সঁচায়ে অনুপম স্বৰ্গীয় দৃশ্য। কিন্তু হঠাতে গীতিমাৰ মনটো বিদ্ৰোহী হৈ উঠিল—সকলো ভুৱা, সকলো ফাঁকি। এনে প্ৰাকৃতিক পৰিবেশেৰে পৰিবেষ্টিত বায়েকৰ সুন্দৰ সুসজ্জিত ঘৰটো, সংসাৰখন প্ৰথমতে কেনে সৰগ যেন লাগিছিল! আকাশত উৰি ফুৰা মানুহ এজনৰ যেন উপযুক্ত ঘৰ, উপযুক্ত সংসাৰ। কিন্তু কি ভ্ৰান্তি, কি প্ৰতাৰণা।

আগদিনা মাত্ৰ মোহিত কৰা সেই প্ৰাকৃতিক পৰিবেশো গীতিমাৰ হঠাতে কোনোবা কুহকিনীৰ মায়াজাল যেন লাগিল। তাই লৰালৰিকৈ খিৰিকীৰ পিনৰ পৰা মুখখন ঘূৰাই আনি বায়েকৰ ফালে চালে আৰু দৃঢ়ভাৱে ক'লে— 'তই নিশ্চিন্ত থাক বাইদেউ, তোক কৰাৰ দৰে অপমান মই জীৱনত কোনো পুৰুষৰ পৰাই সহ্য নকৰো। মই যিখন সংসাৰ গঢ়ি তুলিম,তাক স্বৰ্গৰাজ্যতে পৰিণত কৰাৰ চেষ্টা কৰিম; তই সঁচায়ে নিশ্চিন্ত থাক বাইদেউ— কাৰণ মোৰ নিজৰ ওপৰত সেইখিনি বিশ্বাস পূৰাপূৰি আছে!'

এইবাৰ প্ৰতিমাই পৰম আদৰেৰে ভনীয়েকৰ হাত দুখন টানি লৈ বুকুত হেঁচি ধৰিছিল। তাইৰ চকুৰ পৰা তেতিয়া ধাৰসাৰে পানী বলৈ ধৰিছিল। তথাপি সেই দুখৰ চকুলোৰ লগত এক ধৰণৰ পৰম প্ৰত্যয়ো যেন মিহলি হৈ গৈছিল। তাইৰ অতি মৰমৰ ভনীয়েকে তাইৰ দৰে ভুৱা সংসাৰ—স্বৰ্গ ৰচনা নকৰে-সেইখিনি বিশ্বাস, সেইখিনি যোগ্যতা, সেইখিনি আত্মপ্ৰত্যয় যে তাইৰ শিক্ষিতা আৰু সচেতন ভনীয়েকজনীৰ আছে সেই কথাত কিবাকৈ পতিয়ন যাব পাৰি প্ৰতিমাৰ মনটোও কিছু ফৰকাল হৈ গ'ল।

(গৰীয়সী, ১৯৯৬)

# বুকুতো এডাল বৃক্ষ

বেনাৰছীক দেখাৰ লগে লগে অমলা ভূঞাই জকজকাই উঠিছিল— 'ঐ বেনাৰছী, তই ৰোজ ৰোজ ইমান দেৰিকৈ আহিলে কেনেকৈ চলে? সাত বাজি গ'ল, কেতিয়া বাচন-পত্ৰবোৰ ধুই দিবি আৰু কেতিয়া মই ৰান্ধি-বাঢ়ি খুৱাই ল'ৰা-ছোৱালীক স্কুল-কলেজলৈ পঠাম, গৃহস্থক অফিচলৈ পঠাম?'

বেনাৰছীয়ে কিন্তু গৃহস্থনীৰ অভিযোগলৈ বিশেষ কেৰেপ নকৰি ছিংকৰ পানী কলটো খুলি দি আগদিনা ৰাতিৰ স্তূপীকৃত বাহি বাচনবোৰ ধুবলৈ আৰম্ভ কৰি দিছিল আৰু নিৰাসক্ত ভঙ্গীৰে উত্তৰ দিছিল, 'গৰমত আগৰাতি টোপনিয়ে নাহিল, পিছৰাতিহে বতৰটো অলপ জুৰ পৰাত টোপনি গ'লো, সেইবাবে উঠাত পলম হৈ গ'ল।'

'সদায়ে তোৰ একেটা কথা— গৰম দিনত গৰমত টোপনি নাহিল আৰু ঠাণ্ডাৰ দিনত ঠাণ্ডাত টোপনি নাহিল। হেৰৌ, কালিতো ভাল বতাহ মৰা বাবে সিমান গৰম নাছিল যে তোৰ গৰমতে টোপনি নাহিব লগা অৱস্থা হ'ল?'

'কিয় গৰম নালাগিব? ছবৃজিৱালাবোৰে ৰাতি দহ-এঘাৰ বজাত বস্তিলৈ ঘূৰি আহি জুই জ্বলাই খানা পকায়, কালি ৰাতি বতাহ দিলে কি হ'ব, সেই বতাহে জুইৰ গৰমবোৰ সমস্ত বস্তিতে বিয়পাই দিলে, তাৰ পিছত আমাৰ গৰম নালাগিব?...'

অমলা ভূঞাই বেনাৰছীৰ কথাৰ স্ৰোতত মাজতে বাধা দি কৈছিল— 'হৈছে হৈছে, তোৰ বকলাখন আৰু মেলিব নালাগে, মোক খৰধৰকৈ বাচনবোৰ ধুই দে, কিন্তু আগতে প্ৰেছাৰ কুকাৰটোহে দুই দে, মই অন্ততঃ দাইলখনকে বহাই দিওঁ।'

বেনাৰছীয়ে বাচন-পত্ৰবোৰ ধুই উঠি ঘৰ-দুৱাৰ সৰা-মোছা আৰম্ভ কৰা সময়তে মণিমাই খোৱা মেজৰ পৰা ব্ৰেকফাষ্ট খাই উঠা লেতেৰা কাপ-প্লেটবোৰ নি ছিংকত দমাইছিলগৈ, গতিকে বেনাৰছী আৰু মাকৰ মাজত হোৱা কথা-বতৰা কিছু তাইৰ কাণলৈ গৈছিল। কিন্তু মাকৰ ধমকিৰ ভয়ত সেই বিষয়ে তাই আৰু কোনো কথাকে বেনাৰছীক সুধিব পৰা নাছিল। সেয়ে তাই বাট চাই আছিল সেই মাহেন্দ্ৰ ক্ষণটোলৈ, যেতিয়া বেনাৰছী গৈ সৰা-মোছাৰ বাবে তাই আৰু ৰুণিমা— এই দুই বাই-ভনীৰ কোঠালীত সোমাব।

'বেনাৰছী, তোমালোকৰ বস্তিত যে ছবৃজিৱালাবোৰে ৰাতি দহ-এঘাৰ বজাত জুই জ্বলাই ৰন্ধা-বঢ়া কৰে সিহঁতৰ কাৰো ঘৰত ঘৈণীয়েক, ল'ৰা-ছোৱালী নাই নেকি?'

বেনাৰছীয়ে হাতত ফুলজাৰু লৈ সিহঁতৰ কোঠালীত সোমোৱাৰ লগে লগে পঢ়া মেজৰ ওপৰত কিতাপ থৈ পঢ়িবলৈ আৰম্ভ কৰা মণিমাই তাইৰ পিনে ঘূৰি লৈ সেই প্ৰশ্নটো কৰিছিল।

বেনাৰছী কথকী স্বভাৱৰ তিৰোতা, এবাৰ তাই যদি মুখ মেলিবলৈ সুবিধা পায়, সেই মুখ সহজে বন্ধ হ'বই নোখোজে। তাইৰ সেই স্বভাৱটোৰ বাবে তাই কাম কৰা প্ৰত্যেকঘৰ পৰিয়ালে পৰস্পৰৰ সকলো কথাকে গম পাই থাকে, অৰ্থাৎ সেই ঘৰবোৰত কাম কৰি বেনাৰছীয়ে যিমানবোৰ ঘৰৰ চাৰিবেৰৰ বাহিৰত ওলাব নলগীয়া নিষিদ্ধ কথা গম পায় সেই সকলোবোৰ কথাকে অমলা ভূঞাকে ধৰি আটাইবোৰ গৃহস্থনীয়েই গম পাই যায়।

গতিকে এতিয়া সেইজনী বেনাৰছীয়ে মণিমাৰ প্ৰশ্ন শুনি যি পুংখানুপুংখ বৰ্ণনা মাকক দিব নোৱাৰিলে তাক পৰম উৎসাহেৰে জীয়েকক দিব ধৰিলে।

'বাইদেউ, আমাৰ বস্তিৰ বেছিভাগ ছবৃজিৱালা বাংলাদেশী, সিহঁতৰ বেছিভাগেই ব্ৰহ্মপুত্ৰৰ পাৰত বা চৰবোৰত থাকে আৰু বৌ-ল'ৰা-ছোৱালীক তাতেই ৰাখে। মাজে মাজে সিহঁত ঘৰলৈ যায়— কেতিয়াবা খেতিৰ সময়ত যায়, কেতিয়াবা অইন অইন সকামতো যায়। আমি বিহাৰৰ পৰা অহা সকলে কিন্তু ইয়াত বস্তিত ঘৰ ভাৰা কৰি থাকো কাৰণে আমাৰ মতাবোৰে 'দেছ'ৰ পৰা ল'ৰা-তিৰোতাক লগত আনি ৰাখে।'

'তাৰমানে এই ছবৃজিৱালাবোৰৰতো বৰ কষ্ট, দিনটো বাহিৰত পৰিশ্ৰম কৰে আৰু ৰাতিও ঘৰলৈ আহি এনেকৈ নিজে ৰান্ধি-বাঢ়ি খাব লাগে' মণিমাৰ কথাখিনি কৈ থাকোতে নিজৰ দেউতাকৰ অফিচৰ পৰা উভতি অহা সময়ৰ ক্লান্ত চেহেৰাটোও ভাঁহি উঠে— কিন্তু দৈহিক কঠোৰ পৰিশ্ৰমৰ চিন নথকা শৰীৰটোৰ সেইখিনি

ক্লান্তি সিহঁতৰ মাকৰ আল-পৈচানৰ লগে লগে তেনেকৈ আঁতৰিও যায়! তদুপৰি দেউতাকেতো গোটেই দিনটো এনেকৈ পৰিশ্ৰম কৰিব লগা নহয়— কথাটো ভবাৰ লগে লগে মণিমালাৰ মুখত এইবাৰ প্ৰশ্নটো ওলাল—

'পিছে বেনাৰছী, সিহঁতে ইমান ৰাতিলৈ কিয় বাহিৰত থাকিব লগা হয়? বজাৰবোৰ দেখোন ৰাতি আঠমানতে বন্ধ হৈ যায়?'

'আমাৰ ইয়াৰ ছব্‌জিৱালাকেইটাই দিনত ভাৰ লৈ ঘৰে ঘৰে 'ছব্‌জি' বেচি ফুৰাৰ পিছত গধূলি বজাৰ আৰম্ভ হ'লে বজাৰতো বহে। তাৰ পিছত সিহঁতে দিনত ঘৰে ঘৰে বেচি পোৱা পইচা, ৰাতিৰ বজাৰৰ পইচা এইবোৰ লাইটৰ পোহৰতে হিচাপ কৰি পেলায়— নিজৰ ঘৰৰ কেৰাচিন চাকিৰ তেলৰ খৰচ বাচি যায়তো। তাৰ লগতে ঘৰৰ বাবেও 'সওদা' কৰি আনিব লাগে নহয়— চাউল, নিমখ, তেল— নহ'লে ক'ৰ পৰা খাব?'

পিছে মণিমাই বেনাৰছীৰ শেষৰ কথা কেইটা শুন-নুশুনকৈহে শুনিলে, শাক-পাচলিৰ ভাৰখনৰ কথাত তাইৰ মনটো অলপ অন্যমনস্ক হৈ গৈছিল, সেই মন উৰি গৈছিল দুই-তিনি বছৰমান অতীতলৈ। তেতিয়া সিহঁতৰ ঘৰত যতীন নামৰ লগুৱা এটা আছিল যাক তাইৰ মাকে জটাধাৰী নামেৰে নতুন নামাকৰণ কৰি পিছত সংক্ষিপ্তকৰণো কৰি পেলাইছিল জটা বুলি। যতীনে জীৱনত নানা কষ্টৰ মাজতো এটা বিলাসিতা হ'লে কৰিছিল— সি সদায় মূৰত এটা টৌ তুলি চুলিখিনি বৰ পৰিপাটী কৰি আঁচুৰিছিল। তাইৰ মাকৰ কিন্তু সেই বিলাসিতাখিনি সহ্য নৈছিল— লোকৰ ঘৰত চুৱা ধুই, ঘৰ সাৰি জীৱন কটোৱা ল'ৰাটোৰ আকৌ কিহৰ ইমান ষ্টাইল! সেই খঙতেই তেওঁ তাক জটাধাৰী ওৰফে জটা বুলি মাতিছিল। সেই নাম যতীনৰ অৱশ্যে মুঠেই মনঃপূত হোৱা নাছিল। ঘৰখনৰ ভিতৰতে মণিমাই যে আটাইতকৈ সহানুভূতিশীল সেই কথাটো বুজি উঠাৰ পিছত সি তাইৰ ওচৰত তাৰ অসন্তোষখিনি ব্যক্ত কৰিছিল। মণিমাক সাধাৰণতে সকলোৱে বয়সতকৈ বেছি গহীন, অকাৰণতে এটা দুখী দুখী ভাব লৈ থকা (অৱশ্যে তাৰ লগতে মণিমাই নিজে বহন কৰি ফুৰা দোষী দোষী ভাবটোৰ কথা কোনেও নাজানে বাবে সেই ব্যক্তিত্ব এতিয়ালৈকে আৰোপিত হোৱা নাই।) ছোৱালী বুলি ভাবিলেও তাই যে মাজে মাজে বেচ ৰসিকতাও কৰিব পাৰে সেই কথা সকলোৱে জানে। যতীনৰ কথাৰ উত্তৰতো তাই সিদিনা সেই ৰসিকতাৰে প্ৰকাশ কৰি কৈছিল ঃ 'তোৰ বিলাসৰ চিন তোৰ সেই চুলিৰ ষ্টাইলটোতে, তাত মায়ে সন্ন্যাসীত্ব আৰোপ কৰিলে কেনেকৈ চলে বাৰু ?' যতীনক তেনেকৈ কৈ উঠি মাকক কিন্তু তাই বেচ গহীনভাৱেই অসন্তুষ্টিৰ মাতেৰে কৈছিল ঃ 'তুমিনো যতীনক সেই অদ্ভুত নামটো কিয় দিব লাগে মা? তাৰ বেয়া নালাগে নেকি?'

পিছে জীয়েকৰ সেই প্ৰতিবাদ গ্ৰাহ্যই নকৰি অমলা ভূঞাই বিৰক্তিয়ো তেওঁৰো অসন্তোষ ব্যক্ত কৰিছিল ঃ 'জটা নাম নিদি মই কি কৰিম? সি চুলিৰ সেই জটাটো ঠিক কৰি ৰাখিবলৈ দিনটোত কেইবাৰ পকেটৰ পৰা ফণীখন উলিয়ায়, তহঁতে জাননে? তাৰ তেনেকৈ লেতেৰা কৰা হাতখনেৰে পাকঘৰত কাম কৰি থাকিলে মোৰ ঘিণ নালাগেনে? .............'

সেই যতীন আছিল অতি চুটি-চাপৰ, অথচ দেখাত সৰু হ'লে কি হ'ব, সি দিয়া হিচাপ মতেই তাৰ হেনো তেতিয়া তেৰ বছৰেই হৈছিল। সেই বয়সতো সি কিয় সাত-আঁঠ বছৰীয়া ল'ৰাৰ দৰেই চাপৰ হৈ আছে সেই কথাৰ কাৰণ দৰ্শাই সি মণিমাইতক কৈছিল ঃ 'সৰুৰে পৰা কান্ধত ভাৰ লৈ শাক-পাচলি বেচি থকাৰ বাবেই মই ওখ হ'ব নোৱাৰিলো বাইদেউ, ভাৰখনে সদায় হেঁচি থকা বাবে ওপৰলৈ বাঢ়িবই নোৱাৰিলোঁ দিয়ক।'

সিদিনা-যতীনৰ কথা শুনি ৰুণিমাই হাঁহিত যেন মাটিত বাগৰি পৰিব— 'এই জটাধাৰীটোৰ কথা শুনা! সি বোলে কান্ধত ভাৰ বৈ বৈ ওপৰলৈ উধাব নোৱাৰি তলতে থাকি কটিয়া হৈ ৰ'ল!'

মণিমাই কিন্তু ভনীয়েকৰ হাঁহিত যোগ নিদি যতীনক গহীনভাৱে সুধিছিল ঃ 'তই ইমান সৰুৰে পৰা কান্ধত শাক-পাচলিৰ ভাৰ লৈ বেপাৰ কৰি ফুৰিছিলি নেকি? কিন্তু পিছত কিয় সেই কাম বাদ দি আমাৰ ঘৰত থাকিবলৈ আহিলি?'

'শাক-পাচলিৰ বেপাৰে নোপোচা হ'ল বাইদেউ। সেই কুৰুৱাৰ পৰা নাৱত উঠি গুৱাহাটীলৈ আহিব লাগে, ঢেঁকীয়া, কচু-শাক, বেতগছ, পচলা এইবোৰকে গাঁৱৰ পৰা বিচাৰি খোচাৰি আনো। কিন্তু সেইবোৰ বস্তুৰ বেছি দাম নাপাওঁ নহয়, ইমান কম দাম লোৱাৰ পিছতো দৰদাম কৰি আপোনালোকৰ দৰেই সকলোৱে

ঘৰতে আমাক আৰু কম দাম দিয়ে—'

এইবাৰ ৰুণিমাই হাঁহি থমাই যতীনক চকু ঘোপা কৰি ধৰিছিল ঃ 'তোৰতো বৰ কথা জটা, তই কি ফুলকবি-বিলাহীৰ বেপাৰ কৰিছিলি যে তোক আমি বেছি দাম দিম? বিনা কষ্টতে বুটলি অনা সেই সাধাৰণ ৰ'ড্ ছাইড্ ভেজিটেব্‌লছবোৰত কোনে তোক আকাশছোঁৱা দাম দিব অ'?'

যতীনৰ পিছে বৰ কথাই আছিল, সিয়ো সিদিনা ৰুণিমাৰ মুখে মুখে উত্তৰ দি কৈছিল ঃ "কুৰুৱাৰ পৰা গুৱাহাটীলৈ অহা-যোৱা কৰা নাৱৰ ভাৰা দিব নালাগে নেকি? তাতে সদায়ে সকলোবোৰ বস্তু বেচাও নাযায়, কত শাক-পাচলি নষ্ট হৈ যায়।"

'যায় দে নষ্ট হৈ। তইঁতেনো আমাক ক'ত টাটকা শাক-পাচলি বেচ? সদায়তো সেই শুকান বস্তুবোৰকে আমি কিনি মৰিব লগা হয়...... ..."

বেনাৰছীয়ে বোধহয় অনুভৱ কৰিছিল যে মণিমাই তাইৰ কথা নুশুনি মনটোৰ ডেউকা মেলি অইন এখন ৰাজ্যলৈ উৰি গৈছে, সেয়ে তাই পুনৰ ঘৰ সৰা কামটো আৰম্ভ কৰি দিছিল আৰু তাইৰ জাৰুডাল যেতিয়া মণিমাৰ চকীৰ তলত সুমুৱাবলৈ গৈ কৈছিল ঃ 'বাইদেউ তোমাৰ ভৰিখন অলপ দাঙি দিয়া'— তেতিয়াহে মণিমাৰ মনটো অতীতৰ জটা, শিশু-শ্ৰমিক, বৰ্তমানৰ তাইৰ নিজৰ অপৰাধবোধ আদিৰ বেহুৰ পৰা ওলাই বৰ্তমানলৈ উভতি আহিছিল। উভতি আহি কিন্তু তাই পুনৰ ছব্‌জিবালাবোৰৰ প্ৰসঙ্গত সোমাই পৰিছিল— তাই কৈছিল, 'অ' ৰ'বাচোন বেনাৰছী, তুমি যে কৈছা ছব্‌জিবালাবোৰে বাহিৰত ভাত ৰান্ধে, কিয় ঘৰৰ ভিতৰত ৰান্ধিব নোৱাৰে নেকি?'

'তোমাৰো যে কথা বাইদেউ। সেইবোৰ খেৰৰ সৰু চালি ঘৰৰ ভিতৰত লকড়িৰে জুই ধৰিলে ঘৰ যদি পুৰি যায়?'

'অ' খৰিৰ জুই ধৰে নেকি? কিয়, কেৰাচিনৰ ষ্টোভত ৰান্ধিলেই হয় দেখোন।'

বেনাৰছীয়ে আকৌ ক'লে, "তোমাৰো যে কথা বাইদেউ! লেম-চাকি জ্বলাবলৈকে কেৰাচিন তেল নাই, তাৰ পিছত আকৌ কেৰাচিনৰ ষ্টোভেৰে ভাত পকাব! খোলা বজাৰত কেৰাচিনৰ দাম কিমান জানানে?"

বেনাৰছীৰ কথা শুনি মণিমাৰ নিজকে ফ্ৰান্সৰ ৰাণী মেৰি এন্টনিয়েটৰ দৰেই জগত সংসাৰৰ খবৰ নৰখা, প্ৰজাৰ দুখ-সুখৰ ভু-নৰখা মানুহজনীৰ দৰে লাগি গৈছিল যি ৰুটি খাব নোপোৱা প্ৰজাৰ কথাত কৈছিল যে সিহঁতে তেন্তে কেককে নেখায় কিয়। (অৱশ্যে পিছত মণিমাই ক'ৰবাত এই কথাটোও পঢ়িবলৈ পাইছিল যে কথাষাৰ আচলতে ফৰাছী ৰাণীগৰাকীৰ মুখত মিছাকৈহে আৰোপিত কৰা হৈছিল।) যি এক অপৰাধবোধে তাইৰ অন্তৰ বৃক্ষ জোপাত মাজে মাজে ঢৌ তুলি থাকে তাত আজিও ছব্‌জিবালাবোৰৰ কষ্টৰ কথা শুনি তেনে ঢৌ তুলিলে। অমলা ভূঞা আৰু পবিত্ৰ ভূঞাৰ তিনিজনী ছোৱালী, তাৰে ভিতৰত মণিমা মাজু, ৰুণিমা সৰু। মণিমাহঁতৰ বায়েক অণিমাৰ যোৱা বছৰ বিয়া হৈ গৈছে, বি. এ. পাছ কৰি উঠাৰ পিছতে বিয়া হৈ গৈছে। মণিমায়ো এই বছৰ বি.এ. পাছ কৰি এম.এ. ক্লাছত ভৰ্তি হৈছে। তাইৰো বিয়াৰ কথা ওলাইছিল, কিন্তু সেই কথাত তাইৰ দৃঢ় আপত্তি জনাই দিছিল। কিয় জানো বিয়াৰ কথা ভাবিলে তাইৰ মনলৈ বায়েকৰ জাকজমকতাপূৰ্ণ বিয়াখন মনলৈ নাহি আহে যোৱা বছৰ গাঁৱৰ ঘৰত বিয়া হোৱা ৰেণুৰ বিয়াখনলৈহে। ৰেণু সিহঁতৰ ঘৰত কেইবছৰমান লিগিৰী হৈ আছিল। তাই ইমান ধুনীয়া আছিল যে সেই কাৰণটোৰ বাবেই বোধহয় তাইতকৈ কম ধুনীয়া অণিমা আৰু ৰুণিমাই তাইক দেখিব নোৱাৰিছিল। তথাপি সেই অসূয়াৰ মাজত থাকিও ৰেণুৰ মুখখন সদায় হাঁহি ভৰা হৈয়ে থাকিছিল। কিন্তু সেই হাঁহি নিৰ্বাপিত হৈ গৈছিল যেতিয়া বাপেকে তাইৰ বিয়াৰ ঠিক কৰি তাইক গাঁৱৰ ঘৰলৈ ওভোটাই লৈ যাবলৈ আহিছিল। অণিমাৰ প্ৰায় একৈশ বছৰৰ বিপৰীতে ৰেণুৰ মাত্ৰ পোন্ধৰ নে যোল্ল বছৰহে হৈছিল, কিন্তু বাপেকে কৈছিল যে তেওঁৰ আৰু পাঁচজনী ছোৱালী আছে। (উস্-ইমান দৰিদ্ৰৰ কিয় যে ইমান সন্তান) ৰেণুৰ বাবে একপ্ৰকাৰ ভাল দৰাই পাইছে— সেই দৰালৈ বিয়া দিলে ভিনিহিয়েকে অন্ততঃ খলশালীয়েককেইজনীৰ কথা ভাবিব। ৰেণুৰ ভাল দৰাজন আছিল পাঠশালাৰ মাষ্টৰ, তেনে এক সুপাত্ৰই ৰেণুৰ দৰে লোকৰ ঘৰত বনকৰা ছোৱালী এজনীক যে বিয়া কৰাবলৈ সন্মত হৈছে তাৰ কাৰণ তেওঁৰ সামান্য বয়স বেছি, প্ৰথম ঘৈণীয়েকৰ মৃত্যু হৈছে আৰু পাঁচ বছৰীয়া জীয়েক এজনী আছে।

ৰেণুৰ বিয়াখনত অমলা ভূএগ্ৰাৰো কষ্ট হৈছিল আৰু মণিমাৰো কষ্ট হৈছিল। মাকৰ কষ্ট হৈছিল সকলো কাম-বনকে পাকৈত হাতেৰে কৰি ৰেণুৱে দিয়া আৰামখিনিৰ মুদা মৰাত আৰু জীয়েকৰ কষ্ট হৈছিল সুন্দৰ মুখৰ উদ্ভিন্ন-যৌৱনা ছোৱালী এজনীয়ে জটিল জীৱনৰ একো তলা-নলা পোৱাৰ আগতেই এনেকৈ সংসাৰ সমুদ্ৰত তাইৰ ইচ্ছা-অনিচ্ছা অবিহনেই জঁপিয়াই পৰিবলগীয়া হোৱা কথাটোত; বিয়াৰ প্ৰথম দিনটোতেই কাৰোবাৰ কেৱল ভাৰ্যাই নহয়, মাক হোৱাৰ দুঃসহ অভিজ্ঞতা এটাৰো মুখামুখি হ'বলগীয়া হোৱা কথাটোত। কিন্তু ৰেণু যদি ৰেণু নহৈ অণিমা-মণিমা-কণিমাৰ কোনো এজনীও হ'লহেঁতেন তেন্তে তাইৰ সুন্দৰ চেহেৰাৰ বাবেই তাই হয়তো অণিমাৰ দৰাতকৈয়ো এজন ভাল দৰা পালেহেঁতেন, বিয়া হ'লহেঁতেন এনে এক বয়সত যেতিয়া তাইৰ পূৰ্ণ যৌৱনপ্ৰাপ্তি ঘটিছে, প্ৰেম কি, নৰ-নাৰীৰ মাজৰ সেই গুপুত ৰহস্যময় আকৰ্ষণনো কি তাৰ কিছু ভু পাই এক আবেগ-কম্পিত হৃদয় আৰু দেহেৰে সেই অভিজ্ঞতাৰ বাবে সাজু হ'লহেঁতেন। কিন্তু এতিয়া? এজনী কিশোৰী, যি একপ্ৰকাৰে ধৰ্ষিতা হ'বৰ বাবেই বলিৰ পঠাৰ দৰে বলিশালৰ পিনে আগবাঢ়ি যাবলগীয়া হৈছে।

কষ্ট, কষ্ট, কষ্ট, মানুহৰ ইমান কষ্ট! আদৰ আৰু একপ্ৰকাৰ আলাসত ডাঙৰ হোৱা মণিমাৰ বুকুত ই যে কি বেদনাৰ ভাৰ, কি যে অপৰাধৰ বোজা! তাই যদি অণিমা আৰু কণিমাৰ মানসিকতাৰে গঢ়া হ'লহেঁতেন তেন্তে বুকুততো এই গছডাল বহন কৰি থাকিব লগা নহ'লহেঁতেন। কেনেকৈ যে এই গছডাল বুকুৰ ভিতৰত ইমান গভীৰভাৱে প্ৰোথিত হৈ গ'ল! প্ৰথম দিনা এক জ্ঞান বৃক্ষৰ বীজ হিচাপে তাইৰ মণি মামাকজনৰ এক মৃদু ৰ্ভৎসনাৰ মাজেদি সি তাইৰ অন্তৰত ৰোপিত হৈছিল। তেতিয়াতো তাৰ শাখ'-প্ৰশাখাই এনেকৈ বিস্তাৰ লাভ কৰিব বুলি তাই কল্পনাও কৰা নাছিল!

মণিমাৰ আজিও সেই দিনটোৰ কথা মনত পৰিলে এক ধৰণৰ লাজত মূৰটো দোঁ খাই যাব খোজে। তাইৰ মণি মামাকজন অলপ বেলেগ ধৰণৰ মানুহ, মাকহঁতে আক্ষেপেৰে কয় যে ঘৰখনৰ ভিতৰতে চোকা ল'ৰাটোৱে বাওঁপন্থী দল এটাৰ সদস্য হৈ ভাল চাকৰি-বাকৰি নেওচা দি জীৱনটো একেবাৰে ধ্বংস কৰি পেলালে। কিন্তু বায়েকৰ তাৰ প্ৰতি থকা বিশেষ এক মৰমৰ টানতে কান্ধত মোনা এটা ওলোমাই সি হঠাতে একো একোদিন সেই বায়েকৰ ঘৰ ওলায়হি। তেনে এটা দিনতে সি আহি দেখিছিল যে মণিমাই মাকৰ ওপৰত ওফোন্দ পাতি আছে। সেই ওফোন্দৰ কাৰণ কি? মাকে হেনো তাইক হাত খৰচৰ বাবে বেছি পইচা নিদিয়ে, কিন্তু তাইৰ স্কুলৰ লগৰী গীতি, ৰীমা, প্ৰাৰ্থনা ইহঁতবোৰক তাইতকৈ বহুত বেছি হাত খৰচ দিয়ে। অথচ তায়ে শ্ৰেণীৰ পৰথম ছোৱালী, গীতি-ৰীমাহঁত দ্বিতীয় আৰু তৃতীয়হে হয়! প্ৰাৰ্থনাতো পঢ়াত ভালেই নহয়— তথাপি তাই ঘৰৰ পৰা কিমান পইচা পায়, অথচ প্ৰাৰ্থনাৰ দেউতাকো যি ইঞ্জিনিয়াৰ, তাইৰ দেউতাকো সেই একে ইঞ্জিনিয়াৰ। সকলোবোৰ কথা শুনি মণি মামাকে ভাগিনীয়েকক ওচৰলৈ মাতি নি সুধিছিল ঃ "মোৰ আৰু তোৰ মাজত ক'ত মিল কচোন?'

মণিমাই সিদিনা উত্তৰ দিছিল— 'তুমিও বহুত কিতাপ-পঢ়া,ময়ে বহুত কিতাপ-পত্ৰ পঢ়োঁ।' (উস- বাল্যকালৰ এই উদ্ধত উত্তৰৰ কথা মনত পৰিলে আজিও যে তাইৰ কেনেকৈ লাজতে সীতাৰ দৰে পাতালত লুকাবৰ সময় যায়।

মণিমাৰ উত্তৰত মণি মামাকে অলপ হাঁহি কৈছিল, 'উত্তৰটো কিন্তু পূৰাপূৰি শুদ্ধ নহ'ল। হয়, তয়ো কিতাপ পঢ মযো কিতাপ পঢ়ো। কিন্তু সেই পঢ়াৰ দ্বাৰা মই প্ৰজ্ঞা আহৰণ কৰোঁ, আৰু তই নকৰ। অৱশ্যে তই এতিয়াও বহুত সৰু হৈ আছ, মই জানো মোৰ সমান ডাঙৰ হ'লে তয়ো সেই কিতাপবোৰৰ পৰা প্ৰজ্ঞা আহৰণ কৰিব পাৰিবি আৰু তাৰ দ্বাৰা জীৱনৰ মুখামুখি হ'ব পাৰিবি। ইমান কিতাপ পঢ়া ছোৱালীজনীয়ে টি. এছ. এলিয়টৰ নাম নিশ্চয় শুনিছ? তেওঁৰ এযাৰ কথা শুন ঃ Where is the wisdom we lost in knowldege বাৰু সেই তত্ত্ব কথা এৰি এতিয়া আমাৰ দুয়োৰো মাজত থকা প্ৰধান মিলটোৰ কথা কওঁ শুন— ডাঙৰ মিল বুজিচ, তই হ'লি মণিমা আৰু মই হ'লে মণিমামা। তথাপি তোৰ আৰু মোৰ মাজত 'মা' শব্দটোৱে বিৰাট এক ব্যৱধানৰো সৃষ্টি কৰি থৈছে, সেই কথাটো মন কৰিবি।— ই এক এনে শব্দ যাৰ বিৰাটত্বৰ লগত একোৰ তুলনা নহয়!'

এইবোৰ স্মৃতি ৰোমন্থনত ডুবা ছোৱালীজনীয়ে নিজৰ মনতে আমোদেৰে অলপ হাঁহিছিল। মণি মামাকে যে কথাবোৰ ইমান ৰসালকৈ কয়। এনেকি অণিমা আৰু কণিমাও তেওঁ আহিলে তেওঁৰ ওচৰত হেঁপাহেৰে বহিছিলগৈ, কিন্তু সিহঁতবোৰেতো তাইৰ দৰে ইমান গভীৰভাৱে মণি মামাকৰ দ্বাৰা প্ৰভাবিত হ'ব পৰা নাই।

সিদিনা তেওঁ আৰু কৈছিল, গহীনাই কৈছিল ঃ

'মোৰ ধেমালিৰ অহংকাৰখিনি ইকাণৰ পৰা সিকাণৰে বাহিৰ কৰি দে মণিমা। মই তোক এইটোৱে ক'ব খুজিছো যে মানুহে নিজৰ অৱস্থাতে সন্তুষ্ট থাকিবলৈ শিকিব লাগে—অৱশ্যে মই টকা-পইচা সম্পদ এইবোৰৰ কথাতহে কৈছো দেই। শিক্ষা-দীক্ষা, মানসিক উন্নতি আদি উচ্চ স্তৰৰ কথাত মানুহে সদায় ওপৰলৈ উধোৱাৰ চেষ্টা কৰিব লাগে। তাই হাত খৰচ কম পাইছ বুলি অসন্তুষ্ট হৈছ, কিন্তু বাইদেৱে তোক তহঁতৰ আৰ্থিক অৱস্থা অনুযায়ীহে পইচা দিব পাৰিছে। তই জাননে যে দেশখনৰ প্ৰায় শতকৰা নিৰানব্বৈ ভাগ ল'ৰা-ছোৱালীয়েই তই যি হাত-খৰচ পাইছ সেয়া নেপায়? আমাৰ দেশৰ তোৰ সমনীয়া কোটি কোটি ল'ৰা-ছোৱালীয়েই স্কুলৰ হাত খৰচ পোৱা দূৰৈৰ কথা সেই স্কুললৈকে যাবলৈ নেপায় সিহঁত ইমানে দৰিদ্ৰ যে দুসাজ পেট ভৰাই খাবলৈ নেপায়, জাৰৰ পৰা ৰক্ষা পৰিবলৈ গৰম চোলা-চুয়েটাৰ নাপায়, সেয়ে মণিমা, নিজৰ দুখ-দাৰিদ্ৰ্যৰ কথাত সদায় তললৈ চাবি—দেখিবি তোতকৈ বহুত বেছি দুখ-দাৰিদ্ৰ্যত ভুগি থকা ল'ৰা-ছোৱালী তোৰ চৌদিশে কিলবিলাই আছে...'

সিদিনা মণি মামাকে তাইক দেশখনৰ দুখ দুৰ্ভাগ্যত ভুগি থকা ল'ৰা-ছোৱালীৰ আৰু বহুতো দুৰ্দশাৰ কথা কৈছিল, কেনেকৈ সিহঁত শিশু শ্ৰমিক হ'ব লগা হয়, সেই শ্ৰম কেতিয়াবা কি ভয়ংকৰ বৃত্তিৰ যোগেদিও কৰিব লগা হয়, কেনেকৈ পেটৰ তাড়নাত সিহঁত কেতিয়াবা চোৰ-ডকাইততো পৰিণত হ'ব লগা হয়— আদি বহুত উদাহৰণকে দিছিল। সেইবোৰ কৈ কৈ তেওঁ শেষত কৈছিল, 'এইবোৰ কথা যদি চিন্তা কৰিবলৈ শিক, তেন্তে দেখিবি তোক নিজকে মস্ত সুবিধাভোগী যেন লাগি যাব, এনেকি তোৰ মনত কেতিয়াবা এটা দোষী ভাবো জাগি উঠিব— ইস্ সিহঁতে যেতিয়া এসাজ ভাতো খাবলৈ পোৱা নাই, মই তেতিয়া কেনেকৈ মাছে ভাতে দগৰি খাই আছো......... '

সেইদিনাৰ সেই স্মৃতিত অলপ আগতে আমোদৰে হঁহা মণিমাই এইবাৰ অলপ বিষাদেৰেও মনৰ মাজতে হাঁহিছিল আৰু অনুপস্থিত মণি মামাকক সেই মনৰ ভিতৰতে সম্বোধন কৰি কৈছিল— 'মণি মামা, তুমি যদি জানিলাহেঁতেন সিদিনা মোৰ বুকুৰ মাজত তুমি সেই দোষী আৰু দুখী ভাবৰ বীজটো কেনেকৈ পুতি থৈ গ'লা। তাৰ পিছত সি এডাল অজৰ অমৰ বৃক্ষৰূপে মোৰ বুকুত স্থিৰ হৈ থিয় হৈ আছে— যেতিয়াই য'তে যি দুখৰ কথা শুনো বা দেখো বা পঢ়ো তেতিয়াই সেইডাল অন্দোলিত হৈ মোক যে কিমান দোষী কৰে, কিমান দুখী কৰে......... '

মণিমাই বেনাৰছীক আৰু কিবা সোধে বুলি ৰুণিমাই পৰম অসন্তুষ্টিৰ মাতেৰে কৈ উঠিছিল ঃ 'মণিবা, তই আৰু বেনাৰছীৰ লগত কিমান পেকপেক কৰি থাকিবি? মোৰ পঢ়াত ডিষ্টাৰ্ব নহয় নেকি? তোৰ নো কি, ভগবানে তোৰ মগজুত বহুতো ঘিঁউ দি পঠাইছে, বেছি নপঢ়িলেও পৰীক্ষাত ভাল কৰ, আমিতো সিমান ভাগ্য সাধি অহা নাই।'

ভনীয়েকৰ কথাত মণিমা অনুতপ্ত হৈ উঠিছিল, অইন ধৰণৰ অপৰাধবোধ এটাও জাগিছিল। ইস্ তাইৰ যে কি হয়, কাৰোবাৰ ক'ৰবাত দুখ-দৰিদ্ৰ্য কষ্টৰ কথা শুনিলেই ছগা চাকিব পিনে আকৰ্ষিত হোৱাৰ দৰে তাই সেই পিনে আকৰ্ষিত হয় আৰু তাৰ পিছত তাইৰ বুকুৰ ভিতৰৰ বৃক্ষডাল আন্দোলিত হ'বলৈ ধৰে। অথচ সেই কাৰো কোনো দুখৰেই তাই সামান্যতম প্ৰতিকাৰ কৰিব নোৱাৰে, ফলত অপৰাধবোধটো তীব্ৰতৰ হয় আৰু নিজৰ সেই অসমৰ্থতাত তাই এক অসহায় দুখত ডুবি যায়। তাইনো বাৰু সঁচায়ে কি প্ৰতিকাৰ কৰিব পাৰে? সংসাৰৰ এই কোটি কোটি মানুহ যে অশ্ৰুৰ লুণীয়া সমুদ্ৰত ককবকাই মৰিব ধৰিছে তাই জানো তাৰ পৰা এজনকো উদ্ধাৰ কৰিব পাৰিব?

পিছে তাই মণিমামাকৰ দলটোত যোগ দিব পাৰে, সেই দল হেনো সৰ্বহাৰা সকলৰ বন্ধু। কিন্তু সেই পদক্ষেপটো ল'বলৈও যে তাইৰ সাহস নাই সেই কথাও তাই বুজে। তাই এজনী ভীৰু কাপুৰুষ ছোৱালী তাই চকুৰে দেখি, কাণেৰে শুনি, কাগজ-কিতাপত পঢ়ি দুখীয়াৰ দুখত সহানুভূতিৰ হুমুনিয়াহ পেলাব পাৰে, কিন্তু কামেৰে একো কৰিব নোৱাৰে। সেই বাবে অপৰাধৰ বোজাটোও বেছি গধুৰ হৈ পৰে, বুকুৰ বৃক্ষডালো সঘনে আন্দোলিত হৈ থাকে। অৱশ্যে মণিমামাকৰ সেই বুজনিৰ পিছৰ পৰা তাই আৰু কেতিয়াও কোনো আব্দাৰ বা দাবীৰে মাকহঁতক দিগদাৰ কৰা নাই, এনেকি আজিকালি তাই সকলো ধৰণৰ বিলাসিতাও বাদ দিছে। যিখন দেশৰ এক বৃহৎ সংখ্যক মানুহেই পেটৰ ভাত পিন্ধনৰ কাপোৰ নেপায়, তাত সিহঁতৰ এই বিলাস-ব্যসন এক

হৃদয়হীন কথা। অৱশ্যে এই সামান্য ত্যাগে তাইক কোনো সন্তুষ্টি দিব নোৱাৰে, অপৰাধৰ বোজা কমাব নোৱাৰে।

এই মণিমাই যেতিয়া কোকৰাঝাৰৰ গোঁসাইগাঁৱৰ ভাতৃঘাতী সংঘৰ্ষবোৰৰ কথা পঢ়িবলৈ ধৰিলে, তেতিয়া তাইৰ বুকুত সৰু সৰু ধুমুহাৰ সৃষ্টি হৈ থাকিল। বাতৰি কাকতবোৰত সেই সংঘৰ্ষপীড়িত মানুহবোৰৰ মৃত্যুৰ লগতে গৃহহীন হোৱা, আশ্ৰয় শিবিৰতো নিৰাপত্তাহীনতাত ভোগা, অস্বাস্থ্যকৰ পৰিবেশত দিন কটোৱা নানা বেমাৰত মানুহবোৰ আক্ৰান্ত হৈ বিশেষকৈ শিশুবোৰ মৃত্যু মুখত পতিত হোৱা আদি খবৰবোৰ পঢ়ি মণিমা চট্‌ফটাই থকা হ'ল। এনেয়েতো দিনৌ আন নানা সন্ত্ৰাস, হত্যা, অত্যাচাৰৰ বাতৰিবোৰ পঢ়ি মন অশান্ত হৈ থাকেই, বানপানীৰ কবলত পৰা মানুহৰ বিলৈ,সৈন্যৰ হাতত মৃত্যু হোৱা ডেকা ল'ৰাবোৰৰ নৃশংস হত্যাৰ বৰ্ণনাই, অসহায় দুখত মনত ডুবাই ৰাখেই—তাৰ পিছত ভূতৰ ওপৰত দানহৰ দৰে অসমৰ মানুহৰ ওপৰলৈ এই আন এক ভীষণ দুৰ্যোগ নামি অহাৰ বাতৰিবোৰ তাইৰ মনৰ শান্তি একেবাৰেই নাইকিয়া কৰিলে।

এনে এক সময়তে সিহঁতৰ ঘৰলৈ সুজাতা আহিছিল। সুজাতা মণিমাৰ কলেজীয়া দিনৰ সহপাঠী। বি.এ. পাছ কৰাৰ পিছত ভাল ফলাফল কৰি মণিমা কলেজত সোমাইছিল আৰু সুজাতাই বেছি ভাল কৰিব নোৱাৰি চাকৰিৰ ধাণ্ডাত লাগিছিল। কিছুদিন চাকৰি বিচৰাৰ পিছত কথা-বতৰাত সপ্ৰতিভ ছোৱালীজনীয়ে নতুনকৈ প্ৰকাশিত হোৱা দৈনিক অসমীয়া বাতৰিকাকত এখনত চাকৰি এটা পায়ো গৈছিল। মণিমাৰ লিখাৰ হাত আছে বুলি জানি তাই মণিমাৰ পৰা দুই-এটা লিখা খুজি লৈয়ো গৈছিল। সেই লিখাবোৰতে মণিমাই ভাৰত তথা অসমৰ মানুহৰ দুখ-দাৰিদ্য আদিকে কৰি নানা সমস্যাৰ কথা তাইৰ অন্তৰ উজাৰি ঢালি দিছিল। নতুন লিখিকা হ'লেও নানা তথ্য-পাতিৰে ভৰা আৰু কিছু মৌলিকতাৰ প্ৰমাণ থকা ৰচনাবোৰ সম্পাদকে আনন্দেৰেই প্ৰকাশ কৰিছিল।

সিদিনা তেনেকৈ অহা সুজাতাক দেখি মণিমাই প্ৰথমতে তাইক লিখা খুজিবলৈ অহা বুলি ভাবিছিল। কিন্তু সুজাতাই সেই কথা শুনি হাঁহি মাৰি কৈছিল, 'খুজিবলৈকে আহিছোঁ, কিন্তু লিখা নহয়— কাপোৰ-কানি, টকা-পইচা এইবোৰ। আমাৰ কাগজৰ পৰা দুই-তিনিজনমান ৰিপ'ৰ্টাৰ গোঁসাইগাঁও অঞ্চললৈ যাম, তাৰ পৰা খা-খবৰ সংগ্ৰহ কৰাৰ লগতে যি পাৰোঁ বস্ত্ৰ-বাহানিও তাত বিলামগৈ। আমি দুজনমানে এনেকৈ বস্ত্ৰ বিচাৰিবলৈ ভাগ ভাগ হৈ লৈছোঁ, মই তহঁতৰ ঘৰ, ওচৰতে খুৰাহঁতৰ ঘৰ বাবে এইখিনি ঠাইকে বাছি ল'লো।'

মণিমাৰ মাকহঁতে যথেষ্ট কাপোৰ-কানি দিলে যদিও মণিমাই তাইৰ হাত খৰচৰ সাঁচতীয়া টকাৰো সিংহভাগ দি দিলে—(ইউনিভাৰ্চিটিৰ কেণ্টিনত কেইদিনমান চাহ নাখালেই চলি যাব)। সেই সকলোবোৰ লৈ সুজাতা খৰখৰকৈ যাবলৈ ওলাইছিল, ওহোঁ তাই চাহ নাখায়, তাই বৰ ব্যস্ত, বস্ত্ৰবোৰ কাগজৰ অফিচত জমা দি তাই যোৱাৰ বাবে যোগাৰত লাগিব লাগিব।

মণিমাহঁতৰ ঘৰটো এটা দীঘলীয়া গলিত। তাই সুজাতাক আগবঢ়াই দিবলৈ সেই গলিৰে গৈ থাকি সুধিছিল ঃ 'কাগজত সোমাই তুমি সঁচায়ে বৰ ব্যস্ত হৈ পৰিলা সুজাতা, আমাৰ ঘৰত আগে কিমান সময় বহিছিলা, এতিয়া চাহ একাপো খাবৰ সময় নাই।'

সুজাতাই হাঁহিছিল, 'মোৰ চাহ একাপ খাবৰ মন হ'লে আছিল, কিন্তু সময়ৰ সঁচায়ে বৰ নাটনি। বস্ত্ৰবোৰ জমা দি মই আকৌ বিউটি পাৰ্লাৰলৈও যাব লাগিব।'

'বিউটি পাৰ্লাৰলৈ? কিয়?' মণিমাই সুজাতাৰ চুলিৰ পিনে চাইছিল।

সুজাতাই তাইৰ দৃষ্টিৰ ভাষা বুজি পাই হাঁহিছিল আৰু কৈছিল, 'তুমি ঠিকেই ভাবিছা— চুলিৰ বাবেই যাব লাগিব, পিছে মূৰৰ চুলি নহয়, ভৰিৰ চুলিহে। ভৰিৰ নোমবোৰ উঠাব লাগিব। সেইবোৰ অঞ্চলত আমি নিশ্চয় ঘূৰি পকি ফুৰিব লাগিব আৰু সেয়ে মই ভাবিছোঁ যে স্কাৰ্ট পিন্ধিয়ে ঘূৰিম, খোজ কাঢ়িবলৈ সুবিধা হ'ব। গতিকে ভৰি দুখন ওৱেক্সিং নকৰিলে নচলিব— ৰ'বা মণিমা, এই ভৰিৰ নোমৰ কথাত গাজা এটা মনত পৰি গ'ল, আমাৰ লগত কাম কৰা দেৱজিৎ যে এনে জমাব পৰা ল'ৰা— সিয়ে এই গাজাটো কৈছিল। আমাৰ সম্পাদকজন মহা তপা, নামটোতো জানাই, তপন বৰা। তেওঁৰ কথাত এ.পোলো দেৱতাৰ দৰেই সুন্দৰ চুলি থকা দেৱজিতে আঁৰত আমাৰ বছক লৈ নানা ধেমালি কৰে, এদিন পদ্যও মাতি শুনালে বোলে 'তপন তপা তালুত তবলা বজাবলৈ ভাল, যদিও তেওঁ আমাৰ বাবে মহা যম কাল'— হাঃ হাঃ হাঃ বাৰু এতিয়া দেৱজিতৰ

গাজাটো শুনা ঃ (কাগজত কাম কৰি সুজাতাজনী সঁচায়ে বৰ কথকী হ'ল— আৰু কিমান বেছি স্মাৰ্ট হৈ গ'ল! ...বাৰু, 'এপোলোৰ দৰে চুলিৰ' এই দেৱজিৎ নামৰ ল'ৰাটোৰ লগত সুজাতাৰ...?) এজন মানুহে নিজৰ তপা মূৰত চুলি গজাবলৈ বহুত ঔষধ, বিজ্ঞাপনত পোৱা বহুত তেল ব্যৱহাৰ কৰি বিফল হৈ এইবাৰ শেষ চেষ্টা বুলি মনতে সংকল্প হৈ বহু বিজ্ঞাপিত নতুনকৈ ওলোৱা দামী তেল এটা কিনিলে। পিছে এই তেলটো ব্যৱহাৰ কৰাৰ পিছত তেওঁৰ যি কেডাল চুলি আছিল সেইকেইডালো সৰাৰ উপক্ৰম হ'ল। গতিকে তেওঁ তেলটো লগাবলৈ বাদ দি দিলে। পিছত এদিন তেওঁ ঘৰলৈ ফুৰিবলৈ অহা বন্ধু এজনে কথাই কথাই তেওঁক ভৰিৰ বিষত ভুগি থকা বুলি কোৱাত তেওঁ সেই চুলিৰ তেলটো দি ক'লে যে সেইটো ভৰিত মালিচ কৰিলে তেওঁৰ বৰ আৰাম পাব। তাৰ কেইদিনমান পিছত তেওঁ মনতে আমোদৰ ভাব এটা লৈ বন্ধুজনৰ খবৰ কৰিবলৈ গ'ল, তেতিয়া বন্ধুৰ সলনি বন্ধুপত্নীহে ওলাই আহিছিল আৰু তেওঁক বহিবলৈ দি অসন্তোষভৰা মাতেৰে কৈছিল— 'আপুনিনো তেওঁক সেইটো কি মালিচ তেল দি পঠিয়ালে হেৰি, ভৰিত লগালেই ভৰভৰাই জংঘলৰ দৰে নোম গজি আহে, শ্বেভ কৰি ততেই নাপায়, এতিয়াও সেই শ্বেভকে কৰি আছে... হাঃ হাঃ হাঃ মজাৰ গাজা নহয়নে মণিমা?'

'সুজাতা, এই ওৱেক্সিং নে ভেক্সিং কৰাত কিমান পইচা লাগে?'

সুজাতাৰ মজাৰ গাজা শুনাৰ পিছত মণিমাই কৰা এই অভাৱনীয় প্ৰশ্নটোত তাই প্ৰথমতে থতমত খাই গৈছিল যদিও লগে লগেই স্বাভাৱিক অৱস্থালৈ ঘূৰি আহি তাই ওলোটাই সুধিলে— 'কিয় সুধিছা? ষাঠি টকামান লাগে।'

মণিমাই তেতিয়া ক'লে, 'সুজাতা, তুমি যে ভৰিৰ নোমকেইডাল নোহোৱা কৰিবলৈকে ইমান টকা খৰচ কৰিব ওলাইছা, তাতকৈ সেই টকাকেইটা সংঘৰ্ষ পীড়িত ঠাইখনত দি নাহা কিয়? তোমাৰতো তাত দেখা দৃশ্যবোৰে বুকু ভাঙি পেলাব আৰু তেতিয়া হয়তো ভাবিবা যে টকাকেইটা তেনেকৈ অবাবত খৰচ নকৰি অন্ততঃ এটি শিশু আৰু মাকৰ এদিনৰ অন্নৰ যোগান ধৰিব পাৰিলা।'

এইবাৰ সুজাতাৰ মুখখন খণতে অলপ ৰঙা পৰি গৈছিল। কিন্তু নিজকে সংযত কৰি তাই গহীনাই কৈছিল, 'মণিমা, তুমি ভবাৰ দৰে মোৰ বোধহয় বুকু ভাগি যোৱাৰ দৰে কোনো প্ৰতিক্ৰিয়া নহ'ব, অৱশ্যে নিশ্চয়ে খুব দুখ লাগিব। কথাটো কি জানা মণিমা? সাংবাদিক হোৱাৰ পিছত প্ৰায় এটা বছৰ অ'ত-ত'ত ঘূৰি, বাতৰি সংগ্ৰহ কৰিবলৈ গৈ এনে কিছুমান নিদাৰুণ নৃশংস ঘটনাৰ মুখামুখি হৈছোঁ যে তাৰ পিছত আৰু আগৰ দৰে দুখ অনুভৱ নকৰা হ'লোঁ। আমাৰ অৱস্থা হ'ল ডাক্তৰবোৰৰ দৰেই, তেওঁলোক ৰুগী দেখি দেখি কেলাহ হৈ পৰিছে আৰু আমি এনে নানা দৃশ্য দেখি দেখি কেলাহ হৈ পৰিছোঁ। পিছে মণিমা, আজিকালি বাতৰিকাকতবোৰত দিনৌ এইবোৰ কথা পঢ়ি পঢ়ি আৰু তাত নানা ফটো দেখি দেখি সৰ্বসাধাৰণ মানুহবোৰো কেলাহ হৈ পৰিছে, এতিয়া হত্যা, ধৰ্ষণ, অপহৰণ আদি কোনো ধৰণৰ খবৰেই তেওঁলোকৰ মনত কোনো প্ৰতিক্ৰিয়া জগাব নোৱৰা হৈছে... পিছে তোমাক এতিয়াও খুব এফেক্ট কৰে নেকি মণিমা? কিন্তু চাই থাকা, দেখিবা যে লাহে লাহে তোমাৰো গাত নলগা হৈ আহিছে। হ'বই, এয়ে স্বাভাৱিক... বাৰু এতিয়া যাওঁ দেই মণিমা, বৰ দেৰি হৈ গ'ল। বাই...'

হাইহিলৰ খট্‌খট্‌ শব্দ তুলি খৰধৰকৈ গুচি যোৱা সুজাতাৰ পিনে মণিমা খন্তেকপৰ ভেবা লাগি চাই ৰ'ল— তাৰ পিছত তাই যেন একপ্ৰকাৰ আৰ্তনাদৰ দৰে মনৰ ভিতৰতে সুজাতাই কোৱা কথাকেইটাকে প্ৰতিধ্বনি কৰি কৈ উঠিল— কিন্তু চাই থাকা, দেখিবা যে লাহে লাহে তোমাৰো গাত নলগা হৈ আহিছে— হ'বই, এয়ে স্বাভাৱিক... এয়ে স্বাভাৱিক? মোৰো গাত নলগা হৈ আহিব? তাৰ মানে মোৰ বুকুত হালিজালি থকা গছডালো এদিন শুকাই যাব? অৰ্থাৎ মোৰ বুকুত এতিয়াও বি সামান্য মনুষ্যত্ব জীপাল হৈ আছে সিয়ো শুকাই যাব? মণিমা শিয়ৰি উঠিছিল, কিন্তু লগে লগে তাই ভীষণভাৱে উত্তেজিত হৈ উঠিছিল—নাই নাই, তাই কেতিয়াও এই ভয়ংকৰ ঘটনাটো ঘটিবলৈ দিব নোৱাৰে, তাই যিকোনো প্ৰকাৰেই নহওক কিয় মণিমামাকে ৰুই যোৱা গছডাল জীয়াই ৰাখিবই। সেই গছডালে তাইক যত দুখৰ বোজা, যত অপৰাধ আৰু অক্ষমতাৰ বোজাকে বহন কৰাই নিনিয়ক কিয়, সেই গছক তাই কেতিয়াও শুকাই যাবলৈ নিদিয়ে!

(গৰীয়সী)

# দাপোণত সমগ্ৰ জীৱন

ৰজনীয়ে বহু দিনৰ পৰাই যৌতুকত অনা ড্ৰেছিং আইনাখনৰ সন্মুখত থিয় হোৱাৰ প্ৰবৃত্তি, প্ৰৱণতা, ইত্যাদি সকলো হেৰুৱাই পেলাইছিল। প্ৰকাশৰ মৃত্যুৰ পিছতহে যে তেনে হৈছিল সেইটো নহয়। প্ৰকাশ থকা সময়ৰে পৰা সেই মানসিকতা গঢ়ি উঠিছিল। দৰাচলতে ড্ৰেছিং আইনাখনৰ সন্মুখত থিয় হৈ তাই যেতিয়া পূৰ্বৰ আনন্দ নোপোৱা হৈছিল, তেতিয়াৰ পৰাই তাইৰ সেইখনৰ সন্মুখত থিয় হোৱাৰ প্ৰবৃত্তি হেৰাই গৈছিল। সধৱা অৱস্থাৰ এই সিদিনালৈকে তাই যেতিয়া চুলিকোছা আঁচুৰি ঠিক ঠাইত ফোঁটটো আৰু শিৰত সেন্দুৰখিনি ল'বলৈ সেইখনৰ সন্মুখত থিয় দিছিল, তেতিয়া তাই সেই কামটো কৰিছিল কেৱল এক গতানুগতিক আৰু নিত্য-নৈমিত্তিক কৰ্তব্যৰ ঠেলাতহে। কাৰণ নিজকে সুন্দৰ নেদেখা হোৱা দিনৰে পৰা পূৰ্বতে অপৰিসীম তৃপ্তি দিয়া এই আইনাখন তাইৰ বাবে কেৱল তাই প্ৰতিবিম্বিত হোৱা আইনাই হৈ থকা নাছিল, সেইখন হৈ পৰিছিল তাইৰ সমগ্ৰ জীৱনকেই প্ৰতিবিম্বিত কৰা এখন দাপোণ। এতিয়া তাত দেখা পোৱা তাইৰ আধা কেঁচা চুলি আৰু শোঁতোৱা পৰা মুখখনেও স্ন' হোৱাইটাৰ সাধুৰ ডাইনীজনীৰ দৰেই যেন তাইক সকীয়াই দি থাকে যে প্ৰকাশৰ পৃথিৱীত তাই আৰু এতিয়া সুন্দৰীতমা ৰমণীজনী হৈ থকা নাই। তথাপিও যথাসাধ্য আকৰ্ষণীয় হোৱাৰ চেষ্টাও জানো নকৰাকৈ পাৰিছিল?

আজিও অতবছৰৰ পিছতো, প্ৰকাশৰ লগত সেই অভাৱনীয় বিয়াখনৰ দিনটো অতি স্পষ্টকৈ মনলৈ আহি যায়। প্ৰকাশ আছিল তাইৰ ককায়েকৰ লগত একেলগে পঢ়া ল'ৰা। হোষ্টেলত থাকি পঢ়া ল'ৰাটো মাজে মাজে ককায়েকক লগ ধৰিবলৈ সিহঁতৰ ঘৰলৈ আহিছিল। কিন্তু তাইৰ বায়েক ৰাগিনীৰ লগত তাৰ কোনোধৰণৰ মিলা-মিছা হোৱা নাছিল বা হোৱাৰো উপায় নাছিল, কাৰণ সিহঁতৰ ঘৰত মাক-দেউতাকেই কেৱল নহয়, ককায়েকো আছিল খুব ৰক্ষণশীল। ছোৱালীৰ প্ৰতি তেনে ৰক্ষণশীল ঘৰ এখনৰ যি মনোভাৱ হোৱা স্বাভাৱিক তেনে মনোভাৱেই প্ৰদৰ্শিত হৈছিল ৰাগিনী আৰু ৰজনীৰ প্ৰতিও—অৰ্থাৎ লাও যিমানেই ডাঙৰ নহওক কিয় সি সদায় পাতৰ তল। সিহঁতৰ ঘৰত সেই কথাটো ইমানেই বাস্তৱভাৱে প্ৰযোজ্য যে তাক প্ৰমাণ কৰি সিহঁতৰ সৰু ভায়েকটোও সিহঁতৰ ওপৰত অৰ্থাৎ বায়েক দুজনীৰ ওপৰত পুৰুষপ্ৰধান হৈ বৰ্তি থাকিছিল। স্কুলৰ পৰা ওভতাৰ পথত কোনোবা একেলগে অহা লগৰীৰ লগত যদি পথত কিছুসময় থিয় হৈ সিহঁতে কথাও পাতে অতো জগৰ। সৰু ভায়েকে তেনেকৈ সিহঁতক দেখাৰ পিছত দুদিনো খবৰদাৰী কৰিছিল আৰু ঘৰত গৈ মাক-দেউতাকক লগাই দিছিল।

ইমান শাসন থকাৰ পিছতো ৰজনীৰ বদনাম ওলাল। জীৱনৰ কিছুমান প্ৰহসনে অ'ত ত'ত বোধহয় খাপ পাতি থাকেই। প্ৰায় চাৰিবছৰৰ মাজতে বন্দিনী ৰজনীৰ যেতিয়া বিদ্যুৎ চলিহা নামৰ ইঞ্জিনিয়াৰ এজনৰ লগত বিয়াৰ ঠিক-ঠাক হৈ ৰভা দিয়া পৰ্য্যন্ত হৈ গৈছিল, তেতিয়া হঠাতে দৰাঘৰে বিয়াখন নাকচ কৰি পেলালে। কাৰণ ৰজনীৰ চৰিত্ৰ ভাল নহয় বুলি তেওঁলোকে গম পাইছে। কেনেকৈ গম পাইছে সেই কথা অৱশ্যে নজনালে— নজনালে যে কেইখনমান বেনামী চিঠিৰ ওপৰতে আস্থা স্থাপন কৰি তেওঁলোকে তাইক দুশ্চৰিত্ৰা বুলি পতিয়ন গৈ আৰু কোনোপধ্যেই গ্ৰহণ কৰিব নোৱাৰে।

ৰজনীৰ ৰূপেই হৈছিল তাইৰ শত্ৰু। যিজন ল'ৰাই তাইক কলেজলৈ যোৱাৰ পথত খুব দিগদাৰ দিছিল, সেই ল'ৰাজনেই যে তাইৰ সেই শত্ৰুতা শালিলে সেই বিষয়ে তাইৰ নিজৰ সন্দেহ নাছিল। কিন্তু ল'ৰাজনে তাইক তেনেকৈ দিগদাৰ কৰাৰ কথা তাই কোনোদিনে ভয়তে মাক-দেউতাকক ক'ব পৰা নাছিল—জানোচা তেওঁলোকেও তাইৰেই চৰিত্ৰত সন্দেহ কৰে। কিন্তু সকলোতকৈ ডাঙৰ যিটো ভয়ে তাইক এই গোপনীয়তা অৱলম্বন কৰাইছিল সেইটো হ'ল তাইক কলেজৰ পৰা একেবাৰেই দিয়াৰ ভয়। অথচ কলেজ মানেই তাইৰ ঘৰৰ চাৰি দেৱালৰ পৰা মুক্তি।

ইতিমধ্যে বায়েক ৰাগিনীৰো বিয়া হৈ যোৱাৰ ফলত তাইক দিগদাৰী দি থকা এই ল'ৰাজনৰ কথা ক'ব পৰা কোনো এজন প্ৰাণীও এই জগত তথা ঘৰখনত নোহোৱা হৈছিল। গতিকে ল'ৰাজন আৰু তাৰ দিগদাৰীৰ অস্তিত্ব মনৰ সংগোপনত পুহি ৰাখিয়ে তাই কলেজলৈ গৈ আছিল। তাৰ পিছত বি. এ পৰীক্ষালৈ এসপ্তাহমান থাকোঁতেই তাইৰ যেতিয়া এই বিয়াখনৰ বন্দৱস্ত হৈছিল, তেতিয়া সেইটোও তাইৰ একধৰণৰ মুক্তি যেনেই লাগিছিল। হয়তো সেই পুৰুষজনো দেউতাক-মাক, ককায়েক-ভায়েকহঁতৰ দৰেই কঠোৰ অভিভাৱক হ'ব

পাৰে— তথাপি সংখ্যাততো মাত্ৰ এজনহে হ'ব, এতিয়াৰ জীৱনটোৰ দৰেতো চাৰি-পাঁচজনৰ শাসন, ভ্ৰূকুটি, নিষেধাজ্ঞা, ইত্যাদি নাথাকিব। এৰা, মাত্ৰ এজনেই থাকিব, কাৰণ সিহঁতে এই কথা জানিছিল যে ল'ৰাজন যিখন ঠাইত থাকি চাকৰি কৰে, সেইখন তাৰ মাক-দেউতাকৰ বাসস্থান নহয়, গতিকে বিয়াৰ পিছত ৰজনীয়ে শাহুৱেক-শহুৰেক থকা ভাৰাঘৰ তথা বহুতৰে শাসন থকা ঘৰ এখনত থাকিব নালাগিব।

পিছে ৰজনীৰ তেনেধৰণৰ মুক্তিৰ আশাও ধূলিসাৎ হৈ গ'ল। দিগ্‌দাৰী দিয়া ল'ৰাজনে তাই কলেজলৈ যোৱাৰ অপেক্ষাকৃত নিৰ্জন পথ এছোৱাত কৈ পেলোৱা কথা এষাৰৰ এটা অংশই সত্য হৈ গ'ল। 'তোমাৰ হেনো বিয়া পাতিছে, চাওঁ কেনেকৈ বিয়া হয়। বিয়া যদি হয় মোৰ লগতেই হ'ব—তুমি চাই থাকা।'

অকস্মাৎ দৰাপক্ষই এনেকৈ বিয়া ভাঙি দিয়াত স্বাভাৱিকতেই ৰজনীক অপৰাধীৰ কাঠগড়াত পেলাবৰ চেষ্টা কৰা হৈছিল— তাই নিশ্চয় কলেজলৈ গৈ কাৰোবাৰ লগত কিবা কাৰবাৰ কৰিছে, (যদিও কলেজখন ছোৱালীৰ কলেজ) নহ'লে দৰাঘৰে কিয় বদনাম দিব, কিয় ইমান আগবাঢ়ি বিয়াখন বন্ধ কৰি দিব। তাৰ ফলত তেওঁলোকৰতো কম লোকচান হোৱা নাই।

ঘৰত ৰজনীক দোষাৰোপ কৰিলেও সিফালে দৰাৰ ঘৰলৈ গৈ ককায়েক-দেউতাকে ৰজনীক নিৰ্দোষ বুলি শপত খাই ভৰিয়ে-হাতে ধৰিবলৈও এৰা নাছিল। কিন্তু তেওঁলোকবোৰ, বিশেষকৈ মাক আছিল অবিচল। ওহোঁ জানি-শুনি এনে চৰিত্ৰহীন ছোৱালীক মোৰ ল'ৰালৈ নানো। হওঁতে মই আগতেই কৈছিলো যে ৰূপত ঘূণে ধৰেই, ইমান ৰূপৱতী ছোৱালী আমাক নালাগে, বেছি ৰূপ থকা তিৰোতা মানুহে কেৱল পুৰুষক ভুলোৱাৰ তালতে থাকে, লাগে সি পৰপুৰুষেই হওক। ওহোঁ, এনে এজনী ছোৱালী বিয়া কৰাই আনি মই কোনোপধ্যেই ল'ৰাৰ জীৱনলৈ সৰ্বনাশ মাতি আনিব নোৱাৰোঁ।

'কিন্তু মোৰ ছোৱালীৰ জীৱনলৈ যে আপোনালোকৰ এনে কাৰ্যই মোৰ সৰ্বনাশ মাতি আনিব, তাইক এনে সৰ্বনাশৰ মুখলৈ ঠেলি নিদিব, আপোনালোকক ভৰিত ধৰিছোঁ, মোৰ ছোৱালী সঁচায়ে নিৰ্দোষ, আমি নজনা আমাৰ কোনোবা শত্ৰুৱে আপোনালোকক এনেকুৱা জঘন্য মিছা অপবাদ দি চিঠি দিছে— ৰজনীৰ দেউতাকে একপ্ৰকাৰ কান্দিয়েই পেলাইছিল।

পিছে দেউতাকৰ সকলো কাকুতি-মিনতি ব্যৰ্থ হৈছিল যদিও ৰজনীৰ ঠিক সৰ্বনাশ হোৱা নাছিল, কাৰণ ৰভাতলীত মূৰে-কপালে হাত দি বহি পৰা ৰজনীৰ দেউতাকৰ ওচৰলৈ গৈ প্ৰকাশে কৈছিল—'বৰদেউতা, আপুনি বিফল মনোৰথ হৈ ঘূৰি আহিছে বুলি গম পাইছোঁ। পিছে তেনেকুৱা হৃদয়হীন মানুহৰ হাতৰ পৰা ৰজনী বাচি গ'ল বুলি আপোনালোকে আনন্দ লাভ কৰিবহে লাগে। আপোনালোকৰ আপত্তি নাথাকিলে এই ৰভাতলীতে একে তাৰিখতে মই ৰজনীক বিয়া কৰাব খোজোঁ।'

প্ৰকাশেও তেতিয়া ইঞ্জিনিয়াৰিং পঢ়ি আছিল, ফাইনেল দিবলৈ এবছৰহে বাকী আছিল। পুত্ৰৰ এই বন্ধুক কোনো দিন জীয়েকৰ সম্ভাব্য দৰা বুলি গণ্য নকৰা ৰজনীৰ দেউতাকে এতিয়া তাক হাততে পোৱা চন্দ্ৰ বুলি আনন্দত উত্ৰাবল হৈ বিবাহকাৰ্য সম্পন্ন কৰিছিল। পিছে তেওঁক ৰজনীৰ আগতে ঠিক হোৱা দৰাৰ পিতৃ-মাতৃয়ে দুখ দিয়াৰ দৰে তেৰোঁ যে এতিয়া ঠিক হোৱাৰ দৰাৰ পিতৃ-মাতৃক দুখ দিব পাৰে সেই কথাটোলৈ হ'লে তেওঁ সমুলি গ্ৰাহ্য কৰা নাছিল। গ্ৰাহ্য নকৰিলেও তেওঁলোকে দিয়া আঘাতখিনি হ'লে গ্ৰহণ কৰিবলগীয়া হৈছিল। কাৰণ তেওঁলোকে নিজ পুত্ৰৰ এই কুকাৰ্য, এই আঘাত সহ্য কৰিব নোৱাৰি ৰজনীৰ ওপৰতে প্ৰতিশোধ লৈছিল, ৰজনীক কোনোদিনে বোৱাৰী হিচাবে গ্ৰহণ কৰা নাছিল, কোনোদিনে তাইক তেওঁলোকৰ ঘৰত সোমাবলৈ দিয়া নাছিল। প্ৰকাশৰ মাকে কৈছিল—সি মোৰ সাতটা সন্তানৰ ভিতৰত পেটমোছা ল'ৰা আছিল বাবে বৰ মৰমৰ আছিল। কিন্তু মোৰ মৰমক সি নেওচা দিলে, তাৰ পিছত সি আৰু মোৰ পুত্ৰ হৈ থাকিব পাৰেনে?'

গতিকে বিয়া হৈয়ো ৰজনীয়ে মাক-বাপেকৰ ঘৰতে তিনিবছৰ কটাই দিবলগা হৈছিল। মাজে মাজে হোষ্টেলত থকা প্ৰকাশ আহি দুই-এদিন তাইৰ লগত কটাই গৈছিল। তাৰ পিছত সি পাছ কৰিছিল আৰু এটা বছৰ বহি থকাৰ পিছত চাকৰি পাই ৰজনীক যেতিয়া নিজৰ ওচৰলৈ লৈ গৈছিল তেতিয়া ৰজনী তাৰ ওচৰলৈ লৈ গৈছিল তেতিয়া ৰজনী তাৰ ওচৰলৈ অকলে যোৱা নাছিল, কোলাত লৈ গৈছিল সিহঁতৰ প্ৰথম সন্তান ধনটোক। ধনটো তেতিয়া এবছৰীয়া হৈছিল। আৰু লৈ গৈছিল অলপ পুৰণি হোৱা যৌতুকৰ আন আচবাবৰ লগতে এই ড্ৰেছিং টেবুলখনো।

ৰজনী আৰু ৰাগিনীৰ কোঠালীটো ৰাগিনীৰ বিয়াৰ পিছত ৰজনীয়ে নিজৰ বাবে অকলশৰীয়াকৈ পাইছিল। তাৰ পিছত প্ৰকাশৰ লগত বিয়া হোৱাৰ পিছত তাতে তাইৰ যৌতুকত দিবলৈ বনাই থোৱা দুজনীয়া পালেংখন পাৰি দিয়া হৈছিল, আৰু ড্ৰেছিং আইনাখনো পিহঁতে দুই বাই-ভনীৰ পঢ়া মেজখন আঁতৰাই সেই খালী হোৱা ঠাইখনত সুমুৱাই দিয়া হৈছিল। জীয়ৰীকালৰ পঢ়া জীৱনৰ অৱসান হৈ বিবাহিত জীৱনৰ দৈহিক প্ৰাধান্যৰ (অন্ততঃ বিয়াৰ প্ৰথম অৱস্থাৰ) সূচকৰূপেই যেন সেইখন তাত স্থিতি লভিছিল। প্ৰকাশৰ লগত হোৱা বিয়াৰ পিছত ৰজনীৰ অকলশৰীয়া সময়ৰ ভালেখিনি সময়েই সেই আইনাখনৰ সন্মুখত কাটিছিল। তাই সেইখনৰ সন্মুখত থিয়হৈ নিজকে আনধৰণে সজাইছিল, নিজকে বিভিন্ন কোণৰ পৰা চাইছিল—আচলতে কিন্তু সেই চোৱা আছিল একপ্ৰকাৰ প্ৰকাশৰ দৃষ্টিৰেহে। সকলো কোণৰ পৰাই তাই নিজকে অতি সুন্দৰ দেখিছিল আৰু তেতিয়া প্ৰকাশে তাইক বন্দনা কৰি কোৱা সকলোবোৰ কথাকেই অতি সত্য প্ৰতীয়মান হৈছিল। প্ৰকাশে তাইক কৈছিল যে সি তাইক দেখাৰ দিনাই প্ৰেমত পৰিছিল—যাক কয় love at first sight--। তাইক কেনেকৈ পাব পাৰি, কিন্তু পাবৰ যে উপায় নাই তেনে চিন্তাৰ যন্ত্ৰণাত দগ্ধ হৈ তাৰ দিন-ৰাতিবোৰ হেনো পাৰ হৈছিল, পঢ়াৰো বোলে বহুত ক্ষতি হৈছিল। কিন্তু পৰম ভাগ্যৰ বলত অভাৱনীয়ভাৱেই সি ৰজনীৰ দৰে ৰমণী ৰত্নক লাভ কৰিলে। সেই কথাবোৰ কৈ কৈ প্ৰকাশ উচ্ছ্বসিত হৈ ৰজনীক বাৰে বাৰে সাবটি ধৰিছিল। 'ৰজনী, ৰজনী তুমি অপৰূপা, তুমি অতুলনীয় তোমাৰ দৰে এজনী আৰু এই পৃথিৱীত নাই। তুমি অদ্বিতীয়।—'

ড্ৰেছিং আইনাখনৰ সন্মুখত বহুতপৰ অকলে অকলে কটাই সেই সময়বোৰত প্ৰকাশৰ সেই অপৰূপ বন্দনাৰ মূৰ্চ্ছনাই ৰজনীৰ হৃদয়-মন পুৰিপূৰ্ণ কৰি তুলিছিল। নিজকে গিৰিয়েকৰ চকুত আৰু আকৰ্ষণীয় কৰি তুলিবলৈ তাই আইনাখনৰ সন্মুখত থিয় হৈ আৰু সযতনে সাজ-সজ্জা কৰিছিল, বহুত সময় ব্যয় কৰিছিল প্ৰসাধন পৰ্বত।

লাহে লাহে সময়ৰ ঘঁহনিত ড্ৰেছিং আইনাখন পুৰণি হৈছিল আৰু তাইৰ দেহাটোও পুৰণি হৈছিল, তাৰ পিছত এদিন সেই আইনাৰ সন্মুখত থিয় হৈ মূৰৰ আধা পকা আধা কেঁচা চুলি, বহল হোৱা আৰু শোতোৰা পৰা মুখখনলৈ চাই ৰজনীৰ হঠাতে ভাব হ'ল যে তাই এতিয়া আৰু আগৰ সুন্দৰী ৰজনীজনী হৈ থকা নাই। অ' বৰ্তমান তাইৰ প্ৰতি প্ৰকাশৰ উদাসীনতাৰ এইটোৱে তেন্তে প্ৰধান কাৰণ? এক অতি ভয়ংকৰ উপলব্ধি। জীৱনত কোনোদিনে নোহোৱা সেই উপলব্ধিটোৱে সিদিনা যেন ৰজনীক কোবাই ধৰাশায়ী কৰি পেলাইছিল। তাইৰ, এই ৰজনী নামৰ ছোৱালীজনীৰ সমগ্ৰ জীৱন যেন আইনাতেই প্ৰতিফলিত হৈছে। অতদিনে যৌৱনৰ অহমিকা আৰু নিৰ্বুদ্ধিতাত যিটো কাৰণত তাই আনন্দ গৰ্বত উচ্ছ্বসিত হৈ থাকিছিল, আজি প্ৰৌঢ়ত্বৰ দুৱাৰডলিও উপস্থিত হোৱাৰ পিছত সেই কাৰণটোৱেই তাইক জ্বালা ধৰাই দিলে। অতদিনে এই আইনাখনত যিজনী ৰূপহী প্ৰতিফলিত হৈ আছিল, সেই ৰূপহীৰ সেই ৰূপেই যে তাইৰ জীৱনৰ একমাত্ৰ নহ'লেও প্ৰধান মূলধন আছিল। অন্ততঃ পুৰুষৰ আধিপত্যৰ এই সমাজখনত সি অতি নিদাৰুণভাৱে সত্য। এৰা, সেই ৰূপৰ বাহিৰে তাইৰ মন মগজু-হৃদয়ক কোনেই বা মূল্য দিলে? সেই ৰূপৰ বাবেই এদিন ৰাজপথত ডেকাজনে তাইক দিগ্‌দাৰী কৰি মাৰিছিল, সেই ৰূপৰ বাবেই তাইৰ চৰিত্ৰহীনৰ বদনামটো বিশ্বাসযোগ্য হৈ উঠিছিল, আৰু শেষত এই ৰূপৰ বাবেই প্ৰকাশে তাইক ঘৰৰ অমতে বিয়া কৰাইছিল।

আইনাৰ সন্মুখত থিয় হৈ আগতে বহুত দিন চকুত আনন্দৰ বিদ্যুৎ জিলিকি উঠা মানুহজনীৰ আজি সেই চকুৰ পৰা ধাৰাসাৰে পানী বাগৰি আহিছিল।

তথাপি তাৰ পিছতো, নিজকে সুন্দৰ নেদেখাৰ সেই দিনৰ পিছতো আইনাৰ সন্মুখত থিয় হোৱাৰ প্ৰবৃত্তি হেৰাই যোৱাৰ পিছতো ৰজনীয়ে আকৌ আইনাখনৰ সন্মুখত থিয় হৈ যান্ত্ৰিকতাৰে হ'লেও নিজকে সজাইছিল, হেৰোৱা ৰূপ-যৌৱনক পাৰ্যমানে ধৰি ৰখাৰ চেষ্টা কৰিছিল। কাৰণ তাই এজনী নিজস্ব আয় নোহোৱা তিৰোতা, এতিয়াও তাই স্বামীৰ ওপৰত সম্পূৰ্ণভাৱে নিৰ্ভৰশীলা, গতিকে তাই স্বামীৰ ওচৰত যথাসাধ্য আকৰ্ষণীয় হৈ থকাৰ চেষ্টা যে কৰিবই লাগিব। যদি পৰজন্ম বুলি কিবা এটা আছে, তেন্তে সেই জন্মটোত তাইক ৰূপৰ সলনি স্বাৱলম্বী হ'ব পৰাকৈ বিদ্যা-বুদ্ধি দিয়ক, এয়ে তাইৰ বিধাতাৰ ওচৰত প্ৰাৰ্থনা।

(গৰীয়সী)

# আইনাত তোমাৰ দুখ

ৰাতিপুৱাতে বিমল চৌধুৰীৰ টিকিচকৈ খংটো উঠি গ'ল। চাহকাপ খাবলৈ বুলি মুখখন ধুই আহি খোৱা মেজৰ ওচৰ পোৱাৰ পিছত ঘৈণীয়েক প্ৰভাই যিকাপ চাহ আগবঢ়াই দিলে তাৰ ৰংটো প্ৰভাৰ গাৰ বৰণতকৈয়ো ক'লা, নহ'লে সাধাৰণ অৱস্থাত চাহৰ বাদামী ৰংটোৰ লগত প্ৰভাৰ গাৰ বাদামী বৰণটোৰ কোনো পাৰ্থক্য নাথাকে। বিমল চৌধুৰীৰ ঘৈণীয়েকৰ চেহেৰাক লৈ বিশেষ অসন্তুষ্টি নাই, কাৰণ গাৰ বৰণ বগা নহ'লেও প্ৰভাৰ নাক-মুখৰ গঢ় ভালেই, ইফালে তেওঁৰ বগা ৰংটোৰ প্ৰতি আছে একধৰণৰ বিতৃষ্ণা, যাৰ মূল কাৰণটো তেওঁৰ শৈশৱকালতে প্ৰোথিত হৈ গৈছিল। চৌধুৰীৰ অৰ্থাৎ বিমলৰ সৰুকালতে পেহীয়েক এগৰাকীয়ে ঘৰৰ গছ এডালত ডিঙিত চিপ দি আত্মহত্যা কৰিছিল। তাৰ কাৰণো তাই চিঠি এখনত লিখি থৈ গৈছিল ঃ 'মোৰ এই আত্মহত্যাৰ বাবে দায়ী একমাত্ৰ বিধাতা, মোৰ গাৰ ছাল বগা হৈ অহাৰ অভিশাপটো তেৰেঁ মোৰ কপালত লিখি থৈছিল। অথচ ল'ৰালি পাৰ হৈ আহি যৌৱনত ভৰি দিয়া কালত বগা নহৈ মিঠাবৰণীয়া ৰঙৰ অধিকাৰী হোৱাত কি যে আপচোচ্ নহৈছিল! কিন্তু কি যে প্ৰহসন— এতিয়া আকৌ বগা হ'বলৈ ধৰাৰ বাবেই মই মৃত্যুৰ পথ বাছি ল'বলৈ ওলাইছোঁ।'

বিমল চৌধুৰীৰ বাল্যকালত মৰমৰ পেহীয়েকজনীৰ মৰমৰ আলিংগন আৰু চুমা খুব ভাল নালাগিলেও বৰ বেয়াও লগা নাছিল— তেনে মৰমৰ প্ৰকাশত আপত্তিৰ অংশটো আছিল কেৱল চুমা খাওঁতে গালত লগা থুখিনি, কিন্তু পেহীয়েকৰ গালৰ পাউডাৰ আৰু চুলিৰ যি সুগন্ধ তেওঁ সেই ঘনিষ্ঠ সান্নিধ্যখিনিৰ সময়ত পাইছিল সি যেন থুৰ ঘিণলগা স্পৰ্শানুভূতিক কিছু আঁতৰ কৰিব পাৰিছিল। তাৰ পিছত লাহে লাহে পেহীয়েকৰ বাদামী মুখত বগা ৰঙে উকি মাৰিবলৈ ধৰিলে, প্ৰথমে সেই শুভ্ৰতা জিলিকিল তাইৰ ওঁঠত, যি ওঁঠেৰে পেহীয়েকে বিমলৰ গালত থুৰ পৰশ বোলাইছিল। ক্ৰমে সেই শুভ্ৰতা আৰু বিয়পিল— যেন তামোল খাওঁতে পাণৰ পৰা তাইৰ ওঁঠত চূণৰ পাতল দাগ লাগি ৰ'ল। মাকৰ ওঁঠত কেতিয়াবা যি দাগ দেখিলে বিমলে দেউতাকক কোৱা শুনিছিল— 'তোমাৰ মুখত চূণ লাগি আছেহে, আজি মোৰ লগত কাজিয়া লাগিব দিয়া।'

পেহীয়েকৰ ওঁঠ দুটাত তেনেকৈ বগা বোল লগাৰ পিছতো তাই যেতিয়া বিমলক চুমা খায়েই থাকিল তেতিয়া লাহে লাহে তেওঁৰ বিতৃষ্ণাৰ পৰিমাণ বাঢ়ি যাবলৈ ধৰিলে, এনেকি তেল-পাউডাৰৰ সুবাসেও সেই বিতৃষ্ণা আঁতৰাব নোৱৰা হ'ল। বিমলৰ এনে লাগিল এতিয়া যেন পেহীয়েকৰ চুমাৰ পৰশে তাৰ গালত থুই নহয় বগা পূঁজৰ বোলহে সানি থৈ গ'ল। অথচ পেহীয়েকে তো তেওঁক মৰম কৰিবই, চুমা খাবই, তেওঁ যে তাইৰ একমাত্ৰ ভতিজাক! আৰু সেই পেহীয়েকো তো তেওঁৰ একমাত্ৰ পেহীয়েক। সেই পৰিয়ালটোত 'একমাত্ৰ'বোৰৰ যে ইমান আধিক্য তেওঁৰ দেউতাক ককাকৰ একমাত্ৰ পুত্ৰ, পেহীয়েক একমাত্ৰ কন্যা আৰু তাৰ পিছত বিমলো মাক-দেউতাকৰ একমাত্ৰ পুত্ৰ হোৱাই নহয় বিমল আৰু প্ৰভাৰ কন্যাও হ'ল তেওঁলোকৰ একমাত্ৰ সন্তান। অৱশ্যে এই ক্ষেত্ৰত বংশগত কম সন্তানৰ পৰম্পৰাই কাম কৰিছিল বুলি ক'বনোৱাৰি, জীয়েক মণিমাৰ জন্মৰ পিছত প্ৰভাৰ জৰায়ুত এনে এক বেমাৰ লাগিল যে ফলত সেইটো অস্ত্ৰোপচাৰ কৰি বাহিৰ কৰি দিবলগা হ'ল আৰু বিমল আৰু প্ৰভাই দ্বিতীয় সন্তানৰ মুখ দেখাৰ পৰা বঞ্চিত হৈ ৰ'ল।

তথাপি পেহীয়েক, তেওঁৰ একমাত্ৰ পেহীয়েক আৰু ককাক-আইতাকৰ একমাত্ৰ কন্যা-সন্তান হ'লেও একমাত্ৰ সন্তান তো নাছিল, গতিকে বিমলৰ দেউতাকক ধৰি তেওঁলোকৰ দুটা সন্তানেই আছিল। কিন্তু পেহীয়েকে যেতিয়া আত্মহত্যা কৰিলে তেতিয়া বুঢ়া-বুঢ়ী হৈ বাচি থকা বিমলৰ ককাক-আইতাকো মাত্ৰ এটা সন্তানৰ জনক-জননী হৈ পৰিল।

পেহীয়েকে আত্মহত্যা কৰাৰ পিছত তাইৰ মৃত্যুৰ বীভৎসতাৰ (বিমলেও গছত ওলমি থকা পেহীয়েকৰ মৃতুদেহটো দেখিছিল) লগতে বিমলৰ কুমলীয়া মনটোত বগা ৰংটোও এনেকৈ ওতঃপ্ৰোতভাৱে এক হৈ মিলি গ'ল যে সেই সমাহাৰটো তেওঁৰ বাবে আতঙ্কজনিত অভিজ্ঞতা এটা হৈ ৰ'ল। তাৰ পিছৰে পৰা যিকোনো শুভ্ৰতাই তেওঁৰ বাবে মৃত্যুৰ গোন্ধ বহনকাৰী এক অদ্ভুত ত্ৰাসৰ উৎসস্বৰূপ হৈ পৰিল। সেয়েতো তেওঁ দুজনীমান বগা বৰণৰ ছোৱালীৰ মাজৰ পৰা গাখীৰ দিয়া চাহৰ দৰে গাৰ বৰণৰ প্ৰভাকে জীৱন-সঙ্গিনী হিচাপে বাছি ল'লে।

আৰু তাৰ পিছত সেই জীৱন-সঙ্গিনীয়ে কিন্তু তেওঁৰ জীৱন পদে পদে অতৃপ্তিৰে ভৰাই তুলিছে। কেতিয়াবা বিমল চৌধুৰীয়ে খঙেৰে চিঞৰি উঠে — 'তোমাৰ নামটোহে প্ৰভা, মোৰ জীৱনত কিন্তু অলপো পোহৰ বিলাব নোৱাৰিলা।' প্ৰভা একেবাৰেই সুগৃহিণী নহয় — বিমলে নিজৰ মাকৰ লগত ঘৈণীয়েকৰ তুলনা কৰি কৰি আপচোচ্ কৰে— 'মাই ইমান বঢ়িয়া ৰন্ধা-বঢ়া কৰিব পাৰিছিল, প্ৰভাই তেনে জুতিৰে ৰন্ধা-বঢ়া কৰি তেওঁক যদি এদিনো খুৱাব পাৰিলেহেঁতেন।' খোৱা-বোৱাত তেওঁৰ বৰ চখ, মাক অতি ভাল ৰান্ধনী হোৱা বাবে তেওঁৰ জিভাখন নষ্ট হৈ গ'ল। কিন্তু কেৱল মাকেইনে, তেওঁলোকৰ ঘৰখনত সকলো মহিলাই আছিল অতি ভাল ৰান্ধনী, আইতাকে সুস্বাদু খাদ্য খুৱাইছিল, জীয়েকো অৰ্থাৎ তেওঁৰ পেহীয়েকো মাকৰ দৰেই অৰ্থাৎ তেওঁৰ আইতাকৰ দৰেই পাকৈত ৰান্ধনী হৈ উঠিছিল। হয়তো আইতাকে বোৱাৰীয়েক পছন্দ কৰোঁতেও এই ৰন্ধন-পটুতাতে প্ৰধানকৈ গুৰুত্ব দিছিল। গতিকে আইতাক, মাক আৰু পেহীয়েক — এই তিনি সুপাচিকাই ককাক, দেউতাক আৰু তেওঁক অৰ্থাৎ ঘৰখনৰ তিনি পুৰুষৰ তিনিজন পুৰুষকেই খাদ্যৰসিক কৰি গঢ়ি তোলাত প্ৰধান ৰূপকাৰ হৈছিল। অৱশ্যে বিমল চৌধুৰীৰ পিছলৈ অৰ্থাৎ পেহীয়েকৰ গাৰ বৰণ বগা হ'বলৈ ধৰাত তেওঁ ৰন্ধা বা নিজ হাতেৰে খাবলৈ আনি দিয়া বস্তু খাবলৈ অলপ ঘিণ ঘিণ লগা হৈছিল। কিন্তু ঘৃণাতকৈও তাত যে কিমান বেছি দুখ মিহলি হৈ আছিল। পিছে সেই অৱস্থা বেছিদিন চলা নাছিল, পেহীয়েকে নিজেই লাহে লাহে সংসাৰৰ সকলো কামৰ পৰা নিজকে আঁতৰাই আনিছিল আৰু বিমলে সেই সময়ছোৱাত সৰু ল'ৰা হৈয়ো মন কৰিছিল যে পেহীয়েকে তেতিয়া যেন আইনাৰ সন্মুখতে বেছি সময় পাৰ কৰি দিছিল। তাৰ পিছত এদিন ঘৰখনত হুৱাদুৱা লাগিছিল, তেওঁলোকৰ বাৰীৰ পিছফালৰ কঁঠাল গছজোপাত ডাঙৰ ডাঙৰ কেইটামান কঁঠালৰ লগতে নিজৰ শাৰী এখনেৰে পেহীয়েকক ডিঙিত ফাঁচ লগাই ওলমি থকা দেখা গৈছিল। সেই ঘটনাৰ পিছত কঁঠাল গছডাল কাটি দিয়া হৈছিল আৰু তেতিয়াৰে পৰা বিমলে কঁঠাল খাবলৈকো বাদ দিছিল। অৱশ্যে ঘৰখনৰ আন মানুহবোৰেও কঁঠাল খাবলৈ এৰিছিল। পুৰীলৈ গ'লে বোলে তীৰ্থযাত্ৰীয়ে এবছৰৰ বাবে নিজ প্ৰিয় খোৱাবস্তু এটা জগন্নাথ প্ৰভুৰ চৰণত নিবেদন কৰি থৈ আহে। এতিয়া বিমলহঁতৰ ঘৰ-ঘৰোৱাহেও চিৰজীৱনলৈ তেওঁলোক বহুতৰে প্ৰিয় কঁঠালক মহাকালৰ চৰণত অৰ্পণ কৰি দিলে। বিমলহঁতৰ বাৰীখন ডাঙৰ নাছিল, গতিকে তাত কোনো ডাঙৰ গছ নাছিল, কিন্তু বিমলৰ ককাকৰ কঁঠাল বৰ প্ৰিয় আছিল বাবে তেওঁ নাৰ্চাৰীৰ পৰা কঁঠাল পুলি কিনি আনি স্বহস্তে তাক সেই ঠেক বাৰীখনতে ৰোপণ কৰিছিল। তাৰ পিছত এদিন সেই পুলিটো লহপহীয়া হৈছিল, ডাঙৰ হৈছিল আৰু অৱশেষত সি ইমানেই ডাঙৰ হৈছিল যে তাত ঘৰখনৰ একমাত্ৰ জীয়ৰীজনীয়ে চিপজৰী লৈ মৰিব পৰাকৈয়ো ডাঙৰ হৈছিল।

যি হওক জীয়েক তাত ওলমি মৰিল আৰু কঁঠাল গছডাল মৰিল তাক কাটি হত্যা কৰা বাবে। ইমানদিনে সি কেঁচা কঁঠাল, পকা কঁঠাল, কঁঠালৰ গুটি, কঁঠালৰ দিলেৰে ঘৰখনক আপ্যায়ন কৰা পৰ্বৰো ইতি পৰিল। সঁচায়ে, পকা তো পকাই, কেঁচা অৱস্থাতো সেই কঁঠালে তেওঁলোকৰ ঘৰখনক কম জুতি লগাইছিলনে? আইতাক, মাক, পেহীয়েক— তিনিও কেঁচা কঁঠালৰ আঞ্জা একেবাৰে মাংসৰ আঞ্জাৰ নিচিনাকৈয়ে জুতি লগাকৈ ৰান্ধিব জানিছিল। এবাৰ ককাকৰ বঙালী বন্ধু এজনে তেওঁলোকৰ ঘৰত ভাত খাইছিল আৰু সিদিনা বতৰৰ কেঁচা কঁঠাল এটা বাৰীৰ পৰা ছিঙি আনি ৰন্ধা হৈছিল। সিদিনা আঞ্জাখন পেহীয়েকেই বৰ চখ কৰি ৰান্ধিছিল আৰু বঙালী বন্ধুজনে সপ্ৰশংস তৃপ্তিৰে খাই মন্তব্য দিছিল — 'এচোড়েৰ ডালনাটা মাংসেৰ চেয়েও বেশি স্বাদযুক্ত কৰে ৰান্না কৰেছ, মা!'

বিমলেও কঁঠালৰ আঞ্জা খাই বৰ ভাল পাইছিল। কিন্তু এতিয়া তাৰ সোৱাদ পাহৰাৰ দৰেই হ'ল। তেওঁৰ সৰুকৈ হুমুনিয়াহ এটা ওলাইছিল। পিছে ভাগ্য ভাল যে প্ৰভা ভাল ৰান্ধনী নহ'ল, নহ'লে তেওঁৰ হয়তো কেতিয়াবা ঘৈণীয়েকে ৰন্ধা কঁঠালৰ আঞ্জা খোৱাৰ হেঁপাহ জাগি মনত অতৃপ্তি জগালেহেঁতেন।

কিন্তু সকলোৰে এটা সীমা থকা উচিত। মানুহজনীয়েনো তেওঁক ভালকৈ চাহ একাপ কৰিও খুৱাব নোৱাৰেনে? ৰন্ধা-বঢ়াৰ বাহিৰে মানুহজনীৰ আননো কি কাম আছে? নকৰে চাকৰি, নহ'ল এগাল সন্তানৰ জননী।

'প্ৰভা, এই প্ৰভা? এইকাপ কি চাহ দি গ'লা? তুমিতো ক'লা ক'লাই, চাহকাপ কৰিলা তোমাতকৈয়ো ক'লা?'

প্ৰভাৰ গাৰ বৰণক লৈয়ে কেনোদিন কেনো আপত্তি নথকা বিমল চৌধুৰীৰ মুখৰ পৰাই আজি এইবাৰ নিষ্ঠুৰ কথা ওলাই গ'ল। কিন্তু যাক উদ্দেশ্য কৰি তেওঁ সেই বাক্যবাণ নিক্ষেপ কৰিছিল সি লক্ষ্যভ্ৰষ্ট হৈ আন

*এজনৰ বুকুতহে লাগিল আৰু তাৰ পৰা একেবাৰে যেন তেজ নিগৰাই দিলে।*

*মণিমাৰ নটাতে ক্লাছ আছিল, সেয়ে তাই সোনকালে গা-পা ধুই আইনাৰ সন্মুখত থিয় হৈ মূৰ আঁচুৰি আছিল। মূৰ আঁচুৰিছিল, কিন্তু যান্ত্ৰিকভাৱেহে, চুলিখিনি পৰিপাটি হৈছেনে নাই তেতিয়া তাইৰ সেইটো বিচাৰ্য* নাছিল, তাই একপ্ৰকাৰে গভীৰ মনোযোগ আৰু একপ্ৰকাৰে অত্যন্ত অন্যমনস্ক হৈ আইনাত প্ৰতিফলিত হোৱা তাইৰ মুখখনলৈ চাই আছিল। মনোযোগ দি যেতিয়া চাইছিল তেতিয়া তাইৰ চকুত পৰিছিল তাইৰ মুখৰ ক'লা বৰণটো, বহল কপালখন আৰু শকত চেলাউৰিযোৰ। নাক, ওঁঠ, দাঁত বাৰু মোটামুটি ভালেই, কিন্তু চেলাউৰিৰ বাবেই নে কপালখনৰ বাবেই তাই ঠিক নাজানে, তাই হ'লে মাকৰ দৰে আকৰ্ষণীয় হ'ব পৰা নাই, অথচ মাকৰ গাৰ বৰণেই তাইৰো গাৰ বৰণ। তাই ইচ্ছা কৰিলেই ভূৰু প্লাকিং কৰি তাক ধেন ভেৰীয়া কৰি পেলাব পাৰে, কিন্তু সেইটো তাই কেতিয়াও নকৰে। কৃত্ৰিম সৌন্দৰ্যৰ তাই মুঠেও পক্ষপাতী নহয়। ছোৱালী এজনীৰ সৌন্দৰ্যৰ প্ৰধান প্ৰয়োজনটোনো কেতিয়া হয়? বিয়াৰ সময়তে নহয় জানো? অৰ্থাৎ বিয়াৰ বজাৰত বেচা যাবলৈ হ'লে আটাইতকৈ প্ৰথমতে বিচৰা বস্তুটো হ'ল ৰূপ। এই কথাটোতে মণিমাৰ জীৱনৰ সকলো বিদ্ৰোহ যেন থুপ খাই আছে। মই দৰ্শনাতকৈ কম দৰ্শনীয়, কিন্তু তাইতকৈ যে মই বহুতো বেছি গুণৰ অধিকাৰী সেইটোত তো কোনেও গুৰুত্ব নিদিয়ে! দৰ্শনালৈ বিয়াৰ প্ৰস্তাৱ আহি আছে বি এ পঢ়ি থকা সময়ৰে পৰা, কিন্তু মই এইবাৰ এম এ ও দিম, কিন্তু আজিলৈকে কাৰো পৰা কোনো প্ৰস্তাৱ তো অহা নাই!

এইখিনিলৈকে ভাবি অলপ থমকি ৰৈ মণিমাই তাইৰ চিন্তা-স্ৰোত অলপ সলাই এইদৰে ভাবিলে, আজিলৈকে কোনো পৰিয়াল অৰ্থাৎ ল'ৰাৰ অভিভাৱকৰ পৰাহে প্ৰস্তাৱ অহা নাই, কিন্তু সমীৰণে তো তাইৰ লগত বিয়াৰ বিষয়ে ইমানেই ব্যাকুল হৈ গৈছিল যে এনেবোৰ কথা কৈ তাইক তো অতদিনে সপ্তম স্বৰ্গতে তুলি ৰাখিছিল, 'তুমি যে আৰু কিমান দিন এনেকৈ মোৰ মাথোঁ মনৰে লগৰী হৈ থাকিবা মণিমা, মই যে তোমাক মোৰ ঘৰখনতো ধৰা-ছোঁৱাৰ ভিতৰৰ সঙ্গিনী, সংসাৰখনৰ একচ্ছত্ৰী সম্ৰাজ্ঞী হিচাপে পোৱাৰ আকুলতাত ছটফটাই থাকোঁ...'

আৰু এইদৰে সমীৰণৰ কথা মনলৈ অহাতেই আইনাত চকুহাল নিবদ্ধ কৰি ৰাখিও মণিমা অন্যমনস্ক হৈ গৈছিল। 'সমীৰণ, তুমি মোক কিয় ইমান ভুৱা কথাৰে ছলনা কৰিলা? তুমি হেনো মনৰ সঙ্গীহে বিচৰা, ৰূপ তোমাৰ বাবে তুচ্ছ, তুমি বিশাস কৰা যে Beauty is only skin deep; মোৰ আত্মাৰ ৰূপেই তোমাক মুগ্ধ কৰি ৰাখিছে, মই হেনো অসাধাৰণ, অনন্যা; মোৰ বুদ্ধি, মোৰ নানা গুণে মোক হেনো সকলো 'beauty without brain' ছোৱালীতকৈ বেছি 'sought after' ছোৱালী কৰি ৰাখিছে। আৰু এতিয়া কাৰ্যক্ষেত্ৰত তুমি কি প্ৰমাণ কৰিলা, সমীৰণ? সুন্দৰী বগী দীপ্তিৰ ৰূপত মজিবলৈ তোমাৰ দেখোন বেছি সময়েই নালাগিল। ক'লৈ গ'ল তোমাৰ মনৰ সঙ্গিনী বিচৰা বৰ বৰ কথাবোৰ?'

পিছে বৰ বৰ কথাতো তাইৰো আছিল, তায়োতো অতি দৰ্পেৰে ভাবিছিল যে বাহ্যিক ৰূপৰ তাইৰ কোনো প্ৰয়োজন নাই, তাইৰ অন্তৰৰ ৰূপেৰে তাই জগত জয় কৰিব পাৰিব, তাইৰ সান্নিধ্যলৈ অহা সকলো তাইৰ ৰূপেৰে মুগ্ধ হ'ব, সেয়েতো তাই আজিৰ ছোৱালীৰ দৰে কোনোদিন বিউটি পাৰ্লাৰলৈ নাযায়, ভ্ৰূ প্লেভিং নকৰে— এনেকি প্ৰয়োজনতকৈ বেছি সময় আইনাখনৰ সন্মুখতো থিয় নহয়। অৱশ্যে থিয় দি থাকিবলৈ, নাৰ্চিছাছৰ দৰে হ'বলৈ নিজৰ কি সৌন্দৰ্যইনো তাইক অনুপ্ৰাণিত কৰিব? আচৰিত, কোনোদিন এনেধৰণৰ কথা নভবা মণিমাৰ মনলৈ এতিয়া দেখোন আইনাখনৰ সন্মুখত থিয় হ'লেই এনেবোৰ ভাবো অহা হৈছে, এনেকৈ আইনাৰ সন্মুখত থিয় হোৱা কোনোবা কুৎসিত বাদছাহৰ এনে শায়েৰীও এতিয়া তাইৰ মনলৈ অহা হৈছে — য়ে, মৰ্ যা শালে, আইনা বনানেৱালে ... উস্!

তাৰ পিছত সিদিনা এই অন্যমনস্কতা আৰু মনোযোগিতাৰ দোদুল্যমান অৱস্থাৰ মাজেৰে আইনাৰ সন্মুখত থিয় হৈ মূৰ আঁচুৰি থকা মণিমাৰ কাণত ঠহৰ্ ঠহৰ্কৈ বাজিছিল দেউতাকৰ এই কথাকেইটা... তুমি তো ক'লা ক'লাই, চাহকাপ কৰিলা তোমাতকৈয়ো ক'ল... আচৰিত, দেউতাককতো তাই কোনোদিন 'বৰ্ণ বিদ্বেষী' ৰূপত দেখা নাই, তাইৰ মাকক হেনো পছন্দ কৰিয়েই বিয়া কৰাইছিল মানুহজনে, তেতিয়া তো তেওঁ মাকৰ ক'লা ৰঙৰ কথা ভবা নাছিল— নে ভাবিছিল? আকৌ মণিমাৰ চিন্তাস্ৰোত বিপৰীতমুখে ধাবিত হ'ল, কিজানিবা দেউতাকৰ

মনতো আন বহুতো ডেকাৰ দৰে ((ওহোঁ, বহুতো নহয়, সকলো, সকলো, মণিমাই দাঁত কৰচি ভাবিছিল, সমীৰণেইতো সেই কথাটো প্ৰমাণ কৰি দেখুৱালে) বগা ৰঙৰ প্ৰতি দুৰ্বলতা আছিল, কেৱল তেনে উপযুক্ত পাত্ৰী নোপোৱা বাবেই মাকৰ ক'লা ৰং সত্ত্বেও বিয়া কৰাবলৈ বাধ্য হ'ল?

আইনাৰ সন্মুখত থিয় হৈ থকা মণিমাৰ মুখত এক অদ্ভুত হাঁহি বিৰিঙি উঠিছিল, আইনাখনত প্ৰতিফলিত হোৱা সেই হাঁহিটোলৈ চাই তাই মনৰ ভিতৰত মাকক সম্বোধন কৰিছিল, বহুত দিনৰ আগতে মৃত্যু হোৱা তাইৰ পেহী-আইতাকক সম্বোধন কৰিছিল আৰু কৈছিল— 'আজিৰ মইজনীৰ দৰেই তোমালোক দুজনীকো আইনাখনে একেদৰে দুখ দি থাকে আৰু থাকিছিল— নহয়নে মা, নহয়নে পেহী-আইতা? কিন্তু কি আচৰিত কথা চোৱাচোন, আমি মাক-জীয়েকে ক'লা বৰণটোৰ প্ৰতিবিম্বটোলৈ চাই দুখ কৰোঁ আৰু তুমি বগা— অতি বেছি বগা বৰণৰ প্ৰতিবিম্বটোলৈ চাই দুখ কৰিছিলা! কিন্তু পেহী-আইতা, আইনাই তোমাৰ সেই দুখ ইমানেই বেছি অতলস্পৰ্শী কৰি তুলিছিল যে, শেষত তুমি আৰু সহিব নোৱাৰিলা, আত্মহত্যাৰ যোগেদি একেবাৰে মৃত্যুৰ কোলাতে আশ্ৰয় ল'লা—'

মৃত্যু! আত্মহত্যা! মণিমাৰ সমস্ত শৰীৰৰ ওপৰেদি যেন বিদ্যুৎধাৰাহে প্ৰবাহিত হৈ গ'ল। হয়তো তায়ো দেখোন তাইৰ সেই পেহী-আইতাকজনীৰ দৰেই মৃত্যুৰ চিৰনিদ্ৰাত ঢলি পৰি দুঃসহ যন্ত্ৰণাৰ পৰা পলায়ন কৰিব পাৰে; পিছে সমীৰণে তাইক যি যন্ত্ৰণা দিছে সি দুঃসহতকৈয়ো বহুত বেছি কিবা, তাক প্ৰকাশ কৰাৰ শব্দ অভিধানতো নাই, আন ক'তোৱে নাই— কেৱল তাইৰ হৃদযৰ ভিতৰতহে আছে। হয়, কেৱল হৃদয়ৰ ভিতৰত আছে, যি তাইৰ হৃদয়ক জ্বলি-পুৰি খাৰ কৰি দিছে।

কিন্তু পলায়ন শব্দটোৱেই তাইক যেন নিজৰ ওচৰলৈ ঘূৰাই আনিলে— যেনেকৈ Ode to Nightingale কবিতাত কবি কীট্‌ছক Forlorn শব্দটোৱে বাস্তৱলৈ ঘূৰাই আনিছিল। ছিঃ, তায়ো আজি পেহী-আইতাক বা পৃথিৱীৰ অন্যান্য আত্মহত্যাৰ যোগেদি জীৱনৰ পৰা পলায়ন কৰা দুৰ্বল দলটোৰ দলবদ্ধ হ'ব খুজিছে! ছিঃ, ছিঃ! নিজৰ প্ৰতি ধিক্কাৰ আহি গ'ল মণিমাৰ, এয়ে নেকি তাইৰ সাহসৰ পৰাকাষ্ঠা, জীৱনৰ সকলো দুখ-কষ্ট, বাধা-বিঘিনি হেলাৰঙে নহ'লেও কঠোৰ মনোবলেৰে এফলীয়াকৈ থৈ আগবাঢ়ি যোৱা তাইৰ দৰ্পিত প্ৰতিজ্ঞা? ছিঃ, মণিমা ছিঃ, তুমিও ইমান দুৰ্বল হ'ব পাৰিলা? এজন সাধাৰণ সমীৰণৰ বাবে (সাধাৰণেইতো, নহ'লে সি বাটত বুটলি পোৱা কাঁচ এডোখৰৰ চিকমিকনিত কেনেকৈ ভোল যাব পাৰিলে?) তুমি এই অমূল্য জীৱন, অমূল্য যৌৱন শেষ কৰি দিবলৈ ওলাইছা?

মণিমা দপ্‌দপাই কোঠালীটোৰ পৰা ওলাই আহিল। আইনাৰ দুখ মোৰ বাবে নহয়, হয় যদি মাকৰ বাবে হৈ থাকক, পেহী-আইতাকৰ বাবে হৈ থাকক।

'হোঁ লোৱা, বগা চাহ কাপ খোৱা। তোমালোক মতা মানুহবোৰে কেৱল তিৰোতা মানুহৰ ওপৰত বীৰত্ব প্ৰদৰ্শন কৰিয়ে জীৱন কটাই আছা!'

মণিমাই পাকঘৰলৈ গৈ দেউতাকৰ বাবে নিজে চাহ একাপ কৰি আনি তেওঁৰ সন্মুখত প্ৰায় থেকেচা মৰাৰ দৰে থৈ উত্মাৰে কথাষাৰ ক'লে। তাই বেছ ভাল চাহ কৰে, আচলতে তায়ো এজনী ভাল ৰান্ধনী।

বিমল চৌধুৰীয়ে অতি আচৰিত হৈ জীয়েকৰ ফালে চালে। জীয়েকৰ তেওঁ আজি এইটো নতুন ৰূপ দেখিলে, তাই আগতে কেতিয়াও এনে খঙেৰে বা এনে ধৰণেৰে কথা কৈ পোৱা নাই। আজি কি হ'ল মোৰ মণিজনীৰ?

পিছে বিমল চৌধুৰীৰ এই কথা জনাৰ উপায় নাছিল যে কেৱল তেওঁৰ ওপৰতে নহয়, সমীৰণৰ ওপৰতো আৰু প্ৰধানকৈ তাইৰ নিজৰ ওপৰতে উঠা এক প্ৰচণ্ড খঙৰ জ্বালাকে মণিমাই কিঞ্চিৎ পৰিমাণে হ'লেও এনেকৈ দেউতাকটোৰ ওপৰতে জাৰি উপশম কৰাৰ দুৰ্বল প্ৰয়াস কৰিলে।

(গৰীয়সী, ১৯৯৭)

# নদী প্ৰৱহমান

শ্ৰীকান্ত বৰ্মনে আগফালৰ বাৰাণ্ডাত বহি আবেলি বেলাটো কটাই দিয়াৰ অভ্যাস কৰা হ'ল গুৱাহাটী চহৰত মানুহ, যানবাহন সকলোৰে আধিক্য ঘটাত। আগতে তেওঁ আবেলি পৰত ফুৰিবলৈ ওলাই গৈছিল, কিন্তু এতিয়া ইমান ভিৰ ৰাস্তাত খোজ কঢ়াটো প্ৰায় অসম্ভৱৰ নিচিনাই হৈ গৈছে, ৰাস্তাবোৰৰো অৱস্থা দাঁত নিকটাই থকা বিধৰ, গতিকে ৰাস্তাৰ গাঁতবোৰ চাই খোজ কঢ়াৰ সাৱধানতাৰ লগতে অনবৰত আহ-যাহ কৰি থকা গাড়ী-ৰিক্সা-স্কুটাৰ আদিৰ ধাক্কাৰ পৰাও নিজকে বচাই চলাৰ সাৱধানতা অৱলম্বন কৰিবলগীয়া হোৱা প্ৰায় অসম্ভৱ কাৰ্যৰ বাবেও তেওঁ আবেলি ফুৰাটোও বন্ধ কৰি পেলাইছে। পেঞ্চনধাৰী লোকজনৰ দিনটো প্ৰায় কাটি যায়, নিজৰ দেহটোৰ বিভিন্ন পৰিচৰ্যা, দাবী পূৰণ কৰোঁতে আৰু বাতৰিকাকত তিনিখন পঢ়োঁতে কেনেকৈ যে আগবেলাৰ সময়খিনি দৌৰি গুচি যায় তেওঁ গমকে নাপায়। তাৰ পিছত ভাতপানী খাই জিৰাই-শতাই লওঁতে তেওঁৰ হাতৰ পৰা আৰু কিছু সময় সৰকি যায়। ঘড়ী চাই সেই সময়ত তেওঁ সদায় বুকুত খোঁচ খোৱাৰ দৰে এটা অনুভূতিত ম্ৰিয়মাণ হৈ পৰে— এঃ চাৰিটা বাজিবৰে হ'ল, এই পঢ়িবলৈ লোৱা কিতাপখন যে কতদিন হ'ল পঢ়ি শেষ কৰিব পৰা নাই! আগবেলা পঢ়িব নোৱাৰে অসমীয়া আৰু ইংৰাজী দৈনিক তিনিখন পঢ়ি শেষ কৰিবলগীয়া হোৱা বাবে, তাৰ লগতে দুটা নিৰ্দিষ্ট বাৰৰ দুখন সাপ্তাহিক আহিলে তো কথাই নাই, দিনে চাৰিখন কাকত পঢ়িব লগা অৱস্থা হয়। পুতেক দেৱৰ্ষিৰ বাপেকৰ পৰা উত্তৰাধিকাৰ সূত্ৰে পোৱা পঢ়া-শুনাৰ নিচা কেৱল বাতৰিকাকত পঢ়াতে সীমাবদ্ধ হৈ ৰ'ল। সেয়ে সি দুখন সাপ্তাহিক আৰু তিনিখন দৈনিক কাকত ৰাখে। পঢ়াৰ সময় থকা হ'লে বোধহয় আৰু দুখনমান ৰাখিলেহেঁতেন। কিন্তু পুৱা অফিচলৈ যোৱাৰ আগতে ওপৰে ওপৰে কাকতকেইখনত চকু ফুৰোৱাৰ পিছত একমাত্ৰ ৰাতিহে সি সেইকেইখন খৰচি মাৰি পঢ়িব পাৰে। তাৰ এই অভ্যাসটোৱে ঘৈণীয়েক বাসন্তীক তিক্ত-বিৰক্ত কৰি তুলিলেও দেৱৰ্ষিয়ে কিন্তু ঘৈণীয়েকৰ সকলো অভিযোগ-অনুযোগ আওকাণ কৰি বাতৰিকাকত কেইখনত মূৰ গুঁজিয়েই থাকিছিল। সি জানে সকলো ধৰণৰ নিচাখোৰে কিছু সমালোচনাৰ সন্মুখীন হ'বই, সেইটো আওকাণ কৰি চলিব নোৱাৰিলে নিচাকে ত্যাগ কৰিব লাগিব।

তাৰ পিছত যেতিয়া ডিগবৈৰ চাকৰি জীৱনৰ পৰা অৱসৰ লৈ শ্ৰীকান্ত বৰ্মন ঘৈণীয়েকৰ লগত গুৱাহাটীত পুতেক-বোৱাৰীয়েকৰ লগত নিগাজি হৈ থাকিবলৈ আহিল তেতিয়া বোৱাৰীয়েকে প্ৰতিকাৰহীন ক্ষোভ শহুৰেক-শাহুৱেকৰ আগতে উজাৰি দিছিল ঃ 'আপোনালোকৰ পুতেকৰ কি যে কাগজ পঢ়াৰ নিচা— অফিচৰ পৰা আহি চাহ-টাহ খাই সেই যে কাগজবোৰত মূৰ গুঁজি বহে তাৰ পৰা আৰু সহজে উঠাৰ নাম নাই। ল'ৰা-ছোৱালী দুটাই কি কৰিছে, পঢ়িছে নে শুইছে— একো খবৰ নাই। সেই বিষয়ে কিবা ক'বলৈ গ'লে কয়— তুমি আছা যেতিয়া মই কিয় খবৰ কৰিব লাগে। তাতে সিহঁতক টিউটৰো ৰাখি দিছোঁ, গতিকে সিহঁতৰ পঢ়া সিহঁতে পঢ়ক, মোৰ পঢ়া মই পঢ়োঁ। — তেনেকৈ কয় আৰু ঢেক্‌ঢেকাই হাঁহে। সঁচায়ে, দিনৰ পিছত দিন একেটা দৃশ্য দেখি দেখি মোৰ মাজে মাজে সহ্যৰ সীমা চেৰাই যাব খোজে।'

'হয় দিয়া বাসন্তী, এই কাগজ পঢ়াটোও এটা নিচা, মদ-চুৰটৰ দৰে নহ'লেও ইয়ো এটা বেয়া নিচা। তাতে আজিকালি ওলালো এসোপা কাগজ, আমাৰ দিনত সেই ট্ৰিবিউনখনেই যি পঢ়িবলগীয়া কাগজ আছিল আৰু শিক্ষিত পৰিয়ালবোৰত সেই কাগজখনেই চলিছিল। কিন্তু এতিয়া ইমানবোৰ দৈনিক কাগজেই ওলাল যে সৰু ৰাজ্যখন একপ্ৰকাৰ বাতৰিকাকতৰ বানপানীয়ে ডুবাই পেলাইছে বুলিয়ে ক'ব পাৰি। আমি পিছে ডিগবৈত সদায় ট্ৰিবিউনখন আৰু অসম বাণীখনহে ৰাখিছিলো, এই বাপাইটোৰ দৰে এনেকৈ তিনি-চাৰিখন কাগজ ৰখা নাছিলো।

পিছে পুতেকৰ কথা প্ৰায় সমালোচনা কৰাৰ দৰে কৰি ক'লেও শ্ৰীকান্ত বৰ্মনে মনে মনে এই কথা নাভাবিও নোৱাৰিছিল যে তেওঁৰো যেন আজিকালি পুতেকৰ দৰেই কাগজৰ প্ৰতি নিচা বাঢ়ি আহিছে। এতিয়া ৰাতিপুৱা চাহকাপ হাতত লৈ তেওঁ আগফালৰ বাৰাণ্ডাত পুতেকৰ ওচৰতে এখন চকী লৈ বহি বাট চাই থাকে হকাৰৰ আগমনলৈ। দেৱৰ্ষিয়ে লৰালৰিকৈ গোটেইবোৰ কাগজৰ হেড্‌লাইনবোৰ চাই আকৰ্ষণীয় দুই-এটা বাতৰিও পঢ়ি ভিতৰলৈ গুচি যায়। তাৰ বেংকৰ অফিচটো কিছু দূৰৈত, গতিকে গা-পা ধুই ভাত-পানী খাই প্ৰায় ন বজাতে সি

ঘৰৰ পৰা ওলাই যাব লগা হয়। সি যেতিয়া অফিচলৈ যাবলৈ ওলাই আহি বাৰাণ্ডা পায়হি, দেউতাকে তেতিয়াও কাগজ এখনত মূৰ গুঁজি অলসভাৱে বহি থাকে! 'দেউতা যাওঁ' পুতেকে মাত লগায় আৰু শ্ৰীকান্ত বৰ্মনে মনতে দুষ্টালিৰ হাঁহি এটা মাৰি ভাবে— 'মোলে বোধহয় তোৰ মনে মনে খুব হিংসা লাগিছে। বেটা, তই ভাবিছ মই দিনটো বহি বহি মজাচে কাগজবোৰ পঢ়িম আৰু তই তোৰ সেই লোভৰ বস্তুবোৰ মোৰ হাতত আনিচ্ছাৰে গতাই থৈ দিনটো গৈ বেংকত টকা-পইচা গণি থাকিবি। হাঃ হাঃ হাঃ— পিছে আমাৰো এদিন তোৰ দৰেই অৱস্থা আছিল দে। আমাৰ বৰং তোতকৈয়ো বেয়া, পুৱা ছটাতেই যাব লাগে, এনেয়েও ইমান দূৰৈৰ ঠাইৰ চাকৰি, কাগজবোৰ তো ইয়াৰ দৰে পুৱাতে পোৱা নেযায়। সেয়ে কেৱল হেড্‌লাইনবোৰ চাই যোৱাৰ ভাগ্যও আমাৰ নাছিল।'

কিন্তু কাগজৰ প্ৰতি তেওঁৰ তো পুতেকৰ দৰে এনেধৰণৰ ব্যাকুলতা নাছিল। থকা হ'লে হয়তো তেওঁ আজিৰ এই স্বনামধন্য লেখক শ্ৰীকান্ত বৰ্মন হ'ব নোৱাৰিলেহেঁতেন। দুপৰীয়া অলপ সময় আহাৰৰ বাবে বিৰতি বাদ দি তেওঁ সেই পুৱাৰে পৰা প্ৰায় গধূলিলৈকে অফিচতে কটাই দিব লগা হয়। তাৰপিছতো যে তেওঁ কবিতা আৰু গল্প দুয়োবিধৰে সমানে চৰ্চা চলাই যাব পাৰিছিল সেইকথা ভাবিলে এতিয়া তেওঁৰ নিজৰে আচৰিত লাগি যায়। এতিয়া এই অখণ্ড অৱসৰ লোৱাৰ পিছত তেওঁ তো বিশেষ একো লিখা নাই, লিখিব পৰা নাই। কিবাকৈ সেই প্ৰেৰণা, সেই কল্পনা, সেই উৎসাহ হেৰাই গৈছে দেখোন। অৱশ্যে কিবাকৈ নহয়, তাৰ কাৰণ তো জ্বলজ্বল-পটপটকৈ ওলাই আছে, এতিয়া তেওঁ বুঢ়া হৈছে, সেই বাৰ্ধক্যই তেওঁৰ কলমলৈকেও জড়তা আনি দিছে, এতিয়া গল্প লিখাৰ, কবিতা লিখাৰ আগৰ মুড, আগৰ ইচ্ছানো ক'ৰ পৰা আহিব? বিশেষকৈ কবিতা, আনে যি কয় কওক, তেওঁ হ'লে দৃঢ়ভাৱে বিশ্বাস কৰে যে এটা বয়সৰ পিছত আৰু কবিতা লিখিব নোৱাৰি, আৰু লিখা উচিতো নহয়। গল্প হয়তো পাৰি, কিন্তু যাৰ মনলৈ গল্পৰ কোনো প্লট নহা হয়, ভাব আৰু কল্পনাতো মামৰ লাগে, সি আৰু কি গল্প লিখিব? তেওঁৰ অন্ততঃ এতিয়া সেই অৱস্থা হৈছে, গতিকে তেওঁ এতিয়া কবিতা তো নিলিখেই, গল্পও নিলিখা হৈছে; লিখিব নোৱাৰা হৈছে। এই অৱস্থাপ্ৰাপ্তিৰ বাবে তেওঁৰ মনত অৱশ্যে সূক্ষ্ম দুখবোধ এটা অহৰহ অনুৰণিত হৈ থাকে। কিন্তু এই পৃথিৱীত সকলো কথাৰেই এটা নহয় এটা সময়ত যতি নপৰে জানো? জীৱনটোৰেই যতি পৰি যায়— তাৰপিছত আৰু অইন কথা-কাণ্ডবোৰৰ যতি পৰাক লৈ দুখ কৰি কি লাভ? গতিকে এই সত্য সহজ আৰু অৱধাৰিত বুলি মানি ল'বই লাগিব। এই মানি লোৱাক শ্ৰীকান্ত বৰ্মনে আৰু শক্তিশালী কৰাৰ চেষ্টা কৰে ৰবীন্দ্ৰনাথে জীৱনত এটা সময়ত থামি যোৱাৰ আৱশ্যকতাৰ বিষয়ে লিখা কিছুমান কথা পঢ়ি। কথাখিনি তেওঁৰ বৰ্তমানৰ অৱস্থাৰ ইমান শক্তিশালী সমৰ্থক যে তেওঁ তাক নিজৰ নোটবুকত টুকি থৈছে। ৰবীন্দ্ৰনাথে লিখিছিল ঃ

> নদী য'ত থামে তাত এখন সমুদ্ৰ আছে কাৰণেই থামে, সেইবাবেই থামি তাৰ কোনো ক্ষতি নহয়... মানুহৰ জীৱনৰ ভিতৰতো এনেকুৱা বহুতো থামা আছে। কিন্তু প্ৰায়ে দেখা যায়, মানুহে থামিবলৈ লজ্জাবোধ কৰে। কোনো এটা ঠাইত পূৰ্ণতা আছে— এই কথাটো মানুহে যেতিয়া অস্বীকাৰ কৰে, তেতিয়া গৈ থকাটোকে একমাত্ৰ গৌৰৱৰ বস্তু বুলি ভাবে। ... জীৱনক যিসকলে এনে কৃপণৰ দৰে দেখে তেওঁলোকে ক'তোৱে কোনোমতে থামিব নোখোজে...

শ্ৰীকান্ত বৰ্মনে আত্মপ্ৰসাদৰ হাঁহি এটাও মাৰে, যি তেওঁৰ মনত অনুক্ষণ তুলি থকা দুখবোধক দবাই ৰখাত সহায়ক হয়। হে মহাকবি,, মই কিন্তু থামিব জানিছোঁ, মোৰ লগৰ আন কেবাজনো প্ৰতিভা নিঃশেষিত হৈ যোৱা লেখকে এতিয়াও জোৰকৈয়ে লিখি থকাৰ দৰে (সেই নিঃকিন লিখাবোৰ যে কি পুতৌ উদ্ৰেককাৰী!) মই কিন্তু লিখি থকা নাই। মই যিদিনাই গম পাই গ'লো যে মোৰ লিখাৰ প্ৰেৰণা-প্ৰতিভা সকলোৰেই অৱসান ঘটিছে সিদিনাই মোৰ কলমডাল হাতৰ পৰা নমাই থ'লো— চিৰদিনলৈ। অৰ্থাৎ মোৰ নদীখনে অৱশেষত সমুদ্ৰৰ লগত গৈ মিলিত হ'ল।

পিছে সেইষাৰ কথা ভৱাৰ লগে লগে শ্ৰীকান্ত বৰ্মনৰ বুকুত আন এটা দুখে অকস্মাতে হানি থৈ গ'ল। সাগৰলৈ বৈ যায় কেৱল মহানদীহে, সৰু-সুৰা নদীবোৰ তো ডাঙৰ নদীৰ বুকুতহে জাহ যায়— আৰু তেওঁ যে নিজে এক সৰু নদীহে, তেওঁৰ সাহিত্যৰ ধাৰাটো ক্ষীণ সুঁতিৰ দৰেহে প্ৰবহমান হৈ আছে সেই কথা তেওঁক কোনো সমালোচকে ক'ব নালাগে নহয়, নিজৰ সেই সীমাবদ্ধতা সম্পৰ্কে তেওঁ সদায়ে সচেতন, তেওঁ শ্বেইক্সপীয়েৰৰ এই কথাষাৰ মনে-প্ৰাণে মানে To thine own self be true— নিজক তেওঁ কেতিয়াও ফাকি দিব নোখোজে।

উস্— কি যে দুখ, কি যে দুখ; মহানদী হৈ সাগৰত মিলিত হ'ব নোৱাৰাৰ দুখ সঁচায়ে বৰ গভীৰ। তেওঁ

এজন ইঞ্জিনীয়াৰ, যি বৃত্তিৰ মানুহ অজস্ৰ, কিন্তু তেওঁ এজন সাহিত্যিকো যি সাহিত্যিক সহস্ৰজনৰ ভিতৰত হয়তো এজনো দুৰ্লভ। একপ্ৰকাৰ ক্ষণজন্মা বুলিয়ে ক'ব পাৰি সাহিত্যিক-শিল্পীক। কিন্তু সেই বিৰল প্ৰতিভাৰ অধিকাৰী হৈয়ো তো তেওঁ মনে মনে কোনোদিন পূৰা আত্মপ্ৰসাদ লাভ কৰিব পৰা নাই; কাৰণ তেওঁ নিজৰ মূল্য বুজি পায়, নিজৰ প্ৰতিভাৰ উমান পায়, বহুত সাহিত্যিকৰ দৰে তেওঁৰ নিজৰ ভুৱা অৰ্থাৎ উচ্চ মূল্যায়ন কৰিব নোখোজে আৰু ফলত দীনতাৰ দুখত ভোগে।

পিছে তেওঁ বাৰু কিয় ক্ষীণকায়া নদী হৈ থাকিল? স্ফিতোদৰা হোৱাৰ সাধনাও তো কম কৰা নাছিল? ডিগবৈৰ ইঞ্জিনীয়াৰৰ কঠোৰ জীৱন-যাপন কৰি, দিনটো পৰিশ্ৰম কৰি আহিও তেওঁ তো স্কুলীয়া ল'ৰাৰ দৰেই নিয়মিতভাৱে প্ৰায় প্ৰতিটো সন্ধ্যা পঢ়া মেজৰ ওচৰত বহিছিল— এক কথাত নিৰলস সাধনা চলাই গৈছিল। তথাপি তো তেওঁ আশা কৰা ধৰণে যিখন আকাশ স্পৰ্শ কৰিব বিচাৰিছিল— সেইখন তো স্পৰ্শ কৰিব নোৱাৰিলে। কিয় নোৱাৰিলে? তেওঁৰ প্ৰতিভাৰ অভাৱ নে আন কিবা কাৰণ আছিল? এডিছনে হেনো কৈছিল— Genius is ninety percent perspiration and ten percent inspiration. তেওঁৰো বাৰু প্ৰতিভাৰ পৰিমাণ কম থাকিব পাৰে, কিন্তু পৰিশ্ৰম কৰি কৰি কম কপালৰ ঘাম তো মাটিত পেলোৱা নাই? তেন্তে তেওঁ কিয় মহানদী হ'ব নোৱাৰিলে?

ভাবি ভাবি শ্ৰীকান্ত বৰ্মন কেইটামান সিদ্ধান্তত উপনীত হৈছিল। তেওঁৰ প্ৰতিভা পৰ্যাপ্ত বিধৰ নাছিল, সি বাৰু সঁচা কথা, কিন্তু এডিছনৰ কথাষাৰো মানি ল'ব পৰা বিধৰ নহয়, সামান্য প্ৰতিভাৰে জন্ম লৈ বেছি পৰিশ্ৰম কৰি জিনিয়াছ হ'ব পাৰিলে পৃথিৱীত আজি বহুতো অখ্যাত-অজ্ঞাত ব্যক্তিয়ে তেনে বিশেষ প্ৰতিভাধৰৰ শাৰীত স্থান পাব। অৱশ্যে এডিছনৰ কথাষাৰ হয়তো আক্ষৰিক অৰ্থ নলৈ তাত নিহিত তাৎপৰ্যকে (কঠোৰ পৰিশ্ৰম আৰু সাধনাৰ বিকল্প নাই) গ্ৰহণ কৰাটো তেওঁ বিচাৰিছিল আৰু সেইবাবে কথাৰ কথা হিচাপে তেনেদৰে কৈছিল। পিছে সি যি কি নহওক, তেওঁ কিন্তু যথেষ্ট পৰিশ্ৰম কৰিও সিমান সফল হ'ব নোৱাৰিলে।

শ্ৰীকান্ত বৰ্মনে তেওঁৰ আৰোপিত অসফলতাৰ আৰু এক কাৰণ হিচাপে ঘৈণীয়েককো জগৰীয়া কৰিছিল। এডিছনৰ সেই বিখ্যাত কথাষাৰৰ দৰে আৰু এক অতি প্ৰচলিত আপ্তবাক্যও তেওঁৰ মনলৈ আহি যায়— Behind *every successful man there is a woman.* *পিছে তেওঁৰ জীৱনত 'নাৰী' মনেই আছিল এসময়ত মাক* আৰু তাৰ পিছত পত্নী। হয়, একধৰণৰ কৃতকাৰ্যতাৰ পিছত তেওঁৰো জীৱনত এগৰাকী নাৰীয়ে আছিল আৰু সেই নাৰীগৰাকী আন কোনো নহয়— তেওঁৰ মাকহে। তেওঁ স্কুল-কলেজৰ পৰীক্ষাবোৰ ভালদৰে পাছ কৰাৰ বাবে যে কঠোৰ পৰিশ্ৰম কৰিছিল, তাৰ আঁৰত তো তেওঁৰ মাকেই আছিল। তেওঁৰ দেউতাক সৰুতে ঢুকাইছিল, মাক একপ্ৰকাৰ অশিক্ষিতাই আছিল, তথাপি দেউতাকৰ অকাল মৃত্যুত পোৱা প্ৰভিডেণ্ট ফাণ্ডৰ কিছু টকা, ইন্সিওৰেঞ্চৰ কিছু টকাৰে টাকটুককৈ সংসাৰখন চলাই মাকে তেওঁলোক দুই ককায়েক-ভনীয়েকক মানুহ কৰিছিল। অশিক্ষিতা হৈয়ো মাকে জানো তেওঁলোকৰ পঢ়াৰ কম যত্ন লৈছিল? সেইবাবেই তো তেওঁ পঢ়া-শুনাত কোনেদিন ফাকি দিব নোৱাৰি, মেধাৰ পূৰা সদ্ব্যবহাৰ কৰি পৰীক্ষাৰ ফলাফলবোৰ ভাল কৰি শেষত সুখ্যাতিৰে ইঞ্জিনীয়াৰিং পাছ কৰি ডিগবৈৰ অইল ইণ্ডিয়াত চাকৰিত সোমাইছিল।

পিছে আপ্তবাক্যষাৰে এনেধৰণৰ জাগতিক কৃতকাৰ্যতা নিশ্চয় সাধাৰণ মানুহৰ একপ্ৰকাৰ ধৰা-চোৱাৰ উৰ্ধ্বৰ আধ্যাত্মিক ধৰণৰ, অসাধাৰণ বিষয়ৰ কৃতকাৰ্যতা। আৰু তাৰ আঁৰত থকা নাৰীগৰাকীও মাক নহয়, যি মাক পুৰুষজনৰ নিজৰে আন এক তেজ-মাংসৰ সত্তা। হয়, সেই নাৰীও এক বিশেষ নাৰী, যি পুৰুষক আকাশচোৱা কাৰ্যাৱলীৰ পিছত প্ৰেমিকা হৈ, পত্নী হৈ প্ৰেৰণা যোগায়। শ্ৰীকান্ত বৰ্মনৰ এটা পাতল হুমুনিয়াহ ওলায়, তেওঁৰ জীৱনটো কবিৰ ভাষাৰে 'প্ৰেমৰ জাহ্নবী'য়ে কোনোদিন স্পৰ্শই নকৰিলে, কিন্তু তেওঁ গল্প-কবিতা লিখা মানুহ, যৌৱনৰ উন্মেষৰ লগে লগে হৃদয়ে কত যে মানসীৰ কল্পনাৰে তেওঁৰ চকুত মোহাঞ্জন নাসানিলে, কত উজাগৰ ৰাতি পৃথিৱীৰ বছা বছা কবিতা পঢ়ি উদাস আকুলতাৰেই যে কটাই নিদিলে! আৰু সেই বয়সত নিজেও জানো কম প্ৰেমৰ কবিতা লিখিলে? পিছে বাস্তৱ জীৱনত তেওঁ হ'লে কোনো প্ৰেমিকাৰ সন্ধান নাপালে, কোনো ছোৱালীৰ স'তে ঘনিষ্ঠ হৈ নাপালে। সেয়ে তেওঁৰ অৱস্থাটো যেন ৰবীন্দ্ৰনাথৰ কবিতাৰ হৰিপদ কেৰাণীৰ লগতে মিলাব পৰা হ'ল, তেওঁৰ ৰোমাণ্টিক হৃদয়খনৰ লগত বহুতো নায়িকাৰে হৃদয়ৰ আদান-প্ৰদান ঘটিল— কিন্তু সি সেই কল্পনাৰ জগতখনতে, মনৰ জগতখনতে আবদ্ধ হৈ থাকিল, বাস্তৱত আৰু কোনোদিনেই ৰূপায়িত নহ'ল।

বেচেৰা হৰিপদ কেৰাণীৰ নায়িকাও কেৱল মানসিক জগতখনতে লুকাই ৰ'ল— বাস্তৱত কোনো এগৰাকীকো তেওঁ গৃহণী কৰি আনিব নোৱাৰিলে, কিন্তু 'মনে তাৰ নিত্য আসা যাওয়া, পৰণে ঢাকাই শাড়ী, কপালে সিঁদুৰ।'

অৱশ্যে তেওঁৰ হৰিপদ কেৰাণীতকৈ অৱস্থা ভাল— অৰ্থাৎ আৰ্থিক অৱস্থা ভাল, কাৰণ তেওঁ কেৰাণী নহয়, ইঞ্জিনীয়াৰহে (যদিও দুৰ্নীতিৰ দৌলতত আজি কেৰাণী-ইঞ্জিনীয়াৰ সকলোৰে আৰ্থিক অৱস্থা মজবুত), গতিকে এদিন এজনীক ঢাকাই শাড়ী নহয়, পাটৰ মেখেলা-চাদৰ পিন্ধাই গৃহিণী হিচপে তেওঁ ঘৰ সুমুৱাইছিল। কিন্তু মানুহজনীৰ হৃদয়ত সাহিত্যৰ ৰস-কষ একেবাৰে নাই, অন্তৰখন একেবাৰে শুকান মৰুভূমি, তেওঁৰ সাহিত্য-চৰ্চা মানুহজনীৰ বাবে একেবাৰে আদৰণীয় তো নহ'লেই, বৰং সন্ধিয়া তেওঁৰ পঢ়াৰ মেজত বহা দৃশ্যটোৱে বোলে ঘৈণীয়েকৰ মূৰ গৰম কৰিহে দিয়ে। গতিকে ঘৈণীয়েক ক'ত তেওঁৰ অনুপ্ৰেৰণাৰ উৎস হ'ব, ক'ত তেওঁৰ কৃতকাৰ্যতাৰ মুখলৈ আগবাঢ়ি যোৱাৰ সাৰথি হ'ব— নাই,পাৰিলে তেওঁৰ হাতৰ কলমডাল চিৰকাললৈ স্তব্ধ কৰি দিবহে খোজে। কত যে আপত্তি মানুহজনীৰ— 'গধূলিটো, ৰাতিটো কেৱল আজে-বাজে এসোপা লিখি সময়বোৰ নষ্ট কৰি থকাকে দেখিলো। কি হ'ব এই সোপা ছাই-ভস্ম লিখি? ইয়াৰ ফলত যদি এগাল ধন ঘটিব পাৰিলেহেঁতেন তেতিয়াও বেলেগ কথা আছিল, আমাৰ ভিনদেৱে তো দিন-ৰাতি নমনি এনেকৈ লিখে, কিন্তু বাইদেৱে তেওঁক খং নকৰে, উৎসাহহে দিয়ে, কাৰণ কলেজ-স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ বাবে নোট লিখি, কিতাপ ছপাই ভিনদেৱে এগাল ধন ঘটিছে...'

'কিন্তু মন্দিৰা, তোমাৰ ভিনদেৱেৰাৰ তো লেখক হিচাপে অসমত সুনাম নাই, খ্যাতি নাই— অথচ মই সকলোতে কিমান সন্মান পাওঁ দেখা নাই জানো?' শ্ৰীকান্ত বৰ্মনে সেই খ্যাতিৰ শিখৰত পকা সময়ত ঘৈণীয়েকক বুজোৱাৰ প্ৰয়াসেৰে কৈছিল। কিন্তু সি যেন মন্দিৰাৰ মূৰত জ্বলি থকা জুইকুৰাত ঘিউ ঢালি তাক আৰু দপ্‌দপীয়া কৰিহে তুলিছিল।

'খ্যাতি! সন্মান! ইস্— এনে পেট ভৰোৱা বস্তু সেই সোপা! খালি সময় নষ্ট, কাগজ-চিয়াঁহিৰ শ্ৰাদ্ধ।'

ঘৈণীয়েকৰ সেই অশ্ৰদ্ধাভৰা কথাৰ পিছত শ্ৰীকান্ত বৰ্মনৰ মনলৈ আহি গৈছিল আন এবাৰ আপ্তবাক্য, এইবাৰো ইংৰাজী ভাষাৰে— No man is a hero to his wife and valet তেওঁৰ ক্ষেত্ৰত এইবাৰ কথা যে কিমান নিৰ্দয়ভাৱে প্ৰযোজ্য!

শ্ৰীকান্ত বৰ্মনে 'সাহিত্যিক বিফলতা'ৰ আৰু এক গুৰুত্বপূৰ্ণ কাৰণ হিচাপে তেওঁৰ চাকৰি কৰা ঠাইখন অৰ্থাৎ তেওঁৰ চাৰিদিশৰ পৰিৱেশকো জগৰীয়া কৰিছিল। যান্ত্ৰিক আৰু একঘেঁয়া জীৱন-যাত্ৰা এই চহৰখনৰ, তাতনো তেওঁ মনক উদ্দীপিত কৰিব পৰা কি সমল পাব যে উচ্চ গল্প-কবিতা তেওঁৰ কলমৰ পৰা নিগৰি ওলাব? পিছে এই যুক্তিৰে তেওঁ নিজৰ মনকো পূৰাপূৰি পতিয়ন নিয়াব নোৱাৰা হ'ল যেতিয়া তেওঁ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'প্ৰতিপদ' নামৰ উপন্যাসখন পঢ়িলে। আচলতে তেওঁ সেইখন পঢ়াই নাছিল আৰু সেইখন যে ড° ভট্টাচাৰ্যই ডিগবৈৰ শ্ৰমিক বিদ্ৰোহৰ পটভূমিত লিখিছিল সেই কথাও তেওঁ অতদিনে জনা নাছিল। এতিয়াহে লেখকগৰাকীৰ মৃত্যুৰ পিছত তেওঁৰ বিষয়ে ওলোৱা প্ৰবন্ধ-পাতি পঢ়ি তেওঁ সেই কথা গম পাইছে। তেওঁৰ তেতিয়া মনত একধৰণৰ ধিক্কাৰ উপজিল,— 'প্ৰতিপদ' নপঢ়া বাবে, সেই বিষয়ে একো নজনা বাবে। বিশেষকৈ তেওঁ নিজেও ডিগবৈত থাকি চাকৰি কৰা এজন লেখক হৈয়ো যে ইমানদিনে এই কথাটোত অজ্ঞ হৈ আছিল, সি যেন সঁচায়ে অক্ষমণীয়। আচলতে অসমীয়া প্ৰবাদ এটাৰ এই কথাখিনিতে বোধহয় গূঢ় সত্য সোমাই আছে— 'খাব জানিলে চাউলেই চিৰা, বহিব জানিলে মাটিয়েই পীৰা।' ভাল লেখক হ'লে সমলৰ কথাটো সিমান গুৰুত্বপূৰ্ণ হৈ নাথাকে, কল্পনা আৰু অন্তৰ্দৃষ্টিৰ প্ৰখৰতা, ভাষাৰ ওপৰত দখল আদি কথাৰেই অভিজ্ঞতাৰ ঘাটিখিনি পূৰণ কৰিব পাৰি। ভাল ৰান্ধনীৰ ক্ষেত্ৰতো একে কথাই বোধহয় প্ৰযোজ্য। শ্ৰীকান্ত বৰ্মনৰ এই তুলনাটো মনলৈ আহিল তেওঁৰ জীৱনৰ লগত আষ্টেপৃষ্ঠে সাঙোৰ খাই ৰ'ল যি দুগৰাকী নাৰী, সেই দুগৰাকীৰ ৰন্ধনপটুতাৰ কথাও। তেওঁৰ দুখীয়া মাকজনীয়ে অভাৱৰ সংসাৰখনত ঘৰত যি থাকে তাৰেই অতি জুলি লগাকৈ ৰান্ধি খুৱাইছিল। ঘৰত যেনিবা কেৱল আলু আছে আৰু আলুকে খাই খাই সকলোৰে আমনি লাগিছে। তেতিয়া তেওঁ আজ্ঞা খাই অৰুচি অহা আলুৰ বাকলিকে সৰুকৈ কুটি তাত কালজিৰা আৰু বেচনৰ অভাৱত আটাকে মিহলাই এনে উপাদেয়কৈ বৰ ভাজি যে শুদা দাইল-ভাতৰ লগত সেই বৰভাজি পিটিকি খায়ে অমৃত খোৱাৰ দৰেই লাগি যায়। কিন্তু মন্দিৰাই নানা মছলা-পাতি, উৎকৃষ্ট শাক-পাচলিৰেও তো তেনে এসাঁজ তৃপ্তিকৰ আহাৰ খুৱাব পৰা নাই। ইয়াকেই কয় ৰান্ধনীৰ হস্তগুণ। লেখকৰ ক্ষেত্ৰতো এই একে কথা খাটে। যাৰ আছে এক অন্তৰ্ভেদী ত্ৰিনয়ন, তাক পাকৈত

ৰান্ধনীৰ দৰেই জীৱনৰ নানা বিচিত্ৰ অভিজ্ঞতাৰ সমল নালাগে, অৱশ্যে ইয়ো সঁচা যে অভিজ্ঞতাই লিখনিত ৰহণ চৰায়, অন্ততঃ তেওঁলোকৰ দৰে কম প্ৰতিভাৰ মানুহৰ বাবে অভিজ্ঞতাৰ সমলৰ বৰ প্ৰয়োজন।

কিন্তু বৰ্তমান এটা আচৰিত কথা দেখি-শুনি নিজকে এনে সাধাৰণ লেখক বুলি নিজৰ মনতে ভালকৈ পতিয়ন যোৱা শ্ৰীকান্ত বৰ্মনৰ এতিয়াও সাহিত্য জগতত দাম যে আছে সেই কথা তেওঁ বিস্ময়েৰে লক্ষ্য কৰিছে। এতিয়াও তেওঁলৈ বিভিন্ন ধৰণে লিখাৰ তাগিদা আহি থাকে, আলোচনীৰ পৰা, বাতৰিকাকতবোৰৰ পৰা, নানা স্মৃতিগ্ৰন্থৰ পৰা। বিশেষকৈ গুৱাহাটীলৈ আহি নিগাজি হোৱাৰ পিছত তেওঁ এই সকলো ওচৰ চাপি অহাত আৰু সুবিধা হ'ল— কাৰণ গুৱাহাটীৰ পৰাইতো বেছিভাগ কাকত-পত্ৰ প্ৰকাশ হয়। এতিয়া বহুত ক্ষেত্ৰত সম্পাদকসকলে তেওঁক ফোন কৰিলেই হৈ যায়। আগতে ডিগবৈলৈ চিঠি লিখাৰ বাহিৰে যোগাযোগৰ কোনো বিকল্প নাছিল বুলিলেই হয়। কিন্তু এতিয়া হাত মেলিলেই ঢুকি পোৱা অৱস্থা হ'ল।

পিছে এতিয়াও তেওঁক লিখা খোজা কথাটোত শ্ৰীকান্ত বৰ্মন সঁচায়ে আচৰিত হয়। এতিয়া তেওঁৰ অৱস্থা তো ৰবীন্দ্ৰনাথৰ 'গানভঙ্গ' কবিতাৰ বৃদ্ধ গায়ক বৰজলালৰ দৰেই হোৱা উচিত আছিল, সেই কবিতাটোৰ এইষাৰ কথা তেওঁৰো তো কথা— 'বৰজ কৰজোড়ে কহিল— প্ৰভু, মোদেৰে সভা হ'ল ভঙ্গ/এখন আসিয়াছে নুতন লোক, ধৰায় নব নব ৰঙ্গ।...' একেবাৰে সত্য কথা, এতিয়া নতুনৰ দিন, নতুন লেখকৰ আধিপত্য হোৱাৰ দিন, তেনেস্থলত এতিয়াও তেওঁৰ কিয় এনে কদৰ? ভাবি ভাবি অৱশ্যে শ্ৰীকান্ত বৰ্মনৰ এটা যুক্তি মনলৈ আহে, এতিয়া অসমত লেখক যিমান, পত্ৰ-পত্ৰিকাৰ সংখ্যা বোধহয় তাতকৈয়ো বেছি, তদুপৰি আজিকালি 'স্মৃতিগ্ৰন্থ' নামক এবিধ পুস্তিকাৰো দেখোন বৰকৈ প্ৰচলন হৈছে। আগতে বোধহয় কেৱল বিহুৰ সময়তহে এনে স্মৃতিগ্ৰন্থ ওলাইছিল, এতিয়া দেখোন দুৰ্গাপূজা আদিতো ওলোৱা হ'ল। এতিয়া তো অসমত উৎসৱৰে আধিক্য হৈছে, ভাবিলে আচৰিত লাগে যে দেশখনত যেতিয়া সন্ত্ৰাসবাদ, অৰ্থনৈতিক দুৰৱস্থা, পুলিচ-মিলিটাৰীৰ অত্যাচাৰকে ধৰি বিবিধ সমস্যাই আগুৰি ধৰিছে তেতিয়া মানুহবোৰৰ যেন ৰং-ৰহইচৰ সীমা নোহোৱা হৈছে, এনেবোৰ ফূৰ্তিত শত-সহস্ৰ টকা উৰোৱা হৈছে। আগতেনো আন নালাগে বিশ্বকৰ্মা পূজাই এনেকৈ ধুমধামকৈ পতা হৈছিলনে?

শ্ৰীকান্ত বৰ্মনৰ মনটো পুনৰ 'স্মৃতিগ্ৰন্থ'লৈ উভতি আহে। তেওঁৰ ওচৰলৈ সিদিনা শংকৰদেৱৰ জন্মোৎসৱৰ 'স্মৃতিগ্ৰন্থ'লৈও লিখা বিচাৰি মানুহ আহিছিল। 'হাৰে, মই গল্প কবিতা লিখা মানুহ, শংকৰদেৱৰ 'স্মৃতিগ্ৰন্থ'ত মইনো কি লিখিম? পিছত বিভিন্ন ধৰণৰ স্মৃতিগ্ৰন্থ হাতত পৰাত শ্ৰীকান্ত বৰ্মনে সেইবোৰৰ পাত লুটিয়াই হঠাতে এনে কথা ভাবি পেলালে ঃ 'অ', চিন্তা-চৰ্চা প্ৰকাশৰ মাধ্যম হিচাপে নহয়, তোমালোকে বিজ্ঞাপনৰ মাধ্যম হিচাপেহে এইবোৰ উলিওৱা— এইবোৰত কি লিখা ওলায়, কাৰ লিখা ওলায়, সেইটো ডাঙৰ কথা নহয়, ডাঙৰ কথা হ'ল কিমান বিজ্ঞাপন ওলাল, কোন ডাঙৰ কোম্পানীৰ বিজ্ঞাপন ওলাল, কিমান টকা এইবোৰৰ পৰা সংগৃহীত হ'ব— সেইটোহে প্ৰধান কথা অৰ্থাৎ আমাৰ লিখাবোৰ ছেকেগুৱাৰী।' সেই ভাবটোৱে সিদিনা শান্ত-শিষ্ট শ্ৰীকান্ত বৰ্মনৰো উত্মা জগাই তুলিছিল— 'অ', আমাৰ লিখাবোৰক অৱলম্বন কৰি তোমালোকে স্মৃতিগ্ৰন্থ উলিয়াবা আৰু টকা ঘটিবা, আমাক কিন্তু এটা পইচাও নিদিবা আৰু পিছত সেই টকাৰে তোমালোকে মদে-ভাতে খাবা, ফূৰ্তি-ফাৰ্তা কৰি পূজা-পাৰ্বণৰ নামত টকা উৰুৱাবা।'

'ওহোঁ, মই যদি কেতিয়াবা কলম হাতত লওঁও, তোমালোকৰ এই স্মৃতিগ্ৰন্থবোৰত কেতিয়াও লিখা নিদিওঁ।'— শ্ৰীকান্ত বৰ্মনে মনে মনে প্ৰতিজ্ঞা কৰিলে।

কিন্তু কলম হাতত নোলোৱাৰ সংকল্প কৰাৰ পিছতো, যি জন্মগত প্ৰতিভা আছিল তাৰ উৎসমুখ শুকাই যোৱা বুলি প্ৰতীয়মান হোৱাৰ পিছতো, লগৰ অন্যান্য লেখকে এতিয়াও প্ৰাণহীন অৰ্থহীন লিখা লিখি থকা বুলি সিবিলাকক মনে মনে ভৰ্ৎসনা কৰি থকাৰ পিছত শ্ৰীকান্ত বৰ্মনৰ আজিকালি গুৱাহাটী চহৰৰ বিভিন্ন কাকত-পত্ৰবোৰৰ পৰা লিখাৰ অনুৰোধ অহাৰ পিছত মনটো যেন অলপ উতলা হৈ উঠে, এক অধীৰ উতলা আবেগৰ বতাহে তেওঁৰ হৃদয়তন্ত্ৰী যেন জোঁকাৰি দি যায়, এনে লাগে তেওঁৰ লিখাৰ উৎসমুখ যেন শুকাই যোৱা নাই, সেই নদী ক্ষীণ ধাৰাৰ হ'লেও এতিয়াও প্ৰবহমান— কেৱল কিহবাই যেন ভেটা দি ৰাখিছে, সেই ভেটা আঁতৰাই দিব পাৰিলেই সি আকৌ ব'বলৈ ধৰিব।

কিন্তু কি সেই ভেটা? বাতৰিকাকতবোৰৰ পৰা মুৰ তুলি শ্ৰীকান্ত বৰ্মন সেই সন্ধানত ডুবি যায়, সঁচায়ে— কিহে তেওঁৰ লিখনিত বাধা হৈ থিয় দিছে? ডিগবৈৰ পৰা অৱসৰ লৈ অহাৰ পিছতে তেওঁৰ এই অৱস্থা হৈছে। প্ৰথমতে তেওঁ বৰ হেঁপাহেৰে ভাবিছিল যে সাহিত্য-সংস্কৃতিৰ কেন্দ্ৰস্থল গুৱাহাটীলৈ অহাৰ পিছত তেওঁ শেষ হৈ যোৱা বুলি

ভৰা প্ৰতিভাৰ হয়তো পুনৰ অংকুৰণ হ'ব, তেতিয়া হয়তো তেওঁ আকৌ ভালকৈ লিখিব পাৰিব, হাজাৰ হওক ইয়াৰ আকাশে-বতাহেও এক উৎসাহ-উদ্দীপনাৰ ঢউ বাগি থাকে। কিন্তু আচৰিত, ডিগবৈৰ পৰা অহাৰ পিছত তেওঁৰ অৱস্থা সেই তাহানিৰ হিন্দী চিনেমা 'জল বিনা মছলি, নৃত বিনা বিজলী'ৰ দৰেহে হৈছে দেখোন। ডিগবৈত তেওঁ কেৱল ঘৈণীয়েকৰ লগত সংসাৰ কটাইছিল, গুৱাহাটীত কিন্তু পুতেক-বোৱাৰীয়েক-নাতিয়েকৰ লগত ভাৰাঘৰ এখনত দিন যাপন কৰিছেহি, তথাপি আজি-কালি তেওঁৰ যে ইমান অকলশৰীয়া লগা হৈছে' ইমানদিনে ডিগবৈত নিজৰ যিটো চক্ৰ গঢ়ি উঠিছিল তাৰ পৰা আঁতৰি অহা বাবেই নিশ্চয় এনে হৈছে। এই বিশাল চহৰখনত দেখোন তেওঁৰ তেনে চিনা-জনা কোনোৱে নাই, সমাজৰ পৰা বাহিৰ হৈ থাকি কোনোবা লেখকে লিখিব পাৰেনে? সঁচায়ে কি লৈ লিখিব তেওঁ, কাক লৈ লিখিব তেওঁ? কোনো মানুহ-দুনুহৰ লগত সম্বন্ধই যেতিয়া নাই, সেই মানুহৰ অবিহনে তেওঁৰ গল্পত কাৰ চৰিত্ৰ সৃষ্টি কৰিব? হয়, গুৱাহাটীৰ এই সঙ্গীবিহীন অৱস্থাটোৱে হ'ল মোৰ লিখাৰ উৎসমুখত ভেটা' শ্ৰীকান্ত বৰ্মনৰ ডাঙৰ ৰহস্য এটা আৱিষ্কাৰ কৰা যেন লাগিল— কিন্তু সেই আৱিষ্কাৰ কি দুখজনক!

তাৰ পিছত এদিন এটা ঘটনা ঘটিল। ৰাতিপুৱা পুতেক বেংকলৈ যোৱাৰ পিছতো আগকালৰ বাৰাণ্ডাত বহি খবৰৰ কাগজৰ খুটি-নাটিবোৰ পঢ়ি থাকোঁতে তেওঁৰ হঠাতে কাণত পৰিল ড্ৰইং ৰুমত আহি উপস্থিত হোৱা ঘৈণীয়েকে তেওঁক সম্বোধি কোৱা কথাৰ আৰম্ভণি, যি আৰম্ভণি কোঠালিটোৰ ভিতৰত কৰি মানুহজনীয়ে সমাপ্ত কৰিলেহি বাহিৰলৈ ওলাই আহি গিৰিয়েকৰ ওচৰত থিয় হৈঃ 'তোমাক বাৰু সদায় কোনে ব্ৰেকফাষ্ট খাবলৈ মাতিবলৈ আহে, কোৱাচোন? ডিগবৈৰ পৰা অহাৰ পিছত সকলো অভ্যাসেই তো বেয়া হৈ গ'ল— দেৰিকৈ উঠা হ'লা, দেৰিকৈ খোৱা হ'লা, আবেলি ফুৰিবলৈ যাবলৈও এলাহ কৰা হ'লা। নমিয়ে মোক সুধিছে, বোলে তুমি এনেকৈ দিনে-ৰাতিয়ে কিয় কাগজসোপা পঢ়ি থাকা, কি পোৱা ইয়াত, বোলে বাপেক-পুতেক দুয়োৰো দেখোন একেই নিচা। মই বোৱাৰীক তেতিয়া কৈছোঁ বোলে ডিগবৈৰ সহকৰ্মী বন্ধু-বান্ধৱৰ লগত সময় কটাই লিখাৰ সমল পাইছিল, এতিয়া ইয়াত কোনো লগভাগ নাই নহয়— সেয়ে কাগজসোপাকে পিটিকি পিটিকি পঢ়ি লিখাৰ সমল বিচাৰি ফুৰে হ'বলা...' মন্দিৰাই একে বিতৃষ্ণাৰ সুৰত আৰু বহুত কিবাকিবি কৈছিল, কিন্তু শ্ৰীকান্ত বৰ্মনৰ তেতিয়া আৰু একো কথাকে কাণলৈ যোৱা নাছিল, ঘৈণীয়েকে তো ঠিকেই ধৰিছে যে ডিগবৈ এৰি আহি তেওঁৰ লিখাৰ সমল নোহোৱা হৈছে— কিন্তু আন এইষাৰ কি কথা ক'লে মন্দিৰাই? অতি বিতৃষ্ণাৰে ক'লেও জানো সেই উৎসমুখৰ ভেটাটো তেৱেঁ তেনেকৈ খুলি নিদিলে? হয়তো, এই ভাবটো তেওঁৰ অতদিনে বাৰু কিয় মনলৈ অহা নাছিল? এই যে তেওঁ বাতৰিকাকতবোৰ পঢ়ি আহে এইবোৰত তো দিনৌ সঁচা-মিছা, ভাল-বেয়া তিতা-কেঁহা নানা খবৰ ওলায়েই আছে, অসম-ভাৰত-বিশ্ব সকলোৰে কত খবৰ, কত ঘটনা, কত কাহিনী ওলাই থাকে, তেওঁনো তাৰে একো এটাকে সমল কৰি লৈ গল্প লিখিব নোৱাৰেনে? এই যে আজিয়ে এই ঘটনাটো পঢ়িলে— এই যে চাকৰি এটাৰ বাবে ল'ৰাটোৱে ঘৰৰ মাটি এডোখৰ বন্ধকত থৈ টকা যোগাৰ কৰি বিভাগীয় মন্ত্ৰীক দালালৰ যোগেদি ভেটি দিয়াৰ পিছতো মূৰকত চাকৰিটো নাপালে, অথচ তাৰ চাকৰিৰ বাবেই সেই মাটি বেচি ধন যোগাৰ কৰি ভনীয়েকক ভাল ল'ৰা এটাৰ লগত বিয়া দিয়াৰ আশাও মষিমূৰ হৈ গ'লঃ আজিৰ এনে কঠোৰ নিৰ্দয় বাস্তৱৰ আৰু নানা কাহিনীৰেই তো বাতৰিকাকতবোৰৰ বহুতো ঠাই ভৰি থাকে, তেওঁ কিয় এইবোৰক লৈ মানুহৰ বিবেকক জোঁকাৰিব পৰা গল্প লিখাৰ চেষ্টা নকৰে? তেওঁৰ কলম সিমান শক্তিশালী নহয়, ভয়ংকৰ নিষ্ঠুৰ সত্যক হয়তো তেওঁৰ লিখনিত অতি জীৱন্ত কৰি তুলিব নোৱাৰিব পাৰে, তথাপিতো কিছু দূৰলৈকে সেই কৰুণ নিষ্ঠুৰ চিত্ৰ ফুটাই তুলিব পাৰিব? আৰু এটা কথাও তো সত্য যে হাবিখন সঙ্গীতেৰে মুখৰিত কৰি তুলিবলৈ তাত কেৱল কুলি-কেতেকীৰে অবিহণা নাই, অন্যান্য সৰু-সুৰা চৰাইবো অবিহণা আছে। সাহিত্য জগতখনো কেৱল শ্ৰেষ্ঠ সাহিত্যিকেই সৃষ্টি নকৰে, তাত অৱদান আছে নিঃকিন লেখকৰো। মহানদীয়েই কেৱল দেশৰ বুকু জীপাল কৰি নাৰাখে, সৰু নদীয়েও জীপাল কৰে আৰু মহানদীৰ সাগৰখন গন্তব্যস্থল হ'ব পাৰে, কিন্তু সৰু নদীৰো সাগৰ নহ'লেও আন এক গন্তব্যস্থল আছে।

'মন্দিৰা, মাজে মাজে তুমি একোটা ইমান মূল্যবান কথা কোৱা যে মই নাভাবি নোৱাৰোঁ যে হাতত কলম তুলি লোৱা হ'লে তুমি মোতকৈও ডাঙৰ সাহিত্যিক হ'লাহেঁতেন। বাৰু ব'লা, এতিয়া চাহ-টাহ খাওঁগৈ।'

ঘৈণীয়েকৰ বিৰক্তিৰ উষ্মাভৰা কথাৰ উত্তৰত সেইদৰে কৈ হাতৰ বাতৰিকাকতবোৰ একাষৰীয়া কৰি থৈ শ্ৰীকান্ত বৰ্মন বহাৰ পৰা উঠিছিল।

(গৰীয়সী, ১৯৯৮)

# উভতি যোৱাৰ পথ

মৰমৰ পাপা,

মই যে ভালে ভালে আহি পালোঁ সেই কথা ককাইদেৱেতো ফোনতে জনাইছে, গতিকে মই চিঠি লিখি জনোৱাৰ প্ৰয়োজন নহ'ল। আৰু চিঠি লিখি জনাবলৈ আমাৰ যিহে ডাক-তাঁৰ বিভাগ, যেন গৰু গাড়ীতহে চিঠিবোৰ পঠায়, কিমান দেৰিৰ মূৰত নাপাওঁ? গুৱাহাটীৰ পৰা যোৰহাটলৈ এখন চিঠিৰ পথ-পৰিক্ৰমাৰ সময় হ'ল দহ-বাৰ দিন! সঁচায়ে আমি এতিয়াও গৰুৰ গাড়ীৰ দিনতে আছোঁ পাপা, সেই গৰুৰ গাড়ী য'ত উঠি মোৰ আইতাই দহ মাইল পথ ফৰকাটিং ষ্টেচনৰ পৰা ককাৰ গাঁৱৰ ঘৰলৈ বোৱাৰী খাটিবলৈ গৈছিল বা ন-জীৱনৰ পাতনি মেলিবলৈ গৈছিল। মাৰ বিয়াৰ সময়ত অৱশ্যে অৱস্থাৰ উন্নতি হৈছিল, তেতিয়া টেক্সিভাড়া কৰি যাব পৰা অৱস্থা হৈছিল যদিও মাই তেওঁৰ গাঁৱৰ শহুৰেকৰ ঘৰলৈ তেনে সুবিধাৰ যানবাহন থকা সত্ত্বেও এবাৰ নে দুবাৰহে মাত্ৰ তালৈ গৈছিল। চন্দ্ৰকান্ত বৰুৱাৰ ছোৱালী, যোৰহাটৰ বাগান এখনৰ মালিকৰ ছোৱালী, তেওঁনো গাঁৱৰ বোকাপানী গচকিবলৈ যাব নে? তেওঁক তোমাৰ লগতহে বিয়া দিয়া হৈছিল, ডাক্তৰ কিৰণ দত্তৰ লগতহে বিয়া হৈছিল, লাটুমণিপুৰ গাঁৱলৈতো বিয়া দিয়া হোৱা নাছিল—কিয় যাব তেনে এক গোকাটি গাঁৱলৈ কষ্ট ভুগিবলৈ?

ক'ৰবাৰ কথাৰ পৰা ক'ৰবালৈ আহিলোঁ পাপা। এতিয়া অন্যান্য কথালৈ আহোঁ। ককাইদেউৰ কোৱাৰ্টাৰত থাকি মোৰ পঢ়া-শুনা ভালদৰে চলিব যেনেই লাগিছে— বিশ্ববিদ্যালয়খনু ওচৰতে হ'ব। পিছে পাপা, মই তোমাক মোৰ পঢ়া-শুনাৰ খবৰ বা মোৰ আহি পোৱাৰ খবৰটো পলমকৈ হ'লেও জনোৱাৰ বাবে এই চিঠিখন লিখিব ওলোৱা নাই। আজি তোমাক এনে বিশেষ কথা এটা ক'বলৈ চিঠিখন লিখিবলৈ ওলাইছোঁ— যিটো কথা ঘৰত থাকোঁতে ক'ম ক'ম বুলিও ক'ব পৰা নাছিলোঁ।

পাপা, প্ৰথমতে এটা কথা কৈ লওঁ। তোমাৰ শৈশৱৰ স্মৃতি-বিজড়িত লাটুমণিপুৰ গাঁওখনৰ প্ৰতি মোৰ এটা অবুজ মায়া আছে, অথচ মা গাঁৱলৈ যাব নোখোজে বাবে আমাৰ তালৈ তেনেকৈ যোৱাই নহৈছিল। কিন্তু ককাৰ অসুখৰ খবৰ পাই তুমি অকলে গ'লেও তেওঁ যেতিয়া ঢুকাল তেতিয়া তুমি বোধহয় প্ৰথমবাৰৰ বাবে মাৰ প্ৰতি দৃঢ় হৈ তেওঁক শ্ৰাদ্ধৰ সময়ত যাবলৈ বাধ্য কৰিলা। তেওঁ আমাক অৱশ্যে নিব খোজা নাছিল— কিন্তু মোৰ জেদতে মোক আৰু ভণ্টিক নিবলৈ বাধ্য হৈছিল— অৱশ্যে ককাইদেউৰ যোৱাৰ প্ৰশ্নই নাছিল, কাৰণ সি তেতিয়া দিল্লীত এম এ পঢ়ি আছিল।

জানানে পাপা, সেইবাৰ লাটুমণিপুৰৰ গাঁৱৰ ঘৰলৈ গৈ মোৰ কি কথাত আটাইতকৈ ভাল লাগিছিল? মই এজনক হেঁপাহ পলুৱাই দেউতা সম্বোধন কৰি থাকিব পাৰিছিলোঁ, অৱশ্যে অকল দেউতা নহয়, তেওঁক মই 'বৰ' প্ৰিফিক্সটো লগাই মাতিছিলোঁ— কাৰণ তেওঁ যে মোৰ বৰদেউতা, মৰমৰ বৰদেউতা, মোৰ নিজৰ দেউতাজনৰ ককায়েক।

কিন্তু পাপা, কি যে দুখৰ কথা— মোৰতো কোনো দেউতা নাই, মোৰ আছে এজন পাপা। পাপা, বিদেশৰ পৰা আমদানি কৰা এটা শব্দ, এসময়ত আমাৰ যি প্ৰভু আছিল সেই ইংৰাজী জাতিৰ এটা শব্দ, যাক আমি পৰম গৌৰৱেৰে দাস মনোবৃত্তিৰে গ্ৰহণ কৰিছোঁ। মোৰ যে ভাবি ভাবি মূৰটো গৰম হৈ যায় পাপা, লাটুমণিপুৰৰ তুমি পোনাকণ বোলা ল'ৰাটো, গাঁৱৰ ল'ৰাটো, বোকাপানী গচকি ডাঙৰ হৈ চহৰলৈ আহি চাকৰি কৰা ল'ৰাটো মোৰ দেউতা নহৈ হ'লা পাপা! কাৰণ তুমি চহৰৰ ছোৱালী এজনী বিয়া কৰালা, এনেকুৱা ছোৱালী যি নিজেই সৰুকালৰে পৰা দেউতাকক দেউতা নুবুলি 'পাপা' বুলিছিল। তাৰ পিছত সেই মাতৃয়ে নিজৰ জীয়েকক দেউতাকক পাপা ক'বলৈ নিশিকাই দেউতা ক'বলৈ শিকাবনে? আৰু তুমি হ'লা লাটুমণিপুৰৰ বোকাপানীৰ দৰেই লেউ-সেউ এজন মানুহ, তুমি আৰু কিবা কথাত মাৰ বিৰুদ্ধাচৰণ কৰাৰ সাহস গোটাব পাৰিবানে? গতিকে আমাৰ ঘৰত সদায় মাৰ ৰাজত্বই চলি থাকিল, মেট্ৰিয়াৰ্কেল ছ'চাইটিৰ দৰেই আমাৰ ঘৰৰ প্ৰভু হ'ল মা, তুমি নোহোৱা, পাপা, তুমি নোহোৱা। পিছে মোৰ ভাব হয় জানানে? তুমি পাপা নহৈ আমাৰ দেউতা হোৱা হ'লে হয়তো তোমাৰ প্ৰভুত্বই খাটিলহেঁতেন। কাৰণ দেউতা শব্দটো প্ৰচলন কৰিব পাৰিলেই তুমি তোমাৰ ব্যক্তিত্বৰ দৃঢ়তা দেখুৱাব পাৰিলাহেঁতেন, তোমাৰো যে বুকুত সাহ-পিত আছে, তুমি যে মাক বৰ বেছি ভয় নকৰা সেই কথা দেখুৱাব পাৰিলাহেঁতেন।

পিছে তোমাৰ যি সাহস নাই সেই সাহস মোৰ আছে পাপা, সেই সাহস বোধহয় মাৰ পৰা পাইছিলোঁ। পিছে মাৰ সাহসক ঔদ্ধত্য আৰু জেদী ভাবৰ নামান্তৰ বুলিহে ক'ব পাৰা— সেয়ে তেওঁ বৰদেউতাক তেজস্বী কণ্ঠেৰে কৈ দিব পাৰে, 'মই চহৰত জন্ম হোৱা চহৰতে ডাঙৰ হোৱা ছোৱালীজনীয়ে ল'ৰা-ছোৱালীক লৈ গাঁৱৰ বোকাপানী গচকিবলৈ আহিছোঁ, একমাত্র শহুৰৰ শ্রাদ্ধ বুলিহে আহিছোঁ। তকো এতিয়া বাৰিষা নহয় বুলিহে আহিছোঁ। বাৰিষাত লাটুমণিপুৰত যিটো বানপানী আহে টিভিত দেখিছোঁ নহয়, দেখিলে পেটতে হাত-ভৰি লুকায়— আপোনালোক বোলে ঘৰৰ চাল, গছৰ ওপৰত থাকে। এইবোৰ দেখিলে মোৰ পাপাৰ ওপৰত ইমান যে খং উঠে, এনে বানপানী উঠা গাঁও এখনৰ ল'ৰাৰ লগত মোক বিয়া দিলে! আমাৰ ক্লাবৰ মেম্বাৰসকলৰ আগত মোৰ ক'বলৈকে লাজ লাগে যে মোৰো তেনে এখন গাঁৱতে বিয়া হৈছে— বানপানীত কঁচু, ঢেকীয়া সিজাই খাবৰো উপায় নথকা যি গাঁৱৰ মানুহে দিনে একোটা ভীমকল খাই জীয়াই থাকে, (ক'ৰবাত পঢ়িবলৈ পাইছিলোঁ) তেনে গাঁৱলৈ কাপোৰ-কানি, বস্তু-বাহানিৰে সাহায্যৰ টোপোলা আগবঢ়োৱা মোৰ ক্লাবৰ মেম্বাৰসকলক সেই কথা ক'বলৈ সঁচায়ে মোৰ লাজ লাগে! আপোনালোকৰ এক্সপেক্টেচনতো কম নহয়।' মই যে সিদিনা মাৰ কথা শুনি কিমান দুখ আৰু লাজ পাইছিলোঁ জানানে পাপা— মই সৰু আছিলোঁ বাবে সিদিনা মাক ওলোটাই খং কৰিব পৰা নাছিলোঁ বা আকৌ গাঁৱলৈ যাম, আকৌ বৰদেউতাৰ চেনেহসনা মাত শুনি দেউতা সম্বোধনৰ মধুৰতা পান কৰিম— এইবোৰ একোৰে জেদ ধৰিব পৰা নাছিলোঁ।

কিন্তু আজি কথাবোৰ বহুত বেলেগ হৈ গৈছে পাপা, আজি মই ডাঙৰ হৈছোঁ আৰু সেই অনুপাতে মোৰ খং আৰু জেদো বাঢ়ি গৈছে। পিছে সেই খং বা জেদ বঢ়াত ইন্ধন যোগাইছে মোৰ বান্ধৱী ইলায়ো আৰু এতিয়া মই যিটো পদক্ষেপ ল'বলৈ ওলাইছোঁ— সি মাৰ ভাষাত হ'ব টেৰিবল্ আৰু সেই টেৰিবল্ কামটো কৰিব ওলাইছোঁ ইলাৰ সাহসত।

ইমান দিনে তোমালোকক কথাবোৰ কোৱা নাছিলোঁ ঘৰখনত এটা হুলস্থুল হ'ব বুলি ভাবিয়ে। আজি সেয়ে চিঠি লিখাৰ প্রথম সুযোগটো পায়ে কথাটো লিখিবলৈ ওলালোঁ।

যোৰহাটতে মই ইলা আৰু ইলাৰ ককায়েক ললিতক লগ পাইছিলোঁ। দুয়োৰো ঘৰ কাকজানত, দুয়ো ককাই-ভনী। ইলাই মোৰ লগত দেৱীচৰণত পঢ়িছিল আৰু ললিতে যোৰহাটৰ এগ্রিকালচাৰ ইউনিভাৰ্চিটিত পঢ়িছিল। মই কেতিয়াবা ভাবোঁ— ভাগ্যে মই পঢ়া-শুনাত চোকা বুধিৰ নহ'লোঁ, হোৱা হ'লে কাৰমেলত পঢ়া ছোৱালীজনীক দিল্লীত নপঢ়ুৱাই যোৰহাটৰ দেৱীচৰণত পঢ়ুৱালাহেঁতেন নে? আৰু তেতিয়াতো মই ইলাক লগ নাপালোঁহেঁতেন। ইলাক লগ নাপালে কিন্তু মোৰ নানাধৰণৰ ক্ষতি হ'লহেঁতেন। কথাটো শুনিলে তোমাৰ খং উঠি যাব বুলি জানো, এৰা তুমিও দুৰ্বল চিত্তৰ আৰু মাক ভয় কৰা মানুহ হ'লেও এই কথা জানি খং উঠিবই যে তুমি এজন পাপা হোৱা বাবে মোৰ দেউতা হ'ব নোৱাৰিলা— যি দেউতাই তেওঁৰ গাঁৱৰ কথা ক'লেহেঁতেন, তেওঁৰ আনন্দমুখৰ শৈশৱৰ কথা ক'লেহেঁতেন প্রকৃতিৰ কোলাত কটাই অহা দিনবোৰৰ কথা ক'লেহেঁতেন আৰু লগতে এই ভাবটোও আমাৰ মনত সুমুৱাই দিলেহেঁতেন যে আমিও পৰোক্ষভাৱে হ'লেও সেই গাঁৱৰে একো একোজন সন্তান যি গাঁৱেই হ'ল ভাৰতৰ আত্মা। সঁচায়ে পাপা নহৈ দেউতা হোৱা হ'লে তুমি তোমাৰ গাঁওখনক বানপানীয়ে জুৰুলা কৰা সময়ত তালৈ কিবা প্রকাৰে সহায় কৰিব পাৰা নেকি বুলি দৌৰি গ'লাহেঁতেন আৰু আমাকো তাৰ বাইন্জৰ লগতে দুখৰ চকুলো পেলাবলৈ শিকালাহেঁতেন। বিশেষকৈ বানপানীৰ পিছত নানা বেমাৰে জুৰুলা কৰা গাঁও এখনক এজন ডাক্তৰ হিচাপে তুমি নানা সহায় কৰিব পাৰিলাহেঁতেন। কিন্তু পাপা, তুমি চহৰত পাপা হৈ থাকি তোমাৰ গাঁৱত বানপানীৰ চৰম দুৰ্যোগ চলি থকা সময়ত তেনে একো কৰ্তব্যই নকৰিলা। চহৰতে তোমাৰ দিনবোৰ কটাই পাপা হৈ আমাক কেৱল আৰাম-বিলাসতে ৰাখিলা, ইংৰাজী মাধ্যমৰ স্কুলত পঢ়ুৱাই, ইংৰাজী আদব-কায়দা শিকাই বেছি দূৰত অৱস্থিত নহ'লেও লাটুমণিপুৰক শতেক যোজনত অৱস্থিত গাঁও এখনৰ দৰে দূৰৈত পাঁতৰাই থ'লা, বানপানীত কৰ-বকাই জীৱনপাত কৰা মানুহবোৰৰ বাবে চকুলো এটোপাল পেলাবলৈও নিশিকালা। লাটুমণিপুৰ গাঁৱৰ বানপানীয়ে কঢ়িয়াই অনা ভয়ংকৰ দুৰ্যোগৰ নানা খবৰ আমাৰ বাবে মাত্র বাতৰিকাকতৰ পৰিসংখ্যাই হৈ ৰ'ল বা তোমাৰ আৰু মাৰ শিক্ষাৰ ফলত আমিও বুকুত এছটাকৈ শিল বান্ধি লোৱাৰ দৰে কৰি পৰম নিৰ্বিকাৰভাৱে সেই খবৰবোৰ পঢ়ি গ'লোঁ, সেই বানপানীৰ দুৰ্যোগত ভোগা মানুহবোৰৰ এটোপাল চকুলোও আমাৰ সেই শিলীভূত হোৱা হৃদয়ৰ কোনো শিক্কাৰে

সোমাই সামান্যভাৱেও সেই হৃদয় জীপাল কৰি তুলিব নোৱাৰিলে।

*মোৰ এতিয়া এইবোৰ কথা ভাবি কি যে আত্মগ্লানিত মন ভৰি যায় পাপা! হয়, মোৰ সৰুৰে পৰা একধৰণৰ সাহস আৰু জেদ এটা আছে, কিন্তু তোমাৰ আৰু মাৰ দ্বাৰা— বিশেষকৈ মাৰ দ্বাৰা ভুলপথে পৰিচালিত হৈ* জীৱনৰ মূল্যবোধেই বিকৃত হোৱাৰ উপক্ৰম হৈছিল, ফলত মোৰ সেই সাহ আৰু জেদ মাৰ দৰেই এক অনমনীয় ঔদ্ধত্যত পৰ্যবসিত হোৱাৰ ফালে গতি কৰিছিল। কিন্তু মোৰ ভাগ্য ভাল আছিল আৰু সেয়ে ইলাৰ দৰে বন্ধুৰ সান্নিধ্যলৈ আহিছিলোঁ— ফলত মই বাচি গৈছিলোঁ পাপা। কিন্তু ইলাই হ'লে অন্যমত পোষণ কৰে। তাই কয় যে মই যি ধৰণে ডাঙৰ-দীঘল হৈছোঁ— অৰ্থাৎ যি সমাজ, যি বাতাবৰণত আৰু যি অভিভাৱকৰ দ্বাৰা যিধৰণে পৰিচালিত হৈ আহি জীৱনৰ এক কৈশোৰ-যৌৱনৰ সন্ধিক্ষণত উপনীত হৈছোঁহি সি মোক এই বয়সত সহজে নতুন প্ৰমূল্যৰ দ্বাৰা বৰ সলনি কৰিব নোৱাৰে, অৰ্থাৎ মই এছটা শিল বা পকা বাঁহত পৰিণত হৈছোঁ— যাক সহজে লৰচৰ কৰিব নোৱাৰি, বেঁকা কৰিব নোৱাৰি, ভাঙিব নোৱাৰি। কিন্তু যিহেতু মোৰ গাত লাটুমণিপুৰৰ গাঁৱৰ কেৱল 'পাপা' এজনৰে তেজ নাই, তাৰ দেউতা এজনৰো— অৰ্থাৎ বৰদেউতাৰ তেজ আছে, সেই তেজত তেওঁৰ মূল্যবোধ আৰু মৰমো সিঞ্চিত হৈ আছে— গতিকে সিয়েই মোৰ এই উজ্জ্বল উদ্ধাৰত প্ৰধান সহায়কৰ ভূমিকা লৈছে হেনো। সেই কথাৰ এক উদ্ধৃতিৰে ইলাই ব্যাখ্যাও আগবঢ়াইছে, একপ্ৰকাৰ কিতাপৰ পোকেই বুলি ক'ব পৰা ইলাই ডষ্টয়েভ্স্কি নামৰ ৰাছিয়াৰ লিখক এজনৰ 'ব্ৰাদাৰ্হ কাৰামাজভ' নামৰ উপন্যাস এখনৰ (বৰ বিখ্যাত কিতাপ বোলে সেইখন) এইখিনি কথা মোক কৈ লৈছিল ঃ You must know that there is nothing higher and stronger and more wholesome and good for life in the future than some good memory, especially a memory of childhood, of home. People talk to you a great deal of about your education, but some good, sacred memory, preserved from childhood, is perhaps the best education. If a man carries such memories with him into life, he is safe to the end of his days, and if one has only one good memory left in one's heart, even that may sometime be the means of saving us.' (পাপা, মই ইলাৰ পৰা শুনা এই কথাখিনি লিখি ৰাখিছোঁ বাবে আজি এনেকৈ চিঠিতো লিখি দিব পাৰিলোঁ)

ইলাই মোক তাৰ পিছত কৈছিল যে মোৰ পূৰ্বপুৰুষ বাস কৰি অহা আৰু এনেকি তুমিও বাস কৰি অহা মোৰ যি অন্য ঘৰ, যি মোক অতি কম সময়ৰ ভিতৰতে হ'লেও ঘৰ বোলা বস্তুটোৰ অমৃত সুধা পান কৰালে তাৰ আপুৰুগীয়া স্মৃতিখিনি হেনো মই অন্তৰৰ অন্তঃস্থলীত আজিও বহন কৰি আছোঁ (কথাটো হয় পাপা, বৰদেউতাই মোক আৰু ৰিমিক খুৱাবৰ বাবে দূৰৈৰ ম'হ খুঁটিলৈ গৈ বাঁহৰ চুঙাত যি অপূৰ্ব খাঁটি ডাঠ দৈ লৈ আহিছিল, বৰমাই মাছৰ কণী পাতত দি পুৰি ঘৰৰ অইন ল'ৰা-ছোৱালীক নিদি আমি কোনোদিনে সেইবোৰ বস্তু খাবলৈ নাপাওঁ বুলি যে কেৱল আমাকহে দিছিল আৰু তাত সেই মৰমখিনি মিহলি হৈ থকাৰ বাবেও যে বিশেষ ধৰণৰ তৃপ্তি পাইছিলোঁ— যি ককাইদেৱে বিদেশলৈ গৈ কেভিয়াৰ খাই পোৱা তৃপ্তিতকৈয়ো বোধহয় বেছি), এই সকলোবোৰ মৰমৰ স্মৃতি মই আজিও হৃদয়ত বহন কৰি আছোঁ, এই সকলোবোৰে বোধহয় মোৰ অজ্ঞাতে মোক সম্পূৰ্ণভাৱে এক অতি আত্মকেন্দ্ৰিক, হৃদয়হীন, বস্তুবাদী আধুনিকা হোৱাৰ প্ৰক্ৰিয়াৰ বিৰুদ্ধে নীৰৱে যুঁজ দি ৰক্ষা কৰি আহিছে। তাৰ লগতে অৱশ্যে মোৰ মনোবলো যোগ হৈছে, নহ'লে পাপা সেই 'home' ৰে 'wholesome' 'memory' তো তুমিও কঢ়িয়াই আনিছা, মোতকৈও বহুত বেছি পৰিমাণে কঢ়িয়াই আনিছিলা, কিন্তু তথাপি তুমি মাৰ যান্ত্ৰিক হৃদয়হীন খপ্পৰৰ পৰা কিয় নিজকে বচাই ৰাখিব নোৱাৰিলা? কাৰণ তুমি একেবাৰে মনোবল নথকা মানুহ আৰু সেয়ে এনেকৈ 'জৰুকা গোলাম' হৈ পৰিলা। এনেকৈ লিখা বাবে মোক ক্ষমা কৰিবা পাপা।

যি হওক, এইবাৰ আচল কথালৈ অহা যাওক। ইলাক আচৰিতভাৱে লগ পাই গ'লোঁ। আমাৰ ক্লাছত পঢ়া ইলাই এদিন অফ্ পিৰিয়ডত এইবাৰ অসমত হোৱা ভয়ংকৰ বানপানীৰ কথা কৈ আছিল, মানুহৰ অবৰ্ণনীয় দুখ-কষ্টৰ কথা বৰ্ণাই বৰ্ণাই শেষত তাইৰ দুচকু চলচলীয়া হৈ পৰিছিল, অৱশ্যে লগে লগেই তাইৰ সেই কৰুণ মুখখনলৈ এক ধৰণৰ কঠোৰতাও আহি গৈছিল আৰু কৈছিল— 'তোমালোকৰ আগতনো এইবোৰ কথা কৈ কি লাভ হ'ব— গৰুৰ আগত টোকাৰী বজোৱাৰ দৰেহে হ'ব। তোমালোক সকলো চহৰৰ ছোৱালী, জীৱনত বোধহয় গাঁও দেখাই নাই, গতিকে গাঁৱৰ দুখ-সুখৰ কথা লৈ তোমালোকৰ নো কি মূৰ কামোৰণি হ'ব—'

কিন্তু মই লগে লগে প্ৰতিবাদ কৰি কৈছিলোঁ যে মই হ'লে গাঁৱলৈ গৈছিলোঁ, গাঁৱত আছিলোঁ আৰু থাকি ভালো পাইছিলোঁ— আচলতে তোমাৰ ঘৰ যে গাঁৱতে আছিল সেই কথাও কৈছিলোঁ। অৱশ্যে ইলাৰ আগত এই কথাও অকপটে স্বীকাৰ কৰিছিলোঁ যে গাঁৱৰ বানপানীৰ খবৰবোৰ বাতৰিকাকতত পঢ়ি বা টিভিত দেখি খুব যে বিচলিত হওঁ বা অন্তৰ সহানুভূতিৰে ভৰি পৰে সেয়া নহয়, আজিকালি নিয়মিত ইমান নানা দুখ-দুৰ্দশা, ইমান সন্ত্ৰাস, ইমান ভয়ংকৰ ভয়ংকৰ ঘটনাৰ বাতৰি পঢ়ি থকা যায় যে এতিয়া আৰু সেইবোৰ গাত নলগা হৈছে। এয়েই যেন জীৱনৰ স্বাভাৱিক কথা— এনে লগা হৈছে।

মোৰ এনে ধৰণৰ কথা শুনি ইলা বোলে আচৰিত হৈছিল— মোৰ দৰে ধনীৰ দুলালী, 'পাপা'ৰ 'ডটাৰ' এজনীৰ পৰা এনে সৰল আৰু অকপট স্বীকাৰোক্তি শুনাৰ দৰে অভাৱনীয় ঘটনা ঘটাৰ কল্পনাও হেনো ইলাই কৰিব নোৱাৰিছিল। সেয়ে বোলে তেওঁ মোৰ প্ৰতি এক ধৰণৰ আগ্ৰহ, এক ধৰণৰ কৌতূহল লৈ মোৰ ঘনিষ্ঠ হৈছিল। ইলাই ইয়াকো কৈছিল যে ধনী আৰু ইংৰাজী মাধ্যমত পঢ়া ছোৱালীবোৰে বোলে ইলাক ইমান দিনে কোনো পাত্তাই দিয়া নাছিল, মুখেৰে প্ৰকাশ নকৰিলেও সিহঁতে যে তেওঁক মনে মনে গাঁৱলীয়া আৰু সেই গতিকেই হীন বুলি এক ধৰণৰ পুতৌমিশ্ৰিত অৱজ্ঞাৰ চকুৰে চাই আহিছে সেই কথা অতি ছাল ডাঠ মানুহেও বুজিব পৰা ধৰণৰ বাস্তৱ কথা, গতিকে তাকনো আৰু অতি সূক্ষ্ম অনুভূতিৰ ইলাই বুজি নাপাবনে?

কিন্তু মোকেই হেনো তাই এক ব্যতিক্ৰম হিচাপে জীৱনত প্ৰথম লগ পালে। তাই হেনো সেই প্ৰথম দিনাতেই মোৰ কথা শুনি বুজি পাইছিল যে মই যদিও অকপটভাৱে সঁচা কথাকে কৈছিলোঁ, কিন্তু সেই সঁচাৰ মাজতো হেনো মোৰ অজ্ঞাতে এক ধৰণৰ মিছা সোমাই পৰিছিল— তাই কৈছিল ঃ ইমান সৰলভাৱে যিজনী চহৰীয়া ছোৱালীয়ে— ধনী মানুহৰ জীয়েক ছোৱালীজনীয়ে— সৰুৰে পৰা কাৰমেলত ইংৰাজী মাধ্যমত পঢ়া ছোৱালীজনীয়ে গাঁৱত ঘৰ থকাৰ কথা, গাঁৱলৈ যোৱাৰ কথা ক'ব পাৰে, বানপানীত হোৱা মানুহৰ বিলাই-বিপত্তিৰ কথা শুনি অন্তৰ নগলাৰ কথা ক'ব পাৰে— সেই ছোৱালীৰ অন্তৰৰ এডোখৰ ঠাই কিন্তু নগলাকৈ থাকিব নোৱাৰে।

পাপা, ইলাই মোৰ জীৱনৰ মোৰকে ঘূৰাই দিলে। যোৰহাটত ঘৰ ভাড়া কৰি পঢ়া দুয়ো পুত্ৰ-কন্যাক চাবলৈ, ঘৰৰ পৰা চাউল-পাত, চিৰা-পিঠা-পনা ইত্যাদিৰ টোপোলা লৈ মাজে-সময়ে সিহঁতৰ লগত থাকি যোৱা ইলাৰ দেউতাকজন লাহে লাহে মোৰ অজানিতে কেতিয়া যে মোৰো দেউতা হৈ পৰিল পাপা। আমাৰ ঘৰত ব্ৰেড-বাটাৰ-এগ-পোচ-অমলেট-পৰিছ আদিৰ ব্ৰেকফাষ্ট, তদ্ৰূপ আধা চাহেবী লাঞ্চ খাই খাই আমুৱাই যোৱা মোৰ জিভাক বোধহয় ফুলেশ্বৰী কুঁৱৰীয়ে মাকৰ ঘৰত গৈ পইতা ভাত খাই পোৱাৰ ৰসনাৰ তৃপ্তিকে দিছিল যেতিয়া মই 'দেউতা'ই গাঁৱৰ পৰা অনা চিৰা-আখৈৰ জলপান খাবলৈ পাইছিলোঁ, ভাতৰ লগত খাবলৈ পাইছিলোঁ খৰিচা, পানীটেঙা, খাৰলি, কচু-টেঁকীয়া-ঔ টেঙাৰ আঞ্জা! হাজাৰ হওক মোৰ শৰীৰটোতো লাটুমণিপুৰৰ জীৱন প্ৰবাহৰ কিছু সোঁত বৈ আছে পাপা, আমি দ্বিতীয় পুৰুষতহে চহৰৰ নাগৰিক হৈছোঁ— গতিকে নীলবৰ্ণীয়া শিয়াল হৈ ৰজা হ'ব খুজিলেও লগৰ লগৰীয়া পালেতো হোৱা দিমেই পাপা।

এনেকৈয়ে প্ৰথমতে ইলা মোৰ বন্ধু হ'ল, তাৰ পিছত তাইৰ দেউতাক মোৰো দেউতাৰ দৰে হ'ল— মোৰ প্ৰতি যে তেওঁৰ কি মৰম পাপা! মোৰ বাবে তেওঁ এতিয়া গাঁৱতো দুষ্প্ৰাপ্য হৈ পৰা নলচোত ধানৰ চিৰাকে আদি কৰি নানা বস্তু আনি আনি মোক খুৱাইহে এৰিলে।

পিছে পাপা, ইলাৰ দেউতাক মোৰ দেউতাৰ দৰে হ'লেও তাইৰ ককায়েক ললিত কিন্তু মোৰ ককাই দেউৰ দৰে নহ'লে— আৰু আজি সেই কথাটো ক'বলৈকে মই এই চিঠিখন লিখিছোঁ আৰু আৰু ইমানবোৰ বকলা মেলিছোঁ। ললিতক মোৰ জীৱনৰ সংগী হিচাপে বাছি লৈছোঁ পাপা, যিটো খবৰ মাৰ বাবে হ'ব এটা টেৰিবল নিউজ— তোমাৰ বাবেও নিশ্চয়। কিন্তু মোৰ এই সিদ্ধান্তৰ লৰচৰ নহয় পাপা, মই ইলাহঁতৰ সংস্পৰ্শলৈ আহি মোৰ মনৰ কোণত সংগোপনে কিন্তু আকুলভাৱে জীয়াই থকা এটা হেঁপাহ, এজন 'দেউতা' পোৱাৰ কামনা, মোৰ আইতাই গৰু গাড়ীত উঠি ন-কইনা হৈ যোৱা লাটুমণিপুৰৰ সুবাসটো আন ধৰণে হ'লেও ঘূৰাই পোৱাৰ আকুলতাৰ নিবৃত্তি হোৱাৰ আশাৰ ৰেঙণি দেখা পাইছোঁ। ললিতে ঠিক কৰিছে যে তেওঁ এগ্ৰিকালচাৰৰ ডিগ্ৰী লোৱাৰ পিছত এজন আদৰ্শ খেতিয়ক হ'ব অৰ্থাৎ নিজৰ গাঁৱলৈ উভতি যাব। পাপা, তুমিও এদিন পঢ়া-শুনা শেষ কৰি গাঁৱলৈ উভতি যোৱা উচিত আছিল, তোমাক বায়ু-পানীৰে সিঞ্চিত কৰি ডাঙৰ কৰা গাঁওখনৰ প্ৰতি

চিকিৎসা সেৱাৰে সেই প্ৰতিদান দিয়াৰ কৰ্তব্য আছিল, কিন্তু তুমি চহৰতে বন্দী হৈ ৰ'লা পাপা। আৰু এতিয়া ললিতক বিয়া কৰাই গাঁৱলৈ গৈ তেওঁৰ আদৰ্শ সংগিনী হৈ ময়ে সেই কৰ্তব্য কৰিব খুজিছোঁ পাপা, উভতি যোৱাৰ পথত আগবাঢ়িব খুজিছোঁ। তোমালোকে মোক বাধা নিদিবা, আশীৰ্বাদ নিদিলেও বাধা নিদিবা। বাধা দি লাভো নাই, মই তোমালোকৰ সেই বাধা নামানো, মই তুমি এৰি থৈ অহা পথেৰে উভতি যামেই যাম পাপা, তুমি অকৃতজ্ঞতাৰে নিজৰ গাঁৱক নেওচা দিয়াৰ পাপৰ মই এইদৰে প্ৰায়শ্চিত্ত কৰিমেই কৰিম।

পুনশ্চ ঃ এটা কথা মনত পৰি যোৱাত পুনৰ এইখিনি কথা যোগ কৰিব খুজিছোঁ পাপা, তুমি নিশ্চয় অসমীয়াতে তোমালৈ চিঠি লিখাত খুব আচৰিত হৈছা, নহয়নে বাৰু? ভাবিছা, চিমিজনীয়েতো সৰুৰে পৰা ইংৰাজী মাধ্যমতে পঢ়ি আহিছে, গতিকে ককাইদেউৰ দৰে ময়োতো তোমালৈ ইংৰাজীতে লিখাই স্বাভাৱিক কথা হ'লহেঁতেন। তেন্তে মইনো কেনেকৈ অসমীয়াত ইমান দীঘল চিঠি এখন লিখিলোঁ বা লিখিব পাৰিলোঁ। কথাটো কি জানা পাপা, আমি ইংৰাজী মাধ্যমত পঢ়া ল'ৰা-ছোৱালীবোৰে নিজৰ মাতৃভাষাত লিখিব নাজানো বুলি যি এটা ভাও জুৰি থাকোঁ, সি আমাৰ এটা ঢং, নিজৰ মাতৃভাষাটোৰ প্ৰতি সি আমাৰ অশ্ৰদ্ধা আৰু প্ৰেমহীনতাৰহে পৰিচায়ক। আমি আচলতে অলপ চেষ্টা কৰিলেই সেই ভাষাত লিখিব পাৰোঁ— যি ভাষা আমি ওপজাৰ পিছত কথা ক'বলৈ শিকাৰ লগে লগেই স্বতঃস্ফূৰ্তভাৱে শিকি যাওঁ, যি ভাষাত কথা কৈ কৈ আমি আমাৰ জীৱন অতিবাহিত কৰোঁ। আমি যদি নিজ ভাষাটোক হীন বুলি নাভাবি পৰম শ্ৰদ্ধাৰ আৰু গৌৰৱৰ ভাষা বুলি গণ্য কৰিলোঁহেঁতেন, তেন্তে সেই মাতৃভাষাত চিঠি লিখা কিয়, উচ্চমানৰ সাহিত্যও ৰচনা কৰিব পাৰিলোঁহেঁতেন। আৰু তেনে উদাহৰণ আছেও পাপা, মই তোমালোকে পঢ়োৱা স্কুলত আৰু ঘৰত যি শিক্ষা পালোঁ। তাৰে নিজৰ ভাষা-সাহিত্যৰ বিষয়ে একো নাজানি ইমান দিনে চৰম মূৰ্খ হৈ আছিলোঁ, কিন্তু ললিত আৰু ইলাৰ সংস্পৰ্শলৈ আহি মই অসমীয়াত লিখিবলৈ শিকিলোঁ, অসমীয়া সাহিত্যৰ বাছকবনীয়া কিতাপো পঢ়িবলৈ ধৰিলোঁ। মোৰ সেই নৱলব্ধ জ্ঞানেৰে গম পালোঁ যে অসমীয়া সাহিত্যৰ সু-প্ৰতিষ্ঠিত লিখিকা ডঃ তিলোত্তমা মিশ্ৰ আৰু ডঃ অপৰ্ণা মহন্ত ইংৰাজী মাধ্যমত শিক্ষা লাভ কৰি আহিও, বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ একোগৰাকী কৃতবিদ্য অধ্যাপিকা হৈয়ো অসমীয়া ভাষাত সুন্দৰ সুন্দৰ কিতাপ লিখিছে। আমাৰ আৰু এক তেনে তৰুণী লিখিকা হ'ল মৌচুমী কন্দলী (লগতে বায়েক মল্লিকা কন্দলীৰো নাম ল'ব লাগিব)— যি একেদৰে ইংৰাজী মাধ্যমত পঢ়ি আহি শক্তিশালী অসমীয়া গদ্যত গল্প-প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰিছে। আচলতে পাপা, তোমালোকৰ দৰে দাস মনোবৃত্তিৰ অভিভাৱকসকলেহে আমাক ল'ৰা-ছোৱালীবোৰক অসমীয়া নজনাৰ এই ফোপোলা গৌৰৱটো আয়ত্ত কৰাইছা।

গতিকে পাপা, মই এতিয়া পৰম উৎসাহেৰে আৰু গৌৰৱেৰে মোৰ মৰমৰ মাতৃভাষাটোত লিখিব আৰু পঢ়িবলৈ শিকিব ধৰিছোঁ, গতিকে তুমি এই কথা জানি থোৱা যে মোৰ নিজৰ মূল সুঁতিলৈ উভতি যোৱাৰ ইয়ো আন এটা পথ।

(গৰীয়সী, ১৯৯৮)

# জীৱন আৰু ফেণ্টাছী

ভৱতাৰণ ডেকাৰ জীৱনত প্ৰথম কল্পনাবিলাস আৰম্ভ হ'ল সি মেট্ৰিকটো পাছ কৰাৰ পাছতেই। অৱশ্যে সি যদি ইমান ভাল ফলাফল নকৰিলেহেঁতেন তেন্তে হয়তো এই ফেণ্টাছীৰ জগতখনৰ সৃষ্টি নহ'লহেঁতেন। গোকাট গাঁৱৰ ল'ৰা হৈ, খেতিয়ক বাপেক আৰু ক-মটোও নজনা অশিক্ষিতা মাকৰ (অৱশ্যে পাঠশালালৈ কিছুদিন গ'লেও তাৰ বাপেকো অশিক্ষতেই), তেনে মাক-বাপেকৰ ল'ৰাক ভগৱানে কি তামাছা চাবৰ বাবে যে মগজুত এপাছি গোবৰ ভৰাই নপঠাই কিছু ছাই বৰণীয়া বস্তু ভৰাই পঠালে এই পৃথিৱীলৈ! ফলত সি গাঁৱৰ স্কুলত পঢ়িও আজিৰ নিয়মত কোনো টিউটৰ নথকাতো মেট্ৰিকত একেবাৰে প্ৰথম দহজনৰে এজন হৈ পৰিল, অৱশ্যে ত শেষৰফালেহে স্থান ৰ'ল যদিও ষ্টেণ্ড কৰা ল'ৰা হিচাপে তো সুখ্যাতি থাকিল। ফলত তেনে মেধাৱী ল'ৰা আৰু কটন কলেজত নপঢ়াকৈ থাকিব পাৰেনে? ভৱতাৰণে পিছত বৃত্তিৰ টকাৰেই কিছু জোৰা মাৰিব পাৰিব— কিন্তু এতিয়া তো তাক চহৰলৈ পঠিয়াবলৈ, কলেজত নাম লিখোৱাবলৈ, কিছু কাপোৰ-কানি কিনিবলৈ এগাল টকা লাগিব। কিন্তু ভৱতাৰণৰ দেউতাক ৰামচৰণ ডেকা দুখীয়া খেতিয়ক, একেলগে ইমান টকা ক'ত পায়? সেয়ে তেওঁ বাধ্য হৈ খেতিৰ মাটি এটুকুৰাকে বিক্ৰী কৰিলে। হয়, তাৰ ফলত ঘৰে ঘৰোৱাহে আগতকৈ আৰু কষ্টেৰে চলিব লাগিব, কিন্তু এদিন ভৱই পঢ়ি-শুনি ডাঙৰ চাকৰি কৰি তেনে মাটি দুগুণ-তিনিগুণ কিনি দিব নোৱাৰিবনে?

অঁ, অকল মাটিয়েইনে? ভৱতাৰণে মনৰ ভিতৰতে কল্পনাৰ জগত এখন সৃষ্টি কৰি পেলালে, সেই জগতত সিয়েই মধ্যমণি— কি কৰা নাই সি? হায়াৰ ছেকেণ্ডাৰিত সি প্ৰথম স্থান অধিকাৰ কৰিলে, কটনৰ শিক্ষাই তাক সেই অৰ্হতাখিনি দিলে, তাৰ পিছত একেদৰেই বাকী পৰীক্ষাবোৰতো সি উচ্চস্থান অধিকাৰ কৰি কৰি সেই লক্ষ্যস্থান অভিমুখে গৈ থাকিল— যি স্থানত উপনীত হোৱাত পৰীক্ষাৰ আশানুৰূপ সুফলবোৰে সহায় কৰি দিলে। ভৱতাৰণে পৰীক্ষাবোৰ পাছ কৰি উঠি কি চাকৰিলৈ হাত মেলিব তাক আগৰ পৰাই ঠিক কৰি থোৱা আছিল। সি ডাক্তৰ হ'ব, সিহঁতৰে গাঁৱৰ আদিত্য তাৰ দৰে পঢ়াশুনাত ভাল নহৈও ডাক্তৰ হৈ কিমান টকা-পইচা আজিৰ্ছে, গুৱাহাটী চহৰত মাৰ্বল-পথাৰৰ ঘৰ সাজিছে (মাৰ্বল আৰু তাজমহল— এই দুটা এসময়ত স্কুলত ভূগোল-বুৰঞ্জী পঢ়া ভৱতাৰণৰ বাবে সমাৰ্থক আছিল, কিন্তু পিছৰ জীৱনত সি দেখিছিল যে আজিকালি বহুতেই মমতাজ বিনেও মাৰ্বলৰ মহল সাজে)। সি গাঁৱৰ আন মানুহৰ লগতে দেখিছে নহয়। তেন্তে আদিত্যতকৈ বহুতগুণে চোকা ল'ৰা সি তো তেনে দুগুণ ডাঙৰ প্ৰাসাদ সাজিব পাৰিব। গাঁৱৰ সামান্য সেই মাটি! হঃ, এবছৰমান প্ৰেক্টিছ কৰাৰ পিছতে সি দেউতাকক একেদৰেই দুইগুণ— ওঁহো নহয়, একেবাৰে তিনি-চাৰিগুণ মাটি কিনি দিব পাৰিব।

মাৰ্বল শব্দটোৱে পুনৰ তাজমহললৈ মনত পেলাই দিয়াত ভৱতাৰণৰ আন এক ধৰণৰ কল্পনাবিলাস আৰম্ভ হৈ গ'ল, আন এক ফেণ্টাছীৰ ৰাজ্যত সি উটি-ভাহি ফুৰিবলৈ ধৰিলে। সি এইবাৰ এজনী মমতাজৰ মানস ছবি মনত আঁকি লৈ সেই সপোনত বিভোৰ হৈ ৰ'ল। কেতিয়া লগ পাব তাৰ এই মানসীক? কটন কলেজত? হয়, কটন কলেজত, কাৰণ এই কটনেই হোনো সেই কলেজলৈ পঢ়িবলৈ অহা প্ৰতিজন ডেকাকে সম্ভাব্য প্ৰিয়াৰ ৰঙীণ ছবিয়ে মছগুল কৰি ৰাখে (এনে এষাৰ কথা সি কোনোবা এজন বিখ্যাত সাহিত্যিকে স্মৃতি ৰোমন্থন কৰি লিখা ৰচনা এখনত পঢ়িবলৈ পাইছিল)। এৰা, সিয়ো কটনতে তাৰ মানসীক, তাৰ মমতাজৰ সন্ধান পাব। তাৰ দৰে মেধাৱী ল'ৰা এটাৰ লগত নিশ্চয় বহুত ছোৱালীয়েই উপযাচিকা হৈ চিনাকি হৈ ল'ব। আৰু সি তো কেৱল মেধাৱীয়েই নহয়, চেহেৰা-স্বাস্থ্যও তো ভাল, হ'প পাৰে সি খেতিয়কৰ ল'ৰা, কিন্তু গাঁৱৰ সতেজ হাৱা-পানী-খাদ্যই তাক সুস্বাস্থ্যৰ অধিকাৰী কৰিছে। মুখৰ গঢ়-পিতো তাৰ ভাল, মাকৰ দৰেই সুগঢ়ী হৈছে বুলি মানুহে জানো কোৱা-কুই নকৰে? অৱশ্যে চহৰৰ সাজি-কাচি থকা তিৰোতাৰ আগত তাৰ লেভেৰী, ক্লান্ত আৰু মলিন চেহেৰাৰ মাকক হয়তো বান্দৰীৰ দৰেই লাগিব— মাকৰ কথা সেইদৰে ভাবিবলৈ গৈ ভৱতাৰণৰ মনত বিদ্যুৎস্পৃষ্টৰ দৰে এই কথাটো খেলাই গ'ল যে চেহেৰা-পাতি যিয়েই নহওক, কাপোৰ-কানিয়েহে মানুহক আচল ব্যক্তিত্ব প্ৰদান কৰে, আকৰ্ষণীয় কৰে। গতিকে এইবাৰ ভৱতাৰণে আন এক কল্পনাৰ ৰাজ্যত ডুব মাৰিলে। পিতাকে মাটি বেচি তাক অন্যান্য খৰচৰ লগতে কাপোৰৰ খৰচো দিছে— সেই কাপোৰৰ বাবে কিমান টকা ধাৰ্য কৰিছে সেই

হিচাপেলৈ নগৈ সি দূৰদৰ্শনত জিলিকি উঠা সুদৰ্শন চেহেৰাৰ ডেকাবোৰৰ ছবিবোৰ মনৰ চকুৰ আগলৈ টানি আনিব ধৰিলে। সিহঁতৰ গাঁৱতো আজিকালি দূৰদৰ্শন চলিছে, হেমকান্ত মাষ্টৰ, প্ৰবীণ দোকানীকে ধৰি দুই-এঘৰে সেইটো কিনা, চাৰি-পাঁচ বছৰেই হ'লহি। গতিকে গাঁৱৰ আন ল'ৰা-ছোৱালীৰ দৰেই ভবতাৰণেও মাজে-সময়ে সেইসকলৰ ঘৰলৈ গৈ সেই পৰমাশ্চৰ্য বাকচটোৰ আগত বহেগৈ আৰু অইন অনুষ্ঠানৰ লগতে বিবিধ বিজ্ঞাপনো মুগ্ধ হৈ চায়। এতিয়া তাৰ পৰা গেভিয়াৰা, ডিগজাম, বোম্বে, ডায়িং, গোৱালিয়ৰ আদিৰ পোছাকেৰে সু-সজ্জিত হৈ সুদৰ্শন ডেকাবোৰে ফেছন পেৰেডবোৰৰ মডেলৰ দৰে ভবতাৰণৰ চকুৰ আগত নিজকে যেন প্ৰদৰ্শন কৰিবলৈ ধৰিলে। তাৰ পিছত এসময়ত কল্পনা ৰাজ্যত ডুবি ভবতাৰণ নিজেও সেই সুবেশ সুপুৰুষবোৰৰ এজন হৈ পৰিল। কেৱল সেয়েই নহয়, তেনেকৈ বিজ্ঞাপনতে ওলোৱা তৰুণী সুন্দৰী মডেলো সহাস্য মুখেৰে আহি যেন ভবতাৰণৰ সন্মুখত থিয় হ'লহি আৰু এখন হাত দাঙি অপৰূপ ভঙ্গিমাৰে কৈ উঠিল— হাই ভবতাৰণ।

হাই ভবতাৰণ! কি যে দুটা পৰস্পৰবিৰোধী শব্দ! এটা হ'ল ইংৰাজী আমদানি চাল-চলনৰ পৰাকাষ্ঠা আৰু আনটো হ'ল গোকাট গাঁৱলীয়া নামৰে এক নিদৰ্শন। ভবতাৰণ! জীৱনত প্ৰথমবাৰৰ বাবে ভবতাৰণৰ পৈতৃক নামটোৰ ওপৰত বিতৃষ্ণা উপজিল— ওঁহো, এই নামটো থাকিলে তাক কটনৰ কোনো সুন্দৰীয়ে পাত্তা নিদিয়ে, নামবোৰ হ'ব লাগিব এনেকুৱা... ভবতাৰণে ভাবিবলৈ ধৰিলে কেনে নাম বাৰু ছোৱালীবোৰৰ পছন্দ? সমীৰ? প্ৰাঞ্জল? ধ্ৰুবজ্যোতি? সঞ্জয়? ইন্দ্ৰজিৎ নে ইন্দ্ৰনীল? ঋতুৰাজ? সৌমিত্ৰ? অজয়? সঞ্জীৱ?... এঃ, ভাবিবলৈ গ'লে অজস্ৰ নামেই মনলৈ আহি যাব, তাৰে কিবা এটা ল'লেই হ'ব, ছোৱালীৰ বাবে কোনটো আটাইতকৈ মনোৰঞ্জক হ'ব পাৰে সেইটো ভাবি-চিন্তি ঠিক কৰি বাছি ল'লেই হ'ব। কিন্তু কলেজত নাম লিখোৱাৰ আগতেই তো সেইটো কৰি ল'ব লাগিব। কিন্তু গাঁৱত থকা ভবতাৰণৰ বাবে কটনলৈ নাম লগাবলৈ আহি তাৰ আগতে এফিডেভিট দি সঞ্জীৱ বা প্ৰাণজিৎ হৈ লোৱাটো অসম্ভৱতকৈও অসম্ভৱ হৈ পৰিছিল। গতিকে সি ভবতাৰণেই হৈ থাকিবলগা হ'ল আৰু তাৰ ফেন্টাছীৰ জগতখনত সি প্ৰথমটো পিছল খালে। অৱশ্যে তাৰ মাজতো সি এই সান্ত্বনাটো ল'লে যে ক্লাছত ল'ৰা-ছোৱালীবোৰে তাক 'ভব' বুলি মাতিলেও সেই নামটো গাঁৱত সকলোৱে মতা 'ভবা'তকৈ কিমান সুসংস্কৃত, কিমান সুমধুৰ! ভবা, এ ভবা, ইমানকে যি মাতিছো, শুনা নাই?... উস্, কি গাঁৱলীয়া, কি হাস্যকৰ!

তাৰপিছত ভব নামটো তাৰ কাণত শ্ৰুতিমধুৰ লগা হ'ল যেতিয়া একেলগে একে ছেক্‌শ্যনতে পঢ়া ইন্দ্ৰাণী চলিহাই তাক কোমল, মিঠা আৰু সুৰীয়া মাতেৰে সেই নামেৰেই মাতিবলৈ ধৰিলে। বেছ চোকা ছোৱালী ইন্দ্ৰাণী, বৰ ভাল লাগে তেনে ছোৱালীৰ লগত পঢ়া আলোচনা কৰি আৰু সকলোতকৈ মধুৰ লাগিল তাইক নিজৰ হৃদয়ৰ লগতে সি কৰা সকলো ভাল ভাল নোটো দান কৰি। কিন্তু সকলোতকৈ তো মধুৰ সেই ইন্দ্ৰাণীৰ লগত কল্পনাতে প্ৰেমৰ স্বৰ্গৰাজ্যত উটি-ভাহি ফুৰিবলৈ— আকৌ তাৰ চকুৰ আগত উপস্থিত হ'লহি টিভি বাকচৰ কপোৰৰ বিজ্ঞাপনৰ সুদৰ্শন মডেলবোৰ আৰু ফেছন পেৰেডৰ ৰঙীণ পখিলাৰ দৰে ছোৱালীবোৰ। তাৰপিছত সি আৰু ইন্দ্ৰাণী যেন তেনে দুজন পুৰুষ আৰু নাৰী মডেলত ভূতে মানুহৰ দেহত প্ৰৱেশ কৰাৰ দৰে প্ৰৱেশ কৰি এক আৰু অভিন্ন হৈ পৰিল।

তাৰপিছত ফাইনেলৰ ফলাফল ওলালত দেখা গ'ল— ইন্দ্ৰাণী প্ৰথম হৈছে আৰু ভবতাৰণ দ্বিতীয় হৈছে। সকলোৱে কোৱা-কুই কৰিবলৈ ধৰিলে যে ভবৰ উৎকৃষ্ট নোট আৰু প্ৰেক্টিকেলত অতি ভাল নম্বৰবোৰ পোৱাত ইন্দ্ৰাণীয়ে তাক ডেই ওপৰলৈ উঠি গ'ল। 'হেৰা ভব, ছাৰহঁতে ইন্দ্ৰাণীৰ দৰে সুন্দৰী আৰু অপেশ্বৰীৰ দৰে ছলা-কলা জনা ছোৱালীজনীক বেছি নম্বৰ নিদি তোমাৰ দৰে গাঁৱলীয়া ভূত এটাক দিবনে?'

ভবতাৰণ আকৌ এবাৰ তাৰ ফেন্টাছীৰ জগতখনৰ পৰা পিছল খালে, কিন্তু এইবাৰ সি আগৰবাৰতকৈ জোৰেৰে ধুপুচকৈ পৰিল আৰু তাৰ কলিজাৰ এডোখৰ যেন ছিগি আহিল— উস্ ইন্দ্ৰাণী...

ইন্দ্ৰাণীক লৈ ভবতাৰণৰ কিছুদিন বিলাপ কৰোঁতেই গ'ল, তাৰপিছত চকুৰ আঁতৰ হ'লে মনৰো আঁতৰ হোৱা কথাষাৰ সত্য বুলি প্ৰমাণ কৰি ইঞ্জিনীয়াৰিং পঢ়িবলৈ যোৱা ইন্দ্ৰাণী ডাক্তৰী পঢ়িবলৈ যোৱা ভবতাৰণৰ হৃদয় আৰু মনৰ পৰা আঁতৰি গৈছিল।

তাৰপিছত এদিন ভবতাৰণে ডাক্তৰী পাছ কৰিও ওলাইছিল, কিন্তু সি আশা কৰামতে প্ৰথম স্থান অধিকাৰ কৰিব নোৱাৰিলে, সেই স্থান অধিকাৰ কৰিলে অধ্যক্ষৰ পুত্ৰই। তথাপিও ভবতাৰণৰ ফলাফল ভালেই হৈছিল। তাৰপিছত আৰম্ভ হ'ল চাকৰি বিচৰা পৰ্ব। সেইক্ষেত্ৰতো তাৰ স্বপ্নৰ প্ৰাসাদটো হুৰমূৰকৈ ভাগি পৰিল— লগতে

ভাগি পৰিবলৈ বাধ্য হ'ল আন এক স্বপ্নৰো প্ৰাসাদ, তাৰ মাৰ্বলৰ তাজমহল। তাতকৈ বহুতো বেয়া ফলাফল কৰা কেইজনমান ল'ৰা-ছোৱালীয়ে ভাল ঠাইত নিযুক্তি পালে টকা আৰু ৰাজ্যৰ শক্তিমন্ত গোষ্ঠীৰ লগত থকা সম্পৰ্কৰ ফলত। ভবতাৰণেও চাকৰিটো পাবৰ বাবে কিছু টকা ভৰিবলগা হ'ল, কিন্তু পৰ্যাপ্ত পৰিমাণে ভৰিব নোৱাৰাত অতি পিছপৰা স্বাস্থ্যকেন্দ্ৰ এটাতহে সি নিযুক্তি পালে। আকৌ সি তাৰ স্বপ্নৰাজ্যৰ পৰা ধুপুচকৈ পৰিল, এইবাৰ প্ৰায় আক্ষৰিক অৰ্থতে পৰিল। অত বছৰে গুৱাহাটীত জীৱন কটোৱা ল'ৰাটো একেবাৰে গোকাট গাঁও এখনতে পৰিবলগা হ'ল। অৱশ্যে গোকাট গাঁৱৰেই ল'ৰা আছিল ভবতাৰণ। গুৱাহাটীত সাত বছৰমানহে থকা হৈছিল— এতিয়াও তাৰ গাত গাঁৱৰ বোকা, ধূলি-বালি লাগিয়েই আছে। কথাটো মনত পৰাৰ লগে লগে ভবতাৰণৰ মনলৈ বাইবেলৰ এষাৰ কথা আহি গ'ল— Dust than art, to dust returnest, তাৰপিছত দুখৰ ভাব নেওচি তাৰ মুখত আমোদৰ হাঁহি এটাও খেলি গৈছিল— কি প্ৰসঙ্গৰ কথা যে ক'লৈ টানি আনিলে সি। পিছে মনত তাৰ পুনৰ দুখবোধটো জাগিল। গাঁৱৰ পৰা মেধাবী ল'ৰাই এবাৰ চহৰলৈ ওলাই আহিলে সাধাৰণতে আৰু গাঁৱলৈ উভতি যাবলগীয়া নহয়, তাতেই প্ৰতিষ্ঠিত হৈ যায়। অৱশ্যে সেয়া বোধহয় আগৰ দিনৰ কথাহে আছিল, তেতিয়া বোধহয় টকাৰ জোৰতকৈ মেধাৰ জোৰ বেছি আছিল।

তেতিয়াৰ দিনৰ লগত আজিৰ দিনৰ আৰু এটা কথাৰো বোধহয় পাৰ্থক্য ঘটিছে, নহ'লে তাৰ দৰে সৎ, বুদ্ধিমান আৰু মোটামুটি ভাল চাকৰি কৰা ল'ৰা এটাই অণিমাতকৈ আৰু অলপ বেছি দেখনিয়াৰ, আৰু অলপ বেছি বুদ্ধিমতী ছোৱালী এজনী পত্নী হিচাপে কিয় লাভ কৰিব নোৱাৰিলে? আগৰ দিনত হেনো বাপেক-মাকে সৎ আৰু মেধাবী ল'ৰা চাইহে ছোৱালী বিয়া দিছিল, কিন্তু এতিয়া ল'ৰাৰ সেই গুণবোৰ দ্বিতীয় স্থানলৈ নামি গৈছে, তাৰ ঠাইত আজি প্ৰথম স্থান অধিকাৰ কৰিছে পইচা থকা ল'ৰাৰ পইচাৰ গুণে। এষাৰ যে কথা আছে— এায়ে চায় মুখলৈ, তিৰীয়ে চায় হাতলৈ; এতিয়া বোধহয় তাৰ লগত এইষাৰ কথাও যোগ কৰি দিব পাৰি যে সেই তিৰীৰ বাপেক-মাকেও মুখলৈ তথা মেধা আৰু চৰিত্ৰলৈ নেচাই হাতলৈকে চায়। বিয়া কৰোৱাৰ দিন ধৰিয়ে ভবতাৰণৰ এই খেদৰ কাৰণ অণিমা হৈ আহিছে। তাৰ ফেণ্টাছীৰ জগতখনৰ মমতাজ বা মাৰ্বলৰ তাজমহলৰ স্পপ্নৰ দৰেই অলীক, কিন্তু তাৰ দৰে ল'ৰাজনে অন্ততঃ অণিমাতকৈও আৰু অলপ শ্ৰেষ্ঠ ছোৱালী এজনী পাব নালাগিছিলনে? অণিমাই সাজি-কাচি থাকিও তাৰ গেন্ধেলী মাকৰ দৰে সুন্দৰী হ'ব নোৱাৰে। অৱশ্যে মাকৰ দৰেই সৰল আৰু ভাল মনৰ ছোৱালী অণিমা, ঘৰৰ কাম-কাজতো ভাল, গতিকে বিবাহিত জীৱনত সি সাধাৰণ সুখৰ পৰা বঞ্চিত হ'লগা হোৱা নাছিল। কিন্তু প্ৰেমিকাক পত্নী কৰি পোৱাৰ (হায় ছলনাময়ী ইন্দ্ৰাণী।) স্বপ্ন ধূলিসাৎ হ'লেও পত্নীৰ মাজত ৰোমাণ্টিক প্ৰেমিকাৰ সামান্য কিবা পোৱাৰ যিকণ শেষ আশা, যি ফেণ্টাছী লৈ ভবতাৰণে বিয়াত বহিছিল— অণিমাই তাৰ মূৰত একেবাৰে চেঁচাপানী ঢালিলে। অণিমাৰ লগত প্ৰেমৰ বাক্যালাপ চলাবলৈ গৈ ভবতাৰণৰ অৱস্থা লক্ষ্মীনাথ বেজবৰুৱাৰ জগৰা মণ্ডলৰ দৰেই হ'ল।

ভবতাৰণৰ সকলো স্বপ্নভঙ্গৰ দুখ তথাপিও সহনীয় হ'লেহেঁতেন, যদিহে দেউতাকে তাক পঢ়ুৱাবলৈ বেচা মাটিখিনিকে অন্ততঃ মোকোলাব পাৰিলেহেঁতেন (দুইগুণ, তিনিগুণ কৰা আন এক ফেণ্টাছীৰ কথা তো বাদেই)। পিছে মাটি মোকোলোৱা দূৰৰে কথা, তাৰ চাকৰিটোৰ সময়ত সেই অৱশিষ্ট মাটিৰো এডোখৰ গৰাখহনীয়াহে হ'ল। কাৰণ চৰকাৰী চাকৰিটো পাবলৈ সি সংশ্লিষ্ট কৰ্তৃপক্ষক যি কেইহাজাৰমান টকা দিব লগা হ'ল সেই টকা মাটি বেচিয়ে সংগ্ৰহ কৰিবলগা হৈছিল। অৱশ্যে এইবাৰো আশাবাদী দেউতাকেহে ফেণ্টাছীৰ জগতত ডুবি হাঁহিমুখে আকৌ আন এডোখৰ মাটি বেচি পুতেকৰ চাকৰি কিনিলে। 'আজিৰ দিনত ডাক্তৰৰ কিমান টকা আমাৰ আদিত্যকে দেখিছোঁ নহয়, দুদিন পিছতে ভবৰো টকাৰ গছ হ'ব— জোঁকাৰি দিলেই সেই টকা সৰিব— হেঃ হেঃ হেঃ—'

ইতিমধ্যে সেই ফেণ্টাছীৰ জগতখনৰ পৰা সম্পূৰ্ণ পতন ঘটা ভবতাৰণে একপ্ৰকাৰ চিঞৰি কৈ উঠিছিল— 'হয়, টকাৰ গছ জোঁকাৰিম, তুমি তাৰ পৰা সৰা টকাৰে যিমান পাৰা মাটি কিনিবা, সেই মাটিত সেই টকাবোৰ ৰবা, তাৰে আৰু টকাৰ গছ গজিব, বহুত গছ গজিব, হাজাৰ হাজাৰ, লাখ লাখ, কোটি কোটি— আৰু মাটি কিনিবা, আৰু মাটি...' খঙেৰে কথাখিনি কোৱা ভবতাৰণৰ প্ৰায় চকুলো ওলাইছিল, কিন্তু সেই চকুলোৰ প্ৰতিটো টোপাল আছিল সি খং কৰা তাৰ দেউতাকৰ বাবেহে, যি দেউতাকে এতিয়া এই অসময়ত, জীৱনৰ বিয়লি বেলাত তাৰ দৰেই ফেণ্টাছীৰ জগত এখনত সোমাই পৰিছে।

(স্মৰণিকা : কালীবাৰী সুবৰ্ণ জয়ন্তী দুৰ্গোৎসৱ সমিতি, বেইচ কেম্প, ১৯৯৮)

# চাৰি যুগৰ অত্যাচাৰিতা

মোৰ জীৱনত দুখবোৰৰ কাৰণ ঘটিছিল তিৰোতাবোৰৰ বাবে — অৰ্থাৎ নাৰী জাতিৰ কাৰণে। ভাবিবলৈ গ'লে এইটো কিন্তু আচৰিত কথা, কাৰণ মইতো নিজেও তিৰোতা, মোৰতো দুখৰ কাৰণ পুৰুষহে হোৱা উচিত আছিল— অৱশ্যে এই কথাও তো কোৱা হয় যে নাৰীয়ে নাৰীৰ প্ৰধান শত্ৰু। হয়, হয়, নাৰীয়ে নাৰীৰ প্ৰধান শত্ৰু, কিন্তু নাৰীৰ দেখোন প্ৰধান আন্দোলনবোৰ পুৰুষৰ বিৰুদ্ধেহে হয়, পুৰুষ-প্ৰধান সমাজ, পৰুষৰ অত্যাচাৰ, পুৰুষে নাৰীৰ কণ্ঠ চেপি ধৰা অৰ্থাৎ বাক্ স্বাধীনতাও হৰণ কৰা বাবে যুগ যুগ ধৰি নীৰৱ চকুপানী বৰ্ষণ কৰি অহা দুখিনী নাৰী— ইত্যাদি ইত্যাদি। পিছে দুখিনী নাৰীৰ বৰ্ণনা হাজাৰ ধৰণে দিব পাৰি। আচলতেই নাৰীৰ দুখৰ সীমা-পৰিসীমা নাই— তেওঁ অত্যাচাৰিতা হয় সকলো ফালৰ পৰাই, সকলোৰে দ্বাৰাই, পুৰুষৰ দ্বাৰাও মহিলাৰ দ্বাৰাও।

এনেদৰে ভাবিলে কিন্তু মোৰ দুখৰ পৰিমাণ অলপ কমা যেনো লাগে, কাৰণ আচৰিত ধৰণে জীৱনত মই পুৰুষৰ পৰা কোনো অত্যাচাৰ-অবিচাৰ পোৱা নাই। মই এতিয়ালৈকে কটাই অহা জীৱনৰ সময়বোৰ চাৰিটা ভাগত ভাগ কৰিছোঁ— শিশুকাল, যৌৱনকাল, প্ৰৌঢ়ত্বৰ কাল আৰু বাৰ্ধক্যৰ কাল। এই চাৰিটা কালৰ হিচাপ কৰিলে মনলৈ আৰু দুটা চাৰি সংখ্যাযুক্ত সময়ৰ কথা (অঁ, সময়ৰ বুলিলে ক'ব পাৰি), অৱধাৰিতভাৱে মনলৈ আহি যায়— সেয়া হ'ল ইংৰাজী ঋতু আৰু বিশাল, ব্যাপকভাৱে বিস্তৃত যি ভাৰতীয় যুগ— সেই যুগৰ সময়ৰ কথা (অঁ, সময়ৰ বুলিলে ক'ব পাৰি), অৱধাৰিতভাৱে মনলৈ আহি যায়— সেয়া হ'ল ইংৰাজী ঋতুৰ আৰু বিশাল, ব্যাপকভাৱে বিস্তৃত যি ভাৰতীয় যুগ— সেই সময়ৰ কথা। ইংৰাজী ঋতুৰ কথা মনলৈ আহে চাৰি সংখ্যাটোৰ বাবেই — Spring, Summer, Autumn, Winter, নহ'লে মই আজিৰ ইংৰাজী শিক্ষাৰে শিক্ষিত ল'ৰা-ছোৱালী নহওঁ যে নিজৰ ৰাজ্যৰ দিন, বাৰ, তাৰিখ, বছৰ, ঋতু অসমীয়াৰে বৰ্ণাবলৈ নগৈ ইংৰাজীৰেহে বৰ্ণাবলৈ যাম। অসমীয়াত ঋতু ছটা, সেয়েহে চাৰি সংখ্যাৰ প্ৰাসংগিকতাই মোক ইংৰাজী চাৰি ঋতুৰ কথা বাধ্য হৈ মনত পৰিব লগা কৰিলে। আকৌ কালক ভাগ কৰা চাৰিটা বিশাল যুগক আজিকালি মনৰ পৰা বাহিৰ কৰিব নোৱৰা কৰিলে কোন দূৰ অতীতত শুনা এটা গানৰ কলিয়ে। আমাৰ কৈশোৰ কালত আমি ডিব্ৰুগড় চহৰৰ বঙালী অধ্যুষিত অঞ্চল শান্তিপুৰৰ ভাড়াঘৰ এটাত কিছুকাল কটাবলগীয়া হৈছিলোঁ, আমাৰ গাতে লগা ঘোষ পৰিয়ালৰ জীয়েক মমতাক শিকাবলৈ গানৰ মাষ্টৰ আহিছিল, তেতিয়া তাইক শিকোৱা সকলো গানেই মই শিকি পেলাইছিলোঁ, তাৰ ভিতৰৰে এটা আছিল এই চাৰিটা বিশাল যুগৰ কথা থকা বিশেষ গানটো।

মই অৱশ্যে মমতাক শিকোৱা গানবোৰৰ সকলোবোৰ পাহৰি যোৱা বা পাহৰি যাবলৈ বাধ্য হোৱাৰ দৰে এইটোও মনৰ পৰা মচি পেলাবলৈ বাধ্য হৈছিলোঁ— কিন্তু আজি কত যুগৰ পিছত (অঁ, মই কিন্তু যুগ বোলোঁতে এতিয়া কম সময়ৰ হিচাপৰ সাধাৰণ যুগৰ কথাহে কৈছোঁ), এৰা, আজি যে কত যুগৰ পিছত মোৰ সেই বিশাল যুগৰ কথা থকা গানটোৰ কথা মনলৈ আহি থকা হৈছে। গানটোৰ আৰম্ভণি হ'ল— শচীমাতা গো, চাৰযুগে হইলাম আমি জনম দুখিনী....। সত্য যুগৰ পৰা কলি যুগলৈ যুগে যুগে জনম দুখিনী হোৱা নাৰীসকলে অৰ্থাৎ সীতা, ৰাধা আদিৰ দুখ বৰ্ণোৱা গানটো মনলৈ আহিলেই মোৰ জীৱনৰ লগত কিন্তু তাৰ মৌলিক মিল নাই, এইসকল নাৰীৰ দৰে মই পুৰুষৰ দ্বাৰা অৱহেলিতা বা অত্যাচাৰিতা হোৱা নাই, কিন্তু মই জীৱনটো চাৰিটা ভাগত ভাগ কৰিছোঁ বাবেই এই গানটো এতিয়া মনলৈ আহি থকা হৈছে— শচীমাতা গো, চাৰ যুগে হইলাম আমি জনম দুখিনী। এৰা, সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলিযুগৰ দুখিনী নাৰীসকলৰে ময়ো এজনী।

মোক দুখ দিয়া নাৰীসকলৰ ভিতৰত প্ৰথমগৰাকী হ'ল মোৰ মা, এৰা, একেবাৰে নিজৰ গৰ্ভধাৰিণী মা, সতীয়া মা নহয়। জানো, মোৰ কাহিনীৰ শ্ৰোতাসকলে অত্যাচাৰিতা মাক বুলি কওঁতে লগে লগে মাহীমাকৰ কথাই মনলৈ আনি পেলাইছে, কিন্তু সদায় মাহীমাকসকলেই নিষ্ঠুৰ নহয়, আব্ৰাহাম লিংকনৰ সতীয়া মাক তো তেওঁৰ বাবে স্বৰ্গৰ দয়াৱতী দেৱীতুল্যই আছিল, আকৌ নিজৰ মাক হৈয়ো কিমান নিমৰমিয়াল হ'ব পাৰে তাৰ উদাহৰণ মোৰ মা আৰু মোৰ বন্ধু নিৰ্মলাৰ মাক।

মোৰ মাৰ অত্যাচাৰৰ কথা ক'বলৈ গৈ এই গানৰ কথাৰেই আৰম্ভ কৰোঁ। মোৰ মাৰ গানৰ বিৰুদ্ধে যে মনত

কিমানসোপা বিষ পুঞ্জীভূত হৈ আছিল সেই কথা ধাৰণা কৰিব পাৰিছিলোঁ দেউতাক শান্তিপুৰ এৰি অইন ঠাইত ঘৰ ভাড়া ল'বলৈ বাধ্য কৰা কথাটোত। অথচ শান্তিপুৰৰ ঘৰটো তাৰ নানা সুবিধাৰ তুলনাত কিমান যে সস্তাৰ আছিল, তাতে আমাৰ দেউতা ডাঙৰ চাকৰিয়ালো নাছিল, আমি চাৰিজনী ছোৱালী আৰু এটা ল'ৰা ভৰণ-পোষণৰ বোজাকে আদি কৰি তেওঁৰ যে কত সাংসাৰিক দায়-দায়িত্ব আছিল। ইফালে আজিৰ দৰে মৈণীয়েকবোৰেও চাকৰি কৰাটো তেতিয়াৰ দিনৰ স্বাভাবিক ঘটনা নাছিল যে মোৰ মাৰ চাকৰিৰ উপাৰ্জনেৰে দেউতাৰ সংসাৰ পৰিচালনাৰ কিছু সকাহ হ'ব। অৱশ্যে মাৰ সপক্ষে এটা কথা ক'বই লাগিব— তেওঁ আছিল অতিকে সু-গৃহিণী, কাম কৰা মানুহ-দুনুহ নাৰাখি সকলো কাম নিজেই কৰিছিল, পিছত আমি ছোৱালীবোৰ ডাঙৰ হোৱাতহে তেওঁক ঘৰুৱা কামত সহায় কৰিছিলোঁ, নহ'লে তেওঁ ভাত ৰন্ধাৰ পৰা কুঁৱাৰ পানী তুলি কাপোৰ ধোৱা, বাচন ধোৱা সকলো কামকে নিজে কৰিছিল। দেউতাই কুৱাৰ কিছু পানী তুলি দিছিল সঁচা, কিন্তু ঘৰৰ বজাৰ-সমাৰ কৰি অফিচলৈ যাব লগা হোৱা মানুহটোৱে আন ঘৰুৱা কামলৈ বেছিসময় উলিয়াব নোৱাৰিছিল। তদুপৰি এটা কথা আচৰিত হৈ লক্ষ্য কৰিছিলোঁ যে মায়ে দেউতাকৰ প্ৰতি অতি প্ৰশ্ৰয়ৰ ভাব পোষণ কৰি চলিছিল যি প্ৰশ্ৰয়ৰ এশ ভাগৰ এভাগৰো আমি মুখ দেখা নাছিলোঁ, এনেকি আমাৰ একমাত্ৰ ভাইটিটো তথা মা-দেউতাৰ একমাত্ৰ ল'ৰা সন্তানটোৰ প্ৰতিও মাই দেউতাৰ প্ৰতি দেখুওৱা সদয় ভাব দেখুওৱা নাছিল। এইটো কথাত মোৰ খুব আচৰিত লাগিছিল, আজিকালি তেনে 'মেড্ ফৰ্ ইচ্ আদাৰ্' যেন লগা স্বামী-স্ত্ৰীৰো মনোমালিন্য, এনেকি বিবাহ-বিচ্ছেদ পৰ্যন্ত হোৱা দেখোঁ। মাৰ এই আশ্চৰ্যজনক যেন লগা কথাটোৰ এতিয়া কিন্তু মই উত্তৰ পাওঁ,— অন্ততঃ পাইছোঁ যেন লাগে, বয়স আৰু এই সংসাৰত পোৱা নানা অভিজ্ঞতাই মোক এই উত্তৰটো পোৱাই দিছে। পৃথিবীত মানুহৰ সম্পৰ্কবোৰ ঘাইকৈ স্বাৰ্থৰ— সেই স্বাৰ্থচিন্তা প্ৰত্যেকেই কৰে, কোনোবাই সচেতনভাৱে আৰু কোনোবাই অচেতনভাৱে। এই স্বাৰ্থ হ'ল নিজকে জীয়াই ৰখাৰ স্বাৰ্থ, যাৰ ভেটি হ'ল ঘাইকৈ অৰ্থনৈতিক। মোৰ মাই অচেতনভাৱে হ'লেও গম পাইছিল যে তেওঁ জীয়াই থকাৰ মূলতে আছে মোৰ দেউতা। নিজে চাকৰি নকৰে বাবে এপইচা নাৰ্জে বা আৰ্জিব নোৱাৰে (ৰাতিপুৱাৰে পৰা ৰাতিলৈকে সংসাৰৰ যে গেৰাৰি খাটি থাকে সেইটোতো আমাৰ সমাজৰ অলিখিত আইন অনুযায়ী অৰ্থকৰী কাম নহয়, গতিকে শান্তিপুৰ অঞ্চলত থাকোঁতে বঙালী মানুহৰ পৰা শিকা নানা প্ৰবচনৰ এটাকে খটুৱাই তাক মই কওঁ 'ভূতেৰ গেৰাৰী খাটা বুলি')। সেয়ে নিজৰ পোহপালৰ বাবে দেউতাৰ চৰণতে যে নিজকে সঁপি দিব লাগে মোৰ মাই যেন সেই কথা জীৱনৰ আন এক অলিখিত নিয়মতে জানিছিল। কিন্তু আজিৰ ছোৱালী শিক্ষিতা, স্বাধীন আৰু স্বাৱলম্বী, গতিকে গিৰীয়েকহঁতক কিয় তেল দি থাকিব? বেয়া পাইছে এৰি থৈ গৈছে— তুমি মোৰ অন্নদাতা, আশ্ৰয়দাতা একো হ'ব নালাগে— এনে ধৰণৰ মনোভাবেৰে।

হয়, মই বৰ চিনিকৰ দৰে ভাবিছোঁ— কিন্তু কি কৰিম, সমগ্ৰ জীৱনৰ অভিজ্ঞতাই যে মোক এনেকৈ চিনিক কৰি পেলালে।

মই বোধহয় মাৰ সকলোতকৈয়ো চকুৰ্ কুটা দাঁতৰ শূল আছিলোঁ, তাৰ প্ৰধান কাৰণ মই দুটা বুলি ভাবোঁ। আমি চাৰিজনী বাই-ভনীৰ ভিতৰত ময়ে কম দেখনিয়াৰ আছিলোঁ আৰু মোৰেই কিয় জানো গানৰ প্ৰতি ৰাপ থকাই নহয়, সেই বিষয়ে জন্মগত প্ৰতিভাও আছিল। গতিকে শান্তিপুৰত থাকোঁতে মমতাক গানৰ মাষ্টৰে শিকোৱা গানবোৰ ওচৰৰ ঘৰত থাকি মই মমতাতকৈয়ো আগতে শিকি'পেলাইছিলোঁ আৰু মমতাৰ মুখত সেই কথা শুনি তাইৰ মাষ্টৰে বোলে আপ্লুত হৈ মই 'একলব্য'ক (একলব্য নামটো হেনো তেৱেঁ মোৰ গাত প্ৰয়োগ কৰিছিল) লগ পাব বিচাৰিছিল। সেই কথা গম পাই মা অগ্নিশৰ্মা হৈ উঠিছিল, তেওঁলোকৰ পৰিয়ালত বোলে কোনোবা ছোৱালীয়ে গানৰ মাষ্টৰৰ লগত পলাই গৈ জীৱনটো ধ্বংস কৰি পেলাইছিল— সেয়ে গান শুনিলেই হেনো সদায় তেওঁৰ কাণত অমৃত সুধাৰ সলনি গৰল ঢলা যেন লাগে। মাৰ সিদিনা বদ্ধমূল ধাৰণা হৈ গ'ল যে মমতাৰ গানৰ মাষ্টৰৰ লগত মই পলাই যাম আৰু তাৰ পিছত মোৰ দৰে অল্পশিক্ষিতা (মই তেতিয়া বি এ ক্লাছত নাম লগাইছিলোঁহে মাত্ৰ) আৰু দেখিবলৈ বেয়া ছোৱালীজনীৰ সেই মানুহটোৱে কুঁহিয়াৰৰ দৰে দেহ-মনৰ সমস্ত ৰস চেপি খাই শেষত জাবৰৰ দৰে মোক পেলাই থৈ যাব।

তাৰ পিছতে দেউতাই শান্তিপুৰৰ ঘৰ এৰি দিবলৈ বাধ্য হৈছিল।

গানৰ কথাটো এটাহে উদাহৰণ— তেন্তে অজস্ৰ উদাহৰণ আছে যাৰ দ্বাৰা মাই আমাক কেনেধৰণে অত্যাচাৰ কৰিছিল তাক বুজাব পাৰি। আমাৰ বোধহয় প্ৰধান অপৰাধ আছিল দুটা ঃ আমি দেখিবলৈ ধুনীয়া নোহোৱাটো আৰু ছোৱালী হোৱাটো। সামান্য কথাতে আমাক তেওঁ গালি পাৰিছিল আৰু ঘৰুৱা কামত সামান্য ত্ৰুটি হ'লেও কৈছিল যে আমাৰতো বিয়া হোৱাৰ আশা নায়েই, হ'লেও শাহুৱে পিছদিনাই ঘৰত ঘূৰাই থৈ যাব। অকৰ্মণ্য অপদাৰ্থ ছোৱালী বুলি। (আমাৰ যেন একোজনী শাহুৰ লগতহে বিয়া হ'ব!)

পিছে আমাৰ আটাইকেইজনীৰে বিয়া হৈছিল, কিন্তু মাৰ অভিশাপ নে ভৱিষ্যদ্বাণী কি নাজানো— তাক সফল কৰি মোৰ শাহু আয়ে মোক সঁচাকৈয়ে হয়তো ওভোতায়ে দি থৈ গ'লহেঁতেন— যদিহে স্বামীয়ে তেওঁৰ লগত সামান্যও সহযোগিতা কৰিলেহেঁতেন। আচৰিত ধৰণে স্বামী মোৰ ওপৰত সন্তুষ্ট হৈ থাকিছিল আৰু আচৰিত ধৰণে শাহু আই মোৰ ওপৰত অসন্তুষ্ট হৈ থাকিছিল। মই দেখাত ভাল নহয়, মোৰ দেউতা ধনী মানুহ নহয় আৰু সেইবাবে মোৰ লগত ভাল বস্তু দিয়া নাই— ইত্যাদি নানা অসন্তুষ্টিত মোৰ নম্ৰ, বাধ্য, শান্ত স্বভাৱ, মোৰ ঘৰুৱা কাম-কাজত পাৰদৰ্শিতা আদি সকলো গুণেই জাহ যাব লগা হৈছিল। তেওঁৰ অসহায়তাৰ বাবে মোৰ ওপৰত বোধহয় আৰু বেছি খং উঠি থাকিছিল— তেওঁৰ অসহায়তা হ'ল পুতেকৰ বাবে মোতকৈ ভাল কইনা পোৱাৰ অক্ষমতাৰ অসহায়তা! মোৰ স্বামীও সাধাৰণ চাকুৰিয়াল, গতিকে মোতকৈনো তেওঁক ভাল ছোৱালী কোনে দিবলৈ যাব? অথচ মোৰ শাহুৰ এই কথাত আছিল এক স্পৰ্শ কৰিব নোৱৰা উচ্চাকাংক্ষা। গতিকে আশাভংগৰ বেদনাৰ হোৰ মোৰ ওপৰতে তুলিছিল। এনেদৰেহে শচীমাতা, 'সত্য যুগ' আৰু 'দ্বাপৰ যুগ'ত মই দুখিনী নাৰী হৈ ৰ'লোঁ। এই যুগ দুটা যে মোৰ বাল্যকাল আৰু যৌৱনকালৰ প্ৰতীক তুমি নিশ্চয় বুজি পাইছা। এই দুখৰ মাজতো মোৰ স্বামীৰ পৰা পোৱা সুখেই নহয়, পুত্ৰৰ পৰা পোৱা সুখেও (অৱশ্যে সি বিয়া নকৰোৱালৈকে) জীৱনটো কিছুদুৰ ভৰাই তুলিছিল। মোৰ ভয় আছিল যে ময়ো মাৰ দৰে বহু কন্যা-প্ৰসৱিনী হ'ম, কিন্তু সেই ভয় অমূলক হৈ ৰ'ল, মোৰ এটাই মাত্ৰ সন্তান হ'ল আৰু সেইটো হ'ল ল'ৰা। মোৰ সন্তান জনমৰ পিছত জৰায়ুটো অস্ত্ৰোপচাৰ কৰি উলিয়াই দিব লগা হৈছিল। পিছে এটা মাত্ৰ সন্তান জন্মৰ বাবে শাহু আয়ে মোক অভিশাপ বৰ্ষণ কৰিয়ে থাকিল, কিন্তু এটা সন্তানৰ জননী হ'লেও মই এই ভাবিয়ে পৰম সুখী হৈছিলোঁ যে সন্তানটো যে ছোৱালী নহ'ল! ছোৱালী হৈ জন্ম লোৱাৰ দৰে দুৰ্ভাগ্য আৰু একো হ'ব নোৱাৰে, মই নিজৰ জীৱনেৰে এইটোৱেই পৰম সত্য শিকিলোঁ। আৰু ছোৱালী জন্ম হোৱা হ'লে— শাহু আয়ে মোৰ মূৰটো চোবাই নাখালেহেঁতেন্?

যি হওক, মোৰ শাহু জীয়াই থকালৈকে মোক বাজী আখ্যাই দি থাকিল। তেওঁৰ যেতিয়া বুঢ়া হৈ মৃত্যু হ'ল সেই সময়ত তেওঁৰ বাৰ্ধক্য ইমান দূৰলৈ আগবঢ়া আছিল যে ময়ো তেওঁৰ সেই যাত্ৰাত চামিল হৈছিলোঁ— অৰ্থাৎ ময়ো প্ৰায় বুঢ়ী হৈছিলোঁ। তেওঁ নাতিয়েকৰ বিয়াৰ পিছতে মোৰ প্ৰতি সদায় বজ্ৰকঠোৰ দৃষ্টি লৈ থকা চকু দুটা অৱশেষত চিৰদিনলৈ মুদিছিল। যদিও নিজ বোৱাৰীয়েক ন-কইনা হৈ অহাৰ সময়ত তাইৰ অসুন্দৰতাই তেওঁৰ চকু দুটাক তৃপ্তি দিব পৰা নাছিল, নাতি বোৱাৰীয়েকৰ সুন্দৰতাই কিন্তু সেই চকুক পৰম তৃপ্তি দিছিল। মোৰ বোৱাৰী সঁচায়ে সুন্দৰী, মোৰ শাহু সঁচায়ে ভাগ্যৱতী আৰু মই সঁচায়ে দুৰ্ভগীয়া তিৰোতা। কাৰণ সুন্দৰ মুখৰ নাতি বোৱাৰীজনী যি অসুন্দৰ মনৰ অধিকাৰী আছিল তাক চাই যোৱাৰ দুৰ্ভাগ্য মোৰ শাহুৰ নহ'ল। শাহু সাংঘাতিক, কিন্তু মোৰ বোৱাৰী হ'ল তেওঁতকৈও এখোপ চৰা— কোনো সন্দেহ নাই যে তেওঁ জীয়াই থকা হ'লে তেওঁৰ সুন্দৰ মন— অসুন্দৰ মুখৰ বোৱাৰীয়েকে তেওঁক তৃপ্তি দিবলৈ গোটেই বোৱাৰী কালটো সচেষ্ট হৈ থকাৰ বিপৰীতে তেওঁৰ অসুন্দৰ মন— সুন্দৰ মুখৰ নাতি বোৱাৰীয়েকে তেওঁৰ জীৱন দুৰ্বিষহ কৰিবলৈহে উঠি-পৰি লাগিলহেঁতেন আৰু মই জানো যে তাত তাই সফলো হ'লহেঁতেন।

কিন্তু কৈছোঁ নহয়, মোৰ শাহু ভাগ্যৱতী, নাতি বোৱাৰীয়েকৰ সুন্দৰ মুখে তৃপ্তি দিয়া চকু দুটা তেওঁৰ নাতিটোৰ বিয়াৰ পিছতে চিৰকাললৈ মুদিলে আৰু জীয়াই থাকিলোঁ মইহে, এক ভয়ংকৰ অসুন্দৰ মনৰ গৰাকীৰ অত্যাচাৰৰ বলি হ'বলৈ। কাৰণ মোৰ আৰু এক দুৰ্ভাগ্যৰ কথা হ'ল যে শাহুৰ মৃত্যুৰ কিছু পিছতে মোৰ স্বামীৰো মৃত্যু হৈছিল— স্বামীও অৱশ্যে বুঢ়া হৈয়ে চকু মুদিছিল যদিও তেওঁ মাকৰ দৰে দীৰ্ঘজীৱী হ'ব পৰা নাছিল। সেইটোও মোৰ দুৰ্ভাগ্যৰ কথা, তেওঁ জীয়াই থাকিলে অন্ততঃ মোৰ এই আলাই-আথানিবোৰ নহ'লহেঁতেন।

সি যি কি নহওক, পুত্ৰৰ বিয়া হৈ গ'ল আৰু সুন্দৰী পত্নী পাই সি তেনেকৈয়ে সুখী হৈ ৰ'ল যেনেকৈ সুখী হৈ থাকিছিল অসুন্দৰী পত্নী পোৱা তাৰ বাপেক।

পুত্ৰৰ বিয়াৰ সময়তে কেৱল নহয় পুত্ৰৰ জন্মৰ সময়তো মই ঠিক কৰি থৈছিলোঁ যে মোৰ বোৱাৰীক মই জীয়ৰীৰ মৰম দিম, জীয়ৰীৰ দৰে আপোন কৰি ল'ম। শাহু-বোৱাৰীৰ দ্বন্দ্ব— এই এটা আহুকলীয়া সমস্যাক মই আমাৰ ঘৰৰ চাৰিসীমাৰ ভিতৰত সোমাব নিদিওঁ। মোক শাহুৱে যি অত্যাচাৰ কৰিলে, সেই অত্যাচাৰৰ ধাৰাবাহিকতা আমাৰ এই ঘৰখনত কোনোপধ্যেই চলিব নিদিওঁ। মোৰ কিমান আশা আছিল যে বিয়াৰ পিছত মই পৰম হেঁপাহ কৰা গান শিকিম— মোৰ লগৰ আগতে বিয়া হৈ যোৱা বহুতো মাকৰ শাসনত থকা ছোৱালীয়ে কৈছিল যে বিয়াৰ পিছত এক ধৰণৰ স্বাধীনতা কিন্তু পোৱা যায়। নিৰ্মলাইতো পৰম উচ্ছ্বাসেৰেই মোক সেই কথা কৈছিল : জান প্ৰভা, মাৰ অত্যাচাৰৰ পৰা যে কি মুক্তি পালোঁ, মাই পদে পদে কি শাসনেই যে কৰিছিল, মনত নাইনে এবাৰ আমাৰ ক্লাছৰ ২, ৰ এটা কিবা কাৰণত আমাৰ ঘৰলৈ অহাক লৈ মাই মোৰ চৰিত্ৰক ধৰি কি গালি-শপনি পাৰিছিল? ফুৰা-চকা, পিন্ধা-উৰা সকলো কথাতে কিমান যে তেওঁ বাধা আৰোপ কৰিছিল! মইতো সেয়ে ভাবিছিলোঁ যে মাতৃৰ মৰম-স্নেহ বোলা বস্তুতো কিতাপৰহে কথা, আচলতে মাকবোৰ একোজনী ৰাক্ষসিনী— তোৰ মাৰকো তো দেখিছিলোঁ। পিছে এতিয়া বিয়াৰ পিছত মই বুজিছু, বহুতখিনি স্বাধীন হৈ পৰিছোঁ— '

হায় নিৰ্মলা, মই কিন্তু সেই স্বাধীনতাৰ সোৱাদ নাপালোঁ। নিজ মাৰ শাসনৰ পৰা ওলাই আহি স্বামীৰ মাৰ শাসনৰ তলত পৰি গ'লোঁ— যেন ফ্ৰম্ ফাইং পেন্ টু ফায়াৰ্— ফলত ক'ত যে হেৰাই গ'ল মোৰ নতুনকৈ শিকিব খোজা গানৰ ৰাজ্যত বিচৰণৰ সপোন। সেই আশাভংগৰ বেদনাতো মই মনে মনে ঠিক কৰি থৈছিলোঁ যে মোৰ বোৱাৰীক মই এনে ধৰণৰ কোনো কথাতে বাধা নিদিওঁ— কোনো হেঁপাহৰে প্ৰতিবন্ধকতা কৰিবলৈ নাযাওঁ—

হাঃ হাঃ হাঃ— মোৰ বাধাক যেন বোৱাৰীয়ে গ্ৰাহ্যই কৰিলেহেঁতেন। প্ৰথমৰ পৰাই মোৰ মৰম, মোৰ সহানুভূতিক বোৱাৰীয়ে মোৰ দুৰ্বলতা বুলি ধৰি লৈ প্ৰশ্ৰয়ৰ প্ৰশস্ত পথেৰে নিজৰ জীৱনটো চলাই নিলে। তদুপৰি মই এটা ভুল হিচাপ কৰিছিলোঁ— মোক নিজকে শাহু আইৰ দিনৰ এগৰাকী শাহু আইৰ নিচিনা বুলি ভাবি থকাৰ ভুল কৰিছিলোঁ। আমি যে আজিৰ দিনৰ শাহু আই, এতিয়া 'মাছে গৰকা আঞ্জা খাবা, শাহুৱে গৰকা বাৰাৰী বাবা' ফকৰাটো একেবাৰে অচল টকাৰ দৰে হৈ গৈছে, এতিয়া আমাৰ দিনৰ শিক্ষিতা বোৱাৰীৰ বহুত কিবাকিবি স্বাধীনতা থকাৰ লগতে চাকৰি কৰাৰ অৰ্থনৈতিক স্বাধীনতাও আছে— তাৰ পিছত আৰু স্বামী শাহু কাক গ্ৰাহ্য কৰিব? মইতো ঘৰলৈ চিঠি দিবলৈ ইনলেণ্ড লেটাৰ এখন কিনিবলৈকো শাহুৰ ওচৰত হাত পাতিবলগীয়া হৈছিল কাৰণ আমাৰ দিনৰ কৰ্তব্যপৰায়ণ মাতৃভক্ত পুত্ৰই দৰমহাৰ পইচা নিজৰ পিতৃ-মাতৃৰ হাততে দিছিল!

হয়, আমাৰ দিনৰ শাহুৰ বোধহয় এয়ে বিধিলিপি। এতিয়া পুত্ৰই বিয়া কৰাই হয় ঘৰ এৰি বেলেগে থাকেগৈ নহ'লেবা মাক-বাপেকৰ লগত থকাৰ দাম আদায় কৰি লয় আৰু এই কাৰ্যত আগৰণুৱা হয় তাৰ পত্নী— বিদুষী, সাহসী, নাৰীৰ অধিকাৰ লৈ সদাসচেতনা... মোৰ পুত্ৰই দ্বিতীয় পন্থাটো বাছি লৈছিল, অৰ্থাৎ মাক-বাপেকৰ লগত আছিল। নাথাকিলে অৱশ্যে তাৰ যে অলপ অসুবিধা হ'লহেঁতেন সেই কথা সি বুজিছিল— পিছে সি বুজক-নুবুজক বোৱাৰীয়ে নিশ্চয় বুজিছিল। আমাৰ লগত নথকা মানেই ভাড়াঘৰ এটালৈ যোৱা আৰু আমাৰ ঘৰৰ নিচিনা ভাড়াঘৰ এটা ল'ব লাগিলেও পুত্ৰৰ দৰমহাৰ প্ৰায় আধাই গুচি যাব সেই ঘৰৰ ভাড়া দিয়াত। তদুপৰি বোৱাৰীৰ এই কথাও ভালকৈ জনা হৈ গৈছিল যে তেওঁৰ স্বামী দুৰ্বল, শাহু দুৰ্বল, শহুৰ দুৰ্বল আৰু আমাৰ একমাত্ৰ সন্তান হোৱা বাবে তেওঁ ঘৰটোৰ চাৰিওফালে চাই আলেকজেণ্ডাৰ ছেলকাৰ্কৰ দৰেই আওৰাব পাৰে : I am monarch of all I survey.

হয়, মোৰ বোৱাৰী নাৰী বাবে monarch নহ'লেও monarchৰ স্ত্ৰীলিংগ ঠিকেই হৈছিল, ৰাণীৰ দৰে চাল-চলন, ৰাণীৰ দৰে ঔদ্ধত্য। গতিকে মই মাৰ গচকত শাহুৰ গচকত দুৰ্বলৰ পৰা দুৰ্বল হৈ অহা মানুহজনী এইবাৰ বোৱাৰীৰ গচকত এনেকুৱাই লেহুকা হৈ পৰিলোঁ যে মোক, বোধহয় পৃথিৱীৰ সকলোৱেই 'বাব' পাৰিলেহেঁতেন। পিছে পৃথিৱীৰ আন মানুহে সেই সুবিধা নাপালে (পায়েই বা কেনেকৈ)। কিন্তু ঘৰখনৰ সকলোৱে পালে— এনেকি মোৰ কণমানি নাতিজনীয়েও! মই অৱশ্যে সৰু থাকোঁতে তাইৰ চৰ্দাৰীক স্নেহৰ মোহাঞ্জন সানি

তাক তাইৰ মোৰ প্ৰতি এক ধৰণৰ মৰম বুলি বৰ প্ৰশ্ৰয়েৰে আদৰিছিলোঁ।

পুত্ৰৰ বিয়াৰ চাৰি বছৰমানৰ পিছতহে নাতিনীজনীৰ জন্ম হৈছিল। বোৱাৰী বাজী বুলিতো মোৰ চিন্তাত ততেই নোহোৱা হৈছিল (মোৰ ল'ৰাও যে বজা হ'ব পাৰে সেই কথা মাকৰ একপক্ষীয় বিচাৰৰ মানসিকতাৰে মই ভাবিব পৰা নাছিলোঁ)। দুই-এবাৰ ভয়ে ভয়ে পুত্ৰক ডাক্তৰৰ ওচৰলৈ যাবলৈ কোৱাত অৱশেষত সি মোক দুৰ্বল ভয়াতুৰ মাতেৰে কৈছিল যে কথাবোৰ মই ভবা ধৰণৰ নহয়, মিতালীয়ে এতিয়াই সন্তান জন্ম দি জীৱনৰ সুখ মাটি কৰিব খোজা নাই।

তাৰ পিছত যেনিবা চাৰি বছৰৰ মূৰত প্ৰিয়ম অৰ্থাৎ মোৰ নাতিনীৰ জন্ম হ'ল, অস্ত্ৰোপচাৰ কৰি জন্ম হ'ল আৰু বোৱাৰীয়ে হুলস্থূল লগাই দিলে যে তেওঁ আৰু ইমান কষ্ট খাই দ্বিতীয় সন্তান জন্ম দিয়াৰ কথা ভাবিবই নোৱাৰে (ইয়াৰ পিছত সন্তান পালন কৰাৰ কষ্টতো আছেই)। গতিকে পুনৰ আৰু এটা অস্ত্ৰোপচাৰ কৰাই বোৱাৰী মোৰ দৰেই 'বাজী' হৈ গ'ল।

মোৰ নাতিনী দেখিবলৈ যেন এপাহ ফুল— কিন্তু হায়, সি যে বিহ মেটেকাৰ ফুল! একেবাৰে মাকৰ দৰেই।

মই মোৰ চাৰিযুগৰ অত্যাচাৰৰ কাহিনীৰ আৰম্ভণি কৰিছিলোঁ গানৰ কথাৰেই— গানেই যে মোৰ ওপৰত প্ৰথম অত্যাচাৰৰ কাৰণ হ'ল, গানৰ মাষ্টৰৰ লগত সংশ্ৰৱ কৰিলে মই যে নষ্ট হৈ যাম সেই ভয়েৰে মাই যে মোৰ ওপৰত মানসিক নিপীড়ন অইন বাই-ভনীতকৈয়ো বেছিকৈ চলালে তাৰ উল্লেখ কৰিলোঁ। পিছে অতি আচৰিত কথা যে সেই অত্যাচাৰৰ আৰম্ভণিৰ পিছত মোৰ জীৱনৰ শেষ যুগটোৰ অত্যাচাৰৰ কাহিনীৰ সমাপ্তিও ঘটিল সেই গানৰ ঘটনাৰেই। সঁচানে, জীৱনটোত যে এনে আচৰিত ঘটনাবোৰো ঘটে!

সিদিনা আছিল নাতিনীৰ সাত বছৰীয়া জন্মদিন— অ' নহয়, হেপী বাৰ্থডে হে আছিল, মোৰ নাতিনী প্ৰিয়ম (যি তাইৰ ইংৰাজী স্কুলৰ বন্ধুবোৰৰ মুখত প্ৰেমেই হৈ পৰিছিল : সেইদিনা যে কেনে পৰীজনীৰ দৰে ধুনীয়া হৈ পৰিছিল। চেহেৰাৰ লগত মিলা ধুনীয়া পোছাক পিন্ধি তাই যেতিয়া সাতডাল মমবাতি এডাল এডালকৈ ফুৱাই নুমাই গৈছিল আৰু কেকটো কাটিছিল তেতিয়া সকলোৱে গোৱাৰ লগতে ময়ো মনৰ পৰম আনন্দত 'হেপী বাৰ্থ ডে টু ইউ' বুলি গাই দিছিলোঁ। মই গান কিমান ভাল পাওঁ, মই কি সুন্দৰকৈ গান গাব জানো— তাৰ পিছত আৰু নাতিনীৰ জন্মদিনত তাইক সুখী হোৱাৰ আশীৰ্বাদ দিয়াৰ গানটো নাগামনে? 'হেপী বাৰ্থ ডে পাৰ্টি' শেষ যেতিয়া হৈছিল তেতিয়া কিন্তু বন্ধুবোৰক বিদায় দিয়েই নাতিনী মোক আনহেপী কৰি ধুমুহাৰ উত্তেজনাৰে মোৰ কোঠালৈ সোমাই আহিছিল আৰু মোক চিঞৰি চিঞৰি সকীয়াইছিল : প্লীজ্ আইতা, মোৰ বাৰ্থ ডেৰ কেক কটাৰ সময়ত তুমি তোমাৰ জ'কাৰৰ দৰে চেহেৰাটো লৈ তাত প্ৰেজেণ্ট নাথাকিবা আৰু হেপী বাৰ্থ ডে ছংটো নাগাবা। আই ওৱাজ ডাইং ইন্ শ্বেম্— মা মা, আইতাক এইবাৰৰ পৰা কেক আৰু আন খোৱাবস্তুবোৰ তেওঁৰ ৰুমতে ছাৰ্ভ কৰিবা দেই, তেওঁ সেই ফানী চেহেৰাটো লৈ সকলোৰে লগত হেপী বাৰ্থ ডে গাবলৈ যাওঁতে সঁচায়ে আই ওৱাজ ডাইং ইন্ শ্বেম্... শচীমাতা গো, চাৰ যুগে হইলাম আমি জনম দুখিনী... ই... ই... ই...

গানটো আজিকালি মনে গুণগুণায়ে থাকে (হায়, মোৰ গান শিকাৰ সমস্ত হেঁপাহৰ ফলশ্ৰুতি যেন আৰব্য উপন্যাসৰ জিনটো বটলত সোমাই থকাদি এই এটা গানতে সংকুচিত হৈ সোমাই থাকিল।)।

পিছে গানটোৰ প্ৰতিপাদ্য হ'ল চাৰিটা যুগত ৰাম, শ্ৰীকৃষ্ণ আদি কৰি মহান পুৰুষসকলৰ হাতত কেনেকৈ নাৰীসকল অত্যাচাৰিতা হৈছিল সেইবোৰ কথা, কিন্তু মই গানটো গাই থাকিলেও মোৰ জীৱনৰ চাৰিটা যুগত অত্যাচৰিতা হ'লোঁ নাৰীসকলৰ দ্বাৰাহে। পিছে অলপ আগতে কৈ অহাৰ দৰে পৃথিৱীত মাজে মাজে সঁচায়ে একোটা এনে আচৰিত ঘটনাও ঘটে, মোৰ জীৱনতো এনে আচৰিত ঘটনাই ঘটি থাকিল আৰু সেইবাবেহে শচীমাতা, মোক চাৰি যুগত দুখ দি অহা ব্যক্তিসকল পুৰুষ নহৈ নাৰীয়েই হৈ আহিল!

(গৰীয়সী, ১৯৯৯)

# মোৰ জয়ৰ পৰাজয়ৰ পথেদি

শোভনা ওৰে জীৱন তাইৰ দুখ-দুৰ্ভোগৰ কাৰণেই হৈ ৰ'ল। আচৰিত যে বিয়া হৈ দুয়ো দূৰে দূৰে থকাৰ পিছতো এই অভিশাপ নাতৰিল। ল'ৰালি কালৰ পৰাই এই ছোৱালীজনী তাইৰ জীৱন পথৰ কাঁইট হৈ থাকি অনবৰত তেজ নিগৰায়ে থাকিল। এতিয়াও চকুৰে দেখি থাকিবলগীয়া নোহোৱা ছোৱালীজনীয়ে দূৰৈৰ পৰাই যেন অদৃশ্য কাঁইটবোৰ তাইৰ পথত সিঁচি ৰাখিছে।

নীতিৰ সঁচায়ে সুখ আৰু নহ'ল। সৰুৰে পৰা এই শোভনাজনীয়ে তাইক কমখন নো জ্বলাই আহিছেনে? অথচ সেই সুন্দৰী হাঁহিমুখীয়া ছোৱালীজনীয়ে দেখাত কোনোধৰণৰ শত্ৰুতা কৰা নাই। কিন্তু তথাপি তাই আন' ইমান যে খঙৰ উদ্ৰেক কৰাব পাৰে।

নীতিৰ খং উঠাৰ কাৰণ আছিল প্ৰধানকৈ শোভনাই ডাংকোপ মাৰি কোৱা কথাবোৰৰ গাবিন্ধাই দিব খোজা হুলবোৰ। সেই হুলবোৰে তাইক আটাইতকৈ বেছিকৈ বিন্ধাৰ কাৰণ হ'ল— তাইতকৈ পঢ়া-শুনা বা অন্যান্য গুণত হীন হৈয়ো শোভনাই একমাত্ৰ ভগৱানপ্ৰদত্ত ৰূপটোৰ বাবেই যে নীতিক তাইতকৈ তলত থ'ব খোজে— তাইৰ সেই অসহ্য প্ৰৱণতাটো। অথচ দুয়ো একপ্ৰকাৰ নলে-গলে লগা বন্ধুও, একে চুবুৰিতে থাকে, একে স্কুলতে পঢ়িছে। আৰু স্কুললৈ যাবৰ পৰত একেলগে লগ ধৰা কৰি গৈছেও।

কিন্তু দুয়োৰো মাজত মিল তাতেই শেষ, বাকী সকলো কথাতে দুয়োকো তুলনা কৰিলে একে শ্ৰেণীতে পেলোৱা নাযায়। কাৰণ শোভনা সুন্দৰী, নীতি অসুন্দৰ নহ'লেও শোভনাৰ দৰে সুন্দৰী নহয়। পিছে— নীতি পঢ়াত চোকা আৰু শোভনা মজলীয়া, নীতিয়ে ভাল গানো গায়, শোভনাৰ গানৰ লগত সম্পৰ্কই নাই, নীতিয়ে মাকক ঘৰৰ কামত সহায় কৰে কাৰণ সিহঁতৰ ঘৰুৱা অৱস্থা ভাল নহয় বাবে আজিৰ বস্তু-বাহানিৰ মহাৰ্ঘৰ দিনত য'ত নিজেই চলা টান তাত বাহিৰা কাম কৰা মানুহ ৰখাৰ প্ৰশ্নই নুঠে। ফলত মাকে বহুত কাম কৰিব লগা হয় বাবে নীতিয়ে পঢ়া-শুনা, গানৰ ৰেৱাজ কৰাৰ পৰা সময় চান কাঢ়ি উলিয়াই মাকক সহায় কৰে। শোভনাহঁতৰ ঘৰৰ অৱস্থাও সিহঁতৰ দৰে, কিন্তু শোভনাই ঘৰুৱা কামত মাকক সহায় কৰিবলৈ টান পায়। তাই ভাবে যে তাই পাচলি কুটিলে হাত লেতেৰা হ'ব, নখ লেতেৰা হ'ব, কাপোৰ ধুলে হাত লেতেৰা নহয় যদিও খহটা হ'ব, কিন্তু একেবাৰে নকৰিলে নচলে বাবে তাই মাত্ৰ ঘৰকেইটা সৰা-মচা কৰে। জীয়েকৰ সেইখিনি সহায় পায়েই মাক ধন্য হয় আৰু সুবিধা পালেই তেওঁ চুবুৰীয়া মহিলাসকলক জীয়েকৰ কথা কৈ জহায়।

'আমাৰ শোভাজনীয়ে আজিৰ ছোৱালীৰ দৰে নিজৰ শৰীৰটো সজোৱাতে ব্যস্ত নাথাকে, লেতেৰা ঘৰুৱা কাম-বনবোৰ কৰি মোক যে কিমান সহায় কৰে! নিজৰ ছোৱালী বুলি কোৱা নাই— আপোনালোকে তাইক নিজেইতো দেখিছে, মই মাক বুলি কোৱা নাই— সেইকথা আকৌ দোহাৰে, তাইৰ চেহেৰাটো ভগৱানে ফিল্ম এক্‌ট্ৰেছৰ দৰে কৰি দিছে, কিন্তু তাই টিভিত দেখি থকা আধা নাঙঠ পৰীকেইজনীৰ দৰে অনবৰত সাজি-কাছি থকা বিধৰ ছোৱালী নহয়। তাইৰ মাখনৰ দৰে কোমল হাত লেতেৰা হ'ব বুলি বহি থকা বিধৰ ছোৱালীও নহয়। কিন্তু তাইতকৈ বহুতো কম ধুনীয়া ছোৱালীৰ ৰূপৰ গৌৰব দেখিছোঁ নহয়— নিজকে একোজনী কৰিশ্মা কাপুৰ, মনীষা কৈৰালা বুলি ভাবি সাজি-কাছি যিহে ভেম ধৰি বহি থাকে, মাকহঁতক কোনো কাম-বনতে সহায় নকৰে...।'

শোভনাৰ মাকে কোৱা এইবোৰ কথাৰ শ্ৰোতা নীতিৰ মাকো। তেওঁ এই ডাংকোপ মৰা কথাবোৰ শুনি আহে আৰু ঘৰত আহি নীতিহঁতৰ আগত গজগজাব ধৰে— 'উস্, জীয়েকৰ ৰূপৰ কথা কৈ মাকজনীৰ কি যে দেমাক, এনে নহ'বৰ হ'ল! কেৱল ৰূপডালহে আছে, গুণৰ বেলিকাতো একো নাই, মাকে ক'লে কি হ'ব, ঘৰৰ কুটা এগছো যদি ইফাল-সিফাল কৰে। কেৱল ফিল্ম এক্‌ট্ৰেছবোৰৰ দৰে সাজি-কাছি থাকে— মাকে ক'লে কি হ'ব, কৰাৰ ভিতৰত আমি তাইকো তাকেই কৰি থকা দেখোঁ। সিদিনা সিহঁতৰ তালৈ গ'লোঁ— দেখোঁ যে তাই ভৰিৰ আঙুলিৰ নখত তেজৰ দৰে সেই ৰংসোপা সানি আছে। মোক দেখি হাঁহি এটাহে মাৰিলে, উঠি হ'লে নাহিল— ৰং লগায়ে থাকিল। অভদ্ৰ ছোৱালী ক'ৰবাৰ। সঁচায়, সেই ৰূপডালৰ বাহিৰে আছেই বা কিটো; ঘৰৰ কাম নাজানে, পঢ়া-শুনাতো ভাল নহয়, আন বাহিৰা গুণো নাই। (নীতিয়ে বুজি পাইছিল যে মাকে মুখেৰে নক'লেও তেওঁৰ নিজৰ ৰূপহীনা ছোৱালীজনীৰ

লগত ৰূপৱতী ছোৱালীজনীৰ এনেকৈ প্ৰচ্ছন্ন তুলনা কৰি জীয়েকৰ ৰূপ নথকাৰ জ্বালা উপশম কৰাৰ চেষ্টা কৰিছে। ৰূপ নাথাকিলে কি হ'ব— জীয়েক যে নানা গুণত গুণী।)— কথাতেই আছে বোলে ৰূপে কি কৰে, গুণে সংসাৰ তৰে। জীয়েকৰ এই ৰূপৰ নো এদিন কি দশা হয় দেখিম নহয়?'

নীতিয়ে মাকৰ কথাত মনে মনে হাঁহেও অথচ কিবা কৈ সমৰ্থনো কৰে। কেৱল শোভনাৰ মাকৰেতো নহয়, শোভনাৰ নিজৰো এই ৰূপক লৈ কম তো গৰ্ব নাই। সুবিধা পালেই তাই নিজৰ ৰূপৰ কথা কয়— চালাক ছোৱালী, নীতিয়ে মনৰ ভিতৰতে দাঁত কৰচি কয়— নিজৰ ৰূপৰ কথা আমাৰ আগত এনেকৈ ফুটায় নিজে যেন সেই বিষয়ে নিৰ্বিকাৰহে, আনৰ স্তুতি আৰু বন্দনা ক'ত কিমান শুনিছে তাকহে যেন অবহেলা আৰু ৰসিকতাৰে সিহঁতক শুনাবলৈ আহিছে। এনেকৈ আনৰ পৰা শুনা বুলি কোৱা তাইৰ ৰূপৰ প্ৰশংসাত নীতিহঁতৰ মনবোৰ ঈৰ্ষাৰ জ্বালাৰে দগ্ধ হৈ থাকে, মুখত হাঁহি টানি সিহঁতে যে মুগ্ধ হৈ শুনি থাকে— নিজৰ সেই ভণ্ডামিৰ ভাওতেতো নীতিহঁতৰ অন্তৰবোৰ এক ধৰণৰ উষ্মাৰে জ্বলি থাকে, সেই উষ্মা কেৱল নিজৰ ওপৰতে। মানুহৰ মনৰ এই অসহায় উষ্মা সঁচায়ে অসহ্যকৰ!

নীতিয়ে ভাবে শোভনাই কোৱা কথাবোৰ তাই একাণে সুমুৱাই একাণেৰে উলিয়াই পঠিয়াব— কিন্তু নোৱাৰে, সেইবোৰ কথা কাণেৰে সোমাই গৈ একেবাৰে অন্তৰত প্ৰবেশ কৰি তাত দাহন প্ৰক্ৰিয়া আৰম্ভ কৰি দিয়ে। আনে কোৱা বুলি ফুটোৱা শোভনাই কোৱা কথা এইবোৰ—

'ইচ্ শোভনা, তোৰ নামটো বাৰু ইমান এপ্ৰ'প্ৰিয়েট্ কৰি কোনে ৰাখিছিল? টিভিৰ নিউজ ৰিডাৰ সুন্দৰী শোভনা জগদীশৰ লগত তুলনা কৰিবলৈ তেতিয়াতো তই নিউজ ৰিডাৰ হৈ জন্মই লোৱা নাছিলি? তই পিছে শোভানা জগদীশতকৈও ধুনীয়া দেই...'

'Your face is your fortune— তোমাৰ মুখলৈ চালেই এইষাৰ ইংৰাজী আপ্তবাক্যকে মনত পৰি যায়হে শোভা...'

ভগৱানেনো তোক এনেকৈ তিলতিলকৈ সুন্দৰী তিলোত্তমা কৰি জন্ম দিব লাগেনে? তেনেকুৱা এটা তিলৰ সমান সৌন্দৰ্য আমালৈওতো অলপ দলিয়াই দিব পাৰিলেহেঁতেন। সঁচায়ে এই ভগৱানজন বৰ পাৰ্চিয়েল দেই...।'

'আপোনাক এবাৰ দেখা পালেই মোৰ দিনটোলৈ জীৱনটো ধন্য হৈ থাকে। আপোনাৰ চকুৰ এটা চাৱনি, আপোনাৰ ডালিমগুটীয়া দাঁত আৰু লেৰেলা ওঁঠৰ হাঁহি, আপোনাৰ লয়লাস খোজ— মোক যেন বিজুলীৰ দৰে হানি থৈ যায়...' (এই কথাখিনি শোভনাৰ কোনোবা মুগ্ধ প্ৰেমিকে বোলে চিঠি লিখি জনাইছিল।)

প্ৰশংসা আৰু প্ৰশংসা, শোভনাই সিহঁতক আওপাকে কোৱা তাইৰ ৰূপৰ এই বন্দনা, এই প্ৰশংসাই সিহঁতবোৰৰ ক'লা মুখবোৰ যেন আৰু ক'লা কৰি পেলায়। তেতিয়া মনৰ ভিতৰতে জ্বলি জ্বলি নীতিয়ে নিজকে মুখ ভেঙুচাই ভাবে 'ৰূপে কি কৰে, গুণে সংসাৰ তৰে' ইস্ মানুহৰ আৰু ক'বলৈ কথা নাই, গুণে সংসাৰ তৰে। কোনোবা কুৎসিৎ কদাকাৰ মানুহে বোধহয় এই আপ্তবাক্যষাৰৰ প্ৰচলন কৰিছিল নিজৰ ৰূপহীনতাৰ বাবে। কিবা সান্ত্বনা পাব লাগিল তো। ক'তা, মইতো শোভনাতকৈ পঢ়াই-শুনাই, গানে-বাজনাই, কামে-কাজে বহুত গুণে শ্ৰেষ্ঠ। কিন্তু শোভনাক কৰাদি মোকতো মানুহে ইমান প্ৰশংসা নকৰে। কোনো ল'ৰাইতো মোলৈ এনেকুৱা মুগ্ধ আৰু মন ভুলোৱা প্ৰেমপত্ৰ নিলিখে।

নীতিৰ কেতিয়াবা শোভনাক ডাঙৰ শত্ৰু যেন লাগি যায়, তাইৰ জীৱনৰ আনন্দ, তৃপ্তি সকলোতে যেন এই ছোৱালীজনী হেঙাৰ হৈ থিয় দিয়েহি। শোভনা যদি সিহঁতৰ চুবুৰিৰ ছোৱালী নহ'লহেঁতেন, একে ক্লাছত একেলগে পঢ়া লগৰী নহ'লহেঁতেন, তেন্তে মানুহৰ প্ৰশংসা তাইতে আবদ্ধ হৈ থাকিলহেঁতেন। সেই প্ৰশংসা তাইৰ গাৰ পৰা উফৰি গৈ শোভনাৰ গাত নালাগিলহেঁতেন। সেই মানুহে শোভনাৰ অস্তিত্ব নাথাকিলে ক'লেহেঁতেন— 'নীতি সঁচায়ে বৰ গুণী ছোৱালী দেই, পঢ়াতো ভাল, গান-বাজনাতো ৰাপ আছে, ঘৰুৱা কাম-কাজতো হেনো পাকৈত।'

অৱশ্যে এইটো নহয় যে মানুহে তাইক প্ৰশংসা নকৰে। কিন্তু সেই সময়ত যদি কেনেবাকৈ শোভনাও তাত উপস্থিত হয়, তেতিয়া মানুহৰ মনোযোগ, প্ৰশংসা সকলো যেন তৎক্ষণাতে নীতিৰ পৰা আঁতৰি গৈ শোভাৰ ওপৰতহে মুগ্ধতাৰে বৰ্ষিত হ'ব ধৰে, তাইৰ পৰা দৃষ্টি আঁতৰাই মানুহে যেন শোভনাকহে ৰ লাগি চাব ধৰে।

নীতিয়ে এই কথাটো লৈ তাইৰ শৈশৱ আৰু যৌৱনৰ কিমান দিন যে দগ্ধ হৈ নাথাকিল, কিমান দিন যে

ক্ষোভেৰে মনৰ ভিতৰত নিবিনালে— হে প্ৰভু, মোক ৰূপহীনা কৰি দিলা বাৰু, কিন্তু লগতে ঘৰৰ কাষতে, স্কুলৰ একে ক্লাছতে এজনী ৰূপহী ছোৱালী জন্ম দি মোৰ সেই অসুন্দৰতা আৰু কিয় প্ৰকট কৰি তুলিলা? তুমি ইয়াৰ দ্বাৰা মোৰ জ্বলা জুইত ঘিউ নাঢালিলানে প্ৰভু? তুমি ইমান নিষ্ঠুৰ কিয় ভগৱান?'

নীতি আৰু শোভনাৰ জীৱনলৈ একেলগে যৌৱন আহিল। যৌৱনে অসুন্দৰকো সাময়িকভাৱে সৌন্দৰ্যৰ আৱৰণ পিন্ধায়। ইংৰাজীতো এনে ধৰণৰ আপ্তবাক্য এষাৰ আছে— At sixteen she is queen. শোভনাৰ সেই যোল্ল বছৰীয়া কৈশোৰ যৌৱনৰ সন্ধিক্ষণ যেতিয়া আহিল, তেতিয়া তাই যেন প্ৰস্ফুটিত হ'ব ধৰা গোলাপ এপাহৰ অপৰূপ ৰূপেৰে জাতিষ্কাৰ হৈ উঠিল— ৰাণী মানেই যদি সুন্দৰী বুলি ধৰা হয়, তেন্তে তাই সঁচায়ে এজনী ৰাণীত পৰিণত হ'ল। নীতিৰো অৱশ্যে যৌৱনে কিছু অসুন্দৰতা আঁতৰালে।

যি হওক, বছৰবোৰ একেদৰে আগুৱাই গৈ আছিল। শোভনাই তাইৰ ৰূপৰ বন্দনা, তাইলৈ লিখা প্ৰেমপ... আদিৰ কথা কৈ একেদৰেই নীতিহঁতৰ বুকুত ঈৰ্ষাৰ হুল ফুটাই থাকিছিল। একেদৰেই সেই ঈৰ্ষাৰ জ্বালাত সিহঁতৰ বুকুৰ পৰা তেজ নিগৰিছিল।

কিন্তু লাহে লাহে শোভনাৰ সেই ৰাণীৰ ঔদ্ধত্যৰে ভৰা দিনবোৰত যেন অলপ ছাঁ পৰিবলৈ ধৰিলে। এদিন দুদিনকৈ এবছৰ দুবছৰকৈ পঢ়া জীৱনত আগবাঢ়ি গৈ থাকি দুয়ো বি এ পৰীক্ষাও দিছিল আৰু পৰীক্ষাৰ ফলাফল ওলোৱাত দেখা গ'ল যে শোভনাই পাছ কৰিব নোৱাৰিলে। কিন্তু নীতিয়ে বুৰঞ্জীত মেজৰ সহ প্ৰথম শ্ৰেণীৰ অনাৰ্চ পাই পাছ কৰিলে। গতিকে দুই বন্ধুৰ জীৱনত প্ৰথমবাৰৰ বাবে ঘটনা এটা ওলট-পালট হৈ গ'ল। সদায় গৰ্বৰ হাঁহিভৰা মুখ এখনলৈ ক'লা ছাঁয়া নামি আহিল আৰু ঈৰ্ষাৰ জ্বালাত ক'লাপৰি থকা মুখ এখন বিজয়ৰ আত্মপ্ৰসাদৰ হাঁহিৰে উদ্ভাসিত হৈ উঠিল।

সিদিনা নীতিৰ মন গৈছিল শোভনাক যেন এনেদৰে ক'ব— 'চা শোভা, ৰূপেই কেৱল মানুহৰ শোভা নবঢ়ায়, গুণেও সেই শোভা বঢ়াব পাৰে।'

কিন্তু তাই তেনেদৰে নক'লে, ক'ব নোৱাৰিলে, তাই কেৱল এইবুলি শোভনাক সান্ত্বনা দিবৰ প্ৰয়াস কৰিলে— 'চা শোভা, ছোৱালী মানুহৰ জীৱনত পঢ়া-শুনাটো ইমান ডাঙৰ কথা নহয়, অন্ততঃ আমাৰ সমাজত এতিয়াও ছোৱালীৰ প্ৰধান মূল্য হ'ল তাইৰ সৌন্দৰ্য। আমি জানো বিয়াৰ বজাৰতো সেই সত্যকে দেখি অহা নাই? এজন ল'ৰাই এজনী বিদুষী কিন্তু দেখিবলৈ বেয়া ছোৱালীতকৈ এজনী কম বিদুষী কিন্তু দেখিবলৈ সুন্দৰী ছোৱালীকহে বিয়া কৰাবলৈ আগবাঢ়ি আহিব, নহয় জানো? গতিকে পৰীক্ষা বেয়া হোৱা বুলি ইমান দুখ নকৰিবি, এতিয়াৰ পৰা মনপুতি পঢ়, অহা বছৰ নিশ্চয় পাছ কৰিব পাৰিবি।'

শোভনাৰ প্ৰতি মুখৰ পৰা ওলাই অহা সান্ত্বনা বাণীত নীতি নিজেই থৰ লাগি গৈছিল। তাই চকুলোৰ মাজেৰে ৰামধেনুৰ ৰঙীন ছবি হৈ জিলিকি উঠা শোভনাৰ হাঁহিটোলৈ চাই নিজৰ মনতে দাঁত কামুৰি দিছিল। এয়া কি কৰিলে তাই, কিয় এনে কথাৰে শোভনাক সান্ত্বনা দিবলৈ গ'ল? আজি অত বছৰৰ মূৰত দয়ো বন্ধু এনেকৈ মুখামুখি হৈছে য'ত দুয়ো পালি অহা ভূমিকা দুটা ঠিক ওলোটা হৈ পৰিছিল— যি অতদিনৰ বিজয়ী আজি তাই পৰাজিত আৰু যি পৰাজিত তাই আজি বিজয়ী, কিন্তু জীৱনটোৰ অতদিনে পৰাজয়ৰ দুখ, ঈৰ্ষাকেই বৰণ কৰি লৈ অহাৰ পিছত আজি তাই প্ৰথমবাৰৰ বাবে এনে এক বিজয়ৰ আনন্দ আৰু গৌৰৱ লাভ কৰাৰ পিছতো কিয় নিজেই তাক ভৰিৰে মোহাৰি পেলালে?

নীতিৰ নিজকে আঁকুহি-বাঁকুহি পেলাবলৈ মন গ'ল। পৰাজিত তাই কেনেকৈ বিজয়ৰ ট্ৰফিটো স্বেচ্ছাই আগবঢ়াই দিলে। কেনেকৈ অতি অপ্ৰৰোচিতভাৱে নিজকে বলিদান দি দিলে!

শোভনাই নীতিৰ সান্ত্বনাত মুহূৰ্তৰ ভিতৰতে তাইৰ দুখ পাহৰি পেলালে। তাইৰ মুখত হাঁহি বিৰিঙিছিল আৰু থোকাথুকি মাতেৰে 'প্ৰকৃত' বন্ধুক ক'লে— 'তই মোক বচালি নীতি, মই কিছুপৰৰ বাবে মোৰ নিজৰ মূল্যটো পাহৰি গৈছিলোঁ। তোক তো কৈছোঁৱেই মই বি এ ক্লাছত উঠাৰ পিছৰে পৰা মোক বিয়া কৰোৱাৰ বাবে ইচ্ছা প্ৰকাশ কৰি মা-দেউতাকহঁতলৈ কিমান যে চিঠি-পত্ৰ আহি আছে। পিছে তেওঁলোকে আৰু প্ৰস্তাৱ অহালৈ বাট চাই আছে— যাতে ভালৰ ভাল পাত্ৰটো বাছিহে মোৰ বিয়াখন পাতিব পাৰে... অঁ, তোৰ বাৰু কেতিয়াবা

ক'ৰবাৰ পৰা বিয়াৰ প্ৰস্তাৱ আহিছে নেকি? আহিলেই কিন্তু ৰাজী হৈ যাবি দেই, বেছি বাছ-বিচাৰ কৰি নাথাকিবি। চৌধুৰীহঁতৰ গীতা বাইদেউৰ অৱস্থা দেখিছই নহয়। তেওঁ এম এ পাছ কৰিও একো লাভ নহ'ল, ঘৰতে বুঢ়ী হৈ বহি আছে। চেহেৰাটোৰ বাবে বেচেৰীৰ ক'তো বিয়া নহ'ল...।'

হেৰা নীতি, খুজি কিল খালানে? বৰ উদাৰতা আৰু মহানুভৱতা দেখুৱাবলৈ গৈছিলা নহয়, বন্ধুক সান্ত্বনা দিবলৈ গৈছিলা নহয়? এতিয়া পিছে কেনে মজা পালা? শোভনাৰ কোবটো কেনে লাগিল? নীতিয়ে মনতে নিজকে চাবুকেৰে কোবাবলৈ ধৰিলে।

বিজয়ৰ হাঁহিভৰা দিন আজি, কিন্তু নীতিৰ দুচকু পানীৰে ভৰি আহিল। পুনৰ তাই শোভনাৰ আগত পৰাজিত হৈ গ'ল আৰু তাৰ কাৰক হৈ পৰিল স্বয়ং তাই। তায়েই আজিৰ নিজৰ বিজয়ক পৰাজয়লৈ পৰিৱৰ্তিত কৰিলে আৰু শোভনাক তাইৰ এনে পৰাজয়ৰ মুহূৰ্তটো বিজয়ৰ মুকুটটো পিন্ধাই দিলে, সুবিধা দিলে তাইক চাবুকেৰে কোবাবলৈ, তাইৰ ৰূপৰ আগত পুনৰ তাইৰ গুণ, তাইৰ মেধা— সকলো তুচ্ছ কৰিবলৈ।

ইয়াৰ পিছত আৰু কেইটামান বছৰ বাগৰি গৈছিল। শোভনাই পিছৰ বছৰতো বি এ পাছ কৰিব নোৱাৰিলে। এইবাৰ তাই পঢ়া-শুনা বাদ দি ঘৰতে বহি থাকিল। অৱশ্যে বেছিদিন বহি থাকিবও নালাগিল। এবছৰমান পিছতে সুপাত্ৰ পোৱাত তাইক বিয়া দি দিয়া হ'ল। কোৱা বাহুল্য সুপাত্ৰ আছিল আজিৰ সামাজিক বিচাৰৰ দ্বাৰা নিৰ্ণীত সুপাত্ৰ— এজন ইঞ্জিনীয়াৰ, যি ইঞ্জিনীয়াৰৰ দৰমহা কলেজৰ শিক্ষকতকৈ কম হোৱা সত্ত্বেও দুই নম্বৰী পথেৰে সঁচাকৈয়ে যেন লক্ষ্মীৰ বৰপুত্ৰ হৈ পৰে। শোভনাৰ লগত বিয়া হোৱা ইঞ্জিনীয়াৰজনো সেই একে পথৰে পথিক হৈ কোৱোনাৰে ধন চপাইছিল। আৰু ফলত তাই ৰাজৰাণীৰ সা-সুবিধাৰে জীৱন কটাব পাৰিছিল।

নীতিৰো বিয়া হৈছিল এজন সুপাত্ৰৰ লগতে। কলেজৰ শিক্ষক, ডক্টৰেটো আছে। নীতিৰ এই কথাৰ বাবেও মনটো আত্মতৃপ্তিৰে ভৰি গৈছিল যে তাইৰ স্বামী প্ৰবোধ দুৱৰা শোভনাৰ স্বামী অমৰ চৌধুৰীতকৈ অলপ বেছি দেখনিয়াৰ আছিল।

নীতিৰ শোভনাতকৈ এবছৰ পিছত বিয়া হৈছিল। তাই এম এ পাছ কৰি লগে লগেই চহৰৰে কলেজ এখনত চাকৰি পাই গৈছিল। কাৰণ এম এ পৰীক্ষাতো তাই প্ৰথম শ্ৰেণী পাইছিল।

বহুত ছোৱালীৰ জীৱন হেনো জীয়ৰী কালতকৈ বিয়াৰ পিছত বেছি সুখৰ হয়। নীতিৰ ক্ষেত্ৰত অন্ততঃ তেনেই হৈছিল। তাইৰ বিয়াৰ আগৰ জীৱনত সুখৰ পথত প্ৰধান কাঁইট আছিল শোভনা (আৰু একপ্ৰকাৰ দৰিদ্ৰতাও)। তাই পঢ়া-শুনাত ইমান চোকা হৈয়ো যে এজনী অলপীয়া বুদ্ধিৰ ছোৱালীৰ আগত হীনমন্যতাত ভুগি থাকিব লগা হৈছিল, তাইৰ আগত একধৰণৰ পৰাজিতৰ দৰে হৈ ৰ'ব লগা হৈছিল। সেইটো তাইৰ জীয়ৰী কালত কম ডাঙৰ অভিশাপ হৈ দেখা দিছিলনে? আৰু ইফালে দৰিদ্ৰতা, সেই দৰিদ্ৰতাই তাইক কিমান যে আৰাম আৰু বিলাসৰ পৰা বঞ্চিত কৰি ৰখা নাছিল!

সি যি কি নহওক, দুয়োজনীৰ বিয়াৰ পিছত এইবাৰ যেন সঁচায়ে জীৱনৰ চকা ঘূৰি গ'ল। শোভনা সুন্দৰী হৈয়ো নীতিৰ দৰে সুদৰ্শন স্বামী নাপালে। অৱশ্যে অমৰ চৌধুৰী সিমান দেখনিয়াৰ নহ'লেও কোনোপধ্যেই তেওঁক কুৎসিৎ বুলিও ক'ব নোৱাৰি— তথাপি এই কথাত কোনো দ্বিমত হ'ব নোৱাৰে যে প্ৰবোধ দুৱৰা অমৰ চৌধুৰীতকৈ বেছি সুপুৰুষ।

নীতিৰ এতিয়াও পৰম আত্মপ্ৰসাদেৰে সেই দিনটোলৈ মনত পৰে, যেতিয়া নিজ স্বামীৰ লগত নীতিৰ বিয়া খাবলৈ আহি তাইৰ দৰাক দেখি শোভনাৰ মুখৰ বৰণ কেনেকৈ সলনি হৈ গৈছিল। মানুহৰ জীৱনত তেন্তে কেতিয়াবা অভাৱনীয়ভাৱেও প্ৰতিশোধৰ সুযোগ আহি পৰে!

সেইদিনা নীতিৰ এনেকুৱা লাগিছিল তাইৰ বুকুত অতবছৰে উমি উমি জ্বলি থকা তুঁহ জুইকুৰাত যেন অৱশেষত সৰগৰ শান্তিপানী পৰি সেই জুই নুমুৱাই পেলালে।

ধন-সম্পদৰ পিনৰ পৰা তাই শোভনাৰ ওচৰত হাৰিবলগীয়া হোৱা নাছিল, কাৰণ তাইৰ নিজৰ উপাৰ্জন আৰু প্ৰবোদৰ উপাৰ্জন মিলি সিহঁতৰ বেছ স্বচ্ছল অৱস্থাই হৈছিল। তদুপৰি আজিকালি প্ৰায় সকলোৰে দৰাৰ দৰে নীতি আৰু প্ৰবোধেও টিউচন কৰিছিল। ইতিমধ্যে সিহঁতে গুৱাহাটীত নতুন ফ্লেট বুক কৰি থৈছে। ছেকেণ্ড হেণ্ড হ'লেও মাৰুতি গাড়ী এখনো লৈছে।

নীতিৰ আনফালেও সুখ হৈছিল। তাইৰ লগত বিধবা শাহুৱেক আৰু অবিবাহিতা ননন্দ এজনী থাকিছিল, যাৰ বাবে তাইৰ সৰু পৰিয়ালৰ সুখৰ যি সংজ্ঞা সেই সুখৰ পৰা বঞ্চিত হৈছিল হয়, কিন্তু আনহাতে মৰমিয়াল শাহুৱেকে তাইক সংসাৰৰ সকলো জঞ্জালৰ পৰাই মুক্ত কৰি ৰাখিছিল। তাইক 'মোৰ লক্ষ্মী গোসাঁনী' বুলি আগত-পিছত প্ৰশংসা কৰি কৰিও তাইৰ মন ভৰাই ৰাখিছিল। ননন্দজনীও শান্ত-শিষ্ট-নিৰীহ স্বভাৱৰ ছোৱালী বাবে ননন্দ মানে আনন্দ নিদিয়াৰ যি প্ৰচলিত ধাৰণা তাকো তাইৰ ক্ষেত্ৰত সঁচা হোৱা নাছিল।

কিন্তু জীৱনৰ যে কি অদ্ভুত প্ৰহসন, এই নিৰানন্দ নিদিয়া ননন্দজনীয়েই যে এদিন কেনেকৈ পুনৰ তাইৰ জীৱনৰ চকৰি ঘূৰাই দি পূৰ্বৱস্থা বাহাল কৰি পেলালে!

এদিন শোভনা সিহঁতৰ ঘৰলৈ ফুৰিবলৈ আহিছিল। অকলে অহা নাছিল, স্বামী-স্ত্ৰী দুয়ো আহিছিল। সিহঁত বিদায় লৈ যোৱাৰ পিছত নীতিৰ ননন্দ পল্লৱীয়ে তাইক কৈছিল—

'নবৌ, তোমাৰ এই বান্ধৱীজনী সঁচায়ে বৰ ধুনীয়া দেই। সেই ৰূপ দেখিয়েতো ককাইদেৱে তেওঁক বিয়া কৰাবৰ মন কৰিছিল, বিয়া কৰাবলৈ একপ্ৰকাৰ পাগলেই হৈ গৈছিল। কিন্তু মায়েও বুজালে যে তেওঁ ৰূপ ধুই পানী খালে কি হ'ব? বি এ ফেল্ ছোৱালীজনীয়ে ক'ত নো ককাইদেউক চাকৰি কৰি ধন ঘটি আনি দিব। ইফালে দেউতা ঢুকাইছে, ঘৰৰ অৱস্থা ভাল নহয়, একমাত্ৰ ককাইদেউৰ উপাৰ্জনেৰেহে ঘৰখন চলে। সেয়ে মায়ে ক'লে যে বিয়া কৰালে কেৱল ৰূপ চাই বিয়া কৰালেই নচলে, টকা-পইচাৰ কথাও ভাবিব লাগিব। গতিকে চাকৰি কৰা ছোৱালী বিয়া কৰাব লাগে। ককাইদেৱেও কথাটো চিন্তা কৰি চালে। আৰু শেষত সেইবাবেই তোমাক বিয়া কৰালে। আচলতে যিজন মানুহে তোমাৰ ধুনীয়া বান্ধৱীৰ খবৰটো দিছিল, মানুহজনক তুমি চিনিও পাবা নবৌ, সেই যে উগ্ৰ চহৰীয়া, তোমালোকৰ চুবুৰীতে থাকে নহয়। তেওঁ ককাইদেউৰ একে কলেজতে চাকৰি কৰে। সঁচায়ে নবৌ, আজিৰ দিনত ৰূপ নহয়, ৰূপীয়াহে ডাঙৰ কথা— তুমি কি কোৱা.. ?'

সৰল ছোৱালীজনীয়ে একেৰাহে কথাবোৰ কৈ গৈছিল। কিন্তু কৈ থাকোঁতে তাই মনেই কৰা নাছিল যে বৌৱেকৰ ক'লা মুখখন আৰু ক'লা পৰি আহিছে।

নীতি স্তব্ধ হৈ বহি ৰ'ল। তাই এই তৃপ্তিকণো শোভনাক হৰুৱাই প্ৰবোধ দুৱৰাৰ গৃহিণীৰ পদটো অলংকৃত কৰিলে। শোভনাৰ ওচৰত আন একধৰণৰ পৰাজয়ত তাইৰ সুখৰ সাংসাৰিক জীৱনলৈ যেন ডাৱৰৰ অন্ধকাৰ নামি আহিল।

হয়, তাই এই নীতি নামৰ ছোৱালীজনীৰ ব্যক্তিত্বৰ কোনো মূল্য নাই, তাই এইখন ঘৰলৈ বোৱাৰী হৈ অহাৰ, প্ৰবোধৰ সহধৰ্মিণী হৈ অহাৰ একমাত্ৰ অধিকাৰ লাভ কৰিছিল এটা ধন ঘটা যন্ত্ৰ হিচাপে।

(স্বৰূপা, ১৯৯৯)

# তোমাৰ হাঁহি

তোমাৰ নামটোৱেই কয় যে তুমি মাৰা-দেউতাৰাৰ আলাসৰ লাড়ু ল'ৰা। জোনমণি। মণি! অকল জোনেৰেই নহয়, মণিৰ নেজডাল লগাইহে তেওঁলোকে হিয়া জুৰ পেলালে। আমাৰ কিন্তু তেনে আদৰসনা নাম নহয়— ভণ্টি, Pure and Simple ভণ্টি। মই তেওঁলোকৰ পুত্ৰ-সন্তান নহওঁ কন্যা-সন্তান, বহু এইটোৱেই সন্তানক স্বীকৃতি দিয়াৰ বা মৰম দেখুওৱাৰ প্ৰমাণ।

জোনমণিয়ে ঢেকঢেকাই হাঁহিলে; বিশ্ববিদ্যালয়ৰ কেন্টিনৰ এমূৰে বহিলেও তাৰ হাঁহিত ঘৰটো যেন ৰজনজনাই গ'ল। অইন অইন টেবুলৰ ওচৰত বহা কিছু ছাত্ৰ-ছাত্ৰীয়ে নিৰ্বিকাৰভাৱে এবাৰ সেইফালে চাই নিজ নিজ খোৱা আৰু গান-গল্পত আকৌ মছগুল হ'ল।

জোনমণিৰ এই হাঁহিটো ভণ্টিৰ কাৰণে আকৰ্ষণ আৰু বিকৰ্ষণৰো কাৰণ। ল'ৰাটোৱে যেতিয়া এই প্ৰাণখোলা হাঁহিটো মাৰে, তাৰ সমগ্ৰ মুখমণ্ডল উদ্ভাসিত হৈ পৰে, ধুনীয়া দুপাৰি দাঁত মুক্তাৰ দৰে জক্‌জকাই ওলাই পৰে। ইমান ধুনীয়া দেখি জোনমণিটোক। ভণ্টিয়ে মুগ্ধ হৈ চাই নাথাকি নোৱাৰে আৰু ইংৰাজী সাহিত্যৰ ছাত্ৰী তাই মনতে কীট্‌ছৰ কবিতা আওৰায়— 'A thing of beauty is joy for ever' —সঁচাই, জোনমণিৰ হাঁহিৰ সৌন্দৰ্য ভণ্টিৰ বাবে সদায় এক আনন্দৰ উৎস।

পিছে এই হাঁহিটোৱে ভণ্টিক একধৰণৰ বিৰক্তিও ওপজায়। এই হাঁহিটো মাৰিলে জোনমণিক ইমান সুখী সুখী অৰ্থাৎ ইমান পাতল পাতল লাগে। ভণ্টি নিজে গহীন স্বভাৱৰ ছোৱালী আৰু তাই মনতে ভাবে— Happinest is bovine. সোণক যেনেকৈ খাদ মিলালেহে তাৰ লেহুকা ভাবটো আঁতৰে, জীৱনকো দুখৰ পানী ছটিয়াইহে প্ৰকৃত জীয়াই থকাৰ সাৰ্থকতা লাভ কৰিব পাৰি, তেতিয়াহে জীৱনে এটা ভৰ পায়, অস্তিত্ব মূল্যবান হয়। ঠিক যেন বাৰিষাৰ গুৰু-গম্ভীৰ জলবাহী গধুৰ মেঘ, শৰতৰ উৰণীয়া পাতল মেঘ নহয়। পিছে মনৰ এই ভাববোৰ ভণ্টিয়ে মনৰ ভিতৰতে সংগোপনে পুহি ৰাখে, কাৰণ তাই বুজি পায় যে তাইৰ এই ধৰণৰ কথাবোৰ শুনিলে জোনমণিকে আদি কৰি সকলো বন্ধুৱে হাঁহিব, তাইক অস্বাভাৱিক মনৰ বুলি ভাবিব। গতিকে মনৰ এনেধৰণৰ কথাবোৰত ভণ্টি সদায় অকলশৰীয়া, মনৰ ভিতৰতে হুমুনিয়াহ কাঢ়ি তাই কেৱল হেমলেট আওৰায় 'Absent thee from felicity a while, and in this harsh world draw thy breath in pain.'

মনৰ ভিতৰত যিয়েই নাথাকক, জীৱনসংগী নিৰ্বাচনৰ ক্ষেত্ৰত ভণ্টিয়ে 'পাতল'ৰ লগতে আপোচ কৰি পেলালে, তাইক আনন্দিত-বিৰক্ত কৰা হাঁহিটোৰ অধিকাৰী জোনমণিকে তাইৰ লগত জীৱন যোগ কৰাৰ অধিকাৰ দি দিলে। জোনমণিয়ে কয়— সি ভণ্টিক খুব ভাল পায়, ভণ্টিয়ে ভালপোৱা এক অতিশয় দুৰ্লভ বস্তু, সেই ৰত্ন যি লাভ কৰিছে সি ভাগ্যবান। তাই কিন্তু সেই ভাগ্যৰ অধিকাৰী এতিয়াও হ'ব পৰা নাই। কিন্তু জোনমণিৰ প্ৰেম গ্ৰহণ কৰোঁতে তাইৰ আপত্তি নাই— দুৰ্লভ বস্তু যে সদায় আদৰণীয়!

প্ৰথমতে ভণ্টিৰ এই স্বীকাৰোক্তি শুনি জোনমণি তাইৰ ওচৰৰ পৰা আঁতৰি যাব বুলিয়েই ভাব হৈছিল, কিন্তু জোনমণিয়ে কেৱল ক'লে, 'তোমাৰ অন্তৰৰ সম্পদ কম, মোৰ কিন্তু বেছি, দুয়োটাকে ভাগ কৰি লৈ জীৱনটোও চলিম দিয়া।'

ভণ্টি সিদিনা অবাক হৈ গৈছিল, পাতল ল'ৰা জোনমণিৰ মুখত এয়া কি ধৰণৰ গভীৰ কথা? সঁচাই মাজে মাজে জীৱনে মানুহক নানা ধৰণৰ বিস্ময়ৰে সন্মুখীন কৰায় আৰু এনে এক বিস্ময়ৰ চমকেই তো ভণ্টিক জোনমণিৰ ওচৰ চপাইছিল।

বিশ্ববিদ্যালয়ৰ শিক্ষা বিভাগে এটা ছেমিনাৰ পাতিছিল, বিষয়টো আছিল শিক্ষা অবিহনে নাৰীৰ অধিকাৰ আৰ্জন সম্ভৱ নহয়। ভণ্টিক সৰুৰে পৰা এই এটা বিষয়ে খুবেই চিন্তা-ভাৱনাৰ খোৰাক যোগাই আহিছে— নাৰীৰ অধিকাৰ। আচলতে তাই সৰু থাকোঁতেই বৰ বায়েক-ভিনিহিয়েকৰ নানা ধৰণৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰি স্বামীগৃহ এৰি আহি পিতৃগৃহত আশ্ৰয় লৈছিলহি। কিন্তু তাতো তেওঁৰ জীৱনলৈ শান্তি অহা নাছিল, কাৰণ মাকে জীয়েকৰ এই বিদ্ৰোহ একোতেই বৰদাস্ত কৰিব পৰা নাছিল, চেষ্টা কৰিছিল পুনৰ জীয়েকক গিৰীয়েকৰ ওচৰলৈ পঠাই দিবলৈ, কৈছিল যে স্বামীয়ে যদি অত্যাচাৰো কৰে সতী তিৰোতাই তাক সহ্য কৰি স্বামীক সু-পথলৈ অনাৰ

চেষ্টা চলাই যাব লাগে। কিন্তু বায়েক একো পধ্যেই নগ'ল, মাক-দেউতাকৰ মতে অতি স্বাৰ্থপৰ দৰে তাই নিজৰ সুখৰ কথাহে চিন্তা কৰিলে, তাইৰ এই বদনামে যে ভনীয়েকজনীৰ গাতো চেকা লগাব, বিয়াৰ সময়ত বায়েকৰ এই স্বামী ত্যাগৰ নজিৰে যে সৎপাত্ৰক ভনীয়েকৰ পৰা শতেক যোজন আঁতৰত ৰাখি থ'ব— এনে নানা ধৰণৰ সম্ভাৱনাৰ কথা কৈয়ো বায়েকক গিৰীয়েকৰ ওচৰলৈ পঠাব নোৱাৰিলে।

'মোৰ বাবে যদি ভণ্টিৰ বিয়া নহয়, নহওক, বিয়াত একো মৌ নাই। সকলো মতা মানুহেই একে, ঘৈণীয়েকক চাকৰণীৰ বাহিৰে অইন একো বুলি নাভাবে। কেৱল কথা হৈছে মাইকী মানুহবোৰ শিক্ষিতা হ'ব লাগে, তেহে কিবা এটা চাকৰি কৰি নিজকে পোহপাল দিব পাৰে। কিন্তু তোমালোকে মোক বি এ পাছ কৰাৰ আগতেই বিয়া দি দিলা। বিয়া নহয় বিষ। যি হওক, মই সৰু-সুৰা চাকৰি এটা কিবা কৰি যোগাৰ কৰি ল'মেই, সদায় তোমালোকৰ গলগ্ৰহ হৈ নাথাকোঁ। ভণ্টিৰ কিন্তু মোৰ দৰে সমস্যা নহয়, তাই ইমান পঢ়িছে, তাইৰ বিয়া নহলেও স-স্ ...নৈ চাকৰি কৰি কোনো মতা মানুহক খাতিৰ নকৰাকৈ ভৰিৰ ওপৰত ভৰি তুলি জীৱনভৰ খাই থাকিব পাৰিব।'

ভণ্টিৰ মনত বায়েকৰ এই কথাষাৰ কিবাকৈ গাঁথা হৈ গৈছিল। অৱশ্যে পিছলৈ মনলৈ বিয়াৰ ভাবটোও আহি থকা হ'ল, তাকো ভবালে সেই বায়েকেই। বহুত দিনৰ বহুত চেষ্টাৰ পিছত বায়েকে ছুপাৰ-মাৰ্কেট এখনৰ কাপোৰ-কানিৰ ডিপাৰ্টমেণ্টত ছেলছ্ গাৰ্লৰ চাকৰি এটা পাইছে। কিন্তু বায়েক জানো সুখী? ক্লান্ত, বিমৰ্ষ, শুকান চেহেৰাৰ অকালতে বুঢ়ী হোৱা বায়েকে তাইক এই বিশ্বাসত দৃঢ় হৈ থাকিব নিদিলে যে চাকৰি এটা থাকিলে, অৰ্থনৈতিক স্বাধীনতা থাকিলে বিয়াৰ আৰু কোনো প্ৰয়োজন নাই। চাকৰি কৰি জীৱনৰ আন নানা ক্ষেত্ৰতো যি নিজকে উছৰ্গা কৰি দিব পাৰিছে, সেই অসাধাৰণ মহিলাসকলৰ কথা হয়তো বেলেগ, কিন্তু যান্ত্ৰিকভাৱে দিনৰ পিছত দিন চাকৰিৰ চকাত পিষ্ট হৈ কাল কটোৱা সাধাৰণ মহিলাসকলৰ জীৱন ৰ পূৰ্ণতাৰ বাবে বিয়া প্ৰয়োজনীয়।

এনে এক চিন্তাৰে যেতিয়া ভণ্টিৰ মন পুষ্ট হৈ উঠিছিল তেতিয়াই তাই শিক্ষাৰ সেই বিশেষ ছেমিনাৰখনত জোনমণিৰ ভাষণ শুনি মুগ্ধ হ'ব পাৰিছিল। সঁচায়ে সি আধুনিক প্ৰগতিশীল মনৰ ডেকা, নাৰীৰ অধিকাৰৰ সপক্ষে কি উদ্দীপ্ত বক্তৃতা যে দিলে।

ছেমিনাৰৰ শেষত গৈ ভণ্টিয়ে অচিনাকি ল'ৰাটোক অভিনন্দন নজনাই নোৱাৰিলে। সেয়ে পৰিচয়ৰ সূত্ৰপাত আৰু তাৰ পিছৰ পৰিণতিত প্ৰেম, অৱশ্যে একপক্ষীয়। আচৰিত, তাতো জোনমণিৰ আপত্তি নাই আৰু সেই বিষয়ে তাইক কি সুন্দৰকৈ ক'লে।

ইয়াৰ পাছত বছৰ বাগৰি গৈছিল আৰু সিহঁত দুয়ো নিজৰ নিজৰ বিষয়ত এম এৰ ফাইনেল পৰীক্ষা দিবলৈ সাজু হৈছিল।

সেই সময়তে এদিন জোনমণিয়ে ক'লে যে সি মাকক ভণ্টিৰ কথা কৈছে। মাকে ভণ্টিৰ সকলো কথা শুনি ভালেই পাইছে যেন লাগিছে, আচলতে তাৰ মাক অইন গোড়া মাকবোৰৰ দৰে নহয়, প্ৰগতিবাদী আৰু উদাৰ মনৰ।

কথাটো শুনি যে ভণ্টিৰ কি সকাহ লাগিছিল। মাক বুলিলেই তাইৰ নিজৰ মাকৰ ছবিখন ভাহি উঠে, গোড়া ৰক্ষণশীল, ল'ৰাক প্ৰাধান্য দিয়ে, ছোৱালীক ডবাই ৰাখে। তাইৰ দুই ভয়েক ৰাজীৱ আৰু সঞ্জীৱ— যেন দুই ৰাজপুত্ৰ। ঘৰৰ ভাল বস্তুটো খাব সিহঁতে, এগছ কুটা দুগছ নকৰে, মাকৰ অসুখ-বিসুখ হ'লে সকলো কাম তাই আৰু বায়েকেই কৰিব লাগিব, ৰাজপুত্ৰহঁতে পানীগিলাচো বাকি নলয়। এদিন মাকৰ অসুখৰ সময়ত ঘৰৰ সকলো কাম কৰি বিশ্ববিদ্যালয়লৈ যাবৰ পৰত ভণ্টিয়ে ভায়েক এটাক নিজৰ ভাত বাঢ়ি খাবলৈ কৈছিল (বায়েক পুৱাতে দোকানলৈ যাব লাগে) তেতিয়া সিতো নোৱাৰে বুলি কৈছিলেই, লগতে মাকেও তাইক ডাবি দি কৈছিল যে ক'ত কি ল'ব লাগে, সি কেনেকৈ জানে? তাৰ ভাতকেইটা বাঢ়ি দি গ'লে তোৰ নো ইমানেই পঢ়াডাল ক্ষতি হ'বনে?

কি যে খং উঠিছিল ভণ্টিৰ, ভায়েকৰ ভাত বাঢ়ি বাঢ়ি মাকক গজগজাই কৈছিল, 'তোমালোকেনো আমাক ৰাজস্থানৰ সেই এম এল এ জনৰ দৰে জন্মৰ পিছতেই মাৰি নেপেলালা কিয়? পুত্ৰধনেই তোমালোকৰ বুকু জুৰাই থাকিলহেঁতেন।'

কিন্তু তাইৰ কি ভাগ্য যে তাইৰ যিগৰাকী আইনসঙ্গত মাক হ'ব, তেওঁ এনে গোড়ামিৰ উৰ্দ্ধত এগৰাকী মুক্তমনা মহিলা!

তাৰ পিছত জোনমণিয়ে তাইক মাকৰ ওচৰলৈ লৈ যোৱা দিনটো আহি পৰিছিল, কিন্তু তাৰ আগতে তাই

জোনমণিৰ মাকৰ আগত মুখামুখি হোৱাৰ প্ৰস্তুতিৰ বাবে কেণ্টিনত বহি তাৰ লগত কথা-বতৰা পাতি লৈছিল। তেতিয়াই ভণ্টিয়ে ইমান দিনে তৰুণ নাম বুলি জনা ল'ৰাটোৱে তাইক ক'লে যে তাৰ ঘৰত মতা নাম জোনমণি, গতিকে মাকে তাক সেই নামেৰে সম্বোধন কৰিলে তাই যেন উচপ খাই নুঠে।

'জোনমণি! মণি! অকল জোনেৰেই নহয়'— উপৰোক্ত কথাখিনি তেতিয়াই ভণ্টিয়ে কৈছিল আৰু উত্তৰত জোনমণিয়ে ঢেকঢেকাই হাঁহিছিল— যি হাঁহি ভণ্টিৰ আকৰ্ষণ-বিকৰ্ষণ দুয়োটাৰে কাৰণ।

অৱশেষত সেই মুহূৰ্তটো আহি পৰিছিল যেতিয়া জোনমণিৰ লগত ভণ্টি গৈ ভাৱী শাহুৱেকৰ আগত থিয় হৈছিলগৈ। কিন্তু মানুহগৰাকীক দেখি তেওঁৰ প্ৰতি সমীহ ওপজা বা শ্ৰদ্ধা জগাৰ পৰিৱৰ্তে ভণ্টিৰ মন এক ধৰণৰ কৰুণাৰেহে পূৰ্ণ হৈ গ'ল। কি ক্লান্ত বিষণ্ণ মূৰ্তি! ক্ষীণ আৰু ভগ্ন স্বাস্থ্যৰ এই মহিলাৰ প্ৰকৃত চেহেৰাৰ লগত দেখোন তাইৰ কল্পনাৰ তেজস্বী মহিলাগৰাকীৰ ভাবমূৰ্তিক কোনো পধ্যেই সমাৰ্থক কৰি ভাবিব নোৱাৰি।

কিছু সময় নানা কথা-বতৰা পতাৰ পিছত জোনমণিৰ মাকে জোনমণি আৰু ভণ্টিক খোৱা-ঘৰলৈ মাতি লৈ গ'ল। মাকৰ আহ্বানত ভিতৰৰ পৰা জোনমণিৰ সৰু ভায়েক দুজনো ওলাই আহিল আৰু ভণ্টিৰ লগত সলজ্জ পৰিচয়ৰ পিছত আটায়ে খোৱা-মেজত বহি মাকে যতনাই দিয়া লুচি, ভাজি, পায়স আৰু মিঠাই খাবলৈ আৰম্ভ কৰি দিলে।

লুচি এখন মুখত লৈ ভণ্টিয়ে সুধিলে, 'মাহীদেউ, আপোনাৰ তো ছোৱালী নাই, কাম কৰা লগুৱাও কাকো দেখা নাই। ঘৰুৱা কামত আপোনাক তেন্তে ল'ৰাহঁতেই সহায় কৰি দিয়ে নহয়?'

জোনমণিৰ মাকৰ মুখত ক্লান্ত কিন্তু চেনেহসনা হাঁহি এটা বিৰিঙি উঠিল, 'ল'ৰাই আৰু কি কাম কৰি দিব আইজনী? এদিন তিনিটা ল'ৰাৰ তিনিজনী বোৱাৰী আহি বুঢ়া বয়সত মোক সকাহ দিব, তাৰেই আশাত আছোঁ।' জোনমণিৰ মাকে শেষৰ কথাকেইটা অলপ পাতল সুৰত ক'লে।

জোনমণিয়ে হাঁহিলে, ঢেকঢেকাই তাৰ সেই বিখ্যাত হাঁহিটো হাঁহিব ধৰিলে। আৰু হাতত আধাখোৱা লুচিখন লৈ (যিখন শেষ কৰাৰ ভণ্টিৰ আৰু প্ৰবৃত্তি নোহোৱা হৈ গৈছিল) ভণ্টিয়ে তাৰ পিনে এক দৃষ্টিৰে চাই ৰ'ল। জীৱনত প্ৰথমবাৰৰ বাবে তাইক জোনমণিৰ হাঁহিটোৱে কেৱল বিকৰ্ষণেই কৰিব ধৰিলে।

(সূৰ্যমুখী)

# তললৈ, আৰু তললৈ

'এই বুৰী, এনেকৈ তললৈ হাউলি কি চাই আছ? পৰি যাবি চাবি।'

বিনীতাই কিশোৰী জীয়েকক সাৱধান বাণী শুনাইছিল। তেওঁ তেতিয়া হাতত ফুলঝাড়ুডাল লৈ কোঠালীটোৰ চুক-কোণ ঝাড়ু দি আছিল। আজি বন্ধৰ দিন, গতিকে তেওঁ কিছু আজৰি সময় পাইছে আৰু নিজৰ কামতে নিজে অসন্তুষ্ট হোৱা সপ্তাহটোৰ বাকী কেইদিনৰ কামবোৰৰ প্ৰতিবিধান কৰিবলৈ এইদৰে পৰিপাটিকৈ ঘৰটো ঝাড়ু দিছে। আচলতে এই অত্যন্ত পৰিষ্কাৰ স্বভাৱটোৰ বাবেই তেওঁৰ কাম বাঢ়ি যায়, কিন্তু কি কৰিব, চাফ-চিকুণ হৈ থাকিব নোৱাৰিলে তেওঁৰ মনৰ শান্তিয়ে বিঘ্নিত হৈ যায়। গতিকে বিনীতাই মনৰ শান্তিৰ আগত দেহৰ কষ্টক তুচ্ছ জ্ঞান কৰে।

মাকৰ কথাত বুৰীয়ে এবাৰ উভতি চাই বেলকনিৰ পৰাই উত্তৰ দিছিল, তিক্ততাৰ হাঁহি মিহলি সেই উত্তৰ আছিল মাকৰ বুকুত দুখ আৰু খঙৰ শেল বিন্ধাব পৰা ঃ

'মা, তুমি যে কৈ থাকা দুখৰ সময়ত মানুহে তললৈ চাব লাগে আৰু সুখৰ সময়ত ওপৰলৈ চাব লাগে— সেয়ে মই এতিয়া আমাৰ দুখৰ সময় বাবে তললৈ চাইছোঁ দিয়া, কেতিয়াবা সুখৰ সময় আহিলে ওপৰলৈ চাম বাৰু।'

বিনীতাৰ ক্ষন্তেকৰ বাবে হাতৰ কাম স্তব্ধ হৈ গৈছিল আৰু তাইৰ দীঘলকৈ হুমুনিয়াহ এটা ওলাইছিল। তেওঁৰ জীয়াৰী বুৰী যেনেকৈ তেওঁৰ সন্তান, তেৰোঁ তেনেকৈ এজন বাপেকৰ সন্তান আছিল। পাহাৰপুৰ গাঁৱৰ পাঠশালাৰ পণ্ডিত হৰিচন্দ্ৰ গায়নে স্কুলত ল'ৰাবোৰক যেনেকৈ সুশিক্ষা দিছিল, ঘৰতো নিজৰ ছোৱালী চাৰিজনীক তেনেকৈ শিক্ষা দিয়াৰ চেষ্টা কৰিছিল। তেওঁৰ ল'ৰা নাছিল, ছোৱালী চাৰিজনীক জন্ম দিয়াৰ কিছুদিন পিছত সিহঁতৰ মাকৰ মৃত্যু হৈছিল আৰু লগতে ল'ৰা সন্তানৰ দেউতাক হোৱাৰ সকলো আশা তথা সম্ভাৱনাও বন্ধ হৈ গৈছিল। অৱশ্যে তেওঁ দ্বিতীয়বাৰ বিয়া কৰাব পাৰিলেহেঁতেন আৰু তেতিয়া হয়তো পুত্ৰ সন্তানৰো মুখ দেখিলেহেঁতেন বা তেনে সম্ভাৱনাৰ পথ খোলা থাকিলহেঁতেন। কিন্তু আদৰ্শবাদী মানুহজনে দ্বিতীয়বাৰ আৰু বিয়া কৰোৱাৰ মন নেমেলিলে। তেওঁ হেমচন্দ্ৰ বৰুৱাৰ ভাষাতেই কৈছিল বোলে তেওঁৰ যদি মৃত্যু হ'লহেঁতেন, তেতিয়া সমাজে জানো তেওঁৰ বিধবা পত্নীৰ পুনৰ বিবাহ সহজভাৱে ল'লেহেঁতেন বা পত্নীয়ে কোনোবা পুৰুষক সহজে পালেহেঁতেন— যি তেওঁক বিয়া কৰাবলৈ সন্মত হ'ব।

বিনীতাৰ দেউতাক হৰিচন্দ্ৰ গায়নে আৰু দ্বিতীয় পত্নী গ্ৰহণ নকৰিলে, অশেষ কষ্ট আৰু ধৈৰ্যৰে ছোৱালী চাৰিজনীক ডাঙৰ কৰিলে, স্কুলত পঢ়ুৱালে আৰু নানা নীতি কথা কৈ ঘৰতো সুশিক্ষা দিয়াৰ চেষ্টা কৰিলে। বিনীতাই তাইৰ বায়েককেইজনীৰ কথা নাজানে, বিয়া-বাৰু হৈ যোৱাৰ পিছত তেওঁলোক নিজৰ নিজৰ সংসাৰত দেউতাকৰ নীতিতেই চলিছে নে নিজৰ নিজৰ সুবিধাৰ নীতিতে চলিছে বিনীতাই নাজানে। তেওঁ নিজে কিন্তু দেউতাকৰ সকলো কথাকে বেদ বাক্যৰ দৰে মানি আহিছে, প্ৰাণপণে তাক পালন কৰি অহাৰ চেষ্টা কৰিছে।

বিনীতাই জীৱন পথত চলিবলৈ দেউতাকৰ যি উপদেশ সকলোতকৈ প্ৰেৰণাদায়ক আৰু শুভ বুলি ভাবে সেয়া হ'ল এইমাত্ৰ জীয়েকে তেওঁক পেংলাই কৰি কোৱা কথাষাৰ ঃ দুখৰ সময়ত তললৈ চাবা, সুখৰ সময়ত ওপৰলৈ চাবা।

বিনীতাৰ এতিয়াও মনত পৰে— ঘৰখনৰ নুমলীয়া জী হোৱা বাবে তেওঁ কেনেকৈ বায়েকহঁতৰ মৰম পাইছিল, দেউতাকৰ নয়নৰ মণি হৈছিল। তথাপি দেউতাকেতো তেওঁৰ অন্যায়-আব্দাৰৰ ওচৰত কেতিয়াও নতি স্বীকাৰ কৰা নাছিল। গাঁৱৰ আটাইতকৈ আঢ্যৱন্ত মানুহ সুৰেন মহন্ত মৌজাদাৰৰ জীয়েক নিৰ্মালীৰ লগত বিনীতা একে স্কুলতে একে ক্লাছতে পঢ়িছিল। নিৰ্মালীৰ ধুনীয়া ধুনীয়া ফ্ৰক, জোতা, দামী দামী প্ৰসাধনৰ সামগ্ৰী দেখি কিশোৰী বিনীতাৰো তেনে বস্তু পাবলৈ হেঁপাহ জাগে আৰু দেউতাকক সেইবোৰৰ বাবে খাটনি ধৰিলে দেউতাকে সদায় বুজনি দিছিল— 'মাজনী, সেইবোৰ ধন-সম্পদত আমাতকৈ বহুত ওপৰত থকা মানুহ আমি তেওঁলোকতকৈ সেই বিষয়ত বহুত তলত। গতিকে আমাৰ অৱস্থাৰ মানুহে কেতিয়াও সেইবোৰ মানুহলৈ মূৰ দাঙি চাব নালাগে, চালে কষ্ট পোৱা যায়। আমি চাব লাগে ধন-সম্পদেৰে আমাতকৈও দুখীয়া মানুহবোৰলৈ, সেই মানুহবোৰলৈ মূৰ হাউলাই চালে দেখিম আৰু সান্ত্বনা পাম যে এই পৃথিৱীত আমিয়ে

নহয়, আমাতকৈও বেছি দুখীয়া আৰু দুৰ্ভগীয়া মানুহ আছে, আকৌ আন এটা কথাও সদায় মনত ৰাখিবা মাজনী, কেতিয়াবা যদি আমাৰো বহুত ধন-সম্পদ হয়— তেতিয়া আমি কিন্তু তললৈ নাচাই ওপৰলৈহে চাব লাগিব। কাৰণ ধন-সম্পদে আমাক মদগৰ্বী কৰি তুলিব পাৰে আৰু অহংকাৰী হৈ আমি সাধাৰণ মানুহক তুচ্ছ জ্ঞান কৰিব পাৰোঁ। তেতিয়া যদি আমি ওপৰলৈ মূৰ তুলি চাওঁ আৰু দেখো যে আমাতকৈ বহুত বেছি ধন-সম্পদৰ অধিকাৰী আছে, আমি তেওঁলোকতকৈ বহুত তলত, তেতিয়া আমাৰ গৰ্ব চূৰ্ণ হৈ যাব। সেয়ে মাজনী, মানুহে নিজকে দুখী বুলি ভাবিলে সদায়ে তলৰ আৰু বেছি দুখী মানুহলৈ চাব লাগে, আনহাতে সুখী সম্পদশালী বুলি গৰ্বত ওফন্দি থাকিব ওলালে সদায় ওপৰলৈ চাব লাগে।'

বিনীতাই দেউতাকৰ প্ৰথম উপদেশকে জীৱনত পালন কৰি যোৱা অৱস্থাৰ গৰাকী হৈ ৰ'ল, দ্বিতীয় উপদেশৰ কথা চিন্তা কৰাৰ কোনো সুযোগেই নাহিল। তেওঁৰ বিয়া হ'ল এজন পুলিচ চাব-ইন্সপেক্টৰ লগত, গতিকে ধন-সম্পদৰ গৰাকী হ'ব নাপালে। তাতে পৰমা কাকতি আছিল সাধু প্ৰকৃতিৰ আৰু লগতে অতি কৰ্তব্যনিষ্ঠ পুলিচ-কৰ্মচাৰী। গতিকে পুলিছে জধে-মধে তলে-ওপৰে টকা খায় বুলি যি বদনাম সততে শুনা যায়, পৰমা কাকতিৰ ক্ষেত্ৰত সেই কথা সাত-শত্ৰুৱেও ক'ব নোৱাৰে। তেনে সাধু হোৱাৰ বাবেইতো দেউতাকে মৰমৰ জীয়েকক পুলিচৰ লগত বিয়া দিছে। গতিকে পুলিচৰ মানুহৰ লগত বিয়া হোৱাৰ পিছতো বিনীতাই সেই দৰিদ্ৰ জীৱনকো কটাই থাকিল, যি দৰিদ্ৰ তেওঁ বিয়াৰ আগতে দেউতাকৰ ঘৰতো পাই আহিছিল। বিনীতাহঁত পুলিচ ক'লনিৰ পুলিচৰ কোৱাৰ্টাৰত আছিল। তাত থাকি তেওঁ দেখিছিল যে গিৰীয়েকৰ একে ধৰণৰ চাকৰি কৰা বহুতো পৰিবাৰ আৰু পৰিয়ালৰ বেছ বিলাসী জীৱন, বেছ নদন-বদন অৱস্থা। কিন্তু সৎ দেউতাকৰ শিক্ষাৰে জীৱনৰ কথাবোৰ সঠিকভাৱে গ্ৰহণ কৰাৰ মানসিকতাৰে পুষ্ট বিনীতাই কেতিয়াও গিৰীয়েকক একেধৰণৰ বিলাস বৈভৱৰ বাবে অসৎ পথলৈ প্ৰৰোচিত কৰা নাছিল, তেওঁ সন্তুষ্ট আৰু সুখী হৈ থাকিব পাৰিছিল, দেউতাকৰ দুখৰ সময়ত তলৰ আৰু বেছি দুখীয়াসকলক চাই সান্ত্বনা লভাৰ উপদেশ শিৰোধাৰ্য কৰি।

পৰমা কাকতিৰ এই ন্যায়নিষ্ঠতা আৰু কৰ্তব্যনিষ্ঠতাৰ বাবেই হয়তো এদিন তেওঁক ওপৰ খলপৰ শক্তিশালী মন্ত্ৰী এজনৰ দেহৰক্ষী নিযুক্ত কৰা হৈছিল। সেই নিযুক্তিক পৰমা কাকতিয়ে পৰম সন্মান আৰু মৰ্যাদাৰ কথা বুলি ধৰি লৈছিল, গৰ্বত তেওঁৰ বুকু ওফন্দি গৈছিল আৰু সেই কথা ঘৰলৈ আহি হাঁহি হাঁহি যেতিয়া তেওঁ ঘৈণীয়েকক কৈছিল তেতিয়া কিন্তু বিনীতাৰ একেধৰণৰ মুখৰ হাঁহিৰে মুখখন উদ্ভাসিত হৈ পৰা নাছিল, বৰং তেওঁৰ মুখ দুশ্চিন্তাৰ ক'লা মেঘে আৱৰিহে ধৰিছিল। দিনকাল বৰ বেয়া পৰিছে, সঁচায়ে বৰ বেয়া পৰিছে, সন্ত্ৰাসবাদীয়ে চাৰিওফালে পিল্‌পিলাই আছে, কাক ক'ত হত্যা কৰে, কাক ক'ত অপহৰণ কৰে, কোন নেতা মন্ত্ৰীক হত্যা কৰাৰ পাং পাতি কত বোমা দিয়ে, বোমা পুতি থয় তাৰ কোনোতো ঠিকনা নাই।

পিছে পৰমা কাকতিয়ে এইবোৰ দুশ্চিন্তাক ওচৰে চাপিব দিয়া নাছিল। তেওঁৰ কথাবোৰ আছিল দাৰ্শনিকৰ দৰে, একপ্ৰকাৰ বিনীতাৰ দেউতাকৰ দৰেই। তেওঁ কয়— 'হেৰা, জীৱন-মৃত্যু মানুহৰ হাতত নাই। কাৰ কেতিয়া জন্ম হয়, কাৰ কেতিয়া মৃত্যু হয় আমি সাধাৰণ মনুষ্যই কি ভু পাওঁ। আমাৰ গাঁৱৰ কাতিৰামৰ পথাৰতে জন্ম হৈছিল— মাক ধান দাবলৈ যোৱাৰ সময়ত। একেদৰে জীৱনত ঘৰৰ প্ৰায় চাৰিবেৰৰ বাহিৰ নোলোৱা গাঁৱৰ অণিমা খুড়ীৰ মৃত্যু হ'ল বাছত— প্ৰথমবাৰৰ বাবে গাঁওবাসীৰ লগত ভাড়া কৰা বাছত মা কামাখ্যা দৰ্শন কৰিবলৈ ওলাইছিল— অ' বেচেৰী কামাখ্যা দৰ্শন কৰি আহি ঘৰলৈ ওভতাৰ পথত বাছতে ঢলি পৰিল।' গাঁৱৰ মানুহে অৱশ্যে কোৱা-কুই কৰে যে খুড়ীটি বৰ পুণ্যাত্মা আছিল, সেয়ে মৰণৰ আগে আগে কামাখ্যা দৰ্শন কৰি আহিবলৈ পালে। নহ'লেতো কামাখ্যা গৈ পোৱাৰ আগতেই বাছত মৃত্যু হ'ব পাৰিলেহেঁতেন, কিন্তু তেওঁ সঁচায়ে পুণ্যাত্মা আছিল বাবেই তেনেকৈ দেৱী দৰ্শন কৰি অহাৰ পিছত মৃত্যুমুখত পৰিল.... সঁচা কথা, কাৰ ক'ত কেতিয়া মৃত্যু লেখা আছে ক'ব নোৱাৰি, আমাৰ কথাতে কয় বোলে— চৰণেহে জানে মৰণৰ ঠাই.....।"

'আমাৰ ভাষাত এনে এষাৰ ফকৰাও আছে 'বোলে জাগি শুবা, বাছি খাবা'— মানুহ পৰাপক্ষত সাৱধান হৈ চলিব লাগে, সকলো কথা ভাগ্যৰ ওপৰতে এৰি দিব নালাগে।' গিৰীয়েক পৰমা কাকতিৰ কথাত বিনীতাই তেনেকৈ উত্তৰ দিছিল— তেওঁৰ কথাতো যেন জ্ঞানী বাপেকৰ নানা নীতিবচনৰ প্ৰতিধ্বনিহে ফুটি উঠিছিল। যি হওক ঘৈণীয়েকৰ তেনে সাৱধান বাণী শুনাৰ পিছতো কিন্তু সাহসী মানুহজনে কথাষাৰ হাঁহি উৰুৱাই দিছিল।

ইয়াৰ পিছৰ ঘটনা ঘটিছিল বিনীতাই আশংকা কৰাৰ দৰেই, এদিন মন্ত্ৰীৰ লগত মন্ত্ৰীৰ গাড়ীত গৈ থকা

পৰমা কাকতিৰ জীৱন শেষ হৈ গৈছিল এক ভয়ংকৰ মৃত্যুৰ যোগেদি। সন্ত্ৰাসবাদীয়ে মন্ত্ৰীৰ গাড়ীত বোমা বিস্ফোৰণ ঘটাইছিল আৰু গাড়ীত থকা চাৰিওজন লোকৰ দেহেই ছিন্ন-ভিন্ন হৈ গৈছিল — মন্ত্ৰীৰ, ড্ৰাইভাৰৰ, দেহৰক্ষীৰ আৰু মন্ত্ৰীৰ ষ্টেনোগ্ৰাফাৰৰ। সকলো কেইজনৰে শৰীৰৰ অঙ্গ-প্ৰত্যাঙ্গবোৰ অ'ত ত'ত ছিটিকি পৰিছিল। পৰমা কাকতি মানুহজন দেখিবলৈ সুন্দৰ নাছিল, কিন্তু দাঁত দুপাৰি বৰ ধুনীযা আৰু সুগঠিত আছিল। মানুহজনক হাঁহিলে বৰ ধুনীয়া দেখাইছিল— কেতিয়াবা কিবা কথাত বিনীতাৰ গিৰীয়েকৰ ওপৰত খং উঠিলে গিৰীয়েকে যেতিয়া তেওঁৰ সেই ভুবন ভুলোৱা হাঁহিটো মাৰি বিনীতাক ওচৰলৈ টানি নি আদৰ কৰিব ধৰে তেতিয়া সেই হাঁহিটোলৈ চাই তেওঁৰ সকলো খং গলি যেন পানী হৈ যায়।

বোমা বিস্ফোৰণত পৰমা কাকতিৰ হাত-ভৰি শৰীৰৰ পৰা বিচ্ছিন্ন হোৱাৰ লগতে মুখৰ সেই সুন্দৰ দাঁত দুপাৰিও মুখৰ তল খণ্ডৰ লগতে মূৰটোৰ পৰা সুলকি আহিছিল।

পৰমা কাকতিৰ মৃত্যুৰ সময়ত বুৰীৰ পাঁচ বছৰহে হৈছিল। চাৰি বাই-ভনীৰে বাপেকৰ ঘৰত ভাই-ককাই নোহোৱা জীৱন কটাই অহা বিনীতাৰ পুত্ৰ সন্তানৰ বাবে বৰ হেঁপাহ আছিল। কিন্তু তেওঁৰ ল'ৰা নহৈ ছোৱালীহে জন্ম হ'ল। দ্বিতীয় সন্তানটো কিজানি ল'ৰাই হ'লহেঁতেন বুলি আশা কৰাৰ মুদাও মৰিছিল, কাৰণ জৰায়ুত এটা টিউমাৰ হোৱা বাবে বিনীতাই অপাৰেশ্যন কৰাই সেই টিউমাৰৰ লগতে জৰায়ুটোও কাটি পেলাব লগা হৈছিল— ফলত তেওঁৰ দ্বিতীয়বাৰ সন্তান সম্ভৱা হোৱাৰ পথ চিৰদিনলৈ ৰুদ্ধ হৈ গৈছিল। গতিকে সন্তানৰ ক্ষেত্ৰত বিনীতাই সুখী হ'ব নোৱাৰিলে। প্ৰথমতে নোৱাৰিলে ছোৱালী জন্ম হোৱা বাবে, দ্বিতীয়তে নোৱাৰিলে জৰায়ুটো হেৰুৱাই ভৱিষ্যতে সেই সন্তানৰ মুখ দেখাৰ পৰা বঞ্চিত হ'বলগীয়া হোৱাত।

তাৰ পিছত গিৰীয়েকৰ মৃত্যু হ'ল, ফলত ছোৱালীক জন্ম দিয়াৰ দুখটো যেন আৰু বাঢ়িল। বিনীতাই এতিয়া অকলে এই সংসাৰত ছোৱালীজনীক কেনেকৈ ডাঙৰ কৰে? ছোৱালী যে আমাৰ সমাজত এতিয়াও গলগ্ৰহ, জন্মৰ পৰা কষ্ট কৰি ডাঙৰ দীঘল কৰি, দিয়া এঘৰলৈ উলিয়াই— গতিকে পিতৃ-মাতৃৰ ছোৱালীৰ পৰা কি লাভ হয়? আকৌ ছোৱালীজনীক যে অ'ত বছৰ খুৱাই-ধুৱাই, পিন্ধাই-উৰাই, শিক্ষা-দীক্ষা দি তাইৰ লগত ইমান খৰচ-পাতি কৰি শেষত লোককহে দি দিবলগা হয়— তাৰ বাবে সেই ফাওতে ছোৱালী পোৱা ঘৰটো বা ল'ৰাজনে জানো ধন্য হয়? বৰং কিমান যাচি যাচি, কিমান খাতিৰ কৰি কৰি মৰমৰ ছোৱালীজনীক গতাবলগীয়া হয়। ইয়াতকৈ পৰিতাপৰ কথা আৰুনো কি হ'ব পাৰে?

নাই, নাই, ছোৱালী হোৱাটো সঁচায়ে বৰ দুৰ্ভাগ্যৰ বৰ কথা। আজি গিৰীয়েকক হেৰুৱাই সেই কথা যেন বৰ বেছিকৈ অনুভূত হৈছে। ল'ৰা এটা থকা হ'লে এদিন অন্ততঃ ভালে-বেয়াই সি তেওঁৰ বুঢ়া বয়সৰ আশ্ৰয় হ'লহেঁতেন, ভৰণ-পোষণ দিলেহেঁতেন, অন্ততঃ সমাজত ভালে-বেয়াই এতিয়াও সেই নিয়মেইতো চলি আহিছে। কিন্তু লোকৰ ঘৰলৈ উলিয়াই দিয়া ছোৱালীজনীয়ে আৰু মাকৰ কি দায়িত্বভাৰ ল'ব? জোঁৱায়েকৰ ঘৰত থকাত জানো সন্মান আৰু স্বস্তি আছে? তাতকৈ নিজৰ ঘৰতে কলফপ্ কলফপ্‌কৈ মৰাই ভাল।

পৰমা কাকতিৰ কিন্তু ছোৱালী হোৱা বাবে কোনো অসন্তোষ নাছিল। জীয়েকৰ প্ৰতি তেওঁৰ মৰমত ততেই নাছিল— মৰমতে ক'ত যে নাম দিয়া নাছিল— ভাল নামটোতো আছেই— অনিন্দিতা সেই ভাল নাম, তাৰ পৰা ক'ত যে বিভিন্ন ঘৰত মতা নামৰ ঠাল-ঠেঙুলিৰ উদ্ভৱ হোৱা নাছিল— অনি, অনু, পুনু— এইবোৰতো আছেই, তাৰোপৰি মাজনী, আইজনী, সোণজনী, প্ৰাণজনী, ধনজনী — এনে ধৰণৰ খাচ অসমীয়া নামবোৰতো জীয়েকক মতাৰ সময়ত তেওঁৰ জিভাৰ আগত লাগিয়েই থাকিছিল।

পিছে এদিন সেই আদৰৰ জীয়েকক এৰি থৈ অকস্মাতে তেওঁ এক বীভৎস, অভাৱনীয়, আকস্মিক মৃত্যুৰ মুখামুখি হৈ কোনোবা নজনা দেশলৈ গুচি গ'ল— যি মৃত্যুৰ পিছত তেওঁৰ মুখখন শেষবাৰলৈ চাই ল'বলৈ আৰু মুখাগ্নি কৰিবলৈ সেই মুখ হৈ পৰিছিল ছিন্ন-ভিন্ন, খণ্ড-খণ্ড। দবাচলতে মৃতদেহৰ টুকুৰাবোৰৰ মাজৰ পৰা কোনটো কাৰ শৰীৰৰ অঙ্গ তাক বিচাৰি উলিওৱা টান হৈ পৰিছিল।

সেই সাংঘাতিক বোমা বিস্ফোৰণৰ পিছত বাতৰি কাকতৰ পাতত ডাঙৰ ডাঙৰ হৰফেৰে খবৰ বাহিৰ হ'ল, দুদিনমান নানা কথা লেখা-লেখি হ'ল, এনে বৰ্বৰ, নিষ্ঠুৰ, অমানুষিক হত্যাকাণ্ডক ধিক্কাৰ দিয়া হ'ল, সম্পাদকীয়বোৰো সেই নিন্দাবাদ ধিক্কাৰেৰে ভৰি গ'ল, অ'ত ত'ত বন্ধ পালিত হ'ল, হত্যা-হিংসাৰ বিৰুদ্ধে অ'ত-ত'ত সকলো বাহিৰ হ'ল, ঘৰে ঘৰে সেই কেইদিন মানুহৰ মুখতো সেই অতি ভয়াবহ বোমা-বিস্ফোৰণৰ আলোচনাই ঘাই ঠাই ল'লে,

মন্ত্ৰীৰ পৰিয়ালৰ নানা খবৰ তেওঁলোকে পৰম কৌতুহলেৰে বাতৰিকাকতৰ পৃষ্ঠাত গোগ্ৰাসে গিলাৰ দৰে কৰিলে, লগতে মন্ত্ৰীৰ বলি যাবলগীয়া হোৱা নিৰীহ, দৰিদ্ৰ দেহৰক্ষীৰ অকাল মৃত্যুৰ বাবেও কিছু উস্-আস্ কৰিলে, একেবাৰে নিঠৰুৱা হৈ পৰা সেইসকলৰো বাতৰিকাকতত ওলোৱা খবৰ আৰু ফটো দেখি দুখ প্ৰকাশ কৰিলে আৰু তাৰ পিছত এদিন এই সকলোবোৰ কথাই পাহৰণিৰ গৰ্ভত ডুবি গ'ল, মানুহৰ বাবে 'মুখৰোচক' নতুন নতুন হত্যা-সন্ত্ৰাসৰ বাতৰি আকৌ আগৰ দৰেই প্ৰতিদিনাই সেই বাতৰিকাকতবোৰতো ওলাই থাকিল আৰু মানুহে পূৰ্বৰ বোমা বিস্ফোৰণৰ ঘটনাটো প্ৰায় বিস্মৃত হৈ নতুন তেনে খবৰত মজি থাকিল।

পিছে সহজে পাহৰিব নোৱাৰিলে সেই বোমা বিস্ফোৰণত নিহত হোৱা পৰিয়ালৰ মানুহবোৰেহে। তেওঁলোকৰ বাবেই কেৱল এই পৰিসংখ্যাবোৰ এক ধৰণৰ নিৰ্মোহ-নিৰ্বিকাৰ প্ৰকাশ নহৈ জীৱন্ত বুকুভঙা বাস্তৱ হৈ ৰ'ল— অন্ততঃ বহুত দিনলৈ। সেই মৃত্যুৱেতো কেৱল প্ৰিয়জনৰ চিৰকালৰ বিচ্ছেদ বেদনাকে কঢ়িয়াই অনা নাই, সেই মৃত্যুৱে ভাত-কাপোৰ-আশ্ৰয়ৰ তীব্ৰ সমস্যাৰো যে মুখামুখি কৰাই দিলে।

বিনীতাই চকুৰে ধোঁৱা-কোৱা দেখিছিল। দুচকুৰে অশ্ৰুৰ ধাৰা নামি আছে ইফালে বুকুখনত যেন মৰুভূমিৰ শূন্যতাৰহে হাহাকাৰ— তাৰ লগে লগে আকৌ বৈষয়িক চিন্তায়ো মগজুটো তোলপাৰ কৰি আছে। দেউতাকৰ দুবছৰমান আগতে মৃত্যু হৈছে, ভাই-ককায়ো নাই যি তেওঁক নাবালিকা ছোৱালীজনীৰ লগত আশ্ৰয় দিব। ইফালে গাঁৱত দেউতাকৰ যি সামান্য মাটি-বাৰী আছিল তাকো সেই গাঁৱৰে অধিবাসী তেওঁৰ বৰ জোঁৱায়েকে অধিকাৰ কৰি লৈছে। সেই কথাত অৱশ্যে বিনীতাকে ধৰি বাকী দুজনী ছোৱালী আৰু তেওঁলোকৰ গিৰীয়েকসকলে একো আপত্তি নকৰিলে। আন আন ঠাইত থকা বাকী জীয়েক-জোঁৱায়েকৰ বাবে সেই মাটি-বাৰীৰ তদাৰক কৰাও সম্ভৱ নহয়, তদুপৰি ডাঙৰ জীয়েক-জোঁৱায়েকৰ হ'ল এবাহ ল'ৰা-ছোৱালী, অৱস্থা বৰ ভাল নহয়, গতিকে তেওঁলোকে সেই সামান্য মাটি-বাৰীৰ অংশীদাৰ হোৱাত বাকী ভনীয়েক কেইজনীৰ কোনো আপত্তি হোৱা নাছিল। তেওঁলোক আটাইকেইজনীৰে কম-বেছি পৰিমাণে স্বচ্ছল অৱস্থা, ল'ৰা-ছোৱালীৰ সংখ্যাও কম— হয়, বায়েকেই পৈত্ৰিক সম্পত্তি কিনি লৈ লওঁক।

পিছে এতিয়া হৰিচন্দ্ৰ গায়নৰ বৰ জীয়ৰীতকৈ সৰু জীয়ৰীয়েই যে বেছি নিঠৰুৱা হৈ পৰিল, তেওঁ এতিয়া ক'লৈ যায়, কি কৰে, কেনেকৈ জীয়েকজনীক মানুহ কৰে?

উস! ভগৱানে যে তেওঁক কিয় এই হাৰমালজনী গতালে, বায়েকৰতো পাঁচটাই ল'ৰা, তাৰে এটাকে কিয় তেওঁৰ কোলা শুৱনি কৰি পঠাব নোৱাৰিলে।

জীয়েকক গিৰীয়েকে মতা মৰমৰ নামবোৰ তেওঁৰ মুখত গিৰীয়েক ঢুকুৱাৰ পিছত আৰু সহজে নোলোৱা হ'ল, কিন্তু গিৰীয়েকে মতা আন এটা মৰমৰ নাম বুলিহে তেওঁৰ মুখত লাগি ৰ'ল— আচলতে সেই নামটোৱে আছিল অনিন্দিতাৰ প্ৰকৃত ঘৰত মতা নাম, যদিও সেই নামটোও গিৰীয়েকে আদৰতে দিয়া অনিন্দিতাৰ বহুত নামৰ ভিতৰৰ এটা নাম আছিল।

বিনীতা অৱশ্যে তেওঁ আশংকা কৰাৰ দৰে নিঠৰুৱা হ'ব নালাগিল, তেওঁক চৰকাৰে কোনোমতে পেটে-ভাতে খাই থাকিব পৰাকৈ সামান্য হ'লেও চাকৰি এটা দিছিল আৰু দিছিল বৰ্তমান থকা এটা কোঠালীৰ এটা ফ্লেট, তিনি মহলাত। তিনিমহলাৰ সেই এটা কোঠালীৰ ঘৰতোও তেওঁৰ বাবে যেন আকাশ স্পৰ্শ কৰিব পৰা উচ্চতাৰেই ঘৰ হৈ পৰিছিল— তেওঁতো ইমান বেছি আশা কৰা নাছিল— ই যেন বাংলা ভাষাৰ প্ৰবাদ বাক্যৰ দৰেই হ'ল— 'মেঘ না চাইতে জল!' সঁচায়ে তেওঁৰ দৰে স্বামীহীনা ডাল-দৰিদ্ৰই চৰকাৰৰ পৰা তেনে অনুগ্ৰহ আশা কৰা নাছিল।

পিছে তেওঁৰ সন্তুষ্টি হ'লে কি হ'ব, দিনটো অফিচৰ হৰেক ৰকমৰ কাম কৰি আহি (তেওঁক অসহায় অকলশৰীয়া তিৰোতা পাই নানাজনে নানা ধৰণে খুটুৱায়, বহুতো পুৰুষে এনেকি নিজৰ অসৎ উদ্দেশ্য চৰিতাৰ্থ কৰাৰো চেষ্টা কৰে, যাৰ বাবে বিনীতাই অফিচলৈ যোৱাৰ সময়ত যথাসম্ভৱ-জধলা আৰু অনাকৰ্ষণীয় হৈ যোৱাৰ চেষ্টা কৰে।) পুনৰ ঘৰৰ সকলো বজাৰ-সমাৰ কৰাৰে পৰা আদি কৰি ৰন্ধা-বঢ়া, বাচন ধোৱা, কাপোৰ ধোৱা, ঘৰ সৰা-মচা সকলো কাম অকলে কৰিও তেওঁৰ মুখৰ হাঁহিটো অম্লান হৈ থকাৰ বিপৰীতে জীয়েকৰ মুখখনত কিন্তু অসন্তুষ্টিৰ ক'লা মেঘ ওলমি থাকে। তাইৰ নানা ওজৰ-আপত্তি নুগুচেই, তাইৰ লগৰ স্কুলৰ ছোৱালীবোৰ ভাল ঘৰত থাকে, ভাল কাপোৰ-কানি পিন্ধে, হাত খৰচো ভালদৰে পায়, ইফালে তাই বঞ্চিত হৈ থাকিব লাগে

সকলোফালে। জীয়েকৰ এনে অশান্তিৰ কথাত বিনীতাই তাইক সেইবোৰ কথাৰে, সেই দুখৰ দিনত তললৈ চোৱাৰ কথাৰে বুজনি দিব খোজে, যিবোৰ কথাৰে এদিন তেওঁকো তেওঁৰ নিজৰ দেউতাকে দি'ছিল।

কিন্তু বিনীতাই দুখ আৰু হতাশাৰে লক্ষ্য কৰে যে জীয়েকে তেওঁৰ কোনো কথাকে কাণত সুমুৱাব নোখোজে। তাই কেৱল ওঁঠ লুটিয়ায় আৰু বিৰক্তিৰে কয়— 'মোৰ আগত সেইবোৰ লেকচাৰ মাৰিব নাহিবা মা। এতিয়া তোমালোকৰ দিন আৰু নাই, জমানা বহুত বদলিল।'

এইবাবেই, এনে মনোবৃত্তিৰ হোৱা বাবেই সিদিনা বুবীয়ে ওপৰলৈ চাই চাই মাকে তললৈ চাই সান্ত্বনা ল'ব দিয়াৰ বিশেষ শিক্ষাক পেংলাই কৰি তেনেকৈ কৈছিল।

পিছে তাই মাকৰ শিক্ষাৰে তললৈ নাচালেও নিজৰ অভিৰুচিৰে এদিন ঠিকেই তললৈ চাইছিল আৰু তললৈ চাইছিল দুই ধৰণেই— মানসিক ভাবেও, শাৰীৰিক ভাবেও।

বিনীতাহঁত থকা বিল্ডিংটোৰ এক মহলাৰ দুটা কোঠালীৰ ঘৰ এটাত পঞ্চানন কলিতা নামৰ নিম্নবৰ্গৰ কে...নী এজন থাকে। তেওঁৰ দুটা ল'ৰা আৰু দুজনী ছোৱালী। পিছে সাধাৰণ চাকৰি কৰিলেও তেওঁৰ বোধহয় দুৰ্নীতিৰে ঘটা ধন প্ৰচুৰ পৰিমাণে আছে, সেয়ে তেওঁলোকৰ ঘৰৰ অৱস্থা বিনীতাহঁতকৈ বহুত বেছি স্বচ্ছল যেন লাগে। সেইখন ঘৰৰ ল'ৰা-ছোৱালীকেইটাৰ লগত বুবীৰ বেছ ঘনিষ্ঠতা, যি ঘনিষ্ঠতাক বিনীতাই কোনোদিনেই ভাল চকুৰে চাব পৰা নাই। তেওঁৰ বুকুখন দুৰু দুৰুকৈ কঁপি থাকে— টকা-পইচা যিয়েই নঘটক, মানসিক দিশত মানুহঘৰ তেওঁতকৈ বহুত তলত। ভাল কথা-বতৰা এটা নাই, ঘৰখনৰ সকলোবোৰ প্ৰাণীৰে নিজৰ নিজৰ বজ্ঞৰুবামী আছে। গিৰীয়েক থাকে টকা ঘটাৰ ধাণ্ডাত, ঘৈণীয়েক থাকে এই বয়সতো নিজকে 'মডেল'ৰ দৰে সজোৱা-পৰোৱাত— টিভিৰ প্ৰসাধনৰ বিজ্ঞাপনবোৰৰ বহুতো চৌখিন বস্তুৰেই তেওঁ কিনিছে। ছোৱালী দুজনী আৰু একাঠি চৰা— সিহঁতৰ চুটি স্কাৰ্ট পিন্ধা ভৰি দুখন দেখিলে তেওঁৰ কোবাই থৈ আহিবৰ মন যায়, কিন্তু লোকৰ ছোৱালীকতো কোবাব নোৱাৰে, সেইবাবে অশালীনভাবে পোছাক পিন্ধা দেখিলে তেওঁ নিজৰ জীয়েককে দুই-এছাটি দিয়ে।

বিনীতাৰ আটাইতকৈ ভয় হ'ল কলিতাৰ বৰপুত্ৰ গুঞ্জাননক লৈহে। বুবীৰ লগত তাৰ বৰ ঘনিষ্ঠতা। সাধাৰণ চাকৰিয়াল এজনৰ বি এ পঢ়া ল'ৰা, কিন্তু তাৰ চুলিৰ ষ্টাইল, তাৰ জীনছ পেণ্ট আৰু একখনৰ জোতাৰে সি যেন এটা হিন্দী চিনেমাৰ হিৰোহে। বুজা যায় যে বুবীৰ চকুত অন্ততঃ সি এজন আচল হিৰো। ইমান যে ভয় লাগে তেওঁৰ— ছোৱালীজনীকনো তেওঁ দুখীয়া মাকজনীয়ে কি খুৱাইছে, তথাপি তাইৰ গাত কিয় ইমান মঙহ লাগিছে— বিশেষকৈ পুৰুষৰ চকুত নাৰীৰ লোভনীয় অঙ্গ-প্ৰত্যঙ্গ যিবোৰ, বুবীৰ দেহৰ সেইবোৰ বৰ চকুত লগাকৈয়ে পুষ্ঠ হৈ উঠিছে। সঁচায়ে বৰ ভয় লাগে তেওঁৰ কিন্তু তেওঁ তাৰ বাবে কিয়েই বা কৰিব পাৰে, ক'লৈকো গুচি যোৱাৰো উপায় নাই, ছোৱালীজনীকো সকলো সময়তে চকুৰে চকুৰে ৰখাটো সম্ভৱ নহয়। তেওঁ কৰাৰ ভিতৰত তাইক ভাল ভাল কথা কৈ ভাল শিক্ষা দিব পাৰে, সেয়া তেওঁ দিয়েও। কিন্তু তাৰদ্বাৰা কিবা শিক্ষা লওঁক ছাৰি তাই যেন অসহিষ্ণুহে হৈ উঠে, তেনেবোৰ নীতিবচন শুনাৰ মাজতে মাকৰ আগৰ পৰা পলাব পাৰিলেহে যেন বাচে। হে প্ৰভু, মোৰ ছোৱালী বাৰু কিয় এনেকুৱা মতি-গতিৰ হ'ল? তাইৰ বয়সত মই দেউতাৰ কথাবোৰ কেনে মনপুতি শুনিছিলোঁ, কেনেকৈ বেদবাক্যৰ দৰে সেইবোৰ পালন কৰিছিলোঁ— কিন্তু মোৰ ভাল কথা-বতৰালৈ এনেকৈ মন-কাণ নাই! সঁচায়ে প্ৰভু, মোৰ ছোৱালীক তুমি কিয় এনেকৈ সৃজিলা?

এদিন বুবী সঁচায়ে তললৈ চালে— মাকে কোৱা ধৰণেৰে নহয় যদিও। তাই তিনি মহলাৰ পৰা গুঞ্জাননৰ পিনে তললৈ হাউলি চায়, হাঁহে, হাত দাঙি 'হাই' বুলি চিঞৰে— উস্ কি যে অসহ্য কথা, কি যে ভয়াবহ সম্ভাৱনাৰ আশংকা কঢ়িয়াই অনা কথা। বিনীতাই এতিয়া ছোৱালীজনীক লৈ কি কৰে বাৰু? তেওঁৰ আশংকা সঁচা বুলি প্ৰমাণিত হ'বই নেকি—

তাৰ পিছত এদিন তেওঁৰ সেই ভয় অমূলক নহয় বুলি প্ৰমাণিত হৈয়ো গ'ল, কাৰণ বুবী ভালকৈয়ে তললৈ নামিল, এদিন টালি-টোপোলা বান্ধি ৰাতিৰ গভীৰতাৰ সুযোগত তাই পূৰ্ব পৰিকল্পনামতে চিৰিৰে তিনি তলাৰ পৰাও নামি গ'ল আৰু গুঞ্জাননৰ লগত ক'ৰবালৈ পলাই গুচি গ'ল। এইদৰেই তাইৰ তললৈ নমাটো সম্পূৰ্ণ হৈ গ'ল।

বিনীতাৰ এনে লাগিল— স্বামীৰ ভয়ংকৰ মৃত্যুতকৈয়ো জীয়েকৰ এই অধঃপতনৰ মৃত্যু যেন আৰু বেছি অতলান্ত। তেওঁ জীৱনত দুজন পৰম আপোন মানুহৰ দুই ধৰণৰ অপমৃত্যু এতিয়া কেনেকৈ সহ্য কৰে?

(স্বকাপা)

# জননী (৩)

সৰু ঠাইখন মঞ্জুলাই নিজৰ পুলিচৰ কৰ্তব্য পালন কৰিবলৈকে গৈছিল। আগতেও এনেকৈ বহুত ঠাইত ঘূৰি ফুৰিব লগা হৈছে। মহিলা অপৰাধীক ধৰিবলৈ গ'লে মহিলা পুলিচ যোৱাই বাঞ্ছনীয়। নহ'লে পিছত কাগজে-পত্ৰে হুলস্থুল লগাই দিয়ে যে পুলিচে মহিলাসকলক অপৰাধী ধৰাৰ নামত নানা অত্যাচাৰ কৰিছে।

মঞ্জুলাৰ সৰু ঠাইখনত সোমাই এনে লাগিল যেন শৈশৱৰ স্মৃতি ভাৰাতুৰ এছাটি বতাহ আহি নাকত লাগিছেহি। মঞ্জুলা বেছি অনুভূতিপ্ৰৱণ ছোৱালী নহয়, আচলতে আবেগৰ সোঁতত উটি-ভাহি যাবলৈ তাই সৰুৰে পৰা তাইৰ মাকৰ ভাষাত 'আজে-বাজে ছেন্টিমেণ্ট'ৰ মাজত ডাঙৰ হোৱা নাই। অৱশ্যে মাক-দেউতাকৰ তাই একমাত্ৰ সন্তান, কিন্তু তেওঁলোকৰ দ্বাৰা একমাত্ৰ সন্তানৰ বাবে স্বাভাৱিক পেনপেনীয়া বিধৰ মৰম তাই পোৱা নাই। পাবলৈ তেওঁলোকৰ সংগত কিমান দিনেই থাকিবলৈ পাইছে তাই? এতিয়া তাইৰ বয়স পঁচিছ বছৰ, এম এ পাছ কৰি পৰীক্ষা দি এই আৰক্ষীৰ উপ-অধীক্ষকৰ চাকৰিটো পাইছে আৰু মাক-দেউতাকৰ পৰা দূৰৈৰ ঠাই এখনত অধিষ্ঠিত হৈ অকলে থাকিব লগা হৈছে। পিছে কেৱল এম এইনে? শিক্ষা-জীৱনৰ গোটেইখিনি সময়েতো তাই হোষ্টেলত কটাইছে। সিহঁতৰ লগত পৰিচিত বহুতৰ বাবেই সিহঁতৰ ঘৰখন ঈৰ্ষাৰ স্থল। মঞ্জুলাৰ দেউতাক ডাঙৰ চাকৰিয়াল, ঢেৰ টকা-পইচা (সৰুতে গম নাপালেও এতিয়া মঞ্জুলাই জানে যে আজিৰ প্ৰায় সকলো চাকৰিয়ালৰ দৰে মঞ্জুলাৰ দেউতাকৰো নিজৰ দৰমহাতকৈ বাহিৰা আয় বেছি আছিল)। গতিকে একমাত্ৰ সন্তানৰ লগত খৰচ কৰাত তেওঁৰ কোনো ধৰণৰ কাৰ্পণ্য কৰাৰ প্ৰয়োজন নাই। ইফালে তেওঁৰ ঘৈণীয়েকেও পৈত্ৰিক সম্পত্তিৰ পৰা কিছু আয় কৰি আছিল। ঘৈণীয়েক দেউতাকৰ তিনিগৰাকী কন্যাৰ এগৰাকী। তেৰোঁ অগাধ সম্পত্তিৰ গৰাকী, তিনিগৰাকীকে বিয়া দিছে আৰু লগত যৌতুক দিছে একোটা ফ্লেট। মীৰা অৰ্থাৎ তেওঁৰ ঘৈণীয়েকে সেই ফ্লেটৰ পৰা মাহে তিনি হাজাৰ ভাড়াও পায়। মীৰাৰ সেয়া একপ্ৰকাৰ নিজৰ খেয়াল-খুচিত উৰুৱা পইচা। তেওঁ কিটি পাৰ্টিৰ সদস্যা হোৱাৰ উপৰি সমাজ সেৱা কৰা এটা মহিলা প্ৰতিষ্ঠানৰো সদস্যা। সেই হিচাপে অ'লৈ-ত'লৈ দুঃস্থ মহিলাৰ নানা চৰকাৰী-বেচৰকাৰী হোম আদিলৈ মাজে মাজে যাব লগাত পৰে। ওচৰ-পাঁজৰৰ গাঁও-ভূঁইলৈও যোৱা হয়— মহিলাৰ সেৱাৰ নানা কাম-কাজৰ সেই গাঁওবোৰত তদাৰক কৰিব লগা হয়। মাজে মাজে তেওঁলোকৰ তেনে অভিযানৰ নানা ফটোও কাগজে-পত্ৰে ওলায় আৰু তেতিয়া কোনো কোনো দিনত গিৰীয়েকে অফিচৰ পৰা আহি কয়— 'আমাৰ মানুহবোৰ বৰ হিংসুক বুজিছা, তোমালোকৰ কাগজত ফটো ওলোৱা কথাটো সহ্য কৰিব নোৱাৰে— নিজৰ ঘৈণীয়েকহঁতৰ সেই কেপাচিটি নাইতো, সেয়ে তোমালোকৰ বদনাম কৰে। মই অৱশ্যে নিজে শুনা নাই, কিন্তু বহুবাই আহি মোক লগাই দিয়ে নহয়। কয় বোলে ছাৰ, সিহঁতে হিংসাতে কয়— কাগজত ফটো উঠাবলৈকে এইবোৰ ছ'চিয়েল ৱৰ্ক কৰি দেখুৱায়।'

মঞ্জুলাৰ মাক এনেদৰে প্ৰায়ে ঘৰত নথকাৰ বাবেও আৰু জীয়েকক সুশিক্ষা দিবৰ বাবেও দেউতাকে তাইক একেবাৰে সৰুতেই সুদূৰ আজমীৰৰ মেয়ো স্কুললৈ পঢ়ুৱাবলৈ পঠিয়াই দিছিল। নাই, একমাত্ৰ জীয়েকৰ শিক্ষা-দিক্ষাত তেওঁলোকে একেবাৰে কাৰ্পণ্য কৰা নাছিল, তাইৰ জীৱনটো গঢ় দিবৰ বাবে বহুতৰ ঈৰ্ষা উদ্ৰেক কৰি তেওঁলোকে তাইক ভাল স্কুল, ভাল কলেজত পঢ়ুৱাইছিল। মেয়োত পাছ কৰি অহাৰ পিছত পুনৰ দিল্লীৰ কলেজ আৰু বিশ্ববিদ্যালয়ত পঢ়ুৱাইছিল। সমগ্ৰ জীৱন তাইৰ সুশিক্ষাৰ বাবে তেওঁলোকে কম খৰচ কৰিছেনে? সেই কথা তেওঁলোকে মাজে মাজে জীয়েকক কয়। আজিকালিৰ ল'ৰা-ছোৱালী, মাক-বাপেকৰ প্ৰতি অন্তৰত বেছি মৰম-দয়া নাই, গতিকে মাজে মাজে সিহঁতক সোঁৱৰাই দিয়া উচিত যে সিহঁতৰ বাবে সেই মাক-বাপেকে কিমান কি কৰিছে।

মঞ্জুলাই এনে ধৰণৰ কথা-বতৰা সৰুৰে পৰা শুনি আহিছে। শুনি শুনি এক ধৰণৰ গৰ্ব মিহলি আনন্দবোধ কৰিছে, কিন্তু ইমান ভাল স্কুল-কলেজ-বিশ্ববিদ্যালয়ত পঢ়ি সুশিক্ষিতা হোৱাৰ লগে লগে অহংকাৰীও হৈছে। পিছে তাইৰ সেই অহংকাৰৰ কিছু গৰাখহনীয়া হ'ল— যেতিয়া আই এ এছ পৰীক্ষা দি তাই ভাৰতীয়

প্ৰশাসনীয় সেৱাৰ কোনো এটা বিভাগতে উত্তীৰ্ণ হ'ব নোৱাৰে। তিনিবাৰকৈ চেষ্টা কৰিও তাই বিফল হ'ল শেষত যিখন অসমৰ লগত মঞ্জুলাৰ প্ৰায় সম্পৰ্ক নাছিল সেইখন অসমৰে প্ৰতিযোগিতামূলক পৰীক্ষাত অৱতীৰ্ণ হৈ শেষত এই পুলিচ চাকৰিটো পাইছিল। এই চাকৰিত মঞ্জুলা সন্তুষ্ট, ইয়াত ক্ষমতা আছে, নিজ মানসিক চিন্তা-ভাবনা-আদৰ্শৰ লগত এই চাকৰিত কোনো সংঘাত নহয়। মঞ্জুলাই বেছ সন্তুষ্ট আৰু পৰিতৃপ্ত মনেৰেই আজি ছমাহে তাইৰ চাকৰিৰ কাম-কাজবোৰ চলাই আহিছে।

মঞ্জুলাৰ মাক-দেউতাকে প্ৰথমতে তাইৰ দৰেই তাই ভাৰতীয় প্ৰশাসনীয় সেৱাত কোনোধৰণৰ চাকৰি নোপোৱাত দুখ কৰিছিল। কিন্তু এতিয়া জীয়েকৰ প্ৰতাপ-প্ৰতিপত্তি দেখি তেওঁলোক সন্তুষ্ট। কেৱল আজি কিছুদিন ধৰি তেওঁলোকে জীয়েকৰ বিয়াৰ কথা চিন্তা কৰিবলৈ ধৰিছে। কিন্তু তেওঁলোকতকৈও যেন বেছি চিন্তা হৈছে মঞ্জুলাৰ মাকৰ মাক— আইতাকৰ। তেওঁ তিনিজনী ছোৱালীৰ মাক হোৱা বাবে ছোৱালীক জীৱনৰ এক ডাঙৰ সমস্যা বুলি ভাবে। কেতিয়াবা খঙত সিহঁতক 'শতৰু'কেইজনী বুলিও উল্লেখ কৰে এতিয়া তেওঁৰ নিজৰ জীয়েককেইজনীক লৈ আৰু কোনো চিন্তা নাই, সিহঁতক ভালকৈ বিয়া-বাৰু দিলে, তাৰ পিছত এতিয়া প্ৰত্যেকেই ভালকৈ সংসাৰ ধৰ্ম পালন কৰি আছে। সিহঁতৰ ল'ৰা-ছোৱালীবোৰক লৈয়ো তেনে বিশেষ কোনো চিন্তা নাই, অন্ততঃ সিহঁতকেইজনীৰ কোনো জীয়েক পুলিচ হ'বলৈ যোৱা নাই। এতিয়া এই পুলিচজনীক কোনে বিয়া কৰায়? চাকৰিয়েইতো কেৱল পুলিচৰ নহয়, চাল-চলন, কথা-বতৰা সকলোতে পুলিচী মেজাজ, এনে যে উদ্ধত আৰু অহংকাৰী ছোৱালীজনী! নহ'বই বা কিয়? মাক-বাপেকৰ পৰা উপযুক্ত শিক্ষা পালেহে ভদ্ৰ-নম্ৰ হ'ব, কোমল-আমল স্বভাৱৰ হ'ব। মাকেতো সৰুৰে পৰা ছোৱালীক আয়াৰ হাতত গতাই দি নিজে সেইসোপা ক্লাব-স্লাব কৰি থাকিল। মঞ্জুলাৰ আইতাকে জীয়েকৰ সন্মুখতো আৰু আঁৰতো এইবোৰ কথা কৈ মাজে মাজে গজগজাই থাকে।

মঞ্জুলাই আইতাকৰ এইবোৰ কথা শুনিলে হাঁহি উৰাই দিয়ে। 'অ' আইতা, ইউ আৰ্ ছ' ওল্ড-ফেশ্বনড্, ... বিয়া! কৰাম দিয়া কেতিয়াবা, কিন্তু মোৰ মন পছন্দৰতো হ'ব লাগিব। আৰু নহ'লেও নাই— এই লাইফেই মোক ছেটিছফাইড্ কৰি ৰাখিছে ...'

হয়, মঞ্জুলাৰ বৰ্তমানৰ এই উত্তেজক জীৱনেই বেছি ভাল লাগিছে। মাজে মাজে তাই সন্ত্ৰাসবাদী বিচাৰি গাঁওবোৰ চলাথ কৰিছে। নিজকে দূৰদৰ্শনত দেখা ছিৰিয়েল 'উড়ান'ৰ নায়িকাজনী যেনেই লাগি যায়। খাকী পোছাক, হাতত হাণ্টাৰ, কঁকালত পেণ্টৰ খাপত পিষ্টল, খোজ-কাটলত ব্যক্তিত্ব আৰু দৃঢ়তা— সঁচায়ে কবিতা চৌধুৰী বোলা অভিনেত্ৰীজনীৰ ৰূপত পুলিচ অফিচাৰজনীতকৈ তাই কিহত বেলেগ?

এই একেজনী পুলিচৰ ব্যক্তিত্বৰেই হাতত লৈ থকা হাণ্টাৰডাল ঘূৰাই ঘূৰায়ে মঞ্জুলাই বীৰ-বিক্ৰমেৰে এই সৰু ঠাইখনত সোমাই লগৰ মহিলা পুলিচসকলৰ দ্বাৰা ঘৰবোৰ খানা-তালাচ কৰি ফুৰিছিল। বৰ সাংঘাতিক ঠাইখন, প্ৰায় প্ৰতি ঘৰে ঘৰে সন্ত্ৰাসবাদী। তিৰোতাবোৰো কম নহয়, সিহঁতৰ স্বামীবোৰ সন্ত্ৰাসবাদী, পুত্ৰবোৰ সন্ত্ৰাসবাদী, প্ৰেমিকবোৰ সন্ত্ৰাসবাদী। গতিকে সিহঁতবোৰো সন্ত্ৰাসবাদী, নিৰ্মম, নিষ্ঠুৰ, চালাক। চালাকতো হয়েই। ক'ত যে মতা মানুহবোৰক লুকুৱাই পেলালে। ঘৰে ঘৰে খানা-তালাচ কৰিও কাকো বোলে পোৱা নগ'ল। আগতেই পুলিচ অভিযানৰ খবৰ পাই সকলোকে পলুৱাই পঠালে। এতিয়া পুনৰ মাইকী মানুহবোৰক সোধ-পোছ কৰিবলৈ মঞ্জুলাই মহিলা পুলিচৰ দলটোক লৈ এই সৰু ঠাইখনলৈ আহিছে।

ঘৰে ঘৰে অভিযান আৰম্ভ হৈছিল, ঘৰে ঘৰে তিৰোতাবোৰৰ স্বীকাৰোক্তি আদায় কৰোৱাৰ নানা প্ৰচেষ্টা চলাই থকা হৈছিল, ঘৰে ঘৰে ক্ৰন্দনধ্বনি উঠিছিল আৰু তাৰ ফাঁকে ফাঁকে কেনেকৈ জানো ক'ৰ পৰা অতীতৰ গন্ধভাৰাতুৰ সেইছাটি বতাহ আহি মঞ্জুলাৰ মনটো কোবাই গৈছিল, লগতে তাইক অলপ যেন বিচলিতও কৰি তুলিছিল, উদাস উন্মনা কৰি তুলিছিল আৰু আচৰিত কথা যে এক ধৰণৰ আবেগেও মনটো দোলায়িত কৰি তুলিছিল। মঞ্জুলা হাজৰিকা! আচৰিত! তুমি ছেণ্টিমেণ্টেল হৈ পৰিছা!

নিজৰ মুখামুখি হৈ পুলিচৰ উপ-অধীক্ষক কড়া অফিচাৰ মঞ্জুলা হাজৰিকা সঁচায়ে আচৰিত হৈ গৈছিল। তাৰ পিছত এটা সময়ত তাই সেই জীৰ্ণ-শীৰ্ণ পঁজাটোত সোমাইছিল আৰু অতীতৰ বতাহ ছাটিয়ে অন্তপৰে

মৃদুভাৱে পাই অহা গোন্ধটো তীব্ৰতৰ কৰি তুলি তাইৰ নাকে-মুখে-গালে সমস্ত শৰীৰটোতে বুলাই দিছিল।

ঘৰটোৰ ভিতৰত দুখোজ দিয়েই মঞ্জুলা থমকি ৰৈছিল। কত বছৰৰ আগৰ কথা— অথচ ঘৰটোৰ এচুকত থকা আধা ভঙা দোলনাখনলৈ চকু পৰাত তাইৰ এনেকুৱা লাগিল— তাই যেন এক মুহূৰ্তৰ ভিতৰতে বাইছ বছৰৰ আগৰ তিনিবছৰীয়া ছোৱালীজনী হৈ দোলনাখনত দুলি আছে আৰু 'মা'ই ওচৰত বহি নিচুকনি গীত গাই তাইক শুৱাবৰ চেষ্টা কৰিছে। অৱশ্যে দোলনাখন বৰ বেছি জৰাজীৰ্ণ হৈ গ'ল, পিছে ঘৰটো যে আৰু জৰাজীৰ্ণ হৈ পৰিছে। খুব লেতেৰাও হৈছে। অ'ত-ত'ত ময়লা কাপোৰ-কানি সিঁচৰতি হৈ পৰি আছে, জাবৰ-জোঁথৰ, বিড়িৰ টুকুৰা, তামোলৰ চোবা— এক কথাত নৰককুণ্ড সদৃশ ঘৰটো। মঞ্জুলাৰ মনত এক ধৰণৰ হাঁহি ফুটি উঠিছিল— তাইৰ মাকে (যাক তাই 'মাম্মী' বুলি মাতে) বোধহয় ঘৰটোৰ এই মূৰ্তি দেখিলে কেতিয়াও দিনৰ দিনটো ইয়াত থ'বলৈ ৰাজী নহ'লহেঁতেন, এনেকি কিটি পাৰ্টি, সমাজ সেৱা আদি সকলো ধৰণৰ মনোৰঞ্জনৰ কাম-কাজ বাদ দি অকণমানি জীয়েকক লৈ নিজৰ ঘৰতে 'বন্দিত্ব'ৰ অসহ্য সময়বোৰ পাৰ কৰি দিলেহেঁতেন। সেইখিনি মাতৃস্নেহ বোধহয় অন্তৰত জাগৰূক হৈ আছিল। কিন্তু সঁচায়ে আছিল নে? মঞ্জুলাৰ মনটো মুহূৰ্তৰ বাবে সংশয়াচ্ছন্ন হৈ পৰে। সঁচায়ে সেই মাতৃস্নেহ অন্তৰত জাগৰূক হৈ থাকিলে একমাত্ৰ জীয়েকজনীক সুশিক্ষা দিয়াৰ নামত নিজৰ পৰা এনেকৈ আঁতৰে আঁতৰে ৰাখি থ'ব পাৰিলেহেঁতেন নে? মাতৃ-পিতৃৰ স্নেহ আৰু শাসনৰ অধীনত লাভ কৰা শিক্ষাতকৈ অধিক সুশিক্ষা আৰু কিবা হ'ব পাৰে নে? ...

ইচ্— এইবোৰ কি কথা ভাবিছে তাই? এনেধৰণে ভবাৰ শিক্ষাতো তাই লোৱা নাছিল— অন্ততঃ এইখন ঠাই এৰি যোৱাৰ পিছতো পোৱা নাছিল? সঁচায়ে তাই বাইছ বছৰ আগৰ সেই কণমানি ছোৱালীজনীতে পৰিণত হ'ল নেকি বাৰু?

বাইছ বছৰ, নহয় তাৰো আগৰ কথা। তেতিয়া তাইৰ বয়স হৈছিল মাত্ৰ ন-মাহ। মঞ্জুৰ দেউতাক এই সৰু ঠাইখনলৈ বদলি হৈ আহিছিল। সৰু ঠাই হ'লেও তেতিয়া তাতো মঞ্জুৰ মাকে এটা লেডিছ ক্লাব সংগঠিত কৰি উলিয়ালে। যিকেইজন মুষ্টিমেয় চৰকাৰী চাকৰিয়াল তাত আছিল তেওঁলোকৰ পত্নীসকলক লৈয়ে সেই ক্লাব গঠিত হ'ল। সৰু ঠাইৰ দুঃসহ আমনিদায়ক আৰু বৈচিত্ৰ্যহীন জীৱনৰ অক্টোপাছৰ পৰা বোলে তেনেকৈয়ে সেই মহিলাসকলৰ মুক্তি হৈছিল। এনে ধৰণৰ মাকে কোৱা কথাবোৰৰ মাজতে তাইৰ নিজৰ সম্পৰ্কীয় এইখিনি কথাও মঞ্জুৱে শুনিছিল যে ন-মহীয়া কেঁচুৱাজনীক— অৰ্থাৎ মঞ্জুক সিহঁত থকা ঠাইৰ পৰা প্ৰায় আধা মাইল দূৰৈত থকা এজনী কম বয়সীয়া তিৰোতাৰ হাতত আপডাল কৰিবলৈ গতাই দিয়া হৈছিল।

'তিৰোতাজনী ভালেই আছিল। কিন্তু তাইৰ নিজৰেই তিনিটা ল'ৰা-ছোৱালী থকা বাবে গোটেই দিনটো আমাৰ ঘৰত থাকিব নোৱাৰিছিল বাবে তোকো দিনটোৰ বাবে সিহঁতৰ ঘৰলৈকে লৈ গৈছিল। মই নিজে গৈ সিহঁতৰ ঘৰ-দুৱাৰ চাই আহিছিলোঁ। বেছ পৰিষ্কাৰ-পৰিচ্ছন্ন। তোৰ দোলনাখনো সিহঁতৰ ঘৰলৈ পঠাই দিছিলোঁ। তিৰোতাজনীৰ নিজৰ ল'ৰা-ছোৱালী তিনিটা কিছু ডাঙৰ হোৱা বাবে সেইখনত সিহঁতক থোৱাৰ চিন্তা নাছিল। তাই আগবেলা ন-মান বজাত আহি মোক ঘৰৰ কিছু কাম-বন কৰি দিয়ে। মই তোৰ দিনটোৰ খোৱা-বোৱাখিনি যতনাই দিওঁ। তাই সেইবোৰেৰে সৈতে তোক দহমান বজাত লৈ যায়গৈ। তেনেকৈ চাৰি বছৰেই পাৰ হৈ গৈছিল। ভাগ্যে তিৰোতাজনী ভাল আছিল— নহ'লে মইনো কেঁচুৱা এজনীক চম্ভালি কেনেকৈ ক্লাবৰ কাম-কাজবোৰ চম্ভালিলোঁহেঁতেন।'

মাকৰ মুখত শুনা কথাবোৰত মঞ্জুলাই তাইৰ কেঁচুৱা কালৰ এইখিনি শুনিছিল। কিন্তু তাইৰ তিনি বছৰমান হোৱাৰ পিছৰ দিনবোৰৰ কথা ভালেখিনি ধূসৰ হৈ গ'লেও মনত আছে। তাৰ ভিতৰত মঞ্জুলাৰ যিটো কথা আটাইতকৈ বেছি মনত আছে সেইটো হ'ল— তিৰোতাজনীৰ বাকী তিনিটা ল'ৰা-ছোৱালীৰ দৰে তায়ো 'মা' বুলি মাতিছিল। মঞ্জুলাই লেতেৰা ঘৰটোৰ মজিয়াত আত্মসমাহিতৰ দৰে থিয় হৈ থাকি ভাবিলে— 'মই মানুহজনীক বাৰু কিয় মা বুলি মাতিছিলোঁ? নিজৰ মাক মাম্মী বুলি মতা বাবে নেকি? নিজৰ মা?' মঞ্জুলাৰ হঠাতে পুলিচী মেজাজ উগ্ৰতৰ হৈ উঠিল— *'নিজৰ মা? কোন মোৰ নিজৰ মা? কিয় মোৰ অৱচেতন মনত যিটো মাতৃ মূৰ্তি প্ৰতিষ্ঠিত হৈ আছে সেইটো মাম্মীৰ নহৈ এজনী অতি সাধাৰণ গাঁৱলীয়া তিৰোতাৰ, যি মোক*

নিজৰ তিনিটা ল'ৰা-ছোৱালীৰ দৰেই মৰম কৰিছিল?'

তলতীয়া মহিলা পুলিচ-কৰ্মচাৰী এজনীৰ মাতত মঞ্জুলাৰ চমক ভাঙিছিল। 'মেডাম, এই বুঢ়ীজনী বাৰীৰ চুকত লুকাই আছিল। তাই কোনোমতে পুতেক ক'ত পলাইছে নকয়। আপুনি এতিয়া কি ব্যৱস্থা বা লয়!'

মঞ্জুলাই মুৰ তুলি বুঢ়ীজনীলৈ চালে। বয়স, আৰু হয়তোবা দাৰিদ্ৰ্য আৰু আন নানা দুখ-কষ্টত জুৰুলা হোৱা বিধ্বস্ত চেহেৰাৰ এজনী বুঢ়ী, মঞ্জুলাই সেই মনুষ্যাকৃতি ভগ্নস্তূপটোৰ মাজত কোনোমতে হয়তো তাইৰ অতীতৰ সেই মাকজনীক চিনি নাপালেহেঁতেন, কিন্তু গালৰ প্ৰকাণ্ড ক'লা মাহটো যে একে ঠাইতে আছে! অকণমানি মঞ্জুলাজনীয়ে এদিন যে সেই মাহটো পিটিকি পিটিকি কি ফূৰ্তি নাপাইছিল। নিশ্চয় 'মা'য়ে, খুব দুখ পাইছিল, কিন্তু কোনোদিন খং নকৰি পৰম চেনেহৰে কেৱল কৈছিল— 'আইজনী, ইমান জোৰেৰে নিটিপিকিবা, মই দুখ পাওঁ নহয়।' (উস্ মোৰ মাম্মীৰ যে কি খং, এদিন তেওঁৰ লিপষ্টিকডালেৰে তেওঁৰ ড্ৰেছিং টেবুলৰ কাপোৰত আকোঁতে মই সৰু ছোৱালীজনীক কি যে শ্লেপিং কৰিলে।)

মঞ্জুলাৰ হঠাতে তাইৰ বাবে অভাৱনীয় এক আবেগৰ জোৱাৰ আহি বুকুখনত খুন্দা মাৰি ধৰিলে— তাই যেন দৌৰ মাৰি গৈ সেই অসহায় বুঢ়ীজনীক সাবটি ধৰি চিঞৰ মাৰি ক'ব— 'মা, মোক চিনি পোৱা নাই? মই তোমাৰ মঞ্জুলা!'

কিন্তু মঞ্জুলাই নিজকে সংযত কৰিলে। পুনৰ ডি এছ পিৰ খোলাটো পিন্ধি তাই গম্ভীৰভাৱে ক'লে— 'মা, আপুনি আমাক মিছা কথা নক'ব, আপোনাৰ ল'ৰা ক'লৈ পলাইছে কওক। আপোনাক আমি কোনো অত্যাচাৰ নকৰোঁ, আপোনাৰ কোনো ভয় নাই, কেৱল ল'ৰাটো ক'ত লুকুৱাই থৈছে, ক'লৈ পলাইছে কওক ...'

মঞ্জুলাই ভাবিলে— তাইৰ ব্যৱহাৰ ঠিকেই ডি এছ পি-সুলভ কঠোৰ হৈছে। কিন্তু তাই গম নাপালে যে তাইৰ লগত অহা পুলিচকেইজনীয়ে অতি আচৰিত হৈ তাইৰ পিনে চাইছে। কত ঘৰৰ কত তিৰোতাকেইতো আমাৰ মেডামে জেৰা কৰিছে— কিন্তু ক'তা, তেওঁ কাকো কোনো দিনেতো এইদৰে 'মা' বুলি সম্বোধন কৰা শুনা নাই!

# সান্ত্বনা

'এম এ পাছ বেকাৰ পুত্ৰৰ চাকৰি বিচাৰি হতাশ হোৱা মুখখনলৈ চালে মোৰ বুকুখন ফাটি যাব খোজে হে প্ৰবীণ'— বন্ধু চামছুলে মোক এবাৰ বৰ দুখেৰে কোৱা কথাষাৰেই আজি মনত পৰি গ'ল যেতিয়া সি আজি তাৰ পুতেকৰ কৰ্মসংস্থানৰ কথাটো আনন্দেৰে নহয়, হাহাকাৰেৰে কৈ গ'ল। পুতেক ৰছিদুলে প্ৰায় এবছৰ ধৰি নানা ঠাইত চাকৰি বিচাৰিলে— কিন্তু সকলোতে ব্যৰ্থ-মনোৰথ হ'ব লগা হৈছিল। সি এইটোও ভালকৈ উপলব্ধি কৰিলে যে চাকৰি সি ঠিকেই পালেহেঁতেন, যদিহে তাৰ সেই পথ লোৱাত আপত্তিতো নাছিলেই বৰং তাত বোলে সি আগৰণুৱা হোৱাৰ মানসিকতাৰে পুষ্ট হৈ আছিল। তাৰ মাষ্টৰ দেউতাকে কেৱল স্কুলতে মাষ্টৰী কৰি ক্ষান্ত নাছিল, ঘৰতো ল'ৰা-ছোৱালীকেইটাৰ ওপৰত সেই মাষ্টৰী চলাইছিল। স্কুল আৰু ঘৰ একাকাৰ কৰি পেলাই চামছুলে হেনো সিহঁতৰ জীৱন দুৰ্বিসহ কৰি তুলিছিল। পঢ়া জীৱনটো সেই কঠোৰতাৰ মাজেৰে কটাই চাকৰি-বাকৰি কৰি নিজৰ ভৰিত থিয় দি যে সেই কঠোৰতাৰ মাজেৰে কটাই চাকৰি-বাকৰি কৰি নিজৰ ভৰিত থিয় দি সেই বন্ধনৰ পৰা মুক্তি লাভ কৰিব, তিনি বছৰ চাকৰি বিচৰা নিষ্ফল চেষ্টাৰ পিছত সেই আশাও মৰিমূৰ হৈ গ'ল। টকা দিব নোৱাৰিলেও আজিৰ দিনত ক'তো কোনেও চাকৰি পাব নোৱাৰে, অতি বেছি মেধাৱী দুই-এজনৰ বাহিৰে— ৰছিদুলে এই কথাটো বাপেকক বুজায়ো বুজাব নোৱাৰিলে। বাপেকে সত্যটো স্বীকাৰ কৰিলে, লাজতে নিজৰ পৰম অসহায়তাৰ কথাও পুতেকক ক'লে— ওঁহো, পুতেকে কোৱাৰ দৰে ঘৰ-মাটি বন্ধকত দি টকা ধাৰ লোৱাটো তেওঁ জীৱনত মানি অহা নীতিৰ সম্পূৰ্ণ বিপৰীত। তেনেকৈ টকা যোগাৰ কৰি পুতেকক দিয়াত তেওঁৰ আপত্তি নাই; যদিহে তাৰে ৰছিদুলে কিবা বেপাৰ-বাণিজ্য কৰে, লাগে সি ক'ৰবাত পাণ দোকানকে দিয়ক বা বহুতে ৰাস্তাৰ দাঁতিত ঘুগনী-পৰঠাৰ দোকান দিয়াৰ দৰে তাকে দিয়ক। পুতেকক এনেকৈ কৈ চামছুলে তাৰ মাষ্টাচৰসুলভ বক্তৃতা এটাও দিবলৈ এৰা নাছিল। 'আব্ৰাহাম লিংকনে আমেৰিকাৰ প্ৰেছিডেন্ট হৈয়ো পুতেকক কি শিক্ষা দিয়াইছিল জাননে? বোলে নিজে কঠোৰ পৰিশ্ৰম কৰি তুমি যদি মাত্ৰ এক ডলাৰ উপাৰ্জন কৰা তেন্তে ফাওতে পোৱা পাঁচ ডলাৰতকৈও তাৰ মূল্য বেছি। তেনেকৈ তয়ো যদি দুৰ্নীতিৰে চাকৰি পাই বহুত টকা ঘৰলৈ আন, সেই টকাতকৈ পাণ দোকান দি ঘটা সামান্য ধনো বহুত বেছি মূল্যবান হ'ব।'

পিছে চামছুলে আদৰ্শ মাষ্টৰ হৈ চিৰজীৱন কিতাপৰ মহৎ কথাবোৰৰ মাজতে থাকিল হয়, সিফালে ল'ৰা বিদ্ৰোহী হৈ পৰিল— প্ৰথমতে বাপেকৰ বিৰুদ্ধে, তাৰ পিছত স্বাধীন হ'ব খোজা নিষিদ্ধ সংগঠন এটাত যোগ দি সমাজ, চৰকাৰ সকলোৰে বিৰুদ্ধেই বিদ্ৰোহী হৈ উঠিল। সি পিছে স্বাধীন অসমৰ স্বপ্নত বিভোৰ হৈ সেই সংগঠনটোত যোগ দিয়া নাছিল, অন্যান্য আৰু বহুতো অভাৱগ্ৰস্ত ডেকাৰ দৰে নিজৰ আৰ্থিক স্বাধীনতা, আৰ্থিক স্বাৱলম্বিতাৰ বাবেহে অসমক স্বাধীন কৰিব খোজা সেই সংগঠনটোত যোগ দিছিল।

পুতেকে নিষিদ্ধ সংগঠনটোত যোগ দিবলৈ যোৱাৰ আগে আগে বাপেকক এখন চিঠি লিখি থৈ গৈছিল। তাতেই সি বাপেকক অভিযোগ কৰিছিল যে তেওঁ স্কুলৰ মাষ্টৰী কৰিয়েই ক্ষান্ত নাথাকিল, ঘৰখনতো সেই একে মাষ্টৰী চলাই সিহঁতৰ জীৱন দুৰ্বিসহ কৰি পেলাইছিল। এতিয়া কিবা এটা চাকৰি-বাকৰি কৰি স্বাৱলম্বী হ'বলৈও দেউতাকে মাষ্টৰীৰ পুৰণা আদৰ্শৰ মনোবৃত্তিৰে আজিৰ বেছিভাগ বাপেকেই কিনি দিয়াৰ দৰে চাকৰি এটা কিনি দিব নোৱাৰিলে, গতিকে এতিয়া সি নিজেই নিজৰ পথৰ সন্ধান কৰি পেলাইছে।

পুতেকৰ চিঠিখন মোৰ ওচৰলৈ আনি চামছুলে আৰ্তনাদ কৰি উঠিছিল, সেইখন মোক দেখুৱাইছিল আৰু কৈছিল— 'তোমাৰ বাহিৰে মোৰ দুখ আৰু কোনে বুজিব কোৱাচোন? সেই স্কুলীয়া দিনৰে বন্ধু তুমি, আমি দুয়ো এক মন, এক প্ৰাণ হৈ আহিছোঁ, দুয়ো একে আদৰ্শকে সাৱোগত কৰি জীৱনৰ প্ৰায় শেষ প্ৰান্তত উপস্থিত হ'লোঁহি। ল'ৰা-ছোৱালীবোৰকো আমাৰ আদৰ্শতে দীক্ষা দিয়াৰ চেষ্টা কৰিলোঁ। কিন্তু মই সেই বিষয়ত ব্যৰ্থ হ'লোঁ, তুমি নিশ্চয় সফল হৈছা, তোমাৰ ল'ৰাই নিশ্চয় দুৰ্নীতিৰে ধন ঘটি তোমাক চাকৰি কিনি দিবলৈ হাৰাশাস্তি কৰা নাছিল। সেই পুত্ৰক আল্লাই তোমাৰ বুকুৰ পৰা কাঢ়ি নিলে, কিন্তু বন্ধু, মোৰ পুত্ৰকো মোৰ বুকুৰ পৰা কাঢ়ি নিয়া হ'ল — কিন্তু আল্লাই নিয়া নাই নহয়, সেইটোৱেতো মোৰ ডাঙৰ দুখ। সি সঁচাকৈ

মৰি যোৱা হ'লেও মোৰ বোধহয় ইমান দুখ নহ'লহেঁতেন, এতিয়া সি যি ভয়ানক পথ বাছি ল'লে, সি মৃত্যুতকৈও ভয়ংকৰ। উস্, তুমি ভাবাচোন প্ৰবীণ, এতিয়া যি কৰ্মসংস্থান কৰি ল'লে তাত যে সি মানুহ মাৰিব লাগিব। আমাৰ পবিত্ৰ কোৰান্ শ্বৰীফত কৈছে ঃ নল'বা জীৱন, যাক আল্লাই/পবিত্ৰ হিচাপে সৃজিছে। হে আল্লা, মইনো ইয়াকে চাবলৈহে জীয়াই আছোঁনে? তুমি সঁচায়ে মোতকৈ লাকি প্ৰবীণ, তুমি অন্ততঃ পুত্ৰৰ এনে ভয়ংকৰ মৃত্যু সহ্য কৰিব লগা হোৱা নাছিল। সি সৎ বাপেকৰ সহ্য পথেৰে চলা ল'ৰা, তাৰ মৃত্যুত মোৰ ৰছিদুলৰ দৰে কোনো কালিমা সনা নাথাকিল, গতিকে তাৰ মৃত্যুত তোমাৰ যি সান্ত্বনা আছে মোৰ পুত্ৰৰ অপমৃত্যুতো মোৰ সেই সান্ত্বনা নাই।'

চামছুলৰ কথাবোৰ শুনি মোৰ মনত গুজৰি-গুমৰি উঠা ভাববোৰ সম্বৰণ কৰি মই তাক ক'লোঁ— 'চামছুল, তোমাৰ দুখত মোৰো কিমান দুখ হৈছে তুমিতো বুজিছাই। কিন্তু এটা কথা নকৈ নোৱাৰোঁ দেই, আজিৰ দিনত সঁচায়ে ইমান আদৰ্শবান হৈ চলাটো জানো সম্ভৱ? এতিয়া দিন-কাল এনেকৈ সলনি হৈছে যে আমাৰ বাবে এই সমাজত জীয়াই থাকিবলৈ হ'লে খাপ খাই চলিবলৈ হ'লে অলপ-অচৰপ কম্প্ৰমাইজ কৰিবতো লাগিবই—'

পিছে মই কথা শেষ কৰিবলৈকে নাপালোঁ, চামছুলে একেবাৰে ৰুদ্ৰমূৰ্তি ধৰিলে— 'এনে এষাৰ কথা মুখত আনিবলৈ তোমাৰ জিভা কেনেকৈ লৰচৰ কৰিলে প্ৰবীণ? তোমাক জীৱনত ঘনিষ্ঠভাৱে লগ নাপালে ময়ো হয়তো এদিন তুমি কোৱাৰ দৰে অসৎ পথত অৰ্থাৎ কম্প্ৰমাইজ কৰাৰ পথতে ভৰি দিলোঁহেঁতেন।'

চামছুল এখন্তেক ৰ'ল, বিষণ্ণ মুখখনতো তাৰ এটা হাঁহি বিৰিঙিল, যেন জাৰকালিৰ কুঁৱলী ফালি ওলোৱা অপাৰ্থিৱ মধুৰ এচেৰেঙা ৰ'দ। আকৌ ক'লে সি 'স্কুলত তোমাৰ ডাঙৰ মানুহৰ দৰে ডাঙৰ কথাবোৰ শুনি আমি তোমাক কৈছিলোঁ তুমি নামতো প্ৰবীণ কামতো প্ৰবীণ। তোমাৰ সেই দিনবোৰৰ কথা মনত পৰেনে? তোমাৰ লগত বন্ধুত্ব গঢ়ি উঠাৰ প্ৰথম দিনৰ কথাও আজি মোৰ মনলৈ আহিছে হে প্ৰবীণ। ক্লাছত তোমাৰ ভাল ল'ৰা বুলি নাম আছিল, কিন্তু হাজাৰ হওক সৰু ল'ৰা, মগজত কেতিয়াবা দুষ্টবুদ্ধিতো জাগিবই। ছাৰে তেতিয়া বুৰঞ্জী নে কি বিষয় এটা পঢ়ুৱাই আছিল, এবাৰ তেওঁ চন তাৰিখ নে কিবা এটা চাবৰ বাবে সম্মুখত থকা কিতাপখনৰ পাত লুটিয়াব ধৰিছিল, সেই চেগতে তুমি কাগজত কিবা এটা লিখি তাক লাডু কৰি প্ৰথম বেঞ্চত বহা অবিনাশলৈ লক্ষ্য কৰি মাৰি পঠিয়াইছিলা। কিন্তু কিবাকৈ দৃশ্যটো চকামকাকৈ ছাৰৰ চকুত পৰিল, তেওঁ প্ৰথমে অবিনাশক সুধিলে— পিছৰ বেঞ্চৰ পৰা কোনে কি দলিয়াইছে। অবিনাশে প্ৰথমতে থতমত খাই কোনেও একো দলিওৱা নাই বুলি মিছা মাতি কাগজৰ টুকুৰাটো হাতৰ মুঠিত লুকুৱাৰ অপচেষ্টা কৰিছিল, কিন্তু ছাৰৰ শেন চকুক সি ফাঁকি দিব নোৱাৰিলে। তেওঁ এককোবেই অবিনাশৰ ওচৰলৈ আহি তাৰ কাণ এখন পকাই দিলে আৰু ক'লে— দগাবাজ দলিটো উলিয়াই দে আৰু লগতে এই কথাও মনত ৰাখি চলিবলৈ সকীয়াই দিলোঁ যে ক্লাছত প্ৰথম হ'লেই প্ৰকৃত ডাঙৰ মানুহ নহয়, সৎ সত্যবাদী হ'লেহে প্ৰকৃত ডাঙৰ মানুহ হ'ব পাৰি— বুজিছ গৰু, এইবুলি ছাৰে অবিনাশৰ কাণত এটা মোচৰ দি সি আগবঢ়াই দিয়া কাগজৰ টুকুৰাটো হাতত লৈছিল। আমাৰ দিনত কেনেকুৱা আদৰ্শ শিক্ষক আছিল, দেখিছানে প্ৰবীণ? সি যি নহওক, পিছৰ কথাটো তোমাৰ নিশ্চয় ভালকৈ মনত আছে, মোৰতো হৃদয়ত সোণালী আখৰেৰেই লিখা আছে। ছাৰে আমি বহা বেঞ্চখনৰ পিনে আগবাঢ়ি আহিছিল, সেইখন বেঞ্চত তুমি, মই আৰু তিনিটা ল'ৰা বহিছিলোঁ। ছাৰে প্ৰথমে যেন বেঞ্চখনৰ ল'ৰাবোৰৰ প্ৰত্যেকৰে হাউলি থকা মূৰবোৰৰ ওপৰেৰে চকু ফুৰাই গৈছিল, প্ৰথমতে যেন অলপ ইতস্ততঃ কৰিছিল কিন্তু তাৰ পিছত ছাৰৰ মুখখন এক দৃঢ় প্ৰত্যয়েৰে কঠোৰ হৈ উঠিছিল আৰু আঙুলি এটা মোলৈ টোৱাই বজ্ৰনিৰ্ঘোষ স্বৰেৰে কৈ উঠিছিল— 'অ' চামছুল, উঠ। তই অবিনাশলৈ এই দলিটো কিয় মাৰিছিল?' মই নাই মৰা ছাৰ, মই নাই মৰা বুলি প্ৰবলভাৱে প্ৰতিবাদ কৰিলেও ছাৰ কিন্তু মোৰ কথাত পতিয়ন নগ'ল। 'তই মৰা নাই যদি কোনে মাৰিছে?' আকৌ একে বজ্ৰ-কঠিন স্বৰ ওলাইছিল ছাৰৰ মুখৰ পৰা। মই নাজানো ছাৰ বুলি কোৱাৰ লগে লগে ছাৰে মোৰ কাণ এখন সজোৰে ধৰি মোক বেঞ্চৰ ওপৰত থিয় কৰাই দিছিল আৰু ব্যংগ, তুচ্ছ-তাচ্ছিল্যভৰা তিক্ত মাতেৰে কৈছিল— 'তই চৰৰ মৈমনছিঙীয়াৰ ল'ৰা, বোকাপানী লেটিয়াই ডাঙৰ হৈ আহিছ, বাপেৰে এডোখৰ ফটা লুঙিৰ কাপোৰ কঁকালত মেৰিয়াই

এতিয়াও সেই বোকাত নাঙল চলায়ে আছে, জীৱনত কিতাপ এখন চুই পোৱা নাই, সেই 'চাষী'ৰ চখ হ'ল পুতেকক স্কুল-কলেজত পঢ়ুৱাই দাৰোগা-হাকিম কৰা বোলে। হেৰ' চামছুল, তোৰ গাৰ পৰা এতিয়াও লেতেৰা বোকা-পানীৰ গোন্ধ যোৱাই নাই— তই আৰু স্কুলত পঢ়ি ভাল কথা শিকিবলৈ আহিবিনে? নিজেতো পাঠত মন নিদিবিয়েই, আনকো পঢ়িব নিদি ডিষ্টাৰ্ব দি থাকিবি। প্ৰবীণ, ছাৰৰ কথা ভাবিলে মোৰ বৰ আচৰিত লাগে, এজন মানুহৰ অন্তৰতে যে কেনেকৈ ভিন্নমুখী দুটা ৰূপ থাকে, আল্লা আৰু চয়তান দুয়ো একেটা মানুহৰ মাজতে যে কেনেকৈ হাত ধৰাধৰিকৈ বিৰাজ কৰি থাকে— সঁচায়ে বৰ আচৰিত কথা।' (মোৰ স্বগতোক্তি, বেজাৰ আৰু ক্ষোভেৰে ঃ আচৰিত একো নহয় হে বন্ধু, থাকে— একেটা মানুহৰ মাজতে দেৱতা আৰু দানৱ দুয়োটাৰে অস্তিত্ব থাকিব পাৰে, যেনেকৈ আছে তোমাৰ এই বন্ধুৰ, তুমি সাধু মহাত্মা বুলি ভাবি থকা তোমাৰ এই প্ৰবীণ নামৰ বন্ধুৰ!)

ছাৰৰ ভিন্নমুখী দুটা ৰূপৰ সৌৱৰণত মনটো ব্যস্ত হৈ পৰা চামছুলৰ মুখৰ কথাই ক্ষন্তেক জিৰণি পাইছিল। ময়ো সেই সময়তে মোৰ নৰক-পৰিক্ৰমা শেষ কৰি আহিলোঁ, মন বোলে আটাইতকৈ বেগী, সি বোলে পলকতে ত্ৰিভুবন ঘূৰি আহিব পাৰে— এনে এষাৰ কথা স্কুলৰ কোনোবা পাঠ্যপুথিত পঢ়ি অহা নাছিলোঁনে? সত্যনাথ বৰাৰ 'সাৰথি'তে নেকি!

'এৰাহে প্ৰবীণ, তাৰ পিছত যিটো ঘটনা ঘটিল সেই ঘটনা মোৰ স্মৃতিপটত যুগমীয়া হৈ খোদিত হৈ নৰ'বনে? ছাৰে মোক তেনেকৈ ককৰ্থনা কৰিবলৈ ধৰোঁতে তুমিও থিয় দিছিলা আৰু কঁপা কঁপা মাতেৰে কৈছিলা— ছাৰ, আপুনি চামছুলক এনেয়ে খং কৰিছে। সি কাগজৰ লডাটো তেনেকৈ দলিওৱা নাই, মইহে দলিয়াইছিলোঁ, সি নিৰ্দোষ ছাৰ। প্ৰবীণ, তুমি যি মহত্ত্ব দেখুৱালা সি আজিৰ সমাজত বিৰল। তুমি দোষ স্বীকাৰ নকৰিলে ছাৰে কেতিয়াও প্ৰকৃত অপৰাধীক ধৰিব নোৱাৰিলেহেঁতেন।'

এইবাৰ মই চামছুলৰ কথাত হাঁহিছিলোঁ, 'পিছে তুমিওতো কম মহত্ত্ব দেখুওৱা নাছিলা চামছুল, অইন ল'ৰাই হ'লে ক'লেহেঁতেন— দলিটো মই মৰা নাছিলোঁ ছাৰ, প্ৰবীণেহে মাৰিছে।'

'পিছে ছাৰে হয়তো সেই কথা বিশ্বাস নকৰিলেহেঁতেন। তোমাক ধৰ্ম যুধিষ্ঠিৰ বুলি জানে; King can do no wrong মোৰ কথা বিশ্বাস নকৰিলেহেঁতেন। তুমি ছাৰৰ পাঠ পঢ়ুৱাই থকা সময়ত তেনেকুৱা গৰ্হিত কাম কৰিব পাৰা বুলি ছাৰে ভাবিবই নোৱাৰে। গতিকে দোষটো তোমাৰ গাত জাপিব খুজিলে মোৰ একো লাভেই নহ'লহেঁতেন।'

মোৰ মুখত আকৌ হাঁহি বিৰিঙিছিল—'সেই কথা চিন্তা কৰিতো তুমি মোৰ নাম নোকোৱাকৈ থকা নাছিলা। তোমাৰ স্বভাৱেই তেনেকুৱা, আনে শাস্তি পোৱাটোও তুমি নিবিচাৰা। পিছে চামছুল— এটা কথা মন কৰিছানে? সেই ঘটনাটোৰ ফলত আমি দুয়ো বন্ধু নহৈ শত্ৰুহে হ'ব পাৰিলোঁহেঁতেন। মোৰ দোষৰ বাবে তুমি শাস্তি পাব লাগিলে মোৰ প্ৰতি তোমাৰ মনত এটা বিদ্বেষভাব থাকিলহেঁতেন, যদিও তোমাৰ এনেকুৱা এটা সুন্দৰ মন যে তুমি মোক ক্ষমা কৰি দিলাহেঁতেন। কিন্তু যি হওক, আমি দুয়ো বন্ধু হৈ পৰিলোঁ।'

'তাৰ কাৰণতো তুমিয়েই প্ৰবীণ, তুমি যদি নৈতিক সাহস দেখুৱাই সাৰি যাব পৰা দোষটোৰ দায়িত্ব স্বীকাৰ কৰি নল'লাহেঁতেন তেন্তে মইতো এনেকৈ তোমাৰ ওচৰ চাপি নাহিলোঁহেঁতেন, তোমাৰ দৰে বন্ধুৰ সান্নিধ্য লাভ কৰি মোৰ জীৱনটোতো এনেকৈ ধন্য হৈ নগ'লহেঁতেন।'

মই পুনৰ মিচিকাই হাঁহিলোঁ— 'চামছুল, তুমি ইমান সুন্দৰ অসমীয়া ভাষাৰে কথা কোৱা, কিন্তু জন্মৰ পৰাতো বহু দিনলৈ অসমীয়াটোকে নাজানিছিলা, নহয়নে? আমাৰ এই একেজন ছাৰে কিন্তু তোমাৰ বহীৰ পৰা তুমি লিখা কিছুমান কথা আমাক পাঠ কৰি শুনাই কৈছিল— চামছুলে কি সুন্দৰ অসমীয়া লিখিছে দেখিছ? তহঁতবোৰে ভাব যে অসমীয়া তহঁতৰ মাতৃভাষা, মাৰৰ পেটতে শিকি অহা ভাষা, আৰু নিশিকিলেও হ'ব। কিন্তু চামছুলে ভাষাটো যত্ন কৰি শিকা ভাষা, সেয়ে সি তহঁতবোৰতকৈ ইমান ভাল অসমীয়া লিখিব পাৰে। এতিয়াতো যি গতিগোত্ৰ দেখিছোঁ এই চৰ অঞ্চলৰ মানুহবোৰেই বোধহয় অসমীয়া ভাষাটো জীয়াই ৰাখিব, সাহিত্য জীয়াই ৰাখিব চামছুল, তোৰ ওপৰত মই বৰ সন্তুষ্ট হৈছোঁ, তোৰ বহীখন

পঢ়ি মোৰ বৰ ভাল লাগিছে। অ'ই খাটি অসমীয়া নামধাৰী গাধকেইটা, বিখ্যাত লেখক এইচ জি ৱেল্‌ছে কি কৈ গৈছে জাননে? First you must learn to speak, read and write your mother-tongue correctly...

চামছুলে মোৰ কথা শুনি অনুতাপত যেন মাটিতহে মিহলি হৈ যাব তেনেকৈ থোকাথুকি মাতেৰে ক'লে— 'তুমি মোকো তোমাৰ দৰে মহৎ বুলি ক'ব খুজিছিলা, নহয় প্ৰবীণ? কিন্তু দেখিলা নহয়, মই কেনে খাই পাত ফলা বিধৰ মানুহ, কেনে নীচ মনোবৃত্তিৰ যে মোৰ দৰে অভাজনক প্ৰশংসাৰে বেহেস্তত উঠোৱা শ্ৰদ্ধেয় শিক্ষাগুৰুজনক মই চয়তানৰ লগত তুলনা কৰি পেলালোঁ? আচল চয়তানতো ময়েই—

'তুমি মিছায়ে নিজৰ ওপৰত দোষ আৰোপ কৰিছা চামছুল, ছাৰৰতো মিছা দোষ উনুকিওৱা নাছিলা, তেওঁতো তোমাক চৰৰ পৰা অহা অশিক্ষিত দেউতাৰাৰ ল'ৰা বুলি তাচ্ছিল্য কৰি সঁচায়ে বেয়া কাম কৰিছিল, গুৰুজনে যে ভুল কৰিব নোৱাৰে বা দোষ কৰিব নোৱাৰে, এনে কথাটো হ'ব নোৱাৰে। আচলতে King can do no wrong এনে কথা হ'ব নোৱাৰে। কোনো মানুহেইতো আৰু নিখুঁত, ত্ৰুটিহীন হ'ব নোৱাৰে, দোষে-গুণেইতো মানুহ, মানুহৰ জীৱনত এয়ে অমোঘ সত্য, এনেকৈ ভুল-শুদ্ধৰ মাজেৰেইতো আমি চলি আহিছোঁ। কেৱল ভুলৰ পৰিমাণ বেছি হ'লেই জীৱনবোৰলৈ প্ৰলয় নামি আহে।

('উস্ চামছুল, তুমিতো নাজানা কি আত্মগ্লানি আৰু তিক্ততাৰে মই দাৰ্শনিকৰ দৰে এইখিনি কথা কৈছোঁ, সঁচায়ে তুমি নাজানা যে তুমি মোক যিটো মহৎ নিৰ্ভীক নিৰ্লোভ মানুহ বুলি জানা সেই মানুহ মই নহওঁ।)

'যি হওক প্ৰবীণ, এটা কথা ঠিক যে ছাৰক মোৰ আদৰ্শ পুৰুষ বুলি ভাবি লৈছিলোঁ বাবেই তেওঁৰ পদাংক অনুসৰণ কৰি মই অইন চাকৰিৰ পিছত নদৌৰি শিক্ষকতাকে বৃত্তি হিচাপে গ্ৰহণ কৰিলোঁ', চামছুলে অলপ হাঁহি আকৌ ক'লে, 'যদিও ছাৰে হাকিম দাৰোগা, এইবোৰ হ'ম বুলিহে ভাবিছিল।'

ইয়াৰ পিছত আমি দুয়ো বৰ্তমানৰ সমস্যা, বৰ্তমানৰ দুখ-দুৰ্দশা ক্ষন্তেকলৈ পাহৰি অতীত জীৱনলৈ উভতি গৈছিলোঁ, অতীতৰ বন্ধুত্বৰ নানা সোঁৱৰণত আমৰ হৃদয় মথিত হৈছিল। আমৰ বন্ধুত্ব দেখি লগৰীয়াসকলে আমাক ৰাম-ৰহিম বুলি জোকাইছিল। স্কুলীয়া দিনৰ বন্ধুত্ব কলেজীয়া দিনলৈকে কেৱল নহয়, আজীৱন সি অটুট আছিল। আমাৰ দুয়োৰে এনে ইচ্ছাও আছিল যে আমাৰ বিয়া-বাৰু হ'লে, ল'ৰা-ছোৱালী জন্ম হ'লে, যদি সকলো ঠিকে ঠিকে মিলি যায়, অৰ্থাৎ এজনৰ ল'ৰা হ'লে আৰু সিজনৰ ছোৱালী হ'লে আমি সিহঁতৰ মাজত বিয়াও পাতি দিম। আমি দুয়ো প্ৰগতিশীল আৰু আদৰ্শবাদী ডেকা, ধৰ্মটোৰ জীৱনৰ কোনো কথাতে প্ৰতিবন্ধক হ'বলৈ নিদিওঁ, আমাৰ ল'ৰা-ছোৱালীহঁতো আমাতকৈ বহুগুণে আগবঢ়া যুগ এটাত জন্ম লাভ কৰিব, সিহঁতৰ দিনতো এই ধৰ্মৰ গোড়ামি নিশ্চিহ্ন হৈ নগ'লেও একেবাৰে তুচ্ছ হৈ পৰিব। লগতে সিহঁতৰ বিয়াৰ কথাত সমাজ, পৰিয়াল এইবোৰৰ পৰাও কমেই বাধা আহিব।

পিছে হায়, হায়— মোৰ কপাল চপৰিয়াই মৰিবৰ মন যায়, চামছুলে পিছপৰা অঞ্চলৰ গোড়া মুছলমানৰ ছোৱালী বিয়া কৰালেও সেই মানুহজনী ধৰ্মৰ কথাত সিমান গোড়া নাছিল যি গোড়ামিৰ পৰিচয় পালোঁ মোৰ স্ত্ৰী মণিকাৰ ক্ষেত্ৰত। কিন্তু কেৱল মণিকাইহে নে, মণিকাতো বাৰু আমাৰ প্ৰজন্মৰ পিছপৰা সমাজৰ ছোৱলী আছিল, কিন্তু আমাৰ ছোৱালী বিদিশা পিছৰ প্ৰজন্মত জন্মিও কিয় ইমান কুসংস্কাৰবাদী, গোড়া হৈ পৰিল? অথচ আন কথাত তাই কি আধুনিকা, পোছাকে-পাতিয়ে, কথা-বতৰাই একেবাৰে টিভিত দেখা আইদেউহঁতৰ দৰে, এনেকি ধুনীয়াও, মাকৰ দৰেই ধুনীয়া। এৰা, মোৰ পত্নী মণিকা বেছ দেখনিয়াৰ ছোৱালী, মোৰ দৰে মজলীয়া চাকৰিয়ালৰ তেনে 'নাৰী-ৰত্ন' লাভ কৰাৰ কাৰণ হ'ল তেওঁৰ বাপেকৰ বস্ত্ৰ-ভাণ্ডাৰৰ ভালকৈয়ে অভাৱ আছিল। 'দুৰ্ভাগ্যক্ৰমে' তেওঁ সেই মুষ্টিমেয় চাকৰিয়ালৰ এজন আছিল যি চাকৰিত বাহিৰা আয় নাছিল। মণিকাক বিয়া কৰোৱাৰ সময়ত মই কিন্তু সেইবোৰ কথা জনা নাছিলোঁ আৰু সেয়ে মই মণিকাহঁতৰ ঘৰৰ অৱস্থা মোৰ দৰেই নিঃকিন দেখি বৰ ভাল পাইছিলোঁ, কাৰণ মোৰ ভাব হৈছিল আজিৰ দিনত মোৰ দৰেই মোৰ ভাবী শহুৰো এক ব্যতিক্ৰম, তেওঁ 'ঘুচ' নাখায়, সেয়ে 'মণিকা সুন্দৰী'ৰ পাণিগ্ৰহণ কৰি মোৰ বৰ আনন্দ হৈছিল, সুন্দৰী কন্যাও লাভ কৰিলোঁ, সাধু-সন্ত ঘৰৰ ছোৱালীও

লাভ কৰিলোঁ। কিন্তু বিয়াৰ পিছত মোৰ সেই ভুল ভাগিল, মণিকাই বোলে মোৰ দৰে অপদাৰ্থ এজনক এইবাবেই বিয়া কৰাইছিল যে মোৰ চাকৰিটো বাপেকৰ দৰে অপদাৰ্থ নহয়, বাহিৰ কৰিব জানিলে তাৰ পৰা বহুতো 'পদাৰ্থ'-কে বাহিৰ কৰি আনিব পৰা যাব। কিন্তু মোৰ চৰিত্ৰ বল মোৰ ডেকা বয়সৰ বল-শক্তিৰ বাবেই তেতিয়া মজবুত হৈ আছিল নেকি, কাৰণ সুন্দৰী আৰু নৱ-পৰিণীতা পত্নীৰ কাকুতি-মিনতি, খং-ৰাগ একোৱে মোক প্ৰথম অৱস্থাত টলাব পৰা নাছিল, এনেকি নাৰীৰ প্ৰায় অব্যৰ্থ অস্ত্ৰ চকুপানীয়েও মোৰ স্থিতিৰ পৰা মোক লৰচৰ কৰিব পৰা নাছিল। তাৰ পিছত আমাৰ ভগা ঘৰ জিলিকাই বিদিশাৰ জন্ম হ'ল, সেই ৰূপহী কণমানি মাংসপিণ্ডটোক দেখি মোৰ যে কি ফুৰ্তি হৈছিল, এইজনীক মই ৰূপে-গুণে সৰ্বগুণসম্পন্না কৰি তুলিম, মোৰ আদৰ্শ মোৰ শিক্ষা-দীক্ষাৰে তাইক এজনী অসাধাৰণ ছোৱালী কৰি গঢ়ি তুলিম। কিন্তু হায় মূঢ় মানৱ— ভবা কথাবোৰ কামত পৰিণত কৰিব পৰা হ'লে আমি পৃথিৱীখনক দেখোন নৰক নকৰি সৰগহে কৰি তুলিব পাৰিলোঁহেঁতেন। বি এ পঢ়ি থাকোঁতে শ্বেক্‌ছপীয়েৰৰ নে কাৰ নাটকত এনে এষাৰ কথা পঢ়িছিলোঁ নহয় বোলে If wishes were horses, beggars would have been kings? এতিয়া কিন্তু মোৰ তাতকৈও খাপ খোৱা কথা এষাৰ মনলৈ আহি যায়, কথাষাৰ কৰবাত পঢ়া জৰ্জ বাৰ্ণাৰ্ড শ্বৰ বিষয়ে ৰসাল কাহিনী এটা। এবাৰ বোলে এজনী সুন্দৰী অভিনেত্ৰীয়ে শ্বক বিয়া কৰোৱাৰ ইচ্ছা প্ৰকাশ কৰি কৈছিল চাওক, আমাৰ সেই বিয়াৰ ফলত যদি কন্যাৰ জন্ম হয় তেন্তে আপোনাৰ মেধা আৰু মোৰ সৌন্দৰ্য পাই তাই এগৰাকী কি অসাধাৰম ছোৱালী হৈ পৰিব ভাবকচোন। শ্বই বোলে টপৰাই উত্তৰ দিছিল— কিন্তু যদি মোৰ কুৎসিত ৰূপ আৰু আপোনাৰ মূৰৰ গোবৰ পায়?

বাৰ্ণাৰ্ড শ্বৰ জীৱনত সঁচায়ে এনে ঘটনা ঘটিছিল নে নাই নাজনো, কিন্তু তেওঁ কোৱাৰ দৰে মোৰ জীৱনত ঠিক তেনে নহ'লেও প্ৰায় অনুৰূপ ঘটনাই ঘটিছিল, মোৰ ৰূপ কন্যাৰত্নটিয়ে নাপালে হয় (অৱশ্যে মই মানুহটো বৰ কুৎসিতো নহওঁ, কুৎসিত হোৱা হ'লে সম্ভাব্য ধন-দৌলতৰ আশা দেখিও মণিকাই মোক সেই অভিনেত্ৰীৰ দৰে কেতিয়াও বিয়া কৰাবলৈ ৰাজী নহ'লহেঁতেন, মণিকাতো আৰু আব্ৰাহাম লিংকনৰ পত্নী মেৰী টোডৰ দৰে নহয় যে লিংকনৰ দৰে কুৎসিত মানুহক পছন্দ কৰাৰ কাৰণ ব্যাখ্যা কৰি এইদৰে ক'ব পাৰিব, Some men are beautiful till they open their mouth and some men are beautiful after they open their mouth) মাকৰেই পালে, কিন্তু লগতে পালে মাকৰ চৰিত্ৰৰ সকলোবোৰ বেয়া বৈশিষ্ট্য। মাকৰ দৰেই তাই লোভী হ'ল, কুসংস্কাৰাচ্ছন্ন মন এটাৰ অধকাৰী হ'ল (উস্ স্কাৰ্ট, জীনছ্ পিন্ধা ছোৱালীজনীয়ে মাকৰ লগত মেখেলা-চাদৰ পিন্ধি কি সভক্তিৰেই যে মন্দিৰলৈ নাযায়! *মন্দিৰলৈ যায় আৰু স্বাৰ্থপৰতাৰে নিজৰ সকলো ধৰণৰ প্ৰাপ্তি, সকলো ধৰণৰ মঙ্গল কামনা কৰিহে ভগৱানক* পূজা কৰে, ভগৱানৰ প্ৰতি নিঃস্বাৰ্থ ভক্তিত বা ভাল পোৱাত গদ গদ ভকতৰ দৰে নহয়)। গতিকে চামছুলৰ পুত্ৰ ৰছিদুলৰ দুবছৰ পিচত বিদিশাৰ জন্ম হ'লেও তাৰ লগত মোৰ কন্যাৰ বিয়াৰ কথা সুদূৰ কল্পনাতো ভাবিব পৰা নাছিলোঁ। অৱশ্যে মণিকাক বিয়া কৰোৱাৰ পিছতেই সেই আশা মোৰ মনৰ পৰা শৰতৰ মেঘৰ দৰে ক'ৰবালৈ ব'ৰাগী হৈ উৰি গৈছিল তেওঁ জীয়েকক ৰছিদুললৈ বিয়া দিব? সেই মণিকাই যি চামছুলৰ লগত মোৰ এই প্ৰাণৰ অংগীকাৰ দিয়া বন্ধুত্বকো কোনোদিনেই সু-নজৰেৰে চাব নোৱাৰিলে, কত দিন কৈছে বোলে তোমাকেই দেখিছোঁ দিয়া এনেকৈ মুচলমান বন্ধু এজনৰ কথাত মৰিব পৰা...

সি যি কি নহওক, পিছত ঘটনাবোৰে যিফালে ঢাল ল'লে তাৰ পিছত অতি 'উচ্চ জাতি'ৰ অৰ্থাৎ হিন্দু ল'ৰা হ'লেও ৰছিদুলৰ লগত বিদিশাৰ বিয়া দিয়াৰ প্ৰশ্ন নুঠিলহেঁতেন।

সিদিনা চামছুল মোৰ ওচৰৰ পৰা বিদায় লৈ যোৱাৰ পিছত মণিকাৰ মুখখন খল হাঁহিৰে ভৰি গৈছিল— 'আমাৰ পুত্ৰ মৰিছে তাক ভগৱানে নিজৰ ওচৰলৈ মাতি নিছে, আমি কৰিব লগা একো প্ৰতিকাৰ নহ'লহেঁতেন (মণিকাই যে এনে অশুদ্ধ ভাষাৰে কথাবোৰ কয়!)— পিছে তোমাৰ মৰমৰ বন্ধু চামছুলৰ পুতেকটোতো যাক কয় জহান্নামত গৈ বৰ বেয়া মৰণেই হ'ল...'

মণিকাই যেন তেনে বিকৃত আনন্দেৰে পুতেকৰ মৃত্যুৰ দুখত সান্ত্বনা ল'বৰ চেষ্টা কৰিলে। আকৌ চামছুলৰতো পুতেকৰ তেনে 'অপমৃত্যু'ত এক ডাঙৰ সান্ত্বনা আছেই যে পুতেকৰ বাবে হ'লেও তেওঁ

নিজৰ নীতি বিসৰ্জন নিদিলে যি নীতিৰ বাবে পুতেকক বলিদান দিবলৈও তেওঁ পিছ নুহুঁহকিলে। কিন্তু মোৰ নিজৰ সান্ত্বনা ক'ত? মইতো পুত্ৰস্নেহত অন্ধ হৈ জীৱনৰ মাজ বয়সলৈকে আঁকোৰি থকা নৈতিক বিসৰ্জন দিলোঁ। ছোৱালীজনী জন্ম হোৱাৰ পিছত পুত্ৰ সন্তান এটা জন্ম হোৱাত মোৰ যে কি আনন্দ হৈছিল, ভাগ্যে যে মোৰ সহকৰ্মী আনন্দ বৰুৱা আৰু ধৰণীধৰ দত্তৰ দৰে মোৰো দুজনী কন্যা নহ'ল, কাৰণ আমি দুটা সন্তানতকৈ বেছি জন্ম দিয়া সম্ভৱ নহয় বুলি জানি মণিকাৰ আৰু সন্তান নহ'বলৈ অপাৰেচন কৰাই পেলাইছিলোঁ। গতিকে ছোৱালী হ'লে আমি আৰু কেতিয়াও পুত্ৰ সন্তানৰ মুখ নেদেখিলোঁহেঁতেন। হায় মোৰ প্ৰগতিশীলতা! এৰা, বুবলুৰ (পুত্ৰৰ ভাল নাম ৰাখিছিলোঁ বেদব্ৰত) জন্মত মোৰ হিয়া আনন্দত নধৰা হৈছিল, তথাপি ডাঙৰ হৈ অহাৰ লগে লগে তাৰ নানা দাবী পূৰাবলৈ নিজে নানা কৃচ্ছ্ৰসাধন কৰি চলিলেও কেতিয়াও কোনো দুৰ্নীতিৰ আশ্ৰয় লোৱা নাছিলোঁ, কিন্তু এম এ পাছ কৰি বুবলু যেতিয়া দুখীৰ ঘৰত বহি থাকিবলগীয়া হ'ল, মোৰ প্ৰাণধন পুত্ৰৰ সেই হতাশাগ্ৰস্ত মুখলৈ চালে মোৰো চামছুলৰ দৰে বুকু ফাটি যোৱা অৱস্থা হৈছিল। পিছে মই চামছুলৰ দৰে নীতি আঁকোৰি থাকিব নোৱাৰিলোঁ, জীৱনত নকৰা কাম কৰি ধন এসোপা ঘটি সংশ্লিষ্ট বিভাগক ভেটি দি পুত্ৰক চাকৰি এটা কিনি দিলোঁ। সেইদিনা মণিকাই মোক কম ব্যংগ বিদ্ৰূপ কৰা নাছিল বোলে বাবাজীৰ নাম ঠেলা (ক'ত যে কেতিয়া মানুহজনীয়ে ঠেলাৰ নাম বাবাজী কথাষাৰ শুনিছিল!) ইমান দিনে পুতেকৰ নামত কোনোমতে সুবুদ্ধিৰ উদয়ে দেখা দিলে, মই আৰু বিদিশাতো তেওঁৰ চকুত মানুহেই নহওঁ, আমি হ'লোঁ বেবেৰুৱা, চকুৰ কুটা.. তবুও যি হওক দেৰিকৈ হ'লেও যে পুতেকৰ জীৱনলৈ চালে...

পিছে মইনো ক'ত পুত্ৰৰ জীৱনলৈ চালোঁ, অথবা চাবলৈ গৈ কি পালোঁ মই? বুবলুৱে সদায় স্কুটাৰ এখনৰ বাবে বৰ হেঁপাহ কৰি আছিল, তাৰ সমনীয়া প্ৰায় সকলোৰে বোলে স্কুটাৰ, মটৰ চাইকেল আছে। মই তাক মোৰ আয়ৰ কথা কৈ সদায় নিৰস্ত কৰাৰ চেষ্টা কৰিছিলোঁ (যদিও পুত্ৰৰ আব্দাৰ মানিব নোৱাৰি মোৰ বুকু ভাগি যোৱাৰ উপক্ৰম হৈ থাকিছিল) আৰু কৈছিলোঁ যে চাকৰি কৰিলে সি নিজেই স্কুটাৰ এখন কিনি ল'ব পাৰিব। পিছে সেই চাকৰিও যে কিনি ল'ব লাগে! অথচ মোৰ আয়হীন পুত্ৰই কিনে কেনেকৈ? বাপেকেই তাৰ জন্মৰ সময়ৰ পৰা সকলো লাগতিয়াল বস্তু কিনি দিয়াৰ দৰে এই মহা প্ৰয়োজনীয় চাকৰিটোও সেই বাপেকেই কিনি নিদিলে চলে কেনেকৈ? অথচ ইমান দিনে বাকী প্ৰয়োজনীয় বস্তুবোৰৰ বাবে কিবাকৈ ধনৰ জোৰা মাৰিব পাৰিলেও চাকৰি এটাৰ দৰে বৃহৎ দামৰ বস্তু এটা কিনিবলৈ বাপেকৰ আৰু সাধ্যই নুকুলালে, মানে নিজৰ আয়েৰে কিনাৰ সাধ্য নহ'ল।

এনেকৈয়ে মই এদিন জহান্নামৰ পথত ভৰি দিছিলোঁ। কিন্তু মোৰ পুত্ৰই সেই চাকৰিত যোগ দিবলৈকে নাপালে, তাৰ আগতেই স্কুটাৰ দুৰ্ঘটনাত বুবুলুৱে মৃত্যুক আকোঁৱালি ল'ব লগা হ'ল, নিজে স্কুটাৰ কিনিবলৈকে নাপালে, তাৰ আগতেই বন্ধুৰ স্কুটাৰত উঠি ফুৰোঁতে আকস্মিক মৃত্যু আহি তাৰ আৰু আমাৰ, সকলোৰে সপোন, জল্পনা-কল্পনা মষিমূৰ কৰি পেলালে। জীৱনত প্ৰথমবাৰৰ বাবে কৰা এই নিষ্ফল আৰু নিঃকৰুণ দুৰ্নীতিৰ পিছত মোৰ বাবে সঁচায়ে ক'ত সান্ত্বনা?

(গৰীয়সী)

# ডাক্তৰৰ চেম্বাৰত

আজিকালি বেমাৰী হৈছোঁ বাবে ধৈৰ্যও বাঢ়ি গৈছে, নহ'লে আগতে এই ধৈৰ্য বোলা গুণটোৰে মোৰ ঘাই অভাৱ আছিল। মোৰ মুখৰ পৰা ওলোৱা এইষাৰ কথা ঘঁহনি খাই খাই তেতিয়া প্ৰায় ভোটাই হৈ গৈছিল ঃ মোক যিহকে ধৰিবলৈ কোৱা তাকেই ধৰিম, এনেকি ভগৱান শ্ৰীকৃষ্ণৰ দৰে গোবৰ্দ্ধন পৰ্বতখনো ধৰি থকাৰ চেষ্টা কৰিম, কিন্তু ধৈৰ্য হ'লে ধৰিব নোৱাৰোঁ দেই...

চেঙেলীয়া বয়সত মই ৰস লগাই কোৱা এইষাৰ কথা শুনি মানুহে হাঁহিছিল, ফুৰ্তি পাইছিল আৰু ময়ো মানুহক ৰসত আপ্লুত কৰিব পাৰিছোঁ বুলি চেঙেলীয়া বয়সৰ মদ্‌গৰ্বিতাৰে হকে-বিহকে কথাষাৰ হৈ কৈ তাক ভোটা কৰি পেলাইছিলোঁ।

পিছে মোৰ যে ধৈৰ্য বস্তুটোৰ বৰ অভাৱ আছিল সেইটো কিন্তু ঠিক। মোৰ দেউতাই মৰমৰ প্ৰশ্ৰয়সনা মাতত কিঞ্চিৎ ধৈৰ্যচ্যুতি ভাব মিহলি কৰি কৈছিল— 'আইজনীৰ ধৈৰ্য বোলা কথাটো একেবাৰে নাই। সকলো কথাতে তাই অস্থিৰ চঞ্চল হৈ উঠে। মই ক'লোঁ আইজনী, সিমান অধৈৰ্য হ'লে কেনেকৈ চলে ক'চোন? জীৱনত চলিবলৈ হ'লে যে ধৈৰ্যৰো বৰ প্ৰয়োজন এই কথাটো শিকি ল'চোন। কথাতেই আছে, বিপদত ধৈৰ্যই মহৌষধ, কিন্তু নাই, তাই কোনো কথাতে ধৈৰ্য ধৰিব নোৱাৰে...'

সিদিনা আমাৰ ঘৰলৈ মামা এজনৰ আগমন হৈছিল, মামাই মোক পঢ়া-শুনা, গান-বাজনা আদি কেনেকৈ চলিছে এইবোৰ প্ৰশ্ন পেঘেনিয়াই পেঘেনিয়াই সুধি থকাত মোৰ ধৈৰ্যচ্যুতি ঘটিছিল আৰু মই এতিয়া খেলিবলৈ যাব লাগে, গতিকে তোমাৰ প্ৰশ্নবোৰৰ পিছত উত্তৰ দিম দেই মামা, বুলি কৈ মই লৰালৰিকৈ মামাৰ আগৰ পৰা আঁতৰি যাওঁতে দেউতাই কোৱা উপৰোক্ত কথাখিনি মোৰ কাণত পৰিছিল।

পিছৰ জীৱনত দেউতাৰ এই কথাখিনি মোৰ বুকুত যেন পুনৰ ধ্বনিত-প্ৰতিধ্বনিত হৈ বাৰে বাৰে ঠেকা খাইছিল, কাৰণ পিছৰ সেই জীৱনে শিকাইছিল যে ধৈৰ্যই জীৱনৰ মহৌষধ।

মই আটাইতকৈ ধৈৰ্যৰ পৰীক্ষা দেখুৱাব লগা হৈছিল বেমাৰ-আজাৰৰ ক্ষেত্ৰত। মোৰ বিয়া হোৱাৰ পিছত এবাৰ মোৰ স্বামী কিবা কামত দিল্লীলৈ গৈ উভতি আহিবৰ সময়ত পাটনাত অকস্মাৎ দুৰ্ঘটনা এটা ঘটিছিল। তাত ট্ৰেইনখন ৰখাৰ সময়ত তেওঁ নামি পানী আনিবলৈ গৈ খৰধৰ কৰি ট্ৰেইনত উঠিব ধৰোঁতে পিছলি পৰি এনেকৈ মূৰত আঘাত পাইছিল যে তেওঁক পাটনাৰ হাস্পতালতে ভৰ্তি কৰাব লগা হৈছিল। সেইকেইদিন মই, ল'ৰাটো আৰু ছোৱালীজনীৰ মুখ চাই ধৈৰ্যৰ পৰকাষ্ঠা দেখুৱাবলগীয়াত পৰিছিলোঁ। জীৱনত প্ৰথমবাৰৰ বাবেহে যেন নিজ অভিজ্ঞতাৰে দেউতাই কোৱা বিপদত ধৈৰ্যই মহৌষধ— এইষাৰ আপ্তবাক্য মনে-প্ৰাণে গ্ৰহণ কৰিবলৈ বাধ্য হৈছিলোঁ।

তাৰ পিছত আৰম্ভ হৈ গৈছিল নানা ধৰণৰ ধৈৰ্যৰ পৰীক্ষা, নানা বিষয়ত সাংসাৰিক মানুহে যি যি বিষয়ত ধৈৰ্যৰ পৰীক্ষা দিবলগীয়া হয়, সেই সেই বিষয়বোৰত। তাৰ ভিতৰত আটাইতকৈ বেছি ধৈৰ্যৰ পৰীক্ষা দিব লগা হৈছিল বেমাৰবোৰৰ ক্ষেত্ৰত। বিয়াৰ দহ বছৰমানৰ পিছৰ পৰাই মোক যে কত বেমাৰে লগ নিদিয়া হ'ল। শৰীৰটোৰ সকলোবোৰ অংগ-প্ৰত্যংগৰে যেন প্ৰেমত পৰিছিল এই বেমাৰবোৰে। মোৰ দাঁতকেইটা হেনো ডালিমগুটীয়া, চকুযোৰ হেনো পদুমৰ পাহিৰ দৰে, হাত দুখন হেনো মৃণালৰ ঠাৰিৰ দৰে, সেই সৌন্দৰ্যৰ বাবেই নেকি ঘাইকৈ সেই সেই অংগ-প্ৰত্যংগবোৰৰে প্ৰেমত পৰিল এই বেমাৰবোৰ! মোৰতো ভয়েই লাগি আছে যে মোৰ সুগঠিত বক্ষযুগলতো আজিকালিৰ ভয়ানক ব্যাধিটোৱে বাহ ল'ব। মই জানো যে এই বয়সতো মোৰ বক্ষৰ সৌন্দৰ্য প্ৰায় অটুট আছে আৰু সেই সৌন্দৰ্যই সেই ব্যাধি প্ৰেমিকটোক আকৰ্ষণ নকৰিবতো? এই কথাটোৱে মোক বহুত দিন আগতে পঢ়া আলডুছ হাক্সলিৰ গল্প এটালৈ মনত পেলাই দিলে— যাৰ বিষয়বস্তু হ'ল এই ব্ৰেষ্ট কেন্সাৰ। এজন প্ৰেমিকে প্ৰথমবাৰৰ বাবে প্ৰেয়সীৰ নিৰাবৰণ বক্ষযুগললৈ চাই আতংকিত হৈ উঠিছিল আৰু তেওঁৰ সেই মনোভাবক লিখকে ব্যক্তি কৰিছে এনেদৰে— নায়কে দেখিলে যে তেওঁৰ বহুত আগতেই আন এক ভয়ংকৰ প্ৰতিদ্বন্দ্বী আহি তেওঁৰ প্ৰেয়সীৰ অপূৰ্ব বক্ষযুগলত নিজ অধিকাৰ সাব্যস্ত কৰিছেহি। এই গল্পটো মনত পৰিলেই মই ভয়ত শিয়ঁৰি উঠোঁ। বুঢ়া বয়স আৰম্ভ হোৱাৰ আগতেই বিভিন্ন বেমাৰ যেনেকৈহে মোৰ দেহৰ চুকে-কোণে আশ্ৰয় ল'ব ধৰিলে, তাৰ পিছত মোৰ দেহটোৰ প্ৰধান আকৰ্ষণীয়

অংগ দুটাকে যে আক্ৰমণ নকৰিব তাৰ কি নিশ্চয়তা আছে? তাত সেই ভয়ংকৰ প্ৰেমিকটোৱে হাত দিলে মই মৰিলোঁ, সেই মৃত্যুটো অৱশ্যে আচল মৃত্যুৰ আগতেই সংঘটিত হ'ব— মোৰ যে ইমান বেমাৰ-আজাৰ হোৱা সত্ত্বেও স্বামীয়ে মোক সহ্য কৰি আছে, মোৰ প্ৰতি তেওঁ যি ধৈৰ্যৰ পৰাকাষ্ঠা দেখুৱাই আহিছে তাৰ প্ৰধান কাৰণ হ'ল বেমাৰবোৰেও নাশ কৰিব নোৱৰা মোৰ প্ৰতি অংগৰ উপচি পৰা ৰূপ। মই অন্ততঃ ৰুক্মিণীৰ দৰে বিলাপ কৰি ভাবিব নালাগে যে মোৰ কোন অংগৰ খুঁত দেখি মোৰ পতিৰ মোৰ ওচৰলৈ আগমন হোৱা নাই। মোৰ পতিৰ প্ৰতি ৰাতিয়েই মোৰ ওচৰলৈ আগমন হয়— অংগত 'খুঁত' নথকা বাবেই নিশ্চয়। তেওঁক মই সঁহাৰি জনাওঁ বা নজনাওঁ— তেওঁ প্ৰতি ৰাতি মোৰ ওচৰলৈ আহিবই আহিব। আচলতে আজিকালি মই তেওঁৰ সেই কামোন্মাদনাক ভয়হে কৰিবলৈ ধৰিছোঁ— ক'ৰবাত কেতিয়াবা পঢ়া মনত পৰে বিলাত-আমেৰিকাৰ কোনোবা পত্নীয়ে স্বামীক ধৰ্ষণৰ অভিযোগত অভিযুক্ত কৰিছিল। মই কেতিয়াবা মনে মনে ভয়ে ভয়ে নাভাবি নোৱাৰোঁ যে ময়ো তেনেকৈ স্বামীৰ দ্বাৰা ধৰ্ষিতা হওঁ। কিন্তু এইবোৰ কথা মই কাকো ক'ব নোৱাৰোঁ— এইবোৰক মই মোৰ মনৰ গহন গোপন বনত সংগোপনে লুকুৱাই থওঁ। পশ্চিমীয়া দেশত সংসাৰ ভঙা সহজ, আমাৰ দেশত নহয়। মই মোৰ ভৱিষ্যতৰ নিৰাপত্তা, আশ্ৰয় আদিৰ কথা ভাবিব লাগিব, মই মোৰ ল'ৰা-ছোৱালী দুটাৰ কথা ভাবিব লাগিব। গতিকে মই স্বামীৰ ৰাতিৰ 'অত্যাচাৰ' সহ্য কৰি যাওঁ। আজিকালিতো মোৰ সহ্য শক্তি, ধৈৰ্য শক্তি বহুতেই বাঢ়ি গ'ল।

তদুপৰি মোৰ যে নিজৰে কিছুমান অসহায় ক্ৰটি আছে— মোৰ শৰীৰতো বেমাৰৰ বাহ হৈছে অথচ তাৰ দ্বাৰা স্বামীৰ সম্ভোগৰ পথত বাধাৰ সৃষ্টি হোৱা নাই (অন্ততঃ এতিয়ালৈকে— মোৰ বক্ষস্থলত কোনো মাৰাত্মক ব্যাধি-প্ৰেমিকৰ এতিয়াও দখল সাব্যস্ত হোৱা নাই) বাবেই মোৰ স্বামীয়ে এতিয়াও মোৰ প্ৰতি 'প্ৰেম'ত মগ্ন হৈ আছে আৰু মোৰ শৰীৰটোক ব্যাধিবোৰৰ পৰা বচাই ৰাখিবৰ বাবেই তেওঁ নিশ্চয় বিনা বিৰক্তিৰে ডাক্তৰক পইচা ঢালি থাকে।

মোৰ স্বামীৰ প্ৰেমৰ কথা ভাবিলে মোৰ অৱশ্যে হাঁহি উঠি যায়। তেওঁৰ জানো প্ৰেম সম্পৰ্কে কোনো ধাৰণা আছে? প্ৰেম মানে তেওঁৰ বাবে কেৱল জানো যৌন ক্ষুধাই নহয়? মোৰ দেহটোৰ বাহিৰে মোৰ মন বা আত্মাৰ প্ৰেমত পৰিবলৈ তেওঁ জানো তাৰ অস্তিত্বৰ কিবা ভু পায়? বা পাবলৈ চেষ্টা কৰেনে? আচলতে স্থূল মনৰ মানুহজনে সেইবোৰ কথা বুজিয়ে নাপায় আৰু ফলত মোৰ হৃদয় বুভুক্ষু হৈ ৰয়, মই আচল মানুহজনী অনাদৃত হৈ পৰি থাকোঁ আৰু প্ৰাধান্য পায় এই তেজ-মাংসৰে গঢ়া স্থূল দেহটোৱে। উস্ এইবোৰ কথা ভাবিলে মোৰ যে নিজকে কেনে এক অশ্লীল মাংসপিণ্ড যেন লাগি যায়! আৰু তেতিয়া মোৰ ৰবীন্দ্ৰনাথৰ 'চিত্ৰাঙ্গদা' কাব্যৰ চিত্ৰাঙ্গদাজনীৰ ট্ৰেজেদীলৈ মনত পৰি যায়— সেইজনী চিত্ৰাঙ্গদালৈ যি মদনৰ বৰৰ আগতে কুৰূপা আৰু পুৰুষালি দেহৰ গঠনৰ বাবে অৰ্জুনৰ দ্বাৰা প্ৰত্যাখ্যাত হৈছিল আৰু মদনৰ বৰৰ পিছত সুন্দৰী আৰু অপূৰ্ব দেহ সৌষ্ঠৱৰ অধিকাৰী হোৱাত সেই একেজন অৰ্জুনৰ দ্বাৰা পত্নী হিচাপে আদৰেৰে গ্ৰহণীয় হৈছিল। তাৰ পিছৰ পৰা চিত্ৰাঙ্গদাৰ কি যে মনোবেদনা, কি যে অশান্তজৰ্জৰ ৰক্তাক্ত হৃদয়— নিজৰ প্ৰাণ আৰু আত্মাৰে যেন সতিনী হৈ পৰিল দেহটো। তেওঁৰ প্ৰকৃত মানুহজনী পৰাজিত, অৱহেলিত হৈ ৰ'ল নিজৰেই দেহটোৱে প্ৰধান প্ৰাধান্য পোৱাত।

এইবোৰ কথা ভাবি ভাবি মই কেতিয়াবা এনেকৈয়ো ভাবোঁ যে প্ৰতি ৰাতিৰ স্বামীৰ দেহজ 'অত্যাচাৰ' মোৰ বাবে বাৰু অত্যাচাৰ নহৈ প্ৰেমৰ এক ধৰণৰ বহিঃপ্ৰকাশ যেনহে লাগিলহেঁতেন নেকি, যদিহে তেওঁৰ লগত সেই মিলন কেৱল দেহৰ নহৈ আত্মাৰো মিলন হ'লহেঁতেন, যদিহে মই সেই দেহৰ বিলাসৰ (নে বিলাপ— অন্ততঃ মোৰ বাবে?) সময়তো অনুভৱ কৰি থাকিলোঁহেঁতেন দেহজ সুখানুভূতিৰ লগত মিলি থকা হৃদয়ৰ অনিৰ্বচনীয় প্ৰেমৰো সুখানুভূতি? হায় হায়, তেনে অনুভূতি, তেনে অভিজ্ঞতা মোৰতো সেই বিশেষ সময়ত কেতিয়াও নহ'ল— সেয়ে মই অনুভৱ কৰি থাকিলোঁ এক ধৰণৰ অপমানৰ জ্বালা, 'ধৰ্ষিতা' হোৱাৰ কষ্ট আৰু অসহায়তা, মোৰ নাৰীত্বৰ অৱমাননা আৰু তেতিয়া সকলো সময়তে মনে গুণগুণাই থাকিছিল ৰবীন্দ্ৰনাথৰ এইফাকি গীতৰ কলি— 'তুমি মোৰে পাও নাই পাও নাই পৰিচয়! তুমি যাৰে জানো সেত কেহ নয়, কেহ নয়...'

পিছে মই সকলো সহ্য কৰি গ'লোঁ, ধৈৰ্য ধৰি ৰ'লোঁ জীৱনৰ আন এক পৰমপ্ৰাপ্তিৰ আশাত। স্বামীৰ লগত এই প্ৰেমহীন দেহজ মিলনৰ বোকাতে এদিন জন্ম ল'ব মোৰ সন্তানৰূপী ফল-ফুলবোৰ, ফলত মোৰ জীৱন জাতিষ্কাৰ হৈ উঠিব, ধন্য হৈ যাব সেই জীৱন। মই সকলো নাৰীৰে কাম্য মহান মাতৃত্বৰ গৌৰৱেৰে গৰবিনী হৈ পৰিম।

পিছে সেই সহ্য-ধৈৰ্যৰ পৰীক্ষা কিন্তু বেছ দীৰ্ঘদিনীয়াই হৈছিল। কাৰণ বিয়াৰ কেবা বছৰৰ পিছলৈকে

মই কোনো সন্তানৰ মুখ দেখা নাছিলোঁ। তাৰ বাবেও বোধহয় মোৰ দেহটো বহুত দিনলৈ নিপোটল হৈ ৰ'ল, সন্তানৰ জন্মই তাত গৰাখহনীয়া আনিব পৰা নাছিল।

যি হওক, ধৈৰ্য আৰু সহ্য শক্তিৰ পৰীক্ষাৰ পৰাকাষ্ঠা ঘটিছিল বেমাৰবোৰৰ ক্ষেত্ৰতো, তদুপৰি ডাক্তৰবোৰৰ লগতো কম ধৈৰ্যৰ পৰীক্ষা দিব লগা নহৈছিল। শৰীৰৰ নানানটা বেমাৰৰ দুৰ্ভোগ সহি থকা আজি দাঁতৰ বিষ, কালি চকুৰ বিষ, আন এদিন বা মূৰৰ বিষতে পৰি থাকিলোঁ, সঘনাই পানীলগা বেমাৰটোতো আছেই, কম শান্তিৰ কথাতো নহয় এনে এক ৰুগীয়া শৰীৰৰ যন্ত্ৰণা ভুগি থকাটো। আটাইতকৈ অসহ্য লাগে ডাক্তৰৰ চেম্বাৰলৈ গৈ এঘণ্টা-দুঘণ্টা বহি থাকিবলগীয়া হোৱা কথাটোত। বেছিভাগ সময় মোক স্বামীয়েই লৈ যায়, তেওঁ স্বল্পভাষী মানুহ, গতিকে তেওঁৰ লগত দুই-এষাৰ কথা পতাৰ বাহিৰে বাকী সময় বহি থাকোঁ নীৰৱেই।

এবাৰ পিছে মোৰ সেই ধৈৰ্যৰ বান্ধ সুলকিবৰে উপক্ৰম হৈছিল, সিদিনা মই চকুৰ ডাক্তৰৰ ওচৰলৈ গৈছিলোঁ। মোক চকুত কিবা দৰব দি 'অন্ধ' কৰি ডাক্তৰে বহুৱাই থৈছিল। তাৰ পিছত মই যেতিয়া চকুৰে দেখা পোৱা অৱস্থাটোলৈ ঘূৰি আহিলোঁ তেতিয়া দেখিলোঁ যে ডাক্তৰৰ চেম্বাৰত ৰোগী আৰু নায়েই। সহকাৰীজনে ক'লে— 'আপুনি আৰু বেছি সময় বহিব নালাগে, শেষ ৰোগীজনক ডাক্তৰে চাই আছে।'

উস্ ৰক্ষা আৰু বেছি সময় বহি থাকিব নালাগিব তেন্তে। অইনদিনা তেও কাগজ, মেগাজিনৰ পাতকে লুটিয়াওঁ, আজি চকুত দৰব দিয়া বাবে সেইকণ সুখৰ পৰাও বঞ্চিত হৈ ধৈৰ্যৰ পৰীক্ষা দি থাকিব লগা হ'লোঁ।

কিন্তু এই ৰোগীজননো ওলাই নাহে কিয়? কমতো সময় হোৱা নাই! সহকাৰীজনৰো পাত্তা নোহোৱা হ'ল। ৰোগীজনৰ চকুৰ বেমাৰ ডাঙৰেই নেকি? পিছে ৰোগী নে ৰোগীণী? মোৰ মনলৈ হঠাৎ এই প্ৰশ্নটো আহি গ'ল। সঁচায়ে ডাক্তৰৰ কোঠালীত ইমান পৰ সোমাই থকাজন ৰোগী নে ৰোগীণী? আৰু যদি ৰোগীণী হয় তেওঁ ডেকেৰী নে বুঢ়ী? ডেকেৰী হ'লে ধুনীয়া নে অধুনীয়া, শৰীৰটো শুকান কাঠৰ দৰে নে মাংসল টৌ খেলোৱা? উস্ এই খলা-বমা প্ৰকট হোৱা শৰীৰ এটা থকা বাবে মোৰ যে ডাক্তৰৰ কোঠালীত সোমাবলৈ কি ভয়েই নালাগে— বিশেষকৈ স্ত্ৰীৰোগ বিশেষজ্ঞ ডাক্তৰ হ'লেতো কথাই নাই, মই ভয়ত কঁপো আৰু বহুতবাৰ প্ৰমাণিত হৈছে যে মোৰ সেই ভয় অমূলকো নহয়। তিৰোতাৰ গুপুত-আৰু লাজৰ অংগটো লৈয়ে তেওঁলোকৰ ডাক্তৰী চিকিৎসাৰ প্ৰধান কাৰবাৰটো চলে যদিও বহুতে তাত ডাক্তৰী বিজ্ঞানৰ নৈৰ্ব্যক্তিকতা প্ৰদৰ্শন কৰাৰ সলনি ব্যক্তিগত লালসাৰ ক্ৰিয়া, মানসিকতা আদিহে প্ৰদৰ্শন কৰে। মোৰ কথাই কথাই অ'ত-ত'ত পঢ়া কিবা-কিবিবোৰ মনলৈ আহি যোৱা সৰুৰে স্বভাৱ— সেই কথাত সৰুতে দেউতাই গৰ্ববোধ কৰিছিল আৰু এতিয়া স্বামীয়ে বিৰক্তিবোধ কৰে। যি হওক, মোৰ এতিয়া মনলৈ আহি যোৱা কথাষাৰ হ'ল— আই এছ জহৰে প্ৰশ্নোত্তৰত কোৱা এষাৰ কথা। হিন্দী চিনেমাৰ এই প্ৰয়াত ধেমেলীয়া অভিনেতাগৰাকীৰ বুদ্ধি-বৃত্তিও আছিল অতুলনীয়। তেওঁ এখন কাকতৰ এটা প্ৰশ্নোত্তৰ বিভাগ চলাইছিল, প্ৰশ্নকৰ্তাসকলৰ প্ৰশ্নবোৰৰ তেওঁ অতি বুদ্ধিদীপ্ত আৰু ধেমেলীয়া উত্তৰবোৰ দিছিল— যথা, এটা নিৰ্জন দ্বীপত এগৰাকী সুন্দৰী মহিলাৰ লগত অকলে কটাবলগীয়া হ'লে আপুনি সেই সমস্যাটোৰ কেনেকৈ সমাধান কৰিব। আই এছ জহৰৰ উত্তৰ আছিল ঃ সেইটো মোৰ বাবে সমস্যাই নহয়, মহিলাগৰাকীৰ সমস্যা হ'ব! আৰু এজনে সুধিলে— পৰজনমত আপুনি এনেকৈ চিনেমাৰ অভিনেতাই হ'ব নে আন কিবা বৃত্তিলৈ ধাউতি মেলিব? আই এছ জহৰে উত্তৰ দিছিল— অহা জনমত মই নিশ্চয় অভিনেতা হোৱাৰ দৰে ভুল বৃত্তিটো নলওঁ, মই হ'ম এনে এক বৃত্তিধাৰী যি আইনসম্মতভাৱে পৃথিবীৰ সকলো মহিলাকে বিবস্ত্ৰ কৰাৰ অবাধ অধিকাৰ পায়। অৰ্থাৎ আই এছ জহৰ হ'ব এজন স্ত্ৰীৰোগ বিশেষজ্ঞ ডাক্তৰ! মই নিজে যেতিয়াই স্ত্ৰীৰোগ বিশেষজ্ঞ ডাক্তৰজনৰ ওচৰলৈ যাওঁ তেতিয়াই মোৰ এই কথাষাৰ মনত পৰে। মোক পৰীক্ষা কৰি অহা এই ডাক্তৰজন এজন নামজ্বলা বিশেষজ্ঞ, তেওঁ সন্তানহীনাকো সন্তানৱতী কৰি তুলিব পাৰে, যি 'ভেল্কীবাজী' মোৰ ক্ষেত্ৰতো দেখুৱালে। কিন্তু তেওঁ আন কিছুমান কথাতো বিশেষভাৱে পাৰদৰ্শী, তিৰোতাৰ নানা অংগ-প্ৰত্যংগ তেওঁ অদৰকাৰতো বৰ ভালকৈ টিপাটিপি কৰিব জানে। গতিকে মই একাধাৰে তেওঁৰ ৰোগী আৰু চিকাৰো হৈ ৰ'লোঁ। অথচ তেওঁৰ ইমান সুনাম যে তেওঁ একপ্ৰকাৰ মায়ঙৰ প্ৰবাদপ্ৰতীম বেজৰ নিচিনাই— যি 'মানুহৰো পাৰে গজাব নেজ' (আকৌ মনলৈ আহি গ'ল অতুলচন্দ্ৰ হাজৰিকাৰ শিশু পদ্যৰ এটি পংক্তি!) হয়, বেজজনে মানুহৰ নেজ গজোৱাৰ নিচিনাকৈ এই আধুনিক বেজজনেও সন্তানহীনাৰ পেটত পোৱালী গজাব পাৰে আৰু তাৰ বাবেই

মই পৰম ধৈৰ্যসহকাৰে সকলো 'দৈহিক' (আৰু মানসিকো) অত্যাচাৰ সহ্য কৰিও বাৰে বাৰে তেওঁৰ ওচৰলৈ গৈছিলোঁ যাৰ সুফল হ'ল মোৰ প্ৰাণৰ প্ৰিয় পুত্ৰ পৰাগ।

মোৰ ধাৰণা এওঁৰ ওচৰলৈ যোৱা আন ৰোগীণীসকলৰ ওপৰতো এই একেই 'ট্ৰিটমেণ্ট' চলে আৰু এওঁলোকেও মোৰ দৰে সন্তান লাভৰ আশাত সকলো সহ্য কৰি যায়, ধৈৰ্য ধৰি থাকে অশেষ আশাৰে। মোৰ এইটোও ধাৰণা যে ডাক্তৰজনৰ এই বিশেষ 'ব্যাধিটো'ৰ কথা তেওঁলোকে ঘুণাক্ষৰেও মোৰ দৰে কাকো নকয়, স্বামী গৰাকীকতো নকয়েই। মাতৃৰ সন্তান কামনা, সন্তানৰ প্ৰতি মৰমৰ পৰকাষ্ঠাতেইতো ৰজা নে কাজীৰ বিচাৰৰ সন্তানটো আচল মাক আৰু ভুৱা মাকৰ সন্মত হৈ যোৱাৰ বিপৰীতে আচল মাকে সন্তানক ত্যাগ কৰিবলৈকে ওলাইছিল— তথাপিতো সন্তানক কাটিব দিব নোৱাৰে। (উস্ আকৌ সাধু এটাৰ উদাহৰণে মোৰ মগজত ভৰ কৰিলেহি।)

সিদিনা চকুৰ ডাক্তৰৰ চেম্বাৰত ধৈৰ্য ধৰি বহি থাকি মোৰ মনলৈ এইবোৰ ভাবেই অহা-যোৱা কৰি থাকিছিল আৰু এই সকলোবোৰ অভিজ্ঞতাৰ ভেটিতে (স্বামীৰ অভিজ্ঞতা, ডাক্তৰৰ অভিজ্ঞতা সকলো) মোৰ মনে প্ৰশ্ন কৰিছিল চকু দেখুৱাবলৈ অহা মোৰ চকুৰ আগত এতিয়ালৈকে দৃশ্যমান নোহোৱা এই ব্যক্তি পুৰুষ ৰোগী নে মহিলা ৰোগী? ডেকা নে ডেকেৰী? বুঢ়া নে বুঢ়ী? কি কাৰণত ডাক্তৰৰ কোঠালীত তেওঁ ইমান পৰ আৱদ্ধ হৈ আছে?... মোৰ সন্দেহপৰায়ণ মনটো সন্দিগ্ধ হৈ উঠিল আৰু সময় যোৱাৰ লগে লগে সেই ভাবটো বাঢ়ি যাবলৈ ধৰিলে। (মই হকে-বিহকে ডাক্তৰসকলক এনেকৈ সন্দেহ কৰা বাবে মনত এটা অপৰাধবোধো জাগি থাকে, নিশ্চয় বেছিভাগ ডাক্তৰেই এই চৰিত্ৰ দোষৰ পৰা মুক্ত, পিছে মই কি কৰিম, মোক যে এজনৰ কাৰ্যই এই সন্দেহৰ বীজ মনত ৰোপণ কৰি থৈ গ'ল)।

যি হওক, আৰু কিছু পৰ ধৈৰ্যৰে অপেক্ষা কৰাৰ পিছত ডাক্তৰৰ কোঠালীৰ পৰা এজন নহয়, একেবাৰে দুজন ব্যক্তিয়েই ওলাই আহিল আৰু মই উচপ খাই উঠিলোঁ। মোক উচপ খুৱাব পৰা ব্যক্তিয়েই তেওঁলোক, কাৰণ সেই আৱিৰ্ভাৱ আছিল এহাল বৃদ্ধ আৰু বৃদ্ধাৰ। তাৰ পিছত মোৰ কাষেৰে পাৰ হৈ যোৱা মানুহহালৰ এইখিনি কথা-বতৰা মোৰ কাণত পৰিছিল।

বৃদ্ধ ঃ তুমিহে মোৰ কথা শুনিব খোজা নাছিলা, মই কৈছিলোঁ নহয় যে প্ৰকাশ বৰুৱা ভাল ডাক্তৰ, মোক তালুকদাৰে বাৰে বাৰে সেই কথা কৈছিল। আজি প্ৰায় জোৰ কৰিয়ে তোমাক যে লৈ আহিলোঁ সঁচায়ে বৰ ভাল কাম কৰিলোঁ—

বৃদ্ধা ঃ এৰা, সঁচায়ে বৰ ভাল ডাক্তৰ। মোক কত ধৰণে পৰীক্ষা কৰিলে, কত প্ৰশ্ন কৰিলে মই সঁচায়ে আচৰিত মানিলোঁ। আগৰ চকুৰ ডাক্তৰজনে কেনেকৈ পাল মাৰিলে, আজিহে মোৰ মনলৈ শান্তি আহিছে, আজিহে বিশ্বাস হৈছে যে চকুৰ বেমাৰ এইবাৰ ভাল হ'ব...।

মোৰ ওচৰৰ পৰা আঁতৰি গৈ দুৱাৰমুখ পোৱা বৃদ্ধাগৰাকীৰ কথাৰ শব্দও মোৰ কাণৰ ওচৰৰ পৰা লাহে লাহে দূৰলৈ গুচি গৈ আছিল, গতিকে শেষৰ কথাকেইটা মই অস্পষ্টভাৱেহে শুনিলোঁ।

সহকাৰীজন এইবাৰ ডাক্তৰৰ কোঠালীৰ পৰা ওলাই আহিল আৰু মোক ডাক্তৰৰ ওচৰলৈ মাতিলে। মই যেন জীৱনত প্ৰথমবাৰৰ বাবে ডাক্তৰ এজনৰ কোঠালীলৈ নিৰ্ভয়ে নিশ্চিন্ত মনে সোমাব পাৰিলোঁ। এক প্ৰফুল্লতাই মোৰ বিষণ্ণ মনটোক ফৰকাল কৰি তুলিলে ঃ জীৱনত প্ৰথমবাৰৰ বাবে মোৰ মনৰ চিনিক অৰ্থাৎ মানববিদ্বেষী মনটোৰ পৰা অলপ কালিমা আঁতৰ হ'ল। আকৌ কিতাপত পঢ়া গল্প এটায়ে মনত ভুমুকি মাৰিলেহি— এইটো হ'ল টলষ্টয়ৰ ধৰ্মপুত্ৰৰ গল্প। ধৰ্মপুত্ৰৰ প্ৰথমটো পাপ খণ্ডন হোৱাত পোৰা গছডালৰ ক'লা এঙাৰৰ মাজৰ পৰা এক সেউজ অংকুৰ ওলাই অহাৰ। সকলো পুৰুষেই ব্যভিচাৰী বা ব্যভিচাৰৰ লিপ্সা সকলো পুৰুষৰ মনত থাকে— মোৰ মনৰ এই বদ্ধমূল ধাৰণাৰ কলুষিতাখিনি আঁতৰি গৈ এক শুভ বিশ্বাসে যেন গজালি মেলিছিল।

সেই ডাক্তৰৰ কোঠালীৰ দুৱাৰদলিত থিয় হোৱা মোক তেতিয়া চকুৰ ডাক্তৰে কুণ্ঠিতভাৱে মাতিছিল— 'আহক। আপুনি বোধহয় অপেক্ষা কৰি কৰি অধৈৰ্য হৈ উঠিছিল। কিন্তু কি কৰিম কওক, বেচেৰী বুঢ়ী মানুহ, আগতে চকুৰ ভুল চিকিৎসা হোৱাত কমিপ্লকেটেড্ কেছ হৈছে, গতিকে বহুত পৰীক্ষা-নিৰীক্ষা কৰিব লগা হ'ল ..।

(গৰীয়সী)

# প্ৰজাপতয়ে নমঃ

আজি বন্দনাই পখিলাটো পুনৰ মূৰৰ ওপৰত সজাই লৈছে, অলপ বতাহ লগাতেই জিলমিলীয়া পাখি দুখন ওপৰ-তল কৰি নাচিব ধৰিছে যেন মনত খুব স্ফূৰ্তি লগাতহে তেনেকৈ ডেউকা কোবাইছে। আজি অন্ততঃ পখিলাটো বন্দনাৰ স্ফূৰ্তিৰ প্ৰতীক হৈছে, কাৰণ আজি তাইৰ বায়েকৰ কাহিলীপাৰাৰ ঘৰত জীৱনসংগী বিচাৰি পোৱাৰ আশা দেখা গৈছে।

সোণালী ৰঙৰ জিলমিলীয়া পখিলাটো আচলতে চুলিত মৰা এটা ক্লিপৰ সজ্জিত ওপৰ অংশহে। বন্দনাক যেতিয়া পাত্ৰপক্ষই চাবলৈ আহিছিল তেতিয়া পাত্ৰ অৰ্থাৎ ভাৱী স্বামী সুবল কৰ্মকাৰে বন্দনাক এযোৰ কাণৰ দুল আৰু সেই পখিলাটো উপহাৰ দি গৈছিল। বিদায় লৈ যাবৰ পৰত পাত্ৰপক্ষই কৈ গৈছিল যে তেওঁলোকৰ ছোৱালী পছন্দ হৈছে— এতিয়াতো জুন মাহ, অহা অক্টোবৰ মাহত দুৰ্গা পূজাৰ পিছতে বিয়াখন পাতিব।

বন্দনাৰ বিয়াৰ কথা শুনিলেই প্ৰিয়মৰ মূৰৰ বিষ উঠে। এই ছোৱালী যাৰ ঘৰলৈ বোৱাৰী বা গৃহিণী হৈ যাব সেই ঘৰখনেই পোহৰাই তুলিব, আনহাতে তাইৰ নিজৰ ঘৰলৈ আন্ধাৰ নামি আহিব। প্ৰিয়মৰ সুনীলৰ লগত বিয়াৰ পাঁচ বছৰ হৈছে, সুনীল ইঞ্জিনীয়াৰ, কিন্তু চাকৰি নকৰে, ব্যৱসায় কৰে। ব্যৱসায়ত তাৰ নদন-বদন অৱস্থা নহ'লেও মোটামুটি ভাল আয়ে কৰে আৰু সেইবাবে অলপ অলস প্ৰকৃতিৰ প্ৰিয়মক ঘৰৰ কামৰ ক্ষেত্ৰত ৰেহাই দিবলৈ সুনীলে বিয়াৰ দিন ধৰি দুজনকৈ বাহিৰা কাম কৰা মানুহক নিযুক্তি দি আহিছে— তাৰে এজনৰ লিংগ সদায়ে স্ত্ৰী, আনজন পুংলিংগৰো হৈছে, স্ত্ৰীলিংগৰো হৈছে। তাৰ কাৰণ হ'ল বাহিৰা কাম-বন, যেনে— বাচন ধোৱা, ঘৰ সৰা-মচা কৰা, কাপোৰ ধোৱা আদি কাম যি 'নন ৰেছিডেণ্ট' সহায়কাৰী আহি দিনৰ দুই-তিনি ঘণ্টা কৰি দি যায় সি সদায়ে স্ত্ৰীলিংগৰ মানুহেই হয়, এতিয়াও স্ত্ৰী-পুৰুষৰ কামৰ বিভাজন সমাজৰ নিম্নস্তৰত চলি আছে বাবে কোনো পুৰুষে আহি লোকৰ ঘৰত এই ধৰণৰ কামৰে গেৱাৰী নাখাটে, তিৰোতাইহে লোকৰ ঘৰৰ চুৱা বাচন-বৰ্তন আদিকে ধৰি লেদেনা উকটে।

বিয়াৰ পিছত এনেকৈ কাম কৰা বিহাৰী তিৰোতা ৰাধা, চম্পা আৰু বেনাৰছীকে ধৰি তিনিগৰাকী তিৰোতাই কাম কৰি যোৱাৰ পিছত এতিয়া শেষত দামিনী নামৰ এজনী বঙালী তিৰোতাই এনে পাৰ্ট টাইম কাম কৰি দি যায় আৰু সেই দামিনীয়েই তাই থকা মিলনপুৰ অঞ্চলৰ বন্দনাক ঠিক কৰি দিছিল। বন্দনা সৰ্বময়ৰ বনকৰা 'বান্দী'। বান্দী শব্দটো সুনীলে প্ৰিয়মক জোকোৱাৰ ছলেৰে বন্দনাৰ গাত আৰোপ কৰি কৈছিল— 'আজিকালি বান্দী শব্দটো বোধহয় উঠিয়েই গ'ল, মই ভাষাবিদ নহওঁ— আন্দাজতে ধাৰণা কৰি লৈছোঁ বান্দী হ'ল আগৰ ক্ৰীতদাসীৰ দৰে, যি জীৱনটোৱে গোলাম হৈ থাকে, সকলো কাম কৰি দিব লগা হয়। বন্দনাৰ ভূমিকাও তেনে নহয়নে? তোমাৰ চুলিৰ ওকণি বাছি দিয়াৰ পৰা, ধোৱাৰ ঘৰৰ পৰা তোমাৰ মেখেলা-চাদৰ ইস্ত্ৰি কৰি অনাৰ পৰা বান্ধৱীৰ দল অহাৰ লগে লগে লুচি-ভাজি কৰি খুওৱাৰ পৰা সকলো কামেই তাই কৰি দিব লাগে।'

সুনীলৰ কথাৰ মাজতে প্ৰিয়মে আদৰুৱা ভংগিমাৰে ওঁঠ লুটিয়াই কৈ উঠিছিল— 'মই ইমান ডাৰ্টি নহওঁ বুজিছা, মোৰ ওকণি-চোকণি নাই, মূৰটো খজুৱাই থাকে বাবেহে তাইক আজৰি সময়ত... চুলিকেইডাল কাটি পেলাই বয়জ কাট দি দিম ৰ'বা— তেতিয়া আৰু নিজে খজুৱাবলৈ অসুবিধা নাথাকিব, তুমি দীঘল চুলি ভাল পোৱা বাবেহে আজিকালিৰ ছোৱালীৰ দৰে বব্‌দ হেয়াৰ কৰি নাৰাখিলোঁ। এনেকৈ বন্দনায়ো আচৰিত হয় যে মোৰ চুলি চুটি নহয়— তাইৰো ইচ্ছা চুলি চুটি কৰাৰ— বিয়াৰ পিছত কটাৰ ইচ্ছা আছে, এতিয়া মাক-বাপেকে নিদিয়ে।

কথাটো হওঁতে হয়, বিয়াৰ আগতে প্ৰিয়মে চুলি চুটিকৈ ৰাখিছিল, কিন্তু সুনীলৰ প্ৰেম গদ্‌গদ্ ভৰা মাতৰ অনুৰোধ ৰাখি তাই চুলি দীঘলকৈ ৰাখিলে। অৱশ্যে পুৰুষ-নাৰীৰ সম-অধিকাৰ সম্পৰ্কে তীব্ৰ সচেতন বান্ধৱী ৰাখীয়ে সেই কথা জানি পৰম উষ্মাৰে কৈছিল— 'আমি নাৰীয়েই নাৰীৰ প্ৰথম শত্ৰু, আমিয়ে নিজক পুৰুষৰ দাসী কৰি ৰাখি বিশেষ ছেটিছ্‌ফেক্‌চন পাওঁ। তই সুনীলৰ হুকুম মানি যে চুলি দীঘল কৰি ৰাখিলি, সুনীলেও একেদৰে তোৰ হুকুম মানি চুলি দীঘল কৰিবলৈ ক'লে কৰিবনে?'

এইবাৰ বন্ধুৰ কথাত প্ৰিয়ম হাঁহিত ফাটি পৰিছিল— 'অ'হ, মই পগলা হ'লেহে সুনীলক সেই অদ্ভুত কথা ক'ম— তালুৰ চুলিতো নগজেই, সৰিহে আছে, হাজাৰ তেল-টেঙা ঘঁহিলেও সেই চুলি গজি দীঘল

নহয়, দীঘল হ'ব কেৱল মূৰৰ পাছফালৰ চুলি কেইডালহে— সেই চুলি দীঘল কৰিবলৈ দি মই মানুহটোৰ কিম্ভুত-কিমাকাৰ মূৰ্তি কৰিব দিম নে? পিছে শুন, মোৰ কথা মানি তেওঁ কিন্তু এবিধ চুলি ঠিকেই গজালে সেয়া হ'ল ওঁঠৰ ওপৰৰ গোঁফ। আগতেতো সুনীলৰ গোঁফ নাছিল, মোৰ কথা মতেহে এতিয়া ৰাখিছে। গতিকে বুজিলি নহয়, তোৰ আইডিয়েল পুৰুষ-নাৰীৰ সম-অধিকাৰ আমাৰ ঘৰত পূৰামাত্ৰাই এষ্টাব্লিছড়।'

এইবাৰ ৰাখীয়ে অইন দিশলৈ কথা ঘূৰাইছিল— 'অ'ই, প্ৰিয়ম, আমি দেখোন মোচ থাকিলেহে বেয়া পাওঁ, কিবা লেতেৰা লেতেৰা লাগে, ঘিণ্ ঘিণ লাগে, তাই আকৌ গোঁফ ভাল পাব। ভেৰি ষ্ট্ৰেঞ্জ।'

'অ'পিনিয়ন্ ডিফাৰ্ছ। মই গোঁফ নথকা ডেকাক ফেমিনিট বুলি ভাবোঁ. গোঁফ থাকিলে মেন্‌লি যেন লাগে।'

দুই বন্ধুৰ এই কথা-বতৰা চলাৰ কিছুদিনৰ পিছত প্ৰিয়ম আৰু সুনীলৰ মাজত উপৰোক্ত কথা-বতৰা চলিছিল। সুনীলে বন্দনাক বৰ বেছিকৈ ঘৰুৱা কামত খটুৱাই বুলি ধেমালিৰে হ'লেও তেনে অভিযোগ আগতেও কৰিছিল, কিন্তু প্ৰিয়ম অলস প্ৰকৃতিৰ বাবে ঘৰুৱা কাম-বন কৰিবলৈ টান পালেও মনটো কিন্তু সহজ-সৰল, স্বভাবটোও নৰম-কোমল, অইন উগ্ৰস্বভাৱা ঘৈণীয়েকে হয়তো সুনীলৰ অভিযোগত জকজকাই উঠিলহেঁতেন, কিন্তু প্ৰিয়মে সুনীলৰ সমালোচনাবোৰ সহজভাৱেই লৈছিল। সিদিনাও তেনেকৈয়ে দীঘল চুলিৰ কৈফিয়তৰেই গিৰীয়েকৰ মৃদু অভিযোগৰ মৃদু অভিমানেৰে প্ৰত্যুত্তৰ দিছিল।

যি হওক, চুলিৰ কথাত সিদিনা সুনীলে কৈছিল, 'মোৰ মন যোগাই চুলি দীঘলকৈ ৰখাৰ বাবে মই ধন্য, আজিৰ হাজবেণ্ডে আজিৰ ৱাইফৰ পৰা তেনে পতিব্ৰতা আশা কৰিব নোৱাৰে। কিন্তু এটা কথা হ'লে মই নৈকে নোৱাৰোঁ প্ৰিয়ম, তুমি অলপ বেছি বহি-শুই থাকা নেকি, চাবা কিন্তু, তোমাৰ শৰীৰত ফেট্ জমা হ'ব, ফিগাৰ নষ্ট হ'ব, শাৰীৰিক পৰিশ্ৰম নহ'লে কিন্তু বেমাৰ-আজাৰেও সহজে লাই পায় আৰু.. আৰু বন্দনায়ো ভাবিব পাৰে যে তাইক তুমি বেছিকৈ খটুওৱা। কিন্তু তোমাৰ ফিগাৰ ভালে থকাটোৱে ঘাই কথা।'

এইবাৰো গিৰীয়েকৰ কথাত প্ৰিয়মে সৰলভাৱে হাঁহিলে— 'মই শকত নহ'বলৈ, ফিগাৰ ভালে ৰাখিবলৈ কমকৈ খোৱা কৰিম দিয়া।'

'প্ৰিয়ম, তোমাৰ কথা শুনি মোৰ কলেজৰ দিনত পঢ়া চাৰ্লট ব্ৰণ্টিৰ (শুদ্ধ উচ্চাৰণ হ'ল নে নহ'ল নাজানো দেই) জে'ন্ আয়াৰৰ কথা এটা মনলৈ আহি গ'ল— (কি কৈছা? মই ইঞ্জিনীয়াৰ হৈ ইংৰাজী সাহিত্যৰ কিতাপ পঢ়িছিলোঁ বুলি বিশ্বাস নকৰা? কাঠখোট্টা ইঞ্জিনীয়াৰে সাহিত্যৰ কিতাপ পঢ়াৰ একজাম্পল নাই? আছে বুজিছা আছে, সিদিনা ক'ত জানো কাকতৰ ৰিপ'ৰ্ট এটাত পঢ়িলোঁ যে শিক্ষাবিদ ইন্দিৰা মিৰি বাইদেউৰ জন্মদিন উপলক্ষে গুণীজনে জনোৱা সম্বৰ্ধনা সভাত ইঞ্জিনীয়াৰ পুতেক উৎপল মিৰিয়ে প্ৰসংগক্ৰমে ইংৰাজী সাহিত্যৰ মহা ইনটেলেক্‌চুৱেল লেখিকা জৰ্জ ইলিয়টৰ আডাম বীড নামৰ গ্ৰন্থখনৰ কাহিনীটো কৈ তাৰ চৰিত্ৰ এটাৰ লগত মাকৰ তুলনা কৰিছে। ময়ো এসময়ত কিছু কিতাপ-পত্ৰ পঢ়িছিলোঁ বুজিছা, কেৱল লাইফ ষ্ট্ৰাগলে মনৰ ৰসকশ শুকাই পেলালে হে!) অ'— জেন আয়াৰৰ কথা কৈছিলোঁ নহয়, শুনা ঃ বিছপে জে'ন আয়াৰক ক'লে— তেতিয়া জে'ন সৰু ছোৱালী— 'তুমি যদি বেয়া কাম কৰা, মৃত্যুৰ পিছত স্বৰ্গলৈ নহয়, নৰকলৈহে যাব লাগিব। কিন্তু যদি ভাল কাম কৰা তেতিয়া মৰাৰ লগে লগে স্বৰ্গলৈ যাবা। গতিকে নৰকলৈ যাতে যাবলগীয়া নহয় তাৰ বাবে তুমি কি কৰিবা কোৱাচোন?' উত্তৰত অকণমানি জে'নে অলপ পৰ চিন্তা কৰি কৈছিল— 'মই এতিয়াৰ পৰা হেল্‌থৰ খুব যত্ন ল'ম যাতে মোৰ বেমাৰ-আজাৰ নহয় আৰু মই নমৰোঁ।' তোমাৰো উত্তৰ একেই হ'ল প্ৰিয়ম— তাই ভাল হৈ থাকি স্বৰ্গৰ পথ ছিকিউৰ কৰি লোৱাৰ পৰিবৰ্তে স্বাস্থ্য-সাধনাৰে নমৰাৰহে প্লেন ল'লে, তুমিও শৰীৰটো শাৰীৰিক এক্সাৰচাইজেৰে আটিল কৰি নাৰাখি নিগেটিভ্ পথ ল'লা— কমকৈ খাবা! পিছে আৰু এটা কথা নহয় প্ৰিয়ম, বন্দনাটো আমাৰ লগত সদায় নাথাকে, তাই ছোৱালী মানুহ, গাভৰু হৈ আহিছে, এদিন বিয়া হ'ব আৰু আমাৰ ঘৰ এৰি গুচি যাব। এতিয়াৰ পৰাই তুমি কিছু ঘৰুৱা কাম-বন কৰাৰ হেবিট নাৰাখিলে কিন্তু বিপদত পৰি যাবা, নতুনলৈ আৰু কাৰোবাক যেনিবা বিচাৰি-খোচাৰি অনা হ'ব— কিন্তু বন্দনাৰ দৰে পাৰফেক্ট কাৰোবাক পাবানে? তুমিয়েই দেখোন বন্ধুসকলৰ কাৰ কেনে অপদাৰ্থ ছাৰভেন্ট, কোনে কি বদমাচি কৰিলে সেই গল্পবোৰ কৈ কৈ মোৰ কাণ ঘোলা কৰি দিয়া।'

'তোমাৰ কাণ দুখন ইমানেই লেহুকা নে যে ছাৰ্ভেন্টৰ কিছু গছিপ শুনিলেই ঘোলা হৈ যায়? মানুহৰ

বুঢ়া বয়স আহিলেহে বোলে কাণেৰে নুশুনা হৈ আহে, তুমি দেখিছোঁ এনে কাণ লৈ ডেকা কালতে কলা হৈ যাবা আৰু তোমাক চিঞৰি চিঞৰি মোৰ মাত কাউৰীৰ দৰে কৰ্কশ হৈ পৰিব।'

'বিলাত-আমেৰিকাত বোলে ৰাতি শোওঁতে নাকেৰে শব্দ কৰিলেও ঘৈণীয়েকে নিদ্ৰাভংগকাৰী হিচাপে অপৰাধী সাব্যস্ত কৰি ডিভোৰ্চৰ বাবে আবেদন কৰে— আমাৰ সমাজতো অৱশ্যে এতিয়া কথাই কথাই স্বামী-স্ত্ৰীৰ বিবাহ-বিচ্ছেদ হৈ যায়, তুমিওতো মোক তেতিয়া তোমাৰ কুলীৰ দৰে ছুইট্ ভইচ্ কাউৰীৰ দৰে কৰ্কশ কৰি পেলোৱাৰ বাবে ইনডিৰেক্টলি হ'লেও অপৰাধী সাব্যস্ত কৰি ডিভোৰ্চ কৰি পেলাব পাৰা।'

'উস্ তোমাৰ লগত কথা পাতিবই নোৱাৰি, কেৱল্ ফাজলামি— এতিয়া অলপ ছিৰিয়াছ কথালৈ আহাচোন। বন্দনাৰ বিয়াৰ প্ৰেচছ্ পিছে আহিলেই, তোমাক এইবোৰ মাইকী মানুহৰ কথা কৈ আমনি দিব নোখোজোঁ বাবেহে— বন্দনাই কিন্তু বিয়া বিয়াকৈ মোক এক্সাছপাৰেট্ কৰি মৰা হৈছে— কি হ'ল বাৰু আজিকালিৰ ছোৱালীবোৰৰ? বিয়াৰ কথাত, প্ৰেমৰ কথাত একেবাৰে লাজ-সংকোচ নোহোৱা হ'ল। আচলতে এই টিভিয়ে ইহঁতৰ মূৰ চোবাই খালে, নেকেড্ নেকেড্ দৃশ্য দেখুৱাই ছোৱালীবোৰক আধা নঙঠা কৰি বুকু-পেট-তপিনা জোকাৰি জোকাৰি নাচি থকা দৃশ্যবোৰ দেখুৱাই ইহঁতৰ লাজ বোলা বস্তু নোহোৱা কৰিলে। তুমিতো নাজানা বন্দনাই মোক তাইৰ ক'ত কিমান বিয়াৰ কথা-বতৰা চলি আছিল আৰু আছে শুনাই শুনাই কাণ ঘোলা কৰি থাকে। (ছাৰ্ভেন্টৰ গছিপতকৈও ছাৰ্ভেন্টৰ বিয়াৰ কথা শুনিলে— বিশেষকৈ পাৰফেক্ট ছাৰ্ভেন্টৰ বিয়াৰ কথা শুনিলে কাণত বিষ ঢলাৰ দৰে নহ'বনে, কাণ ঘোলা নহ'বনে— গতিকে তুমি মোক তোমাৰ দৰে একে লেহুকা কাণ বুলি স্ফূৰ্তিৰে প্ৰতিশোধ লোৱাৰ চান্স নল'বা দেই।)... গতিকে তুমি যেনেকৈ বেচেৰী বন্দনা বান্দী বুলি এলিটাৰেছনৰ কথাৰ খেলা দেখুৱালা ময়ো তেনেকৈ একে খেলকে দেখুৱাই কওঁ— বিয়া বলিয়া বন্দনা বান্দী।'

সুনীল আৰু প্ৰিয়মৰ কথা-বতৰাত এনে ধেমালি-ধুমুল্য চলিয়েই থাকে, কথাৰ খেলত দুয়ো পাৰ্গত— দৰাচল্‌তে দুয়ো দুয়োৰে এইটো গুণৰ দ্বাৰাই হয়তো প্ৰথম প্ৰথম পৰস্পৰৰ প্ৰতি আকৃষ্ট হৈছিল আৰু শেষত সেই আকৰ্ষণ প্ৰেমলৈ পৰ্য্যবসিত হৈছিল।

'বন্দনা সঁচাই বিয়া পাগল হৈছে নেকি হে? তুমি এইবোৰ কি কৈছা প্ৰিয়ম? তাই দেখোন সৰু ছোৱালী? এদিন তাই ডাঙৰ হ'ব, বিবাহযোগ্য হ'ব— তেতিয়া তাইক ঘৰৰ পৰা বিয়া দিবলৈ লৈ গ'লে তোমাৰ অসুবিধা হ'ব— সেই ৱাৰ্ণিংহে তোমাক দিব খুজিছিলোঁ। এতিয়া এই ফুকলীয়া ছোৱালীজনীৰ সঁচায়ে বিয়াৰ কথা-বতৰা চলিছে নেকি?' সুনীলে এইবাৰ কথাটোত গুৰুত্ব দিবলৈ বাধ্য হৈছিল। বন্দনা নোহোৱা হ'লে প্ৰিয়মৰ হাত ছিঁগাৰ দৰে হ'ব, কিন্তু তাৰোতো নিশ্চয় কম দুৰ্ভোগ নহ'ব। ঘৰুৱা কাম কৰিবলগীয়া হ'লে বা অপাৰ্গত, দুষ্ট ছোৱালী বনকৰা ছোৱালী হিচাপে মিলিলে বন্দনাৰ মধুৰ স্বভাৱো নিশ্চয় খিট্‌খিটীয়া হৈ পৰিব আৰু তাৰ বাহ্যিক প্ৰতিক্ৰিয়াৰ বলি হ'ব লাগিব সুনীলেই। সেইটোতো সেইটোৱেই, বন্দনাৰ বিকল্প বনকৰা ল'ৰা-ছোৱালী বিচাৰিতো সিয়েই হায়ৰাণ হ'ব লাগিব— ইজনক ক'ব লাগিব, সিজনক খাটিৰ কৰিব লাগিব, কাৰোবাক আকৌ পইচা-পাতিকে দিব লাগিব; ল'ৰা-ছোৱালীৰ সন্ধানত অ'ত-ত'ত পঠাই পইচা দিয়াৰ পূৰ্বৰ অভিজ্ঞতা সুনীলৰ আছেই, এবাৰ নিজেও ব্ৰকোৰ পিনে ছোৱালীৰ সন্ধানত যাব লগা হৈছিল। কাৰণ বন্ধু এজনে খবৰ দিছিল যে বকো আদি অঞ্চলত মিছনেৰী প্ৰতিষ্ঠান কিছুমানে সন্ত্ৰাসৰ বলি হৈ আশ্ৰয়হীন হোৱা, অবৈধ বাবে মাকৰ দ্বাৰা পৰিত্যক্ত হোৱা, চৰম দাৰিদ্ৰ্যত উপায়হীন হৈ মাক-বাপেকেই এৰি থৈ যোৱা ল'ৰা-ছোৱালীক ভৰণ-পোষণ দি ৰাখি থয়। এনে কিছুমান প্ৰতিষ্ঠানে ভৰণ-পোষণ দিয়াৰ লগতে শিক্ষা-দীক্ষা দি বা আন কিবা বৃত্তিমূলক শিক্ষা দি সংসাৰত চলাৰ বাবে উপযুক্ত কৰি গঢ়ি তোলে, আন কেতবোৰ প্ৰতিষ্ঠানে আকৌ মানুহৰ ঘৰত লগুৱা হিচাপে থয়— কেৱল মানুহঘৰৰ পৰা মানবীয় ব্যৱহাৰ পোৱাৰ নিশ্চয়তা আদায় কৰি লয় আৰু বৰদিনৰ সময়ত বছৰটোত এবাৰকৈ এমাহৰ বাবে সেই আপোন 'গৃহ'লৈ 'সন্তান'ক পঠাই দিয়াৰ চুক্তি কৰি লয়।

পিছে সুনীলে তেনেকৈ বনকৰা মানুহ বিচাৰি যোৱাটো সেইবাৰ নিষ্ফল হৈছিল, কাৰণ তেতিয়া প্ৰতিষ্ঠানটোৰ তাত পঠাব লগা উপযুক্ত ল'ৰা বা ছোৱালী নাছিল। তথাপি সুনীলে তেতিয়া ভাবিছিল যে সেই সন্ধান একেবাৰে বিফলো হোৱা নাই। ভৱিষ্যতে আকৌ বনকৰা মানুহৰ সংকট হ'লে (এদিনতো সেই ক্ৰাইছিছ্

আহিবই) তালৈকে ঢাপলি মেলিব পৰা যাব, অন্ততঃ পৰিত্ৰাণৰ এটা বাট খোলা থাকিব। পিছে আজি প্ৰিয়মে কথাবোৰ যেনেকৈ কৈছে সেই ক্ৰাইছিছটো বাৰু আহি পালেই নেকি?

'ওঁ, সঁচায়ে কোৱাচোন প্ৰিয়ম, বন্দনাৰ বিয়াৰ কথা-বতৰা চলিছে নেকি?' সুনীলে পুনৰ প্ৰশ্নটো দোহাৰিছিল।

'কথা-বতৰা চলা বুলিয়েই ক'ব পাৰা। আমাৰ ঘৰত থাকিবলৈ অহাৰ সময়তে তাই বোধহয় তেতিয়া মাত্ৰ তেৰ-চৈধ্য বছৰীয়া ছোৱালী— তাইৰ হেনো মিলনপুৰ অঞ্চলৰ ল'ৰা এজনৰ লগত প্ৰেম হৈছিল। কিন্তু তাৰ তেতিয়া একো কাম-বন নাই, চাকৰি নাই, ককায়েক-ভায়েকৰ লগত কাজিয়া কৰি মোমায়েকৰ ঘৰত আছে, সেয়ে বাপেক-মাকে তাইক ল'ৰাটোৰ লগত কোনোমতে বিয়াত সন্মতি নিদিয়ে বুলি কৈ দিলে। তেতিয়া বন্দনাক বাপেকে নি যিঘৰ মানুহৰ লগত থৈছিল, সেইঘৰৰ বুঢ়ীজনী ঢুকাল, ঘৰত থাকিল আবিয়ৈ পুতেক-জীয়েক এহাল। ডেকা ল'ৰাটোৱে বোলে বন্দনাক কু-মতলবত এপ্ৰচ্ছ্ কৰিছিল, তেতিয়া তাই ঘৰলৈ পলাই গ'ল। সেই সময়তে সেই পৰাণ নামৰ ল'ৰাটোৱে তাইক বোলে লগ ধৰি কৈছিল— তাই তাৰ প্ৰেমত সঁহাৰি দিলে সি নিজকে তাইৰ উপযুক্ত কৰি গঢ়ি তুলিব, কাম-বন যোগাৰ কৰি ল'ব, নিজে থকাৰ বাসস্থানো ঠিক কৰি ল'ব। — মুঠতে, হি উইল্ ডু এনিথিং ফৰ্ হাৰ্।'

'ৰ'বা প্ৰিয়ম, তুমি মোক কন্‌ফিউজড্ কৰি দিলা— ল'ৰাটোৰ নাম, এবাৰ সুবল বুলি ক'লা, এবাৰ পৰাণ বুলি ক'লা? আচলতে নামটো কি?'

প্ৰিয়মে হাঁহি হাঁহি ক'লে, 'আচলতে দুয়োটাই নাম, অৰ্থাৎ বেলেগ বেলেগ দুজন ডেকাৰ নাম। আগতে কাহিনীটো শুনি লোৱাচোন, ডণ্ট্ বি ইম্‌পেছেণ্ট—'

'ধৈৰ্য ধৰিয়ে শুনি আছোঁ, কিন্তু আৰম্ভ কৰিলা সুবলৰ কথাৰে এতিয়া কোনোবা পৰাণকো ড্ৰেগ্ কৰি আনিলা।'

'দুয়োটা ঘটনাৰে লিংক আছে আৰু তেতিয়া বুজিবা মই কিয় বিয়া বলিয়া বন্দনা বুলি কৈছোঁ। পৰাণে বন্দনাক তেনে প্ৰতিশ্ৰুতি দিলেও মাক-দেউতাকে বাৰু 'ছাল-চুলো' (মাকে মোৰ আগত এদিন সেই শব্দটোৱে ব্যৱহাৰ কৰিছিল) নোহোৱা ল'ৰা এটালৈ সেই অকণমানি ছোৱালীজনীক কিয় বিয়া দিব। অৱশ্যে বন্দনাই মোক ক'লে যে তাইৰ বিয়া হ'লে মাক-দেউতাকে তাইৰ দৰমহাৰ টকাকেইটাৰ পৰা ডিপ্ৰাইভ হ'ব সেয়ে তাইৰ বিয়ালৈ মন নেমেলে। মই কৈছিলোঁ যে তাই সৰু ছোৱালী হৈ আছে— এতিয়াই কিয় বিয়াৰ চিন্তা। কিন্তু নিলাজীজনীয়ে কয় বোলে— তাইৰ লগৰ বহুতো ছোৱালীৰ অলৰেডি বিয়াই হৈছে। তাইৰ বায়েকে তাইৰ সমান বয়সতে এজনৰ লগত পলাই গৈছিল আৰু এতিয়া তিনিটা ল'ৰা-ছোৱালীৰ মাকো হৈছে। তাই অৱশ্যে লৰালৰিকৈ এইষাৰ কথাও যোগ কৰিছিল যে তাই বায়েকৰ দৰে কেতিয়াও পলাই নাযায়, মই যাতে চিন্তা নকৰোঁ তাৰবাবে তাই এছিউৰেঞ্চ দি থৈছিল—'

'কোৱাইট্ এ হিস্ট্ৰি— তুমি ইমান দিনে মোক এইবোৰ কথা কিয় কোৱা নাছিলা প্ৰিয়ম?'

'তুমি নানা চিন্তাত থাকা, তাতে বনকৰা ল'ৰা-ছোৱালীৰ কিবা কথা ক'বলৈ গ'লে তোমাৰ ধৈৰ্যচ্যুতি ঘটে, সেয়ে তোমাক এইবোৰ কৈ ডিষ্টাৰ্ব কৰিব খোজা নাছিলোঁ। বাৰু, এতিয়া বাকী কথাখিনিও ধৈৰ্য ধৰি শুনা। পৰাণৰ লগত বিয়া দিবলৈ কোনোপধ্যে ৰাজী নোহোৱা মাক-বাপেকে বন্দনাক পুনৰ কাৰোবাৰ ঘৰত তোমাৰ ভাষাত 'বান্দী' কৰি থোৱাৰ যো-জা কৰিলে আৰু তেতিয়াই দামিনীয়ে আমাৰ কথা ক'লে যে আমি ল'ৰা বা ছোৱালীৰ কিবা ছাৰ্চ কৰি আছোঁ, লগতে এই চাৰ্টিফিকেটো দিলে যে মই মানুহ ভাল (চোৱা, মোক তুমি এনেয়ে চাকৰ-বাকৰক নেগিং কৰি থকা বুলি কোৱা, সেই ভৃত্য-সম্প্ৰদায়ৰ মানুহেই মোক কেনে চাৰ্টিফিকেট দিলে চোৱা) গতিকে আমাৰ ঘৰত তাই সুখেৰে থাকিব।'

প্ৰিয়মে আকৌ হাঁহিলে— 'আজিকালি বন্দনাই মোৰ লগত খোলাখুলিকৈ বিয়াৰ কথাবোৰ কোৱা বাবেহে গম পালোঁ যে তাই আমাৰ ইয়াত থাকিবলৈ অহাৰ আগতে পেৰেণ্টছক এই চৰ্ত দি থৈ আহিছিল যে এবছৰৰ ভিতৰতে তাইৰ বিয়াৰ বন্দবস্ত নহ'লে— যাৰে লগতে নহওক কিয়— তাই পৰাণৰ লগতে আলটিমেটলি হ'লেই কৰিব। অৰ্থাৎ একপ্ৰকাৰ ব্লেক্‌মেইল্।'

'আমাৰ সেই নিৰীহ শান্ত-শিষ্ট বন্দনাৰ এই ৰূপ? অ' গড্! এপিৰিয়েন্স কেন্ বি ছ' দিচিপটিভ্!' সুনীল সঁচায়ে পৰম বিস্মিত হৈছিল।

'তাৰ পিছত শুনা, বন্দনাৰ সেই থ্ৰিটেনিং শুনি বোলে তাইৰ দৰমহা নিবলৈ অহা বাপেক বা মাকে তাইক আশ্বাস দি যায় যে তাইৰ অ'ত-ত'ত দিয়াৰ কথা-বতৰা চলাই আছে। এদিন বন্দনাই বোলে মাকক এই লাষ্ট ৱাৰ্ণিং দি দিছিল যে এই পূজাৰ পিছতে তাইক যদি বিয়া নিদিয়ে তাই সঁচায়ে পৰাণৰ লগতে পলাই যাব। সেই তেতিয়া বোধহয় তাইৰ পেৰেণ্টছ্ সঁচায়ে এলাৰ্মড্ হ'ল আৰু হাউলিৰ কিবা বিস্কুট নে পাউৰুটি ফেক্টৰীত কাম কৰা বৰ্ণনাবোৰ শুনিলে লেবাৰাৰ্ যেনেই লাগে— সুবল কৰ্মকাৰ নামৰ পাত্ৰ এজনৰ খবৰ আনিলে, বন্দনাহঁতৰ হাউলিত থকা কোনোবা আত্মীয়ই সেই খবৰ আনি দিছে। সুবল এদিন আহিলো আৰু বন্দনাক এই পূজাৰ সময়তে বিয়া কৰাই লৈ যাব বুলি কৈ গ'ল। যি বুজা গ'ল তাৰ বন্দনাক খুব পছন্দ হ'ল, কাৰণ হাউলীলৈ উভতি যোৱাৰ আগতে সি আৰু এবাৰ আহি বন্দনাক এযোৰ কাণৰ দুল আৰু চুলিৰ দুটা ধুনীয়া ক্লিপ দি গৈছে। একেবাৰে ছিম্বলিক্ ক্লিপ্ কাৰণ তাত দুটা পখিলা লগাই থোৱা আছে— পখিলা বিয়াৰ ছিম্বল নহয় জানো? সেই যে পুৰণিকলীয়া বিয়াৰ চিঠিবোৰত এটা পখিলাৰ ছবি থাকে আৰু তলত 'প্ৰজাপতয়ে নমঃ' লিখা থাকে পখিলাৰ লগত বিয়াৰ কানেক্শ্যন্ থকা বাবেই নহয় জানো?'

'পিছে বন্দনাৰ সুবলৰ পছন্দ হ'ল নে নাই? আৰু পৰাণৰ লগত বোলে তাইৰ প্ৰেম আছিল— তাৰেই বা কি হ'ল?'

'এ বাদ দিয়া চৈধ্য-পোন্ধৰ বছৰীয়া ছোৱালীৰ কাফ্-লাভ! আচলতে টিভি চাই চাই সিহঁতৰ লাজ-কাজ নোহোৱা হৈছে, অ'পন্‌লি ছেক্স, লাভ— এইবোৰৰ কথা কয়, আজিকালি ঘৰৰ বন কৰা ছোৱালীয়েই হওক বা ঘৰৰ জীয়ৰীয়েই হওক, প্ৰেম-ৰোমাঞ্চেই যেন জীৱনৰ গ্ৰেটেষ্ট কনচাৰ্ণ। যি হওক, সুবলক তাইৰ বৰ্ পছন্দ হোৱা নাই, ল'ৰাটো বোলে দেখিবলৈ বেয়া, পৰাণতকৈ বোলে বহুত বেছি বেয়া। তথাপি বিয়াটো যে হ'ব সেইটোৱে মেইন্ থিং। সঁচায়ে, এনে যে বিয়া পাগল ছোৱালী— দিছগাষ্টিং!'

এইবাৰ সুনীলে অলপ গহীন হৈ ক'লে, 'আচলতে এই ছাৰ্ভেণ্ট গাৰ্লবোৰৰ বিয়াৰ বাবে ব্যাকুল হোৱাৰ কাৰণৰ বোধহয় আন এটা ট্ৰুথো এয়ে যে সিহঁতে হয়তো নিজাকৈ সৰুৰে পৰা ঘৰ এখন নোপোৱা বাবে অন্তৰত এটা লঙিং অনুভৱ কৰি থাকে— তুমিতো বন্দনাৰ কথা কৈছাই যে তাই আঠ-দহ বছৰমানৰ পৰাই লোকৰ ঘৰত মেইড্ ছাৰ্ভেণ্ট হৈ আহিছে, গতিকে একমাত্ৰ বিয়াৰ দ্বাৰাইহে যে তেনেকৈ এক হ'ম ছুইট্ হ'মৰ অ'নাৰ হ'ব পাৰিব সেই কথা নিশ্চয় মনে মনে ভাবি থাকে—'

'পিছে আমাৰ ঘৰত তাই যেনেকৈ ভালকৈ খাব-পিন্ধিবলৈ পাইছে, টিভি চাবলৈ পাইছে, আমাৰ লগত গাড়ীত আৰামকৈ ফুৰিবলৈ পাইছে— সেই সুবল কৰ্মকাৰৰ লগত বিয়া হ'লে এই লাক্জাৰিবোৰ কৰিব পাৰিবনে?'

'নিজৰ ঘৰৰ কথাই বেলেগ— নহয় জানো প্ৰিয়ম? সুন্দৰ ঘৰৰ ছাৰ্ভেণ্ট হোৱা আৰু ভঙা-ছিঙা ঘৰৰ মালিক হোৱা— দেয়াৰ্ মাষ্ট্ বি এ গ্ৰেট ডিফাৰেঞ্চ্—'

পিছে প্ৰিয়মৰ বাবে সুখৰ কথা (লগতে সুনীলৰো) আৰু বন্দনাৰ বাবে দুখৰ কথা হৈ এই খবৰ আহিল যে সুবলৰ লগত বন্দনাৰ বিয়া ভাগিল। দেউতাকে মুখখন ক'লা কৰি আহি খবৰ দিলে (যি ক'লা মুখত অৱশ্যে জীয়েক বন্দনাই লুক্কায়িত আনন্দৰ উজ্জ্বলতাহে দেখা পাইছিল) সুবলৰ দেউতাক অবিহনে যি ককায়েক অভিভাৱক সেই অভিভাৱকে হেনো চাৰি হাজাৰ টকা 'বৰপণ' বিচাৰিছে! 'বৰপণ' বিচাৰিবলৈ সিনো কি এনে ডাঙৰ চাকৰি কৰা 'বৰ' ওলাল যে ইমান দাবী কৰিছে, দিনটো বিস্কুট কাৰখানাৰ ধোঁৱাৰ মাজত থাকিতো কলীয়া কৃষ্ণ হৈ পৰিছেই, গতিকে চেহেৰাও হ'ল সেইডাল, তাৰ বাবেই ইমান 'হা' কৰা মুখ।

'মা, তাৰ জন্য এৰ চাইতে ভালো বৰ আনমু, তুই দেখিস্ অখন'— বাপেকে জীয়েকক চেনেহ বিগলিত স্বৰেৰে কৈছিল— 'সুন্দৰ বৰ, কাৰ্তিকেৰ মতো চেহেৰা না অ'ইলেও সুন্দৰ—'

জীয়েকে মুখ 'ঝামটা' দি কৈছিল, 'তৰ কত মুৰোদ আমিও দেখমু। বাপ হয়ে মেয়েৰ আৰ্জনেৰ পয়সা দিয়া খাইয়া আছস, নজ্জা কৰে না তৰ? টিংকু ডেকাৰ পেটে আমাৰ গতৰ খেটে কামানো কত পায়সা ঢাললি? কিস্‌সু লাভ অ'লো?'

বন্দনাই প্ৰিয়মক কৈছিল যে বাপেক এসময়ত ৰাজমিস্ত্ৰী আছিল, বিহাবাৰী অঞ্চলত আকাশলৈ খিয়াই উঠা ডাঙৰ ডাঙৰ বিল্ডিংবোৰ যে আছে, এসময়ত মানুহজনে সেইবোৰ সাজি থকাৰ সময়ত তাত ইটা-

চিমেণ্ট গাঁথিছিল, তেতিয়া সিহঁতৰ অৱস্থা ভালেই আছিল, ককায়েক যোগেনকো যোগালি কৰি লৈছিল। কিন্তু এদিন সেই বিল্ডিঙৰ কাম কৰি থাকোঁতে ভৰি পিছলি পৰি বাপেকৰ সোঁহাতখনেই ভাগিল, হাস্পাতালৰ ডাক্তৰেও ভালকৈ জোৰা লগাব নোৱাৰিলে, গতিকে মানুহটো অকামিলা হৈ গ'ল. অৱশ্যে বন্দনাই ক'লে যে বাপেক লগতে এলেহুৱাও হৈ পৰিল, নহ'লে ভাল হাতখনেৰে ইটো-সিটো কাম কৰিব নোৱাৰিলেহেঁতেন। কাম এৰিলে, কিন্তু মানুহজনে অইন এটা ধৰিলে, সেইটো হ'ল 'ফুলী' মদ। ইতিমধ্যে যোগেনেও ৰাজমিস্ত্ৰিৰ কাম শিকি পেলালে আৰু বাপেকৰ বৃত্তিটো ভালকৈ আয়ত্ত কৰিলে, লগতে বাপেকৰ অভ্যাসটোও, সিয়ো মদ নহ'লে থাকিব নোৱৰা হ'ল। সি মহা স্বাৰ্থপৰো হ'ল, বাপেকক কেতিয়াবা পঞ্চাছ-ষাঠি টকা তাৰ নিজৰ থকা-খোৱাৰ খৰচ বুলি বোলে দলিয়াই দি কয়, ঐ নাও, তোমাৰ ঘৰে যে পিণ্ডি গিলি তাৰ খৰচা।'

বন্দনাই এই কথাবোৰ কৈ লগতে কৈছিল যে ঘৰখনত এতিয়া বাপেক-পুতেকৰ কাজিয়াৰ বাবে থাকিব নোৱাৰি— বাপেকেও পুতেকক কয়, 'তুই মৰ', আৰু পুতেকেও বাপেকক কয়, 'তুই মৰ।' এতিয়া ঘৰৰ ভৰণ-পোষণ চলে মাক আৰু দুজনী জীয়েকে লোকৰ ঘৰত 'ঝি' হৈ অৰ্জা পইচাৰে।

বন্দনাৰ সুবলৰ লগত বিয়াৰ সম্বন্ধ ছিগা ঘটনাটো সুনীলক কৈ প্ৰিয়মে কৈছিল— 'বন্দনাই বৰ আশা কৰিছিল যে বিয়াখন হ'ব, অন্ততঃ সুবলৰ তাইক বৰ পছন্দ হৈছিল, নহ'লে তেনেকৈ পখিলা— ক্লিপ আৰু কাণৰ দুল কিনি দি নগ'লহেঁতেন। তাইৰ ধাৰণা— বৰপণ আদিৰ কথাও মিছা; সঁচা হোৱা হ'লে সিহঁতে সিদিনাই সেই এৰেঞ্জমেণ্ট কৰি থৈ গ'লহেঁতেন, বৰপণ নহ'লে বিয়াখন নহ'ব সেই ডিছিচন জনাবলৈ ইমান দিন নল'লেহেঁতেন। বন্দনাই কৈছে যে বাপেকে তাইৰ দৰমহাকেইটা হেৰোৱাৰ ভয়তে আচলতে তেতিয়া হয়তো এই বিয়া নহয় বুলি খবৰ পঠিয়াই দিছিল।'

'কিন্তু তুমি যে কৈছিলা এই বিয়া নহ'লে তাই পৰাণৰ লগত ই'লোপ কৰাৰ ভয় দেখুৱাত বাপেক-মাকে সঁচায়ে ভয় খাইছিল?'

'ভয়তো খাইছিলেই, কিন্তু সিহঁতৰ ফালৰ পৰাতো ৰাজী হৈ থকা বুলিয়ে জীয়েকক কৈছিল, দৰাঘৰে সন্মতি নিদিলে সিহঁত জানো হেল্পলেছ্ নহয়? ইমান ডাউৰি ক'ৰ পৰা দিব?'

'কিন্তু কিমান দিন এনেকৈ মিছা কৈ আঁতুৰা ভাৰি থাকিব— আই মীন্, কৰি থাকিব?'

'বেছি দিন নোৱাৰে নিশ্চয়— সকলো কথাতে দাছ্ ফাৰ এণ্ড ন' ফাৰ্দাৰ টাইম লিমিট থাকেই, আৰু যিদিনা বন্দনাৰ সেই সুখ-সৌভাগ্যৰ দিন আহিব সিদিনা মোৰ দুখ-দুৰ্ভোগৰ দিন আহিব। সঁচায়ে, তাইৰ দৰে পাৰফেক্ট মেইড ছাৰ্ভেণ্ট এজনী নিশ্চয় নাপাওঁ, সঁচায়ে যদি তাইক তুমি কোবাৰ দৰে চিৰকালৰ বান্দী এজনী কৰি ৰাখিব পাৰিলোঁহেঁতেন— অ' হোৱাট্ এ গ্ৰেট ৰিলিফ্ হ'লহেঁতেন!'

'সিহঁতৰ ভাষাৰেই এটা ছেয়িং কওঁ ৰ'বা, কাৰুৰ পৌষ মাস, কাৰুৰ সৰ্বনাশ, বন্দনাই সুখৰ সংসাৰ পাতিব আৰু তোমাৰ সুখৰ সংসাৰত আউল লাগিব। এইখন ভাল প্ৰজাপতিৰ ফান্দত পৰা গ'ল দিয়া। পিছে ৰ'বা, প্ৰিয়ম, টিংকু ডেকাৰ টিলিঙা বন্দনাহঁতৰ পাৰাতো বাজিল নেকি হে? সঁচায়ে বন্দনাৰ বাপেক ভগা হাত জোৰা লগাবলৈ মৰিগাঁও পাইছেগৈ নেকি?'

'এৰা, টিংকু ডেকাৰ চিটিঙৰ আৰু এক ভিকটিম হ'ল বন্দনাৰ বাপেক। বন্দনায়ো প্ৰথমতে বাপেকে ভগা হাত ভাল পাব বুলি আশা কৰি সিহঁতৰ পেটৰ টকাৰ শ্ৰাদ্ধ হোৱা বুলি আপত্তি কৰা নাছিল, কিন্তু এতিয়া দিন যোৱাৰ লগে লগে তাইৰ মূৰ গৰম হৈ আহিবলৈ ধৰিলে কাৰণ বাপেকৰ হাত যি অকামিলা সেই অকামিলাই হৈ আছে— মাজতে তাইৰ, ভনীয়েকৰ আৰু মাকৰ দুখেৰে অৰ্জা পইচাকেইটা বেষ্ট হৈ আছে। বন্দনাই এতিয়া টিংকু ডেকাকো গালি পাৰে বোলে ভণ্ড, ডকাইত; বেমাৰ ভাল কৰাৰ স্বপ্নাদ্য ঔষধ পোৱা বুলি বুজৰুকি কৰি আমি গৰীৱ মানুহৰ তেজ শুহিছে।' লগতে আৰু এজাউৰি বাপেকক গালি— 'মদাহী ক'ৰবাৰ, পুতেকক সৰুৰে পৰা ল'ৰা বুলি মূৰত তুলিলে, আমি তিনিজনী বাই-ভনীক ছোৱালী বুলি কত অনাদৰ-অৱহেলা কৰিলে, এতিয়া সেই ছোৱালীৰ আৰ্জন খায়ে বুঢ়া বাচি আছে, আৰ্জন হেৰুওৱাৰ ভয়ত গাভৰু জীয়েকক বিয়া দিব নোখোজে— পিছে দিদিয়েতো নিজৰ 'সোয়ামী' নিজেই বাছি লৈ সংসাৰ পাতিলে, মই দিদিৰ দৰে হ'ব খোজা নাই বুলিহে। এতিয়া বাবাটোৰ আমাক তোয়াজ কৰিবলৈ কত কথা— বোলে মোৰ বেটা কুলাংগাৰ, তাক কেতিয়াবা ত্যাজ্য পুত্ৰ কৰি

পেলাম— পুত্তুৰ না শত্তুৰ। আমাৰ মাইয়াৰাই লক্ষ্মী তাৰাই আমাকে ব্যইচ্যা ৰাখছে।'

সুনীলৰ মুখ আমোদৰ হাঁহিৰে উদ্ভাসিত হৈ উঠিছিল— 'তুমি বন্দনাৰ লগত কথা পাতি থাকি যে বেছ এনজয় কৰি থাকা বুজি পালোঁ, কেৱল কামেৰেই নহয় কথাৰেও তাই তোমাক দেখিছোঁ যথেষ্ট ছাৰ্ভিচ দি থাকেহে প্ৰিয়ম!'

এদিন বন্দনাই প্ৰিয়মক এটা দিনৰ ছুটী বিচাৰিলে, বায়েক কালাপাহাৰত থাকে, বায়েকে পি চি অ'ৰ পৰা ফোন কৰি তাইক মাতি পঠাইছে, বন্দনাৰ বাবে এজন 'সুপাত্ৰ'ৰ সন্ধান পাইছে, সিদিনাই আবেলি বোলে বায়েকৰ ঘৰত তাইক চাবলৈ আহিব, গতিকে তাইক ছুটী লাগে। ল'ৰাই চাই যোৱাৰ পিছত ৰাতিটো তাই বায়েকৰ ঘৰত কটাই পুৱাই বাছত ঘূৰি আহিব।

প্ৰিয়মৰ মুখত কথাটো শুনি সুনীলে মিচিকিয়া হাঁহিৰে ক'লে— 'বন্দনাৰ বায়েক বোধহয় বেছ হেপিলি মেৰেড়, দিল্লীৰ লাড্ডু খায়ো যে এতিয়ালৈ পস্তোৱা নাই! সেয়ে ভনীয়েককো সেই ছুইট্ লাড্ডু ভক্ষণ কৰোৱাৰ চেষ্টা চলাইছে। বেচেৰী বন্দনা, তাইৰ যি লাড্ডু খাবলৈ ইমান লঙিং সেই লাড্ডু খাই যে তাই অচিৰেই ৰিপেন্ট কৰিব লাগিব— সেই কথা জনাই নাই!'

প্ৰিয়মে এইবাৰ চকু ঘোপা কৰি গিৰীয়েকলৈ চালে আৰু কপট খঙেৰে ক'লে, 'ইমান যে এক্সপাৰ্ট অ'পিনিয়ন দিলা, নিজৰো বোধহয় সেই একে এক্সপিৰিয়েন্স?'

সুনীলেও কপট মধুৰ হাঁহিৰে ক'লে, 'নাই নাই, মোৰ কিয় তেনে এক্সপিৰিয়েন্স হ'ব! মেৰেইজেছ আৰ্ মে'ড্ ইন্ হেভেন্— আমাৰ মেৰেইজখনতো একেবাৰে হেভন্‌লি— তাৰ লাড্ডু খাই কিয় পস্তাবলৈ যাম কোৱা? উই আৰ্ ইন পেৰাডাইজ্, ইটাৰনেল পেৰাডাইজ্— নহয়নে প্ৰিয়া?'

সুনীলে মাজে মাজে ধেমালিতে প্ৰিয়মক প্ৰিয়া বুলিও মাতে। পিছে আজি তাৰ কথাত প্ৰিয়মে উষ্মাৰে চিঞৰিছিল। 'আঃ, ষ্টপ ইয়'ৰ বেন্টাৰিং সুনীল, এইটো ফান্ মেকিঙৰ সময় নহয়। মোৰ দুশ্চিন্তাত মূৰৰ বিষ উঠিছে, এইবাৰ বন্দনাৰ বিয়াখন হ'বই হ'ব। বাপেক-মাকৰ বিয়া দিয়াৰ মন নাই বাবেহে বিয়াবোৰ ভাগি আছে। কিন্তু এইবাৰ বায়েকে নিজে ইনিচিয়েটিভ্ লৈছে— এইবাৰ প্ৰজাপতয়ে নমঃ চিঠি ছপাবলৈ দিয়ক-নিদিয়ক, পখিলাই আৰু বন্দনাক এৰা নিদিয়ে—'

ভাত খাই উঠিয়ে সাজি-কাচি বন্দনা বায়েকৰ কালাপাহাৰৰ ঘৰলৈ ওলাল। মূৰত সেই জিলমিলোৱা পখিলাৰ ক্লিপটো মাৰি ল'লে আৰু কাণতো জিল্‌মিলোৱা দুলযোৰ— যিকেইটা বস্তু তাইক প্ৰায় এবছৰ আগেয়ে চাবলৈ আহি পছন্দ কৰি থোৱা সুবল কৰ্মকাৰ নামৰ ডেকা এজনে দিছিল। আজি বন্দনাৰ মনত বৰ স্ফূৰ্তি, সেই স্ফূৰ্তি যেন পখিলাটোৰ পাখিতো লাগিছে— কাৰণ অলপ বতাহতে সি পাখি কোবাই আছে।

তাইক বিদায় জনাবলৈ বাহিৰৰ বাৰাণ্ডাত আহি থিয় হোৱা প্ৰিয়মে স্বগতোক্তি কৰিলে— 'বেচেৰা সুবল, মনত হয়তো কিমান প্ৰেম-ৰোমাঞ্চৰ ড্ৰিম্ লৈ এদিন এই দুল আৰু পখিলা ক্লিপ কিনি আনি ভাবীপত্নী বুলি ছিয়'ৰ হৈ থকা ছোৱালীজনীক দিছিলা, আজি সেই দুল আৰু ক্লিপেৰেই তাই সুসজ্জিত হৈ কেনেকৈ আন এজন ভাবীদৰাৰ আগত নিজকে এক্সিবিট কৰিবলৈ ওলাই গ'ল।

পিছে এইবাৰো প্ৰিয়মক সকাহ দি বন্দনাৰ বিয়াৰ বন্দৱস্ত নহ'ল। তাই সুনীলক সেই কাহিনীও সবিস্তাৰে কৈছিল— 'ল'ৰাটো আছিল কাহিলীপাৰাৰে পুলিচ বেটেলিয়নৰ এজন পুলিচ। বন্দনাক চাবলৈ লগৰ দুজন পুলিচ বন্ধুক লৈ ঠিকেই আহিছিল আৰু বন্দনাৰ বায়েকে যতনাই দিয়া লুচি, ঘুগনি আৰু ৰসগোল্লা ঠিকেই গাল্লিং কৰি গৈছিল, ছোৱালীকো পছন্দ কৰিছিল (বন্দনাইতো কয় যে চকুৰ চাৱনিৰে পাৰিলে তাইকো গিলি খাব খুজিছিল), কিন্তু পিছত সিয়ো 'বৰপণ' বিচাৰিলে— সুবলৰ দৰেই (যদিও সেই বিষয়ে বন্দনাৰ গ্ৰেভ্ ডাউট আছে, সেইটা বাপেকৰ ষড়যন্ত্ৰ বুলিয়েই এতিয়াও ভাবে), প্ৰায় পাঁচ হাজাৰ টকা, লগতে তাক আঙঠি লাগিব আৰু বন্দনাকো সোণৰ অৰ্ণামেণ্টছ্ দিব লাগিব। বায়েকে লগে লগে কেন্সেল কৰিলে আৰু ভনীয়েকক সান্ত্বনা দিলে এই বুলি যে ঈশ্বৰে যি কৰে ভালৰ কাৰণেই কৰে। পুলিচৰ গ্ৰীডৰ সীমা নাই, সোণাৰীয়ে যেনেকৈ মাক-ঘৈণীয়েকৰ গহনা গঢ়ালে তাৰ পৰাও অলপ নহয় অলপ চুৰি কৰিব, পুলিচেও তেনেকৈ টকাৰ লোভত নিজৰ ঘৈণীয়েকক ছেল্ কৰিও টকা খাব পাৰে। আৰু সিহঁত নিষ্ঠুৰো হয়, চোৰক বিটিং কৰি কৰি সিহঁতৰ হাতৰ লাঠীডালেৰে জধে-মধে

যাকে-তাকে কোবোৱাটো অভ্যাসত পৰিণত হৈ যায়। সি ছিয়'ৰলি বন্দনাকো কোবালেহেঁতেন। কিং ভনীয়েক সেই বিয়া নোহোৱাত একপ্ৰকাৰ ৰক্ষাই পৰিল।'

'আৰু প্ৰিয়ম, লগে লগে তুমিও ৰক্ষা পৰিলা, ময়ো ৰক্ষা পৰিলোঁ— নহয়নে প্ৰিয়া? উস্ তোমাক হয়তো মই সৰগৰ জোনটোও ছামহাউ আনি দিব পাৰিম— কিন্তু ভাল মেইড ছাৰ্ভেণ্ট বিচাৰি পোৱা যে কি কঠিন!' সুনীলে লঘু-গুৰু দুয়োবিধ স্বৰেৰেই মন্তব্যটো দিছিল।

পিছে সুনীল-প্ৰিয়ম নামৰ দম্পতীহালৰ সেই সকাহটো কিন্তু বেছিদিন স্থায়ী নহ'ল। বন্দনাই বাপেক-মাকক শেষ কথা শুনাই দিছিল যে এইবাৰ পূজাৰ পিছত পৰাণৰ লগত বিয়াখন যদি পাতি নিদিয়ে, তাই সঁচাই পলাই যাব। এতিয়া পৰাণে মনোযোগ দি ককায়েকৰ লগত বাঁহ-বেতৰ কামত লাগিছে, আগৰ কাজিয়া পাহৰি পুনৰ মোমায়েকৰ ঘৰ ত্যাগ কৰি পৈত্ৰিক ঘৰত আছেহি আৰু পূজাই-পাৰ্বণে ককায়েকৰ লগত ঢাকে, বজাইছে। পূৰ্বৰে পৰা ঢাকী বৃত্তিধাৰী পৰিয়ালটোৱে সেই ঢাক বজাই আজিকালি পেট পুৰাব নোৱাৰে বাবেহে বাঁহ-বেতৰ কামতো লাগিছে।

সেই পৰাণে ছেগ চাই আকৌ বন্দনাক লগ ধৰিছেহি আৰু পুনৰ বিয়াৰ প্ৰস্তাৱ দিছে। পূজাৰ পিছতে বিয়াখন পাতিব খোজে। কাৰণ দুৰ্গা মণ্ডপবোৰৰ অ'ত-ত'ত ঢাক বজাই সিহঁতে বেছ ভাল উপাৰ্জন কৰিব, তেতিয়া সেই পইচাৰে বিয়া পাতিব।

আচলতে বন্দনাৰ ককায়েক আৰু বাপেকেও পূজাত ঢাক বজাই আহিছে, সেয়ে বন্দনাই পূজাৰ পিছত বিয়া পতাৰ কথা কয়, কাৰণ তেতিয়া হাতত দুপইচা আহে আৰু তেতিয়াই যদি বিয়া নাপাতে কিছুদিন যোৱাৰ পিছতেই বোলে মদ খাই সেই পইচা উৰুৱাই পেলাব। বন্দনাই ক'লে যে এইবাৰ বাপেক-পুতেকে ভাল উপাৰ্জন কৰিব যেনেই লাগিছে, কাৰণ এইবাৰ শ্বিলঙৰ পৰাও দুৰ্গাপূজাত ঢাক বজোৱাৰ বায়না পাইছে। বেছ ভাল বায়নাই পাইছে। বন্দনাৰ এই ৱাৰ্ণিং বোলে এইবাৰ বাপেক-মাকে বেছ গুৰুত্বসহকাৰেই লৈছে। সেই কথাৰ প্ৰমাণো পোৱা গ'ল, কাৰণ এদিন তাইৰ বাপেক আহি গৃহীনাই পৰাণৰ লগত জীয়েকৰ দুৰ্গাপূজাৰ পিছত বিষয়াটো যে খাটাং সেই কথা জনাই গ'ল।

সুনীলক এই কথাখিনি প্ৰিয়মে প্ৰায় কন্দনামুৱা হৈয়েই কৈছিল— এইবাৰ আৰু এই বিষয়টো লৈ স্বামী-স্ত্ৰীৰ মাজত সামান্যতম ৰসালাপো নচলিল।

যথাসময়ত বন্দনাৰ বিয়া হৈ গ'ল; সুনীল আৰু প্ৰিয়মে তাইৰ বিয়াত টকা-পইচা, কাপোৰ-কানি আৰু আন বস্তু-বাহানিৰেও যথেষ্ট সহায় কৰিলে, বিয়ালৈও গ'ল। বিয়াৰ পিছত সেওঁতাত যেন ৰঙা তেজৰ সুঁতি এটা বোৱাই বন্দনা গিৰীয়েকক লৈ সুনীল-প্ৰিয়মক প্ৰণাম জনাবলৈ আহিল, হাতত এটা সন্দেশৰ পেকেট। পৰাণলৈ চাই গোঁফ ভাল পোৱা প্ৰিয়মৰো হাঁহি উঠি গৈছিল— বিৰাট একোছা গোঁফ, মূৰভৰ্তি কেঁকোৰা চুলিৰে সি যেন দুৰ্গা গোসাঁনীৰ অসুৰটোহে। পৰাণে যেতিয়া দুৰ্গাপূজা মণ্ডপত ঢাক বজায় তেতিয়া বোধহয় পূজা চাবলৈ যোৱা মানুহবোৰৰ খন্তেকলৈ ভ্ৰম হৈ যায়— স্বয়ং অসুৰটোৱেই দুৰ্গাৰ লগত যুঁজ কৰিবলৈ এৰি মণ্ডপত ঢাক বজাবলৈ ওলাই অহা নাইতো? ইফালে পাণ-জৰ্দা খাই মুখখনো অসুৰটোৰ দৰে ৰঙা কৰি পেলাইছে!

সিহঁতে বিদায় লৈ যোৱাৰ পিছত প্ৰিয়মে হাঁহিত প্ৰায় বাগৰি পৰিছিল। সুনীলক কৈছিল, 'এই মহিষাসুৰৰ এপিৰিয়েন্সৰ পৰাণৰ প্ৰতি বন্দনাজনীৰ প্ৰাণতনো কেনেকৈ ইমান প্ৰেম উথলি উঠিছিল হে?'

'পাহৰি নাযাবা প্ৰিয়ম যে বিউটি ইজ্ ইন্ দ্য আইজ্ অব্ দ্য লাভাৰ...'

ইয়াৰ পিছত প্ৰায় পাঁচ মাহমান পাৰ হৈ গৈছিল। ইয়াৰ মাজতে এবাৰ নে দুবাৰ বন্দনা আহিছিল, প্ৰিয়মে বুজি নাপালে যে তাইৰ মনৰে ভুল ধাৰণা নে সঁচাকৈয়ে বন্দনাৰ অলপ হুটি যোৱা চেহেৰা হৈছে।

পাঁচ মাহমানৰ পিছত বন্দনা এদিন প্ৰিয়মৰ ওচৰলৈ আহি ক'লে যে দামিনীৰ প্ৰায়ে অসুখ-বিসুখ লাগি থকা হৈছে বাবে (যথেষ্ট বুঢ়াওতো হ'ল) মানুহজনীৰ আৰু প্ৰিয়মহঁতৰ ইমান দূৰৰ ঘৰলৈ আহি কাম কৰাৰ ইচ্ছা নাই, মিলনপুৰতে কাৰোবাৰ ঘৰত কাম পালে তাতেই কৰিব। গতিকে বন্দনায়ে এতিয়া দামিনীৰ সলনি তেনে পাৰ্ট টাইম কাম কৰিব খোজে।

'তই আমাৰ ঘৰত আকৌ কাম কৰিবি বন্দনা? কিন্তু কিয়? তোৰ নিজৰ সংসাৰ হ'ব, নিজৰ হাজাৰেটা

হ'ব— সি তোক পোহপাল দিব, নিজৰ ঘৰৰ গৃহিণী হৈ সুখেৰে ঘৰখন চলাই টুক্‌টাককৈ চলি যাবি— তোৰো জানো এইটোৱে স্বপ্ন নাছিল? তাৰবাবে জানো তই বিয়া পাগল হৈ পৰা নাছিলি?'

ইয়াৰ পিছত বন্দনাই যিখিনি কথা কৈছিল তাই যোৱাৰ পিছত সুনীলৰ আগত তাৰ বিৱৰণ দি প্ৰিয়মে কৈছিল, 'বন্দনাই পুনৰ আমাৰ ঘৰত কাম কৰিব— এই সুখৰ কথাটোত মোৰ কিন্তু— মোৰ— আই ড'ণ্ট ন' হোৱাট্ হেপেনড্— মনটো মোচৰ খাই উঠিল। পৰাণেও খুব ড্ৰিংক কৰে, এতিয়া তিনি ঢাকী বটল-ফ্ৰেণ্ড হৈ পৰিছে— পৰাণ, বন্দনাৰ বাপেক আৰু বন্দনাৰ ককায়েক। গতিকে পৰাণৰ হাতত পইচা নাথাকে— এনেকি বন্দনাক মদৰ জ্বালাত পইচা বিচাৰি মাৰ-ধৰো কৰে— সেয়ে বন্দনাই পুনৰ আমাৰ ঘৰত ৰাতি-দিন সমানে থকাকৈ নহ'লেও কিছু সময়ৰ বাবে আহি কাম কৰিব খোজে, পইচাৰ আশাত, শান্তিৰ আশাত। কিন্তু এটা কথা, মই যেন পৰাণক বন্দনাৰ আচল দৰমহাটোৰ কথা কেতিয়াও নকওঁ, অলপ কমকৈ কওঁ। সি আহিতো গোটেই পইচাখিনি লৈয়ে যাব, গতিকে দৰমহাৰ পৰা লুকুৱা পইচাখিনি প্ৰিয়মৰ হাতত সাঁচি থ'ব— অন্ততঃ বন্দনাৰ ভাষাত যিটো 'শত্তুৰ' আহিছে, তাৰ জন্মৰ সময়ত যেন হাস্পতালৰ খৰচখিনি ওলায়। নাই নাই, সন্তানৰ জন্মৰ পিছতো তাই বোলে আমাৰ ঘৰৰ চাকৰি নেৰে, তাইৰ ডাঙৰ জাক আৰু তাই মিলি পাল পাতি কেঁচুৱা চাব পাৰিব, বাপেক-মাকৰ ঘৰো ওচৰতে, মাকেও চাব পাৰিব।'

বন্দনা বিদায় লৈ যোৱাৰ পিছত পৰাণৰ লগত তাইৰ প্ৰেম-পীৰিতিৰ কথা লৈ সুনীলে প্ৰিয়মৰ লগত যি ৰসালাপ কৰিব খুজিছিল এতিয়া প্ৰিয়মৰ মুখত এইবোৰ শুনি সেই ৰসালাপ আৰু কৰা নহ'ল, সি কেৱল অবাক চাৱনিৰে প্ৰিয়মৰ পিনে চাই ৰ'ল।

বন্দনা সদায় আহে, পৰাপক্ষত এদিনো ক্ষতি নকৰে, একেই পৰিপাটি কাম, আহেও পৰিপাটি হৈ— প্ৰিয়ম দিদিৰ যে লেতেৰা আৰু জধলা স্বভাৱ একেবাৰে সহ্য নহয়।

প্ৰিয়মে লক্ষ্য কৰিছিল যে বন্দনাই মাজে মাজে সুবলে দিয়া সেই পখিলা ক্লিপটো চুলিত মাৰি আহে, যদিও সেই পখিলাৰ পাখিৰ আগৰ জিলমিলোৱা সৌন্দৰ্য আৰু নাই, পাখিৰ সোণালী ৰং উঠি গৈ একেবাৰে বিবৰ্ণ হৈ গৈছে। বন্দনাই বাৰু এতিয়াও কিয় সেই পুৰণি আপচু ক্লিপটো ব্যৱহাৰ কৰি থাকে? প্ৰিয়মে ভাবে— সেই পখিলা চুলিত লগাই ৰাখি তাই বাৰু সুবলৰ মৰমৰ চিনটো আঁকোৰি ধৰি থাকিব খোজে নেকি— যি সুবলে হয়তো তাইক বিয়া কৰাই সঁচা প্ৰেমত ডুবাই ৰাখিলেহেঁতেন? নে বিয়াৰ প্ৰজাপতি এদিন বিবৰ্ণ হৈ যায়েই এই সত্যটোৱে অহৰহ দিব পৰা সান্ত্বনাৰ সকীয়নিৰ বাবেই, সত্যটো সহজ হৈ পৰিবৰ বাবেই সেই পখিলা ক্লিপটো তাই চুলিত লগাই ৰাখে?

(গৰীয়সী)

# গুপ্তহত্যা

## (১)

সোণপোনাৰ বিয়া? দেউতাকে কথাটো শুনিতো হাঁহিযেই তৎ নাপায়। 'এই অকণমানি ল'ৰাটোৰ বিয়া? তোমাকনো কি বিয়াৰ ভূতে লম্ভিছেহে, জয়া?' অশ্বিনী কাকতিয়ে ঘৈণীয়েকৰ কথা একেবাৰে উৰুৱাই দিব খুজিলে।

জয়া কাকতিৰ স্বাভাৱিক গহীন মুখমণ্ডলত আৰু এথেপা গাম্ভীৰ্যৰ বোল সনা হ'ল, মানে গিৰীয়েকে সানিলে।

'সোণপোনা এতিয়াও অকণমানিয়েই হৈ আছেনে? বয়স ত্রিছৰ ওচৰা-উচৰি হ'ল বুলি আপোনাৰ অকণো খেয়াল নাইনে? ছোৱালীকেইজনীৰ ক্ষেত্রতো একে কথাকে কৈছিল— হ'লেই নে সিহঁতক বিয়া দি উলিয়াই দিবৰ, সিদিনালৈকে দেখোন ফ্রক পিন্ধি দৌৰি-ঢাপৰি ফুৰিছিল? ময়ো যদি আপোনাৰ দৰে হ'লোহেঁতেন, আজিলৈকে এই ছয়জনী ছোৱালীৰ এজনীৰো বিয়া নহ'লহেঁতেন। ভাগ্যে ভগৱানে আপোনাৰ দৰে মোকো কেনো কথা গাত নলগা বিধৰ মানুহ কৰি সৃষ্টি নকৰিলে, কৰা হ'লে আপোনাৰ সংসাৰ উটি-ভাহি গ'লহেঁতেন।'

ঘৈণীয়েকৰ কথাৰ ওপৰত কথা কৈ অশ্বিনী কাকতিয়ে আৰু কথা নবঢ়ালে— কিবা এটা ক'বলৈ গ'লে মানুহজনীৰ মুখখন আৰুহে খোল খালেহেঁতেন। সেয়ে তেওঁ চোকা মুখৰ ঘৈণীয়েকৰ আগত প্রায় নীৰৱেই থাকে— Silence is the best policy, অন্ততঃ ঘৈণীয়েকৰ লগত কটোৱা জীৱনটোত তেওঁ এই নীতিকেই মানি চলি আহিছে।

জয়া কাকতিয়ে পিছে নিজৰ 'চোকা মুখ'ৰ কৈফিয়ৎ দিয়ে এনেদৰে (আচলতে কেৱল গিৰীয়েকেই নহয়, জীয়েকহঁতেও তেওঁক কয় যে তেওঁ বৰ বেছিকৈ বকাবকি কৰি থাকে, অৱশ্যে জীয়েকহঁতে বিয়া হৈ যোৱাৰ পিছতহে মাকৰ আশ্রয়ত নথকাৰ স্বাধীনতাৰ সুবিধাতে তেনেকৈ কোৱাৰ সাহস গোটাইছিল, নহ'লে জীয়ৰী কালত সিহঁতেও মাকক বাঘৰ দৰে ভয় কৰিছিল)।

'মোৰ খং উঠি নাথাকিব? দেউতাৰাৰ বাবে অনবৰতে মূৰ গৰম হৈ থাকে, ভাল মানুহ এজনৰ লগত সং হ'ল— সংসাৰৰ কোনোফালে চকু নাই, কেৱল কিতাপ এখন আগত লৈ বহি থাকে, ইফালে ছয়জনীকৈ ছোৱালীৰ বোজা মূৰত জাপি দিছে। এনেকুৱা মানুহে সংসাৰ কৰিবই নালাগিছিল।'

পিছে ছয়জনী ছোৱালীৰ বোজা জাপি দিয়াৰ যি দোষেৰে তেওঁ গিৰীয়েকক দোষী কৰিছে সেই দোষতে যে তেৱোঁ দোষী সেই কথা হ'লে তেওঁ কোনো দিনে স্বীকাৰ নকৰে অন্ততঃ মুখেৰে নকৰে। পুত্র-সন্তানৰ বাবে আকলুৱা মনৰ মানুহজনীয়ে এজনীৰ পিছত এজনীকৈ ছোৱালীকে জন্ম দিয়ো ল'ৰা এটা হোৱাৰ আশা হেৰুৱাব পৰা নাছিল। মহিলাসকলক উদ্দেশ্য কৰি কোনোবা নাৰীবাদী লেখিকাই কোৱা এইষাৰ কথাৰ বিপৰীতেই তেওঁ জৰায়ুৰ মুখ খুলি ৰাখিলে— 'আপোনালোকে জৰায়ুৰ মুখ বন্ধ কৰি ৰাখক, কিন্তু নিজৰ মুখবোৰ খোলক।' অৱশ্যে জয়া কাকতিয়ে নাৰীবাদী লেখিকাৰ প্রথম আহ্বানত সঁহাৰি নিদিলেও দ্বিতীয়টোত হ'লে ঠিকেই দিলে, মুখখন অনবৰতে খুলি ৰাখিলে।

যি হওক, সোণপোনাৰ জন্মৰ পিছতো তেওঁ আৰু পুত্র সন্তান হোৱাৰ আশাত জৰায়ুৰ মুখ ঠিকেই খুলি ৰাখিছিল— কিন্তু বিধিৰ কি বিধান যে ল'ৰা এটা জন্ম দিবৰ বাবেহে যেন সেই 'যন্ত্র'টো সক্রিয় হৈ আছিল, তাৰ জন্মৰ পিছত সি একেবাৰে নিষ্ক্রিয় হৈ গ'ল। গতিকে আৰু সন্তান জন্ম হোৱাৰ আশা নথকা মাকগৰাকীয়ে ছয়জনী জীয়েকৰ জন্মৰ পিছত জন্মলাভ কৰা পুতেকটোক লৈ মৰম আৰু লগে লগে এক ধৰণৰ শংকাতো ডুবি থাকিল। ভগৱানৰ দান, সেই ভগৱানে নিজৰ ওচৰলৈ পুনৰ চপাই ল'বলৈ... তাৰ পিছত আৰু ভাবিব নোৱাৰে জয়া কাকতিয়ে, ভাবিব নোখোজে, সেই সময়ত ওচৰত থাকিলে শিশু পুত্রক তেওঁ বুকুত হেঁচা মাৰি ধৰে, ঠিক যেন ৰবীন্দ্রনাথে বৰ্ণোৱাৰ দৰেই 'হাৰাই হাৰাই ভয় গো তাই— বুকু

চেপে ৰাখতে যে চাই। কেঁদে মৰি একটু স'ৰে দাঁড়ালে...

পিছে সোণপোনাও এদিন ডাঙৰ হৈ আহিল, মাকৰ বুকুৰ পৰা ক্ৰমে ক্ৰমে দূৰলৈ আঁতৰি যোৱাকৈ ডাঙৰ হৈ গ'ল যে বিবাহযোগ্যও হৈ উঠিল— অৱশ্যে মাকৰ চকুতহে, উদাসীন বাপেকৰ চকুত নহয়। অশ্বিনী কাকতিৰ যেন জীৱনত এটা কথাতে উদাসীনতা নাছিল— সি হ'ল কিতাপ পঢ়া। বয়স বাঢ়ি অহাৰ লগে লগে তেওঁৰ আন বিষয়ৰ প্ৰতি উদাসীনতা যিমান বাঢ়ি আহিল, কিতাপ পঢ়াৰ প্ৰতি ৰাপো সিমানেই বাঢ়ি আহিল। বিশেষকৈ পেঞ্চন পোৱাৰ পিছত। তেওঁৰ জীৱনত এটাই প্ৰধান অভিলাষ আছিল—নিজাকৈ ঘৰতে এটা সৰু লাইব্ৰেৰী গঢ়ি তোলা। কিন্তু তাৰ বাবে তেওঁৰ কোনো বিষয়ত সামৰ্থ্য নাছিল, নাছিল ডাঙৰকৈ ঘৰ এটা বান্ধি নিজাকৈ আছুতীয়া লাইব্ৰেৰীৰ কোঠালী এটা কৰাৰ, নাছিল কিতাপ কিনি তাক সজাই-পৰাই তোলাৰ। গতিকে মন থাকিলেই হ্নন— সেই কথাটো কিন্তু তেওঁৰ জীৱনত নাখাটে— মানুহৰ কত কথাৰ প্ৰতি মন থাকে, তেওঁৰ মাত্ৰ এটা কথাৰ প্ৰতিহে মন, তাকো সফল নহ'ল। নিজাকৈ এটা কোঠালী কৰাটোতো দূৰৰে কথা, নিজাকৈ যেন এখন কিতাপ কিনাৰো সামৰ্থ্য নাথাকে। কিতাপ কিনা দেখিলেই ঘৈণীয়েকে জকজকাই ধৰে— 'ইমানেই যদি কিতাপ কিনাৰ চক— ইমানবোৰ ছোৱালীৰ বাপেক হ'বলৈ কে'লৈই গৈছিল? কিতাপত পানীৰ দৰে টকা ঢালিলে সিহঁতে ভাত কিয়, ভাতৰ লগত পানীটোপাও খাবলৈ নাপাব।'

অশ্বিনী কাকতিয়ে ঘৈণীয়েকৰ অভিযোগ নীৰৱে শুনে— জয়াৰো যে আৰু কথা, একেবাৰে লাগ-বান্ধ নাই— মইহে অকলে ছোৱালীৰ বাপেক হ'বলৈ গৈছিলোঁ— তোমাৰ তাত কোনো অৰিহণা নাই? মই দেখোন কতবাৰ তোমাক ... পিছে এটা কথা ঠিক, চহৰত পানীটোপাৰো দাম আছে, এই পানী তোমাৰ গাঁৱৰ মানাহ নৈৰ পানীৰ দৰে সুলভ নহয়, চহৰত পানীৰ টেক্সেইতো কেৱল নহয়, মাজে মাজে সেই চৰকাৰী পানীৰ সৰবৰাহ বন্ধ থকাৰ বাবেতো পানীৰ ভাৰী মাতি তাকো পইচা দি পানী কঢ়িয়াই অনাৰ দাম দিব লগা হয়। সঁচায়ে, কি কুক্ষণত তেওঁ পঢ়া-শুনাত চোকা হৈ গাঁও এৰি শুচি আহিব লগা হ'ল। ভায়েক দুটাৰে অলগৰ্থ হৈ থাকি বেছি সুখ হৈছে, একোজনী সাদৰী গাঁৱলীয়া ঘৈণীয়েক পাই সুখেৰে সংসাৰ কৰি আছে।

যি হওক, অশ্বিনী কাকতিয়ে সৰু পুথিভঁৰালটো গঢ়ি ল'ব নোৱাৰিলেও, নিজাকৈ কিতাপ কিনিব নোৱাৰিলেও ডিষ্ট্ৰিক্ট লাইব্ৰেৰীৰ সদস্য হৈ ধাৰেৰে কিতাপ আনি কিতাপ পঢ়াৰ আনন্দ পাই আছে, আনহাতে বৃহৎ সংসাৰত জুৰুলা হ'লেও ছোৱালীকেইজনীয়ে মোটামুটি আজকাল নিদিয়াকৈ ডাঙৰ-দীঘল হৈ আছে। অৱশ্যে যিহে মাকৰ কঢ়া শাসন, অবাটে যোৱাৰ উপায়ে নাই। জয়া কাকতিয়ে কয় যে আজিৰ 'বেটিহঁত' জহান্নামে গৈছে, তাৰ কাৰণ অৱশ্যে ঘাইকৈ মাকহঁত, মাকৰ প্ৰশ্ৰয়তে আজিৰ ছোৱালীহঁতে গুৰু-গোসাঁই নমনা হৈছে, মডেলৰ দৰে শৰীৰ প্ৰকট কৰা পোছাক পিন্ধি ঘূৰি পূৰা হৈছে, চৰিত্ৰ ঠিক নোহোৱা হৈছে। তেওঁ কিন্তু কেতিয়াও ছোৱালীহঁতক মূৰত নোতোলে, তোলা নাই। ছোৱালী মানুহ ঘৰুৱা জীৱ, গৰুক এৰাল দিয়াৰ দৰে সিহঁতকো এক অদৃশ্য ৰছীৰে বান্ধি ৰাখিব লাগে যাতে ঘৰৰ গণ্ডী এৰি সিহঁত বেছি দূৰলৈ যাব নোৱাৰে।

জয়া কাকতিৰ এই পঘাডালে বাকী ছোৱালীকেইজনীক ঘৰৰ কটকটীয়া বান্ধোনত বন্দী কৰি ৰাখিলে যদিও মাজু জীয়েক অসীমাই হ'লে এদিন সেই পঘা ছিঙি অসীমলৈ নহ'লেও দূৰ-দূৰান্তলৈ উৰা মাৰি গুচি গৈছিল। তাই যে মাকৰ ইমান শাসনত থাকিও কলেজত একেলগে পঢ়া বঙালী ছোৱালী এজনীৰ ককায়েকৰ লগত প্ৰেম কৰি আৰু মাকৰ ভীষণ বঙালী-বিদ্বেষ গম পায়ো তাৰ লগত পলাই গৈ একেবাৰে সাত-সাগৰ তেৰ নৈৰ ওপৰেদি উৰা মাৰি গৈ আমেৰিকা পাইছিলগৈ সেই কথা ভাবি অশ্বিনী কাকতিৰ পৰম বিস্ময় জগাৰ লগতে জীয়েকজনীৰ প্ৰতি প্ৰশংসাত, মুগ্ধতাত মন ভৰিও গৈছিল। তেওঁ নিজে ঘৈণীয়েকৰ বিৰুদ্ধাচৰণ কৰি আজিলৈকে কোনো এটা নিজৰ ভাল লগা ডাঙৰ কাম কৰি পোৱা নাই— অথচ গিৰীয়েকতকৈ জীয়েকহঁতৰ ওপৰত তেওঁৰ শাসনতো আৰু কঠোৰ, সেই শাসনৰ বেৰা পাৰ হৈ, 'পঘা'ডাল ছিঙি থৈ যোৱাৰ সাহস দেখুৱালে তেওঁৰেই আত্মজা 'অকণমানি' ছোৱালীজনীয়ে, তাৰ পিছত তেওঁৰ মন তাইৰ প্ৰতি মুগ্ধতাত উদ্বেলিত নহৈ পাৰেনে?

অসীমাই তেনেকৈ আমেৰিকালৈ গৈ আৰু দুবছৰ কাল ভাৰতলৈ অহা নাছিল। আহিল তাইৰ পিছৰজনী ভনীয়েক গৰিমাৰ বিয়াত, ইতিমধ্যে মাকৰ খং কিছু শাম কাটিছে, জীয়েকক এক প্ৰকাৰ ক্ষমা কৰি দিছে।

জোঁৱায়েক হ'ব পাৰে বঙালী, কিন্তু ল'ৰাটো বোধহয় বেয়া নহয়, চাকৰিটোও ভাল আৰু সেইটোৱে তেওঁৰ বাবে প্ৰধান কথা। জীয়েক প্ৰাচুৰ্যৰ মাজত আছে, সুখত আছে। তাই ঘৰৰ সকলোলৈকে চিঠি-পত্ৰ দিছে, মাক দেউতাকক ক্ষমা খুজি চিঠি দিছে, আৰু পাৰ্চেলত নানা বস্তু পঠাইছে। পিছে সেই বস্তুবোৰ পঠাইছে সোণপোনাৰ নামত— চালাক ছোৱালীজনীয়ে জানে যে এই ঘৰখনত অবাধ ক্ষমা, অবাধ স্বাধীনতাৰ গৰাকী হ'ল মাত্ৰ এজনেই আৰু সেইজন হ'ল ভায়েক সোণপোনা। অইনৰ নামত বস্তু পঠালে মাকে নিশ্চয় দলিয়াই পেলাব, কিন্তু সোণপোনাৰ ওপৰত সেই শাসন নচলায়। তাইৰ চিঠিৰ উত্তৰ কোনো এজনেই দিয়া নাছিল, একমাত্ৰ ভায়েকেই দিছিল আৰু শেষত দুয়ো বায়েক-ভায়েকৰ মাজতে চিঠি-পত্ৰ চলাচল হৈছিল। অসীমা তাতেই সন্তুষ্ট হৈছিল, ভায়েকৰ চিঠিতে তাই ঘৰখনৰ সকলো খবৰ পাইছিল।

তাৰ পিছত তাইৰ লগত ঘৰখনৰ সম্পৰ্ক সহজ হৈ আহিছিল। তাই পঠোৱা ফটোবোৰ মাকে বাহ্যত উদাসীনতা দেখুৱাই নাচাওঁ-নলওঁকৈ চাইছিল যদিও জয়া কাকতিৰ অন্তৰ গোপন সন্তুষ্টিৰে ভৰি উঠিছিল। অসীমাৰ ঘৰটোৰ ফটোৱেও তেওঁক সন্তুষ্ট কৰিছিল, একেবাৰে ছবিৰ ঘৰৰ দৰে ঘৰ দেখোন। তাৰ পিছত অসীমাৰ ল'ৰা এটা হ'ল আৰু নাতিয়েকৰ ফটোখনতো তেওঁ গোপনে চুমা খাইছিল। সেয়ে ভনীয়েক গৰিমাৰ বিয়াৰ সময়ত তাই যে আহিব খুজি চিঠি দিলে আৰু গিৰীয়েকে যেতিয়া জয়া কাকতিৰ আগত কৃত্ৰিম কঠোৰতাৰে ক'লে, 'এতিয়া তাইৰ ঘৰলৈ মনত পৰিল! নালাগে তাই আহিব। এই ঘৰৰ দুৱাৰ তাইৰ বাবে চিৰদিনলৈ বন্ধ'— তেতিয়া ঘৈণীয়েকে খুব অনুগ্ৰহ দেখুৱাৰ দৰে কৈছিল— 'আহিব খুজিছে আহক দিয়ক। হাজাৰ হওক পেটৰ সন্তান, কেনেকৈনো কাটি নদীত ভহাই দিওঁ।'

সেই সময়ত গৰিমাৰ তলৰ ভনীয়েক প্ৰতিমা ওচৰতে বৈ আছিল। প্ৰথমতে তেওঁ তাইৰ উপস্থিতি গম পোৱা নাছিল, কিন্তু লগে লগেই সেই উপস্থিতি আবিষ্কৃত হ'ল আৰু তেওঁ জীয়েকৰ প্ৰতি এটা বজ্ৰ দৃষ্টি হানি কৈছিল, 'এজনীক ক্ষমা কৰিলোঁ বুলি তইঁতকো এনে বংশত কলংক সনা কাম কৰিলে ক্ষমা কৰিম বুলি নাভাবিবি— নদীতে উটি-ভাহি গ'লি বুলি মনৰ পৰাই একেবাৰে চিন-মোকাম নোহোৱা কৰি পেলাম!'

প্ৰতিমাক লৈ তেওঁৰ ভয়টো অলপ বেছি, তেওঁৰ এই সৰ্বশেষ কন্যাজনীৰ চেহেৰাটো সঁচাই প্ৰতিমাৰ দৰেই ধুনীয়া দেখিয়েতো তেওঁৰ সেই নামটো মনলৈ আহি গ'ল— বায়েক কেইজনীৰ নামৰ লগতো মিলি গৈছে— নীলিমা, অণিমা, পূৰ্ণিমা, অসীমা, গৰিমা আৰু প্ৰতিমা। প্ৰতিমাৰ দৰে চেহেৰা নহ'লেও তেওঁ বোধহয় তাইৰ নাম প্ৰতিমাই ৰাখিবলগীয়া হ'লহেঁতেন, অন্ততঃ মিলাই ৰাখিব লগা হ'লহেঁতেন— তেওঁৰ নামৰ শব্দ-ভাণ্ডাৰত এই মিলৰ তালিকা আৰু নাই। ঘৰখনৰ সকলো কথাতে তেওঁৰ আধিপত্য চলাৰ দৰে এই নাম ৰখাৰ ক্ষেত্ৰতো তেওঁৰেই কৰ্তৃত্ব ৰজিছিল। গৰিমা নামটো অৱশ্যে তেওঁৰ সীমাবদ্ধ শব্দ ভাণ্ডাৰত নাছিল, এদিন কোনোবা এজনী ছোৱালীৰ সেই নামটো শুনি, অলপ আচহুৱা বাবে মনত থাকি যোৱাত তেওঁ পঞ্চম জীয়েকজনীৰ সেই নামটোকে ৰাখিছিল।

হয়, প্ৰতিমাক লৈ তেওঁৰ মনত এটা গোপন ভয়ে কেতিয়াবাৰে পৰা বাহ বান্ধিছে, তাইতো কেৱল ধুনীয়া মুখ এখনৰে অধিকাৰী নহয়, তাইৰ দেহটোও সুন্দৰ— ইফালে স্বভাৱটোও যে ইমান চঞ্চল হৈ উঠিছে। কাৰণে-অকাৰণে যেন হাঁহিত বাগৰিহে পৰিব, তেওঁৰ ইমান খং-ৰাগতো তাইৰ হাঁহিৰ কলকলনি স্তব্ধ হ'ব নোখোজে। গালি খাই অলপ সময় গহীন হৈ থাকিলেও পুনৰ যেন সেই হাঁহিৰ ফোৱাৰা খোল খাই যায়। কি ঠিক এদিন তায়ো যদি অসীমাৰ দৰে কাণ্ড কৰি পেলায়, তাইৰ ওপৰত জাঁপিয়াই পৰিবলৈ চাৰিওফালে নিশ্চয় অজস্ৰ পুৰুষ-খাদক খাপ পাতি আছে, এৰা, সঁচায়ে যদি তায়ো অসীমাৰ দৰে কাণ্ড কৰি পেলায়!

কিন্তু এতিয়া এই ভাবটো আহিলে তেওঁৰ মনে যেন অলপ থমকি ৰয়— অসীমাৰ দৰে তায়ো যদি সুকুমাৰৰ দৰে ভাল ল'ৰা এটাক পছন্দ কৰি বাছি উলিয়াব পাৰিলেহেঁতেন— তেন্তে মনে মনে বোধহয় তেওঁ খুব সুখীয়ে হৈ গ'লহেঁতেন, এনেকৈ তেওঁৰ এই ভাবো অহা হৈছে যে অসীমাকে তেওঁ প্ৰতিমাৰ বাবে আমেৰিকাতে এজন ভাল ল'ৰা বিচাৰিবলৈ ক'ব, লাগে সি বঙালীয়ে হওক।

এনে এটা ভাবে জয়া কাকতিৰ মনত ভুমুকি মৰাৰ কাৰণ হ'ল— ডাঙৰ তিনি জোঁৱাইকে লৈ তেওঁৰ

মনত ক্ৰমে বাহ লৈ উঠা এক ধৰণৰ ক্ষোভ আৰু অসন্তুষ্টি। অথচ তিনিজন ল'ৰাকে তেওঁলোকেই, ঘাইকৈ তেৱেঁ বাছি-বিচাৰি উলিয়াইছিল। নীলিমাৰ গিৰীয়েকক লৈ তেওঁৰ অৱশ্যে আন কাৰণত অসন্তুষ্টি নাই, কেৱল প্ৰদীপ অৰ্থাৎ বৰ জীয়েকৰ গিৰীয়েকৰ আৰ্থিক অৱস্থা বৰ ভাল নহয়, সি যিটো চাকৰি কৰে তাত বৰ বেছি আয় নহয়, অৱশ্যে বাহিৰা আয়ৰ প্ৰচুৰ সুবিধা আছে, কিন্তু প্ৰদীপ বৰ সৎ— সাধু ল'ৰা। তেনে পইচালৈ সি কেতিয়াও হাত নেমেলে। তেওঁৰ এগৰাকী দূৰ সম্পৰ্কীয় ককায়েকেই প্ৰদীপৰ সন্ধান দিছিল— এই কথা কৈয়ে তেওঁ তাৰ কথা কৈছিল যে সি বৰ ভাল ল'ৰা। হয়, প্ৰদীপৰ 'ভালত্ব'ত কোনো সন্দেহৰ অৱকাশ হোৱা নাই, কিন্তু! এই 'কিন্তু'টোৱে তেওঁৰ মনক অশান্ত কৰি ৰাখে। নীলিমাই সংসাৰখন যে ইমান কষ্ট কৰি চলাব লাগে। অষ্টপ্ৰহৰ গেবাৰী খাটি মৰিব লাগে বেচেৰীয়ে। অৱশ্যে তেওঁ প্ৰত্যেকজনী ছোৱালীকে গৃহকৰ্মত সুনিপুণা কৰি তুলিছিল, তথাপি... দুটা ল'ৰা-ছোৱালী, লগত থকা দেওৰেক এজনৰে সৈতে বৃহৎ সংসাৰখন নীলিমাই টানি-টুনি চলাব লাগে, বৰ বেছি ঘৰুৱা কাম কৰিব লাগে, বৰ কষ্ট হয় তাইৰ।

নীলিমাৰ ক্ষেত্ৰত মনত জগা এই 'কিন্তু', 'তথাপি' শব্দকেইটা অণিমাৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব লগা হয়— জয়া কাকতিৰ এইটো আকৌ আন ধৰণৰ দুখ। অণিমাৰ গিৰীয়েক চক্ৰেশ্বৰ বেংকৰ কেৰাণী আছিল, এতিয়া বিষয়াৰ পদলৈ উন্নীত হ'ল কিন্তু জীয়েকক বিয়া দিয়া দিনৰে পৰা, অৰ্থাৎ সি কেৰাণী হৈ থকাৰ দিনৰে পৰা প্ৰাচুৰ্যৰ কমতি আছিল। নাই, টকা-পইচাৰ পিনৰ পৰা অণিমাৰ কোনো দুখ নাই, কিন্তু তাইৰ দুখ- গিৰীয়েকৰ মদ খোৱাক লৈ। তাই আপত্তি কৰিলে সি কয় যে আজিকালি কোনে মদ নাখায়। এনেয়ে খুব ফূৰ্তি কৰি থকা ল'ৰা চক্ৰেশ্বৰ— সকলোৱে মদ খোৱাৰ কথাত বোলে সি হাঁহি হাঁহি কয়— বুদ্ধদেৱৰ গল্পৰ পুতেক মৰা তিৰোতাজনীয়ে যেনেকৈ মানুহ নমৰা এনে ঘৰ বিচাৰি নাপালে য'ৰ ডেকাল'ৰাই মদ নাখায়, আৰু মদ খোৱাটো বেয়া নেকি? বেয়া হ'লে চৰকাৰেই কিয় চুবুৰিয়ে চুবুৰিয়ে মদৰ দোকান পাতি দিয়ে হে? মদ খালে মনত ফূৰ্তি হয়, গাত এক্সট্ৰা শক্তি বাঢ়ে...।

'পিছে তুমি দেখোন দিনক দিনে পৰিমাণটো বঢ়াই গৈছা? এতিয়া ঘৰতে দেখোন ইয়াৰ— বন্ধু মাতি মদৰ আড্ডা পতা হৈছা? এইবোৰ দেখি-শুনি ল'ৰা-ছোৱালীয়ে বাৰু কি শিক্ষা পাব?' অণিমাৰ এই অভিযোগবোৰ কিন্তু চক্ৰেশ্বৰৰ একাণে সোমাই একাণে ওলাই যায়।

তথাপি চক্ৰেশ্বৰৰ এটা কথা ভাল যে সি যিমানেই মদ নাখাওক কিয় কেতিয়াও অণিমাৰ গাত হাত নোতোলে। আনহাতে মদ-ভাং নোখোৱা, সকলোৱে ভাল বুলি জনা মহিমে আকৌ পূৰ্ণিমাক মাজে সময়ে চৰ-থাপ্পৰ দিয়ে। এনেয়ে মানুহটো বেয়া নাছিল, অৱস্থাপন্নও, কিন্তু খং উঠিলে গাত আৰু গুৰু-গোসাঁই নাথাকে, ল'ৰা-ছোৱালী, ঘৈণীয়েক সকলোৰে ওপৰত হাত উঠায়। ইফালে গিৰীয়েকৰ ওপৰত পূৰ্ণিমা পূৰা নিৰ্ভৰশীলো নহয়, আটাইকেউজনী বাই-ভনীৰ ভিতৰত তায়ে চাকৰি কৰে, এখন স্কুলত চাকৰি কৰে।

সেয়ে কেতিয়াবা পূৰ্ণিমাই কয় যে তাই আৰু গিৰীয়েকৰ লগত নাথাকে, ডিভোৰ্চ কৰিব। গিৰীয়েকক তেনেকৈ ক'লে মহিমে আৰু বেছিকৈ জ্বলি উঠে আৰু দুটা চৰ-থাপ্পৰ বেছিকৈ মাৰি কয়— যা যা কোন পৈয়েৰৰ ঘৰলৈ যাঁগে যা। কিন্তু দুটা কাৰণতে, অ' নহয় তিনিটা কাৰণতে পূৰ্ণিমাই গিৰীয়েকক আচলতে এৰি থৈ যোৱাৰ কথা নাভাবে। প্ৰথম— ল'ৰা-ছোৱালী তিনিটাৰে জন্ম হ'ল। মাকৰ দৰে পূৰ্ণিমাৰো প্ৰথম দুজনী ছোৱালী জন্ম হোৱাৰ পিছত পুত্ৰৰ আশাত তৃতীয় এটি সন্তান জন্ম দিয়াত সেই আশা পূৰ্ণিমাৰ পূৰ্ণ হৈছিল! সিহঁতক দেউতাকৰ পৰা আঁতৰাই অনা অপৰাধৰ দৰেই হ'ব (আৰু কোনে জানে, কৰ্ট-কাছাৰী হ'লে যদি পূৰ্ণিমাৰ পৰাই সিহঁতক আঁতৰাই লৈ যোৱা হয়)। দ্বিতীয়— তাইৰ বিবাহ-বিচ্ছেদে এতিয়াও বিয়া নোহোৱা প্ৰতিমাৰ বিয়াত যদি কিবা প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে? তৃতীয় আৰু আটাইতকৈ গুৰুত্বপূৰ্ণ কাৰণ হ'ল— মহিমৰ মৰম। আচৰিত কথা হ'লেও এই কথাও সঁচা যে মাজে মাজে পূৰ্ণিমাক মাৰ-ধৰ কৰিলেও মহিমে তাইক সঁচাকৈয়ে খুব মৰমো কৰে আৰু খং শাম কটাৰ পিছত অত্যন্ত অনুতপ্ত হৈ পূৰ্ণিমাক ক্ষমা খুজিব ধৰে আৰু ভৱিষ্যতে কেতিয়াও তাইৰ গাত হাত নিদিয়ে বুলি কাণ মলি মলি শপত খায়। কিন্তু—'মৰদ কা বাত, হাতী কা দাঁত'— এনে এষাৰ চলিত হিন্দী আপ্তবাক্যৰ সম্পূৰ্ণ অৱমাননা কৰি মহিমে পুনৰ তাৰ আগৰ

'মহিমা' দেখুৱায়।

পূর্ণিমাই কেতিয়াবা ভাগৰুৱা মাতেৰে মাকক কয়— 'ভাল মানুহ এটা বাছি বিয়া দিলা দিয়া মা, জীৱনটো ধ্বংস হৈ গ'ল!'

জয়া কাকতিয়ে আচৰিত হৈ ভাবে— জীৱনটো দেখোন কেনেকুৱা! দেখাত মানুহবোৰৰ কোনো সমস্যা নাই, সমস্যাৰ তেনে কাৰণো নাই— তথাপি মানুহবোৰ সুখত নাথাকে, থাকিব নোৱাৰে, বিনা মেঘৰ আকাশখনত মেঘ সৃষ্টি কৰে... ছোৱালীকেইজনীকতো তেওঁ চাই-চিন্তিয়ে ভালৰ লগতে বিয়া দিছিল, বিয়া দিয়া বুলি ভাবিছিল। কিন্তু সিহঁতবোৰৰ জীৱনত এই নভবা-নিচিন্তা সমস্যাবোৰ কিয় আহি পৰিল। সঁচায়ে, জীৱনটো বৰ অদ্ভুত; তেওঁৰ মতৰ সপক্ষে বিয়া কৰোৱা ছোৱালীবোৰৰ এই অসুখ আৰু তেওঁৰ মতৰ বিপক্ষে বিয়া কৰো ; ছোৱালীজনীৰ ইমান সুখ... নাই, লাজ-মান কাটি কৰি থৈ অসীমা আহিলে তাইকে প্ৰতিমাৰ বাবে ভাল ল'ৰা এটাৰ সন্ধান কৰিবলৈ ক'ব লাগিব।

গৰিমাৰ বিয়াত অসীমা আহিল আৰু তাই আমেৰিকাৰ হৰেক ৰকমৰ বস্তুৰ লগতে প্ৰতিমাৰ বাবে নিজেই ভাল দৰা এটাৰ খবৰ আনিলে আৰু মৰমৰ ভায়েকটোৰ বাবে এটা শক্তিশালী বাইন'কুলাৰ লৈ আহিল। দুয়োটা উপহাৰেই মাক বা ভায়েক কোনোৱে নিজৰ আত্ম-অহংকাৰ খৰ্ব নকৰাকৈয়ে পালে।

সোণপোনাৰ বাইন'কুলাৰৰ বৰ চখ। তাৰ এটা বাইন'কুলাৰ আছেও- কিন্তু দামী নহয় বাবে বৰ ভালো নহয়। দামী বাইন'কুলাৰ কিনাৰ বাবে ইমান পইচা নাই— এতিয়া সি ছাত্ৰ, যেতিয়া পঢ়ি-শুনি উঠি চাকৰি কৰিব তেতিয়া ভাল এটা কিনি ল'ব বুলি মনতে পাঙি থাকে।

সোণপোনা ল'ৰাটো নিজকে লৈ থকা অলপ অকলশৰীয়া, অলপ অন্তৰ্মুখী স্বভাৱৰ হৈ ডাঙৰ হৈছে। ছজনী বায়েকৰ ভায়েক হৈ ওপজা বাবেই বোধহয় নিজস্ব জগত এখন তৈয়াৰ কৰি লৈছে। দেউতাকৰ কিতাপৰ নিচাৰ সিয়ো উত্তৰাধিকাৰী হৈছে, গতিকে আজৰি সময়ত সি কিতাপতে ডুবি থাকে আৰু তেনে এক কিতাপতে আকাশৰ গ্ৰহ-নক্ষত্ৰবোৰৰ বিষয়ে সবিশেষ পঢ়ি পঢ়ি সি চকুৰে মনিব পৰা বহুতো গ্ৰহ-নক্ষত্ৰ চিনিব পৰাও হৈ গৈছে। কালপুৰুষ, ধ্ৰুৱতৰা, লুব্ধক, গ্ৰেট বিয়েৰ, লিট্‌ল বিয়েৰ, কেছিওপিয়া, সিংহৰাশি, বৃহস্পতি গ্ৰহ, শুক্ৰ গ্ৰহ, মঙ্গল গ্ৰহ— সকলো তাৰ চিনাকি হৈ গৈছে। তাৰ সৰু বাইন'কুলাৰটোৱে ওচৰ-পাঁজৰৰ জগতখন চোৱাৰ বাহিৰেও সি তাৰে তৰা চোৱাৰো চেষ্টা কৰে। কম পাৱাৰৰ যন্ত্ৰটোৱে ভালকৈ একো নেদেখে তথাপি যি দেখে সিয়েই যেন তাক সম্মোহিত কৰি ৰাখে। লুব্ধকৰ ভিতৰত অসীম-অনন্তৰ বতৰা কোৱা সেউজীয়া ৰহস্যময় কিহবাই যেন নাচি থাকে, জোনবাইৰ ক'লা দাগবোৰ স্পষ্টতৰ হয় আৰু সি ভাবে— সঁচায়ে আৰ্মষ্ট্ৰংহঁতে এদিন তাত ভৰি দিছিলনে বাৰু?

তথাপি সাধাৰণ বাইন'কুলাৰটোৱে আকাশৰ তৰাবোৰ অতি অস্পষ্টকৈ হ'লেও দেখা পায়। এই পৃথিৱীৰো দূৰণিৰ গছৰ চৰাই, নৈৰ বুকুৰেদি গৈ থকা নাও, বালিৰ চৰো তেনেকৈয়ে দেখা পায়। সোণপোনাহঁতৰ ঘৰ গুৱাহাটীৰ খাৰঘুলিৰ এটা পাহাৰীয়া অঞ্চলত— য'ৰ পৰা ব্ৰহ্মপুত্ৰ নৈখন দেখা যায়। ঠাইখন অলপ আওহতীয়া হ'লেও অশ্বিনী কাকতিৰ দৰে মানুহৰ উপায় নাছিল, তাত যি দামত তেওঁ মাটি পাইছিল, সেই দামেৰে তেওঁ গুৱাহাটীৰ মাজমজিয়াত এচিকটাও মাটি নাপায়।

পিছে সোণপোনাৰ তাত থকা কথাত কোনো আপত্তি নাছিল। নিজকে লৈ থাকিব পৰা অন্তৰ্মুখী স্বভাৱৰ ল'ৰাটোৰ প্ৰকৃতিৰ মাজত থাকিয়ে যেন বেছি ভাল লাগিছিল। বাইন'কুলাৰটো হাতত লৈ সি অ'ত-ত'ত অকলে ঘূৰি আকাশৰ পৰা পৃথিৱীলৈ— সকলো দৃশ্য নিৰীক্ষণ কৰি ফুৰিছিল।

(২)

বায়েকে আনি দিয়া বাইন'কুলাৰটো পাই সি চাই থকা আকাশৰ তৰাহে যেন সোণপোনাই হাতৰ মুঠিত পাইছিল। এইটো নিশ্চয় সেই বাইন'কুলাৰটোৰ সমপৰ্যায়ৰে যিটো আমেৰিকাত অসমৰ সুখ্যাত লেখক ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰীয়ে বৰ হেঁপাহেৰে হাতত লৈয়ো তাৰ দামটোৰ বাবেই কিনিব নোৱাৰি এৰি থৈ আহিবলগীয়া

হৈছিল। সোণপোনাই দেৱচৌধুৰীৰ লেখাটো পঢ়ি যেতিয়া গম পালে যে ভাৰতীয় মুদ্ৰাৰে সেইটোৰ দাম প্ৰায় ত্ৰিছ হাজাৰ হ'ব— তাৰ মুখ মেল খাই গৈছিল। এটা বাইন'কুলাৰৰ দাম ত্ৰিছ হাজাৰ টকা? কোনে কিনিব তেনে দামী বস্তু?

পিছে কিনা মানুহে কিনিয়েই আছে, অকল বাইন'কুলাৰেই কিয়, আৰু নানা চখৰ বস্তু কিনি আছে, তাতকৈও দাম দি কিনি আছে, আৰু সেইবোৰৰ গ্ৰাহক নথকা হ'লে প্ৰস্তুতকাৰকে সেইবোৰ প্ৰস্তুত কৰিলেহেঁতেনেইবা কিয়?

'বাইদেউ বাইন'কুলাৰটো জানো বৰ দামী নহয়?' সোণপোনাই অসীমাক সংকোচেৰে সুধিছিল।

'অ, আছে আৰু অলপ দাম— কিন্তু তহঁতৰ ইয়াৰ টকাৰ মূল্যৰে তাৰ দামৰ কথা নাভাবিবি। আচলতে সৰুৰে পৰা তোৰ বাইন'কুলাৰৰ প্ৰতি চখ দেখিছোঁতো— সেয়ে ভাবি-চিন্তি তোলৈ এটা ভাল বাইন'কুলাৰকে কিনি আনিলোঁ।

সৰু হৈ থকা হ'লে আনন্দত অভিভূত হৈ পৰা সোণপোনাই উচ্ছ্বাসেৰে বায়েকক সাবটিয়ে ধৰিলেহেঁতেন, কিন্তু এতিয়া সি ডাঙৰ হ'ল, কলেজত পঢ়া ল'ৰা হ'ল, গতিকে সেই আনন্দ আলিংগনেৰে প্ৰকাশ নকৰি মুখেৰেই প্ৰকাশ কৰিলে, 'অ' সীমা'বা, ইট্'ছ দ্য বেষ্ট গিফ্ট আই হেভ্ এভাৰ গট্...'

তেনে এবাৰ কল্পা প্ৰতিমায়ো আৰু এবছৰ পিছত ক'ব পৰা অবস্থা আহিছিল, কাৰণ বায়েক অসীমাই সঁচায়ে তাইলৈ তাইৰ সৰ্বশ্ৰেষ্ঠ 'উপহাৰ'টো লৈ আহিছিল। অসীমাহঁতৰ লগত বিশেষ বন্ধু হৈ পৰা, একে চিকাগো চহৰতে থকা কম্পিউটাৰ ইঞ্জিনীয়াৰ ধ্ৰুব ৰাজখোৱা নামৰ বৰ ভাল ল'ৰাজনৰ লগত সঁচায়ে অসীমাই প্ৰতিমাৰ বিয়াৰ বন্দবস্ত কৰি পেলাইছিল আৰু বায়েক গৰিমাৰ বিয়াৰ এবছৰ পিছতে সেইখন বিয়া হৈ গৈছিল।

প্ৰতিমাই পোৱা 'উপহাৰ'টো আজীৱন তাইৰ বাবে শ্ৰেষ্ঠ উপহাৰ হৈয়ে থাকি গৈছিল, কিন্তু সকলোৰে ভাগ্য যে একে নহয় সেই কথা প্ৰমাণ হৈ গ'ল সোণপোনাৰ ক্ষেত্ৰত। অৱশ্যে প্ৰতিমাৰ সৌভাগ্য জনাজাত হৈ থকাৰ বিপৰীতে সোণপোনাৰ দুৰ্ভাগ্য গোপনে থাকি গ'ল।

সঁচায়ে কি যে এটা শক্তিশালী বাইন'কুলাৰ দিলে বায়েকে— আগৰটো এইটোৰ তুলনাত একেবাৰে হাতীৰ আগত নিগনি। এতিয়া সোণপোনাৰ এনে লগে আকাশৰ লুব্ধক নক্ষত্ৰৰ সেউজীয়া পোহাৰ চকুৰ আগত একেবাৰে অপাৰ্থিৱ পোহৰ হৈ নাচি আছে— ৰাতি কিছু গভীৰ হ'লে দক্ষিণ-পূব প্ৰান্তত ডুবিব ধৰা তৰাটোৰ সেউজীয়া তিৰবিৰণিখিনি তাৰ কল্পনাৰ চকুত যেন কোনোবা গ্ৰহ-গ্ৰহান্তৰৰ অশৰীৰী প্ৰাণীৰ ৰূপত প্ৰতিভাত হয় আৰু তাক সেই সুদূৰৰ ৰহস্যময় দেশলৈ হাত বাউলি দি মাতে, সোণপোনাৰ গা চমচমাই যায়, সি লৰালৰিকৈ আকাশী মায়াৰ বন্ধন ছিঙি চকুৰ পৰা বাইন'কুলাৰটো আঁতৰাই পেলায়। কিন্তু নিষিদ্ধ বা ভয়ংকৰ দৃশ্যই মানুহক বাৰে বাৰে সেই দৃশ্যলৈকে টানি লৈ যোৱাৰ দৰে সোণপোনাকো টানি লৈ যায় আৰু পুনৰ সি বাইন'কুলাৰে দিয়া দূৰক ওচৰলৈ অনাৰ সুবিধাৰ ডেউকাত উঠি গ্ৰহ-নক্ষত্ৰৰ ৰাজ্যত নিজকে হেৰুৱাই পেলায়।

এতিয়া কেৱল আকাশেই নহয়, পৃথিৱীখনো তাৰ সেই বাইন'কুলাৰটোৱে বহুত ওচৰলৈ লৈ আহিল— এতিয়া সি নাওখনেই কেৱল ভালকৈ নহয়— নাৱৰীয়াজনকো ব'ঠা মাৰি থকা দেখা পায়। এতিয়া দূৰৈৰ পখিলাটো হাতেৰে চুব পৰা পতংগৰ দৰে, ওচৰৰ মানুহঘৰৰ বাৰীৰ পকা আমকেইটা যেন সি হাত মেলিয়েই ছিঙি আনিব পাৰে।

লাহে লাহে দিন বাগৰিছিল, বছৰ বাগৰিছিল, সোণপোনাই বি এ পাছ কৰিলে, এম এ পাছ কৰিলে আৰু এদিন এখন কলেজৰ অধ্যাপকো হ'ল। পঢ়া-শুনাত অতি মেধাবী ল'ৰাটোৱে বৰ্তমান ডক্টৰেট ডিগ্ৰীৰ বাবে গৱেষণাও কৰি আছে।

মাকৰ পুতেকক লৈ গৰ্বৰ অন্ত নাই, বায়েকহঁতৰ গৰ্বৰ অন্ত নাই, অশ্বিনী কাকতিৰ গৰ্বৰ বাহিৰেও পুতেকে আৰু এবিধ প্ৰাপ্তি আৰু সুখ দিছে। পুতেকো তেওঁৰ দৰে কিতাপৰ পোক হোৱাত তেওঁৰ সেই সুখ হৈছে আৰু প্ৰাপ্তি হৈছে পুতেকে আনি দিয়া বিভিন্ন ধৰণৰ কিতাপ পাই। এতিয়া তেওঁ পেঞ্চন পাই ঘৰতে

বহি আছে, তেওঁলোকৰ ঘৰ অলপ আওহতীয়া ঠাইত আৰু পানাৰ ওপৰত বাবে বেছি বন্ধু-বান্ধৱ, আত্মীয়-স্বজন নাহে। ছোৱালীকেইজনীৰ বিয়া হৈ যোৱা বাবে ঘৰখনো আজিকালি বেছ খালী হৈ থাকে। ঘৈণীয়েকো সংসাৰৰ লেঠাৰ পৰা ভালেখিনি মুক্ত হোৱাৰ বাবে ওচৰ-চুবুৰীয়াৰ ঘৰলৈ আগতকৈ বেছিকৈ আহ-যাহ কৰা হৈছে, তদুপৰি ওচৰৰে নতুনকৈ স্থাপিত হোৱা নামঘৰটোত সোমবাৰে সোমবাৰে মহিলাসকলৰ যি নাম-প্ৰসংগ হয় তালৈ নিয়মিতভাৱে যায় বাবে তেৰোঁ আগৰ দৰে আজিকালি ঘৰত সোমাই নথকা হৈছে। ভাদ মাহ আহিলেতো প্ৰতিদিনে নামঘৰটোত মহিলাসকলে নাম ধৰেগৈ যলৈ জয়া কাকতিও নিয়মিতভাৱে যায়। গতিকে এই নতুন পৰিস্থিতিয়ে তেওঁক আৰু বেছিকৈ কিতাপৰ জগতত মগ্ন কৰি ৰাখিছে, পুতেকে যোগান ধৰা নতুন নতুন কিতাপে যি নিচাত ডাঙৰ অৰিহণা যোগাইছে।

সোণপোনা কলেজত সোমাবৰ দিন ধৰি মাকৰ সৰ্ব সময়ৰ নহ'লেও ভালেখিনি সময় তাৰ বিয়াৰ চিন্তা মন-মগজ অধিকাৰ কৰি ৰখা হ'ল। গিৰীয়েকে তাৰ বিয়াৰ বয়স হোৱা নাই বুলি কথাটো হাঁহি উৰুৱাই দিব খুজিলেও জয়া কাকতিয়ে তাক সিমান গুৰুত্বহীন কথা বুলি নধৰে। অসাংসাৰিক মানুহজন। চিৰদিন অসাংসাৰিক হৈয়েই ৰ'ল— তেওঁতো বুজি নাপায় যে ছোৱালীক আনি ঘৰ সুমুৱা কথাটো আৰু কঠিন, আৰু সমস্যাৰ কথা। ছোৱালী গৈ লোকৰ ঘৰত দুখ-কষ্ট খালেও, সমস্যাত পৰিলেও সদায় নিজ চকুৰে দেখি থকা কথা আৰু দূৰৈৰ মাজে-সময়ে শুনি থকা কথাৰ মাজত পাৰ্থক্য আছে। লোকৰ ঘৰৰ ছোৱালী এজনী আহি সোণপোনাক কষ্ট দিলে আৰু তাক তেওঁ সদায় দেখি থাকিব লগা হ'লে কেনেকৈ সহিব? তেওঁৰ বকুৰ ধনটোক ইমান মৰমত আটোল-টোলকৈ তুলিছে, এতিয়া লোকৰ ঘৰৰ কোনোবা এজনী 'ডাইনী' আহি তাক দুখ দিলে তেওঁ সঁচায়ে কেনেকৈ সহিব? তাতে তেওঁৰ এনে হীৰাৰ টুকুৰা হেন ল'ৰা— আজিৰ দিনৰ কেইঘৰত এনে ল'ৰা কিমান আছে? মাকৰ সকলো প্ৰশ্ৰয়, সকলো অন্ধতা, সকলো মৰম উজাৰি দিয়া জয়া কাকতিয়ে ভাবে— সোণপোনাৰ দৰে ল'ৰা আজিৰ যুগত সঁচায়ে বিৰল। সি দেখাত ধুনীয়া, স্বাস্থ্যবান, ওখ-পাখ, পঢ়া-শুনাত চোকা, স্বভাৱ-চৰিত্ৰত কোনো মালিন্য নাই, ব্যৱহাৰত নম্ৰ-বিনয়ী-মৰমিয়াল— এনেহেন ল'ৰাৰ বাবে উপযুক্ত ছোৱালী পোৱাটো জানো সহজ? বহুত দিন ধৰি খা-খবৰ কৰি নাথাকিলে তেনে ছোৱালী জানো পোৱা যাব (অৱশ্যে জয়া কাকতিৰ দৃঢ় বিশ্বাস যে সোণপোনাৰ উপযুক্ত ছোৱালীৰ এই ভূ-ভাৰতত জন্মই হোৱা নাই, কিন্তু ল'ৰাৰ যেতিয়া বিয়া পাতিবই লাগিব, সৰ্বগুণসম্পন্না ছোৱালী এজনী বিচাৰি নোপোৱাৰ দুখখিনি মানি ল'বই লাগিব।)

জয়া কাকতিয়ে তলে তলে তেনে এজনী ছোৱালীৰ সন্ধানত ফুৰিবলৈ ধৰিলে। গিৰীয়েক অপদাৰ্থ ব্যক্তি, গতিকে তেৰেঁ মাইকী চান্দ সদাগৰ হ'ব লাগিব। আজিকালি তেওঁ বেছি সামাজিক হ'ল— সকলোতে তীক্ষ্ণ চকুৰে 'বেউলা' এজনীৰ সন্ধানত ফুৰিবলৈ ধৰিলে। নিজেতো নিজেই— জীয়েককেইজনীকো সেই কামত লগাই দিলে— অৱশ্যে জীয়েকৰ বাবে দৰাৰ সন্ধান দিয়া আমেৰিকাৰ অসীমাক বাদ দি। আমেৰিকাত থকা ল'ৰালৈ ছোৱালী বিয়া দিব পাৰি—তেনে ল'ৰাক ইয়াত থকা ল'ৰাৰ তুলনাত বেছি সুপাত্ৰ বুলিয়েই ধৰিব পাৰি, কিন্তু তাত থকা ছোৱালী? অসম্ভৱ। বেটীহঁত একো একোজনী মেমেই হ'ব, আচাৰ-বিচাৰ নমনা, গুৰু-গোসাঁই নমনা দাংকাটি ছোৱালী হ'ব। তেনে ছোৱালীৰ লগত বিয়া পতাতকৈ সেই মাধুৰী বোলা ছোৱালীজনীৰ লগতে বৰং বিয়া পতা ভাল।

সোণপোনাহঁতৰ ঘৰৰ সমুখেদি আৰু তলেদিও যিটো ৰাস্তা গৈছে, সেইটোৱে সেই অঞ্চলৰ ঘাই আলি। সেই আলিৰ সিটো দাঁতিৰ ঠাইখিনি সমতল, তাত প্ৰথমতে বেছি ঘৰ-দুৱাৰ নাছিল, সোণপোনাহঁতৰ পাহাৰীয়া ঠাইখনতকৈ অৱশ্যে কম সেৰেঙা আছিল। তথাপি সেৰেঙা আছিল ঠিকেই। কিন্তু এতিয়া নানা ধৰণৰ ঘৰেৰে সেই খালী ঠাই পূৰ্ণ হৈ যাবলৈ ধৰিছে। সোণপোনাহঁতৰ ঘৰটোৰ মুখামুখিকৈ থকা ঠাইডোখৰো খালী হৈ আছিল, কিন্তু আজি প্ৰায় এবছৰমান আগৰ পৰা তাত ঘৰৰ খুঁটা পুতি দ্ৰুতগতিত ঘৰ এটা বান্ধিবলৈ আৰম্ভ কৰা হৈছিল— এদিন শেষো হৈছিল আৰু মালিক আহি সপৰিয়ালে তাত থাকিবলৈও লৈছিল। সোনকালে শেষ হোৱাৰ কাৰণ হ'ল, ঘৰটো যথেষ্ট সাধাৰণ, বেৰবোৰৰ বাহিৰৰ পিনে প্লাষ্টাৰ কৰিলেও ৰং হ'লে দিয়া নহ'ল। হৰিহৰ দাসহঁত অৰ্থাৎ ঘৰৰ মালিক সপৰিয়ালে আহি সেই আধা বন্ধাৰ দৰে হোৱা ঘৰটোত থাকিবলৈ লৈছিল।

সৰু পৰিয়াল, দাস মানুহজন, তেওঁৰ পৰিবাৰ আৰু দুজনী ছোৱালী। ডাঙৰ ছোৱালীজনীয়ে এম এ পঢ়ি আছে, হৰিহৰ দাস ট্ৰেজাৰী অফিচৰ বিষয়া, গতিকে তেওঁ চাকৰি অনুযায়ীয়ে ঘৰটো বান্ধিছে— ডাঙৰো নহয় সৰুৰোও নহয়। পিছত যেতিয়া তেওঁৰ অশ্বিনী কাকতিহঁতৰ লগত চা-চিনাকি হৈছিল তেতিয়া সৰলভাৱে তেওঁ এই কথা কৈছিল, 'ডাঙৰ ঘৰ বন্ধাৰ সামৰ্থও নাই, প্ৰয়োজনো নাই। ছোৱালী দুজনীক যেতিয়া বিয়া দি উলিয়াই দিম তেতিয়া বুঢ়া-বুঢ়ীকনো আৰু ডাঙৰ ঘৰ কিয় লাগিব? পিছফালে দেখা যোৱা ব্ৰহ্মপুত্ৰৰ ঢৌ গণি গণি জীৱনৰ বাকী দিনকেইটা পাৰ কৰি দিম্'— কথাকেইটা কৈ হৰিহৰ দাসে ৰসিকতা কৰিহে যেন এষাৰ কথা ক'লে— তেনেকৈ ঢেক্‌ঢেকাই হাঁহিলে।

তেওঁৰ ছোৱালী দুজনীৰ নাম মাধুৰী আৰু সুৰভি। দুয়োজনীয়ে বৰ ধুনীয়া, লাহি চেহেৰাৰ। পঢ়া-শুনাতো হেনে বৰ চোকা। মাধুৰীয়ে ইংৰাজীত প্ৰথম শ্ৰেণী লৈ বি এ পাছ কৰি কটনতে এম এ পঢ়ি আছে, সুৰভিয়ে এতিয়াও বি এ পাছ কৰা নাই যদিও তায়ো বায়েকৰ পদাংক অনুসৰণ কৰি বি এত ইংৰাজীত মেজৰ লৈছে।

মাধুৰীৰ কথাটো প্ৰথমতে মাকৰ আগত উলিয়াইছিল দ্বিতীয় জীয়ৰী অণিমায়ে।

'মা, সোণপোনাৰ ছোৱালীৰ বাবে দূৰলৈ কিয় যাব লাগে, ঘৰৰ ওচৰতে দেখোন বঢ়িয়া ছোৱালী এজনী আছে। মাধুৰী বঢ়িয়া ছোৱালী, এওঁৰ বেংকৰ কলিগ্ এজনৰ মোমায়েকৰ জীয়েক। মানুহজনৰ ঘৈণীয়েকৰ লগত মোৰ বেছ বন্ধুত্ব জমি উঠিছে— আমাৰ দুয়োৰে একে দুখ। তেওঁৰ গিৰীয়েকেও অতিপাত মদ খায়। যি হওক, এবাৰ তেওঁলোকৰ ল'ৰাৰ জন্মদিনৰ পাৰ্টিত সেই ছোৱালী দুজনীক লগ পাইছিলোঁ— চকুত লগা বাবে কোন বুলি সোধাত তেওঁ নন্দেক বুলি কৈছিল। লগতে এই কথাও হাঁহি হাঁহি কৈছিল যে বৌৱেকহঁতে সাধাৰণতে নন্দেকহঁতৰ গুণ বখানিব নোখোজে, কিন্তু এই ছোৱালী দুজনী ইমানেই ভাল যে সিহঁতৰ কথা বেয়াকৈ ক'লে পাপ লাগিব। দেখাততো ভালেই, পঢ়া-শুনাতো ভাল। ইফালে ঘৰুৱা কাম-কাজতো পাকৈত, সিদিনা তেওঁৰ ল'ৰাৰ জন্মদিনৰ লুচি-ভাজি-দাইল, সকলো দুয়োজনীয়ে বনাইছে। খুব টেষ্টিও হৈছিল। স্বভাব-চৰিত্ৰও বৰ ভাল, দেখাত যেনে সুন্দৰ, মনবোৰো তেনে সুন্দৰ। মাধুৰীয়ে বোলে ভাল চেতাৰো বজায়। সিদিনা তেওঁ মোক কথাই কথাই এইদৰেও কৈছিল যে মামা শহুৰেকৰো খাৰঘুলিত মাটি এডোখৰ আছে, ঘৰএটা বন্ধাৰ কথা ভাবি আছে। ...মা, এই মাধুৰীকে দেখোন সোণপোনাৰ বাবে বিয়া কৰাই আনিব পাৰা?'

জীয়েকৰ কথা শুনি মাকৰ মুখ গহীন হৈ পৰিছিল।

'তই কি কথা ক'ব অ' অনি? সোণপোনাৰনো তেনে এঘৰ সাধাৰণ মানুহৰ জীয়েকৰ লগতহে বিয়া পাতিমনে? ঐ, আজিলৈকে সেই সৰু ঘৰটোকে পূৰাকৈ সাজি উলিয়াব পৰা নাই। তদুপৰি দুজনী মাত্ৰ ছোৱালী, ভাই-ককাই নোহোৱা ঘৰত আৰু সোণপোনাৰ বিয়াখন পাতিব পাৰোঁনে? সিয়েই বা কি ভাবিব যে লাওলোৱা ঘৰ এখনতহে তাৰ বিয়াখন পাতিব পাৰিলোঁনে? সি কি বুলি সমাজত শহুৰেকৰ ঘৰৰ পৰিচয় দিব? সোণপোনাৰ বিয়াৰ বয়স উকলি যোৱা নাই যে য'তে-ত'তে বিয়াখন পাতি পেলাম। বিচাৰি থাকিলে নিশ্চয় এদিন তাৰ উপযুক্ত ছোৱালীকে পাম। বিয়াৰ পিছত তাৰ জীৱনটোত তহঁতৰ দৰে যাতে দুখ নাথাকে সেইটো চাবই লাগিব।'

মাক-বায়েকৰ এই কথাবোৰৰ সোণপোনাই ভু নাপায়। সি কেৱল জানে যে ঘৰখনত তাৰ বিয়াৰ কথা আলোচনা-বিলোচনা যিয়েই হৈ নাথাকক কিয়, তাৰ সন্মতি বিনে কোনেও এই বিষয়ত সৰ্বশেষ সিদ্ধান্ত ল'ব নোৱাৰে। আচলতে সেই সৰ্বশেষ সিদ্ধান্তটো এক প্ৰকাৰ সি লৈয়ে থৈছে— বিয়া যদি কৰাব লাগে সেই মোহিনীকে...

যোৱা প্ৰায় বছৰৰ পৰাই সোণপোনাৰ বাইন'কুলাৰ কেৱল আকাশ-নৈ-পাহাৰ-গছ-গছনি-চৰাই-চিৰিকটি নিৰীক্ষণ কৰাতে নিযুক্ত হৈ থকা নাই, তাৰ মাজতে সি এতিয়া মাজে মাজে তলৰ ৰাস্তাৰ সিপাৰৰ অতদিনে খালী পৰি থকা ঠাইখনত যে ঘৰ এটা বন্ধা আৰম্ভ হৈছে তালৈও চাই থাকে হাতত বাইন'কুলাৰটো লৈ। মিস্ত্ৰিয়ে মূৰত কঢ়িয়াই অনা প্ৰতিটো ইটাকে যেন সি সেই শক্তিশালী যন্ত্ৰটোৰ সহায়ত দেখিবলৈ পায়, যি দুজনীমান তিৰোতাই বালি-শিল কঢ়িয়ায়, সিহঁতৰ শাৰীৰ নক্সা পৰ্যন্ত যেন সেই তীক্ষ্ণ 'চকু' দুটাৰ দৃষ্টিত স্পষ্টকৈ ধৰা পৰে।

তাৰ পিছত এদিন ঘৰ বন্ধা শেষ হ'ল আৰু তাৰ দখলিস্বত্ব ল'বলৈ ঘৰৰ মালিক সপৰিয়ালে আহিল,

ট্ৰাকত বোজাই লৈ গৃহস্থী এখন উঠি আহিল। দুই-এদিনৰ পিছত সেই পৰিয়ালৰ মানুহবোৰকে .সাণপোনাই চিনা হ'ল, মাক-দেউতাক আৰু দুজনী জীয়েক। দেখাত দুয়োজনীকে প্ৰায় সমান বয়সৰ যেন লাগিলেও কোনজনী ডাঙৰ কোনজনী সৰু বুজা যায় সিহঁতৰ পোছাকৰ পৰাই। বাহিৰলৈ গ'লে ফুৰিবলৈকে হওক বা কলেজ-বিশ্ববিদ্যালয়লৈকে হওক— দুয়োজনীয়ে শাৰী, মেখেলা-চাদৰ, ছেলোৱাৰ কামিজ আদিকে পিন্ধে যায়, কিন্তু ঘৰত এজনীয়ে স্কৰ্টব্লাউজ পিন্ধি থাকি তাক বুজাই দিয়ে যে সেইজনীয়ে সৰু।

প্ৰথমতে সোণপোনাই সিহঁতৰ চেহেৰা দুটাহে দেখিছিল, সন্দেহ নাই দুয়োজনীয়ে বৰ ধুনীয়া ছোৱালী। লাহে লাহে সিহঁতৰ যেন চাল-চলন, স্বভাব-চৰিত্ৰও তাৰ জনা হৈ গ'ল। দুয়োজনীয়ে নিশ্চয় বৰ কামিলা ছোৱালী। মানুহঘৰত কোনো বন কৰা মানুহৰ অস্তিত্ব নাই, এনেকি সিহঁতৰ ঘৰলৈ অহাৰ দৰে কোনো পাৰ্ট টাইম কাম কৰা তিৰোতাকো সি অহা দেখা নাই। সিহঁতে ঘৰৰ ভিতৰত কি কাম কৰে সি নাজানে, ও।৮ জনাত তাৰ বাইন'কুলাৰেও সহায় কৰিব নোৱাৰে, কিন্তু সিহঁতে যে লগত অনা ফুলৰ টাবকেইডালত পানী দিয়ে, ঘৰৰ যি খালী মাটি আছে তাত দেউতাকৰ লগত বাগানত কাম কৰে, ছাদত বাল্টিভৰ্ত্তি ভৰাই কাপোৰ শুকুৱালৈ লৈ যায় সেই দৃশ্যবোৰ ভালকৈ দেখে। কিন্তু যি কথাই তাক আটাইতকৈ আকৰ্ষণ কৰে সেয়া হ'ল— আবেলি পৰত ছাদত বহি ডাঙৰ ছোৱালীজনীয়ে কিতাপ পঢ়ি থকাৰ দৃশ্য। সৰু ছোৱালীজনীও ছাদলৈ আহে, কিন্তু তাই কিতাপ নপঢ়ে, ছাদতে অলপ ঘূৰা-পকা কৰি থাকে, মাজে মাজে বায়েকৰ ওচৰত বৈ দুই-এটা কথাও হয়তো কয় আৰু তাৰ পিছত তললৈ গুছি যায়। মাজে মাজে ডাঙৰজনীয়ে হাতত কিতাপখন লৈ সফাল্‌ৰ ছাদৰ হাযবালখনত আঁউজি দূৰলৈ চাই থাকে— যি দূৰণিত নৈখনৰ বাহিৰে আন একোৱে অস্তিত্ব নাই বুলি সি জানে। নৈ চোৱা ছোৱালীজনী নিশ্চয় অতি সংবেদনশীল, কাব্যিক মনৰ ছোৱালীয়ে হ'ব।

লাহে লাহে আন্ধাৰ নামি আহে, আৰু তেনেকৈ অকলশৰে থিয় হৈ নৈলৈ চাই থকা ছোৱালীজনীক সোণপোনাৰ কোনোবা ৰহস্যময়ী মায়াবিনী যেন লাগি যায়। হৈ পৰে আৰু বেছি মোহনীয়।

সোণপোনা ক্ৰমে এক নিচাগ্ৰস্ত মানুহত পৰিণত হোৱাৰ দৰে হ'ল। সি এতিয়া আবেলি তাৰ কোঠালিৰ খিৰিকীৰে হাতত বাইন'কুলাৰটো লৈ একেৰাহে নহ'লেও ছেগা-চোৰোকাকৈ ছোৱালীজনীলৈ চাই থকা হ'ল। সেই খিৰিকীখনৰ ওচৰতে সি তাৰ পঢ়া চকী-মেজ সজাই লৈছে। আগত এখন কিতাপ আৰু বাইন'কুলাৰটো লৈ বহি থকা ল'ৰাটোৱে ছোৱালীজনীৰ বিপৰীতে সেই আবেলি তেনেকৈ বাহিৰা কিতাপ নপঢ়ি ৰাতি হ'লেহে পঢ়া হ'ল। আগতে আবেলি সি কলেজৰ পৰা আহি তাৰ কোঠালীটোৰ আৰামী চকীখনত বহি পঢ়ি থাকিছিল। মাকৰ আপত্তিয়েও তাক টলাব নোৱৰা দেখি শেষত তেওঁ তাৰ আগত আপত্তি কৰিবলৈ এৰি দি দেউতাককে বকাবকি কৰিছিল যে বাপেকৰ বেয়া তেজ পুতেকৰ গালৈ আহিল, ডেকা ল'ৰাটোৱে আবেলি আবেলি বন্ধু-বান্ধৱৰ লগত আড্ডা দিয়া, ফুৰা-চকা কৰা বা আন একো ফুৰ্ত্তি-ফাৰ্ত্তা নকৰি এনেকৈ ঘৰতে বহি কিতাপহে পঢ়ি থাকিব লাগেনে? একেবাৰে বাপেকৰ বেয়া স্বভাবটো ল'লে।... নাই, সোনকালেই তাক লগৰী এজনী আনি দিব লাগিব— মনতে তেওঁ সেই কথা ভাবে, ছোৱালীৰ সন্ধান আৰু তীব্ৰ হয়।

সোণপোনাই হাঁহি হাঁহি মাকক সিদিনা এই কথা বুজাবৰ চেষ্টা কৰিছিল যে সংসাৰত কাৰো কাৰোবাৰ বাবে পঢ়ি থকাটোও একধৰণৰ 'এনটাৰটেইনমেণ্ট'। সি দিনটো কলেজত ব্যস্ত হৈ থাকে, পুৱা-পৰ্য্যন্ত পিছদিনাৰ পাঠ প্ৰস্তুত কৰি যাব লাগে— ছাত্ৰ-ছাত্ৰীক সি কেতিয়াও ফাঁকি দিব নোখোজে— গতিকে আবেলি যদি তাৰ প্ৰিয় পছন্দৰ কিতাপ নপঢ়ে আন কোন সময়তে বা পঢ়িব? দিনটো সহকৰ্মীসকলকতো লগেই পাই থাকে, তাৰ পিছত আৰু বন্ধু-বান্ধৱক লগ পোৱাৰ প্ৰয়োজন নাই। তদুপৰি দিনটো বাহিৰত থকাৰ পিছত ঘৰলৈ আহি আন বিশেষ দৰকাৰ নাথাকিলে সি ঘৰৰ পৰা ওলাব নোখোজে, ওলাবৰ মন নাযায় তাৰ।

কিন্তু এতিয়া যে আবেলি আন এটা নিচাই তাক ঘৰৰ ভিতৰত বন্দী কৰি থৈছে সেই কথা জানিলে মাকৰ বাৰু কি প্ৰতিক্ৰিয়া হ'ব? কথাটো ভাবি সোণপোনাৰ মুখত গোপন হাঁহি ফুটি উঠে।

এইদৰেই সোণপোনাৰ বাইন'কুলাৰে আজিকালি ৰাতি আকাশ চোৱাৰ বিপৰীতে আবেলি এখন বিশেষ ছাদ চোৱাতে ঘাইকৈ নিযুক্ত হৈ গ'ল। মাজে মাজে সি আবেগবিহ্বল হৈ পৰি বাইন'কুলাৰটোক চুমা এটাও

খাই দিয়ে— অ' মোৰ প্ৰিয় সংগী, তুমিয়েই মোক মোৰ প্ৰেয়সীৰ, মোৰ মোহিনীৰ সন্ধান দিলা!

সোণপোনাই ইতিমধ্যে 'মোহিনী'ৰ (সি মাধুৰীক আপোন মনৰ মাধুৰী সানি সেই নামটো দি লৈছে) বিষয়ে বহুত খবৰেই সংগ্ৰহ কৰিছিল যি তাইৰ আকৰ্ষণ উত্তৰোত্তৰ বৃদ্ধি কৰিছিল। ছোৱালীজনী এক কথাত সৰ্বগুণসম্পন্না— দেখাই-শুনাই, স্বভাৱে-চৰিত্ৰে, পঢ়াই-শুনাই সকলোতে আগত থ'ব পাৰি। এনেকি কলেজ-বিশ্ববিদ্যালয় সপ্তাহৰ সাহিত্য প্ৰতিযোগিতাতো তাই প্ৰথম-দ্বিতীয় স্থান দখল কৰি আহিছে। অ' সেয়ে তাই ইমান বাহিৰা কিতাপ পঢ়ে! এই গুণটো দেখোন তাৰ বাবে সৰ্বোৎকৃষ্ট। এনে এটা বিশেষ গুণ সি কোনোবা ছোৱালীৰ থকাটো সঁচায়ে আশা কৰা নাছিল। আঃ স্বয়ং ভগৱানেই যেন তাৰ বাবে এনে এজনী ছোৱালী সৃষ্টি কৰি থৈছে। ওঁহো নহয়, বাইন'কুলাৰেই তাৰ প্ৰেয়সীক বিচাৰি উলিয়ালে, কোনো ভগৱানে নহয়, আকৌ বাইন'কুলাৰটোক সি চুমা খায়।

সোণপোনাই ঠিক কৰিলে যে এইবাৰ গৰিমা আহিলে তাইক তাৰ মোহিনীৰ কথা ক'ব— মাকক ক'বলৈ তাৰ লাজ লাগিব, গতিকে গৰিমাৰ হতুৱায়ে ক'ব। মাকে আৰু মিছাকৈ তাৰ ব'বে ছোৱালী বিচাৰি হায়ৰাণ হ'ব নালাগে। তাই ৰাংঢালী ছোৱালী, শৰতৰ লগত বিয়াখনেও এতিয়াও বায়েকহঁতৰ দৰে তিতা-কেঁহা খুওৱা নাই, গতিকে তাইৰ বিয়াৰ আগৰ ধেমেলীয়া স্বভাৱ এতিয়াও যোৱা নাই। তাই নিশ্চয় মাকক এইদৰে ক'ব— 'তুমিনো সোণপোনাৰ বাবে ছোৱালী বিচাৰি কিয় চাৰিওপিনে চলাথ কৰিছা হে? তোমাৰ ল'ৰাই যে এজনীক ইতিমধ্যে মন-প্ৰাণ সঁপি দি থৈছে তুমি জানানে? আৰু মা, মজাৰ কথাটো কি জানা? মাক হৈ বা বায়েক হৈ তুমি আমি আজিলৈ ছোৱালী এজনী বিচাৰি উলিয়াব নোৱৰা কামটো তাৰ বাইন'কুলাৰটোৱে কৰি দিলে।'

পিছে গৰিমা অহাৰ আগতেই সিহঁতৰ ঘৰলৈ আগতে আহিল সুৰভি আৰু তাইৰ মাক। হাতত এখন বিয়াৰ চিঠি।

'আপোনালোকৰ ওচৰলৈ অহা কেইমাহমান হ'লেই, আজিলৈকে চিনা-পৰিচয়হে হোৱা নাই। ঘৰৰ কামৰ পৰা আজৰি হৈ ওলাবকে নোৱাৰোঁ, তাতে ছোৱালী দুজনীও কলেজলৈ ওলাই যায়, গৃহস্থও অফিচলৈ ওলাই যায়... অ' আমাক বোধহয় চিনিবকে পৰা নাই, ৰাস্তাটোৰ সিপাৰে আপোনালোকৰ মুখামুখিকৈ যিটো নতুন ঘৰ বন্ধা হৈছে, সেইটোৱে আমাৰ। ...কথাটো হ'ল ডাঙৰ ছোৱালীজনীৰ বিয়া পাতিছোঁ, তাঁলৈকে নিমন্ত্ৰণ কৰিবলৈ আহিছোঁ, হয়, এইয়ে সৰু, সিজনী ডাঙৰ। আমাৰ সেই ছোৱালী দুজনীয়ে ... নক'ব বুজিছেনে, হঠাতে বিয়াখন পাতিব লগা হ'ল। ল'ৰাজনে আমেৰিকাত চাকৰি কৰে, ডাক্তৰৰ চাকৰি। খবৰ-খাতি লৈ ল'ৰাটো ভাল বুলিয়েই শুনিছোঁ, দেখিও, কথা-বতৰা পাতিও আমাৰ পছন্দ হ'ল। ল'ৰাৰ ঘৰৰ পৰাই ধৰিলে, নহ'লেনো এম এটো শেষ নকৰাকৈ ছোৱালীৰ বিয়াখন পাতোঁনে? হওঁতে এম. এটো দিবলৈ ছোৱালীক পঠাই দিব বুলি কৈছে, তেওঁলোকেও জানে যে আমাৰ ছোৱালী পঢ়াত বেয়া নহয়। ৰাজী হৈ গ'লোঁ দিয়ক, আমাৰ অৱস্থাৰ মানুহৰ বাবে এনে ল'ৰা পোৱা মানে হাততে চন্দ্ৰ ঢুকি পোৱা ... ল'ৰা-ছোৱালীহালেও কথা-বতৰা পাতি পৰস্পৰে পৰস্পৰক পছন্দ কৰিছে— সেইটোৱে আমাৰ বাবে ঘাই কথা....'

সোণপোনাই মেজত থকা বাইন'কুলাৰটোলৈ চাই ৰ'ল। আজি তাৰ সেইটো চুবলৈকে ভয় লাগিছে, সেই ক'লা যন্ত্ৰটো যেন চকুৰে দূৰৈৰ বস্তু স্পষ্টকৈ দেখা আহিলা নহয়, মানুহ হত্যা কৰা এটা ক'লা পিষ্টলহে।

পিছে এতিয়া সি চুবলৈ ভয় কৰিলে কি হ'ব— ইতিমধ্যেই সেই মাৰাত্মক অস্ত্ৰটোৱে ঘৰখনৰ সকলোৰে অগোচৰে গোপনে তাক হত্যা কৰি থৈ যোৱা নাই?

(গৰীয়সী)

# বৰানী বুঢ়ীৰ ক্ষোভ

বৰানী বুঢ়ীয়ে এই বুঢ়া বয়সত প্ৰয়াত মাক-দেউতাকৰ বিৰুদ্ধে মনে মনে প্ৰবঞ্চনাৰ বাবে ক্ষুব্ধ হৈ উঠিছিল। গোটেই জীৱনটোৱে পাৰ হ'ল— কিন্তু শিক্ষা-দীক্ষা নোপোৱা বাবেতো আজিৰ দৰে কেতিয়াও মাক-দেউতাকৰ বিৰুদ্ধে ক্ষোভিত হৈ উঠা নাছিল। টিহু অঞ্চলৰ এখন অতি পিছপৰা গাঁও ধনৰা, তাৰ একপ্ৰকাৰ ধনী খেতিয়ক বলেন কলিতাৰ জীয়ৰী দেৱযানী, দেৱযানী কলিতা, এতিয়া দেৱযানী বৰা, চুবুৰীয়া কিছুমান কম বয়সীয়াৰ বাবে বৰানী বুঢ়ী, সেই মানুহজনীয়ে এতিয়া আক্ষেপ কৰে কিয় তেওঁক মাক-দেউতাকে পঢ়া শুনা নিশিকালে। হয়, তেওঁ পাঠশালালৈ গৈছিল, কিন্তু সেই গাঁৱত তাৰ বাহিৰে আন আৰু কোনো স্কুল নাই বাবে তেওঁ কোনোমতে পাঠশালা পাছ কৰাৰ পিছত অনতি দূৰৈৰ গাঁৱৰ এম ভি স্কুললৈ তেওঁক আৰু পঢ়িবলৈ পঠোৱা নহ'ল।

মাক-বাপেকে ছোৱালীক তাতকৈ আৰু বেছি পঢ়ুৱাৰ কোনো আৱশ্যকতাও অনুভৱ নকৰিলে, ছোৱালী মানুহৰ তাতকৈ আৰু বেছি পঢ়াৰ দৰকাৰ কি, ক'তোতো মাষ্টৰণী হ'বলৈ নাযায়, বিয়াই হৈ যাব, গতিকে সুকলমে সংসাৰ চলোৱাৰ সুশিক্ষা দিলেই হ'ল। দেৱযানীৰ মাকেতো কোনোদিন স্কুলতো ভৰি দি পোৱা নাছিল, কিন্তু ক-খ নজনা ছোৱালীজনীয়ে শাহু-শহুৰ, দেওৰ-ননদেৰে ভৰপূৰ সংসাৰখনলৈ বৰ-বোৱাৰী হৈ আহি অতি সুদক্ষতাৰে সংসাৰখন চলাই নিয়া নাইনে? সংসাৰৰ কত গধুৰ দায়িত্ব কান্ধ পাতি ল'লে, শহুৰেক-শাহুৰেকৰ যথাযথ শুশ্ৰূষা কৰিলে, স্বামী সেৱা কৰিলে, দেওৰেক-ননদেকহঁতৰ বৌৱেকৰ ভূমিকাও যথাযথ পালন কৰিলে, সিহঁতৰ বিয়া-বাৰু দিয়াৰ পৰা পিছত একান্নবৰ্তী পৰিয়ালত জাকহঁতকো ভনীয়েকৰ দৰে জ্ঞান কৰি, সিহঁতৰ ভুল-ত্ৰুটি হ'লে শাসনেৰে, মৰমেৰে ঠিক পথে পৰিচালিত কৰি সংসাৰখন নভগাকৈ নাৰাখিলে? সংসাৰত শান্তি, শৃংখলা বজাই নাৰাখিলেনে। এই দক্ষতা তেওঁনো কোন পুথি- পাঁজি পঢ়ি আহৰণ কৰিলে?

নাই, নাই, সংসাৰ চলাবলৈ পণ্ডিতনী হোৱাৰ দৰকাৰ নাই, হিচাপ-তিচাপ ৰাখিবলৈ, কাৰোবালৈ চিঠি এখন লেখিবলৈ পাঠশালাৰ শিক্ষাই যথেষ্ট।

কিন্তু পাঠশালাৰ শিক্ষা যে যথেষ্ট নহয়, বিশেষকৈ গাঁৱৰ পাঠশালাৰ পণ্ডিতৰ পৰা পোৱা শিক্ষা যে যথেষ্ট নহয়, সেই কথা বৰানী বুঢ়ীৰ ক্ষেত্ৰত প্ৰমাণ হৈ গৈছিল। তেওঁ বজাৰৰ সামান্য হিচাপতো ভুল কৰিছিল, বজাৰৰ বস্তুৰ তালিকাত বাক্য গঠন, বানান আদিত যি পৰ্বত-প্ৰমাণ ভুলৰ নমুনা দেখুৱায়, সি তেওঁৰ স্বামী ধীৰেশ্বৰ বৰাক সদায়ে আমোদৰ খোৰাক যোগাইছিল, সদায়ে তেওঁ যাক কয় 'গোঁফৰ তলত' মিচিককৈ হাঁহিছিল (ধীৰেশ্বৰ বৰাৰ পিছে সেই কথাষাৰ আক্ষৰিকভাৱে প্ৰমাণ কৰিবলৈ সঁচায়ে একোছা গোঁফ আছিল। আৰু সেই গোঁফকোছা ইমান মোটা আৰু এডালো নোম অবিন্যস্ত নোহোৱাকৈ ইমানেই সযতনে পালিত যে তেওঁৰ গল্প-উপন্যাসৰ পাঠকে কোৱাকুই কৰে যে ধীৰেশ্বৰ বৰাই তপামূৰৰ চুলিৰ অভাব পূৰাবলৈ ভগবানৰ ওপৰত একপ্ৰকাৰ প্ৰতিশোধ ল'বলৈকে যেন সেই বিৰাট গোঁফকোছা ৰাখিছে। বিশ্বসাহিত্যৰ খবৰ ৰখা পাঠকে এই কথাও কয় যে ৰাছিয়ান লেখক গগোলৰ কোট চোলাৰ তলৰ পৰা ৰাছিয়ান চুটিগল্পৰ জন্ম হোৱাৰ দৰে, ধীৰেশ্বৰ বৰাৰ ক্ষেত্ৰত তেওঁৰ গোঁফকোছাৰ তলৰ পৰাই গল্প-উপন্যাসৰ জন্ম হয়— অৱশ্যে তেওঁৰ নিজৰহে, ভাৰতৰতো নহয়েই অসমৰো নহয়। অ' এৰা, বৰানী বুঢ়ীৰ, অশিক্ষিতা বৰানী বুঢ়ীৰ গিৰিয়েকজন অসমৰ এজন নামী সাহিত্যিকেই আছিল যদিও তেওঁক গগোলৰ দৰে অসমৰ গল্পৰ পিতৃ-পুৰুষ বুলি ক'ব নোৱাৰি।

তথাপি তেওঁৰ সংসাৰখন চলি গৈছিল, সুকলমেই চলি গৈছিল। কামৰ বিভাজনৰ মাজেৰে চলি গৈছিল— গিৰিয়েকে চাকৰি কৰে, সাহিত্য চৰ্চা কৰে, মাজে-সময়ে মেল-মিটিং কৰে। ঘৈণীয়েকে ঘৰ চলায়, ল'ৰা-ছোৱালীক জন্ম দিয়ে বা দিছিল আৰু পিছত সিহঁতক ডাঙৰ-দীঘল কৰিছিল অৰ্থাৎ এগৰাকী মাক হিচাপে কৰিবলগীয়া কৰ্তব্য কৰিছিল।

ধীৰেশ্বৰ বৰাক লৈ বৰানীৰ আপত্তি কৰিবলগীয়া একো নাছিল, হয়, মানুহজনে তেওঁক সংসাৰৰ কামত কোনো ধৰণৰ সহায় কৰি দিয়া নাছিল। কিন্তু দিয়ে কেনেকৈ, চাকৰি কৰাৰ উপৰি আকৌ লেখা-পঢ়াৰ কাম কৰে— অৰ্থাৎ দুটা কাম কৰে, কিন্তু তেওঁ এটা কামহে কৰে, কেৱল সংসাৰ চলায়, সেই সংসাৰ চলোৱাটো

আকৌ এনে কাম যে তাৰ পৰা তেওঁ এটা পইচাও উপাৰ্জন কৰিব নোৱাৰে, গতিকে সকলো কথাৰ বাবেই উপাৰ্জনশীল গিৰীয়েকৰ মুখলৈ চাব লাগে— গিৰীয়েকেই অন্নদাতা, গিৰীয়েকেই আশ্ৰয় দাতা— এক কথাত তেওঁৰ ভৰণ-পোষণৰ সম্পূৰ্ণ ভাৰটো গিৰীয়েকৰে। গতিকে স্বামীৰ ওপৰত এনেকৈ ওলমি খোৱা মানুহজনীয়েনো আৰু স্বামীৰ পৰা সাংসাৰিক কামত সহায় আশা কৰিব পাৰেনে, বা কৰা উচিতনে?

নাই, নাই, স্বামীৰ বিৰুদ্ধে তেওঁৰ কোনো অভিযোগ নাই, বৰং স্বামীক লৈ তেওঁৰ অন্তৰত অহৰহ এক গৰ্বৰ ভাব জাগি থাকে। তেওঁৰ লগৰ চহৰৰে হওক বা গাঁৱৰে হওক— কেইজনী ছোৱালীৰ স্বামীৰ কথা আৰু ফটো এনেকৈ কিতাপ-কাকতত প্ৰকাশ পায়? কেইজনীৰ স্বামীয়ে এনেকৈ সভা-সমিতিত সভাপতি, মুখ্য অতিথি হিচাপে নিমন্ত্ৰণ পায়। (এই মুখ্য অতিথি শব্দটো মনলৈ আহিলেও বৰানী বুঢীয়ে এই বুঢ়া বয়সতো লাজতে জিভা কামুৰি ধৰে। এবাৰ তেওঁ পোষ্টকাৰ্ডত দেউতাকলৈ লেখা এখন চিঠিত গিৰীয়েকক যে প্ৰায়ে সভাপতি, মুখ্য অতিথি কৰি মাতি নিয়ে সেই কথা গৰ্বৰে লেখিছিল— সভাপতিৰ 'তি'ত দীৰ্ঘ-ইকাৰ লগাই আৰু মুখ্য অতিথি লিখিছিল 'মুখ্খ অতীথী'ৰ এই বানানেৰে। অফিচলৈ যাওঁতে চিঠিখন গিৰীয়েকক ডাকত দিবলৈ দিয়াত তেওঁ আগে-পিছে কৌতূহলতে হওক বা 'চেঞ্চৰ' কৰিবলৈকে হওক ঘৈণীয়েকৰ চিঠিত চকু ফুৰোৱাৰ দৰে সিদিনাও চকু ফুৰাইছিল— লেখিবৰ কথা নাথাকে বুলি ঘৈণীয়েকে সদায় চুটিকৈ পোষ্টকাৰ্ডতে চিঠি লেখে, সদায়ে নিশ্চয় বাৰে পাছিমান ভুল আৱিষ্কৃত হয়েই আৰু তেওঁ নিশ্চয় গোঁফৰ তলতে মিচিকিয়াই হাঁহি এটা মাৰি কথাটো তাতেই এৰে। কিন্তু সিদিনা তেওঁ চিঠিখনত চকু ফুৰাই গিৰ্জনি হাঁহি মাৰি ঘৈণীয়েকক চিঞৰিছিল— 'হেৰা, মোক 'মুখ্খ অতীথী' নবনাই 'মূৰ্খ' অতিথিকে নবনালা কিয় হে? ...' দেৱযানীৰ সিদিনা লাজতে কাণ-মূৰ ৰঙা হৈ উঠিছিল আৰু বোধহয় সেইবাবেই প্ৰথমবাৰৰ বাবে তেওঁক ভালকৈ নপঢ়ুৱাৰ বাবে মাক- দেউতাকৰ বিৰুদ্ধে অভিযোগৰ বীজটো হিয়াত প্ৰোথিত হৈছিল।

যি হওক, জীৱনটো এনেকৈ সুখে-দুখে একৰকম ভালেৰেই পাৰ হৈ গ'ল বুলি ক'বই লাগিব। স্বামীৰ বিৰুদ্ধে সঁচায়ে তেওঁৰ মনত কোনো অভিয়োগ নাই হয়, সংসাৰখন তেওঁ অকলেই চলাব লগা হ'ল— পাঁচটা সন্তানক জন্ম দি প্ৰতিপালন কৰি কৰি, স্বামীৰ যতন লোৱাকে আদি কৰি সংসাৰৰ সহস্ৰ কামৰ মাজেৰে এই সুদীৰ্ঘ কালছোৱা কেনেকৈ যে পাৰ হৈ গ'ল তেওঁ তৰ্কিবই নোৱাৰিলে— এদিনলৈও যেন নিজৰ কথা ভাবিবৰ অৱসৰ নাপালে। ল'ৰা দুটাৰ পঢ়া-শুনা শেষ হ'ল, ডাঙৰ ল'ৰাটোৱে বিদেশত চাকৰি পালে, সৰুটোৱে অসমত চাকৰি পালে, ডাঙৰ ছোৱালী দুজনীৰ বিয়া হোৱাৰ পিছত ডাঙৰ ল'ৰাৰো বিয়া হৈ গ'ল— মুঠতে সংসাৰৰ সিংহভাগ বোজা পাতলিয়েই গ'ল। বিয়াৰ ক্ষেত্ৰত দায়িত্ব আছে সৰু ল'ৰা অনুপ আৰু ছোৱালী দীপাৰ। সিহঁতৰ বাবেও বৰ চিন্তা নাছিল দেৱযানী বৰাৰ,— অনুপে ভাল চাকৰিতে সোমাইছে, দীপাতো দেউতাকৰ সাহিত্যিক ভাষাত— যাৰ ঘৰলৈকে যাব তাইৰ দীপান্বিতা (দীপাৰ ভাল নাম) নামৰ সাৰ্থকতা কৰি সেই ঘৰ উজ্জ্বলাই তুলিব।

হয়, দীপাৰ চেহেৰাৰ সৌন্দৰ্যত এনে এক উজ্জ্বলতা আছে যে তাইৰ ৰূপৰ সেই প্ৰভাৰ আগত আন ধুনীয়া ছোৱালীবোৰো যেন ম্লান পৰি যায়। চুবুৰীয়াই কোৱাকুই কৰিছিল যে ধীৰেশ্বৰ বৰা বৰ ভাগ্যবান মানুহ— বিধাতাই বৰ প্ৰসন্নমনে তেওঁক সন্তানৰ ঘৰ দিছে— দান আৰু পুণ্য দুয়োটাৰ বাবেই ল'ৰা-ছোৱালী সন্তান দিছে। নিজে দেখাত এজন অশুৱনি মানুহ, কিন্তু ঘৈণীয়েক হ'ল দিপ্‌লিপ্— পিছে জীয়েক তিনিওজনী যে দিপ্‌লিপ্ হ'ল— কম কথানে? আনহাতে ল'ৰা দুটা তেওঁৰ দৰেই দেখাত এলাগী, কিন্তু পঢ়া-শুনাত হ'লে চোকা। এনে সৌভাগ্য কেইজন পিতৃৰ হয়, আনহে নালাগে অসমৰ কেইজন সাহিত্যিকৰ এনে সুখৰ সংসাৰ আছে? গতিকে বিধাতাই অকৃপণ হাতেৰে তেওঁক দান দিয়া বুলি ক'লে জানো অতিৰঞ্জন কৰা হ'ব? ইফালে ছোৱালী কেউজনীওতো অশিক্ষিতা হোৱা নাই, বি এ, এম এই পাছ কৰিছে। সঁচায়ে, ধীৰেশ্বৰ বৰাৰ ভাগ্যই ভাগ্য, ছোৱালী সুন্দৰী আৰু শিক্ষিতা হোৱা বাবে (কেৱল পঢ়া-শুনাতেতো নহয়, অতি কামিলা মাকৰ সুশিক্ষা পাই আটাইকেউজনী ঘৰুৱা কামতো পাকৈত হৈছে) ভাল ভাল দৰা আহি চিলাই থপিওৱাদিয়ে যেন ছোৱালী দুজনীক থপিয়াই লৈ গ'ল, পাৰিলে সৰুজনীকো নিয়ে— পিছে বি এটোত মাত্ৰ নাম লগাইছেহে— ইফালে তাই হ'ল পেটমোচা জী। প্ৰথম দুজনীক দি উঠিলে, সেইবাবে এতিয়াই সৰুজনীক উলিয়াই দিব খোজা নাই— এনে নানা কথা বিনয়েৰে কৈ

ধীৰেশ্বৰ বৰাইঁতে নানা পাণিপ্ৰাৰ্থীৰ সেই 'পাণি'বোৰত দীপাৰ হাত অৰ্পণ নকৰাকৈ ইমান দিনে চলি আহিছে।

ধীৰেশ্বৰ বৰাই পিছত হাঁহি হাঁহি ঘৈণীয়েকক কৈছিল— 'তোমাৰ ছোৱালীৰ বাবে দেখিছোঁ— আগৰ দিনৰ নিচিনাকৈ স্বয়ম্বৰ সভা এখনকে পাতিব পাৰি, মোৰ 'ৰাজকন্যা' আইকেজনীৰ বাবে আন নহ'লেও অসমৰ চাৰিও দিশৰ পৰাই নানা 'ৰাজপুত্ৰ' আহি ভিৰ কৰিবহি ...'

আন এটা ধেমালিও তেওঁ কৰিছিল, কিন্তু সেই ধেমালিটো কৰিছিল লগৰ সাহিত্যিক বন্ধুৰ আগত, তেওঁৰ অশিক্ষিতা, বাৰ্ণাৰ্ড শ্বক খায়েই নে কাণতে পিন্ধে সেই কথা নজনা ঘৈণীয়েকৰ আগত নহয়। ধীৰেশ্বৰ বৰাই সেই ধেমালিটো কৰোঁতে লগত অলপ গৌৰৱ মিহলিও হৈ আছিল। তেওঁ কৈছিল—

বাৰ্ণাৰ্ড শ্বৰ সেই কাহিনীটো জানে নহয়? সেই যে এজনী অভিনেত্ৰীয়ে নে কি সুন্দৰী মহিলাই তেওঁক বিয়াৰ প্ৰস্তাৱ দি কৈছিল— আমাৰ ল'ৰা-ছোৱালী হ'লে সিহঁতে আপোনাৰ ব্ৰেইন আৰু মোৰ বিউটি পাই কি জাকতজিলিকা হ'ব ভাবকচোন আৰু তেতিয়া 'উইটি' শ্বই টপৰাই যে কৈছিল— কিন্তু আপোনাৰ ব্ৰেইন আৰু মোৰ বিউটি পালে কি কিম্ভূত-কিমাকাৰ হ'ব সেই কথাও ভাবকচোন ... পিছে মোৰ ক্ষেত্ৰত হ'লে, সেই দুৰ্ভাগ্য নহ'ল, ছোৱালীইঁতে ভগবানৰ আশীৰ্বাদত মাকৰ বিউটি আৰু মোৰ ব্ৰেইন ঠিকেই পালে আৰু ল'ৰাইঁত, সিহঁত ধুনীয়া নহ'ল নাই, ল'ৰাৰ ৰূপৰ কি প্ৰয়োজন, বুদ্ধিমানহে হ'ব লাগে, সেয়া সিহঁত হ'ল ...'

বন্ধুসকলক এইখিনি কোৱাৰ পিছত তেওঁৰ মনলৈ এই কথাটোকে লৈ অলপ সজাই-পৰাই গল্প এটা লিখাৰ আইডিয়া এটায়ো খেলি গৈছিল আৰু পিছত সঁচায়ে তেওঁ সুন্দৰ গল্প এটাই লিখি পেলাইছিল। আচলতে মানুহে তেওঁৰ গোঁফকোছাৰ তলৰ পৰাই গল্প ওলায় বোলা কথাষাৰ সঠিক নহয়, সঠিক কথা হ'ল তেওঁৰ পৰিয়ালটোৱেহে তেওঁক বহুতো গল্প লেখাৰ সমল যোগাই আহিছে। ড° ভবেন্দ্ৰ নাথ শইকীয়াই তেওঁৰ 'জীৱনৰেখা'ত লিখি থৈ গৈছে— ১৯৮৩ চনৰ পৰা ১৯৯০ চনলৈ লেখা ডায়েৰীৰ দৈনন্দিন জীৱনৰ সাধাৰণ কথাবোৰৰ কিছুমান পাঠকে নাজানিলেও কোনো ক্ষতি নাই, কিন্তু সেই সাধাৰণ কথাবোৰৰ কিছুমানে তেওঁৰ চিন্তাধাৰা, তেওঁৰ মনৰ ওপৰত প্ৰভাৱ পেলাইছে। সন্দেহ নাই তেওঁৰ সৃষ্টিকৰ্মতো সেইবোৰে প্ৰভাৱ পেলাইছে। একেদৰে ধীৰেশ্বৰ বৰাৰো সৃষ্টিত তেওঁৰ পৰিয়াল, সিহঁতৰ লগত তেওঁৰ জীৱন-যাপনৰ ঘটনাই প্ৰভাৱ পেলাইছে। এবাৰ ঘৈণীয়েকক লৈয়ো তেওঁ এটা গল্প লেখিছিল, সমালোচকে গল্পটো বৰ হৃদয়স্পৰ্শী হোৱা বুলিও লেখিছিল।

গল্পটো আছিল এনে ধৰণৰ— এবাৰ এজন সাহিত্যিকে হঠাতে কাষতে পোৱা কেইখিলামান ফটা-ছিটা কাগজতে লৰালৰিকৈ খচৰা এটা কৰি মেজত থৈ একে লৰালৰিৰে গা ধুই ঘৈণীয়েকে সযতনে বাঢ়ি দিয়া সুস্বাদু ভাত-আঞ্জা নাকে-মুখে গুজি কলেজলৈ গ'লগৈ— তেওঁ এখন কলেজৰ অধ্যাপক। এনেকৈ লেখাৰ পৰা উঠি কলেজলৈ যাবলগীয়া হ'লে তেওঁৰ বৰ খং উঠে— লেখাৰ আঁতেই ছিগি যায়। কিন্তু কি হ'ব, তেওঁ তিক্ততাৰে ভাবে— এই 'অচম' মুলুকত তেওঁকতো তেওঁৰ সাহিত্য-কৰ্মৰ আৰ্জনে দাইল-ভাতকেইটা বাদেই, শুদা ভাতকেইটাৰো যোগান ধৰিব নোৱাৰে, গতিকে চাকৰি এটা কৰি পেটৰ ভাত মোকলাবই লাগিব, গতিকে কৰ এই চাকৰি। পিছে তেওঁ অসমীয়া সাহিত্যৰ অধ্যাপক, বৰ খাটনি নাই। মাজে মাজেতো কলেজলৈ নোযোৱাকৈও থাকেই— এনেকৈ খতি কৰা কথাটো— পুনৰ তেওঁ 'অচম মুলুক' শব্দটো ব্যৱহাৰ কৰিছিল—অচম মুলুকত বৰ সাধাৰণ কথা, তেনেকৈ অপৰাধ বুলি গণ্য কৰা নহয়। আৰু কোনোবাই অৰ্থাৎ ভাল ছাত্ৰই তেনেকৈ ভাবি তেওঁক মনে মনে অভিসম্পাত দিলেও সেইবোৰ ছাই হৈ সময়ৰ বতাহত উৰি হেৰাই যাব, থাকিব কেৱল তেওঁৰ লেখা, তেওঁৰ গল্প-উপন্যাস।

যি হওক, সিদিনাও তেওঁ কলেজলৈ নগৈ ঘৰতে বহি থাকি গল্পটো লেখি হয়তো শেষ কৰিব পাৰিলেহেঁতেন, কিন্তু আগদিনাও তেওঁ কলেজ ক্ষতি কৰিছে, তদুপৰি আজি গল্পটো লেখা ইমান জৰুৰীও নহয়— পূজা বা বিহু আদি নাই যে সেই উপলক্ষে প্ৰকাশ পাবলগীয়া বিশেষ আলোচনীবোৰৰ সম্পাদকসকলে লেখাৰ বাবে তাগিদা দি আছে। আজি ধীৰেশ্বৰ বৰাৰ মনত গল্পটোৰ ভাব খেলালে ৰাতিপুৱাতে ঘৈণীয়েকে কৰা এটা কামত। সঁচায়ে তেওঁ নিজেও আগদিনা ৰাতি এখন উবলি যোৱা ফটা কাগজত গল্প এটাৰ ভাব মনলৈ অহাত তাক খুলমূলকৈ লেখি ৰাখিছিল— ওচৰত ভাল কাগজ বিচাৰি নাপাই এলাহতে বহুত পৰা উঠি নগৈ সেইখনতে লেখি ৰাখিছিল। পিছে পুৱা গা-পা ধুই চাহ-তাহ খাই গল্পটো লেখিবলৈ আৰম্ভ কৰিব খুজি সেই কাগজডোখৰ আৰু বিচাৰি নাপালে। ঘৈণীয়েকক সোধোঁতে তেওঁ ভয়ে ভয়ে কৈছিল যে পুৱাতে উঠি ঘৰ-দুৱাৰ চাফা কৰোঁতে সিঁৰীয়েকৰ টেবুলো একেদৰে চাফা

কৰিবলৈ আহি সেইখন কিবা নলগা ফটা কাগজ বুলি পেলাই দিলে।

ধীৰেশ্বৰ বৰাই দেৱযানীক গালি নাপাৰিলে, কিন্তু সদায়ে কৰি অহাৰ দৰে তীব্ৰ ব্যংগ-বাণ এডাল নিক্ষেপ কৰিলে— 'তোমাক সদায় কওঁ, এজনী বনকৰা ছোৱালী ৰাখা। তেতিয়া হ'লে তাইহে মোৰ টেবুল চাফা কৰিবলৈ আহিলহেঁতেন আৰু সেই কাগজখন পেলাই নিদিলেহেঁতেন। তোমাৰ দৰেতো আৰু গোটেই মূৰটোতে গোবৰ ভৰি থকা মূৰ কাৰো হ'ব নোৱাৰে, গতিকে তায়ো সেইখন দৰকাৰী নে অদৰকাৰী কাগজ সেই কথা বুজি পালেহেঁতেন ... যোৱা, থিয় হৈ কি চাই আছা, তুমি যি কামৰ বাবে যোগ্য তাকে কৰাগৈ, মোৰ দহটাত ক্লাছ, সোনকালে ভাত লাগিব— কোনদিনা মোৰ কেই বজাত ক্লাছ আৰম্ভ হয়, মাত্ৰ এটা সপ্তাহৰ সেই হিচাপটোওতো আজিলৈ মনত ৰাখিব নোৱাৰিলা ...'

পিছে ধীৰেশ্বৰ বৰাই তেওঁৰ গল্পটোৰ তেনে সামৰণি মৰা নাছিল, তেওঁ লিখিছিল যে সাহিত্যিকজনে কলেজৰ পৰা আহি দেখিলে যে টেবুলত তেওঁ ফটা-চিটা কাগজত লেখা গল্পৰ খচৰা টুকুৰাকেইটা নাই। সেইবোৰ ঘৈণীয়েকে বেয়া কাগজ বুলি লেতেৰা টেবুলখন চাফা কৰি থ'বলৈ যাওঁতে (গিৰীয়েকৰ প্ৰতি যত্নৰ সদায়ে পৰাকাষ্ঠা দেখুওৱা মানুহজনীয়ে বিশৃংখল গিৰীয়েকৰ সকলো বস্তুকে চিজিল লগাই থোৱাৰ দৰে সিদিনাখনো টেবুলখন চাফা কৰি পেলাইছিল যাতে গিৰিয়েকে আহি এখন পৰিপাটি টেবুলত লেখা-পঢ়াৰ কাম কৰিব পাৰে) পেলাই দিয়া বুলি শুনি সাহিত্যিকে বিৰাট তৰ্জন-গৰ্জন আৰম্ভ কৰি দিছিল— 'তুমিনো বান্দৰ হৈ কেনেকৈ নাৰিকলৰ মোল বুজিবা, অশিক্ষিতা গাঁৱলীয়া ক'ৰবাৰ। মোক জ্বলাই মাৰিলা, মই কি লিখিছোঁ, মোৰ লেখাৰ কি মূল্য তাক তোমাৰ গোবৰৰ পাচিৰে ভৰা মূৰটোৰে কেনেকৈ ভাবিব পাৰিবা। আজি মোৰ কি সৰ্বনাশ কৰিলা সেই কথাটো বুজাৰ সামান্য বুদ্ধিখিনিওতো তোমাৰ নাই— ইত্যাদি নানা গালি-শপনি পৰাৰ মাজতে গিৰিয়েকৰ হাজাৰ কদৰ্থনায়ো কোনোদিনে মুখত টু শব্দটো নুলিওৱা মানুহজনীয়ে নীৰৱে তাৰ পৰা আঁতৰি গৈছিল আৰু কিছু সময়ৰ পিছত পৰম যত্নেৰে বুকুত কেঁচুৱা এটাক সাৱটি অনাৰ দৰে কেইটুকুৰামান ফটা কাগজ সাৱটি আনি গিৰীয়েকক ভয়ে ভয়ে দিছিল— 'চাওকচোন, এইকেইটা টুকুৰাই হয়নে?' সাহিত্যিকে সেই টুকুৰাকেইটালৈ চায়ে গম পাইছিল যে সেইবোৰ তেওঁৰ হেৰোৱা কাগজ নহয়, হয়তো ঘৰৰ সৰু ল'ৰা-ছোৱালী কাৰোবাৰ কিবা ফটা-চিটা কাগজ। তেওঁ আৰু এবাৰ ঘৈণীয়েকক অশ্ৰাব্য গালি এটা দিবলৈ গৈয়ো মানুহজনীৰ মুখলৈ চাই থমকি ৰৈছিল— কি যে ভয় আৰু উৎকণ্ঠাৰে এহাল টলটলীয়া ডাঙৰ নিৰ্জু চকুৰে তেওঁলৈ চাই আছে। হয়তো তেতিয়া তেওঁৰ বুকুখনত হাত দি চালে এই কথাও গম পাই যাব যেন চৰম উৎকণ্ঠাত পাৰ চৰাইৰ দৰে সেই বুকু ধুকধুকায়ো আছে।

সাহিত্যিকজনে জীৱনত, যেন প্ৰথমবাৰৰ বাবে সেই নিৰীহ, নম্ৰ, পতিব্ৰতা ঘৈণীয়েকজনীৰ প্ৰতি অন্তৰত এক ধৰণৰ কৰুণা অনুভৱ কৰিলে। তেওঁ এইবাৰ মুখলৈ হাঁহি টানি আনি পৰম উৎসাহেৰে ক'লে— 'হয়, হয়, সেই কেইটুকুৰাই মোৰ হেৰোৱা কাগজ। ক'ত বিচাৰি পালানো? ...'

তাৰপিছত এদিন হঠাতে হৃৎযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ ধীৰেশ্বৰ বৰা মৃত্যুমুখত পৰিল। অৱশ্যে সেই মৃত্যুক অকাল মৃত্যু বুলিও ক'ব নোৱাৰি, তেওঁৰ তেতিয়া চৌসত্তৰ বছৰেই হৈছিল। ঘৈণীয়েক তেওঁতকৈ বাৰ বছৰৰ সৰু আছিল। গতিকে স্বামীৰ মৃত্যুৰ সময়ত তেওঁ বুঢ়ী হ'লেও সিমান বুঢ়ী হোৱা নাছিল, চেহেৰাতো তেনেকৈ বাৰ্ধক্যৰ ছাপ পৰা নাছিল, তথাপি তেওঁ যেন গিৰীয়েকৰ মৃত্যুৰ লগে লগে বুঢ়ী হৈ গৈছিল, হয়তো তেওঁৰ শুধ বগা পোছাকযোৰেও তেওঁৰ সেই বাৰ্ধক্য বঢ়াই তুলিছিল, বৰানী বুঢ়ী নামটোও তেওঁৰ গাত ৰোধহয় তেতিয়াৰে পৰা লিপিত খাই ধৰিলে।

গিৰীয়েকৰ মৃত্যুৰ এবছৰ পিছতেই বৰানী বুঢ়ীয়ে জীয়েকৰ আগত তাইৰ বিয়াৰ প্ৰসংগ উলিয়ালে। ধীৰেশ্বৰ বৰাৰ মৃত্যুৰ আগতেই (যিটো তেওঁৰ খুব মনঃপুত হৈছিল) অহা প্ৰস্তাৱটো পুনৰ্বাৰ উত্থাপন কৰিলে প্ৰকাশ কাকতিয়ে। তেওঁৰ ল'ৰা ৰাজীৱকতো বৰাহঁতৰ ঘৰৰ সকলোৱে সৰুৰে পৰা দেখিছে, এতিয়া ইংলেণ্ডৰ মাঞ্চেষ্টাৰত ডাক্তৰী কৰি আছে। সি সৰুৰে পৰা যে সজ চৰিত্ৰৰ হোৱাৰ লগতে পঢ়া-শুনাতো চোকা হৈছে আৰু শেষত বিলাতলৈও গৈছে— এই সকলোবোৰ কথাতো তেওঁলোকে জানেই, জানি আগ্ৰহো প্ৰকাশ কৰিছিল— কিন্তু হঠাতে বৰা ডাঙৰীয়া যে এনেকৈ আমাৰ মাজৰ পৰা হেৰাই যাব— কোনেনো ভাবিছিল— এইখিনি কৈ প্ৰকাশ কাকতিয়ে আৰু কৈছিল— 'আচলতে তেখেতৰ এনে দুখলগা অকাল মৃত্যুটো নহ'লেতো যোৱা বছৰতে আমাৰ ৰাজুৰ লগত দীপা আইটিৰ

বিয়াখন হৈয়ে গ'লহেঁতেন। তেখেতে জানো ৰাজুক জোঁৱাই হিচাপে পাব বুলি ভাবি কমখন আনন্দ কৰিছিল?'

পিছে মাকৰ পৰা সেই কথা শুনি দীপাই তিক্ত ব্যংগেৰে কৈছিল— 'এগ্‌জেক্‌ট্‌লী, যোৱা বছৰতে ৰাজীৱ কাকতিৰ বিয়াখন হৈ গ'লহেঁতেন, কিন্তু 'দীপা আইটি'ৰ লগত নহয়, বিয়াৰ বাবে সাজু কৰি ৰখা কইনাৰ বজাৰৰ পৰা বাছি অনা— পাৰিলে গা-চা টিপি চাই বাছি অনা ৰূপে-গুণে বিভূষিতা ছোৱালী, ধনী, শিক্ষিত ঘৰৰ শিক্ষিত ছোৱালী এজনীৰ লগতহে, যদিহে ভায়েক সঞ্জীবে বনকৰা ছোৱালীজনীক ৰেপ কৰি সেইখন কেলেংকাৰীনকৰিলেহেঁতেন। গতিকে মা, আচলতে দেউতাৰ মৃত্যুৰ বাবে তেওঁলোকৰ সেই মষ্ট এলিজিব্‌ল বেচলৰ ল'ৰাজনৰ বিয়া নোহোৱাকৈ থকা নাছিল ... হাঃ হাঃ হাঃ, যেন মোৰ লগত তেওঁলোকৰ ল'ৰাৰ এনগেজমেণ্টহে হৈ আছিল, দেউতাৰ মৃত্যুৰ বাবেহে যেন কিছুদিনৰ বাবে পিছুৱাব লগা হ'ল। নহয় মা নহয়, কথাবোৰ ইমান সহজ নহয়, আচলতে ভায়েকে কৰা স্কেণ্ডেলৰ বাবেই মানুহে নিশ্চয় সেই 'বিগ ব্ৰাদাৰ'ক ছোৱালী দিবলৈ ভয় কৰিছে— কোনে জানে সিয়ো তাত কিমান ছোৱালীক ৰেপ কৰি আহিছে— অৱশ্যে সেইবোৰ দেশ আমাৰ ইয়াৰ দৰে নহয়, তাত বেচেৰাই ইচ্ছা থাকিলেও তেনেকৈ নিজৰ লাস্ট্ পূৰাব নোৱাৰে, একেবাৰে জে'লত ভৰাই থ'ব, আমাৰ দৰে তাত বিচাৰৰ ফাৰ্চ নচলে, কোনোবা কৰ্মালীৰ দৰে সাত-আঠ বছৰীয়া ছোৱালীক ৰেপ আৰু মাৰ্ডাৰ কৰিলেতো কথাই নাই— লগে লগেই বোধহয় কেপিটেল পানিশ্বমেণ্টেই হৈ যাব। অৱশ্যে সেইবোৰ চিভিলাইজ্‌ড দেশতো যে ইভ্ টিজিংৰ পৰা আৰম্ভ কৰি ৰেপ্‌-মাৰ্ডাৰ এইবোৰ নহয় তাক ক'ব নোৱাৰা, কিন্তু তাৰ পুলিচ এফিচিয়েণ্ট আৰু নন-কৰাপ্ট, ডিউটিফুল, জাষ্টিচ্ আমাৰ দৰে ডিলেইড্ অৰ্থাৎ ডিনাইড হৈ নাথাকে-'

বৰানী বুঢ়ীয়ে জীয়েকৰ ইংৰাজী মিহলোৱা ভাষণটো প্ৰায় একো বুজা নাছিল, অৱশ্যে অসমীয়াত ক'লেও বোধহয় তেওঁৰ কথাবোৰ হৃদয়ংগম নহ'লহেঁতেন। তেওঁ কেৱল এইখিনিকে বুজিলে যে ৰাজীৱক বিয়া কৰাবলৈ দীপাৰ কিবা কাৰণে মন নাই, লগতে অৱশ্যে তেওঁ ইয়াকো বুজিলে যে তাই ইচ্ছা কৰিয়ে মাকৰ লগত ইমান ইংৰাজী শব্দ লগাই, ইমান বুজিব নোৱাৰাকৈ কথাবোৰ কৈছে। তেওঁলোকৰ ডাঙৰ ল'ৰা-ছোৱালীকেইটায়ো অসমীয়া মাধ্যমত পঢ়া নাই হয়, কিন্তু কোনেও ইমান ইংৰাজী শব্দ লগাই কথা নকয়, অন্ততঃ ইমান টান শব্দ লগাই কথা নকয়, তেওঁৰ লগততো নকয়েই। আজি এনেকৈ এইবোৰ কথা কোৱা ছোৱালীজনীয়ে যে কিবা মতলবতহে তেওঁৰ লগত এনেকৈ কথা পাতিছে সেই কথা হ'লে তেওঁ বুজি পাইছিল।

'তই আজি বলিয়া হৈ এইবোৰ কি বলকিছ, মই তোৰ কথাৰ মাথামুণ্ড একো বুজি পোৱা নাই। তোৰ ৰাজীৱক বিয়া কৰোৱাৰ মন নাই নেকি? কিয় নাই মোক অসমীয়াত ভালকৈ বুজাই দে।'

'মা, তোমাৰ কথা শুনি মোৰ টিকিচ্‌কৈ খং উঠি গ'ল বাবে সেইবোৰ বকি মনৰ জ্বালা নিৰসন কৰিলোঁ— নিৰসন শব্দটো বাৰু শুদ্ধ হৈছেনে? অৱশ্যে তুমিনো কেনেকৈ ক'বা, তুমিতো আৰু দেউতাৰ দৰে অসমৰ এজন ডাঙৰ সাহিত্যিক নহয়, তুমি হ'লা পাঠশালালৈ পঢ়া এজনী প্ৰায় অশিক্ষিতা তিৰোতা — তুমিনো সেইবোৰ ডাঙৰ শব্দ কেনেকৈ বুজি পাবা। মই ৰাজীৱক কিয় বিয়া কৰাবলৈ ৰাজী নহওঁ জানানে? ৰাজীৱ দেখিবলৈ যাক কয় আগ্‌লি— মানে কুৎসিত।'

বৰানী বুঢ়ীৰ চকু দুটা বিস্ফাৰিত হৈ গ'ল— 'ৰাজীৱ দেখিবলৈ ভাল নহয় কাৰণে তাক বিয়া কৰাবলৈ ৰাজী নহ'ব? তই বলিয়া হ'লি নেকি? হেৰৌ, ৰাজীৱ ইমান গুণী ল'ৰা, আৰু পুৰুষৰ ৰূপে কি কৰে, গুণটোহে ডাঙৰ কথা।'

দীপাই মাকৰ কথাত খাপ মাৰি ধৰাৰ দৰে ক'লে— 'কিন্তু মোৰ নানা গুণ সত্ত্বেও মই যদি দেখিবলৈ কুৎসিত হ'লোঁহেঁতেন, তেন্তে সি মোক বিয়া কৰাবলৈ সন্মত হ'লহেঁতেন নে? তিৰোতাৰহে কেৱল ৰূপৰ প্ৰয়োজন, পুৰুষৰ প্ৰয়োজন নাই নহয়? তোমাবোতো ৰূপ দেখিহে দেউতাই বিয়া কৰাইছিল, তোমাৰ যে শিক্ষা-দীক্ষা নাই সেই কথাটোলৈতো দেউতাই কেৰেপ কৰা নাছিল। সেইবাবেতো দেউতাই তোমাক দাসীৰ ব্যৱহাৰ কৰিছিল, বিনা পইচাৰ এজনী সকলো ঘৰুৱা কামত পাৰ্গত দাসী।'

এইবাৰ দীপাৰ মাকৰ উষ্মা উঠি গৈছিল, 'তই এইবোৰ কি বলকিব ধৰিছ দীপা, তোৰ আজি কি হ'ল? দেউতাৰে মোক কিয় চাকৰণীৰ দৰে ব্যৱহাৰ কৰিব, তেওঁ মোক খুব মৰম কৰিছিল, ঘৰখনৰ মালিকনীতো ময়েই আছিলোঁ, মোৰ সংসাৰৰ কোনো কথাতে চকু নিদিছিল।'

'আঃ কি সন্মান। কি ৰেছপেক্ট।' দীপাৰ মাতটো তীব্ৰ ব্যংগত তীক্ষ্ণ হৈ ওলাইছিল— 'মা, সকলতে বুজা

নাছিলোঁ কিন্তু ডাঙৰ হৈ দেখিছিলোঁ নহয় কেনেকৈ সংসাৰৰ সকলো বাৰ্ডেন তোমাৰ ওপৰতে জাপি দি দেউতাই তেওঁৰ সাহিত্যত ডুবি থাকিছিল— সংসাৰ কৰিছে কিন্তু সংসাৰৰ কোনো ৰেছপনছিবিলিটি নাই, সন্তান জন্ম দিয়াৰ যন্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছে, কিন্তু সেই সন্তানৰ খবৰ নাই, আমাৰ পৰা পোৱা সুখখিনি কিন্তু পূৰামাত্ৰাই আছে। আচলতে মই ভাবো যে দেউতাই তোমাক খুব কেলকুলেচন কৰিয়ে বিয়া কৰাইছিল, এডুকেটেড্ ছোৱালী এজনী হোৱা হ'লে তেওঁ যে তোমাৰ দৰে তাইক ড'ৰ্ মেট্ হিচাপে ব্যৱহাৰ কৰিব নোৱাৰিলেহেঁতেন সেই কথা ভালকৈ জানিছিল, কোনে জানে— শিক্ষিতা ছোৱালী হোৱা হ'লে তায়ো ক'ৰবাত চাকৰি-বাকৰি কৰি কিছু অন্ততঃ স্বাধীন হ'লহেঁতেন, তোমাৰ দৰে স্বামীয়ে সকলো মেইন্‌টিনেঞ্চ দিছে বুলি কৃতজ্ঞতাত গদগদ হৈ নাথাকিলহেঁতেন— ইফালে যে ফ্ৰম্ মৰ্ণিং টিল্ নাইট তুমি গাধৰ দৰে সংসাৰৰ বোজা বৈয়েই আছা— তাৰতো কোনো ৰেমুনাৰেশ্যন নাই। ইফালে সেই মেইড্ আকৌ মিছ্ ইণ্ডিয়া নহ'লেও বিউটি কন্‌টেষ্টত মিছ আছাম্ টাইট্‌ল পাব পৰা সুন্দৰীয়েই, কি যে পত্নীভাগ্য। ইফালে দেউতাতো দেখাত ...। বেয়া নাপাবা মা, মোৰ সৰুতে পঢ়া বিউটি এণ্ড বীষ্ট নামৰ গল্প এটালৈকে মনত পৰি যায়'— দীপাই মাকৰ লগত কথা কওঁতে ইংৰাজী শব্দ ব্যৱহাৰ নকৰিবলৈ প্ৰাণপণ চেষ্টা কৰিলেও আজি আৰু উত্তেজনাত সেই বিবেচনা ক'ৰবাতে থাকিল।

বৰানী বুঢ়ীৰ আজন্ম পৰম্পৰাৰে পালিত সৰ্বশৰীৰ—নহয়, সৰ্বজীৱন যেন কঁপি উঠিল। মহাধাৰ্মিক মানুহৰ ধৰ্ম-বিৰোধীৰ নাস্তিক কথাবোৰ শুনিলে যি ধৰণৰ বিৰূপ প্ৰতিক্ৰিয়া হোৱা সম্ভৱ তেওঁৰো তেনে হ'ল। কি কয় ঐ তেওঁৰে পেটৰ এই সন্তানজনীয়ে, বাপেকৰ বিষয়ে কোনোবাই ইমান বেয়াকৈ ক'ব পাৰেনে, তাতে ছোৱালী মানুহ হৈ?

এইবাৰ তেওঁৰ খুব খং উঠি গ'ল, একপ্ৰকাৰ চিঞৰিয়ে কৈ উঠিল, 'ঐ মৰতী, তোৰ লাওপাত-কচুপাত মুখখন বন্ধ কৰ, বাপেৰৰ বিষয়ে এনেকৈ কথা ক'লে তোৰ মুখত পোক লাগিব। কোনোবাইনো বাপেকৰ কথা, তাতে স্বৰ্গলৈ যোৱা বাপেকৰ কথা এনেকৈ কয়নে? (বৰানী বুঢ়ীয়ে এইবাৰ ওপৰলৈ চাই হাত দুখন কপালত লগাই স্বৰ্গগত স্বামীক প্ৰণিপাত কৰিলে।) যাৰ যহত এই পৃথিৱীৰ মুখ দেখিলি সেইজন জন্মদাতা পিতৃৰ বিষয়েই এনেকৈ ক'ব পাৰিলিনে? তোৰ পাপ নালাগিব? ...'

দীপাৰ ক'বলৈ মন গৈছিল যে তুমি যাক 'যহত' বুলি কৈছা সেয়া মোৰ বাবে লাণ্ড, তাৰ বাবেই চাৰিটা ল'ৰা-ছোৱালী হোৱাৰ পিছতো, সৰুদাৰ জন্মৰ পাঁচ বছৰৰ পিছতো মোৰ জন্ম হ'ব লাগেনে? পিছে মোৰ দৰে 'লাওপাত-কচুপাত'ৰ মুখৰ ছোৱালী এজনীক জন্ম দি মজা পালা নহয়? অৱশ্যে মজাতো তুমিহে পালা, আন প্ৰধান কালপ্ৰিট দেউতাতো সাৰি গ'ল— সাৰি গ'ল মানে মই তেওঁক জীয়াই থাকোঁতে স্পেয়াৰ কৰিলোঁ— এয়েইতো হয় মা, আমি মানে মোৰ দৰে একপ্ৰকাৰ কাবাৰ্ডবোৰৰ বীৰত্ব চলে তোমালোকৰ দৰে উইক্ মানুহবোৰৰ ওপৰতহে।'

এই ভাবটো অহাৰ লগে লগে দীপাৰ মনটো এক ধৰণৰ অপৰাধবোধেৰে ভৰি গ'ল। গতিকে এইবাৰ তাই নৰম সুৰত মাকৰ ডিঙিটো মেৰিয়াই ধৰি ক'লে, 'মা তুমি খং নকৰিবা, দৰা বাছনিত আমাৰ কোনো মতামত নাথাকে, বিশেষকৈ যি অশিক্ষিতা, যি ধন উপাৰ্জন নকৰে তাৰ কোনো মাত নাথাকে। নিজে পৰমা সুন্দৰী হৈয়ো কুৎসিত দৰাক মনেৰে অপছন্দ হ'লেও তেওঁক বিয়া নকৰায় বুলি আপত্তি কৰিব নোৱাৰে, দৰাই কিন্তু নিজৰ চেহেৰা যিয়েই নহওক, সুন্দৰী ছোৱালী বিচাৰিব পাৰে, কাৰণ তেৱেঁইতো ঘৰখনৰ সৰ্বশক্তিমান, তেওঁ ঘৈণীয়েকক থাকিবলৈ ঘৰ এটা দিব, আৰ্জন কৰি খুৱাব-পিন্ধাব। অৰ্থাৎ তেওঁ চাকৰি কৰিব, ঘৈণীয়েকে চাকৰি নকৰে— মই মেইনলি তোমালোকৰ দিনৰ কথা কৈছোঁ। কিন্তু ঘৈণীয়েকে যে পুৱা শুই উঠাৰে পৰা ৰাতিলৈকে সংসাৰৰ হাউছহ'ল্ড সকলো কাম কৰে— তাৰ বাবে হ'লে এটা পইচাও আৰ্জন নকৰে। মা, বেয়া নাপাবা, মই আকৌ ক'ম, বাৰে বাৰে ক'ম, দেউতা ইমান শিক্ষিত হৈ অশিক্ষিতা তিৰোতা এজনীক বিয়া কৰোৱাৰ কাৰণ— আই থিংক, তেওঁৰ এই কেলকুলেচন্ যে তেওঁতো অকল চাকৰিয়েই নকৰে, সাহিত্যও কৰে। সেই কামততো তেওঁ অতি বিজি থাকিব লাগিব, গতিকে ঘৰৰ সম্পূৰ্ণ দায়িত্ব ল'ব পৰা ৱাইফ হ'লে বৰ সুবিধা হয়, তোমালোকৰ পৰিয়ালৰ খা-খবৰ লৈ গম পালে যে হাউছ ৱাইফ হিচাপে তুমি খুব এক্সপাৰ্ট হ'বা, আনহাতে অতি নম্ৰ, অতি ড'চাইল্। ইফালে বিউটিতো আছেই। গতিকে তেওঁ তোমাৰ দৰে ড'ৰ্মেট্ এজনী বাছি ল'লে আৰু মোৰ ধাৰণা— তেওঁ তাৰ বাবে জীৱনত ৰিপেণ্ট্ কৰিব লগা নহ'ল। ...'

'তই আজি এইবোৰ কি বলকিব ধৰিছ দীপা?' — এইবাৰ যেন বৰানী বুঢ়ীৰ মাতটো অলপ দুৰ্বল হৈ ওলাইছিল'।

'একো বলকা নাই মা। অৱশ্যে এটা কথা, তোমাৰ কিছুমান কথা-কাণ্ডত মাজে মাজে তেওঁ হয়তো এক্সাছ্পাৰেট্— অৰ্থাৎ, অৰ্থাৎ—' এক্সাছ্পাৰেটৰ সঠিক অসমীয়া প্ৰতিশব্দ বিচাৰি নাপাই দীপা নিজৰ ওপৰতে যেন অতীষ্ঠ হৈ উঠিছিল— ধেৎ, অসমীয়া সাহিত্যিক হৈ দেউতাই আমাক অসমীয়া শিকাৰ সুযোগেই নিদিলে, ইংলিছ মিডিয়াম স্কুলত পঢ়ুৱালেও, ঘৰততো অলপ অসমীয়া শিকাব পাৰা। দেউতাৰ দৰে এই অসমীয়া সাহিত্যিকসকলে অসমীয়া ভাষা-সংস্কৃতি ৰসাতলে গ'ল গ'ল বুলি চাৰিওপিনে লেকচাৰ মাৰি ফুৰে, নিজে হ'লে ল'ৰা-ছোৱালীবোৰক ইংৰাজী স্কুলত পঢ়ুৱায়— হিপ'ক্ৰিছি আৰু কাক কয়। ঘৰৰ ল'ৰা-ছোৱালীয়ে তেওঁলোকৰ কিতাপ নপঢ়ে, পঢ়িব নোৱাৰে— তাৰ পিছত অসমীয়া কিতাপ কোনেও নপঢ়ে বুলি চিঞৰাৰ তেওঁলোকৰ কি মৰেল ৰাইট্ আছে?'

আচলতে দীপাৰ এই কথাটো লৈ মনৰ ভিতৰত এটা নিঃসংগ দুখ আছিল, ঘৰখনৰ কোনেও নজনাকৈ তায়ো মনে মনে অলপ সাহিত্য-চৰ্চা কৰিছিল, যি দেউতাকৰ বিৰুদ্ধে মনত একে গোপন বিদ্ৰোহৰ ভাব উমি উমি জ্বলি থাকিছিল, সেই দেউতাকৰে সেই বিশেষ প্ৰতিভাৰ ঘৰখনত তাইহে একমাত্ৰ কিছু পৰিমাণে হ'লেও উত্তৰাধিকাৰী হ'ব পাৰিছিল। কিন্তু নিজৰ সম্পৰ্কে তাইৰ খুব উচ্চ ধাৰণাও নাছিল, তাই জানিছিল যে ইংৰাজী ভাষাত লিখাতকৈ অসমীয়া ভাষাত লিখিলেহে তাই বৃহৎ পাঠক সমাজ পালেহেঁতেন, অসমতনো ইংৰাজী পঢ়া পাঠক কেইজন আছে— আনহাতে ইংৰাজী ভাষাৰ বৃহৎ পাঠক পাবলৈ হ'লে তাই ভাৰতীয় উচ্চমানৰ লেখিকাৰ সমপৰ্যায়ৰ হ'ব লাগিব কিন্তু সেই প্ৰতিভাও তাইৰ নাই, আনহাতে অসমীয়াত লিখিলে তাইৰ সীমিত প্ৰতিভাৰে অসমত কিছু সুখ্যাতি আৰ্জিব পাৰিলেহেঁতেন আৰু তেতিয়াই তাইৰ মনটো দেউতাকৰ আৰু লগতে মাকৰ প্ৰতিও ক্ষোভেৰে পৰিপূৰ্ণ হৈ পৰে দেউতাকৰ প্ৰতি যুক্তিকৰ আৰু মাকৰ প্ৰতি অযুক্তিকৰ, মাক কিয় শিক্ষিতা নহ'ল সেয়ে তাইৰ ক্ষোভ, হোৱা হ'লে মাকৰ পৰাই তাই ঘৰতে ভালকৈ অসমীয়া ভাষাটো শিকি ল'লেহেঁতেন, যেনেকৈ সৰুৰে পৰা ইংৰাজী মাধ্যমত পঢ়ি অহা মৌচুমী কন্দলীয়ে বোলে বায়েক মল্লিকা কন্দলীৰ পৰা শিকিছিল। দীপাৰ সেইটোও দুখ, তাইৰ যেতিয়া সাহিত্য-চৰ্চা আৰম্ভ হৈছিল, তেতিয়া তাইতকৈ বয়সত কেবা বছৰো ডাঙৰ বায়েককেইজনীৰ বিয়াই হৈ গৈছিল।

কিন্তু তাই নিজৰ চেষ্টাতে অলপ অসমীয়া শিকিছিল, তাকো গোপনে অভিধান চাই চাই ইংৰাজীৰ পৰা অসমীয়ালৈ অনুবাদ কৰি চাইছিল। তথাপি কেতিয়াবা তাই হতাশাত ডুবি গৈছিল— ওঁহো, তাইৰ অসমীয়া বাক্যৰ পৰা জড়তা নাতঁৰে ... উস্, তাইৰো যদি শ্ৰুতিমালা দুৱৰাৰ থকাদি মঞ্জুমালা দাসৰ দৰে শিক্ষিতা সাহিত্যিক মাক এগৰাকী থাকিলেহেঁতেন। পুনৰ দেউতাকৰ ওপৰত উষ্মা উঠে, উৎকৃষ্ট চাকৰণী এজনীৰ সেৱা-যত্ন পাবলৈ কাক বিয়া কৰালে চোৱাচোন।

তথাপি তেনেকৈ অভিধান চাই চাই আন নহ'লেও দীপাই শব্দ কেইটামান শিকিছিল আৰু এবাৰ এক্সাছ্পাৰেট্ শব্দটোও শিকিছিল— কিয় শিকিছিল, কেতিয়া শিকিছিল সেই কথা মনত নপৰিলেও অৰ্থটো হ'লে মনত পৰি গ'ল, সেয়ে মাকক কোৱা কথাবাৰৰ মাজত অলপ থমকি ৰ'লেও তাই আকৌ কৈছিল—

'অ' মা, তেওঁ নিশ্চয় তুমি কিছুমান কথা বুজিব নোৱৰা বাবে অতীষ্ঠ হৈ তোমাক বৰ বেয়াকৈ কথা শুনাই দিছিল। মই নিজেই কতবাৰ তোমাক এনেকৈ দেউতাই ঠাট্টা-বিদ্ৰূপ কৰা শুনিছিলোঁ। মোৰ মনটো বৰ বেয়া লাগি গৈছিল, কিন্তু গহীন দেউতাক খুব ভয় কৰিছিলোঁতো, সেয়ে খুব মন গ'লেও তোমাক তেনেকৈ কথা নক'বলৈ, টানকৈ নক'বলৈ তেওঁক ক'বলৈ গৈয়ো মনে মনে আছিলোঁ, একো কোৱাৰ সাহ নকৰিছিলোঁ। অৱশ্যে তেতিয়াই ডিচাইদ্ কৰি থৈছিলোঁ যে মই যদি কেতিয়াবা বিয়া কৰাব লাগে, শিক্ষিতা হৈ চাকৰি কৰিহে বিয়া কৰাম— যাতে মোৰ লগত বিয়া হোৱা মে'লজনে কেতিয়াও মোক ইনছাল্ট কৰিব নোৱাৰে, অশিক্ষিতা বুলি ইনছাল্ট কৰিব নোৱাৰে। বিচাইদছ ইকনমিক ইণ্ডিপেণ্ডেন্স থাকিলেতো, অতীষ্ঠ হ'লে এৰি থৈ গুচি আহিব পাৰিম— ইয়েছ মা, ফিমেল এডুকেশ্যন ইজ ভেৰী নেচেছাৰী।'

দীপা ক্ৰমে উত্তেজিত হৈ আহিছিল বাবে শেষলৈ তাইৰ মুখত পুনৰ অনৰ্গল ইংৰাজী শব্দ-বাক্য ওলাব ধৰিছিল, কিন্তু অলপ আগতে মাত্ৰ ব্যৱহাৰ কৰি আহিছে বাবে অতীষ্ঠ শব্দটো ঠিকেই মনলৈ আহি গৈছিল।

জীয়েকৰ কথাত বৰানী বুঢ়ীৰ আকৌ এবাৰ অন্তৰাত্মা কঁপি উঠিল— ছোৱালীজনীয়ে কয় কি? আজি

সঁচায়ে তাইৰ হৈছে কি? এই ফুকলীয়া ছোৱালীজনীয়ে বিয়া নহওঁতেই এৰা-এৰিৰ কথা কয়! প্ৰভু, কি হ'ল দিন-কাল? সমাজখনত এতিয়া এই ডাইভোৰ্চ বোলা বস্তুটো (জীয়েকে যি ক্ষেত্ৰত 'এৰি অহাৰ' দৰে অসমীয়া শব্দ ব্যৱহাৰ কৰিলে, মাকে তাৰ ঠাইত যে ইংৰাজী শব্দটো মনত বুটলি লৈছে— সেই কথা জানিলে দীপাৰ খুবেই আমোদ লাগিলহেঁতেন) দেখোন ভাতৰ লগত পানী খোৱা কথাৰ দৰে হ'ব ধৰিছে। হে প্ৰভু!

'ঐ দীপা, মূৰত আজি ভালকৈয়ে ভূতে লম্ভিছে, নহ'লে আজি অথনিৰে পৰা কমখন পাপৰ কথা মুখত আনিলি নে? এই যে বিয়াৰ দৰে পবিত্ৰ বন্ধন এটা ছিঙাৰ কথা হেলাৰঙে কৈ পেলালি তাৰ আগতে তোৰ এবাৰো জিভাখন দোৰোল নাখালেনে? আমাৰ সমাজখন তেনেই অধঃপাতে গ'ল, আগৰ ঘৰুৱা সুখ-শান্তি ক'ৰবালৈ গ'ল। এই বিজতৰীয়া চিন্তাবোৰ মূৰত সোমোৱাত, ছোৱালীবোৰো পঢ়ি-শুনি গুৰু-গোসাঁই নমনা হোৱাত এনেকৈ এতিয়া সিহঁতে তৎক্ষণাতে স্বামীক পৰিত্যাগ কৰাৰ কথা অকণো আগ-পাছ নুগুনি কৈ দিব পৰা হ'ল।'

'মা, তুমি ঠিকেই কৈছা, ছোৱালীবোৰক শিক্ষাই স্বামীৰ অত্যাচাৰৰ পৰা মুক্তি পোৱাৰ বাট কাটি দিছে। এবাৰ বোলে এজন বিদেশী মানুহক আমাৰ কোনোবাই কৈছিল যে বিলাত-আমেৰিকাত যে ইমান ডিভোৰ্চ হয় আমাৰ ইয়াত কিন্তু নহয়, আমাৰ সংসাৰবোৰত এতিয়াও সুখ-শান্তি বজাই আছে। তেতিয়া বোলে সেই বিদেশী মানুহজনে কৈছিল, ৰাইট্‌লিয়ে কৈছিল— তাৰ কাৰণ হ'ল তোমালোকৰ তিৰোতাবোৰে এতিয়াও আমাৰ দৰে শিক্ষিতা হৈ উঠা নাই, নিজৰ ভৰিত থিয় হ'ব পৰা নাই, সেয়ে স্বামীসকলৰ অত্যাচাৰ সহি থকাৰ বাহিৰে সিহঁতৰ আন কোনো বিকল্প নাই— (বাঃ, মইতো ভাল অসমীয়াই শিকিছোঁ, কেনেকৈ অলটাৰ্‌নেটিভ্ শব্দটোৰ সুন্দৰ অসমীয়া ভাঙনি কৰিলোঁ— দীপাই নিজৰে পিঠি চপৰিওৱাৰ দৰে কৰিলে)।

এইবাৰ বৰানী বুঢ়ীয়ে কিবা ক'বলৈ ধৰোঁতে দীপাই বাধা দি ক'লে— মা, এইবোৰ কথা বাৰু বাদ দিয়া। মই মুখেৰে কিবাকিবি ক'লোঁ যদিও ময়ো এই ডিভোৰ্চ-টিভোৰ্চ ভাল নাপাওঁ। কিন্তু মাইকী মানুহ শিক্ষিতা হ'ব লাগে, টকা-পইচাৰে আত্মনিৰ্ভৰশীল হ'ব লাগে (আৰু এটা ভাল অসমীয়া শব্দ বোধহয় ইয়ুজ কৰিলোঁ।) মই সেই ৰাজীৱ বোলা সুপাত্ৰজনক বিয়া কৰাবলৈ ৰাজী নোহোৱাৰ এতিয়া আচল কাৰণটো তোমাক কওঁ। তেওঁ তোমাক অপমান কৰিছে, মোক নহয়, তোমাক ইনছাল্ট কৰিছে মা! আৰু তাৰ কাৰণ কি জানানে? তুমি বোলে এজনী অশিক্ষিতা গাঁৱলীয়া তিৰোতা। বেবীক জানা নহয়, তাই ৰাজীৱৰ ভনীয়েকৰো বন্ধু, মোৰো বন্ধু। আচলতে তোমালোকে যে ভাত-ঘৰ বুলি এটা শব্দ ইয়ুজ কৰা, বেবীৰো ৰাজীৱহঁতৰ ঘৰ সেই একে ভাত-ঘৰ, গতিকে সিহঁতৰ তাই এজনী ইনছাইদাৰ্, সিহঁতৰ সকলো ছিক্ৰেট কথাকে জানে। তাই মোৰ স্পাইৰ দৰে হৈ কৈছে— ৰাজীৱে বোলে কৈছে, মই তাৰ ওৱৰ্দি ব্ৰাইড হ'ম বুলি ভাবিহে এই বিয়াত কনছেন্ট দিছে, নহ'লে তোমাৰ দৰে আন্ এডুকেটেড্ বেক্‌ৱাৰ্ড তিৰোতাক তাৰ মাদাৰ-ইন-ল বুলি সমাজত পৰিচয় দিবলৈ লাজেই লাগিব। শুনিছা তাৰ কথা? তুমি ছেন্ট পাৰ্ছেন্ট নম্বৰ দি ম'ষ্ট এলিজিবল বেচ্চলৰ বুলি জীয়েকক গতাব খোজা ল'ৰাৰ তোমাৰ প্ৰতি ৰেছপেক্ট দেখিছা? মোৰ মাজনীক যি এনেকৈ ইনছাল্ট কৰিব পাৰে— তাক আৰু মই বিয়া কৰাব পাৰোঁনে? ন', নেভাৰ, নেভাৰ!' উত্তেজনাত পুনৰ দীপাৰ মুখৰ পৰা ইংৰাজী শব্দ ওলাবলৈ ধৰিলে।

সিদিনা ৰাতি বহুত পৰলৈ বৰানী বুঢ়ী বিছনাত ইকাতি-সিকাতি কৰি আছিল, গিৰীয়েকৰ মৃত্যুৰ পিছত আজি বহুত দিনৰ পিছত তেওঁৰ পুনৰ চকুলৈ এনেকৈ টোপনি অহা নাছিল। বিবাহিত জীৱনত গিৰীয়েকৰ পৰা তেওঁৰ শিক্ষা-দীক্ষা নথকা কথাটো লৈ মাজে-সময়ে ঠাট্টা-বিদ্ৰূপ সহিব লগা হৈছে হয় বা তাৰ বাবে যে অলপ বেয়া নালাগিছিল তেনেও নহয় (এনেকি আজি দীপাই কোৱা কথাবোৰত তেওঁৰ ব্ৰহ্মতালু জ্বলি গ'লেও আচৰিত ধৰণে মনৰ এটা চুকত তেওঁৰ সন্তাৰে আন এটা অংশই জীয়েকৰ কথাৰ সত্যতাতো যেন হয়ভৰ নিদিয়াকৈ থাকিব পৰা নাছিল, নিজৰ প্ৰতি এক ধৰণৰ পুতৌত চকুলো নোটোকাকৈও থাকিব পৰা নাছিল), কিন্তু আজি যি অভাৱনীয় আঘাত পাবলগীয়া হ'ল তাৰ যে কোনো তুলনাই নহয় ...তেওঁৰ ভাবী জোঁৱায়েকে তেওঁ অশিক্ষিতা কাৰণে সমাজত মূৰ দাঙিব নোৱৰা হ'ব ... উস্ ভগৱান!

বৰানী বুঢ়ী জীৱনত প্ৰথমবাৰৰ বাবে তেওঁক শিক্ষা-দীক্ষা নিদিয়াৰ কাৰণে স্বৰ্গী হোৱা মাক-দেউতাকৰ প্ৰতি ক্ষোভিত হৈ উঠিছিল।

(গৰীয়সী, ২০০৪)

# প্ৰেম-অপ্ৰেম

মনৰ ভিতৰত সেই তয়াময়া ৰণখন আকৌ আৰম্ভ হৈ গ'ল কমলৰ কিমান বছৰলৈ বাৰু এই যুঁজ চলিব? এতিয়া তাৰ বয়স বিয়াল্লিছ হ'ল, কেতিয়ালৈ তাৰ প্ৰাণত এই জুইকুৰা জ্বলি থাকিব? পঞ্চাছলৈ? পঞ্চপন্নলৈ? ষাঠিলৈ? নে একেবাৰে আশীলৈকে? আজিকালি মানুহ দীৰ্ঘজীবী হৈ আহিছে, মানুহৰ যৌৱনো দীঘলীয়া হৈ আহিছে, গতিকে সঁচায়ে যদি সেই সত্তৰ-আশীলৈকে তাৰ এই প্ৰেমোন্মাদনা চলি থাকে' (অৱশ্যে আজিকালি মানুহৰ আয়ুস বঢ়া নিয়মৰ সিয়ো যদি এক্তিয়াৰভুক্ত হয় তেতিয়াহে স্তৰ-আশীৰ সুদীৰ্ঘ জীৱন আশা কৰিব পাৰে)। তেন্তে সি এদিন পগলা হৈ নাযাবনে? নাই নাই, তাক দীৰ্ঘ জীৱন নালাগে, আনৰ বাবে আশাৰ পৰিপূৰ্তো তাৰ বাবে দুঃস্বপ্নৰ বাস্তৱায়ন।

'ইমান সাজি-কাছি ক'লৈ ওলাইছা? বিছনাৰ ওপৰত টুকুন আৰু মমীৰ পিছদিনাৰ স্কুললৈ যোৱাৰ ইউনিফৰ্ম ইস্ত্ৰি কৰি থকাৰ পৰাই পাৰ্বতীয়ে সুধিছিল।

এক ধৰণৰ সাধাৰণ প্ৰশ্ন এটা, কিন্তু কমলৰ টিকিচকৈ খংটো উঠি গ'ল।

'মোৰ প্ৰত্যেক কথাতে স্পাইগিৰি কৰি নাথাকিলে নচলে নহয়? ক'লৈ যাওঁ, কি পিন্ধো, কলেজত কি পঢ়াওঁ, কাক পঢ়াও, ছাত্ৰী কিমান-- এই সকলো কথাৰে আঁতিগুৰি নল'লে তোমাৰ পেটলৈ ভাত নাযায় নহয়?. মই এটা এৰাব নোৱৰা ফাংচনলৈ যাওঁ, অহাত দেৰি হ'ব পাৰে. মোৰ বাবে সতী-সাধ্বীৰ দৰে ভাতৰ থাল আগত লৈ বহি থকাৰ দৰকাৰ নাই।'

কমল গোঁ-গোঁৱাই ঘৰৰ পৰা ওলাই গৈছিল।

পাৰ্বতী অলপ পৰ থৰ লাগিছিল, কিন্তু পুনৰ তাইৰ হাতৰ ইস্ত্ৰিয়ে কাপোৰত হেঁচা দিবলৈ ধৰিলে।

বিয়াৰ পিছৰ প্ৰথম অৱস্থা হোৱা হ'লে আজি পাৰ্বতীৰ চকু পানীৰ ধাৰা দুগালেৰে বাগৰি আহিলহেঁতেন, কিন্তু আজি বিয়াৰ দহ বছৰৰ পাছত সেই পানী আৰু নাবাগৰে, চকুৰ ভিতৰতে দুটা অশ্ৰু বিন্দু হৈ স্থিৰ হৈ থাকে। সময় আৰু আগবঢ়াৰ লগে লগে নিশ্চয় সেই চকুও মৰুভূমিত পৰিণত হ'ব।

টুকুন আৰু মমী চিঞৰ-বাখৰ কৰি ঘৰলৈ সোমাই আহিছিল। ঘৰটোত নানা অসুবিধাৰ মাজতো ডাঙৰ সুবিধা হ'ল এটাই যে ওচৰতে খালী মাটি আছে যি খবালি ঘাঁহেৰে ঢাক খায় আৰু বাৰিষা বৰষুণৰ পানীত পোত খায়। চুবুৰিৰ ল'ৰা-ছোৱালীবোৰে দুয়োটা বতৰতে তাত খেলা-ধূলা কৰে, মাক-বাপেকৰ বাধা নামানি জোতা-চেণ্ডেল নিপিন্ধাকৈ গৈ বাৰিষা ফিল্ডখনৰ পানীত জঁপিওৱাৰ আনন্দ সিহঁতে কোনোমতে পৰিহাৰ কৰিব নোৱাৰে। চুবুৰিটো একপ্ৰকাৰ নিম্ন মধ্যবিত্ত মানুহেৰেই ভৰা, গতিকে ঘৰেপতি ল'ৰা-ছোৱালীৰ সংখ্যাও সৰহ, সিহঁতৰ প্ৰতি আতোল-তোল যত্নও কম। সেয়া সিহঁতৰ বাবে অৱশ্যে শাপেই বৰৰ দৰে হৈছে, পানীত জঁপিয়াই খেলি থাকিলে খং কৰিলেও বৰকৈ খং নকৰেও, যি খং কৰে মাকহঁতেই বেছিকৈ কৰে, কাৰণ তেওঁলোকৰ বেছিভাগেহে ল'ৰা-ছোৱালীবোৰৰ বোকাপানী লগা কাপোৰবোৰ ধুব লাগিব।

ওচৰতে থকা খালী মাটিডোখৰৰ মালিক ছিলিকন ভেলীৰ বাসিন্দা। সেই অঞ্চলৰ মানুহবোৰৰ ভয় লাগি থাকে যে কেতিয়াবা তাৰ বাসিন্দা ইঞ্জিনীয়াৰজনে ইয়াত আহি এটা বিৰাট অট্টালিকা সাজিব, সেই ভয় বাঢ়িছিল আমেৰিকাৰ এঘাৰ ছেপ্টেম্বৰত টুইন-টাৱাৰক ধ্বংস কৰি দিয়া ঘটনাটোৰ পিছত, কাৰণ তেতিয়া বোলে তাৰ বহুতো ভাৰতীয়ৰ চাকৰি গৈছিল। পিছে তেওঁলোকৰ সেই ভয় এদিন অন্তৰ্হিত হৈছিল, কাৰণ অসমীয়া অভিযন্তাজনৰ চাকৰি যোৱা নাছিল। তেওঁ ইয়ালৈ আহি ঘৰ বান্ধি থকাৰ (বুঢ়া বয়সত) সম্ভাৱনাৰ বিৰুদ্ধে আৰু এক ধৰণৰ নিৰাপত্তাও অৱশ্যে চুবুৰিৰ মানুহবোৰে অনুভৱ কৰিছিল, কাৰণ মানুহজনে আমেৰিকান ছোৱালী বিয়া কৰাইছিল, সেই মানুহজনীনো কিয় বিদেশত থাকিবলৈ আহিব।

হয়, চুবুৰিৰ মানুহবোৰৰ এই খালী ঠাইখিনিৰ বৰ প্ৰয়োজন। কেৱল ল'ৰা-ছোৱালীবোৰৰ খেলাৰ ঠাইৰ বাবেই নহয়, তেওঁলোকে ইয়াত বিয়াৰ সভাও সাজে। আকৌ ডেকা মানুহবোৰৰো বৰ প্ৰয়োজন। আজিকালি এই ডেকাসকল অসমীয়া সংস্কৃতিৰ একো একোজন হোতা হৈ পৰিছে, ব'হাগ-জেঠ-আহাৰ মাহকেইটাত তেওঁলোকৰ

ব'হাগ বিহু, ব'হাগী বিদায় উৎসব পাতিবলৈ ঠাইখনৰ বৰ প্ৰয়োজন, সৰস্বতী পূজাকে ধৰি আন উৎসৱো ইয়াতে তেওঁলোকে পাতে। এনেকি সন্ধিয়াপৰত কোনো কোনো প্ৰেমিক-প্ৰেমিকা আহিও ইয়াত বহি মনৰ আদান-প্ৰদান কৰে, সুযোগ-সুবিধা বুজি দেহৰ কিছু ঘনিষ্ঠতাৰো আস্বাদ লয়। ল'ৰা-ছোৱালীবোৰৰ খেল-ধেমালি শেষ হোৱাৰ পিছত তেওঁলোকৰ প্ৰেমৰ খেলা আৰম্ভ হয়, অৰ্থাৎ বিহু-পূজা পতা ডেকাৰে নহয়, অইন মতলবৰ ডেকাৰো এই ঠাইডোখৰৰ প্ৰয়োজন। কমলে কেতিয়াবা ৰাতি আঠ বজামানত ঘৰলৈ ওভতাৰ পথত এই খালী ঠাইখন অতিক্ৰম কৰাৰ সময়ত ৰাধা-কৃষ্ণৰ এই যুগলমূৰ্তি দেখি মোহাবিষ্ট হৈ পৰে, তাৰ মন স্বপ্নাচ্ছন্ন হৈ পৰে, নিজকো সেই ৰূপত কল্পনা কৰে, তাৰ ওচৰতো যেন ঘনিষ্ঠ হৈ বহি থাকে— পাৰ্বতী নহয়— কাবেৰী।

টুকুন, মমীয়ে আহি মাকৰ আগত চিঞৰিছিল, সচৰাচৰ চিঞৰাৰ দৰেই, সিহঁতৰ ঘাই বক্তব্য— টুকুনে কেনেকৈ মমীক ঠেলা মাৰিলে, মমীয়ে কেনেকৈ ককায়েকৰ হুকাবধা নামানি খেলাৰ নামত ৰাস্তালৈও দৌৰ মাৰে, আজি কেনেকৈ টুকুনে ৰবিহঁতৰ ঘৰত সোমাই থাকি ঘৰলৈ ওভতাত দেৰি কৰিলে— ইত্যাদি।

তিৰোতা মানুহৰ আধিপত্য খাটে একমাত্ৰ সন্তানৰ ওপৰতে— বাল্য-কালত অৱশ্যে ভায়েক-ভনীয়েকৰ ওপৰতো কিছু আধিপত্য খাটে আৰু কোনো কোনো ভাগ্যৱতী পত্নীৰ স্বামীৰ ওপৰতো— কিন্তু সঁচা, নিৰ্ভেজাল আধিপত্য খাটে সন্তানৰ ওপৰতহে। অৱশ্যে সিহঁত সৰু হৈ থকালৈকেহে, নহ'লে ভায়েক ৰবীনৰ ওপৰততো মাকৰ এতিয়াও অধিকাৰ থাকিলহেঁতেন, কিন্তু নাই, তাৰ বিয়া হোৱাৰ পিছত বাসন্তীয়েইতো তাৰ ওপৰত উঠি ৰজা— অ' নহয়, উঠি ৰাণী আৰু একেদৰে বহিও ৰজা নহয় ৰাণীহে (বাসন্তীও সেই ভাগ্যৱতী তিৰোতাৰে এজনী, যাৰ স্বামীৰ ওপৰত আধিপত্য খাটিছে)।

পাৰ্বতীৰো এই পৃথিৱীত এতিয়ালৈকে পূৰাপূৰি অধিকাৰ আছে সন্তান দুটাৰ ওপৰত। পূৰাপূৰি। কমলে ল'ৰা-ছোৱালী দুটাৰ পিনে বিশেষ চকু নিদিয়ে, পাৰ্বতীৰ ওপৰতে সিহঁতৰ সকলো দায়িত্ব অৰ্পণ কৰি থৈছে। তাৰ সময় নাই, সি কলেজত চাকৰি কৰে আৰু আজৰি পৰত কবিতা লেখে। অসমৰ বৃহৎ সংখ্যক কবিৰ মাজৰে কমল কলিতাও এজন কবি। তাৰ চাকৰিৰ পঞ্জীয়নভুক্ত নামটো কমল চন্দ্ৰ কলিতা, কিন্তু কাকত-আলোচনীৰ পাতৰ পৰা চন্দ্ৰ আঁতৰি গৈছে, তথাপি কমলৰ মনত তৃপ্তি, কমল কলিতা, এতিয়াহে বৰং নামটো বেছি সুন্দৰ, আৰু 'জোন'টো আঁতৰি যোৱাতো উজ্জ্বল, বেছিহে উজ্জ্বল। কবি কমল কলিতা— আঃ, কি যে অনুপ্ৰাসযুক্ত নাম। ক-ক-ক-...।

তাৰ ধাৰণা যে সি বেছ ভাল কবিতাই লিখে যদিও 'পৰশ্ৰীকাতৰ' সহকৰ্মীসকলে নিজৰ মাজত কোৱাকুই কৰে— 'ইস্, এনে কবিতা লিখে! অসমত এতিয়া বাতৰি কাকত, আলোচনীৰ এক প্ৰকাৰ বানপানীৰে তাণ্ডব চলিছে, সেইবোৰৰ পাত ভৰাবলৈ অকবিৰো কবিতা সুমুৱাই দিয়া হয়, তদুপৰি সময়ে সময়ে একোডোখৰ খালী ঠাই পূৰাবলৈও বোলে সেই কবিতা ভৰাই দিয়া হয়, দৰকাৰ হ'লে তাক জধেমধে কাটকুটো কৰা হয় হেনো।... আমি যদি কলম ধৰোঁ আমিও কবি হ'ব পাৰিম, বহুতৰ দৰে অ'ৰ-ত'ৰ পৰা বাক্যবোৰ চুৰ কৰি আনিও কবি হ'ব পাৰি। এওঁ বা কি ধৰণৰ কবি ...' ইত্যাদি ইত্যাদি।

যি হওক, সন্তানৰ ওপৰত এই পূৰা অধিকাৰ বৰ্তি থকা মানুহজনীয়ে মাজে মাজে তাৰ সদ্ব্যৱহাৰ কৰে সিহঁতক মাৰধৰ কৰি, বিশেষকৈ উৰহৰ খং ভগা ঢাৰিত জৰাৰ মনোবৃত্তিৰেই। আজিও পাৰ্বতীয়ে তাকে কৰিলে, স্বামীক একো কোৱাৰ সাহস নাই, গতিকে মানুহজনৰ ওপৰত উঠা খং-অভিমান ল'ৰা-ছোৱালী দুটাৰ ওপৰতে জাৰিলে। 'কেৱল কাজিয়া, কেৱল মৰামৰি, এনে যে মাকক খোৱা ল'ৰা-ছোৱালীৰ জন্ম হ'ল— বাপেকৰতো খবৰেই নাই তেওঁ থাকিব কবিতা লেখি, ঘৰ এৰি ঘূৰি ফুৰি, ময়েই সংসাৰখনৰ, এই বদমাইছ ল'ৰা-ছোৱালী দুটাৰ সকলো বোজা ল'ব লগা হৈছে ...' ল'ৰা-ছোৱালী দুটাৰ পিঠিত আৰু দুটামান ঔ কিল পৰিল, সিহঁতৰ কান্দোনৰ প্ৰকোপো আৰু বাঢ়িল।

কমল খালী ঠাইডোখৰৰ কাষেৰে আগবাঢ়িল, তাৰ নামৰ মাজৰ চন্দ্ৰ আঁতৰি যোৱাৰ দৰে আজি আকাশৰ পৰাও চন্দ্ৰ আঁতৰি গৈছে। আন্ধাৰত মনা-নমনা অৱয়বৰ এহাল যুগল মূৰ্তি, এই আন্ধাৰৰ আজি নিশ্চয় ভালকৈয়ে সুযোগ লৈছে ইহঁতে। কমলৰ হেম বৰুৱাৰ কবিতাৰ শাৰী মনলৈ আহিল— 'মোৰ পক্ষে আন্ধাৰেই ভাল'— এতিয়া তাত যেনিবা বহুবচনটো লগাই আওৰোৱাৰ পৰিস্থিতি হৈছে।

কমলৰ ইচ্ছা হ'ল— হাতৰ টৰ্চটো জ্বলাই পোহৰৰ অনুসন্ধানী দৃষ্টি সিহঁতৰ গাত পেলায়। কিন্তু নিজকে সি সংযত কৰিলে, নাই নাই, আজিকালিৰ ল'ৰা-ছোৱালীক ভয় লাগে, হাতত ছুৰি-টুৰি থকা অসম্ভৱ নহয়, পিষ্টলো থাকিব পাৰে, কৌতূহলৰ দাম খুব বেছি দিব লগা হ'ব পাৰে— প্ৰাণ পৰ্যন্ত। তাতে এই সূচীভেদ্য অন্ধকাৰত কোনেও কাকো দেখা নাপায়, ৰাস্তাতো লাইট নামৰ বস্তুকেইটা ওলোমাই থকা খুঁটা কেইটামানহে আছে, সেই লাইটবোৰৰ পৰা পোহৰ নিৰ্গত নহয়, গতিকে ৰাতি নহয়, দিনতহে সিহঁতে নিজৰ অস্তিত্ব ঘোষণা কৰে।

উস, সঁচায়ে বৰ আন্ধাৰ, কমলে মুকলি ঠাইডোখৰৰ যুগল মূৰ্তিৰ ওপৰত নহয়, ৰাস্তাৰ ওপৰতে টৰ্চৰ পোহৰ পেলায় আৰু মনতে কমলে আৰু এক বৰুৱা উপাধিৰ কবিৰ 'আন্ধাৰ ৰাতিৰ ইলিজি' কবিতা আওৰায়— 'ইয়াত মই আন্ধাৰ ৰাতি নিজকে নাপাওঁ দেখা ...'।

লক্ষ্মীৰাম বৰুৱা হল পাওঁ পাওঁ হওঁতে কমলে এইবাৰ স্বয়ং নিজৰ ৰচিত কবিতাকে আওৰাব ধৰিলে, অৱশ্যে ঠিক কবিতা নহয়, এটা গানেই যি গান এদিন কাবেৰীয়ে সুৰ দি গাব বুলি সি দিবাস্বপ্ন দেখিছিল।

'অ' মোৰ কাবেৰীজনী,
অপৰূপা প্ৰাণমণি,
নোহোৱাতো নৈ তুমি
হৃদয়ৰ পাৰ চুমি
কুলু কুলু সুৰ তুলি
ঢউৰ স'তে মিলিজুলি
তথাপিও আছা বৈ
যেনিবা সঁচায়ে নৈ।
চালানে এবাৰো তুমি
বৈ বৈ জুমি জুমি
কাৰ সি দৰদী হিয়া?
এই অভাগাৰে হায়,
তোমাকে বিচাৰি পায়।
কয় সি বাৰে বাৰে
কাবেৰীৰ পাৰে পাৰে,
হিয়া-নিয়া-দিয়া।।
অ' মোৰ কাবেৰীজনী
অপৰূপা প্ৰাণমণি।।'

লক্ষ্মীৰাম বৰুৱা সদনত আজি কাবেৰীৰ গানৰ অনুষ্ঠান আছে। কাবেৰীৰ লগত বৰুৱা উপাধিটোৰে তাইৰ কথা ভাবিবলৈ গ'লে কমলৰ বুকুখন মোচৰ খাই উঠে। এদিন সি কাবেৰী নামটো তাৰ হৃদয়ৰ মণিকোঠাত কাবেৰী কলিতা বুলি খোদিত কৰি থৈছিল— আকৌ এক ধৰণৰ অনুপ্ৰাসৰে কাৰবাৰ হৈছিল। কিন্তু কাবেৰী কলিতা কলিতে বিনষ্ট হৈ গ'ল, হৈ গ'ল কাবেৰী বৰুৱা। কমল-কাবেৰী, এই দুটা নামৰ 'ক' দুটা যুগ্ম হৈ নগ'ল।

পিছে সকলো দোষ মইনা পেহীৰ, আজিও কমলে তাৰ বাবে পেহীয়েকক দোষাৰোপ কৰিবলৈ নেৰে। এদিন সি পেহীয়েকৰ ঘৰলৈ যাওঁতে তাতেই লগ পাইছিল কাবেৰীক— সপ্ৰতিভ, দেখাত মোটামুটি ধুনীয়া, এখন চকুত লগা শাৰী পিন্ধি আছিল— যি সঁচায়ে যেন ছোৱালীজনীৰ গাৰ ৰঙৰ লগত মিলি তাইক তুলি ধৰিছিল। সি সাধাৰণতে ছোৱালী মানুহৰ কাপোৰ-কানিৰ বিষয়ে একো ভু নাপায়, তাৰ মাক গোকাট গাঁৱলীয়া, যি কাপোৰ-কানি পিন্ধে সি কোনো ধৰণৰ চকুত লগা বিধৰ নহয়েই। কলেজত পঢ়োঁতে অৱশ্যে বং-বিৰঙৰ কাপোৰ পিন্ধা বহুত ছোৱালীকে দেখিলে, কিন্তু তাৰ ভিতৰত কোনো এজনী ছোৱালীকে সি বেলেগ মন কৰাৰ সুবিধাই নাপালে— পাবনো কেনেকৈ, তাৰতো কোনো ছোৱালীৰ লগত বিশেষ ঘনিষ্ঠতা গঢ়ি নুঠিল। ছোৱালীবোৰে যেন তাৰ পিনে ঘূৰি চাবলৈ তাৰ কোনো বিশেষত্বই দেখা নাছিল বা দেখাবো একো নাছিল— সেই কথা কমলে বুজি পাইছিল আৰু তাৰ বাবে

কামৰূপৰ এখন অখ্যাত গাঁৱৰ এই ল'ৰাটোৱে সিহঁতৰ আগত এক ধৰণৰ হীনমন্যতাত ভুগিছিল। ফলত ৰং-বিৰঙৰ পখিলাৰ জাকৰ দৰে এই ছোৱালীবোৰক সি ভালকৈ মূৰ তুলিও চোৱা নাছিল, পঢ়াতে মনপূতি লাগি থাকিছিল।

তাৰ পিছত সি পঢ়া-শুনা শেষ কৰিছিল আৰু চহৰত এটা চাকৰিও পাইছিল। মোটামুটি ভালেই চাকৰি, কিন্তু বাহিৰা আয় নথকা চাকৰি বাবে সি তাৰ পৰ্যায়ৰে চাকৰি কৰা নানা অসৎ উপায়েৰে ধন ঘটি চহৰত গাড়ী-ঘৰেৰে নিকপকপীয়াকৈ বহা মানুহৰ দৰে নিজৰ আৰ্থিক অৱস্থা অতি স্বচ্ছল কৰিব পৰা নাছিল। তথাপি সি যি আয় কৰিছিল তাৰে বিয়া-বাৰু কৰাই সংসাৰ পাতি চলি থকাৰ বাবে বিশেষ কঠিন কাম নাছিল।

কিন্তু সি যি ধন ঘটিছিল তাৰ গাঁৱত থকা মাক-দেউতাকে গাঁৱৰ বহুতো মানুহৰ দৰেই তাতকৈ বহুত পৰিমাণে বেছি ধন ঘটে বুলি ধৰি লৈছিল আৰু তেওঁলোকৰ দাবী মতে সি পইচাৰ যোগান ধৰিব পৰা নাছিল বাবে গাঁৱৰ মানুহৰ আগত সি স্বাৰ্থপৰ, কুলাংগাৰ আদি বুলি হা-হুমুনিয়াহ কাঢ়িছিল।

একেদৰেই মইনা পেহীয়েকেও সি বহুত ধন ঘটে বুলি ধৰি লৈছিল। গাঁৱৰ ছোৱালী, দেখাত বেছ ধুনীয়া, হাইস্কুলতো পঢ়িছিল, গতিকে পুলিচৰ দাৰোগা এজনে তেওঁক বৰ আগ্ৰহ কৰিয়েই বিয়া কৰাইছিল। প্ৰথমতে অ'ত-ত'ত চাকৰি কৰা মানুহজনে সেই সময়ত গুৱাহাটীলৈ বদলি হৈছিল আৰু পুলিচ ৰিজাৰ্ভৰ কোৱাৰ্টাৰ এটা পাই গাঁৱৰ পৰা ঘৈণীয়েককো লৈ আনি সংসাৰ পাতিছিল।

সেই সময়ত কমলেও গুৱাহাটীত চাকৰি পাইছিল। চাকৰিটো দাৰোগাতকৈ উচ্চ খাপৰ, গতিকে পেহীয়েকে ভাবিছিল যে কমলৰ তাইৰ গিৰিয়েকতকৈ বহুত বেছি আয়। আনহাতে তাইক গিৰীয়েকে যি বাণ্ডিল বাণ্ডিল টকা আনি দিয়ে, ভাল কাপোৰ-কানি কিনি দিয়ে, নতুন নতুন গহনা গঢ়াই দিয়ে সেয়া সকলোবোৰ দৰমহাৰ টকাৰেই বুলি সৰল, আজলী-আঁকৰি ছোৱালীজনীৰ ধাৰণা আছিল। সেয়ে তাই নিপাতনে সিদ্ধিৰ দৰে ধৰি লয় যে কমলেতো আৰু বেছি আয় কৰে, সিতো ঘৈণীয়েকক আৰু বেছি সুখত ৰাখিব, আৰু বেছি কাপোৰ-গহনা দিব পাৰিব।

সেই ভাব অহাৰ লগে লগে মইনা পেহীয়েকৰ মনলৈ এই ভাবটোও আহি গ'ল যে কমলৰ বিয়া কৰাবৰ হৈছে, চাকৰিত সোমোৱাওতো বহু দিন হ'ল, বেচেৰাৰ বিয়াৰ কথানো তেওঁ নাভাবিলে গুৰুত্ব দি ভবা কোন আছে, মাকজনী হ'ল গোকাট গাঁৱলীয়া, চহৰৰ কোনো আওভাও নাপায়, পুতেকৰ বাবেনো ক'ত চহৰৰ উপযুক্ত ছোৱালী পাব— এতিয়া নিজকে চহৰীয়া হৈ যোৱা বুলি এক ধৰণৰ ভেমেৰেই তেওঁ এইদৰে ভাবিছিল।

কমলৰ বিয়াৰ ভাব অহাৰ লগে লগে ছোৱালীৰ ছবিখনো তেওঁৰ মনলৈ আহি গ'ল— এ, ছোৱালী দেখোন ঘৰৰ কাষতেই আছে, দূৰলৈ হাকুটিয়াবৰ আৰু দৰকাৰেই নাই। কাবেৰী। কাবেৰী দুৱৰা। ওচৰতে এটা কোৱাৰ্টাৰত থকা পুলিচ ইঞ্চপেক্টৰ ৰমণী দুৱৰাৰ চাৰিজনী ছোৱালীৰ দ্বিতীয় কন্যা। পুলিচ হ'লেও দুৱৰাৰ মনত অলপ ৰস-কষ আছে। ছোৱালী কেইজনীৰ নাম দিছে নদীৰে— কৃষ্ণা, কাবেৰী, গংগা আৰু ইৰাৱতী। আটাইকেউজনীকে নানা গুণেৰে বিভূষিতা কৰিবলৈ সিহঁতক গান-নাচৰ স্কুলতো নাম লগাই দিছে। সেইবোৰত কোনো এজনী পাৰদৰ্শী নহ'লেও মোটামুটি আটাইকেউজনীয়ে গান জানে আৰু তাৰ ভিতৰত কাবেৰীয়ে সকলো কেইজনীতকৈ ভাল গান গায়।

ইতিমধ্যে কৃষ্ণাৰ বিয়া হৈ গৈছে, গতিকে এতিয়া কাবেৰীৰ পাল। তাই বি এ পাছ কৰি এম এ পঢ়ি আছে, কিন্তু মাকৰ ইচ্ছা যে ভাল দৰা পালে তাইৰো বিয়া পাতে, হাজাৰ হওক এতিয়াও তিনিজনীকৈ ছোৱালী আবিয়ৈ হৈ আছে, আনহাতে তিনিও গাভৰু হৈছে বহুত দিনৰ আগতেই আগৰ দিন হোৱা হ'লে তিনিওকো উলিয়াই দিব লগা হ'লহেঁতেন।

সিদিনা মইনা পেহীয়েকে কাবেৰীৰ মাকক একো নক'লে, কিন্তু লগে লগেই ভতিজাক কমলৰ কথা মনলৈ আহি গৈছিল, যি তেওঁৰ বাবে— most eligible bachelor, অতি যোগ্য প্ৰাৰ্থী, অন্ততঃ কাবেৰীৰ দেউতাকৰ চাকৰি, কেৱল ছোৱালী সন্তানেৰে ভৰা ঘৰ আদি কথা ধৰিলে কাবেৰীৰ বাবে কমলৰ বাবেনো যোগ্যতৰ প্ৰাৰ্থী আৰু কোন ওলাব পাৰে। কাবেৰীৰ বাবে আৰু এটা সুবিধাৰ কথা হ'ব এয়ে যে কমলে কবিতা লেখে, কবিতা লেখা মানুহে আৰু গান লেখিব নোৱাৰিবনে? হয় কমলে গান লেখিব আৰু কাবেৰীয়ে তাত সুৰ দি ওচৰতে বহি হাৰ্মনিয়াম বজাই

গাব। দৃশ্যটো কল্পনা কৰি হোজা মনৰ তিৰোতা মইনা পেহীয়েকৰ মুখত হাঁহি ওলাই গৈছিল।

পিছে কমলে বা আৰু কি কয়? সি যদি কয় যে ককায়েক-ভায়েক নথকা ঘৰৰ ছোৱালীক সি বিয়া নকৰায়? তেওঁৰ ককায়েক-বৌয়েকেতো সেই আপত্তি কৰিবই। কিন্তু তেওঁলোকেই বা সহজে ক'ত ইমান সকলো ফালে মিলা ছোৱালী পায়? কাবেৰী একপ্ৰকাৰ সুন্দৰীয়েই, লগতে শিক্ষিতা আৰু ভাল ঘৰৰ ভাল ছোৱালী। তেওঁ এই দুটা বছৰে সিহঁতৰ ওচৰ-চুবুৰীয়া হৈ দেখিছে নহয়, ঘৰখন ভাল, মাক ভাল, ছোৱালীকেইজনী ভাল। অৱশ্যে দেউতাকৰ কথা তেনেকৈ ক'বলৈ মন নাযায় মইনা পেহীয়েকৰ, মানুহজন যেন অলপ বেছি মদগৰ্বী, অইন সকলোতকৈ যেন ওপৰত থাকিব খোজে আৰু জীয়েককেইজনীক লৈ এনে ধৰণৰ গৰ্ব কৰে যেন ৰূপে-গুণে লক্ষ্মী-সৰস্বতী তেনে ছোৱালীৰ বাপেক হোৱাৰ তেওঁৰহে কেৱল সৌভাগ্য হৈছে। সিহঁতক গায়িকা হিচাপে এনে এক ওপৰৰ আসনত বহুৱাই থয় যে হিংসাকুৰীয়া ঠাই অসমত জন্ম নহৈ গুণীৰ মোল বুজা মহাৰাষ্ট্ৰত জন্ম হ'লে কাবেৰী, গংগা আৰু ইৰাৱতীও একো একোজনী লতা, আশা, উষা হ'লহেঁতেন (কৃষ্ণাৰ তেওঁ তেনেকৈ নাম নলয়, তাইৰ ওপৰত তেওঁৰ বিৰক্তি উপজিছে, এনে 'কোকিলকণ্ঠ'ৰ অধিকাৰিণী হৈয়ো তাই সংসাৰত সোমাই গানৰ চৰ্চা একেবাৰে বাদ দি দিছে)।

পিছে গোলাপতো কাঁইট থাকে, চন্দ্ৰতো কলংক থাকে— মইনা পেহীয়েকে এনেবোৰ পুৰণিকলীয়া, উদাহৰণেৰে মনক বুজাইছিল, গতিকে দেউতাকৰ কথা বাদ দিব লাগিব। থাকক তেওঁ আৰ্টিষ্ট দুৱৰা বংশৰ আত্মীয় হোৱাৰ ভেমলৈ।

কিন্তু কমলে বা কি কয়?

মইনা পেহীয়েকে বুদ্ধি কৰি কমলৰ লগত এদিন কাবেৰীক চিনাকি কৰি দিছিল।

তেওঁ কমলক ভাত খাবলৈ মাতিছিল আৰু কাবেৰীকো মাতিছিল তেওঁক অলপ সহায় কৰিবলৈ। লগতে কৈছিল, 'তুমি মোক বিশেষ একো কৰি দিব নালাগে কাবেৰী, কেৱল পটল-ছয়াবিন-আফুগুটি আৰু দৈৰ সেই আঞ্জাখন কৰি দিলেই হ'ব। তোমালোকৰ ঘৰত যে ৰান্ধি খুৱাইছিলা, এতিয়াও মোৰ মুখত লাগি আছে। ভতিজাটো মোৰ বৰ মৰমৰ, তাক সেইখন আঞ্জা খুৱাবৰ বৰ মন, মই কৰি চাইছিলোঁ, কিন্তু তোমাৰ দৰে জুতি একেবাৰে নুঠিল— মই সকলো যোগাৰ কৰি থ'ম, তুমি কেৱল ৰান্ধিলেই হ'ব।...'

সেইদিনাখনেই কমলৰ লগত কাবেৰীৰ প্ৰথম পৰিচয় ঘটিছিল। কাবেৰীয়ে যিখন শাৰী পিন্ধিছিল, সেই শাৰীখনকো তাইৰ লগতে কমলে কিবাকৈ পাহৰিব পৰা নাছিল— এনেয়ে শুৱাইছিল তাইক। তাৰ পিছত তাই গান গাইছিল আৰু প্ৰথম দৰ্শনতে সি কাবেৰী ছোৱালীজনীৰ, কাবেৰীৰ শাৰীৰ প্ৰেমত পৰি যোৱাৰ লগতে প্ৰথম শ্ৰৱণতে তাইৰ গানৰো প্ৰেমত পৰি গৈছিল। শেষত সি কাবেৰীৰ বাবে গানো লিখি দিছিল। মইনা পেহীয়েকে যেতিয়া গৌৰৱেৰে ক'লে যে তেওঁৰ ভতিজাক বৰ গুণী, ভাল কবিতা লেখে, বাতৰিকাকত-আলোচনীত ওলায়ে থাকে, তেতিয়া কাবেৰীয়ে তাক গান লেখি দিবলৈ খাটনি ধৰিছিল। কমলতো হাততে স্বৰ্গ ঢুকি পোৱাৰ দৰেই হৈছিল, সেইদিনাই যি ঘৰলৈ গৈ এটাৰ পিছত এটাকৈ গান লেখি যাবলৈ ধৰিলে, তাৰ বহী এখনেই ভৰি যোৱাৰ দৰে হৈছিল, সি লেখিলে বসন্তৰ গান, প্ৰেমৰ গান, ফুলৰ গান, আকাশৰ গান, বৰষাৰ গান, ডাৱৰৰ গান আৰু এনেকি গানৰ বিষয়েও গান— সি তাৰ সমস্ত হৃদয় ঢালি গানবোৰ লেখি গৈছিল, জগত-সংসাৰ পাহৰি, একান্ত নিবিষ্ট মনেৰে, বহুত ৰাতিলৈ জাগি।

কাবেৰীয়ে গানবোৰ পাই খুব স্ফূৰ্তি পাইছিল, গান লেখি দিয়া মানুহৰ যে ইমান অভাৱ। তাই কমলক ধন্যবাদ দি ততেই পোৱা নাছিল।

এনেকৈ পেহীয়েকৰ ঘৰত কেইদিনমান কাবেৰীক লগ পোৱাৰ পিছত তেওঁ কমলক সুধিছিল— সি কাবেৰীক বিয়া কৰাবনে। কমলে এইবাৰ যেন সঁচায়ে স্বৰ্গ ঢুকি পাইছিল আৰু সেই ভাব তাৰ মুখত এনেকৈ পৰিস্ফুট হৈ উঠিছিল যে মইনা পেহীয়েকৰ তাৰ লাজলাজকৈ দিয়া সম্মতিভৰা বাংময় উত্তৰৰ আচলতে কোনো প্ৰয়োজনেই নাছিল।

পেহীয়েকে হয়তো তাৰ দৰে স্বৰ্গ ঢুকি পোৱা নাছিল, কিন্তু পাৰ্থিব সাংসাৰিক সুখৰ ভাগ যেন ভতিজাকৰ লগতে তেৱোঁ পাইছিল বা পাব— এই ধাৰণা হৈছিল। কাবেৰী তেওঁৰ ভতিজা-বোৱাৰী হ'লে তেওঁ যিখিনি

আদৰ-যত্ন পাব, আন অচিনাকি ছোৱালীৰ পৰা পাবনে?

সিদিনা কমলে বিদায় লৈ যোৱাৰ পিছত তেওঁ আৰু ৰ'ব পৰা নাছিল— কাবেৰীহঁতক 'সুখবৰ'টো দিবলৈ তেওঁৰ গাত তৎ নোহোৱা হৈছিল।

প্ৰথমতে তেওঁ গৈ মাককে কথাটো কৈছিল, মাক তেওঁ ভবাৰ দৰেই উৎফুল্লিত হৈ উঠিছিল, মুখেৰে এনে কথা কৈছিলোঁ— আপুনি আমাৰ কিমান শুভাকাংক্ষী কাবেৰীক কিমান মৰম কৰে, নহ'লে মই কতজনকেতো কৈ থৈছিলোঁ, আজিলৈকে মোক কোনোবাই এটা ভাল খবৰ আনি দিব পাৰিলেনে?

কিন্তু মইনা পেহীয়েকৰ ভতিজাকে দিবাস্বপ্ন দেখি দেখি আৰোহণ কৰি থকা স্বৰ্গখন যেন মূৰতে ভাগি পৰিছিল যেতিয়া স্বয়ং কাবেৰীয়েই কৈছিল যে তাই এতিয়া কোনোমতেই বিয়াত নবহে, এতিয়া তাই বিয়াৰ কথা ভাবিবই নোৱাৰে, আগতে এম এটো পাছ কৰি ল'ব। আৰু এতিয়াই বিয়াৰ বন্ধনত সোমালে গানৰ চৰ্চাতো বিঘিনি ঘটিব। বায়েকৰ দৰে।

পিছত কাবেৰীয়ে গংগা আৰু ইৰাৱতীৰ ওচৰলৈ গৈ হাঁহিয়ে তৎ পোৱা নাছিল—

'সেই গাঁৱলীয়া ভূতটোক বিয়া কৰোৱাতকৈ দক্ষিণলৈ ঢাপলি মেলি মোৰ নামৰ নদীটোতে জাঁপ মাৰি পৰি মৰিমগৈ— (কাবেৰীয়ে কথাবোৰ পাৰিলে অলপ কায়দা কৰি কয়েই, যিটো গুণেও কমলক তাইৰ প্ৰেমত আৰু গদগদ কৰি ৰাখে আৰু এনে ধৰণে কবিতা লেখাৰো অনুপ্ৰেৰণা যোগায়— 'তোমাৰ, এনে বুদ্ধিভৰা ৰসাল কথা-বতৰা/মোৰ প্ৰাণত পুলক জগায় সঘনাই') উস্, চুলিকেইডাল তেলেৰে যেনেকৈহে জপজপীয়া কৰি ৰাখে, কাণৰ দুই কাষেদি একেবাৰে গংগা-যমুনা বৈ আহে, বা কৃষ্ণা-কাবেৰী হৈ বৈ আহে— আৰু যে তামোলসোপা খায়, খুব চূণ দি খায় বোধহয়, জিভাখন একেবাৰে কালী গোসাঁনীৰ দৰেই টিকটিকীয়া ৰঙা হৈ থাকে, দাঁতবোৰৰ অৱস্থাতো চাবকে নোৱাৰি। মোক গান লেখি দি পিছত যেতিয়া সেইবোৰ সেই ঢেকেৰীটোৰে পঢ়ি শুনায়— চকু দুটা যে কি তুলতুল হৈ নপৰে, সঁচায়ে কৈছোঁ গংগা সেই চকু দুটা তেতিয়া মোৰ ব্লাউজৰ পৰা চেফ্‌টি পিন খুলি লৈ তাৰে খুঁচি দিবৰ মন যায়—'

ইৰাৱতীয়ে মেট্ৰিক পাছ কৰি কলেজত সোমাইছে, ল'ৰাৰ লগত জীৱনত প্ৰথম ক্লাছ কৰিছে, কলেজৰ পৰা আহি বায়েকহঁতৰ লগত সেই নতুন জীৱনৰ অভিজ্ঞতাবোৰৰ কথা কওঁতে তাত অৱধাৰিতভাৱে ল'ৰাৰ কথা থাকেই। আজিও তাই বায়েকৰ কথাৰ মূৰত (যদিও বায়েকে তাইক বেছি পাত্তা দিয়া নাছিল) সেই ল'ৰাৰ প্ৰসংগ টানি আনি মাত লগালে— 'জান বাইদেউ, আমাৰ লগৰ ছোৱালী কেইজনীমানে ল'ৰাবোৰক কিবাকিবি নাম দিয়ে। এজন ল'ৰাৰ চকু দুটা সদায় যেন আবেশত ঢুলঢুল হৈ থাকে— সেয়ে তাৰ নাম দিছে বিৰহী ৰাম।'

বায়েক-ভনীয়েক কেইজনীৰ মাজত হাঁহিৰ ৰোল উঠিছিল।

মইনা পেহীয়েকে পিছত তাৰ হিয়া ভাগি যোৱা খবৰটো দি মুখখনৰ এটা বিকৃত ভংগী কৰি কৈছিল, 'ইস্, এনে ৰাজকন্যাজনী ওলাইছে, এতিয়াই বিয়া নকৰে! এনে ৰজাটোৰ জীয়েক! সামান্য পুলিচ ইঞ্চপেক্টৰ এজনৰ জীয়েক হৈয়ে ইমান ফুটনি— এছ পি, ডি এছ পিৰ জীয়েক হ'লেও কথা দোচোৰা আছিল। তোৰ পেহাৰে কৈছে নহয় কিমান ভেটি খায়! ৰাজ্যৰ পুলিচ মখাক আনি নিজৰ ঘৰত খটুৱায়— তই আমাৰো কথা ক'ব পাৰ, কিন্তু আমি দুটাকহে খটুৱাওঁ। আৰু পেহাৰে কয়— এনেকৈ ঘৰত কাম কৰিলে বেচেৰা দুখীয়া পুলিচ দুটাই ফ্ৰিতে খানাটো পায়। ... অঁ, চাই থাকিম নহয় তাইৰ কোন ৰাজপুত্ৰৰ লগত বিয়া হয় ...'

পিছে কাবেৰীৰ 'ৰাজপুত্ৰ'ৰ লগতেই বিয়া হৈ গৈছিল। অমল বৰুৱা ল'ৰাটো ডিষ্ট্ৰিক্ট ট্ৰেঞ্চপ'ৰ্ট অফিচাৰ, যি সৰ্বসাধাৰণৰ মাজত সংক্ষিপ্তভাৱে ডি টি অ' নামেৰেই জনাজাত। ডি টি অ' বাদেই, সেই অফিচাৰৰ তলতীয়া কৰ্মচাৰী এম ভি অ'ৰো বাহিৰা আয়েই বিস্ময়জনক। তেনেকুৱা এজন এম ভি অ'ক কমলে জানেও, ঘৰত দুখন গাড়ী, এখন মাৰুতি ৮০০ আৰু এখন ৱেগনাৰ। সি অহকাণে-পহকাণে এই কথাও শুনিছিল যে মানুহজনে আলফাক মাহে এক লাখ টকা তেওঁৰ বাহিৰা আয়ৰ প্ৰায়শ্চিত্ত হিচাপে দি থাকিব লাগে।

অমল বৰুৱা উজনিৰ, গতিকে কমলৰ দৰে বিদ্ৰূপৰ পাত্ৰ 'ঢেকেৰী'ও নহয় (অৱশ্যে কাবেৰীৰ এইবোৰ বিশ্লেষণ তাৰ জনাৰ কথা নহয়। জানিলে সি মৰিয়েই হয়তো গ'লহেঁতেন)। অমল বৰুৱাৰ নামটো কমলে

পিছত কাগজতো দেখিছিল, তেওঁৰ সুদৃশ্য অট্টালিকাটোৰ ফটোও কাগজৰ মানুহে দুৰ্নীতিপৰায়ণ বিষয়াৰ আয়ৰ নমুনা হিচাপে কাগজত তুলি দিছিল। কিন্তু তেওঁৰ শাস্তি হ'বনে নাই তাক কাগজৰ পৰা সি পিছত গম নাপালে। কিন্তু আন বহুতো তেনেকৈ শাস্তি নোপোৱা মানুহৰ দৰে তেৰোঁ যে সাৰি গৈছে সেই কথা মইনা পেহীয়েকৰ পৰাই গম পাইছিল ...।

লক্ষ্মীৰাম বৰুৱা সদনত বহি কাবেৰী বৰুৱাৰ গান শুনি থকাৰ সময়ত এবাৰ কমলৰ ভাৰ ওচৰত বহি অনুচ্চ স্বৰেৰে কথা পাতি থকা দুজন মানুহৰ এইখিনি কথা কাণত পৰিছিল ঃ

'কাবেৰী বৰুৱাই এনে একক পাৰ্ফমেঞ্চ কৰিবলৈ একো ভাল গান নাগায় দেই। কিন্তু ডি টি অ' গিৰীয়েকৰ টকা আছেতো, গতিকে হল ভাৰা কৰিছে আৰু মানুহক ঘৈণীয়েকৰ গান শুনাইছে।'

'এৰাহে, আজিকালি টকাৰ জোৰত ক'লাও বগা হয়। কাইলৈ চাবা, কাগজত ফটোৰে সৈতে কাবেৰী বৰুৱাৰ গানৰ প্ৰশংসাৰে কিমান কথা ওলাব।'

'অ', কাগজৰ মানুহক মেনেজ কৰি পেলাব, আজিকালি এইবোৰেই চলিছে। মোৰো এজনী ভাগিন ছোৱালীয়ে গান গায়, ভালেই গায়। তাই কেছেট এটাও উলিয়াইছে। সেই কেছেটৰ কথাৰে কাগজত কিবা অলপ উলিওৱাৰ কথা লৈ কাগজৰ অফিচলৈ যোৱাত বিভাগীয় সম্পাদকজনে এনে এটা কথা ক'লে যিটো শুনি ভাগিনীজনীৰ চকু কপালত উঠিছিল। তেওঁক বোলে তাৰ বাবে এহেজাৰ টকা দিব লাগিব। কাবেৰী বৰুৱাৰ কেছেট, পাৰ্ফমেঞ্চৰ কথাও মাজে মাজে কাগজত ওলায়— তেতিয়া মই ভাবোঁ, অমল বৰুৱাই ঘৈণীয়েকৰ গানৰ তেনে 'বিজ্ঞাপন'ৰ বাবে কিমান হাজাৰ টকা বা ঢালে ...'

কমলে মনৰ ভিতৰতে এটা হুমুনিয়াহ পেলাইছিল। তেওঁৰ দৰে এপইচাও বাহিৰা আয় নোহোৱা মানুহে কাবেৰী নদীত অৱগাহন কৰাৰ কথা কল্পনাও কৰিব নালাগিছিল ... এই মইনা পেহীজনী, কিহে পাইছিল তেওঁক ... নাই নাই, তেওঁ কাবেৰীৰ পানী এটোপাল স্পৰ্শ কৰাৰো যোগ্য নহয়, তেওঁ দৌৰি থাকিব লাগিব কাবেৰীৰ পাৰে পাৰেই, যি পাৰ তেওঁৰ বাবে ওখোৰা-মোখোৰা।

ৰাতি এঘাৰমান বজাতহে আহি কমল ঘৰ পাইছিলহি। মনৰ জালাত সি বহুতপৰ বাস্তাত অনাই-বনাই ঘূৰিছিল। ইতিমধ্যে ভাত-পানী খাই টুকুন আৰু মমী শুই পৰিছিল। গিৰীয়েকৰ বাবে বাট চাই ল'ৰা-ছোৱালী দুটাৰ ওচৰত পাৰ্বতীয়ে টোপনিয়াই বহি আছিল। টোপনিৰ আৰু দোষ কি। পুৱা সেই পাঁচটাতে উঠি দিনটো গেৰাৰী খাটি থকাৰ পিছত ৰাতি এনেকৈ ক'ৰবাত অলপ বহিলেই ভাগৰ আৰু টোপনিয়ে একেলগে হেঁচা মাৰি ধৰে।

কৰ্কশ স্বৰেৰে কলিং বেলটো বাজি উঠিছিল। পাৰ্বতীয়ে ধৰফৰকৈ উঠি গৈ দুৱাৰখন খুলি দিছিল।

কমলে গাৰ পৰা চোলাটো খুলি খুলি সুধিলে, 'ইহঁত দুটাই ভাত-পানী খাই শুলে? তুমি নিজে খালানে নাই?'

'নাই খোৱা'— পাৰ্বতীয়ে লাহেকৈ ক'লে।

'ইস্— এনে পতিব্ৰতাজনী ওলাইছে! মইতো কৈয়ে থৈছোঁ যে বেছি ৰাতি হ'লে মোৰ বাবে বাট চাব নালাগে। এনে পতিভক্তি দেখুৱাই কোনো যে লাভ নাই অতদিনে বুজাই নাইনে? যোৱা এতিয়া ভাত বাঢ়াগে—' কথাকেইটা অতি হুটা মাতেৰে কৈ পেন্ট খুলি লুঙীখন পিন্ধি এইবাৰ কমল বাথৰুমত সোমালগৈ।

পাৰ্বতী গৈ নীৰৱে পাকঘৰত সোমালগৈ। ভাত-আঞ্জা গৰম নাপালেও কমল অকনকাই উঠিব।

কেৰাহীত দাইল আৰু আঞ্জা তপতাই পাৰ্বতীয়ে মনৰ ভিতৰতে তিক্তভাৱে হাঁহিলে। মই ভাত-পানী খাই কি কৰিম? বিছনাত পৰিম? কিন্তু তুমি জানো মোক শান্তিৰে শুই থাকিব দিবা? পাটীৰ তিৰোতা পাটীৰ কৰ্তব্যখিনি নকৰালৈকে তোমালোক পুৰুষ মানুহে জানো আমাক বেহাই দিবা?

(গৰীয়সী)

# দুৱাৰখন খোলাই থাকক

(প্ৰীতি গোস্বামী বাইদেউৰ স্মৃতিত, শ্ৰদ্ধাৰে)

Brave admiral, say but one good word:
What shall we do when hope is gone ?
The words leapt like a leaping sword
'Sail on ! Sail on : Sail on; and on !'

দুৱাৰখন বন্ধ কৰাই থাকে, ভৰিৰ অসুখটো স্থায়ী হোৱাৰ পিছত ৰেণু শৰ্মাৰ বাবে সেই দুৱাৰ খোলা-নোখোলা একে কথাৰ দৰে হৈ পৰিছে, তেওঁ আৰু আগৰ দৰে সেই দুৱাৰেৰে ওলাই সোমাই নাথাকে, চকীখনত বহি বহিয়েই দিনটো প্ৰায় কটাই দিয়ে।

আজিকালি তেওঁৰ আৰু একোকে ভাল নলগা হৈছে। পোহৰ, বতাহ, আকাশ, জোনাক, বৰষুণ, গছ-গছনি— একোকে ভাল নলগা হৈছে। অথচ এখন খিৰিকী সেইখনৰ এনেকৈ অৱস্থিত যে ফলত যথাযথ সময়বোৰত এই সকলোবোৰৰ লগত দৰ্শন আৰু শ্ৰৱণৰ যেন অনায়াস সম্পৰ্ক ঘটি যায়। প্ৰথম অৱস্থাত অৱশ্যে এই সকলোবোৰেই তেওঁৰ ভাল লাগিছিল— আকাশৰ দিনটোৰ বৰণ সলনি হোৱা চাই ভাল লাগিছিল— সেই আকাশৰ বগা-ক'লা মেঘৰ সমাৰোহ— শৰৎ বা বাৰিষাত, চাই ভাল লাগিছিল, চুবুৰীয়া ৰৰুৱাহঁতৰ যি ছজিনা আৰু নাৰিকল গছ দেখা যায় তাৰ পাতৰ কঁপনি চাই ভাল লাগিছিল, জোনাকত নাৰিকলৰ চিলচিলীয়া দীঘল দীঘল পাতত জোনাকৰ খেলা চাই ভাল লাগিছিল, প্ৰবল বতাহত সেই পাতৰ উদ্দাম নৃত্যও চাই ভাল লাগিছিল। তাৰ লগৰ আনুষংগিক শব্দবোৰ শুনিও ভাল লাগিছিল— নাৰিকল পাতৰ মৃদু সিৰসিৰণি, ধুমুহাৰ শব্দ, বৰষুণৰ শব্দ— সকলো শুনিয়েই ভাল লাগিছিল। তেতিয়া তেওঁ আপচোচেৰে ভাবিছিল যে ইমান দিনে যেন তেওঁৰ প্ৰকৃতিৰ লগত কোনো সম্পৰ্কই নোহোৱা হৈ গৈছিল, জীৱনটো যেন যান্ত্ৰিক হৈ পৰিছিল— কেৱল ঘৰ-সংসাৰ আৰু মেল-মিটিং। ভৰিৰ বিষত পংগু হৈ পৰাৰ আগলৈকে তেওঁ 'নাৰী সাহিত্য সংস্থা'ৰ প্ৰতিষ্ঠাপিকা সভানেত্ৰী হৈ আছিল, যোৱা দহ বছৰে অৰ্থাৎ তাৰ জন্মদিনৰে পৰা তেওঁ তাৰ সভানেত্ৰী হৈ আছিল। তাৰ পিছত আৰম্ভ হ'ল ভৰিৰ বাত বিষ, তথাপি বিষে-কোবে তেওঁ তাৰ কাম চলাই আছিল, কিন্তু শেষত লৰচৰ কৰিবকে যেন নোৱৰা হৈ আহিল, অন্ততঃ আগৰ দৰে আৰু লৰা-ঢপৰা কৰিব নোৱৰা হ'ল আৰু শেষত বাধ্য হৈ তাৰ ভাৰ নীলিমা চলিহাৰ হাতত গতাই দি তেওঁ সংস্থাৰ মুখ্য উপদেষ্টা হৈ থাকিবলগীয়া হ'ল।

পিছে প্ৰথম অৱস্থাত তেওঁ যেন অলপ সকাহেই পাইছিল— উস্ কি দৌৰা-দৌৰিখন কৰি থাকিবলগীয়া নহৈছিল, মৰিবৰে যেন সময় নাই। এনেকৈ প্ৰকৃতিৰ লগত সময় কটোৱাতো দূৰৰে কথা— শৰতেই আহিছে নে বৰ্ষাই আহিছে, বসন্ত কালেই আহিছে নে শীতেই আহিছে, গছৰ ডালত কুলিয়ে শুৱলা গীত গাইছে নে শীতত ছজিনাৰ গছৰ পাত সৰি একপ্ৰকাৰ তপামুৰীয়া হৈ পৰিছে— সেইবোৰ লক্ষ্য কৰাৰ আহৰিয়ে হোৱা নাছিল। কত কাম আছিল 'নাৰী সাহিত্য সংস্থা'ৰ— মাজে-সময়ে ইটো-সিটো উপলক্ষ্যে সভা-সমিতি পতা, লেখিকাৰ মাজত গল্প-কবিতা-উপন্যাস-শিশু সাহিত্য-নাটক আদিৰ প্ৰতিযোগিতা পতা, বাৰ্ষিক-দ্বিবাৰ্ষিক অধিৱেশন পতা— হাজাৰটা কাম, হাজাৰটা লেঠা। ইফালে সংসাৰখনতো আছেই, অৱশ্যে বাপুৰ বিয়াখন হোৱাৰ পিছৰে পৰা তেওঁৰ সংসাৰৰ বোজা অলপ পাতলিছিল। বিনীতাই তেওঁৰ সেই ভাৰ তেওঁৰ কান্ধৰ পৰা কিছু আঁতৰাই নিছিল।

কিন্তু বাধ্য হৈ গৃহবন্দী হৈ থকা মানুহজনীয়ে প্ৰথম অৱস্থাত সেই খিৰিকীৰ মাজেদিয়েই বাহিৰৰ জগতখনৰ লগত সম্পৰ্ক ৰাখিব লগা হৈছিল আৰু হঠাতে যেন তেওঁৰ আগত ইমান দিনে নেদেখা পৃথিৱী এখনৰ ৰং-ৰূপ উদ্ভাসিত হৈ উঠিছিল— পৃথিৱী ইমান সুন্দৰ, একেবাৰে 'বিউটি কনটেষ্ট'ত যোগ দি পুৰস্কাৰ পাব লগা সুন্দৰী দেখোন! ইমান দিনে এই ৰূপ তেওঁৰ চকুৰ আগৰ পৰা কিয় অদৃশ্য হৈ আছিল?

কথাষাৰ ভবাৰ লগে লগে ৰেণু শৰ্মাৰ মুখৰ পৰা এটা পাতল হুমুনিয়াহ ওলাইছিল, তেওঁ ইমান দিনে

অতি গুৰুত্বপূৰ্ণ বুলি ভবা কামবোৰে যেন আচলতে তেওঁৰ জীৱনটো অলপ যান্ত্ৰিক কৰি তুলিছে, যাৰ ফলত তেওঁ জীৱনৰ এক ধৰণৰ সুষমাৰ পৰাই বঞ্চিত হৈ ৰ'ল।

ৰেণু শৰ্মাৰ হঠাতে মনৰ ভাব এনে হ'ল যে তেওঁৰ শাপেই বৰ হ'ল— এতিয়া তেওঁ যি অখণ্ড অৱসৰ পালে তাৰ দ্বাৰা প্ৰকৃতিৰ লগত ঘনিষ্ঠ সম্পৰ্কলৈ আহিবলৈ পাব। তেওঁৰ মনলৈ আহি গ'ল স্কুলীয়া দিনতে পঢ়া এই ইংৰাজী কবিতাৰ পংক্তিটো — What is this life, if full of care/If we have no time to stand and stare !

কিন্তু লাহে লাহে তেওঁক সেই প্ৰকৃতিয়েও আমুৱা হ'ল — এতিয়া তেওঁৰ একমাত্ৰ লগৰী হ'ল কিতাপ-কাগজবোৰ। ডাক্তৰে এটা কথা কৈ দিছে যে তেওঁৰ এতিয়া বয়স হ'ল— বৃদ্ধ মানুহৰ বেমাৰ হ'লে সততকাই ভাল হোৱা টান। গতিকে তেওঁ নিজৰ শাৰীৰিক অৱস্থাটো মানি লোৱাই মংগলৰ কথা। পিছে ক'লেই মানি ল'ব পাৰিনে? নোৱাৰি। সঁচায়ে, আজিকালি কি যে হ'ল তেওঁৰ— এতিয়া দেখোন একোকে ভাল নালাগে, মনটো এক ধৰণৰ বিৰক্তি আৰু খণ্ডত ডুব গৈ থাকে, কাৰোবাৰ ওপৰত অকাৰণ অভিমান আৰু অভিযোগ পুঞ্জীভূত হৈ উঠে, অথচ যুক্তিৰে ভাবি চালে দেখে যে ঘৰখনৰ কাৰো ওপৰত অভিযোগ কৰাৰ কোনো প্ৰকৃত কাৰণ নাই, বহুতো অৱহেলিতা বুঢ়ীৰ দৰে তেওঁৰ দুৰৱস্থা হোৱা নাই— এইফালৰ পৰা তেওঁ পৰম সৌভাগ্যশালিনীয়েই। ঘৰৰ সকলোৱে তেওঁৰ, এগৰাকী প্ৰায় অথৰ্ব বেমাৰী বুঢ়ী তিৰোতাৰ আদৰ-যত্নৰ ত্ৰুটি কৰা নাই, অফিচলৈ যোৱাৰ আগতে প্ৰকাশ অৰ্থাৎ তেওঁৰ পুত্ৰই হাজাৰ লৰা-ঢপৰাৰ মাজতো তেওঁক মাত দি যাবলৈ, তেওঁৰ সুখ-দুখৰ খবৰ লৈ যাবলৈ, তেওঁৰ কিবা বস্তুৰ প্ৰয়োজন আছেনে বুলি সুধি যাবলৈ নাপাহৰে, নাপাহৰে বজাৰৰ কাকত-আলোচনীৰ দোকানৰ ষ্টেণ্ডত ওলোমাই থোৱাৰ দিনাই তেওঁলৈ 'গৰীয়সী'খন কিনি আনিবলৈ— আন নানা নতুনকৈ ওলোৱা ভাল অসমীয়া কিতাপ-পত্ৰ, পূজা-বিহু সংখ্যা— এইবোৰ আলোচনীৰ কথাতো বাদেই। তেওঁৰ ইমান জ্ঞানী পুত্ৰ, জানে যে মাকৰ দুঃসহ সময়বোৰ সহনীয় কৰি ৰাখে এই কিতাপ আৰু আলোচনীবোৰেই।

বোৱাৰীয়েক বিনীতাও যেন নামৰ সাৰ্থকতা বহন কৰা এজনী ছোৱালী (এতিয়া তায়ো অৱশ্যে আদহীয়া হ'ল), তেওঁৰ লগত সদায়ে অতি নম্ৰ আৰু মৰমিয়াল ব্যৱহাৰেই কৰি আহিছে, শয্যাশায়ী হৈ পৰাৰ দিনৰে পৰা আজিলৈকে তেওঁৰ প্ৰতি আদৰ-যত্নত কোনো ত্ৰুটি দেখুৱা নাই। শাহুৱেকৰ কিতাপ-কাকতৰ প্ৰতি আগ্ৰহৰ কথা জানি তায়ো ফেমিনা, প্ৰিয় সখী, নন্দিনী আদি আলোচনীবোৰ তাইৰ পঢ়া (বা চোৱা) হোৱাৰ পিছত শাহুৱেকক দি যায়হি। বিনীতা বেছ সৰবৰহী তিৰোতা, তাই কিবা মহিলা ক্লাবৰ সম্পাদিকা নে সভানেত্ৰী, সপ্তাহটোৰ এটা দিন নিয়মিতভাৱে সেই ক্লাবলৈ যায়, কিন্তু যোৱাৰ আগতে কোনোদিনেই বিনীতাৰো শাহুৱেকক মাত লগাই যোৱা বা তেওঁৰ খা-খবৰ লৈ যোৱাত ত্ৰুটি ঘটা নাই। তাই কয়— 'মা, মই থুলুক কৈ গৈছোঁ ছয় বজাত আপোনাক ঔষধ আৰু গাখীৰ দিবলৈ ; ভিকি আৰু ৰিয়াও বেডমিণ্টনৰ প্ৰেক্‌টিচ আৰু টিউচনৰ পৰা অলপ পিছত আহি পাব লাগে, এওঁতো অফিচৰ পৰা আহি ঘৰতে আছে— পিছে মানুহজনৰ টি ভি চোৱা বেমাৰটো জানেই নহয়, তাৰ আগত বহি যাব, তথাপি আপোনাৰ কিবা দৰকাৰ থাকিলে থুলুৰ হতুৱাই মাতি পঠিয়াব ...'

এইবোৰ সংসাৰখনৰ ৰুটিনৰ দৰে কথা হৈ গৈছে, এই ৰুটিনৰ মাজতে তেওঁৰ জীৱনটোও চলি গৈ আছে, সুচাৰুৰূপে, কাৰো বিৰুদ্ধে কোনো আপত্তি কৰিব নলগাকৈ। নাতি-নাতিনী দুটা চঞ্চল মনৰ, বেছি সময় বেমাৰী, বুঢ়ী আইতাকৰ ওচৰত বহি থকাৰ ধৈৰ্য নাই— নথকাৰে কথা, তদুপৰি সিহঁতৰ জীৱন-বেলিতো আৰু তেওঁৰ দৰে অস্তমিত হোৱাৰ পথত নহয়, এতিয়া সিহঁত একো একোটা উদিত সূৰ্যৰ দৰে, এক আনন্দময় আকাশ পথত বিচৰণ কৰা পৰ্ব আৰম্ভ হৈছেহে মাত্ৰ— গতিকে সেই অগ্ৰগতিৰ পথৰ পৰা কিয় সিহঁতে পিছলৈ ঘূৰি চাব?

তথাপি ভিকি আৰু ৰিয়া আহি মাজে মাজে তেওঁৰ ওচৰত বহেহি, ভালেখিনি সময়ো কেতিয়াবা কেতিয়াবা বহে, তেওঁৰ আন্তৰিক আগ্ৰহ আৰু ঔৎসুক্যৰ কথা উপলব্ধি কৰে কিবাকৈ, গতিকে সময়ে সময়ে সিহঁতৰ উজ্জ্বল, তৰুণ জগতখনৰ কথাও কয়, খোলা-খুলিকৈয়ে কয়— সেই জীৱনৰ জলমলীয়া পোহৰৰ একোটা কণিকা আহি তেওঁকো কোবাই থৈ যাব খোজে, কিন্তু আকৌ তেওঁৰ মনটো বিষাদগ্ৰস্ত হৈ পৰে— সেই জীৱনৰ দিনবোৰতো তেওঁ প্ৰকৃততে আৰু কোনোদিনেই ওভোতাই নাপায়। তেওঁৰ তেতিয়া মনলৈ ভাব এটাহে আহে— প্ৰকৃতি আৰু মানুহক ভগবানে কিয় বাৰু এনে বেলেগ বেলেগ কৰি সৃষ্টি কৰিলে? লেখা-মেলাবোৰত লেখকসকলে এনেয়ে লেখে যে

মানুহ প্ৰকৃতিৰ সন্তান, মানুহ প্ৰকৃতিৰ বুকুলৈ উভতি যাব লাগিব— ইত্যাদি ইত্যাদি। পিছে প্ৰকৃতিয়ে যে শীতৰ পিছত বাৰে বাৰে বসন্তকাল ঘূৰাই পায়, মানুহে নাপায় কিয়? এডাল গছ— শীতত ঠেৰঙা লাগিল, পাতবোৰত হালধীয়া বৰণ ধৰিলে, সেই পাত লাহে লাহে শুকাই এদিন সৰাপাতৰ মৃত্যুৰ বোল আৰু বেদনাৰে ভূলুণ্ঠিতো হ'ল— কিন্তু কি আচৰিত, বসন্তৰ আগমনৰ লগে লগে সেই গছত পুনৰ সেউজীয়া কোমল কুঁহিপাতবো আবিৰ্ভাৱ ঘটিল আৰু এদিন সি পুনৰ পত্ৰ-পুষ্পেৰে বিকশিত হৈ পূৰ্ণযৌৱনা বৃক্ষৰূপে গাম্ভীৰ্য আৰু অহংকাৰেৰে নিজৰ মহিমা বিলাই থাকিল। কিন্তু মানুহৰ জীৱনত কিয় এনে নহয়? কিয় পুনৰ বসন্তকাল সেই জৰাগ্ৰস্ত জীৱনলৈ উভতি নাহে— বৃক্ষডালৰ দৰে, এদিন তাৰ মৃত্যু নোহোৱালৈকে আহি থকাৰ দৰে?

প্ৰায় অচল ৰেণু শৰ্মাৰ দীঘলকৈ হুমুনিয়াহ ওলায়। প্ৰকৃতিৰ প্ৰতি এদিন প্ৰথম অৱস্থাত আকৰ্ষণ অনুভৱ কৰা মানুহজনীয়ে প্ৰকৃতিৰ লগত জীৱনক এনেদৰে সাঙুৰি পেলায়। কথাবোৰ নাভাবি নোৱাৰে।

তথাপিও এই নাতি-নাতিনী দুটিয়ে যেন তেওঁক সেই হেৰোৱা যৌৱনৰ স্পৰ্শ দিয়ে। খন্তেক পৰৰ বাবে হ'লেও তাৰুণ্য দীপ্তিৰে উদ্ভাসিত কৰি থৈ যায় তেওঁৰ বাৰ্দ্ধক্যক।

তেওঁ কেতিয়াবা তেনেবোৰ মুহূৰ্তত সিহঁতক সোধা প্ৰশ্নবোৰ এনে ধৰণৰ হয়— তহঁততো এতিয়া কলেজত পঢ়া ইয়ং মে'ন এণ্ড উইমেন্ হ'লি, পিছে প্ৰেম-চে'ম কৰিছ নে নাই?

চঞ্চলা বিয়াই যেন হাঁহিত বাগৰি পৰিবহে খোজে— 'অ' গ্ৰেণী, ইউ আৰ ৰিয়েলি ফানী এণ্ড ইণ্টাৰেষ্টিং— সঁচায়ে তুমি কিন্তু খুব মডাৰ্ণ দেই আইতা'— বিয়াই কয় — 'মায়ে কিন্তু এনে প্ৰশ্ন কৰাৰ কথা কল্পনাও কৰিব নোৱাৰে— কল্পনা কিয়, তুমি এনে প্ৰশ্ন কৰা বুলি শুনিলে ৰেস্পেক্টেড্ মাদাৰ-ইন্-ল বুলি পাহৰি গৈ তোমাকো গালি পাৰিলেহেঁতেন। ইফালে কিন্তু মস্ত মডাৰ্ণ, লেডীজ ক্লাব কৰি ঘূৰি ফুৰে—'

'তোৰ মাৰৰ দৰে মোৰো বিবাহযোগ্যা কন্যা এজনী থকা হ'লে মোৰো একে প্ৰতিক্ৰিয়া হ'লহেঁতেন আই' — ৰেণু শৰ্মাই ইংৰাজী স্কুলত পঢ়ি কলেজ পোৱা নাতি-নাতিনীয়েক দুটাৰ লগত সদায়ে সম্পূৰ্ণ সাধু আৰু শুদ্ধ ভাষাত অসমীয়া কোৱাৰ চেষ্টা কৰে, এনেকৈয়ে যদি মাতৃভাষাৰ নাড়ীৰ লগত সম্পৰ্ক থাকে, পিছে নাতি-নাতিনীয়েকহঁতৰ মুখত আখৈ ফুটাদি ফুটা ইংৰাজী শব্দ শুনি, ভুলতো অসমীয়া বাতৰিকাকতখন খুলি নোচোৱা স্বভাবটো দেখি ৰেণু শৰ্মাই বুজি পায় যে তেওঁৰ ডুবি-মৰিবলৈ ওলোৱা মানুহৰ দৰে অসমীয়া ভাষাটো বচাই ৰাখিবলৈ খেৰ-কুটাক আশ্ৰয় কৰি থকাৰ দৰে হৈছে।

'বাৰু, এতিয়া সঁচায়ে ক'চোন, কলেজৰ যৌৱনৰ পছোৱা বতাহৰ বা লাগিছে নে নাই, কোনোবা পাহোৱাল ডেকাৰ প্ৰেমত পৰিছনে নাই? প্ৰেমপত্ৰ-চত্ৰ লিখি পাইছনে নাই? অৱশ্যে আজিকালি কাৰ্ডৰ সংস্কৃতিৰে পয়োভৰ, কষ্ট কৰি, কল্পনা কৰি, শব্দৰ মায়াজাল গুঁঠি তহঁতৰ প্ৰজন্মই আৰু প্ৰেমপত্ৰ লিখাৰ কোনো প্ৰয়োজন নাই —'

'আঃ গ্ৰেণী, ইউ আৰ্ ৰিয়েলি ইমপছিব্‌ল্! ইমান যে ডিফিকাল্ট্ অসমীয়া লেংগুৱেজ্ ইউজ্ কৰা, আই কাণ্ট্ মেক্ হেড্ অৰ্ টেইল্ অৱ্ দেম্ — বাই, এতিয়া যাওঁ দেই আঁইতা, মোৰ টিউচনলৈ যাবৰ সময় হ'ল —'

ৰেণু শৰ্মাই অন্যমনস্কভাৱে বিয়া যোৱাৰ পিনে চাই ৰ'ল, আকৌ তেওঁৰ মনত অযুক্তিকৰ অভিমানটো মূৰ দাঙি উঠিল। যা যা, সকলো মোৰ ওচৰৰ পৰা আঁতৰি যা— সকলো, নাতি-নাতিনী, পো-বোৱাৰী, নিজে গঢ়ি তোলা প্ৰাণৰ 'সংস্থা'ৰ ভাৰ একপ্ৰকাৰ ব্যথিত হৃদয়েৰে অৰ্পণ কৰি সভানেত্ৰী পতা নীলিমা চলিহা— সকলো আঁতৰি যা। তহঁতৰ ভৰি আছে, তহঁতৰ যৌৱন আছে— পৃথিৱীৰ আৰু কাক কিয় পৰোৱা কৰিব লাগে? মোৰ দৰেতো আৰু সংসাৰৰ বোজাস্বৰূপ বুঢ়ী এজনী হৈ পৰা নাই! আৰু এই নীলিমা চলিহাজনী যে— অ' মোক নামতহে মুখ্য উপদেষ্টা কৰি ৰাখিছে— আচলতে মোৰ পৰামৰ্শ কেতিয়া কি দিহা-পোহা লয়, ল'বলৈ আহে? বোধহয় ভাবে যে এইজনী বুঢ়ী হ'ল, আউটডেটেড হ'ল, এওঁ আৰু আমাৰ কি নতুন কথাৰ পথ-প্ৰদৰ্শক হ'ব পাৰিব?'

সঁচায়ে, আগতে যদিওবা নীলিমা চলিহা অলপ ঘনাই আহিছিল এতিয়া যে প্ৰায় নহাৰ দৰেই হ'ল। মনে মনে বোধহয় ভাবে— বুঢ়ী বৰ ব'ৰ্।

তাৰ পিছৰ এদিনৰ কথা। ৰেণু শৰ্মাই সিদিনা এখন আলোচনীত মহাৰাষ্ট্ৰৰ মহিলাসকলৰ সংগঠনৰ বিৱৰণ পঢ়িলে, তেওঁলোকৰ সংগঠনটোৰ কাৰ্য-প্ৰণালী পঢ়ি তেওঁৰ বৰ ভাল লাগিল। তেওঁলোকৰ একোজনী সদস্যাই

প্ৰত্যেক মাহতে ভাৰতৰ বিখ্যাত লেখিকাসকলৰ একোখন কিতাপ কিনিব লাগিব আৰু প্ৰত্যেকেই সেইখন পঢ়িব লাগিব আৰু তাৰ পিছত তেওঁলোকৰ সাহিত্যৰ বৈঠকবোৰত আটায়ে কিতাপখনৰ ওপৰত নিজৰ মতামত আগবঢ়াব লাগিব।

ৰেণু শৰ্মাই তেতিয়া ফোন কৰি নীলিমা চলিহাক কথাখিনি ক'লে আৰু লগতে এই কথাও ক'লে— 'নীলিমা, আমাৰ লেখিকাসকলৰ কিতাপ পঢ়াৰ অভ্যাস নাই, কিতাপ নপঢ়িলে, আনৰ ভাল লেখাৰ সংস্পৰ্শলৈ নাহিলে নিজৰ লেখাৰ মান কেনেকৈ উন্নত হ'ব কোৱা? গতিকে তুমিও মহাৰাষ্ট্ৰৰ লেখিকাসকলৰ আৰ্হিত এই কামটো আমাৰ লেখিকাসকলৰ মাজত আৰম্ভ কৰি দিয়া। বৰ উৎসাহজনক কথা নহয়নে? পাৰিলে তুমি আজিয়ে আমাৰ ঘৰলৈ আহা, তোমাক মেগাজিনখন দিম, এই বিষয়ে ডিটেইল্ আলোচনাও কৰিম ...'

কিন্তু সিদিনা নীলিমা চলিহা নাহিল, পিছদিনাও নাহিল। ৰেণু শৰ্মাই প্ৰথমতে অভিমান কৰি মনে মনে থাকিল, কিন্তু শেষত আগতে বহুতবাৰ যুক্তিৰ অন্বেষে যুঁজি যুঁজি তেওঁৰ অভিমানক পৰাস্ত কৰাৰ দৰে সিদিনাও নীলিমাৰ বিৰুদ্ধে জাগি উঠা সেই অভিমানক হেঁচুকি থ'লে— তেওঁতো নিজৰ স্বাৰ্থৰ বাবে, নিজৰ কিবা ব্যক্তিগত লাভৰ বাবে সেই কাম কৰিব খোজা নাছিল, এনেকি ত্ৰিছ টকা দামৰ আলোচনীখনো দিব খুজিছিল যদিও তেওঁ জানে যে সেইখন আৰু কেতিয়াও ঘূৰাই নাপায় (কেইজন মানুহেনো কিতাপ-পত্ৰ পঢ়িবলৈ নি ঘূৰাই দিয়ে?), এই কাম কৰিব খুজিছিল একমাত্ৰ লেখিকাসকলৰ আত্মিক মংগলৰ বাবে, তেওঁলোকৰ মানসিক উত্তৰণ ঘটোৱাৰ বাবে, গতিকে সেই শুভ চেষ্টা তেওঁ এৰা উচিত নহয়।

ৰেণু শৰ্মাই পুনৰ নীলিমা চলিহাক ফোন কৰিলে।

এইবাৰ যেন নীলিমা চলিহাৰ সঁহাৰি অলপ কুণ্ঠমীয়া হ'ল, 'মুখ্য উপদেষ্টা'ৰ উপদেশক উলাই কৰাৰ দৰে ক'লে — 'বাইদেউ, আমাৰ সদস্যাসকলৰ আগত কথাটো উলিয়াওঁতে বৰ উৎসাহ নেদেখুৱালে— ক'লে যোলে তেনেকৈ মাহে মাহে একোখন দামী কিতাপ কিনিবলৈ তেওঁলোকে ইমান টকা ক'ত পাব? ভাৰতৰ বিখ্যাত লেখিকাৰ কিতাপতো ইংৰাজীতেই হ'ব (বা আমি ইংৰাজীলৈ ট্ৰেন্স্লেটেড্ কপি হ'লে পঢ়িব পাৰিম), সেইবোৰৰ দামো খুব বেছি হ'ব— সঁচায়ে, আমাৰ মধ্যবিত্ত ঘৰৰ গৃহিণীসকলে ইমান পইচা ক'ত পাব? ...'

ৰেণু শৰ্মাৰ ঠেকেচকৈ ফোনটো নমাই থোৱাৰ ইচ্ছা হৈছিল। হুঃ দামী কিতাপ কিনাৰ পইচা নাই, দামী কাপোৰ কিনিবৰ হ'লে ঠিকেই পইচা আছে। সকলো আছিল, আচলতে ভাল অসমীয়া কিতাপ-পত্ৰকে নপঢ়া এইসকল 'লেখিকা'ই আকৌ সেই ইংৰাজী কিতাপ পঢ়িবনে! পিছে তেওঁৰেই ভুল হৈছিল— তেওঁনো ইমান উচ্ছ্বাস দেখুৱাই কিয় তেনে এক অযাচিত উপদেশ দিবলৈ গৈছিল— ইঃ মুখ্য উপদেষ্টাৰ কৰ্তব্য কৰিব গৈছিল, এনে মুখ্য উপদেষ্টাজনী ওলাইছে! ৰেণু শৰ্মাই নিজকে ভেঙুচাইছিল।

ইয়াৰ পিছত এক গভীৰ বিষাদবোধ, হতাশা আৰু শূন্যতাই ৰেণু শৰ্মাক আগুৰি ধৰিলে। তেওঁ ইমান দিনে 'লেখিকা'সকলৰ উত্তৰণ কৰা দূৰতে থাকক, লেখিকা কৰিয়েই তুলিব নোৱাৰিলে। অথচ এদিন কি যে উৎসাহ-উদ্দীপনা লৈ এই কাম কৰা নাছিল, কিমান আশা আৰু কিমান বিশ্বাসৰ বলত এই সংগঠন গঢ়ি তুলিছিল। তেওঁ ভাবিছিল যে পুৰুষপ্ৰধান সমাজত আমাৰ লেখিকাসকলক দমন কৰি থোৱা হয় বাবেই তেওঁলোক উঠাৰ পথ নাই, প্ৰাপ্যৰ পৰা বঞ্চিত হৈ আছে, গতিকে তেওঁলোকক সুযোগ দিব লাগিব, এখন প্লেটফৰ্ম দিব লাগিব।

কিন্তু ভুল, সকলো ভুল, তেওঁৰ সকলো ধাৰণা ভুল— প্ৰতিভা প্ৰতিভাই, কি নাৰী কি পুৰুষৰ, তাক কোনোৱে হেঁচা মাৰি থ'ব নোৱাৰে, জুইক যেনেকৈ তুঁহে হেঁচা মাৰি থৈ সম্পূৰ্ণ নিৰ্বাপিত কৰিব নোৱাৰে— এসময়ত সি পুনৰ জ্বলি উঠিবই— প্ৰতিভাও তেনেকৈ আপোন মহিমাৰে উদ্ভাসিত হৈ উঠিবই— বাহিৰা প্ৰতিবন্ধকতাই তাক হয়তো কিছু সময়ৰ বাবে আত্মপ্ৰকাশৰ সুযোগহে নিদিব পাৰে।

কি গভীৰ নৈৰাশ্যবোধ, কি গভীৰ অৰ্থহীনতাৰ অনুভূতি, কি অপচয়ৰ গ্লানি! সঁচায়ে, যোৱা দহ বছৰে তেওঁ বাক 'নাৰী সাহিত্য সংস্থা'ৰ লগত লাগি থাকি কিমান লেখিকা আবিষ্কাৰ কৰিলে, কিমান লেখিকাৰ জন্ম দিলে? কাৰ কি উপকাৰেইবা সাধিলে? নাই, কাৰো একো উপকাৰ সধা নাই, কিন্তু তেওঁৰ নিজৰ হ'লে ডাঙৰ অপকাৰ কৰিলে। তেওঁৰ নিজৰ লেখাৰ ভাল হাত এখন আছিল— কিন্তু আনৰ হাত সক্ৰিয় কৰিবলৈ গৈ তেওঁ নিজৰ হাতখন নিষ্ক্ৰিয় কৰি পেলালে। তথাপি যদি সঁচায়ে কাৰোবাৰ হাত কলমপ্ৰসূভাৱে সক্ৰিয় কৰিব পাৰিলেহেঁতেন।

হতাশা-বিষাদ-বাৰ্ধক্য-বেমাৰ ... আঃ কি দুঃসহ এই জীৱন, কি যন্ত্ৰণাভৰা এই দিন-ৰাতিবোৰ!

ৰেণু শৰ্মাই চকীখনত বহি খিৰিকীৰে বাহিৰলৈ অপলকভাৱে চাই ৰ'ল— কিন্তু তেওঁৰ চকুৰে আচলতে বাহিৰৰ একোকে দেখা পোৱা নাছিল, তেওঁ দেখিছিল মনৰ চকুৰে, দেখিছিল মাত্ৰ কেইদিনমান আগতে পঢ়া বিখ্যাত ইংৰাজ ঔপন্যাসিকা ভাৰ্জিনিয়া উল্‌ফৰ বিষয়ে লেখা কথা কেতবোৰ। সেই অসাধাৰণ প্ৰতিভাশালিনী লেখিকাগৰাকীক কি যে এক নৈৰাশ্য আৰু বিষাদবোধে আগুৰি ধৰা নাছিল! বাৰে বাৰে তেওঁ যেন মনৰ ভাৰসাম্যকে হেৰুৱাই পেলাইছিল আৰু শেষত ১৯৪১ চনৰ ২৮ মাৰ্চ তাৰিখে তেওঁ ওচৰৰে নদী এখনত জঁপিয়াই আত্মহত্যা কৰিছিল। আচৰিত ধৰণে দহ দিনৰ পিছতহে তেওঁৰ মৃতদেহটো উদ্ধাৰ কৰা হৈছিল আৰু উদ্ধাৰ কৰা হৈছিল তেওঁৰ ডায়েৰীখনো য'ত তেওঁ লিখিছিল জীৱনৰ গভীৰ নিৰাশাভৰা কথা। তেওঁৰ স্বামী লিওনাৰ্ডোলৈয়ো তেওঁ এনে ধৰণৰ কথাৰে চিঠি লিখিছিল — 'প্ৰতিভাই মোক এৰাই গৈছে, বোধহয় সেইবাবেই মই লিখিব নোৱৰা হৈ গৈছোঁ। এনে প্ৰতিভাহীনভাৱে জীয়াই থাকি কি লাভ? মই যেন এই চিঠিখনো লিখিব নোৱৰা হৈ আহিছোঁ ...

মৰিবলৈ ওলোৱা ভাৰ্জিনিয়া উল্‌ফে তেওঁৰ জীয়াই থকা স্বামীলৈ চিঠি লিখিছিল, এতিয়া জীয়াই থকা ৰেণু শৰ্মাই (কিন্তু তেওঁ জানো সঁচায়ে জীয়াই আছে? অৰ্থহীনভাৱে দিন-ৰাতিবোৰ টানি টানি আগবঢ়াই নিয়াটোক জানো জীয়াই থকা বোলে?) তেওঁৰ মৃত স্বামীলৈ চিঠি লিখিব আৰম্ভ কৰিলে— 'মই যে এই খোলা খিৰিকীখনেৰে নীলা আকাশখনলৈ চাই আছোঁ— সেই আকাশত, আমাৰ কোনোবা এজন লেখকৰ ভাষাত 'ডাৱৰৰ সিপাৰৰ ধুনীয়া দেশ'খনৰ তুমি বাৰু বাসিন্দা হৈ আছা নেকি? তোমাক মই অইন ঠাইত অৰ্থাৎ আকাশত নহৈ মোৰ এই ভৰিৰ তলৰ প্লুটোৰ অন্ধকাৰ দেশখনত থকাৰ কথাতো কল্পনাই কৰিব নোৱাৰোঁ— তুমি যে ইমান ভাল, ভাল মানুহতো মৃত্যুৰ পিছত নৰকলৈ নাযায়, স্বৰ্গলৈহে যায়। তুমি বাৰু কিয় ইমান ভাল হ'লা— তুমি বেছি ভাল হোৱা বাবেহে মোৰ যি সামান্য প্ৰতিভা আছিল (ভাৰ্জিনিয়া উল্‌ফ বা আন এগৰাকী আত্মহত্যা কৰা প্ৰতিভাময়ী ইংৰাজ লেখিকা ছিলভিয়া প্লাথৰ শতেক যোজন আঁতৰত থাকিলেও) তাৰ অপমৃত্যু ঘটিবলগীয়া হ'ল। বিয়াৰ পিছত গম পালোঁ যে মই বৰ ভাগ্য কৰি তোমাৰ দৰে স্বামী এজন পাইছোঁ, ভাগ্য কৰি বুলি এইবাবেই কৈছোঁ যে তোমাৰ লগত মোৰতো আগতে চিনা-পৰিচয় বা প্ৰণয় একেবাৰে নাছিল— ভাগ্যয়ে তোমাক মিলাই দিছিল। মা-দেউতাই বাছি দিয়া দৰাৰ লগতে মই বিয়াত বহিছিলোঁ যদিও মনটো তাৰ বাবে সাজু হ'ব পৰা নাছিল। সৰুৰে পৰা নানা কিতাপ-পত্ৰ পঢ়িছিলোঁ, লগতে পঢ়িছিলোঁ নানা ৰোমাণ্টিক প্ৰেমৰ গল্প-উপন্যাস আৰু তেতিয়া মোৰ যৌৱন বিকশিত হিয়াত স্বপ্ন দেখিছিলোঁ প্ৰিঞ্চ চাৰ্মিঙৰ— যি আহি মোক পক্ষীৰাজ ঘোঁৰাত উঠাই চিৰ বসন্তৰ দেশলৈ, চিৰ প্ৰেমৰ স্বপ্নৰ ৰাজকাৰেঙলৈ লৈ যাব। কিন্তু মোৰ সেই স্বপ্ন স্বপ্নই হৈ থাকিল, বিয়া হৈ গ'ল এজন অচিনাকি ডেকাৰ লগত— তোমাৰ লগত। বহুত দিনলৈ মনত এক ধৰণৰ নোপোৱাৰ সুৰ বাজি থাকিছিল, স্বপ্নভংগই— অ' নহয় বিফল স্বপ্নৰ বেদনাবোৰ বুলি ক'লেহে বোধহয় সঠিক হ'ব, মোক লগ এৰা দিয়া নাছিল। কিন্তু লাহে লাহে মোৰ সেই স্বপ্নভংগ অইন ধৰণেহে আৰম্ভ হ'ল। অইন সংসাৰবোৰত দেখোন বৰ কেনা লগা দেখিবলৈ ধৰিলোঁ। এদিন মোৰ লগত পঢ়া দীপাই আহি মোক একপ্ৰকাৰ কন্দনামুৱা হৈ কৈছিল— এই অজয়টোৰ বাবে মা-দেউতাৰ মনত আঘাত দিলোঁ, প্ৰেমৰ পৰ কাণ্ঠা দেখুৱাই কাৰো বাধা নামানি তাক বিয়া কৰালোঁ— তাৰ পিছত লাহে লাহে মুখাৰ আঁৰত থকা তাৰ মুখখন খোল খাই গ'ল, ইমান যে অটোক্ৰেট জনাই নাছিলোঁ, তয়ে সুখত আছ দে ভাই, এজন ভোলানাথ স্বামী পাইছ, তোক কিমান আতোল-তোল কৰি ৰাখে দেখিছোঁ নহয়, তোৰ কোনো স্বাধীনতাত হাত নিদিয়ে।

হয়, তুমি মোক মৰমত ডুবাই ৰাখিলা, মোক কোনো কথাতে হুকা-বধা কৰি নাপালা, মোক অদেয় যেন তোমাৰ একোৱেই নাছিল। কিন্তু সেইবোৰেইতো মোৰ বাবে শাপ হৈ পৰিল। মোৰ মূৰত কি পোক সোমাল নাজানো— নিজে লেখিকা হোৱাৰ আকাংক্ষাতে ক্ষান্ত নাথাকি আন আকাংক্ষী মহিলাসকলকো একগোট কৰিবলৈ এখন মঞ্চ গঠন কৰাত লাগি গ'লোঁ— অ'ত-ত'ত নানা লেখা পঢ়ি, ঘাইকৈ কেইগৰাকীমান বিশিষ্ট নাৰীবাদী লেখিকাৰ অ'ত-ত'ত মহিলা সাহিত্যিকসকলে পুৰুষপ্ৰধান সমাজত লেখিকাই অবিচাৰকেই পাই আহিছে বুলি জ্বালাময়ী ভাষাত লিখা নানা প্ৰবন্ধ-পাতি পঢ়ি পঢ়ি মই এনেকৈ প্ৰভাৱিত হৈ পৰিলোঁ (অৱশ্যে তাৰ যুক্তিবোৰ মই এতিয়াও মানো) যে তাৰ প্ৰতিকাৰৰ বাবে উঠি-পৰি লাগিলোঁ আৰু শেষত লেখিকাৰ মঞ্চ এখনকে গঠন কৰি পেলালোঁ— পুৰুষ লেখকসকলৰ প্ৰতি যেন এক প্ৰত্যাহ্বান, চোৱাহি, আমাৰ অধিকাৰ কেনেকৈ জয় কৰি

লৈছোঁ, তোমালোকে আমাৰ হৈ একো কৰিব নালাগে, আমিয়ে নিজৰ হৈ সকলো কৰিম, আলোচনী উলিয়াম, কিতাপ উলিয়াম, অধিবেশন পাতিম, সভা পাতিম— চাৰিওফালেই আমাৰ জয়জয়কাৰ। আমাৰ প্ৰতিভা ঠিকেই আছে, কেৱল পুৰুষে তাৰ বিকাশৰ পথত সদায়ে হেঙাৰ দি আহিছে ...

কিন্তু তুমি মোক কোনো দিনেই কোনো কামত হেঙাৰ দিয়া নাছিলা, সেয়ে মই সাহিত্যিকৰ মঞ্চ গঠনত দেহে-কেহে লাগি গ'লোঁ, এনেকি তাৰ বাবে ঘৰখনলৈও বহুত দিন পিঠি দিলোঁ— কিন্তু তুমি সকলো মানি ল'লা। তাৰ পিছত আজি দহ বছৰৰ মূৰত মই কি দেখিলোঁ— কেৱল ব্যৰ্থতা, কেৱল শূন্যতা— কাৰ কি প্ৰতিভা বিকাশত অৰিহণা যোগালোঁ? মঞ্চ বিনেওতো সি বিকাশ হ'লহেঁতেন। কিন্তু নিজৰ যি সামান্য প্ৰতিভা আছিল তাক হ'লে একেবাৰে মষিমূৰ কৰি পেলালোঁ। কলমত মামৰ ধৰি গ'ল। এতিয়া বাধ্য হৈ যেতিয়া থমকি ৰ'ব লগা হ'লোঁ— ভৰিৰ পংগুত্বই যেতিয়া মোক ঘৰতে বন্দী কৰিলে, সংস্থা এৰিবলৈ বাধ্য কৰিলে তেতিয়া দেখিলোঁ মই এক নিৰ্জন, অৰ্থহীন জীৱনত অকলশৰীয়া প্ৰাণী হৈ পৰিছোঁ। হয়তো কলমডালেই মোৰ ডাঙৰ আশ্ৰয় হৈ ৰ'লহেঁতেন— কিন্তু নতুনকৈ সেই কলম বুটলি লৈ দেখিলোঁ— মই তাক চালনা কৰিব নোৱৰা হৈ গৈছোঁ, ভৰিয়ে নহয়, হাতো যেন পংগু হৈ গৈছে— যদিও মানসিকভাৱেহে। সঁচাই, এতিয়া আৰু কোনো ধৰণৰ লেখাৰে মই প্ৰেৰণা অনুভৱ নকৰোঁ, একো লেখাই কলমৰ আগেৰে ওলাব নোখোজে— সম্পূৰ্ণ মৃত্যু হৈ গৈছে সেই প্ৰতিভাৰ। মই এতিয়া বাৰু কি লৈ জীয়াই থাকোঁ? মোৰ বাবে যেন কবিৰ ভাষাত— পোহৰত শান্তি নাই, অগ্নিত আশ্ৰয় নাই, আকাশত কল্পনাৰ ডেউকা মেলিবলৈ সেই ডেউকাও হৈ পৰিছে পংগু-- কি কৰোঁ মই এতিয়া, কৰোঁ কি? আত্মহননৰ পথ লৈ তোমাৰ ওচৰলৈ গুচি যাম নেকি? কিন্তু সেই অপমৃত্যুৱেতো মোক আকাশ স্পৰ্শ নকৰাব, মই যে পাতালৰ অনন্ত গহ্বৰত ডুবি যাম প্লুটোৰ নৰকত—

ইয়াৰ কেইদিনমান পিছত বিনীতা আহি কুণ্ঠিতভাৱে ৰেণু শৰ্মাৰ ওচৰত বহিছিলহি।

'মা, কি কৰিছে?'

'কিনো কৰিম, পংগু মানুহৰনো আৰু কি কাম আছে, এই কিতাপ-আলোচনীকেইখনকে লুটিয়াই-বগৰাই চাই আছোঁ ৰ'বা। ইহঁত দুটা ক'ত?'

'ৰিয়া গৈছে টিউচনলৈ, ভিকি ষ্টেডিয়ামৰ পৰা অহাই নাই।'

'বাপু?'

'তেওঁৰ কথাতো জানেই, বহি গৈছে টিভিৰ ওচৰত। এতিয়া বৰ্ল্ড কাপৰ খেলা চলি আছে নহয়, কোনে পায়। আগতে যেন-তেন, এতিয়া একেবাৰে আঠা লগাদি চকীত লাগি ধৰিছে।'

'তোমাৰ আজি ক্লাব নাই?'

'আজি শুকুৰবাৰে নাথাকে নহয়, কাইলৈ শনিবাৰেহে থাকে। ... মা, আপোনাক কথা এটা ক'বলৈ আহিছিলোঁ'— বিনীতাই অলপ কুণ্ঠিতভাৱে ক'লে (কেনেকৈনো কথাষাৰ কওঁ, আপুনি আমাৰ ক্লাবক, আমাৰ এক্টিভিটিজবোৰক যে মনতে তুচ্ছ-তাচ্ছিল্য কৰে সেই কথা মই আৰু অনুভৱ কৰিব নোৱাৰোঁনে মা ...)।

'কোৱা, নোকোৱা কিয় বিনীতা, বৈ গ'লা কিয়?'

'ই— মানে আমাৰ লেডীজ ক্লাবৰ মেম্বাৰসকলে এটা কথা ভাবিছে, আচলতে ভাবটো খেলাইছে কৃষ্ণা দত্তৰে মূৰত, তেওঁৰহে এইবোৰ বিষয়ত বেছি ৰাপ। কথাটো হ'ল— আমাৰ একোটা সপ্তাহত একোটা বিষয়ৰ কাম-কাজ চলে— যেনে চিলাই-পাতি, কুকিং আদি। মাহত এদিন লিটাৰেৰী ডিচকাচন হয়। আমাৰ প্ৰায় সকলোৱেই শিক্ষিতা, এম এ, বি এ পাছ — চাকৰিও কৰে, কলেজৰ অধ্যাপিকাও আছে। কৃষ্ণা দত্ত ইংৰাজীৰ লেকচাৰাৰ— খুব কিতাপ-পত্ৰ পঢ়ে, আপোনাৰ সমান নপঢ়ে হয়তো ... যি হওক, তেৱেঁ আমাৰ লিটাৰেৰী ছেক্ৰেটাৰী। সিদিনা তেওঁ ক'লে যে তেওঁ বোলে কোনোবা আলোচনীত পঢ়িলে যে মাৰাঠী মহিলাসকলৰ লেডীজ ক্লাব এটাই এটা ভাল কাম কৰে, তেওঁলোকৰ সদস্যাসকলৰ প্ৰত্যেকে প্ৰতি মাহত —

—- 'এখনকৈ ভাৰতৰ বিখ্যাত লেখিকাসকলৰ কিতাপ কিনে, প্ৰত্যেকে পাল পাতি পঢ়ে আৰু শেষত ক্লাবত তাক ডিচকাছ কৰে —'

বিনীতাৰ চকু বিস্ফাৰিত হৈ গ'ল।

'মা, আপুনি কেনেকৈ জানিলে?'

ৰেণু শৰ্মাৰ মুখত স্নিগ্ধ হাঁহি বিয়পিল।

'সেইটোনো আৰু কি কথা? ময়ো সেই আলোচনীখন পঢ়িছোঁ নহয়। পিছে তুমি কি কথা ক'ব খুজিছিলা?'

'মা, কৃষ্ণা দত্তই আমাৰ ক্লাবতো সেই কথা চলাব খুজিছে। তেওঁৰ আইডিয়াটো বেয়া পাব নেকি?'

'বেয়া পাম?' ৰেণু শৰ্মা হঠাতে যেন উত্তেজিত হৈ উঠিছিল— 'তুমি জানানে বিনীতা, ময়ো ঠিক তেনে এটা এড্‌ভাইজকে আমাৰ সংস্থাৰ বৰ্তমান সভানেত্ৰীৰ বাব লৈ থকা নীলিমা চলিহাক দিছিলোঁ, কিন্তু তেওঁ গাতে নলগালে; বোলে, সভ্যাসকলৰ পইচা নাই কিতাপ কিনিবলৈ। কিতাপ নিকিনে, কিতাপ নপঢ়ে ইফালে হ'ব খোজে ফেমাছ সাহিত্যিক —'

'মা, আপুনিও এই ছাজেশ্বন দিছিল? ষ্ট্ৰেঞ্জ, ভেৰি ষ্ট্ৰেঞ্জ। আমাৰ কৃষ্ণা দত্তইতো একে কথাকে ভাবিছে— আচলতে সঁচায়ে বোধহয় গ্ৰেট্ মেন্ থিংক্ এলাইক্— কৃষ্ণা সঁচাকৈয়ে খুব কিতাপ-পত্ৰ পঢ়া ছোৱালী। আমাৰো কেইজনীমানে উৎসাহ দেখুওৱা নাই, কিন্তু কেইজনীমানে দেখুৱাইছে। এতিয়া কৃষ্ণাই মোক এটা অনুৰোধ কৰিছে — কৃষ্ণাই বৰ ইচ্ছা কৰিছে যে তেনেবোৰ মিটিঙত আপুনি গৈ প্ৰিজাইড্ কৰিব লাগে। তেওঁ নিজে গাড়ীও চলায়, গতিকে তেওঁ বোলে নিজেই আপোনাক গাড়ীৰে লৈ যাব আৰু থৈ যাব— আপোনাৰ অৱশ্যে যথেষ্ট কষ্ট হ'ব, কিন্তু কৃষ্ণাইতো আপোনাৰ ঠিক কিমান ভৰিৰ বিষ ক'ব নোৱাৰে, গতিকে মোক খুব সংকোচেৰে সুধিছে। তেওঁ বাৰে বাৰে কয়— আপুনি উপস্থিত থাকিলে বোলে খুব ইন্‌স্পায়াৰড্ হ'ব ... মই অৱশ্যে কৈছোঁ আপুনি নোৱাৰিব নেকি —'

ৰেণু শৰ্মাই বোৱাৰীয়েকৰ মুখৰ-কথাত থাপ মাৰি ধৰাৰ দৰে অলপ উত্তেজিত হৈয়ে ক'লে — 'মই এতিয়াও ইমান বেছি ইন্‌ভেলিড্ হোৱা নাই নহয় বিনীতা, তোমালোকেতো দেখিছাই। আৰু মানুহৰ প্ৰাণত যেতিয়া তাড়না থাকে— তেতিয়া সেই সংস্কৃত শ্লোকত কোৱাৰ দৰে— পংগু লংঘয়তে গিৰি, তাৰ পিছত মইনো আৰু গাড়ীত উঠি আৰামত সেইখিনি বাট যাব নোৱাৰিমনে? কোনোতো পাহাৰ বগাব নালাগে নহয়, ইন্‌স্পায়াৰড্‌তো ময়ো হ'ম —' ৰেণু শৰ্মাই শেষৰ বাক্যটো নিজকে কোৱাৰ দৰেই ক'লে।

আনন্দৰ উত্তেজনাত বিনীতাই শাহুৱেকৰ কোঠালিৰ পৰা ওলাই গৈছিল, তেওঁ সিদিনা প্ৰথমবাৰৰ বাবে শাহুৱেকৰ কোঠালিৰ দুৱাৰখন জপাই থ'বলৈও পাহৰি গ'ল।

সেই খোলা দুৱাৰখনৰ পিনে চাই ৰেণু শৰ্মাই হঠাৎ আনন্দৰ প্লাৱন অহা মনেৰে ভাবিলে— দুৱাৰখন বাৰু খোলাই থাকক।

(অসম বাণী, ২০০৩)

# দুৰ্গাৰ বলি

আজি মই তিনিটা শাওপাত দিলোঁ— অৱশ্যে মনৰ ভিতৰতে। প্ৰথমতে শাও দিলোঁ এনেকৈ অকস্মাতে বেয়া হৈ মোক বিপদত পেলোৱা গাড়ীখনক, দ্বিতীয়তে দিলোঁ আমাৰ কৰ্তৃপক্ষ তথা পুলিচক— এই ফুটপাথতে যে ৰাইজক অসুবিধা দি অবৈধভাৱে দোকানবোৰ দি আছে তাৰ্লৈ কাৰো কাণসাৰ হ'ব নালাগেনে? তৃতীয়তে দিলোঁ ফুটপাথত তামোল-পাণৰ দোকান দি বহা তিৰোতাজনীক, যিজনীয়ে মোক অট'ৰিক্সাখনত উঠিব ধৰা অৱস্থাত ধৰা পেলালেহি।

'পুতুকণ তই? সঁচায়ে তইনে? কত বছৰৰ মূৰত দেখা পালোঁ। প্ৰথমতে চিনিবই পৰা নাছিলোঁ, কিন্তু তোৰ চেহেৰা আৰু পাহৰিব পাৰিনে? এ— কোট-পেণ্টলুং পিন্ধি একেবাৰে চাহেব হৈ গ'লি দেখোন। ভিতিত আকৌ সেইডাল আমাৰ গাঁৱৰ চন্দ্ৰ হাকিমে ওলোমোৱাৰ দৰে মোটা ফিটাও ওলোমাইছ! নে তয়ো হাকিম-চাকিম হ'লি অ'? গাঁওখনৰ লগত কত দিন সম্পৰ্ক নাই। সেই এৰিলোঁ যি এৰিলোঁৱেই, উভতি যোৱাৰ মুখ থাকিলেহে উভতি যাম, পিতায়ে নহ'লেও ককায়ে দুছেৰা নকৰিবনে? যিহে ককাই নকুল দাৰোগাৰ খং, তাতে সি অনা তিৰোতাজনীও সাক্ষাৎ কালীমাই, তাইৰ চৰণতে ককায়ে মোক বলি দিলেহেঁতেন— ইফালে আয়ো সৰুতে ঢুকাই গ'ল, আচলতে আই থকা হ'লে মই হয়তো এই কেলেংকাৰীটো নকৰিলোঁহেঁতেন। পিছে কোনেনো জানে, সঁচায়ে, কাৰ কপালত কি আছে কোনে জানে। তোৰ কপালতো যে এই লেখা আছিল, তোৰ এনেকৈ চাহাব হোৱাৰ ভাগ্য কপালত লেখা আছিল বুলি জানিলে মই— মই জানো তেতিয়া, বাৰু, সেইবোৰ কথা থাকক, সঁচায়ে গাঁওখনৰ কোনো খবৰেই নাজানো, কত দূৰত আছোঁহি— সেয়ে তোৰ কথাও নাজানো, আজি অকস্মাতে তোক ইয়াত এনেকৈ দেখি ভূত দেখাই দেখিলোঁ—'

ইফালে ময়ো শেৱালিক দেখি ভূত দেখাই দেখিছিলোঁ— যদিও মোৰ চেহেৰা এইসোপা দামী কাপোৰৰ আভৰণ সত্বেও হয়তো সেই তাহানিৰ ভূততকৈ উন্নত চেহেৰালৈ পৰিবৰ্তিত হোৱা নাই অথচ মলিয়ন কাপোৰ-কানি সত্বেও শেৱালিৰ চেহেৰা তাহানিৰ সেই দেৱীৰ দৰেই সুন্দৰ হৈ আছে— পিছে নহয়, সেই কিশোৰীজনীৰ গাত পিছত বোধহয় যি দুৰন্ত যৌৱনৰ পয়োভৰ ঘটিছিল তাৰ বেশ এতিয়াও আঁতৰি যোৱা নাই বাবে তাই যেন আৰুহে বেছি সুন্দৰী হৈছে, গতিকে মই এতিয়া তাইক ভূত দেখাদি দেখা বুলি ভবাটো কথাৰহে কথা।

আনহাতে তাই মোক ভূত দেখাদি দেখা বুলি কোৱা কথাটোও সেই একে প্ৰচলিত প্ৰতীকি কথা হ'লেও মোক কিন্তু তাই সদায়ে ভূতৰ দৰেই দেখিছিল, আক্ষৰিক অৰ্থতে দেখিছিল (সঁচাভাৱেও দেখিছিল)। এনেকি মুখ ফুটাই কৈছিলো— 'এই ভূতৰ দৰে চেহেৰাটো লৈ তই মোৰ লগত পীৰিতি কৰিবলৈ আহ— কটা নিধক, তোৰতো কম সাহ নহয়, বাওনা হৈ চন্দ্ৰলৈ হাত মেলিব আহিছ ... যা, আগতে আইনাত নিজৰ চেহেৰাটো চাই ল'বি তাৰ পিছত ছোৱালীৰ ওচৰ চাপিবি— অৱশ্যে যদিহে সেই মুখ দেখাৰ পিছত বুকুৰ পাটা থাকে ...

মই তাইৰ কথা মতে আইনা চাব লগা হোৱা নাছিল, আচলতে আইনাতো সদায়ে এবাৰ চাওঁৱেই, চাব লগা হয়েই, অন্ততঃ দিনটোত এবাৰ, স্কুললৈ যোৱাৰ আগতে। চুলি আঁচুৰি, চাফা কাপোৰ নিপিন্ধি স্কুললৈ গ'লে আমাক 'টিনোপাল' ছাৰে কোবাইছিল; টিনোপাল ছাৰৰ আচল নামটো নন্দপাল কাকতি, পিছে নিজেও সদায় খুব পৰিষ্কাৰ কাপোৰ পিন্ধি আহে বাবে আমাৰ মাজৰ কোনোবা এটা অখাইটং ল'ৰাই নন্দপাল ছাৰৰ সেই নতুন নামকৰণটো কৰিছিল। ছাৰে নিশ্চয় তেওঁ অভিষিক্ত হোৱা নামটোৰ কথা নাজানিছিল, জানিলে বোধহয় তেওঁৰ পিতৃদত্ত নামটোৰ সলনি সেই ছাত্ৰদত্ত নামটোত ক্ৰোধান্বিত হৈ প্ৰকৃত অপৰাধীক চিনাক্ত নকৰি ক্লাছৰ প্ৰত্যেক ছাত্ৰৰে বেতৰ কোবত ছাল ফটালেহেঁতেন।

আমাৰ ঘৰত এখনেই সৰু আইনা আছিল, তাকে হাতত লৈ মই মুৰ কৰিয়াইছিলো, বেছিপৰ আইনাৰ সমুখত থাকিব পৰা নাছিলোঁ, পিছত মই পঢ়া নানা কিতাপ-কাগজত কোনোবা এজন বজাৰ আইনাত চাই নিজৰ কুৎসিৎ প্ৰতিবিম্ব দেখি 'মৰ যা শালে, আইনা বনানেৱালে' বুলি কৈ আইনা দলিয়াই টুকুৰা-টুকুৰ কৰাৰ দৰেই

মোৰো তেতিয়া একেই মানসিক প্ৰতিক্ৰিয়া হৈছিল।

এনেকি কলেজতো আমাৰ এক নিষ্ঠুৰ সহপাঠী তৰুণে শেৱালিৰ দৰেই মোৰ চেহেৰাক লৈ এনে সহানুভূতিহীন মন্তব্য কৰিছিল—'ঐ অমিয়, (সি মোৰ ঘৰত মতা নামেৰে শেৱালিৰ দৰে সম্বোধন কৰিবলৈ কলেজত সেই নামটোতো কোনোৱে নাজানিছিল) তই ক্লাছৰ কোনো ছোৱালীক এই চেহেৰা লৈ প্ৰেম নিবেদন কৰিব নাযাবি দেই, তোৰ নাকটোৰ ওপৰেদি দুটা ঘোঁৰা একেলগে চেকুৰি যাব পাৰে— এনে যে এক বহল, উদাৰ নাক লৈ উপজিছ— হাঃ হাঃ হাঃ। অৱশ্যে গাৰ বৰণটোৰ ক্ষেত্ৰত তোৰ সুবিধাই হ'ব, পিছত যেতিয়া চাকৰিৰ বাবে দৰ্খাস্ত কৰিবি তাত এইকেইটা কথা লেখি দিলেই তোৰ লগে লগে চাকৰি মঞ্জুৰ হৈ যাব, বোলে গৰম দিনত মোক যেন নিদিয়াকৈ কাম কৰিব দিব আৰু তেতিয়া মই দৰদৰকৈ ঘামিলে আপোনালোকৰ আৰু অফিচত চিঞাহী কিনাৰ কোনো প্ৰয়োজন নহ'ব— মোৰ ঘামেৰেই কাম চলি যাব— হাঃ হাঃ হাঃ!'

অৱশ্যে গাৰ বৰণৰ চিঞাহীয়ে নহয়, মোৰ মূৰৰ ঘিউয়েহে মোক চাকৰি পোৱাত সহায় কৰিছিল, যাৰ ফলত মই হৈছিলোঁ ইঞ্জিনীয়াৰ আৰু মূৰৰ ঘিঁউৰে তৰুণ হৈছিল ক'টৰ কেৰাণী (সেই চাকৰিও সি নিশ্চয় যথেষ্ট কষ্টৰ মূৰত পাইছিল— তাৰতো আৰু কৰ্তৃপক্ষক লোভ দেখুৱাবলৈ মোৰ দৰে গাৰ ক'লা বৰণ নাছিল)।

মই এনেকি এক প্ৰকাৰ এগৰাকী সুন্দৰী ছোৱালীৰো পাণিগ্ৰহণ কৰিছিলোঁ— পুৰুষৰ আকৌ ৰূপ কিয় লাগে, পুৰুষৰ যোগ্যতাৰ মাপকাঠী হেনো অন্য বস্তু, অৰ্থাৎ ভাল চাকৰি, ভাল আয়। মই সেই যোগ্যতা আৰ্জিছিলোঁ বাবেই চহৰৰ সম্ভ্ৰান্ত পৰিয়ালৰ শিক্ষিতা ছোৱালী বীণাক পত্নী হিচাপে লাভ কৰিছিলোঁ। সঁচায়ে, ক'ত শেৱালি আৰু ক'ত ৰীণা।

পিছে শেৱালিয়ে মোৰ কিশোৰ প্ৰাণত যি চোট লগাইছিল তাক যে মই আজিও পাহৰিব পৰা নাই, আজিও যে তাক বুকুৰ এচুকত বহন কৰি আছিলোঁ সেই কথা মই নতুনকৈ বদলি হৈ অহা চহৰখনত এনেকৈ অকস্মাতে, অভাৱনীয়ভাৱে পুনৰ শেৱালিক লগ পাই উপলব্ধি কৰিলোঁ।

সেই সময়ত মই বাহিৰা কিতাপ-পত্ৰ পঢ়িবলৈ আৰম্ভ কৰিছিলোঁ আৰু তেতিয়াই 'বিউটি এণ্ড বীষ্ট'ৰ সাধুটোও পঢ়িছিলোঁ। অৱধাৰিতভাৱেই মই শেৱালিক বিউটি আৰু নিজকে বীষ্টৰ ৰূপত কল্পনা কৰিবলৈ ধৰিছিলোঁ— যদিও এসময়ত মোৰ কল্পনাৰ গতিস্ৰোত বন্ধ হৈ যাবলৈ বাধ্য হৈছিল। কাৰণ অভিশাপৰ ফলত তেনে কুৎসিৎ ৰূপেৰে প্ৰতিবন্ধী হৈ পৰা আপচু চেহেৰাৰ জন্তুটো অভিশাপমুক্ত হৈ দেখনিয়াৰ ৰাজপুত্ৰৰ ৰূপত উদ্ভাসিত হৈ উঠিছিল আৰু মই হৈ পৰিছলোঁ একে কদৰ্য চেহেৰাৰ পুতুকণ! জীৱন যে সাধুকথা নহয়।

শেৱালিয়ে মোক কোনো কথা কোৱাৰ সুযোগ নিদি অনৰ্গল কৈ যোৱা কথাৰ মাজৰ এষাৰ কথা মোৰ কাণত যেন লাগি ধৰিলে— 'তোৰ এনেকৈ চাহাব হোৱাৰ ভাগ্য কপালত লেখা আছিল বুলি জানিলে মই জানো তেতিয়া—' তেতিয়া কি? তাই মোৰ চেহেৰাক লৈ তেনেকৈ ঠাট্টা-বিদ্ৰূপ নকৰি মোৰ প্ৰেমত সঁহাৰি দিলেহেঁতেন, সুন্দৰ-সুঠাম-সবল চেহেৰাৰ গঁৱৰে একপ্ৰকাৰ অশিক্ষিত ডেকা লম্বোদৰৰ লগত পলাই নগ'লহেঁতেন? অৰ্থাৎ তাই মই মানুহটোৰ লগত প্ৰেম নকৰি মোৰ সম্ভাব্য ভাল কেৰিয়াৰটোৰ লগতহে প্ৰেম কৰিলেহেঁতেন? অৱশ্যে লম্বোদৰ মানুহটোৰ লগতো বোধহয় তাই প্ৰেম কৰা নাছিল, কৰিছিল তাৰ অতি আকৰ্ষণীয় পৌৰুষত্বব্যঞ্জক সুন্দৰ চেহেৰাটোৰ লগতহে।

সি যি কি নহওক, শেৱালিৰ কথাষাৰ মোৰ কাণত বাজি থাকিল—'তোৰ এনেকৈ চাহাব হোৱাৰ ভাগ্য ...' পিছে এইষাৰ কথাই মোক বাৰু অপমানৰ জ্বালাৰ সলনি কিয় আপচোচৰ জ্বালা ধৰাইছে, কিয় মই জ্বলি উঠা নাই যে শেৱালিয়ে মোক নহয় মোৰ চাকৰিকহে ভাল পালেহেঁতেন? পিছে কিছু পিছতে মই যেন সেই অপমান নহয় আপচোচৰ জ্বালাৰ নিজৰ ভিতৰতে ব্যাখ্যা পাই গ'লোঁ— কোনে বাৰু কেৱল মানুহটোকে অকাৰণত ভাল পায়? মোৰ যুক্তিবাদী মনে সদায় কথাবোৰ ফহিয়াই চাবলৈ যত্ন কৰে। শেৱালি বাৰু মোৰ চাকৰিৰ উজ্জ্বল সম্ভাৱনা দেখিলেহে মোৰ ওচৰ চাপিলহেঁতেন, কিন্তুময়ো জানো তাইৰ ওচৰ চপাৰ কাৰণ তাইৰ শেৱালি-কোমল শৰীৰ আৰু দেৱী প্ৰতিমাৰ দৰে সুন্দৰ মুখ নহয়? তাইৰ লগৰে বসন্তবালাৰ বাবে কিয় একেদৰে অধীৰ হোৱা নাছিলোঁ? কৃষ্ণই স্তন কামোৰাৰ পিছত আচল ৰূপ ধাৰণ কৰা পূতনা ৰাক্ষসীৰ দৰে চেহেৰাটোৰ বাবেই

জানো নহয়!

'সঁচায়ে, তোক দেখি ভূত দেখাই দেখিলোঁ'— মোক অন্যমনস্কতাৰ গৰাহৰ পৰা উলিয়াই শেৱালিয়ে আকৌ ক'বলৈ ধৰিলে—'এই ফুটপাথত তামোল-পাণৰ দোকানখন দি বহু আজিতো কেইমাহো হ'ল, কিন্তু তোক হ'লে আজি অতদিনে দেখা নাছিলোঁ— আজিনো ক'ৰ পৰা তই মাটি ফুটি ওলালি?'

মই ইতিমধ্যে জ্বৰে-ঘামে ঘামিবলৈ আৰম্ভ কৰিছিলোঁ, মই মাটি ফুটি ওলোৱাৰ দৰে শেৱালিওতো আজি মাটি ফুটি ওলাল, কিন্তু মইতো ইয়াৰ পৰা তুৰন্তে পলাব লাগিব, এজনী পাণ-দোকানী তিৰোতাই মোৰ লগত এনেকৈ অতি অন্তৰংগতাৰে আলাপ কৰিবলৈ ধৰিছে— এই দৃশ্যটো মোৰ অফিচৰ কোনোবা কৰ্মচাৰীয়ে যদি দেখি পেলায়? আৰু তাৰ সম্ভাৱনাতো অতি প্ৰকট, অলপ দূৰৈত মোৰ অফিচটো, অফিচ ছুটী হৈছে, সিহঁতৰ কোনো নহয় কোনোবাতো এই মুহূৰ্তত আহি ওলাব পাৰে— নাই, মই এই মুহূৰ্ততে এই স্থান ত্যাগ কৰিব লাগিব —

'শেৱালি, তোক হঠাতে অত বছৰৰ পিছত দেখি ভাল লাগিল। কিন্তু আজি মোৰ একেবাৰে সময় নাই, এটা খুব জৰুৰী কাম আছে, গতিকে এতিয়াই যাব লাগিল.. যাওঁ দেই শেৱালি'— মই অট'ত লৰালৰিকৈ সোমাই পৰিলোঁ আৰু চালকক অনতিপলমে যাবলৈ নিৰ্দেশ দিলোঁ। চালকে অট' ষ্টাৰ্ট দিলে আৰু অসন্তুষ্ট মাতেৰে ক'লে— 'আপুনি মোক বহুত পৰ ৰখাই থ'লে, বেটিং চাৰ্জ দিব লাগিব কিন্তু'— 'হ'ব হ'ব ব'লা, এতিয়া সোনকালে ব'লা—'

শেৱালিৰ বিস্ময়-বিস্ফাৰিত চকুৰ আগেৰে অট'খন বিদ্যুতবেগে দৌৰিবলৈ ধৰিলে।

মই পুনৰ আটাইকেইটা শাওপাত মনৰ ভিতৰতে উচ্চাৰণ কৰি ঘৰ অভিমুখে আগবাঢ়িবলৈ ধৰিলোঁ, নহয়, তাৰ লগত আৰু এটা যোগ হ'ল— মোৰ এই চহৰলৈ বদলিৰ শাওপাত। আজি যে কি কুক্ষণত মই অফিচ এৰাৰ আগে আগে গাড়ীখন বেয়া হৈ গ'ল। উঠি বহিছিলোঁ, গাড়ী নচলা হ'ল। ড্ৰাইভাৰে নানা ধৰণে চেষ্টা কৰিও অচল গাড়ীখনক সচল কৰিব নোৱাৰিলে। শেষত সি কুণ্ঠিতভাৱে ক'লে— 'ছাৰ, লক্ষণটো ভাল দেখা নাই, মেকানিক মাতিব লাগিব ..'

অগত্যা মই গাড়ীৰ পৰা নামিলোঁ আৰু সেইখন লৰচৰ কৰিব নোখোজাৰ বাবে যেন ড্ৰাইভাৰেই দায়ী তেনেকৈ ক'লোঁ—'গাড়ীখন ঠিক কৰি ৰাখিব লাগে, মোক এনেকৈ বিপদত পেলাব নালাগে—' মই অফিচাৰসুলভ উষ্মাৰে নিৰ্দোষী ড্ৰাইভাৰজনক দম দি পুনৰ অফিচলৈ সোমাই গ'লোঁ, কিন্তু মোৰ মুখৰ তিতা হাঁহি এটা বিৰিঙিছিল। মই গাঁৱৰ দৰিদ্ৰ ঘৰৰ এজন চোকা ল'ৰা আছিলোঁ বাবে তাৰ পৰা ওলাই আহিবলৈ সক্ষম হ'লোঁ। এনেকৈ চহৰৰ ডাঙৰ চাকৰিয়াল হ'লোঁ কিন্তু মোৰ সেই এৰি অহা ঘৰখনৰ অৱস্থা একেই আছে, কোনো এজন ভাই-ককায়ে মানুহ হ'ব নোৱাৰিলে, অৱশ্যে যদিহে ডাঙৰ চাকৰি কৰাকে মানুহ হোৱা বুলি ক'ব পাৰি— কাৰণ মোৰ তিনি ভায়েইতো সৎ জীৱন যাপন কৰি আছে, নিজৰ ভৰিত থিয় দিয়ে সংসাৰ চলাই খাইছে, এজনে খেতি কৰিছে, এজনে সৰু-সুৰা ব্যৱসায় কৰি আছে আৰু আনজন হৈছে ড্ৰাইভাৰ। এই একে ড্ৰাইভাৰ, মই এইমাত্ৰ দম দিয়া নবীনৰ দৰেই ড্ৰাইভাৰ!

বীণা মোৰ গাঁৱৰ ঘৰলৈ যাব নোখোজে— নোখোজে মানে নাযায়েই, মইহে মাজে মাজে যাওঁ। অন্ততঃ মা জীয়াই থকালৈকে যাবই লাগিব, সেইখিনি অমানুষ মই হ'ব নোৱাৰোঁ। হয়, ভাইহঁতৰ বিপৰীতে মই 'মানুহ' হোৱাজনে সেইখিনি 'অমানুষ' হ'ব নোৱাৰিলোঁ।

অফিচ খোলাই ভিতৰলৈ সোমাই গৈ বীণাক ফোন কৰিবলৈ ৰিচিভাৰ তুলি ল'লোঁ। মোৰ গাড়ীখন পঠাই দিয়ক, অৰ্থাৎ মোৰ ঘৰৰ গাড়ীখন।

কিন্তু আজি মোৰ দিনটোৱেই বেয়া। হেম অৰ্থাৎ আমাৰ ঘৰুৱা পিয়নজনে ফোন ধৰিলে আৰু ক'লে— 'বাইদেউতো ঘৰত নাই, বিম্‌লীক স্কুলৰ কিবা বস্তু কিনি দিবলগীয়া আছে বাবে নাচৰ স্কুলৰ পৰা অহাৰ পিছত বিম্‌লীক লৈ বাইদেউ বজাৰলৈ গ'ল... কেতিয়া আহে ক'ব নোৱাৰোঁ, এই অলপ আগতেহে গ'ল, আৰু বেলেগ কিবাকিবি বজাৰ কৰিব লগাও আছে বোলে। আপুনি অফিচৰ পৰা আহিলে চাহ-টাহ দিয়াৰ কথা কৈ গৈছে।'

বীণা ঘৰত নাই মানে গাড়ীখনো নাই। মই মনৰ ভিতৰতে ক'লোঁ— ধেৎ চালা!

এই পৰিস্থিতিতে এটা কুক্ষণত মই অট'ষ্টেণ্ডলৈ আগবাঢ়িছিলোঁ, অফিচৰ পৰা অলপ দূৰৈত থকা

অট'ষ্টেণ্ডলৈ।

চলন্ত অট'খনত উঠি মই আকৌ এবাৰ মুখৰ পৰা পূৰ্বোক্ত গালিটো নিৰ্গত কৰিছিলোঁ, পিছে গালি পাৰিছিলোঁ নিজকে — তই চালাই যদি অফিচৰ আগত অট'ত উঠিবলৈ লাজ কৰি ভেমটো নেদেখুৱালিহেঁতেন তেন্তে আজি এনেকৈ শেৱালিৰ মুখৰ আগত নপৰিলিহেঁতেন। চালা ইঞ্জিনীয়াৰ হৈ বৰ মানুহ চেলাব আহিছ, এদিনতো এটা গাঁৱলীয়া ভূতেই আছিলি (শেৱালিয়েই মোক অকল ভূত বুলি কোৱা নাছিল, বীণায়ো হঠাৎ কেতিয়াবা অতি খং আৰু উত্তেজনাৰ মুহূৰ্তত কয়, কিন্তু তেওঁ ভূতৰ আগত এটা বিশেষণ লগাই দি কয়— গাঁৱলীয়া ভূত— পিছে তেওঁ সেই ভূতটো মোৰ চেহেৰাটোৰ কথাও মনত ৰাখি দ্ব্যৰ্থকভাৱে ব্যৱহাৰ কৰে নেকি সেইকথা হ'লে নাজানো), এতিয়াও তোৰ গুৰি-গোষ্ঠী গাঁৱলীয়া ভূতেই হৈ আছে'—।

যি হওক, মই অন্ততঃ শেৱালিৰ পৰা সাৰিলোঁ। তাইতো নাজানে মই ক'ত চাকৰি কৰোঁ, গতিকে তাই মোক আৰু কোনোদিনে এনেকৈ দেখাৰ সম্ভাৱনা নাই। মইতো ইয়াৰ পিছত আৰু মৰিলেও অফিচৰ পৰা গাড়ীখনৰ বাহিৰে ক'লৈকো এক পাও নিদিওঁ। অৱশ্যে গাড়ীখন আজিৰ দৰে হঠাৎ বেয়া হ'লে বা ঘৰৰ গাড়ীখন নাপালেও অট'ৰ ওচৰলৈ নাযাওঁ, মোক শেৱালিয়ে আৰু ক'ত লগ পাব, ক'ত পুতুকণ, পুতুকণ বুলি মাতিব!

মোৰ মুখত আকৌ এবাৰ তিতা হাঁহি বিৰিঙিছিল— ভাগ্যৰ যে কি অদ্ভুত পৰিহাস, এদিন যিজনী ছোৱালীৰ সান্নিধ্য লাভৰ বাবে মই ব্যাকুল হৈ পৰিছিলোঁ আজি সেই একেজনী ছোৱালীৰ পৰাই পলাই সাৰিবলৈ মোৰ তৎ নোহোৱা হৈছে।

মই পিছে মূৰ্খৰ স্বৰ্গতহে বাস কৰিছিলোঁ (স্বৰ্গত বাস! মই বাৰু জীৱনত কেতিয়াবা সঁচাকৈয়ে স্বৰ্গত বাস কৰিছিলোঁনে? অৱশ্যে শৈশৱত হয়তো কৰিছিলোঁ— দুখীয়া-নিচলা হ'লেও শৈশৱত আই-দেউতাৰ মৰমত ডাঙৰ হোৱা, গাঁৱৰ মুক্ত পৰিৱেশত ডাঙৰ হোৱা মোৰ বাবে সেই জীৱন স্বৰ্গতুল্যই আছিল, নৰকাগ্নিত ভুগিবলৈ ধৰিলোঁ শেৱালিৰ প্ৰতি প্ৰতিদানহীন প্ৰেমৰ চাকনৈয়াত পৰি কক্‌বকাই মৰাৰ পিছৰে পৰা। তাৰ পিছত শেৱালিক হেৰুৱালোঁ বা নাপালোঁৱেই— হেৰুওৱাৰ কথানো আৰু ক'ত আহে। শেষত তাই হৃদয়ৰ পৰাও বোধহয় মচ খাই গ'ল— কিন্তু এতিয়া এই যে 'মানুহ' হ'লোঁ শেৱালিক নোপোৱাৰ বেদনা পাহৰিলোঁ, বীণাৰ দৰে ছোৱালী লাভ কৰিলোঁ— তাৰ পিছতো কোনোবা দিনা স্বৰ্গৰ স্পৰ্শ লাভ কৰিছোনে?), কাৰণ এদিন শেৱালি একেবাৰে মোৰ অফিচতে আৱিৰ্ভূতা হ'লহি আৰু এইবাৰ মইহে তাইক প্ৰথমতে ভূত দেখাৰ দৰে দেখিলোঁ।

মোৰ পিয়নজন সোমাই আহি কৈছিল— 'ছাৰ অলপ দূৰৈত ফুট-পাথত বহি তিৰোতা এজনীয়ে তামোল-পাণৰ দোকান দিয়ে, এতিয়া দেখোন তাই ইয়ালৈ আপোনাক বিচাৰি আহিছে, মই খেদি পঠাবই খুজিছিলোঁ, কিন্তু তাই ক'লে যে তাই আপোনাৰ বহুত দিনৰ চিনাকি, আপুনি তাইক খুব ভালকৈ জানে আৰু কৈছে তাইৰ নাম 'শেৱালি'— নামটো ক'লেই বোলে আপুনি তাইক মাতি পঠিয়াব... ছাৰ, কিছুদিনৰ আগতে আমাৰ ইয়াৰ বজাৰত যে বোমা বিস্ফোৰণ হৈছিল, বহুতৰ লগতে সেই বজাৰতে গেলামালৰ দোকান দিয়া তাইৰ গিৰীয়েক লম্বোদৰ নামৰ মানুহটোও মৰিল, মানুহবোৰক চৰকাৰে সাহায্য দিব খুজিছিল যদিও আজিলৈকে কোনেও পইচা পোৱা নাই। সেই সম্পৰ্কে বোধহয় তাই আপোনাক দেখা কৰিব আহিছে, আপোনাকনো তাই ক'ত চিনি পাব, তেনেকৈ ক'লে দেখা কৰিব দিব বুলি এই চালাকিৰে আপোনাক লগ ধৰিব বিচাৰিছে—'

শেৱালিৰ আগমন বাৰ্তাত মই ব্ৰজাহত হোৱাৰ দৰে হ'লোঁ যদিও সেই আঘাতৰ পৰা লগে লগে উদ্ধাৰো পাই গ'লোঁ, উদ্ধাৰ কৰিলে কিন্তু নিজেও অত্যন্ত চালাক আৰু ধূৰ্ত মোৰ এই কথা চহকী পিয়নজনেই, কাৰণ সি মোক নিজৰ অজ্ঞাতেই (আৰু হয়তো ইচ্ছাৰ বিপৰীতেও) উদ্ধাৰ কৰিলে এই লাখটকীয়া খবৰটো সৰবৰাহ কৰি যে শেৱালিৰ গিৰীয়েক বোমা বিস্ফোৰণত নিহত হৈছে ...

'অ' অ' তুমি ঠিকেই ধৰিছা কৰুণা, তাই সেই কথাটোৰ বাবেই মোৰ ওচৰলৈ আহিছে। হয়, তাইক মই একেবাৰে চিনি নোপোৱা নহওঁ, আমাৰ গাঁও অঞ্চলৰে ছোৱালী আছিল, বিয়াৰ পিছত ক'ত আছে, কি কৰিছে একো জনা নাছিলোঁ— এই দৰিদ্ৰ দুৰ্ভগীয়া মানুহবোৰৰ কাৰ ক'ত কিমান খবৰ ৰাখিবা হে? সিদিনা হঠাৎ তাইক বাটত লগ পাই গ'লোঁ, তাইৰ দুখৰ কাহিনী সবিস্তাৰে বৰ্ণালে, তাইক সহায় কৰাৰ বাবে কাকুতি-মিনতি কৰিব ধৰিলে, উপায়হীন

হৈ এদিন অফিচলৈ মাতি পঠালোঁ— আজি তাই আহিলেই ... বাৰু ভিতৰলৈ পঠাই দিয়া ...'

ধূৰ্ততোৱে মোৰ কথা কিমানদূৰ বিশ্বাস কৰিলে কোনে জানে আৰু শেৱালিয়েই বা তাক কিমান কি কৈছে... উস্, অপৰাধীৰ দৰে এসোপা সঁচা-মিছা কৈ উঠাৰ পিছত মই অনুভৱ কৰিলোঁ যে মই দস্তুৰমতে ঘামিব ধৰিছোঁ।

মুখখন হাঁহিৰে উদ্ভাসিত কৰি শেৱালি আহি মোৰ অফিচৰ কোঠালিত সোমাইছিলহি।

মই গহীন হৈ তাইক এফালে থকা বেঞ্চখনত বহিব দিলোঁ। পিয়নটোক ক'লোঁ— তুমি যোৱা, এইৰ লগত কথা পাতি লওঁ আৰু কোনোবা মানুহ দেখা কৰিব আহিলে বাহিৰত ৰ'ব দিবা ...

মই সঁচাকৈয়ে নে কল্পনাতে পিয়নটোৰ মুখত এটা কুৎসিৎ অৰ্থপূৰ্ণ হাঁহিৰ ঢউ খেলি যোৱা দেখিলোঁ নাজানো। ইহঁতৰ কথাও, এনেয়েই জিলিকি থকা ছোৱালী শেৱালি, আজি আকৌ সাজি-কাচি একেবাৰে ভু...- ভুলোৱাজনী হৈ আহিছে। কল্পনাইতে জীৱনত লগ পোৱা কত অফিচাৰৰ নাৰীঘটিত কেলেংকাৰীৰ কথা জানে।

শেৱালি কিন্তু বেঞ্চত নবহিল, মোৰ মেজ ঘেৰি থকা চকীবোৰৰ এখনলৈ নিৰ্দেশ দি ভ্ৰূ নচুৱাই লাস্যময়ী হাঁহি এটা মাৰি ক'লে— ইয়াতেই বহোঁনে? সৌ দূৰৈত বহিলে তোৰ লগত মন খুলি কেনেকৈ কথা পাতিম? মোৰ ভাগ্যখন বেয়া বুলিহে— নহ'লেতো আজি তোৰ সেই চকীখনত নবহি তোৰ কোলাতে বহিব পাৰিলোঁহেঁতেন, মইতো তই ইঞ্জিনীয়াৰটোৰ মেমচাহাবজনে হ'ব পাৰিলোঁহেঁতেন।

মই পকেটৰ পৰা ৰুমাল উলিয়াই মুখৰ ঘামবোৰ মচি ল'লোঁ, ঘাম উলিয়ালে এই শংকায়ো (উস্ বেছিকৈ ঘাম ওলালে এতিয়াও যে কিয় তৰুণৰ নিষ্ঠুৰ কথাষাৰ মনত পৰি যায়) যে ধুৰন্ধৰ পিয়নটোৱে বাহিৰত কাণ পাতি বৈ আমাৰ কথা শুনাৰ চেষ্টা কৰি আছে।

'শেৱালি'— মই মাতলৈ যিমানদূৰ সম্ভৱ কঠোৰতা টানি আনি ক'লোঁ—'তই এনেকৈ কথা নাই বতৰা নাই মোৰ অফিচলৈ আহি ঠিক কৰা নাই। মই খুব ব্যস্ত হৈ থাকোঁ। আগলৈ আৰু কেতিয়াও নাহিবি। এতিয়া তোৰ কি ক'ব লগা আছে ক'— কিন্তু এটা কথা মনত ৰাখিবি যে অতীতত তোৰ প্ৰতি মোৰ যি টান আছিল সেই টান আৰু নাই, সেইবোৰ চেঙেলীয়া বয়সৰ কথা চেঙেলীয়া বয়সতে শেষ হৈ গ'ল। এতিয়া সুন্দৰী পত্নী আৰু দুটা ল'ৰা-ছোৱালীৰে সৈতে সুখী সংসাৰ। হয়, অতীতৰ কথা টানি মোৰ পৰা একো আদায় কৰাৰ চেষ্টা নকৰিবি। লম্বোদৰৰ দুখ লগা অকাল মৃত্যুৰ কথা গম পাইছোঁ, বোমা বিস্ফোৰণত মৰা ভিকটিমক চৰকাৰে দিব খোজা ধন বোলে তই পোৱা নাই, সেয়া যাতে পাৱ— আৰু সোনকালেই পাৱ তাৰ বাবে মই চেষ্টা কৰাই নহয়, সোনকালে পোৱায়ো দিম— তোক কেৱল এইখিনিকে সহায় কৰিব পাৰিম।'

'নহয়, সেইখিনিতকৈও তই বেছি সহায় কৰিব পাৰ আৰু কৰিব লাগিবও'— শেৱালিয়েও মাতত কঠোৰতা আনিছিল, এইবাৰ তাইৰ ধুনীয়া চকুহাল পিয়ন কল্পনাৰ দৰেই ধূৰ্তালিত তিৰবিৰাই উঠিছিল, কেৱল তাই যেনিবা এইখিনি দয়া দেখুৱাইছিল যে মোৰ সন্মুখৰ চকীত নবহি থিয় হৈ আছিল। তেনেকৈ চকীত বহিবলৈ তাইৰ দৰে দাংকাটীজনীৰো বোধহয় বুকুৰ পাটা নহ'ল।

'কি সহায়? সোনকালে কথা-বতৰা পাতি শেষ কৰিব লাগিব, অইন মানুহ আহি পাব পাৰে। কেৱল এটা কথা মনত ৰাখিবি— এনেকুৱা সহায়হে বিচাৰিবি যাৰ পৰা মোৰ বেছি লোকচান নহয় কিন্তু তোৰ খুব লাভ হয়। আনহাতে সীমা চেৰালে মোৰ কি লোকচান হ'ব নাজানো— কিন্তু তোৰ হ'লে সুত-মূল দুয়োটাই হেৰাব। জানাই দেখোন— 'লোভেই পাপ, পাপে মৃত্যু'। ওঁ, এতিয়া ক', তোক মই কি সহায় কৰিব পাৰোঁ?'

মোৰ ব্যৱসায়ীসুলভ কথাখিনিত কিবাকিবি 'অস্ত্ৰ'ৰে মানসিকভাৱে সুসজ্জিত হৈ অহা শেৱালিও যেন অলপ থতমত খাই গ'ল। তাইৰ যেন এখন্তেকৰ বাবে মুখৰ মাত হৰিল। কিন্তু এই কম বয়সতে জীৱনৰ ঘাত-প্ৰতিঘাতত একপ্ৰকাৰ জুৰুলা হোৱা মানুহজনী আন নহ'লেও সাংসাৰিক বিষয়ত অলপ হয়তো পৰিপক্ব হ'ল, জ্ঞানীও হ'ল। কাৰণ হঠাতে তাইৰ মাতৰ আগৰ যুদ্ধংদেহি মনোভাব যেন অলপ আঁতৰিল আৰু এইবাৰ নৰম মাতেৰে ক'লে—

'লম্বোদৰ এনেকৈ আওমৰণে মৰা বাবে আমাৰ চাৰিজনীয়া সংসাৰখনলৈ কি ভয়ংকৰ বিপদ নামি আহিল ভুক্তভুগী মইহে জানো। তাতে মোৰ আছে দুজনীকৈ ছোৱালী, ডাঙৰজনী পুষ্পিতাও হ'ল আৰু তোক কি ক'ম,

দুয়োজনীয়ে বাপেক-মাকৰ ৰূপ লৈয়ে উপজিছে। সিহঁতৰ জন্মই আমাক এদিন আনন্দ দিছিল, গৌৰবত বুকু ভৰাই তুলিছিল— কিন্তু এতিয়া সেই ৰূপ অভিশাপ যেন লগা হৈছে—'

মই দেৱালত থকা ঘড়ীটোলৈ চালোঁ আৰু শেৱালিক ক'লোঁ — 'তোৰ কথাখিনি সংক্ষেপে ক'— মানে মোৰ পৰা কি সহায় লাগে ক'। পিছে ছোৱালীৰ ৰূপনো আৰু অভিশাপ হ'ব পাৰেনে, ফুলপাহ আধা ফুলা অৱস্থাতেই কত ভোমোৰা আহি মৌ চুহিবলৈ ভিৰ কৰিবহি— হয়, মোৰ দৰে কত কুৎসিৎ ক'লীয়া ভোমোৰাৰ পয়োভৰ ঘটিব—'

মোৰ যে কি হ'ল, কিয় যে জিভাৰ লেকাম খুলি অতীতৰ (নে আচলতে সমগ্ৰ জীৱনৰে?) সমগ্ৰ তিক্ততা এনে অসাৱধানভাৱে ওলাই আহিল—

'বাৰু বাৰু, মইহে বাজে কথা কৈ সময় নষ্ট কৰিছোঁ, তই কি সহায় বিচাৰ খৰধৰকৈ ক'।

মোৰ দুৰ্বলতাৰ দুৱাৰখন খুলি দিয়াৰ শাস্তি বোধহয় পালোঁ, কাৰণ শেৱালিয়ে গহীনাই ক'লে—'তই মোক মাহে মাহে তিনি হাজাৰকৈ টকা দি থাকিব লাগিব, বেছি খোজা নাই, তহঁত ইঞ্জিনীয়াৰবোৰৰ ভেটিৰ টকাৰতো কোনো মা-বাপ নাই, তহঁতৰ এনে বাহিৰা আয়ৰ টকা আদায় কৰি কৰিয়েতো সন্ত্ৰাসবাদীবোৰে অস্ত্ৰ-শস্ত্ৰ কিনি আমাৰ দৰে নিৰীহ দুখীয়া মানুহবোৰক পোক-পৰুৱাৰ দৰে মাৰিছে। যি হওক, মাহে টকা তিনি হাজাৰ পালে মই ছোৱালী দুজনীক কিছু নিৰাপদে ডাঙৰ কৰিব পাৰিম, ভোমোৰাবোৰৰ পৰা বচাই ৰাখিব পাৰিম। লম্বোদৰে সৰু চহৰখনত এডোখৰ মাটি কিনি সৰুকৈ ঘৰ এটা বান্ধি থৈ গৈ আমাক অন্ততঃ আশ্ৰয়হীন কৰা নাই। তোৰ পৰা টকা তিনি হাজাৰ পালে মই আৰু পাণ-তামোলৰ দোকান নিদিওঁ— মোৰতো নিৰাপত্তা নাই— কত গ্ৰাহকে যে কত অশ্লীল ইংগিত দিয়ে। যি হওক, ইয়াৰ পিছত মই ঘৰতে থাকি ঘৰ চলাই ছোৱালী দুজনীক মানুহ কৰিম—'

মই প্ৰায় আৰ্তনাদ কৰি উঠিছিলোঁ— 'মাহে তিনি হাজাৰ টকা? ঘৈণীক এই টকাৰ হিচাব কি বুলি দিম?'

শেৱালিয়ে তীব্ৰ ব্যঙ্গ আৰু তিক্ততাৰে হাঁহিলে— 'তহঁতৰ বাবে তিনি হাজাৰ টকা ভাতৰ লগৰ চাটনিতকৈও কম মূল্যৰ নহয়নে? তোৰ দৰমহাৰ হিচাব ঘৈণীয়েৰে ৰাখিলেও বাহিৰা টকাৰ হিচাব জানো ৰাখিব পাৰে? সাগৰৰ ঢউক কোনোবাই গণিব পাৰেনে?'

'মই যদি তোৰ কথাত ৰাজী নহওঁ?'

শেৱালিয়ে বীভৎস ব্যংগেৰে হাঁহিলে।

'তই মোক টকা দিবি, ইয়াতকৈ বেছিকৈ খুজিলেও দিবি। আন একো কৰিব নালাগেই— মই তোৰ ঘৈণীয়েৰক লগ ধৰি ক'লেই হ'ল যে তোৰ গাঁৱৰে ছোৱালী মই, এসময়ত দুয়োৰো মাজত প্ৰেম-পীৰিতি হৈছিল, এতিয়াও ইয়ালৈ আহি মোৰ লগত তই গোপন লীলা-খেলা চলাই আছ। মোৰ চেহেৰা দেখিলে 'সতিনী'জনীয়ে সেই কথা তৎক্ষণাতে বিশ্বাস কৰিব।'

মই আকৌ জ্বৰে-ঘামে ঘামিবলৈ ধৰিলোঁ। হিন্দী চিনেমাত, কিতাপ-পত্ৰত ব্লেক-মেইলিঙৰ ঘটনা দেখিছোঁ, পঢ়িছোঁ আৰু আজি সেই ব্লেক-মেইলিঙৰ বাস্তৱ জীৱনত ময়ে এক বলি হৈ পৰিলোঁ, কিন্তু নিৰপৰাধ বলি।

পিছে নহয়, শেৱালিৰ চৰ্তত সন্মত হৈ তাইক বিদায় দি মই মনে মনে স্বগতোক্তি কৰিছিলোঁ, মই নিৰপৰাধী নহয়, মই অপৰাধ কৰিছোঁ, মই ক'লা কুৎসিৎ ভূতৰ দৰে চেহেৰা লৈ জন্ম লোৱা মানুহটোৱে এজনী সুন্দৰী ছোৱালীৰ প্ৰেমত পৰাৰ অপৰাধ কৰিছিলোঁ। মই ভবা নাছিলোঁ যে জীৱনটো ফেয়াৰী টে'ল্ নহয়, বাস্তৱ জীৱনত কোনো বীষ্ট সুন্দৰ ৰাজকুমাৰলৈ ৰূপান্তৰিত হৈ 'বিউটি'ৰ লগত চিৰকাল সুখে-সন্তোষে জীৱন কটোৱাৰ অলীক ঘটনা নঘটে। and they lived happily ever-after সঁচায়ে বাস্তৱ জীৱনত কেতিয়াও কাৰো ক্ষেত্ৰতে এনে ঘটনা নঘটে।

হয়, অপৰাধ কৰিলে মানুহে তাৰ মাচুল দিবই লাগিব। ময়ো সেই মূল্য দিয়াৰ বাবে নিজকে সাজু কৰিলোঁ।

গৃহাভিমুখী মোৰ গাড়ীত ষ্টাৰ্ট দিয়াৰ পিছত এসময়ত গাড়ী গৈ ৰাস্তাত উঠিল, আৰু লগে লগে মাইকত

তাহি অহা দুৰ্গা পূজাৰ এই স্তোত্ৰ কাণত ধ্বনিত হৈ উঠিল— ৰূপং দেহি, যশং দেহি .. দিয়া আৰু বহুত কিবাকিবি দিয়া। আজি শেৱালিয়েও মোৰ পৰা ঢেৰ কিবাকিবি লৈ গ'ল, দুৰ্গা পূজাত ছোৱালী দুজনীক কাপোৰ দিবলৈ টকা এহেজাৰো লৈ গ'ল— মাহেকীয়া তিনি হাজাৰৰ অতিৰিক্ত, অৰ্থাৎ ফাও।

দুৰ্গা পূজা! দেবীৰ বোধন হ'ল আৰু মহিষাসুৰক বধ কৰিলে— পিছে আজিৰ এইজন মহিষাসুৰতো ময়ো আৰু দুৰ্গা হ'ল শেৱালি, তাইৰ অস্ত্ৰ হ'ল পিছে ৰূপহে, মোৰ ক্ষেত্ৰত তাইৰ ৰূপেই মোৰ বুকুত বৰষা যাঠিডাললৈ ৰূপান্তৰিত হৈ গ'ল।

পৰম তিক্ততাৰে মোৰ বহুত বছৰৰ আগৰ ঘটনা এটালৈও মনত পৰি গ'ল। আমাৰ গাঁৱততো দুৰ্গা পূজা নহয়, তিনি মাইলমান আঁতৰৰ এখন সৰু চহৰত হয়। গাঁৱৰ ছোৱালীবোৰে দল বান্ধি তালৈ পূজা চাবলৈ যায় যি দলত মোৰ ভনী কেতেকী আৰু শেৱালিও থাকে। সেইবাৰ পূজা চাই আহি কেতেকীয়ে মোক হাঁহি হাঁহি কৈছিল— ককাইদেউ, আজি শেৱালি বাইদেউহঁতে প্ৰতিমা চাই নিজৰ ভিতৰতে ঠাট্টা-তামাচ্ছা কৰি কি কৈছে জান? বোলে এই অসুৰটো সাক্ষাৎ আমাৰ অমিয়ৰ দৰে... হাঃ হাঃ হাঃ, আন এজনীয়ে আকৌ কৈছিল— শেৱালি, তই হ'লে সাক্ষাৎ দেবী দুৰ্গাৰ দৰে।

দুৰ্গা, ভূত, অসুৰ!

পিছে ধৰ্মীয় কাহিনীৰ দুৰ্গাই বিশেষ অপৰাধৰ বাবেহে অসুৰক নিধন কৰিছিল, মইতো কোনো অপৰাধ কৰা নাই। কিন্তু— মই ক্ষন্তেক তভক মাৰি বৈ ভাবিলোঁ— সঁচায়ে অপৰাধ কৰা নাইনে? মই অসুৰৰ দৰে চেহেৰা এটা লৈ দেবী দুৰ্গাৰ দৰে সুন্দৰী ছোৱালীজনীক লাভ কৰাৰ হাবিয়াস কৰাটো অপৰাধ নহয়নে? অন্ততঃ মোৰ যেতিয়া সেই কুৰূপ ঢাকিবলৈ ডাঙৰ চাকৰি টকা-পইচা নাছিল? আজিৰ নতুন-পুৰণৰ ভোগবাদী মানসিকতাৰ এই 'দুৰ্গাসকলে কপৰ্দকহীন কুৎসিৎ অসুৰৰ বুকুততো শেল হানি যাবই।

মই ড্ৰাইভাৰক ক'লোঁ— ড্ৰাইভাৰ, জোৰে গাড়ী চলোৱা!

(অসম বাণী, ২০০৪)

# মোৰ নাম অনামিকা দাসী

মোৰ দেউতাই জীয়াই থাকোঁতেও মোৰ 'শত্ৰুতা' কৰি গ'ল, মৰণৰ পিছতো একেদৰেই সেই 'শত্ৰুতা' কৰি গ'ল। অৱশ্যে তেওঁৰ সপক্ষে এটা মাত্ৰ কথাই ক'ব পাৰোঁ যে তেওঁ ধনবান হ'লে সেই 'শত্ৰুতা'ই হয়তো মোক ইমান কষ্ট নিদিলেহেঁতেন।

দেউতাই জীয়াই থাকোঁতে কৰা 'শত্ৰুতা'ৰ লগত অৱশ্যে মোৰ ভাগ্যও জড়িত হৈ আছে, মোৰ যদি তেনে ভাগ্য নহ'লহেঁতেন এনেকৈনো মোৰ সাত বছৰ হওঁতেই মাজনী মৰি যাব লাগেনে? মোৰ দেউতা দৰিদ্ৰ আছিল, কিন্তু ধনে সুখ দিব পাৰে, দাৰিদ্ৰই সুখ দিব নোৱাৰে—মই এনে কথা নাভাবোঁ, নভবাৰ যুক্তি আছে কাৰণ পিছত মই ধনীৰ ঘৰত থকাৰ অভিজ্ঞতাৰে ধনে অনা দুখৰ কথাও গম পাই গৈছিলোঁ।

গতিকে দেউতা দৰিদ্ৰ হ'লেও মাৰ মৃত্যু নোহোৱালৈকে মই যথেষ্ট সুখতে কাল কটাইছিলোঁ, মই অকলে নহয় অৱশ্যে, মোৰ দাদা ধনো। দাদা মোতকৈ দুবছৰে ডাঙৰ আছিল, মাক কাল বেমাৰে ডিঙিত চেপি ধৰি মাৰি নিয়াৰ সময়ত মাৰ আদৰৰ ধনটোৰ বয়স হৈছিল দহ বছৰ; মই মিনুও অৱশ্যে মাৰ আদৰৰেই আছিলোঁ — যদিও দাদাৰ সমান মৰম বোধহয় পোৱা নাছিলোঁ। অৱশ্যে নাপাববে কথা, মই যে ছোৱালী।

তথাপি মইতো মাৰ মৰম পাইছিলোঁ, দেউতাৰো মৰম পাইছিলোঁ, বৰং মোৰ ভাব হয় যে মই মাতকৈ দেউতাৰ মৰমেই বেছি পাইছিলোঁ, এনেকি দাদাতকৈয়ো দেউতাই যেন মোকহে বেছি মৰম কৰিছিল, দাদাক তেওঁ মায়ে মতাৰ দৰে ধনটো, সোণটো, বাবা—এইবোৰ সম্বোধন কৰি মতা কেতিয়াও দেখা নাছিলোঁ, কিন্তু দেউতাই মোক মাজে মাজে মাজনী, আইজনী এই নামেৰে মাতিছিল।

মুঠতে মা-দেউতাৰ মৰমৰ মাজেৰেই দৰিদ্ৰ হোৱা সত্ত্বেও আঠ বছৰলৈ মোৰ এক সুখৰ সোণালী শৈশৱেই চলি আছিল। দেউতাই কাঠ মিস্ত্ৰীৰ কাম কৰিছিল, তেওঁৰ হাত দুখন ভাল আছিল, সুনাম যথেষ্ট আৰ্জিছিল, গতিকে কোনেদিনেই কামৰ অভাৱ হোৱা নাছিল। তাতে আজিকালি গুৱাহাটী চহৰত ঘৰৰ ওপৰত ঘৰ উঠিছে, আগতে চহৰখনত পাহাৰবোৰে আকাশলৈ মূৰ তুলি আছিল, এতিয়া আকাশৰ বিশ্বকৰ্মাৰ লগত ফেৰ মাৰি মৰ্ত্যৰ বিশ্বকৰ্মাহঁতেও আকাশলৈ উধোৱা ঘৰবোৰ বন্ধাৰ ফলত তাৰ দুৱাৰ-খিৰিকীবোৰ বনোৱাৰ বাবেই বহুত কাঠ মিস্ত্ৰীৰ প্ৰয়োজন হৈছে, গতিকে দেউতা কেতিয়াও নিবনুৱা হৈ থাকিব লগা নহৈছিল। দেউতাৰ আৰ্জনেৰে আমি চাৰিটা প্ৰাণীয়ে মোটামুটি পেটে-ভাতে খাই আছিলোঁ। আনহাতে দেউতাৰ লগৰ বহুতৰ দৰে তেওঁৰ মদ খোৱাৰ অভ্যাসো নাছিল, কিন্তু তেওঁৰ কোনো নিচা নথকাৰ বিপৰীতে মাৰ হ'লে এটা নিচা আছিল, মাই তামোল খাইছিল আৰু লগতে খাইছিল জৰ্দা। সেয়ে কাল হ'ল নেকি, মাৰ ডিঙিৰ কেন্সাৰ হৈছিল যি বেমাৰেই মই আগতে কৈ অহাৰ দৰে তেওঁৰ ডিঙি চেপি হত্যা কৰিলে।

কিন্তু তেতিয়ালৈকে আমাৰ জীৱন সুখেৰেই চলিছিল। আমাৰ দুয়ো ভাই-ভনীক এখন স্কুলত নাম লিখাই দিছিল আৰু আঠ বছৰ বয়সত মই প্ৰথম শ্ৰেণী পাইছিলোঁ আৰু দাদাৰ বুদ্ধিটো মোতকৈ ভোটা হোৱাৰ বাবে মাজতে এবছৰ ফেইল কৰাৰ ফলত দহ বছৰ বয়সত সি মোতকৈ এক শ্ৰেণী ওপৰত অৰ্থাৎ দ্বিতীয় মানত পঢ়িছিল।

তাৰ পিছত মাক কাল বেমাৰটোৱে ধৰিলে আৰু তেওঁৰ মৃত্যু হ'ল। দেউতাই অৱশ্যে তেওঁৰ চিকিৎসাৰ বাবে কোনো কাৰ্পণ্য কৰা নাছিল, ফলত মাৰ চিকিৎসা কৰি কৰি তেওঁ একপ্ৰকাৰ সৰ্বস্বান্তই হৈছিল।

নিচা কি বস্তু সেইবাৰেই মই ভালকৈ বুজি পাইছিলোঁ। ইমান বেমাৰতো, আমি ইমান হকা-বধা কৰাতো, এনেকি ডাক্তৰে হকা-বধা কৰাতো মাই তামোল-জৰ্দা খাবলৈ এৰা নাছিল।

তাৰ পিছত দেখিলোঁ দেউতাৰ নিচা— মাৰ সৰ্বনাশী নিচাতকৈয়ো যেন ভয়ংকৰ সেই নিচা। মাৰ নিচাই মাক ধ্বংস কৰাৰ লগতে (যদিহে সঁচায়ে জৰ্দা খোৱাৰ বাবেই মাৰ সেই বেমাৰ হৈছিল) আমাকো পৰোক্ষভাৱে ধ্বংস কৰি গ'ল, কিন্তু দেউতাৰ নিচাই পিছত আমাক ভয়ংকৰভাৱে ধ্বংস কৰিলে, আৰু ধ্বংস কৰিলে প্ৰত্যক্ষভাৱে।

আমাৰ বস্তিত (হয়, কাঠ মিস্ত্ৰীৰ ঘৰ বস্তিত নহৈ দেউতাই দুৱাৰ-খিৰিকী সাজি দিয়া সেই আকাশলৈ উধোৱা ঘৰবোৰৰ অঞ্চলত হ'বনে? খাৰঘুলি পাহাৰৰ নৈ পাৰৰ এই চৰকাৰী মাটিখিনি দেউতাই আন বহুতৰ

দৰেই বেদখল কৰি ঘৰ এটা বান্ধিছে। বাঁহ-খেৰৰ মাটিৰ ঘৰ, তাত কাঠৰ দৰ্জাৰ সলনি তৰ্জাৰহে বেৰ লগোৱা) এজনী তিৰোতা আছে, বদনামী তিৰোতা। বয়স বেছি নহয়, মাতকৈ বহুতেই কম, তাই গাভৰু কালতে নো?ে নেপালী মানুহ এটাৰ লগত ঘৰৰ পৰা পলাই গৈছিল, সেই নেপালীজনেও দেউতাৰ দৰেই ইয়াৰ মাটি এডোখৰত জংঘল কাটি চাফ কৰি ঘৰ এটা বান্ধিছিল--- ঘৰটো আমাতকৈও বেয়া আৰু আমি থকা পাহাৰৰ আৰু ওপৰত সেই মাটিৰ অৱস্থান। তাত সেই তিৰোতাজনীৰ এটা ল'ৰাবো জন্ম হৈছিল, কিন্তু কিছুদিন পিছত সেই নেপালী 'স্বামী'জন 'স্ত্রী-পুত্র'ক ত্যাগ কৰি ক'ৰবালৈ গুচি গৈছিল।

সেই সময়ত মোৰ বয়স আছিল মাত্র সাত, তেতিয়া মানুহে কোৱা কথা-বতৰাবোৰ কেৱল শুনিছিলোঁ — তাৰ অৰ্থ একোকেই বুজা নাছিলোঁ। এতিয়া নুশুনা সেই কথাবোৰৰ যি প্রতিধ্বনি আহি আজি কাণত ৰিণিকি ৰিণিকি বাজে তাৰ অৰ্থ হ'লে এক প্রকাৰ বুজা হ'লোঁ। মানুহে তেতিয়া কোৱাকুই কৰা কথাবোৰ আছিল — 'সি নেপালীয়ে 'দেছ'ত ল'ৰা-তিৰোতা থৈ অসমলৈ কাম বিচাৰি আহিছিল — মাজতে আমাৰ ছোৱালী এজনীৰ লগত অলপ ফষ্টিনষ্টি কৰি দেহৰ ক্ষুধা মিটাই ল'লে আৰু এতিয়া ঘৰৰ ল'ৰা ঘৰলৈ উলটি গ'ল' ... মানুহে পিছে এনেকৈয়ো কোৱাকুই কৰিছিল — 'সি নেপালী সহজ-সৰল ডেকা, সঁচা পীৰিতি কৰিয়েই তাইক চপাই লৈছিল। কিন্তু তাই হ'ল বেশ্যা প্রকৃতিৰ ছোৱালী, ইয়ালৈ আহিওতো কম ডেকাৰ লগত খেলা কৰা নাই, সেয়ে বেচেৰা নেপালীৰ অসহ্য হোৱাত তাইক এৰি থৈ গুচি গ'ল ... (মানুহবোৰে যি ভাষাত সেই কথাবোৰ পাতিছিল সেই কথা মনত পৰিলে এতিয়াও মোৰ লাজত কাণ-মূৰ ৰঙা পৰি যায়।)

সেই নেপালীক কিন্তু মই বেচেৰা বুলি ক'ব নাযাওঁ, মোৰ শত্রুৰ তালিকাত তাৰো এক গুৰুত্বপূর্ণ স্থান আছে, হয়, সিয়ো মোৰ মহাশত্রু, সি যদি তেনেকৈ পলুৱাই অনা তিৰোতাজনীক ল'ৰাৰ মাক কৰি আঁতৰি নগ'লহেঁতেন, তেন্তে আজিতো মোৰ এনে অৱস্থা নহ'লহেঁতেন, মই মৃণালিনী দাস এনেকৈ অনামিকা দাসীত পৰিণত নহ'লোঁহেঁতেন ...

অ' মোৰ ভাল নামটো যে মৃণালিনী সেই কথা ক'বলৈকে পাহৰি গৈছোঁ। মোৰ ঘৰত মতা নাম মিনু, ভাল নাম হ'ল মৃণালিনী। নামটো দেউতায়ে মৰমত দিয়া। সেইবাৰ দেউতাই ক্ষেত্রীৰ ওচৰৰ এঘৰ আঢ্যৱন্ত মানুহৰ ঘৰ বন্ধা কামত ঠিকাদাৰৰ লগত কাঠমিস্ত্রী হৈ গৈছিল, মানুহজনৰ ঘৰত বহুত দিন আছিল। খেতি-বাতি, পাণ-তামোল-নাৰিকল-ফল-মূলেৰে অতি চহকী কৃষকৰ ঘৰ। পুখুৰীও আছে দুটা, মাছ পুহিছে। এটাত বোলে পদুম ফুলেৰে ভৰ্তি হৈ আছে। আবেলি কেতিয়াবা কাম-বন শেষ হোৱাৰ পিছত দেউতা গৈ সেই পুখুৰীপাৰত বহেগৈ, দেউতাৰ হেনো গৃহস্থৰ বাৰ-তেৰ বছৰীয়া ল'ৰাটোৰ লগতো বেছ 'বন্ধুত্ব' হৈছিল, সিয়েই বোলে দেউতাৰ লগ লৈছিল। অৱশ্যে আজৰি পৰত দেউতাই তাক ইটো-সিটো সৰু-সুৰা কাঠৰ বস্তু কৰি দিয়াৰ বাবেও সি তেনেকৈ দেউতাৰ বন্ধু হৈ পৰিছিল। এদিন বোলে সি দেউতাৰ লগত পদুমপুখুৰীৰ পাৰত ফুৰি থাকোঁতে কৈছিল ঃ

'ককাই, মোৰ মৃণাল নামটোৰ মানে কি জানানে?'

'ওহোঁ নাজানো — 'মিনাল' মানে কি?'

'মৃণাল মানে পদুম। মোৰ জন্মৰ সময়ত বোলে সেইবাৰ পুখুৰীটোত প্রথমবাৰৰ বাবে পদুম ফুল ফুলিছিল। সেয়ে দেউতাই মোৰ নাম মৃণাল থ'লে। মৃণাল হ'ল সংস্কৃত শব্দ। তুমি সংস্কৃত কি বুজানে ককাই?'

'পূজা-বিয়াত বামুণে যে মন্ত্র পঢ়ে সেয়ে জানো 'সংস্কিত' নহয় বোপা?' দেউতাই বোলে বিজয়ৰ দৰে উত্তৰ দিছিল।

'হয় হয়, পূজা-বিয়াত পুৰোহিতে যে মন্ত্র পঢ়ে, সেই সংস্কৃত ভাষাতে পঢ়ে।'

'বাৰু বোপাই, ছোৱালী মানুহৰো 'মিনাল' নাম ৰাখিব পাৰিনে? পদুম নামটো কিন্তু ছোৱালীৰো আছে, আমাৰ গাঁৱতে পদুম নামৰ ছোৱালী এজনী আছে।'

'অঁ, ছোৱালীৰো মৃণাল নাম ৰাখিব পাৰি। পিছে ছোৱালীৰ গাত মৃণালিনী নামটোহে বেছিকৈ খাটে। মোৰ এজনী বিয়া হোৱা বাইদেউ আছে নহয়, তাইৰ ডাঙৰ জায়েকৰ নামে মৃণালিনী।'

দেউতাই ঘৰলৈ ওভতাৰ সময়ত টকা-পইচাৰ লগতে সেই মৃণালিনী নামটোও টোপোলাত বান্ধি লৈ আহিছিল, অৱশ্যে বুকুৰ টোপোলাত। তেওঁ ক্ষেত্রীলৈ কাম কৰিবলৈ যোৱাৰ সময়তে অকণমানি ছোৱালী এজনীৰ

জন্ম হৈছিল, তাইৰ বাবে সুন্দৰ নাম এটাও যেন আৰ্জি আনিলে।

মিনু, মৃণালিনী। মৃণালিনীৰ ঘৰত মতা নাম মিনু। মৃণালিনীটো অৱশ্যে মা, দেউতা আৰু বস্তিৰ মানুহৰ মুখত মিনালিনী হৈ পৰিছিল। স্কুলত সহপাঠিনীসকলে সেই নামটোৰে নামাতিছিলেই, মিনু বুলিয়েই মাতিছিল। বাইদেউহঁতে অৱশ্যে মৃণালিনী বুলিয়েই মাতিছিল।

এৰা, ময়েই মৃণালিনী। মৃণালিনী দাস। মই হ'লে সৰুতে নোৱাৰিলেও ডাঙৰ হৈ অহাৰ লগে লগে স্পষ্টকৈ নিজৰ নামটো উচ্চাৰণ কৰিব পাৰিছিলোঁ। মই যে পঢ়া-শুনাত চোকা ছোৱালী! মানে চোকা ছোৱালীয়েই আছিলোঁ। মোতকৈ দুবছৰৰ ওপৰৰ দাদাতকৈ চোকা। সি মোতকৈ ওপৰত ক্লাছত পঢ়িও সিমান নাজানিছিল, মই তাতকৈ তলৰ ক্লাছত পঢ়ি তাতকৈ বেছি জানিছিলোঁ।

সঁচায়ে, বৰ সুখৰ দিন আছিল সেইবোৰ। চিংকি, পিণ্টুহঁতৰ দৰে আমি ইমান দামী স্কুলত পঢ়া নাছিলোঁ, ইমান ভাল ঘৰত থকা নাছিলোঁ, দামী মটৰ-গাড়ীত উঠি স্কুললৈ যোৱা নাছিলোঁ, ইমান ভাল ভাল খোৱা নাছিলোঁ, ইমান দামী ধুনীয়া পোছাক পিন্ধা নাছিলোঁ, এনেকৈ চাকৰ-চাকৰণীক হুকুম দি চলা নাছিলোঁ — তথাপি মই ভাবোঁ যে চিংকি আৰু পিণ্টুতকৈ মোৰ আৰু দাদাৰ জীৱন বেছি সুখৰ আছিল। আমাৰ সুখৰ প্ৰধান আকৰ আছিল মুকলিমূৰীয়া জীৱন — আমাৰ ফুৰাৰ আৰু খেলাৰ জীৱন আছিল অন্তহীন, য'লৈকে মন যায় ত'লৈকে ফুৰিবলৈ গৈছিলোঁ, খেলাবোৰো যেন বৈচিত্ৰ্যৰ শেষ নাছিল — বল খেলা, দেউতাই বনাই দিয়া বেটেৰে ক্ৰিকেট খেলা, চোৰ-পুলিচৰ দৌৰাদৌৰি খেলাৰ পৰা নৈত গামোচাৰে পোনা মাছ ধৰা, গছে গছে উঠি আম-মধুৰিয়াম খোৱা — কি যে আনন্দেৰে কটোৱা সময় আছিল সেইবোৰ! তাৰ তুলনাত চিংকি-পিণ্টুহঁতৰ ষ্টেডিয়ামৰ বন্ধ ঠাইত বল-বেডমিণ্টন খেল বন্দীশালৰ কয়দীহঁতৰ দৰে খেল নহয়নে? ছুইমিং পুলত সাঁতোৰাৰ লগত নৈত সাঁতোৰাৰ তুলনা হয়নে?

কিন্তু হঠাতে সেই সকলোতে যতি পৰি গৈছিল। সকলোতে। মাৰ অসুখ বেছি হওঁতে সেই বনৰীয়া চৰাইৰ মুকলিমূৰীয়া জীৱনৰ কথাতো বাদেই, মই স্কুললৈ যোৱাটোও বন্ধ কৰিব লগা হৈছিলোঁ, দেউতাক ঘৰুৱা কামত সহায় কৰিব লগা হৈছিল, মাৰ পৰিচৰ্যা কৰিব লগা হৈছিল। ৰাতিৰ ভিতৰতে যেন মই আঠ বছৰীয়া ছোৱালীজনী এজনী তিৰোতা মানুহত পৰিণত হৈছিলোঁ।

তথাপি মা জীয়াই থকালৈকে সেই সোণালী দিনৰ পোহৰৰ কিছু ৰেশ আছিল। কিন্তু মাৰ মৃত্যুৰ লগে লগে মায়েই কেৱল শেষ হৈ নগ'ল, শেষ হৈ গ'লোঁ আমিও। অন্ততঃ সুখৰ সোণালী শৈশৱৰ দিনৰ সম্পূৰ্ণ অন্ত পৰিল।

আচলতে দেউতাৰ নিচাটোৰ আৰম্ভণিটোতেই আমাৰ সুখৰ অন্তিম দশাৰ বীজ লুকাই আছিল। মাৰ মৃত্যুৰ দুমাহ পাৰ হ'ল কি নহ'ল, দেউতাই সেই নেপালীয়ে এসময়ত পলুৱাই অনা তিৰোতাজনীৰ পাল্লাত পৰি গ'ল। মানুহজনীৰ নাম চাৰুবালা। তেতিয়াও পূৰ্ণ যৌৱনা, দৰাচলতে আমাৰ সমুখৰ ব্ৰহ্মপুত্ৰত বাৰিষা উপচি পৰাৰ দৰেই তাইৰ শৰীৰতো অনাবৃত যৌৱনৰ ঢল নামিছিল— অনাবৃত বুলি এইবাবেই কৈছোঁ তাই দেহৰ সেই 'সম্পদ' লুকাই থ'বৰ অলপো চেষ্টা নকৰিছিল। গতিকে আমাৰ বস্তিৰ লুভীয়া 'চোৰ'ৰ দলে সেই পৰম আকাংক্ষাৰ ধনৰ বাবে ৰাতি ৰাতি তাইৰ ওচৰ চাপিছিল। সিহঁত চোৰৰ দৰে গৈছিল — কাৰণ সেই ৰিক্সাৱালা, ঠেলাৱালা, পাচলিৱালা, কণীৱালা আদি সাধাৰণ বৃত্তিৰ মানুহবোৰৰ ঘৰত ঘৈণীয়েকবোৰ আছিল, সেয়ে সিহঁতে গোপন অভিসাৰ কৰিবলগীয়া হৈছিল। কিন্তু আমাৰ দেউতাৰতো ঘৈণীয়েক নাই, গতিকে তেওঁৰ গোপন অভিসাৰৰ দৰকাৰ নাছিল, প্ৰকাশ্যেই গৈ মানুহজনীৰ কাষ চাপিছিল।

পিছে দেউতাৰ কেইদিনমান পিছতেই সেই জংঘল ভেদি পাহাৰৰ প্ৰিয়াৰ ওচৰলৈ যাবলৈ বিৰক্তি লগা হ'ল, তাতে ৰাতিৰ কথা, পাহাৰীয়া জন্তুৱে নহ'লেও সাপে খুঁটিব পাৰে। অৱশ্যে কিছুদিন আগলৈকে খাৰঘুলিৰ এই অঞ্চলত দুটা-এটা বাঘ ওলাইছিলও, ষাঠি-সত্তৰ বছৰমান আগতেতো এইবোৰ ঠাই বন ৰজাৰ বিচৰণ ভূমিয়েই আছিল। যি হওক, দেউতাই তেনেকৈ চাৰুবালাৰ ওচৰলৈ যাব নলগাৰ বন্দবস্ত কৰি পেলালে, লগতে আনবোৰ 'প্ৰেমিক'বো তাইৰ ওচৰলৈ যোৱাৰ বাট বন্ধ কৰিলে, কাৰণ এদিন তেওঁ মানুহজনীক নিজৰ ঘৰলৈ চপাই আনিলে। কাণ টানিলে বোলে মূৰো আহে, গতিকে মাক চাৰুবালাৰ লগত পুতেক চান্দও আহিল। আচলতে চাৰুবালাৰ ওচৰলৈ ৰাতি যোৱাৰ অসুবিধাৰ বাবেই নহয়, বস্তিৰ আন মতা মানুহবোৰে যাতে তেওঁৰ 'সম্পত্তি'ত ভাগ বহাব

নোযাবে, তাৰ নিগাজী ব্যৱস্থা কৰিবলৈকো তেওঁ আমাৰ এই 'মা'জনীক আনি ঘৰ সুমুৱাইছিলহি।

চাৰুবালাক আমাৰ নতুন 'মা' হিচাপে দেউতাই প্ৰথমে বৰ উৎসাহেৰে, বৰ খৰকৈ কথা কৈ আমাক পতিয়ন নিওৱাৰ চেষ্টাৰে কৈছিল — 'আচলতে ইমান সোনকালে নতুন মাৰজনী আনিলোঁ তইতৰ সুবিধাৰ বাবেই, মিনুঃ স্কুল যোৱা বন্ধ হৈ গৈছে, ধনেও ঠিকমতে স্কুললৈ যোৱাৰ সময়ত ভাত নোপোৱা হৈছে, আৰু মিনু, তইনো কম কাম কৰিব লগা হৈছেনে? সাতে-পাঁচে আমাৰ মৰাৰ দুখ জোৰকৈ পাহৰাৰ চেষ্টা কৰি এই কামটো কৰিলোঁ —'

হয়, মই স্কুললৈ পুনৰ যাবলৈ আৰম্ভ কৰিলোঁ, কিন্তু মোৰ কাম কমিব ছাৰি বাঢ়িলহে। কাৰণ মাহীমাই যেন ৰেডিমেড চাকৰণী এজনীহে পালে — মোক অষ্টপ্ৰহৰ কামত খটুৱাব ধৰিলে। ভাতকেইটা বান্ধে হয়, কিন্তু বাকী সকলো কামকেই মই কৰিব লগা হ'লোঁ — কাপোৰ ধোৱা, বাচন ধোৱা, ঘৰ সৰা-মচা, বিছনা পৰা মানে সদায় বিছনাত মূতা চান্দৰ বাবে তুলী-লেপ পুৱাতে ৰ'দত দি স্কুললৈ যোৱাৰ আগে আগে সেইবোৰ পাই আনি পাৰি থোৱা। পুৱা কোনোপধ্যেই স্কুলৰ পাঠ পঢ়াৰ সময় নাপাওঁ, অৱশ্যে গুদাই-নিকাই, সিজাই-নিসিজাই মোৰ পেটৰ প্ৰয়োজনতকৈ কমাই ভাতকেইটা খাই যাবলৈ পাইছিলোঁ আৰু উদৰৰ খালী থকা অংশটো যেন ভৰাইছিল গালিয়ে। নতুন মাৰ গালি অৰ্থাৎ মাহীমাৰ গালি। এবাৰ মই তেজীমলাৰ সাধুটো ক'ৰবাত পাই পঢ়িছিলোঁ। এতিয়া নিজকে মোৰ তেজীমলা যেন লাগি গৈছিল।

মাহীমাই দাদাকো খটুৱাইছিল, তাকো গালি দিছিল, কিন্তু মোতকৈ কম। দাদাৰ প্ৰধান কাম আছিল উৎপতীয়া তিনি বছৰীয়া চান্দৰ ৰখীয়া হৈ থকা। কাঠ মিস্ত্ৰী দেউতা আঠটাতে কামলৈ ওলাই যায়, ইফালে আজিকালি আগতকৈ পলমকৈ শোৱাৰ পৰা উঠাও হৈছে, মাহীমাও পলমকৈ উঠে, কিন্তু চান্দ উঠি কোঠালীৰ পৰা ওলাই অহাৰ বাবে আমনি কৰিব ধৰে, ফলত মাহীমায়ে ধন ধনকৈ চিঞৰে আৰু দাদা গৈ চান্দক অৰ্ধ-উলংগ মাকৰ ওচৰৰ পৰা লৈ আহে, মই ইটো কোঠালী সাৰি থাকোঁ, নাচাওঁ বুলিলেও সেই সময়ত মেল খোৱা দৰ্জাৰ ফাকেৰে অবাধ্য চকু যায় — দেউতাই যে কি অসভ্যভাৱে মাৰ গোপন হৈ থাকিবলগীয়া যদিও উন্মুক্ত হৈ থকা ঠাইত হাত এখন থৈ শুই আছে।

কৈছোঁ নহয়, এই তিৰোতাজনীৰ নিচাত ডুবি দেউতাই মোৰ লগত কেৱল শত্ৰুতাহে কৰি গ'ল। তেওঁক এই কুহকিনীৰ মায়াই এনেকৈ আচ্ছন্ন কৰি পেলালে যে মোৰ কোনো সুখ-দুখৰ প্ৰতি চকু নকৰা হ'ল। লাহে লাহে মোৰ স্কুললৈ যোৱা দিনবোৰো কমি আহিব ধৰিলে, নানা অজুহাতত মাহীমাই মোক স্কুল খতি কৰাব ধৰিলে। এবাৰতো মই বহুত দিনেই স্কুললৈ নোযোৱাকৈ থাকিব লগা হৈছিল। সেই খতি হৈছিল সেইজনীক দেউতাই ঘৰ সুমুৱাৰ এমাহমান পিছতেই। কোনে জানে কাৰ 'পাপ' তাই পেটত লৈ আহিছিল, 'সেইটো' এদিন ৰক্তস্ৰাৱত ওলাই আহিছিল আৰু তাই শয্যা লৈছিল। সেইকেইদিন দেউতাৰ তাইৰ প্ৰতি কি আতোলতোল, তাই তেওঁক পতিয়ন নিয়াইছিল যে সেই 'সন্তান' তেওঁৰেই আছিল।

মোৰ দুৰ্ভাগ্যৰ আৰু এটা কাৰণো ঘটিছিল, দেউতাই সেই তিৰোতাজনীৰ পাহাৰৰ ওপৰৰ ঘৰটোলৈ যোৱাৰ সময়ত পুৰুষক ধ্বংস কৰিব পৰা মাইকীৰ নিচাৰ লগতে মদৰ নিচাও আয়ত্ত কৰি পেলাইছিল — আচলতে তায়ে সেই নিচা কৰোৱাইছিল কাৰণ তাইৰ ঘৰলৈ অহা মানুহবোৰে লগত নিয়া মদৰ বটলৰ পৰা তাইকো এঢোক-দুঢোক খুৱাই শেষত তাইকো মদ নহ'লে চলিব নোৱৰা অৱস্থা কৰিছিল। এনেকৈ তাইৰ সেই পাপ-ডেৰাত সকলো নিচাগ্ৰস্ত মানুহৰ মাজত দেউতাকনো 'ফুৰ্তিহীন' মানুহ কৰি ৰাখিব পাৰিবনে? আৰু মদ নাখালে বা মানুহ কেনেকৈ মাতাল হ'ব পাৰে, কেনেকৈ অশ্লীল চিঞৰ-বাখৰ নকৰি নবকম উপভোগৰ চৰম শীৰ্ষবিন্দুত উপনীত হ'ব পাৰে?

গতিকে দেউতাই কেৱল সেই 'বাজাৰী' তিৰোতাজনীকে ঘৰ সুমুৱা নাছিল, লগতে অৱদিন আমাৰ ঘৰত নিষিদ্ধ বস্তু হৈ থকা মদো আমদানি কৰিছিল।

লাহে লাহে আমি দৰিদ্ৰতাৰ অতল তলিত ডুবি যাবলৈ ধৰিলোঁ, দেউতাই কাঠমিস্ত্ৰীৰ কাম কৰি অনা ধনেৰে পাঁচটা প্ৰাণী চলাৰ লগতে আছে মদৰ উপকৰা খৰচ।

এনে অৱস্থাত খৰচ কমোৱাৰ বাটতো উলিয়াবই লাগিব। সেই বাটৰ প্ৰথম বলি হ'লোঁ মই, মোক স্কুলৰ পৰা একেবাৰে অনা হ'ল, খাৰঘুলি শিশু বিদ্যাপীঠৰ প্ৰথম শ্ৰেণীৰ ছাত্ৰী মৃণালিনী দাসৰ নামটো ৰেজিষ্টাৰ বহীৰ

পৰা বিলুপ্ত হৈ গ'ল, বাইদেউ দুগৰাকীৰ মুখৰ পৰাও সেই নামটো বিলুপ্ত হৈ গ'ল, থাকি গ'ল কেৱল মিনু, মিনু দাসী।

হয়, মই দাসৰ পৰা দাসীলৈ পৰ্যবাসিত হ'লোঁ, প্ৰথমতে মাহীমাৰ দাসী, শেষত চিংকি-পিংকুহঁতৰ দাসী। দাদাকো তেনে এক দাস কৰাৰ 'ষড়যন্ত্ৰ' চলিছিল, কিন্তু তাৰ আগতেই সি এদিন ঘৰৰ পৰা পলাই গ'ল, ক'লৈ গ'ল কি হ'ল প্ৰথমতে আমি গম পোৱা নাছিলোঁ, তাৰ পিছত দেউতাক কোনোবাই খবৰ দিছিল যে সি গুৱাহাটীৰ পকেটমাৰৰ দল এটাত সোমাই পৰিছে।

চিংকিৰ দেউতাক খাৰঘুলি অঞ্চলৰে হাকিম আছিল। তেওঁলোকৰ ঘৰত থাকি কিন্তু মই ভালেই পাইছিলোঁ, গৃহস্থ-গৃহস্থনী দুয়ো ভাল মানুহ, বাইদেউগৰাকীয়েও চাকৰি কৰে, স্কুলৰ বাইদেউ। মই প্ৰথম শ্ৰেণীলৈ পঢ়িছিলোঁ বুলি শুনি তেওঁ মোক কৈছিল — 'চিংকিহঁতক স্কুলত অসমীয়াও পঢ়ুৱায়, যদিও সেই বিষয়ত বিশেষ চকু নিদিয়ে, অসমীয়া বুলি বৰ 'নেগ্লেক্ট' কৰে, তই আজৰি পৰত ইহঁতৰ অসমীয়া 'লেছন' অলপ চাই দিবিচোন —'

মই যেন হাততে স্বৰ্গ ঢুকি পাইছিলোঁ, আমাৰ বস্তিৰ বহুতো ল'ৰা-ছোৱালীৰ দৰে মইতো স্কুললৈ যাবলৈ বেয়া পোৱা নাছিলোঁ, কিতাপ-পত্ৰ, সমনীয়া, বাইদেউ, স্কুল ঘৰ — সকলো মোৰ বাবে আকৰ্ষণৰ স্থলী আছিল। কিন্তু দুৰ্কপলীয়া ছোৱালী মই, তেজীমলা মই, অকালতে মাজনী মৰি গ'ল আৰু মাহীমাই আহি নানা অত্যাচাৰ কৰাৰ লগতে স্কুলৰ পৰাঁও মোক এৰুৱাই আনিলে। তথাপি যদি দেউতাক তেওঁ এইদৰে ভেড়া বনাই নেপালেহেঁতেন, মায়াবীজনীৰ বিৰোধিতা নেওচিও দেউতাই নিশ্চয় মোক স্কুললৈ পঠাই থাকিলেহেঁতেন। এনেয়েনো কৈছোঁ নে দেউতা মোৰ প্ৰধান শত্ৰু।

মোৰ লগত অসমীয়া পঢ়াটো চিংকিহঁতৰ বাবে যেন এটা খেল হৈ পৰিল, মই মনত পৰা পাঠ আওৰাওঁ, পদ্যবোৰ মুখস্থ গাওঁ আৰু সিহঁত দুই বাই-ভায়েকে মোৰ লগে লগে গাই যায়। মই সুৰ লগাই আওৰাওঁ— 'পুৱাৰ নিয়ৰে কয় টুপ টুপ টুপ/নজগাবা ভাইটিক চুপ চুপ চুপ...', আৰু— 'টিক্ টিক্ টিক্/সময় গৈছে উৰি ঠিক ঠিক ঠিক...'

'সময় গৈছে উৰি ঠিক ঠিক ঠিক' — সময় উৰি যোৱা কথাটো যে কি ভয়ংকৰ ঠিক কিছুদিন পাছত মই ভয়ংকৰভাৱে অনুভৱ কৰিলোঁ। এই সময় উৰি গৈয়েতো এদিন মই আঠ বছৰীয়া ছোৱালীজনীক এঘাৰ বছৰীয়া কৰি পেলালে আৰু মই সেই সময়তে এদিন পুষ্পিতা হ'লোঁ। বাইদেউ অৰ্থাৎ চিংকি-পিংকুৰ মাকে তাৰ পিছত আৰু মোক তেওঁলোকৰ তাত নাৰাখিলে, ডাঙৰ ছোৱালী, দিন-কাল বৰ বেয়া হ'ল, গতিকে তেওঁ আৰু মোক ৰখা নিৰাপদ নহয় বুলি ভাবে। মোক তেওঁলোকৰ বোলে ভালেই লাগিছিল, কিন্তু দিনটো ঘৰত কোনো নাথাকে, সেয়ে মোক অকলে থৈ যাবলৈ ভয় লাগিব। ফলত তেওঁ দেউতাৰ ঘৈণীয়েকক মোক ঘৰলৈ ওভতাই লৈ যাবলৈ মাতি পঠালে (চিংকিহঁতৰ মাকৰ আগত মাহীমাক মই সেইদৰে কওঁ — যিটোৱে তাইৰ প্ৰধান পৰিচয় — আৰু মোৰ কথা শুনি ৰস পাই তেওঁ হাঁহে।)

ঘৰ। মানুহৰ কিমান হেঁপাহৰ এই আশ্ৰয়স্থল এই ঘৰ, কিন্তু মই চকুপানী মচিহে মোৰ ওপজা ঘৰখনলৈ উভতিলোঁ। অৱশ্যে বেছিদিন থাকিবলগীয়া নহ'লোঁৱেই। দেউতাই মোক আন এঘৰত থোৱাৰ বন্দৱস্ত কৰিলে — গুৱাহাটীত কতঘৰে এনেকৈ বনকৰা ছোৱালী বিচাৰি থাকে, গতিকে মোক বেচা-কিনা কৰা সহজ কথা হ'ল — মোক কিনা বুলি এইবাবেই কৈছোঁ যে দেউতা এইবাৰ আৰু চালাক হ'ল — মোক দস্তুৰমত দৰাদৰি কৰি এই নতুন মালিকক বেচিলে, চিংকিহঁতৰ ঘৰত পোৱাতকৈ তেওঁ এইবাৰ মোৰ দৰমহা পঞ্চাশ টকা বেছি পালে আৰু লগতে মানুহঘৰৰ পৰা মোৰ 'দাসীত্ব'ৰ বাবদ আগধনো ল'লে।

এইবাৰৰ নতুন মালিকঘৰো বেয়া নাছিল, যদিও মই এইবাৰ শংকিত মনে, সাৱধানে চলিছিলোঁ। চিংকিহঁতৰ ঘৰত থকাৰ পৰা মোৰ এটা অভ্যাস গঢ়ি উঠিছিল— বাতৰিকাকত পঢ়া। দিনটো ঘৰত প্ৰায় অকলে থাকিবলগীয়া হৈছিল, ঘৰৰ কাম-বন কৰি আজৰি হৈ মই তেওঁলোকে ৰখা 'অসমীয়া প্ৰতিদিন' নামৰ কাকতখন পঢ়িছিলোঁ। আচলতে মোৰ কিতাপ পঢ়িবলৈহে মন যায়, কিন্তু তেওঁলোকৰ ঘৰত কেইখনমান ইংৰাজী কিতাপ আৰু দুই-এখন ধৰ্মগ্ৰন্থৰ বাহিৰে এখনো অসমীয়া কিতাপ নাছিল, গতিকে মই উধৰ পৰা মুধলৈ সেই 'প্ৰতিদিন'খনকে পঢ়িছিলোঁ। তাতেই মই আমাৰ ছোৱালী মানুহৰ বাবে ভয়ংকৰ ভয়ংকৰ খবৰবোৰ পঢ়িবলৈ পাই আছিলোঁ — কেইদিনমান আগ-

পিছৰকৈয়ে বুলি ক'ব পাৰি। প্ৰথমতে মই সেই কথাবোৰৰ অৰ্থ বুজিব পৰা নাছিলোঁ, লাহে লাহে ডাঙৰ হৈ আহিলোঁ আৰু আজিকালি আমি টি ভি চাই চাই, বৰ্তমানৰ পৰিৱেশটোত প্ৰতিপালিত হৈ সেই ডাঙৰ হোৱা কামটো আমাৰ বাবে বোধহয় অলপ বেছি খৰতকীয়াই হ'ল, সেয়ে মই যেন বুজিব পৰা হোৱা বয়সটোৰ আগেয়েই ৰেপ, ধৰ্ষণ— এইবোৰ শব্দ বুজি পোৱা হ'লোঁ — অন্ততঃ সেই বিষয়ে মনত এক অস্পষ্ট ধাৰণা গঢ় লৈ উঠিছিল।

সেয়ে বাতৰিকাকতত যেতিয়া বৰ্ণালী দেবৰ ধৰ্ষণ আৰু হত্যাৰ খবৰ পঢ়িছিলোঁ, বনকৰা ছোৱালীক গৃহস্থৰ দ্বাৰা ধৰ্ষণ আৰু কেতিয়াবা হত্যাবো খবৰ পঢ়িছিলোঁ — মই ভয়তে পেপুৱা লাগি থাকিছিলোঁ, মালিকক ভয়ে ভয়ে এৰাই চলিছিলোঁ।

পিছে চিংকিহঁতৰ ঘৰত মোৰ ভয়ৰ দুটা কাৰণৰ এটাও ঘটা নাছিল — চিংকিৰ দেউতাক দেৱতুল্য মানুহ আছিল (অৱশ্যে পিছত যেতিয়া মই কমুলহঁতৰ ঘৰত অৰ্থাৎ মই দাসী হৈ থকা দ্বিতীয়ঘৰৰ মানুহৰ তাত বাতৰিকাকতৰ লগতে ধৰ্মৰ যি দুই-এটা কাহিনী পঢ়িবলৈ পাইছিলোঁ সেই কাহিনীবোৰ পঢ়ি ধাৰণা হৈছিল যে দেৱতাসকলৰ স্বভাব-চৰিত্ৰ বৰ বেয়া, তেনেহ'লে কিয়নো দেৱতুল্য বুলি কোৱা হয় মই বুজি পোৱা নাছিলোঁ) আৰু মোৰ কিবা বিপদ ঘটিবলৈ মই 'ডাঙৰো' হোৱা নাছিলোঁ।

কিন্তু দ্বিতীয় মানুহঘৰত মই দাসীৰ জীৱন আৰম্ভ কৰিলোঁ মোৰ এক ধৰণৰ পৰিবৰ্তিত ৰূপেৰে। কমুলহঁতৰ ঘৰত বাকী সকলো ভালেই আছিল, কিন্তু এতিয়া মই এজনী 'ডাঙৰ' ছোৱালী, খুব বেছি নহ'লেও শৰীৰৰ খলা-বমা প্ৰকট হ'ব ধৰিছে, যাৰ চকু পৰিছিল কমুলৰ আৰু লগতে মাকৰো। মাকে মোৰ ওপৰতো কঢ়া দৃষ্টি ৰাখিছিল আৰু পুতেকৰ ওপৰতো ৰাখিছিল। অৱশ্যে মই তেতিয়াও কথাবোৰ তেনেকৈ বুজা হোৱা নাছিলোঁ, অথচ কিবাকিবি যেন বুজিছিলোঁও, বুজিছিলোঁ যে একমাত্ৰ সন্তান কমুলৰ প্ৰতি মাকৰ মৰম যিমান, ভয়ো সিমান।

সেই ভয়টোৰ স্পষ্ট উমান পালোঁ এদিন কমুলৰ মাকে ফোনত তেওঁৰ কোনোবা বন্ধুৰ লগত পতা কথা-বতৰাত। মোক বাইদেৱে সাধাৰণতে দোকান-বজাৰলৈ নপঠায়, অতি নোৱাৰাতহে পঠায়। সিদিনাও তেনেকৈ অতি দৰকাৰত তেওঁ মোক ওচৰৰ দোকানখনলৈ পঠাইছিল, কিন্তু মই গৈয়েই উভতি আহিবলগীয়া হ'লোঁ দোকানখন বন্ধ হৈ থকাৰ বাবে — কিবা কাৰণত সেইদিনা দোকানীয়ে দোকানখন বন্ধ কৰি ৰাখিছে। গতিকে মই সোনকালেই উভতি আহিলোঁ। আবেলি সময়, কমুল দাদা (বাইদেউৰ নিৰ্দেশত মই কমুলক কমুল দাদা বুলি মাতিছিলোঁ, অৱশ্যে বাইদেৱে নক'লেও মইনো কলেজত পঢ়া ল'ৰাটোক নাম কাঢ়ি মাতিলোঁহেতেননে?) ঘৰত নাছিল, ছাৰ অফিচৰ পৰা ওভতাই নাছিল — তেওঁ ওভতোঁতে সদায়ে খুব দেৰি কৰে। বাইদেৱে কয় — ছাৰ গোটেই অফিচটোৰ ওপৰৱালা, সেয়ে বহুত কাম, কাম সামৰি অহাত বোলে দেৰি হয়।

ঘৰত সোমায়ে বাইদেউক দোকান বন্ধৰ কথাটো ক'বলৈ গৈ তেওঁলোকৰ শোৱনি-কোঠাৰ দুৱাৰমুখতে থমকি ৰৈছিলোঁ, তেওঁ ফোনত কাৰোবাৰ লগত কথা পাতি আছিল আৰু মোৰ কাণত এইকেইটা কথা পৰিছিল — 'নক'ব বুজিছেনে, এই ডাঙৰ ছোৱালীবোৰ ৰাখিলেও বিপদ নাৰাখিলেও মছিল, সৰু ছোৱালীবোৰৰ দ্বাৰা কাম নচলে — হয় ভালকৈ কাম কৰিব নোৱাৰে নহ'লে আহিয়েই ঘৰলৈ যাবলৈ কন্দাকটাখন কৰে। ল'ৰাবোৰকতো ৰাখিবই নোৱাৰি, সকলোবোৰ চোৰ-ডকাইত, কেতিয়া তোমাৰ ডিঙি কাটি থৈ বস্তু লুটপাত কৰি লৈ যাব ঠিকনা নাই — তাৰ মানে জোনালী কাকতিৰ বনকৰা ছোৱালীজনীয়ে তাইৰ সেই অৱস্থাৰ বাবে তেওঁৰ পুতেকক জগৰীয়া কৰিছে? কেইমাহ বুলিলে? পাঁচ মাহেই হ'ল? মিছেছ কাকতিয়ে একোকে গম পোৱা নাছিল? — বৰ আচৰিত কথা দিয়ক — পিছে এতিয়া কি কৰিব? মাক-বাপেকক গতাই দিব ছোৱালীজনীকে দোষ দিছে? কাৰোবাৰ পাপ পেটত লৈ আহি তেওঁৰ শান্ত-শিষ্ট ভাল ল'ৰাটোক বদনাম দিয়া বুলি কৈছে? মই হ'লে তেওঁৰ কথাত পতিয়ন যোৱা বিধৰ বুৰ্বক নহওঁ দেই। উঠি অহা ডেকা ল'ৰা — ঘৰত বনকৰা গাভৰু ছোৱালী ৰাখিলে চকু পৰিবই, মাকৰ কৰ্তব্য ল'ৰাক আৰু লগতে সেই ছোৱালীকো চকুৰে চকুৰে ৰখা — বেটাহঁতো কমনে, বাওনা হৈ হাত মেলি চন্দ্ৰ ঢুকি পাবলৈ খুজি ...

মই আৰু বাকী কথা নুশুনিলোঁ, মোৰ বুকুখন অজান আশংকাত কঁপি উঠিছিল।

মই আৰু দুবছৰ কমুল দাদাহঁতৰ ঘৰত আছিলোঁ, বাইদেউৰ সাৱধানতা আৰু মোৰ নিজৰো সাৱধানতাত একো অঘটন নঘটাকৈ দিনবোৰ পাৰ হৈ গৈছিল, কেৱল বাইদেৱে এদিন কোৱা সেই নিতৃত্ব, অজলা, পেংলাইৰ

কথাষাৰ যেন মোৰ ক্ষেত্ৰতো সত্য হৈ পৰিছিল — বাওনা হৈ আকাশী স্পৰ্ধাৰে ময়ো যেন চন্দ্ৰলৈ হাত মেলিছিলোঁ — পিছে মোৰ আৰু সঁচাকৈ সিমান স্পৰ্ধা কেনেকৈ হ'ব, মই কেৱল সতৃষ্ণ নয়নেৰে চন্দ্ৰলৈ চাই ৰৈছিলোঁ .... হয়, মোৰ ন-যৌৱনৰ ঢল নমা প্ৰাণ আৰু দেহত ৰুবুল দাদাৰ প্ৰতি এক ধৰণৰ অবুজ আকুলতা জাগিছিল। বাইদেউৰ লগত বহি টিভিত চোৱা চিনেমা-ছিৰিয়েলবোৰৰ নায়ক-নায়িকাসকলৰ প্ৰেম-কাহিনীবোৰে মোক মোহাচ্ছন্ন কৰি পেলাইছিল — মই মনতে সপোন ৰাজ্যত উটি-ভাহি ফুৰিছিলোঁ, সেই সপোন ৰাজ্যৰ ৰাজকুমাৰ আছিল ৰুবুল দাদা, ৰুবুল দাদা আৰু নিজকে নায়ক-নায়িকাৰ ৰূপত কল্পনা কৰি মই যেন কোনোবা ৰোমাঞ্চভৰা প্ৰেম-স্বৰ্গলৈ উৰি গৈছিলোঁ।

মোৰ নাম মৃণালিনী, পদুম ফুল, মোৰ চকু দুটা পদুমৰ দৰেই সুন্দৰ আকৃতিৰ — সৰুৰে পৰা কোনোবাই কোনোবাই তেনেকৈ কোৱা কাণত পৰিছিল। আজিকালি মই মোৰ সৰু আইনাখনত সময়-সুবিধা পালেই মুগ্ধভাৱে সেই চকুহাললৈ চাই ৰওঁ — নিজৰ দৃষ্টিৰে চাওঁ, ৰুবুল দাদাৰ দৃষ্টিৰে চাওঁ — আৰু কেইদিনমান আগতে বাইদেউৰ লগত টিভিত চোৱা ডাঃ বেজবৰুৱা নামৰ চিনেমা এখনৰ 'অ' মইনা কোন বিধাতাই স্ৰজিলে তোমাৰ পদুম চকুটি' গানটো গুণগুণাওঁ, কিন্তু গুণগুণাওঁ ৰুবুল দাদাৰ প্ৰেম আৰু গদ গদ আবেগৰ কণ্ঠেৰেহে, কাল্পনিক কণ্ঠেৰে।

পিছে ৰুবুল দাদাই মোৰ দেহৰ পদুম এহালিত ঠিকেই চকু দিছিল — কিন্তু মুখৰ পদুমহালিত নহয়, মোৰ বুকুত প্ৰস্ফুটিত হৈ উঠা পদুমহালিতহে। বাইদেউৰ ইমান শেন চকুৰ দৃষ্টিৰ মাজেৰে সৰকিও এদিন ৰুবুল দাই মোক অকলশৰে পাই গবা মাৰি ধৰি মোৰ চোলাৰ মাজেদি হাত সুমুৱাইছিল। মই আতংকত আৰু পুলকত থৰ্‌থৰ্‌কৈ কঁপিছিলোঁ — কিন্তু সেই মুহূৰ্ততে বাইদেউৰ মাত ভাহি আহিছিল —'মিনু, মিনু ক'লৈ গ'লি? বৰষুণে কিনকিনাইছে, কাপোৰবোৰ নচপাই ক'ত সোমাই আছ?'

ৰুবুলদাদাৰ হাত থমকি ৰৈছিল, মই সেই সুযোগতে পলাই আহিছিলোঁ।

ইয়াৰ পিছত মই আৰু বেছি সাৱধানী হৈ পৰিছিলোঁ। মই কোনোদিনেই উতনুৱা বিধৰ ছোৱালী নাছিলোঁ, আমাৰ বস্তিৰ বয়সস্থ মানুহবোৰে এই কথা কোৱাকুই কৰিছিলেই — মিনু বয়সতকৈ বহুত বেছি পৰিপক্ক, বুজন ছোৱালী, তাই সৰু ছোৱালীৰ দৰে ভাব-চিন্তা নকৰাকৈ কোনো কাম নকৰে।

মোৰ সেই 'জ্ঞানী' মনটোৱে মোক অহৰহ সাৱধানবাণী শুনাই থাকিছিল — 'মিনু, চন্দ্ৰলৈ হাত নেমেলিবি, মনত ৰাখিবি তই বাওনা, চন্দ্ৰ তোৰ পৰা শতেক যোজন দূৰৈত, হাকুটিয়াবলৈ গ'লে পৰি হাত-ভৰি-মূৰ সকলো থেঁতেলিব, শেষত জোনালী কাকতিৰ ঘৰত কাম কৰা ছোৱালীজনীৰ দশাই তোৰো দশা হ'ব ... আৰু মনত ৰাখিবি মৃণালিনী (হায় মৃণালিনী!), তোৰ বাপেৰ আগৰ বাপেৰ হৈ থকা নাই, মাৰজনীতো সম্পূৰ্ণ বেলেগ এজনী মাৰ, কেৱল তোৰ দেউতাৰৰ পিয়াৰৰ ঘৈণীয়েক হে, তই পেটত 'পাপ' লৈ ঘৰলৈ উভতিলে তোক দুছোৱা কৰি সমুখৰ ব্ৰহ্মপুত্ৰ নৈত ভহাই দিব ...'

ইয়াৰ পিছত ৰুবুল দাদাই মোক অকলে পাবলৈ বহুত দিন চেষ্টা কৰিছিল, কিন্তু মই কোনোপধ্যেই সেই সুযোগ নিদিলোঁ ... নিজৰ লগত যে কিমান যুঁজ কৰি মই মোৰ দেহ-মনক বান্ধি ৰাখিছিলোঁ!

তাৰ পিছত এটা ঘটনা ঘটিছিল, মোৰ বাবে মোৰ জীৱন ওলট-পালট কৰি দিয়া ঘটনা। এইবাৰ মই পিতৃহাৰাও হ'লোঁ — এইবাৰো মাৰ দৰে দেউতাৰো অকাল মৃত্যু হ'ল বুলিয়ে ক'ব পাৰি, নহ'লেনো কিমান বয়স হৈছিল তেওঁৰ, পঞ্চাছো হোৱা নাছিল। কিন্তু নিচায়ে তেওঁক সৰ্বনাশ কৰিলে, দেউতাই ইমান দিনে নিষিদ্ধ বুলি দূৰতে বিদূৰ কৰি থোৱা বস্তুটো গিলি গিলি তেওঁৰ লিভাৰ পচি গ'ল, গতিকে সঁচায়ে তেওঁ মদক নহয়, মদেহে তেওঁক খালে। আচলতে মাহীআইৰ নিচাই তেওঁক — আমাক, সমগ্ৰ পৰিয়ালটোক প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে ধ্বংস কৰিলে। তাই দেউতাক তাইৰ কাষলৈ টানিবলৈ মদৰ অভ্যাসটো কৰাই দিলে, দেউতাৰ বাঘে তেজৰ স্বাদ পোৱাৰ দৰে অৱস্থা হ'ল, অতদিনে জুতি নোপোৱা বস্তুটোৰ মহা জুতিত তেওঁ এনেকৈ চুৰ হৈ গ'ল যে শেষত প্ৰয়োজনীয় পইচা যোগাৰ কৰিব নোৱাৰি নিচাগ্ৰস্ত মানুহটোৱে বিষতুল্য আজে-বাজে যি মদ পায় তাকে খোৱা হ'ল আৰু ফলত তেওঁৰ লিভাৰে আৰু কাম নকৰা হ'ল।

দেউতাৰ মৃত্যুৰ সময়ত মাহীৰ কোলাত আৰু এটা সন্তান আছিল — চান্দ স্কুললৈ যাব পৰা হৈছিল, দেউতাৰ ঔৰসত জন্ম লোৱা (হয় নে নহয় তাকেই বা কোনে জানে) এই সন্তানো আছিল ল'ৰা, নাম ৰাখিছিল সুৰুব (বাঃ কি

নিল, কি কবিতা — চান্দ সুৰুয!), অৰ্থাৎ আকৌ কৈছোঁ — ই যদি দেউতাৰ সন্তান হয় তেন্তে মোৰ একে তেজ-মঙহৰ ভাই।' কিন্তু ঘনিষ্ঠতাহীনতাৰ বাবে চান্দৰ প্ৰতি মোৰ যি মৰম উপজিছিল সুৰুযৰ প্ৰতি গুপজা নাছিল।

সন্তানৰ জন্মৰ পিছতো কিন্তু মাহীআইৰ শৰীৰৰ সুদৃঢ় বান্ধোন একপ্ৰকাৰ অটুট আছিল বুলিয়েই ক'ব পাৰি — অৰ্থাৎ তেতিয়াও শৰীৰৰ বেহা চলাই চলি থকাৰ সমস্ত নহ'লেও প্ৰায় আশী শতাংশ সম্পদেই সেই শৰীৰত বিদ্যমান আছিল।

কিন্তু তাইৰ যে এজনী সতীয়া জীয়েক আছে, তাইৰো শৰীৰৰ বেহা কৰাৰ ক্ষমতা হৈছে, বৰং নিজতকৈ বেছি হৈছে। গতিকে দেউতাৰ মৃত্যুৰ পিছত তাই তাৰ পূৰ্ণ সদ্ব্যৱহাৰ কৰিবলৈ মই 'দাসী'ক এইবাৰ কবুল দাদাইতৰ ঘৰৰ পৰা একেবাৰে আনি আন এঘৰত থ'লে। মই বাওনাই দূৰৰ পৰা সতৃষ্ণ নয়নে জোনলৈ চোৱা সেইকণ সুযোগৰ পৰাও বঞ্চিত হ'লোঁ। মোৰ নিজকে তেওঁলোকৰ ঘৰত ধৰ্মগ্ৰন্থত পঢ়া উপমন্যুৰ কাহিনীৰ উপমন্যুৰ দৰেই লাগিছিল। গৰুৰ ওহাৰত লাগি থকা ফেনখিনিও খাব নোপোৱা উপমন্যু।

· মাহীমাই মোৰ দৰমহা আৰু বেছি বঢ়াব খুজিছিল, ইমান বেছি যে কবুল দাদাইতৰ ঘৰ কোনোমতে সন্মত নহ'ল। ফলত তাই মোক তেওঁলোকৰ ঘৰৰ পৰা একেবাৰে আনি বহুত বেছি দৰমহা পোৱা ঘৰ এখনত থ'লে — অৰ্থাৎ তাই বস্তিত থাকি দহজনৰ লগত কৰা বেহা মই কেৱল এজনৰ লগত কৰাৰ বন্দবস্ত কৰি পেলালে। পৰমা শইকীয়া আছিল চহৰৰ এজন নামী 'ছালফা', নানা অসাধু ব্যৱসায়ত লিপ্ত -- ঘৈণীয়েকো সেই ক্ষেত্ৰত তেওঁৰ উপযুক্ত জীৱনসঙ্গিনী, আনফালে আকৌ দুয়ো নিজৰ নিজৰ সংগী থকা দম্পতী, কোনোৱে কাৰো পথত হেঙাৰ নহয়। সেইবাবেই হয়তো মানুহজনে ঘৰৰ বনকৰা ছোৱালীৰ প্ৰতি কুদৃষ্টি দিলেও ঘৈণীয়েকে কেৰেপ নকৰে। এবাৰ এজনী ছোৱালী গৰ্ভৱতী হৈছিল, পিছত তাইক বোলে বহুত টকা-পইচা দি বাপেক-মাকক চমজাই দিয়া হৈছিল।

এই পৰমা শইকীয়াৰ ঘৰত বদনামৰ বাবে কোনো মাক-বাপেক থকা ছোৱালী তেওঁলোকে বান্দী হিচাপে নাপায়, কিন্তু কাম কৰা ল'ৰা থাকিলেও মানুহটোৰ ঘৈণীয়েকক নানা আলপৈচান ধৰিবলৈ ছোৱালী এজনী লাগেই, গতিকে মোকেই পালে, কাৰণ মই মাক-বাপেক নোহোৱা ছোৱালী বা মাকৰ নামত যিজনী তিৰোতা আছে সেইজনী সাত জনমৰ শতৰু, 'জীয়েক'ক ঘাতকৰ হাততো গতাই দিবলৈ ইতস্ততঃ নকৰে।

দেউতা জীয়াই থকা হ'লে হয়তো মোক কবুল দাদাইতৰ ঘৰৰ পৰা একেবাৰে আনি এনে এক কুখ্যাত, দুশ্চৰিত্ৰৰ ছালফাৰ ঘৰত নথ'লেহেঁতেন। কিন্তু সেই কথাটোও জানো মই ন-দি ক'ব পাৰোঁ!

পিছে দুশ্চৰিত্ৰ কথাটোত মই অলপ থমকি ৰ'ব লগা হ'লোঁ — পৰমা শইকীয়া ছালফা ব্যৱসায়ী বাবেই জানো দুশ্চৰিত্ৰ, কিয়, মই যে বাতৰিকাকতবোৰত প্ৰফেচৰ, ডাক্তৰ, ইঞ্জিনীয়াৰ আদি নানা 'সৎ' বৃত্তিৰ মানুহৰ ঘৰত বনকৰা ছোৱালীক তেওঁলোকে ধৰ্ষণ কৰা বাতৰি পঢ়ি থাকোঁ — সেইবোৰ মানুহ জানো দুশ্চৰিত্ৰ নহয়?

সি যি কি নহওক, মোক পৰমা শইকীয়াৰ ঘৰত 'বেশ্যা বৃত্তি' কৰিবলৈ পঠাই দিয়াৰ পৰত মোৰ 'মাই' মোক এনে ধৰণৰ 'মৰমৰ' উপদেশ দি পঠাইছিল —

'শুন, তোৰ যদি কেনেবাকৈ মাহেকীয়া বন্ধ হৈ যায়, মোক আহি লগে লগে খবৰ দিবি, নহ'লে শেষত গংগাৰ দৰে হৈ আওমৰণে মৰিবি —'

মোৰ শৰীৰটো জিকাৰ খাই উঠিছিল, গংগা আমাৰ বস্তিৰে ছোৱালী আছিল, তাইকো এঘৰত দুখীয়া মাক-বাপেকে বনকৰা ছোৱালী হিচাপে থৈছিল। গৃহস্থজন স্কুলৰে শিক্ষক আছিল — তেৱেঁ গংগাক অপবিত্ৰ কৰিলে। আমাৰ বস্তিৰ মানুহে কোৱাকুই কৰিছিল — 'বিদ্যাৰ দৰে পবিত্ৰ 'বস্তু' বিলোৱা মানুহ এজনে এনে অপবিত্ৰ কাম কৰিব লাগেনে?'

সেই গংগাই ভয়-সংকোচত তাই গৰ্ভধাৰণ কৰা কথাটো গোপন কৰি ৰাখিছিল। শেষত শিক্ষকৰ ঘৈণীয়েকৰ চকুক ফাকি দিব নোৱৰা হ'ল, তেওঁ তাইৰ পৰা দোষী কোন অৰ্থাৎ কোনে তাইৰ এই অৱস্থা কৰিলে সুধি সুধি কোনোপধ্যেই উলিয়াব নোৱাৰিলে। গংগা আছিল শান্ত আৰু ভয়াতুৰ ছোৱালী, তাই ভয়তে মুখ খুলিব নোৱাৰিলে (মুখ খুলিলেও বা কি লাভ হ'লহেঁতেন!), গতিকে তাইৰ সেই 'শিক্ষকনী' বাইদেৱেকে (গংগাই আমাক শিক্ষকজনৰ ঘৈণীয়েকৰ কথা কওঁতে 'শিক্ষকনী বাইদেউ' বুলিয়ে কৈছিল)

তাইকো মাক-বাপেকক গতাই দিছিল আৰু কৈছিল —

'তোমালোকৰ কু-চৰিত্ৰৰ ছোৱালীক তোমালোককে গতালোঁ, আমি ঘৰত নথকা পৰত কাৰ লগত কি লেটিপেটি কৰিছে তাইহে জানে, — মোক কোনোমতে নকয়, মই কথাটো প্ৰথমতে গম পোৱাও নাছিলোঁ, কিন্তু এইবোৰ পাপ কথা জানো লুকাই থ'ব পাৰি? এতিয়া তোমালোকৰ ছোৱালী তোমালোককে গতালোঁ, যি কৰা কৰিবা —'

গংগাৰ অসহায়, দুখীয়া মাক-বাপেকে উপায়হীন হৈ কিবা বনদৰব খুৱাই তাইৰ পেট খালাচ কৰাৰ চেষ্টা কৰিছিল, প্ৰচুৰ ৰক্তস্ৰাৱ হৈ তাই পেটৰ পাপৰ পৰা খালাচ হ'ল হয়, কিন্তু লগতে এই 'ধিক্' জীৱনটোৰ পৰাও তাই চিৰদিনৰ বাবে খালাচ পাই গ'ল।

পিছত মানুহে গম পাইছিল যে গংগাই কাম কৰা ঘৰৰ গৃহস্থ শিক্ষকজনে তেওঁৰ স্কুলৰ ছাত্ৰী এজনীক ধৰ্ষণ কৰাৰ খবৰ এটা বাতৰিকাকত ওলাইছে।

মাহীমাৰ কথা শুনি মোৰ বুকু কঁপি নুঠিবনে? হয়, মোৰ দেউতাই জীয়াই থাকিও মোৰ শত্ৰুতা কৰি গ'ল, মৰিও একেদৰে সেই শত্ৰুতা কৰি গ'ল। তেওঁ যদি এনেকৈ নিচাগ্ৰস্ত হৈ আওমৰণৰ মৰণ মাতি নানিলেহেঁতেন, তেন্তে তেওঁৰ সেই ডাইনী তিৰোতাজনীয়ে মোক ৰুবুল দাদাহঁতৰ ঘৰৰ পৰা একেবাৰে আনি এনে এক ভয়ংকৰ বদনামী মানুহৰ ঘৰত থ'ব নোৱাৰিলেহেঁতেন বা নথ'লেহেঁতেন (অৱশ্যে পুনৰ দোহাৰোঁ — এই কথা মই ন দি ক'ব নোৱাৰোঁ)।

ৰুবুল দাদাহঁতৰ ঘৰত থাকোঁতে এটা ঘটনা ঘটিছিল, হঠাতে ক'ৰবাৰ পৰা মোৰ দাদা আহি ওলাইছিলহি, প্ৰথমতে মই ভনীয়েকজনী হৈয়ো তাক চিনিব পৰা নাছিলোঁ, তাৰ ওঁঠৰ ওপৰত একোছা পাতল গোঁফৰ আবিৰ্ভাৱত বুজি পাইছিলোঁ সিয়ো মোৰ দৰেই ডাঙৰ হ'ল।

যি হওক, দাদাই তাৰ জীৱনৰ কাহিনী কৈছিল। লোকৰ ঘৰত চাকৰ খটাৰ ভয়তে যি ল'ৰাই পলাই গৈছিল সেই ল'ৰাই এতিয়া চাকৰে খাটি আছে — কিন্তু তাৰ বাবে এতিয়া দাদাৰ মনত কোনো অসন্তোষো নাই।

দাদাৰ কাহিনীটো এনে ধৰণৰ — সি ঘৰৰ পৰা পলাই গৈ সঁচায়ে এজন পকেটমাৰেই হৈছিল, তেতিয়া তাৰ খোৱা-পিন্ধাৰ ঠিকনা নাছিল। তাৰ পিছত এদিন পুলিচৰ হাতত ধৰা পৰি সি জে'ললৈ যাব লগা হ'ল। জে'লত কিছুদিন থকাৰ পিছত জেইলাৰজনে বুজি পালে যে দাদা ল'ৰাজন বেয়া নহয়, অৱস্থাৰ বিপাকত পৰিহে তেনে হৈছে। আনহাতে জেইলাৰজনো ভাল মানুহেই আছিল, কাৰণ দাদাই মুক্তি পোৱাৰ পিছত নিজৰ ঘৰলৈ লৈ গৈ বনকৰা ল'ৰা হিচাপে নিযুক্তি দিলে। মই পিছে পকেটমাৰ এটাক নিজৰ ঘৰত চাকৰ ৰখাৰ বাবেই কেৱল জেইলাৰজনক ভাল মানুহ বুলি কোৱা নাই, দাদাক তেওঁ পঢ়ুৱাইছেও, সেই বাবেই মই তেওঁক ভাল মানুহ বুলি কৈছোঁ। ভাল ল'ৰা-ছোৱালীক চাকৰ-চাকৰণী হিচাপে পোৱা কিমান টান, গতিকে প্ৰমাণিত ভাল ল'ৰা এটাক কোনোবাই চাকৰ ৰখাটো একো মহত্ত্বৰ পৰিচায়ক নহয়।

ইয়াৰ পিছত সময়-সুবিধা বুজি দাদা মোৰ ওচৰলৈ আহিছিল, মোৰ জীৱনৰ আন্ধাৰ ঘৰত সেয়া যেন এচেৰেঙা কেঁচা ৰ'দ হৈ সোমাইছিল। সি মোক কৈছিল — মোৰ 'ছাৰে' মেট্ৰিকটো পাছ কৰিলেই জেইলতে কিবা এটা কামত সুমুৱাই দিব বুলি কৈছে, তেতিয়া তোক আৰু লোকৰ ঘৰত এনেকৈ চাকৰণী খাটিব নিদিওঁ, মোৰ লগলৈ লৈ যাম আৰু মোৰ লগতে কাম কৰা কোনোবা ভাল ল'ৰা চাই তোৰ বিয়াখনো পাতি দিম। ...'

তাৰ পিছত সি এটা লাজৰ হাঁহি মাৰি কৈছিল — 'তই আকৌ নাভাবিবি যে ছাৰে মোক বেছিদিন পঢ়ুৱাব খোজা নাই, কথাটো তেনে নহয়। তইতো জানই মোৰ বুদ্ধিটো অলপ ভোটা— তোৰহে চোকা মগজ আছিল— অ', তই ইয়াৰ পৰা খালাচ হোৱাৰ পিছত পঢ়িব খুজিলে পঢ়ুৱামো দেই, পঢ়ালৈ বৰ হেঁপাহ আছিল নহয় তোৰ—! মোৰ আচলতে বুদ্ধিয়ে নুকুলাব বুলি জানিয়ে ছাৰে মোক আৰু মিছামিছি কলেজত পঢ়ুৱাব খোজা নাই, চাকৰি কৰাকে ভাল হ'ব বুলি বিবেচনা কৰিছে। আৰু ছাৰে এই কথাও জানে, তেওঁ এবাৰ পেঞ্চন পোৱাৰ পিছত মোক আন কোনেও চাকৰি দিব নোৱাৰিব —'

মই আকৌ পঢ়িম? সঁচাকৈয়ে পঢ়িবলৈ পাম? জল্পনা-কল্পনাত মোৰ হিয়া আনন্দত অধীৰ হৈ ৰ'ল, মই পঢ়াৰ প্ৰেক্টিচ ৰাখিবলৈ উধাই-মুধাই বাতৰিকাকতখনকে পঢ়ি থাকিবলৈ ধৰিলোঁ। অৱশ্যে লেখাৰ প্ৰেক্টিচটো

কেৱল বজাৰৰ লিষ্ট লেখাতে আবদ্ধ হৈ ৰ'ল। আন সুযোগ মই আৰু নাপালোঁ।

পিছে এদিন আন এটা সুযোগ আহিল, দাদাৰ গৰাকী জেইলাৰজন ইয়াৰ পৰা বদলি হৈ ডিব্ৰুগড়লৈ গ'ল আৰু তেতিয়া দাদালৈ চিঠি লেখাৰ লগতে মোৰ লেখাৰ অভ্যাসটো হৈ থাকিল। অৱশ্যে ক'ত্তনো আৰু ফলাই লেখা হয়, বাইদেৱে মাহত মাত্ৰ এখন চিঠি লেখাৰ অনুমতি দিছিল. তাৰ বাবে এখনকৈ ইনলেণ্ড লেটাৰ কিনি আনি দিছিল। মই চিঠি লেখাটো তেওঁলোকৰ আচৰুৱা কথা যেন লাগিছিল, কাৰণ তেওঁলোকে যত যিমান আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আছিল সকলোৰে লগত টেলিফোনতে কথা পাতিছিল। বাইদেউৰ মাক-দেউতাক নগাঁৱৰ পিনৰ কোনোবা এখন গাঁৱত থাকে— সেই গাঁও-চহৰ সকলোতে আজিকালি টেলিফোন হ'ল, গতিকে ছাৰ-বাইদেউ দুয়ো ঘৰৰ লগত ফোনেৰেই কথা-বতৰা পাতে, চিঠি নেলেখে।

মই দাদালৈ লেখিলে বাইদেৱে পঢ়ি চাবই। কয় বোলে তেওঁ চেনছৰ কৰিব ওলোৱা নাই, কেৱল বহুত দিন চিঠি বোলা বস্তুটো পঢ়ি পোৱা নাই ক'বেহে বোলে কৌতূহলত পঢ়িব খোজে।

কথাটো সঁচাই আছিল। বাইদেৱে এদিন তেওঁৰ বান্ধৱী এগৰাকীক এনেকৈ ফোনত কোৱা শুনি বুজি পাইছিলোঁ— 'চিঠি বস্তুটো পাহৰাৰ দৰেই হৈছিলোঁ ভাই, অথচ এসময়ত জানো আমাৰ এওঁৰ লগত কলেজৰ দিনত কম লাভ্ লেটাৰ দিয়াদিয়ি হৈছিল— হাঃ হাঃ হাঃ — অঁ, তই ঠিকেই কৈছ—' আজিৰ প্ৰেমিক-প্ৰেমিকাই লাভ্ লেটাৰ লেখিবই নাজানে, সিহঁতে ফোনত কথা পাতিব আৰু নহ'লে ভেলেণ্টাইন ডে'ত প্ৰেমৰ কথা ভৰি থকা কাৰ্ড পঠাব। অঁ অঁ — একেবাৰে সঁচা কৈছ' এতিয়া প্ৰেম বোলা বস্তুটো একেবাৰে ফিজিকেল্ হ'ল, অ'ত ত'ত গোপনে লগ ধৰিব .. সঁচাই, নক'বি আৰু, দেশখন একেবাৰে ৰসাতলে গ'ল! ... অঁ অঁ, ময়ো নিউজ পেপাৰত ডেকা-ডেকেৰীমখাই পৰ্দাৰে ঢাখি ৰখা কেবিন থকা স্পেশ্যাল ভট্ভটি ভাড়া কৰি ব্ৰহ্মপুত্ৰত ঘূৰি ফুৰি অশ্লীল কাৰবাৰত লিপ্ত থকাৰ বাতৰি পঢ়িছোঁ— ছোৱালীবোৰৰ বোলে পোছাকলৈ চাবই নোৱাৰি — একেবাৰে হিন্দী চিনেমাৰ আধা নাঙঠ অভিনেত্ৰীবোৰৰ দৰে। আটাইতকৈ ডাঙৰ কথা এইবোৰ বোলে গুৱাহাটীৰ ভদ্ৰ ঘৰৰ ল'ৰা-ছোৱালী! বৰ ভয় লাগে বুজিছ— নিজৰ ল'ৰা ডেকা হৈ আহিছে নহয়, এই পোছাক পিন্ধি বেটীহঁতে ল'ৰাবোৰৰ মূৰ চোবাব ... অঁ এতিয়া চিঠিৰ কথাটো শুনচোন, সেইবাবেই তোক ফোন কৰিছোঁ— বৰ মজাৰ চিঠি, আমাৰ ঘৰত কাম কৰা মিনু বোলা ছোৱালীজনীয়ে ককায়েকলৈ চিঠি লেখে, মই নিজৰ চিঠি নাপাওঁ বাবে তাইলৈ অহা আৰু তাই দিয়া চিঠিবোৰকে ফুৰ্তিত পঢ়োঁ। কি লেখে জান— পৰম পূজনীয় শ্ৰীল শ্ৰীযুক্ত দাদা, পত্ৰে এই আজলী ভনীয়েকজনীৰ ভক্তিভৰা সেৱা ল'ব— হাঃ হাঃ হাঃ — পিছে এটা কথা, তাইৰ কিন্তু আখৰকেইটা ভাল, বানানবোৰো শুদ্ধ। বেচেৰী বোলে পঢ়াত ভালেই আছিল, পঢ়াৰ সুবিধা পালে নিশ্চয় ভালকৈ এম এ, বি এ ই পাছ কৰিব পাৰিলেহেঁতেন, কিন্তু দুখীয়া মানুহ, বাপেকে টকাৰ বাবে পঢ়াৰ পৰা এৰুৱাই আনি লোকৰ ঘৰত থৈছে, তাতে মাকজনীও হ'ল সতীয়া, নিজৰ মাক হোৱা হ'লে চোকা বুধিৰ ছোৱালীক নিশ্চয় কিবাকৈ পঢ়ুৱালেহেঁতেন ...'

বাইদেউ বেছিকৈ ফুৰিব— মেলিবলৈ নাযায়, মাকবোৰ বেছিকৈ ঘূৰি ফুৰিলে বোলে ল'ৰা-ছোৱালীবোৰ নষ্ট হয়, গতিকে তেওঁ দীঘলীয়া ফোন কৰিয়ে বন্ধু-বান্ধৱ, আত্মীয়ৰ লগত কথা পাতে।

এতিয়া পুনৰ মোৰ আন ঘৰৰ অৰ্থাৎ পৰমা শইকীয়াৰ ঘৰৰ দাসী বৃত্তি তথা বেশ্যাবৃত্তিৰ জীৱনৰ কথালৈ আহোঁ, দৰাচলতে এয়া মোৰ জীৱনৰ অন্তিম খণ্ডৰ কথাও।

মই যথানিয়ত গৰ্ভৱতী হ'লোঁ, মোক গিৰীয়েকৰ হাতত সমৰ্পণ কৰিবলৈ পৰমা শইকীয়াৰ পত্নী কনলতাৰ কোনো আপত্তি দেখা পোৱা নাছিলোঁ, আচলতে তেওঁৰ স্বামীৰ প্ৰেমতকৈ ধনৰ বেছি প্ৰয়োজন— সেই ধনেৰে তেওঁ নিজৰ মনোমত জীৱন-যাপন কৰিব পাৰিছিল, আৰু তেওঁৰ স্বামীৰ প্ৰয়োজন আছিল তেওঁৰ দৰে বিগতা যৌৱনৰ দেহৰ নহয়, মোৰ দৰে আধা ফুলা পদুমৰ দৰে কোমল স্নালফুলীয়া দেহৰ প্ৰয়োজন। (হায় মৃণালিনী।); ইফালে মোৰ মাহীআইবো প্ৰয়োজন সেই কনলতা শইকীয়াৰ দৰেই ধনৰহে, এতিয়া ধন ঘটাৰ বাবেই তাইৰ দেহেই যথেষ্ট নহয়, তদুপৰি তাইৰ ওচৰলৈ অহা মানুহবোৰ বিত্তবান নহয়— ক'ৰবাৰ সাধাৰণ ৰিক্সাৱালা, ঠেলাৱালা, মিস্ত্ৰী শ্ৰেণীৰ মানুহ, সিহঁতে তাইক আৰু কিমান ধনৰ যোগান দিব পাৰে, তাতে তাই পোহপাল দিব লাগে দুই পুত্ৰকো। গতিকে ময়েই হ'লোঁ মাহীমাৰ ধন ঘটাৰ প্ৰধান মেচিন।

সেইবাৰ মোক তাই বনদৰব জাতীয় কিবা দি খালাচ কৰিলে, তেনেকৈ আৰু দুবাৰ। সেই 'দৰব'ৰ বাবে পৰমা শইকীয়াই তাইক ওপৰঞ্চি ধনো দিছিল।

সেই দিনবোৰত মোৰ একমাত্ৰ আশাৰ ৰেঙণি আছিল দাদা, সি পাছ কৰিব, চাকৰি কৰিব আৰু মোক এই নৰকৰ পৰা উদ্ধাৰ কৰি লৈ যাব। হয়, সেই আশাৰে মই এই নৰকৰ দিন-ৰাতিবোৰ পাৰ কৰি দিছিলোঁ। তাৰ বাহিৰে মোৰ বাবে সকলো বাটেই বন্ধ আছিল— মোৰ কোনো ঘৰ নাই যে ঘৰলৈ উলটি গৈ অৰ্ধাহাৰে-অনাহাৰে হ'লেও সুখ আৰু সন্মানৰ জীৱন কটাম। গাভৰু ছোৱালীৰ নিজাকৈ এখন ঘৰ হোৱাৰ যি স্বপ্ন— মোৰ বাবে তাৰ বাটো ৰুদ্ধ। ৰুবুল দাদা বাৰু মই বাওনাৰ বাবে শতেক যোজনৰ ধৰা-ছোঁৱাৰ বাহিৰৰ আপুৰুগীয়া জোন, কিন্তু আমাৰ বস্তিৰ চানুহঁতৰ দৰে গুণ্ডা-মদপী স্বামীও মোৰ কপালত নাই, মোৰ দৰে এজনী পোক লগা পদুমৰ ওচৰলৈ ভোমোৰাতো দূৰৈৰ কথা, সেইবোৰ গুবৰুৰা সদৃশ দৰাও নাহে। পৰমা শইকীয়াৰ ঘৰৰ পৰা বাৰু মই ৰাতিৰ আন্ধাৰত পলায়ো গ'লোঁ, কিন্তু ক'লৈ যাম মই, এই অপৰাধ নগৰীত মই তেনে দহজন পৰমা শইকীয়াৰ হাততে গৈ নপৰিমনে? কিন্তু সিহঁতৰ কোনে মোক নিজ ঘৰত আশ্ৰয় দিব? শিয়াল-কুকুৰৰ দৰে সিহঁতেতো মোক ছিৰাছিৰি কৰি বখলিয়াইহে পেলাব, তাৰ পিছত মোৰ বেশ্যালয়ৰ বাহিৰে আন ক'ৰবাত জানো আশ্ৰয় মিলিব? তাৰ তুলনাত পৰমা শইকীয়াৰ নৰকেই স্বৰ্গ নহয়নে? এয়ে মোৰ ঘৰ; এয়ে মোৰ একমাত্ৰ আশ্ৰয়স্থল নহয়নে? মইতো বাতৰিকাকতবোৰত এনে পথভ্ৰষ্ট ছোৱালীবোৰৰ কি গতি হয় বহুতবাৰেই তাৰ বিৱৰণ পঢ়িছোঁ।

হয়, হয় পৰমা শইকীয়াই মোৰ পৰম আশ্ৰয়— অন্ততঃ বৰ্তমান বেশ্যা হোৱাতকৈ ৰক্ষিতা হোৱাই শতগুণে শ্ৰেয়। মই কেৱল সেই ভৱিষ্যতলৈ ধৈৰ্যৰে, আশাৰে বাট চাই থাকিব পাৰোঁ যেতিয়া দাদাই আহি মোক উদ্ধাৰ কৰি লৈ যাব। দাদাই মোৰ এখন ঘৰ পাতি দিয়াৰ সপোনো দেখুৱাইছে, কিন্তু এতিয়া আৰু মই সেই অলীক সপোন নেদেখোঁ, মোৰ অন্তৰত এতিয়াও কিছু মনুষ্যত্ব আছে, মই ঘৃণে ধৰা ছোৱালীজনীয়ে কোনো পুৰুষক ঠগাবলৈও নাযাওঁ। মই আজীৱন বিয়া নকৰাকৈ দাদাৰ লগতে থাকি যাম, পিছত দাদাই বিয়া কৰালে মই যদি সেই বৌৰ দাসী হৈয়ো থাকিব লগা হয়— থাকিম। এতিয়াওতো মই দাসীয়েই— আগতেও দাসী আছিলোঁ— মাহীমাৰ দাসী, চিংকিহঁতৰ দাসী, ৰুবুল দাদাহঁতৰ দাসী— সেই একেদৰে আজিও দাসী, ভৱিষ্যতেও সেই দাসী হৈয়ে থাকিম। চিৰকালৰ দাসী মই।

পিছে দাদাৰ দ্বাৰা উদ্ধাৰৰ সেই স্বপ্নও এদিন চুৰমাৰ হ'ল। চতুৰ্থবাৰ মাহীআয়ে দিয়া দৰবত মোৰ ৰক্তস্ৰাব হ'ল হয়, কিন্তু কিবাকৈ পেটৰ 'পাপ'টো ধ্বংস নহ'ল, নিশ্চয় বিকলাংগ কিবা এটা হৈ পৰিল, কিন্তু সি জীয়াই থাকিল। যেতিয়া মই সেই কথা গম পালোঁ তেতিয়া বোধহয় মই চাৰি-পাঁচ মাহমানৰ গৰ্ভৱতী। কিন্তু এইবাৰ মোৰ মাহীমাৰ ওচৰলৈ গৈ বনদৰব খাই গৰ্ভ ধ্বংস কৰিবলৈ ভয় লাগিল— মোৰ মনত পৰি গ'ল গংগালৈ, গংগাৰ অবৰ্ণনীয় যন্ত্ৰণাভৰা মৃত্যুলৈ ... গংগাৰ সেই যন্ত্ৰণাকাতৰ চিএৰ-বাখৰলৈ মনত পৰি মই ভয়তে শিয়ঁৰি উঠিলোঁ, এক ধৰণৰ অনামী যন্ত্ৰণাত মই চট্‌ফটাই মৰিব ধৰিলোঁ, ভয়ৰ জুইকুৰাত মই ডেই-পুৰি মৰিবলৈ ধৰিলোঁ। হে প্ৰভু, মই এতিয়া কি কৰোঁ? ক'লৈ যাওঁ? ক'ত পলাওঁ? ক'ত আশ্ৰয় পাওঁ?

লাহে লাহে মোৰ মন শাঁত পৰি আহিবলৈ ধৰিলে— মোৰ মনে অৱধাৰিতক ক্ৰমে ক্ৰমে গ্ৰহণ কৰিবলৈ শিকিলে, আসন্ন মৃত্যুক মানি ল'বলৈ শিকিলে— আচলতে উপায়হীন মানুহে মানি নলৈ কৰেই বা কি?

কিন্তু মই ঠিক কৰিলোঁ মই গংগাৰ দৰে মৃত্যুক মানি নলওঁ, মই মোৰ মৰণক মোৰ পছন্দৰ বাটেদি বিচাৰি ল'ম।

আমি খাৰঘুলিত থকা অঞ্চলটোৰ সমুখেৰে বিশাল লুইত বৈ গৈছে। সৰুতে আমি তাত কত যে নাদুৰি-সাঁতুৰি ধেমালি কৰিছিলোঁ, লগত নিয়া গামোচাৰে পাৰলৈ আহি খেলি থকা মাছবোৰ ধৰিছিলোঁ, বালিত গাঁত খান্দি নাদ সাজিছিলোঁ, দ'ল বান্ধিছিলোঁ— মুঠতে ল'ৰালিৰ আনন্দ বিলোৱাত বাবা ব্ৰহ্মপুত্ৰ আমাৰ প্ৰতি সদায়ে দেউতা-মাৰ দৰেই আন এক অৰ্থতো বহল বুকুৰে আছিল। অৱশ্যে খৰালি কালতহে, কেৱল সেই বতৰতহে আমি তেনে ৰং-ধেমালি কৰিব পাৰিছিলোঁ, বাৰিষাৰ ব্ৰহ্মপুত্ৰই কিন্তু ফেনে-ফোটোকাৰে ওফন্দি যি মূৰ্তি ধৰে তালৈ আমি পাৰতে বৈ কেৱল সন্মোহিত দৃষ্টিৰে চাইহে থাকিছিলোঁ। এতিয়া অৱশ্যে আমাৰ অঞ্চলৰ ল'ৰা-ছোৱালীবোৰে খৰালিতো ব্ৰহ্মপুত্ৰৰ পাৰত নাদুৰি-সাঁতুৰি ধেমালি কৰি থকাৰ সুবিধাৰ পৰা বঞ্চিত হৈছে, এতিয়া

সেইবোৰ ঠাইত প্ৰকাণ্ড প্ৰকাণ্ড ঘৰ উঠিছে, মস্ত ওখ দেৱালে সেই ঘৰবোৰ ঘেৰি ৰাখে। আমাৰ বস্তিৰ মানুহে কয়— সেইবোৰ ঘৰ হেনো ছালফাই বান্ধিছে।

মই ঠিক কৰিলোঁ— সকলতে মৰম বিলোৱা ব্ৰহ্মপুত্ৰৰ বুকুতে মই মোৰ জীৱনৰ শেষ আশ্ৰয় বিচাৰি ল'ম— এনে বিশাল বহল বুকুৰ মৰমৰ আলিংগন বাবা ব্ৰহ্মপুত্ৰৰ বাহিৰে মোক আন আৰু কোনে কৰিব পাৰিব? নানা কাৰণত এই মৰণেই মোৰ বাবে সকলোতকৈ সুবিধাজনক হ'ব। এতিয়া আন এটা ডাঙৰ সুবিধাৰ কথা হ'ল এইটোৱেই যে এতিয়া ঘোৰ বাৰিষা কাল, নৈখনৰ বুকু ফেনে-ফোটোকাৰে ওফন্দি উঠিছে, মোৰ দেহটো সেই বিশাল বুকুত হেৰাই যাব— কেতিয়াও সি উদ্ধাৰ নহ'ব। কেতিয়াবা যদি উদ্ধাৰ হয়ো, মোৰ দেহ যদি ক'ৰবাত পাৰত লাগি ধৰেও, সেই ঠাই হ'ব আমাৰ বস্তিৰ পৰা বহু দূৰৈত, ইতিমধ্যে মোৰ দেহ বাবা ব্ৰহ্মপুত্ৰৰ বুকু' "ৰে ওফন্দি উঠিব, আমি এবাৰ সকলতে বাৰিষা কালত তেনে এক তিৰোতা মানুহৰ দেহ পানীত উটি আহি আমাৰ ঘাটত লগা দেখিছিলোঁ। পুলিচে পানীৰ পৰা তুলি অনা মৰাশটো কোনোমতে চিনাক্ত কৰিব পৰা নাছিল— এনেকৈয়ে সেই তিৰোতাৰ দেহটো গেলি-পচি গৈছিল, ফুলি উঠিছিল। মোৰ দেহৰো সেই একেই অৱস্থা হ'ব, তেতিয়া আৰু মই মৃণালিনী হৈ নাথাকিম, হৈ পৰিম অনামিকা, অনামিকা দাসী।

তেনেকৈ অনামিকা হ'লে প্ৰধান সুবিধা হ'ব মোৰ দাদাৰ। সি তাৰ ভনীয়েকৰ গংগাৰ দৰে কলংকজনক মৃত্যুৰ কথা জানিব নালাগিব। সি শুনিবলৈ পাব যে পৰমা শইকীয়া নামৰ কুখ্যাত ব্যৱসায়ী, নানা নাৰী কলংকৰ লগত জড়িত ব্যক্তিজনৰ ঘৰৰ পৰা বনকৰা ছোৱালীজনী, তাৰ ভনীয়েকজনী নিৰুদ্দেশ হৈছে। উত্তেজক বাতৰি যোগান ধৰিবলৈ সুবিধা বিচাৰি থকা খবৰৰ কাগজবোৰে লেখিব — পৰমা শইকীয়া নামৰ কুখ্যাত ব্যৱসায়ীজনৰ ঘৰৰ পৰা বনকৰা ছোৱালী এজনীৰ ৰহস্যময় অন্তৰ্ধান। কাকতবোৰে পাকে-প্ৰকাৰে পৰমা শইকীয়াকে দুষিব, ধৰ্ষণ কৰি, গৰ্ভৱতী কৰি হত্যা কৰিব পৰাৰ সম্ভাৱনা এটালৈ আঙুলি টোঁৱাব (পিছে মোৰ আওমৰণৰ বাবে সঁচায়ে জানো পৰমা শইকীয়াই দায়ী নহয়?), অৱশ্যে কিছুদিন পিছত সেই সকলো বু বু-বা বা সময়ৰ বুকুত হেৰাই যাব, মানুহেও পাহৰি পেলাব; আকৌ তেনে ধৰণৰ নতুন খবৰ বাতৰিকাকতে পৰিবেশন কৰিব, পাঠক পুনৰ উত্তেজিত আলোচনাত মছগুল হৈ পৰিব, পুনৰ এদিন সকলো শাম কাটিব— পুনৰ বাতৰি ওলাব, মুঠতে একে ঘটনাৰ পুনৰাবৃত্তি হৈ থাকিব, টুনীয়ে ভঁৰালৰ ধান খোৱাৰ অন্তহীন কাহিনীৰ দৰে। তথাপি মোৰ এয়ে সান্ত্বনা যে কিছুদিনৰ বাবে হ'লেও মই নোহোৱা হৈ যোৱা দোষৰ বাবে পৰমা শইকীয়াকে মানুহে অভিযুক্ত কৰিব।

মোৰ মৃত্যুৰ বাবে মাহী আয়েও শাস্তি পাব, অৱশ্যে গংগাৰ দৰে মই বীভৎসভাৱে মৰিলেও সেই শাস্তি পালেহেঁতেন। তাই বেছি লাভলৈ চাওঁতে মূলো হেৰুৱালে, মোক কবুল দাদাইতকৈ ঘৰৰ পৰা বেছি টকা পোৱাৰ আশাত একেবাৰে আনি পৰমা শইকীয়াৰ ঘৰত দাসী তথা পোহনীয়া বেশ্যা কৰি ৰাখি মোক মৃত্যুৰ মুখলৈ ঠেলি দিয়াৰ বাবে এই শাস্তি পোৱাত মোৰ আত্মাই মৃত্যুৰ পিছত নিশ্চয় পৰম শান্তি লাভ কৰিব।

মই অন্ততঃ বুকুত এই এছিকটা সুখ লৈ মৃত্যুবৰণ কৰিম যে মোৰ দাদাৰ হ'লে মোৰ দৰে দশা নহ'ল, সি চিৰকাল জেপলুৰুকা হৈ নৰকৰ জীৱন কটাব নগা নহ'ল। কিছুদিন আগতে তাৰ পৰা পোৱা চিঠিত মই এই সুখবৰটো পাইছিলোঁ যে এইবাৰ সি মেট্ৰিক পৰীক্ষা দিব আৰু তাৰ পঢ়া-শুনা ভালেই চলিছে। আঃ— কি শান্তি। জীৱনটো সঁচায়ে সম্পূৰ্ণ নৰক হৈ নপৰে!

(গৰীয়সী, ২০০৪)

# বেদনাৰ ৰং গুলপীয়া

আজিকালি প্ৰমীলাৰ যে কি হ'ল, ক'ৰবাত পাতল গুলপীয়া ৰংটো দেখিলেই থৰ লাগি ৰৈ যায়— আৰু বিপদ হ'ল এইটোৱে যে এই ৰংটো বৰ সুলভ, আনহে নালাগে তেওঁলোকৰ বাগানৰ গোলাপ এডালো সেই ৰঙৰে আৰু তাতকৈও আপদীয়া কথাটো হ'ল— এই গোলাপডাল ৰোৱাৰ গুৰিতো অসীম, অসীমেই এবাৰ জাঁজীৰ ভনীয়েকৰ ঘৰলৈ যাওঁতে ফুলেৰে জাতিষ্কাৰ হৈ থকা গছডালৰ ডাল এটা আনি ঘৰৰ বাগানখনৰ ঠিক এইখিনিতে গোজা মাৰি থৈ দিছিল আৰু আচৰিত কথা যে প্ৰায় আপডাল বিনেই লহপহকৈ বাঢ়ি উঠিছে গছডাল, পাতল গুলপীয়া ফুলেৰে জাতিষ্কাৰ হৈ উঠিছে সেই গোলাপ গছ (ঠিক যেন কোনোবা শ্বেতাংগ বিদেশিনীৰ গুলপীয়া গাল ..... উস্ পুনৰ সেই ভাব)।

হয়, গোলাপী ৰংটো সুলভ, ফুলৰ ৰং গুলপীয়া, নানা কাপোৰ-কানিৰ ৰং গুলপীয়া, পাহাৰী ল'ৰা-ছোৱালীৰো গাল গুলপীয়া আৰু কত কিহৰ ৰং যে গুলপীয়া, গতিকে গুলপীয়া ৰঙক এৰাই চলাটো বৰ কঠিন। এতিয়া আৰু এটা আপদীয়া কথা হ'ল যে জীয়েক হৈ উঠিছে আৰু ডাঙৰ হৈ অহাৰ লগে লগে ছোৱালীজনীৰ কি যে চখ বাঢ়িছে, বয়স হৈছে মাত্ৰ আঠ বছৰ, এতিয়াই আইনাৰ সমুখত থিয় হৈ নানা অংগীভংগী কৰি নিজৰ চেহেৰাটো চায়, আৰু আইতাকক, ইটো চোলা লাগে, সিটো চোলা লাগে বুলি আব্দাৰ ধৰি থাকে—বিশেষকৈ 'পিংক কালাৰ' ৰ চোলা লাগে। তাইক একপ্ৰকাৰ নষ্ট কৰিছে আইতাকেও, নাতিনী 'পিতৃহীন' আৰু আইতাক 'পুত্ৰহীন' বাবে এজনে দেউতাকৰ পৰা নোপোৱা আদৰ আইতাকৰ পৰাই পাবলৈ চেষ্টা কৰে আৰু আনজনে পুত্ৰক বিলাব নোৱৰা মৰম নাতিনীয়েকক সোপাই ঢালি দিব খোজে।

প্ৰমীলাই কিন্তু নিজৰ জীৱনটোৰ কথা ভাবি জীয়েকৰ প্ৰতি কঠোৰ হ'ব খোজে, তাইক এই নিষ্ঠুৰ সংসাৰখনৰ উপযুক্ত কৰি গঢ়ি তুলিব খোজে, এই সংসাৰে তোমাৰ প্ৰতি আঘাত কৰিবলৈ উদ্যত হৈ থাকে, বিশেষকৈ ছোৱালীক আৰু যদিহে সেই ছোৱালীৰ সৌন্দৰ্য নাথাকে। অৱশ্য প্ৰমীলাই এই কথাও জানে যে সুন্দৰী হ'লে ছোৱালীৰ জীৱনলৈ বিপদো আহে নানাধৰণে— কিন্তু অবুজৰ দৰে তাই সেই কথা বুজিবৰ চেষ্টা নকৰে, ভাবে— অসুন্দৰীৰে বিপদ আটাইতকৈ বেছি, ইংৰাজীতো কথা এষাৰ আছে Your face is your fortune।

তাইৰ ছোৱালীয়ে আৰু ক'ৰপৰা সৌভাগ্যৰ মুখ দেখে; অৱশ্যে ৰূপৰ অভাৱটোক যদি ধন— সম্পত্তিটিৰ পাহাৰেৰে ঢকা যায়, তেতিয়া হয়তো ভাগ্যকো কিনিব পাৰি।

কিন্তু সঁচাকৈয়ে পাৰি জানো? প্ৰমীলাৰ এই ধৰণৰ চিন্তা— যি এতিয়া তাইৰ সৰ্ব সময়ৰ নহ'লেও বহুত সময়ৰে সংগী হৈছে, সেই চিন্তাত যতি পৰি যায়। তাইৰ বিত্তবান দেউতাকেও সেই কথা ভাবিছিল আৰু সেই বিশ্বাসেৰেই অসুন্দৰী জীয়েকৰ বাবে বাছনি কৰিছিল অসীম চৌধুৰীৰ দৰে এক প্ৰকাৰ দৰিদ্ৰ কিন্তু মেধাবী ল'ৰাক। অসীমো পিছে ধুনীয়া নাছিল, কিন্তু ল'ৰা মানুহৰ আৰু ৰূপৰ প্ৰয়োজন কি— প্ৰমীলাই উষ্মাৰে ভাবে, সৌন্দৰ্য লাগে ছোৱালীকহে আৰু সেই সৌন্দৰ্যৰ অভাৱৰ বাবেই—

এইখিনিলৈকে ভবাৰ লগে লগে তাইৰ সিদিনা চিন্তাত যতি পৰিছিল, কাৰণ শাহুৱেকৰ চাদৰত চিলাই মেচিনত পাৰি লগাই থাকি নিজৰ চিন্তা জগতত ডুব গৈ থকা প্ৰমীলা কিবা এটা বস্তু মাটিত পৰাৰ শব্দ হোৱাত স্বাভাৱিক প্ৰতিক্ৰিয়াত অলপ উচপ খাই উঠিছিল আৰু শব্দ হোৱা ঠাইডোখৰলৈ চাই পঠোৱাত দেখিছিল যে তাইৰ যৌতুকীয়া ড্ৰেছিং টেবুলখনৰ ওচৰত ৰৈ জীয়েকে তাইৰ পাউডাৰৰ টেমাৰ উলিয়াই লোৱা পাউডাৰ পাৰে মানে মুখত সানি কিম্ভুত-কিমাকাৰ মূৰ্তি ধাৰণ কৰিছে, সেই সময়তে বোধহয় তাইৰ হাতৰ পৰা সেই পাউডাৰৰ টেমা মাটিত সৰি পৰি ঠকাচকৈ শব্দটো হৈছে।

প্ৰমীলা একেচাবে বহাৰ পৰা উঠি গৈ জীয়েকৰ কৃত্ৰিম বগা গালখনত এপাট চৰ সোধাই খঙতে চিঞৰি উঠিছিল— 'ক'লী বান্দৰীজনী, বগা ৰং সানি সুন্দৰী হ'ব আহিছে, চাওঁচোন আজিৰ পৰা গালত সেই বগা গুড়িসোপা কেনেকৈ সান, চৰিয়াই দাঁত ভাঙি দিম'— জীয়েকক চৰিয়াওঁতে হাতত লগা পাউডাৰখিনি গাৰ কাপোৰত মচি মচি প্ৰমীলাই দাঁত-মুখ কৰচিছিল।

*প্ৰমীলাই ভাবে তাইৰ গাৰ বগা ৰঙৰ অভাৱেই তাইৰ এই চৰম দুৰ্ভাগ্যৰ মূল কাৰণ। দেউতাকে তাইৰ ঠিক*

ক'লা নহ'লেও সাধাৰণ গঢ়নৰ ছোৱালীজনীৰ বাবে অসীমৰ দৰে মেধাবী ডাক্তৰজনক পাত্ৰ হিচাপে কব্জাগত কৰিব পৰাৰ মূলতে জানো তেওঁৰ অগাধ ধন-সম্পত্তি নহয়, ভাবী জোঁৱায়েকক বিদেশলৈ পঠোৱাৰ লোভ প্ৰদৰ্শন নহয়, তাই আৰু তাইৰ ভনীয়েক উৰ্মিলাক বিয়া কৰোৱা দৰা দুজনে সিহঁত ৰাজকন্যাৰ সুন্দৰ চেহেৰাবে (উৰ্মিলা বোধহয় তাইতকৈও দেখাত অশুৱনি, তথাপি তাইকো দেউতাকে সুপাত্ৰতে অৰ্পণ কৰিব পাৰিছে আৰু প্ৰমীলাৰ বাবে এইটো আচৰিত কথা যে ভনীয়েকে গিৰীয়েকৰ লগত এতিয়ালৈকে অন্ততঃ সুখেৰেই ঘৰ-সংসাৰ কৰি আছে) 'ৰাজকন্যা' এজোজনীক নাপালেও অৰ্ধেক ৰাজত্ব ঠিকেই পালে বা পাব। দেউতাকৰ গুৱাহাটী চহৰত বিশাল ভূ-সম্পত্তি আছিল, সেইবোৰ বেচি বা অ'ত-ত'ত ঘৰ সাজি ব্যৱসায়ী দেউতাক কোটি টকাৰ মালিক হৈছিল, অথচ ল'ৰা-ছোৱালীৰ নামত সেই ছোৱালী দুজনীয়েই। গতিকে তেওঁৰ সম্পত্তিক লৈ ঈৰ্ষাত জ্বলা দুই-একে কোৱাকুই কৰে হৰেন্দ্ৰ দত্তই ঘৰবোৰ বাছিছে জোঁৱায়েকৰ বাবেহে, তেওঁ যত্ন কৰি ৰখা এই মালিক হ'বহি ক'ৰবাৰ অচিনাকি ডেকা— সেইবোৰ বা কি প্ৰকৃতিৰ হয়, মদপীয়েই হয় নে বদমাইছ-ধূৰন্ধৰেই হয় নে দুশ্চৰিত্ৰ স্বভাৱৰেই হয় কোনে জানে, কোনে জানে তেওঁ তেজক পানী কৰি ঘটা সম্পত্তি কোনোবা তেজ-মঙহৰ সম্পৰ্ক নোহোৱা মানুহে ধ্বংস কৰি পেলায় নে কি কৰে ....।

সেই মানুহবোৰৰ জল্পনা-কল্পনা যেন কিছুদূৰ ফলিয়ালে, অন্ততঃ প্ৰমীলাৰ ক্ষেত্ৰত কিছুদূৰলৈ সত্যই প্ৰতিপন্ন হ'ল। প্ৰমীলাৰ স্বামী অসীম শহুৰেকৰ প্ৰশ্ৰয়ত, সন্মতিত আৰু শহুৰেকৰ টকাৰ জোৰত বিদেশলৈ গৈ ডাক্তৰীৰ উচ্চ ডিগ্ৰীটো লাভ কৰাৰ আগতেই লাভ কৰিলে এগৰাকী 'গুলপীয়া' বৰণৰ ছোৱালী (প্ৰমীলাৰ ভাষাত)। বিদেশিনীৰ বৰ্ণনা দিবলৈ গ'লে সাধাৰণতে মানুহে গুলপীয়া বা বগী ছোৱালী বুলি কোৱাৰ সলনি নীলনয়না বুলিয়েই কয়, কিন্তু প্ৰমীলাই সদায় সেই গুলপীয়া বৰণৰ বুলিয়েই উল্লেখ কৰে।

প্ৰমীলাৰ গাৰ বৰণ ক'লা, সেইলৈ তাইৰ মনত এটা হীনমন্যতাবোধ আছে সঁচা, কিন্তু সেই কথটো লৈ তাইৰ তীব্ৰ সচেতনতা বোধটো এতিয়া বিদেশিনীয়ে জগালেও, সি কিন্তু অংকুৰিত হৈছিল বহুত আগতেই। অসীমৰ লগত তাইৰ বিয়াৰ তিনি বছৰ পিছতে বিয়া হৈছিল জয়ন্তৰ। জয়ন্ত ককায়েকৰ দৰে মাকৰ ভাষাত 'লায়েক' নহ'লেও সিয়ো জিএমচিত এনফ'ৰ্চমেণ্ট অফিচাৰৰ চাকৰি কৰে আৰু দৰমহাতকৈ বেছি টকা বাহিৰাকৈ আয় কৰে। সেই টকালৈ চায়ে বোধহয় মোটামুটি ভাল পৰিয়ালৰ সুন্দৰী, বগী ছোৱালী এজনী তালৈ যচা হৈছিল আৰু ভায়েকৰ বিয়াৰ আগতে ভায়েকৰ লগত প্ৰমীলাক লৈ ভাবী কইনা চাবলৈ গৈ ঘৰলৈ উভতি আহি অসীমে ওপোৰ সলাই সলাই ঘৈণীয়েকলৈ চাই হাঁহি এটা মাৰি কৈছিল—'আমাৰ জোনে (জয়ন্তৰ ঘৰত মতা নাম জোন) জোনৰ বৰণৰ কইনা এজনীয়েই পাব দিয়া।'

সিদিনা প্ৰমীলাই লগে লগেই কোনো উত্তৰ দিয়া নাছিল, দিব পৰা নাছিল। তাৰ পিছত লাহেকৈ মন্তব্য দিছিল— 'আৰু তুমি পালা অমাবস্যাৰ ৰাতিৰ ঘোৰ ক'লা ৰঙৰ নহ'লেও প্ৰায় তেনে ৰঙৰে কইনা এজনী—।'

পিছে অসীমে তাইৰ সেই কথা গাতেই লগোৱা নাছিল— হাঁহি হাঁহি তাইক মৰমৰে ওপচাই দি কৈছিল 'কিন্তু জোনৰ ৰঙৰ তলত যদি আঁউসীৰ আন্ধাৰ লুকাই থাকে? মোৰ অমাবস্যাজনীৰ ভিতৰখন যে জোনাকেৰে ভৰা।'

কথাটো কিন্তু অসীমে মনে-প্ৰাণে বিশ্বাস কৰিয়েই কৈছিল, দেউতাকৰে কেৱল নহয়, জীয়েক প্ৰমীলাৰো আছিল ঐশ্বৰ্য, এজনী ছোৱালীক সৰ্বগুণসম্পন্না বুলি ক'লে যি ছবি ভাহি উঠে— সেই ছবিৰে যেন জীৱন্ত প্ৰতিমূৰ্তি প্ৰমীলা, প্ৰকৃত ঐশ্বৰ্যশালী। অতি মৰমিয়াল, অতি সহানুভূতিশীল মনৰ ছোৱালীজনী পঢ়া-শুনাতো চোকা, ঘৰুৱা কামতো চোকা— তাইৰ ৰন্ধা-বঢ়াত চখ, চিলাই-পাতিত চখ, বাগানত চখ, এই পৃথিৱীৰ যেন সকলোৰে প্ৰতি তাইৰ হেঁপাহ, সকলোৰে প্ৰতি ভালপোৱা, সকলো ভাল কথাতে অনাবিল আনন্দেৰে ভৰা হাঁহি মুখ। ঘৰখনৰ সকলোৰে সুখ-দুখৰ প্ৰতি তাইৰ সজাগ দৃষ্টি— কোনে কি খাই ভাল পায়, কাৰ কি প্ৰয়োজন, কাৰ কোন সময়ত ক'লৈ যোৱাৰ সময়— সকলো যেন তাইৰ নখ দৰ্পণত আৰু সেই অনুযায়ী সকলোৰে যথা সময়ত প্ৰস্তুতি।

প্ৰমীলাক বিয়া দি লগত দিয়া বয়-বস্তুৰ পাহাৰৰ কথাত তাইৰ মাকে তাইৰ শাহুৱেকক কৈছিল— 'মানুহে কয় জীৰ লগত লক্ষ্মীৰ ভাণ্ডাৰ দিছো, কিন্তু সেয়া সামান্য বস্তু— আমি আমাৰ ঘৰৰ লক্ষ্মীজনীকে উলিয়াই আপোনালোকক গতাই দিলোঁ।

বিয়েনীয়েকে যে শতকৰা এশ ভাগেই সঁচা কথাই কৈছিল, তেওঁলোকে যে সঁচাকৈয়ে এজনী লক্ষ্মী বোৱাৰীয়েকক পালে সেই কথা অসীমৰ পৰিয়ালটোৱে তাৰ বিয়াৰ কিছুদিনৰ পিছতে গম পাইছিল। শহুৰেক-

শাহুৰেক, দেওৰেক (জয়ন্তৰ বাহিৰেও অনন্ত নামৰ প্ৰমীলাৰ আন এজন দেওৰেকো আছে), নন্দেক আটাইকে সুখী কৰিছিল প্ৰমীলাই। গিৰীয়েকৰতো কথাই নাই—তাৰ প্ৰশংসা, প্ৰেম-ভালপোৱাৰে প্ৰমীলাক সপ্তম স্বৰ্গতহে ৰাখিছিল। কিন্তু তাৰ পিছতো অভাৱনীয়ভাৱে তাইৰ এনেকৈ স্বৰ্গচ্যুতি হ'ব, সেই কথানো তাই কল্পনাও কৰিব পাৰিছিল নে, এনেকৈ বিনামেঘে যে বজ্ৰপাত হ'ব সঁচায়ে সেই কথা তাইৰ সপোনৰো অগোচৰ আছিল।

অসীম বিদেশলৈ পঢ়িবলৈ যোৱাটোৱে কাল হ'ল। বৰ হেঁপাহ আছিল তাৰ এম আৰ চি পি এফ্ আৰ. চি এছ্ বা তাত ইন্ধন যোগালে শহুৰেকেও, জোঁৱায়েক বিলাতলৈ যাব, তেওঁৰ টকা-পইচাৰ অভাৱ নাই, ছোৱালী দুজনীৰ বাহিৰে তেওঁৰ অগাধ সম্পত্তিতো খাওঁতা নাই, সেই সম্পত্তিৰো এটা অংশ জোঁৱায়েকৰ উচ্চ শিক্ষাত ব্যয় হ'লে তেওঁৰ মনে বৰ তৃপ্তি পাব।

অসীম বিদেশলৈ যোৱাৰ সময়ত ৰুণীৰ মাত্ৰ দুবছৰ হৈছিল। গিৰিয়েক তেনেকৈ সাত সাগৰ তেৰ নৈৰ পাৰলৈ পঢ়িবলৈ যোৱাত দুই পৰিয়ালৰ ভিতৰত আনন্দ-গৌৰৱৰ লগতে দুখো মিহলি হৈ আহিছিল আৰু তাৰ মাজত আটাইতকৈ বেছিকৈ হিয়া ভাগি গৈছিল প্ৰমীলাৰে, কিন্তু তাই বাহিৰত সেইটো প্ৰকাশ কৰা নাছিল, গিৰীয়েকৰ উচ্চাকাংক্ষা, সুখৰ সন্ধান একোতেই তাই প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিব খোজা নাছিল। গিৰীয়েকেই তাইৰ অকথিত মনোবেদনা বুজি পাইছিল আৰু কৈছিল—

'পমি, (সেইটো আছিল প্ৰমীলাৰ ঘৰত মতা নাম) মোৰ জানো তোমালোকক এৰি থৈ যাবলৈ ভাল লাগিছে? কিন্তু আমি মতা মানুহ, কেৰিয়াৰটোও আমাৰ ডাঙৰ কথা— আৰু মোৰ বাবেইতো অকল সেই কেৰিয়াৰ নগঢ়োঁ, তোমালোকৰ সকলোৰে বাবে গঢ়িম, তোমাৰ, মাজনীৰ আৰু ঘৰখনৰ বাকীবোৰৰ বাবেও। সকলোকে— বিশেষকৈ তোমাক আৰু অকণমানিজনীক এৰি থৈ যাবলৈ মোৰ যে মনৰ ভিতৰত কি হাহাকাৰৰ সৃষ্টি হৈছে তাক অকল মইহে জানো, কিন্তু এফালে উচ্চাকাংক্ষায়ো মোক প্ৰবলভাৱে টানি আছে। সৰুৰে পৰা মোৰ বিদেশলৈ গৈ পঢ়া-শুনা কৰাৰ সপোন আছিল, এতিয়া এই সুবৰ্ণ সুযোগ পাই কেনেকৈ এৰোঁ কোৱাচোন? ... কিন্তু তুমি চিন্তা নকৰিবা, এবছৰমান যাওক, মই তাত থিতাপি লওঁগৈ, ৰুণীও অলপ ডাঙৰ হওক, তোমালোককো তালৈ লৈ যাম, তেনেকৈ বহুতে পিছত পৰিয়ালক লৈ যায়। বেজাৰ নকৰিবা সোণজনী, এটামান বছৰ ধৈৰ্য ধৰা, মোৰ ওপৰত বিশ্বাস ৰাখা, তোমালোকক কিবাকৈ লৈ যামেই যাম—।'

প্ৰমিলাই এবছৰ কিয়, দুবছৰমানো ধৈৰ্য ধৰিছিল, গিৰীয়েকৰ ওপৰত বিশ্বাস ৰাখিছিল, কিন্তু সেই বিশ্বাস সি যে এনেকৈ নিঃকৰুণভাৱে ভঙ্গ কৰিব তাকনো তাই কেতিয়াবা কোনো দুঃস্বপ্নতো দেখা পাইছিলনে?

অসীম বিদেশত এবছৰমান থকাৰ পিছতে তাৰ এই দেশী 'সোণজনী' তাৰ কাষলৈ যোৱাৰ আশা স্তিমিত হৈ গ'ল। অহকাণে পহকাণে প্ৰমীলাইতে শুনিবলৈ ধৰিলে যে সি তাত এজনী বিদেশী 'ডাৰ্লিঙ'ৰ লগতহে বৰ হলিগলি কৰিব ধৰিছে, প্ৰমীলাৰ পৰিৱৰ্তে তাইহে বেছি কাষ চাপি গৈছে অসীমৰ।

প্ৰমীলাই গিৰীয়েকৰ এই 'পৰনাৰীগামী' খবৰটো শুনাৰ লগে লগে স্বগতোক্তি কৰিছিল—'মইতো মনে মনে ইয়াকেই ভয় কৰিছিলোঁ, মই ক'লীজনীক পাহৰি তেওঁ তাত কোনোবা গুলপীয়া সুন্দৰীৰ জালত পৰিব...।'

অসীমৰ প্ৰথমতে চিঠি-পত্ৰ কমি আহিবলৈ ধৰিলে ( সি প্ৰমীলালৈ ফোন নকৰি বেছিকৈ চিঠিয়েই লিখিছিল আৰু সেই প্ৰেমপত্ৰবোৰ পঢ়ি পুলকত, সুখত, গৌৰৱত উথলি উঠা প্ৰমীলাৰ সেই 'প্ৰাণৰ পমি' সম্বোধনেৰে লিখা চিঠিবোৰ মূৰতে থ'বনে বুকুতে থ'ব— অৰ্থাৎ আদৰৰ সন্তানক যেনেকৈ মাটিত থ'লে পৰুৱাই খায়, মূৰত থ'লে ওকণিয়ে খায়— তেনে অৱস্থাই হৈছিল। আজিকালিতো মানুহৰ বাকচৰ কাৰবাৰ নোহোৱাই হ'ল— ৱাৰ্ডোবতে কাপোৰ-কানি থোৱাৰ ব্যৱস্থা হ'ল, গতিকে প্ৰথমতে প্ৰমীলাই শেল্ফ্‌টোৰ তলত সেই চিঠিবোৰ থোৱা হ'ল— দিনটোত কেইবাৰ যে চিঠিবোৰ উলিয়াই পঢ়িছিল তাই। তাৰ পিছত চিঠিৰ পৰিমাণ বাঢ়ি যোৱাত সেইবোৰ বাণ্ডিল এটা কৰি এডাল গুলপীয়া ৰিবন কিনি আনি (জীয়েকক ক'লে কি হ'ব—তাইৰো যে সেই ৰংটো প্ৰিয় আছিল— ভয়ঙ্কৰ, ভয়ঙ্কৰ, ভয়ঙ্কৰ গুলপীয়া ৰং) তাৰে ধুনীয়াকৈ বান্ধি ৱাৰ্ডোবৰ গহণা থোৱা ড্ৰয়াৰটোতে আলফুলকৈ সুমুৱাই থৈছিল, অৱশ্যে তাত সৰু-সুৰা দুই-এপদ অলঙ্কাৰৰ বাহিৰে আন গহণা নাছিলেই, সকলোবোৰ বেংকৰ লকাৰত সুমুৱাই থোৱা হৈছে। কিন্তু এতিয়া অসীমৰ উজাৰি দিয়া ভালপোৱাৰে সিক্ত সেই চিঠিবোৰে তাইৰ মনত সেই ড্ৰয়াৰত সমস্ত অলঙ্কাৰ থাকিলেও যিমান মূল্যবান হ'লহেঁতেন তাতকৈ বহু বেছি মূল্যবান কৰি তুলিছিল।

ৱাৰ্ডোবৰ সেই ড্ৰয়াৰ ক্ৰমে অধিক চিঠিৰে ভৰি পৰিল, সি আৰু বেছি মূল্যবান হৈ উঠিল। আৰু তাৰ

পিছত এদিন সেই অন্ধকাৰ সময় আহিল, চিঠি কমি আহিল, কমি কমি এদিন নহাই হ'ল— এ্ কমবে কমি আহিল অসীমৰ প্ৰেম, তাৰ ক'লী পমিজনীও তাৰ মনৰ দিগন্তৰ পৰা ক্ৰমে নোহোবা হৈ এদিন অসীম অনন্তত বিলীন হৈ গ'ল আৰু তাৰ ঠাই ল'লে পলিন ডাৰ্লিঙেহে (বিধাতাটোৰ কিযে ৰসিকতা, পমি-প্ৰমীলাৰ নামৰ লগ মিলা ছোৱালী এজনীহে অসীমে বিচাৰি পাব লাগেনে?)

বিদেশলৈ যোৱাৰ দুবছৰৰ মূৰত অসীমে তাৰ সকলোবোৰ কথা ঘৰলৈ জনাই দিছিল— গভীৰ খেদ প্ৰকাশ কৰিছিল, তাৰ অসায়তাক দোহাৰিছিল, সকলোৰে ওচৰত ক্ষমা বিচাৰিছিল— বিশেষকৈ বাৰে বাৰে ক্ষমা বিচাৰিছিল প্ৰমীলাৰ ওচৰত। অৱশ্যে সি প্ৰমীলাক এতিয়াই ডাইভোৰ্চ দিব খোজা নাই, পলিনৰ লগত সি 'লিভিং টুগেডাৰ'হে কৰি আছে, ডিগ্ৰী লোৱাৰ পিছত চাকৰি-বাকৰিৰ সংস্থান হ'লে সেই সাংসাৰিক কথাবোৰ ভবা যাব। শেষত সি কণীৰ কথা লিখিছে, তাইক এৰি যাবৰ সময়ত কণমানি ছোৱালীজনীয়েতো বাপেক কি বস্তু ভালকৈ গমেই পোৱা নাছিল, গতিকে তাৰ অভাৱ তাই নিশ্চয় অনুভৱ নকৰে, তাৰ বাবে এতিয়াতো ককাক আৰু খুড়াকহঁতহে বাপেকতকৈ বেছি আপোন (আৰু তুমিও যে তাইৰ অভাৱ অনুভৱ নকৰা—সেই কথাটোও সমানে সঁচা, এতিয়া পলিনৰ যি সন্তান জন্ম হ'ব— সেই সন্তানেই হ'ব তোমাৰ কণীতকৈ বেছি আপোন— বাহিৰত শিলৰ মূৰ্তিৰ দৰে অলৰ-অচৰ হৈ থকা প্ৰমীলাই তাইৰ হৃদয়-মন বেদনাত ক্ষত-বিক্ষত হৈ থকা অৱস্থাত অসীমৰ চিঠি পঢ়ি পঢ়ি তেনেকৈ স্বগতোক্তি কৰিছিল)। অসীমৰ সেইখন চিঠিৰ পিছত আৰু কোনোধৰণৰ চিঠি-পত্ৰ অহা নাছিল, সিহঁতৰ ফালৰ পৰাও কোনো যোগাযোগ ৰখাৰ চেষ্টা হোৱা নাছিল, মাক-বাপেকে তাক মৰা বুলিয়ে ধৰিলে। তাৰ পিছৰ পৰাই প্ৰমীলাৰ গুলপীয়া ৰংটো অসহ্য লগা হৈছিল। এটা বছৰ বাগৰি গৈছিল, সময়ে পলস পেলায়, মানুহৰ অন্তৰৰ ঘাতো প্ৰলেপ পৰে — প্ৰমীলাৰো পৰিছিল, অসীমৰ মাক-দেউতাকৰো পৰিছিল, তথাপি এনে কিছুমান ঘা থাকে যি শাৰীৰিক নহয়— মানসিক, অন্তৰক আক্ৰান্ত কৰা ঘা, তাৰ ওপৰত প্ৰলেপ পৰিব পাৰে কিন্তু সি নিৰাময় নহয়।

আৰু নিৰাময় হোৱা হ'লে প্ৰমীলাই জীয়েকৰ গুলপীয়া ৰঙৰ পছন্দৰ কথা লৈ ইমান হুলস্থূল নকৰিলেহেঁতেন, গালে-মুখে পাউডাৰৰ প্ৰলেপ সানি বগা হোৱাৰ চেষ্টাক লৈ এনে ৰণচণ্ডী মূৰ্তি নধৰিলেহেঁতেন।

যি হওক, শাহুৱেকৰ বাবে চিলাই থোৱা চাদৰ পেলাই থৈ প্ৰমীলা উঠি গৈ পাউডাৰৰ টেমা পেলাই জীয়েকৰ পাউডাৰ প্ৰলেপেৰে বগা কৰা জীয়েকৰ গালত প্ৰমীলাই ইমান জোৰে চৰ মাৰিছিল যে পাউডাৰৰ ৰং ভেদি জীয়েকৰ গালত আঙুলিৰ দাগ বহি গৈছিল আৰু কণীয়ে পৰিত্ৰাহি চিঞৰিছিল। তেতিয়া প্ৰায় লগে লগেই তাইৰ আইতাক ক'ৰবাৰ পৰা একপ্ৰকাৰ দৌৰি আহিছিল আৰু ফেঁকুৰি থকা নাতিনীয়েকক গাৰ ফালে টানি নি আদৰ কৰি সুধিছিল- - 'মোৰ আইজনীৰ কি হ'ল অ'? এনেকৈ কান্দিছ কিয়?' চেনেহৰ নাতিনীয়েকৰ তেতিয়া আইতাকৰ আদৰসনা মাতত, স্পৰ্শত শোক যেন আৰু বেছি উথলি উঠিছিল, গতিকে তাইৰ উচুপনি আৰু বেছি বাঢ়িছিল।

'মাই মোৰ গালত ইমান জোৰকৈ মাৰিছে— এতিয়াও চেকচেকাই আছে।'

নাতিনীয়েকে ইংৰাজী স্কুলত পঢ়িলেও ককাক-আইতাক মাকৰ নিভাঁজ অসমীয়া তত্বাৱধানত সাৱধানে প্ৰতিপালিত হৈ অহা বাবে এতিয়াৰ ল'ৰা-ছোৱালীৰ বাবে আচহুৱা হৈ পৰা বহু শব্দই কণীয়ে তাইৰ কথা-বতৰাত ব্যৱহাৰ কৰে।

প্ৰমীলাৰ শাহুৱেকে নাতিয়েকৰ গাললৈ চাই চিঞৰি উঠিছিল—'আই ঐ মোৰ কলিজা ডুখৰিকনো তুমি এনেকৈ মাৰিব লাগেনে, তাইনো ইমান দোষ কৰিলেনে যে এনে নিৰ্দয়ভাৱে চৰিয়াব লাগে? মাক হৈ কোনোবা এনে কঠুৱা অন্তৰৰ হ'ব পাৰেনে? বাপেক নোহোৱা ছোৱালীজনীক ক'ত মৰম-চেনেহেৰে আতোলতোল কৰি ৰাখিবা, নাই তুমি তাইক সতীয়া মাকজনীয়ে তেজীমলাক অত্যাচাৰ কৰাৰ দৰেহে অত্যাচাৰ কৰিবলৈ আৰম্ভ কৰিছা... হ'ল কি তোমাৰ?...'

বোৱাৰীয়েকক আৰু দুটামান টান কথা শুনাই নাতিনীয়েকক গালে-মুখে হাত ফুৰাই চেনেহৰ মৌ বৰষা মাতেৰে ওপচাই আইতাকে তাইক মাকৰ কোঠালীৰ পৰা কোলাত উঠাই লৈ গ'ল।

সাধাৰণতে প্ৰমীলাক শাহুৱেকে খং কৰা, সমালোচনা কৰা, গালি পৰা— এইবোৰ একোকেই নকৰে, কৰাৰ প্ৰয়োজনো নহয়, তেওঁ জানে যে বৰ ভাগ্যৰ বলতে তেওঁ এনে এগৰাকী লক্ষ্মী বোৱাৰী পাইছে, সেই বোৱাৰীয়েকে কোনো দিনেই এনে কাম কৰা নাই যাৰ বাবে তাইক খং কৰাৰ প্ৰয়োজন হয়, বিশেষকৈ জয়ন্তই বিয়া কৰোৱাৰ পিছত সেইজনী শাহু-শহুৰ নমনা বোৱাৰীয়েকৰ তুলনাততো তেওঁৰ ডাঙৰ বোৱাৰীয়েকক আচলতেই সাক্ষাৎ লক্ষ্মী যেন

লাগিছিল। তেওঁৰ অন্তৰ ক্ষোভত ভাগি পৰে যেতিয়া ভাবে যে— এনেহেন দেৱীস্বৰূপা ছোৱালীজনীক তেওঁৰ কুলাংগাৰ ল'ৰাটোৱে এনেকৈ বিসৰ্জন দিলে। আৰু বিসৰ্জনো কেনেকুৱা বিসৰ্জন, প্ৰতিমাবোৰক ঢাক বজাই সসম্মানে পানীত বিসৰ্জন দিয়াৰ দৰে ঘৈণীয়েকৰ মৃত্যু হ'লে (ভগৱানে নকৰক!) শিৰত, কপালত সেন্দূৰৰ ৰেখা আঁকি, ফোঁট পিন্ধাই শ্মশানত মানে-মৰ্যাদাৰে চিতাত দাহ কৰাৰ লেখীয়া বিসৰ্জনতো নহয়, একেবাৰে ৰাস্তাৰ দাঁতিত পেলাই থৈ যোৱা, খেৰৰ জুমুধি ওলাই পৰা অনাদৃত প্ৰতিমাবোৰ বিসৰ্জন দিয়াৰ দৰেই দেখোন অৱস্থা কৰিলি! কটা নিধক কুলাংগাৰ ক'ৰবাৰ, এনে এটা দানৱ হোৱাৰে শিক্ষা দি তোক তুলি-তালি খুটি খাব পৰা কৰিলোঁনে? পিছে উচ্চ-শিক্ষা (তেনে উচ্চ-শিক্ষাৰ মুখত থুই পেলাওঁ।) ল'বলৈতো সেইবগী কুহকিনীৰ দেশলৈ শহুৰে পইচাৰে ঢাপলি মেলিছিলি— ইস্ সি লেখিছে চোৱা— প্ৰমীলাৰ দেউতাকৰ প্ৰতিটো পাই-পইচা ওভতাই দিম'—, অ' আগতে মৌচাকৰ সকলো মৌ চুহি খালি, এতিয়া মৌবোৰক ঘৰছাড়া কৰি শূন্য চাকত মৌ ভৰাব যাব— কটা খাই পাত ফলা পাষণ্ড ক'ৰবাৰ ..... সি হিয়াহীন দানৱৰ অকশমানী জীয়কজনীলৈ মনত নপৰে নে?........

জয়ন্তৰ ঘৈণীয়েকে বিয়া হোৱাৰ এবছৰ পিছতে ঘৰ ভাঙিলে, এই পুৰণিকলীয়া ঘৰটোত ইমান মানুহেৰে তাই ঠেলা-হেঁচা কৰি থাকিব নোৱাৰে, তদুপৰি এইখন বদনামী ঘৰত থাকিলে তাইৰ গৰ্ভলৈ যি সন্তান আহিছে তাৰ অমংগল হ'ব, সি জ্ঞান হোৱাৰ পিছত কটাব লগাব এজনী স্বামী পৰিত্যক্তা বৰমাকৰ লগত, পিতৃ পৰিত্যক্তা বায়েকৰ লগত— নাইঅ'নাই, কোনোপধ্যেই তাই এইখন আনন্দহীন, অশুভ, অমংগলীয়া ঘৰত সন্তানক জন্ম দিব নোৱাৰে, ডাঙৰ কৰিব নোৱাৰে। ঘৈণীয়েকৰ কথা মতেই জয়ন্তই গুৱাহাটীতে এটা নতুন আটকধুনীয়া ফ্লেট কিনিলে— ভেটিখোৰটোৰ পইচাৰতো অভাৱ নাই— মাকৰ মন্তব্য আৰু জয়ন্ত ঘৈণীয়েক আৰু ভাবী সন্তানৰ লগত বিয়াৰ এবছৰ পূৰ নহওঁতেই পৈত্ৰিক ঘৰ ত্যাগ কৰি নতুন ফ্লেটলৈ গুচি গ'ল।

মাকৰ পৰা বিদায় ল'বলৈ অহাৰ পৰত তেওঁ কেৱল পুতেকক বিকৃত মুখ কৰি ক'লে— 'মেম ঘৈণীয়েৰৰ আঁচলত ধৰি জহন্নাম বা য'লৈ যাব যা, ডাঙৰটোৱেইতো বগী তিৰোতাৰ ভৰি চেলেকি দাস হৈ পৰাৰ বাট চিনাই দি গৈছে, তই নিধকে ককায়েৰৰ খোজত খোজ মিলাই আৰু আগ নাবাঢ়িবিনে..... উস ভগৱান, মোকনো গান্ধাৰীৰ দৰে এনে কুলাংগাৰ পুত্ৰৰ মাতৃ হোৱাৰ অভিশাপ দি এই পৃথিৱীলৈ কিয় পঠালা .....।

ইয়াৰ পিছত প্ৰমীলাৰ শাহুৱেকৰ তাইৰ প্ৰতি মৰম, সহানুভূতি যেন আৰু শতগুণে উথলি উঠিছিল, কিন্তু এইহেন বোৱাৰীয়েকক আজি তেওঁ কিছু ককৰ্থনা কৰিলে। পিছে কি কৰিব, ৰুগী যে তেওঁৰ প্ৰাণৰো প্ৰাণ, পিতৃয়ে ত্যাগ কৰা, খুৰাক-খুৰীয়েকে এৰি যোৱা হতভগীয়া ছোৱালীজনীয়ে সামান্য দুখ পোৱাটোও যে তেওঁৰ প্ৰাণে সহিব নোৱাৰে।

ইয়াৰ পিছত আৰু দুবছৰ পাৰ হৈ গৈছিল, এবছৰ আগতে তেওঁৰ স্বামীয়েও এই সংসাৰ এই পৃথিৱী এৰি গ'ল! এতিয়া ঘৰখনত পুৰুষ বুলিবলৈ একমাত্ৰ প্ৰাণী আছে দিগন্ত, ঘৰখনৰ আটাইতকৈ সৰু ল'ৰা। অসীমৰ পিছতেই ছোৱালী এজনীও আছে, তাইৰ অসীমৰ বিয়াৰ আগতেই বিয়া হৈ গৈছিল আৰু সেইটোৱে প্ৰমীলাৰ শাহুৱেকে ল'ৰা-ছোৱালীবোৰৰ পৰা নোপোৱা সুখৰ মাজতো এচেৰেঙা কেঁচা ৰ'দ বুলি ভাবিছিল— যি তেওঁৰ 'বন্ধ ঘৰটোৰ' ফাঁকেৰে কেনেবাকৈ সৰকি সোমাইছিল। ভাগ্যে ছোৱালীজনীৰ আগতেই বিয়া হৈ গ'ল, নহ'লেনো এনে বদনামী ককায়েকৰ ভনীয়েকক কোন 'হতভগীয়া'ই বিয়া কৰিলেহেঁতেন, যেন দুশ্চৰিত্ৰৰ ভনীয়েকো দুশ্চৰিত্ৰাই হ'ব— এই ভাবিয়েই তাই এৰা নপৰিলহেঁতেন নে?

হয়, নাৰীপ্ৰধান এই ঘৰখনত বৰ্তমান একমাত্ৰ পুৰুষপুংগৱ হ'ল দিগন্ত। সি এইবাৰ হায়াৰ ছেকেণ্ডাৰী পৰীক্ষা দিব, তাৰ পিছত দিল্লী-পুনে-বাংগালোৰ, ক'ৰবালৈ নহয় ক'ৰবালৈ পঢ়িবলৈ যাবলৈ বৰ মন। তাৰ লগৰ বেছিভাগ মেধাবী ল'ৰাই উচ্চ শিক্ষাৰ বাবে অসমৰ বাহিৰলৈ যাব, নগৈনো কৰিব কি, অসমত থাকিলে সহজতে কেৰিয়াৰ গঢ়ি তুলিব নোৱাৰি— এনে যে পিছ পৰি আছে ৰাজ্যখন— বাহিৰত কত ধৰণৰ সুযোগ-সুবিধা ওলায়।

দিগন্তই এনে ধৰণৰ কথাবোৰ কৈ কৈ (ঘাইকৈ সি বৌৱেককহে কয়) নিজৰ ভৱিষ্যতৰ বাট মোকলোৱাৰ চেষ্টা কৰি থাকে, প্ৰমীলাই সস্মিত হাঁহিৰে কয়— 'যাবা যাবা ৰিজাল্টটো ভাল কৰা ......।'

পিছে বৌৱেকক কোৱা এই কথাবোৰ মাকৰ কাণত পৰিলে তেওঁ ভেকাহি মাৰি উঠে— 'যা যা, তয়ো ককায়েৰৰ দৰে বাহিৰৰ এজনীক পাকৰাও কৰগৈ যা, আজিকালি আমাৰ অসমৰ ল'ৰা-ছোৱালীহঁতে বিলাত-আমেৰিকা পাবই নালাগে অসমৰ পৰা দুখোজ বাহিৰত ওলালেই বেটা-বেটীহঁতে একো একোজন 'লাভাৰ' যোগাৰ কৰি লয়, পঢ়িবলৈ নগৈ যেন বৃন্দাবনত লীলা-খেলা কৰিবলৈহে যায় ..... পিছে তোক বাহিৰত পঢ়াৰ খৰচ কোনে দিব? বাপেৰেও মোক

এই ভৱ সংসাৰত অকলেই সকলো জ্বালা-যন্ত্ৰণা সহিবলৈ অকলশৰীয়াকৈ এৰি গ'ল, দুই ককায়েকৰ হতশ্ৰী তিৰীৰ পাছে পাছে লৌৰিতো সিহঁতক এই এই পৃথিৱীৰ পোহৰ দেখুওৱা ঘৰখনলৈকো ঘূৰিকে নোচোৱা হ'ল— নৰাধম, কুলাংগাৰহঁত— তয়ো আগতে বৰ ককায়েৰৰ দৰে কোনোবা চহকীৰ জীয়ৰী এজনীক ইয়াতেই পাকৰাও কৰি তহঁতৰ বাপেকৰ ধনেৰে পঢ়িবলৈ যা না, আৰু তাৰ পিছত সেইজনীক লেং মাৰি থৈ তাৰ আন এজনী ধৰগৈ .....।'

পিছে মাকৰ এইবোৰ গালি সম্পূৰ্ণকৈ শুনাৰ আগতেই দিগন্তই সেই ঠাই এৰি পলাই পত্ৰং দিয়ে আৰু সেই দৃশ্য দেখি সংস্কৃতত এম এ পাছ কৰা প্ৰমীলাই শাহুৱেকে নেদেখাকৈ গোপন হাঁহি এটা মাৰি স্বগতোক্তি কৰে— যঃ পলায়তি সঃ জীৱতি ....।

সংস্কৃতত এম এ পাছ কৰা প্ৰমীলাই উচ্চতৰ মাধ্যমিক স্কুল এখনত বিষয় শিক্ষয়িত্ৰী হিচাপে চাকৰি কৰে। (শহুৰেকৰ অবিহনে, থাকিও নথকাৰ দৰে হোৱা দুই উপাৰ্জনকাৰী পুত্ৰৰ আৰ্থিক সহায়ৰ অবিহনে, এতিয়া এই সংসাৰখন প্ৰমীলাৰ উপাৰ্জনেৰেই চলে)। সেই সংস্কৃত কাব্যৰ ৰসেৰে সিক্ত প্ৰমীলাই বিদেশলৈ যোৱা স্বামীক প্ৰথম অৱস্থাত লেখা চিঠিত লেখিছিল— 'এই যুগত এৰোপ্লেনে চিঠিপত্ৰ বিলোৱাৰ সুবিধাই আমাক কিমান ভাগ্যবান কৰিছে ভাবাচোন? নহ'লে তাহানিৰ যুগ হোৱা হ'লে তুমিতো ৰামগিৰি পাহাৰত বহি বিৰহী যক্ষৰ দৰে আকাশৰ নতুন মেঘলৈ চাই এইদৰে ভাবিলাহেঁতেন যে হয়তো এই মেঘেই দূত হৈ অলকাপুৰীত থকা প্ৰিয়াৰ ওচৰলৈ বাৰ্তা বহন কৰি নিব পাৰিব। কিন্তু বিৰহী যক্ষই পাহৰি গৈছিল যে মেঘ অচেতন— কিন্তু অচেতন প্লে'নক চেতন কৰি তুলিছে বিজ্ঞানে আৰু তাৰ ফলতে আমি এই যুগৰ যক্ষ আৰু যক্ষ-প্ৰিয়াই নিজৰ প্ৰাণৰ বাৰ্তা সুকলমে পঠাব পাৰিছোঁ।

এতিয়া সেই দিনবোৰৰ কথা ভাবিলে প্ৰমীলাই এক অনামী জ্বালাত চটফটাই মৰে, তাই পাহৰিব সেই দিনবোৰৰ কথা, পাহৰিব খোজে অসীমৰ কথা, পাহৰিব খোজে তাই গুলপীয়া ৰঙৰ বিদেশিনী প্ৰিয়াৰ কথা— সকলো কথাই তাৰ পাহৰিব খোজে আৰু ভগবানক আকুল প্ৰাৰ্থনা কৰে— 'হে প্ৰভু, মোৰ সেই স্মৃতিবোৰ সম্পূৰ্ণভাৱে মনৰ পৰা মচ খুৱাই পেলোৱা মধুৰ স্মৃতি, প্ৰেমৰ স্মৃতি, সুখৰ স্মৃতি সকলো .... সকলো...।

কিন্তু পাহৰিব খুজিলেই জানো পাহৰিব পাৰি? তাইৰ ক্ষত-বিক্ষত হৃদয়ে পাহৰিব নিদিয়ে, ভাগ্যই পাহৰিব নিদিয়ে আৰু পৰিস্থিতি তথা কণীৰ অস্তিত্বয়ো তাইক পাহৰিব নিদিয়ে— কি হ'ব এই ছোৱালীৰ ভৱিষ্যৎ।

তাৰ পিছত এদিন হঠাতে অসীমৰ চিঠি আহিছিল, দীঘলীয়া চিঠি, আকুলতা ভৰা চিঠি. বাৰে বাৰে প্ৰমীলাক ক্ষমা প্ৰাৰ্থনা কৰা চিঠি। আচলতে অন্তৰৰ অন্তস্থলীৰ পৰা তাইকেই সি সদায় ভাল পাই থকা বুলি পতিয়ন নিয়াব খোজা চিঠি, হিয়াৰ মণিকূটত যে তাইৰ দেৱী-সদৃশ মোহন মূৰতি খোদিত হৈ আছে তাকেই বাৰে বাৰে প্ৰতিশ্ৰুতি দি বিশ্বাস কৰাব খোজা চিঠি। সি লেখিছিল যে আচলতে পলিনক সি সঁচাকৈ ভাল পোৱা নাছিল, স্ত্ৰী-কন্যাৰ পৰা আঁতৰত থকাৰ ফলত তাৰ মনত যি জ্বালাময় নিঃসংগতাবোধৰ জন্ম হৈছিল তাক যেন পলিনৰ প্ৰেমময় সাহচৰ্যই আঁতৰাই ৰাখিব পাৰিছিল আৰু তাৰ ফলতেই তাইৰ প্ৰতি জন্ম হোৱা মোহকে সি ভুলকৈ প্ৰেম বুলি ভাবিছিল; কিন্তু এতিয়া তাৰ মোহচ্যুতি ঘটিছে আৰু পলিনৰ স'তে বিচ্ছেদো ঘটিছে। এতিয়া সি পুনৰ প্ৰমীলাৰ ওচৰলৈ উভতি আহিব খোজে, অৱশ্যে সি জানে যে তাৰ অপৰাধৰ সঁচায়ে কোনো ক্ষমা নাই, কিন্তু মনে যে এই ক্ষীণ আশাও ত্যাগ কৰিব নোখোজে যে প্ৰমীলাৰ দৰে এজনী দেৱী-সদৃশ তিৰোতাই তাক সম্পূৰ্ণ ক্ষমা কৰিব নোৱাৰিলেও তাইৰ অন্তৰৰ মহানুভৱতা আৰু লগতে ঘৃণাৰভাবেৰে হ'লেও তাক অৱশেষত গ্ৰহণ কৰিব...।

গিৰীয়েকৰ চিঠি পোৱাৰ পিছত প্ৰমীলা গৈ গোসাঁইঘৰত সোমাই প্ৰভুৰ প্ৰতিমাৰ আগত প্ৰায় উবুৰি খাই পৰিছিল— হে প্ৰভু, মই এতিয়া কি কৰো তুমিয়েই কোৱা! অসীমৰ চিঠি পোৱাৰ পিছত প্ৰমীলাই যিমান আকুলতাৰে ভগবানক প্ৰাৰ্থনা কৰিব ধৰিলে সিমান আকুলতাৰে বোধহয় প্ৰথমবাৰৰ বাবে গিৰীয়েক আৰু পলিনৰ সম্পৰ্কৰ কথা শুনি সেই গিৰিয়েকক তাইৰ ওচৰলৈ ঘূৰাই আনি দিবলৈও কৰা নাছিল। পিছত অৱশ্যে সেই আশা ফলৱতী নোহোৱাত আৰু বছৰবোৰ বাগৰি যোৱাত দুখৰ চোক কিছু সহনীয় হোৱাত তাই আৰু তেনে প্ৰাৰ্থনা নকৰা হ'ল, এতিয়া গোসাঁইঘৰত সোমাই তাইকে তাই কণীৰ বাবেহে প্ৰাৰ্থনা কৰে। কিন্তু আজিৰ কথা সুকীয়া।

পিছে ভাগ্যৰ কি প্ৰহসন যে সেই অত বছৰ আগতে ভগবানক বিচৰা দান আজিহে তাই পাবলৈ ওলাইছে, আজিহে, যেতিয়া স্বামীৰ লগত বিচ্ছেদৰ বেদনা কিছু সহনীয় হৈ উঠিছে, ঈৰ্ষাৰ জুই কিছু প্ৰশমিত হৈ আহিছে। এতিয়া কিয় ভগবানে তাইক এই বিলম্বিত অনুগ্ৰহ দেখুৱাবলৈ ওলাইছে। ইয়াৰ উত্তৰ মোক দিয়া প্ৰভু। কিন্তু

তাইৰতো আজি আৰু সেই অনুগ্ৰহৰ প্ৰয়োজন নাই, অসীম তাইৰ ওচৰলৈ উভতি আহিব নালাগে, ইমান দিনে আন এজনী তিৰোতাক দেহ-মন অৰ্পণ কৰি থকা মানুহজনক তাই আৰু কেতিয়াও! গ্ৰহণ কৰিব নোৱাৰে কেতিয়াও সেই মানুহজনৰ প্ৰতি তাইৰ অন্তৰত আৰু কোনো প্ৰেমৰ অৱশিষ্ট নাই...। কিন্তু, কিন্তু সঁচাই নাইনে?

প্ৰমীলাই প্ৰশ্নৰ উত্তৰ বিচাৰি পাষাণ প্ৰতিমাৰ পৰা কোনো সঁহাৰি নাপাই তাৰ পৰা দৌৰি ওলাই গৈ এইবাৰ আন এক প্ৰায় পাষাণৰ মূৰ্তিয়ে ধাৰণ কৰা মানবীৰ ওচৰ পালেগৈ। নাই, নাই, তাইৰ আৰু এই মাটিৰ মূৰ্তিৰ ওপৰত আস্থা নাই, এই মূৰ্তিয়ে তাইক কোনোদিনে একো দিব নোৱাৰিলে, সৰুৰে পৰা সভক্তিৰে পূজা কৰি অহা এই অদৃশ্য ভগৱান অদৃশ্য হৈয়ে ৰ'ল, কোনোদিনেই কোনো বিপদৰ সময়ত তাইক দৰ্শন নিদিলে, সহায় নকৰিলে— কি লাভ বিপদত তাৰণ নকৰা এই মাটিৰ মূৰ্তিক ষোড়শোপচাৰেৰে পূজা কৰি। সেইজনাৰ পাষাণ হৃদয় নগ'লে ... কোনোদিনেই নগলে। ভক্তমতী প্ৰমীলাৰ ভগৱানৰ ওপৰত অভিমান পুঞ্জীভূত হৈ পৰিল।

'মা, মই এতিয়া কি কৰোঁ আপুনিয়ে কওক।' প্ৰমীলাই আকুলভাৱে শাহুৱেকৰ ভৰি দুখনতে হেঁচা মাৰি ধৰিলে। তাই যেন বলিয়া হৈ যাব, কি কৰে তাই এতিয়া।

এইবাৰ স্থানুবৎ হৈ থকা মানৱী মূৰ্তিৰ দুগালেদি সৰসৰকৈ চকুৰ পৰা লোতক বাগৰি আহিল। তেওঁৰ মাত থোকাথুকি হৈ ওলাল।

'মই কি কওঁ আই, তুমিয়ে ঠিক কৰিব লাগিব।'

প্ৰমীলাই মূৰ তুলি মানুহজনীৰ পিনে পূৰ্ণ দৃষ্টিৰে চালে আৰ লগে লগে তাইৰ মনেৰে বিজুলী চমকেৰে এটা ভাব খেলাই গ'ল, এইগৰাকী এজনী মাতৃ, অত বছৰৰ পিছত হেৰোৱা ধন পুত্ৰক ঘূৰাই পাবলৈ ওলাইছে, মাতৃৰ সেই সন্তান, সি চোৰ হওক, ডকাইত হওক, খুনী হওক, লুকচা বদমাইছ হওক. তথাপি সন্তান সন্তানেই, সেই সন্তানে মাতৃক ক্ষমা ভিক্ষা কৰি উভতি আহিব খুজিছে, তাৰ পিছত কোন মাতৃয়ে তেনে সন্তানক বিমুখ কৰিব পাৰে? তড়িৎ গতিত প্ৰমীলাৰ মনেৰে এই ভাববোৰ খেলাই গ'ল আৰু সেই প্ৰবাহৰ মাজতে ৰুণীৰ মুখখনো চকামকাকৈ খেলাই গ'ল।

প্ৰমীলাই বুজি পাইছিল তাই অসীমক উভতি আহিবলৈ অনুমতি দিয়া সিদ্ধান্তত কোনেও মুখ ফুটাই একো নক'লেও তলে তলে সকলো সুখী হৈছিল— এনেকি সকলোৰে মনবোৰ যেন চেপা আনন্দৰ উত্তেজনাত ধুকধুকাই আছিল, ৰুণীয়েতো ফূৰ্তিত প্ৰকাশ্যেই টগবগায়ে থাকিছিল— 'মোৰ দেউতা আহিব, দেউতা আহিব, মোলৈ পুতলা আনিব, টফি আনিব ...।'

ঘৰখনৰ হেঁচা মাৰি লুকুৱাই থোৱা আনন্দত প্ৰমীলাই যেন এক নতুন সত্যদৰ্শন কৰিছিল। আপোন মানুহৰ সকলো দোষ-ত্ৰুটি, পাপ-অন্যায় সহজেই ক্ষমণীয় আৰু সেই সম্পৰ্কত যেন সামান্য হ'লেও কিছু স্বাৰ্থৰো গোন্ধ থাকে (হয়তো মাকেই একমাত্ৰ তাৰ উৰ্ধ্বত) নহ'লে জয়ন্ত এতিয়া ঘৈণীয়েকক লৈ কিয় আগতকৈ বেছিকৈ অহা হৈছে, দিগন্তৰো জানো এই সম্ভাৱনাই মনত আনন্দ-উৎসাহ জগোৱা নাই যে 'বিলাৎ ফেৰত' ডাক্তৰ ককায়েকে ইয়ালৈ আহি যেতিয়া 'পাৰ্চ' ফুলি উঠাকৈ টকা ঘটিব— তাৰ বাহিৰলৈ পঢ়িবলৈ যোৱাৰ পথো সুগম হ'ব।

হয়, অসীম উভতি আহিব বুলি সকলা সুখী হৈছে, তাৰ পাপ-প্ৰৱঞ্চনা সকলোৰে মনৰ পৰা প্ৰায় বিলীন হৈ গৈছে।

কিন্তু তাই নিজে? তাই সুখী হৈছে নে? তাই ক্ষমা কৰিছেনে অসীমক? ৰাতিৰ অন্ধকাৰত, বন্ধ ঘৰত নিজৰ নিঃসংগ বিছনাত (ৰুণী আইতাকৰ লগত শোৱে), যৌতুকীয়া প্ৰকাণ্ড বিছনাখনৰ এচুকত বাগৰি চটফটাই থকা প্ৰমীলা আপোন হৃদয়লৈ ভুমুকি মাৰি চাই চমকি উঠিছিল— অভিমান, অপমান বঞ্চনা সকলো শোকৰ আবেগে তাইক হেঁচা মাৰি ধৰিলেও তলে তলে তায়ো জানো অসীমৰ প্ৰত্যাগমনলৈ অধীৰ আগ্ৰহেৰে (যদিও প্ৰচণ্ড অভিমান, ক্ৰোধ আৰু শোকৰ মিশ্ৰিত অনুভূতি সেয়া) অপেক্ষা কৰি থকা নাই, এতিয়াও জানো তাইৰ হৃদয়ৰ গুপুত কোণত অসীমৰ প্ৰতি প্ৰেম অন্তঃসলিলা ফল্গুৰ দৰে, ক্ষীণ সুঁতিৰে হ'লেও বৈ থকা নাই? সময়ে জানো তাৰ এসময়ত অক্ষমণীয় যেন লগা অপৰাধৰ ওপৰতো পলস পেলাই তাৰ চোক কমোৱা নাই?

অন্ধকাৰ নিঃসংগ বিছনাত প্ৰমীলা কান্দোনত ভাঙি পৰিছিল। তাইৰ এই শয্যাৰ নিঃসংগতা পুনৰ প্ৰাণৰ সংগীয়ে আঁতৰাই পেলাব, কিন্তু গোপনে খুলি খুলি খাই মৰা এক গুলপীয়া বেদনাই এই শয্যা জানো কণ্টকতুল্যও কৰি নাৰাখিব?

(প্ৰান্তশ্ৰী, ২০০৪)

# অসূৰ্যম্স্পৰ্শা

আজিৰ দিনত কোনোবা লেখক-লেখিকানো এনেকৈ মানুহৰ ইমান অপৰিচিত হৈ থাকিব পাৰেনে? বিশেষকৈ যি লেখিকা ইমান জনপ্ৰিয়, মানুহে যাৰ লগত পৰিচিত হৈ দুষাৰ কথা পাতি ধন্য হ'ব খোজে— সেই লেখিকানো মানুহৰ সান্নিধ্যৰ পৰা ইমান আঁতৰি আঁতৰি থাকিব লাগেনে?

অৱশ্যে প্ৰতিমা শইকীয়া একপ্ৰকাৰ উৰণীয়া পখী, তেওঁৰ স্বামী ৰজত শইকীয়া চৰকাৰী চাকৰিয়াল, গতিকে তেওঁৰ কৰ্মস্থলী এঠাইতে আবদ্ধ হৈ নাথাকে, অসমৰ অ'লে-ত'লৈ তেওঁৰ বদলি হয় আৰু ফলত ঘৈণীয়েকো তেওঁৰ লগতে আজি অ'ত কালি ত'ত এনেকৈ ঘূৰি ফুৰিব লাগে।

পাঠক সমাজ, অনুৰাগী সমাজৰ এই প্ৰিয় লেখিকাগৰাকীয়ে কাকো অৰ্থাৎ কাকত-আলোচনী, দূৰদৰ্শন, ৰেডিঅ' আদি কাকো সাক্ষাৎকাৰ নিদিয়ে বাবে, সভা-সমিতিলৈ নাযায় বাবে, সাহিত্য সংক্ৰান্ত কথাত কাৰো লগত আলোচনা কৰিব নোখোজে বাবে প্ৰতিমা শইকীয়াক লৈ মানুহৰ নানান জল্পনা-কল্পনাৰ শেষ নাই।

কোনোৱে কয়— প্ৰতিমা শইকীয়া ৰহস্যময়ী হৈ থাকিব খোজে, সেই ৰহস্যই তেওঁৰ লেখাৰ লগতে তেওঁকো আকৰ্ষণীয় কৰি তুলিব— এই মনোভাবেৰে তেওঁ মানুহৰ পৰা আঁতৰি থাকে। লেখকসকলক বেছিকৈ দেখি থাকিলে তেওঁলোক জনতাৰ মাজৰে যেন এজন সাধাৰণ মানুহ হৈ পৰে নিশ্চয় ধৰা— ছোঁৱাৰ ভিতৰৰ মানুহ হৈ পৰে বাবে ৰহস্যৰ জাল আঁতৰি যায়। কিন্তু দূৰৈৰ অথবা যিকোনো বস্তু, যিকোনো মানুহ বেছি হেঁপাহৰ হৈ পৰে, তেওঁৰ প্ৰতি আগ্ৰহ উদগ্ৰ হৈ উঠে।

প্ৰতিমা শইকীয়াক লৈ সঁচায়ে জল্পনা-কল্পনাৰ ওৰ নপৰে।

কোনোৱে কয়— আচলতে বহুতৰ কলমডাল যিমান শক্তিশালী, বাকভংগী সিমান শক্তিশালী নহয়, আমাৰ প্ৰিয় লেখিকা প্ৰতিমা শইকীয়াৰো বোধহয় কলমতকৈ মুখখন বেছি চলিব নোখোজে, সেয়ে তেওঁ সভা-সমিতি, আলাপ-আলোচনা— এইবোৰ সততে পৰিহাৰ কৰি চলে। বক্তাৰ অসফলতাই তেওঁৰ লেখিকা হিচাপে লাভ কৰা সফলতাত যেন কোনো ছাঁ পৰিব নোৱাৰে তাৰ বাবে তেওঁ সততে সচেষ্ট।

সেইজন মানুহৰ কথা শুনি তেওঁৰ ওচৰতে থকা সাংবাদিক এজনে মন্তব্য দিছিল— আপোনাৰ কথাত কিন্তু যুক্তি আছে দেই, মই নানা সামাজিক-ৰাজনৈতিক কথাত লেখকসকলৰ মন্তব্য বিচাৰি মাজে মাজে ফোন কৰোঁ বা ঘৰলৈকো যাওঁ, কিন্তু প্ৰতিমা শইকীয়াক ফোন কৰিলে তেওঁ কয় যে সেইবোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ তেওঁ অপাৰগ, ঘৰলৈ যাবলৈও বাৰণ কৰে। ময়ো শেষত বিৰক্ত হৈ তেওঁক প্ৰশ্ন কৰা বাদ দি দিলো— ইঃ এনে ডাঙৰ লেখিকাগৰাকী ওলাইছে, তেওঁৰ মুখেদি ওলোৱা সোণ-ৰূপৰ কথাকেইষাৰ প্ৰকাশ নাপালে যেন আমাৰ কাকতৰ চাৰ্কুলেচন কমিহে যাব! আকৌ মানুহজনীতো একে ঠাইতে নাথাকে, গিৰীয়েকৰ বদলিৰ বাবেতো অসমৰ অ'ত-ত'ত ঘূৰিয়ে ফুৰে, কি গৰজ পৰিছে সেই দূৰ-দূৰান্তৰ ঠাইবোৰলৈ এছটিডি খৰচ বহন কৰি উত্তৰ আনিবলৈ?'

কোনোৱে আকৌ কয়— আচলতে প্ৰতিমা শইকীয়া অসূৰ্যম্স্পৰ্শা হৈ থকাৰ কাৰণ হ'ল তেওঁৰ স্বামী। মানুহজনী যে ধুনীয়া স্বীকাৰ কৰিবই লাগিব, গতিকে স্বামীৰ ঈৰ্ষাই হয়তো তেওঁ বেছিকৈ বাইজৰ আগত ওলোৱাটো নিবিচাৰে, হয়তো তেওঁৰ এই ভয়ো থাকে যে প্ৰতিমা শইকীয়াই যদি বেছিকৈ স্বাধীন হৈ আন পুৰুষ সাহিত্যিক বা 'ফেন্'সকলৰ লগত মিলামিছা কৰে তেতিয়া হয়তো তেওঁৰ মন সেইসকলৰ কাৰোবাৰ প্ৰতি আকৰ্ষিতো হৈ পৰিব পাৰে। হাজাৰ হওক ৰজত শইকীয়াৰ চেহেৰাটোত ৰজত তথা সোণৰ কোনো চাকচিক্যই নাই, অথচ প্ৰতিমা শইকীয়া ইমান ধুনীয়া, হ'ব পাৰে গিৰীয়েক ডাঙৰ চাকৰিয়াল, কিন্তু গিৰীয়েকৰ চেহেৰা লৈ তেওঁৰ মনে মনে নিশ্চয় অলপ নহয় অলপ অসন্তুষ্টি আছেই। সেই কথা আৰু গিৰিয়েকে মনে মনে অনুভৱ নকৰেনে? হয়, তেওঁৰ নিশ্চয় ঘৈণীয়েকৰ আনুগত্যৰ প্ৰতি মনে মনে সদায় এটা সন্দেহ থাকে, সেয়ে এটা ছেন্স অৱ্ ইনছিকিউৰিটিত ভোগে বাবেই লেখিকা পত্নীক বেছিকৈ ৰাইজ-পাঠক বা সহধৰ্মী লেখকসকলৰ লগত বেছিকৈ মিলিবলৈ নিদিয়ে।

অসমৰ সাহিত্যিক আড্ডাতো প্ৰতিমা শইকীয়া এটা বহুচৰ্চিত নাম। মানুহজনীৰ লেখা নাৰীবাদী-বিদ্ৰোহী-বিপ্লৱী পুৰুষপ্ৰধান সমাজখনৰ বিৰুদ্ধে তেওঁৰ কলমডাল পিষ্টলৰ দৰে সদায় টোঁৱায়ে ৰাখিছে (এতিয়া যুগৰ

লগত মিলাই তৰোৱালৰ সলনি পিষ্টল শব্দটো ব্যৱহাৰ কৰাই অধিক খাপ খোৱা হ'ব), কিন্তু ব্যক্তিগত জীৱনত সেই বিদ্ৰোহ, বিপ্লৱ ক'ত? নাৰীৰ সম-মৰ্যাদা, সম-অধিকাৰ বিচৰা মানুহজনীয়ে কেনেকৈ স্বামীৰ অধীন হৈ বন্দিনীৰ জীৱন কটাইছে, কিয় তেওঁ সেই বশ্যতাৰ শিকলি ছিঙি ওলাই অহা নাই? বহুতে এই আলোচনাও কৰে।

'হয়তো অন্ন-বস্ত্ৰ, আশ্ৰয়ৰ সংস্থানৰ বাবে স্বামীৰ মুখাপেক্ষী মানুহজনীৰ স্বামীৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ উপায় নাই, গতিকে সকলো বিদ্ৰোহ, ক্ষোভ কলমৰ আগেদিয়েই নিগৰাইছে।'

'হ'ব পাৰে দেই'— আন এজনে কৈছিল, 'তেওঁ জনপ্ৰিয় লেখিকা হ'ব পাৰে, কিন্তু লেখি-মেলিনো কিমান উপাৰ্জন কৰিব পাৰে, নিজৰ অভিজ্ঞতাৰেই গম পাইছোঁ নহয়। প্ৰতিমা শইকীয়াই সাহিত্য-চৰ্চা কৰি যি উপাৰ্জন কৰে সি নিশ্চয় গিৰীয়েকৰ উপাৰ্জনৰ তুলনাত ভাতৰ লগত চাট্‌নিৰ দৰেহে হ'ব।'

'নহয়, বৰ বেছি চালাড হ'ব পাৰে, কিন্তু চাট্‌নি হ'ব নোৱাৰে দেই, তাৰ লগত গুড়-চেনি-কিচ্‌মিচ্ বা আৰু বেছি ভাল চাট্‌নি কৰিব খুজিলে খেজুৰ-খোবানিও দি যি এবিধ দামী চাট্‌নি প্ৰস্তুত কৰিব লাগিব তাৰ সামৰ্থ্য, আমাৰ এজন অসমীয়া লেখকৰ উপাৰ্জনৰ দ্বাৰা কেতিয়াও আৰ্জন হ'ব নোৱাৰে...।'

ইয়াৰ পিছত সাহিত্যিকৰ সেই আড্ডাটোৰ মূল সুঁতিয়ে প্ৰতিমা শইকীয়াৰ বন্দিত্বৰ পৰা অসমৰ সাহিত্যিকৰ আৰ্থিক দুৰৱস্থা-বঞ্চনা আদি প্ৰসংগলৈ ঢাল লৈছিল।

প্ৰতিমা শইকীয়াই ৰজত শইকীয়াৰ চৰকাৰী কোৱাৰ্টাৰটোৰ মোটামুটি ডাঙৰ চৌহদটোৰ বাগানত ইফালে-সিফালে অলপ ঘূৰি-পকি ফুৰিছিল, সেই সময়খিনিৰ পিছত আৰু কেইঘণ্টামানলৈকে প্ৰতিমা যেন এজনী বেলেগ মানুহ হৈ পৰে, তাইৰ সুন্দৰ মুখখনলৈ একপ্ৰকাৰ যেন স্বৰ্গীয় সুষমাই আহি পৰে, তাই যেন সেই কালছোৱা স্বৰ্গৰ এগৰাকী দেৱী উৰ্বশীৰ দৰেই হৈ পৰে, যাৰ কথা ৰবীন্দ্ৰনাথে এনেদৰে বৰ্ণনা কৰি গৈছে— 'নহ মাতা, নহ কন্যা, নহ বধূ, সুন্দৰী ৰূপসী—'

অৱশ্যে প্ৰতিমা এতিয়াও মাতৃ হোৱা নাই (কেতিয়া হ'ব পাৰিব সেই কথা তাই নাজানে, মাতৃ হোৱাৰো অধিকাৰ প্ৰতিমাৰ নাই, ৰজতেই তাক নিজৰ কৰ্তৃত্বৰ হাতৰ মুঠিত সোমাই থৈছে— এতিয়াই মাতৃ হ'লে বোলে তাইৰ 'ফিগাৰ' নষ্ট হ'ব, তাইৰ দেহৰ আনন্দৰ ভাগ এতিয়াই তেওঁ আনক দিব নোখোজে— লাগে সি নিজৰ তেজ-মঙহৰ সন্তানেই হওক!), কিন্তু কন্যা হৈ পাইছে, পত্নী হৈ পাইছে। সেই পোৱাৰ অভিজ্ঞতা তাইৰ বাবে সুখকৰ নহয়। যদিও মাকে দূৰৈৰ পৰা 'ৰিমট কণ্ট্ৰল' চলায়ে থাকে—তথাপিতো এতিয়া বিয়াৰ পিছত প্ৰথমবিধৰ পৰা মুক্তি পাইছোঁ, কিন্তু সেই সকাহ যেন সুদে-মূলে পুনৰাই ঘূৰাই দিব লগা হৈছে পত্নী হৈ পালন কৰিব লগা হোৱা ভূমিকাৰে।

অথচ বিবাহিত জীৱনত তাই অসুখী বুলি ক'লে আন গৃহিণীৰ চকু কপালত উঠিব, অন্ততঃ সিহঁতৰ ওচৰতে থকা ৰজতৰ তলতীয়া কৰ্মচাৰীসকলৰ সিহঁতকৈ তুলনামূলক সৰু ঘৰত থাকিবলগীয়া হোৱা পত্নীসকলৰ। দৰাচলতে তেওঁলোকে বোধহয় প্ৰতিমাক ঈৰ্ষাই কৰে, প্ৰতিমাৰতো তেনে ধাৰণাই হয়—তাই যেন নিজৰ ছালেৰেও সেই কথা অনুভৱ কৰে আৰু তেতিয়া তাইৰ অট্টহাস্য কৰি দিবৰ মন যায়। ডাঙৰ ঘৰত থাকিলেই, ভালকৈ খাব-পিন্ধিব পালেই, ভাল গাড়ীত উঠি ফুৰিব পালেই নিজকে ভাগ্যৱতী বুলি ভাবিব পৰা সেই মহিলাসকলৰ দলৰ যে তাই নহয়— সেই কথা সিহঁতে যি মানসিকতাৰে নুবুজে সেই মানসিকতাৰ অধিকাৰী তায়ো যদি হ'ব পাৰিলেহেঁতেন, তেতিয়া হ'লে যে তাই কিমান সুখী হ'লহেঁতেন! ভগৱানে তাইক এজনী সাধাৰণ তিৰোতাই বিচাৰিব পৰা প্ৰায় সকলো দিছে— ভাল চাকৰিয়াল স্বাস্থ্যৱান স্বামী, বিলাস-বৈভৱ সকলো, কিন্তু দিয়া নাই তাত সুখী হ'ব পৰা আন সাধাৰণ তিৰোতাৰ মানসিকতা।

ঘৰৰ পৰা ঠিক কৰি দিয়া বিয়াবোৰত বাৰু ল'ৰা-ছোৱালীহাল সুখী হয়নে, সিহঁতৰ ভিতৰত প্ৰেম ভাব ওপজেনে? হয়তো ওপজে, হয়তো সুখীও হয়, নহ'লে সিহঁতেনো গোটেই জীৱন পৰস্পৰৰ লগত একেলগে কটাব পাৰেনে?

পিছে নকটায় বা কি কৰিব, তাৰ বিকল্প সুখৰ জীৱন আৰু কি হ'ব পাৰে? পাৰে বুলি অৱশ্যে বহুতে বিবাহ-বিচ্ছেদ কৰি নতুন জীৱনৰো পাতনি মেলে হয় কোনোবা প্ৰেমিকৰ লগত তথা প্ৰেমিকাৰ লগত, নহ'লেবা অকলশৰীয়া স্বাধীন জীৱন কটায়। কিন্তু তাতো জানো মানুহ সুখী হয়, প্ৰেমৰ সেই সংসাৰ আগৰ সংসাৰত

নিমিলা সুখৰ সন্ধান দিয়ে? হয়তো দিয়ে— কিন্তু দিয়েনে, দিয়েনে? .উস্, তাইৰ যে চিন্তাবোৰ কিয় এনে চিনিকেল! সংসাৰত তাইনো আৰু কি সোণৰ সোলেংটো বিচাৰি পাব খোজে!

বাৰু, বিয়া-বাৰু নকৰাই চাকৰি কৰি স্বাধীন জীৱন কটাব পাৰিলে অধিক সুখী হ'ব পাৰি নেকি? তেতিয়া অন্ততঃ নিজস্ব জীৱন এটা থাকে— তোমাৰ সকলো সময়ে তোমাৰ নিজৰ, এনেকি চাকৰিৰ সময়খিনিবোৰো নিজৰ, এই অৰ্থতে নিজৰ যে সেই চাকৰিও নিজৰ ইচ্ছামতে নিজে বিচাৰি লোৱা চাকৰি, মাক-দেউতাকে বিচাৰি দিয়া দৰা নহয় যি তোমাৰ স্বাধীনতা হৰণ কৰিব।

কিন্তু চাকৰিও এদিন একসুৰীয়া হৈ নাযাবনে, অকলশৰীয়া জীৱনত সাংসাৰিক বোজা পাতল হ'লেও নিঃসংগতাৰ গধুৰ বোজাই লাহে লাহে তোমাক হেঁচা মাৰি নধৰিবনে?

উস্— তাইৰ মনলৈ এনেধৰণৰ ভাববোৰ যে কিয় আহে! অকলশৰীয়া নিজৰ সময়খিনিও এনে ভাবাক্ৰান্ত হৈ পৰিব লাগেনে বাৰু...

প্ৰতিমাই যেন হাতেৰে ঠেলিহে চিন্তাবোৰ আঁতৰাই থ'ব পাৰিব— এনে ভাবেৰে তাই সঁচাসঁচিকৈ লগে লগেই মূৰৰ ওপৰলৈ তুলি নিয়া হাত এখনেৰে কিবা দূৰলৈ ঠেলি দিয়াৰ ভংগী কৰিলে আৰু তাইৰ সেই সময়ৰ পাৰিপাৰ্শ্বিকতাত মন দিয়াৰ যত্ন কৰিলে।

প্ৰথমতে তাই জাৰবেৰিয়া ফুলৰ গছকেইডালৰ ওচৰলৈ গ'ল। তাইৰ আপডালতে সেইকেইজোপা সুঠাম সবল চেহেৰাৰে ঠন ধৰি উঠিছে। গুলপীয়া, হালধীয়া, বগা, বেঙুনীয়া ফুল কেইপাহমানত আলফুলে হাত বুলাই প্ৰতিমা কিছু সময় বাগানখনৰ ফুলগছবোৰৰ মাজে মাজে ঘূৰিলে, তাৰ পিছত তাই শাকনি বাৰীখনলৈ গ'ল। এই পাচলিবোৰো তাইৰ আদৰ-যত্ন পাই লহপহকৈ বাঢ়িছে। প্ৰতিমাই এইবাৰ মনৰ ভিতৰতে সৰুকৈ হাঁহি এটা মাৰি আপোন প্ৰশংসাত কেইমুহূৰ্তমান ব্যয় কৰিলে। সিহঁত বাই-ভনীকেইজনী সঁচায়ে সৰ্বগুণসম্পন্না, এই বিষয়ত ক্ষোভ-খঙেৰে হ'লেও অৱশ্যে মাকক 'ক্ৰেডিট' দিব লাগিব, তাইৰ আত্মপ্ৰশংসাৰ গুৰিতেতো মাকেই, মাকেই যদি সিহঁতক ঘৰুৱা কামত পাকৈত কৰি নুতুলিলেহেঁতেন তেন্তেনো নিজকে প্ৰশংসা কৰিব পৰা এই গুণবোৰ সিহঁতে কেনেকৈ আয়ত্ত কৰিলেহেঁতেন। মাকে সিহঁত তিনিজনী বাই-ভনীকে ৰন্ধা-বঢ়া, বোৱা-কটাকে ধৰি আন সকলো ঘৰুৱা কাম-বনত সুশিক্ষিতা নকৰিলেনো কেনেকৈ ইমান কাম জানিলেহেঁতেন? এনেকি বাৰীৰ কামতো সিহঁতক লগাইছিল তেওঁ। বাহিৰা মানুহ আনি কোৰ মৰাই মাটি চহ কৰাৰ বাদে বাকী বাৰীৰ কাম সকলো সিহঁতেই কৰিব লগা হৈছিল, শাক-পাচলিত পানী দিয়া, গুৰি খোচৰা, বন-বাট নিয়াৰি দিয়া সকলো সিহঁতৰ হতুৱাই মাকে কৰাইছিল। মাকে কয়— যি ঘৰত জলকীয়া, বেঙেনা বোৱাৰ মাটি থাকে, সেই মাটি পেলাই ৰাখি সেই বস্তুকেইটাৰ বাবেও যদি বজাৰলৈ দৌৰিব লাগে তেন্তে সেইখননো কিহৰ গৃহস্থী ঘৰ? ধোদৰ পচলাৰহে ঘৰ!

উস্— সিহঁতে যে কিমান পৰিশ্ৰম কৰিব লগা নহৈছিল! সিহঁত বাই-ভনীকেইজনীয়ে কেতিয়াবা মাকৰ আঁৰত খং আৰু ক্ষোভত জ্বলি কয়— মাই আমাক এক মুহূৰ্তও বহি থাকিব নিদিয়ে, আমি তেওঁৰ নিজৰ পেটৰ সন্তান নহৈ যেন সতিনীয়েকৰহে ল'ৰা-ছোৱালী, কেতিয়াবা আমাক এইজনী মানুহে তেজীমলাৰ দৰেই খুন্দি মাৰিব!

প্ৰতিমাৰ ক্ষোভ কিন্তু আৰু বেছি, একেবাৰে অইনধৰণৰ তাইৰ সেই অসহায় দুখ আৰু ক্ষোভ। বাকী ভনীয়েক দুজনীৰ বাবে যি কাম প্ৰায় অকল্পনীয় সেই কামেই তাই কৰিব গৈছিল। তাই গৈছিল সাহিত্য চৰ্চা কৰিবলৈ, ক'ৰ পৰা যে তাইৰ সেই সাহিত্যৰ পোকটো মগজু হৃদয়ত সোমাল! মাক-দেউতাক কাৰোতো কোনোধৰণৰ সাহিত্যৰ স্পৃহা নাছিল। দুয়ো শিক্ষক-শিক্ষয়িত্ৰী, কিন্তু বাতৰিকাকতখন পঢ়াৰ বাহিৰে এজনকো তাই কোনো বাহিৰা কিতাপ পঢ়া নেদেখিলে, মাকেতো কাকতখনো নপঢ়ে বুলিয়েই ক'ব পাৰি, কেৱল ওপৰে ওপৰে চাই থয় আৰু কয়— এইবোৰ বাৰেভচহ কথাৰে, নাংঠ তিৰোতাৰে ভৰা ছবিৰে আজিকালিৰ এই কাকতবোৰৰ পাত ভৰি থাকে, এইসোপা পঢ়াতকৈ তাঁততে বহোঁগৈ। দেউতাকৰ অৱশ্যে কাকতৰ প্ৰতি মন নিচা, পিছে সামান্য অশ্ৰদ্ধাৰে প্ৰতিমাই নাভাবি নোৱাৰে যে তেওঁৰ সেই 'বাৰে ভচহ' কথাবোৰৰ বাবেহে বাতৰিকাকতৰ প্ৰতি ইমান ৰাপ। তাইৰ ভনীয়েকহঁতেও কঠোৰ মাকৰ যথাসম্ভৱ চকু এৰাই সময় বুজি কাকতৰ চিনেমা ষ্টাৰবোৰৰ মডেলবোৰৰ অৰ্ধনগ্ন ছবিবোৰত যেন উবুৰি খাই পৰে, সিহঁতৰ ব্যক্তিগত জীৱনৰ প্ৰেম-ঈৰ্ষা-বিচ্ছেদ-বিবাহ আদি নানা ৰসাল সঁচা-মিছা কাহিনী 'অমৃত সমান' জ্ঞান কৰি পঢ়ে।

তাৰ মাজত তায়ে যেন দৈত্যকুলত প্ৰহ্লাদ বা হান্স ক্রিষ্টিয়ান এণ্ডাৰছনৰ সাধুকথাৰ 'আগলি ডাকলিং'টো হৈ উপজিল। নহ'লে তাইৰে কেৱল এই ঘৰখনৰ মাজত কিতাপ পঢ়া আৰু কল্পনাৰ ৰাজ্যত উটি-ভাহি সেই কল্পনাৰ ফুলনিৰ পৰা দুই-এপাহ ফুল ছিঙি আনি তাকে সজাই-পৰাই কবিতা লিখিবলৈ কিহে পালে। ঘৰৰ ইমান কাম, স্কুলৰ ওপৰৰ শ্ৰেণীৰ ইমান পঢ়া-শুনাৰ মাজত তাই কেনেকৈ লিখিছিল তাক কেৱল তাই আৰু 'আই সৰস্বতী'য়েহে জানে। ভাগ্যে পঢ়াত বুদ্ধিটো চোকা আছিল আৰু তাই লিখিব লৈছিল কবিতা। সেয়ে পঢ়িবলৈ সময় পোৱা ৰাতিৰ পৰতে তাই স্কুলৰ পঢ়াখিনি অইন কম বুদ্ধিৰ ছোৱালীতকৈ (যেনে, তাইৰ ঠিক তলৰ ভনীয়েক গাধা কবিতাতকৈ— হায়, মাক-বাপেকেনো কি ভাবি এই জীয়েকজনীক নাম কবিতা ৰাখিছিল, বিশেষকৈ মাকে, যি হ'ল কবিতাৰ শত্ৰু!) সোনকালে পঢ়ি শেষ কৰি কবিতা লেখিছিল— হাজাৰ হওক কবিতা লেখাতেই আটাইতকৈ কম শব্দ খৰচ কৰিব লগা হয়। তাৰ পিছত সিহঁতৰ সৰু চহৰখনৰে এটা কবিতাগোষ্ঠীৰ (সিহঁতৰ চহৰখন সৰু হ'ব পাৰে, কিন্তু কবি আছে বহুত, কবিতাৰ এনেধৰণৰ গোষ্ঠীও আছে বহুত; যেনে, কবিতা-কানন, কবিতা-কুঞ্জ, কবিতা-গুঞ্জন, কবি-চক্ৰ ইত্যাদি ইত্যাদি) কবিতাৰ প্ৰতিযোগিতাৰ জাননী এখন বাতৰিকাকতত পঢ়িবলৈ পাই— যি বাতৰিকাকতৰ মুখৰোচক খবৰবোৰ দেউতাকে গোগ্ৰাসে গিলে, মাকে ওপৰে ওপৰে চায় আৰু অৰ্ধ-নাঙঠ চিনেমাৰ অভিনেত্ৰী আৰু মডেলৰ ছবিবোৰ দেখিলে বিতৃষ্ণাৰে আঁতৰাই থয় আৰু সেই একেবোৰ ছবিকে দুই ভনীয়েকে দুই চকুৰে গোগ্ৰাসে গিলে— তাই স্বৰচিত কবিতা এটা সেই প্ৰতিযোগিতালৈ পঠিয়াই দিছিল। যথাসময়ত তাৰ ফলাফল ওলাল আৰু তাই আনন্দত অধীৰ হ'ব পৰা খবৰ এটা দেখিলে যে সেই প্ৰতিযোগিতাত তাই একেবাৰে প্ৰথম পুৰস্কাৰেই পাইছে!

তাইৰ বাবে সেই আনন্দতো দুখৰ কণা ছটিয়াব পৰা কথাটো আছিল এয়ে যে তাই হাইস্কুলৰ ওপৰৰ শ্ৰেণীত পঢ়ি থাকোঁতেই এদিন স্কুলৰ পৰা চাইকেলেৰে আহি থকা দেউতাকক খুব জোৰেৰে আহি থকা মিলিটাৰী ট্ৰাক এখনে খুন্দা মাৰি থৈ গ'ল আৰু দেউতাকক লৈ হাস্পতালৰ চৌহদ পোৱাৰ আগতেই মানুহজনৰ মৃত্যু হ'ল। সিহঁতৰ সেই সৰু চহৰখন ভুটান ব'ৰ্ডাৰৰ ওচৰতে অৱস্থিত— তাত আলফাক ধৰিবলৈ মিলিটাৰীও পিয়াপি দি থাকে। গতিকে দুখৰ জ্বালা আৰু উন্মাদ মাকে আলফাকো গালি পাৰে, মিলিটাৰীকো গালি পাৰে।

সেই দুৰ্ঘটনাৰ এবছৰ পিছত দেউতাকৰে সহকৰ্মী এগৰাকী শিক্ষক ৰমনী বসুমতাৰীৰো মৃত্যু হৈছিল, তেওঁৰ মৃত্যু হৈছিল দুৰাৰোগ্য কৰ্কট বেমাৰত। দেউতাকতকৈ এবছৰ পিছত মৰিলেও মানুহজনলৈ কিন্তু তাৰ তিনি বছৰ আগতেই মৃত্যুৰ পৰোৱানা আহি গৈছিল, কাৰণ সেই সময়তে তেওঁৰ ৰোগটো ধৰা পৰিছিল। তাৰ পিছত তিনি বছৰ নানা চিকিৎসা চলিছিল, এনেকি মুম্বাইলৈও চিকিৎসাৰ বাবে নিয়া হৈছিল। পিছে বেমাৰটো ধ্বংস নহ'ল হয়, শিক্ষকজন স্থাৱৰ-অস্থাৱৰ যি সম্পত্তি আছিল সেইবোৰ ৰোগৰ চিকিৎসাতে ধ্বংস হ'ল, তদুপৰি ধাৰো লাগিল বহুতো।

মানুহঘৰৰ দুৰৱস্থা দেখি প্ৰতিমাই ভাবে, ভাবিবলৈ বাধ্য কৰে তাইৰ একধৰণৰ বৈষয়িক বুদ্ধিয়ে যে ভাগ্যে তাইৰ দেউতাকৰ তেনে দুৰাৰোগ্য বেমাৰত মৃত্যু নহৈ মিলিটাৰী ট্ৰাকৰ খুন্দাতহে মৃত্যু হ'ল, তাকো থিতাতে মৃত্যু হ'ল অৰ্থাৎ বেমাৰ হৈ মৰা হ'লে চিকিৎসাৰ নামত হ'বলগীয়া সম্ভাব্য খৰচৰ পৰা সিহঁত একপ্ৰকাৰ দৰিদ্ৰ পৰিয়ালটো (দৰিদ্ৰ নহয়নো কি? দেশৰ ভৱিষ্যৎ নাগৰিক গঢ়ি তোলা আমাৰ দেশৰ শিক্ষকসকলতো দৰিদ্ৰই) হাত সাৰিল। কিন্তু কেৱল সেয়ে নহয়, মিলিটাৰীৰ ট্ৰাকৰ খুন্দাত মৰা বাবে সিহঁতে কিছু ক্ষতিপূৰণৰ ধনো পালে— যদিও বহুতবাৰ অ'লৈ-ত'লৈ বাটকুৰি বোৱাৰ পিছতহে। প্ৰতিমাই ভাবে— জীৱনৰ ইয়ো একধৰণৰ প্ৰহসন যে সাধাৰণতে মৃত্যু মানেই কিছু খৰচ-পাতিৰ কথা থকা ঘটনা এটাত যে সিহঁতৰ আয়হে হ'ল। আনহাতে দুৰ্ঘটনাজনিত মৃত্যু বাবে তিনি দিনতে দেউতাকৰ শৰাধ কৰি (যি শৰাধলৈ কম মানুহহে আহে বা নাহেই) সিহঁতে শ্ৰাদ্ধৰ নামত দুখীয়া মানুহেও ব'বলগীয়া অসহনীয় বোজা এটাৰ পৰা হাত সাৰিল।

দেউতাকৰ মৃত্যুৰ লগত জড়িত এই আৰ্থিক সকাহৰ কথা মনলৈ অহা প্ৰতিমাক এক তীব্ৰ অপৰাধবোধে গ্ৰাস কৰে— বিশেষকৈ সেই দেউতাক যি তেওঁক মাকৰ বিপৰীতে অতিশয় প্ৰশ্ৰয়ৰ চেনেহ লগা চকুৰে চাইছিল। তেওঁলোকৰ তাই অৰ্থাৎ প্ৰথমটো সন্তান ল'ৰা হৈ নুপজি ছোৱালী হৈ ওপজা বাবে মাকে হয়তো অলপ দুখ কৰিছিল, কিন্তু দেউতাকো হেনো মুখখন হাঁহিৰে জিলিকাই তুলি কৈছিল— 'ভাগ্যে ল'ৰা নহৈ ছোৱালী হ'ল! দিন-কাল যিহে পৰিছে ল'ৰাই ডাঙৰ হৈ মটৰ চাইকেল বিচাৰিলেহেঁতেন আৰু বহুত কিবাকিবি

বিচাৰিহেঁতেন, কিন্তু মই দুখীয়া মাষ্টাৰটোৰেনো তাক সেইবোৰ কেনেকৈ দিলোঁহেঁতেন? গতিকে তাৰ পিছত সি বাপেকৰ বিৰুদ্ধে বিদ্ৰোহ কৰি আলফা হ'লহেঁতেন!'

হয়, ছোৱালী হোৱা বাবে প্ৰতিমাই মটৰ চাইকেল বিচৰাৰ প্ৰশ্ন নুঠে, তাই বিচাৰিব পাৰে কাপোৰ-গহনা-প্ৰসাধনৰ সামগ্ৰী। কিন্তু তাই সেইবোৰ একো বিচৰা নাছিল, বিচাৰিছিল মনৰ দিগন্ত দূৰ-সুদূৰলৈ প্ৰসাৰিত কৰি দিয়া তাই পঢ়িব পৰা কিতাপ, মাথোঁ কিতাপ, অৰ্থাৎ তাই মৈত্ৰেয়ীৰ দৰে অমৃতা হ'ব বিচাৰিছিল। সেই কিতাপ দেউতাকে আনিও দিছিল— মাকৰ বাধা সত্ত্বেও। 'এইসোপা পঢ়ি আমাৰ ছোৱালী পণ্ডিতনী হোৱাৰ দৰকাৰ নাই। এইসোপাই চাউল নিসিজায়, তিনিজনী ছোৱালীৰ মাক হৈছোঁ মই কুলক্ষণীয়ে, এতিয়া আটাইকেইজনীকে ঘৰুৱা কাম-বনত পাকৈত কৰি কেনেকৈ কাৰোবাক গতাব পাৰোঁ মোৰ সেয়েহে মূৰৰ বিষ। ঘৰুৱা কাম-বন নকৰি ঠেঙৰ ওপৰত ঠেং তুলি কিতাপ পঢ়ি থকা পণ্ডিতনী ছোৱালীক শহুৰেকৰ ঘৰে পিছদিনা আমাক ওভতাই দি যাব।'

তথাপি ঘৈণীয়েকৰ লগত একপ্ৰকাৰ যুদ্ধ কৰিয়েই দেউতাক পুণ্যেশ্বৰ কাকতিয়ে আদৰৰ জীয়েকক দুই-এখন বাহিৰা কিতাপ কিনি আনি দিছিল। কিন্তু দেউতাকৰ মৃত্যুৰ পিছত তাৰো মুদা মৰিল— অৱশ্যে একেবাৰে মুদা মৰিল বুলিও ক'ব নোৱাৰি, প্ৰতিমাই স্কুলৰ বছৰেকীয়া পৰীক্ষাত ভাল ৰিজাল্ট কৰি পোৱা দুই-এখন কিতাপে তাইৰ কিতাপৰ ক্ষুধা কিছু নিৰসন কৰিছিল। তদুপৰি সিহঁতৰ স্কুলটোতো মোটামুটি এটা বৃজনধৰণৰ লাইব্ৰেৰীয়ে আছিল, তাৰ পৰাও তাই কিতাপ আনি পঢ়িছিল, অৱশ্যে তাৰ প্ৰায় সকলো কিতাপ তাইৰ একপ্ৰকাৰ পঢ়ি শেষেই হৈছিল আৰু সেয়ে প্ৰথমবাৰ পঢ়া কিতাপবোৰ তাই পুনৰ পঢ়িবলৈ আৰম্ভ কৰি দিছিল।

অৱশ্যে ঘৰত তেনে কিতাপ পঢ়াৰ সুবিধা কৰি দিছিল স্কুলীয়া পাঠ্যপুস্তকেই, মাক পাকঘৰত ব্যস্ত থকা গি সময়ত সিহঁত কেইজনীয়ে স্কুলৰ পঢ়া পঢ়িছিল। তেতিয়া সচৰাচৰ নিয়মতে প্ৰতিমাৰ পিছদিনাৰ পাঠ সোনকালেই আয়ত্ত হৈ গৈছিল আৰু তেতিয়া তাই মেজত স্কুলৰ কিতাপ এনে সুবিধাজনক স্থানত থৈ সেই বাহিৰা কিতাপ পঢ়িছিল যাতে মাক অহাৰ উমান পালেই স্কুলৰ পাঠ্য কিতাপত মনোনিবেশ কৰি থকা দেখুৱাব পাৰে। ভনীয়েকহঁত এইক্ষেত্ৰত তাইৰ বন্ধু, মাকৰ চোৰাংচোৱা নহয়, কাৰণ মাকো সিহঁতৰ শত্ৰু— ইমান গেবাৰি খটুৱায় মাকে, কিবা এবিধ যদি চখৰ বস্তু কিনিবলৈ দিয়ে, স্কুলৰ মালতী বাইদেউতকৈয়ো এখোপ চৰা, বহুত বেছি নিষ্ঠুৰ...।

কোনো সন্দেহ নাই তাই কবিতা প্ৰতিযোগিতাত প্ৰথম হোৱা বুলি শুনিলে দেউতাক আনন্দত অধীৰ হৈ পৰিলহেঁতেন, চাইকেলখন উলিয়াই তেতিয়াই হয়তো কিছু আঁতৰত থকা তেওঁৰ বিশেষ বন্ধু স্কুলৰে আন এজন শিক্ষক অতুল বড়োৰ (ঠাইখন তেতিয়া নহ'লেও এতিয়া বিটিএডিৰ অধীন, বড়ো প্ৰধান অঞ্চল) ওচৰলৈ খবৰটো দিবলৈ চাইকেল দৌৰালেহেঁতেন।

কিন্তু পিতৃহীন ছোৱালীজনীৰ মাকৰ প্ৰতিক্ৰিয়া হ'ল সম্পূৰ্ণ বিপৰীত। তেওঁ খবৰটো শুনি জীয়েকক চকু পকাই ধৰিলে ঃ

অ', তলে তলে এইবোৰ কৰি থাক। আৰু যদি কেতিয়াবা এই কবিতা-তবিতা লেখা বুলি শুনো ভাত ৰান্ধি থকা এই গৰম খন্তিৰেই হাত পুৰি দিম। মোৰ নাক-মূৰ কটাবলৈ এতিয়া বাকী আছে কেৱল সেই কাম-বন নোহোৱা চেংৰাৰ দলটোৰ সেইসোপা কি কবিতা-কানন নে কবিতা-ফুলনিত যোগ দি সিহঁতৰ লগত গা ঘঁহা-ঘঁহি কৰা। খবৰদাৰ, কেতিয়াবা যদি সেই এলাইবাদু বেকাৰ বন্ধাকবি-ফুলকবি সোপাৰ লগত মিলা-মিছা কৰা বুলি শুনো, দুয়োখন ঠেঙেই ঢেঁকীৰ ঠোৰাৰে কোবাই খোৰা কৰি থ'ম।

প্ৰতিমাৰ অবাধ্য চকুপানী দুগালেদি বাগৰি আহিছিল, আৱেগক সংযত কৰাত তাই সদায় ইমান সচেষ্ট, কিন্তু আজি আৰু চকুলো বাধা দি ৰাখিব নোৱাৰিলে। অ' মাহী আই, তোমাৰ তেজীমলা সতীয়া জীয়েৰীক তুমিনো কেৱল গৰম খন্তিৰেই কিয় হাত পুৰিব লাগে, ঢেঁকীৰ খুৰলীত দিও দেখোন তেজীমলাৰ হাত থেঁতেলোৱাদি থেঁতেলাবও পাৰা। ঢেঁকীৰ ঠোৰাৰে ভৰি ভঙাতে কিয় ক্ষান্ত থাকিব লাগে! কবিতা লেখা অপৰাধত জীয়েৰাক দেখোন তেনেকৈ সমস্ত ঢেঁকীটোকে অস্ত্ৰ হিচাপে প্ৰয়োগ কৰি শাস্তি দিব পাৰা! তোমালোক মাইকী মানুহবোৰৰনো আৰু আন কি অস্ত্ৰ আছে, এই ঢেঁকীঠোৰা আৰু হেতা-খন্তিয়েইতো সৰ্বস্ব— কিন্তু কলমডাল যে আৰু বেছি শক্তিশালী অস্ত্ৰ সেই কথা তোমালোকে যেন বুজিব নোখোজা, অন্ততঃ মা তুমি যে একেবাৰেই বুজিব নোখোজা,

সেয়ে কবিতা লেখা তোমাৰ জীয়েৰাৰ হাত পুৰিব খোজা।

পিছে প্ৰতিমাই এইদৰে ভাবিলেও এই কথাও বুজে যে পিতৃহীনা তিনিজনী তোলনী হোৱা ছোৱালীক লৈ তেওঁৰ যি ভয় সি স্বাভাৱিক। ইফালে উগ্ৰপন্থী আৰু মিলিটাৰী অধ্যুষিত ঠাইখনৰ গাভৰু ছোৱালীৰ মাক-বাপেকসকলৰ মনবোৰক একধৰণৰ শংকাই অনবৰত গোপনে খেদি লৈ ফুৰে। উগ্ৰপন্থীসকল তেওঁ ঘৰৰ ল'ৰা, কিন্তু মিলিটাৰীবোৰ হ'ল অজান মুলুকৰ— সিহঁত যদি ৰক্ষক হ'বলৈ আহি ভক্ষক-ৰাক্ষক হৈ পৰে? পৰাৰ নজিৰ আছেও।

এনে এখন ঠাইৰ বিধবা মানুহ এজনীয়ে তিনিজনী গাভৰু ছোৱালীৰ ওপৰত কঢ়া অভিভাৱকত্ব নচলালে নহয়। সেই কথা প্ৰতিমাই বুজি পায়, আৰু বুজি পায় যে সিহঁত তিনিওজনীয়ে সুন্দৰী আৰু স্বাস্থ্যৱতী, সিহঁতো সেই কাকতত ছবি ওলোৱা শৰীৰ প্ৰকট কৰা মডেলবোৰৰ দৰে পুৰুষৰ যৌনলিপ্সাত ইন্ধন যোগাব পৰা দেহ সৌষ্ঠৱৰ অধিকাৰী বাবেই মাকৰ ভয় আৰু বেছি, সেই ত্ৰাসে তেওঁক এনেকৈ আগুৰি আছে বাবেই জীয়েকৰ অনন্য সাধাৰণ গুণ কবিতা লেখাক তেওঁ অপৰাধ বুলি গণ্য কৰিছে।

হয়, নীলিমা কাকতিৰ জীয়েকহঁতক লৈ শংকাৰ ভাব কোনো সময়তে যেন আঁতৰিব নোখোজে। জীয়েকৰ সুষমামণ্ডিত শৰীৰকেইটা দেখিলেও তেওঁৰ যেন গা জ্বলা-পোৰা কৰে। এইকেইজনীয়ে তেওঁৰ দুখীয়া ঘৰত কি ৰাজভোগটো খাইছে যে এনেকৈ গাত লদা-লদে মঙহ লাগিছে?

অৱশ্যে জীয়েকহঁতৰ ৰূপ-যৌৱন সিহঁতৰ শত্ৰু নহৈ পৰম মিত্ৰও হ'ব পাৰে যদিহে বিয়াৰ আগতে সিহঁতৰ গাত কোনো ঘুণে নধৰে, যৌৱনৰ পিছল বাটত যদি ভৰি পিছলি নপৰে। হয়, এই ৰূপ-যৌৱনেই সিহঁতলৈ এদিন ৰাজপুত্ৰ নহ'লেও সুপাত্ৰ আনি দিব পাৰে। উস্, এই তিনিজনী শতৰুক তেওঁ যদি খণ্ডাব পাৰে (এদিন এনেকি কবিতায়ো ভোৰভোৰাই ভোৰভোৰাই কৈছিল— মাই যে এয়া আমাক কি খণ্ডোৱা খণ্ডোৱা কৰি থাকে— শুনি শুনি মূৰ গৰম হৈ যায়। সঁচায়ে খণ্ড-খণ্ড কৰি কাটি নেপেলোৱা কিয়? আমি যদি তোমাৰ ইমানেই চকুৰ কুটা দাঁতৰ শূল, আমাকনো জন্ম দিছিলা কেলেই?) তেন্তে এদিন চিৰদিনলৈ শান্তিত চকু মুদিব পাৰিব। বাপেকজন অকালতে আওমৰণে মৰি তিনিজনী ছোৱালীৰ কমটোনো বোজা মূৰত জাপি দি থৈ গ'লনে?

পিছে নিষ্ঠাবান গৰখীয়াৰ দৰে নীলিমা কাকতিয়ে জীয়েককেইজনীক কেৱল অবাটে নোযোৱাকৈয়ে তেওঁ লক্ষ্মণৰ সীমাৰেখা টানি দিয়া গণ্ডীৰ ভিতৰৰ চৰণীয়া পথাৰতে চলা-ফুৰা কৰি চলি থাকিব দি সিহঁতক সুপাত্ৰৰ প্ৰতি যোগ্য কৰি তোলাৰ চেষ্টাতে নিজক সীমাবদ্ধ কৰি ৰখা নাছিল, তেওঁ জানিছিল যে এতিয়াৰ দৰাই কেৱল সুন্দৰী বা গৃহকৰ্ম নিপুণা ছোৱালীয়ে বিয়া নকৰায়, সিহঁতে শিক্ষিতা ছোৱালীও বিচাৰে, পালে এনেকি চাকৰিয়াল ছোৱালীও বিচাৰে, গতিকে তেওঁ ছোৱালীকেইজনীৰ বিবাহযোগ্যতা বঢ়াবলৈ সিহঁতক 'এৰাল' দিয়া ৰছীডাল ঢিলাই কিছু দীঘল কৰি দিছিল আৰু স্কুল-কলেজলৈ পঠাইছিল, যাৰ ফলত আটাইকেইজনী ছোৱালীয়ে কলেজৰ দুৱাৰ গচকিবলৈ পাইছিল। অৱশ্যে কবিতা আৰু মীনাই কোনোমতেই বি এ পাছ কৰিব নোৱাৰিলে, লাগি থাকিলে হয়তো দুই-এবাৰ ফেইল কৰি সেই ডিগ্ৰী ল'ব পাৰিলেহেঁতেন, কিন্তু তাৰ আগতেই প্ৰায় অগা-পিছাকৈ দুয়োৰো বিয়া হৈ গৈ সেই আহকালৰ পৰা দুয়োজনীকে উদ্ধাৰ কৰিলে। অৱশ্যে বায়েকৰ দৰে সিহঁতৰ দৰাকেইজন ইমান উচ্চপদস্থ চাকৰিয়াল নাছিল— এজন আছিল দেউতাকৰ দৰেই একে স্কুল শিক্ষক আৰু আনজন আছিল চৰকাৰী বিভাগ এটাৰ নিম্নবৰ্গৰ চাকৰিয়াল, তথাপি বিয়া হ'বলৈ পাই দুয়োজনীয়ে ৰক্ষা পৰিছিল, নিজাকৈ এখন সংসাৰ পোৱাৰ মাদকতাই বেলেগ, তাতে বিয়া মানেই মাকৰ শাসনৰ বাঘজৰীৰ পৰা মুক্তি। দৰা বা দৰাঘৰো অৱশ্যে অত্যাচাৰী হ'ব পাৰে, কিন্তু মাকতকৈনো আৰু কিমান বেছি ৰঙা চকু দেখুৱাব? খং-ৰাগ সিহঁতৰ বাবে ভাতৰ লগৰ পানী।

বিয়াৰ সময়ত প্ৰতিমাৰ প্ৰতিক্ৰিয়া দুয়োজনী ভনীয়েকতকৈ ভিন্নমুখী হৈছিল, ভনীয়েকহঁতে বি এ পটি কাতৰ হোৱাৰ বিপৰীতে প্ৰতিমাই এম এ পঢ়িবলৈ নাপাইহে কাতৰ হৈছিল। কিন্তু প্ৰতিমাৰ মাকে জীয়েকৰ বাবে ৰজত শইকীয়া হেন সুপাত্ৰ পাই যেন হাততে স্বৰ্গ ঢুকি পাইছিল, তেওঁ পাঠশালাৰ শিক্ষয়িত্ৰী, এজনী পুত্ৰহীনা, তিনিজনী আবিয়ৈ ছোৱালীৰ মাক— কইনাঘৰীয়া হিচাপে সকলো ফালৰ পৰা তেওঁৰ স্থিতি নিম্নমানৰ, কেৱল যেনিবা ছোৱালী ধুনীয়া আৰু শিক্ষিতা (প্ৰতিমাৰ মাকৰ জীয়েকক শিক্ষিতা কৰি গঢ়ি তোলাত ভাবীদৰাৰ সম্ভাব্য চাহিদা পূৰণেই একমাত্ৰ কাৰণ নাছিল, ছোৱালীৰ ভাগ্য কোনে জানে, হয়তো কেতিয়াবা অকলে নিজৰ ভৰি দুখনৰ

ওপৰতেই থিয় হৈ জীৱন পথত চলিব লগা হ'ব পাৰে, যেনেকৈ চলিব লগা হৈছে তেওঁ, আৰু অলপমান শিক্ষা-দীক্ষা আছিল বাবেই গিৰীয়েকৰ মৃত্যুৰ পিছতো কাৰো ওচৰত হাত নপতাকৈ ছোৱালী তিনিজনীক লৈ সসন্মানে জীৱন নিৰ্বাহ কৰিব পাৰিছে।), কিন্তু বিয়াৰ বজাৰত সেয়েইতো যথেষ্ট নহয়। তথাপি সেই ঘাটতি স্বত্বেও প্ৰতিমাই ৰজত শইকীয়াৰ দৰে দৰা এজন পাইছে এইটো তাইৰ বাবে কম ভাগ্যৰ কথানে?

হয়, ভাগ্য, পৰম ভাগ্য, প্ৰতিমাই মনৰ মাজত ওঁঠ বেঁকা কৰি হাঁহে। এখন বন্দীশালৰ পৰা ওলাই আহি আন এখনত সোমালোঁ! সিখনত অন্ততঃ নিজৰ শৰীৰটোৰ ওপৰত অধিকাৰ আছিল তাইৰ—নাথাকিব পাৰে মন-হৃদয়ৰ বাহ্যিক কাৰ্যকলাপৰ ওপৰত। থকা হ'লে তায়ো জানো নিজৰ মনৰ মানুহ নিজেই বিচাৰি নল'লেহেঁতেন? অন্ততঃ তায়ো হয়তো অসীমা দেৱচৌধুৰীৰ দৰে কোনোবা ফণীন্দ্ৰ দেৱচৌধুৰীৰ লেখীয়া তৰুণ সাহিত্যিকলৈ অন্তৰৰ আবেগ-ভক্তি-প্ৰশংসাসিক্ত পাঠিকাৰ চিঠি-পত্ৰ লেখিলেহেঁতেন আৰু এদিন সাহিত্যিক-পত্ৰ প্ৰেম-পত্ৰলৈ পৰ্যবসিত হ'লহেঁতেন, সেই পত্ৰত তাইৰ হৃদয়ে নিৰ্বাচন কৰা সেই সাহিত্যিকে তাইলৈও লেখা উত্তৰত ইংৰাজ কবিৰ এই কবিতাৰে হয়তো নিজৰ প্ৰেমৰ অৰ্ঘ্য যাচিলেহেঁতেন :

'You stand apart from the crowd
One, among so many women you pass by,
And raise a tempest in my heart'
আঃ— কি অনিৰ্বচনীয় অনুভৱ!

কিন্তু হায়, এটা কবিতা লেখাক লৈয়ে যি মাকে ইমান হুলস্থূল লগাই দিছে সেই মাকে আৰু তাইক পুৰুষ লেখকৰ লগত চিঠি-পত্ৰ— তাকো প্ৰেম-পত্ৰ আদান-প্ৰদান কৰিবলৈ দিলেহেঁতেননে? তেজীমলাক পাট-কাপোৰৰ লগত মাহীয়েকে পুৰি মৰাৰ দৰে তাইকো মাকে সেই চিঠিবোৰৰ লগতে পুৰি মাৰিলেহেঁতেন!

গতিকে মাকৰ বন্দবস্ত মতে তাইৰ 'পৰম সৌভাগ্য'ৰ বলত ৰজত শইকীয়াৰ দৰে most eligible bachelor-ৰ লগত (মাকে এজন দৰা সম্পৰ্কে এনে উচ্চস্তৰৰ বিশেষণযুক্ত শব্দকেইটা জনা হ'লে ৰজতৰ ক্ষেত্ৰতো এই শব্দকেইটা প্ৰয়োগ কৰি গৌৰৱেৰে বুকু ফুলাই ক'লেহেঁতেন) বিয়াখন হৈ গ'ল আৰু ফুলশয্যাৰ ৰাতিয়ে প্ৰতিমাই গম পালে— তাইৰ নৱপৰিণীত স্বামীয়ে বিচাৰে কেৱল দেৱী-প্ৰতিমাৰ দৰে তাইৰ নিখুঁত দেহটো, সেই দেহত পূৰ্ণ অধিকাৰ বৰ্তাই ৰখাটো, ইমানকৈয়ে বিচাৰে যে তেওঁৰ নিজ সন্তানকো তাত ভাগ বহুৱাবলৈ নিদিয়ে, অন্ততঃ এতিয়াও দিয়া নাই, বিয়াৰ এই পাঁচ-ছয় বছৰ পিছলৈকো। মানুহজনে কয়— তোমাৰ এতিয়াও বহুত দিনলৈ সন্তান ধাৰণ কৰিব পৰাৰ বয়স থাকিব, আজিকালিৰ ছোৱালীবোৰৰ দেখোন ত্ৰিছ-বত্ৰিছ বা এনে বয়সো পাৰ হৈ যোৱাৰ পিছতহে বিয়া হয়, (ৰজত শইকীয়াৰ স্বগতোক্তি : ধেৎ চালা, সেই বুঢ়ীকেইজনীৰ শুকান খৰিৰ দৰে শৰীৰত এনজয় কৰিবলৈ বস-কস আৰু অৱশিষ্ট থাকেনে।) কিন্তু তাৰ পিছতোতো ল'ৰা-ছোৱালী হয়... গতিকে, let's linger our enjoyment, এতিয়াই কিয় সন্তানৰ জঞ্জাল চপাই লোৱা, তোমাৰ এইহেন voluptuous body-ত সন্তানে ভাঙোন নধৰাবনে.. ।

প্ৰতিমাই প্ৰতি নিশা স্বামীৰ দ্বাৰা 'ধৰ্ষিতা' হয় আৰু ভগৱানক তাৰ লগে লগে আকুল কামনা জনাই থাকে— হে প্ৰভু, প্ৰেমহীন এই কদৰ্য কাৰ্যৰ যি বোকাত লেটি-পেটি হৈ থাকিব লগা হৈছোঁ, তাৰ মাজত যেন সন্তানৰূপী পদুম ফুল ফুলে, সন্তান এটিৰ মুখ যেন অচিৰেই দেখা পাওঁ প্ৰভু, এনে কিবা দুৰ্ঘটনা ঘটাই দিয়া যাৰ ফলত এই গৰ্ভ নিৰোধক পিলবোৰৰ কেইটামান যেন ভেজাল হৈ ওলায়.. ।

প্ৰতিমাৰ যেন তাইৰ দেহৰ ওপৰত গিৰীয়েকৰ এই সৰ্বময় আধিপত্য ক্ৰমে সহ্যৰ সীমা পাৰ হৈ যাব খুজিছে— উস্ এটা সন্তান, প্ৰভু এটা সন্তান দিয়া, সি ভাগ বহুৱাওকহি মোৰ শৰীৰত, এজনৰ অসহ্যকৰ আধিপত্যৰ পৰা মোৰ দেহক মুক্তি দিয়া প্ৰভু!

প্ৰতিমাই কেতিয়াবা ভাবে— তাইৰ গিৰীয়েকৰ প্ৰতি এই দেহজ বিতৃষ্ণাৰ কাৰণ কি তাইৰ মানুহজনৰ প্ৰতি প্ৰেমহীনতা? হয়তো সেইটোৱেই কথা— প্ৰেমত পৰি বিয়া কৰালে সেই পৰম প্ৰিয়জনৰ লগত বোধহয় তাই আবেগকল্পিত হৃদয়েৰে এক দেহ এক প্ৰাণ হৈ যাব পাৰিলেহেঁতেন। আৰু তাইৰ এই স্বামী ৰজত শইকীয়া, প্ৰেমিক হিচাপে কল্পনা কৰিব গ'লেই দেখোন তাইৰ গা-মন বিতৃষ্ণাত জিকাৰ খাই উঠে। আচলতে প্ৰেম কৰাজনক শ্ৰদ্ধাও কৰিব পাৰিব লাগিব, কিন্তু এই ৰজত শইকীয়াক শ্ৰদ্ধা? যি ৰজত শইকীয়াই দেউতাকৰ

*দৰেকৈও বাতৰিকাকতখন নপঢ়ে, যাৰ বাতৰিকাকতৰ প্ৰতি এটা প্ৰধান ৰাপৰ বস্তু হ'ল তাইৰ ভনীয়েককেইজনীৰ দৰেই চিনেমাৰ অৰ্ধ উলংগ একট্ৰেছ আৰু মডেলকেইজনী—* উস্, মানুহজনে আকৌ তাইকো সেইকেইজনীক চাবলৈ মাটি নিয়ে— এই প্ৰতিমা, চোৱাহিচোন চোৱা, আজিৰ কাগজত এই নেহা ধুপিয়াজনীৰ কি ছবি ওলাইছে, গাত দেখোন একো কাপোৰ নায়েই... উস্!

গতিকে এই মানুহজন যেতিয়া অফিচলৈ ওলাই যায় তাই এটা স্বস্তিৰ নিশ্বাস পেলায়, তাই এতিয়া স্বাধীন, মুক্ত, তাই এতিয়া কাৰো জীয়ৰী নহয়, কাৰো ঘৈণী নহয়, তাই এতিয়া কেৱল প্ৰতিমা, একক, নিঃসংগ প্ৰতিমা, কেৱল প্ৰতিমা; এই মুহূৰ্তত তাই যেন অসহ্যকৰ শইকীয়া নেজডালৰ পৰাও মুক্ত।'

বিয়াৰ প্ৰথম বছৰটোত প্ৰতিমাই কেৱল ঘৰৰ কাম-বন, কাগজ-কিতাপ লৈয়ে ব্যস্ত থাকিল। বিয়াত কিছু কিতাপ উপহাৰ পাইছিল, তাই সেইকেইখন সযতনে টোপোলা বান্ধি লৈ আহিছিল। সেই কিতাপবোৰ পঢ়ি পঢ়ি তাই এদিন ভাবিলে— এই গল্পবোৰৰ দৰে তায়ো বোধহয় সজাই-পৰাই গল্প লিখিব পাৰিব, অন্ততঃ চেষ্টা কৰি চোৱাত কোনো লোকচানতো নাই। এতিয়াতো মাকৰ কঢ়া শাসনো নাই, ৰজতো ঘৰত দিনৰ দিনটো নাথাকে, গতিকে তাই নিশ্চিন্তমনে সাহিত্য-চৰ্চা কৰিব পাৰে।

তেনেকৈয়ে এদিন প্ৰতিমাই জীৱনৰ প্ৰথম গল্পটো লিখি পেলালে। তাৰ পিছত তাই ভাবিবলৈ ধৰিলে— সেইটো ঘৰতে পেলাই থ'ব নে কোনোবা আলোচনীলৈ পঠাব। আৰু আলোচনীলৈ যদি পঠায়— গিৰীয়েকক সুধি ল'ব নেকি? কিন্তু যদি অনুমতি নিদিয়ে? তাতকৈ প্ৰথমতে পঠিয়ায়ে চোৱা যাওক, তাৰ পিছত সেইটো যদি প্ৰকাশ হয় আৰু গিৰীয়েকে যদি মাকৰ দৰে ৰুদ্ৰমূৰ্তি ধৰে, তেতিয়াহ'লে বাৰু এদিন কবিতা লিখিবলৈ বন্ধ কৰাৰ দৰে তাই গল্প লিখিবলৈকো বন্ধ কৰি দিব। বন্ধ নকৰি কিয়েই বা কৰিব, গিৰীয়েকৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব? কিন্তু যি তাইৰ আশ্ৰয়দাতা, যি তাইক থাকিবলৈ এটা ঘৰ দিছে, পিন্ধিবলৈ কাপোৰ দিছে, খাবলৈ আহাৰ দিছে— সেই মানুহৰ বিৰুদ্ধে বিদ্ৰোহ কৰি তাই ক'ত থাউৰিব? নিজৰ শৰীৰটোক জীয়াই ৰাখিবলৈ তাই একান্তভাৱে গিৰীয়েকৰ ওপৰতে নিৰ্ভৰশীল নহয়নে? নিজৰ চাকৰিয়েই আছেনে আনধৰণৰ কিবা অন্নসংস্থানৰে পথ আছে যে গিৰীয়েকৰ দাসত্বৰ শিকলি ছিঙি ওলাই স্বাৱলম্বী হৈ চলিব পাৰিব?

যথাসময়ত দেখা গ'ল যে প্ৰতিমাৰ গল্পটো ঠিকেই প্ৰকাশ হৈ ওলাল, আৰু তাই পৰম বিস্ময়েৰে আৰু সকাহেৰে ইয়াকো দেখিলে যে গিৰীয়েক মাক নহ'ল, অৰ্থাৎ মাকৰ দৰে ৰুদ্ৰমূৰ্তি নধৰি ৰজত শইকীয়াই পেট্ৰ'নসুলভ হাঁহি এটা মাৰি ক'লে— তুমি গল্প লেখিছা? সেইফেৰা গুণো তেন্তে তোমাৰ আছে? বৰ ভাল হ'ল দিয়া, আমাৰ ডিপাৰ্টমেণ্টৰ প্ৰণৱ শৰ্মা মোতকৈ জুনিয়ৰ, কিন্তু ঘৈণীয়েক মালবিকা শৰ্মা এগৰাকী নামী লেখিকা বুলি বৰ তাওত থাকে— কি ফুটনি মৰা কথা, বোলে ঘৈণীয়েকৰ গল্প বিচাৰি তেওঁৰ ঘৰত সম্পাদকসকলে ধৰ্ণাহি দিয়ে... তুমিও চেষ্টা চলাই যোৱাচোন, কিজানিবা এদিন মালবিকা শৰ্মাকো চেৰ পেলাব পাৰা। তেতিয়া ময়ো প্ৰণৱ শৰ্মাক একহাত ল'ব পাৰিম বোলে চোৱা মোৰ ঘৈণীও ডাঙৰ লেখিকা, সম্পাদকৰ ফোন, চিঠিয়ে আমাক স্বামী-স্ত্ৰীকো দিন-ৰাতি উত্যক্ত কৰি মাৰে। বিখ্যাত লেখিকা প্ৰতিমা শইকীয়া মোৰ ঘৈণী, এনেহেন মানুহজনী মোৰ একান্ত নিজৰ, হয়, কেৱল মোৰেই...।

হয়, তোমাৰ একান্ত নিজৰ, তোমাৰ ব্যক্তিগত সম্পত্তি। বিতৃষ্ণাত, অপমানত প্ৰতিমাৰ গা ৰাই-জাই কৰে।

কিন্তু বোকাতো পদুম ফুলে, প্ৰেমহীন ৰতিক্ৰিয়াৰ ফলতো পদুমসদৃশ সন্তানৰ জন্ম হ'ব পাৰে, মালিকানাৰ বিতৃষ্ণা উদ্ৰেককাৰী প্ৰৱণতায়ো তাইৰ কলমত সন্তানসদৃশ আন এক পদুমৰো জন্মৰ অধিকাৰ প্ৰদান কৰিব পাৰে— অন্ততঃ মাকৰ বাধাদানতকৈ গিৰীয়েকৰ অনুমতিদান বেছি সহনীয়, এনেকি আদৰণীয়ও। এগৰাকী লেখিকাৰ স্বামী মালিকীস্বত্বৰ গৌৰৱৰ বিনিময়ত যদি তাই লেখি যোৱাৰ অনুমতি পায়, সিনো তাইৰ বাবে কাঁইটযুক্ত হ'লেও গোলাপ, বোকাত জন্ম হ'লেও পদুমসদৃশ পৰম ধন নহয়নে? তাতে যদি সেই লেখাৰে তাই এনেহেন এখন পুৰুষ সমাজৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিব পাৰে?

ৰজত শইকীয়াই অৱশ্যে ঘৈণীয়েকৰ গল্পটো নপঢ়িলে। আলোচনীখনৰ পাত লুটিয়াই, প্ৰতিমাৰ গল্পটোত প্ৰথমৰ পৰা শেষলৈ চকু ফুৰাই তেওঁ আলোচনীখন জপাই থ'লে আৰু দীঘলকৈ হামি এটা মাৰি, এঙামুৰি

কাঢ়ি ক'লে— বৰ ভাগৰ লাগিছেহে, দিনটো অফিচত কম খাটনিনে, তাতে মযেইতো বহু কণ্ডত দায়িত্ব বুজিছা। পিছত গল্পটো পঢ়িম দেই—।

ৰজত শইকীয়াই অৱশ্যে ঘৈণীযেকৰ কোনো এটা গল্পই নপঢ়িলে, কিন্তু ঘৈণীয়েকৰ যেতিয়া সুখ্যাতি হ'বলৈ আৰম্ভ কৰিলে, তেতিয়া তেওঁৰো, তেওঁৰ নিজৰ ভাষাৰে ক'বলৈ হ'লে 'তাও' চাবলগীয়া হ'ল। কিন্তু বেচেৰাই কোনোদিনে সেই গল্পবোৰ নপঢ়াৰ ফলত গম নাপালে যে তাত উদ্গীৰিত হৈ আছে তেওঁৰ বিৰুদ্ধে বিদ্রোহ।

ইয়াৰ পিছত লাহে লাহে প্ৰতিমা শইকীয়ালৈ নানা সভা-সমিতি, অনুষ্ঠান, সংঘ, গোষ্ঠী আদিৰ পৰা নিমন্ত্ৰণ আহিবলৈ ধৰিলে— সেইবোৰ সকলো সাহিত্য-সংস্কৃতিৰ লগত জড়িত অনুষ্ঠানেই আছিল, বিশেষকৈ মহিলা সাহিত্যিকৰ লগত জড়িত। কোনোবাই মুখ্য অতিথি, প্ৰধান অতিথি, বিশিষ্ট অতিথি আদি হিচাপে মাতে, কোনোৱে তেওঁলোকৰ অনুষ্ঠানৰ বিষয়ববীয়া, সদস্য হ'বলৈ মাতে, কোনোবাই আকৌ তাই থকা চহৰখনৰ দূৰৈৰে আন ঠাইলৈ মাতে। সেই সকলোবোৰ আমন্ত্ৰণেই প্ৰতিমা শইকীয়াই প্ৰত্যাখ্যান কৰে, পিছে প্ৰতিমা শইকীয়াই প্ৰত্যাখ্যান কৰা বুলি নকৈ ৰজত শইকীয়াই কৰে বুলি ক'লেহে অধিক শুদ্ধ হ'ব। তেওঁ ঘৈণীয়েকৰ আগত তৰ্জন-গৰ্জন কৰে— 'নোৱাৰা, সেইবোৰ ক'লৈকো যাবলৈ মই তোমাক পৰপুৰুষৰ লগত গা ঘঁহাই মিটিং-ঘিটিং কৰিবলৈ যাব নিদিওঁ। সেই মানুহবোৰক মোৰ ভালকৈয়ে জনা আছে— চালাইঁত সকলা তিৰোতাৰ মাংসৰ লুভীয়া একো একোটা শগুণ! আৰু এই সাহিত্যিকবোৰ, বেটাহঁতে প্ৰেমৰ কবিতা লিখে আৰু সম্পাদক, কৰো বুলি লগৰ লেখিকাৰ লগত প্ৰেম কৰে— চব জানো নহয় মই! আৰু এই যে নাৰীবাদী তিৰোতাসকল ওলাইছে— সিহঁতো একো একোজনী কম নহয়। নিজৰ অফিচতে দেখিছোঁ নহয়, মোৰ তলত কাম কৰা একোজনী কৰ্মচাৰীয়ে 'ছাৰ' 'ছাৰ' কৰি মোৰ একেবাৰে গাতেই উঠিব ধৰে (অ', গাতেই উঠিব ধৰোঁতে তুমি সেই গাবোৰ আদৰত সাবটি ধৰা। তোমাৰ কীৰ্তিকলাপ মোৰ চাৰিবেৰৰ মাজৰ বন্দিনীজনীৰো কাণত পৰে নহয়, কাৰণ সেই বেৰৰো কাণ থাকে ৰজত শইকীয়া! পুৰুষ বোলে ভোমোৰাৰ জাত, তোমাৰো ঘৰৰ বাগানৰ ফুলপাহ চুহি চুহি আমনি লাগে গতিকে আন ফুলৰ সন্ধান কৰা! বাতৰিকাকতত এইবোৰ কথা এনেয়ে ওলায়নে? অৱশ্যে মই কেৱল পুৰুষ জাতিকে দোষ দিব নোখোজোঁ— এই তিৰোতাবোৰেও অফিচত প্ৰমোচন, বদলি আদিৰ বাবে ওপৰবালা অফিচাৰক নিজৰ দেহ বেচিব পাৰে— এনে খবৰ বাতৰিকাকততে পঢ়িছোঁ ) গতিকে তুমি সেই মেল-মিটিংবোৰলৈ যাব নোৱাৰা, ক'তো মেম্বাৰ-চেম্বাৰ হ'ব নোৱাৰা! মোৰ এয়াই হুকুম, নামানিলে ভৰি ভাঙি খোৰা কৰি দিম, ক'তো লৰচৰ কৰিব নোৱাৰিবা—।

প্ৰতিমাই তিক্ত ব্যংগেৰে মনৰ ভিতৰতে হাঁহিলে— মাতৃৰ পৰা আৰম্ভ কৰি স্বামীলৈকে সকলোৱে ভৰি-হাতেই ভাঙিব খোজে!

গতিকে গিৰীয়েকৰ হুকুম অমান্য কৰি প্ৰতিমাই কোনেদিনে কোনো সাহিত্যিক প্ৰতিষ্ঠানলৈ নগ'ল, কোনো সাহিত্যিকৰ লগত মৌখিক চা-চিনাকিয়ে হৈ নল'লে আৰু তেতিয়াৰে পৰা প্ৰতিমা শইকীয়াই সেই মহলত অসূৰ্যম্স্পৰ্শা, অসূৰ্যম্পশ্যা, এইবোৰ বিশেষণেৰে অভিহিত হ'ল— সূৰ্যয়ো এই সুন্দৰীক স্পৰ্শ কৰিব নোৱাৰে, দেখা নাপায়!

প্ৰতিমা শইকীয়াৰ বাহিৰৰ সাহিত্য জগতখনৰ লগত কলম আৰু কিতাপ-কাগজৰ মাধ্যমৰ বাহিৰে আন ধৰণৰ সম্পৰ্ক নাথাকিলেও তেওঁৰ সেই জগতৰ দুই-এছাটি বা-বতাহ আহি গাত লাগেহি আন এক প্ৰত্যক্ষ নহ'লেও পৰোক্ষ মাধ্যমৰ যোগেদি। সিহঁতৰ কলনীৰে এজন আবাসী হ'ল চিৰঞ্জীৱ শইকীয়া, তেওঁৰ পত্নী পাৰমিতা শইকীয়ায়ো সাহিত্য-চৰ্চা কৰে, সাহিত্যৰ সভা-সমিতি, নানা সংস্থান, অনুষ্ঠানলৈ তেওঁৰ সঘন আহ-যাহ, লেখিকা-কাণুন নামৰ এটা মহিলা অনুষ্ঠানৰ তেওঁ এগৰাকী সক্ৰিয় সদস্যাও, গিৰীয়েকেও পৰম উৎসাহেৰে ঘৈণীয়েকক এইবোৰলৈ আগবঢ়াই দিয়ে, পাৰমিতাৰ এখন গল্পগ্ৰন্থ উন্মোচনী সভাৰ আয়োজন কৰাত চিৰঞ্জীৱ শইকীয়ায়ে আগভাগ লৈছিল, এনেকি প্ৰকাশক বিচাৰি নোপোৱাত নিজৰ গাঁঠিৰ ধন ভগন কৰি সেই সংকলনখন প্ৰকাশো কৰিছিল। (প্ৰতিমা শইকীয়াই আচৰিত হৈ ভাবে— তাইৰ গিৰীয়েকৰ তলতীয়া কৰ্মচাৰী এজনে ঘৈণীয়েকৰ গল্প-সংকলন উলিয়াবলৈ ইমান টকা ক'ত পায়?) অৱশ্যে ইমান চেষ্টা চৰিত্ৰৰ পিছতো পাৰমিতাই

এতিয়াও অসমীয়া সাহিত্যত সেই স্থান লাভ কৰিব পৰা নাই, যিটো কাকতে-পত্ৰে কেইটামান গল্প লেখিয়েই প্ৰতিমাৰ হাতলৈ অনায়াসে আহি গৈছে।

অৱশ্যে সেই কথা লৈ লেখিকা মহলত এই আলোচনাও হয় যে প্ৰতিমা শইকীয়াৰ এই সাফল্যত তাইৰ প্ৰতিভাতকৈ তাইৰ সুন্দৰ চেহেৰাৰ অৰিহণাহে প্ৰধান, ধুনীয়া মুখ, ধুনীয়া ফিগাৰ। এনে আলোচনাৰ এগৰাকী উৎসাহী অংশীদাৰ হ'ল এই পাৰমিতা শইকীয়াও, তেওঁ কয়— মোৰোতো উপাধি শইকীয়াই— এনেকি নাম দুটাতো মিল আছে, কিন্তু ক'ত প্ৰতিমা শইকীয়া, ক'ত পাৰমিতা শইকীয়া! আমাৰতো আৰু চিনেমা এক্‌ট্ৰেছৰ দৰে চেহেৰা নাই, নাই গৃহস্থৰ ৰজত শইকীয়াৰ দৰে ডাঙৰ চাকৰি যে মানুহে খাতিৰ-বাতিৰ কৰিব। এতিয়াৰ দিনত ৰূপীয়া-ৰূপ, গ্লেমাৰ— এইবোৰেই প্ৰধান কথা, বান্দৰীও আজিকালি মাটি ফুটি য'তে-ত'তে গজা বিউটি-পাৰ্লাৰবোৰলৈ গৈ সুন্দৰী হ'ব পাৰে, গ্লেমাৰাছ চেহেৰা কৰিব পাৰে, আৰু লগতে যদি গিৰীয়েকহঁতৰ দুৰ্নীতিৰে ঘটা ধনৰ পাহাৰ থাকে তেন্তে সেই টকাৰে ডাঙৰ ডাঙৰ বিজ্ঞাপন দি অ-লেখক, লেখিকায়ো ডাঙৰ সাহিত্যিক বোলাব পাৰে, কিতাপৰ সংস্কৰণৰ পিছত সংস্কৰণ উলিয়াব পাৰে, বাতৰিকাকতৰ সম্পাদক-সাংবাদিকক টকা, গ্লেমাৰেৰে হাত কৰি সেই কিতাপৰ ভূয়সী প্ৰশংসাৰে কাকতত সমালোচনা উলিয়াব পাৰে—।

(পাৰমিতা শইকীয়া নিজে গল্প-লেখিকা হ'লেও আনৰ লেখা-চেখা তেনেকৈ নপঢ়ে, প্ৰতিমা শইকীয়াৰো পঢ়া নাই, পঢ়িলে গম পালেহেঁতেন যে তেওঁ ঈৰ্ষাত জ্বলি-পকি থকা প্ৰতিমা শইকীয়াৰ এটা গল্পত তেওঁৰ দৰেই এটা চৰিত্ৰ আছে যি আনৰ দুৰ্নীতিৰ কথাত সৰৱ অথচ নিজেই গিৰীয়েকে দুৰ্নীতিৰে ঘটা ধনৰ পাহাৰৰ ওপৰত বহি আছে।)

এই পাৰমিতা শইকীয়ায়ে আকৌ প্ৰতিমা শইকীয়ালৈ বাহিৰৰ এইখন সাহিত্য জগতৰ তাইলৈ বা-বতাহ কঢ়িয়াই অনাৰ দূত। অৱশ্যে তেওঁ নিজে কোৱা এইবোৰ বিষভৰা কথাৰে কথক আন কোনোবা এগৰাকী মহিলা বুলি ৰিপ'ৰ্ট দিয়ে। যি হওক, বাহিৰৰ এই গোষ্ঠীটোৱে তাইক যে অসূৰ্যম্‌পশ্যা, অসূৰ্যম্পৰ্শা আদি নামেৰে অভিহিত কৰিছে সেই কথাও পাৰমিতা শইকীয়াৰ পৰাই তাই গম পায়।

বাগানত ঘূৰি-পকি থাকি নানা আকাশ-পাতাল ভাবি থকাৰ মাজতে প্ৰতিমা শইকীয়াই এইবোৰ কথাও ভাবিছিল আৰু তেতিয়া তাইৰ মুখত পাতল ব্যংগৰ হাঁহিৰ ঢৌ এটা খেলি গৈছিল, তাই মনৰ ভিতৰতে এইদৰেও কৈছিল— আচলতে অসূৰ্যম্পৰ্শা কেৱল ময়েই নহওঁ, তোমালোক সকলোবোৰো, তুমি পাৰমিতা শইকীয়া, তুমি কোৱা সেই কুৎসিৎ গছিপ কৰা মানুহবোৰ, আৰু কোনো কোনো সাহিত্যিক-সাংবাদিকো। তেওঁলোকৰ গাতো সূৰ্যৰ স্বাস্থ্যকৰ পোহৰ নপৰে, পৰা হ'লে সূৰ্যৰ সেই ৰশ্মিয়ে সকলোৰে মনবোৰ আলোকিত কৰি নিকা, সুস্থ মনৰ অধিকাৰী কৰিলেহেঁতেন।

প্ৰতিমা শইকীয়া গৈ ঘৰৰ ভিতৰত সোমাইছিল আৰু হাতত কলম-কাগজ তুলি লৈছিল। তাইৰ নিজৰ জীৱনটোও একপ্ৰকাৰ কলুষিত, নানাধৰণে। তাইতো জানে তাইৰ গিৰীয়েকো এজন দুৰ্নীতিপৰায়ণ বিষয়া, সেই ধনেৰে তায়ো পুষ্ট হৈ আছে। তাৰ বিৰুদ্ধে তাই বিদ্ৰোহ কৰিব নোৱাৰে, কৰিলে তাইক এইখন ঘৰৰ পৰা গঁতিয়াই বাহিৰ কৰি দিয়া হ'ব, তাৰ পিছত মাকেও তাইক আশ্ৰয় নিদিয়ে। তাই ইবছেনৰ নোৰাৰ দৰে বিদ্ৰোহ কৰি ঘৰৰ পৰা ওলাই যাব নোৱাৰে, সি হ'ব অতি অবাস্তৱবাদী, হঠকাৰী পদক্ষেপ। ওলাই গৈ তাই ক'ত আশ্ৰয় ল'ব? হয় পথৰ ভিখাৰী হ'ব লাগিব, নহ'লেবা তাইৰ এই সুন্দৰ দেহ বিক্ৰী কৰি চলিব লাগিব। প্ৰতিমা শইকীয়া নামী লেখিকা হ'ব পাৰে, কিন্তু দামী লেখিকা নহয়— তাইৰ লেখাৰ আয়েৰে তাই কেৱল নিজকো পোহপাল দিব নোৱাৰে। গতিকে এনেকৈ অসূৰ্যম্পৰ্শা হৈ থকাৰ বাহিৰে তাইৰ গতি নাই। কেৱল এয়ে সান্ত্বনা যে তাইৰ কলমডাল এতিয়াও কলুষিত হোৱা নাই, কলুষিত কৰা নাই। তাই লেখা-মেলাৰ ক্ষেত্ৰত কোনোদিনে কোনো আপোচ কৰা নাই, যি সত্য বুলি বিশ্বাস কৰিছে তাকেই বিবেকৰ নিৰ্দেশত কলমেৰে প্ৰকাশ কৰি গৈছে— এনেকি লেখা-মেলাৰ খৰচখিনিও তাইৰ নিজৰেই, লেখাৰ পৰা তাইৰ যি সামান্য আয় হয় তাৰেই তাইৰ কলম-কাগজ-ডাক টিকটৰ খৰচ ওলায়। হয়, তাইৰ কলমডাল কিন্তু এতিয়াও অসূৰ্যম্পৰ্শা হ'ব পৰা নাই।

(সাদিন, ২০০৫)

# এটা ট্ৰেজি-কমিক আখ্যান
## (সঁচা ঘটনাৰ ওপৰত আধাৰিত)

ৰেণুৱে নিজৰ শাহুৱেকতকৈ মাহী শাহুৱেকক বেছি ভাল পায়, বেছি ভক্তি কৰে। নিজৰ ভনীয়েকতকৈ একেবাৰে বিপৰীত স্বভাৱৰ বায়েকজনী, পাঁচোটা আঙুলি একে নহয়, একেখন হাতৰ আঙুলি হ'লেও তেনেকৈ সেই আঙুলিৰ উপমা দিবলৈ হ'লে ৰেণুৱে ভাবে— মাহীয়েক যদি হাতখনৰ আটাইতকৈ দীঘল আঙুলিটো, শাহুৱেক আটাইতকৈ চুটি আঙুলিটো (মাহী শাহুৱেকৰ কথা ভাবোঁতে ৰেণুৰ কোনোদিনে শাহু শব্দটো মনলৈ নাহে, জিভাৰ আগলৈও নাহে, আহে অকল 'মাহী' শব্দটো। আনহাতে, শাহুৱেকক 'মা' বুলি মাতি থাকিলেও তেওঁৰ বিষয়ে ভাবোঁতে মনলৈ আহে কেৱল 'শাহু' শব্দটোহে)— অৰ্থাৎ মধ্যমা আৰু বুঢ়া আঙুলি দুটা। দীৰ্ঘতম আৰু হ্ৰস্বতম— মানসিকতাৰে।

সুৰজিতে ৰেণুৰ এই পক্ষপাতটো বুজি পায়, বুজি পায় যে তাৰ কাৰণো নোহোৱা নহয়, তথাপি হাজাৰ হওক, নিজৰ মাক। সেয়ে সি ৰেণুক কয় : মা আৰু মাহী দুয়ো বাই-ভনী, বাই-ভনীৰ নেচাৰনো আৰু কিমান বেলেগ হ'ব। আচলতে তুমি মাক সদায় লগ পাই থকা বাবে দোষবোৰো চকুত পৰি থাকে, বিশেষকৈ তেওঁৰ খংবোৰো মাজে মাজে হজম কৰিব লগা হয় বাবে তেওঁৰ দোষ বেছিকৈ চকুত পৰে। আনহাতে তুমি মাহীক কেতিয়াবা কাচিৎ লগ পোৱা, সেই সময়খিনিতনো তেওঁক কিমান চিনি পোৱাৰ সুযোগ পোৱা, অলপ সময় লগ পোৱা মানুহজনীয়েনো আৰু তোমাক কি বেয়া ব্যৱহাৰ কৰিব – নহয় জানো? নিজৰ বোৱাৰীয়েকৰ লগত সংসাৰ কৰা হ'লে হয়তো সেই বোৱাৰীয়েকে মাহীকো তুমি মোৰ মাক ভাল পাব নোৱৰাৰ দৰে ভাল পাব নোৱাৰিলেহেঁতেন।'

সুৰজিৎ মাক-দেউতাকৰ একেটি পুত্ৰ সন্তান, বাকী তিনি সন্তান তিনিজনী ছোৱালী, আটাইৰে বিয়া হৈ গৈছে। গতিকে তাৰ মাক-দেউতাক তাৰ লগতে থাকে, তাৰ চাকৰি দেউতাকে কৰা চহৰখনতে, বদলি হ'ব নলগা চাকৰি। গতিকে চাকৰি পোৱাৰ পিছতো সি মাক-দেউতাকৰ লগতে থাকিব পাৰিছে। বিয়া কৰোৱাৰ পিছত ঘৈণীয়েক ৰেণুও সেইবাবে শহুৰ-শাহুৱেকৰ লগত থাকিব লগা হৈছে, ৰেণু ভাল ছোৱালী, বুজন আৰু মৰমিয়াল ছোৱালী, শাহুৱেকে মাজে-সময়ে তাইক গালি পাৰে, ইটো-সিটো কথাত অন্যায়কৈ দোষ ধৰে, কিন্তু তাই কোনোদিনে প্ৰত্যুত্তৰ নিদিয়ে, সকলো সহি-সামৰি থাকে। কিন্তু একে চহৰতে থকা সুৰজিতৰ নিজা মাহীয়েক বায়েকতকৈ কিয় ইমান বেলেগ প্ৰকৃতিৰ, কিয় ইমান কোমল মনৰ ভাবি ৰেণু আচৰিত হয়।

পিছে মাহীয়েকৰ বোৱাৰীয়েক লগত থকা হ'লে বায়েকে নিজৰ বোৱাৰীয়েকক অৰ্থাৎ ৰেণুক কৰা দুৰ্ব্যৱহাৰৰ দৰে দুৰ্ব্যৱহাৰ যে ভনীয়েকে নকৰিলেহেঁতেন সেই বিষয়ে তাই নিশ্চিত। তাৰ প্ৰমাণ কৰাৰ কিন্তু কোনো উপায় নাই, কাৰণ তেওঁৰ দুটা ল'ৰা হ'লেও, সিহঁতৰ বিয়া হ'লেও এজনী বোৱাৰীও লগত নাথাকে, থকাৰ কোনোদিনে সম্ভাৱনাও নাই, কাৰণ এটা ল'ৰা থাকে আমেৰিকাত, বিয়াও কৰাইছে তাতে, অৱশ্যে আমেৰিকান বগা ছোৱালী নহয়, আমেৰিকান ক'লী ছোৱালীকহে। আনটো ল'ৰাও বাহিৰত থাকে, অৱশ্যে বিদেশত নহয়, ভাৰততে, কিন্তু তাৰ চাকৰিও বদলিৰ নহয়, অৰ্থাৎ পেঞ্চন নোপোৱাৰ সময়লৈকে সি তাৰ কৰ্মস্থল বাংগালোৰতে থাকিব লাগিব। বিয়া কৰাইছে সিয়ো, মাক-বাপেকেই পাতি দিয়া বিয়া অসমীয়া ছোৱালীৰ লগত।

সেই মাহীয়েক এনেধৰণৰ এক প্ৰকাৰ নিঠৰুৱা হোৱা বাবেই তেওঁৰ বৰ্তমান যিধৰণৰ বিপদ হৈছে সেই বিপদ লগত পুতেক-বোৱাৰীয়েক থাকিলে নহ'লহেঁতেন অন্ততঃ বোৱাৰীয়েক থকা হ'লে। পিছে সেই অভাৱ পাৰ্যমানে পূৰাবলৈ বায়েকৰ বোৱাৰীয়েক ৰেণু আগবাঢ়ি আহিছিল।

সুৰজিতৰ মহাক-মাহীয়েকৰ বয়সৰ পাৰ্থক্য কিছু বেছি— তেৰ-চৈধ্য বছৰমানেই হ'ব। গতিকে পঁয়ষষ্ঠি বছৰীয়া মাহীয়েকৰ গিৰীয়েকৰ এতিয়া বয়স প্ৰায় আশী বছৰেই, বয়স অনুপাতে তেওঁ ভালেই আছে— অৱশ্যে আজিৰ পৃথিৱীত মানুহৰ আয়ুস বাঢ়িছে, বাৰ্ধক্যৰ সীমাৰেখাডালো দূৰলৈ আঁতৰি গৈছে। মাহীয়েকৰতো ভালেই— তেওঁনো কেতিয়া বেয়া থাকে বুলি কয়?

ৰেণুৰেতো সেই এটা কথাৰ বাবেই মাহী শাহুৱেকক ভাল পায়, জীৱনত যেন তেওঁ সদায় সুখী হৈ

থকাৰ কাৰণেই বিচাৰি পাই আহিছে, মুখত সদায় হাঁহি লাগি থাকেই, কাৰো বিৰুদ্ধে কোনো অভিযোগ নাই, কোনো কথাতে আপত্তি নাই, জীৱনৰ কোনো নোপোৱাৰ বেদনাই যেন তেওঁক বিচলিত কৰিব নোৱাৰে— আনহাতে, তাইৰ শাহুৱেক, 'মাহী'ৰ বায়েক? সুৰজিতৰ আগত মাহী শাহুৱেকৰ গুণ বখনাত সৰৱ হৈ থকা ৰেণু কিন্তু নিজৰ শাহুৱেকৰ ক্ষেত্ৰত মনৰ ভিতৰতহে সৰৱ হয়— উস, আজিলৈকে যদি তাই কিবা কথাত শাহুৱেকক সন্তুষ্ট কৰিব পাৰিলে।

পিছে এনেহেন সুখী, সন্তুষ্ট মানুহজনীৰ সঁচায়ে আপত্তি কৰাৰ কাৰণ ঘটিল— তেওঁ পাকঘৰত পিছলি পৰিল আৰু ফলত হাত ভাগিল। খবৰটো সুৰজিতে মহাকৰ পৰা ফোনত পাই দৌৰি গৈছিল, ৰেণুও লগতে ঢাপলি মেলিছিল আৰু বকাবকি কৰি কৰি ভনীয়েকক চাবলৈ তাৰ মাকো যাবলগীয়া হৈছিল— 'এনে যে অসাৱধান পুতলীজনী, বয়স হৈছে যে— হেৰ', সেই কথা তই মানি নল'ব কিয়? এই বয়সতো তাইৰ ল'ৰালিৰ চঞ্চলতা নাতৰিল, সকলো কামতে ল'ৰা-ঢপৰা, দৌৰাদৌৰি। অলপ ভাবি-চিন্তি চলা-ফুৰা কৰিব লাগে নহয়, নিজেতো ডুবিলি ডুবিলি এতিয়া আনকো ডুবালি। হেৰ', তই যেনিবা তাহানিৰ চঞ্চলা গাভৰুজনীয়ে হৈ আছ, কিন্তু তোৰ গিৰীয়েৰটো বুঢ়া হৈছে— আমাৰ এওঁ অকালতে মৰি গ'ল বুলিহে, নহ'লেতো বয়সত তেওঁ তোৰ গিৰীয়েৰটোতকৈও সৰু আছিল... আৰু এটা কথাও তই ভাবি চলিব লাগে যে তই একপ্ৰকাৰ নিঠৰুৱা হৈ পৰিছ, দুটা ল'ৰাক জন্ম দিলেও সিহঁত থাকিও নথকাৰ নিচিনা হৈছে, থুখুৰিয়া বুঢ়া গিৰীয়েৰটো তোৰ সহায়কাৰী নহয় হাড়মালহে...'

শাহুৱেকৰ এই বকবকনি শুনি যোৱা ৰেণুৱে মনৰ ভিতৰতে ভাবে— মাকৰ এনে কথা-বতৰাতোতো মানুহজনীৰ স্বৰূপটো ওলাই পৰে, কিন্তু সুৰজিতে কোনোদিনে মাকৰ দোষ নেদেখে। পঢ়া-শুনাত ইমান চোকা, ইমান ডাঙৰ চাকৰি কৰা গিৰীয়েকৰ মন-মগজুৰ এটা অংশ যেন উদং, তাত কোনো 'গ্ৰে মেটাৰ' নাই, থকা হ'লে মাকৰ প্ৰতি ইমান অন্ধত্ব নাথাকিলহেঁতেন। অৱশ্যে কেৱল মাকৰ ক্ষেত্ৰতেই নহয়—সাংসাৰিক দুই-এটা কথা বা কামত সুৰজিতে ইমান অবাস্তৱতাবাদী চিন্তাৰ পৰিচয় দিয়ে যে ৰেণু হতবাক হৈ যায়, তাইৰ তেতিয়া গিৰীয়েকটোক অঁকৰা যেনেই লাগি যায়— অন্ততঃ নিজকে তুলনাত বেছি বুদ্ধিমতী যেন লাগি যায়।

শাহুৱেকৰ বকনিবোৰ শুনি শুনি ৰেণুৱে মনৰ ভিতৰত চেপা হাঁহিও মাৰে। তাইৰ নিজৰ শহুৰেক মহা শহুৰেতকৈ বয়সত সৰু আছিল, অথচ তেওঁ আগতেই মৰিল, অৱশ্যে পৰিণত বয়সতে মৰিল, দুবছৰ আগতে মৃত্যু হোৱা তাইৰ শহুৰেকৰ মৃত্যুৰ সময়ত পঁয়সত্তৰ বছৰেই হৈছিল— তথাপি ভনীয়েকৰ বেছি বুঢ়া গিৰীয়েকটো এতিয়াও যে বাচি আছে সেই 'ক্ষোভ'তেই (মানুহজনীৰ কথা শুনিলে দেখোন ভনীয়েকজনী এতিয়াও বিধৱা নোহোৱা কথাটোত ক্ষোভ ওপজা যেনেই লাগে।) তেওঁ যেন কয়—নিজৰ গিৰীয়েকটোৰ অকাল মৃত্যু হ'ল।

পিছে জেশাহুৱেকৰ অভিধানত 'থুখুৰীয়া বুঢ়া' মানুহজনে যেন মিৰাকলহে দেখুৱালে। দিনটোত হাজিৰাত কাম কৰিবলৈ অহা বঙালী তিৰোতা 'চন্দনাৰ মা'ৰ লগত গোটেই পৰিস্থিতিটো আয়ত্তাধীন কৰি লৈ গাড়ী ড্ৰাইভাৰ সাজু কৰি থৈ সুৰজিতলৈ বাট চাই আছে, হাত ভগা ঘৈণীয়েকৰ প্ৰাথমিক যি যত্ন ল'ব লাগে সকলো লৈছে।

ৰেণুৰ যেনেকৈ মাহীয়েকক ভাল লাগে, সুৰজিতৰ তেনেকৈ মহাকক ভাল লাগে। এই বয়সতো কি টিপটপ, স্মাৰ্ট হৈ থাকে মানুহজন! পিন্ধা-উৰাৰ পাৰিপাট্য চাকৰি কৰা দিনৰ দৰেই অটুট আছে, এতিয়াও নিয়মিতভাৱে প্ৰাতঃভ্ৰমণ কৰে, নিজৰ চাহকাপ নিজেই কৰি খায়। এই মানুহজন যেন এক প্ৰকাৰৰ সঞ্জীৱনী সুধা, নিজৰ এই বয়সৰ 'দুৰন্ত তাৰুণ্য'ই (সুৰজিতে মহাকক দুৰন্ত তৰুণ আখ্যা দিছে) যেন সিহঁতৰ দৰে অলস ডেকাৰ গাত একো একোছাট চাবুকৰ কোব দি তেওঁৰ অফুৰন্ত সঞ্জীৱনী সুধাৰে উজ্জীৱিত কৰি তোলে।

'তোমালোক আটাইবোৰেই আহিলা সুৰজিৎ? আচলতে ময়ে মাহীয়েৰাক ডাক্তৰৰ ওচৰলৈ নিব পাৰোঁ, কিন্তু তোমালোকক খবৰ এটা নিদিলে বেয়া পাবা বুলিহে... বাইদেউ, আপুনিও কিয় কষ্ট কৰি আহিল?'

'এহ, তেনেকৈ ফোন পোৱাৰ পিছত নাহি পাৰোঁনে? ঐ পুতলী, ভৰি ভাঙিলি কেনেকৈ? কৈছোঁ নহয়— এই বয়সতো তোৰ লম্ফ-জম্ফ নুগুচিল।'

ভনীয়েকে যন্ত্ৰণাত কাতৰ ভাবটো প্ৰাণপণে লুকাই ৰখাৰ যত্ন কৰি মুখত হাঁহি এটা টানি আনি অপৰাধীৰ ভঙ্গীত কৈছিল— 'হঠাৎ যে কি হ'ল, তৰ্কিবই নোৱাৰিলোঁ, পাকঘৰতে পিছল খালোঁ—পানী-চানি পৰি আছিল হ'বলা—'

'মাহীদেউ, কি আৰু কৰিব, এক্সিডেন্ট ইজ এক্সিডেন্ট, দুৰ্ঘটনাবোৰতো এনেকৈ অকস্মাতেই ঘটে, খুব সাবধানী মানুহৰো দুৰ্ঘটনা ঘটে—' ৰেণুৰ কথাত থাপ মাৰি ধৰি শাহুৱেকে ক'লে— 'তুমি আৰু ওকালতি মাৰিব নালাগে, আগে এইক ডাক্তৰৰ ওচৰলৈ নিয়াৰ বন্দবস্ত কৰা, দেখা নাই হাতখন কেনেকৈ কলগছৰ দৰে ফুলিছে!'

ডাক্তৰে মাহীয়েকৰ হাত যথানিয়মত বেণ্ডেজ কৰি দিছিল, তেনেকৈ কমেও তিনি মাহ থাকিব লাগিব। ভাগ্যে যেনিবা অপাৰেচন কৰিব নালাগে, আৰু ঘৰতে জিৰাই থাকিব পাৰিব, হাস্পতালত থাকিব নালাগে।

সৌহাতখন একেবাৰে অকামিলা হৈ গ'ল। যন্ত্ৰণাত, ক্ষোভত নিজৰ ওপৰত খঙত মানুহজনীৰ হাঁহিৰ মাজতে চকুত দুটা অশ্ৰু বিন্দু জিলিকিল।

এতিয়া ডাঙৰ সমস্যা হ'ল— কোনে ৰন্ধা-বঢ়া কৰিব? অতদিনে তেৱেঁই ৰন্ধা-বঢ়া কৰি আছিল, এই বয়সতো নিজে কিয় ৰন্ধা-বঢ়া কৰিব লাগে, বন কৰা ল'ৰা বা ছোৱালী এজনী ৰাখিলেই হ'ল—গিৰীয়েকে এনে সহানুভূতিসূচক কথাত মাহীয়েকে সদায়ে আপত্তি দৰ্শাই আহিছে—

'হাত-ভৰি-চকু-কাণ ঠিকে থকালৈকে মই ৰান্ধনি ঘৰটো কাৰো হাতত এৰি দিব নোৱাৰোঁ, আৰু মই ৰান্ধিবলৈ এৰি দিওঁচোন, আপোনাৰ খোৱাত যিহে জুতি, এদিন এসাঁজো পেট ভৰাই ভাত নাখাব। আকৌ চন্দনাৰ মাইতো বাহিৰা কামসোপা কৰি দিয়েই, মই কেৱল ভাতকেইটাহে ৰান্ধিব লাগে। আৰু সৰৰ যদি একো কামকে নকৰোঁ দিনটোনো ঘৰত শুই-বহি কি কৰোঁ। আপোনাৰতো কিতাপ-কাগজসোপা আছেই, তাতেই দিনৰ দিনটো মূৰ গুজি থাকিব পাৰে' মইনো কি কৰোঁ। আকৌ আপুনিও সদায় মোক পাকঘৰৰ কামত সহায় কৰি দিয়ে, মিক্সি চলোৱা, পাচলি কটা— এইবোৰত দেখোন লাগ-ভাগি দিয়েই। আজিলৈ মইতো সিজোৱা কণীৰ বাকলি গুচায়ে নাপালোঁ।'

মহাক-মাহীয়েকৰ এনে মিলিজুলি থকা সুখৰ সংসাৰখনৰ কথাত ৰেণুৱে সুৰজিতক কয়— 'শহুৰ জীয়াই থাকোঁতে দেখিছিলোঁ— মা-দেউতাৰ মাজত খিটিমিটি কাজিয়া লাগিয়ে থাকে, কিন্তু মাহী আৰু মহাই কিমান সুখ-শান্তিৰে জীৱন-নিৰ্বাহ কৰে। তেওঁলোকক দেখি ভাবোঁ— সঁচায়ে বুঢ়া হ'লেও এই দম্পতীহাল মে'ড্ ফৰ্ ইচ্চ আদাৰ—'

'আমিও কিন্তু মে'ড্ ফৰ্ ইচ্ আদাৰ ৰেণু— নহয় জানো?'

সুৰজিতৰ কথাত ৰেণুৱে কেৱল হাঁহে।

ৰেণুৱে মাজে মাজে ভবাৰ দৰে সেইদিনাও ভাবে— 'তুমি ঠিকেই আছিলা সুৰজিৎ, তোমাৰ দৰে স্বামী পোৱাটো ভাগ্যৰ কথা। কিন্তু মাজে মাজে এনে যে আঁকৰামিখন কৰা, ফলত অনিচ্ছাকৃতভাৱে হ'লেও মাৰাৰ গালি খুউৱা'। এনেকি মাহীয়েক পৰাৰ দিনাখনো সুৰজিতে এনে নভবা-নিচিন্তাকৈ কোৱা কথাৰ বাবে সকলোৰে আগত ৰেণুৱে শাহুৱেকৰ পৰা গালি খাব লগা হৈছিল।

ঘৈণীয়েকে পাকঘৰ নেৰাৰ কথাটো লৈ সকলোৰে আগত মহাকে আপত্তি কৰিলে— 'এওঁক ইমানকৈ কওঁ বোলো গোটেই জীৱনটো ৰান্ধনি ঘৰতে কটালা, মই কলেজৰ দুখীয়া মাষ্টৰ আছিলোঁ বাবে ল'ৰা দুটাৰে সৈতে নিজে কাম নকৰিলে বাৰু সংসাৰ চলোৱা টান আছিল, কিন্তু এতিয়াতো আমাৰ স্বচ্ছল অবস্থা, কটনত কাম কৰিছিলোঁ বাবে পেঞ্চনো পাওঁ, ল'ৰা দুটায়ো আমি নালাগে বুলি কোৱা সত্ত্বেও মাহে মাহে টকা পঠায়— এতিয়ানো আৰু তুমি কি দুখত পাকঘৰত সোমাই কষ্ট কৰিব লাগে, ৰান্ধনী এটা ৰাখোঁ দিয়া। নাই, কথা নুশুনে। পতিভক্তিৰ পৰকাষ্ঠা দেখুৱাবলৈ যায়, মোক নিজে ৰান্ধি নুখুৱালে, সুখ নাপায়, পিছে এতিয়া মজাটো পালা নহয়।'

মহাকে কথা শেষ কৰিবলৈ পালে কি নাপালে, সুৰজিতে থাপ মাৰি ধৰি ক'লে— 'ময়ো বুজিছে মহাদেউ, ৰেণুক সেই একে কথাকে কওঁ, বোলো দিনটো স্কুলৰ পাটনিৰ পিছত তুমিনো আৰু কিয় ৰান্ধনি ঘৰত সোমাব লাগে, বন কৰা ল'ৰা-ছোৱালী এটাকে ৰাখোঁ, আমাৰতো টকা-পইচাৰ—'

কিন্তু সুৰজিতৰ মাকেও পুতেকক কথা শেষ কৰিবলৈকে নিদিলে, তেৱোঁ থাপ মাৰি লৈ ভনীয়েকক সম্বোধন কৰি ক'লে— 'জিতৰ কথা শুনিছ পুতলী, ঘৈণীয়েকক একেবাৰে ভৰিৰ ওপৰৰ ভৰি তোলাই মহাৰাণী কৰি ৰাখিব খোজে! স্কুলত নো কি পৰিশ্ৰমটো হয়, ক্লাছ কমত বহিহে থাকে। এইখিনি ঘৰুৱা কাম নকৰিলে শৰীৰ ভাল থাকিবনে? বহি বহি গাৰ মঙহ বঢ়োৱাৰহে কথা আৰু ৰেণুৱে পাৰিব পাৰে, মই হ'লে

খোৱা-লোৱাৰ কাম চাকৰ-বাকৰৰ হাতত তুলি দিয়াটো পছন্দ নকৰোঁ। আমাৰ ডেকা কালত দেখোন আমি হাতীৰ দৰে পৰিশ্ৰম কৰিছিলোঁ—। পিছে আজিৰ ছোৱালী আৰু আমাৰ দৰে হ'বনে—'

ৰেণুৱে ল'ৰালৰিকৈ কৈছিল— 'এওঁৰ যে কথা আৰু, মইতো ৰন্ধা-বঢ়া কৰি ভালেই পাওঁ, দিনটো স্কুলত একে কামকে কৰি থকাৰ পিছত ৰন্ধা-বঢ়াই মনক ৰিলাক্‌ছেছনহে দিয়ে—'

উস্— এনে অঁকৰা মানুহটো, সংসাৰৰ আও-ভাও একো নাপায়, মাকক যে বুজিকে নাপালে—। পিছে বিপদত পেলায় তাইকহে, আজিতো কোনো কথাই নাই, ঘৰলৈ গৈ তাইক নিশ্চয় শাহুৱেকে আৰু এজাউৰি দিব, তাইহে বোলে গিৰীয়েকটোৰ কাণৰ ওচৰত ইমান কাম কৰিব লাগে বুলি ঘেনঘেন পেনপেন কৰি থাকে, আৰু আজিৰ ল'ৰাবোৰো যে— একেবাৰে তিৰোতাসেৰুৱা হ'ল। উস্— কত কথাই যে শুনাব! তোমাক নো মাৰ আগতে ইমান সহানুভূতি দেখুৱাবলৈ কিহে পাইছিল...

এনেহেন শাহুৱেকৰ বোৱাৰীয়েকে মাহী শাহুৱেকৰ দৰে তাই স্কুলত পঢ়ুৱা ইংৰাজী গ্ৰামাৰৰ ভাষাৰে ক'বৰ হ'লে 'ভাল'ৰ ছুপাৰলেটিভ্ ডিগ্ৰী বিশেষণ লাভ কৰিব পৰা মানুহজনীক শ্ৰদ্ধা নকৰি, ভাল নাপাই শাহুৱেককনো সেই শ্ৰদ্ধা-ভালপোৱা দেখুৱাব পাৰিনে? শাহুৱেকে দিয়া আঘাতবোৰ মাহী শাহুৱেকে দিয়া অন্তৰৰ মৰমে যেন মচু খুৱাই দিয়ে। সিদিনাও তাইক শাহুৱেকে তেনেকৈ কোৱা কথাবোৰৰ তেওঁ লগে লগে প্ৰতিবাদ কৰি কৈছিল— 'ৰেণু এনেহুৱা ছোৱালী নহয় দেই বাইদেউ, মোকেই কিমান কাম কৰি দিয়ে— এতিয়া সেই মাহী শাহুৱেক ইমান বিপদত পৰিছে, সিহঁতে অন্তৰ উজাৰি তেওঁক সহায় নকৰিবনে?

প্ৰথম সহায় হ'ব, তেওঁক সৰ্বসময়ৰ বাবে বন কৰা ল'ৰা বা ছোৱালী এজনী বিচাৰি দিয়া— ছোৱালীৰেই বেছি আৱশ্যক। হাত-ভঙা মানুহজনীক কোনে মুৰ আঁচুৰি দিব, কাপোৰ পিন্ধাই দিব। মহাকে অৱশ্যে কৈছে— তেৱেঁ ঘৈণীয়েকৰ যত্ন ল'ব পাৰিব, চন্দনাৰ মাই কেইবাঠাইতো কাম কৰে, নিজৰো আছে সংসাৰ, গতিকে তেওঁলোকৰ ঘৰত এতিয়া কৰি থকাতকৈ হয়তো আৰু অলপ বেছি কৰি দিব বা দিছে, কিন্তু সিও পৰ্যাপ্ত নহয়।

নাই, সহায়কাৰী এজন লাগিবই, এনে জোৰাতালি দিয়া ব্যৱস্থাৰে তিনি মাহ নচলে। হয়, ডাক্তৰে মাহীয়েকৰ হাতখন তিনি মাহমানৰ আগত ভাল নহয় বুলি কৈছে। পিছে কেৱল হাতেইনে, তেওঁ যে বাওঁভৰিখনতো দুখ পাইছিল সেই কথাটো কাকো জনোৱা নাছিল, তেওঁ অৱশ্যে কয় যে প্ৰথমদিনা বিষটো তেনেকৈ গম পোৱা নাছিল, এতিয়াহে লাহে লাহে বিষ অনুভৱ কৰিব ধৰিছে, কিন্তু অতি সহনীয় বিষ, নিশ্চয় সামান্য মোচোকা খাইছে, ভঙা নাই, ভঙা হ'লে হাতৰ দৰেই ফুলি উঠিলহেঁতেন।... মাহীয়েকৰ সেই কথা অৱশ্যে ৰেণুহঁতে বিশ্বাস কৰা নাছিল। স্বাভাৱিকতেই ছোৱালী (ল'ৰাৰ কথা বাদ দিয়া হ'ল, ল'ৰাই হাত-ভঙা মাইকী মানুহ এজনীক চোৱা-মেলা কৰিব নোৱাৰে) এজনী বিচৰাৰ ভাৰ পৰিল সুৰজিতৰ ওপৰত, এনেকি তাৰ মাকেও সেই কথাত হয়ভৰ দিলে আৰু অলপ গৌৰৱেৰে ক'লে— 'সি ইমান ডাঙৰ অফিচাৰ, তাৰ তলত কত পিয়ন-চকীদাৰ-চাপ্ৰাচী, দুখন গাড়ীৰ ড্ৰাইভাৰো আছে দুজনকৈ,—তাৰে এজনক কৈ দিলেই গণ্ডাই গণ্ডাই ছোৱালী আনি হাজিৰ কৰিব।'

পিছে কাৰ্যক্ষেত্ৰত দেখা গ'ল যে আজিকালি আৰু বন কৰা ছোৱালী পোৱা ইমান সহজ নহয়। গণ্ডাই গণ্ডাই কিয়, এজনী পোৱাও সহজ নহয়। এজন পিয়নে আহি ক'লে— আমাৰ গাঁৱৰ পৰা তিনি মাইল দূৰৈৰ গাঁও এখনত ছোৱালী এজনীৰ খবৰ পাই গ'লোঁ, মাক বিধৱা, তিনিজনী ছোৱালী আৰু দুটা ল'ৰা, ল'ৰা দুটা সৰু, ছোৱালী তিনিজনী ডাঙৰ, প্ৰথমজনীক এঘৰত থৈছেই, দ্বিতীয়জনীকো থোৱাৰ ইচ্ছা মাকৰ। কিন্তু ছোৱালীক সন্মত কৰাব নোৱাৰে, মাকে ইমান বুজালে বোলে বায়েৰক দেখিছ নহয়, কেনেকৈ খাব-পিন্ধিব পাই চেহেৰা ফুলি উঠিছে, তয়ো ফুলিবি; তেল-টেঙা ঘঁহি বগীও হ'বি... কিন্তু নাই ছাৰ, কোনোমতে মাকে ছোৱালীক সৈমান কৰিব নোৱাৰিলে, লাগে ঘৰত আধাপেটী ভাতৰ লগত মাকৰ চৰ-গোৰো খাব, তথাপি কাৰো ঘৰত নাথাকে।...

আন এজন পিয়নে আকৌ ক'লে— আজিকালি আমাৰ অঞ্চলত লোকৰ ঘৰত কাম কৰা ছোৱালী পোৱা টান হৈছে, আমাৰ এম এল এজন ভাল মানুহ, নানা ৰকম প্ৰজেক্ট কৰি তাতে বহুতো নিবনুৱা ল'ৰা-ছোৱালীক সংস্থান দিছে, আমাৰ গাঁৱৰ বহুত ছোৱালীয়ে তেনেকৈ ঘৰত বহি চাকৰি কৰাৰ সুযোগ পাইছে, দৰমহাও ভাল পায়, গতিকে তেনে ছোৱালী আৰু লোকৰ ঘৰলৈ কিয় কাম কৰিবলৈ আহিব।...

অফিচৰ গাড়ীৰ ড্ৰাইভাৰ এজনেও প্ৰায় তেনে কথাতে ক'লে— 'ছাৰ, আমাৰ গাঁৱৰ ওচৰতে থকা সৰু চহৰখনত উজালা, ছাৰ্ফ আদি নানা বস্তুৰ ইণ্ডাষ্ট্ৰিৰ শাখাবোৰ হৈছে, তাতে ছোৱালীবোৰে প্ৰেলত লৈবেল মৰাকে ধৰি নানা কামৰ চাকৰি পোৱা হৈছে। গতিকে ঘৰত বন কৰা ছোৱালী পাবলৈকে টান হৈছে— তথাপি মই চেষ্টা এৰা নাই ছাৰ, বিচাৰি আছোঁ .'

তাৰ মাজতে এদিন আৰ্কিমিডিছে 'ইউৰেকা! ইউৰেকা'কৈ বাথটাবৰ পৰা ওলাই অহাৰ দৰে সুৰজিতো অসময়ত অফিচৰ পৰা আহি ঘৰ পাইছিলহি আৰু ছোৱালী এজনীৰ বন্দবস্ত হোৱা বুলি আৰ্কিমিডিছৰ দৰেই স্ফূৰ্তিত চিঞৰিছিল।

'বন্দবস্ত হৈছে যদি সোনকালে আনিবলৈ নক'লি কিয়?' মাকে সুধিছিল, ৰেণুৱেও নিজে নকৰা সেই প্ৰশ্নটোৰ উত্তৰটো পাবলৈ উত্ৰাৱল হৈ শাহুৱেকৰ ওচৰ চাপিছিল।

'নাই, মানে ছোৱালীজনীৰ বোলে কিবা অলপ অসুখ হৈ আছে, গতিকে দুই-এদিনতে গাৰ্জিয়েনে লৈ আহিব বুলি মোৰ আন এখন গাড়ীৰ ড্ৰাইভাৰে ক'লে (সুৰজিতৰ অধীনত দুটা বিভাগ আছে)।'

'কি অসুখ?' মাকেই আকৌ সুধিলে।

'কি অসুখ সোধা নাই, চৰ্দি-কাহ-জ্বৰ কিবা হ'ব পাৰে।'

'হওক যা, যিহে কাণ্ড-কাৰখানা দেখিছোঁ, এইজনীয়েও আগৰ কেইজনীৰ দৰে ক'ৰবাৰ কাৰখানাই-চাৰখানাই কাম পাই গুচি যাব— নহ'লে চিলাই থাপ মৰাদি আন কোনোবাই লৈ যাব। তই ড্ৰাইভাৰৰ লৈ নিজেই ছোৱালীজনীৰ ঘৰলৈ গৈ লৈ আনিবিগৈ। মাহীয়েকৰ ঘৰত দৰৱ-চৰৱ খাই দুই-এদিনতে ভাল পাই যাব যা—'

হয়, কেইদিনমান আগতে চকীদাৰ এজনেও ছোৱালী এজনী ঠিক কৰিছিল, কিন্তু আনিবলৈ গৈ দেখে যে আন কোনোবাই বেছি পইচাৰ লোভ দেখুৱাই তাইক লৈ গ'ল। কথাটো কৈ চকীদাৰে হেনো কন্দনামুৱা হৈ কৈছিল— 'ছাৰ, ছোৱালী বিচৰাটো যে ইমান টান কাম ভবাই নাছিলোঁ, আমাৰ ওচৰৰে বড়ো মানুহ বেছি থকা গাঁও এখনলৈ ছোৱালী বিচাৰি যাওঁতে মোক সেই গাঁৱৰ মুখিয়াল মানুহকেইজনে প্ৰায় মাৰেই— বোলে আমাৰ বড়ো ছোৱালী দুই-এজনীক তহঁতৰ চহৰৰ ডাঙৰ মানুহৰ ঘৰত থওঁতে সিহঁতক নষ্ট কৰি যি অত্যাচাৰ কৰিলে তাৰ পিছত আকৌ ছোৱালী বিচাৰি আহিছ...'

যি হওক, মাকৰ কথা মতেই পিছদিনা পুৱাতে আগতে বন্দবস্ত কৰি থোৱা মতে, সুৰজিতে গৈ ছোৱালীজনীক লৈ আহিল, নেপালী ছোৱালী, খীণ-মীন, দেখিবলৈ বৰ মৰম লগা। বাপেকটো বৰ দুখীয়া, তাতে এবাহ ল'ৰা-ছোৱালী।

ছোৱালীজনীক দেখি সুৰজিতৰ মাকৰো পছন্দ হ'ল, ৰেণুৰো পছন্দ হ'ল। তাইৰনো কি বেমাৰ হৈছিল সেই কথা সোধাত তাই নম্ৰভাবে ক'লে— 'টিবি হৈছিল, কেইদিন হাস্পতালত থকাৰ পিছত এতিয়া ভাল পাইছোঁ, মাজে মাজে চেক্-আপলৈও গৈছোঁ, ডাক্তৰে কৈছে আৰু এদিন গ'লেই হ'ব।'

ৰেণুৰ শাহুৱেকে যেন সন্মুখত শান্ত-নম্ৰ মৰম লগা ছোৱালী এজনী দেখা নাই, কাল সাপ এডালহে দেখিছে তেনেকৈ আতংকত চিঞৰি উঠিছিল, তাৰ পিছত ধুমুহাৰ গতিত পুতেকৰ ওচৰলৈ গৈ তাতো এক ধুমুহাৰ সৃষ্টি কৰিছিল ঃ

'ঐ বুৰ্বক ল'ৰা, এতিয়াই গৈ ছোৱালীজনীক ঘূৰাই থৈ আহগৈ যা! মানুহনো এনে অঁকৰা হ'ব লাগেনে যে কি বেমাৰ নজনাকৈ হঠাৎকৈ টিবি বেমাৰী এজনীক ঘৰ সুমুৱাইছেহি! যা, এইমাত্ৰ লৈ যা বুলিছোঁ নহয় লৈ যা। পুতলীৰ হাতহে ভাঙিছিল এতিয়া এইজনীক ৰাখিলে টিবি বেমাৰো হ'ব!...'

সুৰজিতে মাকক খুব বুজাবৰ চেষ্টা কৰিছিল যে আজিকালি টিবি একো ডাঙৰ বেমাৰ নহয়, তাতে এইৰ ভালো হৈছে।

উত্তৰত মাকৰ পৰা সি আৰু গালি খাইছিল আৰু তাৰ মাজে মাজে বুৰ্বক, অঁকৰা এইবোৰ বিশেষণো তাৰ ওপৰত বৰ্ষিত হৈছিল।

ৰেণুৱে মুখ টিপি হাঁহি সিহঁতৰ দুৰ্দশা উপভোগ কৰিছিল। পিছে তাইৰ ছোৱালীজনীলৈ বৰ দুখো লাগিছিল। এতিয়া তাই পুষ্টিকৰ খাদ্য খাব লাগে, মাহী শাহুৱেকৰ তাত থকা হ'লে তেনে খাদ্য পৰ্যাপ্ত

পৰিমাণে পালেহেঁতেন আৰু সঁচাকৈয়ে 'বিস্কুটৰ দৰে ফুলি' উঠিলহেঁতেন। তায়ো অঁকৰা, বেমাৰটোক সাধাৰণতে মানুহে ভয় কৰে বুলি জানি লুকুৱাব পাৰিলেহেঁতেন। এতিয়া পুনৰ দৰিদ্ৰ দেউতাকৰ অপৰিচ্ছন্ন, বেমাৰৰ বীজাণুৰে গিজ্‌গিজাই থকা ঘৰলৈ উভতি যাব, পেট ভৰাই খাবলৈ নাপাব, পুনৰ বেমাৰটোৱে আক্ৰমণ কৰিব। উস্ কি ভয়ংকৰ, কি ভয়ংকৰ দাৰিদ্ৰ, জীৱনটোত তলে তলে কি যে এক নিৰ্মম, নিষ্ঠুৰ নদী প্ৰৱাহিত হৈ আছে!

ৰেণুৱে গিৰীয়েকে ওভোতাই নিয়া ছোৱালীজনীৰ হাতত মনে মনে এশ টকা গুঁজি দিলে। পিছে কি হ'ব সেই সামান্য নোটখনেৰে, যি অভাৱৰ জুই জ্বলি থকা ঘৰ, সেই ক্ষুদ্ৰ 'কাগজ'খন নিমিষতে ভস্মীভূত হৈ যাব।

ছোৱালীজনীৰ ঘৰ চন্দ্ৰপুৰত। সুৰজিতে তাইক থৈ তাৰ পৰা উভতি অহাৰ সময়তো কিন্তু এইবোৰো তাৰ মুখত 'ইউৰেকা' জাতীয় আনন্দৰ হাঁহি লাগি আহিছিল।

'বেচেৰী ছোৱালীজনীক থৈ আহিলোঁ দিয়া। পিছে আৰু এটা খবৰ পাইছোঁ ৰ'বা, এইবাৰ হৈ যাব লাগে। মই ড্ৰাইভাৰৰ লগত চাহৰ দোকান এখনত চাহ খাবলৈ নহয়— আচলতে ড্ৰাইভাৰক খুৱাবলৈহে সেই সৰু চাহৰ দোকানখনত সোমাইছিলোঁ। ওচৰে-পাঁজৰে থকা ৰিক্সাৱালা, ঠেলাৱালা, চব্‌জীৱালা সকলোৱে তাতেই চাহ খায়। মই তেনেকৈ চাহ খাই থকা মানুহ কেইজনমানক সুধিলোঁ যে তাত সিহঁতে জনাত কোনোবা ছোৱালী থ'বলগীয়া ঘৰ আছে নেকি, যোগাৰ কৰি দিব পাৰিলে ভাল বক্‌ছিছ দিম। তেতিয়া তাত থকা ডেকা মানুহ এজনে টপৰাই মাত লগাই ক'লে যে সিয়েই ছোৱালী এজনী দিব পাৰে, দৰাচলতে ছোৱালীজনী তাৰ নিজৰেই ভনীয়েক। সিহঁত মৰিগাঁও অঞ্চলৰ মানুহ, বানপানী আৰু গৰাখহনীয়াত সিহঁতৰ সকলো খেতিৰ মাটি ধ্বংস হৈ গ'ল, সি এতিয়া ইয়ালৈ ৰিক্সা চলাবলৈ আহিছে। তাৰ নাম পবিত্ৰ পাটৰ, ভনীয়েকজনীৰ নাম কুসুম। সিহঁতৰ মাক-বাপেক কোনো নাই, প্ৰথমতে, মাক মৰিল তাৰ পিছত বাপেক। দুয়োকো টান বেমাৰেই ধৰিছিল, সিহঁত দুখীয়া মানুহ, চিকিৎসা কৰাৰ পইচা ক'ত, গতিকে প্ৰায় বিনা চিকিৎসাতেই মৰিল। পবিত্ৰৰ আৰু দুজনী ভনীয়েকেই নে বায়েকেই আছে। দুয়োজনীৰ বিয়া হৈ গৈছে, এতিয়া বিপদ হৈছে কুসুমক লৈ, ঘৰত অকলে কেনেকৈ থাকে, গতিকে ৰাতি ৰাতি গৈ ওচৰতে থকা খুৰাকৰ ঘৰত থাকে, ভাল মানুহ এঘৰ পালে তাত থাকিব পাৰে, কুসুমৰো ইচ্ছা তেনেকৈ কাৰোবাৰ ঘৰত থাকে। মইতো হাততে সৰগ ঢুকি পোৱা যেন পালোঁ, মই লগে লগে মাহীৰ বাবে কুসুমক বন্দবস্ত কৰি পেলালোঁ আৰু তাক বিশ্বাস জন্মাবলৈ মোৰ গাড়ীতে উঠাই আনি আমাৰ অফিচটো দেখুৱালোঁ, মাহীৰ ঘৰলৈও লৈ গৈ মাহীৰ লগত চিনাকি কৰি দিলোঁ, তাৰ দিনটোৰ ৰিক্সাভাড়াৰ বাবদ হিচাব কৰি টকা কিছু দিলোঁ, দোকানত ভালকৈ চাহ-টাহ খুৱায়ো সন্তুষ্ট কৰিলোঁ। মই তাক এনে টোপো দিলোঁ যে সি আহি ইচ্ছা কৰিলে গুৱাহাটীতো ৰিক্সা চলাব পাৰিব, মই তাক থকা-মেলাৰো বন্দবস্ত কৰি দিব পাৰিম। মই আৰু এটা কথা ক'লোঁ— সি যেতিয়া খেতি কৰা মানুহ আমাৰ মিৰ্জা অঞ্চলত থকা খেতিৰ মাটিৰ আধিত খেতিও কৰিব পাৰে। মোৰ ড্ৰাইভাৰে সি সঁচায়ে খেতি কৰিব জানে নে নাজানে বুলি হাল ধৰাৰ নানা নিয়মৰ কথা সুধি প্ৰমাণো ল'লে। মই তাক চন্দ্ৰপুৰলৈ ট্ৰেকাৰেৰে উভতি যোৱাৰ ভাড়াটোও দিলোঁ।'

'পিছে ইমান ডাঙৰ অভিযানটো কৰাৰ পিছত ছোৱালীজনী সঁচায়ে পাবিতো? কেতিয়া পাবি?' মাকেই পুতেকক তীৰ্যক দৃষ্টি হানি সুধিছিল— 'মোৰ কিন্তু এই ট্ৰাইবেল মানুহবোৰৰ ওপৰত বিশ্বাস নাই, বৰ এলেহুৱা, মদ খাই সোৰোপালি কৰি বহি থাকে। দেখা নাইনে কেনেকৈ সিহঁতক কম পইচা দি বা পইচা নিদিয়াকৈও ঠগাই আমাৰ ভদ্ৰবেশী মানুহবোৰে বেলতলা আদি ঠাইৰ গোটেই মাটিসোপা অধিকাৰ কৰি ল'লে। সেই মজুমদাৰহঁতেতো তেনেকৈয়ে বেলতলাৰ মাটিবোৰ একপ্ৰকাৰ ডকাইতি কৰিয়েই লোৱা...। এই লালুংসকলতো আৰু এলেহুৱা, জাগীৰোড কলেজত কাম কৰা ভাইটোৱে কৈছে নহয়— পইচা দিলেও সিহঁতবোৰে বাৰীৰ বনবাত চাফা কৰি দিব নোখোজে।'

'মাই আৰু জাত-পাত, গোষ্ঠীক ধৰি কথা কবলৈ নেৰিলা। (কি আচৰিত, তুমি পুতেৰাৰ দোষ দেখিলা! ওচৰতে থকা ৰেণুৱে ভাবিলে) ভাল-বেয়া সকলোৰে মাজত থাকে। পিছে পবিত্ৰই ভনীয়েকক নানিব বুলি কিয় ভাবিলা? মাহীৰ ঘৰলৈ গৈ খুব ভাল পালে— আজিকালি ভদ্ৰলোক নামধাৰী মানুহৰ ঘৰত ছোৱালী

ৰখা সঁচায়ে বিপদৰ কথা হৈছে, কিন্তু বুঢ়া-বুঢ়ী মহা-মাহীৰ ঘৰত সেইবোৰ একো বিপদৰ ভয় নাই বুলি জানিও সি আৰু বেছি সন্তুষ্ট হৈ গৈছে। সি আজিয়েই মৰিগাঁৱলৈ যাব দুদিন পিছত ভনীয়েকক লৈ আহিব। মাহীৰ পৰা সি তালৈ অহা-যোৱা আদিৰ বাবদ এশ টকাও খুজি লৈ গৈছে হয়-- তাৰোপৰি বোতো কম বিপদ হোৱা নাই, গাভৰু ভনীয়েকজনীক অকলে এৰি থৈ কি শান্তিতনো চন্দ্ৰপুৰত ৰিক্সা চলায়।'

'অ' মাহীয়েৰে নজনা-নুশুনা মানুহ এজনক মুখৰ কথাতে এশ টকা দি দিলে? তোৰ দৰে একেই অঁকৰা নহয় তাই। পিছে সিহঁত টকা থকা মানুহ, এশ কিয়, এহেজাৰো দিব পাৰে। কিন্তু ৰ', সিনো ভনীয়েকক অনাৰ বাবে কিয় ইমান সময় লয়? ইফালে, মহাৰৰ ভাত ৰান্ধি ৰান্ধি হাতেই পুৰিলে, মণ্ড টো ফুটিছে। হওঁতে আমিয়ে বা কিমান চোৱা-মেলা কৰিম, সিহঁতেও এনেকৈ সদায় সদায় আলু-টাল্লা ৰান্ধি লৈ গ'লে ভাল নাপায়—, নাপাবৰে কথা, আমাৰোতো সা-সুবিধাৰ কথা আছে। ৰেণুৰোতো কম কাম নাথাকে—'

তাইৰ প্ৰতি এনে সহানুভূতিসূচক মন্তব্য দিয়া শুনি ৰেণুৱে পুনৰ মুখ টিপি ব্যংগৰ হাঁহি এটা মাৰিলে।

পিছে যথা নিৰ্দিষ্ট সময়ত পবিত্ৰ কুসুমক লৈ নাহিল, তাৰ পিছৰ দিনা আৰু পিছৰ দিনাও নাহিল, কোনোদিনেই নাহিল। সুৰজিতে তাৰ অফিচ দুটাৰ ফোন, ঘৰৰ ফোন মাহীয়েকৰ ফোন— সকলোবোৰ নম্বৰেই এখন কাগজত ভালকৈ লেখি দি পবিত্ৰক দিছিল, কিবা কথাত যদি অসুবিধা হোৱাত এদিন দুদিন পলম হয়, সেই ফোনবোৰৰ কোনোবা এটাত ফোন কৰি জনালেই হ'ব, কিন্তু সেই বহু আকাংক্ষিত ফোন ধ্বনি বাজি কাৰো কাণত সু-সংবাদৰ মধুৰ বাৰ্তা বহন কৰি নানিলে।

মাকে সুৰজিতক বুৰ্বক, অঁকৰা আদি বিশেষণ বৰ্ষণ কৰি পুনৰ এজাউৰি গালি দিলে-- 'এই বুদ্ধি লৈ দুটা অফিচ চলাব, এটা সাধাৰণ লালুং ৰিক্সাবালা পোৱালিয়েও যাক ঠগাই যাব পাৰে তাক বা আৰু অফিচত কোনে কিমান ঠগায়। আদিৰ দিনতনো মানুহে মানুহক ইমান বিশ্বাস কৰিব পায়নে বাৰু?.. কেতিয়াবা এনে বিশ্বাস কৰি, চাকৰিটো যায়হে লাগে। সঁচায়ে এদিন তোৰ অৱস্থা সাধুকথাৰ উটটোৰ দৰেই হ'ব—

সাধুকথাৰ কিনো উটৰ কথা, সুৰজিৎ আৰু ৰেণু কোনেও নাজানে, জনাৰ কোনো আগ্ৰহো এজনেও নেদেখুৱালে, কিন্তু সিহঁতৰ সাত বছৰীয়া পুত্ৰ ধনটোৱে (ৰেণু-সুৰজিতৰ পুতেকৰ নাম 'ধনটো' দিয়াৰ ইচ্ছা নাছিল, কিন্তু আইতাকে সেইটো নামৰ বাহিৰে নাতিয়েকক আৰু কোনো নামেৰে মাতিবলৈ ৰাজী নহয়) লগে লগে আইতাক খাটনি ধৰিছিল—

'আইতা, কি সাধুকথাৰ উটৰ কথা কৈছা, মোক কোৱানা আইতা।'

উৎসাহী শ্ৰোতা পাই আইতাকেও লগে লগে পৰম উৎসাহেৰে ক'বলৈ ধৰিলে—'তোৰ নীতিকথাবোৰত যে পঢ় উপকাৰীক অজগৰে খায়, তেনে কথাৰেই সাধু এইটো বোপাই। আমি আৰু এবাৰ কথাও শুনি আহিছোঁ, ডাকৰে বচন সেইটো (আইতাকে হোৱাই-নোহোৱাই ফকৰা-যোজনা, পটন্তৰ আদি দি কথাবোৰ কয় আৰু সেইবোৰ ডাকৰ বচন বুলি চলাই দিয়ে) বোলে বেবেজীয়াক নিদিবি ঠাঁই। বেবেজীয়াই লাৰি-জুৰি খায়। অঁ এতিয়া তেন্তে সাধুটো শুন ধনটো : এজন মৰুভূমিৰ সদাগৰ আছিল নে বেপাৰীয়েই আছিল— আৰবৰ মানুহ। তম্বু তৰি মৰুভূমিত থাকে। এবাৰ তেওঁৰ উটটোৱে দোভাগ নিশা চিএৰি চিএৰি গৃহস্থক মাতিবলৈ ধৰাত গৃহস্থ উঠি আহি তাৰ কি হৈছে বুলি সোধাত সি ক'লে বোলে তাৰ ঠাণ্ডাত কঁপনি উঠিছে, তম্বুৰ এটা ফাঁক কৰি দি প্ৰভুৱে যদি অন্ততঃ মূৰটো সুমুৱাব দিয়ে সি ৰাতিটো কোনোমতে শুব পাৰে। দয়ালু সদাগৰে সেইমতেই ফাঁক কৰি দিলে, পিছদিনা সি আকৌ গাটোও অলপ সুমুৱাৰ পাৰ্মিছন বিচাৰিলে (ধনটোৱে ক'লে—অ' আইতা, তুমি ইংৰাজী শব্দবোৰ ক'লে মোৰ ইমান স্ফূৰ্তি লাগে। সাধুটো আৰু বেছি ইন্টাৰেষ্টিং লগা হয়!), পুনৰ দয়ালু সদাগৰে তম্বুৰ ডাঙৰ ফাঁক কৰি গাটোৰো কিছু অংশ সুমুৱাব দিলে আৰু এদিন তেনেকৈ গোটেই উটটোৱে তম্বুৰ ভিতৰত ঠাই পালে। তাৰ পিছত সেই অপলাগী উটটোৱে কি কৰিলে জান ধনটো? তাৰ মালিকক ঠেলি-হেঁচুকি তম্বুটোৰ পৰা উলিয়াই দি নিজেই মালিক হৈ বহি ল'লে। সেই কাৰণে এই সংসাৰত জধে-মধে যাকে তাকে বিশ্বাস কৰিব নালাগে বা সহায়ো কৰিব নালাগে, তোৰ বাপেৰে তেনে কৰি এদিন ভাল বিপদত পৰিব। ৰাস্তাত এখন্তেক লগ পোৱা লালুং মানুহ এটাক নো সি এনেকৈ বিশ্বাস কৰিব লাগেনে?..'

কুসুম পাটৰক তেনেকৈয়ে সুৰজিৎ-মাহীয়েকে কোনোদিনে দেখা নাপালে, তাইৰ অস্তিত্ব সঁচানে মিছা

সেই কথাও গম পোৱা নগ'ল আৰু তেতিয়া ৰেণুৱে গিৰীয়েকৰ আগত ওঁঠত হাঁহি এটা বিৰিঙাই মন্তব্য দিলে—'হাঁয় আকাশ কুসুম।'

অৱশ্যে ইয়াৰ কেইদিনমান পিছতে মাহীয়েকে ছোৱালী এজনী পালে, ভাল ছোৱালী বুলিও প্ৰমাণিত হ'ল। কেৱল তাইৰ নামটোও ৰেণু। কথাটো আৰু সহ্য কৰিব পাৰিনে, গতিকে মাহীয়েকহঁতে তাইৰ নামটো সলাই ৰাণী কৰি ল'লে। ৰেণুৱে তেতিয়া হাঁহি হাঁহি মাহীয়েকক ক'লে— ঠিক নামেই দিছে দেই মাহী, এই আপোনাৰ ঘৰত ৰাণীৰ আৰামত থাকিব। আমাৰ ঘৰত হোৱা হ'লে কিন্তু বান্দীৰ দৰেই থাকিব লাগিলহেঁতেন।...

ৰাণীকো পিছে সুৰজিকেই যোগাৰ ধৰি দিলে। অভাৱনীয়ভাৱে ছোৱালীজনী হাতলৈ আহি গ'ল। এইবাৰ যোগাৰ কৰি দিলে তেওঁৰ তলৰ এছিছটেণ্ট এজনে, কোনো চকীদাৰ-চাপ্ৰাছী-পিয়ন-ড্ৰাইভাৰে নহয়। এছিছটেণ্ট গকুল কলিতাই আহি সুৰজিতক কৈছিল— 'ছাৰ, আপুনি বোলে ছোৱালী বিচাৰি হায়ৰাণ হৈ আছে, মই আজিহে শুনিলোঁ, আগতে নক'লে কিয়, আমাৰ গাঁৱতে ভাল ছোৱালী এজনী আছে, এইবাৰ ঘৰলৈ যাওঁতে ছোৱালীজনীৰ দেউতাকেই মোক ক'লে যে ভাল মানুহ এঘৰ পালে ছোৱালীজনীক থ'লেহেঁতেন, আগতে এঘৰত দুবছৰ আছিল, মানুহঘৰে বৰ বেয়া ব্যৱহাৰ কৰিছিল, ভালকৈ খাব নিদিয়ে, ইমান ঠাণ্ডাত গাত ল'বলৈ এখন পুৰণি পাতল কম্বলহে দিয়ে— তাতে গালি-শপনি পাৰিয়েই থাকে। 'ইমান দিনে তাই আমাৰ মুখ চাই, তলৰ সৰু ভায়েক-ভনীয়েককেইটাৰ মুখ চাই সকলো অত্যাচাৰ মুখ বন্ধ কৰি সহ্য কৰি আছিল। কিন্তু এতিয়া দৰমহাখিনি দিয়াতো গোলমাল কৰা হৈছে— আজি হাতত টকা নাই, অমুক দিনা আহিবা বুলি মোক হায়ৰাণ কৰি মাৰে, গতিকে খঙতে সিদিনা তাইক উলিয়াই লৈ আহিলোঁ। মই দুখীয়া মানুহ, মাটি-বাৰী নাই, অ'ত-ত'ত কাম কৰি চলি থাকোঁ কোনোমতে, মোৰ ছোৱালী সঁচায়ে ভাল ছাৰ, আপুনি এঘৰ ভাল মানুহৰ ঘৰত তাইক ৰাখি চালেই প্ৰমাণ পাব।'

সকলো শুনি সেইদিনা সুৰজিতৰ মাকে আকৌ বোৱাৰীয়েকৰ মুখত আমোদৰ হাঁহি বিৰিঙাই পুতেকক কৈছিল— এনেয়েনো আৰু তোৰ বুদ্ধি-বৃত্তি নাই বুলি কওঁনে। ছোৱালী বিচাৰি হাবাথুৰি খালি, ৰাজ্যৰ পিয়ন-চাপ্ৰাছীসোপাক লৈ লোকচানো ভৰিলি। নিজৰ অফিচৰ গাঁৱৰ মহৰীকো যে কৈ চাব লাগে— তোৰনো সেই বুদ্ধিও খেলাব নালাগেনে— সঁচায়ে বৰ অঁকৰাটো হৈ আছ দেই...।' ৰেণুৰ হাঁহি আকাশ বিস্তৃত হৈছিল।

(অসম বাণী, ২০০৫)

# আবেলি

*সূর্য ডেবোৰ ৰাঙা বেলায়,*
*ছড়ায় প্ৰাণ ৰঙেৰ মেলায়,*
*আপন মনে চোখেৰে কোনে,*
*অশ্ৰু আভাস উঠবে ভেসে।।*

—ৰবীন্দ্ৰনাথ

অবিনাশ কলিতাই হাতত লাঠীডাল লৈ চিৰাচৰিত নিয়মত আবেলি পৰত নৰ্থ ব্লক গেটৰ সাম নিৰ্মিত হোৱা পাৰ্কখনলৈ ধীৰে ধীৰে খোজ লৈছিল। তেওঁলোকৰ ঘৰ পাণবজাৰৰ শুক্লেশ্বৰ মন্দিৰৰ ঠিক পোনে পোনে, কিন্তু মন্দিৰৰ সন্মুখত নহয়, মন্দিৰৰ সন্মুখেদি সোমাই যোৱা ৰাস্তাটো য'ত অলপ ঘূৰি গৈছে তাত নতুনকৈ নিৰ্মিত হোৱা বহুতলবিশিষ্ট এপাৰ্টমেন্ট হাউচ এটাৰ এটা ফ্লেট। সেইটোৱে বৰ্তমান তেওঁলোকৰ ঘৰ য'লৈ শুক্লেশ্বৰ মন্দিৰৰ পৰা পোনে পোনে দুহাজাৰ ফুটমান দীঘল জোখা ফিটা এডাল টানি আনিব পৰা গ'লে এডাল চিধা সৰলৰেখা হৈ পৰিবলহেঁতেন। অৱশ্যে অবসৰপ্ৰাপ্ত অসমীয়াৰ অধ্যাপক অবিনাশ কলিতাৰ হিচাবহে সি, অংকত তেওঁ চিৰকালেই বৰ কেঁচা, সেই হিচাব ভুলো হ'ব পাৰে, তিনি হাজাৰ— সাত হাজাৰ ফুট দীঘলো হ'ব পাৰে।

তেওঁলোকৰ ঘৰ থকা বহুতলবিশিষ্ট অট্টালিকাটোৰ নাম 'আশীৰ্বাদ', যাক মনৰ ভিতৰতে ভোৰভোৰাই কলিতাই 'অভিশাপ' বুলি কয়। আৰু তেওঁলোকৰ যিটো ঘৰ অৰ্থাৎ ফ্লেট তাক অবিনাশ কলিতাই ঘৰ বুলি কোৱা দূৰৈৰ কথা, ফ্লেট বুলিও নকয়, কয় তাচপাতৰ বাকচ। তাচপাতৰ বুলি কোৱা কাৰণ হ'ল তেওঁ সেইটো তাচপাতৰ ঘৰৰ দৰেই ঠুনুকা বুলি ভাবে, তেওঁৰ বদ্ধমূল ধাৰণা যে এটা ডাঙৰ ভূমিকম্প আহিলেই ঠিকাদাৰ অথবা প্ৰম'টাৰ যিয়েই নহওক, ভেজাল বিলাতী মাটি-ইটাৰে বন্ধা তথা প্ৰয়োজনতকৈ কম বিলাতী মাটি আৰু লোহা ব্যৱহাৰ কৰা সেই ঘৰ মুহূৰ্ততে ভাগি পৰিব, বাকচৰূপী ফ্লেটবোৰ তাচৰ পাতবোৰৰ দৰেই ই'ত-ত'ত ছিটিকি পৰিব। হয়, পাপৰ শাস্তি হ'বই, আচল ঘৰ ভাঙি এই তাচপাতৰ বাকচ ঘৰ সজাৰ শাস্তি এদিন পুতেক ৰঞ্জনে পাবই। লোভে পাপ, পাপে মৃত্যু। ৰঞ্জনে ঘৰ ভাঙি ফ্লেট বনোৱাৰ লোভৰ শাস্তি পাবই। তেওঁ বাপেক হৈ সুদূৰ দুঃস্বপ্নতো তেনে কথা কামনা নকৰে, কিন্তু সকলো মানুহে কিবা নহয় কিবা প্ৰকাৰে এই পৃথিৱীতে এদিন ভুলৰ, পাপৰ শাস্তি পালেই— এই কথাটো অবিনাশ কলিতায়ে মনে-প্ৰাণে বিশ্বাস কৰে। এই সত্তৰ বছৰীয়া জীৱনটোত তেওঁ যিখিনি দেখিলে, যি অভিজ্ঞতা হ'ল, তাৰ পৰাই তেওঁৰ বদ্ধমূল ধাৰণা হৈছে যে পাপৰ শাস্তি নোপোৱাকৈ এই পৃথিৱীত কোনো কেতিয়াও সাৰি যাব নোৱাৰে। এদিন নহয় এদিন ভগৱানে সেই শাস্তি কিবা প্ৰকাৰে দিবই।

অঞ্জনেও পাপ কৰিছে, পাপেইতো কৰিছে। পাণবজাৰ অঞ্চলৰ এই মাটি টুকুৰা তেওঁ চাকৰি জীৱনৰ মাজভাগতহে কিনিব পাৰিছিল। তাৰ পিছত চৰকাৰী ঘৰ বন্ধা ঋণ এটা লৈ সেই মাটিত অসম আৰ্হিৰ ঘৰ এটাও বান্ধিলে, তেতিয়ালৈ তেওঁৰ অবসৰৰ প্ৰায় সময়েই হৈ আহিছিল, ৰঞ্জন আৰু ৰেণুকাও তেতিয়া কলেজৰ ছাত্ৰ-ছাত্ৰী হিচাপে পঢ়া-শুনা কৰি আহিছিল। সিহঁতৰ মাকে বিয়াৰ পিছৰে পৰা আৰু সিহঁত দুটাই জন্মৰ পিছৰে পৰা ভাড়া ঘৰতেই দিন কটাই অহা বুলি ক'ব পৰা গ'লহেঁতেন যদিহে মাজত কেইটামান বছৰ দেউতাকৰ কলেজৰ হোষ্টেলৰ ছুপাৰিনটেণ্ডেণ্ট হিচাপে পোৱা কোৱাৰ্টাৰত থাকিবলৈ নাপালেহেঁতেন।

গতিকে ঘৈণীয়েক কনকলতাৰ লগতে ল'ৰা-ছোৱালী দুটাৰো নিজৰ, একান্তভাৱে নিজৰ নতুন ঘৰলৈ আহি আনন্দত যেন হিয়াই নধৰা হৈছিল। একমাত্ৰ কলেজৰ বাসভৱনটোৰ বাহিৰে দেউতাকে তথা স্বামীয়ে ভাৰা লোৱা সৰু সৰু ঘৰবোৰত না আছিল শাক-পাচলি কৰিবৰ জোখাৰে মাটি, না আছিল দুডাল ফুল কৰিবলৈ ঘৰৰ আগফালে এছিকিটা মাটি। পিছে কলেজৰ অধ্যাপক এজনৰ বাবে তাতকৈ আহল-বহল ঘৰ ভাৰাৰে ল'বলৈ জানো দৰমহাৰ পইচাৰে কুলায়?

গতিকে এতিয়া নিজৰ আহল-বহল ঘৰলৈ আহি সকলোৰে ইমানেই উৎসাহ-আনন্দ হ'ল যে যি ৰঞ্জনে দেউতাকৰ কলেজৰ কোৱাৰ্টাৰত থকা কালত ফুলৰ বাগানত সোমাই মালীক এদিনলৈকে এইডাল কি গছ,

সেইডাল কি ফুল বুলি সুধি নাপালে, সেই ৰঞ্জনেই এদিন তাৰ পৰা মালীক কৈ তগৰ আৰু তেজৰঙী গোলাপৰ ডাল লৈ আহি বাগানত পুতিলে।

গোলাপ আৰু তগৰ লহপহকৈ বাঢ়ি এদিন ফুলেৰে জাতিষ্কাৰো হৈছিল, কিন্তু এদিন এই 'অভিশাপ' দৈত্য ইমাৰতটোৰ অভিশাপতে সেই গছবোৰ ধ্বংস হৈ গ'ল, সিহঁতক কাটি পেলোৱা হ'ল। সিদিনা অবিনাশ কলিতাৰ এনে লাগিল যেন ৰক্ত ৰঙা গোলাপডালৰতো বুকুৰ পৰা ৰঙা তেজ নিগৰিছিলেই, এনেকি মাখন-শুভ্ৰ তগৰৰ বুকুৰ পৰাও একে অদৃশ্য ৰঙা তেজ নিগৰিছিল। পিছত ৰঞ্জনে অৱশ্যে সেই ফুল দুডালৰ ডাল কাটি টাব দুটাত ৰুই সিহঁতক বাওনা কৰি হ'লেও জীয়াই ৰখাৰ চেষ্টা কৰিছিল— হাজাৰ হওক সিয়েই সিহঁতৰ পিতৃ, সিয়েই মালীক খুজি আনি ৰোৱা ফুল, এতিয়া বিকলাংগ কৰি হ'লেও জীয়াই ৰখাৰ 'ঘাতক' পিতৃৰ এটা ক্ষীণ প্ৰচেষ্টা হিচাপে তেনেকৈ ৰুইছিল যদিও আলফুলীয়া পাহিৰ তগৰডাল নাবাচিল, গোলাপডাল অৱশ্যে বাচিল— পিছে তেজ নিগৰোৱা ফুলকেইপাহে তাৰ 'বন্ধু' তগৰৰ মৃত্যুত তেজৰ চকুপানী নিগৰাবলৈহে যেন বাচি থাকিল।

পিছে গোলাপ-তগৰেই নহয়— ধ্বংস হৈ গ'ল সেই অসম আৰ্হিৰ ঘৰটোও। ভীষণ লোভৰ চিকাৰ হৈ তেওঁৰ পুত্ৰই প্ৰম'টাৰৰ হতুৱাই তাত এটা বহুতলবিশিষ্ট প্ৰকাণ্ড অট্টালিকা সজালে, সাত মহলীয়া, পাণবজাৰৰ সেই আপুৰুগীয়া মাটি দান কৰাৰ বিনিময়ত ৰঞ্জনে পালে দুটা আহল-বহল ফ্লেট, তাৰে এটা ভাড়ালৈ দি আনটো নিজৰ বাবে ৰাখি তাতে বসবাস কৰিবলৈ ধৰিলে। ফ্লেটটোৰ হওঁতে তিনিটা বেডৰুমেই, তিনিওটাতেই সংলগ্ন তিনিটা বেলকনী— আটাইতকৈ সৰু বেডৰুমটো অবিনাশ কলিতাৰ আৰু বাকী দুটা ৰঞ্জনহঁতৰ আৰু জীয়েক দুজনীৰ। অবিনাশ কলিতাৰ ৰুমটোৰ সংলগ্ন বেলকনীৰ আকাৰো কোঠালীটোৰ আনুপাতিক হিচাপে সৰু— কোনোমতে তেওঁৰ কাপোৰকেইখন শুকাব দিব পৰা যায়। তিনিটা বেডৰুমত সংলগ্ন একোটাকৈ বাথৰুমো— যাৰ কথাত পুতেকে তেওঁক উচ্ছ্বসিতভাৱে কৈছিল— 'এতিয়া কিমান সুবিধা হ'ল দেখিছানে দেউতা, আগতে আমি এটা বাথৰুমকে সকলোৱে ব্যৱহাৰ কৰিবলগীয়া হৈছিল, এতিয়া প্ৰত্যেকেই কোনোৱে কাকো অসুবিধাত নেপেলোৱাকৈ নিজৰ নিজৰ বাথৰুমলৈ স্বাধীনভাৱে আহ-যাহ কৰিব পাৰোঁ।....

পিছে পুতেকে অলপ মিছাৰ আশ্ৰয় ল'লে। হয়, অসম আৰ্হিৰ ঘৰটোত প্ৰথমতে এটাই বাথৰুম আছিল আৰু তাৰ ঘৰৰ তেতিয়াৰ চাৰিটা প্ৰাণীয়ে ব্যৱহাৰ কৰিব লগা হৈছিল। পিছে ৰঞ্জনৰ বিয়াখন পতাৰ আগে আগে তাৰ কোঠালীৰ সংলগ্ন কৰি বাথৰুম-টয়লেট সাজি দিয়া হৈছিল। অৱশ্যে তাৰ পইচাৰেই সজা হৈছিল, বিয়াৰ পাঁচ বছৰ আগতে সিয়ো গুৱাহাটীৰ কলেজ এটাত চাকৰি পাইছিল, আৰু ঘৰৰ সিংহভাগ খৰচ দেউতাকেই বহন কৰা বাবে তাৰ হাতত নিশ্চয় কিছু ধন জমা হৈছিল। বিয়াৰ আগতে সি এনেকি ছেকেণ্ড হেণ্ড গাড়ী এখনো কিনিছিল আৰু দেউতাকে কলেজলৈ চাইকেল লৈ যোৱাৰ বিপৰীতে সি গাড়ী চলাই গৈছিল।

ৰঞ্জনৰ আগতেই ৰেণুকাৰ বিয়া হৈ গৈছিল, গতিকে ৰঞ্জনে ঠেক-ঠুকলি ঘৰত থকাৰ অসুবিধাৰ কথা কোৱাও সত্যৰ অপলাপ। ৰঞ্জনৰ বৰ জীয়ৰী ৰিমলীৰ জন্মৰ তিনি বছৰৰ পিছত জন্ম হ'ল ৰুম্পাৰো (আজিৰ নানা হিচাপত চলি দম্পতীবোৰে এটা সন্তান জন্ম দিয়া মানসিকতাৰ বিপৰীতে পুতেক-বোৱাৰীয়েকে যে দুটা সন্তান জন্ম দিলে তাৰ কাৰণ হিচাপে অবিনাশ কলিতাই সিহঁতৰ পুত্ৰ-সন্তান আকাংক্ষাই বুলি ভাবে, যিটো অৱশ্যে ফলৱতী নহ'ল)। কিন্তু অকণমানি ছোৱালী দুজনীতো মাক-দেউতাকৰ লগতে একোটা কোঠালীতে থাকে, থকা ঠাইৰ অসুবিধা হোৱা বুলি ক'লেতো পতিয়ন যাব নোৱাৰি। তদুপৰি এতিয়াতো ৰেণুকাৰ কোঠালীটোও খালী হৈ আছে, তাত এতিয়া ৰেণুকাৰ বিছনা আদিকে ধৰি তাই লগত নিব নোৱৰা কেইপদমান বস্তুহে আছে, ৰিমলী-ৰুম্পা ডাঙৰ হ'লে তাকে ঠিকঠাক কৰি লৈ তাতে সিহঁত থাকিব পাৰিলেহেঁতেন। এনেকি কম্পাউণ্ডটোত মাটি আছে যেতিয়া তাত দৰকাৰ হ'লে আৰু এটা কোঠালী বান্ধি ল'ব পৰা গ'লহেঁতেন। বয়স বাঢ়ি আহিছে, যমে দূৰৈৰ পৰা হ'লেও হাত বাউলি দি মাতিয়েই আছে, গতিকে ইচ্ছা-অনিচ্ছাৰ প্ৰশ্ন নুঠা অৱধাৰিত মৃত্যুৰ মুখগহ্বৰত তেওঁলোকতো এদিন সোমায়ে পৰিলহেঁতেন আৰু তেতিয়া তেওঁলোকে কোনোদিনেই অধিকাৰ সাব্যস্ত কৰিবলৈ নহা এই ঘৰ এদিন পুতেকহঁতে দখল কৰি ল'ব পাৰিলেহেঁতেন। (আৰু তাৰ প্ৰমাণ হিচাপেতো তাৰ মাক, তেওঁৰ পত্নী সেই ঘৰৰ আধা দখল এৰি চিৰকাললৈ সিপুৰিলৈ গুচিয়ে গ'ল, আশংকা কৰাৰ বহুত আগতেই গুচি গ'ল।)

পিছে তেওঁলোকৰ সেইটো দুৰ্ভাগ্যৰ কথা হ'লেও কনকলতা অৰ্থাৎ তেওঁৰ পত্নীৰ বাবে হ'লে সৌভাগ্যৰ

কথাই হ'ল। কাৰণ তেওঁ মৰমৰ ঘৰটোৰ নিষ্ঠুৰ হত্যাকাণ্ডটো চাই যাব লগা নহ'ল, চাই যাব লগা নহ'ল তেওঁ নিজহাতে বেঙেনা-জলকীয়া পুলি ৰোৱা বাৰীখন মৰিমূৰ হোৱা, চাই যাব লগা নহ'ল পুতেকে গোলাপ-তগৰ আনি ফুলনিত ৰোৱাৰ দৰে তেৰোঁ ক'ৰবাৰ পৰা আনি গে'টত তোৰণ হিচাপে কই দিয়া মাধবীলতা লতাৰ থোকাথোকে লগা বগা-গুলপীয়া ৰঙৰ আমোলমোলাই গোন্ধাই থকা ফুলবোৰ মাটি উভাল খাই ভূলুণ্ঠিত হোৱা লতাডালৰ ভূলুণ্ঠিত হোৱাৰ নিঃকৰুণ দৃশ্যটো। আটাইতকৈ ডাঙৰ কথা যে পাকঘৰৰ সংলগ্ন যিটো গোসাঁইঘৰ বৰ হেঁপাহেৰে তেওঁ সজাই লৈছিল, তাৰ বিগ্ৰহক গৃহচ্যুত কৰি সেইটো ভাঙি পেলোৱা হিয়া ভগা দৃশ্যটোও তেওঁ চাই যাব লগা যে নহ'ল! বিয়াৰ পিছৰে পৰা ভাড়া ঘৰবোৰত থাকি থাকি, পাকঘৰৰ এচুকতে গোসাঁই থাপনা সজা বা সাজিব লগা হোৱা কনকলতাই তেওঁক প্ৰায়ে কৈছিল— 'আমাৰ যেতিয়া নিজাকৈ সাজিব পৰা ঘৰ এটা হ'ব তেতিয়া কিন্তু মোৰ গোপালৰ বাবে এটা সৰু ধুনীয়া কোঠালীও সাজি দিব লাগিব, মোৰ অকণমানি, প্ৰভুজন পাকঘৰৰ কতনো তেল-মছলা-জলকীয়াৰ গোন্ধ সহিব লগা নহৈছে!'

কিয় জানো অইনৰ অইন বিগ্ৰহৰ সলনি কেৱল আঁঠু কাঢ়ি থকা শিশু কৃষ্ণৰ মূৰ্তিহে কনকলতাই তেওঁৰ থাপনাত সজাই থয় আৰু সন্ধিয়া চাকি জ্বলাই থাপনাৰ সন্মুখত মাধৱদেৱৰ বৰগীত সুৰ লগাই গায়:

গোপাল পলায় আছা
মাৰে মাৰিবাৰ ডৰে।
ভূষণ হৰায় হৰি
ভয়ে নাসা ঘৰে।..

হয়, সেই গোসাঁইঘৰৰ এই কালাপাহাৰীয় ধ্বংসকৰ্ম কনকলতাৰ প্ৰাণে সঁচায়ে সহিব নোৱাৰিলেহেঁতেন, সঁচায়ে সেই কাৰণে তেওঁ এই 'আশীৰ্বাদ'ৰ অভিশাপ বহন কৰাৰ আগতে চিৰ বিদায় ল'ব লগা হোৱাটো তেওঁৰ বাবে ভাগ্যৰে কথা হৈছে। (অৱশ্যে তেওঁ অনুমতি দিয়াৰ দৰে কনকলতায়ো পুতেকক ঘৰটো ভঙাৰ অনুমতি দিলেহেঁতেন নে নাই সি দোছোৰা কথা)।

আৰু তেওঁৰ?

অইন কথা বাদ দি এই আবেলিবোৰৰ কথাকে ধৰা যাওক, তেওঁ অৱসৰ পোৱা মানুহজনৰ দিনটো যেনতেন— পুৱা শুই উঠি প্ৰাতঃকৰ্ম সমাপন কৰি চাহ-তাহ খাই অসমীয়া আৰু ইংৰাজী বাতৰিকাকত দুখন পঢ়ি বাৰু বহু সময় অতিবাহিত কৰা যায়। আগতে বজাৰ-সমাৰ কৰাৰ অভ্যাস আছিল, আজিকালি আঁঠু দুটাৰ বিষ হোৱাৰে পৰা খোজকঢ়াই ডাঙৰ কথা হৈছে, গতিকে ঘৰৰ পৰা খোজকাঢ়ি বেছিদূৰ যোৱাও এটা ডাঙৰ সমস্যাৰ কথা হৈছে। ঘৰৰ বজাৰখিনি ৰঞ্জনেই কৰে, মাছখোৱা বজাৰৰ পৰাই মাছ- মাংস-কণী, শাক-পাচলি, গেলামালৰ বস্তু গাড়ী বোজাই কৰি কিনি আনে। আন যাৱতীয় বজাৰৰ বাবে পাণবজাৰখনতো— এনেকি ফাঁচীবজাৰো ঘৰৰ ওচৰতেই আছে। বোৱাৰীয়েকেও পাণবজাৰ ছোৱালী হাইস্কুলখনলৈ কাম কৰিবলৈ যাওঁতে সংসাৰৰ প্ৰয়োজনীয় ইটো-সিটো বজাৰ কৰি আনে। গতিকে অবিনাশ কলিতাই আজিকালি ঘৰৰ বজাৰ কৰিবও নালাগে বা কৰিবলৈ দিয়া নহয়।

অৱশ্যে তেওঁ এই কথা নাভাবে যে তেওঁৰ আঁঠু দুটাৰ বিষৰ কথা ভাবিয়েই সিহঁতে তেওঁক বজাৰ কৰিবলৈ নিদিয়ে। তেওঁৰ আঁঠুৰ কিমান বিষ সিহঁতে বুজে নে ভুক্তভোগী নহ'লে কোনেই বা কাৰ ব্যথা-বেদনা অন্তৰেৰে অনুভৱ কৰিব পাৰে? হয়তো সেই কাৰ্টুনিষ্টজনৰো আঁঠুৰ বিষ আছিল যাৰ বাবে তেওঁ বাজপেয়ীৰ আঁঠুৰ ভয়ংকৰ বিষৰ কথা অনুভৱ কৰিব পাৰি সেই কাৰ্টুনখন কোনোবা এখন কাকতত আঁকিছিল। কাৰ্টুনখনৰ চিত্ৰটো মনলৈ অহাত অবিনাশ কলিতাৰ ডেকাকালত ধুনীয়া আৰু এতিয়া বয়সৰ ভৰত অলপ বান্দৰৰ দৰে ওলমি পৰা ওঁঠ দুটাত আৰু ছানি কটা চকুৰ চশমাৰ ডাঠ লেন্সৰ মাজেৰে দৃশ্যমান চকু দুটাত হাঁহি আৰু কৌতুক জিলিকি উঠিল। মুছাৰফে বাজপেয়ীৰ লগত কাশ্মীৰক লৈ দৰদাম কৰি আছে। সেই সময়ৰ ভাৰতৰ প্ৰধানমন্ত্ৰীজনাক পাকিস্তানৰ ৰাষ্ট্ৰপতিজনে সুধি আছে— তেওঁ কিহৰ বিনিময়ত কাশ্মীৰখন দিব, সিন্ধু প্ৰদেশখন বা লাহোৰৰ বিনিময়ত দিবনে আন কিবা বিনিময়ত দিব। নাই, বাজপেয়ীয়ে একোতে ৰাজী নহয়হে নহয়, শেষত বাজপেয়ীয়ে কৈ উঠিল তোমাৰ আঁঠু দুটাৰ বিনিময়ত!

অৱশ্যে অবিনাশ কলিতাৰ আঁঠু দুটাৰ বিষ এতিয়াও ইমান বেছি হোৱা নাই, হ'বলৈ তেওঁ দিয়াও নাই। তেওঁ কেৱল শিক্ষকতা কৰাৰ সময়তে এজন নিষ্ঠাবান শিক্ষক নাছিল, জীৱনৰ সকলো কথাতে নিষ্ঠা আৰু শৃংখলা অটুট ৰাখি চলি আহিছে। তেওঁৰ মত— মানুহে জীৱনৰ কোনো কামেই পাল মাৰি কৰা উচিত নহয়, নিষ্ঠাৰে কাম কৰিলেই জীৱন মধুৰ আৰু সাৰ্থক হয়। এবাৰ তেওঁ ক'ৰবাত এজন ডাঙৰ সাহিত্যিকৰ কথা পঢ়িছিল (এই মুহূৰ্তত নামটো কোনোপধ্যেই মনলৈ অহা নাই। উস্ বৃদ্ধাৱস্থাই মানুহৰ পৰা কত কি ধাহিমুহি লৈ যায়— ইমাননো কিয় নিব লাগে— অন্ততঃ স্মৃতি শক্তিকে যদি এনেকৈ তেওঁৰ মগজু প্ৰায় উদং নকৰাকৈ লৈ নগ'লহেঁতেন। এতিয়া তেওঁ অতীতত পঢ়া বহুতো কথাই পাহৰি গৈছে আৰু আজিকালি কিবা পঢ়িব ধৰিলেতো প্ৰায় লগে লগেই সেইবোৰ স্মৃতিৰ পৰা মচ খাই যায়... উস্!) সেই সাহিত্যিকজনে কৈছিল যে তেওঁৰ সফলতাৰ গুৰিতে হ'ল তেওঁ জীৱনৰ প্ৰতিটো কাম নিষ্ঠাৰে পালন কৰি অহাটো। তেওঁ যিমান মনোযোগেৰে লিখে সিমান মনোযোগেৰে আপেল এটাৰো বাকলি গুচায়।

তেওঁ অৰ্থাৎ অবিনাশ কলিতায়ো ওৰে জীৱন তেনেকৈ নিষ্ঠাৰে প্ৰতিটো কাম কৰি আহিছে। এতিয়া হাড়-বিশেষজ্ঞ ডাক্তৰে তেওঁক আঁঠুৰ ব্যায়াম কৰিব দিছে আৰু লগতে গুপুত কথা কোৱাৰ দৰে মুখত ৰহস্যময় হাঁহি এটা টানি আনি কৈছিল— ব্যায়াম এই ধৰণৰ হাড়ৰ মজ্জা শুকোৱা বেমাৰৰ বাবে নানা চিকিৎসাৰ এটাহে নহয় বুজিছে কলিতা— ই হ'ল সৰ্বোৎকৃষ্ট চিকিৎসা... একমাত্ৰ বুলিও ক'ব পাৰে—'

সেই 'সৰ্বোৎকৃষ্ট চিকিৎসা'কে তেওঁ নিয়মিতভাৱে, এদিনো যদি নপৰাকৈ কৰি আছে বাবেই বোধহয় তেওঁৰ আঁঠুৰ অৱস্থা এতিয়াও শোচনীয় হৈ উঠা নাই, এতিয়াও তেওঁ হাতত লাঠীডাল লৈ ঠুক ঠুককৈ ৰাস্তাটো পাৰ হৈ পাৰ্কত গৈ আবেলি পৰত বহিবগৈ পাৰে। হয়, তেওঁৰ জীৱনৰ এই আবেলি পৰতো তেওঁ নিয়ম-নিষ্ঠাৰে, শৃংখলাৰে চলি আছে বাবেই বোধহয় তেওঁৰ বয়সৰ বহুতো অৱসৰপ্ৰাপ্ত বৃদ্ধৰ বাবে শৰীৰটো অথৰ্ব কৰি তোলা নাই, পাকস্থলী নানা ঔষধৰ আৱাসগৃহ কৰি তোলা নাই। কেতিয়াবা অবিনাশ কলিতাই ভাবে— তেওঁ ইমান বুঢ়া হৈয়ো বাৰ্ধক্যৰ নানা পীড়া, নানা দাবী, নানা মান-অভিমানেৰে যে পুতেক-বোৱাৰীয়েকক ভাৰাক্ৰান্ত কৰি তোলা নাই সেই কথা বাৰু সিহঁতে কৃতজ্ঞ চিত্তে কেতিয়াবা ভাবে নে?

নাই, নিশ্চয় নাভাবে। সিহঁতে আৰু বহুত কথাই নাভাবে। অবিনাশ কলিতাৰ মনত যেন ঘৈণীয়েকৰ মৃত্যুৰ দুখৰ বেশ এডাল এতিয়াও বিলীন হৈ যাব পৰা নাই, নানা কথাত সি যেন পুনৰ সবলভাৱে মূৰ দাঙি উঠিব খোজে। তেওঁৰ জীৱনত এটাই মাত্ৰ বিলাসিতা আছিল— চাহকাপ। একাপ ভাল চাহ। কাঢ়া সোণালী ৰঙৰ। ধোঁৱা ওলোৱা গৰম। কনকলতাই সদায়ে তেনে একাপ চাহ কৰি সযতনে তেওঁৰ হাতত তুলি দিছিল আৰু যেতিয়া পুতেক অলপ ডাঙৰ হৈছিল— তেতিয়া হাঁহি হাঁহি তাক কৈছিল— বিয়াৰ দিন ধৰি দেখিছোঁ— বাপেৰ একেবাৰে ভোলানাথ মানুহ, সকলোতে সন্তুষ্ট, যি ৰান্ধি দিওঁ সকলো সন্তোষ মনেৰে খায়, আঞ্জাত নিমখ কম-বেছি হ'লেও কোনো আপত্তি নকৰে। তেওঁৰ কেৱল চখ চাহকাপৰ, চাহকাপ বেছি কাঢ়া বা বেছি পনীয়া, কম বা বেছি চেনি দিয়া, ঠাণ্ডা হোৱা— কোনো দোষেই সহ্য নকৰে। তেনে গোলমাল হ'লে কয়— মই মদ-ভাং-চিগাৰেট একো নাখাওঁ, খাওঁ মাত্ৰ চাহকাপ— তাকোনো তুমি ঠিকমতে দিব নোৱাৰানে? উস্— চাহকাপ মনোমত নহ'লেও তেওঁ যে কি শিৱৰ ৰুদ্ৰমূৰ্তি ধৰে। ভোলানাথীয় খংটো কেৱল চাহৰ ক্ষেত্ৰতে উঠে, নহ'লে কি যে শান্ত-শিষ্ট মানুহজন.... মই সঁচায়ে কোনোবা জন্মৰ ভাগ্যৰ বলতহে এনে স্বামী পাইছিলোঁ... 'অ' ৰণু, মই মৰি গ'লে বোৱাৰীক কবি দেই... দেউতাৰৰ চাহকাপৰ প্ৰতি যেন চকু ৰাখে...'

কনকলতাই সিদিনা তেওঁৰ মৃত্যুৰ কথা বাৰু তেনেকৈ কিয় ক'লে? তেওঁতকৈ প্ৰায় আঠ বছৰে সৰু মানুহজনীৰতো জগতৰ স্বাভাৱিক মৃত্যুৰ নিয়মমতে তেওঁতকৈ আগতে মৰাৰ কথা নাছিল? কনকলতাই কিবাকৈ বাৰু মৃত্যুৰ আগজাননী পাইছিল নেকি?

মাকে কোৱা সেইষাৰ কথা পুতেকে বা মনত ৰাখিছিলনে নাই, যদি ৰাখিছিলো ঘৈণীয়েকক বা কৈছিল নে নাই আৰু যদি বা কৈছিলোঁ প্ৰাৰ্থনাই অৰ্থাৎ তেওঁৰ বোৱাৰীয়েকে হ'লে তাক মানি চলা নাই। চলিবয়ে বা কিয়, ঘৰৰ মানুহে যি চাহ খায় তাক তেওঁনো কিয় খাব নোৱাৰে, খাব নোৱাৰিলে এৰি থৈ গুচি যোৱা। বুঢ়া এজনৰ ইমান আব্দাৰ কোনে সহ্য কৰিব। অৱশ্যে চাহকাপক লৈ অবিনাশ কলিতাই কোনোদিনে বোৱাৰীয়েকৰ

আগত আপত্তি কৰা নাই।

বোৱাৰীয়েকে স্কুলত কাম কৰে বাবে বোলে বৰ পৰিশ্ৰম হয়, সেয়ে তেওঁ নিজে ৰন্ধা-বঢ়া নকৰে, বন কৰা ল'ৰাই বা ছোৱালীয়ে কৰে, পিছে সদায় তেনে ল'ৰা-ছোৱালী নাথাকে, তেতিয়া প্ৰাৰ্থনায়ে ৰন্ধা-বঢ়া কৰে বা কৰিবলৈ বাধ্য হয়। তেতিয়া গেছ বাৰ্ণাৰৰ গৰমৰ দৰেই প্ৰাৰ্থনাৰ মূৰ গৰম হৈ যায়, ৰন্ধা-বঢ়া সংক্ষিপ্ত কৰে। অৱশ্যে প্ৰাৰ্থনাৰ ৰন্ধা-বঢ়াৰ হাতখন ভাল, বন কৰা ল'ৰা-ছোৱালীয়ে ৰন্ধাতকৈ বহুত বেছি সুস্বাদুকৈ ৰান্ধে, গতিকে এখন-দুখন কম আঞ্জা হ'লেও যি দুই-এখন ৰান্ধে তাৰেই বহুত বেছি তৃপ্তিৰে ভাত খাব পাৰি। ৰঞ্জনে তেনে দিনবোৰত খোৱা মেজত বহি জীয়েক দুজনীক হাঁহি হাঁহি কয়, 'অ' ই ৰিমলী, কম্পা, ইয়াৰ পিছত আমাৰ ঘৰলৈ কাম কৰা মানুহ আহিলেও আমি ষড়যন্ত্ৰ কৰি খেদিম দে, তেহে মাৰৰ হাতৰ এনে জুতি লগা আঞ্জা খাবলৈ পাম—'

পিছে তেনে কথা শুনিলে প্ৰাৰ্থনাৰ উত্তপ্ত মূৰ আৰু বেছি উত্তপ্ত হৈ উঠে— 'তোমালোক মতা মানুহবোৰতো এনেকুৱা স্বাৰ্থপৰেই, কেৱল তিৰোতাৰ মূৰতে কঁঠাল ভাঙি খাব খোজা, তিৰোতাকতো তোমালোকে দাসীতকৈ ওপৰৰ বুলি নাভাবা, তিৰোতাৰ দুখতো একেবাৰে নুবুজা। তিৰোতাই চাকৰি কৰিলেও ঘৰৰো দাসীবৃত্তি কৰিব লাগিব, কিন্তু তোমালোকৰ মতা মানুহবোৰে অফিচত চাকৰি কৰি আহি ঘৰত মহাৰাজৰ দৰে চলা, একে চাকৰি কৰা ঘৈণীয়েকৰ সেৱা-শুশ্ৰূষাৰে ভৰিৰ ওপৰত ভৰি তুলি আৰামছে খোৱা—'

অবিনাশ কলিতাৰ ঘৈণীয়েকলৈ মনত পৰি যায়, মানুহজনীয়ে কেতিয়াও কোনো বন কৰা মানুহক ৰন্ধা বঢ়া কৰিব নিদিছিল— বোলে চাকৰ-বাকৰৰ হতুৱাই ৰন্ধাই মই মৰিলেও খৱৰ মানুহক খুৱাব নোৱাৰোঁ দেই। হাত দুখন পংগু হৈ নোযোৱালৈকে মই পাকঘৰটো কাৰো হাতত এৰি নিদিওঁ।

অৱশ্যে কনকলতাৰ কথা সুকীয়াও আছিল, তেওঁতো চাকৰি কৰা নাছিল, ঘৰতে বহি থাকিছিল (বহি থাকিছিল? কনকলতাই বহি থাকিছিল? তেওঁ দেখোন দেখিছিল যে মানুহজনীয়ে পুৱা শুই উঠাৰে পৰা ৰাতি শোৱাৰ পৰলৈকে অষ্টপ্ৰহৰ ঘৰৰ নানা বন কৰি কৰিয়েই থাকিছিল আৰু তাৰ ফলতে হয়তো তেওঁক আৰু ল'ৰা-ছোৱালীহালক আটোমটোকাৰি ঘৰখনত জুতি লগাকৈ খুৱাই স্বৰ্গসুখত ৰাখিছিল)। কিন্তু তেওঁৰে সহকৰ্মী অৰুনী ৰাজখোৱাৰ বোৱাৰীয়েকেওতো স্কুলখনত কাম কৰে, কিন্তু ৰাজখোৱাই কোৱা মতে তেওঁৰ পত্নী ৰন্ধা-বঢ়া কৰিবলৈ সক্ষম হৈ থাকিলেও (ৰাজখোৱাৰ কি সৌভাগ্য যে তেওঁৰ পত্নী বিয়োগ হোৱা নাই।) বোৱাৰীয়েকে বোলে শাহুৱেকক এই বয়সত কষ্ট কৰি ৰান্ধিব নালাগে বুলি কৈ নিজেই ৰাতিপুৱা অতি সোনকালে শুই উঠি পাকঘৰত সোমাই পৰে। ভাগ্য, হয়, ইয়াকে কয়, ভাগ্য, নহ'লে ৰাজখোৱাৰ পুতেক নন্দন যেনে একে ভাল ল'ৰা, তেওঁৰ ৰঞ্জনোতো তেনে একে ভাল ল'ৰা— তেন্তে দুয়োৰো ভাগ্যৰ এই পাৰ্থক্য কিয়? পিছে সকলোতকৈ প্ৰহসনৰ কথা যে ৰঞ্জনে প্ৰেম কৰি বিয়া কৰাইছিল আৰু নন্দনৰ মাক-বাপেকে নিজে ছোৱালী চাই বিয়া কৰাই দিছিল।

অবিনাশ কলিতা মুক্ত মনৰ মানুহ, ল'ৰাই নিজে ছোৱালী পছন্দ কৰি বিয়া কৰোৱাত মুঠেই আপত্তি কৰা নাছিল, অৱশ্যে কনকলতাৰ হ'লে আপত্তি আছিল— তেওঁ ভোৰভোৰাইছিল যে ল'ৰাই আগ-পাছ নুগুণি, গুৰি-গোষ্ঠী নাচাই পুট কৰি আবেগত বিয়া কৰাই পেলালে সংসাৰ কৰি সুখৰ মুখ নেদেখিবও পাৰে, কিন্তু মাক-বাপেকে যেতিয়া ল'ৰাৰ বাবে ছোৱালী চায় বা ছোৱালীৰ বাবে ল'ৰা চায় তেতিয়া নানা খবৰ খবৰ-খাতি লৈহে বিয়া পাতে— ল'ৰা-ছোৱালীৰ বিষয়ে জানিবলগীয়া নানা খবৰ সংগ্ৰহ কৰিহে আগবাঢ়ে। তাৰ পিছতো যদি সংসাৰ সুখৰ নহয় সি আন কাৰণতহে নহয়, সি ভাগ্যৰ কথা।

সিদিনা অবিনাশ কলিতাই ঘৈণীয়েকক বুজাইছিল যে এতিয়া দিন কাল সলনি হ'ল, এতিয়া ল'ৰা-ছোৱালী শিক্ষা-দীক্ষা পাই স্বাধীনচিতীয়া হ'ল, নিজস্ব মত-অমত, অভিৰুচি মতে চলিব পৰা হ'ল। 'হেৰা, আমাৰ দিনতনো কেইজনে প্ৰেম কৰি বিয়া কৰাইছিল হে, এতিয়া কলেজত পঢ়া বহুত ল'ৰা-ছোৱালীয়েই প্ৰেম কৰে, বিয়া কৰে— তুমি-মই এতিয়া বাধা দি অশান্তি চপাই লওঁ কিয়?'

কনকলতাই আৰু আপত্তি কৰা নাছিল, কিন্তু কিবা কাৰণে তেওঁ যেন প্ৰাৰ্থনাক পছন্দ কৰিব পৰা নাছিল।

আজিকালি ৰঞ্জন আৰু প্ৰাৰ্থনাৰ দাম্পত্য জীৱন দেখি, প্ৰেম কৰি বিয়া কৰোৱা দম্পতীৰ মাজত বিবাহ

বিচ্ছেদৰ আধিক্য দেখি অবিনাশ কলিতাৰ ঘৈণীয়েকৰ কথাবোৰকে মনলৈ অহা হৈছে— মাক-বাপেকে চাই-চিন্তি ছোৱালী বা ল'ৰা ঠিক কৰি দিলে তেনে সংসাৰহে বেছি সুখৰ হয়, কাৰণ চান্দ সদাগৰীয় নিয়মেৰে তেওঁলোকে সূক্ষ্ম বিচাৰেৰে বাছি-বিচাৰি অনা দৰা-কইনাৰ পৰস্পৰক পছন্দ নোহোৱাকৈ নাথাকে, সাধাৰণতে নাথাকেই।

কিন্তু যুগ-ধৰ্ম বুলিওতো কথা এটা আছে, এতিয়াৰ শিক্ষিত ল'ৰা-ছোৱালীয়ে পুটকৈ অচিনাকি কাৰোবাৰ লগত কেনেকৈ বিয়াত বহে। আৰু যুক্তিৰে চাবলৈ গ'লে প্ৰাৰ্থনাইতো ঠিক কথাই কৈছে— ল'ৰা-ছোৱালী দুয়ো চাকৰি কৰিলে ছোৱালীয়ে অকলে কিয় ঘৰৰ কাম কৰিব, ল'ৰাই কিয় ঘৰত আৰাম কৰি বহি খাব?

ধেৎ, জীৱনটো বৰ জটিল হৈ গ'ল। আমাৰ দিনবোৰেই ভাল আছিল। আমি সেই সাধাৰণ অসম আৰ্হিৰ ঘৰটোত থাকি যি সুখ-শান্তি পাইছিলোঁ— ৰঞ্জন-প্ৰাৰ্থনাই এই সুন্দৰ বিসালী ফ্লেটটোত থাকিওতো পোৱা নাই— অবিনাশ কলিতাই ভাবিব নোৱাৰে। অন্ততঃ তেওঁৰ বৈবাহিক জীৱন আৰু পুতেকৰ বৈবাহিক জীৱন ৰিজাই চালে তেনেইতো ভাব হয়। তেতিয়া তেওঁ চাইকেলত উঠি কলেজলৈ গৈছিল, বজাৰ-সমাৰ কৰিছিল, ঘৈণীয়েকক লৈ ক'ৰবালৈ যাবৰ হ'লে ঘাইকৈ খোজকাঢ়ি বা ৰিক্সাতে গৈছিল। এতিয়া ৰঞ্জন-প্ৰাৰ্থনাই গাড়ীতে যায়— কিন্তু ক'ত, ক'ত সুখ?

পিছে প্ৰাৰ্থনাই ভাল ৰন্ধা-বঢ়া জানিলেও চাহকাপ হ'লে ভাল নহয়, সেই কামত শাহুৱেকৰ ওচৰেই চাপিব নোৱাৰে।

গতিকে আজিকালি পুতেক-বোৱাৰীয়েকৰ লগত থকা জীৱনত চাহকাপ খোৱা সময়ত অবিনাশ কলিতাই মৃতা পত্নীক এবাৰ স্মৰণ নকৰাকৈ নোৱাৰে। তেওঁৰ যেন মাজে মাজে এনে ভ্ৰমো হ'ব খোজে যে কনকলতাই ধূমায়িত সোণালী বৰণৰ চাহৰ কাপ-প্লেটযোৰ হাতত লৈ হাঁহি মুখেৰে গিৰীয়েকৰ আগত থিয় হৈছে আৰু সেইযোৰ গিৰীয়েকৰ পিনে আগবঢ়াই দি কৈছে— লওক আপোনাৰ মন পছন্দৰ চাহ...।

অবিনাশ কলিতাৰ জীৱনলৈ সন্ধিয়া নমাই অহা এই বাৰ্ধক্যৰ কালছোৱাত সমস্যা হৈছে আবেলিটোক লৈ। দিনটো যেন-তেনভাৱে চলি যায়। পুৱা চাহ-টাহ খাই উঠি গা-পা ধুই দহটামান বজাত তেওঁ আজৰি হয়। তেওঁ গা ধোৱাত অলপ বেছি সময়ে লয়। নিজৰ ঘৰত পিন্ধা কাপোৰ-কানি নিজেই ধুই লয়, বাথৰুম চাফ কৰা, টয়লেট চাফ কৰা— সকলোবোৰ নিজ হাতেৰেই কৰে। পুৱা শুই উঠি বিছনা ঠিক কৰা, আচবাব-পত্ৰৰ ধূলি মচা— সকলো কাম তেওঁ কৰে। কোঠালীটোৰ ক'তো চুকে-কোণেও অলপো মকৰাজাল নাথাকে, তেওঁ অৱশ্যে কেৱল নিজৰ কোঠালীটোৰেই নহয়, পুতেক-বোৱাৰীয়েকৰ কোঠালীটো বাদ দি গোটেই ঘৰটোৰে মকৰাজাল গুচায়। সেই সময়ত তেওঁৰ মনত এটা সৰু-সুৰা তৃপ্তিও জাগে— এই সংসাৰৰ কোনো কামত নহা অপদাৰ্থ বুঢ়াজনে অন্ততঃ সামান্য কাম এটা কৰিও ঘৰখনক সহায় কৰিব পাৰে।

গা-পা ধুই এঘাৰমান বজাত তেওঁ একাপ কমপ্লান খায়, খাব লগা হৈছে জীয়েক ৰেণুকাৰ বাবে। তাই গুৱাহাটীতে থাকে, তেওঁলোকে ঠিক কৰি দিয়া ল'ৰাটোৰ লগত তাই সুখেৰেই সংসাৰ কৰি আছে। তায়ে তেওঁক কমপ্লানৰ টিনৰ যোগান ধৰে, বৌৱেকক কয়— বৌ, তুমি বোৱাৰী হৈ দেউতাক যিখিনি আলপৈচান ধৰি থাকা মই জীয়ৰী হৈ তাৰ এধামানো কৰিব নোৱাৰোঁ। যি হওক, দেউতাক সদায় এঘাৰমান বজাত কমপ্লান একাপ কৰি দিবা, মানে এই জ্যোৎস্নাক (বন কৰা ছোৱালী) বুজাই থৈ যাবা। আৰু শুনা, কমপ্লান টিনটো কিন্তু মইহে আনি দিম—'

তাৰ পিছত তাই হাঁহি এটা মাৰি কৈছিল— 'এটা কমপ্লানৰ টিনেৰেই যদি পিতৃঋণ শোধ কৰিব পাৰোঁ মোক জানো তোমালোকে সেই সুবিধা নিদিবা?...' পিছে তেনেকৈ কোৱা ৰেণুকাই আন নানা ধৰণেও 'পিতৃঋণ' পৰিশোধ কৰি থাকে, প্ৰায় সকলো কাপোৰ-কানি তায়েই দেউতাকক কিনি দিয়ে, ছুৱেটাৰ বই দিয়ে, মাফলাৰ বই দিয়ে। তেতিয়া অবিনাশ কলিতাই হাঁহি কয়— ননদ শব্দটো বোলে আনন্দ নিদিয়া মূলৰ পৰা উৎপত্তি হৈছে। অৰ্থাৎ বৌৱেকহঁতক সাধাৰণতে ননদবোৰে বোলে আনন্দ নিদিয়ে। তেওঁৰ গাত পিছে সেই কথাটো নাখাটে, বৌৱেকৰ এইবোৰ বস্তু তেওঁৰ হৈ মোক কৰি-মেলি দি তেওঁক কম আনন্দ দিছনে?

দুপৰীয়া এঘাৰ বজাত নিস্তব্ধ ঘৰটোত অকলে অকলে বহি জ্যোৎস্নাই কৰি দিয়া কমপ্লানকাপ খাই অবিনাশ কলিতাই এনেয়ে কেইবাৰমান ড্ৰইং ৰুম-ডাইনিং ৰুমৰ আহল-বহল এলেকাটোত খোজকাঢ়ি ফুৰে,

কেতিয়াবা গৈ নিজৰ বেলকনীখনতো থিয় দিয়েগৈ। তাত কিন্তু কিছু পৰ থকাৰ পিছতে তেওঁৰ বিৰক্তি ওপজে আৰু তেতিয়া নিজৰ কোঠালীলৈ উভতি আহি তেওঁ আধা পঢ়াকৈ থোৱা কিতাপখন খুলি লয়।

বেলকনীত অবিনাশ কলিতাৰ ভাল নলগাৰ কাৰণ বহুতো। এইটোৰ গাতেও প্ৰায় যেন লগালগিকৈ আৰু এটা বহুতলবিশিষ্ট ঘৰ দৈত্যৰ দৰে থিয় হৈ উঠিছে, তেওঁৰ বেলকনীখনৰ পৰা পোনে পোনে সেই ঘৰটোৰ এটা বাথৰুম, বেলকনীখনত থিয় হ'লেই দৃষ্টি প্ৰতিহত হয় সেই বাথৰুমটোত গতিকে সেই বাথৰুমলৈ বেছি পৰতো চাই থাকিব নোৱাৰি— কিন্তু তেওঁ বাৰু চাবই লাগিব বুলি কোনো বাধ্যবাধকতা নাই, কিন্তু চকু দুটা যে বাৰে বাৰে তালৈকে যাব খোজে! শৰীৰৰ অংগও যে নিজৰ এনে অবাধ্য হৈ পৰে! তেতিয়া তেওঁ দূষিবলৈ ধৰে মহানগৰীৰ য'তে-ত'তে মূৰ তুলি উঠা আকাশলৈ থিয়াই থাকিব খোজা এই প্ৰকাণ্ড প্ৰকাণ্ড এপাৰ্টমেণ্ট হাউচবোৰক, তাক সজোৱা মালিকবোৰক। এতিয়া সকলোকে লাগে কেৱল টকা, লাগে বজৰুৱা বিলাসিতা। কেৱল বাথৰুম নেকি এই গাতে লগা অট্টালিকাটোৰ আকৌ নাম ৰাখিছে চোৱা— Blossoms! হেবৌ, এইবোৰতো ফুলৰ দৰে ফুলি উঠা নাই, কাঠফুলাৰ দৰেহে গজি উঠিছে, ইংৰাজী নামেই যদি দিব খুজিছ Blossoms নাৰাখি Mushoom নাৰাখিলি কিয়, তেতিয়াহে একেবাৰে খাপ খোৱা নাম হ'লহেঁতেন!

ফ্লেটটোৰ বাকী দুটা বেডৰুমৰ সংলগ্ন বেলকনী দুখন হ'লে বেছি আহল-বহল, সেই দুখনৰ এখন ৰাস্তাৰ ফালে মুখ কৰা আৰু আন এখনৰ সিফালৰ চৰকাৰী অফিচ এটাত গছ-গছনিৰে এটা আহল-বহল মুকলি চৌহদ আছে। অবিনাশ কলিতাই সেই গছ-গছনিবোৰ চায়ে বহুত পৰ বহি থাকিব পাৰিলেহেঁতেন, কিন্তু সেই দুয়োখন এখনলৈকো যোৱাৰ উপায় নাই, পুতেক-বোৱাৰীয়েক আৰু ৰিমলী-ৰুম্পাই কলেজ-স্কুললৈ যোৱাৰ সময়ত কোঠালী দুটা তলা বন্ধ কৰি থৈ যায়, ধন কৰা ল'ৰা-ছোৱালী সোমোৱাৰ, কিবা চুৰি কৰাৰ ভয়ত। দেউতাকে তথা ককাকেতো আৰু চোৰাংচোৱা হৈ পিছে পিছে ঘূৰি ফুৰিব নোৱাৰে। টেলিফোনটোও পুতেক-বোৱাৰীয়েকৰ ৰুমত বন্ধ হৈ থাকে— দেউতাকেনো আৰু কালৈ সেইখিনি সময়ত ফোন কৰিব, ৰেণুকাই ফোন কৰিলেতো আগবেলা-পিছবেলাই ফোন কৰিব পাৰিব। এইটো কথাত ৰেণুকাই গজগজায়, কিয়, দেউতাকততো ৰুমৰ চাবিটো দি যাব পাৰে। কিন্তু অবিনাশ কলিতাই বুজাবৰ চেষ্টা কৰে— ৰঞ্জনইও জানে যে দেউতাকে সিহঁতৰ কোঠালীত সোমাবলৈ ভাল নাপায়। তেতিয়া ৰেণুকাই কয়— কিয়, সিহঁতেতো এটা এক্সটেনচন কৰি দিব পাৰে। দেউতাকে কয়— ৰঞ্জনে কৈ থৈছেই যে সি সেই ব্যৱস্থা কৰি দিব, কিন্তু বেচেৰা ইমান ব্যস্ত যে সময়েই পোৱা নাই। ৰেণুকাই তেতিয়া ৰুদ্ৰমূৰ্তি ধৰি কয়— ইস্‌, ইমানেই ব্যস্ত যে দেউতাকৰ সুবিধাৰ বাবে সেই সামান্য কামটোও কৰি দিব নোৱাৰে!

'আচলতে দাদাই খুব ঘৈণীয়েকক ভয় কৰে, এক্সটেনচন দিলে তুমি হোৱাই-নোহোৱাই ফোন কৰি ফোনৰ বিল বঢ়াবা— সেইবাবেই ঘৈণীয়েকৰ ভয়ত দাদাই কামটো কৰি দিয়া নাই। দাদাটো যে ইমান তিৰোতাসেৰুৱা হ'ল। তুমি ঢিলা মানুহ বাবে সিহঁতে সাহ পাইছে, মা থকা হ'লে সিহঁতক ঠিক কৰাই দিলেহেঁতেন...'

কথাটো হওঁতে হয়, কনকলতা বেছি শিক্ষিতা নহ'ব পাৰে, কিন্তু খুব ব্যক্তিত্বশালীনী আছিল। জীয়াই থাকোঁতে প্ৰাৰ্থনাই ইমান অতপালি কৰাৰ সাহ কৰিব পৰা নাছিল।

অবিনাশ কলিতাৰ মুখত বিষাদৰ ঢউ খেলি যায়। হয়, কনকলতা জীয়াই থাকিলে বহুত কথাই বেলেগ হ'লহেঁতেন, অন্ততঃ তেওঁ হয়তো কেতিয়াও অসম আৰ্হিৰ ঘৰটো ভাঙি এই প্ৰম'টাৰক দি ফ্লেট বনোৱা কথাটো অনুমতি নিদিলেহেঁতেন, তেওঁৰ গোপালৰ ঘৰ ভাঙিব নিদিলেহেঁতেন, ফুলনিবাৰীৰ গছ কাটি উছিলং কৰিব নিদিলেহেঁতেন। তেওঁ নিজে এই ৰঞ্জনে কোৱাৰ লগে লগেই মান্তি হৈ গৈছিল। কিন্তু মানি নহৈ বা কৰেই কি, তেওঁ যে কেৱল ঢিলা মানুহ সেইটোৱেতো নহয়, পত্নী বিয়োগৰ পিছত তেওঁ এগৰাকী নিঃসঙ্গ বৃদ্ধ মানুহ হৈ পৰিছে, পুত্ৰ-বোৱাৰীৰ ওপৰত সম্পূৰ্ণভাৱে নিৰ্ভৰশীল এজন অসহায় বৃদ্ধ মানুহ। এনেকি আৰ্থিক দিশতো তেওঁ একপ্ৰকাৰ দেউলীয়া, পেঞ্চন থকা কলেজৰ চাকৰিটোৰ অন্ত পৰাৰ পিছত একলেগে যিখিনি টকা পাই বেংকত থৈছিল, তাৰো প্ৰায় সৰহখিনি ৰঞ্জনে বেংকৰ পৰা উলিয়ালে— দেউতাকৰনো এতিয়া পইচাৰ কিহৰ প্ৰয়োজন— কিন্তু প্ৰম'টৰে বান্ধি দিয়া ঘৰটোত সকলোবোৰ সুবিধাতো নাছিল, গতিকে

তাৰ পিছতো ঘৰৰ বহুত কাম কৰিব ল'ব লগা গৈছে, সেইবোৰ কৰাত ৰঞ্জনৰ সকলো সাঁচতীয়া ধন নিঃশেষ হৈ গ'ল, দেউতাকৰ পইচাখিনি এনেয়েহে বেংকত পৰি আছে...। 'দেউতাইতো আৰু খোৱা-পিন্ধা বা অন্য খৰচৰ বাবে চিন্তা কৰিব নালাগে—' ৰঞ্জনে কৈছিল।

অবিনাশ কলিতাৰ বেংকৰ জমা পইচাৰ তলী উদং হোৱাত এনে লাগিল তেওঁৰ অস্তিত্বটোৱে যেন আৰু বেছি থৰক-বৰক হৈ গ'ল, ঘৈণীয়েক ঢুকুৱাৰ পিছত সেই এটা অনুভূতি আহিছিল, এতিয়া যেন সি আৰু এটা বিশেষ মাত্ৰা পালে...। অৰ্থবলে মানুহক বোধহয় এক ধৰণৰ এটা শক্তি নিদিয়ে।

কিন্তু পুতেক-বোৱাৰীয়েকৰ লগত থাকি সিহঁতৰ কোনো কথাৰে তেওঁ প্ৰতিবাদ নকৰে, কোনো কথাতেই ওজৰ-আপত্তি নেদেখুৱায়। তেওঁৰ আচলতে পৰম ভাগ্য যে তেওঁ সিহঁতৰ আশ্ৰয়ত থাকিবলৈ পাইছে। আজিকালি বহুতো বৃদ্ধ-বৃদ্ধাৰ কি অৱস্থা হৈছে তেওঁ দেখিছে নহয়। বহুতো ল'ৰাই বিয়াৰ পিছত মাক-বাপেকক অকলে এৰি থৈ বেলেগে গৈ সংসাৰ পাতেগৈ, আৰু নহ'লে বা বেলেগ ঠাইত চাকৰি কৰিবলৈ গুচি যায়। বৃদ্ধ-বৃদ্ধা দুয়ো একেলগে থাকিব পালে বাৰু যেন-তেন, কিন্তু তেওঁলোকৰ এজন মৰি গ'লে আনজনৰ নিঃসংগতা যে কি ভয়াবহ হৈ উঠে। বিশেষকৈ ঘৈণীয়েক আগতে মৰি গ'লে গিৰীয়েকজনৰ যেন দলনিত মেলি থৈ যোৱা পোনাৰ অৱস্থাই হয়।

হয়, সেইসকলৰ তুলনাত তেওঁ বহুত বেছি ভাগ্যবান, তেওঁ অকনশৰীয়া হ'বলগীয়া হোৱা নাই, পুতেক-বোৱাৰীয়েক-নাতিনীৰে তেওঁ এখন ভৰা সংসাৰত থাকিবলৈ পাইছে।

পিছে দুপৰীয়াটো সেই ভৰা সংসাৰখন অদৃশ্য হৈ যায়, এখন মাত্ৰ দুৱাৰে বাহিৰৰ পৃথিৱীৰ লগত সংযোগ ৰক্ষা কৰা বাকচৰ দৰে বন্ধ ঘৰটোৰ এক অদ্ভুত নিস্তব্ধতাই যেন বুকুখন হেঁচা মাৰি ধৰিব খোজে। তাতে ফ্লেটটো হ'ল পাঁচ তলাত, মাটিৰ লগত সম্পৰ্ক যেন ক্ষীণৰ পৰা ক্ষীণতৰ হৈ পৰে— তথাপি যদি এই ওপৰত থাকি আকাশখনো দেখা গ'লহেঁতেন। নাই, কেৱল ঘৰ, ঘৰ আৰু ঘৰ, গছ-গছনি নাই, মানুহ নাই, হাই-উৰুমিও নাই। এখন বোবা, নিস্তব্ধ পৃথিৱী।

অবিনাশ কলিতা বেলকণী এৰি নিজৰ কোঠালীলৈ আহে, আধা পঢ়ি থোৱা কিতাপখনকে পঢ়িবলৈ ধৰে। কালি কি পঢ়িছিল— তাকেই যেন পাহৰি হ'ল। তেন্তে কি লাভ পঢ়ি? তথাপি তেওঁ পঢ়িবলৈ ধৰে, তেতিয়া তেওঁৰ বাবে পঢ়া মানে দুঃসহ সময়বোৰ পাৰ কৰা, বাদাম ভজাক যেনেকৈ ৰে'লগাড়ীত যাওঁতে হকাৰবোৰে 'টাইম্ পাছ' বুলি উল্লেখ কৰে, কিতাপো তেওঁৰ বাবে তেনে 'টাইম্ পাছ'।

দুপৰীয়া জ্যোৎস্নাই ভাত খাবলৈ মাতে। ভাতকেইটা খাই তেওঁ বিছনাত অলপ বাগৰি লয়, কিন্তু টোপনি গ'লে ৰাতি তেতিয়া আৰু টোপনি নাহিব। এতিয়া এই বুঢ়া বয়সত টোপনিটোও কমি গৈছে। কনকলতা জীয়াই থকা হ'লে টোপনি নহা গধুৰ সময় তেওঁলোকেতো নানা তৰহৰ কথা-বতৰা পাতি পাতিয়েই 'টাইম্ পাছ কৰি দিলেহেঁতেন। এতিয়া এই বয়সত প্ৰধান সমস্যাটো 'টাইম পাছ' কৰাই— যি চুটি সময় পাৰ কৰি তেওঁলোক জীৱনৰ শেষ পৰিণতিত উপনীত হ'বগৈ, অচিৰেই। সিয়েই কাম্য, নহয় জানো? ক'ত জনো কাৰোবাৰ কবিতা এটা পঢ়িছিল য'ৰ এইটো শাৰী মাজে মাজে তেওঁৰ মনলৈ আহি থাকে— 'পৃথিৱীত থাকি মোৰ লাগিছে ভীষণ আমনি' আৰু মনৰ পৰা আন ক'ৰবাত পঢ়া এইষাৰ ইংৰাজী কথা— 'Oh please, stop this world, I want to get out...'

পিছে তেওঁ বাৰু সঁচায়ে পৃথিৱীখনৰ পৰা ওলাই যাব বিচাৰে নেকি? ভাবটো মনলৈ অহাত কিয় বাৰু তেওঁৰ গাটো শিৰশিৰাই যায়? আতংকত? বেজাৰত? অন্ধকাৰ, অজ্ঞানাৰ, অনিশ্চয়তাৰ ভয়ত?

এই বয়সত মানুহৰ মৃত্যুৰ চিন্তাতো মনলৈ আহিয়ে থাকে, তেওঁৰো আহে, কিন্তু তেওঁ আমনিত চিৰ-বিদায় ল'ব খোজা এই জীৱনটোৰ সঁচায়ে এদিন অন্ত পৰিব বুলি অহা ভাবটোত সন্ত্ৰাসিত হৈ সজোৰে দূৰলৈ ঠেলি থ'ব নিবিচাৰেনে, কিয়?

অবিনাশ কলিতাই অধীৰভাৱে আবেলিটোলৈ বাট চাই থাকে, সেই আবেলিটোৱেই তেওঁৰ মুক্তিৰ লগ্ন, কম সময়ৰ বাবে হ'লেও। তেওঁ লাঠীডাল লৈ পাৰ্কটোলৈ ওলাই যায়।

আবেলি ঘৰখন গমগমাই থাকে, কিন্তু ঘৰৰ মানুহেৰে নহয়, টিউচন ল'বলৈ অহা ল'ৰা-ছোৱালীৰে। নিজৰ

নাতিনী দুজনী বেছিভাগেই সেইখিনি সময় ঘৰত নাথাকে, ষ্টেডিয়ামলৈ যায় বা সিহঁতো দেউতাকৰ ওচৰলৈ অন্য ছাত্ৰ-ছাত্ৰীৰ সৈতে কৰবাৰ ক'চ্চিং ক্লাছলৈ যায় আৰু আন ক'ৰবাৰ ক'ৰবালৈও যায়। বৰ ব্যস্ত জীৱন সিহঁতৰ কিন্তু কিয় জানো সিহঁতৰ সেই ব্যস্ততাই অবিনাশ কলিতাক অলপ দুশ্চিন্তাগ্ৰস্তও কৰি তোলে— সেই ব্যস্তত তেওঁ সদায় পাৰ্কত দেখি থকা যুগল মূৰ্তিবোৰৰ ব্যস্ততাও নহয়তো? তেওঁ বহি থকা পাকখনৰ কোনোবা অন্ধকাৰ কোণত সিহঁতো তেনেকৈ বহি থকা নাইতো। চিন্তা হয়; তেওঁ বিমলী-কম্পাৰ চাল-চলন, পোছাক-পৰিচ্ছদবোৰ একেবাৰেই পছন্দ নকৰে। টিভিৰ সেই অৰ্ধনগ্ন ছোৱালীবোৰৰ দৰেই দেখোন সিহঁতৰ সাজ-পোছাক। মাকে যে কিয় সেইবোৰ পিন্ধিব দিয়ে? পিছে মাকেই বা কি সুৰুচিপূৰ্ণ পোছাক পিন্ধে, পিঠি উদং, পেট-বুকু উদং...।

আৰু তাৰ পিছতেই, সেইখিনিলৈকে চিন্তা কৰোঁতেই অবিনাশ কলিতাই নিজৰ গাল দুখনতে যেন ঠাচ ঠাচকৈ চৰিয়ায়, মানসিকভাৱে হ'লেও। ছিঃ ছিঃ তুমি দেখোন হৈ পৰিছা এজন লুকুচা বুঢ়া, তোমাৰ বুঢ়া সঁচায়ে প্ৰকৃতি লৰিছে ছিঃ ছিঃ ছিঃ। তাৰ পিছত অবিনাশ কলিতাই ড্ৰাকুলাক আঁতৰাই ৰাখিবলৈ মানুহে নহৰু ব্যৱহাৰ কৰাৰ দৰে ঘৈণীয়েকে তেওঁৰ নামঘৰত গোপালৰ আগত নামঘোষাৰ 'মুক্তিত নিস্পৃহ যিটো...' মনৰ ভিতৰতে মন্ত্ৰৰ দৰে গাই সেই কুৎচিত, অশুভ চিন্তা আঁতৰোৱাৰ যত্ন কৰি আৰু নিজকে ধিক্কাৰ দি দি লাঠীডাল হাতত লৈ ফ্লেটৰ পৰা ওলাই লিফ্‌টৰ ছুইচ টিপেগৈ।

পিছে প্ৰহসনৰ কথা যে ঘৰখনৰ যি নিস্তব্ধতাই দিনত তেওঁৰ বুকুখন হেঁচা মাৰি ধৰে, আবেলি সেই নিস্তব্ধতা ভংগ হোৱাৰ কাৰণতে ঘৰখনৰ পৰা পলাব খোজে তেওঁ। পলাব খোজে ঘৰখনৰ বিৰাট হট্টগোলৰ পৰা। টিউচন ল'বলৈ অহা ল'ৰা-ছোৱালীবোৰ তেওঁৰ কোঠালী আৰু ডাইনিং স্পেছৰ ঠাইখিনিৰ মাজত খালী ঠাইখনত বহে, দলে দলে আহে। ৰঞ্জন পদাৰ্থবিজ্ঞানৰ অধ্যাপক, তাৰ ওচৰলৈ বহুত ল'ৰা-ছোৱালী আহে। প্ৰাৰ্থনাই হয় কোঠালীৰ ভিতৰত বহি টিভি চাই থাকে, নহয় বজাৰ-সমাৰ কৰিবলৈ বা বন্ধু-আত্মীয়ৰ ঘৰলৈ ওলাই যায়। স্কুলৰ শিক্ষয়িত্ৰী হ'লে কি হ'ব, প্ৰাৰ্থনাই কোনো বাহিৰা-কিতাপ পত্ৰ নপঢ়ে, খবৰৰ কাগজখন পঢ়ে নে নপঢ়ে তাতো তেওঁৰ সন্দেহ হয়। অৱশ্যে তেওঁৰ পুত্ৰও একে, একো এটা নপঢ়ে, পঢ়িবই বা কেনেকৈ? তাৰ সময় পাৰ হয় কলেজ আৰু টিউচনৰ মাজত। আৰু ঘৰতে কৰা সেই টিউচনৰ উপদ্ৰৱত আবেলি অবিনাশ কলিতা পাৰ্কলৈ পলাব লগা হয়।

মাজে মাজে অবিনাশ কলিতাৰ বৰ আচৰিত লাগে, তেওঁৰ ল'ৰা হৈ সি কিয় 'অশিক্ষিত' হ'ল? তেওঁৰ ল'ৰা হৈ তাৰ কিয় ইমান টকাৰ খক হ'ল? হেবৌ, ইমান টকা কিয় লাগে? খাবলৈয়ে পোৱা নাই নে থাকিবলৈ পোৱা নাই যে এনেকৈ ধন ধন বুলি বলিয়া হৈ নিগনি-দৌৰত নামি পৰিছ? মৰণৰ পিছত টকাসোপা নিজৰ লগত বান্ধি নিবি নেকি? ফুটা কড়ি এটাওতো নিব নোৱাৰ, এনেকি তোৰ গাৰ পাৰ্থিৱ বস্ত্ৰখনো খুলি পেলাই যি 'বস্ত্ৰ' পৰিধান কৰি এই পৃথিৱীত ভূমিষ্ঠ হৈছিলি সেই একে ভগৱানৰ 'বস্ত্ৰ'ৰেইতো তোক চিতাত তুলিব। মানুহে সিপুৰীলৈ যোৱাৰ সময়ত লগত সঁচায়ে একো নিব নোৱাৰে, পৰা হ'লে তোৰ মাৰে মোক লগত নিনিলেহেঁতেন নে, তেওঁৰ প্ৰিয় এই মানুহটোক লগত নিনিলেহেঁতেন নে?

অবিনাশ কলিতাই দুয়ো দিশৰ পৰা অহা যান-বাহনলৈ লক্ষ্য ৰাখি সাৱধানে ৰাস্তাটো পাৰ হৈ পাৰ্কত সোমায়। আজি তেওঁৰ ভাগ্য ভাল যে তলেৰে বৈ যোৱা ব্ৰহ্মপুত্ৰৰ পাৰৰ ৰেলিঙেৰে ঘেৰা পকা কৰা ঠাইডোখৰত সজাই থোৱা চকীবোৰৰ সকলোবোৰ এতিয়াও ভৰ্তি হোৱা নাই। হয়তো তেওঁ অলপ সোনকালে আহিল। সকলো মানুহ এনেকৈ আবেলি হোৱাৰ লগে লগেই পাৰ্কখনলৈ ঢপলিয়াবলৈতো তেওঁৰ দৰে বুঢ়া আৰু বেকাৰ হোৱা নাই। এনেকি যোৰা-যোৰে ভেলেণ্টাইন সকলো আহি পাৰ্কৰ গছ-গছনি থকা অঞ্চলবোৰৰ বেঞ্চত বহাহি নাই।

চকী এখনত বহি লৈ অবিনাশ কলিতাই লাঠীডাল ৰেলিঙত আওজাই থৈ কিছুপৰ তলেৰে বৈ যোৱা ব্ৰহ্মপুত্ৰলৈ চাই থাকিল তাৰ পিছত পশ্চিমৰ পিনে মুখ ঘূৰাই বহি ল'লে। পশ্চিমত আবেলিৰ বেলিটো ডুব যাব ধৰিছে আৰু সেই অস্তগামী সূৰুযে যেন ব্ৰহ্মপুত্ৰৰ পানীত ৰঙা ৰঙৰ তুলিকাৰে বুলাইছে। অপৰূপ, অপৰূপ, সঁচায়ে অতি অপৰূপ, ব্ৰহ্মপুত্ৰৰ পানীত আবেলিৰ এই বেলি ডুবা দৃশ্য সঁচায়ে অপৰূপ। কিন্তু সেই দৃশ্য চাই চাই তেওঁৰ মনটো বাৰু কিয় এনেকৈ কৰুণ হৈ উঠিছে?

(অসম বাণী, ২০০৫)

# অ-কৃপণ

## এক

চাউচাউ এচামুচ মুখত সুমুৱাই দেৱলীনাই ক'লে— 'শুনিলে তহঁতে হাঁহিবি, কিন্তু মোৰ বাবে মোৰ সপোনৰ ৰাজকুমাৰজন হ'ল— এজন 'দৰাজদিল' মানুহ, অৰ্থাৎ দুই হাতেৰে টকা-পইচা খৰচ কৰিব পৰা মানুহ। অৱশ্যে সেই মানুহ যে ধনী হ'ব— তাৰ কোনো কথা নাই, কেৱল আক্ৰোহী হ'ব নালাগে, দুখীয়া হ'লেও, সামান্য টকা-পইচাৰ মালিক হ'লেও তাক হাতৰ মুঠিত চেপা মাৰি ৰাখিব নালাগে— অৰ্থাৎ, আমাৰ মাইঁতে যে কয়, ধনৰ দুখীয়া হ'লেও মনৰ দুখীয়া নহয়— তেনে উদাৰ হৃদয়ৰ মানুহ।'

'ভুজিয়া'ৰ অৰ্থাৎ দেৱলীনাৰ কথা শুনি 'বুন্দিয়া' অৰ্থাৎ চালেহা আৰু 'জিলাপী' অৰ্থাৎ মানসীয়ে হোঃ হোঃকৈ হাঁহি উঠিছিল, প্ৰায় স্থান-কাল-পাত্ৰ পাহৰিয়ে সিহঁতে তেনেকৈ অট্টহাস্য কৰিছিল, কাৰণ তেতিয়া সিহঁতে কলেজৰ 'অফ্ পিৰিয়ড'ত কেণ্টিনত বহি চাহ খাই আছিল যি কেণ্টিন সেই সময়ত ছাত্ৰ-ছাত্ৰীৰে গিজগিজাই আছিল।

সি হওক, সিহঁতকেইজনীৰ হাঁহিৰ শব্দত আটাইখিনি ল'ৰা-ছোৱালীয়ে সিহঁতৰ পিনে ঘূৰি চাইছিল আৰু সিহঁতৰ মুখলৈও যৌৱনৰ সহজ, সংক্ৰমিত সেই হাঁহি বিয়পি গৈছিল। তদুপৰি কলেজখনৰ এই 'ত্ৰয়ী'ক প্ৰায় সকলোৱে চিনে, কাৰণ সিহঁত আনবোৰ ছোৱালীতকৈ যেন অলপ বেলেগ— সিহঁত তিনিওজনীয়ে চোকা (অৱশ্যে এই বিখ্যাত কলেজলৈ পঢ়িবলৈ অহা সকলো ছাত্ৰ-ছাত্ৰীয়েই পঢ়া-শুনাত মেধাৱী হোৱাটো নিপাতনে সিদ্ধ হোৱাৰ নিচিনাই কথা) কিন্তু জৰ্জ অৰৱেলে Animal Farm নামৰ কিতাপখনত লেখা Some men are more equal বাক্যষাৰৰ দৰে সিহঁতো 'more exceptional'— কাৰণ পঢ়া-শুনাত অতি ভাল ফলাফল দেখুওৱাৰ বাহিৰেও সিহঁত তিনিওজনীৰ এজনীয়ে ছবি আঁকে আৰু লগতে গানো গায়, এজনী খেলা-ধূলাত পাৰ্গত আৰু এজনীয়ে কলেজৰ তৰ্ক প্ৰতিযোগিতাত সদায়ে পুৰস্কাৰ পাই আহিছে। আচৰিতধৰণে তিনিজনী মোটামুটি সুন্দৰীও। বিশেষকৈ মানসী বেছ সুন্দৰী। আৰু এটা আচৰিত কথা— অসমৰ বিভিন্ন চহৰৰ পৰা গুৱাহাটীৰ কটন কলেজলৈ পঢ়িবলৈ আহি হোষ্টেলত থাকিব লগা হোৱা ছোৱালী তিনিজনীয়ে একে হোষ্টেলতে ছিট পাই গৈছিল। আচলতে তেনেকৈয়ে সিহঁতে প্ৰথম চিনাকি হৈছিল আৰু বন্ধুত্বৰ অলিখিত নিয়মেৰে সিহঁত তিনিজনীও বন্ধু হৈ পৰিছিল, আৰু বন্ধু মানে একেবাৰে প্ৰাণৰ বন্ধুৰেই যাৰ বাবে সিহঁতে কলেজৰ ল'ৰাবোৰৰ পৰা নাম পাইছিল ভুজিয়া, বুন্দিয়া আৰু জিলাপী বুলি। ভুজিয়া হ'ল দেৱলীনা, বুন্দিয়া হ'ল চালেহা আৰু জিলাপী হ'ল মানসী। সিহঁতকেইজনীৰ কাণতো সেই কথা গৈছিল আৰু প্ৰতিক্ৰিয়াত প্ৰতিজনীয়ে নিজস্ব মতামত নিজৰ মাজত এনেকৈ ব্যক্ত কৰিছিল ঃ

দেৱলীনা ঃ ল'ৰাবোৰে ছোৱালীবোৰৰ, ছোৱালীবোৰে ল'ৰাবোৰৰ আৰু ল'ৰা-ছোৱালী উভয়েই স্কুল-কলেজৰ বাইদেউ, ছাৰসকলৰ কিবাকিবি নাম দিয়েই— তাহানি দিনৰে পৰা বেগিঙৰ দৰে এই ৰীতি চলি আহিছে। দেউতাই কৈছিল, স্কুলত থাকোঁতে তেওঁলোকৰ এজন ছাৰৰ নাম আছিল কেংমৰা। আচলতে সেই ছাৰ কেংমৰা নাছিল, বৰং ল'ৰা মৰাহে আছিল। ল'ৰাবোৰক খুব পিটিছিল— সেয়ে বোলে সিহঁতে খঙতে কেংমৰা নাম দিছিল। মোৰ নামটো পিছে ভুজিয়া ঠিকেই হৈছে, মই প্ৰায় সকলোৰে প্ৰিয়, নহয় জানো? ভুজিয়াতো সকলোৰে প্ৰিয়। তদুপৰি মই বেছ জৰজৰীয়া, কাৰো হাতত আঠাৰ দৰে নালাগোঁ, অৰ্থাৎ মই লেকেটিয়া নহওঁ, কাৰো হাত বা মন লেতেৰা নকৰোঁ।

মানসী ঃ বাঃ, নিজকে নিজে বৰ কমপ্লিমেণ্ট দিছ, জিলাপী-বুন্দিয়াৰহে বৰ আঠা, বৰ লেকেটিয়া— পিছে আমি যেন মিঠা, আমাক সকলোৱে ভাল পায়— নহয় চালেহা?

চালেহা ঃ ঠিক কৈছে, আমি মিঠা বাবে সকলোৰে প্ৰিয়। মিঠা মাত, মিঠা চাৱনি, মিঠা ব্যৱহাৰ, মিঠা সুৰ— মিঠা যে কি সুন্দৰ বিশেষণ!

দেৱলীনা ঃ হৈছে হৈছে, আৰু জহাব নালাগে। খাদ্যৰ ক্ষেত্ৰত কিন্তু মিঠাৰ বহুত ৰেষ্ট্ৰিকছন, ডায়েবিটিছত মিঠা যম আৰু ক'ৰবাত পঢ়া মতে ভাৰতত বোলে আটাইতকৈ বেছি ডায়েবিটিছৰ ৰোগী, নিমখীয়াৰ কিন্তু কোনো ৰেষ্ট্ৰিকছন নাই, নিৰ্দোষ খাদ্য এটা।

মানসী, চালেহা (সমস্বৰে) ঃ ঐ, অন্তৰ দৰে কথা ক'ব নাহিবি দেই. ডাযেবিটিছৰ দৰেই চাৰিওফালে প্ৰেছাৰৰ বেমাৰ— য'ত নিমখ যম।

পিছে এইকেইটা নামেই নহয়, সিহঁত তিনিজনীয়ে আৰু আন নামো পাইছিল— সন্ধ্যা, ললিতা, কান্ত'- বশিষ্ঠশ্ৰমৰ 'ত্ৰিধাৰা' জলধাৰাৰ দৰে উচ্ছলো সিহঁত। সিহঁতৰ হোষ্টেলৰে অণিমা মেধীয়ে সিহঁতক আকৌ নাম দিছিল— তিনি ডাইনী। অণিমাই ইংৰাজীত মেজৰ লৈ বি এ পঢ়ে, পঢ়া-শুনাত খুব চোকা (কটনলৈ পঢ়িবলৈ অহা অতি বেছি চোকাবোৰৰ এজনী), কিন্তু লগৰ ছোৱালীবোৰে কয়— তাইৰ দৰে 'কবিৰাজ' ছোৱালী হোষ্টেলটোত দ্বিতীয় এজনী আৰু নাই, পঢ়াৰ বাহিৰে তাই পৃথিৱীত আৰু একো কামেই নাজানে, এনেকি দেখাতো অশুৱনি ছোৱালীজনীয়ে যে অলপ সাজি-কাচি থাকি নিজক দেখনিয়াৰ কৰি তুলিব পাৰি তাকো নাজানে, আনহাতে দেৱলীনাহঁতৰ আটাইকেউজনীৰ নানা গুণৰ উপৰি সিহঁত সকলোৰে প্ৰিয়পাত্ৰও, তাৰ ঘাই কাৰণ হ'ল সুন্দৰী, সুসজ্জিতা ছোৱালীকেইজনীয়ে হাঁহি-মাতি থাকে আৰু হোষ্টেলৰ সকলো ছোৱালীৰ লগতে মিলিজুলি থাকে। তাৰে ভিতৰত আকৌ মানসীৰ সংগ যেন সকলোৱে অলপ বেছি পছন্দ কৰে— কাৰণ তাইৰ এটা আকৰ্ষণীয় গুণ হ'ল— তাই নানা জ'ক্ ক'ব পাৰে, তদুপৰি তাইৰ এই আচৰিত গুণটোও মন কৰিবলগীয়া যে সাধাৰণতে মানুহে জ'ক্‌বোৰ পাহৰি যায়, কিন্তু তাই নাপাহৰে, গতিকে অনৰ্গল নানা জ'ক্ কৈ থাকিব পাৰে আৰু প্ৰসংগ অনুযায়ীও ক'ব পাৰে। সেইবাবেও বোধহয় তাই ভাল তাৰ্কিক হ'ব পাৰিছে। অৱশ্যে অণিমাই এই কথাটো এটা বক্ৰোক্তি কৰিবলৈ নেৰে বোলে তাইতো এজনী জোকাৰ, জ'ক্ নকৰি কি কৰিব, আন এটা মন্তব্যও দিয়ে— জোকাৰ, জিলাপী— কি নহয় তাই? মনটো জিলাপীৰ পাকেৰে ভৰা, বৰ সাংঘাতিক হয় এনে ছোৱালীবোৰ... মুখত বন্ধুত্ব দেখুৱায়— তলে তলে কিন্তু সকলোৰে প্ৰতি কু-ভাব, মনটোৰ সেই জিলাপীৰ পাকবোৰৰ কিবা উৱাদিহ পাব পাৰিনে? বৰ ডিচিপ্‌টিভ ছোৱালী... অণিমাৰ যেন মানসীৰ প্ৰতিয়ে ক্ষোভৰ উদ্গীৰণ আটাইতকৈ বেছি, ছোৱালীবোৰে কয়— তাৰ কাৰণ হ'ল মানসীৰ ৰূপ, কুৰূপা ছোৱালীৰ ৰূপহীৰ প্ৰতি স্বাভাৱিক ঈৰ্ষাকাতৰ মনৰ প্ৰকাশ।

সেই মানসীয়ে আকৌ তিনিজনী বন্ধুৰ মিলৰ কথাত হাঁহি হাঁহি কয়— আমিয়ে প্ৰকৃত সম্প্ৰীতিৰ সেতু ৰচনা কৰিছোঁ— হিন্দু, মুছলমান আৰু বঙালী, তিনিও অভেদাত্মা, আজিৰ অসমত এনে মিলা-প্ৰীতিৰ উদাহৰণ আৰু ক'ত পাবি? আমি সেই তিনি বন্ধুৰ দৰে যাৰ মাজত ভুলতো কোনো কথা লৈ কাজিয়া নালাগে। অ' গল্পটো নাজান? তেনেহ'লে শুন। এদিন সিহঁতে ঠিক কৰিলে যে এইবাৰ এদিন সিহঁতে কাজিয়া কৰিবই কৰিব। দিন-বাৰ ঠিক হ'ল— প্ৰথম বন্ধুৱে কাজিয়াৰ সূত্ৰপাত কৰিলে এনেদৰে— কালি তহঁতক মই চানাচুৰ খুৱাই পইচা খৰচ কৰিলোঁ, তহঁতে কিন্তু মোক এদিনলৈকে খুৱাই পাইছনে? আচলতে কিন্তু সি চানাচুৰ খুওৱা নাছিল— কাজিয়া লগাবলৈহে তেনে মিছা কথা কৈছিল। পিছে বন্ধু দুজনে কি কৰিলে জান? লগে লগেই অনুতপ্ত হৈ ক'লে— দুয়ো সেইদিনাই কেৱল চানাচুৰেই নহয়, আন ভাল বস্তুও খুৱাই দিব। তেতিয়া প্ৰথমজনে হতাশভাৱে ক'লে— আমাৰ মাজত কাজিয়া লগাটো সম্ভৱ নহয়, ধেমালিতো নহয়... তহঁতে সাধুটোৰ সাৰমৰ্ম বুজিলিনে? আমি তিনি বন্ধুও তেনেকুৱা।'

পুনৰ অণিমাই তীৰ্যক মন্তব্য কৰিছিল, অৱশ্যে সিহঁতৰ পিছত, আনৰ আগত।

'মোৰ হ'লে ভাই বন্ধুত্ব সম্পৰ্কে দিয়া প্লুটাৰ্কৰ বচন এফাকিহে মনলৈ আহিছে, মই অন্ততঃ সেই কথাই মানি চলোঁ বাবে মোৰ বাহিৰত ভালৰি দেখুৱাই ভিতৰত শত্ৰুতা কৰা কোনো বন্ধু নাই— I do not need a friend who changes when I change and who nods when I nod; my shadow does that much better– ঠিকেই কৈ গৈছে প্লুটাৰ্কে।

অণিমাৰ এই মন্তব্যবাৰো তিনি বন্ধুৰ কাণত পৰিছিল, কাৰণ অণিমাৰ শ্ৰোতাসকলৰ মাজত পাৰমিতা নামৰ ছোৱালী এজনীয়ে তাইক 'বিশ্বাসঘাতকতা' কৰি সিহঁতৰ আগত টুটকীয়া নাৰদৰ ৰূপত আৱিৰ্ভাৱ হৈছিল— 'মই অণিমাক দুচকু পাৰি দেখিব নোৱাৰোঁ, তাইৰ মনতহে জিলাপীৰ নানা পাকে কিলবিলাই থাকে— জিলাপীৰ পাক নহয় যেন বিষাক্ত সাপহে, কাক খোঁটো কাক খোঁটো কৰি থাকে। আচলতে মোৰ দেউতাই কোৱা কথাষাৰ সঁচা, তেওঁ বোলে এখন খুব বিখ্যাত কিতাপত এজন ডাঙৰ গৱেষকৰ গৱেষণাৰ পৰা গম পাইছে যে বৈজ্ঞানিকতকৈ এই সাহিত্যিকসকল, এই ভাল ভাল কিতাপ পঢ়া মানুহবোৰ বহুত বেছি ধুৰন্ধৰ হয়। আমাৰ এই হোষ্টেলটোত অণিমাইতো আটাইতকৈ ইন্‌টেলেকচুৱেল ছোৱালী'—

দেৱলীনা নিজেও 'আৰ্টিষ্টিক' মনৰ ছোৱালী, অলপ-অচৰপ ছবি আঁকে, মোটামুটি ভালেই গান গায়,

কিতাপ-পত্ৰও পঢ়ে, যিবোৰ শুণৰ বাবে তাইক লগৰ ছোৱালীবোৰে কয়— 'এই অসমীয়া নহৈ বঙালীহে হ'ব লাগিছিল— গুণবোৰ বঙালীৰ দৰেই, এনেকি নামটোও যেন বেছি বঙালী, মানসীহে বৰং অসমীয়া হ'ব লাগিছিল'—

'ঐ, তহঁতবোৰে দেখোন এনেকৈ বঙালী-অসমীয়াৰ মাজত বিদ্বেষৰ ভাব সিঁচিবলৈ আহিছ— বঙালীৰহে সুকুমাৰ কলাৰ প্ৰতি বেছি ৰাপ, অসমীয়াৰ নহয়? কিয়, ময়েতো তাৰ প্ৰমাণ?'

সিদিনা দেৱলীনাই হাঁহি হাঁহি কৈছিল।

যি হওক, পাৰমিতাই আহি তিনি বন্ধুৰ আগত অণিমাই কোৱা কথাখিনি কওঁতে চালেহাই কৈ উঠিছিল— ইয়াকেই কয় grapes are sour, নিজৰ বন্ধু নাইতো, গতিকে শিয়াল টেঙৰৰ দৰে কয়— আঙুৰ ফল টেঙা!'

এতিয়া এই তিনি বন্ধুৱে অফ্ পিৰিয়ডত কলেজৰ কেণ্টিনত চাউ খাই খাই কথাৰ মহলা মাৰি থকাৰ সময়তে এবাৰ ভৱিষ্যতৰ কল্পনাৰ জীৱনৰ সংগীৰ কথা ওলোৱাত দেৱলীনাই তেনেকৈ ক'লে বোলে তাইৰ ভাবী স্বামী হ'ব লাগিব 'দৰাজদিল', উদাৰ মনৰ, টকা-পইচাৰ ক্ষেত্ৰত কোনো কৃপণতা থাকিব নোৱাৰিব, আনধৰণেও মানুহক সহায় কৰা বিধৰ হ'ব লাগিব, আৰু তাইৰ সেই কথাত আটাইকেউজনীয়ে ফূৰ্তিৰ হাঁহি মৰাৰ পিছত মানসীয়ে কৈছিল— কৃপণৰ জ'ক্ এটা শুনিবনে? তাৰ আগতে কবিগুৰু ৰবীন্দ্ৰনাথৰ 'কৃপণ' নামৰ কবিতাটোৰ কথা কৈ লওঁ ৰ', তহঁতে নিশ্চয় কোনেও নামেই শুনা নাই—'

চালেহাই বিৰক্তিৰে চিঞৰি উঠিল— 'এই বঙালজনীয়ে চান্স পালেই সিহঁতৰ কবিগুৰুজনক টানি আনে। নালাগে কবিতা শুনাব, তোৰ জ'কটো শুনা।'

কিন্তু দেৱলীনাই 'ভেটো' প্ৰয়োগ কৰিলে— 'অ'ই চালেহা, স্পৰ্টছমেনজনী হৈ তোৰ স্পৰ্টছমেন স্পিৰিট ক'লৈ গ'ল? ইমান কাঠখোট্টা নহ'বিচোন, জীৱনৰ ৰূপ-ৰস-গন্ধ-স্পৰ্শ পাবলৈ অলপ কবিতা-চবিতাও শুনাৰ প্ৰেক্টিচ কৰ, কেৱল বেডমিণ্টনৰ প্ৰেকটিচতে সীমাবদ্ধ নাথাকিবিচোন।'

'ক' বাৰু, পিছে বৰ দীঘল যদি গোটেইটো আবৃত্তি কৰি ব'ৰ নকৰিবি দেই, আৰু পিছৰ ক্লাছটোওতো কৰিব লাগিব।' চালেহাই মুখখন ওন্দোলোৱাৰ ভাও ধৰি ক'লে।

'আবৃত্তি কৰিবলৈ মোৰ কিবা মুখস্থ আছে নেকি? মোৰ কেৱল সাৰাংশটো মনত আছে আৰু তাৰ শেষৰ তিনিটা লাইন মুখস্থ আছে। শুন— এজন ভিক্ষাৰীয়ে ভিক্ষাৰ জোলোঙা লৈ গাঁৱত ভিক্ষা কৰিবলৈ ওলাই গৈছিল। হঠাতে ৰাস্তাত দেখিলে যে সোণৰ ৰথত কোনোবা ৰাজাধিৰাজ আহিছে। ভিক্ষাৰীৰ মনত মহা ফূৰ্তি— আজি কপাল ফুলিল, ৰজাইতো দুই হাতেৰে বিলাই যাবই, সিয়ো তাৰ ভাগ পাব। কিন্তু হে হৰি, তাৰ ওচৰ চাপি ৰজাইহে দেখোন তাক ভিক্ষা বিচাৰিছে, কি কথা? ৰজাই নিশ্চয় তাৰ লগত জ'ক্ কৰিছে, এই ভাবি সি জোলোঙাৰ পৰা এটা মাত্ৰ চাউল উলিয়াই ৰজাক দিলে। তাৰ পিছত ঘৰলৈ আহি চাউলবোৰ পাত্ৰ এটাত ঢালোঁতে দেখিলে যে তাৰ মাজত এটা সোণৰ চাউল। তেতিয়া অৰ্থাৎ শেষত কি হ'ল শুন :

'দিলেম যা ৰাজ-ভিখাৰিৰে স্বৰ্ণ হয়ে এল ফিৰে—
তখন কাঁদি চোখেৰ জলে দুটি নয়ন ভৰে,
তোমায় কেন দিই নি আমাৰ সকল শূন্য কৰে?'

'বাঃ বঢ়িয়া কবিতা দেই, তোৰ কবিগুৰু সঁচায়ে ডাঙৰ কবি মানসী— মানি লৈছোঁ, পিছে এতিয়া কৃপণৰ জ'ক্‌টো ক।'

'শুন বাৰু। বহুত বছৰৰ মূৰত দুজন বন্ধুৰ দেখাদেখি হৈছিল। যেতিয়া এৰাএৰিও হৈছিল দুয়ো তেতিয়া জীৱিকাৰ সন্ধানত ক'ৰবাত হেৰাই গৈছিল। গতিকে অত বছৰৰ মূৰত লগালগি হোৱাত বন্ধুদ্বয়ৰ বৰ স্ফূৰ্তি। স্বাভাৱিকতে দুয়ো দুয়োৰো ঘৰলৈ মাতিলে। সেই অনুযায়ী প্ৰথমজনে সিজনৰ ঘৰ বিচাৰি উলিয়াওঁতে সন্ধিয়াই হৈছিল। যি হওক, বন্ধুজনে বৰ আদৰ-সাদৰ কৰি তেওঁক নিজৰ সুদৃশ্য ড্ৰয়িং ৰুমত বহুৱালে। 'হেৰা, তুমিতো বিশাল সম্পত্তিৰ মালিক হোৱা যেন লাগিছে, কেনেকৈ কৰিলাহে ইমান সম্পত্তি?' আগন্তুক বন্ধুৰ সেই বিস্ময়ভৰা প্ৰশ্নৰ উত্তৰত গৃহস্থ বন্ধুৱে ক'লে, মুখত পৰম আত্মসন্তুষ্টিৰ হাঁহি লৈয়ে ক'লে— 'ক'ম বন্ধু ক'ম, পিছে সেয়া বৰ দীঘলীয়া কাহিনী, তুমি ধৈৰ্য ধৰি শুনি যাবা দেই। তাৰ আগতে ৰ'বা, এটা কাম কৰি আহোঁ। কাণেৰে শুনিবাহে, চকুৰেতো চাব নালাগে। গতিকে ইমান সময়নো মিছামিছি লাইটটো কিয় জ্বলি থাকিব লাগে, অনৰ্থক কাৰেণ্ট খৰচ। তাতে লাইটৰ চাৰ্জ বঢ়ায়ে থাকে নহয়—'

আগন্তুক বন্ধুৱে হাঁহি এটা মাৰি ক'লে— 'তুমি কেনেকৈ ইমান ধনী হ'লা মই বুজি পালোঁ, গতিকে মোক আৰু কাহিনীটো ক'ব নালাগে, মই যাওঁগৈয়ে, তোমাৰো লাইটৰ খৰচ বাচিব--'

তিনি বন্ধুৱে সমস্বৰে হাঁহিলে, সিহঁতৰ কথা-বতৰা শুনক নুশুনক, ওচৰতে বহা ছাত্র-ছাত্রীকেইজনৰ মুখতো পুনৰ হাঁহি বিৰিঙিছিল।

তাৰ পিছত চালেহাই হাঁহি বন্ধ হোৱাত ক'লে— 'অ'ই মানসী, তইতো জ'কৰ ভাণ্ডাৰ, জান যদি আৰু দুই-চাৰিটা কৃপণৰ জ'ক্ ক'চোন।'

'ইঃ, এতিয়া আৰু জ'ক শুন, অলপ আগতে দেখোন কৃপণ পদ্যটো শুনাৰ তেওঁৰ সময়েই নাছিল, বোলে চুটি কৰ, ক্লাছ আছে—'

এইবাৰ দেৱলীনাই মাত লগালে— 'জ'ক্‌বোৰ চুটিয়েই হয়— অ' চুটিৰ কথাতে জোকৰ জ'ক্ এটা মনত পৰিল ৰ', তাকেই প্ৰথমতে কৈ লওঁ। ব্ৰিটিছৰ ৰাজত্বৰ দিনৰে কথা, ওপৰৱালা চাহাব এজনে কিবা কামত বাৰিষা পানী ভাঙি ক'ৰবালৈ গৈছিল, লগত তলতীয়া অসমীয়া কৰ্মচাৰী এজন আছিল। চাহাবে ক'বই নোৱাৰিলে, তেওঁৰ ভৰিত জোকে ধৰিলে, হাতী জোক আৰু তেওঁৰ তেজ পি জোকটো আৰু প্ৰকাণ্ড হৈ গ'ল। হঠাৎ চাহাবৰ চকু যোৱাত আতংকিত হৈ কৰ্মচাৰীজনক সুধিলে - 'হোৱাট্‌ছ দিছ?' কৰ্মচাৰীজনে আকৌ জোকৰ ইংৰাজী নাজানে, গতিকে 'এংলো এছামিজ' ভাষাৰেই ক'লে— 'ইট্ ইজ্ এ জোক্, ছাৰ।' চাহাবে গৰ্জি উঠিছিল— 'ছেভেন্ ইঞ্চেজ্ লং, ষ্টিল্ এ জ'ক্?'

আকৌ হাঁহিৰ গিৰ্জনি উঠিল। তাৰ পিছত দেৱলীনাই ক'লে— 'এই, কৃপণৰ আৰু কি জ'ক্ মনলৈ আহিছে ক' না মানসী। সোনকালে ক'বি কিন্তু, সঁচায়ে ক্লাছৰ সময় হৈ আহিল।

'শুন বাৰু। স্কটলেণ্ডৰ মানুহবোৰ কৃপণ বুলি জনাজাত। এবাৰ এজন স্কটমেনে সাগৰৰ জাহাজত ভ্ৰমণ কৰিব লগা হৈছিল, তাৰ আৰম্ভ হৈ গ'ল ছী-ছিক্‌নেছ, তাৰ পিছত বমি আৰু বমি, কোনোপধ্যেই নাথামে, ডাক্তৰেও বন্ধ কৰিব নোৱাৰে— এনেকুৱাই নন্-ষ্টপ ভমিটিং হ'ল। তেতিয়া হঠাতে এজন মানুহৰ মগজুত বুদ্ধি এটা খেলালে, সি পেনী এটা আনি স্কটমেনটোৰ মুখত ভৰাই দিলে, লগে লগে মানুহটোৰ বমি বন্ধ হৈ গ'ল। ৰেইলিঙত আঁউজি সাগৰত বমি কৰি আছে, পেনীটো মুখত থাকিলে সেইটো বমিৰ লগতে সাগৰত পৰি নাযাবনে? কি ভয়ংকৰ ক্ষতি হ'ব ভাবচোন! সেই ভয়ত বমিয়ে পলাই পত্ৰং দিলে।'

আকৌ এজাউৰি হাঁহিৰ পিছত মানসীয়ে ক'লে— 'আমাৰ নেক্সট্ ক্লাছৰ সময় হ'লেও, স্কট্‌মেনৰ লাষ্ট জ'কটো শুন। এবাৰ স্কটলেণ্ডত এক পেনীকৈ বাছ ভাড়া বৃদ্ধি হ'ল, আন মানুহৰ দুখ কিন্তু আমাৰ নায়কৰ মনত স্ফূৰ্তি। কাৰণ? অতদিনে সি অফিচলৈ যোৱাৰ বাটটোৰ বাছৰ ভাড়া আছিল চাৰি-পাঁচ পেনী কিবা এটা। অতদিনে সি বাছেৰে অফিচলৈ নগৈ খোজকাঢ়িয়ে গৈ পইচা বচাইছিল, এতিয়া যে দিনে অতিৰিক্ত আৰু এক পেনী বচাব পাৰিব!'

চালেহাই ক'লে— 'সঁচায়ে মানসী, তই এনেকৈ নন্ ষ্টপ্ জ'ক কৈ যাব পাৰ— এদিন নিশ্চয় গিনিজ বৰ্ল্ড বুকতে ঠাই পাই যাবি।'

এইবাৰ আটাইকেউজনী হাঁহি হাঁহি চকী ঠেলি থিয় দিলে আৰু তাৰ পিছত মানসীয়ে হাঁহি হাঁহিয়েই মন্তব্য দিলে— 'আমি দেৱলীনাৰ শুভাকাঙ্ক্ষী প্ৰিয় বান্ধৱীকেইগৰাকীয়ে তাইক এই শুভেচ্ছাই জনাই থ'লোঁ যে আমাৰ দেৱলীনাই যেন ভৱিষ্যতে তাইৰ মনে বিচৰা জীৱনসংগী এজনকে বিচাৰি পায়, টু বি প্ৰিচাইজ, তাই যেন মোৰ কাহিনীৰ কৰাইচ কেইটাতকৈয়ো বেছি কৃপণ দৰা এটা পায়!'

হাঁহি হাঁহিয়েই বন্ধুকেইজনী কেন্টিনৰ পৰা ওলাল। ইহঁতৰ ইমান হাঁহি-ফূৰ্তিৰ বাবে কলেজত লাভ কৰা আন এটা নাম আছিল হাঁহিচম্পা।

## দুই

ইয়াৰ পিছত সময় বাগৰি গৈছিল, বছৰৰ পিছত বছৰ পাৰ হৈ গৈছিল আৰু এসময়ৰ কটন কলেজৰ একপ্ৰকাৰ চাঞ্চল্য বুলিয়ে অভিহিত কৰিব পৰা ছোৱালী তিনিজনীৰ জীৱনৰ পৰা লাহে লাহে যৌৱনৰ চাঞ্চল্যও আঁতৰি গৈছিল।

দেৱলীনাৰ বিয়া হৈছিল, মানসীৰ বিয়া হৈছিল, চালেহাৰ বিয়া হৈছিল— সমাজত প্ৰচলিত নিয়ম অনুযায়ীয়ে। সিহঁতৰ কাৰো জীৱন প্ৰেমৰ জাহ্নবীয়ে প্লাবিত কৰিব পৰা নাছিল— যদিও কলেজ জীৱনত, বিশ্ববিদ্যালয়ৰ জীৱনত সিহঁতে প্ৰেম-পত্ৰ পাইছিল, কোনো কোনো ল'ৰাই অন্তৰত প্ৰেম-ভাবনা লৈ সিহঁতৰ ওচৰো চাপিছিল, তথাপি কোনো এজনীয়ে সেইবোৰত সঁহাৰি জনাব পৰা নাছিল, জনাবলৈ কোনো এজনকেই সিহঁতে যোগ্য বুলি ভাবিব পৰা নাছিল, কোনো এজনেও সিহঁতৰ প্ৰাণত ধুমুহা কিয়, সামান্য বতাহৰ কঁপনি তুলিব পৰা নাছিল। মাজে মাজে তিনি বন্ধুৱে হুমুনিয়াহ কাঢ়ি কয় (যদিও বৰ বেছি হা-হুতাশৰ হুমুনিয়াহো নহয় সেয়া)— প্ৰেম বোলে স্বৰ্গীয়, প্ৰেমৰ অভিজ্ঞতা বোলে অনিৰ্বচনীয়, যৌৱনৰ মাদকতা, ৰোমাঞ্চ, সপোনেৰে ভৰপূৰ এই প্ৰেম-মদিৰা পান কৰাৰ পৰাই আমি বঞ্চিত হৈ ৰ'লোঁ— হায়!'

এইষাৰ কথা অৱশ্যে দেৱলীনাৰহে। আকৌ খেলুৱৈ, 'কাঠখোট্টা' চালেহাই কয়— সেইবুলি জধেমধেতো যাৰে তাৰে লগতে প্ৰেমলীলা চলাব নোৱাৰি। মোৰ দৰে প্লেয়াৰৰ লগত কেমিলা মাৰ্টিনে খেলিব আহিবনে? তেনেই কথা।'

অনিমা মেধীৰ ভাষাত 'বঙালিনী' মানসীয়ে গুণগুণাইছিল ৰবীন্দ্ৰ সংগীত— 'যদি প্ৰেম দিলে না প্ৰাণে/কেন ভোৰেৰ আকাশ ভৰিয়ে দিলে এমন গানে গানে/কেন তাৰাৰ মালা গাঁথা/কেন ফুলেৰ শয়ন পাতা/কেন দখিন হাওয়া গোপন কথা জানায় কানে কানে...'

গতিকে যথাসময়ত তিনিজনী বন্ধুৰ ঘৰে ঠিক কৰা ল'ৰাৰ লগতে বিয়া হৈ গ'ল। দেৱলীনাৰ গিৰিয়েকৰ নাম অবিনাশ বৰুৱা, গুৱাহাটীৰ বৰ্তমান এজন নামী উকীল, টকা-পইচা ভালেই আৰ্জে আৰু দেৱলীনাক আশংকাৰ পৰা মুক্তি দি অবিনাশ দুহাতে খৰচ কৰিব পৰা মানুহ বুলি তাই বিয়াৰ পিছৰে পৰা গম পাই আহিছে। মোটামুটি সুখৰ সংসাৰেই দেৱলীনাৰ, তাই নিজেও কলেজ এখনত কাম কৰে, ল'ৰা-ছোৱালী চাৰিটাই (যিটো কথাই তাই কেতিয়াবা ক'ৰবাত লগ পাই যোৱা কলেজৰ বান্ধৱীসকলক বিস্ময় মনায়— আজিৰ দিনতো ইমান সন্তান কোনোবা শিক্ষিতা ছোৱালীয়ে জন্ম দিয়েনে? হাম দো, হামাৰে দো— সেই 'দোক' দেখোন দুগুণ কৰি পেলালি!)। আচলতে তিনিজনীকৈ ছোৱালী জন্ম হোৱাৰ পিছত পুত্ৰ-প্ৰত্যাশী অবিনাশ-দেৱলীনাই, সিহঁতৰে ভাষাত— আৰু এবাৰ চান্স লৈছিল যদিও প্ৰথম তিনিবাৰ চিজাৰিয়ানৰ পিছত সেইটো আছিল চতুৰ্থ অপাৰেশ্যন। পিছে 'চান্স' বিফলে নগ'ল, এইবাৰ পুত্ৰ সন্তানেই হ'ল— মাক-বাপেকৰ জীউধন— জীউধন ল'ৰাটোৰ ঘৰত মতা নামো, মাকেই দিয়া।

মানসীৰ গিৰীয়েক পাঞ্জাব নেশ্যনেল বেংকৰ অফিচাৰ, নাম ৰমণীমোহন হালদাৰ। মানসীয়ে ভাবে— কণা ল'ৰাক নাম দিয়ে পদ্মলোচন, কু-কথাৰ বাহিৰে মুখত ভাল কথা নুফুটা ছোৱালীৰ নাম দিয়ে সুভাষিণী! ৰমণীমোহন। অইন ৰমণীৰ কথাতো বাদেই ঘৰৰ ঘৈণীয়েকজনীকো যদি মুহিব পাৰিলেহেঁতেন। মুহিব বাৰু নালাগেই, শান্তিৰে জীয়াই থকাৰ সুবিধাকণো যদি দিলেহেঁতেন। নিজে মোহাবিষ্ট হৈ ৰ'ল মদৰ দ্বাৰা বন্দিত হোৱাৰ সৌভাগ্য নহ'ল। প্ৰেমিকা, ঘৈণীয়েক কাৰো দ্বাৰাই। প্ৰেমিকাৰ পৰা নোহোৱাটো ভাগ্যৰ দোষ, পত্নীৰ পৰা নোহোৱাটো কিন্তু নিজৰ দোষ।

পিছে মাক-দেউতাকে চাই-চিন্তিয়ে, ছোৱালীৰ সুখ হ'ব বুলি ভাবিয়ে ৰমণীমোহনৰ লগত মানসীৰ বিয়া দিছিল। এই তিনি বন্ধুৰ প্ৰত্যেকৰে ঘৰ গুৱাহাটীৰ বাহিৰৰ অ'ৰ-ত'ৰ সৰু চহৰত, জীয়েকে পৰীক্ষাত ভাল ফলাফল কৰা বাবেহে গুৱাহাটীলৈ কলেজত পঢ়িবলৈ পঠাইছিল। মানসীৰ মাক-দেউতাক আছিল টংলা নিবাসী, গতিকে গুৱাহাটীৰে এক আঢ্যৱন্ত পৰিয়ালৰ দুই পুত্ৰ সুন্দৰীমোহন আৰু ৰমণীমোহনৰ ভিতৰত সৰু পুত্ৰ ৰমণীমোহনৰ বাবে মানসীক যেতিয়া অভিভাৱকে খোজা-বঢ়া কৰিছিল, টংলাৰ অতি পুৰণি নিবাসী, বস্ত্ৰ ব্যৱসায়ী সৰল মনৰ মানসীৰ দেউতাকে 'ঘটক'ৰ যোগেদি সম্ভেদ পাইছিল তাতেই তেওঁ জীয়েকৰ বাবে বিয়াৰ বজাৰত 'ম'ষ্ট এলিজিব্‌ল্ বেচেলৰ' পোৱা বুলি ভাবিছিল। ৰমণীমোহনৰ পৰিয়ালটো গুৱাহাটীৰ এটা সম্ভ্ৰান্ত আঢ্যৱন্ত পৰিয়াল। বৰপুত্ৰৰ বিয়া হৈ গৈছে এগৰাকী সুন্দৰী, শিক্ষিতা, সুশীলা ছোৱালীৰ লগতে। সেইজন সুন্দৰীমোহনে সুন্দৰীৰ মন মোহিত কৰি গুৱাহাটীতে সুখেৰে বসবাস কৰি আছে— কাৰণ সুন্দৰীমোহন গুৱাহাটীতে চাৰ্টাৰ্ড একাউন্টৰ চাকৰি কৰি আছে। দ্বিতীয় সন্তান এজনী কন্যা, তাইৰো ভালতে বিয়া হৈ গৈছে। শেষ সন্তান অৰ্থাৎ ৰমণীমোহনৰ বাবে সুন্দৰী শিক্ষিতা গুণী ৰমণীৰ সন্ধান কৰিবলৈ গৈ 'ঘটক'ৰ

কিবাকৈ চকুত পৰিল মানসীক। তেওঁ সেই সৰ্বগুণসম্পন্ন ডেকাৰ বিৱৰণ দি মানসীৰ পিতৃ-মাতৃক কৈছিল যে দোষৰ ভিতৰত ল'ৰাটোৰ কেৱল এটাই দোষ— অলপ-অচৰপ মদ খায়। কিন্তু আজিকালিৰ এই সমাজত কোনেই বা মদ নাখায়, ভদ্ৰ, শিক্ষিত পৰিয়ালবোৰৰ ল'ৰাবোৰে মদ খোৱাটো যেন নিয়মত পৰিণত হৈছে।

ঘটকৰ কথাত মানসীৰ দেউতাকেও হয়ভৰ দিছিল, এৰা আজিৰ দিনতনো কোনে মদ নাখায়, ই যেন সভ্য সমাজৰ এটা অংগই হৈ পৰিছে।

গতিকে মানসীৰ বিয়া ৰমণীমোহনৰ লগত হৈ গ'ল আৰু বিয়াৰ পিছত গিৰিয়েকৰ তেতিয়াৰ কৰ্মস্থল সুদূৰ যোধপুৰলৈ তাই গুচি গ'ল। গুচি গ'ল যি গুচি গ'লেই— দেৱলীনাহঁতৰ লগত বহুদিন তাইৰ যোগাযোগ বিচ্ছিন্ন হৈ ৰ'ল।

সেই সময়ত সিহঁতৰ তিনি বন্ধুৰ ভিতৰত চালেহাৰ আগতেই বিয়া হৈ গৈছিল, তাই সেই সময়ত এম এত নাম লগাইছিলহে মাত্ৰ, লগে লগেই সুদূৰ আমেৰিকাৰ নিউ অৰ্লিয়েঞ্চত তাইৰ বাবে ইঞ্জিনীয়াৰ দৰা এজন ওলাল। বিয়াৰ পিছত তাই সেই স্বামী ইক্ৰামুদ্দিন জামানৰ লগত আমেৰিকালৈ গুচি গ'ল। পিছে ইমান দূৰৈত থাকিলেও তাইৰ লগত দেৱলীনাৰ সম্পৰ্ক থাকি গ'ল— অৱশ্যে যুগধৰ্ম অনুযায়ী সিহঁতৰ মাজত চিঠিৰ চলাচল ক্ৰমে কমি আহিল, তাৰ পিছত আৰম্ভ হ'ল ফোনত বাৰ্তালাপ আৰু সময়ৰ অমোঘ নিয়মত সিহঁতৰ মনৰ বন্ধুত্বৰ আবেগৰ ওপৰতো এতৰপ ডাঠ চামনি পৰিল, জীৱন-জগতৰ নানা লেঠা, এলাহ— এইবোৰেও তাত কিছু অৰিহণা যোগালে। তথাপি চালেহাৰ লগত দেৱলীনাৰ ক্ষীণ যোগাযোগ এতিয়াও অব্যাহত আছে। লখিমপুৰৰে জীয়ৰী আৰু লখিমপুৰৰে বোৱাৰী চালেহা আমেৰিকাৰ পৰা গুৱাহাটী হৈ এবছৰ-দুবছৰৰ মূৰত যেতিয়া লখিমপুৰলৈ যায়, তেতিয়া গুৱাহাটীত দুই-এবাৰ থাকি দেৱলীনাক লগ ধৰি গৈছে। তাইৰ দুটা পুত্ৰ সন্তান, পূৰা চাহেব অৰ্থাৎ অসমীয়া নাজানে। চালেহাই সেই কথাত দেৱলীনাৰ আগত কৃত্ৰিম দুখ প্ৰকাশ কৰি কয়— সিহঁতে কোনোমতে অসমীয়া ক'ব নোখোজে। কি কৰিবি ভাই, মই স্পৰ্টচমেন স্পিৰিটতে কথাটো সহজভাবে লৈছোঁ।

পিছে বিদেশত থকা চালেহাৰ লগত যিখিনি সম্পৰ্ক আছে, দেশত থকা মানসীৰ লগতহে সেই সম্পৰ্ক নোহোৱা হ'ল। দুয়োজনীৰে এম এ পাছ কৰাৰ পিছতহে সেই সম্পৰ্ক নোহোৱা হ'ল। দুয়োজনীৰে এম এ পাছ কৰাৰ পিছতহে বিয়া হৈছিল আৰু তাৰ ভিতৰত মানসীৰ আগতে হৈছিল। তেতিয়া দেৱলীনা মানসীৰ টংলা আৰু চালেহাৰ লখিমপুৰৰ মাজৰ চতিয়াৰ পৈত্ৰিক ঘৰত চাকৰি-বিয়া দুয়োটাৰ কোনোবা এটা বা দুয়োটাৰ বাবে অপেক্ষা কৰি আছিল (শুনিলে অৱশ্যে দেৱলীনা জাঙুল খাই উঠিলহেঁতেন— ইঃ, এনে গৰজ পৰিছে বিয়া আকলুৱা হ'বলৈ, মই কিন্তু এটা চাকৰি-বাকৰিৰ বাবেহে বাট চাই আছোঁ।)। তেনেতে মানসীৰ বিয়াৰ বাতৰি আহিল আৰু একপ্ৰকাশ 'নিষ্কৰ্মা' দেৱলীনা প্ৰিয় বান্ধৱীৰ বিয়াৰ বাবে টংলালৈ ঢাপলি মেলিলে। তালৈ দুদিনমান আগতেই গ'ল আৰু জীৱনত প্ৰথমবাৰৰ বাবে বঙালী বিয়া এখন কইনা ঘৰত চাবলগীয়া সকলোখিনি চাই আহিল। দৰা দেখি তাই মুগ্ধ— অতি সুপুৰুষ চেহেৰা, ৰমণীমোহন নাম সাৰ্থক হ'বলগীয়া— অন্ততঃ চেহেৰাৰে যিকোনো ৰমণীৰ মোহনীয় হ'ব পৰাৰ যোগ্যতা আছে (পিছে তেওঁ মানসীৰ বাহিৰে আন ৰমণীক সেই মোহন মুৰতিৰে ভুলাবৰ চেষ্টা নকৰিলেই ৰক্ষা! দেৱলীনাই মনৰ ভিতৰতে পাতলীয়া হাঁহি মাৰি ভাবিছিল। পিছে মানসীও জানো কম মোহনীয়া, সিহঁত তিনিজনীৰ ভিতৰত তায়েতো বেছি ধুনীয়া— ৰমণী মোহনৰ আন ৰমণীলৈ চকু দিয়াৰ কি দৰকাৰনো হ'ব)। শুভ দৃষ্টিৰ সময়ত দেৱলীনাই লক্ষ্য কৰিছিল— মানসীৰ মুখখন আনন্দেৰে উদ্ভাসিত হৈ উঠিছে।

তাৰ পিছত কইনাক লৈ দৰা গুৱাহাটীৰ ঘৰলৈ গৈছিল। তাতেই হ'ব বৌ-ভাতৰ উৎসৱ। মানসীয়ে দেৱলীনাকো তাইৰ লগত গুৱাহাটীলৈ যাবলৈ লগ ধৰিছিল, বৌ-ভাতৰ উৎসৱ চাই তাইৰ বিয়া সম্পূৰ্ণভাৱে উপভোগ কৰক প্ৰিয় বান্ধৱীয়ে। কিন্তু সেই প্ৰস্তাৱত দেৱলীনা সন্মত নহ'ল। অচিনাকি ঘৰ এখনলৈ তাই তেনেকৈ যাব নোৱাৰে, মন থাকিলেও নোৱাৰে।

তাৰ পিছত দৰাৰ লগত মানসী যোধপুৰলৈ গুচি গৈছিল। একপ্ৰকাৰ দেৱলীনাৰ জীৱনৰ পৰাও যেন গুচি গৈছিল। তাৰ পিছত বহুত বছৰলৈ— যেন এক যুগেই— তাই আৰু মানসীক দেখা নাছিল। আচৰিত ছোৱালী মানসী, প্ৰথমতে গৈ চিঠি-পত্ৰ দিলেও তাৰ পিছত একেবাৰে কমাই দিছিল, চালেহাই তাইলৈ যিমান চিঠি দিছিল তাৰ এশভাগৰ এভাগো যেন মানসীয়ে দিয়া নাছিল। দেৱলীনাৰো তেতিয়া বিয়া হৈছিল, তাই গুৱাহাটীত স্থায়ীভাৱে বসবাস কৰিছিল, অথচ মানসী যদি গিৰিয়েকৰ লগত গুৱাহাটীৰ শহুৰেকৰ ঘৰলৈ আহেও— নিশ্চয় আহে—

কেতিয়াও দেৱলীনাৰ লগত দেখা নকৰে। এই বিষয় তাই চালেহাৰ লগতো ফোনত কথা হয় আৰু তেতিয়া দুই বন্ধুৱে হুমুনিয়াহ কাঢ়ে ফোনতেই— হায়, কলেজৰ সেই দিনবোৰ ক'ত যে হেৰাই গ'ল, সেই হাঁহি-ধেমালি, পঢ়া-শুনা, প্ৰেম-ৰোমাঞ্চৰ দিনবোৰৰ লগে লগে মানসীজনীও যেন হেৰাই গ'ল। সেই দিনবোৰত কেতিয়াবা এনে কথা কল্পনাও কৰিছিল নে যে সিহঁত ভুজিয়া-বুন্দিয়া-জিলাপী এনেকৈ গাৰ আঠা একেবাৰে পৰস্পৰৰ পৰা আঁতৰি যাব? তেনে ধৰণৰ কথা-বতৰাৰ মাজতে দেৱলীনাই আকৌ এনেকৈ ৰগৰো কৰে— 'আঁতৰিলে মইহে আঁতৰি যাব লাগিছিল, মইতো শুকান খটখটিয়া ভুজিয়া, গাত তহঁতৰ দৰে চেনিৰ আঠা-চাঠা নাই— কিন্তু আঁতৰি গ'ল আটাইতকৈ আঠাযুক্তজনী, ৰসালজনী। আৰু ভাবি চাব গ'লে ল'ৰাবোৰে মানসীৰ আটাইতকৈ এপ্ৰ'প্ৰিয়েট নামেই দিছিল— তাই জ'ক্ কৈ কৈ সকলোকে কম ৰস লগাইছিলনে?'

পিছে এনেকৈ হেৰাই যোৱা মানসীৰ এদিন যেন হঠাৎ কোনোবা অদৃশ্য লোকৰ পৰাহে আবিৰ্ভাব হৈছিল; সিদিনা আবেগত, উচ্ছ্বাসত মানসীক সাবটি ধৰি দেৱলীনাই কৈছিল— দেৱদূতীৰ দৰে তই ইমান দিনৰ মূৰত কোন সৰগৰ পৰা আবিৰ্ভূত হ'লি মানসী?

'সৰগৰ পৰা নহয় অ', নৰকৰ পৰাহে, গতিকে দেৱদূতীৰূপে নহয়, যমদূতী হিচাপেহে'— (জীৱনৰ কিছুমান কথা যে কেনেকৈ দ্ব্যৰ্থক হৈ পৰে!)

'সৰগৰ পৰা নহয় অ', নৰকৰ পৰাহে, গতিকে দেৱদূতীৰূপে নহয়, যমদূতী হিচাপেহে'— (জীৱনৰ কিছুমান কথা যে কেনেকৈ দ্ব্যৰ্থক হৈ পৰে!)

আগৰ দৰেই ৰগৰ কৰি কৈছিল মানসীয়ে আৰু আজি প্ৰায় কুৰি বছৰৰ মূৰত লগ পোৱা বান্ধৱীজনীৰ পিনে মুগ্ধভাৱে চাই থাকি দেৱলীনাই ভাবিলে— এতিয়া মানসীৰ বয়সতো তাইৰেই সমান অৰ্থাৎ চল্লিশৰ পৰা পঞ্চাশৰ পিনে গতি কৰিছে, পিছে যি ক্ষেত্ৰত তাই নিজে বয়সৰ সেই মাইলৰ খুঁটাটো, আধা চেঞ্চুৰী কোবাব পৰা খুঁটাটোলৈ ক্ৰিকেটাৰৰ দৰেই দ্ৰুতগতিত ঢাপলি মেলিছে, মানসী যেন চল্লিশৰ খুঁটাটোতে অলৰ-অচৰ হৈ ৰৈ আছে। এতিয়াও ইমান সুন্দৰী হৈ আছে মানসীজনী!! আৰু তাই নিজে? মানসী ছোৱালীসুলভ মেদহীন দেহ-সৌষ্ঠৱৰ অধিকাৰী হৈ থকাৰ বিপৰীতে তাই হৈ পৰিছে যেন এক টনৰ এটা বস্তা। তাই প্ৰিয় খাদ্য আলু খাবলৈ বাদ দিছে, ভাতো প্ৰায় নাখায়েই তথাপি বাহুল্য মঙহবোৰ তাই গাত বজ্ৰ লেপৰ দৰে লাগি ধৰিছে।

মানসীয়েও তাইক দেখি প্ৰথমে সেই কথাই উচ্চাৰিত কৰিছিল— 'তই ইমান শকত হৈছ দেৱলীনা!'

আৰু তেতিয়া মানসীয়ে এসময়ত ৰগৰ কৰি কথা কোৱাৰ দৰে দেৱলীনাইহে তেনে ৰগৰ কৰি কৈছিল— 'মই অকৃপণ স্বামী বিচাৰিছিলোঁ নহয় মানসী, তেনে স্বামী পালোঁৱেই, গতিকে তেওঁ মোক বস্তাই বস্তাই ঘিউ-মাখন খুৱাই লগতে এসোপা মৰমো খুৱাই এই বস্তাৰ দৰে চেহেৰা কৰিছে। সঁচায়ে মোৰ স্বামী 'দৰাজদিল', আমাৰ আন বন্ধুসকলৰ স্বামীসকলে সিহঁতক এটা-দুটা সন্তান উপহাৰ দিয়াৰ বিপৰীতে মোক চাৰিটাকৈ সন্তান উপহাৰ দিছে উদাৰ স্বামীয়ে। আৰু দিলেহেঁতেন, কিন্তু চাৰিবাৰকৈ চিজাৰিয়ান কৰাৰ পিছত তেওঁ যদি মোক আৰু দান-দক্ষিণা কৰিব গ'লহেঁতেন তেন্তে সেই উদাৰতাৰ হেঁচাত মই মৰিয়েই গ'লোঁহেঁতেন। সেই যে ইংৰাজীত এষাৰ ব্যংগাত্মক কথা আছে— The operation is successful but the patient is dead. মোৰো ক্ষেত্ৰত প্ৰায় সেই একে ধৰণৰ কথাকে প্ৰযোজ্য কৰিব পৰা গ'লহেঁতেন।'

মানসীয়েও বন্ধুৰ দৰেই ৰসিকতাৰ ছলেৰেই যেন ৰবীন্দ্ৰ-সংগীত গুণগুণালে— 'দেখে যা, দেখে যা, দেখে যা লো তোৰা সাধেৰ কাননে মোৰ— আমাৰ সাধেৰ কুসুম উঠেছে ফুটিয়া, মলয় বহিছে সুৰভি লুটাফেৰে'—

তাৰমানে মানসী একেই আছে, সেই তাহানিৰ মানসীজনী হেৰাই যোৱা নাই?— কিন্তু! পিছত সেই কিন্তুৰ উত্তৰ পায়ো গ'ল দেৱলীনাই, কিন্তু সিদিনাই নহয়, লাহে লাহে।

## তিনি

মানসীয়ে দেৱলীনাক কোৱা কাহিনীৰে গল্পও ৰচনা কৰিব পাৰি, উপন্যাসো ৰচনা কৰিব পাৰি। কিন্তু দেৱলীনাৰ বাবে এই কাহিনী যেন অলীক আৰু অবিশ্বাস্য, বাস্তৱত সচৰাচৰ নঘটা কাহিনীও থূলমূলকৈ ক'বলৈ গ'লে মানসীৰ কাহিনী এই ঃ তাই বিয়াৰ পিছত সুখৰ সংসাৰ এখন ৰচনা কৰাৰ ছোৱালী এজনীৰ স্বাভাৱিক

হেঁপাহেৰে যোধপুৰত স্বামীৰ বেংকৰ কোৱাৰ্টাৰত প্ৰবেশ কৰিলে। প্ৰথম অৱস্থাত দিনবোৰ ভালেৰেই পাৰ হৈ গৈছিল, কেৱল এটা কথাতে তাইৰ মনে অশান্তি পাইছিল যে গিৰিযেকে বেংকৰ পৰা উভতি গধূলি সদায় মদ খায়। সেই কথা লৈ তাই অলপ আপত্তি কৰাত ৰমণীমোহনে কৈছিল যে সি দিনটো বেংকত খুব পৰিশ্ৰম কৰিব লাগে, বেংকৰ কামত খুব টেনশ্যন, গতিকে গধূলি অলপ মদ খালে খুব 'ৰিলেক্সড্' অনুভৱ কৰে।

তাৰ পিছত অতি সোনকালেই মানুহজনে নিজৰ অন্য এটা ৰূপো উদভাৱ ধৰিলে। খুব সন্দেহপৰায়ণ মন, মানসীক নানা প্ৰশ্ন কৰি উত্যক্ত কৰিবলৈ ধৰিলে— তাই বাৰু ঘৰত দিনটো কি কৰি কটায়, সিহঁতৰ ফ্লেটটোৰ ওচৰতে থকা ফ্লেটটোৰ গৰাকীজন অবিবাহিত, কিবা এটা ব্যৱসায় কৰে আৰু বেছিভাগ ঘৰতে কটায়, কাৰণ তাৰ অফিচটো ঘৰতে। ডেকা মানুহ, তাতে অবিবাহিত— মানসীৰ প্ৰতি কু নজৰ নিদিয়েতো, আৰু মানসীৰে বা কি বিশ্বাস, মানুহটোক নিজৰ প্ৰতি আকৰ্ষিত কৰিবলৈ সি দিনটো ঘৰত নথকাৰ সুযোগতে চেষ্টা নচলায়নেতো? তাতে তাই সুন্দৰী, সুন্দৰীবোৰে আন কাকো প্ৰতি লয়েল হ'ব নোৱাৰে, কাকো ভাল পাব নোৱাৰে, কেৱল নিজকে ভাল পায়, আত্মৰতিতে মগ্ন থাকে। এনে সুন্দৰীবোৰে ভালপোৱাৰ নামত কেৱল প্ৰেমৰ খেলাহে খেলে। মানসীও তাৰ ব্যতিক্ৰম হ'ব নোৱাৰে। তায়ো কলেজত থকা দিনবোৰত নিশ্চয় বহুত ছাত্ৰৰ লগত প্ৰেমৰ খেলা খেলিছিল। ৰমণীমোহনে এই সুন্দৰীবোৰক খুব চিনি পায়, জীৱনৰ বহুত দাম দি সেই চিনা হৈছে। তাৰ জীৱনো কলেজত এনে এক সুন্দৰীয়ে প্ৰেমৰ অভিনয় কৰি তচনচ কৰি পেলোৱা নাই জানো? সিটো জনাই নাছিল যে তাই 'বেশ্যা'ই আৰু দহজন ল'ৰাকো একেদৰে নচুৱাই আছে। কিন্তু যেতিয়া গম পালে তেতিয়া বহুত পলম হৈ গৈছিল, সি ইতিমধ্যেই আকণ্ঠ তাইৰ প্ৰেমত ডুবি গৈছিল, কিন্তু শেষত যেতিয়া তাক বিয়ে কৰি তাতকৈও ডাঙৰ চাকৰি কৰা ডেকা এজনক সেই বিষকন্যাই বিয়া কৰালে, তেতিয়া সি মদৰূপী বিষ খাবলৈ আৰম্ভ কৰি মদতে আকণ্ঠ ডুবি থকা হ'ল। বিয়াৰ কিছুদিন পিছতে গিৰিয়েকৰ পৰা এইবোৰ কথা শুনি মানসী যেন মুহূৰ্ততে গভীৰ পাতাললৈ গৈছিল। 'মোক তেন্তে কিয় বিয়া কৰালা?' মানসীৰ আৰ্তনাদৰ দৰে এই প্ৰশ্নত ৰমণীমোহনে সিদিনা মদৰ গিলাচত সোহা মাৰি দানৱীয় ক্ৰূৰ হাঁহি মাৰি কৈছিল— 'প্ৰতিশোধ ল'বলৈ। সুন্দৰী ছোৱালী জাতিটোৰ ওপৰত প্ৰতিশোধ ল'বলৈ।' মানসীৰ তেতিয়া আৰব্য উপন্যাসৰ শাহাৰজাদী-দিনাৰজাদিৰ কাহিনীটোলৈ মনত পৰি গৈছিল— তাৰ ৰজাজনেও পত্নীৰ ব্যভিচাৰিতাৰ কথা গম পাই একোজনী সুন্দৰীক বিয়া কৰাই পিছদিনাই হত্যা কৰি প্ৰতিশোধ লোৱাৰ কাহিনীলৈ। ভয়তে মানসীৰ সৰ্বশৰীৰ কঁপি উঠিছিল— কোন জন্মৰ কি পাপৰ ফলত তাইৰ এই বেছিষ্ট দানৱটোৰ লগত বিয়া হ'ল! ইও তাইক হত্যা কৰিব নেকি? তাইতো সঁচায়ে ব্যভিচাৰিণী নহয়, তাইতো কলেজত কাৰো লগত প্ৰেমৰ খেল খেলা নাই, তাইতো ওচৰৰ ফ্লেটৰ কোনো ডেকালৈ কেতিয়াও চকু দিয়া নাই— তেন্তে তাই নকৰা পাপৰ বাবে কিয় ভুগিব লগা হ'ল?

তাৰ পিছত সিহঁত যোধপুৰৰ পৰা ভাৰতৰ অন্যান্য ঠাইলৈ বদলি হ'ল, কিন্তু দিনক দিনে ৰমণীমোহনৰ মদৰ মাত্ৰা বাঢ়িল, তাইৰ ওপৰত অত্যাচাৰৰ মাত্ৰা বাঢ়িল, তাইক এনেকি মাৰধৰো কৰা হ'ল। দিন যোৱাৰ লগে লগে তাইৰ ওপৰত সন্দেহ বাঢ়িল আৰু তাইৰ ধাৰণা অত্যধিক মদ সেৱনৰ ফলত গিৰিয়েকৰ প্ৰজনন ক্ষমতাও নোহোৱা হ'ল আৰু তাই হৈ পৰিল এজনী বাজী তিৰোতা। প্ৰথম অৱস্থাত অৱশ্যে তায়েই পিল গিলি সন্তানে গৰ্ভত স্থিতি লোৱাৰ বাট বন্ধ কৰিছিল, কাৰণ এই মদপী, অত্যাচাৰী গিৰিয়েকৰ পৰা তাই সন্তান বিচৰা নাছিল। কিন্তু লাহে লাহে তাইৰ মন সলনি হৈছিল, তাই বিচাৰিলে এটা সন্তান, জীৱনৰ একমাত্ৰ সান্ত্বনা, একমাত্ৰ আশ্ৰয়ৰ স্থল এটা সন্তান। কিন্তু তেতিয়া পলম হৈ গৈছিল, ৰমণীমোহনৰ আৰু সন্তান উপহাৰ দিয়াৰ ক্ষমতা নাছিল।

এতিয়া গিৰিয়েকে কাম কৰাৰো ক্ষমতা হেৰুৱাই স্বেচ্ছামূলক অৱসৰ লৈ ঘৰৰ ল'ৰা ঘৰলৈ উভতি আহিছে। গুৱাহাটীৰ 'পৈত্ৰিক' ঘৰলৈ ঘূৰি আহিছে। দেৱলীনায়ো আৰ্তনাদ কৰি উঠিছিল।

'তোৰ জীৱনটো এনেকৈ নৰকাগ্নিত পুৰি ছাৰখাৰ হ'ল মানসী? আমিতো ঘূণাক্ষৰেও একো জনা নাছিলোঁ! তই কিয় আমালৈ চিঠি নিদিয়া হ'লি, কিয় গিৰিয়েৰ নামৰ দানৱটোক এৰি থৈ নাহিলি? কিয় এনে অমানুষিক যন্ত্ৰণা সহি থাকিলি? কিয়? কিয়?

মানসীয়ে ম্লান হাঁহি মাৰিছিল।

'মোৰ জীৱনৰ অশুভ ক'লা ছায়া তহঁতৰ সুখী সাংসাৰিক জীৱনত পেলাবলৈ মন নগ'ল স্ব' দেৱলীনা। আৰু ৰমণীমোহনক কিয় এৰি নাহিলোঁ? পাহৰি গ'লি নেকি যে মোৰ তলত আৰু তিনিজনী ভনী আছে। মই স্বামীক এৰি

থৈ আহিলে সিহঁতৰ গাতো কলংকৰ ছাপ নপৰিবনে? সিহঁতৰ বিয়া-বাৰুৰ দিগদাৰ নহ'বনে? গতিকে বাধ্য হৈ সকলো সহি-সামৰি থাকিলোঁ। এতিয়া তিনিওজনী ভনীৰ ভালকৈ বিয়া হৈ গৈছে, মোৰ দৰে 'বনেদী' ঘৰৰ, ডাঙৰ চাকৰিয়াল, সুদৰ্শন স্বামী নাপালেও সুখেৰেই ঘৰ-সংসাৰ কৰি আছে। একমাত্ৰ ভাইটোৱে গুৱাহাটীত চাকৰি কৰে, ইফালে অসম আন্দোলনৰ সময়ত দুৰ্বৃত্তবোৰে বঙালী বুলি বাবাৰ দোকানত জুই লগাই দিলে আৰু বাবা-মা তেতিয়াৰ পৰা টংলা এৰি ভাইৰ লগতে আছেহি। সেয়াও বহুত বছৰৰ আগৰ কথা। ভাইটোৰ নিজৰ সংসাৰ আছে, মা-বাবাকো লগত ৰাখিছে, গতিকে সি তাৰ আয়েৰে যথেষ্ট টনাটনিকৈ সংসাৰ চলাব লগা হয়। তাতে ময়ো আহি লম্ভিলোঁহি, একেবাৰে বোকাৰ উপৰ শাকেৰ আঁটি—' মানসীয়ে বঙালী পট্‌স্তৰ ব্যৱহাৰ কৰি ক'লে।

'অ' তই তেন্তে অৱশেষত স্বামীক এৰি আহিলি? মই আকৌ ভাবিছিলোঁ তই কেইদিনমান মাৰহঁতৰ লগত থাকিব আহিছ।'

'নাই, স্বামীক চিৰদিনলৈ ত্যাগ কৰিলোঁ— অৱশেষত। এতিয়া এটা চাকৰি পোৱা হ'লে। কিন্তু কোনেনো মোক এই বুঢ়া বয়সত চাকৰি দিব।'

দেৱলীনাই মানসীলৈ চালে। নাই মানসী, তই বুঢ়া হোৱা নাই, ডেকাই হৈ আছ, আমাতকৈ বহুত বেছি ডেকা হৈ আছ। আচৰিত, ইমান অত্যাচাৰেও তোৰ সৌন্দৰ্য ম্লান কৰিব পৰা নাই। আচলতে বোধহয় কোনো সন্তানাদি নোহোৱাত তোৰ শৰীৰ আটিল হৈয়ে আছে, সন্তানৰ জন্মই শৰীৰত যি ভাঙোন ধৰায় তোৰ ক্ষেত্ৰত সেইটো নহ'ল।

'মানসী, তই গিৰিয়েৰকতো লিগেলি ডিভোৰ্চ কৰা নাই? কৰি পেলা, তেতিয়া মানুহজনে তোৰ ভৰণ-পোষণৰ বাবে খোৰাকি দিবলৈ বাধ্য হ'ব।' ভায়েৰো তেতিয়া তই বোজা নহৈ সহায়হে হ'বি।

'মোৰোতো সেয়ে ইচ্ছা, কিন্তু মোকৰ্দমা চলাঁবলৈ ক'ৰ পৰা টকা পাওঁ? ভাইৰতো মোক সহায় কৰাৰ ক্ষমতা নাই।

দেৱলীনাই সিদিনাই অবিনাশক মানসীৰ হৈ মোকৰ্দমাটো চলাবলৈ খাটনি ধৰিলে। ঘৈণীয়েকৰ পৰা মানসীৰ কাহিনী শুনি তেওঁৰো মনটো সহানুভূতিৰে আৰ্দ্ৰ হৈ উঠিছিল, গতিকে সহজেই মানসীক সহায় কৰিবলৈ সন্মত হৈ গ'ল। দেৱলীনাৰ কি আনন্দ, তাইৰ কি ভাগ্য যে অবিনাশৰ দৰে ইমান উদাৰ, ইমান 'দৰাজদিল' স্বামী এজন পাইছে। উকীলৰ হেনো এই বদনাম আছে যে ফিজ নোলোৱাকৈ মাকৰ হকেও মোকৰ্দমা নচলায়, অথচ এতিয়া তাইৰ বান্ধৱীৰ বাবেই বিনা পইচাত কেছ চলাবলৈ সন্মত হৈ গ'ল! কি উদাৰ মানুহ! সঁচায়ে তাই পৰম ভাগ্যৱতী তিৰোতা।

সিদিনা দেৱলীনাৰ মনটোত ইমানেই আনন্দ লাগিল, ইমানেই অবিনাশৰ প্ৰতি মনটো কৃতজ্ঞ হ'ল যে পিছদিনা কলেজৰ পৰীক্ষাৰ বহীকেইখন চাই দিব লগা থাকিলেও তাই অবিনাশৰ প্ৰিয় খাদ্য বিৰিয়ানী নিজেই ৰান্ধি খুৱাবলৈ পাকঘৰত সোমাল। ৰাতি জাগি বহীবোৰ চালেই হ'ব।

পাকঘৰৰ বিৰিয়ানীৰ গোন্ধৰ সৌৰভ ইমানেই বিয়পি পৰিছিল যে সি অদূৰৰ অবিনাশৰ চেম্বাৰতো প্ৰবেশ কৰিছিল। গতিকে তাৰ প্ৰিয় সেই খাদ্যবিধৰ গোন্ধ শুঙি শুঙি অবিনাশ পাকঘৰত আহি উপস্থিত হৈছিল।

গৰমৰ দিন। শপত মহিলা দেৱলীনা ঘামতে লুতুৰি-পুতুৰি হৈ যোৱাৰ দৰে হৈছিল।

'ইমান গৰমত কিয় কষ্ট কৰি পাকঘৰত সোমাই আছাহে? পিছে বঢ়িয়া গোন্ধ ওলাইছে, কি ৰান্ধিছা? বিৰিয়ানী নেকি?'

'ওঁ', হেতাৰে কেৰাহীৰ বিৰিয়ানী লৰচৰ কৰি দেৱলীনাই সস্মিত মুখেৰে ক'লে।

'কিছু খুশীমে?' অবিনাশে ধেমালি ক'ৰ সুধিলে।

'খুশী' নহ'বনে? তুমি যে আজি মানসীৰ কেছটো হাতত ল'লা! সঁচায়ে, কিমান যে ভাল কথা হ'ল। বেচেৰী মানসী, ইমান ভাল, ইমান গুণী, ইমান ধুনীয়া মানুহজনীৰ কি পাপৰ ফলত জীৱনটো যে ধ্বংস হৈ গ'ল। ভাবিলে মোৰ অন্তৰখন মোচৰ খাই উঠে। সঁচায়ে মানসী একেবাৰে তুলনাহীনা, তাইৰ দৰে ছোৱালী এজনী সতকাই বিচাৰি পাবলৈ টান, একেবাৰে লাখোঁ মে এক, পিছে নহয়, লাখ নহয় কোটিৰ মাজতো তেনে ছোৱালী বিচাৰি পোৱা নাযাব—' জোৰে জোৰে হেতা লৰাই দেৱলীনাই বন্ধুৰ নানা গুণ-কীৰ্তন কৰি যাবলৈ ধৰিলে।

ঘৰ্মাক্ত, কৰ্মৰতা পত্নীৰ পিনে সস্নেহ দৃষ্টিৰে চাই অবিনাশে মন্তব্য দিলে— 'বন্ধুৰ প্ৰশংসাত এবোৰে

'পঞ্চ-মুখ'...'

ইয়াৰ পিছৰ কাহিনীটো দেৱলীনাৰ, দেৱলীনাৰ এই কাহিনীটোকেও উপন্যাস নহ'লেও গল্প এটাই হ'ব পাৰে যাৰ নাম ৰবীন্দ্ৰনাথৰ গল্পৰ নামৰ দৰে 'নষ্টনীড' ৰাখিব পাৰি। এতিয়া গল্প হ'ব পৰা সেই কাহিনীটোও থূলমূলকৈ এইটো ঃ মানসীয়ে তাইৰ এই ডিভোৰ্চ কেছটোৰ বাবে সঘনাই অবিনাশৰ চেম্বাৰলৈ আহিব লগা হ'ল, ৰাতি হ'লে দেৱলীনাৰ অনুৰোধত অবিনাশেই তাইক গাড়ী চলাই ঘৰত থৈ অহা হ'ল। দেৱলীনাই কাৰণ সুধিলে অসহিষ্ণু হৈ কয়— মোৰ এটা ভদ্ৰতাবোধ আছে নহয়, তোমাৰ বন্ধুৱে মোক কেৱল ড্ৰাইভাৰি কৰি যোৱাটোত অশান্তি পায়, সেয়ে ঘৰলৈ মাতি নিয়ে। মাকগৰাকী বৰ সাদৰী, জোৰ কৰি চাহ-টাহ খুৱাই পঠায়।

এদিন দেৱলীনাই মনৰ সন্দেহ আৰু হেঁচি ৰাখিব নোৱৰা হ'ল, অবিনাশে মানসীক ঘৰত থ'বলৈ ওলাই যোৱাৰ পিছতে তায়ো এখন অটো অনাই চিধাই মানসীহঁতৰ ঘৰ পালেগৈ। তাত মানসী বা অবিনাশ কোনো নাছিল। মাকে সেই ৰাতি দেৱলীনাক দেখি আচৰিত হৈ গ'ল।

'দেৱলীনা, তুমি? এই ৰাতিখন? কিবা হ'ল নেকি?'

'এটা বিপদ হ'ল, মাসীমা, সেয়ে অবিনাশক বিচাৰি আহিছিলোঁ।'

'অবিনাশ, কোন অবিনাশ?'

'অ' আপুনি নাজানে, মোৰ স্বামীৰ নাম অবিনাশ—'

'হয় নেকি? কিন্তু আমাৰ ইয়াত তেওঁক কিয় বিচাৰি আহিছা?'

'মানে, ভাবিলোঁ মানসীক থ'ব আহি সোমাইছে নেকি—'

'মানসীক থ'ব আহি? মানসীক তেওঁ কিয় থ'ব আহিব?'

'মাসীমা, বিপদত পৰি মোৰ মূৰৰ ঠিক নোহোৱা হৈছে, নকৰিবলগীয়া কাণ্ড কৰিছোঁ, নাভাবিবলগীয়া কথা ভাবিছোঁ। আপুনি মোক ক্ষমা কৰিব। এতিয়া মই যাওঁ।'

দেৱলীনাই তাত আৰু এখন্তেকো নৰৈ বৈ থকা অটোত উঠি ঘৰলৈ উভতি আহিছিল। মানসীৰ মাকৰ মুখ বিস্ময়ত মেল খাই গৈছিল।

তাইৰ মূৰৰ সঁচায়ে ঠিক নোহোৱা হৈছে— নহ'লেনো এই মুহূৰ্তত তাইৰ মনলৈ এই ভাবটোহে আহিব লাগেনে যে তাই তাইৰ উপযুক্ত শাস্তিয়ে পাইছে। আচলতে মানুহৰ বোধহয় কোনো অৱচ্ছেদনেই ঠিক নহয়, কিন্তু এদিন তাইৰ এই আকাংক্ষাটো অৱচ্ছেদনৰ দৰেই মন-প্ৰাণত লিপিত খাই যোৱা নাছিল নে যে তাইৰ স্বামীৰ আন কিবা গুণ থাকক-নাথাকক, কৃপণ কিন্তু হ'ব নোৱাৰিব। তেন্তে কিহৰ দুখ তাইৰ? সঁচায়ে, কিহৰ দুখ তাইৰ? তাইৰ স্বামীতো সঁচায়ে উদাৰ হৃদয়ৰেই হৈছে, সেই হৃদয়ত অকণো কাৰ্পণ্য নাই, সেই হৃদয় পাৰাপাৰহীন প্ৰেম সি অকৃপণভাৱে ছটিয়াই ফুৰিব পাৰে, ছটিয়াইছেও, তাইৰ প্ৰাণৰ বন্ধুজনীকে ছটিয়াইছে... হে ভগৱান! . কিন্তু মানসী? নাই, নাই, তাই মানসীৰ কথা ভাবিব নোখোজে, মানসীৰ কথা ভাবিবলৈ গ'লেই এই ভাবটোৱে তাইৰ হৃদয় ৰক্তাক্ত কৰি দিয়ে যে তাই পৃথিৱীত আটাইতকৈ বিশ্বাস কৰা বন্ধুজনীৰ ক্ষেত্ৰতে বিশ্বাসৰ দৃঢ় খুঁটাটো সম্পূৰ্ণ উভাল খাই মুখ থেকেচা খাই পৰি গ'ল। কিন্তু কিয় এনে হ'ল, হে ভগৱান, কিয় এনে হয়? তেন্তে ক'ৰবাত পঢ়া মিলান কুণ্ডেৰাৰ এইযাৰ কথাই সঁচা নেকি যে বিশ্ব-ব্ৰহ্মাণ্ড আৰু ইয়াৰ নীতি-নিয়মবোৰ নিৰ্ধাৰণ কৰি থকা আসনখন ঈশ্বৰে লাহে লাহে এৰিবলৈ ধৰে? আৰু তেনে মুহূৰ্ততে হয়তো সুকণ্ডা পাই চয়তানে সেই সুকণ্ডাৰে মানুহৰ হৃদয়ত প্ৰৱেশ কৰে, মানসীৰ হৃদয়ত প্ৰৱেশ কৰিলে . উস্ ভগৱানে!..

দেৱলীনাই দুহাতেৰে মূৰটো হেঁচি ধৰিলে।

(*গৰীয়সী*, অক্টোবৰ, ২০০৫)

# নকল গল্প

সম্পাদকৰ একধৰণৰ আদেশ — (অনুৰোধো নহয়, কাৰণ তেখেত মোৰ বয়োজ্যেষ্ঠ আৰু নিজৰ দাদাৰ দৰে, গতিকে ভাবে মোক আদেশ দিয়াৰ অধিকাৰ তেখেতৰ পুৰামাত্ৰাই আছে) তেখেতে সম্পাদনা কৰা আলোচনীখনত গল্প এটা লিখি দিবই লাগিব।

পিছে আদেশ আৰু মোৰ ক্ষমতাৰ মাজতহে কি আকাশ প্ৰমাণ ব্যৱধান এসময়ত গল্প লিখিছিলোঁ হয়, কিন্তু সি কিমান বছৰৰ আগৰ কথা। মই নিশ্চিত যে ইতিমধ্যে মানুহে মোক পাহৰি পেলাইছে। ৰক্ষা! মই অলপ প্ৰতিভা লৈ জন্ম লোৱা লেখক, এদিন কেইটামান গল্প লিখিছিলোঁ হয়, কিন্তু সি কিমান বছৰৰ আগৰ কথা। মই অলপ প্ৰতিভা লৈ জন্ম লোৱা লেখক, এদিন কেইটামান গল্প লিখিছিলোঁ, তাতেই মোৰ সেই সীমিত প্ৰতিভা শেষ হৈ গ'ল। সেই যে ৰবীন্দ্ৰ নাথে লিখি গৈছে — অল্প লইয়া থাকি তাই/মোৰ যাহা যায় তাহা যায়... একেই কথা মোৰ ক্ষেত্ৰতো।

পিছে সম্পাদক দাদাই মোক পাহৰি যোৱা নাছিল, অৱশ্যে পাহৰা নাছিল নিজৰ স্বাৰ্থতে। ইমান বছৰে কলেজ এখনত চাকৰি কৰিছিল, তাৰ পিছত অৱসৰ লৈ এখন ভেঞ্চাৰ কলেজতো কিছুদিন অধ্যক্ষতা কৰিছিল আৰু এতিয়া শেষত এখন অসমীয়া মাহেকীয়া আলোচনীৰ সম্পাদক হৈছে। সম্পাদক হোৱাৰ যোগ্যতা? তেখেত অসমৰ মূধাফুটা সাহিত্যিক, গল্প কবিতা, উপন্যাস প্ৰবন্ধ সকলো লিখে আৰু মোৰ বিপৰীতে এতিয়াও, এই বয়সতো অফুৰন্ত কৰ্মপ্ৰেৰণাৰে কলম চলাই আছে। কিন্তু জয়ন্ত কলিতা অৰ্থাৎ সম্পাদক দাদাৰ বয়সৰ তুলনাত মই যথেষ্ট সৰু হ'লেও মানসিক বয়সেৰে মই তেওঁতকৈও বৃদ্ধ হৈ পৰিছো নহয়, নহয়, জ্ঞানেৰে নহয়, দেহ-মনৰ স্থবিৰতাৰেহে। গতিকে সেই স্থবিৰ মগজু, স্থবিৰপ্ৰায় হাতেৰে মইনো কেনেকৈ গল্প লেখোঁ?

কিন্তু মোকনো জয়ন্ত দাদাই ইমান দিনৰ মূৰত কিয় গল্প খুজিছে? চিনাকি ঘৰৰ মানুহৰ দৰে মৰম কৰে বাবে? কিন্তু চিনাকি হ'লেই বা কোনোবাই কাৰোবাক মৰম কৰিলেই গল্প খোজে নেকি?

আচলতে সম্পাদকীয় সমস্যাৰ বাবেই বোধহয় তেখেতে মোৰ কাষ চাপিছে আৰু পুৰণি ছাঁই খুচৰি মোৰ পৰা অগ্নিস্ফুলিংগ উদ্ধাৰ কৰাৰ চেষ্টা কৰিছে। কাৰণ বহুত বছৰৰ সম্পৰ্কৰ পৰা তেওঁ মোৰ বিষয়ে এইটো জানে যে মোৰ প্ৰতিভা নাথাকিব পাৰে, কিন্তু সাধুতা আছে, আজিৰ দিনৰ প্ৰচলিত কথা-কাণ্ডৰ বিপৰীতে। বৰ্তমান তেওঁ সম্পাদনা কৰা আলোচনীখনত বহুতো নকল গল্প-কবিতা প্ৰকাশ হৈ যোৱাত তেওঁ পাঠকৰ ককৰ্থনাৰ সন্মুখীন হ'ব লগা হৈছে, বোলে আপুনি কি সম্পাদক, নকলবাজিৰে এখন আলোচনী চলাই আছে কিয় আমাক ঠগাই আছে।'

এই কথা মোক জয়ন্তদাদাই নিজেই ফোন কৰি সখেদে জনাইছিলঃ

'মাধৱ, দিনকাল কি হ'ল হে? সাহিত্যিক হৈয়ো, ভাল কথাৰে বেহা কৰা মানুহ হৈয়ো এনে অসাধু হ'ব পাৰেনে? মোৰ আলোচনীৰ বহুত লেখকে বোলে নকল গল্প কবিতা প্ৰকাশ কৰি আছে, পাঠকে তাকে লৈ মোক বৰ বেয়াকৈ অভিযোগ কৰিছেহে। পিছে পৃথিৱীৰ সকলো গল্প-কবিতা পঢ়া মোৰ পক্ষে সম্ভৱ নে যে মই লেখকসকলৰ নকলবাজি ধৰা পেলাম! আৰু দুই-এটা পঢ়িলেও আজিকালি স্মৃতি-শক্তি কমি গৈছে বাবে পাহৰি পেলাও। সাহিত্যৰ দৰে মহৎ শিল্প এটা যদি এই সাহিত্যিক নামধাৰী প্ৰৱঞ্চকসকলৰ পণ্য হৈ-পৰে কিমান দুখৰ কথা হ'ব ভাবাচোন! ... পিছে এই সকলৰ আবিৰ্ভাৱৰ বাবে তোমালোকৰ দৰে এলেহুৱা লেখকসকলেই দায়ী। তুমিতো ভাল গল্পই লিখিছিলা, সৎ মানুহো তুমি, নকল কৰাৰ কথাটো কল্পনাই নকৰা গতিকে মই সত্যনাথ বৰাই 'সাহেই সাহিত্য' বুলি লেখা কথাষাৰত আৰু এষাৰ যোগ দি ক'ব খোজো যে সাধুতাই সাহিত্য — এতিয়া এই সাধু মানুহজন আত্মগোপন কৰি থাকিলে নহ'ব নহয়, পৰ্দাৰ আঁৰৰ পৰা ওলাই আহা আৰু জীৱন-মঞ্চত পুনৰ গল্প-লেখকৰ সমাজ-সংস্কাৰকাৰীৰ ভূমিকাও লোৱাহি।'

মোক সম্পাদক দাদাই তেওঁৰ অফিচলৈও মাতি পঠালে।

ফোনটোক তাৰ যথাস্থানত অধিষ্ঠিত কৰি মই বহুত সময় সেইটোৰ আগত বহি থাকিয়েই নানা আকাশ-

পাতাল ভাবিবলৈ ধৰিলোঁ। প্ৰথম ভাবটো হ'ল আনন্দ আৰু উৎসাহৰ, মোকতো সকলোৱে পাহৰি যোৱা বুলিয়েই ভাবিছিলোঁ, তাৰ বাবে মোৰ মনত অলপ দুখানুভূতি জাগিলেও তাক প্ৰশমিত কৰাৰ যথেষ্ট সম্বলও মজুত আছিল। মই এজন অতি অকিঞ্চিৎকৰ লেখক আছিলোঁ, কিন্তু ডাঙৰ ডাঙৰ সাহিত্যিকসকলকো কেনেকৈ আমাৰ মানুহে মৃত্যুৰ পিছতে পাহৰি পেলায়— অথচ তেওঁলোকতো মৃত্যুৰ আগলৈকে সক্ৰিয় হৈয়ে আছিল। তদুপৰি তেনেহেন সাহিত্যিকসকলৰ আৰু নানান ধৰণেৰেই অপমাননা হৈ আছে— আমাৰ পৰীক্ষাবোৰৰ ফলাফল ওলায়, তাত সৰ্বোচ্চ স্থান লাভ কৰা ছাত্ৰ-ছাত্ৰীসকল আমাৰ পৰম গৌৰৱৰ স্থল বুলি তেওঁলোকক শিৰত লৈ নচানচি কৰোঁ, অভিনন্দন, উপহাৰেৰে ওপচাই পেলাওঁ। পিছে তেওঁলোকক লৈ গৌৰৱ কৰা আমিবোৰৰ, আমাৰ লেখক-লেখিকাসকলক লৈ তেওঁলোকে কি ধৰণে গৰ্ব কৰে? তেওঁলোকে অসমীয়া কিতাপ, আলোচনী নপঢ়ে— এনেধৰণৰ স্পৰ্ধিত, অসন্মানকৰ বিবৃতি দিয়ে নহয়নে?

হয়, এনে উচ্চ স্থানত থকা সাহিত্যিকসকলৰ আগত মই নগণ্য— 'ধূলিৰো ধূলি তই মাধৱ কাকতি..' গতিকে মোক মোৰ জীৱিত কালতেই অসমীয়া মানুহে পাহৰি গ'ল বুলি বিলাপ কৰিলে নুশুজে।

পিছে আজি মোক সম্পাদক জয়ন্ত বৰকটকী— মোৰ জয়ন্ত দাদাই সেই বিস্মৃতিৰ ধূলিস্তূপৰ পৰা টানি উলিয়াব খুজিছে, মই তেন্তে তাৰ লগত সহযোগিতা নকৰোঁ কিয়, কিয় ধূলি-মাকতিবোৰ জোকাৰি কলমডাল হাতত নলওঁ? বৰ্তমান মই এজন পেঞ্চনধাৰী মানুহ, ঘৰতেই বহি থাকো বহি থাকো মানে সংসাৰৰ কিছু কিছু কাম কৰোঁ। গছ-গছনিবোৰ আপদাল কৰোঁ, ঘৈণীয়ে চিলাই দিয়া কাপোৰৰ সৰু-বৰ মোনাকেইখন হাতত ওলোমাই (আমি পলিথিন ব্যৱহাৰ নকৰাৰ শপত লৈ থৈছো।) বজাৰলৈ যাওঁ, নাতিটোক হাতত ধৰি ওচৰৰ স্কুলখনলৈ অনা-নিয়া কৰোঁ। মুঠতে মই এতিয়াও সংসাৰৰ বাবে প্ৰয়োজনীয় প্ৰাণী এটাই হৈ আছো, মোৰ চকু-কাণ-নাক-পেট-হাত-ভৰি সকলো নিৰোগী হৈয়ে আছে, কেৱল হাতখনহে আন বহুতো কামৰ বাবে সক্ৰিয় হৈ থাকিলেও কলম ধৰাৰ ক্ষেত্ৰত একেবাৰে জঠৰ হৈ গৈছে আৰু আজি সেই জঠৰ হাতত পুনৰ প্ৰাণ সঞ্চাৰ কৰিবলৈ উদ্যোগ লৈছে জয়ন্ত দাদাই, সম্পাদক জয়ন্ত বৰকটকীয়ে।

টেলিফোনটোৰ আগত বহি এইবোৰ উৎসাহ আৰু আনন্দৰ ভাৱ জাগিছিল। পেঞ্চন পোৱাৰ পিছত সক্ৰিয় হৈ থাকিব পাৰিছো। অৰ্থাৎ ঘৰৰ প্ৰয়োজনত সহায়ৰ হাত আগবঢ়াই থাকিব পৰাৰ শাৰীৰিক মজবুত ক্ষমতা অক্ষুণ্ণ থকাত মোৰ দুশ্চিন্তা-নিৰাশাৰ কোনো কাৰণ ঘটা নাছিল— বা এতিয়ালৈকে ঘটা নাই। কিন্তু এই অৱস্থা আৰু কিমান দিন থাকে? লগৰ পেঞ্চনধাৰী নানা বেমাৰে লগ দিয়া সকলৰ বহুতৰে অৱস্থা দেখিছো নহয়— (অকামিলা বুঢ়া গৰুৰদৰে অৱস্থা অৱশ্যে সকলোৰে হোৱা নাই— কাৰণ তেওঁলোকে কেইটকামান পেঞ্চন পাই সংসাৰলৈ অৰিহণা যোগাই পুত্ৰৰ ওপৰত বহি খোৱাৰ অপবাধৰ পৰা কিছু হাত সাৰি থাকে— কথাতেই আছে, দোৰুনী গাইৰ লাথি খাব পাৰি— যদিও পেঞ্চনৰ ধন পুত্ৰহঁতৰ বাহিৰা আয়ৰ আগত নধৰ্তব্য), পুত্ৰ বোৱাৰীৰ লগত একেলগে থকাৰ সৌভাগ্য বা দুৰ্ভাগ্য হ'লে তেওঁলোক হাড়মাল সদৃশ হয়।

মোৰ যে এদিন সেই অৱস্থা নাহিব কোনে ক'ব পাৰে? শৰীৰত ঘূণে ধৰিব সংসাৰৰ অপ্ৰয়োজনীয় প্ৰাণী হৈ পৰিম আৰু তেতিয়া শৰীৰটোৰ লগত মনৰো অসুখৰ বোজা স্বৰূপ হৈ পৰিম। কিন্তু জয়ন্ত দাদাৰ দৰে যদি লেখা-পঢ়াত মগ্ন হৈ থাকিব পাৰোঁ জীয়াই থকাৰ এটা নতুন সাৰ্থকতা লাভ নকৰিমনে? এনেকি আজিকালি হেনো লেখি-মেলিও দুই-এপইচা আয় কৰিব পাৰি, বিশেষকৈ হৰেক কিছিমৰ বাতৰি কাকতবোৰ ওলোৱাৰ ফলত তেনে আয়ৰ বাটো বোলে ওলাইছে। অৱশ্যে সেই আয় নগণ্য বা সকলোৱে নাপায়ো তথাপি আমাৰ দিনৰ দৰে একেবাৰে বিনা পইচাততো প্ৰতিষ্ঠিত লেখকসকলে লেখিব নালাগে। আৰু বাতৰি কাকতৰ বাবে লেখা গল্প লেখাতকৈ সহজো, কিবা এটা প্ৰসংগ লৈ লেখিলেই হ'ল, ইমানবোৰ বাতৰিকাকতে পাত ভৰাবলৈকে ভুলে-শুদ্ধই সেইবোৰ প্ৰকাশ কৰি থাকে, অ'ৰ-ত'ৰ বঙালী কাগজ পঢ়ি, ইণ্টাৰনেটত চাই ভুল ভাষাৰে এই লেখকবোৰে লেখিয়েই আছে — মই অন্ততঃ আন নহ'লেও শুদ্ধ ভাষা লেখোঁ।

কিন্তু মোৰ এতিয়া সমস্যা হ'ল গল্প লেখাৰ সমস্যা, মোক জয়ন্তদাদা সম্পাদকে তেওঁৰ আলোচনীত গল্প লেখাটোহে বিচাৰিছে, কোনো প্ৰবন্ধপাতি নহয়। লগতে তেওঁ মোক এটা তোষামোদ যেন লগা কথাও কৈ থৈছে, মই বোলে ভালেই গল্প লেখিছিলোঁ— অন্ততঃ আজিৰ বহুতকৈ ভালেই লেখিছিলোঁ। পিছে গৰ্বত

বুকু ফুলি উঠিলেও সি মোক আচলতে ভয়হে খুৱাইছিল— প্ৰত্যাশা যিমান বেছি ভয়ো সিমানে বেছি, জয়ন্তদাদাৰ মোৰ ওপৰত নথকা আস্থাই নাৰ্ভাছ কৰি তুলিলে। মই এসময়ত ভাল গল্প লেখিছিলোঁ — এই কথা নজনাকৈ থাকিলেই ভাল আছিল, তেওঁৰ ফৰমায়েছ মতে ভালে-বেয়াই কিবা এটা লেখি দিলোহেঁতেন, কিন্তু এতিয়া তাৰ পৰা 'বেয়া' শব্দটো আঁতৰাব লগা হ'ল— অন্ততঃ মোটামুটি ভাল গল্প এটা লেখিবলৈ মই এতিয়া প্ৰণান্তকৰ চেষ্টা চলাব লগা হ'ব— প্ৰাণান্তকৰ, সঁচায়ে প্ৰাণান্তকৰ। প্ৰথমতে ইমান বছৰৰ জড়তা আঁতৰোৱাৰ কছৰৎ কৰিব লগা হ'ল, তাৰ পিছত লাহে লাহে মূল বিষয় লৈ অৰ্থাৎ গল্পটোৰ আৰম্ভ কৰা, তাক অলংকৃত কৰা, তাক আগবঢ়াই নিয়া, তাৰ পৰিসমাপ্তি ঘটোৱা — ইত্যাদি কথালৈ আহিব আৰু এই কাম কৰিব লাগিব এনে এজন মানুহে যি বিশ্বাস কৰে যে তাৰ যি সামান্য প্ৰতিভা আছিল— সি ইতিমধ্যে নিঃশেষ হৈ গৈছে।

গতিকে ফোনটোৰ আগত বহি থকা মোৰ মুখৰ আনন্দ উৎসাহ যুগপৎ দুশ্চিন্তাও লাগি ধৰিলে।

কিন্তু জয়ন্তদাদা নাছোড়বান্দা, মই গল্প লেখিবলৈ আৰম্ভ কৰিবই লাগিব, মোৰ 'প্ৰতিভা'ত মামৰে ধৰিছে, তেওঁ তাক আঁতৰাবই, তাগিদাৰূপী কেৰাচিন ঢালি সেই মামৰ তেওঁ আঁতৰাবই।

উস্, অত বছৰে গল্প নেলেখা মই মানুহজনে এতিয়া কি বিষয়ে গল্প লেখোঁ, কেনেকৈ গল্প লেখোঁ? অৱশ্যে বিষয়-বস্তুৰ অভাৱ নাই, অন্ততঃ বৰ্তমানৰ অসমত অভাৱ নাই— এতিয়া আমাৰ দিনৰ দৰে ইয়াৰ জীৱন নিস্তৰংগ নহয়, দিনৌ নানা বিচিত্ৰ আৰু ভয়ংকৰ ঘটনা ঘটিয়েই আছে আৰু সেইবোৰ তথ্য সংগ্ৰহ কৰাৰো কোনো আহুকাল নাই, ঘৰত বহিয়েই পুৱাৰ বাতৰি-কাকতখন খুলিলেই দেখাৰ তথ্য সংগ্ৰহ কৰিব পাৰি। এই আজিৰ কাকতখনত ওলোৱা খবৰবোৰৰ কথাকে ধৰা যাওঁক— 'সাক্ষ্য দিবলৈ আহি বাটতে মৃত্যু ধৰ্ষিতা কিশোৰীৰ', 'মহানগৰীত বোৱাৰীৰ মৃতদেহ উদ্ধাৰ', 'নমাইলৰ বিস্ফোৰণত নিহত দুই', 'গুপ্তহত্যাকাৰীৰ পৰিচয় জানে মহন্তই', 'তামুলপুৰত আলফা— সেনাৰ সংঘৰ্ষ' ইত্যাদি ইত্যাদি। প্ৰথম পৃষ্ঠাৰ বাতৰিৰ শিৰোনামা এইবোৰ। কিন্তু আমাৰ দিনত দিনৌ কাকতৰ পৃষ্ঠাবোৰত ভয়ংকৰ বিষাক্ত কীটৰ দৰে কিলবিলাই থকা আজিৰ এনে ধৰণৰ এটা খবৰো প্ৰকাশ পাইছিল নে? নাই পোৱা, কাৰণ আমাৰ দিনত এনে ঘটনা ঘটাই নাছিল বুলি ক'ব পাৰি, গতিকে কাকতবোৰে ক'ব পৰা এই হত্যা, ধৰ্ষণ, বোমা বিস্ফোৰণ, যৌতুকৰ বাবে বোৱাৰী হত্যা, সন্ত্ৰাসবাদ আদিৰ খবৰ দিব? তেতিয়া সেই কাৰণে শান্তিপূৰ্ণ অসমৰ পটভূমিত আমাৰ গল্পবোৰত প্ৰেম-বিবাহ-সংসাৰ এইবোৰ কথাই বোধহয় প্ৰাধান্য পাইছিল। ময়ো তাকে লৈ অৰ্থাৎ সীমিত বিষয়বস্তুক লৈয়ে গল্প লেখিছিলোঁ। কিন্তু আজিৰ দিনত তেনে গল্প অচল টকাৰ দৰে, গতিকে এতিয়া গল্প লেখিলে সেই অতীত আঁতৰাই বৰ্তমানৰ পটভূমিত এই সমস্যাবোৰক লৈয়ে গল্প লেখিব লাগিব। কিন্তু মই এজন ঘৰ-সংসাৰ লৈ ব্যস্ত থকা সাধাৰণ মানুহ, মই কোনো সমাজ কৰ্মী নহওঁ, ৰাজনৈতিক নেতা বা ৰাজনীতিৰ মানুহ নহওঁ, এইবোৰ ঘটনা-সমস্যাৰ লগত মোৰ প্ৰত্যক্ষ যোগাযোগ নাই, মই কেৱল বাতৰি কাকত পঢ়ি আজিৰ এই ভয়ংকৰ সমাজখনৰ কথা গম পাওঁ অৰ্থাৎ ঘৰৰ ভিতৰত নোসোমাই তলা-চাবি লগোৱা দুৱাৰৰ ফুটাৰেহে ভিতৰত প্ৰত্যক্ষ কৰোঁ। গতিকে বৰ্তমান মোৰ জঠৰ কলমেৰে সজাই-পৰাই কেনেকৈনো মৰ্মস্পৰ্শী গল্প লেখোঁ? তাতকৈ যি সজোৱা-পৰোৱা গল্পই হৈ আছে তেনে নিজ চকুৰে দেখা ঘটনাক লৈ গল্প এটা লেখাৰ চেষ্টা নকৰোঁ কিয়? তেতিয়া হ'লে মই আৰু গল্প নিৰ্মাণ কৰিবলৈ কোনো কষ্টই কৰি নালাগিব, ঘটনাটোৰ বৰ্ণনা কৰিলেই দেখোন এটা নিটোল গল্প হৈ পৰিব।

পিছে মই প্ৰত্যক্ষ কৰা ঘটনাক লৈ গল্প লেখিলে সি হ'ব কৰুণ— কিন্তু জীৱনতনো ঘটনাবোৰ কৰুণ নহৈ কেতিয়া জ্বলমলোৱা সুখৰ হয়? মই অন্ততঃ মন সুখেৰে ভৰাই তোলা ঘটনা কমেই দেখিছো। এনেকি আমাৰ সুখ-শান্তি থকা তাহানিৰ সময়তো, তেতিয়াও প্ৰেমত কাঁইট থাকিছিল, সংসাৰবোৰত শোক-তাপ, ৰোগ-ব্যাধি-মৃত্যু থাকিছিল। সেই বুদ্ধদেৱৰ সৰিয়হ মুঠিৰ গল্পটোৰ দৰেই।

যি হওঁক, এতিয়া মই প্ৰত্যক্ষ কৰা ঘটনাবোৰত মনত পেলাব ধৰিলোঁ। (উস্, সম্পাদক দাদাই মোক বৰ বিপদত পেলালে, গংগাত পেলাই গোৰ মাৰিলে!) প্ৰথমতেই মনলৈ আহিল আশাৰ মুখখন। আশা হ'ল আমাৰ ঘৰৰ প্ৰাক্তন বনকৰা ছোৱালী ভানুৰ ভনীয়েক। আশাহঁত তিনি বাই-ভনী। আগতে বঙালী আছিল, কেবা পুৰুষো অসমত থকাৰ পিছত এতিয়া অসমীয়া হ'ল, অসমীয়া স্কুলত পঢ়িলে ছোৱালীবোৰে। পঢ়িলে মানে পঢ়িছিল, এতিয়া নপঢ়ে। বৰ জীয়ৰী ৰুণুই একে ক্লাছতে দুবছৰ-তিনি বছৰকৈ পঢ়ি অৰ্থাৎ ফেইল কৰি কৰি চতুৰ্থ

শ্ৰেণী পায় মানে গাভৰু হ'ল আৰু তাৰ পিছত এদিন সিহঁতৰ ঘৰৰ ওচৰত থকা ৰিক্সা-ষ্টেণ্ডটোত বৈ থকা ৰিক্সাবোৰৰ এখন চলোৱা সুঠাম সুন্দৰ চেহেৰাৰ বিহাৰী ৰিক্সাবালাৰ লগত পলাই গ'ল। পিছে এটাই কৈচুৰা লৈ ঘৰৰ ছোৱালী ঘৰলৈ ঘূৰি আহিল, বিহাৰী পুংগৱে সিহঁতক এৰি থৈ পলাই গ'ল। ইস্কুলে তাৰ 'দেওঁৰ' পৰা-তিৰোতা আছিলেই। আচলতে ৰুণু তাৰ পাৰ্ট-টাইম তিৰোতাহে আছিল আৰু তাৰ পিছতো ৰুণুৰ ভূমিকা পাৰ্ট টাইমাৰেই হৈ ৰ'ল, এইবাৰ তাই মানুহৰ ঘৰত পাৰ্ট টাইম কাম কৰা দাসী হিচাপে নিযুক্ত হ'ল।

ৰুণুৰ ভনীয়েক ভানু। আমাৰ ঘৰৰ বন কৰা ছোৱালী, সেযাও অৱশ্যে অতীতৰহে কথা। এতিয়া তাই নাথাকে, তায়ো পলাই গৈছিল নিজৰ চুবুৰীয়াৰ ল'ৰা পদ্মৰ লগত। পদ্মই চিনেমা হলত এটাত কিবা কাম কৰে, তৃতীয় শ্ৰেণীত পঢ়াৰ পিছত বায়েকৰ দৰেই মগজুৰ পুষ্টিৰ পৰা বঞ্চিত ভানু গাভৰু হৈ গ'ল, তাই দেখাতো ধুনীয়া, ভালকৈ খাব নাপালেও শৰীৰটো মগজুৰ বিপৰীতে পুষ্ট হৈ গৈছিল। তাই সেই তেতিয়াৰে পৰা পদ্মৰ লগত প্ৰেমৰ, লীলাখেলা চলোৱাৰ আৰম্ভ কৰিছিল। বাপেক বাছ ড্ৰাইভাৰ পৰমা শীলে গৰ্জি উঠিছিল বোলে সেই গুণ্ডা বদমাইছটোৰ লগত মৰিলেও তোক বিয়া নিদিওঁ। বায়েৰৰ অৱস্থা দেখিও তোৰ শিক্ষা হোৱা নাইনে। তোক মই ভাল দৰা চাই ভালকৈ বিয়া দিম। পিছে সেই সপোন অপূৰ্ণ হৈ ৰ'ল মানুহজনৰ। চৰকাৰী বাছৰ ড্ৰাইভাৰ পৰমা শীলে বাছত দুৰ্ঘটনা ঘটালে, ভাগ্যে বহুত মানুহ মৃণীয়াহে হ'ল, নমৰিল। গতিকে শাস্তিৰ পৰা সি কথমপি বচিল হয়, কিন্তু আন এক ভয়ংকৰ শাস্তি হ'ল, সি চিৰ জীৱনৰ বাবে পংগু, অথৰ্ব হৈ পৰিল। ফলত সংসাৰ চলাবলৈ ঘৈণীয়েকে লোকৰ ঘৰত কাম কৰিব লগা হ'ল - অৱশ্যে পাৰ্ট টাইম হিচাপেহে। কিন্তু ভানু আৰু ৰুণু দুয়োকো দুঘৰত বাপেকৰ মতে দুঘৰ ভাল মানুহৰ ঘৰত বনকৰা ছোৱালী হিচাপে থৈ দিলে আৰু তাৰ পিছততো এদিন ৰুণু বিহাৰী মানুহটোৰ লগত পলাই গৈছিল। হয়, এইদৰেই ভানুকো ভাল মানুহ এঘৰলৈ ঠিকেই উলিয়াই দিলে ৰুণুৰ দৰে— কিন্তু পত্নী বা বোৱাৰী হিচাপে নহয়— দাসী হিচাপেহে।

ভানুক থোৱা সেই মানুহ ঘৰেই আমি। কিন্তু কিমান ভাল আমি? ভানুৱে আমাৰ ঘৰত ভালকৈ থাকিব পাইছিল বা তাইক দৰমহাও ভালেই দিয়া হৈছিল, পত্নীৰ বা বোৱাৰীয়ে তাইৰ লগত বেয়া ব্যৱহাৰো কৰা নাছিল, ভালকৈ খাব ল'বও পাৰিছিল কিন্তু তাইক মোৰ পুত্ৰয়ো 'খাব' খুজিছিল, উদ্ভিন্ন যৌৱনা ভানুৰ দেহটোৰ প্ৰতি তাৰ লুভীয়া চকু পৰিছিল। কিন্তু বোৱাৰীয়ে সেই কথা গম পাই গিৰিয়েক আৰু ভানুৰ ওপৰত সতৰ্ক চকু ৰাখিছিল-- ভানুক তেওঁ নৰখাকৈ থাকিব পাৰিলেহেঁতেন, কিন্তু বোৱাৰী মানুহজনী বৰ এলেহুৱা ইফালে ভানু হ'ল কামে-কাজে অতি ওস্তাদ। তাইক বোৱাৰীয়েই কামবন শিকাইছিল আৰু শেষত তাই তেওঁতকৈও ভালকৈ ৰান্ধিব জনা হ'ল, তেওঁতকৈ কেঁকো বেছি ভালকৈ কৰিব পৰা হ'ল— অৰ্থাৎ তাই গুৰুমৰা বিদ্যা আয়ত্ত কৰি পেলালে।

পিছে সুখ যেন ভেল্কিবাজীৰ নিচিনা, একেবাৰে খন্তেকীয়া সকলো কামতে পাকৈত হৈ পৰা ভানুজনীও এদিন পলাই গ'ল, সেই পদ্মটোৰ লগতে পলাই গ'ল আৰু তাৰ লগত সংসাৰ পাতিলে। অথৰ্ব বাপেকে কেৱল দিন-ৰাতি পৰি থকা বিছনাতে অসহায়ভাৱে দাঁত মুখ কৰচি থাকিল, নিজৰ জীয়েকহঁতক 'বেশ্যা' আদি শব্দ প্ৰয়োগ কৰি গালি পাৰি থাকিল।

ভানুহঁতকৈ সৰু দুটা ভায়েক আছে খুউব সৰু, স্কুলেই যাব পৰা হোৱা নাই, কি আৰু কাম কৰি খুৱাব সিহঁতে, সিহঁতেই খাবৰীয়া।

পিছে মই গল্পটো ঘাইকৈ আশাক লৈহে সজাই-পৰাই উলিয়াব খুজিছিলোঁ। তাইৰ বিয়াৰ বয়স হোৱাত উপযুক্ত পাত্ৰ নাপালে, পাবলৈ কোনেই বা চেষ্টা কৰিব — বাপেকটো শয্যাশায়ী, ভায়েক দুটা সৰু, এটা ভিনীহিয়েক নিখোঁজ, আনটো মদাহী, ঘৈণীয়েকক মাৰধৰ কৰা গুণ্ডা (ভানুৰ বাপেকৰ আশংকা সঁচা প্ৰতিপন্ন কৰি পদ্ম যে এটা মহা বদমাইছ ডেকা তাৰ প্ৰমাণ ওলাইছিল। ভানু কেতিয়াবা আমাৰ ঘৰলৈ আহে, ক'লা পৰি গৈছে, কংকালসাৰ চেহেৰা হৈছে— মই ভাবো, তাই যে ইমান সুন্দৰ কেক কৰিব পাৰিছিল সেই বিদ্যাত বোধহয় একেবাৰে মামৰে ধৰিলে, ৰুটি কৰিবলৈকে বোলে ঘৰত আটা নাথাকে কেক কৰাতো দূৰৰে কথা!)। গতিকে আশাৰ বাবে যে কোনোবাই ভাল দৰা বিচাৰি দিব সেই আশা আশাই বাদ দিছিল, বায়েকহঁতৰ দৰে নিজে কাকো পছন্দ কৰি বিচাৰি উলিয়াবও পৰা নাছিল। পিছে সেই কাৰ্যৰ প্ৰতি তাইৰ আকৰ্ষণতকৈ বোধহয় বিকৰ্ষণহে হৈছিল— বায়েক দুজনীৰ ক্ষেত্ৰত প্ৰেমৰ পৰিণাম দেখিলেতো— গতিকে ধৰণী বোলা

দুটা সন্তানৰ বাপেক কাঠৰ মিস্ত্ৰিজনে যেতিয়া আশাক বিয়া কৰোৱাৰ প্ৰস্তাৱ দিলে তাই আপত্তি নকৰিলে। যথসময়ত বিয়া হৈ গ'ল আৰু এবছৰৰ পিছত তাই এটি পুত্ৰ সন্তানৰ মাকো হ'ল।

আশাহঁতৰ ঘৰ উজান বজাৰৰ নৈ পাৰৰ এটা অঞ্চলত। জুপুৰি ঘৰ এটাত ভাড়া লৈ থাকে। সৰু ছোৱালীজনী বিয়া হোৱাৰ দিনৰে পৰা দুটা সন্তান আৰু বিয়াৰ এবছৰ পিছত তৃতীয় সন্তানৰ মোক হোৱা বাবে ঘৰুৱা কাম-বনৰ বাবে মূৰ দাঙিব নোৱাৰিছিল। কেঁচুৱাক কোনে ৰাখে গতিকে সি মাটিত চুচুৰিব পৰা বয়স হওঁতে আশাই তাক কঁকালত ৰছী এডাল বান্ধি গৰু-ছাগলী এৰাল দিয়াৰ দৰে ঘৰটোৰ সৰু বাৰাণ্ডাখনতে এফালে 'এৰাল' দি থৈছিল — এফালে তাই ৰন্ধা-বঢ়া কৰিছিল। মই সেইফালে পুৱা খোজ কাঢ়িবলৈ ওলাই যাওঁ বাবে জীৱনত কোনোদিনে নেদেখা অভিনৱ সেই দৃশ্যটো কেতিয়াবা কেতিয়াবা দেখা পাওঁ। অৱশ্যে শিশু কৃষ্ণকো বোধহয় মাকে এনেকৈয়ে বান্ধি ৰাখিছিল।

যি হওঁক, ভানু গুচি যোৱাৰ পিছত বহুদিনলৈ ছোৱালী বিচাৰি পোৱা নাছিলোঁ, গতিকে পুৱা আহি দিনটোত দুই-তিনিঘণ্টাকৈ কাম কৰা মালতী নামৰ তিৰোতা এজনীকে ৰাখিছিলোঁ। তাই আশাহঁতৰ ঘৰৰ সিফালেই থাকে। সেই মালতীয়ে এদিন আহি দুখ কৰি ক'লে— আশাৰ ল'ৰাটো হাগনী হৈ ৰাতিৰ ভিতৰতে মৰি থাকিল।

'বেচেৰী আশা, সৰু ছোৱালী হৈ বুঢ়া দৰা এটাৰ লগত বিয়া হ'ল, তথাপিতো ল'ৰা এটা লাভ কৰিছিল কিন্তু সেই আনন্দও ভগৱানে নসহিলে। মোৰেই ইমান বেয়া লাগিছে বৌ, সিহঁতৰ ঘৰৰ আগেদি অহা-যোৱা কৰিলে ল'ৰাটোক এখন্তেক চাই আহো, মোকো চিনি পোৱা হৈছিল, দেখিলেই হাঁহি মাৰে আৰু কোলাত উঠিবলৈ হাত দুখন মেলি দিয়ে...'

মই এই সঁচা ঘটনাটোক লৈ এটা গল্প সজাই পৰাই উলিয়াব পাৰোঁ নহ'লে দীপকৰ কাহিনীক লৈয়েতো আন এটা গল্প লিখিব পাৰোঁ।

দীপক মোৰ পুত্ৰৰ শালপতি, বৰ ভাল ল'ৰা, অ', মোৰ পুত্ৰতকৈ শতগুণে ভাল, তাৰ ঘৈণীয়েক বনিতাই অৱশ্যে সি কিমান বেয়া, ভিনীহিয়েক অৰ্থাৎ মোৰ পুত্ৰৰ দৰে বাহিৰা আয় কৰিব নোৱাৰে বুলি ঘেনঘেনাই থাকে। সেই দীপকে চৰকাৰী ডাঙৰ চাকৰি এটা কৰি আছে, অতি নিষ্ঠা আৰু সততাৰে কৰি আছে, ইটো-সিটো বিভাগ, অ'ত-ত'ত চাকৰি কৰি বৰ্তমান সি গুৱাহাটীলৈ বদলি হৈ এনে এটা বিভাগৰ দায়িত্ব ল'ব লগা হৈছে য'ত কোটি কোটি টকাৰ লেনদেন হয়। দীপকৰ বিপদ হ'ল তাতেই, তাৰ পূৰ্বতে যিজন বিষয়া আছিল (আৰু তাৰো আগতে যিসকল আছিল) সেই সকলোৱে তলতীয়া কৰ্মচাৰীসকলৰ সহযোগত সেই টকাৰ এটা সিংহভাগ পকেটস্থ কৰিছিল কিন্তু দীপক অহাৰ পিছত কৰ্মচাৰীসকলৰ তেনে আয়ৰ মুদা মৰিল। দীপকে কঢ়া কৰ্তৃত্বৰে তেনেকৈ টকা ওলাই যোৱাৰ সকলো পথ নিশ্চদ্ৰ কৰি পেলালে আৰু প্ৰতিটো পইচাৰ সদব্যৱহাৰ কৰিলে। ফলত সেই কৰ্মচাৰীসকল অত্যন্ত বিক্ষুব্ধ হৈ ধীপকক আঁতৰোৱাৰ ষড়যন্ত্ৰৰ জাল ৰচনা কৰিব ধৰিলে। তাৰ প্ৰথম পদক্ষেপ আছিল দীপকৰ বিৰুদ্ধে 'তথ্য' যোগান ধৰি বাতৰি কাকতত সেইবোৰ প্ৰকাশ কৰা। আৰু আমাৰহে সাংবাদিক, তেওঁলোকে সেইবোৰৰ সঁচা-মিছা অনুসন্ধান নকৰি দীপকক এজন অকৰ্মণ্য আৰু দুৰ্নীতিপৰায়ণ বিষয়া হিচাপে তুলি ধৰি বাতৰি কাকতত প্ৰকাশ কৰি দিলে । অৰ্থাৎ সঁচাই অসৎ বিষয়াৰ লগত সঁচা বিষয়া দীপকো সাঙোৰ খাই গ'ল। ইফালে আন এক ন্যস্ত স্বাৰ্থৰ শক্তিশালী সংখ্যালঘু দলেও দীপকক আঁতৰাবলৈ মুখ্যমন্ত্ৰীক আবেদন জনালে। তেওঁলোকৰ নিজৰ প্ৰাৰ্থীক সেই পদত আসীন কৰাবলৈ উঠিপৰি লাগিল— ইমান টকাৰ পাহাৰটোৰ ওপৰত বিভিন্নজনৰ লুভীয়া চকুটো পৰিবই মৰাশৰ ওপৰত শগুণৰ চকু পৰা দি। সেই দলে বাতৰি কাকতত দীপকৰ 'অকৰ্মণ্যতা' আৰু 'দুৰ্নীতি'ৰ খবৰ ওলোৱা 'পেপাৰ কাটিং' বোৰো আবেদন-পত্ৰৰ লগত গাঠি দিলে। মুখ্যমন্ত্ৰী বা সংশ্লিষ্ট বিভাগটোৰ মন্ত্ৰীয়ে দীপক কিমান সৎ আৰু কৰ্মদক্ষ বিষয়া ভালকৈ জানে, কিন্তু তেওঁলোক অসহায়, নিৰ্বাচন আহি আছে, 'ভোট-বেংক'ৰ কথা মনত নাৰাখিলে নচলে, গতিকে দীপকক অৱশেষত সেই বিভাগটোৰ পৰা অপসাৰিত কৰিলে।

এতিয়া মই নিজে প্ৰত্যক্ষ কৰা এই ঘটনাটো লৈয়ো গল্প এটা লিখিব পাৰোঁ। কিন্তু এই দুটা ঘটনাৰ কোনটোক লৈ লেখোঁ, বা কোনটো লেখিলে মোৰ জঠৰ কলমে প্ৰাণ পাব পাৰে কোনটো কলাসুলভ অলংকাৰেৰে সজাব পৰাৰ বেছি সম্ভৱনা তাৰ সিদ্ধান্ত ল'ব নোৱাৰি বিমোৰত পৰিলোঁ। শেষত ভাবিলোঁ এবাৰ সম্পাদকৰ

ওচৰলৈকে যাওঁ, তেৱেঁই যেতিয়া মোক অতীতৰ কবৰ খান্দি বাহিৰ কৰিলে, তেৱেঁই দিয়ক এই সমস্যাৰ সমাধান। তদুপৰি তেওঁ নিজে গল্প লেখক, এতিয়াও লেখি আছে (সেই সুদূৰ অতীতৰ পৰা আজিলৈকে গল্প লেখি থকা মানুহজনে বাৰু সৰ্বমুঠ কিমান গল্প লেখিলে? আমাৰ, অসমীয়া সাহিত্যত তেৱেঁই সৰ্বাধিক গল্প লেখি অভিলেখেই সৃষ্টি কৰিলে নেকি!), গতিকে মোক গল্পটো লেখি উলিওৱাৰ কায়দা-টিকিপ জয়ন্ত দাদায়ে নিশ্চয় ভালকৈ শিকাই দিব পাৰিব।

মই গৈ সম্পাদকৰ কোঠালীত সোমাইছিলোঁ।

'অ' মাধৱ দেখোন, কি মন কৰি? হাইঠা মাটিত পৰাৰ দৰেই হ'লা?'

'দাদা, মাজে মাজে হাইঠা মাটিতো পৰে। ময়ো পৰিলোঁ আহি। আচলতে আপুনিয়ে কাঁড় মাৰি মাটি মানে আপোনাৰ অফিচত পেলালে।

'মই? কেনেকৈ হে?'

জয়ন্ত দাদাই চশমাযোৰ খুলি মেজতে থ'লে আৰু সন্মুখত থকা কিবা লেখাৰ পাণ্ডুলিপি শুধৰণিয়েই নে আন কিবা কাম কৰি থকা কলমডালো আঁতৰাই থ'লে।

মই তেতিয়া তেওঁক মোৰ সমস্যাটোৰ কথা ক'লোঁ আৰু আশাৰে তেওঁৰ মুখলৈ চাই ৰ'লোঁ। পিছে তেওঁ মোৰ সমস্যাটোৰ মূৰত চেঁচা পানীহে ঢালিলে, অৱশ্যে বৰ অভাৱনীয় ধৰণে। তেওঁ মোক ক'লে —

'হেৰা, তুমি যি দুটা গল্পৰ কথা ক'লা, সি আজিৰ পৰিপ্ৰেক্ষিতত এক ধৰণৰ নতুনত্বহীন। এনে ঘটনা সৰ্বত্ৰ আজিকালি ঘটিয়েই আছে, তুমি এই দুটা গল্প লেখি উলিয়ালে পাঠকে হয়তো এনে কথাও ক'ব যে এই দুটাও নকল গল্প!'

'নকল গল্প? আপুনি কি কয়হে দাদা?'

'এৰা, এক প্ৰকাৰ নকল গল্পই হ'ব।... পিছে এই নকল গল্পই মোৰ মূৰত ভূতৰ দৰে লম্ভি আছে বাবে মই সৰিয়হৰ ডুলিতো ভূত দেখা হৈছো। আজি এই গল্পটোৰ কথাই ধৰাচোন— এই যে মই তুমি অহাৰ আগলৈকে চাই থকা মোৰ সন্মুখৰ এই গল্পটো, মই পঢ়ি গৈছো আৰু লগে লগে ভাব হৈ গৈছে যে এই গল্প অৰিজিনেল নহয়, আগতে ক'ৰবাত পঢ়া বা শুনা কিন্তু কোনোপধ্যেই ক'ত পঢ়া মনত পেলাব পৰা নাই, এই ভাবটোও কোনোপধ্যেই মনৰ পৰা আঁতৰাব পৰা নাইহে।... তুমিও এবাৰ পঢ়ি চাবা নেকি? তুমিতো যথেষ্ট পঢ়িশুনি থকা মানুহ, কিজানি ক'ব পাৰিবা ক'ৰ পৰা নকল কৰিছে।'

'দিয়কচোন বাৰু দাদা — মই কিজানি কিবা ভেদ ভাঙিব পাৰোবাই। পাৰোৱেই। আজি কালি মই গল্প নেলেখোঁ হয়, কিন্তু পঢ়ো। অন্ততঃ অসমৰ খ্যাতিমান লেখকসকলৰ প্ৰায় সকলো গল্পই পঢ়ো বা পঢ়িছো।'

সম্পাদক দাদাৰ পৰা মই আগ্ৰহেৰে গল্পটো হাতত ল'লোঁ। গল্পটোৰ লেখকৰ নাম ছদ্মবেশী চহৰীয়া। পিছে ছদ্মবেশী আৰু কাৰোবাৰ নাম হয়নে, নিশ্চয় আচল ছদ্মবেশ ধাৰণ কৰা লেখকেই। অৱশ্যে আজিকালি মানুহৰ অদ্ভুত অদ্ভুত নাম হয়ো, কিন্তু ছদ্মবেশী? নৈব নৈব চ। সঁচায়ে প্ৰকৃত ছদ্মবেশীয়েই হ'ব, ছদ্মনাম লৈছে, অৰ্থাৎ এটা নকল নাম। এতিয়া এই নকলী নামৰ গৰাকীয়েনো কাৰ গল্প, কি গল্প নকল কৰিছে চোৱা যাওঁক।

গল্পটোত কিছুদূৰ আগবঢ়াৰ পিছত মই হাঃ হাঃ কৈ হাঁহিব আৰম্ভ কৰিলোঁ। নাহাঁহিনো কেনেকৈ পাৰোঁ?

'কি হ'ল হে? গল্পটো পঢ়ি তুমি কিয় পাগলৰ দৰে হাঁহিব ধৰিলা? ইমাননো হাঁহিৰ গল্প হ'ল নে? মই দেখোন তাত হাঁহিৰ কোনো কথাই বিচাৰি পোৱা নাছিলোঁ, এটা ছিৰিয়াছ গল্প যেনহে লাগিছিল। কেৱল গল্পটো আগতে যেন ক'ৰবাত পঢ়িছিলোঁ— তেনেহেনেই লাগি আছিল।'

'দাদা, আপুনি ঠিকেই কৈছিল যে বুঢ়া হৈ আপোনাৰ স্মৃতিশক্তি লোপ পাইছে। পিছে লোপ পাইছে মানে ভালকৈয়ে লোপ পাইছে। এই ছদ্মবেশী চহৰীয়াই দেখোন আপুনি সেই তাহানিতে লেখা গল্প এটাকে নকল কৰিছে!'

'হা? কি কৈছা? এইটো মোৰেই গল্পৰ নকল? হে ভগৱান!'

কথাকেইটা কৈ সম্পাদক দাদায়ো মোৰ হাঁহিত যোগ দিছিল।

('প্ৰান্তশ্ৰী' অক্টোবৰ, ২০০৫)

# আঘোণৰ পথাৰ, নিগনি, আইতা আৰু মোৰ বংশধৰ

এইবাৰ খেতি খুব ভাল হৈছে, মোৰ এই আঘোণৰ পথাৰত সোণগুটি ধানবোৰ দোঁ খাই পৰিছে। এইবাৰ 'ভাখেৰি' উপচি ধান পাম। মই এতিয়ালৈকে পৈত্রিক— নহয়, কেৱল আতাৰহে এসময়ৰ বাৱন্ন বিঘা মাটিৰ সমপৰিমাণ পথাৰৰ মাটি আহৰণ কৰিব পৰা নাই যদিও এতিয়ালৈ চল্লিশ বিঘা কৰিছোঁ, সিয়ো জানো কম? কিন্তু মোৰ স্বপ্ন আছিল— এদিন ময়ো গেঁৱৰ বাৱন্ন বিঘা মাটিৰে গৰাকী হ'ম, পাৰিলে তাতকৈয়ো বেছি আৰু তেতিয়াহে আঘোণৰ পথাৰত থিয় হ'লেই মোৰ বুকুৰ প্ৰায় শুকাই যোৱা ঘাঁ ডোখৰৰপৰা পুনৰাই যি তেজ ওলায়, সি বন্ধ হ'ব। কিছু পৰিমাণে হ'লেও।

মোৰ সেই স্বপ্ন সফল হ'বই হ'ব, আত্মবিশ্বাস এই ডেউকাত ভৰ দিয়েইতো মই এটা এটাকৈ মোৰ স্বপ্নবোৰ সফল কৰি তুলিছোঁ, আজিৰ এই চল্লিশ বিঘা মাটি আহৰণ কৰিছোঁ, য'ৰ আঘোণৰ পথাৰত ধানে মোক খা মোক খাকৈ শীতৰ বতাহত হালি-জালি আছে। ধান আৰু ধান, অজস্ৰ ধান— এতিয়া এই ধান জগতৰ যিমান নিগনিয়েই নাখাওক কিয়, কোনোপধ্যেই শেষ কৰিব নোৱাৰিব।

উস্, আজি এই আঘোণৰ সোণালী ৰ'দে ওপচাই পেলোৱা মোৰ সোণালী ধাননিখনৰ সন্মুখত উৎফুল্লিত হিয়াৰে থিয় হৈ মোৰ বাৰু প্ৰথমতে নিগনিৰ কথাহে মনলৈ আহিব লাগেনে? ... 'তোৰ ঘৰোত নিংনিয়ে খাবাৰ ধান নাই, তাৰ পিছতো তোৰ নাতিক লেগি কোঁনটো সাহোত আপী খুজবা আইহছা...' উস্।

মোৰ গাঁৱৰ শৈশৱৰ প্ৰিয়া ৰুক্মিণীৰ লগত মোৰ আৰু বিয়া নহ'ল। মোৰ ঘৰত নিগনিয়ে খোৱাৰ জোখাৰেই ধান নাই যেতিয়া আনৰ ঘৰৰ ছোৱালী আহি কি খাই জীয়াই থাকিব। পিছে আইতাৰ মুখত শুনা নানা সাধুকথাৰ লগতে আকৌ এই নিগনিৰ বিয়াৰো সাধু শুনিছিলোঁ; সামান্য এটা নিগনি, সি আকৌ এজনী নহয় দুজনী নহয়— নজনীকৈ বিয়া কৰাইছিল। অৱশ্যে এই আঘোণ মাহতহে— যেতিয়া নিগনিৰ বাবেও অজস্ৰ ধান থাকে। সৰুতে সেই কাহিনী শুনি যে কি স্ফূৰ্তি পাইছিলোঁ, আইতাক সুধিছিলোঁ— 'আঘোণ মাহত আমাৰ ঘৰত সেইবাবেই ইমান নিগনি, নহয়নে আইতা? একোজনী ঘৈণীয়েকৰ বহুতকেইটা পোৱালি হৈছিল ছাগে।'

আইতাই বিৰক্তিতে কৈছিল— 'তই ঠিকেই ধৰিছ বোপাই, এটাই ইমানকেইজনী বিয়া কৰালে এগাল পোৱালি নহ'বনে। আপদসোপাই ভঁৰালৰ ধান খাই আহৰি কৰিলে, মেকুৰীকেইটা পুহিছোঁহে পুহিছোঁ, এটা নিগনিও যদি ধৰিব পাৰিছে! আচলতে আমাৰ ঘৰত বহি বহি গাখীৰ-ভাত-মাছ খাব পাইছেতো, কষ্ট কৰি আৰু কিয় নিগনি চিকাৰ কৰিবলৈ যাব।...'

আইতাৰ প্ৰথম কথাটো আছিল অতিৰঞ্জন, আমাৰ তিনিটা ভঁৰালত তেতিয়া ইমান ধান আছিল যে সমস্ত গাঁৱৰ নিগনিবোৰেও বোধহয় তাক খাই শেষ কৰিব নোৱাৰিলেহেঁতেন (হায়, পিছত নিগনিয়ে খাবলৈও ধান নথকা আমাৰ হতদৰিদ্ৰ অৱস্থা, যাৰ বাবে মই কোনোধৰণৰ শৌৰ্য-বীৰ্যৰে কৃষ্ণৰ ওঁচৰেই চাপিব নোৱৰা ডেকাজনে 'ৰুক্মিণী'ক হৰণ অৰ্থাৎ আজিৰ ভাষাত পলুৱায়ো অনাৰ সাহস কৰিব নোৱাৰিলোঁ। ধন-ধানৰ অভাৱ হ'লে শৌৰ্য-বীৰ্যৰো অভাৱ হয়— মই অন্ততঃ ইয়াকেই বিশ্বাস কৰোঁ।)। কিন্তু দ্বিতীয় কথাটোত অলপ যুক্তি তথা সত্যতা আছে। মেকুৰী কেইজনীয়ে মাছে-ভাতে আৰাম কৰি খাবলৈ পাইছে বাবে নিগনি চিকাৰ নকৰে, এলেহুৱা হৈ গৈছে। কিন্তু খাব নোপোৱা হওকচোন, শুকাই মৰিব লগা হওকচোন, জীয়াই থকাৰ প্ৰত্যাহ্বান আহকচোন, নিগনিবোৰৰ পাছে পাছে ঢপলিয়াই মৰিব বেটাহঁতে, ঠিক মোৰ দৰেই।

মোৰ মুখত হাঁহি বিৰিঙিছিল— সেই হাঁহি তৃপ্তিৰ নে তিক্ততাৰ মই নাজানো। হয়তো দুয়োবিধৰ। আজি যে এই আঘোণৰ সোণৰ পৰশ বোলোৱা গাভিনী ধানবোৰৰে ৰৌদ্ৰ-বিধৌত বিশাল পথাৰখনত থিয় হৈ আছোঁ— এইখন আৰু এনে কেইবাখনো পথাৰৰ মই গৰাকী। তৃপ্তিৰ হাঁহি সিয়েই বিৰিঙাইছে। আনহাতে নিগনিৰ বাবেও পথাৰত যি অজস্ৰ ধান পৰি থাকিব, সেই লোকচান মই 'জমিদাৰ'ৰ গাতেই

নালাগিব, কিন্তু এদিন নিগনিয়ে খাবৰ জোখাৰেও ধান নাই বুলি উপলুঙা কৰি বাপেকে ৰুক্মিণীক মোলৈ বিয়া নিদিলে (এতিয়া মোৰ ধন-সম্পদ, প্ৰতাপ-প্ৰতিপত্তি দেখি এদিন গাঁৱৰ পাঠশালাৰ পণ্ডিত এজনৰ লগত জীয়েকক বিয়া দিয়া ৰুক্মিণীৰ দেউতাকে যে এতিয়া মোৰ লগত জীয়েকক বিয়া নিদিয়াৰ বাবে পস্তায়, সি বেলেগ কথা। সেই কথা শুনি মোৰ এটা বিকৃত মানসিক তৃপ্তি হ'ব পাৰে, কিন্তু আচলতে সি জানো ৰুক্মিণীক নোপোৱাৰ যি বেদনাই মোক আজিও কিছু পৰিমাণে হ'লেও খুলি খুলি খাই যাৰে তাৰ উপশম কৰিব পাৰিছে?), সেই মানুহঘৰৰ সন্তান মযে— যাৰ 'ভাখেৰি' কেইটাত সমগ্ৰ গাঁৱৰ নিগনিয়েও খাই শেষ কৰিব নোৱৰা ধান আছিল। কালৰ কুটিল গতিত সঁচাকৈ কিন্তু সেইখন ঘৰত মানুহ কিয়, নিগনিয়েও খাবলৈ ধান নোহোৱা হৈছিল।

পিছে কালৰ কুটিল গতিত বুলি কিয় কৈছোঁ, কালতো সদায় কুটিল নহয়, কুটিল হ'ল মোৰ দেউতা। আজি মই যি লহপহীয়া ধাননিডৰাত থিয় হৈ আছোঁ সি যেনেকৈ মোৰ বাহুবলৰদ্বাৰা আৰ্জিত হৈছে ঠিক তেনেকৈয়ে এদিন দেউতাৰ মদৰ বলত আতাৰদ্বাৰা আৰ্জিত বৃহৎ ধাননি পথাৰবোৰ গৰা খহনীয়াৰ দৰে টুকুৰা-টুকুৰ হৈ মহাজনৰ বুকুত খহি পৰিছিল। তেওঁ মদ খাবলৈ মহাজনৰপৰা ধন ধাৰলৈ অনাৰ বিনিময়ত মহাজনে আমাৰ আঘোণৰ পথাৰৰ পৰা ধান কাটি নিছিল, তেতিয়া বজাৰত ধানৰ মোনত তিনিকুৰি টকা পোৱা গৈছিল, কিন্তু মহাজনে একুৰিহে দাম ধৰিছিল। লাহে লাহে পিতাৰ মদ খোৱা বাঢ়ি গৈছিল আৰু কমি গৈছিল আঘোণৰ ধানে লহপহাই থকা আমাৰ পথাৰৰ মাটি। পিছত নিৰ্খিনি মাটি বাকী আছিল তাত খেতি কৰিবলৈ মদাহী পিতা অপাৰগ হোৱাত পাঠশালাত পঢ়া তেওঁৰ একমাত্ৰ বংশধৰ মোক স্কুলৰপৰা এৰুৱাই নি হালৰ মুঠিত ধৰাই দিছিল। পিতাই তেতিয়া হাতত ফুলি মদৰ বটল লৈ পথাৰৰ আলিতে বহি তেওঁৰ অকণমানি পুত্ৰই কুমলীয়া ভেণ্ডিৰ দৰে আঙুলিৰে হালৰ মুঠিত ধৰা দৃশ্য নিৰ্বিকাৰ,— অ' নহয়, নিষ্ঠুৰ দৃষ্টিৰে চাই আছিল।

পিছে মানুহৰ ভাগ্য সদায়ে বোধহয় কুটিল নহয়, সংস্কৃততো এষাৰ কথা আছে— চক্ৰবৎ পৰিবৰ্তন্তে দুঃখানি চ সুখানি চ (কিন্তু সঁচায়ে জানো এই কথা সদায় সত্যত পৰিণত হয়? হোৱা হ'লে আমাৰ গাঁৱৰ প্ৰমিলা জেঠী আৰু মোৰ বাল্যকালৰ প্ৰাণৰ বন্ধু অতুলৰ জীৱন কিয় সদায় দুখ-দাৰিদ্ৰতে পাৰ হ'ল?)। মই হালৰ মুঠিত ধৰাৰ এসপ্তাহৰ পিছত মোৰ স্কুলৰ ভবেন ঠাকুৰীয়া ছাৰ স্বয়ং ভগবানৰ দৰে আমাৰ নিঃশেষ হৈ হৈ বাকী থকা সেই সৰু পথাৰখনত গৈ উপস্থিত হৈছিল আৰু পিতাক গৈ ডবিয়াইছিল— ঐ গজেন, পুতেৰক স্কুললৈ নপঠিয়াই এনেকৈ হাল বাবলৈ লৈ আহিছ, (ষাঠিৰ ওচৰ চপা ঠাকুৰীয়া ছাৰে তেওঁতকৈ কম বয়সৰ সকলোকে 'তই' সম্বোধনেই কৰিছিল আৰু আমাৰ গাঁৱৰ কাৰো সেই কথাত আপত্তি নাছিল। মোৰ দীঘেলীপাৰা গাঁৱত এই প্ৰবাদপ্ৰতীম শিক্ষকজনক আটায়ে শ্ৰদ্ধা কৰিছিল) তোৰ মদাহী আত্মাই অলপো লাজ পোৱা নাইনে? দুখ পোৱা নাই নে? নবেন ক্লাছৰ ভিতৰত আটাইতকৈ ভাল ল'ৰা, চোকা ল'ৰা। এদিন ভালকৈ পঢ়ি-শুনি সি হাকিম-দাৰোগা হ'ব, আমাৰ দীঘেলীপাৰাৰ এদিন মুখ উজ্জ্বলাব আৰু তই অপদাৰ্থ মদাহী বাপেকটোৱে তাক হালোৱা কৰিবলৈ আনিছ?'

'হালোৱাৰ ল'ৰা হালোৱাই হ'ব, হাকিম-দাৰোগা হৈ মোক উদ্ধাৰ কৰিব নালাগে.. এই নবা, ভেবা লাগি কি চাই আছ, হালখন নাবাব কিয়?' (মোক ঘৰত নবেন বুলি নামাতি নবা বুলিও মাতিছিল, আৰু পিছত এদিন মহাজনে আমাৰ আঘোণৰ পথাৰৰ সকলোবোৰ ধান কাটি নি কেৱল নৰাসোপা এৰি থৈ যোৱা পথাৰখনত থিয় হৈ সেই সময়ৰ তৰুণ মই ভাবিছিলোঁ— মোৰ নামটোৰ লগত এই এডাল সাঁহ নথকা, নিগনিয়ে খাবলৈও নথকা নৰাভৰা পথাৰখনৰ লগত মই যে কেনেকৈ একাকাৰ, একাত্ম হৈ পৰিছোঁ! তাৰ কিছুদিন আগতে মাত্ৰ ৰুক্মিণীক বাপেকে কাৰোবাৰ লগত বিয়া দিয়াৰ যো-জা কৰাত মোৰ হৃদয়ৰ বতৰা ভালকৈ পোৱা মোৰ আইতাই তৰা-নবা ছিগি— হায়, আকৌ নবা— সিহঁতৰ ঘৰলৈ ঢাপলি মেলিছিল আৰু ৰুক্মিণীৰ দেউতাকক গৈ কাবৌ-কাকূতি কৰিছিল যোলে এতিয়াই তাইক বিয়া দিব নালাগে, তেওঁৰ নাতিয়েক এদিন ডাঙৰ মানুহ হ'বই হ'ব, বৰ চোকা ল'ৰা' সি, তেতিয়া ঢোলে-ডগৰে ৰুক্মিণীক তেওঁৰ

মৰমৰ নাতি-বোৱাৰী কৰি লৈ আহিব। আৰু সিদিনাই চৰম ব্যংগভৰা কুটিল হাঁহিৰে ৰুক্মিণীৰ দেউতাকে আইতাৰ বুকুত সেইডাল শেল বিন্ধিছিল যি শেলৰ খোঁচ তেওঁ বেছিদিন সহ্য কৰিব লগা হোৱা নাছিল কাৰণ তাৰ কিছুদিন পিছতেই তেওঁৰ মৃত্যু হৈছিল অৰ্থাৎ নিগনিয়ে খাবলৈ ধান নথকা দিনতে তেওঁৰ মৰণ আহিছিল, কিন্তু মোক সেই শেলডালে হ'লে এতিয়াও হৃদয়ত খোঁচা-বিন্ধা কৰিয়েই আছে— 'তইঁতোৰ ঘৰোত নিংনিয়ে খাবা পাৰা ধানো নাই...'। উস্!

পিছে পিতাই মোৰ পঢ়া বন্ধ কৰিব নোৱাৰিলে। মই যে পঢ়াত চোকা, ভবেন ঠাকুৰীয়া ছাৰে যে মোৰ বিষয়ে এনে উচ্চ ধাৰণা পোষণ কৰে, সেই কথাটো মই জনা নাছিলোঁ, গতিকে এবাৰ জনাৰ পিছত মোৰ অকণি অন্তৰখনত কি তোলপাৰ লাগিছিল মইহে জানো, কেতিয়া হাল বোৱা শেষ কৰি ঘৰলৈ দৌৰোঁ, আইতাৰ ওচৰ পাওঁ মোৰ তেনে লাগিছিল। গতিকে হাল এৰিব পাৰিয়েই মই পিন্ধনৰ গামোচাখনত বোকা লগা অৱস্থাৰেই, তাক নসলায়েই আইতাৰ ওচৰলৈ দৌৰিছিলোঁ আৰু এইকেইদিন হাল ধৰাত ক'লা পৰি কৰ্কশ হোৱা আঙুলি-সম্বলিত মোৰ খীণ হাত দুখনেৰে আইতাৰ ডিঙিত মেৰিয়াই ধৰিছিলোঁ আৰু উত্তেজিত ভাবেৰে কৈছিলোঁ— আইতা আইতা, আজি ভবেন ঠাকুৰীয়া ছাৰে আমাৰ পথাৰলৈ মোক স্কুললৈ লৈ যাব আহিছিল। তেওঁ কৈছে, মোৰ বোলে খুব বুদ্ধি আছে, মই পঢ়া-শুনা কৰিলে বোলে হাকিম-দাৰোগা হ'ম। আইতা, মই পঢ়িম, তই কিবা এটা কৰ, পিতাতো কোনোমতে সন্মত নহ'ব, তই কিন্তু কিবাকৈ মোৰ পঢ়াৰ বন্দৱস্ত কৰি দিবই লাগিব...'

আইতায়ো কেতিয়াও জনা নাছিল যে মই পঢ়া-শুনাত চোকা ল'ৰা, স্কুলৰ পৰীক্ষাবোৰত মই তেনেকুৱা ভাল ফলাফলো দেখুৱাব পৰা নাছিলোঁ। দেখুৱামেই বা কেনেকৈ, মা মৰি গ'ল মই সৰু থাকোঁতেই, ফলত মই আইতাৰ পাছে পাছে ঘূৰি থাকোঁতেই গ'ল, ঘৰৰ কামত আইতাক সহায় কৰিবলৈ কোনো নাছিল, মা আছিল বেমাৰী, মোৰ জন্মৰ পিছত আৰু এবাৰহে মাত্ৰ গৰ্ভধাৰণ কৰিছিল, ছোৱালী এজনীৰ জন্ম হৈছিল যদিও তাই ওপজাৰ কেইদিনমান পিছতে মৰি থাকিল। মাই হিয়া ঢাকুৰি কান্দিলেও পিছত এই কথাও কৈছিল যে ঈশ্বৰে যি কৰে মংগলৰ কাৰণেই কৰে, যিহে মদাহী বাপেক, কোনোদিনে তাইক বিয়া-বাৰু দিব নোৱাৰিলেহেঁতেন। তাৰ পিছত মাই আৰু কেইবাবাৰো গৰ্ভধাৰণ কৰিছিল কিন্তু সকলো সন্তান পেটতে নষ্ট হৈছিল। তাৰ পিছত তেওঁৰো মৃত্যু হৈছিল, শৰীৰত কেইবাটাও পোৰা দাগ লৈ তেওঁ এদিন ভালকৈয়ে জুইত নিঃশেষ হৈ গৈছিল। পিতাৰ অত্যাচাৰৰ এটা প্ৰিয় নিয়ম আছিল, জুইৰ ওচৰত বহি ৰান্ধি থকা মাক চৌকাৰ জ্বলা খৰি আনি মেথনি মাৰি মেখেলা পিন্ধা উদং পিঠিত তাৰে একোব দিয়া।

আতাও মৰি গ'ল অকালতে আৰু আইতাই বিননি জুৰি সময়ে সময়ে কয় যে তেওঁ পাপীনিয়েই সকলোৰে মূৰ খালে, গিৰীয়েকৰ, বোৱাৰীয়েকৰ, উপজিয়েই মৰা নাতিনীয়েকৰ আৰু বোৱাৰীয়েকৰ গৰ্ভতে মৃত্যু হোৱা সন্তানকেইটাৰ। তাৰ পিছত তেওঁ কয়— কণা বিধাতাৰ মোলৈহে চকু নপৰিল, এইবোৰ জ্বালা-যন্ত্ৰণা চাবলৈহে মোক মাৰি নিয়া নাই।

আইতাই এইবোৰ কথা ক'লে মই তেওঁৰ ডিঙিত সৰু সৰু হাত দুখনেৰে মেৰিয়াই ধৰোঁ আৰু কওঁ— 'আইতা, তই মৰি গ'লে বাৰু মোক কোনে ভাত ৰান্ধি দিলেহেঁতেন কচোন? আৰু তেতিয়া আইতাই কয়— 'বাপেৰটোৰ যি অত্যাচাৰ, ভাত ৰান্ধি দিবলৈ ঘৰত আৰু কিমান দিন বা ধান-চাউল থাকে। কণা বিধাতাই তাকোতো মাৰি নিনিলে। সি মৰি গ'লে আমি ৰক্ষা পৰিলোঁহেঁতেন।'

পিছে মই জানো যে সেইযাৰ তেওঁৰ মুখৰহে কথা, অন্তৰৰ কথা নহয়। আইতাৰ আচলতে দেউতাৰ (আৰু লগতে মোৰো) ভিতৰত প্ৰাণটো সোমাই আছে। গাঁৱৰ মানুহে এবাৰ বৰ সঁচা কথা কয় যে দেউতা বেয়া হোৱাৰ মূলতে আইতা, একমাত্ৰ সন্তান হোৱা বাবে আদৰত প্ৰশ্ৰয় দি দি তেওঁৰ মূৰ খালে। আইতা আছিল কাকবাজী, মাই লাগে কেইবাবাৰো গৰ্ভধাৰণ কৰিছিলেই, কিন্তু তেওঁ মাত্ৰ এবাৰেই গৰ্ভধাৰণ কৰিলে আৰু জন্ম দিলে মোৰ কুলাংগাৰ পিতৃক। একমাত্ৰ সন্তান হোৱা বাবে আতাৰ বিশাল ভূ-সম্পত্তিৰ তেৱেঁ মালিক হৈছিল, কিন্তু নৈৰ গৰা খহনীয়াই মানুহৰ মাটি গ্ৰাস কৰাৰ দৰে পিতাৰ মদৰ নৈয়ে আমাৰ

মাটিবোৰ গ্ৰাস কৰি পেলালে।

এই অকলশৰীয়া আইতাৰ জীৱনত আচল বন্ধু বা একমাত্ৰ লগৰীয়া যেন মইহে আছিলোঁ, তেওঁৰ পাছে পাছে ছাঁৰ দৰে ঘূৰি ফুৰিছিলোঁ আৰু সংসাৰৰ কামত নানা সহায় কৰিছিলোঁ। তেওঁ সন্ধিয়া ভাত ৰান্ধি থাকোঁতে মই ওচৰতে পীৰা পাৰি বহিছিলোঁ আৰু তেওঁৰ পৰা কুতুৰি কুতুৰি সাধু শুনিছিলোঁ। তাৰ পিছত আৰু পঢ়োঁ কেতিয়া? আইতাই পঢ়া-শুনাৰ মোল নুবুজে আৰু পুতেকে পঢ়া-শুনা কৰিছে নে নাই চাবলৈ পিতা ঘৰতে নাথাকে, (তেওঁতো মোক পঢ়াবই নুখুজিছিল)! গধূলিৰপৰা মদৰ আড্ডাত বহেগৈ, আহে ৰাতি দোভাগত আৰু আহিযেই বেৰত লঠিয়াবলৈ ধৰে। তেওঁৰ সেই গোৰবোৰে আমাৰ চূণ মাটিৰ বেৰকেইখন শতচ্ছিন্ন ফটা কাপোৰৰ দৰে কৰিছিল। আইতাই পুতেকক গালি পাৰি টিপচাকিটো জ্বলাই দুৱাৰখন খুলি দিয়েগৈ। চাকিৰ পোহৰত বেৰত আইতাৰ দীঘল ছাঁ পৰে, মোৰ গাটো ছমছমাই যায় (দেউতাৰ গোৰৰ শব্দত ময়ো সাৰ পাই যাওঁ), সেয়া কোনোবা ভূত-প্ৰেত যেন লাগি যায়। তাৰ পিছততো আচল প্ৰেতটো আহি ঘৰতে সোমায়হি। আইতাই তেওঁলৈ যতনাই দিয়া ভাতৰ কাঁহীখন তেওঁ কেতিয়াবা নোচোৱেই, কেতিয়াবা ছেদেলি-ভেদেলি কৰি কেইগৰাহমান খায় আৰু বেছিভাগেই বমি কৰে। কেতিয়াবা এক গোৰত কাঁহী ছিটিকাই দিয়ে।

মোৰ পঢ়া-শুনাৰ মোল নুবুজা আইতাই যেন সেইবাৰ প্ৰথমবাৰৰ বাবে মই পঢ়া উচিত বুলি বুজি পালে, নাতিয়েক হাকিম-দাৰোগা হ'ব, পৃথিৱীত ইয়াতকৈ কিবা সৌভাগ্যৰ কথা হ'ব পাৰেনে? ভগৱানৰ ওচৰত ইয়াতকৈ আৰু কিবা বেছি বিচাৰিব লগা থাকিব পাৰেনে? গতিকে এইবাৰ আইতাই মোৰ পঢ়া সুকলমে চলাৰ বাবে উঠিপৰি লাগিল; মাকৰ সেই ৰণংদেহী মূৰ্তিটো দেখি পিতায়ো আৰু মোক পঢ়া এৰুৱাৰ সাহস নকৰিলে।

পিছে মোৰ দৰে অভাগাৰ আৰু সুখত পঢ়াৰ সৌভাগ্য কপালত লিখা আছিলনে? টানি-টুনি নৱম শ্ৰেণীলৈ গৈছিলোঁ— সেই সময়লৈ পঢ়া আগবাঢ়িছিল, কিন্তু আমাৰ শস্য-মৎস্য সকলো টুটি আহিছিল, গোটেই মাটি বেচা গৈছিল বা বন্ধকত গৈছিল – মোৰ ভাবি আচৰিত লাগে যে কেইবটলমান মদে ইমান বিশাল মাটিত এনে গৰা খহনীয়া সৃষ্টি কৰিব পাৰে, নৈৰ কোবাল পানীতকৈও বেছি শক্তিৰ আধাৰ যেন কেইবটলমান মদ!

গতিকে মই লোকৰ মাটিত (হায় আমাৰ এসময়ৰ বাৰম্ন বিঘাৰ মাটি!) হাল বাই দুটা পইচা আৰ্জি পঢ়াৰ খৰচ চলাবলগীয়া হ'লোঁ আৰু তেনেকৈয়ে মেট্ৰিক পৰীক্ষা দি প্ৰথম বিভাগত পাছ কৰিলোঁ।

সেই সময়ত আইতাই আমাৰ ঘৰৰ এসময়ৰ মেকুৰী-নিগনিৰ বিষয়ে দিয়া মন্তব্যটোৱেই মোক আগবাঢ়ি যোৱাৰ প্ৰেৰণা দিছিল। মেকুৰীকেইটাই বহি বহি মাছে-গাখীৰে খাবলৈ পাইছে বাবেই নিগনি চিকাৰ নকৰে, এসময়ত ময়ো ঘৰখনৰ আলাসৰ লাড়ু হৈ চৰ্ব-চোষ্য-লেহ্য-পেয়ৰে খাই-বই একেটাইত নোদোকা মেকুৰীৰ দৰেই যেন হৈ পৰিছিলোঁ। কিন্তু এতিয়া তেনে ৰাজকীয় খানা কিয়, পেটৰ শুদা ভাতকেইটা নিমিলাৰ দৰেই অৱস্থা হৈছে, স্কুললৈও যে ক'তদিন লঘোণে গৈছোঁ, গতিকে বুজি পাইছিলোঁ যে এতিয়া আৰু ঘৰৰ সুখত প্ৰতিপালিত হৈ থকা মেকুৰীৰ ভূমিকা লৈ নিগনি চিকাৰ নকৰাকৈ থাকিব নোৱাৰি, মই নিগনি চিকাৰ কৰিবই লাগিব, ঘৰত নিগনিয়েও ধান-চাউল খাবলৈ নথকা ঘৰখনলৈ ধান-চাউল সংগ্ৰহ কৰি আনিবই লাগিব। অৱশ্যে ৰুক্মিণীৰ দেউতাকৰ এই শেলে বিন্ধা কথাষাৰ তেতিয়াৰ সময়ত প্ৰযোজ্য নহয়, আৰু কিছু পিছৰহে কথা আছিল সেইষাৰ। কিন্তু সেইটো আছিল একপ্ৰকাৰ নিষ্ঠুৰ সত্যই, আমাৰ ঘৰৰ অৱস্থা ইমানেই শোচনীয় হৈ পৰিছিল যে পেটত ভাত, পিন্ধনত কাপোৰ নোহোৱাৰ দৰেই অৱস্থা হৈছিল। আইতাই যে মেখেলাখন দিনত পিন্ধাৰ বাবে সাঁচি ৰাখিবলৈ ৰাতি গাত উৰা থৈলা এখনকে মেখেলা কৰি পিন্ধিছিল মই তেওঁৰ লগত তেতিয়া নুশুয়ো গম পাইছিলোঁ, যদিও তেওঁৰ মৃত্যুৰ সময়লৈকে, পি. ইউ. পঢ়ি থকা সময়লৈকে মই আইতাৰ লগতে শুইছিলোঁ, কেৱল জাৰকালিৰ দিনকেইটাত নুশুইছিলোঁ। মই শুলে আইতাৰ ফটা জৰাজীৰ্ণ লেপ আৰু থৈলাৰ তলত যি অপৰিমিত উম মিলে তাৰ ভাগো মোক দিব লাগিব, গতিকে মই বাহিৰৰ ধানখেৰৰ পুঁজিৰ

উম লৈয়ে শুইছিলোঁ। খেৰে মোৰ শৰীৰৰ ওলাই থকা অংশ বিছাই ডকাদি নহ'লেও খুবকৈয়ে ঢাকিছিল, গতিকে গামোচাখনকে মূৰে-গায়ে মেৰিয়াই লৈছিলোঁ। কিন্তু শীতৰ প্ৰকোপৰ পৰাতো ৰক্ষা পৰিব পাৰিছিলোঁ।

আইতাৰ এই মেখেলাৰ আৰু এটা গোপন কথাও মই গম পাইছিলোঁ। তেওঁৰ মৃত্যু হৈছিল বাৱন্ন বছৰ বয়সত (পৃথিৱীৰ যে কিছুমান ৰহস্য, জীৱন কালতে বাৱন্ন বিধা মাটিৰ গৰবিনী গৰাকীয়নীৰ সেই বাৱন্ন বছৰত মৃত্যু হোৱা কথাটোৰ লগত বাৱন্ন বিঘা মাটি হেৰুৱাৰ কিবা যেন সম্পৰ্কহে আছে!)। আইতা আছিল মৌজাদাৰৰ জীয়ৰী, চেহেৰা আছিল তেজে ফুটো ফুটো, শৰীৰৰ গঠন ভাস্কৰে খোদাই কৰা মূৰ্তিৰ দৰে। দেউতাকে সেইজনী ছোৱালীক বাৱন্ন বিঘা মাটি-সম্পত্তিৰ গৰাকীৰ লগ হেঁপাহেৰে বিয়া দিয়াটো স্বাভাৱিক আছিল। ককা মানুহজনো ভাল আছিল, তেওঁ কোনোদিনে আইতাক দুখ নিদিলে। দুখ দিলে তেওঁৰ পেটৰ পোৱালিটোৱে। তেওঁৰ অতি প্ৰিয় আৰু আপোনজনে। আৰু আনজন প্ৰিয়, আপোনজন হ'লোঁ মই। সেই আপোনজনে তেওঁক সুখ দিব পাৰিলেনে?

পিছে সেই কথা পিছলৈ থৈ এতিয়া আইতাৰ বিষয়ে মই জানি পেলোৱা গোপন কথাটোলৈ আহোঁ। আইতাই মোক পুৱাতে ভাত-পানী ৰান্ধি খুৱাই স্কুললৈ পঠাইহে পিছত গা-পা ধুইছিল। আমাৰ বাৰীৰ পাছফালে এটা পুখুৰী আছে, পানীবোৰ বৰ চাফা নহ'লেও তাৰেই আমাৰ যাবতীয় কাম-কাজ চলে। আইতাই (আৰু আমিও) তাতেই গা ধোওঁ। আগতে আমাৰ পানী খোৱা কুঁৱা এটাও আছিল, কিন্তু পিছলৈ তাৰ পানীবোৰ লেতেৰা হৈ গৈছিল।

এদিন স্কুললৈ গৈ গম পালোঁ— কোনোবা এজন ডাঙৰ মানুহ ঢুকাইছে, সেইবাবে আমাৰ স্কুল ছুটী দিলে। ঘৰলৈ আহি দেখিলোঁ আইতা ঘৰত নাই, কিন্তু দুৱাৰত বাহিৰৰপৰা দাং দিয়া হোৱা নাই। আইতা নিশ্চয় পুখুৰীলৈ গা ধুবলৈ গৈছে আৰু নহ'লেবা বাচন-পত্ৰ ধুবলৈ গৈছে। মই আইতা, আইতাকৈ চিঞৰি পুখুৰী পাৰলৈ দৌৰিছিলোঁ, পিছে দূৰৈৰ পৰাই এটা দৃশ্য দেখি মই যেন ঠাইতে শিলিভূত হৈ গ'লোঁ— এজনী নাৰীৰ উলংগ মূৰ্তি পুখুৰীৰপৰা উঠি আহিব ধৰিছে, যেন সাগৰৰপৰা ভেনাছহে ওলাই আহিছে (মই স্কুলৰ লাইব্ৰেৰীত থকা গোটেইবোৰ বাহিৰা কিতাপ পঢ়ি শেষ কৰিছিলোঁ, তেতিয়াই বোধহয় ক'ৰবাত সাগৰৰ পৰা উঠি অহা ভেনাছৰ সাধু পঢ়িছিলোঁ)। মূৰ্তিটোৱে, অৰ্থাৎ আইতায়ো মোক দেখিছিল, কাৰণ লগে লগে আইতাই ক্ষীপ্ৰগতিত পুনৰাই গৈ পানীত জঁপিয়াই পৰিছিল। মই উভতি খোজ লওঁতে চকুত পৰিছিল, ৰ'দ ঘাই ঠাইৰ পুখুৰীৰ গাতে লগা সৰু জোপোহা এটাত আইতাৰ নিশ্চয় আইতাৰে, মেখেলা এখন মেলি থোৱা আছে, আৰু লগতে আছে এখন গামোচা। আইতাই সাধাৰণতে বুকুত মেথনি মাৰি গামোচা এখন গাত লয়।

মই ঘৰৰ ভিতৰত সোমাই পগলাৰ দৰে আইতাৰ বাকচ খুলি তেওঁৰ কাপোৰ-কানি লণ্ড-ভণ্ড কৰিব ধৰিছিলোঁ— কাপোৰ-কানি মানে তেওঁৰ সমৃদ্ধ বোৱাৰী কালৰ ভাল কাপোৰ-কানি, যি এতিয়া উঁৱলি গৈছে, যি কাপোৰ ঘৰত পিন্ধিব নোৱাৰি। পিন্ধিব পৰা এযোৰ ভাল মেখেলা-চাদৰ অৱশ্যে আছে, সেইযোৰ নিশ্চয় আইতাই অ'ত-ত'ত যাবলৈ সাঁচি থৈছে। গতিকে তেওঁ ঘৰত কোনো নথকাৰ সুযোগতে পুখুৰীত উলংগ হৈ গা ধোৱে আৰু মেখেলাখন ধুই ৰ'দত মেলি দিয়ে। মই বলিয়াৰ দৰে হৈ গৈছিলোঁ, কিন্তু আচলতে মই বলিয়া হোৱা নাছিলোঁ, হৈছিল আইতাহে। অৱশ্যে সেই ঘটনাটোৰ বহুত বছৰৰ পিছত; মই তেতিয়া দশমমানৰ ছাত্ৰ হৈছিলোঁ আৰু পাগলিনী আইতাক (ইমান জ্বালা-যন্ত্ৰণাত পগলা নহ'বনে?) ঘৰত বান্ধি থৈ মেট্ৰিক পৰীক্ষা দিবলৈ গৈছিলোঁ। প্ৰথম বিভাগতে মেট্ৰিক পাছ কৰিছিলোঁ যদিও তাৰ আৰু দুবছৰ পিছলৈ মোৰ পঢ়া নহ'ল। আমাৰ পিছপৰা গাঁওখনত তেতিয়া কলেজ নাছিল, কলেজ আছিল কেইবামাইল দূৰৈত। কিন্তু পাগলিনী আইতাক ঘৰত অকলে এৰি থৈ ইমান দূৰলৈ গৈ ইমান সময়ৰ বাবে এৰি থকা সম্ভৱ নাছিল, গতিকে তেতিয়ালৈ পঢ়াৰ চিন্তা বাদ দি মই দুপইচা আৰ্জনৰ ধান্দাতে লাগি গৈছিলোঁ; খেতিয়কৰ আৰু মাষ্টৰৰ— এই দুয়োবিধ কামকে কৰিছিলোঁ। অৱশ্যে খেতিয়ক মানে লোকৰ পথাৰত হাল বাই তেওঁৰ আঘোণৰ পথাৰ ধানেৰে ওপচাই পেলোৱা আৰু গাঁৱৰ ধনী মানুহৰ তলৰ ক্লাছত পঢ়া ল'ৰাক পঢ়ুৱা। মই যে পঢ়াত চোকা ল'ৰা আছিলোঁ সেই কথা জানিয়ে গাঁৱৰ দুই-চাৰিঘৰ মানুহে মোক তেনে টিউশ্যনৰ সুবিধা দিছিল।

ময়ে ঘৰৰ ৰন্ধা-বঢ়াকে ধৰি যাৱতীয় কাম কৰিছিলোঁ। পিতাৰ অৱস্থাতো দিনে দিনে আৰু বেয়া হৈছিল অহৌ বলিয়াৰ দৰে দিনটো ঘৰৰ বাহিৰতে কটাই দিছিল।

তাৰ পিছত কিবাকৈ কিছু টকা-পইচা সাঁচি আইতাক চহৰলৈ চিকিৎসা কৰিবলৈ লৈ গৈছিলোঁ। এদিন আইতা ভাল হৈয়ো উঠিছিল, কিন্তু ডাক্তৰে যি বিল দিলে দেখি মোৰ চকু কপালত উঠিল। মই ডাক্তৰক (আচলতে তেওঁ ডাক্তৰণীহে, কিন্তু মহিলা যদি সম্পাদক হ'ব পাৰে ডাক্তৰণী কিয় ডাক্তৰ হ'ব নোৱাৰিব?) ক'লোঁ যে এতিয়াই গোটেইখিনি টকা দিব নোৱাৰিম, পিছত আহি দি যাম। কিন্তু তেওঁ মোৰ কথা বিশ্বাস নকৰিলে, কৰিবই বা কিয়? কিন্তু মই বৰ অসহায় অনুভব কৰিলোঁ আৰু শূন্য দৃষ্টিৰে অলপ ইফালে সিফালে চাব ধৰিলোঁ। তেতিয়া মোৰ আইতাই মাত লগালে— 'আই, মোৰ কাণৰ এই সোণৰ ফুলযোৰকে ৰাখি থোৱা।'

মই ভাবিলোঁ— আইতা ভাল হোৱা নাই, পাগলীয়েই হৈ আছে, নহ'লে হাজাৰ দাৰিদ্ৰৰ মাজতো হাতৰ-কাণৰ সকলো সোণ বেচিলেও এইযোৰত তেওঁ হাত দিয়া নাছিল, পিতাই মদৰ টকা যোগাৰ কৰিবলৈ সেই কাণফুলিযোৰো টনাটনি কৰিছিল, এনেকৈ টনাটনিত কাণৰ লতিতো তেজ ওলাইছিল। কিন্তু সেইদিনা মোৰ বগী আইতাই ক'লী কালীমূৰ্তি ধাৰণ কৰিছিল আৰু গাৰ সমস্ত জোৰেৰে পুতেকক ঠেলা মাৰি দিছিল। পিতা মদাহী মানুহ, শৰীৰৰ অৱস্থা কাহিল কৰি পেলাইছিল মদে, গতিকে সামান্য এটা ঠেলাতে তেওঁ বাগৰি গ'লহেঁতেন, কিন্তু আইতাই দিছিল প্ৰচণ্ড ঠেলা, এনে ঠেলা যে মানুহজন প্ৰায় উফৰি গৈছিল আৰু ঘৰৰ কাঠৰ খুঁটাতে তেওঁৰ মূৰটো জোৰেৰে লগাত মূৰ ফাটি তেজেই নিগৰিছিল (আজিকালি বাতৰিকাকতত নানা বীভৎস খবৰৰ লগতে মাতৃৰ হাতত পুত্ৰৰ হত্যা বুলি যে পঢ়িবলৈ পাওঁ, তেনে ঘটনা এনেজাতীয় পৰিস্থিতিতে উদ্ভূত হোৱা নেকি?), তেওঁ কিছুদিন বিছনাত পৰি থাকিব লগা হৈছিল। চিকিৎসাৰ নামত চলিছিল কান্দি কান্দি আইতাই লগাই দিয়া পিৰালীৰ কাষৰ গেন্ধাই ফুলৰ গছৰ পাতৰ প্ৰলেপ আৰু তাতেই তেওঁ নিৰাময় হৈ উঠিছিল। আইতাই কান্দোনৰ লগে লগে বিনাইছিল— 'মই কুলক্ষণীয়ে সকলোৰে মূৰ খাবলৈ জন্মিছোঁ — নিজ পুত্ৰৰো।' সেই কাণফুলি, বিখ্যাত কাণফুলি যিযোৰ আতাই পুত্ৰ জন্ম হোৱাৰ, অৰ্থাৎ মোৰ পিতা জন্ম হোৱাৰ আনন্দতে আইতাক দিছিল। সেই জন্মৰ আনন্দ শেষলৈ আইতাৰ বাবে নিৰানন্দত পৰিণত হ'লেও কাণফুলিযোৰ কিন্তু তেওঁৰ সকলো স্থাবৰ বস্তুৰ ভিতৰতে প্ৰিয় হৈ পৰিছিল। গতিকে এতিয়াও আইতা পাগলী হৈ নাথাকিলে ডাক্তৰক সেই ফুলি দিয়াৰ কথা কয়নে?

ডাক্তৰ সম্মত হ'ল। কিন্তু মোৰ দুই নাৱত দুই ভৰি দিয়াৰ দৰে অৱস্থা হ'ল। কি কৰোঁ মই এতিয়া? পইচা নিদিলে ডাক্তৰে আইতাক এৰি নিদিয়ে। শেষত মই ৰফা কৰিলোঁ— কাণফুলিযোৰ বন্ধকত থ'লোঁ আৰু আইতাক ক'লোঁ— 'আইতা, মোৰ গাত যদি তোৰ তেজ আছে এদিন এই কাণফুলি মোকোলাই দি পুনৰ তোৰ কাণত পিন্ধাইহে এৰিম।'

মোৰ সেই প্ৰতিজ্ঞা ৰাখিছিলোঁ, এদিন সেইযোৰ ডাক্তৰৰ পৰা মোকোলাই আনিছিলোঁ। আইতাই যি হেঁপাহ আৰু আবেগেৰে সেইযোৰ হাতত পায়ে লৰালৰিকৈ কাণত পিন্ধিছিল, যেনেকৈ তেওঁৰ দুই শুকান চকুত দুটোপাল চকুলো নিগৰিছিল, সেই কথা মনত পৰিলে মোৰ নিজৰো আজি দুচকু সেমেকি যায়।

পিছে আইতাৰ মূৰৰ বিকৃতি ভাল হোৱাৰ কিছুদিন পিছতে আকৌ এটা বেমাৰ আৰম্ভ হ'ল, এইবাৰ কঠিন আৰু অচিন বেমাৰ। চিকিৎসা কৰি কৰি মই প্ৰায় সৰ্বস্বান্ত হ'লোঁ। মোৰনো সৰ্বস্বান্ত হ'বলৈ কিমান ধন-সম্পত্তি আছিল, লোকৰ ঘৰত খেতি কৰি আৰু টিউশ্যন কৰি পোৱা টকাকেইটাৰে অতি মিতব্যয়িতাৰে চলি কিছু টকা সাঁচিছিলোঁ আৰু তাক আইতাৰ হাতত গচ্ছিত কৰি থৈছিলোঁ— সেইখিনিয়েতো মোৰ সম্পত্তি। পিছে আইতাৰ অসুখৰ সময়ত সেই সাঁচতীয়া ধনত হাত দি মই অবাক হৈ গৈছিলোঁ— সেই ধনৰ দেখোন ভালেখিনি গৰা খহনীয়া হৈছে। পিছত আইতাই স্বীকাৰ কৰিছিল যে তেওঁ 'কুলাংগাৰ' পুতেকক মদ খাবলৈ বাধ্যত পৰি তাৰ পৰা কিছু পইচা মাজে মাজে দিয়ে। হায় অন্ধ মাতৃস্নেহ। মই তেতিয়া খঙত একো নাই হৈ কৈছিলোঁ— 'তই নিজৰ পুত্ৰকে মদ খাই নিভাৰ পঁচি মৰিবলৈ দিছ? ধন্য

তোৰ মাতৃস্নেহ।' আইতাই তেতিয়া থোকাথুকি মাতেৰে কৈছিল— 'সি মৰক, তাক মাৰি নিবলৈহে মই ভগৱানৰ ওচৰত দিনে-ৰাতিয়ে প্ৰাৰ্থনা কৰোঁ।'

পিছে মই জানো যে আইতাই সঁচা কথা কোৱা নাছিল। অৱশ্যে তেওঁৰ প্ৰাৰ্থনাই পুতেকক মাৰি নিয়া নাছিল কিন্তু আন এক প্ৰাৰ্থনা যে তেওঁক সোনকালে মাৰি নিব লাগে (সেই প্ৰাৰ্থনাও যে অন্তৰৰ অন্তঃস্থলীৰ পৰা ওলোৱা নাছিল মই জানো— পুতেক, নাতিয়েকৰ প্ৰতি তেওঁৰ যি মায়া সেই মায়াৰ বন্ধন কাটি তেওঁ আন্তৰিকভাৱে সঁচায়ে সিপুৰীলৈ যোৱাৰ কামনা কৰিবনে?) লগে লগেই যেন ভগৱানে শুনিলে আৰু তেওঁলৈ যমদূত পঠিয়াই দিলে।

পিছে ভগৱানৰ সেই যমদূতৰ লগত মই যুঁজ দিব পৰা হ'লে হয়তো আইতাক জীয়াই ৰাখিব পাৰিলোঁহেঁতেন, কিন্তু যুঁজিবলৈ যি ধনবল লাগে সেয়া মোৰ একেবাৰে নাছিল। স্কুলীয়া বছৰেকীয়া পৰীক্ষাবোৰ শেষ হৈছিল, তেতিয়া আৰু কোন অভিভাৱকে গাঁঠিৰ ধন ভাঙি মোক তেওঁলোকৰ ল'ৰা-ছোৱালীক পঢ়ুৱাবলৈ ক'ব? অৱশ্যে আঘোণৰ পথাৰত ধান কটা সময় হৈছিল, গতিকে এসময়ৰ বাৱন্ন বিঘা মাটিৰ গৰাকীৰ একামাত্ৰ বংশধৰে লোকৰ আঘোণৰ পথাৰত গৈ ধানো কাটিছিলোঁ। সেই মালিক ইমানেই নিষ্ঠুৰ আছিল যে জাৰত উম লগাই শুবলৈ সি মোক একোছা ধান খেৰো দিয়া নাছিল। তাৰ পিছত বাৰু আঘোণৰ পথাৰখন মোৰ বাবে কেনেকৈ প্ৰিয় হ'ব! কেনেকৈ প্ৰিয় হ'ব ৰুদ্ৰ বৰুৱাৰ আঘোণৰ পথাৰৰ আনন্দৰ উচ্ছ্বাস ভৰা গান, কেনেকৈ প্ৰিয় হ'ব কেশৱ মহন্তৰ 'আঘোণৰ কুঁৱলী' কবিতা য'ত দাৱনিয়ে খিলখিলাই হাঁহে, হাতৰ কাঁচি খৰ হয়।' মোৰ এই আঘোণৰ পথাৰখনত দাৱনিয়ে খিলখিলাই নাহাঁহে, সিহঁত পথাৰৰ মালিকৰ নানা ধৰণৰ অত্যাচাৰত জুৰুলা হয়, প্ৰমিলা জেঠীওতো দাৱনি হৈ থকা সময়ত এনে মহাজনৰ কামনাৰ বলি হ'বলৈ অস্বীকাৰ কৰি, যুঁজ দি কুলাংগাৰ পুত্ৰৰ অৱহেলাত আঘোণৰ 'পতা-সোণ বৰণীয়া ধান'ৰ দৰে সোণালী দেহা কংকালসাৰ কৰি কোনোমতে কলঢপ কলঢপ কৰি জীয়াই থাকিব লগা হৈছিল। তাৰ পিছত আৰু মই সাহিত্যত, সংগীতত এই আঘোণৰ পথাৰৰ উচ্ছ্বসিত, মুগ্ধ বৰ্ণনা পঢ়ি উত্মাত, বেদনাত ছটফটাই নমৰিমনে? মোৰ ককা আৰু শেষত পিতা গৰাকী হোৱা বাৱন্ন বিঘা আঘোণৰ পথাৰৰ ধান ছল-চক্ৰান্ত কৰি মহাজনে নিজৰ কব্জালৈ নিয়া নাইনে, অতি কম দামতে মদাহী পিতাৰপৰা সেই মাটি কাঢ়ি নিয়া নাইনে? তাৰ পিছত আৰু আঘোণৰ পথাৰ মোৰ বাবে প্ৰিয় হ'ব পাৰেনে? মহাজনৰ পথাৰত ধান কাঢ়ি নিয়াৰ পিছত ডাল-দৰিদ্ৰ মানুহে বুটলি নিবলৈ, চৰাই-চিৰিকটিয়ে খাবলৈ আৰু এনেকি নিগনিয়েও খাবলৈও ধান নাথাকে যাৰ বাবে মোৰ হৃদয়ৰ ৰাণী ৰুক্মিণীক বাপেকে মোলৈ বিয়া দিবলৈ নিষ্ঠুৰ ব্যংগতাৰে অস্বীকাৰ কৰিলে। উস্— কেনেকৈ এই যন্ত্ৰণাবোৰৰ স্মৃতিত দগ্ধ হৈ আঘোণৰ পথাৰক সহ্য কৰিম?

আইতা অনাহাৰ, ঔষধ আৰু পথ্যৰ অভাৱত তিলতিলকৈ মৃত্যুৰ মুখলৈ আগবাঢ়ি যাবলৈ ধৰিলে, মই হেন সুস্থ-সবল ডেকাটোৰ চকুৰ সন্মুখতে। মই সুস্থ-সবলেই হৈ আছিলোঁ, কাৰণ মোৰ গাত দেউতাৰ দৰে সুস্বাস্থ্যৰ তেজৰ ধমনী প্ৰবাহিত হৈছিল (এনে মজবুত স্বাস্থ্যৰ অধিকাৰী হোৱা বাবেহে বহুদিনলৈ ফুলি মদবোৰেও দেউতাক কাবু কৰিব পৰা নাছিল), মই গছৰ ফল খাইছিলোঁ, কচু, ঢেঁকীয়া সিজাই খাইছিলোঁ (চৰুৰ তললৈ জুই নাযায় বুলি চৰম দাৰিদ্ৰৰ বৰ্ণনা দিয়া হয়, কিন্তু তেতিয়াও খৰিৰ অভাৱ হোৱা নাছিল, বাৰীত কচু-ঢেঁকীয়া, কল-পচলাৰো অভাৱ নাছিল যে মোৰ চৰুৰ তললৈ জুই নাযাব— কিন্তু মৰণাপন্ন আইতাজনীকতো সেইবোৰ 'অপথ্য' খুৱাব নোৱাৰি)।

আইতাৰ পৈত্ৰিক ঘৰ যি গাঁৱত সেই গাঁও আমাৰ গাঁৱৰপৰা দহ মাইল আঁতৰত, তাত আইতাৰ এগৰাকী একপ্ৰকাৰ ভাল অৱস্থাৰ ককায়েক আছিল, মই অগত্যা এদিন প্ৰমিলা জেঠীক আইতাৰ ওচৰত বহুৱাই থৈ সেই ককাজনৰ ওচৰলৈ গৈ আইতাৰ চিকিৎসাৰ বাবে অলপ সহায় বিচাৰিলোঁ, কিন্তু তেওঁৰ যে বৰ অভাৱৰ সময় চলিছে সেই কথাহে বিনাবলৈ লাগি গৈছিল। মই তেতিয়া অসহিষ্ণু হৈ কৈছিলোঁ যে তেওঁৰ চকুৰ আগতে সৰু ভনীয়েকজনী চিকিৎসা আৰু খাদ্যৰ অভাৱত তিলতিলকৈ মৰিবলৈ ওলাইছে, সেই কথা তেওঁ ককায়েক হৈ কেনেকৈ চাই আছে? তেতিয়া তেওঁ মোৰ হাতত বাৰ অনা পইচা গুঁজি দিছিল আৰু

এষাৰ গাজত লগা কথা কৈছিল— 'ঐ, তই গজগজীয়া ডেকা নাতিটো থাকোঁতে বুঢ়া আতাবজনৰ ওচৰত সহায় বিচাৰি আহিবলৈ লাজ পোৱা নাইনে? আইতাৰে খুৱাই-বুৱাই ডাঙৰ কৰা এই ভীম হেন শৰীৰটোৱে কাৰো ঘৰত বন্ধা হৈয়োতো আইতাৰৰ চিকিৎসা কৰিব পাৰ। বাপেকৰ দৰেই এক কুলাংগাৰ হ'লি, লোকৰ ওপৰত বহি বহি অন্ন ধ্বংস কৰিবলৈ জীয়াই আছে। মদাহী বাপেকৰ ল'ৰা আৰু ইয়াতকৈ কিমান ভাল হ'ব, বাপ চাইহে বেটা হয়...।' মই সেই মুহূৰ্ততে বাৰ অনা পইচা মামা-আতাৰ মুখলৈ দলিয়াই দি সেই স্থান সবেগে ত্যাগ কৰিছিলোঁ।

আইতাক কোনোপধ্যেই বচাব নোৱাৰিলোঁ। মোৰ চকুৰ আগতে তিলতিলকৈ কংকালসাৰ ভূতুনীৰ চেহেৰাপ্ৰাপ্ত হ'ল সেই মানুহজনী যাক মই মাত্ৰ কেইটামান বছৰৰ আগতে পুখুৰীৰ পাৰত দেৱী ভেনাছৰ অপৰূপ ভাস্কৰ্যৰ মূৰ্তিৰ ৰূপত চকামকাকৈ দেখিছিলোঁ।

তাৰ পিছত চেপেটা লগা কাণ দুখনত ককাই দিয়া সোণৰ চিক্মিকোৱা কাণফুলিযোৰেৰে সৈতে আইতা চিতাত উঠিছিল। মই হতদৰিদ্ৰই মানুহে বাৰে বাৰে কোৱাতো আইতাৰ মৃত শেঁতা কাণ দুখনৰপৰা সেইযোৰ খুলি অনা নাছিলোঁ। মৰমৰ নাতি হিচাপে তেওঁৰ প্ৰতি বিশেষ কৰ্তব্য কৰিব নোৱাৰিলেও এদিন তেওঁক মই অন্ততঃ পগলা হোৱা বেমাৰটোৰ চিকিৎসা কৰি নিৰাময় কৰি আনিছিলোঁ নিজৰ আৰ্জনেৰে। সিদিনাও মোৰ চৰম দাৰিদ্ৰৰ মাজতো কাণফুলিযোৰ তেওঁৰ চিকিৎসাত লগোৱা নাছিলোঁ, আজি মোৰ সিদিনাতকৈও শোচনীয় দাৰিদ্ৰ দশা চলি আছে— এই কাণফুলিযোৰে অন্ততঃ সাময়িকভাবে হ'লেও মোৰ দাৰিদ্ৰ মোচন কৰিবলৈহে তেন।



হে মোৰ বংশধৰ (হয়, ওপৰৰ কথাখিনি মই তোমাক উদ্দেশ্য কৰিয়েই কৈছিলোঁ, যদিও স্বগতোক্তিৰে। তোমালোকৰ জানো মোৰ জীৱনৰ-কাহিনী শুনিবলৈ অৱসৰ আছে, সহানুভূতি ভৰা এখন অন্তৰ আছে? সেয়ে মই স্বগতোক্তিয়ে কৰি যাম, তোমালোকক তোমালোকৰ ভাষাত ব'ৰ নকৰোঁ। মই কোনো ক্ষেত্ৰতে সৌৰভ চলিহাৰ গল্পৰ দেউতাকজন হ'ব নোখোজোঁ), মই পিছে জীৱনত হাৰি নগ'লোঁ। আইতাৰ মৃত্যুৰ পিছত মই একপ্ৰক'ৰ বন্ধন আৰু দায়িত্বমুক্ত হৈ কেৱল নিজৰ কথাকে চিন্তা কৰিবলৈ আজৰি পালোঁ (অৱশ্যে এসময়ত যিটো দুৰ্বলতাৰ বাবে আইতাক দোষাৰোপ কৰিছিলোঁ মই নিজেও সেই দুৰ্বলতাৰ বলি হৈছিলোঁ, মোৰ পিতাটোক মই খং-ৰাগ কৰিও মৃত্যুৰ মুহূৰ্তটোলৈকে ভৰণ-পোষণ দিছিলোঁ, কিন্তু আইতা যেনেকৈ মোৰ ভৰিৰ শিকলি হৈছিল, তেওঁ হোৱা নাছিল বা হ'বলৈ দিয়া নাছিলোঁ। মই তেওঁক গাঁৱৰ ঘৰতে থৈ চহৰলৈ গৈছিলোঁ যদিও মাজে-সময়ে গৈ টকা-সিকা দি আহিছিলোঁ), সেয়ে ঐকান্তিক সাধনাৰে জীৱন-যুদ্ধত নামি পৰি শেষত জয়ীও হ'লোঁ। মই গুৱাহাটী চহৰলৈ গুচি গ'লোঁ আৰু প্ৰথমতে তাত শাক-পাচলিৰ বেপাৰী হ'লোঁ। দিনটো মানুহৰ ঘৰে ঘৰে পাচলি বেচোঁ আৰু সন্ধিয়া বিক্ৰী যাবলৈ বাকী থকা পাচলি লৈ ফুটপাথৰ দাঁতিতে অন্যান্য পাচলিবালাৰ লগতে বহোঁ। সেই বেপাৰ কৰি মোৰ কিছু লাভ হোৱাৰ উপৰি দিনটো যে ইঘৰ সিঘৰত ঘূৰোঁ তেওঁলোকক কওঁ মই 'কামলা' কামো কৰোঁ, কোৰ মাৰি বাগান চাফা কৰাৰ পৰা জেওৰা দিয়ালৈ সকলো কাম কৰোঁ। কিন্তু মই একপ্ৰকাৰ সৰু ল'ৰা বাবে মোৰ ৰে'টো কম।

এই সস্তীয়া লেবাৰৰ বাবেই মই তেনে কাম বহুত পোৱা হ'লোঁ। শেষত এঘৰ বাৰী-বাগান থকা ধনী মানুহে ক'লে যে মোক তেওঁলোকৰ বাৰীৰ চুকতে এটা পঁজা ঘৰ কৰি থাকিব দিব, কিন্তু তাৰ বিনিময়ত তেওঁলোকৰ বাৰী-বাগানৰ আপডাল কৰিব লাগিব। অৱশ্যে সপ্তাহত এটা দিন সেই কাম কৰি বাকীকেইদিন মই য'ত যি কাম কৰোঁ কৰিব পাৰোঁ।

মই হাততে সৰগ ঢুকি পোৱাৰ দৰে হৈছিলোঁ। অন্ততঃ অতদিনৰ মূৰত চালি একনৰ তলত থকাৰ আশ্ৰয়খিনি পাম। নহ'লেতো মোৰ বাকী ফুটপাথৰ বাসিন্দাৰ দৰে ৰাতি ফুটপাথত শোওঁতেই গৈছিল (অৱশ্যে তেনেকৈ শুই মই বিশেষ কষ্ট পোৱা নাছিলোঁ, খেৰৰ পুঁজিত শোৱা ল'ৰাই আৰু তাতকৈ বেছি কি আৰাম বিচাৰিম?)

নিজস্ব চালি এখন পাই মই সৰু সংসাৰ এখন আৰম্ভ কৰিলোঁ। মোৰ কাম-কাজত আৰু ব্যৱহাৰত গৃহস্থ-গৃহস্থনীক খুবেই সন্তুষ্ট কৰি ৰাখিব পাৰিছিলোঁ বাবে মই যে অন্ততঃ সহজতে এই চালিৰ তলৰপৰা উচ্ছেদ নহওঁ সেই কথা গম পাইছিলোঁ।

তাৰ পিছত আৰম্ভ হ'ল মোৰ জীৱনৰ লক্ষ্যত উপনীত হোৱাৰ প্ৰকৃত সাধনা। ভগৱানে মোক সকলোৰে পৰা বঞ্চিত কৰিলেও মূৰত হ'লে যথেষ্ট 'ঘিঁউ' সুমুৱাই দি এই ধৰণীলৈ পঠাই দিছিল। মই এতিয়া পূৰ্ণোদ্যমে তাৰ সদ্ব্যৱহাৰ কৰাত উঠি-পৰি লাগিলোঁ। কলেজ এখনৰ নাইট ক্লাছত ভৰ্তি হৈ ল'লোঁ আৰু ক্ৰমে প্ৰথম বিভাগত পি ইউ পাছ কৰিলোঁ, বি এ পাছ কৰিলোঁ (কলেজখনত অনাৰ্ছৰ কোনো ব্যৱস্থা নাছিল) আৰু শেষত নাইট স্কুল এখনত চাকৰিও পালোঁ আৰু তেনেকৈ চাকৰি কৰি দিনত এম এও পঢ়িবলৈ ধৰিলোঁ, অসমীয়াতে পঢ়িলোঁ আৰু প্ৰথম শ্ৰেণীৰ প্ৰথম স্থানো দখল্ কৰিলোঁ। তাৰ পিছত গাঁৱৰ যিবোৰ মানুহে মোক মদাহীৰ পুতেক বুলি তুচ্ছ-তাচ্ছিল্য কৰিছিল, নিগনিয়ে খাবলৈ ধান নাই বুলি মোলৈ ছোৱালী কোনে দিব বুলি পেংলাই কৰিছিল— সেই সকলোকে অবাক কৰি, হিংসাত ধৰফৰোৱাই মই আই পি এছ অফিচাৰো হ'লোঁ। (এদিন সি হাকিম-দাৰোগা হ'ব— হায়, সেই দাৰোগাৰো ওপৰৱালা হোৱা আইতাই দেখি যাব নোৱাৰিলে)।

মোৰ এই কাহিনী একপ্ৰকাৰ হিন্দী চিনেমাৰ (এতিয়া পিছে অসমীয়া, বাঙালী সকলো চিনেমাৰে) অবিশ্বাস্য কাহিনী। কিন্তু কৈছোঁ নহয়, ভগৱানে মোক এই এটা বস্তু দিয়াতে কাৰ্পণ্য কৰা নাছিল, সেই 'মগজু' নামৰ বস্তুটো প্ৰচুৰ পৰিমাণে থকা বাবেই মই যেন আক্ষৰিক অৰ্থতে 'ভিকহুৰ পৰা ৰজালৈ' পৰ্যবসিত হ'লোঁ। অৱশ্যে মগজুও যথেষ্ট নহয়, লাগিব সংকল্পৰ দৃঢ়তাও— যিটো বস্তুও মোৰ প্ৰচুৰ আছিল।

প্ৰথম কেইবছৰ মই দৰমহাৰ বেছিখিনি আয়ে সঞ্চয় কৰি গৈছিলোঁ, মোৰ এজন মানুহৰ বাবে প্ৰয়োজনেই বা কিমান (ইতিমধ্যে পিতাও ঢুকাইছিল)। গতিকে চাকৰি কৰাৰ পাঁচ বছৰৰ ভিতৰতে, হয়, মাত্ৰ পাঁচ বছৰৰ ভিতৰতে মই নিজৰ গাঁৱতে ত্ৰিশবিঘা মাটি কিনিলোঁ। বিয়া কৰালোঁ দেৰিকৈ, প্ৰায় চল্লিশ বছৰ বয়সত। কইনাৰ অভাৱত নহয়, ইচ্ছাৰ অভাৱত। আই পি এছ পৰিচয়টোৱেই মোৰ বাবে চহৰত একমাত্ৰ পৰিচয় হৈ পৰিছিল— মচ খাই গৈছিল এই চহৰৰে ফুটপাথত পৰি থাকি শাক-পাচলিৰ বেপাৰ কৰা মানুহটোৰ পৰিচয়। গতিকে সেই অতীতটোৰ ফালে পিঠি দি চহৰৰ বহুতো অভিভাৱকে মোক ছোৱালী যাচিছিল। কিন্তু প্ৰথমতে মই বিয়া নকৰোৱাৰে সংকল্প লৈছিলোঁ— 'তাক কি আপী বিয়া দিম, তাৰ ঘৰোতচোন নিংনিয়ে খাবাৰ ধানেই নাই'— এই কথাষাৰে অতীতৰ গৰ্ভৰপৰা উফৰি আহি এতিয়া মোৰ বৰ্তমানৰ গৰ্ভতো দৃঢ় খোপনি পুতিছে, সেই এটা বোধ অহৰহ নিজৰ লগত কঢ়িয়াই থকাৰ পিছত মইনো আৰু কেনেকৈ বিয়া কৰাওঁ? বিয়া বস্তুটোৰ প্ৰতিয়ে ধিক্কাৰ আহি গৈছিল। অৱশ্যে ৰুক্মিণীক মই প্ৰায় পাহৰিয়ে পেলাইছোঁ, সময়ে হৃদয়ত পলস পেলাইছে, মোৰ বাবে এতিয়াও জীৱন্ত দুখ হৈ আছে তাইক নোপোৱাটো নহয়, তাইৰ বাপেকৰ পৰা পোৱা অপমানজনক প্ৰত্যাখ্যানটো। মতা মানুহৰ 'ইগো'— এটা ভয়ংকৰ বস্তু, প্ৰতিশোধ ল'ব নোৱাৰিলে শান্তি নাই, সেই শান্তি খেৰৰ পুঁজিত, ফুটপাথত শয়নৰ পৰা প্ৰতাপশালী পুলিচ বিষয়া হোৱাৰ গাদী দখলেও পূৰাপুৰি দিব নোৱাৰে।

মোৰ ঘৰত নিগনিয়েও ধান খাব নোপোৱা অৱস্থাৰ পৰা চল্লিশ বিঘা মাটিৰ ধানেৰে 'ভাখেৰি' ভৰোৱা অপাৰেশ্যনে (পুলিচৰ মানুহ হোৱা বাবে অপাৰেশ্যন শব্দটোৱে মনলৈ আহি গৈছিল) মোক কিছু শান্তি আনি দিছিল। কিন্তু এতিয়াও বাৱন্ন বিঘা মাটিৰ মালিক হ'ব পৰা নাই। হ'লেই মোৰ প্ৰতিশোধ পূৰা হ'ব, গাঁৱৰ মানুহৰ বিৰুদ্ধে, মোক মদাহীৰ কুলাংগাৰ ল'ৰা বুলি অপমান কৰাসকলৰ বিৰুদ্ধে।

পিছে ইয়াৰ মাজতো মই বিয়া কৰাই পেলাব লগা হ'ল। বয়সে প্ৰায় ভাটি দিব ধৰিছিল, এতিয়া বিয়া নকৰালে নচলে। বিয়া কৰোৱাৰ কোনো বাধ্য-বাধকতা নাছিল, কিন্তু আইতায়ে মোক বাধ্য কৰালে। স্বৰ্গত থাকিলেও (মোৰ আইতা স্বৰ্গবাসী যে হৈছে তাত মোৰ অকণিও সন্দেহ নাই) আইতাৰ সেই হেঁপাহ, আকূতি মই কেনেকৈ পাহৰি যাব পাৰোঁ? দৰাচলতে সি মোক খুলি খুলি খায়েই থাকিছিল; আইতাৰ হেঁপাহ হ'ল এই চৌধুৰী পৰিয়ালটো যেন নিশ্চিহ্ন হৈ নাযায়, বংশধৰ লাগে। কিন্তু মই সেই পৰিয়ালৰ বৰ্তমানৰ একমাত্ৰ বংশধৰজনে যদি ভৱিষ্যৎ বংশধৰৰ এই পৃথিৱীলৈ আগমন নঘটাওঁ— আন কোনে সেই কাম কৰিব? গতিকে

মই বিয়া কৰালোঁ, চহৰৰে ভাল ঘৰৰ এজনী ভাল ছোৱালীয়েই বিয়া কৰালোঁ আৰু একপ্ৰকাৰ সুখৰ সাংসাৰিক জীৱনো যাপন কৰিলোঁ বুলি ক'ব পাৰি।

কিন্তু মোৰ কপালত আৰু সুখ লেখা আছেনে? ল'ৰাটো (হয়,ময়ো এটা ল'ৰাৰ পিতৃ হৈছিলোঁ, কিন্তু মোৰ ছোৱালী এজনীও হৈছিল) অলপ ডাঙৰ হৈ অহাৰ লগে লগে উদণ্ড হৈ উঠিব ধৰিলে, মাকৰ প্ৰশ্ৰয়তে সি যে তেনে হ'ল তাত সন্দেহ নাই। বাপেক পুলিচ, কিন্তু পুলিচি মেজাজটো সিহে পালে। ডাঙৰ হৈ আহিল আৰু লাহে লাহে আৰু বেছি উদণ্ড হৈ আহিল। মোৰ ভয় লাগিবলৈ ধৰিলে— এদিন সি বাপ চাই বেটা নহৈ ককাক চাই নাতি হ'ব। আগৰ পুৰুষৰ দোষ-গুণ তৃতীয় পুৰুষৰ জীনতহে বোলে বেছি আছে।

কিন্তু সি কলেজ পোৱাত দেখা গ'ল যে ক্ৰমে সি শান্ত হৈ আহিছে, পঢ়া-শুনাতো বেয়া নহয়, কিন্তু মোৰ এনে লাগিছিল— সি বৰ আত্মকেন্দ্ৰিক হৈ পৰিছিল, ঘৰখনৰ সিয়ে উঠি বজা বহি বজা হৈ পৰিছিল— তাত তাৰ মন্ত্ৰণাদাতা মন্ত্ৰী হৈ পৰিছিল মোৰ পত্নী তাৰ মাতৃ। মোৰ প্ৰতি সিহঁতৰ শেহতীয়া আব্দাৰ (নে কঢ়া হুকুম) হ'ল— মই গাঁৱৰ ঘৰ-মাটি সমস্ত বেচি চহৰত ঘৰ-মাটি কৰিব লাগে। সিহঁতে কৈছিল— মোৰ দৰে অদ্ভুত মানুহ চহৰত নাই (পুলিচ বিষয়াৰ মাজততো নায়েই), কোনোবাইনো ইমান ডাঙৰ চাকৰি কৰিও--- বিশেষকৈ পুলিচৰ ডাঙৰ চাকৰি কৰিও চহৰত ঘৰ-মাটি নকৰি চিৰকাললৈ ত্যাগ কৰি অহা গাঁৱতহে মাটি কিনি থাকেনে? এবাৰ গাঁও এৰি চহৰত চাকৰি-বাকৰি কৰা মানুহে আৰু গাঁৱলৈ উভতি যায়নে, ভূ-ভাৰতত তাৰ কিবা নজিৰ আছেনে? তুমি যোৱা যোৱা, কিন্তু চহৰত জন্ম হোৱা, প্ৰতিপালিত হোৱা তোমাৰ সন্তান কিয় যাব, তোমাৰ চহৰীয়া পত্নী কিয় যাব? যদি গাঁৱৰ প্ৰতি তোমাৰ ইমানেই আকলুৱা মন আছিল, তেন্তে গাঁৱতেই এটা হালোৱা চহা হৈ নাথাকিলা কিয়, কিয় গাঁৱৰে ছোৱালী এজনী বিয়া কৰাই সুখেৰে ঘৰ-সংসাৰ কৰি নাথাকিলা? (অ' মোৰ বংশধৰ, অ' মোৰ পত্নী, মইতো তাকেই কৰিব খুজিছিলোঁ, কিন্তু ঘৰত নিগনিয়ে খাব পৰা ধান-চাউলো নাই বুলি যে ৰুক্মিণীৰ বাপেকে তাইক মোলৈ বিয়া নিদিলে।)

পিছত আৰু এদিন জোনাক ৰাতি মই এই পথাৰত থিয় হৈছিলোঁ, তেতিয়া আৰু তাত ধান নাছিল, নৰাহে আছিল আৰু সেই পথাৰো মোৰ হৈ থকা নাছিল।

জোনাকে টৌৱাই থোৱা আঘোণৰ পথাৰখনলৈ চাই চাই মোৰ বুকুত পূৰ্বৰ শেলবোৰে একেলগে আহি বিন্ধিবলৈ ধৰিলে— যি শেলে বিন্ধিছিল লোকৰ হৈ যোৱা আমাৰ পূৰ্বৰ ধানৰ ভৰত দোঁ খাই থকা আঘোণৰ পথাৰবোৰলৈ চাই থাকিও যি শেলে বিন্ধিছিল ধান কটাৰ পিছত নৰা বাকী থকা পথাৰলৈ মই 'নৰাই' (মোৰ ঘৰত অৱশ্যে নৰা বুলিয়ে মতা নাছিল, নৰে বুলিও মাতিছিল) সখেদে চাই থাকি (পথাৰৰ সকলো ধান কাটি লৈ গৈ এই উকা নৰানীখন বাকী ৰাখিলেও সেই নৰানীততো মোৰ কোনো অধিকাৰ নাই।)।

কিন্তু আজি মই ধানে খিলখিলাই হাঁহি থকা যিখন পথাৰত থিয় হৈছোঁহি সেইখনৰ মালিক এদিন ময়েই যে হৈছিলোঁ কথাটো অবিশ্বাস্য যেন লাগি যায়। পিতৃ-পূৰ্বপুৰুষৰ পৰা উত্তৰাধিকাৰসূত্ৰে পোৱা নহয়, মোৰ বাহুবলেৰে আৰ্জিত পথাৰ সেইখন। মোৰ সেই বাহুবলত বহুতো পুলিচ অফিচাৰৰ দুৰ্নীতিৰ বেতডাল নাই, মই আজিলৈকে চাকৰি জীৱনত কোনো ভ্ৰষ্টাচাৰ কৰা নাই, মোৰ অশিক্ষিতা আইতাই বহুতো ভাল শিক্ষা দিয়াৰ লগতে এই শিক্ষাও দিছিল যে সততাৰে আৰ্জিত এটা পইচা দুৰ্নীতিৰে আৰ্জিত হাজাৰ পইচাতকৈও মূল্যবান, তাৰ ভোগত হাজাৰ গুণ আনন্দ আছে।

পিছে সেই পথাৰ, সেই সৎ আৰ্জনৰ হাঁহি আৰু আনন্দ চিৰকাললৈ লোপ পাই গ'ল। কাৰণ পুত্ৰ আৰু পত্নীৰ যুক্তিত সেও মানি মই আঘোণৰ ধাননি পথাৰখনৰ পৰা মালিকীস্বত্ব হেৰুৱালোঁ, বিক্ৰী কৰি দিলোঁ গাঁৱৰ মহাজনকে। তথাপি মোৰ এই এটা সান্ত্বনা যে এদিনৰ দৰে অভাৱৰ তাড়নাত, মদৰ নিচাত মোৰ পিতাই পানীৰ মূল্যত মাটিবোৰ এৰি দিয়াৰ দৰে এৰি দিব লগা নহ'লোঁ মই, বৰং কিনা দামতকৈয়ো বেছি দামত বিক্ৰী কৰি বহুত লাভ পালোঁ। এই টকাৰে এতিয়া মোৰ বংশধৰে চহৰত ঘৰ-মাটি কৰাৰ বাট কাটিব।

হয়, মোৰ পুত্ৰ-পৰিবাৰৰ যুক্তি আছে, গাঁৱত মাটি ৰাখি লাভ নাই। কিন্তু যুক্তিৰ ওপৰতো কিছুমান কথা থাকে— মানুহৰ মন থাকে, হৃদয় থাকে, স্বপ্ন থাকে, প্ৰেম থাকে, ঈৰ্ষা থাকে, জেদ থাকে, বেদনা থাকে। কিন্তু

সেই কথাবোৰ কোনে হৃদয়ংগম কৰিব, কোন তাৰ ভাগীদাৰ হ'ব, কোনে সেই স্বপ্নৰ বোকোচাত একেলগে উঠি হাবিয়াসৰ দেশলৈ উৰাৰ সংগীত্ব দিব? নিদিয়ে, কোনোৱে নিদিয়ে, কাৰো অন্তৰৰ দুখৰ স্বপ্ন-প্ৰত্যাহ্বানত কোনেও সহানুভূতিৰে অংশ নহয়, এনেকি পৃথিৱীৰ অতি আপোনজন স্ত্ৰী-পুত্ৰয়ো। মোৰ স্কুলত সংস্কৃত আছিল, এতিয়া মুখত বেদনাৰ হাঁহি লৈ মই মনে মনে মোহ মুদ্‌গৰৰ এই শ্লোকটো গুণগুণালোঁ, 'কা তব কান্তা, কস্তে পুত্ৰ/সংসাৰোঅয়ম অতীব বিচিত্ৰ...' নাই, এদিন্ তিনিটা 'ভাখেৰি'ৰ মালিকৰ ঘৰত অৱস্থাৰ বিপাকত নিগনিয়েও ধান খাবলৈ ধান নোহোৱা বাবে মালিক পুত্ৰলৈ 'আপী' দিবলৈ বিদ্ৰূপেৰে অস্বীকাৰ কৰা মোৰ সেই মৰ্মভেদী অপমান আৰু বেদনাৰ কোনো স্ত্ৰী-পুত্ৰয়ে বোধহয় অংশীদাৰ হ'ব নোৱাৰে।

হঠাতে মোৰ এনে লাগিল— মোৰ পথাৰত আজি জোনাক নাই, (অ' এতিয়া মোৰতো নহয়, অখিল মহাজনৰহে! অ'স্...), জোনাক অন্তৰ্হিত হ'ল আৰু মই এসময়ত অসমীয়া-বাংলা-ইংৰাজী কিতাপ গোগ্ৰাসে গিলা আৰু ৰবীন্দ্ৰনাথতকৈ জীৱনানন্দ দাশৰ কবিতা বেছি ভাল পোৱা (নেপামনো কিয়, তেওঁ যেন মোৰ গাঁওখনৰ পথাৰ-নৈ-গছ-ধান-চৰাই লৈয়ে কবিতাত ছবি আঁকে!) মানুহটোৱে মনে মনে আওৰাবলৈ ধৰিলোঁ জীৱনানন্দৰ 'অদ্ভুত আঁধাৰ এক' নামৰ কবিতাটো—

অদ্ভুত আঁধাৰ এক এসেছে এ পৃথিবীতে আজ,
যাৰা অন্ধ সবচেয়ে বেশি আৰ্জ চোখে দ্যাখে তাৰা;
যাদেৰ হৃদয়ে কোনো প্ৰেম নেই— প্ৰীতি নেই— কৰুণাৰ আলোড়ন নেই
পৃথিবী অচল আজ তাদেৰ সুপৰামৰ্শ ছাড়া...



মই লাহে লাহে ঘৰলৈ খোজ ল'লোঁ। পিছত পৰি ৰ'ল 'অন্ধকাৰে' ঢাকি ধৰা আঘোণৰ পথাৰখন। মোৰ নহয়। মোৰ আৰু কাহানিও আঘোণৰ পথাৰ এখন নহ'ব। কৈশোৰৰপৰা আজি প্ৰায় এই বাৰ্ধক্যলৈ বাৰে বাৰে আঘোণৰ পথাৰখন মোৰ আঙুলিৰ পৰা পিছলি পিছলি গৈছে। মোৰ হেজাৰ চেষ্টাতো। এলেহুৱা মেকুৰী নহৈ দুৰ্ধৰ্ষ চিকাৰী মেকুৰী হোৱা সত্ত্বেও।

বাটে বাটে মই পুনৰ স্বগতোক্তি কৰি গ'লোঁ, এইবাৰ কেৱল মোৰ (আৰু স্বৰ্গগামী আইতাৰ হেঁপাহৰো) বংশধৰৰ উদ্দেশ্যেই নহয়, মোৰ নৰকবাসী পিতৃৰ উদ্দেশ্যেও। আচলতে মই পাৰ্ল এছ বাকৰ ন'বেল বঁটা বিজয়ী উপন্যাস 'গুড আৰ্থৰ' বাংলাৰে নিজ বংশধৰক কোৱা এই কথাখিনিহে আওৰাইছিলোঁ— 'মাটি বেচিবলৈ আৰম্ভ কৰিলেই বুজিবা তোমালোকৰ সৰ্বনাশ হ'ল। মাটি দূৰলৈ আঁতৰ কৰি দলিয়াই নিদিবা। জানিবা যে মাটিয়েই লক্ষ্মী। মাটি হেৰুৱালেই সৰ্বনাশ হ'ব। মাটিৰ পৰাই আমাৰ উৎপত্তি, মাটিলৈকে আমি পুনৰ উভতি যাম। ...'

*(২০০৫ চনৰ ১৪ ডিচেম্বৰৰ 'অসমীয়া খবৰ'ত ড° জিতেন দাসৰ 'দেশে-বিদেশে সাহিত্য আৰু সাহিত্যিক' শিতানত প্ৰকাশ হোৱা 'মোৰ কবিতা ঃ আঘোণ য'ত আছাৰ খাই পৰি আছে' পঢ়ি।)*

---